বকুলবনৰ কবি

# আনন্দচন্দ্ৰ বৰুৱা ৰচনাৱলী


মুখ্য সম্পাদক

সাহিত্যাচাৰ্য্য যতীন্দ্ৰনাথ গোস্বামী

সম্পাদক

ড° বসন্তকুমাৰ গোস্বামী



সূৰ্য্য হাজৰিকা শৈক্ষিক ন্যাস

গুৱাহাটী-৭৮১০০৫

Bakulbanar Kavi Anandachandra Baruah Rachanawali : A collection of complete works of Anandachandra Baruah, Edited by Sahityacharya Jatindranath Goswami and Dr. Basanta Kumar Goswami and Published by Surjya Kanta Hazarika, Managing Trustee, S.H. Educational Trust,C.K. Hazarika Path, Tarun Nagar, Guwahati -781005, Assam, India.First Edition 2007, Price. Rs. 1000.00 only.

**প্ৰকাশক ঃ**
সূৰ্য্য হাজৰিকা শৈক্ষিক ন্যাস
চন্দ্ৰকান্ত হাজৰিকা পথ
তৰুণ নগৰ, গুৱাহাটী - ৭৮১০০৫

**মূল্য ঃ** ১০০০.০০ (এহেজাৰ) টকা মাত্ৰ

**বেটুপাত ঃ**
অৰুণ নাথ

**অক্ষৰ-বিন্যাস ঃ**
ধ্ৰুৱজ্যোতি বৰদলৈ
গুচিন প্ৰিণ্টাৰ্ছ, এ.টি. ৰোড, যোৰহাট
[বিষ্ণুৰাম বৰুৱা হলৰ বিপৰীতে]
দূৰভাষ নং ঃ ৯৯৫৪৪ ২২০২০

প্ৰথম প্ৰকাশ ঃ ২০০৭ চন

**ছপাশাল ঃ**
চন্দ্ৰকান্ত প্ৰেছ (প্ৰা.) লিমিটেড
চন্দ্ৰকান্ত হাজৰিকা পথ,
তৰুণ নগৰ, গুৱাহাটী — ৭৮১০০৫



# উছৰ্গা



যাৰ অনুপ্ৰেৰণাত বকুলবনৰ কবিৰ অমৰ সৃষ্টি সম্ভৱ হ'ল,
যাৰ প্ৰেৰণাত এই 'আনন্দচন্দ্ৰ বৰুৱা ৰচনাৱলী'য়ে
পোহৰৰ মুখ দেখিলে
আনন্দচন্দ্ৰ বৰুৱাৰ সেইগৰাকী
পতিব্ৰতা সহধৰ্মিণী
স্বৰ্গীয়া প্ৰমীলা বৰুৱাৰ পবিত্ৰ সোঁৱৰণত
পৰিয়ালবৰ্গৰ ইচ্ছা অনুসৰি এই ৰচনাৱলী উছৰ্গা কৰা হ'ল।

# ভূমিকা — ১

যি জন পুৰুষ 'ৰূপে ৰসে পৰিপূৰ্ণ' পৃথিৱীৰ সমস্ত সৌন্দৰ্য একেলগ কৰি অপৰূপ তিলোত্তমা গঢ়িবলৈ যাওঁতে নিজৰ সৌন্দৰ্যৰ সঁফুৰা নিঃশেষ হৈ যায় আৰু মহাশূণ্যৰ টৌৱে যিজনৰ হৃদয়ত 'মোহৰ টোপনি ভাঙি' মৌ বৰষি (টৌ টৌ কেৱল টৌ) মহাসতাৰ ৰূপ অপৰূপ ৰূপে প্ৰতিভাত হয় সেইজন বিংশ শতিকাৰ কবি আনন্দচন্দ্ৰ বৰুৱাক ধ্ৰুপদী আৰু ৰমন্যাসৰ অপূৰ্ব সমাহাৰ বুলিব পাৰি। তেওঁ এফালে ৰমন্যাসবাদী কবি আৰু আনফালে ৰমন্যাস বা নবন্যাসৰ কবি। সেইজন কবিৰ পৰিচয় আৰু সাহিত্য কৰ্ম সম্পৰ্কে তলত আলোচনা কৰা হ'ল।

ভাগৱতী বৰুৱাৰ ঘৰৰ প্ৰেমধৰ বৰুৱা আৰু ইন্দ্ৰানী বৰুৱাৰ চতুৰ্থ সন্তান শ্ৰীআনন্দচন্দ্ৰ বৰুৱা ১৯০৭ চনৰ ডিচেম্বৰ মাহৰ ৩১ তাৰিখে মৰাণৰ ওচৰৰ খুমটাই চাহ বাগিচাত জন্ম গ্ৰহণ কৰে। বৰুৱাৰ পূৰ্ব পুৰুষজন কণৌজৰ পৰা অহা আৰু আদিপুৰুষ জন ভাগৱত ভূষণ উপাধিকাৰী ব্ৰাহ্মণ আছিল।

প্ৰেমধৰ বৰুৱাৰ পূৰ্বৰ ঘৰ আছিল চাওখাট মৌজাৰ ঢেকীয়াখোৱা গাঁৱত। তেওঁৰ পুৰণি বাৰীত ককাইদেৱেক যোগধৰ বৰুৱা আছিল। চাহবাগিচাৰ চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পিছত (১৯১৪) প্ৰেমধৰ বৰুৱাই পুৰণি ঘৰৰ পৰা অলপ দক্ষিণে দিহা নৈৰ পাৰত ঘৰ সাজে।

এই বাৰীখনৰ উত্তৰে শ্ৰীশ্ৰীমাধৱদেৱৰ স্মৃতি বিজড়িত ঢেকীয়াখোৱা বৰনামঘৰ। এনে সৌন্দৰ্যপূৰ্ণ প্ৰাকৃতিক পৰিৱেশত বালক আনন্দচন্দ্ৰ বৰুৱা ডাঙৰ দীঘল হয়। কুলু কুলু সুৰে বৈ যোৱা ডিহা নৈখন, চৰাইৰ মধুৰ কাকলি, বৰনামঘৰৰ সবাহ ভাৱনা আদিৰ প্ৰভাৱ আনন্দচন্দ্ৰৰ ওপৰত পৰে। তেওঁ কৈছে,

সেইখন মোৰ স্মৃতি ভৰপুৰ
মৰমৰ ডিহাকোষ দিঠকৰ ঘৰ।
প্ৰাণ দেৱতাৰ মিহি কবিতাৰ
মৃদু মধু লয় ভৰা তাতে অভিসাৰ।"
"জ্বলিছিল তাতে মোৰ প্ৰথম জুই" (ডিহাৰ স্বপ্ন)

বাৰীখনৰ বৰ্ণনা প্ৰসঙ্গত বৰুৱাই কৈছে, "বৰ আলিৰ পৰা এমাইল উত্তৰে সোমাই গ'লেই অকনমান নৈখন নাম ডিহা। ধেনুভিৰীয়া হৈ বৈ যোৱা ডিহা নৈৰ ভিড়টোতে 'বকুলবন'। আগপিনেও ডিহা পিছপিনেও ডিহা। অৰ্ধচন্দ্ৰাকৃতি নৈখনৰ বুকুতে চিৰসেউজীয়া প্ৰকৃতিৰ উপবন যেন 'বকুলবন' ... 'বাৰীখন পাতিছিল মোৰ সৌন্দৰ্য প্ৰিয় দেউতা স্বৰ্গীয় প্ৰেমধৰ বৰুৱাই। পদুলীমুখত দ'ল যেন দুজোপা বকুল গছ, বাটৰ কাষত এজোপা আহঁত উত্তৰফালে। দক্ষিণে বৰ জামু, ডালপাতেৰে ভৰুণ, দক্ষিণৰ বকুলজোপাৰ গাতে লাগি থকাকৈ এজোপা অমৰা গছ। দেউতা- ব'তিৰ মৃত্যুৰ পিছত মোৰ মনত বকুল দুজোপা দেউতা-ব'তি যেন লাগে।" (সেই নিমাতী পুৱাৰে পৰা)।

অলেখ স্মৃতিৰে ভৰপুৰ মৰমৰ ডিহা কোষতেই আনন্দচন্দ্ৰই ফলি পুথি লয়। সেই বিদ্যালয়ৰ শেষ পৰীক্ষাত বৃত্তি লাভ কৰি তেওঁ কাকজান এম.ই. স্কুলত ভৰ্তি (১৯১৮)হয়। সেই বিদ্যালয়ৰ শেষ পৰীক্ষাত বৃত্তি লাভ কৰি তেওঁ যোৰহাট চৰকাৰী বালক উচ্চ ইংৰাজী বিদ্যালয়ত ভৰ্তি হয়। ১৯২৩ চনত তেওঁৰ মাতৃ পৰলোকগামী হয়। ১৯২৬ চনত যোৰহাট চৰকাৰী বালক বিদ্যালয়ৰ পৰা প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ কাশী হিন্দু বিশ্ববিদ্যালয়ত ভৰ্তি হয়। পোনতে তেওঁ বিজ্ঞান শাখাত ভৰ্তি হৈ পিছত কলা শাখাত ভৰ্তি হয়। ইয়াত পঢ়ি থাকোঁতে ১৯২৮ চনত তেওঁ যোৰহাটৰ পদুম বৰুৱাৰ কন্যা প্ৰমীলা দেৱীক বিয়া কৰায়। তেওঁৰ সহপাঠী আৰু বন্ধু গনেশ গগৈয়ে পোনতে কটন কলেজত ভৰ্তি হয় কিন্তু বন্ধুৰ বৰুৱাৰ অনুৰোধত তেওঁ গুৱাহাটী এৰি পিছত বছৰ কাশী হিন্দু বিশ্ববিদ্যালয়লৈ পঢ়িবলৈ যায়। সেই সময়ত কাশী বিশ্ববিদ্যালয়ত পঢ়া ছাত্ৰসকলৰ ভিতৰৰে কেইজনমানৰ নাম হ'ল - গনেশচন্দ্ৰ গগৈ (১৯০৭-৩৮) আনন্দ চন্দ্ৰ বৰুৱা, জনাৰ্দন আচাৰ্য (১৯০৭-৬৯) কিৰণচন্দ্ৰ গোস্বামী (১৯০৭-৫০) উত্তমচন্দ্ৰ বৰুৱা (১৯০৬-৮০) জয়ৰাম পাত্ৰ (১৯০৯-৭৮) প্ৰভৃতি। গনেশ চন্দ্ৰ গগৈ সেই বিশ্ববিদ্যালয়ত ভৰ্তি হোৱাত আনন্দচন্দ্ৰ বৰুৱাই যেন বল পালে। দুই বন্ধুৰ পৰিকল্পনা অনুযায়ী অধ্যয়নৰত অসমীয়া ছাত্ৰসকলৰ সক্ৰিয় সহযোগত 'জাহ্নবী' নামৰ এখন হাতে লিখা আলোচনী (১৯২৭) ওলায়। ফলত বৰুৱা আৰু গগৈয়ে সাহিত্য চৰ্চাত অধিক জড়িত হৈ পৰাত অধ্যয়ন তল পৰিল। দুয়ো সেই চনৰ শ্ৰীপঞ্চমীৰ দিনা প্ৰতিষ্ঠা হোৱা বাণী সম্মেলনৰ সভাপতি হয়।

আনন্দচন্দ্ৰই বিশ্ববিদ্যালয়ৰ পৰীক্ষাত কৃতকাৰ্য হ'ব নোৱাৰিলেও সেই ঠাইৰ পৰিৱেশে তেওঁৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে।

কাশী বিশ্ববিদ্যালয়ৰ নিৰ্মাতা পণ্ডিত মদন মোহন মালবীয়ৰ গীতা শাস্ত্ৰৰ বাখ্যাত তেওঁ অভিভূত হৈছিল। মালবীয়াই ৰিহি গতিৰে 'ঘণ্টাৰ পাছত ঘণ্টা বক্তৃতা দি থাকিব' পৰা ক্ষমতা প্ৰসঙ্গত তেওঁ কৈছে 'তেখেতৰ ভাষাত শব্দাবলীয়ে শ্ৰোতাৰ কৰ্ণ - কুহৰত অতীত ভাৰতবৰ্ষৰ সোণ-শুৱনি অধ্যায়নবিলাকৰ স্মৃতি জগাই দিয়ে। (পণ্ডিত মদন মোহন মালবীয়)। প্ৰকৃততে আনন্দচন্দ্ৰই সেই ঠাইত 'ভাৰতবৰ্ষৰ সোণ-শুৱনি অধ্যায়' ৰোমন্থন কৰাৰ প্ৰেৰণা লাভ কৰে।

তেওঁ ১৯৩০ চনত বকুলবনলৈ ঘুৰি আহিল। এই বছৰতে তেওঁৰ পিতৃ হানি হোৱাত আনন্দ চন্দ্ৰৰ জীৱনত আউল লাগিল। জীৱিকাৰ অন্বেষণত তেওঁ গুৱাহাটীলৈ যায়। সেই সময়ত চন্দ্ৰকুমাৰ আগৰৱালা স্থাপিত 'অসমীয়া' বাতৰি কাকতখন খাৰঘুলিৰ নিউ প্ৰেছৰ পৰা প্ৰকাশ হৈছিল, মুদ্ৰাকৰ আছিল পূৰ্ণকান্ত কাকতি। আনন্দচন্দ্ৰই এই প্ৰসঙ্গত লেখিছে, 'লক্ষ্মীনাথ ফুকনক কামৰ পৰা বিদায় দিয়াত সম্পাদকৰ পদ খালী হৈছিল। ভাগ্যক্ৰমে মোকেই সম্পাদক পদ যাচিলে। তেতিয়া ১৯৩০ চন। ভাৰতজুৰি অসহযোগ আন্দোলনৰ তুমুল যুদ্ধ" (বাগ্মীবৰ নীলমণি ফুকন, অসম সাহিত্য সভা) 'অসমীয়া' কাকতৰ পুৰণি ফাইলত সম্পাদক আনন্দচন্দ্ৰৰ নামত ওলোৱা দুটা সম্পাদকীয় (১) আমাৰ কৰ্তব্য, ২০ এপ্ৰিল, ১৯৩০ আৰু (২) পণ্ডিত জৱাহৰলাল নেহেৰু, ২৭ এপ্ৰিল ১৯৩০) পোৱা গৈছে। এই সময়তে তেওঁৰ ডিম্বেশ্বৰ নেওগৰ (১৮৯৯-১৯৬৬) সৈতে তেওঁৰ চিনাকি হয়। তেওঁ দুমাহ মানহে সেই কাগজত কাম কৰিছিল। 'অসমীয়া' বাতৰি কাকত বন্ধ হোৱাত আনন্দচন্দ্ৰ যোৰহাটলৈ আহে। তেওঁ স্কুল পৰিদৰ্শকৰ কাৰ্য্যালয়ত অস্থায়ীভাৱে কেইমাহমান কাম কৰে। ইয়াৰ পিছত তেওঁ কিছুকাল শিক্ষকতা কৰে তিনিচুকীয়াৰ চেনাইৰাম হাইস্কুলত (১৯৩৩)। তেওঁ প্ৰায় দহ মাহমান (মাৰ্চ- ১৫ ডিচেম্বৰ ১৯৩৩) শিক্ষকতা কৰে। তেওঁ তিনিচুকীয়া হেন ব্যৱসায়িক নগৰত য'ত অসমীয়া বাসিন্দাৰ সংখ্যা সীমিত আছিল। বিভিন্ন অনুষ্ঠান পাতি এটা সাংস্কৃতিক পৰিবেশ সৃষ্টি কৰে। তেওঁ জয়মতী তিথি পতাত সহযোগ কৰে। " এদিন যেতিয়া আছিলে আমাৰ / সোণৰ কলচী কাৰেং ৰজাৰ" জয়মতী তিথি উপলক্ষে ৰচনা কৰি ছাত্ৰীসকলক গাবলৈ দিয়ে। উক্ত সভাত প্ৰভা চলিহাই (কুলধৰ চলিহাৰ পত্নী) সভাপতিত্ব কৰিছিল। ইয়াৰ উপৰি বৰুৱাই সৰু সৰু ছোৱালীক প্ৰশিক্ষণ দি "কপৌ-কুৱৰী" নাটকখনৰ অভিনয় কৰায়। তেওঁ কালিদাস জয়ন্তী পাতে। তেওঁৰ প্ৰেৰণাতে চেনেইৰাম হাইস্কুলৰ ছাত্ৰসকলে পিছত (১৯৩৫) 'ফুল-কলি' নামৰ হাতে-লেখা আলোচনী উলিয়ায়। তিনিচুকীয়াৰ ৰবিচন্দ্ৰ গোলাপচন্দ্ৰ হলত তেওঁৰ "বিজয়া" নাটকখন অভিনীত হৈছিল। এই ঠাইত কাম কৰি থাকোঁতে "বাতৰি" নামৰ সংবাদপত্ৰৰ সম্পাদক নীলমনি ফুকনে বাতৰিৰ সহকাৰী সম্পাদক পদটো যাচে। তেওঁ প্ৰথম চিঠিখনত গুৰুত্ব দিয়া নাছিল। কিন্তু ফুকনৰপৰা দ্বিতীয় খন চিঠি পাই তেওঁ শিক্ষকতা এৰি সাংবাদিক হ'বলৈ মন মেলে। সেইবছৰৰ ডিচেম্বৰ মাহৰ মাজভাগতে তেওঁ যোৰহাটলৈ গৈ 'বাতৰি'ত যোগ দিয়ে। সাদিনীয়া বাতৰি'ৰ সম্পাদনাৰ লগত জড়িত হৈ আনন্দচন্দ্ৰই ' ..............বাগ্মীবৰ নীলমণি ফুকন, ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰৱালা। জ্যোতিপ্ৰসাদৰ ভোলাগুৰি চাহবাগিচাৰ চিত্ৰবন চাই আহি ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ "চিত্ৰবন" শিৰোনামাৰে "বাতৰি'ত সেই বিষয়ৰ (জয়মতী কথাছবিৰ) বাতৰি সন্নিবিষ্ট কৰে।

১৯৩৫ চনত ফুকনে "দৈনিক বাতৰি" প্ৰকাশৰ যো-জা কৰে। সেই সময়তে আনন্দচন্দ্ৰ বৰুৱাই "বাতৰি" প্ৰতিষ্ঠান এৰি ঢেকীয়াখোৱাৰ ঘৰত থাকিবলৈ লয়। যেন জন-সংযোগ এৰি নিৰ্জ্জণতাক আদৰি লোৱা অৱস্থা। বাগ্মীবৰ ফুকনে দুবাৰকৈ বকুলবনলৈ গৈ তেওঁক আনিব নোৱাৰিলে। তেওঁ পাঁচ বছৰ (১৯৩৫-৪০) বকুলবনত আছিল। এই সময়তে তেজপুৰৰ মহাদেৱ শৰ্মা কৰিৰ ঘৰলৈ আহি তেওঁক বকুলবনৰ কবি আখ্যা দিয়ে।

ইতিমধ্যে দ্বিতীয় মহাসমৰ আৰম্ভ হয়। সেই সময়তে তেওঁ ঢেকীয়াখোৱা এৰি গৈ ডিব্ৰুগড়ৰৰ ওচৰৰ ডিকম চাহ বাগিচাৰ প্ৰাথমিক বিদ্যালয়ত কিছুদিন শিক্ষকতা কৰে। পিছত সেই চাকৰি এৰি তেওঁ ভাৰতীয় বিমান বাহিনীৰ সেৱাত (১৯৪৩-৪৬) ভৰ্তি হয়। মহাসমৰ শেষ হোৱাত তেওঁ সেই চাকৰিৰ পৰা অব্যাহতি পাই অসম চৰকাৰৰ যোৰহাটস্থ ঔদ্যোগিক বিদ্যালয়ৰ কাৰ্য্যালয়ত সহকাৰী পদত যোগ দিয়ে। ১৯৬৪ চনৰ কালিদাস জয়ন্তী (১৬ জুলাই) উৎসৱৰ দিনাই 'চিন্তামণি-চক্ৰ' গঠন হয় আৰু বৰুৱা তাৰ স্থায়ী সভাপতি আছিল। সম্পাদক আছিল শ্ৰীকেশৱচন্দ্ৰ গোস্বামী। এই চক্ৰৰ সৌজন্যতেই বৰুৱাৰ পাপৰি পৰিমল প্ৰকাশ হয়। তেওঁ ১৯৬৮ চনৰ ৩১ ডিচেম্বৰত সেৱা নিবৃত হয়। তেওঁ সেই বছৰ অসম সাহিত্য সভাৰ বৰপেটা অধিৱেশনৰ (১৯৬৮) সভাপতিৰ আসন অলংকৃত কৰে। তেওঁ "বকুলবনৰ কবিতা" পুথিৰ বাবে" সাহিত্য অকাদেমী বঁটা (১৯৭৭) লাভ কৰে। ১৯৮৩ চনত তেওঁ ইহলীলা সম্বৰণ কৰে।[১]

— যতীন্দ্ৰনাথ গোস্বামী
মুখ্য সম্পাদক

*(১) অস্পষ্ট ৰূপত থকাত সন্নিবিষ্ট কৰিব পৰা নহ'ল।*

*(২) সাহিত্যাচাৰ্য গোস্বামী ডাঙৰীয়াক মহাকালে ভূমিকাখন সম্পূৰ্ণ কৰিবলৈ নিদিলে। ভূমিকা - ২ অংশত ধাৰাবাহিকতা ৰক্ষা কৰিবলৈ যত্ন কৰা হৈছে।*

*- সম্পাদক, আঃ চঃ বঃ ৰচনাৱলী।*

# ভূমিকা — ২

বকুলবনৰ কবি আনন্দচন্দ্ৰ বৰুৱাৰ প্ৰকাশিত-অপ্ৰকাশিত সকলো ৰচনাৰ একত্ৰ সংকলন উলিয়াবৰ কাৰণে বকুলবন ন্যাসে সিদ্ধান্ত গ্ৰহণ কৰি সাহিত্যাচাৰ্য যতীন্দ্ৰনাথ গোস্বামীক মুখ্য সম্পাদক আৰু আমাক সম্পাদকৰ দায়িত্ব দিয়ে। 'বলে নোৱৰা শিলক নমস্কাৰ কৰা আমাৰ উচিত আছিল যদিও এই গধুৰ দায়িত্ব পালন মধুৰ হোৱা বাবেই' আৰু এটি জাতীয় দায়িত্ব বুলি উৰি-আগ্ৰণি হৈয়ো সানন্দে কামটো সম্পাদন কৰিবলৈ আগবাঢ়িলোঁ। ৮৭ বছৰ বয়সতো বয়সক অতিক্ৰম কৰিব পৰা নবীন মনৰ পৰম শ্ৰদ্ধেয় গোস্বামী ডাঙৰীয়াই ৰচনাৱলীৰ অধিকাংশ কামেই কৰিলে আনকি ৰচনাৱলীৰ বাবে ভূমিকা এখনো লিখিছিল। সেইখন সম্পূৰ্ণ ৰূপত পোৱা হ'লে গোস্বামী ছাৰৰ সাঁচতীয়া চুমহিৰ পৰা বহুতো গুৰুত্বপূৰ্ণ তথ্য পোহৰলৈ আহিলহেঁতেন।

ইংৰাজ কবি গ্ৰে'ৰ "Thepherd and the Philosopher" কবিতাটো 'চহা আৰু পণ্ডিত' নাম দি আনন্দচন্দ্ৰ আগবৰালাই লিখি উলিয়াইছে। কবিতাটোত জুৰমন বৰা নামৰ চহা এজনক এজন পণ্ডিতে সুধিছে - "আৰ্জিলানে বিদ্যা-বুদ্ধি জ্ঞান-ধৰ্ম আৰু ভৱভূতি কালিদাস বুজিলানে বাৰু?" পণ্ডিতজনে শাস্ত্ৰবিলাকৰ নামহে উল্লেখ কৰিছে। কিন্তু পণ্ডিতৰ নামৰ বেলিকা ভৱভূতি আৰু কালিদাসৰ নাম লৈছে, অসমীয়া সাহিত্যটো বিশেষকৈ কাব্যৰ জগতখন আনন্দচন্দ্ৰ বৰুৱা ফৰকাল ৰ'দৰ দিনবোৰৰ দৰে উজ্জ্বল হৈ আছে সংস্কৃত সাহিত্যত ভৱভূতি আৰু কালিদাসৰ দৰে। সংস্কৃত সাহিত্যত 'অনৱৰ্থনামা' বুলি এটা অভিধা আছে। যিজন মানুহৰ নামে-কামে মিলি যায় তেওঁকেই এই বিভূষাটি দিয়া হয়। বিভূষাটিৰ লগত শ্বেলীৰ To a Skylark কবিতাৰ Blithe spirit ৰ যেনেকৈ ব্যঞ্জনা আছে; তৈত্তিৰীয় উপনিষদৰ "আনন্দং ব্ৰহ্মণো বিদ্বান ন বিভেতি কুতশ্চন" ৰ লগতো অনুৰূপ ব্যঞ্জনা আছে। তেওঁ পৰিভূঃ, ক্ৰান্তদৰ্শী, যাৰ দৃষ্টিত বাধা নাই, যি শুক্ৰম তেওঁৱেই কবি আনন্দচন্দ্ৰ বৰুৱা। তৈত্তিৰীয় উপনিষদৰ মতে - 'কবিৰ্মনীষী পৰিভূঃ সয়ম্ভু' এই অভিধাটি আনন্দচন্দ্ৰ বৰুৱাৰ গাত লিপিত খাই আছে। সেয়েহে তীৰ্থনাথ শৰ্মাই কৈছে 'আনন্দৰ শীতল কিৰণমালী চন্দ্ৰ সদৃশ কবি' (স্বস্তিবাচন, সেই নিমাতী পুৰাৰে পৰা)।

আনন্দচন্দ্ৰ বৰুৱাৰ নাম ল'লেই বকুলবনৰ পৰা নুসুঁৱৰি নোৱাৰি। চেস্বাৰ লে'নৰ নাম ল'লেই যেনেকৈ তেওঁৰ ছাতিটোৰ কথা মনত পৰে আনন্দচন্দ্ৰ বৰুৱাৰ লগতো বকুলবন শব্দটো বিশেষণৰূপে বহি গুণঠি-খান্দৰিৰ সম্বন্ধটো ফটফটিয়াকৈ আমাৰ মানসপটলৈ কঢ়িয়াই আনে। বকুলবন, প্ৰকৃতিৰ উপবন। কবিৰ ভাষাত — "যোৰহাটৰ দহ মাইল পূবে ঢেকীয়াখোৱা গাঁও। বৰ আলিৰ পৰা এমাইল উত্তৰে সোমাই গ'লেই অকণমান নৈখন, নাম ডিহা, ধেনুভিড়ীয়া হৈ বৈ যোৱা ডিহানৈৰ ভিড়টোতে 'বকুলবন'। আগপিনেও ডিহা পাছপিনেও ডিহা। অৰ্ধ চন্দ্ৰাকৃতি নৈখনৰ বুকুতে চিৰসেউজীয়া প্ৰকৃতিৰ উপবন যেন বকুলবন। বাৰীখন পাতিছিল মোৰ সৌন্দৰ্য প্ৰিয় দেউতা প্ৰেমধৰ বৰুৱাই। পদুলিমুখত দ'ল যেন দুজোপা বকুল গছ। বাটৰ কাষত এজোপা আহত উত্তৰ ফালে, দক্ষিণে এজোপা বৰজামু ডালে-পাতেৰে ভকুণ ... দেউতা-ব'তীৰ মৃত্যুৰ পিচত মোৰ মনত বকুল দুজোপা দেউতা-ব'তী যেন লাগে। কৰবাৰ পৰা আহি পদুলি মুখ পালেই স্বৰ্গীয় পিতৃ-মাতৃ দুজনাৰ পৰশ প্ৰাণত অনুভব কৰোঁ" (সেই নিমাতী পুৰাৰে পৰা)। ডিহাৰ পাৰৰ এই আশ্ৰম সদৃশ পৰিৱেশত মোহিত হৈ মহাদেৱ শৰ্মাই কবিক 'বকুলবনৰ কবি' বুলিলে। 'পাপৰি'ৰ পাতনিত বৰুৱাৰ বন্ধু গণেশ গগৈয়ে কবিক 'বকুলবনৰ কবি' বুলি আখ্যা দিলে। তেতিয়াৰ পৰা সেই নামেৰে কবি ৰজনজনা হ'ল। বিভূষাটি তৰাং ভাব প্ৰকাশৰ এজাক উৰণীয়া কুৰুৱা বতাহ মাথোন নাছিল। ই কবিৰ জীৱনৰ লগত একাকাৰ হৈ পৰিছিল। কবিয়ে জীৱন বীণাৰ তাঁৰত আঙুলি বুলাই শব্দটো অনুৰাগীৰ হৃদয়ৰ কাষ চপাই দি পৰিচয় আৰু স্থিতি ফটফটিয়া কৰিলে। নিজৰ তিনিজন পুত্ৰ পঙ্কজ, পৰাণ আৰু পৰাগৰ নামৰ লগতো 'বকুল'-ক আঁৰি দিলে। ডিহাৰ পাৰৰ এই বকুলবন কেৱল ডিহাৰ পাৰতেই আৱদ্ধ হৈ নাথাকিল। যিখন ইন্দ্ৰিয়াতীত জগতত কবি বিচৰণ কৰে সেইখন জগতৰ বাতৰি বকুলবন গৰকি ওলাই আহিল। বকুলবনৰ বিস্তৃতি ক্ৰমে অসম, ভাৰতবৰ্ষ আৰু সমগ্ৰ বিশ্বলৈ সম্প্ৰসাৰিত হ'ল। বকুলবনে ভৌগলিক সীমা অতিক্ৰম কৰিলে। ডিহাৰ পাৰৰ পৰা আহি যোৰহাটৰ চোলাধৰাত থাকিবলৈ লোৱাৰ পাছত সেই পজাটিতো বকুলবনৰ বাখৰ লাগিল।

আনন্দচন্দ্ৰ বৰুৱা কবি, নাট্যকাৰ, গীতিকাৰ, অভিনেতা, সাংবাদিক, প্ৰাবন্ধিক যদিও তেওঁৰ চিনাকিটো কবিৰূপেহে ফটফটিয়া হৈ জিলিকি থাকে। ডিহাৰ পাৰত বকুলৰ তলত বহি পৃথিৱীখনক কবিতাময় দেখা আনন্দচন্দ্ৰই তেওঁৰ মন-জগতৰ বতৰা কবি-কৰ্মৰে আনকো দিব খোজে। তেওঁৰ দিনলিপিৰ এঠাইত আছে — "মই মোক বিলাই দি যি আনন্দ পাওঁ ... মোৰ এটা জীৱন এই উদ্দেশ্যতে।" তেওঁৰ অন্তৰ্জীৱন আৰু বাহ্যিক জীৱন একাকাৰ, বিৰোধহীন — ইয়াৰ ইংগিত 'মোৰ স্বপ্ন জীৱনৰ সোণালী অধ্যায়টো' আৰু 'মোৰ কাব্যিক জীৱনৰ অভিজ্ঞতা' প্ৰবন্ধত পোৱা যায়। দিনলিপিৰ আন এঠাইত আছে — 'কিন্তু মই চাব খুজিছোঁ দিন আৰু ৰাতিৰ দৰে পৰিস্কাৰ ভাব লৈ মানুহে সংসাৰত থাকিব পাৰেনে নোৱাৰে?" এয়াই তেওঁৰ অখণ্ড ব্যক্তি সত্তা। কবি আনন্দচন্দ্ৰ আৰু উকা আনন্দচন্দ্ৰৰ মাজত বিৰোধ নাই।

আনন্দচন্দ্ৰ বৰুৱাই এই কথাও উপলব্ধি কৰিছিল যে বৰ্তমান অতীতৰ ভেটিত গঢ় লৈ উঠে। সেয়েহে তেওঁ 'অতীত অন্তহীন

মহা ঐশ্বৰ্যৰ ভৰ্ড়াল' বুলি স্পষ্টকৈ কৈছে। ইন্দ্ৰিয়াতীত জগতে আচল পোতনিটো পাবলৈ হ'লে অতীত আৰু বৰ্তমানৰ সুহুৰিৰ মাধুৰি চুকি পাব লাগিব। এইটো তেওঁ চুকি পাইছিল পিতৃ-মাতৃ আৰু তিহাকোবৰ পৰিবেশৰ পৰা — 'দেউতা বৰ চৌখিন আছিল। ৰবি বৰ্মাৰ বিখ্যাত ছবিবোৰ কলিকতাত বন্ধাই আনি বেৰত ওলোমাই থৈছিল, গ্ৰামোফোনত বঙালী ৰেকৰ্ড লগাই শুনিছিল। এজন বঙালী সংগীত শিক্ষক ৰাখি হাৰমোনিয়াম শিকিছিল আৰু নিজে ৰামপ্ৰসাদী শ্যামা সংগীত গাইছিল .. ব'তীয়ে পাণ্ডা ঠাকুৰৰ হতুৱাই ৰামায়ণ-মহাভাৰত পঢ়াই শুনিছিল। ... ব'তীয়ে নিজেও অন্নদা মংগল সদায় ৰাতি শুবৰ সময়ত শুনে। শুনি শুনি আমাৰ টোপনি ধৰে। ... এই বিলাকে সেইসময়তে (১৯০৭-১১) এটা প্ৰভাব মোৰ মনত বিস্তাৰ কৰি থৈছিল।... জাত-কুল সম্প্ৰদায় একো ভাৱ তিলমানো মনলৈ নহাকৈ আমি যি পাৰিপাৰ্শ্বিক অবস্থাত ডাঙৰ-দীঘল হৈছিলোঁ সেই স্মৃতিয়ে এতিয়াও মনটো এখন আনন্দ মেলালৈ লৈ যায়।' (মোৰ স্বপ্ন-জীৱনৰ সোণালী অধ্যায়টো)। — এই পৰিৱেশে কবিৰ ব্যক্তি সত্তাক গঢ় দিছিল কাৰণেই বোধহয় কবিয়ে বৰ্তমান, অতীত আৰু ভৱিষ্যতক পৃথকৰূপে চোৱা নাই। অতীতৰ সুহুৰিৰ মাধুৰ্য বৰ্তমানৰ আধাৰত উপভোগ কৰিছে তাৰ আনন্দৰ ভাগ অনুৰাগীকো দিছে। 'সেই নিমাতী পুৱাৰে পৰা' কবিতা পুথিত ইয়াৰ প্ৰতিধ্বনি আছে। বেদৰ উষাৰ জীৱন্ত মানবী ৰূপ, পুৰুৰবাৰ প্ৰতীক ৰূপ, যাজ্ঞবল্ক্য আৰু মৈত্ৰেয়ীৰ সত্যম সত্যসা সত্যম, ভাৰতীয় সংস্কৃতিৰ শ্ৰীকৃষ্ণৰ কলীয়া ভোমোৰা ৰূপৰ যোগেদি অতীতৰ ভেটিত বৰ্তমানক চাইছে।

আনন্দচন্দ্ৰ সমাজৰ সকলো বন্ধনৰ উৰ্ধ্বত থকা কাৰণেই 'বিচাৰ' কবিতাত তেওঁ ঘোষণা কৰিছে - 'মানুহৰ নুসুধিবা জাত-কুল মান, সকলো একেই প্ৰাণী তোমাৰ সমান।' এয়া যেন কবিৰ জীৱনৰ সমান্তৰাল সত্য। এই সৰলতা আৰু নিৰ্দোষ প্ৰকৃতিয়ে বৰুৱা কবিতাক লোক কবিতাৰো মৰ্যাদা দান কৰিছে। তেওঁৰ ভাৰতবৰ্ষ, বুদ্ধ, বিবেকানন্দ, ৰবীন্দ্ৰনাথ, গান্ধী, জৱাহৰলাল আদি কবিতাৰ মাজেদি তেওঁ স্বপ্নৰ অসম, ভাৰত বিশ্ব সকলো এক হৈছে। 'সোণ বাগিচাৰ দেশ' অসমক কবিয়ে 'যুগান্তৰৰ হৰ্ষ'-ৰে চাইছে। তেওঁৰ কবিতা সকলো সংকীৰ্ণতাৰ পৰা মুক্ত। দেশক ভালপোৱা ভাৱৰ উত্তৰণ ঘটিছে বিশ্বপ্ৰেমলৈ।

ভাৱৰ প্ৰাঞ্জলতা আৰু মৃদুতাই ভাষাক চাৰুতা আৰু গীতিধৰ্মী কৰাত কবিতাসমূহ হৈ পৰিছে ফৰিংফুটা ৰাতিৰ দৰে কোমল-কান্ত পোহৰেৰে সঁজাল ধৰা। প্ৰায়বোৰ কবিতাতে নিভাঁজ লোক জীৱনৰ শব্দই থানিকা পাতি বহিছে। কিন্তু পৰিৱেশ অনুযায়ী ভাষা স্থিতিস্থাপক গুণযুক্ত হৈছে। 'বকুলবনৰ কবিতা', 'সেই নিমাতী পুৱাৰে পৰা' আদি কবিতাপুথিৰ ভাষা একেসুৰৰ নহয়। সেইটোৱে বৰুৱাৰ কবিতাৰ ৰূপকল্প। সেই ৰূপকল্প উপলব্ধিৰ কাৰণে চিৎবৃত্তি আৰু হৃদবৃত্তিৰ সমানে প্ৰয়োজন। আই এ ৰিছাৰ্ডে কোৱা এষাৰ কথা বৰুৱাৰ কবিতা পাঠৰ ক্ষেত্ৰতো প্ৰযোজ্য। তেওঁ কৈছিল - only the properly perceptive kind of reading can receive the true value of a work. সংস্কৃতৰ পদলালিত্যৰ প্ৰতিও কবি বৰুৱাৰ সততে সচেতন। সন্ধিৰ ফলত হোৱা শব্দৰ কঠোৰতা আৰু স্বাভাবিক কঠোৰতাৰ পৰা মুক্ত হ'ব পাৰিলে কাব্যৰ বিশেষ গুণ প্ৰকাশিত হয়। সংস্কৃতৰ আলংকাৰিকসকলে ইয়াকে সৌকুমাৰ্য বুলিছে। এই গুণ ৰক্ষা কৰা কাৰণেই বৰুৱাই ব্যৱহাৰ কৰা ভাষাত ভমকাফুলীয়া বাক্য বিচাৰি পাবলৈ টান, তেনেকৈ সন্ধি সিদ্ধ বা সমাসবদ্ধ বা প্ৰত্যয়ান্তিক শব্দ বৰুৱাৰ লেখাত প্ৰায় বিৰল।

সৌটি বেঁকা বাটৰ মূৰত সোণটিহঁতৰ ঘৰ
(তাৰে) দুৱাৰ মুখত বহি থাকে সোণটি মৰমৰ
সন্ধ্যা দেখো সোণটিহঁতৰ চোতাল আগৰ জুই
ত-তয়াই জ্বলি থাকে মোৰে মৰম চুই।
তাকে দেখি সমাজিকত হেৰায় মনৰ থৰ।

o o o

ডিহাৰ সাঁকো ভাগো ভাগো হেতা মাৰিও নাই
সিপাৰেদি সোণটি থাকে সুৱাগমণি দাই।

o o o

৪৩ টা শব্দৰ উক্ত স্তৱকটিত এটাও কঠোৰ বৰ্ণ নথকাত, ত/ট বৰ্ণ আৰু ৰ-বৰ্ণৰ অধিক প্ৰয়োগৰ ফলত গীতিধৰ্মী হৈছে। ভাৱ অনুযায়ী ছন্দই বাট বুলিছে। বৰুৱাৰ ভাষাত — 'মোৰ ধাৰণা ভাৱ আৰু আবেগৰ অনুকূল হৈ ছন্দ আপোনা-আপুনি আহে' (কবিকথা)। নিভাঁজ জতুৱা গীতিৰূপ সুৱাগমণি, ত-তয়াই, হেতামাৰি, সৌটি বেঁকা বাটৰ মূৰত আদিৰ ব্যঞ্জনাই পাঠকক দিয়ে অসমীয়া জীৱনধাৰাৰ ইংগিত। স্তৱকটি যুক্তি গ্ৰাহ্য বিশ্লেষণৰ উৰ্ধ্বত। ই চিৎবৃত্তি আৰু হৃদবৃত্তিৰ উপলব্ধিৰ বস্তু হৈ পৰিছে। প্ৰতিটো শব্দই ধ্বন্যাত্মক। প্ৰতিটো শব্দৰ বৰ্ণাঢ্য ৰূপটো কবিয়ে ব্যৱহাৰ কৰা অনুপ্ৰাসৰ পেলৱতা ছন্দৰ লীলায়িত গতিয়ে বিশেষ মাত্ৰা দান কৰিছে।

বৰুৱাৰ কবিতাত ভাৱৰ উচ্ছলতা নাই আছে অনুভূতিৰ সুবিনীত আৰু পৰিমিত প্ৰকাশ। তেনেকৈ আধ্যাত্মিক ভাৱৰ কবিতাসমূহতো বিশ্বমুখী হিতবাদী সুৰটোহে শুনা যায়; এই শ্ৰেণীৰ কবিতাৰ মাজেদিও তেওঁ জীৱনৰ অৰ্থ অনুসন্ধান কৰিছে।

আনন্দচন্দ্ৰই নিম্ন প্ৰাথমিক বিদ্যালয়ৰ তৃতীয়মানত পঢ়ি থাকোঁতেই এদিন ঢেপাইতিতাৰ পাতৰ মাজত বাঁহ লোৱা পাটসীয়া

চৰাইৰ পোৱালি এটা ধৰি আনিছিল। পিতৃ প্ৰেমধৰ বৰুৱাই চৰাই পোৱালিটো পুনৰ আগৰ ঠাইত থৈ আহিবলৈ নিৰ্দেশ দিলে। কবিৰ ভাষাত — "তেতিয়া গধূলি হওঁ হওঁ। সেই ঢেপাইতিতা জোপাৰ পাতত পৰি মাকজনীয়ে এবাৰ ইফালে এবাৰ সিফালে চাই চাই চেকচেকাই আছে। যেই মই পোৱালিটো এৰি দিলোঁগৈ মাকজনীয়ে নতুন জীৱন পোৱা যেন কৰি পোৱালিটোক ঠোঁটেৰে খুটিয়াই খুটিয়াই মৰম কৰিবলৈ ধৰিলে। .... বৰ তৃপ্তি পালোঁ। ইয়াকে সুৰবি জীৱনৰ প্ৰথম কবিতাটো লিখিছিলোঁ এইদৰে (মোৰ কাব্যিক জীৱনৰ অভিজ্ঞতা) —

আনিলো এদিন ধৰি চৰাই পোৱালি এটি
বননিৰ পৰা
আনিলোঁ যেতিয়া তাক বাঁহত নাছিল মাক
তাৰ পাচে আহি ......

কবিতাটো সেই সময়ত অষ্টম শ্ৰেণীত পঢ়ি থকা বৰুৱাৰ বন্ধু শশীধৰ মলিয়াই বেজবৰুৱা হাইস্কুলৰ হাতে লিখা আলোচনীত ঠাই দিলে। কাকজান মাইনৰ স্কুলৰ পৰা আহি যোৰহাট গৰ্ভৰ্নমেণ্ট হাইস্কুলত নাম ভৰ্তি কৰাৰ পাচত (১৯২৩) জেউতি-ত কবিতা লিখিবলৈ লয়। সেই সময়তে ইংৰাজীৰ পৰা কবিতা অনুবাদৰ অনুশীলন কৰিছিল।

বাৰানসীত পঢ়ি থাকোঁতেই ৫১ টা কবিতাৰে এখন কবিতা সংকলনৰ পাণ্ডুলিপি যুগুত কৰিছিল (১৮৫০-৫১ শক)। কিন্তু সংকলনটি ডাঙৰ হোৱা কাৰণে তাৰে ১৩ টা কবিতাৰে 'পৰাগ' নাম দি ১৯৩০ চনত প্ৰকাশ কৰে। 'পৰাগ' -ত সন্নিৱিষ্ট 'ভাবীপ্ৰিয়া' - কবিতাটো লক্ষ্মীনাথ বেজবৰুৱাৰ বাঁহীত, 'ভাবৰ অভিব্যক্তি' — কবিতাটো 'ঘৰজেউতি'-ত আৰু 'আহ্বান' নামৰ কবিতাটো 'আৱাহন' নাম দি ১৯২৯ চনৰ প্ৰথম সংখ্যাৰ প্ৰথম পৃষ্ঠা 'আৱাহন' আলোচনীত প্ৰকাশ হয়। ছপা ৰূপত বোধহয় আনন্দচন্দ্ৰৰ এইটোৱেই প্ৰথম প্ৰকাশিত কবিতা। আনন্দচন্দ্ৰৰ উল্লিখিত ৫১ টা কবিতাৰ সংকলনখনৰ চাৰিটা শিতানত ওমৰৰ চিন্তাধাৰা অন্তৰ্ভুক্ত হৈছে। ওমৰৰ চিন্তাধাৰাৰে প্ৰভাবিত হৈয়েই বোধহয় কবি 'মই কোনোবা অজান লোকৰ ফালে গতি কৰা টোকাৰী জোকাৰি প্ৰভুৰ গীত গোৱা চুফি।' (মোৰ কাব্যিক জীৱনৰ অভিজ্ঞতা) বুলি চুফি দৰ্শনৰ প্ৰতি আকৰ্ষিত হয়। পাৰস্যৰ মনোমোহা নগৰ চিৰাজে আহি অসমৰ 'বকুলবন'ত থাপনা পাতিলেহি। 'পৰাগ' - ৰ কবিতাসমূহ ৰোমাণ্টিক ভাৱনাভূতিৰে সিক্ত।

কৰুণ কোমল ছবিটি দেখি
মজিলোঁ যেতিয়া
তোমাতে মই,
ৰূপৰ ভাবনা সৌন্দৰ্য সাধনা
কৰিলো সকলো
তোমাতে লয়।
(পৰাগ)

ৰোমাণ্টিক কবিৰ সৌন্দৰ্যস্পৃহা আৰু প্ৰেমানুভূতি একাত্ম হৈ প্ৰকাশ পাইছে পৰাগৰ কবিতাসমূহত। ভাবৰ গাম্ভীৰ্য আৰু অনুভূতিৰ তীব্ৰতা প্ৰকাশ পাইছে যদিও আনন্দচন্দ্ৰৰ প্ৰায়বোৰ ৰোমাণ্টিক কবিতাৰ মাজত সাত্তিক অনুভৱ এক বৈশিষ্ট্যৰূপে ধৰা দিছে। যৌবনৰ সময়চোৱাত বাস্তৱৰ কঠোৰতাক পৃথিবীৰ প্ৰেমেৰে জয় কৰিছিল বাবেই তেওঁ ৰোমাণ্টিক ভাৱ বিলাসেৰে ক'ব পাৰিছিল —

তুমি আছা মই আছোঁ
আৰু আছে ভাব
প্ৰাণত কবিতা আছে
কিহৰ অভাব (পৰাগ)

পৃথিবীৰ মহাসৌন্দৰ্যৰ মাধুৰী লৈ আবেগ বিহ্বল কবি সমাজত থাকিও যেন অকলশৰীয়া। কবিৰ 'মোৰ কাব্যিক জীৱনৰ অভিজ্ঞতাৰ-" ৰ এই কথাই মনত পেলায় চন্দ্ৰকুমাৰৰ "জনপূৰ্ণ নিৰ্জন"- ৰ কথা, কিন্তু বন্ধু গনেশ গগৈৰ বিয়োগত তেওঁ উপলব্ধি হ'ল

সেইদিনা কৈছিলো বুকু ডাঠ কৈ
তুমি আছা মই আছো আৰু আছে ভাব
অভেদ আত্মা যেন দুয়োৰে প্ৰাণত
কবিতা লুকাই আছে কিহৰ অভাব।

আজি কিন্তু খোজে খোজে বাঢ়িছে অভাৱ
হেৰাল কেনিবা হাঁয় বহুত কুটুম
যিবিলাকে হৃদয়ৰ পৰশেৰে মোৰ
দিছিলে মৰমত আৱেগৰ উম। (পাপৰিৰ পৰিমল)

দ্বিতীয় কবিতা পুথি "ৰঞ্জন ৰশ্মি' আৰু 'পুষ্পক' ত কবিৰ দৃষ্টি অন্তৰ্মুখী হৈছে। জীৱন আৰু জগত সম্পৰ্কে কবিৰ অন্তৰ্দৃষ্টি লাভ কৰাৰ ইংগিত। ইয়াত ৰোমান্টিক প্ৰেম সকলো তুচ্ছতাৰ উৰ্দ্ধলৈ উঠি বিৰল আভাৱে দীপ্ত হৈ পৰিছে। তনুৰ ভিতৰত তেওঁ অতনু ৰাজ্যৰ প্ৰকৃত ছবিখন দেখা পালে—

আগেয়ে আছিলা সখী তনুমতী
অকল ৰূপৰে জুই
আজি ধৰি হ'লা প্ৰিয়া মনোমতী
চেতনা আকাশ চুই। (ৰঞ্জন ৰশ্মি)

কবিৰ হৃদয়ৰ নিকাৰ অন্ত পৰাৰ এই মুহূৰ্তত কবিয়ে পৰম আনন্দৰে (Sublimation) ঘোষণা কৰিলে —

আজি ধৰি হ'লা প্ৰিয়া মনোমতী
ৰসৰ এখনি নৈ
মই তাতে এৰি দিলো মোৰ তৰী
সমস্ত বেহানি লৈ। (ৰঞ্জন ৰশ্মি)

'ৰঞ্জন ৰশ্মি' - ত কবিয়ে অন্তদৃষ্টি লাভৰ কথা এনেকৈ কৈছে 'মোৰ তনুমতী প্ৰেয়সীৰ পূজাৰ মন্ত্ৰই মোক ৰঞ্জন ৰশ্মিৰ সন্ধান দি আহিছিল। সিদিনা সেই ৰশ্মিৰ সঁচাৰ কাঠিটি লাভ কৰিয়েই আত্মদৰ্শন কৰিলো' (ৰঞ্জন ৰশ্মিৰ নিবেদন)। এয়া কবিৰ দেহৰ পৰা চিৰন্তন দেহাতীত যাত্ৰাৰ ইংগিত। এই দৃষ্টি ভংগীয়ে পৰিণতি লাভ কৰিছে 'তনু-অতনুৰ প্ৰেম' কবিতাত।

চতুৰ্দশপদী কবিতাৰ আৰ্হিৰে লিখা 'পুষ্পক' (১৯৩৫) কবিৰ বসুধৈব কুটুম্বকম ভাৱৰ বাংময় ৰূপ। জীৱ মাত্ৰেই শিৱ বুলি ঘোষণা কৰি কবিয়ে কৈছে —

জীৱৰ বাহিৰে আৰু আন শিৱ নাই।
o o o
মানুহৰ নুসুধিবা জাত কুল মান
সকলো একেই প্ৰাণী তোমাৰ সমান।
ভকতৰ নল'বা বিচাৰ — (পুষ্পক)

এয়া যেন মহাপুৰুষ শংকৰদেৱৰ "কুকুৰ গৰ্দভ শৃগালৰো আত্মাৰাম"ৰ ধ্বনি।

ৰৰুৱাৰ বন্ধু কৰুণাধৰ বৰুৱাই ১৮৫৩ শকৰ শাৰদীয় পূৰ্ণিমাত কবিক হাফিজ এখন উপহাৰ দিছে। সেই উপহাৰে কবিৰ প্ৰাণত "হাফিজীয়া সুৰৰ জুই জ্বলালে", খায়াম হাফিজৰ দৰেই প্ৰেমত বন্দী হৈ তেওঁ এখন নিকা জগতৰ কথা কল্পনা কৰি ঈশ্বৰাভিমুখী প্ৰেমত উল্লসিত হৈছে —

খায়াম হাফিজ যেন আছিলো মযেই
দীঘল দবীয়া কেশ, মুদা মুদা চকু
সপোন কুঁহেলি সনা মুখৰ বৰণ
প্ৰেমময় আবেগত উল্লসিত মন। (হাফিজ আৰু মই)

কবি হৈ পৰিল আত্মাৰাম। তেওঁৰ ছদ্মনাম শ্ৰী আত্মাৰাম বৈৰাগী, শ্ৰী প্ৰেমানন্দ বৰাগী আৰু মিএগ মনচুৰৰ মাজত এই বিশ্বজনীন সুৰৰ আবেদন আছে। সেই কাৰণেই আনাৰ কলিত চুফিবাদী কবি হাফিজৰ দৰেই ৰহস্যৰ সন্ধান কৰিছে — এই প্ৰয়াসতো কবিৰ প্ৰেম অন্তৰ্মুখী

আনাৰ কলিৰ যেন গঠন এটিত
দেখিছিলো ৰহস্যৰ সাগৰ এখন।

অদৃশ্যজনৰ যেন কথাটি মনৰ
আছিল একোটি বেশ প্ৰিয়া সংগীতৰ।। (হাফিজ আৰু মই)

হাফিজৰ সুৰ অনুবাদ হ'লেও এইয়া কবিৰ অনুসৃষ্টি (Transcreation)। সেয়েহে ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাই কৈছে — 'হাফিজৰ প্ৰেমসুৰীয়া কবিতাও বৰুৱাৰ কবি প্ৰতিভাৰ স্পৰ্শত স্বকীয় সৌন্দৰ্য মণ্ডিত হৈ প্ৰকাশ পাইছে' (অসমীয়া সাহিত্যৰ ইতিবৃত্ত)। আনন্দচন্দ্ৰ গাঁৱৰ লগত একাত্ম হৈ যোৱাৰ কাৰণেই বকুলবনৰ কবিতাৰ পাতনিত কৈছে — "মোৰ সহজ সৰল গতিত গৈ থকা নাওখনত এনাও বেহানি লৈ মোৰ ঘৰৰ কাষৰ মৰমৰ ডিহা নৈ খনেদি গৈ ব্ৰহ্মপুত্ৰ পালোঁগৈ। ব্ৰহ্মপুত্ৰৰ জয়াল সোঁতত মোৰ ক্ষুদ্ৰ নাওখন বুৰে বুলি ভয়ত আটাই বেহানি সামৰি সুতৰি পেৰাত ভৰাই থ'লোঁ"। সেই ময়ূৰ পংখী নাৱত গৈ থকা কবিৰ ডিহাৰ পাৰৰ গাওঁখন হৈ পৰিল কবিৰ লখিমীবাণীৰ পৃষ্ঠভূমি। ডিহাৰ স্বপ্ন, কাতিবিহুৰ দিনা, ৰূপৰ নাও, লিগিৰীৰ সপোন, বালিকা বিধবাৰ উক্তি, লাই হালে জালে আদি ভালেমান কবিতাৰ সুৰ অনুৰূপ। বকুলবনৰ কবিতা এশটা কবিতাৰ সংকলন। সংকলনটিৰ প্ৰায়বোৰ কবিতাতে কবিৰ ভাবৰ গভীৰতা, অনুভূতিৰ আন্তৰিকতা প্ৰকাশ ভংগীৰ মাধুৰ্য, অনুপ্ৰাসৰ কোমলতা, ছন্দৰ লীলায়িত গতি লক্ষনীয়। পৃথিবীৰ প্ৰেমে দেৱলীয়া কৰা কবিৰ কবিতাসমূহ জীৱন্ত উপলব্ধিৰ বাংময় প্ৰকাশ। স্থান বিশেষে কবিৰ অন্তৰ্লীন বিষাদ মুহূৰ্তৰ বাবে প্ৰতিফলিত হোৱাও দেখা যায়। এই বিষাদাচ্ছন্নভাৱ কিন্তু ক্ষন্তেকীয়া। ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই ইয়াক কবিতাৰ ঋতু সলনি ইংগিত বুলিছে। কবিতা সংকলনটিৰ 'পৃথিবীৰ প্ৰেমে মোক দেৱলীয়া কৰিলে' কবিতাটি ১৯৬০ চনৰ ২৫ জানুৱাৰী তাৰিখে আকাশবাণীয়ে আয়োজন কৰা অখিল-ভাৰতীয় সৰ্বভাষা কবি সম্মিলনত তেওঁ পাঠ কৰিছিল। কবিতাটো ভাৰতীয় সকলো ভাষালৈ তৰ্জমা কৰি আকাশবাণীয়ে প্ৰচাৰ কৰে।

'ছোভিয়েট কবিতা' প্ৰথম প্ৰকাশ হয় ১৯৬৮ চনত। দহজন নিৰ্বাচিত কবিৰ এই কবিতাপুথিখন ১৯৭২ চনৰ সংস্কৰণত 'মোৰ মাতৃ ভাষা', 'এটি উপদেশ' নামৰ দুটা অতিৰিক্ত কবিতা সন্নিবিষ্ট হৈছে। ছোভিয়েট কবিতা অনূদিত কবিতা বোলাতকৈ অনুসৃষ্টি বুলিলেহে অভিধানটো খাপ খাই পৰে। কিয়নো কবিতাৰ অনুবাদ সম্ভৱ নহয়। অনুবাদ হ'লেই সি আৰু কবিতা হৈ নাথাকে সি ছবি ৰূপতহে জিলিকি থাকিব। শব্দৰ মৰ্মস্পৰ্শীতাই সেই ছবিক হৃদয়ৰ কাষ চপাই দিয়ে। মূল ইংৰাজী অনুবাদৰ য'তেই ব্যঞ্জনাই প্ৰত্যাহবান ৰূপে দেখা দিয়ে ত'তেই কবিয়ে অসমীয়া জতুৱা ৰূপৰ যোগেদি শব্দ চিত্ৰ আঁকিছে।

বিচাৰিছোঁ আমি
মনৰ শক্তিৰে
মহাকাশ আলোকিত কৰি
চাব খোজো আমি
জীৱন্ত স্বৰূপে আৰু
উল্লসিত যৌৱনৰ দৰে। (অমৰত্ব)

সেই ফালৰ পৰা ডক্টৰ মহেন্দ্ৰ বৰাৰ ভাষাৰে ক'ব পাৰি এয়া আলহী কবিতা। ছোভিয়েট লিটাৰেশ্বাৰ পঢ়ি ছোভিয়েট কবিতাৰ প্ৰতি কবি আকৃষ্ট হোৱাৰ মূলতে সেই দেশৰ সমাজবাদী বাস্তৱতা আৰু প্ৰাচীন ভাৰতৰ ঋষিমুনি সকলৰ জীৱনাদৰ্শ। সেয়েহে বোধহয় তেওঁ 'সুখ' আৰু 'অমৰত্ব' নামৰ দুটা কবিতা নিৰ্বাচন কৰিছে।

পাপৰিৰ পৰিমল (১৯৬৯) বন্ধু গনেশ গগৈৰ প্ৰতি জাগি উঠা প্ৰাণৰ বেদনাৰ কৰুণ সংগীত। চিত্ৰকল্প আৰু বাগ্ধিধিয়ে যেনেকৈ কেয়োটা স্তৱকক গীতিমাধুৰ্য দান কৰিছে ছন্দৰ সুষম লয়ো তেনেকৈ পাপৰিৰ পৰিমলৰ বৈশিষ্ট্য ৰূপে ধৰা দিছে। ৬৪ টা স্তৱকৰ মাজেদি আনন্দচন্দ্ৰৰ বন্ধুৰ প্ৰতি হৃদয়-তলিত পুহি ৰখা মচিব নোৱৰা ধাউতিসনা স্নেহ প্ৰকাশ পাইছে -

কেতিয়াবা মন যায় গানকেই গাঁও
গানৰ সুৰেৰে চুই শুনোতাৰ প্ৰাণ;
গনেশৰ কথা কওঁ হেঁপাহ পলাই
এটোপ চকুলো দিওঁ সাগৰ সমান।

আনন্দচন্দ্ৰই গীতৰ সুকীয়াকৈ সংকলন কৰা নাছিল। কবি, নাট্যকাৰ আনন্দচন্দ্ৰক গীতিকাৰৰূপে আৱিস্কাৰ কৰিলে তেওঁৰ বৰ বোৱাৰী শ্ৰীমতী শুভ্ৰা বৰুৱায়। তিনিশ সাতোটা গীতৰ সংকলন টি 'বকুলবনৰ গীত' নামেৰে সম্পাদনা কৰিছে ড° নগেন শইকীয়ায়। গীতৰ সংকলনটিয়ে বকুলবনৰ কবিৰ মণিকোঠাত লুকাই থকা কথাই কেনেকৈ সুৰ বিচাৰি ওলাই আহিছে তাৰ স্পষ্ট ছবি এখন আঁকিবলৈ সক্ষম হৈছে। ডক্টৰ শইকীয়াই সংকলনটিৰ আগকথাত সুবিস্তৃত ৰূপত গীতসমূহৰ মূল্যায়ন কৰাৰ মাৰ্গ প্ৰদৰ্শন কৰিছে। ড° শইকীয়াৰ ভাষাত - "এই গীতসমূহৰ মাজত কবি আনন্দচন্দ্ৰ বৰুৱাৰ অন্তৰ্জীৱনৰ যাত্ৰাৰ ইতিহাস সোমাই আছে। তেওঁৰ সৰ্বেশ্বৰবাদী বোধ, প্ৰকৃতি,

মানুহ সকলোতে দেখা পোৱা অন্তসৌন্দৰ্যৰ অনুভৱ, তেওঁৰ দেশাত্মবোধ, দেশৰ ঐতিহ্যৰ প্ৰতি গভীৰ প্ৰেম, গান্ধীজীৰ প্ৰতি অনুভূত গভীৰ শ্ৰদ্ধা তেওঁৰ জন্মভূমি ডিহিং প্ৰতি থকা প্ৰেম, ক্ষুদ্ৰ বিষয়ৰ মাজতো মহত্বৰ সৌন্দৰ্য আৰু মহত্বৰ সন্ধান, তেওঁৰ আন্তৰিক ভগৱৎ প্ৰেম, তেওঁৰ ধৰ্ম নিৰপেক্ষ হৃদয়ানুভূতি, তেওঁৰ আন্তৰিক আশাবাদ, আৰু সৰ্বোপৰি তেওঁৰ এক 'মিষ্টিক' (ৰহস্যবাদী) অনুভৱৰ স্পৰ্শ ধৰি ৰাখিছে তেওঁৰ এই গীতসমূহে। সুৰত প্ৰকাশ কৰা তেওঁৰ এই গীতসমূহে যেন সৌন্দৰ্য সাধনা আৰু মহত্বক অনুভৱৰ একো একোটি প্ৰাৰ্থনা হৈ প্ৰকাশিত হৈছে।' (বকুলবনৰ গীত)।'

প্ৰায় তিনিবছৰ কাল অধ্যয়ন, অনুশীলন আৰু ভাৱাৰ্থ বিচাৰ কৰি কালিদাসৰ অমৰ কাব্য 'কুমাৰ সম্ভৱ'ৰ অসমীয়ালৈ অনুবাদ কৰে। কবিয়ে ৰস পৰিৱেশনত গুৰুত্ব দি হৰ পাৰ্বতীৰ দিব্য প্ৰেমক সাৱলীল বৰ্ণনাত ঘৰুৱা ভাষা ব্যৱহাৰ কৰি সংগীতধৰ্মী কৰি তুলিছে। যেতিয়াই মূলৰ কোনো কথাৰ ব্যঞ্জনাই প্ৰত্যাহ্বান ৰূপে দেখা দিছে তেতিয়াই ঘৰুৱা ভাষাৰ বিশেষ লক্ষণ থকা শব্দচিত্ৰ আঁকিবলৈ সক্ষম হৈছে - যেনে,

> বেইৰ তলৰ পৰা আয়তীসকলে
> হাতেৰে আবৰি লৈ কন্যা পাৰ্বতীক
> নোৱনী ঘৰৰ পিনে নিলে সমাদৰে। (কুমাৰ সম্ভৱ)

'কুমাৰ সম্ভৱম'- ৰ অনুবাদটি পঢ়ি প্ৰাচ্য বিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈয়ে মন্তব্য কৰিছে - 'অসমীয়া ভাৱভংগীৰে ই এখন স্বতন্ত্ৰ কাব্যত পৰিণত হৈছে।"

'সেই নিমাতী পুৰাৰে পৰা' (১৯৮২) কবিতাপুথিত বেদ, উপনিষদ, পুৰাণৰ কাহিনীৰ আধাৰত 'মনত নপৰা কালৰে পৰা বৈ অহা ভাৰতবৰ্ষৰ চিন্তাৰ গতি-প্ৰবাহটোৰ আভাস" দিবৰ কাৰণেই কবিয়ে বেদৰ উষা, উৰ্বশী-পুৰুৰবা, যাজ্ঞবল্ক্য আৰু মৈত্ৰেয়ী, কালিন্দী ভোমোৰা আৰু গ্ৰীক পুৰাণৰ পৰা পেগোৰাৰ কাহিনী কাব্যৰূপ দিছে। শেষৰ ফালে 'প্ৰাণী মহামণ্ডল' নামে এটা ব্যংগাত্মক কবিতাৰ লগতে 'শেৱালি আৰু বকুল' নাম দি ৰত্নকান্ত বৰকাকতী আৰু বকুলবনৰ কবিৰ সম্পৰ্কৰ কথা উল্লেখ কৰি কবিয়ে কৈছে - "মোৰ শ্ৰদ্ধাৰ শৰাইত বাৰিষাৰ বকুল ফুল এশৰাই আৰু বৰকাকতীৰ শৰাইত শৰতৰ শেৱালীফুল এশৰাই থৈ, বৰদাৰ পূজাৰ বেদীত সেই নিমাতী পুৰাৰে পৰা জ্বলি থকা বন্তিৰ ফালে মূৰ দোৱালোঁ ( শেৱালি আৰু বকুল)। বেদৰ যুগৰ পৰা আদিম জ্যোতিৰে বিভূষিতা হৈ উষাই কেনেকৈ মানবী মূৰ্তি লাভ কৰিছে, উৰ্বশী আৰু পুৰুৰবাৰ প্ৰতীকৰূপ, প্ৰাচীন যুগৰ শিক্ষানীতিৰ আৰ্হি স্বৰূপে যাজ্ঞবল্ক্য আৰু মৈত্ৰেয়ীৰ সংলাপ, কৃষ্ণৰ কালিন্দী ৰাতি নুপুউৰাৰ কথাৰে গ্ৰথিত কবিতা পুথিখন তীৰ্থনাথ শৰ্মাই উষাকালৰ সাতৰঙীয়া 'জ্যোতিৰুত্তম' ৰ প্ৰতিফলন বুলিছে। নিভাঁজ ঘৰুৱা শব্দ চয়ন, ভাষাৰ মৃদুতাই বৰুৱাৰ কাব্যক এক বিশেষ শৈলীলৈ উত্তৰণ ঘটাইছে।

আনন্দচন্দ্ৰই জীৱনৰ বিভিন্ন সময়ত ৰচনা কৰা কিন্তু কবিতাৰ সংকলনত অন্তৰ্ভুক্ত নোহোৱা অপ্ৰকাশিত কবিতাসমূহ 'বকুলবনৰ সুৰভি' নাম দি ৰচনাবলীত সন্নিৱিষ্ট কৰা হৈছে। কবিয়ে য'তেই হাত দিছে ত'তেই কবিতাই মেলা পাতিছে। বজাৰ-সমাৰ কৰা কাকতৰ মাজতো কবিতাৰ দুই এশাৰী পোৱা গৈছে। সকলো কবিতাত চন-তাৰিখ নথকাৰ কাৰণে কালানুসৰি সজোৱা হোৱা নাই। পাৰ্থিৱ জগতৰ উৰ্ধৰ্ত থকা কবিৰ বিশ্বমানৱতাৰ সুৰ কবিতাসমূহৰ মাজত শুনিবলৈ পোৱা যায়।

তেওঁ খ্যাতনামা নাট্যকাৰ আৰু অভিনেতাও। বংগীয় নাট্যকাৰ শিশিৰ কুমাৰ ভাদুৰীৰ দ্বাৰা অনুপ্ৰাণীত আনন্দচন্দ্ৰই কাশীহিন্দু বিশ্ববিদ্যালয়ত পঢ়ি থকা অৱস্থাত কলিকতাত (আধুনা কলকতা) শিশিৰ ভাদুৰীৰ ৰচিত 'সীতা' নাটকৰ অভিনয় চাইছিল। তেওঁ কৈছে - " সেই অভিনয় চাই থাকোঁতে মনত এটা হেঁপাহ জন্মিল - ৰামায়ণৰ বাকী অংশৰ নাটকীয় ৰূপ দিবলৈ সীতাহাৰা ৰামৰ একমাত্ৰ সংগী লক্ষ্মণৰ লগত শেষ জীৱনৰ যি সম্পৰ্ক আছিল তাকে লৈ বিসৰ্জন বা লক্ষ্মণ বৰ্জন নাটকখন লিখা হৈছিল। ভাদুৰীৰ ৰীতি অনুসৰণ কৰি অমিত্ৰাক্ষৰ ছন্দ ভাঙি ভাঙি লিখা হ'ল যাতে ছন্দত কোৱাদি নকৈ বচনবিলাক কথা কোৱাদি ক'ব পাৰি।" (এষাৰ কথা, বিসৰ্জন)। নাটকখন ১৯২৭-২৮ চনত লিখা। তেতিয়া বৰুৱা ২১ বছৰীয়া ডেকা। ১৯২৮ চনৰ দুৰ্গা পূজাত যোৰহাট থিয়েটাৰ অভিনয় হোৱা নাটকখনত বৰুৱাই লক্ষ্মণৰ ভাও লৈছিল। দৰ্পনাথ শৰ্মা লগত পৰামৰ্শ কৰি ভাৰতীয় উচ্চাংগ সংগীতৰ সুৰাৰোপিত গীত পৰিৱেশন কৰা হৈছিল। ১৯৩৩ চনত বৰুৱাৰ আত্মীয় এছ বৰুৱা এণ্ড কোম্পানীৰ গৰাকী ৰত্নেশ্বৰ বৰুৱাই নাটকখন প্ৰকাশ কৰে।

ৰামায়ণৰ উত্তৰাকাণ্ডৰ লক্ষ্মণ-বৰ্জন আখ্যানৰ আধাৰত ৰচিত এই পৌৰাণিক নাটকখন করুণ ৰসাত্মক। লক্ষ্মণৰ চৰিত্ৰ দক্ষতাৰে অংকন কৰিবলৈ বৰুৱা সক্ষম হৈছে। নাটকৰ সংলাপ দৃশ্য বিশেষে আৰু পৰিৱেশ বিশেষে প্ৰবহমান হৈছে।

'কমতাকুঁৱৰী' এখন ঐতিহাসিক নাটক। নাটকখন ১৯৪০ চনত প্ৰকাশিত যদিও প্ৰসন্নলাল চৌধুৰীৰ নীলাম্বৰ (১৯৩৩) নাটক প্ৰকাশ হোৱাৰ দুবছৰৰ আগতে এই নাটকখন যোৰহাট থিয়েটাৰত অভিনয় কৰা হৈছিল। হিতেশ্বৰ বৰবৰুৱাৰ কমতাপুৰ ধ্বংসে কাব্যৰ পৰা কমতাৰ ৰাণী 'সাদৰী' নামটো লৈছে। বেনুধৰ শৰ্মাই সম্পাদন কৰা An account of Assam নামৰ Dr Wade's ৰ বুৰঞ্জীৰ পৰা নাটকৰ কাহিনী ভাগ লৈ অতি দক্ষতাৰে বৰুৱাই নাট্য কৌশল প্ৰয়োগ কৰি বাস্তৱানুগ কৰিবলৈ যত্ন কৰিছে কলাৰ ৰমনীয়তাৰে। নাটকখনত

প্ৰাচ্য আৰু পাশ্চাত্য নাট্যৰ সুষম সমন্বয় সাধন হৈছে। এফালে মন্ত্ৰী শচীপাত্ৰৰ বৈচিত্ৰ্য চিত্ৰণ আৰু আনফালে ৰস সৃষ্টি এই দুই দিশদুটাৰ প্ৰতিফলনত বৰুৱা কৃতকাৰ্য হৈছে। নাটকখনৰ সংলাপ ৰচনাত বৰুৱাই ভাৱসাম্য ৰক্ষা কৰিবলৈ চেষ্টা কৰিছে। কাল স্থান আৰু পাত্ৰ অনুযায়ী তেওঁ সংলাপ ৰচনাত গুৰুত্ব দিছে। নাট্য কাহিনীৰ অগ্ৰগতিৰ লগতে হৰিতাল আৰু জেতুকীৰ চৰিত্ৰৰ যোগেদি লোক জীৱনবো ইংগিত দিবলৈ যত্ন কৰিছে। কাহিনীৰ উপস্থাপন, চৰিত্ৰ চিত্ৰণ, সংলাপ ৰচনাই দৰ্শকৰ মনত ছাপ বহুৱাই তন্ময় কৰি ৰাখিবলৈ সক্ষম হৈছে।

'নল-দময়ন্তী' (১৯৩৪) পাঁচ অংকৰ পৌৰাণিক নাটক। নিষধ ৰাজ নল আৰু বিদৰ্ভ ৰাজ ভীষ্মকৰ কন্যা দময়ন্তীৰ মিলনত উপাখ্যানৰ ৰাজহাঁহৰ ঠাইত দময়ন্তীৰ সখীৰূপে হংসা নামৰ চৰিত্ৰ সৃষ্টি, কলিৰ কোপ দৃষ্টিত সৰ্বস্বান্ত হোৱা নল, সত্যৰ পথত অলৰ-অচৰ হৈ থকাৰ বাবে কলি কেনেকৈ আঁতৰ হ'ল, নল-দময়ন্তীৰ মিলন যাউতী যুগীয়া হোৱা কাহিনীৰে নল-দময়ন্তীৰ নাট্যৰূপ। সংলাপ গদ্য হ'লেও নাটকীয় মুহূৰ্ত চিত্ৰণ, স্থান বিশেষে ছন্দ আৰু গীতৰ প্ৰয়োগৰ ফলত গদ্য জড়তাহীন হৈছে। স্থান বিশেষে নাটকখনত লৌকিক গীত-মাতৰ প্ৰয়োগ কৰি অসমীয়া সমাজখনৰ সাংস্কৃতিক দিশটোও প্ৰতিফলিত কৰিছে। 'সৃষ্টি'ৰ বাট সাধনাৰে' লাভ কৰিবলৈ ছাত্ৰ-ছাত্ৰীক অনুপ্ৰাণিত কৰাই নাট্যকাৰৰ উদ্দেশ্য। এই উদ্দেশ্যত নাট্যকাৰ সফল হৈছে। নাট্যকাৰে ঘোষণা কৰিছে - 'যিসকল পুন্যাত্মাৰ শ্লোক গালে মন নিৰ্মল হয় সেই পুন্যশ্লোক মহাপ্ৰাণ লোকসকলৰ লগতে জগতবাসীয়ে নল-দময়ন্তী, কৰ্কোটক নাগ আৰু ৰাজৰ্ষি ঋতুপৰ্ণৰ নাম সুঁৱৰিলে কলিৰ প্ৰভাৱ নাশ হ'ব।'

আনন্দচন্দ্ৰৰ নাট লেখাৰ চতুৰ্থ প্ৰচেষ্টা বিজয়া। প্ৰাচ্য বিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈৰ 'স্পেনিচ সাহিত্যৰ ৰমিয় জুলিয়েট' (আৱাহন, প্ৰথম বছৰ, ৩ য় সংখ্যা ১৮৫১ শক) প্ৰবন্ধটি পঢ়ি আকৰ্ষিত হৈয়েই বৰুৱাই ভাৰতীয় পটভূমিত নাটকখন ৰচনা কৰে। সন্দিকৈয়ে স্পেনিচ ভাষাত চিৰস্থায়ী আসন লাভ কৰা জুৱান হাৰ্টছেনবুছৰ Los Amantes de Teruel (টেৰুৱেল নগৰৰ প্ৰণয়ী) উনৈছ শতিকাৰ প্ৰথম ভাগত লিখা ৰোমন্টিক নাটকৰ নিদৰ্শন স্বৰূপে তাৰ কাহিনীটো ৰমিয় আৰু জুলিয়েটৰ লগত তুলনা কৰি দেখুৱাইছে। স্পেইন দেশৰ এই কাহিনীটো ভাৰতীয় জাতীয়তাবাদৰ আধাৰত ৰচনা কৰি বৰুৱাই হিন্দু-মুছলমানৰ মহামিলনৰ চিত্ৰ অংকন কৰিছে। নাটকখনৰ ৰচনাৰ মাজতো নাট্যকাৰ বৰুৱা কবি বৰুৱা হৈ জিলিকিছে।

কোন প্ৰিয় বিৰহৰ
মউসনা অধৰৰ
থোকাথুকি গীত এটি গায়
আজিৰ জুৰণি জৈ
আজিয়েই দিয়া কৈ
কোনে জানে কালি কেনি যায় ?(বিজয়া)

নাটকখনৰ পদ সংলাপক ভাষাৰ মাধুৰ্য আৰু লালিত্যই গীতিধৰ্মী কৰিবলৈ সক্ষম হৈছে। কাহিনীৰ বিন্যাস, চৰিত্ৰ, চিত্ৰণ, পৰিস্থিতি সৃষ্টিৰ বাবে চৰিত্ৰৰ উপৰ্যুপৰি সংঘাতৰ যোগেদি নাটকখনক শিল্পৰূপ আৰু শিল্প পৰিণতিলৈ নিবলৈ যত্ন হৈছে। নাটকখন ৰচনা কৰোঁতে বৰুৱাই নাট্যশাস্ত্ৰৰ নিয়ম মতে কাহিনীৰ ৰূপৰেখা অংকন কৰি লৈছে বুলি নিবেদনত উল্লেখ কৰিছে। নাট্য শাস্ত্ৰৰ মতে কাহিনী ৰচনাৰ সময়ত প্ৰথমে তাৰ ৰূপৰেখা আঁকি উলিয়াব লাগে তাৰ পিচত উপ কাহিনীৰে তাক ভৰপূৰ্ব কৰিব লাগে —

এতেষাং যস্য যেনাৰ্থো যতশ্চ গুণ ইষ্যতে।
প্ৰধানং তা প্ৰকতব্যং গুণভূতান্যতঃ পৰম।।

বৰুৱা নাট্যকাৰ ৰূপে ৰেখা অংকনত সফল হৈছে।

আনন্দ চন্দ্ৰই ঔৎপত্তিক কাহিনীৰে কেইবাখনো ৰূপক নাটিকা ৰচনা কৰে। আনন্দ চন্দ্ৰই 'কপৌকুঁৱৰী' (১৯৩২) এনাকাৰণতে ৰচনা কৰে বুলি নিবেদনত উল্লেখ কৰিছে। ১১ নবেম্বৰ ১৯৩২ তাৰিখে ৰাতি দেখা সপোন এটাৰ সোঁৱৰণি ৰক্ষা কৰিবলৈ লিখা নাটিকাখনিত নাট্যকাৰৰ 'প্ৰাণৰ ছাব' আছে। নাটিকাখনিৰ আঁত ধৰিছে সূত্ৰধাৰে। সংগ্ৰামী কপৌ চৰাইটিৰ বেদনা নাট্যৰূপৰ মাজেদি ব্যঞ্জনাৰে প্ৰকাশ কৰাত নাট্যকাৰ সাৰ্থক হৈছে। ১৯৩০ চনত যোৰহাটৰ বাণী সম্মেলনত নাটিকাখনৰ অভিনয় হৈছিল। এই সম্মিলনত 'কেতেকিৰ জয়' নামৰ এখন নাটিকা অভিনয় কৰা হৈছিল যদিও বৰ্তমানৰ ৰচনাৱলীত অন্তৰ্ভুক্ত কৰিব পৰা নহ'ল। ১৯৩৩ চনত নাটিকাখন ছপাহোৱাৰ পাচত তিনিচুকীয়াত মঞ্চস্থ হৈছিল। 'পঞ্চমী' বৰুৱাৰ অপ্ৰকাশিত নাটিকা। নাটিকাখনৰ প্ৰথম পাণ্ডুলিপিত যৱনিকাংশে মঞ্চ নিৰ্দেশনা আছিল এনেকৈ - 'অ' মোৰ আপোনাৰ দেশ সুৰ বাজি উঠিব, চৰাই বিলাক ওলোৱাৰ আগতে সূত্ৰৰ কথাৰ পাচত প্ৰত্যেকবিধ চৰাইৰ মাত (mimicry) দিব পাৰিলে ভাল।' কপৌকুঁৱৰী আৰু পঞ্চমী নাট্যকাৰৰ দ্বিতীয় আৰু তৃতীয় নাটিকা হ'ব পাৰে। 'ফুলৰা' (১৯৭৯) নাটিকা খনত ফুলৰা, চতলা আৰু মোহন কোঁৱৰে যেন ফুলৰ সৌন্দৰ্য নিৰীক্ষণ কৰি তৃপ্তি পাইছিল। নাটিকাখন 'ৰুনজুন' দ্বিতীয়

সংখ্যা, ছেপ্টেম্বৰ, ১৯৭৯ চনত প্ৰকাশ হৈছিল। বৰুৱাই মিঞা মনচুৰ ছদ্মনামত লেখা 'নীলাঞ্জন' গীতি নাটিকাখনৰ বিষয়বস্তু হ'ল শ্ৰীকৃষ্ণৰ ৰাসলীলা। সাতোটা দৰ্শন সম্বলিত নাটিকাখন মাধৱচন্দ্ৰ বেজবৰুৱাৰ সম্পাদিত বাঁহীত ২৬ শ বছৰৰ দশম সংখ্যাৰ পৰা প্ৰকাশিত হয়। নাটিকাখন ৰাসলীলা নুবুলি নীলাঞ্জন বোলাৰ কাৰণ শ্ৰীকৃষ্ণৰ উক্তিতে আছে - "নীল আকাশৰ তলত, যমুনাৰ নীল জলৰাশিৰ বালিত জন্ম হোৱা এই কদম গছেই জগতৰ কল্যাণ কল্পতৰু আৰু মোৰ ৰাসলীলাই মানুহৰ দিব্য দৃষ্টিদান কৰা 'নীলাঞ্জন' চকুত জ্ঞানৰ অঞ্জনমণি যেয়ে তোমাকে মোকে চাব জানিব তেওঁবিলাকৰ কাৰণেই আজিৰ এই ৰাসলীলা .... (সপ্তম দৰ্শন)।"

এটি বিদেশী কবিতাৰ ছাঁলৈ বৰুৱাই 'ৰূপমতী' নাটিকাখন যুগুতাইছে। ৰাথোৰৰ কন্যা আৰু চুলতান ৰাজবাহাদুৰৰ সাক্ষাতেই নাটকৰ বিষয়বস্তু। ন-জোন প্ৰথম বছৰ প্ৰথম সংখ্যাত (১৯৩৪) প্ৰকাশিত। তিনিটা দৃশ্যৰ অপ্ৰকাশিত নাটক 'চাহজাহানৰ অন্তিম'। তেওঁ যিখন বহীত নাটকখন লিখিছে তাত ১৯৪১ চনটো পোৱা গৈছে। নাটকখনৰ হস্তাক্ষৰ বৰুৱাৰ নহয়। নকল কৰোঁতাৰ নাম জনা নগ'ল। তৃতীয় দৃশ্যৰ শেষৰ পিঠিত বৰুৱাই যোগ-বিয়োগ কৰিছে।

আনন্দচন্দ্ৰই ৰবীন্দ্ৰনাথ ঠাকুৰৰ ৰূপক নাটক 'ডাকঘৰ' অনুবাদ কৰিছিল। কিন্তু পাণ্ডুলিপিৰ কিছুমান পাত নষ্ট হ'ল। পৃষ্ঠাংক নাছিল কাৰণে মূল পুথিৰ সহায়ত পাঠ যুগুতাওঁতে দেখা গ'ল যে নাটকখনৰ প্ৰথম দৃশ্যটো নাই। সেই কাৰণে সেই অংশৰ চমু পৰিচয় এটি দি ৰচনাৱলীৰ অন্তৰ্ভুক্ত কৰা হ'ল।

'মানসীৰ মৰ্মবাণী' মাধৱচন্দ্ৰ বেজবৰুৱাৰ সম্পাদিত ২৯ শ বছৰ প্ৰথম সংখ্যাত প্ৰকাশিত। ১৯৪৭ চনৰ শ্ৰীপঞ্চমীৰ বাণী সন্মেলনৰ অধিবেশনত কুমাৰী হিমাচল আৰু নীলাচলৰ দ্বাৰা অভিনীত হৈছিল। আনন্দচন্দ্ৰই 'ৰেজিনা' নাটখনৰ প্ৰথম অংকটো লিখিছিল। সম্পূৰ্ণ ৰূপত পোৱা নগ'ল। নাটকখনৰ নামটো দিয়া নাছিল। ৰচনাৱলীত অন্তৰ্ভুক্ত কৰোঁতে সম্পাদকে 'ৰেজিনা' নাম দি লৈছে। সংস্কৃতৰ 'অভিজ্ঞানম শকুন্তলম' — ৰ বৰুৱাই অনুবাদ কৰিছিল। অপ্ৰকাশিত এই নাটকখন অসম্পূৰ্ণ। এইখনো ৰচনাৱলীত অন্তৰ্ভুক্ত কৰা হৈছে।

আনন্দচন্দ্ৰই লিখা চাৰিটা চুটিগল্প ৰচনাৱলীত অন্তৰ্ভুক্ত কৰা হৈছে। তেওঁৰ প্ৰথম গল্প 'কপাল' আৱাহনৰ প্ৰথম বছৰ প্ৰথম সংখ্যা (১৯২৯)ত প্ৰকাশ হৈছিল। পৰৱৰ্তী সংখ্যাত 'প্ৰেম অন্ধনে প্ৰেমিক অন্ধ' নামেৰে এটা গল্প প্ৰকাশ হৈছিল। সেই সময়ত অসমীয়া সাহিত্যত চুটিগল্পই বিশেষ পৈনত ৰূপ লাভ কৰা নাছিল। পদ্মধৰ শৰ্মা চলিহা আৰু তাৰকা নাথ শৰ্মা সম্পাদিত 'গল্পমালা' (১৯৩২) ত তেওঁৰ "ভুল" নামৰ এটা গল্প প্ৰকাশিত হৈছিল। ১৯৩২ চনৰ আগষ্ট মাহৰ ২ তাৰিখে কৰাচীত থাকোঁতে লিখা 'ৰূপ' নামৰ আন এটা চুটি গল্প অসম্পূৰ্ণ ৰূপত পোৱা হৈছে। সংকলনত সেইটোও অন্তভূৰ্ক্ত কৰা হৈছে। গল্প সমূহৰ মাজেদি আনন্দ চন্দ্ৰৰ ব্যক্তিগত জীৱনৰ দুই-এটা কথা পোৱা যায়। ভাব প্ৰাঞ্জল হোৱা বাবে ভাষা ভাবৰ সুষম সমন্বয় সাধন হৈছে। কবিতা নাওখনৰ এনাও বেহানি সামৰি সুতৰি লৈ বিশ্বভ্ৰমণ কৰোঁতে বোধ হয় তাৰ ভৰতে গল্প তল পৰিল।

'পণ্ডিত মদন মোহন মালবীয়' (১৯৪৬) জীৱন পৰিচয়ত কাশী হিন্দু বিশ্ব-বিদ্যালয়ৰ প্ৰতিষ্ঠাতা, সনাতন ধৰ্মৰ সাধকজনৰ জীৱন, নিঃস্বাৰ্থ দেশ সেৱাৰ এটি খতিয়ান দাঙি ধৰিছে। বৰুৱাই কাব্যিক ভাবেৰে কৈছে -

সঁচাকৈয়ে তুমি দেৱ মদন মোহন<br>নিৰ্মল প্ৰেমৰ শুক্ৰ জ্যোতি উপাসক।

অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ খনিও (ষটত্ৰিংশৎ অধিবেশন, ৮ ফেব্ৰুৱাৰী, ১৯৬৯ বৰপেটা) বৰুৱাই ভাৰতীয় ঐতিহ্য, ভাষা আৰু সাহিত্যৰ সম্বন্ধ, মহাকাব্যৰ যুগৰ ভাষা-সাহিত্যৰ পৰিচয় চিৰায়ত সাহিত্য, অসমৰ বৈষ্ণৱ সাহিত্য, বেজবৰুৱা-গোহাঞি বৰুৱাৰ সাহিত্য কৰ্ম, পাশ্চাত্য সাহিত্যৰ সংবাদ, অসমীয়া ভাষা-সাহিত্যৰ বৰ্তমান অৱস্থা, আৰু সমস্যাসমূহ, যুদ্ধোত্তৰ যুগৰ সাহিত্য, গ্ৰন্থ প্ৰকাশন সংস্থাসমূহৰ মাজত সমন্বয় সাধন আদিৰ বিষদভাৱে আলোচনা কৰিছে। অভিভাষণখনৰ মাজেদিও কবি আনন্দচন্দ্ৰৰ ঔৎপত্তিক কবি মনটি ওলাই পৰিছে — .. ভাবিছিলোঁ চৌষষ্ঠি কলাৰ নৈবেদ্যসম্ভাৰেৰে বেদী ওপচাই আপোনাসবক প্ৰাণৰ নিবেদন যাচিম কিন্তু বিচৰি পালোঁ এসন্তৰ পাত সেউজীয়া দুবৰি বনহে। ইয়াৰেই অৰ্ঘ্য ৰচি নিঃকিনৰ অন্তৰভৰা সেৱাটি যাচিলোঁ। দুবৰি বনৰ গাঁঠিয়ে পোখা ওলোৱাদি পুৰুষে পুৰুষে অসমীয়া সাহিত্যসেৱীৰ সংখ্যা বাঢ়ক। (অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ)

বিবিধ কাকত আলোচনীত আনন্দচন্দ্ৰই লিখা আৰু অপ্ৰকাশিত অৱস্থাত থকা প্ৰবন্ধসমূহ একেলগ কৰি প্ৰবন্ধমালা শিতানত অন্তৰ্ভুক্ত কৰা হ'ল। প্ৰবন্ধমালা নামেৰে বৰুৱাই এটা সংকলন যুক্ত কৰিছিল যদিও পোৱা নগ'ল। সেইকাৰণে বৰুৱাৰ নামটিৰেই এই শিতানত ৰখা হ'ল। বিভিন্ন ঠাইত সিঁচৰতি হৈ থকা প্ৰবন্ধসমূহৰ যোগেদি বৰুৱাৰ বহুমুখী চিন্তা-চৰ্চা, ভাষা-সাহিত্যৰ প্ৰতি আনুগত্য, মানৱপ্ৰেম, সৰ্বেশ্বৰবাদী দৃষ্টি ভংগীৰ আভাষ পোৱা যাব। তেওঁৰ গদ্যৰ নিজস্ব এক শৈলী আছে। বৰুৱা গদ্যত ব্যাকৰণৰ প্ৰচলিত ৰীতি-নীতি দেই গৈয়ো বিশেষ বৈচিত্ৰপূৰ্ণ হৈছে সেইটোৱেই বৰুৱাৰ ভাষাব্যৱহাৰৰ বৈচিত্ৰ্য (Variation in the use of Language)। বৰুৱাৰ জতুৱা শব্দ গঠনত সামগ্ৰিক ব্যক্তিত্ব প্ৰকাশ পাইছে। 'তোৰ মুখৰ মোৰ মুখৰ' মাত বুটলিও কেতিয়াবা গদ্যত থাপিছে। তেওঁৰ গদ্যৰ ভাষাই ক'তো ভাবক নিয়ন্ত্ৰণ কৰা দেখা নাই। আনকি সংস্কৃত বা ইংৰাজী ভাষাৰ পৰা বুটলি অনা শব্দও নিজৰ সোণাৰী শালত গঢ়ি চিনিব নোৱৰা কৰিছে।

গৌতম বুদ্ধৰ জীৱন চৰিত আৰু বৌদ্ধ ধৰ্মৰ পৰিচয়জ্ঞাপক 'এচিয়াৰ জ্যোতি' অসমবাণীত ধাৰাবাহিকভাৱে প্ৰকাশ হৈছিল। ১৯৬০ চনত গ্ৰন্থকাৰে প্ৰকাশ হয়। পুথিখনৰ নামটো এড্‌উইন আনৰ্ল্ডৰ 'লাইট অব এচিয়া'ৰপৰা লোৱা হৈছে। লেখকে কৈছে - 'তেখেতৰ ইংৰাজী কাব্যখনৰ ওচৰত আমিও অশেষ ঋণী।" ইয়াৰ উপৰিও পাতনি যুগুত কৰোঁতে প্ৰজ্ঞানন্দ স্থবিৰ সংকলিত বিনয় পিতক, ধৰ্মৰাজ বৰুৱাৰ 'বৌদ্ধ মহাপৰিনিৰ্বাণ' কে.পি. জয়স্বলৰ 'হিন্দু পলিটি' — ৰ পৰা সহায় লৈছে বুলি লেখকে উল্লেখ কৰিছে। মূল ইংৰাজীৰ কাব্যগ্ৰন্থখনত অনেক কল্পিত কথা থকাৰ দৰেই লেখকে বুদ্ধদেৱৰ মহিমা ব্যক্ত কৰাত গুৰুত্ব দিছে। লেখকে বৌদ্ধধৰ্মৰ প্ৰতি আকৰ্ষিত হৈ মনে প্ৰাণে বুদ্ধৰ শৰণ লৈ বুদ্ধদেৱক ঈশ্বৰত্ব আৰোপ কৰিছে – "... নিয়মৰ জ্যোতি তোমাৰ নাম আৰু তোমাতেই মই আশ্ৰয় লৈছোঁ। তোমাৰ কুশল নীতিত মই আশ্ৰয় লৈছোঁ। তোমাৰ সংঘত মই আশ্ৰয় লৈছোঁ। পদুমৰ পাতত নিয়ৰৰ টোপোলা আছে। উঠা মহান সূৰ্য — জীৱন পাতখিলা দাঙি ধৰা — আৰু মোক টৌৰ লগত মিলাই দিয়া।" এয়া লেখকৰ আত্মনিবেদন। প্ৰাচ্য বিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈয়ে কৈছে - 'এচিয়াৰ জ্যোতিত এখন সুপ্ৰসিদ্ধ ইংৰাজী কাব্য অৱলম্বন কৰি ভগবান বুদ্ধৰ চৰিত বৰ্ণোৱা হৈছে। ভাব আৰু ভাষাৰ সৰল সমাবেশে কিতাপখন সুখপাঠ্য কৰিছে।"

আমেৰিকা বিখ্যাত ঔপন্যাসিক এডিথ হোৱাৰ্টন - ৰ "এথান ফ্ৰ'ম" বৰুৱাই অনুবাদ কৰে। ইংৰাজী গোন্ধ ভাঁপ মচ খাই অনুবাদ হৈ পৰিছে নিৰ্ভাঁজ অসমীয়া জতুৱা ৰূপৰ। স্থান বিশেষে বিদেশী শব্দ চিনিব নোৱৰাকৈ গঢ়িছে। মূল ইংৰাজী নামবোৰ আলহীৰ ৰূপতে ৰাখিছে।

১৯৪০ চনত বৰুৱাই লিখা 'অসমীয়া ডেকা' নামৰ এখন উপন্যাসত বিশ্বযুদ্ধৰ পটভূমিত অসমৰ ভাৱীকালৰ সাধকসকলক জনোৱা জাগৃতিৰ আহ্বান উপন্যাসখনৰ মূল বিষয় বস্তু। অসম্পূৰ্ণ অৱস্থাত পোৱা উপন্যাসখন ৰচনাৱলীত অন্তৰ্ভুক্ত কৰা হৈছে। ৰামায়ণৰ আৰ্হিমত 'সীতাহৰণ' নামেৰে এখন নাটক ৰচনা কৰিছিল। পাণ্ডুলিপিৰ বাকলি পাতহে পোৱা হ'ল। তেনেকৈ পঢ়াশালীয়া পুথিৰূপে 'বাণীপাঠ'- ৰ দুটা খণ্ড বৰুৱাই ৰচনা কৰিছিল বুলি জনা যায়।

বৰুৱাই বিসৰ্জন নাটকৰ (১৯৭৪) সংস্কৰণত বণিক বন্ধু, চাহাজাহান নাটক আৰু পঞ্চমী, ফুলৰা - শিশু নাটিকাৰ কথা উল্লেখ কৰিছিল। বণিক বন্ধু নাটকখন পোৱা নহ'ল। উল্লিখিত চাহজাহান নাটকখন চাহাজাহান অন্তিমখন হ'ব পাৰে। পঞ্চমী আৰু ফুলৰা ৰচনাৱলীত অন্তৰ্ভুক্ত হৈছে।

বৰুৱাই মৃগমায়া নামেৰে এখন নাট ৰচনা কৰিছিল। নাটখন বিভিন্ন ৰংগমঞ্চত অভিনয় হৈছিল যদিও পাণ্ডুলিপি পোৱা নগ'ল।

আনন্দচন্দ্ৰ বৰুৱা ৰচনাৱলী সংগ্ৰহ আৰু সম্পাদনা কৰাৰ যোগ্যতা আমাৰ নাই। বিদ্যা-বুদ্ধিত নিঃকিন হৈও এনে এটি মহৎ কামৰ লগত যুক্ত হ'বলৈ পাই লাভ কৰিছোঁ পৰম আহ্লাদ। বিজ্ঞানসম্মত পদ্ধতিৰে ৰচনাৱলী সম্পাদনা কৰিবলৈ যত্ন কৰিও নানা কাৰণত কৃতকাৰ্য হ'ব নোৱাৰিলোঁ। ব্যৱহাৰিক দিশৰ ওপৰত গুৰুত্ব দি মূলৰ আখৰ-জোঁটনিৰ দ্বিত্ব বৰ্জন কৰা হৈছে। এই মহৎ কামটি সম্পাদনা কৰোঁতে আমাক বিভিন্নজনে সহায়-সহযোগ কৰিছে। অসম সাহিত্য সভাৰ মাননীয় প্ৰাক্তন সভাপতি ডক্টৰ নগেন শইকীয়াই আমাক সকলো সময়তে সানন্দে সহায় সহযোগ আগবঢ়োৱাৰ উপৰিও সম্পাদনাৰ সমস্যাৰ আউল ভাঙি দিছে, অধ্যাপক ডক্টৰ প্ৰকাশ গোস্বামীয়ে কেইবাটাও প্ৰবন্ধ আৰু কবিতা সংগ্ৰহ কৰি দিয়াৰ উপৰিও ৰচনাৱলীৰ তিনিবাৰকৈ আৰ্হি কাকত চাই দি কৰা পৰিশ্ৰমৰ তুলনা নাই। অন্তৰত সদিচ্ছা আৰু কবিজনাৰ প্ৰতি অপৰিসীম শ্ৰদ্ধাত অৱনত হৈ ড° গোস্বামীয়ে এই জাতীয় দায়িত্ব পালন কৰিলে, বালিগাওঁ মিলন মন্দিৰৰ কীৰ্তিচন্দ্ৰ পুথিভঁৰালৰ গ্ৰন্থাগাৰিক শ্ৰীকুশলচন্দ্ৰ গোস্বামী, অসম সাহিত্য সভাক শৰৎচন্দ্ৰ গোস্বামী পুথিভঁৰালৰ গ্ৰন্থাগাৰিক শ্ৰীবীৰেন গোস্বামীয়ে পুথি ভঁৰালৰ গ্ৰন্থাদিৰ তথ্য দিয়াৰ উপৰিও অসমৰ বিভিন্ন ঠাইৰ পৰা নকল প্ৰতিলিপি সংগ্ৰহ কৰি দিছে। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালক ড° জিতেন দাস, বেনুধৰ শৰ্মা , অজিত কুমাৰ শৰ্মা পুথিভঁৰালৰ কৰ্তৃপক্ষ, নৰ্থ ইষ্ট ফাৰ্ডগেশ্বন, অৱসৰ প্ৰাপ্ত অধ্যাপক নলবাৰীৰ শ্ৰী শৰ্মী শৰ্মা, যোৰহাট মহাবিদ্যালয়ৰ অৱসৰ প্ৰাপ্ত অধ্যক্ষ ড° অমূল্য শৰ্মা, দেৱীচৰণ বৰুৱা ছাত্ৰী মহাবিদ্যালয়ৰ ড° ৰূপশ্ৰী গোস্বামী, দেৰগাঁৱৰ কমল দুৱৰা মহাবিদ্যালয়ৰ অৱসৰ প্ৰাপ্ত অধ্যাপক প্ৰফুল্ল চন্দ্ৰ বৰা, বকুলবনৰ কবিৰ জীৱনী লেখক অধ্যাপক গুণকান্ত বৰুৱা, (পৰিশিষ্টত বৰুৱা ডাঙৰীয়াৰ জীৱন পঞ্জীখন 'বকুলবনৰ কবি' জীৱনীৰ পৰাই সন্নিৱিষ্ট কৰা হৈছে) সুসাহিত্যিক শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা, কবি দীপিকা চক্ৰৱৰ্তী, অসম সাহিত্য সভাৰ চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী শ্ৰীগোবিন্দ বৰা, তিতাবৰ শ্ৰীমতী ৰঞ্জুমণি কাকতিয়ে নকল কৰি দি সহায় কৰিছে। আনন্দ চন্দ্ৰ বৰুৱাৰ বৰপুত্ৰ শ্ৰীপৰজ বকুল বৰুৱা আৰু বৰবোৱাৰী শ্ৰীশুভ্ৰা বৰুৱা সৰুপুত্ৰ শ্ৰীপৰাগ বকুল বৰুৱা আৰু সৰুবোৱাৰী ৰবিতা বৰুৱা, মাজুপুত্ৰ পৰাণ বকুল বৰুৱা এই সকলৰ সহায়-সহযোগতহে ৰচনাৱলীৰ সম্পাদনা সহজসাধ্য হ'ল। এই সকলোটিলৈকে আন্তৰিক কৃতজ্ঞতা জনাইছোঁ।

তৎসত্ত্বেও ২০০৭ চনৰ ৩১ ডিচেম্বৰৰ কবিৰ জন্ম শতবৰ্ষৰ আগে আগে ৰচনাৱলী প্ৰকাশ সম্ভৱ হৈ নুঠিলহেঁতেন যদিহে সূৰ্যকান্ত হাজৰিকা শৈক্ষিক ন্যাসে জাতীয় দায়িত্ব পালন কৰি ৰচনাৱলীৰ সন্মুখৰ গধুৰ আঁৰ কাপোৰখন দাঙি নিদিলেহেঁতেন। কেইবাটিও মহৎ কাম কৰি অসমীয়া ভাষা-সাহিত্য সংস্কৃতিৰ সেৱা কৰা সূৰ্যকান্ত হাজৰিকা শৈক্ষিক ন্যাসক এই ছেগতে কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। যোৰহাটৰ ওচিন প্ৰিণ্টাৰ্চে সযত্নে অক্ষৰ-বিন্যাসৰ কাম কৰি আমাক কৃতজ্ঞতাৰ পাশত আৱদ্ধ কৰিলে।

ৰচনাৱলীৰ মুখ্য সম্পাদক গোস্বামী ছাৰে জীৱন কালত গ্ৰন্থখন দেখিবলৈ নোপোৱাৰ বেদনাই আমাক সদায় আমনি দি থাকিব। গোস্বামী ছাৰৰ সহায় অবিহনে ৰচনাৱলী প্ৰকাশ সম্ভৱ হৈ নুঠিলহেঁতেন। ছাৰলৈ সশ্ৰদ্ধ প্ৰণাম।

আনন্দচন্দ্ৰ বৰুৱা ৰচনাৱলীৰ প্ৰকাশে কবি, নাট্যকাৰ, গীতিকাৰ, অভিনেতা, সাংবাদিক, প্ৰাবন্ধিক আনন্দচন্দ্ৰৰ পুনৰ মূল্যায়নত সহায় কৰিব বুলি আশা কৰিলোঁ।

আমাৰ অক্ষমতা বা ঢুকি নোপোৱাৰ বাবে কবিগৰাকীৰ ৰচনাৰ কোনো অংশ হয়তো বাদ পৰিছে বা স্থান বিশেষে দুই এঠাইত পুনৰুক্তিও হৈছে। কবি আনন্দচন্দ্ৰ জাতে-পাতে কবি কাৰণেই তেওঁৰ প্ৰায়বোৰ লেখাতে কবিজন আগদুৱাবেদি নহলেও পাচ দুৱাৰেদি সোমাই কেতিয়াবা ৰূপীৰা পাৰি বহিবৰো যত্ন কৰিছে - তেনে ঠাইতে পুনৰুক্তি দোষ হয়তো ওলাব। তাৰ বাবে ক্ষমা খুজিলোঁ।

আনন্দচন্দ্ৰৰ কথাৰেই সমাৰিলোঁ —

হে আই বসুমতী!
তুমি আমাৰ লাওখোলাবোৰো
লুকুৱাই থ'বা দেই -
বহুত যুগৰ পিচত
আমাৰবোৰেও
মাত মাতোতে যাতে
ফুটে অসমীয়া মাত

জয়তু বকুলবনৰ কবি আনন্দ চন্দ্ৰ বৰুৱা তোমাক সশ্ৰদ্ধ প্ৰণাম।

[signature]

সম্পাদক
আঃ চঃ বঃ ৰচনাৱলী

সুৰাগপুৰ
চোলাধৰা
যোৰহাট
৩০ জানুৱাৰী, ২০০৬

# প্ৰকাশকৰ একাষাৰ

তাহানিতে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাদেৱে কৈছিল — "স্বদেশ আৰু স্বজাতিৰ উন্নতি আৰু মঙ্গল-মন্দিৰৰ সিংহদুৱাৰ হৈছে মাতৃভাষা।" অসমীয়া ভাষা-সাহিত্যৰ ইতিহাসত উনবিংশ শতিকা যিদৰে এক উল্লেখনীয় শতিকা, একেদৰে বিংশ শতিকাটোও উনবিংশ শতিকাৰ আলোক-প্ৰসাৰী তথা নব্য-আলোকসন্ধানী শতিকা। উনবিংশ শতিকা আৰু বিংশ শতিকাৰ প্ৰথমাৰ্ধত অসমৰ ৰাজনীতি, সমাজনীতি, অৰ্থনীতি, সাহিত্য-সংস্কৃতি, ধৰ্ম-কৰ্ম, শিক্ষা-দীক্ষা সকলো দিশতে অভূতপূৰ্ব উন্নতি সাধন হৈছিল। এই সময়ছোৱাত ভালেকেইজন মাতৃমঙ্গলকামী ভাষা-জননীৰ সাধকৰ আপ্ৰাণ চেষ্টাত অসমীয়া ভাষা-সাহিত্যই এক স্বকীয় ৰূপ ধাৰণ কৰিবলৈ সক্ষম হৈছিল। ভালেকেইজন ব্যক্তিয়ে কেৱল ভাষা-সাহিত্যৰ উন্নতিৰ বাবেই নিজ সাধনাতে একাত্ম হৈ ওৰেটো জীৱন পাৰ কৰি গৈছে। ইয়াৰে কিছুসংখ্যক ব্যক্তিয়ে নিজৰ সাহিত্যকৰ্মৰ যোগেদি অসমীয়া সাহিত্য তথা জাতিৰ মান চিৰদিনৰ বাবে উজ্জ্বলাই থৈ গৈছে। অসমীয়া জাতীয় জীৱনৰ বুৰঞ্জীত তেখেতসকল সদায়েই উচ্চ আসন লাভ কৰি থাকিব। কিন্তু এইক্ষেত্ৰত আমাৰ দৃষ্টিগোচৰ হোৱা এনে বহু ব্যক্তিও আছে যিসকলে ভাষা-সাহিত্যলৈ দি যোৱা অবদানৰ কথা আজিও সঠিক মূল্যায়ন হোৱা নাই, আনহাতে এনে ব্যক্তিও যথেষ্ট সংখ্যক আছে যিসকলে কম পৰিসৰতে বহু সংখ্যক উৎকৃষ্ট ৰচনাৰে অসমীয়া ভাষা-সাহিত্যলৈ বৰঙণি আগবঢ়াই গৈছে, কোনো কোনো ক্ষেত্ৰত তেখেতসকলোৰো সঠিক মূল্যায়ন হোৱা নাই। আমাৰ অসমীয়া সাহিত্যৰ এনে বহুতো ৰচনা আছে যিসমূহ কালৰ বুকুৰ পৰা এতিয়াও উদ্ধাৰ হোৱা নাই অথবা আমাৰ দৃষ্টিগোচৰ হোৱা নাই। উদাহৰণ স্বৰূপে মণিৰাম দেৱানৰ ৰচিত 'বুৰঞ্জী বিবেক ৰত্ন' প্ৰথম খণ্ডৰ কথা আঙুলিয়াব পাৰি। সেয়ে, এই বিষয়ত আমাৰ যথেষ্ট কৰণীয় আছে। পুৰণি পাণ্ডুলিপি, দুষ্প্ৰাপ্য হৈ পৰা গ্ৰন্থ আৰু পুৰণি কাকত-আলোচনীৰ বুকুৰপৰা উৎকৃষ্ট ৰচনাসমূহ উদ্ধাৰ, সংৰক্ষণ কৰাটো অতি প্ৰয়োজন। যিসকল সাহিত্যিক, সাহিত্য সাধকৰ হাতত অসমীয়া ভাষাই তৰপে তৰপে অগ্ৰগতি লাভ কৰি স্বকীয় নিজ ৰূপ লাভ কৰিলে, সেইসকলৰ ভালেসংখ্যক ব্যক্তি আজি আমাৰ বহুতৰে মনৰ মাজৰপৰা ক্ৰমাৎ হেৰাই যোৱাৰ উপক্ৰম হৈছে। নতুন প্ৰজন্মৰ সৰহসংখ্যকেই তেখেতসকলৰ বিষয়ে আৰু তেখেত সকলৰ ৰচনা-সম্ভাৰৰ বিষয়ে জ্ঞাত নহয়। কিন্তু ইয়াৰ বাবে আমি তেওঁলোকক একপক্ষীয়ভাবে জগৰীয়া কৰিলে নহ'ব। সমগ্ৰ বিশ্বত চলা প্ৰতিযোগিতামূলক মনোভাবে আজিৰ যুগৰ মানুহৰ প্ৰতিযোগিতামূলক (কেৰিয়াৰসৰ্বস্ব) জীৱনৰ বাটত আনৰ সতে খোজত খোজ মিলাই আগবাঢ়ি যোৱাৰ চিন্তাৰে তেওঁলোকক বাধ্য কৰি পেলাইছে। ফলত এই প্ৰতিযোগিতামূলক মানসিকতাৰ জীৱনে এজন ব্যক্তিৰ মানসিক বিচৰণৰ ক্ষেত্ৰবোৰ সংকুচিত কৰি অনাৰ ফলতে অন্তৰ্নিহিত জাতীয় ঐতিহ্য আৰু পৰম্পৰা সুপ্ত হৈ থবলৈ বহু ক্ষেত্ৰতে বাধ্য হৈছে। ইয়াৰ পিছতেই ভোগবাদী মানসিকতাক এই ক্ষেত্ৰত দায়ী কৰিব পাৰি। সেয়ে, সমাজ সচেতন ব্যক্তি, সাহিত্যিক আৰু প্ৰকাশন জগতখনৰ লগত সক্ৰিয়ভাৱে জড়িত সেইসকলে এই দায়িত্ব লৈ নতুন প্ৰজন্মক আকৰ্ষিত কৰাৰ আঁচনি লোৱাৰ প্ৰয়োজন হৈ পৰিছে। সেই উদ্দেশ্যৰেই আমি অসমীয়া ভাষা-সাহিত্যৰ কাণ্ডাৰীসকলৰ ৰচনাসমূহ প্ৰকাশ কৰাৰ এক আঁচনি গ্ৰহণ কৰি,— 'অসমীয়া সাহিত্যৰ আপুৰুগীয়া সম্পদ' স্বৰূপ পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱৰ দ্বাৰা সম্পাদিত আৰু প্ৰায় ৮০ বছৰৰ পূৰ্বে প্ৰকাশিত আৰু সম্প্ৰতিক সময়ত দুষ্প্ৰাপ্য হৈ পৰা 'অসমীয়া সাহিত্যৰ চানেকি'ৰ দৰে দুৰ্লভ গ্ৰন্থৰ ৭(সাত) টি খণ্ড প্ৰয়োজনীয় সম্পাদনাৰে পুনৰ মুদ্ৰণ কৰি উলিয়াইছোঁ। ইতিমধ্যে দুষ্প্ৰাপ্য হৈ পৰা শ্ৰীশ্ৰীদ্বাৰিকানাথ দ্বিজদেৱৰ 'সন্তাৱলী' নামৰ দুষ্প্ৰাপ্য পাণ্ডুলিপিটিও উদ্ধাৰ কৰি প্ৰয়োজনীয় সম্পাদনাৰে আমি প্ৰকাশ কৰিছো। লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ শিশু সাহিত্য-সমগ্ৰৰ একত্ৰ সংকলন **'ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ শিশু সাহিত্য-সম্ভাৰ'** নামকৰণৰে বিভিন্ন চিত্ৰ সংযোজনেৰে প্ৰকাশ কৰি উলিয়াইছোঁ। সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকাদেৱৰ ৩৬ খন শিশুগ্ৰন্থ একত্ৰ কৰি **'সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকা শিশু সাহিত্য-সম্ভাৰ'** প্ৰকাশ কৰাৰ দিহা কৰিছোঁ।

বিংশ শতিকাৰ যিসকল কবি-সাহিত্যিকে সাহিত্য চৰ্চাকেই জীৱনৰ ব্ৰত হিচাবে লৈছিল তেখেতসকলৰ ভিতৰত 'বকুলবনৰ কবি' আনন্দচন্দ্ৰ বৰুৱা আছিল অন্যতম। কবি, নাট্যকাৰ, অভিনেতা, সাংবাদিক, প্ৰাবন্ধিক হিচাবে সাহিত্য-শিল্পৰ সকলো দিশতে তেখেতে নিজৰ অবদান আগবঢ়াই গৈছে যদিও জনমানসত তেখেতৰ প্ৰথম পৰিচয় এগৰাকী কবি হিচাপেহে। 'পাপৰি কবি' গণেশ গগৈৰ সৈতে আনন্দচন্দ্ৰ বৰুৱাদেৱে নতুন পৰীক্ষা-নিৰীক্ষাৰে অসমীয়া সাহিত্যত, বিশেষকৈ কবিতাৰ ক্ষেত্ৰত এক নব্য মাত্ৰা প্ৰদান কৰি থৈ গৈছে। আনন্দচন্দ্ৰ বৰুৱাদেৱৰ প্ৰতিভাৰ অনন্য স্পৰ্শই অসমীয়া সাহিত্যত এক স্বকীয় সৌন্দৰ্যৰ মাত্ৰা প্ৰদান কৰি আহিছে। তেখেতৰ ৰচনাৱলীত তেখেতৰ নিজৰ লগতে বাস্তৱিক জগতখনৰ অন্তৰ্জীৱনৰ ধাৰাও প্ৰবাহিত হৈ আছে। গভীৰ দেশাত্মবোধ, স্বদেশৰ ঐতিহ্য প্ৰীতি, সৰ্বেশ্বৰবাদীবোধ, মানৱতাবোধ, মানৱজীৱনৰ পৰম মহত্বৰে কৰা বিচাৰবোধ, জীৱনৰ প্ৰগতিশীলতা আৰু ৰহস্যবোধ, এই সকলোবোৰে তেখেতৰ লিখনিসমূহৰ মাজেৰে আপোনমনে টৌ খেলিছে।

তেখেতৰ সাহিত্যিক জীৱনবোধে বৰ্তমান অসমীয়া জাতীয় জীৱনক কিদৰে প্ৰভাৱান্বিত কৰিব সেয়া এক গভীৰ বিশ্লেষণাত্মক বিষয়। কবিতা, নাটক, নাটিকা, অনুবাদ নাটক, গদ্য ৰচনা, প্ৰবন্ধ, জীৱনী, উপন্যাস, চুটিগল্প, সভা-সমিতিত দিয়া বিভিন্ন ভাষণ, অসমৰ বিস্তৃত বাতৰি-কাকত, আলোচনী তথা বিভিন্ন মানুহৰ হাতত সিঁচৰতি হৈ থকা বিভিন্ন প্ৰবন্ধ, সাংস্কৃতিক শিতান, গীত, কবিতা, চিঠি আদি বৰ্তমানলৈকে উদ্ধাৰ হোৱা বৰুৱাদেৱৰ সকলোখিনি ৰচনাই এই ৰচনা-সম্ভাৰত অন্তৰ্ভুক্ত হৈছে। ১৯৬৯ চনত অসম সাহিত্য সভাৰ

বৰপেটা অধিৱেশনৰ সভাপতিৰ আসন শুৱনি কৰা আনন্দচন্দ্ৰ বৰুৱাদেৱৰ ৰচনাৱলীৰ ভিতৰত কবিতাৰ সংখ্যাই সৰহ। তেওঁৰ কবিতা পুথিসমূহ হ'ল — বকুলবনৰ কবিতা, বকুলবনৰ গীত, বকুলবনৰ সুৰভি, ৰঞ্জন ৰশ্মি, ছোণ্টিয়েট কবিতা, পাপৰিৰ পৰিমল, হাফিজৰ সুৰ, পুষ্পক, সেই নিমাতী পুৰাৰে পৰা, কুমাৰ সম্ভৱ আৰু পৰাগ। তেখেতৰ কলমত সৃষ্টি হোৱা নাটক হ'ল পাঁচখন — বিসৰ্জন, বিজয়া, কমতা কুঁৱৰী, নল দময়ন্তী, ছাহজাহানৰ অন্তিম যাত্ৰা। নাটিকা ৰচনা কৰি গৈছে মুঠ দহখন— ৰূপমতী, ফুলৰা, মানসীৰ মৰ্মবাণী, কণৌ কুঁৱৰী, নীলাঞ্জনা, পঞ্চমী, তেজীমলা, সমিধান, ৰেজিনা, নেপালিৰ ল'ৰা। অনুবাদ নাটক দুখন— অভিজ্ঞানম্ শকুন্তলম্ আৰু ডাকঘৰ। তেখেতৰ একমাত্ৰ উপন্যাসখন হ'ল — অসমীয়া ডেকা। এই ৰচনা সম্ভাৰত তেখেতৰ প্ৰবন্ধাৱলীত মুঠ ৬৭টা প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে। চুটিগল্প কপাল, প্ৰেম অন্ধনে প্ৰেমিক অন্ধ, ভুল আৰু ৰূপ। ইয়াৰ উপৰি গদ্য ৰচনা হিচাপে তেখেতে অসম সাহিত্য সভাৰ অধিৱেশনত দিয়া সভাপতিৰ সুদীৰ্ঘ অভিভাষণটি, 'এছিয়াৰ জ্যোতি' (তথাগত বৌদ্ধৰ মহান ত্যাগৰ অমৰ কাহিনী), 'এথান ফ্ৰ'ম' — এইকেইটা ৰচনা সংকলিত হৈছে। লগতে পৰিশিষ্ট হিচাবে বকুলবনৰ কবিৰ ৰচনা সম্ভাৰত সংকলিত হৈছে — 'বাণী সম্মেলন' নামেৰে আনন্দচন্দ্ৰ বৰুৱাদেৱে ১৯৩০ চনত প্ৰতিষ্ঠা কৰা 'বাণী সম্মেলন'ৰ কেইখনমান অধিৱেশনৰ বিবৰণ, কবিগৰাকীৰ দিনলিপি, কবিৰ বিষয়ে বিশিষ্টজনৰ অভিমত, চিঠিপত্ৰ, জীৱনপঞ্জী আৰু বংশলতা আদি। লগতে সংকলিত হৈছে 'স্বৰ বৰ্ণ' সমূহ লৈ বিষয় নিৰ্বাচনেৰে লিখা 'স্বৰ চটিছা'।

বিশিষ্ট সাহিত্যিক 'মহাৰথী' চন্দ্ৰপ্ৰসাদ শইকীয়াদেৱে এঠাইত প্ৰসঙ্গক্ৰমে উল্লেখ কৰিছে —"সাহিত্যিকসকলে এক যুগমীয়া মূল্যবোধৰ প্ৰতিনিধিত্ব কৰে, আৰু যেতিয়াই কোনো লেখকে সেই মূল্যবোধক অৱজ্ঞা অথবা বিশ্বাসঘাটকতা কৰে, তেতিয়াই সাহিত্যিকৰ ওপৰত সমাজৰ সন্দেহ ঘনীভূত হয়। মূল্যবোধক অৱজ্ঞা কৰা সমাজৰ আন লোকক সমাজে ক্ষমা কৰিব পাৰে, কাৰণ এনে লোকৰ জীৱন আৰু কৰ্ম সত্য আৰু নৈতিকতাৰ ওপৰত প্ৰতিষ্ঠিত নহয়। কিন্তু যি শব্দক ব্ৰহ্মজ্ঞান কৰা হয়, যি শব্দ আৰু অৰ্থৰ সম্পৰ্কক কালিদাসে শিব আৰু পাৰ্বতীৰ লগত তুলনা কৰিছে, সেই শব্দৰ মহিমা প্ৰকাশ কৰা লিখকজনৰ মানসিক স্খলন আৰু প্ৰলোভনপ্ৰীতিক সমাজে কোনো কালে সহ্য কৰিব নোৱাৰে। ভালকৈ লিখিব পৰা শক্তিক সমাজে চিৰকাল বন্দনা কৰি আহিছে।" আনন্দচন্দ্ৰ বৰুৱাদেৱো এনে এক শক্তি — অসমীয়া সাহিত্যক ত্বৰান্বিত কৰি মহীয়ান কৰা শক্তিসমূহৰ মাজত এক চিৰকালীন শক্তি। আনন্দচন্দ্ৰ বৰুৱাদেৱৰ সকলোখিনি ৰচনাই কালোত্তীৰ্ণ হয়নে নহয় সেয়া সময় আৰু সমাজে নিৰ্ধাৰণ কৰিবলগীয়া বিষয়। কিন্তু এটা কথা ঠিক যে পাশ্চাত্য সাহিত্যৰ গাঁথনিৰ ৰূপত ভাৰতীয় আন ভাষাবোৰতকৈ পলমকৈ আৰম্ভ হোৱা আধুনিক অসমীয়া সাহিত্যত বৰুৱাদেৱৰ সাহিত্য আৰু সাহিত্যিক চেতনাৰ যে বিশেষ ভূমিকা আছে সেয়া নিশ্চিত। আনন্দচন্দ্ৰ বৰুৱাদেৱক ওপৰত উল্লেখ কৰা এক শক্তিৰূপে জীয়াই ৰাখিবলৈ হ'লে, ইয়াৰ চিৰকালীন সামাজিক বন্দনা বিচাৰ কৰিবলৈ হ'লে তেখেতৰ ৰচনা-সম্ভাৰ সংৰক্ষণ কৰা আৰু প্ৰসাৰ ঘটোৱাটোৱেই হ'ব আমাৰ উৎকৃষ্ট মাধ্যম। কেৱল যে আনন্দচন্দ্ৰ বৰুৱাদেৱৰ ক্ষেত্ৰতে এয়া প্ৰযোজ্য হ'ব লাগে এনে নহয়, জাতীয় সাহিত্যৰ কাণ্ডাৰীসকলৰ সকলোৰে ক্ষেত্ৰতে এয়া প্ৰযোজ্য হ'ব লাগে। অসমীয়া ভাষা-সাহিত্যৰ ধাৰাৰ মাজত এটা কথা আমি লক্ষ্য কৰিছোঁ, যিসকল মহান ব্যক্তিৰ জীৱনজোৰা সাধনাৰ ফলশ্ৰুতিত সৃষ্টি হোৱা—'ৰচনাসমূহ'ৰ সংগ্ৰহ প্ৰচলিত অৰ্থত 'ৰচনাৱলী' হিচাবে প্ৰকাশিত হৈছে, সেই আটাইবোৰেই অসমীয়া ভাষা-সাহিত্যৰ গৱেষণা, ইতিহাস সংৰক্ষণ তথা নতুন প্ৰজন্মৰ বাবে যথেষ্ট গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিবলৈ সক্ষম হৈছে আৰু হৈ থাকিব। সাম্প্ৰতিক সময়লৈকে যিসকল মহান ব্যক্তিৰ ৰচনা সম্ভাৰ সংকলিত ৰূপত অসমীয়া ভাষাত প্ৰকাশ হৈ ওলাইছে, সেইসমূহৰ ভিতৰত পৌৰাণিক সাহিত্য সম্পদসমূহৰ —মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ বিৰচিত সমগ্ৰ ৰচনা 'শ্ৰীশ্ৰীশঙ্কৰ বাক্যামৃত' নামকৰণেৰে বিশিষ্ট ধৰ্মগ্ৰন্থ (সংকলক : হৰিনাৰায়ণ দত্তবৰুৱা আৰু শ্ৰীমন্ত শঙ্কৰদেৱ সংঘ), মহাপুৰুষ শ্ৰীশ্ৰী মাধৱদেৱৰ ৰচনা সমগ্ৰ 'শ্ৰীশ্ৰী মাধৱদেৱ বাক্যামৃত' (ধলৰ সত্ৰ, যোৰহাট/গোলাঘাট আৰু শ্ৰীমন্ত শঙ্কৰদেৱ সংঘ), শ্ৰীমদ্ভাগৱত (হৰিনাৰায়ণ দত্তবৰুৱা, ড° কেশৱানন্দ দেৱগোস্বামী, মেদিনী চৌধুৰী, ড° নবীনচন্দ্ৰ শৰ্মা আৰু ড° মালিনী গোস্বামীৰ সম্পাদনাৰে), মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ চাৰিখন প্ৰধান শাস্ত্ৰ,— কীৰ্ত্তন, দশম, নামঘোষা আৰু ভক্তিৰত্নাৱলীৰ একত্ৰ সংকলন 'চাৰিশাস্ত্ৰ' (সূৰ্য্য হাজৰিকাৰ দ্বাৰা সম্পাদিত), ১৮ টি পৰ্বৰ মহাভাৰত (পদ্যত) (২টা খণ্ড, হৰিনাৰায়ণ দত্তবৰুৱা, জাৰ্ণাল এম্প'ৰিয়াম), মহাভাৰত (গদ্যত) (ড° বিৰিঞ্চিকুমাৰ বৰুৱাদেৱৰ মুখ্য সম্পাদনাত আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত), ৰামায়ণ (পদ্যত) (১টা খণ্ড, দত্তবৰুৱা), ৰামায়ণ (গদ্যত) (*কবিচন্দ্ৰ মহন্তৰ দ্বাৰা অনুদিত ৬টা খণ্ডত, গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বাৰা প্ৰকাশিত) আদি প্ৰধান। আনহাতে আধুনিক কালৰ বৰেণ্য সাহিত্যিকসকলৰ ভিতৰত উল্লেখযোগ্য প্ৰকাশিত ৰচনা সম্ভাৰৰ একত্ৰ* সংকলনসমূহৰ ভিতৰত— সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ ৰচনা সংকলন— 'বেজবৰুৱা গ্ৰন্থাৱলী' (৩টা খণ্ড), পদ্মনাথ গোহাঞিবৰুৱা ৰচনাৱলী, জ্যোতিপ্ৰসাদ ৰচনাৱলী, বিষ্ণুপ্ৰসাদ ৰাভা ৰচনা-সম্ভাৰ (২টা খণ্ড), অম্বিকাগিৰী ৰায়চৌধুৰী ৰচনাৱলী, বাণীকান্ত ৰচনাৱলী, ফণী শৰ্মা ৰচনাৱলী, হিতেশ্বৰ বৰবৰুৱা ৰচনাৱলী, মহেশ্বৰ নেওগ ৰচনাৱলী (৩টা খণ্ড), ৰাধানাথ ফুকন ৰচনাৱলী, নবীনচন্দ্ৰ বৰদলৈ ৰচনাৱলী, তৰুণৰাম ফুকন ৰচনাৱলী, গোপীনাথ বৰদলৈ ৰচনাৱলী, হলিৰাম ঢেকিয়াল ফুকন ৰচনাৱলী, ৰত্নিনাথ কলিতা ৰচনাৱলী, সৰ্বেশ্বৰ শৰ্মা কটকী ৰচনাৱলী, পাৰ্বতিপ্ৰসাদ বৰুৱা ৰচনাৱলী, যজ্ঞেশ্বৰ মহন্ত ৰচনাৱলী, ভোলানাথ দাস ৰচনাৱলী, জ্যোতিষ বৰা ৰচনাৱলী, বৈষ্ণৱ পণ্ডিত সোণাৰাম চুতীয়া ৰচনাৱলী, যোগেশ্বৰ বৰদলৈ ৰচনাৱলী, বৈষ্ণৱ পণ্ডিত শশীচন্দ্ৰ বৰকাকতী ৰচনাৱলী, অতুলচন্দ্ৰ বৰুৱা ৰচনাৱলী (৩ টা খণ্ড), প্ৰবীণা শইকীয়া ৰচনা-সম্ভাৰ (৩ টা খণ্ড), পদ্মশ্ৰী নলিনীবালা দেৱী ৰচনাৱলী (১ম খণ্ড), ইন্দ্ৰেশ্বৰ বৰঠাকুৰ ৰচনাৱলী, কৃষ্ণকান্ত সন্দিকৈ ৰচনা-সম্ভাৰ, আনন্দৰাম ঢেকিয়াল ফুকন ৰচনা-সম্ভাৰ, চন্দ্ৰকুমাৰ আগৰৱালা ৰচনাৱলী, তৰুণচন্দ্ৰ পাঠকৰ

ৰচনাৱলী, মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী, বেণুধৰ ৰাজখোৱা ৰচনাৱলী, পানীন্দ্ৰনাথ গগৈ ৰচনাৱলী, হেমচন্দ্ৰ বৰুৱা ৰচনা-সম্ভাৰ, ৰাজেন পামেগাম ৰচনাৱলী, দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা ৰচনা-সম্ভাৰ, মাধৱচন্দ্ৰ বৰদলৈ ৰচনা-সম্ভাৰ, আনন্দচন্দ্ৰ আগৰৱালা ৰচনাৱলী, শৰৎচন্দ্ৰ গোস্বামী ৰচনাৱলী, নকুলচন্দ্ৰ ভূঞা ৰচনাৱলী, লক্ষ্মীধৰ শৰ্মা ৰচনাৱলী, ৰত্নকান্ত বৰকাকতি ৰচনা-সম্ভাৰ, হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী, কনকলাল বৰুৱা ৰচনাৱলী, কলিৰাম মেধি ৰচনাৱলী, গণেশ গগৈ ৰচনা-সম্ভাৰ সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকা শিশু সাহিত্য-সম্ভাৰ (৩ টা খণ্ড), ড° ভূপেন হাজৰিকা ৰচনাৱলী (৩ টা খণ্ড), আদি উল্লেখযোগ্য। অৱশ্যে অসমীয়া ভাষাত এতিয়ালৈকে প্ৰকাশ পোৱা ওপৰত উল্লেখিত তালিকাখনেই সম্পূৰ্ণ তালিকা নহয়, ইয়াৰ বাহিৰেও আন ভালেমান ৰচনাৱলী প্ৰকাশ হৈ ওলাইছে। আনহাতে ভালেসংখ্যক লেখকৰ প্ৰকাশিত ৰচনাৱলীৰ সকলোবোৰ লেখা উদ্ধাৰ নোহোৱাৰ বাবে অসম্পূৰ্ণ হৈ থকাটোও পৰিলক্ষিত হৈছে। কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ ৰচনাৱলীতে আৰু ভালেমান ৰচনা উদ্ধাৰ হৈ সংযোগ হ'বলগীয়া হৈ আছে। ৰাভাদেৱৰ পত্নী মোহিনী ৰাভাদেৱৰপৰা জানিবপৰা মতে অসমৰ বহু অঞ্চলৰ বিভিন্ন ব্যক্তিৰ ঘৰত ৰাভাদেৱৰ ভালেসংখ্যক সৃষ্টিশীল ৰচনা এতিয়াও সোমাই আছে, যিসমূহ উদ্ধাৰ কৰি প্ৰকাশ কৰাটো অতি প্ৰয়োজন। আমি উপলব্ধি কৰোঁ জাতীয় স্বাৰ্থৰ খাতিৰতে আমাৰ যিসকল বৰেণ্য ব্যক্তিৰ ৰচনা-সম্ভাৰ প্ৰকাশ নোহোৱাকৈ আছে সেইসমূহ অতি সোনকালে সংশ্লিষ্ট ব্যক্তি বিশেষে তথা উত্তৰাধিকাৰীসকলে প্ৰকাশ কৰাৰ ব্যৱস্থা লোৱা উচিত। পাছৰণিৰ গৰ্ভতেই হওক বা সাহিত্যিক মূল্যায়ন অথবা উত্তৰ পুৰুষৰ সুবিধাৰ হকেই হওক অথবা অসমীয়া ভাষাৰ গ্ৰন্থ সম্পদ চহকী কৰাৰ স্বাৰ্থতেই হওক বৰেণ্য সাহিত্যিকবৃন্দৰ ৰচনা-সম্ভাৰসমূহ যথাসময়ত একত্ৰিত সংকলন ৰূপে সম্পাদনা কৰি প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিলে অসমীয়া ভাষা গৌৰান্বিত হ'ব। আমাৰ ভাষা চহকী হ'লে অসমীয়া জাতিয়ে বিশ্বৰ এটা উল্লেখনীয় জাতি হিচাপে বুকু ফিন্দাই আগবাঢ়িব পাৰিব। নহ'লে এই ব্যক্তিসকলৰ অমূল্য ৰচনা-সম্ভাৰ কালৰ বুকুত, সময়ৰ সোঁতত হেৰাই যাব পাৰে। লগে লগে নব প্ৰজন্মও বঞ্চিত হ'ব একোজন সৃষ্টিশীল লেখকৰ সৃষ্টিৰ সম্পদ আৰু চিন্তাৰ একোটিকৈ বৃহৎ ভাণ্ডাৰৰ পৰা ৰস আস্বাদনৰ পৰা। আজি আমাৰ বাবে বৰ সৌভাগ্যৰ বিষয় এই কাৰণেই যে — অসমীয়া জাতীয় জীৱনৰ ঋষিতুল্য এজন সাহিত্য সাধকৰ, বহু অমূল্য সৃষ্টিৰ, অমূল্য সাহিত্যৰ ভাণ্ডাৰস্বৰূপ আনন্দচন্দ্ৰ বৰুৱাদেৱৰ সমগ্ৰ সৃষ্টিৰাজিৰ এটি বৃহৎ কলেৱৰৰ একত্ৰিত সংকলন আমি প্ৰকাশ কৰি উলিয়াব পাৰিলোঁ। এই ক্ষেত্ৰত প্ৰয়াত আনন্দচন্দ্ৰ বৰুৱাদেৱৰ সুযোগ্য পত্নী, শ্ৰীযুতা প্ৰমিলা বৰুৱানীৰ (ইতিমধ্যে পৰলোকপ্ৰাপ্তি ঘটিছে) বিশেষ তৎপৰতা আৰু এক প্ৰকাৰে তেখেতৰ পুত্ৰসকলৰ সমন্বিতে পৰিয়ালবৰ্গৰ অন্যান্য সদস্যবৃন্দক তেখেতে জনোৱা আহ্বান আৰু প্ৰয়োজনীয় তাগিদাৰ ফল স্বৰূপেই, কবি দম্পতীৰ সুযোগ্য উত্তৰাধিকাৰীসকলে, বিশেষকৈ বৰ পুত্ৰ শ্ৰীযুত পৰজ বকুল বৰুৱাৰ আন্তৰিক প্ৰচেষ্টা আৰু সাহিত্যাচাৰ্য্য যতীন্দ্ৰনাথ গোস্বামী আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক ড° বসন্তকুমাৰ গোস্বামীৰ অক্লান্ত শ্ৰমৰ ফল স্বৰূপে এই সংকলন প্ৰকাশ হৈ ওলাইছে।

এই সংকলনৰ দৰে আমাৰ স্বনামধন্য অন্যান্য যিসকল বৰেণ্য ব্যক্তিবৃন্দৰ ৰচনাসমূহৰ একত্ৰিত সংকলন প্ৰকাশ হৈ ওলালে অসমীয়া সাহিত্যই বিশ্বৰ সাহিত্য জগতত অন্যতম চহকী ভাষা ৰূপে চিনাকি দিব পাৰিব সেইসকলৰ ভিতৰত সদ্য মুহূৰ্তত আমাৰ মনলৈ অহা ব্যক্তিসকলৰ ভিতৰত অন্যতম হ'ল, — মণিৰাম দেৱান, আনন্দৰাম বৰুৱা, ড° সূৰ্য্যকুমাৰ ভূঞা, ড° বিৰিঞ্চি কুমাৰ বৰুৱা, সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকা, বুৰঞ্জীবিদ বেণুধৰ শৰ্মা, গুণাভিৰাম বৰুৱা, বাগ্মীবৰ নীলমণি ফুকন, ৰজনীকান্ত বৰদলৈ, শৈলধৰ ৰাজখোৱা, যোগীৰাজ বসু, ডাঃ মথুৰানাথ ভট্টাচাৰ্য্য (চিকিৎসা শাস্ত্ৰ), ধনদা কুমাৰী শইকীয়ানী (ৰন্ধন), প্ৰজ্ঞা সুন্দৰী দেৱী (বাংলা ভাষাত প্ৰকাশিত ৰন্ধন প্ৰণালীৰ ৩ টা খণ্ডৰ অসমীয়া অনুবাদ), বনফুলৰ কবি যতীন্দ্ৰনাথ দুৱৰা, ৰাধানাথ চাংকাকতি, কমলাকান্ত ভট্টাচাৰ্য্য, সত্যনাথ বৰা, লক্ষ্মীৰাম বৰুৱা (সঙ্গীত), কীৰ্ত্তিনাথ শৰ্মা বৰদলৈ (সঙ্গীত), দৰ্পনাথ শৰ্মা (সঙ্গীত), কালীচৰণ ব্ৰহ্ম, ৰূপনাথ ব্ৰহ্ম, হৰিনাৰায়ণ দত্তবৰুৱা, দীননাথ শৰ্মা, ড° মইদুল ইছলাম বৰা, বৈষ্ণৱ পণ্ডিত ভুবনচন্দ্ৰ ভূঞা, মিত্ৰদেৱ মহন্ত, নলিনীবালা দেৱী ৰচনা সম্ভাৰ (২য় খণ্ড), দেৱকান্ত বৰুৱা, নৱকান্ত বৰুৱা, ড° মহেন্দ্ৰ বৰা, ড° লীলা গগৈ, ড° হেৰম্বকান্ত বৰপূজাৰী, ড° সত্যেন্দ্ৰনাথ শৰ্মা, তীৰ্থনাথ শৰ্মা, বিশ্বনাৰায়ণ শাস্ত্ৰী, যজ্ঞেশ্বৰ শৰ্মা, ৰজনীকান্ত দেৱ শৰ্মা, ড° মুকুন্দ মাধৱ শৰ্মা, ড° ভবেন্দ্ৰ নাথ শইকীয়া, নন্দ তালুকদাৰ, ড° নিৰ্মলপ্ৰভা বৰদলৈ, মেদিনী চৌধুৰী, ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য, হেম বৰুৱা, লক্ষ্মীকান্ত দত্ত, নিবাৰণ বৰা, প্ৰত্নতত্ত্ববিদ সোণাৰাম চৌধুৰী, ৰাজমোহন নাথ, প্ৰেম নাৰায়ণ দত্ত (ৰহস্য), চন্দ্ৰপ্ৰসাদ শইকীয়া, নিৰোদ চৌধুৰী, হেম বৰুৱা, লক্ষ্যধৰ চৌধুৰী, স্নেহ দেৱী, প্ৰদীপ চলিহা, সদানন্দ চলিহা, ড° প্ৰফুল্ল দত্তগোস্বামী, ড° উপেন্দ্ৰনাথ গোস্বামী, কেশৱ মহন্ত, যোগেশ দাস, দেৱেন্দ্ৰনাথ আচাৰ্য্য, লক্ষ্মীনাথ ফুকন, প্ৰসন্নলাল চৌধুৰী, ডিম্বেশ্বৰ নেওগ, ফণী তালুকদাৰ, হিতেশ ডেকা, কুমাৰ কিশোৰ, লুম্বেৰ দাই, ৰমা দাস, নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, বীৰেন বৰকটকী, পৰাগ চলিহা, ত্ৰৈলোক্যনাথ গোস্বামী, বিনন্দচন্দ্ৰ বৰুৱা আদি। আমি উল্লেখ কৰা নামখিনিয়েই যে একমাত্ৰ সেয়া বুজাব বিচৰা নাই। আমি মাত্ৰ 'ৰচনাৱলী' প্ৰকাশৰ গুৰুত্ব উপলব্ধিৰ বাবেহে এই নামসমূহ চানেকি হিচাপে উল্লেখ কৰিছোঁ। এইসকল মনীষীৰ দৰে আৰু ভালেসংখ্যক ভাষা-সাহিত্যৰ সেৱক তথা মনীষীব্যক্তি আছে যি সকলৰ ৰচনা সমগ্ৰৰ একত্ৰিত সংকলন ওলোৱাটো একান্ত প্ৰয়োজন, আমি এইখিনিতে আৰু এটা কথা উল্লেখ কৰিব বিচাৰিছো যে,— ওপৰত উল্লেখ কৰা ব্যক্তিবৃন্দৰ কোনো কোনোৰ ৰচনা-সম্ভাৰ আংশিক ৰূপত 'ৰচনাৱলী' বুলি প্ৰকাশ পাইছে। কিন্তু সামগ্ৰিক ৰচনাৱলীৰ যিটো সৌন্দৰ্য্য তথা সূচলতা থাকে, আংশিকখণ্ডত সেইটো পোৱা নাযায়। বৰেণ্যসকলৰ উত্তৰাধিকাৰীসকলে এই বিষয়ত চিন্তা-চৰ্চা কৰি বিহিত ব্যৱস্থা গ্ৰহণ কৰক আৰু তাৰ লগে লগে সচেতন সমাজেও এই বিষয়ত সহযোগিতা

আগবঢ়াই জাতীয় জীৱনলৈ অৰিহণা আগবঢ়াওক। আমাৰ উদ্দেশ্য অসমীয়া সাহিত্যৰ উৎকৰ্ষৰ বাবে এনে আৰু ভালেসংখ্যক স্বনামধন্য বৰেণ্য সাহিত্যিক আছে যিসকলৰ শ্ৰমৰ ফলশ্ৰুতিত সৃষ্টিহোৱা সাহিত্যৰাজি আমাৰ উত্তৰ পুৰুষৰ বাবে অতীৱ প্ৰয়োনীয়। আমি আশাবাদী আমাৰ দেশত এনে বহু প্ৰকাশক আছে যিয়ে এনে ৰচনাৱলী প্ৰকাশ কৰিবলৈ সদায়েই আগ্ৰহী। আশা কৰোঁ, চৰকাৰী পৃষ্ঠপোষকতাৰে গঢ়ি উঠা প্ৰকাশন অনুষ্ঠানসমূহে এই দিশটোৰ প্ৰতি বিশেষ মনোযোগ দি অসমীয়া ভাষা-সহিত্যৰ বিকাশৰ স্বাৰ্থত আগবাঢ়ি আহিব। এইক্ষেত্ৰত অৱশ্যে অসম প্ৰকাশন পৰিষদ আৰু অসম সাহিত্য সভাই কিছু ৰচনাৱলী সংকলন কৰি প্ৰকাশ কৰিছে, তথাপিও এইক্ষেত্ৰত আৰু অধিক কৰিবলগীয়া আছে বুলি আমি ভাবো।

**'আনন্দচন্দ্ৰ বৰুৱা ৰচনাৱলী'ৰ অৰ্ন্তভাগত থকা বিষয়বস্তুৰ সম্পৰ্কত দুআষাৰ**

এজন লেখকে মহৎ মূল্যবোধক প্ৰতিনিধিত্ব কৰে। এয়া সকলো সময়তে সঁচা প্ৰমাণিত নহ'লেও বকুলবনৰ কবি আনন্দচন্দ্ৰ বৰুৱাদেৱৰ ক্ষেত্ৰত এয়া আখৰে আখৰে সঁচা। সময়ৰ আপেক্ষিক তুলাচনীত মূল্যবোধ, ভাল-বেয়াৰ বিচাৰ পৰিবৰ্তনশীল যদিও, 'মহৎ মূল্যবোধ'ৰ বিচাৰ চিৰন্তন। 'মুক্তিৰ প্ৰয়াস' লেখকৰ এক মহৎ মূল্যবোধ, এয়া আধ্যাত্মিকো হ'ব পাৰে, ৰহস্যবাদো হ'ব পাৰে, অথবা অন্যায়-অত্যাচাৰ আৰু শোষণৰ বিৰুদ্ধে মুক্তিৰ প্ৰয়াসো হ'ব পাৰে। আনন্দচন্দ্ৰ বৰুৱাদেৱৰ কবিতা আৰু আন লিখনিসমূহত যি এক মুক্তিৰ সুৰ পাওঁ, সেয়া ভৱিষ্যৎ প্ৰজন্মৰ বাবে থৈ যোৱা এক 'মহৎ মূল্যবোধ'। অধ্যয়নশীল কবি আনন্দচন্দ্ৰ বৰুৱাদেৱৰ কবিতা আৰু আন ৰচনা-সম্ভাৰৰ বিষয়ে হাততে পোৱাকৈ বিশেষ আলোচনা-বিলোচনা সুলভ নাছিল। অথচ তেখেতৰ লিখনিৰ মাজেৰে আমি কেইদশকমান অসমীয়া জাতীয় জীৱনৰ মানসিক তথা সাহিত্যৰ কিছুমান বাস্তৱিক দিশৰ এটা সুকীয়া পৰিচয় লাভ কৰিব পাৰো।

**কবিতা**

তেখেতৰ কবিতা আৰু আন ৰচনাসমূহ আবেগৰ জোৱাৰ নহয়, এইবোৰ এজন ধৰ্মনিৰপেক্ষ, সমাজ সচেতন, আত্মসচেতন, নিজৰ সভ্যতা-সংস্কৃতিৰ ঐতিহ্য আৰু বুৰঞ্জীৰ প্ৰতি শ্ৰদ্ধাশীল, জীৱন আৰু জগত তথা সমসাময়িক বিশ্ব দৃষ্টিকোণৰ প্ৰতি সজাগ ব্যক্তিৰ সামাজিক ৰূপত আত্মপ্ৰকাশ। 'বকুলবনৰ কবিতা'ত সংকলিত 'নুসুধিবা' কবিতাটিত কবিগৰাকীয়ে কৈছে —

" মানুহৰ একো নাই উলঙ্গ শৰীৰ
আই পৃথিৱীৰ
পোক, পলু, গছ, বন মথিমূৰ কৰি..."
" কত প্ৰাণী লয় পায়, মানুহে নেচায়।
মানুহৰ হিয়া আছে
সেইবাবে ইতৰক গুলি-পিঁহি যায়?
— উস! নক'বা দুনাই"

এয়া তেখেতৰ চিৰকালীন মানৱ-চেতনা আৰু জীৱন, জগত সম্পৰ্কে সজাগতাৰ এটি সূক্ষ্ম চানেকীহে। 'হাফিজ আৰু মই', 'শ্বেক্চপীয়েৰৰ এভন' আদি কবিতা বিশ্বদৃষ্টিকোণৰ সজাগতাৰ প্ৰকাশ। 'শকুন্তলা'ৰ দৰে স্ব-সভ্যতাৰ অতীত বুৰঞ্জী পৰশা কবিতাবোৰ স্ব-সভ্যতা-দৰ্শনপ্ৰীতিৰ স্বাক্ষৰ। 'বকুলবনৰ কবিতা'ৰ এটা সমাজ চেতনালব্ধ কবিতা হ'ল 'বালিকা বিধৱাৰ উক্তি'। এই কবিতাৰ বিষয়বস্তুৰ গুৰুত্ব দোহাৰিবৰ প্ৰয়োজন নিশ্চয় নাই, নামেই পাঠকক বিষয় সম্পৰ্কে চিন্তা কৰিবলৈ বাধ্য কৰি তোলে। তলৰ এই শাৰীকেইটা অনুধাৱন কৰিলেই ভাব, আৰু প্ৰকাশভঙ্গীৰ স্পষ্ট নিদৰ্শন পোৱা যায়।

"বালিকা বিধৱা ঐ বালিকাৰ দৰেই
বালিঘৰ সাজি বালিৰে সাজিছো হৈ
শুকুলী হাতীতে আইক মোৰ দেখিছো
আহিছে শুকুলা হৈ"

পৰম্পৰাগত আইনামৰ প্ৰকাশশৈলীৰ কি সুন্দৰ আধুনিক আত্মপ্ৰকাশ! সদৃশ সামাজিক স্পৰ্শকাতৰ বিষয়ৰ আন এটি কবিতা 'গণিকাৰ বেদনা'।

"দেহাটি অশুচি দেখি গণিকাক কৰা তুমি ঘিণ
সিহঁতৰ নাই একো কুল-শীল মৰ্যাদাৰ চিন্।
কোৱাচোঁ পণ্ডিত বাৰু সিহঁতৰ কণ্ঠস্বৰ শুনি
মনে মনে থাকা কিয় সৌন্দৰ্যৰ সাৰকথা শুনি?" (গণিকাৰ বেদনা)

এনে ধৰণৰ বহুসংখ্যক সৰ্বকালৰ স্পৰ্শকাতৰ বিষয়ৰ কবিতা আনন্দচন্দ্ৰ বৰুৱাদেৱৰ কবিতাসমূহৰ মাজত আছে। এনে বিষয়সমূহৰ জৰিয়তে কবিয়ে সমাজক বিষয় বিশ্লেষণ কৰি গুৰুত্ব উপলব্ধি কৰিবলৈ সকীয়াই দিছে। আমাৰ বিশ্বাস এনে কবিতাসমূহে ভৱিষ্যৎ বা বৰ্তমানৰ

কবি-লেখকসকলক প্ৰকাশভঙ্গীৰ শৈলী আৰু বিষয়বস্তুৰ ক্ষেত্ৰত চিন্তাৰ খোৰাক যোগাব পাৰিব। 'সৰ্বধৰ্ম শ্ৰদ্ধাসীনতা' তেখেতৰ কবিতাসমূহৰ অন্যতম উপাদান। ভালেসংখ্যক কবিতাত মুছলিম, খ্ৰীষ্টান ধৰ্মৰ শব্দ, দৰ্শন, ভাবধাৰা দেখিবলৈ পোৱা যায়। কেৱল 'বকুলবনৰ কবিতা'তেই নহয়, আনবোৰ কবিতা আৰু লিখনিতো তেনে বহুতো চিন্তাৰ খোৰাক যোগোৱা উপাদানৰ সমাৱেশ ঘটিছে। 'হাফিজৰ সুৰ'ইয়াৰ উপযুক্ত উদাহৰণ।

উৎকৃষ্ট সাহিত্য চৰ্চাৰ বাবে সাময়িক বিশ্বৰ সাহিত্যসমূহ অধ্যয়নৰ প্ৰয়োজনীয়তা আনন্দচন্দ্ৰ বৰুৱাদেৱে ভালকৈ বুজি পাইছিল। উদাহৰণ স্বৰূপে — এ. ব্ৰাউনিঙৰ 'চনাম্ বনাম' নামৰ কবিতাটি, 'ছোভিয়েত কবিতা'ৰ অনুবাদ কৰা কবিতাসমূহৰ কথাও উল্লেখ কৰিব পাৰি। সাময়িক দেশ-কালৰ পৰিস্থিতি সম্পৰ্কেও তেখেত ব্যক্তি হিচাবে যিমান সজাগ, কবি হিচাবেও আছিল সমানে সজাগ। উদাহৰণ স্বৰূপে—১৯৩২ চনত লিখা 'গান্ধী' কবিতাত গান্ধীবাদে যেনেকৈ প্ৰাণ পাই উঠিছে, তেনেকৈ ১৯৬২ চনত চীনৰ ভাৰত আক্ৰমণৰ সময়ত 'নয়ন সিং', 'পণ' আদি কবিতাতো দেশপ্ৰেম, সাময়িক সময়ে সাৰ পাই উঠিছে। 'নয়ন সিং' কবিতাৰ পটভূমি হিচাবে কবিয়ে এনেদৰে উল্লেখ কৰিছে — "ব্ৰিগেডিয়াৰ নবীনচাঁদ ৰাওলীৰ অধীনত থকা তিনি হাজাৰ ভাৰতীয় সৈন্যই সাগৰ সঙ্কুল অগনিত চীনা সৈন্যৰ বিৰুদ্ধে যুদ্ধ দি অসমৰ ডিগবৈ আৰু নাহৰকটীয়াক যিদৰে ৰক্ষা কৰিলে তাকে বৰ্ণোৱা হৈছে। তিনি হেজাৰ জোৱানৰ এই ব্ৰিগেডত কুমাওনী, ডোগ্ৰা, শিখ আৰু গোৰ্খা জোৱানসকল আছিল। পৰ্বতৰ ওপৰৰপৰা প্ৰবল বেগেৰে বৈ অহা লোহিত। দুয়ো পাৰে ওখ ওখ পৰ্বত। অটব্য অৰণ্যৰ মাজ। লোহিত পাৰ হ'বলৈ জোৱানসকলে এজন এজনকৈ পাৰ হৈ যাব পৰা এখন ওলমি থকা দলং সাজিছিল। কিন্তু ইতিমধ্যে তিব্বতৰ পিনে প্ৰবল বৃষ্টিপাত হোৱাৰ ফলত লোহিতৰ দোকোলটোকা ঢলত দলং উটি গ'ল। তথাপিও আমাৰ অদম্য উৎসাহী জোৱানসকল হতাশ নহ'ল। শকত তীখাৰ তাঁৰ দি ইপাৰ সিপাৰ হ'ব পৰা ৰছীৰ সাঁকো নিৰ্মাণ কৰিলে। ১৯৬২ চনৰ নৱেম্বৰৰ ১৪ তাৰিখৰ পৰা ১৬ তাৰিখলৈ তিনি দিন তিনি ৰাতিৰ ভিতৰত ২৫।৩০ হেজাৰ চীনা সৈন্যই ১৫ বাৰ আক্ৰমণ কৰি ভাৰতীয় সৈন্যক ছেদেলি-ভেদেলি কৰিবলৈ চেষ্টা কৰিছিল যদিও, চীনা সৈনাৰ ৰণ-আহ্বান শুনি উন্মত্ত সিংহৰ দৰে তিনি হেজাৰ আমাৰ জোৱানে প্ৰস্তুতিৰ উত্তৰ দিছিল।"

সমসাময়িক লেখক-সাহিত্যিকৰ প্ৰতি আনন্দচন্দ্ৰ বৰুৱাদেৱৰ শ্ৰদ্ধা, প্ৰেৰণা আৰু উৎসাহ মন কৰিবলগীয়া। বৰুৱাদেৱৰ ভালেমান কবিতা আৰু প্ৰবন্ধত তেনে ব্যক্তিৰ প্ৰশস্তি আৰু প্ৰেৰণা বাণী দেখিবলৈ পোৱা যায়। এই সংকলনতো পাঠকসকলে এনে ভালেমান কবিতা আৰু প্ৰবন্ধ পাব। উদাহৰণ স্বৰূপে — অসমকেশৰী অম্বিকাগিৰী ৰায়চৌধুৰী, বাগ্মীবৰ ককা নীলমণি ফুকন আদিৰ প্ৰশস্তি উল্লেখনীয়। তেখেতৰ সাহিত্য চৰ্চাৰ অন্যতম লগৰী গণেশ গগৈক লৈ শ্ৰদ্ধাতে লিখি পেলাইছিলে — 'পাপৰিৰ পৰিমল'।

## নাটক

আনন্দচন্দ্ৰ বৰুৱাদেৱৰ আটাইকেইখন নাটকেই ইতিহাসৰ বুকুৰপৰা লোৱা বিষয়বস্তুৰে ৰচিত। 'বিসৰ্জন' নাটকত 'ভাৰতীয় পৰম্পৰা'ৰ প্ৰতি শ্ৰদ্ধাশীলতা আমি দেখা পাওঁ। ৰামায়ণৰ উপেক্ষিতা লক্ষ্মণ পত্নী উৰ্মিলাই প্ৰাণ পাই উঠিছে এই নাটকত। ব'ৰাগী চৰিত্ৰটি এই নাটকখনৰ প্ৰয়োজনীয় অথচ নাটকীয় পৰীক্ষামূলক প্ৰক্ষেপ। 'বিজয়া' নাটখন পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই 'আৱাহন'ত লিখা 'সেক্সপিয়েৰ্চ্ সাহিত্যৰ ৰমিঅ'-জুলিয়েট' বোলা প্ৰবন্ধটিৰ কাহিনীৰ আধাৰত ৰচনা কৰিছে। 'অন্তিম' ভাৰতীয় পৰম্পৰাগত চেতনাৰ প্ৰকাশ। 'নল-দময়ন্তী' ভাৰতীয় দৰ্শনৰ প্ৰেমৰ এক শাশ্বত কাহিনী। নাটককেইখনৰ সংলাপ, শব্দৰ প্ৰয়োগ, ছন্দৰ সঠিক প্ৰয়োগ, অৰ্থবহ গীতৰ প্ৰয়োগ এই সকলোবোৰে এজন দৰ্শকৰ লগতে এজন পাঠককো সহজে সম্মোহিত কৰিব পাৰে। অনুবাদ নাটক 'ডাকঘৰ' আৰু 'অভিজ্ঞানম্ শকুন্তলম্' দুয়োখন নাটৰ মানেই উচ্চ স্তৰৰ।

## অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ

অসম সাহিত্য সভাৰ ষট্‌ত্ৰিংশ বৰপেটা অধিৱেশনৰ (৮ফেব্ৰুৱাৰী,১৯৬৯) সভাপতি হিচাপে আগবঢ়োৱা ভাষণটিত যিবোৰ তথ্য আঁচনি আৰু বাস্তৱমুখী চিন্তাধাৰা, সেইসমূহ সৰ্বদা আদৰণীয় আৰু গুৰুত্বপূৰ্ণ। ভাষণটিত 'ভাৰতীয় সাহিত্যৰ ধাৰা'ৰ আৰম্ভণিৰ পৰা বিশ্লেষণ কৰি 'মহাকাব্যৰ যুগ', চিৰায়ত সাহিত্য, কালিদাস, পাচী সাহিত্যৰ প্ৰৱেশ, বৈষ্ণৱ কবিতাৰ যুগ, কবীৰ, ইংৰাজী সাহিত্যৰ আগমন, ৰবীন্দ্ৰনাথ, অসমীয়া ভাষা-সাহিত্য, শঙ্কৰী যুগৰ আৰম্ভ, নব্যযুগৰ প্ৰবৰ্তক মহাপুৰুষ শ্ৰীশ্ৰী শঙ্কৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ, আজান ফকীৰ, (আহোমৰ ৰাজত্বৰ অৱসান) গৃহ কন্দল আৰু ধ্বংসলীলা, নতুন যুগৰ অৰুণ কিৰণ (অৰুণোদই), জয়যাত্ৰীসকল, গোহাঞিবৰুৱা আৰু বেজবৰুৱা, অসমীয়া সঙ্গীত-নাটক, অসমৰ লখিমী পথাৰৰ কবিতা, ৰণছেৱা (ৰঁনেচা) যুগৰ সাহিত্য, সংস্কৃত আৰু হিন্দী (অসমীয়া ভাষাৰ লগত সম্বন্ধ), গ্ৰন্থকাৰ আৰু প্ৰকাশক, সাহিত্য সভাৰ গাঁথনি আৰু পুঁজি, সাহিত্যিক পেঞ্চন, সাহিত্য সভাৰ প্ৰতিনিধিত্ব, আখৰ জোঁটনি-অভিধান আদি বিষয়বোৰৰ সবিশেষ বিশ্লেষণ আগবঢ়াইছে। তেখেতৰ সেই ভাষণটি এই সংকলনৰ এক অনবদ্য অমূল্য সম্পদ হিচাপে আমি গণ্য কৰিছোঁ।

## প্ৰবন্ধাৱলী

বেজবৰুৱাৰ প্ৰবন্ধাৱলীত তত্ত্বগধুৰ, অধ্যয়নপুষ্ট এক পৰিশীলিত ৰুচিবোধ, অনুভূতি আৰু গভীৰ সামাজিক দায়িত্বৰ প্ৰভাৱ দেখা পাওঁ। প্ৰবন্ধসমূহৰ যোগেদি তেখেতে অসমীয়া পাঠকৰ ৰুচিবোধ, অনুভূতিক পৰিশীলিত ৰূপ দিয়াৰ প্ৰয়াস কৰিছিল বুলিলে অত্যুক্তি কৰা নহ'ব। কাৰণ তেখেতে বুজিছিল যে জনসাধাৰণৰ ৰুচিবোধ, অনুভূতি পৰিশীলিত নহ'লে উচ্চমানৰ সাহিত্যৰ ওচৰ চাপিব নোৱাৰি, প্ৰতিভাৰ মহৎ উন্মেষ ঘটিব নোৱাৰে। তেখেতৰ প্ৰবন্ধাৱলীত ইয়াৰ স্পষ্ট নিৰ্দশন পোৱা যায়। তেখেতে 'বুদ্ধৰ নিবৃত্তি মাৰ্গ' প্ৰবন্ধত মাৰ্গ সম্পৰ্কে আলোচনা কৰি শেষত পাঠকক কৈছে — "এতিয়া আলোচনা কৰক। সৰ্বোত্তম সুখ-শান্তি কি? এয়েই জীৱনৰ মুক্ত অৱস্থা। বিষয় বাসনা। ভোগ্যবস্তু হিচাপে গ্ৰহণ নকৰি জীৱন ধাৰণৰ উপায় হিচাবে লৈ নিবৃত্তিৰ পথেদি গ'লেই মানুহে সৰ্বোত্তম সুখ-শান্তি পাব পাৰে। আকাংক্ষাৰ মূল উচ্ছেদ নিলিপ্ত হৈ সৎ পথেদি, যোৱাই সুখ।" "সৃষ্টিৰ আদিম প্লাৱন'ত পাঠকক কৈছে — "পাঠকসকলে ঠাৱৰকৈ জানিব যে ওপৰত উল্লেখ কৰা সকলো কথা বিধিৰ শাস্ত্ৰৰ পৰা লোৱা হৈছে। তাকে মাত্ৰ অসমীয়া ভাষাত লিখি অনুসন্ধিৎসু পাঠকবৰ্গলৈ আগবঢ়োৱা হৈছে।........ শেহত আমাৰ মহাপুৰুষ গুৰুজনাৰ বিৰচিত 'কীৰ্ত্তন পুথি'ৰ 'উদ্ধাৰিলা চাৰিবেদ প্ৰলয় জলত' উক্তিৰ সত্যতা বিচাৰি পায়। ......... পাঠকসকলে যদি এনে আলোচনা ভাল পায় তেন্তে এই দিশত মনোনিৱেশ কৰিবলৈ মন যাব।" ইয়াৰ মাজত পাঠকক পথ দেখুওৱাৰ প্ৰয়াস দেখা যায়।

## বাণী সম্মেলন

'বাণী সম্মেলন' বৰুৱাদেৱৰ সু-সংস্কৃত দেশপ্ৰেমৰ চানেকী। 'বাণী সম্মেলন' সেই সময়ৰ এক সক্ৰিয় প্ৰগতিশীল সাহিত্যিক আৰু সাংস্কৃতিক অনুষ্ঠান। বৰুৱাদেৱ ইয়াৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল। 'বাণী সম্মেলন'ৰ সেই সময়ৰ গুৰুত্ব সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাদেৱে 'বাঁহী' (২১ একবিংশ, বছৰ, ৩ য় সংখ্যা ১৮৫৪ শক)ত 'বাণী সম্মেলন লৈ বুলি লিখা লেখাটিয়েই দাঙি ধৰে। পাঠকৰ সুবিধাৰ্থে তলত বেজবৰুৱাদেৱৰ লিখনিটি আগবঢ়োৱা হ'ল—

## "বাণী সম্মেলন" লৈ বুলি

এই লেখাখনৰ লিখক অনুৰুদ্ধ হৈছে, (অৱশ্যে অনিৰুদ্ধ হোৱা নাই; নতুবা উষাৰ ভু লোৱা পয়মাল ব্যাপাৰত তেওঁ পৰিব) যে, বাণী সম্মেলনলৈ আশীৰ্ব্বাদস্বৰূপ তেওঁ যেন আযাৰচেৰেক লেখি পঠিয়ায়। বাণী সম্মেলনৰ উদ্দেশ্য উৎকৃষ্ট। যথা নাট, গীত, কাব্য ৰচনা আৰু বাদ্যযন্ত্ৰ আদিৰ মাজেদি এটি বহল ভাব সৃষ্টি কৰি জাতীয় জীৱন গঠনত সহায় কৰা। অৱশ্যে ইয়ো সাহিত্যৰ সৰ্ব্বাবয়ব সংযুক্ত সম্পূৰ্ণ *মূৰ্ত্তি গঠনৰ প্ৰয়াস। এই লিখকে সৰুৰেপৰা জনা-নজনাকৈ সাহিত্যৰ ভাল-বেয়া চাকোলা, ঠোলাপৰা বা ওফোন্দা—গলা মূৰ্ত্তি সাজি* পূজিবলৈ বিস্তৰ উপক্ৰম কৰি অহাটো সঁচা। সেই বাবেই হ'বলা তেওঁৰ ওচৰত সম্মেলনৰ ফালৰপৰা এই অনুৰোধ। কিন্তু তেওঁ অতি নম্ৰভাৱে তেওঁলোকক সোধে যে আশীৰ্ব্বাদ স্বৰূপে কিয়? অৱশ্যে বয়সত বুঢ়াৰপৰা বয়সত সৰুৱে আশীৰ্ব্বাদ বিচাৰে হয়, আৰু অনেক বুঢ়াই সেই কাৰ্য্য সন্তোষবিমিশ্ৰিত গপত গাল-ফুলোৱা পাৰই কৰা দি কৰেও। কিন্তু আচলতে বুঢ়াক ডেকাই তেওঁলোকৰ খেলত লগ নিদি আঁতৰত ৰাখি থবৰ এইটো ফন্দি যেন নালাগেনে? তেনেকুৱা নকৰি বুঢ়াকো তেওঁলোকৰ লগতে তেওঁলোকৰ দৰেই খেলিবৰ অধিকাৰ দিয়াটো জানো পোনপটিৰ কথা নহয়? আনৰ কথা ক'ব নোৱাৰো; কিন্তু 'ৰদি মাল' এই বুঢ়াই তেনেহ'লে ৰং পালেহেঁতেন। তেওঁ তেওঁৰ বন্ধু ডেকাসকলক খোলাখুলিকৈয়ে কয় যে তেওঁ শিং ভাঙি দমৰা হৈ জাকত সোমাই শাৰী পাতি বহি তেওঁলোকৰে সৈতে সমানে কিৰিলি মাৰি গীত গাবলৈ পালে, আৰু নাটৰ ভাৱনাত এজন চুৰ্চ্চুৰীয়া ভাৱৰীয়া হ'বলৈ পালে নথৈ সন্তোষ পাব। আৰু নোপোৱা পৰ্য্যন্ত তেওঁৰ মুখত আশীৰ্ব্বাদ যে নুফুটেই গেঙেৰি-ফেঙেৰি ভাবুকি-ফাবুকি নিচিনা আন কিবাহে ফুটিবৰ সম্ভৱ। অৱশ্যে তেওঁ সম্মেলনক কথা দিবলৈ প্ৰস্তুত আছে যে তেওঁ তেওঁৰ তৰুণ লগৰীয়া বন্ধুসকলৰ সঙ্গত উপৰোক্ত কাৰ্য্যবোৰত লিপ্ত থাকোতে বৃদ্ধত্বসুলভ কফ নামৰ উপদ্ৰৱত নিৰ্লিপ্ত থাকিব; অৰ্থাৎ তেওঁ নাকাহে। তেওঁ ভালকৈ বুজিছে যে তৰুণসকলে তেওঁক এৰিব নোৱাৰে আৰু ধৰিবও নোৱাৰে? তেওঁ হৈছে কেনে ঠিক কমনে? ঠিক যেন সিজোৱা এটা বৰ তপত আলুগুটি। তেওঁলোকে আলুগুটিটো মুখত সুমালে, কিন্তু গিলিবও নোৱাৰে, উকুলিয়াই পেলাবও নোৱাৰে। তেওঁলোকে বুঢ়াক লাই দি দি এনেকুৱা অৱস্থাত পেলালে যে এতিয়া "কমলিকু ছোড়নোস্যেন্তি কমলি নাহি ছোড়তা" হ'ল। সেইদেখি তেওঁক লগ দি সাঙুৰি লোৱাটোৱেই বুধিয়কৰ কাম। তেওঁক লগ দিয়া, দেখিবা যে তেওঁ তোমালোকৰ সৈতে সমানে ৰাগ দিব, তাল ধৰিব, আৰু লাগে যদি এখন আদখন চালিনাচ, ঝুমুৰা নাচো নাচি দিব। এই বুঢ়া যদি বয়সৰ দুৰ্গতত বুঢ়া নাৰিকল, তথাপি বাহিৰৰ শুকান বাকলিৰ তলৰ কোৰোকাত দেখিবা নিৰ্ম্মল সলিল; আৰু সেই সলিল সুস্বাদু সুস্নিগ্ধও। সেই পানীয়ে অনেক ডাব-নাৰিকলৰ পানীকো চেৰ পেলাব। তেওঁ দেশত্যাগী?—হ'লেই বা। সাহিত্যৰ ভাবে অতীৱ আনন্দদায়ক নহয় জানো? সেই ভাবেই তেওঁক তেওঁৰ জন্মভূমি আৰু তৰুণেৰে সৈতে যোগসূত্ৰ ৰক্ষা কৰি চলাই আছে। এতেকে তেওঁ তেওঁৰ বন্ধু আৰু লগৰীয়া "বাণী সম্মেলন"ৰ তৰুণসকলক কয়, যে আমি সকলোৱে যেন অন্তৰেৰে সৈতে সাহিত্য চৰ্চ্চাৰ যোগসূত্ৰেৰে আমাৰ প্ৰীতিবন্ধন স্বদেশ-বিদেশ য'ত থাকোঁহঁক দৃঢ় কৰি ৰাখোঁহঁক।

আমাৰ অসমীয়া ভাষা আমাৰ আইৰ মুখৰ ভাষা। আমাৰ অসমীয়া গীত, পদ, ৰাগ, আমাৰ আইৰ মুখৰ গীত, পদ, ৰাগ। সেইবাবেই আমাৰ আয়ে আমাক তুলি-তালি ডাঙৰ-দীঘল কৰিলে। সেইবোৰ আমাৰ হাড়ে-মগজুৱে বিয়পি আছে। সেইবোৰ এৰি আমি বিদেশী সঙ্গীত, সঙ্কীৰ্ত্তন, গীত, পদ, আঁকোৱাল মাৰি ধৰিলে আমি ব-ছেৰা নহমইক নে? মুঠতে তেনেহ'লে আমাৰ আত্মহত্যাৰ বাহিৰে-ভিতৰে সৰ্ব্বপ্ৰকাৰে সিজিব। এয়ে আজি এই বুঢ়াৰ অথচ ডেকাৰ অন্তৰৰ বাণী; ইয়াক সন্মেলনৰ শ্ৰদ্ধাৰে গ্ৰহণ কৰে যদি তেওঁলোকে আশীৰ্ব্বাদকে বুলি ল'ব পাৰে। কিন্তু ই আঁতৰৰ এজঁনৰ আশীৰ্ব্বাদ নহয়; তেওঁলোকৰ শাৰীৰ ভিতৰতে থকা এজনৰ আকাশলঙঘা হৈ ধ্বনি। যদি তৰুণে এই ধ্বনিত যোগ দিয়ে, তেন্তে এই বৃদ্ধ তৰুণে এতিয়াই লগাই দিলে। অবিলম্বে সকলোৱে মিলি বোলাহঁক—জয় অসমৰ জয়! জয় অসমীয়া ভাষাৰ জয়; জয় বাণী সন্মেলনৰ জয়!

এটা কথা আমাৰ উঠি অহা সকলো ডেকাই ভালকৈ মন কৰি চোৱা উচিত। ভাৰত আজি দীন দুখী, অপমানিত আৰু লাঞ্ছিত। কিন্তু কি, দৈৱশক্তিৰ বলত ভাৰতৰ এজনা জীয়াৰী বঙ্গ সাহিত্যই আজি পৃথিৱীৰ শ্ৰেষ্ঠ সাহিত্যৰ শাৰীত আসন লাভ কৰিছে। ধন-মান, ঐশ্বৰ্য্য-বিভূতি-বিহীন ভাৰতৰ এজনী জীয়াৰীৰ এনে পৰম প্ৰতাপ, এনে সৌভাগ্য ক'ৰপৰা আহিল? ই বঙালী ভাইসকলৰ একাণপতীয়াকৈ কৰা সাহিত্য চৰ্চ্চাৰেই ফল নহয়নে? কংসৰ কাৰাগাৰত বসুদেৱ দৈৱকী শৃঙ্খলিত। কিন্তু তাতে জগৎ পৰিত্ৰাণকাৰী জগতগুৰু শ্ৰীকৃষ্ণৰ জন্ম। মানুহৰ শৰীৰ শৃঙ্খলাবদ্ধ হ'লেও মন নহয়। প্ৰকৃত কাৰণ এয়েই। এতেকে হে অসমীয়া। তুমি দুখীয়া, তুমি বিপন্ন, কিন্তু তোমাৰো মন মুক্ত। সেই অশৃঙ্খলিত মুক্ত মনক তুমিও এহাশুধীয়াভাৱে তোমাৰ মাতৃভূমিৰ সাহিত্য-চৰ্চ্চাত লগোৱা।

দেখিবা— "ভাগিল নিহাল ভৈল মেলান কপাট।
দেখি ভয়ে যমুনা আপুনি দিলা বাট।।"

## উপসংহাৰ

আমাৰ বৰ্তমান সামাজিক ব্যৱস্থাত নেতিবাচকভাৱে খোপনি পোতা অৰ্থনীতি আৰু ৰাজনীতিয়ে সৃষ্টিশীলসকলক বস্তুগত আৰু সাংস্কৃতিক দুয়োটা দিশৰ পৰাই বঞ্চিত কৰি দিগভ্ৰান্ত কৰি তোলাৰ উপক্ৰম পৰিলক্ষিত হৈছে। গতিকে পাঠকসকলক ভৱিষ্যৎ প্ৰজন্মৰ সচেতনভাৱে ৰুচিবোধ উন্নত কৰি অনুভূতি-চেতনাৰ সঞ্চাৰ কৰাটো সচেতন সমাজৰ নিশ্চয় দায়িত্ব আছে বুলি ভাবো। এই দায়িত্বৰ ভিতৰত 'বকুলবনৰ কবি আনন্দচন্দ্ৰ বৰুৱা ৰচনাৱলী' প্ৰকাশৰ প্ৰয়োজন নিশ্চয় আছিল। সেয়েহে, নিজৰো এইক্ষেত্ৰত আমাৰো ক্ষুদ্ৰতমভাৱে হ'লেও দায়িত্ব আছে বুলি ভাবিয়ে এই দায়িত্ব পালন কৰিবলৈ তথা সুবিধাকণ পাই এটি জাতীয় কৰ্তব্যৰ পবিত্ৰ অংশীদাৰ হ'বলৈ পাই সুখী অনুভৱ কৰিছোঁ। লগতে 'বকুলবন ন্যাসে' 'আনন্দচন্দ্ৰ বৰুৱা ৰচনাৱলী' প্ৰকাশৰ মহৎ কৰ্তব্য পালনাৰ্থে আমাক আন্তৰিকভাৱে সহযোগিতা আগবঢ়োৱাৰ বাবে ন্যাসৰ সভাপতি শ্ৰীসমীৰণ বৰদলৈ, সম্পাদক শ্ৰীহেমেন নেওগ আৰু ন্যাসৰ সমূহ সদস্যবৃন্দলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। ৮৭ বছৰ বয়সতো বয়সৰ প্ৰতিকূলতা নেওচি এই ৰচনাৱলী প্ৰস্তুত কৰা, এই ৰচনাৱলীৰ মুখ্য সম্পাদক, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, সাহিত্যাচাৰ্য্য প্ৰয়াত যতীন্দ্ৰনাথ গোস্বামীদেৱ আৰু সম্পাদকৰ গুৰু দায়িত্ব পালন কৰা অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক, বিশিষ্ট ভাষাবিদ ড° বসন্ত কুমাৰ গোস্বামীদেৱে অশেষ কষ্টৰে আনন্দচন্দ্ৰ বৰুৱাদেৱৰ প্ৰকাশিত-অপ্ৰকাশিত সকলোখিনি ৰচনা সংগ্ৰহ কৰি সম্পূৰ্ণ ৰূপ দি তথা এই ৰচনাৱলীৰ সমগ্ৰ ৰচনা সম্ভাৰ সুন্দৰকৈ সু-সংহতৰূপত সজাই 'বৰ্ণ-বিন্যাস' (D.T.P.) কৰোৱাৰ দায়িত্বকে আদি কৰি অন্তিম পৰ্যায়লৈকে 'আৰ্হি কাকত' চাই প্ৰয়োজনীয় সংশোধন, সংস্থাপনকে আদি কৰি ৰচনাৱলীখন প্ৰকাশ কৰাৰ ক্ষেত্ৰত চূড়ান্ত পাণ্ডুলিপি (Camera Ready Copy) প্ৰস্তুত কৰি আমাৰ হাতত তুলি দিয়াৰ বাবে আন্তৰিক শ্ৰদ্ধা জ্ঞাপন কৰিছোঁ। লগতে মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ শ্ৰীচৰণ স্পৰ্শৰে পবিত্ৰ, যোৰহাটৰ কাষৰ ঐতিহাসিক ধৰ্মীয় স্থান 'ঢেকীয়াখোৱা বৰ নামঘৰ'ৰ সুঘ্ৰাণ পৰিৱেশত ল'ৰালি কটোৱা 'বকুলবনৰ সন্তান' আনন্দচন্দ্ৰ বৰুৱাদেৱৰ তিনিগৰাকী সুযোগ্য পুত্ৰ শ্ৰীযুত পংকজবকুল বৰুৱা, শ্ৰীযুত পৰাণবকুল বৰুৱা আৰু শ্ৰীযুত পৰাগবকুল বৰুৱাদেৱৰ লগতে পৰিয়ালবৰ্গৰ সকলোলৈকে তেখেতসকলৰ সৰ্বতোপ্ৰকাৰ সহযোগিতাৰ বাবে ধন্যবাদ জ্ঞাপন কৰিলোঁ। শেষত 'এছ. এইছ. শৈক্ষিক ন্যাস'ৰ সমূহ সহকৰ্মীবৃন্দ তথা প্ৰকাশৰ ক্ষেত্ৰত বিশেষ দায়িত্ব পালন কৰা 'চন্দ্ৰকান্ত প্ৰেছ (প্ৰা) লিমিটেড'ৰ সহকৰ্মীসকলকো বিশেষ শলাগ ল'লোঁ।

আশা কৰিছোঁ, আমাৰ পঢ়ুৱৈ সমাজে এই ৰচনাৱলীৰ বিস্তৃত ৰচনা সম্ভাৰ পঢ়ি উপকৃত হ'ব পাৰিব আৰু বকুলবনৰ কবিগৰাকীৰ লেখনিসমূহ সংৰক্ষণ আৰু প্ৰসাৰৰ গুৰুত্ব বুজি সঁহাৰি জনাই আমাক ভৱিষ্যতে এনে সাহিত্য সম্ভাৰ প্ৰকাশ কৰাৰ ক্ষেত্ৰত উৎসাহিত কৰিব।

এছ. এইছ. এডুকেশ্যনেল ট্ৰাষ্ট
তৰুণ নগৰ, গুৱাহাটী -৭৮১০০৫

সূৰ্য্য হাজৰিকা
২৭ জানুৱাৰী, ২০০৭

# সূচীপাত

## কবিতা



## নাটক



## নাটিকা



## অনুবাদ নাটক



## গদ্য ৰচনা



## প্ৰবন্ধাৱলী

## জীৱনী



## চুটি গল্প



## স্মৰ চতিহা



## উপন্যাস



## পৰিশিষ্ট

# কবিতা

বকুল বনৰ কবিতা

বকুলবনৰ গীত

বকুলবনৰ সুৰভি

(বিবিধ কাকত আলোচনীত প্ৰকাশিত আৰু অপ্ৰকাশিত হৈ থকা কবিতা)

ৰঞ্জন ৰশ্মি

ছোভিয়েত কবিতা

পাপৰিৰ পৰিমল

হাফিজৰ সুৰ

পুষ্পক

সেই নিমাতী পুৰাৰেপৰা

(পুৰাণ-ইতিহাস - কাব্য - কথা)

কুমাৰ সম্ভৱ

পৰাগ

# বকুলবনৰ কবিতা

## পৃথিৱীৰ প্ৰেমে মোক দেৱলীয়া কৰিলে

পৃথিৱীৰ প্ৰেমে মোক দেৱলীয়া কৰিলে
পোন প্ৰথম যিদিনা পৃথিৱীক ভাল পালোঁ
সেইদিনা জীৱনৰ বহাগ-জেঠ;
তয়াময়া ৰ'দ —
সেউজীয়া ঘন
গছ লতা বন,
উৰণীয়া মন।

০

ভাল ভাল লাগিছিল পুৰঠ গছবোৰ,
চিকুণ-ধুনীয়া দামুৰী পোৱালিবোৰ
গহীন গহীন গাইবোৰ
কেৰেপ্ নকৰাকৈ গাড়ী টানি নিয়া
শকত-আৱত বলধবোৰ।
(তেতিয়া প্ৰধান যান-বাহন আছিল গৰুৰ গাড়ী।)

০

অকণি অকণি ল'ৰা-ছোৱালীয়ে
অকাৰণ হঁহা-কন্দা কৰি
খেলি থকা ধূলি-বালিৰ
খেলবোৰ চাই
থৰ লাগি বৈ বৈ ভাবিছিলোঁ -
- স্বৰ্গ আৰু নাই ! ........
'তই' বুলি কথা ক'লে
কিজানি বেথাত আঘাত লাগে —
এই ভয়তেই
পৃথিৱীৰ ধূলি-বালি
সোপাকে বুটলি
পুষ্পৰেণুৰ দৰে
উৰুৱাই দিছিলোঁ
সচিতৰ দিঠকত
সপোনৰ ইন্দ্ৰ জাল ৰচি।

০

ভাল পাবলৈ শিকিয়েই
শোৱন-খাৱন
পাহৰিয়েই গলোঁ
নেখালেওঁ যেন খায়েই আছিলোঁ
নুশুলেও যেন
খোজকাঢ়ি যাওঁতেও শুয়েই আছিলোঁ।
জোনাকৰ জিলমিল্ পৰি
ফাগুনৰ পছোৱাত ল'ৰি
আলিবাটৰ দুয়ো কাষে থকা
জোপোহা কোৰোচ গছবোৰৰ পাতত
আবেগৰ অনুভূতিবোৰ
এঠা লাগি লাগি যেন
আছিল বাটত !.......
...... চাই, চাই আমনিও নালাগিল।

০

পৃথিৱী সহনশীলা
কিন্তু বিকাৰ ভৰা।
পৃথিৱীৰ বুকুৰ ওপৰেদিয়েই
বতাহ, ধুমুহা, শিলাবৃষ্টি,
ৰ'দ, বৰষুণ পাৰ হৈ যায়—
পৃথিৱীৰ বুকুৰ ভিতৰেদিয়েই
বিদ্যুৎ বেগেৰে যোৱা
ভূমিকম্পবোৰে
আঁকি যায় প্ৰলয়ৰ
শক্তিৰেখাবোৰ।

০

এইখন পৃথিৱীৰে
মাটি আৰু পানী
এইখন পৃথিৱীতে থাকি
এইখন পৃথিৱীকে
নোৱাই-ধুৱাই
ৰূপে-ৰসে পৰিপূৰ্ণ কৰি
বৈ আছে নিতে নৱ
প্ৰেমবাৰ্তা আনি।

০

সসাগৰা পৃথিৱীৰ
সমস্ত সৌন্দৰ্য
একেলগ কৰি

সৌন্দৰ্যৰ তিলোত্তমা গঢ়ি
চাওঁতে চাওঁতে আজি
চাওঁ উভতি—
একোটিয়েই নাই !.......
উদয়, অস্ত, জোনাক, আন্ধাৰ,
মাহ, বাৰ, ঋতু, দিন, নিশা—
—একোৱেই নাই........
সৌন্দৰ্যৰ পূজা কৰি কৰি
শেষ কৰি দিলোঁ
ভাণ্ডাৰতেনেই—
আজি মই দেৱলীয়া
পৃথিবীৰ প্ৰেমতেই !

০

মহানিশাৰ মহা-আন্ধাৰত
মোৰ এই দেৱলীয়া
প্ৰেমৰ বাতৰি দি
খুদ্‌মান ৰঙা ফিৰিঙতি এটি
আছেনে উলটি চাওঁ—
দেখোঁ—
দেৱলীয়া সাউদৰ
হেঙুলেৰে বনকোৱা
পৰি আছে নৈৰ পাৰত
যাত্ৰাৰ আদিতে চলা
—এখন অচল নাও।

যোৰহাট, ৬/১০/৫৮

১৯৬০ চনৰ ২৫ জানুৱাৰীত নতুন দিল্লীত আকাশ বাণীৰ সৌজন্যত আয়োজন কৰা 'সৰ্ব্ব ভাৰতীয় কবি সম্মিলন'ত পাঠ কৰা হৈছিল। ভাৰতীয় সকলো ভাষালৈ ৰূপান্তৰ কৰি আকাশ বাণীয়ে প্ৰচাৰ কৰিছিল। (সম্পাদক)

## তুমি

তুমি সুন্দৰ—'তুমি' বোলোঁতেই
তোমাৰ তুলনা নাই।
'সুন্দৰ'—তুমি শব্দ এটি
তাতেই নিহিত সকলো জ্যোতি
তাতেহে তোমাক পায়।

তুমি সুন্দৰ— আপোনা আপুনি,
আপোন ৰূপতে মুগ্ধ।
সৃষ্টিখনেই দৃষ্টি তোমাৰ
সুন্দৰখনি এক উপমাৰ—
তুমিহে উপমা শুদ্ধ।
তুমি সুন্দৰ—সকলো যুগতে,
নৃত্য তোমাৰ গতি।
সৃষ্টি, প্ৰলয় ছন্দ দুটি
তোমাৰ নাচত উঠে ফুটি
—সৰ্প নাচৰ ত্ৰুটি !

ধূপ জ্বলি যায়—ধীৰে, ধীৰে
গন্ধ বিয়পি পৰে।
এ-কলা এ-কলা চন্দ্ৰে যেতিয়া
ষোল-কলা পাই প্ৰলয়-বলিয়া
তেতিয়া চকুলো সৰে।
সেইবাবে নেকি অৰ্ধচন্দ্ৰ
তোমাৰ শিৰৰ লেখা।
গঙ্গাতীৰৰ ক্ষীণ ইন্দু
বিস্তৃত যেন সপ্ত-সিন্ধু।
দেখাত যদিও ৰেখা ?

ইমান সুন্দৰ ৰূপটি তোমাৰ
ইমান সুন্দৰ প্ৰাণ—
বিষধৰ সাপে বলয় পিন্ধাই
সুন্দৰ বুলি ধৰিছে মেৰাই,
শুনিছে তোমাৰ গান।

তুমি সুন্দৰ নগ্ন যেতিয়া--
মগ্ন যেতিয়া মন।
অ-প্ৰাণে খুজি প্ৰাণৰ স্পৰ্শ
বৰ্ষে যেতিয়া বিপুল হৰ্ষ,
মৃত্যু যেতিয়া পণ।

সেই যে সত্য মুক্ত ৰূপ--
সেই যে নেদেখা বেশ,
সেয়েই সুন্দৰ অৰ্থহীন
সেয়েই ৰাতি সেয়েই দিন
তাতেই সকলো শেষ।

তিনিচুকীয়া, ৩০/০৭/৩২

## তনু আৰু অতনুৰ প্ৰেম

উপজি আহোঁতে মই নাই অনা একো
বিভূতি বিভৱ আৰু ৰত্ন অলঙ্কাৰ,
আনিছিলোঁ মাথোঁ এটি সুকীয়া স্বভাৱ;
আৰু এটি আনিছিলোঁ ধ্বনিৰ জোকাৰ।

মাতৃগৰ্ভ এৰি থৈ পৰোঁতে মাটিত
পাহৰিলোঁ সাধনাৰ গুপ্ত-মন্ত্ৰ মোৰ
চকু মেলি দেখা পালোঁ মানবী মূৰুতি--
তাতে হ'ল ভ্ৰম মোৰ, প্ৰমাদ দোৰ্ঘোৰ!

লাহে লাহে মগ্ন হলোঁ বাহিৰ- ৰূপত
ভিতৰত নোসোমাল দৃষ্টি ভুমুক;
শতেক ঝৰণা-জুৰি মোৰ ফালে বৈ
হেৰুৱাই দিলে মোৰ একেটি উনুক!

এদিন শুনিলোঁ এটি বনৰ পখীয়ে
ডাক দিছে সকাতৰে বিয়লি পৰত--
'লঙ্কাপুৰ ক'ত?' বুলি দুনাই দুনাই
সুধিছিল সেইদিনা অমৃত খেণত।

লঙ্কাৰ বিৰহে যদি বনৰ পখীক
কৰিছে কাতৰ এনে সকৰুণকৈ
মোক কিয় কৰা নাই প্ৰাণৰ আহ্বানে
এদিনো বলিয়া এনে জুই-সুৰ লৈ?

তেতিয়া জাগিল মোৰ নিদ্ৰিত চেতনা
স্বৰ্ণপুৰ লঙ্কা কেনি বিচাৰি ওলালোঁ,
যৌৱনৰ দীপ্ত ৰূপ,সুগন্ধিত ধূপ,
ৰসময় আৱেশৰ ৰাগী লগ পালোঁ।

ৰাগীত উতলি মোৰ সুতুলিম সুখে
নানা ছন্দ নানা ৰূপ নানা গীত গাই
উন্মত্ত প্ৰবাহ আনি মোৰ প্ৰিয় গতি
লৈ গ'ল কেনিবাদি বৃথা উটুৱাই।

জুই বুলি ভ্ৰম কৰি ছঁয়াটিকে মই
ধৰিব খুজিলোঁ নিতে তীব্ৰ আবেগত
সঁপি দিলোঁ মন-প্ৰাণ পাহৰি সকলো
ছঁয়াৰ পিছতে হায় প্ৰবল বেগত!

এদিনা শুনিলোঁ নিশা শেহৰ পৰত
ৰোমাঞ্চিত কৰি মোৰ সম্ভোগ বাসনা
কুহক কুহক বুলি শিয়াৰে যেঁচাই
সোঁৱৰাই দিয়ে মোক শেষৰ যাতনা।

কাষত দেখিলোঁ মোৰ প্ৰেয়সী নিদ্ৰিতা
ইফালেদি খীণ এটি চাকিৰ পোহৰ,
তেতিয়া বুজিলোঁ মই কৰিলোঁ কি কাম
কোনে মোৰ কল্পনাত মাৰিলে মোহৰ।

হায়! সৰলা প্ৰতিমা এটি স্বভাৱ কোমল
ময়ে ছুই জুই দিলোঁ সেই শৰীৰত
অমৃত বিচাৰি মই এটি কুমাৰীৰ
কাঢ়ি ললোঁ পূজা ভাগ এনা কাৰণত!

নেদেখিলোঁ লঙ্কাপুৰ, নাপালোঁ সন্ধেদ,
পাহৰিলোঁ সাধনাৰ মন্ত্ৰ মনোমত।
সহজাত সেৱা ৰস ৰাজসিকতাই
গ্ৰাস কৰি কৰে মোক নিতে অৱনত।

বিভূতিৰ বা-ছাটি লাগিলে দেহত
কণ্টকে বিন্ধিব ধৰে শত বেদনাত,
দাপোণত মুখ চালে পৰেহি মনত
দয়া-ধৰ্ম নাই মোৰ হিয়াৰ মাজত!

দেখিছোঁ চকুৰে শত শোকাৰ্ত মানব,
দেখিছোঁ কান্দিছে কত আৰ্ত বাটৰুৱা —
তথাপিও নিৰ্বিকাৰ দয়াহীন হৈ
থৈ দিলোঁ প্ৰেমিকাৰ মালা আধৰুৱা!
তথাপিও নোৱাৰিলোঁ ঢাকি থ'ব জ্বলি থকা জুই
লাহে লাহে পুৰি নিলে ঢাকনি কাপোৰ,
অনুমতি প্ৰেয়সীয়ে জানিলে এদিন
অতনু প্ৰেয়সী মোৰ প্ৰাণৰ সাঙোৰ।

সেইদিনা জীৱনৰ সন্ধিক্ষণ আহি
সচকিত কৰি দিলে দুয়োৰে দুফাল,
এফালেদি অন্তহীন সঙ্গীত সুষমা
আনফালে বন্ধোনৰ ছিদ্ৰহীন জাল!

জয় আৰু পৰাজয়— আশীৰ্বাদ লৈ
দুপিনেদি থিয় দিলে দুবিধ সাজত,
পেঁপুৱা লাগিলোঁ মই সামান্য পথিক
দুয়োটিৰে ৰূপ চাই প্ৰিয়াৰ কাষত!

বাহিৰে-ভিতৰে মোৰ দুই প্ৰেয়সীৰ
দুটি গতি নিৰীক্ষণ কৰোঁতে ইদৰে
লক্ষ্য-ভ্ৰষ্ট হ'লো মই, নিজ কক্ষ এৰি
ধ্ৰুৱ-তৰা জীৱনৰ খহি খহি পৰে।

---

যোৰহাট, ১৯/৫/৩৪

# ডিহাৰ স্বপ্ন

১

তৰুলতা স্তব্ধ!
জিৰ্ জিৰ্ শব্দ
সৰু সৰু ধ্বনি লৈ
বননিতে মুগ্ধ

২

নিঃসময় বন
কিশলয় ঘন
গছে গছে আছে যেন
গীতি অভগন!

৩

বাল্মীকি কবি
তাতে যেন বহি
মনে মনে আঁকি আছে
জানকীৰ ছবি!

৪

টোপ্ টোপ্ কৈ
অশ্ৰুৰ নৈ
জানকীৰ বেথা লৈ
আছে যেন বৈ

৫

সেইখিনি মোৰ
স্মৃতি ভৰপূৰ
মৰমৰ ডিহা-কোষ
দিঠকৰ ওৰ!

৬

প্ৰাণ-দেৱতাৰ
মিহি কবিতাৰ
মৃদু মধু লয় ভৰা
তাতে অভিসাৰ

৭

সাত সুৰ ছুই
সাত নৈ ধুই
জ্বলিছিল তাতে মোৰ
প্ৰথমৰ জুই!

---

যোৰহাট, ৫/১২/৩৩

---

অনুবাদৰ কবিতা

## শৰতৰ সুৰ

আহাঁ প্ৰিয় প্ৰাণতম আজি আহে অনুপম
শেৱালিৰ বুকু কঁপা সুৰদি সপোন,
সেৱাৰে মিনতি কৰা পোৱাল ৰঙেৰে ৰঙা
আজলীয়ে ধূলি-কণা কৰিছে আপোন।
শাৰদ-প্ৰভাতী সুৰ
পৰিমল লৰণুৰে
পূৰবী ৰাণীক আজি কৰিলে বৰণ,
ৰূপহীৰ কপালত
জিলিকিছে ৰঙাপট
বাৰিষাৰ কলাৰূপ কৰিলে হৰণ।
তুমি চিৰ-বাঞ্ছিত জয়-গুণ মণ্ডিত
তুমি মোৰ মৰমৰ অতিথি- পৰম,
অভিমান এৰি দিয়া প্ৰাণ ভৰি প্ৰাণ নিয়া
মৰমেহে কেনি আছে বিচাৰে মৰম।
কঁহুৱা বননি কঁপি
দিয়ে আজি প্ৰাণ সঁপি
--উদাসী বুকুৰ দেখোঁ এখনি দাপোণ।
দূৰৰ ধ্বনিটি আহি
উটি বুৰি ফুৰে ভাঁহি
বিচাৰি এখনি ঠাঁই চিনাকি আপোন।
আহাঁ প্ৰিয় প্ৰাণতম আজি আহে অনুপম
শেৱালিৰ বুকু কঁপা সুৰদি সপোন।।

ডুমডুমা, ৰাইদাং বাগিছা, ২৭/৯/৩২

## জীৱন

আজি এই গোধূলিৰ আৰতিৰ বেলা
প্ৰাণৰ দেৱতা মোৰ আহিছে খিয়াই
নেজানো কি পূজা পাই দিব বৰ দান,
শুনাব কি সঙ্গীতৰ প্ৰাণময় টান?
বহু কথা আছে মোৰ
আছে বহু গান,
যৌৱন জ্বলে মোৰ
ডাকি আছে বান।
চেতন জড়ৰ ভেদ নেজানো সমূলি
সকলোতে নিমন্ত্ৰণ লিখা আছে মোৰ,
বিশ্ব-ব্যাপী মিলনৰ মহা উৎসৱত
জানিছোঁ গীতৰ ধ্বনি নপৰিব ওৰ।
লাজ অপমান সকলো সমান,
উলটি নেচাওঁ আজি
প্ৰাণৰ দেৱতা আনিছে বাৰতা —
নবীন সাজেৰে সাজি।
উঠিছে নামিছে নিতে গৰজিছে
কল্লোল সম হিল্লোল যাৰ,
আজি গোধূলিৰ ধূলিৰ মাজত
পাইছোঁ লাগাল সেই দেৱতাৰ।
লাঞ্ছনা মোৰ সাৰ্থক হ'ব-বৃথাই ধুৱাৰ ভৰি
আহিছে যেতিয়া প্ৰাণ দেৱতা দুহাতে আশিস ধৰি।

দেওবাৰ, 'বকুল বন', ২৪-১-৩২

## কাতি-বিহুৰ দিনা

— দীৰ্ঘ দিনৰ পাছত!
বিচাৰি আহিছোঁ চিনাকি কুটিৰ
শ্যামল গাঁৱৰ মাজত।
ৰাজ-আলি এৰি উত্তৰ মুৰে
চাপিছোঁ ঘৰৰ কাষ,
পৰিল চকুত লখিমী ৰাণীৰ
শ্যামলা কেশৰ পাশ।
শীতল লাগিল দেহা।
মনৰ মাজতে খেলি গ'ল মনে
শাৰদী মেলৰ বেহা!
গাখীৰ ওলোৱা কেঁচা ধানবোৰে
দোঁৱালে, লৰালে মূৰ,
ডেকা ফৰিঙাই ধানৰ পাতত
ধৰালে 'ছেফ্‌টি' খুৰ।
ডেকা জানবোৰে মাজত লুকালে
বাৰিষা-গপাল মুখ,
চেনেহী পথাৰে বুকতে সাবটি
গুচায় ডেকাৰ দুখ।
যিমানে আহিছোঁ ঘৰৰ ফালে,
পঁওা ৰথীয়াৰ পৰাণৰ গান
যিমান বেছিকৈ শৰতে গালে।
দেখিলোঁ-
গেঁৰ ধাননিৰ ঠোক ছিৰি ছিৰি—
পিৰিক্ পাৰাক্‌কৈ,
বান্দৰহঁতৰ মহাভোজনৰ
তৃপ্তি গইছে বৈ?
কুটিৰ সোমালোঁ মোৰ!
চকুত পৰিল অতি মনোৰম
নতু ন কল্পনাবোৰ।
তুলসী ভেটিৰ ৰঙা মাটিবোৰে
মিচিকি হাঁহিৰে যেন,
জনালে নীৰৱে কঙাল গাঁৱৰ
শান্ত ধৰণী প্ৰেম!
'আহিছা আহিছা? বুলি যেন মোক
সাগৰ এখন ক'লে।
যেন, মই সোমালতে কল পাতে পাতে
এছাটি বতাহ ব'লে।
বাজি গ'ল যেন ক্ষীণ এটি সুৰ
ৰণনি উঠিল ৰে'শ,
দেখোঁ দেখোঁ যেন লাগিল আগতে
সেইটি চিনাকি বে'শ —
যিটি সাদৰীৰ হিয়াত আছিলে
লক্ষ শৰৎ- শ্যামলা-দেশ,
যাৰ চেনেহত কঙাল বেশেৰে
কল্পনা মোৰ কৰিছোঁ শেষ?
সেই কঙালৰ— কুটিৰত আজি
কঙালি বিহুৰ মিলন মেলা,
তুলসী তলত মৃদু প্ৰদীপৰ
ক্ষীণ আলোকৰ উজ্জল খেলা?

১৭/১০/৩১, শনিবাৰ,১৮৫৩ শক , কাতি বিহু, বকুল বন

## নতুন

আহিব এদিন —
বতাহ নবলে,
ডাৱৰ নচলে ,
জুৰিৰ ছিগিব ধাৰ।
উষাও নোলায়,
চৰায়ে নেগায়,
বৰণ নিচিনি গাৰ।
থুপি তৰা নাই,
জোন বেলি নাই,
সাগৰ শুকাই যাব,
নতুন পাতনি,
নতুনৰ ধ্বনি
আকৌ ঘূৰাই গাব?

'বকুল বন', ১৪/২/৩২

## প্ৰাৰ্থনা

চিত্ত তৰণী উটুৱাই দিলোঁ,
অনন্ত উদ্দেশি ওপঙি গ'ল।
অঠাই সাগৰ দেখি নিচিনিলোঁ --
এতিয়া ভাবিছোঁ কি গতি হ'ল?
উৰ্মি উতলা জলধিৰ ই কি
তাণ্ডৱ ভৰা নৃত্য-ভঙ্গী
ই কি সুৰ তাথৈ, তাথৈ !
কেনি নটৰাজ কৰিছে বিৰাজ,
সৰ্প মালাৰ বিভূষিত সাজ
মত্ত কেনিবা শিৰত লৈ?
বিশ্বপতি,
--- নিঃ স্ব হ'লেও তোমাৰে যে মই
সহস্ৰ ধাৰাৰ এধাৰ সোঁত।
ৰক্ত-জবাৰ জীৱন-আধাৰ
জয়টিকা মোৰ শিৰৰ ফোঁট
সিও যে তোমাৰ দান!
চিত্ত তৰণী কিয় যাব তেনে
নেৰাখি তোমাৰ মান?
বন্দিনী মই তোমাৰ জটাৰ
গঙ্গা দেৱীৰ ৰূপ,
নন্দিনী মই আই মেনকাৰ,
তোমাৰ পূজাৰ ধূপ!
তথাপিও কিয় চিত্ত তৰণী
তৰণী- বিহীন মোৰ,
কোৱাঁ পৰমেশ কেনি মোৰ শেষ
কিহত পৰিব ওৰ?

---

যোৰহাট, ৪/৩/৩২, শুক্ৰবাৰ

## বসন্ত বাহাৰ

ৰাং-ঢালী বাসন্তীৰ ৰং-দোলনত
কোন কৃষ্ণ নাচে আজি চ'তালি বনত,
ফাগু-সনা অৰুণৰ প্ৰেম- কিৰণত
ষোড়শী গোপিনী কিয় লাজে অৱনত?

মদনগোপাল কেনি লুকাল আজি
মনমোহা নিকুঞ্জৰ কুঞ্জৰি সাজি?
কেনি গ'ল যমুনাৰ উজান লহৰ
বাঁও বন কেনি বাৰু পৰিল মাটিত,
কাৰ আজি সুকোমল আঙুলিত লাগি
পৰাণ উতলা সুৰ বাজিছে বাঁহীত?

ঢউ খেলি বতাহৰ আহি আছে কাৰ
ৰঙা ৰঙা ফাকুছলি কুঙ্কুম গাৰ?
কাৰ বাৰু আবেশৰ পৰশন লাগি
শিমলু পলাশে দিয়ে প্ৰেম উপহাৰ।
ৰঙা ৰঙা ফাকুছলি কুঙ্কুম গাৰ।।

বিশ্বব্যাপী প্ৰেমিকৰ প্ৰেমৰ চুম্বন
বসন্তৰ বনে বনে বিয়পিছে আজি,
গছে পাতে বিৰিঙিছে আবেগৰ বোল -
অস্ফুট পৰশত উঠিছে বাজি!
বসন্তৰ বনে বনে মন গীতি বাজি।।

---

বকুল বন, ২১/৩/৩২, সোমবাৰ

## ৰূপহী তাই

—ৰূপহী তাই ?
ৰূপ সাগৰৰ সোণৰ পানীত
ফুল কোঁৱৰৰ ফুলৰ চাকিত,
জীৱন জুৰাই যায় ৷

জবাকুসুমৰ পৰাগ সানি,
সপোন দেশৰ বাতৰি আনি
বীণৰ তাঁৰত আঙুলি চঁপাৰ
পৰশ বুলাই যায়
—ৰূপহী তাই ৷৷

নিজান কক্ষ জগাই তোলে
বীণত পৰিলে হাত,
কণ্ঠ- কোকিলে ঢ'উ খেলি যায়
লগালে এযাৰি মাত ৷
হায় ? নিজৰ ৰূপৰ দাপোণ মেলিছে
আপোন হিয়াৰ কথাটি শুনিছে
নিজেই নিজক চাই.

পৰীৰ দেশত প্ৰাণ বিচাৰিছে
বেদন- বীণাত গীত জোঁকাৰিছে
—সপোন কোঁৱৰ পাই !

ৰূপহী তাই—ৰূপ সাগৰত পানচৈ মেলি
উদাস ৰাগিণী গায়,
ফুল- মলয়াত চুলি পখালিছে
গন্ধ বিয়পি যায় ?

যোৰহাট, ২৫/১/৩২, সোমবাৰ

## শিপিনীলৈ

লোৱাঁ মোৰ গাভৰুটি
মাকোটি হাতত,
ধোৱাঁ তুমি তাঁতখনি
বহাঁহি শালত !
গৰকাত ভৰি দিয়াঁ
মাকোটিত হাত দিয়াঁ
চকুযুৰি একে থিৰে
ফুলটিত থোৱা,
তললই মূৰ কৰি,
বুকুখনি ভৰ কৰি,
তাতে সতে একেলগে
তুমি তাতে মিলি যোৱাঁ ৷

বাবৰীয়া ফুল বাছাঁ
চানেকীত চকু দিয়াঁ
তাঁতে - মনে একে কৰাঁ —

ফুলাম গামোচা খনি
তোমাৰ হাঁহিৰে সানি
তোমাৰ হাতেৰে আনি
দিবাঁহি যিদিনা তুমি
চেনেহীটি ঐ !
কিমান নোপোৱা ধন,
কত কথা অতুলন,
হাতে হাতে পাম মই
নিজ হাতে লৈ ?

যোৰহাট, ৯/১০/৩১, শুক্ৰবাৰ

বকুলবনৰ কবিতা

## মন্মথলৈ

আহাঁ, মন্মথ,
ৰচি বন-পথ
শিল্পী- ফাগুনে মাগিছে দেখা;
পূৰ্ব গগন
চিন্তা মগন,
ৰক্ত-ৰাগৰ আঁকিছে ৰেখা!
ৰূপহী মদাৰে
ৰঙা শিমলুৰে
ভৰ- আবেগৰ গাইছে গীত
উন্নত শিৰ
সউ বন্- বীৰ
ধীৰ নাহৰৰ লৰিছে চিত!
কাঞ্চন ক'লি
পৰিছে ঢ'লি
ঢেপাই তিতাৰ প্ৰতিভা দেখি,
আহি উত্তৰীয়া
বাকি দিছে হিয়া,
আৱেশ- বিভোৰ পুলক লেখি!
স্তব্ধ শীতৰ
অন্তৰ্গীতৰ
অবাধ প্ৰকাশ স্পন্দন দি
সহস্ৰ সুৰৰ
উঠিছে লহৰ,
কঁপিছে মনৰ মন্দিৰটি;
আহাঁ, মন্মথ,
আনি ফুল- ৰথ
মঞ্চ সাজিছে পঞ্চ শৰে,
তোমাৰ মোহন
অতনুৰ ধন
বনে বনে আহি মনত পৰে।।

---

বকুল বন, ৬/৩/৩২, ৰবিবাৰ

## নুসুধিবা

(১)

নুসুধিবা আৰু মোক,— আকাশৰপৰা
জোন, বেলি, তৰা,
খহিপৰা নাই কিয়, আছে চিৰকাল;
কেতিয়াবা ঘোপমৰা—
কেতিয়াবা দেখোঁ কিয় এনে ফৰকাল?
নুসুধিবা আৰু মোক।

(২)

নুসুধিবা আৰু মোক, - দিন আৰু ৰাতি
দুই পাখি ভাঙি
কেনি আছে পখী সিটি, ক'লা মহাকাল;
কেনি সেই মহাপ্ৰাণ
আঁৰে আঁৰে ডেউকাৰ আছে চিৰকাল?
নুসুধিবা আৰু মোক।

(৩)

নুসুধিবা আৰু মোক, পশু, পক্ষী, নৰ
কি কাৰণৰ
বশ হৈ আহি, আছে গছ, লতা, বন
চেতন নে অচেতন,—
কোনে কৰা নীতি এই জনম মৰণ।
নুসুধিবা আৰু মোক।

(৪)

নকৰা দুনাই — মানুহেই শ্ৰেষ্ঠ জীৱ
মানুহেই সত্য শিৱ।
ইতৰৰো প্ৰাণ আছে,আছে বুদ্ধি- জ্ঞান;
সিহঁতৰ ধৰা- বন্ধা,
মানুহৰ পাৰ ভঙা, একেই বিজ্ঞান?
— একে সুৰ, দুটি গান!

---

বকুলবনৰ কবিতা

(৫)

মানুহৰ একো নাই, উলঙ্গ শৰীৰ -
আই পৃথিৱীৰ
পোক, পখু, গছ, বন মখিমুৰ কৰি;
সিহঁতৰে আৰ্হি লৈ
পিন্ধা- উৰা শিকি আছে। সিহঁতেই গুৰি।

(৬)

একোজন মানুহক প্ৰাণ দিবলৈ
একে প্ৰাণ থৈ --
কত প্ৰাণী লয় পায়; মানুহে নেচায়!
মানুহৰ হিয়া আছে
সেইবাবে ইতৰক গুলি পিঁহি যায়?
— উস্! নকৰা দুনাই।

(৭)

নুসুধিবা আৰু মোক- নকৰা দুনাই,
মোৰ একো নাই,
প্ৰকৃতিৰ মৰমত মতলীয়া হৈ
পগলাৰ দৰে আহি
দেখা- শুনা কথাখিনি গুচি যাওঁ কৈ?

(৮)

সেইবাবে আৰু মোক নিদিবা জঞ্জাল।
জ্ঞান- হীন নৰ মই, সহৃদয় প্ৰাণী
হিয়া খুজি ঘূৰি ফুৰোঁ — হিয়াৰ কঙাল।
মোৰ নিজা একো নাই, তোমাৰেই বাণী
তাকে মই পান কৰি গুচুৱাওঁ ভোক।
--নুসুধিবা আৰু একো মোক।।

---

কেটেলা, সোমবাৰ, ২৫/৪/৩২

# কবিৰ সপোন

বহুত দিনৰ কথা -
এদিন আবেলি যেতিয়া এবেলি
চোমনি দৰাৰপৰা
কপৌ এটিয়ে কুৰুলি দিছিলে
সুৰত সপোন সৰা
তেতিয়া অকলে ওলালোঁ যিফালে
'পম্পা' সাগৰ আছে,
য'ত উটি বুৰি কেঁহেলি কেন্দেলি
জাকেৰে সৰালি নাচে।
পম্পা- সাগৰে বুকুত সাৰটি
'নিলিম্পা' নামেৰে তৰী,
থৈছিলে যেন মোৰেই কাৰণে
সজাই ফুলাম কৰি।
গৈয়েই দেখিলোঁ অনিন্দ্য সুন্দৰ
বিপুল বিভৱ লৈ,
সাগৰৰ পাৰ উপচি পৰিছে
অপাৰ কাহিনী কৈ।

তাৰ পাৰতেই লঠঙা এজুপি
শুকান চোমত পৰি
কপৌ এটিয়ে মাতিলে আকৌ
অজান আবেগ ধৰি!
জন- প্ৰাণীহীন নিমাত নিতাল
নিজম- জমোৱা ঠাই,
চাৰিকাষে বন গভীৰ গহীন
কেনিও শবদ নাই।
তাৰ মাজতেই নীল বৰণীয়া
পম্পা সাগৰ বৈ
কৰে টলমল্ লৰাই আঁচল
নুশুনা বাতৰি কৈ।
ধীৰে ধীৰে গৈ বহিলোঁ পাৰতে
পাহৰি মইনো কোন,
ভোল গৈ তাতে থাকোঁতে থাকোঁতে
ওলাল আকাশী জোন।
এনা বতাহতে লৰি থকা সেই
পম্পা হ্ৰদৰ বুকু

---

[illegible] কবিতা

জোন-কিৰণত উঠিল উথলি,
চমক লগালে চকু!
নিলিম্পা নাৱৰ দেখিলোঁ যি ৰূপ
ভাষাৰ অতীত সি,
ৰূপ, ৰস, গন্ধ, শব্দ, পৰশ
নাৱৰ বুকুৰেদি।
উছলি উছলি পম্পা হ্ৰদতে
আছিলে বাগৰি পৰি,
সিমানেই মাথোঁ ক'ব পাৰোঁ আজি
স্মৃতিৰ দাপোণ ধৰি।
লাহে লাহে জোন পালেহি যেতিয়া
মূৰৰ ওপৰ মান,
তেতিয়া শুনিলোঁ কোনোবাই যেন
গাইছে কেনিবা গান!
জন-প্ৰাণী হীন গহীন বনত
শুনিলোঁ যেতিয়া গীত,
চেতনাই মোৰ বেদনা বুজিলে
হৰিলে বিভোল চিত।

পিছত শুনিলোঁ পম্পাৰ যেন
বুকুৰ মাজৰপৰা
উকি এটি উঠি নিনাদিছে তীৰ
ধ্বনিত গৰ্ব হুৰা।
'উ-উ-উ' 'অ-উ-উ'
দীঘলীয়া 'উ' ধ্বনি,
বন বননিত শিহৰণ তুলি
উঠিল আকাশ জিনি।
ধ্বনিৰ লগতে উটি গুচি গলোঁ
আকাশো অশু হ'ল,
পম্পা হেৰাল, নিলিম্পা হেৰাল,
জোনটি কেনিবা গ'ল।
চকু মেলি চাওঁ নীল আকাশত
অৰ্ধ চন্দ্ৰ আঁকা
পৰি আছে এটি ৰেখাৰ মাধুৰী
শিল্প- মহিমা বকা!

---

যোৰহাট, ২৮/১/৩৫

# প্ৰিয়া আৰু কবিতা

প্ৰথমতে কবিতাৰ তনু আৰু অতনুৰ প্ৰণয়ত পৰি
প্ৰিয়া - স্বপ্ন দেখিছিলোঁ সহজৰ ভাব- ছন্দ বতাহত ধৰি
যেতিয়া প্ৰিয়াক পালোঁ —
মন আৰু মৰমৰ ভোলযোৱা ভাবগতি প্ৰাণে প্ৰাণে পাই
কবিতাহে দেখা পালোঁ প্ৰেয়সীৰ চুলি মেলি আছে গান গাই
ভ্ৰম হয় নিজৰ মনতে —
কবিতাই প্ৰেয়সীনে তুমিয়েই প্ৰিয়া মোৰ তনুমতী ধন,
মনেইনে মৰমৰ, মৰমহে মনেপতা স্বপ্ন- বিতোপন?
দুয়োটিতে আছে কিন্তু সপোনৰ একেখনি মায়া- ইন্দ্ৰজাল
বন্দী কৰি ভাবুকক নিৰাশাৰ দুঃখ- চিন্তা কৰে নিজঞ্জাল।
ইটি সিটি দুয়োটিৰ পৰিলে প্ৰেমত —
গৰিহণা খাব লাগে 'নিৰবিনি' চলি থকা ধীৰ সমাজৰ
দুয়োটিৰে আছে গুণ পাৰ ভাঙি যাবপৰা গতি হিল্লোলৰ।
প্ৰিয়া আৰু প্ৰেমিকৰ খোজেপতি অপৰাধ হয় ঘৰে পৰে
কবিতাৰ কথা শুনি নীতিবিদ্ সকলক ছিনে ভেটি ধৰে।
কিন্তু -
কবিতাৰ পৰশত ভাবি-প্ৰিয়া সপোনৰ যিটি অনুৰাগ
প্ৰেয়সীৰ দেহ প্ৰাণে ওলোটাই আনে তাৰ স্মৃতিৰ পৰাগ।
যেন —
যৌৱনৰ ধ্যানে মোৰ পূৰ্ণ লৈ দেখা দিলে প্ৰিয়া-ৰহস্যত
শব্দময়ী কবিতাই প্ৰাণ পালে বাস্তৱৰ মূৰ্তি আকাৰত।

---

কেটেলা, দৰং জিলা, ৩১/৩/৩২

## শেষ চ'ত

'অৱশেষ দুদিন মাথোন'।
বিদায়ৰ বেথাসনা উঠিছে কান্দোঁন —
ধূলিময় আকাশৰ বিয়লি সুৰত।
অন্তহীন ভ্ৰমণৰ অসীম সুৰত
শেষ চ'তে গায় আজি কিযে গীত বেদনা-কাতৰ,
উটি আহে স্মৃতি যেন অতি আদি প্ৰথম চ'তৰ।
যাব তুমি লাগিবই।
যোৱাঁ মোক কৈ —
কেনি, ক'ত, কি থলাঁ চেনেহৰ চিন,
ক'ত হ'ব তোমা-মোৰ কোন দিশে লীন?
"তুমি যেনে ময়ো তেনে সম-অন্তৰাল,
তোমা-মোৰ মিল হোৱা নাই কোনো কাল।
মই দিম ইঙ্গিত
তুমি দিবা সঙ্গীত
সঙ্গীতে ইঙ্গিত দিয়ে যদি মোক
শুচাম তোমাৰ মই প্ৰাণ পোৰা ভোক!"
– "আৰম্ভৰ অন্তিম, অন্তিম- আৰম্ভণ —
এই প্ৰেমে অনন্তৰ মহাকাল জুৰি
কিমান খেলিব আৰু ৰহস্যাৰ খেলা!
তাকে বাৰু কৈ যোৱাঁ মৰমৰ চ'ত,
মৰমৰ চিন এই বিদায়ৰ বেলা।"
মোৰ কথা শুনি চ'ত ক'লা পৰি গ'ল।
কাতৰ সুৰেৰে মোক ক'লে কথমপি-
"ভেদ ভাঙি দিলে এই মহাগোপনৰ
নেথাকিব বাকী মোৰ ক্ষুদ্ৰ জীৱনৰ।
বিশ্বাসৰ বুকু ভাঙি বিচাৰিলে সত্য কেনি আছে
গোপনৰ প্ৰেমে জানো আবেগৰ উপহাৰ যাচে?"
কণ্ঠ মোৰ ৰোধ হ'ল
বোধ শক্তি মিলি গ'ল দূৰ নীলিমাত।
দেখা দিলে সন্ধ্যা আহি
মন আৰু চ'তালিৰ কথাৰ সীমাত।
অৰ্থ একো নুবুজিলোঁ
শুনিলোঁ অকল -
শুনি শুনি ভোল গলোঁ শুনাৰ মোহত।
'অৱশেষ দুদিন মাথোন।' —
বাজিল আকউ
বিদায়ৰ বাণী সেই করুণ সুৰত।

---

কেটেলা বাগিছা, দৰং, ১১/৪/৩২

---

বকুলবনৰ কবিতা

## জয়-মালতী

বিদায় পৰতো আজি মাধবীৰ শুনো জয়-গান
মালতীৰ মুখ চাই আজলীৰ অথিৰ পৰাণ?
'মালতীৰ হ'ক জয়, মালতীক ভাল পাওঁ মই।'
তাকে কৈ বতাহীৰো শেষ সুৰ হৈ যায় লয়।।

গছে বনে পাতে পাতে কিযে এই স্বপ্ন সমাবেশ,
নতুনৰ জন্ম হ'ল, পুৰণিৰ থাকি গ'ল শেষ?
অনিৰ্দিষ্ট মালতীৰ শুনো আজি যিটি জয়-গান,
গোপনৰ নিদ্ৰা ভঙা কিযে তাৰ ৰসময় প্ৰাণ?

বান্ধোনৰ পাৰ ভাঙি দিব খোজে বৈ যোৱা সোঁত
সম্মুখ কপালত দিব খোজে শুভ-দিন-ফোঁট!
সেয়া যেন মাধবীয়ে আঁহতৰ কাণে কাণে কয় —
এৰি যাম বুলি মই তোমালোকে নকৰিবাঁ ভয়।

মৰমতে হালি-জালি মিলি-জুলি থাকিবাঁ নিতউ
জয়-গান গাবল'ই কেতিয়াবা আকউ।'
'আহিব আকউ'।- উঠে ঢৌ বতাহত আগলৈ চাই,
চ'তেও বিদায় খোজে বহাগত তাকে গাই গাই ।

সুগন্ধী-মালতী-যেন-ভৱিষ্যৰ জয় আৱাহন
বহাগ-বিহুৰ আজি শব্দময় মধু নিবেদন।
মালতীৰ জয়-গান স্পন্দিত তৰঙ্গ বিশেষ
বিহুৱানে পায় তাৰে এটিমান কঁপি থকা ৰে'শ।

শব্দ খুজি বাকীখিনি কঁপি থাকে ধ্বনিৰ আঁৰত
মাধবীৰ মধুময় সেউজীয়া কোমল প্ৰাণত।
গুচি যোৱাঁ, মধুমতী, ৰুদ্ৰমূৰ্তি আহিছে ধিয়াই
ছেগ বুজি দেখা দিবা মালতীৰে জয় গান গাই।।

---

১৩/৪/৩২, যোৰহাট

## মোৰ গতিপথ

আৰু কোনো নাই আজি।
তুমি আৰু মই
অকাৰণ উদ্দেশ্যৰ মহাযাত্ৰা কৰি,
তুচ্ছ কৰি ভয়,
বহুযুগ আগবাঢ়ি, বহুপথ অতিক্ৰমি,
অনিৰ্দিষ্ট স্বপ্নপুৰী
কৰিছোঁহি জয়।

জয় জয় ধ্বনি
জন্ম জন্মান্তৰে
অন্তৰে অন্তৰে
আহিছিল বাজি,
আজি—
দুটি ধ্বনি—দুই সুৰে
যি সুৰ মিলাই দিছে
'পাঠান'ৰ জয়-গৌৰৱত,
সেই সুৰ অতি পৰিচিত, —
লৌহিত্যৰ বুকু ভঙা
দৃপ্ত কণ্ঠ ৰক্ত যৌৱনত!

কিন্তু সৰ্বোপৰি—
যিটি আজি মোৰ মণিমালা,
যিটি মোৰ বেদনাৰ জ্বালা
সেই ধন
এটি মন!
এটি মন
লক্ষ লক্ষ পাৰ ভাঙি,
দুই বক্ষ এক কৰি
শত লক্ষ যোজনক ওচৰ চপাই —

অকাৰণ যাত্ৰাপথ,
যিটি মনে,
ৰচি আছে বাৰে বাৰে ফুল ছটিয়াই।

মাৰ যোৱা —
তুমি, মাৰ যোৱা সূৰ্য্যদেৱ
এই লৌহিত্যাৰে সোণ-সাগৰত —
মই কিন্তু
পূব পথ নেৰোঁ কেতিয়াও
নিবিচাৰোঁ পশ্চিম ক্ষুদ্ৰ ভাগৰত!
পূৰ্বযাত্ৰী মই।
অৰ্ধভাগ মোৰ
সঙ্গীতৰ সুৰ —
বাকী অৰ্ধ বিচাৰিম
সৰ্বশেষ পূব যেনি
আছে য'ত
উষা- শান্তি,
পুৱা-জুৰ!

---

১২/৪/৩২, মঙ্গলবাৰ

## কিয়?

আকাঙ্খাৰে পৰিপূৰ্ণ এই মোৰ মনৰ মাজত
যিমান সপোনে আহি পাতিছিলে থুল,
সিও যদি আজি হায়-বৃথা হৈয়ে থাকি যায়—
সিও যদি হয় মোৰ জীৱনৰে ভুল;—
নুবুজিলোঁ কিনো তেন্তে অভ্ৰান্ত বুলিবা তুমি
কোনটিনো হ'ব মোৰ অঞ্জলিৰ ফুল?

কেও কিছু নাই দেখি আজি মই অকলে অকলে
মেলিছোঁ এবাৰ আৰু সামৰিছোঁ মেলা,
পৰাখিনি সান্ত্বনাৰে ঢাকি থৈ বাৰে বাৰে
উলটি চাইছোঁ মোৰ ভ্ৰান্তিময় খেলা।
-নুবুজিলোঁ কিনো হায় মহাভুল কৰিছিলোঁ মই
কিনো হ'ব মোৰ দশা অন্তিমৰ বেলা?—

জীৱনকে লৈছিলোঁ ফুল বুলি সাৰোগত কৰি
চৰণে চৰণে পৰি যাচিছিলোঁ-'লোৱাঁ'।
তথাপিও কেবেঁ মোৰ নুবুজিলে দুখ শোক
কেবেঁ দেখোঁ নুসুধিলে- 'কিনো কথা কোৱাঁ?'
তুমিও নাচালা প্ৰিয়া মোৰ এই দগ্ধ হিয়া
বাৰে বাৰে দিলোঁ যাচি 'লোৱাঁ মোক লোৱাঁ।।'

---

বকুলবনৰ কবিতা

হেঁচি ধৰোঁ যন্ত্ৰণাৰে প্ৰাণ খোবা প্ৰাণৰ যন্ত্ৰণা
তুলি লওঁ ফুলবোৰ মালা সীওঁ বুলি
হাতত উঠিলে ফুল ভাগি যায় দুয়োকূল
বেদনাত ক্ষুব্ধ হৈ চাওঁ মুৰ তুলি।
ওপৰত দেখোঁ নীলা আকাশত কিনো লীলা!
পৃথিবীত প্ৰবঞ্চনা খায় খুলি খুলি!!

মই যদি জগতত এনে মহা অপৰাধী হলোঁ
মোক কিয় দিলাঁ প্ৰভু প্ৰাণত পিয়াহ?
পাণ কৰি শান্তিজল প্ৰাণ মোৰ টলমল
নুগুছিল কোনো দিনে অনন্ত হেঁপাহ!
বিশ্ব পুথি পাঠ কৰি কল্পনাকে আগ কৰি
লভিছিলোঁ বাছি থোৱা সুন্দৰ উলাহ!!
আজি দেখোঁ মোৰ সেই উলাহৰ মাদলিত ঘূৰি
ময়ে হায় হেৰুৱালোঁ মোৰ নিজা বাট;
শুনিছোঁ কেৱল আজি প্ৰতিমাত উঠে বাজি,
কেউপিনে কোলাহল, হৰি নিলে মাত।
লোৱাচোন প্ৰিয় মোৰ কিয় হ'ল আজি ওৰ
স্পষ্টৰূপে দেখি থকা সেই ৰাজবাট?

এনেকুৱা নিদাৰুণ যন্ত্ৰণাত পুৰি দেই মই
মৰোঁতেও তুমি যদি নিদিয়া সন্ধান,
কেতিয়ানো দিবাঁ হায় চেনেহৰ সেই ঠাই
য'ত বহি মুক্ত হ'ম, গাম শেষ গান?
কোৱাচোন আজি প্ৰিয় আয়োজন হ'ল কিয়,
কিয় হ'ব অকস্মাৎ এনে অৱসান?

---

যোৰহাট, ৩/৫/৩৪

## মনৰ হেঁপাহ

তন্ময়-প্ৰেম জন্মাই আজি
পূৰ্ণ পাত্ৰ লুকাই থৈ
লেখি গ'ল যেন বিয়লি মেঘত
মূৰ্ত্ত ছবিটি মনক লৈ!
সি কি সমাবেশ ছাঁ-পোহৰৰ,
সি কি মধুৰিমা ফাগুন বোলৰ
পৰাণ উতলা কৰা!
মুকলি পথাৰ উটুৱাই আনি
বাকি দিলে যেন অসীমৰ বাণী,
সাগৰ-তটিনী জোৰা!
নতুন জোনৰ ক্ষীণ আলোকত
মাৰ গ'ল যেন বিশ্ব-জগত,
নিশাৰ বুকুত মিলিলে দিন—
কোনোবা যুগৰ প্ৰথম কথাটি,
আদি-অন্তহীন গোপন বেথাটি,
থৈ গ'ল যেন প্ৰেমৰ চিন!
কাৰ যে সেইয়া পূৰ্ণ প্ৰণয়,
কোন গায়কৰ মূৰ্চ্ছনা লয়,
কিযে অপূৰ্ব ৰাগী!
মন যায় যেন বিলাওঁ হিয়াৰ
প্ৰেম, প্ৰীতি, মোৰ প্ৰাণ কবিতাৰ,
প্ৰাণকে প্ৰণয় মাগি!

---

যোৰহাট, ১২/৩/৩২, শনিবাৰ

---

বকুলবনৰ কবিতা

## স্বপ্ন যাত্ৰা

### সৌঁৰা

বৈ- থকা লুইতৰ বুকু ভেদ কৰি
যন্ত্ৰৰ জাহাজখনি যায় আগবাঢ়ি।
আঘাতত তাৰ—
প্ৰতিঘাত ভৰি উঠে শীতল বুকুত,
অসীমৰ বাণী ফুটে সীমাৰ মুখত!
মৃত্যুৰ কিৰণ পৰি জীৱনৰ স্পন্দনত যেন
মূৰ্ত্ত হ'ল আজি এটি অতৰ্কিত খেন।
আজি যেন
— প্ৰথম প্ৰবাসে মোৰ প্ৰিয়াৰ লগত
কৈ দিলে কাণে কাণে — এয়েই জগত।
অবিৰাম বৈ থকা অন্তহীন কালৰ সোঁতত
আপোনাৰ বাট চিনি গতি কৰা নীতি যি শাশ্বত।
জীৱনৰ প্ৰাণহীন বুকু ভেদ কৰি
মৰণৰ ৰশ্মি এটি এক গতি ধৰি
পৰি যায় জগতৰ কম্পমান গীতৰ সুৰত।
প্ৰতিবিম্ব উঠে তাতে ৰঙা-নীলা লগা বৰণত।।
কিমান তৰণী যায় কত শত যাত্ৰী
কিমান প্ৰেমিক যায় কত প্ৰেম-পাত্ৰী
থাকে জানো তাৰ কিবা ক'ৰবাত এফেৰি সন্ধান?
বৈ থাকে ব্ৰহ্মপুত্ৰ-গাই থাকে এটি মাথোঁ গান।
এটি গান — দুই সুৰে পৰিপূৰ্ণ — সৃষ্টি মহান,
তাতোকই বৈ থকা সোঁতটি যে আৰু মহীয়ান।
বৈ থক সৃষ্টি-সোঁত গই থক জীৱন-জাহাজ!
মই প্ৰিয়, তুমি প্ৰিয়া-দুই সুৰ মৰণৰ মাজ।

---

ব্ৰহ্মপুত্ৰৰ বুকুত চলা, জাহাজ 'কাইট', ৩০।৩।৩২

## ভঁৰাল

মোৰ, হিয়াৰ তেজেৰে কবিতা প্ৰিয়াৰ
কপাল ৰাঙলী কৈ
পিন্ধালোঁ কিমান ডগমগ্ ফোঁট
জয়াল সেন্দূৰ লৈ; —
তেওঁচোঁ এদিনো নেদেখিলোঁ চিন
সভাক শুৱনি কৰা,
নুশুনিলোঁ হায় প্ৰিয়াৰ হিয়াই
সভাৰ হৃদয় হৰা!
মোৰ হাত লগা সেন্দুৰৰ কথা
মইহে বুজিছোঁ যি,
ময়েহে পাইছোঁ অকলে অকলে
দিয়াৰ সোৱাদ কি!
প্ৰিয়াও লাজুকী নিমাতী প্ৰতিমা
ৰচকী নহয় দেখি,
সভাসদ গণে প্ৰিয়াক নমনে,
নাচায় খোজটি লেখি!
দেহি ঐ মোৰ প্ৰাণৰ প্ৰিয়াই
নাপালে কেনিও ঠাই,
মোৰ বুকু ভৰা বকুল এডলা
উলটি চাওঁতা নাই।
আমি দুটি তাতে নিৰলে নিজানে
একেটি সুৰত নাচি,
জোনৰ মুখত সুধা পিয়াবলে'
থৈছোঁ সোপাকে সাঁচি।

---

যোৰহাট, ১১/১/৩৫

---

বকুলবনৰ কবিতা

## জীৱন-সঙ্গীনী

দেহি ঐ!
তুমি যদি হলা হয় মনৰ সঙ্গীনী
দুয়ো গৈ একেলগে মালিনী তীৰত
মনে মনে মনে কণ্বৰ আশ্ৰম সোমাই
হলোঁ হয় স্বপ্নমুগ্ধ হৰিণ-হৰিণী
বননিৰ শোভা চোৱা দুটি এক-প্ৰাণী।।

অনুসূয়া-প্ৰিয়ম্বদা-শকুন্তলা আহি
পানীৰ গাগৰী লৈ নৱ-মল্লিকাক
জলধাৰা দান কৰি বুকুৰ মৰম
বুকুতে লুকাই থৈ আশ্ৰমৰ ফালে
দেখিলোঁহেঁতেন যোৱা থৰ লাগি চালে।

তটিনীৰ লগে লগে বননিৰ মাজে মাজে
ফুৰিলোঁহেঁতেন দুয়ো সুৰুঙা বিচাৰি
তুমি যদি হলা হয় কবিৰ সঙ্গীনী
অকল মনত থকা স্বপ্ন মায়াবিনী।।

---

যোৰহাট, ১৯/১১/৪৬

## হাফিজ আৰু মই

মনত পৰিছে যেন ময়েই এদিন
পাৰস্যৰ পৰিমল মদিৰাৰ ধাৰ—
অতৃপ্ত ৰসনা লই কৰিছিলোঁ পান,
কুল্‌কুল্‌ সঙ্গীতেৰে মোহিছিলোঁ প্ৰাণ!

খায়েম-হাফিজ যেন আছিলোঁ ময়েই,
দীঘল-দৰবীয়া বেশ, মুদা মুদা চকু —
সপোন কুঁহেলি সনা মুখৰ বৰণ,
প্ৰেমময় আবেগত উল্লসিত মন?

ছোৰাহি বাগৰি থকা আঙুৰ ৰসৰ
গুলপীয়া ৰহণত মতলীয়া হৈ,
গছে-পাতে, বনে-বনে দেখিছিলোঁ যেন
এই যায়-আবেগৰ এনে এটি খেণ?

আনাৰকলিৰ যেন গঠন এটিত
দেখিছিলোঁ ৰহস্যৰ সাগৰ এখন!
অদৃশ্য জনৰ যেন কথাটি মনৰ
আছিল একোটি ৰে'শ প্ৰিয়া সঙ্গীতৰ?

ময়ে যেন চিৰাজীত ৰাগী মিহলাই
কবিতাৰ কোমলতা দিছিলোঁ বিলাই।

---

যোৰহাট, ২৬/৯/৩১

---

## ৰূপৰ নাও

ময়ূৰপংখী নাৱত এনাও ফুল
ৰূপচকলীয়া বগা—
ভেবেলী লতাৰ।
তাকে লৈ মোৰ প্ৰথম যাত্ৰা
ডিহাৰ বুকুত
ঢলবাগৰা
জোনাক নিশা।।

আবেলি আবেলি চোমনি দৰাত
কপৌৰে কুৰুলি দি
নাও বাই যোৱা বৰাগী মনক
থৈছিল গৈ কোনোবা দেশত
টৌৱে কোবাই নি।

বহুদূৰ পাই উলটি চাওঁ—
সৌখন মোৰ
আপোন হিয়াৰ সপোন-ৰচা
চিৰসেউজীয়া গাঁও।।

যোৰহাট, ৬।৫।৬৪

## কবীৰ দাসৰ পৰা

তোমাৰ বাটত যদি কোনোবাই
কাঁইট পুতিছে—
তুমি তাত ফুল ছটিয়াই দিয়া।
তোমাৰ ফুলবোৰ
ফুল হৈয়েই থাকিব
কাঁইটবোৰ হ'ব ত্ৰিশূল।



তুমি বাট বুলি যোৱা হুলৰ ওপৰে
গাই যোৱা গান হৃদয়-ভৰা,
ত্ৰিশূলৰ জোঙে দিব দেখুৱাই
লক্ষ্য পথৰ নিচানী তৰা।।

যোৰহাট, ৬।৫।৬৪

## শেক্‌ছপীয়েৰৰ এভন্

এভনৰ পানী এভনৰ বালি
এভন নদীৰ পাৰ —
চাৰিশ বছৰ বুকুত বান্ধি
লৈ আছা কাৰ
অমৰ কাহিনী -সপোন-বিহাৰ?

পছিমৰ কবি শেক্‌ছপীয়েৰৰ
অতি চেনেহৰ
ওপজা ঠাই,
পূণ্য-তীৰ্থ বিশ্ববাসীৰ
এভন নদীৰ পাৰ।

এ খেৰ পৰাই তোমাৰ পিনে
দোৱাওঁ মূৰ
এভন নদীৰ পানী
বৈ থাকা বৈ থাকা
লৈ লৈ সুধাৰ ধাৰ।

যোৰহাট, ৬।৫।৬৪

# ভিতৰ চ'ৰা

মোৰ মন-ভাগৱৎ যিমান মধুৰ
যিমান প্ৰেমেৰে ভৰা,
ক'ত আছে এনে লেখা-ভাগৱৎ
ৰেখাৰ সীমাৰে ধৰা?

বিন্দু, বিসৰ্গ, স্বৰ, অনুচৰ,
সপ্ত সপ্ত সেনা
নালাগে মনক ভাণ্ডি দিবলৈ
বৰ্ণমালাৰ কেণা।

কৰ্ণ পথেদি নোসোমায় মোৰ
মৰম বিচৰা ৰস,
মৰ্মৰ পৰা বৈ গুচি যায়
গোপন প্ৰেমৰ যশ।

মোৰ, মনৰ মাজৰ যি-জুপি কদম
এনা-বাৰিষাতে ফুলে
তাতে বহি বহি মুগ্ধ মোহন
কলীয়া নিতৌ দুলে।

বাঁহী বায় ধীৰ উটি যোৱা সুৰ
কঁপি যায় লতা বন,
পদুম হেলনীয়া ললিত ভঙ্গীত
নাচি উঠে মৰা-মন।

সেই বাঁহী মোৰ নিটাল নিমাত
মন-বেণুধৰে বায়।
মনে মনে আহি মৰ্ম ছোৱেহি
মনে মনে গুচি যায়।

মোৰ, মন মড়লৰ কেউপাশে বহি
এজন কুটুমে নাচে,
এজনে অকলে অযুত বিধিৰে
শিল্প মাধুৰী যাচে।

ষোলশ হেজাৰ গোপিনীয়ে যাৰ
বিচাৰি একেটি বাণী,
ৰাসৰ মঞ্চ ৰচিছিলে এক
জোনৰ সুষমা আনি।
সেই ৰাস-লীলা মন-যমুনাৰ
পাৰতে নিতৌ মোৰ
বহিছে, ভাগিছে, বাণী বিচাৰিছে,
কানুকো ধৰিছে চোৰ।

মোৰ, মনৰ মাজৰ ধৰ্ম ক্ষেত্ৰ
নিতৌ ৰাগুলী হৈ
যুযুৎসু সেনাক কাটিছে মাৰিছে
তেজেৰে গৈছে বৈ।

তাতে আহি সেই পাঞ্চজন্য
কেশৱে ফুকাৰি দিয়ে,
সব্যসাচীয়ে বিজয় গৰ্ব
বুকুত আঁউটি নিয়ে।।

মনৰ মাজতে শত সাধনাৰ
শান্তি পৰ্ব আছে, —
মনৰ মাজতে মোহন কলীয়া
নিতৌ গোপনে নাচে।

মোৰ মন-মজিদৰ মিনাৰত উঠি
যি মুয়াজ্জীনে মাতে
তেনেকুৱা সাধু সৰল মওলা
দিছে নে পুথিৰ পাতে?

এক ৰোজা ধৰি মন পীৰে মোৰ
অনন্ত ঈদৰ গীত
যি বেদনাৰে গাইছে নিতৌ
বিচাৰি অনন্ত চিত।

তেনেকুৱা প্ৰাণ আছে নে ঈদত
কোৰাণ শ্বৰিফ গাই;
আছেনে কোৱাচোঁ মুশ্লিম্ তুমি
স্নেহৰ মানুহ ভাই?

---

বকুলবনৰ কবিতা

মোৰ, মনৰ গীৰ্জা আঁটাই পিটাই
এগছি বন্তি থৈ
মনে মনে মই জিৰনি খেণত
নিমাত নীৰৱ হৈ

যি সুৰ ধৰি মনৰ কাৰণে
কান্দিছোঁ সকলো সহি
সেই সুৰ নাই দেওবাৰে গৈ
থাকিলে গীৰ্জাত বহি।

পিতাৰ প্ৰাৰ্থনা মনৰ মাজত
যিদৰে বাজিছে মোৰ
সীতায়ো যিদৰে ৰামৰ কাৰণে
নুটুকিলে চকু-লোৰ।

মোৰ, ভাষাহীন বেদ সুৰহীন সাম
ঋকৰো তৰঙ্গ নাই,
ঢৌ খেলি যোৱা কোৰাণ-মন্ত্ৰ
আকবৰ্ ধ্বনি নাই!

বাইবেল মোৰ সহজ্ঞ সৰুজ
নিমজ্জ প্ৰাণেৰে ভৰা,
প্ৰেম আছে তাৰ আখৰে আখৰে
একোটি একোটি তৰা।

বৰ্ণ-মালাৰে বিভূষিত হৈ
কৰ্ণ কুহৰি-তোলা —
ভাষা নাই মোৰ কঙ্কাল বৰাগী
কথাতে আপোন ভোলা।

যোৰহাট, ১৯।৬।৩৪

# তেওঁ আৰু তুমি

তেওঁ কবি—ছবি আঁকে ছবি চাই;
আখৰত আখৰ মিলাই।
তুমি কবি—বহি থাকা সহি সহি
আখৰত বাখৰ পিন্ধাই!—

তৰাবছা আকাশৰ ফুলাম খনিয়া
কাঢ়ি আনি তুমি গাত লোৱা,
বিহগীৰ গীতিকণ্ঠ কাঢ়ি লৈ তুমি
মনে মনে মৃদুগান গোৱা।

তেওঁ আনি যুৱতীৰ ৰিহাৰ আঁচল
আবেগত আত্মহাৰা হয়,
আবেশ বিভোল হৈ ৰূপৰ মোহত
স্বৰূপকো কাতি কৰি থয়।

তুমি কবি-অন্তহীন কৰুণা ধাৰাৰ
সুনিৰ্মল ঝৰণাত নামি
শত ধৌত হৈ থাকা আপোনা আপুনি
— তুমি যেন কৰুণাৰে স্বামী!

তেওঁ কবি দৃষ্টিহীন সৃষ্টিৰ মাজত
মতলীয়া সুৰাপান কৰি
মজি আছে প্ৰেয়সীৰ বাহুৰ মাজত
ক্ষুদ্ৰ এটি চাৰিসীমা ধৰি।

তুমি আৰু তেওঁ যদি একে বুলি কওঁ
স্বৰ্গ মৰ্ত্ত্য নাথাকিব ভেদ,
'বকাসুৰ বধ' যদি মহাকাব্য হয়
'পানীকটা পুথি' হ'ব বেদ।।

যোৰহাট, ২৭।৯।৩৪

# প্ৰেমৰ কাৰণে

মানুহৰ এই বিৰাট মেলাত
হৃদয়ৰ মোৰ টৌবোৰ উটি
পৰশ কৰক প্ৰিয়
মোৰ প্ৰিয়তম
তোমাৰ চৰণ
দুটি।

তোমাৰ প্ৰেমৰ জেউতিয়ে প্ৰিয়
হৃদয়ৰ মোৰ মন্দিৰ আজি
বুৰাই দিলেহি চোৱাঁ,
চোৱাঁচোন প্ৰিয়
সৌন্দৰ্য আহিছে
উটি!

আহাচোন প্ৰিয় আলিঙ্গন কৰোঁ,
অনুভৱ কৰোঁ তোমাৰ চুম্বন
মোৰ মৰমতে আজি।
দিব্য চুমাৰ
নৃত্যত নাচি
যাওঁ।

তুমি জানো মোৰ অতি ওচৰৰ
নোহোৱা কুটুম, কোৱাচোঁ প্ৰিয়?
প্ৰাণতকৈও আপোন
শুনাচোন প্ৰিয়
তোমাৰ মহিমা
গাওঁ।।

মুখামুখিকৈ দেখোঁ যদি মই
প্ৰিয়তম মোৰ প্ৰেমিক তোমাক,
অনুভৱ যদি কৰোঁ
তোমাৰ প্ৰেমৰ
তোমাৰ পোহৰ
প্ৰিয়,

তোমাৰ গীতৰ ৰাগী আহি যদি
আনন্দত মোৰ লাগেহি এবাৰ,
সেই ৰস যদি পিওঁ
বৃন্দাবন আৰু
বৈকুণ্ঠ
কিয়?

মহানিশা এই বিশ্ব মজিছে প্ৰিয়,
নিমাত, নিটাল, নিজম ধৰা
তৰাৰ মাজত বহি
অকল জোনায়ে
ঢালিছে অমৃত
আজি।

মধুমাখী আজি পাখী ভগা হৈ
পৰি আছে সৌ বনৰ মাজত,
দক্ষিণ বতাহো নাই।
আহাচোঁ এতিয়া
প্ৰশান্ত ৰূপেৰে
সাজি।

কাঢ়ি নিয়া মোৰ সকলো সম্পদ
কাঢ়ি নিয়া মোৰ বাহিৰ ভিতৰ,
বুৰ যাওঁ মই প্ৰিয়,
তোমাৰ প্ৰেমৰ
অনন্ত স্নেহত
মজি।

অকলা জোনকে নিদিবাচোঁ প্ৰিয়
ইমান কোমল আনন্দ ৰস,
মোকোচোন নিয়া টানি।
তোমাৰ প্ৰেমকে
আছোঁ দেখোঁ মই
ভজি?

—নকবাঁ, নকবাঁ টালিভুলি কথা
মাজত সোমাই সিহঁতে প্ৰিয়
একে হৈ থকা জানি
তোমাকে মোকে
কৰিব খুজিছে
দুই।

প্ৰেমৰ কাৰণে সেইদিনা তুমি
ৰচিলাঁ যেতিয়া মোহন-সপোন,
তেতিয়াই জানো প্ৰিয়
প্ৰাণৰ মাজত
জ্বলা নাই এই
জুই?

নালাগে, নালাগে, একোকে নালাগে —
শেষ কৰি মোৰ সকলো সাহোন

বকুলবনৰ কবিতা

সৰ্ব নগ্ন কৰি
কৰি দিয়া মোক
তোমাৰ প্ৰেমত
মগ্ন।
লাভ কৰোঁ দিয়াঁ তোমাৰ প্ৰেমৰ
তপত চুমাৰ তপ্ত ৰাগ,
জ্বলি উঠি সেয়ে
আনি দিব মোক
জীৱনৰ শুভ
লগ্ন।
জোন, বেলি,তৰা-সাগৰ নগৰ,
স্বৰ্গ, মৰ্ত্য, পাতাল যদি
তোমাৰ সৃষ্টি প্ৰিয়,
তুমিয়েহে যদি
ধ্যান-ধাৰণাৰ
দেশ,
তেন্তে প্ৰিয়তম, তুমিহে উত্তম।
মোৰ হৃদয় সকলো অংশ
তোমাৰ হাততে প্ৰিয়
তোমাৰ প্ৰেমতে
হৈ যাঁকচোন
শেষ।

---

যোৰহাট, ২৪।৭।৩৪

## মই

স্ব-মহিমাৰ স্ব-ৰাজ্যত
স্বভাৱ প্ৰতিষ্ঠা পাই
স্ব-আলোকৰ স্ব-ঝৰণাত
লভিছোঁ বিৰাট ঠাই।
স্ব-ৰাট মই দিব্য পুৰুষ
নিত্য নবীন হৈ
বিশ্ব প্ৰাণৰ মাজেদি সদায়
গৈছোঁ গোপনে বৈ।
স্ব-আনন্দৰ স্ব-হিল্লোলত
স্ব-প্ৰেম বিমুগ্ধ হৈ
হিৰণ্য-গৰ্ভ সূৰ্য ময়েই
মহান্ত মাধুৰী লৈ।
এই মই মৃত্যুহীন আপুনি সম্ভৱ,
আদি নাই, অন্ত নাই, বিহীন বিপ্লৱ।

---

যোৰহাট, ১৪।৬।৩৪

## খাৰুপতীয়া

ক্ষুদ্ৰ এখনি নৈ —
মুকলি পথাৰৰ মাজেদি
এঁকা-বেঁকা গতিৰে বৈ গৈছে।
নৈৰ অলপ দূৰত
পুৰণিকলীয়া এটা ভগা গড়,
নাম 'আলিমুৰ';
আহোম ৰজাৰ দিনত সজা
গডৰ ওপৰত উঠি চালে
মুকলি পথাৰেদি বৈ যোৱা
সেই সৰু নৈখনি
— নাম খাৰুপতীয়া
এপাত ৰূপৰ খাৰু যেন দেখি!

০ ০ ০

বাৰিষা কাল —
দুকুলা টলত পথাৰ তল গ'ল
ক্ষুদ্ৰ খাৰুপতীয়া
সেই ধলৰ বুকুত লুকাই পৰিল।
পথাৰ গুচি সাগৰ হ'ল।
ধৰনৈৰ তলি পানী আহি
পথাৰৰ পানী ভোল কৰিলে।
জালোৱাই নাৱে নাৱে মাছ মাৰি নিলে,
আলিমুৰৰ খুটিত থকা
গুলালহঁতে দ'মে, দ'মে
উটি অহা কাঠ গোটালে;
মানুহৰ লাভ হ'ল।
কিন্তু সেই খৰালিৰ মুকলি পথাৰেদি
বৈ যোৱা খাৰুপতীয়া
কি হ'ল, ক'লৈ গ'ল
কোনে সম্ভেদ ল'লে।

বকুল বন, ১৯।৬।৩৫

## জীৱন-সমস্যা

ভিতৰত দিলোঁ মন পাখি মেলি থকা
ক্ষুদ্ৰ এটি বনৰ চৰাই;
দিগন্তৰ বা লাগি সেই পখীটিয়ে
উৰোঁ উৰোঁ কৰিছে সদায়।
বাহিৰত দুৰবীয়ে অনিমেষ হৈ
চাই আছে দিন বাৰ লেখি,
কেতিয়া পকিব ফল, কেতিয়া ছিঙিম,
কেতিয়ানো ভোল যাম দেখি!
মন কয় উৰি যাওঁ মেলি দিওঁ পাখি
গুচি যাওঁ দূৰ দূৰলৈ,
সাগৰৰ পাৰে পাৰে নীলা মেঘ চাই
মিলি যাওঁ আকাশতে গৈ!
দেহে কয় - বাট চাওঁ কিনো হয় বাৰু,
চাওঁচোন আশা বিৰিখত
লাগেনে নালাগে ফল পাওঁনে নাপাওঁ,
ৰবাঁ তুমি নহবাঁ বিতত।
এইদৰে দেহে মনে যুঁজিছে সদায় —
লাগি আছে তয়াময়া ৰণ,
দেহে মানে পৰাজয়, জয়মালা পিন্ধি
নাচি উঠে তীব্ৰবেগী মন!
শান্তি দিওঁ বুলি আহে যেতিয়া এবাৰ
আত্মাৰাম দেৱতা প্ৰাণৰ —
দেহ-মন দুয়ো আহি চৰণত পৰি
সুৰ ধৰে মিনতি-গানৰ।
বংশীধ্বনি কৰি কৰি আত্মচেতনাই
মুগ্ধ কৰে দুয়োটিকে হায়,
দেহ আৰু মন মোৰ তেতিয়া তেনেই
আতমাৰ আঁৰতে লুকায়!
কায়াহীন সেই 'মই' সৰ্বজয়ী হওঁ
মিলি যাওঁ মহা-মিলনত,
আকাশত শুনো গীত অনাদি স্পন্দন,
মুক্তি পাওঁ ৰুদ্ধ জীৱনত!
কিন্তু হায়! মন মোৰ ইমান বিদ্ৰোহী
ক্ষন্তেকতে ভাঙি দিয়ে মেলা;
ভয় খাই দেৱতাও কেনিবা পলায়
নুবুজিলোঁ কেনে এই খেলা!

---

বকুলবনৰ কবিতা

সংসাৰৰ স'তে যাৰ সহস্ৰ প্ৰকাৰে
বিজড়িত হৈ আছে মন,
কিমান কঠিন সেই মায়াপাশ ছিণ্ডি
লাভ কৰা আতমাৰ ধন!
সেই দিনা মাজনিশা যেতিয়া গৌতমে
তৃষ্ণাতুৰ নয়নেৰে চাই,
শুই থকা পুত্ৰ ভাৰ্য্যা অকাতৰে এৰি
গুচি গ'ল অৰণ্য ধিয়াই;
সেই যাত্ৰা, সেই সাহ, সিমান প্ৰতিজ্ঞা
অচঞ্চল তেনেকুৱা মন,
ঈশ্বৰৰ আশীৰ্বাদ, অমৰ
সেই মন অমূলত ৰতন।
ক্ষুদ্ৰ ক্ষুদ্ৰ সীমা বন্ধা ক্ষুদ্ৰ ক্ষুদ্ৰ ঘৰ,
ক্ষুদ্ৰ অতি লাভৰ আশাত
বিশ্বময় হৈ থকা প্ৰাণ দেৱতাক
বন্দী কৰি থৈছোঁ সজাত।
শান্তিহীন সংসাৰৰ মাজত সোমাই
আতমাতো সানিলোঁ কালিমা,
চিনি পালোঁ অসীমক, তথাপিও হায়
বান্ধি ল'লোঁ ক্ষুদ্ৰ এটি সীমা।

এই মহা বিপৰ্যয়, এই মহাৰণ,
মোৰ আজি জীৱন-সমস্যা;
বিচাৰিছোঁ কেনি আছেজোনোবালি বাতি,
বিচাৰিছোঁ মহা-অমাবস্যা।
মহাকাল ৰুদ্ৰৰূপী যিজন ঈশ্বৰ
যাৰে সতে আতমাৰ যোগ,
তেওঁ যদি জুৰি আছে অখণ্ড জগত
কিয় কৰোঁ অকস্মাৎ শোক?
দুখ, শোক, সকলোৰে অতীত এদিন
লভিবৰ অভিপ্ৰায় কৰি
এৰিছিলোঁ ইচ্ছামতে জীৱন সোঁতত
যেনি তেনি মোৰ এই তৰী,
আজি আহি খুন্দা খালে অকূল সাগৰ —
কেনি যাওঁ নাজানো নিজেই
বিদ্ৰোহী মনৰ আজি উদণ্ড গতিত
জীৰ্ণ হ'ল তৰণী তেনেই।

যোৰহাট, ২১।৬।৩৫

# ইচ্ছা

ইচ্ছা হয়— কুবেৰৰ মহৈশ্বৰ্য পাওঁ,
দুই হাতে দান কৰি শেষ হৈ যাওঁ।—
ইচ্ছা হয় — অসমৰ ভগাছালি ভাঙি
থৈ যাওঁ ইন্দ্ৰলোক অসমতে আনি।
মুক্তহস্তে দান কৰি গুচাওঁ অভাৱ,
এৰুৱাওঁ প্ৰাণহীন নীৰস স্বভাৱ।
ইচ্ছা হয়— বাগ্মী হৈ তৰ্কযুদ্ধ কৰোঁ,
নিষ্পেষণ কৰে কিয় জগতক ধৰোঁ।
শুনোতাৰ প্ৰাণ কাঢ়ি দয়া ওপজাওঁ,
বিশ্বজুৰি অসমৰ কাহিনী শুনাওঁ।
বাৰিষাৰ ধাৰ যেন মোৰ বাগ্মীতাই
অসমৰ ভৰাসোঁত আনক ঘুৰাই।
ইচ্ছা হয়;—বৰ্ণে বৰ্ণে, ছন্দে ছন্দে আঁটি
দেখুৱাওঁ অসমৰ আওপাক গাঁঠি!
পাঠকৰ সিৰে সিৰে মোৰ কবিতাই
বোৱাই দিয়ক তেজ প্ৰাণ-উথলাই।
ইচ্ছা হয়— গান গাওঁ মতলীয়া হৈ
জুই যেন মোৰ সুৰ উটি যক বৈ।
মানুহৰ প্ৰাণে প্ৰাণে মোৰ ধ্বনি থাকি
দেখুৱাই কিনো নাই সুৰেৰেই আঁকি।
অসমত ঘৰে ঘৰেমোৰ সুৰ ভাহি
অসমীয়া আছে বুলি ক ক মোকে আহি।—
ইচ্ছা হয়;— গ্ৰাস কৰোঁ অসমৰ সমস্ত জগত,
নাশ কৰোঁ অসমৰ হীন অভিমত।
ধৰ্ম, অৰ্থ, কাম মোক্ষ—লাভ কৰি মই
আনি দিওঁ দেশ-প্ৰেম জীৱনৰ জয়।
ইচ্ছা হয় আৰু কিযে, কোনে পাব পাৰ
ইচ্ছাহোৱা মন মোৰ হ'ল মহাভাৰ?

যোৰহাট, ২৫/৩/৩৪

## বালিকা-বিধৱাৰ উক্তি

কাৰৌ কৰিছোঁ,
নামাতিবি হেৰেই,
নামাতিবি ঐ মোক,
তইঁতৰ স'তে
কথা পাতিলেহে
জ্বলে মোৰ কলিজাৰ শোক।।

কাৰৌ কৰিছোঁ,
মোৰ ফালে চাই
নাহাঁহিবি আৰু ঐ,
বসনো শুকুলা
কপালো শুকুলা,
মোৰ, শুকুলা হিয়াও ঐ!

হাঁহিলেহে তাত
ৰঙা বোল লাগি
লাগিব তইঁতৰ দাগ;
কাৰৌ কৰিছোঁ
সেই দেখি ঐ,
নিদিবি তাতেচোঁ জাগ?

বালিকা বিধৱা ঐ
বালিকাৰ দৰেই
বালি ঘৰ সাজি
বালিৰে সাজিছোঁ চৈ?
শুকুলী হাতীতে আইক মোৰ দেখিছোঁ
আহিছে শুকুলা হৈ?

---

যোৰহাট, ২৪/১২/৩৪

## অহৈতুকী প্ৰেম

ভুল কৰিছিলোঁ প্ৰিয়া?
ৰাঙলী ফাগুন অহা দেখি মই
উতলা সুৰত বিছাৰিলোঁ জয়
ভুলতে বিলালোঁ হিয়া!

আজি
সেই ফাগুনেই শুনালে এবাৰ
নতুন-বাৰ্তা অমৰ সভাৰ
নতুন সাজেৰে সাজি।

শুনিলোঁ—
নাই ফুলা ফুল জুই দিবলৈ
নাই বোৱা বায় ফু দিবলৈ।
আজিহে তোমাক চিনিলোঁ।।

তেতিয়া ভুলতে থাকি
তোমাৰ চকুত জল্ মল্ কৰা
নেদেখিলোঁ হায় প্ৰতিভাৰ তৰা
থাকিলোঁ সপোন আঁকি।

তেতিয়া ভাবিলোঁ মই—
তোমাৰ কণ্ঠত মালা হৈ থাকি,
তোমাৰ ওঁঠত মৌজোল বাকি
জগত কৰিম জয়।

সেই ভুলতেই পৰি
শত বসন্তৰ এই অভিযানৰ
আজি দেখা পাওঁ ভুলৰে বিকাৰ
ভুলতে আছিলোঁ মৰি!
আজিহে জানিলোঁ হায়—
প্ৰিয়া যে নহয় জ্বলি থকা জুই
কাম-অগনিৰ আগ-শিখা ছুই,
প্ৰিয়াযে হিয়াৰ ঠাঁই!

গীত গাই যাম আমি
ঢৌৰে নিব টানি সাগৰৰ পিনে
সাগৰ চাপিব আকাশৰ পিনে
মাজতে থাকিম আমি।।
তুমি আৰু মই
ভুলে ভুলে যাম অকুল বিচাৰি
প্ৰাণে প্ৰাণে দিম প্ৰাণৰ সঁহাৰি
প্ৰাণকে কৰিম জয়।।
ভুল কৰিছিলোঁ প্ৰিয়া

---

বকুলবনৰ কবিতা

বাঙলী ফাগুন অহা দেখি দেখি
শুকুলী ফাগুন আছিলোঁ পাহৰি
তোমাকে নিদিলোঁ হিয়া!
আজি ধৰি হক ন
ন-জোন দেখি ন-তৰা লেখি

গৈ থাকোঁ দুয়ো নাও মেলি মেলি
নৈয়ো বহুত দ।।

---

যোৰহাট, ৪/৩/৩৪

## নতুনৰ সুৰ

বাট চাই আছিলোঁ যি বান্ধনিৰ ডোল গছিলৈ
বান্ধ চাই মেল খালে মৰমৰ ফুল,
তাতে আজি বসন্তৰ হিয়াভৰা চুমা এটি পায়
চঞ্চল বতাহত হেৰুৱালোঁ কুল!

সুন্দৰ ফুলে ভৰা সুন্দৰ সপোনৰ ছবি
জাগ্ৰত আজি যাৰ দুৱাৰ দলিত
কথাভৰা বিৰহীৰ বেদনাৰ সুৰ কাঢ়ি লৈ
গায় তেওঁ কিনো গীত কিবা সুললিত।

বৈ বৈ বতাহত কিনো সুৰ বাজিছেহি আজি
বেদনাটি মাৰ যায় বুকুৰ তলত,
কুমলীয়া কুঁহিপাতে হালিজালি কৈ যায় যেন
কাণে কাণে কথা এটি কুঁহিৰ মাতত।

চেতন-জড়ত আজি বৈ যায় গোপনৰ ভাষা।
গছে-পাতে হালিজালি উঠি আহে নতুনৰ আশা।।

---

যোৰহাট, ২৭/৩/৩২

## অনন্ত প্ৰয়াস

নীলা আকাশৰ পিয়লা উপচি
জোনকণা আহি পৰোঁতে মাটিত
সেউজীয়া-সুৰা উঠিব ফেনাই
লাগিব পৰশ বতাহ ছাটিত।

সেই পৰশৰে হৰষত তুমি
আবেশ বিভোৰ পৰাণ লৈ
উৰি যাবাঁ সখী ওপৰৰ পিনে
ধৰণীৰ পিনে নয়ন থৈ!

পৰিলে তোমাৰ নয়নৰ জল
মোৰ সমাধিত ফুলিব ফুল;
সেই ফুলৰেই সুবাসে আকৌ
ভাঙি দিব প্ৰিয়া নিয়তিৰ ভুল!
জোনৰ আঁৰত মিলি থকা মোৰ
ৰূপালী ৰঙৰ ৰেখাটি আহি
ভূ-লোক দ্যুলোক ভেদ কৰি প্ৰিয়া
চাবাহি তোমাৰ বিমল হাঁহি

তেতিয়া তোমাৰে বুকুৰ সুধাৰে
সুধাকৰ হ'ব অশেষ ধনী,
তুমি হবাঁ প্ৰিয়া নিখিলৰ হিয়া
মই হ'ম তাৰে পৰশ-মণি!

তোমাৰ স্তনতে লাগি থকা বুলি
বাখৰপতোৱা আখৰ আনি,
নীল-আকাশত লিখি থ'ম মই
পৰাজি নপৰা প্ৰেমৰ বাণী!
মেলি দিবা তুমি বাহু দুটি ধীৰে
লাজ-অৱনতা তনুটি লৈ,
বিশ্বাসে মোৰ দিব উদঙাই
তোমাৰ আঁচল মলয়া হৈ।
ৰঙা আঁচু দিয়া বিহাৰ আগত
মোৰ নাম লিখা থাকিব দেখি

স্তনযুগলৰ মাজখিনি জুৰি
থাকিম ময়েই মাধুৰী লেখি।

তুমি হ'বা ৰাণী অনন্ত কালৰ
মোৰ নিকা মন প্ৰজাটি হৈ
বতাহতে প্ৰিয়া থাকিব সদায়
তোমাৰ অমিয়া নামটি লৈ।

তাজমহলৰ মিনাৰত উঠি
চাওঁতে আকাশ কবিতা লৈ
ৰসিক পথিকে দেখিব তোমাক
তুমি আছাঁ যেন মমতাজ হৈ।

শুনিলে তোমাৰ যশ-গৰিমাৰ
মৰমলগোৱা কাহিনী হায়,
আতামায়ো মোৰ মুগ্ধ নয়নে
থাকিব তোমাকে থিৰেৰে চাই!
দ্বিতীয়াৰ জোন উপচি তেতিয়া
মোৰেই লোতক পৰিব সৰি,

তাজমহলৰ মীনাৰেদি গৈ
যমুনা-বুকুত পৰিব জৰি।

মোৰ মৰমৰে কৰুণ সুৰটি
অৰুণ অহাৰ আগেয়ে' আহি
নিতাল ধৰাৰ গীতাল পখীক
দিবহি গোপনে মাধুৰী যাচি।

অযুত কণ্ঠে তেতিয়াও প্ৰিয়া
তোমাৰেই জয় কৰিব গান,
অনন্ত কালৰ বুকু উদঙাই
তেতিয়াও তুমি বিলাবা প্ৰাণ!

তুমি হ'বা ৰাণী অনন্ত প্ৰেমৰ
মই হ'ম দাস টোকাৰী লৈ,
জোকাৰি জোকাৰি টোকাৰীৰ গুণা
থাকিম কাষতে ভিক্ষাৰী হৈ।

যোৰহাট, ২৫/৯/৩৩

## বিশ্বৰূপা

বিশ্বৰ মাধুৰীসোপাকে হৰি
ৰূপৰ ভঁড়াল উদং কৰি
দিন-সপোনৰ সাজিলা ই কিনো
মেলা গোপনৰ ভেলা,

উটি যায় মোৰ মনৰ মৰম--
ৰেণু-কুমলীয়া ফুল অনুপম,
তুমিনো কিহৰ লভিলা পৰশ
দিলা যুগমীয়া খেলা?

ৰূপৰ কুমাৰী অকলশৰীয়া
অকলে ফুৰিছা দিন-দুপৰীয়া,
ইকি অভিসাৰ, অনঙ্গবিহাৰ--
কাৰ পৰাজয় আজি?

কৰ্ম বিৰত সমস্ত জগত
দীন-দুখীইঁত সমূলি বিতত
তাৰ মাজতেই আহিলা হঠাৎ
আজি লয়লাসে সাজি!

ইমান বিৰাট সৃষ্টিখনৰ
হৰিলাঁ যিমান গৰ্ব ৰণৰ,
ভদীয়া মেঘৰ ভৰণ- বুকুত
তাৰো পৰাজয় হ'ল,

নগ্ন তোমাৰ এই স্তন -ভাৰ
শেষ বাৰিষাৰ প্ৰেম-পাৰাবাৰ,
মোৰ নয়নৰ ক্ষণেক ভুলত
মোৰ চাৱনিত ৰ'ল।

বকুলবনৰ কবিতা

ইমান মুকলি দিন-দুপৰত
তন্ময় হৈ তোমাৰ প্ৰেমত,
তোমাৰ বুকুৰ অমিয়া জোলত
মইযে আছিলোঁ বুৰি--
আনে যি নাজানে তুমিও নাজানা
অ' মোৰ সখী প্ৰিয়া প্ৰাণতমা,
তুমি যে মোকেই জড় চেতনত
ধৰিছা তেনেই জুৰি!

মোৰ, চকুত তোমাৰ ৰূপৰ-দানি
বুকুত তোমাৰ পৰশ সানি
দিঠকে সপোনে লভিছোঁ তোমাৰে
প্ৰতিমা পূজাৰ ৰাগী।

এই, মোহন পূজাৰ মন্ত্ৰ-পাঠৰ
শত ৰহস্যৰ গোপন বাটৰ
সন্ধান আজি পাইছোঁ এফেৰি
তোমাৰ পূজাতে লাগি।
সেইহে প্ৰেয়সী অঙ্গে তোমাৰ
মেঘে ৰৰষুণে সিঁচিছে সুধাৰ
শত ঝৰণাৰ অন্ত নোহোৱা
প্ৰথম প্ৰেমৰ ৰস।

সেইহে হবলাময়ো আত্মভোলা
বিচাৰি ফুৰিছোঁ সপোনৰ কোলা
সেইকাৰণেহে হইছোঁ প্ৰেয়সী
প্ৰেমত তোমাৰ বশ।

---

ডুমডুমা, ৰাইদাং বাগিছা, ২২/৮/৩।

## কাণ্ডাৰী

লাখ, নিযুত, কোটি ---
সংখ্যাৰে লেখি
অন্ত কৰিব নোৱাৰা
কালৰ সোঁতত উটি
গৈ আছে, গৈ আছে,
গৈ আছে একেখনি নাও।
মাৰৰ গৰ্ভত থকাদি সেই
নাৱৰ বুকুতে থাকি,
কেঁহেলি- কেন্দেলি কৰিছে মানুহে
অনাদি সপোন আঁকি।

*

কোন সেই দেৱ,
কাক দিম হবি, —
প্ৰশ্ন কৰিলি
কোনোবা যুগতে
আছিল ধৰাত
যিমান কবি।

*

উত্তৰ নাপালে কোনেও সঠিক,
জগত নিমাত হ'ল,
মনে মনে বহি গুহাৰ মাজত
উত্তৰ বিচাৰি গ'ল।
মনেৰেও হায়, নাপালে ঢুকি
চকুলো টুকি
ব্যথাত আতুৰ হ'ল
তপত চকুলো
য'তেই পৰিল
তপস্যাৰে তাতে উপবন হ'ল
ঋষিৰ বচন
প্ৰাণ- বিমোহন
ঝঙ্কাৰি উঠিল দুনাই সুৰত
একেটি প্ৰশ্ন কৰি —
ক'ত আছাঁ তুমি সুন্দৰতম
সৃষ্টি- সপোন হ'ৰি?'

*

গৈ আছে নাও নপৰি পৰালি
ঢৌৱে ঢৌৱে নাচি —

হেন্দুলি হেন্দুলি
গৈ থকা সেই নাৱৰ গৰাকী
গুৰিয়াল জন
মোহন কাণ্ডাৰী
— কিন্তু

কোনে কৈ দিব কেনি আছে তেওঁ,
কিয়নো লুকাই থাকে।
সপোনতে কিয় ৰচিছে সপোন
সপোনতে কিয়
সপোন আঁকে?

## শকুন্তলা

মানসভূমিত ফুলিছে যিমান ফুল,
গজিছে যিমান লতা,
অকল কৰিয়ে পতা, —
শকুন্তলাৰ কুন্দ- কুসুম তুল
এনেটি জীৱন- ফুল,
ফুলিছেনে বাৰু কাৰো ফুলনিত
মনৰো ভাঙিছে ভুল?
ফুলিছেনে এনে মানসী- মৰম ফুল,
বনৰ ফুলৰ দৰে
মনৰ মৰম হৰে
কবি ভোমোৰাক কৰিছে আকুল
পাতিছে সদায় থুল?

শকুন্তলাৰ কুন্দ- কুসুম- তুল
আছেনে এনেটি ফুল?
বনৰ ফুলৰ পাহিও মৰহি যায়,
সুবাসো নোহোৱা হয়।
শকুন্তলাহে ৰয়
শতযুগ ধৰি সুবাস বিলাই,
ফুলৰ ৰেণুকে খাই
শকুন্তলাহে ফুল-পৰিমল
বিশ্ব-বিয়পি যায়।

ফুলৰ মলয়া আহিছে যিমান ক'লি
পৰাগ যিমান যায়
শকুন্তলাক পাই
পৰিছে মূৰৰ চুলিতে তেনেই ঢ'লি!
ফুটিছে তাতেই ক'লি
শকুন্তলাহে শত সুৱাসৰ থ'লি
কুন্দ-কুসুম ক'লি!

নৱমল্লিকা ফুলৰ গুৰিত বৈ
কাষত কলহ লৈ
তাপসী তৰুণী হৈ
এতিয়াও যেন থৰ লাগি আছে
আশ্ৰম শুৱনিকৈ,
(যেন) শকুন্তলাহে কুন্দ-কুসুম অজৰ অমৰ ঐ

বনৰ ফুলত আছিল যিমান বোল,
আছিল যিমান ৰস—
শকুন্তলাৰ যশ
তাতোকৈ বেছি সুৰভি আমোলমোল।
শকুন্তলাৰ তুল
এনেটি জীৱন-ফুল
এটি মৌ-চাক্ মনৰ মধুৰী
অনন্ত অমিয়া জোল।

১১/১১/৩২

# জীৱন-মাধুৰী

কত শত জীৱনৰ মাধুৰী হৰি
মাধুৰী হৰি
ৰচিলোঁহি ৰহঘৰা যতন কৰি।
বিলালোঁহি মৌ-জোল মৰম কৰি
মৰম কৰি।

ফুলে ফুলে সিঁচি দিলোঁ জোছনা কণা
জোছনা কণা,
সৰগৰ জোন-তৰা মৰতলে' অনা
চিক্‌মিক্ চিক্‌মিক্ বিজুলী হনা
বিজুলী হনা!

প্ৰাণে প্ৰাণে গুণ্ গুণ্ গুঞ্জন তোলা
গুঞ্জন তোলা
কত গান গাই গলোঁ আপোন-ভোলা!
কত সুৰ বাছি লৈ পাতিলোঁ খোলা
পাতিলোঁ খোলা!

জোন, বেলি, তৰা আনি পাতিলোঁ মেলা
পাতিলোঁ মেলা
কত দিন কত ৰাতি খেলিলোঁ খেলা
কত বেলি মাৰ গ'ল বিয়লি বেলা
বিয়লি বেলা।

আঁহতৰ পাতে পাতে ৰৈৰৈ যোৱা
ৰৈ ৰৈ যোৱা,
কতখিনি কথা কলোঁ মৰম পোৱা।
মচি দিলোঁ কত ছবি মনেৰে চোৱা
মনেৰে চোৱা!

সোণামুৱা কুটুমৰ সপোন দেখি
সপোন দেখি
থাপনাৰ ঠাই যেৰা বিচাৰোঁ সখী!
বিচাৰোঁতে ভোল যাওঁ দিনবোৰ লেখি
দিনবোৰ লেখি।

ফুৰি ফুৰি ঘূৰি আহি অকলে বহি
অকলে বহি!
বিৰহৰ গুৰুভাৰ থাকোঁহি সহি।
মৰহিব খোজোঁ তাতে,যাব খোজোঁ জহি
যাব খোজোঁ জহি!

মৰমৰ উহ ফুটি অমিয়া বাণী
অমিয়া বাণী
তিৰ্‌বিৰ কৰি উঠে আকাশ ছানি;
"দান কৰি হোৱাঁ ভাই এনে মহাদানী
এনে মহাদানী।"

"দান কৰাঁ, দান কৰাঁ, কিবা ধন দিয়াঁ,
কিবা ধন দিয়াঁ
দান কৰি মোৰ প্ৰাণ দুনাই নিয়া।"
এনে গান, এনে সুৰ, শুনিলোঁ প্ৰিয়া
শুনিলোঁ প্ৰিয়া।

কাষ চাপি আহাঁ সখী শেষ কৰি দিওঁ
শেষ কৰি দিওঁ।
নিঃশেষ কৰি আজি ৰস টুপি পিওঁ।
ৰস পিওঁ, ৰস দিম, নীৰস নিদিওঁ
নীৰস নিদিওঁ

---

২৯।১১।৩৩, বুধবাৰ, ১৩ আঘোণ

## উৰ্বশীলৈ

উঠা, তুমি উঠাচোন অনন্ত উৰ্বশী
গোৱাঁ এটি মৌ যেন গীত,
শুনি, শুনি উতলক শ্ৰীমন্ত মধুৰ
মোৰ এই মনোময় চিত?

উঠাচোন আনন্দৰ অনন্ত প্ৰেয়সী
ব্ৰহ্মাণ্ডৰ অন্তৰ্লীনা ৰাণী—
বাজিব খুজিছে মোৰ ক্ষুদ্ৰ বীণা আজি
বিশ্বজোৰা সুৰলিপি আনি।

নহয়, নামাতিবাঁ, নেমেলিবাঁ পদুম নয়ন,
ধীৰে ধীৰে আহাঁ নৃত্য কৰি,
মুগ্ধ হৈ মনে মনে উটি যাওঁ মই
নৃত্য-কৰা লীলা-গতি ধৰি।

নাচাঁচোন লালিত্যৰ লৰুনু উৰ্বশী
মনোৰমা অতনু প্ৰেয়সী,
লৰিব খুজিছে মোৰ দিব্য অঙ্গ ৰাশি
অনঙ্গৰ সুৰত উল্লাসি।

নহয়, নানাচিবাঁ, কেতিয়াও নাহিবাঁ ওলাই,
লৰচৰ নকৰিবাঁ প্ৰিয়া,
তুমি এৰি গুছি গ'লে নলৰে পদুম
থৰ হ'ব ভোমোৰাৰ হিয়া?

পদুমৰ চকাটিৰ ওপৰতে তুমি
বহি থাকাঁ মহাৰাণী হৈ,
পৰি থকা বীণাখনি ভৰিৰ নখেৰে
জোকাৰিবাঁ লাহে লাহেকৈ।

শুনাচোন, শুনা তুমি, কবিতা-প্ৰসূতি
চিৰকাল অন্তঃসত্বা হৈ
অন্তৰতে শুই থাকাঁ। সাৰ পালে মাথো
মধুময় কথা দিবাঁ কৈ।

---

যোৰহাট, ২০/৬/৩৪

---

বকুলবনৰ কবিতা

## মঞ্জুল

(১)

বিশ্বৰ ৰূপহী তাই অৰূপ ৰতন,
উচ্চ কুচ পয়োধৰ, চকিত নয়না
কটাক্ষত মানুহৰ দুটি চকু কণা —
নিমিষতে আঁকি দিয়ে মদিৰ লেখন!

ৰাগী লগা মমতাৰ আশা ভৰা হিয়া
মঞ্জুলি উঠে খুজি যশস্যাৰ প্ৰিয়া,
যশস্যা মঞ্জুল যেন সাৰ্থক যতন!

---

যোৰহাট, ২৭।১।৩২

(২)

প্ৰথম ফাগুন তোমাক আজি কৰোঁ নমস্কাৰ —
তোমাক দেখি মনত পৰে এই চৰাচৰ
লীলাৰ মাজত চলি আছে এটি নিয়মৰ,
একে সুৰৰ একে তাল, একে গতিৰ ধাৰ!
তোমাৰ লগত মিলাওঁ আহাঁ মোৰ মৃদু গান
চিৰ নতুন হৈয়ে থাকক পুৰণিৰে প্ৰাণ।
প্ৰাণৰ গানত লহৰ উঠক ধ্বনি চমৎকাৰ!

---

যোৰহাট, ১৪।২।৩২

(৩)

পতিতাৰ প্ৰাণো হায়, প্ৰেমেৰে কোমল
ফাগুনত দেখি আজি ঢে পাই তিতাক
মনত পৰিছে, আমি ঘিণ কৰোঁ যাক
কিমান কাতৰ তাৰ চকু- ভৰা জল!

ৰঙ- দোলা দোলনত থাকোঁতে কলিয়া
ঢে পাই তিতাৰ ফুলে আপোনাৰ হিয়া
ঢাপে ঢাপে বাকি দিয়ে, তথাপি সৰল।

---

যোৰহাট, ১২/৩/৩২

* সাত শাৰীত পূৰ্ণ হোৱা এই ছন্দক 'মঞ্জুল' নাম দি কৰা এটি পৰীক্ষা।

## জীৱন-ছনেট

সীমাবদ্ধ চেষ্টা তাৰ, অতি ক্ষুদ্ৰ নৰ
নিয়তিৰ ক্ৰীতদাস, ৰিপুৰ অধীন
আশা তাৰ নিমিষতে পৰি যায় তাৰ
আদৰ্শ বিফল হ'লে নাহিলে সুদিন।

স্বাৰ্থৰ ৰহণ সানি শিৱ সুন্দৰক
দুৰ্বোধ্য কৰিলে নৰে মৰ জগতত,
বিশ্বৰ মিলনকামী দেৱ কন্দৰ্পক
ঘিণ কৰি এৰি দিলে অপূজ্য ভাবত।

তথাপি নহ'ল শাঁত মানুহৰ মন,
নেমানিলে মহাসত্য নেচালে উলটি।
গৰ্বত অন্ধলা হৈ বিচাৰিছে ৰণ
কেনি আছে জগতত তাৰ জয়-গীতি!

হায়! মানুহো যে ক্ষুদ্ৰ এটি ছনেট কবিৰ
সীমাবদ্ধা গতি তাৰ, শেহত স্থবিৰ?

———

যোৰহাট, ২২/১/৩২

## বিচাৰ

'ভকতৰ নলবা বিচাৰ।'

নুসুধিবা আঁতি-গুৰি জাত-কুল-মান
তোমাৰ সমুলি তাত নাই অধিকাৰ।

জানা যদি প্ৰাণী বুলি তাই
দেখা যদি কিবা দুখ কৰিবা মোচন,
জীৱৰ বাহিৰে আৰু আন শিৱ নাই।

জানা যদি ক্ষুধাত কাতৰ
আছে কোনো দীনদুখী তোমাৰ কাষত,
দি আহা যি আছে তোমাৰ ভাগৰ।

শুনা যদি বিষাদৰ সুৰ—
ল'ৰি যোৱা দিবলৈ হৃদয়ত থকা
সান্ত্বনাৰ মৃদু মধু মাত এটি জুৰ।

মানুহৰ নুসুধিবা জাত-কুল-মান
সকলো একেই প্ৰাণী, তোমাৰ সমান।

———

যোৰহাট, ২৭।৩।৩৪

## নিৰ্যাতন

নিৰ্যাতনৰ যাতনা অগ্নি জন্ম ল'বৰ ঠাই,
দুৰ্গতি ৰাশি নিৰ্যাতিতৰ জীৱন পোৱাৰ ঘাই।
জন্ম লভোঁতে, পৃথিৱী পঢ়োতে, গাঁওতে শেহৰ গান
নিৰ্যাত সেই শান্তি আনিছে, শান্ত কৰিছে প্ৰাণ।

বিদেহ-কুমাৰী নিৰ্যাতনৰে নিতউ নতুন 'সীতা',
নিৰ্যাত সেই মহাভাৰতক শুনালে অমৰ গীতা।
ধুমুহা পাছৰ ধীৰ আকাশৰ শুক তৰাটিৰ চুমা
নিৰ্যাতনৰে বিজয়-কেতন শান্তি-উৰুলি-কমা।

নিৰ্যাত সেই শান্তি আনিছে, নিৰ্যাত সেই চিন
আহিছে মুক্তি, সাধনা-সিদ্ধি, চাপিছে নতুন দিন।

———

যোৰহাট, ২৬।১।৩২

## মনোৰমা

দেহি ঐ
মোৰ সেই মনোৰমাজনী। ........
বহাগ জেঠৰ
ভৰ দুপৰীয়া
কেঁচা সেউজীয়া দোপ্ লৈ থকা
বাঁহনিডৰাৰ
তলেদি যোৱা
বগা বাটটোৰে গৈ থকা
সেই নাম নজনা
মনোৰমাজনী!
দেহি ঐ
আজি বিয়লি বেলাৰ
ভৰ্জীয়া ৰ'দত
দেখিছোঁ সেই মনোৰমাজনী সপোন হৈ

———

কবুলাতনৰ কবিতা

সৌ আকাশৰ
নীলাৰ মাজত
আছেহি বৈ।
মনোৰমা ঐ! ...........

তোমাক জানো কাহানিবা কোনো
কবি-শিল্পীয়ে ধৰি
সজাত সুমুৱাই
বন্দিনী কৰি
পাৰিছে কেনিবা থ'ব?
তুমি দেখোন নিতৌ নতুন বেশেৰে আহি
দিনে-ৰাতিয়ে
পুৱাই-সন্ধ্যাই
বিচিত্ৰ বিভৱ লৈ
দিঠক আৰু সপোনৰ সুধা
বিলায়েই আছাঁ
দেখাতে গোপন হৈ।
মনোৰমা, মনোৰমা ঐ! ...........

দেহি ঐ!
মোৰ সেই মনোৰমাজনী
আহিনমহীয়া
ফেঁহু জাল দিয়া
শান্ত-শীতল পুৱা
গাখীৰ বৰণীয়া হৈ
নিজান গাঁৱৰ মূৰত থকা
মাহতলীবোৰত
বগলী লগত লৈ
বিচাৰি ফুৰিছে হেৰোৱা বেহানি
মৌন মুগ্ধ হৈ। ..............

মোৰ সেই মনোৰমাজনী।
মনৰ মাজতে আছিল লুকাই
পদুম পাতৰ পানীটুপি খাই
পদুমৰ চকাত
নাচি-বাগি-হাঁহি
পদুম ফুলৰ ৰেণুবোৰেকেই
চিকুণ মুখত সানি
মনোৰমাজনী
মোৰ, মনৰ মাজতে নোহোৱা হ'ল।

এতিয়া দেখিছোঁ —
এধানমান মোৰ এই হিয়াত
মনোৰমালৈ নহ'ল ঠাই,
সেইহে কিজানি আকাশ পথেদি
ফুৰে মনোৰমা
পৃথিৱীখনৰ সকলো বেহানি চাই।
মনোৰমা মোৰ বিশ্বব্যাপিনী হ'ল
মনৰ মাজত
মনোৰমাৰেই
এটি সাঁচ বহি ৰ'ল। ...........
মনোৰমা মোৰ বিশ্বব্যাপিনী হ'ল।
আ!
মনোৰমা গৈ
মহাশূন্য পালেগৈ
তাত দেহা-ভাৰ নাই
বতাহৰ দুষ্ট গতিও নাই
বসন-ভূষণ সমূলিকে নুৰে
ওপঙি ওপঙি গৈ থাকে তাত
মনোৰমা মোৰ
অনন্ত উৰ্বশী হৈ —

ক্ষুধা-তৃষ্ণা নাই,
সপোনৰ জ্যোতি
মহা-সপোনৰ পৰাগি নপৰা
নাৱৰ টিঙত গৈ
মনোৰমা মোৰ
মহা-শূইনত
ফুৰিছে নেদেখা হৈ!
অনন্ত কালৰ
তৰুণী যুৱতী
অনন্ত সপোন লৈ।

যোৰহাট, ২৬।১।৩২

বকুলবনৰ কবিতা

# ৰ'বা, অলপ অপেক্ষা কৰাঁ

ৰ'বা,
অলপ অপেক্ষা কৰাঁ
মানুহ, তুমি যে মৰণশীল! .........
যমৰ কিঙ্কৰে ধৰি
তোমাকো যে ভুঞ্জাব যাতনা
হেৰাব চেতনা।

অচেতন পদাৰ্থৰ দৰে
মাটিত বিলীন হ'ব তোমাৰো যে দেহা,
সেই সত্য পাহৰিছা তুমি
আজিৰ মানুহ।

যন্ত্ৰৰ গ্ৰহ-উপগ্ৰহ সৃষ্টি কৰি
মহা-আকাশত প্ৰবল বেগেৰে
কেনি গৈ ক'ত ওলাবাগৈ
পাৰিবানে বাৰু তুমি
যন্ত্ৰেৰে জয় কৰি
অনন্ত আকাশখনি
অগণন চন্দ্ৰ-সূৰ্য শেষ কৰি
পাৰিবানে লেখি থ'ব
তোমাৰ ৰকেটে লেখা
বিজ্ঞানৰ ডায়েৰীৰ
এখিলা পাতত?
০

মহা-ৰহস্যাৰে পৰিপূৰ্ণ মহা আকাশত
অব্যাহত যিটি সোঁত বলি আছে
যিটি ধ্বনি অনাহত হৈ
কোনোবা এদিন পূৱাৰে পৰা
ঘূৰি আছে তৰঙ্গত তৰঙ্গ মিলাই,
পাৰিবানে তুমি সেই মহা ধ্বনি
ব্যাহত কৰি
নতুন আনন্দ-ধ্বনি দিবহি বিলাই?

তুমি জানোঁ মৃত্যুঞ্জয় চিৰঞ্জীৱী
মহা মহা মানৱৰ বাণী শুনা?
ৰকেটৰ ধ্বনিয়ে তোমাৰ
কাণ ঘোলা কৰি দিলে।

আজিৰ মানুহ
জানা জানোঁ
তোমাৰ চেতনা ভেঙ্কীয়ে তেনেই হৰিলে।
০

.......... পৃথিৱীৰ বাৰ্তা! ..............
পৃথিৱীৰ বাৰ্তা লৈ কৰিবানো কি?
যি মহাশক্তিয়ে তোমাৰ-মোৰ
ভিতৰত সোমাই অকলে
জন্ম আৰু মৃত্যুৰ
ৰচি আছে অন্তহীন
এক্টো সাঁথৰ —

সেই একে মহা-শক্তিয়েই অনন্ত ব্ৰহ্মাণ্ড
সৃজিছে, ধ্বংস কৰিছে,
ৰচিছে নতুনকৈ
পুৰণিকে দুনাই দুনাই। ..........

........ জন্ম য'ত, মৃত্যু তাতে —
গছৰ পাতে পাতে
বতাহে বজাই আছে
মিহি এটি করুণ বিননি
আহিছাঁ যেতিয়া যাবই লাগিব
যাবই লাগিব, যাবই লাগিব হায়!.....

পৃথিৱীত শান্তি, দ্যুলোকত শান্তি, আকাশত শান্তি
বতাহত শান্তি
কথাত শান্তি, প্ৰাণত শান্তি
সংশয় বিহীন পূৰ্ণ শান্তি লৈ
বিৰোধেৰে ভৰা বিশ্বত তুমি
শান্তি পথৰ তীৰ্থযাত্ৰী হৈ
পাৰিবানে বাৰু, আজিৰ মানুহ,
আগবাঢ়ি যাবগৈ?
০

বকুলবনৰ কবিতা

চুবুৰীয়া বন্ধুৰ প্ৰতি ঘৃণা, কাৰ্পণ্য স্বভাৱ
কিম্বা
লোভ, লালসা আৰু আত্মপ্ৰেম
নাইবা
বলিয়াৰ দৰে কৈ থকা অৰ্থহীন
অৰ্বাচীন কথাবোৰ উদ্গনি দি
কেনি নিছে তোমাক সদায়
চাইছানে জুখি-মাখি
মৌন হৈ কেতিয়াবা
নিজগ্ৰাল সময় বিচাৰি?

যুক্তি, বদান্যতা আৰু প্ৰয়োজনে
সাঁকিয়াই দিয়া
দ্বন্দহীন মধুৰ বাক্যেৰে তুমি
পাৰিবানে পূৰ্ণ কৰি ল'ব
আজিৰ মানুহ
তোমাৰ অশান্ত হিয়া?
o

ৰ'বা—
অলপ অপেক্ষা কৰা
কিতাপৰ পাতবোৰ লুটিয়াই চোৱাঁ
বাইবেল, কোৰান, বেদ, জিগুাভেস্টা
গীতা-ভাগৱত আদি
য'ত
অনন্ত শান্তিৰ জল
বাৰিধাৰা সুশীতল
বৈ আছে
প্ৰশান্ত গতিৰে
এবাৰ সকলো মিলি বিচাৰোচোঁ আহাঁ
সেই শান্তিজল
শুনা - শুনা - সেইয়া —
সৃষ্টিৰ আদিতে বেদৰ বাণীয়ে
কোৱা
..... "শৃণন্তু বিশ্ব অমৃতস্য পুত্ৰাঃ" ......
মানুহ যে অমৃতৰ পুত্ৰ!

বিশ্ববাসী মানৱ সন্তান
মিলাচোন এদিন এবেলা
মহা-মিলনৰ আৰতি কৰি;
অনন্ত বিজয় শঙ্খ
বজাই বজাই
সৰগৰ মন্দাকিনী আনাচোঁ আকৌ
শতধাৰ সহস্ৰধাৰাৰে
বোৱাই বোৱাই;
ধৌত কৰি বসুধাৰ বুকু
মানুহৰ প্ৰেমেৰে দুনাই।

মানুহ, আজিৰ মানুহ!
অলপ অপেক্ষা কৰা
চোৱাঁ
এবাৰ উলটি চোৱাঁ
একোটি হেৰোৱা নাই।

———

যোৰহাট, ২৬।৬।৬০

## নিজঞ্জাল

কিমান হোমাৰে মুৰ দুপিয়ালে
কিমান প্লেটোৱে
অহৈতুকী প্ৰেম শিকালে যুগক
আছে জানো তাৰ
পূৰ্ণ ইতিহাস?
...হায়! কিমান চক্ৰেটিছে
সত্যৰ কাৰণে
গিলাছে গিলাছে
পিলে হেমলক্
আছে জানো তাৰ
অঙ্ক লিখা
অগ্নি শিখা?
অন্তস্থলৰ মৰ্মকোষত
মৃদু এটি ধ্বনি উঠি
কয়
আছে, আছে, পদুমৰ চকাৰ মাজত
এতিয়াও আছে, এটি ফিৰিঙতি
মহা-আকাশৰ মহা সপোনৰ
মহা মহিমা ভৰা
...মৃত্যুঞ্জয়'..
এনে সুন্দৰ, কোমল মধুৰ মাত
ধ্বনিহীন ধ্বনি কৰি
যুগে যুগে দিনে দিনে
মানুহৰ অশান্ত হৃদয়
কৰি আছে শাঁত!...
মানুহ!
দেৱতা নোহোৱাঁ কিয়?
কিয় বৃথা কোলাহল কৰি
প্ৰেমৰ ৰাজ্যত তুমি কলঙ্কৰ বঢ়োৱা জঞ্জাল?
... শুনা—শুনা—
থৰ লাগি শুনি লোৱাঁ
বুদ্ধই শুদ্ধ হিয়াৰ বাণী দি গ'ল
আনন্দ বিৰাজে য'ত
সেয়ে নিজঞ্জাল।

যোৰহাট, ২৫/৬/৬০

## মাঘ বিহু

মাঘ বিহু উৎসৱৰ উৎসে ওপচাই
প্ৰণতি জনালে আজি পৰাণ-প্ৰিয়াই,
পৰাণক লোৱাহে পৰাণ।

সচকিত হ'ল মোৰ মন্দিৰ দ্বাৰ,
জিঞ্জিৰি সুলকিল চাওঁতেই তাৰ।
আৰতিৰ হ'ল জয়-গান।
পৰাণক লোৱাহে পৰাণ।।

কান্দিলে পুৰাতে আজি অনল-শিখাই
অতল-প্ৰেমৰ কেনি প্ৰাণ খুজি পাই?
বিৰহৰ উঠিল বিননি।

নিনাদিলে আকাশৰ অন্তৰ তল,
গৰজিল গৌৰৱ-যৌৱন-বল?
খলকিল নিখিলৰ ধ্বনি
বিৰহৰ উঠিল বিননি।।

তথাপিও প্ৰাণতম পৰাণে তোমাৰ
নিদিলেহি দান মোক প্ৰাণ-কবিতাৰ
দুৰলে হে আঁতৰিলা হায়!
শত পুহে উহ খুজি সম্ভাৰ দিলে,
মৰি মৰি বাৰে বাৰে নাৰ্জিও জী-লে।
তথাপিও তুমিয়েহে নাই
দূৰলেহে আঁতৰিলা হায়।।
মে-জি যে মোৰে প্ৰিয় শিখা বিজৰ
তোমাক বিচৰা কাঠ জ্বলে জীৱনৰ।
তাকে চোন 'হয়' বুলি কোৱা।

তুমি পূৰ্ণ প্ৰতিভাৰ মাগিছিলোঁ ভিক্‌ষা,
লইছিলোঁ অগনিৰ তেজোময় দীক্‌ষা
তাৰে আজি সেৱা এটি লোৱাঁ।
'আছোঁ' বুলি কথাষাৰ কোৱাঁ।।

## মিঞা-তান্‌চেনৰ গীত

(তানচেনৰ গীত এটিৰ অনুবাদ)

হেম-কিৰীটিনি কনক বৰণী
সবিতা-গৃহিণী ঊষা
উদিছে, গগণ হাঁহিৰে বোলাই
মোহিছে চাৰিও দিশা
দিক্ বালাগণে ভৰালে যতনে
কনক-গাগৰি যেন
মঙ্গল-স্নান কৰাব খুজিছে
ভানুক দৰাটি হেন!
বিহগে মধুৰ ললিত তানেৰে
গাইছে আৰতি গান,
ভুৱন ভৰিছে নৱ-জীৱনৰ
আহিছে আনন্দ-দান।
কমল নয়নী সঙ্গীতময়ী
জগৎ পালিকা ঊষা
আহিছে বিলাব নয়ন-অঞ্জন
গুচিব আন্ধাৰ নিশা।
অৰুণ কিৰণ লাগি হৃদযত
মিঞা তান্‌চেনে গায়
মুৰুখ আনন্দে পৰম আনন্দে
সেই ৰূপৰাশি চায়।

১৯।১০।৩৩

## গণিকাৰ বেদনা

দেহাটি অশুচি দেখি
গণিকাক কৰাঁ তুমি ঘিণ্
সিঁহতৰ নাই একো
কুল-শীল মৰ্যাদাৰ চিন্।
কোৱাচোঁ পণ্ডিত বাৰু
সিঁহতৰ কণ্ঠস্বৰ শুনি
মনে মনে থাকা কিয়
সৌন্দৰ্যৰ সাৰকথা শুনি?
গণিকাৰ ধ্বনিটিয়ে
কিয় আনে মনোহৰ সুৰ
কোৱাঁচোন নীতিবিদ্
উটি যোৱাঁ কিয় বহুদূৰ?
পুৰুষৰ কামাগ্নিত
ভস্ম হোৱা ৰূপহীহঁতৰ
'বেশ্যা' নাম দিলাঁ তুমি
ধ্বংশ কৰি শুচিতা মনৰ।
যাৰহন্তে সিহঁতৰ
সমাজত এনে গ্লানি ৰ'ল
সিসকল পুৰুষেই
সমাজৰ লাইখুটা হ'ল!
বিচাৰত অবিচাৰ,
চেনেহত বিহগুটি ৰুই
অনীতিক নীতি বুলি
ভাল দিলা জীৱনত জুই!
শুনাচো পণ্ডিত সৌ
প্ৰিয়হীন গণিকাৰ গান
অন্তস্থল ভেদ কৰা
বিননিৰ কিযে অভিমান!
মৰ্মথান ডেইপুৰি
বেচেৰীৰ সুৰটিয়ে আহি
বেদনাৰ গুৰুভাৰ
দিছেহি অকাতৰে যাচি!
জানিছে, গানকে তাই
গাই যাব লাগিব ইবাৰ
তেহে যদি পাইগৈ
বিৰহৰ মিলন সিপাৰ!

থাকে মানে কণ্ঠস্বৰ
থাকে মানে সুৰৰ হেঁপাহ
গাই থাকাঁ গান তুমি
ছিঙি ভাঙি কৰাঁ পাহ্ পাহ্।
দেহাটিৰ কোমলতা
বাকী থক ধ্বনি এটি যেন
ধূলিত মিহলি হোৱা
আহি পালে সেই মধু খেল।
ধ্বনিটিয়ে বতাহক
কিনকিনৈ ক'ব খিজিৰাই,
গণিকাৰ প্ৰাণটিকো
সুন্দৰেহে ৰাখিছে জীয়াই।

## মিলন-মঙ্গল

(শৰৎ কালৰ পদুম ফুল ফুলি থকা নিজানৰ এখন বিল। তাতে পদুমণিৰ মাজত সোমাই এটি ষোড়শী যুৱতীয়ে গা ধুই আছে। এটি তৰুণ প্ৰেমিক অকস্মাৎ গৈ পদুম ফুলৰ মাজতে সেই তৰুণীক দেখা পায়। যুগ-যুগান্তৰ দুটি অচিনাকী আত্মাই ইটিয়ে সিটিক বিচাৰি ফুৰে। তৰুণক দেখা পাই তৰুণী লাহে লাহে পাৰলৈ উঠি আহে। কবিতা আৰু ছন্দৰ দৰে দুয়োটিৰ মিলন ঘটে। পবিত্ৰ দৃষ্টিত।)

হেৰা দেৱতা, মোৰ দেৱতা।
আজি, ক'ৰ পৰা হ'ৰি আনিলা ই হেন
চকুৰ অযুত বাৰতা?
অন্তৰে মোৰ পদুম বনত
ভকতি বিচাৰি আহি,
লভিলে তোমাৰ বৰণ উজ্জ্বল
চৰণ কমল পাহি।
০
হেৰা মানসী, মোৰ মানসী!
কালি, সাঁচি থোৱা মোৰ বৰষুণবোৰ
পদুম বনৰ পৰাগ,
তোমাৰ পৰশ সিঁহতৰ যশ
তুমিহে প্ৰাণৰ সুৰাগ!
আজি, তোমাৰ ঘৰত উঠিছে উলসি
এই আলহী, হেৰা মানসী।
০
হেৰা দেৱতা, মোৰ দেৱতা!
আজি, শুনা নিবেদন মই অচেতন
সপোন বনৰ লতা।
তুমিহে আচল একোটুপি জল
মোৰ নয়নৰ মণি,
প্ৰেম নিবেদিতা অকলে দলিতা
শূন্য বুকুৰ খনি।
০
হেৰা প্ৰতিমা, মোৰ প্ৰতিমা।
মোৰ, মন খনিকৰে যুগ-যতনেৰে
দীপৰ সপোন লিপা
এই দীপাৱলী, কিমান কুঁৱলী
ভেদিহে পাইছোঁ দেখা
তাৰ যে বাতৰি থইছোঁ আবৰি
তোমাৰ বুকুতে লেখা।
০
হেৰা দেৱতা, মোৰ দেৱতা।
অনুময় মোৰ এই ফুলবোৰ
তোমাকে লাগিব বুলি,
তাহানিৰে পৰা পবিমল ভৰা
সেইহে থৈছোঁ তুলি?
মঙ্গল বাণী দিয়াঁ তুমি আজি
এবাৰ মন্ত্ৰ মাতাঁ।
হেৰা দেৱতা, মোৰ দেৱতা।
০
হেৰা ষোড়শী, মোৰ ষোড়শী।
ষোল-উপচাৰ এই যে পূজাৰ
বিমল ৰচনা খনি,
ইয়াতেই পৰি গুণ্ গুণ্ কৰি
বন্দী সকলো ধ্বনি।
অন্তৰ হৈ একেখিনে বৈ
মই যে দূৰৰ শশী,

কতকাল তুমি চাই আছোঁ, তুমি
এই যে প্ৰাণৰ ষোড়শী!
০
হেৰা দেৱতা, মোৰ দেৱতা!
অন্তৰতম তুমি প্ৰিয়তম
মই চিৰ অৱনতা! ............
০

ই কি, প্ৰেয়সী! মোৰ প্ৰেয়সী!
আজি অভিসাৰ অনন্ত উষাৰ
মুখেৰে নকৰ্বা কথা,
চকুৰে চকুৰে চাই থাকা মোৰ
চকুৰে বুজক ব্যথা।

---

ডুমডুমা, ৰাইদাং বাগিছা, ৩০। ৯।৩২

## জিগিৰীৰ সপোন

কোঁৱৰৰ হাতধৰী জিগিৰীজনী।
বেচেৰীয়ে বিচনীৰে বা দি
ওৰে ৰাতি নাম গাই
কোঁৱৰৰ টোপনি ধৰায়

তাই সাৰে থাকে
আকাশৰ তৰাৰ দৰে
নিমাত নিঠৰ হৈ।

কোঁৱৰে স্বপ্নত হাঁহে
ওঁঠ দুটাৰ কঁপনি উঠে
জিগিৰীয়ে কাষতে থিয় দি
মধুময় আবেশত
কিবা ভাবি
বিচি
থাকোঁতেই

ফেঁচুৰে চী-চীয়াই!
জিগিৰীৰ সপোন
পুৰা ৰ'দৰ জিলিকনিত
চকুলো হৈ মাটিত
বাগৰি পৰে।।

---

২০/১১/৬০, দেওবাৰ

## প্ৰেমৰ পোহৰ

কোনোবা এখন নিজান গাঁৱত
এদিন সন্ধিয়া বেলা
গৰু বিহুৰ দিনা —
এখন চোমনিৰ কাষত থকা
গুই পৰা নৰাৰে ভৰা
পথাৰখনত দেখিলোঁ
জিলমিলাই আছে অসংখ্য জোনাকী,
এবেলি নুমাই
এবেলি জ্বলাই
ৰূপোৱালী পোহৰৰ পোহাৰ মেলি! .......

কোনে? .........
কোনোবাই যেন কেনিবা লুকাই
আন্ধাৰ পোহৰ দুখনি পৰ্দা
নেদেখা বিজুলী শক্তিৰে টানি
আছে লুক্ ভাক্ খেলি! .........

প্ৰশ্ন হয় —
কোনে মেলে এইহেন বিচিত্ৰ পোহাৰ? .....
প্ৰেমৰ পোহৰ।
আন্ধাৰতো দেখি হীৰাৰ বাখৰ
সৌ তৰাৰ আখৰবোৰ,
মহা-ৰহস্যৰ বাৰ্তা লিখা
বত্তি শিখা,
তাৰে অনুৰূপ ধৰণীত এই
জোনাকী পৰুৱা বোৰে
জিলিক মিলিক

---

সপোন মায়াৰ
ৰচনা কৰে! ..........
প্ৰেমৰ পোহৰ! ......

সৃষ্টিৰ জুই জ্বলি আছে য'ত
প্ৰেমো আছে ত'ত;
পোহৰো প্ৰেমৰ
প্ৰেমো পোহৰৰ
দুয়োকে দুইকো বিচাৰি বিচাৰি
খেলি আছে এই
পৰালি নপৰা খেল,
তাকে চাই চাই দুদিনৰ বাবে
মানুহে পাতিছে মেল!

যোৰহাট, ৯/৯/৬১

## শ্বিলঙৰ স্মৃতি

বৈ, বৈ,
সুঁৱৰি সুঁৱৰি —
কোন জানো বিৰহিনী
তৰুণী প্ৰিয়াই
অপূৰণ আকাঙ্খাৰ
ব্যাকুল বাসনা লৈ
বতাহত উৰি আহি পৰ্বতীয়া শ্বিলঙত
পাক দিয়ে মাজে মাজে
পাইনৰ পাতে পাতে
পৰাণৰ মৃদু-মধু পৰশন থৈ!
সোঁ সোঁ শবদৰ
চাকনৈয়া হৈ!

কিজানিবা তাহানিৰ
অৰ্জুনৰ ফল্গু-যাত্ৰা কৰা
কোনোবাটি সঙ্গিনীয়ে
বাট হেৰুৱাই
ফাল্গুনীৰ অভিসাৰ
সুঁৱৰি দুনাই
এতিয়াও বতাহতে ঘুৰি আছে
অকাই পকাই
বিচাৰি বিজয়ী বীৰ
অৰ্জুনৰ হৃদয়-দাপোণ
প্ৰাণৰ পৰম ধন
স্বপ্নৰ আপোন!

*

কিজানিবা স্বভাৱ-চঞ্চলা সেই
উলুপী নাগিনী,
কিবা সেই চিত্ৰাঙ্গদা
মণিপুৰ কুঁৱৰীয়ে
উদ্দাম বাসনা লৈ
প্ৰিয় বিৰহৰ
এতিয়াও বিচাৰিছে কেনি গ'ল তেওঁ
মধ্যম-পাণ্ডৱ সেই
নৰ-শ্ৰেষ্ঠ সুহৃদ কৃষ্ণৰ;
পথে পথে হৰি নিলে
সুকোমল কত মন
বীৰৰ চানেকি থৈ
স্মৃতি অভগণ।

*

নহ'লে কিজানি কোনো
শোকাতুৰা জননীৰ
অশান্ত আত্মাই
বায়ুত মিহলি হৈ
বেথাভৰা পৰাণৰ
হেৰোৱা ৰতন
বিচাৰি ফুৰিছে আহি
পৰ্বতৰ গুহাই গুহাই
কেনিনো হেৰাল সেই
প্ৰাণৰ পুতাই?

*

নহয়—নহয় ই যে
সামান্য বতাহ
ফাগুন-চ'তৰ সেই উন্মনা
লৈ
এইয়া নহয় ঠিক বসন্তৰ বা

দেৱদাৰু শিখৰত
গৈ আছে বৈ। *

*

এইয়া তৰঙ্গ সেই
আদিম যুগৰ
দেৱতাৰ আদি-দেৱ
শঙ্কৰ-শিৱৰ
সতীৰ বিৰহ-ব্যথা
প্ৰাণৰ-প্ৰলয়
ঈশ্বৰীয় অভিসাৰ
মৰণৰ জয়।

*

মৰণে কৰিছে জয়
দেহীৰ জীৱন,
দেহীৰ আতমাৰ
আনিছে কিৰণ।
সেই মৃত্যু জয় কৰি
যিজনে এদিন
মৃত্যুঞ্জয় মন্ত্ৰ দিলে
নিতৌ নবীন,
তেওঁৰে প্ৰবাহ সেই
এটি ক্ষন্তেকৰ,
বৈ আছে স্মৃতি লৈ
যুগ-যুগান্তৰ।

শ্বিলং, ১।৩।৪১

## পুণ্য প্ৰভাত

**(শ্বিলঙৰ এটি জলপ্ৰপাত দেখি)**

লিখনি অচল হয়,
কল্পনাৰো উৰা পাখি
থৰে থৰে ৰয়,
সপোনৰ মূৰুতি হেৰায়,
মুগ্ধ হৈ মন থাকে
অন্তৰৰ গুহাত সোমাই

প্ৰকৃতিৰ মুক্ত এটি
বন-শোভা চাই
ইদৰে বিমুগ্ধ হ'লোঁ
কবিতাৰ ভাষা ৰূপ নাই!
হায়!

বৃথা গৰ্ব, বৃথা অহঙ্কাৰ।
কবি-শিল্পী সূক্ষ্ম কলাকাৰ
কোনেও নোৱাৰে দিব
অটুট বৰ্ণনা এই দিব্য কবিতাৰ,

যিজনে স্ৰজিলে নিজে
পৰ্বত পাহাৰ,
নদ-নদী, তৃণ-তৰু
সপোন-বিহাৰ
যিজনে কণ্ঠ দিলে
সপ্তসুৰ ধ্বনিৰ লহৰ,
তেৰোঁ নিজে মৌন হ'ল
লীলা দেখি আপোন মনৰ।
তথাপি হেপাহ মোৰ
চেনেহীৰ ভাষাৰেই
কথা এটি কওঁ
অন্তৰ উপচি পৰা
প্ৰেমময় পুৰা এটি
মনে মনে থওঁ।

---
* বকুলবনৰ কবিতা

পৰ্বত নন্দিনী এই খিলং টিলাত
শাৰী শাৰী পাইনৰ থূপ্
পাতে পাতে শিহৰণ বায়ুৰ পৰশ
শিৰে শিৰে মন্দিৰৰ ৰূপ।
ধ্যানত নিমগ্ন যেন কোনোবা তাপস
তপস্যা বিভোল হৈ
থৰ লাগি ৰ'ল,
তাৰে কথা সোঁৱৰাই অনন্ত প্ৰবাহ
অতীতৰ স্মৃতি আনি
বৈ গুচি গ'ল!

হঠাৎ আহিল যেন শত জনমৰ
শতেক সঁফুৰা মেলি প্ৰীতিৰ লহৰ
উলাহতে পাইনৰ ছিৰলী পাতত
মুৰুলী বাজিল যেন মৃদু-আপাহত।

এইদৰে প্ৰকৃতিৰ বুকুত সোমাই
ভ্ৰমিলোঁ আপোন মনে অনাই-বনাই।
পুবাৰ শীতল বেশ নিমজ-চিকুণ
কেউপিনে সেউজীয়া চানেকি নতুন!
গৈ গৈ পালোঁগৈ কি যে মনোৰম
পৰ্বত-নন্দিনী বহি অকলে অকলে
সপ্ত-স্বৰা সৰস্বতী বীণাপাণি হৈ
সৃষ্টিৰ মহিমা গায় প্ৰাণ কাঢ়ি লৈ।

সহস্ৰ ধাৰাৰে যেন সৰগৰ পৰা
কুল কুল মন্দাকিনী
আহিছে বাগৰি
কোনোবা জন্মৰ যেন পাষাণ-বুকুত
সৰগীয় শান্তি ধাৰা
পৰিছে নিজৰি।

নিজৰি নিজৰি পৰা
ছন্দোময় শব্দ ভৰা,
পৰ্বতীয়া ঝৰণাটি দেখি
শুকুলা বসন পিন্ধা
শ্বেতাম্বৰী প্ৰকৃতিক
মনে দিয়ে কল্পনাত লেখি।

ভাবিলোঁ কিজানি সেই
শাপমুক্তা অহল্যাই
শ্যামতনু ৰাঘৱৰ
চৰণ পৰশ পাই
ইয়াতে টুকিছিল ভক্তি-অশ্ৰুধাৰ —
ইয়াতে কিজানি সেই
সতীয়ে এদিন
মুক্তি-স্নান কৰিছিল
লভিছিল নৱ-জন্ম জীৱন-সুধাৰ।

প্ৰাতঃস্মৰণীয় সেই পঞ্চকন্যা যেন
আজিপুৱা দেখিলোঁ ইয়াত,
অহল্যা, দ্ৰৌপদী, কুন্তী, তাৰা, মন্দোদৰী
আঁকা আছে এই যেন
শিলৰে হিয়াত।

পবিত্ৰ ধাৰেৰে যেন এখনি দাপোণ
জিলিকি জিলিকি উঠে স্মৃতিৰ সাহোন।
এয়া যেন প্ৰকৃতিত ঈশ্বৰৰ লিখা
পানী যুঁৱলিতো যেন জ্বলি আছে শিখা
তিৰ্‌বিৰ্ তিৰবিৰ্ তুলিছে কঁপনি
বিমুগ্ধ সুৰত এটি সমলয় ধ্বনি।

এই প্ৰকৃতিৰে ঈশ্বৰে
গোপন প্ৰেমৰ সেই মধুৰিমা চাই
কতনো চানেকি পালোঁ মহামিলনৰ
তাৰো কথা ক'ব পৰা ভাষা মোৰ নাই।

ভাষাৰ অতীত ৰূপে সহস্ৰ আত্মাই
জনপূৰ্ণ নিৰ্জনতা ৰচিছে সঁচাই,
পৰ্বতে কন্দৰে সেই লীলাৰ আঁৰত
প্ৰকৃতিয়ে নানা-ৰূপ বসন সলায়।

নিশাৰ ওৰণিখনি ক'লা-যৱনিকা
পুৱাতে অৰুণে আহি দিয়েহি গুচাই
নিমাতি ধৰাৰ বুকু থলক লগাই
কোটি কণ্ঠে ধ্বনি উঠে কেনিনো ভৈয়াই।

বকুলবনৰ কবিতা

কেৱেঁ দেখে প্ৰকৃতিৰ প্ৰেমৰ দাপোণ
গছ-লতা-তৃণ-তৰু, পশু-পক্ষী নৰ;
কেৱেঁ দেখে পূবৰুণ ফৈহজালি দিয়া
দিব্য-ৰূপ প্ৰভাতৰ কিয়ে মনোহৰ।

কেৱেঁ চাই সমথল সুথিৰ জীৱন
কেৱেঁ চাই উৰ্ধমুৱে অমৃত-বন্ধন
কেৱেঁ দেখে ঈশ্বৰৰে -প্ৰকৃতিৰে
নানাবিধ ছদ্মবেশ, তপন -অঞ্জন।

মই দেখোঁ সেইদিনা পুৱা-পোহৰত
ঈশ্বৰেই নিজে আহি প্ৰকৃতি ৰাণীক
দি গ'ল এটি সাজ শুকুলা বৰণ
(কেতিয়াবা) অৰুণ-কিৰণ পৰি কৰে জিকমিক্।

প্ৰকৃতিও ঈশ্বৰে, ঈশ্বৰো প্ৰকৃতি
পৰাপৰ দুয়োটিয়ে পূৰ্ণ এক হৈ
বহুৰূপে বহুবিধ মায়া ৰচি থাকে
ৰহস্যৰ লীলা-খেলা মূৰ্ত কৰি থৈ।

---

২২।৩।৮১, শুকুৰবাৰ

# ফুলেশ্বৰী

(এটি খাছী বালিকা দেখি)

ফুলৰ বুকুতে পৰি
ফুল-মধু পান কৰি
যেতিয়া ভোমোৰা এটি
ফুলৰ বুকুতে থাকে তন্দ্ৰালস হৈ
তেতিয়া ৰজিতা তাৰ
কাব্য-মধু কবিতাৰ
নাপাওঁ বিচাৰি হায়।
কবিতাৰ সৌন্দৰ্যকে আঁকো অকলে।

আজলী কুসুম পাহি
ফুলি ফুলি হাঁহি হাঁহি
আপোন বিভৱ লৈ
আপোনাৰ কল্পনাতে থাকে ফুল হৈ,
সেইহে কিজানি দেহি!
বিধাতাৰ ফুল পাহি
আলসুৱা চানেকীৰে
সৰজিলে প্ৰকৃতিয়ে আলফুলকৈ।

ৰূপে ৰসে গন্ধে ভৰা
ফুল পাহি মন হৰা
কলীয়াভোমোৰা তাৰে
গোপন মেলৰ দূত ৰসিক পৰাণ

উৰি ফুৰে বনে বনে
সাঁচি থৈ মনে মনে
শত শত কুসুমৰ
কোমল শৰদ ভৰা মধুময় গান।

এনুৱা ৰূপৰ পূজা
মনৰ মৰম সুজা
ধ্বনি লৈ আবাহন
ধ্বনিৰেই ভোমোৰাই পূজিছে সদায়।
তাকে দেখি কবি-মনে
বিচাৰিছে সঙ্গোপনে
কিনো সুৰ কিনো গীত
কেনেকৈ যাওঁ এই মহামেলা চাই !

সকলো ফুলৰ পৰী
কল্পনাৰ অধিশ্বৰী
মোৰ যিটি মনোৰমা
মোৰেই বুকুত আছে ফুলেশ্বৰী হৈ,
নিৰ্মলা প্ৰতিমাখনি
নয়নতে আছে জিনি
শয়নৰ সপোনীয়া
শতেক মাধুৰী মোৰ পৰাণত থৈ।

---

ৰকুলবনৰ কবিতা

বাহিৰত তাৰে চিক্
দেখোঁ মই জিক্‌মিক্
দিঠক-সপোন যেন
জিলিকিছে সমুখত সহস্ৰ প্ৰতিমা,
এপাহি এপাহি ফুলে
বতাহত দুল দুলে
সিওঁ যেন স্বপ্ন-পৰী
নাচোনৰ লয়-লাস, প্ৰেমৰ গৰিমা।

প্ৰাণভৰি চাওঁ বুলি
আবেগত সুৰ তুলি
বজাওঁ জীৱন-বীণা
মনোৰমা মানসীৰ প্ৰতিমা ধিয়াই
দেখোঁ মোৰ প্ৰিয়তমা
ৰূপে গুণে অনুপমা
অনন্ত সৌন্দৰ্য লৈ
বহি আছে মোৰ যেন হিয়াত সোমাই।

নিৰ্মলা প্ৰতিমা মোৰ
মই হলোঁ মন চোৰ
আজলী কবিতা গাহি
চকুৰ মণিতে মোৰ লাগি আছে দেখি
সুন্দৰ দেখিছোঁ ধৰা,
আকাশৰ জোন-তৰা,
সৌন্দৰ্যৰ মেলা চাই
সুন্দৰ শৰদ থওঁ সৌন্দৰ্যত লেখি।

ৰূপৰ সৌন্দৰ্য যদি অপৰূপ হয়,
ফুলেশ্বৰী মোৰে সঁচা জীৱনৰ জয়।।

---

শিলং, ৩১।৩।৪১

## সৰ্বমঙ্গলা

(ব্ৰাউনিঙৰ 'চমাম্ ব'নাম' নামে কবিতাৰ ছাঁ)

ৰাশি ৰাশি ফুলনিৰ ফুলমধু আনি
মধুলিহে টুপলিত
ঋতুমতী প্ৰকৃতিৰ,
লুকুৱাই থৈ দিয়ে বেদনাৰ বাণী,
একেটি পোৱাল মণি
খনিৰ ৰহস্য লৈ
জ্বলি থাকে গাভৰুৰ গলপতা-জিনি।

এটি মাথোঁ মুকুতাৰ জিলমিলনিত
সুগভীৰ সাগৰৰ
ছাঁ আৰু পোহৰৰ
অতল পৰশা কথা হয় পৰিচিত।
তাতোকৈ জিলিকনি এটি পোৱালৰ
সত্য-থিতি সাৰবস্তু এই জগতৰ।
মুকুতাত কিন্তু যাৰ যেহি জিলিকনি
বিশ্বাস, ৰতন সিটি নিখিলৰ মণি?
সেই সত্য বিশ্বাসৰ জ্যোতি প্ৰকাশৰ
হাতে হাতে পাওঁ মই এটি অৱসৰ
কিশোৰী বধূৰ সেই মধু আকৰত
যেতিয়া চুমাটি যাচোঁ অতি হেঁপাহত।

---

পুৰী, ১৫।১০।৬১

## পোণাহঁতৰ মাক

ন-বাৰিষাৰ ন-পানীৰ
খাল-ডোঙ, নৈ-বিল, দ-বাম
সমান হ'ল,

শুকান হিয়াত সাঁচি থোৱা আনন্দৰ ৰেখাবোৰে
ৰূপ ল'লে ধ্বনিৰ তৰঙ্গ
মিলন-পিয়াসী
দাদুৰাৰ কণ্ঠ উপচি
পিয়া-মিলনৰ হ'ল ঐক্যতান।

ম'ৰাই ধৰিলে চালি
কদম্বৰ ৰেণুবোৰ শিহঁৰি উঠিল।
ডাৱৰত মেঘদূত
বিৰহৰ বাৰ্তা লৈ
দিগন্তৰ মলয়াত উৰিল ধীৰেৰে
মন্দাক্ৰান্তা ছন্দৰ তালে তালে।।......

দলনিত পোণাবোৰে
বিজুলী পুঞ্জৰ দৰে
থুপি থুপি হৈ
পিং পিঙাই ফুৰে
মাকহঁতক বিচাৰি বিচাৰি।...............

.............এনেনো কাঠৰী পোণাহঁতৰ মাক
দলনিত মেলি থৈ পেটৰ পোৱালিজাক
চফৰ ফুৰিবলৈ গ'ল।

যোৰহাট, ২।৭।৬৪

## লিহিৰী বন

সেই তাহানি কোনোবা কালতে
. কোনোবা এখন লিহিৰী বনত
হাতী হেৰুৱাই
কোনোবা ডেকাই
কান্দিলে ইনাই-বিনাই —
...........হাতী হেৰুৱালোঁ লিহিৰী বনত ...........
অকহি পুৰুষে
বিচাৰি নাপালে
নিৰাশাত লীন্ গৈ
বিননি তুলিলে
সুৰীয়া মাতেৰে
হাতত টোকাৰী লৈ।
সুৰবোৰ লগলাগি
নিজান বিচাৰি
উজাই উৰিলে,
পালেগৈ পৰশুৰাম,
মাতৃ হত্যা মহাপাপ কৰি
কান্ধত কুঠাৰ লৈ
পৰশুৰামে পাপ ধুলেগৈ য'ত
সেই ব্ৰহ্মকুণ্ডৰ বাট—
নিস্তব্ধ, নিমাত, জনপ্ৰাণী নাই।
আছে
দীঘল দীঘল হোলোং গছবোৰ
যুগান্তৰ মৌনতা লৈ
ধ্যানত নিমগ্ন যেন অটব্য অৰণ্য।
কুণ্ডত পৰি আছে
অবিশ্ৰান্ত বাৰিধাৰা
ৰাও ৰাও ধ্বনি।

❈

টোকাৰীৰ লেহেৰীয়া
বিননিৰ সুৰবোৰে
ভয় খাই
বাট ল'লে উলটি আকৌ
কুণ্ডৰ পৰা বৈ অহা
ফটিক ধাৰাৰ স'তে
ভটিয়নী সোঁত—
গৈ গৈ

---
ঝকুলবনৰ কবিতা

ধুবুৰী পালেগৈ।

※

পশ্চিম ফালৰ পৰা
মাদলৰ ছেৱত
ভৰিৰ জুনুকা বজা
চাওতালী ঝুমুৰৰ
জাগ্ গিজা জিগা
জাগ্ গিজা জিগা
ধ্বনি শুনি ভয় খাই
লুইত পৰীয়া সেই
সুৰবোৰৰ চিম্‌ফনী
( একে হৈ মিলি যোৱা ধ্বনি)
অকাই পকাই আহি,
পলাশবাৰীৰ মিৰ্জা পাহাৰ তলিত
ফেন্দৈজাল হৈ
ওপঙি ফুৰিছে
এদিন কাতিমহীয়া
এটা কবিতাৰ দৰে
ধুনীয়া পুৱাত।.........
অস্ফুট ধ্বনিৰে ইথাৰ কোবাই
সুৰবোৰ নামি আহি
মনত সোমাল;
স্মৃতিৰ কোঠাৰ
দুৱাৰ মেল খালে
অসমৰ মৌ-মাতবোৰে
থৌকি-বাথৌ কৰিলে হিয়া
উপচি পৰিল মন।
চকুত পৰিল
হেৰোৱা ৰতন
বাপতিসাহোনবোৰ।.......
সেই হেৰোৱা হাতীটো দেখিলোঁ।
কিন্তু, দেহি ঐ!
হাতীটোৱে শিলাৰূপ পালে।
......... বইৎ পৰি আছে
কাণ নোজোকাৰে
চকু নলৰায়।
শুৰডাল গোটাই নি
মুখত লুকাই থৈছে।

এতিয়া তাৰ পৰিচয়
দ-খলা পাহাৰ।
ডফলা নহয় দেই
দ-খলা হে।
তলৰ খোলাখন দ-পথাৰ
কাষতে সেই
দখলা পাহাৰ।
......বইৎ পৰি
হাতীটোৱে
পিঠিত তুলি ল'লে
পশুপতি শিৱৰ বিগ্ৰহ!
পিঠিত শিৱক লৈ
বেচেৰা হাতীটো
স্বগত তন্ময় হ'ল।
. ..শিলাৰূপ পালে।
হাতীটো দেখি
আনন্দত আত্মহাৰা হলোঁ
হাতীত উঠি বাপীৰাম
ঘৰলৈ যায়---
তাহানিয়ে গোৱা সেই
পদ্যফাঁকি মনত পৰিল
উলাহত মন উঠিল নাচি!
পুৰুষে পুৰুষে বিচাৰি নোপোৱা
হাতীটো পালোঁহি ময়েই--
লিহিৰী বনো বিচাৰি পালোঁহি
সাহিত্য সভাৰ
ৰভাৰ তলত
পলাশবাৰীৰ মিৰ্জা চহৰত
সেইদিনা
ঊনৈশ শ যাঠি ইংৰাজী চনৰ
ঊনত্ৰিশ অক্টোবৰ
কাতিৰ কুঁৱলীয়ে
ওঁত বাতি কৰা
পুৱা
হাতীত উঠি বাপীৰাম যোৱাদৰে ঘৰলৈ উলটি আহিম।
এদল ডেকা-গাভৰু.........
মুখত হাঁহি
ওঁঠত তামোলৰ ৰা

প্ৰাণত কবিতা।
দেৱকান্ত, মহেন্দ্ৰ বৰা
নিৰ্মল, লক্ষহীৰা
হোমেন গোহাঞি আদি
আকৌ কোনোবাই গালে,
'হাতী হেৰুৱালোঁ লিহিৰী বনত
ঘোঁৰা হেৰুৱালোঁ ক'ত?'
লিহিৰী বনত
গুঞ্জন উঠিল
ওফন্দি পৰিল
শ্ৰীলুইতৰ
বহল বিশাল বুকু;
বগা ঘোঁৰাবোৰে
চেঁকুৰ মেলিলে
ছাদৰ ঢৌ খেলি
চাওঁ চকু মেলি
হাতীটো বিচাৰি পাই
ঘোঁৰাৰ কথা
পাহৰিয়েই গলোঁ।

যোৰহাট, ৪।১১।৬০

## হিমালয়

কিমান যুগৰেপৰা তোমাৰ বুকুত
কোটি কোটি বজ্ৰ কীটে কিৰ্‌কিৰ্ কৰি
কৈ আছে অন্তহীন দিগন্তৰ কথা
তুমি তাৰ মহাসাক্ষী, হে হিমালয়
তোমাক প্ৰণাম কঁৰো। তোমাৰ আশ্ৰয়
লাভ কৰি জঙ্গমৰ সঙ্গম ঘটিল
বাঘ, সিংহ, হাতী হৰিণ-হৰিণী,
হিংসাতো অহিংস ৰূপে তোমাৰ বুকুতে
বিচৰণ কৰি আছে প্ৰেমাকুল হৈ,
বাঘিনী, সিংহিনী আৰু কৰিণীৰ স'তে।
তুমি যেন দয়াৰেই ঠাকুৰৰ দৰে
শতধাৰা, সহস্ৰ ধাৰাৰে
তোমাৰ বুকুৰেপৰা দিছাঁ বোৱাই
বিগলিত কৰুণাৰ তটিনী স্বৰূপা
শতদ্ৰু, বিপাশা, গঙ্গা যমুনাৰ দান
শান্তিৰ অমৃত অনা কল্লোলৰ গান।
অনাদি কালৰ স্মৃতি সঞ্চয়ন কৰি
অনন্ত ৰত্নৰ থ'লি লুকুৱাই থৈ
অধ্যায় নোহোৱা শেষ ইতিহাস লেখি
ভাৰত-মাতাৰ তুমি প্ৰধান প্ৰহৰী
হে হিমালয়! আছাঁ থিয় হৈ।
পুব আৰু পশ্চিমৰ দুই সাগৰক
প্ৰাণৰ বন্ধুৰ দৰে দুই হাতে ধৰি
পৃথিবীৰ মানদণ্ড স্বৰূপেহে তুমি
আছাঁ যেন যুগে যুগে যুগক সাৱটি।
দেৱতাৰ আদি দেৱ মহাদেৱে নিজে
তপস্যা নিমগ্ন হৈ তোমাৰ ৰাজ্যতে
অনন্ত শান্তিৰ এক উপবন ৰচি
সমাধিস্থ হৈছিল গভীৰ ধ্যানত।
তপোভঙ্গ কৰি তাতে কামুক মদন
শঙ্কৰৰ ৰোষাগ্নিত ভস্মীভূত হ'ল।
নিষ্কাম তপস্যা ভূমি, হে হিমালয়
যোগী, ঋষি, সন্ন্যাসীৰ তুমিহে আশ্ৰয়।।

❄

কবিকুল শিৰোমণি কালিদাসে গালে
ছন্দোময় দেৱভাষা সুৰঞ্জিত কৰি
তোমাৰ যশস্যা-গান 'কুমাৰ- সম্ভৱ'—
তোমাৰ তনয়া উমা পাৰ্বতী দেৱীৰ
মহা-পৰিণয় হ'ল শঙ্কৰৰ স'তে
তুমি হ'লা আদি দেৱ শিৱ-শঙ্কৰৰো
নমস্য শ্বশুৰ নিজে বিশ্বৰ বৰেণ্য —
দেৱতাৰ আত্মা তুমি, হে হিমালয়
তোমাক প্ৰণাম কৰোঁ, — তুমি জয়জয়।
দেবদাৰু চন্দনৰ দিব্য গন্ধ ৰেণু
মলয়াৰ বোকোচাত উৰুৱাই তুমি
জগতক দি আছাঁ স্মৃতিৰ সুষমা
তোমাৰ বুকুতে যেন সপোনে দিঠকে
ৰূপ-ৰস- গন্ধ-স্পৰ্শ-শব্দেৰে নিতে
ৰচি আছে নৱ নৱ ছন্দ কবিতাৰ
মুগ্ধ হৈ তাতে তুমি হ'লা শিলাময়
তোমাক প্ৰণাম কৰোঁ, হে হিমালয়!

উত্তুঙ্গ হিমাচল চিৰশুভ্ৰ শিৰ
অভ্ৰভেদি গৌৰৱৰ পিন্ধিছা মুকুট
অলেখ ৰত্নৰ তাতে জ্যোতি-ৰশ্মি পৰি
দিঠকতে স্বপ্নৰূপে উঠিছে জিলিকি
গিৰিৰ সম্ৰাট তুমি ৰজা হেমৱন্ত
তোমাৰ ৰাজ্যত আছে অনন্ত বসন্ত
কবিৰ কল্পিত পুৰী অলকা নগৰ
হৰ্ম্যৰাজি আছে য'ত মণি-মুকুতাৰ
ৰত্নেশ্বৰ কুবেৰৰ ঐশ্বৰ্য-ভাণ্ডাৰ
নহয় নে সেয়া বাৰু তোমাৰে গৌৰৱ
নাই নে তাতেই জানো সুন্দৰ সৌষ্ঠৱ?

গিৰিৰাজ হিমালয় প্ৰণামো তোমাক
কালৰ প্ৰহৰী তুমি, স্মৃতিৰ জোনাক
তোমাৰ চকুতে আছে চিৰসত্য হৈ!
টেনজিং হিলাৰিয়ে তাকে কৈ কৈ
বিশ্বৰ সভাত আজি ফুৰে বিঙিয়াই
হিমালয় সম আৰু গিৰিবৰ নাই!

গিৰিৰাজ হিমালয়, তুমি যেন মোৰ
জননীৰ কেশটাৰি অন্ধকাৰ ঘোৰ
বেণীত ফুলিছে যাৰ ৰূপৰ পদুম
অপৰূপ সৌন্দৰ্যৰ মোহনীয় ছবি।
দিগভ্ৰান্ত ক্লান্ত অতি নিৰাশ মনৰ
আশাৰ আশীষ তুমি জগত জনৰ
তোমাক প্ৰণাম কৰোঁ, হে হিমালয়!
জগতৰে তুমি মহা শান্তিৰ আলয়।।

---

যোৰহাট, ২৮।৩।৬৩

## গান্ধী

আজি সত্য সেৱাৰ দিন
উলটি আহিছে যুগ-যুগান্তৰ
আনিছে পাহৰা চিন।
পাপৰ পঙ্ক নিকা হ'ল আজি
মহাভাৰতৰ মহিমাৰে পুনু
সত্য আনিছে সাজি।

শাৰদ প্ৰভাতে এদিন ত্ৰেতাৰ
প্ৰভু শ্ৰী ৰামেৰে কৰিছিল নীল
উৎপল- অভিসাৰ।

আজি কলিৰ শৰতে মৰত টৌৱাই
প্ৰাণ বিচাৰিছে প্ৰাণৰ সলনি
সত্য বিচাৰি পাই।

সত্য, ত্ৰেতা, দ্বাপৰ, কলি,
চাৰিউ যুগৰ বিশ্ব-প্ৰবাহ
আজিহে গৈছে ব'লি।
সত্য-সেৱাৰ বিমল বেদীত
জীৱন-শেৱালি পৰিছে বাগৰি
গাইছে আৰতি গীত।
আজি আহিনৰ নতুন বোধন
হৃদয়ে বিল্বপত্ৰ বিলাই
হৃদয় কৰিছে হৰণ।
এই সত্য সেৱাৰ শেষত
মহাভাৰতেই মচিব আকৌ
দুৰ্গতি, দুখ, ক্লেশ।
সত্য যিটিৰ মোহন মাণিক,
কৰ্ম যিটিৰ চন্দ্ৰস্বৰূপ,
জীৱনটি যাৰ সাৰ্বজনিক
তেৰেঁই সত্য মানুহ আজিৰ।
দেৱতা যিজন হ'ব কালিলৈ
অনন্ত কালৰ মহাত্মা হৈ।।
গান্ধী! সত্য নিজেই তুমি।
মৰ্ত্য- লোকত তুমিহে আকৌ
কৰিলা অমৰ ভাৰত ভূমি।
আজি, জনম সফল হ'ল
তোমাৰ পূজাৰ লভিলোঁ অমৃত
কলুষ আঁতৰি গ'ল।

---

ডুমডুমা, বাইদাং বাগিছা, ২০।৯।৩২

# সাৱধান বুৰঞ্জী লেখকহঁ

সিও এক ভয়ঙ্কৰ স্মৃতি।
জগতৰ ইতিহাস কলঙ্কিত কৰা
চৌধ শতিকাৰ সেই তাতাৰী ধুমুহা
তুৰুক তৈমুৰলঙে আনিলে বোৱাই
পঞ্জাবৰ নদ-নদী
মানুহৰ তেজেৰে বওৱাই।...........

নিষ্ঠুৰ নিৰ্মল সেই
নৰৰূপী ছেতানৰ খোজৰ তলত
কিমান শিশুৰ হাঁহি,
কিমান মাতৃৰ হায়! বুকুৰ অমৃত;
প্ৰণয়ীৰ কিমান সপোন
পলকতে পৰিণত হ'ল শ্মশানত।

দীন-দুখী কৃষকৰ দৰিদ্ৰ-কুটীৰ
অট্টালিকা - সুশোভিত সুৰম্য নগৰ
মন্দিৰ, মজিদ আদি দেৱতাৰ ঘৰ
প্ৰজ্বলিত হুতাশনে দাহ কৰা চাই
ভীম-প্ৰভঞ্জন সেই তাতাৰীৰ দল
হাঁহি মুখে আগবাঢ়ে খলক লগাই।
পাছফালে থাকি যায়
দ'ম দ'ম মৃতদেহ,
বিৰাট শ্মশান,
স্নেহত হেন্দুলি থকা
শত শত নিৰীহ গাঁৱত
বাজি উঠে প্ৰলয় নিনাদ।

এই দৰে পাঁচ মাহ কাল
আসুৰিক অত্যাচাৰ কৰি
ধন-ৰত্ন, বেটী-বন্দী লৈ
গুচি গ'ল তৈমুৰ ঘৰমুৱা হৈ।
কিন্তু হায়। ঐশ্বৰ্য্যই সিহঁতক
নোৱাৰিলে ৰাখিব জীয়াই
নেদেখিলে ভাৰতৰ অনন্ত
আছে য'ত মহাৰত্ন
মৃত্যুঞ্জয় মানুহৰ কল্পনাৰে সজা
সৃষ্টিৰ প্ৰথম স্বপ্ন সুফলিত হোৱা
হিৰণ কিৰণে ধোৱা
আৰ্যৰ বিমল বাস ভাৰতবৰ্ষত
তৈমুৰৰ তীক্ষ্ন চকু
অন্ধ হৈ গ'ল।

দিল্লীৰ প্ৰাসাদ চূড়া,
মণি-মুক্তা হীৰাৰ মাজতে
চয়তান তুৰুকৰ
লক্ষ্যভেদ হ'ল।

তথাপিও যমুনাৰ অনন্ত প্ৰৱাহ
ধাৰ ছিগি নৰল কেনিও,
সিন্ধুৰো নটুটিল বিন্দুমাত্ৰ জল।
ভাগৰত ভাগীৰথী নহ'ল অচল।
খোজত ধুমুহা বোৱা
টলমল মেদিনী কঁপোৱা
সেই মহা অভিযানে বাৰু
সিমান তেজেৰে ধুই
পাৰিলেনে মচি থৈ যাব
যমুনা বালিত থকা
এটি মাথোঁ চৰণৰ চাব —
যোল শ হেজাৰ য'ত তৰুণীৰ প্ৰাণে
লভিছিল ব্ৰহ্মময় ভাব?

'ধ্বজ বজ্ৰ পঙ্কজ অঙ্কুশে অলঙ্কৃত'
বিশ্ব বিমোহন সেই 'সুহৃদ সখা'ৰ
শুনিলেনে তৈমুৰে মুৰুলীৰ মধুৰ নিস্বন,
শুনিলেনে গোপিকাৰ নূপুৰ-নিক্কন,
দেখিলেনে কালিন্দীৰ
নীল জলৰাশি?

হায় অন্ধ! গুচি গঁলা মাটিখিনি লৈ
অনন্ত পূৰ্ণিমা ৰাতি
থাকি গ'ল ভাৰততে জগত উদ্ভাসি।...........

সেই বাবে
সাৱধান, বুৰঞ্জী লেখক!

---

বকুলবনৰ কবিতা

ভুল আখ্যা নিদি বাঁ দুনাই
লুণ্ঠনকাৰীক যেন 'বীৰ' বুলি কৈ
বীৰত্বৰ অসন্মান নকৰাঁ কদাপি।

দয়া, ক্ষমা, স্নেহ আৰু প্ৰেমৰ বাবেহে
যুদ্ধ কৰি কোনোজনে 'বীৰ' আখ্যা পায়,
বীৰত্বত স্বাৰ্থদোষ নাথাকে সমূলি ;
ত্যাগেইহে মানুহক বীৰত্ব দিয়ায়।

প্ৰতাপসিংহৰ দৰে
কেইজন বীৰে
পৰ্বতৰ শিখৰে শিখৰে
শিলনিৰ ওপৰে ওপৰে
লিখি গ'ল ইতিহাস অজৰ অমৰ ?
কেইজন বীৰে
'বন-পিঠা' খাই

লৌহ বৰ্ম পৰিধান কৰে,
কেইজন এই দৰে
আপোনাৰ আদৰ্শত মৰে ?

সেই বাবে কাবৌ কৰিছোঁ —
আদৰ্শক মষিমূৰ কৰি
নিজিখিবাঁ এটিও আখৰ,
সৰগৰ তৰাক পাহৰি
নকৰাঁ কাচিতো যেন
শ্ৰেষ্ঠ বুলি মণি-মুক্তা
হীৰাৰ মাখৰ।

---

বকুল বন, ৮/১১/৩৫

# শ্ৰী কৃষ্ণৰ জন্মাষ্টমী

ক্ষমতাৰ নিষ্পেষণ তীব্ৰ শাসনৰ
অবিচাৰ মষিমূৰ কৰি
অন্ধকাৰ মহনিশা পুণ্য অষ্টমীত
জন্ম হ'ল নবৰূপ ধৰি
দৈৱকীৰ অষ্টম সন্তান
জগতৰ মহাগুৰু
শ্ৰী কৃষ্ণ মহীয়ান।

কংসকাৰা ধ্বংস কৰি
ধ্বংস কৰি ক্ষমতাৰ
অপব্যৱহাৰ,
ভাৰতৰ কৃষ্ণ-মূৰ্তি
সত্য-মূৰ্তি জগতৰ
শুভ-সমাচাৰ।

পূৰ্ণ- প্ৰেম বংশীধাৰী শ্যাম কলেবৰ
ননীচোৰ গৰখীয়া ল'ৰা,
মুক্তধাৰা জীৱনৰ স্বাভাৱিক গতি
নাচোনত বনৰীয়া ম'ৰা।

মথুৰাৰ কৃষ্ণ-ধন
মৰমৰ মনমোহা
প্ৰিয় অতুলন।
যমুনাৰ কাওঁৰন
মথুৰাৰ বৃন্দাবন
ৰাধাৰ অন্তৰ,

ৰস-নদী ভাবুকৰ
বৈ যোৱা অমৃতৰ
গতি অনন্তৰ।

ৰসময়ী ভকতিৰ যমুনাৰ পুণ্যতীৰ
চাই থাকাঁ যুগে যুগে কৰি,
কাওঁ বনে হালি জালি ধৰিবহি ম'ৰাচালি
যমুনাই আঁকি যাব ছবি।
সৌৰৰোডে তুমি

---

ৰঘুনাথদৰ ৰচিত

সহস্ৰ গোপিনী আহি পলকতে উৰি
গুচি যাব কলিয়াক চুমি।
মুহূৰ্তৰ ভিতৰতে গৈ
কুৰুক্ষেত্ৰ সমৰৰ ৰণৰ থলীত
ৰথৰ সাৰথি হৈ
দেখিবাগে' কৰ্মবীৰ ললিত বলিত
আজানুলম্বিত।
জগতৰ গুৰু কৃষ্ণে অৰ্জুনক কয়,
"কি ভয়,
অধৰ্মক নাশ কৰা ৰক্ত নদী বক
ধৰ্ম ৰাজ্য থৈ যোৱাঁ
সত্য সাক্ষী হুক।"
কৰমৰ বজ্ৰময় গীতাধ্বনি আহি
প্ৰাণহীন জীৱনক
লৈ যাব, উটি যাব সংগ্ৰামত ভাহি।
জীৱনৰ মূৰ্তিমান ধন
ঈশ্বৰৰ পূৰ্ণ-অৱতাৰ,
কল্পনাৰ চিৰ-উৎস
পুত্ৰ অমৃতৰ ;
ৰাধা সুহৃদৰ

জন্মদিন পুণ্যতিথি বিশ্বমানৱৰ
ধন্য হ'ব সুঁৱৰিলে
বৃথা হোৱা জীৱনৰ
এটি অৱসৰ।

ডুমডুমা, ৰাইদাং বাগিচা, ২৪।৮।৩২

## জগজ্জ্যোতি অমিতাভ

আজিৰ দৰেই বহাগৰ পূৰ্ণিমা তিথিত
কপিলাবাস্তুৰ ৰাজ উদ্যানত
পলাশ গছৰ তলত
ভৰ দুপৰীয়া
ভূমিষ্ঠ হলাহি আহি বুদ্ধ তথাগত।

জকমক কৰি থকা উদ্যানৰ
ফুলৰেণুবোৰে
জনালে তোমাক "স্বাগত। স্বাগত।" ...........
গছে পাতে বৈ গ'ল সঞ্জীৱনী বতাহ এছাটি
কৈ গ'ল, "মৃতসকলে পাব
নতুন জীৱন,
পৃথিৱী টোৱাই যাব
জ্যোতিৰ কিৰণ —
আহিছে বুদ্ধ
নিৰ্মল শুদ্ধ।" ............
নৱজাত শিশুক প্ৰণাম কৰি
অসিত মুনিয়ে ক'লে,
"হে শিশু, প্ৰাৰ্থনা জনাওঁ মই
জানিছোঁ নিশ্চয় তুমিয়েই তেওঁ,
তোমাৰ দেহত
অমিত - আভা
গোলাপ বৰণ,
সুকোমল চৰণৰ তলুৱাখনিত
জিলিকিছে স্বস্তিকাৰ চিন,
তোমাৰ পবিত্ৰ জন্মই
আনিছে নতুন এটি
জ্যোতিৰ্ময় দিন।"
আৰু এটি নিশা............
আকাশত ৰূপোৱালী তৰাবোৰে
শাৰী পাতি ৰৈ ৰৈ
থৰ লাগি চাই আছে,
ৰাজপুত্ৰ সিদ্ধাৰ্থৰ বিলাস কক্ষত
সহচৰী সমন্বিতে সকলোটি
নিদ্ৰাত মগন —
কোনোবাই সিদ্ধাৰ্থক ক'লে কাণে কাণে,
"এয়েই সেই নিশা,
সিদ্ধাৰ্থ,
বাছি লোৱাঁ ত্যাগৰ মহান পথ,
জগতৰ কল্যাণ সাধন হেতু
আজিয়েই ত্যাগ কৰাঁ
মায়াৰ বন্ধন।

---

বকুলবনৰ কবিতা

সময় আহিল
উঠা, এৰাঁ এই নিথ্যাৰ সপোন।"...........
সিদ্ধাৰ্থৰ সংকল্প কঠোৰ —
"প্ৰাণী জগতৰ দুখময় কৰুণ বিননি
পথৰ সম্বল লৈ
গুচি যাম আজি নিশা
মানুহৰ মঙ্গল বিচাৰি
পুনৰ্জন্ম দুখৰ সমাধি ৰচি
মৃত্যুক কৰিম জয়
হে শোকাতুৰা পৃথিৱী।
জীৱন, যৌৱন, আনন্দৰ
অধিষ্ঠাত্ৰী প্ৰিয়তমা ভাৰ্যা মোৰ
যশোধাৰা আৰু সুকোমল
ৰাজপুত্ৰ ৰাহুলক এৰি
গুচি যাম সত্যৰ সন্ধানত
মহা অৰণ্যলৈ।"
........কোনো কালে সুখৰ শয্যাত
ৰাজপুত্ৰ সিদ্ধাৰ্থই
নকৰিলে শয়ন দুনাই।..........
এটি মাত্ৰ বাণী দিলে —
বহুজন সুখৰ কাৰণে
বহুজন হিতৰ কাৰণে
বিচাৰিম এটি পথ — নতুন সদায়।
আকৌ বহাগী-পূৰ্ণিমা তিথি
পৰিষ্কাৰ জোনাকৰ ঢল
ছবছৰ কঠোৰ সাধনা কৰি
ক্ষীণ দেহা হ'ল তলবল,
নৈৰঞ্জনা নদীৰ তীৰত
বোধিবৃক্ষজুপি
স্বৰ্গীয় জ্যোতিৰে হ'ল বিকশিত।
বোধিসত্ত্ব লাভ হ'ল
গৌতম বুদ্ধৰ
সেইজুপি মৃত্যুহীন গছৰ তলতে
থিয় হৈ তথাগত
বুদ্ধই শুনালে বিশ্বক
এই বাণী —

"হে গৃহ কাৰক।
তোমাক বিচাৰি এই দুখময় সংসাৰত
বাৰে বাৰে জন্ম লৈ বহুজন্ম কৰিছোঁ নিপাত,
তোমাৰ সন্ধান ক'তো নাপালো বিচাৰি,
এইবাৰ দেখা পালোঁ
তোমাৰ বাবেই সংসাৰত দুখৰ জনম —
আৰু তুমি দুখৰ বেৰ দি
প্ৰৱঞ্চনাৰ চাল তৰি
নতুন মাটিৰ লেও দি দি
এই ঘৰ নোৱাৰা ভৰিব।
তোমাৰ এই ঘৰৰ মুধচ
ভাঙিলোঁ চুৰমাৰ কৰি
মিছাঘৰৰ মাটিত মিহলি হ'ল
তৃষ্ণা মোৰ ক্ষয় হ'ল - মুক্ত হলোঁ আজি।".....

এনে এটি বহাগৰ পূৰ্ণিমা তিথিতে
নশ্বৰ মানৱী দেহা
এৰি থৈ এজুপি গছৰ তলত
অবিনাশী মৃত্যুহীন বোধিসত্ত্ব
থাকি গ'ল অমৃতৰ আভা
জগতৰ জ্যোতি
কৈ গ'ল শেষ কথা ঃ
" যি হবে উৎপত্তি আছে
তাৰেই বিনাশ আছে।"
হে প্ৰভো।
হে পৰিত্ৰাতা।
হে প্ৰেমিক। পথ প্ৰদৰ্শক। নিয়মৰ জ্যোতি।
তোমাৰ নাম আৰু
তোমাতেই আশ্ৰয় লভিছোঁ
তোমাৰ কুশল পথত আশ্ৰয় লৈছোঁ —
পদুমৰ পাতত নিয়ৰৰ টোপাল আছে —
উঠাঁ — মহান সূৰ্য
আমাৰ জীৱনৰ পাতখিলা দাঙি ধৰাঁ
আমাক টোৰ লগত মিলাই দিয়াঁ
সূৰ্য উদয় হৈছে —
নিয়ৰৰ উজ্জ্বল টোপাল
সাগৰত টুপ্ কৰে সৰি পৰিছে।
ওঁ মণিপদ্মে হুং।

## বিবেকানন্দ

জাগ্ৰত ভাৰতৰ অগ্ৰগামী
স্বামী
বিবেকানন্দ তুমি
উজলাই পৃথিৱীত
ভাৰতভূমি
দেখিছিলা কালজয়ী সপোন মহান
দিলা দান
চিৰন্তৰ আনন্দৰ মৃত্যুহীন প্ৰাণ
বিশ্বৰ কল্যাণ মানৱ কল্যাণ।

সত্যৰ গৌৰৱ দৃপ্ত অকুণ্ঠ ভাষাৰে
কৰিলা ঘোষণা —
ক্ষুদ্ৰ চিন্তা, ক্ষুদ্ৰ ভাব,
মানুহে মানুহে থকা
কৃত্ৰিম বন্ধন
অসত্যৰ আৱৰণ

অগ্নিময় দৃষ্টিপাত কৰি
বিদ্যুত বেগেৰে তুমি
দগ্ধ কৰি পিন্ধালা নতুন
গৈৰিক বসন
প্ৰেমময় আৱেশৰ সৃষ্টি কৰি
চিন্তাৰ নতুন বৰণ।
দৃপ্তকণ্ঠে ক'লা
বেদৰ বাণীৰে —
একে হুক সকলোৰে মন
একে হুক সকলোৰে ভাব
একে হুক বিশ্ববাসী
মানৱ-সন্তান
মৰ্ত্যত ধ্বনিত হুক
স্বৰ্গবাসী দেৱতাৰ মৃত্যুহীন গান।

তুমি ক'লা —
মহা মহিমান্বিতা মাতৃ আমাৰ
ভাৰতবৰ্ষক
বিশ্বৰ বৰেণ্যা কৰি
গঢ়িম আকৌ
মানুহৰ হিয়াই
হিয়াই —
তুলিম অমৃত ছন্দ
বেদান্তৰ ঢৌ।

ভাৰত মাতৃহে মাত্ৰ জাগ্ৰত ঈশ্বৰ
আন কোনো ঈশ্বৰৰ নলওঁ সন্ধান
যেনি চাওঁ তেনিয়েই দেখোঁ মোৰ
জননীৰ স্বৰূপ মহান
অন্য যত দেৱ-দেৱী আছে
সকলোটি নিদ্ৰাত মগন।

মাথোঁ মোৰ ভাৰত-মাতাহে আছে
সাৰ পাই চকু মেলি
দুই হাতে দি আছে
যুগ-যুগান্তৰ সঞ্চিত
মণি-মুকুতাৰ দান
মাতৃ মোৰ বিৰাট, মহান।

আহাঁ কৰোঁ আজি বিৰাটৰ পূজা
আমাৰ চাৰিওফালে
পৰিপূৰ্ণ হৈ থকা
বিৰাট বসুধাখনি চাওঁ আহাঁ
নতুন দৃষ্টিৰে
মোৰ যত দেশবাসী আছে
সকলোটি স্বৰ্গৰ দেৱতা
যতমানে আছে নাৰী
সকলোটি দেৱী স্বৰূপিনী
আহাঁ, আহাঁ, এই দেৱ-দেৱী
স্বদেশবাসীক
বুকুত সাৱটি লৈ
ৰচোঁ আমি নতুন ভাৰত
বিৰাট, মহান
তুমি ক'লা
কল্পনা বিলাসী মই ভাৰত সন্তান
মোৰ আদৰ্শ হ'ল ভাৰতৰ
আধ্যাত্ম শক্তিৰে
পৃথিৱীক জয় কৰি

---
বকুলবনৰ কবিতা

উৰুৱাম সত্যৰ গৈৰিক কেতন,

কোটি কোটি সুপ্ত সিংহক
অমোঘ বাণীৰে মই
জাগ্ৰত কৰি ল'ম,
কৰি ল'ম পূৰ্ণ সচেতন।
উঠা, জাগা,
সম্ৰাট অশোকে যিদৰে
আধ্যাত্ম শক্তিৰে
ভদ্ৰ চিন্তা মননেৰে
জয় কৰি পৃথিৱীৰ মন
থাপি গ'ল কীৰ্তিস্তম্ভ
এই ভাৰতৰ

আমিও দুনাই সেইদৰে আজি
কৰিব লাগিব জয়
আজিৰ পৃথিৱী! ...... ..
এয়ে স্বপ্ন স্বামীজীৰ আছিল মনত
প্ৰাণত আছিল বহি
শ্ৰীশ্ৰীৰামকৃষ্ণ
সৰ্বধৰ্ম সমন্বয় সাধন কৰোঁতা
চিন্তাত আছিল ৰূপ
অদ্বৈত ব্ৰহ্মৰ
কণ্ঠত আছিল বাণী
মহা শঙ্খ ৰব
হৃদয়ত প্ৰেমৰ সাগৰ —
দৃষ্টিত আছিল ভাহি
আসমুদ্ৰ হিমাচল
ভাৰত বৰিষ।
লক্ষ্য পথত বিশ্ব মানবৰ
মহা সমুদ্ৰত
উৰ্মি উতলা ঢৌ
চাই চাই

স্থিৰ নেত্ৰে

হে স্বামী,
জয় কৰি ৰিপুকুল
তুমি —
জাগ্ৰত ভাৰতৰ দূত অগ্ৰগামী
ধৰ্মপুত্ৰ,
বীৰপুত্ৰ,
পৰমহংসৰ তুমি
মানসত ফুলি থকা
শতদল পদ্ম পাহি
হাঁহি হাঁহি
আহিছিলা আজিৰ দিনতে
শতবৰ্ষ পৰিপূৰ্ণ কৰি
আজিৰ পবিত্ৰ সন্ধ্যা
তোমাৰ স্মৃতিৰ বেদীত
যাচোঁ আমি
কবিতাৰ এটি
অৰ্ঘ্য
শ্ৰদ্ধা, ভক্তি,
সেৱাৰ শৰাই
জয়তু! জয়তু! স্বামী
বিবেকানন্দ তুমি
উজলাই পৃথিৱীত
ভাৰতভূমি —
ৰৈ থাকা
স্থিৰ চিত্তে চাই
তোমাৰ প্ৰদীপ্ত
স্বৰূপ দেখি
মুগ্ধ আজি
বিশ্ববাসী
আনন্দিতা আই।

—
যোৰহাট

## ৰবীন্দ্ৰনাথ

(জীৱন-আলেখ্য)

এশ বহাগৰ আগৰ  এদিন পঁচিশ বহাগ
আজিৰ দৰেই ৰবি-কৰোজ্জ্বল স্বপ্নময়
সুন্দৰ প্ৰভাত এটি
মহামানৱৰ জীৱন আলেখ্য লেখা বুৰঞ্জী পাতত
জিলিকি উঠিল
জন্ম হ'ল ভাৰতবৰ্ষৰ এক অমৰ সন্তান
বিশ্বৰ বৰেণ্য কবি
ঠাকুৰ বংশৰ ৰবি।

*

নিখিল বিশ্বৰ সুৰ সম্মিলিত হৈ
মহা আকাশৰপৰা
নামিল ধৰাৰ পিনে সুমধুৰ গুঞ্জনেৰে
প্ৰীতি-অৰ্ঘ্য লৈ
জন্ম জয়ন্তীৰ অৰ্ঘ্য শ্ৰদ্ধা দিবলৈ।

*

নব নব সপোনৰ নিত্য-নৱ কিৰণ বিলাই
শিশুৰবি জিলিকিল
জগত বৰেণ্য হৈ
কবি-প্ৰতিভাৰ ৰশ্মিৰাগ ইন্দ্ৰজাল মেলি
ৰবীন্দ্ৰ কবীন্দ্ৰ হ'ল বিশ্বৰ সভাত
"ধন্য ধন্য ভাৰতবিষ" ধ্বনি চৌদিশে উথলিল,
বন্দিনী ভাৰত মাতৃৰ মেঘাচ্ছন্ন আকাশত
জিলিকি উঠিল এক
নতুন প্ৰভাত।

*

যি মহাভাৰতৰ
ঋষিৰ আশ্ৰম জিনি উঠিছিল বেদধ্বনি
হোমানলে আনিছিল
জ্ঞানৰ অমৰ শিখা
সেই মহা-ভাৰততে আকৌ বাজিল
ৰবীন্দ্ৰনাথৰ বীণা —
কাব্য-গীত-নাটকৰ স্বপ্নোজ্জ্বল সুন্দৰ সপোন
হ'ল প্ৰতিভাত;

ৰূপে-ৰসে-ছন্দে-গীতে মুমূৰ্ষু ভাৰতবাসী
উজ্জীৱিত হ'ল
কবিগুৰু ৰবীন্দ্ৰৰ সৌন্দৰ্য দৃষ্টিত
পঙ্কিলতা শেষ হৈ গ'ল।

*

ক্ষণে ক্ষণে মনে মনে গীতৰ ছন্দেৰে
ব্ৰহ্মানন্দ লাভ কৰি উদাত্ত সুৰত
দান দিলা কত গান
উপচি পৰিল প্ৰাণ
গানেৰেই ছুঁই গ'লা অব্যক্ত জনৰ যেন
দুখনি চৰণ —
নত কৰি বিজয়-মুকুট পিন্ধা তব উচ্চ শিৰ
জ্যোতিৰ্ময় এজনৰ চৰণ ধূলিত
সমৰ্পিলা দেহপ্ৰাণ অপৰূপ ছন্দেৰে
ৰচি গ'লা অমৃত সমান
শত শত গান,
দি গ'লা পৃথিৱীক অমৰ আলোক
'গীতাঞ্জলি' দান।

*

ফাগুনৰ ৰঙীণ আবেশ
গ্ৰীষ্মৰ নিদাঘ তাপ
শীতৰ ঠেৰেঙা লগা নিমাত ধৰাত
কবিতাৰ সম্ভাৰেৰে
তুমিয়েই সজালা শৰাই —
বিশ্বৰ মানৱ তুমি, তুমি কবি বিৰাট ভূমাৰ।

*

পৰক আপোন কৰি
দূৰক ওচৰ কৰি
ৰাশি ৰাশি বস্তিদান কৰিলা অকলে
উজলাই জননীৰ দুখনী চৰণ
জয় কৰি দেহৰ মৰণ
অমৃতৰ পুত্ৰ তুমি ৰবীন্দ্ৰ মহান
তুমি ঋষি, তুমি কবি
তুমি স্ৰষ্টা, তুমি দ্ৰষ্টা,
বৰ্ণে বৰ্ণে দি গ'লা অমৃতকে দান।

*

বকুলবনৰ কবিতা

নৱ-মেঘদূত তুমি ৰচিলা কাব্যৰ
ময়ূৰৰ দৰে নাচিল তোমাৰ মন।
শত বৰণৰ ভাৱৰ উচ্ছ্বাস
উঠিল উথলি
দেখি বৰষাৰ বান।
গুৰু গুৰু মেঘে গুমৰি গুমৰি গগনে গগনে
বজালে মৃদঙ্গ বাদ্য দেৱতাৰ।
আকুল পৰাণে কান্দিলে তোমাৰ
সৰা বকুলৰ শয্যা ৰচি
কাব্য-কানন বিকশি উঠিল
গোপন হিয়াৰ চকুলো মচি।
তুমি কবি সৌন্দৰ্যৰ মোহন সম্ৰাট
তুমি ঋষি ৰহস্যৰ পুৰুষ বিৰাট।
তুমি ভাৰতৰ অমৰ আতমা
প্ৰণামো তোমাক ছন্দেৰে আজি।
বিশ্বভুবন গাইছে তোমাৰ
অতুল গৰিমাৰাজি।।

*

নন্দনবাসিনী উৰ্বশীৰ স্বৰ্ণাঞ্চল টানি
কাব্যৰ ছন্দেৰে আনি
থৈ গ'লা ধৰণীত তুমিয়েইহে কবি,
উষাৰ উদয়সম অনৱগুণ্ঠিতা
আঁকি ছবি অকুণ্ঠিতা।
আদিম বসন্ত যেন তোমাৰ কাব্যত
সুধাপাত্ৰ লৈ
তৰঙ্গিত সাগৰত উঠিছে নামিছে
অনন্ত যৌৱনা সেই উৰ্বশী হৈ।
যুগ যুগান্তৰ ধৰি অপূৰ্ব শোভনা সেই
বিশ্বৰ প্ৰেয়সী
স্বৰ্গৰ উৰ্বশী

ধ্যান ভাঙ্গি মুনি সকলৰ গুঞ্জৰিছে তোমাৰ
সৃষ্টিত
অলকাৰ ৰাজপথ কল্পনাৰ ৰহণেৰে
জিলিকিছে তোমাৰ দৃষ্টিত।

*

হে দ্ৰষ্টা, হে কবি, প্ৰণমো তোমাক
স্বৰ্গৰ উদয়াচলত
সৃষ্টি কৰি মূৰ্তিমতী সুন্দৰী কপহী
পৃথিৱীৰ উদয়াচলত থাকি গ'লা
তুমি কবি ৰবীন্দ্ৰ আমাৰ
গৌৰৱ মুকুট হৈ ভাৰত মাতাৰ।।

*

পৃথিৱীৰ জ্যোতি সমুদ্ৰত তুমি কবি
বৰ্ণোজ্জ্বল স্বৰ্ণপদ্মপাহি
হৈ থাকা সৌম্য শান্ত মূৰ্তি এটি হৈ
অনাদি অনন্ত সুৰে বীণাবাদ্য কৰি
মানুহৰ জয়গান গাই।
অনন্ত সৌন্দৰ্য পূৰ্ণ বিশ্বৰ ৰহস্য
তোমাৰ দৃষ্টিৰে চাই।

*

লোৱা ঋষি, লোৱা কবি, লোৱা গুৰু
এটি প্ৰণিপাত
তোমাৰ স্মৃতিৰ এই সোণোৱালী সপোনত
জীৱন-বিলীন কৰি
হৈ থাকোঁ নিস্তব্ধ নিমাত।
তুমি থাকা সৰ্বোপৰি
কবিৰ সম্ৰাট।।

---

যোৰহাট, ১৭।৬।৬১

# নয়ন সিং

( ব্ৰিগেডিয়াৰ নবীনচাঁদ ৰাওলীৰ অধীনত থকা তিনি হাজাৰ ভাৰতীয় সৈন্যই সাগৰ সদৃশ অগনিত চীনা সৈন্যৰ বিৰুদ্ধে যুদ্ধ দি অসমৰ ডিগবৈ আৰু নাহৰকটিয়াক যিদৰে ৰক্ষা কৰিলে তাকে বৰ্ণোৱা হৈছে। তিনি হেজাৰ জোৱানৰ এই ব্ৰিগেডত কুমাওনী, ডোগ্ৰা, শিখ আৰু গোৰ্খা জোৱানসকল আছিল। পৰ্বতৰ ওপৰৰপৰা প্ৰবল বেগেৰে বৈ অহা লোহিত। দুয়ো পাৰে ওখ ওখ পৰ্বত। অটব্য অৰণ্যৰ মাজ। লোহিত পাৰ হ'বলৈ জোৱানসকলে এজন এজনকৈ পাৰ হৈ যাব পৰা এখন ওলমি থকা দলং সাজিছিল। কিন্তু ইতিমধ্যে তিব্বতৰ পিনে প্ৰবল বৃষ্টিপাত হোৱাৰ ফলত লোহিতৰ দোকোলটকা ঢলত দলং উটি গ'ল। তথাপিও আমাৰ অদম্য উৎসাহী জোৱানলকল হতাশ নহল। শকত তীখাৰ তাঁৰ দি ইপাৰ সিপাৰ হ'ব পৰা ৰছীৰ সাঁকো নিমাৰ্ণ কৰিলে। ১৯৬২ চনৰ নবেম্বৰৰ ১৪ তাৰিখৰ পৰা ১৬ তাৰিখলৈ তিনি দিন তিনি ৰাতিৰ ভিতৰত ২৫।৩০ হেজাৰ চীনা সৈন্যই ১৫ বাৰ আক্ৰমণ কৰি ভাৰতীয় সৈনাক ছেদেলি-ভেদেলি কৰে। চীনা সৈন্যৰ ৰণ-আহ্বান শুনি উন্মত্ত সিংহৰ দৰে তিনি হেজাৰ আমাৰ জোৱানে প্ৰস্তুতিৰ উত্তৰ দিলে।)

সন্মুখত শত্ৰুৰ কামানৰ টোপধ্বনি শুনি
অটব্য অৰণ্য ভেদি প্ৰত্যুত্তৰ উঠিল নিনাদি
ভাৰতীয় জোৱানৰ মৃত্যুঞ্জয়ী সমৰ-নিনাদ
"দুৰ্গা মাঈকী জয়!" "কালিকা মাঈকী জয়!"
নাই ভয়! নাই ভয়!
ব্ৰিগ্ৰেডিয়াৰ নবীনচাঁদ ৰাওলীয়ে কয়।
হেজাৰ হেজাৰ তৰুণ কণ্ঠত উঠিল নিনাদি জয়—
কুমাওনী, ডোগ্ৰা, শিখ আৰু গোৰ্খাৰ নাই একো ভয়।
— আগ বাঢ়া ভাৰতৰ তৰুণ কেশৰী দল
পাছফালে জননীয়ে বৰষিছে আশীৰ্বাদ
কোটি কোটি সন্তানৰ সন্মিলিত আবেগত
উথলি উঠিছে আজি সুপ্ত সিংহৰ গাত
মহাতেজা ৰুদ্ৰৰ ভুবনবিজয়ী বল।
আগবাঢ়াঁ! আগবাঢ়াঁ! সীমান্ত কেশৰী মোৰ
নাই ভয় — নাই ভয়—
সমস্বৰে কোৱাঁ আজি অৰণ্যৰ নিস্তব্ধতা ভেদি
"দুৰ্গা মাঈকী জয়!" "কালিকা মাঈকী জয়!"
ক্ষমা নাই, ক্ষমা নাই, দয়া নাই, কৃপা নাই —
ৰমণীৰ আঁচলত ধৰি অভিমানী দুৰ্যোধনে যি দৰে এদিন
সভাৰ মাজত কৰিছিল অপমান
পাণ্ডৱৰ কুলবধু মাতৃ দ্ৰৌপদীক
সেইদৰে আজি সৌ বিশ্বাসঘাতকী এক
হিৰণ্যকশিপুৱে আহি
বিশ্ববৰেণ্যা মোৰ ভাৰত-মাতৃৰ
আঁচলৰ পদ্মফুল পাহি
আঁজুৰি ছিঙিব খোজে অস্ত্ৰৰ আঘাতেৰে
ভৰিৰে মোহাৰি থৈ প্ৰেম, প্ৰীতি, ভাই ভাই ভাৱ
অস্ত্ৰৰ বলেৰে
দস্যুৰ দৰে আহি
বাৰে বাৰে দুৱাৰত হানিছে আঘাত

অপমান! অপমান!
জননীক কৰে অপমান
জনতাক কৰে অপমান
অপমান কৰে আজি
মহামানৱৰ এই
মহান সঙ্গমস্থল ভাৰতবৰ্ষক!
উঠা, জাগাঁ, আগবাঢ়াঁ — নবীন জোৱান
মৰিলে অমৰ হ'ম — জীয়াই থাকিলে পাম
জননীৰ অৰুণ চৰণ
কৰাঁ আজি পণ
হয় জীৱন-নহয় মৰণ
ৰণ! ৰণ!

অৰণ্যে ৰণে দাৰুণে শত্ৰুমধ্যে
অনলে প্ৰান্তৰে
জাপ দিয়াঁ — খাপ দিয়াঁ
হিৰণ্যকশিপুৰ হিয়া
বিদাৰি যিদৰে
নৰসিংহ ৰূপ ধৰি
নাৰায়ণে মানুহৰ ৰাখিলে সন্মান,
আমি — আমি আজি সেইদৰে
ত্ৰিৰঙ্গ পতাকা আৰু
আমাৰ ৰাষ্ট্ৰৰ
ৰাখিব লাগিব মান
দিব লাগে দান
ধন-ৰত্ন, ঐশ্বৰ্য- বিভূতি আৰু এই প্ৰাণ!
তিনি হেজাৰ তৰুণৰ প্ৰাণ
তিনি কোটি হৈ,
লোহিতৰ সীমান্ত ভূমিত
উতলি উঠিল এক নৱ প্ৰেৰণাত

---
বকুলবনৰ কবিতা

জাউৰি জাউৰি অৰিকুলে
বৰষিলে অগ্নিবাণ —
গুলিবিদ্ধ ভাৰতীয় জোৱানৰ
তথাপিও উতলনি নাই হোৱা শাঁত।
সামান্য চিপাহী এক
নয়ন সিং
শত্ৰুৰ গুলি আহি
পেটত লাগিল
নাড়ি-ভূৰু আহিল ওলাই।
তথাপিও ক্ষান্ত নহল
সিংহৰ সন্তান সেই
নয়ন সিং তৰুণ জোৱান
নিজ-হাতে নাড়ি-ভূৰু সুমুৱাই
আটি আটি
নিজেই বান্ধিলে পেট,
পাতল মেচিন গান
তুলি লৈ পুনৰবাৰ
বৰষিব ধৰে গুলি
শত্ৰুৰ পিনে চাই
অতৃপ্ত নয়নেৰে
ভাৰত মাতৃৰ প্ৰতি
ভকতি জনাই
নয়ন সিংহই কয় —
মোৰ জননীক আহি চীনাবোৰে কৰিছে আঘাত
ভাৰত মাতাহে মোৰ জীৱনৰ একমাত্ৰ আৰাধ্য ঈশ্বৰী
ৰাষ্ট্ৰ মোৰ মহান সুন্দৰ
ৰাষ্ট্ৰক কৰোঁ নমস্কাৰ
প্ৰিয়তম নেতা মোৰ শ্ৰী জৱাহৰ
ভাৰত সন্তান মই বীৰত্বই প্ৰাণ
নায়াওঁ উলটি — নালাগে জীৱন
শত্ৰুক আজি মই
অকলেই কৰিম নিধন!
হায়!
নয়ন সিংহৰ দেহা
কেঁহেৰাজ বটা যেন শেঁতা হৈ গ'ল,
তেজেৰে ৰাঙলী হ'ল
ধৰণীৰ শ্যামল তৃণানি
শেষবাৰ নয়ন সিংহই
বন্দুকৰ গুলি মাৰি
আকাশৰ পিনে
কৈ গ'ল - ভা-ৰ-ত — মা-তা-কি-
"জয়" শব্দ থাকি গ'ল
নয়ন সিংহৰ আত্মা
স্বৰ্গগামী হ'ল! ........
ওৱালং! ওৱালং!
ঢং! ঢং! ঢং!
মিচিমিৰ বৰকাঁহ
চিৰকাল বাজিব সুচাই
ইয়াতে নয়ন সিং
তৰুণ সৈনিক একে
ৰক্তেৰে ৰঞ্জিত কৰি ধৰণীৰ ধূলি
লিখি গ'ল ইতিহাস
নব-ভাৰতৰ
ধৰ্ম আৰু অৰ্থ-ৰূপ
ফল দান কৰা —
নমস্কাৰ কৰোঁ আহাঁ
ৰাষ্ট্ৰক আমাৰ
ৰাখো মান
সন্মিলিত শকতিৰে
ভাৰত মাতাৰ!

## পণ

(চীনে ভাৰত আক্ৰমণ কৰা সময়ত)

তুষাৰ-মণ্ডিত সৌ শুভ্ৰ হিমালয়
শুভ্ৰ হৈয়ে থাকক সদায়,
নিদিওঁ লাগিব তাত মানুহৰ ৰঙা তেজ
মানুহৰ হিয়া বিদৰাই!
কাৰ এই প্ৰতীজ্ঞা ভীষণ,
কিয় হ'ল এই আয়োজন,
প্ৰশ্ন হয় মনত উদয়;
উত্তৰ আপুনি আহে
বিক্ষোভত ভাঙি ছিঙি
হৃদয়ৰ সুকুমাৰ ৰূপ,
হেজাৰ মুখীয়া সৌ

দানৱ ড্ৰেগন আহি
বিষদাঁত বগুৱাই কামুৰি কামুৰি
ৰক্তাক্ত কৰিছে দেহা
দেৱতাত্মা হিমাদ্ৰীৰ?

কবি কালিদাসে যাক
যজ্ঞভোগী দেৱতাৰ স'তে
একে আসনতে থৈ
দেখিছিল মহাস্বপ্ন 'কুমাৰ-সম্ভৱ'
সেই হিমালয় আজি মানুহৰ তেজেৰে বোলাই
ৰঙাচীনে দম্ভ কৰে
দিগ্বিজয় আকাঙ্খাৰ মত্ত-মদিৰা খাই।
ত্ৰিতাপ নাশিনী য'ত ব্যোম-গঙ্গা জলে
বিশ্বশান্তি আনিছিল,
পৱিত্ৰ প্ৰাণৰ দান
দিব্যজ্যোতি, দিব্যজ্ঞান,
ৰঙা চীনে আজি তাত
মানুহৰ ৰঙা তেজ দিছেহি বোলাই,
দেৱতাত্মা হিমাদ্ৰিৰ হিয়া বিয়পাই।
আহাঁ, আহাঁ, ভাৰতৰ কোটি কোটি
সিংহৰ সন্তান,
সীমান্ত কেশৰী হৈ
গৰ্জন কৰোঁ আজি
ভাঙি দিওঁ ড্ৰেগনৰ দাঁত।
সিংহৰ গৰ্জন শুনি
থৰহৰি কম্পমান হৈ
ড্ৰেগন উলটি যক
বিচাৰি পুনৰ সেই গহ্বৰৰ গাঁত।
আহাঁ আজি লওঁ, এই পণ
হয় জীৱন, নহয় মৰণ
তুষাৰ মণ্ডিত সৌ শুভ্ৰ হিমালয়
শুভ্ৰ কৰি ৰাখিম সদায়,
নিদিওঁ লাগিব তাত মানুহৰ ৰঙা তেজ
পৃথিৱীৰ হিয়া বিদৰাই।

—

গুৱাহাটী, ১০।১২।৬২

# ৰাজঘাট নৌ দেখোতেই

অমৰ সৌন্দৰ্যপ্ৰেমী কবি কালিদাসে
কাব্যৰ অলঙ্কাৰ ছন্দৰ ঝঙ্কাৰ দি
যি হিমাললয় পৰ্বতক
কল্পিত যজ্ঞ ভাগ যাচি
পাতি গ'ল নগ-অধিৰাজ
য'ত কৰিছে বিৰাজ
গৌৰী আৰু শঙ্কৰৰ উত্তুঙ্গ শিখৰ
উচ্চতৰ আদৰ্শৰ শুভ্ৰ পৰিচয়
ত্ৰিভুবন তাৰিণী তৰল তৰঙ্গ
যাৰ হৃদি ভেদ কৰি
ভাগীৰথী বয়
সেই দেৱী সুৰেশ্বৰী ভাগৰতী গঙ্গাৰ
স্নেহময়ী দুহিতা যমুনা
যুগ-যুগান্তৰ সোঁৱৰণী লৈ
এতিয়াও বৈ আছে বৈ।।
সেই যমুনা —
যি যমুনাৰ নীল সলিলৰাশি
বিষধৰ কালী নাগে হলাহল উদগীৰণ কৰি
বিষতুল্য কৰিব খোঁজোতে
দ্বাপৰ যুগত
বিশ্ববিমোহন বংশী বদন
কলীয়া কৃষ্ণ আহি
কালীয়া দমন কৰিলে অকলে
হাঁহি হাঁহি
সৰ্পৰ ফণাত নাচি।
সেই যমুনা —
যি যমুনাৰ বালিত নামিল
মহা আকাশৰ স্নিগ্ধতা লৈ
অনন্ত ৰাসৰ পূৰ্ণিমা ৰাতি,
সহস্ৰ সহস্ৰ গোপীৰ হৃদয়
কালিন্দী তীৰত
জোনাক ঢলতে হৈছিল লয়
যি যমুনাৰ পাৰতে সিদিনা
নহবৎ বাজি কৰিলে ঘোষণা

বকুলবনৰ কবিতা

মোগল বাদশ্বা প্ৰেমৰ পূজাৰী
প্ৰিয়া মুম্‌তাজ মনৰ ঈশ্বৰী
তাজমহলৰ মিনাৰ চূড়াত
ছাজাহানাৰ আগ্ৰা-কিল্লাত
উঠে প্ৰতিধ্বনি করুণ বিননি
হায় ছাজাহান! হায় মুম্‌তাজ!
মুয়াজ্জীনৰ আজানৰ যেন
পৰালি নপৰা
....ধ্বনি! ......

সেই যমুনাৰ পাৰতে দিল্লী
যুগ-যুগান্তৰ সাত সাম্ৰাজ্যৰ মহাৰাজধানী
শত সম্ৰাটৰ উত্থান-পতন
বুৰঞ্জী বুকুত লৈ
আজিও জিলিকে সৌধ চূড়াৰে
মৌন অতীত কাহিনী শুনাই
নিতৌ নতুন কৈ।

মহাভাৰতৰ মহাৰাজধানী
আছিল ইয়াতে হস্তিনাপুৰ
পাৰ্থ-সাৰথি কৃষ্ণৰ সখা
ধৰ্ম যুধিষ্ঠিৰে
ইয়াতেই সেই দ্বাপৰ যুগত
ৰাজসূয় যজ্ঞ কৰি সমাপন
ৰাজ-চক্ৰবৰ্তী হ'ল ভাৰতৰ
অনন্ত বিজয় শঙ্খ বজালে
সত্য সেৱাৰে অসত্যক খেদি
কৰিলে জগত জুৰ
মহাভাৰতৰ সেই ৰাজধানী
আছিল ইয়াতে হস্তিনাপুৰ।
ইয়াতে পাঠানে আকাশলঙ্ঘী
সাজিলে মিনাৰ চূড়া
ইয়াতে মোগল বাদশ্বা বহি
ঢোকাঢোকে পিলে সাম্ৰাজ্য-স্পৃহাৰ সুৰা।

'দিল্লীশ্বৰো বা জগদীশ্বৰো বা' —
উপাধি ভূষিত মোগল বাদশ্বাই
মহলা মহলে ৰচিলে কাৰেং
লিখিলে সদৰি কৈ —

"স্বৰ্গ যদি আছে ক'ৰবাত
এয়ে সেই, এয়ে সেই,
এয়ে সেই স্বৰ্গ পৃথিৱীত।"
দিল্লীৰ মহানগৰীত।।

কিন্তু হায়! ............
মাটিৰ স্বৰ্গ মাটিতে থাকিলে পৰি
ৰাতিৰ সপোন ৰাতিতে হেৰাল
পাটীত পৰিল স'খি
মুকুতাৰ মণি স্মৃতিৰ চানেকি
কবিৰ চকুলোধাৰি।

ইয়াতে — ইয়াতে
এই মহা স্মৃতি সমাধিতে
কেশৰীৰ আৰ্বিভাৱ হ'ল
সিংহৰ বিক্ৰম মুঠিত লৈ
সাত সাগৰৰ তেৰ ভটিনীৰ
সিপাৰে কেনিবা থকা
বৃটিছ আহিল মহা-ভাৰতৰ
নতুন গৰাকী হৈ।

আদিম কালত ভাৰতবৰ্ষৰ
আছিল তন্ত্ৰময়
পিছ ত মন্ত্ৰৰ মধুৰ ছন্দে
আনিলে নতুন জয়
ইবাৰ আহিলে যন্ত্ৰৰ যুগ
বৃটিছে পাতিলে থেহা
আতমাক মানি বেদ বাণী শুনা
ভাৰতবৰ্ষই
অতীত পাহৰি গ'ল
যন্ত্ৰ যুগৰ ঘৰ্ ঘৰণিত
বস্তু বিচাৰি বলিয়া হ'ল।

শোষণ, পীড়ন, ভেদ-বুদ্ধি,
কূট-কৌশলেৰে
সিংহবাহিনী জগজ্জননী
ভাৰত মাতাৰ চৰণ যুগল
লোৰ শিকলিৰে বান্ধি
শুই থাকোতেই

এই ভাৰততে কেনিবা এদিন
উপজিলে এক গান্ধী! .........

গুজৰাট্-গুৰ্জৰ দেশ
পোৰবন্দৰ চহৰ ..........
সম্ভ্ৰান্ত বণিক্ কুলৰ প্ৰদীপ
'গান্ধী' উপাধিধাৰী
মোহনদাস কৰমচাঁদ
মহাভাৰতৰ
উত্তৰ-অধিকাৰী
এদিন মহাত্মা হৈ
মহান্ হৃদয়, মহান্ আশয়
মহান্ প্ৰেমৰ পূজাৰী ৰূপে
ওলাল হাতত
এডাল লাখুটি লৈ!

*

অৰ্ধনগ্ন ফকীৰৰ মুখ
দিব্য জ্যোতিৰে
হ'ল প্ৰফুল্লিত
কোটি কণ্ঠে গালে জয় গান
'বিজয় বিশ্ব ত্ৰিৰঙ্গা প্যাৰা
ঝাণ্ডা উচা ৰহে হামাৰা'.........
গৰ্জি উঠিল সাগৰৰ ঢৌ
বৃটিছ পৰিল ম্লান!

অহিংসা, প্ৰেম আৰু সেৱাৰ বাণীৰে
মনৰ মামৰ গুচাই গুচাই
'চাফাই' কৰিলে আহি
নৰৰূপ ধৰি গান্ধী নাৰায়ণে
প্ৰসন্ন মনেৰে
বিলাই বিলাই
সহনশীলতা, সত্যৰ সেৱা
জীৱনৰ ৰক্ত
স্বয়ম্ভু কুসুমপাহি।

ত্যাগীৰ চূড়ান্ত প্ৰেমৰ প্ৰতীক
নিখিলৰ দাস হৈ
মহা সম্ৰাট কৰ্মৰ যোগী
অনন্ত প্ৰেৰণা লৈ
অনন্ত কালৰ প্ৰহৰী হ'ল
মহাযাত্ৰা কৰি খোজ দিওঁতেই
যন্ত্ৰ যুগৰ মহা সাম্ৰাজ্য
টুকুৰা টুকুৰে
ভাগি উৰলি গ'ল!.......

দাণ্ডী যাত্ৰা !......
গান্ধী জীৱনৰ এটি অধ্যায়
হাতত বিজয় সেন্দুৰ লৈ
বাটত থিয় দি কোন বুঢ়ী আয়ে
যাত্ৰাপথৰ মঙ্গল সূচাই
কপালত দিলে ফোঁট
হেন্দুলি উঠিল
দাণ্ডীৰ পথ
বৈ গ'ল সেই বাটে
অযুত সেনাৰ হেন্দোলদোপত
আত্মত্যাগী, স্বাৰ্থত্যাগী
সেৱকবৃন্দৰ প্ৰাণৰ সোঁত।

গান্ধীৰ মুখত বিৰিঙি উঠিল
এটি বিনন্দীয়া হাঁহি
কপালত ৰ'ল অনন্ত কালৰ
ৰঙা সেন্দুৰৰ ফোঁট!

ধনীৰ দুলাল বাপু
বৰণ কৰিলা দৰিদ্ৰৰ বেশ
নিষ্পেষিত জনতাৰ দুখৰ বোজা
তুলি লৈ অম্লান বদনে
আত্ম স্বাৰ্থ কৰিলা শেষ

দয়াৰ সাগৰ ৰামৰ নামেৰে
ধুই দিলা তুমি মানুহৰ মন
বুদ্ধৰ দৰে যুদ্ধ কৰিলা
অসত্যৰ যত ভূত প্ৰেত
আছে
সবাকো জিনিলা সত্যৰ বলেৰে
বিশ্ববিজয়ী হৈ

বকুলবনৰ কবিতা

সৌ হিমাদ্ৰিৰ উচ্চ শিখৰত
থিয় দিলা তুমি
হাতত সত্যৰ লাখুটি লৈ।
এদিন বিয়লি বেলা
ভাৰতবৰ্ষই নমালে ত্ৰিৰঙ্গা
বিশ্ববিজয়ী পতাকাখনি
বিশ্বৰ মানৱে অৰ্ধ- নমিত কৰিলে ধ্বজা
আকাশে বতাহে
উঠিল কৰুণ ধ্বনি
....... বাপুজী অমৰ হ'ল!
এই দিল্লীৰ মহানগৰীত
বিড়লা ভৱনৰ দূৱৰি বনত
নশ্বৰ দেহৰ ৰঙা জৰা পাহি
দুটি বুলেটৰ নিঠুৰ খুন্দাত
মাটিত ছিটিকি গ'ল।

মহা আকাশত উঠিল বিননি
........ বাপুজী অমৰ হ'ল......
মহাকালৰ ৰথৰ চকৰি
লক্ষ লক্ষ নৰ-নাৰী মিলি
ঘূৰালে নিমাত নিস্তব্ধ হৈ
সেই যমুনাৰ নীল সলিলৰ
পাৰত থিয় দি ৰৈ
নিৰ্মাণ কৰিলে এক ৰাজঘাট
বাপুৰ সমাধি ভূমি
নীল যমুনাৰ অন্তৰ ধাৰাই

(সেই) স্মৃতিৰ সমাধি ভূমি
মাতিছে বিশ্বৰ মানৱ জাতিক
চোৱাহি — এয়া তুমি
মহাভাৰতৰ নতুন তীৰ্থ
এই ৰাজঘাট
গান্ধীৰ সমাধি ভূমি।

হাতত লাখুটি লৈ
ত্যাগৰ চূড়ান্ত গান্ধীজী সৌৱা
মুখত হাঁহি
কপালত ফোঁট
বুকুত প্ৰেমৰ
পৰশ লৈ
যমুনাৰ সোঁতত থিয় দি আছে
অনন্ত কালৰ প্ৰহৰীৰূপে
অমৰ আতমা হৈ।
সেই ৰাজঘাট নৌ দেখোঁতেই
দেখিছোঁ বাপুজী
বিশ্ববিজয়ী এজন বীৰ
যমুনা -- সোঁতত থিয় দি আছে
অনন্ত কালৰ
জিণ্ডা-পীৰ।*

---

ডিব্ৰুগড়, ১১।১।৬০, সোমবাৰ

* পঞ্জাবীসকলে বিশ্বাস কৰে নৈৰ সোঁতত খোজ দি দি গৈ থকা এজন চিৰঞ্জীৱি ফকীৰ আছে। তেওঁকে 'জিণ্ডা পীৰ' বোলে।

## এইয়া আমাৰ ভাৰতবৰ্ষ

তাহানি আমাৰ এই অসমতে
আছিল এক ফুল-কোঁৱৰ,
ৰজাৰ দুলাল খেলিকে খেলাই
কাঠৰ পকী ঘোঁৰাত উঠি
মালিনীক বুলি গ'ল বাই,
এবেলি দোলাতে এবেলি কোলাতে
কোঁৱৰৰ খটিখন নাই! .....

*

কাঠৰ পকী ঘোঁৰাত উঠি ফুল-কোঁৱৰ
উৰাৰৎ কৰিলে কেনি
কেৱে নেদেখিলে কেৱে নাজানিলে
উলটি আহিল তেনি।
আকৌ মালিনী বাইকে পাই,
ঠানুৱা কোঁৱৰে মিচিকি হাঁহিলে
মালিনীৰ মুখলৈ চাই!

*

সিদিনা সৌ ৰুছিয়া দেশৰ
টিটভে কিবা যন্ত্ৰত সোমাই
প্ৰবল বেগেৰে মহা আকাশত
পৃথিৱীৰ উপগ্ৰহ হৈ
সোতৰবাৰ পৰিক্ৰমা কৰি
পৃথিৱীখনকে, মহা আকাশেদি
নতুন বাৰ্তা লৈ
উলটি আহিল বিচাৰি এখন
মাটিৰ সৰগ ৰচা
মাতৃভূমি।
যত টিটভৰ প্ৰিয়া আছিল বহি
সৰগী-সুষমা বুকুত লুকাই
পুত্ৰ-কন্যাক চুমি।.......

*

মহা আকাশৰ পুৰণি বাতৰি
নতুন কথাৰে দি
মহা আকাশৰ দ্বিতীয় যাত্ৰী
টিটভ্ যেতিয়া
মাটিত পৰিলহি
ক'লে,
মহা আকাশে অপেক্ষা কৰিছে
পৃথিৱীৰ কবি,চিত্ৰশিল্পী গৈ
মহা আকাশৰ অনন্ত সৌন্দৰ্য
আঁকিব ৰেখাৰ সপোন লৈ!
মই হ'লে আহি পৃথিৱীত থকা
মোৰ এই জন্মভূমিক পাই
মহা-আকাশত বিচাৰি নোপোৱা
পালোঁহি অতিকে চেনেহী আই!

*

নেদেখা বছোৰাৰ
গোলাপবোৰৰ
প্ৰফুল্ল বদন যেন
শত যুৱতীৰ ৰুছ ৰমণীৰ
বিৰিঙি পৰিল হাঁহি।
জাতিৰ গৌৰৱে বিশ্ব জিনিলে
আনিলে মহা আকাশো নমাই
ধন্য ৰুছিয়া, ধন্য টিটভ
মহা আকাশৰ
সুধা মৃত্যুঞ্জয়
তুমিয়ে আনিলা পাই!

*

আহাঁ পৃথিৱীৰ সকলো মানুহ
এইয়া ত্ৰিবেণী
এইয়া সঙ্গম
ইয়াতে মানুহে মানুহ বেশেৰে
পাতিছে সৰগী মেলা,
মহা আকাশত মহা শকতিৰে
উৰিছে কেৱল সপোন-ভেলা!
আহাঁ,
এইয়া দিঠক, এইয়া আমাৰ মাতৃভূমি
সৰগতকৈও শ্ৰেষ্ঠ এইয়া
আমাৰ ভাৰতবৰ্ষ।
গঙ্গা-যমুনা বৈছে ইয়াতে
বুকুত উছল
যুগ যুগান্তৰ হৰ্ষ।।
এইয়া, এইয়া
এইয়া আমাৰ ভাৰতবৰ্ষ।।

---

যোৰহাট, ১২।৮।৬১

# জৱাহৰ-তৰ্পণ

শ্ৰীৰামচন্দ্ৰৰ দৰে লোকানুৰঞ্জন, শ্ৰীকৃষ্ণৰ দৰে বিশ্বমোহন সখা, বংশীধ্বনিৰ দৰে শ্ৰোতাৰ মন বিমুগ্ধ কৰা অমৃতকণ্ঠ, ভগৱান বুদ্ধৰ দৰে শুদ্ধ-নিৰ্মল হৃদয়বান, যীশুৰ দৰে দীন-দুখীয়াৰ, পতিত জনগণৰ ত্ৰাতা, হজৰত মহম্মদৰ দৰে বিশ্বভ্ৰাতৃত্বৰ পৰম অনুৰাগী, ৰজা চ'লমনৰ দৰে জ্ঞানী শাসক, চাণক্যৰ দৰে অমৰ ৰাজনীতিজ্ঞ আৰু প্ৰতিভাশালী লেখক, অকৃত্ৰিম স্বদেশপ্ৰেমিক, বিশ্ববন্ধু, প্ৰিয়দৰ্শন মহান ৰাষ্ট্ৰনেতা, জৱাহৰলাল নেহৰুৰ নশ্বৰ দেহা আজি আমাৰ মাজত নাই; কিন্তু তেওঁৰ অবিনশ্বৰ মহান আত্মা মহাভাৰতৰ প্ৰতি ধূলিকণাৰ লগত মিহলি হৈ থাকি গ'ল। পুণ্যতোয়া গঙ্গাৰ বুকুৰেদি জৱাহৰলালৰ হৃদয়-গঙ্গাৰ নিৰ্মল প্ৰেমৰ সোঁত অনন্ত কাললৈ বৈ থাকিব, অনন্ত কালৰ বুকুত —

### সৌৰভ

ৰত্নগৰ্ভা ভাৰত মাতাৰ এটুকুৰা হীৰাৰ বাখৰ
অপূৰ্ব জ্যোতিৰে আজি জিলিকিছে মহা আকাশত
নতুন তৰাটি হৈ
ত্ৰিৰঙ্গ পতাকা লৈ
কোটি কোটি তাৰকাৰ উজ্জ্বল সভাত।
প্ৰাণৰ দুলাল
ভাৰত মাতাৰ
জৱাহৰলাল
ভূমিষ্ঠ যি দিনা হলা সেইদিনা তুমি নিজে
জঠৰ যন্ত্ৰণা পাই
'কেৱাঁ' শব্দৰ উচ্চাৰি প্ৰথম
কান্দিছিলা দেখি
ভাৰতবৰ্ষৰ আজি অগণন জনগণে চকুপানী টুকি
অন্তিম যাত্ৰাৰ পথ
অশ্ৰু সিক্ত কৰি
পুষ্প ৰথত তুলি ৰাজঘাটলৈ
লৈ গ'ল মহাযাত্ৰা কৰি
মুহূৰ্ততে মানব জগতখনি ম্লান পৰি গ'ল
অৰ্ধ নমিত হ'ল বিশ্বৰ কেতন,
লক্ষ কোটি মানৱৰ হেৰাল চেতন
আকাশে বতাহে মাথোঁ — নাই, নাই, নাই
মানব প্ৰেমৰে ৰঙা
গোলাপ পাহিৰ দৰে
প্ৰস্ফুটিত জৱাহৰ আজি আৰু ধৰণীত নাই
হায়! হায়!
মহা আকাশৰেপৰা
প্ৰতিধ্বনি আহিল উলটি
ভাৰতৰ ভূ-খণ্ড চাই
ওপৰৰপৰা
শ্ৰী জৱাহৰে গায়

### অপূৰ্ব সঙ্গীত

হে মোৰ জীৱন-তীৰ্থ জননী ভাৰত
তোমাৰেই সেউজীয়া আঁচলৰ আঁৰত
কোটি কোটি সন্তানৰ
মৰ্য়ে এটি আছিলোঁ এদিন,
জনগণে মোক অতি চেনেহ বিলাই
ঋণী কৰি থলে আহি
প্ৰতিদান দিবলৈও
মোৰ একো নাই
মৰমৰ প্ৰতিদান মৰম কেৱল
নশ্বৰ দেহাটি মোৰ
ভস্মীভূত কৰি দিবা
চিতাৰ অগ্নিত
চিতাভস্ম মিলি থক ভাৰতৰ মাটিৰ বুকুত
বৈ যক গঙ্গানদী
অতীতৰ কীৰ্তিকণ
লৈ থক সাগৰৰ পিনে
হে মোৰ ভাৰতবাসী ভাই-বন্ধু-গণ
দ্বন্দ্ব-বিহীন এক ৰচিবা সমাজ
ভেদ-ভাৱ নাৰাখিবা
জননীক অপমান নকৰিবা
কাহানিও কেতিয়াও
ভুলতো এদিন
এয়ে মোৰ শেষ ইচ্ছা সেৱাৰ শৰাই
কোটি কোটি নমস্কাৰ
ইয়াৰপৰাই
যাচিছোঁ সাদৰে আজি সবাকো সুঁৱৰি
জয় হক ভাৰতৰ
জয় হক মানুহৰ
মিলন-তীৰ্থৰ হক পৰিণত এই
তোমাৰ, আমাৰ আৰু

---

বিশ্বৰ জননী
মোৰ ভাৰতবৰ্ষৰ।।
জৱাহৰ! জৱাহৰ!
হীৰাৰ বাখৰ
ত-তয়াই থাকাঁ তুমি
নীল আকাশত
আমালৈকে চাই
অশ্ৰুসিক্ত নয়নেৰে
দিওঁ আমি
স্মৃতিৰ তৰ্পণ
আৰু যে একোটি নাই।

## জাকিৰ প্ৰশস্তি

হে ভাৰতৰ ভাগ্যবিধাতা তোমাক নমস্কাৰ,
ভাৰতবৰ্ষক তুমি দিলাঁ বহু ৰত্ন উপহাৰ।
তাৰে যিটি মহাৰত্ন মহাত্মা মোহন দাস
দীনহীন দৰিদ্ৰৰ হিয়াত কৰিছে বাস,
সেইহেন মহাত্মাৰ হিয়াত সোমাই তুমি
নয়ী তালিমেৰে ধন্য কৰিলাঁ ভাৰভূমি।
তুমি যেন অতীতৰ জ্ঞানী চ'ল'মন আহি
'চাহব হুচেন'ৰূপে ফুলিলাঁহি পদ্মফুল পাহি।।
সমস্ত ভাৰতখনি তোমাৰেই ঘৰ বুলি ক'লাঁ
ৰাষ্ট্ৰৰ গুৰি ধৰি আমাকেই আঁকোৱালি ল'লাঁ
তব শুভ আগমন-আনন্দত যাচিছোঁ অঞ্জলি
শ্ৰদ্ধানত শিৰে আমি কৰি কৃতাঞ্জলি —
অসমীয়া শব্দেৰে ৰচা এই ক্ষুদ্ৰ মালাধাৰি
কৰিবাঁ গ্ৰহণ, দিলোঁ আজি হৃদয় উবাৰি।

---

বকুলবন, যোৰহাট, ২৩।৪।৬৯

## ভোগদৈ আৰু আমাৰ ছাৰ

অ' ভোগদৈ,
বিহুৰ দিনত আজি আমন জিমনকৈ
মন মাৰি আছ কিয় ঐ?
ঐ! ঐ! ভোগদৈ ঐ! ........

তোৰ
বুকুৰ ৰিহা ছিৰলি ছিৰলি
বিহুৰ কাপোৰো নাই
কাৰ বেজাৰত ক ভোগদৈ
আছ ভেবা লাগি চাই?

ভোগদৈয়ে ক'লে কান্দো কান্দো হৈ
বেথাৰে ওপচা হিয়াৰে এদিন
এজন কবিয়ে গাইছিল গীত
হৰিছিল মোৰ চিত

অ' পানেসৈ চিঁচৈ চিঁচৈ
চৈ চৈ মোৰ মউপিয়া ........
মোৰে ৰূপ দেখি
মোৰে বুকুৰেদি
মেলিছিল হায়
কবিতা ওপচা পানচৈ নাও
ৰূপহী ৰূপ যদি তোৰ মন জুৰণি
মেল ওৰণি চাওঁ! ........
আজি, ওৰণি-বাৰণি একো নাই মোৰ
বুকুৰো ওলাল হাৰ,
ভোগদৈ পাৰৰ বাঁহনিৰ মাজত
লুকাল আমাৰ ছাৰ।

মোকে চাই চাই
গীত-পদ গাই
চিৰচেনেহী ভাষা জননীৰ
পূজাৰ মন্দিৰ
ছন্দ ধ্বনিৰে
হিল্লোল তুলি
মাতিছিলে মোক মৰম লগাই
অ' ৰূপহী বুলি?

---

বকুলবনৰ কবিতা

ছাৰে ক'লে বোলে
তুমি জিৰণীয়া আমি জিৰণীয়া
বাটৰ জিৰণীয়া মৌ,
তোমাৰ বুকুত উঠে দুদিনৰ
দুটি খন্তেকীয়া ঢৌ।

তাতে খৰমাৰি ছাৰৰ পাগুৰি
হেজাৰজনৰ মাজতো উঠিছে
শুধ শুকুলা হৈ
গাদী এৰি এৰি ছাৰ আহে লৰি
কবিতা প্ৰাণত লৈ।

শুভ্ৰ শতদল অমল কমল
প্ৰাণৰ পৰশ দি

ক'ৰবাৰ পৰা ছাৰে মাতে মোক
ঐ! ঐ! ভোগদৈ ঐ।

তোৰ বালিতেই মহল পাতিলে
ঠিকাদাৰবোৰ গৈ
ৰূপৰ চেকুৰা বুটলি বুটলি
তোৰ হিয়াখন
ওখোৰা-মোখোৰা কৰে,
মোৰ কবিতাৰ ছন্দত আজি
সুলকি সুলকি পৰে।

ছাৰ, ছাৰ, অ' ছাৰ!
আপুনি আমাৰ ছাৰ
শ্ৰীমিত্ৰদেৱ মহন্ত আপুনি
যোৰহাট নগৰৰ কণ্ঠহাৰ।

## মিঞা মনচুৰ আৰু মই

মিঞা!
তুমি সুৰাপান কৰাঁ?
এৰা,
মই সুৰাপান কৰি কৰি
তোমালোকক তেনেই পাহৰি
একেবাৰে অকলশৰীয়া হৈ
তন্ময় হৈ থাকোঁ সুৰাৰ ৰাগীত।
এই সুৰাই জীৱন জুৰায়,
বাক্য-মন হৰি লৈ যায়,
মনে মনে আহি মালিক বহেহি
হিয়াৰ মাজত থকা পদুম পাহিত।
বুজিছাঁ,
মোৰ সুৰাৰ পাত্ৰটিও মই নিজেই!

*

তোমাৰ পাত্ৰতো একেই সুৰাই আছে,
সেই সুৰা তুমি বিচাৰিছা জানো?

তুমি পান কৰাঁ সুৰা বুলি হলাহল বিষ,
চয়তান তোমাৰ সঙ্গী,
কামনা-চঞ্চল তোমাৰ জগত
উতনুৱা, বহুৰঙী।।

শুনা —
কেতিয়াবা টোপনিৰ জাল লগা
আধা মুদা আধা মেলা দৃষ্টিৰে তুমি
মাজনিশা দেখিছানে নগৰৰ আলিবাটবোৰ?
আকাশত তৰাবোৰ নামি আহি
ৰৈ থাকে অলপ ওখতে
তোমাকেই দেখুৱাই দিবলৈ
যাবাঁ কোন বাটে।
শুনিছানে গাৱ নোম শিয়ঁৰি উঠা মাত
ফেঁচাই মাতে?

*

সেইবাবে কওঁ
থিৰ হোৱাঁ, সেই শব্দবোৰ খোৱাঁ
যি শব্দই দিব দান
প্ৰেম
মৃত্যুৰ দৰে বলবান
যি প্ৰেমে
যীচুৰ বুকুৰ তেজ ক্ৰুচৰ ধাৰেৰে
দিলে পৃথিৱীক দান,
গান্ধীৰ তেজেৰে দিলে ৰাম নাম
মৃত্যুহীন মহাপ্ৰাণ।

*

মিএগ! মিএগ!
দিয়াঁ, এই সুৰা মোক দিয়াঁ
পান কৰোঁ, ধন্য হওঁ,
তোমাৰ পাৱতে মোৰ
গৰ্ব অহঙ্কাৰ
খৰ্ব কৰি
মোৰ মূৰ থওঁ।
— এহি·মাথা গোট মোৰ ভৈল মহাভাৰ,
মই মাধৱক নকৰিলোঁ নমস্কাৰ? .....

শুনা—
মানুহৰ জিভাখন দেহাটোৰ এটি ক্ষুদ্ৰ অংশ
কিন্তু গৰ্ব আৰু অহঙ্কাৰত
সি এটি দুৰ্দান্ত কংস।
দমন কৰিবাঁ জিভা
নোলায় মুখত যেন
কঠোৰ কৰ্কশ কিবা।
ভিতৰত বহি থকা বন্ধুজন যেন
বেদনাত নহয় কাতৰ,
ওচৰতে থকাজন যেন
নহয় আঁতৰ।
যি জ্যোতিয়ে অন্তৰ্নিহিত হৈ
তোমাক কৰিছে ধন্য
সেই দান
সেই প্ৰাণ
সেই গান
মানুহৰ পৰম সম্পদ।
তাকেই বিচাৰি যদি
চৌদিশে চোৱাঁ
দেখিবাঁ
স্বৰ্গৰাজ্য ইয়াতেই আছে
ইয়াতেই আনন্দত ময়ূৰ-ময়ূৰী নাচে,
সেইহে নিতৌ বনৰ পখীয়ে
গাই আছে গান
আনন্দময়ী জীৱন সুধা এই বসুধাৰ দান। .....

*

মিএগ। মিএগ।
নহি জ্ঞানেন সদৃশং
পবিত্ৰমিহ বিদ্যতে...
দিব্যজ্ঞানৰ তুমি অখণ্ড প্ৰদীপ
তোমাক নমস্কাৰ।
ঘূৰি ঘূৰি কৰোঁ নমস্কাৰ।
প্ৰণতি গ্ৰহণ কৰাঁ
জাত, ধৰ্ম, দেশ — বিস্মৃতিত হক শেষ
তুমি মানৱ আত্মাৰ মিএগ।
প্ৰণতি জনাওঁ আকৌ তোমাক
দিব্য ৰোশ্মি দিয়া।।

——

যোৰহাট, ১৫।৬।৬৮

# ঢৌ

"It is pertinent to remember that the concept of substance has disppeared from fundamental physics. What we have ultimately come down to is a form - waves! waves!! waves!!!"-Eddington

ঢৌ! ঢৌ!! ঢৌ!!!
ঢৌৰ উপৰি
উঠিছে ঢৌ
কেৱল ঢৌ!
মহা আকাশৰ
মহা শূন্যত
দিব্য-জ্যোতিৰ ঢৌ
উঠিব লাগিছে
অনাহত গতি
তাল, মান যতি
একো নাই ;
কেৱল ঢৌ
উঠিছে নামিছে
বৰিছে মৌ !

০

থৌকি বাথৌ
সেই
চকুৰে নেদেখা
জ্যোতিৰ ৰেখা
তৰঙ্গৰ মহাসোঁত
বৰই লাগিছে
অনাদি কালৰপৰা,
বৈয়েই থাকিব
অসীম কাললৈ
সৌ
ঢৌ! ঢৌ!! ঢৌ!!!
উঠিছে নামিছে
ঢৌৰ উপৰি ঢৌ।

০

চিন্তাতো দেখো
সেই একে ঢৌ
মোহৰ ঢৌপনি ভাঙি
ওৰে নিশা মোৰ
হিয়াৰ মাজত
বৰষিছে মৌ
ঢৌ! ঢৌ!! ঢৌ!!!

০

এই ঢৌবোৰেই
মহাসত্যৰ ৰূপ
অপৰূপ।
বাকী সকলোটি মিছা।
সেইহে সদায়
কিহবাই
নিতে ৰিঙিয়ায় —
'হ'ল নে নৌ?'
ঢৌ। ঢৌ!! ঢৌ!!!
কেৱল ঢৌ।

যোৰহাট, ২৬।২।৬১

## লাওখোলা

এইটো এটা
মানুহৰ লাওখোলা
বহুত যুগৰ পুৰণি
মনত নপৰা
কোনোবা এটা
নজনা যুগৰ
বুৰঞ্জীৰ পাতত নথকা
মানুহৰ লাওখোলা।
হিউৱেন চাং
মহাচীনৰ সম্ৰাটৰ
আজ্ঞা উলঙ্ঘা কৰি
অৰণ্যে অৰণ্যে
পলাই আহোঁতে
যিখন
জনপ্ৰাণীহীন
নিৰ্জন মৰুভূমি
অকলে অকলে
গৰকি আহিছিল
তাতে পৰি আছিল
এই লাওখোলাটো।
এইবোৰ এতিয়া
নৃতত্ত্ববিদ্ বৈজ্ঞানিকৰ
গৱেষণাগাৰত
চিক্ চিক্‌কৈ ৰহণ দিয়া
আইনাৰ ঢাকনি থকা
পেৰাত সোমাই আছে।
দৰ্শকক কথা কৈছে,
চিন্তাৰ আহাৰ দিছে।
সেইখন
গোবী মৰুভূমি
উত্তৰ চীনত
সহস্ৰ বুদ্ধৰ গুহা
অজন্তা ইলোৰাৰ দৰে
শিলাময় স্বপ্নভৰা
এতিয়াও আছে।
মানুহৰ লাওখোলা বোৰো
কামত লাগিছে,
সিহঁতে মাতিছে
অমাতৰ মাত।
হে আই বসুমতী!
তুমি আমাৰ লাওখোলাবোৰো
লুকুৱাই থ'বা দেই —
বহুত যুগৰ পিছত
আমাৰবোৰেও
মাত মাতোতে যাতে
ফুটে অসমীয়া মাত

যোৰহাট, ৫।৫।৬২

## বেজবৰুৱা শতবাৰ্ষিকী

ইন্দ্ৰবংশী আহোমৰ বিজয় মুকুট
থিয় হৈ আছে য'ত সোণৰ কলচী
তিনি দ'লে জিনি আছি যিখনি নগৰ
দিখৌৱে নিতউ দিয়ে চৰণ ম'ল'চি
সেই শিৱসাগৰৰ আমোলাপটিত
যিটি শিশু ফুল তুলি নাম গাই গাই
আছিল এদিন হৈ আমাৰে এজন
লক্ষ্মীনাথ নাম লৈ খেলন খেলাই
শত শৰতৰ আজি শেৱালি বুটলি
তেওঁৰ নামতে দিওঁ আঁজলি ভৰাই।
লক্ষ্মী পূজাৰ দিনা শৰতৰ জোনে
ঢালিছিল স্বৰগীয় সুধা সুষমাৰ
মহাবাহু ব্ৰহ্মপুত্ৰ বাবাই সাৰটি
আনিছিল সেই শিশু আই অসমাৰ
এশ চাৰি বছৰৰ আগৰে এদিন
শৰতৰ সেউজীয়া ৰূপৰাশি লৈ
ৰঙচুৱা হাঁহি এটি হিয়াত সুমাই
আহিছিলা লক্ষ্মীনাথ গুণীপুত্ৰ হৈ
গুণবোৰে আজি আহি হিয়া উদঙাই
গুন্ গুন্ কৰিছেহি বীণকে বজাই
কিনো গীত, কিনো কথা থৈ গ'লা তুমি
সাহিত্যৰ মহাৰথী শ্ৰীলক্ষ্মীনাথ
বিচাৰিছোঁ তাকে আমি অসম সন্তানে

তোমাৰ স্মৃতিৰূপিনে নত কৰি মাথ।
হে লক্ষ্মীনাথ, হে কৃপাবৰ,
হে বৰবৰুৱা সেই জোনাকী যুগৰ
জন্ম শত বাৰ্ষিকীৰ মহা উৎসৱত
উভটি আহক বাণী তোমাৰ মুখৰ
আমি গাওঁ সমস্বৰে জয় লক্ষ্মীনাথ
জয় জয় অসমীয়া ভাষা-সাহিত্যৰ।

যোৰহাট, ২৭।৮।৬৮

## মোৰ আই

শুনিছানে এতিয়াও বিনাই বিনাই
গাই আছে কোনোবাই সেই এটি গীত
শুনিলে প্ৰাণত লাগে বেদনাৰ বেথা
সুৰৰ সপোনে আহি হৰি নিয়ে চিত।
সেই গীত অসমীয়া ভাষা জননীৰ
নাতি-পুতি বহুবাই চোতালত গোৱা
........"আই মোৰ আছিলে ধনে পঁচে তুলী
বোপাই সাউদৰে নাতি
আইক লৈ গ'লে সাউদৰ মুদৈয়ে
শুকুলা হাতীতে তুলি।".........

শাৰদীয় আকাশৰ গভীৰ নীলিমা
বগা বগা মেঘবোৰ গহীন গতিৰে
লাহে লাহে চলি যায় হাতীহেন হৈ
আই মোৰ গৈ থাকে তাতে ধীৰে ধীৰে।

আই গৈ পালেগৈ সৰগৰ সভা
ইন্দ্ৰজিৎ মালতীৰ সুবাসেৰে ভৰা,
পাহে পাহে হীৰাফুল হাতে হাতে লৈ
লাহে লাহে নামি আহে এটি এটি তৰা।

এটি তৰা, দুটি তৰা তৰা লেখি লেখি
বহি থাকে আই মোৰ জোনবাই চাই,
সোণমাই, কণমাই, হাইঠা, হেঙ্গুল
বেজী এটি দিয়া বুলি বহে গীত গাই।

দেও দি দেও দি নাচে ফৰিংবোৰেও
সজাল ধৰিব খোজা বোৱাৰ মাজত,
আয়ে মোৰ দেখা দিয়ে সপোনৰ দৰে
বিনন্দীয়া হাঁহি মাৰি শ্যামল সাজত।

মোৰ আই মহালক্ষ্মী জগতখনৰে
কোলাত সাৱটি লয় পুত্ৰ কন্যাবোৰ,
চেনেহৰ পৰশেৰে শাঁত কৰে হিয়া
দুখৰ বেদনা পৰে সমূলঞ্চে ওৰ।

নপলায় কাহানিও মনৰ হেঁপাহ
চাই চাই জননীৰ ৰাজেশ্বৰী বেশ।
আকাশেদি উৰি যোৱা দেওঁহাহে কয় :
চোৱাচোন সৌখন 'অচমৰ' দেশ

সোণোৱালী ৰ'দপৰা সোৱণশিৰিৰ
সোণৰ বালিত থকা সোণৰেণু লৈ
সোণ বাগিচাৰ দেশ অসম ভূমিক
আহাঁ আজি অৰ্ঘ্য দিওঁ নতজানু হৈ।

যোৰহাট, ২৫।৯।৬৮

## আমাৰ ভাতমুঠি

আমি খোৱা ভাতমুঠি
যুদ্ধৰ ক্ষেত্ৰত সৈনিকে খোৱা
মোটা আটাৰ টিকিৰাৰ দৰে
কায়িক, বাচিক আৰু মানসিক
পৰিশ্ৰম ভাৰাক্ৰান্ত।
পেট ভৰে কিন্তু তৃপ্তিৰ উগাৰ নাহে।
বেৰৰ জলঙাই
হেজাৰ বিজাৰ
বুভুক্ষু জনতাই
চাই থাকে কাঁহীখনলৈ! ......
তন্ময়মুয়া ৰণৰ মাজত
এহাতে বন্দুক লৈ
আনহাতে ৰুটিৰ মেৰটো থৈ

তুমুল ধ্বনিৰ মাজত
জীৱন উচৰ্গা কৰি সৈনিকৰ দৰে
আমিও খাইছোঁ এমুঠি ভাত।
ইমান সংঘৰ্ষৰ মাজতো সদায়
কবিতাৰ ফিৰিঙতিবোৰ
পিং পিঙাই ঘূৰি ফুৰে চকুৰ আগত।
কবিতাবোৰ যদি খোৱা দ্ৰব্য হৈ
লাঞ্চ আৰু ডিনাৰ হ'লহেঁতেন
কিমান ক্ষুধাতুৰক আমি
শুধিব পাৰিলোঁহেঁতেন।

---

যোৰহাট, ১৬।১২।৬৪

## অজাতশত্ৰু

শত্ৰু মোৰ ওপজাই নাই
মই অজাতশত্ৰু।
বসুধাখনেই কুটুম মোৰ
বিশ্বপ্ৰকৃতি আই
যেনিয়েই চাওঁ তেনিয়েই মোৰ
চকু ছাঁট মাৰি ধৰে
সুন্দৰ মোৰ কুটুমহঁতৰ
ৰেহ ৰূপ চাই।
মই বাট বুলোঁ গহীন দুপৰ নিশা
যেতিয়া কেঁচাই মাতে
'জী উঠ, পো উঠ' .........
টোপনি কেনিবা যায়।
অন্তৰত প্ৰতিধ্বনি উঠে
'জী উঠ, পো উঠ' ........
মনে মনে তাকে চাওঁ বুলি
দুৰ্গম পৰ্বত কান্তাৰ
মৰুভূমি, মহাসাগৰ,
অবহেলি পাৰ হৈ গৈ থাকোঁ
যেনিয়েই যাওঁ
তেনিয়েই মোৰ
একেজনী আইৰে
অমৃত পান কৰি
টোপনিত শুই আছে
ভাই-ভনীবোৰ
মোক বাট এৰি দি।

নিয়তিয়ে অনন্ত সোঁতত
মেলি দিছে মাৰ নাওঁ
তৰি দিছে পাল
তাতে উঠি মই অজাতশত্ৰু
ওপঙি ওপঙি থাকোঁ
ঘূৰি ঘূৰি ভাল পাওঁ মানুহক
মানুহ জীয়াই থকা
এই পৃথিৱীখনক।।

---

যোৰহাট, ১৮।১০।৬৪

## লাই হালে জালে

হাতত লেমটো লৈ শাকনিৰ মাজে মাজে
গলোঁ।
উভয় সেনাৰ মাজত অৰ্জুনৰ ৰথ
স্থাপন কৰি
কুৰুক্ষেত্ৰৰ সৈন্য-সাগৰ চাই
ৰহস্যৰ দুৱাৰ মেলা
সাৰথি-সখাৰ দৰে
ময়ো সেইদিনা নিমাত নিস্তব্ধ হৈ
দুফালে দুডৰা
লাই লফা
শাকবোৰ দেখি.
বৈ বৈ চাওঁতে দেখিলোঁ
পেমধৰি যেন মেলা লাইগছবোৰে
থৰ হৈ কাণ পাতি
কবিতা শুনিছে।
লফাবোৰে সুকোমল ৰেছম-পৰশ লৈ
হালিছে জালিছে।
মাটিৰ বুকুত পোহৰ চমকা লৈ
ছাঁবোৰে ছবি আঁকিছে।
মৰ্মত প্ৰতিধ্বনি উঠিল
তাহানিয়ে অসমীয়া নামতীয়ে গোৱা
বিয়ানামৰ সুৱদী লহৰ

লাই হালে জালে আবেলি বতাহে
লফা হালে জালে পাতে।

যোৰহাট, ২।৩।৬৬

## তুমি অমিতাভ

মহাশূন্যৰ মহা আকাশত
মহানিস্তব্ধ মহা আনন্দৰ
মহা সৌন্দৰ্যত বহি
তুমি অমিতাভ
তুমি স্থানু,
তুমি অচল!
অনন্ত কোটি ব্ৰহ্মাণ্ডই
তোমাক বিচাৰি
ঘূৰিছে পকিছে
নৃত্য ছন্দত
সদায় চঞ্চল।
তুমি, অমিত আভা
তুমি, বিদ্যুৎপ্ৰভা
জ্যোতিৰ পুঞ্জ,
স্বপ্ন নিকুঞ্জ।
গুঞ্জনহীন
অনুচ্চাৰিত
শব্দৰ ধ্বনি
আহত নোহোৱাকৈ
বহি আছা তুমি
অৰুণ বৰুণ
হাঁহিৰ ৰেখাটি লৈ।
তুমি অমিতাভ,
তুমি স্থানু,
তুমি অচল।

যোৰহাট, ১০।৫।৬৫

## নেফেৰিটিং

( ১৯৬৫ চনৰ বাৰিষাকালত ব্ৰহ্মপুত্ৰৰ প্ৰলয় বানত যি ধ্বংসৰ সৃষ্টি হৈছিল সেই বিৰাট জলৰাশি নেফেৰিটিং, শিৱ দৌলখন দেখি উদয় হোৱা ভাৱ।)

নেফেৰিটিঙৰ শিখৰত
থিয় হৈ তুমি
উত্তৰ-পূবত দৃষ্টি থ'লা।

হাতৰ ডম্বৰু উঠিল বাজি
ৰুদ্ৰ-তাণ্ডৱ সুৰ
দুবাহু জোকাই আহিল নাচি
ব্ৰহ্মপুত্ৰ মহাবাহু
দুকূল ভাঙি
তোমাৰ চৰণ পৰশ কৰি
প্ৰলয় নৃত্য চাওঁহি বুলি।........

তুমি হাঁহিলা।
দাঁতৰ মাণিক-মুকুতাবিলাক
উঠিল ঝ নক কৰি,
মহানদৰ বুকুৰ সাগৰ
চিঞৰিছি লৈ,
বাতৰি কাকতে দেখিলে
'ধ্বংস লীলা'
ত্ৰাসত বিস্ময় হৈ।

যোৰহাট, ৭।৭।৬৫

## পুনৰ্জন্ম

যেতিয়া, নিস্পন্দ দেহাটি মোৰ
চাঙিত তুলাই লৈ
চিনি পোৱা বাটটোৰে যাবা বন্ধুগণ
বাটে বাটে মৌন যাত্ৰা কৰি,
মনে মনে ঈশ্বৰক প্ৰাৰ্থনা কৰিবা
পুনৰ্জন্ম যদি হয়
আকৌ জনমো যেন এই ভাৰতে
অসমীয়া হৈ।

সেলেঙি লগাই
খনে খনে তামোলকে খাই
চেনেহী ভাষাৰে যেন কথা পাতিবলৈ'
আকৌ উলটি আহোঁ
এইখন পৃথিৱীৰ
এই দেশলৈ'কে।

লখিমী চপাই
সোণ বৰণীয়া ধানবোৰ আনি
উঁৰাল ভৰাই
ন-খোৱা উছৱৰ হিয়াভৰা
প্ৰীতিৰ মেলত
শাকৰ পানীৰে খোৱা মহা ভোজনৰ
আকৌ লভোঁহি যেন
অমৃত আস্বাদ।।

যোৰহাট, ১৬।১২।৬৪

## মুণিয়া

অপৰাজিতাৰ দৰে বিমলীন এটি
কুমাৰীৰ কণ্ঠস্বৰ শুনি,
প্ৰাণত বাজিল মোৰ আজি প্ৰভাতত
ভৱানীৰে মাভৈঃ ধ্বনি।
অস্পৃশ্যা হৰিজন কন্যা নিপোটল শ্ৰী
স্বভাৱিক হাঁহিভৰা মুখ,
হাতত যদিও এটি ঠাইসৰা ঝাৰু
প্ৰাণে কিন্তু বাকি দিছে সুখ।
সমাপন কৰি মোৰ প্ৰভাতৰ স্নান
ধূপ-গন্ধ উপভোগ কৰি,
বহিব খোজোঁতে মই ভোজন-শালাত
কুমাৰীয়ে মাতিলে সাদৰি।
"ঠাকুৰ" —
ময়ে যেন বেচেৰীৰ প্ৰাণৰ ঠাকুৰ
ঈশ্বৰৰ সমতুল গুণী,
ময়ে যেন জগতৰ পৱিত্ৰতা ভৰা
জ্যোতির্ময় স্যমন্তক মণি।
ধ্বনি শুনি চমকিলোঁ উৎকণ্ঠিত হৈ
বাহিৰত দেখিলোঁহি কায়া,
এখানি কুমাৰী এটি মোৰ চোতালত
ঠাই সাৰি মেলি দিছে মায়া।
সৰলাৰ গতি দেখি মুগ্ধ হলোঁ মই
উলাহত ঠাই সাৰি তাই,
ছেৰে ছেৰে হাঁহি আছে মিচিক মিচিক
হাঁহিতেই ফুল সৰি যায়।
ইমান পবিত্ৰ এই কুমাৰীক দেখি
নিমিষতে উটি গ'ল মলি,
শাৰদীয় প্ৰভাতৰ মধুৰ খেণত
পৰি ৰ'ল মায়া মোহ ঢলি।
সুধিলোঁ নামটি সেই কুমাৰী কন্যাক
ধন্য মানি ক'লে তাই মোক
'মুণিয়া'- মুণিয়া বুলি মাতিলোঁ দুবাৰ
মাতোতেই দেখিলো আলোক
ক্ষুদ্ৰ এটি উপহাৰ ভনীটিক দি
ধন্য হওঁ বুলি মই হায়
দিবলৈও একোটিকে নাপালোঁ ঘৰত
কঙালৰ কুটা গছো নাই
ইমান ধুনীয়া মোৰ ভগিনী মুণিয়া
ক'ত আছে এনে উচ্চ প্ৰাণ,
বিধতাই নিজ হাতে গঢ়ি দিয়া এই
হৰিজন কুমাৰীৰো আছে মধু গান।
দুৰ্গতিনাশিনী আই আহিবৰ শুনি
মুণিয়াই দিলে মোক জ্ঞান,
দুৰ্গতিৰ নাশ কৰি মুক্তি-মন্ত্ৰ লৈ
গাম যেন মুণিয়াৰে গান।

যোৰহাট, বোধন ষষ্ঠী, ১৪।১০।৩৪

বকুলবনৰ কবিতা

## যান্ত্ৰিক

আজি, মানুহো যান্ত্ৰিক, জগতো যান্ত্ৰিক,
ঈশ্বৰো যান্ত্ৰিক হ'ল,
যন্ত্ৰই আনি মন্ত্ৰৰ বাণী
বিশ্বখনতে বিলাই গ'ল।
মাতৃ-গৰ্ভত সন্তান থকাদি
যন্ত্ৰত সোমাই নবে
মহা আকাশত টাকুৰি ঘূৰাদি
ঘূৰ্ণি-পাকত উৰে।
ঈশ্বৰেনো আজি ভাবি আছে কি
তাকেহে ভাবিছোঁ আমি।
চাই চাই চাগে ঈশ্বৰে কেনিবা
হাঁহিছে অপাৰ হাঁহি।।
যন্ত্ৰৰ জোন যন্ত্ৰৰ তৰা
যন্ত্ৰৰ বজ্ৰপাতে
চকু ছাট্‌মাৰি ধৰেছি হঠাৎ
ধ্বংসৰ মাত মাতে।
মহা আকাশত হাঁহিৰ খলক
পৃথিৱীত চকুলো বয়
যান্ত্ৰিক যুগৰ স্বৰ্গ-নৰক
মনত প্ৰকট হয়।।
যন্ত্ৰ! যন্ত্ৰ! যন্ত্ৰ! ....
অপাৰ ধ্বনিৰ অপাৰ লহৰ
ইধাৰ কোন্নাই যায়,
ঢৌৰ উপৰি উঠিছে ঢৌ
কেনিও অন্ত নাই।
যন্ত্ৰ! যন্ত্ৰ! যন্ত্ৰ! ........
সেই ঢৌবোৰ
অনন্ত নাগৰ
কোমল-মধুৰ
মণি-মুকুতাৰ
সম্পদেৰে ভৰা
অনন্ত ফণা
তাৰ ওপৰতে
অনন্ত শয্যাত
পদুম পাতত
হেলান দি
অৰ্দ্ধশায়িত
আছে নাৰায়ণ
সৃষ্টিৰ আদি
স্থিতিৰ আদি
প্ৰাণৰ আদিম ধন।।
যন্ত্ৰ! যন্ত্ৰ! যন্ত্ৰ! ........
ক্ষণস্থায়ী, মানুহে সজা
মন্ত্ৰ! মন্ত্ৰ! মন্ত্ৰ!
চিৰস্থায়ী ঈশ্বৰৰ বাণী।
যন্ত্ৰৰো আছে
মুগ্ধ মন্ত্ৰ চতুৰ্ভুজ ৰূপ, কৰ্মী নাৰায়ণ।।

---

আই-টি-আই, যোৰহাট, ১০।৭।৬৭

## আৰ্মষ্ট্ৰঙৰ প্ৰতি

(চন্দ্ৰৰ বুকুত ভৰি দিয়া পৃথিৱীৰ প্ৰথম মানুহ আমেৰিকাৰ মহাকাশচাৰী আমষ্টুং)

আৰ্মষ্টুং।
চন্দ্ৰলোকৰ শান্তি সাগৰত
সৃষ্টি পাতনিৰেপৰা গোট খাই থকা
নিমাত নিস্তব্ধ কিম্বা ভাবাৰ অতীত ৰূপ
নিজ চকুৰেই তুমি আহিছিলা দেখি।

তাত যি আনন্দ আছে
সেইয়াতো নিদিলাহি দান,
তুমি মাত্ৰ চন্দ্ৰশিলা, ধূলি-বালি আনি
সাৰ্থক কৰিলা-মকল বিজয়ী সেই
চন্দ্ৰ-অভিযান।

মানুহৰ ইতিহাস মেলি
ভৱিষ্য কালৰ মানুহে তোমাক
আখ্যা দিব পৌৰাণিক দেৱতাৰ
তুমি হ'লা মৃত্যুহীন।
বিজ্ঞানৰ বঢ়ালা সন্মান।।

তুমিয়েই পৃথিবীৰ প্ৰথম মানুহ
চন্দ্ৰলোকত নামিছিলা অকলে
বুকুত অব্যক্ত কিবা বিশ্বাসৰ মহামন্ত্ৰ লৈ।
কোৱাচোন আৰ্মষ্ট্ৰং,
সেইদিনা বাৰু
সেই মহা শক্তিৰ ক্ষীৰ সাগৰত
স্ৰষ্টাৰ অনন্ত শক্তি
অনুভৱ কৰিছিলা জানো?

তেওঁৰ অস্তিত্ব
তোমাৰ বুকুত লৈ
সেই মহা-নিৰ্জনতা
নাই চোৱা তুমি জানো
বিস্ময় বিমুগ্ধ হৈ?

সেইদিনা তুমি জানো দেহাটোকে 'মই' বুলিছিলা
নাই পোৱা জানো লগ আত্মা-ঈশ্বৰক?

০

দিয়াঁচোন পৃথিবীক সেই শান্তি ক্ষীৰ সাগৰৰ
সৃষ্টি হক প্ৰেমময় স্বৰ্গৰাজ্য সৰ্ব মানৱৰ।

যোৰহাট, ৬।২।৭১

## সান্ত্বনা

মানুহৰ ঘোপাচকু, কপালৰ কুটিল দৃষ্টিত
যেতিয়া জৰ্জৰ হওঁ বিষ-বতাহত,
যেতিয়া নেপাওঁ ঠাই বিধাতাৰ বহল দৃষ্টিত
তেতিয়া ভৈৰৱ আহি ভীম গৰাহত
গ্ৰাস কৰে আত্মা মোৰ, চেতনা হেৰায়।
মেঘেও নুশুনে আৰু প্ৰাণৰ বিলাই।।

যেতিয়া বুজিব পাৰোঁ দীন হীন অৱস্থাটি মোৰ
ভাগ্যক গৰিহা দিওঁ, ঘিণাওঁ সংসাৰ
অকলশৰীয়া হৈ আপোনাৰ সূক্ষ্ম ভাব মোৰ
চকুৰ পানীৰে মচি কৰোঁহি সঞ্চাৰ।
কিজানিবা তৃপ্তি পাওঁ, পাহৰোঁ মনৰ
প্ৰতিঘাত ভৰি থকা সংঘাত ৰণৰ!

ভাবোতে ভাবোতে গই লগ পাওঁ তোমাক যেতিয়া
হে মোৰ অন্তৰ্লীনা প্ৰেয়সী কবিতা,
সন্তোষৰ সুধা বই ধুই নিয়ে হৃদয় তেতিয়া,
মিটিকাই জ্বলি উঠে এগছি শলিতা।
বেদনাৰ আশীৰ্বাদে ওপচায় শিৰ,
কৰুণ শিৰত বাজে মৃদুতম মীড়।

সুঁৱৰি তোমাৰ, প্ৰিয়া, সৰ্ব উচ্চ প্ৰেমৰ মহিমা
ঘিণ লাগে চাবলই সৌভাগ্য ৰজাৰ
তোমাৰ প্ৰেমেৰে বান্ধি স্বৰ্গ, মৰ্ত্য, পাতালৰ সীমা
দাতাকৰ্ণ হওঁ মই অশেষ ক্ষমাৰ।

তোমাৰ কিৰণ পৰি মোৰ বেদনাত
সান্ত্বনাৰ ইন্দ্ৰধনু হয় প্ৰতিভাত।

বকুলবন, ৮।৫।৩২

---

বকুলবনৰ কবিতা

## কুহক

কুহক! কুহক! বুলিছ নিতৌ
পাতিছে নতুন কুহক জাল,
কুহেলিকাময় মেলাৰ মাজতো
সজালি এখন আসন ভাল।

পলকতে আহে প্ৰলয় আহ্বান
পলকতে যায় জগত ভাহি,
ঘূৰি পলকতে সৃষ্টি-সপোন
জিলিকি উঠেহি চকুত আহি,

কুহকিনী তই ইমান মধুৰ
আনিলিনো কাৰ পৰশ পাই
ভাঙিব খুজিলে হাত কঁপি উঠে,
চিঙিব খুজিলে শকতি যায়।

এই কুহকৰ উহ খুজি মই
অকলে কিমান কান্দিছোঁ হায়,
জানিছনে বাৰু কুহকিনী তই
মোৰো যে দেৱতা দেখাত নাই!

কুহক! কুহক! কৰি থাক্ তই
কুহেলিকাময় সপোন ভাঙি
তাৰ মাজতেই মজি থাকোঁ মই
নতুন কুহক নিতৌ পাঙি।

২৮।১১।৩৪

## ক'বনে?

ক'বনে এদিন মোক অন্তৰৰ দেৱতাই আহি,
এই বুলি দিবহি নে মাত —
'উঠা, অৱসান হ'ল নিশা, প্ৰভাতৰ কিৰণত
স্নান কৰি হোৱা আজি শাঁত।"

আকুল উৎকণ্ঠা মোৰ, অৱসন্ন ভাবনাৰ ভাৰ,
কাঢ়ি লৈ সেই বন্ধু আহি
শুভ্ৰ জ্যোতি, শুভ্ৰ কান্তি, শান্ত, স্নিগ্ধ দান
দিবহিনে শতদল পাহি?

ইদৰে কিমান প্ৰশ্ন, মৰ্মভেদী কত হুমুনিয়া,
মনতেই মাৰ যায় হায়,
সান্ত্বনা নোপোৱা মোৰ তীব্ৰ সেই নিৰাশাত পৰি
ক্লান্ত হওঁ কেনিবাদি চাই।

কাঢ়ি আনি সপোনৰ সৌন্দৰ্যৰ মণি-মুক্তাখিনি
গাথিছিলোঁ বৈজয়ন্তী মালা,
সাধ্য সাধনাৰে তাতে লিপিছিলোঁ মোৰ যাতনাৰ
যতখিনি অগ্নিময় জ্বালা।

কিন্তু হায়! আজি ইকি পৰিণাম স্বপ্ন-বিলাসৰ,
ইকি ভুল ইফালে সিফালে।
যেনিয়েই হাত মেলোঁ তেনিয়েই পৰাজিত হওঁ
জুই উঠে গীত-পদ গালে।

বিনন্দীয়া বসুধাৰ যতখিনি মনোৰম দান,
প্ৰকৃতিৰ যিমান সাহোন;
সেয়া জানো ঈশ্বৰৰ সুললিত পূজা-ৰচনাৰ
প্ৰীতি-অৰ্ঘ্য নহয় আপোন?

প্ৰকৃতিৰ সতে মই ঈশ্বৰৰ বিৰোধ বিচাৰি
নাই ৰচা সপোনৰ হাৰ
ঈশ্বৰৰ চৰণত নিবেদিতা প্ৰকৃতিয়ে
যাচি আছে পাত্ৰ সুধাৰ।

যেনি গ'লে পাম সেই অনন্ত পূজাৰ বেদী,
ধ্বনিহীন শুনিম সঙ্গীত
সেই পথ বিচাৰিহে আজি আহি ভ্ৰান্তিৰ মাজত
ৰুদ্ধ মোৰ গীত গোৱা চিত।

মাতৃ-ৰূপী ধৰিত্ৰীৰ শ্যামল কোলাত বহি
শিশু মই অকলশৰীয়া,
ঋতু-ৰূপী মায়াবীৰ স্বৰ্গৰ চক্ৰান্ত দেখি
ভীত মই নিচেই দুখীয়া।

যেতিয়া বিমুগ্ধ মনে অন্তৰ্লীন দেৱতাক চাই
প্ৰশ্ন কৰে বেদনা কাতৰ,
তেতিয়া দুচকু জুৰি বৈ আছে কৰুণ লোতক,
চাপি আছে ৰাতিৰ ভাগৰ।

মোৰ সতে নিয়তিয়ে গুপ্তভাবে ষড়যন্ত্ৰ কৰি
কাঢ়ি নিলে কিবা এটি যেন
কিনো নিলে?- নিলো এই জীৱনৰ শোণিতেৰে পোৱা
এটি মোৰ অতি মধু খেণ।

হায়! ক'বনে আকৌ মোক, ক'বনে, ক'বনে বাৰু
ক্ষমিবনে দেৱতাই মোক,
দিবনে ঘূৰাই মোৰ জীৱনৰ সেই এটি খেণ
গুচাবনে হিয়া ভগা শোক?

যোৰহাট, ১৭।৬।৩৫

## কাব্য-তীৰ্থ

সৃষ্টিৰ কৌশল হয় ৰহস্যেৰে পূৰ
ৰহস্যাই যদি হয় ৰসে ভৰপূৰ
সেয়ে জানো কাব্যমধু নহয় কবিৰ
নাইনে তাতেই বাৰু জীৱন-ৰুধিৰ?

বিদ্যুৎ চমক আনি খদ্যোৎ গতিত
স্পন্দিত কৰি তোলা গোপন চৰিত
সেয়ে জানো কবিতাৰ নহয় সাহোন
নাইনে তাতেই থকা মনৰ বান্ধোন?

ইঙ্গিতত গাই যোৱা সঙ্গীতৰ সুৰ
গুপ্ত কৰা শব্দ-ৰাজ্য কবিৰ চকুৰ
বৰ্ণে বৰ্ণে বান্ধি থোৱা লিপিকাত বাৰু
নাইনে চিকুণ ৰূপ শিল্প ছবি চাৰু?

ভাবাৰ অতীত কিবা অতি মনোময়
নাইনে কাব্যত বাৰু তীৰ্থ পুণ্যময়?

যোৰহাট, ৩।৭।৩৪

বকুলবনৰ কবিতা

## তৃপ্তি

কি যে তৃপ্তি —
পৰিলেহি মোৰ আত্মাৰ হিয়াত
তোমাৰ মুখৰ দীপ্তি।
বাণীহীন মোৰ মৌন মনত
ঝঙ্কাৰে গীত মৃদু পঞ্চমত
ফাগুন প্ৰবাহ বয়,

ভিক্ষা-পাত্ৰত গৌৰৱ ভৰি
বাটে-ঘাটে মোক লৈ যায় ধৰি
নিৰ্ভীক তেতিয়া মই।
লক্ষ-কোটিৰ কোলাহল ভাঙি
নাচি যায় মোৰ জীৱনৰ বাণী
বায়ুত লহৰ উঠে,

নিঠুৰ শীতৰ কঠোৰতা নাশি
নৱ-বসন্তৰ ফুল ৰাশি ৰাশি
হঠাৎ বনত ফুলে!
মৃত্যু আঁতৰি যায় —
জীৱনৰ সুৰে স্পন্দিত কৰি
স্পষ্ট মহিমা গায়।

ভাবে ভাবে দেখো বণিজ বেহানি
মেলাত দিয়েহি আনি,
বন্দিত কৰি বন-বিহগীয়ে
শুনায় প্ৰেমৰ বাণী।

সেই যে তৃপ্তি —
সনা আছে তাত হিয়াৰ পৰশ
সুখ-দুখ ভৰা নৱ নৱ ৰস
নতুন লোকৰ দীপ্তি।

যোৰহাট, ৩/৩/৩২

## বৰ্ষা

বৰ্ষা, ধন-সোণ ঐশ্বৰ্যৰ কথা কৈ
নঘটাবা অনৰ্থ জঞ্জাল,
সৌৱা চকুত মোৰ পৰিছে এখন
সপোনৰ মায়া ইন্দ্ৰজাল।

সিপাৰেদি আছে তাৰ যিটি পথ
লগ পাম, লগ পাম লাগিছে মনত,
সিপাৰেদি আছে তাত যিটি ধ্বনি
শুনিম শুনিম যেন বাজিছে কাণত।

বৰ্ষা, মোৰ শেষ সুখ প্ৰেয়সী প্ৰাণৰ
মণিৰ সলনি মই দিম এনে হাৰ
পিন্ধিলে যিধাৰ তুমি মোৰ দুচকুত
জিলিকিব নন্দনৰ সকলো সম্ভাৰ?

বৰ্ষা, বৰ্ষা হেৰা - আহিছে এধাৰ পানী
শীতলতা, পবিত্ৰতা ভৰি আছে দুই পাৰ ভাঙি।

---

যোৰহাট, ১১।৩।৩২

## বেদনা

যোঁৱা, যাৰে যাৰে মোক
নিদিবা শোক
নকঁবা কথা অৰ্থহীন,
অস্পষ্টতা যাৰ
প্ৰাণ কবিতাৰ
ৰাতিৰ আন্ধাৰ দিন।

সেই ৰহস্যৰ ৰসৰ নিজৰা
পিয়াঁ তুমিয়ে জীৱনভৰা,
আনন্দ, কল্পনা লোৱাঁ,
মৰিমূৰ কৰি পুষ্পোদ্যান
ধৰি থাকা সেই ধ্যান,
নিৰ্গুণ সাধক হোৱাঁ।
যোঁৱা —

ফুলেৰেই মই ৰচিম পাত্ৰ
ফুল-ভাব মোৰ ৰস তন্মাত্ৰ
ফুলটি ব্যথাৰ দান,
হ'ব পাৰে যদি ইমান মোহন
পাপৰ ছবিটি ইমান শোভন,
সিওতো অপূৰ্ব গান।

যোৱাঁ, মোৰ মন বুজি
নেপাৱাঁ খুজি
শুভ্ৰ কমল কণ্টকহীন,
চউদিশে মোৰ
কণ্টক ঘোৰ,
মাজত বেদনা অন্তৰ্লীন।

---

যোৰহাট, ১।৩।৩২

## সোণটিহঁতৰ ঘৰ

(গীত-ভাটিয়ালী)

সৌটি বেঁকা বাটৰ মূৰত সোণটিহঁতৰ ঘৰ,
তাৰে, দুৱাৰমুখত বহি থাকে সোণটি মৰমৰ।
সন্ধ্যা দেখোঁ সোণটিহঁতৰ চোতাল আগৰ জুই,
ত-তয়াই জ্বলি থাকে মোৰ মৰম ছুই।
সামাজিকত দেখি তাকে হেৰায় মনৰ থৰ,
একে মনৰ মানুহ আকৌ কিহৰ আপোন পৰ?

ডিহাৰ সাঁকো ভাগোঁ ভাগোঁ হেঁতাৰ মাৰিও নাই,
সিপাৰেদি সোণটি থাকে সুৱাগমণি দাই।
থৌকি বাথৌ টৌৰ কোবত মৌ-মেলৰ জ্বৰ,
নিতৌ উঠে ডিহাৰ বুকুত পানী পৰে তৰ্।

নাও নচলা সোঁতত উটি সিও যে গুচি যায়.
এটি পঁজাৰ ৰজাৰ কাষত সোণটি ৰাণী নাই।
সপোন হৈয়েই থাকিল লুকাই সোণটি হঁতৰ ঘৰ,
দুৱাৰমুখত থাকিল বহি সোণটি মৰমৰ।
সৌটি বেঁকা বাটৰ মূৰত সোণটিহঁতৰ ঘৰ।

---

ডিহা, 'বকুলবন', ১১।১১।৩১

## মুক্তি

অঙ্গৰ সৌষ্ঠৱ? সিযে সখি। দুদিনীয়া দুবৰিৰ দৰে
চাওঁতেই শ্যামাশোভা কেনিবাদি যায় ;
সম্মান, গৌৰৱ? সিও সেই ক্ষন্তেকীয়া এপাহি কুসুম,
দুদিনৰ পিছতেই লেৰেলি শুকায়।

অঙ্গহীন যিটি সঙ্গী সঙ্গোপনে হিয়াৰ মাজত
বহি আছে মনে মনে মৌন মুগ্ধ হৈ,
সেই বন্ধু নিবিচাৰি, নিবিচাৰি শ্ৰেষ্ঠতম সুৰ
বন্দী কিয় দুদিনীয়া পয়োভৰ লৈ?

ওচৰতে আছে হায়? অনন্তৰ সুশান্ত বাতৰি,
শত শত শৰতৰ জোনপূৰ ৰাতি,
তুমি কিন্তু নাও মেলি লক্ষ্যহীন দূৰণিৰ ফালে
অনাহক গৈ আঁছা পানীপথ কাটি।

চোৱাচোন, হেৰা বন্ধু! বিন্দু বিন্দু চকুলো সামৰি
যিখিনি অশ্ৰু-সিন্ধু নিতে বৈ যায়,
তোমাৰ এটুপি শোক পৰিছেনে কেতিয়াবা তাত
চোৱাচোন বন্ধু তুমি হিয়া উদঙাই।

অমৰণ অভগন সেই মহা সিন্ধুৰ সোঁতত
মেলি দিয়া আপোনাৰ ভৰা নাওখনি,
তোমাৰ নাৱকে ছুই সুৰে আহি কান্দিবহি
ৰতাহত সকৰুণ উঠিব বিননি।

নিবিচাৰি আদি অন্ত, লাভালাভ, জয় পৰাজয়
দিয়া এটি আলিঙ্গন, স্নেহৰ বন্ধন
তাতে আমি দুয়োটিয়ে মুক্ত হ'ম মহা আনন্দত
হ'ব তাতে বৃথা গৰ্ব, মোহন খণ্ডন।

---

বকুলবন, ২৮।৫।৩৩

---

বকুলবনৰ কবিতা

# বকুলবনৰ গীত

## বকুলবন

বকুলবনৰ আকুল পথিক
জোনাক বিচাৰি ফুৰোঁ।
বাহিৰ ওলাই দেখোঁ জোনবাই
নীল আকাশত ধীৰে ধীৰে যায়
বিলাই জোনাক ধৰা।
মোৰ হেঁপাহৰ কথাটি দেখোন
ওপৰতে আছে হৈ এটি জোন
জগৎ শীতল কৰা।
তথাপিও হায় মোৰ একো নাই
শূইনে বিমানে ফুৰোঁ
বকুলবনৰ আকুল পথিক
জোনাক বিচাৰি ফুৰোঁ।

২১ ফেব্ৰুৱাৰী' ৩২

## এপাহি বকুলে আকুল কৰিছে

এপাহি বকুলে আকুল কৰিছে
ৰসেৰে ভৰিছে মন
লৰিছে বা লাগিছে প্ৰাণত
বকুলে আনিছে গান
সপোনে পাহৰি দাপোণ মেলিছে
বকুলে ধৰিছে তান
বকুলৰ বুকু উপচি আছিলে
কোন গকুলৰ সুৰ
এধানি প্ৰাণৰ একেৰি সোঁতত
ওচৰ চাপিছে দূৰ।।

১ মে'৩২

## বকুলসৰা বাটৰ ধূলিত

বকুল সৰা বাটৰ ধূলিত
চৰণ-মোহৰ পৰে।
কাৰ চৰণ মোহৰ পৰে
কাৰ গানৰ সুৰত ( আজি)
তৰু-লতা লৰে।
সজল মেঘৰ গম্ভীৰ গানে
শ্যামল দেশৰ বাৰ্তা আনে,
বিশ্ব উঠি প্ৰাণে প্ৰাণে
গহীন মধুৰ কৰে।
বৰ্ষা ৰাণীৰ পৰশ লাগি
ম'ৰাৰ নাচোন উঠে জাগি,
কঙাল মনে ভিক্ষা মাগি
বৃষ্টি ধাৰা ধৰে।।
ভুৱন-ভৰা তোমাৰ বাণী
মেঘৰ বুকুত কোনে সানি-
বৃষ্টি ধাৰা দিলে মেলি
সৃষ্টি জৰি পৰে।
তোমাৰ বাণী মেঘত নামি
(কেৱল) টোপে টোপে সৰে।।

(বাণী সম্মেলনৰ বৰ্ষা অধিবেশনত দুৰ্গাপ্ৰসাদ ফুকনে কণ্ঠদান কৰিছিল।)

৭ জুলাই' ৩২

## ই কি চঞ্চলা

ই কি চঞ্চলা
অঞ্চল মেলি সখী কেনিনো গ'লা
অবলা সবলা হেৰা প্ৰবীণা বালা
কাৰ পৰশত আজি মাধুৰী পালা।
কবিতা কাকলি কাৰ
ক'ত পালা নমনীয় কালিকা হাৰ
মধুৰ মদিৰা ভৰা
চ'তৰ ধুনীয়া ধৰা
কাৰ পৰশত আজি
মাধুৰী পালা।

১৯ মাৰ্চ' ৩০

## আজি কাৰ আগমন

আজি কাৰ আগমন
বকুল গছৰ তোৰণ দ'লত
কিহৰ আলোড়ন
বকুলবনৰ আকুল সুৰত
আজি কিহৰ মধু লাগি
লহৰ উঠে মৰি মৰি
আবেশ সুৰত জাগি
ৰবৈদেচিলাৰ লীলা ভৰা
নীলাকাশৰ ধন
তৰাৰ জ্যোতি আজি কিয়
এনে অতুলন
জনাশুনা কথাৰ মাজত
কিহৰ নতুন ধ্বনি
পুৰণিবে ভৰা ধৰাত
উঠে নিজনি জিনি
জীৱনৰ মৰণ নিবিচাৰি
থৰ লাগে মন
কাৰ আজি ধীৰ মধুৰ
চলে যুগল চৰণ।।

## মোৰ পুৰণ প্ৰেমৰ মূৰুতি দেখি

মোৰ পুৰণ প্ৰেমৰ মূৰুতি দেখি
জিলিৰ মাতে গছৰ পাতে
মাজে মাজে কথা পাতে
তাৰ দৃষ্টি কিয় উদাস দেখি।

অবুজ ভাষাৰ কত গানে
পুৱা সন্ধ্যা কাণে কাণে
কত উৰাই হিয়াৰ ব্যথা
হিয়াত নিতউ হানে।।

১মে'৩০

## বিচাৰি বাটৰ বকুলবন

বিচাৰি বাটৰ বকুলবন
গুজৰি গুমৰি মৰিছে মন
নিৰব মিলাৰ নিফুট সুৰে
দিনৰ কোঢ়াল কৰিছে ছন।

বুকুৰ বুলনিচ'ৰাত বহি
প্ৰাণ দেৱতা আছেহি আহি
মইহে মৰিছোঁ মৰণ কেনি
জীৱন জুৰুৱা যাতনা সহি

যাতনা জুইতে থাপনা পাতি
সপোন শলাৰে জ্বলালোঁ বাতি
দিঠক দুখৰ দুবৰি চিঙি
ভাঙিলোঁ সুপ্তি আন্ধাৰ ৰাতি।
বিচাৰি বাটৰ বকুলবন
আহৰি কৰিলোঁ লাহৰী মন।।

১ মে'৩৪

## ডাকে পানী পিয়া

গজল

ডাকে পানী পিয়া 'কাহাঁ পিয়া পিয়া'
বিৰহে দহে বিহগীৰ হিয়া।
বৰষা মেঘৰ বিজুলী বেগত
উজ্বলি উঠে কোন বিৰহী
ডালিমী দাঁতৰ মিচিকি হাঁহি
কাৰ বিৰহত পৰিলে জহি।।
বগা বগলীৰ নিছিগা লানি
দেখে যে হিয়াত জাগিছে গ্লানি
গধূলি বেলিৰ মলিন হাঁহি
সোণ সাগৰত গ'লনে ভাঁহি
মোৰ বিলাসী, পিয়াসী ওঁঠৰ ঘুমতি আজি
নহ'ল দিয়া
আঁহা সাদৰী, মোৰ মানসী
বাৰিষা মেঘৰ
বিজুলী পিয়া।।

২৪ জুন'৩০

বকুলবনৰ গীত

## ঘন বৰষাৰ মন পৰশা

গজল

ঘন বৰষাৰ মন পৰশা মিলনী আশা
জাগিছে আজি
নিফুটে থকা যতনে আঁকা প্ৰিয়াৰ ছবি
উঠিছে বাজি।
নয়ন চকোৰ উতলা কৰি
চমকা মেঘো আহিছে ভৰি
চলিছে বাৰি, হৃদি উবাৰি
তিয়াসী ধৰাৰ
নিপানী বুকত।
দৰদ ভৰা জলদ হুতা ব্যথিত হিয়াৰ
শুনাচোঁ কথা
কোঁৱাগে প্ৰিয়াক মোৰ সখিয়াক
মনত মোৰ লাগে, তেওঁৰে বেথা
মোৰ বুকুতো
বৰষা গানে দুখ নেজানে বিৰহী কি
কাৰনো দুখত

১৯৩০

## নসহে আৰু যে পৰাণে মোৰ

নসহে আৰু যে পৰাণে মোৰ
বিৰাট বিশ্বৰ নিঃস্ব এখানি
নীৰৱা কোণৰ মাৰ্ঠ এখনি
কিমান হেঁপাহ কৰিছে চুৰ
কিমান চিন্তা কৰিছে দূৰ
সেউজী পথাৰ শস্য আধাৰ
পানী জিলিমিলি জোনাক নিশাৰ
তৰুণ তাৰৰ অৰুণ আলোকৰ
সাদৰ ভৰা শ্যামা বধূৰ,
পঙ্ক আকুল পথাৰ মাজত
মিলন মধুৰ পুৰাৰ আগত
নিতৌ হিয়াত জাগে
অন্তৰতম মৰম দেশৰ
ভাগে ভাগে ভাগে।।

৭ ছেপ্টেম্বৰ '৩০

## আশাৰ আলোক উজ্বলি সঘনে

আশাৰ আলোক উজ্বলি সঘনে
আহিছিলোঁ লৈ ললিত তান
নিশাৰ নিফুট বীণাৰ তাঁৰতে
বাজিছিল মোৰ মৰম গান।
বুকুতে সাৰটি প্ৰণয় সুষমা
আনিছোঁ যতনে হৃদয় দেৱতা
উচলি উঠিছে যমুনা লহৰ
লোৱাঁ লোৱাঁ মোৰ জীৱন দান।।

৩০ আগষ্ট '৩০

## সখিয়া আহিছে আমনে জিমনে

সখিয়া আহিছে আমনে জিমনে
বিৰহ বেথাটি বুকুতে লই
কোনোবা দেশৰ অজান বাতৰি
কাণত গোপনে দিলেহি কৈ
শেষৰ নীৰস মোলান মুখেৰে
সুৰত নৰজা কিনিনি দুখেৰে
কননি লুকলে ঐ
হিয়াই হিয়াই
তোমাকে থৈ।

৮ ছেপ্টেম্বৰ '৩০

## কোৱাঁ কোৱাঁ কোৱাঁ, মোৰ পৰাণ প্ৰিয়া

ঠুংৰি

কোৱাঁ কোৱাঁ কোৱাঁ মোৰ পৰাণ প্ৰিয়া
শীতল শাৰদী জোনাক দেখি
পলকে পলকে পুলক লেখি
কিহেৰে আবৰোঁ মোৰ আকুল হিয়া।

বেহাগ মিশ্ৰ

নয়নে মোৰ শয়ন এৰি
সপোন খেলিছে নিতে
তন্দ্ৰা নামিছে দূৰ অলকাৰ
মোহন মধুৰ গীতে।

চাওঁতে লুকাই কাৰ কায়াটি
ফুৰে পাছে পাছে
কাৰ ছায়াটি
নিতে নিতে নিতে
কাৰ মোহন মধুৰ গীতে।

৯ ছেপ্টেম্বৰ '৩০

## মোৰ কণ্ঠ ৰোধিলে কোনে

মোৰ কণ্ঠ ৰোধিলে কোনে
বকুল বনৰ গন্ধ আনি
অন্ধ চকুত দিলেহি সানি
কোনে কোনে কোনে।।

সুন্দৰ তনু বিশ্বপতিৰ
সুন্দৰ এই ৰূপৰ খনিৰ
ৰাশি ৰাশি জোনে
ঢালিছে নিতউ শীতল জোনাক
বুৰাই নয়ন কোনে কোনে
অমানিশাৰ অন্ধকাৰে
কয় কথা বাৰে বাৰে
গহীন তোমাৰ প্ৰকাশ প্ৰভু
নিখিল বিশ্ব মাজে।।

১২ ছেপ্টেম্বৰ '৩০

বকুলবনৰ গীত

## কিহেৰে আবৰোঁ মোৰ

কিহেৰে আবৰোঁ মোৰ
লাজে ৰঙা মুখ
কোনেনো দি বহি
মিলনৰে সুখ
নয়ন এৰিলে শয়নৰ কথা
হাঁহিয়ে এৰিলে বাঁহীৰ ব্যথা
বাজিছে কেৱল দুখ
মই, কিহেৰে আবৰোঁ মুখ

বুকু ভৰি আছে শান্তি সাগৰ
চকু বিৰিঙাই বিৰহ লাজৰ
তেওঁচো সখিয়া
নিলগতে আছোঁ
নুবুজা কলিজা দুখ।।

১৯ ছেপ্টেম্বৰ '৩০

## লক্ষ্য বিচাৰি ভ্ৰমিছা ভুৱন

লক্ষ্য বিচাৰি ভ্ৰমিছা ভুৱন
অলক্ষ্যৰ ফালে চোৱাই নাই
লক্ষ লক্ষ বক্ষত সৌ
উঠিছে কিমান বিননি হায়।
মিনাৰত উঠি মুয়াজ্জীনে ক'ত
দি আছে ডাক "আঁহাহে ভাই,
আল্লাৰ এই বেহেস্তৰ আজি
শত সুধাকৰ বিফলে যায়"।
অন্ধ পথিক নাই থান থিত
গৈছোঁ কেনিনো নাজানো কিয়
নেজানো কিয়নো কোৱাচোন পথিক
মইয়ো যে তোমাৰ
পৰাণ প্ৰিয়।

২৯ ছেপ্টেম্বৰ '৩০

## আজি, মনে মোৰ ঘনে ঘনে

আজি, মনে মোৰ ঘনে ঘনে
ঘূৰি ঘূৰি চায়
দূৰত এৰি অহা প্ৰিয়াৰ
মনত পৰি ব্যথা হিয়াৰ
ঘূৰি ঘূৰি চায়।

কিমান সোৱাদ মোৰ
ৰূপহ ধেমালিবোৰ
জহি পমি যায়
আজি, মনে মোৰ ঘনে ঘনে
ঘূৰি ঘূৰি চায়।

আপোন জনৰ মন
দুখৰ সুখৰ ধন
কঙাল ডেকাৰ
জীৱন বেলাৰ
সুখকণো নাই।।

৩১ অক্টোবৰ '৩০

## আজি গধূলি মোৰ পদূলিত

গজল

আজি গধূলি মোৰ পদূলিত
কোনে গোপালে বজালে বাঁহী
শুনি সি বাঁহী আহিছে ভাহি
সুৰ সাগৰত কুসুম পাহি।

লাজুকী ফুলৰ ৰাঙলী গালে
ভোমোৰা কৰিব চুমা নেপালে
কৰুণা সনা বিৰহী বালাক
আবৰি ধৰে বিষাদে আহি।।

আজি গধূলি মোৰ পদূলিত
গাবানে গায়ক গীত সুললিত
শুনো বহি দুবৰি দলিত
গোৱা মধুৰ গান
মোল নবুজা নহওঁ তোমাৰ
মন ভুলোৱা গান

১১ নবেম্বৰ '৩০

## যাবৰ বেলি অ' সখি

যাবৰ বেলি অ' সখি, তোমাৰ অভিমান
ঘনাই বাজে বুকুৰ মাজত
মৰম কোমল গান।

লাজত ঘূৰাই মুখ
মুখত লুকাই সুখ
কাঢ়ি নিলা মোৰ চকুৰ
চোৰাৰ অভিমান।

অ' সখি যাবৰ বেলি তোমাৰ অভিমান
সপোন দেখা আপোন দেশৰ
হিয়াৰ গোপন কত লেখৰ
চকুত থকা গান
কিয় সখি লুকাই থ'লা
মোৰ, নুবুজিলা প্ৰাণ।।

২০ নবেম্বৰ '৩০

## ব্ৰহ্মপুত্ৰৰ বুকুৰ পুৱাৰ ৰূপালী ঢৌ

ব্ৰহ্মপুত্ৰৰ বুকুৰ পুৱাৰ ৰূপালী ঢৌ
কাণ্ডাৰী।
অসীম সাগৰত উটি বুৰি
পাকে পাকে ঘূৰি ঘূৰি
কোন মোহনাত পৰিম গৈ
দ্বীপ ভৰা সাগৰখিনি
কত মৃতৰ পৰশমণি
অতল জলৰ জলৰ মাজত
কত মাণিক আছে নৈ
অসাৰ বুলি ক'ব খুজি
মনৰ আশায় নেপাওঁ বুজি
কেনি যাব খোজা শুনি
কাৰ মোহন ধ্বনি।
আকাশচোৱা দ'লটি দেখি
নীলাৰ মাজত লীলা দেখি
ইমান হেঁপাহ কাৰ হাতত
যাম এৰি থৈ।।

২৩ নবেম্বৰ '৩০

## গোলাপ কলিৰ গুপ্ত হিয়াৰ

গোলাপ কলিৰ গুপ্ত হিয়াৰ
কিমান কথা দিয়া নিয়াৰ
মোলান পৰি গ'ল
কত গ্ৰাম্য বল্লভাৰ
প্ৰীতি ভৰা বাহুলতাৰ
আলস উটি গ'ল
হাতৰ বণ্ডা জ্বৰা এটি
দূৰৰ পৰা দেখি দেখি
বাট-পথত ৰ'ল
জীৱন-নদীৰ ঘাটত বহি
বুকুৰ বেথা সহি সহি
অভাগিনীৰ প্ৰাণৰ কথা
সোঁতত উটি গ'ল
অমানিশাৰ কলাৰ মাজত
প্ৰাণৰ বিলাই হ'ল।।

৯ জানুৱাৰী '৩১

## মোৰ কণ্ঠত তুমি আপুনি আহি

মোৰ কণ্ঠত তুমি আপুনি আহি
পিন্ধাই দিলাহি বিধাৰ মালা
তাৰ গৰবতে অভিমানী মই
পাহৰি সকলো জীৱন জ্বালা।

নিন্দা গ্লানিৰ বটনা সহি
বিশ্ব পথৰ একাষে বহি
তোমাৰ পূজাতে মজিছোঁ বালা
পাহৰি সকলো দুখৰ জ্বালা।।

ভিক্ষাৰীৰ শুদা জোলোঙাত হায়
তোমাৰ কাৰণে একোটি নাই
আছে মাথো মোৰ
এই দুচকুৰ
বুকুত উতলা জ্বালা
কঙাল প্ৰেমৰ
বিজয়ী মালা।।

১৪ ফেব্ৰুৱাৰী '৩১

বকুলবনৰ গীত

## আজি ফাগুনী বতাহৰ বা লাগি

আজি ফাগুনী বতাহৰ বা লাগি
উঠিছে নিশ্চয় প্ৰিয়াৰ অধৰ
বিকশি জাগি
ৰসৰ ৰঙণ আভাস জ্যোতি
গোলাপ কলিত উঠিছে ফুটি
বুকু সাগৰৰ সপোন পাৰৰ
চণ্ড দুটি সেই শাশ্বত সপোন পাৰৰ
(যুৱতী)
মাণিক হাতৰ স্পৰ্শ মানি
উঠিছে নিশ্চয় আজি বহাগত
বিকশি জাগি
আমৰ ডালত পৰিছে ভোমোৰা
নাহৰ পাতত প্ৰকৃতি বিভোৰা
কাঞ্চন কলি ৰঙত ৰাঙলী
দোলনৰ বা লাগি।
মই বিয়াকুল আকুল হিয়াৰ
বিৰহানলত কবিতা প্ৰিয়াৰ
ফাগুনী মেলাৰ ফুলাম ঘৰত
জিৰাম ৰজনী মাগি।।

১৮ ফেব্ৰুৱাৰী '৩১

## ভ্ৰমৰ অলিৰ গুঞ্জৰণে

ভ্ৰমৰ অলিৰ গুঞ্জৰণে
বসন্ত এই বনে বনে
মনে মনে ক'লে আহি
নজনা কথাৰ শতেক সম্ভাৰ।
লুকোৱা প্ৰেমৰ পৰিমল ভাৰ।।

কবি আহৰণ তুলিছে গুঞ্জৰণ
কাণে কাণে আমি কবিতাৰ বাণী
ঘনে ঘনে দিয়ে জান
উথলি উঠিছে প্ৰাণ
আপুনি বাজিছে গান।

১৫ মাৰ্চ '৩১

## কি ফুল ফুলিলে হিমালয় পৰ্বতত

বিহুগীত

কি ফুল ফুলিলে হিমালয় পৰ্বতত
গোন্ধাই মলে মলি পুৰা
পছোৱা বতাহত জুই বৰষিছে
হৃদয়ত লাগিছে ধোঁৱা।

মোৰ ধনক বিচাৰি কেতেকী চৰায়ে
বতৰা দিলেহি কৈ
চৌধ বছৰীয়া গাভৰুক কণিয়া
নথবি অকলে ঐ।

ডিবৰুত মোৰ ধনৰ ঘৰে ঐ নাচনী
সদিয়াত সখিয়েক থাকে
মোৰ যে কথা কৈ তুলাপাত এখিলাত
পিৰিতিৰ চানেকি আঁকে।

পিৰিতি পিৰিতি নকৰে ঐ চেনাইটি
পিৰিতি একুৰা জুই
ৰূপহী তিৰোতা এৰি থৈ বিদেশত
তাপৰোঁ কাকনো চুই।।

৮ এপ্ৰিল '৩১

## নাচনী পখিলাৰ ৰেচমী গা

নৃত্য গীত

নাচনী পখিলাৰ ৰেচমী গা
লাজতে বলিছে ফাগুনী বা
তই, ৰেণুৰে বোলালি হাতৰে জেতুকা
ৰিহাৰে মুছিলি ঘামৰে মুকুতা

তালে তালে ভাঙি গা।

ফুটুকা নাহৰে বাহুৰ সজালে
বিৰিণাৰ মাজতে হৰিণা লুকালে
তই ভৈয়ামত বিচাৰি চা।

২১ ছেপ্টেম্বৰ '৩১

## এই মৰম এৰি

এই মৰম এৰি
যাবা কেনে কৰি
বিৰি বিৰি মলয়াৰ বা বলাই

এৰি নিলগাতে
যাবা কাৰ সতে
সৰু সৰু মৰমৰ আঁচলি গুচাই।

জিলিমিলি জোনবাই
উটি ভাঁহি গুচি যায়
সপোনতে গুচি যায় চিনাকি বিজন
সখী, চিনাকি বিজন।

কত কথা কোৱা নাই
দিনমণি আছে চাই
কলি কলি পদুমীৰ
ওৰণি গুচাই।

২১ ছেপ্টেম্বৰ '৩১

## বাটৰ ধূলি শিৰত তুলি

বাটৰ ধূলি শিৰত তুলি
ল'ম প্ৰভু মই আশিস বুলি
যন্ত্ৰণা মোৰ জনাম তোমাক
হৃদয় দুৱাৰ খুলি

বাটে পথে ঘাটে ঘাটে
কোটি জনে তোমাক মাতে
এধানি মোৰ হিয়াত নাটে
অজান সুৰৰ সুৰ ধূলি।

পাৰৰ ঘাটে পাৰতে বৈ
যাত্ৰী নিদিলা তুমি
অথাই সাগৰ তলেমলাই
কেনে কোটোকাৰে ফুলি

১৩ অক্টোবৰ '৩১

## মেঘে ঢকা নীলা আকাশৰ মুখে

মেঘে ঢকা নীলা আকাশৰ মুখে
 দিবা জানো মোৰ জ্ঞান
বিফলতা ভৰা বেদনাৰ সুৰে
 গাব জানো সুখগান।
জোনাকে পৰশা নিমাতী ধৰাৰ
 শ্যামল পাটীত বহি
করুণ গানেৰে দিব কিনো মোক
 আঘোণে অকল আহি
চকুলো সৰিব
 পৰাণো হৰিব
থাকিব মাথোন বিফলতা খিনি
 থাকি যাব অভিমান।

২৭ অক্টোবৰ '৩১

## অৰূপ ৰতন আশা কৰি মন

অৰূপ ৰতন আশা কৰি মন
 হেৰুৱালি ধন হাততে গোৱা
স্বৰূপ নিচিনি বিচাৰ অ' চানেকি
 মুকুতাৰ মণি সাগৰে থোৱা।

তোৰ ভক্তি প্ৰীতি মিনতি স্তুতি
 মুক্তি শৃংখল, শূন্য আকুতি
জ্যোতি আন্ধাৰ স্বপ্ন স্মৃতি
 বীণা বাদকৰ তাঁৰত হোৱা
ধ্বনিৰ শেহত মিলন
 যন্ত্রে যন্ত্রে ফুৰিছে যোজন
একেটি মন্ত্র জগতে গোৱা
 নেপাব নতুন নাই গুণ গুণ
 চিৰ পুৰাতন।

৭ ডিচেম্বৰ '৩১

## সউ যে সুনীল ৰাসমঞ্চ

সউ যে সুনীল ৰাসমঞ্চ
 আছে থিয় হৈ যুগ যুগান্ত
জন্ম মৃত্যু লীলাৰ ঠাই
 এই যে থাপনা ধৰিত্ৰী জননী
ঋতু নাচোনৰ অমৰ খনি
 কোন মায়াকৰে সাজিলে হায়।

কৃষ্ণ লীলাৰ ৰাসৰ বাণী
 আজিৰ আঘোণে কেনিনো আনি
হিমে ভৰা পূৰ্ণিমাতে
 ৰাসৰ ৰাগি দিয়ে বিলাই।

গোপিনীয়ে তালে তালে
 কাহানিনো নাচিছিলে
কোন সিখন লীলাৰ ঠাই।

২৭ অক্টোবৰ '৩১

## কিয়নো মোৰ চকুৰ পানী

কিয়নো মোৰ চকুৰ পানী
 তোমাৰ পূজাত লাগে
তোমাৰ প্ৰসাদ ভিক্ষা কৰি
 তোমাৰ সুৰত সুৰ ধৰি
চকুৰ পানী কিয় আহে
 কিয় তোমাক লাগে।

নিঃস্ব মনে বিশ্ব খুজি
 মনৰ লগত নিতে যুঁজি
স্বপ্ন দেখে তোমাৰ কৃপা
 তোমাৰ কৃপা লাগে।

১৫ ডিচেম্বৰ '৩১

বকুলবনৰ গীত

## অ' কেঁচা সোণ জীৱন সপোন

হেৰুউৱা দিনৰ ৰেখা (ল'ৰাকাল)

অ' কেঁচা সোণ জীৱন সপোন
হাঁহ হেৰ'তই আকৌ এবাৰ
তোৰ হাঁহিৰ বোলত গছৰ পাতত
জিলিকি উঠক ইপাৰ সিপাৰ।

অ' কেঁচাসোণ হিয়াৰ আপোন
গা হেৰ'তই গা উঠা গান
তোৰ গানৰ সুৰত জোঁকাৰি উঠক
ন-ফাগুনৰ নবীন প্ৰাণ।
অ' কেঁচাসোণ দুখৰ দাপোণ
আহচোঁ আকৌ ওচৰ চাপি
মোৰ, মুখনি চাই পুতৌ কৰিবি
লাগিলে আকৌ গুচিয়ে যাবি।

অ' কেঁচাসোণ নেমাতিলি কিয়
নকলি এবাৰ মুখৰ কথা
তই অনুপম প্ৰথম জীৱন ফুল
মলয়াত মেলিলি বেথা।

৯ জানুৱাৰী '৩২

## কোন জনমৰ কোন জীৱনৰ

কোন জনমৰ কোন জীৱনৰ
কি সপোনৰ ভুল
উষাৰ লগতে অহা যোৱা নিতে
সন্ধিয়া পৰত থুল
কেনি আছে তেওঁ সৰ্বগুণী
বিশ্ব মেলাৰ সংগীত শুনি
কেনি আছে এই বিৰাটৰ মূল।
ঢাকনি গুচাই কোনে দিব মোক
নগ্ন মুৰুতি চাব
কঁপনি শুনাই কোনে দিব মোক
সুধীৰ ৰাগিণী গাব
দিয়াঁ দেখুৱাই অন্তৰ্যামী
দীনজনৰ জীৱন স্বামী
কেনি আছে এই অকূলৰ কূল।

১২ জানুৱাৰী '৩২

## অতল তলৰ মই মুছাফিৰ

গজল

অতল তলৰ মই মুছাফিৰ
নীল পিয়লাৰ চিৰাজী দিয়াঁ
দিয়া চিৰাজী দিয়াঁহি বাকি
তুমিহে চাকি পৰাণ প্ৰিয়া।

হায়ৰে বেদিল কৰবী আজি
গৰবী হ'লে গিলাচ সাজি
ভৰিলে ফুলৰ মদিৰা প্ৰাণৰ
লাগিলে ৰাগি উতলা হিয়া।

মই দেবানা নেজানো মানা
বকুলবনত দেখিছোঁ জিএৱা
দেখিছোঁ জিএৱা ভাঙিছে পাখি
মই যে সখী জোনাক প্ৰিয়া।

১৪ জানুৱাৰী '৩২

## ভুলৰ উপৰি কৰি আছোঁ ভুল

ভুলৰ উপৰি কৰি আছোঁ ভুল
ভুলৰ নপৰে ওৰ
ভুলতে উপজি মৰিম ভুলতে
ভুলেই বুলিলে মোৰ।
নমগো কেনিনো চিনাকী বাট
নুশুনো এবাৰি সুৰদী মাত
ভুলৰ পতিছে থুল
ধুঁৱলী কুঁৱলী দেখিছোঁ নিতউ
গৰজিছে আহি মতলীয়া ঢউ
নেজানো কেনিনো কূল।
টুকিছোঁ অকলে চকুৰে পানীকে
বাগৰি আহিছে লোৰ
কৰুণা কাতৰ চাৱনিটি লৈ
চকুযে অৱশ মোৰ।

১৪ জানুৱাৰী'৩২

বকুলবনৰ গীত

## বননিৰ বতাহ কঁপনি তুলিছে

বননি বতাহে কঁপনি তুলিছে
বৰৈনৈত ডাকিছে বান
ডাকিছে বৰনৈত বান
অ' সমনীয়া উঠলি উঠিছে প্ৰাণ।
শুনি গৰজনি
উঠে প্ৰতিধ্বনি
প্ৰাণ প্ৰাণ প্ৰাণ
অ' সমনীয়া তোৰনো আছেনে প্ৰাণ।
জননীৰ বিননি শুনি সমনীয়া
নেৰাখি যদিহে মান
তোৰটো দেহাৰ কি যইশ সাধিবি
কোনে তোৰ ল'বনো দান
অ' সমনীয়া দেহত তোৰ আছেনে প্ৰাণ।
বতাহত সঘনে উঠক প্ৰতিধ্বনি
গাচোন জীৱনৰ গান
মৰণৰ কথাকে নেথাকিবি শুনি
মৰণে দি গ'ল জ্ঞান
অ' সমনীয়া গাচোন জীৱনৰ গান।

১৬ জানুৱাৰী '৩২

## আজিযে মোৰ মেলাৰ মাজত

আজিযে মোৰ মেলাৰ মাজত
খেলাৰ সখী নাই
নাই নাই নাই
অকলশৰে বনাই ফুৰোঁ
উদাস সুৰতে গাই
গাই গাই গাই
চকুত সৰে বুকৰ কথা
মুখৰ ছবি দুখত অঁকা
হাঁহিৰ পাহি নাই
উদাস সুৰতে গাই
গাই গাই গাই।

২৩ জানুৱাৰী '৩২

## সুৰৰ কুমাৰ সুৰ দিলে তুমি

**প্ৰধানকৈ শ্ৰী পাৰ্বতি প্ৰসাদ বৰুৱালৈ**

সুৰৰ কুমাৰ সুৰ দিলে তুমি
হিন্দোল লাগে বাত
মন্থৰ বায়ু হিল্লোলি উঠে
সুৰ বিচৰাৰ গাত
পূৰ্ণ প্ৰাণত সুৰ নুঠে মোৰ
সংঘাত নিদিলে তুমি
গুপ্ত বীণাত বিননি নোলায়
পৰশ নুঠিলে চুমি
সুৰ দিয়া তুমি সুৰৰ কুমাৰ
ভৈয়াম উপচি যক
নিৰ্জন যত পৰ্বত গুহাত
সুৰৰ সমল থক

১৪ ফেব্ৰুৱাৰী '৩২

## প্ৰথম ফাগুন তোমাক আজি

প্ৰথম ফাগুন তোমাক আজি
কৰোঁ নমস্কাৰ
তোমাক দেখি মনত পৰে
এই চৰাচৰ।
তলে তলে চলি আছে এটি নিয়মৰ
একে সুৰৰ একে তালৰ এক গতিৰ ধাৰ।
তোমাৰ লগত মিলাওঁ আহাঁ মোৰ মৃদু গান
চিৰ নতুন হৈয়ে থাকক পুৰণিৰে প্ৰাণ
প্ৰাণৰ গানত লহৰ উঠক
ধ্বনি চমৎকাৰ।

১৪ ফেব্ৰুৱাৰী '৩২

বকুলবনৰ গীত

## দক্ষিণাৱৰী গ'লে আঁতৰি

গজল

দক্ষিণাৱৰী গ'লে আঁতৰি বাতৰি কোনে দিবনো সখী,
তুমিযে পীতম ফুল মৰুৱা জুৰুৱা জীৱন যতনে ৰাখি
সপোন-সনা ফাগুনী আহি
বুলনি চ'ৰাত পেলালে পাহি,
কুসুম কলি ৰঙে ৰঙালী
আজলী মুখৰ বিজুলী দেখি
বননি কঁপাই কমনী ঢালে
আবৰে গগন মৰম জালে,
আবেশ-ৰাগি চকুতে লাগি
জাগিছে পুলক
পলক লেখি।

(পীতম ঃ প্ৰিয়তম)

১৭ ফেব্ৰুৱাৰী '৩২

## আজি ফাগুনৰ জোনাক যামিনী

আজি ফাগুনৰ জোনাক যামিনী
বিফলে আঁতৰি যায়
প্ৰিয়তম তুমি সপোন শুনালা
আপোন দেশত নাই
নিষ্ঠুৰ ভৰা তোমাৰ আদৰ
ফাগুনত অহা হিয়াৰ আদৰ
হিয়াতে মৰহি যায়।
অ' মোৰ প্ৰিয় অবিচাৰ কিয়
কিয় বাসনা বিফল গাই
ভৰা জীৱনৰ হিল্লোল মোৰ
আপোনা আপুনি যায়।

২১ ফেব্ৰুৱাৰী '৩২

## তোমাৰ বচনসুধাৰ অমিয়া পি

তোমাৰ বচনসুধাৰ অমিয়া পি
হাঁহি গোলাপৰ পাহি চাই
গীতৰ লহৰ বীণত কঁপাই
যাব পাৰোঁ উটি ভাঁহি
সুখৰ দুখৰ সকলো দি।
তোমাৰ চমক ভঙ্গা ৰূপৰ দানিত
মোৰ ধূপৰ গন্ধ উপচাৰে
বিচাৰ কৰে কেনি আছে
(মোৰ) পৰাণ পখীটি।
সুৰৰ সাগৰ হিন্দোলি
পূজাৰ বাণী আহে জীৱন মঞ্জুলি
চিনাই দিয়াঁ মনে মনে
ধ্বনিৰ ধাৰা সি।

১৭ ফেব্ৰুৱাৰী '৩২

## জাগ্ৰত গীত মম

জাগ্ৰত গীত মম
চিত ভ্ৰমৰ সম,
গুঞ্জন কৰে কিযে
আজি অনুপমে!

হৃদ কমল বনে
ভাব-ভ্ৰমৰ গণে
পিঞ্জৰ ভাঙি যাব
খোজে ঘনে ঘনে।।

চ'তালিৰ ইকি গুণ
বনে বনে গুণ্ গুণ্
মনে মনে পৰশনে
কৰে গুণ্ গুণ্।।

মুখৰিত কলস্বৰ
মধুগীতি মনোহৰ
প্ৰিয়জন বিৰহৰ
ব্যথা বৰিষণ।
গুঞ্জন তাৰে যেন
গীতি নিৰুপম।।

১৯ মাৰ্চ '৩২

## ই কি সুন্দৰ সুৰ

ই কি সুন্দৰ সুৰ
কৰ্ম জগৎ ভেদ কৰি মোৰ
পৰাণ কৰিছে জুৰ।

ফল্গু ধাৰাৰ দৰে —
কল কল কল ঢাৰে অবিৰল
শান্তি অমিয়া সৰে।

নিতে নতুন ৰেখা,
সোণৰ পানীৰে ৰূপৰ ফলিত
তনুৰ মূৰতি লেখা!
সি কি তনুধন, প্ৰাণ বিমোহন
সপোনে দিঠকে দেখা!

মৰ্ম পৰশা বাণী —
চুম্বন যাৰ ছন্দ হিয়াৰ
মন্দ মধুৰ কবিতা প্ৰিয়াৰ
তৃপ্ত ছবিটি আনি
কোন বননিৰ বতাহ বলিছে
পৰাণ কৰিছে জুৰ।

২৬ জানুৱাৰী '৩২

## শিমলু পলাশ নহ'বা নিৰাশ

শিমলু পলাশ নহ'বা নিৰাশ
আনিছে আশোকে মৰম বেথা।

কুঁহিপাত ল'ৰিছে
আমৰ মল সৰিছে
উত্তৰে দক্ষিণে পাতিছে কথা।
শিমলু পলাশ নহ'বা নিৰাশ
আনিছে অশোকে মৰম বেথা।।

দখিণাবৰীয়ে তাকে কৈয়ে কৈয়ে
শিহঁৰি শিহঁৰি উঠিছে আজি।
চ'তৰ চপাঁকলি
ব'হাগত ৰাঙলী
বৰ্হমথুৰিৰ কোঁহটি সাজি।

দখিণাবৰীয়ে তাকে কৈয়ে কৈয়ে
শিহঁৰি শিহঁৰি উঠিছে আজি।।

২০ মাৰ্চ '৩২

## অ' মোৰ প্ৰাণ অতিথি দেহৰ

অ' মোৰ প্ৰাণ অতিথি দেহৰ
শেহৰ বা বতৰা কি
নতুনক বিচাৰি তোকে এৰি যাম
মোহৰে ৰাগিটি দি
ৰাগিতে জাগিব গীত
অমিলক মিলাব অমাতক মতাব
আলোকে ধুৰাব চিত।
নিমাতী প্ৰতিমা জননী ভূমাই
চুমিব সাদৰে নি।

২৫ ফ্ৰেব্ৰুৱাৰী '৩২

## হে ব্যোম ব্যাপী মহাবাণী

হে ব্যোম ব্যাপী মহাবাণী
হে শব্দ অনাহত ধ্বনি,
হে গুপ্ত ৰহস্যৰ সৰ্বব্যাপী
কবিতাৰ পুলক সঙ্গীত,
শুভ শক আৰম্ভত কৰোঁ প্ৰণিপাত
বাজক বীণাত মোৰ তোমাৰ মহিমা
নিতে নিতে নতুন ভঙ্গীত।

১৪ এপ্ৰিল '৩২

বকুলবনৰ গীত

## গজল

যোৱাৰ কথা শুনি চ'তে কিয় কান্দে আজি।
কৰুণ বাণী আহে কেনি, কিনো উঠে প্ৰাণত বাজি।
বৰদৈচিলাই কিনো বিলাই হেৰায় জীৱন জনম খুজি,
নতুন জোনৰ মুখো শেঁতা আচল কথা নেপায় বুজি।
পুৱা গ'লে সন্ধ্যা আহে
নিশাৰ মুখত উষাই হাঁহে,
ক'লা নিশাৰ বিষাদ বেথাত
তৰাৰ মালাই জুৰাই জ্বালা।
বছৰ শেহৰ বিহুৰ আদৰ
মৰম ফুলৰ পিন্ধাওঁ মালা।।
মৰম ভৰা চ'তৰ পৰা কপৌ আহে
ফুলত সাজি,
কেতেকীয়ে হিয়া দিয়ে কথা কোৱা
সুৰত আজি।।

১১ এপ্ৰিল '৩২

## পুৰণিৰ মলিয়ন সোঁৱৰণিখিনি

নতুনৰ সুৰ

পুৰণিৰ মলিয়ন সোঁৱৰণিখিনি
পাহৰণি হৈ
মিলি থক অতীতৰ মৃদু এটি সুখ সুৰ
প্ৰীতি চিন থৈ।

অতীতৰ সন্তোষ, অতীতৰ শান্তি,
অতীতৰ জ্যোতিৰ্ময় অপৰূপ কান্তি
এয়ে হক নতুনৰ সুৰ।

যেন, সমুখৰ যাত্ৰাপথ
জীৱনৰ ৰণ-ৰথ
কাষ চাপি আহি থাকে,
আহি থাকে কাষ চাপি
বহু বহু দূৰ।

১৪ এপ্ৰিল '৩২

## আঁহতৰ গছতে অ' জিলমিল

আঁহতৰ গছতে অ' জিলমিল।
কপৌ ফুল ফুলিলে অ' জিলমিল।
নাহৰে পোহালে ক'লি জিলমিল।
বহাগৰ বিহুৱে হাঁহে খিলখিল।।

কুঁহিপাত লৰিলে অ' জিলমিল
আমৰ মল সৰিলে অ' জিলমিল।
কুলিয়ে মাতিলে কিনো জিলমিল
বৰদৈচিলাই যে হাঁহে খিলখিল।।

বৰনৈৰ পানীতে অ' জিলমিল
অশোক ফুল উটিছে অ' জিলমিল
ব'হাগীৰ বিয়াৰে চিন জিলমিল
বতাহী আহিছে হাঁহি খিলখিল।

ডালৰে কপৌৱে অ' জিলমিল
আছিলে আলছি অ' জিলমিল
'উৰুলি জোলোকা দিমে' জিলমিল।
বহাগৰ বিহুতে হাঁহি খিলখিল।।

মনৰে বাতৰি অ' জিলমিল
বনতে হেৰালে অ' জিলমিল
নতুনৰ সঁহাৰি পাই জিলমিল
পুৰণি বছৰে হাঁহে খিলখিল।।

১৪ এপ্ৰিল '৩২

## বৰদৈ আহিছে চিলা উৰাই

নিচুকণি

( 'হুৰ হুৰ বটা চৰাই' ছন্দত)

চ'এ চ' এ' চ'এ' চ'
বৰদৈ আহিছে চিলা উৰাই,
চ' চ', পোনাকণ অ'
বৰদৈ আহিছে চিলা উৰাই।

আমাৰটি মাইনীয়ে মাতিছে মাত,
উৰি যা বৰদৈ নসৰাবি পাত,
চঁপা কলি থৈ যাবি আনিম আমি
ৰাতিপুৱা শুই উঠি দুকোঁচ ভৰাই।
উৰি যা বৰদৈ চিলা উৰাই।।

শুলে মোৰ সোণ, শুলে মোৰ সোণ,
নেমাতিবি পাওকৰা খাওঁ খাওঁ কৈ।
সেয়াবা কোন! আকাশৰ জোন,
কাৰ কথা পাতিছানো ডাৱৰক লৈ?

ৰূপোৱালী জোনাকত মাইনীৰ গা
পাখি যেন শাঁত হ'ল, জোনবাই, চা—
ফেঁচাটিয়ে ৰুমা দিলে, আমি দিলোঁ চুমা
সোণগুটি শুলে মোৰ কেঁচামোঁচ খাই
নেহাঁহিবা বৰদৈ চিলা উৰাই।।

২৩ এপ্ৰিল '৩২

## বিৰহ অহৰহ পৰাণ দহত

বিৰহ অহৰহ পৰাণ দহত
কেতেকী ধাৱত বনে
বিজন কানন জিনিয়া আৱত
বিৰহ হামাৰি মনে
শয়ন তিয়াগি নয়ন হামাৰি
ঢালয় গংগা-যমুনা বাৰি।

২৪ এপ্ৰিল '৩২

## ইমান নিঠুৰা প্ৰিয়া

তুমি, ইমান নিঠুৰা প্ৰিয়া
ইমান কোমল তোমাৰ বিমল হিয়া?
জোনাক নিশাৰ নিজান বুকৰ
নীৰৱ ব্যথা আশা সুখৰ
কেতেকীয়ে কাঢ়ি নিলে
মই জোনাক-পিয়া।

তোমাৰ পদুম-কোমল পৰশ
মোৰ গীতৰ আকুল হৰষ
কাঢ়ি নিলা কিয় প্ৰিয়া
উদাস কৰি, নিৰাশ কৰি—
আশা ভৰা হিয়া?

২২ মে'৩২

## সপোনে যিদিনা আপোন বিচাৰি

সপোনে যিদিনা আপোন বিচাৰি
সিঁচি গ'ল মোৰ চকুত সুধা,
সিদিনাৰে পৰা জাগিছে প্ৰাণত
পূৰাব নোৱাৰা কি যে ক্ষুধা।

কি যে তুমি ধন প্ৰিয় অতুলন
নিতে নৱসুৰ অৰুণ ৰূপ
চিৰ সুখী গীত শুনি হৰষিত
মোৰ, গন্ধ পূজাৰী মৌন-ধূপ।

পুষ্পে পুষ্পে কুঞ্জে কুঞ্জে
গিৰি বন লতা সাগৰ তীৰে,
কেনিও নেপালোঁ বাৰ্তা তোমাৰ
(মাথোঁ) বান্ধি গ'ল সুৰ মধুৰ ধীৰে।

'বেথাৰে মিতিৰে বেথা' বিচাৰোঁতে
কেতেকী কৰুণ মূৰ্তিলৈ
ধ্বনি সাগৰত ৰণনি উঠিল
আদি সপোনৰ মায়াটি গৈ।

২০ জুন '৩২

## অমিয়াৰ জোলেৰে নাৱকে ভৰালা

অমিয়াৰ জোলেৰে নাৱকে ভৰালা
গীতেৰে সাজিলা চৈ,
সুৰৰ সাগৰতে নাও মেলিছিলা
সপোনৰ বাতৰি কৈ।
মৰমৰ বঠাৰে সাগৰ ভাঙিছিলা
কঁপনিত নাচিছিল ঢৌ,
তুমিনো নাছিলা কি মোৰ সখী ঐ
কথাত সৰিছিলে মৌ।
মাজ ভগনতে টুপাই বুৰ মাৰিলা
গীতৰো নিচিগিল ধাৰ,
চিতৰে ভিতৰত আকুলি বিকুলি
ভাঙে মোৰ ভাবনাৰ পাৰ।
অকূলৰ কূলতে উঠে হেন্দোলনি
তোমাৰে বাতৰি কৈ,
সুৰৰ কোঁৱৰহঁতে সুৰ সিঁচি দিলে
সুৰৰে ৰাগিনী হৈ।

আগষ্ট' ৩২

## দাদুৰা আজি চৰণ ধুৰা

দাদুৰা আজি চৰণ ধুৰা
শৰত কোঁৱৰ আহিছে সৌৰা—
মৰতে সজাই আনিছে শৰাই।

কঁহুৱা বনত কঁপনি উঠিছে
ক'লা ডাৱৰৰো আমনি লাগিছে
ধৱলী হিমৰ কবৰী খহাই।

দাদুৰা। তোৰ গীতেৰে আজি
শেৱালি আহিছে ধীৰেৰে নাচি
শৰত কোঁৱৰে মাতিছে বুলি।

১৫ ছেপ্টেম্বৰ '৩২

## সেইনো সন্ধিয়াৰ বা মোৰ সখিয়া

বিহুগীত

সেইনো সন্ধিয়াৰ বা মোৰ সখিয়া
সেইনো সন্ধিয়াৰ বা
মনতে পৰিছে আজি মোৰ সখিয়া
ভাগৰি আহিছে গা।
ডিঙিত পিন্ধাইছিলা মালা মোৰ মালতী
বুকুত ফুৰাইছিলা হাত
সন্ধিয়াৰ বিষাদতৃ হাঁহি বিলাইছিলা
অমাতৰ ফুটিছিল মাত।
বিয়লি মেঘালি গধূলিৰ বেলিয়ে
তোমাক চাইছিলে জুমি।
কওঁকি নকওঁ কওঁ কওঁ কৈ
ওঁঠত থইছিলা সাঁচি
ফাগুনী মেলৰে কথাটি সখিয়া
দিবলৈ গোপনে যাচি।
মনৰ মৰমতে নক'লো কথাটি
নক'লা লাজতে সখি
এইনো দূৰণিৰে 'অজান্তি' মুলুকত
আছোঁহি জীয়ন্তে মৰি।
উৰি যা কলিয়া মেঘে ঐ ভদীয়া
আহিনৰ আহিছে দিন
কঁহুৱা ফুলেৰে মোৰ ঘৰ সাজি ল'ম
শৰতৰ মুকলি দিন।
পোৱালকৈ থুৰীয়া শেৱালিৰ মুৰীয়া
নিয়ৰৰ মুকুতা মণি
তাকে লৈ সামৰি বুকুৰ মাজতে
বোলামগৈ তোমাতকৈ ধনী।
পছিমত সখিয়া অকলে নো শৰীয়া
পূৰবত অকলে মই
দুয়োৰে মাজতে সপোন খেলিমেলি
গোন্ধৰ সঁফুৰা বয়।

২১ আগষ্ট '৩২

## উৰোঁ উৰোঁ কৰে মোৰ উৰণীয়া মনে

উৰোঁ উৰোঁ কৰে মোৰ উৰণীয়া মনে
থিতাতে উধাও হয় অন্তৰ ধনে
সউ বগা ডাৱৰৰ খলপাত উঠি
কোনোবা দেশৰ পিনে যাব খোজে উটি।

উটি যাব খোজে মন সেই দেশলৈ
যি দেশৰ কথা একো নাই ক'বলৈ
নাই শুনা কেৰে য'ৰ শৰদ এটিও
মনৰ গোপন ধন অকাতৰে দিওঁ।

অঘৰীৰ দৰে নিতে বণিজ্জ বিচাৰি
নতুনৰ আশাতেই খাই হাবাথুৰি
কত পাল মহাকাল সাগৰত তৰি
এৰি দিছোঁ নাও মোৰ নাই আগগুৰি।

উৰিছোঁ উৰিছোঁ মাথোঁ পাখি ভাঙি ভাঙি
গুণিছোঁ গাথিছোঁ আৰু কত কথা
আদি অন্ত নাই
তথাপিও যায়,
পুৱা-সন্ধ্যা-দিন-ৰাতি বাৰিষা খৰালি।
ধূলি বালি সানি লৈ, গাওঁ গীত অগীত সুৰত
কিজানি বিচাৰি পাওঁ অতি সুদূৰত
অনন্তৰ ধন
মোৰ ধন।

২ ছেপ্টেম্বৰ '৩২

## বিপুল বসুধা উপচি পৰিল

বিপুল বসুধা উপচি পৰিল
বুকুৰ বেদনা উপচি আহিল
বৃষ্টি ধাৰাত সৃষ্টি দেখি
সাঁতুৰি-নাদুৰি দাদুৰি উলাহি
পৰিছে গানত মতলীয়া হৈ
বৰ্ষা প্ৰেমৰ মংগল লেখি।

অন্তৰতম তুমি প্ৰিয়তম
কথাৰ ব্যথাত নিতে অনুপম
তোমাৰ বিৰহ নিজৰি জৰি
আজি ধাৰাসাৰ বৰষা বানত
বিয়পি গৈছে বাগৰি পৰি।

বিশ্বখনকে জুৰিছে সিয়েই
তাতে মতলীয়া বিৰহী প্ৰাণ
তাৰ মাজতেযে মই বিয়াকুল
আকুল সুৰত গাইছোঁ গান।

অনন্ত কালৰ অনন্ত প্ৰেম
তৃপ্ত নহ'ল আজিও যেন
থাকিল তেনেই বাকী
সাঁতুৰি নাদুৰি ভাগৰি জুগৰি
বিৰাট প্ৰেমৰ প্ৰতিমা আঁকি।

৬ ছেপ্টেম্বৰ '৩২

বকুলবনৰ গীত

## মেঘালি বতৰে সখী

মেঘালি বতৰে সখী
মেলানি মাগিলে কালি
উচুপিলে বহু কথা কৈ,
তেতিয়া নক'লা কথা
নুবুজিলা কিনো বেথা
আজি কিয় ফুলা গাথা হৈ।

শেৱালিয়ে শৰতৰ
মন-ভৰা মৰতৰ
বিচাৰিছে বগা বগা ৰূপ,
ডাৱৰৰ পাল তৰি
কঁহুৱা আহিছে উৰি
পাছে পাছে আজি নাচে ধুনা ধুপ।

বিয়পি পৰিলে কাৰ
ভুল ভৰা বাৰিষাৰ
কূল ভঙ্গা বাতৰিটি ঐ,
কোৱাঁ, কোৱাঁ প্ৰিয়তম
আজি বেলা অনুপম
মান ভাঙ্গা নেথাকিবাঁ বৈ।
আজি গ'লে আৰু নাই
কালিলৈ বাট চাই
নেসাচিবাঁ হাঁহিখিনি লৈ
বুকুৰ বেথাটি সখী
গোপনে গোপনে ৰাখি
যোৱা কথা নাথাকিবাঁ কৈ।

২৫ ছেপ্টেম্বৰ '৩২

## নৱ জলধৰ শ্যাম বৰণ

নৱ জলধৰ শ্যাম বৰণ
বিজুৰী গোৰী ৰূপসী প্ৰিয়া
ঝীণ পয়োভৰ উৰো ৰনত
সৰস বৰ্ষ শ্ৰাৱণ হিয়া

যুগ যুগ বৰষণ কোই
তবহু নমেঘ শান্ত হোই
অবহু কাহেঁ বীত যায়
গীত বিনে প্ৰেমী হিয়া
'প্ৰেমদাস' কহে চাতক থৈছে দহে
ঐচন তুহু বিনোদিয়া
শ্ৰাৱণ ঘনঘোৰ ভুৱন সখিয়া।।

( বৰ্ষা অধিবেশনত দৰ্পনাথ শৰ্মাই গাইছিল।)

৭ ছেপ্টেম্বৰ '৩২

## মুক্তি-পথৰ এটি দিন পথিকৰ

মুক্তি-পথৰ এটি দিন পথিকৰ
ক্ষীণ স্বৰ শুনিলোঁ যিদিনা
সেই দিন ধৰি হায়, কিনো সকৰুণ
বাজিছে একেটি সুৰ সৰ্ব-প্ৰাণ জিনা

ধুঁৱলী কুঁৱলী যেন বিয়লি বেলিকা
পথিকৰ ৰঙা-তেজে দিয়ে সোঁৱৰাই
'জীৱন ৰথৰ তোৰ চকৰি যেতিয়া
গিলি থ'ব পৃথিৱীয়ে নেপাবি উপায়'।

নাপাওঁ উপায়। তেন্তে নেলাগে উপায়,
উপায়বিহীন হৈ দিন দুখীয়াৰ
কিমান জীৱন যায় কোনে তাক চায়
তথাপি জিৰাই সিও,
মুক্তি বিচাৰি দুঃখ নলওঁ আৱৰি
মুক্ত পথেই মোক নিবহি আদৰি।

৮ ছেপ্টেম্বৰ '৩২

## আনা শৰত কোঁৱৰ সুৰটি মোৰ

আগমনি

আনা শৰত কোঁৱৰ সুৰটি মোৰ
শুদ্ধ চকুলো সৰে
আজি মুগ্ধ মৰম, চিত্ত অলস
ৰাগিয়ে হৃদয় হৰে।
প্ৰাণে প্ৰাণে দিলাঁ ৰূপ-ৰস গান
হৰষে বিষাদে খেলিছে অবাধে
দূৰৰ বিমানে দিছে জান।

সপোন কোঁৱৰ লোৱাহি সোণৰ
কনক বৰণ লিপি,
আজলি শেৱালি পৰিছে বাগৰি
পৰশ মাধুৰী পি।
আনা, শৰত কোঁৱৰ শুভ্ৰ চোঁৱৰ
অভ্ৰ বিয়পি পৰে,
আজি মুগ্ধ মৰম, চিত্ত অলস—
ৰাগিয়ে হৃদয় হৰে।

২৮ ছেপ্টেম্বৰ '৩২

## তোমাৰ মালাৰ পাপৰি এটি

তোমাৰ মালাৰ পাপৰি এটি
মোৰ, শিৰত আহি পৰক বুলি
তোমাৰ চৰণ কমল দুটি
লওঁ নিতে তুলি।

নত শিৰে
ধীৰে ধীৰে
ধৰণীৰ যতন খুজি লভোঁ বাটৰ ধূলি।

মৰণ দেশৰ ৰঙা বৰণ
গৰ্ব-হৰা এফেৰি ধন
থাকক পথৰ সমল স্বামী
তোমাৰ আশিস বুলি!

৪ অক্টোবৰ '৩২

## আহাঁ প্ৰিয় প্ৰিয়তম আজি আহে অনুপম

আহাঁ প্ৰিয় প্ৰিয়তম আজি আহে অনুপম
শেৱালিৰ বুকু-কঁপা সুৱদী সপোন।
সেৱাৰে মিনতি কৰা পোৱাল-ৰঙেৰে ৰঙা
আজলীয়ে ধূলি-কণা উৰিছে আপোন।

শাৰদ প্ৰভাতী সুৰে
পৰিমল লৱণুৰে
পুৰৱী ৰাণীৰ আজি কৰিলে বৰণ
ৰূপহীৰ কপালত জিলিকিছে ৰঙা ফোঁট
বাৰিষাৰ ক'লা ৰূপ কৰিলে হৰণ!

তুমি চিৰ বাঞ্ছিত জয়-গুণ মণ্ডিত
তুমি মোৰ মৰমৰ অতিথি পৰম
অভিমান এৰি দিয়াঁ প্ৰাণ ভৰি প্ৰাণ দিয়াঁ
মৰমেহে কেনি আছে বিচাৰে মৰম।

কঁহুৱা বননি কঁপি
দিয়ে আজি প্ৰাণ সঁপি,
উদাসী বুকৰ দেখোঁ এখনি দাপোণ।
দূৰৰ, বিমান ধ্বনিটি আহি
উটি বুৰি ফুৰে ভাঁহি
বিচাৰি এখনি ঠাই চিনাকী আপোন।

২৭ ছেপ্টেম্বৰ '৩২

## আনন্দময় ইকি আৱেশ

শাৰদীয় সপ্তমী

আনন্দময় ইকি আৱেশ
পৰশ খুজি ফুৰে,
নিবেদিতা কোন ষোড়শীৰ
পূজাৰ গন্ধ-সুৰে
পৰাণ আকুল কৰে।

সীতা স্মৃতিৰ শেৱালিয়ে
চকুৰ পানী লৈ
অশোক বনৰ কি শোক আনি
উজাৰ কৰে নৈ
হিয়াৰ ধ্বনি লৈ!
উৎপল নীল অভিসাৰত
ৰাসৰ নয়ন যিটি
অৰ্চনা ৰচি মহামায়াৰ
পৰাণ আকুল কৰে।

৬ অক্টোবৰ '৩২

## তোমাৰ আদেশ পালন কৰি

তোমাৰ আদেশ পালন কৰি
সুৰত গাথোঁ মনৰ মণি,
বনৰ ফুলত ৰণৰ ধ্বনি
শুনো নিতাল মাৰি

উদাসী মোৰ হৃদয় ভৰি
আনন্দময় অশ্ৰুধাৰি
চকুৰ মণিত পৰে ঝৰি,
স্বপ্ন আহে নামি।

গীতৰ লহৰ আহে কমি,
দেখা ৰূপত অৰূপ পমি
নেদেখা কোন দেশৰ পিনে
নিয়ে কোনে টানি!

প্ৰিয়া সুখত মজা হিয়া
তোমাৰ বুলি নিয়াঁ, নিয়াঁ
নহ'লে মোৰ প্ৰিয় হে'ৰা
সেবাৰ হ'ব হানি।

১৫ অক্টোবৰ'৩২

## নিতাল মাৰি শুনো তোমাৰ

নিতাল মাৰি শুনো তোমাৰ
চিৰদিনৰ গান ;
শুনি, সুৰৰ সোঁতত মনে মনে
কৰোঁ কিমান স্নান।

তোমাৰ বতাহছাটি
আন্ধাৰ গোপন ৰাতি
পদুম বনৰ সপোন ভাঙি
কৰে মাথোঁ স্নান।
নিতাল মাৰি শুনো তোমাৰ
চিৰদিনৰ গান।

২৪ অক্টোবৰ'৩২

## বিভাৱৰী আনা হৰি

গজল

বিভাৱৰী আনা হৰি শেৱালিৰে বুকু খনি
পোৱাল ৰঙা হিয়াৰ আজি হেৰাল সখী পৰশমণি।
কবি মনে ছবি আঁকি
বনৰ মধু মনত বাকি
দিলে উটাই জীৱন তৰী সুৰৰ মোহত তেনেই পমি।।
দূৰৰ সাগৰ কঁপা দেখি
সুৰৰ হেঁপাহ জাগে সখী
উঠে নিতে দুকূল ভৰি মনৰ মৰম হেন্দোলনি।।

২৫ অক্টোবৰ '৩২

বকুলবনৰ গীত

## ভাঙি দে পাৰ

ভাঙি দে পাৰ
আমঠু ভেজিলে বিষ টোপাটোপে,
মৰমৰ চিণ্ডিলে ধাৰ।
হিয়া বিচাৰোঁতে হিয়া হেৰুৱালোঁ
কলিজাত লগালোঁ ঘা,
ওলাওঁতে তেজেৰে সোমাওঁতে তেজেৰে
ৰাঙলী কৰিলোঁ গা।

বেদনাই জীৱনৰ সাৰ
বেলিও নপৰে ৰাতিও নুপুৱায়
নেদেখোঁ সাগৰৰ পাৰ।

মানুহে নুবুজে মানুহৰ হিয়া ঐ
মৰ্মত মাৰিছে ঘাপ,
জীৱন্তক নেওচি প্ৰতিমা পূজিছে
ভাবিছে আঁতৰিল পাপ।

কোনেনো বুজিব কাৰ
ছিৰাছিৰ কলিজাত কি লেখা আছে,
কিহতকৈ কিটো ছাৰ।।

১৭ অক্টোবৰ '৩২

## অ' ঘুমটিৰ ধন

অ' ঘুমটিৰ ধন
উলটি নাহিবা তুমি
আগবঢ়া জন!

যোৱা প্ৰিয় পৰিমল
সপোন বিফল
তোমাক পালেই ভাগি
যাব ভগা মন।

উটি যোৱা, উটি যাম
উটি বুৰি সুখ পাম
উটা কথা ৰীতি অভগন!

৯ নৱেম্বৰ '৩২

## তুলসী তলৰ সৰু শলিতা গছি

তুলসী তলৰ সৰু শলিতা গছি
বিনীতাৰ সেৱাটিত উঠে নাচি।
তুলসীৰ বৰণৰে সন্ধ্যা সখী
উলসি উঠে কাৰ তন্দ্ৰা ভাঙি
কোন শ্যামা তনুটিৰ মিনতি যাচি
বিনীতাৰ সেৱাটিত উঠে নাচি।

অৱনতা তনুলতা তুলসী তলৰ
পমি যোৱা সুৰ এটি মানস জলৰ
বিয়াপিলে আজি কাৰ কবিতা ৰচি।

তুলসী তলৰ সৰু শলিতা গছি
সেবিকাৰ সুৰখিনি নিয়ে হৰি
দেৱতাৰ দয়া খুজি চকু যুৰি
তুলসী তলত আজি যায় ভাগৰি।।

২৫ অক্টোবৰ '৩২

## হৃদয়ৰ ভাষা বুজি পাওঁ মই

হৃদয়ৰ ভাষা বুজি পাওঁ মই
মুখেৰে নেলাগে ক'ব,
চিনিব পাৰিলে হিয়াৰ স্বৰূপ
দিয়াৰ সমান হ'ব।

মুখৰ কথাত আছে আসোঁৱাহ
বুকত বিমল প্ৰেম,
ভাষাৰ অতীত প্ৰেমৰ প্ৰকাশ
পূৰাৰ প্ৰতিভা যেন!

জয় কৰিবৰ কিবা অভিযাৰ
যদিহে তোমাৰ আছে
জয় কৰা মোৰ হিয়াখনি হেৰা
হেৰাব নহ'লে পাছে!

২০ অক্টোবৰ '৩২

## কিনো মোহনৰে মোহ

কিনো মোহনৰে মোহ ঐ মইনা
কিনো তৰেবৰী তান,
সুৰবো নিচিগে ধাৰ ঐ ধুনীয়া
পেঁপাৰো নুগুচে গান।

বুকুতে সাৰটি দুখৰে কথাটি
চকুতে সানি থৈ সৰগৰ তৰাটি
তোলৈ পাতিছোঁ কাণ।

ভাবৰ ভেটা ভাঙি ওভতনী পানী
গুৰজি গুমৰি আহে
ঢলে দোকোল-টকা ডকা - দমকাত
পদুমে মিচিকি হাঁহে।

সেইনো জীয়াখোৱা ডকা চাকনৈয়া
তাতোকৈ ওপৰত মোৰটি সখিয়া
দিয়ে, "মাভৈঃ মাভৈঃ" দান।

২৮ অক্টোবৰ '৩২

## অৰূপৰ জুয়ে মোক পোৰে মোৰ বান্ধৈ ঐ

অৰূপৰ জুয়ে মোক পোৰে মোৰ বান্ধৈ ঐ
অৰূপৰ জুয়ে মোক পোৰে,
মজহৰ মাজতে বজহৰ দেয়ে মোৰ
পিৰিতিৰ চেলেংখন জোৰে।

দেহাৰ ধূপে ধূনা
দিওঁ অবিহনা,
পিৰিতিত নিতউ থক জাহি।
জীৱনৰ তেজেৰে
বন্তি জ্বলাই যাওঁ
তোমাৰ মণিকূটত বহি।

নৈয়ো চেঙেলীয়া গড়া খহনীয়া
পাৰতে এজুপি বৰ
আহাঁ মোৰ বান্ধৈ ঐ, আলৈ আহুকালে
দিনে মোৰ তুলিছে জ্বৰ।।

১ নৱেম্বৰ '৩২

## মাণিকত বিন্ধিলে ঘুণে

মাণিকত বিন্ধিলে ঘুণে
মাণিকত বিন্ধিলে ঘুণে
ছালি ধৰি ধৰি ম'ৰাৰ পাখী মজিল,
কালিকা ধৰিলে ধুনে

মাণিকো ৰজিতা,
ম'ৰাও ৰজিতা,
ভণিতাত মণি যেন হয় ;
অকলে সিহঁতৰ
নাই ধন বিলাবৰ
অকলে সিহঁতৰ ভয়।

আজিহে জানিছোঁ মাণিক জিলিকিছে
তুমি জিলিকনি গুণে,
ইচিত্ৰ বিচিত্ৰ ম'ৰা যে ধুনীয়া
তুমি ধুনীয়াটি গুণে।

৯ নৱেম্বৰ '৩২

## যুগ যুগ বীত গ'ই

যুগ যুগ বীত গ'ই
মূক জন বধু হোই
তবহুঁ নাহি মিলন সোহি
হামাকু প্ৰেমীজন।

হামক পাপী বিৰহ তাপী
কাম কুৰূপে লিপিত লাগি
নামকুৰূপ দীপ খেয়ালোঁ
মায়াহি মজাৱে মন।

প্ৰেম, প্ৰেম, দেহু প্ৰেম
প্ৰেম ধৰি মেলোঁ তৰী
প্ৰেম বিনে বিৰহ-সীনে
দহতু হামাকু ধন।

১৩ নৱেম্বৰ '৩২

## শ্যামৰ বাঁহী

নৃত্য-গীত

শ্যামৰ বাঁহী
শ্যামৰ হাঁহি
শ্যামৰ নাচ
শুনি, শুনি,
দেখি, দেখি,
লওঁ শ্যামৰ পাছ।

গছে বনে বাঁহীৰ সুৰে
কঁপাই তোলে মাত
মনে মনে নাচৰ লাছে
জগাই দিয়ে ঠাট্।

থমকি থমকি ত্ৰিভংগ সুঠাম
আহে নিতে মোৰ কানু ঘোৰ-শ্যাম
কান্দি, হাঁহি, নাচি
কান্দোতে মুকুতা, হাঁহোতে মুকুতা
নাচোঁতে পদুমৰ পাহি
দি যায় যাচি।
নিতে শুনি থাকোঁ নিতে দেখি থাকোঁ
নিতে শিকি থাকোঁ নাচ।

৭ নৱেম্বৰ '৩২

## আজি কোনে সজা বিজয় ধ্বজা

আজি কোনে সজা বিজয় ধ্বজা
বিমান পথত উৰে,
কোন ৰজাই পঁজাৰ সাজত
উছৱ কৰি ফুৰে।

সোণৰ পাহি ৰূপহীয়ে
লোৱৰ কাচি হাতত দিয়ে
সুৱাগমণি ধানৰ থোকে
ৰূপত ৰহন সানে
লখিমীয়ে লখিমীয়ে
হিয়া দিয়ে হিয়া নিয়ে
কেঁচা সোণৰ বেলি মুখে
অৰূপ ৰতন আনে।

আকাশ নীলাহ তলৰ লীলা
সাৰট মাৰি ধৰে
বগা মেঘে বগা বগে
তাকে কৈয়ে উৰে।

১০ নৱেম্বৰ '৩২

বকুলবনৰ গীত

## মোৰ হৃদয় দিলে নুমাই যদি

মোৰ হৃদয় দিলে নুমাই যদি
তোমাৰ হিয়াৰ জুই,
বেথাৰ মিতিৰ দিয়া তেনে
এবাৰ হৃদয় চুই।

প্ৰকাশ কৰা নিয়ম তোমাৰ
নাই বুলি জানো
সেই দেখি তোমাৰ পৰাই
প্ৰকাশ অকণ আনো।

অকণ অকণ প্ৰকাশবোৰৰ
বিকাশ পাটীত শুই
সাপোন দেখোঁ মহাৰাতি
মাটিৰ চাকিত জুই।

১৩ নৱেম্বৰ '৩২

## মোৰ, অপাৰ সুখৰ সাগৰ খনিত

মোৰ, অপাৰ সুখৰ সাগৰ খনিত
মনৰ বণিজ লৈ,
অকলশৰেই উটি ফুৰোঁ
তোমাৰ পিনে গৈ।

বৈ, বৈ,
নাৱৰ বুকুত মাৰৰ মৰম
উঠে দিঠক হৈ !

সহজ গতিৰ পানী-পথত
এটি ঢৌৱে কৰে বিতত
কিহৰ বতাহ লৈ,
তাৰ পৰশ পালেই হিয়াৰ
ভাগে হেঁপাহ চেনেহ দিয়াৰ
খহে ফুলাম চৈ।

২৫ নৱেম্বৰ '৩২

## আঘোণৰ গান

আজি লখিমী ছপোৱা দিন
চেঁচোৰো খান্দিম
গৰুও ৰাখিম
লেছেৰি বুটলি
আনিম ওমলা চিন
আজি লেছেৰি বুটলা দিন।।
পম খেদি খেদি
চেঁচোৰ নেদেখি
দুখ নকৰিবি
আছেযে গোটেই দিন
আমি নিবই লাগিব
চেঁচোৰ খনাৰ চিন।।
গোন্ধে ফুৰ ফুৰ
কৰে জুৰ জুৰ
মাণিকী মধুৰী
ধানটি যদিও খীণ।
আমি পাবই লাগিব
চেঁচোৰৰ পম
আঘোণ ওমলা চিন।।
পকা ধাননিত
ককাৰ মূৰৰ
বগা পাগুৰীৰ চিন
এবেলি উঠিছে এবেলি নামিছে
ডাওৰী বন্ধাৰ দিন
আজি লখিমী ছপোৱা দিন
পথাৰৰ গাৰ
সোণগুটি ভাৰ
বুঢ়ী আঘোণীৰ চিন
বেলিটিৰ গাৰ
সোণপানী ধাৰা
পকা ধাননিতে
গ'লহি তেনেই জিণ
সোণালী মেলৰ
দিলেহি সুবগা চিন
আমি সোণগুটি
মৰম খেতি
আইচেনে ২৩ দিন
পম ধৰি ধৰি
যাম আগবাঢ়ি
আহিছে সোণালী দিন
আজি লখিমী ছপোৱা দিন।।

১৪, ১৫ নৱেম্বৰ '৩২

## কিয় উমি উমি জ্বলে চাকিটি

কিয় উমি উমি জ্বলে চাকিটি
কিয় মন্থৰ কঁপে থৰথৰ
নমিতাৰ মৃদু চাকিটি।

হেমৰে হিৰণ কিৰণ সানি
মাৰ যোৱা জ্যোতি বিচাৰি আনি
হৰিছে জীৱনে মৰণৰ বাণী
প্ৰেম বিনীতাৰ মৃদু চাকিটি।

মৰম বিননি বিদৰি উঠিছে
পৰাণ বিচাৰি পৰাণ ফুৰিছে
শলিতা গছিয়ে বস্তি জুৰিছে
উৰি ফুৰিছে জীৱন বাণীটি।।

২৭ নৱেম্বৰ '৩২

## অনাথ বন্ধু যদিহে তুমি

অনাথ বন্ধু যদিহে তুমি
হে অনাথৰ নাথ,
বাগৰে
তোমাৰ পূজাৰ মাথ?

কিয় অনাথৰ হিয়া
ভাগি ছিগি যায় টুকুৰা টুকুৰে
থাকোঁতে তোমাৰ হিয়া?

বাৰু, অনাথে যেনিবা
পূজিছে যিদৰে নিতে
ধনীৰ বিলাসী গীতে?

১ ডিচেম্বৰ '৩২

## কি ভুল কৰিলি ফুল

কি ভুল কৰিলি ফুল ঐ আজলী
কি ভুল কৰিলি ক,
তাকে সুধি সুধি ভোমোৰা বিবুধি ;
মোৰেচোঁ বুধিটো ল।
অ' ফুল আজলী, ক চোন আজি মোক ক।

মই জিৰণীয়া তয়ো এদিনীয়া
এদিনৰ ভুলতে তোৰ
এযুগৰ বাতৰি বতাহত আঁতৰি
বাটৰ হেৰুৱালোঁ মোৰ।

কেঁহৰাজ বটা তোৰ শেঁতা মুখে দেখি
তাতৰো ছিগি যায় ব,
মাতৰ মউসৰা যোজোনা হেৰাল
বিচাৰি নেপাওঁ যে ক।।
অ' ফুল আজলী ক চোন আজি মোক।।

২৮ নৱেম্বৰ '৩২

বকুলবনৰ গীত

## পদুম ফুলৰ গান

পদুম ফুলৰ গান
পদুম ফুলৰ আকৌ কিহৰ
আছে গাবৰ গান।

মোৰ বুকত আদি কবিৰ
ফুটিল প্ৰথম বাণী কমল,
সেই বাণীৰে ধ্বনি উৰি
মোৰে জনম কৰে সফল।

অলি ক'লাৰ কথা শুনি
হাঁহে তোমাৰ সপোন প্ৰাণ
মই যে পদুম সিচোঁ কুমকুম
চিৰ নতুন ফাগুন-গান।

১২ ডিচেম্বৰ '৩২

## তুমি ধ্বনিময়ী তুমি বাণীময়ী

তুমি ধ্বনিময়ী তুমি বাণীময়ী
তুমি হে সাৰদা শব্দময়ী
অভয়া তুমি বৰদা তুমি
তুমি জ্ঞান জ্যোতির্ময়ী
মধুময়ী তুমি কবিতা দেৱী
তোমাৰে মধু ৰস সেবি
ঋতু মধু বায়ু মধু
ধৰা মধু কাব্যময়ী।।

১৮ ডিচেম্বৰ '৩২

## আমি সৰু ল'ৰা

আমি সৰু ল'ৰা সৰুগৰ পৰা
আনিছোঁ মিলন গান
জনমভূমিৰ চৰণ তলত
সপিম আমাৰ প্ৰাণ।

আপোন পৰৰ নেৰাখোঁ চিন
আজি, নতুন বছৰ নতুন দিন
নতুন আমাৰ প্ৰাণ
জনমভূমিকে শিৰত থাপি
জনমভূমিৰে সেৱাত লাগি
গাম মেলৰ গান।।

১ জানুৱাৰী '৩৩

## মুক্তি বিচাৰি মেলি দিলোঁ মোৰ

মুক্তি বিচাৰি মেলি দিলোঁ মোৰ
তৃপ্তি গোটেই খিনি
ভূৱনখনিকে জিনি।
মোৰ সুৰৰ সৰু সৰু
কোমল পৰশবোৰ
মোকে খুজি ফুৰে উটি
বুকত ৰিণি জিনি
ভূৱনখনিকে জিনি।

কেঁৰে দেখোন নধৰিলে
(মোৰ) প্ৰাণ সুৰ কেনি
বেদনা ব্যথাৰ মিতিৰ খুজি
তোলে হেন্দোলনি।।

২৩ ডিচেম্বৰ '৩২

## তেত্ৰিশ কোটি ভাৰতবাসীৰ

তেত্ৰিশ কোটি ভাৰতবাসীৰ প্ৰাণৰ হেন্দোলনি
টলমলাই উঠিল চোৱাঁ মহাসাগৰ জিনি জগৎ সভা
সত্য ত্ৰেতা দ্বাপৰ কলি
চাৰি যুগৰ আন্ধাৰ ঠেলি
মোহনদাসৰ মধুৰ বাণী প্ৰেমৰ প্ৰতিধ্বনি
ভাবে ভৰা মানুহ আমি
বিশ্ব সভাৰ ৰভাত নামি
কিয় নকম প্ৰাণৰ কথা
প্ৰাপ্য নলম আমি?

জন্ম মৃত্যু পিতাৰ হাতত
শৌৰ্য বীৰ্য আমাৰ প্ৰাণত
সত্যে সদায় মনত পেলায়

১৭ জানুৱাৰী '৩৩

## মোৰ বাট পাহৰা গানৰ সুৰে

মোৰ বাট পাহৰা গানৰ সুৰে
প্ৰাণৰ বিলৈ কৰে
বিলাই চিলাই জীৱন হিয়াৰ মধু
চকুলো বাগৰি পৰে।।
জুয়ে পোৰা প্ৰাণ সুৰত
বিৰহ বতাহ লাগি
উধাও কৰে সুৰৰ হেঁপাহ
দূৰৰ উতল ৰাগি
দূৰ দূৰণিত উঠে লহৰ
দূৰতে অমিয়া সৰে
মোৰ ভৈয়াই তাকে ধিয়াই
পৰাণ আকুল কৰে।।

১৩ জানুৱাৰী '৩৩

## আজি ফাগুনীত আঁচল উৰিল

আজি ফাগুনীত আঁচল উৰিল
কঁপিল বুকুৰ তাঁৰ
চিৰ নবীন গোপন বজাৰ
আজি অভিসাৰ
আজি পুৰা সোৱণ চঁপাৰ
আখৰ উৰি যায়
বাখৰ পতা কপৌ লতাই
ছবি আঁকি চায়
মদাৰ ফুলে ৰঙা শিঙাৰ
চুপহিটি গাৰ
আজি দেখোঁ মেলি দিলে
বাজে বাৰে বাৰ

১৩ ফেব্ৰুৱাৰী '৩৩

## ইমান ধুনীয়া বিশ্ব মোহিনী

ইমান ধুনীয়া বিশ্ব মোহিনী
ইমান ধুনীয়া তুমি
আমাৰ জনমভূমি
আলৌলোৱা কপৌ লতাৰ
শ্যামল আখৰ লেখা
গাঁৱে ভূএে আছে তোমাৰ
কবি চিত্ৰলেখা
তোমাৰ লৱণু সুৰযে নিতৌ
যায়হি পুৰাতে চুমি
ইমান ধুনীয়া তুমি
ইমান চিকুণী বিশ্বমোহিনী
আমাৰ জনমভূমি
তোমাৰ শিৰেদি সোণৰ জলৰ
তীৰ্থ পৰিছে জৰি (ভৰি)
তোমাৰ চৰণ কমল পাপৰি
পৰিছে মাটিতে সৰি
সেইহে দূৰৰ আহিছে ভ্ৰমৰ
চাইছে সদায় জুমি ইমান চিকুণী ইমান চহকী
ইমান চেনেহী তুমি আমাৰ জনমভূমি।।

২৯ জানুৱাৰী '৩৩

## মোৰ যাত্ৰা পথৰ সমল হৰি

মোৰ যাত্ৰা পথৰ সমল হৰি
ফুল পৰিমল এৰিলা কিয়
সৰ্বহাৰা শূন্য হিয়াৰ
পৰশিলা তাঁৰ কিয়হে প্ৰিয়
ফুল পৰিমল এৰিলা কিয়

অচল যাত্ৰী -মন্ত্ৰ ৰাগি
কণ্ঠ মালাৰ স্পৰ্শ মাগি
দৃষ্টি কাকতৰ কৰিলোঁ প্ৰিয়
ফুল পৰিমল এৰিলা কিয়
নীলা আকাশত ফুলনি পাতি
গোপন গুহাত লুকালা কিয়
দেখিছোঁ ছবি তুমিহে কবি
তুমিহে চিৰ তুমিহে প্ৰিয়
গোপন গুহাত লুকালা কিয়।

১৪ ফেব্ৰুৱাৰী '৩৩

## এইয়া আজি যে লভিলোঁ তোমাৰ

এইয়া আজি যে লভিলোঁ তোমাৰ
মহা আনন্দৰ দান
তাতে হ'ব প্ৰাণ
আগুৱান
ফাকু সনা প্ৰভাতীৰ
আহ্বান উৰুলিব
আৰু কিয় আজি প্ৰিয়
লাগিছে নিচান
তৰুণ আলোকে ধোৱা
আলোকতে লোপ হোৱা
মোৰ প্ৰিয়া ফাগুনীৰ
শুনো আজি গান।
এনে গান এনে গান
ইমান মধুৰি ক'ৰপৰা সৰি
হৰিছে ইমান প্ৰাণ।।

১৭ ফেব্ৰুৱাৰী '৩৩

## সুঁৱৰি সুঁৱৰি কপৌ কুঁৱৰী

**ভাটিয়ালী**

সুঁৱৰি সুঁৱৰি কপৌ কুঁৱৰী
কি জুই বৰষ তই
সুৱাস আহিছে উদাস ফুলৰ
ইফালে লাগিছে ভয়
উৰুঙা বুকেদি নিমাত কিবাৰ
পৰশ বাগৰি গ'ল
তাতে তই আজলী জ্বলাই দিলিহি
বাটৰো আহৰি হ'ল
হেৰ' মৰমী কপৌ কুঁৱৰী
কি জুই বৰষ তই
ৰাঙলী ফাগুনে শুনে মনে মনে
বনত বতাহ বয়।।

১৭ ফেব্ৰুৱাৰী '৩৩

## পুৱালে ৰাতি উঠা আলহী

পুৱালে ৰাতি উঠা আলহী
পৰিলে বাটৰ হেঙুলি জ্যোতি
ধূলি বুটলি কৰা মুকলি
কমল কলি উঠক ফুটি।

কমল কলি হৃদয়খনি
বিমল জ্যোতিৰ গোপন খনি
শুনাচোঁ তাতে অমাতে মাতে
শুনিচোঁ সেয়া কৰিছে স্তুতি।
ঘুমটি ভাঙি চোৱা আলহী
দেৱতা আহি সিঁচিছে খেতি
ধূলিয়ে নহয় ভৰিৰ ধূলি
দেৱতা অহাৰ প্ৰথৰ জ্যোতি।।

১৯ ফেব্ৰুৱাৰী '৩৩

## দক্ষিণাৱৰী পালেহি বুলি

দক্ষিণাৱৰী পালেহি বুলি
ফাগুনী সখীৰ উৰিছে চুলি
আগলি পাতত লাগিছে বাটৰ
অৰুণ ৰঙা চকুৰ ধূলি।

পাতৰ পৰ্দা ঠেলি দে ক'লি
দক্ষিণাৱৰী আহিছে ব'লি
শিমলু, মদাৰ নহ'বি উদাৰ
নক'বি কথা তেনেই খুলি
নাহিবি আজি ফুলেৰে সাজি
কীচক বেণু উঠিছে বাজি
মুকুল সৰা আমৰ পৰা
শ্যামল চোৰে মেলিব কুলি
ৰাঙলী জুয়ে দহিব হিয়া
প্ৰিয়া যে প্ৰাণৰ অতি নিদয়া
নিদয়া পিয়া পিয়া নিদয়া গলনে
আজি আপোন বুলি।

## শ্ৰীশ্ৰী শিৱচতুৰ্দশী

দেৱ দেৱ মহাদেৱ
নীলকণ্ঠ বিষহৰ
পতিত পাৱন আৰ্ত তাৰণ
প্ৰলয় কাৰণ মহাদেৱ
ডমড় ডমড় বাজে ডম্বৰু
তুমি মহাদেৱ কল্পতৰু
শান্ত শিৱ জগজ্জীৱ
সৰ্বভূত নাথ তুমি
মহাদেৱ।।

২২ ফেব্ৰুৱাৰী '৩৩

## নিমাত কিয়

নিমাত কিয়
তোমাৰ বিৰহে বতাহে বতাহে
কান্দিছে ইমান কৈ
তোমাৰ দেখোন দিঠক সপোন
সদায় আহিছে বৈ
কোৱাচোঁ প্ৰিয়
তুমি নিমাত কিয়!
নাইনে তোমাৰ এষাৰো কথাৰ
শব্দ এটিৰ মাত
নোৱাঁৰানে হায় দিবহি লৰাই
কানৰ এখিলা পাত
মই বুলি কৈ
নোৱাঁৰানে প্ৰিয় এদিন হঠাৎ
যাবহি কঁপনি থৈ
নিমাত কিয়?
প্ৰাণ শকতিৰ স্পন্দন গতিৰ
স্তব্ধ ৰেখাটি আনি
নোৱাঁৰানে দিব হেৰা মোৰ শিৱ
শুদ্ধ এষাৰ বাণী
কোৱাচোঁ প্ৰিয় তুমি
নিমাত কিয়?

২৫ ফেব্ৰুৱাৰী '৩৩

বকুলবনৰ গীত

## আহিবা কাহানি অ' প্ৰিয় মোৰ

আহিবা কাহানি অ' প্ৰিয় মোৰ
কেতিয়া দিবাহি পৰশ দান
আজি প্ৰতিপদ বিপদ বিহীন
পাবানে আজিয়ে বাটৰ চিন
আহিবানে প্ৰিয় আজিয়ে এবাৰ
শুনাবানে মধু গান।

২৫ ফেব্ৰুৱাৰী '৩৩

## আৰবী দেশৰ সাদৰী সখী

আৰবী দেশৰ সাদৰী সখী
নামিলা আজি বিয়লি বেলা
ৰাঙলী ফাগুন বতৰো নতুন
নতুন তুমি কৰিলা খেলা
(ৰাঙলী ফাগুন বতৰো নতুন)
চমক ভাঙি গমক দিলা
ৰঙতে কৰি ৰূপত নীলা
হৰিলা হিয়া দহিল বুকু
নিদিলা মনৰ
মধুৰী মেলা।।

৭ মাৰ্চ '৩৩

## তৰাই তৰাই ফুলৰ শৰাই

তৰাই তৰাই ফুলৰ শৰাই
সজাই দিলেনো কোনে
কলাই কলাই সুষমা বিলায়
কাৰ আদেশত জোনে
বেলিৰ হাঁহিটি ইমান ৰাঙলী
কৰিলে কোনেনো কোঁৱা
কোঁৱাহে পুবাৰ শীতল বতাহ
কাৰ নো মহিমা গোৱাঁ।

৯ ছেপ্টেম্বৰ '৩৩

## আমগছে শ্যাম বোল

আমগছে শ্যাম বোল
নাহৰে লাহৰ
পিন্ধিলেহি ন সাজ নতুন দিনৰ
চঁপাই চুমিলে মন
পাপৰি উৰিল
বতাহত বা বলে নৱজীৱনৰ।
দখিণ বতাহছাটি
বাগৰি বাগৰি
ভাগৰি পৰিল আহি বন-বননিত
ছল পাই তাৰে গান
ৰচিলে কবিয়ে
ৰবিৰ কিৰণ তাতে
হ'ল উপনীত।।

২৪ মাৰ্চ '৩৩

## মোৰ প্ৰেম জলে তলে তলে

মোৰ প্ৰেম জলে তলে তলে
তলবল হৈ
পাৰ ভাঙি যাব লাগে
অন্তৰলৈ
অন্তৰে ঘৰে ঘৰে অমৃত দি
উটি যক ভাঁহি যক অমৃত পি
অমৃত থৈ।
চকু জলে পলে পলে
জলজল কৈ
বাকি যক চাকিটিত
তেলটুপি ঐ
পুৰি যক ৰূপ মোৰ
ৰূপ জ্বহি যক
অপৰূপ বিভৱেৰে জয় জয় হক
বাগৰক নৈ।

২০ মে'৩৩

## মোৰ কুটুম আহিল পুৱাৰ বেলা

মোৰ কুটুম আহিল পুৱাৰ বেলা
বহিল বিৰাট মেলা
মেলাৰ মাজত হেন্দোলদোপ
মনোহৰৰ খেলা!
প্ৰাণে প্ৰাণে প্ৰতিধ্বনি
উঠিল বিশ্ব জগৎ জিনি
উটিল দেহৰ ভেলা
ৰঙা ৰঙা ৰাগি
দেহে দেহে লাগি
মিলিল দেহাৰ মালা
দেহাই প্ৰাণে ধ্যান জ্ঞানে
চলাই নিলে ভেলা
উটি উটি উটি থাকিল
নেদেখিলে মেলা।

মে'৩৩

## মনে মনে তুমি ফুল-মধু চুমি

মনে মনে তুমি ফুল-মধু চুমি
কথা সাঁচিছিলা গোপনে
ন-জোনে আনি নিৰ্মল বাণী
দিছিলে তাতে যতনে।
মাটি ফুটি আহি
ভুঁই চঁপা কলি
তথা লাগি আছিলে চাই
তুমি লোৱা উশাহৰ
মধু বায়ু লহৰত
কলিটিত ঢালি দিলে প্ৰাণ জীৱনে
পূৰ্ণিমা জোনে জীৱনে জীৱনে
অমৃত বাকি দিলে অতি যতনে
শ্যামলা ছবিটিৰ ৰূপালী কিৰীটিত
ঝলকনি সানি দিলে সপোনে।।

১৩ মাৰ্চ '৩৩

## বগা ডাৱৰৰ মাজে মাজে

বগা ডাৱৰৰ মাজে মাজে
শৰত কোঁৱৰে মৰত টৌৱাই
সোণালী হাঁহিটি মাৰে।।
শান্তি সূচাই পতাকা উৰাই
কঁহুৱা আহিছে লৰি
সুনীল আকশে ধৰণী ঢাকিছে
বুকুৰে সাৱতি ধৰি।।
গীতাল বকুলে নিতাল মাৰিছে
শেৱালি আহিছে বুলি
দূৱৰি আৱৰি সেন্দুৰী পুৱাই
সিঁচিছে মাণিক ধূলি।।

১৭ ছেপ্টেম্বৰ '৩৩

## সৌ সুদূৰৰ নীল আকাশত

সৌ সুদূৰৰ নীল আকাশত
তৰাৰ মালালৈ
কোন মলীয়াই ভুমুকিয়াই মাজে মাজে বৈ
নীলাই নীলাই ৰহন মিলাই
বাছি হীৰাৰ ফুল
কোন খনিকৰে পৰে পৰে
ভাঙি চকুৰ ভুল
তৰাই তৰাই শৰাই সজাই
কোন মনোহৰে বৈ
মুহি আছে ইমান মনৰ
মধুৰ মৰম লৈ
কোনে নিশা অকলশৰে
চকুৰ পানী থৈ
উষা অহাৰ বেলা পূবত
টৌৱাই প্ৰেমৰ নৈ
কোনে কোৱা ইমান গোপন
সপোন বুকুত লৈ
ইমান মোহন ছবিৰ ধ্যানত
আছে গোপন হৈ।।

২৩ নৱেম্বৰ '৩৩

---
বকুলবনৰ গীত

## তাহানি যমুনাৰ সখী

শ্ৰীশ্ৰীৰাস পূৰ্ণিমা

তাহানি যমুনাত সখী
লহৰ উঠিছিল সখী
জোনাকত কঁপিছিল পানী কি সখী
কলিয়া আছিলে গৰুজাক ৰখি।।
ৰাসৰে পূৰ্ণিমাতে সখী
ৰসৰ উজান উঠে সখী
ৰাধিকাক সুঁৱৰি আজিহে সখী
জোনাক বিয়পিছে চকুলো টুকি।।
জাঁও বন লুটিয়াই সখী
সুৰ উটিছিলে সখী
বাঁহীটি আছিলে কলিয়াক ৰখি
ৰাধিকা ৰাখিকাৰ সুটি তুলি
হেজাৰে হেজাৰে সখী
গোপিনী আহিলে সখী
নেপালে কলিয়াক কোনেও সখী
ৰাধাহে জিলিকিল কলিয়াক দেখি।।
আহাঁ হাতে ধৰোঁ সখী
প্ৰাণত প্ৰাণে লগাওঁ সখী
উটি যাওঁ জোনাকত মলয়া লাগি
ৰাসৰ পূৰ্ণিমাতে আজি মোৰ সখী।।

(তিনিচুকীয়াৰ কেতেকী সভাৰ ৰাস বৈঠকত ৰচিত)

৩ নৱেম্বৰ '৩৩

## অ' ৰূপালী সখী সুৱাগী

গজল

অ' ৰূপালী সখী সুৱাগী
জোনাকী নিশাৰ সোণালী চাকি
সপোন পাতি আনিলি মাতি
নিদিলি কিয় মদিৰা বাকি।

তোৰে চাৰেঙ্গীৰ গজল গানে
সজল চকুত ঘুমটি আনে
মৰম মধুৰ কোমল কোঠাত
জ্বলালে কিয় (সুৰৰ) ৰৌশ্নি বাতি।

২৫ ছেপ্টেম্বৰ '৩৩

## তোৰে বাঁহী শুনি হিয়া মোৰ কঁপিছে

মোহন বলিয়া ঐ
তোৰে বাঁহী শুনি হিয়া মোৰ কঁপিছে
হাঁহিটি মৰহি যায়
যমুনাৰ সোঁতেদি জীৱনৰ বাতৰি
মৰণৰ দেশলৈ যায়।
বাঁহী বিচাৰোঁতে পাহি ছিঙি ছিঙি
ফুলৰো হৰিলোঁ চিন
গানৰ হেৰুৱালোঁ সুকোমল কঁপনি
হিয়াৰ হেৰুৱালোঁ বীণ
তোৰে বাঁহী শুনি সূৰুযে হাঁহিলে
জোনে সিঁচি গ'লে টৌ
সেন্দুৰী উষাৰে হাঁহি বিৰিঙিলে
ফুলত বিৰিঙিলে মৌ
আজি, ফুলো হেৰুৱালোঁ, কুলো হেৰুৱালোঁ
পাই হেৰুৱালোঁ তোক
বিচাৰি বিচাৰি ত্ৰিভুৱন ভ্ৰমিলোঁ
প্ৰাণত সিঁচি দিলো ভোক।

২৫ নৱেম্বৰ '৩৩

## কবিৰ কোমল হিয়াত লাগি

কবিৰ কোমল হিয়াত লাগি
অজান পৰশ উঠিল জাগি
শিহৰণত বনৰ লতা
কঁপিল থকি থকি
সেই সুৰৰ আকাৰ ধৰি
(কপৌ দুটি) প্ৰেয়সী মোৰ আহিল ল'ৰি
অকাৰণত মোহত পৰি
দিলে লহৰ বাকি
জিলিৰ সুৰত লহৰ মিলি
নিমাত কৰি দিলে কবিক
সুৰৰ ছবি আঁকি
কবি হেৰাল,
ছবি হেৰাল
হেৰাল সখী (কপৌ দুটি)
অজান পৰশ
থাকিল আকৌ
বিশ্ব সুৰত উটি

১ ডিচেম্বৰ '৩৩

## যাউতিযুগীয়া অসম আই ধুনীয়া

যাউতিযুগীয়া অসম আই ধুনীয়া
যাউতি যুগীয়া ঐ
তোৰে বুকুৰেদি লুইত বাগৰিছে
যাউতিযুগীয়া কৈ
আই, তোৰে কুঞ্জিলতে জগতৰ গোঁসায়ে
ৰুকুনিক বুলিলে মোৰ
হৰমোহনকো মুহি কুঁৱৰীয়ে
কলিয়াক ধৰিলে চোৰ
আই, অগনিগড়ৰে জীয়া জুই নুমুৱাই
চিত্ৰ লেখিলে, বৈ
ৰেখাৰ দেখা পায়ে সুকোমল কোঁৱৰৰ
সুৰৰ বৈ গ'লে নৈ।
অ' আই চেনেহী অ' আই সাদৰী
যাউতীযুগীয়া তই
তোৰে চেনেহৰে সপোন বিচাৰিছোঁ
তোৰেহে গাইছোঁ জয়।
তোৰে মৰমীয়া দিহা দৈ ধুনীয়া
তাৰে পানী টুপি লৈ
তোৰে চৰণতে যাচিছোঁ আঁজলি
পৰাণৰ সেৱাটি থৈ
গুৰু ভকতজনে দাই নধৰিবা
প্ৰাণৰ নিছিঙিবা ধাৰ
প্ৰাণ সমনীয়া ভাই ভনীহঁতে
চেনেহৰ নহ'বা পাৰ।

১০ ডিচেম্বৰ '৩৩

## জয় ওংকাৰ মহাবাণী

জয় ওংকাৰ মহাবাণী
জ্ঞান বিকাশ ৰূপ তত্ত্ব স্বৰূপ
ওঙ্কাৰ মহাবাণী
জয় ওঙ্কাৰ মহাবাণী
অসীম অনন্ত অতি ঊৰ্দ্ধ ঊৰ্দ্ধ গতি
মহিমামণ্ডিত
মহা মোহ খণ্ডিত
জয় ওঙ্কাৰ মহাবাণী
বিশ্ব বিলীন হৈ ওঙ্কাৰ ধ্বনিলৈ
বৰ্তিলে চৰাচৰ ধন্য মানি
জয় ওঙ্কাৰ মহাবাণী।

## যাউতীযুগীয়া অসম আই ধুনীয়া

যাউতীযুগীয়া অসম আই ধুনীয়া
যাউতি যুগীয়া ঐ
তোৰে বুকুৰেদি লুইত বাগৰিছে
যাউতিযুগীয়া কৈ
আই, তোৰে কুণ্ডলতে জগতৰ গোঁসায়ে
ৰুকুনিক বুলিলে মোৰ
হৰমোহনকো মুহি কুঁৱৰীয়ে
কলিয়াক ধৰিলে চোৰ
আই, অগনিগড়ৰে জীয়া জুই নুমুৱাই
চিত্ৰ লেখিলে, বৈ
ৰেখাৰ দেখা পায়ে সুকোমল কোঁৱৰৰ
সুৰৰ বৈ গ'লে নৈ।
অ' আই চেনেহী অ' আই সাদৰী
যাউতিযুগীয়া তই
তোৰে চেনেহৰে সপোন বিচাৰিলোঁ
তোৰেহে গাইছোঁ জয়।
তোৰে মৰমীয়া দিহা দৈ ধুনীয়া
তাৰে পানী টুপি লৈ
তোৰ চৰণতে যাচিছোঁ আঁজলি
পৰাণৰ সেৱাটি থৈ
গুৰু ভকতজনে দাই নধৰিবা
প্ৰাণৰ নিছিণ্ডিবা ধাৰ
প্ৰাণ সমনীয়া ভাই ভনীহঁতে
চেনেহৰ নহ'বা পাৰ।

১০ ডিচেম্বৰ' ৩৩

বকুলবনৰ গীত

## হিমালী হিমে ধৰা জিনিলে

মিশ্ৰখাম্বাজ-ত্ৰিতাল

হিমালী হিমে ধৰা জিনিলে
ত্ৰিভুৱনে প্ৰাণ ভৰি সতী চিনিলে
কোমল প্ৰাণে তুমি সহিলা সতী
কুটিল কালত অতি নিঠুৰ গতি
জীৱন কুসুম কি যে শোকে তিয়ালে।

বিসৰ্জন / ১৯৩৩

## এই গীতৰ তৰী দিলোঁ এৰি

এই গীতৰ তৰী দিলোঁ এৰি
তৰুণ ব'ৰাগী
বায়ুৰ লহৰ যাব ফালি মোৰ
তৰী সুৰাগী
যৌৱনৰ এই ফুলাম তৰী
মহা অনন্ত লক্ষ্য কৰি
আকাশ মাজত মহাবেগ
দিলোঁ তিয়াগী।

বিসৰ্জন / ১৯৩৩

## নানিবা নানিবা সুখ আশা

নানিবা নানিবা সুখ আশা
মধু নিশা আজি চকুলোৰে ভৰা
দুখে ভৰা সুখ গানে
তন্দ্ৰা জড়িত প্ৰাণে
সুখ দুখ কিবা জানে
গভীৰ নিশা।

বিসৰ্জন / ১৯৩৩

## সন্ধ্যা বেলাৰ পূৰ্বাচলে

সন্ধ্যা বেলাৰ পূৰ্বাচলে অন্ধ-আকাশ পৰে
আলোকমালা আলোকমালা আলোক দিয়াঁ পুৰাৰ দৰে
পথহাৰা পথিক আজি
উজুটিত ওফৰে দোহি
আঘাতত তাৰ উঠে বাজি
আকুল প্ৰাণৰ গান
ভূলোক কেনি দ্যুলোক কেনি
কিবা চিনে হায় অন্ধ নৰে
হায় হায় ৰৱে ব্যথিত গৰৱে
চকুলো মাথোন সৰে

বিসৰ্জন / ১৯৩৩

## পছু পতং যি পাৰ জাকে জাকে ধৰ

ধৰ ধৰ ধৰ
পছু পতং যি পাৰ জাকে জাকে ধৰ
(আমি) ঘূৰি ফুৰোঁ কেউ পিনে ল'ই যাঠি জোং
" চাই ফুৰোঁ কেনি আছে তপা বাঘৰ-চোং
কাঁড় ধেনু-যাঠি-জোং, শিঙা পেঁপা লৈ
(হে'ৰ') জাকেই মিলি দিওঁ আহা একে লগে হৈ
হৈ হৈ হাই হাই হুৰ হুৰ হুৰ
পছ-পতং চাপি আহ বাঘ ঘোং দূৰ।

বিসৰ্জন / ১৯৩৩

## আজি শৰতৰ শেৱালি সজ্জিয়া

আজি শৰতৰ শেৱালি সজ্জিয়া
জগত সুষমাময়
আই ভগৱতী থৈ প্ৰেম-প্ৰীতি
নিবাহি অসুৰা ভয়।

শ্যামলিমা ঘোৰ বন-বননিৰ
পুণ্য সলিলা সৰস্বতীৰ
বিয়পি পৰিব লয়
জগত সুষমাময়।

বিসৰ্জন / ১৯৩৩

## নাচে হালি জালি ময়ূৰ ময়ূৰী

নাচে হালিজালি
ময়ূৰ ময়ূৰী
থমকি থমকি ৰঙে
বনে বনে মনে মনে
নট-নটী নাচে কেনে
তাল লয় সুৰ তানে
মোহন ভঙ্গে।
কুসুম বিতানে মধুপ বিৰাজে
জুনু জুনু জুনু জুনু
সুৰে সুৰে উটি আহে
তটিনী কানন সংগে।

বিসৰ্জন / ১৯৩৩

## অনন্ত আকাশ সম অকুল জলধি মই

অনন্ত আকাশ সম অকুল জলধি মই
গৰজি উঠিছে তাৰ মতলীয়া ঢউ
জীৰ্ণ তৰণী মোৰ শীৰ্ণ হৃদয়
উটি ভাঁহি যায় তৰী লক্ষ্য নৰয়
পাৰ কৰি দিয়াঁ হেৰা প্ৰেমিক কাণ্ডাৰী
উধাও হৈছে প্ৰাণ
শুনি সিপাৰৰ গান
হেন্দুলি উঠিছে তাৰ অমিয়া লহৰী।

বিসৰ্জন / ১৯৩৩

## অ' নাৱৰীয়া কাই

ভাটিয়ালী

অ' নাৱৰীয়া কাই
পছোৱাৰ মাজতে নাও মেলি দিলি
এধানি সুখলৈ চাই
নাচনী সৰযুৰ দুবাহু লৰিছে
দেখি মোৰ লাগিছে ভয়
পাল তৰি দিয়া অ' নাৱৰীয়া
কি জানি কি অগতি হয়।

নিসৰ্জন / ১৯৩৩

বকুলবনৰ গীত

## সপোন কুহেলি হেৰ' কোনে আনিলি

সপোন কুহেলি হেৰ' কোনে আনিলি
সপোন সুখৰ দ'ল সাজিলি
সুখৰ সপোন ৰাগি
নিমিষে এৰায় লাগি
সোণৰ কলচী ভাগি
যায় উৰঁলি।
বননিৰ চউপাশে আন্ধাৰৰ খনি
আন্ধাৰ হিয়াত মোৰ শত শত বাণী
স্মৃতিৰ নেদেখি কূল
জীৱনেই মহাভুল
মন্দিৰ ঢাকি থ'লে
কি যে কুঁৱলি!

বিজয়া নাটক

## শিৰে শিৰে বয় শোণিতৰ নৈ

শিৰে শিৰে বয় শোণিতৰ নৈ শত মেৱাৰীৰ
জাগক প্ৰাণ
সুঁৱৰি অতীত, ভৈৰৱ গীত ৰুদ্ৰ বীণাত
দিয়ক তান
শত সাধনাৰ সেৱাৰ আমাৰ-আমাৰ জননী
ভাৰতী আই
থাকোঁতে অমৰ শকতিৰ বৰ শঙ্কা কোনেনো
কৰিব ভাই
শক্তি আমাৰ সাধনা আমাৰ-আমাৰ শোণিত
আমাৰ প্ৰাণ
জয় জয় বুলি হেঁপাহেৰে তুলি, দিয়াঁ জননীক
অমৰ দান।

বিজয়া নাটক

## বিয়লি বেলা সখী ৰাঙলী বেলিটিয়ে

বিয়লি বেলা সখী ৰাঙলী বেলিটিয়ে
জুমি জুমি কিনো বাৰু চায়
কোন প্ৰিয় বিৰহত
মউসৰা অধৰৰ
থোকা থুকি গীত এটি গায়।
ডাবৰ আহিছে উৰি
সুনীল আকাশ জুৰি
নীলিমাতে ঢউ খেলি যায়
বিৰহিনী বালিকাৰ
কথা কোৱা চকু-ঠাৰ
নুবুজিলে আজি সখীয়াই
আজিৰ জুৰণি লৈ
আজিয়েই দিয়া কৈ
কোনে জানে কালি কেনি যায়।

২৯ শাওণ / ১৮৫৪

## তোৰ সৰল হিয়াৰ সহজ কথা

তোৰ সৰল হিয়াৰ সহজ কথা
বেদনা ভৰা প্ৰাণত বেথা
কেৱে ক'তো নুশুনিলে
নেপাতিলে কাণ।
গাঁৱে-ভূঞে দেশে দেশে
কত জনে কত বেশে
কুটুম বোলাই কৰিছিলে
আপোন ভাবৰ ভান।
তেওঁ দেখো নুবুজিলে
তোৰ কান্দে কিয় প্ৰাণ।
দুদিন দেহাৰ ক্ষণেক লেখা
অসীম মাজত এই এবেলা
কাণ পাতি শুন হেৰ'
বিশ্ব বীণাৰ তান
আপোন-পৰৰ নাই ভাব
নাই পুণ্য নাই পাপ
সৰল সহজ নিমজ সুৰৰ
প্ৰাণভৰা গান।

বিজয়া নাটক

## উৰি যা উৰি যা

উৰি যা উৰি যা
মনৰে কথাটি
বতাহত মিহলি হৈ
মিলি যা অতীতৰ সপোনৰ মাজতে
সখীয়াৰ বুকুতে গৈ।
ফুলো নুফুলিবি
চৰাযে নাগাবি
বিৰহৰ ৰাগিণী ঐ
সুৰ বিচাৰোতে মই কঙালিনী
পৰাণক ক'ৰবাত থৈ।

বিজয়া নাটক

## আশাৰ আশাতে উজ্বলি সঘনে

আশাৰ আশাতে উজ্বলি সঘনে
আহিছিলোঁ লৈ ললিত তান
নিশাৰ নিফুট বীণাৰ তাঁৰতে
বাজিছিল মোৰ মৰম গান
বুকুতে সাৱটি প্ৰণয় সুষমা
আনিছোঁ যতনে হৃদয় দেৱতা
উজলি উঠিছে যমুনা লহৰ
লোৱাঁ লোৱাঁ মোৰ
জীৱন দান।

বিজয়া নাটক

## উৰি উৰি ঘুৰি ঘুৰি

উৰি উৰি ঘুৰি ঘুৰি
জনমে জনমে
প্ৰণামিলোঁ দুটি পাৱ
মৰমে মৰমে
সেই দুটি চৰণৰে
কমল ৰেণু
সেই মধু মাধৱীৰ
মোহন বেণু
কোনে হৰি নিলে কোৱাঁ
পশোঁ চৰণে
সফল জীৱন হ'ব
মাতোঁ কাতৰে

নল-দময়ন্তী নাটিকা

## সপোন কুঁৱলি মেলি

সপোন কুঁৱলি মেলি
ওলালে সোণালী বেলি
জিলিমিলি জেউতিৰ ৰহন ঢালি
ৰহন ঢালি
মিচিকি মিচিকি হাঁহি
পদুমৰ ৰঙা পাহি
বিলে বিলে ফুলি উঠে হালিজালি
(সখী) হালিজালি
হালিজালি হালিজালি
হালিজালি সখী
নাচি বাগি
সৰগৰ সুধা আনো কুঁৱলি ঠেলি।

নল-দময়ন্তী নাটিকা

## জিৰ জিৰ জিৰ জিৰ জিৰ জিৰ জিৰ কৈ

জিৰ জিৰ জিৰ জিৰ জিৰ জিৰ জিৰ কৈ
অভিষেক পানী দিয়াঁ
সখী সবে ঐ
শিৰ ভৰি দিয়াঁ ঢালি
সৰোবৰৰ জল
ৰাজহংস কেলি কৰে
মাতে কল কল
জীৱনৰে জিঞা পাখি
সখী সবলৈ
শিৰ ভৰি দিয়া ঢালি
প্ৰীতি ভৰা নৈ

নল-দময়ন্তী নাটিকা

## ভৱ নদীৰ পাৰৰ ঘাটে

(অ' মোৰ) ভৱ নদীৰ পাৰৰ ঘাটে
আছা কেনি ৰৈ
আছা কেনি ৰৈ
ইমান সপোন ভাঙি-পাতি
ইমান গোপন হৈ
কেনি আছা মোহন তুমি
সপোন মেলি থৈ
ইমান গোপন হৈ
উটি উটি ভৰা সুঁতিত
দিশে দিশে গৈ
জীৱন জিনা দেলান দিলা
গীতৰ লহৰ লৈ
(মোৰ) মোহন ঘাটে - ঐ

নল-দময়ন্তী নাটিকা

বকুলবনৰ গীত

## মঙ্গল মধু মিলনে

মঙ্গল মধু মিলনে
পৰাণে পৰাণে
বাজিলে মধু গীতি
মধুময় তানে।

ধন্য জীৱন সতী
ধন্য বিমল মতি
পুণ্য পৰশ লভি
মিলে মদন ৰতি।
আজি অলকা আলোকি উঠে
সপোনে সপোনে
জাগিলে যৌৱন
পৰাণে পৰাণে।

---
নল-দময়ন্তী নাটিকা

## সেই নিমাতী উষাৰে

সেই নিমাতী উষাৰে
ফেঁহুজালি দিয়া সেই
পুবাৰে পৰা
বিচাৰি ফুৰিছোঁ সুখ
জীৱন ভৰা
উচুপি উচুপি
নিজানে নিজানে
চকুলো টুকিছোঁ মোৰ
তথাপি কুঁৱলী নগ'লে আঁতৰি।
বেথাৰে নপৰে ওৰ।
কাননে কাননে বিচাৰি মৰিলোঁ
ৰচিলোঁ শৰাই
ফুলেৰে ভৰা।।
তথাপি দেৱতা নাহিলে ওলাই
নল'লে আছিল
মিন'তিকৰণ।

## আৰু কিয় থাকোঁ আমি এলেহুৱা হৈ

অ ঃ অ ঃ আ ঃ আ ঃ
উ ঃ উ ঃ কৈ
আৰু কিয় থাকোঁ আমি এলেহুৱা হৈ
এলেহুৱা হৈ
হাতে কামে লাগোঁ আহাঁ
হুঙ্কাৰ গাই
সাধোঁ আহা স্বদেশৰ
মংগল ভাই
হু ঃ হু ঃ হাঁ ঃ হাঁ ঃ
আ ঃ আ ঃ কৈ
যাওঁ আহাঁ আগুৱাই
জয়ধ্বনি লৈ
জয় জয় অসমৰ জয় ভাৰতৰ
জয় জয় নিৰক্ষৰ দুখী অসমৰ।

## সপোনে সধোৱা মোৰ

সপোনে সধোৱা মোৰ
জীৱনৰ বীণা
আপুনি বাজিলে সেই
প্ৰথম দিনা
আপুনি কঁপিলে মোৰ
তন্ত্ৰী জৰী
আপুনি জ্বলিলে সেই
বন্তি গছি
মৌ সৰা সেই সুৰা
পিলোঁ বিদিনা
সিদিনাৰে পৰা মনো
হ'ল উৰুঙা।

---
[illegible] গীত

## বিপ্লৱী ভাৰতৰ নৱ ইতিহাস

বিপ্লৱী ভাৰতৰ নৱ ইতিহাস
নতুন সুৰেৰে আজি ৰচিম আকৌ আমি
গাই যাম ভাৰতৰ জয় জয় গান
বিপ্লৱী ভাৰতৰ নৱ ইতিহাস
জীৱনৰ জয় জয়োল্লাস।
গোড়াত সৈন্য গোড়াৰে শক্তি
কোটি কোটি মানৱৰ ভৰিৰ-ধূলিত
কাহানি মিহলি হ'ল
নগ্ন ফকীৰে আজান দিলে
হিংসা আতৰি গ'ল
প্ৰেম-প্ৰীতি-দয়া উপচি পৰিল
ভাৰত মুক্ত হ'ল
বিপ্লৱী বাণী ঘৰে ঘৰে আনি
ৰচি গ'ল জীৱনৰ ইকি ইতিহাস
জীৱনৰ জয় জয়োল্লাস
বিপ্লৱী ভাৰতৰ শত শত মণিৰাম
টিকেন পিয়লি বীৰ খুদিৰাম
ঝান্সীৰ ৰাণী তুমি তৰৱাৰি লৈ
নাৰীৰ শকতি কত
দেখুৱালা জগতক
ৰচি গ'লা ভাৰতৰ জয় জয়োল্লাস
বিপ্লৱী ভাৰতৰ নৱ ইতিহাস।

## এইনো বিনন্দীয়া ৰূপৌ ৰূণে দিয়া

এইনো বিনন্দীয়া ৰূপৌ ৰূণে দিয়া
এইনো বিনন্দীয়া ধৰা হে'
পদুম হেলনীয়া সূৰয কিৰণীয়া
এইনো বিনন্দীয়া ধৰা হে'

সামৰণি নাটিকা

বকুলবনৰ গীত

## চোৱাঁ চকু মেলি

চোৱাঁ চকু মেলি
দিলে ফেহুঁজালি
পুৱালে কুঁৱলী ৰাতি
মোৰ বুলি লোৱাঁ
প্ৰাণৰ আঁজলি
যাচিছোঁ কাতৰে মাতি।
লোৱাঁ পূজা ভাগি
মাগিছোঁ মেলানি
এবাৰ চকুৰে চোৱাঁ
এবাৰ কেৱল
মাতাঁ এটিবাৰ
এষাৰি কথাকে কোৱাঁ।

## ঈশ্বৰ আমাৰ পৰম পিতা

ঈশ্বৰ আমাৰ পৰম পিতা
মানুহ আমাৰ ভাই
ভাৰত আমাৰ মিলন ভুমি
অসম ওপজা ঠাই

দয়াৰ সাগৰ পৰম ঈশ্বৰ
আমাৰ সহায় হ'ক
সুঁৱৰি সদায় তেওঁৰে মহিমা
প্ৰাণত প্ৰৱাহ ব'ক
দুখীত জনৰ মনৰ গৰাকী
ঈশ্বৰ বিহনে নাই
আঁহা লগে ভাগে গাওঁ সকলোৱে
মানুহ আমাৰ ভাই।

## সৌৰা উদিলে চোঁৱা পূবৰ অৰুণ

সৌৰা উদিলে চোঁৱা পূবৰ অৰুণ
মুখত মধুৰ হাঁহিটি লৈ
আঁহা মধুময় জীৱন বিলাওঁ
উষা সূৰুযৰ কথাকে কৈ
আশাৰ সোণালী কিৰণীয়া বেলি
জাগিছে প্ৰাণত জগত জুৰি
আঁহা অসমৰ সবে অসমীয়া
এই পোহৰত লোৱাঁহি বুৰি
দুচকু মুদিলে জীৱন হেৰালে
কিনো ক'বা কথা যাবা কিনো থৈ
আজিৰ দিনতে তন-মন-ধন
দিয়াঁ দুখীয়াৰ দুখকে লৈ।

## এক হোৱাঁ এক হোৱাঁ এক হোৱাঁ ভাই

এক হোৱাঁ এক হোৱাঁ এক হোৱাঁ ভাই
এক মন এক প্ৰাণ একেখনি ঠাই
কোটি কোটি মানুহৰ কোটি কোটি মন
এক কৰি লওঁ আহাঁ ধন অভগন
ভাই ভাই ঠাই ঠাই নহওঁ নহওঁ
কু কথা কু ভাব নহওঁ নহওঁ
স্বজাতিৰ স্বদেশৰ জয় গান গাই
জগতত ল'ব লাগে ভাৰতৰ ঠাই
এক মন এক প্ৰাণ এক ভাব লৈ
অসমৰ ঘৰে ঘৰে যাওঁ আহাঁ কৈ
এক হোৱাঁ এক হোৱাঁ এক হোৱাঁ ভাই
একত শৰণ বিনে অন্য গতি নাই

## এদিন যেতিয়া আছিলে আমাৰ

এদিন যেতিয়া আছিলে আমাৰ
সোণৰ কলচী কাৰেং বজাৰ
উৰিছিলে তাতে বিজয় পতাকা
জিলিকি আছিল দিবৌষ পাৰ।

আছিল অসম সোণৰ অসম
স্বাধীন কিৰীটি উজ্জ্বল হৈ
দেশে বিদেশে আছিলে খিয়াতি
স্বদেশ প্ৰেমৰ চানেকি লৈ।

আহাঁ আজি ভাই পাহৰি মনৰ
হিংসা, খিয়াল, কপট, বেজাৰ
নতুন যুগৰ আহিছে বাতৰি
দিওঁ জগতত চিনাকি আমাৰ।

## খিয়লা খিয়লি পশুৰ স্বভাৱ

খিয়লা খিয়লি পশুৰ স্বভাৱ
আহাঁ এৰি দিওঁ নতুন হৈ
জনমভূমিৰ ভাৰতভূমিৰ
আঁহা জয় গাওঁ পতাকা লৈ
আঁহা দলেবলে যাওঁ আগুৱাই
সত্য সেৱাৰে সেৱক আমি
সমুখত সৌ গৰাকী আমাৰ
কোটি সেৱকৰ জীৱন স্বামী
তুমিও দুখীয়া আমিও দুখীয়া
দুখীয়া দেশৰ দুখকে লৈ
আহাঁ সকলোটি মিলো মৰমেৰে
জাগক জীৱন নতুনকৈ।

## এদিন যেতিয়া আছিলে আমাৰ

**তিনিচুকীয়াত, জয়মতী উৎসৱৰ গীত**

এদিন যেতিয়া আছিলে আমাৰ
সোণৰ কলচী, কাৰেং ৰজাৰ
উৰিছিল জয় পতাকা নিতৌ
বোৱাই শিৰত শোণিত ধাৰ
বিজয় সেনাৰ দীপ্ত ৰাগিণী
জয় জয় জয়ধ্বনি
বাজিছিল হায় আকাশ কঁপাই
ভাগিছিলে তাতে প্ৰাণৰ পাৰ
এদিন যেতিয়া ................................
শৌৰ্যে বীৰ্যে সিদিনা আমাৰ
নদন বদন আছিলে দেশ
বীৰৰ মহিমা আছিলে চানেকি
নাছিলে যাতনা নাছিল ক্লেশ
আজিওচোঁ আহাঁ বুকুত সাবটি
ভাই বুলি দিওঁ চেনেহ আমাৰ
তুমিও আমাৰে আমিও তোমাৰে
একে জননীৰ পুতাই কোলাৰ
এদিন যেতিয়া......................।

১৯৩৩

## এয়া চিনিছোঁ তোমাৰ হাতৰ

এয়া চিনিছোঁ তোমাৰ হাতৰ
লাগিছিল কিবা মাধুৰী প্ৰাণৰ
তুমিয়েহে যেন চুইছিলা মোৰ
শুই থকা সুৰ নোপোৱা গানৰ
এয়া দেখিছোঁ দাপোণ খনিত
ৰৈ আছে ৰেখা তোমাৰ ছবিৰ
নহ'লেনো তুমি পাৰানে আহিব
সপোনত এনে সুষমা কৰিব
এয়া কাণত বাজিছে তোমাৰ
ৰৈ ৰৈ যোৱা কঁপনি গানৰ
এয়া দেখোন ধ্বনি সাগৰত
উঠি আছে ঢৌ তোমাৰ প্ৰাণৰ ।।

বকুলবনৰ গীত

## সৰাপাতৰ মৰমৰনিত

সৰাপাতৰ মৰমৰনিত
আন্ধাৰ পোহৰ বন বননিত
বাজিছে কিমান কৰুণ কাতৰ
বিফল প্ৰাণৰ গীত
ৰৈ ৰৈ ৰৈ বিমানত গৈ
অন্ত নোহোৱা বেদনা লৈ
উঠিছে কিমান অজান পুলক
হৰিছে কিমান চিত

আকুল কৰা গোপন পৰশ
সুৰত উতলা হিয়াৰ হৰষ
পৰিল উপচি শূইনে শূইনে
শূইন কবিতাময়
নয়ন-ভৰা জালৰ পাহিত
আকাশ উপচি

১৯৩৩

## নাচি আহাঁ সখী সৱে

নাচি আহাঁ সখী সৱে
হাঁহি আহাঁ নামি
দেৱতাৰে চৰণতে
পুষ্প দিয়া ঢালি
গাৱত দিয়া পাৱত দিয়া
পুষ্প মালতীৰে
দেৱতাৰে দয়া খুজি
পুণ্য অশ্ৰু নীৰে
লোৱাঁ লোৱাঁ প্ৰিয়া আজি
ফুল-দল-হাৰ
ভুলে ভৰা মানুহৰ
প্ৰীতি উপহাৰ।

১৯৩৩

## বিহুগীত

বিহু বিহু বুলি বিহুবান সতে মোৰ
বিহুমাত মাতিলে আজি
গছে-পাতে-বনে কিনো বোল বিলালে
শ্যাম সেউজীয়া সাজি
কেলেই লাগিছে কুলি-কেতেকীৰ
বিৰহৰ বাতৰি মোক
বিহু সুৰ বাজিছে পৰাণক হৰিছে
গুচিছে হেঁপাহৰ ভোক
চেনেহী সখীয়ে চালে কেৰাহিকৈ
চকুৰে মাতিলে মাত
উকুণ্ডা বুকু মোৰ চকু পচাৰোঁতে
পৰিলে আজি যে শাঁত
কিনো পৰশেৰে মোহনী মইনা
কিনো ঐ মৰমী হিয়া
মৰম ঢালি দিলে চৰে চাৰি গুণে
মৰমত মজিছে হিয়া
আহাঁ মৰমীয়া দিয়াঁ ঢালি দিয়াঁ
মৰমত উটি যক দেশ
প্ৰীতি পৰিমল হক তলমল
প্ৰীতিৰ নহ'ক এদিনো শেষ।

১৮৫৫ শক

## অভিসাৰিকা। অভিসাৰিকা !

অভিসাৰিকা ! অভিসাৰিকা !
ধীৰে কোৱাঁ
ধীৰে গোৱাঁ
ধীৰে ধীৰে অভিসাৰ আজি শিকাঁ।।
চঞ্চল বিজুলীত
অঞ্চল ধৰি
একা-বেকাঁ ৰেখা পথে ভৰি দিয়াঁ
সুবলিত বাহু যুৰি
মাজে মাজে হেলি দুলি
নুপূৰৰ ৰুণুজুনু ছন্দ শিকাঁ।।

১৯৩৩

## অৰুণ কোঁৱৰে সোণালী ৰথেৰে

অৰুণ কোঁৱৰে সোণালী ৰথেৰে
উষা তৰুণীক আনিলে হৰি
চিত্ৰলেখীয়ে চিত্ৰ লেখিলে
মুকুতা মেলিলে দুহাতে ধৰি
অগ্নি শিখাৰে বেঢ়িলে গড়
জ্বলিলে বিশ্ব সাজিলে ঘৰ
মুকলি মূৰৰ ভাঙিলে ছন্দ
উষাৰ ৰূপত অগনি শিখাই
ভেজিলে আকাশ দুগুণে উথাই
অনন্ত কালৰ হৰিলে মন
তুমি যাদুকৰ মোৰ মন নিলা
অনন্ত কঙাল প্ৰেমিক কৰি
প্ৰেম বিচাৰিছোঁ বিৰহত বুৰি
জীয়াতে নিতৌ এবাৰ মৰি।

মে '৩৩

## ক্ষুদ্ৰ প্ৰদীপৰ যশ এধানি পোহৰ

ক্ষুদ্ৰ প্ৰদীপৰ যশ এধানি পোহৰ
পোহৰেই প্ৰদীপৰ প্ৰাণ,
পোহৰতেই বন্দী হ'ল শলিতা গছি
তেল টুপি হ'ল মহীয়ান।
আপোনাৰ সৃষ্টি যশ প্ৰিয় হ'ল দেখি
প্ৰজোতাৰ লুপ্ত হ'ল ছবি,
প্ৰেমৰ মাধুৰী যশ ভাল পাই দেখি
প্ৰেমতেই বন্দী হ'ল কবি।
ফুলৰ জানিব লাগে বিতোপন ফুল
তাতে দেহি বন্দী হ'ল অলি,
'ফুলাৰ মাধুৰী লাগে' সেই কাৰণেই
ফুল ফুলি মৰহিল ক'লি।
(যশপ্ৰিয় ভগৱন্ত ভকতৰ প্ৰাণ
তুমি ল'লা চিৰ মৌন কিবা এটি ধ্যান)

১৯৩০

## মোৰ সুৰৰ জুই আঙনিত

মোৰ সুৰৰ জুই আঙনিত
জ্বলিল যিদিনা ধূপ,
লাগিল সিদিনা ৰাগি
যিদিনা ধূপ পুৰি,
পৰিব তাৰ ভস্মৰেখা
সিদিনা হ'বা সাখী।

তেতিয়া যে সুৰাসখিনি
আনন্দতে ৰিণি জিনি,
তোমাৰ পিনে যাব লৰি
তোমাৰ সুৰত নাচি।

তেতিয়ানো কোৱা শুনি
নিজৰ কথা নিজে শুনি,
নিজৰ বুকৰ প্ৰতিধ্বনি
কাক দিবা যাচি।

কোৱাঁহে মোৰ অমিয় ধন
কিহৰ এঠা আছে বাৰু
জিএৰ পাখিত লাগি
খুটিত পৰি ঘূৰি ঘূৰি
দৰক লাগি কিয় জিএৰা
কিহৰ ইমান ৰাগি।

১৯৩৩

## বাৰিষাৰ বাৰিষাৰে

বাৰিষাৰ বাৰিধাৰে
ভৰি পৰা আকাশেৰে
তৰি দিলে ঘনঘোৰ
কিনো নৱৰূপ
দাদুৰীয়ে পানী পিয়ে
পানী গছা দেখি দেখি
তুলি দিলে ধূপ।

১৯৩৩

---

বকুলবনৰ গীত

## লগ পাই কাৰেনো যাওঁ মোৰ বান্ধৈ ঐ

লগ পাই কাৰেনো যাওঁ মোৰ বান্ধৈ ঐ
সংগ পাই কাৰেনো যাওঁ
নামো অময়া ভকতি অময়া
চেনাই সুদায়ে পাওঁ।

নৈৰ পাৰতে বৰ গছ এজুপি
ফলে ফুলে ডাঙে ডাল
আহাঁ হাতে ধৰি পিন্ধো খোপা ভৰি
বখিবাহা কত কাল।

১৯৩৩

## আজি দাদুৰাৰ কণ্ঠ উপচি

আজি দাদুৰাৰ কণ্ঠ উপচি
বাজিছে কিহৰ গান,
আজি বলীৰ বগা পাল তৰি
উৰিছে বলাকা যান।
মেঘে মেঘে আজি কিহৰ বাতৰি
উচলি উঠিছে নিজৰি জৰি
কিহৰ বেদনা বতাহৰ গান,
গুৰু গুৰু কিয় লাগিছে প্ৰাণ।
কোন বিৰহীৰ অধীৰ পৰাণে
মেঘৰ মাজত ভাঁহি
শূন্য হিয়াৰ পূণ্য বিচাৰি
ফুৰিছে দীৰ্ঘ বিৰহ যাপি।

১৯৩৩

## সেৱা চুৰ কৰিলোঁ গুৰু মোৰ ঈশ্বৰ ঐ

সেৱা চুৰ কৰিলোঁ গুৰু মোৰ ঈশ্বৰ ঐ
সেৱা চুৰ কৰিলোঁ মই
নিজেই মই নমনো কণা বিচাৰিলোঁ
গৰবক বুলিলোঁ জয়
গুৰু মোৰ ঈশ্বৰ ঐ
ধুঁৱলী কুঁৱলী চকুৰ ফেছজালি
গুচাওঁতা নেপালোঁ
গুৰু মোৰ ঈশ্বৰ ঐ
গুচাওঁতা নাপালো মই
বাটৰ বাটৰুৱাক পণ্ডিত বোলাই ফুৰোঁ
আপোনাৰ হৃদয়ত
পোহৰ নাই এধানি
গুৰু মোৰ ঈশ্বৰ ঐ
সেৱা চুৰ কৰিলোঁ মই।

৫ জানুৱাৰী '৩৪

## গছে কান্দে আজি ইনাই বিনাই

গছে কান্দে আজি ইনাই বিনাই
পাতে কান্দে আজি নাই
ফুলে কান্দে আজি বেদনাতে মজি
জোনে কান্দে তাকে চাই।

কোমল জোনাকৰে চকুলো বাগৰে
নিয়ৰত শিয়ঁৰে বন
'নাই' বুলি জানি উঠিছে বিননি
কঁপিছে এধানি মন।

তিলে তিলে হৰি সুৰগা মধুৰি
মোহন মোৰ লুকালে হায়
সোৱণ বিৰিখৰে ছয়া হৰি নিলে
ৰূপহ মোৰ কেনিও নাই।

৮ জানুৱাৰী' ৩৪

## এধানি এধানি তৰাৰ মালা

এধানি এধানি তৰাৰ মালা
ওৰে নিশা লৈ
এধানি এধানি টোপাল সৰায়
কোন থাকিল বৈ
এধানি এধানি নিয়ৰ দেখি
কিৰণ কোঁৱৰ ঐ
উচুপিছা কিয় আহি
এধান মান হৈ।

এধানি এধানি ফুলৰ মধু
মৌৱে গোটাই লৈ
বনৰ মধু নিয়ে হৰি
মনৰ মাজলৈ।

এধানি এধানি শৰৰ ফুলৰ
মোহন মালা লৈ
মন কুঁৱৰী মই মাধুৰী
যাওঁহি কথা কৈ।

১১ জানুৱাৰী '৩৪

## কবিৰ কোমল হিয়াত লাগি

কবিৰ কোমল হিয়াত লাগি
অজান পৰশ উঠিল জাগি
জাগৰণৰ শিহৰণত
কঁপিল বিশ্ব থাকি থাকি।

তৰু-লতা উঠিল নাচি
জোনে দিলে সাধু যাচি
ৰবিৰ কিৰণ হিৰণ বৰণ
ল'লে হিয়াত আঁকি।

কপৌ এটি কপাট ভাঙি
পৰিল আহি জালত লাগি
অতল ভেদি গীতৰ সুৰত
কঁপিল ভুবন থাকি থাকি

(সমীৰণ নাটক) ১১ জানুৱাৰী '৩৫

## ৰূপোৱালী লুইতৰ

ৰূপোৱালী লুইতৰ
নিজান বলুকাত
অজান পখীটি ঐ
কি ৰেহ চাইছ
কি কথা শুনিছ
সমুখত বৰনৈ লৈ।

বিৰিণাৰ আঁৰে আঁৰে
হৰিণীয়ে চকু মাৰে
বলুকাত তোক দেখি ভয়।

নেমাতিবি ব'ৰাগী নেচাবি উলটি
নুখুজিবি বলুকাৰ জয়।

চাই থাক চাকনৈয়া
লুইতৰ বুকু ছোৱা
বৈ থাক থিৰেৰে ঐ
ফাগুনী আহিব সজাব ৰূপহীক
গীত গাবি তোৰে চিত লৈ।

২৮ জানুৱাৰী '৩৪

## আজি মৰম পৰশি কোনোবা জগাই

আজি মৰম পৰশি কোনোবা জগাই
দিলেহি বাৰ্তা জগত ভৰাই
হেৰুৱা সপোন হৰণ কৰি
মোহন ছবিটি আনিলে সজাই
কোনেনো ইমান মায়াৰ মাজত
অময়া মাধুৰী কৰিছে দান
কোৱাঁ, কোনে ইমান শুনাই নিতৌ
নিতৌ নতুন নতুন গান
বিমান টৌৱাই ইমান মলয়
হঠাৎ কেনি আহিল ওলাই
কোৱা প্ৰিয় নিমাত কিয়
কিয়নো তুমি কেনিও নাই।

২৩ জানুৱাৰী '৩৪

## তোৰ লুকোৱা কথাটি

তোৰ লুকোৱা কথাটি
দে ঐ জীৱটি দান
চকুলো এটুপি ল ঐ তৰাটি
দে তোৰ ঘাইটি গান

মোৰ শুনোৱা কথাকে শুন ঐ তৰাটি
তেও তোৰ ভাগিব তপ
মই কথা কোৱা বলিয়া ব'ৰাগী
তয়ে মোৰ সপোনৰ ৰূপ

তোক জাপিছোঁ যেনেকৈ দে ঐ তৰাটি
তেনেকৈ তোৰটি দান
চকুলো ওলালে নোৱাৰ সহিব
উমে তোৰ দহিব প্ৰাণ।

১৭ জানুৱাৰী '৩৪

## তোমাৰ হাঁহিৰ ধ্বনি লাগি

তোমাৰ হাঁহিৰ ধ্বনি লাগি
কঁপিল মনৰ সুৰ
মনত লাগিল বনৰ বতাহ
বতাহ নহ'ল জুৰ।
কাণত বাজিল কান্দোন এটি
অনন্ত তাৰ ব্যথা
ক্ষণে ক্ষণে মনত পৰে
ব্যথাৰ মৰম কথা।
অপূৰ্ণ এই মেলাৰ মাজত
একো নহ'ল পূৰ
পূৰ্ণ তুমি মোহন মধুৰ
শান্ত শীতল সুৰ।

৩ মাৰ্চ '৩৪

বকুলবনৰ গীত

## স্বৰ্গ-মৰ্ত্য-পাতাল ভেদি

স্বৰ্গ-মৰ্ত্য-পাতাল ভেদি
তোমাৰ মোহন পূজাৰ বেদী
বিশ্ব ভুলাই থয়।
নিতৌ নতুন সপোন আনি
নিতৌ হিৰণ কিৰণ টানি
নিতৌ নতুন হয়।
তিমিৰ জিনি আহে বাণী
বেদীত দিয়ে বৰুণ সানি
মৰণ পৰে জয়।
স্বৰ্গ-মৰ্ত্য-পাতাল জিনি
জীৱন জয়ৰ প্ৰতিধ্বনি
অযুত ধাৰাৰে বয়
শুনাহে' মোহন পৰম পৰাণ
তোমাৰ প্ৰিয় যাত্ৰাৰ গান
তোমাকে শুনাওঁ মই
তোমাৰ বিজয় ৰথত সখা
লাগি আছে মোৰ জীৱন চকা
সিয়ো শব্দ বয়।

১৩ জানুৱাৰী '৩৪

## অনন্ত কালৰ লাগক তধা

অনন্ত কালৰ লাগক তধা
জাগক প্ৰাণত অমৰ ক্ষুধা
ক্ষুধাত লাগি প্ৰেমৰ সুধা
ঢালোঁ শান্তি ধাৰ
শান্ত কৰি উদণ্ড বাৱ
চলাওঁ আহাঁ আমাৰ পাৱ
নৃত্য কৰি চিত্ত বিলাও

৫ মাৰ্চ '৩৪

## দিঠক বুলি আজি সপোনত বুৰিলোঁ

দিঠক বুলি আজি সপোনত বুৰিলোঁ
সপোনত নোৱাৰোঁ মন
সপোনৰ মাজতে সপোন বিচাৰিলোঁ
দিঠকৰ এমুঠি ধন।

২৭ জানুৱাৰী '৩৪

## ঘৰ হেৰুৱালোঁ পৰ হেৰুৱালোঁ

ভাটিয়ালী গীতৰ চং

ঘৰ হেৰুৱালোঁ পৰ হেৰুৱালোঁ
হেৰুৱাই পেলালোঁ মন
ভেটা বান্ধি বান্ধি ভৰা সোঁত এধাৰত
পাতিলোঁ অযথা ৰণ।
বাট হেৰুৱাই কিনো হাট বেহাম ঐ
ভাঙিলোঁ বুকৰে ধন
সোণালী সপোনৰ সুখৰ সোঁৱৰণি
ৰচিলোঁ সমূলি ছন
উটি যা উটি যা? মৌ অতীতৰ
আৰু তোৰ মোহিনী নাই
ভগা মন জুৰাওঁতা খনিকৰ নাই ঐ
জুৰাবৰ নাই যে ঠাই
দে মোক এবাটি বিষৰে জুৰণি
খাই লৈ শীতলাওঁ মন
বিহ খাই আজি মই মহাদেৱ হ'মগৈ
জিকিমগৈ ত্ৰিলোকৰ ৰণ।

৯ মাৰ্চ '৩৪

## নীলনয়নী কমলিনী নীলাৰ আঁৰত বৈ

ভাটিয়ালী

নীলনয়নী কমলিনী নীলাৰ আঁৰত বৈ
ইমান লীলা কৰা নীলাৰ সপোন থৈ
নীলাৰ মাজত শৰাই সজাই
সোণৰ ফুলযে দিলা বিলাই
কিহৰ আশাত ঐ।

তাকে কোৰাঁ আমাক নিয়াঁ তোমাৰ কাষলৈ
নীলাৰ তলত আমি চিলা
চাই থাকোঁ তোমাৰ লীলা
তোমাৰ কুটুম হৈ
নীলাৰ তলত ঐ

তুমি দিলা নীলা সাগৰ তুমি দিলা নাও
কাঢ়ি নিলা মহানীলাৰ মোহন মধুৰ চৈ।

১৪ মাৰ্চ '৩৪

## কুটুমৰ তেজেৰে বন্তি জ্বলালে

মোৰ বুকুৰ ওপৰে পাৰি দিলোঁ সাকোঁ
চকুৰ মণিৰে শুনালোঁ বেথা ;
তেজেৰে ধুৱালোঁ তোমাৰ চৰণ
গানেৰে শুনালোঁ গোপন কথা।
তেওযে তোমাৰ নাভাগিল ধ্যান
নুবুজিলোঁ মোৰ সুৰৰ দুখ ;
সেই বেদনাহে জ্বলিছে হিয়াত
পাহৰিছোঁ তাতে সকলো সুখ।
কুটুমে কুটুমে এনে বিসম্বাদ
কুটুমৰ প্ৰাণ এনে অৱজ্ঞাৰ
কৰিলা কিয়নো কোৰাচোঁ কুটুম
হৰিলা কিয়নো মাধুৰী হিয়াৰ।

২৮ এপ্ৰিল '৩৪

## বাসন্তিকাৰ খোপাত আজি

বাসন্তিকাৰ খোপাত আজি
পিন্ধায় কোনে ফুলৰ মালা
কোনে সখী হিয়াত আজি
জগায় চেনেহ মৰম জ্বালা
কিয় মিছাই মনত পৰে
মৰণ অহা জীৱনকে
ইমান সপোন চ'তৰ বায়ুত
দেখো কিয় নিতৌ বলা!

২১ মাৰ্চ '৩৪

## তিলকা তুমি ৰক্ত শিখাৰ

তিলকা তুমি ৰক্ত শিখাৰ
ভক্ত প্ৰাণৰ দান
উষসীৰ তুমি অনন্ত অতিথি
অন্ত নপৰা গান
সংগীতময়ী তুমি মাধুৰিমা
নীলিমাৰ তুমি ছবি
প্ৰাণ পৰিণয় তোমাৰ বেহানি
তুমি ত্ৰিদিবৰ কবি।

২৮ এপ্ৰিল '৩৪

## মোৰ তেজেৰে বন্তি জ্বলাই

**দুৰ্ভগীয়াৰ বেদনা গীত**

মোৰ তেজেৰে বন্তি জ্বলাই
মোৰ পোহৰত প্ৰাণ উজ্বলাই
মোৰ হেঁপাহত পিয়াহ গুচাই
তুমি হ'লা আজি ৰাণী

মই হ'লো মহা পাতকী বিশ্বৰ
মই হ'লো হেয় আলহী নিজৰ
মই হ'লো হায় সকলো ঘিণৰ
এখনি জঘন্য থানি।

সেয়ে হ'ক তেনে
সেয়ে হ'ক তেনে
তথাপি তেজেৰে নুধুবা গা
মোৰ তেজ আজি
পানী হ'ল ৰাণী
শৰীৰ উপচি পৰিছে ঘা।

২৮ এপ্ৰিল '৩৪

## গীত গালা তুমি মোহন কুমাৰ

গীত গালা তুমি মোহন কুমাৰ
অগীত বেদনা লৈ
ৰংগমঞ্চ উঠলি উঠিল
সুৰৰ মহিমা কৈ
কূলৰ বাতৰি নোৱাৰিলা দিব
কমল নানিলা হায়
শূন্য হিয়াৰে শূন্য কৰিলা
পূৰ্ণ নপৰা ঠাই
লুকালা বেদনা কোমল কাতৰ
গীতেৰে মৰম থৈ
মৰম বিচাৰি ফুৰিছা কুমাৰ
কণ্ঠ কাকলি লৈ।

১১ মে '৩৪

## যদি মই অহঙ্কাৰী গৰ্ব অধিকাৰী

**প্ৰাৰ্থনা**

যদি মই অহঙ্কাৰী গৰ্ব অধিকাৰী
যদি মই আত্মভ্ৰম প্ৰাণী
বন্ধু, দিয়া মোৰ সৰ্ব গ্লানি ধুই
তুমি দেখোঁ বন্ধু মহাজ্ঞানী।

মই যদি নিৰ্দয় কঠুৱা হৃদয়
হে' মোৰ দয়ালু কৃপাল
দয়া কৰি দিয়াঁ মোক কোমল পৰশ
তুমি বন্ধু চিৰ লোকপাল।

মই যদি মহাঅন্ধ মোহমুগ্ধ জন
যদি মই মহাবন্দী নাথ
মুক্ত কৰাঁ তুমি মোক মুক্ত কৰাঁ মোৰ
তোমাক সেৱিব খোজা মাথ।

যদি মই মহামূৰ্খ নাই চিনা একো
চিনিবৰ দিয়াঁ বন্তি গছি
দিয়াঁ বন্ধু দুখীয়াক নিমেষৰ জ্যোতি
লওঁ মোৰ চকুজুৰি মচি।

৪ মে '৩৪

## মেঘৰ মাজেদি আহি

মেঘৰ মাজেদি আহি
তৃণ তৰু লতা
সৰকি যেতিয়া
সৰগৰ ৰঙা ৰ'দে
চুই দিব খোজে
নিখিলৰ হিয়া
তেতিয়া জেউতি আহি
গছ বন মন
দিয়েহি টৌৱাই
তেতিয়া প্ৰাণত থকা
সৰু এটি দীপ
তিৰ্‌বিৰ্‌ কৰে
চকুৰেদি পাৰ হৈ
তাৰে শিখা জুই
ব্যক্তি হৈ পৰে
প্ৰাণেই তেতিয়া দিয়ে
নদ নদী বন
প্ৰাণেৰে বুৰাই
প্ৰাণে প্ৰাণ প্ৰাণে গান
এনেকুৱা খন
বিচাৰি দুনাই
নাপায় মানুহে
নেচালে ইয়াতে
প্ৰাণ উদিয়াই।

১৫ মে'৩৪

## হে সুন্দৰ সখা জ্যোতি বিতৰাঁ

হে সুন্দৰ সখা জ্যোতি বিতৰাঁ
উজ্জ্বল কৰাঁ হৃদয়খনি
জীৱনৰ তুমি কল্যাণ গীতি
পৰাণৰ মুকুট মণি
মেঘে মেঘে তুমি
মেঘ মুধু চুমি
দিয়া বিদ্যুৎ বৰ বাণী
সুন্দৰ সখা
প্ৰাণে প্ৰাণে আঁকা
দিয়াঁহে পৰশ ধানি
সৌৱা প্ৰিয় চোৱাচো আজি
বিশ্ব সুৰত পমি
নৱ বৰষাৰ প্ৰথম আহাৰ
আহিছে ধীৰেৰে নামি।

১১ জুন '৩৪

## মোৰ, জীৱন যন্ত্ৰ সমৰ্পণৰ

মোৰ, জীৱন যন্ত্ৰ সমৰ্পণৰ
হৃদয় ধোৱা গান
নীৰৱ সুৰত পূৰ্ণ কৰি
দিয়াঁ দিয়াঁ প্ৰাণ।

আপোন প্ৰীতিৰ পৰশ লভি
জ্যোতিৰ্ময়ৰ বাণী
শুনো প্ৰিয় দিয়াঁ শ্ৰুতি
আত্মাহাৰা ধ্যান।

আনন্দময় জীৱন সুধাৰ
পূৰ্ণ পাত্ৰ লৈ
আহা প্ৰিয় শুনাওঁ তোমাক
সম পৰ্ণৰ গান

ভাবোচ্ছ্বাসৰ গোপন ধাৰাত
তোমাক ধুৱাই নিতে
আহাঁ প্ৰিয় সপোঁ তোমাক
তোমাৰ প্ৰিয় প্ৰাণ।

৩ জুন '৩৪

বকুলবনৰ গীত

## লুইতৰ পাৰে পাৰে

লুইতৰ পাৰে পাৰে
জলথল বেদনাৰে
বাৰিষাই গালে কিনো গান
কি সুৰে সুৰে দূৰে
গৰজি গৰজি ফুৰে
পাৰ ভাঙি পৰশিলে প্ৰাণ।

দাদুৰাই দিলে গীত
প্ৰাণ দিয়া মধুচিত
পাপিয়াই পিউ পিউ তান
কেতেকীৰ হিয়া ভঙা
কত কথা প্ৰাণ পমা
উটি ভাঁহি আহে আজি বান

পা হেৰ' গোৰা মন
পা হেৰ' পৰশন
আলসুৱা আবেগৰ গান
নিখিলক পাহৰাই
দে আজি উদণ্ডাই
তোৰ গীতি প্ৰীতিভৰা প্ৰাণ।

২৩ জুন '৩৪

## তোৰ বুকুতে অতল সাগৰ

ভাটিয়ালী

তোৰ বুকুতে অতল সাগৰ
তোৰ চকুতে নৈ
তোৰ মনতে মনৰ মানুহ
বাট ব'ৰাগী ঐ

কমল বনৰ কবিৰ সভাত
কনক কিৰণ লৈ
মনক কিয় উদাস কৰ
বাট ব'ৰাগী ঐ

দেশ-বিদেশত পাবি জানো
সাধন ছবিৰ ভেদ
চপল মেঘৰ বেগত ভৰি
যাব জানো খেদ।

মনৰ মানুহ বিচাৰ হেৰ'
মনক নিতৌ লৈ
তোৰ বুকুতে অতল সাগৰ
আছে গোপন হৈ
বাট ব'ৰাগী ঐ

১৪ জুন' ৩৪

## এই জোনাকৰ ৰূপালী তলত

এই জোনাকৰ ৰূপালী তলত
এই শিতলী সপোন পাটী
ইয়াতে আজি উদাসী হিয়াই
কটাব প্ৰিয় কোমল ৰাতি

ক'লা ডাৱৰৰ কাষতে এটি
খীণ আলোকৰ ৰূপালী জ্যোতি
সেইটি ৰেখা কবিতা লেখা
কৰিছোঁ কিয় আজিনো ৰাতি।

এই বিলাসী ব্যৰ্থ প্ৰয়াস
দূৰ বিৰহীৰ নুপুৰা ৰাতি
নেলাগে প্ৰিয় পুৰাব আজি
পাইছোঁ এয়া ৰূপালী পাটী।

২৭ জুন '৩৪

## পূৰবীৰ মূৰ্ছনাতে ধীৰে ধীৰে

পূৰবীৰ মূৰ্ছনাতে
ধীৰে ধীৰে
মাৰ যোৱা মোৰ মাধবী প্ৰিয়া
সন্ধিয়াৰ মন্দিৰত আৰতি গীতিৰে
ঢালি যাম মোৰ সাদৰী হিয়া।

নালাগে শলিতা প্ৰেম নিবেদিতা
নালাগে বীণাৰ ধ্বনি
সমৰ্পিত মোৰ পৰাণ তনুৰ
বাজি বিননি ৰিণি

তিমিৰ বৰণী তুমি মহাৰাণী
চৰণ দুখানি চপাই দিয়াঁ
মোৰ হৃদয়ে তাতে
চৰণ সেৱাতে
লভিব তোমাক মাধবী প্ৰিয়া।

২৮ জুন' ৩৪

## নাহিবি ঘুমটি সপোন ভঙা

নাহিবি ঘুমটি সপোন ভঙা
নাহিবি অনল সৰা ৰঙা
অনন্ত আজিযে দিন।

সৌৱা পদুম শতদল জোৰা
মেলিছে পাহি হাঁহিৰে ভৰা
এয়া ধুনীয়া দিন।

পমি যোৱা মধু ওঁঠেদি সৰি
বলি যোৱা বাৰ চকুতে বাগৰি
বুকুতে মাধুৰী থ'ক
মধু ঝৰণাৰ মধুৰি সোঁতত
উষাৰ ৰাঙলী পুৱঁতি জোঁটত
জীৱন মিহলি হ'ক।

জাগৰণে নিতে আনক বিচাৰি
পাহৰণি মোৰ মালিকা এধাৰি
মধুৰে ছবিটি খীণ।

২৭ জুন' ৩৪

## যা বতাহী যা বাউলী

যা বতাহী যা বাউলী
যা পাগলী ঐ
যা পছোৱাৰ আগেদি নাচি
মোৰ বাতৰি লৈ।

মোৰ আলহী তোৰ বাতৰি
আলহী অহাৰ সেই বাতৰি
নে পাগলী ঐ
যা বতাহী হাঁহি হাঁহি
যা সঁফুৰা লৈ।

৩০ জুন' ৩৪

## মৃণাল বাহুৰ পৰশত

মৃণাল বাহুৰ পৰশত
ৰোমাঞ্চিত হৈ
বাকি দিলোঁ প্ৰাণত থকা
এখন ৰসৰ নৈ।

ৰসত পোহৰ ৰসৰ বেহানি
ৰসেৰে ৰসক টানি
ৰসৰ মাজতে উটিলোঁ বুৰিলোঁ
মেলাৰ মাজলে' আনি।

মেলা ভাগি গুচি যাব
খোলাৰ হেৰাব চিন
মেলাৰ খোলাত ধ্বনি এটি
হ'ব নিতৌ লীন।

থাকি যাব ৰিণি জিনি
প্ৰাণৰ প্ৰতিধ্বনি
মেলাৰ মাজত লুকাই যাব
যিমান পোৱালমণি

৩০ জুন '৩৪

## বলিয়া টোকাৰীৰ এড়ালি গুণাতে

বলিয়া টোকাৰীৰ এডালি গুণাতে
সাতো সুৰ লুকুৱাই থৈ
কি সুৰ বজালি বলিয়া বৰাগী
ভিক্ষাৰীৰ জোলোঙা লৈ

জোঁকাৰি জোঁকাৰি টোকাৰি গুণাতে
কি বৰষিছ তই
তোকে চাই নিৰলে পাহৰি পেলালোঁ
জীৱনৰ মৰণৰ ভয়।

নগুণ পোহৰৰ বিনন্দ বিলাসৰ
মৌ জোল হৃদয়ত লৈ
বলিয়া ব'ৰাগী, বলিয়া টোকাৰী
বজালি বলিয়াকৈ।

৩০ জুন '৩৪

## জীৱনে মৰণে নিতে নৱৰূপে

জীৱনে মৰণে নিতে নৱৰূপে
শত অভিমানে কৰিছে চোঁৱা
আকাশে বতাহে আজি আছে বাণী
কাণেৰে এবাৰ আদৰি লোৱাঁ।

হৃদয়ে হৃদয়ে উথলি উঠা
চিৰ প্ৰবাহৰ সোঁতত উটি
হেন্দুলি হেন্দুলি আহাঁ হেন্দুলি
সেই পিনে যাওঁ আমি দুটি

সৃষ্টি তোমাৰ পূৰ্ণ কৰি
বাৰিধাৰা প্ৰিয় ঢালি গোৱাঁ
তোমাৰ সাগৰ তোমাক ধিয়াই
আহি আছে প্ৰিয় নিতে চোৱাঁ।

১৮ আগষ্ট '৩৪

## মোৰ পৰাণ যিদিনা উঠিল জাগি

মোৰ পৰাণ যিদিনা উঠিল জাগি
তোমাৰ পৰশ পাই
সিদিন ধৰি তন্দ্ৰা মোহত
আছোঁ তোমাক চাই

চন্দ্ৰালোকৰ সপোন ভাঙি
নবীন সপোন সানি
আধা দিঠক আধা সপোন
লভোঁ অধিক বাণী

বাণী শুনি উধাতু খাই
উতল লহৰ নাচে
বায়ু-সাগৰ গৰ্জ্জি উঠে
জোৱাৰ নামে পাছে

ইমান নবীন প্ৰাণৰ প্ৰদীপ
অধৰ নেপালোঁ ঠাই
নোলাল ক'তো পূজাৰ বেদী
পাত্ৰ কেনিও নাই।

৩০ জুন'৩৪

## আধা সপোন আধা সাৰে

আধা সপোন আধা সাৰে
হিতাশী মন উজাগতে
থাকিল ছবি আঁকি
ছবিৰ ৰেখাত আছিল লেখা
শেষৰ এটি মিলন দেখা
অমিল ৰহন বাকি।
আধা পোহৰ আধা ছাঁত
আধাখিনি পাতৰ আঁৰত
অমিল পোহৰ পৰি
মিলাই মিলাই দিলে বিলাই
কিমান কথা হিয়াই হিয়াই
মৰণ উজ্জ্বল কৰি।
চৰণ ধোৱা নয়ন জলৰ
সৰসী মোৰ অন্তস্থলৰ
দিলোঁ তাতে বাকি
মনে মনে মিচিকিয়াই
জ্যোতি আহিল তিৰবিৰাই
জ্বলিল সলিল চাকি।

জুলাই'৩৪

## হে সূৰ্য আদি বৰ্ণ

প্ৰাৰ্থনা

হে সূৰ্য আদি বৰ্ণ বিদ্যুৎপুঞ্জ পুৰুষ প্ৰধান।
হে সূৰ্য সহস্ৰৰশ্মিৰ, কনক কিৰণ, হিৰন্ময় প্ৰাণ।
হে সূৰ্য তেজোৰাশি, জগৎপতি মহাঅন্তৰ্জ্যোতি।
জ্যোতিৰ্ময় অন্তৰেৰে নমো আজি বাৰ কোটি কোটি।

হে শব্দ হে ধ্বনি হে নাদ হে ব্ৰহ্মগীত
ৰন্ধ্ৰে ভেদি কি ধ্বনি নিনাদিলা স্পৰ্শ কৰি চিত
আদি ধ্বনি প্ৰতিধ্বনি মৰ্ম নৃত্য প্ৰণৱ ঝঙ্কাৰ
অ-উ-ম ব্ৰহ্ম অন্ত আলোড়িত সৰ্বধ্বনি সাৰ।

হে মধু বনস্পতি হে মধু মহৌষধি
হে মধু আনন্দ চিৎ, অমৃতময় বিশ্বতি
ওঁ মধু প্ৰাণায়াম ওঁ মধু প্ৰেমামৃত
মধুকৃত মধুকৃত্য মধু আমি প্ৰেমভৃত্য

নমো জ্যোতি প্ৰাণৰূপ
ত্ৰাণকৰ্তাণ অন্ধকূপ
নমো শব্দ ব্ৰহ্মৰূপ
ব্যক্ত কৰা প্ৰাণী মূক
নমো হৰ্ষ চিত্ত ৰূপ
সমৰ্পিলোঁ সৰ্বসুখ।

*প্ৰণিপাত* - নমো চিৎ আনন্দিত নমো ব্ৰহ্ম চিত্ত বীৰ্য নমো প্ৰাণ মহা প্ৰাণ শুদ্ধসত্ত্ব স্থিৰ শৌৰ্য নমো আত্মা পৰম আত্মা কাম আত্মা সনাতন নমো নৰ নাৰায়ণ নমো সত্য সনাতন নমো নৰ নাৰী নমো নমো জীৱচাৰি নমো ব্ৰহ্ম নমো ব্ৰহ্ম নমো সত্য নমো প্ৰাণ হিতকাৰী।

২২ জুলাই '৩৪

## শৰতৰ এই শুভ সন্ধিয়া পৰত

শৰতৰ এই শুভ সন্ধিয়া পৰত
প্ৰদীপ মালাত এই কিৰণ লাগি
প্ৰাণৰ উঠিছে মৃদু মধুৰ পৰশ
গানৰ উঠিছে সুৰ কঁপনি জাগি
আঁজলি আঁজলি কৈ
কৰিছোঁ প্ৰণতি, হে' আতাথ
লোৱাঁ লোৱাঁ সেৱকৰ
হিয়া ভৰা ৰাগি

আৰতিৰ গীতি ধ্বনি কণ্ঠ ভৰাই
বজোৱাঁ বজোৱাঁ সবে শঙ্খ শুনাই
শৰত কোঁৱৰে আজি মৰত টোৱাই
শ্যামলিমা ধৰণীক ধৰিছে সজাই।

কঁহুৱা আহিছে লৰি
শুকুলা চোঁৱৰ ধৰি
ডাৱৰৰ আঁৰে আঁৰে ন-জোনে হাঁহি মাৰে
হাঁহি লাগি ভাঁহি যায়
হিয়া ভৰা ৰাগি।।

১৭ ছেপ্টেম্বৰ '৩৪

## মায়াৰ পৰশ লাগিছিল আজি

মায়াৰ পৰশ লাগিছিল আজি
এছাটি দুছাটি আহি
ফুলাই দিছিল, লৰাই দিছিল
কামনা কুসুম পাহি।

৬ অক্টোবৰ '৩৪

## মন বলিয়া কৰিলা মোৰ

মন বলিয়া কৰিলা মোৰ
এধান এধান কৈ
এধান এধান মনৰ মাজত
অপাৰ সাহোন থৈ
এধান এধান কিৰণ সানি
হিৰণময়ী বেশ
ধৰাৰ বুকুত দিলা কিয়
ইমান চিকুণ দেশ
এধান এধান তৰাৰ মাজত
বিৰাট পোহাৰ লৈ
কিয় ইমান সপোন সাজি
গোপন হ'লা ঐ
এধান এধান শিশুৰ মুখত
তোমাৰ গানৰ ৰেশ
এধান এধান পখীৰ গীতত
বিতত মনৰ দেশ।
মন বলিয়া মুৰাৰি মোৰ
এধান চিতক লৈ
ভাল খেলিছা ইমান মায়া
ছায়াত কায়া থৈ।।

২২ ছেপ্টেম্বৰ '৩৪

## দীপলিপ গাভৰুৰ গলপতা জিনি

দীপলিপ গাভৰুৰ গলপতা জিনি
বাখৰুৱা পোৱালৰ আছে যিটি মণি
সেই মণি কাৰ?
জিলমিল লোকাপাৰ বননিতে পৰি
প্ৰভাতৰ আলোকত চিকমিক কৰি
(কিয়) কৰে অভিসাৰ।

## নাচোনৰ ৰাগি লাগি অঙ্গ আজি

নৃত্যগীত

নাচোনৰ ৰাগি লাগি অঙ্গ আজি
ত্ৰিভঙ্গ বঙ্কিম হ'লে সখী
মলয়াৰ মৃদু মধু লাস্য বলি
প্ৰিয়তম পথিকক আছে ৰখি।
মাধৈ মালতী উলটি পালটি
নানাচিবি ভোমোৰাই দেখা পাব
নুগুচাবি ওৰণিৰ জুৰণি কাপোৰ
দেখা পালে উদাসীয়ে জুমি চাব।
নাযাচিবি কল কল কণ্ঠ সুধা
মনে মনে চাই থাক বন পখী
শুনিলে আহিব চোৰ নিষাদ নিঠুৰ
ছিঙি ভাঙি দিব তোৰ দুয়ো পাখি।

২২ ছেপ্টেম্বৰ '৩৪

## যাৰ নয়নত শয়নে আহি

যাৰ নয়নত শয়নে আহি
ৰচিছে সপোন তন্দ্ৰা আনি
সেই দৰদীক কুসুম কোমল
লাগিছে কিয় শয্যা খনি
তুলি তলিচাৰ শীতলি পাটী
কিয় ব'ৰাগীক লাগিছে ৰাতি
ৰাতিয়ে মোহন মধুৰ মেলাত
জিলিকি উঠে নোপোৱা মণি
দিন দুপৰত নূপুৰ বজাই
নাচিযে ফুৰা মানসী ৰাণী
সেই নাচোনৰ লাছতে মজি
মৰিছে মনত শতক বাণী।

২৩ ছেপ্টেম্বৰ '৩৪

বকুলবনৰ গীত

## এধানি কল্পনা যাৰ শত স্মৃতি ভৰা

এধানি কল্পনা যাৰ শত স্মৃতি ভৰা
বৈ যায় দিগন্তত আঁচল ভৰাই
অফুট ভাষাৰে যাৰ মনৰ মাধুৰী
ঢালি যায় কাণে কাণে
হিয়া উবুৰাই।
সেই যে কল্পনা আছে থাপনাতে বহি
মাতৃ মূৰ্তি মৰমৰ বুকুত লুকাই।
জীৱন্ত নহয় যদি কিয় এনেদৰে
লক্ষ কোটি মন আছে নিতে নচুৱাই

২৭ ছেপ্টেম্বৰ '৩৪

## অসমা জননীৰ সুষমা সনা

অসমা জননীৰ সুষমা সনা
শাৰদীয় সন্ধিয়াৰ শেৱালি মালা
এয়া অতিথি অৰ্ঘ্য লোৱাঁ
ৰবে ৰবে মধু হৰষে
শ্যামলিমা অসমাৰ শাৰদী মেলাত
এয়া অতিথি হিয়া চোৱাঁ।
স্নিগ্ধ ললিতা এই শলিতা ৰাশিৰ
উজ্জ্বল আলোকত আশিস বাণীৰ
মধু সৰে মনে মনে
প্ৰাণ ভৰে ক্ষণে ক্ষণে
প্ৰণিপাত এটি আজি
সাদৰি লোৱাঁ।
আৰতিৰ জয়গীত মঙ্গলময়
শঙ্খ ঘণ্টা উৰুলি জোকাৰ
নিনাদিত হ'ক আজি
মণ্ডপত বাজি বাজি
সেৱা কৰোঁ অতিথিক
অৰ্ঘ্য লোৱাঁ।

২৮ ছেপ্টেম্বৰ '৩৪

## ৰূপ সাগৰৰ মন জোৱাৰত

ৰূপ সাগৰৰ মন জোৱাৰত
আঁচল উৰাই যায় ৰূপহী
সোণ সঁফুৰাত জীৱন ভৰাই
মৰণ সোঁতত যায় উলাহি
শুনি যা বাটৰ কৰুণ গজল
চাই যা চকু ব্যথাত সজল
অ' ৰূপহী চা এবেলি
কোনেনো কান্দে কিয় উচুপি
দিক বিদিকত মেলিছু চুলি
যায় ধুমুহাত নিখিল ভাঁহি
অ' ৰূপহী! প্ৰাণ পোহাৰি
মেলিছে সপোন ফুল চুপহি।

২ অক্টোবৰ '৩৪

## এই দুদিনৰ এই সুদিনত

এই দুদিনৰ এই সুদিনত
এই আহিনৰ এই শেৱালিত
এই জীৱনৰ মধু পৰশন
এই সুধা অযাচিত।

৮ অক্টোবৰ '৩৪

## কোন উদাসীৰ প্ৰেয়সী তুমি

কোন উদাসীৰ প্ৰেয়সী তুমি
কাৰ নয়নৰ একোটি ছবি
কোন মলয়াৰ তুমি কুঁৱৰী
মালাৰে আছা জীৱন যপি।
বনৰ হৰিণ সাৰটি ধৰি
বন বিহগীৰ সুৰতে মৰি
কি সপোনৰ আৱেশ ৰাগিত
দিছা জীৱন বনকে সঁপি
কাৰ লেখনীৰ মৃদু পৰশত
লভিলা জনম কোৱাচোঁ সখী
ৰেখাৰে লেখা ৰেখাতে দেখা
দেখাতে বিভোল ব'ৰাগী কনি।

৩ অক্টোবৰ '৩৪

## যাতনাৰে যত স্মৃতি গঢ়িছিলো মই

যাতনাৰে যত স্মৃতি গঢ়িছিলোঁ মই
হে' অতিথি
আজিহে তোমাৰ চৰণ চুমি
এই সোঁৱৰণী লোতক বয়।
ক্ষণেকত এই অনেক কাহিনী
বাজিব যেতিয়া কৰুণা বখানি
তেতিয়া যে তুমি হে' অতিথি
বিচাৰি নেপাবা জয়।
বিগলিত হৈ বৈ আহোঁতেই
আহাঁ প্ৰিয়তম লোৱাঁহি মৰম
নহ'লে পৰিব জীৱনো জঁই।

৯ অক্টোবৰ '৩৪

## জীৱন যন্ত্ৰ সমৰ্পণৰ

জীৱন যন্ত্ৰ সমৰ্পণৰ
মন্ত্ৰ বিচাৰি মই
ছন্দ ঘাটিলোঁ অন্ধ চকুৰে
নহ'ল এদিনো জয়।
কিৰণডৰম কাজল সানি
দৃষ্টি দিওঁতা নাই
সৃষ্টি সপোনে মুহিলে দিঠক
তৃপ্তি নেপালোঁ হায়।
আত্মতন্ত্ৰ উচ্চাৰণৰ
ধ্বনিও পাহৰি গৈ
সৰ্বহাৰা হ'লো প্ৰিয়
তোমাৰ শৰণ লৈ
তুমি যদি পৰশ প্ৰবাহ দি
জীয়াই নিদিয়া প্ৰিয়
তোমাৰ লগত অভিন প্ৰেমৰ
বান্ধোন আছে কিয়?

১১ অক্টোবৰ '৩৪

## টিপ টিপ বালিমাহী টিপচী চৰাই

টিপ টিপ বালিমাহী টিপচী চৰাই
বিহ খায়ো পালি বৰ চৰণ ধুৱাই
চৰণ ধুৱাই।
সদাশিৱ ভোলানাথ বিভোল প্ৰাণৰ
এটি দুটি চেও আনি মধুৰ গানৰ
বীণ বোৱা কবিতাৰ
চিন থোৱা ললিতাৰ
পূজোঁ আজি পাব দুটি
গীতেৰে ধুৱাই।।

১৯৩৪

বকুলবনৰ গীত

## ৰূপোৱালী চাপৰিত

ৰূপোৱালী চাপৰিত
নিজান বলুকাত
অজান ব'ৰাগী বৈ
কি ৰেহ চাইছ কি কথা শুনিছ
সমুখত বৰনৈ লৈ।
বিৰিণাৰ আঁৰে আঁৰে
হৰিণাই চকু মাৰে
বলুকাত তোক দেখি ভয়
নেমাতিবি ব'ৰাগী
নাচাবি উলটি
নুখুজিবি জীৱনৰ জয়।
চাই থাক চাকনৈয়া
লুইতৰ খুলি থোৱা
বৈ থাক ব'ৰাগী ঐ
ফাগুনে যেতিয়া সজাব ৰূপহীক
গীত গাবি তয়ে হেৰ বৈ।

৫ ডিচেম্বৰ '৩৪

## সপোনৰ দৰে মৌ ভুলনিৰে

সপোনৰ দৰে মৌ ভুলনিৰে
তোৰ চকুজুৰি নিমাতী হৈ
মাতি নিলে মোৰ পখীটি সোণৰ
জোনৰ পোহৰ কাৰৰি কৈ।
যাওঁ কি নেযাওঁ শুনো কি নুশুনো
ধৰোঁ কি নধৰোঁ বুলি
বলিয়া ব'ৰাগী পাহৰি পাহৰি
লওঁহি বীণাকে তুলি
আধলিকা কৰি মাণিকী মধুৰ
সপোনৰ পাখি নিতে বাজি যায়
ভাঙি যায় সুৰ কৰুণ মধুৰ
তোৰে চকুযুৰি থাউনি লৈ।

১৭ ডিচেম্বৰ '৩৪

## অ' সোণামুৱা সোণৰ সঁফুৰা

অ' সোণামুৱা সোণৰ সঁফুৰা
সোণ বাগিচাৰ ফুল
কোন সপোনৰ জোনাক আনি
ভাঙিলা মোৰ ভুল
সেই জোনালীৰ জিলিক পৰি
জীৱন উঠিল জাগি
পাহৰণৰ ডাৱৰ গুচাই
দিলা মৰম বাকি
অ' সোণামুৱা সোণালী পুৱা
অ' আলসুৱা ফুল
সোণ বৰিয়াল লতাৰ পাতত
তুমি সপোনৰ তুল।
ৰূপতে ৰঙে ছুৱাই যায়
ৰূপতে ৰঙে ছুৱাই
যায় ঐ উদাসী
ৰূপত ৰঙে ছুৱাই যায়।
সোণৰ পানী ছুৱাই যায়
সোণৰ পানী ছুৱাই যায় অ' পখিলী
সোণৰ পানী ছুৱাই যায়
জোনত চুমা যাচি
বুকুত কথা সাঁচি
হৰিণাৰ ঘুমটি
হৰি লৈ ব'ৰাগী যায় অ'
হৰি লৈ ব'ৰাগী যায়।

২৩ ডিচেম্বৰ '৩৪

## গছে হালে জালে সখী

বিয়া নামৰ ঠাঁচত

গছে হালে জালে সখী
পাতে হালে জালে সখী
গছে পাতে মিলি
আজি অ' সখী
তোমাকে আছিলে
গোপনে ৰখি।।

আলফুল বাছনিত বাছিলা ফুল
বাছিলা ফুল
সুকোমল আবেশৰ দোলালা দুল ।
দোলনৰ কঁপনিত ভাঙিলা ভুল

অকাৰণ সপোনৰ
সিঁচিলা ফুল।।

১৯৩৪

## ক'ত থ'লি কেনি থ'লি

ক'ত থ'লি কেনি থ'লি
কি ক'লি হায়
নুবুজিলোঁ ঘাই কথা
লগ ভাগ পাই
কৰক কৰক কাৰাক কাৰাক
খিৰিক খাৰাক গাই
হেৰুৱালোঁ ঘাই কথা
কৰি দন-হাই।।

পৰি পৰি আজি কৰিছোঁ মিনতি
দিয়াঁ চৰণতে ঠাই
তুমি বিনে গতি তুমি বিনে মতি
আৰু যে কেনিও নাই।।

১৯৩৪

## চুক চুক চুক বুলি

চুক চুক চুক বুলি
গাওঁ আমি খুক
পঞ্চমী আহে আজি
আৰু কথা শিক
চুক চুক চুক
নিৰদয় মানুহৰ
হিয়া নাই ঠিক
কোব মেলি চাব খোজে
কিনো এই খুক
চুক চুক চুক।।
খুক গাওঁ চুক চুক
কণ কণ গীত
গীত ভৰা চিত যাৰ
সেয়ে মহা খুক
চুক চুক চুক।।

১৯৩৪

## হিঁলৈ থাকিল মোৰ পাছত পৰি

হিঁলৈ থাকিল মোৰ পাছত পৰি
মুখত থাকিল দেশ জগত জুৰি

ধৰোঁ বুলি হাত মেলোঁ
হিঁলৈ কেনি
পাছতেই থাকে হায়
নেদেখোঁ যেনি।।

হিঁলৈৰ বিলে দেখি পৰিলোঁ সৰি
চিলনীয়ে থাপ মাৰে উলাই কৰি

পৰোঁ আজি চৰণতে
ৰাখাঁ ৰাখাঁ আই।
জানিলোঁ জানিলোঁ আৰু
অন্য গতি নাই।।

১৯৩৪

বকুলবনৰ

## আই মোৰ জনমৰ আহ মোৰ মৰণৰ

আই আই
আই মোৰ জনমৰ আই মোৰ মৰণৰ
আই মোৰ চিকুণী আই
ফুলৰ বুকু ভৰা জীয়া জুই একুৰা
নুমায়ওঁতে শুনিলোঁ শাওঁ
দয়াহীন মানুহৰ কিনো কম বিলাই ঐ
সোঁতটো নচলে নাও
ফুলৰ কাঢ়ি ল'লোঁ হিয়াৰে বেদনা
তেওঁ মোক বুলিলে চোৰ
এনুবা  নিদাৰুণ হিয়াৰ বেদনাৰে
তোৰ কাষ চাপিছোঁ আই।।
তোৰে ঐ দুখনি শুকুলা চৰণত
দে মোক এফেৰি ঠাই।।
আই আই আই।

১৯৩৪

## তুলভুল তুলভুল কৰিছে নাও

তুলভুল তুলভুল কৰিছে নাও
কৰিছে নাও
নাৱৰে ওপৰত

পৰাণৰ জয় গাই পৰাণক লওঁ
পৰাণক লওঁ
দেহৰ ধূপে ধূনা সমুখত থওঁ

শুকুলা হাতীতে উঠিছে আই
উঠিছে আই
শুনাইছে জগতক জয়গান গাই।

মৰানৈ পাৰতে চাপিছে নাও
চাপিছে নাও
আহাঁ সকলোটি লগেৰে যাওঁ

তুলভুল তুলভুল কৰিছে নাও
কৰিছে নাও
নাৱেৰে ওপৰত জয়গান গাওঁ।।

১৯৩৪

## সৌ নীলিমাৰ নীল আঁচলত

ভাটিয়ালী

সৌ নীলিমাৰ নীল আঁচলত
তৰাৰ মালা লৈ
কোন খনিকৰে লীলা কৰে
শব্দ বিহীন হৈ
তৰাৰ মালা লৈ ।।

নীলাই নীলাই ৰহণ মিলাই
নীল সাগৰত বৈ
কোন মলীয়াই মালা গোঁথে
তৰাৰ বাখৰ লৈ।।

১৯৩৪

## মধু মাহৰ মধু লাগি

গজল

মধু মাহৰ মধু লাগি
পৰাণ আজি উঠিল জাগি
আমৰ মুকুল সৰা শুনি
লাগিল গীতৰ মৰম ৰাগি
ভাগিল সপোন গোলাপ দেখি
মোহন ৰূপৰ অলেখ লেখি
ওলাই গ'লো মন বিচাৰি
বনৰ মাজত ভিক্ষা মাগি।

১৯৩৪

## গুণ গুণ গুণ গুঞ্জন

গুণ গুণ গুণ
গুণ গুণ গুঞ্জন
শুন হেৰ শুন
গুণ গুণ গুণ ।।
গুণ গুণ সমীৰণ
গুণ গুণ মৌ
গুণ গুণ ভোমোৰাৰ
সুৰ লেখা টৌ
গুণ গুণ গুণ !
গুণ গুণ বিননিৰ
শুন বীণা শুন
গুণ গুণ নূপুৰৰ
ৰুণ জুন জুন ।।

১৯৩৪

## শূইনে বিমানে গছ-লতা-বনে

শূইনে বিমানে গছ-লতা-বনে
সাঁচি থোৱা মৃদু সুৰ
যাঁচি দিম বুলি ল'লো বীণা তুলি
(মোৰ) তাঁৰ নপৰিলে জুৰ।

পঞ্চমী তুমি বীণা মধু চুমি
কবিতা কৰিলা জয়
মোৰ বীণা ধ্বনি সুৰ সভা জিনি
তোমাৰ মুখেদি বয়

আহাঁ তিনি ভনী মিলোঁ আজি আমি
বাকি দিওঁ সুধা জুৰ
জুৰ জুৰ কৈ সুৰ সিঁচি থৈ
উটি যাওঁ বহু দুৰ।

১৯৩৪

## জীৱন জিনা বজালা বীণা

জীৱন জিনা বজালা বীণা
কাঢ়ি নিলা কিয় ৰেপনি-তাঁৰ
শুনালা সুৰৰ কোমল লহৰ
ভেটি ফলা হায় আঁতৰ ধাৰ।

জগালা সুপ্ত শতেক সপোন
সপোনত দিলা চানেকি চিকুণ
দিঠকত কিয় নেভাঙা পাৰ।

পৰাণৰ প্ৰিয় দেৱতাহে মোৰ
কোবাঁচোন কিয় ৰাখিলা ধাৰ
কিয় জুই দিলা কিয় নুমুৱালা
ইমান পোৰণি ব্যথিত হিয়াৰ।

১৯৩৫

## হে' প্ৰিয় মোৰ হৃদয়ৰ সখা

হে' প্ৰিয় মোৰ হৃদয়ৰ সখা
হে' প্ৰাণ মোৰ বন্ধু তুমি
আজিনো নামাতা কিয়
সঙ্কটে-বিপদে পথে-বিপথে
তুমি জানো সদা নোহোৱা শিৱ?

১৯৩৫

---

বকুলবনৰ গীত

## চিৰ শ্যামলা মুনি মনলোভা

জাতীয় গীত

চিৰ শ্যামলা মুনি মনলোভা
জন্মভূমি আই অসমা
মোৰ অসমা
মানস হ্ৰদৰ পদুম গন্ধে
ব্ৰহ্মপুত্ৰ বীৰৰ ছন্দে
নৈঋত তোৰ কৰে বিমোহিত
আই অ' জননী মোৰ অসমা চিৰ শ্যামলা
তোৰে নীলাচল উদয় আচল
উষসীৰ নীলা কনক অকল
সোণালী জলৰ সোণৰ কমল
তোৰে বুকু চুই পৰেহি প্ৰথম
প্ৰভাতী মংগল।
আই অ' বিমলা জননী অসমা
চিৰ স্বাধীনা স্বতন্ত্ৰ পালিতা
ভাৰত ভূমিৰ "শান্তি সীতা"
সৌমাৰ মোৰ মাটিৰ স্বৰ্গ
জননী নিৰুপমা।
আই অ' শ্যামলা মুনি মনলোভা।

১৯৩৫

## জুই সুৰ লাগিছে

জুই সুৰ লাগিছে
বীণত মোৰ বলিয়া
জুই সুৰ বাজিছে বৈ
ফাগুন আহিবলে'
নিদিবি বলিয়া

জুই তোৰ নুমাব ঐ
জ্বলাই দে জ্বলাই দে
জুয়ে তোৰ দহি যক দেশ
দহনৰ শিখাতে কেঁচা কাঠ পেলাইদে
হৈ যক ত্ৰিভুবন শেষ।

১৯ জানুৱাৰী '৩৫

## যিটি বেঁকা বাটৰ মূৰত সোণটিহঁতৰ ঘৰ

যিটি বেঁকা বাটৰ মূৰত সোণটিহঁতৰ ঘৰ
সেইটি বাটত আজি সখী হেৰায় মনৰ থৰ
দিহাৰ বুকু উদং উদং
নিজমজমাই যায়
বালিৰ টিপত সোণটিহঁতৰ
খোজৰ চিনেই নাই।
সন্ধ্যা দেখা চোতাল আগৰ কথা কোৱা জুই
নুমাল তেনেই মৰম বেথা পাহৰণিত থুই।
সমাজিকত দেখিবলৈ সোণটিহঁতৰ ঘৰ
বহুত মনৰ মানুহ দেখি মনৰ হেৰাল থৰ।
নাও নচলা দিহাৰ বুকুত আছিল যিমান ধন।
সিমান ধনৰ গিৰি আজি বাটৰ কেঞাবন।
কৌটি কৌটি কালৰ ৰতন সোণটি মৰমৰ
দুবাৰ মুখত বহি আৰু নেচায় আজি ঘৰ।

১৩ জানুৱাৰী '৩৫

## তোমাৰ যশ-গান

তোমাৰ যশ-গান
গাবলৈ দিয়া প্ৰাণ
উথলাই অমৃতৰ
ৰাগিত এবাৰ

দিয়া প্ৰিয় প্ৰাণতম
মই অতি কঙাল অধম
তুমিয়েহে অনুপম
সাগৰ সুধাৰ।

২৭ ফেব্ৰুৱাৰী '৩৫

## এই মিনতি কৰোঁহে কাতৰি

এই মিনতি কৰোঁহে কাতৰি
ভস্ম গুচাই দিয়াঁ
ধুই দিয়াঁ মোৰ মান অপমান
উৰক জীৱন জীয়া
আছে যদি তোৰ গৰ্ব্বৰ প্ৰিয়
দৰ্প চুৰ্ণ কৰাঁ
তোমাৰ গীতৰ লহৰ এৰি
হৃদয় তেনেই হৰাঁ।
মোৰ হৃদয়ৰ যন্ত্ৰত তুমি
আঙুলি বুলাই দিয়াঁ
তোমাৰ সুৰতে মোৰ যত গান
বায়ুত উটাই নিয়া

২৭ জানুৱাৰী '৩৫

## কণ্ঠত আছে বাণী মধুৰ

কণ্ঠত আছে বাণী মধুৰ
হৃদয়ত মধু প্ৰেমৰ থলি
দৃষ্টি মধু সৃষ্টি ৰচনা
পল্লৱ চাৰু উঠে উজ্বলি।
দিয়া শেষ কৰি সকলো বিলাই
হোৱা বিধাতাৰ যন্ত্ৰ তুমি
সমৰ্পণৰ সুৰতেহে চোৱাঁ
সুন্দৰ এই বিশ্ব ভুমি
ত্যাগেই শান্তি ত্যাগেই তৃপ্তি
শান্তিৰ তুমি হোৱা এটি বলি
আপোনাৰ হিয়া উদং কৰিলে
পাবা সকলোৰে প্ৰেমৰ থলি।

৪ মে' ৩৫

## অসীম অনাদি অনন্ত ৰাতি

অসীম অনাদি অনন্ত ৰাতি
অপাৰ অলেখ তৰাৰে ছাটি
হে' প্ৰিয় তুমি ৰচিলা মালা
হৰিলে সেয়েই মোৰো যে জ্বালা।

২৭ ফেব্ৰুৱাৰী '৩৫

## কপৌ এহালি আহি

কপৌ এহালি আহি
দুজুপি দুজুপি বকুল জুৰি
ৰূপ দিয়ে সকৰুণ হিয়াভঙা ঐ
বিফল বৰাগী তই
বিচাৰি জীৱন জয়
জীৱনকে হেৰুৱালি
আধৰুৱা কৈ
তোৰ মনে পতা ফুলনিৰ
সেউজীয়া দুবৰিৰ
শ্যামলোভা আঁকি আঁকি
বাকিছিলে জুই
সেই জুয়ে আজি তোৰ
দহি নিলে ফুলবোৰ
তয়ো তাতে জাহ গলি
জ্বলা শিখা চুই
নিতউ কৰিলি ভুল
নিতউ বিচাৰি কুল
অকুলৰ আজি তই বেহেৰুৱা ঐ
আঁহতৰ কুঁহিপাতে
তোৰে হৈ মাত মাতে
ময়ো আজি উলটি যাওঁ
তোৰ বেথা লৈ।

৪ মে' ৩৫

বকুলবনৰ গীত

## হেন্দুলি উঠিছিল মধুমেলা

হেন্দুলি উঠিছিল মধুমেলা
প্ৰভাতৰ পৰশত পুৰা বেলা
ফুলিছিলে শতদল অমল বিমল
ফুলে ফুলে পাবিছিলে গোপন খেলা।

১৩ জুন '৩৫

## দিয়াঁ তোমাৰ শবদ সুধাৰ

দিয়াঁ তোমাৰ শবদ সুধাৰ
কোমল মধুৰ দান
পান কৰি জীয়াওঁ জীৱন
গাওঁ তোমাৰ গান।

শিশুৰ দৰে সৰল হিয়া
দিয়াঁ প্ৰিয় দিয়াঁ দিয়াঁ
হাঁহি-নাচি আপোন সুৰত
বিলাওঁ আপোন প্ৰাণ।।

দুখৰ অগনি শিখাত জ্বলি
উঠক প্ৰেমৰ বান
পাহৰি বিষাদ বিঘিনি বিপদ
দিওঁ জীৱন দান।

২৩ জুন' ৩৫

## বাঁহীৰ অমিয়া নিপিবি বলিয়া

বাঁহীৰ অমিয়া নিপিবি বলিয়া
বাঁহীত নিদিবি মুখ
সুৰত হেন্দুলিৰ কুঁহিপাত লৰিব
মনৰো হেৰাব সুখ।
সপোনত হেৰাব হিয়াৰ হেমহাৰ
দিঠকত হেৰাব ধন
বলিয়া বাঁহীৰে অমিয়া বিচাৰি
মৰমৰ পৰিব জ্বম
জীৱনৰ ঝৰণাত নাদুৰি
হিয়াত সাঁচি যাবি
সপোনৰ দেৱতাই চেনেহৰ
পৰশি যাব তোৰ।

১১ জুলাই '৫

## নীৰৱ নিশাৰ নিফুট ৰাগিণী

নীৰৱ নিশাৰ নিফুট ৰাগিণী
নিজানত কেৰে নজনাকৈ
শান্তি সুষমা লৈ
বাজিছে নিতৌ নবীন আশাৰ
সপোন মাধুৰী থৈ
চেনেহ লৰণু পৰিমল সানি
সপোন পখিলা নামি
নিজানে নিজানে দি আছে জান
নজনা দেশৰ নুশুনা সুৰৰ
সুৰলী লহৰ আনি।

১৬ জুলাই '৩৫

## হোমাগ্নিত আৱাহন

হোমাগ্নিত আৱাহন
মিলনৰ পুণ্য অৰ্ঘ্য দান
দুটি প্ৰাণ সংযোগৰ
প্ৰথমত এটি জয় গান।
হোমাগ্নিত কামনাৰ
সমুদ্ৰত উঠে এটি ঢৌ
ঢৌৱে উটি বুৰি
দুই প্ৰাণে লাভ কৰে মৌ।
চিতাগ্নিত মিলনৰ
পূৰ্ণাহুতি, প্ৰণয়ৰ শেষ
প্ৰেমময় জীৱনৰ
চিতাভস্ম সংগীতৰ ৰেখ।

২ আগষ্ট '৩৫

## কোন জনমৰ বাসন্তী উষাতে

কোন জনমৰ বাসন্তী উষাতে
আহিছিলা প্ৰিয় হাঁহিটি লৈ
সেই হাঁহিতেই ফুলিছিলে ফুল
মেলিছিলে পাহি আলসুৱা হৈ
সেই যে প্ৰভাতৰ অৰুণ কিৰণ
পুৱতী উষাৰ সেই যে গীত
এতিয়াও সেয়ে সপোনে সজাগে
হৰি আছে প্ৰিয় নিখিলৰ চিত
থিতাতে উজ্বলি কেনি গুচি যোৱা
সুধা সনা শত সপোন থৈ
সপোনতে মই বিচাৰিছোঁ তোমাক
মধু সৌৱৰণি বুকুত লৈ।

১৫ ছেপ্টেম্বৰ '৩৫

## মৰত ঢৌৱাই শৰত আকৌ

মৰত ঢৌৱাই শৰত আকৌ
আহিল বিজয় পতাকা লৈ
নিয়ৰে তিওৱা দূবৰি বনত
সৰিল শেৱালি উবুৰি হৈ।
শস্য শ্যামলা ধৰণীৰ কোলা
পদুম চিকুণীয়া বিল
নীলাকৈ আকাশত শুকুলা ডাৱৰৰ
আজি বিনন্দীয়া মিল
আহাঁহে সখিয়া পোৱাল থুৰীয়া
মৃদুলা শেৱালি আঁজলি লৈ
যাচোঁ হেঁপাহৰে চেনেহ লৱণু
পৰাণে পৰাণে মৰম।

২৮ ছেপ্টেম্বৰ '৩৫

## সোণ-বৰিয়ালি লতাৰ আঁৰত

সোণ-বৰিয়ালি লতাৰ আঁৰত
কোন কুটুমৰ হেৰালে ধন
কোন কুটুমৰ মন।
ঘূৰি ঘূৰি সোণ-পৰুৱাটি
সোণ-বৰিয়ালি পাতত পৰি
কোন কুটুমৰ মৰম বিচাৰে
সোণৰ পাখিৰে

১১ অক্টোবৰ '৩৫

বকুলবনৰ গীত

## নৃত্য নিপুণা মাৰ

নৃত্য নিপুণা মাৰ
চকুৰ পানীৰে পূজোঁ আই তোৰ
দুখানি ৰাতুল পাৰ
মোৰ, নৃত্য নিপুণা
নৃত্য নিপুণা
নৃত্য নিপুণা মাৰ।
নুপুৰৰ ধ্বনি
বাজে ৰিণি-ৰিণি
অনাদি অসীম কাল।
আই তৰা বহ্ন তোৰ
নীলা আঁচলেৰে
তৰিলি নাৱৰ অনন্ত-পাল
বৰ্ণ মালাৰে গঁথা
কণ্ঠত তোৰ আছে হেমহাৰ
কিহেৰে মহিমা গাওঁ
আশ্ৰুসিক্ত অন্ধ নয়ন
কিহেৰেনো তোৰ
চেনেহী বেশটি চাওঁ
মোৰ নৃত্য নিপুণা মাৰ।

১০ অক্টোবৰ '৩৫

## টুং টুং টুং টোকাৰী বা ঐ ৰ'ৰাগী

টুং টুং টুং টোকাৰী বা ঐ ৰ'ৰাগী
টুং টুং টুং টোকাৰী বা
টুং টুং টুং টুং টুং
বাহিৰত জোনাকত ঝৰজোন পাতিছে
গুলাইচোন এবেলি চা
টুং টুং টুং টোকাৰী বা।
টোকাৰীৰ গুণাতে পেলা ঐ জোনাকি
হিয়াৰ যেতে মাতে শোক
বাটৰ বাটকৰাই সন্নিধান দি যাৰ
গুচিৰ পষাণৰ ভোক
টুং টুং টুং..........
জীৱনৰ দোতাৰৰ ছিগিল তাঁৰ এগাছি
শোকত ক'লা হ'লে গা
টোকাৰীৰ সুৰতে বিনাইছোঁ কুটুম ঐ
উলটি এবাৰচোন চা
টুং টুং টুং..........

১১ অক্টোবৰ '৩৫ লক্ষ্মী পূৰ্ণিমা

## অকলশৰে ওলালোঁ মই বণিজ ভৰাই লৈ

অকলশৰে ওলালোঁ মই বণিজ ভৰাই লৈ
বোপাই সাউদৰ পাল তৰা নাও
অকলশৰে বাওঁ
বান্ধৈ সাগৰ ভাঙি যাওঁ।
সাগৰ ঢৌৱাই আঁচল উৰাই
আহে নাচি লখিমী মোৰ
বাটত দেখা পাওঁ বান্ধৈ
পাল তৰা মোৰ নাও
নাচোন দেখি তবধ হ'লো
মাজ ভগনত গৈ
হাতৰ ব'ঠা পৰিল সৰি
কপাল বান্ধৈ ঐ
মোৰ কপাল বান্ধৈ ঐ।

১২ অক্টোবৰ '৩৫

## অমিয়াটুপি পিয়ালা বাণী

অমিয়াটুপি পিয়ালা বাণী
দেখিলোঁ সপোন সোণালী ছবি
ভাবিলোঁ বহি ময়ে কিজানি
কোনোবা দেশৰ মৰমী কবি।
এদিন সখী পৰিলে সৰি
হাতৰ সৰু খুৰী বাটিটি।
সুৰীয়া মাতৰ লুভীয়া ওঁঠত
লাগিল বেথাৰ ফাকু এছাটি।
ভাগিল সপোন হেৰালা তুমি
পুৱালে ৰাতি সাঁজতে সখী
জোনালী নিশাৰ তৰালী আঁচ
লুকালে কেনি ভুমুকি মাৰি।

১৩ নৱেম্বৰ '৩৫

## দিলৰুবা মোৰ নুচুবা তুমি

দিলৰুবা মোৰ নুচুবা তুমি
বে দৰদী নিঠুৰ অতি
সধোৰা তাঁৰত আঁৰ লাগিলে
হেৰাব গানৰ গমক গতি।
সুৰ বনকা চনকা হিয়াত
তিভিৰি তুলা নথৰা নিয়াঁ
মৰমে ভঙা সজা উৰুঙা
এনেয়ে সজল এলাগী হিয়া
সেয়া শুনা মাতে ৰিঙিয়াই
আহ, বলিয়া জিৰণি ল'বি
সুৰৰো ৰিঙা বাজিছে বুকু
কঁপনি আহে আপুনি মৰি।

১২ অক্টোবৰ '৩৫

বৰুজবলৰ গীত

## সোণৰ গাগৰি পৰিছে বাগৰি

প্ৰভাতী মংগল

সোণৰ গাগৰি পৰিছে বাগৰি
উৰসী তোমাৰ স্নানৰ জল
উলটি নেচাবা তৰুণ তপনে
অৰুণ ৰথত পৰিছে ছল
উষা সুৰুযৰ নিত অভিসাৰ
সৰস উৎস গীত কবিতাৰ
সুঁৱৰি নোপোৱাঁ হিৰণ আভাৰ
আদি প্ৰথম থল।
হিন্দোল ৰাগি হিল্লোল লাগি
কনক কিৰণ ভিক্ষা মাগি
পাতিছোঁ আঁচল চকু চলচল
দিয়াহে এটুপি স্নানৰ জল।

৩০ নৱেম্বৰ '৩৫

## অমল ধৱল তুমি পূৰ্ণ প্ৰেমিক

অমল ধৱল তুমি পূৰ্ণ প্ৰেমিক
পূৰ্ণ তুমি পূৰ্ণ তুমি পূৰ্ণ তুমি
পূৰ্ণ বিষ্ণু প্ৰভু যীশু পূৰ্ণ তোমাৰ কৰ্মভূমি।
প্ৰেমময় তুমি পুত্ৰ বিভোৰ
ত্ৰাতা তুমি প্ৰাণ সিন্ধুৰ
বন্ধু তুমি দৰিদ্ৰ জনৰ
সখা তুমি সুহৃদ মনৰ
বিধৱাৰ তুমি অশ্ৰু এটুপি
সধবাৰ তুমি ওৰণিখনি
ভক্তৰ তুমি জীৱন ৰক্ত
স্বস্তিকা ধ্বজা তোমাৰ মণি পূৰ্ণ ভূমি।

২৩ ডিচেম্বৰ '৩৫

## মোৰ সোঁৱৰণি চাকিটিৰ

মোৰ সোঁৱৰণি চাকিটিৰ
শলিতাগাছি
নুনুমাবা সখী মোৰ
চকুলো মচি
এতিয়াও সপোনৰ ঘুমটি ৰাগি
চকুৰে চকুৰে মোৰ
আছে জাগি
এতিয়াও সখী মোৰ
সপোন ৰচি
হিয়াতে ছবিটি আছে
গোপনে বহি।।

১২ মাৰ্চ '৪১

## অ' মোৰ সুধাৰ নিজৰা

অ' মোৰ সুধাৰ নিজৰা
জনমে জনমে নিজৰি জৰা
শীতল চেঁচনি ধাৰা।
চকুৰ আঁৰত গোপন কথা
আউলী খোপাত বকুল গথা
পৰাণ অমিয়া ভৰা
তোমাৰ কেনিনো অমল লাৱনী প্ৰাণ
সুৰত উতলা মুৰজ তান
আজি কেনিনো পৰিছে ধৰা
মোৰ মোহৰ ৰাগিত ঘুমটি লাগি
সুৰৰ প্ৰতিমা উঠিছে জাগি
মনৰ মাজৰ পৰা।

২৩ ডিচেম্বৰ '৩৯

## তোমাৰ জোনাক যামিনী

তোমাৰ জোনক যামিনী
দেখি
অকলে অকলে আছিলোঁ
লেখি
আকাশ শুৱনি কৰা
কত যে তৰা।।
কাষতে আছিলে গোলাপ
লতা।
কোমল গাতত কবিতা বহা
ফুলৰ পাহিত মৰম ভৰা।
তেও যে নাহিলা তুমি
হে' প্ৰিয় মোৰ জীৱন স্বামী
নেদেখি নুশুনি মোৰ চকু যুৰি
কৰিলা চকুলো সৰা।।

১৬ মাৰ্চ ৪১

## কত যে তৰা

কত যে তৰা

আকাশ তৰা
জিলিমিলি
নাচি উঠে
মাধুৰী ভৰা
সখী কত যে তৰা।।

যেন বিৰহে মিলনে
মৰণে জীৱনে
একেলগে
মেল পাতে
সপোন ভৰা
সখী কত যে তৰা

দুটি তৰা তাৰে সখী
মোৰ চকু হৈ
পলক পাহৰি যেন
নিৰিখি তোমাক
আকাশতে থৰ হ'ল
মৰমভৰা
সখী কত যে তৰা।।

২৪ মাৰ্চ '৪১

## সন্ধ্যা যেতিয়া ধূঁৱলী কুঁৱলী

সন্ধ্যা যেতিয়া ধূঁৱলী কুঁৱলী
শুকুলা বৰণ হৈ
নামি আহাঁ তুমি ধৰণীৰ ফালে
সপোন কুহেলি লৈ

যুগান্তৰৰ স্মৃতি আহি
অবাক কৰি থয়
ইপাৰ সিপাৰ মনিব নোৱাৰি
চিত্ত বিভোল হয়।।

পৰে পৰে তোমাৰ কি যে.
পৰম পদৰ ৰাগি
প্ৰাণত লাগি টৌৱাই নিয়ে
জীৱন উঠে জাগি
সন্ধ্যা যেতিয়া ধূঁৱলী কুঁৱলী
শুকুলা বৰণ লৈ।।

২৭ মাৰ্চ '৪১

## নিলাজ বসন্ত, উদণ্ড বতাহ

নিলাজ বসন্ত, উদণ্ড বতাহ
নাচনী চ'তালী লগৰী লৈ
মত্ত মদিৰা জীৱনৰ ৰাগি
আনিছ আকৌ বলিয়া হৈ
আকাশ আৱৰি ধূঁৱলী জালেৰে
সপোন সিঁচিছ দিঠক নাই
কিনো মোহময় ৰচনা প্ৰেমৰ
নতুন চেনেহ লাগিছে চাই।।

২৮ মাৰ্চ '৪১

## নন্দনৰ পখিলী চন্দন সানিলি

নৃত্যগীত

নন্দনৰ পখিলী
চন্দন সানিলি
দুখিলি পাখিতে ঐ
সৰগৰ সভাতে নাচোন নাচিলি
কাৰেনো সঁহাৰি লৈ
নন্দনৰ পখিলী
চন্দন ৰেণুকা
জুনুকা আহিলি থৈ
নিমাতী পখিলী
মনে মনে আহিলি
মনৰে কথাটি লৈ
পখিলী পখিলী
কি কি দেখিলি
কি কথা দেখিলি
ক ঐ ক ঐ
গুপুতে যা তোৰ
মনেৰে কথাটি থৈ।

৬ ছেপ্টেম্বৰ '৪১; শ্বিলং

## ছন্দ দিয়াঁ তুলি

(আধালিখা)

ছন্দ দিয়াঁ তুলি
নন্দ দুলালত
মাটিৰ সুতুলী সাজি
দিওঁ আজি সুৰধ্বনি
লওঁ দুটি চৰণৰ
ৰেণু বুটলি
নন্দ দুলাল দিয়াঁ
ছন্দ তুলি
মন্দ মধুৰ..............

১১ অক্টোবৰ '৪৬

## সৰগৰ সভাতে

পখিলী
সৰগৰ সভাতে
নাচোন নাচিলোঁ
বিধাতাৰ লাগিলে বেথা
মোৰ নাচে দেখি
উৰ্বশী-ৰম্ভাই
গোপনে পাতিলে কথা।
নাচোঁতে লাহুতে
লয় বিচাৰোঁতে
হেৰালে মনৰে সুৰ
সুৰৰ চানেকি
ফুলে ফুলে আঁকি
ফুলতে পাইছোঁ জুৰ।
ফুলৰে বুকুতে
মোৰে কথা এটি
নিমাতে নিমাতে থৈ
ফুলে ফুলে পৰি
নাচোঁ হালিজালি
সৰগৰ বাতৰি কৈ।

৬ ছেপ্টেম্বৰ '৪১ ; শ্বিলং

## সখা মোৰ সখা মোৰ

সখা মোৰ সখা মোৰ
সেই মধু সপোনৰ স্মৃতি আঁকি
ৰচিলোঁ গোপনে এই
ফুলৰে চাকি।
সপোনতে উটি তাঁহি
বিচাৰোঁ সপোন
নেদেখোঁ তোমাক কিয়
প্ৰাণৰে আপোন
তন্দ্ৰা ঘুমটি লাগি আবেশতে বৈ
হিয়া মেলি চাওঁ মোৰ
পদুম পাহি
সখা মোৰ সখা মোৰ
আছা তুমি তাতে দেখোঁ
নিৰলে বহি।

৬ ছেপ্টেম্বৰ '৪১; শ্বিলং

## সেই যে সন্ধিয়া বলিছিলে বা

সেই যে সন্ধিয়া
বলিছিলে বা
সখী দেখোঁ তেতিয়া
জিলিমিলি জোনাকৰ
সিঁচৰিত সপোনৰ
মোহে ভৰা ধৰণীৰ
উতলা হিয়া
সখী দেখোঁ তেতিয়া
জোনাকৰ আঁৰে আঁৰে
হৃদয়ৰ তাঁৰে তাঁৰে
মৰমতে মজিছিলোঁ
আমি যেতিয়া
সখী দেখা তেতিয়া
আজি নৱ বৰষাৰ
বিজুলী দেখি
উজ্বলি উঠিছে হিয়া
সপোন লেখি
সখী
সপোন দেখি।

২২ জুন' ৪২ ডিমক, ডিব্ৰুগড়

## সৌ সাগৰৰ ঢৌ লাগি মোৰ

দুলে দুলে দুলে
সৌ সাগৰৰ ঢৌ লাগি মোৰ
ফুলৰ তৰা দুলে
নাওখনি মোৰ সপোন বিভোৰ
সাগৰ ভাঙি যায়
শুকুলা ডাৱৰে পাল তৰি দিয়ে
সপোন মেলা চাই
সাগৰ ভাঙি যায়।
জিলিক মিলিক জিলমিলনিত
ৰূপৰ তৰা ফুলে
আঁচল উৰাই সাগৰিকাই
নাচে কুলে কুলে
দুলে দুলে দুলে।

১৮ এপ্ৰিল '৪৪

## সপোন সুধাৰে ধোৱা বসুধাখনি

(এই) সপোন সুধাৰে ধোৱা বসুধাখনি
বৰষাৰ পৰশত উঠে উলাহি
উঠে উলাহি।
সেউজীয়া দুবৰিৰ দলিচা পাতি
বীণা হাতে বহে কোন
কবি কুঁৱৰী।
আগলি পাতত লিখি
পূৰবীৰ সুৰ লিপি
বননিত জুৰে গীত
কোন কেতেকী।

১৫ জুলাই '৪২; ডিমক, ডিব্ৰুগড়

---

বতুলনাথৰ গীত

## এনেনো শুৱনি দ'লবে দুৱাৰ

ৰাগ-ভূপালী একতাল

এনেনো শুৱনি দ'লবে দুৱাৰ, কোনেনো কৰিলে বন্ধ
বেদনাকো মোৰ নন্দিত কৰি আনিছে স্মৃতিৰ গন্ধ
আশাৰ শলিতা জ্বলিছে টিমিকি
দেখি অতীতৰ জ্যোতি জিকিমিকি
দিয়াঁহে আশিস মংগল মধু বোৱাই মকৰন্দ
সাধনা বাসনা কামনা হিয়াৰ
লোৱাঁহি অৰ্ঘ্য আজি দুখীয়াৰ
তথাপি দেৱতা কৰিছোঁ প্ৰণতি
নকৰা দুৱাৰ বন্ধ।

৫ মে '৪৬

## সোঁৱৰণী শলিতাৰে মনিব নোৱাৰা

সোঁৱৰণী শলিতাৰে মনিব নোৱাৰা
কোনোবা পুৱাৰে কথা
মধুময় শৰদৰ অগ্নি কুসুম
আজিও মালাতে গাঁথা।
সপোনৰ ফেঁহুজালি কুঁৱলী ভেদি
হিৰণ কিৰণ লতা
আকাশ তনয়া উষা নামিলে যিদিনা
তেতিয়াৰে এই বেথা
সোণৰ কলচীটি কালিমা মলচি
উদয়াচলৰ তথা
আজিও জিলিকে বৰণীয় কৰি
সপোন সবিতা কথা।

২৬ অক্টোবৰ '৪৬

## সুৰ সধা মোৰ গানৰ তানে

সুৰ সধা মোৰ গানৰ তানে
কোন জনমৰ বাৰ্তা আনে
কোন ফাগুনৰ
পলাশ ফুলৰ
সপোন বেথা হানে
সুৰ সধা মোৰ গানৰ তানে।

ছন্দে ছন্দে নৃত্য কৰি
সুৰৰ লহৰ হিয়া ভৰি
আছিল আপোন হৈ
বেথাৰ কুসুম অৰ্ঘ্য যাচি
আনন্দ মোৰ আছিল গানত
কুল কুল কৈ।

সেই সন্ধিয়াৰ সেই ৰাগিণী
সেই মিলনৰ জোনাক যামিনী
নীল যমুনাৰ
সলিল সুধাৰ
উপচি আছিল বানে
সুৰ সধা মোৰ হিয়াৰ গানে।

১২ মাৰ্চ '৪৬

## কবিৰ কবিতা পুৰতি নিশা

কবিৰ কবিতা পুৰতি নিশা
সুপ্তি সপোন ভাঙি
কোন সৰগৰ চিৰ সুন্দৰ
তুমি আহিলা নামি।।

নিথৰ নিমাত পৰশি ধৰণী
শব্দগ্ৰাহী মোৰ মৰ্মত আহি
বিচাৰিছে নবপ্ৰাণ
যাচিছে অৰ্ঘ্য বাণী
সুপ্তি সপোন ভাঙি।।

যাত্ৰা তোমাৰ ওৰধি কুমাৰ
মংগল হক পথ
শান্ত শিৱৰ মৃদু মনোৰম
আৰোহি জীৱন ৰথ।

বসুধা বুকুৰ শতধা আশিস
লোৱাঁহে আঁজলি পাতি
সুপ্তি সপোন ভাঙি।

২২ অক্টোবৰ' ৪৬

## কবি ৰচিছিলাঁ

কবি ৰচিছিলা
কিহৰ বেদনা
সপোন মাধুৰী দিয়া
যুগে যুগে যেন তোমাৰ কবিতা
মোৰেই মৰমী হিয়া (মাধৰী প্ৰিয়া)
দিঠকতে দেখি সপোন মধুৰ
মেঘে ক'লে প্ৰিয় তুমি বহু দূৰ
কত বাঁহ-বেণু গীতি কবিতাৰ
উপচি পৰিলে হিয়া।।
অভিমান কৰি মেঘে যে কান্দিলে
ৰূপালী ৰেখাৰে লেখা
সিক্ত কৰিলে ধৰণীৰ হিয়া
নেপালে কবিকে দেখা।
কবিতাৰ মালা মেঘে মেঘে গাঁথি
বিজুলী ৰেখাৰে পিন্ধালে ৰাখী
চিৰ বিৰহৰ বেদনাত হায়
মৰহি পৰিলে হিয়া

৩১ অক্টোবৰ '৪৬

বনফুলজনৰ গীত

## আজি অমানিশা

আজি অমানিশা
তিমিৰ বৰণী এই
দীপ মালিকা
কণ্ঠত লোৱাঁ তুলি
প্ৰাণ শলিতা।
এধাৰি দুধাৰি কৰি
ঘৰে ঘৰে আজি
উজ্বলাই পদূলিৰ
তৃণানি ৰাজি
তিৰবিৰ কৰি উঠে বন্তিমালা
এই অমানিশা।
হৰি নিয়াঁ আজি
তামসী মায়া
জ্যোতিৰ্ময়ী বিভাময়ী
জগত পানিকা
তিমিৰ বৰণী আই
পিন্ধা এই
দীপ মালিকা।

২৩ অক্টোবৰ '৪৬

## পাহৰি নেযাবাঁ প্ৰিয়

পাহৰি নেযাবা প্ৰিয়
সেই ফাগুনৰ সেই গান
সুঁৱৰি সপোন সেই
জোনাকৰ প্ৰীতি স্নান।

সুৰৰ কোঁৱৰ তুমি
কম্পিত অধৰৰ সুধা দিয়াঁ
কাঞ্চন কুসুমৰ আভা আবিৰ
নয়নত ছবি লেখা নয়নৰ নীৰ
পাহৰি নেযাবা প্ৰিয়
যৌৱন সপোনৰ সোণালী জিয়াঁ(হিয়া)
জাগৰিত দক্ষিণৰ
উদাস কিনিনি সেই বা-শিহৰণ
মুক্ত জীৱন পথ
কুঞ্জ কানন সেই তৰুলতা বন
পাহৰি নেযাবা প্ৰিয়
ৰূপোৱালী ফাগুনৰ সেই সন্ধিয়া।।

৩১ অক্টোবৰ '৪৬

## সঙ্গীত শতদল বাসিনী

সঙ্গীত শতদল বাসিনী
কণ্ঠ সুহাসিনী
আই।
চাৰু কেশ কুন্দল ধাৰিণী
শিল্প বিলাসিনী
আই
পণ্ডিত বুধজন মানসী
জ্যোতি প্ৰদায়িনী আই
জগ জন মন হাৰিণী
মন্দিৰ শোভিনী আই
নমো নমো নমো।

২৫ নৱেম্বৰ '৪৬

## ৰ নাৱৰীয়া নাও নেমেলিবি

ৰ নাৱৰীয়া নাও নেমেলিবি
ব'ঠা নধৰিবি আঁটি
কথা শুনি যোৱাঁ সাউদৰ মুদৈ
লগত লৈয়ে যোৱাঁ ৰাতি।
জোন-বেলি-তৰা যদিহে নেদেখা
বাতি লগাই দিয়া বৈ
কুঁৱলীৰ মাজেদি যাবা হেছি দুলি
সপোন ভাঙি ভাঙি ঐ।
উলটি আহোঁতে পোৱাল সাগৰতে
আনিবা এনাও কৈ গাঁথি
মাণিকী মধুৰী জীৱনৰ জেউতি
বানত দলিচাৰে চাকি।

৫ অক্টোবৰ' ৪৬

## হেমন্তৰ এই করুণ সন্ধিয়া

হেমন্তৰ এই করুণ সন্ধিয়া
যুগ যুগান্তৰ
কোটি জনমৰ
জ্বলে কাৰ বাঙলী হিয়াৰ
কবিতা সবিতা প্ৰিয়া
নিশা সপোনৰ ওৰণি টানি
শিৰৰ সেন্দুৰ
যজ্ঞ জ্যোতি
তীব্ৰ শিখা স্বপ্ন লিখা
এৰি থৈ যায় কাৰ
বিৰহী হিয়া
ওৰে ৰাতি বিষাদিনী চকুলো টুকি
এটুপি দুটুপি
বেথাৰে গধুৰ
টোপোলা সৰাই দেহি বেদনা জনায়
হিয়া দিয়া হিয়া নিয়া।

১১ নৱেম্বৰ '৪৬

## হে' সৰ্বদুঃখহৰ জ্ঞান প্ৰদাতা

ৰুদ্ৰ স্তুতি

হে' সৰ্বদুঃখহৰ জ্ঞান প্ৰদাতা
পাপ ফল বিধান কৰ্তা
হে' ৰুদ্ৰদেৱ, বিশ্ব বিধাতা।
ক্ৰোধৰূপী বাণধাৰী
পাপ শত্ৰু নাশকাৰী
হে' সৰ্বদুঃখহৰ জ্ঞান প্ৰদাতা
নমো নমো মংগলৰূপ দেহধৰী প্ৰদায়কাৰী
পাপ বিনাশী পুণ্য প্ৰদায়কাৰী
সৌম্য শান্ত মংগলৰূপ দেহধাৰী
পাদপদ্মে বন্দে বন্দে
জগজন মানৱ ত্ৰাতা
হে' দেৱ হে' দেৱ
জ্ঞান প্ৰদাতা।

২২ নৱেম্বৰ '৪৬

## ইমান চেনেহী তুমি ভাষা জননী

ইমান চেনেহী তুমি ভাষা জননী
নেপালোঁ সিমান শুৱলা শব্দ
উপমা ৰচিম কি।
তুমি অনুপম চিৰ শ্যামলিমা
উদয়াচলৰ সোণৰ কিৰীটি
ৰশ্মি শিৰত দি।।
তোমাৰ মানসী কমলাকুঁৱৰী
পিয়াসী প্ৰাণৰ বেদনা সুঁৱৰি
গায় সকৰুণ গীতি।
মালিনীয়ে আহি ফুলনি মাজতে
হাতো মেলা নাই
ফুলো ছিঙা নাই
থমকি বিচাৰে স্মৃতি।
হেলচি গুলচি চকুপানী মচি
সখী তেজীমলা বিচাৰিছে কেনি
সুৰৰ লহৰ দি
গুণ-গুণনিৰে বনবননিত
গুটি গুটি মৌৱে তোমাৰ হিয়াৰে
যুৰিছে অমিয়া পি।

১৬ নৱেম্বৰ' ৪৬

## অস্ত ৰবিৰ কিৰণ সপোন

অস্ত ৰবিৰ কিৰণ সপোন
ডেউকা মেলি
কোন কাহিনীৰ জোন বিচাৰি
ওলালা কেনি।
মণি-মুকুতাৰ জেউতি লুকাই
থৈছে যেনি।
যিটি ভৰাঁলৰ বেৰত সপোন
যাবানো কেনি
যোৱাঁ যদি সখী পৰাণৰ পখী
যাবাচোঁ ঠেলি
এখনি দুখনি হেঙুল দুৱাৰ
সন্ধিয়া বেলি।

২৮ নৱেম্বৰ '৪৬

## প্ৰবাল দ্বীপৰ কোন ৰাজকুঁৱৰী

প্ৰবাল দ্বীপৰ কোন ৰাজকুঁৱৰী
সপোন নাৱৰ টিঙত ভাঁহি
সাত সাগৰৰ মাণিক ৰতন
সিঁচি গ'ল আজি নিজেই আহি।

কোন কাহানিৰে সুঁৱৰি স্মৃতি
গুঁঠিলে এধাৰি কোমল পাহি
পোবাল ৰঙীয়া শেৱালিৰ ঠাৰি
দি গ'ল দান সপোন হাঁহি।

শাৰদী প্ৰভাত শ্যামল দূবৰি
শ্যামলিমা তোৰ তৃণানি ৰাজি
ৰাজকুঁৱৰীৰ চৰণ পৰশি
উঠিছে গীতৰ সুৰত হাঁহি।

১৫ অক্টোবৰ' ৪৭

## ইমান পুৱাতে আজি

(হেমন্ত প্ৰভাতৰ শিৱলী দেখি)

ইমান পুৱাতে আজি
হিয়াৰ চেনেহ যাচি
আহিলা তুমি
ধৰণীৰ হিয়া খনি
মাণিক মুকুতা সিঁচি
দিলাহি চুমি
সপোন কুঁৱলী মেলি
ক্ষীৰ বৰণীয়া সৌ
পুৱালী আকাশ
মুহিলা কিহেৰে আজি
কবিৰ মানসী বাণী
মেলিলা সুবাস।
আকাশতে কেতেকীৰ
গন্ধ সঁফুৰা মেলি
মুহিলা তুমি
তথাপি থাকিলা তুমি
জিলিমিল মুকুতাৰ
মাজতে জুমি।

২৫ নৱেম্বৰ' ৪৬

[illegible] গীত

## মৰণ লিপিৰে লিখা

মৰণ লিপিৰে লিখা
জীৱনৰ মৰীচিকা
মাটিৰ মানুহে চায়
ৰাতি সপোনে ঢাকি
তৰা বছা ছাকনিৰে
অতীত পাহৰি যায়।

স্মৃতিত বাজেহি সুৰ
করুণবো সকৰুণ
হেৰালে হাততে হায়
ভাঁহি এটি ফিৰিঙতি
হাঁহি-নাচি শূইনেদি
থিতাতে কেনিবা যায়।

সপোন যেতিয়া গৈ
চাকনৈয়া এটি হৈ
ঘূৰি ঘূৰি চায়
তেতিয়া জীৱনৰ
তেতিয়াহে মৰণৰ
সঁচাৰ কাঠিটি পায়।

১ ডিচেম্বৰ' ৪৬

## গীতা গীতা গীতা

গীতা জয়ন্তীৰ গীত

গীতা গীতা গীতা
আকাশে বতাহে
অনাহত ৰৱে
শুনো ধ্বনি
গীতা। গীতা। গীতা।

জ্বলিছে জীৱ
জগত জীৱন
মৰণে ৰচিছে চিত্ৰা
শিখা ভেদি তাৰ
উঠে অনিবাৰ
মঙ্গল ৰূপ গীতা
গীতা গীতা গীতা।

৫ ডিচেম্বৰ ৪৬

## এটুপি চকুলো তুমি

এটুপি চকুলো তুমি
হিয়াতে থৈ
নীহাৰিকা কুহেলিকা
সপোনকে লৈ
লুকালা কেনি?

থিতাতে হেৰোৱাঁ
থিতাতে লুকোৱাঁ
থিতাতে হিয়াত আহি
কিবা কথা কৈ
কেনি যোৱা কেনি যোৱা
লুকোৱাঁ কেনি?

১৭ অক্টোবৰ' ৪৭

মজুলাখনৰ গীত

## জীৱনৰ সখা মোৰ

জীৱনৰ সখা মোৰ
আহি দিলা দেখা
সপোন মাধুৰী দিলা
কবিতা লেখা।
বাটে বাটে দিলা তুমি
বাটৰে বিধান
অভিমান আৱেশৰ
প্ৰীতি সন্নিধান।
আকাশত দিলা এটি
সৰগী ৰেখা
ৰেখাৰে বুকুতে দেখোঁ
কবিতা লেখা।

১৮ অক্টোবৰ' ৪৭

## পূজা অৰিহণা মোৰ

পূজা অৰিহণা মোৰ
পৰাণৰ সুৰবোৰ
গীতৰ ধ্বনিৰে তুমি লোৱাঁ
সুৰৰ লহৰ জিনি
যুগৰ বাতৰিখিনি
ধ্বনিৰে ধ্বনিটি তুলি থোৱাঁ।
মাধুৰীৰ মধু সনা
অধৰৰ ৰূপ ৰেখা
সপোনতে মনে মনে থোৱাঁ
পূজা অৰিহণা মোৰ
পৰাণৰ সুৰবোৰ
গোপনে গোপনে সাঁচি লোৱাঁ।

২২ অক্টোবৰ' ৪৭

## কোন সৰগৰ বাতৰি আনি

কোন সৰগৰ বাতৰি আনি
কোন মৰতত দিলা
মইনা আমাৰে মইনা পখী
বাৰে পোহৰৰ ৰশ্মি সানি
চকু তিৰিবিৰি কৰে অ' মইনা
কাৰ সপোনৰ ৰ'দালি দেখি
আহাঁ অ' মইনা
সৰগী মইনা
দূৰৰি দলিচা থৈছোঁ পাৰি
বহাঁ শাৰী পাতি
মইনা অ' মোৰ মইনা পখী।
দূৰণি দেশৰ পুৰণি সাধু
শুনা অ' মইনা
ফুলেৰে সজোৱা ঘৰ
ফুলৰে মাজতে
ফুলে ফুলে পৰি
পখিলাই মেলিছে পাখি
পখিলাৰ পাখিতে মইনা সোণায়ে
ফুলৰ গুঠি দিছে চাকি
চাকি চাকি চাকি অ' মইনা
মৰমৰ পখী।

২৮ নৱেম্বৰ '৫১

## কোন দূৰ দেশলৈ গুচি গ'লিগৈ

কোন দূৰ দেশলৈ গুচি গ'লিগৈ'
অকলৈ
ক'ৰ পৰা আহিছিলি কাৰ ঘৰলৈ
...গুচি গ'লিগৈ
কাক এৰি থৈ
সিপাৰৰ ঘৰ এৰি ইপাৰত তই
কাক জানো লগ পালি ঐ
ইপাৰত তোৰ হেৰ' কোনো নাই অ'
গুচি গ'ল
সিপাৰলৈ..................
সমাধি নেসাজে তোৰ কবৰ নিদিয়ে
তেনেই হেৰালি তই
আজি অকলৈ
সিপাৰত সখা তোৰ পথৰ
জেউতি
গুচি গ'ল পাছ ফালে
আৰ্জি এৰি থৈ।

১৫ ডিচেম্বৰ '৫১

## জবাহৰ প্ৰশস্তি

জয়তু জবাহৰ জয়তু জয়
তুমি ভাৰত-ভাগ্য-বিধাতা
তুহি জ্যেষ্ঠ শ্ৰেষ্ঠ ভ্ৰাতা
জয় জয় জয়।
জয়-মাল্যদান
হে মহান
ভাৰত মাতাৰ
প্ৰাণৰ দুলাল
জয় জবাহৰ
জয় জবাহৰ
জয় জবাহৰ জয়।

বিজয় তিলক কৰোঁ দান
হে মহান
"বিজয়ী বিশ্ব তিৰঙ্গা প্যাৰা
ঝাণ্ডা উঁচা ৰহে
হামাৰা"
জয় জবাহৰ, জয় জবাহৰ
জয় জবাহৰলাল।

১৫ ডিচেম্বৰ '৫১

মধুসূদনৰ গীত

## সোণ বৰণীয়া কোন ঐ ধুনীয়া

সোণ বৰণীয়া কোন ঐ ধুনীয়া
দিঠকত দুবৰি হৈ
সপোনত সিঁচিলা জ্যোতিৰ কণিকা
দুহাতে আঁজলি লৈ।
তথা লাগি লাগি
চালোঁ মই ব'ৰাগী
উদাসী হিয়াৰে
দুবাৰৰ ভিতৰত
গোপনে লুকুৱাই থৈ
এখানি মোৰ হিয়াৰে পজাটি
দিগন্ত বিয়পা
মোৰ সেই ধুনীয়া
থওঁনো কেনেকৈ ঐ

১ জুন '৬২

## অ' ভাই হিন্দু মুছলমান

ঈদ উপলক্ষে

অ' ভাই
হিন্দু মুছলমান
আমাৰ ঈশ্বৰ
তোমাৰ আল্লা
একেই ভগৱান।
একেই আমাৰ
জন্মভূমি
একেই জোনৰ
একেই আচমান
একেই ভাৰত
সোণৰ গুল-ই-স্তান
অ' ভাই হিন্দু মুছলমান

২৮ জুলাই '৮০

## শ্ৰীগুৰু শংকৰ কৃষ্ণৰ কিঙ্কৰ

শ্ৰীগুৰু শংকৰ কৃষ্ণৰ কিঙ্কৰ
প্ৰধান
যাকেৰি অন্তৰ সমস্ত সন্তৰ
একহি ভকতিকু থান।
তাকেৰি অমল হিয়া মাজে কমল
কমল যে কৃষ্ণৰ প্ৰাণ
বিমোহিত মন বিশ্ব বিনোদন
ধৰতহি ওহি ধ্যান
নাট গীত ভাট মুক জনকো মুখে মাত্ত
তুহি দেৱলি মুক্তি মালা দান
তুহি গায়ন তুহি বায়ন তুহি পিতন শ্যামল
তোহাৰি সুস্মৰণে হৃদয় পৰাণ।
কহে মিএগ মনুচৰ ভাই শুন সব ভকত গোসাঁই
প্ৰেমহি ভকতিকু নিৰমল ৰস
ভেদ পৰি হৰি বোল ভাই হৰি হৰি
গাব সবে শ্ৰীমন্ত শঙ্কৰ যশ। *

৬ ছেপ্টেম্বৰ '৬২

## সুন্দৰ তুমি আহিছিলা

সুন্দৰ তুমি আহিছিলা আজি পুৱাৰ বেলা
তোমাৰ চকুৰ জেউতি দেখি
মোৰ চোতালত ঘৰচিৰিকাই
পাতিছিল কিনো মোহন মেলা
সুন্দৰ তুমি আহিছিলা
আজি পুৱাৰ বেলা।।

তোমাৰ প্ৰেমৰ পৰশ পাই
মোৰ মৰা মন উঠিল জীপাই
উৰা মাৰি গ'ল ডেউকা কোবাই
তোমাক বিচাৰি আকাশ খিয়াই

উৰি উৰি ঘূৰি ঘূৰি চোতালত নামি
দিঠকতে পাতিলেহি সপোন খেলা
মাটিৰ মানুহ মাটিৰ পৃথিৱীখন
উজ্জ্বলি উঠিল প্ৰিয় পুৱাৰ বেলা।।

২০ নৱেম্বৰ '৭৩

## হে সৌম্যমূৰ্ত্তি দেৱ হেমচন্দ্ৰ

হে সৌম্যমূৰ্ত্তি দেৱ হেমচন্দ্ৰ
এয়া শ্ৰদ্ধাৰ অৰ্ঘ্য
তোমাৰ চেনেহী ভাষা
অসমীয়া শবদেৰে
কৰোঁ আজি দান
সুঁৱৰি তোমাৰ পূণ্য
সেই জন্ম ক্ষণ
শতবৰ্ষ আগে
জাগে আজি গুণমুগ্ধ সমাজৰ
শ্ৰদ্ধাশীল প্ৰাণ
লোৱাঁ লোৱাঁ দেৱ
এইখন অসমৰ
শ্ৰদ্ধাৰ শৰাই
কাহনিও লেৰেলি নোযোৱা
পিন্ধি থাকা মালাধাৰি
স্থিৰ নেত্ৰে
আমালৈ চাই।

৭ জানুৱাৰী '৭২

## মোৰ ফালে নেচাবি

মোৰ ফালে নেচাবি
চকু কেৰাহিকৈ
বুকুখন লুকুৱাই থ
দেখিলে কলিজাত কঁপনি উঠিব
(তোৰ) তাঁতৰো ছিঙিব ব।।

গাভৰু কালতে ৰাখিলি পিতাই ঐ
চহকী হ'বৰে মন
ডেকা হৈ পকালি গাৰ ডাঢ়ি চুলি
নুবুজ একোকে ধন।

বকুলবনৰ গীত

## কথা নাই কথা নাই

কথা নাই! কথা নাই!
নাইনে সঁচাই সখী নাইনে কথা
ছিগিলেনে আজি মালা
কথাৰেই গঁথা
বেথাভৰা হৃদয়ৰ
তেজেৰে ৰাঙলী হোৱা
সেইযে কথা
কৰিলানে শেষ তুমি
তাকো অযথা
কথা যদি শেষ হয়
বেথানো জনাবা বাৰু
কি উপায়েৰে
কোৱাঁ সখী কেনেকৈনো
বুজাবা কিহেৰে
আবেগৰ উতলনি
মুখেৰে ফুটাই কোৱাঁ
শবদৰ ধ্বনি
সেয়ে জানো মৌ মাত
নহয় জুৰণি
হিয়া থকা তুমি যদি
মৰমী পৰাণ হোৱাঁ
অমৃত যেন
কথাতেহে প্ৰকাশিব
তাৰো পূণ্য প্ৰেম।।

## আজিও ধৰাত কবিতা নাই

আজিও ধৰাত কবিতা নাই
নিজৰি নিজৰি মোৰ চকু ভৰি
দুধাৰি চকুলো বাগৰি যায়।

কি হ'ব ত ৰাব দীপালী জ্বলিলে
কাননে কাননে কুসুম ফুলিলে
ধৰণী বুকুত মালতী পাহিত
কবিতা যেতিয়া জিলিকা নাই।

ডাবৰে ডাবৰে কবিতা লাহৰী
তটিনী ধাৰাৰ কবিতা মাধুৰী
সন্ধিয়া উষাৰ মোহন ৰ'দালী
কোনেও কবিতা নোবোলে হায়
ধৰণীখনিৰো জীৱন কবিতা
কবিতা নেপাই মৰহি যায়।।

* হীৰা বৰদলৈৰ দ্বাৰা সংগৃহীত

## সেই অতীতৰ স্মৃতিৰ চানেকী

সেই অতীতৰ স্মৃতিৰ চানেকী
প্ৰীতিৰে উপচি আজি
আহিছে ইমান নতুন ৰূপেৰে
মোহন বেশেৰে সাজি

অ' মোৰ মোহন, অ' মোৰ প্ৰিয়
কোৰাচোঁ আজিনো আহিছা কিয়
দিছা কিয়নো যাচি
ফুলেৰে ভুলৰ প্ৰতিমা আঁকি

## বাণী মন্দিৰত আৰতিৰ দীপ

বাণী মন্দিৰত আৰতিৰ দীপ
থিমিকি থিমিকি কঁপিছে প্ৰাণ
ধৰণীৰ বুকু তেজেৰে ৰাঙলী
ৰক্তধাৰাৰ উঠিছে বান
সৰগী শিশুৰ সৰল হাঁহিটি
জননীৰ হিয়াৰ চেনেহী তান
প্ৰকৃতিয়ে আজি তাণ্ডৱে নাচি
ধ্বংস লীলাৰ কৰে অভিযান
দিয়া অভিনৱ সুৰৰ লহৰ
জীৱন জয়ৰ নতুন গান
উঠলি উঠক ত্ৰিদিৱ ভুৱন
বওক ধৰণীত শান্তিৰ বান।।

* হীৰা বৰদলৈৰ দ্বাৰা সংগৃহীত

## জীৱনৰ সুৰ

নাই নাই নাই
চিৰ অভাৱৰ ইকি আৰ্তনাদ
ইকি সুৰ তাথৈ তাথৈ
জীৱনৰ বুকু ভেদ কৰি নিতে
কাণে কাণে যেন কয় মহাগীতে
মহামিলনৰ ক্ষণেক মিলন
যায় মোৰ প্ৰিয় যায়
নাই নাই নাই।।
মহাসমুদ্ৰ গৰ্জন কৰি
উৰ্মি-উতলা লহৰত পৰি
জীৱনৰ সুৰে গায় দূৰে দূৰে
মৰণ অৰ্থহীন।।

ৰকুলবনৰ গীত

## দেৱীও নহওঁ মানৱীও নহওঁ

সুৰসুন্দৰী (নৃত্যগীত)

দেৱীও নহওঁ মানৱীও নহওঁ
নহওঁ পখিলী মই
ত্ৰিদিব জগতে বুকুৰ মাজতে
মোকেহে সাৱটি লয়
অৰুণ কিৰণে উৱা সমীৰণে
ৰাঙলী সজ্জিয়া বালা
মোকেহে আকুলি পৰিচিত বুলি
পিন্ধায় মোহন মালা
ইন্দ্ৰ সভাৰ ললিত কলাৰ
সৃষ্টি মোৰেই দান
মোৰে সুৰতে নিজান জগতে
সজাগ কৰিছে প্ৰাণ।
সপোন কুঁৱৰী মোকে সুঁৱৰি
প্ৰেমৰ পৰাগ পাই
সানিছে গালত টোপনি জালত
থাকোঁতে মানুহ ভাই
বিজুলী আহোঁতে ধৰণী হাঁহোতে
কুলিৰ মাতত গাওঁ
ভুবন-ভুলাই আমোল মোলাই
থিতাতে কেনিবা যাওঁ
মৃণাল ক্লান্তি, মইয়ে শান্তি
বৰষোঁ সুৰত লয়
সুৰৰ বাণী প্ৰেমৰ বাণী
মোকে মানুহে কয়
দেৱীও নহওঁ মানৱী নহওঁ
নহওঁ পখিলী মই
ত্ৰিদিব জগতে বুকুৰ মাজতে
মোকেহে সাৱটি লয়।।

---
বনফুলৰ গীত

## কিয় যুগমীয়া শোকে ভৰা হিয়া

কিয় যুগমীয়া শোকে ভৰা হিয়া
মোকে দিয়ে গলি আই
ভাবোঁতে ভাবোঁতে হিয়া ক'লা পৰে
দুচকু উপচি যায়
দুচকু পচাবোঁতে তোৰ মৰমেৰে
মৰ্ম বিন্ধেহি মোৰ
দিনে দুপৰীয়া আবেলি সন্ধিয়া
ভাবনাৰ নপৰে ওৰ
আই আই মাউৰা, হ'লে বিছচেৰা
নেপালোঁ ভোগালিৰ পিঠা
কওঁতে কথাটি কলিজাত ধৰিছে
তিতা লাগে মৌ মিঠা
চেনেহৰ বাতৰি একে মুখী কৰি
কোনেনো দিবহি মাত
শোকতে উতলা মোৰ হিয়া তলি
পৰিব একেৰি শাঁত
নুফুটে হাঁহিটি আজি মোৰ বউটি
হাঁহিলে আবৰি যায়
চেনেহৰ সঁফুৰা কোনে আনি দিয়ে
মাউৰাময়ে যে আই।।

## মেলা ভাগিছে বাজিছে প্ৰাণত

'মেলা ভাগিছে' বাজিছে প্ৰাণত
মেলানিৰ মোল বুজিব কোনে
কোনেনো জানিব পূৰ হৈ গ'লে
খীণ সুৰ কিয় গায়হি জোনে।

যোৱা যদি যোৱা পেলোৱা হিয়াত
দুখনি তোমাৰ চৰণৰ চিন
তাৰ মৰমতে অকলে অকলে
নিয়াম দুখৰ বিৰহী দিন
মহামেলা এই উছৱ এৰি
যাওঁ কেনেকৈ দেৱতা হে'
দিব কিনো মোক খনিৰ সোণে।

## জয়তু জোৱান

(সমৱেত সংগীত)

জয়তু জয়তু জয়তু জোৱান
হোৱাঁ আগুৱান
হোৱাঁ আগুৱান
গগণ বিহাৰী জয়তু জোৱান
ধ্বনি তৰঙ্গত গাই জয়গান
হোৱাঁ আগুৱান
সমুদ্ৰ বক্ষত হিল্লোল তুলি
জয় জননী
জয় জননী
জয় জননী বুলি
হোৱাঁ আগুৱান বিজয়ী জোৱান
ধৰণীৰ ধুলি উৰুৱাই বাটে বাটে
সীমান্ত কেশৰী
বিজয়ী জোৱান
হোৱাঁ আগুৱান হোৱাঁ আগুৱান
ভাৰতৰ জয়ধ্বজা
মহাত্মা গান্ধীয়ে সজা
নিব খোজে ধুমুহাই
চোৱাঁহে জোৱান
চোৱাঁহে জোৱান
জয়তু জয়তু জয়তু ভাৰত
ৰাষ্ট্ৰ মহান।।

## মৰণে যেতিয়া জীৱন সপোন

মৰণে যেতিয়া জীৱন সপোন
ঢাকি দিব ক'লা
যৱনিকা তৰি
তেতিয়ানো কি জ্বলাবা শিখা
হেৰাব সপোন কোলিবা পৰি

কেৱে নেদেখিব কেৱে নুশুনিব
কেনি গ'লা, কি ক'লা
যাবাযে থিতাতে উৰি
ঘূৰি ঘূৰি আহি কৃৰিবা বিচাৰি
কেনি আছে মোৰ মন।

৬ ডিচেম্বৰ' ৪৬

## বাংলা গীত

## লক্ষ বাসনা রয়েছে জাগিয়া

লক্ষ বাসনা রয়েসে জাগিয়া
লক্ষ্য হারায় বুকে
বিফল স্বপন রাশি
কেড়ে নিয়ে প্রাণের হাঁসি
আঁকিয়া দিয়েছে মোর কালিমা মুখে।

রাঙা ফাগুন মিলন রাতে
প্রিয়া আমার নেহরো সাথে
ফাগের লীলায়
তাইতে আমায়
রক্ষ হারায় দুখে

২৭ ফেব্ৰুৱাৰী '৩২

## যেথায় এসে দেখি বন্ধু

যেথায় এসে দেখি বন্ধু
সেথায় তুমি নাই
সব খানে মোর আছে আবাস
সব খানে মোর ঠাঁই।

আমার পথে আমার দেহের
দ্বারী দাঁড়ায় এসে
পথ ভুলিয়ে নিয়ে যায় সে
অন্ধকারের দেশে।

সেথায় গিয়ে যখন তোমায়
ডাকতে এবার চাই
তখন তুমি আমার মাঝে
নাও গো- কেন ঠাঁই?

৮ আগষ্ট '৩৪

## বলরে পাখী বিবাসী তোর

বলরে পাখী বিবাসী তোর
প্রাণের লহর কেন
তোর গীতের তরে বিশ্বভুবন
মাতাল হ'ল যেন।
কোথায় ফেলে এলিরে তোর
রাঙ্গা বৌয়ের প্রাণ
কয়না কথা, বুঝেনা বেথা
তোরয়ে এমন গান।

২৩ জুন '৩৪

## বাতায়ন দিয়ে চেয়ে দেখি নীচে

বাতায়ন দিয়ে চেয়ে দেখি নীচে
যুঁই কলিটির বেদনা বহি
একটু বাতাস বয়ে গেল ধীরে
মোর মরমের মনটি চাহি।

আকাশের গায়
শুভ্র গহীন পাল উড়েছিলো
কি যে মধুর হায়।

মরতে আসিয়া শরত কুমার
প্রিয়া শেফালির খুজিয়ে সুর
স্বরগে ছুটেছে তৃষার বিমান
কোথায় অসীম অনন্ত দুর।

কাশের কেতন ধরি
ছুটেছে পিছনে মায়া যাদুকরী
তাহারই বেদন স্মরি।

একটু বাতাস ধীরে বয়ে যায়
প্রকাশি ক্ষণিকে অনেক কথা
শুভ্র শরত শ্যামল ক্ষেতের
নিয়ে যায় সব গোপন ব্যথা।।

২৬ ছেপ্টেম্বর '৩২

# বকুলবনৰ সুৰভি

## আবাহন

উঠাহে তপন।
বোলাই দিয়াহি আন্ধাৰ গগন
জিলিকি উঠক নানান বৰণ।
আহাঁ উষাৰাণী, বিলাই দিয়াহি
গোলাপ ফুলৰ মিচিকীয়া হাঁহি,
গোৰাই দিয়াহি কুলি কেতেকীৰ
কণ্ঠ কোমল ধীৰ

দিয়াহি জীৱন সুপ্ত প্ৰাণত ;
সোণবৰণীয়া সেই চুলিতাৰি
খেদি দিয়া আজি দিগন্ত প্ৰচাৰি —
মুকুতা মণিৰে তোমাৰ ভৰুন
উঠক জিলিকি, আহক পৱন।
আঁতৰক ক'লা আন্ধাৰ নিশা
তোমাৰে জেউতি বাঢ়ক উষা

হওক বিলীন
মোৰ সেইদিনা, বিছাৰি যিদিন
হইছিলোঁ মই বিষাদ মলিন।
দিয়া এনে দিন বিমল এদিন
তোমাৰ দানৰ যুগমীয়া চিন।
হাঁহে যাতে তাতে, প্ৰিয়তমা মোৰ,
দুখৰো তাতেই ওৰ।

আঁহাহে সাদৰী, আহা উষাৰাণী,
সাতবৰণীয়া ৰহণ ধুনীয়া,
আমোল মোলোৱা গন্ধ আনি
অন্ধ চকুত প্ৰেমৰ কাজল
দিয়াহি তোমাৰ সোপাকে সানি।
আহাঁ উষাৰাণী।।

আবাহন, প্ৰথম বছৰ, প্ৰথম সংখ্যা, ১৯২৯ চন
কাৰ্তী ১৮৫০ শক
কবিতাটো কবিৰ অপ্ৰকাশিত কবিতাৰ (১৯৩০) পাণ্ডুলিপিৰ পৰা উদ্ধৃত কৰা হৈছে। পাণ্ডুলিপিত কবিতাটোৰ নাম 'আবাহন' আছিল।

সং. আ. চ. ব.ৰ.

ঋক বেদৰ পৰা

## বিশ্বাস

বিশ্বাসতে প্ৰজ্বলিত হয় অগ্নি,
বিশ্বাসতে হবি দান হয়।
প্ৰশংসা বাণীৰে আমি পূৰ্ণ আনন্দেৰে
উৎসৱ মুখৰ কৰোঁ আপোন বিশ্বাস।
হে বিশ্বাস, তুমি তেওঁবিলাকক
দিয়া আশীৰ্বাদ
যিবিলাকে দিয়ে দান
হে বিশ্বাস তুমি তেওঁবিলাককো
আশীৰ্বাদ দিয়া
যি কাহানিও কাকো একো নিদিয়ে।

দেৱতাসকলে যিদৰে দুৰ্বাৰ
অসুৰবোৰক বিশ্বাস কৰিছিল,
তুমি মোৰ এই উচ্চাৰিত ইচ্ছাক
সমধৰ্মী উপাসক বৃন্দৰ বাবে
সত্য ৰূপে কৰা প্ৰতিজ্ঞা।

বায়ুৰে ৰক্ষিত হৈ দেৱতা আৰু মানুহে
যি ত্যাগ কৰিছে
তেওঁবিলাকৰ বিশ্বাসৰ
ওচৰ চপাই নিয়া।
মানুহে বিশ্বাস লভে হৃদয়ৰ
অভিলাস সিদ্ধি হ'লে
সম্পদ বিভূতি পায়
বিশ্বাসৰ পৰাই।

প্ৰত্যুষতে বিশ্বাস, দুপৰত বিশ্বাস
সূৰ্য্যৰ বিদায়কালত এই বিশ্বাস
বুকুত লৈ
আমি যাম আগুৱাই।
হে বিশ্বাস তুমি আমাক
দিয়া আশীৰ্বাদ।।

সাদিনীয়া নৱযুগ, জুন, ১৯৬৪

অ'ল্ড টেষ্টামেণ্টৰ পৰা

## জিভা

এটা কোমল উত্তৰে
খং আঁতৰাই দিয়ে
খঙটো শব্দই দিয়ে
খঙক জ্বলাই।
জ্ঞানীৰ জিভাই লয় জ্ঞানৰ আলম
মূৰ্খৰ বচন বোৰে
মূৰ্খতাকে বাকি দিয়ে
কল্ কল্ কৈ।।
প্ৰভুৰ দৃষ্টি আছে সকলোতে ব্যাপি
সৎ আৰু অসৎ
সকলোকে দেখি।
হিতকাৰী জিভাখন
জীৱনৰ এজোপা গছ,
কিন্তু তাত থকা চেলেপু
স্বভাবটোৱে
নষ্ট কৰে সত্যৰ মৰ্ম।।

সাদিনীয়া নৱযুগ, জুন, ১৯৬৪

## ঋগ্বেদীয় শান্তি-পাঠ

আহাঁ আমি যুক্ত হওঁ এক ভাব লৈ
একে মন একে বাক্য সাৰোগত কৈ।
এনে ভাবে কথা-ক'ম একে অৰ্থ যাৰ
সমভাবে একে মন কৰিম প্ৰচাৰ।।

পূৰ্ব ঋষি দেৱগণে- একমত হৈ
যজ্ঞভাগ ভোগিছিল স্বৰ্গসুখ লৈ।
সেইদৰে সকলোটি একে আৰ্হি লৈ
যাওঁ আহাঁ আগবাঢ়ি একে প্ৰাণ হৈ।।

একে হক স্তুতি-নতি একে হক জ্ঞান
একে হক জগতৰে বিশ্বময় প্ৰাণ।
সকলোৱে একে হৈ আহুতি প্ৰদান
কৰোঁ আহি মুক্তি-যজ্ঞ শান্তিৰ বিধান।।

একে হক হৃদয়ৰ গোপন প্ৰণয়
একেই সংকল্প হক সকলোৰে জয়।
পৰম ঐক্যতা সাধি বিশ্বজগতত
থৈ যাওঁ আহাঁ বাণী ওঁ তৎ সৎ।।

পাঞ্চজন্য, নৱম বছৰ, ষষ্ঠ সংখ্যা, ১৮৪৪ শক

# ত্ৰয়ী

## (চীনা কবিতা)

(খ্ৰীঃ পূঃ চনত লিখা চীনা সাহিত্যৰ এই কবিতাটি এগৰাকী স্বামী-পৰিত্যক্ত তিৰোতাই লিখা। আধুনিক ৰুচিৰ কবিতাৰ জগত ইয়াৰ সামঞ্জস্য চাবলগীয়া।)

(১)

হালধীয়া সাজপাৰ সন্মানৰ চিন
সেউজীয়া লাজ আৰু অপমান
মই পিন্ধো সেউজীয়া- সোণালী নহয়-
মুখ থওঁ একতীয়া কৈ !.......

মই পিন্ধো....
ঘৃণা, অৱজ্ঞা, তাচ্ছিল্যৰ সেউজীয়া সাজ
এৰি থৈ
অতদিনে পিন্ধি থকা সোণৰ বসন !
মই আজি চিন্তা কৰোঁ সাধুসকলৰ কথা—
কিজানি অন্যায় কৰোঁ
সেই সকলক !

কাৰ বাবে জানো তেওঁ লাজ দিছে মোক —
বহি বহি তাকে মই ভাবিছোঁ নিৰলে,
সাধু সকলেনো বাৰু জানেনে সঁচাই
তিৰোতাৰ হিয়াখন কেনেকুৱা ?.....

(২)

(চীনৰ প্ৰাচীন কাব্য-সাহিত্যত কবি লী-প'ক Prince of Chiness Poets বোলা হৈছে। এইজন কবিয়ে ৭০১০-৭৬২ খ্ৰীষ্টাব্দৰ ভিতৰত লিখা কবিতাই চীনা সাহিত্য সংস্কৃতিক বিশ্ববৰেণ্য কৰি থৈ গৈছে। এখেতৰ বন্ধু বিদায় উপলক্ষে লিখা এটি কবিতা তলত দিয়া হ'ল।)

## বন্ধু-বিদায়

উত্তৰৰ পিনে সৌ নীলাচল কাজলৰ লেখা।
নগৰৰ পূৰ্বপ্ৰান্ত ৰূপোৱালী শুভ্ৰ বেঁকা ৰেখা—
সৌতত ওপঙি যোৱা পখীটিৰ দৰে, বন্ধু,
এৰি যাবা মোক —
সহস্ৰ যোজন পথ অতিক্ৰম কৰি
দেশ দেশান্তৰলৈ।
উৰি যোৱা মেঘৰ বুকুত মই যেন
দেখিছোঁ তোমাক
আৰক্তিম অস্তৰবি দেখি
তুমি সুঁৱৰিবা মোক।
ঘনে ঘনে হাত বাউল দিয়া
বিদায়ৰ শেষ সম্ভাষণ —
হ্ৰেষাৰৱে ঘোঁৰাই চিঞৰে
কণ্ঠত জাগিছে মোৰ
আবেগ কম্পন।।

(ওমৰ খায়মৰ সুৰাৰ পিয়ালাতকৈও বেছি পুৰণি খ্ৰীঃপূঃ ১২ শ শতাব্দীত লিখা এই চীন-কবিতাটি পৃথিবীৰ ভিতৰত আটাইতকৈ পুৰণি পান-কবিতা the Oldest drinking song in the World বুলি বিশ্বসাহিত্যই গ্ৰহণ কৰিছে।)

দূবৰিত লাগি থকা নিয়ৰৰ টোপোলটো
গধুৰ হৈ আহিছে —
অৱশেষত সূৰ্য্য মাৰ গ'ল।
পূৰ্ণ কৰা জে'ড পাথৰৰ পিয়লাবোৰ
এতিয়াই পূৰ্ণ কৰা —
আমাৰ সন্মুখত এতিয়াও বৈ আছে নিশা

গোটেই নিশা গধুৰ টোপনিত
নিয়ৰৰ টোপালবোৰ
দূবৰিৰ বুকুত শুই থাকিব।
অতিশীঘ্ৰে, অতিশীঘ্ৰে, টোপাল শুকাই যাব —
অতিশীঘ্ৰে শেষ হ'ব নিশা।

---

বাঁহী, ১৫ শ বছৰ, ১১ শ সংখ্যা, ১৮৮৪ শক

# পাঞ্চজন্য

### ৰূপ

আদি পাতনিতে বিশ্বৰূপৰ অগ্নি জ্বলাই
সৃষ্টি কৰিলা হিৰণ্যগৰ্ভ ঃ
সেইদিন ধৰি দুফাল হ'ল
স্বৰ্গ আৰু মৰ্ত্য।
অপৰূপ ৰূপৰ পোহাৰ মেলিলা তুমি,
পৃথিৱী দুভাগ হ'ল,
জল আৰু ভূমি।
নিজে তুমি থাকিলা অৰূপ হৈ
অপৰূপ সৌন্দৰ্য্যৰ মহাস্বপ্ন লৈ।।

### ৰস

ৰসো বৈ সঃ
নিজেই তুমি ৰস ;
নিজেই নিজৰ যশ
হিৰণ্য গৰ্ভৰ কেঁচাসোণ বোৰ
মৃতসঞ্জিৱনী হৈ-
পূত ৰসোধাৰা বাগৰি আহিল
শতধাৰ সহস্ৰ ধাৰাৰে।
ৰসেৰে বসুধা উপচি পৰিল,
অনুষ্টুপ ছন্দে মন্ত্ৰৰ ঢৌ
গুঞ্জৰি উঠিল ধ্বনিৰ সুধাৰে।।

### গন্ধ

দিব্য গন্ধৰ অনুলেপ দি
আই পৃথিৱীৰ হিয়া
ওপোচাই থ'লা আদিতে এদিন
বসুন্ধৰা ৰত্নগৰ্ভ হ'ল,—
গন্ধৰ সঁফুৰা বসুধা-বুকুতে
সঞ্চিত হৈ ৰ'ল।
অগৰু চন্দন, বিল্ব-তুলসী
আৰু যে কিমান তৃণ তৰু-লতা
তোমাৰ ইঙ্গিত পাই
বসুধাৰ বুকু ভেদ কৰি কৰি
গন্ধ দিবলৈ আহিল ওলাই।

### স্পৰ্শ

ৰূপ-ৰস-গন্ধে সৃষ্টি পূৰ্ণ হ'ল —
স্পৰ্শ বিচাৰি তোমাৰ চৰণ পদ্ম পাহিৰ
মহাৰাস-নৃত্য আৰম্ভ হ'ল
নিখিল বিশ্ব হেন্দুলি উঠিল
গ্ৰহ-উপগ্ৰহ ঘূৰিল মঞ্চত
বিচাৰি বিচাৰি তোমাৰ চৰণ
পদ্ম পাহিৰ স্পৰ্শ-সুখ।
তুমি বুলি ভাবি তোমাৰ সৃষ্টিক
আলোকে চুঁয়াই স্পৰ্শ কৰি
তোমাৰ অনাদি অসীম ৰহস্য
ল'লে আঁকোৱালি ধৰি।।

### শব্দ

মুক-মৌন সৃষ্টিৰ হিয়া গুমৰি উঠিল
আহিল ধ্বনিৰ বাণ ;
শব্দ-ব্ৰহ্মাই দিলে পাৰ ভাঙি
মহা-আকাশত নিনাদি উঠিল
ধ্বনি অনাহত গান —
ওঁঙ্কাৰ-অমৃত।
ৰূপ-ৰস-গন্ধ স্পৰ্শ শব্দৰ পঞ্চ-তন্মাত্ৰ
আধাৰ পাত্ৰ
প্ৰাণীৰ হিয়াত থৈ
ভুবন-মোহন-সৃষ্টি-খনিকৰ লুকাল কেনিবা
ৰহস্য হৈ।।

## পাঞ্চজন্য

পাঞ্চজন্য ফুকাৰ দিওঁতা তুমি
আহিলা এবাৰ দ্বাপৰ যুগত
নব-ৰূপ ধৰি —
মোহন মুৰাৰী —
পাৰ্থ-সাৰথি আহিলা তুমি
হৃষীকেশ।
মদন-মোহন বেশ।
— তোমাৰ হাতত পাঞ্চজন্য-

---

ৰকুলবনৰ সুৰভি

ফুকাৰি এদিন কৰিলা ত্ৰাণ
সকলো ধৰ্ম কৰি পৰিত্ৰাণ
তোমাৰ শৰণ লৈ
তৰিলে জগত
অধৰ্ম বিনাশ হ'ল
তোমাতে আকৌ বিশ্বভুবন
থাকিল বিলীন হৈ।।
বজোৱা মুৰাৰী, বজোৱা তোমাৰ
বিশ্বমোহন পাঞ্চজন্য
সকলো অভেদ দূৰ হক পুনু
হক নৰতনু ধন্য।।

---
পাঞ্চজন্য, নৱম বছৰ, প্ৰথম সংখ্যা, ১৮৮৩ শক

## ওঙ্কাৰ

যি জনাৰ দেহকান্তি ৰক্ত জবা সম,
-বিষাদ ৰঞ্জিত কৰা উষা অনুপম,
জ্যোতিৰ্ময় বৰণেৰে ঢকা যাৰ বেশ —
তেওঁৰেই ভূষণ মোৰ- ওঙ্কাৰ অশেষ।।

---
বাঁহী, ২৬ শ বছৰ, মহাপুৰুষ সংখ্যা

## অনন্ত প্ৰবাহ

বৈ বৈ সুঁৱৰি - সুঁৱৰি-
কোন জানো বিৰহিণী তৰুণী প্ৰিয়াই
অপূৰণ আকাঙ্ক্ষাৰ ব্যাকুল বাসনা লৈ
বতাহত উৰি আহি পৰ্বতীয়া শিলগুত
পাক দিয়ে মাজে মাজে
পাইনৰ পাতে পাতে
পৰাণৰ মৃদু পৰশন থৈ,
সো-সো শবদৰ চাকনৈয়া হৈ।

কিজানিবা তাহানিৰ অৰ্জুনৰ ফল্গুযাত্ৰা কৰা
কোনোবাটি সঙ্গিনীয়ে বাট হেৰুৱাই
ফাল্গুনীৰ অভিসাৰ সুঁৱৰি সুঁৱৰি
এতিয়াও বতাহতে ঘূৰি আছে অকাই-পকাই
বিচাৰি বিজয়ী বীৰ অৰ্জুনৰ হৃদয় দাপোণ -
প্ৰাণৰ পৰম ধন স্বপ্নৰ আপোন।

কিজানিবা স্বভাব-চঞ্চলা সেই উলুপী নাগিনী
কিম্বা সেই চিত্ৰাঙ্গদা মণিপুৰ কুঁৱৰীয়ে
উদ্দাম বাসনা লৈ প্ৰিয়-বিৰহৰ
এতিয়াও বিচাৰিছে কেনি গ'ল তেওঁ
মধ্যম পাণ্ডৱ সেই নৰশ্ৰেষ্ঠ সুহৃদ কৃষ্ণৰ
পথে পথে হৰি নিলে সুকোমল কত মন,
বীৰৰ চানেকি থৈ স্মৃতি অভগণ।

নহলে কিজানি কোনো
শোকাতুৰা জননীৰ
অশান্ত আত্মাই
বায়ুত মিহলি হৈ
বেথাভৰা অন্তৰৰ হেৰোৱা ৰতন
বিচাৰি ফুৰিছে আহি শিখৰে শিখৰে
পৰ্বতৰ গুহাই গুহাই
কেনি নো হেৰাল সেই প্ৰাণৰ পুতাই!

নহয় নহয় ই যে সামান্য বতাহ!
ফাগুন চ'তৰ দেই উন্মাদনা লৈ
এয়া নহয় ঠিক বসন্তৰ বা
দেবদাৰু শিখৰত গৈ আছে বৈ।

এয়া তৰঙ্গ সেই আদিম যুগৰ
দেৱতাৰ আদি দেৱ শঙ্কৰ শিৱৰ
সতীৰ বিৰহ ব্যথা প্ৰাণৰ প্ৰলয়
ঈশ্বৰীয় অভিসাৰ মৰণৰ জয়।

মৰণে কৰিছে জয় দেহীৰ জীৱন —
দেহহীন আত্মাৰ আনিছে কিৰণ।
সেই মৃত্যু জয় কৰি যিজনে এদিন
মৃত্যুঞ্জয় মন্ত্ৰ দিলে নিতৌ নবীন,
তেওঁৰে প্ৰবাহ সেই এটি খণ্ডেকৰ
এতিয়াও বৈ আছে যুগ-যুগান্তৰ।
এয়ে সেই মৃত্যুহৰা মহৌষধি মোৰ,
ইয়াতে পৰিব যত শোক-তাপ ওৰ।

---
আবাহন, ১২ শ বছৰ, ৫ ম সংখ্যা

## অনন্ত ৰাস

(সুৰ আৰু নৃত্য)

অনন্ত ৰাসৰ নাচৰ গ্ৰাসত
অনন্ত কৃষ্ণ মুগ্ধ হৈ,
বাঁহীকে বজালে অনন্ত সুৰত
অনন্ত প্ৰাণৰ প্ৰেম কাঢ়ি লৈ।
সেইহে এদিন —
গোপালে অকলে বাঁহী এটি লৈ
হেমন্ত ৰাসত অন্ত কৰিলে
অনন্তৰ সেই প্ৰেমৰ নৈ।
তেতিয়াৰে পৰা
যমুনাৰ পাৰ ঝাঁও বন সাৰ
গছে গছে মেলি গোপিনীৰ প্ৰাণে
সেই দিন ধৰি ফুৰিছে বিচাৰি,
বেণুধৰ কেনি, আছে কোন ফালে।
কৃষ্ণৰ মায়াই মোহিলে যি সব
প্ৰেম বিনোদিতা গোপিনীৰ মন,
সি সবৰ লাগি যমুনা লহৰে —
উজাই ভাঙিলে বৃন্দাবন।
ষোড়শ সহস্ৰ গোপিনীৰ প্ৰেম
এটি গোপিনীয়ে লৈ,
মনপুৰ মোৰ মোহন চোৰকে,
বন্দী কৰিলে কলীয়া ঐ।
সেইহে —
ৰাধিকা ৰাধিকা বাঁহীৰ মাত,
ৰাধিকা নহলে নপৰে শাঁত
ৰাসৰো নাচ।
সেইহে,
নাচে যদুৰাই
বাঁহীবাই
বাঁহীয়ে দি যায় সাঁচ।
কিনো মনচোৰ
মোহন মধুৰ,
প্ৰেমিক মুৰুতি শ্যাম।
নাচোতে চিকুণ
হাঁহোতে চিকুণ
ত্ৰিভঙ্গ ভঙ্গিম ঠাম।
তথাপি মাণিক তুমি।
ঘূণেও বিন্ধিলে ধূনে মন মুহিলে,
ওঁঠেও মঙ্গহক চুমি
মাখিছাল ছিঙিলে বাহিৰৰ বৰণৰ,
মজিলা বজিতা খাই।
ৰাধা বিনোদিনী ৰাধা সুভাষিণী
ৰাধাহে সাধিলা হায়।
ৰাসো যে ৰাধাৰে নাচোন আধাৰ,
তুমিযে কলীয়া ৰাধাতে বলীয়া
এতেদিনে তাকে আভুৱা ভবিলা
আজিহে টোপোলা মেলিলোঁ তাৰ।
বাঁহীৰ আধাই
ৰাধাৰ আধাই
তোমাৰ আধা পালে
বাকী আধাই
গীতা শুনাই
চিতাৰ চৰিত গালে।
হে, হে, যদু কুলৰ মধু,
আধা বাঁহীৰ আধা হাঁহিৰ
মধুৰ গধুৰ বাটিত,
সুৰৰ সৰিৎ সাগৰ সিঁচি
দিলা কিনো গীত।
সেই গীত
নাচি নাচি ঘূৰি ঘূৰি
যুগে যুগে যুগক ভেদি
মুকৰ মুখত বোৱাই প্ৰেমৰ
ৰাসৰ ৰসৰ নদী।
নাচে মনু ভাই,
শুনা যদু ৰাই
দিয়ে কৰতালি
হালি জালি জালি
মোহন কলীয়া ঐ
নাচি ৰাগি ভাগৰিলে
তোকে নেদেখিলে
ডিঙি ভাঙি

---
বকুলবনৰ সুৰভি

মূৰ ডাঙি
হীৰা বছা পীৰা খনি
চাই থাকি পাৰোঁ হলি
তাতে ভোল গৈ।
মোৰ, মোহন কলীয়া ঐ!
লাহে লাহে যায় টুটি
ছিগা ভগা বহু সুতি
বাইটিৰ চাক নৈয়া পাই
অনন্ত বাসৰ
অনন্ত নাচৰ
অনন্ত পাকত
ভোল যাওঁ কৃষ্ণ ৰূপ চাই
কৃষ্ণ কৃষ্ণ কৃষ্ণ তৃষ্ণা পাই।

াহী, ২২ শ বছৰ, ৩০সংখ্যা, আহাৰ, ১৮৫৫ শক

## প্ৰণিপাত

তনু, মন, ধন কৰোঁহো অৰ্পণ
তোহাৰ চৰণে নাথ।
তুৱা পদৰজ মণি মৰকত
সুৰেশ কৰোক মাথ।।
জগত জনকু পদ সেৱনকু
পীৰিতি মাগোহো বৰ।
তাপিতকু তাৰি নিৰমল বাৰি
সিঞ্চিয়া শীতল কৰ।
পুষ্পপ্ৰাণ জিনি মধুময়ী ধ্বনি
ভ্ৰমৰ ঘোৰয় ৰঙ্গে।
অৰুণ উৰসি ; কুমুদিনী শশী
খেলত মিলন সঙ্গে।।
পামৰকু পতি দেহ এহি মতি
জীৱনে লভোহো যেন,
অমল কমল সত্য সুবিমল
সাক্ষাত তীৰথ হেন।।
বিশ্বাস আশ্বাস যা কৰি সুবাস
আৱত পবন বাৰে।
সোহি গীত হৌক হামাৰ ধিয়ান
পৰম পুৰুষ পাৰে।।

মুকুখ আনন্দে পূৰ্ব কবি ছন্দে
জন-গণ-প্ৰেম প্ৰাৰ্থে।
প্ৰেম অমৃতৰ নদীক বোহায়া
ব্ৰহ্মাণ্ড মিলন অৰ্থে।।

আৱাহন, ৪ৰ্থ বছৰ, ১২শ সংখ্যা, ১৯৩৩

## শ্ৰীকৃষ্ণ কথামৃত

অকল মোৰ কথাকেই ভাবাঁ,
মোতেই অৰ্পণ কৰা চিৎ-
মোৰে স'তে একে প্ৰাণ হৈ
গাই থাকা জীৱনৰ গীত।

মোকেই অৰ্পণ কৰাঁ
যিমান বোজাই আছে,
ময়েই ৰখীয়া হৈ
দুখৰ বোজা পাতলাই
যাম পাছে পাছে

জানাঁ—
যদিহে নাজানা
জানিবলৈ শিকা
ময়েই আনন্দ —
জী থাকোঁ কৰুণাত।
আনন্দৰ মহা সাগৰত
উঠি আছে আনন্দৰে ঢৌ
বেলি নকৰিবা, —
উঠা —
মোকেই শৰণ লোৱাঁ —
হাঁহি হাঁহি বাট-পথে
মোৰ পানকেই গোৱাঁ।।

পাঞ্চজন্য, ১০ বছৰ, ২ য় সংখ্যা, ১৮৮৫

# পঞ্চপ্ৰদীপ

(গালিবৰ কবিতা)

মানুহ নো কি?
ভাব চিন্তাৰ এটা থূপ মাত্ৰ।
মই যেতিয়া একেবাৰে
অকলে থাকোঁ —
অনুভৱ কৰোঁ
মোৰ চৌদিশে মানুহ
উপচি আছে।।

আমি পৃথিৱী বুলি কোৱা
এইখন পাগলৰ ঘৰ,
মমবাতিৰ দৰে মই
মোৰ প্ৰেমৰ শিখাৰে
জীৱনৰ যথাসৰ্বস্ব
অস্তিমৰ যথাসৰ্বস্ব
মোৰ বুলি লৈছোঁ।।

কস্তুৰীৰ গন্ধ থকা
মোৰ প্ৰেমৰ বেদনাত
মই বিমুগ্ধ হওঁ।
ৰাতিৰ সুগন্ধি আন্ধাৰে
গিলিপ মৰা
মোৰ কোঠাত যেন
এদাল মমবাতিহে জ্বলিছে।।

মোৰ এটা ভৰিৰ খোজৰ ছাবেই
এই পৃথিৱী নামৰ মৰুভূমিখন
তেনেই ঢাকিলে।
মোৰ সিটো ভৰিনো ক'ত পেলাম,
হে ঈশ্বৰ,
এই চিন্তাই মোক খুলি খুলি খাইছে।

স্বৰ্গীয় সংগীত শুনিবলৈ
আমাৰ কাণহে নাই,
সেই সংগীত দেখোন হিয়াৰ তাঁৰতে
লুকাই আছে।।

প্ৰকাশ, ৪ৰ্থ বছৰ, ৬ষ্ঠ সংখ্যা, ১৯৭৯

বকুলবনৰ সুৰভি

# যোগী আৰু মনীষী

যোগীয়ে বিচাৰে সত্য
উপাস্যৰ স্ব-ৰূপ
নিজৰ দেহাত থকা
ক্ষেত্ৰৰ ভিতৰত
ধ্যান আৰু ধাৰণাৰে ;
সংসাৰৰ প্ৰতি
নিৰ্লিপ্ত নিৰ্জীৱ হৈ।
মণীষীয়ে সংসাৰৰ
তুমুল সংগ্ৰাম
জয় কৰি আপোন মেধাৰে
দ্বিধাহীন গতিপথ
সৃষ্টি কৰি
জীৱনৰ জয়-ৰথ
আগুৱাই লৈ যায়
মনৰ ঘোঁৰাৰে।।
যোগী - নিবৃত্তিৰ পান্থ।
মনীষি-প্ৰবৃত্তিতো শান্তি
সুখতো বিগত-স্পৃহ।
দুখতো উদ্বিগ্ন নহয়।
মনীষীয়ে
পুনৰ্জন্ম দুখৰ ভয়ত
ত্ৰাহি ত্ৰাহি কৰে।
যোগীয়ে
জন্ম-মৃত্যু একেবাৰে নেদেখে
ধ্যানত তন্ময় হৈ
মহা-আকাশত ওপঙি ফুৰে।।

পাঞ্চজন্য, ৯ বছৰ, ৫ ম সংখ্যা, ১৮৪৪

## ৰবীন্দ্ৰনাথৰ শেষ কবিতা

৩০জুলাই, ১৯৪১ চন। পুৱা ৯।। জোড়াসাঁকো, কলিকতা।

(অন্তিম শয্যাত পৰি থাকোতে কবিয়ে কৈ গৈছিল আৰু বোৱাৰীয়েকে লিপিবদ্ধ কৰিছিল।)

তোমাৰ সৃষ্টিৰ পথ থৈছা আকীৰ্ণ কৰি
বিচিত্ৰ ছলনাৰ জালেৰে,
হে ছলনাময়ী।
মিথ্যা বিশ্বাসৰ ফান্দ পাতিছাঁ নিপুণ হাতেৰে
সৰল জীৱনত।
এই প্ৰৱঞ্চনা দি মহত্ত্বক কৰিছাঁ চিহ্নিত;
তাৰ বাবে ৰখা নাই তুমি গোপন ৰাতি।
তোমাৰ তৰাই তাক
যি-পথ দেখুৱাই
সেয়ে তাৰ অন্তৰৰ পথ,
সি যে চিৰস্বচ্ছ।
সহজ বিশ্বাসত সি যে
কৰে তাক চিৰ সমুজ্জ্বল।
বাহিৰত কুটিল কিন্তু অন্তৰত ঋজু,
ইয়াকেই কয় তাক বিড়ম্বিত বুলি,
সত্যক পায় সি
নিজৰ জ্যোতিৰে ধৌত অন্তৰে অন্তৰে।
একোতেই নোৱাৰে তাক কেৱেঁ প্ৰবঞ্চিব
শেষ পুৰস্কাৰ লৈ যায় সি যে
নিজ ভাণ্ডাৰলৈ'।
অনায়াসে যি পাৰিছে ছলনা সহিব
সি পায় তোমাৰ হাতত
শান্তিৰ অক্ষয় অধিকাৰ।।

'সাহিত্য দূত', প্ৰথম বছৰ, ৩ য় সংখ্যা, ১৯৬৬

## স্বপ্ন-ভ্ৰান্তি

সৰগো নহয়, মৰতো নহয়,
সপোনৰে যেন অময়া পুৰী
মায়াৰ মাজতে ওপঙি ফুৰিছে
বিশ্বজগত খনকে জুৰি।

এইয়া ফাগুন ফুলৰ বতৰ
বৰণ বাগুলী শিমলু-মদাৰ,
বিয়লি মেঘত সেন্দুৰ বৰণ
উৰিছে আঁচল আকাশী প্ৰিয়াৰ।

ৰঙা ফুলবোৰে বুকৰ জুইৰে
মেলিছে পোহৰ মায়াৰ জাল,
পখিলাই তাকে সুঙি সুঙি ফুৰি
বিচাৰে কোনটি কিয়নো ভাল।

পখিলাৰ নাই শবদ মুখত
নিমাতী ফুলৰ নিমাত সভা,
সপোন ভাঁহিছে সপোন উটিছে
সপোনে সাজিছে সপোন-ৰভা।

ফুলটি সাজিলে যি খনিকৰে
মানুহো সাজিলে তেৱেঁই হায়!
বিশ্বখনকে ৰচিলে তেৱেঁই
তেওঁহে তথাপি কেনিও নাই!

যেনিয়েই চাওঁ তেওঁকেহে পাওঁ
তথাপি তেওঁযে নিদিয়ে দেখা,
জীৱনে মৰণে জনমে জনমে
তেওঁহে সপোন-মায়াৰ সখা।

বাঁহী, ২৮ শ বছৰ, দ্বাদশ সংখ্যা

[illegible]

## তুমিয়েনে মোহন কাণ্ডাৰী?

অন্তৰীক্ষ- অন্তৰাল ভেদি চিৰকাল
কোন তুমি ৰহস্যৰ
মোহন কাণ্ডাৰী,
কোন তুমি অন্তহীন মহা মহাকাল?

কোন সেই আদিমৰ হিৰণ বৰণ
মেলি দিয়া নাওঁ খনি,
তৰি দিলা পাল —
ৰহস্যৰ আঁৰে আঁৰে
চলি আছে ক্ষণে ক্ষণে
চিৰঞ্জীৱি কাল।
কোন তুমি অন্তহীন মহা মহাকাল?

কাহানি কেতিয়া তুমি
হাঁহিৰ খলক তুলি
এৰি দিলা ঢক-
কেতিয়া এৰিলা ধ্বনি
তৰঙ্গত ইথাৰ কোবাই,
আজিও ব্ৰহ্মাণ্ড ভেদি
ঘূৰি আছে অন্তৰীক্ষ
গীতেৰে টৌবাই।

সেই বিন্দু নাদবিন্দু
চন্দ্ৰবিন্দু ৰেখাৰূপ লৈ
অনাদি অনন্তকাল তুমি মহাকাল
শিখৰত চন্দ্ৰলেখা থৈ,
মুগ্ধ হ'লা শান্তশিৱ অদ্বৈত ৰূপত,
আপোন স্বপ্নৰ ছবি
চাই দাপোণত।

তুমিয়েনে সখা বান্ধ
মোহন কাণ্ডাৰী,
সপোনৰ, দিঠকৰ, জীৱনৰ, মৰণৰ -
পূৰ্ণ অধিকাৰী?

কাণ্ডাৰি, প্ৰথম বৰ্ষ, ৬ ষ্ঠ সংখ্যা

বকুলবনৰ সুৰভি

## বিশ্ব সঙ্গীত

তাৰ সৰল হিয়াৰ সহজ কথা
বেদনা ভৰা প্ৰাণৰ ব্যথা
কেৱেঁ ক'তো নুশুনিলে
নেপাতিলে কাণ।

গাৱেঁ-ভূএঁ, দেশে দেশে
কত জনে কত বেশে
কুটুম বোলাই কৰিছিলে —
আপোন ভাবৰ ভান,
তেওঁ দেখো নুবুজিলে
তাৰ কান্দে কিয় প্ৰাণ?
দুদিন দেহাৰ খনেক খেলা
অসীম মাজৰ এই বেলা
কাণ পাতি শুন হেৰ
বিশ্ব-বীণাৰ তান।
আপোন-পৰৰ নাই ভাব
নাই পুণ্য, নাই পাপ
সহজ সৰল নিমজ সুৰৰ
প্ৰাণ ভৰা গান।

ঘৰ জেউতি, শাওণ, ১৮৫২ শক, ৩ য় বছৰ, ১১ শ সংখ্যা

## মন্দাকিনী

অপূৰ্ব সৌন্দৰ্য্যময়ী
চিৰ প্ৰবাহিনী
মন্দাকিনী
সৃষ্টি পাতনিৰে পৰা
বৈ আছে
অমৃতৰ ঢৌ খেলি খেলি।

পাৰৰ বৃক্ষত থকা
ৰাশি ৰাশি মন্দাৰ কুসুম
উৰি অহি পৰিছেহি
সৰু সৰু ঢৌবোৰ
অলঙ্কৃত কৰি,
দিক্ নাগ বিলাকৰ
মদ-গন্ধে সুবাসিত
মন্দাকিনীত

গুৰু আৰু ভকতত নগলা মদাৰো
কবিকুল শিৰোমণি
কালিদাসে থৈ গ'ল
কাব্যৰ ছন্দত ৰচি
কুমাৰ-সম্ভৱ গাঁথা
— শঙ্কৰ পাৰ্বতীৰ
মিলন-চৰিত।
স্নান কৰি আকাশ গঙ্গাত
"পুৰাতন ধাতা" সেই সপ্তৰ্ষি মণ্ডল
মুকুতা মণিৰে গোঁথা যজ্ঞ-উপবীত

---
মন্দাকিনী, প্ৰথম বছৰ, শৰৎ সংখ্যা, ১৯৬৬

## মিলন বিৰহ

আজি, ফাগুনী বতাহৰ বা লাগি
উঠিছে প্ৰিয়াৰ অধৰ
বিকশি জাগি।
ৰসৰ বৰণ আভাস জ্যোতি
গোলাপ কলিত উঠিছে ফুটি —
বুকু সাগৰৰ সপোন পাৰৰ
ঢ'উ দুটি সেই শাশ্বত প্ৰাণৰ
মালিক হাতৰ স্পৰ্শ মাগি,
উঠিছে নিশ্চয় আজি বতাহত
বিকশি জাগি।
আমৰ মলত পৰিছে ভোমোৰা
নাহৰ পাতত প্ৰকৃতি বিভোৰা
কাঞ্চন ক'লি ৰঙত ৰাঙলী
দোলনৰ বা' লাগি,
মই বিয়াকুল আকুল হিয়াৰ
বিৰহানলত কবিতা প্ৰিয়াৰ,
ফাগুনী মেলাৰ ফুলাম ঘৰত
বিৰাম ৰজনী মাগি।

---
আৱাহন, চতুৰ্থ বছৰ, ৬ ষ্ঠ সংখ্যা

বকুলবনৰ সুৰভি

## মাধৈ মালতী

মাধৈ মালতী!　　মাধৈ মালতী!
আলৈ-আথানি তোৰ
হাবিতে লুকাই　　হাবিতে শুকাই
পৰিছ হাবিতে ওৰ।
পাৰস্য দেশৰ　　গোলাপ কুঁৱৰী
ফুলনি মা-দৈ হ'ল
সেই দুখতেনে　　ৰোহ পাতি তোৰ
বুলনি উৰঁলি গ'ল?
কুঞ্জলতাই　　চেনেহকে পাই
সাজিলে চিকুণ দ'ল
সেই শোকতেনে　　তোৰ বাৰু হেৰ,
চিৰ বনবাস হ'ল?
এতিয়াহে তই　　এলাগী কুঁৱৰী
বনতে লৈছ বাসা।
'ফাগুন আহিব'　　বুলি দেখোঁ তোৰ
বুকুত অপাৰ আশা?
ইমান টেঙৰী　　মাধৈ মালতী
হলিনো কেতিয়া তই,
ফুলনি সোমাই　　তলতীয়া হ'বি
তাৰো যে কৰিছ ভয়?
মাধৈ মালতী!　　মাধৈ মালতী!
মুকলি মুৰীয়া হৈ
তয়েহে সঁচাই　　বসন্ত সেনাক
ৰাখিছ অধীন কৈ!
তই নাথাকিলে　　মৌ-গুটি বোৰে
বুধিনো সুধিব কাক,
তয়ে নিদিলেনো　　ৰস পাব ক'ত
কিহেৰে ৰচিব চাক?
মাধৈ মালতী!　　মাধৈ মালতী!
আমোল মোলাই থাক্
হাবিৰ মাধুৰি　　হাবিতে বিলাবি
তই যে হাবিৰ মাক।

বাঁহী, ২৭ শ বছৰ, অষ্টম সংখ্যা, ১৪৯৪ শকাব্দ

## অনুপ

ফুলেহে বুজিছে কি সুৰ শুনিনো
বুকৰ সঁফুৰা মেলিছে দেহি!
জোনেহে জানিছে কিহৰ তানত
জোনাক বিলায় দুৰতে বহি?
মানুহে ফুলৰ কদৰ বুজিব
আদৰ চেনেহ কৰিব বুলি
নাই হোৱা ফুল সমূল আকুল,
নাই কঁপা তাৰ এডালো চুলি।
জোনেও সমূলি নাই মতা হেৰা
মাত থকা আমি মানুহবোৰক?
নিমাতে নিমাতে যি মাত মাতে
তাতহে ফুলিছে কুমুদ কোৰক!
উপমা অতীত যিহে এটি গীত
জোনৰে ফুলৰে মাজত আছে,
তাৰ সুৰতেহে সেউজীয়া পাতে
গা ধুই ধুই জোনাক নাচে।
উপমা বিচৰা কবিও সেইহে
অনুপ নিজেই, পগলা সদায় —
জোন ধৰিবলে' জখলা বিচাৰি
গছ, লতা, বন, চল কৰি চায়!

আবাহন, নৱম বছৰ, দ্বিতীয় সংখ্যা, ১৯৩৮

## প্ৰথম প্ৰভাত

(ব্ৰহ্মপুত্ৰৰ বুকুত সূৰ্য্যোদয় দেখি)

সেইদিনা চাগে' এইদৰে —
কুঁৱলীৰ আৱৰণ ভেদি
মাতৃ-গৰ্ভ এৰি থৈ —
সোমালোঁহি এই পুণ্য বেদী।
আজিৰ দৰেই চাগে'-
জীৱনৰ সেই এটি খেণ
ভৱিষ্যত আশা লই
জিলিকি আছিল ৰঙা
জবা এটি যেন।
আজিৰ দৰেই —
অসীম সাগৰখনি পুৱাৰ কিৰণে
সীমা বান্ধি হাঁহিছিল নিজে মনে মনে।
আৰু আজিৰ দৰেই —
গোপন হাঁহিৰ ৰোল বিয়পি পৰি
মহানক মাতিছিল হাত যোৰ কৰি।
কৈছিল জগতক নিফুট ভাষাৰে —
বিমল আনন্দ ভৰা বিশ্বখনিকৰে
নিজে মোক সাজিছিল নিজৰ হাতেৰে।
জন্ম মোৰ অভিনয় মহা আনন্দৰ,
হাঁহি অশ্ৰু দুই ছন্দ ভাব প্ৰকাশৰ।

---
বাঁহী, ১৯ শ বছৰ, ৫ ম সংখ্যা, ১৮৫২ শক

## প্ৰথম আহ্বান

আজি দাদুৰাৰ কণ্ঠ উপচি বাজিছে কিহৰ গান।
কিয় বগলীৰ বগা পাল তৰি উৰিছে বলাক-যান?
মেঘে মেঘে আজি কিহৰ বাতৰি
উছলি উঠিছে নিজৰি জৰি,
কিহৰ বেদনা বতাহত সনা, শুৰু শুৰু কিয় লাগিছে প্ৰাণ?
কোন বিৰহীৰ অধীৰ পৰাণে মেঘৰ মাজত ভাহি
শূন্য হিয়াৰ পূণ্য বিচাৰি ঘূৰিছে দীৰ্ঘ বিৰহ যাপি।
কিমান যুগৰ প্ৰথম আহ্বানে
মেঘৰ মাজত চালে ধাৰাসাৰে
প্ৰিয়াৰ বাতৰি, অলকা আঁতৰি,
— দীৰ্ঘ বিৰহ গান।

---
আৱাহন, ৪ৰ্থ বছৰ, ৫ ম সংখ্যা, ১৮৫৫ শক

## প্ৰকাশ

কাতৰ কণ্ঠেৰে ভক্তই কয়-
ভগবান! আত্ম প্ৰকাশ কৰা।.....
উত্তৰ নাহে।........
অৰ্জুনে দেখে -
অনেক বাহু
অনেক উদৰ
অনেক চকু
দেৱদেহ এটি মাথোঁ।......
তৰঙ্গহীন ধ্বনিত
ভাহি ফুৰে
অবিদ্যা নাশিলে
পাৰে যেন কণ্ঠলগ্ন
বস্তুক সাক্ষাৎ..........
ভক্তই বুকুত হাত দিয়ে।
কিহবাই যেন কয় —
তুমিয়েই মোৰ প্ৰকাশ,
মই অৰূপ
অন্তহীন অনন্ত প্ৰকাশ।

---
প্ৰকাশ, দ্বিতীয় বছৰ, প্ৰথম সংখ্যা

## প্ৰাণ-বাৰিষা

ভাঙ্গ। ভাঙ্গ। ভাঙ্গ।
ভাঙ্গি পেলা এই অসম দেশৰ
নিৰ্জনতা ঘোৰ পৃথিৱী শেষৰ,
মৌন-মুগ্ধ শান্তি কুটিৰ,
বদ্ধ কাৰাৰ অন্ধ প্ৰাচীৰ।

ব্ৰহ্মপুত্ৰৰ বিশাল সোঁতত
পঙ্গু জীৱন পক্ষাঘাতত
বৰ্ষা আহোঁতে কৰি দে সাঙ্গ।
নিজৰ বুকুত নিজে খুন্দিয়াই
ক্ষুদ্ৰ ভাবৰ সীমনা ভাঙ্গ।।

ভাঙ্গি দে পাৰ —
ঠেলি দে মনৰ অন্ধকাৰ।
প্ৰাণৰ পৰশ দে,
যুগ প্ৰবাহত জীৱন উটাই
জীৱন বিচাৰি নে।।

দৃষ্টি মুকলি কৰ —
বৰ্ষাৰ দৰে আজিৰ সৃষ্টি
নতুন প্ৰাণৰ আনিছে বৃষ্টি,
যিমান পাৰ ধৰ।
দৃষ্টি মুকলি কৰ।।

ভেড়াৰ জীৱন বন্দৰাৰ ভাও
পশুৰ ধৰণ এৰ
সাম্য ভাবৰ কাম্য ধনেৰে,
সাজি ল নতুন বেৰ,
পশুৰ ধৰণ এৰ।।

নিজৰ পিনেই চা,
পৰক নেওঁচি নেপাতিবি থুল,
ভুলৰ উপৰি নকৰিবি ভুল।
নলবি গধুলি বা।।

আহ ডেকা ল'ৰা,
ভাঙ্গি দে পাৰ।
নতুন সমাজ সৃষ্টি কৰ,
প্ৰাণেৰে প্ৰাণক বিচাৰি লৰ
ঠেলি দে অন্ধকাৰ
ভাঙ্গি দে মৌন-মুগ্ধ মনৰ
অসাৰ অহঙ্কাৰ।
ভাঙ্গ। ভাঙ্গ। ভাঙ্গ।
ভাঙ্গি পেলা এই যন্ত্ৰ-সমাজ
পিন্ধাহি নতুন প্ৰাণময় সাজ।
ক্ষুদ্ৰ ভাবৰ সীমনা ভাঙ্গ।
অসাৰ জীৱন কৰি দে সাঙ্গ।।

আমাৰ দেশ, জেঠ, ১৮৫৬ শক

## ৰাতিৰ পোহৰ

তোমাৰ ঐশ্বৰ্য্য-বিভূতি বিলাক
ৰাতিহে জিলিকি উঠে
তৰাভৰা আকাশত
নীলা নীলা হৈ।
সেইহে চকুত টোপনি হেৰায়
থৰ লাগি চাওঁতে চাওঁতে
সপোনো হেৰাই যায়
কথা কৈ কৈ।।
তুমিনো ইমান সুন্দৰ
কেনেকে' হ'লা
থাপনা পাতিও নিজে নৰহিলা
স্বপ্নৰ মাজতে
লুকাই ৰলা।
তুমি আছা —
ময়ো আছোঁ —
আৰু আছে ব্ৰহ্মাণ্ডৰ প্ৰাণী —
ৰাতিহে সদায় —
শৰাই সজাই —
নীল আকাশত
চুলি মেলি মেলি
ওলায় তোমাৰ বাণী।
তেনেই জ্যোতিৰে ঢল
কৰে জলমল

অতুলন ঐশ্বৰ্য্য ৰাতিৰ পোহৰ
গুহাৰ মাজতো
পৰশে জ্যোতিয়ে —
থৈ যায় এটি পদুমৰ চকা
স্মৃতিৰ মোহৰ।।

যোৰহাট, ৫/২/৬৪, পাঞ্চজন্য, ১৮৮৬ শক

## শিঙৰি-ঘৰ

ঠানুৱা কোঁৱৰে সপোনৰ শলাৰে
সাজিলে শিঙৰি-ঘৰ
টিঙত জিলিকিলে আইৰে কিৰীটি
ৰহন-যুগমীয়া বৰ।
পাঁচ খলপীয়া ইন্দ্ৰ-জখলা
সিংহ ফ'কামত (১) লৈ,
জলমল্ কৰিলে দুচকু উপচি
স্বৰ্গদেউৰ বাতৰি কৈ।
চৰাইদেও পৰ্বতৰ শিঙৰি ঘৰতে
দেও হৈ আছিলোঁ চাই,
মোহন খনিকৰে গহনা গঢ়িলে
বাই-লুং বিধিকে পাই!
পুৰণি পুতলা ন-কৈ সজালে
হেঙ্গুল বিৰিঙিলে হাঁহি,
জিলমিল্ সপোনৰ বাতৰি দিলেহি
সোণালী সুৰুযে আহি!
ডেকা বৰাগীয়ে ৰেপনি যুৰিলে
ন-দি ভণিলে গীত।
স্বৰ্গদেউ ঈশ্বৰৰ ঘুমতি ভাগিলে
দিঠকে হৰিলে চিত।
বহি ৰজা হলোঁ বাই-লুং পঢ়িলোঁ
'মাই-বং'। গাভৰু হ'ল।
শ্যাম-চিকুণীয়া মাই-বং অসমী
দেহত্তৰ আগতে গ'ল।
হেলচি গুলচি মালিতা ৰূপহী
সেন্দুৰী-পমিলি আহি
নেঘেৰি খোঁপাতে কপৌ ফুল গুঁজিলে
মুখত বিৰিঙিলে হাঁহি।
মনৰৰ কলিয়া পাহৰৰ শলীয়া
দেহেশ্বৰ আহিলে ল'ৰি
ঢোল দগৰিলে জয়-ঢোও বাজিলে
পিথৰী হেন্দোলদোপ্ কৰি।
ফুলাম গামোছাৰে কিৰীটি সাজিলোঁ
গুণাৰ বনেকৰা পা-টৈ (২),
নাগিনীৰ মাকোৰে টঙালি খোৱালোঁ
চানেকীত সমাজিক থৈ।
শৰাইৰে এশৰাই বাকেটী আনিলোঁ
শিঙৰি ঘৰলৈ বুলি,
বাটতে থাপে দিয়ে আছিলে পগলা
সুপিকে লৈ গ'ল তুলি।
ভজুৰা পগলাই ভুলালে ভৈয়াঐ
ভৈয়াঁমৰ বোৱতী সোঁত,
নাম-দাং নামিলে শিলনিৰ ওপৰে
পাটকাইত মাৰিলে খোঁট।
ৰহাৰ ৰহেদৈ তিপামৰ ভাদে ঐ
শলগুৰিৰ আঘণী বাই,
তিনিও ডিঙিতে সাবটি ধৰিলে
স্বৰ্গদেও ভৈয়ামত নাই!
শিঙৰি ঘৰলৈ স্বৰ্গদেও উঠিল ঐ
ৰাং-ৰিং বাজিলে শিঙা,
মুৰত জিলিকিলে মথুৰাৰ ৰবে পাগ
দহতকৈ দহ ঠাই জিনা।
জিলিয়ে মাতিলে কুঁহিপাত লৰিলে
ন-কৈ গজিলে বন।
শ্যাম সেউজীয়া যাউতি যুগীয়া
অচমে ৰাখিলে পণ,-
এইনো বিনন্দীয়া শিঙৰি ঘৰতে
চেনেহৰ বাজিব সুৰ।
সুভাষিত কোঁৱৰৰ গুৱলা শৰদে
ত্ৰিভুৱন কৰিব জুৰ।
লুইতৰ পাৰেৰে এজাৰ গছ এজুপি
তেজাৰে বাতৰি কৈ,
চাপৰিৰ মাজতে আছিলে সেহি ঐ।
হাঁফলু-সুৱাগী হৈ।
তাৰে চঙ পাশে কৰ্চন-কনুৱা
বৰবগ চিলনী উৰে।
মিৰিৰ ল'ৰাহতে তাকে চাই কিনালে
-স্বৰ্গদেউ বিমানতে ফুৰে।

বকুলবন সুৰুভি

সাতোহাল মেঘেৰে বৰষুণ ঢালিলে
পথাৰে শুকুলা হ'ল।
বগাকৈ বগলী উৰিল জাকিমাৰি
-স্বৰ্গদেউ কেনিবা গ'ল।
শিগুৰি ঘৰতে বিননি উঠিলে
'কৰিম্-ফা'ই ভণিলে গীত।
দেশৰ বুঢ়া মেথাই দায় নধৰিবা
আমাৰ মোহনীয়া চিত!

১) ফ'কাম - ঘৰৰ আওলাত কেৰেচীয়াকৈ দিয়া চালৰ ধৰণী মাৰি। এনেকুৱা এটা হেলনীয়া জোখত ইংৰাজীত ফ'কেল লেঞ্ছ (Focal length) বোলে।
২) পা নৈ - পৰজাৰ। আধুনিক চেগুেল।

বাঁহী, ২৬ শ বছৰ, ৮ ম সংখ্যা, ৪৯১ শঙ্কৰাব্দ

## বাঁহীৰ মৰম

বাঁহীয়ে যেতিয়া মৌ-মতলীয়া
বুকুৰ মৰম সঁফুৰা মেলি
সুৰৰ সাগৰ আহে লুটিয়াই
শুধ সপোনৰ ধেমালি খেলি;
জানানে তেতিয়া ঢৌ খেলি যোৱা
বাঁহীয়ে কিহৰ বাৰ্তা আনে,
জানানে কিমান উদং বুকুৰ
কৰুণ বিননি বাঁহীয়ে জানে?

গছেও কান্দিছে পাতেও কান্দিছে
নলনি দৰাও গৈছে মৰি,
বতাহে বতাহে এনে আপাহতে
সুৰটি ফুটিছে বিশ্ব জুৰি।
বাঁহীৰ বুকত হাঁহি নাই বুলি
যোলশ হেজাৰ গোপীয়ে জানি
বিৰহতে পমি বিচাৰিলে মাথোঁ
বৃন্দাবনৰ গোপন বাণী।

বাঁহী শুনি যদি কুটুম এবাৰ
চাব জানাঁ তুমি আপোন ছবি —
দেখিবাঁ তাতেই বহি আছে মোৰ
প্ৰাণৰ ডোমোৰা মোহন কবি।

বাঁহী, ২৬ শ, বছৰ ২য় বছৰ

বকুলবনৰ সুৰভি

## যেতিয়া ভাগিব ভুল

যেতিয়া ভাগিব ভুল
তেতিয়া নাপাবাঁ কুল;
অকুল সাগৰ
উঠিব হেন্দুলি
ঢৌতে দোদুল-দুল।

সপোন-সৰগ পাই
সুনীল আকাশ চাই
মহা নীলিমাৰ
মহা প্ৰতিভাৰ
দেখিবাঁ অনন্ত ঠাই!

এটি মহাধ্বনি
কবিতা ৰূপিনী
সৰগী সুষমা লৈ,
আছে মানসত
মহা হৃদয়ত
প্ৰেমৰ প্ৰেৰণা হৈ।

ভুলৰ সপোন ফুল
বিচাৰি নাপাবাঁ মূল;
ভুলে জানো বাৰু
সত্য শিৱৰ
দিছে কাহানিবা কুল?

বাঁহী, ৩০ শ বছৰ, ২ য় সংখ্যা, ৪৯৪ শঙ্কৰাব্দ

## বালিকা-বিধৱা

কি থাকি গ'ল বাকী, অ' সহদেউ,
পাৰিবনে ক'ব ঐ;
অলপ সময় বৈ?
সহদেউ ঐ!
থাকি গ'ল যেন মোৰো লাগি আছে।
ফাঁকি দিলে জানোঁ কোনে।
বাৰু, তথা লাগি মই চাই থাকোঁতে
পাতিলেনে কথা যেঁচাই জোনে?
সহদেউ ঐ,
কাম চৰায়েও লৈ ৰঙা ঠোঁট,
পিন্ধে সেন্দুৰৰ দগেমগি ফোঁট,
ময়েহে ওলাও উকা কপালকে লৈ।
ঐ!
আমাৰ ঘৰৰে লোকা পাৰ যুৰি
যোৰ ভাঙি দেখোঁ নাথাকে আঁতৰি,
জঁটীয়াটোৱে যে ডিঙি ভাঙি
যিহে মৰমেৰে চায়,
পাৰৈ জনীয়ে হায়।
হঁয়কলী ঐ,
বান্দৰীহঁতে যে বুকুতে সাৱটি লৈ
যেনেকৈহে পাই ৰাখিছে জীয়াই
পোৱালীবোৰকে ঐ!
ময়েহে অকলে এনা-যতনেৰে
মাটিত পৰিলো হাইঠা মনেৰে,
সদায় দেখোন উৰঙা উৰঙা
ওপৰে নাই যেন চৈ।
হাইঠা ঐ!
দেখোন কথাকে নোৱাৰোঁ ক'ব —
কিবা এই যেন আমঠুত লাগি
আছেই সদাই জাগি?
কেনিও নোৱাৰোঁ থ'ব কাকো নোৱাৰোঁ ক'ব
দেহি ঐ, কোন কুটুমেনো মোৰ ভাগ ল'ব?

আৱাহন, ৪ র্থ বছৰ, ১১ শ সংখ্যা

## হয়- নহয়

হয়- আহাঁ তুমি বহাঁ আহি তাঁতৰ শালত
বহি বহি বাছি থাকাঁ বাবৰীয়া ফুল,
মাকোটিৰ ছেৱে ছেৱে নাচক কাণত
দুফালে ওলমি থকা বাখৰুৱা দুল।

নহয়- সমুখত লৈ এটি 'পিয়ানো' সুন্দৰ
পূৰবী ৰাগিণী গোৱাঁ কোমল-মধুৰ,
শুনি শুনি মগ্ন হওঁ সুন্দৰ ধ্যানত
জ্ঞানৰ জ্বলাওঁ শিখা অনন্ত - গধুৰ।

যদি- দুয়োটিৰ কোনো এটি নহয় তোমাৰ
কাষত গাগৰী লৈ আনা তীৰ্থজল,
গুচাওঁ পিয়াহ মোৰ আতুৰ প্ৰাণৰ
তৃপ্ত হওঁ, লাভ কৰোঁ নিতে নব বল।

বাঁহী, ২৯ শ বছৰ, ৰঙালী বিহু বিশেষ সংখ্যা

## কথা আৰু কবিতা

(চনেট)

চৈধ শাৰীৰ এবিধ কবিতাক পাশ্চাত্য কবি সকলে চনেট আখ্যা দি গৈছে। চনেটৰ প্ৰথম আঠ শাৰীক অক্‌টেভ আৰু পাছৰ ছয় শাৰীক চিষ্টেট বুলি তেওঁবিলাকে একোটা চিন্তাৰ টৌকে দুভাগ কৰি দুইৰ মাজত এটা পৰিপূৰ্ণ ঐক্যৰ সমাধান বিচাৰি দিছে। তেওঁবিলাকে কয় -'a sonet is a poem in fourteen lines properly expressing two successive phasey of one thought. মানৱ জীৱনত পুৰুষ আৰু প্ৰকৃতিৰ মিলনৰ ৰীতিও ঠিক এটা চনেটৰ দৰেই। পুৰুষে অষ্টসিদ্ধৰ পথ বিচাৰোতে লগ পায় এটি নাৰী শক্তি। সেই শক্তিয়ে প্ৰকৃতিৰ ষড়-ৰস পান কৰি দুয়োৰে জীৱনত জন্ম-জন্মান্তৰৰ পৰা সাঁচি থোৱা দুটি সুঁতি একেপিনে বোৱাই লৈ যায়। - (লিখক)

## জীৱন-চনেট

অকলশৰীয়া একোটি জীৱনে লগ বিচাৰি ফুৰে।
এৰি অহা লগ ঘূৰি পাবলৈ মনেৰে ভ্ৰমণ কৰে।।
নিত্ ফাগুনৰ পলাশ ফুলৰ ৰাঙলী ৰহণ লৈ।
জীৱন-যাত্ৰাৰ তোলে জয়ধ্বনি আপোন পাহৰা হৈ।।
সুখ-দুখ নাই, দিন-ৰাতি নাই, গতি, কেৱল গতি-
আগবাঢ়ি যায় কাম্য-বনত বিচাৰি তাল, মান, যতি।
যৌৱন সাগৰৰ মৌ-যেন টৌবোৰ নাচি নাচি আহি।।
প্ৰাণৰ পৰশ দিয়েহি বিলাই জীৱন কুসুম পাহি।

প্ৰস্ফুটিত হলে বন-কুসুমৰ পৰাগ-কেশৰবোৰ।।
আমোলাই উঠে দিগন্ত বিয়পি ব্যাকুল-বাসনা লৈ —
জীৱনে তেতিয়া নীল আকাশত নিখিল ভুবন জিনি।
মৌ-পিয়া সেই পখীটিৰ দৰে পানী পিওঁ পিওঁ কৈ।।
ৰসৰ সাগৰ সুহি সুহি নিয়ে পূৰ্ণ পৰশ পাই —
মিলনৰ গীতি, জীৱনৰ স্মৃতি, বিশ্ব বিয়পি যায়।।

বামধেনু, ১৪ শ বছৰ, ১২ শ সংখ্যা

## পণ্ডিত মদনমোহন মালবীয়জীৰ পৰম পৱিত্ৰ স্মৃতিত

(সেৱাৰ শৰাই)

সিংহাসনত বহি ৰজা হৈয়ো যি-জনে এদিন
কৃষি-কৰ্ম ঋষি-ধৰ্ম
কৰিলে পালন,

সেই জন ৰাজ-ঋষি জনকৰ দৰে
পৱিত্ৰ প্ৰয়াগ ধামত
জন্ম লৈ যি-জনে এদিন
বেদ মাৰ্গ কৰিলে সাধন,

সেইজন
পৰম-পৱিত্ৰ বৈষ্ণৱ এজন।
মালবীয় মদন মোহন।।
ব্ৰহ্মণ্য ধৰ্মৰ মূল গায়ত্ৰীৰ ধ্যান
লক্ষ বাৰ সংকল্পৰে
কৰিলা সাধন।

দিব্য-জ্যোতি, দিব্য-বল, হৃদয়ত লৈ
প্ৰাচীন কাশীৰ খ্যাতি
অক্ষুণ্ণ কৰি

স্থাপিলা এক মহা বিশ্ব-বিদ্যালয়
ভাৰতীয় সংস্কৃতিৰ
পৱিত্ৰ আলয়।।

"উত্থাতব্যং জাগৃতব্যং যোক্তব্যং ভূতি কৰ্মসু'
এই মহাবাণী হৃদয়ত লৈ
কাশীত ৰচিলা তীৰ্থ নৱ-ভাৰতৰ
তোমাৰ অক্ষয়-কীৰ্তি
যুগমীয়া কৈ।।

মহাত্মা গান্ধীৰ বাণী শঙ্খধ্বনি কৰি
তুমিয়েই কৰিছিলা
অমোঘ প্ৰচাৰ।

বৰুৱাৰ সুৰভি

ধৰ্ম, অৰ্থ, কাম, মোক্ষ চতুৰ্বৰ্গ একেলগে ধৰি
আছিলা মদন-মোহন হে
তুমি কৰ্ণধাৰ।।

শ্ৰীমদভাগৱৎ ব্যাখ্যা কৰি তুমি
একাদশী পালিছিলা
পৰম বৈষ্ণৱ হৈ।
শুভ্ৰ-শুক্ল চন্দনৰ তিলক জিলিকা
পণ্ডিত মদন-মোহন যেন
এতিয়াও ঢকবাত
আছে লৈ
পৰম-প্ৰতীক্ষা।।

য'তে আছা ৰাজ-ঋষি মালবীয়জী
লোৱাঁ আজি
গুণগ্ৰাহী ভাৰতৰ
সেৱাৰ শৰাই।
সম্পূৰ্ণ মুকলি কৰি স্বৰ্গীয় প্ৰেমৰ বাট
দিয়াঁ দেৱ! আশীৰ্বাদ!
আছোঁ আমি
মাথাকে নোৱাই।।

(ৰাজ্য চৰকাৰ দ্বাৰা অনুষ্ঠিত পণ্ডিত মদন মোহন মালবীয়জীৰ শতবাৰ্ষিকী উপলক্ষে ২৭.১২.৬১ তাৰিখত হোৱা সভাত গঠিত)

পাঞ্চজন্য, নবম বছৰ, ৩ য় সংখ্যা, ১৮৮৩ শক

## তৰ্পণ

দেহ আৰু আতমাৰ
সহবাস ছিন্ন কৰি
আতমা উধাও হ'য়
অনন্তৰ পিনে
মাংসময় অশুচি দেহাটো
চিতাগ্নিত যায় ভস্ম হৈ -
এই জীৱনকে লৈ
মানুহে ৰচিছে এক
ৰহস্যৰ মহানাট।।

হে গুণী
নীলমণি!
সিংহৰ বিক্ৰম লৈ
ভ্ৰমিলা ভুৱন
জয় কৰি সহস্ৰজনৰ
শ্ৰদ্ধাশীল মন —
হৃদয়ৰ নিভৃত কোণত
লগ পাবা "মহাবস্তু"
জীৱন্ত কালত —
তৃপ্তিজল পান কৰি
শুচি হ'লা স্ব লোকলৈ -
এয়া লোৱাঁ তোমাৰ স্মৃতিত
সহস্ৰজনৰ তৰ্পণ জল,
বহি থাকাঁ নিজ আসনত
শোভা কৰি
ভাষা-জননীৰ এই বেদী সুবিমল"

শ্ৰদ্ধাঞ্জলি,বাগ্মীবৰ নীলমণি ফুকন, বসন্ত গোস্বামী সম্পাদিত গ্ৰন্থ

## ন হক্ পুৰণি হক্, যি হয় হক্

বহুত পুৰণি হ'ল
ঢোল, পেঁপা, টকা
উদণ্ড চ'তৰ বতাহ লগা
বনগীতৰ দীঘলীয়া উকি-
বহুত পুৰণি হ'ল বিহু।

তথাপিও —
বছৰি বছৰি আহিছে বিহু,
বছৰি বছৰি ফুলিছে একেই
অশোক, পলাশ, শিমলু, মদাৰ —
ৰঙা ৰঙা আখৰেৰে
বছৰি বছৰি
কোনোবাই লিখি আছে
বাসন্তীৰ নাম।
বনে বনে বিহৰিছে
ৰাতি আৰু কাম।।..........
বেহুম-কুমলীয়া কুঁহিপাতবোৰ

কপৌ ফুল, কেতেকী ফুল,
চম্পা-নাহৰ
বছৰি বছৰি
ফুলি আছে আমোলমোলাই।
.........নাহৰ ফুলৰ গোন্ধে পাই
লাহৰীৰ ঐ ততে নাই।.........

বিহগী কবিয়ে পাতি গ'ল
"বহাগীৰ বিয়া"
বিচিত্ৰ সাজেৰে সজাই পৰাই
আ-অলংকাৰ পিন্ধাই পিন্ধাই
দীপলিপ্ বহাগীক
যৌতুক দিয়া —
সেউজীয়া সেউজীয়া বন
দেখি দেখি
ৰূপ-কোঁৱৰৰ মন
উঠলি উঠিল,
গীত গালে ঃ
......গছে মইনা সেউজীয়া
পাতে মইনা সেউজীয়া
সেউজীয়া সেউজীয়া পাত......

ওলাল জাকি মাৰি
ফুলাম গামোছা লৈ
বিহুৱা ডেকাৰ জাক,
যোজনা লগাই
কিৰিলি পাৰিলে -
......চ'তে গৈয়ে গৈয়ে
বহাগ ঐ পালেহি
ফুলিলে ভেবেলি লতা,
কৈ থাকোঁ মানে
আমনি নালাগে
বহাগী বিহুৰে কথা ।।........
বুকুৰ মৰম ঢালি
বিহগী কবিয়ে সুধিলে ফুলক-
'কাৰ পৰশত ফুলিলি বাঙ্কে!'.......

টিকিৰ্ টিকিৰ্ টাং টাং
টিকিৰ্ টিকিৰ্ টাং টাং
ঢোলেও মাতিলে মাত,
হেন্দুলি উঠিল লুইত পাৰৰ
আটাই বিহুৰ চাং।

ঢুলীয়াৰ উঠিল গা
ঢোলতে উৰুলি
ঢোলতে কুৰুলি
ঢোলতে মাতিলে মাত
বিহু বিহু লাগিলে গাত।।
পেঁপাই তেজৰ বোৱালে সোঁত।
কাম চৰাইৰ ৰঙা ঠোঁট।
সোণৰ গিলিপ মৰা
বগীতৰাৰ কপালতো
জিলিকি উঠিল ৰঙা
সেন্দুৰৰ ফোঁট।...........
........পুৰণি নতুন হ'ল।
আনন্দময় জীৱন-সুধা
গছে, বনে পাতে
প্ৰাণে প্ৰাণে
বৈ গ'ল।।.......

ঢোল, পেঁপা, টকা
দগাৰি দগাৰি
বিহুৱা ডেকাই
বজালে বজনজনাই

ন হক্
পুৰণি হক্
যি হয় হক্
মাৰি থাক
ৰৱ বিহু
পৰ্বত-ভৈয়াম
বৈ বৈ যক।।

অসম বাণী, বহাগ বিহু, ১৯৭৪

## কবিতা যেতিয়া আহে

যেতিয়া কবিতা আহে
তেতিয়া পৃথিৱীয়ে কান্দে নে হাঁহে
কবই নোৱাৰি।

মাঘৰ ঠেৰেঙা লগা
সেমেকা আবেলি
শিল-চেঁচা বৰষুণৰ টোপালবোৰ পৰি
মসৃণ চিক্‌মিক পলিচ জিলিকি উঠে।
শাক-পাতবোৰৰ
সেউজীয়া বুকুবোৰত
পৃথিৱীখন নিতাল মাৰে।
দিনেই নে ৰাতিয়েই-গমকে নোলায়।......
যেতিয়া কবিতা কবিৰ গাত লম্ভে
তেওঁ বলিয়াই নে ৰতিয়াই
তাকো তেওঁ কবকে নোৱাৰে।
মিছাকে সঁচা বুলি ধৰে
সঁচাকে সঁচা যেন নেদেখে,
সঁচা-মিছা, ভাল-বেয়া, দিন-ৰাতি
একোৰেই একো লেখকে নলয়।।

কবিতা যেতিয়া আহে —
নাহৰো ফুলে, তগৰো ফুলে,
কুলি-কেতেকীয়ে মাতে,
দলনি পথাৰত ম'হৰ পিঠিত উঠি
মইনা-গুৱালে মাৰে দীঘলীয়া উঁকি, —
ঐ! ঐ!
চ'তে গৈয়ে গৈয়ে পালেহি বহাগ ঐ
ফুলিলে ভেবেলী লতা................

অসম বাণী, বিহু সংখ্যা, ১৮৯৩

## কবিতাৰ বিহু

মানস সৰোবৰ,
ৰাজ হাঁহবোৰে
থৰ হৈ ধ্যানত বিচাৰে —
ক'ত তেওঁ কেনি?...
বিচাৰি মলয়া নামে
দিব্যগন্ধাৰ পৰশ বুলাই।
সেই, আকাশ তনয়া উষাই
সোণ-পানী ছটিয়াই
বৰষে অমৃত।
আহাঁ, কবি,
কবিতাৰ ছন্দত নাচাঁহি।
প্ৰণতি জনালে
ৰবীন্দ্ৰনাথে —
"আমাৰ মাথা নত কৰে
দাওহে তোমাৰ
চৰণ ধূলাৰ তলে।"
গালিবে গীত গালে;
সুন্দৰ
মাত্ৰ এবাৰ, এবাৰ মাত্ৰ
তোমাৰ সকলো
গৌৰৱেৰে পৰিপূৰ্ণ
স্বৰূপটো এবাৰ চাবলৈ দিয়া।
আৰুনো কিমান দিন
মনৰ দাপোণত
তোমাৰ অলেখ ৰূপ
অপলক দৃষ্টিৰে
চাই থাকিম?..........

অসম বাণী, বিহু সংখ্যা, ১৯৮১

বকুলবনৰ সুবাস্তি

## ইহাগচ্ছ ইহাগচ্ছ

'ইহা গচ্ছ ইহা গচ্ছ ইহ তিষ্ঠ ইহ তিষ্ঠ
ইহ সন্নিহিতো ভব' -
গা ধুই উঠি আজি কুঁহিপাতবোৰে
নতুনৰ দেৱতাক আহ্বান কৰে,
পুৰণিৰ পাতবোৰ কেনি গ'ল
কোঁৱে তাৰ বিচাৰ নকৰে।।

নতুন নতুন লগা সেউজীয়া লতা পাতবোৰে
চকুত সানিছে আনি সুধাৰ অঞ্জন,
চায়েই থাকিম যেন সকলো পাহৰি
এই কান্তি, এই ৰূপ নয়ন ৰহন।

ডালত ওলমি থকা কপৌ ফুলেৰে
বান্ধি দিওঁ মাধৱীৰ খোপাটি সুন্দৰ।
নিনাদি উঠক জয় যাত্ৰা পথৰ
খলকি উঠক আজি পৰ্বত কন্দৰ।।

আজলী ভেবেলী লতা-তায়ো ধৰে মান,
ৰূপৰ চকলাবোৰ আঁজলিত লৈ
দিব খোজে প্ৰিয়তম দেৱতাক দান।

কোকিলৰ কল কাকলিয়ে আগলি পাতত
কঁপনি তুলিছে মৃদু প্ৰবাহত,
আঁহতৰ কুঁহিপাত জিৰ্ জিৰ্ কৈ
ছন্দত নাচিছে যেন জয়ধ্বজা লৈ।

উৰ্বশী ৰম্ভাৰ
নৃত্য গীত কবিতাৰ
অপাৰ সম্ভাৰ
প্ৰীতি উপহাৰ
দিয়াঁ লোৱা, আগবঢ়া নতুন মনেৰে
আজি বিহু আনন্দৰ দিন।
ঢোলত বাজিছে সেইয়া
ধিন্ ধিন্।

অসম বাণী, বিহু সংখ্যা, ১৯৭৩

## আজিৰ বিহু

আজিৰ বিহুত আৰু ঢোল পেঁপা নবজাবা দেই—
আকাশত ইন্দ্ৰধনু তোৰণ সজাই,
তৰঙ্গত ধ্বনিবোৰ কঁপাই কঁপাই
অস্ফুট কণ্ঠৰ গীত গাই কোনোবাই
নব নব কবিতাৰ মাধুৰী বিলাই
মাতিছে আমাক আজি নেদেখা বিহুৰ ৰূপ
চাই যাবলৈ।
বহুত পুৰণি হ'ল কুলি আৰু কেতেকীৰ মাত,
সমাজ লেতেৰা হ'ল ভৰি আছে বাৰেকুৰি জাত,
শিপিনী নাচনী হ'ল, বহি বহি কোনে ব'ব তাত?
মানুহে মাতিছে আজি
জোনৰ দেশত —
মানুহৰ মনবোৰ আকাশত উৰে
জোন-বেলি-তৰাবোৰ শৰাই সজাই
চেৰেকীৰ পাকে পাকে সুৰে।
ভেদবোৰে পৃথিৱীত ভূতৰ পোছাক পিন্ধি
মানুহৰ মৰমত খান্দিছে নিতৌ সিন্ধি
মনবোৰ কিহবাৰে............ বিন্ধি
গাঁতত সোমাব খোজে সোণামুৰা ডেকা
মনৰ মাধুৰীবোৰ —
সেইবাবে
আজি সেই মান্ধাতাৰ আমোলৰ কথা
নক'বা দুনাই মোক এই নব-বহাগৰ
বিহুৰ দিনা.......
গৰুৱে মানুহে, প্ৰকৃতিৰ তৃণ তৰু লতাই পাতে
আজি মোক কেউপিনে মৰমতে মাতে —
এয়া আমাৰ বিহু
শ্যামল তৃণানি
আহাঁ বহোঁ একেলগে
ধুৱাওঁ সকলো গ্লানি।।

অসম বাণী, বিহু সংখ্যা, ১৯৭০

বকুলবনৰ সুৰভি

# তিৰ'তি লাংলা চৈ

ক'ত জানো শুনিছিলোঁ নপৰে মনত
শুনিছিলোঁ কাহানিবা নিজান বাটত
বেথাভৰা কোমল মাতেৰে
গাইছিল কোনোবাই তিৰ'তি লাং-লা চৈ......
আৰু কিবা তেনেকুৱা অবুজ ভাষাৰ গীত।
মগজুৰ স্মৃতিৰ কোঠাত সেই ধ্বনিৰেখাবোৰ
থাকি গ'ল স্থায়ী ৰূপ লৈ।
কেতিয়াবা নামি আহি হিয়াৰ তাঁৰত
বাজি উঠে অকস্মাৎ সেই গীত হৈ
তিৰ'তি লাং-লা চৈ
অৰ্থ তাৰ নুবুজিলোঁ,
এটা মহাৰহস্যৰ দৰে
চুফি কবি হাফিজৰ
সুৰা যেন হৈ
মন মোৰ লৈ যাম
মহাৰহস্যৰ সেই দুৰ্ভেদ্য দুৰ্গৰ পিনে।
গতিপথ আঁকি আঁকি
তৰঙ্গৰ টৌবোৰে যায় কথা কৈ —
তিৰ'তি লাং- লা চৈ।

এই গীতৰ তৰী দিলো এৰি তৰুণ বৰাগা,
বায়ুৰ লহৰ যাব ফালি মোৰ তৰী সুৰাগী
ইন্দ্ৰধেনুৰ কবি নেওগে এদিন
দেখিছিল এনেকুৱা স্বপ্ন এটি
আবেগ-বিভোৰ হৈ;
এখন গীতৰ তৰী এৰি দিলে মহা আকাশত
শুনি সেই গীতৰ বেদনা
ধূলিত বাগৰি থকা মদাৰৰ ৰঙা পাহিবোৰ
প্ৰবল বেগেৰে উৰি গুচি গ'ল ৰকেট গতিৰে
লৈ গ'ল বুকুত ভৰাই
ধৰণীৰ ধূলিবোৰ;

আদিহীন, অন্তহীন সেই মহা আকাশৰ
কক্ষপথবোৰ
ভ্ৰমি ভ্ৰমি আকৌ আহিল ধৰণীৰ পিনে
গুৰুতো নলগা, ভকতত নলগা
ৰূপহী মদাৰবোৰ গুৰু আৰু ভকতৰ ভৰি ধূলি লৈ
আকৌ থাকিল পৰি সেউজীয়া ধৰণীৰ ধূলিৰ শয্যাতে।
নিতাল মাৰিলে দেহি তন্দ্ৰাতুৰ হৈ
শুনি শুনি গীত এটি তিৰ'তি লাং— লা চৈ .....

আকাশ নিৰ্মল হ'ল
শুভ্ৰমেঘৰ পাল তৰি লৈ
উটি উটি ঘূৰি ফুৰে গীতৰেই তৰীবোৰ
পৃথিৱীত কঁহুৱাই চোঁৱৰ ধৰিছে
পোৱাল ঠৰীয়া শেৱালীয়ে মেলি দিছে
শাৰদীয় সুষমাৰ প্ৰীতিৰ সঁফুৰা
সেউজীয়া ধাননিত ফড়িং নাচিছে
স্নিগ্ধ শীতল কিবা পৰশ লাগিছে
নেদেখা কোনোবা যেন চেনেহী মায়াই
এছাটি মলয়া আনি কথা কৈ যায়
'মই মাতৃ দয়াময়ী তোমালোক সন্তান মোৰেই
মৰমতে বাস কৰোঁ, মৰম বিলাই
চাই চাই তৃপ্ত হওঁ সন্তানৰ শ্ৰদ্ধা অৰ্ঘ্য লৈ' —

শুনি সেই বাণী
জল, স্থল, আকাশ পাতাল উল্লসিত কৰি
উৰুলিৰ ধ্বনি উঠে বাজে শঙ্খ, বাজে ডবা
নাচে মন আনন্দত আপ্লুত হৈ
মোৰ মানসত
কঁপি উঠে তাঁৰবোৰ
তিৰ'তি লাং লা চৈ।

---
দৈনিক অসম, - পূজা সংখ্যা, ১৯৭০

# বিহুৰ ভ্ৰমণ

মোৰ বিহু
গৈ গৈ,
পালেগৈ
পাৰস্যৰ চিৰাজ নগৰ,
বুলবুলে গীত গায়
গোলাপীয়ে নাচে
হাফিজ বুঢ়াই তাতে
ছোৰাহী ভৰাই থোৱা
আঙুৰৰ ৰঙৰস
একো বাটি যাচে।।

পান কৰি
সুধাৰস
দোতাৰাত সখীহ'তে
আঙুলি বুলায়,
ডাঢ়িত আঁতৰ সানি
হাফিজ বুঢ়াই
থমকি থমকি বৈ
ৰুবাই শুনাই।।

'সপোনেহে ভাই জীৱন জুৰায়
দিবাচোঁ জীৱন-সপোন ঢালি
কেঁচা বয়সত পাপ বোলাবোৰ
ডেকা হলে চোন পৰেহি হালি'।

'দুনিয়াখনেই কুঞ্চচ তেনেই
পৰক নেওঁচি পাতিছে থুল।
ইয়াৰ মানত সপোনেই ঠিক
পগলা মেলৰ ধৰিছে ভুল'।।

ওপৰৰ পৰা
নামিল মঘাই ওজা,
ঢোলত দিলে হাত
আখৈ ফুটাদি
ফুটিল শবদ—
"আৰে হায়াৎ"
-সুধা সঞ্জীৱনী।

ঢোলৰ কুৰুলি শুনি —
ফিৰফিৰীয়া
ৰেছমী আঁচল উৰাই
আহিল ইৰাণী, আহিল তুফানী,
মঘায়ে জুৰিলে গীত —
গোলাপৰ গোন্ধ পাই
লাহৰীৰ তত নাই
ওমৰ বুঢ়াও চাপিলে কাষ,
বাটৰ বলিয়া জুই খেলুৱাৰী
হাফিজো প্ৰেমৰ দাস।।

হাফিজে শুনালে ৰুবাই ঃ
-"প্ৰিয়াৰ ৰেছমী কোমল চুলিত
আঙুলি বুলাই লগালো মাত।
"দিয়া মোক সখী দিয়াহে জীৱন
এইয়া অমৃত তোমাৰ গাত।।"-

"ফুলনিত পৰি বুলবুলিবোৰে
দিলেহি সুৰৰ অমিয়া বাকি,
এনুৱা ফাগুন ফুলৰ বতৰ
নাই যদি হিয়া তেনেই ফাঁকি'।।

মঘায়ে মালিতা গালে ঃ
শুনিয়োক সৰ্বলোক
মঘাহৰ বচন,
ঢোলতে তুলিলোঁ আমি
মেঘৰ গৰ্জ্জন
দেৱৰাজে থাপিলেক
তাহাৰ সভাই,
ভ্ৰমিবাক লাগি হেথা
দিলেক পথাই।

হাফিজ চুফি
ওমৰ চুফি
মঘাই চুফি হ'ল —
ধিনিক ধিন্দাও
ধিনিক ধিন্দাও-
ৰগৰ বিয়পি গ'ল।।

---

বকুলবনৰ সুৰভি

হাফিজে শুনালে বাণী ঃ
'আজিও খোদাৰ পৱিত্ৰ পীঠত
এফেৰি ভৰসা থৈছোঁ সাচি,
অলেখ দুৱাৰ মেল খাব মোৰ
কপালে দিবহি অশোক যাচি'।।

মঘায়ে শুনালে
হেৰেই হাফিজ
অসমৰ পৰা বিহুৰ বাতৰি
বিলালোঁ মঘাই আহি,
মিলন মেলান উঠক লহৰ
বিশ্ব বিয়পি
পৰক বিহুৰ
আনন্দ হাঁহি।।

অসম বাণী, ১৯০১ শক, বিহু সংখ্যা

## বিহু নিবেদন

শ্যামলা ধৰণীকু শ্যামল তৃণ-তৰু
পল্লৱ শ্যাম বৰণ।
শোভন ঋতুমতী আৱত মৃদুগতি
মনসিজ মন-হৰণ।।
কোকিল কলস্বৰে বাণী মুখৰ কাৰে
কেতেকী বিৰহে দহে।
মধুকৰ গুঞ্জন পৰাগ লুণ্ঠন
কুসুম কমনে সহে?
যুৱক-জন-চিত গাৱত বিহু গীত
কবিতা ঝৰয় ঘনে।
কামদা কামৰূপ শোভয় নিজৰূপ
বৈশাখ বেণু বনে।
প্ৰেমকু চিৰদাস প্ৰেম হামাকু আশ
প্ৰেমহি ভকতিকু ধন।
মানৱ-দেৱগণ দেহ প্ৰেমিক মন
হামাৰি ওহি নিবেদন।

বৰুৱাদেৱৰ এই কবিতাটো ১৮৮৪ শকৰ 'অসম বাণী'ৰ বঙালী বিহু সংখ্যাৰ ১ম পৃষ্ঠাত প্ৰকাশ হৈছিল। কিন্তু মুদ্ৰণত 'কেতেকী বিৰহে দহে'ৰ পৰা 'কামদা নিজৰূপ লৈ এই কেইশাৰী বাদ পৰিছিল। সংগ্ৰাহক - আ.চ.ব. ৰচনাৱলী।

## সৌৰা জেৰেঙা

সৌৰা জেৰেঙা জয়াৰ তেজেৰে ৰাঙলী পথাৰ,
সতীৰ সমাধি তীৰ্থ-ভূমি মহা-মহিমাৰ
আহোম ৰমণী অসীম শকতি অলৰ অচৰ
চমতাৰ কোব চোৰাতৰ ডাক কেৰেপ নকৰে
পিঠি ফাটি তেজ বইছে ধাৰেৰে
তথাপি নোলায় লাণ্ডি কোঁৱৰৰ নাম
বাটৰ বাটৰুৱাই হিয়াভগা মাত বোলে ৰাম ৰাম
"পত্নীৰ গতি স্বামীগুৰু" এই মহাব্ৰত জপি
জেৰেঙা তীৰ্থ হ'ল
যুগ যুগান্তৰ জিলিকি থাকিব
জয়াৰ কীৰ্তি জয়সাগৰৰ দ'ল।
এখন সাগৰ তীৰ্থজল
জয় সাগৰত
ধোৱাঁহি গা—
স্বোৱামী গুৰুৰ
নাম লৈ লৈ
শুচি হোৱাঁ মানুহ জাতি
জয় সাগৰৰ
গঙ্গাজল লোৱাঁহি আঁজলি পাতি।

'বকুল বন', যোৰহাট, ২৭।৩।৭৮

বকুলবনৰ সুৰভি

## মাতৃবন্দনা

হে গিৰিনন্দিনী
দুৰ্গতিনাশিনী
বৰাভয়দায়িনী
শ্ৰীময়ী দুৰ্গা
বন্দো জননী
ভক্তি-মুক্তি
হে গিৰিনন্দিনী

বিশ্ববিমোহিনী
ভৱ-ভয়-হাৰিণী
শান্তি বিধায়িনী
ত্ৰিভুৱনতাৰিণী
বন্দো জননী
পদদায়িনী।
বিশ্ববিমোহিনী।।
হে শিৱা শংকৰী
স্মৃতি-ধৃতি-জ্ঞানী
শত্ৰুবিনাশিনী
শ্ৰীময়ী দুৰ্গা
বন্দো জননী
ভক্তি-মুক্তি
হে গিৰিনন্দিনী

সদা শুভঙ্কৰী
বুদ্ধি স্বৰূপিনী
চণ্ডি ভৱানী
বিজয়দায়িনী
বন্দো জননী
পদদায়িনী
বিশ্ববিমোহিনী।।

দৈনিক অসম, শাৰদীয় সংখ্যা, ১৯৭৩

বকুলবনৰ সুৰভি

## আই

আই তুমি সসাগৰা
বসুন্ধৰা
তুমি উৎপাৰ্থবীৰ্য্যা,
তোমাৰ বুকুত একুৰা জুই
মৰম আৰু তৃষ্ণাৰ,
তোমাৰ কোলাতে যত
স্থাবৰ-জঙ্গম
বুকুৰ উম্ লৈ
কেহেলি কেন্দেলী কৰিছে নিতৌ।
শুইছে বহিছে
হাঁহিছে কান্দিছে
তয়াময়া ৰণ কৰি তোমাৰ কোলাকে
তেজেৰে ৰাঙলী কৰিছে।

তুমি
সহনশীলা —
আই,
আদিম জননী।
তুমি মেডোনা
ৰাফেলৰ ৰেখা-প্ৰতিভাৰ
অমৰ চানেকি
বুকুত দিব্য-জ্যোতিৰ
দেৱশিশু
যীশু —
প্ৰেম, অহিংসা, শান্তিৰ
প্ৰতীক।
দ্যৌ পিতা পৃথিৱী মাতা
মানুহ ভাই,
হিংসা-শত্ৰু। প্ৰেম শক্তি
পাই
মহিষাসুৰক তুমিয়ে বধিছা
আই!

সন্তান সকলে গুমৰি ফুৰিছে
ৰূপ লাগে, জয় লাগে
লাগে যশ, হক শত্ৰু নাশ
বিজয় দুন্দুভি বাজক ধৰাত

মানৱ মুক্তিৰ
উথলি উঠক
জয় জয়োল্লাস।।

দৈনিক অসম, পূজা সংখ্যা, ১৮৯১ শক

## চণ্ডী দৰ্শন

-"ৰূপ দিয়াঁ,                জয় দিয়াঁ,
দিয়াঁ যশ,                কৰা শত্ৰু নাশ।"
এই অভিলাষ
আদিম যুগৰ পৰা
সক্ৰিয় মানুহৰ
চিন্তাত কৰিছে বাস।

আকাংক্ষাৰ বিজুলী-চুম্বক টৌৱে
মুহূৰ্তে মুহূৰ্তে
কল্পনাত, চিন্তাত, আশাত
তুলিছে তৰঙ্গ —
ব্যক্ত কৰি অব্যক্তৰ
পাৰ্থিৱ পৰিচয়।

বহু যুগ পাৰ হৈ গ'ল;
চীনা-ঋষি লাওৎসেই ক'লে, —
বাক্যেৰে যাক                নোৱাৰি কৰিব ব্যক্ত
তেৱেঁই তাও,
ব্যক্ত যাক কৰিব পাৰি
তেওঁ সমস্ত সৃষ্টিৰ
মাত্ৰ।

সক্ৰিয়া মাতৃ                কাল ৰাত্ৰি
তেওঁকেই স্থাৱৰ-জঙ্গমে
কৰে আশা —
মানুহক ৰূপ লাগে, জয় লাগে,
যশ লাগে,
আৰু লাগে
শত্ৰুহীন এখন পৃথিৱী
সেইবাবে —
মানুহ চাপিল আহি
মানুহৰ কাষ, —
সমস্বৰে এই ইচ্ছা কৰিলে প্ৰকাশ —
-"ৰূপ দিয়াঁ, জয় দিয়াঁ,
দিয়াঁ যশ, কৰাঁ শত্ৰুনাশ"।

সাদিনীয়া, নৱযুগ শাৰদীয় সংখ্যা, ১৯৬৪

## বৰদৈচিলাৰে

বৰদৈ ঐ,
অনন্ত কালৰ শ্যাম বহাগৰ মুখৰ আগৰ বাতৰি লৈ
কি বেদনাত, কাৰ পাছে পাছে ফুৰিছ ইমান বাউলী হৈ?
তয়ে দেখোঁ মোৰ প্ৰিয়া পৰাণৰ, পিয়ালি প্ৰথম উত্তপ্ত সুৰ,
আজি দেখোঁ হেৰ' ভয়কে নকৰ, হৈছ ইমান যোজন দূৰ?

কিশোৰ-কোমল, কিমান হিয়াত জ্বলালি আগেয়ে হোমৰ জুই
থৈছনে তাৰ কিবা চিন্‌চাব, নাইবা তেনেই পেলালি ধুই?
কি বাসনাৰ এই অভিসাৰ, আকুল অলক উৰালি কিয়,
ময়ে জানো তোৰ প্ৰাণ বাটিটোৰ নহওঁ প্ৰেমিক আপোন প্ৰিয়?

দেছি ঐ, মোৰ কিনো অভিশাপ পৰিলে শিৰত পূজাত লাগি,
যম যাতনাৰ ভুগিছোঁ নিকাৰ, ময়েহে কঙাল ভিক্ষা মাগি।
জ্বলিছিলে চাকি মৰ্ম-কোঁহত, দিছিলোঁ নিৰলে এটুপি তেল,
সেয়ে মোৰ হিয়া দহিলে তেনেই-আজি বিচাৰিছে বহল মেল।

তয়ে বৰদৈ নীলা চকু লৈ লীলা কৰি মোৰ লগালি ভোক,
আজি কিয় মোৰ প্ৰাণ-চিলা ধৰি পাহ, পাহ, কৰি উৰাৰ মোক?
মই পালোঁ সুৰ তোৰ বুকু চুই, তই পালি ক'ত বাউলী ঐ,
তোৰে মোৰে দেখোঁ আদি সুৰ হায় গুচি গ'ল উড়ি বিৰহ থৈ।

মই বিকৰুৱা পকৰা এটিয়ে মুৰৰ মকৰা-ধূলিটি ধৰি,
গহৰি দেশৰ বাটৰুৱা হৈ বৈ আছোঁ হায়, অকলে পৰি।
অকলে যে তই খাইছ ইমান সোমৰস বাটি হোমৰ ফল,
মোৰেচোন মাত, ময়ো পাওঁ তেওঁ ধাঁহি-মুহি খোৱা এযেৰা বল।

হেঁৰেই কাঠৰি, পেলালি পাহৰি-বুকু ছিৰি তোক পিয়ালোঁ তেজ
তাকে খাই হ'লি ইমান বাউলী এতিয়া বিচাৰি ফুৰিছ বেজ।
নিজৰ ঘৰতে নিজে জুই দি বিচাৰিছ পানী উধাতু খাই,
পানী পাবি ক'ত, পাগলী, এতিয়া-পানী কেনিও পাবলৈ নাই।

বকুলবনৰ সুৰভি

হায় হায়, হায়, শুনিবি অকল-বাজিছে বিৰহ বিশ্ব জুৰি।
বিচাৰিবি খালি, নপৰে পৰালি, পাবিহি আকৌ বিৰহ ঘূৰি!
লইছ যিমানে বিমানৰ বাট সিমানে আঁতৰি গৈছ তই,
অভয় নিদিলে দেখিহে এদিনো আজি তোৰ এনে লাগিছে ভয়!

ভাঙ্গিলি দেখিহে টোকোৰাৰ পঁজা সোৱন-চঁপাৰ পাপড়ি সাৰি,
আজি বহাগত কান্দিছে ইমান বাগৰি বাগৰি মাটিতে পৰি!
দীন-দুখীয়াৰ আলসুৱা মন নিমিষতে হৰি কৰিলি ছন্।
তোৰনো এতিয়া থাকিবনে বাৰু বুকুৰ চেনেহ জুৰণি ধন?

পাগলী ঐ,
আগলি বাতৰি নিদিবি ইমান, কঁপিছে কলনি, লৰিছে পাত,
পানী-কেচুৱাৰো তোৰ কথা শুনি হৰিছে মুখৰ সুৱদী মাত।
তোৰ ভয়তেই ঘোঁপা-নিয়তিয়ে মুকলি কৰিছে চকুৰ মণি,
উৰুলীতে আজি মুৰুলী বজাই মেলিছে হিয়াৰ দাপোণ খনি!

ভাঙ্গিবৰ যদি আছে অভিলাস ভাঙ্গি দে যিমান শিলৰ হিয়া,
তেজ-বঙ্গা বুকু নাভাঙ্গিবি আৰু উঘালি স্নেহৰ অতল শিয়া।
ময়ো যে এদিন তোৰ দৰে উৰি জ্বলা জুই মোৰ মেলিব লাগে,
তাৰ কথা হ'লে নাভাব সমূলি,মোৰো যে হিয়াত বেদনা জাগে?

অ' প্ৰিয়া মোৰ, হিয়া মেলি দিয়াঁ পেলাওঁ জীৱন প্ৰেমতে ওৰ,
পিতা প্ৰেমধৰ, আই দয়াশীলা, তুমিও প্ৰেয়সী প্ৰেমিকা মোৰ।
অনন্ত প্ৰেমৰ, বাতৰি বিলাই আঁতৰি থাকিলে নহব আজি,
আহিছে জীৱন ৰাঙ্গল বৰণ, নবীন বসন্ত সুৰত গাজি।

আহ বৰদৈ, তোৰ হিয়া লৈ আৱৰি পেলাওঁ জগতখন,
সোণাপুৰ মোৰ অসমৰ সুৰ মেলি দিওঁ লৈ অনন্ত মন।

---

বৰদৈচিলা, ২ য় ভাগ, ১৮৮৫ শক

## বৰদৈচিলাৰ আক্ষেপ

কত জনমৰ নিষ্ফল আশা, কত জীৱনৰ মোহ,
কিমান হৰ্ষ, কিমান বিষাদ, কিমান নিশাৰ ৰোহ;
প্ৰকাশ নকৰি গুমৰি গুমৰি সাঁচিলো বুকুৰ জুই!
তাৰো ভেদ কেঁৰে লওঁ বোলা নাই, নাই চোৱা হিয়া ছুই।

মোৰ কাষলৈ আহিলে কিমান বিমান পথেদি নামি
কিমান আহিল বাটকুৰি বাই চ'তৰ ৰ'দত ঘামি!
পাৰিলেনে বাৰু কোনোবাই মোৰ দুখৰ এভাগ ল'ব,
পাৰিলেনে কেঁৰে মোৰ বেদনাৰ এতিল মানকো স'ব?

কতজনে আহি গালেহি মিছাতে বিফল মহিমা গান
মোকো হেৰুৱালে, নিজেও হেৰাল, হেৰাল সমস্ত প্ৰাণ।
কিমানে আকৌ শত বোল সানি পাতিলে মিছাৰ মেল
সঁচাৰ মাজতে মিছাক বুটলি পূজিলে মাটিৰ ভেল।

কতজনে মোক মাত দিওঁ বুলি মাত হেৰুৱাই আজি
বাটে পথে ঘূৰি ফুৰিছে আকৌ বোবা অভিনেতা সাজি।
ইমান গৰবী এই সমাজত মোৰ যে জীৱন মৰা
তাকে কৈ আজি মষিমূৰ কৰি এৰিম ধুনীয়া ধৰা।

প্ৰলয় নাচৰ খোজে খোজে মোৰ কঁপিব যেতিয়া বিশ্ব
তাথৈ তাথৈ সুৰেৰে যোতিয়া সৃষ্টি কৰিম নিঃস্ব —
ভাঙ, ভাঙ, বুলি বজ্ৰ নিনাদে মাতিম যেতিয়া মই
তেতিয়া আকৌ মোৰে বেয়া লাগি ময়েই কৰিম ভয়।

এইহেন মোৰ মৰমৰ মোল নুবুজি কৰিলাঁ কি
তাকে শুনি মই আপোন-বলিয়া বুকুত দুহাত দি।
তোমাৰো মৰম আনে বুজা নাই, তুমিও তোমাৰ পৰ —
পায়ো হেৰুৱালাঁ সুজলা সুফলা এখন চিকুণী ঘৰ।

বামতে সাঁতুৰি বামতে নাদুৰি দ-লৈ মেলিলা মন,
দ-ও নেদেখিলা বাম নিচিনিলা - ভাঙিলা গাঁঠিৰ ধন।

---

বকুলবনৰ সুৰভি

মোক পোৱা হ'লে ময়ো পালো হয় - ময়েই পাখীত আঁটি
নীল বৰণীয়া সাগৰখনিক পেলালোহেঁতেন ছাটি।
হাত দিলে পায়, মাত দিলে শুনি, বুকুৰ মাজত থকা
প্ৰাণ-দেৱতাৰ স্বৰূপ নিচিনি খুলিলী হাৰৰ জকা।
চকুৰেদি অহা ঢলৰ জলত অতল পৰশা ধাৰ
দেখি নেদেখিলা ইমান মহিমা আপোন আপোন গাৰ।
আপোন নিচিনি পৰক বিচাৰি যাওঁতে থিয়াই বাট
পহুত লাগি অন্ধ ছিঙিলা, ঢুকাল জীৱন নাট।
ক'লা যবনিকা টানি দিলোঁ মই - দেখিও লাগিল লাজ,
সেই কাৰণেই ভ্ৰমিছোঁ সদায়, ওলালোঁ ঘৰৰ বাজ।

প্ৰাণে যদি হায় নুবুজে প্ৰাণৰ মৰ্ম এতিল মান
কিনো লাভ হ'ব গণনাত থৈ সিবোৰ বিফল-প্ৰাণ?
ধ্বংস যেতিয়া হ'বই লাগিব ধ্বংস কৰাই ভাল
সৃষ্টিত কিয় থাকিব লাগিছে যমৰ যাতনা-জাল?

সেইদেখি মোৰ ভৈৰবী ভীমা প্ৰচণ্ড চণ্ডীৰ বেশ,
সেইহে সদায় বস্ত্ৰবিহীনা, আউলি-বাউলি কেশ।

বৰদৈচিলা, তৃতীয় ভাগ, ১৮৫৬ শক

## আখৰৰ সৌন্দৰ্য্য

অন্তৰৰ অন্তঃস্থল আলোকিত কৰি
স্বৰ্ণৰ এধাৰি মালা কৰি তিৰিবিৰি;
এটি এটি তাৰে ক্ৰমে দিওঁ উপহাৰ
চেনেহী মাতৃক মোৰ মণি-মুক্তা-হাৰ;

ধ্বনিৰ ৰেখাটি আঁকো কল্পনাৰ ছবি;
বিচাৰোঁ আছেনে মোৰ সপোনত কবি;
ক'ত পাম সৰ্বশ্ৰেষ্ঠ শব্দৰ দান,
সৌন্দৰ্য্যৰ ৰূপ-ৰেখা উদ্দেশ্য মহান

যেনেকুৱা শব্দত কেঁচাসোণ আছে,
বালিত মিহলি হৈ ৰ'দালিত নাচে,

তেনেকুৱা শব্দেৰে ৰচিলোহেঁতেন
এখনি সোৱণশিৰি সমাজিক যেন

অসমীয়া আখৰেৰে মিলা বাখৰৰে
গাঁথিলোহেঁতেন মালা বৈ বৈ চৌৱা।

বামধেনু, ৩য় বছৰ, ১৮৭২ শক, ৮ম সংখ্যা, আহিন

## কণজুনৰ ফুলনি

আজান বানু

সেউজীয়া দুবৰিৰ দলিচা পৰা
কণজুনৰ ফুলনি ফুলেৰেই ভৰা।
দোকমোকালিতে আহি মৌ-গুটিবোৰে
গুণ্ গুণ্ শব্দেৰে মন-প্ৰাণ হৰে।

লৰ মাৰি কণজুন ফুলনিলৈ যায়
ফুলে ফুলে পৰি থকা পখিলাক চাই
ৰঙতে বিভোৰ হৈ কিবা কিবি গায়।

গোলাপ, তগৰ, মালতী, খৰিকাজাঁই
ফুলবোৰে বতাহত ৰেণু ছটিয়ায়।
সুগন্ধত চৌদিশে মলেমলায়
কণজুন নাচি উঠে লগৰীয়া পায়।

সখী ঔ, সখী ঔ, সখীক বিচাৰি
সখিয়তী পখী আহে উৰা মাৰি।
মাত শুনি তুলতুল বুলবুল আহে
আজানবানুৰে আহি খিলখিল হাঁহে।

আজানবানুৰে বহি দোলন দোলায়
কণজুনো বহে তাতে হাঁহি ওপচায়।
কানু আহে ভানু আহে পুনু আহে চাপি
আজানবানুৰে পিন্ধি ফুলবস্ত্ৰ জাপি।

পখিলাৰ নাচ দিয়ে দুই হাত মেলি,
ৰংমনে শিশুবোৰ থাকে তাতে খেলি
গোলাপ ফুলৰদৰে আজানৰ হাঁহি
ফুলনি গুৱনি যেন গোলাপৰ পাহি!

কণজুনৰ ফুলনিত আজানবানুৰ নাচে
লগৰীয়া সকলোকে মৰম চেনেহ যাচে।

বকুলবনৰ সুৱদি

ফুলে কয় হালিজালি অ' তুলতুল্
পাতে কয় হালিজালি অ' বুলবুল্

আজানবানুৱে কয়- আ! আ! আ!
মই নাচোঁ ঠেও দি সকলোৱে চা।।

'কঙাজুন', প্ৰথম সংখ্যা, ১৯৭৯ অক্টোবৰ

## ভূতৰ উৎপাত

মৰিশালীত মাজনিশা ঘোৰ এন্ধাৰত
ভূত বোৰে কিৰিলি পাৰে ;
বিকৃত সুৰত জোঙা জোঙা মাতৰ ধ্বনিবোৰে
কাণৰ পৰ্দাত যাঠি মাৰে।
হেজাৰ হেজাৰ হাঁহি প্ৰেতাত্মাৰ খলকনি
বায়ুমণ্ডলত বিয়পি পৰে ;
অমিল অজিন সেই ধ্বনিবোৰ ঘূৰি
পৃথিৱীৰ বুকুতেই সৰি সৰি পৰে।।

দিনৰ দুপৰীয়া
সেই পুৰি নিয়া
গৰম দিনৰ তৃষ্ণাৰ জুই
তেলেপ্ তেলেপ্ গিলি
ভূতবোৰ নাচি থাকে
কোনেও নেদেখে
দেখা জনে মনে মনে
চাই থাকি ভূতৰ উৎপাত ;
সৃষ্টি কৰে অকল বিভ্ৰাট।।

৮.১০.৫৯ (অপ্ৰকাশিত)

## শেষৰ গজল

যোৱাৰ কথা কোৱা শুনি চ'তে কিয় কান্দে আজি,
করুণ বাণী আহে কেনি, কিনো উঠে প্ৰাণত বাজি।
পুৱা গ'লে সন্ধ্যা আহে
নিশাৰ মুখত উষাই হাঁহে,
বৰদৈচিলাই তাকে বিলাই, হেৰাই জীৱন জনম খুজি
নতুন জোনৰ মুখো শেঁতা আচল কথা নেপাই বুজি।।

ক'লা নিশাৰ বিষাদ বেথাত
তৰাৰ মালাই জুবায় জ্বালা,
বছৰ শেহৰ বিহুৰ আদৰ
মৰম ফুলৰ পিন্ধাওঁ মালা।।
মৰম ভৰা চ'তৰ পৰা কপৌ আহে ফুলত সাজি,
উটি বুৰি দুটি প্ৰাণী ফুৰো আহাঁ সুৰত নাচি।।

বৰদৈচিলা, পঞ্চম ভাগ, ১৮৫৮ শক

## মই মদনক ধ্বংস কৰিম

মই মদনক ধ্বংস কৰিম
ভোগবিলাসিনী মদ-উন্মাদিনী
ৰতিৰ কমনা ঢৌ
কালী-নাগ-ফণাৰ
দৰে শিশু-কৃষ্ণৰ
নৃত্য-ছন্দত
তললৈ নমাই দিম ঃ

মই ফটিকাৰ বাটি
দলিয়াই দি
চুৰনি পাতত থ'ম
মৰা জন্তুৰ গেলা মঙহ খাই
শিয়ালে কুকুৰে
চেলেকি চাব ;
দুৰ্গন্ধময় নগৰ বোৰৰ
নলি-নৰ্দমাত পৰি
সুৰাৰ বটলে
বিনাব লাগিব
বিচাৰি আকৌ গঙ্গাজল।

(অপ্ৰকাশিত) যোৰহাট, ২ আহাৰ, শনিবাৰ ১৭.৬.৬১

# হেমলতা সন্দিকৈ

ৰবাৰ্টচ হস্পিটাল, শ্বিলং

মাজনিশা গহীন গম্ভীৰ
হাতত সাৰে ভৰিত সাৰে
শুধ শুকুলা সাজ পিন্ধা
স্বৰ্গৰ দেব-দূতী যেন
নাৰ্চ বিলাকে অহা-যোৱাকৰে
ৰোগী-ৰোগিণীৰ শয্যাৰ কাষে কাষে।

এখন শয্যাৰ পৰা
আধাফুটা মাতেৰে কোনোবাই কয়,-
"কামাখ্যাৰ নিৰ্মালি", "গঙ্গাজল"-.......
"গীতা"......"যোৰহাট"........
.......ইন্দ্ৰিয় সত্বাৰ ওপৰত
আত্মিক সত্বাৰে সেয়া
কি কথা কোনে ক'লে
বিজয় কৃষ্ণই শুনিলে বৈ-
সেয়া, অষ্ট্ৰোপচাৰৰ পিছৰ ৰোগিণী
- হেমলতা সন্দিকৈ।.....
ভাৰতবৰ্ষৰ প্ৰাচ্য-বিদ্যা-মহাসমুদ্ৰৰ
গৰ্ভত জিলিকি থকা
মাণিক-ৰতন,
আই অসমীৰ জ্ঞান-মাৰ্গী অমৃত সন্তান
কৃষ্ণকান্ত সন্দিকৈৰ
সাধ্বী ভাৰ্য্যা
সম্ভ্ৰান্ত কুলৰ কন্যা
হেমলতা —
ৰাজ-মহিষীৰ তুল্যা
হেমলতা —
শ্বিলঙৰ ৰবাৰ্টচ্ হাস্পতালত
কাষত একেটি পুত্ৰ
বিজয়কৃষ্ণ
কৃষ্ণকান্ত সন্দিকৈ যোৰহাটত
এটা লাইব্ৰেৰীৰ
নিমাত মনীষীবৃন্দৰ
চিন্তাৰ মাজত।..........
ৰামেশ্বৰ সেতু বন্ধন.......
বিজয়! বিজয়!...........

ৰৰ মন থাকিল এবাৰ
সেতুবন্ধনত বৈ
সেই সাগৰ খন চাই লবলৈ........
যিখন পাৰ হৈ ৰামে
সোণৰ লঙ্কা কৰিলে জয় —
যি-সেতু বন্ধনতে থৈ গ'ল ৰামে
এটি প্ৰশান্ত গম্ভীৰ মন।.....
বিজয়! বিজয়! ৰামেশ্বৰৰ
সেতু বন্ধন লৈ
যাওঁ বৈ -
পুতেক বিজয়কৃষ্ণক কথা কোৱা
সেইয়া হেমলতা সন্দিকৈ।.....
....টেলিফোন...কিৰ্‌ৰিং......ক্ৰিং.....ক্ৰিং......
যোৰহাটৰ সন্দিকৈ ভৱনত
সেইয়া ট্ৰাঙ্ক টেলিফোনৰ
ৰিং.....
ক্ৰিং ক্ৰিং ক্ৰিং.........
"মোক? কেলেই?"
সন্দিকৈয়ে শ্বিলঙত থকা
পুতেক বিজয়কৃষ্ণক উত্তৰ দিয়ে....
"আইতাই আপোনাক".......
"দেউতা! দেউতা!"........
"আইতা আৰু নাই".........
জাৰত ঠেঁৰেঙা হ'ল".....
আকুল কণ্ঠৰ উৎকণ্ঠিত মাত....
শুনি জ্ঞানযোগী সন্দিকৈয়ে
আজ্ঞা দিলে.....
প্ৰাণহীন মৃতদেহ পাছদিনা পুৱা
সন্দিকৈৰ চোতালৰ দূবৰি বনত
উৰ্দ্ধমুখা হৈ -
পৰি আছে থৰ হৈ হেমলতা সন্দিকৈ।....
জন্মিলে মৰণ পাছে পাছে আছে.....
প্ৰাণহীন প্ৰিয়তমা হেমলতা আজি-
পৰি আছে চোতালত
দূবৰি বনত .....
গভীৰ বেদনা জাগিল হঠাৎ

ৰকুলবনৰ সুৰভি

কৃষ্ণকান্তৰ মনত....
অন্তৰৰ অন্তৰ্স্থল ভেদ কৰি
প্ৰণয়ৰ গঙ্গাজল ধাৰা
দুচকুৰে বৈ আহি
হেমলতা সন্দিকৈৰ
সতৃষ্ণ স্মৃতিত
বাগৰি পৰিল গৈ......
সেই মহা গঙ্গোদকে
স্পৰ্শ কৰি
প্ৰাণহীনা
মহিষীৰ মুখ
ৰামেশ্বৰ সেতুবন্ধনৰ দৰে।

যোৰহাট, ২.৮.৬১ (অপ্ৰকাশিত)

## এচিয়াৰ সঙ্গীত

যিমান মহান ধৰ্ম আছে পৃথিৱীত
সকলোৰে জন্মস্থান এচিয়া আমাৰ।
এইহেন পুণ্যভূমি এই মহাদেশ
আহাঁ আজি সবে মিলি কৰো নমস্কাৰ।।

ইয়াতেই চাৰি বেদে হিৰণ্য গৰ্ভৰ
বিলালে অমৃত আভা অনন্ত কালৰ।
ইয়াতেই তথাগত বুদ্ধৰ জনম
সৰ্বত্যাগী, নিৰ্বিকাৰ, দয়াৰ সাগৰ।।
দুখীয়াৰ ত্ৰাণকৰ্তা যীচুৰ জনমো
এচিয়াৰে পূণ্যতীৰ্থ বেথেলহেমত।
ঈশ্বৰৰ পুত্ৰ তেওঁ পতিতপাৱন
দয়া, ক্ষমা শস্য দিলে বিশাল ক্ষেত্ৰত।।

প্ৰাচীন ইৰাণী ধৰ্ম-অগ্নি-উপাসনা
প্ৰৱৰ্তিলে যিজন আহি জৰথুষ্ট্ৰ নাম।
তেওঁৰো জনম এই এচিয়াতে হয়-
অগ্নিকেই কৰি আছে আজিও প্ৰণাম।।

মক্কা-মদিনা এই এচিয়াতে আছে
মোহম্মদে ইয়াতেই বিলালে আলোক।
একজন ঈশ্বৰ মাত্ৰ পৰম দয়ালু
তেৱেঁই পালিছে এই বিশাল ত্ৰৈলোক।।
এচিয়াৰ জ্যোতিৰেই মানৱ সমাজে
জ্ঞান পালে, বুদ্ধি পালে, আৰু পালে দৃষ্টি।
স্ৰষ্টাৰ সান্নিধ্য পাই জীৱন জুৰালে
দেখা পালে ঈশ্বৰৰ অনুপম সৃষ্টি।।

যোৰহাট, ৩.১২.৭৩, আলোচনীৰ নাম জনা নগ'ল
সং. আ.চ.ব. ৰচনাৱলী

## বাক্যে বচনে

"বাক্যে বচনে সেৱা যাচি আমি
ভাষা জননীক কৰিছোঁ প্ৰণতি
আজি সমবেত হৈ—"
জয় জয় গোৱা যতেক পূজাৰী
চেনেহী ভাষাৰ জয়।।
আই অসমীয়া ভাষাৰ জননী
সাহিত্য সভাৰ বেদিত বহি
তুমি দিছা পাতি দুবৰি দলিছা
চিৰ সেউজীয়া বেলি।।
আই আমিহে বুজিছোঁ তোমাৰ মাতত
কিমান চেনেহ কিমান মৰম
কিমান সুৰৰ বোল।।
সমাজত এই হীৰা জয়ন্তীত
হাঁহিছে আয়ে
মিছিকি ধুনীয়াকৈ।।

বকুলবনৰ সুৰভি

# এইখন মোৰ মাটিৰ অসম দেশ

হাতত হেংদান লৈ
চুকাফা যেতিয়া থিয় দিলে আহি
চৰাইদেউ পৰ্বতৰ চোতালখনত
তেতিয়া আছিল এইখন হেনো
সোণ বাগিচাৰ দেশ —
মুংদেন্ চুন্ খাম্ -
কবিতা কবিতা লগা
কেনে মনোৰম নাম।....
মুং দেন্ চুন্ খাম্।

সোণবোৰ গলি গলি
সহস্ৰ ধাৰাৰে বৈ গ'ল —
দিক্ৰাই, ডিবৰু, দিহিং, দিবাং,
দিখৌ, দিচাং, দিচৈ
অলেখ বৌৱতী সুঁতি —
সোণবোৰ মাটি হ'ল —
সোণৰ পলশ পৰা
মাটিত গজিল সোণবৰণীয়া
দলকচু, জাহিঙা, সুৱাগমণি —
কণজহা, বৰজহা, ক'লাজহা —
জুইশালি, আহোম শালি,
সৰগ ধিয়াই যোৱা সৰগ ফলা শালি-
অলেখ.........

এইখন মোৰ মাটিৰ অসম দেশ—
নদাই ভদাই সতাই মধাই
দেৱ-দ্বিজ-গুৰু-গোসাঁই
উপজি মাটিত পৰা এইখন ঠাঁই
পৃথিৱীৰ আৰু ক'তো নাই।

জুৰমনে ইয়াতেই সাতোটা ভড়াল
সোণগুটি ধানেৰেই ভৰাই ভৰাই
বাৰটা মাহৰ তেৰটা পাৰ্বণ
এঠা লগা দৈ-গুৰ চিৰা সান্দহেৰে
পাতিছিল হাঁহি হাঁহি ৰাইজক
সোধ পোচ কৰি—

মনত পৰেনে বাৰু ধোদৰ পচলাবোৰ?
কৃষ্ণৰ নাম লৈ ঘৰে ঘৰে ভিক্ষা মাগি
এইখন মোৰ মাটিৰ অসম দেশ
আহিছে নতুন বিহুৰ উলাহ -
নাথাকিব আৰু হাঁ- হুমুনিয়াহ
দুঃখ- ক্লেশ।।

জনমভূমি, ৭.৪ ৭৫

বকুলবনৰ সুৰতি

## জীৱনৰ সুৰ

নাই, নাই, নাই —
চিৰ অভাৱৰ ইকি আৰ্তনাদ
ইকি সুৰ তাথৈ তাথৈ
জীৱনৰ বুকু ভেদ কৰি নিতে
কাণে কাণে যেন কয় মহাগীতে
মহামিলনৰ ক্ষণেক মিলন
যায় মোৰ প্ৰিয় যায়
নাই, নাই, নাই।।
মহাসমুদ্ৰ গৰ্জন কৰি
উৰ্মি-উতল লহৰত পৰি
জীৱনৰ সুৰে গায় দূৰে দূৰে ঃ-
মৰণ অৰ্থহীন —

ৰচনাৰ তাৰিখ নাই, আ.চ.ব. ৰচনাৱলী

## জাপানী কবিতা

সৰু বৰ ভাব, অহমিকা আদি
সকলো পাহৰি পাৰোঁ যদি
পৰ্বতীয়া ঝৰণা এটিৰ মৃদু
সুৰ এটাকে সাধনা কৰিলে
ক্ষতি কি? কি ক্ষতি হ'ব,
যদি প্ৰিয়া কল্পনাৰ প্ৰেমত
গা ঢাকি দিওঁ। —

২৮।১।৩১, বুধবাৰ, যোৰহাট (অপ্ৰকাশিত)

## সৌৱা ঈদ

সৌৱা ঈদৰ কনক চন্দ্ৰ
সহস্ৰ মনক আগুৰি থৈ
ধীৰে ধীৰে যেন আহিছে ওলাই
স্নিগ্ধ প্ৰেমৰ বাতৰি লৈ।

হৰৰ শিৰত তিৰ্‌বিৰ্ কৰা
যিটি ৰেখা আছে অনন্ত কাল।
তাৰ কাষতে মুছলিমে আহি
তৰি দিলে এটি তৰাৰ জাল!

ন-জোন দেখি নীল আকাশৰ
হাঁহিলে তৰাই অনন্ত হাঁহি,
তাকে দেখি মোৰ নেদেখা জনাই
দিলে মোকোলাই প্ৰেমৰ পাহি!

ফৰমান জাৰি হ'ল দুনিয়াত
প্ৰেমেৰে তোমাৰ জগত জিনা,
দেখিছা, যিখনি ৰঙীন দুনিয়া
তাকে দোৱাবাৰ প্ৰেমেৰে কিনা!

এই মহাবাণী ঈদৰ আশীষ।
আহাঁ ভাই মোৰ তোমাক লৈ
উটি বুৰি যাওঁ জোন-তৰা চাই
গুচি যাওঁ সেই জোনকে থৈ!

এই কবিতাটো মনচুৰ মিঞাৰ পঞ্জা প্ৰবন্ধৰ শেষৰ কবিতাটোৰ লগত কিছু সাদৃশ্য আছে।- সং. আ.চ.ব.ৰচনাৱলী।

## কেতিয়ানো হায়! ফুলিম বিলত

কেতিয়ানো হায়! ফুলিম বিলত
দুপাহি পদুম ফুল,
কেতিয়ানো আহি পৰিল ভোমোৰা
ফুলেৰে পাতিলে থুল
তাৰো কথা দেখোঁ ক'ব নোৱাৰিলোঁ-
বিলৰো নাপালোঁ কুল।
আজি আহি দেখোঁ মাথোন দুপাহি
উন্মেষি উঠা ফুল,
থৰ লাগি আছে কাৰোবালে চাই-
মনৰো ভাঙিছে ভুল।
এখিলি পদুম পাততে লিখিলে
'জগত খনেই ভুল!'
চঞ্চল যি বলিছে বতাহ
সেই বতাহৰ আদি
থিৰ হৈ আছে অনন্ত কালৰ
বিলাই একোটি বাণী।

## পম খেদি খেদি

পম খেদি খেদি সপোন দেশত
কবিয়ে আঁকিলে ছবি।
ঢালিলে প্ৰাণত নিতৌ নতুন
হোমৰ যজ্ঞ-হবি।

তথাপিও হায়, অন্ত নহ'ল
সুন্দৰতম ৰূপ।
জাগিল দুগুণে প্ৰাণত প্ৰেৰণা
জ্বলাওঁ পূজাৰ ধূপ।

(অপ্ৰকাশিত)

## দুটি আখৰৰ সৈই

দুটি আখৰৰ সেই মহাবাণী
প্ৰীতিৰ পৰাগ লৈ,
'প্ৰেম' 'প্ৰেম' বুলি হিয়াই হিয়াই
ফুৰিছে সপোন হৈ।

প্ৰেমতে জনম সৃষ্টি খনৰ
প্ৰেমেই পৰম-পিতা
অৰুণ আলোক অনন্ত প্ৰেমৰ
জ্বলিছে হিৰণ্য প্ৰভা।

লোহিত বৰণ শেহৰ কিৰণ
অস্তাচলৰ চিতা,
অনিত্য মেলাৰ সামৰণি জুই
জ্বলিছে অনন্ত শিখা।

প্ৰভাতো ৰাঙলী সন্ধিয়া ৰাঙলী
ৰাঙল-বৰণ-আভা
পদুমৰ গাত সানি দিলে কোনে
অনন্ত কালৰ প্ৰভা?

দুপাহি পদুম দুটি সন্ধি ক্ষণ
মাজতে এখিলা পাত,
এই ধৰণীৰ সেউজীয়া বুকু
দেখিবা আঁকিলে তাত।

শিল্পী যি-জন কেনিনো লুকাল
কোনেও নাপালে গম,
বিচাৰি বিচাৰি চ'লাপাত কৰি
নাপায় কেনিও পম।

## হিয়াৰ দান

আহ! ইমান সোৱাদ সৌ ৰাজবাটে গাই যোৱা
ডেকাটিৰ অনুন্নত গান।
তাল নাই, লয় নাই, নাই সুবচনা
তথাপিও পৰশিলে প্ৰাণ!
পাঠমগ্ন ভাবুকৰ জিৰণী চিন্তাত
আধা শুনা এটি শব্দ আনি
দিলেহি পথিকে যেন বিশ্ব-সঙ্গীতৰ
এটি এটি মউ মাত সানি!
ভাবৰ আবেগ যদি ইমান মধুৰ,
ইমান পৰশ যদি হিয়াৰ কথাই
নেলাগে সাধিব তুমি সঙ্গীত কিতাপ।
মূল্য হীন সেই ৰাগ, যদি একো নাই।

গুৱাহাটী, ৫।১।৩১, সোমবাৰ (অপ্ৰকাশিত)

## শ্ৰী যুত বেণুধৰ শৰ্ম্মালৈ

বকুল বনৰ তলসৰা ফুলে
কথাতে আতুৰ হৈ,
বেণু-বলিয়াৰ বাঁহীটিত ধৰি
বাগৰি পৰিল গৈ।

জেঠ, ১৮৫৩, বকুলবন, ৭.৬.৩১ দেওবাৰ

## হাস্নুহানা

গন্ধ বিলাই হাস্নুহানাই পাতিছে সুগন্ধি মেলা,
গধূলি পথৰ শত সাধনৰ পৰাণত ঢউ খেলা।
আজি ভাবিছিল, "ইওয়ে পৰিল মোহৰ পাশত মোৰ
নোৱাৰে পলাব, বাট সলাব পৰিল 'ভৈয়া'ৰ ওৰ।।"

আজলীয়ে হায়! সন্তেদ নেপায়, কিমান গৰীব মই!
ক'ত আছে মোৰ, হৃদয়ৰ চোৰ মোৰনো কিহৰ ভয়!
গোন্ধত কোমল, ৰূপত বিমল, ৰসত সাগৰ হৈ,
পৰশত পমা আছে প্ৰিয়তমা উষাৰ আলোকলৈ! —

এটি গৰবৰ ক্ষুদ্ৰ সৰোবৰ, তাতেই বাউলী তুমি,
চিনা নিচিনাৰ নাই একো আঁৰ ফুৰিছা সবাকো চুমি।
মোৰ যি কুসুম(?) সুৰভি কুসুম এপাহি লুকাই আছে
তাৰ কাৰণেই সুন্দৰ তেনেই বিশ্ব আপুনি নাচে।

দূৰ-সুৰণিৰ প্ৰৱাসী কুটিৰ কমল বনৰ দৰে
মোৰ চৌপাশে নিতে হালে জালে, ভাবত পাপৰি সৰে।
সুৰ সমলয়, কাণে কাণে বয় যন্ত্ৰ হাততে পাওঁ
মোৰ কুসুমৰ ময়ে মধুকৰ ময়ে কাহিনী গাওঁ।

পুনুবাৰ শুনা হাসনুহানা মোৰ কুসুমৰ গতি
বীৰ প্ৰভাতৰ আপোনবনত সীতাৰ নিচিনা সতী।
তথাপিও আহি ফুৰে উটি ভাহি বিমোৰ নিমেষে চাই
আদৰত সজা হৃদয়ৰ পঁজা কিজানি বহনে পায়।

মেঘনাদ মই বীৰৰ তনয় প্ৰমীলা পাহিৰ জয়।
নন্দন বনৰ চন্দন তলত আজিও ঘোষিত হয়।
যোৱাঁ যদি তুমি বাট শুঙি শুঙি পিনেদি এই
নৈ খাল বিল পৰ্বত শিৰিষ তেত্ৰিশ সাগৰ দেই

দেখিবলৈ পালি' কত আশা পালি গৰবী কুসুম মোৰ
উঠন বুকুৰ কোনোবা চুকত লুকাই পৰাগবোৰ
ভাবি আছে, হায়! খেণ চৰি যায়, নাহিল আজিও চোন?
বুজিবা তেতিয়া, জিলিকে যেতিয়া সুৱগা নধলা সোণ!

মোৰ কুসুমৰ শত সুবাসত অযুত কাহিনী গাই
কবি ভাগৰিল বাণী পাহৰিল তথাপি বিৰাম নাই।
বেয়া নুবুলিবাঁ খং নুতুলিবা পৰক নেওচা খাই
কলোঁ একেবাৰ বহুত কথাৰ থিতাতে তোমাক পাই।

গুৱাহাটী ১০.১.৩১ সোমবাৰ
বাঁহী, ১৮৫২ শক, মাঘ, সং. আ.চ.ব. ৰচনাৱলী

# হিয়াৰ ভকতি মনা

হিয়াৰ ভকতি মনা এটি প্ৰণিপাত
তুলসীতলত আজি হক মূৰ্ত্তিমান,
পৱিত্ৰতা ভৰি থকা এজুপি গছৰ
বাজক নীৰৱে দূৰ সন্ধিয়াৰ গান।

তুমি আহাঁ প্ৰিয়া মোৰ চাকি এটি লই.
আলফুল যতনেৰে নিতউ ইদৰে,-
কাতিৰ কঙ্গালি বিহু কঙালক লই।

তোমাৰ লগতে থক যুগ যুগান্তৰ।
নেজানো বেদৰ মই মহিমা অকণো,
তুলসী-মাহাত্ম্য সখি নুবুজোঁ সমূলি, —
জানো মাথোঁ চকু-ঢকা ৰূপটি তোমাৰ
তুলসী পাতৰ দৰে সুবিমল বুলি।
দিয়া যদি চাকি গছি সদায় ইদৰে
গুচাব এন্ধাৰ সেই এধানি পোহৰে।

কাতিবিহু, ১৮৫২, ১৭.১০ ৩০ শুকুৰবাৰ, ঘৰজেউতিত প্ৰকাশিত - সং, আ.চ.ব.ৰচনাৱলী

# পাহৰি আছিলোঁ মোৰ

পাহৰি আছিলোঁ মোৰ প্ৰিয়া-কবিতাৰ
নাচোনৰ লাছে লাছে পাছে পাছে ফুৰা,
পাহৰি আছিলোঁ আৰু পিয়লাত থকা
নিতে লোৱা ৰসখিনি ৰঙ্গচুৱা সুৰা?

দুৰ্ভাগ্যৰ সৌৰৰণী সপোনৰ খেলা,
অদ্বিতীয়া জীৱনত সচকিত হৈ
এটি দুটি 'ফাইল'ৰ 'ৰেফাৰেন্স' মেলা,—
এয়ে মোৰ প্ৰয়োজন সকলোতকৈ।

তুমি জানো ভাল পোৱাঁ 'মোমাৰ' মাজত
'ফৰৱাৰ্ড' হ'বলই ইফালে সিফালে?
কোৱাঁ প্ৰিয়া, তুমি বাৰু পাবা জানো ভাল -
চহীৰ লগত বহি যাকে তাকে চালে?
মই যে ছনেট প্ৰিয়া, তুমি বহুমুখী।
কিহেৰে কৰিব পাৰোঁ অসীমক সুখী?

শাওণ, ১৮৫৩, ৯.৮.৩১, ৰবিবাৰ (অপ্ৰকাশিত)
সম্ভৱ এই সময়ত কবি বিদ্যালয় পৰিদৰ্শকৰ কাৰ্যালয়ত অস্থায়ীভাৱে কাৰ্য্য নিৰ্বাহ কৰিছিল। - সং, আ.চ.ব. ৰচনাৱলী

# দৰদী

সন্ধিয়া আহিছে আমনে জিমনে
বিৰহ বেথাটি বুকুতে লই।
কোনোবা দেশৰ অজান বাতৰি
কাণতে গোপনে দিলেহি কৈ!

শেষৰ নীৰলে মোলান মুখেৰে
সূৰত নবজা বিননি দুখেৰে
বননি লুকালে ঐ!
হিয়াৰ প্ৰিয়াক তোমাতে থৈ।

যোৰহাট, ৮।৯।৩০, সোমবাৰ (আবেলি)

## সাধনাত সোণগুই সোমাল যিদিনা

সাধনাত সোণগুই সোমাল যিদিনা
সিদিনাই বুজিলোঁ প্ৰেয়সী
বাৰিষাৰ ধাৰাসাৰ
সিঁচিলেও পানীধাৰ,
নুনুমায় জ্বলা জুই, নুগুচে অভাৱ
প্ৰাণ-পোৰা প্ৰজ্ঞাৰৰ মই অভিলাসী।

সাধনাত সোণগুই সোমাল যিদিনা
সিদিনাই বুজিলোঁ প্ৰেয়সী
ছয়াঁ দেখি ভোল গলোঁ, মায়াত মজিলোঁ
জীওঁ বুলি বৰিলোঁ মৰণ —

বলতই কেউপিনে
জুইকেহে বৰষিলে
বতাহত বৈ গ'ল চকুলো তপত।
চকুলোৱে কৰি গ'ল প্ৰিয় আমৰণ।

ছয়াঁ দেখি ভোল গলোঁ মায়াত মজিলোঁ
আকাশৰ আখৰত বাখৰ পিন্ধাই
ভাবিছিলোঁ কবিতা লেখিম —

কবিতাৰ আখৰত
ঢালি যাম অবিৰত
সাতোখনি সাগৰৰ অমিয়াৰ জোল,
কবিতাকে সদাই দেখিম,
আকাশৰ আখৰত বাখৰ পিন্ধাই
ভাবিছিলোঁ কবিতা লেখিম।

আজি দেখোঁ পদে পদে লাগিছে জগৰ,
মই যেন জগৰৰ ৰূপ —
ভাগি যাব খোজে মোৰ
মনে পতা দ'লবোৰ
আৰতিৰ ফুল-পাত তুলিব'লে' ভয়,
ভয় লাগে জ্বলাবলে' ধূপ।
আজি দেখোঁ পদে পদে লাগিছে জগৰ,
মই যেন জগৰৰ ৰূপ।

৪.৭.৩২ (অপ্ৰকাশিত)

বকুলৰূপৰ সুৰতি

## মমতাজ

মমতাজ! মমতাজ!
তুষাৰ ধৱল সাজ
লভিলা অমৰ দান কাৰ পৰশত?
কাৰ প্ৰণয়ত
তোমাৰ মিনতি এটি অন্তিম পৰৰ
ভেদ কৰি ঘূৰ্ণি-বায়ু মহা প্ৰণয়ৰ
জগতৰ কাণে কাণে
গানে প্ৰাণে
বাজি আছে অনন্ত সুৰত?
কাৰ জীৱনত
তোমাৰ মৰণ-মধু স্বপ্নময় হৈ
গৈছিল বৈ!
জানানে সম্ৰাজ্ঞী তুমি
যমুনা লহৰ চুমি
বিৰহিনী সন্ধিয়াই কৰুণ আৱেশ
যেতিয়া কৰেহি আহি যমুনাতে শেষ
চাই চাই তাকে
সম্ৰাটে
আঁকিছিল স্বপ্ন-ছবি তাজমহলৰ?
তোমাৰ প্ৰেমৰ
সকৰুণ যি স্মৃতি শেহৰ সমল,
চকুৰ যি-টুপি জল
স্বপ্নালস সম্ৰাটৰ বাগৰি পৰিল।
সিদিনা লৰিল।

(অপ্ৰকাশিত) ১৯.১২.৩২, যোৰহাট।
কবিতাটোৰ শেহৰ অংশতো পোৱা নগ'ল। - সং.আ.চ.ব.ৰ.

## বাৰিষাৰ সুৰ

বাৰিষাৰ কিনো সুৰ
দুপ্ দুপ্ হৰ্ হৰ্
খাল বিল ভৰপূৰ
নৈয়ে ডাকে বাণ।
মেঘে মেঘে চুমা চুমি
জোন-বেলি জুমা জুমি
পানী-পিয়া আহে উৰি
গায় স্বগান-
পিঁউ পিঁউ পানী পিঁউ
পানীয়েহে প্ৰাণ।
বিজুলীয়ে ছাঁট মাৰি
চকু যুৰি নিয়ে কাঢ়ি;
ঢেৰেকণি আগবাটি
আহে জোং লৈ—
মৰামুজা মৰি যায়
বৰষুণে গান গাই
দেশে দেশে মান পায়
পানী থৈ থৈ।
পানী পিয়া মতলীয়া
তাকে কৈ কৈ?
পানী পাই ভেকুলীয়ে
খোলে তালে হাত দিয়ে
মাজে মাজে ৰ'দালিয়ে
সোণ ছটিয়ায়।
জেউতিৰ কিনো ৰেহ,
নাই আদি নাই শেহ
মনোমহা এই বেশ
ভোল গলোঁ চাই।
কাৰ জানো এনে ৰূপ
বাৰিষাত পায়।

৪ ৭ ৩২, যোৰহাট, সোমবাৰ (অপ্ৰকাশিত)

## কোন দূৰ ভবিষ্যৰ

কোন দূৰ ভবিষ্যৰ
অকল্পিত বাস্তৱৰ।
স্বপ্ন-ছবি দেখা দিয়ে
মাজে মাজে মোৰ মানসত।
দেখোঁ কি নেদেখোঁকে
দেখে যেন আছে বৈ
মত্ত মুগ্ধ পুত্ৰ মোৰ
প্ৰীতি লভি স্মৃতি সুবাসন।
তোমাৰনে সেয়া প্ৰিয়
সমাচাৰ বৰণীয়
সাৱটিব খোজোঁ মই
শুই উঠি আধা টোপনিত?

৩ ৭ ৩২, (অপ্ৰকাশিত)

## এইযে বিশ্ব বিৰাট

এইযে বিশ্ব বিৰাট মহান বিপুল ঐশ্বৰ্য ভৰা
এইযে চিত্ৰ ফুলাম আকাশ চন্দ্ৰ সূৰ্য্য গ্ৰহ তৰা
কাৰ আদেশত আছিছ মানৱ কোন নিজৰাৰ পৰা
বইছে নদী পাহাৰ ভেদি, শস্য পূৰ্ণা বসুন্ধৰা।
তৃণ তৰু বন ৰম্য উপবন গহীন অৰণ্য ৰাজি।

দিহা, ২৯।৮।৩০, শুক্ৰবাৰ (আবেলি), ১১ ভাদ, ১৮৫২

## বশিষ্ঠাশ্ৰম দেখি

কত যুগ মাৰ গ'ল কালৰ বুকুত
কিমান আঁতৰ হ'ল সেই দেশ কাল
যেতিয়া আছিল ঋষি বশিষ্ঠ্যও এই
সাধুৰ আশ্ৰয় কণি শান্তি নিকেতন।
আছিল নিজেও বহি ধ্যানত মগন।।
উটি গ'ল কত জন নিজৰি নিজৰি
সন্ধ্যা ললিতা আৰু কান্তাৰ বুকৰ
কিমান বনৰ ফুল ফুলি মৰহিল —
ক'ত যুগ লয় পালে কালৰ মুখত
তথাপিও তেনে এটি আহে কি সুৰত
কত পক্ষী কত স্মৃতি (?) হৰিণ হৰিণী
কিমান নতুন হৈ ললেহি জনম,
প্ৰকৃতিৰো কতবাৰ হ'ল ঋতু ম্লান
তথাপি নহল একো শিলনি দৰাৰ।
সন্ধ্যা ললিতা কান্তা সুন্দৰ জায়াৰ
দিনে দিনে সংশাধিত বন্দি আছে সোঁত
দিনে দিনে আহিছে বাতৰি।
সদাই একেটি বাণী একে সঙ্গীতৰ
বশিষ্টৰ ত্ৰিবেণীয়ে দিলেহি উজাৰি।।

গুৱাহাটী, ৩.৩.৩০, সোমবাৰ (অপ্ৰকাশিত)

## জাপানী কবিতা

নৱ ফাগুনৰ সেই নতুন ৰাগিণী
অনুৰাগ বিৰাগৰ সুৰ-সুধা সানি
শতেক বেদনা ৰঙীন কৰি কবিতাৰে
আৰুনো কিমান গাবি এধানি প্ৰাণেৰে।

নিতৌ নতুন ভাবে তুলিলি লহৰ
কৰুণৰো সকৰুণ বিমল ধাৰ
আনিছ যিমানে তই লয় মূৰছ্না
বাজিছে সিমানে প্ৰাণ প্ৰণয়ত পমা।

ইমান দৰদ তোৰ আছেনে প্ৰাণত
আছেনে মৰম তোৰ একেটি গানত
সঁচাকৈ তোৰ সুৰ সত্যৰ সাধনা
কিবা ব্যৰ্থ কবিতাৰ কৰুণ কামনা?

অৰ্থ যদি আছে এই ব্যৰ্থ কবিতাৰ
বসন্তৰ অন্ত কিয় যে পৰ ওৰ?

ৰচনা ২৮.২.৩০, ফাগুন, ১৮৫১, শুক্ৰবাৰ, যোৰহাট (অপ্ৰকাশিত)

## কবিতা আৰু ছন্দ

মৰণ কালত গোৱা বিহগ-গীতিৰ
বতাহত জিন যোৱা সকৰুণ ধ্বনি।
ডেউকা কোবোৱা তাৰ ধপ-ধপনি।
ভাব আৰু ছন্দ যেন এটি কবিতাৰ।।
এটি যেন সুললিত ছন্দৰ হিল্লোল
শান্ত-স্নিগ্ধ সাগৰৰ একেটি কল্লোল!

যোৰহাট, ১৮।৮।৩০, (অপ্ৰকাশিত)

## আশা

আশা, কেৱল আশা!
সপোন দেখা সপোন লেখা
সুখৰ কোমল আশা
আজি কৰিলোঁ শেষ
তথাপি নহয় আজিৰ শেষ –
আজি আজি বুলি কেৱল
সাজি বালিৰ বাসা (?)
লৈছোঁ সপোন আশা।

যোৰহাট, ১৫।৯।৩০, (অপ্ৰকাশিত)

## তুমি

আজি মোৰ কিনো বাৰু লাগিছে মনত
ফাগুনৰ এই হেন মুকলি দিনত?
বতাহৰ শৰদত নে কুলিৰ মাতত
প্ৰভাতৰ হেঙ্গুলীয়া উষাৰ গালত
দেখিছোঁ তোমাকে যেন হিয়াৰ মাজত।

কপউ’ কেতেকী আৰু ফেঁচাৰ উৰুলি
তোমাৰ প্ৰেমেৰে যেন আছে সুৰ তুলি
আউলী বাউলী চুলি পাহে পাহে মেলি
প্ৰকৃতি আহিছে যেন হাঁহো হাঁহো বুলি
তুমি হঁহা হাঁহিটিকে মন প্ৰাণ খুলি।

পাষাণ হিমেৰে ভৰা হিমাচল খনি
লাহে লাহে মৰমত যায় জহি পমি।
তোমাৰ বুকুৰে যেন তপত নিঃশ্বাস
নীৰৱে দেহত লাগি গলিছে অৰুণি
তোমাৰে আমাৰে যেন পাই প্ৰীতি কণি।

ইমান তুমিনো বাৰু সম্ভৱনে সখি?
আছেনে হিয়াত মোৰ আৰু কিবা বাকী?
প্ৰথম যেতিয়া আহি প্ৰথমকে কোৱা
নৱ ফাগুনৰ এই জিলি মিলি পুৱা
থাকে নেকি মনে মনে তোমাকেই ৰখি।

তুমি আদি স্বপ্ন মোৰ তুমি আদি ধ্যান
তুমি মোৰ ফাগুনৰ জহ গুণ গান।
আঁহা তুমি আছো মই তোমালৈকে চাই
দুয়ো মিলি একেলগে একে দৃষ্টি লই
জগতৰ মৌ কোঁহ চুহি ফুৰো গই।

---

গুৱাহাটী, ১৯.৩.৩০, শুক্রবাৰ, চ'ত ১৮৫১(অপ্ৰকাশিত)

## পাৰস্য কুসুম

(ওমৰ খৈয়াম)

পান কৰা, পান কৰা
সুৰাপাত্ৰ ডাঙ্গি ধৰা
থক প্ৰাণ সুৰাতেই ভৰি।
ঘনাই আহিলে দিন
দেহ মন হ'ব ক্ষীণ,
মৰণে চেতনা নিব হৰি।

অনন্ত নিদ্ৰাৰ কোলা
যিদিনা দেখিবা সখা,
আবৰিব সমাধি শয়নে!
প্ৰিয়া তাত নেদেখিবা,
বেদনাৰ বহ্নি শিখা
নুনুমাবা সজল নয়নে!

বন্ধু কোনো নাই তাত;
ৰূপহীৰ হাঁহি মাত —
শেষ হ'ব প্ৰণয় বন্ধুৰ।
অকলে থাকিবা নিতে
গ্ৰীষ্ম বৰ্ষা আৰু শীতে
নুশুনিবা সঙ্গীত মধুৰ।

দিয়া, পিয়লা সুন্দৰী মোৰ
এই অধৰ পূৰ্ণ কৰি,
থক অতীতৰ অনুতাপ আৰু
ভবিষ্যৰ ভাবনা উৰি!

কালিলৈ' কি হ'ব ভাবিম কিয়
আজিৰ পৰাই ভাই,
তাৰ আগতে ইয়াৰ পৰা
দেহাই যদি যায়!

পূৰ্ণ কৰি দিয় সখি পান পাত্ৰ মোৰ
অফুৰন্ত হৈ থক সপোন মধুৰ ;
বাৰে বাৰে সেই কথা নুতুলিবা হায়! -
নিয়তি চৰণ তলে
পলে পলে
জীৱনৰ দিন গুচি যায়।

বিদায় সঙ্কেত বাণী বাৰু
দিনে ৰাতি ভীতমনে, কোনে শুনে আৰু?
আনন্দ-উচ্ছ্বাহ অনুৰাগে
আজি যদি এইদৰে
ইয়াকেই ভাল লাগে,
কিয় তেনে অকাৰণ হেৰুৱা সেই চিত —
ভৱিষ্যৎ ভাবি বিষম অতীত?

সুৰাতে জীৱন এই কৰি যাম ওৰ,
ঢুকাব নিদিওঁ কদা সুখ মাত্ৰ মোৰ।
মোৰেই সমাধি ভেদি দিৱস-ৰজনী।
সুৰা গন্ধে আমোদিত কৰিব ধৰণী।
যেয়েই আহিব মোৰ সমাধিৰ কাষে,
হ'ব প্ৰীতি পুলকিত সুৰাৰ সুবাসে।

কবিয়ে ১৯২৯ চনত কাশী বিশ্ববিদ্যালয়ত পঢ়োতে বুগুত কৰা কবিতা সংকলনৰ পাণ্ডুলিপিৰ পৰা (অপ্ৰকাশিত)

## আকুল আবেগ

আকুল আবেগ শৰতৰ মেঘে
জগাই দিলেহি আজি,
হিয়াৰ যতেক ভাৱনা শূন্য
উঠিল আপুনি বাজি।
কত ৰজনীৰ লাঞ্ছিত মোৰ বিৰহী মনৰ গানে
শেৱালী বনৰ সৌৰভ সানি কৈ গ'ল কাণে কাণে ;
গধুলি দুৱৰি আবৰি নিয়াৰ
পুৱাতে উঠিব বাজি।
উৰাতে নিশাৰ সকলো আশাৰ
ঝঙ্কাৰ উঠিব বাজি।।

ভাদ, ১৮৫৮ শক ১১।৯।৩০

## নসহে আৰু যে পৰাণে

নসহে আৰু যে পৰাণে মোৰ,
বিৰাট বিশ্বৰ নিঃস্ব এধানি
শীতলা কোণৰ গাওঁ এখনি
কিমান হেঁপাহ কৰিছে চুৰ,
কিমান চিন্তা কৰিছে দূৰ!

সেউজী পথাৰ শস্য আধাৰ
পানী জিলি মিলি জোনাক নিশাৰ
তৰুণ ভাদৰ অৰুণ আলোৰ।
মাজৰ ভৰা শ্যামা বধুৰ।

পিয়া আকুল পথাৰ-মাজত
মিলন মধুৰ পুৰাৰ ভাগত—
নিতৌ হিয়াত জানো
অন্তৰতম মৰম দেশৰ
ভাগে, ভাগে, ভাগে।।

যোৰহাট, ৭।১।৩০, ৰবিবাৰ, ভাদ্ৰ, ১৮৫২ (অপ্ৰকাশিত)

বকুলবনৰ সুৰভি

## আশাৰ আলোক উজলি

আশাৰ আলোক উজলি সঘনে
আহিছিলোঁ লৈ ললিত তান
নিশাৰ নিফুট বীণাৰ তাঁৰতে
বাজিছিল মোৰ মৰম গান।
বুকতে সাৰটি প্ৰণয়-সুষমা,
আনিছা যতনে হৃদয় দেৱতা
উছলি উঠিছে যমুনা লহৰ
লোৱা লোৱা মোৰ জীৱন দান।।

যোৰহাট, ৩০।৮।৩০, (অপ্ৰকাশিত)

## লংকাপুৰ

কোনে ক'ব, কোনে ক'ব লংকাপুৰ ক'ত
কিয় বাৰু সুধি আছে 'লংকাপুৰ ক'ত'?
পুৰি গ'ল লংকাপুৰ উৰি গ'ল ছাই
শূন্য হ'ল লংকাপুৰ আৰু নাই নাই।

ৰাৱণৰ প্ৰিয় ভূমি স্বৰ্ণলংকা সেই
তাহানিয়ে গ'ল গুচি নিয়তিযে দেই।
কাতৰ কণ্ঠেৰে তই ইনাই বিনাই
নুসুধিবি দৰদীয়া লংকাপুৰ নাই।

মুচি পেলা স্মৃতি তাৰ ভাঙি পেলা ছবি
'লংকাপুৰ ক'ত' বুলি আৰু নুসুধিবি।
পছিমত সন্ধিয়াৰ সকৰুণ গীতে
কই আছে জগতক তোৰ কথা নিতে
সউ চোৱাঁ ৰাশি ৰাশি আনিব শিখা
ৰাৱণ-কলংক তাতে আছে আৰু লিখা।

খাৰঘুলি, গুৱাহাটী, ২৭।৪।৩০ (অপ্ৰকাশিত)

## ৰহস্য

প্ৰাণ-ভৰা যৌৱনৰ গীতৰ লহৰ,
জীৱন-মদিৰা ভৰা শান্তি সৰোবৰ
নিদাৰুণ যশস্যাৰ প্ৰলয় পাৰত
লুপ্ত হ'ব খোজে কিয় কাৰ আদেশত?

সন্তোষ সুধাৰে ভৰা মউ বন মোৰ
ওচৰতে দেখি থকা আশা-তৰাবোৰ
কাৰেণো মায়াত পৰি লুকাব খুজিছে
কোনে মোক বুজি(?) খুজি ৰলিয়া কৰিলে?

নিৰীহ সাধনা মোৰ তামসী মায়াত
ভাগিব খুজিছে আজি আশা নিৰাশাত,
আকুলি বিকুলি পঁজা বকুল বনত
জাকে জাকে পৰিছেহি সুষ্ঠ ঐৰাৱত

কোন তই আচিনাকী আত্মাৰ বৰণ -
সুৰদী-বীণাত দিছ বেপ অনুক্ষণ?
মায়াত মলিয়া কৰি নচুৱাই মোক
অন্তিমত দিব খোজ কিয় মহাশোক?

নুবুজিলো কিনো স্বাৰ্থ আছে হেৰৌ তোৰ
ভাঙি-চিঙি শান্তি পঁজা মোৰ।

যোৰহাট, শাওণ, ১৮৪১ শক, ১৯।৭।৩০

## তোমাক বিচৰা সুখ

তোমাক বিচৰা সুখ সি কি মনোহৰ!
নেপালেও কত তৃপ্তি, কত পয়োভৰ
তোমাক বিচাৰি হেৰা সুন্দৰ শৰীৰ
সুকোমল কমলৰ মলয় সমীৰ
তোমাৰ কাৰণে আছে দিনে কতবাৰ
তেমাক বিচৰা সুখ ধন্য শতবাৰ।

আহিন শেষ,১৮৫২, ১৬।১০।৩০, বৃহস্পতিবাৰ, (অপ্ৰকাশিত)

[illegible]

## মাধৱ-স্মৃতি

প্ৰভাত মঙ্গল উঠিছে বাজি
সুঁৱৰি পুৰণি কাহিনী এটি
মাধৱদেৱৰ তিথি
বেদাঙ্গ জলধি মন্থন কৰি
ভাষাৰ চিকুণ ভাৰেৰে গঢ়ি
ৰচিলে যি জনে পুথি !

গীতি-কবিতাৰ ছন্দ ধৰি
ললিত ৰসৰ সৃষ্টি কৰি
অমৰ কৰিলে কোনে
সেই পুৰুষৰে গন্ধ আহি
স্মৃতিৰ সোঁতত উটি ভাঁহি
পশিছে প্ৰাণৰ কোণে কোণে।

ধন্য জননী অসম মোৰ
ধন্য অসমী আইটি মোৰ
ধন্য শতেক আমাৰ নাম।
জীৱন জুৰি পৰাণ ভৰি
পূত চৰিত আৱৰি ধৰি
পুণ্য কাহিনী গাম

১০।৯।৩০, শনিবাৰ, (পুৱা) (অপ্ৰকাশিত)

## মোৰ মৰ্মত আজি

মোৰ মৰ্মত আজি লাগিছে আঘাত
তোমাৰ কৰুণা স্মৰি
পূৰ্বাচলৰ অৰুণ আলোক
হিয়াত বিৰিঙি পৰি !
স্বাৰ্থ শূন্য পুণ্য ভৰা -
তোমাৰ স্নেহত নিজৰি পৰা
অমিয়া ৰসৰ বৰ্ষৰ
স্মৃতিত পৰিছে মৰি !!

১১।৯।৩১, বৃহস্পতিবাৰ, (ৰাতি) ভাদ্ৰ, ১৮৫২ (অপ্ৰকাশিত)

## মোহ জাল

উপজি পুৱাতে আহি কুহকিনী উষা
জগাই দিয়েহি তৃষা মোহেৰে মিহলি
নিমাত হিয়াত থকা নিফুট পাষাণ
স্বাৰ্থৰ উত্তৰা লাগি যায় গলি গলি।

বুকত পৰেহি আহি পলকে পচাৰে
পিতা মাতা ভাই ভনী, আত্মীয় স্বজন
মুকলি মুকলি লাগে মনৰ গতিত
নিমিষতে আঁৰ হ'লে আপোন এজন।

জোনাক আঁতৰি গলে, বিলৰ মাজত
ক্ষুদ্ৰ এটি ভেঁটকলি সিও জহি যায়,
নেজানে হ'বলা দেহি ? আজলি কণিকা
দুদিনীয়া মমতাৰে সুখ ক'ত পায়
সুখৰ আচল সুখ মোহ জালে ঢাকি
মানৱক দিছে মাথোঁ ছলনাৰে ফাঁকি !

গুৱাহাটী, ১১।৩।৩০, মঙ্গলবাৰ (অপ্ৰকাশিত)

## যদিও নেদেখোঁ সখি

যদিও নেদেখোঁ সখি মুখনি তোমাৰ
তুমি নাথাকিলে চোন বেয়া লাগে বৰ।
যদিও নেদেখোঁ আন্ধ হাঁহিটি তোমাৰ
নুশুনিলে আঁতৰতে বেয়া লাগে বৰ।

নোৱাৰোঁ ফুটাই ক'ব লাজে ধৰে মোক
নেদেখিলে তিলমানো নোৱাৰোঁ থাকিব,
নেপালে সঁহাৰি একো তোমাৰ প্ৰেয়সী
কল্পনাতো কোনো কথা নোৱাৰোঁ ভাবিব।

ভাল বোলাঁ, বেয়া বোলাঁ - যেনেদেখা কৰাঁ।
তুমিয়েহে কিন্তু মোৰ হিয়াৰ নিজৰা।

ৰাতি ৬।১০।৩০ (অপ্ৰকাশিত)

## মোৰ কথা

ময়ো জানো তুমি মোক ভালপোৱাঁ
ভালপোৱাঁ মোৰ কথা মোৰ অভিমান
কিন্তু সখি! নজনাৰ ভাও ধৰি! মই
ঘূৰাই পকাই দিওঁ তোমালৈকে কাণ।
এই নৱ যৌৱনৰ ঠেওধৰি কৰা
আদৰৰ অত্যাচাৰ উপাদেয় বৰ
সেই কাৰণেই হেৰাঁ। জানিও নেজানো
অজানিতে কেতিয়াবা লগাওঁ জগৰ।
এই সুখ, এই প্ৰেম, এনে বেমেজালি
এই বতৰতে বৰ আদৰৰ হয়।
ইয়াতে লুকাই থাকে শত মধুৰ জয়
মউ কোঁহ ইয়াতেই ভৰপূৰ হয়।
মোৰ আও, মোৰ ভাও, মোৰ বহুৱালী
জানিবা সকলোবোৰ, আগলি বাতৰি!

গুৱাহাটী, ৬।৩।৩০ (ৰাতি) (অপ্ৰকাশিত)

## বাজ বীণা বাজ

বাজ বীণা বাজ
নিয়া নিয়া বুলি
নিমাত হিয়াৰ
সুৰ তুলি
পাৰ ভাঙ্গি যক শোকৰ সাগৰ
সোঁতত উটি যাওক ভাগৰ
আগৰ সকলো ভুলি
বাজ হেৰ' বাজ —
— নিয়া নিয়া বুলি!!

২২।১০।৩০, (অপ্ৰকাশিত)

## বোধ কৰি জীৱনৰ

বোধ কৰি জীৱনৰ যৌৱন-সঙ্গীত
আৱেগত মতলীয়া সুৰাপায়ী চিত
উজাগৰে থাকি আজি শাৰদী যামিনী
চাই আছা দিনমান হিয়াৰ মাণিকী

ষোড়শীৰ শতধাৰে বইছে প্ৰণয়
খোজে পতি উথলিছে মনমোহা লয়।
গধূৰ মধুৰ বুকু হিমাচল যেন
চকুত পৰিলে চোন গণো পল খেণ!

মুহূৰ্তৰ মওতাত পাহৰিছোঁ মই
জীৱনৰ আশা-সুখ, মৰণৰ ভয়!
পাহৰিছোঁ লাজ লাজ মান অভিসাৰ
প্ৰেয়সীৰ আলাপত পাতি মোৰ কাণ।

দেখিছোঁ শুনিছোঁ আৰু ভাবিছোঁ মাথোন
নাই দেখোঁ ওচৰত যিজন আপোন।

২৫।৯।৩০, বৃহস্পতিবাৰ (অপ্ৰকাশিত)

## মোৰ শৰীৰি প্ৰিয়াৰ

মোৰ, শৰীৰি প্ৰিয়াৰ শত চুম্বনতো
শৰীৰ নপৰে শাঁত,
কিন্তু, থিতাতে ওলাই মৃন্ময় (?) প্ৰিয়াই
দিওঁতে এযাৰ মাত-
চেঁচা পৰি যায় তপত শোণিত
শুকাই হিয়াৰ উতলা লোহিত।

গুৱাহাটী, ২২।১২।৩০, সোমবাৰ (অপ্ৰকাশিত)

## যিদিনা হৃদয় ভৰি

যিদিনা হৃদয় ভৰি আহিছিল বান
গানেৰে উপচি আছিল প্ৰাণ
সিদিনা নাহিলা তুমি!

ওঠৰ কঁপনি মাৰ গ'ল আজি,
পৰাণ বীণাও নুঠে যে বাজি
কি হ'ব মিছাতে চুমি?

তোমাৰ মিলন প্ৰেমৰ ছন্দ
তোমাৰ গালৰ গোলাপ গন্ধ
কোনেনো শুনিব
কোনেবা লবহি ভাগ?

ময়ে যে প্ৰেয়সী
আছো দিবা নিশি
তোমাৰ কাৰণে সজাগ।

ভাদ্ৰ, ১৮৫২, ১৮।৯।৩০, ৰবিবাৰ (অপ্ৰকাশিত)

## আজি পৰাণত মোৰ

আজি, পৰাণে মোৰ বিচাৰিছে
অখিল নিখিল ৰূপ
কল্প-লোকত জ্বলাই প্ৰেমৰ
পূত মহিমাৰ ধূপ!

অতনু মোৰ তন্বী-শ্যামাৰ
বিমল হাঁহিৰ ৰেখা,
চকুত পৰি জিলিকিছে
কমল বনৰ লেখা!

ঘনাই বাজে বীণধ্বনি
ঘনাই উঠে সুৰ!
তোমাৰ প্ৰিয়া, বিৰহ ভাগৰ
কাৰ হিয়া পুৰ!
তোমাৰ.....। তোমাৰ সখি
আঁকি তোমাৰ ৰূপ!!

২২।৯।৩০, গধূলি (অপ্ৰকাশিত)

বকুলবনৰ সুৰভি

## আজি আহিছিলা তুমি......

আজি, আহিছিলা তুমি আবেলি বেলিকা
দুহাতে আছিল অৰ্ঘ্য উপচাৰ,
চকুৰ সুনীল শান্তি সৰসীত -
আছিল উপচি অমিয়া ধাৰ।

কিন্তু, মোৰ হৃদয়ত নাছিল তেতিয়া
প্ৰেমত উতলা ভাবৰ বান
শূইন মনেৰে আকাশৰ দৰে
আছিল কেৱল উদাস প্ৰাণ।

সখি! পৰাণ যেতিয়া অথিৰ হয় —
বাহুৱে তোমাক বিচাৰি যায়।
তেতিয়া তোৰ ছাঁয়াটি কেনি
কোন অলকাত মিহলি হয়?

যদি, আহিবই লাগে উষাৰ আলোক
বিলোৱা দুয়োৰে হিয়া,
সন্ধিয়াক কিয় কৰা অৱহেলা
তেওঁযে বিৰহী প্ৰেমৰ প্ৰিয়া।

মঙ্গলবাৰ, ১৬।৯।৩০
৩১ ভাদ্ৰ, ১৮৫২ (অপ্ৰকাশিত)

## ভক্তি কৰিবা কাক?

ভক্তি কৰিবা কাক? চেনেহ কৰিবা কাক?
ক'ত আছে মানুহৰ সৰল হৃদয়?
কোনে ল'ব অকপটে তোমাৰ হিয়াত থকা
বেদনাৰ এটি মাথো অসহন কণা?
মানুহৰ দেহ আছে প্ৰাণ আজি নাই
শূন্য হ'ল তাৰ হিয়া স্বাৰ্থ খিনি পায়!

গুৱাহাটী, ৬।১২।৩০ শনিবাৰ, (অপ্ৰকাশিত)

## আজি কল্পাৰম্ভ শ্ৰী ৰামচন্দ্ৰৰ

আজি কল্পাৰম্ভ শ্ৰী ৰামচন্দ্ৰৰ,
বিজয় উৎসৱ,
অকালবোধন মহালয়াৰ
শৰৎৰ আহিনৰ!
পশুমনৰ বলি লাগে
বিলাই গীতি প্ৰাণে প্ৰাণে,
মহাপূজাৰ মহৎ আয়োজন
শেৱালি, শিশিৰ কণা
ব্যথাৰ মধু পৰাণ সনা
উপাচাৰে পূজোঁ নিজৰ।
ৰভা দিছে মহালয়াই।
দৈন্য দুঃখ আঁতৰাই।
সফল হাতত লোৱাঁ ,
প্ৰেম প্ৰীতিৰ
বীণাৰ তাঁৰত
মধুৰ সঙ্গীত গোৱাঁ।

বোধন, ১৮৫২, ২৮।৯।৩০

## প্ৰথম চুমাটি

প্ৰথম চুমাটি মোৰ প্ৰেমিকৰ ওঁঠৰ
প্ৰিয়াৰ গালত আজি বিয়পি পৰিল,
হিয়াৰ আবেগ মোৰ গুপুত বাসনা
লাজ লাজ তৃপিতিৰ উথলি উঠিল।
প্ৰিয়াৰ লাজুকী মুখ কুচি মুচি গ'ল
সপোনত পোৱা, মোৰ সঁহাৰিটি পাই,
শতেক সম্পদ ভৰা ষোড়শী কান্তাৰ
আজি যেন জীৱনত কোনো দুঃখ নাই।
ইমান সন্তোষ আছে এটি চুম্বনত,
ইমান মধুৰ ৰস প্ৰিয়া পৰশত।
পবিত্ৰ পৰাগ ভৰা প্ৰেমৰ তৰঙ্গ
প্ৰিয়াৰ হিয়াতে আছে কোন হৰষত।
প্ৰথম চুমাটি মোৰ প্ৰেমৰ অমিয়া
তোমাৰ গালত যদি আজি মোৰ প্ৰিয়া
হৰষত উথলিছে চিত।
পৰাণত বিয়পিছে গীত।।

২৮।৯।৩০, ৬ষ্ঠী ৰাতি।

## ৰূপৰ পূজা

ৰূপৰ পূজা অৰূপ দেহত
মাটিৰ ভেলত প্ৰাণ।
এয়েহে কবিৰ হিয়াৰ সমল
তাতহে হ'বলা তান?
পেটৰ ভোকত দেহা অৱস
হ'লে দিবাঁ ভাবৰ পৰশ,
সান্তোষ - সুধাৰ অমিয়া ঢালি
নিজৰ চকুতে দিবা বালি
বঞ্চিত হেপাঁহৰ
পেলাবা সকলো ওৰ।
হাঁহি উঠে, কবিৰ কথা শুনি
অশ্ৰু আহে ব্যথা খিনি শুনি।

(যোৰহাট ৰেল ষ্টেচনত ৰাতি ৯ বজাত লেখা)
২৮।১০।৩০, শুক্ৰবাৰ (অপ্ৰকাশিত)

## যাবৰ বেলি অ' সখি

যাবৰ বেলি অ' সখি! তোমাৰ অভিমান।
ঘনাই বাজে বুকুৰ মাজত
মৰম কোমল গান।
লাজত ঘুৰাই মুখ,
মুখত লুকাই সুখ,
কাঢ়ি নিলা মোৰ চকুৰ
চোৱাৰ অভিমান!
অ' সখি, যাবৰ বেলি তোমাৰ অভিমান।
সপোন দেখা আপোন দেশৰ
হিয়াৰ গোপন কত লেখা
চকুত থকা গান
কিয় সখি, লুকাই থ'লাঁ,
মোৰ নুবুজিলা প্ৰাণ?

"মিচিমি", সোৱণশিৰি, ২০।১১।৩০, বৃহস্পতিবাৰ (অপ্ৰকাশিত)

## আহো নাহোঁ বুলি

আহোঁ নাহোঁ বুলি অহা লাজুকী ল'ৰাটি
কাষ পালে কিয় বাৰু কুচি মুচি যায়!
কিনো আছে মোৰ গাত কিহুৰ মায়াত
তোমাৰ কায়াটি প্ৰিয়া লাজে ঢাকুৱায়?

অৰুণে উষাই খেলা ধেমালিৰ দৰে
মোক দেখি কিয় সখি কৰাঁ অত ছল,
এবাৰ চকুটি দি কিয়নো লাহতে
পিঠি দেখুৱাই মোৰ হঁৰা য'ত বল?

নোপোৱা বেহানি যদি এনে বিতোপন
নুশুনা কথাটি যদি এনে মনোহৰ,
নেলাগে নাহিবা তুমি, নিদিবাহি ধৰা।
নুশুনাকে থওক যেন কথাটি মনৰ —
শুনিলেও কোনো দিন শুনাবা সিদিনা —
যিদিনাৰ অন্ত হ'লে বাজে বিশ্ববীণা।

১৯।১০।৩০, ৰবিবাৰ (অপ্ৰকাশিত)

## ভাগ্যদেৱীলৈ

নুসুধিবাঁ আৰু মোক নকৰাঁ দুনাই
কেনি গ'লে সুশীতল বা-ছাটি পায়!
গই থক আহি থক অসহন ঢউ
নেলাগে নোখোজো মই সংসাৰত ম'উ।

কপালৰ ক'লাদাগ মাৰ যায় যদি
সেইদিনা তুমি মোক দেখা দিবাঁ সখি।
প্ৰতিশোধ ল'ম মোৰ আপোন হাতেৰে
তোমাৰ চৰণ চুই ষোড়শোপচাৰে।

হাঁহিছে পিশাচী আজি মোৰ কথা শুনি
কান্দিব এদিন তায়ো হিয়া মূৰ ধুনি।
দেখিবি যিদিনা মোৰ মনৰ দেৱীয়ে
বনৰ হৰিণা আনি মোকে যাচি দিয়ে।
নেভাবিবি তোৰে দিন থাকিব সদায়
ৰাতিৰ পাছত আৰু অৰুণো নোলায়।

মিচিমি, ২০।১১।৩০, সোৱণশিৰি, ধনশিৰি

বকুলবনৰ সুবাস

## ধীৰে কিয় সন্ধ্যা

ধীৰে কিয় সন্ধ্যা দেৱী,
কিয় ধীৰে নামিছিলা আজি?
কোন প্ৰিয় বিৰহৰ
বেনু বীণা উঠিছিল বাজি?

মলিন হাঁহিটি কিয় দিছা বিৰিঙাই
বগা বগা ডাৱৰৰ ৰঙেৰে বোলাই —
কিয় সখি, সানি দিছা ব্যথাৰ পৰশ
কিয় বাৰু লাহে লাহে হৈছা অৱস?

চাওঁতে চাওঁতে দেখো শেতা পৰি গ'লাঁ,
ৰঙা চন্দন মুখ খনি লুকাই পেলালাঁ।
নক'লা একোকে আৰু বিষাদৰ কথা,
নুশুনালা গীত খিনি অন্তৰত গঁথা!

কিহে তাক ৰোধিলেহি,
ৰোধিলেহি কিহে সখি গান,
কোন প্ৰিয় বিৰহৰ
ব্যথা ভৰা আজি তাৰ প্ৰাণ?

২২।৯।৩০, (অপ্ৰকাশিত)

## প্ৰতিমা

প্ৰতিমা!
নিমাতী প্ৰতিমা মোৰ প্ৰাণৰ সপোন!
তুমিতো নামাতাঁ মোক
নোকোৱা কথা,
কেনেকই বুজিবা তুমি
প্ৰাণৰ মাজত আছে
কেনেকুৱা ব্যথা?
শুনা —
ব্যথা মোৰ —
তুমি কিয় ইমান ধুনীয়া
সৌন্দৰ্য্যৰ ৰেহ-ৰূপ লৈ
থুচি যোৱা
দিঠকত
বিৰহৰ দুঃখ ৰাশি থৈ?

২৩।১০।৪৭, বৃহস্পতিবাৰ (অপ্ৰকাশিত)

## অভিমান

সপোনত দেখি তৰাটিক
দেখিলোঁ ঠিতাতে আজি চকুৰ আগত
সোঁধো সোঁধো বুলি থোৱা কথাবোৰ দেখোঁ।
কেনিগ'ল টৌবোৰ বুকুৰ মাজৰ?
নোৱাৰিলো প্ৰকাশিব নেপালো বিচাৰি
প্ৰকাশৰ কোনো এটি পৰিষ্কাৰ ভাষা
চকু দুটি দেখোঁ মোৰ ছল্ ছল্ হ'ল
উটি গ'ল যতবোৰ আপদীয়া আশা।
বিজুলীৰ দৰে আহি উজলি উঠিল
এন্ধাৰত পৰি থকা ভাব ৰাশি মোৰ
নিমিষতে মাৰ গ'ল নেপালো বিচাৰি -
সপোনতে শেষ হ'ল স্বপ্ন সুখবোৰ।
নোৱাৰিলোঁ ক'ব মই সঠিক বাতৰি
সপোনে ধৰেহি কিয় নিতৌ আৱৰি!

১৬।১১।৩০, যোৰহাট, ৰবিবাৰ (অপ্ৰকাশিত)

## দিনে ৰাতি অন্তৰত

দিনে ৰাতি অন্তৰত জ্বলিব লাগিছে
কামনাৰ ঘিঁৱে পোৰা একেকুৰা জুই।
ভবিষ্যৰ ভাৱনাই পলকে পলকে
বাকী থকা সুখকনো লই যায় ধুই!
এফালে যৌৱন মোৰ জীৱনৰ আশা
আনফালে অনাটন অভাৱৰ হেঁচা
এফালেদি উতলায় শোণিত সাগৰ
আনফালে নিৰাশাই কৰিদিয়ে চেঁচা!
উপায় দিবলে মোক কোনে আজি সখি
কিহে মোৰ পাতলাব অসহন ভাৰ।
নাহিলা তুমিয়ে যদি এনে সময়ত
ক'বলই চেনেহৰ কথাকে এবাৰ!
পাৰ্থিব মদিৰা নাই, দুষিছো কপাল!
তোমাৰ অৱলা সখি মোৰ মহাকাল!

১৩।১১।৩০, যোৰহাট (অপ্ৰকাশিত)

## কুঁৱলীয়ে ঘেৰা মোৰ

কুঁৱলীয়ে ঘেৰা মোৰ সাধনাৰ পথ
সত্যৰ আলোক কেনি বিচাৰি নেপাওঁ
হতাশাত হুমুনিয়া আহে কতবাৰ
কতবাৰ বিষাদৰ গান এটি গাওঁ!

তথাপিও প্ৰকাশিব নোৱাৰিলো হায়
কিমান গধুৰ মোৰ অন্তৰৰ ব্যথা
নেপালো বিচাৰি ক'তো এনুৱা এজন
যিজনে বুজিছে মোৰ "অৰ্থহীন কথা"।

দহনৰ জুয়ে মোক পুৰিছে সদাই
পুৰিল তেনেই মোৰ শান্তিৰ কুটীৰ
বিশ্ব প্ৰকৃতিৰ এই বিৰাট মেলাত
নেপাওঁ বিচাৰি চেঁচা এচাটি সমীৰ!

শান্তি দিয়া আই মোৰ শীতলা গোসাঁনী
নোৱাৰো সাহিব আৰু জীৱনৰ গ্লানি।
মোৰ হৃদয়......................

যোৰহাট, ১৭।১১।৩০, সোমবাৰ (অপ্ৰকাশিত)

## তুমি যেন পদুম এপাহি

তুমি যেন অসীম অনাদি কাল
বাঁহীকে বজাই আছাঁ
ক'ৰবাত বহি।
যেন তুমি জীৱন্ত অসীম ৰূপ
দি আছা দান
অভিনৱ আনন্দৰ
জীৱন মহান
তুমিয়েই যেন মোৰ নয়ন-মোহন
ভুৱন মোহন
বিশ্ববিমোহন বাঁহী
তুমি যেন মোৰ হিয়াতেই থকা
ক'ৰবাৰ পদুম এপাহি!

দ্বিতীয়া, যোৰহাট, ১৫।১০।৪৭ (অপ্ৰকাশিত)

বকুলবনৰ সুবাস

## মোৰ হৃদয় হৰিছা কিয় ?

Art thou kind
oh God, my God.
my Good God !
Thou art kind?

মোৰ হৃদয় হৰিছা কিয় ?
কৰুণা কণা বঞ্চিত কৰি -
জীৱন পথত আগুৰি ধৰি
শক্তি হৰিছা কিয় ?
মোৰ হৃদয় হৰিছা কিয় ?

আশাত বলিয়া মই
মানুহ জনম লই —
তোমাক এৰিব পাৰোনে কিয় ?
মিছাতে বকিছা মোক কিয় ?

বুজিও নুবুজা যদি কি আছে উপায় —
বুলি কিয় মিছা কৰিছা ভাৱনা —
অৰ্থহীন বুলি কিয় ধৰিছা সাধনা,
সিদ্ধি হ'লে তাতে শান্তি সকলোৱে পায় !

নহয় নহয় হেৰা কিশোৰী প্ৰতিমা
নহয় সময় আজি আভিমান কৰা,
নোৱাৰো ভাবিব মই আকাশৰ পৰা
গুছি যায় বুলি মই সুনীল নীলিমা ?

ঢাকিছে জাৱৰে আজি বাৰিষাক পাই —
ডাকিছে চাতকে আজি নিদাঘৰ জ্বলে,
সদায় নেথাকে হেৰাঁ পানী পানী বুলি
এদিন আঁতৰ হ'লে মিছা হৈ যায় !

বিশ্বজুৰি ভৰি আছে সৌন্দৰ্যৰ হাট
ভৰি আছে কেউফালে নৰকৰো বাট !

যোৰহাট, ১৭।১১।৩০, সোমবাৰ (অপ্ৰকাশিত)

## মহাবাহু ব্ৰহ্মপুত্ৰ

মহাবাহু ব্ৰহ্মপুত্ৰ বীৰৰ ধৰণি (?)
"মিছ্‌মী" সুন্দৰী হেৰাঁ সৰলা প্ৰতিমা
শতেক প্ৰণাম মোৰ জনাওঁ হিয়াত
নেদেখি তোমাৰ ফেৰি কৰুণাৰ সীমা !
ইমান দয়ালু তুমি ইমান চেনেহী
পথহীন পথিকৰ ভৱ বৈতৰণী,
পাৰানে দিয়াচোঁ মোকো পথৰ সন্ধান
কেনি আছে মোৰ সেই ৰঙা দেশ খনি।
পৰিছেনে কেতিয়াবা তোমাৰ কাণত
মোৰ কথা কোনোবাই কৈছিলে বাৰু।
জানানে যুৱক মই -নিয়তিৰ দান
হৃদয়ত ভৰি আছে শত শোক আৰু ?
জানানে তুমিও দেৱী বন্ধা আছোঁ মই
সৰলাৰ প্ৰীতিভৰা হিয়াৰ লগত
জানানে অলপো মোৰ বেদনাৰ কথা
নতুন ফাগুন নাহে আজি বতাহত ?
আঠোটি বছৰ গ'ল- নেপালো বিচাৰি
এনে এটি প্ৰাণী এই বিশ্ব সংসাৰত,
যাক ক'লে লঘু হয় হিয়াৰ সন্তাপ
শান্তি পায় তাপিতৰ ক্ষুদ্ধ পৰাণত !
আজি মোৰ জীৱনৰ নতুন এদিন
তোমাৰ কোলাত পালো মিছ্‌মী সুন্দৰী,
অকাতৰে ক'লো মোৰ সকলো যন্ত্ৰণা
আছিল যিমান যেনি হৃদয়ত ভৰি।
অশেষ তৃপিতি আজি পাইছোঁ প্ৰাণত
খেলিছে নতুন ঢউ নৱ উলাহত।
নেজানো হঠাতে কিয় হইছে সলনি
অচিন সঁহাৰি পালো কাৰ পৰশত
বই থাকা ব্ৰহ্মপুত্ৰ গই থাকা দেৱী
আহি থক প্ৰলয়ৰ ভীষণ কল্লোল,
গাই থাকা দুয়োমিলি বিজয় সঙ্গীত
নপৰে পৰালি তাৰ নুনুমাই ৰোষ !

বৃহস্পতিবাৰ, ধনশিৰি, গমিৰি, ২০।১১।৩০ (অপ্ৰকাশিত)

## কিয় ?

প্ৰতিমা!
নিমাতী প্ৰতিমা মোৰ প্ৰাণৰ সপোন!
তুমিতো নামাতা মোক
নোকোৱা কথা,
কেনেকই বুজিবা তুমি
প্ৰাণৰ মাজত আছে
কেনেকুৱা কথা!

শুনাঁ
ব্যথা মোৰ
তুমি কিয় ইমান ধুনীয়া
সৌন্দৰ্যৰ ৰেহ-ৰূপ লৈ
গুচি যোৱাঁ
দিঠকত
বিৰহৰ দুঃখ ৰাশি থৈ।

২৩।১০।৪৭, বৃহস্পতিবাৰ (অপ্ৰকাশিত)

## জানিলাহেঁতেঁন যদি

জানিলাহেঁতেন যদি লাজুকী ৰূপহী
কিমান শুৱলা দেখোঁ মুখনি তোমাৰ।
তথাপিও অকাতৰে থাকোঁ চকু মুদি,
দেখিলেও কেতিয়াবা নহওঁ অথিৰ।
ভাল পাওঁ মাথোঁ মই এছাটি সমীৰ!

জানিলাহেঁতেন যদি তোমাৰ শবদ
কিমান সোৱাদ লাগে মোৰ শ্ৰৱণত,
তথাপিও আশা কৰি নেথাকোঁ সদায়।
শুনিলেও কেতিয়াবা নুতলে শৰীৰ।
ভালপাওঁ মাথো মই ছন্দটি ধৰণীৰ!

জানিলাহেঁতেন যদি মোৰ ওঁঠ দুটি
কেনেকেই কঁপি থাকে এনা বতাহতে,
তথাপিও তৃপিতিত উঠে ৰঙ্গা হৈ,
নোখোজে তথাপি সিও কপোল তোমাৰ।
লাজত লগাই যায় ক্ষুদ্ৰ পাৰাপাৰ!
জানিলাহেঁতেন যদি কপালতে মোৰ
কিমান ওপজে সুখ হয় ক'ত পৰে ওৰ!

যোৰহাট, ১৯।১১।৩০, বুধবাৰ (অপ্ৰকাশিত)

## নিমাত

হেঁপাহ পলোৱা নাই,
নাই গুছা পিয়াহ মনৰ,
আৰু লাগে পিবলই
মউ ৰস মধুৰ বনৰ।
নেলাগে মীমাংসা মোক
ন্যায়বিদ্ মহাপণ্ডিতৰ,
আতি গুৰি নিবিচাৰোঁ
ভবিষ্যৎ আৰু অতীতৰ।
দেখিছোঁ দৃষ্টিৰে যিটো
যাকে চাই আনন্দ অপাৰ,
পৰমাৰ্থ অহৈতুকী,
একো তত্ত্ব নিবিচাৰোঁ তাৰ।
নেলাগে স্বৰগ মোক
পাৰ হ'লে এইখন দেশ,
ইপুৰীৰ নৰকতে
কৰি যাম সকলোৰে শেষ!

গুৱাহাটী, ৰবিবাৰ, ৩০।১১।৩০ (অপ্ৰকাশিত)

## পৃথিৱীৰ সকলোটি

পৃথিৱীৰ সকলোটি কবিৰ হাতত
ফুটিছিল যতবোৰ অতি সুকোমল —
লেখনীৰ পৰশত ৰমণী চৰিত,
যুৱতী হিয়াত থকা সকলো কলাৰ
সুবিমল আকৰ্ষণী, পৱিত্ৰ প্ৰণয়,
অতিকম কৰি মোৰ এটি বালিকাই
জীয়াই ৰাখিছে মোক জুইৰ মাজত
কত দিন জ্বলি উঠে মনৰ মাজত,
মানুহৰ অত্যাচাৰ দাৱানল হ'ই,
কত দিন দেইপুৰি ক্ৰোধৰ শিখাত
কোমল মনক মোৰ কৰিছোঁ আঘাত,
তথাপিও ধীৰে থাকোঁ পৰিলে মনত
মাতৃৰ কাষত থকা সেই বালিকাক।
চৌধটি বছৰ মাথোঁ, এধানি ছোৱালী
তথাপি কিমান গুণ ৰাখিছে লুকাই!
কিমান কোমল!

গুৱাহাটী, ৫।১২।৩০ (অপ্ৰকাশিত)

## কি হেৰুৱালি

কি হেৰুৱালি বলিয়া বৰাগী
দুপৰৰ পোহৰত তই
কাৰ ওচৰত সমিধান দিবলৈ
কৰিছ মনত ভয়?
"বুকু ভৰি থকা নাচনী ৰূপহীৰ
আঁচলৰ মণিটো আনি,
পথৰ ধুলি কণাত আজি দুপৰীয়া
ভুলতে পেলালা সানি,"
গুছি যা বলিয়া ৰূপহীৰ কাষলৈ
দুবুকৰ মাজতে পাবি।
চকু নুমুদিবি লাজো নকৰিবি —
হেঁপাহৰ চকুৰ চাবি।
"এতেপৰে কেঁৱে নকলে এষাৰি -
নিদিলে বিধানো ঐ,
আহিলোঁ চেনেহীৰ বুকুতে চাবলৈ
হেৰোৱা মণিটি মই।"

৭।১২।৩০ (অপ্ৰকাশিত)

## আজলী কবিতা এটি..

আজলী কবিতা এটি অজলা কবিৰ
হৃদয়ৰ এচুকত আছিল সোমাই?
আৱেগৰ পকাধান সোণ ছটিয়াই
হেমন্তৰ অন্তৰেদি দিলে দেখুৱাই
সোণালী ৰহণ সনা স্মৃতিৰ দেশত,
তলপৰি থাকে বহু মাণিক ৰতন!
ওপৰত হিমে ঢকা কুঁৱলী আকাশ
তলত নিয়ৰ সনা ধাননি পথাৰ।
মাজতে পেপুৱা লাগি মউপিয়া তই
বিচাৰিছ আঁতি গুৰি তাৰ!
কেনি আগ, কেনি পাছ কোনে জানে মায়া,
তথাপিও আছে হেৰ' তাৰ এটি ছাঁয়া!

গুৱাহাটী, বৃহস্পতিবাৰ, কবি সাহিত্যিক ডিম্বেশ্বৰ নেওগৰ বিবাহ উপলক্ষে ৰচিত। সং, আ, চ,ব, ৰচনাৱলী।

## কৃষ্ণ গোৱা গান

কৃষ্ণ!
গোঁৱা গান, নিয়া প্ৰাণ —
দিয়া মোক যমুনাৰ ঝাঁও বন খনি —
তাতেই লুকাই মই
চাম নিতে নাচি উঠা শৰদৰ ধ্বনি —
মুৰুলীৰ ছেৱে ছেৱে ৰিণি জিনি ৰিণি!

আনন্দ?
যোৱা তুমি-হিয়া চুমি
গোপিনীৰ বুকুৰেদি বোৱাই প্ৰণয়
যমুনা জলৰ স'তে
উথলাই দিয়া গই মনমোহা লয়,
তাতে যেন ৰস-নন্দী চিৰকাল বয়!

গোপিনী!
চন্দন তিলক হৈ কানু কলিয়াৰ
শৰীৰত দি থাকাঁ সুগন্ধৰ সাৰ!

দেওবাৰ, গুৱাহাটী, ৭।১২।৩০ (অপ্ৰকাশিত)

## ৰূপহী নহয়

ৰূপহী নহয় , ৰঙ্গিলী মদাৰ —
জ্বলিছে ব্যৰ্থ প্ৰেমৰ শিখা।
দেখিছে পথিকে বাটৰ কাষত
শত বসন্তৰ বাৰ্তা লিখা।

কোনোবা কাহানি কোনো প্ৰেমিকৰ
বুকুৰ তেজেৰে ৰঙোৱা আশা
ৰঙ্গা হৈয়ে যেন থাকিল সদায়
মদাৰ ফুলৰ ৰঙ্গিলী ভাষা।

পটিবাচোঁ তুমি হেৰা বাটৰুৱা
টুকিবা চকুলো মদাৰ দেখি।
ৰূপহী নহয় চুপহিটি মাথোঁ --
থৈছে কোনোৱে সপোন লেখি।

বুকুৰ ব্যৰ্থ প্ৰেমৰ চানেকী
ৰঙ্গিলী মদাৰ জুইৰে ফুল
বসন্তক দিয়া অনন্ত অৰ্ঘ্য
সপোনৰ ৰহস্য মুল।।

কৰাচী, ১০।৩।৪৬, দেওবাৰ (অপ্ৰকাশিত)

## এজন বন্ধুলৈ

যোৱাঁ বন্ধু মনে মনে নকৰবাঁ একোকে
তোমাৰ দৰেই মযো নিয়তিৰ দাস,
শুনিলে এযাৰ মানো তোমাৰ কাহিনী
চকুৰ পানীয়ে আহি বাট ভেটিবহি।
দুয়োৰে মনৰ বল যাব ভাগি বহি।।

নকবা মুখেৰে কাকো নুবুজে কোনেও
নেজানে গৰবী জনে নয়নৰ ভাষা।
অভিমান ভৰি থকা কঙাল বনত,
মৰম বুজিব তেওঁ যিজন কঙাল।
নাই যাৰ বহুবিধ ধনৰ জঞ্জাল।।

অনুগ্ৰহ কৰি দিয়া গৰবীৰ ধনে
নোৱাৰে তুষিব মন তোমাৰ আমাৰ।
চেনেহত পমি যোৱা এটি কৃষকৰ
এযাৰ কথাতে গাবাঁ তৃপ্তি সৰগৰ।

১৮৫২/ ২৯ চ'ত ১২/৪/৩১ বকুলবন ৰবিবাৰ (অপ্ৰকাশিত)

## মহেঞ্জোদাৰো

ব্ৰহ্মবিদ, আৰ্য্যৰ বসতিস্থান
কৌটিকালৰ এক কৌশলী নিৰ্মাণ
'শতপথ' তেতিয়াৰ, নগৰ অধুনা
সৃষ্টৰূপ পোৱা হ'ল তাৰেই নমুনা।

সিন্ধুৰ তীৰ, বৃহৎ অৰণ্য
মাজত নগৰ সেই বৈদিক যুগৰ —
সুনিয়ন্ত্ৰিত এক অতীত গৌৰব
বুকুত লুকাই থৈ মাতা ধৰিত্ৰীয়ে

উদঙাই দেখুৱালে জগত বাসীক
যুগ-যুগান্তৰ ইটা, ৰাজপথ, অট্টালিকা,
শতপথে সৰল ৰেখাৰ দৰে
মহেঞ্জোদাৰোৰ স্মৃতি পৰিপূৰ্ণ কৰে

'শতপথ ব্ৰাহ্মণ' 'বৃহদাৰণ্যক'
উপনিষদৰ জন্ম হৈছিল য'ত
মনেধৰে সেয়ে যেন মহেঞ্জোদাৰো
অৰণ্যৰে সেন্দুৰ তত্ত্ব।।

যোৰহাট, ৪।১১।৪৬, দেওবাৰ, (অপ্ৰকাশিত)

## বিহু-গীত

(১)

কি ফুল ফুলিলে হিমালয় পৰ্বতত
গোন্ধাই মলেমলি পুৰা,
পহোৰা বতাহত জুই বৰষিছে
হৃদয়ত লাগিছে ধোৱাঁ।

(২)

মোৰ ধনক বিচাৰি কেতেকী চৰায়ে
বতৰা দিলেহি কৈ,
চৌধ বছৰীয়া গাভৰু কনিয়া
নথবি অকলে ঐ।

(৩)

ডিবৰুত মোৰ ধনৰ ঘৰে ঐ নাচনি
সদিয়াত সখিয়েক থাকে,
মোৰ যে কথা কৈ তুলাপাত এখিলাত
পিৰিতিৰ চানেকী আঁকে।।

(৪)

পিৰিতি পিৰিতি নকৰ ঐ চেনাইটি
পিৰিতি একুৰা জুই।
ৰূপহী তিৰোতা এৰি থৈ বিদেশত
তাপৰোঁ কাকনো চুই।

(৫)

মোৰ ফালে নেচাবি চকু কেৰাহীকৈ,
বুকখন লুকুৱাই থ,
দেখিলে কলিজাত কঁপনি উঠিব-
(তোৰ) তাঁতৰো চিগিব ব।।

(৬)

গাভৰু কালতে ৰাখিলি পিতাই ঐ
চহকী হ'বৰে মন,
ডেকা হৈ পকালি গাৰ ডাড়ি চুলি
নুবুজ একোৰে ধন।*

ডিহা, ৮।৪।৩১ (অপ্ৰকাশিত)

* এই কবিতাটিৰ প্ৰথম চাৰিটা স্তৱক "বকুল বনৰ গীত"ত সন্নিবিষ্ট হৈছে।
সম্পাদক : আঃ চঃ বঃ ৰচনাৱলী

## পূৰ্ণিমা নেলাগে মোক

তাতেই সৌন্দৰ্য আছে তাতে ৰূপ শিখা
কলা কাল বাঢ়ি যোৱা ৰূপহীটি চাই,
চতুৰ্দশী কবিতাৰ সৰু সঁফুৰাই
কিমান ভাৱৰ ছাপ দিয়ে বহুৱাই।

তুমিও থাকাচোঁ প্ৰিয়া চৌধৰ মাজতে
দুটি কলা এৰি থৈ পূৰ্ণ কলালে,
ফুলোঁ ফুলোঁ হৈ থক, নেলাগে ফুলিব,
ফুলিলে জানোচা সখি গুচি যাবাগে —

যোল কলা পূৰ হ'লে আঁউসীৰ ফালে
লাহে লাহে ঢাল ল'বাঁ - ইমান নিৰ্দয়
নোৱাৰা ভাবিব হেৰা, ৰোৱাঁ চৌধতেই
যোল হ'লে জানো সখি, কোনবাটি হয়

পূৰ্ণিমা নেলাগে মোক লাগে চতুৰ্দশী
হ'ব খোজা পূৰ্ণিমাৰ ফুলো ফুলো শশী।

'ঘৰজেউতি'ত (?)প্ৰকাশিত সং, আ,চ,ব, ৰচনাৱলী

## বাণী

দেহি ঐ। মোৰ বুকুৰ বান্ধে
ইয়াকে নাপালোঁ গম ;
স্ৰজন্তা জনেই নিয়ন্তা মাধব
বোলা তুমি যাক যম।

যম মানে সম সকলো প্ৰাণী
ৰজা, প্ৰজা, খৰিভাৰী,
সকলোৰে আছে মহা বাণী।

সেই বাণী আছে শ্মশান জিনি
বিশ্বভুবন বিভোল কৰি,
যেয়ে যোৱা দিয়ে দেহত জীৱন
তেৱেঁই নিয়ে আকৌ হৰি।
যোৰহাট, ৯।১২।৪৭ (অপ্ৰকাশিত)

## চিৰ সুন্দৰক দেখিম যিদিনা

চিৰ সুন্দৰক দেখিম যিদিনা
সিদিনা যে মোৰ নেথাকে দেহ,
মহামিলনৰ পূর্ণানন্দত
হ'ব জীৱনৰ সকলো শেষ।
তেতিয়া মাথোন চেতনাত মোৰ
থাকিবাহে সখা সজীৱ হৈ।
মহা অনন্তৰ পথেদি যাওঁতে
দেখোঁ যে আৰু সুন্দৰকৈ।
দেখোঁ যেন তুমি ৰহস্য-সুন্দৰ
সৰগ-মৰত সুন্দৰ কৰি
সৌন্দর্য্যৰ খনি ৰচিলা ইখন
সৃষ্টি-চক্র হাতেৰে ধৰি।
তাৰে মাজতেই যিটি মৌ-চাক
তোমাৰ মহিমা উছলি পৰা,
তাতে আছাঁ তুমি তাকে দেখিলেও
দেখিম কিমান ধুনীয়া ধৰা।

বকুলবন, ১৭।১১।৪১ (অপ্ৰকাশিত)

## অমৃত মন্থন

সেইদিনা যৌৱনৰ উন্মত্ত ৰাগীত
বিশ্বগ্ৰাসী হুতাহৰ
বিৰাট বাসনা জাগি
পিওঁ বুলি ভাবিছিলোঁ
যিমান সাগৰ আছে ;
শোহা মাৰি শেষ কৰি
ভাবিছিলোঁ শেষ কৰি থওঁ,
অনন্ত পিপাসা মোৰ
তৃপ্ত কৰি থওঁ।

কল্পনাৰ তীব্ৰবেগী
অশ্বাৰোহী হৈ,
উন্মত্ত গতিৰে গলোঁ
লক্ষ্যহীন নানা দেশলৈ।
দশোদিশে চ'লাপাত কৰি
বিচাৰিলোঁ দিকপাল
দিগন্তৰ ধ্বজা।

উলটি আহিলোঁ ঘূৰি
মুহূর্ততে জয় কৰি
ভাবি ললোঁ মই নিজে
মোৰ নিজা কল্পনাৰ
একমাত্র ৰজা।

নহল তেতিয়া মোৰ
এনে ইচ্ছা সমূলি মনত
আছেনেকি স্বৰ্গৰাজ্য
আছেনে কি ইন্দ্র কোনো জন
বিজয়ী যৌৱন মোৰ
কল্পনাৰ উলাহত উৰি
বিশ্বব্যাপী ধাৱমান হ'ল।
নোৱাৰিলোঁ ৰোধ কৰি
থ'ব মোৰ মন।

উটি, ভাহি, ভাঙি, ছিঙি, সাজি, নানা ৰূপ
বিচাৰি ফুৰিলোঁ ধন দিব্য অপৰূপ।
বিচাৰিলোঁ উৎস অমৃতৰ
পান কৰি মৃত্যুহীন হওঁ,
অমৃতৰ সঞ্জীৱনী সুধা
কণ্ঠ ভৰি ওপচাই লওঁ।

সেই হেঁপাহতে
কোকিলৰ কাকলিৰ দৰে
অর্থ-অনর্থৰ ভৰা
নানা বাক্য ছন্দোময়
লালিত্য লহৰি
আনন্দৰ উর্মিমালা
আহিল বাগৰি।

তাতো হায়? পৰাণৰ তৃপ্তি হোৱা
নাপালোঁ সন্ধান—
বিচাৰিলোঁ জীৱনৰ অৰ্দ্ধেক সঙ্গিনী
কল্পনাৰ প্রতিৰূপ
মানস-প্রতিমা এটি
প্রিয়া বিনোদিনী।

শ্বিলং, ১২।৯।৪১ (অপ্ৰকাশিত)

## শ্ৰীমন্ত প্ৰশস্তি

গীতি কবিতা

শ্ৰীমন্তৰ স্মৃতি সুমধুৰ গীতি
ভকত জনৰ প্ৰীতি।
আৰত সুমৰি অতীত মধুৰী
পুণ্য ভাদ্ৰ-মাসী তিথি
নৰ-নাৰায়ণ সেৱা পৰায়ণ
শ্ৰীমন্ত শঙ্কৰ ধন।
ভাগৱত ৰস কৰিলাঁ প্ৰকাশ
বিকশি সমস্ত মন।।
প্ৰেম অমৃতৰ অনন্ত ভাণ্ডাৰ
কীৰ্তন অমৰ যশ।
সৰ্ব গুণাকৰ তুমি সে শঙ্কৰ
তুমি সে ব্ৰহ্মাৰ বশ।।

তোমাৰ প্ৰশস্তিগুণ-গান-তুতি
হামাৰ একান্ত মতি।
তবু পদ-ছন্দে মুৰুখ আনন্দে
মাগয় মঙ্গল গতি।।
সভাসদ জন বোলাঁ নাৰায়ণ
জয় জয় জয় বুলি।
সত্য সনাতন জীৱৰ জীৱন
প্ৰেমক লোৱাহাঁ তুলি।।

আৱাহন, ৪ ৰ্থ বছৰ, ১১ শ সংখ্যা,১৯৩৩
এই কবিতাটো শ্ৰীমন্ত আলোচনীত (১ ম বছৰ, ১ম সংখ্যা ১৯৬৬) প্ৰকাশ হৈছিল। কেৱল পোন্ধৰ শাৰীৰ 'তবু পদ-ছন্দ'ৰ সলনি 'তুৱা-গীত-ছন্দে' হৈছিল। -স. আ. চ. ব. ৰচনাৱলী।

## বিশ্বজননী ভাৰতবৰ্ষ

(আকাশ বাণীৰ সৌজন্যত)

সৌ যে দেখিছাঁ ধ্যান-গম্ভীৰ স্থিৰ হিমাদ্ৰিৰ
বুদ্ধৰ দৰে শুদ্ধ শিখৰ চূড়া,
তাতে পৰা আছে ভক্তি-শোভাৰে শক্তি-শিৱৰ
এখনি আসন অনাদি কালৰেপৰা।
তাতে জ্বলি আছে দিব্য-প্ৰেমৰ নিত্য-নতুন
স্নিগ্ধ অগ্নি কুৰা।
সৌ যে দেখিছাঁ শুভ্ৰ শিখৰ অভ্ৰভেদী
তাতেই থাপনা আলপনা আঁকা
আছে চিৰন্তন ধ্যানৰ আসন
ৰজত-ধৱল পূজাৰ বেদী।।

পঞ্চ ধাৰাৰে মঞ্চ ঢৌৱাই
বিশ্ব-জগত মানৱ প্ৰেমৰ ৰসেৰে বুৰাই
অৰ্দ্ধ ইন্দু বিন্দু বিন্দু তাৰকাখচিত
নীল আকাশত প্ৰথমে ওলাই
থাপিছিলে য'ত সেৱাৰ শৰাই
সৌ চোৱাঁ সেই সিন্ধুৰ তীৰ
কমণ্ডলুত শান্তি-বাৰি লৈ
থিয় দি আছে অলেখ বীৰ-ধীৰ, স্থিৰ-
বিশ্ব-প্ৰেমৰ মন্ত্ৰৰ ধ্বনি

ভূমণ্ডলৰ অন্তৰ জিনি
শুনা—
উঠিছে সেইয়া —
এই যে পৃথিৱী দেখিছাঁ এইয়া —
এয়েই দিব্য যজ্ঞ-ভূমি —
'মানুহেই দেউ, মানুহেই সেউ' -
মানৱ প্ৰেমৰ পূজাৰী তুমি।।
সৌৱা চোৱাঁ —
ভাৰত মাতাৰ বুকুত সোমাই
গঙ্গাৰ ধাৰ সলিল-সুধাৰ
দেৱী হ'ল। হ'ল সুৰেশ্বৰী।
সৰস্বতী, গোদাবৰী, সিন্ধু, কাবেৰী,
নৰ্মদা, যমুনাৰ জল
যুগান্তৰ স্মৃতিৰে নিৰ্মল
এতিয়াও বৈ আছে অখণ্ড গতিৰে
সোণালী যুগৰ কথা
কৈ আছে এতিয়াও
কল্লোল ধ্বনিৰে।
আনন্দ লহৰি সেয়া বৈ আছে এচিয়াও
দি আছে জননীৰ কৰুণা বিলাই,

বকুলবনৰ সুৰভি

ছন্দে ছন্দে গাই আছে এই মহা পুণ্য-তীৰ্থ
ভাৰতৰ বিনে আৰু অন্য স্বৰ্গ নাই —
এয়ে স্বৰ্গ, এয়ে স্বৰ্গ, এয়ে স্বৰ্গধাম—
ভাৰত মাতাক কৰো সহস্ৰ প্ৰণাম।।

সৌৱা চোৱাঁ —
নৱঘনশ্যাম কলেৱৰ
সত্যাশ্ৰয়ী সত্যসেৱী মহামানৱৰ
সৰ্বত্যাগী জীৱনৰ লীলা-অভিনয়
মহাশক্তি ধনুৰ্দ্ধৰ মহাবীৰ হৈয়ো
সিংহাসন এৰি থৈ
বনে বনে ঘূৰি ফুৰে বনবাসী ৰাম —
অসত্যৰ প্ৰতিমূৰ্তি
দুৰ্দান্ত ৰাক্ষস
'অন্ধ-মূগুধ-দশ-স্কন্ধ' নিপাতি
আসমুদ্ৰ ভাৰতক দিলে মুক্তি দান।
বিশ্বৰ মানৱে গালে ভাৰত মাতাৰ
মুক্তিৰ মঙ্গল-গাঁথা
জয় জয় গান।।

সৌ চোৱাঁ যমুনাৰ বালি
ম'ৰাই ধৰিছে ছালি
গুঞ্জৰে ভ্ৰমৰ —
কোকিলৰ কুহু ধ্বনি শুনি
শিয়ঁৰি উঠিছে ফুল
লীলা কদম্বৰ —
চোৱাঁচোন বালিতে জিলিকি আছে
ধ্বজ-ব্ৰজ-পঙ্কজ-অঙ্কুশ-অলঙ্কৃত —
বিশ্ববিমোহন সখা
যদুমণি কৃষ্ণৰ
চৰণৰ ছাব—

শুনাচোঁন পাঞ্চজন্য দিব্য-শঙ্খ-ধ্বনি
কুৰুক্ষেত্ৰ সমৰৰ সেয়া প্ৰতিধ্বনি
এতিয়াও তৰঙ্গত তুলিছে তৰঙ্গ
ধ্বনি শুনি এতিয়াও নাচি উঠে
শৰীৰ সৰ্বাঙ্গ।
সেই মহা ভাৰতৰ জয়যাত্ৰা ৰথৰ সাৰথি
শ্ৰীকৃষ্ণ নিজে বহি
ধৰি আছে ৰাঘজৰী
কৈ আছ- "নাই, ভয় নাই ভয়—
কৰ্ণধাৰ ৰূপে এয়া বহি আছোঁ মই।।"

চোৱাঁ — সৌ জুপি বোধি কল্পদ্ৰুম
নৈৰঞ্জনা নদীৰ তীৰত,
তলত ধ্যানস্থ হৈ
জগজ্জ্যোতি অমিতাভ
বহি আছে বিশ্বমৈত্ৰী প্ৰজ্ঞা দিবলৈ।
পঞ্চশীল সলিলেৰে
ধৌত কৰি কলুষিত মন
এতিয়াও দি আছে
বিশ্ববাসী মানৱক অভগণ ধন।

চোৱাঁ — সেই হেন মহাৰশ্মি জন্ম লভি
সৌ পূণ্য কপিলাবস্তুত
উদ্ভাসিত কৰি গ'ল
আমাৰ ভাৰতবৰ্ষ
সাধি গ'ল কোটি কোটি
মানৱৰ মনৰ উৎকৰ্ষ।।

চোৱাঁ — সুজলা সুফলা এই শস্য-শ্যামলা
অপৰূপ ভাৰতৰ মাতৃ-ৰূপ চাই
গ্ৰীক্ বীৰ চাহ্ চিকগুৰে আহি
ঘূৰি ঘূৰি জননীক প্ৰণাম জনায়।

শুনা — অৰ্থশাস্ত্ৰ ৰচিয়তা কৌটিল্যৰ
নীতিবাক্য অমৃত বচন —
"মা কুৰু ধন-জন-যৌৱন গৰ্বম
হৰতি নিমেষাৎ কালঃ সৰ্বম"....
কত শত বিজেতাৰ গৰ্ব খৰ্ব কৰি
কিৰিটীনী জননীয়ে বুকুৰ স্নেহৰ
সবাকে সাৱটি লৈ
ৰচিলে মিলন-তীৰ্থ
এই পুণ্যভূমি —

(এতিয়াও) মহাসমুদ্ৰই যাৰ দুখানি চৰণ
সভক্তিৰে চুমি—
উৰ্মি-উতলা ছন্দে বন্দে অবিৰাম

সেয়ে এই মহাতীর্থ
ভাৰতবৰ্ষ।।

সৌৱা চোৱাঁ —
প্ৰেমৰ যমুনা ধাৰা কান্দোতে আকুল
সম্রাট চাজাহনে অনিমেষ নয়নেৰে
শুদ্ধ-স্ফটিক গাঁথা অনন্ত প্ৰেমৰ ব্যথা
সৌ স্মৃতি-স্বপ্ন এটি -
মমতাজ মহলৰ নির্মল চানেকি
সাক্ষী দিছে জগতক ভদ্ৰ বচনেৰে।
কবি ইক্‌বালে তাকে
জগতক শুনালে দুনাই
চাৰে জাঁহাচে আচ্ছা
হিন্দুস্তাঁ হামাৰা....
কোটি কণ্ঠে ধ্বনি তৰঙ্গ উঠে -
......হামাৰা! হামাৰা!

সৌৱা চোৱাঁ —
শ্ৰীঅৰবিন্দ, ৰবীন্দ্ৰ, গান্ধী —
মানৱ-প্ৰেমৰ মহা মন্ত্ৰেৰে বান্ধি
সাগৰৰ ঢৌৱে ঢৌৱে আনিছে চপাই
বিশ্ববাসী মানৱক ভাৰতৰ পিনে —
ৰাতিয়ে দিনে
ইথাৰ'ত জাগিছে কম্পন—
কোটি কণ্ঠ মিলনৰ উল্লাস-কল্লোল
কোটি মানৱৰ হৰ্ষ —
এইয়া আমাৰ এইয়া তোমাৰ
বিশ্বৰ জননী
এইয়া ভাৰতবৰ্ষ।।

নৱধাৰা, শাৰদীয় সংখ্যা (?) সং.আ.চ.ব.ৰচনাৱলী

## পুৰণিক এৰি তুমি কোন?

পুৰণিক এৰি কোৱা ক'ত
জীৱনৰ অস্তিত্ব তোমাৰ?
পুৰণিক এৰি তুমি কোন
চিনিবৰ আছে সাধ্য কাৰ?

পুৰণিতে উদ্ভৱ তোমাৰ
পুৰণিতে লালিত পালিত,
পুৰণিকে সাৱটি আজিও
স্থিৰে আছা সংসাৰ সোঁতত।

তুমি কোন? আজিৰ জগতে
যাক তুমি সমাদৰ কৰা,
পুৰণিতে গমন কৰিহে
তিষ্ঠি আহে অতীতৰ পৰা।

তেন্তে জলাঞ্জলি দিয়া কিয়?
শিক্ষা, দীক্ষা পুৰণি কালৰ?
জলাঞ্জলি দিয়া কিয় কোৱা
কৃষ্টি, প্ৰথা সেই অতীতৰ?

পুৰণিক হেয় জ্ঞান কৰি
দেখিছানে নতুনত্ব কিবা,
নতুনৰ দান মৰতক দিবা।

ভাষা, ৰাজনীতি, অৰ্থনীতি
যিহকেই চোৱা তুমি পাবা,
পুৰণিক গৰীহণা কৰি
নাইপোৱা নতুনত্ব কিবা।

গৌৰৱৰ আজিৰ বিজ্ঞান
তাতে আছে পুৰণি নিহিত,
এনে তথ্য জগতত নাই
পাব পাৰি নতুনত্ব তাত।

কৃত্ৰিম শিক্ষিত আজি তুমি
পুৰণিক ভৰিৰে মোহাৰি।
গৌৰৱৰে ক'ব খোজা কিয়
সভ্যতাৰ তুমি অধিকাৰী।

পুৰণিৰ যঁতৰত তুমি
নতুনৰ বোল দিব পাৰা,
কিন্তু যঁতৰ-চকৰী সিটি
চলি আছে অনাদিৰে পৰা।

পুৰণিক এৰি থাকে
এয়ে সাধ্য কাৰ,
নতুন সকলো মাথো
পুৰণি আধাৰ।

বাঁহী, ৩০ শ বছৰ, নৱম সংখ্যা

## ইংৰাজী কবিতা

Traveller, art thou worry
of thy journey long?
- Hark, Ther's is music :
The air is song.

Beauty and love,
Melody and harmony
All is there in that Song :
That's my ceremony !

Seek not Truth
for Truth is all:
The whole universe is
But a dancing Hall.

Sing and dance and act
The part thou hast best :
Past and Future there is none
Unseen all the best.

---

যোৰহাট ৬।৭।৩২ (অপ্ৰকাশিত)

## তেজীমলা

তেজীমলা তেজীমলা নামটিয়েই
ইমান সোৱাদ।
বালিমাহী পখীটিৰ দৰে
মিহি মিহি খোজ কিটি
নাচোনত লয়লাসে কণ্ঠত অমিয়া
সকলোটি একেঠাই হৈ
তেজাৰ চৰণ চুই কৰিছে মিনতি
কোৱা তুমি তেজীমলা
ক'ত পালা সৰলতা
কেনেকৈ হ'লা এনে বিশ্ব বিমোহিনী
ইমান সৰলা এই বন বালিকাক
কোন সতে এৰি যাম কাৰেং বিচাৰি
কিনো আছে কাৰেঙত মোৰ
ধন, ৰত্ন, ঐশ্বৰ্য্য, বিভূতি
বৃথা মোৰ কুঁৱৰী কাৰেং
বৃথা মোৰ ৰাজ সিংহাসন
দেৱবালা তেজীমলা ঈশ্বৰৰ সপোনত
নামি আহি কান্দি আছে গীতৰ সুৰত
তেজাক নেপালে মই নেযাও উলটি
নিবিচাৰো ৰাজসিংহাসন
তেজাৰ প্ৰতিমা পূজা তেজাৰ প্ৰাণৰ পূজা
তেজাৰ বেজাৰ গুচা প্ৰাণ প্ৰতিদান
দিম মই নিজে যাচি লৈ যাম বালিকাক
ৰাজৰাণী কৰি।

---

(শ্ৰীমতী দীপিকা চক্ৰবৰ্তীৰ পৰা পোৱা)

## (এক)

তুমি ৰজা এদিনৰ
তোমাৰ নাট এবেলাৰ,
মই ৰজা সৰ্বতিকালৰ
পুতলা নহওঁ খেলাৰ।
মোৰ এক মহানাটকৰ
দহোটা অঙ্কৰ —
। ৰূপত আছে
মহা-অভিনেতা
কিঙ্কৰৰও কিঙ্কৰ
দাতা দিগম্বৰ
মিএল মনচুৰ —
শূন্য মন কৰে তেওঁ
ভাৱনাৰে পুৰ।।

বকুলবন, আযোল, ১৮৯২
২০।১১।৭০

---

বকুলবনৰ সুৰভি

## বিমলা-তৰ্পণ

(অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহাৰ মৃত্যু উপলক্ষে।
মৃত্যু ২৬।২।৭১ বৃহস্পতিবাৰ পুৱা, শ্বিলং)

বিমল চৰিত্ৰ তুমি বিমলা প্ৰসাদ
স্বদেশ সেৱাত দিলা আত্ম-উপহাৰ।
সত্যনিষ্ঠ প্ৰীতিপূৰ্ণ ভদ্ৰ-আচৰণ
বিকশিত ব্যক্তিত্বৰ আছিল আধাৰ।

ধীৰ স্থিৰ সম্ভাবেৰে যুধিষ্ঠিৰ ৰূপে
দুৰ্যোগত অসমৰ কৰ্ণধাৰ হৈ
ৰাজনীতি, প্ৰেম-প্ৰীতি, সজ আচৰণ
একে ঠাই কৰি গলাঁ গুৰি বঠা লৈ।

ভাৰতমাতৃৰ মুক্তি-সংগ্ৰামৰ তুমি
অক্লান্ত সৈনিক এটি ভাৰত বিদিত।
গুচি গলাঁ এৰি থৈ সেৱাৰ শৰাই
সাধি গলাঁ স্বদেশৰ সকলোৰে হিত।

তোমাৰ স্মৃতিত এয়া তপৰ্ণৰ জল
তৃপ্ত হোৱাঁ পুণ্য আত্মা চিৰ সমুজ্জ্বল।

## কবিতাৰ ক্ৰন্দন

ভাবিছিলোঁ কবিতা লিখিম
কবিতাৰ মানুহৰ মৰ্মত সোমাই
মনে মনে মৰমত মোহৰ মাৰিম।
পোহৰত মোহৰৰ ছাৱটোত
জিলিকি থাকিব এটি মানুহৰ ৰেখা
অনন্ত প্ৰেমৰ কাব্য মানুহেই লেখা!

কিন্তু হায়!
পৃথিবীৰ চৌদিশে এটি মাত্ৰ ধ্বনি
মহা-আকাশতো আজি উঠিছে ৰণনি-
নাই! নাই!
মানব-সমাজ আজি প্ৰেত ভূমি হ'ল
ত্ৰাস, ভয়, ভেদ-ধ্বংস সজুলি লৈ
কপট প্ৰেমেৰে আজি আজিৰ মানুহে
অশান্তিৰ বীজবোৰ দিছে ছটিয়াই।
দাৰিদ্ৰৰ হিয়াভৰা কাতৰ ক্ৰন্দন-
অন্ন দিয়াঁ, বস্ত্ৰ দিয়াঁ, দিয়াঁ প্ৰেম-দান
আমিও জীয়াই থাকোঁ মুকলি মনেৰে
মানুহৰ সমাজত কৰোঁ সহ-অৱস্থান।

বুদ্ধ, যীচু, গান্ধী, কনফুচিয়াচ
উঠা, পুনৰ উত্থান কৰাঁ —
ঈশ্বৰ বিশ্বাসী জগত বাসীয়ে
কাতৰ আহ্বান কৰি মাতিছে সবাকে
উঠা, উঠা, ৰক্ষা কৰাঁ মানৱ সমাজ
পঢ়াঁ, পঢ়াঁ বিশ্ববাসী মানৱ সন্তান
চিনাই পৰ্বতত, গীতা ভাগৱত, কোৰাণ পুথিত
মৰা আছে মৃত্যুহীন প্ৰেমৰ মোহৰ
উঠা চকু মেলা অবিশ্বাসৰ আন্ধাৰ খেদাই
লাভ কৰাঁ হেৰোৱা পোহৰ।

২৬।২।৭১

## বিহু

(৫।৪।৭১ তাং গুৱাহাটীৰ আকাশ বাণীত ৰেৰ্কড কৰা হয়। ১৯।৪।৭১ তাং ৰাতি প্ৰচাৰিত হয়)

উদাসী চ'তৰ এই বিয়লি বেলাত
ভাহি আহে পছোৱাত কিনো মিঠা মাত
মহৰ শিঙৰ সেই পুৰণি পেঁপাটি
এতিয়াও ক'ৰবাত ইননি বিননি কৈ
বাজি আছে বৈ বৈ পিৰিতিৰে কথা কৈ।
তাহানিয়ে মনেশ্বৰে গাইছিল গীত
ৰজিতা খুৱাই তাতে মজিছিল চিত।
সেন্দুৰীয়ে পমিলীয়ে হেঁচুকি হেঁচুকি
ইজনীয়ে সিজনীক ডিঙিত সাৱটি লৈ
কৈছিল অকল এটি শব্দ ঐ। ঐ।

তাতে যেন বিহুসুৰ লাগিছিলে গৈ।

মনেশ্বৰ ল'হ' ল'হ' লগৰীয়া বুলি
গাইছিল মোহন মাতেৰে
অ' চম্পা নাগেশ্বৰ কেলেই ফুলিলা
অ' চম্পা নাগেশ্বৰ ৰূপহী মদাৰ ঐ
মোৰ মইনা দেহি ঐ! কেলেই পেলালো কলি!
অ' চম্পা নাগেশ্বৰ গুৰুতো নেলাগাঁ
অ' চম্পা নাগেশ্বৰ ভকতত নেলাগাঁ
মোৰ মইনা দেহি ঐ! থাকা তলে ভৰি সৰি!
'মোৰ মইনা দেহি ঐ'! ....

কিনো হায় মোহলগা অসমীয়া মাত
শৰদৰ ইন্দ্ৰজাল ৰচি
অসমৰ পথাৰে পথাৰে
মৃদুমধু আবেশৰ পৰশ বুলাই
কোনে বাৰু সেইদিনা লৰাই দিছিল
বিহুৰ বিৰিণা পাত?
এ' দেহি! লুইতৰ পাৰতে
এ' দেহি! টিলাই মাজি গাঁৱতে
সেন্দুৰী পমিলীৰ ঘৰ...
তাকে শুনি জুমি জুমে গাভৰুৱে
লাহুতেই গা ভাঙি উত্তৰ দিছিল
হায় ঐ'। হালিজালি....

## মনচুৰ মিঞাৰ পাঁজা

মই বোলো আল্লা তুমি বোলা ৰাম।
ভিন্ ভিন্ ভাষা ভিন্ ভিন্ নাম।।
মোৰ এটা নাম মোৰ এটা ৰূপ।
তুমি মই দুয়ো এক জানিবা স্বৰূপ।।

মক্কা মদিনা মোৰ হিয়া খন।
তাতে বহি আছে নিতে সেই বন্ধু জন।।
দিয়াচোন হাতখনি আপোঁন হিয়াত।
কোন আছে, কেনি আছে, কিহৰ আশাত ।।

বিজুলীৰ চমকত ৰূপৰ পোহাৰ
ছাৎ কৰে দেখা দিয়ে সপোন বিহাৰ।
দিঠকেই স্বপ্ন ৰচি লৈ যায় মন।
ডকাইতে নিয়াৰ দৰে কুবেৰৰ ধন।।
যেঁচাই শিয়াঁৰি দিয়ে গধূলি পৰত।
জিকাৰি জিকাৰি উঠে কঁপনি দেহত।।
ভয় লাগে কাক মাতো কেনি আছে কোন।
কিজানি হেৰায় মোৰ সাঁচি থোৱা সোণ।।

মৰমেৰে মাতা তুমি মিঠা মিঠা মাত।
মানুহৰ আছে জানো ভিন্ ভিন্ জাত।।
একে আই, একে পিতা, পৃথিৱী এখন।
বিনন্দীয়া গছ-লতা তৃণ-তৰু বন।।

দৈনিক জনমভূমি, ১১।৩।৭৩

## আজি

গা ধুই উঠি সৌ কুঁহিপাত বোৰে
দেৱতাক আৱাহন কৰে।
পুৰণিৰ পাতবোৰ কেনি গ'ল
কেঁৱে তাৰ নকৰে বিচাৰ

নতুন নতুন লগা সেউজীয়া গছ বনবোৰে
চকুত সানিছে বিহু অঞ্জন সুধাৰ।
চায়েই থাকিম যেন সকলো পাহৰি
সেউজীয়া অসমৰ শান্তি মনোহৰ,
ডালত ওলমি থকা কপৌ ফুলেৰে
বান্ধি দিওঁ মালতীৰ খোপাটি সুন্দৰ।
মাথে মালতী ফুলি হাৰিত সোমাই
মেলি দিছে সুন্দৰ সঁফুৰাটি আজি
চৌদিশে উঠিছে সেয়া বিহুবাদ্য বাজি।

বকুলবনৰ সুৰভি

আজলী ভেবেলী লতা তায়ো দিছে আজি -
ৰূপৰ চকলাবোৰ নিজান বাটত
বিছৰেই উপহাৰ চেনেহৰ দান ;
আজি যেন
নাই কাৰো একো অভিমান।
পাহৰি অতীত আজি নতুনৰ হিয়া ভৰা
প্ৰীতিৰ সম্ভাৰ
বিছৰে আনিছে এয়া উৰ্বশী বন্তাৰ
নৃত্যগীত কবিতাৰ
ছন্দোময় উপহাৰ।

লোৰা, লোৰা - মিলনৰ মদন লুকাই
বিহুক আদৰি
আই অসমীক
দিওঁ আহাঁ একোখনি সেৱাৰ শৰাই।
একেপ্ৰাণে, একে সুৰ, এক মন হৈ
সাপোনৰ ফুলবছা বিহুৰ গামোছাখন
দিওঁ আহাঁ জননীক জয় উপহাৰ।
গাওঁ আহা সমস্বৰে —
অসমা সুষমা নিৰুপমা জননী আমাৰ।

যোৰহাট, ৩.৪.৭১

## ফুল আৰু ভুল

তুমি ভাবা, ফুলবোৰ ফুলি ফুলি
মৰহি মৰহি মাটিত সৰি পৰিল।
ইমান যুগ ভুলকেই কৰি ভুলতে দোলন দুলি
তোমাৰ কামনাবোৰ মাটিত জহিল।।
মই দেখিলোঁ, ফুলৰ জনম সাৰ্থক হ'ল
স্ৰষ্টাৰ চৰণতে পাহিবোৰ পৰি
ল'লে ঠাই অনন্ত কালৰ —
ফুলৰ জনম সাৰ্থক হ'ল।।
সেইবাবে, তুমি আৰু মনচুৰ
দুটি যন্ত্ৰ বেলেগ সুৰৰ।
তোমাৰ যন্ত্ৰত বাজে বিবিধ তন্ত্ৰৰ তুমুল নিনাদ,
জীয়া-খোৱা হুতাহৰ ভোক।
মোৰ যন্ত্ৰত উঠে আত্ম সমৰ্পণৰ মৃদু
মধুৰ গুঞ্জন ধ্বনি —
ৰাম ৰাম আল্লা আল্লা
গড জিহোবা
ইত্যাদি
বুকু ডাঠ হয়, শ্বাস কমি আহে,
চকু হয় থিৰ।
মই যেন পাথৰত কাটি থোৱা
কিবা এটা মূৰ্তি
স্থবিৰ।

দৈনিক জনমভূমি, ১৩।৫।৭৩, ৩০ বহাগ, ১৮৯৫ শক

## জ্যোতি

যি জ্যোতি আদিতে আছিল হিৰণ্যগৰ্ভ হৈ
সেই জ্যোতিতেই সৃষ্টি আছিল স্ৰষ্টাক বুকুত লৈ—
সৃষ্টি আৰু স্ৰষ্টা
দৃষ্টি আৰু দ্ৰষ্টা
একেই আছিল ভব-ভাৱনাৰ আদিম উৎস হৈ।।

একে পালে ৰূপ বহু —
বিশ্বৰূপৰ অগ্নি উঠিল জ্বলি,
চন্দ্ৰ-সূৰ্য্য গ্ৰহ-নক্ষত্ৰত
জিলিকি উঠিল স্ৰষ্টাৰ নাম-কলি।

হোমৰ অনল শিখাত এদিন
অৰণ্য পোহৰ হ'ল
মহা-ওঁকাৰ ধ্বনি কক্ষে কক্ষে
ব্ৰহ্মাণ্ড বিয়পি গ'ল।

আহিল জ্যোতিৰ ঢল,
উদয়াচলত অস্তাচলত জলমল কৰি
বাগৰি গ'ল
সোণৰ জল।

সোণবৰণীয়া জ্যোতিৰ পোহৰে মানৱক
দিলে দান —
মৰণ-বিজয় একোটি মহান প্ৰাণ।

শুৱালকুছি জ্যোতি সাহিত্য সভাৰ আলোচনী, ১৮৯৩ শক

## ডায়েলগ

তেওঁ ক'লে —
পকা ঘৰ সাজাঁ, ড্ৰইং ৰুমৰ চ'ফাত বহি
ফেনৰ বতাহ লোৱাঁ,
সুগন্ধী তৰল পাতল কজলা- ৰঙৰ
লাইমজুচ কৰ্ডিয়েল
ফিল্টাৰৰ পানীত মিহলাই
এগিলাচ খোৱাঁ,
গোফঁত এচেন্স লগাই চুৰত হোঁপা
ৰেৰ্কড প্লেয়াৰত বাছককনীয়া গান শুনাঁ,
জীৱন সাৰ্থক হ'ব।
মই ক'লোঁ —
তুমি ভাত -চৰুত সোমোৱাঁ —
বুট দাইল দি বাঁহগাজৰ খাৰ ৰান্ধা,
চুমৈকৈ পছলা কুটা,
কঁঠাল গুটি খৰিছা দিয়া কচুশাকৰ
আঞ্জা ৰান্ধা,
কাহুদি খাৰলি কৰাঁ
দণিকণা মাছ পাতত দিয়াঁ,
মাহগুৰিৰ পিটিকা কৰাঁ
ঢেকীয়াৰ থোৰ ভাজি নেমু ৰস দিয়াঁ।
ৰৰফৰ পেৰাত থোৱা লুথুৰী পিঠাৰে ব্ৰেকফাষ্ট খোঁৱা —
দৈ-পইতাৰ পুডিং খোৱাঁ
পেট চেঁচা পৰিব।
তুমি ৰান্ধনী ঘৰত সোমাই
ৰন্ধা বঢ়া কৰাঁ।

## স্মৃতি তৰ্পণ

(১/১১/৬১ তাং সাহিত্য বন্ধু চন্দ্ৰধৰ বৰুৱাৰ আদ্য শ্ৰাদ্ধৰ দিনা বিলাই দিয়া শ্ৰদ্ধাঞ্জলি)

কান সেই শুভ-নক্ষত্ৰত
চন্দ্ৰৰ স্নিগ্ধতা লৈ
আহিছিলা অসমলৈ
চন্দ্ৰধৰ হৈ?
ক'ৰ পৰা আহিছিলা
উলটি গলানো ক'লৈ,
হ'লানে শৰীৰি কিম্বা
অশৰীৰি হৈ
মহা-আকাশত আছা
দিব্য ফিৰিঙতি হৈ।
প্ৰশ্ন কৰি ভাগৰি জুগৰি
পালোঁগৈ সেউজীয়া
ঠাই এডুখৰি —
ৰজাৰ মৈদাম
জিলিকিছে সমুখত স্মৃতিৰে সুবাস।
তাকে চাই
বহি বহি
সহি সহি
মনে মনে
সযতনে
সংগোপনে
ৰচিছিলা তুমি গীত কোমল মধুৰ
ভাবৰে গধুৰ।
হে কবি, হে ঋষি, হে গুণী, হে দেৱ!
তুমি আজি নাই —
তোমাৰ স্মৃতিতে মোৰ হিয়া ওপচাই
তোমাকেই আছে চাই।
হে মোৰ শ্ৰদ্ধাৰ গৰাকী
তোমাৰ স্মৃতিতে দিওঁ মোৰ শ্ৰদ্ধাঞ্জলি
নিছিগা ধাৰেৰে বাকি
শ্ৰাদ্ধত শ্ৰদ্ধাৰ সেৱাৰ চানেকি
আখৰেৰে আঁকি
তৃপ্ত হোৱাঁ, পুণ্য আত্মা লোৱাঁ শ্ৰদ্ধাঞ্জলি।

০ ০ ০

ফুলকমল স্মৃতি

## গালিবৰ কবিতা

এই চুটি মেলা আয়ুসৰ ঘোঁৰাটো
চোৰাঁচোন ক'ত গৈ ৰয় —
ভৰিতো ৰেকাব নাই, লাগামতো নাই হাত !!

২১.৭.৭৫

## প্ৰকাশ

কাতৰ কণ্ঠেৰে ভক্তই কয় –
ভগবান! আত্ম প্ৰকাশ কৰাঁ।
উত্তৰ নাহে।
অৰ্জুনে দেখে —
অনেক বাহু
অনেক উদৰ
অনেক চকু
দেবদেহ এটি মাথোঁ।
তৰঙ্গিত ধ্বনিত
ভাহি ফুৰে —
'অবিদ্যা নাশিলে
পাৰে যেন কণ্ঠলগ্ন
বস্তুক সাক্ষাৎ.....
ভক্তই বুকুত হাত দিয়ে।
কিহবাই যেন কয় —
তুমিয়েই মোৰ প্ৰকাশ,
মই অৰূপ
অন্তহীন অনন্ত আকাশ।

গুৱাহাটী, শিলপুখুৰী,
১১।১১।৭৫, প্ৰকাশ, দ্বিতীয় বছৰ, প্ৰথম সংখ্যা, ২৩ এপ্ৰিল, ১৯৭৬

## তুলসীদাসৰ দোঁহা

তুলসীদাসে এটা দোঁহাত কৈছে ঃ

নিৰ্গুণ হেয় সো, পিতা হামাৰা,
সগুণ হেয় মাহতাৰি।
কাকে নিন্দো কাকে বন্দো
দুয়ো পাল্লা ভাৰী।

মোৰ পিতা নিৰ্গুণ, মাতা সগুণা।।
মই কাক নিন্দা কৰিম আৰু কাক বন্দনা কৰিম।
এখন পাল্লাত দুফালে দুই জনক জুখিলে দুয়োখন
পাল্লাৰ ভাৰ সমান হ'ব।
ইয়াৰ তাৎপৰ্য হল ঃ

আমি পৰম পিতাক নিৰ্গুণ, নিৰ্বিকাৰ, নিৰঞ্জন স্বৰূপে আৰু আমাৰ মাতৃ স্বৰূপিনী প্ৰকৃতিৰ সত্ত্ব, ৰজ, তম তিনিগুণ থকা বুলি কওঁ। এই বাবে পুৰুষ-প্ৰকৃতিক ভেদ ভাবেৰে বিচাৰোঁ। কিন্তু এফালে পিতা আৰু আনফালে মাতাক পাল্লাৰে জুখিলে দুয়ো পাল্লাৰ ভাৰ সমান হ'ব। অৰ্থাৎ পুৰুষ আৰু প্ৰকৃতিৰ একো ভেদ নাই।

নাৰেঙ্গী, ২৭।১২।৭৮, বুধবাৰ

# "সংৰক্ষিণী সুন্দৰী" আৰু ৰায়চৌধুৰী

হেৰ' হেৰ' নিষ্ঠুৰ নিৰ্মম।
কিয় এই নিৰ্য্যাতিন?
অতি অসহন---

কিয় এনে প্ৰৱঞ্চনা চাই
এতিয়াও থিৰে আছ,
এতিয়াও তইঁতৰ
কিয় বুকু ভাগি যোৱা নাই?
সৌৱা দেখিছ তোৰ
আজন্মৰ সপোনৰ থলি,
চিৰ শ্যামা
অসমৰ কুঞ্জ কাননত
মত্ত-যূথপে আহি
ফুল পাহি ভাঙ্গিছেহি
স্মৃতি-লেখা জয়-স্তম্ভ
"বিজিত-বন"ত।

কোন আছ? ক'ত আছে?
কেনি আছাঁ প্ৰিয়া মোৰ
অন্তৰ্লীনা ৰাণী,
কোৱাচোন কেনি আছা তুমি?
আহাঁ মোৰ কাষ চাপি।
তুলি দিয়া হাতে হাতে
উদ্দীপনা হবি।

উত্তাপত ভস্ম হক
জাহ যক মৰুতৃষ্ণা,
ময়ো চাওঁ অগ্নিফুল চুমি।

সৌৱা, সৌৱা দেখিছোঁ মোৰ
"সংৰক্ষিণী প্ৰেয়সী"য়ে
দুই হাতে জুই অৰ্ঘ্য
মৌলৈকে আনিছে ধিয়াই।

সেই শিখা হাত পাতি লৈ,
গাম আজি দীপ্তগীত
অগ্নি উদ্গীৰণ কৰি
অগ্নিভৰা বিজয়ৰ পতাকা উৰাই।

দুৰ্জয় দুৰ্বাৰ মই।
প্ৰেয়সীৰ প্ৰণয়ৰ
প্ৰেমামৃত পান কৰি
লৰি যাম সন্মুখ ৰণত।

মত্ত মদিৰা পৰি
উৰ্মি ভৰা হৃদয়ত
জ্বলিছে অনল শিখা
তীব্ৰ আবেগত।

ভাঙ্গিলে! ভাঙ্গিলে সৌ ---
নিষ্ঠুৰ নিৰ্মম
ঐৰাৱতে আহি,
ভাঙ্গিলে দুৱাৰ--

ছিগিল শিকলি তাৰ
ঠন ঠন শবদত
লুপ্ত হ'ল দৃপ্তসুৰ
বিজয় পুৰাৰ।

হেৰ' হেৰ' নিষ্ঠুৰ নিৰ্মম
থাকিবিনে এতিয়াও
অন্তহীন আদিহীন
তন্দ্ৰাত ওলমি?

চা-হি এবাৰ আহি
তোৰ প্ৰিয়া মাধৱীৰ
খোপাৰ কপৌ সৰি
ধূলি হ'ল জগতৰ ভৰি ধূলা চুমি।
ছিঃ! ছিঃ।

বকুলবনৰ সুৰভি

লজ্জাহীন, ভয়াতুৰ, নিস্কৰ্মা যৌৱন,
তাকে লৈ গৰ্ব কৰ
গাভৰুৰ আঁচলত
স্বপ্নৰেখা টানি?

জীৱন্ত সমাধি লৈ বৃথা গৰ্ব কৰি
তইঁতেই দিব খোজ
তইঁতৰ প্ৰেয়সীক
জয়মালা আনি?

কিহৰ কবিতা আছে?
ক'ত আছে তোৰ হেৰ'
সৌন্দৰ্য্যৰ চানেকী অমৰ—

মৃত্যুৰ চিৎকাৰ শুনি
কুচিমুচি শুই আছ
বিচাৰিছ সৰ্বজয়ী ঘৰ?

ইফালে লাগিছে জুই
তোৰে হায় প্ৰমোদ বনত,
তথাপিও নুঠ তই
নুশুন শবদ—
দপ্ দপ্ কৈ
জ্বলিছে কিমান জুই
নটৰাজে নিজে ৰচা
'কামৰূপ'
শেষ কৰি থৈ।

শুন, শুন
শুন আজি বীৰ কাপুৰুষ
শুন হেৰ লজ্জাহীন
অসম সন্তান-

দাসত্বৰ শৃঙ্খলত
নিদিওঁ থাকিব মোৰ
চিৰশ্যামা জননীৰ
প্ৰাণৰ সন্ধান।

নালাগে কবিতা মোক
এলেহুৱা কল্পনাৰ
বৃথা শব্দজাল।

সংৰক্ষিণী প্ৰিয়া মোৰ
সংৰক্ষিণী হিয়া মোৰ
সংৰক্ষিণী একমাত্ৰ
স্বপ্ন ইন্দ্ৰজাল।

যিডাল তাঁৰত মোৰ
আঙুলি পৰিলে
অগ্নিসুৰ বৰষিব
অগ্নিমন্ত্ৰ নিজৰিব,-

সেই তাঁৰ মোৰ এই
সংৰক্ষিণী
প্ৰাণৰ সবিতা।

শ্যামা মোৰ অসনাৰ
সুষমী সঙ্গীত
সেয়ে মোৰ সৰ্বসাৰ
জীৱন্ত কবিতা।।

২য় বছৰ ২৫ সংখ্যা 'ডেকা অসম'ৰ পৰা পুনৰ মুদ্ৰিত, ১৯৩৬ চন

# যুগযাত্ৰী

কোন তুমি? যুগযাত্ৰী?
বিচাৰিছা যুগৰ সন্ধান
যুগে-গঢ়া লগৰীয়া
দূৰণি বাটত?

মই? মই সেই
যুগৰে পথিক, আহাঁ কাষ চাপি
দুয়ো যাওঁ আগবাঢ়ি
যুগৰ পথত।

বহু দূৰ বাট আহি
মিছা মৰীচিকা ভাবি
প্ৰাণৰ বেদনা লই
নহ'বা দুৰ্বল।

জীৱন আৰু মৰণৰ
অসীম যুঁজত
বিজয় তিলক পিন্ধা দেখা নাই
যুগযাত্ৰী দল?

সৃষ্টি পাতনিৰে পৰা
কতজন সাধকৰ সাধনাত
লাভ হ'ল এই
যুগৰ সন্ধান,

বুকুৰ তেজেৰে গঢ়া
দীপ্ত হ'ল বসুন্ধৰা
আনন্দতে বসুধাৰ
উঠলি উঠিল প্ৰাণ।।

ধূলিৰ ধৰাত এৰি
মৰণৰ শেষ ছবি
থৈ গল যশ-কীৰ্তি
যুগযুগান্তৰ

গতিশীল পৃথিৱীৰ
বিপ্লৱে কঁপাই যায়
তোমা মোৰ প্ৰাণ অনুভূতি
অকণি অন্তৰ।

আমি যাম সেইবাটে
যিবাটে বিশ্ব শিল্পী
ৰাখি গ'ল পদ-চিহ্ন সময়ৰ
বালি-চাপৰিত।

আঁকিম যুগৰ ছবি
জীৱনৰ তুলিকাৰে
মৰণৰ ছন্দ ভাঙি তাতে
দূৰদূৰণিত।

ধুনীয়া ফুলনি পাম
বাটৰ কাষত, আৰু পাম
যৌৱনৰ ৰসভৰা
সুৰদি আঙুৰ।

প্ৰেম আৰু বিৰহৰ
শুনিম নুশুনা গান
যুৱতী কণ্ঠত জগা
মনোময় সুৰ।

তুমিও যৌৱনা
হয়তো তোমাৰো চঞ্চল প্ৰাণ
উথলি উঠিব তাতে
প্ৰেমৰ প্ৰবাহ,

ভুল হ'ব, পঙ্কত বিচাৰি গলে
নোপোৱা ফুলৰ
ৰেণুভৰা, সুকোমল
মধুৰ সুবাস।

অতুলকমল সুৰভি

স্বপ্নৰ প্ৰেমৰ ছলনা ইয়ে,
জীৱনৰ উছৱত
প্ৰেমিক খৈয়ামে পালে
সৌন্দৰ্য্যৰ দান।

যুগৰ বাটত আজি
হাজাৰ খৈয়াম হ'ল
লয় কাঢ়ি গাভৰুৰ
সুকোমল প্ৰাণ।

ইহঁতৰ ইতিহাস আজি
ৰচিব লাগিব আমি
ছলনাৰে সুগোপন
কৰুণ অধ্যায়।

নিবিড় বনৰ সেই
অশান্ত বাঘক বধি
শৰবিদ্ধা হৰিণীৰ
অন্তৰ কঁপাই।

# কবি
# তুমি ক'ত থাকা

মই কবি নহওঁ
কবিতাহে —
কবিজন কোন
ক'ত থাকে, কি নাম
একোকে নোৱাৰো ক'ব।...
তেওঁক বিচাৰি বিচাৰি
ছন্দবোৰ বহুত দীঘল
হৈ গৈছে।
জন্ম স্থান বিচাৰি পালোঁগৈ
নিমাত, নিটাল এটা পুৰা
কপালত সোণবৰণীয়া জুই
এটি নিৰ্মল কুমাৰীয়ে
শিখাবোৰ আনি
চৌদিশে মেলি দিছে !
এটা মাথো শব্দ—
ভাব আৰু ভাষাৰ আদিতে
সুন্দৰ !
ছন্দৰ ঘোঁৰাটো
কদমত ধপলিয়ায়েই আছে —
মাইলৰ খুটাত ।।
আকৌ
কবিতাই বিচাৰিছ
সেই কবিজন—
নাম নাই, ধাম নাই,
একমাত্ৰ পৰিচয়
কবি—
কবিতাটো জীৱন্ত
অনন্ত প্ৰয়াসী
চিৰ বসন্তৰ মলয়াত
ভাহি ফুৰা
কস্তুৰী-সুবাস।।
কবিক বিচাৰি
কবিতা বিলীন হ'ল
কবিৰ বুকুতে।
বিয়লি বেলাৰ
সোণোৱালী
ৰ'দ কাঁচলিত
সেই নিনাওঁ কবিৰ
এনাও কবিতা নিতে
উটি উটি গৈ আছে
তেঁওকে বিচাৰি।
— কবি,
— কবি,
কবি ৰচিছিলোঁ

কিহৰ বেদনা
সপোন মাধুৰী দিয়া
যুগে যুগে যেন
তোমাৰ কবিতা
মোৰেই মৰমী হিয়া

হিয়াৰ মৰমবোৰ
জুইৰ তাপত গ'লি
মুকুতা-টোপাল হৈ
দৃষ্টিত পৰিছে সৰি

বেদনা-কাতৰ
এই কবিতাৰ
সাঁচি থোৱা এফেৰি মৰম
কবি
ল'বা দেই!
আজি পুৱাতে
দূত আহি
বাৰ্তা দিলেহি
— বসন্ত! বসন্ত!
ইমানতে বৃদ্ধ কবিতাও
পৰিল ইতি ।।

গুৱালকুছি
১০।২।৭৯

## সত্য

সৌৱা দেখিছাঁ
দপ্ দপ্ কৈ
জ্বলিছে কিহৰ
অনল শিখা
দেখিছানে সৌ
লক্ লক্ কৈ
মহাকালে আহি
মেলিছে জিভা?
শুনিছাঁ সেইয়া
থৈয়া থৈয়া
তাথৈয়া সুৰত
নৃত্য কৰি
নৃত্যনিপুণ
আই মহামায়া
আহিছে কিদৰে
কৃপাণ ধৰি?
চোৱাঁ চকু মেলি
দৃশ্য এবেলি
জ্বলিছে চিতাত
শৰীৰ আজি
হোমাগ্নিৰ জুয়ে
দহিছে দেহৰ
হাত, ভৰি, মুখ
অঙ্গ ৰাজি।
চিতাত ফুলিছে
অগ্নি-কুসুম
দীপ্ত অনল
বৰণ-লৈ,
মোৰ, চিন্তাত আহি
পৰিছেহি তাৰে
এছাটি বতাহ
গধুৰ হৈ!
অসত্য যিমান
সপোনেই মাথো
মুগ্ধ কৰিলে
ইমান মন,
সত্য সপোনে
ভাঙ্গিলে মিছাতে
বুদ্ধ-প্ৰাণৰ
অনন্ত ধন!

বকুলবনৰ সুৰভি

জীৱন বিচাৰে
মৃত্যু পাহৰি,
মৃত্যুঞ্জয়
থাকোঁতে বহি,
জীৱনৰ যিবা
ভ্ৰান্তি মৰীচিকা
তাতে মজি থাকে
সকলো সহি।
জ্বল্ জ্বল্ বুলি
যদিহে জীয়াতে
জ্বলালাঁহেতেন
দেহত জুই।
তেতিয়া কিজানি
লভিলাহেঁতেন
অনন্ত জীৱন
মৰাশ ছুই।
মৃত্যুকেই যদি
লাগিব বৰিব
এদিন সকলো
গৰ্ব থৈ,
এতিয়ানো কিয়
খৰ্ব কৰিছাঁ
জীৱনৰ জয়
প্ৰেমক ঐ?
পাৰাঁ যদি বান্ধা
মৃত্যুক প্ৰেমেৰে,
বন্দী কৰাচোঁ
সকলো তাতে।

মোক বান্ধি তুমি
কি-নো কৰিবাঁ,
কি ক্ষতি কৰে
মোৰটি মাতে?
দেহাই যিদৰে
চিতাৰ কাঠত
দীঘলে দীঘলে
শয়ন কৰে।
মোৰো সেই দৰে
গীতাৰ পাঠত
সকলো সপোন
এনেয়ে মৰে।
মইহে দেখিছোঁ
উষাৰ সেন্দুৰে
পাতিছে কিমান
তুমুল ৰণ।
সকলোৰে শেষ
মহাৰণে সৌ
বিপুল বাসনা
সামৰি লৈ —
কৰিছে আহ্বান
উথলাই বান
হোমৰ ভেঁটিত
চিতাগ্নি থৈ!

যোৰহাট
২২।১।৩৫

# অসমীৰ অভিষেক

কি-বা নতুন কি-বা পুৰাণ
নাই একো চিন অসীম অনাদি
অনন্ত কালৰ বৈছে বা,
জীৱন-মৰণ পাহৰি পাহৰি
কিবা আবেশৰ নতুন ৰাগিত
উথলি উঠিছে অলস গা।
কুঁহিপাত মেলি গছে বনে যেন
চিৰ শ্যামময় যাদুকৰে আহি
গোপন-প্ৰকাশ সানিছে বোল,
শিল্পীৰ দৰে সূক্ষ্ম বেশেৰে
ঋতুৰে ঋতুৰে বৰণ সলাই
আঁৰিছে যতনে ৰজাৰ টোল।
প্ৰকৃতি খনেই দৰবাৰ যেন
বিশ্বপিতাৰ মায়াৰ মন্দিৰ
মনৰ মৰম উপছি পৰা।
চিত্ৰ-বিচিত্ৰ ফুলৰ মাজত
ফুটুকী হৰিণী নাচে হালি জালি
শ্যামল তৃণানি ধুনীয়া ধৰা।
বিবিধ সুৰৰ বিহগ-বিহগী
ৰজাৰ টোলত গায়ক-গায়িকা
তুলিছ তৰঙ্গ সুঁৰৰ ঢৌ,
মাতৃৰ বুকু শুৱনি
স্তন পান কৰি পবিত্ৰ ভাবৰ
জগায় নিদ্ৰা জীৱন-মৌ।

কিশোৰ-কিশোৰী উলাহত নাচি
নৃত্যৰ দৰে ছন্দত গতি
দেখিলে কবিতা মনত জাগে।
ষোড়শী তৰুণী তৰুণ-প্ৰাণৰ
মুক্ত ধৰাত ওফন্দি ফুৰিছে
দেখিলে ভাবত মৰম লাগে।
এনে মধুময় বাৰ্তাৰ বিলাই
দুৰন্ত পছোৱা চ'তৰ বতৰ
দেখিলে বিশ্বপিতাৰ পট,
হিয়াত নধৰে ৰসৰ অমিয়া
বিষাদ আঁতৰি আনন্দ সপোন
উপছি পৰেহি হৃদয় ঘট।
ইদৰে অনন্ত কালৰ প্ৰবাহ
আহিছে গৈছে বলিছে নিতৌ
নতুন-পুৰণি একোটি নাই
অসীম অনাদি অনন্ত সমাধি
মৌন-মুগ্ধ যোগীৰাজ বহি
শূন্যে শূন্যে ফুৰিছে চাই।
তথাপি ধ্যানৰ তৃপ্তি নহয়
মন যায় যেন মুক্ত কৰিম
সকলো দুৱাৰ সপোন মেলি,
হেঁপাহ পলাই চাম যেন নিজে
কেনি ক'ত আছে কিমান ৰহস্য
বিচিত্ৰ ৰচনা-তৰা, জোন, বেলি।

যোৰহাট
২২।১।৩৫

## পিতৃশ্ৰাদ্ধ

অশ্ৰুসিক্ত চকুত যেতিয়া
উঠে জিলিমিলি তোমাৰ দুখনি
পদুম চৰণ প্ৰিয়
শুভ্ৰ বিমল অভ্ৰ বিয়পা
দেখোঁ তুমি মোৰ সকলো সুখৰ
সত্য, সুন্দৰ, শিৱ।
হৃদয় উপচি তোমাৰ প্ৰেমৰ
গঙ্গা-যমুনা যেতিয়া গোপনে
তন্ত্ৰী বিয়পি পৰে,
বুকু ভৰি উঠে প্ৰেমৰ গৰ্ব
তোমাৰ চৰণ পৰশ সুঁৱৰি
জীৱন উধাও কৰে।

পিতৃৰ শ্ৰাদ্ধ উপলক্ষে ১৯/৪/৪১ তাৰিখে শ্বিলঙত লিখা

## পৃথিবীৰ প্ৰেম

জানোঁ—
অলীক ভাবনা মোৰ অলীক সপোন
তথাপিও লাগে দেখোঁ আপোন আপোন।
যদিও সপোন মিছা — তথাপি সুন্দৰ —
চ'লাপাত কৰি সৌ পৰ্বত-কন্দৰ
বিচাৰি মজিছোঁ এই মায়া বজাৰত।
চকুত চমক লাগে, টোপনি হেৰায়
কিনো হায়! মন-মজা এই খনি ঠাই!
পৃথিৱী! পৃথিৱী! তুমি কিমান সুন্দৰ
মন যায়
চিৰঞ্জীৱী হৈ যেন থাকিম সদায়
তোমাৰ বুকুতে বহি তোমাকেই চাই।

আবেলি ৫ বজাত অফিচত লিখা ১৭/৩/৬৪

## মঙ্গল প্ৰভাত

শুভ নৱ-বৰষৰ
মিলাপ্ৰীতি চেনেহৰ
আজি পুৱা হৰষৰ
পুৰাণৰ বেথা ভৰা
নতুনৰ দিন;
জাকি মাৰি পখিলাই
উলাহতে নাচি যায়
কেতেকীয়ে হিয়া হৰা
গীত গায় প্ৰাণ ভৰা
মৰমৰ চিন।
মানুহৰ বিহু আজি
ঢোল-পেঁপা উঠে বাজি
বিহুৱাই নাচি নাচি
হিয়াখনি দিয়ে যাচি
ল হেৰ'ল।
পুৰণি আঁতৰি যায়
নতুনক লগ পাই
এই আহে এই যায়
বিহু লগা ডেকা-ভাই
ক কথা ক।

যোৰহাট
১৭/৩/৬৪

## ৰূপ দিয়াঁ জয় দিয়াঁ

ৰূপ দিয়াঁ, জয় দিয়াঁ
দিয়াঁ যশ, কৰাঁ শত্ৰুনাশ—
এই অভিলাষ
মানুহৰ আকাঙ্খ্যাত
সৃষ্টিৰ পাতনি ধৰি
কৰি আছে বাস—
ৰূপ দিয়াঁ, জয় দিয়াঁ
দিয়া যশ, কৰা শত্ৰুনাশ।
সৰ্ব কালৰ সৰ্ব প্ৰাণত
সৰ্বজীৱৰ দেহ-পিঞ্জৰাত
সৰ্ব-শক্তি স্বৰূপিনী
সুধা সঞ্জীৱনী
কৰিছে বিৰাজ পৰমা আশা
সেইহে জীৱই মাতিছে মাত
পাইছে একোটি নিজস্ব ভাষা।
প্ৰাণৰ ভাষা শৱদহীন
চকুৰে চকুৰে হৈছে লীন
বুকুত জাগিছে প্ৰেমৰ পৰশ
'ভাল পাওঁ আহাঁ বিশ্বখনক'
ৰূপে ৰসে ভৰপূৰ
মিলন মধুৰ

যোৰহাট
১১/৯/৬৪

## উন্মোচন নে আবৰণ

আজি, প্ৰশ্ন হয় নিজৰ মনতে
উন্মোচন নে শ্ৰদ্ধাবৰণ ?
ঢাকনি গুছাই দিলে চকুত পৰিব
ভদ্ৰ আবৰণ পিন্ধা অসমীয়া এজন পৰুষ।
চকুত দীপ্তি
মুখত তৃপ্তি
তেজৰ লগত বৈ যোৱা আনন্দৰ
মৃদু সোঁত,
কপালৰ গাঁঠিত লুকাই থকা
জনমৰ জয় টিকা
কাম- সেন্দুৰৰ এটি ফোঁট।
জনমৰ শতবৰ্ষ পূৰ্ণ যিদিনা
সেইদিনা
গোলাঘাট নগৰৰ
পৰম পবিত্ৰ এটি স্মৃতি-মন্দিৰত
বুৰঞ্জীৰ সোণালী পাতত
জিলিকি উঠিছে ছবি এজন গোঁসাইৰ
হেমচন্দ্ৰ, হেমচন্দ্ৰ।
প্ৰেমময় কলীয়া গোঁসায়ে দ্বাপৰতে
এৰি গ'ল এটি বংশীধ্বনি
বৃন্দাবনৰ কদম তলত;
তুমি হেম গোঁসাই আহি
অসমীয়া আখৰেৰে
লিখি থৈ গ'লা
এখন সপোন-চিঠি।
তাতেই বিচাৰি পালোঁ।
হৃদয়ত হেঁপাহৰ ভোটাতৰা জ্বলে।...
সেইটি তৰাক তুমি
সজাই পৰাই
জীৱন-সঙ্গিনী সেই
প্ৰিয়তমা প্ৰেয়সীক
দিছিলা প্ৰণয়ৰ প্ৰীতি-উপহাৰ।
সেইবাবে, কৃতজ্ঞ চিত্তেৰে আজি
অসমৰ সাহিত্য সভাই
তোমাৰ কণ্ঠত দিয়ে

কবিতাৰে গঁথা এই
হেমময় হেমহাৰ।
ৰূপ-ৰস-গন্ধ-স্পৰ্শ-শব্দৰ সাহোন
সেই চিঠিৰ মাজত
যাউতিযুগীয়া
ফুল হৈ ফুলি আছে
সুগন্ধ বিলাই,
আজি তাৰে
ৰেণুবোৰ উৰি উৰি
পৃথিৱীত কৰিছে ভ্ৰমণ
ভাষা-জননীৰ মন্দিৰে মন্দিৰে
শঙ্খ-ঘণ্টা-ডবা বাজে
উৰুলিৰ জোঁকাৰত
তোমাৰ চিঠিৰ সেই শব্দৰেখাবোৰ
লৰ মাৰে চৌদিশে
ইথাৰত কঁপনি
জগাই।
— হেম গোঁসাই? হেম গোঁসাই!
তোমাৰ যিপাহ ফুল 'আদৰ-মালতী'
'ফুলৰ চাকি'ত থ'লা নিজ হাতে বাকি—
তাক দিলা কবি বন্ধু
চন্দ্ৰকুমাৰক
বন্ধুত্বৰ চিন।
তেওঁ ক'লে ঃ—
"আদৰ-মালতী তব মৰমৰ চিন
তুলি থলোঁ হৃদয়ত, জীওঁ যতদিন।"
ভাষা-সাহিত্যৰ ওজা
বেজৰ সংযোগত
তিনি মূৰ্তি এক হ'ল
জিলিক্-মিলিক্ কৈ
আন্ধাৰৰ ঢাকনিত
'জোনাকী'ৰ তিৰবিৰণিত
ত্ৰিমূৰ্তিৰ ছবি ৰৈ গ'ল,
বেজ, মাজিউ আৰু হেম।

## পৰমেশ্বৰ

**(কবীৰ দাসৰ পৰা)**

ঘঁটত সিন্ধু আছে
সিন্ধুত পানী আছে
পানীত পদুম আছে
পদুমত জ্যোতি আছে
জ্যোতিত্ প্ৰকট হৈ
পৰম-সুন্দৰ
পৰমেশ্বৰ আছে।।

দেৱীপক্ষৰ দ্বাদশী
(পকামুৰাৰ শ্ৰীশংকৰদেৱৰ জন্মোৎসৱৰ পৰা আহি)
৭/১০/৬৫, বৃহস্পতিবাৰ

## শঙ্কৰদেউ

মহাপুৰুষ, শ্ৰীমন্ত শঙ্কৰ।
একোকে নোবোলোঁ।
বুলিছোঁ অকল
শঙ্কৰদেউ।
নাই বিশেষণ, একো আভৰণ,
সৰল সহজ নাম
তুমি শঙ্কৰদেউ।
লক্ষ্য জনৰ মনত সোমাই
যি-নামে তুমি
ললাঁ থিত!
তাতে মজি আছে
উঠোতে বহোঁতে
খাওঁতে শোওঁতে
এই অসমৰ
সকলো চিত।...
তুমি
শঙ্কৰদেউ
তোমাত বিনে পূব দিগন্তত
নাই আন কেউ।।

যোৰহাট ২১/৮/৬৫

## ভাদ মাহ

সতাই, মধাই, নদাই, ভদাই—
আমি অসমীয়া
মানুহবোৰে
বোকা-পানী গছকি ফুৰোঁতে
কৃষ্ণ কৃষ্ণ বুলি
মোহাৰোঁ মূৰৰ চুলি।...
পথৰুৱা ভাগৰ
নামৰ ধ্বনিত
ৰাগি লাগি হৈ
দিগন্তত যায় বৈ—
হৰি এ' ৰাম !...

কৃষ্ণৰ জন্ম, মহাপুৰুষৰ তিথি,
খেতিৰ ভৰপক্
এই ভাদ মাহ।
পবিত্ৰ ধৰাৰ বোকা-পানী সানি
হৰি এ' ৰাম—
লওঁহক আহ।।

সোমবাৰ ২৩/৮/৬৫

## আমি ভাৰতবাসী

"অগ্নিমীলে পুৰোহিতং
যজ্ঞস্য দেৱমৃত্বিজম
হোতাৰং ৰত্নাধাতমম্।। ঋকবেদ (১ম মণ্ডল ১সূক্ত)

অগ্নি, যজ্ঞৰ পুৰোহিত আৰু দিপ্তীমান ;
অগ্নি, দেৱগণৰ আহ্বানকাৰী ঋত্বিক
আৰু অনেক ৰত্নধাৰণকাৰী ;
মই অগ্নিৰ স্তুতি কৰোঁ।

যি- অগ্নি যজ্ঞৰ পুৰোহিত
দেৱতাৰ আহ্বানকাৰী

দীপ্তিমান স্বৰ্ণবৰ্ণ
নয়নৰ দিব্যৰোশ্মি
চিক্‌মিক্—
যাক স্তুতি কৰি
সৃষ্টিৰ প্ৰথম মানুহ চামে
সমস্বৰে গাইছিল সাম,
উদাত্ত গম্ভীৰ মন্ত্ৰে
তন্দ্ৰাতুৰ কৰিছিল,
আনিছিল প্ৰাণৰ আৰাম—
তেতিয়া—
আছিল এজন মাথোন ৰজা
প্ৰাণীকুল প্ৰজা—
বিশ্বাসৰ পদ্মাসনত
ধ্যানমগ্ন ৰজা—
প্ৰণয়ৰ পৰশ সুখত
শান্ত যত প্ৰজা
হিংসা নাই, দ্বেষ নাই,
ক্ৰোধ নাই, ভয় নাই,
দ্বন্দহীন প্ৰেমৰ সাম্ৰাজ্য—
ৰচিছিল আদিতে যি-যশ
তাত আহি
মানবাত্মাই কৰিছে ৰোদন।
জ্বলিছে হিংসাৰ জুই—

দহিছে প্ৰেমৰ ৰাজ্য--
সভ্যতাৰ মুখা পিন্ধা
মানুহেই আজি---
মানুহৰ ৰক্তপান কৰি
হাঁহিছে পিশাচৰ দৰে।
পৃথিৱীত স্বৰ্গৰাজ্য গঢ়োতা যীচুৱে
নীৰৱে কান্দিছে আজি।।
বালিঘৰ সাজি
স্বপ্নদেখা মানুহৰ ভাগিছে টোপনি
ঠিয় গড়া ক'ত ল'বা
ভৰিৰ খোপনি?
দুৰ্দিন! দুৰ্দিন!
মেঘাছন্ন মুকলি আকাশ
মৃত্যুৰ বিভীষিকা অবিশ্বাস
ফুৰিছে চৌদিশে আজি---
জগতক কৰিছে নিৰাশ।
উঠা, জাগা - ৰ'বৰ সময় নাই
এনেকুৱা দুৰ্দিনত আজি
জীয়াই থাকিব লাগিব আমি
উমলগা আবেশত বিভোৰ হৈ
তন্দ্ৰালস চকু পিৰিকিয়াই
কথা কৈ সময় অতীত কৰা
দিনবোৰ আজি আৰু নাই।
আজি—
কঠোৰ বাস্তৱৰ সন্মুখীন হৈ
জীৱন যাত্ৰাৰ ৰথ চলাব লাগিব
বুৰঞ্জীৰ গ্লানি ভৰা পাতবোৰফালি
নতুন আশাৰ বাণী লিখিব লাগিব
সেইবাবে--
মোহাৰি পেলোঁৱা অতীতৰ ক'লা দাগবোৰ-
আসমুদ্ৰ হিমাচল জিনি
এক দেহ, এক প্ৰাণ, এখন ভাৰত---
এই মহা-মিলনৰ বাণী
লিখোঁ আজি ন-কৈ, জানক জগতে--
এই ভাৰতবৰ্ষত
হিন্দু - মুছলমান, খ্ৰীষ্টান-বৌদ্ধ, জৈন-শিখ, পাৰ্চিৰ ভেদ
নেপাম- বোমাৰ জুয়ে পুৰি ছাই কৰিলে তেনেই
আজি আমি সকলোটি
একগোট ভাৰত - সন্তান।
আমাৰ ৰাষ্ট্ৰ, আমাৰ সমাজ, আমাৰ আদৰ্শ —
মানৱীয় প্ৰেম-পূৰ্ণ
বিৰাট, মহান।
আমাৰ অমৰ নেতা, পতিত পাৱন গান্ধী
হাতত লাখুটি লৈ
যি বাটে আছে গৈ
আহাঁ আমি পদ-চিহ্ন চাই চাই
আগবাঢ়োঁ একেলগে মুক্ত মানুহৰ দৰে,
দ্বন্দ্বহীন, দ্বিধাহীন, শঙ্কাহীন মিলনৰ মহোৎসৱলৈ
গুছি যাওঁ সগৌৰৱে
পৃথিৱীত ভাৰত-মাতাক
জ্যোতিৰ্ময়ী স্নেহময়ী বিশ্বমাতা কৈ।।
আহাঁ, আহাঁ,
সম্প্ৰদায় নাই
জাতি-বৰ্ণ
ধৰ্ম-ভেদ
ভাষাৰ ভৌগোলিক ব্যৱধান নাই---
পৃথিৱীৰ উচ্চতম
গিৰি-শৃঙ্গ জিনি
যি-ত্ৰিৰঙ্গ খনি
উৰি আছে ছন্দ তৰঙ্গত
সেই মহাযুক্তিৰ ধ্বজাৰ তলত
সমস্ত ভাৰতবাসী হওঁ ভাই - ভাই।...
আহাঁ,
জেট্ বিমানৰ খলকনি তোলা
মহা-গৰ্জন-ধ্বনিত
গাওঁ আজি উদ্বোধনী গীত---
জন-গণ-মন-অধিনায়ক---
ভাৰতৰ ভাগ্য-বিধাতাক
জয়মাল্য দান কৰোঁ

সমসুৰ, সমস্বৰ
সমান উলাহে—
দুৰ্বাৰ শকতি দেখি
জয় জনতাৰ
অপহৃতা অসুৰা কোনো দিনে
আৰু যেন নাহে।।
কোনো দিশ,
আদিম যুগৰ ঋত্বিক সকলে
যি-অগ্নিত
বিশ্বৰূপ দেখিছিল
বিশ্বখনি প্ৰজ্বলিত ৰূপৰ পোহৰ হৈ
মানুহক বিশ্ববাসী কৰিছিল—
সেই অগ্নি পুনুবাৰ
জ্বলাওঁ আমিও আহাঁ
হিয়াই হিয়াই
সমস্ত ভাৰতবাসী এক জাতি হৈ
নিবিড় সম্পৰ্ক ৰচি
গঢ়োঁ আহাঁ নতুন ভাৰত আমি
মিলনৰ বাৰ্তা বিলাই;"
যি যমুনাৰ নীল-প্ৰৱাহত
প্ৰেমময় সঙ্গীতৰ ঢৌ নাচিছিল
বংশীবদনে য'ত লীলা কৰিছিল
যি যমুনাৰ পাৰতে এদিন
সম্ৰাট চাজাহানে ৰচিলে প্ৰেমৰ তীৰ্থ
তাজমহলৰ অপূৰ্ব ৰূপ
সুন্দৰ, স্নিগ্ধ, অপৰূপ—
যি যমুনাৰ পাৰতে নতুন
মহান তীৰ্থ ৰাজঘাটে মাতে—
যি যমুনাৰ পাৰতে এদিন
চন্দন কাঠৰ চিতাৰ স্তুপত
অনিল নামৰ অগনি জ্বলিল
আকাশ-লঙ্ঘী শিখাৰ মাজত
জৱাহৰলাল অমৰ হ'ল
শান্তিবনে আৰাধিছে য'ত—
মহা-ভাৰতৰ নতুন বেশ
আহাঁ ভাৰতৰ সকলো সন্তান
সেই যমুনাৰে প্ৰেমৰ তীৰ্থ চাই
ভাৰতমাতাক অকুণ্ঠ চিত্তে
বোলোঁ সকলোৱে চেনেহী আই।
কওঁ পৃথিৱীক
চাৰা জাঁহাসে আচ্ছা
হিন্দুস্তাঁ হামাৰা
হামাৰা - হামাৰা।
বায়ু-মণ্ডলত খলক লাগক
কোটি কণ্ঠৰ জয় জয় ধ্বনি—
জয় ভাৰতৰ, জয় ভাৰতৰ—
মহাভাৰতৰ নতুন বেশ
ভাৰতবাসী আমি সকলোটি
এখন আমাৰ দেশ (সমাপ্ত)

---

গুৱাহাটীৰ জিলা পুথিভঁৰালত আকাশ বাণীৰ উদ্যোগত স্বদেশ প্ৰীতিমূলক কবি সম্মিলনত ১৯/১০/৬৫ তাৰিখে পঠিত। ২০/১০/৬৫ তাৰিখে সন্ধ্যা ৭-৪৫ বজাত প্ৰচাৰিত।

বকুলবনৰ সুৰভি

## শ্ৰীশ্ৰী সৰস্বতী

অমৃত সৰসীৰ ঢৌ লেখি লেখি
শুকুলা পদুম ফুল দেখি দেখি
বগা বগা ৰাজহাঁহবোৰে
যেতিয়া অমৃত মাত মাতে
আই সৰস্বতী আহি
তেতিয়া স্নিগ্ধ-মধুৰ
আনন্দ বিলাই
শ্বেত-পদুমৰ পাপৰিবোৰ
দিয়ে ছটিয়াই।

(১২/১০/৬৫ তাৰিখে বৰপুত্ৰ পৰজ বকুল বৰুৱা৲ে কিনি অনা কলমেৰে প্ৰথমে কবিয়ে লিখা কবিতা। সৰস্বতী বন্দনাৰ অন্তত পৰজক কবিয়ে কলমটো দিছিল - সম্পাদক)

যোৰহাট
১২/১০/৬৫
(চীনাৰ কাৰণে কিনা পেনৰ আখৰ)

## কিয়

তোমাক ভাল পাই মই বেজাৰ পাইছোঁ—
কাৰণ, মই ভালকৈয়ে জানোঁ,
কুৎসা ৰটনাৰে অবাক কৰা
এই পৃথিৱীৰ কথাবোৰে
তোমাৰো নতুন এই
যৌৱনৰ পৰশত ফুলি অহা ফুলপাহি
নিদিব এৰি।
বিষাদ আৰু চকুৰ পানীৰে
ভাগ্যাই চেপি - খুন্দি
প্ৰাপ্যখিনি কৰিব আদায়।
মই ভাল পোৱাটি
আনন্দত থকা দেখি
মোৰ বেজাৰ লাগিছে।

(ইংৰাজী অনুবাদ ঃ জে, পলেন)

## নিনাও সখা

ছন্দৰ হিল্লোলত হেন্দুলি হেন্দুলি
সোঁতে সোঁতে উটি উটি
কাহানি কেতিয়া জানো
কোন মোহনাত গৈ
মনেৰে বিচাৰি ফুৰা চকুৰে নেদেখা
সপোনৰ শেষ সীমা
অতিক্ৰম কৰি
নিনাও সখাক মোৰ লগ পাম গৈ!
সখা মোৰ
ইমান আপোন
হাত দিলে কেতিয়াবা
বুকুতেই পাওঁ
কেতিয়াবা সপোনতে
এয়া বুলি
খেপিয়াই চাওঁ।
সখা মোৰ
মন-চোৰ
ছল্ কৰি
আশাৰ বলুকা বোৰ
হঠাতে নোহোৱা হয়।

(ভাৰতৰ প্ৰথম নাৰীৰত্ন ইন্দিৰা গান্ধী প্ৰধান মন্ত্ৰী স্বৰূপে আসমৰ ডিব্ৰুগড়লৈ আহে ধেমাজিত মিচিং কেবাণ্ডত ভাষণ দিবলৈ। তদুপলক্ষে লিখা কবিতা - সম্পাদক) যোৰহাট, ৫/২/৬৬, শনিবাৰ

## জোন জয়ী ৰুচিয়ালৈ

সৃষ্টিৰ পাতনি ধৰি
যিমান মানুহে
জোনৰ সৌন্দৰ্য গাঁথা
গাই গ'ল চেনেহী সুৰত
তাৰেই সোঁতত উটি
গৈ গৈ ৰুচিয়াই
পালেগৈ জোনবাইৰ দেশ।

'জোনবাই এ'। বেজী এটি দিয়া' ..
বুঢ়ী আয়ে লৰা নিচুকাই
ফটাকথা সীয়া
তাহানিৰ বেজীটোকে পাই
জোনবাইৰ দেশলৈ
ৰুচিয়াৰ বৈজ্ঞানিক যায়।

যোৱাঁ, জয় কৰাঁ জোনৰ পোহৰ
কোটিৰ বুকুত পিন্ধা
এয়া মোৰ সোণৰ মোহৰ।

যোৰহাট
১১/২/৬৬

## সেই ভুল নকৰিবাঁ

যি ভুল কৰি ফুল ফুলিল ধৰাত
সেই ভুল নকৰিবাঁ তুমিও সোণাই
ধৰাত নধৰা হ'ল তৰাৰ পোহাৰ
তপত ৰঙা লোহাবোৰে
হাঁতুৰীৰ মাৰৰ কোবত
ফিৰিঙতিবোৰ দিয়ে ওফোৰাই।

কাৰখানা! কাৰখানা!
অণু, পৰমাণু, বিজুলীৰ চমক্‌বোৰে
ছিৰিপ্ ছিৰিপ্ কৈ
আন্ধাৰ নিশাৰ গভীৰতাৰ মাজত
শ্ৰীলুইতত
কাপোৰ ধুই থাকে।

যোৰহাট
১৩/৪/৬৬

## মহিষাসুৰ

আই ! আই !
কান্দিছে
মানুহে কান্দিছে
কণ্ কণ্ লৰাবোৰে
মধুৰী বিচাৰি
ভোকত কাতৰ হৈ
অসহায়-নিৰুপায় ভাবে
মুখত আঙুলি দি
কান্দো কান্দো কৰিছে।
নিৰাশ্ৰয়া বিধবাৰ
কুমাৰী ছোৱালীবোৰে
ফটাকানি পিন্ধি
মলিন মুখেৰে
মোৰ মুখলৈ
চাই আছে।
আই! আই!
মহিষাসুৰৰ বুকুৰ
ক'লা তেজবোৰ
মাটিত মিহলি হৈ
মাটিৰ বুকুৰ পৰা
ৰাতিৰ ভিতৰতে
হেজাৰ হেজাৰ মহিষাসুৰৰ
বিকট হাঁহিৰ প্ৰতিধ্বনি ৰূপে
উঠিছে বাজি।

আই! আই!
এইয়া এইয়া বলিৰ সময়
প্ৰলয়ৰ মহা আতঙ্ক নিনাদত
উন্মাদ ৰণৰ আগলি শিখা
জ্বলিব খুজিছে।
আই! আই!
আৰু যে সময় নাই
মধু পান কৰি কৰি পাহৰি নাযাবাঁ
হে মহিষাসুৰ মৰ্দিনী ৰম্য কপালিনী
মহা মহিমান্বিতা আই!
উঠাঁ, খড়্গ হাতত লোৱাঁ
সৌৱা সৌ মহিষাসুৰবোৰে

তোমাৰ পুত্ৰহঁতৰ
বুকুৰ জীয়া-তেজ পিবলৈ
শিলগুটি, লোহাৰ গুড়ি, ইটাৰ গুড়িৰে
মাৰণাস্ত্ৰ কৰিছে তৈয়াৰ
আই! আই!
উঠাঁ, দানৱ দমন কৰি
তোমাৰ পবিত্ৰ বেদী
ভাৰতবৰ্ষৰ ধুই দিয়া হিয়া।
চোৱাঁ, সৌবোৰ
মহিষাসুৰ।

যোৰহাট ২৩/৮/৬৬
মঙ্গলবাৰ, গধূলি, ভাদ্ৰ, শুক্লপক্ষ

# কবিতা

মাটিৰ মোহত পৰি মাৰ যাব খোজা
ৰাতিৰ সপোন খিনি আথে-বেথে লৈ
জীৱনৰ আবেগত মূৰ ডাঙি উঠে
কবিতাৰ সুৰ এটি নিৰ্ভয় হৈ।
জীৱনৰ কাৰণেহে কবিতাৰ জয়
জীৱনহে কবিতাত শতধাৰে বয়।
জানিও পাহৰি যোৱা সৰু কথাবোৰ
সুৰ ধৰি কবিতাই দিয়ে সোঁৱৰাই,
ভুল ভঙ্গা ফুলপাহি দান কবিতাৰ
ছাব দিয়া ভাবটিয়ে প্ৰাণ পোহৰায়!
জীৱনৰ বেদনাৰে ৰঙা হৈ থকা
কবিতা জীৱনময় ভাবে ভৰা লতা!
শব্দৰ সপোন ৰচি সত্যৰ মণি
লুকুৱাই থবলৈ যি টি অভিসাৰ
কবিৰ জীৱনে তাতে প্ৰেৰণা-হবিৰ
লাভ কৰে মৌ-জোল গীত, কবিতাৰ।
কল্পিত আৱেগৰ স্পন্দন উঠি
মনে মনে বৈ যায় ভাৱনাৰ সুঁতি!
বাস্তৱ জীৱনৰ নীতি-নিয়মৰ
নোবাৰে অধীন হ'ব কবিৰ পৰাণ
স্নেহহীন সংসাৰৰ কঠোৰতা ভেদি
কবিয়ে বিচাৰি লয় সুকোমল স্থান।
কবিতাটি জীৱনৰ জয়ভৰা বাণী
কবিয়ে মৰণ জিনি দিয়ে তাকে আনি।

২৭/১০/৩২

বকুলবনৰ সুৰভি

# জন্মভূমি

জ্ঞাতি হিংসকী জাতি ভাইহঁতে
ঈৰ্ষা-হিংসা বুকুত লৈ
তেজ মঙ্গহৰ ভাইৰ দেহতে
মাৰিছে কুঠাৰ নিষ্ঠুৰ ঐ!
খিয়লা-খিয়লি, পৰৰ চৰ্চা,
আজিও নগ'ল গুচি
আজিও নহল মনৰ দাপোণ
চেনেহ জলেৰে শুচি।
পশুৰ কামোৰে একোকে নকৰে
মানুহে কামুৰি কৰিছে নাশ,
জনম ভূমিৰ মুকলি বাটৰ
কৰিছে সমূলি সৰ্বনাশ।
তাহানি অসমে এই ভাবেৰেই
জননী মুখত সানিলে ছাই
পেট কপটীয়া তল খুচৰীয়া
সৰল চিতৰ ভাবনা নাই।
এনে নিকৰুণ কঠুৱা মনেনো
পাবনে সঁচাই বহল ভাব,
পাৰিবনে মোৰ দুখুনী অসমে
পাহৰি থাকিব মনৰ তাপ?
"তুমি মোৰ ভাই আহাঁ কাষ ছাপি
দিওঁচো মোহাৰি চকুৰ পানী।"
এনে কথা-ভাব নোলোৱানো কিয়
নিদিয়া কিয়নো অমৃত বাণী?
হৃদয়ৰ দানে শতেক যোজন
ওচৰ চপাই আনিব ভাই
দিয়া হৃদয়ৰ প্ৰীতি-জল-ধাৰ
দুখুনী আমাৰ চিকুণী আই!
তেজ মঙহৰ তুমি মোৰ ভাই
তুমিয়ে ময়েই আমাৰ দেশ
তুমিও অকলে মইও অকলে
নেপাবা কেনিও পথৰ শেষ!

২২-৫ ৩২

## খন্তেকৰ ভোজ

(এটি ভূমিকম্পৰ পাছত লিখা)

খন্তেকীয়া জীৱনৰ ক্ষণেক খেলাত
খন্তেক জিৰণি লৈ গুচি যাবলৈ
খন্তেকো নাথাকে হায়! আজৰি সময়
খন্তেকৰ কিনো মূল্য বুজি পাবলৈ!

ৰূপ, ৰস, গীতিভৰা খন্তেক থিতিত
খন্তেকতে আহে কত ভীষণ প্ৰলয়,
তাথৈ-তাথৈ সুৰে নাচোনত নাচি
খন্তেকতে ধুমুহাৰ বা ছাটি বয়।

খন্তেকৰ ইঙ্গিতত লয় হ'ব পৰা
নশ্বৰ জীৱন এটি 'মোৰ' বুলি কৈ
খন্তেক পাছতে দেখোঁ সকলো লোকৰ
একো নাই 'মোৰ' বুলি 'মই' লবলৈ।

খন্তেক থাকিব লগা খন্তেকীয়া মেল
খন্তেকৰ ধূপ ধূনা এই দেহা ভেল।

১৫ ১০ ৩৩

## চন্দ্ৰ-জ্যোতি

'চন্দ্ৰতো কলঙ্ক আছে'—
এই উপমাৰে
মানুহে মুছিব খোজে
কলঙ্ক কথাৰে।
কিন্তু হায়?
সৌন্দৰ্য্যৰ দৃষ্টি লৈ
একোকে নাচাই
মানুহে কৰিছে ভুল
কিয়নো সদায়?
চন্দ্ৰৰ 'কলঙ্ক' ফেৰা
অলঙ্কাৰ বুলি
বিশ্ব-খনিকৰে দিলে
যতনেৰে তুলি।—
ইয়াকে নুবুজি দেখে
সৌন্দৰ্য্যত ম'লি,
নিজৰ চেকাটি ঢাকি
পৰে নিজে ঢ'লি!
নিজে মই নিকা হ'লে
নিকা হ'ব মন;
স্বভাৱ সৰল হ'ব
দিব্য বিতোপন।
মোৰ হিয়া দাপোণত
যেই ছবি পৰে
সেয়ে মোক উলাহত
প্ৰফুল্লিত কৰে।
অকলঙ্ক যিটি চন্দ্ৰ
কলাৰ আধাৰ
জগতৰ যিটি দীপ
শিখা বিধতাৰ—
তেৰেঁই দিয়ক জ্যোতি
অসীম সুন্দৰ
প্ৰতি দিনে পৰে যেন
জ্ঞানত পোহৰ।

৭ ৩ ৩৪

## বিশ্বকৰ্মা

কল্পনাৰ সুকোমল পদুম বনত
মধুকৰ মন লৈ কবিয়ে এদিন
সৃজিলে এজন দেৱ 'শিল্পাচাৰ্য্য' বুলি
তেওঁৰ হাততে থাকে সাধকৰ তুলি।

দেৱতাৰ কাৰ্য্য সাধি দেৱ-শিল্পী সেই
বিশ্ব ৰচি ঘূৰি ফুৰে কাল-মায়া দে'ই।
সুচিত্ৰ কৰ্মৰ তেওঁ বিচিত্ৰ বাটে
সুদৃশ্য কাৰেং সাজে শিল্প-অস্ত্ৰ লৈ!

তিলে তিলে হৰি আনি সৌন্দৰ্য্যৰ সাৰ
ৰচিছিলে তেওঁ হেনো সৃষ্টি বিধতাৰ
তৰা-ভৰা নীলিমাৰ যি-জন ঈশ্বৰ
তেওঁৰেই মধুৰ স্বপ্ন বিশ্ব-খনিকৰ।

বিশ্বকৰ্মা বিশ্বদেৱ অনন্ত অনাদি
তেওঁৰেইহে সকলোৰে একমাত্ৰ আদি।।

১৭.৯ ৩৪

ৰকুলবনৰ সুৰভি

## কল্পনা

কল্পনা মনৰ পখী দিব্য-বিতোপন
শ্ৰুতি আৰু স্মৃতি-ৰূপ ডেউকা কোবাই
মনে মনে উৰি যায় কেনিবা কেনিবি
শূন্যতে পাখী ভাঙ্গি শৱদ শুনাই।
সেইযে কল্পনা আছে থাপনাত বহি
মাতৃমূৰ্ত্তি মৰমৰ আঁৰত লুকাই,
দিঠকত উৰি যায় বহু দূৰলৈ
সপোনত থাকে আহি হিয়াতে সোমাই।
জীৱনৰ শাস্যক্ষেত্ৰ চাইচিতি ফুৰি
মনে মনে কল্পনাই উলাহ বিলায়
জিল্‌মিল্ চিক্ পৰি জীৱনৰ পথ
সেন্দূৰীয়া হৈ উঠে মঙ্গল সূচাই।
আশাৰ কুসুম তাতে ফুলে পাহে পাহে
সোণোৱালী ভবিষ্যৰ ৰেখা-ছবি লৈ,
বিষাদ বিঘিনি নাশি কৰ্তব্য পথত
তৰুণ প্ৰাণক দিয়ে গুপ্ত কথা কৈ!
আশাৰ কল্পনা আহি দিয়ে সোঁৱৰাই
অতীতত বহুজনে এনে জ্যোতি পাই
সাৰ্থক কৰিলে জন্ম লভিলে সম্পদ
আগবাঢ়ি গুচি গ'ল বস্তি উজলাই।
-" গৈ থাকা, গুণী বন্ধু!" কল্পনাই কয়—
"চেনেহৰ ৰাং ঢালি মিলোৱাঁ অমিল",
"শেহত দেখিবাঁ তুমি মিলন-মন্দিৰ
জ্ঞানৰ কিৰণ পৰি কৰে জিল্‌মিল্!"-
এনেকুৱা কল্পনাৰ ঘিঁউ-মৌ খাই
সৰল শিশুৰ দৰে পালোঁ যদি মন,
সেই মন কেতিয়াও অবাটে নাযায়
এদিন বিচাৰি পাব জীৱন-ৰতন।

২৭.৯.৩৪

## ঋষি আৰু পখিলা

তমসা নামেৰে আছিল এখনি নিচেই এধানি নৈ,
হাবিৰ মাজেদি অকলে অকলে যায় অকলেই বৈ।
অনাই বনাই ফুৰোঁতে এদিন এজন ঋষিয়ে গৈ
দেখিলে তমসা অতিকে ধুনীয়া বন-উপবন লৈ!

এনে মনোৰম ঠাই অনুপম তমসা তীৰত আছে
ফুলে ফুলে পৰি ফুলাম পখিলা ফুলৰ মাজতে নাচে।
ৰঙা-জবা চুমি ওলমি ওলমি ফুটুকী পখিলী বাই
এবেলি মেলিছে এবেলি জপাই দুখনি পাখিকে হায়!

মধু মালতীৰ সৰু ফুল পাহি তেনেই আৱৰি লৈ
বগা-ফুটুকীয়া চকৰা পখিলা মজিছে ফুলতে ঐ
কেঁচা সোণ যেন হালধীয়া যিটি এধান পখিলা নাচি
উৰি ফুৰিছিল ইফালে সিফালে উলাহি কাচোন কাচি
সেই পখিলাটো ঋষিৰ হাততে পৰিল এবাৰ আহি
মেলি দিলে তাৰ পাখি দুই খিলা ৰঙতে ৰঙৰ হাঁহি!

ঋষিয়ে তেতিয়া পখিলাৰ ফালে থাকিল থৰেৰে চাই,
কিজানি আঙুলি লৰালে থিতাতে পখিলা কেনিবা যায়!
সোণ-বৰণীয়া পখিলা ধুনীয়া ঋষিৰো মুহিলে মন।
মৰমত মজি সৰল ঋষিয়ে বুলিলে-"শুনাচোঁ, সোণ!
তুমি এটি মন শৱদ বিহীন, ধুনীয়া নিমাত জীউ
আহাচোঁ তোমাক মোৰ বুকুতেই জিৰণি আসন দিওঁ।"

এনেতে পখিলা উৰি গুচি গ'ল থাকিল ঋষিৰ কথা,
সেই পিনেদিয়ে চাওঁতে চাওঁতে ঋষিৰ ভাগিল বেথা।
কিমান পখিলা আহিছে গৈছে নকয় কোনেও হায়!
কিনো হ'ল সেই ঋষিৰ মনত থাকোঁতে পখিলা চাই!

২.১০.৩৪

বকুলবনৰ সুৰভি

## ঈশ্বৰ

দিন-ৰাতি ঢৌ বোৰে
যাৰ চৰণত
চুমা খাই বৈ যায়
সদা অবিৰত;
সেই প্ৰভু পৰমেশ
সৰ্ব শক্তিমান
অসীম অনাদি তেওঁ
পিতৃ ভগবান।
ক্ষুদ্ৰ ক্ষুদ্ৰ আতমাৰ
ক্ষুদ্ৰ পয়োভৰ
অনন্ত শক্তিৰে মাথোঁ
এধানি লহৰ।
ৰূপ-ৰস-গন্ধ-স্পৰ্শ
শব্দ সম্ভাৰ
ঈশ্বৰৰে মনোময়
ৰচনা সুধাৰ।
সুধাকৰ চন্দ্ৰ দেৱ
তেজোময় ৰবি,
ঈশ্বৰৰে দুটি চাকি
দুটি ভিন্ন ছবি।
অপৰূপ বিভৱেৰে
বিভূষিত হৈ
সকলোতে আছে তেওঁ
সৰ্বশক্তি লৈ।
"তেওঁ আছে" এই মাত্ৰ
ক'ব পাৰোঁ আমি
তেওঁৱেঁইহে একমাত্ৰ
ত্ৰিভুবন স্বামী।।

১৪.৭.৩৫

## শ্বিলং

সৌন্দৰ্য্যৰ লীলা-ভূমি শ্বিলঙৰ টিলা
আকাশত উৰে নিতে ৰবঁদেচিলা।
প্ৰকৃতি উৰুঙা যেন নিমাত নিতাল
বিহগ-বিহগী নাই মধুৰ ৰসাল।
পৰ্বতীয়া শ্বিলঙৰ টিলাই টিলাই
'পাইন'ৰ দ'লবোৰে আকাশ ধিয়ায়।
দেখিলে মনত হয় ভাবৰ উদয়
ৰিঙা ৰিঙা কিবা এটি সুৰ-সমলয়।
ঠায়ে ঠায়ে পানী ধাৰা নিজৰি পৰিছে
জিৰ্ জিৰ্ শবদেৰে পৰাণ হৰিছে।
এঁকা-বেকা বাটবোৰ ছবিখন হৈ
দেখিবা ওখৰ পৰা গৈ আছে বৈ।
পৰুৱাৰ দৰে যায় মটৰ সঘনে
থিতাতে নেদেখা হয়, ঢাকি থয় বনে।
এইহেন ৰম্যস্থান পৰ্বত নিবাস
অসমৰ ৰাজধানী সকলোৰে আশ।
সৰল-সুন্দৰ যত খাচিয়া লৰাই
মুকলি মনেৰে ফুৰে মিলন সুচাই।
দেৱদাৰু-পাইনৰ ছিৰলি পাতত
বতাহে বজায় বীণ কোমল মাতত।
কেতিয়াবা চকা-মকা ৰ'দৰ পোহৰ
কেতিয়াবা বৰষুণ, আন্ধাৰ ডাৱৰ।
আকাশী-প্ৰকৃতি এনে স্বপ্নময় হৈ
দিনতে সপোন সাজে ছঁয়া-ময়া কৈ।
কেতিয়াবা ৰুদ্ৰ-মূৰ্তি ধুমুহা গতিত
ভয়লগা বতাহৰ শুনিবা সঙ্গীত
তাণ্ডৱ মূৰতি লৈ নটৰাজ আহি
খন্তেকতে গুচি যায় বায়ু পথে ভাহি।
এনেকুৱা দিব্য-ঠাই শ্বিলং আমাৰ
আমাৰ ৰাজধানী নগৰী আশাৰ।

০ ০ ০

## তৈমূৰ আৰু হাফিজ

(পাৰস্য দেশৰ বিশ্ববিখ্যাত কবি হাফিজে এটা কবিতাত এনেদৰে লিখিছিল যে, সৌন্দৰ্যৰ এটা তিলৰ কাৰণে তেওঁ তৈমূৰ লঙ্গৰ দুখন নগৰ চমৰখান্দ আৰু বোখাৰাও অম্লান বদনে দান কৰিব পাৰে। অৰ্থাৎ কবিৰ কাৰণে কল্পনাৰ এতিল সৌন্দৰ্য্যও পাৰ্থিব সম্পদতকৈ অনেক মূল্যবান। এই কথা গম পাই তৈমূৰ লঙ্গ বাদশ্বাই হাফিজক ধৰাই নি শাস্তি দিব খুজিছিল। কিন্তু হাফিজে বাদশ্বাহক এনেদৰে মুগ্ধ কৰিলে যে শেহত হাফিজক সম্মানহে দেখুৱাবলৈ বাধ্য হ'ল।)

### তৈমূৰ

তুমিয়েনে সেই কবি চিৰাজৰ ইমান দম্ভ ইমান সাহ
বিলাব খুজিছাঁ দুখন নগৰ নদন-বদন, গৰিমা অতুল
চমৰকন্দ আৰু বোখাৰাক? কোৱাঁচো এতিয়া কবি চিৰাজৰ
কোন সাহসেৰে কিহৰ বলত ইমান গৰ্ব কৰিছাঁ তুমি?

### হাফিজ

সম্রাট! দান কৰি কৰি কৰিলোঁ উদং
খোদাৰ বিৰাট সৃষ্টিখন,
এতিয়াহে মই সৰ্বস্বান্ত
সেইহে ভিক্ষাৰী আজি সম্রাটৰ।

### তৈমূৰ

ধন্য কবি, ধন্য ধন্য, সাৰ্থক হওক শব্দ তোমাৰ
নমস্কাৰ লোৱাঁ, বিশ্ববিজয়ী তৈমূৰে আজি দোঁৱায় শিৰ।

## জয়া তীৰ্থ

জয়াৰ বিজয়া মূৰ্তি পতিগত প্ৰাণ
দম্পতি মিলনৰ অনন্ত সুঘ্ৰাণ।
পতিৰ প্ৰেমেৰে জিনি কালৰ কৱল
জেৰেঙাত থৈ গ'ল শান্তি-সুধা-জল।
তেজৰ টোপাল পৰি সেই জেৰেঙাত
সোঁৱৰণি ৰঙ্গাজবা ফুলে অসংখ্যাত।
লাখে লাখে তীৰ্থ-যাত্ৰী অৰ্ঘ্য হাতে হাতে,
সাগৰৰ ঢৌৰে ঢৌৰে প্ৰাণে আহি মাতে,
"তলমল্ তলমল্ মোৰ ভৰা নাও
সতীৰ মহিমা ভৰা জয় গান গাওঁ।"

গীত গায় জেৰেঙাই, চিত দিয়ে দ'লে
চৌ-দিশে অতীতৰ মধু-বায়ু বলে।
এনে শক্তি আছে সেই জয়া-তীৰ্থ ভৰি
জননীৰ পুণ্য-স্মৃতি যুগমীয়া কৰি।

২৫ ৩ ৩৪

## অনন্ত জীৱন

এজন ৰজাই যীশুক এদিন সুধিলে নীৰলে পাই,
"কোৱাঁ সৎ গুৰু অনন্ত জীৱন কোনে কেনেকৈ পায়?"
যীশুৱে তেতিয়া ক'লে ধীৰে শাঁতে 'সৎ' বুলি মোক কৈছাঁ কিয়?
ঈশ্বৰৰ বিনে সৎ কোনো নাই, কোনো নাই আৰু পৰম প্ৰিয়।
অনন্ত জীৱন পাবলৈ হ'লে এৰিবাঁ মিছাৰ বাট,
চুৰ নকৰিবাঁ, প্ৰাণ নবধিবা মিছা সাক্ষী হৈ নিদিবাঁ মাত।
পিতৃক মানিবাঁ, মাতৃক মানিবাঁ, শ্ৰদ্ধা-ভক্তি লৈ
যৌৱন কালৰ তেজৰ গৰ্ব ৰাখিবাঁ-শাসন কৈ।"
তেতিয়া ৰজাই ক'লে সকাতৰে পালিছোঁ ইবোৰ কথা
যৌৱনৰে পৰা ন্যায়-নীতি মানি দিছোঁ মৰম বেথা।
যীশুৱে পুনৰ ক'লে - "তেনেহ'লে যিমান ঐশ্বৰ্য্য আছে
বেচি দিয়াঁ গৈ তেনেই এতিয়া স্বৰ্গ লভিবাঁ পাছে।
তোমাৰ ঐশ্বৰ্য্য-বিভূতিৰ মূল্য দিয়াঁ দুখীয়াক দান
তেনেহলে তুমি সৰগত পাবাঁ পৰালি নপৰা প্ৰাণ।"
এইকথা শুনি ৰজাৰ মুখত বিৰিঙি উঠিল খেদ

চিন্তা লাগিল কিনো কথা কৈ তৰ্ক কৰিব ভেদ।
মন বুজি পাই ৰজাক তেতিয়া যীশুৱে দুনাই ক'লে
'মায়াত অন্ধ মোহত বদ্ধ ধনৰ লুভীয়া হ'লে
দানৰ পূণ্য বহল বাটেদি নোৱাৰে কোনোৱে যাব,
স্বৰ্গ ৰাজ্য অনন্ত জীৱন নোৱাৰে স্বাৰ্থই পাব।
বেজীৰ জলাযো সহজে সৰকি উট এটি যাব গুচি
তথাপি লুভীয়া ধনীযে নোৱাৰে স্বাৰ্থ পেলাব মুছি।
পৰৰ দুখত দুখী হৈ যদি ঈশ্বৰক কৰাঁ সাৰ
তেতিয়াহে পাবা অনন্ত-জীৱন, পৱিত্ৰ জ্ঞানৰ পাৰ।"

এনেহে বিচিত্ৰ বিধিৰ বিধান
কোনেনো পাইছে পাৰ,
কত গীত গান সুৰ তাল মান
ৰচিছে কবিয়ে তাৰ,
তথাপিও হায়! আদি অন্ত নাই
বিচিত্ৰ বিশ্বৰ সুৰ
ভাবিলে অকলে সকলো বেজাৰ
হয় পলকতে জুৰ।

২।৭।৩২

## বিচিত্ৰ বিধান

নাকান্দে কোনেনো কোৱাঁ?
দেহে যি কান্দিছে
প্ৰাণেও কান্দিছে
কান্দিছে অনন্তে চোৱা।

আকাশী তৰাই
চকুলো সৰায়,
অস্তাচলত সূৰ্য্য লুকায়,
চাওঁতে চাওঁতে দিনৰ পোহৰ
থিতাতে কেনিবা যায়।

পূৰ্ণিমাৰ পৰা আঁউসী লৈ
কান্দি কান্দি যেন
এটি এটি খেণ
হেৰায় কৰুণ হৈ।

গছৰ পাতত বতাহে কান্দিছে
নিযৰে কান্দিছে বনত,
উষাৰ আগতে নিশাই কান্দিছে
গহীন বেজাৰ মনত।
যেন, প্ৰকাশ বিচাৰি গুমৰি গুমৰি
বিৰাট সৃষ্টি খনে
কান্দিছে সদায় কৰুণ সুৰত
গোপনে আপোন মনে।

## সঙ্গীত

( বিসৰ্জন নাটকৰ লক্ষ্মণে (ৰা।ণ।) এটি ৰচনাৰ পৰা)

কবিৰ কল্পনা য'ত
হয় অপাৰগ
চিত্ৰকৰ খনিকৰে যাৰ
ৰূপ সৃষ্টি নোৱাৰে কৰিব।
একোটি সঙ্গীতে তাত
পূৰ্ণ মূৰ্ত্তি আনি দিয়ে
সুন্দৰ সৰল।
সঙ্গীতৰ ঝঙ্কাৰত
উটি যায় হৃদয়ৰ
সকলো সন্তাপ।
বিশ্ব প্ৰকৃতিৰ এই
নিমাত বুকুত
ঢৌ খেলি আছে নিতে
সঙ্গীতৰ শত শত ধ্বনি।
সঙ্গীতত যি জনৰ
লেশ মানো স্পৃহা নাই।
কিম্বা,
গীতি-কবিতাৰ লয়
নপৰশে যাৰ অন্তৰত
নিশ্চয় জানিবা তেওঁ
বিশ্বাসঘাতক
অন্ধকাৰ হিয়া থকা
পাষাণ সদৃশ।

## চিত্ৰ-বিদ্যা

দৃষ্টিৰ আঁৰত থকা সৃষ্টিৰ সৌন্দৰ্য্য
কল্পনাৰ চানেকীত সযতনে তুমি,
আলফুল আবেগত একচিত্ত হৈ
শিল্পীয়ে সপোন দেখে মধুময় বুলি।
সৰল সহজ অতি নিমজ গতিত
সপোন-শলাৰে আঁকি কল্পনাৰ ৰেখা
দান কৰে বাস্তৱৰ এটি চিত্ৰ ৰূপ
সুন্দৰৰ মোহ লগা সাধনাৰ লেখা।

## উষা-চিত্ৰলেখা

**উষা।**

সখী! সপোনো নহয়, দিঠকো নহয়
শুদা যেন কল্পনাৰে
লিপি থোৱা ছবি এটি
সজীৱ মূৰতি লৈ
দেখিছিলোঁ আহিছিল
মোৰ পিনলৈ!
সখী ! তুমি চিত্ৰলেখা,
শোণিতপুৰৰ তুমি
কল্পনাৰ শোণিতেৰে গঢ়া
কবিতাৰ জীৱন্ত প্ৰতিমা।
কোৱাঁচোন বাৰু
পাৰিবানে আঁকি দিব
সপোনত দেখা সেই
অচিন জনক?

**চিত্ৰলেখা**

সখী! লুইতৰ সোণোৱালী
তিৰ্‌বিৰণিত
দেখিছোঁ অলেখ ছবি
বিয়লিৰ ৰাঙলী বোলত
হেঙ্গুলীয়া সূৰুযৰ জেউতি-ৰেখাত
নাচি উঠা নানা চিত্ৰ
দেখি আছোঁ আকাশৰ
ডাৱৰত অঁকা;
সেইহেন সখী মই
চিত্ৰলেখা কুটুমী তোমাৰ,
তুমি উষা
বাণৰ নন্দিনী মোৰ
ৰেথাৰ আপোন —
আমি দুয়ো একমনে
ভঙ্গাক পাতিব পাৰোঁ
কল্পনাই আঁকি দিয়া
ছবি এটি কিয়
নোৱাৰিম আঁকি দিব
হেঁপাহ পেলাই ?
আহাঁ সখী -সখী
দুয়ো আমি বহোঁগৈ
নিজানৰ চিত্ৰ-মন্দিৰত
মনে মনে তুমি মোৰ
সপোনৰ ছবিটিৰ
ৰূপ আঁকি দিবা
আলসুৱা তুলিকাৰে মই
প্ৰতিৰূপ আঁকি দিম
তোমাৰ মনৰ।
আহাঁ, সখী
যাওঁ দুয়ো নিজানৰ ফালে।

---

বকুলবনৰ সুৰভি

## মৰমৰ পখী

কোন সৰগৰে বাতৰি আনি
কোন মৰতত দিলাঁ
মইনা, অ' মোৰ
মইনা পখী!
কাৰ পোহৰৰ ৰশ্মি সানি
চকু তিৰিবিৰি কৰ অ' মইনা
কাৰ সপোনৰ
ৰ'দালি দেখি !
আহা অ' মইনা
সৰগী মইনা
দূবৰি দলিচা থৈছাঁ পাৰি
বহাঁ শাৰী পাতি
মইনা অ' মোৰ,
মইনা পখী!
দূৰণি দেশৰ পুৰণি সাধু
শুনাঁ অ' মইনা
ফুলেৰে সজোৱা ঘৰ
ফুলৰে মাজতে ফুলে ফুলে পৰি
পখিলাই মেলিছে পাখি,
পখিলাৰ পাখিতে মইনা সোণায়ে
ফুলৰ গুঠি দিছে চাকি।
চাকি ! চাকি। চাকি অ' মইনা
মৰমৰ পখী মইনা.......।

যোৰহাট
২৮/১১/৫১

## হায়হু মানৱ জীৱন

হায়, মানৱ জীৱন! ...
অন্তহীন সপোনৰ কিনো এক
ৰহস্যৰ মেলা
মিথ্যাৰ মাজতো যেন সত্যৰ আলোকে
কৰি আছে খেলা।...

স্রষ্টাৰ সৃষ্টি এই
মানৱ-ভূমিত
মানুহেই গাই আছে
অভিনৱ গীত।
মানৱেই ঈশ্বৰৰ দৰে
দেখা দিছে
নৰ-দেহা লৈ
বিনাশী দেহাতে আহি
অবিনাশী আতমাই
ভূমুকি মাৰিছে নিতে
জন্ম-মৃত্যু হৈ।...
কেতিয়াবা —
জীৰ্ণ দেহা এৰি থৈ
কেতিয়াবা —
প্ৰস্ফুটিত পূৰ্ণ-দেহা এৰি
কেতিয়াবা —
সৰগীয় শিশুটিকে এৰি
আতমাই পাখি মেলে
ৰহস্যৰ
মহাদেশলৈ।...
কিন্তু কেতিয়াবা —
মৃত্যুয়েও নোৱাৰে হৰি
জীৰ্ণ-এটি দেহাৰ মাজৰ পৰা
লৈ যাব আতমাক

বকুলবনৰ সুৰভি

কিয়? ...
কিহবাই যেন হায়,
কয় ৰিঙিয়াই -
কেতিয়াবা মহাৰাতি
মহা- আকাশত
- "স্থবিৰ ? স্থবিৰ? ... অলৰ, অচৰ তুমি;
মই মাথোঁ চিৰ সত্য
অবিশ্ৰান্ত গতি।" ...
কিহে কয় ? ...
হায়? মানৱ জীৱন! ...

যোৰহাট
১৪/১১/৫১

# গীত

মোৰ মানস তীৰৰ
পদুমনিত
যিমান পদুম আছে
আটাইবিলাক
জাকি মাৰি
স্মৃতিৰ বাৱত নাচে।

তাৰে এপাহ
থৰ লাগি
থাকে মোকেই চাই
ফুলোঁ ফুলোঁ
ফুলিব খুজি
থাকে থমক খাই

# অগ্নিচয়ন

## বাল্মিকী

দুৰন্ত দস্যু, মদ্যপায়ী, আততায়ী
হিতাহিত জ্ঞানশূন্য এক ৰত্নাকৰ
বিবেকৰ আঘাতত তপস্যাত বহি
সিদ্ধকাম ঋষি হ'ল, ক্ষুধা-তৃষ্ণা সহি।

তমোময় দিঠকৰ তিমিৰ বিদাৰি
ওলাল এদিন তেওঁ বাল্মিকী হৈ;
তমসাৰ মৌনবন ঝঙ্কাৰি উঠিল
"মা নিষাদ", তৰঙ্গত আকাশ মজিল।

দুটি ক্ৰৌঞ্চ নিজানৰ গছৰ ডালত
কাষতে তমসা নৈ আশ্ৰম পাৰত,
বাল্মিকী স্নান কৰি উঠে পাৰলৈ
পৰি আছে ক্ৰৌঞ্চ এটি শৰবিদ্ধ হৈ!
জাগিল প্ৰাণত অগ্নি বিক্ষোভৰ বাণ
অসীম দয়াৰে পূৰ্ণ কাব্য হ'ল দান।

যোৰহাট, ২২/১১/৪৬

# বেদব্যাস

ঘনঘোৰ মহানিশা, জগৎ অজ্ঞান,
তেতিয়া প্ৰকৃতি মাথোঁ জননী স্বৰূপা
জীৱকুল তেওঁৰেই বুকুত সোমাই
প্ৰাণীৰূপে দলে দলে আছিল লুকাই।

অকস্মাৎ পূৱ পিনে অৰুণ-আলোক
হিৰণ্য বৰ্ণৰ জ্যোতি উপচি পৰিল;
পঞ্চনদীৰ তীৰ, উদাত্ত গভীৰ
"কস্মৈ দেবায়" প্ৰশ্নে কৰিলে অধিৰ।

'কোন সেই দেৱ, কাৰ নামে দিম হবি।
তাৰে প্ৰেৰণাত বিশ্ব জাগৰিত হ'ল;
অনৰ্গল বৈ গ'ল ছন্দ মধুময়
শুনি বিশ্বজন হ'ল ভাবত তন্ময়।
সেই অগ্নি হৃদয়ত দীপ্যমান কৈ
বেদব্যাসে দিলে পাঠ্য দিব্য জ্ঞান থৈ।

## কালিদাস

নৱৰস পৰিপূৰ্ণ মহাভাৰতত
একোখন উপবন চিৰস্বপ্ন হৈ
কল্পনাৰ কেন্দ্ৰৰূপে কৰিছে বিৰাজ
তৃণ, তৰু, লতা কুঞ্জ সেউজীয়া সাজ।

মালিনী নদীৰ তীৰ উপবন ৰচি
কন্বৰ আশ্ৰমখনি সৌন্দৰ্য্যৰ থ'লি;
তেওঁৰে পালিতা কন্যা কবিতা-ৰূপিণী
শকুন্তলা থাকে তাতে আশ্ৰমবাসিনী।

ৰূপ আৰু সৌন্দৰ্য্যৰ সমাৱেশ কৰি
বিক্ৰম আদিত্য ৰজা উজ্জয়িনী পাতি
নৃত্য, গীত, কলা-বিদ্যা কৰে সমাদৰ
কালিদাস প্ৰজা তাতে লভে অনাদৰ।
'অভিজ্ঞান শকুন্তলা' লিখি মহানাট,
কবি ৰত্ন খ্যাতি হ'ল ৰজাৰ সভাত।

২২।১১।৪৬

## পাণিনি

বেদ-পুৰুষৰ সূক্ত অৰ্থাৎ বাণী
স্মৃতিৰ ফলিত লিখা যুগ-যুগান্তৰ;
জনশ্ৰুতি পথে আহি লিপিবদ্ধ হ'ল
ব্ৰহ্মাণ্ডৰ সৃষ্টি হ'ল, হ'ল কল্পতৰু।

দ্বৈপায়ন ব্যাসে লিখি প্ৰথা দেখুৱালে
জ্যোতিৰ্ময় বেদগণে গ্ৰন্থৰূপ পালে;
কিন্তু লাগে অৰ্থ আৰু বেদৰ ভিতৰ
কেনেকৈ দেখা হ'ব, কি ভাবে চালে।

ধ্বনি, মাত্ৰা, ছন্দ আৰু শব্দৰ বিন্যাস
সূক্ষ্মৰূপে আঁৰ ভাঙি চাবৰ উপায়
পাণিনিয়ে উলিয়ালে শাস্ত্ৰ ব্যাকৰণ
ভাষাক সংস্কাৰ কৰা মগজুৰ ঠাই।
বাক্যৰ অমৃতপিয়া অগনি চেতনা
পাণিনিৰ যজ্ঞ হ'ল ব্যাকৰণ অনা।

২১।১১।৪৬
সোমবাৰ, ৰাতি

## চানক্য

বৈদিক ভাৰতৰ উৎসৰ সভাত
ৰণনি উঠিল এক নতুন প্ৰবাহ
'তথাগত' বুদ্ধদেৱে 'বোধিসত্ব' পালে
জাতকমালাই তাৰে গুণ-গান গালে।

এই সময়তে নন্দ মগধৰ ৰজা,
নিৰ্বাসিত চন্দ্ৰগুপ্ত, লাঞ্চিতা মুৰা,
অপমান জৰ্জৰিত পণ্ডিত চাণক্য,
সৃষ্টি হ'ল নানাবিধ সমাজ-অনৈক্য!

ধৰ্মনীতি, অৰ্থনীতি, ৰাজনীতি মথি
চাণক্যৰ হৃদয়ত জ্বলিল অগনি;
বিজয়ী, সম্ৰাট হ'ল চন্দ্ৰগুপ্ত আহি
ফুলিল লখিমী ৰঙা শতদল পাহি।

ভাৰতৰ ইতিহাস অলঙ্কৃত কৰি
চাণক্য থাকিল এটি আঁৰিয়াকে ধৰি।

যোৰহাট
২২/১১/৪৬

## গৌতম

ৰজাৰ কুমাৰ কিন্তু উদাস হৃদয়
বৈৰাগ্যৰ সুৰ বাজে যৌৱন-বীণাত;
দেহৰ জড়তা দেখি বেথাত কাতৰ
গৌতম বিৰামহীন, ৰাতি উজাগৰ।

মাজনিশা, শিতানত শয়ন-প্ৰদীপ,
শয্যাত প্ৰেয়সী ভাৰ্য্যা, নৱজাত শিশু
এৰি থৈ অকস্মাৎ গৃহত্যাগী হৈ
অৰণ্য সোমাল, চিন্তা-অগ্নি লৈ।

মৰণ-বিজয়ী হৈ পালে চিন্তামণি,
বিদ্যুৎ চমকিল আত্মাৰ মাজত;
আপোন সত্তাতে পালে পৰম সন্ধান
দান দিলে মানৱক ৰহস্য নিৰ্বাণ।
আলোকিত হ'ল নৰ-নাৰী কোটি কোটি
'তথাগত' বুদ্ধ হ'ল 'এচিয়াৰ জ্যোতি'।

১২।১১।৪৬; শুক্ৰবাৰ

## শিৱাজী

বীৰ প্ৰসৱিনী চিৰ-গৌৰৱময়ী
মহাৰাষ্ট্ৰ-জননীৰ দুৰ্বাৰ সন্তান
শিৱাজী মহাৰাজ ভীষণ, কঠোৰ,
মহাকালী পূজা কৰে, গোপন-সন্ধান।

শক্তিক উছৰ্গা কৰা অশ্ব-বাহনত
উৰি যায় শতক্ৰোশ বায়ুৰ গতিৰে
হাতত মুকলি খড়্‌গ "ভৱানী" নামৰ
চিক্‌মিক্ কৰি যায় সমৰ-জ্যোতিৰে।

বুকুত একুৰা জুই, উদ্ধাৰিব লাগে
ভাৰতভূমিৰ সেই অতীত উজ্জ্বল;
একছত্ৰ ভাৰতত আকৌ এবাৰ
থাপিব লাগিব সেই ক্ষত্ৰিয়-কৌশল।

সেইদেখি শিৱাজীও ছত্ৰপতি হ'ল
মাৰাঠা কেশৰী হৈ মূৰ ডাঙি ৰ'ল।

## দেৱান মণিৰাম

সোণৰ মুকুট পিন্ধা জননী অসম
পশ্চিমীয়া চাহাবৰ হাতত পৰিল;
বদনে বেচিলে দেশ মানৰ হাতত
মান খেদি 'কুম্‌প্যানী' পাটত বহিল।

বাণিজ্য বিস্তাৰকামী কপটীয়াইঁতে
ফুচুলাই জয় কৰি বছা বছা মন,
বিচাৰিলে অসমত কি-ক'ত আছে
প্ৰকৃতিয়ে ক'ত থয় সহজাত ধন।

ওলাল চাহৰ খেতি 'আচাম কোম্পানী'
প্ৰথম স্থাপিত হ'ল নাওজিৰোৱাত
অতীতৰ নাওঘাট এতিয়া নাজিৰা

## আকবৰ

মোগলে ৰচিলে স্বৰ্গ দিল্লী নগৰীত
থাপিলে সাম্ৰাজ্য এক বিৰাট মহান;
তথাপিও সাম্ৰাজ্যৰ প্ৰজাৰ হৃদয়
নোৱাৰিলে জয় কৰি ল'ব হিন্দুস্থান।

সাম্য, মৈত্ৰী, স্বাধীনতা - শ্ৰেষ্ঠ নীতি মানি
দিল্লীৰ বাদশ্বাহী আকবৰে ল'লে
অভিমানী ৰাজপুত ক্ষত্ৰিয় কুলক
বৈবাহিক সূত্ৰে বান্ধি মিত্ৰ কৰি থ'লে।

হিন্দু আৰু মোহম্মদী সম্মিলিত কৰি
দিল্লীশ্বৰেই হ'ল জগত ঈশ্বৰ;
সৰ্বধৰ্ম সমন্বয়ী 'দীন ইলাহি'
ধন্য হ'ল স্ৰষ্টা তেওঁ সবাহ, আকবৰ।

মিলনৰ মঙ্গলেই ৰজাৰো মঙ্গল
এই অগ্নি সম্ৰাটৰ প্ৰাণৰ সম্বল।

## হিট্‌লাৰ

বজ্ৰপাণি মহেন্দ্ৰৰ ৰূপ লৈ
ধ্বংসৰ চিৎকাৰ তুলি
ব্ৰহ্মাণ্ড কঁপাই
কুৰি শতিকাৰ এই বিজ্ঞান যুগত
নৰৰূপী হিট্‌লাৰে
প্ৰলয় সূচায়!
হাতত আনিছে যেন
প্ৰলয়ৰ ধুমুহা নিচান
যেনি যায় বজ্ৰগতি
ধ্বংস হয় শান্তিৰ নিদান।
ৰাষ্ট্ৰনীতি, ধৰ্মনীতি, বিজ্ঞান বহুল
শক্তিমন্ত জাৰ্মানীৰ সেনানী চলাই
ৰুদ্ৰৰূপে হিট্‌লাৰে ধৰণী টৌৱাই
স্তব্ধ কৰে জগতক ত্ৰাসত কঁপাই।
নাম শুনি ভয় লাগে কি যে ভয়ঙ্কৰ
হিট্‌লাৰ কিজানি এটি ধ্বংসৰ শঙ্কৰ
কলিৰ কলঙ্ক ভৰা
মহা আতঙ্কৰ।

বকুলবনৰ সুৰভি

## গান্ধী

দ্ৰব্যময় সভ্যতাৰ মিথ্যা অভিমান,
মুখাপিক্ষা গৰিমাৰ মান-অপমান,
সুখ-দুখ, জয়-পৰাজয়
ধ্বংস কৰি অসত্যৰ
বৃথা অহমিকা
সাধুতাৰ পুণ্য বস্ত্ৰ
ত্যাগৰ আদৰ্শ
স্থিতপ্ৰজ্ঞ সন্ন্যাসীৰ
প্ৰদীপ্ত প্ৰেৰণা
অতখিনি দৈৱবল শিকালে যিজনে
যিজনে শিকালে আমি সকলো সমান
ঈশ্বৰৰ পুত্ৰ আমি, ধৰাৰ সন্তান,
সমভাৱে সকলোৰে আছে অধিকাৰ
ধৰণীত থাকিবৰ
তোৰে মোৰে বাতৰিকে লৈ।

## মিলনৰ চাকি

ঐ,
বলিছে বতাহ,
ফুলিছে বিলত ৰঙা
পদুম এপাহ!

সেইযে চকাটি —
পদুমৰ বুকু মেলা কথাটি —
তাতে আছে তোৰে মোৰে
মিলনৰ চাকিটি!

তুমি যেন মোৰ প্ৰাণ
মই গান তোমাৰ প্ৰেমৰ
পৰিণয় হৈ আছে তোমাৰ লগত
মোৰে যেন গোপন স্নেহৰ।

শ্বিলং
১৯/৭/৪১, শনিবাৰ

## সৰগৰ সুধা

বাসন্তী বতাহ ছাটি যেতিয়া লাগিল আহি
যৌৱনৰ হেঙ্গুলীয়া আগলি পাতত,
তেতিয়া দেখিলোঁ সখী তুমি দেৱী, স্বৰ্ণময়ী
জিলিকিছাঁ গছে-বনে অপূৰ্ব সাজত।
দেখিলোঁ নয়ন ভৰি তোমাৰ সপোন ৰাশি
দিঠকতে অলকাৰ বাতৰি বিলায়,
সেউজীয়া বননিৰ মনোমোহা প্ৰকৃতিৰ
দেখিলোঁ অযুত কান্তি সপোন মিলাই।
দেহত লাগিলে আহি মৃদু মধু বা ছাটি
যুগান্তৰ প্ৰীতিপূৰ্ণ পৰশ লগায়।
ৰোমাঞ্চিত হৈ উঠোঁ কপৌৰ কুৰুলি শুনি
স্বপ্নভ্ৰম দিঠকৰ ৰেহ-ৰূপ চাই।

তেতিয়া আছিলাঁ তুমি কল্পনাৰ স্বপ্নভূমি
ধৰণীৰ মৰমীয়া এখনি দাপোণ,
তাতে মোৰ সোঁৱৰণি লাগি থাকে তধা মানি
সকলোটি লাগে বৰ আপোন আপোন।
এনেহেন মৰমৰ ৰাগি লগা সপোনৰ
তুমি সখী আদি মোৰ কাব্য-কবিতাৰ।
কল্পনাৰ উৎস এটি তুমি যেন চিৰন্তনী
প্ৰাণৰ প্ৰতিমা মোৰ অৰ্দ্ধেক হিয়াৰ।

আতমা স'তে সখী দেহাৰ বিৰোধ লাগি
অনাদি অসীম কাল আছে টৌ তুলি,
তোমাৰ লগত কিন্তু মোৰ এই মিত্ৰতাৰ
কাব্য-শক্তি ল'ম আমি মহামন্ত্ৰ বুলি।
যেতিয়া মৃত্যুয়ে আহি নিব মোৰ তেজ চুহি
তেতিয়াও তুমি মোৰ ওঁঠৰ আগত,
তোমাৰ ওঁঠেৰে আনি সৰগৰ সুধা টুপি
যাচিবাহি দেই সখী মধুৰ ভাৱত।

ডিকম, ২০/৬/৪২

## ছনেট

গ'ল। মোৰ যৌৱনৰ পাবলগা দিন
পাৰ হৈ গুচি গ'ল। সপোন মায়াৰে,
অতৃপ্ত ৰাগীয়ে ধৰা কথাটি হিয়াৰ
হিয়াতে থাকিল পৰি অনুতাপ চিন।

ক্ষণেকৰ কথা এটি। এদিনৰ গান
তাতে হায় মানুহৰ বাসনা বিফল
যৌৱনৰ জয়-গাথা তাতেই বিফল।
তা-লৈকে শিশুটিৰ নিতে অভিযান!

তথাপি, নকৰোঁ ভয়, ৰাখিব জীয়াই
ছনেটৰ দৰে ক্ষুদ্ৰ ভাব এটি মোৰ।
সুঁৱৰিলে আন কথা পোনতে প্ৰিয়াই
আগুৰি ধৰিব আহি বাট পথ বোৰ।
আকাশী লতাৰ দৰে চিন্তা সনিয়াই
সোণৰ ৰহণ সানি ভাঙ্গি দিব মোৰ!

১২/৭/৩১,দেওবাৰ, আহাৰ ১৮৫৩, বকুলবন

## ছনেট

যৌৱনৰ জয়মাল্য যুগান্তৰ প্ৰিয়া
(যাৰ) সপোনৰ ইন্দ্ৰজালে ঢাকি থোৱা হিয়া।
তাকে খুজি তৰুণৰ তাপস প্ৰাণত
সুৰৰ লহৰ উঠে লীলা সাধনত।

লীলাৰ কমল কলি প্ৰিয়া -পাৰিজাত
ৰূপ ৰস উৰি আহে সোঁৱৰণী বাত।
গন্ধ স্পৰ্শ পাবলই সঙ্গীহীন তুমি
ভ্ৰমি ফুৰা কল্পনাত মোহ-মধু চুমি!

আজি শেষ ভ্ৰমণৰ, আৰম্ভণ জীৱনৰ,
শুভ যেন সমাগত পূৰ্ণতা লভিবৰ!
পূৰ্ণ হক, মূৰ্ত হক, উঠক উলাহি
'মুনি দাদা' লখিমীৰ প্ৰেমফুল পাহি।

ছনেটৰ চৈধ্য শাৰী ক্ষুদ্ৰ কবিতাৰ
হিয়াভৰা স্নেহ মোৰ প্ৰিয় উপহাৰ।

যোৰহাট;২০/১/৩২;৬ মাঘ, ১৮৫৩;বুধবাৰ

বকুলবনৰ সুৰভি

## কুবেৰৰ জন্মোৎসৱ

অনাবিল আনন্দৰ ইন্দ্ৰসভা ৰচি
গন্ধৰ্ব কিন্নৰ যত কৰিলে আহ্বান;
অলকাপুৰীৰ পথ উদ্ভাসিত হ'ল
সুমঙ্গল আৰতিৰ মঙ্গল বাদ্যত।
ৰজাৰ সেন্দুৰী আলি, অলকা নগৰ—
উদ্যান, নিকুঞ্জ বন, মন্দিৰ দুৱাৰ—
কেউপিনে উৎসৱৰ উৰিল কেতন।
নানাবিধ বাদ্যযন্ত্ৰ ঢাক, ঢোল, শিঙা --
অলকাৰ পথে পথে ঝঙ্কাৰি উঠিল।

অলকাৰ অধিপতি কুবেৰৰ আজি
জন্মোৎসৱ পালনৰ এই আয়োজন।
উৎসৱ-মণ্ডপ কি যে অপূৰ্ব ৰচনা! —
শাৰী শাৰী স্তম্ভ তাতে মণি মুক্তা আঁৰা,
চকুত চমক লাগে, বিজুলীহে যেন
অকস্মাৎ আন্ধাৰত উঠিছে উজলি!
মণ্ডপৰ মাজতেই ৰজাৰ আসন,
সন্মুখত নানাবিধ সামগ্ৰীৰে ভৰা
উৎসৱৰ পাত্ৰ পূৰ্ণ পৱিত্ৰ মড়ল!
নিমন্ত্ৰিত যত মানে সম্ভ্ৰান্ত অতিথি
সকলোৰে স্থান হ'ল ৰজাৰ উত্তৰে,
দক্ষিণে থাকিব যত ব্ৰাহ্মণ সজ্জন,
সন্মুখে (পূবৰ ফালে) নাটঘৰ আছে;
পাছত থাকিব যত যক্ষ, ৰক্ষ গণ।
ওপৰত চন্দ্ৰাতপ চিত্ৰিত শোভন
মাজে মাজে নানাবিধ আলোকৰ মালা,
তলত তলিচা পৰা, সোণৰ ৰূপৰ
নানাবিধ চাৰুশোভা আসন প্ৰস্তুত!

শুভ মুহূৰ্তত আহি ৰাজ পুৰোহিত
মন্দিৰৰ গজঘন্টা দিলেহি লৰাই।
সেই ধ্বনি শুনি উৎকণ্ঠিত অলকাৰ
অন্তঃপুৰ, বাট-ঘাট, মন্দিৰ, ভৱন,
শঙ্খ ঘন্টা উৰুলিৰ উৎসৱ-ধ্বনিত
উঠিল নিনাদি। সুসজ্জিত খাটোলাত
অলকাৰ অধিপতি বহিল ধীৰেৰে;
অন্তঃপুৰ বাসিনীয়ে ধৰিলে চামৰ,

জুৰিলে নামৰ জাত আলফুল সুৰ —
'আনিলে যতন কৰি সিংহ দুৱাৰলে'।
দুৱাৰত যোৰ হাতী মুখামুখিকৈ
ৰৈ আছে সম্ভ্ৰমেৰে। মাজ ঠাই ফেৰা
জিনি আছে সুৱৰ্ণৰ এখনি আসনে।
খাটোলাৰ পৰা তাতে যক্ষপতি নামি
থিয় হ'ল সমাগত অমাত্যক চাই;
ৰাজ পুৰোহিত আহি পিন্ধালে তিলক,
পুষ্পমালা, গন্ধদ্ৰব্য উপহাৰ দি
জয়যাত্ৰা কৰিবৰ জনালে বাতৰি।

অৰ্দ্ধচন্দ্ৰ আকৃতিৰ বিতোপন পথ।
পৰা আছে ৰক্তৰাগ কোমল দলিচা
দুয়োকাষে শাৰী শাৰী কলপুলি পোতা —
মাজে মাজে পূৰ্ণকুম্ভ পঞ্চ পল্লৱৰ;
আসনৰ পৰা নামি যেতিয়া কুবেৰে
ভৰি দিলে দলিচাত, প্ৰণতি জনাই —
চৌদিশে বৰষিলে নানা মাঙ্গলিক,
ৰাজ্য জুৰি জয়ধ্বনি উঠিল খলকি।
গন্ধৰ্ব কিন্নৰ সবে খোল মৃদঙ্গত
ঘাটিলে যাত্ৰাৰ ছেও, তাল, মান, লয়
শোভা-যাত্ৰী সকলৰ খোজে খোজে মিলি
মনমোহা সমলয় কৰিলে সঙ্গত।

উৎসৱৰ তোৰণত কিন্নৰী সকলে
ধূপ, দীপ, গন্ধ, পুষ্প উপহাৰ লৈ
অপেক্ষিছে লয়লাসে ৰাজ আগমন।
লতাবছা, মিনা কৰা, হীৰা চকলীয়া
নানাবিধ কৰণিত প্ৰীতিঅৰ্ঘ্য লৈ
উচ্চকুচ পয়োধৰা বিনম্ৰ নয়না
গন্ধৰ্বী কিন্নৰী গণে নৃত্য ভঙ্গীমাত
তুলি আছে মৃদুসুৰ। মানস হ্ৰদত
মৃণাল উভঞ্জি থকা ৰাজহংস জাকে
শান্ত এটি তৃপ্তি ভৰা কলনাদ যেন
তুলি আছে আপোন মনেৰে!

লাহে লাহে
পালেহি কুবেৰ আহি উৎসৱ তোৰণ।
সমবেত জনতাৰ বিপুল উৎসাহ
হেন্দুলি উঠিল এক নৱ প্ৰেৰণাত।
অলকাৰ আকাশত জয়ধ্বনি উঠি
টৌৰ উপৰি টৌ তুলিলে শতেক,
উৎসৱৰ আনন্দত মতলীয়া হৈ
গন্ধৰ্ব কিন্নৰ সবে নৃত্য আৰম্ভিলে।

সম্ভ্ৰান্ত অতিথি আৰু ৰাজ পুৰোহিতে
সমাদৰি কুবেৰক নিলেহি যতনে,
বহুৱালে আসনত। কিন্নৰী সকলে
সুগন্ধী চন্দন আদি অনুলেপ আনি
কুবেৰৰ শৰীৰত পিন্ধালে যতনে,
জনতাই নানাবিধ পুষ্প বৰষিলে
পুৰোহিতে আৰম্ভিলে পুণ্য অনুষ্ঠান।

সম্মুখত নাটঘৰ বিচিত্ৰ ৰচনা!
সুকুমাৰ চাৰুশিল্প, চিত্ৰ পট আদি
শোভি আছে কেউকাষে জীৱন্তৰ দৰে।
নানাবিধ বাদ্যযন্ত্ৰ মঞ্চৰ মাজত,
এগছি উজ্জ্বল বন্তি, এখনি শৰাই। —
"কুবেৰৰ জন্মোৎসৱ" অভিনয় হ'ব;
ৰুচিপূৰ্ণ সাজ পিন্ধি নৃত্য ভঙ্গিমাৰে
নাটকৰ সূত্ৰধাৰ আহিল ওলাই —
সমাগত জনতাক প্ৰণতি জনাই
বখানিলে নাটকৰ পূৰ্বাভাষ এটি।.....

অলকাৰ সৰ্বশ্ৰেষ্ঠা বিদুষী কিন্নৰী
পুষ্প মালিকাই আহি নৃত্য আৰম্ভিলে।
লগে লগে বেণু, বীণা, মুৰুলীৰ ধ্বনি
মনমোহা মূৰ্চ্ছনাত উঠিল ঝঙ্কাৰি।
নিমেষৰ ভিতৰতে ৰাজসভা সেই
মুগ্ধ হ'ল নৃত্য আৰু গুঞ্জন ধ্বনিত!
নিস্তব্ধ বনত যেন আপোন মনেৰে
মৌ-মাখি-পখিলাই ৰচিলে এখন
কল্পনাৰ ইন্দ্ৰজাল, সুৰৰ সাগৰ!—
তাৰে মৃদু তৰঙ্গৰ কোমল পৰশ
দৰ্শকৰ কল্পনাত অলক্ষিতে লাগি
মুগ্ধ হ'ল সকলোটি-নিটাল, নিমাত!
উৎসৱৰ যত মানে আছিল সম্পদ
কাঢ়ি ললে 'মালিকাৰ' নূপুৰ নিক্কনে;

সৰগৰ সুৰ বোৰ নামি আহি যেন
লীন হ'ল কিন্নৰীৰ নৃত্য-ভঙ্গিমাতে।
বসন্তৰ মধু বাৰে কান্দিলেহি যেন
মালিকাৰ চৰণত পৰাভৱ মানি।

অকস্মাৎ জনতাৰ স্বপ্নাৱেশ ভাঙ্গি
উৎসৱৰ মণ্ডপত ক'ৰবাৰ পৰা
জীৰ্ণ শীৰ্ণ বেশী এক পথৰ ভিক্ষাৰী
উপস্থিত হ'ল।
কাতৰ স্বৰেৰে সেই
উদ্ভ্ৰান্ত পথিকে আহি সোধে কুবেৰক,—
"তুমি ৰজা অলকাৰ, তুমি যক্ষপতি?
ছিঃ ছিঃ হিঃ হিঃ - অহহ ! অহহ ?"—
উন্মাদ গতিৰ সেই অৰ্থহীন কথা
শুনিলে সভাই অতি বিস্ময় মনেৰে,
অমঙ্গল আশঙ্কাত ৰজাৰ হৃদয়
উঠিল শিয়ঁৰি। ৰাজদূতে আহি
উন্মাদৰ দুই হাত টান কৈ আঁটি
বান্ধিব খুজিলে। ত্ৰস্তমান জনতাই
"মাৰ্ মাৰ্ ধৰ্ ধৰ্" কোলাহল তুলি
উৎসৱৰ কোমলতা কৰিলে বিনাশ।

কম্পিত কলেৱৰ কুবেৰ তেতিয়া
লাহে লাহে থিয় দিলে নিজ আসনত,
ভিক্ষাৰীক সম্বোধিলে বিনীত স্বৰেৰে,—
"যেয়ে হোৱাঁ, কোৱাঁ তুমি, কিয় এনেকৈ
অকস্মাৎ অমঙ্গল দিলাহি সূচাই?
কোৱা তুমি কি লাগে, যিবা লাগে বোলাঁ
তাকে আজি দিম মই; তোমাৰ আশাৰ
অতীত সম্পদ দিম, কোৱাঁ, কোন তুমি?"

দুহাতে চকুলো টুকি কাতৰ সুৰেৰে
ক'ব খোজোতেই কথা ভিক্ষাৰীৰ হিয়া
শতধা বিদীৰ্ণ হয়; অকস্মাৎ যেন
শত শত শতাব্দীৰ স্তুপীকৃত ব্যথা
উপচি পৰিল আহি তাৰ হৃদয়তে!
মৰ্মদাহী যন্ত্ৰণাৰ তীব্ৰ আৱেগত
হতভাগ্য কঙালৰ কথাই কথাই
সাঁচিথোৱা বেদনাৰ অগ্নিকণা বোৰ
উফৰি পৰেহি আহি শব্দৰূপ লৈ।
ৰজাৰ আশ্বাস পাই ঠোকাঠুকি কৈ
আৰম্ভিলে ভিক্ষাৰীয়ে, - "শুনা মহাৰাজ!
আজি মই জীৱনৰ জীয়া জুই কুৰা
আনিছোঁ মেলিম বুলি তোমাৰ আগত।

চোৱাচোন চকুমেলি যক্ষপতি তুমি,
চোৱাচোঁ এবাৰ মোৰ এই মুখ খন,
চোৱাচোঁ এবাৰ তুমি এই বুকুখন
চোৱাঁচোন নিজে হাতেৰে এবাৰ।
অহহ। অহহ। - ৰজা। জানিছানে তুমি
কেঁৱে মোক নুসুধিলে কিহৰ কাৰণে
উন্মাদৰ দৰে মই পথে পথে ভ্ৰমি
অস্থি-চৰ্ম সাৰ মোৰ শুকান দেহেৰে
আৰ্তনাদ কৰি ফুৰোঁ; কিহৰ বেদনা?,

ভিক্ষাৰীৰ কথা শুনি ব্যথিত সুৰেৰে
বেদনা কাতৰ হৈ কয় যক্ষৰাজে
"কোৱাঁ, কোৱাঁ, এইদৰে নহবা বিহ্বল
মুক্তহস্তে আজি মই তুষিম তোমাক।"
- "ঐশ্বৰ্য্যৰ আশা কৰি নাই অহা মই,
নাই অহা আজি মই সম্ভ্ৰম বিচাৰি।
আহিছোঁ কেৱল মাথোঁ জুই দিবলৈ,
ঐশ্বৰ্য্যৰ প্ৰবঞ্চনা শিক্ষা দিবলৈ।
এদিন আছিলোঁ ময়ো ধনী সদাগৰ;
ক্ৰোড়পতি, লক্ষপতি কতনো বণিকে
যাচিছিল নমস্কাৰ, চৰণত পৰি
লৈছিল পদৰেণু আশীৰ্বাদ বুলি!
ৰাজ অট্টালিকা মোৰ, বিজয় তোৰণ
জিলিকি আছিল হায় নিলগৰে পৰা।
পুত্ৰ-কন্যা, দাস-দাসী, ভাৰ্য্যা প্ৰিয়তমা
আছিল কাষত মোৰ সংসাৰৰ সুখ।

কিন্তু - কিন্তু - অকস্মাৎ, অতি অকস্মাৎ
এদিন দুপৰ নিশা - যেতিয়া নিদ্ৰিত —
বিধতাৰ অভিশাপ পৰিল শিৰত।
হেন্দুলি উঠিল দেশ, চৌদিশে জুৰি
উঠিল হঠাৎ এক ভীষণ চিৎকাৰ।
প্ৰলয়ৰ বাৰ্তা অনা ভূমিকম্প আহি

নিমেষতে ধ্বংস কৰি ৰাজটোল মোৰ
লৈ গ'ল লগে লগে সকলো ঐশ্বৰ্য্য।
পুত্ৰ, ভাৰ্য্যা, দাস, দাসী, ঐশ্বৰ্য্য বিভূতি
শেষ হ'ল ক্ষন্তেকৰ সেই ইঙ্গিতত।
কেৱল থাকিলোঁ মই, কেৱল মই —
দেৱশিশু যেন মোৰ যিটি পুত্ৰ পাই
প্ৰিয়তমা ভাৰ্য্যা মোৰ মোহমুগ্ধা হয়;
যাক এটি চুমা যাচি লভিছিলোঁ মই
সাতোখনি সৰগৰ ইন্দ্ৰসুখ হায়!
সিও গ'ল! শেষ হ'ল সেই মুহূৰ্ততে
ইমান দাৰুণ শোক, এনে মৰ্মদাহী
প্ৰাণৰ বিলাপ লৈ ঘুৰি ফুৰোঁ মই।

ঐশ্বৰ্য্যৰ লালসাত অন্ধ হৈ মই
দীন-দুখী, ভিক্ষাৰীক নাচালোঁ উলটি,
নকৰিলোঁ দান-ধৰ্ম, স্বজাতিৰ সেৱা,
ব্যৰ্থ হ'ল অৰ্থ মোৰ বাসনা বিফল;
ধৰাৰ ঐশ্বৰ্য্য থ'লে ধৰাই লুকাই! -
শুনিলোঁ হঠাৎ এই উৎসৱৰ কথা।
ঐশ্বৰ্য্যৰ অধিপতি কুবেৰ যিজন
তেওঁৰ জনমতিথি কৰিব পালন
ৰাজভক্ত প্ৰজাবৃন্দে; উৎসৱ! উৎসৱ!

"কুবেৰৰ জন্মোৎসৱ" - নাম শুনি মোৰ
জ্বলিল দুগুণে জুই চিন্তাৰ মাজত।
বাটে পথে কত শত কঙাল ভিকহু
কণামাত্ৰ চেনেহৰ অভাৱত পৰি,
আধামৰা হৈ আছে তীব্ৰ যাতনাত
সেইপিনে বিলাসীৰ চকু যায় যদি
নাক মুখ কোঁচ খায়, ঘোপা হয় চকু।
দৰিদ্ৰৰ আৰ্তনাদে ধনীৰ হৃদয়
নপৰশে আজি হায় - তিলেকো সময়।

নোসোধে বিশ্বই আজি কাৰ মৰমত
কিহৰ আঘাত লাগি মৰিছে মানুহ!
এনেকুৱা হিয়াহীন বিলাসীৰে তুমি
ৰাজ অধিৰাজ হৈ পাতিছা উৎসৱ।
আছে যদি হৃদয়ত স্নেহৰ কণিকা,
তুমি যদি সঁচাকৈয়ে বিশাল হৃদয়।

এই মুহূৰ্ততে এই ৰাজ পৰিচ্ছেদ,
খহাই পেলোৱাঁ আজি, দীন-দুখী বেশে।
সাষ্টাঙ্গে মাটিত পৰি জনোৱাঁ প্ৰণতি
কোঁৱা আজি জনতাক তোমাৰ মুখেৰে,
"ঐশ্বৰ্য্যও ঈশ্বৰৰ মোহময় দান;
মায়ামুগ্ধ মানুহৰ দূতৰূপ ছল।"

বাহিৰত ঐশ্বৰ্য্যৰ আড়ম্বৰ দেখি
মজিছে জগত মিছা মায়াৰ মোহত
অন্তঃসাৰ শূন্য এই বৃথা অভিনয়
এয়ে যদি লক্ষ্য হয় এয়েই আদৰ্শ,
প্ৰেমময় ঈশ্বৰৰ বিশাল সৃষ্টিত
লুপ্ত হ'ব ঈশ্বৰে আপোন অস্তিত্ব।
দেৱ দেৱ মহাদেৱ বিশ্বনাথে নিজে
ভিক্ষাৰীৰ বস্ত্ৰ পিন্ধি, দুৱাৰে দুৱাৰে
শিকালে ত্যাগৰ মন্ত্ৰ, প্ৰেমৰ মহিমা
তথাপিও মুগ্ধ হৈ উলটি নাচালে
ৰুদ্ৰমূৰ্তি দেৱতাৰ ক্ৰোধাগ্নিত পৰি
ভস্ম হ'ব ঐশ্বৰ্য্যৰ বৃথা আড়ম্বৰ।"...

সেই মুহূৰ্ততে সেই উন্মাদ পথিক
উৎসৱ মণ্ডপ এৰি উদ্দাম গতিৰে
খোজ ললে কেনিবাদি অৰণ্যৰ ফালে।
বজ্ৰাহত উৎসৱৰ সমস্ত অতিথি,
স্তব্ধ হ'ল অলকাৰ প্ৰিয় অধিপতি।
ক্ষন্তেক পাছতে ক'লে - "হে অভ্যাগত
হে সুধী সমাগত, পুণ্য তিথি আজি,
আজিহে জনম মোৰ, সাৰ্থক উৎসৱ।
নিজে মই ঐশ্বৰ্য্যৰ একচ্ছত্ৰী ৰজা
মোৰ গাত এই সাজ, এই আয়োজন—
নহলেও মোৰ মান থাকিব অটুট।
যাৰ আছে তেওঁ যদি নোখোজে এৰিব,
যাৰ নাই, ক'ৰ পৰা কৰে তেওঁ দান?
সোণ, ৰূপ, হীৰা, মুক্তা বিভূতি বিভৱ
সৃজিছে যিজন গুপ্ত অদৃশ্য ঈশ্বৰে,
তেৱেঁই সৃজিছে মোক আপোন ইচ্ছাৰে।
ধন্য মোৰ জন্মোৎসৱ, ধন্য এই তিথি —।
এই মুহূৰ্ততে মই নিজে গৈ আজি

বিশ্বনাথ শঙ্কৰৰ চৰণ তলত বহি
[illegible]
আদেশিলে সাৰথিক -' সজোৱাঁ "পুষ্পক"
যাত্ৰা কৰোঁ কৈলাসলৈ' - এই মুহূৰ্ততে।"

সমবেত জনতাৰ নিস্তব্ধতা ভাঙি
থিয় হ'ল ধীৰে ধীৰে ৰাজ পুৰোহিত,
দুহাতে অঞ্জলি লৈ মধুমন্ত্ৰ পঢ়ি
ঢালি দিলে পুষ্পৰাশি ৰজাৰ শিৰত,
মধু মধু শবদৰ মধু উচ্চাৰণ,
মধুময় গন্ধভৰা পুষ্প বিতৰণ,
সেয়ে হ'ল উৎসৱৰ শেষৰ ক্ৰমণি---
সকলোৱে সমস্বৰে দিলে জয়ধ্বনি।

পুষ্পক - কুবেৰৰ ৰথ

যোৰহাট
২৩/৬/৩৫

## প্ৰশ্ন

চিন্তই মোৰ বাহিৰত যিটি
আঁকিছে ৰূপৰ ৰেখা,
সেই ৰূপৰেই সমাজিক আহি
মোকেই দিছেহি দেখা!
সেইহে হ'বলা
মই জ্বলাকলা
মোৰে স্বৰূপৰ আনন্দ চাই;
সেই বাবে নেকি
লাগে মোক চাকি
বিচাৰি ল'বলৈ' চিনাকী ঠাই?

(বাৰু) সৰুয়ে দেখিছোঁ আগলৈ মোৰ
পুত্ৰইঁতৰ মুখ
নাই জানো তাতে মোৰ সাধনাৰ
এফেৰি ৰশ্মি-সুখ।
নাইনে তাতেই
প্ৰাণটি তেনেই,
অপূৰ্ণ যিটিয়ে পূৰাব মোৰ
নোলাবনে তাত
এনে এটি বাট
নপৰে যিটিৰ সমুলি ওৰ?

নাজানো যদিহে কিয়বা আঁকিছোঁ
কাৰ আদেশত ছবি
কিনো লাভ হ'ব কোৱাচোঁ মনৰ
গোপন দেশৰ কবি।

কিয়, —— সাগৰে মাতিছে,
বতাহে নাচিছে
তৰাই ধৰিছে শৰাই তুলি,
উজলিছে কাৰ
মণি মুকুতাৰ
ৰঙা মালাধাৰি, কলীয়া চুলি?

মই, —— যাওঁনে নেযাওঁ যাওঁ যাওঁ কৈ
ভাবোঁতে ভাবোঁতে বহি
যদি ত্ৰিদিবৰ প্ৰিয়াৰ বুকুত
যাওঁগে' তেনেই জহি---
তেতিয়ানো হায়
মোৰ অভিপ্ৰায়
কবাঁ কাক, প্ৰিয়, কোৱাচোঁ আজি?
শুনি যাওঁ মোৰ
বেদনা আতুৰ
বিফলতা খিনি উঠোতে বাজি!

যোৰহাট
৮/৭/৩২

## এটি চম্পু

(ভক্তৰ মহেশ্বৰ নেওগৰ জন্মদিনৰ উপহাৰ)

মাতৃগৰ্ভ এৰি থৈ মাটিত পৰোঁতে
শিশুটিয়ে কান্দে নে হাঁহে
তাকে বুজ লবলৈ
ৰাতি শিয়ালী আহে,
বাৰীৰ বগৰী ফুলে,
কাণখোৱাবোৰে
কাণ খাই খাই কাহে।

কাহানিবাই —
উপজি পুৰাতে —
জোনবায়ে বেজী এটি দিলে
পেহীয়ে মোনা এটা সীলে
আয়ে তাতে তাহানি কালৰ
এপইচা, দুপইচা, ছুৰতীয়া, আদমহীয়া
এটা দুটা পেলাই থ'লে।...
আইও মৰিশালীত
অলৌলৌবা কপৌ লতাই
এটা দ'ল সাজিলে—
গৰখীয়া লৰাই সোধে
এইটি কাৰ দ'ল? ...
ৰংপুৰ নগৰৰ দাঁতি-কাষৰীয়া
কমাৰফদীয়া গাওঁ
উভতি চাওঁ
দ'লৰ মাজত বহি
শ্ৰীমহেশ্বৰে
জপিছে বৰ্ণ-মালা,
বাপধনহঁতে
টিকা জাপ মাৰি
কৈছে সেইয়া
হেঁকাই টিলিকি মৌ।...

নেওগ

হেম কাকতি, কৰবী হাজৰিকা, নব শৰ্মা আৰু নন্দিতা চলিহাই জীৱনৰ শুকান বালিত আৱিষ্কাৰ কৰিলে এটা জন্মদিন। সেই শুভ দিনটোৰ সম্ভেদ বিচাৰোতে হেমকোষৰ পাতত মই আৱিষ্কাৰ কৰিলোঁ এটা শব্দ - 'চম্পু' - গদ্য-পদ্য মিহলি এবিধ ৰচনাৰ নাম। অসমীয়া সাহিত্যত আপোনাৰ শুভ জন্মদিনৰ, পুণ্যসন্ধ্যা ১৯৭৩ চনৰ ৭ ছেপ্তেম্বৰ তাৰিখ শুকুৰবাৰে এই 'চম্পু' কে আপোনাক অৰ্পণ কৰি আপোনাৰ সুদীৰ্ঘ জীৱন, সুন্দৰ স্বাস্থ্য আৰু আনন্দময় ভৱিষ্যৎ কামনা কৰিলোঁ।

গাত গামোছা লোৱা
হেলচি গুলচি সোণপাহী মালিতাই
তাহানিযে গাইছিল—
কাম চৰাইৰ ৰঙা ঠোঁট
তাতে দিলে সেন্দুৰ ফোঁট
দেউতা ঐ
দূৰৈকৈ নিদিবা মোক--

কাম-সেন্দুৰৰ ফোঁট লৈ যাত্ৰা কৰিলে হেনো সৰ্বসিদ্ধি হয়। আজি জন্মদিনৰ দিনা —

দিওঁ এটি কপালত
বিজয় তিলক
জন্মদিনৰ জয়।

## এজুপি আঁহত গছ

বৃক্ষানাম অশ্বত্থ - গীতা

পদুলি মুখৰ আঁহত এজুপি
একান্ত বিশ্বাসী এটি দুৱৰীৰ দৰে
কত কাল আছে ঠিয় হৈ
চকুত টোপনি নাই
কোন আহে কোন যায়
তাকে চাই চাই—
একেদৰে আছে মাথোঁ বৈ।

আজো ককা দেউতাই হেনো
ৰুইছিল সেই এটি আঁহতৰ পুলি,
ককাই নিতৌ পুৱা তামৰ লোটাৰে
মন্ত্ৰ মাতি দিছিল
শ্ৰদ্ধাৰ অঞ্জলি।
গছৰ মাজত হেনো আঁহত স্বয়ং
পূৰ্ণব্ৰহ্ম ভগবান বৃক্ষৰূপ লৈ
জগতৰ আদি-জ্যোতি কৰিছিলে দান
ছাঁয়াও বিশ্বৰ ৰূপ
লুকুৱাই থৈ।

আঁহতৰ পাতে পাতে
যুগে যুগে স্মৃতিৰ বতাহে
মনে মনে কত কথা পাতে,
ভক্তিমান আৰ্য্যৰ সন্তানে
তৃণ-তৰু-বনস্পতি মধুময় বেশে
স্ৰষ্টাৰ জীৱন্ত ৰূপ
দেখিছিল তাতে।

সেইহে কিজানি হায়
অপুত্ৰকা পেহীতিয়ে
সেই, আঁহতৰ পুলিটিকে
পুত্ৰ-জ্ঞান কৰি,
বৈদিক প্ৰথাৰে হেনো
ন-গুণ লগুণেৰে
উপবীত কৰিছিল
প্ৰাচীন যুগৰ সেই,
প্ৰথাকে সুঁৱৰি।

তিনি পুৰুষৰ সোঁৱৰণী লৈ
আজিও আঁহত জুপি
সেই একে দৰে
পদুলি মুখতে আছে
ঠিয় হৈ অকলশৰে!
সমুখৰ আলিবাট
মহাসাক্ষী হৈ
নিমাত নিস্তব্ধভাৱে
যুগান্তৰ স্মৃতি আছে লৈ।

কিমান আহিল সেই আলিবাটেদিয়ে
কিমান বিলীন হ'ল
পাহৰণি আন্ধাৰৰ
নিজান বুকুত
সকলো বুৰঞ্জী যেন
আঁহত জোপাৰ গাতে
লিখা আছে কিবা
আখৰেৰে,
মৃদু মৃদু বতাহত কঁপি কঁপি যেন
কৈ আছে তাকে চাই
আঁহতৰ পাতে।

এদিন ওচৰ চাপি
সেই জুপি আঁহতৰ গাত
চাওঁ বাৰু কিনো আছে তাত—
গম্ভীৰ হিয়াৰে যেন আঁহত জুপিয়ে
স্নেহৰ পৰশ দিলে।
— কিবা যেন আছে তাৰ ছাঁত।
সেই গছৰ বুকুতে যেন
আমাৰ গাঁৱৰ এটি
মধুময় অতীতৰ কথা
আছে, মনোময় কবিতাৰে গঁথা;

সেইহে কিজানি—
আঁহত জুপিত কেঁৰে
ঘাপকো নামাৰে
কিজানিবা বেথাভৰা
অতীতৰ ছিটিকি পৰেহি এঠা!

৭/১০/৫৫

## বিভীষিকা

অকস্মাৎ
কঁপি উঠে বুকু মোৰ, পৰেহি আঘাত
নভবা বিপদে আহি ভয় দেখুৱাই
কয়, - এতিয়াই
হাত ভৰি বান্ধি তোক সঙ্গীহীন কৰি
ততালিকে লৈ যাম ধৰি।

ভয়ো লাগে সঁচাকৈয়ে কিনো আছে মোৰ
এনে শক্তি ঘোৰ,
সেই বাণী শুনি পাৰোঁ ক'ব এনেক'ই
এই অস্ত্ৰ লৈ
তোৰ এই ৰুদ্ৰমূৰ্তি কৰিম বিনাশ
নকৰোঁ শুনিলে ভয় তোৰ জয়োল্লাস!

যদি হায়
দয়া-মায়া হীন সেই নিষ্ঠুৰে পাই
কৰে পাহ্ পাহ্
সকলো হেপাহ,

আধা-মেলা পোহাৰৰ মনোহাৰী খিনি
মিছাতে যদিহে যায় গছকত মিলি;
যদিহে ভৈয়াই
আচানতে মেলা মোৰ মণি চোৰে পাই
কৰে থানবান্
তেতিয়ানো কোনে মোৰ সকৰুণ গান
তৰুণ-তপস্বী হৈ ভৰণ হাটত
মণি খুজি চকুলোৰে গাব বিষাদত?

ভয় লাগে সঁচাকৈয়ে — হেৰা বিভীষিকা,
প্ৰলয়ৰ বহ্নি শিখা
মোৰ ফালে মুখ কৰি নেমেলিবা আৰু
মই বাৰু
দম্ভ কৰি কওঁ যদি কেতিয়াবা কথা,
বুজা জানো তাৰ মৰ্ম বেথা?

শুনা,
বাদ্য-যন্ত্ৰ, সাধ্য-মন্ত্ৰ আৰু ধূপ-ধুনা,
শব্দসধা পুষ্পপাত্ৰ আগ্ৰহেৰে আনি
লোতককে গঙ্গাজল মানি
ভুৱনমোহিনী মোৰ প্ৰিয়াৰ নাচত
আৰতিৰ অৰ্ঘ্য দিওঁ অতি হেপাহত!
সেয়ে মোৰ মণিদীপ
সেই ৰূপ প্ৰিয়া মোৰ অতি দীপ্‌লিপ্।
দেখোঁ কি নেদেখোঁ, শুনোঁ কি নুশুনো
তথাপিও শুনো যেন ৰুণু জুনু জুনু
এনা বতাহতে এটি অনাহত ধ্বনি;
— সেয়ে মোৰ আদি, তাতে সামৰণি।

সেইবাবে খাটিছোঁ তোমাক,
অকস্মাৎ
নকৰিবা ৰুদ্ধ মোৰ মনৰ দুৱাৰ,
আৰতিৰ অভিসাৰ
নকৰিবা ব্যৰ্থ আৰু নিদিবা আঘাত,
অতি অকস্মাৎ।

ডুমডুমা, ৰাইদাং বাগিচা, ২৮/৮/৩২

## শ্ৰীলক্ষ্মীনাথ

শত শৰতৰ আজি শেৱালি বুটলি
উভতি আহিছোঁ কাৰ মুখ চাবলৈ,
কাৰ মুখ নেদেখিলে মনৰ হেঁপাহ
মনতে লুকাই থাকে অপূৰ্ণ হৈ?
যাৰ মুখ চাই চাই বুকুত সোমাই
মাতিছিলা অসমৰ মৌ-মিঠা মাত,
তেৱেঁই তোমাক আজি আদৰি সাদৰি
মৰম বেথাৰে কৰে হিয়া খনি শাঁত।
ৰসৰ নিজৰা এটি হিয়াত লুকাই
আহিছিলা নিজে তুমি ৰসৰাজ হৈ,
ৰসময়ী ভকতিৰ এসুঁতি ৰোৱাই
গুচি গঁলা সাহিত্যৰ ৰত্নৰাজি থৈ।
সাহিত্যৰ মহাৰথী শ্ৰীলক্ষ্মীনাথ
অখণ্ড প্ৰদীপ তুমি জোনাকী যুগৰ,
জন্ম শতবাৰ্ষিকীৰ মহা-উৎসৱত
উভতি আহিছে বাণী তোমাৰ মুখৰ।
গাওঁ আজি সমস্বৰে জয় লক্ষ্মীনাথ
জয় জয় অসমীয়া ভাষা-সাহিত্যৰ।
লোৱা দেৱ অসমৰ শৰাই - সঁফুৰা
মৃত্যুহীন তুমি পুত্ৰ শ্ৰীলোহিত্যৰ।

যোৰহাট
২৮/৯/৬৮

## উঠা জাগা

ধৰ্ম নাই, ধৰ্ম নাই
ঈশ্বৰ নাই, ঈশ্বৰ নাই
ৰণমত্ত অসুৰৰ দলে
নৰৰক্ত পান কৰি
জাঁউৰি জাঁউৰি কৈ
বৰটোপ বন্দুকৰ
উদ্‌গাৰি অগ্নি
পৰ্বত কন্দৰত খলক লগাই
ধৰ্ম নাই! ঈশ্বৰ নাই! ...

শুনাঁ, শুনাঁ - পৃথিৱীৰ জনগণ
শুনাঁ, শুনাঁ - ঈশ্বৰৰ লীলাভূমি

সৃষ্টিৰ জননী
ভাৰতবৰ্ষৰ যত
আঁহা নৰ নাৰী
দাম্ভিক অসুৰে আজি
ৰণ সাজে আজি
হুঙ্কাৰিছে ভীম নাদে
বিষ দগ্ধ অগ্নি পিণ্ড
উদ্‌গাৰি উদ্‌গাৰি ...

সিহঁতৰ, প্ৰেম নাই, প্ৰীতি নাই,
নাই একো মানবীয়
স্নেহৰ বান্ধোন
আছে মাত্ৰ
হিংসাৰ প্ৰমত্ত বাণ
চঙ্গীনৰ চোকা জোং
নৰহত্যা কৰিবৰ
সৰ্বনাশী যুদ্ধৰ সাজোন
সেইবাবে হুঙ্কাৰিছে
ৰণ - ৰণ - ৰণ
বজ্ৰ নিনাদে কয়
ধৰ্ম নাই - ঈশ্বৰ নাই
আছে মাত্ৰ অস্ত্ৰবল
গমতৰ সম্বল! ...
মনত পৰেনে পৃথিৱীৰ জন্মতে যেতিয়া
দেৱতাই অসুৰে যুঁজি টলমল কৰিছিল
স্ৰষ্টাৰ আসন।
মনত পৰেনে অসুৰ বিধ্বংসী অস্ত্ৰ
দধিচীৰ অস্থিৰে নিৰ্মাণ কৰি
নিৰ্মূল কৰিলে সেই
সৃষ্টিৰ বিদ্ৰোহী কীট-পতঙ্গবোৰক ---
ইন্দ্ৰৰ বজ্ৰই?

মনত পৰেনে বিষপান কৰি
মহাদেৱ নীলকণ্ঠ হ'ল
অমৃতৰ ভাণ্ড লৈ
গড়ুৰ পক্ষী
মৃত্যুহীন সৰগলে গ'ল?

চোৱাঁ, চোৱাঁ সৌ
মানস হ্ৰদৰ পাৰ
প্ৰজাপতি ব্ৰহ্মা বহি
পদ্ম আসনত
ৰচিছিল আৰ্য্য-ভূমি
আনিছিল - স্বপ্নসম প্ৰথম প্ৰভাত
ধ্বনি উঠিছিল অনাহত ৰবে
— বেদা - আমতং পুৰুষং মহান্তং-
সেই, সেই
অমৃত পুৰুষৰ লীলা ভূমি এই
আমাৰ ভাৰতবৰ্ষ
কৌটি কৌটি কালৰ গৰিমা
নাই যাৰ ভৌগোলিক সীমা
অসুৰে গিলিব খোজে
আৰ্ত্তনাদ কৰি
প্ৰৱঞ্চনা, শঠতা আৰু
চৌৰ্য্য বৃত্তি লৈ!

উঠাঁ, জাগাঁ, চোৱা সৌ
অচল-অটল হিমাচল
মহাগিৰি ৰাজ
আদিম যুগৰে পৰা
বিজয় কেতন লৈ
উচ্চশিৰে আছে থিয় হৈ --
কালৰ প্ৰহৰী
গৌৰী আৰু শঙ্কৰৰ
শান্তি নিকেতন
বন্দুকৰ গুলীৰে আঘাত কৰি
অসূৰে নাচিছে আজি
প্ৰেত মূৰ্তি ধৰি
উঠাঁ, জাগাঁ, ৰাখাঁ মান
সৃষ্টিৰে জননী ৰূপা ভাৰত মাতাৰ

বকুলবনৰ সুৰভি

## বাল্মিকী

এহাল ক্ৰৌঞ্চ পখী,
এপাট কাঁড়,
এটা ব্যাধ,
এজন তপস্যাসিদ্ধ ঋষি,
এখন নিজানৰ নৈ
তমসা, —
স্নান কৰি তমসাত
কমণ্ডলু ভৰাই
গঙ্গা, যমুনা, গোদাবৰী, সৰস্বতী
নৰ্মদা, সিন্ধু, কাবেৰীৰ
পানী লৈ
ঋষি উঠি আহিছে
পাৰৰ ওখ গড়ালৈ—

বুকুত এপাট কাঁড়লৈ
এহালৰ এটি কৰ্চন চৰাই
তেজেৰে ৰাঙলী হৈ
থপ কৰে সৰি পৰিল
ঋষিৰ সোঁ-ভৰিৰ আগত

ঋষিৰ স্তাম্ভিত হ'ল —
হঠাৎ ওলাল এটি
ছন্দোময় কবিতাৰ বাণী ঃ
মা নিষাদ প্ৰতিষ্ঠাং ত্বঁমগমঃ শাশ্বতী সমা
যৎ ক্ৰৌঞ্চ মিথুনাদেকম্ বধি কাম মোহিতম্।

তেজৰ ৰঙা দাগবোৰৰ
ওপৰত
কমণ্ডলুৰ এছাটি অমৃত-জল
ছটিয়াই
অনন্ত অসীম কাল জয় কৰি
দীঘল ডাড়িৰে সেয়া কোন?
সুঁৱৰি নোপোৱা অতীত

পৃথিবীৰ স্মৃতিৰ ফলিত
কবিতা লেখা
মৰণ কালত সেই
ক্ৰৌঞ্চ পখীটোৰে দেখা —
সেই বাল্মিকী
অতীন্দ্ৰিয় সপোনত সৌৱা
কৰি আছে টিকিমিকি ।।

## অমূল্য বৰুৱা

ফুলৰ কথা সুঁৱৰি
ফুলনিৰ ফালে চালে
নুফুলা দিনতো মনত পৰে গোলাপৰ কথা,
কি ৰং, কি গন্ধ, কি ৰূপ ?....................

বুলবুল নাই অসমত
কিন্তু মাত নাইকিয়া
পাতসীয়াবোৰ আছে।

টিপ টিপ কৈ ফুলে ফুলে পৰি
পাতসীয়া চৰাইটোৰে
ফুলৰ সন্তেদ লয় —
গোলাপ! গোলাপ !............

এটি আছিল তৰুণ যুৱক —
ভোগদৈৰ পাৰত ;
মুখত হাঁহি চকুত দীপ্তি ,
ওঠত ৰঙা হেঙুলৰ বোল,
ডালিম গুটীয়া দাঁতৰ গুৰিত
পোৱাল ৰঙৰ আলু —
হাঁহি নে গোলাপ ফুল
গোলাপ ফুল নে হাঁহি —
ভ্ৰান্তি আছে সুঁৱৰিলে সেই ছবি —

দেহি ঐ !
আছিলে মোৰ এটি ৰত্নেশ্বৰ
হেঙুল বৰণীয়া কবি —
অমূল্য বৰুৱা !.....
আজি নন্দন কনত বিচাৰি আহিছোঁ
মই অমূল্যৰ শ্ৰদ্ধাৰ ধৰুৱা !

নকুলচন্দ্ৰৰ সুৱষ্ঠি

## নৱ-যুগ

যি-ঢৌ উঠিছে আজি
সেই ঢৌৱে
গ্ৰহ-উপগ্ৰহ বোৰ বিচাৰি বিচাৰি
মহা-আকাশতো
কৰে তোলপাৰ।
পৃথিৱীত- তুমি আৰু মই
বেদনা-বিক্ষুব্ধ হৈ
গুজৰি গুমৰি
ক্ৰান্তিক কৰিছোঁ আহ্বান —
অপদাৰ্থ মানুহৰ
নাই আজি স্থান ।..........

পেৰিচত সন্ধ্যা নমা —
মদ-গন্ধী হাচনুহানাৰ
সুবাস বিলাই যোৱা
ৰেচমী পোছাকৰ বা-ত
আজিৰ পৃথিৱী নাযায় তল।

আজি, অনুসন্ধিৎসুৰো
হৰিছে মাত।
কোন ফালে বাট?..........

আকাশ ?.....আকাশ যে শূন্য তেনেই?
পাতাল? ... কেনি যাবোঁ?

গন্ধক, খাৰুৱা তেলৰ দুৰ্গন্ধ পিতনি।
পৃথিৱীৰ মাটিত
নৰ-ৰক্ত পান কৰা
ৰাক্ষস বোৰৰ অট্টহাস্য
ভয় জানোঁ নালাগে তোমাৰ? ...
তুমি ক'লা —

ভয় নাই, শঙ্কা নাই, দীনতা-হীনতা নাই ·
আমি নতুন মানুহ
হাঁহিৰে ওপচা আনিম নতুন দিন
এয়েই নবীন-প্ৰাণৰ
নিত্য-নৱ-যুগ!

যোৰহাট
৯/১০/৬৩

---

বকুলবনৰ সুৰভি

## ভুলৰ মোহ

কৈশোৰে যৌৱনে এদিন যেতিয়া
কেৰ পাতিছিল হায়,
কিনো নেদেখিলোঁ সিদিনা হঠাৎ
মাটিৰ মৰম পাই!
নাচোনৰ লাছ আছিল তেজত
গীতবো আছিলে সুৰ;
বননিৰ বতাহত বুকু কঁপিছিল
হিয়া পৰিছিলে জুৰ।
আলি বাটে বাটে গছ -লতা পাতে
সাবটি ধৰিছিল মোক
কিনো দুখ বেজাৰ ভু-কে নেপালোঁ
নেজানি আছিলোঁ শোক।
য'তে পৰিছিল চকুৰে চাৱনি
তাতে ফুটিছিল ক'লি,
এনা ফাগুনতে মোৰ উশাহতে
মৰম গইছিলে গ'লি!

দেহি ঐ!
কোনে কাঢ়ি নিলে গমকে নেপালোঁ
থিতাতে কেনিবা গ'ল
সেইদিনা দেখা পৃথিৱীখনৰ
ছবিটি চকুতে ৰ'ল?
হেপাহ নপলায়, পিয়াহো নুগুচে
কিনো সোঁৱৰণি জুই
জ্বলিব লাগিছে মনৰে মাজত
সপোনৰ কোঠাটি চুই।
পাহৰা জীৱনৰ প্ৰথমৰ কথাটি
সুৱাগী মালতী ফুল,
মই ভোমোৰাই তাৰে চৌদিশে
বিচাৰি ফুৰিছোঁ কূল!
সোঁৱৰণি মউ পান কৰি কৰি
অৱশ লাগিছে দেহা,
ভাগৰি জুগৰি চকু জাপ যায়
চাওঁতে মধুৰ বেহা।
মন যায় যেন মউৰে মাজতে
ঢৌ এটি হৈ থাকোঁ,

নিমাতী কুকুত সেই ডৌটিৰে
সপোনৰ ছবি আঁকো।
তালকো হায় নেপাও বিচাৰি
বেথাৰ মিতিৰ মোৰ,
যাৰ কাষ পালে মোৰ বোলাখিনি
পৰিব তেনেই ওৰ।
মউপিয়া মই পপীয়া জীৱন
ভুলৰে পাতিছোঁ থুল,
এটি ভুল যায় আন এটি আহে
ভুলেহে দিয়েহি দুল।
ভুল নকৰিলে নলৰে মনৰ
মৰম বিচৰা সুৰ,
নাচোনৰ লাছো নবলে তেজত
ওচৰ নেচাপে দুৰ।
ভুলৰো অন্ত নাই
ভুলতে জীৱন, ভুলতে মৰণ
ভুলতে সকলো লয়!

ডুমডুমা, ৰাইদাং বাগিচা
২৩/৮/৩২

## সদাশিৱ

নমো দেৱ মহাদেৱ
নমো শান্তি নমো শিৱ।
নমো সত্য সনাতন
ধীৰ স্থিৰ মহাত্মন।

বিশ্বনাথ ত্ৰিলোকেশ
হৰ শিৱ সত্য বেশ।
নীল গ্ৰীৱ জটাধৰ
মহাঈশ মনোহৰ।

কাম-ধ্বংসী কৃপাময়
প্ৰাণপ্ৰিয় প্ৰাণময়।
ব্যোম-ব্যাপী ওম ধ্বনি
নীলকণ্ঠ নীল-মণি।

আদি নাদ ওঙ্কাৰেশ
তুমি দেৱ হীন বেশ।
শূন্য ৰূপ পুণ্য স্মৃতি
হৰ হৰ লোভ-বৃত্তি,
হৰ মোহ হৰ মায়া
হৰ হৰ মৃত-কায়া।

গৌৰী-প্ৰিয় মহাগুৰু
ভক্তনিধি কল্পতৰু।
আদি অন্ত মধ্যহীন
তুমি ৰাত্ৰি তুমি দিন।

তুমি হৃদি প্ৰাণাৰাম
তুমি জ্ঞান অনুপাম।
তুমি শক্তি মূলাধাৰ
বাত বৃষ্টি ধ্বংসাকাৰ।

তুমি অগ্নি তুমি বায়ু
তুমি শক্তি তুমি আয়ু।
জ্ঞান তুমি ধ্যান তুমি
স্বৰ্গ, মৰ্ত্য, সৰ্ব ভূমি।

নমো নমো নমো দেৱ
তুমি প্ৰিয় সদা-শিৱ?

## অভাৱ

নিখিলৰ প্ৰাণ নিঃশেষ কৰি
অকলে ময়েই যদি
পূৰ্ণ প্ৰাণৰ লভিলোঁহেতেন
বিৰাট মহিমা এটি
তেতিয়া কিজানি মানুহৰ মন
পাৰিলোঁহেতেন পাব,
পাৰিলোঁহেতেন মোৰ মহিমাৰ
সকলো মাধুৰী চাব!
বিশ্বৰ প্ৰাণ মন্ত্ৰ মাৰি
মুগ্ধ কৰিব পৰা
পোৱা হ'লে আজি এনে শক্তি মই
দৃষ্টি কাতৰ কৰা,
থৰে থৰে ময়ে ৰাখিলোহেঁতেন
চেতন সকলো প্ৰাণী,
শুনালোঁহেতেন নেদেখা জনৰ
নুশুনা সকলো বাণী!

বকুলবনৰ সুৱঙি

পোৱা হ'লে মই নিখিল প্ৰবাহ
টৌৱাই সমস্ত মন,
থাকিলোঁহেতেন আকাশে আকাশে
বিচাৰি নেদেখাজন।

—
যোৰহাট
১১/৫/৩৪

## সঞ্জীৱনী

মইহে জানিছোঁ
কি জুয়ে মোক পুৰি
আজিও ছাই কৰিব পৰা নাই।
যিমানে জ্বলিছে জুই
সিমানেই মই
সপোন-চিতাত শুই
দেখিছোঁ মাথোন
মোৰ জননীৰ
সোণ বৰণীয়া
মুক্ত কেশ।

সৌন্দৰ্য্যৰ কিনো পোহাৰ
পৰালি নপৰে,
টোপাল নসৰে,
মৰণ নপৰে মনত।

এই জুই
মোৰ দিঠকৰ সুখ
সপোনৰ জ্যোতি,
মৃত সঞ্জীৱনী সুধা!

—
যোৰহাট;৪/৫/৭৮
বুধবাৰ পুৱা

## মনচুৰ মিঞাৰ কবিতা

বিদ্যুৎ বেগেৰে আহি
কলেহি কান্তাই
পৃথিবীত শুই থকা
শ্ৰীকান্ত ভৰ্ত্তাক দুনাই —
নাই, নাই।
স্বৰ্গতো একো সুখ নাই।...
অকৰ্মণ্য দেৱতাবোৰে
বহি বহি পূজা খাই থাকে,
খেনোক আশীৰ্বাদ
খেনোক অভিশাপ দিয়ে

উৰ্বশী মেনকাই
পানপাত্ৰ বোৰত
সোমৰসৰ সুধা বাকে —
দেৱতা সকল ভাৰশূন্য হৈ
নিৰালম্ব হয়।...
উঠাঁ, দেৱতাৰ দৰে
পৃথিবীতে থাকাঁ
প্ৰেয়সী, পিয়লা আৰু
সুধা সমুদ্ৰত
অৱগাহন কৰাঁ

ঐশ্বৰ্য্য বৰষুণত সৰি
তোমাৰ চোতালতে পৰিবহি
তুমি মাথোঁ শাও-গৰিহণা নেওঁচি
ধাৰ কৰা ধনৰেই
পিঠাগুৰি খুন্দি
খোৱাঁ, পিয়াঁ আৰু আনন্দ কৰা।

---

(পুব যোৰহাট বহাগী বিদায় উপলক্ষে যুগুত কৰা স্মৃতিগ্ৰন্থ "কাকলি"ত প্ৰকাশ)

যোৰহাট
২১/৪/৭৮

---

বকুলবনৰ সুৰভি

## অনিৰ্বাণ

বিশ্বৰূপাগ্নিৰ যি শিখা জ্বলিছিল
সৃষ্টিৰ আদিম পুৱাত
কেঁচা সোণবৰণীয়া হৈ
সেই শিখা অমৃত-আলোক
তৃণ-তৰু, গছ-লতা
সাগৰ পৰ্বত
মানুহ দেৱতা
জলচৰ থলচৰ
সহস্ৰ ধাৰাৰে গাত
সোণপানী লাগি
অনিৰ্বাণ অগ্নিশিখা
উঠিল উজ্জ্বল হৈ
সেই ভাণ্ড সেই কমণ্ডলু
উষাই হাতত লৈ
অনাদি অসীম কাল সিঁচি আছে শতধাৰে
সহস্ৰ ধাৰাৰে
প্ৰভাত পখীয়ে 'স্বস্তি' বুলিছে
কপৌৱে কুৰুলি দিছে
অনিৰ্বাণ শিখাৰ অমৃত জ্যোতি
চকুত পৰিছে।
বাট বুলি যাবা যুৱকৰ দল
অনিৰ্বাণ শিখা
সৌৱা দেখোন সদায় জ্বলিছে।

---

শিৱসাগৰ যুৱদলৰ বিহু উপলক্ষে প্ৰকাশিত স্মৃতি-গ্ৰন্থ "অনিৰ্বাণ"ৰ উদ্দেশে।
প্ৰকাশিত ১৫।৪।৭৮

যোৰহাট
২১/৪/৭৮

## কেতেকী চম্পা

বহাগী।
তুমি আহিবৰ দিনা
ঋতুৰাজ বসন্তৰ
পদুলি মুখত
মলমলি কেতেকীয়ে
সুগন্ধ-সঁফুৰা মেলি
দিছিলে বিলাই
হিয়াৰ সাহোন —
চঁপাৰ পাপৰিবোৰে
দুবৰি বনত পৰি
দেখিছিল দিঠকতে
প্ৰেমৰ সপোন —
যাবৰ বেলিকা আহি
কেতেকী-চম্পাক দিওঁ
শেষ-উপহাৰ।
আকৌ আহিবা দেই বাইটি বহাগী
কৰিবাহি সপোন-বিহাৰ।।

---

(পূৱ যোৰহাট বহাগী বিদায় উপলক্ষে যুগুত কৰা স্মৃতিগ্ৰন্থ "কাকলি"ত প্ৰকাশ।)
যোৰহাট
২১/৪/৭৮

## মুকলিধৰ বৰুৱাৰ স্মৃতিত

মোৰ ফুলনিত হ'বনে আকৌ
গোলাপ ফুলৰ মেলা,
ৰঙা-ফাগুনৰ পছোৱাত নাচি
ফুল কলিবোৰে খেলিব খেলা?
ৰঙা গোলাপৰ গোপন-সপোন ভাঙি
আনিবনে বাৰু ফুলৰ দোলাত
গুল-বদনিক দাঙি?

---

যোৰহাট
১৭/৬/৭৮

## বন্তিমালা

(১)

তুমি যেতিয়া দিয়াঁ
পোহৰৰ প্ৰাৱন নামে,
যেতিয়া লোৱাঁ
থাপনাৰ আগত এন্ধাৰ ঘৰত
মাটিৰ চাকিত
কেঁচা তেলৰ
এগছি শলিতা মাথোন জ্বলে।

যোৰহাট
২৭/৭/৭৮

(২)

সকলো সুখৰ আকৰ
সকলো যুগৰ ভাগৰ
সকলো মনৰ ক্লান্তি-অৱসাদ
একে ঠাই হয় য'ত
অনিল শিখাৰ প্ৰদীপ
শান্ত শীতল ত'ত।

৫/৮/৭৮
ৰাতি ৯ বজা

## এজন বুঢ়া আৰু মই

বুঢ়া এজনে এদিন মোক ক'লে ঃ
(মই তেতিয়া ডেকা ল'ৰা)
"বোপা, পিথবীখন যেনেকৈ দেখিছাঁ
সাইলাখ তেনেকুৱা নহয় দেই।...

বহুত বছৰৰ পাছত
মোৰ জীৱন-ঘোঁৰাটোৰ
কদমো থিৰ হৈ আহিল
সেই বুঢ়া জনৰ কথাষাৰ
অকস্মাৎ মনত পৰিল।
বোধকৰোঁ আমি ক'ব নোৱাৰাকৈয়ে
মান সজ কথা
স্মৃতিৰ কোঠাত বৈ থাকে
আৰু সময় আহিলে
ওলাই পৰে ...

হয়, সেই গাৱঁলীয়া
চিতীয়া
বুঢ়াজনে ঠিকেই কৈছিল।

আজিৰ পৃথিৱী খনত
হিংসা, খিয়াল, কপট আচৰণ
কুৎসা ৰটনা, নিষ্ঠুৰ-নিৰ্মম কামবোৰে
এটা নতুন সভ্যতা গঢ়িছোঁ বুলি
তোলপাৰ কৰিছে
মানুহৰ হিয়া বোৰত থকা
মানুহক ভাল পোৱা
মনত জাগিছে
এটি বনগীত
ধনলৈ কৰিলি মনে ঐ লাহৰী
ধনলৈ কৰিলি মন,
একহি পুৰুষক নৰকত পেলালি
দেহাবো মাৰিলি কণ।।

নাৰেঙ্গী
২৬/১২/৭৮, বুধবাৰ

## বাইবেলৰ পোহৰ

পোতাশালত থকা
মানুহবোৰে
পোহৰতকৈ
আন্ধাৰ হে বেছি ভাল পায়,
কাৰণ, সিহঁতৰ কাণবোৰ
কলা।
তোমালোক সকলোটি
পোহৰৰ সন্তান হোৱাঁ
দিনৰ সন্তান হোৱাঁ
আমি আন্ধাৰত থকা
নিশাচৰ প্ৰাণী নহওঁ।
অন্ধকাৰে সিহঁতৰ
চকু কণা কৰিলে।
ঈশ্বৰৰ বাক্য
মোৰ ভৰি দুটাক
বাট দেখুৱাই দিয়াঁ
দিব্য পোহৰ।

বকুলবনৰ সুৰভি

প্ৰেম ঈশ্বৰৰ দান
যি জন প্ৰেমিক
তেওঁ ঈশ্বৰৰ পৰা জন্মিছে
তেওঁ ঈশ্বৰক চিনি পায়
কাৰণ ঈশ্বৰেই প্ৰেম
প্ৰেমেই ঈশ্বৰ।

(আকাশ বাণী গুৱাহাটী কেন্দ্ৰত পাঠ কৰা কবিতাটি ২৯/১১/৭৮ তাৰিখে প্ৰচাৰিত হয়।)

## বাইবেলৰ প্ৰতিধ্বনি

তেওঁ মোক এটা নতুন গান দিলে।
আনা,
তোমাৰ বাদ্যযন্ত্ৰবোৰ আনা,
বীণা আনা —
মোৰ সেই গানৰ লগত
যন্ত্ৰৰ ধ্বনি মিলাই
তেওঁৰ জয় গান গোৱাঁ।
গানটোৱে কয় —
বলবান হোৱাঁ
সৎসাহস লভাঁ
ভয় নকৰিবা
বিষাদিত নহবাঁ।
মোৰ প্ৰভু
তুমি যেনিয়েই যোৱাঁ
তোমাৰ লগতে আছে।
প্ৰভুৰ সন্তোষেই
তোমাৰ বল।
ঈশ্বৰক ধন্যবাদ দিয়াঁ
আগ বাঢ়িবলৈ
সাহস গোটোৱাঁ।।
সন্ত পলে
ঈশ্বৰক ধন্যবাদ দিলে
আৰু তেওঁ
অসীম বল পালে।।

৫/৮/৭৮
ৰাতি ৯ বজা

## সন্ধান

মোৰ হিয়াৰ অৰণ্যত
প্ৰকৃতিৰ তৃণ-তৰু-লতা
আটাইবোৰ গজি
এটা দৌল সাজিছে
দৌলৰ কলচিত
সোণৰ মুকুট
ভিতৰত বহি বহি
সম্ৰাটে কি কৰিছে
তাৰো একো
সন্ধান নাপাওঁ।

নাৰেঙী
৩/১/৭৯

## বহাগীৰ আগমন

(মুকলি ঠাই। পিছ পিনে গছ-গছনি ভৰা। আশ্ৰমৰ দৰে এখন ঠাইত চাৰিওপিনে ধোঁৱাৰ মাজত এজন কদ্ৰ সন্ন্যাসী। স্বপ্নময় পৰিৱেশৰ মাজত সন্ন্যাসী ঠিয় দিয়ে।)

ইকি। উদাস পৰিৱেশ। —
সমস্ত ব্ৰহ্মাণ্ড ভেদি কাৰ বৈৰাগ্যৰ সুৰ
অনন্ত উগ্মন ভাব
কদ্ৰমূৰ্তি লৈ
ত্ৰৈলোক্য বিজয়ী বেশে ফুৰিছে বনাই।
—— হুঁতাহৰ তীব্ৰ হুমুনিয়া
ব্যথাত কাতৰ হৈ
বাজিছেহি আহি
অন্তৰৰ গুহাত
কাৰ? কাৰ এই কদ্ৰ-অভিযান
তুমি নেকি?
প্ৰাণহীনা সতীক কান্ধত লৈ
উদ্ভ্ৰান্ত গতিৰে ভ্ৰমি
'সতী দে', 'সতী দে'
'সতী দে' বুলি
আসমুদ্ৰ হিমাচল কৰিলা ভ্ৰমণ

# লালবাহাদুৰ শাস্ত্ৰী

বাৰাণসী চহৰৰ নিজান গাঁৱৰ পৰা
আহিলা ওলাই তুমি
গান্ধীজীৰ শিষ্য এটি লাল বাহাদুৰ
সেৱা কৰি মাতৃ -ভূমি।
মহান আদৰ্শ লৈ আগবাঢ়ি গ'লা
জয় কৰি স্বাধীনতা ৰণ,
বিলালা তোমাৰ এটি সৰ্বজয়ী মন।

লোকৰণুৱা তুমি লাল বাহাদুৰ
শাস্ত্ৰী উপাধি লৈ সংস্কৃত সাগৰ
মন্থন কৰিলা —
ৰাজনীতি, ৰাষ্ট্ৰনীতি, ধৰ্মনীতি পাৰঙ্গত হৈ
সঙ্কট কালত তুমি ভাৰতবৰ্ষ
ৰাখিলা বীৰৰ দৰে
ৰাখীয়া হৈ
পণ কৰি জীৱন মৰণ
উচ্চ কৰি ৰাষ্ট্ৰধন
ত্ৰিৰঙ্গক লৈ।।
টাচখণ্ড! টাচখণ্ড! মিলনৰ মহাতীৰ্থ
ৰচি গ'লা নতুন সপোন
প্ৰতিদ্বন্দী পাকিস্থান মহামিত্ৰ হ'ল
দেখুৱালা প্ৰীতিপূৰ্ণ
হিয়াৰ দাপোণ।
অখণ্ড প্ৰদীপ তাতে জ্বলি থক
যুগ-যুগান্তৰ
জিলিকি থাকক তাতে শাস্ত্ৰী-আয়ুবৰ
দুখনি অন্তৰ

ধন্য ৰুচীয় নেতা হে কোচিগিন
মহান যজ্ঞৰ তুমি হোতা ৰূপে আহি
টাচখণ্ড চহৰত প্ৰজ্বলিত কৰি গ'লা
পাকিস্থান ভাৰতৰ মিলনৰ হাঁহি।
সমৰ ক্ষুধাৰ স্পৃহা শেষ কৰি যেন
ত্ৰিমূৰ্তি মিলিত হ'লা দেৱতাৰ দৰে।
তিনিখন হৃদয়ৰ নিভৃত গুহাত
'আব-ই-হায়াৎ' মৃত-সঞ্জীৱনী
নিজৰি নিজৰি তাতে সৈই দিনা জৰে।
শাস্ত্ৰীজী।
বিন্দু এটি অমৃতৰ স্পৰ্শ কৰি তুমি
গুছি গ'লা সৰগলে দেৱদূত হৈ
পৃথিৱীৰ পৰা এটি পৰালি নপৰা
মহামূল্য মহাবাণী বুকুতেই লৈ।

'ঈশ্বৰ' থাকক যেন তোমাৰ লগত
পাকিস্থানী নায়কৰ অমৃত বচন
শুনিয়েই তৃপ্ত হ'লা আত্মভোলা লালবাহাদুৰ
তাতে পালা জীৱনৰ সাৰ্থক ৰতন।
তুমিও দোহাৰি ক'লা - ঈশ্বৰ থাকক যেন
তোমাৰ লগত' —

বিদায় বেলাৰ এই অমৃতৰ দানে
জয় কৰি সমস্ত জগত —
যমুনা বালিত তোলে মহা অগ্নি শিখা
আয়ুবৰ এই বাণী লিখা —
"খুদা আচ্চাহি কৰেগা"
আয়ুব খানৰ হিয়া ভৰপূৰ হৈ
প্ৰেমেৰে উপচি গ'ল
শাস্ত্ৰীৰ মৃতদেহ কফিনত লৈ।।

যোৱা তুমি. যাবই লাগিব লালবাহাদুৰজী
সৰগত অপেক্ষিছে পুণ্যাত্মা সকলে
দিয়া গৈ আয়ুবৰ এই মহাবাণী —
-'খুদা আচ্চাহি কৰেগা'—
তাৰ পৰা বৰষিবা অমৃতৰ ধাৰ
হিন্দুস্থান, পাকিস্থান অভিষিক্ত কৰি
বীৰপুত্ৰ আয়ুবৰ অন্তৰ উপচি পৰা
প্ৰেমময় এই শব্দাৱলী
সিন্ধুৰ সোঁতে সোঁতে বৈ থক
মিলনৰ লহৰি বিলাই
কৈ যক বাটে পথে মানুহৰ হিয়া উদঙাই
পৃথিৱীতে স্বৰ্গ আছে —
মানুহৰ হিয়াই হিয়াই —
ঈশ্বৰ মঙ্গলময় ঈশ্বৰ কৰুণাময়
দয়াশীল তেওঁ বিনে
আৰু কোনো নাই।।
"খুদা আচ্চাহি কৰেগা" —

দেওবাৰ, যোৰহাট ২০/২/৬৬

বকুলবনৰ সুৰভি

## 'প্ৰজ্ঞা পাৰমিতা'

আঙ্গুলিৰ বান্ধোনত লিখনি বন্দিনী
বৈ থাকে যন্ত্ৰবৎ গতি দিবলৈ ;
মনৰ চানেকী চাই বিবেকে হঠাৎ
আজ্ঞা দিয়ে লিখনীক প্ৰাণ পাবলৈ

লিখনিয়ে লিখি যায় ৰূপ
মনে মনে মনে দিয়ে ৰস ;
চকুৰে ৰিজাই চাই থৰ লাগি ৰয়
ধৰণী আহি গায় গীত যশ।

বুদ্ধি বিভোল হয় ; শবদৰ ঢৌ
ছন্দে ছন্দে গুচি যায় বৈ,
অপৰূপা গুনিপুণা প্ৰজ্ঞা আহি যেন
ধ্বনিহীন কথা দিয়ে কৈ।

কল্পনাৰ চিত্ৰলেখা ৰেছমী পখিলা
উৰি আহি ধ্বনিহীন বাণী দিবলৈ,
পুষ্প প্ৰাণ ভৰি থকা গন্ধৰ সঁফুৰা
মনমোহা ঢাকনিৰে ঢাকি থবলৈ।

চকুৰ আগতে থকা বিৰাট সৌন্দৰ্য
যাদু কৰি যাদুকৰে লুকুৱাই থয়।
সেই কথা ক'বলৈকে গুটি গুটি মৌ
গুণ গুণ কৰি কৰি বীণা ধ্বনি হয়।

সকলো সৌন্দৰ্য চাই সূক্ষ্ম ৰূপ লৈ
ৰাণী ৰূপ বহি থাকে অ-পৰিণীতা,
আলোকিত অন্তৰত বিজুলীৰ ৰেখা
বুদ্ধৰ তেৰেঁই সেই প্ৰজ্ঞা পাৰমিতা।

এটি শব্দ, এটি কথা, এটিও আখৰ
নোবাৰাঁ জিনিব তুমি নিষ্ঠুৰ ভ্ৰমৰ,
ৰূপো আছে, ৰসো আছে, মূল্য আছে ভৰি
নাই কিন্তু মোহ-মদ উৎকট গন্ধৰ।

এয়া মোৰ অন্তৰৰ মানস হ্ৰদত
ফুলি থকা পদুমৰ সুনীল এপাহি
নিৰলে নিজানে কোনো কবি সাধকক
উপহাৰ দিওঁ আজি সপোনতে ভাহি।

কৰাচী, ১৫/৯/৪৫ দেওবাৰ

## কবিৰ লখিমী বাণী

নটৰাজৰ নৃত্য-ছন্দ, গুৰু গুৰু গুৰু মৃদঙ্গ,
প্ৰাণ বিমোহন ভঙ্গিমা —
তাতেই জনম মৰণে খেলিছে লুক-ভাক খেলা
তাতেই অসীম সুন্দৰে আহি
দিয়ে দেখুৱাই সীমা।

— সেই আদিম প্ৰভাত-
হিৰণ্য-বৰ্ণা জ্যোতিৰ ঝৰ্ণা
জ্বলি উঠে যেন অনন্ত সপোন
বিশ্বৰূপৰ জুই,
কাবৰ কল্পনা
ছন্দে ছন্দে
ৰূপে ৰসে যেন বৈছে আজিও
(সেই) অগ্নি-শিখাকে ছুই।
—বিশ্ব ৰূপৰ জুই। ......
নয়ন বিভোল হয় —
চকুৰ মণিতে এঠা লাগি থাকে
অসীম সুন্দৰ বেশ,
কোন খনিকৰে সোণ লিখনীৰে
দিলে কেশ ফণিয়াই ।......

কবিৰ সপোন গুৱলি কৰি
কাকিনী তামোল বোৰে
গাৱেঁ গাৱেঁ যেন
কৌটি কালৰে কথা সৌৰৰাই
ৰ'খিছে স্মৃতিৰ ধন।
— কৌটিকালৰে সাহোনেৰে ভৰা
লক্ষ নিযুত মন।

বকুলবনৰ সুঁৱৰি

সেই মহা কবিতাৰ
স্বপ্ন মহোৎসৱ চাই
কোন জানো সপোনতে
আছিল লুকাই,
ঢৌ তুলি দিছিল মৰম জগাই
মোহনীয়া শবদৰ শৰাই সজাই।

চেনেহী জননী মোৰ কবিতা ৰূপিণী
কল্পনাৰ সৰসীত তুমি কি ৰাগিণী
শ্বেতপদ্ম বিকাশত সৌন্দৰ্য বিলাই
দি থলা শ্ৰীৰূপা
সপোনৰ দান
—কাব্য-স্নান।...
স্নাতক কবিয়ে গায় কি মহাগীত
জাগি উঠি শুই থকা সনাতন চিত,
কিহবাৰ প্ৰতিধ্বনি শুনো যেন হায়—
অব্যাহত গতিৰেই আজিও বিনায় —
"তুমি নাই? তুমি নাই।"

তুমি বিশ্ববিমোহন
স্বপ্ন যাদুকৰ
থাকিও নথকা যেন
মূৰ্তিশূন্য হৈ
প্ৰাণে প্ৰাণে প্ৰতিধ্বনি
তুলিছা সদায়—
"তুমি নাই। তুমি নাই।"

কুহকিনী নিয়তিয়ে দিয়ে সৌঁৱৰাই
কুহক্ কুহক্ হেৰ' একোৰেই নাই
আছে বুলি থাকোতেইহাততে হেৰাই
প্ৰতিধ্বনি উঠে তাৰ —
"চিন্তামণি জন্ম হে'ৰাহাততে হেৰায়,
হাততে হেৰায়"।

হাততে হেৰাল সেই —
লুইতৰ পাৰত ওপজা ডেকা
ৰূপহ কোঁৱৰ
লইতৰ সোণোৱালী পানী দৰা নাই
গাইছিলে গীত
মুহিছিলে চিত
দি-ছিলে যুগমীয়া কবিতাৰ দান —
সপোনৰ আহিদিৰে ৰচি উপাদান।

কলং পাৰৰ সিটি
কোন গায়কৰ
'হালধীয়া চৰাই' এটিয়ে —
ধুনীয়া পাখিৰে উৰি
মাতি গ'ল অমাতৰ
অসমীয়া মাত।
কবিতাৰ লখিমী চপাই
জননীৰ ভড়ালত
থৈ গ'ল এটি যেন
স্বপ্নৰ প্ৰভাত।
আন এটি উদাসী কবিয়ে
প্ৰাণৰ পাপৰি সিঁচি
যৌৱনৰ পদুম বনত
বিচাৰি আপোন মনে সপোনৰ ধন
দি গ'ল অভিনৱ
প্ৰাণৰ স্পন্দন —
ৰূপে ৰসে পৰিপূৰ্ণ
কবিতাৰ এখনি নন্দন।

কবিৰ সভাত আজি
স্মৃতিৰ পটত চাওঁ —
কোন আছে, কোন নাই,
কেনিনো হেৰাল —
চাওঁতে চাওঁতে দেখোঁ
প্ৰকৃতিৰ কাম্য কাননত
প্ৰৱেশিছে আজি সেই
ঋতুৰাজ আহ
এপাহি দুপাহি
পাহি পাহি কৈ
ফুলিছে নতুন ফুল,

ৰত্নাকৰৰ সুৰভি

ভাঙিছে মনৰ ভুল —
বিভিয়াই বিভিয়াই
কয় যেন কোনোবাই -
- "ভুল? ভুল??"
'তইঁতৰ সপোনত কাব্যলক্ষ্মী নাচ,
সমাজ সম্বিত্ব আৰু স্নেহৰ বন্ধন
ধ্বংস কৰি তইঁতেই
কবিৰ লখিমী হৰি
থৈ দিলি অৱজ্ঞাৰে
আঁৰত লুকাই।
গৰ্ব অহঙ্কাৰ কৰি
মানুহৰ মৰমত
কৰিলি আঘাত
কল্পনাৰ ধিক্কাৰ জমাই।

কোনে কয়? কোনে কয়? কাৰ বাণী?
ৰূদ্ৰৰূপী কোন সেই
সত্যাশ্ৰয়ী সৰ্বজয়ী কবি,
কোন তেওঁ চাৰু শিল্পী
নিতে নিতে
আঁকি আঁকি
নৱতম ছবি
অদৃশ্যতে বিহৰিছে সপোনৰ বিলাই
ৰূপ, ৰস, গন্ধ, স্পৰ্শ
শবদ মিলাই?

আজি, সোণ ৰ'দালিত বহি
কোনো কবি নাই
দেখিছে সপোন অলকাপুৰীৰ ঘৰ
অন্ধকাৰে আৱৰি পেলালে
কৌটিকালৰে
বিশ্ববিজয়ী বৰ।

আজি, কুটুমে বাজিছে কুটুমে বাঢ়িছে
কুটুমে কুটুমক খায়,
কুটুমৰ তেজেৰে বন্তি জ্বলায়
মজিয়া তকে জকায়।

আজিৰ জগতে
চকুৰে নমনা হ'ল
অন্ধকাৰকে আপোন বুলিছে
আলোকৰ মালা
আলোকতে ৰ'ল।

কবিৰ সভাত বহি
নীৰৱে যাতনা সহি
হাঁহি হাঁহি তুমি
দিছাঁ মাণিক
মুকুতাৰ দান
প্ৰেমৰ পৰশ বাণী।
আহাঁ প্ৰিয়তম কবি অনুপম
হিয়াত পৰশ দি —
জগাই দিয়াঁহি সুপ্ত চিতনী
সজাই পৰাই
আদৰোঁ সবাই
কবিৰ লখিমী বাণী।
প্ৰীতি পৰশত জগত বুৰক
কৌটি কালৰে
হেৰোৱা ৰতন আনি —
ভাষা জননীৰ সুৰ সাগৰত
জিলিকি আহক
কবিৰ লখিমী বাণী।

যোৰহাট ১০/২/০২

## যোৰহাট

সপোনে দি ঠকে মিলা —
এই খন মোৰ আপোন পৃথিৱী
যোৰহাট জিলা।
ইয়াতে এদিন
দেৱান মণিৰাম
ফাঁচিৰ কাঠত উঠি —
ৰংপুৰ জিলালৈ চাই
ৰূপৰ ধোৱাঁ খোৱা
এৰি থৈ গ'ল —
বিচাৰি পাবলে' নাই।

যোৰহাট
২৭/৪/৬৫

## 'খুদা আচ্চাহি কৰেগা'

খুদাৰ পৱিত্ৰ পীঠ
এই যে এখনি ধৰা
অনাদি কালৰে পৰা
মানুহৰ প্ৰেম-প্ৰীতি
সন্তোষৰ ভৰা
ইয়াৰ বুকুতে আমি থাপনা পাতি
কৰুণ কাতৰ ভাৱে ঈশ্বৰক মাতি
ঘোষি আছোঁ তেওঁৰেই মহিমা অপাৰ
যাচি আছোঁ মানুহক প্ৰীতিৰ সম্ভাৰ।

লোভ-মোহ কাম- কাম-ক্ৰোধ সকলোৰে আছে।
খন্তেকীয়া মূঢ়তাৰ দেওধনি নাচে
কেতিয়াবা মানুহৰ তপত তেজত
উতলনি তুলি দিয়ে মদিৰাৰ নিচা
সাৰ পাই উঠি দেখে হতাশ মনেৰে
যিমান উছল হ'ল শৰীৰৰ তেজ বল
সকলোটি মিছা।

বুদ্ধিৰ বল অতি সামান্য সম্বল
বুদ্ধিৰো আছে পৰাজয়
হৃদয় বল কিন্তু সৰ্বতি কালেই
অৰ্দ্ধনগ্ন বাপুজীয়ে তাকে কৈ কৈ
মেলি দিলে হৃদয়ৰ সোণৰ কপাট
বিশ্ববাসী মানুহৰ টোপনি ভাঙিল
দেখা পালে প্ৰেমপূৰ্ণ মিলনৰ বাট।

## গণতন্ত্ৰৰ মহানিৰ্বাণ

এইখন কি পৃথিৱী এইটো কি সভ্যতা।
এইবোৰ কেনেকুৱা মানুহ —
এই তিনিটা প্ৰশ্নই আজি মোক খুলি খুলি খালে।
চকু মেলি চালে
দেখা পাওঁ আঁউসীৰ আন্ধাৰে তেনেই
গিলিপ মাৰিলে।
উশাহ ল'বলৈও নাই যেন বিশুদ্ধ বতাহ
কিহবাই টেটু চেপি ধৰিছেহি
চিন্তা কৰি ভাল পোৱা মানুহ বোৰক।

চৌদিশে আফুট স্বৰেৰে
এটি মাথো কৰুণ শবদ
'হায়!'
নাই, নাই —
যথিণীয়ে থুৱাই আজি মানুহৰ মুখত
যিবোৰে ৰৱ বৰ কথা কৈ
ফপছতা বক্তৃতাৰে
সমাজৰ সন্মান বিচাৰে।

অন্ন নাই, বস্ত্ৰ নাই, সাধু-সজ্জনৰ
স্থান নাই, মান নাই,
একো নাই।
চোৰবোৰে নিশাৰ আন্ধাৰত
ইলেকট্ৰিক লাইট জ্বলাই,
মদ খায়, মাংস খায় হাঁহিৰ ঢকত
মাজনিশা মহাশ্মশানত
খলক লগায়।

হায়! হায়!
পৰিত্ৰাতা জনাৰ্দন ক'ত আছা তুমি
তোমাৰ পবিত্ৰ এই ভাৰতভূমি
জহন্নামে গ'ল আজি কংসৰ
ক্ষমতা লোভত।
কোটি কোটি দৰিদ্ৰৰ বুকুৰ হাড়
দালি দালি হ'ল —
মুখবোৰ কেঁহেৰাজ বটা যেন হৈ
জীৱ থকা মানুহকো
মৰা-শ কৰিলে।

নাই, নাই।
কোনো নাই দুখীয়াৰ জীৱন সাৰথি
কুকুৰ শিয়াল বোৰে
হোৱা দিয়ে সিয়াঁৰি সিয়াঁৰি
আধা-মৰা মানুহ বোৰৰ মাংস খাবলৈ।

ক'ত আছাঁ হে মহাৰুদ্ৰ দেৱতা,
কেতিয়া নাচিবাঁ তুমি
প্ৰলয়ৰ নাচ।
তোমাৰ চৰণ ধূলিত কাহানি
মানুহৰ তেজখোৱা
বালিচাহি বোৰ
কৰিবা নিঃশেষ।

মানৱ কল্যাণ - সাধিছে বোমাৰে।
ধ্বংসকাৰী আগ্নেয়াস্ত্ৰবোৰে
যীচু, মোহমোদ, বুদ্ধৰ
বিশ্বপ্ৰেমৰ বাণী
ৰঙা ৰঙা শিখাৰে লিখিছে
মানুহেই মানুহৰ তেজ পান কৰি
সভ্যতাৰ গৌৰৱ কৰিছে
বিচাৰিছে পৃথিৱীত শ্ৰেষ্ঠত্বৰ স্থান

কপটীয়া দুতলীয়া, শঠ প্ৰৱঞ্চক বোৰে
মিছি মিছি কথা কৈ
খবৰ কাগজবোৰত
ৰহণ সানিছে।
ৰামৰাজ্য! ৰামৰাজ্য!
কেনেকুৱা ৰামৰাজ্য?
যি ৰামে পৰৰ দুখত কাতৰ হৈ
সমতাৰে পৃথিৱীত
সাম্যবাদ ৰচিগ'ল —
সেই খন পৃথিৱীত কিয় এই
ভূত প্ৰেত পিশাচৰ
এনে কোলাহল?

গণতন্ত্ৰ - গণৰাজ্য - গণপতি -
শব্দ হৈ পৰি আছে
ৰাষ্ট্ৰনীতিৰ কিতাপ বোৰত
আজি পৃথিৱীত চলিছে মাথোন
যমৰ শাসন —
তিলে তিলে মানৱ সভ্যতা খাই
যমদূত বোৰে
কিৰিলি পাৰিছে।

উঠা! জাগা, হে জনাৰ্দন!
জনগণে করুণ কাতৰ স্বৰে
মাতিছে তোমাক
নাৰায়ণ!
ৰক্ষা কৰাঁ মানৱ সভ্যতা
প্ৰলয়ৰ মহা-জলধিত
ডুবো ডুবো হ'ল আজি
চাৰিবেদ, চৌধশাস্ত্ৰ,
মানুহৰ মহাৰাষ্ট্ৰ।।

বকুলবনৰ সুৰভি

## পৰম আহ্বান

শূন্য ধৰণীত আজি নবীন বসন্ত আহি
দেখা দিছে।
ৰবিৰশ্মি জলমলকৰি ধৰাৰ বুকুত
উজ্বলি উঠিছে।
মলয়হিল্লোল লাগি ফুলকলি বোৰ
কুঁহিপাত বোৰ
জিৰ্ জিৰ্ কৈ মৃদুল গতিত
কঁপিছে।
আত্মা-মোৰ দূৰলৈ তুমি আজি আঁতৰি নাযাবা
অন্ধ শীতত গুহাত গোপনেও নাথাকিবা। ...

আত্মা মোৰ আহাঁ আজি শান্তিৰ আলয়
মোৰ এই জন্মভূমি লৈ।
নিজ ইচ্ছামতে কৰি যোৱা কাম
দুখক কেনিবা থৈ। ....

সৌ চোৱা সোণৰ পথাৰ
হালধীয়া, ক'লা, বগা পাৰ চৰাইবোৰ
ধৰি ধৰি মাংসবোৰ খাইছে মানুহে।
নিমন্ত্ৰিত অতিথিয়ে চাই থাকে
তপত আহাৰ সেই ভাপ বোৰলৈ।
আত্মা মোৰ আহাঁ আজি, প্ৰিয় খাদ্য খোৱাঁ।

সৌ চোৱা কোৱাভাতুৰীৰ দৰে ৰঙা ওঁঠ
ডালিম গুটীয়া দাঁতৰ সতে
ৰমণীৰ মায়া ভৰা চকু,
নম্ৰ গুণান্বিতা খেলাৰ সঙ্গিনী,
কোমল পল্লৱ যেন তনু।

চিকুণ কলীয়া ধনুৰ নিচিনা চেলাউৰি তুলি
হাঁহি হাঁহি কৰে কেনে কটাক্ষ বৰ্ষণ
কুঙ্কুম ৰঞ্জিত, প্ৰেমপূৰ্ণ বক্ষৰ মাধুৰী - চোৱাঁ,
আত্মামোৰ, উলটি আহাঁ —
মধুৰ পৰশ লাগি
গ্লানিবোৰ উটি যক
শান্ত হক ক্ৰোধ।।

## তুমি কৰিব লাগিব কৰ্ম

সোণ, ৰূপ, হীৰা, মুকুতাৰে
জননীৰ ৰথৰ চকৰি
বনকোৱাঁ আজি —
মই ৰুদ্ৰ সন্ন্যাসীয়ে নিজে
মোৰ পিঙ্গল জটাজাল মেলি
হাতত ত্ৰিশূল লৈ
বম্ বম্ বম্
শবদৰ মহা নিনাদত
কলিৰ হৃদয় কৰিম চূৰ্ণ -
জননীক বহুৱাই ৰত্নৰ আসনত
মহাযাত্ৰা কৰিম বিশ্বত।
কাৰ সাধ্য আত্মাশক্তি —
আদিম জননী, সৃষ্টিৰ
ৰত্নাগৰ্ভা ভাৰতৰ
বুকু
প্ৰেমহীন কৰিব পাৰিব।
ভৈৰৱ!
এই লোৱাঁ হাত ত্ৰিশূল
কপালত ৰক্তৰাগ
সেন্দূৰৰ ৰেখা আৰু ফোট
জোন আৰু তৰা
দেখক অসুৰ বোৰে

শক্তিৰূপা জননীৰ
বজ্ৰ মুঠি বন্ধা
ত্ৰিশূলৰ ৰূপ —
যেতিয়া ত্ৰাসত সিহঁতে তোমাক
আশ্ৰয় খুজিব
চৰণৰ ছাঁত
লোৱাঁ,
তেতিয়া সানিবা তুমি
অতি চেনেহেৰে
সিহঁতৰ চকুত অঞ্জন
নীলাঞ্জন?
সেই, মৰণৰ দৰে নীল ৰং চাই
দেখিব যেতিয়া
জোন তৰা

মোৰ কপালত আছে
অনন্তৰ বাতৰি বিলাই —
তেতিয়া তুমি
নিচুকনি গীত এটি
গাই
থৈ দিবাঁ সিহঁতক শান্ত কৰি
মিলনৰ পাটিত শুৱাই,

গোৱাঁ, গোৱাঁ ভৈৰৱ
এই জনহীন নিস্তব্ধ লোকত
অৰণ্যৰ নিস্তব্ধতা ভাঙি
গোৱাঁ এটি
উত্থানৰ গীত
শুনি শুনি মই আজি
জাগি উঠোঁ
কৰ্মৰ ত্ৰিশূল ধৰি
নৱ উলাহেৰে—

সেইয়া শুনাচোঁ ভৈৰৱ —
কোনোবা যুগতে গোৱা
কোনোবা ঋষিৰ
মহাবাণী
উত্থিতব্য, জাগৃতব্যং, যোক্তব্যং ভূতি কৰ্ম্মসু-
ভবিষ্যতি ত্যেব মনং কৃত্বা
সততম্‌অব্যহৈঃ।

তুমি, উঠিব লাগিব
জাগিব লাগিব
কৰিব লাগিব কৰ্ম
তুমি, সধিব লাগিব
ভাবিব লাগিব
বাখিব লাগিব ধৰ্ম।।

ৰুদ্ৰ : হাঃ। হাঃ। হাঃ।
তুমি কৰিব লাগিব কৰ্ম
সাধিব লাগিব ধৰ্ম।

ভৈৰৱ : ধৰ্ম নাই! মহাৰাজ ! -
মানুহৰ সমাজত
ধৰ্মৰ কঙ্কালে
প্ৰেতৰ মূৰুতি ধৰি
মানুহকো গিলিছে নিতৌ
বাটৰ কাষত পৰি
কগ্ন, জৰা-জীৰ্ণ,
অসহায় আত্মাবোৰে
কাতৰ কণ্ঠৰে,
চিঞৰিছে আৰ্ত্ত স্বৰে
অন্নদিয়া, বস্ত্ৰদিয়াঁ।
প্ৰাণ যায়
খাদ্য দিয়াঁ —
কেৱেঁ দেখোঁ সিহঁতক
উলটি নাচায় —
অৰ্থলোভী, স্বাৰ্থলোভী
অন্ধ সকলো —

ৰুদ্ৰ : ভৈৰৱ! ভৈৰৱ!
নিজে মই কাঢ়ি ল'ম
সিহঁতৰ সকলো সম্পদ
সসাগৰা পৃথিৱীৰ
ঐশ্বৰ্য বিভূতি
অগ্নিত আহুতি দিম —
জগতক জনাম আকৌ
পৰমাৰ্থ ধন
আছে মোৰ ভিক্ষাৰ জুলিত
যোৱা, তুমি
এই বাৰ্তা কৰিবাঁ প্ৰচাৰ
দীন, দুখী, অসহায়, সৰ্বহাৰা
মানুহৰ বাবে
ৰুদ্ৰ-সন্ন্যাসীৰ এই
ত্ৰিশূল থাকিব —
কৈ দিবাঁ
গৰ্বত অন্ধলা
লোক সমাজত
লোকেশ্বৰ মই নিজে
বহি আছোঁ
সহি সহি
সিহঁতৰ তীব্ৰ নিৰ্যাতন।

---

(কবিতাটোৰ প্ৰথম অংশ পোৱা নহ'ল - সম্পাদক)

ৰতুলকমল সুৰভি

## অশোক

কলিঙ্গ বিজয় কৰি ভাৰতবৰ্ষত
হ'ব লাগে একছত্ৰী ৰাজ-চক্ৰবৰ্তী ;
এই আশা বান্ধি লৈ যুদ্ধযাত্ৰা কৰি
ওলাল অশোক নিজে জয়ধ্বজা ধৰি।

'কলিঙ্গ বিজয় 'কলিঙ্গ বিজয়' বুলি
ৰণমত্ত অশোকৰ সিংহসেনা দল,
বিপক্ষৰ অগণন সৈনিক মৰিল
ৰক্ত-স্ৰোত বৈ গ'ল বাৰিষাৰ ঢল।

তেজেৰে ৰাঙলী হ'ল ধৰণীৰ বুকু
আধামৰা আধাজীয়া সৈনিকৰ ক্লেশ
দেখি ৰজা অশোকৰ উপজিল দয়া
ইচ্ছা হ'ল পিন্ধে তেওঁ অহিংসাৰ বেশ।

অহিংসা বীজদাতা বুদ্ধ গৌতমৰ
ৰাজশিষ্য হ'ল তেওঁ অশোক অমৰ।।

## আনন্দময় জীৱন-সুধা এই বসুধাৰ দান

ভাবিছিলোঁ - কবিতা লিখিম,
আখৰত বাখৰ পিন্ধাই
সৌন্দৰ্য ৰহণ লিপিম।
ভাবিছিলোঁ কবিতা লিখিম।।

ৰসৰ ভাণ্ডাৰ উদং কৰি
পি পি থাকিম কাব্যৰে ৰস,
পাহৰি পেলাম এই পৃথিৱীৰ
সকলো সম্পদ,
গৌৰৱ, মান, যশ।

কিন্তু দেহি ঐ,
কোনোবা এদিন
সাধনাত সোণ-গুই
সোমাল কেনিবা ;
অমঙ্গল ঘটিল যাত্ৰাৰ।
সোণোৱালী চিকমিকনিত
উপচি পৰিল, চকুৰ বাদু,
সৌন্দৰ্যই ছাঁট, মাৰি
কৰি গ'ল কিবা যাদু। .......

যেন
কোনোবা যুগৰে বাঁহীৰ মাতে
প্ৰতিধ্বনি তুলিলেহি
অন্তৰৰ নিভৃত গুহাত ;
কেঁচা সোণ বৰণীয়া
গাখীৰ বৰষা
ৰসোধাৰা পৰিল নিজৰি
অন্তস্থল ধৌত কৰি
কল্পনাত ঘটালে বিভ্ৰাত।।

চমকি উঠিল মানুহৰ মন
মানুহৰ কাণে কাণে
ফুচফুচাই ক'লে কিহবাই
অস্ফুত, কম্পিত স্বৰ —
হিৰ'শ্বিমা।
হিৰ'শ্বিমা।
নাগাচাকি ! নাগাচাকি।।.........
........ হায় ! হায়।.................

প্ৰেৰণাৰ অনাদি উৎস
বাগৰি আহিল ............
নিজৰাৰ স্বপ্নভঙ্গ হ'ল।
ৰেঙণিৰ বোল লাগি
সেউজীয়া ধৰা খনি
জিলমিল্ জিলমিল্ কৰি
জিলিকি উঠিল জাগি।
জাগিছে জাগিছে হেৰ'
ৰুদ্ৰ সন্ন্যাসীৰ জটা
বৈৰাগীৰ অমৰ প্ৰেমত
উঠিছে নাচি।

কলং-কপিলী-কিলিং
তিনিও মিলিলে যিদৰে
উটি যায়
বিহমেটেকাৰ ফুল,
বাঁহৰ মুঢ়া,
কলগছৰ গুৰি —
অইন কি
বিলত থকা

ৰঙা-বগা-পদুমৰ গছবোৰো
উটি গুছি যায়
থাকে মাথোঁ পাৰৰ বালি —

ভয় লগা বাৰিষাৰ ঢলবোৰ পাৰ হৈ গ'লে
আহিন-কাতি মহীয়া
কুঁৱলী-সৰকি অহা
ৰ'দ-কাঁচিয়লি লৈ
সোণ বৰণীয়া চাকৈ চকোৱা
লুইতৰ বালিতেই
পাখি কটালি থাকে পৰি,
সোণ ৰ'দালিত
সোণ বৰণীয়া
সপোন-জেউতি ত'ৰি।।

... কলগুৰ দৰে
বৈ বৈ থকা
পৃথিৱীৰ
আটাইবোৰ নৈ
বৈয়েই থাকিব
আমিহে নোহোৱা হ'ম
... 'চিন্তামণি জন্ম হে'ৰা
হাততে হেৰায়।'
—— প্ৰতিধ্বনি উঠিছে সদায়। ...

তথাপিও বিৰিখৰ পাতে পাতে
জিলিবোৰে কিনো মাত মাতে
বহাগ-জেঠৰ দুপৰীয়া
সেউজীয়া অসমৰ
গছে পাতে পৰি
শতকণ্ঠে মাতিছে চৰায়ে।
গাই আছে এটি মাথোঁ
পৰালি নপৰা গান,
আনন্দময় জীৱন-সুধা
এই বসুধাৰ দান।

অসম সাহিত্য সভাৰ, ৰঙাপাৰাৰ কেম্প
১৯/৪/৫৯, দেওবাৰ, বহাগ, ১৮৮১

## টিলিঙা মিঠাই

আমাৰ ঘৰৰ আগেদি সদায়
এটা ফেৰীৱালা
টিলিঙা বজাই যায়।
মূৰত এটা আইনা দিয়া
বাকচত থাকে
ৰঙা গোল গোল
হাৱাই মিঠাই।
বতাহ লাগিলে পানী হৈ যায়
খাবলৈও বৰ ভাল পাই।
আমি, ভাইটি, কম, টানু, ফিল,
পৰাণ, পৰাগ আটাইবোৰে
টিলিঙা মিঠাই বোলোঁ
টিলিঙা বজোৱা শুনিলেই গৈ
মেজৰ দাৰাজ খোলোঁ।
তিনি নয়া পয়ছা হ'লেই
এটা মিঠাই পায়,
বৰ ভাল লাগে আমাৰ
টিলিঙা মিঠাই খাই।
এক, দুই, তিনি
টিলিঙা মিঠাই কিনি,
চাৰি, পাঁচ, ছয়
খাওঁ আমি হয়।
সাত, আঁঠ, ন
হাতে হাতে ৰঙা মিঠাই ল,
দহ্
খাবলৈ বহ্।।
খাই উঠি
লগ লাগি
টিকা জাপ্ মাৰি
ঢেক্ ঢেক্
হাঁহো আমি
—— যাওঁ ঘৰাঘৰি।।

যোৰহাট, ৯/১১/৬১
বৃহস্পতিবাৰ, কাতি

## "ফিলিঙা ফুল"

আমাৰ এটা ল'ৰা আছে
নোহোৱা নোপোজা নাম ——
দেউতাকে দিলে 'ফিল' ——
মোৰ লগত আছে তাৰ
অতিপাত মিল।
এদিন আমি দুয়ো মিলি
আমাৰ গাঁৱৰ
ঘৰলৈ গলোঁ,
সৰু এখন নৈ আছে
দুয়ো পাৰে গছে গছে
ফুল দেখি, গছ লেখি
বিভোল হ'লোঁ।
এডাল লতা গৈছে বগাই
এজোপা গছৰ গাত,
ভাটৌৰ দৰে ঠোঁট লগা
ফুলবোৰ আছে তাত।
ফিলক কলোঁ —
সৌবোৰ চোৱাঁ
কিমান ধুনীয়া ফুল,
ওলমি ওলমি আছে তললৈ
যেনিবা আমাৰ
মাখনীৰ কাণত
দুলিছে সোণৰ দুল!
কি ফুল বাৰু সেইবোৰ সৌ
হাবিত ফুলিছে কোৱাঁ
জানানে তাৰ কি নাম তুমি
কিমান ধুনীয়া চোৱাঁ!
তবধ লাগি ফিলে সেই পিনে
চাই চাই লগালে মাত
ফিলিঙা ফুল! ফিলিঙা ফুল!
মাখনীৰ কাণৰ দুল!
ফিলিঙা ফুল! ...

## মদন ভস্মৰ পূৰ্বে

**ৰতিৰ সপোন**

মন্মথ মদনৰ মদাঙ্গিনী মধু
প্ৰাণৰ প্ৰতিমা যেন প্ৰিয়তমা বধু
ৰতিৰ গতিত পতি বিশ্ববিমোহন
পুষ্প-ধনু পুষ্প-শৰ প্ৰফুল্লিত মন
সপোন সুন্দৰ হৈ আছিল মদন।
তিলমানো বিৰহৰ নাছিল সময়—
অবিচ্ছেদ্য সঙ্গ-সুখ, প্ৰীতি-পৰিণয়,
বসন্তৰ মধুবাব সুগন্ধ সুবাস
আমৰ মুকুল গুচ্ছ সপোন-নিবাস
ৰতিৰ সপোন
প্ৰীতিৰ দাপোণ
প্ৰাণৰ আপোন
বুকুৰ সাহোন
কন্দৰ্প কুমোৰ স্বচ্ছ নিৰ্মল সুন্দৰ
জীৱন জেউতি ভৰা ইন্দ্ৰ পুৰন্দৰ।।

শুক্ৰবাৰ, যোৰহাট, ১৪/৯/৬২

# কবি-প্ৰশস্তি

(বিহগী কবি শ্ৰীৰঘুনাথ চৌধাৰীৰ জন্মদিন উপলক্ষে)

হে কবি,
কি ছবি
অপৰূপ সৌন্দৰ্য্য মিলাই
অসমীয়া শৱদেৰে মাধুৰী বিলাই
আঁকিছা ছন্দেৰে তুমি
'বহাগীৰ বিয়া'?
তোমাৰ যি-খনি হিয়া
সুকোমল আৱেশৰ থ'লি
জন্ম হ'ল য'ত এটি
কেতেকী চৰাই
মাজনিশা মাত মাতে
হিয়া ভঙা কাতৰ কণ্ঠেৰে
'মই কেতেকী', 'মই কেতেকী'
অনন্ত বিৰহ গাথা
গাই গাই মধুৰ মন্ত্ৰেৰে
ৰচি আছে কাব্য-লোক
অৰূপ সন্ধানী,
অপৰূপ সৌন্দৰ্য্যৰ সুধা-সঞ্জীৱনী!

প্ৰেমময় আৱেশত পৰশিলাঁ চিত
দিলাঁ দান
মুক্তহস্তে
নিবিচাৰি একো প্ৰতিদান।
চিৰ-যৌৱনৰ মৌ-বন জিনি
তোমাৰ কাব্যৰ উঠে প্ৰতিধ্বনি
বৈৰাগী তুমি বিৰহী তুমি
তুমি চিৰকাল
কিশোৰ-কুমাৰ।

অনৱগুণ্ঠিতা গিৰিমল্লিকা
তোমাৰ প্ৰেমৰ মৰমৰ দূত
দহিকতৰাৰ ছবিটি নিখুঁট
আঁকিলা তোমাৰ তুলিকাৰ কবি
যাউতিযুগীয়া কৰি।
সুঁৱৰি সুঁৱৰি
কত বিহগীয়ে বিনাব লাগিছে
তোমাৰ কাব্য কাননত বহি
বিৰহৰ বেথা কবিতাৰে সহি!......

আঁকিলা প্ৰেমৰ ৰূপ,
জ্বলালাঁ সুগন্ধি ধূপ,
পঞ্চোপচাৰে পূজা অৰিহণা
যাচিলাঁ ছন্দ-মধু,
দিক্‌বধু
দিশে দিশে ৰ'ল ফেহুজাল আঁৰি
কবিৰ প্ৰশস্তি গাই,
ৰঘু চৌধাৰীৰ আজি জন্মদিন
দিয়া আশীৰ্বাদ
অসমী আই।

বকুলবনৰ সুৱাস্তি

## মদন ভস্ম

কোটি মদনৰো মন মথিমূৰ কৰি
উৰ্বশী, মেনকা, ৰম্ভা স্বৰ্গৰ অপেস্বৰী
কোটি কোটি ৰতি যেন নাৰীৰ সৌন্দৰ্য
বিদ্যুৎ বেগেৰে পাৰে এৰি গুচি যাব
যিজন শঙ্কৰ নিজে ওঁঙ্কাৰ স্বৰূপ
সতীৰ নিৰ্জীৱ দেহা কান্ধত পেলাই
'দে দে দে মোৰ সতীক ফিৰাই' -
এই বুলি ত্ৰিভুৱন যিজনে ভ্ৰমিলে
ধূলিময় জটাজাল, পিঙ্গল-ভয়াল
উদাস বুভুক্ষ চকু ভীষণ-ভয়াল
ৰুদ্ৰ সন্ন্যাসী সেই উমানাথ শিৱ
স্থানু অচল হৈ থাকোঁতে ধ্যানত
দুঃসাহসী মদনৰ শৰবিদ্ধ হৈ
ৰুদ্ৰৰ কোপানল তীব্ৰ ৰশ্মিৰাগ
বিদ্যুৎ বেগেৰে জ্বলি শেষ কৰি দিলে—
মদনৰ দেহকান্তি
স্তুপীকৃত ভস্ম হ'ল্ৰ সুতনু মদন
শেষ হ'ল কামনাৰ তয়াময়া ৰণ।।

যোৰহাট,১৪/৯/৬২

## মদন ভস্মৰ পাছত

**ৰতিৰ বিলাপ**

মোৰ বুকুৰ বেদনা বোৰ
পৰিছিল ওৰ
যাৰ দুটি নয়নৰ
উজ্বল মণিত
অগনিত মোৰ ঢৌ
মাৰ গৈ
যাৰ দুটি নয়নৰ
সুনীল মণিত
সপোন অৱশ হৈ
আছিল নিতৌ
দেহি ঐ !

সেই হেন ঢৌ বোৰ মোৰ
উটি গ'ল
আকাশৰ বহু দূৰ দেশলৈ—

মোৰ চকুৰে নমনো সেই
চিৰ-ৰহস্যৰ
নেদেখা দেখিও
পাহৰি যোৱা
অতীত আৰু ভবিষ্যত
মিলনৰ ঠাই! ......

বৰ্তমান কাল মোৰ
চকুৰ পানীৰে
প্লাৱন ৰচনা কৰা
ধাৰাসাৰ শোকাশ্ৰুৰ
গভীৰ বেদনা ভৰা
বুকু ভৰ কৰা
বিচ্ছেদৰ জুয়ে পোৰা
তপত খোলাত পৰা
বিলাপৰ কাল।

অৰণ্যই মোৰ আজি
ৰোদনৰ থলকত
কান্দিছে বিনাই।
প্ৰিয় মোৰ, সখা মোৰ,
জীৱন বল্লভ মোৰ
দেহাৰ আতমা নাই।!

যোৰহাট,১৪/৯/৬২

## যন্ত্ৰ প্ৰিয়া

যান্ত্ৰিক যুগৰ
তুমি মোৰ
যন্ত্ৰ প্ৰিয়া।
অগুৰু চন্দন
কুঙ্কুম লেপন
ভূৰ্জপত্ৰ
সমিধ গঙ্গাজল
বিফল —
তোমাৰ ৰথ
সেই দ্ৰব্য
সামগ্ৰীয়ে
নোৱাৰে চলাব।
তোমাক লাগে
প্ৰেট্ৰল, মবিল,
পেইন্ট শ্বালিমাৰ
গিলাচ চিচাৰ—
আৰু কিবাকিবি ঢেৰ —
তুমি যন্ত্ৰ
তন্ত্ৰ মন্ত্ৰ
কোমল মধুৰ
গ্ৰন্থি নাই
ব'ল্টু কচা
টানিবলৈ
যঁই ৰচা
তুমি ডিজেল গাড়ী
মিস্ত্ৰীবোৰ
মবিল লগা
পোচাক পিন্ধা—
ঠিক একোদালি
বাক্য শেষৰ
দীঘল দাৰি।।

## আনন্দময় জীৱন সুধা

ঘূৰি ঘূৰি
বিচাৰি বিচাৰি
পালোঁগৈ এই সত্য
ৰহস্যৰ ইন্দ্ৰজাল ভেদি,
আনন্দময় জীৱন সুধা
এই বসুধাৰ দান।
বসুধা খনেই আনন্দ মেলাৰ
বিচিত্ৰ পূজাৰ বেদী।

সৃষ্টি খনেই জন্ম লভিলে
কোনোবা এদিন
মহা-আনন্দৰ কেঁচা-সোণ যেন
প্ৰথম পুৱাৰ বেলা।
পৰজ সুৰত বাজিল চাহানাই
বহিল বিশ্বত
মহা-আনন্দৰ মেলা।

আনন্দ সিন্ধুত
বাগৰি আহিল
মধু-বতাহৰ ঢৌ।
সোণালী কিৰণ
তিৰবিৰ্ কৰি
ঢালিলে আনন্দ মৌ।

মধুৰ পৰশ লাগিল প্ৰাণত
উথলি উঠিল চিত,
কণ্ঠ উপচি আহিল আনন্দ
মধু-সপোনৰ গীত।

আজি, জাগিছে প্ৰাণত মধুময় ক্ষুধা
হিয়া উদিয়াই
ঢালি দিওঁ যেন
আনন্দত অহা
মহা-আনন্দৰ
অমৰ জীৱন সুধা।।

যোৰহাট,১৫/৩/৬৩

## সমীকৰণ

জাৰ্মান, জাৰ্মান, জাৰ্মানি টি -
বকুল, বকুল, বকুল টি......
মনোজে পুতলীয়ে চেংগুটি খেলিছে
আঙুলিৰ মাজে মাজে
গুটি বোৰ সৰকাই থৈ
লগে লগে মালিতা গাইছে —
জাৰ্মান, জাৰ্মানি, জাৰ্মানি টি!.......

কিছুমান দেছুৱালী মানুহে
ঠেলাৱালা, ৰিকছাৱালা, চাউল বেপাৰী
আৰু নাপিতে
এখন চাণ্ডিত কল পাতেৰে মেৰিয়াই
কিবা এটা ভাৰ বৈ
লৈ গৈছে —
গাইছে - 'ৰাম নাম চত্য হে' ..........

লোভ মোহ ধৰ্মাধৰ্ম সমাবৃত্ত হৈ
জ্বলিছে একুৰা জুই
চিতাৰ ওপৰত কিবা এটা লৈ।
ধোৱাঁ বোৰ উৰি যাওঁতে —
মাজে মাজে ৰঙা শিখাই
লিখিছে আখৰ
গীৰ্বাণ, হিব্ৰু, গ্ৰীক, লেটিন, আৰবী, ফাৰ্চি
অসমীয়া বঙালী হিন্দী
পৃথিবীৰ আটাইবোৰ .............
বেদ, বাইবেল, কোৰান, জিন্দাভেষ্টা ইত্যাদি
মহান গ্ৰন্থৰাজিৰ বাণী
টানি টানি আনি
অমিল অঙ্কবোৰৰ সমীকৰণ কৰিছে —
... এটা দুৰ্ভেদ্য শক্তি!

যোৰহাট,৩/৭/৬৪

## সত্যাশ্ৰয়ী নেহেৰু

নৰৰূপী নাৰায়ণ হৈ
যিজনে সত্যৰ অন্বেষণ কৰি
পতিত ভাৰতবাসীক
কৰিলে উদ্ধাৰ
তেওঁৰেই দেখুৱালে আলোক
প্ৰেমৰ —
সেই সত্য
সেই প্ৰেম
আশ্ৰয় কৰি
শ্ৰীজৱাহৰলাল
সমুদ্ৰৰ দৰে বিশাল
এখন হৃদয় বিলাই থৈ
আকাশত হ'লগৈ
এচপৰা হীৰাৰ তৰা।

যোৰহাট, ২/৭/৬৪

## বাট কেনি?

(আজি ৰাজৰ্ষি ৰাধানাথ ফুকনৰ আদ্যশ্ৰাদ্ধৰ পৰা আহি)
ঘৰটোৰ ভিতৰত এটা
ঘোপমৰা আন্ধাৰ কোঠা
তাতে
নিচেই খুদ্‌মান ৰঙা এটা ফিৰিঙতি
একো জোখেৰে
জুখিব নোৱাৰি
বাহিৰত তাৰ প্ৰকাশ
এটা ৰূপ
দৃষ্টি আছে, ধ্বনি আছে, গতি আছে —
ক্ষুধা, তৃষ্ণা
ভয়, ক্ৰোধ,
ভাল, বেয়া,
ধৰ্ম, অধৰ্ম,
কৰ্ম, অকৰ্ম-
আটাইবোৰ আছে।
আমনি লাগি যেতিয়া সেই
ফিৰিঙতিটো ওলাই যাব খোজে,

ঘৰ গোটেইটো হাউলি পৰি যায়
উকমুকনি লাগে —
ফিৰিঙতিয়ে সোধে —
বাট কেনি, কেনি যাম?

প্ৰশ্নৰ উত্তৰ আৰু নাহে —
সকলো নিৰ্বাক, নিমাত,নিথৰ।
বহুত ওপৰৰ পৰা
কিহবাই হাঁহি হাঁহি
এৰি যোৱা ঘৰটোক সোধে —
হেৰা, বাট কেনি ক'ব পাৰানে?

শুক্ৰবাৰ ৩/৭/৬৪

## মন-চোৰ

ফাগুনৰ অৰুণৰ আগলি কিৰণ
পৰিলেহি মোৰ কাননত,
এপাহি গোলাপ ফুলি পুৱাৰ পোহৰ
চাই ৰ'ল আজলী ভাবত।

আহিলে ভোমোৰা উৰি
গুণু গুণু গুণু কৰি
জোনাকীক দেখি হ'ল বিভোল ভাৱত,
মালতীৰ কথা হ'ল নপৰা মনত।

ঘূৰি ঘূৰি বাৰে বাৰে
সেই অলি মন-চোৰে
গালে গীত, ক'লে কথা নতুন সুৰত,
—কোনেও নুশুনাকৈ লাজুকী কাণত —
মাধুৰী নিজৰি পৰা গুণু গুঞ্জনত।
বসন্তৰ মলয়াৰ মৃদু-দোলনত।
কলিয়াৰ কথা শুনি
পমি গল বুকুখনি
জাপ গ'ল চকুহালি
আজলী পৰিলে ঢলি
কিবা এটি সপোনৰ মধু আবেশত
ছায়া মায়া মলয়াৰ নিজান পুৰত।

পুনৰ পুৱাৰ ৰাগ
পৰিলেহি মোৰ কাননত
গোপালী আশাৰে ৰ'ল,
—আবেলি পখিলী গ'ল—
আকৌ আহিম বুলি
নাহিলে নাহিলে অলি,
বৰষিলে চকু হালি
আজলী পৰিলে ঢলি
নিঠুৰৰ এনে ছলনত।।

## হ'লনে নৌ ?

শেহ ৰাতি ভটিয়াই যোৱা
যাত্ৰীবাহী ৰেলখনে
হ'লনে নৌ, হ'লনে নৌ বুলি
ভজো ষ্টেশ্যনত
বৈ বৈ উকিয়ায়।
ৰাতিপুৱা পাৰ্বতী প্ৰসাদৰ
সেউজীয়া পাম থকা
সোণাৰিৰ অলপ দূৰত
ফেহুজালে ঢকা হাবিৰ মাজত
ক'লা ক'লা হলৌ বান্দৰবোৰে
দীঘল নেজবোৰ
ডালত মেৰিয়াই
সমস্বৰে ডাক দিয়ে —
হ'ল ঔ! হ'ল ঔ!

ইথাৰত মাজনিশা কম্পন জাগে
নিয়তিয়ে মাতে
নিউ, নিউ,
ৰুগীয়া দেহাবোৰত ভূতৰ উৎপাত
উজান-ভাটি কৰে জীউ!
প্ৰতিধ্বনি আহে
হ'লনে নৌ?

বকুলবনৰ সুৰভি

## মোৰ মন

উৰোঁ উৰোঁ কৰে মোৰ মন উৰনীয়া মনে।
থিতাতে উধাও হৈ অন্তৰ ধনে,
সউ বগা ডাৱৰৰ খলপাত উঠি
কোনোবা দেশৰ পিনে যাব খোজে উৰি।

উটি যাব খোজে মন সেই দেশলৈ
যি দেশৰ কথা একো নাই ক'বলৈ,
নাই শুনা কেঁৰে য'ৰ শব্দ এটিও
মনৰ গোপন ধন অকাতৰে দিও!

অঘৰীৰ দৰে নিতে বণিজ বিচাৰি
নতুনৰ আশাতেই খাই হাবাথুৰি
ক'ত পাম মহাকাল সাগৰত তৰি
এৰি দিছোঁ নাও মোৰ নাই আগগুৰি।

উৰিছোঁ উৰিছোঁ মাথোঁ পাখি ভাঙ্গি ভাঙ্গি
শুনিছোঁ গাথিছোঁ আৰু কত কথা ফালি
অন্ত নাই

তথাপিও যাওঁ
পুৰা সন্ধ্যা, দিন-ৰাতি, বাৰিষা-খৰালি।
ধূলি-বালি
মানি লৈ গাওঁ গীত অগীত সুৰত
কিজানি বিচাৰি পাওঁ অতি সুদূৰত
অন্তৰৰ ধন
মোৰ মন।।

## দেৱেন্দ্ৰ প্ৰয়াণত

সুৰৰ কুমাৰ,
তুমিনো নাছিলা কি?
সুৰ-সাগৰত শত ঢৌ খেলি,
জুৰ বচনৰ মৌ-কোঁহ মেলি,
অমিয়াৰে ভৰা আছিলাঁ তুমিযে
এখনি নাও।

বিতোপন তনু অণু পৰমাণু
নিপোটল সেই দেহাটিকে বাৰু
মোৰ দুচকুৰে কোনটি সতৰে
পাহৰি যাওঁ?
কোন হৃদয়েৰে গাওঁ,—

হৰি নিলে মোৰ চকুৰ শোভন
চিণ্ডি নিলে পাহি মনৰ মোহন,
জীয়া কবিতাৰ কঁপনি হেৰাল
সত্য খুজি!

নিবিড় প্ৰেমৰ সমাধি-শিবিৰ
উঠিল জিলিকি সিন্ধুৰ তীৰ
অতি অকালত মৰণে চেতনে
এনেয়ে যুঁজি!
জীয়া কবিতাৰ কঁপনি হেৰাল
সত্য খুজি।।

হায়!
কবিতা কোমল, ৰূপহ কোঁৱৰ
তুমিযে আছিলাঁ সপোন পোণৰ
সুৰ সাগৰত ভৰা নাও মেলি
তৰিলাঁ পাল,
কাল ধুমুহাই মোহাৰি পেলালে
মাজ সাগৰত নাৱকে ডুবালে
বঠা উটি গ'ল - বেহানি হেৰালে
ছিগিল পাল?
সুৰৰ কঁপনি কেনিবা লুকাল
আহিল মহাকাল।।

---

যোৰহাট, ২২/৬/৩২, বুধবাৰ, ৮ আহাৰ ৫৪
'১৮/৬/৩২ তাং শনিবাৰে দিনৰ বাৰ বজাত কলিকতাত কলেৰা হৈ মৃত্যু হয়।
৩ আহাৰ। ১৮৫৪ শক।'

## স্বৰ্গীয় দেৱীচৰণ বৰুৱাক সুঁৱৰি

এই যে পৃথিৱীখন ইমান সুন্দৰ হ'ল —
মাটিৰ বুকুতে স্বৰ্গ ৰচিলে মানুহে
ইয়াতে লুকাই আছে অশৰীৰি হৈ
অনাদি কালৰে পৰা আহি থকা সেই
লক্ষ্য-কোটি মানুহৰ জীৱন-প্ৰৱাহ।

'মৰিলে নেযাও আমি পৃথিৱীৰ পৰা' -
কবি-দাৰ্শনিকে ক'লে চিৰসত্য কথা ;
অনাহত তৰঙ্গতে জীৱনৰ আশাৰ সপোন
বৈ যায় বিজুলী-চুম্বক টৌ অন্তৰৰ ব্যথা —

পুত্ৰ সৰে শ্ৰদ্ধা দিয়ে স্মৃতিৰ অৰ্ঘ্যৰে
ধ্বনিৰ মাজতে যেন জী থাকে
মৃত্যুহীন অমৰ আতমা —
আহিছে গৈছে জীৱ অন্তহীন পথ
অবিৰাম চলি আছে সময়ৰ ৰথ —
কাৰো পিনে মুখ তুলি চাবলৈ হায় —
সময়ৰ সমূলিকে অৱকাশ নাই ।

'ৰূপ দিয়াঁ জয় দিয়াঁ যশ দিয়াঁ দান' —
এই বুলি মানুহৰ নাচি উঠে প্ৰাণ —
ভাগ্যবান কোনো জনে জয় টিকা লৈ
স্মৃতি-সৌধ ৰচি যায় জয়মাল্য থৈ।

দেৱীচৰণ বৰুৱাৰ নৰতনু শেষ হ'ল
মাৰ গ'ল সময়ৰ মহা-প্ৰৱাহত
স্মৃতিৰ শলিতা গছি থাকিল জীয়াই
শব্দগ্ৰাহী অন্তৰৰ গুহা উজলাই।

## নীলাম্বৰ

সাদৰী! সাদৰী? মোৰ প্ৰিয়া জীৱনৰ?
লক্ষ্যহাৰা লক্ষ্য লৈ হিয়াৰ মাজত,
শত্ৰুৰ জিজিৰি পিন্ধি স্বাধীন হাতত
তোমাৰ নীলামে আজি ৰকন পুৰীত
মৰণ মঙ্গল খুজি দেখিছে সপোন! —
নাহিবাঁ - নাহিবাঁ দেৱী - নেচাপিবা কাষ,
মৃত্যুৰ কৰাল মূৰ্তি আছে মুখ মেলি,
কেউপিনে অস্ত্ৰধাৰী মোগল সেনাই
পাতিছে শিবিৰ এই বিভীষিকা ময় —
— বিশ্বাসঘাতকী বুলি নেজানিলোঁ হায়,
নুবুজিলোঁ ছল কৰি— প্ৰতাৰকই তে
বেগম আহিছে বুলি দোলাৰ আঁৰত
সশস্ত্ৰ সৈনিক নিব দেখা কৰোঁ বুলি? —
উস! নিস্ফল গৰ্জন মোৰ -বিফল আক্ৰোশ
মাৰ যাব মনে মনে মনৰ মাজতে?
শুচি যোৱা দেৱী তুমি শুচি যোৱা প্ৰিয়া
চিঙ্গি দিয়াঁ অতীতৰ স্মৃতিৰ গাঁথনি
সৰলা প্ৰতিমা মোৰ গোপন হিয়াৰ
নুবুজি নেজানি হায় ক'ত কষ্ট দিলোঁ।
— অন্তৰৰ পশু মোৰ ৰূদ্ৰমূৰ্তি ধৰি
ঠিয় দিলে জীৱনৰ কিৰণ পথত!
ক'ত থ'ম কোৱাঁ প্ৰিয়া সেই দুঃখভাৰ
গুপ্ত প্ৰণয়িনী বুলি যিদিনা তোমাৰ
সৰল বুকৰ সেই বিমল প্ৰেমত
নিদাৰুণ বচনেৰে কৰিলোঁ আঘাত,-—
ভাঙ্গি দিলোঁ - জীৱনৰ সাধনা সফল?
ক'ত থওঁ আজি মোৰ গ্লানি অন্তৰৰ,
কোনে শুনে বেদনাৰ তীব্ৰ আস্ফালন? —
ক্ৰোধত অস্থিৰ হৈ উন্মত্তৰ দৰে
নিষ্ঠাবান সচিবক প্ৰবঞ্চনা কৰি
পত্নৰ মঙ্গহ বুলি খুৱালোঁ বৃদ্ধক
পুত্ৰৰ মঙ্গহ? কি কৰিলোঁ? কি কৰিলোঁ?
গুপ্ত প্ৰেমিক বুলি তোমাৰ প্ৰেমৰ
যুৱক মনোৰ হায় নবীন জীৱন
নিৰ্মূল কৰালোঁ কিয় ঘাতক লগাই?—
গুপ্ত হত্যা কৰোৱালো নিৰ্দোষ নন্দক?—
হাহিছা? হাঁহিছা? তুমি হাঁহিছা বিমলা?

উপযুক্ত প্ৰতিফল লভিছোঁ পাপৰ,
আৰু মোক উপহাস নকৰিবা দেৱী,
নৰকৰ কীট মই —স্বেচ্ছাচাৰী ৰজা —
ক্ষমতাৰ ব্যৱহাৰ নেজানি নিজেই
বান্ধিলোঁ নিজক আজি কঠিন বান্ধোনে—
কমতাৰ জয় শ্ৰীৰ শেষ কৰি দিলোঁ—
ধ্বংস হ'ল - খেন বংশ স্বাধীনতা গ'ল—
সুজলা-সুফলা দেশ মৰিশালী হ'ল ?
অহ ! ! ! লক্ষ্যভ্ৰষ্ট মানৱৰ শেষৰ জীৱন
যন্ত্ৰণাৰ কাৰাগাৰ - অন্তহীন ব্যথা ?—
মন্ত্ৰীৰ ডিঙিত আঁৰি কলঙ্কৰ বোজা
নোৱাৰোঁ সাৰিব হাত বিবেকৰ পৰা,
নোৱাৰো বুজাব আজি জগতক প্ৰিয়া
কোন নীতি অনুসাৰে খুৱালোঁ মন্ত্ৰীক—
সত্য শুদ্ধ ব্ৰাহ্মণক, মাংস পুতেকৰ ?
গুচি যোৱাঁ, গুচি যোৱাঁ, গুচি যোৱাঁ প্ৰিয়া,
উটি যক অনন্তৰ অসীম সোঁতত
নীলাম্বৰ সাদৰীৰ বিয়োগ বাতৰি —
লুপ্ত হক ধৰিত্ৰীৰ বিশাল বুকত
কমতাৰ যশো ৰাশি কমতা নিবাসী —
সৌৱা সৌৱা সেয়া নন্দ বিমলাই
বিদ্ৰূপৰ হাঁহি মাৰি বিকৃত সুৰেৰে
আকাশ পাতাল ভেদি তোলে প্ৰতিধ্বনি
"প্ৰতিহিংসা ?" "প্ৰতিহিংসা" প্ৰতিহিংসাৰ বাণী !
কান্দিছাঁ ?
পূজিব খুজিছাঁ মোক অশ্ৰু মুকুতাৰে ?
বাসন্তীৰ অৰুণিমা - কলকণ্ঠ টান—
ভ্ৰান্তি বিলাস আনি বিলাব খুজিছা
হেমন্তৰ সকৰুণ সন্ধিয়া পৰত ?
চিঙিব খুজিছাঁ মোৰ হাতৰ শিকলি ?—
পাহৰা পাহৰা আজি অতীতৰ কথা—
দুদিনীয়া সংসাৰৰ দুদিনীয়া খেলা !
চোৱা সউ সমুখৰ অকুল জলধি
হেন্দুলি উঠিছে তাৰ তৰঙ্গ কল্লোল,
ব্ৰহ্মাণ্ড বিয়পি উঠে ইবেলা সিবেলা
বিবেকৰ বিৰাটৰ বিষয়ম খেলা ?

৩ আহিন, দেওবাৰ
২০/৯/৩১

# সৌন্দৰ্যৰ সীমা

সৌন্দৰ্যৰ সীমা বিচাৰিলোঁ
ঘুৰি-পকি দেশে দেশে
জুমি-জামি মনে প্ৰাণে
চুৰ কৰি মানুহৰ চিত্ত-বৃত্তি -ধন
বিচাৰিলোঁ সৌন্দৰ্যৰ তত্ত্ব নিৰূপণ।

ৰূপ থকা যিটি বস্তু সুন্দৰ দেখিলোঁ
চ'লাপাত্ত কৰি চালোঁ
কিনো ভাব ক'ত পালোঁ
দেখিলোঁ ৰহণ তাত চিত্ৰৰ সমল
চকামকা সৌন্দৰ্যত কৰে জলমল।

ফুলটি সুন্দৰ নে ৰহণ সুন্দৰ
সেউজীয়া পাত আৰু তৰুৰ শিখৰ
সকলো মিলাই দেখোঁ
সৌন্দৰ্যৰ ব্যাখ্যা নাই
সুন্দৰ সৌন্দৰ্য এটি দৃষ্টি অন্তৰৰ
সুক্ষ্ম ৰূপে সৃষ্টি চোৱা দান ঈশ্বৰৰ।

'সৌন্দৰ্য' স্ৰষ্টাৰ জ্যোতি সপোন-বিজুলী
বাস্তৱত কল্পনাৰ
কল্পনাত বাস্তৱৰ
জীৱন-মৰণ ভোলা কিবা মোহ আনি
মুহূৰ্তে বিলায় যায় অসীমত বাণী।।

সৌন্দৰ্যৰ ভাষা এনে বিশ্ব-বিমোহিনী
এনে ৰাগি সৌন্দৰ্যৰ
মৌ মিঠা অনুৰাগ
লাগি আছে য'ত ত'তে আকাশে বিমানে
পশু পক্ষী কীট আৰু পতঙ্গে পতঙ্গে
নীলিম আকাশখনি সৌন্দৰ্য সাগৰ
কমোৱা তুলাৰ দৰে
শুকুলা মেঘৰ পাল
তৰি লৈ উটি যায় সৌন্দৰ্য কোঁৱৰ
চমক চমক যাচে বিজুলী পোহৰ।

এটি এটি বিজুলীৰ চমকনি লাগি
হৃদয়ত শুই থকা
কত শত মধু ভাব —
মুহূৰ্তে বিকাশ হয় সুন্দৰ গতিত
পাহৰি সকলো ভুল হেৰোৱা অতীত।
পৃথিৱীত সৌন্দৰ্যৰ সুকীয়া স্বভাব
সুশীল সুন্দৰ ভাবা
স্নেহ, প্ৰীতি, সুখ, আশা
বেদনাত, প্ৰাণ পমা মানৱী আচাৰ
সৌন্দৰ্যৰ অনুৰূপ আহিলা - সম্ভাৰ।

মন যদি থিত হয় বাক্যৰ লগত
বাক্য যদি মনৰেই
প্ৰতিৰূপ ধ্বনি হয় —
সৰল সুন্দৰ হয় মানৱ স্বভাৱ
সৌন্দৰ্য বিকশি উঠে সুন্দৰৰ ভাব।

শিলং, ২৩/৪/৪১

সেউজীয়া ধৰণীৰ সেউজীয়া তৰু শিৰ
সেউজীয়া গছ-লতা বন।
সেউজীয়া দূৰ্বাৰ সেউজীয়া দলিচা
বিয়পিছে প্ৰকৃতিৰ মন।
চিকিমিকি কুঁহিপাত সেউজীয়া প্ৰতিভাত
মৃদু মৃদু বতাহত কঁপি
চিৰশ্যাম মনোহৰ সুকুমাৰ সপোনৰ
দিছে প্ৰাণ-মৰমত সঁপি।
সেউজীয়া কিনো শোভা দিঠকত মনলোভা
হৰি নিয়ে কঠোৰ বিমান।
সুকোমল মধু ভাব পোহনীয়া আবেশত
উটি যায় য'ত অভিমান।
এই দৰে দাস হৈ সৌন্দৰ্যৰ প্ৰাণ লৈ
দিয়া প্ৰিয় প্ৰীতিৰ পৰশ
স্বৰ্গ মৰ্ত্য একে কৰি আটি দিয়া স্বপ্ন জড়ি
পৰিপূৰ্ণ তোমাৰ হৰষ।

বাৰ্ডলেক পুৱা, শিলং, ৩/৫/৪১

## হে প্ৰিয় মোৰ

পুৱাতে এছাটি মধুৰ পৱনে
আনিলে তোমাৰ
মধুৰ পৰশ
গীতৰ লহৰ
দিলেহি জগাই মনৰ কথা
কবিতা কোমল অতনু বিমল
স্নিগ্ধ শীতল
সুৰৰ কঁপনি
জীৱনৰ জয় অনাহত ধ্বনি।
হে প্ৰিয় মোৰ
হে চিৰ মোৰ
হে সখা মোৰ জনমে মৰণে
তোমাৰ চৰণ
পৰশ পাহৰি
আঁতৰি যাবলৈ নক'বা মোক
নিদিবাঁ নিদিবাঁ
তোমাৰ চৰণ পাহৰা
মৰণৰ ৰাগী মোহৰ মোক।

## শান্তি বচন

বাক্য মোৰ থিত হক মনৰ মাজত
মন থক বাক্যৰ লগত ;
হে ব্ৰহ্ম ? স্বপ্ৰকাশ জ্যোতিৰ ঈশ্বৰ
প্ৰকাশিত হোৱাঁ মোৰ বাক্য ও মনত।

বাক্য আৰু মন মোৰ হওক সমৰ্থ
ব্ৰহ্মজ্যোতি প্ৰকাশৰ আহিলা প্ৰধান,
শুনা কথা মোৰ যেন স্মৃতিৰ সদায়
শ্ৰুতি হৈ থাকি যায় শিক্ষাৰ নিদান।

এনে দিব্য পাঠ পঢ়ি জানিম গোপন
দিন ৰাতি একে কৰি চাম।
মনে মনে সত্য ক'ম, বাক্যেৰেও সত্য ক'ম,
সত্যৰেই সৈতে গীত গাম।

ব্ৰহ্মে যেন ৰক্ষা কৰে মোক
ৰক্ষা কৰে আচাৰ্যক মোৰ,
ব্ৰহ্মাতেই ব্ৰহ্মজ্যোতি ব্ৰহ্মাতেই বিদ্যাবুদ্ধি
ব্ৰহ্মাতেই শান্তি হক, দুখ-তাপ ওৰ।।

বৃহদাৰণ্যক সুক্তি

## শান্তি বচন

(কৃষ্ণ যৰ্জুবেদৰ এটি ভাগ)

প্ৰাণ আৰু প্ৰকাশৰ প্ৰত্যক্ষ দেৱতা
মিত্ৰ-বন্ধু সূৰ্য হোক সুখৰ কাৰণ,
মেঘে মেঘে মধু চক্ৰ শান্তিয়নী লৈ
বৰুণ আহক যেন সুখপ্ৰদ হৈ।

সূৰ্যৰ চৌপাশে বেৰি মণ্ডল আকাৰ
যি দৃষ্টি সৰ্বদ্ৰষ্টা চক্ষু বিধতাৰ
স্ৰষ্টাৰ বিক্ৰম লৈ যিজন ইন্দ্ৰই
বল-বীৰ্য দান কৰে জীৱনৰ জয় —
বাক্য আৰু বুদ্ধি দাতা গুৰু বৃহস্পতি
কাৰণে হক পৰম্পৰা গতি।

বিশাল বিশ্বত যাৰ চৰণ পৰিলে
মৰণ আঁতৰি যায় অমিলক লক্ষ্য কৰি লৈ
স্ৰষ্টাৰ মহিমা ঘোষি জেউতি বঢ়ায়
সেই বিষ্ণু হক যেন আমাৰ সহায়।।
নেদেখাত যি ব্ৰহ্ম বায়ু ৰূপে আছে
দেখাত বতাহ হৈ যাৰ প্ৰাণে নাচে
প্ৰত্যক্ষ পৰোক্ষ যাৰ প্ৰাণত স্পন্দন
ঋতু জলে প্ৰকাশিত পাৰ্থিব ভুৱন
সেই ব্ৰহ্ম পৰমাৰ্থ সত্য শুদ্ধ হৈ
প্ৰকাশিত হক মোৰ বাক্য মন লৈ।
নমো ব্ৰহ্ম সত্যৰূপী নমো ব্ৰহ্ম বায়ু
নমো ব্ৰহ্ম পৰব্ৰহ্ম সকলোৰে আয়ু।।

শ্বিলং, ২৬/৪/৪১

## শান্তি স্তৱক

(শুক্ল যৰ্জুবেদীয় শান্তি অধ্যায়ৰ ভাব)

কাব্যময় বাক্য হক আশ্ৰয় প্ৰবীণ,
মন হক যোজনাৰ ৰস-উপাদান।
প্ৰাণ হক সাম্যবাদী গীতৰ ঝংকাৰ
ছন্দোময় ভাব ভৰা মধুৰ ভাণ্ডাৰ।

চকুৰে যিহকে দেখোঁ সেয়ে হক পাঠ,
কাণে যিহকে শুনোঁ সেই মহা নাদ।
অন্তৰৰ দিব্যদৃষ্টি অন্তৰতে থাকি,
দিয়ক অজ্ঞানে মোক বিশ্বৰূপ আঁকি।

বাক্য মন শৰীৰৰ বল শক্তি মিলি,
উঠক নিতৌ মোৰ জীৱন হেন্দুলি।
উশাহ-নিশাহ অস্পষ্ট

যিবা আছে ব্যাকুলতা চকুৰ দৃষ্টিত,
অতৃপ্ত পাতন লৈ পৰিছে সৃষ্টিত।
হৃদয়ত যি আছে কৃপণতা মোৰ,
মনত যদিহে আছে ব্যাকুলতা ঘোৰ।
সকলো বিনাশ কৰি গুৰু বৃহস্পতি,
থাকক চিত্তত মোৰ দেৱতাৰ জ্যোতি।
সমস্ত ভুৱন যাৰ ৰচনা নিজৰ,
সিজন সাৰথি হক কল্যাণ বিশ্বৰ।

পৃথিৱী, আকাশ আৰু স্বৰ্গত যিজন,
জ্যোতিৰূপ বিৰাজিছে নিত্য নিৰঞ্জন।
সেই জ্যোতি প্ৰকাশৰ সৱিতাই যাৰ,
ঘোষি আছে পুৱা সন্ধ্যা স্তুতি মহিমাৰ।
যাৰ জ্যোতি দেখা পালে পূব-তোড়ণত,
সংসাৰৰ মিছা -মোহ হয় অৱনত।
ধ্যান কৰোঁ বৰণীয় সেই দেৱতাক,
সূৰ্য্যৰূপে যাৰ প্ৰাণে খেলে কুক্-ভাক্।

ৰূপ সৃষ্টি ৰস সৃষ্টি বিচিত্ৰ-বিভুৰ,
কি চিত্ৰ আঁকি লৈ পৰাণৰ সুৰ।
কণ্ঠ ভৰি গাম বাৰু, কিহেৰে ভাবিম,

কিনো মন্ত্ৰ, কিনো ভাব, কিম্বা সাধিম।
কিনো হায়! যতনেৰে পালিছে ভুবন,
ভাবিলে নিৰ্বাক হওঁ, বিশ্ববিমোহন।
কেনে কৰ্ম কৰিলেনো সদাবৃদ্ধি লৈ,
স্ৰষ্টাৰ পৰশ থাকে কৰ্মাবৃত্ত হৈ।
কিমতে জানিম তেওঁ আতমাৰ সখা,
ক'ত বাৰু পূৰ্ণ ৰূপে পাম আমি দেখা।

জীৱাত্মাৰ তৃপ্তি দিয়া এমুঠি অন্নৰ,
কোন অংশ সাৰ-বস্তু যোগ্য অৰ্পণৰ।
কোন অংশ দিলে তুমি প্ৰীত হবাঁ কোৱাঁ,
সৰ্বোত্তম কিনো দ্ৰব্য তুমি বাছি লোৱাঁ।

পৃথিৱীত আমি সখী তোমাৰ আত্মাৰ,
আমিয়েই স্তৱকাৰী গুণ-গৰিমাৰ।
আমাক পালিছাঁ তুমি শত ৰূপ লৈ,
আমাকে ৰাখিছাঁ তুমি অন্তৰীক্ষ হৈ।

সমস্ত জগত জিনি পৰম ঈশ্বৰ,
আনন্দিত কৰি আছাঁ জীৱন নশ্বৰ।
কেনে চেষ্টা কৰি আমি তুষিম তোমাক,
কৈ দিয়া জ্যোতিৰ্ময় উপায় আমাক।

শৰীৰৰ সুখ কাৰী বায়ুৰ প্ৰবাহ,
আমাৰ কাৰণে হক জীৱন-উলাহ।
সুৰুযৰ তাপ হক সুখৰ কাৰণ,
মেঘৰ গৰ্জন হক বৃষ্টি-বৰিষণ।

দিন হক সুখময় আনন্দেৰে পুৰ,
ৰাতি হক শান্তিময় জিৰণি মধুৰ।
তৃপ্তি, সুখ, বল, স্বাস্থ্য, তেজ-বীৰ্য্য দিয়া,
বিজুলী চমক লাগি উঠলক হিয়া।

তিৰ্‌বিৰ্‌ কৰি থকা জলেৰে আমাৰ,
স্নান-পান সুখকৰ হওক সবাৰ।
ৰোগ-শোক শান্তি কৰা সৰগী ধৰাত,
নিৰাময় হক স্বাস্থ্য পাৰ্থিৱ ধৰাত।

হে দেৱী বসুন্ধৰা! আমাৰ নিবাস,
কণ্টক বিহীনা হোৱাঁ, বিলোৱাঁ সুবাস।
আমাক আশ্ৰয় দিয়া সোণৰ সংসাৰ,
তোমাৰ কোলাত হক সুখৰ অপাৰ।

যি-জল পৰি এই পৃথিৱী বুকুত,
ৰসেৰে ৰসাল কৰে প্ৰকৃতি-সুখত।
যেনেকুৱা ৰস দিয়া চকুত আমাৰ,
ৰমণীয় দেখোঁ যেন সৃষ্টি বিধতাৰ।

মাতৃৰ কোলাত থকা শান্ত ৰূপ পাই,
দুষ্ট-শিশু যেনেকৈ মুগ্ধ হৈ যায়।
তেনেকুৱা স্নেহশীলা মাতৃ চেনেহৰ,
ৰস-ভাগী হওঁ দিয়াঁ এই জগতৰ।

তোমাৰ যিফেৰা মধু-ৰসৰ কাৰণে,
জগতৰ তৃপ্তি হয় পৰাণে পৰাণে।
সেই ৰস পান কৰি জানো যেন আমি,
ৰসময় স্ৰষ্টা তুমি ত্ৰিভুবন স্বামী।

অন্তৰীক্ষ, পৃথিৱীত, জলে-স্থলে জিনি,
যি-শান্তি বিৰাজিছে শান্ত প্ৰতিধ্বনি।
ওষধিত যি-শান্তি বনস্পতি হৈ,
যি-শান্তি আছে সদা অৰণ্যক লৈ।

সৰগত যি শান্তি দেৱতা-জীৱন,
নেদেখাত যি শান্তি জ্যোতিৰ কিৰণ।
সকলোতে যি শান্ত স্বৰূপ শান্তিৰ,
তেনেকুৱা শান্তি হ'ব সকলো ভ্ৰান্তিৰ।
তেনেকুৱা শান্তি লাভ হওক সদায়,
জানোঁ যেন তুমি শান্ত প্ৰাণৰ সহায়।

(হে সখা, পৰম ঈশ্বৰ! হে বন্ধু আপোন ঈশ্বৰ! হে নাথ! হে প্ৰভু! হে প্ৰিয়! জগদীশ্বৰ!)

এনে ভাবে দৃঢ় কৰি দিয়া মোৰ মন,
সকলো প্ৰাণীয়ে মোক ভাবক আপোন।

বকুলবনৰ সুৰভি

পৃথিৱীত হক মোৰ বন্ধু সকলোটি,
পৰাপৰ প্ৰীতি-সাধি লভোঁ শুভমতি।

জৰাজীৰ্ণ হৈও যেন তোমাৰ দৃষ্টিত,
দেখি থাকোঁ নানা চিত্ৰ শোভন সৃষ্টিত।
তোমাৰ দৃষ্টিৰ এনে মধুৰিমা চাই,
দীৰ্ঘকাল থাকোঁ যেন সুখেৰে জীয়াই।

নমস্কাৰ কৰোঁ প্ৰভু তোমাৰ হৰষ,
নমস্কাৰ কৰোঁ তযু শুচিৰ পৰশ।
তোমাৰ প্ৰকাশতে কৰোঁ নমস্কাৰ,
তুমি হোৱাঁ শান্তি মোৰ তৃপ্তি-পুৰস্কাৰ।

বিজুলীৰ পুঞ্জৰূপী তোমাৰ প্ৰকাশ,
নমস্কাৰ কৰোঁ পিতা! উদাৰ আকাশ।
সৰগত তুমি প্ৰাণ সকলো প্ৰাণৰ,
ঘূৰি ঘূৰি নমস্কাৰ জনাওঁ ধ্যানৰ।

যিমান বিকাৰ আছে দেহত আমাৰ,
চৰিত্ৰত যত আছে মলিন-আচাৰ।
সকলো গুচাই দিয়াঁ পবিত্ৰ পোহৰ,
তোমাৰ অভয়-বাণী দিয়াঁ শুভবৰ।

জগতৰ চক্ষুৰূপ পুব আকাশত,
প্ৰকাশিত হোৱাঁ তুমি অৰুণ-প্ৰভাত।
সেই দৃশ্য দেখোঁ যেন শত শত কাল,
দেখোঁ যেন বহুকাল সেই ফেৰ্‌ইজাল।

## শঙ্কৰ-সমাধি

যোৱা কালি যোৰহাটৰ পৰা বাতৰি পালোঁ-যে মোৰ জীৱন-দেৱতা, জ্ঞানগুৰু, শঙ্কৰৰ যোৱা ২০ বৈশাখ ১৮৬৩, ইংৰাজী ৩ মে' ১৯৪১ চন শনিবাৰে মহানিৰ্বাণ হ'ল। সেইদিনা সপ্তমী (শুক্লা) তিথি। জহ্নুসপ্তমী। শ্ৰীশ্ৰীমহাবীৰৰ পূজা। শাস্ত্ৰৰ মতে বৈশাখৰ শুক্লা সপ্তমীৰ দিনা গগনৰ মেখলা স্বৰূপ গঙ্গাদেৱীৰ পূজা কৰে। যাৰ শিৰত গঙ্গাৰ স্থান তেওঁ সেইদিনাই সমাধি ললে। এই বাৰ্তা মোৰ কাৰণে কেনে সেইকথা ঈশ্বৰে জানক।

শিলং, ৯/৫/৪১

বকুলবনৰ সুৰভি

## শঙ্কৰ-সমাধি

ৰহস্যৰ মহা আৱৰণ লৈ
আহিছিলা মৰতত নৰ-ঋষি
নৱ-ৰূপ দান দিবলৈ।
অসীম দয়াৰে প্ৰভু এই অভগাক
দেখুৱালা অলৌকিক কত ৰূপ
কত বেশ মোকে নিতে লৈ।
কেঁৱে যদি কেতিয়াবা তোমাৰ স্মৃতিত
পূণ্য অৰ্ঘ্য দিয়ে দান
প্ৰাণৰ আহুতি—
ময়ে যেন সেই পূজা কৰিবলৈ পাওঁ
পূজা কৰি অৰ্চনাৰে
জনাই প্ৰণতি।

সৰগৰ কত বেশ কত কিযে মহা মহা
মহিমাৰ অলৌকিক
তোমাৰ মাধুৰী।
নিমাত গাঁৱৰ সেই বকুল-বনত
দেখুৱালা দয়া কৰি
তান্ত্ৰিক লহৰী।

এদিন তোমাৰে প্ৰভু এটি দৃষ্টি পাই
মহাশূন্য আকাশৰ
উত্তৰ ধিয়াই।
দেখিছিলোঁ উৰি যায় মৌ-গুটি বাঁহ
বিচিত্ৰ চিত্ৰৰ দৰে
দৃষ্টি ওপচাই।
চাওঁতে চাওঁতে দেখোঁ মৌ-গুটিবোৰ
ফুট্ ফুট্ আঁচ হৈ চকুৰ আগত
ভাৰতৰ মানচিত্ৰ হৈ—
শূন্যে শূন্যে উৰি যায় অনন্তৰ ফালে
দৃশ্য দেখি শুদ্ধ হলোঁ
মুগ্ধ হলোঁ চিৰকাললৈ।

মোক কাণে কাণে ক'লা বাৰে বাৰে
'অনুপ' আহিছে লৈ
পৰিপূৰ্ণ বেশ
সত্য-ত্ৰেতা-দ্বাপৰ আৰু কলিৰ কীৰিতি
সৰ্বোত্তম মহিমাৰে
পূৰ্ণ কৰি ভাৰতৰ দেশ।

মন্ত্ৰ দিলাঁ মৃত্যুঞ্জয় পৰম ব্ৰহ্মাৰ
ৰাম নাম আনি দিলাঁ
মানস পটত।
কিমান বিভূতি দিলাঁ প্ৰাণৰ ঈশ্বৰ
অন্তিমত নেদেখিলোঁ
বিদায় পৰত।

দেখিলোঁ 'অনুপ' সেই যিজন তোমাৰ
হৃদয়ৰ স্বপ্নপূৰ্ণ
ৰহস্য সৃষ্টিৰ—
দেখিলোঁ ৰামৰ ৰূপ মৈত্ৰীৰ গৰাকী
তোমাৰ সপোন সনা
বিধান বিধিৰ।

দীনদুখী হৈও পালোঁ তোমাৰ চৰণ
হৃদয়ত আঁকি ললোঁ
জীৱন সমল,
জন্মে জন্মে লভোঁ যেন চৰণৰ ৰেণু
মোৰ প্ৰভু বিভু-বেশ
জ্ঞানৰ কমল।

তোমাৰ সমাধি ভূমি তোমাৰ ইচ্ছাতে
অগ্নি-বাণ ভূমি হক
অগ্নি সাধকৰ।
চিৰঞ্জীৱী অগনিৰ পাৱক ৰূপত
শুদ্ধ হক পাপৰ
মোৰ জীৱনৰ।

হৰিক মানিবাঁ, ৰামক মানিবাঁ, মানিবাঁ আল্লা বুলি
মোক তুমি কৈছিলাঁ
সাধনাৰ পথ,
সেইদৰে নানাবিধ কলাপূৰ্ণ ৰীতিৰেই
চলালাঁ ইবাৰ মোৰ
জীৱনৰ ৰথ।

সমাধি ভূমিত মোৰ সেউজীয়া বননিৰ
প্ৰাণৰ পৰশ এৰি
সুকুমাৰ লৈ
তুমিয়েই গৈছিলা 'বকুল বনত'
জোনাকৰ জিলিকনি
জেউতিত থৈ।

এখনি উদ্যান মোৰ বিবিধ ফুলৰ
তোমাৰ যত্নত তাতে
জাতিস্মাৰ হ'ল।
তোমাৰ কঠোৰ শ্ৰম দেহৰ যতন
গছে বনে ছাবে ছাবে
থাকি থাকি গ'ল।*

অসমীয়া সঙ্গীতৰ মধুৰ লহৰ
মাতৃ-ভাষা চেনেহীৰ সুৰ
ভাল পাই তুমি মোক
উতলালি দিলাঁ
সেইভাষা সেইসুৰ সেই তৃপ্তিৰেই
তুমি মোৰ প্ৰাণ লৈ
প্ৰণয় খেলিলাঁ।

তোমাৰ প্ৰাণৰ মই লীলা-সহচৰ
তাৰ মোৰ জীৱন-স্বৰূপ
সমাধি তোমাৰ—
অনন্ত বিৰহ লৈ কেতেকীৰ দৰে
কৰুণ সুৰত ময়ে
উৰি উৰি ঘুৰি ঘুৰি
বিচাৰি ফুৰিম।
তোমাৰ অনন্ত ৰূপ অসীম আকাশ
আতমাৰ বহু ৰূপে
বিহাৰি ফুৰিম।
নয়নৰ অশ্ৰু-ধাৰা তৰ্পণ শ্ৰদ্ধাৰ
তোমাৰ স্মৃতিত দিলোঁ —
পুত্ৰৰ কিঞ্চিত,
তৃপ্ত হবাঁ প্ৰভু মোৰ প্ৰাণৰ ঈশ্বৰ
কৰিবাঁ বিচিত্ৰ পূৰ্ণ
বিধান উচিত।

তোমাৰ গোঁসাই থান সমাধিৰ থলি
তাতে থক মোৰ সেৱা —
সুৰ এটি হৈ,
ডিহাৰ এখান বুকু পৰিপূৰ্ণ কৈ
নয়নৰ অশ্ৰুধাৰা
গৈ থক বৈ।

শঙ্কৰ-সমাধি ভূমি মোৰ তীৰ্থ স্থান
বকুলৰ সুৰভিৰে হোক চিৰ-কাল।।

## বহাগ বিহুৰ প্ৰতি

ন-কৈ আজি তোক
কোনেনো সজালে
কাৰ পৰশত আজি
এই ৰূপ এই ৰস
গন্ধ- আকুল এই —
সুৰভি বতাহ ছাটি
পালি দান?
এনেয়ে নাচনী তই বুঢ়ী —
তাতে আজি
নাতিনীৰ বিয়া —
সেইহে কিজানি তোৰ
সজাল ধৰিলে আজি
এখনি পুৰণি হিয়া।
আন আন
বৈ বৈ পেৰাত সুমাই থোৱা
গুটি গুটি ফুল বছা
দে বিহুৱান —
আন আন।।

যোৰহাট, ১/৩/৬৪, দেওবাৰ, পুৱা

## শকুন্তলা

শকুন্তলাহে শুৱলা ফুলৰ কলি
কুন্দ-কুসুম
বাঢ়িছে সদায় ফুলি,
কাৰ ফুলত আছিল যিমান ৰস বোল
যিমান আছিল মাত,
শকুন্তলাৰ ছাঁত
নেথাকে দেখোন ফুলৰ একোকে মোল,
মৌৱো শুকায় জোল!
ফুলেহে বুজিছে কি ভুল কৰিলোঁ
বুকৰ সঁফুৰা মেলিছে দেহি।
জোনেহে জানিছে কি জুই জ্বলিছে,
জোনাক বিলাই কিহত জহি।
মানুহে ফুলৰ কদৰ বুজিব,
আদৰ চেনেহ কৰিব বুলি —
হোৱা নাই ফুল সমুলি আকুল
নাই কঁপা দেখো এদালো চুলি।
জোনেও সমুলি নাই মতা হেৰা
মাত থকা আমি মানুহ বোৰক।
নিমাতে নিমাতে যি মাত মাতে
তাতেহে ফুলিছে কমল কোৰক।
উপমা-অতীত সিহে এটি গীত
জোনৰে ফুলৰে মাজতে আছে
তাৰ সুৰতেহে সেউজীয়া পাতে
গা ধুই ধুই জোনাকত নাচে!
উপমা বিচৰা কবিও সেইহে
অনুপ নিজেই পগলা সদায়।
জোন ধৰিবলৈ জখলা বিচাৰি
গছ, লতা, বন ছুন কৰি যায়।

## আ! শকুন্তলা .......

আ!
নৱমল্লিকা ফুলৰ গুৰিত বৈ
কাষত কলহ লৈ
সেইয়া কোন?

— শকুন্তলা?
ওঁ
শকুন্তলা।
পাছে পাছে সি দুটি কোন?
— অনসূয়া, প্ৰিয়ম্বদা
শকুন্তলাৰ দুই সখী
কণ্বৰ আশ্ৰমৰ
তাপস কুমাৰী
পানী দিছে ফুলৰ গুৰিত।
আ!
শকুন্তলা
কুন্দ-কুসুম ফুল।।
দুষ্ট ভোমোৱাটো...............
ভোঁ ভোঁ কৈ
শকুন্তলাৰ মুখৰ আগত
বাৰে বাৰে ছোঁ মাৰি
আগজাননী দিছে।
কাৰ আগমন?

বকুলবনৰ সুৰভি

মৃগয়াবিলাসী ৰজা দুষ্যন্ত
ধনু কাঁড় অনুচৰ লৈ
মৃগ-পশু বিচাৰি ফুৰিছে।
কাঁড় এৰে এৰে।
আশ্ৰমৰ তাপস কুমাৰে কয় —
কোমল মধুৰ মাত —
সেইটি আমাৰ আশ্ৰমৰ মৃগ
কণ্ব মুনিৰ হাতৰ পৰশ পোৱা
নিমাখিত প্ৰাণী—
বধ নকৰিব।..........
দুষ্যন্তৰ ধনু-কাঁড়
মাটিত সৰি পৰিল।
সম্ভ্ৰমেৰে প্ৰবেশিছে
কণ্বৰ আশ্ৰম।
নৱমল্লিকা ফুলৰ গুৰিত
তিনিও সখীৰ
কলহৰ মুখেদি
ধাৰেৰে পৰিছে পানী
ঝৰণাৰ নিৰ্মল ধাৰা।
শুচি -স্নাতা
বল্কল পৰিহিতা
অনসূয়া, প্ৰিয়ম্বদা
শকুন্তলা..........
বতাহত অমৃত গন্ধ
হোমৰ ধোঁৱাৰ
অদূৰত হৰিণ-হৰিণীবোৰে
মূৰ ডাঙি থৰ লাগি চায়—
আ! শকুন্তলা!..........
ৰাজ-ঐশ্বৰ্য্য
ৰজাৰ ক্ষমতা
ৰাজসিক আড়ম্বৰ
ম্লান পৰিল।
দুষ্যন্ত নিঃকিন প্ৰাণী
ভয়ে ভয়ে প্ৰৱেশিছে
ঋষিৰ তপস্যা ভূমি ।
—তুমি ?
তুমি কোন?
আশ্ৰম বালকৰ
প্ৰশ্নৰ উত্তৰত
ৰজা দুষ্যন্তই কয় —
মহামুনি কণ্বৰ
দৰ্শন অভিলাসী
মই
দয়াৰ ভিক্ষাৰী।

তেতিয়া আশ্ৰমত ঋষি নাই।
দুষ্যন্তৰ কাণত পৰিল
বিকাৰ বিহীন
সৰল শুৱলা এটি
সুমধুৰ নাম—
'অতিথি দেবো ভব'.............
অতিথিক দেৱতা জ্ঞানেৰে
শুশ্ৰুষা কৰিবা..........
আশ্ৰমবাসীক গুৰুৱে শিকায়
উপনিষদৰ বাণী।
বল্কল বসনা পূৰ্ণ যৌৱনা
শকুন্তলাই
অচিনাকী ৰজা দুষ্যন্তৰ পিনে
মূৰ ডাঙি চায়।
বজ্ৰাহত দুষ্যন্ত।
কণ্ঠত নাই মাত —
কোন খনিকৰে ৰচিলে প্ৰতিমা,
ইমান লাৱণ্য
কোনে দিলে এই
শকুন্তলাৰ গাত?.....
..... দুয়োটি নিমাত।
এছাটি পছোৱা বৈ গ'ল
জিৰ্ জিৰ্ কৈ
চঁপাৰ পাপৰি বোৰ
দুয়োৰে মূৰত সৰি পৰিল।
নৱমল্লিকা, কুন্দ, কুৰুবক
ফুলবোৰ হালি জালি লৰিবলৈ ধৰিলে।
চৰাইবোৰে আনন্দ-কোলাহল কৰি
উপবন মুখৰিত কৰিলে
বৈ গ'ল সুৰভি বতাহ।
আ! শকুন্তলা?___

২/৩/৬৪

বকুলবনৰ সুৰভি

## বিহু-নিবেদন

পেখো সখি
কৈচন সুন্দৰ
কোমল পল্লৱ
কৈচন সুন্দৰ
বনৰাজি।
শাঁৱল বৰণ
আৱল নৱঘন
সাজলি শ্ৰীমতী
বনৰাণী।।
বাজল বনবেণু
ধাৱল গো-ধেনু —
লাগল বিহু বিহু মন।
অলিকুল আকুল
যুৱজন ব্যাকুল
কয়লি মধু নিবেদন
হৰষ-বৰষ নৱ
উজ্জীৱিল মনোভৱ
স্বাগত স্বাগত
জগতকু জন।
বিহুক এহি বাণী
প্ৰেম-পুলক- মানি
দেহখুঁ পীৰিতিকু ধন।

১/৩/৬৪

বকুলবনৰ সুৰভি

## ম'হৰ শিঙৰ পেঁপাটি

মহৰ শিঙৰ পেঁপাটি
নৱজাবি ককাইটি
কেনেবা কেনেবা লাগে মোৰ গা।
কঁকাল ভাঙি ভাঙি
হাত ডাঙি ডাঙি
নাচিবৰ মন যায়, চা, চা ।।

টুক্ টুক্ টাক্ টাক্ কৈ
টকাকে বজাওঁ ঐ ঐ
চাই থাক তয়ো তাতে বৈ বৈ।

কোন জন ঈচৰে
ঢোল সৰজিলে
পেঁপা সৰজিলে
আৰু সৰজিলে তোক —
চাই চাই থাকিলেও
হাবিয়াস নপলায় —
পেটতো নেলাগে ভোক।।

ভোকো পাহৰিলোঁ
টোপনি এৰিলোঁ
থাকোঁ মনেমাৰি বহি,
ছাৱোঁ হুমুনীয়া
বুকু হমেহমাই
গুণনি চিতনি সহি।।

মূৰত মাৰি ল
বিহুৱান গামোছা
কঁকালত টঙালি আঁট্
বহাগৰ বিহুতে
দুয়ো লগে লাগি
মাতিম ঐ অমাতৰ মাত।।

নাচোনৰ লাহতে
চকুৰ টিপ মাৰি
ঢুলীয়াৰ ছিঙিবি ছেও,
ফড়িং ওফৰাদি
উফৰি নাচিবি
উলাহত মাৰিবি দেও —

চাই চাই থাকিলে
হাবিয়াহ নপলায় —
এইনো মৰমৰে বিহু —
ঢোলৰ মাতে শুনি
লুইতৰ বুকুতে
উজাই বুৰ মাৰিছে
শিহু।।

ভেবেলী মুখতে কিনো ফুল ফুলিছে
কেতেকী মলেমলায়,
কপৌ কুৰুলিয়ায় আবেলি আবেলি
চেনাই মোৰ কাষতে নাই।

চেনাই কুমলীয়া
অতিকৈ ধুনীয়া
চকু তিৰবিৰে কৰে।
ডালিমৰ গুটি যেন
দাঁতৰে মাজেদি
হাঁহিতে মুকুতা সৰে ।।

আজি বিহু বিহু কালি বিহু বিহু
কুলি কেতেকীয়ে মাতে —
কুঁহি-সেউজীয়া ৰদ চিকিমিকি
নাচিছে গছৰ পাতে।

আহ কাষে ছাপি নাচোঁ জাপিজাপি
বিহুকে বিনাই যাওঁ
চেনেহৰ চকুৰে তোৰে মুখ এখনি
নয়ন ভৰি ভৰি চাওঁ।।

যোৰহাট, ৪/৩/৬৪

## দাং ৰবলাৰ বিৰহ বেদনা

কুলাৰ বুকুত চালনি আছে
পটাৰ বুকুত গুটি।
মোৰহে থাকিল মাজ ভগনত
কপালখনেই ফুটি।।
হাঁয় হায় ঐ! কিনো ক'ম
মোৰ দুখৰ কথা।
বুকুত সদায় কেৰ্কেৰীজনীৰ
বাজিছে বিৰহ বেথা।।
অ' কেৰ্কেৰী, অ' কেৰ্কেৰী
জকাই পেলাই থৈ।
মোৰ ফালে চাই হাঁহি এটা মাৰ
গা হেলনীয়াকৈ।।
লোককে দেখুৱাই কেতেৰাই মাতিবি
ভিতৰি মাৰিবি টিপা।
তেহে তোৰে মোৰে দেখা শুনা হ'ব
গড়গাঁও পাবগৈ শিপা।।
দেহি ঐ।
চিলিমৰ লগত চাকি আছে
ভাওৰ লগত ধঁপাত।
মোৰ লগত নাই কেৰ্কেৰীজনী,
কাপোৰ নাই জপাত।।
দাং ৰবলাৰ দুৱাৰত আহি
বতাহে মেৰেক্ কৰে।
কেৰ্কেৰীৰ কথা ভাবিগুণি মোৰ
চকুৰে টোপাল সৰে।।
কণা বিধাতাই যোৰা নলগালে
থাকিলোঁ অকলে পৰি
ৰাতিও নুপুৱায় দিনো দীঘলীয়া
মাজ্বং কৃষ্ণ হৰি।।

## বকুলবনের খাটা

— পরিচয় —

তুমি আর আমি
দুজনের মাঝখানে শুধু ব্যবধান
দুজনেরই পুণ্যতীর্থ
মা কামাখ্যার ধাম,
দুজনেই মা ব'লে
তাঁকেই করি প্রণাম।
আমি কই অসমীয়া,
প্রণয়পাত্রীকে আমরা কহি
সেনেহী সোণপাহী
যেন সোণার পাপড়ি থাকা
স্বর্ণপদ্ম স্বপ্নিল মাননী
মধু-চয়নিকা হিয়া
যাকে বলো বাংলায় প্রিয়া...
আমি নিজে কিন্তু
মোটেই সুন্দৰ না
ভারতবর্ষকেই শ্রীদুর্গার মত
আমি বলি মা
তাঁরই চরণমূলে
আপন ওপরভুলে
উদাস মনে তাকায়ে থাকি
আকাশ পানে ছেয়ে
পাশ দিয়ে চলে যায়
মা-বহিন ভাই-বন্ধু
অসমীয়া বাঙালী
লক্ষ লক্ষ মেয়ে ...
যারা ভালোবাসে পৃথিবীর
বুকের ভিতরে থাকা
ঐশ্বর্য ভাণ্ডার
তারাও ধন্য
কিন্তু আমার পণ্য
দৃষ্টিতে পরে না
তবু সে-ই আছে
মানব সৃষিটেকে করিয়া ধন্য।
গভীর অরণ্য
ঝর্ণার ধারে
বকুলবনের শ্যামল আবেশ
পৃথিবীর ধূলি-মাটি ভরা
সেইখানেই এই স্বপ্ন দেখেছিলুম
সেদিন
যেদিন আমি ছিলাম কবি...
অশ্রুপাত করিলাম বহু
সিক্ত হয়ে আজি আমি
প্রেমী অভিষিখৃত
সর্বহারা হস্তরিক্ত
ব্যাধিও আছে বাত ও পিত্ত। ...
এই পাতা ঝড়ে পড়া
খলিত পল্লব
ইহার নাহি বল্লভ
চরণ ধূলোয় স্থান।

# শান্তি

**যজুৰ্বেদৰ পৰা**

কাব্যময় বাক্য হক আশ্ৰয় প্ৰদান
মন হক যোজনাৰ ৰস-উপাদান।
প্ৰাণ হক সাম্যবাদী গীতৰ ঝঙ্কাৰ
ছন্দোময় ভাৱে ভৰা মধুৰ ভাণ্ডাৰ।

চকুৰে যিহকে দেখোঁ সেয়ে হক পাঠ
কাণেৰে যিহকে শুনোঁ সেয়ে মহানাদ
অন্তৰত দিব্যদৃষ্টি অন্তৰতে থাকি
দিয়ক জ্ঞানত মোৰ বিশ্বৰূপ আঁকি।

বাক্য-মন-শৰীৰত বল -শক্তি মিলি
উঠক নিতৌ মোৰ জীৱন হেন্দুলি।
উশাহ নিশাহ বায়ু একেলগে হৈ
দিয়ক মোৰ সময়ৰ নৈ।

যি বা আছে ব্যাকুলতা চকুৰ দৃষ্টিত
অতৃপ্ত পাতন লৈ পৰিছে সৃষ্টিত।
যি আছে কৃপণতা হৃদয়ত মোৰ
মনত যিখিনি আছে অহমিকা মোৰ
সকলো বিনাশ কৰি গুৰু বৃহস্পতি
থাকক চিত্তত মোৰ দেৱতাৰ জ্যোতি।
সমস্ত ভুবন যাৰ ৰচনা নিজৰ
যিজন সাৰথি হক কল্যাণ বিশ্বৰ।।

পৃথিৱী, আকাশ আৰু স্বৰ্গত যিজন
জ্যোতিৰূপে বিৰাজিছে নিত্য-নিৰঞ্জন,
সেই জ্যোতি প্ৰকাশৰ সবিতাই যাৰ
ঘোষি আছে পুৱা-সন্ধ্যা স্তুতি মহিমাৰ;

যাৰ জ্যোতি দেখা পালে পুব তোড়নত
সংসাৰৰ মিছা মোহ হয় অৱনত,
ধ্যান কৰোঁ বৰণীয় সেই দেৱতাক
সূৰ্যৰূপে যাৰ প্ৰাণে খেলে কুক্ ভাক্।।

ৰূপ-সৃষ্টি, ৰস-সৃষ্টি বিচিত্ৰ বিভূৰ
কি চিত্ৰ আঁকি লৈ পৰাণৰ সুৰ
কণ্ঠ ভৰি গাম বাৰু, কিহেৰে ভাবিম
কিনো মন্ত্ৰ, কিনো ভাব, কিবা সাধিম?

কেনেকুৱা যতনেৰে পালিছে ভুবন
ভাবিলে নিৰ্বাক হওঁ; বিশ্ব বিমোহন,
কোনো কৰ্ম কৰিলেনো সদাবুদ্ধি লৈ
স্ৰষ্টাৰ পৰশ থাকে কৰ্মাবৃত্ত হৈ,
কিমতে জানিব তেওঁ আতমাৰ সখা
ক'ত বাৰু পূৰ্ণ ৰূপে পাম আমি দেখা?

জীৱাত্মাৰ তৃপ্ত দিয়া এমুঠি অন্নৰ
কোন অংশ সাৰবস্তু যোগ্য অৰ্পণৰ
কোন অংশ দিলে তুমি তৃপ্ত হবাঁ কোৱাঁ
সৰ্বোত্তম কিনো দ্ৰব্য তুমি বাছি লোঁৱা?
পৃথিৱীত আমি অংশ তোমাৰ আত্মাৰ,
আমিয়েই স্তৱকাৰী গুণ-গৰিমাৰ

আমাকে পালিছা তুমি শতৰূপ লৈ
আমাক ৰাখিছা তুমি অন্তৰীক্ষ হৈ।
সমস্ত জগত জিনি পৰম ঈশ্বৰ
আনন্দিত কৰি আছা জীৱন নশ্বৰ;
কেনে চেষ্টা কৰি আমি তুষিম তোমাক
কৈ দিয়া জ্যোতিৰ্ময় উপায় আমাক।

শৰীৰৰ সুখকাৰী বায়ুৰ প্ৰৱাহ
আমাৰ কাৰণে হক সুখৰ কাৰণ
সূৰুযৰ তাপ হক সুখৰ কাৰণ
মেঘৰ গৰ্জন হক বৃষ্টি বৰিষণ।

দিন হক সুখময় আনন্দেৰে পুৰ,
ৰাতি হক শান্তিময় জিৰণি মধুৰ।
তৃপ্তি, সুখ, বল, স্বাস্থ্য, তেজ-বীৰ্য্য দিয়া
বিজুলী চমক লাগি উঠলক হিয়া।

বকুলবনৰ সুৰভি

তিৰ্‌বিৰ্ কৰি থকা জলেৰে আমাৰ
স্নান-পান সুখকৰ হওক সবাৰ,
ৰোগ-শোক শান্তি কৰা সৰগী ধৰাত
নিৰাময় হক স্বাস্থ্য পাৰ্থিব ধৰাত।

হে দেৱী বসুন্ধৰা। আমাৰ নিবাস
কণ্টকবিহীনা হোৱাঁ, বিলোৱা সুবাস;
আমাক আশ্ৰয় দিয়া সোণৰ সংসাৰ
তোমাৰ কোলাতে হক সুখৰ আধাৰ।

যি জল পৰি এই পৃথিৱী বুকুত
ৰসেৰে ৰসাল কৰে প্ৰকৃতি সুখত
তেনেকুৱা ৰস দিয়া চকুত আমাৰ
ৰমণীয় দেখোঁ যেন সৃষ্টি - বিধাতাৰ।

মাতৃৰ বুকুত থকা শান্ত - ৰস পাই
দুষ্ট - শিশু যেনেকৈ মুগ্ধ হৈ যায়,
তেনেকুৱা স্নেহশীলা মাতৃ - চেনেহৰ
ৰস - ভাগী হওঁ দিয়া এই জগতৰ।

তোমাৰ যিফেৰা মধু-ৰসৰ কাৰণে
জগতৰ তৃপ্তি হয় পৰাণে পৰাণে
সেই ৰস পান কৰি জানোঁ যেন আমি
ৰসময় স্ৰষ্টা তুমি ত্ৰিভুবন স্বামী।

অন্তৰীক্ষ, পৃথিৱীত, জলেস্থলে জিনি
যি-শান্তি বিৰাজিছে শান্ত-প্ৰতিধ্বনি,
ওষধিত যি-শান্তি, বনস্পতি হৈ
যি শান্তি আছে সদা অৰণ্যক লৈ,

সৰগত যি শান্তি দেৱতা জীৱন
নেদেখাত যি-শান্তি জ্যোতিৰ কিৰণ,
সকলোতে যি স্বৰূপ শান্তিৰ
তেনেকুৱা শান্তি হক সকলো ভ্ৰান্তিৰ।
তেনেকুৱা শান্তিলাভ হওক সদায়
জানো যেন তুমি শান্ত প্ৰাণৰ সহায়।

মণিদীপ (পূজা সংখ্যা)

# ৰঞ্জন ৰশ্মি

আগেয়ে আছিলা সখী তনুমতী
ৰূপৰ একুৰা জুই,
মই তাতে ৰাকি দিছিলোঁ ঘিউ
জুইৰ তাপকে চুই।
আজি ধৰি হ'লা প্ৰিয়া মনোমতী
ৰসৰ এখনি নৈ,
মই তাতে এৰি দিলোঁ মোৰ তৰী
সমস্ত বেহানি লৈ।

আগেয়ে আছিলা পৰশ কাতৰা
নিঠুৰ হাতৰ মোৰ,
আজি ধৰি হ'লা সুগন্ধি কমলা
মিছাৰ পৰিল ওৰ।
আগেয়ে আছিলা শবদ বিহীনা
অনল ৰূপৰ আগ।
আজি ধৰি হ'লা অটল প্ৰেমৰ
স্নিগ্ধ মধুৰ ৰাগ।

আগেয়ে তোমাৰ বাহিৰতে থাকি
বাহিৰে বাহিৰে গাই,
বালিঘৰ সাজি স্বৰ্গ কেনিনো
আছিলোঁ সঘনে চাই।
আজি ধৰি প্ৰিয়া সোমালোঁ ভিতৰ
দেখিলোঁ মোহন ৰূপ,
প্ৰাণ শলিতাত জিলিকিছে জ্যোতি
জ্বলিছে বাণ্ডল ধূপ।

মহা অন্ধকাৰ ভেদ কৰি অহা
সাঁচি আদমৰ চাক,
তাকে দেখো তুমি প্ৰাণৰ মাজত
থৈছা দেহাৰে ঢাকি।
তাৰে পোহৰত পথালি চকুৰে
দেখিলোঁ এজুপি গছ,
দুটি প্ৰাণী তাৰ তলত থিয়দি
গছৰে খুজিছে সাঁচ।

চোৰা চকু মেলি প্ৰেয়সী এবেলি
সূৰ্য্য উদিছে সৌ।
কিৰণ পথেদি উঠিছে নাচিয়ে
শত সুৰুযৰ ঢৌ।
চোৰাচোন হে'ৰা কুটুমী এবাৰ
পদুমে কৰিছে কি,
বাৰ্তা পায়েই উঠিছে উলাহি
প্ৰাণৰ পৰশ দি।
কত নিশা দিন দুয়ো একেলগে
থাকিলোঁ বছৰ তিনি,
তথাপিও জানা পাৰিছিলোঁ আমি
থাকিব পদুম জিনি?
আজি ধৰি প্ৰিয়া সকলোৰে হিয়া
কান্দিব তোমাৰ বাবে,
তুমি হ'বা ৰাণী অনন্ত কালৰ
অনন্ত অসীম ভাবে।

নাৰীৰ বুকুত সাঁচি থোৱা সুধা
নাপালোঁ তেতিয়া চিনি,
সেই ভুল কৰি বাটিয়ে বাটিয়ে
আনিলোঁ ফ'টিকা কিনি।
আজি দেখোঁ হায় তোমাৰ প্ৰাণতে
অমৃত উপচি আছে
সেয়েহে সদায় বাহিৰত বহি
অসুৰ মথাই নাচে।

প্ৰাণ দেৱতাক লগ পালোঁ আজি
মথিলোঁ অমৃত মই
তুমি হ'লা প্ৰিয়া নিখিলৰ হিয়া
গুচিল সকলো ভয়।
মই যি অমৃত খাইছিলোঁ নিশা
পদ্ম কোৰত শুই
সেইহে তোমাকো মধুমতী কৰি
থৈছে সদায় থুই।

আজি ধৰি মই তোমাঁৰ সেৱক
প্ৰেমৰ প্ৰসাদ পোৱা
দেৱী তুমি অই পুত্ৰ অমৃতৰ
পৰাণ প্ৰেমেৰে ধোৱা।
থোৱা গুণৱতী অমৃত প্ৰসূতী
সকলো লুকাই থোৱা,
দেৱ-দূত আহি দিছেহি বতৰা
স্বৰ্গ ৰাজ্য চোৱা।

আগেয়ে আছিলা চকিতা হৰিণী
বঞ্চিতা তুমি দাসী,
আজি ধৰি হ'লা অচলা মানসী
পুৰুষ পূজিতা ৰাণী।
হোমৰ গন্ধ আজি বতাহত
উলটি আহিছে সখী,
ভস্মৰ দাগত বগা বগা হৈ
উৰিছে বগলী পখী।
নীল আকাশত দুটি পাখি মেলি
দিছেহি আগলি জান,
প্ৰেম পাৰাবাৰ বৈছে আমাৰ
বাজিছে প্ৰেমৰ গান।
আগেয়ে আছিলা পোহৰত থকা
বহুত আন্ধাৰ খনি,
আজি ধৰি হ'লা আন্ধাৰত থকা
এখানি পৰশ মণি।

কুটি কুটি কৈ তেত্ৰিশ কোটি
ধৰিছে নিচান তুলি,
তুমি মহাৰাণী মহাবাণী আনি
ছিণ্ডিছা কালৰো চুলি।
অৰুণে আনিছে ডগে মগী ফোঁট
পিন্ধাব তোমাক আজি,
আজি ধৰি তুমি ভুৱন মোহিনী
থাকিবা অমৰী সাজি।

আগেয়ে আছিলা তনু সুকোমলা
ফুল পৰিমল প্ৰিয়া,
আজি ধৰি হ'লা অতনু বিমলা
ফুল দেখুউৱা হিয়া,

আগেয়ে আছিলা সংগ বিহীনা
কপোটি এখানি মান,
আজি ধৰি হ'লা পূৰ্ণা প্ৰেয়সী
দীন প্ৰেমিকৰ গান।

অনন্ত কাললৈ থাকিব খিয়াতি
নিঠুৰ নিষাদ মই,
মগুহ লুভীয়া বাঘ বনৰীয়া
কৰিলোঁ মগুহ ক্ষয়।
সেইবাবে ৰতি কৰিছো প্ৰণতি
তোমাৰ চৰণ চুই,
মদনৰ আজি কামুক শৰত
লাগক শিবৰ জুই।—
জুইয়ে নদহিলে ভস্ম নোলাই
উজ্জ্বল নহয় সোণ,
সূৰ্য্য প্ৰতিভা নাপালে পানীয়ে
নোলাই আকাশী জোন।
জোন দেখিলেহে সত্য ৰূপৰ
জিলিকে সুন্দৰ বেশ
অনন্ত নবীন জীৱনৰ চিন
দেখা পাওঁ সবিশেষ।

আজি দেখা পালোঁ সমুখত মোৰ
নন্দন পাৰিজাত,
ফুলিব লাগিছে মানস হ্ৰদৰ
নিচেই ওচৰ সীমাত।
মৰুৱা চন্দন তৰুৱা কদম
অমৰা গছৰ ছাঁত,
ইন্দ্ৰানী আহি সৰগ সভাৰ
দিছেহি অমিয়া মাত।

আহিছে ঈশ্বৰ পিতা প্ৰেমধৰ
খুজিছেহি মোক প্ৰেম,
বাট চাই আছোঁ কোন দিন আহে
সেইটি অনন্ত খেল।
আজি ধৰি মই পিন্ধিলোঁ প্ৰেয়সী
তোমাৰ প্ৰেমৰ মালা,
পিন্ধিয়েই দেখোঁ ছাঁৎ কৰে গ'ল
সকলো বিফল জ্বালা।

---
ৰঞ্জনৰশ্মি

প্ৰেমৰ শিকলি লৈছোঁ মেৰাই  
প্ৰেমৰ গোলাম হ'ম,  
পাত্ৰ বিছাৰি প্ৰেম যাচি যাচি  
প্ৰেমৰে প্ৰসাদ ল'ম।  
সেই দেখি প্ৰিয়া আজি ধৰি তুমি  
প্ৰাণৰ প্ৰেয়সী হ'লা  
মই প্ৰেম দাস খাটিছোঁ প্ৰবাস  
তুমিহে সাবটি ল'লা।

আজি ধৰি আৰু নিপিন্ধিবা সখী  
ৰঙা বাখৰৰ দুল,  
ৰঙা আছুদিয়া নলবা ৰিহাত  
বাবৰি লতাৰ ফুল।  
হিমালী খনীয়া গাঁত ছুটিয়াই  
ভৰিৰ নখলৈ চাই  
ওলাবা ধীৰেৰে জগত জননী  
পতিত পাৱনী আই।  
গলপতা আৰু নালাগে পিন্ধিব  
জিলিকি উঠিছে জোন,  
ৰূপালী জেউতী নকৰিবা হীন  
নলবা প্ৰমাদ সোণ।  
আজি ধৰি মোৰ ৰূপ নেদেখিবা  
অৰূপ ৰতন মই,  
তোমাৰ যতনে ৰাখিব জীয়াই  
নহ'ব একোতে লয়।

পৰিপূৰ্ণ মই পৰিপূৰ্ণা তুমি  
পৰিপূৰ্ণ এই ধৰা,  
অপৰিপূৰ্ণ অকল মাথোন  
আকাশখনৰ তৰা।  
সিহঁতক আনি তোমাৰ ৰিহাৰে  
মুছিম চকুৰ পানী,  
আজি ধৰি তুমি নিখিল নয়নী  
অনন্ত প্ৰেমৰ বাণী।

ঈশ্বৰৰ দূতে দুৱাৰত মোৰ  
কৰিছে আঘাত সখী,  
মাতিছে কাতৰ কৰুণ সুৰত  
কান্দাহি বিলৈ দেখি।

যাওঁ প্ৰিয়তমা সখী অনুপমা  
নিদিবা বিদায় মোক,  
ঈশ্বৰে কান্দিছে ইনাই বিনাই  
লাগিছে প্ৰাণত ভোক।

সৌৱা প্ৰেয়সী আহি আছে চাপি  
স্বৰ্গ ৰাজ্য মোৰ  
ঈশ্বৰে কৈছে ৰাখাহি মানুহ  
সৃষ্টি পৰিব ওৰ।  
আজি ধৰি তুমি থাকিবা পাছত  
মাতিবা মন্ত্ৰ মধু  
আনন্দ ৰসত স্নান কৰি নিতে  
হ'বা আনন্দৰ বধু।

মই আনন্দৰ সেৱা কৰি পাম  
আনন্দ সৰগ ধাম  
তাতে বহি দুয়ো চিৰ চেতনাৰ  
সজাগ সংগীত গাম।  
দেহৰ কান্দোন শেষ হৈ গ'ল  
প্ৰাণে কান্দিছেহি জাগি  
সেইদেখি তুমি ক্ষমিবা সাদৰী  
লৈছোঁ ভিক্ষা মাগি।

নোখোজা কৈয়েই দিছিলা তুমি  
প্ৰথম শৰাই খনি  
খুজিছোঁ কাতৰে দিয়া গুণৱতী  
সত্য পোৱাল মণি।  
হোমৰ কাষত সুধা পৰমান  
সত্য শিৰক থৈ  
যাচিছিলোঁ মাথোঁ কথা ৰাখিবলৈ  
প্ৰথাৰ মন্ত্ৰ লৈ।

আজি ধৰি প্ৰিয়া তোমাৰ মুখত  
নিতৌ যাছিম সুধা  
সত্য সেৱক সখী কৰি মোৰ  
গুচাম প্ৰাণৰ ক্ষুধা।  
পণ্ড হৈ থকা সেই কালছোৱা  
পাহৰি পেলোৱা তুমি  
ন-জোন আজি জিলিকিছে মোৰ  
অনন্ত আকাশ চুমি।

---

ৰজনপথি

চন্দ্ৰবেহত বালক বীৰৰ
ছিগিল বলিয়া বাহু
সূৰ্য্য গ্ৰহণ শেষ হ'ল আজি
আঁতৰিল ক'লা ৰাহু।
আহা আজি মোৰ তন্দ্ৰা ঘুমটি
চন্দ্ৰা প্ৰেয়সী ৰাণী,
ঘুমটিতে থাকি টোপনিক নাশি
থাকিম সদায় জাগি।

দেৱদূত আহি দিছেহি বাতৰি
আঁতৰি নাযাবা কোনো,
এনে এটি জোন ওলাব নতুন
মৰিব পূৰ্ণিমা জোনো।
তাৰ পোহৰত তুমি হ'বা ৰাণী
অনন্ত কবিৰ বাণী
মই হ'ম প্ৰিয়া বিধবাৰ হিয়া
চকুৰ এটুপি পানী।

আগেয়ে আছিলা সখী তনুমতী
অকল ৰূপেৰে জুই,
আজি ধৰি হ'লা প্ৰিয়া মনোমতী
চেতনা আকাশ চুই।

০ ০ ০

# ছোভিয়েট কবিতা

## চিনাকি

## মিখাইল লাৰ্মনট'ভৰ কবিতা

(ইং ১৮১৪ খ্ৰীষ্টাব্দত মস্কো চহৰত মিখাইল লাৰ্মনট'ভৰ জন্ম হয়। ৰুছিয়াৰ সাহিত্যত তেওঁ এজন যুগ প্ৰৱৰ্তক কবি। ৰুছিয়াৰ মহান কবিসকলৰ ভিতৰত তেওঁ দ্বিতীয় স্থান অধিকাৰ কৰি আছে: পুস্কিন, লাৰ্মনট'ভ, নিক্ৰাচ'ভ, ব্লক আৰু মায়াকভস্কি। তলত দিয়া "দেৱদূত" নামৰ কবিতাটি লাৰ্মনট'ভৰ দি এঞ্জেল নামৰ কবিতাৰ অসমীয়া ৰূপান্তৰ। ডি, ডি, এচ, পিন্টই কৰা ইংৰাজী ভাঙনিৰ পৰা এই ৰূপান্তৰ কৰা হৈছে। ছোভিয়েত লিটাৰেচাৰ ১৯৬৪ চনৰ ৯ সংখ্যা।)

### দেৱদূত

নিশাৰ গভীৰ নীলাৰ মাজেদি এটি দেৱদূত উৰি আছিল,
উৰি থাকোঁতে তেওঁ কোমল মাতেৰে গীত গালে,
জোন, তৰা আৰু ডাৱৰবোৰ থূপ বান্ধি
আশ্চৰ্য্য বিমুগ্ধ হৈ সেই স্বৰ্গীয় সঙ্গীত
নিমাত নিথৰ ভাৱে শুনিলে।
তেওঁ সেই অভিষিক্তসকলৰ গুণ গান কৰিছিল,
যিবিলাকে ঈশ্বৰৰ উজ্জ্বল বাগিচাত
নিষ্কলঙ্ক হৈ বাস কৰে।
তেওঁ প্ৰভুৰ শক্তিৰ স্তুতিগান গাইছিল।
তেওঁৰ কণ্ঠস্বৰ পৰিষ্কাৰৰূপে বাজি উঠিছিল
কাৰণ, তেওঁ দ্বেষ আৰু ভয়হীন হৈ
গীত গাইছিল।
তেওঁ তেওঁৰ হাতত এটা তৰুণ আত্মা
আন্ধাৰ আৰু পাপপূৰ্ণ পৃথিৱীত
জন্ম হবলৈ লৈ আহিছিল।
দেৱদূতৰ গীত সেই আত্মাত
শব্দহীন, নিভাজ আৰু পৰিপূৰ্ণ হৈয়েই
থাকি গ'ল।
পৃথিৱীত থকাৰ বহুত দিনৰ পাছত
আত্মা যেতিয়া অতীষ্ঠ হ'ল
তেতিয়া সেই আত্মাত এটা আচৰিত আৰু মৰ্মদাহী
অভিলাষ জন্মিল —
সেই সৰগীয় সঙ্গীত ঘূৰাই পাবলৈ
যিটো পাবলৈ তেওঁ
পৃথিৱীলৈ আহি
পৃথিৱীৰ বেজাৰ আৰু বেথাভৰা
সঙ্গীতৰ মাজত
বৃথা চেষ্টা কৰিলেহি।০ ০ ০

## ৰছুল ৰেজাৰ কবিতা

(ছোভিয়েত ৰুছিয়াৰ অন্তৰ্গত থকা আজাৰবাইজানৰ কবি ৰছুল ৰেজাৰ জন্ম হয় ১৯১০ খ্ৰীষ্টাব্দত। তেওঁৰ "লেনিন" আৰু অনেক কবিতা ৰুছ ভাষা আৰু অন্যান্য ভাষালৈ অনূদিত হৈছে। তুৰস্ক দেশৰ বিখ্যাত কবি নাজিম হিক্‌মেটে ৰছুল ৰেজাৰ কবিতা সম্পৰ্কে উচ্চ প্ৰশংসা কৰি গৈছে। (ছোভিয়েত লিটাৰেচাৰ ১৯৬৩-১১ সংখ্যা) তলত ৰছুল ৰেজাৰ এটি কবিতাৰ অসমীয়া ৰূপান্তৰ দিয়া হ'ল।)

### চতুৰ্মুখ

আমি চাৰি লগ লাগিলো —
আশা,
সন্দেহ,
বেজাৰ,
আৰু মই।
সময়টো আছিল মাজনিশা;
বৰষুণ পৰি আছিল,
বতাহে গৰ্জন কৰিছিল।
আশাই ক'লে ঃ
বৰষুণ এৰিব,
বতাহেও শক্তি ব্যয় কৰি অটাব,
নিশা অন্ত হ'ব
ৰাতি পুৱাব,
সোণ বৰণীয়া বেলি
উদয় হ'ব।
সন্দেহে ক'লে ঃ
কিন্তু কেতিয়া?
আকৌ মই সোধো, কিন্তু কেতিয়া?
বতাহে এটা ধুমুহাও আনিব পাৰে,
বৰষুণবোৰ বৰফো হৈ যাব পাৰে,
বেজাৰে ক'লেঃ আন্ধাৰ বৰ দীঘলীয়াও হ'ব পাৰে?
বৰষুণ এৰিলেনো কি হ'ব
আৰু বতাহে শক্তি ব্যয় কৰি
অটালেনো কি হ'ব?
আৰু ৰাতিপুৱা...সিনো কি আনিব
মোৰ অন্তৰত কান্দি থকা
এই অকলশৰীয়া মাতটোনো
কিহে শাঁত কৰিব?

এইদৰে আশাই তৰ্ক কৰিলে —
আৰু সন্দেহ প্ৰতিবাদ কৰিলে;
এইদৰে সন্দেহে তৰ্ক কৰিলে —
আৰু বেজাৰে প্ৰতিবাদ কৰিলে।
আৰু মই ? .........মই কাণ দিলোঁ
আশালৈ,
সন্দেহলৈ,
বেজাৰলৈ।
মই ৰাতিপুৱাবলৈ অপেক্ষা কৰিলোঁ—
এটা সোণালী পুৱা —
আৰু নুসুধিলোঁ
কেতিয়ানো ৰাতিপুৱাব ?
সি কিনো আনিব ?
নিস্তব্ধতাৰ মাজত শুনিলো
আশাৰ ফুচ-ফুচনি এটা ....."কোৱাঁ"!

০ ০ ০

## ভিকটৰ ব'ক'ভৰ কবিতা

(ছোভিয়েত লিটাৰেচাৰ-১৯৬৪-১২ সংখ্যাৰ পৰা লোৱা হৈছে। তলত দিয়া তিনিওটা কবিতাৰ ইংৰাজী অনুবাদ কৰিছে মাৰগেৰেট ওৱেট্‌লীনে।)

## মই এইটো বিশ্বাস নকৰোঁ

এনেকুৱা হ'বগৈও পাৰনেকি বাৰু —
আমাৰ উপগ্ৰহে পাব এটা প্ৰচণ্ড আঘাত,
এটা ৰকেট্ গৈ
টুকুৰা টুকুৰ কৈ ওফোৰাই পেলাব এদিন ?
আমাৰ চৰাইবোৰ নিমাত হ'ব,
আমাৰ দলংবোৰত মামৰে ধৰিব।
আমাৰ ফুলবোৰ আৰু জনগণ
পোত খাব ধূলিত তেনেই ?

০

এনেকুৱা হ'বগৈও পাৰেনেকি বাৰু —
আমি এই মানুহ জাতিটো আৰু
একোৱেই নহওঁ,
নিতান্ত নিঃকিন ভাবে সহিম পতন ?
খোলাৰ ভিতৰ পিনে
লপ্ থপ মাংসকণ থকা
শামুকৰ দৰে আমি মানুহো এদিন
হমনেকি তেনেই নিঃকিন ?

০

মই এনে কথা বিশ্বাস নকৰোঁ। নকৰোঁ বিশ্বাস।
যুক্তিয়ে মোৰ কৰিছে বিদ্ৰোহ।
তেনে কথা ধাৰণাও নোৱাৰোঁ কৰিব।
জোনৰ পোহৰ দেখি হোৱা দিয়া
পশু জানো আমি ?
আমি জানো বৰ্বৰ-অসভ্য
প্ৰাণহীন কিবা এটা পূজা কৰি
বৰ বিচাৰিম ?

০

এনে কথা কেতিয়াও নকৰোঁ বিশ্বাস।
মোক এটা মন দিয়া আছে।
মহাকাশত মই এটা স্পুটনিক্
এৰি দিলোঁ প্ৰচণ্ড গতিৰে
মুক্ত হক মানৱ সমাজ
অনন্ত কাললৈ
কামৰ স্পৃহাৰ সৰ্বনাশী আপদৰ পৰা।
মানুহৰ অন্তৰত থকা
আনন্দৰ হাঁহি নাশ কৰা
মহা-অপৰাধ।

০ ০ ০

## আন্তৰ্জাতিক

(ইণ্টাৰনেশ্যনেল)

ভলগাদাত যদিও ৰ'দৰ তাপ অধিক
অতীত কালৰ সেই বজাৰখনে
এতিয়াও উদগণি দিয়ে;
আনন্দমনেৰে মই সেই বজাৰত
গাখীৰ খাই, বস্তুৰ দৰ সুধি,
ঘূৰাপকা কৰিছিলোঁ।
তাত, কিমান বেলেগ সুখ,

কিমান বেলেগ ৰঙৰ হয় সমাবেশ।
চিত্ৰ-বিচিত্ৰ ৰঙেৰে আঁকা
কিমান উজ্জ্বল বৰণ সনা
ছবিবোৰ আছে।.

পকা ডাড়িৰ বুঢ়ামেথা সকলে
মূৰ দুপিয়ায়,
স্থানীয় ৰূপহী বিলাকে
কাচিজোনৰ দৰে তিৰ্বিৰ্ কৰা
চকু দাঙি চায়।

অ' ৰাফেল? তুমি যদি ইয়ালৈ
আহিব পাৰিলাহেঁতেন।
ঘাঁহদমৰ ওপৰত বহি থকা
সৌ মানুহজনী —
ৰাফেল,
তোমাৰ তুলিকাৰ পৰশত
হ'লহেঁতেন- "গাড়ীৰ ওপৰত মেডোনা"ৰ ছবি।

তেওঁ এটি লহপহীয়া গাভৰু, নিপোটল স্বাস্থ্য;
প্ৰকৃতিয়ে পৰিপূৰ্ণভাৱে
কৰিলে নিৰ্মাণ।
তেওঁৰ সৌন্দৰ্য্যক একো দ্ৰব্য নালাগে,
তেওঁৰ একমাত্ৰ প্ৰসাধন —
চাবোন আৰু পানী।

কাঠৰ গাড়ীখনত
ঠাক্ ঠাক্ কৈ জাপি থোৱা
ঘাঁহবোৰ
আজিৰ এই বজাৰ লগা দিনৰ
পুৱাতে কটা;
তেওঁৰ মাত আৰু দেহৰ গঠনেই কয়
তেওঁ ভলগাৰ পাৰত ওপজা।

গাড়ীখনৰ ধুৰালৈকে চকাবোৰত
চকলা চকল বোকা,
এটা গাৰ্বলীয়া বাটেদি তাই
ঘৰৰ পৰা আহিছিল।

"এইয়া, মিশ্বা, ধৰা।" এই বুলি তাই
হাঁহি থকা তাইৰ গিৰীয়েকলৈ
এটা আপেল দলিয়াই দিয়ে।

সি এটা তাতাৰ। বহুত দিনৰ আগেয়ে
এই ছোৱালীজনীৰ কাৰণেই
সি ঘৰ এৰি গুচি আহিল।
কিন্তু সেইটোনো কি?

প্ৰেমেই য'ত লক্ষ্যৰ খুটি
কোনো ত্যাগ আত কঠিন নহয়?
দুখন হৃদয়, দুটা মন, শস্যৰ দুখন পথাৰ,
তৰাৰ দৰে জিলিকি থকা দুযোৰ চকু।

তিৰোতাজনীৰ চকুৰ ওপৰত
দুটা চেলাউৰি
চোকা আৰু ধেনুভিড়িয়া
তৰোৱালৰ দৰে ঘোৰখোৱা।

যি ভলগাৰ শক্তিতেই আমাৰ জাতিয়ে
হাতত মিলাই হাত শক্তি লাভ কৰে
সেইহেন ভলগাৰো প্ৰতিদ্বন্দ্বী হ'ব পৰা
শক্তিৰ পৰাই
এই ভেল্‌যাচ আৰু ওলগাইঁতেও
লভিলে জনম —
যাৰ সতে আমি সকলোৰে
আমাৰ জন্মভূমিৰ
জনসংখ্যা বঢ়াওঁ।

হে ৰুচিয়া,
তোমাৰ জনগণে
তোমাৰ চকুৰ চেলাউৰি সমুজ্জ্বল কৰা
হেঙ্গুলীয়া জেউতিত স্নান কৰি আছে;
বিভিন্ন গোষ্ঠীৰ তেজ সম্মিলিত হৈ
কাচি আৰু নাঙলৰ মহাপৰীক্ষাত
পাৰ হ'ল সগৌৰৱে।।

০০০

---

ছোভিয়েট কবিতা

# সেই মানুহজনী

"সেই মানুহজনীয়ে মোৰ মনত
এটা উত্তেজনা সৃষ্টি কৰে।"
লাজলগা মুখেৰে এই কথা মই
স্বীকাৰ কৰিছোঁ।
তেওঁৰ চুমাটো মোৰ কাৰণে
জীৱনৰ উশাহ এটা।

তেওঁৰ পৰশত
তেওঁৰ মৰমত
মই তন্দ্ৰালস হৈ পৰোঁ।
গুৰিগছ বা সমাজৰ স্থান
একোতেই মানুহজনীৰ বিশেষত্ব নাই।
আন সকলোৱেই তেওঁক
দেখিও নেদেখাৰ দৰে চায়।
অকল ময়েহে তেওঁৰ
হাঁহিটোত মুগ্ধ হওঁ।

গোপন ৰহস্যটো কি?
তেওঁৰ ৰূপটোও চিৰায়ত নহয়।
তেওঁৰ উল্লেখযোগ্য
ইতিহাসো নাই।
সৰগীয় ৰেহৰূপো লেশমাত্ৰ নাই।
তেওঁৰ মাতটো।
তেওঁৰ মাতটো।

দ-গভীৰ,
ঢৌ- খেলি গৈ
প্ৰাণত জ্বলাই দিয়ে জুই।
আবেগ আকুল হৈ
ইফালে সিফালে ঘুৰি ফুৰোঁ মই।
কিন্তু মোৰ অন্তৰত
বাগৰি যায়
বজ্ৰপাতৰ ধ্বনি।

নীলা তেওঁৰ চকুজুৰি —
য'ত সাগৰ নীলা আৰু উম্‌লগা হৈ
প্ৰশান্ত গম্ভীৰ হৈ থাকে
ঠিক তেনেকুৱা শান্ত।
কিন্তু এটা ধুমুহা মোৰ ভিতৰত
আহো আহো হৈ আছে
ৰূপ ল'বলৈ
এটা কবিতাই
উন্মুক কৰিছে।

০০০

---

ৰোডিয়েট কবিতা

## মুছা জলিলৰ কবিতা

(১৯০৬-১৯৪৪)

(১৯৪২ চনৰ জুন মাহত ছোভিয়েত ৰুছিয়াৰ কবি মুছা জলিল যুদ্ধত ঘাইল হয় আৰু নাজী বিলাকে তেওঁক বন্দী কৰে। বহুত দিনলৈকে তেওঁৰ বিষয়ে একো শুনা নগৈছিল। অৱশেষত জগতে তেওঁৰ টোকাবহীবোৰৰ পৰা তেওঁৰ কবি প্ৰতিভাৰ পৰিচয় পালে। এই বহীবোৰ তেওঁ নিজ হাতে বান্ধি লৈছিল। প্ৰথম বহীটো আৰবী আখৰেৰে আৰু দ্বিতীয়টো লেটিন আখৰেৰে লিখা। প্ৰথম বহীটোৰ বেটুপাতত তেওঁ এইদৰে উছৰ্গা কৰি গৈছে :

"টাটাৰী ভাষা জনা যি বন্ধুৱে এই কিতাপ পঢ়িব — তেওঁৰ কাৰণে। ইয়াৰ ৰচনা কৰোঁতা মুছা জলিল; যাক নিজৰ জাতি- কুটুম্বই কবি বুলি কয়। ফেচিষ্ট বিলাকৰ বন্দী শিবিৰত হোৱা আটাইবোৰ বিভীষিকাৰ মাজেদি সৰকি চকুৰ আগতে চল্লিশ জনকৈ লগৰীয়া বন্দীৰ মৃত্যুৰ কাৰণে বাটচাই থকা এই জলিলে যি ১১৫ টা কবিতা বন্দী অৱস্থাত লিখিলে, সেই খিনি তেওঁৰ মৃত্যুৰ পাছত পৃথিৱীত থাকিল।'-ছোভিয়েত লিটাৰেচাৰ ১৯৬৬ চনৰ ২য় সংখ্যা।)

### মোৰ গীতাৱলী

মোৰ হৃদয়ত সাঁচি থোৱা
অমূল্য সম্পদবোৰ
জন্ম দিলোঁ মই গীতৰ ছন্দত।
যোৱাঁ —
মোৰ উমলগা জনমভূমিত
ফুলি থাকাঁগে।

তোমালোকৰ আয়ু-কাল
আৰু গুণৰ মূল্যাঙ্কন কৰিবলে'
স্বাধীনতা আৰু জুই,
এয়ে হক জুখি চোৱা তুলাচনি।

তোমালোকৰ পুঁজিতেই
মোৰ প্ৰেৰণাৰ ভাল খিনি আছে,
আৰু আছে —
বিনম্ৰ বিশুদ্ধ মোৰ তীব্ৰ অনুভূতিবোৰ।

যদি তোমালোক মৰহি পৰাঁগে
তাতে হ'ব মোৰ শেষ;
কিন্তু, যদিহে জীয়াই থাঁকা —
তোমালোকৰ লগে লগে
ময়ো তাতে থাকিম জীয়াই।
মোৰ হিয়া আৰু মোৰ ৰাষ্ট্ৰৰ অনুজ্ঞা মানি
দুৰ্য্যোগ- সঙ্কেত দিয়া জ্বলালো অগনি।

সেয়ে মোৰ গীতৰ মাজেদি জ্বলি আছে শিখাহে।

কিজানিবা গীত এটি এজন বন্ধুৰ
সাঁচতীয়া ধন
কিজানিবা শত্ৰুৱেও কোনো এটি গীতৰ পৰাই
পৰাজয় কৰে অনুভৱ।

সামান্য আমোদ আৰু খন্তেকীয়া প্ৰাণৰ উচ্ছ্বাস
তাচ্ছিল্যৰ হাঁহি মাৰি সেইবোৰ দিওঁ আঁতৰাই
তেনে সুখ সন্তীয়া অতি। অতিকে সামান্য।
মোৰ জ্বলি থকা চিন্তা আৰু সত্যই
ধৰি আনে যি গীত
তাৰ কাৰণেহে মই ধৰিছোঁ জীৱন
আৰু
তাৰ কাৰণেহে মই যুঁজিছোঁ ইমান,
সকলোৰে ওপৰত সেয়ে মোৰ অপাৰ সাহোন।

— ৰাষ্ট্ৰৰ প্ৰতি অনুগত হৈ থাকিম সদায় —
এই বুলি কৰিছিলোঁ শপথ গ্ৰহণ,
শ্ৰদ্ধাৰে শপথৰ ৰাখিলোঁ সম্মান।
যি বিলাক সত্যপথে গৈ থকা হিয়া
অন্তিম পৰ্য্যন্ত সেই হিয়াবোৰ
অনুগত হৈয়েই থাকিব সদায়।

মোৰ অতি মৰমৰ জনমভূমিক
দিলোঁ মোৰ সকলোটি গীত,
দিবলৈ বাকী মাত্ৰ
জীৱন-শলিতা গছি —
- সিও আগবাঢ়ি আছে।

বসন্তৰ সেউজীয়া ৰেহৰূপ দেখি
গীতিছন্দ আহিছিল মোৰ ফালে;
উন্মাদ ৰণৰ খাৰ বাৰুদৰ ধোঁৱাৰ মাজেদি
গীতিছন্দ আহিছিল মোৰ ফালে...
এতিয়া লিখিছোঁ মই এই গীত সৰ্বশেষ দান

মৃত্যু কুঠাৰ মোৰ মূৰৰ ওপৰ পিনে,
আছেই ওলমি।

---

ছোভিয়েট কবিতা

অলপতে খহি পৰিব কুঠাৰ।
যি স্বাধীনতা জীয়াই ৰাখিবৰ বাবে
যুদ্ধ কৰিছিলোঁ মই '
গীতে মোক শিকালে তাকেই,
সৈনিকৰ দৰে অতি সাহসেৰে মৰিবলে'
গীতে মোক শিকালে সদায়।

জাতি- ভাই সকলৰ মাজৰ পৰাই
ছন্দিত হৈ উঠা
মোৰ এই জীৱনো আছিল এটি
সঙ্গীত হৈ।
মোৰ মৃত্যুও সেইদৰে
উঠিব ধ্বনিত হৈ
সমৰৰ এটা অতি
বিৰাট আৰ্তনাদৰূপে।

*( গ্ৰেডিচ্ ইভামৰ ইংৰাজী অনুবাদৰ পৰা)*

০ ০ ০

## এজন বন্ধুলৈ (এ' এ')

কঠোৰ ভাবে নলবা, মোৰ বন্ধু, ই অতিশীঘ্ৰে কৰিব প্ৰস্থান।
অমৰ জীৱন ....... কোনে কিনিলে॰
কোনোবাই জানো এই জীৱনৰ স'তে
কৰি গ'ল কিবা বেহা?

চোৱা লগৰীয়া কোনোজনে
বিচাৰিছে যি-বিধ জীৱন
তাতে কটা আছে বছৰৰ দাগবোৰ।
আৰু তাৰ ওপৰতে আছে
জীৱনৰ মোহৰ মৰা।

তোমাৰ জনম আৰু মৰণৰ মাজত
সময়ৰ পৰম্পৰ ঘটিছে সম্বন্ধ —
তোমাৰ জীৱন-কালৰ এটি পৰিচয়।
আমাৰ তেজৰ ধাৰা, বৈ অহা,
হ'ব পাৰে সেয়ে আৰম্ভণি
যাৰ মৃত্যুহীন আশ্চৰ্য্য সময়েও

পৰিহাৰ নোহাৰে কৰিব।

মই এটা প্ৰতিজ্ঞা পালন কৰিম বুলি শপত খালোঁ;
প্ৰতিজ্ঞা কৰিলোঁ —
মোৰ জাতিভাই আৰু দেশৰ কাৰণে
এই প্ৰাণ বিসৰ্জন দিম।
এইবাৰে, যদিও তোমাৰ চকুৰ আগতে
শ শ ধৰাশায়ী হ'ল।
এতিয়া এই মুহূৰ্তত
তুমি জানো মৃত্যুকেই নকৰা বৰণ ?
অন্তহীন আন্ধাৰেৰে ভৰা নিশাৰ মাজেদি
একোজনে বাটচাই থাকে
ৰাতি পুৱাবলৈ :

সেইদৰে ময়ো ঘৰৰ খবৰ পাবৰ কাৰণে,
বৈ আছোঁ এইহেন মোৰ নৰকত।
কিন্তু, মোৰ জনমভূমিৰ পৰা
কাণে কাণে কোৱা কথা এটি আহি
পৰেহি কাণত —
আৰু মই থাকো বিদেশী ভূমিত —
কি শক্তিয়ে মোক থিয় কৰি দিয়ে।
সম্মান বিক্ৰয় কৰি আত্মৰক্ষা কৰা।
ওঁহো। তাতকৈ মৃত্যু হক মোৰ।
তোমাৰ চেনেহী জনমভূমিয়ে যদি
ভাতৃহত্যাকাৰীৰ মুখৰ দৰে
তোমাৰ মুখতো থু পেলাই দিয়ে
জীৱনৰ আৰু কিনো থাকিব বাকী?

তেনেকুৱা সুখ প্ৰয়োজন নাই মোৰ।
বহুগুণে ভাল হ'ব মৃত্যু তাতকৈ,
একো ভুল ব্যাখ্যা নাই দিয়া —
মই প্ৰতিজ্ঞা কৰোঁ।
মোৰ নিজ জনমভূমিত নাই খোজা মই
অচিনাকী হ'ব
যাতে তাৰ পানীটুপিয়েও মোৰ
নকৰে আখেজ।

পুৰণি বন্ধু। চোৱাঁ, আমাৰ জীৱনটো
কিৰিগুতিৰ অতিক্ষুদ্ৰ অংশ এটি —
আমাৰ অপৰাজিত দেশখন বিৰাট, বিশাল।

---

॰ প্ৰেডিডেট কবিতা

ফিৰিঙতিৰ দৰে আমি মৰোঁ। ওলাই যাওঁ –
ইমান নিৰ্ভীক এই মৃত্যুৰ পৰাই
চিৰসমুজ্জ্বল এটি পোহৰ ওলাব,
যাক কেৱেঁ অতিক্ৰম নোৱাৰে কৰিব।

এই মৃত্যুয়ে ৰাষ্ট্ৰভক্তিত থৈ যায় চিন
আমাৰ সমস্ত দেশে জানিব ঠাৱৰ কৰি
সাহ বোলে কাক।

মৰমৰ বন্ধু, (আমাৰ) যৌবন কালৰ
এয়ে জানো সৰ্বোচ্চ সন্মান নহয় আমাৰ?
ইয়াতকৈ ডাঙৰ আৰু একো
দেখনিয়াৰ নাথাকে ধৰাত।
ঠন্‌ধৰা পুলিটিৰ দৰে
ইমান কোমল বয়সতে যদি
আমাক খণ্ডবিখণ্ড কৰে
আমাৰ ঘাইশিপাদাল
আমাৰ জাত-ভাই নহলেও
গজিব আকৌ।

আৰু নবীন বিলাকে কয়ঃ
ঠিক তেনেকুৱা
ঠিক তেনেকুৱা
অসীম সাহসী
সেয়া সঁচাকৈয়ে লেখত লবলগীয়া।
প্ৰত্যেকেই এদিন
মৃত্যুৰ লগত
ভেটাভেটি হ'ব —
সেই কাৰণে।

০০০

# নিকোলাই আছিয়িভৰ কৱিতা

[১৯৬২ চনৰ ৪ৰ্থ সংখ্যা "ছোভিয়েত লিটাৰেচাৰ"ৰ পৰা তলত দিয়া কবিতা কেইটাৰ ৰচয়িতা জনৰ নাম নিকোলাই আছিয়িভ। এই জন কবিৰ সম্পৰ্কে সেই সংখ্যাতে এইদৰে কোৱা হৈছেঃ

ছোভিয়েত ৰাইটাৰ পাবলিশ্বিং হাউচে আছিয়িভৰ শেহতীয়া কবিতাৰ সংকলন এটি অলপতে প্ৰকাশ কৰিছে। কবিজনাই এই সংকলনৰ ৰুছ ভাষাৰে 'লেড'নাম দিছে। ইয়াৰ অৰ্থ ঐক্য। এই শব্দৰ সাধাৰণ অৰ্থৰ উপৰি ই শান্তি, একত্ববোধ, বন্ধুত্ব আদি ভাবেৰে এটা আন্তৰ্জাতিক ইঙ্গিতো দিছে। এই গ্ৰন্থ পঢ়িলে পাঠকে কবিজনৰ শান্তিৰ প্ৰতি গভীৰ অনুৰাগ অনুভৱ কৰিব পাৰে।

অনেক কবিয়ে কোনো এটা নিৰ্দিষ্ট বিষয় লৈ কবিতা লিখে কিন্তু আছিয়িভৰ কবিতাই সমস্ত পৃথিৱীকে সাবটি লয়। ..........

সূক্ষ্ম অনুভূতি, গভীৰ দৃষ্টি, উজ্জ্বল পোহৰ আৰু জ্ঞানৰ সহায়েৰে কবিয়ে সমগ্ৰ মানৱ জাতিৰ অভিজ্ঞতা নিজৰ কৰি লৈছে—এই ঐক্য নামৰ কবিতা পুথিৰ মাজেদি। ইয়াৰ পৰাই তলত দিয়া কবিতা লোৱা হৈছে।]

## লেনিনৰ দিন

লেনিনৰ দিন সমুজ্জ্বল হৈ আছে
তেওঁৰ পতাকাখনিৰ দৰেই,
বিপ্লৱৰ মৃত্যুহীন শিখাৰ দৰেই উজ্জ্বল।
তেওঁৰ সন্মান ৰক্ষা কৰিবলৈ
অনেক স্মৃতি-মন্দিৰ উঠিল,
আৰু ইয়াৰ যশগান গাবলৈ অনেক গীত ৰচিত হ'ল।

লেনিনৰ মাত, শক্তিশালী, প্ৰচণ্ড,
মুক্তিৰ মহাশঙ্খধ্বনি যেন হৈ
বৈ গ'ল গোটেই দেশত।
শ্ৰমজীৱী মানুহবোৰৰ
হৃদয় মিলালে।
সকলোৰে হকে তেৱেঁই আনিলে
টো বাগৰাই
এটা আশাৰ বাণী।

পৃথিৱীৰ শ্ৰমজীৱী মানুহবোৰৰ
প্ৰিয়তম জন,
শত্ৰুৱে চায় যাক ঈৰ্ষা আৰু ভয়ৰ চকুৰে
তেওঁ আমাক আমাৰ মাজৰে এজন,
ভেতিয়াও আৰু চিৰকাললৈ,

এইজন আছিল এজন সত্যৰ সেৱক
আৰু পৰিষ্কাৰ দৃষ্টিৰ লোক।

মানুহৰ অত্যাচাৰ, যুগমীয়া অন্ধকাৰ,
লেনিনেই ধ্বংস কৰি গ'ল।
তেওঁৰ জ্ঞানেই আছিল এটি
বিপদ-সঙ্কেত দিয়া আকাশ বন্তিৰ দৰে।
আগন্তুক ভবিষ্যৰ বাবে
থৈ গ'ল।
সেই গছ বন্তিৰেই জীৱন্ত পোহৰ।

লেনিনৰ সত্যই যুঁজাৰুক দিলে বল,
যুগ যুগান্তৰ ভেদি
উলিয়ালে এটি বাট ঃ
"কৃষকৰ মাটি,
শ্ৰমিকক যন্ত্ৰ,
অট্টালিকাক যুদ্ধ,
পঁজাবোৰক শান্তি।"

সময় এটা মহাভাৰ
হেঁচি থয় তললৈ
বাউসীৰ বল।
কিন্তু লেনিনৰ দিন
যাউতিযুগীয়া হৈ থাকিব ধৰাত,
যাউতিযুগলে' কৰিব আমাক
শক্তিশালী, নিৰ্ভীক,
ওপৰলৈ তুলি থ'ব
হৈ এটি উজ্জ্বল সোণৰেণী।

(ইংৰাজী অনুবাদ কৰিছে আইৰিণা জেলেজনোভাই)

০ ০ ০

## সুখ

সুখ বোলে কাক?
ভদ্ৰচিন্তা আৰু সজ্জকৰ্ম
সম্পাদন কৰা,
প্ৰেমিকৰ উছৱৰ ভাগ লোৱা,
আৰু ন-কৈ চপাই অনা
শস্যৰ উম
ইয়াৰেই সুখ সংগঠিত হয়।

সেয়ে বাৰু আনন্দৰ
সকলো সম্পদ নে ?
আচৰিত কৰ্ম কৰা
যুগৰ সন্তান আমি
ইয়াকেই বিচাৰোনে বাৰু?
পৃথিবীৰ পৰা আমি
অন্য গ্ৰহ উপগ্ৰহলৈ
ৰকেট উৰাই দিয়া
নহয়নে আনন্দ আমাৰ?

বিনামূল্যে বৈ আছে
সৌন্দৰ্য্যৰ মহামেলা
আমাৰ কাৰণে —
অগণন সূৰ্য্যৰ উদয়
আৰু তাৰ ৰশ্মিৰ জেউতি,
তৰাৰ কক্ষলৈ যোৱা
দুৱাৰবোৰ
আতিগুৰি নজনা সৌ
হাতীপটিলৈ যোৱা
মাজবাটবোৰ;

সময়ৰ মামৰে ধৰা মতবাদবোৰ
এফলীয়া কৰি থৈ
বিষাদেৰে আনন্দত চেকা নলগাই,
ক্ষয় আৰু মৃত্যুক জয় কৰি
চিৰকাললৈ
অনন্ত কালৰ সুগন্ধী উশাহ
আমিয়েই ল'ম।

আৰু, তৰাৰ দেশৰ পৰা
যেতিয়া উলটি আহি
সজল চকুৰে আমি
চুমা খাম আই পৃথিৱীক
তেতিয়া শুনিম আমি
লগৰীয়া মহাকাশচাৰী
অভিযাত্ৰী গণে
আকাশৰ বহু ওপৰৰ পৰা
ৰেডি'অত পঠিওৱা
বাতৰি সমূহ।

এই বোৰেই আনন্দ
বিচাৰিছোঁ আমি —
মনৰ শক্তিৰে
মহাকাশ আলোকিত কৰি
চাব খোজোঁ আমি
জীৱন্ত স্বৰূপে
আৰু —
উল্লাসিত যৌৱনৰ দৰে।
তেতিয়া নেথাকিব সমূলিকে
ভয়লগা শূন্য ঠাই
আন্ধাৰত বন্দী হৈ।

(ইংৰাজী অনুবাদ কৰিছে ডৰিয়ান ৰটেনবাৰ্গে)

০ ০ ০

## দম্পতি যুগল

সূৰ্য্যৰ ৰশ্মিপৰা ঠাই
পৃথিৱীৰ বলটো
ঘূৰি আছে ;
মোৰ কাষেদিয়েই
দম্পতি যুগল লৰি গৈছে,
মোৰ নিচেই কাষেদি।
চকু কিটাই জলমলায়,
ওঁঠ কিটাই অকণো নোৰোৱাকৈ
কথা কৈ আছে,
প্ৰত্যেক বাৰেই
জীৱনে তাৰ ইতিহাস
আৰম্ভ কৰিছে
ক-খ-গ-ৰ পৰা।

ওচৰা উচৰি কৈ
গা-তে গা লগাই,
প্ৰাণৰ লগত
প্ৰাণ একে কৰি,
দম্পতি যুগলে
বেঙা মেলি মেলি
গতি কৰিছে ;
কাণ কিখন বাজিছে
আৰু সিহঁতে গান গাইছে।
হিয়াত বেদনা জাগিছে —
যেতিয়া সিঁহত দুয়ো
উন্মুক্ত হ'ল
তেতিয়া হুমুনিয়া ওলাল।
এবছৰৰ আগত সেই ল'ৰাটোৰ
ডাঁড়িয়েই থুতিওৱা নাই,
এতিয়া তাৰ চকু দুটা
আনন্দত জ্বলি উঠিছে—প্ৰেমৰ বলিয়ালি।

---

গ্ৰেজুৱেট কবিতা

সেই ছোৱালীজনী
যিজনীয়ে কালি পুতলা লৈ
ধেমালি খেলিছিল,
আজি তাই লৰাটোৰ সঙ্গ লৈ
তাৰ লগত ঘৰ কৰিছে।

প্ৰথম বৰফ পৰিছে,
প্ৰথম বন্ধুৰ মেল বহিছে —
সিহঁত দুটি।
তাৰ ভিতৰত থকা
আটাইবোৰ যেন পুৰি গ'ল।
গছত এতিয়াও বৰফ লাগি আছে
নাঈটিঙ্গেলবোৰে গান গাই আছে।
তাৰ আঙ্গুলীবোৰে তাইৰ গাত বুলাই আছে।
দোক্‌মোকালিৰ পোহৰ নহয় —
গোমধানৰ ফুলবোৰে
সিহঁতক বাট দেখুৱাই দিছে।
বৰফৰ ছটাবোৰ নহয় —
সিহঁত দুটাৰ বুকুত
উৰি আহি পৰিছেহি
পখিলাবোৰ।

"অভ্যাস নথকা তোমাৰ হাত দুখনত
ঠেৰেঙালগা বৰফে কামুৰিব-চাওঁ —"
এই বুলি তাৰ উম্‌লগা হাত দুখনেৰে
তাইৰ হাত দুখন খামুচি ধৰে সি।
"তুমি কিমান ধুনীয়া আৰু ৰংমনৰ—
তোমাক মই ভাল পাইছোঁ।
মই সাৱধান হ'ব লাগিব
যাতে তোমাৰ লগত
মোৰ ওঁঠ দুটা খহতা নহয়।"

পৃথিবীৰ কলটোৱে সূতা কাটিছে
আৰু
সেই বলটো ঘূৰিছে।
মোৰ কাষতে থকা গালবোৰ
দেইপুৰি গৈছে,
ঠিক মোৰ কাষতে
চকুবোৰ জ্বলমলাই আছে।
ওঁঠবোৰে বিৰামবিহীন ভাবে
কথা কৈ আছে।
জীৱনে পুৰণি ইতিহাস
বাৰে বাৰে দোহাৰিছে
ক- খ- গ- ৰ পৰা

(ইংৰাজী অনুবাদ কৰিছে হাৱৰ্বাৰ্ট মাৰ্শ্বেলে)

০ ০ ০

## নাঈটিঙ্গেল

সেইয়া —
আকৌ আহিল সেই
নাঈটিঙ্গেল চৰাইটো
আকৌ গালেহি গীত
ইমান পুৰণি................

বুঢ়া কালৰ পেন্সন লৈ
কোনোবা কাহানিবাই
সি অৱসৰ লোৱা উচিত আছিল।

এই নাঈটিঙ্গেলবোৰৰ কাৰণে
এবিধ অসমৰ্থ...........................
কিয় —
সি মাথোঁ বাকি দিয়ে
সঙ্গীতৰ সুৰৰ কঁপনি —
শুনি চুলিবোৰ লৰে
আৰু পাখি মেলি
প্ৰাণ উৰোঁ উৰোঁ কৰে।

হেজাৰ বছৰ পুৰণি সঙ্গীত,
তথাপি নিতৌ নতুন;
কিজানিবা কোনোবাই
যোৱা নিশা কৰিলে ৰচনা;
আৰু ঘাঁহবোৰ
আৰু গছবোৰ
আৰু জোন

যাদুমুগ্ধ হৈ —
ৰৈ থাকে তাৰ উৰণ দেখি।

হেজাৰ বছৰীয়া পুৰণি সঙ্গীত
তথাপিও যাউতিযুগীয়া;
অধিক আনন্দ আৰু মুকলি উশাহ
তাতেই লভিব পাৰি,
মানুহৰ মাতৰ নিচিনা
কঁপি কঁপি উঠা তাৰ শব্দবোৰ
নিজে নিজে যেন
আকাশতে ছপা হৈ আছে।

সেইবোৰ মৃত্যুহীন আবেগ,
সীমাহীন বেদনা আৰু
অন্তহীন আশীষৰ শব্দ;
তাৰ বাহিৰে
পৃথিৱীত নাই যেন নতুন একোটি,
পৃথিৱীখনৰ দৰেই সিও
মনত নপৰা পুৰণি।

সেইবাবে সেইটি আমাৰ পুৰণি গায়ক,
তাৰ সেই আদিম সংকল্প লৈ
এতিয়াও কৰি আছে
তৰাৰ বন্দনা......................
তাৰ সঙ্গীতৰ ধ্বনি
লাহে লাহে কমি আহিছে --
আবেগ অন্ত পৰিছে,
আৰু হিয়াবোৰ
দুফাল হৈ
ভাগি পৰিছে।

০ ০ ০

---

ছোভিয়েট কবিতা

## আন্না আখ্‌মাটোভাৰ কবিতা

( মহিলা কবি আন্না আখ্‌মাটোভাই কবি-গোষ্ঠীত শাৰী পুৰোৱা প্ৰায় অৰ্দ্ধশতাব্দী হৈ গ'ল। তেতিয়া ৰুচিয়াত নতুন গণ বিপ্লৱৰ ঢৌ উঠিছিল। এই সময়তে সকলো প্ৰকাৰ ধৰ্মীয়, দাৰ্শনিক আৰু সাহিত্য সম্পৰ্কীয় আন্দোলনো বাঢ়ি আহিছিল। প্ৰতীক ধৰ্মী কবিতাৰ প্ৰতি কবিসকলৰ হেঁপাহ বাঢ়িছিল।

কিন্তু এই গৰাকী মহিলা কবি এক প্ৰকাৰ আদৰ্শবাদী আছিল। প্ৰতীক — ভিত্তিৰ ওপৰত ৰূপ-ৰস-গন্ধ-স্পৰ্শ-শব্দৰ সহায়েৰে এই গৰাকী কবিয়ে স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰিছিল। প্ৰতীকবাদী বিলাকে অস্পষ্ট আৰু সহজে বুজিব নোৱাৰা ৰীতিৰে কবিতা লিখিছিল কিন্তু আখ্‌মাটোভাই পৃথিৱীৰ সৰল ৰূপতে শব্দৰ পোনপটীয়া অৰ্থতে কবিতা লিখিছিল। তলত দিয়া 'জনমভূমি' নামৰ কবিতাটো 'ছোভিয়েত লিটাৰেচাৰ'- ১৯৬৫ চনৰ ৯ম সংখ্যাৰ পৰা লোৱা হৈছে। ইংৰাজী অনুবাদ কৰিছে পিটাৰ টেম্পেষ্টে।)

### জনমভূমি

বুকুত ওলমি থকা তাবিজৰ দৰে
আমি ইয়াক লৈ নুফুৰাও।
নাইবা উচুপি উচুপি কন্দা ছন্দত
নিলিখোঁ প্ৰশংসা বাণী।

ই আমাৰ চঞ্চল টোপনিতো ব্যাঘাট নজন্মায়।
নাইবা সোণৰ সোলেং দিম বুলিও
আনন্দ নিদিয়ে।

বজাৰত বিক্ৰী কৰা পণ্য স্বৰূপে ভবাও
আমাৰ হৃদয়ৰ অভিলাষ নহয়।
আৰু আমাৰ নৰীয়া পাটিত
নিৰ্বাক অৱস্থাতো
আমি ইয়াৰ নাম নলওঁ ।

হয়, আমাৰ কাৰণে ই আমাৰ
গামবুটত লাগি অহা বোকা,
ই যে আমাৰ কাৰণে দাঁতত লাগি থকা খুদকণ,
আমি জাঁতত ভাঙি খুদ্ খুদ্ কৰোঁ
মিহলাওঁ খুদৰ লগত খুদ্ কৰি
আমাৰ ভৰিৰ তলত থকা
এই নিমাখিত পৃথিৱীখন।
কিন্তু এই পৃথিৱীৰে ফুলৰ তলত
আমি জিৰণি লওঁ।
সেই কাৰণে আমি তপৰাই কওঁ ঃ
এইয়া আমাৰ।

০ ০ ০

# আন্দ্ৰেই মেলিস্ক'ৰ কবিতা

(ছোভিয়েত ৰাষ্ট্ৰৰ অন্তৰ্গত থকা ইউক্ৰেনৰ কবি আন্দ্ৰেই মেলিস্কই তেওঁ নিজেও এই যুগৰ ঘটনাৱলীৰ এজন অংশীদাৰ বুলি ভাবিছে। তলত দিয়া কবিতাটি "ছোভিয়েত লিটাৰেচাৰ" ১৯৬২ চনৰ ৯ম সংখ্যাত প্ৰকাশিত ইংৰাজী অনুবাদৰ পৰা লোৱা হৈছে। ইংৰাজী অনুবাদ কৰিছে হাৰ্বাৰ্ট মাৰ্শ্বেলে।)

## কুৰি শতিকাৰ মাজভাগ

বেগাই যোৰা.............।

কুৰিশতিকাৰ মাজভাগ, বেগাই যোৰাঁ।
মানুহৰ তলা-নমৰা ঘৰৰ দুৱাৰ মুখত
খুন্দা মাৰাঁগৈ
সৰ্বনাশী জুই নাইবা প্ৰলয় ধ্বনিৰে নহয়,
নহয় নহয়
ৰাতিৰ কালত
আকাশ নিনাদি উঠা
সমৰৰ আৰ্তনাদ লৈ।

দিনৰ দুপৰীয়া—
যেতিয়া উজ্জল বেলিয়ে পোহৰ দিয়ে,
জহকালিৰ মাজভাগত —
তুমি—মোৰ কমৰেদ, ভাই, কুটুম।
কুৰিশতিকা—
বিষাদ পুহিবলৈ আশা নকৰিবা।
মোৰ জীৱনৰ সকলো সম্পদেৰে
মই তোমাৰ ভাগ লৈছোঁ ঃ

কটি আৰু লোণ— তিতা লগা বেদনাৰ এটোপ,
আনন্দৰ এটোপ—
স্নেহৰ উশাহ দুভাগত ভাগ কৰোঁ,
মই বাকি দিম জুইশিখাৰ শব্দদেৰে
মোৰ হৃদয়ৰ আকুল ক্ৰন্দন,
তুমি যদি ইচ্ছা কৰাঁ,
তোমাৰ হৃদয়তো।

মাথোঁ গৈ থাকাঁ জনতাৰ স'তে,
কৰ্মত দেহেকেহে লাগী।
তোমাৰ চেলাউৰিত থকা
লুণীয়া ঘামো নুমুছিবা।
শস্যহীন পথাৰত খোজ কাঢ়ি
জীয়াই থকা শতিকাত
আহাঁ আজি একেলগে খোজ কাঢ়ো
শস্যপূৰ্ণ সেই পথাৰত।

০ ০ ০

---

# মিৰ্জা টুৰচুন জাডেৰ কৱিতা

(ছোভিয়েত ৰাষ্ট্ৰৰ অন্তৰ্গত থকা তাজিকিস্তানৰ লোক মিৰ্জা 'টুৰচুনজাডে এজন লেনিন বঁটা বিজয়ী তাজিকী কবি। ১৯৬০ চনত তেওঁ সেই বঁটা লাভ কৰে। ১৯৪৭ চনৰ পৰা এইজন কবি চুপ্ৰিম্ ছোভিয়েতৰ সভ্য হৈ আছে। এছিয়াৰ দেশসমূহৰ প্ৰথম সন্মিলনলৈ ছোভিয়েত প্ৰতিনিধি দলৰ লগত আহোতে ১৯৪৭ চনত তেওঁ ভাৰত দৰ্শন কৰে। তলত দিয়া কবিতা কেইটি "ছোভিয়েত লিটাৰেচাৰ" ১৯৬৩ চনৰ ৯ সংখ্যাৰ পৰা লোৱা হৈছে। ইংৰাজী অনুবাদ কৰিছে গ্ৰেডিচ্ ইভান্সে)

## আইৰ হাত দুখন

আইৰ হাত দুখন। সেয়া মোৰ আই যি আখাত জুই ধৰিলে;
আমাৰ চাৰিওফালে উমলগা তাপ বৈ গ'ল ঃ
পৃথিৱীত আৰাম হ'ল।
আইৰ হাত দুখন ! তেওঁৰ যত্নতে বাগিচা ফুলনি হ'ল;
ফুল-ফল বোৰে কাণে কাণে বতাহক মিঠা গোন্ধৰ কথা ক'লে।

আইৰ হাত দুখন ! সময়ত আই পথাৰলৈও গৈছিল ঃ
তেওঁৰ বল দান কৰিছিল— যেন পৃথিৱীখনে প্ৰচুৰ শস্য দিয়ে।

আইৰ হাত দুখন ! চুপ্ৰিম ছোভিয়েতৰ সভ্য গণ,
— স্বাধীনতাৰ প্ৰতি অনুৰক্ত- আইৰ ভোটটোও সম্ফল নিৰ্বাচন।

আইৰ হাত দুখন ! উজাগৰে কোনে ৰাতি পৰ দি আছিল ?
কাৰ হাত দুখনিয়ে পুৱালৈকে শিশুটিক শাঁত কৰি থয় ?

আইৰ হাত দুখন ! কোমল চিতীয়া আই, তেওঁ এটি সঙ্গীতৰ দৰে,
বিৰাম-বিহীন দীঘলীয়া ৰাতিবোৰ সুৱদী গীতেৰে
তেৱেঁই আমাক তুষ্ট কৰিছিল।

আইৰ হাত দুখন ! সদায় কাষতে আছিল আমাৰ আই — তেৱেঁই
পোহধৰা বুকুখনৰ শান্তিৰ মাজত আমাক সাৰ,টি ধৰিছিল।

আইৰ হাত দুখন ! তেওঁ মৰমিয়াল আছিল আৰু এতিয়াও যত্ন লয় —
যাতে আমি খৰকৈ গৈ থকা জীৱনৰ পথ চিনোঁ আৰু
অসাৱধান হৈ উজুটি খাই নপৰোঁ।

আইৰ হাত দুখন ! হাঁহি এটি মাৰি তেৱেঁই আমাক বুজিছিল
ডেকা কালৰ মনোবেদনাত ওলোৱা চকু-লো তেৱেঁই মচি দিছিল।

আইৰ হাত দুখন ! এসময়ত তেওঁ আছিল উষাকালৰ দৰে।
গাভৰু আৰু উজ্জ্বল;
দৰাই আদৰ কৰা আলিঙ্গনৰ অৰ্থ বুজিছিল-বহুত দিনৰ আগৰ
এটা নিশা।

তোলা, আই, কেতিয়াও চকুত পানী নোলোৱাকৈ বিদায় পৰত
তোমাৰ হাত দুখন তোলা।
মোৰ আই। ধুনীয়া হাত দুখনেৰে, তুমি কিমান দয়ালু, মোৰ
মৰমৰ আই।
তোমাৰ গুণৰাশিৰে গৌৰৱ কৰা দিন বৈ আছে —
তেতিয়া একো হতাশ ভাব নাথাকিব;
তোমাৰ সন্তানবোৰক বিদায় দিয়া : যাবৰ বেলিকা মাথোঁ
হাত তুলি দিবা আশীৰ্বাদ।

০০০

## শৰৎকাল

(মূল কবিতাটোৰ নাম অটম্। আমাৰ দেশৰ শৰৎ আৰু হেমন্ত উভয় ঋতুৰ মাজতে অটম। এই কবিতাটো ১৯৬৩ চনৰ ৯ ম সংখ্যা "ছোভিয়েত লিটাৰেচাৰ"ৰ পৰা লোৱা হৈছে। ইংৰাজী অনুবাদ কৰিছে প্ৰেডিচ্ ইভান্সে।)

শৰৎকাল। পৃথিৱীৰ চৌদিশে তোমাৰ উজ্জ্বল নাম জানে,
শৰৎ, সম্পূৰ্ণ গৌৰৱৰাশি তোমাৰেই, দিয়া, ছটিয়াই দিয়া।
তুমি আমাৰ কাৰণে তোমাৰ সাজপাৰত লাগি অহা
ভাৰে ভাৰে শস্য আনিলা-
তোমাৰ শ্ৰমৰ সফল; সেইটো সিহঁতেই প্ৰমাণ কৰে।

সেইয়া, শৰৎ। চোৱা, বিনন্দীয়া হাঁহি লৈ থকা তিৰোতাবোৰ;
তোমাৰ মূৰত আহি আঙুৰ লতাৰ মুকুট, লহপহকৈ জিলিকি উঠিছে।
পৃথিৱীত তুমি যেন গৃহস্থিনী হৈ ভোজলৈ আলহীহে মাতিছা —
আৰু তুমি তেওঁবিলাকক সোধপোছ কৰিছা- যিদৰে হাঁহিৰে
সেইদৰে তোমাৰ উজ্জ্বল সাজপাৰেৰেও।

তোমাৰ ঘৰখন আজি হাঁহি আৰু আনন্দৰ উৎসৱ মুখৰিত;
আৰু মই তোমাৰ কাষলৈ আহিছোঁ কাহানিও পৰালি নপৰা শ্ৰদ্ধাৰে।
তলমূৰ কৈ মই তোমাৰ ওচৰত মূৰ দোৱাওঁ।
ঠিক যেনেকৈ গুটিলগা গছৰ ডালবোৰ দোঁ খায়।

---
ছোভিয়েট কবিতা

চকুমেলোঁ। চোৱাঁ। সৌ ওপৰত থকা পাহাৰটোৱে
কৃষকৰ সাজ পিন্ধিছে,
আৰু সি এটা কৃষকৰ দৰেই থিয় দি আছে,
তলত পৰিছে উষাৰ ৰশ্মিৰাগ।
আমাক দিবলৈ তাৰ মূৰৰ পৰা উজ্জ্বল সোণালীআভা
বাগৰি আহিছে —
আৰু তাত আছে স্বাগত-সম্ভাষণ।

০ ০ ০

## এজন কবিলৈ

(এই কবিতাটিও ১৯৬৩ চনৰ ৯ সংখ্যা "ছোভিয়েত লিটাৰেচাৰ"ৰ পৰা লোৱা হৈছে। ইংৰাজী অনুবাদ কৰিছে ইভালে)।

হে কবি, জ্বলোৱাঁ! আৰু সেই জ্বলনত যি জুই ওলায়
তাৰপৰা উজ্জ্বল পৃষ্ঠাবোৰত বাকি দিয়া তোমাৰ কবিতা।
তুমি এই তীখাডোখৰ দেখিছানে? ই-ও জুই শিখাৰ মাজেদি
সৰকি আহিল।

ভাবিষ্যত দেখিছানে? ইয়াৰ ফ্ৰেমত ৰঙা পতাকা।
সূৰ্য্য আৰু কবি, দুয়োৰে একে ব্যৱসায়;
দুয়ো উম্ দিয়ে আৰু তেওঁবিলাকত সৃষ্টিত
প্ৰকাশিত হয় পোহৰৰ উৎস।

যেতিয়া তাপ নাথাকে ঘৰখন কবৰ এটাৰ দৰে চেঁচা পৰি থাকে;
উম্‌লগা মৰম চেনেহ যেতিয়া নাথাকে, লেমৰ পোহৰেই হ'বনে তেতিয়া
বাৰু?

উম্ নথকা হিয়া আনন্দত দলিওৱা শিলগুটিৰ দৰে,
উম্ নথকা গীত-কবিতাও সেইদৰে নীৰস, শুকান।

তাপ যদি নাপায় সমূলি- ফুলবোৰ বিকশিত নহয়,
(তেতিয়া) ফুলৰ কাৰণে হেপাহো নজন্মে - প্ৰশংসাৰ শব্দও নোলায়,
ফুল হয় এলাগী তেতিয়া।

---

· ছোভিয়েট কবিতা

শিশু নোহোৱা দোলনাখন অকলে হেলিদুলি থকাদি
উম্ নথকা আনন্দ উৎসৱ তেনেই চেঁচা যেন লাগে,
সেইবাবে কবি, জ্বলোৱাঁ।
যেতিয়া হাতত তুমি নিজেই জুই লোৱা —
তোমাৰ কামনাৰ অনুৰূপ
অনাগত ভবিষ্যৰ কথা তেতিয়াই লিখা হ'ব পাৰে।

সেইবাবে প্ৰেম, কবিতা, আৰু তীখা— তিনিওৰে একে স্বভাৱ;
গঢ় লৈ থিয় দিবলৈ তিনিওকে লাগে মাত্ৰ স্বাধীন আলোক।

সেইবাবে- জুই জ্বলি থকা ইটাৰ ভটাৰ দৰে
তোমাৰ হিয়াতো জুই জ্বলি থক,
যাতে তুমি — মানৱ আত্মাকো সেইদৰে জুই দিব পাৰাঁ।
আৰু প্ৰেৰণা যোগাব পাৰাঁ

উজ্জ্বল জিভা —
তোমাৰ শব্দাৱলী উজ্জ্বল জিভাৰ দৰে হওক —
উৰি যোৱা জেট্ বিমানৰ ফিৰিঙতি যেন -
শিলবোৰক প্ৰাণ দিয়াঁ আৰু সিহঁতৰ কণ্ঠত
বেদনাৰ সুৰ দিয়াঁ।

সেইবাবে কবি, জ্বলোৱা, তোমাৰ সময় নিচেই তাকৰ —
তোমাৰ ৰেচন অপব্যয় নকৰিবা।
অন্তৰ দহি থকা বেদনাৰ জুই নাথাকিলে
একো প্ৰেম জীয়াই নাথাকে।

০০০

## মিখাইল শ্বেৎলভৰ কবিতা

### অমৰত্ব

(১৯৬৫ চনৰ ৪ সংখ্যা "ছোভিয়েত লিটাৰেচাৰ"ৰ পৰা লোৱা হৈছে। ইংৰাজী অনুবাদ কৰিছে ডৰিয়ান ৰটেনবাৰ্গে)

বিজয় লাভৰ সপোন- ৰাগীত মতলীয়া হৈ
সপোন-বিলাসী ডেকা-গাভৰুহঁত
নজনা দেশৰ পিনে গ'ল,
দুখন বাইচাইকোলত দুজন দেৱদূত
প্ৰবল বেগেৰে উৰি গৈছে —

মোৰ প্ৰেম আৰু যৌবন,
আৰু মোক অকলশৰীয়া কৰি
এৰি থৈ গুচি গ'ল।

মই তেওঁবিলাক যোৱা বাটটো
ল'বলৈ আৰম্ভ কৰিলোঁ।

---

ছোভিয়েট কবিতা

ক'ৰবাত টায়াৰ ফুটিল
আৰু কোনো ঠাইত বাগৰি পৰিলোঁ —
কিন্তু স্থিৰ! এইখিনিত ওপৰলৈ উঠা
এটা গড়া পালোঁ- এটা তাৰিখ
যি তাৰিখৰ পৰা মই হলোঁ
(১) 'কমচ'মলৰ' এজন সভ্য
নহয়, মই যেতিয়া ভবিষ্যতৰ ফালে গতি কৰোঁ —
পুৰণি মামৰে ধৰা বস্তুৰ দৰে
অতীতক মই অৱজ্ঞা নকৰোঁ।
কি? জীৱনটো এখন বোৱঁতী নৈ নেকি?
নহয়, বিৰোধেৰে পৰিপূৰ্ণ
ই এটা সঁকিয়নী মাত্ৰ ঃ

ভাবী পুৰুষৰ কাৰণে - লোক সংখ্যাৰ কাৰণে নহয় -
সোণ সঁচাদি জীৱনৰ মুহূৰ্ত্তবোৰ সাঁচি থোৱাঁ।
কিন্তু তোমাৰ প্ৰতিভাৰ সোণৰ মোহৰটো
আন প্ৰকাৰ জলমলীয়া মুদ্ৰালৈ ৰূপান্তৰ নকৰিবা —
কাৰণ সেইবোৰ সোনকালে নচলা হয়।

তোমাৰ দেশক ক্ষুদ্ৰ মুদ্ৰাৰে মূল্য নিদিবাঁ,
দেশৰ কাৰণে তুমি এটা ধুৰন্ধৰ নহবাঁ।
যেতিয়া তুমি জীৱনৰ কাঁইটীয়া জেওৰাখন
পাৰ হৈ যাবাঁ
এজন কবিৰ অমৰত্ব তোমাৰ হ'ব।

বুঢ়া বয়সৰ কাৰণে ভয় নকৰিবাঁ।
পকা চুলিবোৰ কি ?
ভিতৰলৈ সোমাই যোৱাঁ।
ধুমুহাৰ গতিবেগ দুফাল কৰাঁ,
মৃত্যু তোমাৰ কাৰণে আহিব,
ভয়লগা প্ৰতিমূৰ্ত্তি নহয়;
আহিব এজনী
ষোল বছৰীয়া হাঁহিমুখীয়া
গাভৰুৰ দৰে।

তুমিনো জীয়াই আঁছা কিয়?
কি সৃষ্টি কৰিলাঁ?

তথাপিও তুমি মিছাতে জীয়াই থকা নাই।
কাৰণ যিজনে তোমাক কবৰ দিব
তেওঁৱেই তোমাক উদ্ধাৰো কৰিব -
তুমি আৰু তোমাৰ কবিতা -
আকৌ আৰু বাৰে বাৰে।

পুৰণি মামৰে ধৰা সময়ৰ ধৰ্মমত
এফলীয়া কৰি থৈ,
বিষাদেৰে আনন্দত চেকা নলগাই,
ক্ষয় আৰু মৃত্যুক জয় কৰি
চিৰকাললৈ
অনন্তকালৰ সুগন্ধী উশাহ
আমিয়েই ল'ম।

আৰু, তৰাৰ দেশৰ পৰা
যেতিয়া উলটি আহি
সজল চকুৰে আমি
চুমা খাম আই পৃথিৱীক
তেতিয়া শুনিম আমি
লগৰীয়া মহাকাশচাৰী
অভিযাত্ৰীগণে
আকাশৰ বহু ওপৰৰ পৰা
ৰেডিঅ'ত পঠিওৱা
বাতৰি সমূহ।।

এইবোৰেই আনন্দ
বিচাৰিছোঁ আমি —
মনৰ শক্তিৰে
মহাকাশ আলোকিত কৰি
চাব খোজোঁ আমি
জীৱন্ত স্বৰূপে আৰু
উল্লাসিত যৌৱনৰ দৰে।
তেতিয়া নাথাকিব সমূলিকে
ভয়লগা শূন্য ঠাই
আন্ধাৰত বন্দী হৈ।

১. কমচ'মল - ছোভিয়েট যুৱক সংঘ

০ ০ ০

ছোভিয়েট কবিতা

# ভাছিলি কাজিনৰ কবিতা

"অক্টোবৰ বিপ্লৱৰ পাছৰ কেইবছৰমান ছোভিয়েত কবি সকলে বিৰাট, উল্লেখযোগ্য আৰু অসাধাৰণ বিষয়বস্তুৰ প্ৰতিহে আগ্ৰহ দেখুৱাইছিল। মায়াকভস্কিৰ দৰে কবিয়েও "এটা অসাধাৰণ অভিযান" (An Extraordinary Adventure) নামে এটা কবিতাত সৰল সহজ ভাবে আৰু আনন্দৰে বৰ্ণনা কৰিছে কেনেকৈ বেলিটো আহি তেওঁক লগ পালেহি আৰু তেওঁৰ লগত চাহ খালে।"

"কিন্তু অলপ দিনৰ ভিতৰতে চিন্তাৰ ধাৰা সলনি হৈ আহিল। কবি সকলে ঠাৱৰ কৰিলে যে পাৰ্থিৱ ধৰণেৰে পৃথিৱীৰ সমস্যাবোৰকহে কবিতাৰ ৰূপ দিব লাগে। মায়াকভস্কিয়ে ঘোষণা কৰিলে ঃ "আকাশৰ পৰা পৃথিৱীলৈ নামা।" আৰু তেওঁৰ সমসাময়িক কবি সকলক উপদেশ দিলে যে, সমস্ত পৃথিৱীৰ পৰিৱেশ নহয় এটা সৰু আলিবাট বা গলিৰ পৰিসৰৰ ভিতৰত নতুন জীৱনৰ বিষয়ে কবিতা লিখা উচিত।"

"তৰাভৰা আকাশৰ পৰা নমাই আনি এটা সৰু এটা গলিৰ পৰিসৰৰ মাজত কবিতা লিখা মেধাবী কেছ কবি সকলৰ ভিতৰত ভাছিলি কাজিন এজন অন্যতম।"

যেতিয়া ৰুছিয়াৰ বিপ্লৱ আৰম্ভ হয় তেতিয়া তেওঁৰ বয়স আছিল মাত্ৰ ১৯ বছৰ। পাঁচ বছৰৰ পাছত ১৯২২ চনত তেওঁৰ প্ৰথম কবিতাৰ পুথি "শ্ৰমিকৰ মে" (The Worker's May) প্ৰকাশিত হয় আৰু সেয়ে তেওঁক এজন আগশাৰীৰ ছোভিয়েত কবি হিচাপে প্ৰতিষ্ঠা কৰে।"

"ভাছিলি কাজিন"ৰ নিজা বৈশিষ্ট্য এটা সামান্য কবিতাত ফুটি উঠিছে। কোনো কোনো কবিয়ে জুইক প্ৰমিথিয়াচে স্বৰ্গৰ পৰা চুৰ কৰি অনা জুইৰ লগত একে কৰি দেখুৱাই গৈছে। তেওঁ "জুইশলা" নামে এটা কবিতাত কৈছে জুইশলা কাঠিটো মাৰি দিলে যি জুই ওলায় সি তেওঁৰ মনত সূৰ্য্যটোৰ কথাহে জগাই দিয়েহি।"

কাজিনে নগণ্য বস্তু এটাৰ মাজতো বিৰাট মহান সত্বাৰ অস্তিত্ব উপলব্ধি কৰিছে।"........

"ছোভিয়েত লিটাৰেচাৰ ১৯৬৫ চনৰ ১২ শ সংখ্যাত প্ৰকাশিত জিন ভি পেপাৰ্নিৰ আলোচনাৰ পৰা ওপৰত কোৱা কথা কেইটি লোৱা হৈছে। সেই সংখ্যাতে প্ৰকাশিত ভাছিলি কাজিনৰ তলত দিয়া কবিতাটি ইংৰাজীৰ পৰা অসমীয়া ৰূপান্তৰ কৰা হ'ল। ইংৰাজী অনুবাদ কৰিছে আইৰিনা জেলেজনোভাই।)

## জুইশলা

এটা কাঠি মাৰি দিওঁতে জুইশলাৰ পৰা
যি কণ সামান্য পোহৰ ওলায়,
তাকে চাই থাকোঁতে দেখা পাওঁ
আকাশৰ জোন, বেলি, তৰা............
মোৰ কাৰণে সেই সামান্য পোহৰ ধানি
আচৰিত আৰু অতি মূল্যবান।
কাৰণ সেই পোহৰ ধানিৰ মাজতেই
আমাৰ মানবীয় দশাৰ
টনা আজোৰা আৰু হৰ্ষ-উল্লাসো
লুকাই আছে।
মই যেতিয়া এটা কাঠি মাৰোঁ
আৰু ৰ লাগি তাৰ
শিখাৰ জিভাখনলৈ চাওঁ —
দেখোঁ —
সি যিমান প্ৰবল, সিমান শান্ত।
ইয়াৰ কাঠ কাঠ গোন্ধটোৱে
এটা কাহিনী কয়
মানুহ আৰু গছৰ
আৰু কাৰখানাবোৰৰ।
ৰাতি যেতিয়া নিজান বাটেদি মই যাওঁ,
ডাঠ কুঁৱলীৰ মাজত, এটা জুইবাঁহ হাতত লওঁ
যিটো মোৰ জেপত পাহৰণিৰ আঁৰত পৰি থাকে।
তেতিয়া মোৰ এনে আনন্দ হয় যেন
মাকৰ হাঁহিমুখ দেখি শিশুটিয়েহে হেন্দুলি উঠিছে -
মই অনুভৱ কৰোঁ
মই তাৰবোৰৰ লগলৈ উঠি গৈছোঁ,
বয়সৰ সীমা নথকা জুইৰ পোহৰলৈ
তৰাবোৰৰ ওচৰ পাইছোঁগৈ,
আকাশৰ ওপৰত থকা বহুদূৰ
দেশলৈকে যেন গৈ আছোঁ।

০ ০ ০

## ৰছুল গামজাট'ভ

( এই কবিতাটি "ছোভিয়েত লিটাৰেচাৰ" ১৯৭২ চনৰ প্ৰথম সংখ্যাৰ পৰা লোৱা হৈছে। ইংৰাজীলৈ অনুবাদ কৰিছে পিটাৰ টেমপেষ্টে। ছোভিয়েত ভূমিৰ অন্তৰ্ভুক্ত উত্তৰ ককেচাচৰ পৰ্বতীয়া অঞ্চলত বাস কৰা আৰু আভাৰ নামে ভাষা ব্যৱহাৰ কৰা এইজন কবিৰ নাম ৰছুল গামজাট'ভ।)

# মোৰ মাতৃ-ভাষা

এনেকুৱা লৰালি ভাববোৰে টোপনিতো আহুকাল কৰে -
যোৱা নিশা সপোনত দেখিলোঁ মই মৰিলোঁ ঃ
কোনেও নেদেখাকৈ এটা দ গাঁতত পৰি আছোঁ,
কাষত পৰি আছে এটা বন্দুকৰ গোটা গুলী।

এটা পৰ্বতীয়া ঝৰণা কাষেদি বৈ গৈছে প্ৰবল বেগেৰে।
মই বৃথা আশা কৰি আছোঁ কাৰোবাৰ সহায় পাবলৈ।
ধূলিময় পৃথিৱীতে পৰি আছোঁ মই,
সময়ত ময়ো নিজে ধূলি হ'বলৈ।

কাৰণ কোনেও নাজানে মই ইয়াত মৰিলোঁ বুলি,
দৃষ্টিতো নাই পৰা একো,
মাত্ৰ, আকাশত ঈগল চৰাই বোৰ ঘূৰি ঘূৰি উৰিছে,
ক'ৰবাত দুটা এটা চকিত হৰিণা পোৱালী চৰিছে।

মোৰ এই অতি অকাল মৃত্যুত শোক প্ৰকাশ কৰিবলৈ
আৰু কান্দি কান্দি সমস্বৰ গীত গাবলৈ
মোৰ আই, মোৰ ভাৰ্য্যা ; মোৰ বন্ধু,
নাইবা মোৰ গাঁৱৰ মানুহ-কোনো নাই।
তথাপি যেতিয়া প্ৰস্তুত হলোঁ এইদৰে মৰিবৰ বাবে,
তেতিয়া শুনিলোঁ দুজন মানুহ মোৰ কাষেদি গৈ আছে
কথা পাতি মোৰ নিজ মাতৃ-ভাষাৰেই।

এটা দ গাঁতত কোনেও নেদেখাকৈ পৰি আছোঁ মই,
মই যন্ত্ৰণাত কাতৰ আৰু মানুহ দুজনে
আনন্দত বিবৰিছে আলি আৰু হুচানৰ
যাদুখেলৰ কথাবোৰ।

যেতিয়া শুনিলোঁ মই আভাৰ ভাষাৰ মাত
উলটি আহিল বৈ মোৰ শৰীৰৰ তেজ-বল-

কোনো পণ্ডিতে নিশিকায় এই আৰোগ্যৰ কথা,
ডাক্তৰ বিলাকেও নিচিনে এই ঔষধ।

অন্য ভাষাই আৰোগ্য কৰক অন্য মানুহক
তেওঁবিলাকৰ নিজ নিজ ধাৰা মতে,
কিন্তু কালিলৈ যদি আভাৰ ভাষা মৰে
মই যেন আজিয়েই মৰোঁ।

ৰাষ্ট্ৰৰ উচ্চ পৰ্য্যায়ত যদিও নচলে এই ভাষা
এয়েই মোৰ চেনেহৰ মাতৃ-ভাষা,
মোৰ বাবে আভাৰ ভাষা অতি শ্ৰেষ্ঠ।

০

মই ভাল পাওঁ এই জীৱন, বিশাল পৃথিৱীখন
চাওঁ মই প্ৰেমৰ দৃষ্টিৰে।
আটাইতকৈ বেছি ভাল পাওঁ মোৰ এই ছোভিয়েত ভূমি
আভাৰ ভাষাৰে যাৰ গাওঁ জয়গান।

মই এই শ্ৰমকাৰী মুক্ত দেশখনৰ বাবেই মৰিম,
যি দেশে পূব আৰু পশ্চিমক চুই আছে নিতে।
আভাৰৰ মাতৃভূমিতেই
মই যেন অনন্ত জিৰণি লওঁ মোৰ কবৰত।

আভাৰ ভাষাৰ শবদেৰে যেন
কবৰত গোট খোৱা সকলো মানুহে
এই ৰছুলৰ কথা কয়, তেওঁবিলাকৰ জ্ঞাতি, কবি,
কবিৰ পুত্ৰ আৰু উত্তৰাধিকাৰী বুলি।।

*ৰছুল গামজাটভৰ পিতৃও কবি আছিল।

০ ০ ০

---

ছোভিয়েট কবিতা

# ছৈয়দ-আজিম চিৰৱ

(বৰ্তমান ছোভিয়েত ভূমিৰ অন্তৰ্গত থকা আজাৰবেইজান প্ৰদেশৰ চেমাখা নামে ঠাইত ১৮৩৫ চনত জন্ম। এওঁ চিৰিয়া আৰু ইৰাকত মুছলমান ধৰ্মৰ দৰ্শন অধ্যয়ন কৰিছিল। স্বদেশলৈ উলটি আহি তেওঁ গোড়ামিৰ বিৰুদ্ধে হাতত কলম তুলি লৈছিল। গোড়া মুছলমান বিলাক তেওঁৰ শত্ৰুৰ নিচিনা হৈ পৰিছিল। এওঁ কোনেকে কেৰেপ নকৰি তেওঁ ধৰ্মনিৰপেক্ষ চিন্তাধাৰা এটা প্ৰৱৰ্তন কৰিলে। আজাৰবেইজান পয়েট্ৰিৰ পৰা লোৱা হৈছে।)

## এটি উপদেশ

মোৰ পুত্ৰ ! পাঠশালাৰ মুখ নেদেখা মানুহ গাধাৰ নিচিনা।
নিৰ্ভাঁজ সত্যৰ এই কথা মোৰ চিৰকাল থাকিব ধৰাত।
এই কথা মোৰ সন্দেহবিহীন কৢিয়াই আনিছোঁ ময়েই —
পঢ়াশুনা পণ্ডিতৰ কাষত, নিৰ্বোধ অশিক্ষিতৰ নাই স্থান।

জিভাৰে মানুহক দিয়া দান সঁচাকৈয়ে ঈশ্বৰৰ শ্ৰেষ্ঠ আশীৰ্বাদ।
ভাষাৰ ভঁড়ালত যিজনে থয় আনি আন এটি ভাষা
তেওঁৰ কাৰণে হ'ব আৰু এটি আশীৰ্বাদ লাভ।

সেইবাবে, অ' মোৰ পুত্ৰ, দুই হাতে লোৱা জ্ঞান।
জানিবৰ বাবে কৰা সদায় হেঁপাহ, বুজিবৰ কৰা হাবিয়াস,
যিমান সম্ভৱ হয় — শিকি লোৱা সিমান বেলেগ ভাষা
বিশেষ ধাৰণা দিবা ৰুচিয়াৰ নিজ ভাষালৈ।

ভাই-বন্ধু সকলৰ স'তে আমি কথা পাতিবলৈ
ইজনে সিজনৰ ভাষা শিকি লোৱা।
আৰবীয় ভাষা সৰগৰ ভাষা বুলি ক'তো
কোৰানত লিখি থোৱা নাই।

ঈশ্বৰ আৰব, গ্ৰীক, কিম্বা আবিচিনিয়াৰ নহয় —
নাইবা ফৰাচী, নিগ্ৰো কিম্বা ৰুচিয়াৰো নহয়।
"গড্" "আল্লা" "খোদা" আৰু "জিহোৱা" এই শব্দবোৰ
একেই অৰ্থত হয় ব্যৱহাৰ, একেই ভাব।

মূৰ্খই নিন্দা কৰিবলৈ' কোনো শব্দ ব্যৱহাৰ নকৰিবা।
যিজনে বুজে মৰ্ম তেওঁৰ বাবেহে প্ৰয়োজন।

তেনেহলে কোনো ভাষা ভাল-বেয়া বুলি
ঈশ্বৰে নকৰিব বিচাৰ।

আমাৰ ধৰ্মত আছে চাৰিখন কিতাপ,
প্ৰত্যেকখন লিখা হ'ল বেলেগ বেলেগ ভাষাত।
প্ৰথম অ'ল্ড্ টেষ্টামেণ্ট - হিব্ৰু ভাষাৰ,
দ্বিতীয়ত উপদেশ বাণীবোৰ গ্ৰীক আৰু পাৰসীক ভাষাত —
এই কিতাপৰ নাম হ'ল - জবুৰ।

মোহম্মদ জন্মিছিল আৰব দেশত, মোৰ পুত্ৰ,
সেইবাবে আৰবী ভাষাত পালোঁ কোৰান শ্বৰিফ।
যদিহে আমাৰ সেই ধৰ্ম-প্ৰৱৰ্তক জন
জন্মিলেহেঁতেন তুৰ্কিস্থানত - তেনেহলে কোৰানৰ পাঠ
তুৰস্কৰ ভাষাৰেহে পালোঁ হয় আমি।

চমুকৈ কবলৈ হ'লে - আমি যি সৱে বাৰ জন ইমামক মানো
তেওঁবিলাক বাগদাদতেই থক বা অন্য ঠাইতে হক,
সকলোটি এজনতে আছে — সেই জন হজৰত নিজে।
সেইজনে যি কোনো ভাষাতেই কথা ক'ব পাৰে।
আমি জানো যে এজন ইমামে ফৰাচী আৰু ৰুচিয়াৰ ভাষা
দুয়োটাৰে কৰে ব্যৱহাৰ।
যদি সেই ইমামজনে নতুন ভাষা শিকিব খোজে
তুমি কিয় তেওঁৰ পথ নলবা আদৰি, মোৰ পুত্ৰ?

*(ইংৰাজী অনুবাদ কৰিছে এড্‌উইন্ পাইমেনে)*

০০০

# ভি, আই, লেনিন

পৃথিৱীত
মানুহৰ ইতিহাস ৰচি গ'ল
যিমান মানুহে
মহান বিপ্লৱী বীৰ তাৰেই এজন
ভি. আই. লেনিন —
যিজনে
নিষ্পেষিত জনতাৰ হিয়াই হিয়াই
আঁকি গ'ল উত্থানৰ
নতুন সপোন,
দুখীয়াৰ ভগাপঁজা নন্দনত পৰিণত কৰি
সৰ্বহাৰা দৰিদ্ৰক
বুকুত সাৱটি
কৰি গ'ল প্ৰাণেৰে আপোন।।

কৃষকৰ বনুৱাৰ শ্ৰমজীৱী মানুহৰ
মুক্তিৰ সেন্দুৰী আলি
বান্ধি গ'ল সেইজন
মহন নেতাই,
বিলাসী ধনীৰ গৰ্ব ধূলিত মিহলি কৰি
নিমাখিত জনতাক
মানবীয় অধিকাৰ
কৰিলে প্ৰদান,
গঢ়িলে নতুন এক মাটিৰ সৰগ
দীন-দুখী মানুহবো
বঢ়ালে সন্মান।।

ধনী-দুখী, উচ্চ-নীচ ভেদ ধ্বংস কৰি
আঁতৰাই অসমতা
সমাজৰ মহাব্যাধি
সমবেদনাৰে ভৰা নতুন গানৰ সুৰ
মানুহক শিকালে এদিন
যিজন মানুহে
অমৰ বিপ্লৱী বীৰ দুখীয়াৰ মহাবন্ধু
তেৱেঁই লেনিন্।।

মানুহৰ মেধা আৰু প্ৰতিভাক যাতে
কোনো কালে নিপীড়ন শোষণৰ
কামত লগাই
শ্ৰমজীৱী মানুহবোৰক কেঁৰে
নোৱাৰে কাচিতো থ'ব
বুদ্ধিৰে দমাই,
তাৰেই সূচনা কৰি আনিলে লেনিনে এক
নতুন বিপ্লৱ
নতুন প্ৰেৰণা
নৱজাগৰণ হ'ল সৰ্বহাৰা মানুহৰ,
সুপ্ত হৈ পৰিথকা
অক্ষয় প্ৰতিভাৰ —
ধন্য হ'ল শ্ৰমজীৱী মানৱ সমাজ
জয় হ'ল গণতন্ত্ৰ
সমাজবাদৰ
সাধাৰণ মানুহৰ বাঢ়িল আদৰ।।

মুক্তিৰ মহাকাশখনি আঙুলিৰে দেখুৱাই
জনতাৰ প্ৰাণৰ দেৱতা
থিয় দিলে ৰুছিয়াত
যিজন এদিন
সেইজন ভি. আই. লেনিন
শতেক বছৰ অন্তে
আজ হ'ল
বিশ্বৰ বৰেণ্য নেতা
বিপ্লৱৰ শিখা অনিৰ্বাণ
তেওঁৰে স্মৃতিতে আজি
কৰো প্ৰণিপাত —
অৰ্ঘ্য ৰচি মোৰ এটি
ক্ষুদ্ৰ কবিতাত।।

*(লেনিনৰ জন্মশতবাৰ্ষিকী উপলক্ষে স্বৰচিত কবিতা)*

০০০

---

ছোভিয়েট কবিতা

# পাপৰিৰ পৰিমল

(১)

সেইদিনা শৰতৰ জোনাক যামিনী
কামিনী কুসুম ফুলে বেণু ছটিয়াই;
আমাৰ গধূলি ফুৰা বাট পথবোৰ
থৈছিল সুৰভিৰে আমোলমোলাই।

(২)

কোৰোচ গছৰ ছাঁত চমকাচমক
ৰূপোৱালী ফুলবোৰ উঠিছিল ফুলি;
মূৰ দাঙি নোচোৱাকে' আমি দুয়োটিয়ে
সপোনকে দেখিছিলোঁ বাট বুলি বুলি।

(৩)

অতীত ভবিষ্য একো নাছিল মনত
জৰা-ব্যাধি মৰণৰো নাছিল সংশয়;
আছিলোঁ অকল যেন আমি দুয়োটিহে
কালৰ কটাক্ষপাত কৰি পৰাজয়।

(৪)

ঢৌ খেলা সাগৰত হেন্দুলি হেন্দুলি
চলিছিল নাওখনি আমাকেই লৈ;
দক্ষিণ বতাহে আনি কৰবাৰ পৰা
গৈছিল কাণে কাণে কিবা কথা কৈ।

(৫)

কিনো ক'লে, কি কথা, সুধিবলে' লাজ
মনতে লুকাই থাকে কবিতাৰ কলি;
দেখিছিলোঁ সমুখৰ খোজবোৰ যেন
অতীতৰ কথা কোৱা সপোনৰ থলী।

(৬)

তাৰে এটি খোজ দিলে বেজাৰত ৰেপ্
বেদনা কাতৰ হ'ল দুয়োটিৰে মন;
হাইঠা মাটিত পৰি পেপুৱা লাগিল
কবিতাৰ ডেউকাৰো হেৰাল উৰণ।

(৭)

সৰিয়হ ফুল যেন সোণৰ বৰণ
আছিল তৰুণ এটি বেহেলা বজাই;
কঁপিছিল হৃদয়ৰ তাঁৰবোৰো যেন
মৰমেৰে মৰমৰ বেথা ওপজাই।

(৮)

কেনিবাদি কাৰোবাৰ পদুলি মুখত
পাৰস্যৰ পৰিমল বেণু পঠিয়াই;
হাস্নাহানাই লেখে প্ৰণয়ৰ গীত
যৌৱনৰ জয়বাণী মৃত্যু পাহৰাই।

(৯)

সেই গীতে দুয়োটিকে ক'লে মনে মনে
নেমেলিবা কোনোপিনে দুখৰ দুৱাৰ;
মৰণে বিনাশ কৰে খোলাটোহে মাথো
প্ৰাণে কিন্তু দি থাকে কিৰণ পুৱাৰ।

(১০)

আৱেগৰ অনুভূতি বাঢ়িল দুগুণ
গৈয়েই থাকিম যেন হেন্দুলি হেন্দুলি;
ৰূপ-ৰস-গন্ধ-ভৰা ধৰাৰ ধূলিত
পৰি থকা সোণবোৰ বুটলি বুটলি।

(১১)

চকুত আছিল সোণ সপোনৰ ধন
বুকুত আছিল সোণ প্ৰেমৰ কিৰণ;
হাতত আছিল সোণ স্নেহৰ পৰশ
সোণেৰেই গঢ়িছিলোঁ সোণৰ জীৱন।

(১২)

ইমান সোণেৰে ভৰা বাটত আমাৰ
ৰূপালী দলিচা পাৰি থৈছিল জোনে;
ফৰিং উফৰি ফুটা সেই সপোনৰ
যাউতিযুগীয়া স্মৃতি পাহৰিব কোনে?

---

পাপৰিৰ পৰিমল

(১৩)
যিখনি হিয়াৰ তাঁৰ আঁৰ নাইকিয়া
জোকাৰিলে উঠে য'ত ছন্দৰ হিল্লোল;
সেই হিয়া প্ৰিয়াহাৰা তৰুণ বৰাগী
তটিনীত উটি গ'ল মধুৰ কল্লোল।

(১৪)
বিৰাম বিহীন ভাব বিচাৰিছোঁ আজি
কি জানিবা বন্ধু মোৰ আছে কেনিবাদি;
গছৰ ডালৰ পৰা ফেঁচাই শিয়াৰে
সময়ৰ সীমা নাই অসীম অনাদি।

(১৫)
পূৰ্ণিমাৰ জোনাকত মিলি যোৱা সেই
যমুনা পাৰত থকা তাজৰ দৰেই;
শুধ বগা হিয়াখনি দেহহীন হৈ
মিলি গ'ল শূইনত পোহৰ হৈয়েই।

(১৬)
কোন সিটি দেৱদূত কবিতাকে লৈ
আহিছিল খন্তেকৰ ভোজ খাবলৈ;
জননীৰ চৰণত প্ৰাণৰ পাপৰি সিঁচি
মনে মনে কাহানিবা গুচি গ'ল গৈ।

(১৭)
বিচাৰি বিচাৰি তাৰে আঁতি-গুৰি আজি
এবাৰ উভটি চালোঁ অতীতৰ ফালে;
শুনিলোঁ হাতত যেন হেংদাং লৈ
বহুত মানুহে এটি জয়গান গালে।

(১৮)
এটি ধ্বনি ৰণি ৰণি তৰঙ্গত বাজে —
'মুংদেন চুন্ খাম্' —
—'মুংদেন চুন্ খাম্'—
আ! সোণ বাগিচাৰ দেশ, —
সোৱণশিৰীৰ সোণালী বালিত
জিলিকি উঠিছে তাৰে সোণোৱালী বেশ।

(১৯)
স্বৰ্গদেউ চুকাফাৰ বিজয় যাত্ৰাত
আহিছিলা তুমি 'বাপু' হেংদাং লৈ;
জননীৰ কাষ পাই বুকুত সোমালা
অমৃত আস্বাদ ল'লা পৰিতৃপ্ত হৈ।

(২০)
চৰাইদেউ পৰ্বতৰ শিঙৰিঘৰত
চামদেউ চোমদেউ দুয়োকে থাপিলা;
উঠি ৰজা হৈছিলা পৰ্বত বগাই
গহীন আকাশখনি ৰং নীলা নীলা।

(২১)
তেজী সোণ বৰণীয়া দেও ৰাজহাঁহ;
সোণৰেণু লাগি থকা চাকৈ-চকোৱা;
সোৱণশিৰীৰ সোণ বালিতেই পৰি
এতিয়াও আছে বন্ধু প্ৰাণ ভৰি চোৱাঁ।

(২২)
পৰ্বতত কান্দিছিল আজলী নাগিনী
ভৈয়ামত কান্দিছিলে সতী জয়মতী;
গদাই কান্দিলে বৈ ইনাই বিনাই
প্ৰাণৰ কুঁৱৰী মোৰ হায় জয়মতী!

(২৩)
লায়েও কান্দিলে লেছায়েও কান্দিলে
বাট বুলি যোৱা বুঢ়াই কান্দিলে বৈ;
জেৰেঙাপথাৰ উপচি পৰিল
চকুৰ পানীৰে শোকৰ সাগৰ হৈ।

(২৪)
'বগুহৰ দেও!' বুলি কোনেনো মাতৰ
নিজানত বহি বহি কান্দিলে গদাই;
প্ৰেমিকৰ চকুলোৰে সাগৰ ৰচিলা
ধন্য তুমি গদাধৰ জানিলে জয়াই।

---
পাপৰিৰ পৰিমল

(২৫)
মিছা মিছা মিছা মোৰ অতীত ভ্ৰমণ
বিচাৰিছোঁ যাক মই তেওঁ নাই তাত ;
শুনিছোঁ অকল মাথো দলনিত থকা
দলগোমা পখীটোৰ কুক্ কুক্, মাত।

(২৬)
সন্ধিয়া নিজান পৰা বিলৰ দাতিত
দলৰ মাজৰ পৰা আহে মাথো ধ্বনি ;
কোনেও নেদেখে সেই দলগোমাবোৰ
কোনেও নোৱাৰে ক'ব আছে ক'ত কেনি?

(২৭)
নাই দেখা বাটে-পথে কেনিও তোমাক
তথাপিও শুনিছোঁ তুমি কবিতা পঢ়িছা ;
'ত্ৰয়োদশ শতিকাৰ সোণৰ অসম'
ৰূপৰসে মধুময় হিয়া উজাৰিছা।

(২৮)
'এনেকুৱা তুমি' আহি কিয় নাইকিয়া
আজি অসমে বন্ধু বিচাৰিছে তোক ;
শইচেৰে ভৰা তোৰ পথাৰখনত
পৰি আছে দলকচু ধানৰেই থোক্।

(২৯)
মোলায়েম ভাত হয় যি চাউলৰ
দলকচু ধানতেই আছে তেনে ধন ;
কল্পনাৰ পথাৰত ৰূপজ্যোতি চাই
তয়ে জানো দিয়া নাই তোৰ এটি মন?

(৩০)
মনৰ মাজত থকা যিখন বিলত
তিৰ্বিৰ্ কৰিছিল পদুমৰ পাহি ;.
তাৰে পৰা এটি ছন্দ সুৰৰ লহৰ
নাই লগা জানো তোৰ মৰমত আহি?

(৩১)
নাম নাই ধাম নাই নাই পৰিচয়
তেওঁ এটি দেৱবালা সুৰৰ লহৰ ;
কবিক আকুতি দিয়া দিঠক সপোন
যুগমীয়া আনন্দৰ একেটি লহৰ।

(৩২)
সেই তোৰ জন্মক্ষণ অমৰ প্ৰেমৰ
পদুমৰ ফুল হৈ আছে ফুলি ফুলি ;
ৰঙা বগা পদুমৰ বিলৰ মাজত
উৰণীয়া ৰাজহাঁহ কৰি আছে কেলি।

(৩৩)
সৰিপৰা পাপৰিৰ নাওবোৰ উটি
শোভাযাত্ৰা কৰি আছে বুকু উদঙাই ;
সুখৰো নহয় সেয়া দুখৰো নহয়
প্ৰেমেৰে উপচি থকা বেহানি বেহায়।

(৩৪)
পদ্মগন্ধী সৰসীৰ সুনীল পানীত
পদ্মৰেণু লাগি থকা পাপৰি বিচাৰি ;
অসমৰ সোণামুৱা ডেকা-গাভৰুৱে
বীণৰ তাঁৰত দিছে মৰম জোকাৰি।

(৩৫)
মৰমৰ থলী এই যোৰহাটতেই
উৰি উৰি ফুৰিছিলোঁ ডেউকা লগাই ;
গছে-পাতে জিৰ্ জিৰ্ বৈ যায় সোঁত
দি যায় অতীতৰ স্বপ্ন সৌৰবাই।

(৩৬)
জানো বন্ধু অতীতৰ বুঢ়ী আইতাক
কৈছিল কোনোবাই সুখৰ কাহিনী ;
'সাতজনী নিগনিৰ গাখীৰ খীৰাই'
খাইছিল মহাসুখে ধন্য ধন্য মানি।

---
পাপৰিৰ পৰিমল

(৩৭)

অতীত মৰহি গ'ল নোভতে দুনাই
তথাপিও অতীতক এৰিব নোৱাৰি ;
অতীতৰ পৰায়েহে আহি আহি আজি
পাইছোঁহি এইখিনি জীৱন বিচাৰি।

(৩৮)

কোৰোচৰ গছবোৰ খৰামূৰা হ'ল
ৰাজবাট ভয়লগা ৰণথলী হৈ
মধুৰ বতাহ ছাটি সন্ধিয়া পৰৰ
নিঃশেষ কৰি থ'লে এই যুগলৈ !

(৩৯)

আমি ফুৰা বাট আজি ফুটপাথ হৈ
পোট খালে ভালেমান মাটিৰ তলত ;
'বেথাৰ মিতিৰ' তুমি নাই আজি মোৰ
নাপালোঁ বিচাৰি এই বিশ্বব্ৰহ্মাণ্ডত।

(৪০)

সেইদিনা কৈছিলোঁ বুকু ডাঠ কৈ
'তুমি আছাঁ, মই আছোঁ আৰু আছে ভা ৱ'
অভেদ আতমা যেন দুয়োৰে প্ৰাণত
কবিতা লুকাই আছে কিহৰ অভাৱ।

(৪১)

আজি কিন্তু খোজে খোজে বাঢ়িছে অভাৱ
হেৰাল কেনিবা হায় বহুত কুটুম ;
যিবিলাকে হৃদয়ৰ পৰশেৰে মোৰ
দিছিলে মৰমত আ বেগৰ উম্।

(৪২)

সন্নাবো মাজত যিটি কুটুম সোমাই
হৃদয়ৰ মণিকোঠা দেখিছিল মোৰ ;
ময়ো যাৰ মৰমত অকলে সোমাই
দেখিছিলোঁ পৰি থকা মণি-মুক্তাবোৰ।

(৪৩)

সেইটি বান্ধৱ মোৰ প্ৰাণৰ ভৈয়াই
নাপালো কেনিও আজি কোনো পিনে লগ ;
যাৰ সতে একেলগে নীল আকাশত
উৰিছিলোঁ একেলগে হৈ দুটি বগ !

(৪৪)

সেইটি কুটুম মোৰ গণেশ গগৈয়ে
পাপৰিৰ অৰ্ঘ্য যাচি ভাষা-জননীক ;
দি গ'ল সেৱা এটি শৰাই সজাই
দীপ্যমান কৰি থৈ সপোন অলীক।

(৪৫)

কেতিয়াবা মন যায় গানকেই গাওঁ
গানৰ সুৰেৰে চুই শুনোতাৰ প্ৰাণ ;
গণেশৰে কথা কওঁ হেঁপাহ পলাই
এটোপ চকুলো দিওঁ সাগৰ সমান।

(৪৬)

তুমি আহি থিত দিলে মোৰ মানসত
বগা বগা ৰাজহাঁহে কঁক্ কঁক্ কৰে ;
বেলিসূতা উৰি আহি পদুম বনৰ
কণ্ঠহাৰ গুঠি গুঠি আগ-গুৰি ধৰে।

(৪৭)

'মৰিলে নাযাও আমি পৃথিবীৰ পৰা'
কৈছিল তত্ত্বদৰ্শী শৰ্মা দুৰ্গেশ্বৰে ;
নাযাবা তুমিও গুচি অসমৰ পৰা
অনন্ত অসীম যুগ ৰাখক ঈশ্বৰে।

(৪৮)

বন্ধু বিয়োগত কান্দি কবি টেনিশ্যনে
স্মৃতি-গাঁথা ৰচিছিল আত্মপ্ৰগ্ন কৰি ;
ঈশ্বৰ-প্ৰকৃতি দুয়ো বিৰোধতে বাৰু
আছেনেকি এইদৰে ফুক্-ভাক্ খেলি ?

---
পাপৰিৰ পৰিমল

(৪৯)

আতমা অমৰ বুলি কয় গুৰুজনে
সেইবাবে পিণ্ডজল দিয়ে আতমাক;
শ্ৰদ্ধাদান শ্ৰেষ্ঠ দান শ্ৰাদ্ধৰ আশীস্
ইয়াকেই দিলোঁ বন্ধু সুঁৱৰি তোমাক।

(৫০)

অতীত-ভৱিষ্য বুলি একোৱেই নাই
নিৰবধি সময়ৰ বৈ আছে সোঁত;
চন্দ্ৰই ঢালিছে তাতে কিৰণ সুধাৰ
সূৰুযে পিন্ধায় নিতে সেন্দুৰৰ ফোঁট।

(৫১)

কামনা পখীটি উৰি আকাশে আকাশে
ৰঙা ৰঙা ঠোঁটেৰেই লিখি যায় কথা;
পদুম ফুলৰ এয়া নহয় পাপৰি
প্ৰাণৰ পাপৰি ইযে যুগমীয়া বেথা।

(৫২)

ভুল ভুল বন্ধু মোৰ ভুলৰ মাজতে
ফুলি আছে নিতে নৱ বিধে বিধে ফুল;
গুজৰিছে ভোমোৰাই ফুলকেই চাই
ফুলতেই বিচাৰিছে অকূলৰ কূল।

(৫৩)

ফুল যদি কলি হৈয়ে থাকিলেহেঁতেন
থিয় চকু দেৱতাৰ মদনৰ দৰে;
সপোন সপোন যেন লাগিলহেঁতেন
ফুলিলেই পাহিবোৰ সৰি সৰি পৰে!

(৫৪)

ভুলৰ নপৰে ওৰ যাউতিযুগীয়া
স্বয়ম্ভু কুসুম সৌ ৰঙাজবা পাহি;
ফুল হৈয়ে ফুলি আছে ৰঙা-হেঙুলীয়া
জগতক দি আছে বিনন্দীয়া হাঁহি।

(৫৫)

নাই হোৱা ব্যৰ্থ তোৰ হিয়া-দিয়া হিয়া
সাৰ্থক জীৱন তই এপাহি পদুম;
তাৰেই পাপৰিবোৰ উৰি উৰি আহি
বিলাই ফুৰিছে তোৰ হৃদয়ৰ উম্।

(৫৬)

লা-নি লগা বগলীৰ বগা পদুমৰ
সন্ধিয়াৰ আকাশত জয়মালা থৈ;
হাঁহি হাঁহি মিলি গ'লি মহা ৰহস্যত
লগত নিনিলি একো খাব-থৰলৈ।

(৫৭)

কৈছিলি সেইদিনা খায়ায়ামৰ দৰে
"হাঁহি হাঁহি আহিছিলোঁ, হাঁহি হাঁহি যাম;
নাকান্দে গঁগেয়ে বন্ধু ক্ষুদ্ৰ অভাৱত
অপৰূপ ৰূপৰাশি হাঁহি হাঁহি চাম"।

(৫৮)

"নক'বা জীৱন মিছা নিশাৰ সপোন
কৰ্তব্য সাধন মাথো জীৱনৰ মূল"
কবিতা লেখিম বুলি আহিছিলা তুমি
অনুতাপ নকৰিবা নাই কৰা ভুল।

(৫৯)

কবিতাৰে ক'লা তুমি বিপৰীত ভাৱে
"নাই অহা বৰদাক পূজা দিবলৈ"
(আজি) বৰদা নিজেই আহিবিচাৰে তোমাক
বগা চন্দনৰ এটি ফোঁট দিবলৈ।

(৬০)

পদুম বনৰ তুমি মৃণাল উভতি
কলনাদ কৰি থাকা ৰাজহাঁহ হৈ;
'জগত কবিতাময়' নাই একো ভয়
কবিৰ সমাধি এয়া চোৱা বৈ বৈ।

---

পাপৰিৰ পৰিমল

(৬১)

জীয়া জোন মৰা জোন    একেটি জোনেই
অসীম অনাদি কাল আছে আকাশত ;
একেটি জোনকে চাই    বিলৰ মাজত
ভেবা লাগি ভেট ফুল আছে হেঁপাহত।

(৬২)

একেটি কুটুম মোৰ    গণেশ গগৈয়ে
আনন্দত হাঁহি আছে মোৰে মুখ চাই ;
বকুল ফুলৰ মালা    গুঁঠিছোঁ ইধাৰ
বিয়লিৰ বেলা আজি তেওঁকে ধিয়াই।

(৬৩)

মৰণৰ দৰে নীলা    আকাশৰ পৰা
গঙ্গাচিলনীয়ে কয় নাই মৃত্যু নাই ;
বৈছে জীৱন-ধাৰা    সুধাৰ সোঁতত
মৃত্যুহীন টৌবোৰ বলাই বলাই।

(৬৪)

মন যায় মাতোচোন    ঐ ! ঐ ! গগৈ !
মাতচোন তয়ো মোক হাঁহি বিৰিঙাই ;
পৃথিবীয়ে শুনাকৈ    মাতোনেকি মই
গগৈ ! গগৈ ! গণেশ গগৈ !
- ঐ ! ঐ !

যোৰহাট
১৩/৩/৬৮

০০০

# হাফিজৰ সুৰ

## পৰিচয়

মুছাফিৰ : বাটৰুৱা

নাৰ্গিচ : ইৰাণ দেশীয় এবিধ ফুল।

খয়বৰী-দ্বাৰ : "খয়বৰ" প্ৰদেশৰ দুৰ্গৰ দুৱাৰ।

আলী : হজৰত মহম্মদ জোঁৱায়েক। এওঁৰেই হাতেৰে ভুকুৱাই খয়বৰী দ্বাৰ ভাঙিছিল।

কুনবৰ-শ্বা : কুনবৰৰ বাদশ্বাহ। এখেত বিখ্যাত দানী।

বাবিলনী-যাদু : আৰবী আৰু ইৰাণীসকলে বাবিলনকে যাদু মন্ত্ৰৰ আদি জন্মভূমি বুলি ধৰে।

আব-ই-হায়াৎ : মৃত- সঞ্জীৱনী সুধা।

ছোৰাহী : ডিঙিলগা আৰু দেখিবলৈ ধুনীয়া মাটিৰ কলহ।

চুফি : আৰব পাৰস্য আদি মুছলমান দেশবিলাকত এদল বৈৰাগী সাধকক চুফি বুলি জনা হৈছিল। এওঁবিলাকৰ চিন্তাধাৰাক ৰহস্যবাদ বুলি কোৱা হয়। হাফিজ চুফি কবিসকলৰ ভিতৰত এজন অন্যতম।

দখিণাৱৰী : পছোৱা বতাহ, দক্ষিণৰ পৰা অহা বতাহ।

# হাফিজৰ সুৰ

তোমাৰ ছবিকে ধ্যান কৰি প্ৰিয়,
দৃষ্টি যে মোৰ সদায় থিৰ;
তোমাৰ ঘৰৰ বাটটি এৰি
নলয় ভৰিয়ে কেনিও ভিৰ।

জগত খনৰে লাগিছে চকুত
ধুনীয়া টোপনি দুনিয়া-ভোলা,
অকল মোৰহে চকু-মণি যোৰে
নাপালে নিদ্ৰা-দেৱীৰ কোলা।

মোৰ ই সুখৰ শত্ৰু হ'বলে,
কৰাঁ অভিসাৰ বেগতে ভাই;
মহা-মউজৰ আয়োজন আজি,
সজোঁৱা পাত্ৰ সুধা ওপোচাই।

চকু-চৰহাৰ কূট কথা শুনি
পলাবাঁ কলে, ভীৰুৰ দল?
অ' মোৰ প্ৰিয়া! শুনাঁ মোৰ কথা
দুখৰ কাহিনী পৰিব তল।

কপালে যিদিনা তোমাকে মোকে
কৰিলে ইদৰে দুপিনে দুফাল,
সিদিনাৰে পৰা হাঁহিৰ ৰেখাই
চোৱা নাই মোৰ নীৰস গাল।

যিহে নিকৰুণ সেই বিৰহৰ
বিননিয়ে মোৰ ভাঙিছে হিয়া,
মইহে জানিছোঁ, জানিছে মনৰ
যিজন সদাই গোপন-ৰখীয়া।

ধ্যানে জ্ঞানে মোৰ বাক্য বচনে
তোমাৰে মধুৰ সুৰৰ স'তে
গাইছোঁ তোমাৰ গান মহিমাৰ
ৰজাৰো ৰজা তুমি সকলোতে।

তোমাৰ কাষত খিয়লীয়াবোৰে
মোৰ অপযশ ৰটেহি কম?

সেইহে আজিও তোমাৰ সভালে'
নামাতিলে মোক নিদিলে গম।

কোৱাচোঁ আনক সপোন অমিয়া
পৰাণ-প্ৰিয়াৰ কাষতে বহি
লওঁ নিগৰাই ৰূপহী ওঁঠৰ
সৌৰা আঙুৰ পকিছে জহি।

আহত জনেহে ছট্‌ফটনিত
বিচাৰে শান্তি নৰ'লে তেজ;
জানিছোঁ তোমাৰো হৃদয় বিষম,
বিচাৰাঁ চতুৰ কপটী বেজ।

বাট ভেটি মোৰ কুটুম সকলে
ৰাখোঁতে বহুত ভাবিলোঁ ভাই,
এইবেলি হ'লে ফুল-মলয়াত
মৌ-জোলখিনি দিলোঁ ওপঙাই।

ফুলনিত পৰি বুলবুলিবোৰে
দিলেহি সুৰৰ অমিয়া বাকি,
এনুৱা ফাগুন ফুলৰ বতৰ,
নাই যদি হিয়া তেনেই ফাঁকি।

বিশ্বখনেই তীৰ্থ-যাত্ৰী
তোমাৰ বাটকে জগতে চিনে;
মৌ-গুটি হৈ উৰিছে নিখিল
মুখ-ডালিমৰ ফুলৰ পিনে।

আজি যদি কেঁৰে তোমাক নাচাই
তোমাৰ পিনেদি পিঠি দি যায়;
কাইলৈ বাৰু কোনটো লাজেৰে
সেই হিয়া-হীন মুছাফিৰে চায়?

তোমাৰ আকুল অলকে ৰ'দত
পেলায় তোমাৰে গহৰী দাগ;
জোন-পূৰ হোৱা আগৰাতিটিহে
তোমাৰ মুকুট, শিৰৰ আগ।

---

হাফিজৰ সুৰ

তোমাৰ কেশৰ কলীয়া পতাকা
সন্ধিয়া সখীয়ে উৰাই দেখি
উৰাই সদায় হাঁহে মিচিকাই,
সূৰুযে দি যায় বাতৰি লেখি।

পৰাণ-প্ৰিয়ৰ লগ এৰি আজি
অকলে থকাৰ পৰিছে দিন।
আজি ৰাতি মোৰ নোলায় সময় —
মই যে বুকুৰ বান্ধৈ হীন।

কিনো লাভ হ'ব সাৱধানে থাকি
আজি যে প্ৰাণত প্ৰেৰণা নাই,
নহয়, নহয়, — প্ৰাণ আছে মোৰ,
প্ৰিয়া-মধুৰিহে হেৰাল হায়।

প্ৰাণ কাঢ়ি নিব খোজে মোৰ সউ
ৰূপৰ কুঁৱৰী নিঠুৰা তাই,
পৰীৰ নিচিনা ৰূপটিও চোৰী
থৈছে চকুৰ আঁৰতে হায়।

তেওঁকে শুনাই ক'লোঁ একাষাৰ—
কিনো মুখখন থৈছা লুকাই ?
মিহি মাত এটি শুনিলোঁ পাছত, —
কিজানিবাঁ লোভ কৰা তাকে চাই।

তোমাৰ প্ৰেমৰ পূজাত লাগোতে
তেজ-ৰঙা হ'ল হৃদয়খনি;
তোমাৰ সি-ৰূপ চুকি পোৱা টান,
নাযায় সিমান চকুৰ মণি।

ভীৰু হিয়া মোৰ জহি-পমি গ'ল
তোমাৰ আউলী অলক চুই;
সন্ধ্যা-কলীয়া চুলিৰ বান্ধোন
নহয় সহজ পেলোৱা ধুই।

জোন বেলি তৰা গোলাম তোমাৰ,
তুমিহে সখীয়া জ্যোতিৰ ৰাণী ;
আন্ধাৰ গুচোৱা পোহৰ ধানিহে
পাইছে সিহঁতে একেটি বাণী ?

ৰাগ- অনুৰাগ মোহেৰে মিহলি
তোমাৰ ৰূপৰ পোহৰ লভি
চন্দ্ৰ ইমান স্নিগ্ধ শীতল,
ইমান দীপ্ত হইছে ৰবি।

প্ৰাণ-পখীটিৰ গাত যিদিনাই
বেদনাৰ জাল লাগিল সখি,
তেতিয়াৰেপৰা তেজ পৰি থকা
অস্ত্ৰ ওলমি আছেই ৰখি।

হেৰুৱালোঁ হায়, নিজৰ হাতেৰে
এবাটি জুৰণি শান্তি-জল,
খাইছোঁ অকল পিয়লা ভৰাই
নিজৰ বুকুৰে তেজৰ ঢল।

তোমাৰ অলক লাগিলে হাতত
বীণৰ তাঁৰৰ বাতৰি পাওঁ,
অকল তোমাৰ ওঁঠতেই গুচে
দুঃখ-যাতনাৰ গধুৰ ভাও।

তোমাৰ চিকুণ মুখখনি মোৰ
তাপিত হিয়াৰ শান্তি জুৰ ;
জীৱনৰ সখী সপোনৰ আদি
সেই দেহাফেৰি একেটি সুৰ।

তোমাকে বিচাৰি হলোঁহি উদাস
উদং কৰিলোঁ ভড়ালো হায়।
তথাপিও দেখোঁ ময়েহে তোমাৰ
নহলোঁ আপোন, নাপালোঁ ঠাই।

তোমাৰ বেণীৰ জিঞ্জিৰি চুই
বন্দী ময়েনো সদাই কিয় ?
ময়েহে দেখোন হইছো পগলা
পান কৰি প্ৰেম তোমাৰ প্ৰিয়।

শিকিছে প্ৰিয়াই হিয়াৰ মাণিক
মৰিমূৰ কৰি পৰাণ হৰা ;
তেওঁৰে আকৌ মিলন বিচাৰি
হৈ আছোঁ মই জীয়াতে মৰা।

---

হাফিজৰ সুৰ

গোলাপ সৰিছে গালত প্ৰিয়াৰ
ৰসাল ওঠেৰে ৰূপালী মুখ,
ফুলকো জিনিছে ফুল্ল-মুখীয়ে
সুৰদী হাঁহিৰে হৰিছে দুখ।

প্ৰাণ ভৰি আজি পিয়াঁচো' অমিয়া
অমৰ জীৱন থাকিব বৈ;
মহা-মাৰ-ভৰা জগত বিচাৰি
কোননো আহিব দুনাই ঐ?

ফুলাম ধৰাৰ গোলাম আমি যে
প্ৰীতি-পৰিমল ফুলৰ দান;
এটি লহমাৰ এছাটি বতাহ,-
তাতেহে হ'বলা গাইছোঁ গান?

এই যে তোমাৰ তৰল লাবণ্য-
সেয়েহে দাপোণ প্ৰাণৰ চিন;
মন যায় যেন তাৰ সপোনতে
মোৰ চকু দুটি কৰিম লীন।

নহয়, নহয়, ভয় লাগে মোৰ -
চকুৰ কাঁইটে জানোচা সখী,
বিন্ধেহি ধ্যানৰ পদুম-চৰণ,
ব্যথাত পোহৰ হৈছোঁ দেখি।।

বিশ্বাসী মোৰ বান্ধেয়ে বুকুৰ
পিয়ালে প্ৰথম জুৰণি ভাল,
ৰাগীত যেতিয়া তৰ্‌-ল বাম্‌-ল
অত্যাচাৰীয়ে মেলিলে জাল।

লোতকৰ ধাৰ, জীয়া জুই গাৰ,
সেয়ে মোৰ লাভ - সামৰি লৈ
চকুৰে তিয়াওঁ, বুকুৰে জ্বলাওঁ,
তেওঁৰে বাটৰ ধূলি এটি হৈ।

তোৰ মুখ দেখি পৰিছে মনত
অ' ফুল, মোৰ সেইটি ফুল-
যিটি দেখি মোৰ হৃদয় বলিয়া,
সুবাসে সদায় ভাঙেহি ভুল।

মন যায় আনি এটি ফুলদানী
তোৰে স'তে যেন তেওঁকো থৈ
ফুল অধৰত চুমিম নিতৌ,
থাকিম ফুলৰে গোলাম হৈ।

ধন-সোণ আৰু জ্ঞান-বুদ্ধি লৈ
থাকে যাৰ চিত বান্ধত পৰি,
নোৱাৰে সিহঁতে প্ৰেয়সীৰ তনু
মোৰ বুলি ল'ব আপোন কৰি।

চপল-চকুৰা প্ৰিয়াৰ কাণত
মোৰ কথাবাৰে নাপালে ঠাই,
শৰদ-সোণৰ কাণ-ফুলপাহি
নুঠিল এদিনো কাণত হায়।

নৈ কাষলৈ লৈ বলা সৌ
ভৰা-ছোৱাহীৰ অমিয়া জোল,
অভিমান এৰি মুকলি মনেৰে
কৰাহি জীৱন আমোল-মোল।

জগতখনেই যেতিয়া এদিন
দুদিন জিৰাই সলাব পট,
লুট কৰাঁ আজি হাঁহিৰ মধুৰি,
প্ৰেমৰ ৰসেৰে ভৰোৱা ঘঁট।

তোমাৰ ভাগ্য বলেৰেহে প্ৰিয়
শুনিলোঁ কালৰ এনেটি বাণী, -
'তোমাৰ হাতৰ আটাই কামতে
ফলিব সুফল মিলন-কামী।'

দিয়া তেনেহলে পান কৰি লওঁ
তুমি দিয়া সেই সুৰদী ৰস,
হওঁ যদি হ'ম তাতেই অমৰ,
কিজানিবা সেয়ে তোমাৰ যশ।

ৰূপ-চকলীয়া ফুল-কলিহঁতে
ফাগুনী মেলৰ সিচিছে চিক্,
সুধাৰ আশাত শিমলুৰে দেহি
সাজিছে গিলাচ গোলাপী ঠিক।

---

হাফিজৰ সুৰ

ধন্য সিখনি হৃদয় সঁচাই
বসুধাখনকে সপোন বুলি,
অতিথি-শালৰ চোতালত পৰি
লয় যি-খনিয়ে বাটৰ ধূলি।

মানসীয়ে মোক থাকোঁতে মেৰাই
থাকে পৰাণত অমৰ খেণ,
তিতা লগা এই পোতাশাল এৰি
পাওঁ পৰিত্ৰাণ তেতিয়াহে যেন।

তেওঁৰ দেহৰে ৰূপ-দুৱৰীয়ে
সোধে মোক দাম দিবানো কি?
প্ৰিয়াৰ চকুতে প্ৰাণ-উপহাৰ
থৈছোঁ দেখোন তেনেই দি।
জোনটিৰ দৰে ৰূপত তোমাৰ
পৰিছে কালিমা, লাগিছে চেক,
মইমত-ভাব সোণৰ বজাৰ
নুঠিছে বেগতে, নাহিছে ছেগ।

বাৰে বাৰে তুমি লাজ দিছা মোক
প্ৰেম হেনো মোৰ মিছাৰে ভৰা,
কাৰনো মুখত ক'লা দাগ আছে
আজি এতিয়াহে পৰিছে ধৰা।

ৰূপহী বিলাকে মৃগয়া বিচাৰে
বন-ব'ৰাগীৰ মনৰ গা-ত-
তাৰ দেহতেই বাকি দিয়ে হায়,
ৰূপৰ চমক, সোণৰ ছাঁট।

নাৰ্গিচে সউ ফুলৰ ৰাণীৰ
পাইছে মুকুট খিয়াতি লৈ,
উদং যদিও মূৰটি দেখাত
কীৰ্তি গৈছে বিশ্ব বৈ।

তোমাৰ ধ্বনিটি আহিছে যেনিয়ে
বেদনাৰে তেনি ভৰিছে বাট,
এনে মুছাফিৰ নাই দেখা মই
সহজে চলিব পাৰিছে তাত।

তুমিহে জানিছা কোন তেওঁ গুণী
জ্ঞানৰ সূৰ্য প্ৰতিভা যাৰ,
ৰূপ-থাপনাৰ আগত যিজনে
প্ৰাণৰ প্ৰদীপ কৰিছে সাৰ।

দিয়া সউখিনি চহা ৰূপহীৰ
হাত-চুই-অহা আঙুৰ-জল;
জীৱনৰ জীয়া-অগনি সোপাকে
তাকে পি পি পেলাওঁ ভল।

পৃথিৱীৰ যদি ভাল-বেয়া খিনি
দিয়াঁ পাহৰাই ৰলিয়া কৰি,
খানিব পাৰিম ময়েই অকলে
সৃষ্টি-চেঁচোৰ পমটি ধৰি।

সুৱাগী মুখৰ কথাই কদাপি
নকৰে পূৰ্ণ, নিমিতে আশ;
প্ৰেমৰ কাৰণে অঘৰী যিজন
ঘটিছে সিজনে সৰ্বনাশ।

তোমাৰ মনৰ মধুৰিৰে স'তে
মিলেনে প্ৰিয়াৰ সকলো কাম?
প্ৰিয়াৰ হৃদয় নাই পোৱা যদি
বিফল তোমাৰ প্ৰেমিক নাম।

ভোমোৰাক তুমি মৌ-লোভী বোলা
পিয়ে সিহঁতেও ফুলৰ ৰস;
মৰে যেনেকৈ মৌ পান কৰি
লভে তেনেকৈয়ে কবিৰ যশ।

প্ৰাণ আৰু মোৰ সখীৰ লগত
সেইহে সদায় বলিয়া মই,
সমাধি ভেদিও আহিম গুলাই
মইনো কিহৰ কৰিছোঁ ভয়?

ৰস-পিয়া-মন, ৰসিক যিজন,
পিন্ধিছে যিজনে প্ৰেমৰ-মালা;
তেওঁৰেহে নিকিনা-গোলাম,
তেওঁহে বুজিছে মোৰ কি জ্বালা।

হাফিজৰ সুৰ

প্ৰেমৰ নাইবা প্ৰেম-অনোৱাৰ
বুজিব সোৱাদ নীৰসে কি,
ইন্দ্ৰপুৰীৰ ৰূপ-কোঁৱৰেহে
এই ৰস পান কৰিছে যি।

পৰাক্ৰমৰ ক্ষমতা পালেই
নপৰে হাতত ধৰাৰ ধন,
আনন্দময় জীৱন-সুধাৰ
নহয় যোগ্য বিষাদী-মন।

পাঁচোটা দিনৰ দুখৰ বোজাকে
সহিব নোৱাৰি খুজিছা ভাই,
সাত-শ হেজাৰ বছৰ বিয়পি
জৰিছে যি যেৰা সুখৰ ঠাই।

হাঁহিৰে ওপচা আনন্দ গানত
মত্ত হ'বৰ সময় হ'ল,
প্ৰাণৰ জুৰণি বেথাৰ-মিতিৰ-
টোকাৰীৰ স'তে ওলাই ৰ'ল।
এটি পলকৰ এইহে জীৱন-
সেইহে কৈছোঁ ঢালাচোঁ ঢালা,
জোৰাহীৰ ৰঙা আঙুৰ-তেজেৰে
পানৰ পাত্ৰ ৰঙাই তোলা।

ওজা-বেজ মোৰ আহিল কাষলে ”
তেওচোঁ তোমাক নেদেখোঁ হায়,
কটা ঘাট যেন চেঙা তেল হ'ল
আকৌ একেই বিৰহ পাই।

আৰু কেনেকৈ থাকিম আঁতৰি—
ভয় কৰিছিলোঁ তাকেই ভাবি,
এতিয়া দেখিছোঁ সেয়েহে ঘটিল,
থাকোঁ কেনেকৈ বিৰহ যাপি?

বিৰে জৰ-থৰ হৃদয়তো মোৰ
থাকে যেন প্ৰিয় তোমাৰ জ্যোতি,
দূৰৰি ৰনতো পৰিছে দেখোন
অৰুণ-আলোক নিতউ ফুটি।

ধূলি এটি হৈ যদিহে তোমাৰ
থাকোঁ বাটতেই বাগৰি পৰি;
আমনি পালেও নাপাৰিবা গালি,
ধূলিয়ে ৰাখিব ধ্বনিটি ধৰি।

বিশ্বাসৰ বুকু বিন্ধিলে দেখিহে
বুকুৰ বান্ধেও শতৰু হ'ল,
কিমান পথিকে হেৰুৱালে বাট,
অবিশ্বাসতে ওপঙি গ'ল।

সূৰ্য তেজৰ সংযোগতে
নিশাদেৱী হ'ল ঋতুৰ-ৰাণী,
এই কথাটিকে নাজানে যিজনে,
তেওঁনো কিহৰ লভিব বাণী।

ব্যথিত হিয়াই বিচাৰিছে যিটি
পায় যদি পক তাকেই ঐ,
নহ'লে উৰক পৰাণ-পখীটি
নেদেখা বাটেদি আতমা হৈ।

আজিও খোদাৰ পবিত্ৰ পীঠত
এফেৰি ভৰসা থৈছোঁ সাঁচি,
অলেখ দুৱাৰ মেল খাব মোৰ
ভাগ্যে দিবহি অশোক যাচি।

মন্দ কপালে নুঘূৰালে মুখ,
নিদিলে যেতিয়া হাঁহিটি মোক;
নাপালে মৰমে সুখৰ সোৱাদ,
কিনো লাভ হ'ব কৰিলে শোক?

চকুৰ বৌৰ্ম্মি, স্নেহৰ পুতলি,
গুচি গ'ল মোৰ মাণিক যিটি,
মণি দুটিয়েই হেৰাল যদিহে
সাধিব চকুৱে কিহৰ প্ৰীতি?

সপোনেহে ভাই জীৱন জুৰায়
দিয়াচোঁ জীৱন-সপোন ঢালি;
কেঁচা বয়সত পাপ বোলা বোৰ
ডেকা হলে চোন পৰেহি হালি।

---
হাফিজৰ সুৰ

দুনিয়া খনেই কুজ্‌ঝচ্ তেনেই
পৰক নেওঁচি পাতিছে থুল,
ইয়াৰ মাজত সপোনেই ঠিক
পগলা মেলৰ ধৰিছে ভুল।

আয়ুসৰ চুলি উৰুৱাই সউ
আহিছে বলিয়া আকুল বান,
জীৱনৰ পান-পাত্ৰ ভৰাই
এয়েহে সময় ল'বৰ দান।

সাৱধান হ'বাঁ, হেৰা ডাঙৰীয়া-
কাল দূতবোৰে নিনিয়ে যেন
জীৱন-ঘৰৰ মধুৰ সমল,
য়িখিনি তোমাৰ মদিৰা হেন।

প্ৰিয়াৰ ৰেছমী কোমল কেশত
আঙুলি বুলাই লগালোঁ মাত,
"দিয়া মোক সখী দিয়াহে জীৱন,
এইয়া অমৃত তোমাৰ গাত।"

ক'লে প্ৰেয়সীয়ে - "অলক এৰাঁ,
ধৰাঁ এই দুটি অধৰত মোৰ,
দীৰ্ঘ-জীৱন নুখুজিবাঁ আৰু
কৰাচোঁ সকলো ইয়াতে ওৰ।"

অকলে অকলে এনা টোপনীৰে
কটালোঁ কালি যে গোটেই ৰাতি,
লোতক-মণিৰে গাঁথিলোঁ চিপাত
মকৰা জালেৰে বটীয়া-বাতি।

নোৱাৰোঁ বুজাব কথাৰে সমূলি
তোমাৰ কাৰণে কিমান বেথা,
আপোনা-আপুনি সেইহে সদায়
নিজকে নিজে কৈছোঁ কথা।

খয়বৰী-দ্বাৰ ভাঙোতা আলীয়ে
শিকাব তোমাক বীৰত্ব কি,
কুনৃবৰ শ্বাই বুজাব মহিমা
দুহাতে অকল দানকে দি।

হেৰেই হাফিজ লাগিছেনে তোবো
কৰুণা-কণাৰ তৃষ্ণা এনে?

জীৱন-সুধাৰ সখীয়েহে হেৰ,
সেই ঝৰণাৰ বাতৰি জানে।

ভেজিছে যদিহে আমঠু প্ৰিয়াই
সহাচোঁ পীড়ণ বন্ধু মোৰ,
সকলো পাহৰি কৰাচোঁ আহুৰি
মনতে বিপদ খিখিনি ঘোৰ।

প্ৰণয়ৰ পূজা পূৰ কৰা আজি
থাকোঁতে ৰূপহী ষোড়শী প্ৰিয়া,
স্নেহৰ অযোগ্য জনক মাথোন
অন্তৰতম নিদিবাঁ হিয়া।

হৰিণীৰ চকু হৰিলা কাহানি
বাবিলনী-যাদু মন্ত্ৰ মাৰি,
তোমাৰ চকুতে হাৰমানে দেখোঁ
বাজীকৰ বেজো তলমু' কৰি?

চুলি হালে জালে কাণৰলতিত
সউটি ৰূপৰ কুঁৱৰী মোৰ,
তাতে যদি হায়, লাগিল হেঁতেন
হাফিজ-কাব্য-মুকুতা ঘোৰ।

চোৰাচোন সউ ফুল কুঁৱৰীৰ
লিপিলে মুখত ৰূপৰে লেও,
বতৰে কান্দোতে চোৰা কেনেকৈ
ধৰিছে সিহঁতে হাঁহিৰ ঢেও।

দক্ষিণাৱৰীৰ বাতৰি পায়েই
দেৱদাৰু গছে সুহুৰি বায়,
ফুল-বাগীয়েও কুল হেৰুৱালে
কাৰণো আনন্দ লহৰ পাই।

আঁচলেৰে বুকু আটি-মুটি ঢাকি
সোণটিয়ে সউ তললে' চায়,
নাপালোঁ বিচাৰি সেই মাধুৰীত
কিহৰ উপমা বৰ্জিতা থায়।
এনেহে উজ্জ্বল ৰূপটি সখীৰ
বুকুৰ মাজেই হৃদয় দেখি,

হাফিজৰ সুৰ

পুখুৰী-মাজত শ'ল-ঠাৰিটিহে
থৰ হ'ল যেন উঁৰক লাগি।

কোৱাচোঁ শলিতা সোঁৰৰানে বাৰু
পাহৰিও এই পতঙ্গটিক ?
ভাল পাই মোক পাহৰি পেলোৱা
কেনে যেন দেখি কোৱাচোঁ ঠিক ?

কিনো ৱেদনাৰ তল সুঁতি এটি
তোমাৰ কাৰণে বলিছে হায়,
তপত বলুকা এই জীৱনেহে
জানিছে কিমান জুৰিছে ঠাই।

কোনেনো পাইছে ইমান অটুট
সৰল মনৰ ৰূপহী প্ৰিয়া ?
মোৰ দৰে দেখোঁ সেই বেদনাতে
দেই-পুৰি মৰে অনেক হিয়া।

তুমিয়েই যদি এনে কপটীয়া
আৰু কিনো মই কৰিম হেৰা,
মোৰ দৰে দেখো বিশ্বখনৰে
লাগিছে সদায় বাটৰ কেৰা।

ফটিকাৰ এই খুৰী-বাটিটিতে
পৰ হেৰ' ভৰ হৃদয় মোৰ,
পূৰ্ণ নোহোৱা বাসনা সোপাকে
কৰিম চূৰ্ণ, নলওঁ খোৰ।
ধাৰে অনা এই জীৱনো যে মোৰ
বুদ্ধি-শালতে বন্দী সদায়,
বাৰৰ মাজেদি জালি কাটি আজি
খন্তেক তাকো দিম মোকলাই।

আনন্দ-পখীৰ ডেউকাৰ ধ্বনি
অলপ ওখতে শুনিছোঁ সৌ,
কিজানিবা সেয়ে কোমল-চিতীয়া
উৰি-যোৱা ফুল সুৰভি টৌ।

তোমাৰে সোৱাদ ওঁঠৰ কিজানি
সেই মধু-বাৰ ৰসাল ধ্বনি,—
কি জানো সি অপৰূপ কথা
সপোনৰে যেন অনন্ত খনি।

বস্তিতকৈও অধিক দুখত
তোমাৰ কাৰণে কান্দিছোঁ মই,
তেজ-ধাৰ যেন লোতক দুধাৰ
তোমাৰ দুখতে নিতৌ বয়।

দেখিলোঁ হৃদয়ে কৃপণতা কৰা
ময়ে হওঁ এটি পাত্ৰ পানৰ,
দূৰ বাঁহীটিৰ শুনিলে বিননি
শোণিতৰ শিখা জ্বলাওঁ গানৰ।

এটি নিশা যদি তোমাৰ লগত
পাওঁ কটাবলে' পৰাণ-প্ৰিয়া,
দেহা ফুলটিক ঢাকিম তোমাৰ
তথা লাগি চাই জুৰাম হিয়া।

ভয়নো কিহৰ তাৰ পাছ দিনা
আহে যদি দূত যমৰ পৰা,
পান কৰি আছোঁ তোমাৰ ওঁঠৰ
আব্-ই-হায়াৎ অমৰ কৰা।

মেলা-বাহু মোৰ মেলাতে থাকিল,
নিদিয়া চুমাটি মৰহি গ'ল।
তোমাৰ অধৰ-পৰশ নাপাই
কিমান মাণিক নোহোৱা হ'ল।

আৰু বেছিকৈ নেমেলোঁ টোপোলা
ঠোৰতে সামৰোঁ সোপাকে দুখ,
অলেখ মধুৰি হেৰাল মনৰ
বাট চাই থাকি মিলন-সুখ।

(সউ) মৰকত-নীলা চুলিৰ মাজত
প্ৰাণৰ ধুমুহা বোৱাই নাই,
ইমানতে বাৰু পাৰোনে তোমাক
যোৰাঁ বুলি ক'ব মইনো হায়।

পোৱাল-বৰ্ণীয়া তোমাৰ অধৰ
সেয়েহে জীৱনীশক্তি মোৰ,
অযুত- মুকুতা দিলেও সোণটি

---
হাফিজৰ সুৰ

নোৱাৰোঁ এৰিব সেইটি খোৰ।

এই জীৱনত দুখৰ বাহিৰে
নাপালোঁ একোকে বস্তু আন,
ছাঁ-ই এৰিলেও নেৰিলে বিষাদে,
সেয়ে হ'ল মোৰ মৰ্ম-থান।

গোপন মনৰ সপোন-সখীয়া
নাপালোঁ কেনিও বন্ধু এটি
দুখেইহে মোৰ দুখৰ দুখী,
বিশ্বখনেই কঙাল অতি ।

অ' প্ৰভাতৰ বা, শুনি যা কথাটি
কবিগে' নীৰলে তেওঁকে, হেনে,
মোৰ শত-ধাৰ চকুলো দেখিও
কাঠৰী-প্ৰিয়াৰ নামানে মনে।

মোৰে হৈ আৰু শুনাবি এবাৰ,
তুমি যে শুইছা সুখেৰে ইমান
জানানে বাতৰি টোপনি আঁতৰি
কাৰ চকু যুৰি পৰিছে ম্লান?

মোকনো কিমান ভোগাবাঁ ললাট
কোৱাচোঁন মোৰ পৰাণ-প্ৰিয়,
এনা-কাৰণত একে হিয়াৰেই
নিখিলক বাৰু জ্বলোৱা কিয়?

একা-চেকা মোৰ কঠোৰ হাতত
পৰিছে অস্ত্ৰ আশীষ যেন,
তোমাৰ হাতত পৰিলে কিজানি
তোমাৰেই প্ৰিয়া কাঢ়িব যেন?
কোৱান মন্ত্ৰে কৈছে সদায়
পুণ্য-শীতল সৰগ খনি;
পোৱা হ'ব হেনো তাতহে আচল
সুৰা আৰু সখী পৰশ-মণি।

কিয় তেনে বাৰু দায় লাগে মোৰ,
সুৰা সখী লৈ থাকিলে ইয়াত,
সৰগতে যিটো নহল দূষিত

পৃথিৱীৰ কিয় নসহে হিয়াত?

চিত্ৰ-বিচিত্ৰ সেই আবেগতে
চন্দ্ৰ-সূৰ্য্য আৰু ৰাতি-দিনে
তোমাৰ ধূলিৰ ওপৰতে পৰি
জনায় প্ৰণতি দিনক দিনে।

নেদেখে-চকুৰ বাসনাৰ পৰা
বঞ্চিত কৰি সদায় প্ৰিয়
গ'লা দূৰলৈ,মোক বহুবাই
প্ৰতীক্ষাৰ জুই আগুনিত কিয়?

সুৰাৰ সমান আছে কিনো আন
দুখ পাহৰাৰ কাৰণ-জল,
সুৰা-বেদনাৰ সেনাৰ লগত
যুদ্ধ কৰিবৰ আছেনে থল?

এই কেঁচা বুধি ইমানতে তুমি
কৰিছা সুৰাক ইমান ঘিণ,
শ্যাম সেউজীয়া কেঁচাতহে দেখোঁ
পান কৰিবৰ, গান ধৰিবৰ দিন।

পাতৰ পৰ্দা আঁৰৰ কলিয়ে,
মূৰ ডাঙিয়েই তোমাক দেখে,
চোকা নাৰ্গিচে তোমাৰ লাজত
তোমাক দেখিয়ে মৰণ লেখে।

পাৰে জানো ফুলে তোমাৰ কাষত
ৰূপৰ বৰাই কৰিব হেৰাঁ,
ফুলে পালে ৰূপ জোনাকত নুই,
জোনে পালে তাকে তোমাৰ পৰা।

আজিও তোমাৰ আশ্বাস বাণী
দূৰৰ প্ৰতীক্ষা-মৰুতে আছে,
তপত-বালিকে আৰুনো কিমান
সুৰুযে সদায় ঢাকোন যাচে।

বাঘৰ মুখলে' যোৱাঁ যদি তুমি
লালসা লোভত বলিয়া হৈ,

---
হাফিজৰ সুৰ

শেহান্তৰত তুমিহে পৰিবা
মাটিৰ তলৰ পাটিত গৈ।

তোমাৰ চকুৱে জানিছে অকল
বঞ্চনা আৰু ছলনা বুধি,
দা- হে যেনিবা কৰে চিক্‌মিক্
ৰণৰ বাতৰি ঘনাই সুধি।

বিজুলী-বেগীয়া তোমাৰ চকুৱে
ঘটাব বিবাদ সখীৰ স'তে,
যি খনি হিয়াত শিল বৰষিছে
তাৰ কাৰণেই মৰিছোঁ নিতে।

যাৰ পাছে পাছে উৰে বৰদৈ
দিয়া এই হাতে সেইটি পখী,
প্ৰিয়াৰ নিচিনা মিঠা-মাত দিয়া
প্ৰাণৰ উৎস দিয়াহে সখী।

কেকোঁৰা-কেকুৰী চুলিকোচা সৌ
শিকলিৰ দৰে খাইছে পাক,
তাকে আনি আজি দিয়াহে বান্ধি
কনকৰ খাৰু এই বলিয়াক।

মিলা হ'লে মোৰ মন্দ কপাল
মনেৰে ভবাৰ নিচিনা কৈ,
নাইবা গ্ৰহৰ চকৰী আকৌ
ঘূৰা হ'লে মোৰে কুটুম হৈ —

তেতিয়া কিজানি যাওঁতে যৌৱন
থিতাতে হাতৰ মুঠিৰ পৰা,
ৰাখিলোঁ হেঁতেন থৰে থৰে ধৰি
শ্যাম-সমাৰোহ, অমৰ ধৰা।

জীয়া-ফুল মোৰ দয়িতা প্ৰাণৰ,
এখনি দো-তাৰা, অলপ নিজান;
পোলাও একাঁহী, লগতে এবাটি
পকা আঙুৰৰ ৰসৰ দান,—
তাকে পালে মোৰ শিৰে শিৰে নাচি
জুই-আগুনিৰ লাগিব ৰাগি,

কাৰো কৃপা মোক নালাগে তেতিয়া
নাযাওঁ কেনিও ভিক্ষা মাগি।

ফুলনি সোমাই দেখিলোঁ সিদিনা
ৰাজ-আসনত বহিছে ফুল,
কলোঁ, - শুনা তুমি পাইছা যাদিহে
ইমান প্ৰতিভা ৰজাৰ তুল;

নিপাপী কিশোৰ এই দুখীয়াকে
দহোঁতেও হায় ৰাতিয়ে দিনে,
নুছুলেনে পাপে সমূলিকে বাৰু
আছা যে সদায় একেই চিনে?

বান্ধ খাই থকা ঠাৰিটিক ফুলে
ক'লে মোৰ এনে শকতি নাই,
নহলে এদিন পাওঁতে সুযোগ,
ললোগে' হেঁতেন হাবিতে ঠাই।

এনা-জগৰতে বিহিছে যেতিয়া
ইমান যাতনা, ইমান তাপ
যাই দোষী পাই কিজানি ভৈয়াই
সপিলে হেঁতেন কিমান শাপ।
দুৰকপলীয়া মোৰে দৰে যি
পৰিলেহেতেঁন তেঁৰো, ই জালত
সুৰাৰ লগতে দিনে শতবাৰ
মৰিলে হেঁতেন আজিৰ কালত।

বাটৰ বলিয়া, জুই খেলুৱাৰী
অবিচাৰী মই প্ৰেমৰ দাস,
বহিলে লগত ৰটিব কু - যশ,
সেইহে সমূলি নাচাপোঁ কাষ।

হেৰৌই হাফিজ,
আজি শেষ কৰ এই জীৱনৰ
ল'ৰা নিচুকোৱা শুলৈ বাজী,
সৰপাত তুলি শিকিয়াত থোৱা
পালেহি সময় শেহৰ আজি।

এতিয়া যে তোৰ নিমাত হ'বৰ
পৰিছেহি পাল কঙাল হেৰৌই,
টেঁই-টুকি পেলা শূন্য গিলাচ
ঢালিদে শেষৰ মদিৰা তেনেই।

০ ০ ০

---
হাফিজৰ সুৰ

# পুষ্পক

(১)

সীমাবন্ধা চেষ্টা তাৰ, অতি ক্ষুদ্র নৰ;
নিয়তিৰ ক্রীতদাস, ৰিপুৰ অধীন।
আশা তাৰ নিমেষতে পৰি যায় তৰ
আদর্শ বিফল হ'লে - নাহিলে সু-দিন।
স্বার্থৰ ৰহণ সানি নিস্বাঃর্থ প্রেমক
দুর্বোধ্য কৰিলে নৰে মৰ জগতত,
বিশ্বৰ মিলন-কামী দেৱ কন্দর্পক
মাংস কাটি পূজা দিলে জঘন্য ভাবত।

তথাপি নহ'ল শাঁত মানুহৰ মন
নামানিলে মহাসত্য নাচালে উলটি।
গর্বত অন্ধলা হৈ দিব খোজে ৰণ,
গাব খোজে গাইপতি নিজা জয়গীতি!
হায়! মানুহো যে ক্ষুদ্র এটি ছনেট কবিৰ,
সীমাবন্ধ গতি তাৰ, শেহত স্থবিৰ!

—

যোৰহাট
৮ মাঘ ১৮৫৩

(২)

কর্মময় জগতৰ যুঁজৰ মাজত
অশান্তিৰ তিক্ত অনুভূতি,
দয়ামায়া ধুই নিয়া নিঠুৰ কালৰ
ভয় লগা অবিৰাম গতি —
অৱহেলা কৰিবৰ লাগে মোক বল;
লাগে মোক বেদনাৰ পুৰ।
নিশাৰ ৰহস্য থকা শান্ত সুগভীৰ
লাগে মোক কুবেৰৰ সুৰ!
মোক লাগে অন্তহীন অতৃপ্ত হেঁপাহ —
হেঁপাহত বাঢ়ি যোৱা ঢল
বিষাদত মৌ - সৰা মিলন মাধুৰী
মিলনত চকু ধোৱা জল।
মোক লাগে মানুহৰ মৰণ মঙ্গল
দেৱতাক পূজা কৰা হৃদয়ৰ জল।

—

যোৰহাট
ভাদ ১৮৫৩

(৩)

জগতক বৰ দিয়াঁ নিজে দিগম্বৰ;
অন্নপূর্ণা ভার্য্যা থাকে, ভিক্ষাৰী পথৰ!
দেৱ-দেৱ মহাদেৱ গৰাকী বিশ্বৰ
জীর্ণ - শীর্ণ বাসস্থান গিৰি শিখৰৰ।
শিৰত জাহ্নবী আছে শীতলা গোসাঁনী
সর্পৰ বলয় পিন্ধা ৰুদ্রমূর্তি ধৰি,
নিজে তুমি প্রেমগুৰু, তথাপি মদন
ভস্ম হয় তোমাৰেই নয়নত পৰি!

মহাকাল ৰুদ্র তুমি নীলকণ্ঠ নাম
মহাবিষ পান কৰাঁ অমৃতৰ দৰে,
তুমিয়েই অকুণ্ঠিতে পাৰি দিছা সাঁকো
কালৰাত্রি শ্যামা যায় বুকৰ ওপৰে!
ধন্য তেওঁ আর্য্য কবি যিজনে তোমাৰ
স্রজিলে ইমান কীর্তি অনন্ত অপাৰ!

—

'বকুল বন' শিৱ- চতুর্দশী
ফাগুন, ১৮৫৩

(৪)

কেইদিন থাকিম ইয়াত
কিয় বাৰু কৰোঁ হাহাকাৰ ;
খন্তেকীয়া জীৱন বিচাৰি
কিয় মিছা লভিম বিকাৰ ?

প্ৰাণৰ সকলো গান
গাঁও যদি তোমাৰ ভজীত ,
কিনো ক্ষতি হ'ব কোৱাঁ
আনো যদি তোমাৰে সঙ্গীত ?

তোমাৰ বাগীয়ে যদি
জোন-বেলি আঁতৰায় থয় ,
চিৰকাল যদি হেৰা
মৃদু বা- ছাটি বয়
সেই সুখ কিয় মই এৰি থৈ যাম
কিয় বাৰু জোনাকত মন নুবুৰাম ?

'বকুল বন'
ফাগুন ১৮৫৬

(৫)

ৰবাঁ, ধন-সোণ ঐশ্বৰ্য্যৰ কথা কৈ
নষটাবা তুমি আহি অনৰ্থ জঞ্জাল ।
সৌৱা চকুত মোৰ পৰিছে এখন
সপোনেৰে ঢাকিথোৱা মায়া -ইন্দ্ৰজাল।
সিপাৰেদি আছে তাৰ এটি বগা বাট
লগ পাম, লগ পাম লাগিছে মনত –
মাজে মাজে বাজে তাত এটি মধু-গীত
শুনিম শুনিম যেন লাগিছে কাণত।

ৰবাঁ, মোৰ তনুমতী সখী জীৱনৰ
মণিৰ সলনি দিম ধ্বনি থকা হাৰ,
পিন্ধিলে যি-ধাৰি তুমি মোৰ দুচকুত
জিলিকিব জগতৰ সকলো সম্ভাৰ।
ৰবাচোন গাঁথিলওঁ মণি-মালা ধাৰি
তোমাৰ গলতে দিম শেষ হ'লে আঁৰি।

যোৰহাট
২৭ ফাগুন ১৮৫৬

পুষ্পক

(৬)

মই যদি ভালপাওঁ দীন-দৰিদ্ৰৰ সাজ
তোমাৰ কিয়নো তাত লাগে বাৰু লাজ,
ভিক্ষাৰীৰ পাত্ৰ লৈ গাইছোঁ যদিহে গান
নুশুনে তাৰ সুৰে তোমাৰ ধুনীয়া প্ৰাণ?
ৰজাৰ বিষয় লৈ নকওঁ যদিহে কথা
নুবুজিবা জানোঁ তাৰ কি-নো মৰ্ম ব্যথা?
জ্ঞান বুদ্ধি হীন মোৰ প্ৰাণৰ যুক্তিয়ে যদি
কয় কিবা সত্যকথা, বিধানে যদিহে বুদ্ধি —

কিয় তুমি নুশুনিবাঁ, কি-নো অপৰাধ মোৰ?
জানা জানোঁ কেনেকৈ মনৰ মাধুৰী বোৰ
বুকুত সাবটি লৈ, — ৰাজঐশ্বৰ্য্যৰ দৰে
থাকোঁতে নিমাত প্ৰাণ গুজৰি গুমৰি মৰে?
তোমাৰ স্বাৰ্থতে মই নাই কৰা সমূলি আঘাত,
কাৰৌ কৰিছোঁ মোকো নিদিবাচোঁ তিতালগা মাত।

যোৰহাট
২৫ ফাগুন, ১৮৫৩

(৭)

ৰাক্ষসীৰ মূৰ্তি ধৰি অভাৱে যেতিয়া
গুহি নিয়ে স্বভাৱৰ ৰসৰ ভঁড়াল
চৌপাশে পৰে আহি তেতিয়া এখন
স্নেহহীন বাস্তৱৰ পথহীন জাল।
দীনহীন মনটিয়ে সঙ্গহীন কপোটৰ দৰে
তেতিয়া তোমাৰ দয়া ভিক্ষা কৰি ফুৰে।
কাঢ়ি লৈ মণি-মুক্তা সম্পদ হিয়াৰ
সৰ্বস্বান্ত ভিক্ষাৰীৰ জোলোঙা পিন্ধাই
উপহাস কৰে মোক ৰাক্ষসীয়ে আহি
ক্ষমতাৰ মদা চকু ধৰেহি পকাই।
দয়া কৰা, সখি, মোৰ জীৱনৰ মৰণৰ প্ৰিয়,
তোমাৰ দয়াৰে সজা সমুখৰ ক'লটীটি কিয়
ভাঙি নিব অভাৱৰ শত হেঁচা আহি,
মৰহিব নুফুলাতে কলি ফুল পাহি?

'ভকলা' জাহাজ
গমিৰি - কাঠনিবাৰী
৭ বহাগ ১৮৫৪

পুনশ্চ

(৮)

এটি মাথোঁ ভিক্ষা মই খুজিম তোমাক--
ছাঁট মাৰি মোৰ চকু, যিদিনা তোমাৰ
জ্বলিবহি জুইকুৰা শত বেদনাৰ,
সিদিনাও থাকে যেন শীতল জোনাক !
জোনাকত উটি-বুৰি মন দেৱতাই
অপৰূপ যুৱতীক লভিব যেতিয়া
তুমি আহি ধৰিবাহি যোগান তেতিয়া :
জুই মেলা উপহাৰ আনিবাঁ সজাই!
কিন্তু শুনা -- নাভাঙিবা মোৰ সেই ধ্যান।
প্ৰাণ-শলিতাত বাকি মধুৰীৰ ৰস
জ্বলাবাঁ মাথোন চাকি - জীৱনৰ যশ,
মগ্ন হৈ তাতে মই পাম মহাজ্ঞান!
য'তে ৰক চকু মোৰ একো কথা নাই
তুমিহে থাকিবা মাথোঁ বিশ্ব ওপচাই ।

'বকুলবন'
১৪ কাতি ১৮৫৪

(৯)

অনন্ত স্মৃতিৰে ভৰা যি খন ধুনীয়া ধৰা
নতুন বেশেৰে নিতে কৰিছে প্ৰৱেশ,
দিগন্ত সাৰটি লৈ বোৱাই সুৰৰ নৈ
যাৰ গীতে দিন-ৰাতি কৰি আছে শেষ—
সফলোৰে আদি মই । মোৰ কাৰণেহে বয়
সঞ্জীৱনী নিয়তিৰ এই পানী ধাৰ,
মইহে অনাদিকাল সপোনৰ সুখ - জাল
ছিঙি আনো চুৰকৈ নিয়তিৰ গাৰ ।
নকওঁ যদিহে মই নুগুচে প্ৰাণৰ ভয়
নোৱাৰা চিনিব তুমি শত্ৰু -মিত্ৰ বুলি ,
নুশুনো যদিহে কথা নুবোজোঁ তোমাৰ ব্যথা
নলওঁ তোমাক মোৰ বুকলৈ তুলি।
মই থকা কাৰণেই তুমি মোৰ চোৱাঁ গতিবিধি
তুমি দিয়া আসনত বহোঁ মই মোৰ প্ৰতিনিধি!

'বকুল বন'
১৬ কাতি ১৮৫৪

পুষ্পক

(১০)

আজি, বুজিলোঁ স্ব-ৰূপ —
দেহা মোৰ ক্ষুদ্ৰ এটি ধূপ !
প্ৰাণ মোৰ মহা যজ্ঞেশ্বৰ — অবিনশ্বৰ
তলত পৃথিৱী, ওপৰে আকাশ
আঁঠোদিশে মোৰ দেহাৰ আবাস।
তাৰো মই সীমা পাৰ হৈ, আনোগৈ -
অতল পাতাল, অনন্ত বিমান ;
চন্দ্ৰ সূৰ্য্য নক্ষত্ৰ যিমান !
তাৰো ওপৰত
বিদ্যুৎ ৰথত
উৰি ফুৰোঁ ভ্ৰাম্যমান মহাশক্তি হৈ ।
দেহে মোৰ সেই ধ্যান লৈ
পাব খোজে মোক নিতে ষড়যন্ত্ৰ কৰি,
পাবৰ দিনাই পৰে টুপ্ কৰে সৰি !

—
'বকুল বন'
২২ কাতি ১৮৫৪

(১১)

ক্ষুদ্ৰ প্ৰদীপৰ যশ এধানি পোহৰ
পোহৰেই প্ৰদীপৰ প্ৰাণ;
তাকে পাই বন্দী হ'ল শলিতা এগছি
তেল টুপি হ'ল মহীয়ান।
আপোনাৰ সৃষ্টি-যশ প্ৰিয় হ'ল দেখি
স্ৰষ্টোতাৰ লুপ্ত হ'ল ছবি,
প্ৰেমৰ মধুৰি যশ ভাল পায় দেখি
প্ৰেমতেই বন্দী হ'ল কবি।

'ফুলৰ মহিমা লাগে' — সেই কাৰণেই
ফুলি ফুলি মৰহিল কলি !
যশপ্ৰিয় ভগৱন্ত ভকতৰ প্ৰাণ
তুমি হ'লা চিৰ মৌন কিবা এটি ধ্যান।

—
তিনিচুকীয়া
১৬ বহাগ ১৮৫৫

(১২)

আত্মশুদ্ধি সংকল্পৰ অনল শিখাত
জ্বলে আজি ক্ষুদ্ৰ মাংস দপ্ দপ্কৈ
মানৱৰ অবিনাশী প্ৰাণ দেৱতাৰ
মহা সত্য কেউদিশে উটি যায় বৈ ।
দহনৰ উত্তাপত সত্য-হেম-মণি
তিৰ্ বিৰ্ কৰি উঠে মৰ্মস্থল জিনি,
অমৃতৰ পৰশত মৃত জগতৰ
নাচি উঠে ধ্বংসৰাশি মহাঅংশ কিনি।
সত্যব্ৰতে যাত্ৰা কৰে প্ৰেমৰ নাৱত,
সমুদ্ৰৰ ৰুদ্ৰমূৰ্তি শান্ত হৈ যায়।
সৰ্ব হিয়া জয় কৰি মাহাত্মা মোহন;
ঘূৰি আছাঁ অকলেই; সমকক্ষ নাই।—
অনন্ত জ্যোতিৰে পূৰ্ণ বিজুলীৰ পুঞ্জীভূত ৰূপ,
মহান মানৱ তুমি বুজি পালোঁ নিজৰ স্বৰূপ

---

তিনিচুকীয়া
২৬ বহাগ ১৮৫৫

(১৩)

অনন্ত সমাধি লৈ জ্ঞানৰ আকৰ এটি
ক্ষুধাতুৰ পথিকৰ শুদ্ধ -সখা হৈ
অনন্ত কালৰো যেন অন্ত কৰি স্থিৰ লক্ষ্য
থাকি গ'ল পৃথিৱীত বুদ্ধমূৰ্তি লৈ ।
অপাৰ ঐশ্বৰ্য্য ভৰা যিটি চিত্ত জগতৰ
কেন্দ্ৰীভূত সুফলৰ বৃক্ষ কল্পতৰু,
সেই চিত্ত লাভ কৰি বিলালা নিৰ্বাণ
অভিষিক্ত কৰি গ'লা অনুতপ্ত মৰু !

জিভাৰ আগতে থকা জীৱন মৰণ জিনি
জিভাৰেই দি গ'লা অন্তহীন ৰস,
প্ৰেমৰ মধুৰী খালাঁ, জ্বলালা প্ৰেমৰ চাকি,
প্ৰেমৰেই হৰি গ'লা দেৱতাৰ যশ
মুগ্ধপ্ৰাণ মিলি গ'ল — নিৰ্বাপিত তুমি —
মুক্ত হ'ল মায়া -মূৰ্তি মুখপদ্ম চুমি !

---

তিনিচুকীয়া
২৬-২৭ বহাগ ১৮৫৫

---

পুষ্পাঞ্জ

(১৪)

তুহুঁ কবি কোবিদ মাধৱ পৰিচিত
মধুৰস কয়লি প্ৰকাশ।
যো গুৰু শঙ্কৰ সৰ্বগুণাকৰ
ডাকেৰি তুহুঁ প্ৰিয় পূৰ্ণ বিকাশ।।
বেদ-পীযুষ ছানি অমৃত মধু-বাণী
বিলাৱলি তুহুঁ গুণধাম।
যাহে জীৱ মুগুধ কুসুম-আয়ুধ
তোহাক কয়ে পৰণাম।
চিত-গীত-মিলিত সুৰ-তাল-সুললিত
তুৱা লিপি ৰসমধু-বান।
ষড় ৰিপু নাশক সত্যক ধাৰক
ভকতকু ভক্ত প্ৰধান।।
মাধৱ! মাধৱ! সাধক মধুলিহ মুকুতিক কয়ে পৰিহাৰ
ভৱভয় নাশন সত্য সনাতন পাৱলি গোলোক বিহাৰ।।

---

তিনিচুকীয়া
২৩ ভাদ্ৰ ১৮৫৫

(১৫)

খন্তেকীয়া জীৱনৰ ক্ষণেক খেলাত
খন্তেক জিৰণি লৈ গুচি যাবলৈ,
খন্তেকো নাথাকে হায়! আজৰি সময়
খন্তেকৰ কিনো মূল্য বুজি পাবলৈ!
ৰূপ-ৰস-গীতি ভৰা খন্তেক থিতিত
পচাৰতে আছে কত ভীষণ প্ৰলয়!
তাথৈ তাথৈ থৈ নাচোনত নাচি
নিমাতী পৃথিৱী গুচি শ্যামাঙ্গিনী হয়।।

নিমেষৰ ইঙ্গিতত ধ্বংস হ'ব পৰা
অক্ষম জীৱন এটি মোৰ বুলি কৈ--
খন্তেক পাছতে দেখো সকলো লোকৰ,
একো নাই মোৰ নিজা মই লবলৈ!
খন্তেক খেলিব লগা জীৱনৰ খেল,
খন্তেকৰ ধূপ-ধুনা এই দেহা-ভেল।

---

যোৰহাট
১১ মাঘ ১৮৫৫

পুষ্পক

(১৬)

' ভকতৰ নলবা বিচাৰ । '

নুসুধিবা আঁতিগুৰি জাত-কুল-মান,
তোমাৰ সমূলি তাত নাই অধিকাৰ।

জানা যদি প্ৰাণী বুলি ভাই —
দেখা যদি কিবা দুখ কৰিবা মোচন
জীৱৰ বাহিৰে আৰু আন শিৱ নাই!

জানা যদি ক্ষুধাত কাতৰ
আছে কোনো দীনদুখী তোমাৰ কাষত,
দি আঁহা যি আছে তোমাৰ ভাগৰ।

শুনা যদি বিষাদৰ সুৰ —-
লৰি যোৱাঁ দিবলৈ হৃদয়ত থকা
সান্ত্বনাৰ মৃদুমধু মাত এটি জুৰ !

মানুহৰ নুসুধিবা জাত-কুল-মান,
সকলো একেই প্ৰাণী, তোমাৰ সমান।

—

যোৰহাট
১৩ চ'ত ১৮৫৫

(১৭)

'কোনে ল'বা মোৰ কোচে কোচে ফুল;
কাক লাগে লোৱাঁ,— ঘৰতে গৈ
তৰহে তৰহে ফুলকে যাচিলোঁ
ধাৰে ধাৰে গলোঁ মালাকে থৈ!
বকুলৰ মালা মিহি মিহি কৈ
গাঁথিলো কিমান আদৰ কৰি,
চঁপাৰ পাপৰি আনিলোঁ কিমান
চ'তালি পুৱাৰ সুৰভি হৰি !
থুপি থুপি কৈ আনিলোঁ যিমান
তেজেৰে ৰাঙলী ৰাঙল কলি,
তেওঁ নুতুলিলে, হাতেৰে নুছুলে,
------ কিজানি হাতত লাগিব মলি!
মলীয়াৰ দুখ কোনেনো বুজিব মালাকে নাপায় চিনি,
মৌৱেহে বুজিছে ফুলৰ কদৰ, আনিছে বেদনা জিনি!

—

যোৰহাট
১৬ চ'ত ১৮৫৫

—

পুষ্পক

# সেই নিমাতী পুৱাৰে পৰা

## বেদৰ উষা

মানৱ সভ্যতাৰ আদিজ্যোতি নিহিত হৈ থকা ঋক্‌বেদৰ কবিসকলৰ দৃষ্টিত বিশ্বপ্ৰকৃতিৰ বিবিধ সৌন্দৰ্যই যিদৰে ৰূপ লাভ কৰিছিল তাৰ বৰ্ণনাত একো একোটি অনন্ত কালৰ ৰূপক জগতে লাভ কৰিলে। পাঁচ হেজাৰ বছৰৰ আগতে বৈদিক আৰ্য-সভ্যতাৰ এই মৃত্যুহীন ৰূপৰাশিৰ মাজত বিশ্বপ্ৰকৃতি আৰু মানুহৰ মহামিলন ঘটিছে। ঋক্‌বেদৰ জ্যোতিয়েই মানুহক জ্যোতিৰ্ময় স্ৰষ্টাৰ অস্তিত্বৰ বিশ্বাস হিয়াত দ-কৈ শিপাই থৈছিল। আৰু সেই বিশ্বস্ৰষ্টাক বিচাৰি অৰণ্যে অৰণ্যে উপনিষদবিলাকৰ ঋষিকুল আকুল হ'ল। পুৰাণৰ কাহিনীয়ে এই বিৰাট ভূ-খণ্ডৰ জনগণক জ্ঞান-গৰিমাৰে উদ্বুদ্ধ কৰিলে। ৰবীন্দ্ৰনাথে কৈছে ঃ

"আনন্দেৰ আন্দোলনে ঘন ঘন বহে শ্বাস
(বিধাতাৰ) অষ্টনেত্ৰে বিস্ফুৰিল জ্যোতি।
জ্যোতিৰ্ময় জটাজাল কোটি সূৰ্যপ্ৰভা বহি
দিগ্বিদিকে পড়িল ছড়ায়ে।"
"জগতৰ গঙ্গোত্ৰী শিখৰ হতে
শত শত স্ৰোতে
উচ্ছ্বাসিল অগ্নিময় বিশ্বেৰ নিৰ্ঝৰ,
স্তব্ধতাৰ পাষাণ হৃদয়
শতভাগে গেল বিদীৰিয়া।।"

হিমালয়ৰ শিখৰ ভেদ কৰি গঙ্গা নামি আহি শত শত স্ৰোতেৰে বৈ যোৱাদি ঋকবেদৰ জ্যোতি চৌদিশ বিস্ফুৰিত হ'ল। পৃথিৱীত আনন্দৰ আন্দোলনত বিশ্ববাসী উঠলি উঠিল।..................

সেই আদিম জ্যোতি বহন কৰি বেদৰ উষা জীৱন্ত মানৱী মূৰ্তী হৈ কেনেদৰে ধৰা দিছে তাকে কাব্যামোদীসকললৈ আগবঢ়োৱা হ'ল।

## বেদৰ উষা

**(ঋকবেদৰ উষা বৰ্ণনাৰ ৰূপান্তৰ)**

হে উষা! স্বৰ্গ জ্যোতি, আকাশ-তনয়া!
ঝিলমিল সাজ পিন্ধি সোণালী ৰথত
আহি আছা নিতে তুমি আপোন পথত,
তোমাৰ বাতৰি লৈ সুগন্ধ মলয়া
ভ্ৰমি ফুৰে মানুহৰ কাণে কাণে কৈ -
"আহিছে প্ৰভাতী উষা দীপলিপ হৈ!"

বিনন্দীয়া হাঁহি এটি মুখত তোমাৰ
তাতে আছে সৰগৰ সকলো সম্ভাৰ।
জ্যোতিৰ্ময় বৰণৰ হেঙুলীয়া মুখ
দেখিলে পাহৰোঁ আমি ক্ষুদ্ৰ সুখ-দুখ।
তোমাৰ সোণালী চুলি সৌন্দৰ্যৰ ৰেখা
তাতে আছে সবিতাৰ কবিতাটি লেখা।
তুমি যেন স্বয়ম্বৰা ত্ৰিদিবৰ বালা
লুকুৱাই থৈ দিছা বৰণৰ মালা।
জেউতিৰ ছদ্মবেশ কৰি পৰিধান
মেলি দিছা ইন্দ্ৰজাল সপোন-সমান।
কৌতুক কৰিছা যেন গৰ্বিতা তুমি
বিধাতাৰ দিব্য-দৃষ্টি অকলেই চুমি।
তুমি যেন একমাত্ৰ কন্যা জননীৰ;
শ্ৰেষ্ঠ ৰত্ন-অলংকাৰ মুকুতামণিৰ
অনন্ত ভাণ্ডাৰটি নিঃশেষ কৰি
সজালে তোমাৰ এটি জিলিঙনি দেখি
মুগ্ধ হয় বিশ্ব-প্ৰাণ বিষাদ উপেক্ষি।
(তুমি যেন) নৃত্য-নিপুণা এটি নৰ্তকী প্ৰধান;

সঙ্গীতৰ সুধা-ৰস, গীতি অভিযান।
নাচোনৰ লয়লাস, ভঙ্গিমা সুঠাম,
মিহি-মিহি খোজকিটি নয়নাভিৰাম
আনি আছা তৃপ্ত কৰি জগতৰ প্ৰাণ
পিন্ধি লৈ বহুবৰ্ণ সূক্ষ্ম পৰিধান।
যিদৰে আশ্ৰমবাসী তাপস কন্যাই
নিজানৰ সুশীতল ঝৰণাটি পাই
অকলে আপোন মনে শুচি-শান্ত হৈ
বুৰ মাৰি উঠি আহে পুণ্য ৰূপ লৈ

সেই নিমাতী পুৱাৰে পৰা

সিদৰে তুমিও নিতে স্নান কৰি কৰি
ওলোৱা ধীৰেৰে উষা মূৰ্তি অশৰীৰি।

ছঁয়াটিৰ দৰে নিতে পিছে পিছে আহি
তৰুণ অৰুণে লৈ মিচিকিয়া হাঁহি
জয় কৰে অভিসাৰ, তুমি হোৱা লীন
জ্বলি উঠে সূৰ্য-ৰশ্মি তেজস্বী নবীন।
সূৰুযৰ প্ৰভাৱতে শেষ হৈ যোৱা,
দুটি শুচি এটি হৈ বিভু-গান গোৱা।
অনিন্দ্য সুন্দৰী উষা, যদিওবা হায়!
সোঁৱৰণি সাগৰৰ ঢৌ লুটিয়াই
তোমাৰ জনম-তিথি নাপাওঁ বিচাৰি
তথাপি নিতৌ তুমি তমসা বিদাৰি
নতুন জনম লৈ আহি আছা পুৱা
প্ৰবীণা-তৰুণী তুমি অতি আলসুৱা।

তোমাৰ ভাগ্যত থকা অন্তহীন পথ
লক্ষ্য কৰি আহে নিতে অৰুণৰ ৰথ,
তেতিয়া পৰশি তুমি আমাৰ হৃদয়
জগাই দিয়াহি আশা জীৱনৰ জয়;
মৃত্যুহীন সঞ্জীৱনী ফেন্দজাল লৈ
তুমিয়ে বোৱাই দিছা জন্ম-মৃত্যু নৈ।

তোমাৰ চৌপাশে উষা! পুৰুষানুক্ৰমে
ঘূৰায় জীৱৰ সোঁত ধৰ্মৰাজ যমে;
পুৰণি আঁতৰি যায়, নতুনে আকৌ
পাতেহি নতুন মেলা থৌকি-বাথৌ।
তুমি কিন্তু মৃত্যু-হৰা মহৌষধি খাই
সদায় বিমল হাঁহি দিয়াহি বিলাই।

সিন্ধুৰ তীৰত বৈ যি সবে এদিন
আগ্ৰহেৰে চাইছিল তুমি অহা চিন
সি সব নোহোৱা হ'ল। আমিহে এতিয়া
বিচাৰোঁ তোমাৰ উষা, জ্যোতিৰ্ময় হিয়া ;
আকৌ ইদৰে সৌ ভৱিষ্যতলৈ
আনেহে তোমাৰ জ্যোতি চাব ভোল গৈ।
তোমাৰ লগত অহা এনে এটি ভাব

- যদিও কৰুণ কিন্তু আছে তাৰ ছাব, -
বিষাদৰ সেয়া মাথোঁ এটি ছঁয়া-ৰেখ
আনন্দৰ তুলনাত নাই তাৰ লেখ।

নিদ্ৰিত হিয়াত পৰি জেউতি তোমাৰ
জগাই দিয়েহি সুখ অসীম অপাৰ।
অপলক, নিদ্ৰাহীন চকুৰ নিচিনা
লক্ষ্য-কোটি নক্ষত্ৰক ৰহস্যৰে জিনা '
তোমাৰ ভগিনী নিশা চিৰ বিষাদিনী
শোকৰ জীৱন্ত মূৰ্তি তমসা বৰণী
তোমাৰে জ্যোতিৰ ঢল প্ৰাণ ভৰি পি
জ্যোতিতে বিলুপ্ত হয় শোক এৰি দি।

ফেঁহজাল ওৰণিৰ আঁৰত লুকাই
ঢাকি থয় যি বেশ শেহৰ নিশাই
জল-ছবি ওলোৱাদি এটি এটি কৈ
পৃথিবীৰ ৰূপৰাশি মুক্ত কৰি থৈ
দিগন্ত বিয়পি যায় কিৰণ তোমাৰ
হঠাৎ ওলাই পৰে অপূৰ্ব সম্ভাৰ।

সচেতন-অচেতন সকলো প্ৰাণীৰ
তুমিয়েই ঘাই-প্ৰাণ। চেতন প্ৰাণীৰ
প্ৰাণ বায়ু তুমিয়েই। তোমাৰ দৃষ্টিয়ে
শৰীৰ শোভন কৰা কান্তি আনি দিয়ে,
প্ৰত্যেক প্ৰাণত কৰে সাহস সঞ্চাৰ।
— তোমাক ভক্তিৰে যাঁচো শত নমস্কাৰ।

(তুমি) যেতিয়া বিদীৰ্ণ কৰা ৰহস্য নিশাৰ
চৰায়ে তেতিয়া মেলি পাখি ডেউকাৰ
বাহ এৰি দিহাদিহি কেউপিনে যায়,
নিদ্ৰিত জগত উঠে মৃত্যুক ছেৰাই;
বিবিধ কৰ্তব্য লৈ মানুহে আকৌ
শৌৰ্য-বীৰ্য, বুদ্ধি-বল, তোলে নানা ঢৌ।

ধনে ধানে পৰিপূৰ্ণ বণিকসকলে
উঠো-নুঠো কৰি থাকে ইচ্ছা এলাহেৰে
আনেসৰে মৰি-মুজি উঠে কাঁটি পাৰি
ধন-বস্ত্ৰ, শস্যক্ষেত্ৰ, সম্পদ বিচাৰি।
নিজ নিজ কাম্যবস্তু পাবলৈ বুলি
সকলো সজাগ হয় উলাহত ফুলি!
কেঁৰে কেঁৰে বাঞ্ছা কৰি পবিত্ৰ জীৱন
দেৱতাৰ স্তুতি গাই বিচাৰে কিৰণ
আতমাৰ যজ্ঞ-কুণ্ড মানৱ দেহাত
জ্ঞানাগ্নিৰে হোম কৰি সৃষ্টিৰ বেহাত
বিচাৰে কেনিনো আছে বণিক দ্বিজন —
নিজে নিজে পৰিপূৰ্ণ ঈশ্বৰ যিজন।

ঋষি-মুনি কবিসৱে জলাঞ্জলি লৈ
তোমাৰ অপেক্ষা কৰি থকা দেখি ৰৈ
দেৱতাৰো স্বপ্ন ভাগে উদয়াচলত
তোমাৰ কিৰণ-লেখা দেখি উলাহত
শলাগে তোমাক উষা শ্ৰেষ্ঠতা বখানি,
সমস্বৰে কয় তুমি সৌন্দৰ্য্যৰ বাণী।

হে উষা! জ্যোতিৰ্ময়ী দেৱী আকাশৰ
তোমাৰ জ্যোতিয়ে যেন আনক প্ৰাণৰ
বৰণীয়া যত আছে ঐশ্বৰ্য-নিদান ;
নিপোটল স্বাস্থ্য থকা তেজস্বী সন্তান
গৰু-ঘোঁৰা, বয়-বস্তু, প্ৰাণৰ উলাহ
সুদীৰ্ঘ জীৱন আৰু জ্ঞানৰ হেঁপাহ।

ডিহা, 'বকুলবন'
২৬/১/৩৫

## উৰ্বশী-পুৰোৰবা

ঋকবেদৰ ঋষি-কবিসকলৰ দৃষ্টিত বিশ্বপ্ৰকৃতিৰ ৰূপৰাশি পৰিকল্পনাত যি স্বৰ্গীয় আকৃতি জগাই তুলিছিল, তাৰ ফলতেই অনন্ত সৌৰ্ন্দৰ্যৰ ভাণ্ডাৰৰূপে জগতবাসীয়ে লাভ কৰিলে অনিন্দ্যসুন্দৰ, কেঁচা-সোণবৰণীয়া সেই আদিম পুৱাৰ বিশ্বৰূপাগ্নিৰ শিখা। হাতত সোণৰ দণ্ড-কমণ্ডলু লৈ সেই প্ৰথম সূৰ্যৰ আগে আগে সঞ্জীৱনী সুধা ছটিয়াই উষাই জগাই দিলেহি নিমাত ধৰণীৰ বকুত থকা অমৃতৰ পুত্ৰসকলক— তেওঁবিলাকে বিশ্বমানৱক মধুময় ছন্দেৰে ক'লে— "শুনা, শুনা বিশ্ববাসী অমৃতৰ পুত্ৰগণ, এই যে দেখিছা পৃথিৱীখন, এয়েই দিব্যলোক।".......

সেই নিমাতী পুৱাৰ সেই মহা-আনন্দোৎসৱৰ অনন্ত কাললৈ বাৰ্তা দিবৰ কাৰণে উষাৰ জন্ম হ'ল মানৱীবেশেৰে ঋষি-কবিৰ স্বপ্নত। এই উষাৰ তিনিটা ৰূপ— উপজি আহোতে সোণবৰণীয়া পুৱা, মধ্যাহ্নত ৰৌদ্ৰতপ্ত ক'লা তামসী বেশ, সন্ধ্যাৰ আগে আগে শুকুলা সাজ পিন্ধা সাত্বিক বেশ। এই তিনি সন্ধিক্ষণক তিনিসন্ধ্যা বোলা হয়। এই তিনি সন্ধিত সূৰ্য আৰু পৃথিৱীৰ তিনিবাৰ আকৰ্ষণ-বিকৰ্ষণ হয়। গায়ত্ৰীৰো এই তিনিসন্ধ্যা। সন্ধ্যাৰ প্ৰদোষ কালৰ লগে লগে পুৱা দেখা দিয়া উষা স্বৰ্গলৈ গুচি যায়। কিন্তু উষা অনন্ত যৌৱনা, মৃত্যু নাই, আকৌ পিছদিনা সেইদৰেই ওলায়। ঋষি-কবিয়ে প্ৰকৃতিৰ এই বিচিত্ৰ ৰূপক উৰ্বশী আৰু পুৰুৰবা ৰূপে মানৱী ৰূপত আঁকি থৈ গ'ল। সেয়ে পৃথিৱীৰ মানুহে (পুৰুৰবা) আৰু স্বৰ্গৰ উৰ্বশী হৈ আজিও আমাক বিমুগ্ধ কৰি থৈছে।
ৰবীন্দ্ৰনাথে কৈছেঃ

"নহ মাতা, নহ কন্যা, নহ বধূ, সুন্দৰী ৰূপসী,
হে নন্দনবাসিনী উৰ্বশী।"

০ ০ ০

"উষাৰ উদয়সম অনবগুণ্ঠিতা অনবগুণ্ঠিতা
তুমি অকুণ্ঠিতা।।"....

০ ০ ০

"কুন্দশুভ্ৰ নগ্নকান্তি সুৰেন্দ্ৰবন্দিতা
তুমি অনিন্দিতা।"

---

সেই নিমাতী পুৱাৰে পৰা

# উৰ্বশী-পুৰোৰৱা

(ঋগ্বেদৰপৰা)

পুৰুৰবা ঃ উৰ্বশী, পত্নী মোৰ,
নিষ্ঠুৰ তোমাৰ চিত!
এনেকৈ, ইমান বেগাই,
নাযাবা আঁতৰি।
তোমাৰ লগত মোৰ ;
কথা-বতৰাৰ আছে প্ৰয়োজন।
এতিয়াই যদি আমি,
মনৰ সকলো কথা,
নকওঁ প্ৰকাশি,
ভৱিষ্যৎ জীৱনৰ,
হেৰাব সুখৰ স্বপ্ন।
স্বামী-স্ত্ৰী মিলনৰ
নিমিলিব মঙ্গল বাৰতা।

উৰ্বশী ঃ তোমাৰ লগত বাক্যালাপ কৰি মোৰ
কিনো লাভ হ'ব
প্ৰথম উষাৰ দৰে আহিছিলোঁ মই।
হে পুৰুৰবা,
উভতি যোৱাগে' তুমি
নিজ গৃহলৈ।
বায়ুক যিদৰে কেঁৰে
নোৱাৰে ধৰিব,
তুমিও সিদৰে মোক
নোৱাৰিবা ধাৰণ কৰিব।

পুৰুৰবা ঃ তোমাৰ বিৰহ-যন্ত্ৰণাত মোৰ
বাণবোৰ তূণতেই পৰি আছে প্ৰিয়া।
জয়শ্ৰী এতিয়াও লাভ হোৱা নাই ;
যুদ্ধ যাত্ৰা কৰি মই
নাই পৰা শত শত
দুগ্ধৱতী গাভী হৰি আনি
সম্পদ বঢ়াব।
ৰাজকাৰ্য বীৰশূন্য হ'ল—
ৰাজকীয় শোভাও হেৰাল
সৈন্যগণে সিংহনাদ কৰিবলে'
পাহৰি পেলালে।
হে উষাদেৱী,
উৰ্বশীয়ে যদি ইচ্ছা কৰে
শয়ন-গৃহত পশি
স্বামীৰ লগত
সম্ভোগ কৰিব পাৰে
জীৱনৰ সুখ।

উৰ্বশী ঃ হে পুৰুৰবা, প্ৰতিদিনে তুমি মোক
তিনিবাৰ দিছিলা দেখা।
কোনজনী সতিনীৰ স'তে মোৰ
নাছিল বিৰোধ,
তুমি মোক তুষ্ট কৰি
ৰাখিছিলা অতি যতনেৰে।
তোমাৰ গৃহত আহি
ৰজাৰূপে পালোহি তোমাক।
তুমি মোৰ অশেষ সুখৰ
ভাগ্য-বিধাতা হ'লা।

পুৰুৰবা ঃ সুজৰ্নি[1], শ্ৰেণি, সুম্ন, আপি,
হ্ৰদে চক্ষু, গ্ৰন্থিনী, চৰণ্য—
এই সাতো মহিষীয়ে মোৰ
তোমাক নেদেখি প্ৰিয়া
বেশভূষা কৰিবলে'
এৰিলে তেনেই।
সন্ধিয়া পৰত গাভীগণে মোৰ
ঘৰমুৱা হৈ যেনে হাম্বা শব্দ কৰিছিল,
ৰাজপুৰী এৰি তুমি গুচি অহা বাবে
সিহঁতেও সেইদৰে
হাম্বা শব্দ কৰিবলে'
এৰি দিলে প্ৰিয়া।

উৰ্বশী ঃ পুৰুৰবা, জন্মলাভ কৰিলা যিদিনা
জয় জয় ধ্বনি কৰি
দেৱ মহিলাৰ দল
আহিছিল তোমাক চাবলে'।
নিজ ক্ষমতাৰ গতি কৰা
নদী বিলাকেও
সম্বৰ্দ্ধনা কৰিছিল
তোমাৰ জনম।
দস্যুবধ[2] কৰিবৰ বাবে
তুমুল সংগ্ৰাম হ'ব,
তোমাকেই পঠিয়াব
সেই কাম সাধিবৰ
অগ্ৰগণী বীৰ ৰূপে।

১) সাত গৰাকী মহিষীৰ নাম। ২) বেদৰ যুগত দলে দলে দস্যুবোৰ আহি পথাৰৰ শইচ আৰু গাখীৰতী গাইবোৰ জোৰ খাটি হৰি নিছিল।

সেই নিমাতী পুৰুৱে পৰা

এই বুলি দেৱতাই
সম্বৰ্দ্ধনা কৰিছিল
জনমৰ সেই শুভক্ষণত তোমাক।

পুৰুৰবা ঃ মনুষ্য জনম লৈ
অপ্সৰা গণৰ পিনে
হ'লোঁ মই অগ্ৰসৰ,
নিজৰূপ পৰিত্যাগ কৰি
অপ্সৰাসকল
অন্তৰ্দ্ধান হ'ল।
ভয় খালে হৰিণী যিদৰে
বিশ্বাশবদে যায়
কেনিবা পলাই,
নাইবা, ৰথত লগোৱা ঘোঁৰা
যেনেকৈ বায়ুবেগে যায়,
সেইদৰে অপ্সৰা সকলো গ'ল
পলকতে গুচি।

উৰ্বশী ঃ তুমি নিজে
মনুষ্য জনম লৈ
দেৱলোক বাসিনীৰ
সঙ্গ বিচাৰিলা।
অভিলাষ কৰিছিলা
স্পৰ্শ কৰি অপ্সৰাৰ
কান্তি অনুপম
পুৰাবা তোমাৰ
সম্ভোগ বাসনা
সেইবাবে
দেৱবালা
অপ্সৰীসকল
অন্তৰ্দ্ধান হ'ল।
তোমাৰ চকুত
নেপেলালে
শৰীৰৰ লাৱণ্য স্বৰূপে,
ক্ৰীড়াসক্ত ঘোটকৰ দৰে
পলায়ন কৰিলে থিতাতে।

পুৰুৰবা ঃ যি উৰ্বশীয়ে
আকাশৰপৰা অহা
বিদ্যুতৰ দৰে
উজ্জ্বল জ্যোতি ৰূপ
ধৰিছিল নিজে,
পূৰ্ণ কৰিছিল মোৰ
মনোৰথবোৰ।
তেওঁৰ গৰ্ভত
মনুষ্যৰ ঔৰসত
জন্ম হ'ল সুশ্ৰী পুত্ৰ

দীৰ্ঘায়ু কৰিবা তাক।

উৰ্বশী ঃ পুৰুৰবা,
পৃথিৱী পালন হেতু
দিলা তুমি
পুত্ৰ জন্ম দান।
মোৰেই গৰ্ভত
নিজ বীৰ্য দিলা।
এই কথা বাৰে বাৰে
কৈছিলোঁ মই
পুত্ৰ জন্ম হ'লে
নাথাকিম মই আৰু
তোমাৰ লগত।
সেই কথা নুশুনিলা তুমি—
পৃথিৱী পালন কাৰ্য
কৰি পৰিত্যাগ
কিয় বৃথা বাক্য ব্যয়
কৰিছা ইদৰে?

পুৰুৰবা ঃ তোমাৰ পুত্ৰই
কেতিয়ানো মোৰ প্ৰতি
প্ৰীতি প্ৰদৰ্শন কৰিব উৰ্বশী?
আহে যদি মোৰ কাষলৈ
নেকান্দিব জানো
সেই কুমাৰে তোমাৰ?
নোলাবনে চকুপানী তাৰ?
পৰস্পৰ প্ৰীতিযুক্ত স্ত্ৰী পুৰুষৰ
বিচ্ছেদ ঘটাবৰ
কাৰ ইচ্ছা হয়?

উৰ্বশী ঃ তোমাৰ বিৰহ সন্তাপ
প্ৰদীপ্ত অগ্নিৰ দৰে
জ্বলিছে বুকুত মোৰ।
শুনা, পুৰুৰবা
তোমাৰ কাষত গৈ
নাকান্দে পুত্ৰই,
অশ্ৰুপাত নকৰে সমূলি,
মঙ্গল কামনা মই

---
সেই নিমাতী পুত্ৰাবে পৰা

কৰিম সদায়।
যি পুত্ৰ উৎপাদন
কৰিলা গৰ্ভত মোৰ,
পঠিয়াই দিম তাক
তোমাৰ কাষলৈ'।
হে নিৰ্বোধ,
ঘৰলৈ উভতি যোৱা।
মোক আৰু
নোপোৱা দুনাই।

পুৰুৰবা ঃ উৰ্বশী! উৰ্বশী!
তোমাৰ প্ৰণয়ী এই
পুৰুৰবা আজি
ধূলিত মিহলি হৈ
পৰক মাটিত।
কোনো কালে আৰু যেন
থিয় হৈ নুঠক দুনাই।
বহুদূৰ আঁতৰত গৈ
পৰিথক অকলে অকলে
মৃত্যুৰ দেৱতা নিৰ্ঋতিৰ
কোলাত সোমাই
শুই থক চিৰকাললৈ।
বলবান বৃকবোৰে [১]
ভক্ষণ কৰক তাক।

উৰ্বশী ঃ পুৰুৰবা,
এইদৰে নকৰিবা
মৃত্যুৰ কামনা,
উচ্ছন্ন নেযাবা।
দুৰ্দান্ত বৃকেও যেন
তোমাক কদাপি
নকৰে ভক্ষণ।
মনত ৰাখিবা —
স্থায়ী হৈ
নাৰীৰ প্ৰণয়
নাথাকে কদাপি।
ৰমণীয়ৰ হিয়া সেই
বৃকৰ দৰেই
ভ্ৰমণ কৰিছোঁ মই
সলাই সলাই মোৰ
শৰীৰৰ ৰূপ।

১। বাং কুকুৰ

মানুহৰ সতে মই
চাৰিটি বছৰ
ৰাত্ৰিবাস কৰিলোঁ ধৰাত।
দিনত এবাৰ মাথোঁ
কৃঞ্চিৎ ঘৃত পান কৰি
কৰিছিলোঁ ক্ষুধা নিবাৰণ
ক্ষুধাৰ নিবৃত্তি কৰি
অন্তহীন কৰিছোঁ ভ্ৰমণ।

পুৰুৰবা ঃ মই বশিষ্ঠ,
অন্তৰীক্ষ পূৰ্ণ কৰা
আকাশ প্ৰিয়া
উৰ্বশীক কৰো আলিঙ্গন।
সকলো সু-ফল যেন
তোমাতেই থাকে চিৰকাল।
সৰ্বাঙ্গ কঁপিছে মোৰ
দহিছে হৃদয়
তোমাৰ বিৰহ বেথা
সুঁৱৰি সুঁৱৰি
হে উৰ্বশী, আহা —
চিৰবিৰহৰ দীৰ্ঘশ্বাস
কেনেকৈ সহিম প্ৰেয়সী
উৰ্বশী। উৰ্বশী।

উৰ্বশী ঃ ইলা পুত্ৰ পুৰুৰবা,
শুনা —
দেৱতাসকলে কৈছে তোমাক
মৃত্যুঞ্জয়ী হ'বা তুমি।
নিজস্ব হোমদ্ৰব্য লৈ
দেৱতাগণৰ
অৰ্চনা কৰিবা।
স্বৰ্গবাসী হৈ তুমি
চিৰ বসন্তৰ
আনন্দ উচ্ছাস
উপভোগ কৰিবা সদায়।

টোকা ঃ পাঁচ হেজাৰ বছৰৰ আগৰ ঋকবেদত নাটকীয় সংলাপ থকা কথাই নাট্যকলাও কিমান পুৰণি তাৰ আভাস দিয়ে। সংলাপৰ ভিতৰত স্বামী-স্ত্ৰীৰ প্ৰেম-বিৰহৰ মনস্তত্বও বিশ্লেষণ কৰি চাব পাৰি। কেইটিমান শব্দৰ ভিতৰতে বিৰহ-বেদনা কেনেকৈ জগাই তুলিছে আৰু গোটেই সংলাপটোৰ ভিতৰত কামগন্ধহীন দিব্য-প্ৰেমৰ প্ৰকাশ পাইছে তাকো ভাবি চাব পাৰি।

সেই নিমাতী পুৱাৰে পৰা

# যাজ্ঞবল্ক্য আৰু মৈত্ৰেয়ী

বৈদিক সংস্কৃতিৰ বিস্তাৰ হৈ বৈদিক আৰ্যসকল আৰু অন্যান্য অনাৰ্যসকলৰ মহামিলনত এটা নতুন আৰু বিৰাট আৰ্য-সভ্যতাৰ জন্ম হ'ল। চাৰিবেদে জ্ঞানৰ পোহৰ বিলাই ধৰ্ম, অৰ্থ, কাম, মোক্ষ সাধনৰ পথ প্ৰদৰ্শন কৰাৰ ফলত মানৱ সমাজৰ কাৰণে এটা নতুন ধৰ্ম সংগঠিত হ'ল— এয়েই মানৱ ধৰ্ম বা বৈদিক ধৰ্ম। ১৮ খন পুৰাণ, ১৮ খন উপনিষদৰ উপাখ্যান, তত্ত্ব-বিচাৰ আদিয়ে সমস্ত ভৰতভুমিত নতুন সূৰ্যৰ জ্যোতিৰ এটা প্লাবন আনিলে। অৰণ্যে অৰণ্যে ঋষি- মুনিসকলৰ আশ্ৰমত হোমানলৰ পবিত্ৰ গন্ধ, বেদ মন্ত্ৰৰ ঝংকাৰ ধ্বনিত সম্পূৰ্ণ আধ্যাত্মিক চেতনাৰ গতি প্ৰবাহিত হ'ল।

উপনিষদৰ ঋষিসকলৰ ভিতৰত যাজ্ঞবল্ক্য এজন প্ৰবীণ প্ৰবক্তা আছিল। সেই সময়ত জ্ঞান-চৰ্চা কৰিবৰ নিমিত্তে ঋষি-মুনিসকলক দান-দক্ষিণা দিয়া হৈছিল। যাজ্ঞবল্ক্য সংসাৰী হৈও সংসাৰত নিৰ্লিপ্ত ভাবে আছিল। তেওঁ যেতিয়া সংসাৰ ধৰ্ম ত্যাগ কৰি বানপ্ৰস্থ গ্ৰহণ কৰিবৰ সময় হ'ল তেতিয়া দুই ভাৰ্যা মৈত্ৰেয়ী আৰু কাত্যায়নীক ধন, সোণ, গাই আদি সকলো সম্পত্তি ভাগ কৰি দি যাবলৈ ইচ্ছা কৰিলে। মৈত্ৰেয়ীয়ে সা-সম্পত্তিৰ ভাগ একো ল'বলৈ অমান্তি হ'ল আৰু স্বামী গুৰুক অকল তেওঁৰ জ্ঞানৰ পোহৰ দি যাবলৈহে অনুৰোধ কৰিলে।

সেই সময়ত মৈত্ৰেয়ীৰ লগত হোৱা বাক্যালাপ সৰল-সহজভাৱে ব্যাখ্যা কৰা স্বামী-স্ত্ৰী মিলনৰ যোগে সৃষ্টি ৰহস্য উদঘাটন কৰা হৈছে। উপনিষদবিলাক গুৰু আৰু শিষ্যৰ মাজত হোৱা তত্ত্ববিচাৰৰ পাঠ স্বৰূপ। সৰল-সহজ, দেখা-শুনা কথাৰ উপমা দি শিষ্যসকলক ব্ৰহ্মবিদ্যা দান কৰা উপনিষদসমূহ সংলাপপূৰ্ণ আৰু কবিতাৰ দৰে মধুৰ।

যাজ্ঞবল্ক্য আৰু মৈত্ৰেয়ীৰ এই সংলাপটি সেই যুগৰ শিক্ষা নীতিৰ আৰ্হিস্বৰূপে আগবঢ়োৱা হ'ল।

## যাজ্ঞবল্ক্য আৰু মৈত্ৰেয়ী

(উপনিষদৰ যুগত আৰ্য সভ্যতাৰ জ্ঞান-বিজ্ঞান চৰ্চাত অগাধ পণ্ডিত যাজ্ঞবল্ক্যই সৰ্বশ্ৰেষ্ঠ আসন লাভ কৰিছিল। "সত্যম সত্যসা সত্যম" অৰ্থাৎ এই সত্য-সৃষ্টিৰ সকলো গুপ্ত ৰহস্যৰ ঢাকনি গুচাবলৈ সত্য পথেৰে যাব লাগে— এয়ে আছিল যাজ্ঞবল্ক্যৰ মূলমন্ত্ৰ। তেওঁৰ কাত্যয়নী আৰু মৈত্ৰেয়ী নামে দুগৰাকী ভাৰ্যা আছিল। পিছে যেতিয়া তেওঁ সংসাৰ ধৰ্ম পৰিত্যাগ কৰি অৰণ্য বাসলৈ যাব খোজে সেই সময়ত তেওঁৰ সকলো সম্পত্তি দুয়ো ভাৰ্যাক ভগাই দিব খোজাত মৈত্ৰেয়ীৰ লগত যি কথোপকথন হৈছিল তাকে তলত দিয়া হৈছে।)

যাজ্ঞবল্ক্য ঃ মৈত্ৰেয়ী! গৃহধৰ্ম পৰিত্যাগ কৰি
ত্যাগ কৰি সংসাৰৰ বৃথা কোলাহল,
নিৰ্জন অৰণ্য বাস আশ কৰি মই
যাব খোজোঁ আজিহন্তে চিৰকাললৈ।
সেইবাবে দুয়ো আজি লোৱা ভাগ কৰি
যত আছে মোৰ ধন, ঐশ্বৰ্য-বিভুতি।

মৈত্ৰেয়ী ঃ প্ৰভু! যদি এই বসুধাৰ সকলো সাহোন
মণি-ৰত্ন-অলংকাৰ-বিভুতি বিভৱ,
ল'ব খোজোঁ ময়ে বাৰু অকলে তেনেই
হ'মনে অমৰ মই তাৰ সহায়ত?

যাজ্ঞবল্ক্য ঃ নোহোৱাঁ। নোহোৱাঁ তুমি কদাপি অমৰ।
তোমাৰ জীৱন হ'ব ধনীৰ নিচিনা।
কিন্তু শুনা, কেতিয়াও ধনৰ বলত
নোৱাৰে লভিব কেৱেঁ অমৰত্ব দান।

মৈত্ৰেয়ী ঃ তেন্তে কিয় মোক এই বয় বস্তু দি
প্ৰৱঞ্চিব খোজা তুমি জ্ঞান-গুৰু হৈ?
দিয়া মোক সেই দান যাৰ কৃপা পাই

সেই নিমাতী পুৰাৰে পৰা

অমৰ পথৰ তুমি আজি বাটৰুৱা।

যাজ্ঞবল্ক্য ঃ ধন্যবাদ! ধন্যবাদ! মৈত্ৰেয়ী তোমাক।
তোমাৰ প্ৰাণত থকা যিটি অভিলাষ
জীৱনৰ বৰণীয় সামগ্ৰী স্বৰূপ
সেই দিব্য-জ্ঞান তুমি বঢ়ালা অনেক;
সেইবাবে তোমাকেই কওঁ গূঢ় কথা
শুনি ল'বা স্থিৰচিত্তে এক মন হৈ।

মৈত্ৰেয়ী ঃ সমৰ্পিত মন মোৰ তোমাৰ জ্ঞানত
কোৱাঁ প্ৰভু! স্থিৰচিত্তে শুনিম সকলো।

যাজ্ঞবল্ক্য ঃ পতিৰ দেহৰ বাবে পত্নীয়ে কদাপি
নাই লোৱা প্ৰতি-প্ৰেম বৰণীয় বুলি।
পতিৰ আত্মাৰ স'তে পত্নীৰ আত্মাই
ঈশ্বৰৰ সত্যৰূপ দেখা পাই দেখি
অমিলৰ মিল হয়! সত্যৰ প্ৰকাশ
এইদৰে বিশ্বজুৰি হয় প্ৰতিভাত।
সকলোৰে হৃদয়ৰ হেমা আসনত
একে আত্মা বহি আছে জানিবা ঠাৱৰ;
সেইবাবে পুত্ৰ-কন্যা, ভাই-বন্ধু আদি
ভাল পাওঁ, আমি মাথো আত্মাৰ কাৰণে।

মৈত্ৰেয়ী ঃ আৰু কোৱা! আৰু কোৱা শুনি হওঁ মই
সৰল সহজভাৱে আৰু কোৱা প্ৰভু।

যাজ্ঞবল্ক্য ঃ পৃথিৱীত মানুহৰ যত বান্ধ আছে
সকলোটি বান্ধোনৰ কাৰণে একেই।
দেখা- শুনা, জনা আৰু বুজি পোৱা কথা
মথি নিলে পাবাগৈ শেহত এদিন
ঈশ্বৰৰ সৃষ্টিয়েই জ্ঞানৰ ভঁড়াল।
তৃণ-তৰু-লতা আদি সকলোতে মাথো
জ্ঞানৰ অমৃত বাণী আছে লেখি থোৱা।
চেতনা সজাগ কৰি থাকিবা জীয়াই
তোমাৰ আতমা যেনে দেহাৰ আপোন
বিশ্বখনো তেনেকৈয়ে আত্মাৰ আপোন।
বুজি পাবা তেতিয়াই আপোনা-আপুনি
আত্মাক চিনিলে বিশ্ব নহয় অচিন।

মৈত্ৰেয়ী ঃ আত্মাক চিনিলে বিশ্বময়েই চিনিম? -

যাজ্ঞবল্ক্য: ডবা, শঙ্খ, বীণা আদি বিভিন্ন বাদ্যৰ
বিভিন্ন ধ্বনিৰ একো নিজা ৰূপ নাই,
তথাপিও প্ৰত্যেকৰে সুকীয়া শবদ।
সেইদৰে সকলোটি কামনা-বাসনা
ভাবত যদিও হয় বিভিন্ন বেশৰ
অন্তৰত একে স্থান আপোন আত্মাত।
পৰম আত্মাৰপৰা ফিৰিঙতি আহি
ভিন ভিন শৰীৰত থাকেহি সোমাই।
বিবিধ যদিও প্ৰাণী দেখোঁ বাহিৰত
ভিতৰত আতমাৰ একেই প্ৰকাৰ।
মানুহৰ শৰীৰতে ব্ৰহ্মাণ্ডৰ গুণ
থুপ খাই আছে নিতে আপোনি আপুনি।
সকলো পৰশ আছে ছালতে লুকাই,
সকলো সোৱাদ আছে জিভাৰ আগতে।
সকলোটি গন্ধ আছে নাকৰ আগত
সতলো বৰণ আছে চকুৰ আঁৰত
সকলো ধাৰণা আছে মনত সোমাই
সকলো বিজ্ঞান আছে হিয়াৰ মাজতে
সকলো কৰ্তব্য আছে হাতৰ মুঠিত
সকলো গতিও আছে ভৰিতে লুকাই;
সকলো জ্ঞানৰ বাণী বাক্যতেই আছে।
সকলোটি মিলি এক পৰিপূৰ্ণ খণ্ড
অখণ্ডৰ স'তে আছে আত্মাতে লুকাই।
বিবেকৰ সহায়ত বিচাৰি চালেই
মুক্ত হয় সকলোৰে জ্ঞানৰ দুৱাৰ।।

ডিহা, 'বকুলবন'
৩০/১২/৩৪

সেই নিয়ন্তী পুৰাৰে পথা

# কালিন্দী-ভোমোৰা

সেই আদিম পুৰাতে জন্ম হোৱা ঋকবেদৰ হিৰণ-কিৰণ লাহে লাহে সমুজ্জ্বল হৈ যেতিয়া দ্বাপৰ যুগ পালেহি, তেতিয়া হেজাৰ হেজাৰ বছৰীয়া পুৰণি মানৱ সমাখনলৈ এজন আহিল হাতত পাঞ্চজন্য শঙ্খ লৈ। তেওঁ শঙ্খত ফু দিলে ৰূপ, ৰস, গন্ধ স্পৰ্শ আৰু শব্দৰ পঞ্চ-তন্মাত্ৰ উথলি উঠে, তৃণ-তৰু, গছ-লতাৰপৰা আৰম্ভ কৰি গো-ব্ৰাহ্মণলৈকে প্ৰাণীকুল আনন্দত আকুল হয়। তেওঁ হাতত বাঁহী লৈ বৃন্দাবনত গৰু ৰাখে, কদম গছত আঁউজি ত্ৰিভংগ ভংগিমাৰে বাঁহী বজায়। বাঁহীৰ মাত শুনি যমুনাৰ বুকুত ঢৌ উঠে, ঝাওঁবনে হালি-জালি নাচে। দমৰা-দামুৰী পোৱালিবোৰে নেগুৰ থিয় কৰি তেওঁৰ ওচৰলৈ ঢপলিয়াই আহে। গাইবোৰে হাম্বা হাম্বা ৰৱত বৃন্দাবন মুখৰিত কৰে। এই বংশীগোপাল দিব্য প্ৰেমৰ জীৱন্ত ৰূপ। কিন্তু এয়েঁ পুৰাণৰ সৃষ্টি। শ্ৰী মদ্ভাগৱত পুৰাণে এওঁক পূৰ্ণব্ৰহ্মৰূপে, স্বয়ং ভগৱানৰূপে প্ৰতিষ্ঠা কৰিলে। উপমাবিহীন এই কৃষ্ণধন প্ৰত্যেক ভাৰতবাসীৰ হিয়াত সোমাই ভাগৱৎ পুৰাণৰ স্বৰ্গীয় সংগীত ঝংকাৰি তুলিলে।

মহাপুৰুষ শ্ৰীশঙ্কৰে এওঁকেই আনি আমাৰ এই পূব প্ৰান্তত কৃষ্ণ-লীলাৰ এখন হাট পাতিলেহি, সুমথিৰাৰ ৰসৰ দৰে কৃষ্ণপ্ৰেমৰ ৰসময়ী ভক্তিৰ ধাৰা জানে-জুৰিয়ে বোৱাই দিলে। কীৰ্তন, দশম, ঘোষা, নাট অভিনয়ৰ যোগে লোকসমাজত সনাতন বৈদিক ধৰ্মৰ ধ্বজা ওখকৈ পুতি, থাপনাৰ আগত এগছি অখণ্ড প্ৰদীপ জ্বলাই থ'লে। কৃষ্ণৰ চৰিত শুনি শুনি ক'বুলিৰ নজনা গোপিনীসকল, টোকাৰী লৈ গীত গাই ফুৰা বৈৰাগী, গৰখীয়া ল'ৰা, সকলোৰে নিজ নিজ কল্পনাত মিঠা মিঠা অসমীয়া লোকগীতিৰ জন্ম হ'ল। মৰম লগা শব্দেৰে কৃষ্ণক কলীয়া গোঁসাই, মদনগোপাল, বংশীগোপাল আদি অনেক নাম দি গীত-পদৰ মৌ-জাল বৈ গ'ল। কোনো সত্ৰত তেওঁ কলীয়া ঠাকুৰ, কোনো সত্ৰত যাদৱৰায়, গোবিন্দ মহাপ্ৰভু, বাসুদেৱ আদি বিবিধ মূৰ্তিৰে বিগ্ৰহ হৈ মণিকুটত ৰহিল। গোৱালপাৰাৰপৰা আৰম্ভ কৰি সমস্ত ব্ৰহ্মপুত্ৰ উপত্যকা দুয়ো পাৰে কৃষ্ণৰ নামতে এটা ৰসাল লোক-সংস্কৃতি গঢ়ি উঠিল। চুফি কবি বিলাকৰ দৰে সংসাৰৰ প্ৰতি অনাসক্ত হৈ আমাৰ বৈৰাগীসকলে হাতত টোকাৰী লৈ প্ৰেমময় দৃষ্টিৰে কৃষ্ণক চাই চাই অনুপম গীতি-গাথাঁ সৃষ্টি কৰিলে। এটি বৰাগীৰ টোকাৰী গীতত কৃষ্ণক এটি কলীয়া ভোমোৰা আৰু গোপীসৱক পদুমফুল ৰূপে কল্পনা কৰিছে। তেওঁ যেন প্ৰস্ফুটিত পদুমপাহৰ বুকুত এটি কলীয়া ভোমোৰা হৈ গুঞ্জন তুলিছে।......

যমুনা শব্দটোতকৈ কালিন্দী শব্দটো বেছি সুন্দৰ যেন ভাবি বৰাগীয়ে গায় ঃ

"গোসাঁই কুমলীয়া ভকত ধেমেলীয়া
নুপুৰাই কালিন্দী ৰাতি মোৰ গুৰু ঐ"....

দ্বাপৰৰ সেই শৰৎকালৰ পূৰ্ণিমা, সেই কালিন্দী তীৰৰ বালিত গোপীসকলৰ প্ৰাণৰ কাতৰ আহ্বান —

ওৰা তুলসী, দিয়া সমিধান
কৃষ্ণ যাই কোনে পথে ....

সেই কৃষ্ণ ভোমোৰাৰে এইয়া কোনো যুগে নুপুৰা কালিন্দী ৰাতিৰ কথা।

# কালিন্দী-ভোমোৰা

খন্তেক পৰ ৰ'বাচোন হেৰা শুনাচোন কাণ পাতি
অখণ্ড কালৰ বুকু উদঙাই আছেহি প্ৰেমিকে মাতি।
বত্ৰিশ হেজাৰ নূপুৰৰ ধ্বনি শুনাচোন ৰুণ জুন
কিঙ্কিণী বাজে ৰিণি ঝিনি ঝিনি, ভোমোৰাৰ গুণ গুণ
শুনাচোন সেয়া ষোলশ হেজাৰ কণ্ঠৰ সমলয়
নৃত্য-গীতৰ সঙ্গতি সেয়া শুনাচোঁ মৃদঙ্গ চয়।
শুনাচোন সেয়া বিৰহিনী সৱে শোকত অধীৰ হৈ
কিমান কৰুণ তুলিছে বিননি কালিন্দী তীৰত বৈ,

প্ৰিয়-বিৰহত এৰিলে উলাহ যুৰিছে কৰুণ গীত
হেৰাল চেতনা শোকত মগনা কৃষ্ণই নিলে চিত।
আহাহা? শুনাচোন সেয়া লুপ্ত চেতনা সখীসকলৰ কথা
অশোক, চম্পা, কুন্দ, কুৰুবক গছকে জনায় বেথা।
কেঁকোৰা-কেঁকুৰি লতাবোৰ দেখি কৈছে শুনাচোঁ সেয়া—
'কলৈ পলাবা কলীয়া গোসাঁই অলক গুচ্ছ পালোঁহে এয়া।'
শুনিচানে সেয়া বতাহত কঁপি যমুনাৰ ঝাও বন
বিৰহী হিয়াত জ্বলাই অগনি তুলি দিছে শিহৰণ?

শিৰলি শিৰলি ঝাও পাতবোৰ সিঁ সিঁ সিঁ কৈ
অভিসাৰিকাৰ মুখ ঢাকি ঢাকি পৰিছে হাউলি গৈ -
শুনিচানে সেয়া - বিৰহিনীসৱে যুৰিছে মিনতি সুৰ
'কেনি গ'লা প্ৰাণ মোহন মুৰাৰি কৰাহি বিৰহ দূৰ?'

শুনিলা যদিহে চকুদুটি মুদি চোৱাচোন সেইয়া কোন

সেই নিমাতী পুৰাৰে পৰা

ষোলশ হেজাৰ তৰাৰ মাজত কোননো সেইটি জোন?
আন্ধাৰত জ্বলে, পোহৰত লুকায়, ৰূপৰ অতীত হৈ
ৰূপ-সাগৰৰ মাজতে দেখোন বিভোৰ বপুৰী বৈ।
বিয়াধ দেখিলে হৰিণী পলায়, তেনে বিয়াধক খেদি
ফুৰিছে হৰিণী পাগলিনী হৈ বিপদ বিঘিনি ভেদি।
এনে যাদুকৰ ৰসিক সিজন মোহন-মুৰাৰি শ্যাম
হিয়াই হিয়াই কৰিছে বসতি ক'তনো বিচাৰি পাম?

চোৰাচোন আজি হৃদয় উজাৰি আছেনে সিজন বহি
আছেনে তোমাৰ দুৰ্বহ ভাৰ নিতৌ নিৰলে সহি?
দেখিলা যদিহে জুখি চোৱা আজি ৰূপৰে ৰসৰে যেৰ —
ফুলৰ মাজত পদুমে কিয়নো পেলালে সবাকে ছেৰ।

পদুমতকৈ বহুত ধুনীয়া আছে নানাবিধ ফুল
চকুত পৰিলে চমক লগায়, ৰূপৰো নোপোৱা তুল।
চিত্ৰলেখীয়ে আঁকি দিয়া হেন শ্যামল তৃণানি শোভা,
কিমান চিকুণ পুষ্প কুঞ্জ দেখিছা নয়ন লোভা—

তথাপিও জানো শুভ্ৰ এপাহি অপৰাজিতাৰপৰা
আঁতৰিছে বাৰু সেই গুণ ফেৰি পৰাণ বিমল কৰা?
বংশীবদন মোহন শ্যামক ৰূপৰ পাল্লাত তুলি
ৰসৰ সাগৰ হেৰুৱাবা চাবা শিলৰ শেতেলি বুলি।

শৰত কালৰ পূৰ্ণ চন্দ্ৰ ধৱল কিৰণ লৈ
এতিয়াও দেখো আহিছে সিদৰে ধৌত-স্নাত হৈ।
এতিয়ানো কিয় নেদেখে মানুহে অখণ্ড চন্দ্ৰ তাত
খণ্ড খণ্ড কৰিলে কিয়নো বিমল এখনি প্ৰেমৰ হাট?

যি বাঁহী শুনি গছ লতা লৰে হৰিণী থৰেৰে ৰয়
'দান্তে তৃণ ধৰি' গাই তথা লাগে, সুগন্ধি মলয়া বয়—
সেই বাঁহী কাৰ কোৱাচোন বাৰু, কাৰ আনন্দত নাচি
বৈৰাগী সখা কৃষ্ণই থয় বাঁহীতে মৰম সাঁচি?

সেই মৰমৰ মৰ্মই আজি বাঁহীৰ ৰন্ধ্ৰ বিচাৰি মৰে
শুনাচোন কওঁ-কৰুণ কাহিনী হৃদয় কেনেবা কৰে
বাঁহী যন্ত্ৰ, ফু দিলে বাজে - আপুনি নাবাজে সি
তাৰ মাজতেই মজিল জগত 'বাঁহীৰ অমিয়া পি'।

সাতোটি ৰন্ধ্ৰ সৰকি সৰকি ৰসৰ এখনি নৈ
কৃষ্ণৰ দুটি অধৰ পৰশি গৈছিল তাতে বৈ—
যন্ত্ৰৰ বুকু উদঙাই থোৱা কৃষ্ণৰ যিটি মন্ত্ৰ
সেয়েহে দিছিলে সুৰৰ কঁপনি সৰকি বাঁহীৰ ৰন্ধ্ৰ।

তাতোকৈ ছাগে কৃষ্ণৰ হিয়া কিমান প্ৰেমেৰে ভৰা
কিমান ৰসৰ গৰাকী কলীয়া, ভুবন বলীয়া কৰা।
বিশ্ব বিমোহিনী আছিল ৰাধিকা সেইহে 'মোহন' বাঁহী
'ৰাধা ৰাধা' বুলি সাধোতে সেইহে সৰিল অমিয়া হাঁহি।

সেইটি গোপন বাতৰি জানিহে ষোল শ হেজাৰ নাৰী
যমুনা বালিত পৰিছিল ঢ'লি ঘনাই আটাহ পাৰি।
ৰূপো পাহৰিলে, বাঁহীও এৰিলে, এৰিলে বস্ত্ৰ গাৰ,
ধৰিলে অকল এজনক মাথো যিজন ৰসৰ সাৰ।

পুত্ৰ-কন্যা, স্বমী সকলো পাহৰি 'হাঁ প্ৰাণ ধন' বুলি
কৃষ্ণক বিচাৰি চ'লা পাত কৰে যমুনা তীৰৰ ধূলি।
ইফালে আকৌ সেই গোপীবেই স্বামীসকলক চাই
ভাবি চোৱা আজি কিহৰ মাজত কি মহাধন পায়।

ধন-বস্ত্ৰ লৈ পুৰুষসকল থাকিল পাটিত পৰি
জোনাক বিচাৰি তিৰোতাসকল গ'ল যমুনালৈ' লৰি।
গোপীয়ে বিচাৰি 'প্ৰাণৰ ধন' জীয়ালে গোটেই বৃন্দাবন
'ভাল-বেয়া' শুনি ব্ৰজবাসী সবে মাৰিলে জীয়াতে নিজৰ মন।

গোপিকা সবকে জগজ্জীৱনে বুলিলে 'সুহৃদ মোৰ'
পিয়ালে অমৃত অধৰৰ সুধা পেলালে কথাৰ ওৰ।
যি জননীৰ স্তন-সুধা খাই ফুটিছে শিশুৰ হাঁহি
অমৃতময়ী সেই ৰমণীকে মোহিলে কৃষ্ণ আহি।

যাৰ ধন আছে তেওঁকেহে দিয়ে (কিয়নো) সিজনে বুজিব মোল
অলপ অলপ সঞ্চয় কৰি হ'বগে' কুবেৰ-তুল।
ভেদ বিচাৰিলে ইয়াৰ মাজতে জগতে শিক্ষা পাব
ভিতৰ সোমালে ৰাসৰ পূৰ্ণিমা সদায় উলটি চাব।

এই কাৰণেহে জগদগুৰুৱে গোপীক লগত লৈ
ঈৰ্ষাপূৰ্ণ পুৰুষবোৰক শুনালে সৰস কৈ।
অবলাৰ দৰে সবল নহ'লে, গৰল নোৱাৰা পিব
মৰমত থকা পৰম বেদীত নোৱাৰা আসন দিব।

দিব নোৱাৰিলে নোপোৱা একোকে - এয়েই মন্ত্ৰমূল,
নেমেলা যদিহে নিজৰ দুৱাৰ চকুৰো নাভাগে তোৱাৰ ভুল।
চোৱা চকু মেলি আকৌ এবেলি যমুনাৰ সেই ৰূপালী বালি,
সুঁৱৰি সুঁৱৰি গোপিনীয়ে ধৰে ময়ূৰ নাচৰ ছালি।
ভকত ভৈয়ায়ে নাম ধৰে শুনা, হিয়াৰ আসন পাতি —
—মকৰাৰ জালতে কৃষ্ণই বন্দী হ'লে নূপুৰাই কালিন্দী ৰাতি।।

---

১/১১/৩৫, শনিবাৰ, ২৩ কাতি, ১৮৫৭

সেই নিষ্ঠাতী পুত্ৰাৰে পৰা

# পেণ্ডোৰা

**( সৃষ্টিৰ প্ৰথম নাৰী )**

মানৱ সভ্যতাৰ এটা সোণালী যুগ আছিল। তেতিয়া পুৰাণ আৰু কিম্বদন্তিৰ কাহিনীবিলাকেই সংস্কৃতিৰ ভেটি ৰচনা কৰি মানুহৰ মনত বিশ্বপ্ৰকৃতিৰ সৌন্দৰ্য উদঙাই চাবলৈ অদম্য প্ৰেৰণা যোগাইছিল। ইয়াৰ ফলতে অলৌকিক ৰূপৰাশি মানৱীয় ৰূপত কবিৰ কল্পনাত প্ৰতিভাত হ'ল। শিল্পীৰ তুলিকাত চিত্ৰৰূপ, খনিকৰৰ হাতত মূৰ্তি-ৰূপ আৰু কবিৰ হাতত কাব্যৰূপ লৈ এই সপোনবিলাকেই কালত বাস্তৱ যেন হৈ পৰিল।

গ্ৰীচ, ৰোম, মিছৰ, নৰৱে, চুইডেন আদি দেশৰ পৌৰাণিক কাহিনীবিলাক আৰু আমাৰ বৈদিক যুগৰ দেৱ-দেৱীৰ নাম, গুণ আৰু জন্মৰহস্যৰ সাদৃশ্য দেখিলে আমি মানৱ সভ্যতাৰ জন্ম আৰু বিস্তৃতি সম্পৰ্কে অনেক কথা জানিব পাৰোঁ।

গ্ৰীক পুৰাণৰ পেণ্ডোৰাৰ জন্ম আৰু চণ্ডীৰ আদ্যাশক্তি দুৰ্গাৰ সাদৃশ্য দেখিলে আচৰিত যেন লাগিব! পৃথিৱীত মহিষাসুৰৰ আসুৰিক অত্যাচাৰ ধ্বংস কৰি মানৱ সমাজক শান্তি দিবলৈ আদিশক্তি দুৰ্গা আবিৰ্ভূতা হ'ল। সকলো দেৱতাৰ তেজোৰাশি আৰু অস্ত্ৰ-শস্ত্ৰ লৈ অপূৰ্ব লাৱণ্যময়ী দশভুজা ৰূপ ধৰি, সিংহবাহিনী দুৰ্গা পৃথিৱীলৈ নামি আহিল। অসুৰ ধ্বংস কৰি পৃথিৱীত প্ৰেম, প্ৰীতি, দয়া- স্নেহ বিলাই দিলে।

পেণ্ডোৰাও সেইদৰে সকলো দেৱতাৰ অংশ লৈ সৃষ্টিৰ প্ৰথম নাৰীৰূপে পৃথিৱীলৈ নামি আহিল। পাপপূৰ্ণ সৃষ্টিখন ধ্বংস কৰি নতুন মানুহ সৃষ্টি কৰিলেহি।

আনহাতে বিশ্বকৰ্মাই তিল তিলকৈ সৌন্দৰ্য হৰি আনি এটি তিলোত্তমা সৃষ্টি কৰা কাহিনীৰ লগতো পেণ্ডোৰাৰ জন্ম ৰহস্যৰ মিল দেখা যায়।

গ্ৰীক পুৰাণৰ মতে বিশ্বকৰ্মা আছিল প্ৰমিথিয়চ্ আৰু এপিমেথচ। দুয়ো ককাই- ভাই।

এই মনোৰঞ্জক কাহিনীৰ সোৱাদ ল'বৰ কাৰণেই পেণ্ডোৰাক অসমীয়া ৰূপত আগবঢ়োৱা হ'ল।

# পেণ্ডোৰা

**(সৃষ্টিৰ প্ৰথম নাৰী)**

সপোনৰ থলি আছিলে যেতিয়া গ্ৰীচ আৰু ৰোম এদিন হায়-
সেইদিনা তাত সপোন দেখাৰো আছিলে এখন আপোন ঠাই।
মানুহৰ জন্ম হোৱাৰ আগতে আছিলে দুজন ককাই-ভাই
প্ৰমেথ' আৰু এপিমেথ নাম; শিল্প-কলাৰ দুয়োটি ঘাই।

দুয়োজনে মিলি সাজিলে মানুহ, প্ৰমেথ বুলালে শেহৰ হাত,
বিবিধ প্ৰাণীক দিলে এপিমেথে বিবিধ ধৰ্ম, বিবিধ জাত।
যেতিয়া চাকত সাজিলে মানুহ উদাৰ মনেৰে কৰিলে দান
উদং কৰিলে ভঁড়াল তেনেই, মানুহেই হ'ল সৰ্ব প্ৰধান।

জ্ঞানৰ গৰাকী মিনাৰ্ভা দেৱীৰে চাপিল প্ৰমেথ সূৰ্যৰ কাষ
ভাবিলে উভয় মানুহত থকা সকলো তিমিৰ কৰোঁচোঁ নাশ।
হিৰণ্যগৰ্ভ সহস্ৰ শীৰ্ষ সূৰ্য দেৱৰ ৰথৰপৰা
আনিলে আলোক দিব্য জ্ঞানৰ, জীৱন মৰণ উজল কৰা।

এই জুই আনি মেলিলে যেতিয়া তেতিয়া মানুহ বিজয়ী হ'ল
ধনু-শৰ সাজি তেতিয়াৰেপৰা বিজয় পথেদি আগুৱাই গ'ল।
তেতিয়াও সৃষ্টি হোৱা নাই নাৰী, অকল পুৰুষে গৰ্ব কৰি
বিশ্বপিতাৰ বিৰাট ৰচনা ল'ব খুজিছিল তেনেই হৰি।
মানুহৰ এই দৰ্পচূৰ্ণ নকৰিলে আৰু উপায় নাই
নহ'লে মানুহে নাপাব বিচাৰি মৰমত থকা পৰম ঠাই।
এই কথা ভাবি জুপিতৰে নিজে ৰচিব খুজিলে প্ৰথম নাৰী,
দেৱসভা পাতি জনালে বাতৰি - "মই প্ৰজাপতি দৰ্পহাৰী
থাকোতেও এই স্বৰ্গ-মৰ্ত্য তিনিও ভুবন স্ৰজন কৰি
কোন সাহে আজি ধৰাৰ ধূলি জয়ৰোল তুলি আহিছে ল'ৰি?

যত দেৱগণ হ'ল একমন গাইপতি দিলে সৌন্দৰ্য দান
সকলো সৌন্দৰ্য একে ঠাই কৰি দিলে জুপিতৰে নাৰীৰ প্ৰাণ।
সৃষ্টিৰ সেই প্ৰথম মানৱী সকলো গুণেৰে ভূষিতা হৈ
লভিলে যেতিয়া প্ৰাণৰ পৰশ বিশ্বপতাৰ আশীষ লৈ —

ক'লে জুপিতৰে, - "শুনা ধীৰে ধীৰে স্ৰজিলোঁ তোমাক যতন কৰি,
সৃষ্টিৰ তুমি প্ৰথম ৰমণী তুমি তিলোত্তমা মানৱী পৰী।
'পেণ্ডোৰা' নামে অভিহিত কৰোঁ, শুনি লোৱা তুমি নিৰ্দেশ মোৰ—
"পৃথিৱীত গৈ কৰিব লাগিব নৰ-মনিচৰ দম্ভ ওৰ।

---

সেই নিমাতী পুৰাৰে পৰা

এপিমেথ আৰু প্ৰমেথে ৰচিলে মানৱ সমাজ গৰ্বী কৰি
মিনাৰ্ভা দেৱীৰ সহায়েৰে আহি সৰগৰ জুই নিলেহি হৰি,
তাৰ প্ৰতিশোধ ল'ব লাগে তুমি পৃথিৱীৰ ফালে যোৱাগে' নামি,
সময়ে সময়ে সৰগৰপৰা পঠিয়াম দূত দেৱতা আমি।

এই যে দেখিছা - এইটি সঁফুৰা ইয়াতেই আছে সকলো দান
প্ৰতি দেৱতাই তোমাৰ কাৰণে থৈছে ইয়াতে এফেৰি মান।
ইয়েই তোমাৰ বিয়াৰ যৌতুক - "যোৱা তুমি এই কন্যাক লৈ
এপিমেথ হ'ব পেণ্ডোৰাৰ পতি আহিবা তাতেই যতনে থৈ।"

বিশ্বৰ সেই প্ৰথম ৰমণী ৰূপ, ৰস, গন্ধ, শবদ ভৰা
দেখোতে চিকুণ, ৰূপত নিপুণ, চকু দুটি যেন আকাশী তৰা!
এই অনুপমা নাৰী তিলোত্তমা কিমান সপোনে সাজিলে বুলি
পাশ পাবলে' বিয়াকুল হৈ ল'লে এপিমেথে হিয়াত তুলি।

নিজে খনিকৰ প্ৰমেথে বুজিলে কিয় সৰজিলে ইমান ৰূপ,
জানিলে প্ৰমেথে জ্বলিব এতিয়া প্ৰিয় সোদৰৰ প্ৰাণৰ ধূপ।
এইকথা জানি প্ৰমিথচে কয় - "শুনা চেনেহেৰ ভাই,
সাৱধান হ'বা, ৰাখিবা মনত, জুপিতৰে আছে সকলো চাই।

তেৱেঁই স্ৰজিলে মানৱ, দেৱতা, তেৱেঁই স্ৰজিছে প্ৰথম নাৰী,
অমিতবীৰ্য পুৰুষে এতিয়া দিবহি লাগিব হৃদয় পাৰি।"
বিধতাৰ বৰ লাভ কৰি অহা প্ৰথম ৰমণী পেণ্ডোৰা আহি
পুৰুষৰ গৰ্ব খৰ্ব কৰিলে, ফুলালে প্ৰাণত প্ৰেমৰ পাহি।
এপিমেথ আৰু পেণ্ডোৰাৰ প্ৰেম উঠিল উথলি মিলন পাই,
সৃষ্টিৰ সেই প্ৰথম নাৰীয়ে হৰিলে হিয়াৰ মৰম হায়!

দেৱতাই দিয়া লয়লাস আনি মেলিলে ধৰাত যেতিয়া তেওঁ
ৰতি-মদনৰ পঞ্চ শৰত হ'ল পুৰুষৰ গৰ্ব সেও।
জাগিল সবাৰে প্ৰাণৰ মাজত কিবা এটি যেন আকুল সুৰ
জয় গান গাই নপৰে আৰু যে পৰাণৰ জুই সমূলি জুৰ।

এনেতে এদিন দেখে পেণ্ডোৰাই অতি যতনেৰে থৈছে লুকাই
ঢাকনী লগোৱা ঘট এটি যেন অমূল্য ৰতন সকলো সুমাই।
কিনো আছে বুলি মেলিলে ঢাকনী ওলাল যতেক বিঘিনি সেনা,
ৰোগ, শোক, তাপ, মহামাৰী, পাপ আছিলে যিমান দেহৰ কেনা

সকলোটি তাতে সুমুৱাই থৈ সুস্থ সবল মানুহ মানুহ গঢ়ি
দেৱতাৰ গৰ্ব খুজিছিলে ল'ব এপিমেথে নিজে আপোন কৰি।
যেতিয়া ঘটৰ মেলিলে সাঁফৰ ওলাল সকলো কালৰ দূত
দেহৰ বিঘিনি, মনৰ বিঘিনি, বিয়পি পৰিল সকলো খুঁত।

হিংসা-খিয়াল, পৰশ্ৰীকাতৰ, সকলো দুষ্ট সেনাই মিলি
তেতিয়াৰেপৰা মানৱ সমাজ পেলাব খুজিলে তেনেই গিলি,
সাঁচতীয়া সেই ঘটৰ তলিত থাকিল মাথোন এটি অৱশেষ
সেয়ে মহাধন, আশা অনুপম, তাতে দূৰ হয় যতেক ক্লেশ।

সেই দিন ধৰি বাট- বৰাগীও সদায় আশাতে বলিয়া হ'ল,
প্ৰাণৰ পৰশ বিচাৰি বিচাৰি অকল আশাতে ওপঙি গ'ল।
নিঘুণ দেহৰ নিঘুণ মনৰ সুস্থ সবল সমাজ সেই
ঘুণে বিন্ধি হায় কৰিলে ঘুণীয়া গ'ল নিয়তিয়ে গোপনে দেই।

তথাপি তাতে থাকিল এধানি আশাৰ আলোক তলত পৰি
জীৰ্ণ-শীৰ্ণ জুৰুলা প্ৰাণতো থাকিল আশাৰ এডালি জৰী।
সেই জৰীতেই মণি-মালা গাঁঠি ধনী-সুখীয়াই পাতিছে মেলা
সেই জৰীতেই ওলমি নিতৌ ওপঙি ফুৰিছে দেহৰ ভেলা,

যেতিয়া আছিল সোণৰ সমাজ, মানুহে যেতিয়া সত্য সেৱি
লভিছিলে নিতে আকাশ ব্যাপিনী অনন্ত আশাৰ প্ৰাণৰ দেৱী-
তেতিয়া পৰাণে- পৰাণৰ মোল বুজিছিলে হায় আপোন বুলি,
দয়া, ক্ষমা, প্ৰেম, শান্তি, সুষমা লৈছিল সবে শিৰত তুলি।

সেইদিন ধৰি গৰ্বী নৰৰ বিজয় নিনাদে ভুলালে মন
সেইদিন ধৰি হেৰাল ধৰাৰ মন-মনোহৰ প্ৰেমৰ ধন।
সোণ, ৰূপ, হীৰা, মণি-মুকুতাৰ চমক লগোৱা উপমা আনি
মানুহেই হায় নষ্ট কৰিলে বিধতাৰ 'প্ৰেম' আদিম বাণী।

ইয়াকে জনাই সতী পেণ্ডোৰাই কৰিলে সফল দেৱৰ বৰ
দৰ্পচূৰ্ণ কৰিলে নৰৰ, দিলে দেখুৱাই স্মৃতিৰ ঘৰ।
উপজি মাটিত পৰোতে মানুহে 'কেঁৱা' 'কেঁৱা' বুলি দিয়েহি জান
পিছফালে থাকে এৰি থৈ অহা কিবা এটি মহা অসীম প্ৰাণ,

সেই মহাপ্ৰাণ মানুহৰ ধ্যান তাতেহে মানুহ বিজয়ী হ'ব
ক্ষুদ্ৰ প্ৰাণৰ লগত খুজিলে ক্ষুদ্ৰ গতিতে প্ৰবাহ ব'ব,
এই কথা জানি সতী পেণ্ডোৰাই মেলি দিলে সেই টেমাৰ মুখ।
তাতো থাকি গ'ল তলিত মলঙি দেৱতাই দিয়া 'আশাৰ সুখ'।

সৰ্বব্যাপিনী আশাৰ ৰাগীত সেইদিন ধৰি উতলে মন
আশাতে জীৱন, আশাতে মৰণ, আশাই প্ৰাণৰ অশেষ ধন।
যি মানুহৰ হৃদয়ে হৃদয়ে গৈছিলে বৈ প্ৰীতিৰ ধাৰ
মানুহে যেতিয়া মানুহক লৈ পাইছিলে হায় দুখৰ পাৰ,
তেতিয়া ধৰাতে আছিলে সৰগ, তেতিয়া মানুহ দেৱতা হৈ
এই পৃথিৱীতে আছিলে উলসি হাতত স্নেহৰ অভয় লৈ।

---

সেই নিমাতী পুৱাৰে পৰা

কপট কুমতি আছিল যিদিনা, কেৰোণে যিদিনা ধৰিলে মন
সেই দিন ধৰি প্ৰেমৰ মাধুৰী পৰিব ধৰিলে নিতৌ ছন।
নৰকৰপৰা ওলাল প্ৰবাহ ক'লা সোঁত গ'ল ধৰাত বৈ
নৈ, খাল, বিল ক'লা পানীধাৰে পেলালে তেনেই ওপচ কৈ।

মহা অন্ধকাৰ ভীষণ আৰাৱ নাচে মহামায়া উলঙ্গ হৈ
উঠিল শবদ নিনাদি জগত তাথৈ! তাথৈ! তাতা থৈ থৈ!
ফেৰুৱাই মাতে ফেউ ফেউ বুলি, নিউ নিউ বুলি ফেঁচাই মাতে,
তিতালাও গজি ভেটি ছন হ'ক হুদুৰে শিয়াঁৰে জাতক জাতে।

বিৰাট বিপুল সৌন্দৰ্যৰ থ'লি বসুধাৰ বুকু পেলালে ছাটি,
পুৱাও লুকাল, সন্ধিয়া লুকাল থাকিল মাথোন অনন্ত ৰাতি।
সঙ্কটময় সেই আতঙ্কত কিবা এটি ধ্বনি ধৰণীৰপৰা
উঠিল ধীৰেৰে সৰগৰ ফালে,কঁপনিত প্ৰাণ কাতৰ কৰা।

সৃষ্টিৰ হেনো পাতনিৰ দিনা উঠিছিল এটি মধুৰ ধ্বনি
ভেদ কৰি হেনো বহ্মাৰহ্ম সৰজিলে সেয়ে ধ্বনিৰ খনি।
সেইহে বহ্ম আদি অনন্ত তাৰেপৰা উঠে বাণীৰ ঢৌ
তাতে লয় পায় সকলো শবদ,তাৰেপৰা আহে শবদ মৌ।

সেই ধ্বনি গৰ্জি উঠিল, হ'ল জুপিতৰ ক্ৰোধত অন্ধ,
ভাবিলে ইবাৰ কৰিব লাগিব মানুহৰ প্ৰতি দুৱাৰ বন্ধ।
এই কথা ভাবি কৰিলে আহ্বান যত দেৱগণ আহিব লাগে,
ধৰণীয়ে আজি কৰুণ সুৰেৰে দেৱতাৰ দয়া ভিক্ষা মাগে।

দেৱ মনিচৰ যিজন স্ৰষ্টা তেওঁৰ আদেশ শুনিব পাই
স্বৰ্গ পথেদি দেৱতাসকল দেৱ কাৰেঙলৈ' বেগেৰে যায়।
'স্বৰ্গপথৰ বিৰাট সৌন্দৰ্য ভাষাৰ অতীত মাধুৰী লৈ
এতিয়াও আছে 'হাতীপটি' নামে সেই আকাশতে থিৰেৰে বৈ।

তাৰে একাষেদি সোণৰ কাৰেং শাৰী শাৰী হৈ জিলিকি আছে
গুটি গুটি তৰা মাণিক মুকুতা কাৰেংটোলত আজিও নাচে,
সেই টোলতেই থাকে সকলোটি বিশিষ্ট দেৱতা ক্ষমতাপ্ৰিয়,
সি কাষেদি থাকে অলপ দূৰত সৰগৰ যত ক্ষুদ্ৰ জীৱ।

সৰু বৰ যত স্বৰ্গ বিহাৰী দেৱ সভালৈ মেলিলে মন
দলদোপ হ'ল সৰগৰ পথ, হেন্দুলি উঠিল নন্দন বন।
দেৱতাৰ এই বিৰাট সভাক জুপিতৰে নিজে সম্বোধি কয়,—
'শুনা দেৱগণ ঘটে অঘটন, পৃথিৱীত আজি বিপত্তি হয়।
দেৱতাৰ দান পেণ্ডোৰা সতীয়ে মানুহৰ দৰ্প কৰিলে চুৰ;
গৰ্বিত সেই প্ৰমেথ বংশ হ'ল আজি বহু জ্ঞানৰ দূৰ।

তমসাচ্ছন্ন মানৱৰ আজি হেৰাল প্ৰাণৰ সূৰ্য-তেজ,
নাই আৰু আজি ধৰাত কেনিও মানৱ মনৰ নিপুণ বেজ।
সৰগৰপৰা সুৰুযৰ জুই চুৰ কৰি নিলে মত্ত হৈ
নিচিনিলে কেঁৱে সেই জুই পাই নিজৰ মহিমা আপোন কৈ।
'দেৱতাৰ জুই মানুহে লভিলোঁ'-সেয়ে সিহঁতৰ গৰ্ব হ'ল
অহঙ্কাৰত তুলিলে হুঙ্কাৰ, নৰকৰ ফালে পিছলি গ'ল।

যি মানুহৰ প্ৰাণৰ বেদীত সত্য-প্ৰবাল জিলিকি থাকি
দেৱতাৰ দয়া খুজিছিল নিতে, থৈছিল য'ত আদৰ্শ আঁকি,
সেই মানুহৰ সেই হৃদয়ত কালকূট নামে দৈত্য পশি
ভৈৰবী ভীমা উলঙ্গ শ্যামাৰ নচুৱাই আজি কৃপাণ অসি।

নৰকৰ দূত সেই কালকূট মনে মনে দিলে বিষকে বাকি
বিহ খাই নৰে হেৰুৱালে জ্যোতি, দৈত্যৰ ফুৰে নুমালে চাকি।
চকুত আঁৰিলে ক'লা জ্যোতিজাল, বুকুত লাগিল বিহৰ চেকা,
সৰল সহজ জীৱনৰ বাট কৰিলে মানুহে সমূলি বেঁকা।

নিমাতী ধৰাৰ চেনেহী বুকুত মানুহৰ এই বীভৎস বেশ
থাকিবৰ আৰু প্ৰয়োজন নাই,- আজি কৰি দিও সমূলি শেষ।
বিফল গৰ্বী অন্ধ মানুহে বসুধা বুকুত হানিছে শেল,
ইঙ্গিতৰ দাস মাটিৰ মানুহে নষ্ট কৰিছে চাকিৰ তেল।

এদিন আছিল যেতিয়া মানৱে প্ৰাণৰ উজল শলিতা গছি
থৈছিল নিতে প্ৰণতি জনাই, অশ্ৰু কণাৰে হৃদয়ৰ মচি,
বতাহ বিহীন বন্তিৰ দৰে ত ত কৈ আছিল জ্বলি
মানুহৰ প্ৰাণশলিতা সদায়, পৰিছিল তাতে কলঙ্ক গ'লি।

নাই আৰু আজি সেই মানুহৰ দেৱতা দুৰ্লভ পূজাৰ বেদী,
প্ৰমেথ-বংশ ধ্বংস কৰি সেই বাবে দিও সংশয় ছেদি।
মানৱ হিয়াৰ যি মণি-কোঠা আছিল আমাৰ নিবাস থ'লি
সেই মন্দিৰত বন্দীয়ে মোৰ বহিৰজা হৈ লৈছে বলি।

ধৰণীৰ সৌ ধূলিত ওপজা ইমান সৌন্দৰ্য, ইমান ধন-
অযোগ্যৰ বাবে নাই দিয়া দান, নালাগে সিহঁতে ভাঙিব মন।
চন্দ্ৰ, সূৰ্য তৰা চাবলৈ, দিলোঁ সিহঁতক, দুচকু জুই
তাকো অনাদৰ কৰিলে মানুহে, পেলালে আন্ধাৰে সকলো ধুই।

'যোগ্যৰ ভোগ্য এই বসুন্ধৰা' অযোগ্যক কৰোঁ সমূলি নাশ
যোগ্য মানুহ সৃজিম আকৌ,- কৰিব সিহঁতে ধৰাত বাস।"
এইবুলি কৈ তুলিলে হাতত মাৰোঁ বুলি এক বজ্ৰ বাণ
দেৱতাসকল স্তম্ভিত হ'ল, ভয়তে সকলো কম্পমান,

---

সেই নিমাতী পুৱাৰে পৰা

সেইদৰে মোৰ বজ্ৰ বানত শেষ হুক আজি মানুহ মৰি।
সৰগৰ জুই কিমান জয়াল জানক মানুহে এবাৰ আজি,
মৰিমূৰ কৰি মানৱ হৃদয় উঠক ভীষণ ভৈৰৱ বাজি।

বজ্ৰৰ শিখা লক্‌লক্ জিভা লেলিহান হৈ বিয়পি যক,
অত্যাচাৰী নৰ মানৱ বৰ্বৰ দেইপুৰি আজি বিনাশ হক।"
এই ভাবি বজ্ৰ মাৰিব খোজোতে ভাৱে জুপিতৰে কিজানি আহি,
তৃপ্তি বিহীন বজ্ৰৰ জুয়ে সৰগকো থয় সমূলি গ্ৰাসি।

সামৰিলে বাণ, কৰিলে আহ্বান-"ৰসাতলে যক মানৱ কুল,
ঢালি দিওঁ আজি অনন্ত ধাৰাৰে, মেলি দিওঁ মোৰ সাগৰ মূল।
অফলা ভগাদি উটি ভাঁহি যক ওপণ্ডি ওপণ্ডি মৰক নৰ,
কাণ্ডাৰীহীন অকুল সাগৰ হক সিহঁতৰ শেষৰ বৰ।"

পৃথিৱীত থকা সমস্ত বতাহ চকু পচাৰতে সামৰি আনি,
মূষল ধাৰাৰে ঢালিব ধৰিলে সৰগত থকা সকলো প্ৰাণী।
ডাবৰে ডাবৰে ঘৰ্ষণ লাগি উঠিল ভীষণ আৰ্ত ধ্বনি
প্ৰলয় জলৰ বলিয়া বানত বুৰিল তেনেই বসুধা খনি।

মুহূৰ্ততে হায়- শস্য ক্ষেত্ৰ মহাসাগৰত বিলোপ হ'ল;
পশু, পক্ষী, নৰ, গছ, বন, লতা শুকুলা ঢলত ওপণ্ডি গ'ল।
ধৰাৰ গৰ্ভত আছিলে যিমান গলিত অগ্নি বাষ্প হৈ
সিও বিদাৰিলে বসুধাৰ বুকু ক্ৰোধত ভীষণ কম্প লৈ,

ছিটাছিটি হৈ ফাটিল পৃথিৱী, চৌদিশে মাথোঁ -পানীহে বয়,
গছৰ আগেদি পানী বাগৰিল, সমস্ত জগত সাগৰ ময়।
ইপিনে সাগৰ, সিপিনে সাগৰ, সাগৰে বুৰালে নগৰ দেশ
উটি ভাহি গ'ল কাৰেং মন্দিৰ নাথাকিল চিন ঘৰৰ লেশ।

থিত দিবলৈ ঠাই নাইকিয়া উৰি উৰি হায় ভাগৰি পৰি,
বিহগ-বিহগী আছিলে যতেক পৰিল সকলো পানীতে সৰি।
শেষ জলধিৰ প্ৰলয় গৰ্জন মুহূৰ্তত গ'ল পৃথিৱী বৈ
অত্যাচাৰী সকলো মানুহ জাহ গ'ল তাতে নিমাত হৈ।

বিপুল বাসনা হৃদয়ত লৈ যি মানুহৰ মনৰ গতি,
অহঙ্কাৰত ওফন্দি এদিন দুৰদমনীয় হৈছিল অতি।
সেই সকলোটি শেষ হৈ গ'ল স্ৰষ্টাৰ এক আদেশ পাই,
থাকিল কেৱল শেষত সমল দুটি নৰ-নাৰী, এযেন্বা ঠাই।

সেই দুটিয়েই আছিল মাথোন ন্যায় পৰায়ণ, সবল প্ৰাণ,
পাৰ্নাচাচ নামে পৰ্বতত থাকি কৰিছিলে নিতে দেৱতা ধ্যান।

যেতিয়া দেখিলে প্ৰজাৰ পতিয়ে হিংসুক মানুহ নিঃশেষ হৈ
বাকী আছে মাথোঁ দম্পতি যুগল পাৰ্নাচাচত অৰ্ঘ্য লৈ
থমালে তেতিয়া প্ৰলয়ৰ সোঁত, প্ৰাণী যুগলৰ চিত্তৰ প্ৰতি
পথালে আদেশ আকৌ এবাৰ ঘূৰাব লাগিব সৃষ্টিৰ গতি।—

প্ৰমেথ বংশৰ জীৱিত কেৱল যুগল মানুহ কুশল অতি
'ডিউকেলিয়ন' পুৰুষৰ শেষ, 'পাইৰা' নাৰীৰ বিনীতা সতী।
হৰ-পাৰ্বতীৰ মিলন যিদৰে পূৰ্ণ প্ৰেমৰ আশীষ বাণী
শুদ্ধ শীতল স্থিৰ হিমালয়ে দি আছে দান আজিও আনি,

গ্ৰীক পুৰাণৰ পাৰ্নাচাচত ডিউকেলিয়ন-পাইৰা বহি
এতিয়াও যেন প্ৰাণৰ কাতৰে ধ্যানৰ সকলো যাতনা সহি
কৈ আছে-"শেষ নাৰাখিবা লেশ, ঢালি দিয়া প্ৰেম মানুহ ভাই,
স্ৰষ্টাৰ প্ৰেমে সৃষ্টি গঢ়িলে, প্ৰেমতেহে প্ৰাণে দেৱত্ব পায়।"

আপোন হিয়াৰ দাপোণ মেলিলে সেই দুটি প্ৰাণী থিতাতে আহি
পৰিপূৰ্ণ কৈ দিয়ে দেখুৱাই হৃদয়ত থকা পদুম পাহি।
সৃষ্টিৰ এক খণ্ডযুগৰ এখনি বিৰাট সমাজ ধুই
পালে জুপিতৰে দুটি মথোঁ প্ৰাণী বজ্ৰৰ বাণ হাতেৰে চুই।

তেতিয়া আকৌ ন-পাতনিৰ বাজিল শঙ্খ মধুৰ স্বৰে।
তৰ পৰি গ'ল প্ৰলয়ৰ জল, বৰষিলে ফুল দেৱতা সৰে।
এনে সময়ত ডিউকেলিয়নে পত্নীক চাই সুধিলে, "প্ৰিয়া,
বিবাহ-বন্ধনে প্ৰথমতে আনি বান্ধিলে আমাৰ দুখন হিয়া।

দ্বিতীয়ত আজি দুৰ্যোগ আহি আমাৰ বন্ধন আটিল কৰি
দিলে দেখুৱাই দুয়োটি প্ৰাণৰ দুখন দাপোণ আগত ধৰি।
আমাৰ আদিম পিতা প্ৰমেথৰ শিল্প মহিমা হাতত নাই,
থকা হ'লে আজি নতুন মানুহ গঢ়িলোহেঁতেন আমাকে চাই।

বলাচোন যাওঁ সৌ মন্দিৰত চুলি ছিঙি আজি মিনতি কৰোঁ,
দোঁ খাই থকা এই দুটি শিৰ বেদীত লগাই আমিও মৰোঁ;
সোধোঁ দেৱতাক ৰাখিলে আমাক কি অভিপ্ৰায় সাধিব লাগে,
কিয় এতিয়াও আমাৰ প্ৰাণত আশাৰ সপোন আকৌ জাগে?

সেই নিমাতী পুৰাবে পৰা

# প্ৰাণী-মহামণ্ডল

আমি তেতিয়া বৃটিছ চৰকাৰৰ অধীনত। মহাত্মা গান্ধীৰ অসহযোগ আন্দোলন আৰম্ভ হয় ১৯২১ চনৰপৰা। ভাৰতবৰ্ষ গান্ধীৰ নেতৃত্বত হেন্দুলি উঠিল। "স্বৰাজ আমাৰ জন্ম স্বত্ব" ধ্বনিত সিংহ-বিক্ৰমী বৃটিছ শাসকসকলৰ বুকুত কঁপনি উঠিল। কোটি কোটি ভাৰতবাসীয়ে বিনা ৰক্তপাতে বিনা অস্ত্ৰে অকল অহিংসা, প্ৰেম আৰু মানব সেৱাৰ আদৰ্শ গ্ৰহণ কৰি পৃথিৱীত চিন্তাৰ এটা বিপ্লৱ সৃষ্টি কৰিলে। বৃটিছ চৰকাৰে প্ৰমাদ গণিলে। পূৰ্ণ স্বাধীনতা দিবলৈ তেওঁবিলাক মান্তি নহ'ল। ঔপনিবেশিক স্বায়ত্ত শাসন দিয়া হ'ব বুলি লণ্ডনত এখন "ঘূৰণীয়া মেজমেল" (ৰাউণ্ড টেবুল কন্‌ফাৰেন্স) পাতি ভাৰতবৰ্ষৰ মুখিয়াল ৰাজনৈতিক বিপ্লৱী নেতা, বৃটিছ চৰকাৰৰ প্ৰতি আনুগত্য থকা অন্য ৰাজনীতিজ্ঞ আৰু বৃটেইনৰ প্ৰতিনিধি সমবেত হৈ দুবাৰকৈ এই মেল বহিল। আমাৰ প্ৰতিনিধিৰূপে বৃটিছ চৰকাৰে চাহ খেতিয়ক আৰু সাহিত্যিক যোৰহাটৰ চন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্নক মনোনীত কৰি দিছিল। মহাত্মা গান্ধীও গৈছিল। দুবাৰকৈ মেল বহিও ভাৰতবৰ্ষৰ ৰাজনৈতিক সমস্যাৰ সমাধান কৰিব নোৱাৰিলে। ৰাউণ্ড টেবুল কন্‌ফাৰেন্সৰ তৰ্ক-বিতৰ্ক, যুক্তি-পৰামৰ্শ সকলোবোৰ কাগজৰ টোপোলা হৈ মহামান্য বৃটিছ সম্ৰাটৰ ষ্টেশ্যনেৰী অফিচত পৰি থাকিল।

ইয়াকে মনত লৈ "প্ৰাণী মহামণ্ডল" ব্যঙ্গাত্মক সাঁচত লেখা হৈছিল। অসমৰ প্ৰথম সাংস্কৃতিক অনুস্থান যোৰহাটৰ বাণী-সম্মেলনত আমি নিজে আবৃত্তি কৰিছিলোঁ। তেতিয়া মৰিয়নীৰ বস্তি-সাহিত্য মন্দিৰৰপৰা প্ৰকাশিত বহাগ বিহুৰ বছেৰেকীয়া আলোচনী "বৰদৈচিলাত" ওলাইছিল।

এই ছেগতে আন এটি কথাৰ অৱতাৰণা কৰিবৰ মন গ'ল। ১৯৪৩ চনত দ্বিতীয় মহাসমৰৰ সময়ত আমি বিমান বিভাগৰ একাউণ্টচ্ ক্লাৰ্ক হিচাপে যোগ দি ১৯৪৬ চনলৈকে কৰাচীত ৰয়েল এয়াৰ ফ'ৰ্চৰ এটা গোটত কাম কৰিছিলোঁ। সেই ঠাইৰপৰা প্ৰাক্ বৈদিক সংস্কৃতিৰ ভগ্নাৱশেষ মহেঞ্জোদাৰো নামে ঠাইলৈ মাত্ৰ ১০০ মাইলমান দূৰ। তাৰ অনেক মূল্যবান সংগ্ৰহ কৰাচী মিউজিয়ামত দেখিছিলোঁ। এখন শিলত কটা ফলিত দেখিলোঁ; মূৰত পহু শিঙৰ মুকুট পিন্ধি ৰজা এখন ওখ আসনত বহি আছে আৰু তেওঁৰ ফালে মূৰ দোঁৱাই মানুহ, সিংহ, বাঘ, হাতী, সাপ, মাছ আদি সমস্ত প্ৰাণীকুল মাটিত বহি আছে। ধাৰণা হয় যেন সেই ৰজাজনেই বিশ্বনাথ, বিশ্বপতি, জগতৰ স্ৰষ্টাৰূপে সেই সভ্যতাত পূজিত হৈছিল।

## প্ৰাণী-মহামণ্ডল

অমৰাৱতীৰ মহানগৰীত
উঠিছে হিল্লোল আনন্দ ধ্বনি,
স্বৰ্গ-মৰ্ত্য মিলিব খুজিছে
সৃষ্টিকাৰৰ আদেশ মানি।
যত জীৱ কুল ধৰাত আকুল
দেৱতাক লৈ পাতিলেহি থূল,
মহামণ্ডল প্ৰাণী মিলনৰ
বহিল বিৰাট ভেদি;
সৃষ্টি-সম্ৰাট আহিল নিজেই
ল'লেহি প্ৰধান বেদী।
জোঁকাৰি জোঁকাৰি বজালে বীণা
আকাশ পাতাল মৰত জিনা
সাৰদা দেৱীয়ে মেলিলে সভা;
বিজুলী বেগেৰে উজলি উঠিল
মহামণ্ডল ৰভা।
সভাপতি উঠি ক'লে একেবাৰ
'শুনা প্ৰাণী সব মানস আমাৰ—
মিলন-সূত্ৰ ধৰিছোঁ মই;
যোৱা সাবটিয়ে কৰা কোলাকুলি
কিহৰ শঙ্কা, কিহৰ ভয়?
এই কথা শুনি উঠে ঘপৰাই
ছাগল দেশৰ' নিধি,
আমাৰ প্ৰাণীক দিয়ক সঠিক
এইটি নতুন বিধি —
'ছাগলীয়ে খাব শিয়াল শোকোতা
গৰুৰ পিঠিত ফুৰিব চৰি,
বাঘ পেহাইতে আঁতৰি থাকিব
নুপুৰিব তেওঁ আমাৰ খৰি।'
সেলেপি সেলেপি কোৱাৰি চোবাই
শিয়াল বোপাই বোলে—
ৰজনজনায় গোটেই দেশকে
নিতউ আমাৰ ঢোলে।
টেটু ফালি আমি শুনাও সদায়

---

সেই নিমাতী পুৱাৰে পৰা

"হোৱাঁ, হোৱাঁ, হোৱাঁ—
পিছফালে আমি প্ৰস্তুত সদায়
ৰাজ্য তুমিয়ে লোৱাঁ।"
শিং জোকাৰি উঠিল মেনা
'অঁই, অঁই' বুলি লগালে মাত,
"মহিষাসুৰৰ বংশ আমি
ভুবন বিদিত জাত।
আমাক নেমানি থাকিব নেলাগে
পৰুৱা পিপড়াটিও,
দিবই লাগিব সকলোৱে মত
নিজৰ সৰ্বস্ব দিও।"
মেনাৰ কথাত প্ৰতিবাদ কৰি
ফান শুকুলাই কয়—
"সকলো প্ৰাণীৰ শ্ৰেষ্ঠ আমিহে
আমাৰ খোজত বয়
নীৰস মাটিত ৰসৰ সাগৰ
অহিংস আমাৰ নীতি,
হাম্বা হাম্বা বুলি অম্বা পৃথিৱীৰ
গাইছোঁ আমিয়ে গীতি।"
এনেতে সভাত লাগিল খলক
উঠিল হাঁহিৰ ৰোল,
হিঁ হিঁ হিঁ সুৰত বাজিল টেমেকা
কেনিবা থাকিল ঢোল।
ঘোঁৰা প্ৰতিনিধি মাৰি পিছ লাঠি
কদমত উঠিল লাফি—
"বায়ুৰ লগত আমাৰ সমন্ধ,
(যেন) চিলিম লগত চাফি।
আমাক দিয়ক সৰ্বাধিকাৰ
স্বৰ্গ-মৰ্ত্য মিলাম আমি,
পিঠিত তুলি থাকিম নৈ
তোমাক আমাৰ স্বামী।"
এটি এটি কৈ উঠে প্ৰাণী সব
নিজৰ বচন কয়,
এইদৰে শুনা অম্ৰাৱতীত
মহামণ্ডল হয়।
সকলোৱে ক'লে নিজৰ উক্তি
বিধে বিধে দিলে বিধান যুক্তি।
থাকিল এজন বাকী—
চকু পিৰিকাই যিজন বুৰাই
পেলালে সোপাকে ঘাটি।
দেখি ভাবগতি আহে ভগৱতী
প্ৰসাদ বিলাওঁ বুলি —
যত প্ৰাণীগণ প্ৰবোধিছে মন
মোহাৰি মূৰৰ চুলি।
— প্ৰসাদ বিতৰণ।
তুষ্ট মনেৰে যেয়ে, যিবা পালে
কৰিলে গল-অধঃ কৰণ।
ভয়ে ভয়ে আহি দেৱী ভগৱতী
সিংহ বুঢ়াক কয় —
"দুই হাত পাতি যাচিছোঁ ইবাটি
দুগ্ধ অমৃত- ময়।
লোৱাহে কেশৰী পিয়া প্ৰাণভৰি
সৃষ্টি কাৰৰ বাণী
সাৰ্থক হওক আখৰে আখৰে
মিলক সকলো প্ৰাণী।"
— তেতিয়া হেমন্ত কাল!
হেম বৰণীয়া ধৰিত্ৰী ধুনীয়া
উঠিছে উলহি উন্নত হিয়া।
বিয়লি মেঘৰ জাল
হেম বৰণত ধুৰঁলী-কুঁৱলী
কৰুণ ৰাগিণী আহিছে ব'লি।
এনেতে বৃদ্ধ কেশৰী উঠিল,
স্থবিৰ দেহত শোণিত বলিল,
ধীৰে ধীৰে বুলিলে বাণী—
"পক্ষপাতিতা নোশোভে তোমাৰ
মহামণ্ডলৰ মহিমাৰ ভাৰ
বইছা তুমিয়ে, প্ৰাণীৰ ৰাণী।
ক্ষুধাতুৰ মই বৃদ্ধ কেশৰী
সিংহ শিশুৰ পিতা,
লঘু-লাঞ্ছনা কৰিছাহি মোক
যাচিছাঁ শোকোতা-তিতা?
মাংস-আহাৰী দৃপ্ত কেশৰী
গৰ্জন কৰি উঠিলে, আই,

মিলন প্ৰয়াসী মহামণ্ডলৰ
নহ'ব কেনিও অকণি ঠাই।
বৃদ্ধ যদিও কেশৰীহে মই
মাংস আহাৰ কৰোঁ,
এবাটি গাখীৰে শক্তি নিদিয়ে
জীৱন কিহেৰে ধৰোঁ?"
কওঁতে কওঁতে বৃদ্ধ বীৰৰ
শ্মশ্ৰু বাগৰি অশ্ৰু পৰে,
প্ৰাণী মিলনৰ মহামণ্ডল
জয় পৰি গ'ল
বজ্ৰাহতৰ দৰে।
আশ্বাস বাণী দিবলই বুলি
বিশ্বকৰ্মা আহি
মেলিব খোজোতে কোমল কথাৰ
নুফুলা কমল পাহি,
গৰ্জি উঠিল বৃদ্ধ কেশৰী—
"নথবা, নথবা সত্য ঢাকি
ৰহণৰ উপৰি ৰহণ সানি
নিদিবা নিদিবা মিছাতে ফাকি
বিভিন প্ৰাণীৰ বিভিন নীতি,
অমিলৰ মিলেই কালৰ গতি
সেয়েই সৃষ্টি-সেয়েই বিশ্ব।
ক্ষুদ্ৰ স্বাৰ্থ প্ৰাণী বিশেষৰ
নহয় কাম্য-জন্ম শেষৰ
ক্ষুদ্ৰ ব্যক্তি — নিজেই নিঃস্ব।"
গৰ্জন শুনি কপিল মেদিনী
স্বৰ্গ-মৰ্ত্য উঠিল নিনাদি
মহামণ্ডল কন্দল লাগি
খণ্ডে খণ্ডে পৰিল ভাগি।
—ছন্দ পতনে গ'ল।
অন্ধৰ দৰে বাট কুৰি বাই
যত প্ৰাণীগণ ঘৰাঘৰি যায়,
মিলন নহৈয়ো হ'ল!

---

পুহ, ১৮৫৩
'বকুল বন' ২০।১২।৩১, দেওবাৰ

সেই নিমাতী পুৱাৰে পৰা

# শেৱালি আৰু বকুল

তেতিয়া ১৯৩৩-৩৪ চন। ৰত্নকান্ত বৰকাকতীয়ে টিং মৌজাৰ মৌজাদাৰী এৰি সপৰিয়ালে শহুৰেক যোৰহাটৰ স্বৰ্গীয় দেবানন্দ ভড়ালীৰ ঘৰত আছিলগৈ। মৌজা চলাব নোৱাৰাত দেউতাকৰ ৰোষাগ্নিত পৰিল। দাৰ্শনিক দৃষ্টি-ভঙ্গীৰ কবি বৰকাকতীয়ে মৌজাদাৰ হৈ টিকিব নোৱাৰাটোৱেই তেখেতৰ কবি-প্ৰাণৰ পৰিচয়। ভাবত বিমুগ্ধ হৈ বাটে-পথে অকলে যাওঁতেৱো বৰকাকতীৰ ওঁঠত মিলিক্ মিলিক্ হাঁহি বিৰিঙি যায়। সংসাৰ বুলি কিবা আছেনে নাই তেখেতে ক'বই নোৱাৰে। মই সেই সময়ত স্বৰ্গীয় শিৱপ্ৰসাদ বৰুৱাৰ সাপ্তাহিক "বাতৰি"ৰ সহকাৰী সম্পাদক। ককা নীলমণি ফুকন প্ৰধান সম্পাদক। ১৯৩৩ চনত উত্তৰ লক্ষীমপুৰত স্বৰ্গীয় জ্ঞানদাভিৰাম বৰুৱাৰ সভাপতিত্বত অসম সাহিত্য সভাৰ অধিবেশনলৈ ফুকন ডাঙৰীয়াও গৈছিল। তেখেতৰ বাগ্মিতাৰে সভা মুখৰিত কৰা, অনৰ্গল কথা ক'ব পৰা বাবে 'বাতৰি'ত ময়েই প্ৰথমে 'বাগ্মীবৰ' শব্দটো প্ৰয়োগ কৰিছিলোঁ। আৰু জ্যোতিপ্ৰসাদৰ 'চিত্ৰবন' লৈ 'বাতৰি'ৰ প্ৰতিনিধি হৈও ময়েই গৈছিলোঁ। চাইচিতি আহি জয়মতী ফিল্মৰ কেইখনমান ছবি আনি কলিকতাৰ ষ্টেটচ্‌মেন কাকতৰ প্ৰেছত ব্লক কৰাই অনালোঁ।

'ৰূপকোঁৱৰ' জ্যোতিপ্ৰসাদৰ 'চিত্ৰবন' ডাঙৰ শিৰোনামা দি 'বাতৰি'ত পৰিবেশন কৰিছিলোঁ। এই দুইটা শব্দই দুয়োজনৰ নামৰ আগত স্থায়ী ৰূপ পোৱাৰ আনন্দ প্ৰকাশ কৰিবলৈহে এই ছেগতে কথাটো কৈ থ'লোঁ।

সেই সময়ত 'বাতৰি' ছপা হৈছিল যোৰহাটৰ দাস কোম্পানীৰ "আসাম প্ৰিণ্টিং ৱৰ্কচ" অত। মোক থাকিবৰ কাৰণে ওচৰৰ উঁহা বৰা চুকত এটা ঘৰ 'বাতৰি' প্ৰতিষ্ঠানে দিছিল। স্বৰ্গীয় ভড়ালীৰ ঘৰৰপৰা মই থকালৈ মাত্ৰ ১।। ফাৰ্লংমান দূৰ। পুৱা চাহ খাই কাকতৰ কাৰণে চিঠি-পত্ৰবোৰ চাইচিতি বা-বাতৰিবোৰ যুগুত কৰি প্ৰেছ খোলাৰ সময়ত গৈ কাকত-পত্ৰবোৰ দিওঁগৈ। বৰকাকতীক মোৰ ওচৰলৈ অহাৰ এদনীয়া অধিকাৰ দিলোঁ। শহুৰেকৰ ঘৰত ল'ৰা-তিৰোতা লৈ থকাটো তেখেতৰ কাৰণে বৰ অস্বস্তিকৰ লাগিছিল। কিন্তু গলগলীয়া মাতেৰে হাস্যমধুৰ দাৰ্শনিক দৃষ্টিভঙ্গীৰ আলাপ আৰম্ভ হ'লেই মুহূৰ্ততে তেখেতে বাস্তব অৱস্থা তেনেই পাহৰি উপনিষদৰ অৰণ্যৰ মাজলৈ গৈ আত্মহাৰা হৈ পৰে। তেখেতৰ আলাপ-আলোচনাত ইন্ধন যোগাবলৈ সেই সময়ত যোৰহাটত তেওঁৰ আন কোনো সঙ্গীও নাছিল। আমাৰ দুয়োৰো একাত্মবোধ অতি গাঢ় হৈ উঠিল। তেখেতক এদিন ক'লোঁ—ব'লক গাঁৱত থকা মোৰ 'বকুল বন'লৈ যাওঁ। আচল শান্তি আৰু দিব্যপ্ৰেৰণা তাতহে পাম। গ'লোঁ। যোৰহাটৰপৰা দহ মাইল পূবে ঢেকীয়াখোৱা গাওঁ। বৰ আলিৰপৰা এমাইল উত্তৰে সোমাই গ'লেই অকণমান নৈখন নাম ডিহা। ধেনুভিড়িয়া হৈ বৈ যোৱা ডিহা নৈৰ মূড়টোতে 'বকুলবন'। আগপিনেও ডিহা পিছপিনেও ডিহা। অৰ্দ্ধচন্দ্ৰাকৃতি নৈখনৰ বুকুতে চিৰসেউজীয়া প্ৰকৃতিৰ উপবন যেন 'বকুলবন'।

বাৰীখন পাতিছিল মোৰ সৌন্দৰ্যপ্ৰিয় দেউতা স্বৰ্গীয় প্ৰেমধৰ বৰুৱাই। পদূলিমুখত দ'ল যেন দুজোপা বকুলগছ, বাটৰ কাষত এজোপা আঁহত উত্তৰফালে, দক্ষিণে এজোপা বৰ জামু ডালপাতেৰে ভৰুণ, দক্ষিণৰ বকুল জোপাৰ গাতে লাগি থকাকৈ এজোপা অমৰা গছ। দেউতা-ব'তীৰ মৃত্যুৰ পিছত মোৰ মনত বকুল দুজোপা দেউতা-ব'তী যেন লাগে। ক'ৰবাৰপৰা গৈ পদূলিমুখ পালেই স্বৰ্গীয় পিতৃ-মাতৃ দুজনাৰ পৰশ প্ৰাণত অনুভৱ কৰোঁ।

বৰকাকতীক লগত লৈ সেইখিনি পাওঁতেই বৰকাকতীৰ স্বপ্নালস দৃষ্টিত 'বকুল বন'ৰ পৰিবেশ বৰ প্ৰশান্ত মধুৰ যেন লাগিল। আমি দুদিন দুৰাতি মোৰ শোৱা ঘৰৰ বিছনাতে একেলগে কটালোঁ। ৰাতি-দিন সমানে গ'ল, কেৱল কবিতা আৰু দৰ্শনৰ ৰহস্যৰ দুৱাৰবোৰত খুন্দিয়াই। সেই দুটা ৰাতিৰ, দুটা দিনৰ স্মৃতি আমাৰ দুয়োৰো হৃদয়ত লুকাই থাকিল।

ইয়াৰ প্ৰায় ত্ৰিশ বছৰৰ পিছত। বৰকাকতী ১৯৬৩ চনৰ ১৯,২০ আৰু ২১ এপ্ৰিলত বহা অসম সাহিত্য সভাৰ ত্ৰিংশ অধিবেশনৰ সভাপতি নিৰ্বাচিত হ'ল। খবৰ পাই অতি সন্তোষ মনেৰে মনেৰে তেখেতলৈ সম্বৰ্দ্ধনা জনাই চিঠি দিলোঁ। উত্তৰত লেখিলে—

"বসন্ত কালৰ মৃদু মলয়া বলি থকা আৰু ফুল ফুলা আনন্দটো যদি বাৰিষাৰ প্ৰবল ধুমুহা বতাহ আৰু কাণ তালমৰা ঢেৰেকণিৰ মাজত কিংবা দুৰ্ঘোৰ শীতকালৰ ঠেৰেঙা লগা জাৰত ল'ব লগা হয়গৈ তেতিয়া সেই আনন্দ প্ৰাণবন্ত হৈ নুঠে।"

তেতিয়া বৰকাকতী এজ্‌মা ৰোগত ভুগি তেনেই জুৰুলা হ'ল। তথাপি বহু কষ্ট আৰু অধ্যয়ন কৰি তেখেতৰ অভিভাষণ লেখি অটালে। সৰু-বৰ, ন-পুৰণি কোনো কবি-সাহিত্যিকক বাদ নিদিয়াকৈ প্ৰত্যেকজনৰে অৱদানৰ বহু বহু উদ্ধৃতি দি অসমীয়া সাহিত্যৰ স্বৰূপ উদঘাটন কৰি থৈ গ'ল। মোৰ 'ঢৌ' নামৰ কবিতাটোৰ পূৰ্ণপাঠ তুলি দি তেখেতৰ দাৰ্শনিক ব্যাখ্যা দিলে এইদৰেঃ "অলপ দ-কৈ ভাবিলে এই 'ঢৌ'ৰেই অব্যক্তৰ প্ৰথম ব্যক্তৰূপ—

---

সেই নিমাতী পুৰাবে পৰা

'জ্যোতিব্ৰহ্ম' আৰু 'শব্দব্ৰহ্ম' লৈ মনত পেলায়।"

বৰ দুখ লাগে নাজিৰাত সাহিত্য সভা বহাৰ কেইদিনমান আগৰেপৰা তেখেতৰ এজ্‌মা উক্ দিলে। শয্যাশায়ী হৈ নগাঁৱৰ ঘৰত পৰি থাকিব লগা হ'ল। সেইদৰে তেখেতক আনি যোৰহাটৰ তৰাজানত থকা ৰাজ্যিক পৰিবহন নিগমৰ বাস-ভৱন এটিত নমালেগৈ। তাত তেখেতৰ ভতিজা ল'ৰাই কাম কৰে। খবৰ দিলে সাহিত্য সভাৰ আন কোনো অনুষ্ঠানত যোগ দিব নোৱাৰে। মাত্র মূল সভাৰ দিনা গৈ তেখেতৰ অভিভাষণ পাঠ কৰি গুচি আহিব। সমবেত ৰাইজ সেইদিনা (২০ এপ্রিল ১৯৬৩) সভাস্থলিত নিমাত নিস্তব্ধ হৈ সভাপতি গৈ পোৱালৈকে বহি আছে। প্রায় দুইমান বজাত যোৰহাটৰপৰা নি সেইখিনি পোৱালেগৈ । টোপোলা বান্ধি নিয়াদি কোলাত তুলি তেখেতক মঞ্চৰ ওপৰত থকা সভাপতিৰ আসনত বহুৱালেগৈ। গাত এড়িয়াৰ কাপোৰ মেৰিয়াই ঘুকুচা লাগি এগুৰ যেন ক'লাপৰা মুখখন আৰু নিষ্প্ৰাণ দেহাৰ দৰে বহি থকা বৰকাকতীৰ ওচৰত বহি আনন্দ-উল্লাস কৰিবলৈ কাৰো মন নোযোৱা হ'ল। সকলো গভীৰ বেদনাত নিমাত হ'ল। বৰকাকতীয়ে কোনেও নুশুনা মাতেৰে ৰাইজৰ ক্ষমা খুজি অভিভাষণখন অন্য এজনক পঢ়ি দিবলৈ ক'লে। মই তেখেতৰ অৱস্থা দেখি মৰ্মাহত হ'লোঁ। এবাৰ 'বৰকাকতী' বুলি মাত দিলোঁ। তেখেতে মোৰ ফালে চাই সজল চকুৰে গভীৰ বেদনা জ্ঞাপন কৰিলে। ভবিছিলোঁ গধূলি কবি-সন্মিলনত বহুৱাই লৈ হেপাহ পলুৱাই বৰকাকতীক কাব্য-কাননৰ মধুময় আবেগত আপ্যায়িত কৰিম। অলপ পিছতে বৰকাকতীক সভাস্থলিৰপৰা লৈ আহি গাড়ীত তুলি যোৰহাটৰ পিনে অনা হ'ল। তৰাজানৰ সেই পৰিবহন বিভাগৰ বাস-ভৱনতে শয্যাত শুৱাই থ'লে। তেখেতৰ এজ্‌মাৰ আক্ৰমণ তীব্ৰ হৈ আহিল। ডাক্তৰ নিলে, বেজী দিলে, ঔষধ দিলে। সদানন্দ, হাস্যময় কবি দার্শনিক ৰত্নকান্ত বৰকাকতীৰ সেই শয্যাতে শেষ-শয়ন হ'ল।

ব্ৰহ্মবাদী দাৰ্শনিক মোৰ এই মহান বন্ধুজনৰ সৰল-সহজ আৰু উদাৰ জীৱন-দৰ্শনৰ স্মৃতি মোৰ মনৰপৰা আঁতৰি যোৱা নাই।

মোৰ শ্ৰদ্ধাৰ শৰাইত বাৰিষাৰ বকুল ফুল এশৰাই আৰু বৰকাকতীৰ শৰাইত শৰতৰ শেৱালি ফুল এশৰাই থৈ, বৰদাৰ পূজাৰ বেদীত সেই নিমাতী পুৱাৰেপৰা জ্বলি থকা বন্তিৰ ফালে মূৰ দোৱালোঁ।

মোৰ পৰম বন্ধু, জ্যোতিৰ্ময় দেৱতাৰ সন্তান, বৰকাকতীৰ আত্মা তৃপ্ত হওক।

---

সেই নিমাতী পুৱাৰে পৰা

# কুমাৰ সম্ভৱ

## প্ৰথম সৰ্গ

উত্তৰ দিশত আছে দেৱতাত্মা হিমালয়
নগ-অধিৰাজ,
পূব আৰু পশ্চিমত অৱগাহি সমুদ্ৰত
পৃথিৱীৰ মান-দণ্ড ৰূপে
কৰিছে বিৰাজ ।।১।।

পৃথু ৰজাৰ শুনি উপদেশ
অন্য পৰ্বত কুলে
হিমালয়ক বৎস ৰূপে মানি
গো-মাতা-তুল্য খীৰালে ধৰাক
পৰম দীপ্তিশালিনী জানি।
দোহন-দক্ষ মেৰু পৰ্বতেই
দোহাৰ কাম কৰি
ৰত্নগৰ্ভা বসুধা বুকুত পালে—
জ্যোতি জ্বলমল ৰতন উজ্জ্বল
মহামহৌষধি সুধা সঞ্জীৱনী
পৃথিৱীপতি পৃথুৰ বচন মানি ।।২।।

অনন্ত ৰত্নৰ আকৰ হিমাদ্ৰি —
এটি মাথোঁ দোষ—হিমেৰে ভৰা;
গুণৰ তুলনা কৰি চালে সিও
নগণ্য ৰূপেই পৰিব ধৰা।
যি দৰে জোনৰ জোনাক ঢলত
কলঙ্কৰ দাগ কেনিবা যায়;
হিমাদ্ৰি-চূড়াত হিম থকা দোষো
বিলোপ হৈয়েই যায় ।।৩।।

চপৰা-চপৰে শুকুলা ডাৱৰ
বতাহে যেতিয়া বলাই নিয়ে
শিখৰত থকা বিবিধ ধাতুৰ
উজ্জ্বল আভাই বোলাই দিয়ে,
'অকালতে আজি সন্ধ্যা নামিল' —
অপ্সৰা সকল বিভ্ৰম হৈ
প্ৰিয়-মিলনৰ আশাত উলাহি
কৰে খদমদম্
ৰূপ-বিলাসৰ প্ৰসাধন লৈ ।।৪।।

জলভৰী মেঘমালা শিখৰত উঠিব নোৱাৰি
পৰ্বতৰ গা-তে থাকে অনাই-বনাই,
সজল মেঘৰ ছাঁয়া পৰ্বতৰ তললৈ পৰি
স্নিগ্ধৰূপ সৃষ্টি কৰে সৌন্দৰ্য মিহলাই।
আকাশ লঙ্ঘন কৰা উত্তুঙ্গ শিখৰ
সূৰ্যৰ কিৰণত কৰে জ্বলমল
স্নিগ্ধ-শীতল-ছাঁয়া- বিমণ্ডিত হৈ
শেতেলীত পৰিণত পৰ্বতৰ তল।।

ৰ'দৰ তাপত ক্লান্ত সিদ্ধগণ নামি
পৰ্বত বিহাৰ এৰি আহে তললৈ
নামনিৰ শেতেলীত খন্তেক জুৰাই
থিতাতে উলটি যায় ওখ টিঙলৈ।
পানীভৰা ডাৱৰত চোকা ৰ'দ পৰি
বৃষ্টি পাত হ'বলৈ ধৰা দেখিলেই
সিদ্ধগণ উঠি যায় লৰালৰি কৰি
ৰ'দ পৰা শিখৰত ৰক্ষা পাবলৈ।।৫।।

সিংহৰ ক্ৰীড়াভূমি এই হিমাচল —
সিংহ-ঘাতী ব্যাধো আছে কিৰাতসকল,
বিৰাট-বিশাল কায় বনৰীয়া হাতী
বিহৰিছে ইয়াতেই ইদল-সিদল।
অৰণ্য-সম্ৰাট কেশৰীৰ কুলে
হত্যাকাৰী কেশৰীৰ নখত সোমাই
এটি দুটি পৰি থাকে গুটি মোবা বাটে বাটে —
তাকে পাই কিৰাত কুলেও
সিংহৰ গতি পথ লয় উলিয়াই ।।৬।।

পৰি থকা ভূৰ্জপত্ৰ বুটলি বুটলি
হিমাদ্ৰিৰ গাত থকা ধাতুৰস লৈ

বিদ্যাধৰীগণে লিখা প্ৰেম-পত্ৰাৱলী
ৰঙা ৰঙা আখৰেৰে ৰঞ্জিত হৈ
পৰিণত বয়সৰ হাঁতীৰ ছালত
ৰঙচুৱা বিন্দুমালা জিলিকাৰ দৰে
সুন্দৰীইঁতৰ সেই অনঙ্গ-লিখনো
দৃষ্টিৰ শোভা হৈ নয়নত পৰে।
মিলনতো হিমাচল বিচ্ছেদতো হিমাচল
দম্পতীৰ উপযোগী বিহাৰৰ ঠাই;
সৌন্দৰ্যৰ লীলাভূমি হিমালয় পৰ্বতত
অসীম সম্পদ আছে মাধুৰী বিলাই।। ৭।।

গুহা-গহ্বৰ মুখেদি যেতিয়া সবল বতাহ
ওলাই আহি
বাঁহনি বোৰৰ মাজেদি সৰকি বজায় সঘনে
কীচক-বাঁহী
মনে ধৰে যেন কিন্নৰ সকলে উচ্চ গান্ধাৰ
গাইছে গান
গিৰিৰাজে নিজে তাৰে তালে তালে
ধৰিছে বাঁহীত মধুৰ তান।। ৮।।

সৰল গছেৰে ভৰা হিমাদ্ৰিত আছে
মদস্ৰাৱী মাতঙ্গৰ দল,
নিৰন্তৰে মদক্ষৰা মত্ত-মাতঙ্গ
খজতিত তেনেই বিহ্বল।
খজতিৰ পিৰ্ পিৰ্ মাৰ যাবলৈ
গছে গছে কপাল ঘঁহায়,
তেনেকুৱা ঘঁহনিত সৰল গছৰ
ক্ষীৰ যেন গাখীৰ ওলায়।
অপূৰ্ব ক্ষীৰৰ গন্ধ মলয়াই আনি
ভৈয়ামত দিয়েহি বিলাই,
সুগন্ধত চৌ-দিশ আমোদিত হৈ
হিমাদ্ৰিৰ মহিমা সূচায় ।। ৯।।
ৰাতি হলে আন্ধাৰত তিৰবিৰ কৰা
বিবিধ লতাৰে ভৰা এই হিমালয়
গহ্বৰৰ মুখ ঢকা লতাৰ কুঞ্জই
প্ৰদীপ শিখাৰ দৰে আলোক বিলায়।
বনচাৰী কিৰাতৰ বণিতা সকলে
ওৰেৰাতি গহ্বৰত গৃহবাস কৰে;
বিনাতেলে প্ৰকৃতিয়ে মিলন-মেলাত
লতাময় পোহৰেৰে আগ-পাছ কৰে।। ১০।।

শিলাময় হিমে ভৰা বাটেদি যেতিয়া
কিন্নৰ-কিন্নৰী গণ অহাযোৱা কৰে,
ভৰিৰ আঙুলিবোৰ তলুৱাৰ পিনে
কাঁইটে বিন্ধাৰ দৰে ঠেটুৱৈয়ে ধৰে।
উথন বহল বুকু মহাভাৰ লৈ
বেগায়ো নোৱাৰে যাব কিন্নৰ সুন্দৰী
উপায় নেপাই দেহি! সেই বাটেদিয়ে
হেলিদুলি গৈ থাকে অতিকষ্ট কৰি।
বিতোপন সৌন্দৰ্যৰে কিন্নৰ-কিন্নৰী
হিমালয় পৰ্বতত ফুৰিছে বিহৰি।। ১১।।

দিনৰ পোহৰ দেখি
ফেঁচাবোৰে ভয় খোৱা দৰে
ভয় লাগে দিনতেই গুহা-গৰ্ভ চাই;
পৃথিৱীৰ তমোৰাশি সূৰ্য দেখি ভয় খাই যেন
ল'ৰি আহি হিমাদ্ৰিক বিচাৰিছে ঠাই।
গহ্বৰত লীন হোৱা আন্ধাৰ বোৰক যেন
হিমালয়ে ৰক্ষা কৰি থৈছে লুকাই।
সৰু বৰ, উচ্চ-নীচ
ভেদাভেদ নকৰি বিচাৰ
বুকুৰ মাজতে যেন থৈছে সুমাই।
উচ্চশিৰ মহাপ্ৰাণ
সজ্জন সকলে
শৰণাগত একো নলয় বিচাৰ;
সকলোকে সমভাৱে
বুকুত সাৰটি
ক্ষুদ্ৰজনকো দিয়ে চেনেহ হিয়াৰ ।। ১২।।

জোনাকৰ দৰে ধৱল বৰণথুপি থুপি নোম থকা
(১) চমৰী হৰিণী বোৰে ইফালে সিফালে
যেতিয়া বিহৰি ফুৰে
নেজবোৰ লৰাই লৰাই
নয়ন সাৰ্থক হয় সেই শোভা চালে।
'গিৰিৰাজ' খ্যাতি পোৱা
হিমালয় পৰ্বতৰ নাম
মনত ধাৰণা হয় অৰ্থযুক্ত বুলি,
নহলে কিয়নো অত
চামৰ ধাৰিণী আহি
ইমান চামৰ বোৰ ধৰিবহি তুলি।। ১৩।।

(১) চমৰী-চামৰৰ দৰে থুপি থুপি বগা নোমেৰে নেজ থকা এবিধ হৰিণ।

গুহাৰবোৰৰ মুখত দুৱাৰ নাই —
কিন্নৰ-কিন্নৰী থাকে ভিতৰ সোমাই,
জনহীন সেই নিৰ্জন সপোন - পুৰী
কেনিও একোৰে বাধা বিঘিনিও নাই।
কামাতুৰ হৈ যেতিয়া কিন্নৰ বোৰে
কিন্নৰীহঁতৰ আঁচল নমাই ধৰে
বেচেৰী কিন্নৰী লাজতে মৰহি যায়।
হঠাতে কেনিবা মেঘ উৰি আহি
ছাঁৎকৰে দিয়ে গুহামুখ ঢাকি।
তেতিয়াহে দেহি লাজৰ ৰেহাই পায়
কিন্নৰী বিলাকে চকু মেলি চায় ।।১৪।।

ভাগীৰথী বৈ অহা নিৰ্ঝৰৰ জলবিন্দু লাগি
স্নিগ্ধ শীতল হোৱা বতাহৰ মৃদু পৰশত
দেবদাৰু গছবোৰে ঘনে ঘনে কঁপিব লাগিছে
মাজে মাজে পাতবোৰ সৰি সৰি পৰিছে তলত।
মৈৰাৰ পাখি বোৰো ফাঁহি ফাঁহি আঁতৰি পৰিছে।।
মৃগয়াৰ্থী কিৰাতেও ভাগৰৰ কথা পাহৰিছে,
সুগন্ধী বতাহ ছাটি প্ৰাণভৰি উপভোগ কৰি
মৃগয়া বিচাৰি পুনু আগবাঢ়ে ধনু-কাঁড় ধৰি ।।১৫।।

সপ্তৰ্ষি সকল আহি        আধা-ফুলা পদুমৰ পাহি
ছিঙে নিয়ে সৰসীৰপৰা;
হিমালয় শিখৰৰ        সপ্তৰ্ষি সৰোবৰ
পদুমৰ ফুলেৰেই ভৰা
হিমালয় শিখৰৰ        বহুত তলত থকা
সূৰ্যদেৱে উৰ্দ্ধমুখ হৈ
কিৰণ বিলাই দিয়ে        বাকী থকা ক'লিবোৰ
আনন্দত মেল খাবলৈ ।।১৬।।

যজ্ঞৰ সম্ভাৰ ফল-মূল, নানা উপহাৰ
ধৰিত্ৰী-ধাৰণ-ক্ষম শক্তি আছে হিমালয়তেই,

প্ৰজাপতি দেৱতাই        তাকে দেখি নিজে
যজ্ঞভাগ দিলেহি বিলাই।
'শৈলৰাজ' উপাধিৰে        হিমালয় পৰ্বতক
বিধাতাই কৰিলে সন্মান।
কল্পিত যজ্ঞভাগ        নিজ হাতে আনি দিলে
দেৱতুল্য হল হিমবান।।১৭।।

মেৰু পৰ্বতৰ সখা হিমালয়
[illegible]নতো বিজ্ঞ অতিশয়
কুল-ৰীতি-নীতি ক্ষুন্ন নকৰি
কুল-মৰ্য্যাদা সাৰোগত কৰি
পিতৃ গণৰ মানসী কন্যা
মেনকা দেৱীৰ বাতৰি পাই
শাস্ত্ৰ-বিধিমতে বিবাহ সমাপি
আনিলে আদৰি শুভক্ষণ চাই।
কন্যা-কুলোত্তমা সুন্দৰী মেনকা
মুনি সকলৰো দেৱী মাননীয়া
মহা-মান্যৱন্ত পৰ্বত ৰাজৰ
হ'ল মনোৰমা ভাৰ্যা বৰণীয়া ।।১৮।।

হিমালয় মেনকাৰ        যথাযোগ্য মিলন-প্ৰসঙ্গ
কালক্ৰমে পাৰ হৈ গ'ল;
মনোৰম যৌৱনত        উল্লাসিতা মেনকা এদিন
গৰ্ভৱতী হ'ল ।।১৯।।

ৰূপে গুণে সমতুল পুত্ৰ লাভ কৰিলে মেনাই
মৈনাক নামেৰে খ্যাতি লভিলে ধৰাত,
নাগকন্যাগণে আহি পতিৰূপে বৰিব খুজিলে
অপৰূপ ৰূপ দেখি কুমাৰৰ গাত।
সাগৰৰ সতে হ'ল মৈনাকৰ সখিত্ব বন্ধন
অভিন্ন হৃদয় দুয়ো সখা অনুপম —
বৃত্ৰ- শত্ৰু দেৱৰাজ ক্ৰুদ্ধ হৈ পৰ্বত ৰাজিৰ
বজ্ৰহস্তে পাখি কাটি কৰিলে স্থবিৰ,
(কিন্তু) মৈনাকে আশ্ৰয় লৈ জলধি বুকুত
ৰক্ষা পালে বজ্ৰাঘাত বেদনাৰপৰা।।২০।।

মৈনাক জন্মৰ পাছত আকৌ
সন্তান-সম্ভৱা হ'ল মেনাদেৱী।
মহেশৰ পূৰ্ব-পত্নী দক্ষ-কন্যা সতীয়ে যেতিয়া
পিতৃ মুখে পতি নিন্দা সহিব নোৱাৰি
দেহত্যাগ কৰিছিল যোগৰ বলত,
তেৱেঁই পুনৰ্জন্ম লবৰ কাৰণে
থিত দিলে শৈল্যবধূ মেনাৰ গৰ্ভত ।।২১।।

সম্যক প্ৰয়োগ জানিলে যিদৰে
উৎসাহৰ বল, নীতি-কৌশলেৰে

শ্ৰেষ্ঠ-সম্পদ পায়;
সংযত প্ৰকৃতি গিৰি হিমালয়ে
নিয়ম-সংযম মানি মেনকাক
পবিত্ৰ ভাবেৰে চায়।
পূৰ্বজন্মৰ শিৱৰ ঘৰিণী
কল্যাণময়ী সেই সতী আহি
নতুন জনম লৈ
মেনকাৰ কোলা শুৱনি কৰিলে
কন্যা-পুতলী হৈ ।। ২২ ।।

জন্মৰ সেই দিনা—
চৌদিশ প্ৰসন্ন হ'ল
বৈ গ'ল ধূলিহীন নিৰ্মল বতাহ
দেৱগণে আকাশত শঙ্খধ্বনি কৰি
পুষ্পবৃষ্টি কৰে নিৰন্তৰ।
স্থাবৰ-জঙ্গম আদি শৰীৰীগণৰো
সুখকৰ আৱেশত জাগিল পুলক ।। ২৩।।

নতুন মেঘৰ মন্দ্ৰ-ধ্বনিত
পৰ্বতৰ প্ৰান্তভূমি এৰি
উঠি যোৱা মেঘে যেনেকৈ
সেই ঠাই উদ্ভাসিত কৰে,
সেইদৰে
জ্যোতিৰ্ময়ী নৱ - কুমাৰীৰ
দেহৰ লাৱণ্য - প্ৰভা
মেনকাৰ বুকুতেই
উপচি পৰে।। ২৪।।

ৰেখা-মাত্ৰ ন-জোন
দিনে দিনে বাঢ়ি যোৱা দৰে
গিৰিবালা বাঢ়ি যায়
দিনে দিনে লাৱণ্যৰ
জেউতি চৰাই।। ২৫।।

পিতৃ আদি ইষ্ট-মিত্ৰ বন্ধু গণে
বংশৰ নাম অনুসৰি
পাৰ্বতী নাম দিলে নৱ-কুমাৰীক।
শিৱকেই পতিৰূপে পাবৰ কাৰণে
কঠোৰ তপস্যাতো
কন্যাটিক মেনকাই
চেনেহৰে কয়, -
— "উ" মোৰ লখিমী ছোৱালী,
"মা" নকৰিবা ইমান কঠোৰ এই
স্বামীৰ তপস্যা।"-
মাতৃৰ মৰম সনা
"উমা" নামেৰেই
সকলোৱে মাতে কুমাৰীক।। ২৬।।

পুত্ৰধন মৈনাকক পাহৰি পাহৰি
হিমালয়ে পাৰ্বতীক ঘূৰি ঘূৰি চায়
অতৃপ্ত দৃষ্টিৰে যেন চায়েই থাকিব
কন্যাটিক ওচৰতে ৰাখিব সদায় !
অলেখ ফুলৰ মেলা বসন্তত হয়
বনে বনে ফুলকলি ফুলিবলৈ ধৰে,
মৌ-মাখি মৌ-পিয়া ভোমোৰাৰ দল
আমৰ মলতহে আহি থুপ খাই পৰে ।। ২৭।।

উজ্জ্বল পোহৰ দিয়া শিখাৰ দ্বাৰাই
প্ৰদীপ যি দৰে হয় দীপ্তিমান;
মন্দাকিনী বৈ অহা গতি পথে যেনেকৈ
স্বৰ্গপথ দিয়ে দেখুৱাই;
বিশুদ্ধ বাক্যৰ দ্বাৰা মনীষী সকল
যেনেকৈ বিভূষিত হয়
সেইদৰে কন্যাৰত্ন পাৰ্বতীৰপৰা
হিমালয়ো বিভূষিত হ'ল।। ২৮।।

সমনীয়া সখীহঁতে স'তে
বনে বনে পাৰ্বতীয়ে
উমলিব ধৰে
কেতিয়াবা স্বৰ্গ-গঙ্গা মন্দাকিনী
বালিৰ মাজত
বেদী সাজি দৰা-কন্যা খেলে;
জগন্মাতা উমা আহি
পবিত্ৰ কুমাৰী হৈ
পাৰ্বতী ৰূপেৰে
শৈশৱৰ লীলা-খেলা কৰে ।। ২৯।।

শৰতৰ সমাগম হ'লে
হংস-মালা আহি আপোনা-আপুনি
যি দৰে ফুৰেহি ভাহি
গঙ্গাৰ বুকুত;
নিশাৰ আন্ধাৰ নাশি
জ্যোতিষ্মতী লতা
যিদৰে জিলিকি থাকে
আপোন দীপ্তিত,
পূৰ্বজন্মৰ সেই সকলো সংস্কাৰ
আপোনা-আপুনি আহি
দেখা দিলে মেধাবিনী
পাৰ্বতীৰ গাত ।। ৩০ ।।

নৱ-যৌৱন আহিল এদিন--
পাৰ্বতী যুৱতী হ'ল;
অঙ্গে অঙ্গে লাৱণ্যৰ প্ৰভা
ক্ৰমাৎ বিয়পি গ'ল।
ৰমণীৰ অঙ্গ-লতিকাত আহি
যৌৱনে দিয়া দান
অলঙ্কাৰৰ ৰতন পিন্ধাই
কাম-পুষ্পৰ বাণ।
অপৰূপ এই বয়সৰ গুণ
আপোনা-আপুনি আহি
কুমাৰীৰ দেহা শুৱনী কৰিলে
(যেন) দিব্য-কমল-পাহি।।৩১।।

কুমাৰীৰ তনু উঠিল উঠলি
যৌৱনে যেই দিলেহি দেখা,
কোনোবা শিল্পীৰ তুলিকাত যেন
উন্মিলিত হ'ল চিত্ৰৰেখা।
সূৰ্য-কিৰণ পৰি শতদল
যিদৰে জিলিকি উঠে
গিৰি-দুহিতাৰ তনুত সিদৰে
দিব্য-প্ৰতিভা ফুটে
কেনিও অকণো আঁৰ নাইকিয়া
নৱ-কলেবৰ লৈ,
দেৱী পাৰ্বতী পৰিপূৰ্ণা হ'ল
ষোড়শী যুৱতী হৈ ।। ৩২।।

যৌৱন ভৰত তলমুৰ কৈ
গিৰি-কুমাৰীয়ে যেতিয়া ধীৰেৰে
চৰণ চলাই যায়,
বুঢ়া আঙুলিৰ নখত তেতিয়া
ৰঙচুৱা এটি পোহৰ জিলিকি
পদ্ম-প্ৰকাশ পায়।
কিজানি দেৱীয়ে নখৰ প্ৰভাৰে
স্থল পদুমকে সিঁচিছে ধৰাত
মনত ধাৰণা হয়।
স্থল পদুমৰ গছৰ শোভা
দেৱীৰ চৰণ পৰশত যেন
হৈছে তেনেই লয়।। ৩৩।।

নেপুৰ পিন্ধা চৰণেৰে
ঝুমুৰ্ ঝুমুৰ্ শবদেৰে
যেতিয়া দেৱীয়ে মন্থৰ গতিৰে
গমন কৰে,
মনে ধৰে যেন--
নেপুৰ নিক্কণ
প্ৰতিদান ৰূপে পাবৰ কাৰণে
ৰাজহংসী বোৰে
শিকালে দেৱীক
এনে মনোহৰ
মৰাল গমন
থমকি থমকি যোৱা ।। ৩৪ ।।

অপৰূপ শোভা উঠিল উথলি
গিৰি কুমাৰীৰ তনু
দেৱীৰ প্ৰতিমা মানবী দেহাৰে
দিব্য প্ৰতিভা লৈ
পাৰ্বতী ৰূপে দেখা দিলে যেন
লাৱণ্য মুৰুতি হৈ।
উপমা বিচাৰি পাবলৈ নাই,
ইমান ধুনীয়া হিমাদ্ৰী তনয়া
দেৱী পাৰ্বতী আই ।। ৩৫-৪১ ।।

কণ্ঠত যেতিয়া দেৱী পাৰ্বতীয়ে
পিন্ধে মুকুতাৰ মালা

কিহেনো তেতিয়া শোভা উজ্জ্বলায়
তাকেহে নোৱাৰো ক'ব।
নয়ন-ৰঞ্জন মুকুতাৰ মালা
উমাৰ কণ্ঠত ৰৈ
অতুলন শ্ৰী বঢ়াই তোলেহি
নয়ন শোভন হৈ ।
কণ্ঠ-ভূষণ মুকুতাৰ মালা
দেৱীৰ ভূষণ হৈ
ইটিয়ে সিটিক কৰেহি ধন্য
দিব্য দেহাটি লৈ।। ৪২।।

সৌন্দৰ্যৰ অধিষ্ঠাত্ৰী দেৱী লখিমীয়ে
নিশা হলে মুগ্ধ হৈ চন্দ্ৰৰ শোভাত
চন্দ্ৰৰে আশ্ৰিতা হয়,
কিন্তু, দিনত বিকশি উঠা পদুমৰ শোভা-ভোগ
লক্ষ্মীৰ কপালত নঘটে তেতিয়া।
দিনত যেতিয়া তেওঁ কমল-দলত
কৰে অধিষ্ঠান
তেতিয়া বঞ্চিত হয় সুধাকৰ চন্দ্ৰৰ
নৈশ-সৌন্দৰ্য্যৰপৰা।
সেইহে কিজানি দেৱী লক্ষ্মীয়ে এবাৰ
পাৰ্বতীৰ দেহাশ্ৰিতা হৈ
চন্দ্ৰ আৰু পদুমৰ শোভা
একেলগে কৰে উপভোগ
অনুপম উমাৰ দেহাত
চন্দ্ৰৰ স্নিগ্ধতা আৰু পদ্মৰ প্ৰকাশ
একেলগে একে ঠাই হয়।। ৪৩।।

ফুল পাহি যদিহে নিহিত হয়
নৱ-পল্লবিত এটি কোমল পাতত,
নাইবা যদিহে থোৱাঁ মুকুতা মণিটি
ৰঙচুৱা গছপাত এখিলিত তুলি
তেতিয়া কিজানি সেই উমাৰ ওঁঠেদি
বৈ অহা মৃদুমন্দ হাঁহিটিৰ ৰূপ
সুকোমল তুলনাৰে প্ৰকাশিব পাৰি।।৪৪।।

মধুৰ ভাষিণী পাৰ্বতী দেৱীয়ে
অমৃত-বৰষা মাতেৰে যেতিয়া
কথা ক'বলৈ ধৰে

---
কুমাৰ সম্ভৱ

কোকিলৰ কুহু স্বৰো শ্ৰোতাৰ কাণত
বিষম সুৰত বজা বীণা-ধ্বনি যেন
কঠোৰ কঠোৰ লাগে।
পাৰ্বতী দেৱীৰ কণ্ঠত যেন
দিব্য ভাৱৰ পৰশ জাগে।। ৪৫।।

বতাহে চঞ্চল কৰা নীলোৎপলপাহি
বিদৰে অধিৰ হয় বিলৰ মাজত,
বৈ-পৰা চকুযুৰি দেৱী পাৰ্বতীৰ
হৰিণীৰ চকু যেন হৈ
অধীৰ দৃষ্টিৰে থাকে অপূৰ্ব সাজত।
হৰিণীৰেপৰা হৰি দেৱী পাৰ্বতীয়ে
আনিলেনে তেনে দৃষ্টি
নাইবা, দেৱীৰপৰাই নিলে
হৰিণীয়ে হৰি—
এই কথা প্ৰশ্ন হৈয়ে থাকিল সদায় ।। ৪৬।।

অঞ্জন-শলাৰে আঁকা
ধেনুৰ নিচিনাকৈ ভিৰ লৈ থকা
পাৰ্বতীৰ ভ্ৰূ-লতা দেখি
মানুহৰ মন বিমোহন কৰা
সুন্দৰ গতিৰে ভিৰ লৈ থকা
ফুলধনুৰ গৰ্বকো কৰি পৰিহাৰ
কন্দৰ্প বিভোল হ'ল
সৌন্দৰ্যৰ ৰূপ-ৰেখা দেখি ।। ৪৭।।

চমৰী- মৃগৰ নেজবোৰ যেন
নোমেৰে সজাই থোৱা
সুন্দৰ চামৰ,
এই গৰ্বতেই
সযত্নে সিহঁতে দেহি
নেজৰ আগটো নি পেটৰ তলত
ৰাতি- দিন থয় লুকুৱাই।
সিহঁতে যদিহে দেখে টৌ খেলি বৈ যোৱা
পাৰ্বতীৰ ক'লা চুলিটাৰি,
তেতিয়া বুজিব হায়! সিহঁতৰ নেজবোৰ
পাৰ্বতীৰ চুলিৰ আগত
একেবাৰে নহয় ।। ৪৮।।

কিজানিবা বিশ্বসৃজে নিজে
সকলো সৌন্দৰ্য আনি
একে ঠাই কৰি
একেলগে চাবৰ কাৰণে
বিশ্বৰ বিভূতিৰাশি সন্নিবেশ কৰি
অনুপম যতনেৰে সজাই-পৰাই
পাৰ্বতীক কৰিলে নিৰ্মাণ।। ৪৯।।

(১) কামচৰ নাৰদে এদিন
পিতৃ-সমীপত থকা
পাৰ্বতীক দেখি
এইদৰে কৈ গ'ল—

আপোন প্ৰেমৰ বলেৰে এদিন
এই কন্যা
অৰ্দ্ধাঙ্গ - হাৰিণী হ'ব
হৰ-মহেশ্বৰ ।। ৫০।।

পিতৃ-গুৰু হিমালয়ে
সত্যবাদী নাৰদৰ এই বাক্য শুনি
বিবাহৰ উপযোগী সময় হ'লতো
পাৰ্বতীৰ বাবে আৰু
আন কোনো পাত্ৰৰ নললে সন্ধান।
যেহেতু,
মন্ত্ৰপূত যজ্ঞ-হবি
একমাত্ৰ প্ৰাপ্য অগ্নিৰেই;
আন কোনো তেজস্বীয়ে
সেই হবি নোৱাৰে লভিব।। ৫১।।

দেৱদেৱ মহাদেৱে
অভিলাস নকৰিলে নিজে
কেনেকৈ হিমবানে
কন্যাদান অভিপ্ৰায় কৰিব প্ৰকাশ?
'কিজানিবা অনুৰোধ ৰক্ষিত নহয়' -
এই আশঙ্কাতে
সাধুলোকসকলৰ
অভিলাস থাকিলেও
উদাসীন হৈয়ে থাকে
নকৰে প্ৰকাশ ।। ৫২।।

(১) কামচৰ - আপোন ইচ্ছাতে ভ্ৰমি ফুৰা

পূৰ্ব জনমত
দক্ষৰ মুখত
পতিনিন্দা শুনি
সতীয়ে যিদিন
দেহ-ত্যাগ কৰিলে ধৰাত,
সেই দিন ধৰি
সতী-পতি পশুপতি
বৈৰাগ্যত কৰিছে বসতি।
নাই কৰা দাৰ পৰিগ্ৰহ ।। ৫৩।।

কৃত্তিবাস (২) পশুপতি আহি
তপস্যাত বহিবৰ বাবে
সেই গিৰি হিমালয়ৰেই
কোনো এক মনোৰম বনৰ মাজত
হ'ল উপস্থিত।
তললৈ বৈ অহা গঙ্গাৰ পূত-প্ৰৱাহত
অভিষিক্ত দেৱদাৰু-বন
মৃগনাভি-গন্ধৰ সৌৰভ আমোদিত
নিৰ্জন শৈলভূমি,
তদুপৰি কিন্নৰ-কিন্নৰীৰ
কণ্ঠ-সঙ্গীতে সেই শান্ত - বনভূমি
মুখৰিত কৰি আছে মধুৰ ভাবেৰে;
এই হেন প্ৰশান্ত স্থানত
সতীপতি শঙ্কৰ সমাধিস্থ হ'ল।। ৫৪।।

সমাধিত শঙ্কৰ অচল-অটল
অনুচৰ প্ৰমথসকলে
কাণত ফুলৰ কেৰু,
ভূৰ্জপত্ৰ পৰিধান কৰি
কৰে বিচৰণ
সুগন্ধি প্ৰলেপ সানি
শিলাজতু গোন্ধ থকা
নিজৰাৰ শিলতেই বহি
আপোন মনেৰে ফুৰে
অনাই-বনাই ।। ৫৫।।

বাহন বৃষভে তাতে
গৰ্জন কোবাই কোবাই

(২) কৃত্তি মানে চৰ্ম, বাস মানে বস্ত্ৰ অৰ্থাৎ বাঘৰ ছাল পিন্ধা শংকৰ

সদৰ্পে হুঁকৰি ফুৰে,
খুৰাৰ আগেৰে
শিলযেন হৈ থকা
তুষাৰবোৰকে
কুৰুকি কুৰুকি।
গৰুৰ নিচিনা দেখা
হৰিণাবিলাকো
ভয়তে পলায়
বৃষভক দেখি
অদূৰত সিংহই গৰ্জিলে
সদৰ্পে বৃষভে গৰ্জে
চাৰিগুণ ধ্বনি কৰি ।। ৫৬।।

যাৰ ধ্যান কৰি তপস্যা কৰিলে
অপূৰ্ণ নাথাকে একো ভক্তৰ অভীষ্ট,
সেই --
ভক্তবাঞ্ছা কল্পতৰু গঙ্গাধৰে নিজে
নাজানো কিহৰ বাবে
অপূৰ্ণ বাসনা কিনো পূৰাবৰ হেতু
সন্মুখত নিজৰেই জ্যোৰ্তিময় অগ্নি
প্ৰজ্বলিত কৰি
তপস্যাত হ'ল নিমগণ!
সাধ্য কাৰ
কাষ চাপে সেই মহা-তপস্বীৰ
তপস্যা-ভূমিত ? ।। ৫৭।।

দেৱতাৰো আদি-দেৱ
পূজনীয় সমগ্ৰ বিশ্বৰ
ত্ৰিপুৰাৰি শম্ভু আহি
কৰিছে তপস্যা--
এই কথা শুনি
গিৰিৰাজ হিমালয়ে পাদ্য-অৰ্ঘ্য লৈ
ভক্তি ভাৱে কৰিলে অৰ্চনা।
লোকাতীত ত্ৰৈলোক্যনাথৰ আতিথ্যৰ হেতু
সংযত স্বভাৱা কন্যা
পাৰ্বতীক কৰিলে নিয়োগ।
দুটি মাত্ৰ সখী সহ
হৃষ্টমনে পাৰ্বতীয়ে
ললে সেই সেৱাৰ আদেশ।। ৫৮।।

কামিনী-কাঞ্চন সমাধিৰ ঘোৰ পৰিপন্থী--
এই কথা জানিও নিজেই
জিতেন্দ্ৰিয় শঙ্কৰে দিলে পাৰ্বতীক
শুশ্ৰূষাৰ অনুমতি দান
কিয়নো --
চিত্তত বিকাৰ ঘটোৱা
সন্মুখত থাকোতেও সাক্ষাৎ কাৰণ
যিজনৰ চিত্তবৃত্তি নহয় বিকৃত
তেৱেঁইহে প্ৰকৃততে ধীৰ,
তেৱেঁইহে বীৰ ।। ৫৯।।

সুকেশী পাৰ্বতীয়ে শিৱৰ পূজাৰ হেতু
ফুল তুলি আনে,
সমাধিস্থ শঙ্কৰৰ আসন-বেদীও
কৰে পৰিস্কাৰ।
পূজা-অভিষেক কৰিবৰ বাবে
আনি দিয়ে তীৰ্থ-জল
কুশাদি সংগ্ৰহ কৰি
শম্ভুনাথৰ সেৱাৰ মাজতে
আপোন পাহৰা হয়।
কেতিয়াবা শ্ৰান্তি-বোধ আহিলে মনত
চক মুদি ধ্যান কৰা
চন্দ্ৰশেখৰক চাই
পাৰ্বতীয়ে দেখা পায়
ললাট চন্দ্ৰৰ যেন শীতল কৌমুদী জালে
শ্ৰান্তি-ক্লান্তি নিমিষতে দুৰ কৰি দিলে।। ৬০।।



## দ্বিতীয় সৰ্গ

যেতিয়া পাৰ্বতী দেৱী ধ্যানমগ্ন মহেশৰ
সেৱাত মগন,
সেই সময়তে হ'ল দেৱতাৰ অশেষ বিলৈ,
ইন্দ্ৰৰ পতন।
তাৰক অসুৰে ল'লে স্বৰ্গ সিংহাসন
দেৱতা পলাল,
ইন্দ্ৰাদি মুখ্য দেৱগণ পিতামহ ব্ৰহ্মাক বিচাৰি
সদলে ওলাল।
সকলোটি পালেগৈ ব্ৰহ্মাৰ সমীপ,
উপায় বিচাৰি ;
খাই হাবাথুৰি ।।১।।

নাই আৰু দেৱতাৰ সেই মুখশ্ৰী
কমনীয় দেহকান্তি মোলান পৰিল,
জঁয় পৰা পদুমেৰে ভৰা শোভাহীন সৰসীৰ দৰে
দেৱতাৰ ৰূপজ্যোতি তেনেই হৰিল।
প্ৰভাত সূৰ্যৰ দৰে আৰক্তিম প্ৰফুল্ল বদন
ব্ৰহ্মা আহি সমুখত উপস্থিত হ'ল,
বিপন্ন দেৱতাৰো বদন-কমল যেন
ঈষৎ প্ৰসন্ন হৈ প্ৰফুল্লিত হ'ল ।।২।।

পিতামহ ব্ৰহ্মা আহি দেখা দিওঁতেই
দেৱগণে সভক্তিৰে প্ৰণিপাত কৰি
সমস্বৰে সকলোৰে সাৰ্থক বাক্যেৰে
আৰম্ভিলে স্তৱগান ছন্দৰ লহৰি ।।৩।।

হে ভগৱান! সৃষ্টিৰ আগতে তুমি
'এক' ৰূপে বিদ্যমান আছিলাঁ অকলে
সৃষ্টিৰ প্ৰবৃত্তি হ'ল যেতিয়া তোমাৰ
সত্ত্ব-ৰজ-তমোগুণে গতিপথ ল'লে।
সত্ত্বগুণে তুমি নিজে ব্ৰহ্মা হৈ কৰিলা স্ৰজন
ৰজোগুণে বিষ্ণুৰূপে কৰিলা পালন,
তমোগুণে ৰুদ্ৰৰূপী সংহাৰ মূৰুতি ধৰি
তুমিয়েই তিনিমূৰ্তি কৰিলা ধাৰণ।
ত্ৰিমূৰ্তি স্বৰূপ তুমি হে ভগৱান,
আমি, কৰিছোঁ প্ৰণাম ।।৪।।

হে জন্মহীন! তুমিয়েই সৃষ্টি কৰা কাৰণ-জলত
অব্যৰ্থ-অমোঘ যি বীজ কৰিলা নিক্ষেপ
তাৰেপৰা হ'ল এই চৰাচৰ বিশ্বৰ উৎপত্তি
সেইহেতু তুমিয়েই সৃষ্টিকৰ্তা বুলি
ত্ৰিভুবনে তোমাৰেই ঘোষিছে গৰিমা;
প্ৰকাশিছে চৌদিশে তোমাৰে মহিমা।।৫।।

সৃষ্টি পাতনিৰ পূৰ্বে তুমিয়েই সৃষ্টি-স্থিতি-সংহাৰৰ
ত্ৰিবিধ অৱস্থা লৈ অনন্ত-শকতি নিজে কৰিলা বিকাশ
তিনি অৱস্থাৰ হ'লা তুমিয়েই কাৰণ প্ৰধান
তোমাতেই সৃষ্টি-স্থিতি প্ৰলয়ৰ হৈছে প্ৰকাশ ।।৬।।

সৃষ্টিৰ বাসনা জাগি তোমাৰ মনত
নিজেই নিজকে তুমি পুৰুষ প্ৰকৃতি ৰূপে
কৰিলাঁ বিভাগ।
সেই হেতু পুৰুষ-প্ৰকৃতি দুয়ো অংশ তোমাৰেই
দুই অংশ উৎপত্তিৰ আদি-উৎস তুমি
কীট-পতঙ্গাদি যত জীৱ-জঙ্গমৰ
পিতৃ- মাতৃ ৰূপ
তুমিয়েই জগতৰ মাতা আৰু
তুমিয়েই পিতা ।।৭।।

হে অপৰূপ!
তুমিয়েই দিন-ৰাতি কৰিলাঁ বিভাগ।
জাগৰিত হৈ তুমি থকাৰ কালত
জগত নিমগ্ন হয় সৃষ্টিৰ ধৰ্মত ;
নিদ্ৰিত যেতিয়া তুমি স্বপ্নাৱস্থা লৈ
তেতিয়া প্ৰলয় ঘটে বিশ্বব্ৰহ্মাণ্ডত।
তোমাৰেই নিদ্ৰা আৰু জাগৰণ চাই
প্ৰলয় আৰু সৃষ্টি নিতে আহে আৰু যায় ।।৮।।

হে ভগৱান!
তুমিয়েই চৰাচৰ জগতৰ সৃষ্টিৰ কাৰণ
কিন্তু, তুমি নিজে সৰ্বোপৰি কাৰণ-অতীত,
তুমি - অকাৰণ
তুমিয়েই সৃষ্টিৰ সংহাৰ কৰোঁতা
কিন্তু তোমাক সংহাৰ কৰা আৰু কোনো নাই ;
তুমিয়েই আদি, সৃষ্টিৰ পূৰ্বতো তুমি
আছিলাঁ অকলে;

আদি-অন্ত-হীন তুমিয়েই সত্য চিৰন্তন।
বিশ্ব-ব্ৰহ্মাণ্ডৰ নিয়ম কৰোঁতা
একমাত্ৰ অদ্বিতীয় তুমি
তোমাৰ বাহিৰে আৰু নিয়ম কৰোঁতা
কোনোৱেই নাই ;
তুমিয়েই তোমাৰ প্ৰভু
তোমাৰ সকলো সত্ত্বা তোমাতেহে পায়।। ৯।।

হে নিৰঞ্জন।
তোমাৰ নিজৰ স্বৰূপ একমাত্ৰ তুমিয়েহে জানা
জ্ঞানাতীত আন সকলোৰে।
নিজেই নিজকে তুমি কৰিছাঁ সৃজন
প্ৰলয় কৰোঁতা তুমি নিজেই নিজতে
হৈ থাকাঁ তেনেই বিলীন।।১০।।

হে ভগৱান!
স্থূল, সূক্ষ্ম,লঘু,গুৰু,ব্যক্ত,অব্যক্ত
সকলোটি তোমাৰেই ৰূপান্তৰ মাথোঁ।
কাৰ্যৰূপে যেনেকৈ তুমিয়েই হৈছাঁ প্ৰকাশ
কাৰণ ৰূপেৰে বৰ্তিছা লুকাই।
তোমাৰ বিভূতি কিযে অসীম অপাৰ —
অন্তহীন ৰহস্যৰ তুমিয়ে আধাৰ।। ১১।।

উদাত্ত- অনুদাত্ত স্বৰ তিনিবিধ স্বৰ সংযোগেৰে
যি বাক্য উচ্চাৰিত হয়—
যাৰ দ্বাৰা জ্যোতিষ্টোম আদি কৰি যজ্ঞকৰ্ম হয়
যজ্ঞৰ চৰম ফল স্বৰ্গপ্ৰাপ্তি হয়
তুমিয়েই হে প্ৰভু! সনাতন বেদবাক্য
(সেই) প্ৰণৱৰ প্ৰণেতা প্ৰধান
তুমিয়েই প্ৰণৱৰ স্মাৰক নিদান।। ১২।।

তত্ত্বদৰ্শী ঋষিগণে তোমাকেই
তিনিগুণ সমন্বিতা প্ৰকৃতি বুলিছে
তোমাকেই প্ৰকৃতিৰ সাক্ষী ৰূপে,
দ্ৰষ্টা আৰু দ্ৰষ্টাৰূপে
কৰিছে ব্যাখ্যান—
হে ভগৱান ! ।। ১৩।।

হে ভগৱান।
পিতৃসকলৰো তুমি পিতা
দেৱতাগণৰো তুমি পৰম দেৱতা ;
এই জগতৰ যি জন ঈশ্বৰ
তেওঁৰো তুমিয়ে' মাথো পৰম ঈশ্বৰ।
দক্ষাদি সৃষ্টিকৰ্তা সকলৰো
তুমিয়েই সৃষ্টিকৰ্তা পুৰুষ-উত্তম।
তুমি সৰ্বোত্তম ।। ১৪।।

হে সৰ্বভূতাশ্ৰয়।
তুমিয়েই হব্য আৰু তুমিয়েই হোতা
তুমিয়েই ভোজ্য আৰু ভোক্তা শাশ্বত।
তুমিয়েই জ্ঞেয় আৰু জ্ঞাতা তুমিয়েই
তুমিয়েই ধ্যাতা আৰু ধ্যেয় তুমিয়েই
তুমিয়েই পৰম পুৰুষ ।। ১৫।।

দেৱতাগণৰ এনে মনোহৰ স্তুতিবাক্য শুনি
প্ৰসন্ন নয়নে ব্ৰহ্মাই এইদৰে শুনু ৰালে
সম্ভাষণ বাণী ।।১৬।।

জগতৰ আদিকবি চতুৰ্মুখ ব্ৰহ্মাৰ
বাক্য উচ্চাৰিত হ'ল ;
দেৱগণ স্তব্ধ হৈ কাণ পাতি ৰ'ল ।। ১৭।।

হে পৰাক্ৰান্ত দেৱগণ! ব্ৰহ্মাই সম্বোধিলে,
আজানুলম্বিত বাহুৰ বলত তোমালোকে নিজে নিজে
অক্ষুণ্ণ ৰাখিছাঁ সবে নিজ অধিকাৰ।
কিন্তু তথাপিও সকলোটি আহি
উপস্থিত হোৱা বাবে স্বাগত জনাওঁ।
কোৱাঁচোন সকলোৰে মঙ্গলনে বাতৰি ? ।। ১৮।।

ইকি ! দেৱতাৰ মুখ-প্ৰভা প্ৰসন্নতা
কিহত বিলীন হ'ল ?
কুঁৱলীয়ে ঢাকি থোৱা তাৰকাৰ দৰে
ইমান মলিন কিয় বদন-মণ্ডল?
কোৱা দেৱগণ! কিয় এই বিপৰ্যয়
ঘটিছে হঠাৎ ? ।। ১৯।।

বৃত্ৰ-হন্তা দেৱেন্দ্ৰৰ বিপুল ধনুত থকা
সমুজ্জ্বল নানাচিত্ৰ-প্ৰভাৰে উজ্জ্বল
দেখা নাই আজি কিয়?
অপৰাজেয় সেই ত্ৰৈলোক্য বিজয়ী ইন্দ্ৰধনু আজি

কিহৰ আঘাত পাই
ইমান নিস্তেজ হ'ল ? ২০।।

শত্ৰুৰ সমন্ ৰূপী বৰুণৰ পাশ
আজি কিয় ইমান নিস্তেজ দেখোঁ ;
মন্ত্ৰৰ প্ৰভাব পৰা
ফণধৰ কালসৰ্প যেন
শক্তিহীন হৈ আজি পৰি আছে
লেতু-সেতু হৈ?
কোঁৱা, কিয় এই দশা হ'ল ? ২১।।

ডালভগা গছৰ নিচিনাকৈ
শুদা হাতে কিয় আজি দেখোঁ কুবেৰক ?
কোনে নিলে কুবেৰৰ চিৰসঙ্গী গদা ?
কাৰ ওচৰত হ'ল এনে পৰাজয় ?
কোৱাঁ, দেৱগণ ! অঘটন কিনো বাৰু
ঘটিল হঠাৎ ? ২২।।

ইকি ! যমৰাজ, তোমাৰো দেখিছোঁ কিয়
অতি শোচনীয় বেশ ?
যি দণ্ড লৈ তুমি ত্ৰিলোকৰ ধৰ্মৰাজ হ'লা —
সেই ৰাজদণ্ড আজি তেজহীন কিয় ?
অধোমুখে যমৰাজে দণ্ডৰ আগেৰে
মাটিত আঁকিছে কিয় কিবা ভাবি ভাবি ?
জুই-শিখা নাইকিয়া এঙ্গাৰৰ দৰে
যমৰ লাখুটি কিয় ইমান নিস্তেজ ? ২৩।।

তেজোময় দ্বাদশ আদিত্য আজি
ইমান নিস্তেজ কিয় ?
যাৰপিনে চকু দিলে চকুত জলক লাগে
সেইহেন জ্যোতিৰ্ময় দেৱতাৰ আজি
কিয় এনে দশা ;
আদিত্যৰ সেই তেজ কোনে হৰি নিলে ? ২৪।।

কৰবাত গতিৰোধ হ'লে
সাগৰ খিয়াই যোৱা জলস্ৰোত যেনেকৈ
অকস্মাৎ বিপৰীতে বয়—
সেইদৰে আজি দেখোঁ
বিশৃঙ্খল সঞ্চালন হৈছে বায়ুৰ ?
কোনোবাই যেন আজি
গতি-ৰোধ কৰিলে বায়ুৰ।
কি কথা কোৱা মোক
সকলো বিৱৰি।। ২৫।।

মুখ ভাতি ৰুদ্ৰৰ বলে
ত্ৰিভুবন প্ৰকম্পিত হয়,
সেই হেন একাদশ ৰুদ্ৰ আজি
ইমান নিশ্চল কিয় ?
শিৰ-শোভা জটা-মৌলি
ওলমি পৰিল কিয় ?
সামৰ্থ্য বিহীন হ'ল ৰুদ্ৰ একাদশ ।। ২৬।।

কোৱাঁ দেৱগণ !
কিনো অঘটন ঘটিল সবাৰ ?
নিজ নিজ পদ অধিকাৰ কৰি
প্ৰতিষ্ঠিত হৈ থকা দেৱতাসকল।
কোন সেই বলীয়ান ক'ৰপৰা আহি
অধিকাৰ চ্যুত কৰি দেৱলোক
জয় কৰিলেহি ? — কোৱাঁ মোক
সকলো বিৱৰি ।। ২৭।।

তোমালোক সকলোটি পুত্ৰতুল্য মোৰ
নিৰ্ভয় মনেৰে কোৱাঁ আদ্যোপান্ত
সকলো ঘটনা। সকলোটি মিলি আজি
কিয়বা আহিলাঁ, কোৱাঁ, মোৰ সমীপলৈ' ?
মই মাত্ৰ সৃষ্টিকৰ্তা ; ৰক্ষাৰ সকলো ভাৰ
ভাগে ভাগে দিয়া আছে দেৱতাগণক
স্পষ্টভাৱে কোৱাঁ মোৰ কৰ্তব্য এতিয়া ।। ২৮।।

পিতামহ ব্ৰহ্মাৰ অনুকূল ভাৱৰ সঁহাৰি পাই
সহস্ৰলোচন সুৰপতি ইন্দ্ৰই ইঙ্গিত দিলে
দেৱগুৰু বৃহস্পতি দেৱতাক বিৱৰি কৰলৈ'।
পদুমে হেন্দুলি থকা সৰসীত যেন
সুকোমল বতাহৰ হিল্লোল লাগি
সহস্ৰ কমল দল উঠিল বিকশি।। ২৯।।

সহস্ৰ নয়ন ইন্দ্ৰতকৈও দূৰদৰ্শিতাত অধিক পটু
দুটি চকু থকা সুৰগুৰু বৃহস্পতিয়ে
আপোন বাগ্মিতা লৈ
মুক্তহস্তে কমলাসনক
বিৱৰি কবলৈ' আৰম্ভ কৰিলে

কিনো সেই কথা ; অঘটন ঘটিল কিহঁত ।৩০।।

ভগৱান !

দেৱতাৰ স্বাধি কাৰ প্ৰবল শত্ৰুৱে আছি
হৰিলে তেনেই ।
অন্তৰ্যামী তুমি নিজে প্ৰত্যেক হিয়াতে প্ৰভু
কৰিছাঁ নিবাস।
দেৱতাৰ বিপৰ্যয় বাৰ্তা জানো তুমি
জনা নাই নিজে? ৩১।।

তোমাৰ পৰাই সিযে বৰলাভ কৰি
জগতত নানাবিধ অমঙ্গল কৰিছে সূচনা
ধূমকেতু আকাশত ওলালে যিদৰে
সন্ত্ৰস্ত জগতবাসী হয় পৃথিৱীত
তাৰক নামেৰে সেই অসুৰেও আজি
সেইদৰে পৃথিৱীক কৰে আশঙ্কিত।।৩২।।

তাৰকাসুৰৰ ভয়ত বিব্ৰত হৈ
কঠোৰ কিৰণ দিয়া সূৰ্যও নিস্তেজ
তীব্ৰ তাপ নোৱাৰে কৰিব দান।
অসুৰৰ পুখুৰীত খন্তেক কিৰণ দি
পদুম ফুলাব লাগে মৃদু ৰশ্মি দানে।
ভয়ত সূৰ্যৰ আজি এনুৱা বিলাই।। ৩৩।।

শুক্ল-কৃষ্ণ উভয় পক্ষতে আজি
সুধাকৰ ষোলকলা পূৰ্ণ হৈ থাকে,
তাৰক পুৰীত শুভ্ৰ জ্যোৎস্না ঢালি
অসুৰৰ সেৱা কৰে অতি সন্তৰ্পণে।
চন্দ্ৰশেখৰৰ কপালত থকা সেই
ৰেখাটিৰ বাদে
সম্পূৰ্ণ কিৰণ দিয়ে অসুৰ পুৰীক ।। ৩৪।।

কিজানিবা বা লাগি ফুল সৰি পৰে
ডাল ভাগি ফুল ছিগি যায়,
এই ভয়তেই আজি সমীৰণ আৰু
উদ্যানৰ পিনে প্ৰভু সমূলি নাযায়।
তাৰকাসুৰৰ কাষতেই থাকি
মৃদু মৃদু বা দি
অসুৰৰ দেহাকে জুৰায়।।৩৫।।

ঋতুৰ পৰ্যায়ক্ৰমে অহা-যোৱা আজি আৰু নাই ---
সকলো ঋতুৱে আজি একেলগ হৈ
সকলো ঋতুৰ ফুল একে সময়তে
অসুৰৰ উদ্যানত ফুলাব লাগিছে।
অসুৰৰ কেউপাশে ছয় ঋতু বৈ
অপেক্ষা কৰিছে নিতে ত্ৰস্তমান হৈ ।।৩৬।।

সাগৰত জন্মহোৱা ৰত্নৰাজি বাছি
সাগৰে দিয়েহি ৰত্ন অসুৰক আনি
অসুৰৰ গ্ৰহণ-যোগ্য ৰত্ন বাছি বাছি
সাগৰৰ লাগিছে ভাগৰ,
তথাপিও ভয়তেই দিনে-ৰাতি বিচাৰিছে
সাগৰ গৰ্ভত থকা মহাৰ্ঘ ৰতন।। ৩৭।।

বাসুকি প্ৰমুখ কৰি নাগৰাজ গণ
ওৰে নিশা তাৰকৰ চৌপাশ বেৰি
সন্তৰ্পণে ফণা তুলি থাকে থৰ হৈ ;
ফণাৰ মণিৰ জ্যোতি জলমল্ কৈ
নিশ্চল-শিখা থকা প্ৰদীপৰ দৰে
ওৰে ৰাতি জ্বলি থাকে সমুজ্জ্বল হৈ ।। ৩৮।।

আশা কৰি অসুৰৰ কৃপা অনুগ্ৰহ
দেৱৰাজ ইন্দ্ৰয়ো নিজেই
কল্প-বৃক্ষত ফুলা অনুপম
কুসুম ৰাশি
সঘনে ভেঁটাই থাকে
দূতৰ হাতত ।। ৩৯।।

কিন্তু পিতামহ !
ইমান তৎপৰ হৈ সেৱা কৰোতেও
অসুৰৰ মন আমি নাপাওঁ দেৱকুলে
যিমান কাকুতি কৰোঁ স্বৰ্গৰাজ বুলি
সিমানে অধিক হয় অসুৰৰ অত্যাচাৰ
দুধৰ্ষ চৰিত্ৰ সেই প্ৰতাপী অসুৰ ? ৪০।।

সুৰ ললনাৰ অতি প্ৰিয় নন্দন বনৰ
তৰু লতা পল্লৱৰ সকলো সৌন্দৰ্য
নিষ্ঠুৰ অসুৰে হায়, মৰিমুৰ কৰিলে তেনেই,
দেখি আজি দেৱতাৰ চকুলো ওলায় ।। ৪১।।

---
কুমাৰ সম্ভৱ

দুৰ্দান্ত তাৰকাসুৰ যেতিয়া নিমগ্ন হয়
ঘোৰ টোপনিত
যুদ্ধত বন্দী কৰা সুৰ-নাৰীগণে
বা-দিয়ে ধীৰে ধীৰে
অতি সন্তৰ্পণে।
মনৰ দুখত সেই দেৱ-নাৰীগণে
নীৰৱে চকুলো টুকি
. লিগিৰীৰ কাম কৰে
দানৱ ৰাজৰ ।। ৪২।।

সবিতা-ৰথৰ ঘোঁৰাৰ খুৰাই
যি মেৰু-শৃঙ্গ আঘাত কৰি
সূৰ্যক নিয়ে টানি ;
সেইহেন পুণ্য পৰ্বতৰ
টিংবোৰ ভাঙি ভাঙি লঠঙা কৰিলে—
তাৰকাসুৰে সেইবোৰ আনি
তাৰ উদ্যানত ৰচিছে বিবিধ
ক্ৰিয়া কৌতুকৰ ঠাই ;
ইমান ক্ষমতা লভিছে অসুৰে
মৰণ বিহীন জনম পাই ।। ৪৩।।

পিতামহ !
শুনাচোঁ সম্প্ৰতি এটি কৰুণ-কাহিনী
ভাবিলে হিয়াত লাগে বেজাৰৰ বেথা
স্বৰ্গ-গঙ্গা সুৰেশ্বৰী মন্দাকিনীৰ
পূৰ্বশ্ৰী তেনেই হেৰাল ।
বুকুৰেদি বৈ আছে মাথোঁ পানী ধাৰা
দিগ্‌গজ বিলাকৰ মদ বাৰি পৰি
সিও হ'ল কলুষিত ;
তাত ফুলা সোণৰ পদুম ফুল
আজি আৰু এপাহিও নাই
দিলেহি তাৰকে নিজ পুখুৰীত ঠাই ।। ৪৪।।

কেতিয়া কোন পিনে ওলাবহি তাৰক অসুৰ —
এই ভয়তেই আজি আকাশতো নচলে বিমান ;
বাটপথ সকলোতে সেইদৰে ঘটিছে বিভ্ৰাট —
কোনো পিনে সচলনি চলাচল নাই দেৱতাৰ।
স্বৰ্গবাসী দেৱতাই মৰ্ত্যলোক দৰ্শনৰ সুখ
পাহৰি পেলালে আজি হিয়া ভৰা দুখ
কোন বাটে, কেনি যাব, উপায় বিহীন --
স্বৰ্গ আজি অসুৰৰ কবলত লীন ।। ৪৫ ।।

যাজ্ঞিক সকলে আৰব্ধ যজ্ঞৰ অগ্নিত আমন্ত্ৰিল,
উপস্থিত যজ্ঞভাগী দেৱতাসকল · ·
এনে সময়তে গৈ কপট অসুৰে
দেৱতাৰ ৰূপ ধৰি যজ্ঞৰ মুখৰপৰা
কাঢ়ি আনি খাই থয় আজ্যাদি নৈবেদ্য।

পিতামহ !
নিৰুপায় হৈ আমি অসুৰৰ অত্যাচাৰ
নীৰৱে সহিছোঁ
অনাহাৰ অনিদ্ৰাত চৌদিশে
আন্ধাৰ দেখিছোঁ
যজ্ঞভাগ বিনে আৰু দেৱতাৰ খাদ্য একো নাই ।।৪৬।।

শ্বেতকায় উচ্চৈঃশ্ৰবা দেৱৰাজ ইন্দ্ৰৰ
অশ্ব গৌৰৱৰ,
সুৰপতিক লৈ ফুৰা সেই অশ্ব ইন্দ্ৰৰ যশস্যা
দুৰন্ত অসুৰে হৰি নিলে হাতলৈ
ইন্দ্ৰ আজি কীৰ্তিহীন, যশহীন, অসহায় হ'ল ।।৪৭ ।।

সন্নিপাত বিকাৰত তেজস্কৰ ঔষধেও
যেনেকৈ সু-ফল নিদিয়ে সিমান,
সেইদৰে নৃশংস তাৰকাসুৰকো আমি
নাই পৰা কোনোমতে কৰিব শাসন,
সকলোতে দেৱকুল বিপদ সঙ্কুল ।। ৪৮ ।।

দেৱতাৰ শেষ-আশা, সিও হ'ল তেনেই নিৰ্মূল।
ভাবিছিলোঁ-- বিষ্ণুৰ সুদৰ্শন চক্ৰৰ দ্বাৰাই
অসুৰক জয় কৰি স্বৰ্গৰাজ্য কৰিম উদ্ধাৰ ;
কিন্তু পিতামহ ! সিও ব্যৰ্থ হ'ল।
অসুৰৰ কণ্ঠচ্ছেদ কৰিবৰ হেতু
বৈকুণ্ঠপতিয়ে চক্ৰ কৰিলে নিক্ষেপ,
কিন্তু হায় ! অসুৰৰ কঠিন কণ্ঠত লাগি
সুদৰ্শন চক্ৰ-মুখ বেঁকা হৈ গ'ল,
অগ্নি-স্ফুলিঙ্গৰ দৰে
জুই ফিৰিঙতিবোৰ
অসুৰ-কণ্ঠৰ সতে সংঘৰ্ষ হ'লত
তিৰ্ বিৰ্ তিৰ্ বিৰ্ কৰিব ধৰিলে।
পদ্মৰাগ মণিৰ নিচিনাকৈ

সুদৰ্শন চক্ৰ গৈ অসুৰ কণ্ঠত
জিলিকি উঠিল ।।৪৯।।

তাৰকৰ শক্তিশালী গজৰাজ বোৰে
ইন্দ্ৰৰ ঐৰাৱতক
পৰাজিত কৰিলে তেনেই।
পৰ্বতৰ গাত দন্তাঘাত কৰি
বিজয় কাহিনী কৈ ফুৰিছে বনাই।
সেই কথা ক'বলৈও কাৰো আজি
একো অধিকাৰ নাই ।।৫০।।

হে বিভূ! মুক্তিকামী ব্যক্তিয়ে যি দৰে
জৰা-মৰণ-দুখ-জয় কৰিবৰ হেতু
ধৰ্মৰ সাধনা কৰে,
সেইদৰে আমি আজি তোমাৰ কাষত
অত্যাচাৰী অসুৰক জয় কৰিবলৈ
বিচাৰিছোঁ সেনাপতি এজন।
তুমি সৃষ্টি কৰিছিলাঁ এই ত্ৰিভুৱন,
ত্ৰিলোক ৰক্ষাৰ বাবে
সৃষ্টি কৰাঁ আজি তুমি
সেনাপতি জনো ।।৫১।।

এনেকুৱা সেনাপতি বিচাৰিছোঁ আমি
যিজন সমৰ্থ হ'ব অসুৰৰ কবলৰ পৰা
দেৱসৈন্য সকলক ৰক্ষা কৰিবলে।
যিজনক সমৰক্ষেত্ৰৰ সমুখত লৈ
দেৱৰাজ ইন্দ্ৰও সমৰ্থ হ'ব
বিজয় লক্ষ্মীক পুনু উদ্ধাৰৰ হেতু ।।৫২।।

ওপৰত কোৱাদৰে দেৱগুৰু বৃহস্পতিৰ
বাক্য শেষ হোৱাৰ পিছত
প্ৰত্যুত্তৰ দিলে ব্ৰহ্মাদেৱে।
গুৰু-গম্ভীৰ গৰ্জন অন্তত
প্ৰবল বৰ্ষণ যিদৰে হয়
তাতোকৈও মনোহৰ ভাবে
পিতামহ ব্ৰহ্মাৰ গম্ভীৰ বচন
প্ৰতিভাত হ'ল।।৫৩।।

বৎস !
দেৱতাৰ এই অভিলাস হ'ব পৰিপূৰ্ণ,
কিন্তু কিছুকাল প্ৰতীক্ষাৰ আছে প্ৰয়োজন।
সেনাপতি সৃষ্টিৰ বিষয়ে মই নিজে
একোকে নকৰোঁ।
যেহেতু ।।৫৪।।

সেই তাৰক অসুৰ আজি মোৰ বৰতেই
দিনে দিনে বাঢ়িছে ইমান।
নিজে বাক এনেদৰে শক্তিমন্ত কৰি
আগুৱাই দি আছোঁ প্ৰবল বেগেৰে
ময়ে তাক নকৰোঁ সংহাৰ,
নিচিনি কোনোৱে যদি গছ পুলি ৰোৱে
লহপহ কৰি বাঢ়ি অহা গছ-জোপা
বিহগছ বুলি জানিলেও
নিজেই ছেদন কৰা
উচিত নহয় ।।৫৫।।

তাৰক অসুৰে পূৰ্বে এইবৰ মাগিছিলে মোক,
'দেৱতায়ো নোৱাৰিব বধিব পৰাণ'
'তথাস্তু' বুলিলো ময়ো।
তাৰক অসুৰে যিদৰে এদিন
কৰিছিল কঠিন তপস্যা,
কিজানি ত্ৰিজগৎ ভস্ম হয়
সেই কাৰণেই
বৰদান দি তাক কৰিলোঁ নিৰত ।।৫৬।।

সেই প্ৰচণ্ড অসুৰ যেতিয়া যুদ্ধত নামে
একমাত্ৰ ত্ৰিপুৰাৰিৰ বীৰ্যাংশৰ বিনে
আন কেঁৱে তাৰ তেজ নোৱাৰে সহিব।।৫৭।।

সেই, তমোগুণাতীত পৰমাত্মাৰূপী
শম্ভুৰ স্বৰূপ, প্ৰকৃত মাহাত্ম্য
মই কিম্বা বিষ্ণু কোনোজনে
সঠিক নাজানো
ইমান মহিমাময় তেওঁ।।৫৮।।

সেই জ্যোতিৰ্ময় মহাদেৱ তপস্যাত সমাহিত।
অয়স্কান্ত (১) মণিৰে যিদৰে
কঠিন লোহাকো পাৰি
আকৰ্ষণ কৰিব সহজে।
সেইদৰে শম্ভুৰ

(১) চুম্বকৰ গুণ থকা এবিধ মণি।

সমাধি-নিশ্চল হিয়া
ত্ৰিলোক-সুন্দৰী উমাৰ সৌন্দৰ্যৰে
গলাবৰ বাবে
তোমালোকে কৰাঁগে সকলো উপায়।
কিয়নো ............................. ।। ৫৯ ।।

এই ব্ৰহ্মাগুত শম্ভু আৰু মোৰ
এই দুজনৰ বীৰ্য
যথাক্ৰমে হিমাদ্ৰি-দুহিতা উমা
আৰু শম্ভুৰ জলময়ী মূৰ্তিয়েহে
ধাৰণ কৰিব পাৰে ।। ৬০ ।।

সেই শিতিকণ্ঠৰ পুত্ৰ জন্ম হ'লে
সেনাপতি ৰূপে তেওঁকেই পাবাঁ
আপোন বীৰ্যৰ বলে তেৰেঁই এদিন
অসুৰক পৰাজয় কৰি
দেৱতাক কৰিব উদ্ধাৰ ।। ৬১ ।।

এইদৰে উপদেশ দান কৰি
জগৎ-কাৰণ ব্ৰহ্মা অন্তৰ্হিত হ'ল।
দেৱতা সকলো পুনু কৰ্তব্য নিৰ্ণয় কৰি
উলটিল সৰগৰ পিনে ।। ৬২ ।।

সুৰপতি পুৰন্দৰে শম্ভুৰ হৃদয়-জয়ৰ বাবে
কন্দৰ্পকে উপযুক্ত ভাবি
মাতি আনি বিবৰিলে।
সকলোটি কথা ।। ৬৩ ।।

ভুৱনমোহন সেই মদনৰ কণ্ঠদেশত
ৰতিৰ বলয় দাগ জিলিকি আছিল,
অপৰূপ ৰমণীৰ সুলুলিত ভ্ৰূ-লতা যেন
ফুল-ধনু মদনৰ কণ্ঠত আছিল।
মদনৰ চিৰ সখা বসন্তই আনিছিল
পঞ্চ বাণৰ শ্ৰেষ্ঠবাণ আমৰ মুকুল ;
জগতৰ মনোমোহন ৰূপে
ৰতিপতি আহি
আলোকিত কৰিলেহি
দেৱতাৰ সভা ।। ৬৪ ।।

০

## তৃতীয় সৰ্গ

বহি আছে দেৱৰাজ দেৱ-সভা পাতি
এনেতে মদন গৈ হ'ল উপস্থিত ;
সহস্ৰাক্ষ ইন্দ্ৰৰ সহস্ৰ লোচন
মদনৰ ওপৰতে হ'ল নিপতিত।
চন্দ্ৰ, সূৰ্য, বায়ু আদি মুখ্য দেৱগণে
স্বৰ্গৰাজ ইন্দ্ৰৰ মুখলৈ চায় ;
ইন্দ্ৰৰ মুখ কিন্তু মদনৰ পিনে
স্বাগত সম্ভাষণ সাদৰে জনায়।
নগণ্য যিজন আজি, প্ৰয়োজন হ'লে
প্ৰভুৰ আদৰ যত্ন পায় বিলক্ষণ,
মুহূৰ্ততে বন্ধু হৈ লাভ কৰে তেওঁ
প্ৰভুৰ অপাৰ স্নেহ, আদৰ যতন ।। ১ ।।

মদনক দেখিয়েই মাতিলে ইন্দ্ৰই
'এই ফালে' 'এই ফালে' বুলি --
সিংহাসনৰ অতি কাষলৈ টানি
বহুবালে মদনক সাদৰ সম্ভাষি।
স্বৰ্গৰাজ ইন্দ্ৰৰ সমাদৰ পাই
তৰুণ কন্দৰ্প যেন বিগলিত হ'ল —
ইমান সম্মান আৰু অনুগ্ৰহ যেন
নোৱাৰিলে কন্দৰ্পই কৰিব গ্ৰহণ
এনে ভাবে নতশিৰে বিনয় বাক্যেৰে
মিহি মিহি শবদেৰে সম্বোধি ইন্দ্ৰক
ক'লে কন্দৰ্পই — ।। ২ ।।

হে দেৱ! কোৱাঁ মোক তিনিও লোকত
কৰণীয় কি কাম আছে,
স্মৰণ কৰিছাঁ মোক কিহৰ কাৰণে
কৈ দিয়া সুৰপতি
সাধিম সকলো কাম —
ৰাখিম তোমাৰ মান
আজ্ঞাদিয়া দয়াকৰি এই সেৱকক ।। ৩ ।।
আকৌ কোনোবাজনে কঠোৰ তপস্যা কৰি
যদিহে হৰিব খোজে ইন্দ্ৰত্ব তোমাৰ,
কৈ দিয়াঁ কোন সেই অতপালি কৰা
থৰে থৰে থৈ দিওঁ।
মোৰ এই পুষ্প বাণ মাৰি ।।৪ ।।

সংসাৰৰ জন্ম-জৰা-মৰণৰ হাত সাৰি
মুক্তি বিচৰা এনে কোনো
আছেনেকি কেনিবা সৃষ্টিত,
যাক তুমি মনোনীত নকৰা সমূলি?
আছে যদি কোৱা ততালিকে
পঠিয়াই দিওঁ মোৰ সুন্দৰী এদল
কটাক্ষ দৃষ্টিৰে তাক নিমিষতে গৈ
জপ-তপ-শেষ কৰি থৈ দিব
কামাতুৰ দোৰ্দ্দোৰ সংসাৰীকৈ।। ৫ ।।

যদিহে কোনোবাজনে নীতি-শাস্ত্ৰ-বিদ্
'দৈত্যগুৰু উশনাৰ (১) কূট-নীতি শিকি
সংসাৰৰ কোনোৰূপ কুটিল বান্ধত
এতিয়াও বান্ধ খোৱা নাই
নদীৰ বানৰ দৰে সমৃদ্ধিৰে যদি
উপচি পৰিছে তেনে কোনোজন
বিষয়-বাসনা-ভোগ-অনুৰাগ-ৰূপ
গুপ্তচৰ পঠিয়াই দিওঁ ততালিকে
নষ্ট কৰোঁ সিজনৰে ধৰ্ম-অৰ্থ মই।
ক'ত আছে, কোন তেওঁ, কওক দেৱৰাজ ।।৬।।
আছেনেকি ক'ৰবাত এনে কোনো
পতিব্ৰতা, বলিষ্ঠ- হৃদয়া সুন্দৰী ৰমণী
দেহৰ লাৱণ্য লৈ কটাক্ষ দৃষ্টিৰে
চঞ্চল কৰিছে মন ইন্দ্ৰদেৱতাৰ ?
কৈ দিয়া কোন সেই নিতম্বিনী
কামিনী-কুসুম, কি নামে পাম পৰিচয়,
এতিয়াই আহি তেওঁ লাজ-কাজ এৰি
ধৰিবহি তোমাক সাৱটি ।। ৭।।

অতিশয় কামুক যিজন উন্মত্তা নাৰীৰ কাষত
স্বভাবতে পৰাজয় ঘটে যিজনৰ,
তেনে কোনো কাৰণত কিম্বা কোনো ভুলৰ কাৰণে
তুমি যদি পৰাজয় কৰিছাঁ স্বীকাৰ
নামটি শুনোৱা মোক সেই ৰমণীৰ
এনে ভাৱে জৰ্জৰিত কৰিম বাণেৰে
পল্লৱ-শয্যাত পৰি সেই ৰমণীয়ে
ছট্ ফট্ কৰি তোমাকেই বিচাৰিব
নকৰিব জীৱনত এইহেন দুষ্কৰ্ম দুনাই।। ৮।।

হে বীৰ, প্ৰসন্নতা লভি মোক দিয়াচোঁ উত্তৰ —
তোমাৰ অমোঘ বজ্ৰ
কিছুপৰ বিশ্ৰাম কৰক।
দেৱতাগণৰ এনে কোন শত্ৰু আছে
ক'ত আছে এনেকুৱা দৈত্য-দানৱ,
মোৰ একবাণৰ আঘাত পাই
হীনবল নোহোৱাকৈ থাকিব পাৰিব
সুন্দৰীহঁতৰ ৰোষত কম্পিত হোৱা
অধৰৰ পিনে চালেও সিহঁতে
ত্ৰাহি ত্ৰাহি কৰিব ভয়ত।। ৯।।

অধিক বিৱৰি আৰু কিনো ক'ম দেৱৰাজ
এই কথা জানিব স্বৰূপ
ত্ৰৈলোকত মোৰ একো অসাধ্যই নাই
ফুলধনু,ফুলবাণ মোৰেই অমোঘ ৰূপ।
মই যদি ঋতুৰাজ বসন্তক পাওঁ সহচৰ
ধীৰ, স্থিৰ, পিণাক-পাণি হৰৰো তেনেই
ধৈৰ্য্যচ্যুতি ঘটাব পাৰিম
ফুলৰ বাণেৰে সেই প্ৰশান্ত-হৃদয়
হৰৰো মনতো পাৰোঁ তৰঙ্গ তুলিব।।১০।।

মদনৰ শক্তি আৰু আগ্ৰহৰ কথা শুনি
দেৱৰাজে লভিলে সন্তোষ।
সিংহাসনৰ যি-পাদপীঠ
আক্ৰান্ত হ'বৰ সম্ভাৱনা হৈছিল
উৰু-স্থিত চৰণ-খনি তাতে আনি থ'লে।। ১১।।

সখা ! যি-কথা বখানিলা তুমি
সকলোটি সম্ভৱ তোমাৰ।
তোমাৰ অসাধ্য একো নাই।
মোৰ অস্ত্ৰ কেৱল দুপাত
এক মোৰ বজ্ৰ
দ্বিতীয়তে তুমি সখা
কাম-বাণ-ধাৰী।
তপোবীৰ্যশালীৰ ক্ষেত্ৰত
বজ্ৰ মোৰ নিস্ফল তেনেই।
এনে কোনো ঠাই নাই ।
এনে কোনো বীৰ নাই

---

(১) উশনা - শুক্ৰাচাৰ্য

---

কুমাৰ সম্ভৱ

তোমাৰ বাণেৰে য'ত
কামনাৰ ঢৌবোৰ নোৱাৰি তুলিব।
তুমি মোৰ সৰ্বভেদী
মহা অস্ত্ৰ আদি ।। ১২।।

তোমাৰ সামৰ্থ্য মই জানোঁ ভাল দৰে
গুৰুতৰ কাৰ্য মোৰ সাধিব লাগিব,
তুমি মোৰ আপোন এজন ভাবি
এই কাম পাচিলোঁ তোমাক।
ভাবিচোৱাঁ — পৃথিৱীক ধৰি থকা অনন্ত নাগকে
বিশ্বম্ভৰ্ বিষ্ণুৱেও শয্যাৰূপে লৈ
অনন্তকে কৰিলে নিযুক্ত ।। ১৩।।

সংসাৰী-চেতনা-হীন হৰৰ হৃদয়ো তুমি
ফুলৰ বাণেৰে পাৰাঁ কৰিব চঞ্চল
এই কথা শুনি মোৰ অপাৰ আনন্দ হ'ল,
মনত লভিলোঁ মই আশাৰ সম্বল।
যজ্ঞভাগী দেৱতাৰ পৰাক্ৰমী শত্ৰু এক
দেখা দিছে স্বৰ্গৰ মাজত
অথিৰ-অবিৰ হৈ দেৱগণ ফুৰিছে বনাই,
দেৱতাৰ অভিপ্ৰায় কওঁ শুনা সখা,
--- তুমি আজি দেৱতাৰ সন্মান ৰাখাঁ।।১৪।।

দেৱতাক লাগে আজি শিৱ-বীৰ্য সমুৎপন্ন
সেনাপতিজন
তেনেহলে অসুৰক সমূলি নিৰ্মূল কৰি
জয় হ'ব ৰণ।
মহাদেৱ নিজে আজি বাহ্য জ্ঞান-শূন্য হৈ
মগ্ন সমাধিত,
সেই অৱস্থাতে তুমি কামৰ বাণেৰে বিন্ধি
হৰাগৈ চিত।
কামাতুৰ হ'লে তেওঁ দেৱতাৰ অভিপ্ৰায়
পূৰ্ণ হ'ব সখা !
এই কাৰ্য কৰি তুমি দেৱতা সবৰ
মান-যশ, ৰাখাঁ ।। ১৫।।

সংযত হৃদয় মহাদেৱ যাতে
পৰম পবিত্ৰ সেই হিমাদ্ৰি দুহিতা
পাৰ্বতীৰ অনুৰক্ত হয়,

এইফেৰা কাম কৰি তুমি
আনি দিয়া দেৱতাৰ জয়।
তিনিও লোকত থকা ৰমণী কুলৰ
একমাত্ৰ পাৰ্বতীৰ বিনে
নাই কোনো নাৰী-শক্তি ৰুদ্ৰ দেৱতাৰ
মহাবীৰ্য ধাৰণ কৰিব পাৰে,
পিতামহ ব্ৰহ্মাদেৱে এই কথা কৈ
দেৱতাক তৃপ্তি দিলে মধু সান্ত্বনাৰে।। ১৬।।

নগেন্দ্ৰৰ কন্যা দেৱী পাৰ্বতীৰ বাবে তুমি
ভাবিবৰ নাই প্ৰয়োজন,
তপস্যা-নিমগ্ন সেই ৰুদ্ৰৰ সেৱাত
হিমালয়ে পাৰ্বতীক কৰিছে প্ৰেৰণ
এই কথা অপেশ্বৰী সকলৰ মুখে
জানিব পাৰিছোঁ মই
অতি সংগোপনে
দুয়োকে পাবাঁগে তুমি পৰ্বত শীৰ্ষত।।১৭।।

কাৰ্য-সিদ্ধি সঙ্কল্পেৰে যাত্ৰা কৰা তুমি
সাধাগৈ দেৱতাৰ এই প্ৰয়োজন ;
যদিও কাৰণ-ৰূপী পাৰ্বতীৰে বিনে
এই কাৰ্য কোনোমতে নহয় সাধন
তুমিহে, কন্দৰ্প, বাৰিধৰা যেন
অঙ্কুৰ উন্মেষ কৰা আচল কাৰণ।।১৮।।

অতি ভাগ্যবান তুমিহে মদন !
দেৱতাৰ বিজয় লাভৰ নিমিত্ত স্বৰূপ
হৰৰ উদ্দেশ্যে বাণ কৰিবাঁ নিক্ষেপ
সংযত শিৱৰ সতে মদনৰ ৰণ।
সাৰ্থক জীৱন হ'ব তোমাৰ মদন।
পুষ্পবাণ, পুষ্পধনু ধাৰণৰো
সাৰ্থকতা লভিবাঁ নিশ্চয়
এই মহাপ্ৰয়োজন পূৰ্ণ কৰি তুমি
দেৱতাক আনি দিয়া জয়,
অক্ষয় কীৰিতি ৰ'ব অমৰ তোমাৰ ।।১৯।।

তোমাৰ কৃপাৰ প্ৰাৰ্থী দেৱগণ আজি
চাই আছে তোমাৰ মুখৰ পিনে
যিটি কৰ্ম সাধিবলে, খাটিছে তোমাক

সিও অতি মঙ্গল-জনক তিনি
ত্ৰৈলোক্যৰ হেতু,

হিংসা, ক্ৰোধ একো নাই, নাই জীৱ নাশ
তোমাৰ ফুলৰ ধনু একমাত্ৰ আশ।
ধন্য তুমি ! তুমিয়েহে প্ৰকৃততে বীৰ
বহুপুণ্য কৰিলেহে তোমাৰ নিচিনা
হ'ব পাৰে কোনোজন এনে উচ্চশিৰ।। ২০।।

যদিও নিজেই তুমি এক সহস্ৰ সমান
ইচ্ছামতে যাৰে তাৰে মন মথি
নিক্ষেপ কৰিব পাৰা কামনাৰ বাণ,
তথাপিও ঋতুৰাজ বসন্তই আহি
তোমাক সাহায্য দিব
চৌদিশে উজলাই কুসুমৰ পাহি ;
এই কথা মই জানো সোঁৱৰাব লাগে ?
হুতাশনে যেতিয়া মেলেহি আহি
জিভা লেলিহান
সমীৰণ নিজেই তেতিয়া আহি
অগ্নি-শিখা দহগুণে দিয়েহি,
অগ্নিক অকলে এৰি সমীৰণ নাথাকে আঁতৰি
মধু-ঋতু, মধু-মাহো
ঘূৰি ফুৰে পাছে পাছে তোমাক বিচাৰি।
তুমি য'ত, ঋতুৰাজ বসন্তও ত'ত।
কোৱাঁ........! আৰু কিনো আছে ভাবিবৰ ? ।। ২১।।

স্বৰ্গৰাজ দেবেন্দ্ৰৰ মধুৰ আদেশ
শিৰোধাৰ্য কৰি
আগবাঢ়ি যাব খোজোঁতেই
মদনৰ মনত পৰিল
'আদেশ' নহয় সেয়া, সেয়া যেন
প্ৰভুৰ প্ৰসাদ দত্ত
আশীষ নিৰ্মালি,
পৰিছে শিৰত যেন এধাৰি ফুলৰ মালা।
আনন্দত মদনৰ মন
হ'ল প্ৰফুল্লিত।
দেবেন্দ্ৰয়ো নিজহাতে ৰতিপতি কন্দৰ্পৰ
লৱণু-কোমল দেহা ছুই
আপ্যায়িত কৰিলে চূড়ান্ত।
যি-হাতে দেৱৰাজে একোটি চাপৰ মাৰি
ঐৰাৱতৰ কৰে উৎসাহ বৰ্ধন,
হলেও কৰ্কশ, সেই হাতেৰেই—
মদনকো স্পৰ্শ কৰি
আকৰ্ষিলে মন।। ২২।।

প্ৰিয়তমা ৰতি আৰু ঋতুৰাজ বসন্তক লৈ
হিমালয় পৰ্বতত থকা
ত্ৰিলোচন-শিৱৰ আশ্ৰম
অভিমুখ কৈ
কাৰ্যসিদ্ধি উদ্দেশ্যৰে জয়যাত্ৰা কৰিলে মদনে।
কিন্তু, সেই কাৰ্যৰ গুৰুত্ব সুঁৱৰি
ৰতি আৰু বসন্তৰ
শঙ্কাত কঁপিছিল বুকু।।২৩।।

সংযমী মুনিয়ে য'ত তপস্যাতে সমাধিস্থ হয়
তেনেকুৱা তপোবন খনি
তপস্যাৰ প্ৰতিকূল বসন্তৰ উন্মাদ পৰশ লাগি
খন্তেকতে বিলাসীৰ উপবন হ'ল।
অকাল বসন্ত আহি নিৰ্জন তপস্যা ভূমি
স্বপ্নময় আবেশত তুলিলে জগাই ;
শিৱৰ আশ্ৰম যেন মুহূৰ্ততে আজি
ফল ফুলে কোনোবাই দিলেহি সজাই।।২৪।।

যেতিয়া সূৰ্যৰ গতি উত্তৰ অভিমুখে যায়
তেতিয়াহে সুগন্ধি মলয়া বায়ু প্ৰবাহিত হয়।
দক্ষিণৰ ভ্ৰমণ শেষ নৌহওঁতেই
সূৰ্যদেৱে গতি কৰে
উত্তৰৰ পিনে
লগে লগে বৈ গ'ল মলয় সমীৰ।
প্ৰকৃতিত ঘটিল বিভ্ৰাট।
উত্তৰ দিশত থকা হিমালয় পৰ্বতৰ
শিৱৰ আশ্ৰমখনি
লক্ষ্য কৰি প্ৰকৃতিয়ে বিচাৰিছে
কেনি আছে কেনি আছে বুলি ।। ২৫।।

শিৱৰ তপস্যা ভূমি গভীৰ সমাধি ভাঙি
জকমক কৰি উঠে কুঁহি কুঁহি পাত,
ডালে ডালে পৰি পৰি বিবিধ পখীয়ে আহি
মধুময় আবেশত মাতে নানা মাত।
অকালতে অহা এই বসন্তৰ পৰশত

ডাল ভৰি ভৰি ফুলিলে অশোক,
ৰঙেৰে ৰাঙলী হ'ল নিৰ্জন তপস্যা ভূমি
থুপি থুপি অশোকৰ উপছিল থোক্ ।। ২৭ ।।

আমৰ গছত ওলাল নতুন কুঁহি-সেউজীয়া পাত,
ৰঙা পাতবোৰত কলীয়া ভোমোৰা উপচি পৰিলেগৈ
অপূৰ্ব শোভাৰে জিলিকি উঠিল বসন্ত মাধুৰী লৈ
বসন্ত ঋতুৰে আহি প্ৰিয়বন্ধু মদনৰ নামটিহে যেন
আমৰ পাতত থলে ভোমোৰাৰ আখৰেৰে লেখি ।।২৭।।
(১) কৰ্ণিকাৰ ফুলৰ সোণালী ৰঙত সেই বনভূমি জিলিকি উঠিল
চালে চকুৰোৱা এনে ফুলবোৰ গন্ধবিহীনকৈ
কিয় সৰজিলে বিধাতাই জানোঁ
বনৰ মাজত থৈ
ৰূপে-গুণে সৰ্বাঙ্গ সুন্দৰ কৰি
পৰিপূৰ্ণ একো সৃষ্টি কৰা নাই কিয়? ।। ২৮ ।।

ডালকৈ ফুলা নাই দেখি
পলাশ ফুলৰ ৰঙা ৰঙা কলিবোৰ
দ্বিতীয়াৰ জোন যেন হৈ
বনস্থলী শোভি আছে জক্ মক্ কৈ।
মনত জাগিল যেন বনস্থলী ৰূপিনী
নায়িকাসকলে
নৱ-বসন্তৰ সতে সমাগত হৈ
ৰচিলে ইমান শোভা পত্ৰ-পুষ্প লৈ ।। ২৯ ।।

ৰূপহী গাভৰুৰ দৰে বসন্তৰ সৌন্দৰ্য লক্ষ্মীয়ে
সাজ-পাৰ কৰিবলৈ কৰে খৰধৰ।
ঘনকৃষ্ণ অলিকুলে যেন চঞ্চল নয়নত
সানিছে কাজল,
অৰুণ-বৰণ ৰঙ্গচুৱা কোমল পাতত
বসন্ত লক্ষ্মীয়ে যেন লাক্ষাৰাগ লৈ
সুৰঞ্জিত কৰিছে অধৰ ।। ৩০ ।।

নৱ-বসন্তৰ সমাগম দেখি হৰিণ-হৰিণীবোৰে
চঞ্চল আবেগত দেও দিছে
আনন্দত আত্মহাৰা হৈ,
পিয়াল গছৰ বিকশিত মঞ্জৰীৰ পৰাগ-কেশৰবোৰ
উৰি আহি পৰিছেহি সিহঁতৰ
চকু-মুখ ওপোচাই থৈ।

সুখ-স্পৰ্শ দক্ষিণ বায়ুৰ প্ৰতিকূল হৈ
দেওদি দেওদি হৰিণ-হৰিণীবোৰৰ
বনভূমি তোলপাৰ কৰিলে হঠাৎ,
শুকান পাতত পৰি সিহঁতৰ ভৰি
মৰমৰ্ শব্দেৰে বনভূমি মুখৰিত হ'ল,
বসন্তৰ আগমন অনুভৱ কৰি
মিৰ্‌মিৰ্ শব্দেৰে সৰিপৰে
গছৰ শুকান পাত ।। ৩১ ।।

কুঁহি সেউজীয়া আমপাতবোৰ চোবাই চোবাই
কোকিলৰ মধু-কণ্ঠ আৰু মধুময় হ'ল,
কুহু ধ্বনি কৰি তপোবন খনি তুলিলে জগাই,
চৌদিশে বসন্তৰ বা বৈ গ'ল।
অভিমানিনীৰো মন ভাগি গ'ল
উচাট বিচাট লাগিল দেহত
কুহু কুহু ধ্বনি শুনি মানিনীয়ো
মিলন আশাৰে সন্তম হ'ল।
মানিনীহঁত যে পাষাণী নহয়
তাকেই প্ৰমাণ কৰি,
কুলিৰ মাতত গলি গ'ল যেন
মান-অভিমান এৰি ।। ৩২ ।।

হিমেৰে সেমেকা জাৰৰ দিনত
কিন্নৰ কিন্নৰীহঁতৰ ওঁঠ ফাটি যায়;
এই যন্ত্ৰণাৰ নিষ্কৃতি আশাত
কুঙ্কুম-প্ৰলেপ সানি উপশম পায়।
ৰঙা ৰঙা মুখবোৰ কুম্‌কুম্ লাগি
তেজী ৰঙা হৈ পৰে উজ্জ্বল বৰণ।
আজি আৰু নাই সেই জাৰ লগা দিন
হ'ল আজি বসন্তৰ শুভ-আগমন।।
সিহঁতৰ ওঁঠ বোৰ উজলি উঠিল
মুখছবি জিলিকিল পাণ্ডুবৰ্ণ হৈ,
ইহেন সুন্দৰ মুখ বিন্দু বিন্দু ঘাম লাগি
তিৰ্ বিৰ্ কৰি উঠে টোপা-টোপে - বৈ ।। ৩৩ ।।

সেই, তপোবন-বাসী যত তপস্বী আছিল
অকালতে বসন্তৰ আবিৰ্ভাব দেখি
বিচলিত হ'ল যেন সকলোৰে মন।
প্ৰাণ-পণে চেষ্টা কৰি সংযমৰ বলে
কোনোমতে প্ৰবৃত্তিক কৰিলে দমন ।।৩৪।।

(১) কৰ্ণিকাৰ (সং) - হিমালয়ত থকা এবিধ ফুল।

ফুলধনুলে প্ৰিয়তমা ৰতিৰ লগত
যেতিয়া মদন গৈ সেই আশ্ৰমত
কৰিলে প্ৰৱেশ,
জীৱজন্তু সকলোৰে অন্তৰত যেন
জাগিল হঠাতে এক নৱ অনুৰাগ
ভাৱৰ আবেগ।
প্ৰণয় ৰসেৰে সিক্ত আবেগ আকুল।
স্থাৱৰ জংগম যত মিলন ব্যাকুল।
শিৱৰ আশ্ৰম খনিত
অকস্মাৎ বিকাৰ জন্মিল।।৩৫।।

বসন্তৰ বা লাগি ফুলবোৰ জকমক হ'ল
মধুৰস বিয়পিল পৰাগ ৰেণুত,
লানি লাগি ভোমোৰাই উৰিল ঘনাই
ফুল মধু চুহিবলৈ' অৱসৰ পাই।
চেনেহীক ভালপোৱা ভ্ৰমৰ বিলাকে গৈ
মধুপান নকৰিলে প্ৰথমতে নিজে,
প্ৰিয়তমা ভ্ৰমৰীয়ে এৰি যোৱা অৱশিষ্ট কণ
তৃপ্তিৰে ভ্ৰমৰে চোহে এৰি গুঞ্জৰণ।
গছৰ ডালত এই প্ৰণয়ৰ অভিনয়
তলৰ মাটিত দুটি হৰিণ হৰিণী,
হৰিণাই শিঙৰ আগেৰে অতি সন্তৰ্পণে
প্ৰিয়তমা হৰিণীৰ চকু দুটি
ধীৰে ধীৰে দিয়ে খজুৱাই,
মোহময় আবেশত হৰিণীৰ চকু দুটি
তন্দ্ৰালস হৈ আছে
প্ৰিয়তম হৰিণৰ প্ৰেমৰ পৰশ পাই ।।৩৬।।

পদুম ফুলৰ পৰাগেৰে ভৰা সুগন্ধি পানীত নামি
কৰী প্ৰিয়া ৰ'ল আধা খাওঁতেই
মনত লাগিল বেথা,
কেনেকৈ পিব অকলেই নিজে
পদ্ম পৰাগ গন্ধেৰে ভৰা
ইহেন অমৃত জল,
প্ৰিয়তম স্বামী আছিল কাষতে
শুঁড়েৰে টানি সেই বিতোপন পানী
কৰীৰ মুখত দিয়ে ঢালি ঢালি
প্ৰিয়া হস্তিনীয়ে আনি।
সেই সৰসীৰ পাৰতে আকৌ
চাকৈ চকোৱা হালি,

পদুম ফুলৰ মৃণাল খাবলৈ'
থাকে আশা পালি পালি।
চকোৱাটিয়ে মৃণাল খাবলৈ নামি
অলপ খায়েই উলটি আহিল
চাকৈজনীলৈ চাই,
কেনেকৈনো বাৰু ইমান সোৱাদ
মধুৰ আহাৰ
অকলে অকলে খায়! ।।৩৭।।
গান গোৱা শেষ হ'লে কিন্নৰীহঁতৰ,
মুখত বিৰিঙি পৰে ঘামৰ টোপাল,
সুগন্ধি চন্দনৰ ৰেখা-লেখাবোৰ
মাজে মাজে ঘাম পৰি ফাটিবলৈ ধৰে,
ফুলৰ ৰসেৰে কৰা সুৰাপান কৰি
দীঘলীয়া চকুবোৰ ঢুলু ঢুলু কৰে।
কিন্নৰ সকলে কাণপাতি গান শুনি
ৰ লাগি চাই থাকে কিন্নৰীৰ মুখ,
গানৰ মাজতে গৈ মুখ চুপি প্ৰিয়া কিন্নৰীক
উপভোগ কৰে সৱে স্বপ্নলস সুখ ।।৩৮।।

পিনোন্নত্ত স্তনৰ নিচিনা পৰ্যাপ্ত ফুলেৰে ভৰা
থুপি বন্ধা লতাবোৰ
দোঁ খাই আহি
প্ৰিয়তম তৰুৰ দেহাটি যেন
আলিঙ্গন কৰিবলৈ'
পৰিছেহি হালি।
ৰঙচুৱা কুঁহিপাতবোৰ মনোহৰ অধৰৰ দৰে
আবেগত কঁপি উঠে প্ৰিয়-মিলনত
প্ৰিয়তম তৰুগণে মনোৰমা লতাক সাবটি যেন
ৰচিছে মিলন-তীৰ্থ স্নিগ্ধ কিৰণত।।৩৯।।

এইহেন বসন্তৰ সমাগম — অপ্সৰাৰ দিব্য-কণ্ঠী গীত
তথাপিও মহাদেৱ ধ্যানত নিমগ্ন,
অচঞ্চল, অবিকাৰ-চিত।
আত্ম-অনুসন্ধানৰ গভীৰ চিন্তাত
অধিক নিবিষ্টভাবে তন্ময় হ'ল।
জিতেন্দ্ৰিয় পুৰুষ সকল নিজেই নিজৰ প্ৰভু
বিঘিনিয়ে ধ্যান ভঙ্গ নোৱাৰে কৰিব,
এনেকুৱা মনস্বী সকল বিঘ্নৰ অতীত,
একোৱেই চিত্তমন নোৱাৰে হৰিব।।৪০।।
সোণবৰণীয়া এডাল বেতত বাওঁ হাতে ভৰ দি

---
কুমাৰ সম্ভৱ

লতা-গৃহৰ দুৱাৰ মুখত আছে
নন্দী থিয় হৈ,
বনস্থলীৰ এই আকস্মিক সাল-সলনিত
শঙ্কৰৰ কিঙ্কৰ নন্দী উঠিল চমকি,
প্ৰমথগণৰ চিত্তৰ বিকাৰ দেখি
জাগিল বিৰক্তি।
কেনেবাকৈ' শঙ্কৰৰ ধ্যান ভঙ্গ হয়
এই ভয়তেই
নকৰিলে এটিও বাক্য উচ্চাৰণ,
ওঁঠ দুটি জপাই কেৱল
তৰ্জনী কম্পিত কৰি
ইঙ্গিতেৰে ক'লে —
সাৱধান! স্তব্ধ হোৱাঁ,
নামাতিবাঁ মাত ।। ৪১।।

সেই এক ইঙ্গিততে বনস্থলী
শান্ত হৈ গ'ল,
বসন্তৰ মৃদুমন্দ সমীৰণ কেনিবা লুকাল
তৃণ-তৰু, গছ-লতা, নিষ্কম্প, নিথৰ হ'ল
ভোমোৰাৰ গুঞ্জৰণ, বিহগীৰ গান,
দেওদি দেওদি ফুৰা হৰিণ-হৰিণী
অকস্মাৎ সকলোটি নীৰৱ, নিস্পন্দ হ'ল,
মুখৰিত বনভূমি অঙ্কিত চিত্ৰৰ দৰে
থিৰ হৈ ৰ'ল।। ৪২।।

ভয়ে ভয়ে মদনে তেতিয়া নন্দীৰ পাছফালে গৈ
ধ্যান-মগ্ন ধূৰ্জটিৰ পাশ্বৰ্বৰ্তী
ডালপাত ভৰি থকা গছৰ আঁৰত
থিয় দিলে সাৱধান হৈ!
নুবুজিলে মনসিজে (১) ধূৰ্জটিৰ সেই ধ্যান-স্থান
শুক্ৰ-যুক্ত সম্মুখৰ দৰে বিঘিনিৰে ভৰা? ।। ৪৩।।

গছৰ আঁৰৰ পৰা দেখিলে মদনে
দেবদাৰু গছৰ তলত এটি সু-উচ্চ বেদী
ওপৰত বাঘছাল পতা,
তাতে বহি পৰম সংযমশীল
ত্ৰিলোচন ধ্যানত মগন।। ৪৪।।

শৰীৰৰ উৰ্ধভাগ নিশ্চল, সৰল আৰু সমুন্নত কৰি
বীৰাসনে উপবিষ্ট ধ্যানস্থ শঙ্কৰ।
তলুৱা দুখন আছে উৰ্ধমুৱা হৈ নাভিৰ কাষত
যেন, ফুলি আছে এপাহি পদুম।। ৪৫।।

কাল-সাপে মেৰিয়াই বান্ধি দিয়া জটা
উন্নত চূড়াৰ দৰে উঠিছে জিলিকি
কাণত ওলমি আছে ৰুদ্ৰাক্ষৰ গুটি
কণ্ঠৰ ওচৰত কৃষ্ণবৰ্ণ মৃগচৰ্ম
কৰিছে ধাৰণ,
নীলকণ্ঠৰ কণ্ঠ-নীলিমাৰ আভা
উঠিছে জিলিকি ! ।। ৪৬।।

নাসিকাৰ অগ্ৰভাগ লক্ষ্য কৰি
শঙ্কৰৰ তিনিও নয়ন
থৰ হৈ আছিল তেতিয়া,
যদিও স্তিমিত হৈ তিনিও চকুৰ
তিনি তৰা আছিল লুকাই,
তথাপিও জ্যোতিৰ তীব্ৰতা
আহিছিল ঢাকনি গুচাই।
ভ্ৰূ দুটি অচঞ্চল, আঁকি থোৱা ছবিৰ নিচিনা
অৰ্ধ-নিমীলিত ত্ৰিনয়ন নাসাগ্ৰত
আছিল নিহিত
জ্যোতিৰ প্ৰবাহ গৈছিল তললৈ বৈ ।। ৪৭।।

শৰীৰৰ ভিতৰত থকা বায়ুৰ প্ৰবাহ
ৰোধ কৰি থৈছিল ধ্যানস্থ শঙ্কৰে
সেইবাবে —
দেখাত শঙ্কৰ যেন বৃষ্টিৰ আড়ম্বৰ হীন
এচপৰা ভৰুণ মেঘ গম্ভীৰ আকৃতি,
কিম্বা তৰঙ্গ-সংঘাতহীন প্ৰশান্ত সাগৰ
নিবাত-নিষ্কম্প এটি প্ৰদীপৰ দৰে
স্থিৰভাৱে সমাধিত
আছিল নিশ্চল হৈ।। ৪৮।।

কন্দৰ্পই দেখিলে তেতিয়া
সমাধিস্থ ত্ৰ্যম্বকৰ কপালত থকা
তৃতীয় নয়ন পথে জ্যোতিশিখা
আহিছে ওলাই,
সেই জ্যোতি শঙ্কৰৰ ব্ৰহ্মৰন্ধ্ৰ এৰি
নেত্ৰ পথে আহোঁতে ওলাই
মৃণাল-সূত্ৰতকৈও সুকোমল চন্দ্ৰকলা

(১) মনসিজ - মদন

শঙ্কৰৰ কপালত
উঠিছিল তিৰবিৰ কৰি ।। ৪৯।।

যোগৰ বলেৰে শৰীৰৰ নৱদ্বাৰ ৰুদ্ধ কৰি থৈ
মনক নিবৃত্ত কৰি হৃদয়ত ৰহুৱাই লৈ,
যোগময় শিৱই তেতিয়া
ক্ষেত্ৰজ্ঞসকলে যাক অবিনাশী আখ্যা দিয়ে
তেওঁকেই আপোন আত্মাত
চাইছিল স্থিৰচিত্তে সমাধিস্থ হৈ ।। ৫০।।

এনেকুৱা সমাধিত মগ্ন হৈ
ত্ৰিনয়ন মহেশক দেখি
মদনৰ অন্তৰাত্মা কঁপিল সঘনে
মৃত্যুৰ বিভীষিকা লেখি,
ইমান ভীষণ এই ভয়ঙ্কৰ ৰুদ্ৰৰ দেহত
কেনেকৈ বৰষিব বাণ,
ভয়তেই মদনৰ কঁপনি উঠিল
অথিৰ অবিৰ হ'ল প্ৰাণ।
কেতিয়ানো ফুলধনু, ফুলশৰ গৈ
হাতৰ মুঠিৰপৰা
মাটিত পৰিল
বিহ্বল মদনে তাকো নোৱাৰিলে ক'ব
বাহ্যজ্ঞান তেনেই হৰিল ।। ৫১।।

লাৱণ্যৰে দশোদিক সমুজ্জ্বল কৰি
এনেতে আহিল দুটি সহচৰী লৈ
(১) স্থাবৰৰাজৰ কন্যা
অনিন্দ্য সুন্দৰী উমা উৎফুল্ল হৈ।
ভয়ত বিহ্বল হৈ জঁয় পৰি যোৱা
মদনৰ মন পুনু উঠিল জীপাই
কুসুম বাণতকৈও চোকা এই বাণেৰেই
কাৰ্য-সিদ্ধি হ'ব বুলি ভাবিলে উপায় ।। ৫২।।

বসন্ত ঋতুত হোৱা নানাবিধ ফুল পিন্ধি
ফুলেৰে সজাই দেহা, ফুলৰাণী হৈ
আহিছিল উমা দেৱী দীপ্ লিপ্ ৰাজকন্যা
সমাধিস্থ শঙ্কৰক সেৱা দিবলৈ।
পদ্মৰাগ মণি-মালা ক'ৰবাতে থক্

যিদৰে শোভিছিল থুপি অশোকৰ
কৰ্ণিকা কুসুম ৰাশি দেৱীৰ দেহত
জিলিকি আছিল যেন হাৰ সুৱৰ্ণৰ।
শুধ বগা সিন্ধুবাৰ (২) অমল ধৱল
মুক্তা-মালাৰ দৰে ফুলহাৰগছি
দেৱীৰ কণ্ঠত পৰি শোভিছিল অতি
পৰম পৱিত্ৰ ৰূপে দিব্য শোভা ৰচি।। ৫৩।।

পাতেৰে উপচি পৰি ফেৰ মেলি যোৱা
পৰ্যাপ্ত ফুলৰ ভৰ সহিব নোৱাৰি
দোঁ-খাই অহা কোনো লতাৰ নিচিনাকৈ
আহিছিল দেৱী উমা মন্থৰ গতিৰে
স্তনৰ ভৰত কিঞ্চিৎ হেলনীয়া হৈ
অৰুণ ৰাগৰ দৰে ৰঙা ৰৰণীয়া
পৰিধান কৰিছিল বাকলি বসন,
অতুলন সৌন্দৰ্যৰ কিযে ৰূপ-লেখা
উল্লসি উঠিছিল পাৰ্বতীক লৈ।। ৫৪।।

কঁকালত ওলোমাই বকুলৰ চন্দ্ৰহাৰ
পিন্ধিছিল পাৰ্বতীয়ে কৰধ্বনি কৰি
বাৰে বাৰে খহি পৰে বাৰে বাৰে গুঁজি থয়
আলফুল পৰশেৰে মাজে মাজে ধৰি।
নিতম্বত থকা সেই বকুলৰ মালা দেখি
এনে ভাৱ জাগিছিল মনৰ মাজত
কামদেৱে নিজে যেন ধনুৰ এগছি গুণা
লুকুৱাই থৈছিল উমাৰ সাজত ।। ৫৫।।
সুগন্ধি নিশ্বাসৰ তৃষ্ণাত আতুৰ হৈ
বিম্বফল-তুল্য দুটি ওঁঠৰ আশাত
বাৰে বাৰে উঠিছিল কলীয়া ভোমোৰা এটি
ফুল বুলি মৌ চুহিবলে'
কিজানি কামুৰি ধৰে, ভয় কৰি দেৱী পাৰ্বতীয়ে
ঘনাই ঘনাই অতি চঞ্চল দৃষ্টিপাত কৰি
হাতৰ মুঠিত থকা লীলা-কমলেৰে
ভোমোৰাক কৰিছিল বাৰে বাৰে অহা নিবাৰণ।। ৫৬।

যাক দেখি কাম-কান্তা ৰতিয়েও লজ্জা-বোধ কৰে
এনে অনবদ্য সৰ্ব-অবয়ব দেখি পাৰ্বতীৰ
স্বকাৰ্য সিদ্ধিৰ আশা মদনৰ জাগিল আকৌ।

(১) স্থাবৰৰাজ - হিমালয় (২) সিন্ধুবাৰ - হিমালয়ত হোৱা এবিধ ফুল।

ভাবিলে মদনে
যিমানেই জিতেন্দ্ৰিয় হক শূলপাণি
এই দেৱী পাৰ্বতীৰ সৌন্দৰ্যকে লৈ
সম্মোহনী বাণ মাৰি শঙ্কৰক কৰি দিম
থৌকি-বাথৌ।। ৫৭।।

ভবিষ্যৎ পতিগুৰু শম্ভুৰ সাধনা-কুঞ্জৰ
দুৱাৰ মুখত আহি উমা উপস্থিত
যি দিব্য-জ্যোতিক শাস্ত্ৰই পৰমাত্মা বোলে
সমাধিত দেখা পাই সেই জ্যোতি আপোন আত্মাত
শম্ভুৰেও ঠিক সেই মুহূৰ্তৰ অন্ততেই
খন্তেক পৰৰবাবে ধ্যান-মুক্ত হৈ
লাভ কৰে বিৰাম কিঞ্চিত ।। ৫৮।।

প্ৰাণায়াম কৰি ধৰি থোৱা প্ৰাণবায়ু
ধীৰে ধীৰে পৰিত্যাগ কৰি
যোগভঙ্গ কৰা মাত্ৰকেই
শম্ভুৰ দেহাৱস্থা পূৰ্ববৎ হৈ
বিষম গধুৰ হ'ল।
সেই শিলাময় যোগ-স্থান পৰ্বতৰ গুহা
শম্ভুৰ দেহৰ ভৰত
তললৈ বহি যায় যায়,
ভূজঙ্গৰ অধিপতি, ধৰিত্ৰী ধাৰণ-কাৰী
বাসুকীয়ে ফণাৰ আগেৰে যেন
সৰ্বশক্তি আৰোপণ কৰি
সেই মহা-যোগ-স্থান যেৰা
ওখকৈ তুলি দিলে ধৰি।
বীৰাসন-বদ্ধ-মহেশেও যেন
যোগৰ বন্ধন বাণি
এৰি দিলে ঢিলাই ঢিলাই।। ৫৯।।
দ্বাৰপাল নন্দীগৈ যোগেশ্বৰ শিৱক জনালে
প্ৰভুৰ সেৱাৰ বাবে শৈলসুতা উমা উপস্থিত,
শুনিয়েই মহাদেৱে ভ্ৰূক্ষেপৰ দ্বাৰা
প্ৰৱেশৰ দিলে অনুমতি,
আজ্ঞা পাই নন্দীয়ে উমাক আনি
থ'লেহি শিৱৰ সেই সাধনা স্থলীত ।। ৬০।।

স্ব হস্তে আহৰি অনা বসন্তৰ নানা বিধ ফুলপাত লৈ
পাৰ্বতীৰ দুই সখীয়েক ত্ৰ্যম্বকক প্ৰণিপাত কৰি
চৰণত ঢালি দিলে
ৰাশীকৃত পুষ্পৰ অঞ্জলি
ভক্তিত বিগলিত হৈ ।। ৬১।।

চিৰবাঞ্ছিত চৰণ দুখনি চাই
উমায়ো কৰিলে সেৱা
শিৱ-শঙ্কৰক।
প্ৰণিপাত কৰোঁতেই
নীল বৰণীয়া
অলক গুচ্ছৰ
মাজ ভাগ শোভি থকা
কৰ্ণিকাৰ ফুল
কাণত ওলমি থকা
সুকোমল
নব পল্লৱৰ দুল,
মাটিত পৰিল খহি।
একোতেই শঙ্কৰৰ
নঘটিল ভাবান্তৰ।
অনিন্দ্য সুন্দৰী এটি
দেৱী মূৰ্তি আহি
প্ৰণিপাত কৰোঁতেও
ভোলানাথ
বিভোল তেনেই ।। ৬২।।

প্ৰণিপাত কৰি থকা উমাক শিৱই
এটিমাত্ৰ আশীৰ্বাদ দিলে,
"এনে পতি লাভ কৰা তুমি
যি জনে তোমাক এৰি
অন্য কাকো নভজে কাচিতো"
ঈশ্বৰ শিৱৰ বাক্য লৰচৰ নহয় কদাপি,
চিৰসত্য হৈ ৰ'ব
অসীম অনন্ত-কাল ব্যাপি ।। ৬৩।।
বাণ নিক্ষেপৰ সুযোগ প্ৰতীক্ষা কৰি
পতঙ্গৰদৰে ৰুদ্ৰৰ ৰোষাগ্নিত পৰি
জাহ যাবলৈ,
সম্মোহনী বাণ মাৰিবলৈ'
মন্মথ মদনে
বাৰে বাৰে হাত দিছে ধনুৰ গুণত।
বিৰূপাক্ষ শঙ্কৰৰ ৰুদ্ৰ-মূৰ্তি দেখি

মদনো হতাশ হ'ল মৃত্যুক্ষণ লেখি।। ৬৪

মন্দাকিনীৰ পৰা নিজহাতে চিঙি অনা
ভোমোৰাৰ দৰে ক'লা পদুমৰ গুটিবোৰ
ৰ'দত শুকাই থৈ গৌৰীয়ে গুঁঠিছিল
আটক ধুনীয়াকৈ জপ-মালা ধাৰি।
কুঁহি-পাত যেন কোমল হাতেৰে লৈ
সেই মালাধাৰি
গৌৰী আহি সভক্তিৰে
শঙ্কৰৰ সম্মুখত আছে থিয় হৈ ।। ৬৫ ।।

প্ৰণয়ীৰ প্ৰিয় দেৱ ত্ৰিলোচন
মালাধাৰি লবলৈ উপক্ৰম কৰি
হাত মেলোতেই,
সম্মোহণ নামে বাণ
অৰ্বথ্য অমোঘ
মদনেও যুৰিলে ধনুত
ভাবিলে মনত
শুভ-ক্ষণ মিলিছেহি এই ।। ৬৬ ।।
চন্দ্ৰোদয় আৰম্ভত অম্বুৰাশি
যিদৰে কিঞ্চিৎ ধৈৰ্য্য হেৰুৱাই
অকণ অকণ লৰে ;
কন্দৰ্পৰ অমোঘ বাণত
হৰৰো সিদৰে মন
কিঞ্চিৎ চঞ্চল হৈ
উচ্‌পিচ্‌ কৰে।
বিম্ফফল-তুল্য দুটি ৰঙা অধৰৰ
উমা মুখ চাই,
ত্ৰিনয়ন শঙ্কৰৰ
তিনিও চকুৰে দৃষ্টি
একে সময়তে যেন
আহিল ওলাই ।। ৬৭ ।।
শৈলসুতা পাৰ্বতীৰো নিৰ্বিকাৰ চিৎ
প্ৰথম বিকাৰ জন্মি কৰে কণ্টকিত।
কদমৰ গুংবোৰ যিদৰে জিকাৰ খায়
উমাৰো সৰ্বাঙ্গ যেন সিদৰে শিহৰি যায়।
লাজত সতীয়ে দেহি মুখ এফলীয়া কৰি
চিত্ৰাঙ্কিত প্ৰতিমাৰ দৰে
থৰ হৈ বৈ গ'ল তললৈ চাই ।। ৬৮ ।।

সম্পূৰ্ণ শাসন কৰা ইন্দ্ৰিয়ৰ ক্ষোভ
বলবৎ হ'ল কিয় আকৌ দুনাই,
কিয় ঘটে চিত্তত বিকাৰ
জিতেন্দ্ৰিয় যোগেশ্বৰে হেতু বিচাৰোঁতে
বোৱৰক্ত-নয়নেৰে কেউপিনে চায়।। ৬৯ ।।

অদূৰত দেখা পালে
পুষ্পধনু মদনক
সোঁ-ভৰি কোচাই
গুণ টানি
শঙ্কৰক লক্ষ্য কৰি
এৰোঁ এৰোঁ কৈ
মুঠিত ধৰিছে বাণ
লক্ষ্য স্থুল চকুৰে পোনাই ।। ৭০ ।।

তপস্যা ভঙ্গৰ বাবে
মদনৰ এই আক্ৰমণ দেখি
মহাদেৱে ৰুদ্ৰমূৰ্তি কৰিলে ধাৰণ
ক্ৰোধত তিনিও চকু
প্ৰজ্জ্বলিত অগ্নি যেন হ'ল।
খণ্ডত উতলি থকা
তৃতীয় চকুৰ পৰা
অগ্নিশিখা আহিল ওলাই
কাৰসাধ্য
বিৰূপাক্ষ ৰুদ্ৰৰ মুখলৈ চায় ? ৭১ ।।

ৰুদ্ৰ নয়নৰ এই তীব্ৰ-শিখা দেখি
আকাশত দেববৃন্দ চমকি উঠিল,
"হে প্ৰভু ! ক্ৰোধ সম্বৰণ কৰাঁ
ক্ৰোধ সম্বৰণ কৰাঁ"
দেৱতাই চিঞৰিলে আকাশৰ পৰা।
সেই ধ্বনি আহি
মৰ্ত্যলোক পোৱাৰ আগতে
ৰুদ্ৰৰ নেত্ৰাগ্নিয়ে পুৰি
মদনক ভস্মিভূত কৰিলে তেনেই।। ৭২ ।।

সেই, তীব্ৰ অগ্নিশিখা দেখি
শঙ্কিত-হৃদয়া ৰতি

উঠিল চমকি,
প্ৰাণ-প্ৰিয় মদনৰ গাত
পৰে পৰে দেখি
ভয় খাই
কাম-প্ৰিয়া ৰতি দেৱী
মূৰ্চ্ছা গ'ল সেই পিনে চাই
দেহি ঐ!
সেই মুহূৰ্ত্ততে
(১) ভৰ্ত্তা মদনৰ কিনো গতি হ'ল
নাজানিলে, নেদেখিলে
ৰতিয়ে একোকে।
মূৰ্চ্ছাই ৰতিক যেন
জীৱনৰ সৰ্বনাশী
ক্ষণটোৰ পৰা
পৰম মিত্ৰৰ দৰে
ৰক্ষাহে কৰিলে।। ৭৩।।

অকস্মাৎ পৰা বজ্ৰই যিদৰে
একোজোপা বিৰাট গছৰ গা
ফালি-চিৰি পুৰি থৈ
মুহূৰ্ত্ততে নাইকিয়া হয়,
তপস্বী ভূতপতি
ৰু দ্ৰয়ো সিদৰে
তপস্যাৰ বিঘ্ন সেই
মদনক ভস্ম কৰি
ঠাৱৰ কৰিলে,
তিৰোতাৰ ওচৰত
থাকিব নাপায়
এইবুলি খন্তেকতে
প্ৰমথগণৰ স'তে
হ'ল অন্তৰ্ধ্যান ।। ৭৪।।

শৈল্যবালা উমাই দেখিলে,
ইমান উন্নত-শিৰ
মহান পিতৃৰ
যিটি অভিলাস
নিজৰ ললিত-কান্তি
লাৱণ্য-প্ৰতিমা যেন;
উভয়েই ব্যৰ্থ হ'ল।

(১) ভৰ্ত্তা - স্বামী

তাৰ উপৰিও
সখীয়েক দুয়োটিৰ ।,
(২) সমক্ষতে
এনেহোৱা দেখি
লাজতে আজলী উমা
মৰহি পৰিল।
অতি কষ্টে
বেজাৰ মনেৰে
উমাদেৱী দেহি!
তললৈ মূৰ কৈ
ঘৰমুৱা হ'ল ।। ৭৫।।

পূৰ্বৰ পৰাই
হিমাদ্ৰিয়ে
কন্যাৰ গতিপথ
আলেঙে-আলেঙে
মন কৰি
আছিল সদায়।
ৰুদ্ৰৰ কোপানল দেখি
ভয় খাই
চকু মুদি অহা
চেনেহী কন্যাৰ এই
বিপদ কালত
লৰালৰি কৈ
হিমালয়ে গৈ
দুই হাতে
স্নেহময়ী উমাক কোলাত তুলি
নিজৰ ঘৰৰ ফালে
বেগা-বেগীকৈ
হ'ল উধাৱত
যিদৰে দন্ত-লগ্ন
পদ্মিনীক লৈ
আকাশ পথেদি উৰি
দ্ৰুতগতিৰে যায়
দেৱতাৰ হাঁতী
ঐৰাবত ।। ৭৬।।

০

(২) সমক্ষতে - সন্মুখতে, আগতে

## চতুৰ্থ সৰ্গ

মূৰ্চ্ছা গৈ পৰিথকা কামপ্ৰিয়া ৰতিয়ে এতিয়া
সংজ্ঞা পাই চকু মেলি চালে।
নব-বৈধব্যৰ অসহ্য বেদনা অনুভব কৰাবৰ মনে
কিজানি বিধিয়ে
মোহ-পৰায়ণা ৰতিক আকৌ
চেতনা ঘূৰাই দিলে।। ১।।

সেই ঘোৰ প্ৰলয় অন্তত যদিও মেলিলে চকু
তথাপিও ধোঁৱা-কোঁৱা দেখিছিল
ৰতিয়ে চৌদিশ।
স্নেহ-স্নিগ্ধ নয়নৰ অতৃপ্ত দৃষ্টিৰে
বাৰে বাৰে চায়ো যাক
তৃপ্তি পোৱা নাই ;
সেই চিৰসুন্দৰ হৃদয়ৰঞ্জন
প্ৰিয়পতি মদনক কেউপিনে চাই
বেচেৰীয়ে বুজিবই নোৱাৰিলে
দৃষ্টিৰ প্ৰিয়ধন মন্মথ মদন
আৰু যে কেনিও নাই ।। ২।।

অ' মোৰ জীৱন-দেৱতা,
তুমি, আছানে জীয়াই ?
এইবুলি
কঁপি থকা শৰীৰেৰে
কথমপি থিয় হৈ
সমুখৰ পিনে চাই
দেখিলে ৰতিয়ে
হৰ-কোপ-অনলত পুৰি
ভস্ম হোৱা
মাত্ৰ এটি পুৰুষ আকৃতি
পৰি আছে স্তূপীকৃত ভস্ম হৈ !
আৰু একো নাই ।।৩।।

সেই দৃশ্য দেখি
ৰতি পুনু
শোকত বিহ্বলা হৈ
বাগৰি পৰিল
বসুধাক আলিঙ্গন কৰি
ধূলিৰে ধূসৰ হ'ল
স্তন-যুগ্ম হায়।
হেঁপাহৰ কেশপাশ
আউলী-বাউলী হ'ল।
ইনাই-বিনাই
বেচেৰীয়ে কান্দোতে শোকত
সমদুখী-ভাগী হৈ
অৰণ্য খনেও যেন
কৰিছিল শোকত বিলাপ ।। ৪।।

নাথ !
তোমাৰ যি-কান্তিমত্তা (১)
যৌৱন-বিলাসীৰ
উপমাৰ স্থল হৈ
আছিল এদিন,
তেনেকুৱা সুকোমল
তেনেকুৱা দিব্য-কান্তি
তোমাৰ দেহাৰ আজি
এই দশা হ'ল !
দেহি ঐ।
তথাপিও মই
চৌ-ছিৰ হোৱা নাই।
উঃ
তিৰিজাতি কেনে কাঠচিত ।। ৫।।

হে প্ৰিয় মোৰ,
ভেঁটা ভাঙি পানীধাৰ
বৈ যায় যেতিয়া বেগাই,
সোঁতৰ মুখত থকা পদুম ফুলৰ
তেতিয়া হঠাৎ
যি দশা হয়,
মোকো তুমি সেই দশা কৰি
ইমান দিনৰ প্ৰেম,
ইমান দিনৰ প্ৰীতি
মৰম-নেহাৰে ভৰা ইমান প্ৰণয়,
মুহূৰ্ততে এৰি থৈ
কেনিমো পলালা ?
তোমাৰ বাহিৰে

(১) কান্তিমত্তা - কান্তিযুক্ত অৱস্থা

আন একো নাজানে ৰতিয়ে
প্ৰিয়তম।
কেনেকৈ সেই ৰতি
তোমাৰ বিহনে
থাকিব জীয়াই? ।।৬।।

মনত নপৰে প্ৰিয়,
ৰতিৰ অপ্ৰিয়-কাৰ্য
তুমি কিবা কৰিছিলা বুলি
নপৰে মনত।
তোমাৰ ইচ্ছাৰ বিপৰীতে যোৱা
কৰা নাই ময়ো একো কাম।
এনা কাৰণতে
হিয়া ভাঙি ইমান কান্দোতে,
বিলাপ কৰোঁতে,
তুমি আহি কিয় বাৰু
ৰতিৰ আগত
দেখা দিয়া নাই ? ।।৭।।

হে স্মৰ (১) !
আন কোনো ললনাৰ নাম লৈ লৈ
যেতিয়া বহাঁহি তুমি আমন-জিমন কৈ
ককালত থকা মোৰ মেখলাৰ (২), গুণেৰে তোমাক
আঁটি আঁটি বান্ধিছিলোঁ শাস্তি দিবলৈ।
কাণত ওলমি থকা পদুম কলিৰে
তোমাক তাড়না কৰি ৰং কৰিছিলোঁ।
পৰাগ-ৰেণুৰে ভৰা চকু মোহাৰোঁতে
কত কষ্ট পাইছিলা তুমি,
সেইবোৰ আদৰৰ অত্যাচাৰ
সুঁৱৰিয়ে তুমি বাৰু
মোক এৰি গুছি গলাঁনেকি? ।।৮।।

" তুমি মোৰ হৃদয়তে আছা "
এইবুলি তুমি মোক
কৈছিলা অতি মৰমেৰে।
আজিহে বুজিলোঁ, নাথ !
সেইবোৰ প্ৰিয়বাক্য ব্যৱহাৰ কৰি
আভুৱা ভাৰিলা তুমি।

(১) স্মৰ-মদনৰ এটা নাম
(২) মেখলা - প্ৰাচীন কালত তিৰোতাই কঁকালত পিন্ধা এবিধ

তোমাৰ দেহৰ ৰূপ
তেনেই বিনাশ হ'ল,
তথাপিও ৰতি কিয়
বিনাশ নোহোৱাকৈ
থাকিল জীয়াই? ।।৯।।

এইমাত্ৰ তুমি নাথ,
নতুন প্ৰবাসী হৈ
গুছি গলা পৰলোকলৈ।
এতিয়াও নাই হোৱা
সময় অতীত
পাছে পাছে ময়ো যাবলৈ।
দেহধাৰী সমস্ত প্ৰাণীৰ
তুমিয়েই একমাত্ৰ
সুখৰ কাৰণ ;
ভাবিলেও শোক লাগে
নিদাৰুণ বিধাতাই
জগতক কৰিলে বঞ্চিত
তোমাৰ স্থিতিৰ পৰা ।।১০।।

যেতিয়া ৰজনী তিমিৰ বৰণী
ক'লা ওৰণীৰে ঢকা,
মেঘৰ বুকুত প্ৰলয় গাজনি
বিদ্যুৎ ছবি আঁকা,
অভিসাৰ কৰি বাট বুলি যোৱা
কামিনীহঁতক পথৰ বতৰা
কোনে দিব আৰু
তোমাৰ বিহনে,
কাৰণো শকতি আছে? ।।১১।।

প্ৰমদাহঁতৰ অৰুণ-নয়ন
ত-ভকে জিলিকি ঘূৰে
পদে পদে হয় বাক্য স্খলন
বাৰুণী মদৰ বাগীয়ে যেতিয়া
গা বাইজাই কৰে
তুমিয়েহে সেই ভোগ-বিলাসৰ
আছিলা কাৰণ যাই,
তোমাৰ বিহনে এতিয়া তেনেই
বিড়ম্বনাৰ ঠাই ।।১২।।

কুমাৰ সম্ভৱ

চাই চাই থাকিলেও
হাবিয়াস নপলোৱা
তোমাৰ দেহৰ কান্তি
তেনেই বিলুপ্ত হ'ল
এই কথা জানিব যেতিয়া
হে অনঙ্গ!
নিশাকৰ চন্দ্ৰৰো
উদয় নিষ্ফল হ'ব।
অমাৱস্যা পাৰ হৈ
শুক্লপক্ষ আহিলেও
একলা একলাকৈ
যোলকলা পূৰ হ'বলৈ
সুধাকৰ চন্দ্ৰই কিজানি
ক্ষীণ ভাব এৰিবলে'
অতি কষ্ট পাব।। ১৩।।

সেইজীয়া-ৰঙচুৱা বৰণেৰে সুশোভিত
ঠাল-ঠেঙুলিত ফুটি কোমল ৰসাল ক'লি
উঠিব যেতিয়া, প্ৰিয়, নয়ন-ৰঞ্জন হৈ
কোকিলৰ কুহু কুহু সুমধুৰ ধ্বনি
শুনি শুনি জাগিবহি এই কথাষাৰি
ফুলিছে, ফুলিছে ফুল ডাল ভৰি ভৰি
জোঙা জোঙা ক'লিবোৰ আছে বাট চাই।'
তেতিয়ানো কোনে প্ৰিয় আদৰ কৰিব
কোননো কুসুম-ক'লি পুষ্পবাণ কৰি
হৰিব সৃষ্টিৰ মন, ইন্দ্ৰজাল ভৰি?
বৃথা হ'ল প্ৰিয় আজি ফুলৰ জনম
নাই আজি মন্মথ ৰতিৰ মদন।। ১৪।।

ভাবি চোৱা, প্ৰিয়, লানি লাগি যোৱা সৌ
ক'লা ক'লা ভোমোৰাবোৰেই
কতবাৰ গুণ হৈ তোমাৰ ধনুত
সাৰ্থক কৰিছিল ভ্ৰমৰ জনম।
তোমাৰ বিহনে আজি করুণ সুৰত
সিহঁতেও গুঞ্জৰিছে গভীৰ শোকত
মোৰ দৰে উচুপিছে চকু-পানী টুকি।। ১৫।।

উঠা, প্ৰিয়তম!
আগৰ নিচিনাকৈ
দেখা দিয়া মনোহৰ দিব্যকান্তি লৈ।
মানিনী ৰতিৰ
অভিমান ভাঙিবলে'
মধুৰ আলাপ কৰা
কোকিলক দূতীৰূপে
পঠোৱাহি পুনু।। ১৬।।

হে মোৰ জীৱন-বল্লভ!
সেই যে এদিন তুমি
অতি সঙ্গোপনে
মোৰ স'তে সম্ভোগ কামনা কৰি
লালায়িত হৈছিলা,
কাকুতি-মিনতি কৰি
মোক মাতিছিলা,
সুঁৱৰি সুঁৱৰি সেই
অতীত কাহিনী
একোতেই মনে মোৰ
শান্তি পোৱা নাই।। ১৭।।

হে ৰতি-পণ্ডিত!
ৰতি-ক্ৰিয়া কৌশলত তোমাৰ সমান
কোন আছে আৰু?
নিজে তুমি বাসন্তী-ফুলেৰে
মোৰ বাবে ৰচিছিলা
কালোচিত পুষ্প-প্ৰসাধন।
এয়া চোৱা, এতিয়াও
সেই আভৰণ
পিন্ধি আছোঁ মই।
কিন্তু হায়!
মনোহৰ কান্তি-যুক্ত
দেহাটি তোমাৰ
আজি আৰু নাই।। ১৮।।

দেহি ঐ!
ললিত-ৰুচিৰে তুমি মোক সজাবলে'
নিজ হাতে অঙ্গৰাগ কৰিছিলা
সিও হায়! থাকি গ'ল অসমাপ্ত হৈ!
সজোৱা-পৰোৱা কাম

শেষ নৌহওঁতেই
হতশ্ৰী দেৱতাই স্মৰণ কৰিলে,
তুমি গুছি গ'লা।
আহা, প্ৰিয়,
ঘূৰি আহা তুমি
বাকি থকা বাওঁ ভৰি মোৰ
ৰক্তৰাগ আলতাৰে
কৰাহি ৰঞ্জিত ।। ১৯।।

পতঙ্গ যিদৰে জপিয়াই জপিয়াই
পৰেগৈ অগ্নিৰ শিখাত
সেইদৰে ময়ো পুনু তোমাৰ অঙ্কত
লভিম আশ্ৰয়।
নহলে—
চতুৰা অপ্সৰীবোৰে স্বৰ্গত তোমাক
লোভ দেখুৱাই
নানাবিধ ছলনাৰে ভুলাবও পাৰে
অকলেই পাই।।২০।।

হে ৰমণ !
অনুগমনৰ কাৰণে যদিও
লৈছোঁ তোমাৰ পাছ,
তথাপিও হায়, থাকি গ'ল এটি
মচ্ছিব নোৱাৰা সাঁচ
মদনক এৰি জীয়াই আছিল
ৰতিও খন্তেক পৰ ;
এই অপবাদ ৰটিব জগতে
থাকে মানে সৌ
চন্দ্ৰ দিবাকৰ ।। ২১।।

পৰলোক প্ৰাপ্ত হোৱা বাবে
তোমাৰ অন্তিম কৰ্ম
কৰোঁ কেনেকৈ ?
নব-বস্ত্ৰ পিন্ধাই-উৰাই
পুষ্পমালা দিবলৈও
মৃত-দেহ নাই !
হায় ;
অৰ্তকিৰ্তে কোন মুহূৰ্তত
দেহ আৰু আত্মা দুয়ো
একেলগে শেষ হৈ গ'ল ?
স্বপ্নৰো অগোচৰ
তোমাৰ বিলয়-বাৰ্তা
কি-যে এক স্বপ্ন হৈ ৰ'ল ! ।। ২২।।

জীৱন-বল্লভ !
সেই যে এদিন তুমি
পুষ্প-ধনুখনি
কোলাত সাবটি লৈ
বাবৰ ফুলেৰে সজা
বাণবোৰ
এটি এটি কৈ
ধনুত লগাই,
ধনুখন ঘূৰাই ঘূৰাই
চিৰবন্ধু বসন্তৰ স'তে
হাঁহি হাঁহি
কথা পাতিছিলা ;
মোৰ ফালে চাইছিলা
কটাক্ষ দৃষ্টিৰে
সেই চিৰমনোহৰ
তোমাৰ মোহন-মূৰ্তি
মনোহৰ অঙ্গ-ৎ
কেনেকৈ পাহৰিম ? ।। ২৩।।

হৃদয় - হৰণ !
তোমাৰ যিজন সখা বসন্তই আহি
তোমাৰ কাৰ্মুক-ধনু সজাবৰ বাবে
নিতৌ-নতুন ফুল যোগান দিছিল,
কেনি গ'ল আজি তেওঁ ?
পিনাকীৰ উগ্ৰ ৰোষ-অগনিত পুৰি
সুহৃদ মদনৰ দৰে
গ'ল নেকি তেৰো বাৰু খোঁৱা হৈ উৰি ? ।। ২৪।।

ৰতিৰ অন্তৰদাহী বিষাদ বিননিবোৰে
বিষদগ্ধ শৰৰ নিচিনা হৈ
মধুঋতু বসন্তক কৰিলে আহত।
সান্ত্বনা দিবৰ মনে শৰীৰ ধাৰণ কৰি
দেখা দিলে বসন্তই ৰতিৰ আগত ।। ২৫।।

মদনৰ প্ৰিয়সখা বসন্তক দেখি
দুই হাতে হিয়া ভুকুৱাই
হুৱাওবাৰে কান্দিলে ৰতিয়ে ;
স্তন-কুম্ভ দুটি হ'ল আহৰি তেনেই ।
দুখৰ সময়ত
আত্মীয় স্বজনক দেখিলে আগত
বহলাই মেল খায় দুখৰ দুৱাৰ ;
ৰতিৰ অৱস্থা দেখি
এনে ভাব ওপজে মনত ।। ২৬।।

দুখুনী ৰতিয়ে
কান্দি কান্দি
বসন্তক ক'লে,
তোমাৰ সুহৃদ, সখা
মদনৰ কি দশা হ'ল
চোবাচোন চোৱা,
কপৌ বৰণীয়া
সৌ যে দেখিছা ভস্মৰাশি
বতাহত উৰি যায়
চৌদিশে কণ্ কণ্ হৈ
চোবাচোন চোৱা
সেয়েই তোমাৰ বন্ধু সুহৃদ মদন ।। ২৭।।

হে মোৰ স্মৃতিৰ দেৱতা ।
সম্প্ৰতি দৰ্শন দিয়াচোঁ এবাৰ
এইয়া আহিছে বন্ধু মাধৱ (১) তোমাৰ
তোমাক নেদেখি তেৱো ভুগিছে যাতনা
উঠা, দেখা দিয়াহি সান্ত্বনা।
দয়িতাৰ প্ৰতি থকা মানুহৰ প্ৰেম
চিৰস্থায়ী নহবও পাৰে,
কিন্তু সুহৃদ বন্ধুৰ প্ৰতি প্ৰেমৰ কদাপি
তিলমানো লৰচৰ নহয় কাচিতো।
উঠা, দেখা দিয়া, সম্প্ৰতি এবাৰ,
এইয়া আহিছে বন্ধু মাধৱ তোমাৰ ।। ২৮।।

এদিন তোমাৰ বিজন বন্ধুৱে
মৃণাল-সূতাৰ গুণ আৰু
কোমল ফুলৰ বাণ থকা
তোমাৰ হাতৰ যিধন ধনুৰে বশ
কৰিছিল সুৰাসুৰ জগতক
চোৱা, সেই বন্ধু বসন্ত তোমাৰ
কাষতে থিয় দি আছে ।। ২৯।।

হে বসন্ত ।
বতাহৰ বা লাগি নুমুৱা চাকিৰ দৰে
তোমাৰ সুহৃদ সখা মদনবো হায়
জীৱন-শলিতাগছি তেনেই নুমাল।
সেই বত্তি কাহানিও নজ্বলে দুনাই।
নুমুৱা চাকিৰ পোৱা শলিতাৰ দৰে
জনম দুখুনী মই থাকিলোঁ জীয়াই।
অসহন বেদনা ধোঁৱাৰ মাজত
বেথা ভৰা বিৰহৰ যাতনা থিয়াই ।। ৩০।।
কাম বধ কৰি বিধাতাই
অৰ্ধ-বধ কৰিলে ৰতিকো
অচল-অটল বুলি যিজোপা গছক
লতাই সাৱটি ধৰে
সেই হেন গছজোপা যদিহে হঠাৎ
হাতীয়ে মোহাৰি ভাঙে
লতাডাল আপোনা আপুনি খহি
পৰিব মাটিত।
মদনৰ অভাৱত
ৰতি যে মৰহি যাব
আপোনা আপুনি।
এই কথা বিধাতায়ো নুবুজিলে হায়। ।। ৩১।।

হে বসন্ত ।
তোমাৰ বন্ধুৰ হকে যিটি প্ৰয়োজন
তেনেকুৱা কাম এটি কৰি দিয়া তুমি।
একুৱা ডাঙৰ জুই লৰালৰিকৈ
ধৰি দিয়া তুমি মোক খৰি - কাঠ লৈ।
বিৰহ-বিধুৰা মই তাতে জাপ মাৰি
স্বামীৰ কাষলে' যাওঁ ধোঁৱা হৈ উৰি।। ৩২।।

জোন মাৰ গ'লে জোনাক নোহোৱা হয় ;
মেঘৰ লগতে বিজুলীও পায় লয়।
পতিৰ বিহনে সতীৰ জীৱন নাই।
পতিৰ পথেই প্ৰমদাসকলো যায়।
সেই বাবে আৰু নৰবা নিমেষ কাল

(১) মাধৱ - বসন্ত

জুই ধৰি দিয়া খৰধৰ কৈ
ৰ'বৰ সময় নাই ।।৩৩।।

দেহি ঐ !
এনেকুৱা দিন এটি আছিল আমাৰ
পুষ্পৰেণু সানি দুটি স্তনকুম্ভ মোৰ
তোমাৰ বন্ধুৰ সতে, শুনাচোঁ বসন্ত,
ৰচিছিলোঁ সুখশয্যা কুঁহিপাত পাৰি।
নাই আৰু আজি সেই প্ৰাণপ্ৰিয় পতি
পৰি আছে ভস্মৰাশি স্তুপাকাৰ হৈ।
প্ৰিয়তম মদনৰ দেহা-ভস্ম সানি
পল্লৱ শয্যাৰ দৰে অতি সুখকৰ
অন্তিম অগ্নিত আজি বিসৰ্জিম দেহা ।।৩৪।।

হে প্ৰিয়দৰ্শন !
ৰতি আৰু মদনৰ ফুলশয্যা ৰচনাত
বহুবাৰ কৰিছিলা সহায়তা দান,
প্ৰণিপাত অঞ্জলিৰে খাটিছোঁ সম্প্ৰতি
শীঘ্ৰে তুমি ৰচি দিয়া চিতাশয্যা মোৰ ।।৩৫।।

চিতাত শুৱাই মোক জুই দিবা যেতিয়া জ্বলাই
মলয়া বতাহছাটি শেষবাৰ দিয়াবা বলাই
চৌ-পাশে জুই জ্বলি মোক যেন ধৰেহি মেৰাই
মোৰ দেহাটিও খন্তেকতে ছাই হৈ যায়।
জানাই দেখোন তুমি মোক এৰি অকলে মদন
তিলাৰ্ধ সময়কণ থাকিলেও হয় অসহন ।।৩৬।।

সৎকাৰ শেষ হ'লে
ৰতি আৰু মন্মথ
দুয়োটিৰে নাম ধৰি
উভয়ৰে বাবে তুমি
একাজলি জল দিবা দান।
তোমাৰ সুহৃদ সখা
কামদেৱে সেই
জলাঞ্জলি পাই
সিপুৰীত মোৰ সতে
একেলগে
তৃপ্তিৰে কৰিব পান ।।৩৭।।

হে মাধৱ !
পৰলোক প্ৰাপ্ত হোৱা আত্মাৰ বাবে
যেতিয়া কৰিবা তুমি কৰ্ম বিধিমতে
শ্ৰাদ্ধ আদি শেষ কৰি দিবা পিণ্ডদান ;
তেতিয়া তোমাৰ সেই সখাক উদ্দেশ্যি
কুঁহিপাত লাগি থকা এথুপি আমাৰ মল
উছৰ্গা কৰিবা দেই কুটুম মহান !
জানাই দেখোন তুমি আমৰ মুকুল
ভাল পায় তোমাৰ বান্ধৱ মদনে কিমান ! ।।৩৮।।
এইদৰে যেতিয়া ৰতিয়ে
দেহত্যাগ কৰিবলে ঠাৱৰ কৰিলে,
সেই সময়তে
অকস্মাৎ শুনিলে ৰতিয়ে
আকাশৰ বাণী এটি
অমাতৰ মাত।
ৰ'দত শুকাই যোৱা বিলৰ মাজত
মৰো মৰো হৈ থকা
পুথি মাছবোৰ
প্ৰথম বৃষ্টিৰ
ন-পানী পাই
যিদৰে আশ্বস্ত হয়
আকাশৰ বাণী শুনি
ৰতিও সিদৰে
শান্তিৰে থমকি ৰয় ।।৩৯।।

দয়াৰে ওপচা অতি কোমল ভাষাৰে
দৈৱবাণী হ'ল ;
শুনা, হেৰা কামপ্ৰিয়া ৰতি !
তৱ ভৰ্তা মদনৰ সতে
অচিৰে মিলন দুৰ্লভ নহয়।
শুনা,
কি অপকৰ্ম কৰাৰ নিমিত্তে
ৰুদ্ৰৰ নেত্ৰাগ্নিত পুৰি
ভস্ম হ'ল কামদেৱ
পতঙ্গৰ দৰে
শুনা সেই কথা ।।৪০।।

কন্দৰ্পৰ পঞ্চবাণে প্ৰজাপতি ব্ৰহ্মাৰ এদিন

ঘটালে কিঞ্চিৎমান ইন্দ্ৰিয়ৰ চঞ্চল বিকাৰ,
নিজ কন্যা সৰস্বতী ওচৰতে আছিল তেতিয়া।"
ততালিকে বিধাতাই ৰোধ কৰি ইন্দ্ৰিয় বিকাৰ
অবিনয়ী মদনক দিলে অভিশাপ
তাৰ ফলতেই
ৰুদ্ৰৰ ৰোষাগ্নিত ভস্ম হ'ল মদনৰ দেহা ।। ৪১।।

তপস্যাৰ প্ৰভাৱত পাৰ্বতীয়ে যিদিন
হৰক লভিব বৰ, হ'ব পৰিণয়
উপলব্ধি কৰি সুখ পাৰ্বতীক পাই
তেৱেঁই কামক দিব পুনৰ জীৱন ।। ৪২।।

কাকুতি-মিনতি কৰি ধৰ্মৰাজ গৈ
যেতিয়া ব্ৰহ্মাক খোজে শাপৰ মোচন
তেতিয়া ব্ৰহ্মাই দিলে ইদৰে আদেশ।
মেঘ আৰু জিতেন্দ্ৰিয়গণ
বজ্ৰ আৰু অমৃত
উভয়ৰে জনমৰ স্থল ।। ৪৩।।

হে শোভনা !
সেই হেতু
প্ৰিয়সঙ্গম হ'ব অচিৰতে
এই কথা সৰোগত কৰি
ৰক্ষা কৰা দেহাটি তোমাৰ।
ৰ'দৰ তাপত
নৈবোৰ
তোট পৰি যদিও শুকায়,
বাৰিষা আহিলে দেখো
দুকুল উপচি পৰে
ফেনে ফোটোকাৰে ।। ৪৪।।

এইদৰে কোনো এটি অদৃশ্য প্ৰাণীয়ে
মৰণ বুদ্ধিৰপৰা ৰতিক ৰাখিলে
মদনৰ বন্ধু বসন্তয়ো এই
নেদেখাজনৰ বাণী প্ৰত্যয় মানি
নানাবিধ প্ৰবোধ বাক্যেৰে
ৰতিক আশ্বাস দিলে
হ'বই হ'বই বুলি
ৰতি আৰু মদনৰ
পুনৰ মিলন ।। ৪৫।।

এই বাণী শুনাৰ পাছত
মদন-প্ৰিয়াই
কেতিয়ানো অন্ত হ'ব
বিপদৰ দিন,
শঙ্কৰ-পাৰ্বতীৰ
কেতিয়ানো হ'ব পৰিণয়,
তাৰেই অপেক্ষা কৰি
বাট চাই থাকিল অকলে।
দিনৰ জোনটি যেনে
জেউতি-বিহীন
ধোঁৱা বৰণীয়া হৈ
কেতিয়া গধূলি হ'ব
বাট চাই থাকে কোনোমতে
আকাশতে ৰেখা এটি লৈ,
কাম-কান্তা ৰতিয়েও
ঠিক সেইদৰে
নিস্তেজ নিষ্প্ৰভ হৈ
বাট চালে ভবিষ্যতলৈ ।। ৪৬।।



## পঞ্চম সৰ্গ

চকুৰ আগতে
পিনাকীৰ ৰোষাগ্নিত পৰি
মদনৰ দেহকান্তি ভস্ম হোৱা দেখি
ভগ্নমনোৰথ হৈ
পাৰ্বতীয়ে মনে মনে
নিজৰ ৰূপকো দিলে অশেষ ধিক্কাৰ
ৰূপ-লাৱণ্যৰ যদি
প্ৰিয়তম দেৱতাৰ
মন জয় কৰিব নোৱাৰি,
দৈহিক ৰূপৰ তেন্তে
কিনো প্ৰয়োজন ?
এই ভাবি পাৰ্বতীয়ে নিজৰ ৰূপকে নিজে
নিন্দিলে অপাৰ ।।১।।

সমাধিস্থ হৈ তপস্যাৰ প্ৰভাৱেৰে
সফল কৰিম মোৰ দৈহিক সৌন্দৰ্য
নহলেনো কেনেকৈ
তেনেকুৱা প্ৰেম আৰু
তেনেকুৱা মৃত্যুঞ্জয় স্বামী
একেলগে দুয়োটিকে পাম ?
এই বুলি পাৰ্বতীয়ে কৰিলে ঠাৱৰ ।।২।।

এই কথা শুনি মেনকাই
বুকুত সাবটি লৈ
স্নেহৰ উমাক
আথেবেথে বাৰে বাৰে
কৰে নিবাৰণ ;
মুনি সকলৰ এই কঠোৰ তপস্যাব্ৰত
কেনেকৈ কৰিবা পালন ?
এৰি দিয়া এই মনোভাব ।।৩।।

আই হেৰ' মোৰ !
শুনাচোন কওঁ
বিবাহৰ অধিপতি দেৱতাসকল
নিজ ঘৰতেই আছে বুলি ধৰাচোন।
তপস্যাৰ কিনো প্ৰয়োজন ?
কিয় বৃথা তোমাৰ দেহাক আই
কষ্ট দিব খোজা ?

কোমল শিৰীষ ফুলে
যদিও সহিব পাৰে
ভোমোৰাৰ ভাৰ
নোৱাৰে সহিব আই
আন একো
পখীৰ দুৰ্বহ ভাৰ ।।৪।।

মেনকাই এইদৰে স্নেহৰ কন্যাক
নানাবিধ কথা কৈ
বুজালে বঢ়ালে
তথাপিও
শিলৰ খুটিৰ দৰে
পাৰ্বতীৰ মন
নোৱাৰিলে আঁতৰাব
তপস্যাৰ উদ্যমৰপৰা।
তললৈ বৈ অহা
পানী-ধাৰ জানো
কোনোবাই ওলোটাব পাৰে ? ।৫।।

এদিন উমাই
নলে-গলে লগা এটি
সখীক ৰিপুৱা ধৰি
জনালে পিতৃক
ফল লাভ নোহোৱা পৰ্যন্ত
অৰণ্যত বাস কৰি
তপস্যা কৰিব ।।৬।।

যেনে কন্যা তেনে অভিলাস
হোৱা দেখি,
হিমালয়ে আনন্দিত হৈ
গৌৰীক তপস্যাৰ
দিলে অনুমতি।
পিতৃ আজ্ঞা পাই
'নিৰ্জন শিখৰলৈ'
গুচি গ'ল গৌৰীও
তপস্যাৰ হেতু।
সিদ্ধি লাভ হোৱা বাবে
সেই শিখৰত
কালক্ৰমে সেই শৃঙ্গ

গৌৰীশিখৰ নামে
খ্যাত হ'ল লোকৰ মুখত ।।৭।

তপস্যাত বহি পাৰ্বতীয়ে
সোলোকাই পেলালে দেহৰ
স্বৰ্ণ-অলঙ্কাৰ আদি
সকলো গহনা।
চন্দন-চৰ্চিত বক্ষ শোভা কৰি থকা
স্বৰ্ণ-হাৰ এৰি
অৰুণ বৰণ যেন বাকলি বসন
কণ্ঠত ল'লে
মেৰিয়াই ।।৮।।

গৌৰীৰ মুখ খনি
দীঘল চুলিৰে স'তে
আগেয়ে যিদৰে অতি
মধুৰ আছিল,
জটাৰে স'তেও আজি
তদ্ৰূপ মধুৰ যেন
হৈয়েই থাকিল।
ভ্ৰমৰ শ্ৰেণীৰেই
নহয় অকল,
শেলুৰে লাগি থকা
পদুমেও শোভা পায়
অতি মনোৰম ।। ৯।।

তাপসী বেশেৰে
স্বহস্তে উমাই
গছৰ আঁহেৰে গোথা
তিনি খলপীয়া
খহতা মেখেলা ললে
ককালত আঁটি।
যিটি ককালত
এদিন উমাই
মণিময় ৰত্নমালা
থৈছিল ওলোমাই,
আজি তাত ওলমিছে
কঠিন বসন,
ককালত ঘা লাগি
ৰঙাপৰি
উঠিছে ৰবণ ।। ১০।।

যিখন হাতেৰে এদিন উমাই
ওঁঠ দুটি ৰঙা কৰি
ৰহণ দিছিল,
কুঙ্কুম চন্দন সানি
বুকুখনি ৰঙা কৰি
খেলিছিল নানা খেল
সখীৰ লগত,
তপস্যাত বহি আজি
এৰি দিলে
সেই হেন
বিলাসৰ সকলো নিদান।
সেইখনি হাতেৰেই
কুশ কাটি আজি
উমাৰ আঙুলিবোৰ
কুশৰ ধাৰত লাগি
ক্ষতেৰে ভৰিল।
স্বৰ্ণহাৰ এৰি
ৰুদ্ৰাক্ষৰ জপমালা
কণ্ঠত ললে আৰি
ইষ্ট নাম ধৰি ;
সেই হাতেৰেই
মালাও জপিছে ।। ১১।।

দেহি ঐ।
যি গৰাকী ৰাজকন্যা গৌৰীয়ে এদিন
মহাৰ্ঘ শয্যাত
ইকাতিসিকাতি কৰি
শোওঁতে খোপাৰ
সৰি পৰা ফুল পাহ
গাত লাগিলেও
সুকোমল শৰীৰত
বেথা পাইছিল,
সেই হেন গৌৰীয়ে আজি
মাটিতেই বহি বহি
ঘোৰ অৰণ্যত
ক্লান্তি বোধ হ'লে

হাততেই মুখ থৈ
শুইছে নিৰলে ।। ১২।।

তপস্যাত বহিবৰ হ'লে
নিয়ম-সংযম মানি
বিলাসৰ হাব-ভাব
এৰি দিব লাগে।
সেইহে কিজানি
তপস্বিনী পাৰ্বতীয়ে
তপস্যাৰ আৰম্ভতে মনোহৰ চলন-ফুৰণ,
চঞ্চল দৃষ্টি-ভঙ্গি
দুয়োটিকে সাঁচি থ'লে
সুকোমল লতাৰ দেহত আৰু
হৰিণীৰ চঞ্চল দৃষ্টিত ।। ১৩।।

মাকে যি দৰে
সন্তানক স্তন দান কৰে,
অতন্দ্ৰিতা দেৱীয়ে সিদৰে
ঘটভৰা পানী ঢালি
পুলি পুলি গছবোৰ
কৰিছিল লালন-পালন।
বহুত দিনৰ পাছত
কুমাৰক পুত্ৰৰূপে পায়ো
নিজহাতে যত্ন লৈ
ডাঙৰ-দীঘল কৰা
বৃক্ষৰাজিৰ প্ৰতি
পুত্ৰবৎ চেনেহৰ ভাব
তিলমানো নকমিল ।। ১৪।।

অৰণ্যৰ ফল-মূল আনি
বনৰ হৰিণাবোৰকো
নিজহাতে পাৰ্বতীয়ে
খুৱাই-বুৱাই
নিতৌ পুতৌ কৰে,
হৰিণাবোৰেও
মাতৃবৎ স্নেহ পাই
পাৰ্বতীক বেৰি বেৰি ধৰে।
কেতিয়াবা পাৰ্বতীয়ে
হৰিণীক টানি ধৰি
সখীৰ চকুৰ সতে
জুখি চায়
কাৰ চকু কিমান ডাঙৰ ।। ১৫।।

মানৰ অন্তত
বাকলি কাপোৰ লৈ
যেতিয়া উমাই
প্ৰজ্বলিত হোমাগ্নিত
আহুতি প্ৰদান কৰে,
কঠোৰ তপস্যা কৰা
ঋষি সকলেও
দৰ্শন কৰেহি সেই
অপূৰ্ব সৌন্দৰ্য
বয়সত নহলেও
ধৰ্মৰ ভাবত দেৱী
বয়োজ্যেষ্ঠাৰূপে
হৈছিল সকলোৰে
পূজনীয়া আই ।। ১৬।।

অহিংসা,অতিথিৰ সেৱা,
আৰু হোমানলে
সেই তপোবন খনি
পৰম পবিত্ৰ কৰি
তুলিলে এদিন।
গুটিবে ওলমি থকা
গছৰ তলত
অতিথিয়ে পাইছিল
সফল আশ্ৰয় ;
কুটিৰৰ ভিতৰত
হোমৰ অনল
আছিল সঞ্চিত হৈ ।। ১৭।।

ইমান দিনেও
ইমান তপস্যা কৰি
ইষ্ট লাভ নোহোৱাৰ বাবে
শৰীৰ পতন কৰি
কঠোৰতো কঠোৰ নিয়মে
তপস্যাত বহিবলৈ
উপক্ৰম কৰিলে উমাই।

ইমান কোমল দেহে
ইমান কঠোৰ ব্ৰত
পাৰিবনে কৰিব পালন
এই কথা
ভাবিয়েই চোৱা নাই ।। ১৮।।

দুদিনৰ আগতে উমাৰ
ভন্টাগুটি খেলোতেও
কপালৰ ঘাম বৈ যায়,
সেই হেন আলসুৱা
আলৌলৌৱা ৰাজকন্যা
কঠোৰ তপস্যামগ্না
তপস্বিনী হ'ল ।
মনত ধাৰণা হয়
কিজানি পাৰ্বতী দেৱী
সোণেৰে নিৰ্মাণ কৰা এপাহি পদুম
প্ৰকৃতিত অতি মৃদু
কোমল মধুৰ,
ভিতৰৰ সাৰ অংশ
সোণৰ ধাতুৰ দৰে
কঠিন-গধুৰ।।১৯।।

গ্ৰীষ্ম কালৰ
তয়াময়া ৰ'দৰ দিনত
চাৰিপিনে চাৰি কুৰা
জুই ধৰি, অগ্নিগড় ৰচি
মাজত সোমাই লৈ
পাৰ্বতীয়ে কৰিছিল
তপস্যা কঠোৰ,
কপালত সূৰ্যক লৈ
উৰ্ধ মুখে থাকি
পাঁচ কুৰা অগ্নিৰ
মাজত
পঞ্চাগ্নি-সাধনা কৰি
তপস্বিনী গৌৰীয়ে
তপ সাধিছিল।।২০।।

এইদৰে ৰ'দৰ তাপত বহি
থাকোতে থাকোতে
পকি পৰে মুখখন
ৰঙচুৱা কৈ,
এপাহি পদুম যেন
অৰুণ বৰণ
ফুলি আছে পাৰ্বতীৰ
মুখখনি হৈ !
ৰ'দৰ তাপত
লাহে লাহে
চকুৰ গুৰিত
ক'লা ৰেখা জিলিকি উঠিল।।২১।।
গছবোৰে যেনেকৈ
অযাচিতে সৰি পৰা
বৃষ্টিৰ জল আৰু
জোনৰ পোহৰ
তাকে খাই
জীৱন ধাৰণ কৰে,
উপবাস কৰি থকা
উমাৰো সেয়েই
পাৰণৰ একমাত্ৰ
আছিল সম্বল।
ইয়াৰ অধিক আৰু
একোকেই
নাখায় উমাই।।২২।।

তাপসী উমাই
গ্ৰীষ্মকাল কৰিলে যাপণ
পঞ্চবিধ অগ্নিৰ মাজত।
মাটিত যিদৰে
চাৰিপিনে চাৰিকুৰা
প্ৰজ্বলিত অগ্নিৰ উত্তাপ,
তাতোকৈ প্ৰবল তেজেৰে
ওপৰত জ্বলিছিল
প্ৰচণ্ড তপন।
পঞ্চাগ্নিয়ে পুৰিদেই
পাৰ্বতীৰ দেহা যেন
মলিন কৰিলে।
গ্ৰীষ্মৰ অন্তত
বাৰিষাৰ ন-পানী পালে
মাটিৰ বুকুৰ পৰা

যিদৰে ওলাই আহে
উৰ্ধগামী বাষ্পৰ ধোঁৱা
পাৰ্বতীৰো উত্তপ্ত দেহাৰ পৰা
সেইদৰে ওলাই আহিল
তপত নিশ্বাস।।২৩।।

উৰ্ধেনেত্ৰে বহি থকা
তাপসী উমাৰ
ভ্ৰূ- যুগলত আহি
বৰ্ষাৰ প্ৰথম পানী
যেতিয়া পৰেহি,
কোমল নোমৰপৰা
এটোপ এটোপকৈ
সেই পানী আহি
পৰেহি ওঁঠত।
ইমান কোমল সেই
অধৰোষ্ঠ দুটি
পানী টুপি পৰোতেও
কিজানি উমাই
কৰে কষ্টবোধ।
লাহে লাহে সেই বিন্দুবোৰ
টোপে টোপে আহি
কঠিন স্তনত পৰি
ভাগি ছিগি চূৰ্ণ হৈ পৰে।
বিগলিত হৈ
সেই বিন্দুৰ পানীবোৰ
উমাৰ উদৰ ৰেখাৰ মাজে
বৈ গৈ,
নাভিৰ ৰন্ধ্ৰত
আশ্ৰয় লভেগৈ ? ।। ২৪।।

এনেয়ে শীতল সেই
নিৰন্তৰে হিমে ঢকা
হিমাদ্ৰি শিখৰ
তাতেই আকৌ
হিমেৰে সেমেকা
বলিছে বতাহ,
ধাৰাসাৰে
বৰষুণ পৰিছে ঘনাই
এনে অৱস্থাতো
অনাবৃত ঠাইতেই বহি
পাৰ্বতীয়ে তপস্যা কৰিছে।
ওৰে ৰাতি
বিজুলী মাৰিছে।
আন্ধাৰ নিশাই যেন
বিজুলী-চকুৰে
মাজে মাজে চাই আছে
সাক্ষী-ৰূপে
গৌৰীৰ কঠোৰ সাধনা ।। ২৫।।

এনেয়ে পুহৰ নিশা
জাৰত ঠেৰেঙা লগা
তাৰ উপৰিও
বৰষিছে শিল,
এনেকুৱা সময়তো
পানীৰ মাজত বহি
ওৰে ৰাতি
পাৰ্বতীয়ে তপস্যা কৰিছে।
বিধাতাৰ বিধানৰ মতে
সন্মুখতে দেখে পাৰ্বতীয়ে
পৰস্পৰে একেলগ
লাগিব নোৱাৰি
চাকৈ-চকোৱা হালে
ওৰে ৰাতি কান্দি আছে
হিয়া ভঙা কৰুণ সুৰত।
এই হেন দুখময়
চিত্ৰ এটি দেখি
দয়াময়ী পাৰ্বতীৰ
বৈ আহে
দুচকুৰ দুধাৰ লোতক ।। ২৬।।

মাত্ৰ সেই পদ্ম-গন্ধী মুখখনি
ভাহি আছে ওৰে ৰাতি পানীৰ মাজত।
জাৰত ঠেৰেঙা লগা ওঠ দুটি
কঁপি আছে থৰ্ থৰ্ কৈ।
সেই ডোঙা পানীতেই
কিমান পদুম ফুলি
বতাহত হালিজালি

মেলিছিল সৌন্দৰ্যৰ মোহন পোহাৰ।
শিলাবৃষ্টি হোৱাৰ পাছত
এপাহি পদুমো আৰু
নাথাকিল তাত ;
পাৰ্বতীৰ মুখ খনি মাথো
পদুম ফুলৰ দৰে
ভাহি আছে পূৰ্ণ কৰি
পদুমৰ শোভা।
আগেয়ে পানীত থকা পদুমৰ ফুলবোৰ
ফুলিছিল সূৰ্য কিৰণত
পাৰ্বতীৰ মুখ-ৰূপ পদুম এতিয়া
দিনে ৰাতি সমভাৱে ফুলি আছে অনুপম হৈ ।। ২৭।।

আপোনা-আপুনি সৰি পৰা গছ পাত খাই
জীৱন-ধাৰণ কৰা সাধনাৰ কঠোৰ নিয়ম ।
পাৰ্বতীয়ে তেনেকুৱা গছ-পাতটিও
হাতেৰে নুছুলে সেই তপস্যা কালত।
পুৰাণজ্ঞ পণ্ডিত সকলে
সেইহে উমাৰ
অপৰ্ণা নামেৰে দিলে চিৰ-পৰিচয় ।। ২৮।।

দিন ৰাতি সমভাৱে কঠোৰ সাধনা কৰি
পদুমৰ ঠাৰি যেন সুকোমল দেহাটি উমাৰ
দিনে দিনে ক'লা পৰি শুকাই খীণাই গ'ল।
তপস্বী সকলে কৰা কঠোৰ তপস্যা ব্ৰত
পাৰ্বতীৰ তুলনাত
ব্ৰতেই নহয় যেন হয় অনুমান ।। ২৯।।

এইদৰে পাৰ্বতীৰ দিনবোৰ
আগবাঢ়ি গৈ আছে
একোলৈকে অপেক্ষা নকৰি।
এনেতে এদিন এক জটাধাৰী
ব্ৰহ্মচাৰী যুৱা গৈ হ'ল উপস্থিত।
তেজোমন্ত তৰুণ তপস্বীজনে
পৰিধান কৰিছিল হৰিণাৰ ছাল,
হাতত আছিল এক দণ্ড পলাশৰ
আঁৰবেৰ একো নাই
সমুজ্জ্বল সৰল সহজ কথা ।। ৩০।।

আতিথেয়ী (১) পাৰ্বতীয়ে
পৰম সম্মান কৰি
আথে বেথে সমাদৰ
জনালে অতিথি সেই
ব্ৰহ্মচাৰী যুৱা-তপস্বীক ।
তেজোমন্ত পবিত্ৰ দেহৰ
আছে এটি নিজস্ব মহিমা
যদিওবা সমদৰ্শী
তপস্বীসকল।
তেনেকুৱা বিশিষ্ট জনৰ
সমাদৰ নকৰাকৈ
কোনোৱেই থাকিব নোৱাৰে ।। ৩১।।

আতিথ্য গ্ৰহণ কৰি
ব্ৰহ্মচাৰীজনে
খন্তেক জিৰাই লৈ
সৰল দৃষ্টিৰে চাই
পাৰ্বতীৰ পিনে
যথাযথভাৱে
বেশভূষা আটি লৈ
আৰম্ভ কৰিলে কথা ।। ৩২।।

হোমাদি কৰ্মৰ বাবে
সমিধ-কুশাদি তুমি
পাইছানে সহজতে বাৰু?
স্নানৰ কাৰণে
আছেনে কাষতে বাৰু
পানী থকা ঠাই ?
এনেকুৱা কঠোৰ সাধনা কৰি
কষ্টবোধ
নাই হোৱা জানো?
পাৰিছানে বাৰু তুমি
ইমান কঠোৰ ব্ৰত
অকাতৰে কৰিব পালন ?
এই কথা মনত ৰাখিবা
শৰীৰহে আদি মূল
ধৰ্মৰ সাধন পিছ।
দেহা নাথাকিলে

---
কুমাৰ সম্ভৱ

ধৰ্মনো সাধিবা তুমি
কি উপায়েৰে ? ।।৩৩।।

সন্মুখত থকা সৌ লতাৰ কুঞ্জত
নতুন কোমল পাত থাকেনে সদায় ?
ব্ৰতৰ কাৰণে তুমি কত দিন ধৰি
অধৰত ৰক্ত-ৰাগ দিয়া নাই দেৱী ?
তথাপি তোমাৰ ওঁঠ ৰঙা হৈয়ে আছে।
ৰঙা ৰঙা লতা-পাত তোমাৰ ওঁঠেৰে
এতিয়াও একে হৈয়ে আছে যেন দেখি।।৩৪।।

তোমাৰ স্নেহত মজি
হৰিণ হৰিণীবোৰে
তোমাক আগুৰি লৈ
যেতিয়া হাতত থকা
কুশবোৰ লৈ যাব খোজে,
সিহঁতৰ প্ৰতি বাৰু
তেতিয়া তোমাৰ
ওপজেনে বিৰক্তি মনত ?
পদুম নয়ন
তোমাৰ নয়ন দুটি
হৰিণীৰ নয়নকো পৰাজিত কৰি
বিভোপন ৰূপ আছে
সচকিত হৈ ।।৩৫।।

পাৰ্বতী !
ৰূপে কেতিয়াও পাপ-বৃত্তি
নকৰে গ্ৰহণ
চিৰকাল শুনি অহা
এই বাক্য আজি
বৰ্ণে বৰ্ণে সত্য বুলি
জানিলোঁ ঠাৱৰ।
উদাৰচিত্তীয়া হেৰা
সুশীলা তাপসী
তোমাৰ সাধনা আৰু
চৰিত্ৰৰ বল
ঋষি-মুনিসকলৰো
আদৰ্শৰ স্থল ।।৩৬।।

এই মহীধৰ হিমাদ্ৰিৰ গাত
স্বৰ্গ-গঙ্গা মন্দাকিনী
কল কললৈকে
পৰিছেহি সপ্তৰ্ষিৰ
নানাবিধ পূজা উপচাৰ
উটুৱাই লৈ
তথাপিও হিমালয়
হোৱা নাই সিমান পবিত্ৰ,
নিষ্কলঙ্ক তোমাৰ চৰিত্ৰ
আৰু কঠোৰ তপস্যা মিলি
কৰিছেহি যিমান পবিত্ৰ
এই পৰ্বতৰাজক।
তোমাৰ কাৰণে আজি
পুত্ৰপৌত্ৰ সমন্বিতে
ধন্য হ'ল গিৰি হিমালয়।।৩৭।।

উদাৰ হৃদয়া !
ধৰ্ম, অৰ্থ, কাম
এই তিনি বৰ্গৰ
অৰ্থ আৰু কাম
পৰিত্যাগ কৰি
ধৰ্মকেই লৈ আছা
সৰোগত কৰি।
তিনিও বৰ্গৰ ধৰ্ময়েহে সাৰ
আজি মই সেই কথা
দেখিলোঁ চকুৰে।
নহলে তোমাৰ দৰে
মেধাবিনী তৰুণীয়ে
ধৰ্মকেই হৃদয়েৰে
নললেহেতেন অতি
শ্ৰেষ্ঠ বস্তু বুলি।।৩৮।।

যেনেকুৱা সমাদৰ কৰি
তুমি মোক শুশ্ৰূষা কৰিলা,
পৰ ভাব নকৰিবা আৰু।
পৰক ইমান আপোনভাৱে
এনেকুৱা অভ্যৰ্থনা
কেৱে নজনায়।

কিয় তুমি লাজতেই
কোঁচ-মোচ খাই
সঙ্কোচ কৰিছা বাৰু?
মনীষীসকলে কয়
সাধুৰ সঙ্গত
অতি বেছি
সাতোটি কথাতে হয়,
আত্মীয়তা ভাব।
এতিয়াও বাকী আছে জানো
সেইখিনি পূৰ হ'বলৈ।।৩৯।।

তাপসী!
জন্ম হেতু দ্বিজাতি কুলত
চপল ভাবেৰে নানা কথা কৈ
জিজ্ঞাসু হোৱা এই
পুৰুষজনৰ
দায়দোষ ক্ষমিবা সকলো ;
ক্ষমাৱতী দয়াশীলা তুমি।
এই অতিথিয়ে আজি
দুই-এটি কথা
তোমাক সুধিব খোজে।
গোপনীয় নহয় যদিহে,
যদিহে নাথাকে বাধা
দয়া কৰি
দিবানে উত্তৰ ? ।।৪০।।

আদি বিধাতাৰ কুলত জনম,
পৰ্বতৰাজিৰ অদ্বিতীয় অধীশ্বৰ
তোমাৰ জনমদাতা,
তদুপৰি
ত্ৰিলোকৰ সৌন্দৰ্যৰে
সমাহিত তোমাৰ লাৱণ্য
নবীন বয়স, নতুন যৌৱন
ঐশ্বৰ্য সুখৰো নাই
অভাৱ সমূলি
তথাপিও তুমি কিয়
এনেকুৱা কঠোৰ তপস্যা
কৰিছাহি ঘোৰ অৰণ্যত?
তোমাৰ যিমান আছে
পাৰ্থিৱ সম্পদ
তাতোকৈ অন্য কিনো
ফলপ্ৰাপ্তি কামনাৰে
কৰিছাহি তপ?
কোৱা দেৱী।।৪১।।

অৱশ্যে এই কথা সঁচা
অভিমান কৰি
উখৰা মনৰ
কোনো কোনো গৃহিণীয়ে
স্বামীৰ কথাত
মনকষ্ট পাই
সংসাৰ ধৰ্মৰ প্ৰতি
বিৰাগত আহি
এইদৰে তপস্বিনী হয়।
তোমাৰ নিচিনা
সৰ্বাঙ্গ সুন্দৰী
যুৱতীৰ পক্ষে
এই কথা হয় বুলি
মনে মোৰ নধৰে সমূলি।
এনে ৰূপ, এনে গুণ
এনেকুৱা নবীন বয়স,
পাষাণেও অনাদৰ
কৰিব নোৱাৰে।
কিয় যে তাপসী হ'লা।
নাই পৰা বুজিব অকণো ।।৪২।।

শোকে-তাপে জৰ্জৰিত হ'লে
এনেকুৱা মনোভাৱ হয়
কিন্তু,
তোমাৰ চেহেৰা দেখি
কেনিও অকণো
নাই দেখা শোকৰ প্ৰভাৱ।
তোমাৰ পিতৃও নিজে
যেনে-তেনে এজন নহয়,
সেইবাবে পিতৃৰ-গৃহত
সম্ভ্ৰমৰ হানি হোৱা
নহয় সম্ভৱ।
আৰু এটা কাৰণ

থাকিব পাৰে
কোনোবা দুৰ্বৃত্ত কামুকে
স্পৰ্শ কৰি
কলুষিত কৰিলেও
এনেকুৱা হ'ব পাৰে সঁচা,
কিন্তু সিও সত্য বুলি
মনে মোৰ নামানে সমূলি,
এনেকুৱা ফণিনীৰ মণিত
কোনে পাৰে হাত দিব,
কাৰ আছে ইমান সাহস? ।। ৪৩ ।।

কোৱাচোঁ তাপসী
কিয় তুমি
যৌৱনৰ অনুৰূপ
বেশভূষা এৰি
বাৰ্ধক্যৰ পৰিচ্ছদ
বাকলি বসন
পিন্ধিছা দেহত?
তুমিয়েই কোৱাচোন বাৰু
সন্ধ্যাৰ সময়ত
আকাশত চন্দ্ৰ-তৰা
যেতিয়া ওলায়,
হয়নে তেতিয়া বাৰু
সূৰ্যৰ উদয়?
সকলো কামৰে আছে
এটা এটা নিজৰ সময়।
অকালত কিয় এই
বল্কল-বসন তুমি
পিন্ধিছা তাপসী?।। ৪৪ ।।

স্বৰ্গপ্ৰাপ্তি কামনাৰে
যদি তুমি তপস্যা কৰিছা
তেনেহলে বৃথাশ্ৰম
কৰিছা তাপসী,
তোমাৰ পিতৃৰ
ৰাজ্যখনিয়েই
দেৱভূমি,
দেৱতাৰ লীলা নিকেতন।
মোৰ কিন্তু মনে ধৰে
স্বৰ্গতো অধিক কোনো
মনোৰম হৃদয় বিচাৰি
তুমি এনে কষ্ট-সাধ্য
ব্ৰত আচৰিছা?
সিও যদি সঁচা হয়
ৰত্নহে বিচাৰে লোকে
যত্ন কৰি পাবলৈ,
ৰত্নই কেতিয়াও
কাকো বিচাৰি নাযায় কেনিও।। ৪৫ ।।

নিৰ্বাক নিস্পন্দ হৈ
পাৰ্বতীয়ে এতেপৰ
শুনিছিল কথাবোৰ
তলমূৰকৈ।
অতিথিৰ কথাবোৰ
শেষহে অহাৰ লগে লগে
হুমুনিয়া এটি
আহিল ওলাই
ব্ৰহ্মচাৰী অতিথিৰো।
লগে লগে
এই কথা আহিল ওলায়,
"গৌৰী!
তোমাৰ মৰম ভেদি
তপত নিশ্বাস যিটি
আহিল ওলাই,
তাতে মোৰ সকলো প্ৰশ্নৰ
উত্তৰো বিচাৰি পালোঁ।
কিন্তু তথাপিও
দ্বিধা মোৰ নুগুচিল,
তোমাৰ নিচিনা এটি
সৌন্দৰ্যৰ মহাৰ্ঘ ৰতন
কোনে বাৰু
পাবলৈ নকৰে প্ৰয়াস?"।। ৪৬ ।।

সেয়ে যদি হয়
তেনেহলে দেখিছোঁ তোমাৰ
ঈপ্সিত যুৱকজন
নিতান্ত কঠিন অতি
পাষাণৰ দৰে।

ভাবিয়ে নাপাওঁ মই
তোমাৰ কাণৰ কুণ্ডলৰূপে
কত দিন পদ্মকলি
শোভা পোৱা নাই,
এনেকুৱা সুকোমল কেশপাশ
জঁটাৰে ওলমি গ'ল
মুগা বৰণীয়া হৈ
এনে দৃশ্য কোন প্ৰাণে
সহি আছে সেইজন
হিয়াহীন যুৱকে ইমান ?
কোন সেই নিৰ্বোধ
তোমাৰ প্ৰাৰ্থিতজন ? ।। ৪৭ ।।

মুনিয়ে পালন কৰা
চান্দ্ৰায়ণ আদি কৰি
কঠোৰ তপস্যা-ব্ৰত
পালনৰ বাবে
তোমাৰ শৰীৰ অতি
খীণাই-শুকাই গ'ল।
প্ৰখৰ ৰ'দৰ তাপে
ভূষণ ধাৰণ কৰা
কণ্ঠৰ স্থানবোৰ
পুৰি ডেই পেলালে তেনেই।
দিনৰ বেলিকা দেখা
শেঁতাপৰা
চন্দ্ৰৰ ৰেখাটিৰ দৰে
ইমান খীণাই যোৱা
তোমাক দেখিলে
কাৰণো মনত বাৰু
নালাগিব দুখ ? ।। ৪৮ ।।

তোমাৰ ঈপ্সিত
সেই প্ৰিয়জন
সৌভাগ্য-গৰ্বৰ হেতু
বঞ্চিত অতি।
তেওঁৰ কিজানি একো
সৌন্দৰ্যৰ স্পৃহা
নায়েই মনত।
নহলে তোমাৰ এনে
ভুবনমোহন দুটি
পঙ্কজনয়ন
সেইজন হতভাগ্য লোকে
চাবলৈ নাহিবনো কিয় ?
আনকো বঞ্চিত কৰি
থ'ব কিয় তেওঁ ?
এনে দুটি নয়নৰ
দৃষ্টি লাভ নকৰাৰ বাবে
ধিক্ ধিক্ সিজনৰ
দৈহিক সৌষ্ঠৱ।। ৪৯ ।।
গৌৰী !
আৰুনো কিমান দিন
বৃথাশ্ৰম কৰিবা ইদৰে ?
ব্ৰহ্মচাৰী আশ্ৰমত সঞ্চিত কৰা
মোৰো আছে অনেক তপস্যা,
তাৰেই অৰ্ধেক দিওঁ
তাকে লৈ লাভ কৰা
তোমাৰ ঈপ্সিতজন।
কিন্তু, কোন সেই ভাগ্যবান ?
জানিব পাৰোনে সেই
বৰটিৰ পৰিচয় ? ।। ৫০ ।।

ব্ৰাহ্মণ যুৱকজনে
এইদৰে নানা কথা কৈ
পাৰ্বতীৰ ——
গোপনে লুকাই থকা
মনোগত কামনাটি যেন
আকৰ্ষণ কৰি
আনিব খুজিছে অতি
যুজিবে উলিয়াই।
লাজত উমাই একো
নকলে মুখেৰে।
কিন্তু, উত্তৰ নিদিলে
অতিথিয়ে বেয়া পায় বুলি
আতিথেয়ী[১] পাৰ্বতীয়ে
ওচৰতে বৈ থকা
সখীক ইংগিত দিলে।
তপস্বিনী গৌৰীৰ
অঞ্জন নোলোৱা চকু
ঈষৎ কম্পিত হৈ

---

আতিথেয়ী[১] ঃ- অতিথি সৎকাৰ পৰায়ণা

সখীৰ চকুত পৰি
ঠাৰেৰে জনালে যেন
তেওঁকেই উত্তৰ দিবলে'।।৫১।।

তেতিয়া উমাৰ সেই সখীয়েকে
ব্ৰহ্মচাৰী অতিথিক ক'লে এইদৰে,
"হে সাধুবৰ!
সঁচাকৈয়ে যদি আপোনাৰ
কৌতূহল জন্মিছে ইমান
কিয়নো সখীয়ে এনে
লৱণুকোমল দেহা
তপস্যাত নিযুক্ত কৰিলে
তেনেহলে কওঁ মই
কৰক শ্ৰৱণ-'।।৫২।।

সখী পাৰ্বতীৰ অভিলাস
যথাৰ্থতে অতি উচ্চ।
ইন্দ্ৰ আদি ঐশ্বৰ্যৰ অধিপতি
কোনো দেৱতাকে তেওঁ
নাই খোজা পতিৰূপে
বৰণ কৰিব।
মদনক ভস্ম কৰি
যিজনে প্ৰমাণ দিলে
সৌন্দৰ্যত বিচলিত
নহয় সিজন
সেই অৰূপৰতন
পিনাকপাণিক
পতিৰূপে পাবৰ নিমিত্তে
সখীয়ে কৰিছে এনে
কঠোৰ সাধনা।।৫৩।।

মদনে যেতিয়া
ত্ৰিপুৰাৰি মহেশক
লক্ষ্য কৰি পুষ্প-বাণ
মাৰিছিল
অসহ্য হুঙ্কাৰ ধ্বনিত
সেইবাণ নোৱাৰিলে যাব আগুৱাই।
সেয়েই উলটি আহি
উমাৰ হৃদয়
বিদ্ধ কৰি থ'লে।
যদিও মদন
শঙ্কৰৰ ৰোষাগ্নিত
পুৰি ভস্ম হ'ল
মদনৰ বাণে কিন্তু
আমাৰ সখীক
মৰ্মে মৰ্মে
দহিলে তেনেই।।৫৪।।

তেতিয়াৰেপৰা
যদিও আছিল উমা
পিতৃৰ গৃহত
শঙ্কৰক পতিৰূপে
পোৱাৰ আশাত
তেনেই উন্মনা হ'ল।
ডেইপুৰি থাকে দেহা।
জুৰনি বিচাৰি
সখী পাৰ্বতীয়ে
শিলৰ নিচিনা টান
হিমৰ চপৰাবোৰত
পৰি থাকে মাজে মাজে
শান্তি পাবলৈ।।৫৫।।

পিনাকীৰ চৰিত বখানি
যেতিয়া সখীয়ে ধৰে
সঙ্গীতৰ সুৰ
চকুৰেদি সৰি পৰে
লোতকৰ ধাৰ,
কণ্ঠৰোধ হয়
আধা গোৱা হৈ থাকে গীত।
কিন্নৰৰাজৰ অনেক কুমাৰী
বনান্ত সঙ্গীত-সখী
মিলিছিল পাৰ্বতীৰ স'তে
গীত গাই কান্দি থকা
পাৰ্বতীক দেখি
সকলোৰে কান্দিছিল
ব্যথাতুৰ হৈ।।৫৬।।
সখীৰ চকুত তিনিভাগ নিশাতেকে
টোপনি নধৰে,

যদিওবা শেহৰাতি
চিল্ মিল্ কৈ
অলপ নিদ্ৰাৰ ভাব
আহে চকুলৈ
তেতিয়াই হঠাৎ সখীয়ে
টোপনি জালতে
ক'বলৈ ধৰে,
"হে নীলকণ্ঠ,
মোক এৰি কেনি যোৱা তুমি?"
এইদৰে কিবাবোৰ
কৈ থাকে
বিৰ্ বিৰ্ কৈ।
কেতিয়াবা টোপনি জালতে
কাৰোবাৰ কণ্ঠলগ্ন
হ'বৰ মনেৰে
হাত দুটা মেলি দিয়ে
ওপৰৰ পিনে।
বাউলীৰ দৰে
এনেবোৰ কৰি থাকে।। ৫৭।।

চন্দ্ৰশেখৰ শিৱশঙ্কৰৰ
সুন্দৰ সুন্দৰ ছবি
নিজহাতে আঁকিছিল
সখী পাৰ্বতীয়ে।
তেনেকুৱা চিত্ৰ এটি লৈ
নিজানত বহি বহি
একেথৰে চাই চাই
যিদৰে তন্ময় হৈ
থাকে উমা অকলেই,
সেই দৃশ্য দেখি
বিমুগ্ধ নহৈ কোনো
নোৱাৰে থাকিব।
ছবিটিকে সম্বোধন কৰি
এইদৰে কৈ যায়
সখীয়ে তেতিয়া,
"পণ্ডিতসকলে কয়
তুমি সৰ্বগত।
সেয়ে যদি হয়
কিয় তেন্তে তুমি মোক
দেখা দিয়া নাই?"।। ৫৮।।
জগৎপতি সেই চন্দ্ৰশেখৰক
পাবৰ নিমিত্তে সখী
উমাই কিমান
দেহ-মন উচ্ছৰ্গিলে
দিঠকে-সপোনে,
তথাপিও ইষ্টৰ সান্নিধ্য
নাপালে যেতিয়া,
তেতিয়া সখীয়ে
পিতৃৰ অনুমতি লৈ
আমাৰ লগত আহি
প্ৰবেশিলে এই তপোবন।। ৫৯।।

শুনিবানে ব্ৰহ্মচাৰী দুখৰ কাহিনী?
এই যে দেখিছা তুমি
চৌদিশে গছবোৰ ডাঙৰ-দীঘল;
এইবোৰ নিজহাতে ৰুইছিল
সখীয়ে আমাৰ।
প্ৰথমে যিদিনা সখী
তপস্যাত বহে
সেইদিনা পুলিবোৰ
ৰুইছিল সখীয়ে নিজেই।
ইহঁতেই আমাৰ সখীৰ
তপস্যাৰ সাক্ষীৰূপে
আছে থিয় হৈ।
চোৱাচোন কিমান ডাঙৰ হ'ল,
ফলেফুলে কেনেকৈ
দোঁ খাই পৰিছে এতিয়া।
কিন্তু হায়!
চন্দ্ৰশেখৰৰ আশ্ৰয় বিচাৰি
কঠোৰ তপস্যা কৰা
পাৰ্বতীৰ মনোৰথ
এতিয়াও নহল পূৰণ।
ফল যে দূৰৰ কথা
আশাৰ অঙ্কুৰটিও
আজিলৈকে নোলাল কেনিও।। ৬০।।

পানীৰ অভাৱ হ'লে
হাল বাই থোৱা

---
কুমাৰ সম্ভৱ

মাটিও যিদৰে
শুকাই শিলৰ দৰে
টান হৈ পৰে,
সেইদৰে সখীও আমাৰ
দুৰ্লভজনক
পোৱাৰ আশাত
কঠোৰ তপস্যা কৰি
এনেকুৱা হ'ল।
আমি এই সহচৰীইতে
সেইপিনে চাবলৈকে
এৰিলোঁ সমুলি
সখীক দেখিলে
বেজাৰত চকুপানী
বৈ আহে আপোনা-আপুনি।
অতিথিপ্ৰবৰ!
শুকান মাটিত
যিদৰে ইন্দ্ৰই
বৃষ্টিপাত কৰি
শাঁত কৰি দিয়ে
পৃথিৱীৰ বুকু
সেইদৰে কাহানিনো
দুৰ্লভ দেৱতা আহি
জুৰাবহি পাৰ্বতীৰ প্ৰাণ,
তাকেহে ভাবিছোঁ আমি
সহচৰীগণে।। ৬১।।

সখীয়েকে যেতিয়া ইদৰে
পাৰ্বতীৰ মনোভাব
কৈ গ'ল অকপটভাৱে,
নৈষ্ঠিক-সুন্দৰ সেই
ব্ৰহ্মচাৰী যুবকৰ
হৰ্ষ-লক্ষণেৰে
চকুমুখ উজলি উঠিল।
আনন্দৰ গতিৰোধ কৰি
উদাসী তপস্বীৰ দৰে
উমাৰ মুখৰ পিনে
চাই চাই
সুধিলে ইদৰে
"হেৰাঁ।
সঁচানে সকলো কথা
সখীয়েৰে কৈ যোৱা,
নাই,
পৰিহাস কৰি মোক
ডালপাত যোৰা দিয়া
ক'লে কিবা কিবি?"।। ৬২।।

তপস্বীৰ কথা শুনি
নোৱাৰিলে ৰ'ব উমা।
কিজানি মুখেৰে একো
নোকোৱাৰ বাবে
অতিথিয়ে বেয়া পায় যায়,
এই ভয়তেই
চপাৰ ক'লিৰ দৰে
আঙুলি বুলাই
স্ফটিকৰ জপমালা
ল'লে হাতলৈ।
হৃদয় কঠিনভাৱে
বান্ধি লৈ মনে মনে
লাজত কেনেবা হৈ
অতি সংক্ষেপতে
কৈ দিলে অন্তৰৰ কথা।। ৬৩।।

হে বেদবিদ্ অতিথিপ্ৰবৰ!
যি যি শুনিলে আপুনি
সকলোটি সত্য কথা।
সেই,
শিবৰূপ উচ্চপদ লাভৰ আশাত
তেতিয়াৰেপৰা
কৰিছোঁহি তপস্যা সাধন।
কিন্তু, এতিয়াও মনোৰথ
কিয় সিদ্ধি হোৱা নাই
নুবুজিলোঁ তাৰেহে কাৰণ।। ৬৪।।

ব্ৰহ্মচাৰী তপস্বীয়ে ক'লে,
মহেশ্বৰ শঙ্কৰক চিনি পাওঁ মই।
ভগ্ন-মনোৰথ হৈ যাৰ ওচৰৰপৰা
এবাৰ আহিলা তুমি লাজত উলটি
বিচাৰিছা কিয় বাৰু তেওঁকে দুনাই?

ছিঃ । ছিঃ ।
বাৰে বাৰে কিয় এনে অকাৰ্য কৰিছা?
কু-ক্ৰিয়াসক্ত সেই মহেশৰ কথা
চিন্তা কৰি চাই মই তোমাৰ কামনা
একোতেই সমৰ্থন কৰিব নোৱাৰো।। ৬৫।।

এনে এটা তুচ্ছ বস্তু লাভৰ নিমিত্তে
ইমান নিৰ্বন্ধ কিয় কৰিছা পাৰ্বতী?
তুমিয়েই ভাবি-চিন্তি কোৱাচোন বাৰু
ইমান সুন্দৰ এই তোমাৰ হাতেৰে
বিবাহৰ সময়ত কেনেকৈ তুমি
শম্ভুৰ হাতখনি কৰিবা গ্ৰহণ?
তেওঁৰ যে হাতত আছে সাপ মেৰিয়াই।। ৬৬।।

গৌৰী।
আগ-পাছ সকলোটি চিন্তা কৰি চোৱা
চিত্ৰ-বিচিত্ৰ সাজ পিন্ধাই তোমাক
কন্যাৰূপে সখীহঁতে সজাব-পৰাব,
টোপ্ টোপ্‌কৈ তেজৰ টোপাল পৰা
হাতীছাল পৰিধান কৰি মহাদেৱ
বৰৰূপে সেইদিনা আহিব যেতিয়া
কেনেকুৱা হ'ব বাৰু ভাবি চোৱাচোন।। ৬৭।।

তপস্বিনী।
কিমান সুন্দৰ দুটি চৰণ তোমাৰ।
বিয়াৰ পাছত তুমি যেতিয়া প্ৰথমে
স্বামীৰ গৃহত গৈ কৰিবা প্ৰৱেশ,
চোতালত সিঁচি থোৱা ফুলৰ ওপৰে
ধীৰে ধীৰে কন্যা-খোজ চলাবা যেতিয়া
অলক্তৰঞ্জিত দুটি চৰণৰ ছাব
ক'ত, তুমি কোৱাচোন বাৰু, পৰিব তেতিয়া?
মৰা-মানুহৰ চুলিৰে উপচি থকা
শ্মশানত পাবা জানো ফুলৰ চোতাল?
ইস্। ইস্।
এনে কথা কল্পনাও কৰিব নোৱাৰি।। ৬৮।।
ছিঃ।
তিনি চকু থকা সেই মহেশে তোমাক
যেতিয়াই তেতিয়াই কৰিবহি আলিঙ্গন।
মহেশক লাভ কৰা সুলভ হলেও
তোমাৰ লগত গৌৰী ! সমুলি নিমিলে।
হৰি-চন্দনৰ উপযোগী বক্ষস্থল
চিতাভস্ম লাগি হ'ব তেনেই অশুচি।
কোৱাচোন তুমি বাৰু হ'বনে উচিত
হয় যদি এনেকুৱা মিলন তোমাৰ?।। ৬৯।।
শঙ্কৰৰ স'তে মিলন ঘটিলে, উমা!
প্ৰথমেই লাঞ্ছনাৰ নাথাকিব সীমা।
দৰা-কন্যা চাবলৈ আহি
সংসাৰৰ জনতাই তুলিব হাঁহিৰ ৰোল।
সোণৰ দলিচা পৰা হাতীৰ সলনি
বুঢ়া বৃষভত উঠি শিৱৰ লগত
জয়যাত্ৰা কৰিবলৈ সাজু হওঁতেই
সাধু-সন্তসকলৰ বাহিৰে আটায়ে
ফিচিঙা-ফিচিঙি কৰি হাঁহিব অপাৰ।
ভাবি চোৱা কেনে দশা হবনো তেতিয়া।। ৭০।।

(১) কপালীৰ সমাগম বিচাৰি সম্প্ৰতি
দুয়োটিৰে গতি হ'ল অতি শোচনীয়!
কান্তিমতী চন্দ্ৰকলা হৰৰ শিৰত
মোহৰ বশত পৰি থাকিল ওলমি,
ত্ৰৈলোকৰ নয়নৰ জ্যোৎস্নাৰূপিনী
তুমিও ওলালা সেই একে গতিলৈ।। ৭১।।

হৰিণীৰ চকু যেন ভুবনমোহন
সুন্দৰ দীঘল দুটি চকু থাকোতেও
তুমি জানো দেখা নাই শিৱৰ স্বৰূপ?
কোৱাচোন বাৰু তুমি নিজেই এবাৰ
জন্মৰ কথা যাৰ কোনেও নাজানে;
দেহত নয়নো এটা বেছিকৈ আছে,
চিতাভস্ম গাত ঘহে, সৰ্প অলঙ্কাৰ,
কেতিয়াবা নাগচৰ্ম কৰে পৰিধান
কেতিয়াবা একো বস্ত্ৰ নাথাকেই গাত;
তেনেকুৱা দীনহীন মহেশক তুমি
কি গুণ দেখিনো বাৰু বৰিব খুজিছা?।। ৭২।।

এনেকুৱা অসৎ ইচ্ছাৰপৰা
ঘুৰোৱা তোমাৰ মন।
তোমাৰ নিচিনা এটি সৰ্বসুলক্ষণী
পুণ্যৱতী কন্যাৰ লগত,

(১) কপালী-শিৰ-কপাল অৰ্থাৎ নৰমুণ্ড যিজনে ধাৰণ কৰে তেওঁ।

তেনেকুৱা অপদাৰ্থ মহেশৰ জানো
মিলন সম্ভৱ হয়?
অপৰাধী মানুহক প্ৰাণদণ্ড দিবলৈ
শ্মশানত পোতা সেই শূলবোৰ জানো
কোনোবাই কেতিয়াবা বলি-শাল বুলি
বৈদিক প্ৰথাৰে তাত পূজাৰ্চনা কৰে?।। ৭৩।।
ব্ৰাহ্মণ যুৱকজনে যেতিয়া ইদৰে
অকথ্য ভাষাৰে নিন্দা কৰিলে শিৱক
ক্ৰোধত উমাৰ ওঁঠ কঁপিলে ঘনাই
ৰঙা হ'ল চকু দুটি তেজৰ নিচিনা,
খণ্ডত বিৰক্ত হৈ চকু ঘোপা কৰি
কুটিল দৃষ্টিৰে চালে যুৱকৰ পিনে।। ৭৪।।

ব্ৰহ্মচাৰী যুৱকক ক'লে পাৰ্বতীয়ে,
তোমাৰ কথাৰপৰা বুজিলোঁ ইয়াকে
হৰৰ বিষয়ে তুমি একোকে নাজানা।
তুমি মাত্ৰ অজ্ঞতাৰ দিলা পৰিচয়।
মহাত্মাগণৰ শুদ্ধ নিৰ্মল চৰিত্ৰ
বুজিব নোৱাৰি মাথোঁ অসৎ মানুহে
ৰটি ফুৰে নানা বিধ কলঙ্কৰ কথা।। ৭৫।।

বিপদৰ প্ৰতিকাৰ বিচাৰি কেৱল
ঐহিক সুখৰবাবে লালায়িতজনে
কেনেকৈ ভাল হয় নিজৰ জীৱন
তাৰ সন্ধানতে থাকে সংসাৰ বেঁহাই।
জগতে শৰণ লয় যাৰ চৰণত,
আকাঙ্ক্ষাৰ লেশমাত্ৰ নাই যিজনৰ,
যিজনাই সকলোকে সমভাব ৰবে,
এনেকুৱা আশাশূন্য আত্মবৃত্তি থকা
পৰম-মঙ্গলময় হৰৰ বিষয়ে
যথাৰ্থতে তুমি একো নাজানা যুৱক।। ৭৬।।

তোমাৰ নিচিনা মূঢ়জনৰ মানত
অপদাৰ্থ, অকিঞ্চন হ'ব পাৰে তেওঁ,
যদিও দৰিদ্ৰ নিজে তেৱেঁই কাৰণ
সম্পদ-বিভূতি আদি তেওঁৰে প্ৰভাৱ।
থাকক থাকিলে তেওঁ শ্মশান-ভূমিত
ত্ৰিলোকৰ অধীশ্বৰ একমাত্ৰ তেওঁ।
বিমান ভীষণ হয় হ'বলৈ দিয়া
তেওঁ যে পৰম শান্ত শিৱ সনাতন।
ত্ৰিলোকত এনেজন আছেনে কেনিবা
যিজনে যথাৰ্থৰূপে জানে পিনাকীক?।। ৭৭।।

উজ্জ্বল-ভূষণ কিম্বা সৰ্পৰ মালা
যিহকে ধাৰণ কৰে ক্ষতি নাই তাত
সূক্ষ্ম-বস্ত্ৰ, গজ-চৰ্ম যিহকে পিন্ধক
মানুহৰ লাওখোলা থাকক হাতত
কপালত থাকে যদি থক চন্দ্ৰকলা
তেৱেঁই হে বিশ্বমূৰ্তি শুদ্ধ ৰূপবান,
(যাৰ) স্বৰূপ নিৰ্ণয় কেৱে নোৱাৰে কৰিব।। ৭৮।।

অপবিত্ৰ বুলি তুমি ঘৃণাৰ ভাবেৰে
কৈ গ'লা চিতাভস্ম সানে মহাদেৱে,
(কিন্তু) জানানে যুৱক তুমি সেই চিতাভস্ম
কিমান পবিত্ৰ হ'ল শিৱ-সংসৰ্গত?
নৃত্য-অভিনয়-ক্ৰিয়া কৰোঁতে তেৱেঁই
গাৰপৰা সৰিপৰা ভস্ম সানি সানি
দেৱতা সকলো হয় পৰম কৃতাৰ্থ?।। ৭৯।।

সম্পদবিহীন তেওঁ দীনদুখী অতি
সেই বাবে ফুৰে তেওঁ বৃষভত উঠি
কিন্তু, তুমি জানা জানো স্বৰ্গৰ ইন্দ্ৰই
বৃষভত গৈ থকা মহেশক দেখি
হাতীৰ পিঠিৰপৰা নামি আহিয়েই
মহেশৰ চৰণত কৰে প্ৰণিপাত?
ইন্দ্ৰৰ মুকুটত শোভা কৰি থকা
মন্দাৰ কুসুমৰ ৰেণুবোৰ পৰি
শম্ভুৰ চৰণৰ আঙুলিবিলাক
ৰাগেৰে ৰঞ্জিত হয়, জানানে যুৱক?।। ৮০।।

যদিও তোমাৰ অতি অসৎ প্ৰকৃতি
যাৰে তাৰে দোষ দেখি ঘূৰি ফুৰা কাম,
তথাপিও ক'লা তুমি সত্য কথা এটি
ব্ৰহ্মাৰো যিজন স্ৰষ্টা জন্মৰ কাৰণ
সেইজন মহেশৰ জন্মৰ বৃত্তান্ত
ইতৰে জানিব বাৰু কি উপায়েৰে?।। ৮১।।

বাদ-বিসম্বাদ আৰু নাই প্ৰয়োজন।
তেওঁৰ বিষয়ে তুমি শুনিছা যিমান

তাতোকৈও যদি তেওঁ বেয়া হয় হওক্,
মোৰ মন তেওঁতেহে থিত হৈ আছে।
আপোন ইচ্ছাৰে তেওঁ কৰে বিচৰণ
নিন্দা-প্ৰশংসাৰ একো নলয় বিচাৰ।। ৮২।।

পাৰ্বতীৰ কথা শুনি ব্ৰহ্মচাৰীজনে
কিবা এটা কওঁ বুলি মুখ মেলোতেই
ভয়ত আতুৰ হৈ পাৰ্বতীয়ে ক'লে,
(১) আলি ! আলি।
নিবাৰণ কৰা এই মানুহজনক
আৰু একো ক'বলৈ নিদিবা দুনাই।
মহৎলোকৰ এওঁ তীব্ৰ নিন্দা কৰে।
অকল তেৱেঁই মাথো পাপ ভাগী হ'ব
এনে কথা কদাপি নহয় নহয়
যিয়েই কাণেৰে শুনে তেনেকুৱা কথা
তেৱোঁ হয় পাপ ভাগী নীৰৱে শুনিলে।। ৮৩।।

নহলে মযেই যাওঁ কেনিবা আঁতৰি
এই বুলি ছাৎ কৰে উঠিল পাৰ্বতী।
দ্ৰুতবেগে যাবলৈ আগবাঢ়োতেই
যোড়শী উমাৰ দুটি স্তনৰ ঢাকনি
বাকলি বসন খনি পৰিল সুলকি।
ব্ৰহ্মচাৰী বেশধাৰী বৃষভ বাহনো
সেই শুভ মুহূৰ্ততে নিজৰূপ লৈ
পাৰ্বতীৰ গতিৰোধ কৰিবৰ মনে
হাঁহি মুখে থিয় দিলে সম্মুখত গৈ।। ৮৪।।

আৰাধ্য দেৱতা সেই
চিৰসুন্দৰ চন্দ্ৰশেখৰ
শিৱ-শঙ্কৰক দেখি
বতাহত কঁপি থকা
পদুমপাহিৰ দৰে
পাৰ্বতীৰো কঁপনি উঠিল।
তপোক্লিষ্ট ক্ষীণ তনু
ঘামেৰে তিতিল।
কেনিবা আঁতৰি যাবৰ মনেৰে
খোজ দিবলৈ তোলা চৰণখনিও
শূন্যতে থৰ হৈ ৰল।
খৰকৈ বৈ অহা
তটনীৰ সোঁত
গতিৰ পথত কোনো পৰ্বতৰ গাত লাগি
প্ৰতিহত হ'লে
পানীবোৰ যেনেকৈ ক্ৰমাৎ ওফন্দি উঠে;
শৈলেন্দ্ৰ দুহিতা
পাৰ্বতীও সেইদৰে
আগলৈও নোৱাৰিলে যাব,
পাছলৈও নাহিল উলটি।
ন যযৌ ন তস্থৌ হৈ
থৰে থৰে বৈ গ'ল
সম্মুখত শঙ্কৰক লৈ।। ৮৫।।

শঙ্কৰে তেতিয়া দেৱী পাৰ্বতীক ক'লে,
হেৰা, অৱনতা তনু-লতা ! কওঁচোন শুনা
তপস্যাৰে তুমি মোক কিনিলা তেনেই।
আজি হন্তে হলোঁ মই কিঙ্কৰ তোমাৰ।
এই কথাষাৰ শুনা মাত্ৰকেই
তপস্যাৰ কায়-ক্লেশ
পাহৰিলে পাৰ্বতীয়ে।
হাতে হাতে পালে যেন তপস্যাৰ ধন
ক্লেশেৰে লভিলে পুনু নতুন জীৱন।। ৮৬।।

O

## ষষ্ঠ সৰ্গ

স্ব-ৰূপত শঙ্কৰক দেখাৰ পাছত
গোপনে সখীৰ মুখে
পাৰ্বতীয়ে জনালে শিৱক,
দাতা মোৰ
ভূ-ভাৰতৰ নাথ হিমালয়,
এই কথা
প্ৰমাণ কৰিব লাগে ।। ১ ।।

বাৰ্তা পঠিয়াই
হৰৰ বিষয়ে গৌৰী
তেনেই আসক্তা হ'ল
আনন্দত উথলিল হিয়া।

(১) আলি-সখী

মুখ্যাৰ মজাদ

আমডালবোৰে
বসন্ত কালত
ক'ব লগা কথাবোৰ
যেনেকৈ
কোকিলে মুখৰ কৰে
কুহু ধ্বনি লৈ,
সেইদৰে সখীয়েকে
পাৰ্বতীৰ বাৰ্তা নিও
হৰক জনালে।। ২।।

কন্দৰ্পৰ দৰ্পহাৰীজনে
"সেয়ে হ'ব" বুলি
পাৰ্বতীক কথা দিয়েই
জ্যোতিৰ্ময় সপ্তৰ্ষিক
কৰিলে স্মৰণ।। ৩ ।।

আপোন প্ৰভাৰে ব্যোম
উদ্ভাসিত কৰি
অৰুন্ধতীক লৈ
সাতোজন তপোধন
অবিলম্বে আহি
প্ৰভুৰ আগত
হ'ল উপস্থিত।। ৪।।

বতাহত উৰি আহি
পাৰৰ মদাৰ ফুল
ঢৌ খেলি নাচি যোৱা পানীৰ সোঁতত
দিক্ নাগ বিলাকৰ
মদগন্ধে সুবাসিত
আকাশ-গঙ্গাত
স্নান কৰি আহিছিল
সাতোজন ঋষি।। ৫ ।।

মুকুতা-মণিৰে গোঁথা যজ্ঞ-উপবীত
ঋষিগণে কৰিছে ধাৰণ,
সোণোৱালী বাকলি বসন
পৰিধান কৰি
হাতে হাতে ৰত্নময় জপমালা লৈ
কল্পবৃক্ষৰ দৰে
সাতো ঋষি থিত দিলে আহি।। ৬ ।।

ৰত্নৰ পতাকা বৰ্জন কৰি
সূৰ্যদেৱেও আজি
ধীৰে ধীৰে অধোমুখে
চালনা কৰিছে অশ্ব
অতি সাৱধানে।
স্বয়ং সূৰ্যই আজি
প্ৰণাম পূৰ্বক
উৰ্ধনেত্ৰে চাই আছে
সপ্তৰ্ষিৰ এই আগমন।। ৭ ।।

প্ৰলয় কালত
পৃথিৱীয়ে যেনেকৈ
বাহুৰ লতাৰে
মহাবৰাহৰ দাঁত
ধৰে মেৰিয়াই
তাতেই আশ্ৰয় লয়;
সপ্তৰ্ষি সকলো
সেইদৰে
প্ৰলয়ত বিনাশ নহয়।। ৮।।

ব্ৰহ্মাই সৃজন কাৰ্য
কৰাৰ পাছত
অৱশিষ্ট সৃষ্টি কৰা বাবে
ব্যাস আদি পুৰাণজ্ঞগণে
এই সপ্ত ঋষিকেই
"পুৰাতন ধাতা" বুলি
দিছে পৰিচয়।। ৯ ।।
পূৰ্ব-জন্মাৰ্জিত
বিশুদ্ধ কৰ্মৰ ফল
যদিও সপ্তৰ্ষিগণে
ভোগ কৰি আছে,
তথাপিও তপস্যাতে
আছে মগ্ন হৈ।। ১০।।

ঋষিসকলৰ মধ্যগতা হৈ
সতী-সাধ্বী অৰুন্ধতী আছে
পতিগুৰু বশিষ্ঠৰ
চৰণলৈ' চাই।

ঋষিসকলৰ
তপস্যাৰ সিদ্ধি যেন
সাক্ষাৎ প্ৰকাশিছে
মূৰ্তি এটি হৈ।। ১১।।

ঈশ্বৰ শিৱই
অভেদ দৃষ্টিৰে
সমান গৌৰৱ কৰি
ঋষিসকলক
কৰে নিৰীক্ষণ
স্ত্ৰী-পুৰুষৰ একো
বিভেদ নকৰি
মহাত্মাসকলে
সজ্জনসকলৰ
চৰিত্ৰহে পূজ্য বুলি ধৰে।। ১২।।

অৰুন্ধতীক দেখি
শম্ভুৰ মনত
পত্নী-লাভৰ ভাব
বৃদ্ধি হ'ল বহুগুণে।
ধৰ্ম-কাৰ্য সাধিবৰ
প্ৰধান সহায়
ভাৰ্যা পতিব্ৰতা।। ১৩।।

পাৰ্বতীক পত্নীৰূপে পাবলৈ
শঙ্কৰৰ অন্তৰত
হোৱা দেখি কামনা উদ্ৰেক,
অপৰাধ কৰি পূৰ্বে
ভীত হৈ থকা
মদনৰ মন পুনু
আনন্দত উথলি উঠিল। ।। ১৪।।

বেদপাঠ সাঙ্গ কৰি
পৰম প্ৰীতিৰে
মুনি সাতজনে
জগৎ গুৰুক
যথাবিধি অৰ্চনা কৰিলে।। ১৫।।

সপ্তৰ্ষিয়ে ক'লে মহেশক
সম্যক্ বেদ-পাঠ,
অগ্নিত আহুতি দান,
কঠোৰ তপস্যা কৰি
যিফল পাইছিলোঁ আমি
সেই ফল
পৰিপক্ক হ'ল আজি।। ১৬।।

ব্ৰহ্মায়ো নাজানে যাৰ
মনৰ বাসনা,
জগতৰ তেনেজন
অধীশ্বৰ হৈয়ো
স্মৰণ কৰিলা প্ৰভু
এই সপ্তৰ্ষিক।
সেইবাবে
সফল মানিছোঁ আমি
আমাৰ তপস্যা।। ১৭।।

যাৰ চেতনাত তুমি হোৱা বৰ্তমান
ভাগ্যবান সকলৰ ভিতৰত তেওঁ
অতি ভাগ্যবান।
ব্ৰহ্মাদিৰো উৎপত্তিৰ তুমিয়ে কাৰণ;
তোমাৰ মনত বৰ্তি আছে যাৰ কথা
তেওঁ পুনু বিচাৰিব কি?।। ১৮।।

এই কথা সত্য প্ৰভু
সূৰ্য আৰু চন্দ্ৰৰ বহু ওপৰত
থাকো আমি সপ্তৰ্ষি-মণ্ডল
কিন্তু আজি আমি
তোমাৰ এই অনুগ্ৰহ পাই
চন্দ্ৰ-সূৰ্য উভয়ৰে
বহু ওপৰত
স্থান পালোঁ উচ্চ সম্মানৰো ।। ১৯।।

আমাক সোঁৱৰা বাবে
পৰম গৌৰৱ আমি
লভিছোঁ মনত।
সৎপুৰুষৰ আদৰ লভিলে
গাত কিবা গুণ আছে বুলি
লভোতা জনৰ জন্মে
মনত বিশ্বাস ।। ২০।।

হে বিৰূপাক্ষ!
অনুধ্যান কৰা বাবে
এই সপ্তৰ্ষিক
যি প্ৰীতি উপজিছে
আমাৰ মনত
সেই কথা
কেনেকৈ জনাও তোমাক?
তুমিয়েই অন্তৰ্যামী
সমস্ত প্ৰাণীৰ।। ২১।।

হে দেৱ!
যদিও দেখিছোঁ আমি
সাক্ষাতে তোমাক,
তোমাৰ যথাৰ্থ ৰূপ
নাই বুজা তথাপিও।
কৃপা কৰি
তোমাৰ স্বৰূপ কথা
কোৱাচোঁ এবাৰ,
জ্ঞান-বুদ্ধি একোৰেই আমি
নাই পৰা বুজিব তোমাক ।। ২২।।

হে মহাভাগ!
যি ৰূপ ধৰি তুমি
সৃজন কৰিলা এই
বিশ্ব-চৰাচৰ,
এয়েনে তোমাৰ সেই ৰূপ?
নাইবা, যি ৰূপ ধৰি
পালন কৰিছা বিশ্ব,
এয়েনেকি সেই বিষ্ণু-ৰূপ?
নাইবা,
বিশ্বৰ সংহাৰ কৰ্তা
এয়ে নেকি তোমাৰ স্বৰূপ?।। ২৩।।

নহ'লে নালাগে ক'ব, থক্
এনেকুৱা মহৎ প্ৰাৰ্থনা
নালাগে পূৰাব।
।কৰা মাত্ৰকেহ
আমি আহি
উপস্থিত হ'লোঁ,
আজ্ঞা কৰা প্ৰভু,
কোন কাৰ্য
কৰিম সাধন?।। ২৪।।

পৰমেশ্বৰ শিৱই যেতিয়া
ঋষিসকলক
প্ৰশ্নৰ উত্তৰ দিলে
দাঁতৰ জেউতি পৰি
ললাটৰ চন্দ্ৰকান্তি যেন
বহুগুণে উঠিল উজলি।। ২৫।।

ঋষিগণ!
জানা তোমালোকে
নিজৰ কাৰণে মই
একোকে নকৰোঁ,
অষ্টবিধ মূৰ্ত্তি মোৰ
পৰৰ অৰ্থেহে
নিয়োজিত হৈ আছে ।। ২৬।।

তৃষ্ণাতুৰ চাতকে যিদৰে
বিজুলী চমকি থকা
মেঘলৈ চাই
পানী পিওঁ, পানী পিওঁ, বুলি
বৃষ্টি কামনা কৰে,
সেইদৰে দেৱগণে আজি
অৰিকুল নিৰ্মূল কৰিবৰ বাবে
মোৰ এটি
পুত্ৰ বিচাৰিছে ।। ২৭।।

যজমানে যেনেকৈ
হোমৰ কাৰণে
অগ্নিশিখা উলিওৱা
অৰণি নামৰ কাঠ
টিঙিৰিব বাবে
কৰে আহৰণ,
সেইদৰে
আত্মজ লাভৰ অৰ্থে
ময়ো আজি

বিচাৰিছোঁ
পাৰ্বতীৰ সঙ্গ।। ২৮।।

সপ্তৰ্ষিবৃন্দ।
মোৰ এই প্ৰয়োজন
সিদ্ধিৰ হেতু
তোমালোকে গৈ
নগৰাজ হিমাদ্ৰিক
এই কথা কোৱাগৈ
সৎপুৰুষৰ দ্বাৰা
সংঘটিত হ'লে
বিবাহ সম্বন্ধ
কেতিয়াও বিফল নহয় ।। ২৯।।

পৃথিৱীৰ ভাৰ-নিৰ্বাহক
উন্নত প্ৰতিষ্ঠাবান
হিমবন্তে স'তে মোৰ
সম্বন্ধ ঘটিলে
কোনো গুণে
বঞ্চিত নহ'ম ।। ৩০।

কন্যাদান সম্পৰ্কীয়
কি কথা হিমাদ্ৰিক
ক'বা তোমালোকে
শিকাবৰ নাই প্ৰয়োজন।
যেহেতু
তোমালোকে প্ৰণয়ন কৰা
আচাৰ-পদ্ধতিকে
সাধুলোক সকলেও
দিয়ে উপদেশ ।। ৩১।।

পূজনীয়া অৰুন্ধতী
থাকিব যেতিয়া
তেৱোঁ নিজে
বিয়াৰ বিষয়ে
সহায় কৰিব।
এনে কাৰ্য সাধনত
পুৰন্ধ্ৰীৰ (১) অভিজ্ঞতা
আৱশ্যক হয় ।। ৩২।।

এই কাৰ্য সিদ্ধিৰ নিমিত্তে
হিমাদ্ৰিৰ
ওষধিপ্ৰস্থ নামে নগৰৰ পিনে
যোৱা তোমালোক।
সন্মুখৰ পিনে থকা
মহাকোশী-প্ৰপাতত (২)
পুনু আমি
দেখাদেখি হ'ম ।। ৩৩।।

সংযমী গণৰ শ্ৰেষ্ঠজনেই যেতিয়া
বিবাহৰ আয়োজন কৰিলে নিজেই,
ব্ৰহ্মাৰ তনয় সেই সপ্তৰ্ষিগণৰো
গৃহস্থী লোকৰ দৰে সপত্নীক হৈ থকা
শঙ্কাভাবো আঁতৰিল ।। ৩৪।।

শঙ্কৰে এইদৰে কোৱাৰ পিছত
"সজকথা" এইবুলি কৈ
মুনিগণ কৰিলে প্ৰস্থান।
নিৰ্দিষ্ট স্থানত গৈ
শঙ্কৰো হ'ল উপস্থিত ।। ৩৫।।

মনৰ গতিৰ দৰে
বিজুলী বেগেৰে
সেই ঋষিগণ
নীল আকাশৰ
মাজেদি গৈ
খন্তেকতে ওষধি-প্ৰস্থত
হ'ল উপস্থিত ।। ৩৬।।

বহু সম্পদেৰে পৰিপূৰ্ণ সেই
অলকাপুৰীকে যেন
তুলি আনি কোনোবাই
পাতিলেহি ন-কৈ
এই জনপদ
নাম দিলে
ওষধিপ্ৰস্থ।
নহলে কিজানি
স্বৰ্গৰ অতিৰিক্ত

---

(১) পুৰন্ধ্ৰী-স্বামী, পুত্ৰাদি থকা আয়তী পুৰনাৰী
(২) মহাকোশী নামে নৈ ওলাই অহা ঠাই

অংশশিনি আনি
নতুন উপনিবেশ
নিৰ্মাণ কৰিলেহি
হিমালয় পৰ্বতত
এনে ভাব ওপজে মনত ।। ৩৭।।

এই জনপদ খনি
চৌদিশে বেৰি আছে
গঙ্গাৰ প্ৰৱাহে,
সুৰক্ষিত হৈ আছে
বৃহৎ শিলেৰে সজা
গড়ৰ মাজত।
তিৰ্ বিৰ্ কৰি আছে
জ্যোতিৰ্ময় লতা-কুঞ্জবোৰ।
গুপ্ত হৈ থকা
এই ঠাই খনি
এনে মনোৰম ।। ৩৮।।

এনে মনোহৰ সেই ঠাই
সিংহৰ ভয়ত হাতী
নাযায় আঁতৰি,
একেলগে কৰে বিচৰণ।
যক্ষ আৰু কিন্নৰ সকল
পুৰবাসী তাৰ ।। ৩৯।।

শিখৰত লাগি থকা
মেঘৰ গাজনি আহি
প্ৰাসাদৰ ভিতৰত
তোলে প্ৰতিধ্বনি।
মনত ধাৰণা হয়
তাৰে তালে তালে
মৃদঙ্গহে ভিতৰত
কিজানি বাজিছে ।। ৪০।।

সেই নগৰত থকা
অতি ওখ
কল্পবৃক্ষ সমূহৰ
কোমল পল্লৱবোৰ
বতাহত কঁপি থাকে
পতাকাৰ দৰে।
পুৰবাসীগণে যেন
বিনা প্ৰয়াসতে
সুন্দৰ পতাকাবোৰ
"গৃহযন্ত্ৰ" (১) ৰূপে
পালে দান প্ৰকৃতিৰপৰা ।। ৪১।।

নিশা হ'লে তাত
স্ফটিকেৰে সাজি থোৱা
পানশালাবোৰ
কৰে জল্ মল্,
আকাশত তৰাকুলে
তিৰবিৰ কৰি
প্ৰতিবিম্ব দিয়ে উপহাৰ ।। ৪২।।
মেঘাচ্ছন্ন অন্ধকাৰ নিশা
জল্ মল্ কৰি থাকে
উজ্জ্বল পোহৰ দিয়া
লতা-কুঞ্জবোৰ।
অনভিজ্ঞা অভিসাৰিকাক
সেই পোহৰেই দিয়ে
বাট দেখুৱাই ।। ৪৩।।

বয়স সদায় তাত
যৌৱন হৈয়েই থাকে,
মৃত্যু নাই সিদেশত
মদনৰ বিনে আন।
সম্ভোগৰপৰা হোৱা
নিদ্ৰাৰ বাহিৰে তাত
অন্য নিদ্ৰা নাই ।। ৪৪।।

মালিনীৰ অভিমান বাদে
অন্য একো বিসম্বাদ
নাই সেই মধুৰ পুৰীত।
মাথোঁ, তৰুণী মালিনীহঁতে
ক্ৰোধৰ বশত
সুচিকুণ তৰ্জনী কঁপাই
তৰুণ স্বামীক কৰে
কথাৰে শাসন।

(১) গৃহযন্ত্ৰ - ঘৰৰ আগফালে থকা ধ্বজদণ্ড আৰু কোমল গছপাতৰ পতাকা

মালিনীহঁতৰ ভ্ৰূ- লতা
কোঁচ খাই পৰে
কঁপি উঠে ওঁঠ।
মান- ভঙ্গ কৰিবলে'
বেচেৰা যুৱকইঁতে
কাকুতি- মিনতি কৰে
অনেক প্ৰকাৰে ।। ৪৫ ।।

সেই নগৰৰ কাষতে এখন
মনোহৰ গন্ধ থকা
আছে উপবন।
নাম তাৰ গন্ধমাদন।
বাটৰুৱা বিদ্যাধৰগণে
বাটকুৰি বাই বাই
ভাগৰ লাগিলে
তাতেই বিশ্ৰাম লয়।
কেতিয়াবা
কল্পবৃক্ষৰ স্নিগ্ধ ছায়াত
শুই থাকে অচেতন হৈ ।। ৪৬।

হিমালয় পৰ্বতৰ
সেই পুৰী দেখি
দিব্যমুনিসকলৰ
এনে ভাব উদিল মনত
স্বৰ্গপ্ৰাপ্তি কামনাৰে কৰা
তপস্যাদি পুণ্য- কৰ্ম যত
বঞ্চনাৰ দৰে আজি
জাগিছে মনত ।। ৪৭ ।।

আকাশৰপৰা নামি
সপ্তৰ্ষি- মণ্ডল
বেগেৰে যেতিয়া আহি
অৱতীৰ্ণ হ'ল
সিংহ- দুৱাৰত থকা
দুৱৰীবিলাক
ওপৰৰ পিনে চাই
বিস্ময়- বিমুগ্ধ হ'ল।
মুনিসকলৰ পিঙ্গল জটাৰাশি
চিত্ৰাঙ্কিত অনল- শিখাৰ দৰে
নিশ্চল হৈ
আকাশত শোভা পাইছিল ।। ৪৮ ।।

গগণৰপৰা নামি
সেই মুনিগণে
বয়সানুক্ৰমে
শ্ৰেণীবদ্ধ হৈ
হিমালয় ভৱনৰফালে
আগবাঢ়ি গ'ল।
পানীৰ মাজৰপৰা
সূৰ্যৰ প্ৰতিবিম্ব
যেনেকৈ লানি লাগি
কৰে তিৰ্ বিৰ্
সেইদৰে
ঋষিগণো শোভা পাইছিল ।। ৪৯ ।।

জগৎ- বৰেণ্য সেই গুৰুসকলক
পাদ্য- অৰ্ঘ্য দিবৰ কাৰণে
বহুত দূৰৰপৰা
গিৰিৰাজ হিমালয়
বেগা- বেগিকৈ
আগবাঢ়ি গ'ল।
হিমাদ্ৰিৰ চৰণ ভৰত
বসুন্ধৰা খনি যেন
তললৈ বহি বহি গৈছিল
এনে লাগিছিল ।। ৫০ ।।

পৰ্বতৰ ভিতৰত থকা
নানাবিধ ধাতু
তাম্ৰবৰণীয়া দুটি
অধৰৰ দৰে
অতি ওখ দেৱদাৰু গছবোৰ
বৃহৎ ভূজৰ দৰে,
লাগিল মনত।
স্বভাৱতে শিলাময়
বহল বিশাল বক্ষৰ স'তে
হিমালয় নামটিও
সেইদিনা
বৰ্ণে বৰ্ণে সত্য বুলি
হ'ল প্ৰমাণিত ।। ৫১ ।।

বিধিমতে শুদ্ধ-কৰ্ম কৰি
মুনিসকলক
জনালে সম্মান।
বাট দেখুৱাই
অন্বেষপুৰৰ পিনে
লৈ গ'ল হিমালয়ে নিজে ।। ৫২।।

ভিতৰলৈ গৈ
বেতেৰে নিৰ্মাণ কৰা
আসনত ঋষিগণ বহাৰ পাছত
গিৰিৰাজ হিমালয়ো
নিজ আসনত বহি
কৃতাঞ্জলি হৈ
মুনিসকলক
ক'লে এইদৰে ।। ৫৩।।
হে ঋষিবৃন্দ!
অতৰ্কিতে আহি আজি
দৰ্শন দিয়াৰ বাবে
বিস্ময় মানিছোঁ নিজে।
বিনা মেঘে বৃষ্টি হোৱা
ফুল নৌ ফুলোতেই
গুটি লগা দৰে
সপ্তৰ্ষিৰ আগমনো
তেনেহেন
লাগিছে মনত ।। ৫৪।।

পুণ্য- তনু ঋষিসকলৰ
অনুগ্ৰহ লাভ কৰি
মূঢ় হৈয়ো জ্ঞানী যেন;
লোৰ দৰে টান হৈয়ো
আজি যেন সোণ হৈ
পৰিলোঁ তেনেই।
ধৰাতে থাকিও যেন
স্বৰ্গত উঠিলোঁ আজি
এনেহেন লাগিছে মনত ।। ৫৫।।

প্ৰাণীসমূহৰ বাবে
আজি হন্তে হলোঁ মই
পৰম পবিত্ৰ।
অৰ্হৎ (১) সকল যঁ'ত
অধিষ্ঠিত হয়
সেয়ে হয় পুণ্য- তীৰ্থ ।। ৫৬।।

হে দ্বিজোত্তম ঋষিগণ!
দুটি মাত্ৰ কথাৰ কাৰণে
আজি মই নিজকেই
পৰম পবিত্ৰ বুলি ভাবিছোঁ মনত।
এটি হ'ল- মোৰেই শীৰ্ষৰপৰা
বৈ অহা গঙ্গাৰ ধাৰা,
সিটি হ'ল ঋষিসকলৰ
পদ- প্ৰক্ষালন কৰা
পূত- পাদোদক ।। ৫৭।।

আপোনাসবৰ আজি অনুগ্ৰহ পাই
দেহাটিও হ'ল মোৰ দুই ৰূপে ভাগ,
জঙ্গম ৰূপেৰে মই ঋষিসকলৰ
দাস হৈ বিচাৰিছোঁ সেৱাৰ সম্বল
স্থাবৰ ৰূপেৰে মোৰ নিঃকিন দেহত
চৰণ অঙ্কিত হ'ল ঋষিসকলৰ ।। ৫৮।।

দিগন্ত বিয়পি থকা মোৰ অঙ্গবোৰ
আপোনাসবৰ এই শুভাগমনত
আনন্দে নধৰা হৈ উপচি পৰিছে ।। ৫৯।।

হে জ্যোতির্ময় ঋষিবৃন্দ!
আপোনাসবৰ আজি দৰ্শন পায়েই
মোৰ এই গুহাগত অন্ধকাৰ ৰাশি
খন্তেকতে কেনিবাদি অন্তৰ্হিত হ'ল।
লগে লগে ৰজোগুণ- আন্ধাৰো পলাল।
তাতোকৈও ঘণীভূত অজ্ঞাত আন্ধাৰ
আঁতৰিল আজি মোৰ হৃদয়ৰপৰা ।। ৬০।।

কিবা কাৰ্য সাধিবৰ বাবে
সপ্তৰ্ষিৰ হ'ল আগমন
নাই জনা এতিয়াও মই।
থকা হ'লে তেনেকুৱা কিবা
মুহূৰ্ততে সাধিলোহেঁতেন।
সেই দেখি ভাবিছোঁ কিজানি
পবিত্ৰতা দিও বুলি মোকে
ঋষিগণ উপস্থিত আজি ।। ৬১।।

(১) অৰ্হৎ - সাধুলোক - (বৌদ্ধ ধৰ্মৰ সিদ্ধ সন্ন্যাসী)

তথাপিও হে ঋষিগণ ! কৰিছোঁ মিনতি
সেৱকক আজ্ঞাদানে কৃতাৰ্থ কৰক
কিঙ্কৰে কামনা কৰে প্ৰভুৰ আদেশ
সেয়েহে ভৃত্যৰ প্ৰতি মহা- অনুগ্ৰহ ।। ৬২।।

অধিক ক'বৰ আৰু নাই প্ৰয়োজন।
এই মই, এয়া ভাৰ্যা,
কুলৰ প্ৰদীপ এয়া মোৰ কন্যা।
আপোনাৰ কাৰ্য সাধিবৰ বাবে
আমাৰ মাজত কাৰ প্ৰয়োজন আছে
সেই কথা জনালেই সাৰ্থক মানিম
তিনিও প্ৰস্তুত আমি সেৱাৰ কাৰণে
ধন- সোণ, বাহ্য- বস্তু, অতি ক্ষুদ্ৰ কথা।। ৬৩।।
হিমালয়ে কোৱা এই কথাৰ যেতিয়া
প্ৰতিধ্বনি উঠিগৈ গুহাৰ মুখত
প্ৰতিটো শব্দকে যেন দুবাৰ দুবাৰ
দোহাৰিছে গিৰিৰাজে গধুৰ মাতেৰে ।। ৬৪।।

নানাবিধ উদাহৰণেৰে কথা কোৱা
অঙ্গিৰস ঋষিকেই উত্তৰ দিবলে'
ঋষিগণে ইঙ্গিতেৰে আগুৱাই দিলে।
অঙ্গিৰসে ভূ- ধৰক ক'লে এইদৰে ।। ৬৫।।

আপোনাৰ কথা শুনি ইয়াকে বুজিলোঁ
আমাৰ কাৰ্যৰ বাবে আপুনি প্ৰস্তুত।
প্ৰয়োজন হ'লে কিবা দুঃসাধ্য কৰ্মত
আমাৰ আদেশ হ'লে কৰিব পাৰিব।
আপোনাৰ উচ্চতম শিখৰৰ দৰে
মনটিও অতি ওখ জানিলোঁ ধ্ৰুৱপ ।। ৬৬।।

আপুনি স্থাৱৰআত্মা স্বয়ং বিষ্ণুৰ
এই বুলি সকলোৱে কোৱা শুনিছিলোঁ
সঁচাকৈয়ে যুক্তিযুক্ত সেই কথাষাৰ।
চৰাচৰ জগতৰ আধাৰ স্বৰূপ
বিষ্ণুৰ উদৰ যেন কুক্ষি(১) আপোনাৰ
স্থাৱৰ জঙ্গম আদি সবাৰো আধাৰ ।। ৬৭।।

মৃণাল- সদৃশ সেই
সুকোমল ফণাৱলী লৈ
শেষনাগ অনন্তই
পাৰিলেহেঁতেন জানো
বসুধাক ধাৰণ কৰিব
পাতাল- মূলৰপৰা
ভূ- ভাৰ বহন কৰি
হিমালয় নথকাহেতেন ?।। ৬৮।।

হে গিৰিৰাজ !
সমুদ্ৰৰ উৰ্মিমালা নিবাৰিত কৰি
তোমাৰ যশস্যা- কীৰ্তি দেশে গ'ল
সৰিৎ (২) সমূহো গৈ তাতে হ'ল লীন।
অবিচ্ছিন্নভাৱে বৈ অমল জলেৰে
তোমাৰ সন্তানগণে লোকসমূহক
পুণ্যময় কৰি আছে পৱিত্ৰতা লৈ ।। ৬৯।।

পৰমেষ্ঠীৰ (৩)
চৰণৰপৰা
উদ্ভৱ হোৱা
গৌৰৱ যিদৰে
গঙ্গাই কৰে,
উন্নত শিৰ
তুমিও সিদৰে
গঙ্গা ওলোৱা
দ্বিতীয় ঠাই
ইও জানো কম
যশস্যাৰ কথা ।। ৭০।।

যেতিয়া হৰিয়ে
ত্ৰিবিক্ৰম ৰূপ
কৰিলে ধাৰণ,
তিৰ্যক্ গতিৰে
উৰ্ধ আৰু অধঃ
সৰ্বব্যাপী হ'ল
হৰিৰ মহিমা ।
তোমাৰ মহিমা
স্বাভাৱিক হৈয়ে
চিৰকাল আছে
দশোদিশ জুৰি ।। ৭১।।

(১) কুক্ষি- উদৰ

(২) সৰিৎ - নদী (৩)পৰমেষ্ঠী - ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰক বুজায়। শিৱৰ সহস্ৰ নামৰ ভিতৰত পৰমেষ্ঠী নামো খ্যাত। ইয়াত পৰমেষ্ঠী শব্দই বিষ্ণুকে বুজাইছে। বিষ্ণুৰ পদৰপৰা গঙ্গাৰ জন্ম।

যজ্ঞ- ভাগ ভোগ কৰা
দেৱতাৰ ভিতৰত
তুমিও এজন বাবে,
হিৰন্ময় সুমেৰুৰ
শৃঙ্গৰ গৰ্বও
ম্লান হৈ পৰে ।। ৭২।।

তোমাৰ স্থাৱৰ ৰূপ
যদিও কঠোৰ অতি
শিলাময় কায়,
কিন্তু,
তোমাৰ জঙ্গম- ৰূপ
অতিশয় ভক্তি- নম্ৰ ।। ৭৩।।

এতিয়া আমাৰ আগমন- কাৰ্যলৈ আহোঁ
সেই কাৰ্য আমাৰ নহয়,
তোমাৰেই গিৰিৰাজ।
সেই কাৰ্য সাধনৰ উপদেশ দিবলৈহে
আহিছিলোঁ আমি এই সপ্তৰ্ষি- মণ্ডল।
আমাৰ যিকণ অংশ থাকিবৰ প্ৰয়োজন
সেই কণ আছে কিন্তু প্ৰকৃত পক্ষত
তুমিহে গিৰিৰাজ, পূৰ্ণ ফলভাগী।।। ৭৪।

অন্য কোনো পুৰুষৰ গাত
যি গুণাৱলী নাই সমূলিকে,
অণিমা- লঘিমা আদি
অষ্টবিধ গুণযুক্ত যিজন স্বয়ং
শিৰত শোভিছে যাৰ
মনোহৰ অৰ্ধচন্দ্ৰ
“ঈশ্বৰ” শব্দেৰে যাক
জগতে অৰ্চনা কৰে ।। ৭৫।।

মাটি, পানী, জুই,বায়ু আদি যাৰ
অষ্টবিধ মূৰ্তিৰ সহায়ক ৰূপে
বৰ্তি আছে সৰ্বদায় তেওঁকেই লৈ
অশ্বগণে যেনেকৈ পৰস্পৰে মিলি
ৰথ আদি যানবোৰ টানি লৈ যায়,
সেইদৰে
যিজনে নিজৰ সেই অষ্টমূৰ্তি লৈ
চৰাচৰ বিশ্ব খনি কৰিছে বহন ।। ৭৬।।

অন্তৰ্যামীৰূপে যাক
যোগীগণে
ধ্যানেৰে বিচাৰে নিজ
দেহাৰ মাজত,
যাৰ পদ- পঙ্কজেই
মনীষীগণৰ
পুনৰ্জন্ম- দুখৰো
ভয় নাশ কৰে ।। ৭৭।।

বিশ্বজগতত হোৱা সকলো কৰ্মৰে
সাক্ষীৰূপে যিজনক বিশ্বনাথ বোলে,
যিজনে জগতক বৰদান কৰে
সেইজন শম্ভুৱে আমাৰ মুখেৰে
নিজমুখে কোৱা দৰে উমাক খুজিছে ।। ৭৮।।

লক্ষ্মী আৰু সৰস্বতী যুক্ত হোৱা দৰে
হৰৰ লগত হক পাৰ্বতীৰ পৰিণয়
সৎ পাত্ৰত কন্যাদান কৰিলে পিতৃৰো
অনুতাপ কৰিবৰ নাথাকে কাৰণ ।। ৭৯।।

স্থাৱৰ জঙ্গম আদি
চৰাচৰ জগতৰ
প্ৰাণীসমূহেও
মাতৃৰূপে এওঁকেই
কৰক গ্ৰহণ,
যেহেতু,
ঈশ্বৰ মহেশ নিজে
পিতা জগতৰ ।। ৮০।।

দেৱতাসকল আহি
শিতিকণ্ঠ শিৱ- শঙ্কৰক
প্ৰণিপাত কৰাৰ পাছত
এওঁৰেই চৰণ- যুগল
দেৱতাৰ মুকুটত থকা
মণি- মুকুতাৰ জেউতি পৰি
হ'ব সুৰঞ্জিত ।। ৮১।।

উমা কন্যা, তুমি দাতা,
আমি প্ৰাৰ্থী, শম্ভুৰৰ

ভাবিচোৱা ভূ- ধৰ,
এনেকুৱা সামগ্ৰীৰে
তোমাৰ কুলৰ কীৰ্তি
কিমান বাঢ়িব । ।। ৮২ ।।

স্তুতি- বন্দনাৰে
জগতে বিচাৰি ফুৰা
উপাস্যাৰ ভিতৰত
যিজনে নকৰে কাৰো
স্তুতি- উপাসনা,
বিশ্বগুৰু যিজন স্বয়ং
সিজনৰো গুৰু হোৱা তুমি ।। ৮৩।।
দেৱৰ্ষিয়ে এইদৰে
কথা কৈ আছিল যেতিয়া,
পিতাৰ কাষতে
অধোমুখী পাৰ্বতীয়ে
লেখি লেখি আছিল হাতত
লীলা- কমলৰ পাপৰিবোৰ ।। ৮৪ ।।

যদিও
শৈল- অধিপতি
হিমাদ্ৰিৰ মনস্কাম পূৰ্ণ হ'ল,
তথাপিও
মেনকাৰ মুখলৈ চালে।
সম্ভ্ৰান্ত গৃহস্থীগণ
কন্যাৰ বিষয়ে
সকলো কথাতে
প্ৰায়েই
(১) গৃহিণী-চকুৱা হয় ।। ৮৫ ।।

মেনকায়ো পতিৰ সেই
ইচ্ছাৰ সকলো কাৰ্য
সমৰ্থন কৰিলে তেনেই,
পতিব্ৰতা গৃহিণীয়ে
স্বামীৰ কাৰ্যত একো
আসোঁৱাহ নেদেখে সমূলি ।। ৮৬।।

ঋষিৰ কথন শেষ হোৱা মাত্ৰকেই
"উচিত উত্তৰ হ'ল এয়েই ইয়াৰ"
এইবুলি হিমৱন্তে হাত দুটি ধৰি
মঙ্গল- অলঙ্কৃতা কন্যা পাৰ্বতীক
সন্মুখৰ পিনে আনি ক'লে এইদৰে ।৮৭

স্নেহৰ দুহিতা মোৰ, কওঁচোন শুনা
বিশ্বাত্মন শঙ্কৰৰ হাতত তোমাক
অৰ্পিব খুজিছোঁ আই, ভিক্ষাদান ৰূপে,
জগদ্বৰেণ্য এই ঋষিগণ আহি
তেওঁৰে কাৰণে দান খুজিছে তোমাক
লগে লগে কন্যা- দান গৃহ- যজ্ঞ কৰি
সম্পূৰ্ণ ফলৰ ভাগী ময়ো হ'ম, আই, ।। ৮৮ ।।

মহীধৰে তনায়াক এই কথা কৈ
ঋষিসকলক ক'লে বিনীত ভাবেৰে
ত্ৰিলোচন- বধু এয়া দেৱী পাৰ্বতীয়ে
আপোনাসবক এটি প্ৰণাম কৰিছে ।। ৮৯ ।।

যেনে অভিলাষ কৰি
আহিছিল ঋষিগণ
উদাৰ মহৎ তেনে
হিমাদ্ৰিৰ বাক্য শুনি
ভবিষ্যৎ জীৱনৰ
জয়যুক্ত আশীষেৰে
অম্বিকাক সমস্বৰে
দিলে জয় ধ্বনি ।। ৯০ ।।

সভক্তিৰে প্ৰণিপাত কৰোতে উমাই
সোণৰ কুণ্ডল সৰি পৰিল মাটিত।
অৰুন্ধতী উঠি গৈ লৰালৰিকৈ
অম্বিকাক ল'লে তুলি কোলাৰ মাজত।
লাজ কৰি তলমুৰ কৰিলে উমাই ।। ৯১ ।।

দুহিতাৰ স্নেহত উদ্বিগ্ন হৈ
অশ্ৰুসিক্ত হোৱা দেখি
মেনকাৰ মুখ,
অপূৰ্ব বৰৰ গুণ
বখানি দুনাই

(১) মূলত আছে গৃহিণী-নেত্ৰাঃ অৰ্থাৎ কন্যাৰ সম্পৰ্কে কোনো কথা আলচ কৰিবৰ হ'লে গৃহিণীৰ চকুলৈ চায়। গৃহিণীক হাঁ-না ইঙ্গিতেৰে সোধে। এই সুন্দৰ ব্যঞ্জনাৰ অসমীয়া ৰূপান্তৰ হ'ল- 'গৃহিণী- চকুৱা'।

অৰুন্ধতীয়ে শোক
দিলে পাতলাই ।। ৯২ ।।

বৈবাহিক কৰ্মৰ বাবে
দিনবাৰ, শুভ-ক্ষণ,
কেতিয়া মিলিব
হৰবন্ধু হিমালয়ে
ঋষিসকলক
সোধা লগে লগে
"আজি ধৰি তিনি দিন
অন্ত হলে"
এই কথা কৈয়ে
সপ্তৰ্ষিও কৰিলে প্ৰস্থান ।। ৯৩ ।।
বিদায় বাক্যৰে
আপ্যায়িত কৰি
হিমাদ্ৰিক,
পুনু গৈ
ঋষিগণে
ত্ৰিশূলীক লগ পালেগৈ
"কাৰ্য সিদ্ধি হ'ল"- বুলি
নিবেদন কৰি
বিদায় মাগিলে প্ৰভু
পিনাকীৰপৰা।
অনুমতি পাই
খন্তেকতে ঋষিগণ
উঠি গ'ল আকাশৰ
স্ব- স্থানলৈ ।। ৯৪।।

কেতিয়ানো হ'ব শেষ
সেই তিনি দিন
অদ্ৰিসুতা পাৰ্বতীৰ
হ'ব আগমন
তাৰেই প্ৰতীক্ষা কৰি
সমুৎসুক হ'ল পশুপতি।
সংসাৰৰ এনেকুৱা
বিচিত্ৰ বন্ধন।
ইন্দ্ৰিয় পৰায়ণ
অন্যান্য জনৰ যি
আকৃষ্ট হয়েই মন
জিতেন্দ্ৰিয় বিভুৰো স্বয়ং
মনত উত্তৰ হ'ল
এনে উচ্চাটন।। ৯৫ ।।

O

## সপ্তম সৰ্গ

সপ্তৰ্ষিয়ে কৈ যোৱা মতে
শুক্লপক্ষ যামিত্ৰ গুণান্বিত (১)
পৱিত্ৰ তিথিত
বন্ধুগণেৰে স'তে সম্মিলিত হৈ
বিবাহদীক্ষা বিধি অনুসাৰে
পাৰ্বতীৰ পৰিণয়
হিমবানে সমাৰোহে
কৰিলে পালন ।। ১।।

অনুৰাগ আনন্দত ৰাজপুৰী হেন্দুলি উঠিল,
ঘৰে ঘৰে বিবাহৰ কৌতুক বিধান;
ব্যগ্ৰ হৈ আয়তীসকলে কৰে নানাবিধ
মাঙ্গলিক অনুষ্ঠান।
কাৰেঙৰ প্ৰাঙ্গণত যেনেকুৱা উলহ- মালহ
অন্তেষপুৰতো তেনে আনন্দৰ খলক উঠিল
বাহিৰ ভিতৰ একো ছেদভেদ নাই
সমগ্ৰ নগৰ আজি হ'ল একে ঠাঁই।। ২ ।।

মন্দাৰ কুসুম ফুলি
দুয়োকাষে ৰাজপথ
কৰিছে শুৱনি
চীনা পাত কাপোৰৰ
পাতল পতাকাবোৰ
দুয়োকাষে কঁপি আছে
সুসজ্জিত ৰূপে।
মাজে মাজে সুবৰ্ণৰ
তোৰণ নিৰ্মিত হ'ল;
উজ্জ্বল দীপ্তিৰে সেই
ৰাজপথ উজলি উঠিল
স্বৰ্গলোক আহি যেন
স্থানান্তৰ হৈ
ওষধিপ্ৰস্থত আজি
হ'ল পৰিণত।।৩।।

(১) যামিত্ৰ গুণান্বিত - জন্মলগ্নৰপৰা সপ্তম স্থানৰ শুদ্ধিযুক্ত তিথি

মৰিও পাইছে যেন নতুন জীৱন,
চকুৰ আঁতৰ হ'লে কিজানি হেৰায়
এনেকুৱা চেনেহৰ আবেগ বশত
মেনা আৰু হিমালয়ে উমাকেহে মাথোঁ
যদিও আছিল বহু পুত্ৰ- কন্যা আৰু
বাৰে বাৰে চাই আছে কাতৰ দৃষ্টিৰে।
অলপ পাছতে আজি বিয়াৰ অন্তত
উৰুঙা লাগিব মন, শুদা হ'ব ঘৰ
তাকে ভাবি পিতৃ- মাতৃ উভয়ৰে ভাব
ঘনে ঘনে ৰুদ্ধ কৰে শোকৰ উচ্ছ্বাসে।। ৪ ।।

গিৰিৰাজ হিমাদ্ৰিৰ বিশাল কুলৰ
সম্বন্ধীয়া সকলোৰে মৰম চেনেহ
উমাৰ পিনেই আজি সোঁত বৈ গ'ল
ইকোলা - সিকোলা কৈ কিমান কোলাত
ইয়ে দিয়ে অলঙ্কাৰ, সিয়ে দিয়ে সাজ,
প্ৰীতি পৰশত উমা বুৰিল তেনেই।। ৫।।

উত্তৰ ফাল্গুনী নক্ষত্ৰ যেতিয়া গৈ
যুক্ত হয় চন্দ্ৰৰ লগত,
সেই শুভ মৈত্ৰ - মুহূৰ্তৰপৰা
পতি- পুত্ৰৱতী আয়তীসকল
নোৱাই- ধুৱাই কন্যা সজোৱা কামত
উলহ- মালহকৈ
গোট খালে নোৱনি- ঘৰত।। ৬।।

বগা সৰিয়হ আৰু দুৰ্বাৰ অঙ্কুৰ
শোভা পালে পাৰ্বতীৰ শিৰৰ মাজত,
নাভিস্থল ঢাকখোৱা পাতৰ বসন
অতি যত্ন সহকাৰে পিন্ধোৱা হ'লত
হাতত এপাত বাণ দিয়া হ'ল তুলি।
সাজ পাৰ পিন্ধি উৰি যেতিয়া উমাই
থিয় দিলে কন্যা ৰূপে নোৱনি ঘৰত,
মনত ধাৰণা হ'ল সৰ্বাঙ্গ সুন্দৰী
উমাৰ দেহত লাগি থকাৰ বাবেহে
সাজপাৰবোৰ এনে বিতোপন হৈ
জিলিকি উঠিছে যেন জক্‌মক্‌কৈ।। ৭ ।।

বিবাহৰ বিধিমতে ক্ষত্ৰিয় কন্যাৰ
হাতত এপাত বাণ শোভা কৰি থাকে
কৃষ্ণপক্ষ শেষ হ'লে সূৰ্য কিৰণত
ক্ৰমে ক্ৰমে বাঢ়ি যোৱা চন্দ্ৰৰেখা যেন
উমাৰ হাতত শোভা পালে সেই বাণ।
কুমাৰী- জীৱন- ৰূপ কৃষ্ণপক্ষ গৈ
পাৰ্বতীৰ শুক্লপক্ষ আজি সমাগত,
শশাঙ্কৰ অতি ক্ষীণ ৰেখাটিৰ দৰে
উমাৰো আহিছে আজি জোনাক যামিনী,
অচিৰতে ষোল কলা পূৰ্ণ হ'ব বুলি
আগলি বাতৰি আজি দিলেহি উমাক ।।৮।।

লোধ্ৰ- ফুলৰ বগা ৰেণুৰে মোহাৰি
প্ৰথমতে পাৰ্বতীৰ গাত লাগি থকা
তেলবোৰ শুকুৱাই কালেয় (১) নামেৰে
গন্ধদ্ৰব্য গাত সানি দিলে আয়তীয়ে।
নোৱনি কাপোৰ সাজ পিন্ধাই অটাই
লৈ গ'ল সকলোৱে নোৱাবৰ বাবে।। ৯ ।।

চাৰিপিনে চাৰিখুটা বৈদূৰ্য শিলৰ
তাতে নানা মণিমুক্তা- কাৰুকাৰ্য কৰা
চতুষ্কোণ সমন্বিত বেইৰ তলত
পঞ্চ- আয়তীয়ে ধৰি বহুৱাই লৈ
সুবৰ্ণ কুম্ভৰ জল ধীৰে ধীৰে ঢালি
মঙ্গল ক্ষণত স্নান কৰালে উমাক।
জাউৰি জাউৰি কৈ উৰুলি উঠিল
চৌদিশে লগে লগে মঙ্গল বাদ্যৰ
নিনাদি উঠিল ধ্বনি শুভ- বিবাহৰ।। ১০ ।।

সুমঙ্গল স্নান শেষ হ'লত যেতিয়া
নিৰ্মল- কলেৱৰা উমাই পিন্ধিলে
পতিৰ কাষলে' যোৱা বস্ত্ৰ- যুগল
বৰ্ষাৰ অন্তত ফুলা কঁহুৱা ফুলেৰে
যিদৰে বসুধা খনি প্ৰফুল্লিত হয়
পাৰ্বতীও সেইদৰে অপূৰ্বশোভাৰে
জিলিকি উঠিল সেই নতুন সাজত।। ১১।।

বেইৰ তলৰপৰা আয়তীসকলে
হাতেৰে আৱৰিলে কন্যা-পাৰ্বতীক
নোৱনি-ঘৰৰ পিনে নিলে সমাদৰে।

---
(১) কালেয় - গন্ধদ্ৰব্য বিশেষ

চাৰি পিনে চাৰি স্তম্ভ মণি মুকুতাৰ
ওপৰত চন্দ্ৰাতপ শোভে বিতোপন,
মাজতে কৌতুক-বেদী সুৰম্য ৰুচিৰ
এখনি আসন থকা সেই বেদীতেই
বহুৱালে পাৰ্বতীক সজাবৰ বাবে।। ১২।।

কন্যা সজাব জনা আয়তীসকলে
তন্বী উমাক বহুৱালে পূৰ্বমুখীকৈ;
প্ৰসাধন- দ্ৰব্য আদি হাতে হাতে লৈ .
উমাৰ মুখৰ পিনে থৰ লাগি চাই
নিমাত নিস্তব্ধ হ'ল কামিনীসকল।
ইমান অপূৰ্ব শোভা দেহৰ লাৱণ্য
সজাবৰ আৰু কিনো আছে প্ৰয়োজন
এইদৰে ভাবি চিন্তি থাকোতে থাকোতে
সজোৱা কামতো বহু বিলম্ব ঘটিল।। ১৩ ।।

ধূপৰ ধোঁৱাৰে দেহা শুকুৱাই লৈ
নানা বিধ গন্ধ - দ্ৰব্য দিলে অনুলেপ
ফুলেৰে উপচি থকা খোপাত গুজিলে
মধুদ্ৰুম-কুসুমৰ সেউজীয়া মালা,
মাজে মাজে দিলে তাত এপাত- দুপাত
সুচিকুণ দুবৰিৰ মিহি মিহি কোঁহ।। ১৪ ।।

বগা অগুৰুৰ চন্দন মিহলি
গোৰোচনা লৈ
নানা বিধ পত্ৰ- পুষ্প আঁকি
সুশোভিত কৰি দিলে
দেহাটি উমাৰ ।
চাকৈ- চকোৱাবোৰে
তীৰ শোভা কৰি থকা
ত্ৰিস্ৰোতা জাহ্নবীৰ
নিৰ্মল কান্তিও যেন
উমাৰ আগত আজি
ম্লান হৈ পৰিল তেনেই।।। ১৫ ।।

সজোৱা কেশৰ স'তে
পাৰ্বতীৰ মুখশ্ৰী
ভোমোৰা বুকুত থকা
পদ্মফুল আৰু
ক'লা মেঘে ৰেখা লেখা
চন্দ্ৰতকৈও যেন
বহুগুণে বিতোপন হৈ
প্ৰস্ফুটিত হ'ল ।। ১৬ ।।

লোধ্ৰ-ফুলৰ ৰেণু গোৰোচনা দিয়া
যেতিয়া চৰ্চিত হ'ল উমাৰ মুখত
গৌৰ বৰণ আৰু উজলি উঠিল,
তাৰ উপৰিও দুটি কুণ্ডলৰ দৰে
কাণত অৰ্পিত হ'ল যৱৰ অঙ্কুৰ,
বগা, ৰঙা, সেউজীয়া তিনি ৰং মিলি
সৌন্দৰ্যৰে পৰিপূৰ্ণ হ'ল মুখখনি
চাই চাই থৰ হ'ল সকলোৰে চকু।। ১৭।।

উমাৰ দেহাটি যেন অতি যতনেৰে
সৰ্বাঙ্গ সুন্দৰ ৰূপে কৰিলে নিৰ্মাণ,
তলৰ ওঁঠতে এটি ৰেখা থকা বাবে
সমানে দুভাগ হোৱা সেই অধৰত
মৌ আৰু কুঙ্কুমেৰে প্ৰলেপ দিলত
নিৰ্মল লাৱণ্য প্ৰভা উঠিল জিলিকি।
অলপ পাছতে হ'ব কামনা পূৰণ
তাৰেই সূচনা কৰি যেতিয়া উমাৰ
কঁপিছিল তল ওঁঠ মৃদু মৃদু কৈ
ভাষাৰ অতীত সেই অতুলন শোভা ।। ১৮।।

কোনো কোনো সখীয়েকে অলক্তক (১) লৈ
পাৰ্বতীৰ পাৱ দুটি ৰঞ্জিত কৰিলে
মাজে মাজে কৈ গ'ল অস্ফুট স্বৰেৰে
স্বামীৰ ওচৰ পালে থাকিব কিদৰে
সখীহঁতে কৰা এই ৰহস্যৰ প্ৰতি
লাজ কৰি পাৰ্বতীয়ে কোমল খণ্ডত
হাতত ওলমি থকা ফুলৰ মালাৰে
সখীয়েকবিলাকক কৰিলে প্ৰহাৰ ।। ১৯।।

ভালকৈ ফুলি থকা
নীল-পদুমৰ দৰে
তিৰ্ বিৰ্ কৰি থকা
উমাৰ চকুত
অঞ্জন দিবলৈ' ধৰি

কামিনীসকলে
এনেয়ে সুন্দৰ সেই
নয়ন দুটিত
আৰু কিনো অঞ্জন লাগিছে
এনে ভাবি বৈ আছে
চকু দুটি চাই।
শুভকাৰ্য উপলক্ষে
চকুত অঞ্জন দিয়ে
সেই কাৰণেহে
সানিলে অঞ্জন।। ২০।।

ফুলৰ ভৰত দোঁ খাই অহা
লতাৰ নিচিনাকৈ,
ৰাশি ৰাশি তাৰকাই
শোভি থকা ৰজনীৰ দৰে;
কোমল সোঁতত
চৰাই ওপঙি যোৱা
তটিনীৰ দৰে,
আভৰণ পিন্ধাৰ পাছত
উমাৰো দেহৰ শোভা
উদ্ভাসি উঠিল ।। ২১।।

নিৰ্মল সৌন্দৰ্য পূৰ্ণ
নিজ প্ৰতিবিম্ব
দাপোণত দেখি
গৌৰীৰ চকু দুটি
লাহে লাহে
মুদ খাই আহিল আপুনি।
হৰৰ সান্নিধ্য লাভ
কৰিবৰ বাবে
ব্যগ্ৰ হ'ল পাৰ্বতীৰ মন।
কামিনী কুলৰ স্বভাৱতে
এনে ইচ্ছা হয়
সাজি পাৰি ওলালেই যেন
প্ৰিয়তমজনৰো হ'ব
তৃপ্তিৰ কাৰণ।। ২২।।

সজোৱা- পৰোৱা কাম
শেষ হৈ আহিল যেতিয়া,

(১) অলক্তক - আলতা

মনঃশিলাৰ (২) গুৰি আৰু
হাঁইতাল মিহলাই
আঙুলিত লৈ
কপালত ফোঁট দিবলৈ
মাতৃদেৱী মেনকা আহিল।
কাণত ওলমি থকা
অমল কুণ্ডলে সতে
পাৰ্বতীৰ মুখখনি দেখি
ৰ-লাগি মেনকাই
চায়েই থাকিল।। ২৩।।

সেই,
বুকুত কাপোৰ লোৱা
দিনৰে পৰাই
উপযুক্ত পাত্ৰৰ হাতত
উমাক অৰ্পণ কৰা
মনোৰথ জাগিছিল
মাতৃ মেনকাৰ।
হৰৰ নিচিনা বৰ
পালোঁ আজি
মোৰ কন্যা পাৰ্বতীৰ বাবে
সেই
অভিলাষ পূৰ্ণ হ'ল
বুলিহে মেনকাই
কোনোমতে তিলক পিন্ধালে ।
যেনেকুৱা পাত্ৰতেই
দিয়ক লাগিলে,
বিবাহৰ সময়ত
মাতৃৰ মনত
লাগেই বেজাৰ ।। ২৪।।

প্ৰচলিত লোকাচাৰ মতে
কন্যাৰ হাতত
মাকে পিন্ধাব লাগে
মেষাদিৰ নোমেৰে নিৰ্মিত
"কৌতুক- সূতাৰে বন্ধা
মাঙ্গলিক চিন্।
এইবাৰ কিন্তু আৰু

(২) মনঃশিলা - হেঙুল

মেনকাই নোৱাৰিলে
চকুপানী ৰোধ কৰি থ'ব।
চল্ চল্ হৈ থকা চকুৰে মেনাই
মনিবই পৰা নাই
ক'তনো বান্ধিব সেই
মাঙ্গলিক সূতা।
কাষতে আছিল
পাৰ্বতীৰ ধাই-মাক
মেনকাৰ হাত খনি ধৰি
দেখুৱাই দিলে তেওঁ
পাৰ্বতীৰ হাতখনি,
তেতিয়াহে মেনকাই
সূতাৰে বন্ধন দিব
পাৰিলে উমাক।। ২৫।।

সু-কোমল নৱবস্ত্ৰ পৰিধান কৰা
পাৰ্বতীৰ হাতত এখন
দিয়া হ'ল নতুন দাপোণ।
ফেন-পুঞ্জলাগি থকা
ক্ষীৰ সাগৰৰ
পাৰৰ নিচিনাকৈ,
কিম্বা
স্নিগ্ধ জোনাকত
উদ্ভাসিত হৈ থকা
শাৰদী নিশাৰ দৰে
পাৰ্বতীয়ো বিকশি উঠিল।। ২৬।।

নিয়ম-কাৰণ জনা
মাতা মেনকাই
কুল-দেৱতাৰ প্ৰতি
প্ৰণিপাত কৰোৱাই,
বয়সানুক্ৰমে
এটি এটি কৈ
উপস্থিত আয়তীগণক
পাৰ্বতীৰ হতুৱাই
সেৱা কৰোৱালে।। ২৭।।

প্ৰণিপাত কৰি থকা উমাক তেতিয়া
আয়তীসকলে দিলে
এই আশীৰ্বাদ,
"পতিৰ অখণ্ড প্ৰেম
লাভ কৰা যেন"
লাজত উমাৰ মুখ
ৰঙচুৱা হ'ল;
সভক্তিৰে তলমূৰ
কৰিলে উমাই
সেই স্নিগ্ধ- আশীৰ্বাদো
অতিক্ৰম কৰি
উমা হ'ল
শঙ্কৰৰ অৰ্ধশৰীৰ ।। ২৮।।

কৰ্মকুশল আৰু অতি অমায়িক
হিমালয়ে ইচ্ছা কৰা মতে
বিবাহৰ আগতীয়া
সকলো মঙ্গলকাৰ্য
সমাপণ কৰি
সবান্ধৱে বহি আছে
সম্প্ৰদান সভাৰ মাজত
বৃষাঙ্কৰ (১) আগমন
প্ৰতীক্ষাত
উৎকণ্ঠিত হৈ ।। ২৯।।

সিফালে
কুবেৰগিৰিতো সেই
একে নিয়মেৰে
বৰ-যাত্ৰা কৰাৰ আগতে
ন-সাজ নতুন দিনৰ
প্ৰসাধন দ্ৰব্য আদি
শঙ্কৰৰ সন্মুখত
থোৱা হ'ল
অতি যতনেৰে।। ৩০।।

মাতৃ মণ্ডলীৰ প্ৰতি সন্মান জনাই
কেৱল এবাৰ মথোঁ জগতপতিয়ে
স্পৰ্শ কৰি প্ৰসাধন দ্ৰব্য আদি
বিবাহ কালৰ ৰীতি কৰিলে পালন।
স্বাভাৱিক যি সাজ পিন্ধি থাকে তেওঁ

(১) বৃষাঙ্কৰ - শিৱ

সেয়েই শোভিলে অতি বিতোপনহৈ
পৰিণয় উৎসৱৰ সাজ-সজ্জাৰূপে ।।৩১।।

চিৰপ্ৰিয় ভস্মধূলি অঙ্গৰাগ হ'ল
নৰকপালেই হ'ল শিৰৰ ভূষণ,
পৰিধেয় গজাজিন অঞ্চলৰ পিনে
সুৰঞ্জিত কৰিলৈ পিন্ধিলে যেতিয়া
ক্ষৌম বসনৰ দৰে শিৱৰ দেহত
সেয়েই অপূৰ্বশোভা কৰিলে ধাৰণ।।৩২।।

পিঙ্গল বৰণৰ মণিটিৰ স'তে
ললাট উজ্জ্বল কৰা তৃতীয় নয়ন
নিশ্চল ভাবেৰে বৈ মনোহৰ ৰূপে
যিদৰে প্ৰকট হ'ল অপূৰ্ব দীপ্তিৰে
হৰিতাল দ্ৰব কৰা তিলকৰ আৰু
কোনোয়েই প্ৰয়োজন নকৰিলে বোধ ।।৩৩।।

বৰ হৈ পিন্ধিবলে' ভুজগ-পতিৰ
আভৰণো নালাগিল নতুন একোকে
সৰ্বদায় শৰীৰৰ য'ত যেনেকৈ
মণিময় ফণা থকা ভূষণ আছিল,
(সেই) সৰ্পৰ ভূষণেই উত্তম জ্যোতিৰে
জিলিকি উঠিল এক অপূৰ্ববেশেৰে ।।৩৪।।

দিনতো জিলিকি থকা চন্দ্ৰৰ ৰেখাটি
হৰৰ শিৰত থাকে যিদৰে সদায়
বৰ- ৰূপে সাজ-সজ্জা কৰা সময়তো
সেই দিব্য কান্তিয়েই প্ৰস্ফুটিত হ'ল
তাৰ ওপৰত আৰু বৰৰ মুকুট
প্ৰয়োজন আছে বুলি মনতে নহ'ল।।৩৫।।

অপ্ৰতিম প্ৰভাবেৰে শঙ্কৰে নিজেই
বিবাহ কালৰ বাবে বেশভূষা কৰি
অনুপম সৌন্দৰ্যৰে অলঙ্কৃত হ'ল।
ফটিক ধাৰাৰ দৰে চিক্‌মিক্ কৰা
খড়্গ এখন আনি প্ৰমথসকলে
শঙ্কৰৰ সন্মুখত কৰিলে ধাৰণ,
ত্ৰিলোক নাথেও তাতে প্ৰতিবিম্ব চালে।।৩৬।।

বৃষভৰাজক আনি ওচৰতে থ'লে।
শঙ্কৰৰ প্ৰতি অতি ভক্তিভাব থকা
বৃষভে বিৰাট বপু সঙ্কুচিত কৰি
বাঘ-ছাল পাৰি থোৱা পিঠি পাতি দিলে,
নন্দীৰ বাহুত ধৰি বৃষৰ পিঠিত
মহাদেৱে আৰোহণ কৰিলে যেতিয়া
মনত ধাৰণা হ'ল কিজানি শঙ্কৰে
কৈলাশ গিৰিতহে যেন কৰে আৰোহণ ।।৩৭।।

নিজ নিজ বাহনত আয়তীসকলো
শঙ্কৰৰ পাছে পাছে কৰিলে গমন।
কাণত ওলমি থকা কুণ্ডল বিলাক
যাত্ৰাৰ পথত উঠে জলমল্ কৰি।
মাতৃসকলৰ সেই গমন কালত
মনত ধাৰণা হ'ল কিজানি নভত
পদ্মফুল ফুলি ফুলি হেলিছে দুলিছে,
নিজ নিজ বদনৰ নিৰ্মল প্ৰভাত
যাত্ৰা পথ সৌন্দৰ্যৰে উপচি পৰিল।।৩৮।।

মাতৃসকলৰ সেই কনক কান্তিৰ
পাছে পাছে গৈ আছে দেৱী মহাকালী,
বগা বগলীৰ লানি মালা পিন্ধিলৈ
আকাশত মেঘমালা যোৱাৰ দৰেই
সন্মুখত হেমকান্তি বিদ্যুৎ বিলাই
কৃষ্ণবৰ্ণ মহাকালি পাছে পাছে যায়।।৩৯।।
এইভাৱে বৰ-যাত্ৰা আৰম্ভণ হ'ল।
আগে আগে গৈ থকা প্ৰমথসকলে
মঙ্গল বাদ্যৰ ধ্বনি কৰিলে সঘনে,
দিগন্ত বিয়পি সেই ধ্বনিৰ নিনাদে
দেৱতাৰ বিমানত প্ৰতিধ্বনি তুলি
বিবাহ-যাত্ৰাৰ বাৰ্তা কৰিলে প্ৰচাৰ,
দেৱতাসকলে শুনি সেই প্ৰতিধ্বনি
ত্ৰিলোক নাথৰ সেৱা কৰিবৰ বাবে
সময় আহিল বুলি কৰিলে ঠাৱৰ।।৪০।।

বিশ্ববৰেণ্য বৰ শঙ্কৰৰ বাবে
ত্বষ্টাই (১) যিটি ছত্ৰ কৰিলে নিৰ্মাণ

(১) ত্বষ্টা - বিশ্বকৰ্মা

সহস্ৰৰশ্মিয়ে নিজে সেই ছত্ৰ ধৰি
বৰ-ৰূপী শঙ্কৰক নিলে আগুৱাই।
সূক্ষ্ম-ধৱল সেই ছত্ৰৰ জেউতি
শঙ্কৰৰ শিৰোদেশ সমুজ্জ্বল কৰি
জিলিকি উঠিল যেন মৌলী-নিবাসিনী
জাহ্নবীৰ ধাৰাটিহে পৰিছে বাগৰি।।। ৪১।।

নিজ নিজ নদী ৰূপ পৰিহাৰ কৰি
গঙ্গা-যমুনা আহি মূৰ্তিমতী হৈ
চামৰেৰে শম্ভুক কাৰলে ব্যজন,
সাগৰগামিনী সেই দুই তটিনীয়ে
চামৰ ব্যজন কৰি থাকোতে শিৱক
মনত ধাৰণা হয় হংস মালাহে যেন
উৰি উৰি পৰিছেহি ডেউকা কোৱাই,
লৰিছে চৰিছে যেন শিৱকেহে চাই।।। ৪২।।

অনাদি পাতন কৰা শ্ৰীবৎস শোভিত
পুৰাণপুৰুষ সেই সাক্ষাৎ বিষ্ণু
"জয়হক" এই শব্দ উচ্চাৰণ কৰি
শঙ্কৰৰ সমীপত হ'ল উপস্থিত।
হৰিভোক্তা অনলৰ মহিমা যিদৰে
ঘৃতৰ আহুতি পালে বৰ্দ্ধিত হয়,
বিষ্ণুৰ সান্নিধ্য পাই শিৱৰো সিদৰে
শুভযাত্ৰা বহুগুণে হ'ল জয় জয়।। ৪৩।।

সেই এক পৰিপূৰ্ণ অকল যিজন
তিনিমূৰ্তি, তেওঁৰেই ব্ৰহ্মা, বিষ্ণু, শিৱ;
তিনিও অভেদ এক সৃষ্টিৰ কাৰণ
প্ৰথম, দ্বিতীয় আদি বিভাগ বিচাৰি
সৰু বৰ একো ভেদ নোলায় কেনিও
তিনিও একেই হয় য'ৰেপৰা চোৱা।। ৪৪।।

ইন্দ্ৰাদি লোকপাল সকলোটি আহি
প্ৰতিহাৰী নন্দীক বিনীত সুৰেৰে
কাতৰ মিনতি কৰি সভক্তিৰে কয়,
"দৰ্শন কৰাই দিয়া -চাওঁ মহেশক"
নন্দীয়ে শিৱক কয়, এইয়া ইন্দ্ৰ
প্ৰণামিছে সভক্তিৰে শ্ৰদ্ধানত হৈ।
এজন এজনকৈ দেৱতাবৃন্দক
নন্দীয়ে ভেটাই যায় বৰ শঙ্কৰক।। ৪৫।।

দেৱতাৰো আদি-দেৱ মহেশে তেতিয়া
ঈষৎ কম্পিত কৰি নিজৰ মস্তক
অকণি হাঁহিৰ ৰেখা ওষ্ঠাগ্ৰত থৈ
ব্ৰহ্মা, বিষ্ণু, ইন্দ্ৰাদিক কৰে আপ্যায়িত,
অন্যান্য দেৱতা যত আছিল আগত
সকলোৰে ফালে চাই স্নেহৰ দৃষ্টিৰে
মহেশেও সবাটিকে জনালে আদৰ।। ৪৬।।

সপ্তৰ্ষিমণ্ডল আহি জয়-ধ্বনি দিলে
বিবাহৰ যাত্ৰা মুখৰিত হ'ল।
শম্ভুৱে জনালে সেই সপ্তৰ্ষিবৃন্দক
পূৰ্বতে বৰণ কৰি অধ্বৰ্যু (১) পদত
আপোনাসৱক মই থৈছিলোঁ বাছি,
।াহ যজ্ঞত আজি আপোনাসবেই
বৈদিক সকলো কৰ্ম কৰক বিধান।। ৪৭।।

বিশ্বাবসু আদি কৰি সুনিপুণ বীণা-যন্ত্ৰী
গন্ধৰ্বসকল আহি ঝঙ্কাৰিলে তাঁৰ
ত্ৰিপুৰ বিজয় কৰা শম্ভুৰ আত্মা
তন্ত্ৰীত উঠিল বাজি লহৰি সুধাৰ
ৰাগদ্বেষ আদি কৰি বিকাৰ-অতীত
শিৱ-শম্ভু বৰ-ৰূপে হয় অগ্ৰসৰ;
সমুখৰ নগৰত বিবাহ মণ্ডপ
পাৰ্বতী-পৰিণয় হ'ব মহেশৰ।। ৪৮।।

শম্ভুৰ বাহন সেই বৃষভৰাজেও
দোলন-দোলাই নিজ বিশাল বপুটি
শম্ভুক পিঠিত লৈ আকাশ পথেদি
আনন্দ মনেৰে গ'ল লক্ষ্য স্থানলৈ।
ডিঙিত ওলমি থকা অলঙ্কাৰ যেন
সৰু সৰু স্বৰ্ণ-ঘণ্টা-মালাৰ ধ্বনিয়ে
আকাশ পথত তোলে মধুৰ নিক্কণ।
মেঘৰ চপৰাবোৰ বৃষভ ৰাজৰ
সুদীৰ্ঘ শিঙত আহি লাগি লাগি ধৰে।
দেখিলে ধাৰণা হয় কিজানি বৃষভে

---

(১) অধ্বৰ্যু - যজ্ঞৰ দক্ষিণে বহা ব্ৰাহ্মণসকল

হাঁফলুত খুমমাৰি বোকাহে লগালে।
মেঘ লগা শিং দুটা কঁপাই কঁপাই
মহানন্দে গতি কৰে শম্ভুৰ বাহন।। ৪৯।।

চাওঁতে চাওঁতে গৈ দ্ৰুতগামী বাহন বৃষভ
নগেন্দ্ৰৰ নগৰত হ'ল উপস্থিত।
সুৰক্ষিত সেই গুপ্ত ওষধিপ্ৰস্থৰ সীমা
নাই পৰা কোনোদিনে কোনেও লঙ্ঘিব
ত্ৰিলোচন শম্ভুৰ দৃষ্টিপাত-ৰূপ
সুবৰ্ণসূত্ৰৰ জালে দূৰৱৰ্তী নগৰখনিক
টানিহে আনিলে যেন ওচৰ চপাই।
নহ'লেনো কেনেকৈ ইমান বেগাই
বৰ-ৰূপী শম্ভু গৈ উপস্থিত হ'ল।। ৫০।।

ত্ৰিপুৰ-বিজয় যাত্ৰা কৰাৰ কালত
আকাশত এটি পথ নিজৰ বাণেৰে
থৈছিল মহাদেৱে চিহ্নিত কৰি
সেই পথে ত্ৰিপুৰাৰি কৰে অহা যোৱা।
আজিও শঙ্কৰে সেই নিজ পথে গৈ
অৱতীৰ্ণ হলগৈ নগৰ প্ৰান্তত।
পুৰবাসী সকলোটি উৰ্ধনেত্ৰে চাই
বৰৰ দৰ্শন হেতু আছিল তাতেই।
সেই ঘন-নীলকণ্ঠ শঙ্কৰক দেখি
সমবেতসকলৰ আনন্দ মিলিল।। ৫১।।

গিৰিচক্ৰবৰ্তী হিমালয়ো আগবাঢ়ি গ'ল
সমাদৰ জনাবলে' ভাবী-জামাতাক,
সমৃদ্ধি-সম্পন্ন বহু আত্মীয়-স্বজনো
সু-সমলঙ্কৃত হৈ হাতীৰ পিঠিত উঠি
মহ-পয়োভৰ কৰি পাছে পাছে গ'ল।
বিকশিত কুসুমৰাশিৰে স'তে বৃক্ষৰাজিসহ
হিমাদ্ৰিৰ নিতম্ব ভাগটি যেন লৰিছে তেনেই
সেই মহা শোভাযাত্ৰা দলদোপকৈ।। ৫২।।

বিশাল তোৰণ দ্বাৰ ওষধিপ্ৰস্থৰ
সসম্মানে মেলি দিলে দুৱৰীসকলে।
দুফালৰপৰা আহি দুদল যাত্ৰীৰ
সম্মিলন হ'ল সেই ৰাজ দুৱাৰত।
বৰযাত্ৰী দেৱগণ আহিছে সোমাই
নগেন্দ্ৰৰ নগৰলে' আগবাঢ়ি গৈ
পৰস্পৰ মিলিছেহি ভেঁটা ভাঙি অহা
যেন, প্ৰবল পানীৰ সোঁত একে ঠাই হৈ।। ৫৩।।

ত্ৰৈলোক্য পূজিত হৰে হিমাদ্ৰিক দেখি
সভক্তিৰে যুক্তকৰে কৰিলে প্ৰণাম
লাজতে হিমাদ্ৰি যেন সঙ্কুচিত হ'ল।
হিমালয়ে নাজানিলে দূৰৰ পৰাই
শিৱৰ মাহাত্ম্য পৰি শিৰ নত হৈ
আহি আছে আগবাঢ়ি শিৱকে ধিয়াই।। ৫৪।।
হিমাদ্ৰিৰ মুখশ্ৰী প্ৰীতিৰ যোগত
বিকশি উঠিল এক অপূৰ্ব জ্যোতিত,
সবাৰো আগতে গৈ আদৰ জনাই
জামাতাক বৰ ৰূপে কৰিলে বৰণ,
ফুল ছটিয়াই থোৱা নগৰ পথেদি
সম্ভ্ৰমেৰে লৈ গ'ল মন্দিৰৰ পিনে।। ৫৫।।
সমুৎসক হৈ থকা পুৰনাৰীগণে
বৰৰূপী ঈশানক চাবৰ কাৰণে
প্ৰাসাদৰ ওপৰত খলক লগালে।
আনন্দৰ সাগৰত লহৰি উঠিল।। ৫৬।।

ল'ৰি গৈ ভাল ঠাই ল'বৰ কাৰণে
কোনো কোনো সুন্দৰীয়ে লৰালৰি কৰি
যাওঁতে উধাতু খাই সুলকিছে খোপা,
ফুলৰ মালাও সৰি পৰিছে মাটিত।
সোলোকা খোপাটি ধৰি এখন হাতেৰে
লৰ দিছে আগবাঢ়ি যাবৰ কাৰণে।। ৫৭।।

কোনো এটি কামিনীৰ এটি চৰণত
আলতাৰ বোল মাত্ৰ দিব খুজিছিল,
স্বাভাৱিক লীলাগতি মুহূৰ্ততে এৰি
সুন্দৰীটি লৰ দিলে গবাক্ষৰ পিনে
আলতাৰ ৰঙা ৰঙা খোজৰ চিনত
লৰি যোৱা বাটটিও ৰঞ্জিত হ'ল।। ৫৮।।

উখল-মাখলকৈ কোনো সুন্দৰীয়ে
সোঁ-চকুতেই সানি কিঞ্চিৎ অঞ্জন
অঞ্জন-শলাকাটিও হাততেই লৈ
গবাক্ষ পথত গৈ থিয় দিলে গৈ।
এটি চকু অঞ্জনাক্ত ঘনকৃষ্ণ হ'ল
উকা হৈয়ে সিটি চকু থাকিল তেনেই।। ৫৯।।

---
কুমাৰ সম্ভৱ

আন এটি সুন্দৰীয়ে সেই পিনে চাই
উধাতু খাইছে দেহি লৰৰ কোবত।
ল'ৰি ল'ৰি নিতম্বিনী যাওঁতে সিদৰে
কঁকালৰ গাঁথিটিও সুলকি পৰিছে,
হাতেৰেই ধৰি লৈ সোলকা বসন
লৰ দিছে সুন্দৰীয়ে বৰ চাবলৈ।
হাতত ওলমি থকা গহনাৰ প্ৰভা
সুন্দৰীৰ নত-নাভি-গহ্বৰত পৰি
জল-মল্ কৰি উঠে নাভি-মণ্ডলত।।৬০।।

আন এটি বিলাসিনী ৰমণীয়ে বহি
গাঁথিছিল চন্দ্ৰহাৰ মুকুতা মণিৰে,
আধা-গাঁথা হওঁতেই শোভাযাত্ৰা অহা
চাবলৈ লৰ দিলে নিৰুশ্বাস হৈ
মুকুতাৰ মণিবোৰ ঝৰ্‌ঝৰ্‌কৈ
বাটে বাটে পৰি গ'ল থাকিল মাথোন
আঙুলিৰে টিপি ধৰা সূতাগছি বাকী ।।৬১।।

গবাক্ষবোৰত আজি উপচি পৰিছে
আসবৰ মধুগন্ধী সুন্দৰীৰ মুখ।
ইফালে সিফালে উৰি মতলীয়া হৈ
ঘূৰি ফুৰা মধুলোভী ভোমোৰাৰ দৰে
ৰাগী লগা চকুবোৰো সুন্দৰীহঁতৰ
চঞ্চল পুলকেৰে উপচি পৰিছে।
বাতায়নবোৰ যেন পদুম ফুলেৰে
অলঙ্কৃত হৈ আছে সুশোভিত হৈ ।।৬২।।

চাওঁতে চাওঁতে
চন্দ্ৰশেখৰ আহি
অসংখ্য ধ্বজাৰে
সজাই পৰাই থোৱা,
তোৰণেৰে সুশোভিত
ৰাজপথ পালেহি সৌৱা !
সেই হেন সমুজ্জ্বল
দিনৰ জ্যোতিতো
ললাট চন্দ্ৰৰ স্নিগ্ধ
জ্যোৎস্না কিৰণ
উদ্ভাসিত হৈ উঠে
অমল-ধৱল
প্ৰাসাদৰ শীৰ্ষসমূহ
দুগুণ জ্যোতিত কৰে জলমল্।।৬৩।।

অপূৰ্বদৰ্শন সেই দিব্য-মনোহৰ
বৰৰূপী শঙ্কৰক একেথিৰে চাই
তৃষ্ণাত কাতৰ হৈ সুন্দৰীহঁতৰ
নয়নে কৰিছে যেন দিব্যজ্যোতি পান।
সকলো ইন্দ্ৰিয় যেন চকুতে সোমাই
সমস্ত আতমা যেন একে ঠাই হৈ
নিমাত নিস্তব্ধ হৈ চাইছে কেৱল
চিৰন্তন সৌন্দৰ্যৰ গৰাকীজনক।।৬৪।।

এইদৰে বৰ চোৱা শেষ হ'লতেই
ইটিয়ে সিটিৰ পিনে মুখামুখিকৈ
পুৰনাৰীসকলৰ আলোচনা হ'ল
কোমলাঙ্গী পাৰ্বতীয়ে যাক পাবলৈ
কঠোৰ তপস্যা কৰি কষ্ট ভুগিছিল
সাৰ্থক হইছে সেই তপস্যাৰ দুখ।
এই হেন অপৰূপ সুন্দৰ বৰৰ
দাসী হৈ থাকিলেও সাৰ্থক জনম।
কিমান সৌভাগ্য এই তপতী উমাৰ
অঙ্গ-শয্যা লাভ হ'ব শিৱ-সুন্দৰৰ।।৬৫।।

স্পৃহণীয় শোভাযুক্ত দম্পতী যুগল
শঙ্কৰ-পাৰ্বতীক বিধাতাই যদি
পৰিণয় সূত্ৰে বান্ধি নিদিলেহেঁতেন
অতি যত্ন সহকাৰে বিধাতাই নিজে
(যি) ৰূপ-সৃষ্টি কৰিছিল হৰ-পাৰ্বতীৰ
তেনেই বিফল হৈ থাকিলহেঁতেন।।।৬৬।।

কষ্ট হৈ এই শিৱ শঙ্কৰে এদিন
মদনক দগ্ধ কৰি ভস্ম কৰিছিল
এই কথা ভাবিবলৈ বাসনা নোপজে।
ইমান সুন্দৰ যাৰ কান্ত মনোহৰ
তেওঁ জানো তেনে কাম কৰে কেতিয়াবা?
জগন্মোহন এই দেৱতাক দেখি
মদনে কিজানি নিজে লাজত মৰহি
দেহত্যাগ কৰিছিল আপোনা-আপুনি।।৬৭।।

সখি।
ক্ষিতি-ধৰ শৈলৰাজে নিজক্ষমতাৰে
ধৰিত্ৰী ধাৰণ কৰি গৰ্বোন্নত হৈ
চিৰকাল উচ্চ শিৰে কৰিছে গৌৰৱ,
আজি তেওঁ লাভ কৰি শিৱ-শঙ্কৰক
আপোন জামাতাৰূপে বিবাহ যজ্ঞত
তাতোকৈও উচ্চ হ'ল মহাগৌৰৱত।। ৬৮।।

সুখশ্ৰব্য এনেকুৱা মধুৰ আলাপ
পুৰনাৰীসকলৰ মুখে মুখে শুনি
গৈ গৈ ত্ৰিলোচন উপস্থিত হ'ল
গিৰিৰাজ হিমাদ্ৰিৰ ৰাজভৱনত।
চৌদিশে গৱাক্ষৰ সুৰুঙাৰপৰা
লাজাঞ্জলি বৃষ্টি হ'ল মুঠিয়ে মুঠিয়ে।
জনতাৰ গাত লাগি গুৰি গুৰি হৈ
আখৈ- অঞ্জলিবোৰ ছিটিকি পৰিল।। ৬৯।।
উপস্থিত হোৱা মাত্ৰে নাৰায়ণে আহি
সযতনে নম্ৰভাৱে আনিলে নমাই
বৃষভ-বাহন সেই বৰ শঙ্কৰক।
মনে ধৰে ঠিক যেন শৰত কালৰ
জলহীন বগা বগা ডাৱৰৰপৰা
দিনমণি সূৰ্যদেৱ গইছে আঁতৰি।
আগে আগে প্ৰজাপতি ব্ৰহ্মা নিজে
পাছে পাছে বৰৰূপী শিৱ-শম্ভু গৈ
হিমালয় প্ৰাসাদৰ নিৰ্দিষ্ট কক্ষত
ধীৰে গম্ভীৰ ভাৱে কৰিলে প্ৰৱেশ।। ৭০।।

ইন্দ্ৰাদি দেৱতাসকল
সপ্তৰ্ষিমণ্ডল আৰু
সনকাদি-পৰমৰ্ষিগণ
যথাক্ৰমে কৰিলে গমন
বৰৰূপী শঙ্কৰৰ যাত্ৰাৰ লগত।
কিবা এটি কৰ্মযেন অব্যৰ্থ স্বৰূপে
সিদ্ধিৰ অনুকূল সকলো কাৰণ
একে ঠাই হৈছেহি
হিমালয় আলয়ত আজি।। ৭১।।

ঈশ্বৰ শঙ্কৰে সেই কক্ষত সোমাই
বৰৰ আসনখনি কৰিলে গ্ৰহণ,
বিধিৱৎ অৰ্ঘোদক মধুপৰ্ক আদি
মন্ত্ৰ উচ্চাৰণ কৰি ল'লে হাত পাতি,
কন্যাদাতা হিমালয়ে অৰ্পণ কৰা
নতুন যুগল বস্ত্ৰ বৰণৰ সাজো
বিধিৱৎ মন্ত্ৰ গাই কৰিলে গ্ৰহণ।।৭২।।

শ্ৰদ্ধা-ভক্তি সহকাৰে ৰক্ষকসকলে
ক্ষৌমবস্ত্ৰধাৰী সেই চন্দ্ৰশেখৰক
সযতনে লৈ গ'ল উমাৰ কাষলৈ',
নৱোদিত চন্দ্ৰমাৰ পৰশ পায়েই
সাগৰত নাচি থকা ফেন মালা যেন
আহিল আকৃষ্ট হৈ বলুকাৰ পিনে।।৭৩।।

শৰতৰ সমাগম হ'লে যেনেকৈ
নিৰ্মল সুন্দৰ হয় প্ৰকৃতিৰ ৰূপ,
দিব্যকান্তি পাৰ্বতীৰ ওচৰ চাপোতে
মহেশৰ চকু দুটি শৰত কালৰ
কুমুদৰ দৰে যেন বিকশিত হ'ল
তৃপ্তিৰে হৃদয় যেন উপচি পৰিল।।৭৪।।

বৰ-কন্যা উভয়েই উভয়ক
চাবৰ কাৰণে
একান্ত অধীৰ যেন
হইছিল মনে মনে।
কোনোমতে এটিবাৰ
চাৰিচকু মিলিব খোজোতে
উভয়ৰে চকু দুটি উলটি আহিল
লাজতেই কোঁচমোচ খাই।।৭৫।।

তাম বৰণীয়া আঙুলিৰে শোভি থকা
পাৰ্বতীৰ হাতখনি হিমালয়ে আনি
অষ্টমূৰ্তি মহেশৰ হাতত মিলাই
বিধিৱৎ কন্যাদান কৰিলে যেতিয়া
আনন্দেৰে মহাদেৱে কৰিলে গ্ৰহণ।
ত্ৰিলোচন শঙ্কৰৰ ভয়ত লুকাই
উমাৰ দেহতে যেন আছিল মদন।
পাৰ্বতীৰ হাত বুলি ভুলতেই যেন
সেই মদনৰ এই লোহিত বৰণ
গজালিটি মহাদেৱে কৰিলে গ্ৰহণ।।৭৬।।

প্ৰথম পৰশ লাগি উমা-মহেশৰ
দেহে দেহে বৈ গ'ল অপূৰ্ব পুলক;
উমাৰ শৰীৰ যেন ৰোমাঞ্চিত হ'ল।

শিৱৰ হাতৰো যেন আঙুলিবিলাক
পাৰ্বতীৰ পৰশত ঘামিল তেনেই।
সেই মহা-মিলনৰ শুভ-মুহূৰ্ততে
উভয়কে কামবিদ্ধ কৰিলে মদনে।।৭৭।।

আন কোনো বিবাহৰ যজ্ঞ-মণ্ডপত
উমা-শিৱ দুয়ো আহি দেখা দিয়া হ'লে
সেই দুটি বৰ-কন্যা অতুল শোভাৰে
শোভিলেহেঁতেন দিব্য-প্ৰভাৰ জ্যোতিৰে।
সেইহেন উমা আৰু মহেশ স্বয়ং
পৰিণয় অৰ্থে আজি একেলগ হয়
এইহেন মিলনৰ অপাৰ্থিৱ শ্ৰী
কি বাক্য যোজনাৰে কৰিবা প্ৰকাশ?।।৭৮।।

দিন আৰু যামিনীয়ে মেৰু পৰ্বতক
যেনেকৈ একেলগে কৰি প্ৰদক্ষিণ
সেইদৰে এই নৱ দম্পতি যুগলে
প্ৰজ্বলিত হোমাগ্নিক কৰে প্ৰদক্ষিণ।।৭৯।।

উমা-শিৱ দুয়োজন হোমৰ কাষত
একেলগে বহি যেন দিব্য আনন্দত
তন্দ্ৰাত অলস হৈ হালিছে জালিছে
মৃদু মৃদু চকু যেন আৱেশ বিভোৰ।
বৰ-কন্যা উভয়কে কুল পুৰোহিতে
তিনিবেলি প্ৰদক্ষিণ কৰালে অনল।
প্ৰজ্বলিত হোমাগ্নিত উমাৰ হাতেৰে
লাজাঞ্জলি (১) দিয়া হ'ল বিধি অনুসাৰে।।৮০।।

পুৰোধাৰ (২) উপদেশ সাৰোগত কৰি
নিজৰ মুখৰ পিনে আনিলে উমাই
হোমৰ পৱিত্ৰ ধোঁৱা, আঁজলি ভৰাই
মুখ-মণ্ডলত আহি ধোঁৱাবোৰে যেন
মুহূৰ্তকালৰ বাবে কৰ্ণোৎপল হৈ
শোভিলেহি দিব্য-কন্যা উমাৰ দেহত।।৮১।।

লোকাচাৰ মতে লোৱা ধোঁৱাৰে উমাৰ
অন্য প্ৰকাৰ হ'ল মুখৰ বৰণ।
গণ্ডস্থল ৰঙা হ'ল চকুৰ অঞ্জন
বিয়পোঁ বিয়পোঁ হ'ল ধোঁৱাৰ তাপত।
কাণত ওলমি থকা যৱৰ অঙ্কুৰ
ধোঁৱাৰ কালিমা লাগি ম্লান পৰিল।।৮২।।

দ্বিজ-পুৰোহিতে ক'লে উমাক সম্বোধি
তোমাৰ পবিত্ৰ এই বিবাহ কাৰ্যৰ
কৰ্মসাক্ষী হ'ল আজি এই হুতাশন।
আজি ধৰি হ'লা তুমি হৰৰ ঘৰণী
প্ৰাজাপত্য বিবাহৰ এয়ে আশীৰ্বাদ।।৮৩।।

ভৱ-পত্নী পাৰ্বতীয়ে কাণ থিয় কৈ
একচিত্তে গুৰুবাক্য কৰিলে শ্ৰৱণ।
গ্ৰীষ্মৰ তাপত অতি পৰিতপ্ত হোৱা
পৃথিৱীয়ে কণ্ঠ ভৰি পান কৰে যেন
সুশীতল বাৰিধাৰা নতুন বৰ্ষাৰ।।৮৪।।

অনাদি কালৰ স্বামী হৰেই এতিয়া
বিবাহিতা পাৰ্বতীক কথা ক'ব লাগে
"চোৱা! সৌৱা ধ্ৰুৱ-তৰা"
লজ্জাজড় কণ্ঠেৰে নম্ৰ বচ নেৰে,
অতি কষ্টে পাৰ্বতীয়ে "দেখিছোঁ" বুলিলে।।৮৫।।

বিধিজ্ঞাতা পুৰোহিতে এইদৰে ক্ৰমে
সম্পন্ন কৰিলে কাৰ্য বিবাহ যজ্ঞৰ,
জগতৰ মাতা-পিতা উমা-শিৱ দুয়ো
পিতামহ ব্ৰহ্মাক কৰিলে প্ৰণাম।।৮৬।।

উমাক ব্ৰহ্মাই দিলে এই আশীৰ্বাদ —
"কল্যাণী! বীৰ প্ৰসৱিনী হোৱা"
কিন্তু,অষ্টমূৰ্তি শঙ্কৰক দিবৰ কাৰণে
বাচস্পতি হৈয়ো নিজে ব্ৰহ্মাই বিচাৰি
নাপালে কেনিও একো আশীস্ বচন।
খন্তেক স্তিমিতচিত্তে বিচাৰে ধ্যানত
কি বুলিনো আশীৰ্বাদ দিব শঙ্কৰক।।৮৭।।

সুবৰ্ণ আসন পাৰি সজাই পৰাই
থৈছিল যিটি বেদী অতি সযতনে
প্ৰজাপতি দেৱতাক প্ৰণাম জনাই
দম্পতি-যুগল গৈ বহিল তাতেই।
চৌ-পাশে বেৰি লৈ বান্ধৱীসকলে
লোকাচাৰ অনুসৰি মুঠি মুঠি কৈ
স্পৃহণীয় দূৰ্বাক্ষত কৰিলে বৰ্ষণ।

(১) লাজ - আখৈ, আখৈৰ অঞ্জলি দিয়া বৰহোম
(২) পুৰোধা - পুৰোহিত

হৰ-গৌৰী দুয়ো বহি প্ৰসন্ন মনেৰে
উপভোগ কৰে সেই মধুৰ উৎসৱ।।৮৮।।

সেই নব-দম্পতিৰ শিৰোভাগ ঢাকি
লক্ষ্মীয়ে ধৰিলে আহি পদুমৰ ছাতি,
পদুম পাতত থকা জলবিন্দুবোৰ
মুকুতা মণিৰে সজা ঝালৰৰ দৰে
জ্বল্ মল্ কৰি উঠে তিৰ্‌বিৰণিৰে।।৮৯।।

সৰস্বতী দেৱী আহি মিলন উদ্দেশ্যি
দুবিধ ভাষাৰে গালে বিবাহ-মঙ্গল,
সংস্কৃত ভাষাৰে গালে হৰৰ বন্দনা,
সুখশ্ৰাব্য সুকোমল প্ৰাকৃত ভাষাৰে
বধু-ৰূপী পাৰ্বতীৰ ঘোষিলে গৌৰৱ।।৯০।।

অপ্সৰা সকলে আহি কৰিলে প্ৰয়োগ
জগতৰ আদিতম এখনি নাটক,
যি ৰসত যি ৰাগ উপযুক্ত হয়
সেইদৰে নৱ-ৰস কৰিলে সঞ্চাৰ।
ললিত-বলিত অতি মধু-ভঙ্গিমাৰে
নয়ন সাৰ্থক কৰা হ'ল অভিনয়।
উমা আৰু মহেশৰ প্ৰসন্ন চিত্তেৰে
আনন্দ লভিলে সেই অভিনয় চাই।।৯১।।

অভিনয় অন্ত হোৱা শুভ-মুহূৰ্ত্তত
কৰপুতে নিজ নিজ মুকুট পৰশি
ইন্দ্ৰ-আদি দেৱগণে নতশিৰে হৈ
বিবাহিত শঙ্কৰক দিলে সোঁৱৰাই
কাম-ভস্ম হোৱা সেই অতীতৰ কথা।
সভক্তিৰে এই কথা কৰে নিবেদন
কন্দৰ্পক তেওঁ যদি শাপমুক্ত কৰি
পূৰ্ব-দেহ দিয়ে দান, পঞ্চবাণ (১) আহি
যাচিবহি পাৰে সেৱা নৱ-দম্পতিক।।৯২।।

আশুতোষ ভোলানাথে এৰি দিলে অতীতৰ ক্ৰোধ
সম্মতি জনালে অতি প্ৰসন্ন মনেৰে,
পঞ্চশৰে ফুলবাণ ইচ্ছামতে এৰক এতিয়া।
এইবুলি দেৱতাৰ মনোবাঞ্ছা কৰিলে পূৰণ
ছেগ বুজি কাম কৰা কাৰ্যজ্ঞসকলে
সময়ত যদি আহি প্ৰভুৰ কাষত
ব্যক্ত কৰে মনোৰথ অৱসৰ বুজি
কাৰ্য-সিদ্ধি নোহোৱাকে' নাথাকে কদাপি।।৯৩।।
ইন্দ্ৰ আদি দেৱতাক বিদায় জনাই
কন্যাৰ হাতত ধৰি কৰিলে গমন
কৌতুক-আগাৰৰ প্ৰীতি সভালৈ।
সুবৰ্ণৰ পূৰ্ণ-কুম্ভ দুৱাৰ মুখত,
সু-সজ্জিত সেই কক্ষ পৱিত্ৰ-মন্দিৰ
ভক্তি-শোভা বিজড়িত বিচিত্ৰ বৰণ
দিব্য-শয্যা পৰা আছে কক্ষৰ মাটিত।
হৰ-গৌৰী দুয়ো তাতে কৰিলে প্ৰৱেশ।।৯৪।।
নৱপৰিণয়লজ্জাভূষণা
গৌৰীৰ সেই বদনৰ শোভা
চাওঁ বুলি হৰে মুখ তুলি ধৰে
লজ্জাৱনতা গৌৰী দেৱীয়ে
বাৰে বাৰে দেখো তল-মূৰ কৰে।
একো কথা দেহি মুখত নোলায়,
শয়ন-কক্ষৰ সখীহঁতে লাগি
নিমাতী কন্যা উমাক জোকায়;
কোনোমতে এটি আধা ফুটা মাত
কষ্টেৰে মাতি লাজুকী উমাই
সখীসকলক মৰম জনায়।
প্ৰমথেশ হৰে প্ৰমথগণক
কৰিলে ইঙ্গিত ৰহস্য কৰক —
অনুমতি পাই প্ৰমথসকলে
মুখ বিকটাই, দাঁত নিকটাই
গৌৰীৰ পিনে ভঙ্গি দেখুৱায়।
বক্ৰচালি দেখি গৌৰীৰ মুখ
হাঁহিৰে উপচি ৰক্তিম হ'ল,
খিল্‌খিলকৈ হাঁহিলে উমাই
ত্ৰিভুৱন জিনি তাৰে প্ৰতিধ্বনি
আনন্দ-লহৰি বাগৰি গ'ল।
হৰৰ কাষত গৌৰী শোভিলে
কাব্য সমাপ্ত হ'ল।।৯৫।।



(১) পঞ্চবাণ - মদন

## ভাবী প্ৰিয়া

কোন তুমি,কেনি আছাঁ, ক'তেবা লুকাই,
মাজে মাজে মাৰিছাঁ ভুমুকি?
নেদেখি দেখিছোঁ যেন, নুশুনি শুনিছোঁ
তোমাৰেই দীঘলীয়া উকি!
প্ৰতিধ্বনি আহি যেন মোৰ মৰমত
ঠেকা খাই নিনাদি উঠিছে;
বসন্ত- বায়ুৰ দৰে তোমাৰ কথাটি
হৃদয়ত বিয়পি পৰিছে।
নৱ-পল্লৱিত মোৰ মানস - কুঞ্জৰ
সেউজীয়া পাতৰ তলত
শুনিছোঁ তোমাৰে যেন অমিয়া কণ্ঠৰ
সুধা-সুৰ মৃদু পঞ্চমত।
কুসুম-কানন জিনি আছাঁ যেন তুমি
আবেগত বিয়াকুল হৈ-
বৰণৰ মালাধাৰি মোৰ ডিঙ্গিতেই
হেঁপাহেৰে দিওঁ দিওঁ কৈ।
আশা মলয়াত উটি আহিছে তোমাৰ
প্ৰণয়ৰ পূত পৰিমল,
তাতে মোৰ মউ-পিয়া মতলীয়া মন
ভাবী-তৃপিতিত টলমল।
নিচিনো নেজানো হায়, তোমাৰ ৰূপৰ
লেশ মানো মূৰ্তি নাইকিয়া,
তথাপিও আছাঁ যেন হিয়াতে লুকাই
মূৰ্তিমতী তুমি প্ৰাণ - প্ৰিয়া!
তোমাৰ বুকুত যেন ৰেণু ৰেণু ক'ই
মউ-পিয়া জনৰ কাৰণে
এটুপি সুৱদী মউ সাঁচিছা সদাই
নিজানত অতিকে গোপনে!
তৰঙ্গ-কল্লোল প্ৰায় তোমাৰ কথাটি
উটি যায় দূৰ দূৰলৈ
চন্দ্ৰমা-শীতল যেন তোমাৰ ছবিটি
ছাপি আছে মোৰ কাষলৈ।
পৰিছে বিয়পি যেন হাঁহিটি তোমাৰ
মোৰ দুটি চকুৰ আগত,
বাজিছে কেনিবা যেন তোমাৰে সঙ্গীত
আজি মোৰ হিয়াৰ মাজত।
শুনিছোঁ শুনিছোঁ যেন লাগিছে মনত
প্ৰণয়ৰ ঠোকা-ঠুকি স্বৰ,
ওচৰতে আহি যেন দিছাহি সঁহাৰি
তোমা-মোৰ ভাবী -মিলনৰ।
ৰিণিকি ৰিণিকি যেন দেখিছোঁ দূৰত
সউ মোৰ গভীৰ গৰিমা,
কেনি যাওঁ, কেনি যাওঁ, কেনি গ'লে পাম,
মোৰ সেই মানসী প্ৰতিমা।
কোনে জানে, ক'ত তুমি, কেনিনো লুকাই,
ফুলি আছা মধুৰ হাঁহিটি,
আঁৰে আঁৰে ফুলনিৰ কেনি আছাঁ জুমি,
নাই পোৱা একো গম গতি।
সোণালী সপোন এটি উটি ভাহি আহে
লাগিছেহি মোৰ দুচকুত,
কলাঘুমটীয়া মোৰ সুখৰ আবেশ
জাগিছেহি নিজান বুকুত।
কত যায় মেঘমলা চকুৰ আগেদি,
উৰি যায় কত শত পখী,
নিদিয়ে কোনেও ঠিক তোমাৰ বাতৰি,
কয় মাথোঁ- 'আছে তোৰ সখি'।
মানস মাধুৰী মোৰ মাধৱী মূৰতি
কোনে জানে, কেনি আছা প্ৰিয়া,
তোমাৰ সুৰতে বাজি মধুৰ হাঁহিটি
তোমাতেই নাচে মোৰ হিয়া।

মাৰ্চ ১৯২৯

## আহ্বান

কৰুণ- কোমল ছবিটি দেখি
মজিলোঁ যেতিয়া
তোমাতেই মই,
ৰূপৰ ভাবনা, সৌন্দৰ্য্য সাধনা,
কৰিলোঁ সকলো
তোমাতে লয়।
হৃদয় দুৱাৰ বান্ধিব খুজিলোঁ,
সঙ্কল্প- লোৰৰ
শিকলি দি,
পৰিল চকুত তোমাৰ সুনীল
পদ্ম-পলাশ
সি দুটি কি!
দেখিলোঁ যেতিয়া তোমাৰ নয়ন
স্নেহ-মমতাৰে
হইছে সজল,
পুলকিল মোৰ বান্ধনি ছাটনি,
দুৰ্বল হিয়াত
আহিল বল!
অন্তৰ মোৰ উপছি পৰিল,
উঠিল বিয়পি
প্ৰেমৰ বাণ।
নেদেখি দেখিলোঁ নুবুজি বুজিলোঁ,
কোমল নিশ্চয়
তোমাৰ প্ৰাণ!
কঠিন ই মোৰ নীৰস হিয়াত,
আহিছে যেতিয়া
যমুনা- জল,
বুজিছোঁ সঁচাই ফুলিব এদিন,
নন্দন বনৰ
প্ৰীতি - পৰিমল!
বইছাঁ যদিহে মানসী-যমুনা
দিয়া উথলাই
বন - উপবন,
মন-কুসুমৰ কোমল কানন,
উঠক জিনি
অলিৰ গুঞ্জন।

যোৰহাট, ১৯৩০ চন

## ভাবৰ অভিব্যক্তি

তোমাৰ খোপাৰ সুগোল বেণীত
ফুলিল যি পাহি নয়ন -মোহিনী ফুল,
অতৃপ্তিৰ তাতে হ'ল সমাপন
তৃপ্তি আহিছে কৰে বিয়াকুল।
তোমাৰ মুখৰ একেটি বাণীত
ফুটিল যিটিহে বিনয়-বীণাৰ স্বৰ,
মোৰ, কুমলিল তাতে উধত গৰব,
হিয়া ভৰি গ'ল সুধাৰ লহৰ।
আকাৰে ইঙ্গিতে প্ৰতি কথাটিতে
সুধিছা কিয়নো,ভাল পাওঁনে নেপাওঁ?
কিয়নো সুধিছা বাৰে বাৰে মোক,
তোমাৰ সঙ্গীত মই গাওঁনে নেগাওঁ?
জানোঁ, বিচাৰিছাঁ তুমি কি-নো মোৰ,
কিহৰ আশাত প্ৰশ্ন কৰিছা ঘনাই,
'ভালপাওঁ' বুলি ক'লে উভয়ৰে
ভালপোৱা ভাব ফুৰেহি বনাই।
তোমাৰ প্ৰশ্নৰ দিব পাৰোঁ মই
ইয়াকে উত্তৰ বুলি —
আকাশত মই একেটি জোনাই,
সৰসীত তুমি এটি কুমুদিনী ক'লি!
দুয়োৰে মাজত এছাটি মলয়,
দুখনি হিয়াৰ নানান বাতৰি ল'ই,
কৰে অহা-যোৱা আজি প্ৰেম-পুৰা
দুয়োৰো বাতৰি দুখন কাণত থ'ই!
শোভনা! তোমাৰ বনত পৰিছে যদিহে,
জ্বলিছে যদিহে পূৰ্ব-ৰাগৰ আভা,
মোৰনো হিয়াত নজ্বলিব কিয়
বিৰহৰ অহৰহ শোভা?

কাশী
১৯২৯

## তোমাৰ প্ৰকাশ

আজি মোৰ কিনো বাৰু লাগিছে মনত
ফাগুনৰ এই হেন মুকলি দিনত?
বতাহৰ শৰদত, কুলিৰ মাতত,
প্ৰভাতৰ হেঙ্গুলীয়া উষাৰ গালত,
দেখিছোঁ তোমাকে যেন বিশ্বৰ মাজত।

কপৌ, কেতেকী আৰু ফেঁচাৰ উৰুলি
তোমাৰ নামতে যেন আছে সুৰ তুলি।
আউলী-বাউলী চুলি পাহে পাহে মেলি
প্ৰকৃতি আহিছে যেন হাহোঁ হাহোঁ বুলি
তুমি হহাঁ হাঁহিটিকে মন প্ৰাণ খুলি।

পাষাণ হিমেৰে ভৰা হিমাচলখনি
লাহে লাহে মৰমত যায় জহি পমি,
তোমাৰ বুকৰে যেন তপত নিশ্বাস
নীৰস দেহাত লাগি গলিছে অকণি
তোমাৰে, তোমাৰে যেন পাই প্ৰীতিকণি।

ইমান তুমিনো বাৰু সম্ভৱেনে সখি,
আছেনে হিয়াত মোৰ আৰু কিবা বাকী?
প্ৰথম যৌৱন আজি প্ৰথমতে পোৱা
নৱ-ফাগুণৰ এই জিলিমিলি পুৰা—
আছেনেকি মনে মনে তোমাকেই ৰ'খি?

তুমি আজি স্বপ্ন মোৰ, তুমি মোৰ ধ্যান
তুমিয়েই ফাগুনৰ জয়-গুণ-গান।
আহাঁ তুমি, আহোঁ মই তোমাল'কে চাই
দুয়ো মিলি একেলগে একে দৃষ্টি ল'ই
জগতৰ মউ-কোঁহ চুহি ফুৰোঁ গ'ই!

গুৱাহাটী
মাৰ্চ - ১৯৩০

## চুমা

ওঁঠৰ তলতে থাকি চাই থাক অতিকে গোপনে,
ক'লা এটি তিল দেখি মাটি উঠ, হাঁহি উঠে মনে।
ইমান লুভীয়া কিয়? মোৰাবোঁ বুজাব তোক,
নুবুজোঁ ময়োযে, চুমা, দিবনে সুন্দৰে মোক?

কাশী
এপ্ৰিল - ১৯২৯

আৰু কিয় গাঁও মই শোকৰ সঙ্গীত,
সাদৰী যৌৱন কিয় হ'ব বিপৰীত?
চলুৰে চলুৰে মোৰ অমিয়া প্ৰাণৰ,
সুমধুৰ সুৰধুনি সৰল গানৰ
ব্যৰ্থতাৰ বিহ সানি কিয় কৰোঁ নাশ?
— যৌৱন, যৌৱন মোৰ জীৱনৰ আশ!

অশোক অষ্টমী আজি সুমঙ্গল তিথি,
আশাৰ-যমুনা ব'ই আনে প্ৰেম-প্ৰীতি,
তোমাৰ সপোন, প্ৰিয়া, ৰহস্যৰ পাৰ—
তথাপিও ক'ম কিয় মিছা ই সংসাৰ।

কিয় ক'ম ব্যৰ্থ বুলি অৰ্থ - ভৰা প্ৰেম
বিশ্বৰ সৌন্দৰ্য্য ভৰা এই শুভ খেণ?
তুমি আছা, মই আছোঁ, আৰু আছে ভাব,
প্ৰাণত কবিতা আছে, কিহৰ অভাব?

গুৱাহাটী
অশোকাষ্টমী - ১৯৩০

## বিহুৰ দিনা

আজি বিহু বহাগীৰ বিজয় উছৱ,
মধুৰ মদিৰা ভৰা কুহু কুহু ৰৱ।
কেতেকীৰ সকৰুণ বিৰহ সঙ্গীত
শুনি আজি বাসন্তীৰ বিয়াকুল চিত।
নিৰলে নিমাতে থাকি বসন্ত -সেনাই
প্ৰণয়ৰ পৰিমল দিয়ে ছটিয়াই।

হেঁপাহত বাহু তুলি
ভাই, ভনী চেনেহীৰ বিহু লগা গাত
চেনেহ-কোঁৱৰে দিছে, মৰমৰ ছাট
মোৰ মন বিয়াকুল
মোৰ হিয়া ইয়াকুল,
কিনো আছে কিনো দিওঁ — এদিন মাথোন,
স্নেহৰ চুম্বন মোৰ সোণৰ সপোন।

গুৱাহাটী
বিহু, ১৯৩০

## সঁচা কথা

ময়ো জানো, তুমি মোক ভালপোৱা,
ভালপোৱাঁ মোৰ কথা, মোৰ অভিমান,
কিন্তু সখি। নজনাৰ ভাও ধৰি, মই
ঘূৰাই পকাই দিওঁ তোমাল'কে কাণ।
এই নৱফাগুনৰ ঠেও ধৰি কৰা
আদৰৰ-অত্যাচাৰ, উপাদেয় বৰ,
সেই কাৰণেই, হেৰাঁ, জানিও নেজানো
নেজানিও কেতিয়াবা লগাওঁ জগৰ।
এই সুখ, এই প্ৰেম, এনে বেমেজালি
এই বতৰতে বৰ আদৰৰ হয়,
ইয়াতে লুকাই থাকে শত মধুৰিমা,
মউ-কোঁহ ইয়াতেই ভৰপূৰ হয়।
মোৰ আও, মোৰ ভাও বুজিবাঁ লাহৰী,
মৰমৰ সকলোটি আগলি বাতৰি।

গুৱাহাটী
মাৰ্চ - ১৯৩০

পৰাগ

## মিল

(১)

গোলাপ পাহিৰ দৰে হোৱা হ'লে প্ৰেম,
মই এটি সেউজীয়া পাত,
বাঢ়িলোহেঁতেন দুয়ো নিতে একেলগে
জাৰ-জহ ডাৱৰীয়া যাৰ যেনে ভাগে,
ফুলি থকা ফুলনিত, হাবিৰ মাজত
নতু সউ ফুলৰ থোপাত,
গোলাপ পাহিৰ দৰে হোৱা হ'লে প্ৰেম
মই এটি সেউজীয়া পাত।

(২)

হোৱা হ'লে মই ঠিক মোৰেই নিচিনা,
প্ৰেম এটি সুললিত সুৰ,
দুয়োটি শব্দ মিলি একেটি তানত
ফুটিলহেঁতেন গান ওঁঠৰ আগত,
তাৰ মৰমতে মজি কৰিলোঁহেঁতেন
বিষাদক নিলগতে দূৰ,
হোৱা হ'লে মই ঠিক মোৰেই নিচিনা
প্ৰেম এটি সুললিত সুৰ!

(৩)

হোৱা হ'লে তুমি জন্ম, চেনেহীটি মোৰ,
মৃত্যু মই তোমাৰ প্ৰেমিক,
ফাগুনৰ সমাগম হোৱাৰ আগতে
আহিলহেঁতেন কুলি জাৰৰ ভাগতে,
মল-কোঁহ ভৰি থকা আমৰ ডালত
পালোঁ হয় সেই অতিথিক,
হোৱা হ'লে তুমি জন্ম চেনেহীটি মোৰ,
মৃত্যু মই তোমাৰ প্ৰেমিক!

(৪)

হোৱা হ'লে তুমি এক বিষাদ সাগৰ,
মই এটি আনন্দৰ ঢ'উ,
গৰজি উঠিলোঁ হয় বায়ুৰেও আহত,
বতৰৰ উঠা-নমা নিত্য-ৰ ঠাহত,
খেলিলোঁহেঁতেন খেলা তৰঙ্গৰ দৰে
সুখ দুখ ধুমুহাত সউ ,
হোৱা হ'লে তুমি এক বিষাদ সাগৰ,
মই এটি আনন্দৰ ঢ'উ।

(৫)

হোৱা হ'লে তুমি কন্যা বাসন্তী চ'তৰ
মই দৰা নব বৰষৰ,
পুষ্প বৰিষণ কৰি গোটেই বছৰ
কৰিলোঁহেঁতেন ধৰা অজৰ অমৰ,
দিন-ৰাতি, ৰাতি-দিন কৰিলোঁহেতেন,
হৰিষাদ চিৰ সহচৰ,
হোৱা হ'লে তুমি কন্যা বাসন্তী চ'তৰ
মই দৰা নব বৰষৰ।

(৬)

তুমি যদি হ'লা হয় বিষাদৰ ৰাণী
মই চিৰ আনন্দৰ ৰজা,
ধৰিলোঁহেঁতেন দুয়ো আগভেটি ল'ই
উৰণীয়া প্ৰেম-পখী, পাখি কাটি থৈ
শিকালোঁহেঁতেন তাক 'ৰাধা-কৃষ্ণ' নাম
শুনিলেই মৰম ওপজা
তুমি যদি হ'লা হয় বিষাদৰ ৰাণী
মই চিৰ আনন্দৰ ৰজা।

কাশী, এপ্ৰিল, ১৯২৯

## গ'ৰখীয়াৰ প্ৰেম

(প্ৰেমিকাৰ গীত)

আহাঁ হেৰা, লোৱাঁ মোৰ প্ৰেমৰ এভাগ
দুয়ো মিলি ৰঙ্গ মনে থাকিম সদাই,
শুনিম পেঁপাৰ মাত, থাকিম সজাগ
আমাৰ জীৱন-বিহু হৰিষত গাই।
তুমি মই দুয়ো বহি সউ টিলাটোত
আহু ৰ'খি পথাৰত থাকিম নিতউ,
দাঁতিয়েদি বৈ যোৱা জুৰিটোৰ সোঁত
আগভেটি ধৰি দুয়ো কৰিম পুতউ।
তাতে সাজি দিম মই সোঁৱৰণি পঁজা
পাৰি দিম যতনেৰে বঙ্গলুৱা পাটি,
বহি ল'ই দুয়ো তাতে, মোৰ হাতে সজা
ছেৰে ছেৰে ৰাম পেঁপা পূৰ্ণিমাৰ ৰাতি!
মুগাৰ মেখেলা আৰু ৰেছমৰ ছোলা
দেওবাৰে হাট কৰি আনি দিম হে'ৰাঁ,
'সুশীল-মালতী' আৰু ৰঙ্গা-ৰঙ্গা বেলা —
দিয়া মাথোঁ তুমি মোক চেনেহ এফেৰা!
কণজহা চাউলৰ ভাত ৰান্ধি ল'ই
মগুমাহ জোল কৰি নেমুটেঙা দিয়া,
দেব-ভোগ্য দুয়ো আমি ভুগিম নথ'ই
হোৱাঁ মাথোঁ তুমি মোৰ চেনেহৰ প্ৰিয়া!
আৰু শুনা আনি দিম মোহন চুৰত
মাজে মাজে খাবাঁ তুমি মনৰ জোখাই
ফুল-তেলো আনি দিম ঘঁহিবা মূৰত —
তুমি মাথোঁ থান -থিত লোৱাঁহি সোমাই!
গ'ৰখীয়া-ডেকা এই নাচিব ৰঙ্গত
তোমাক লগত পালে, পাৰ নাইকিয়া —
এই কথা ভাল যদি লাগিছে মনত
আহাঁ তেনে হোঁৱা মোৰ চেনেহৰ প্ৰিয়া!

কাশী, এপ্ৰিল - ১৯২৯

## প্ৰেমৰ মাধুৰ্য্য

নহয় সৌন্দৰ্য্য সিটো কান্তি মনোলোভা,
বিচাৰিছোঁ যিটো মই নোহে সেই শোভা —
তিলোত্তমা উৰ্বশীৰ কমনীয় বেশ
কিম্বা পৰী গন্ধৰ্বীৰ অশৰীৰি আভা।

নেলাগে থাকিব একো মান প্ৰাণ হৰা,
তেজ ৰঙ্গা ওঁঠ আৰু হাঁহি থকা চকু,
মদনৰো মন হৰি মতলীয়া কৰা
নাই খোজা, নাই খোজা বিতোপন বুকু!

তেজ পৰোঁ পৰোঁ যেন সুকোমল গাল,
— যুৱকক বন্দী কৰা মৰীচিকা জাল,
নাই খোজা কঁপি উঠা কোমল নিশ্বাস
প্ৰেম সঙ্গীতত দিয়া লয়লাস তাল।

মূল্য হীন সেইবোৰ মায়া- আভৰণ!
ৰঙ্গা দুটি ৰূপহীৰ ওঁঠৰ বৰণ —
— সাগৰ তলিত থাকি মুকুতা-মাণিক
জালোৱাক আনি দিয়া অকাল মৰণ!

গাল দুখনিও তেনে সাগৰৰ ঢ'উ,
মাতি আনি দিম বুলি প্ৰণয়ৰ মউ
মতলীয়া কৰি তোলে মদিৰা খুৱাই!
— সাৰ পালে ঘূৰিবাৰ নোখোজে আকউ!

চকুৰেও সেইদৰে কৰিব আহ্বান,
হাঁহি হাঁহি নচুৱাব যুৱকৰ প্ৰাণ।
তুলি লই প্ৰথমতে বিলাস শয্যাত
লেখি দিব হৃদয়ত বিষাদৰ গান।

চিকুণ ধুনীয়া দুটি ক'লা চেলাউৰি,
গৰ্বৰ দিয়ে নিতে সাক্ষী ভূৰি ভূৰি,
কঁকালত পৰি থকা মিহি চুলিটাৰি
প্ৰলয় ধুমুহা লৈ আহে উৰি উৰি!

দিয়া সখি, তুমি মোক ৰূপৰ সলনি
কোমল মনেৰে স'তে হৃদয় এখনি,
থিৰ মনে ৰয় যাতে তোমাতে বিশ্বাস
দোষ ধৰি মন-জহা নেযায় মলঙি!

তোমাৰ হিয়াতে যেন মোৰ হিয়া থ'ই
বিষাদ-কাহিনী পাৰোঁ শুনুৱাব গ'ই—
মউ-মাখি বোৰে সাঁচি ফুলৰ প্ৰাণত
যতনেৰে থয় ৰস নিতে যেনেকই।
মোৰ তুমি এনেকুৱা হোঁৱা চিৰ সখী
তোমাৰ প্ৰণয়ে যাতে থাকে মোকো ৰ'খি,
প্ৰাণ বায়ু গ'লে মোৰ ওপৰলৈ উৰি
তোমাৰো নেথাকে যেন বেদনাত পুৰি!

১৯২৯, মাৰ্চ

## মিলন - ৰহস্য

কোনে জানিছিল, কেতিয়াবা আমি
বন্ধা ৰ'ম চিৰ কাল লই
তুমি মই দুয়ো এটি হ'ই!
মোৰ, অথিৰ অবিৰ গতি *
আজি, কোমল কোমল অতি
তোমাৰ গানৰ কৰুণ সুৰত
থমকি থমকি যাব ৰই;
মুগ্ধ হ'ম চিৰ কাল লই!

কোনে জানিছিল, কেতিয়াবা মই
দেখিম তোমাৰে কোমল মুখ'নি
কপোত - চঞ্চল ক'লা দুটি মণি!
অপৰাধী- প্ৰায় মোৰ ওচৰত
থিয় হৈ থাকি বেজাৰ মনত
বিচাৰপতিকে চকিত কৰিবা
শুনাই তোমাৰ প্ৰাণৰ বুজনি
—কপোত-চঞ্চল ক'লা দুটি মণি!

কোনে জানিছিল, মনে মনে তুমি
ধুই দিবা মোৰ অন্তঃস্থল,
বিকশিত হ'ব প্ৰেম-শতদল।
তোমাৰ হাতৰ কনক কিঙ্কিনি
বজিব কাণত ঝিনিকি ঝিণি,
গন্ধ বিহীন অশোকত পৰি
পদুম বনৰ পৰিমল!
ধুই দিব মোৰ অন্তঃস্থল।

কোনে জানিছিল, ভুবন ভৰাই
আনি দিবা তুমি বনফুল,
মোৰ উপচিব নদীকুল।
আৱৰিবা তুমি স্নেহ আৱৰণে
অৰপি সকলো মোকে মনে মনে।
হৃদয়-যমুনা উছলি উঠিব
আবেগত উগুল-থুগুল,
আনিদিবা তুমি বনফুল।

কোনে জানিছিল, সেই দৰশন
হ'ব বুলি মোৰ ফাগুনৰ
নব-উষা চিৰ মিলনৰ?
কোনে জানিছিল, হ'ব তাতে দূৰ
শোকৰ সঙ্গীত বিষাদৰ সুৰ!
পদুলি মুখৰ আদৰণী হ'ব
মন্দিৰ মোৰ প্ৰণয়ৰ।
নব-উষা চিৰ মিলনৰ।

যিদিনা কোনোবা অচিনা 'তোমাক'
ভাবী মিলনত মনে মনে
স্নেহ কৰিছিলোঁ সযতনে;
সেইদিনা মোৰ অন্তৰ ভৰি
উঠিছিল যেনে গীতৰ লহৰী,
আজি যে বাজিব তোমাৰ সুৰতে
তোমাৰ বীণাতে ঘনে ঘনে
নবীন সঙ্গীত সযতনে।

কোনে জানিছিল, তুমিয়েই মোৰ
ৰহিবাহি এই হিয়াৰ মাজত,
নৱ বসন্তৰ ফাগুন মাহত?
—আহিলা যেতিয়া পৰাণৰ সখী

বন্দী কৰা মোৰ বাসনা-পখী,
শুনুৱা তোমাৰ সকলো সঙ্গীত
চেনেহ সঁফুৰা হাতত—
আজি নব ফাগুন মাহত।

কাশী -
১৯২৯, মাৰ্চ

## উত্তৰ

দিয়া সখি, দিয়া মোক হিয়া-নিয়া দান
কুসুমিত কপোলৰ তেজ - গোৰা ৰাং;
পান কৰি শাঁত কৰোঁ অথিৰ পৰাণ,
ছন্দ বান্ধি দিওঁ মোৰ যৌবনৰ গান।

ভয় কৰাঁ ? — থৈ দিয়া সিহঁতৰ কথা,
কপটীয়া সমাজৰ অনাচাৰ প্ৰথা।
বুজেনে সমাজে প্ৰিয়া, দুঃখদৈন্য মোৰ,
গুচাবনে দুচকুৰ মলিয়ন লো- ৰ?

— তুমি মোৰ জীৱনৰ চিৰ লগৰীয়া,
সুখ দুখ সকলোতে তুমি দৰদীয়া।
তোমাৰ কাষত মই থাকোঁ আনন্দেৰে
নিন্দুকৰ দলে তাতে দোষাৰোপ কৰে!

সেই বাবে তুমিচোন নকৰিবা খে'দ,
আমি দুয়ো আজীৱন চিৰ-অবিচ্ছেদ।
মূল্যহীন সিহঁতৰ কপটীয়া নীতি,
দোষ দেখি ঘূৰি ফুৰে নানা কথা ৰটি।

কৈ দিঁবা সানুনয়ে — চুৰ কৰা নাই।
সৰল মনেৰে হেনো
আপোন এজনে
বিচাৰিছে আপোনত চেনেহৰ ঠাই!

ডুমডুমা
আগষ্ট - ১৯৩০

---
পৰাগ

# কবিতাৰ পৰিশিষ্ট

## পৰিশিষ্ট - ক

## বকুলবনৰ কবিতাৰ ভূমিকা, পাতনি

# ভূমিকা

'বকুল বনৰ কবি' আনন্দ চন্দ্ৰ বৰুৱাৰ কবিতাত পোৱা যায় এনে এক সহজ আবেদন আৰু স্বাভাৱিক, স্বতঃস্ফূৰ্ত প্ৰকাশ-ভংগী, একমাত্ৰ প্ৰকৃতিৰ স্বভাৱ-সিদ্ধ জীৱনৰ লগতে যাক বিজাব পাৰি। বসন্তৰ আগমনত কুলি মুখৰ হোৱাৰ দৰে, নাইবা মেঘৰ গাজনি শুনি ম'ৰা চৰায়ে নচাৰ দৰে, শব্দ-বৰ্ণ-গন্ধ-স্পৰ্শৰ বিচিত্ৰ জগতখনৰ সংস্পৰ্শত তেওঁৰ কবি সত্তাই নানা আবেগেৰে সাৰ পায়, কবিয়ে সেইবোৰ আবেগৰ অৰূপ ৰতনক ৰূপ দি ছন্দোবদ্ধ মালা গাঁথে।

আনন্দচন্দ্ৰ বৰুৱা সৌন্দৰ্যৰ কবি, সুন্দৰৰ সাধক। এই সুন্দৰেই সত্য, সুন্দৰেই শিৱ। কেতিয়াবা প্ৰকৃতিৰ ভিন্ ভিন্ ৰূপত, কেতিয়াবা প্ৰেয়সীৰ মনমোহা লাৱনিত, কেতিয়াবা আকৌ কবিতাৰ মাজত, কেতিয়াবা নিজৰ মনৰ মাজতেই তেওঁ এই চিৰসুন্দৰক প্ৰত্যক্ষ কৰিছে। ৰহস্যবাদী কবিৰ অন্তৰ্দৃষ্টিৰে তেওঁ বহুৰ মাজত এক অদ্বৈত সত্তাক উপলব্ধি আৰু নিজেও সেই সত্তাৰ লগত একাত্মবোধ কৰিছে। এনে এক ৰহস্যবাদী দৃষ্টিৰে তেওঁ গাই উঠিছে—

প্ৰকৃতিও ঈশ্বৰে, ঈশ্বৰো প্ৰকৃতি
পৰাপৰ দুয়োটিয়ে পূৰ্ণ এক হৈ
বহুৰূপে বহুবিধ মায়া ৰচি থাকে
ৰহস্যৰ লীলা-খেলা মূৰ্ত কৰি থৈ।।

('পূণ্য প্ৰভাত')

এই ৰহস্যবাদী দৰ্শনেই ফাৰ্চী কবি হাফিজৰ লগত একাত্মতাৰ ডোলেৰে তেওঁক বান্ধিছে।

বকুল বনৰ কবিৰ কবিতাৰ আন এটি উল্লেখনীয় দিশ হ'ল তেওঁৰ নিভাঁজ দেশপ্ৰেম। এই দেশৰ মাটি, এই দেশৰ ভাষা, এইদেশৰ জননেতাৰ প্ৰতি তেওঁৰ অকুণ্ঠ প্ৰেমৰ প্ৰকাশ দেখা পোৱা যায় কেইবাটাও কবিতাত।

এই প্ৰবীণ কবিৰ এলানি ৰচনা 'বকুল্ল বনৰ কবিতা' নামেৰে পাঠক সকললৈ আগবঢ়াবলৈ পাই আমি বিশেষভাৱে আনন্দিত আৰু ধন্য হৈছোঁ।

সহৃদয় পাঠকসকলৰপৰা গ্ৰন্থখনিয়ে সমাদৰ লাভ কৰিলে আমাৰ যত্ন সাৰ্থক হ'ব।

গুৱাহাটী

১০ মে, ১৯৭৬ — চন্দ্ৰপ্ৰসাদ শইকীয়া

# নিবেদন

নিচেই সৰুকালৰেপৰা কবিতাৰ প্ৰতি এটা স্বাভাৱিক আগ্ৰহ আছিল। অভাব-অনাটন নথকা সমাজখনো আছিল গীত-মাতে, সবাহে-ভাৱনাই বাৰেও মাহ সঙ্গীত মুখৰিত হৈ। পাঠশালাৰ তল শ্ৰেণীৰপৰাই পদ্য মুখস্থ কৰি গাইছিলোঁ। হিতেশ্বৰ বৰবৰুৱাৰ কোমল ভাষাত লিখা 'বিৰহিনী বিলাপ' বা 'তলসৰা ফুল' পঢ়ি পঢ়ি দুধাৰে চকুলো ওলোৱা আজিও মনত আছে।..................

১৯৩০ চনতে কেইটিমান সৰু সৰু কবিতা 'পৰাগ' নাম দি প্ৰকাশ কৰিছিলোঁ। জ্ঞানী বন্ধু যজ্ঞেশ্বৰ শৰ্মাই তাত পাতনি স্বৰূপে দু-আষাৰমান কথা লিখিছিল। ইংৰাজ কবি চুইনবাৰ্ণৰ উদ্ধৃতি দি তেখেতে

কৈছিল—

"তোমাৰ হিয়াখনলৈ চোৱা আৰু তাৰ পাছত লিখা"।

দিনৰ দিনটো মনটোৱে ইফালে সিফালে চাই যি প্ৰেৰণা পাইছিল, নিশা আটাইবোৰ শুই অটালে সেইবোৰেই বিবিধ ছন্দৰ টৌ তুলি মোক মুগ্ধ কৰি থৈছিল। হাতত কলমটো লৈ কিবা এটা নিলিখিলে টোপনিয়েই নধৰা হৈছিল। এইদৰে আঁকি থোৱা মনৰ ছবিবোৰক আকৌ নিজে নিজে চাই এখন কল্পনাৰ ৰাজ্যত সোমাই আছিলোঁ।

মোৰ সহজ সৰল গতিত গৈ থকা নাওখনত এনাও বেহানি লৈ মোৰ ঘৰৰ কাষৰ মৰমৰ ডিহা নৈখনেদি গৈ বৰনৈ ব্ৰহ্মপুত্ৰ পালোগৈ। ব্ৰহ্মপুত্ৰৰ জয়াল সোঁতত মোৰ ক্ষুদ্ৰ নাওখন বুৰে বুলি ভয়ত আটাই বেহানি সামৰি সুতৰি পেৰাত ভৰাই থলোঁ।...............

পৃথিৱীৰ প্ৰেমত দেৱলীয়া হোৱা মনটোৱে আনন্দময়, জীৱন-সুধা বিচাৰি বিচাৰি ৰূপ-ৰস-গন্ধ-স্পৰ্শ-শব্দৰ এখনি শৰাই 'বকুল বনৰ কবিতা' বুলি আজি ভাষা জননীৰ মন্দিৰলৈ আগবঢ়াইছোঁ।

প্ৰকাশন পৰিষদৰ সচিব চন্দ্ৰপ্ৰসাদ শইকীয়া প্ৰমুখ্যে পৰিচালক মণ্ডলীৰ কৃপা দৃষ্টিৰ প্ৰতি শলাগ জনাই ৰাইজলৈ সেৱা যাচিলোঁ।

আনন্দচন্দ্ৰ বৰুৱা

'বকুল বন'
যোৰহাট— ১,
১১ এপ্ৰিল, ১৯৭৬

## পৰিশিষ্ট - খ
## বকুলবনৰ গীতৰ আগকথা, নিবেদন

# আগকথা

“খায়েম-হাফিজ যেন আছিলোঁ মযেই,
দীঘল দৰ্ঘীয়া বেশ, মুদা মুদা চকু
সপোন কুঁৱলীসনা মুখৰ বৰণ,
প্ৰেমময় আবেগত উদ্ভাবিত মন।” [বকুল বনৰ কবিতা]

'বকুলবন', এই শব্দটি উচ্চাৰণ কৰাৰ লগে লগেই কদম ফুলৰ দৰে চটা চুলিৰে, স্বপ্নাতুৰ অৰ্ধমুদ্রিত দুটি চকুৰে, জাতি-বৰ্ণ-ভাষা সকলো সংকীৰ্ণতাৰ উৰ্ধত থকা, এখন নিকা অন্তৰৰ মানুহৰ ছবি মনৰ চকুৰ আগলৈ আহে। অসমীয়া সাহিত্যৰ খবৰ ৰখা কোনো মানুহক ক'ব নালাগে যে সেই মানুহজন কবি আনন্দচন্দ্ৰ বৰুৱা, (১৯০৭-১৯৮৩); ক'ব নালাগে, সন্ত, কবি, তত্ত্বজ্ঞ মাধৱদেৱৰ পদৰেণু-ৰঞ্জিত যোৰহাটৰ ঢেকীয়াখোৱা এই গৰাকী কবিৰ জন্মস্থান। এই ঢেকীয়াখোৱাত থকা কবিৰ পৈতৃক বাসভৱনৰ পদুলিমুখত থকা দুজোপা বকুলেই যে কবিৰ 'ঠিকনা' আৰু 'বিশেষণ' 'বকুলবন' লৈ ৰূপান্তৰ কৰিলে সেই বিষয়েও অনেকেই অৱহিত। তদুপৰি, বকুলৰ পবিত্ৰতা আৰু সুঘ্ৰাণ, আৰু বকুলৰ লগত থকা আমাৰ সাংস্কৃতিক ঐতিহ্যৰ (“কৃষ্ণাইৰ মুৰৰে বকুলফুল এপাহি / নিয়ঁৰ পাই মুকলি হ'ল ঔ গোবিন্দাই ৰাম”) সম্পৰ্কৰ ধাৰাবাহিকতাৰ কথাও 'বকুলবন' শব্দটিয়ে একেলগেই মনলৈ কঢ়িয়াই লৈ আহে। 'বকুলবনৰ কবি' আনন্দচন্দ্ৰ বৰুৱাৰ জীৱন, ব্যক্তিত্ব আৰু কৃতিৰ মাজত 'বকুল'ৰ এই প্ৰসংগবোৰ সাঙোৰ খাই আছে।

যদিও আনন্দচন্দ্ৰ বৰুৱা কেৱল কবিয়েই নাছিল, আছিল এগৰাকী নাট্যকাৰ, অভিনেতা, সাংবাদিক, প্ৰাবন্ধিক আৰু গীতিকাৰ, তথাপি, তেওঁৰ সকলো পৰিচয় তল পেলাই কবি পৰিচয়টোৱেই সৰ্বোজ্জ্বল হৈ পৰে। তদুপৰি, এই কবি-পৰিচয়টোও উকা হৈ নিজিলিকে; জিলিকি উঠে লগত 'বকুলবনৰ' বিশেষণটো লৈ। এই 'বকুলবন'ৰ লগত আছে কবিৰ এটি ব্যাখ্যাহীন আবেগিক সম্পৰ্কও। কাৰণ, দিহাৰ পাৰৰ কবিৰ পৈত্ৰিক ঘৰৰ পদুলিত দেউতাক প্ৰেমধৰ বৰুৱাই ৰোৱা বকুল দুজোপাৰ মাজত কবিয়ে অনুভৱ কৰে স্বৰ্গগত পিতৃ-মাতৃৰ অশৰীৰী অথচ জীৱন্ত অস্তিত্ব। 'সেই নিমাতী পুৱাৰে পৰা'ত কবিয়ে নিজেই কৈছে, “দেউতা-ব'টিৰ মৃত্যুৰ পিছত মোৰ মনত বকুল দুজোপা দেউতা-ব'টি যেন লাগে। কৰ'বাৰ পৰা আহি পদুলিমুখ পালেই স্বৰ্গীয় পিতৃ-মাতৃ দুজনাৰ পৰশ প্ৰাণত অনুভৱ কৰোঁ।” কবিৰ এই কথাকেইটাই ঘোষণা কৰে যে বকুলদুজোপা কবিৰ মানসিক আৰু আধ্যাত্মিক চেতনাৰ অংশলৈ ৰূপান্তৰিত হৈছিল, আৰু সেই বাবেই কবিৰ নিজৰ অস্তিত্ব আৰু স্থিতিৰ স্থায়ী ঠিকনা হৈ পৰিল 'বকুলবন'। বাৰীখনৰ তেওঁ নামকৰণ কৰিলে 'বকুলবন' বুলি। এই 'বকুলবন'ৰ বকুল দুজোপাৰ আধ্যাত্মিক অৱস্থান কবিৰ মনত অত্যন্ত গভীৰ হৈ পৰিছিল। অৱশ্যে তেওঁৰ নিজৰ তিনিওটি পুত্ৰ (পৰাজ, পৰাণ আৰু পৰাগ) ৰ নামৰ লগত 'বকুল' সংযোগ কৰি দিলে দাৰ্শনিক কবি দুৰ্গেশ্বৰ শৰ্মাই। দিহাৰ পাৰৰ পৰা কবিয়ে পিছত যোৰহাট নগৰৰ চোলাধৰাত আহি থানিকা পতাৰ পিছত সেই থানিকাও 'বকুলবন' নামেৰেই পৰিচিত হ'ল। যোৰহাটত দিহাৰ পাৰৰ বকুল দুজোপা নাই; কিন্তু কবিৰ মনৰ মাজত, কবি য'তেই থাকক, সেই বকুল দুজোপা সদায় আছিল। কাৰণ, সেই বকুলৰ মাজতে কবিয়ে চিৰজীৱন কঢ়িয়াই লৈ ফুৰিলে তেওঁৰ পিতৃ-মাতৃৰ অস্তিত্বৰ সোঁৱৰণ আৰু নিজৰ আৰু নিজৰ ৰক্তৰ উত্তৰাধিকাৰীসকলৰ অস্তিত্বৰ অনুভৱ। কবিয়ে জীৱনৰ অনেক সুখৰ আৰু দুখৰ মুহূৰ্তত গৈ বকুল দুজোপাৰ তলত বহে, তাতেই তন্ময় হৈ থাকে, তাতেই বহি তেওঁ যেন নিজৰ মনৰ লগত কথা পাতে, এখন ইন্দ্ৰিয়াতীত জগতত বিচৰণ কৰে আৰু তেওঁৰ হৃদয় ভৰাই তোলে এক অপাৰ্থিৱ আনন্দময় অনুভৱৰ সম্পদেৰে। সিহঁতে তেওঁ মনৰ মাজতে যেন সেই দুজুপি বকুল প্ৰতিষ্ঠা কৰি লৈছিল। তেওঁৰ সকলো পাণ্ডুলিপিত , সকলো চিঠি-পত্ৰত, তেওঁৰ দিনপঞ্জীত, সকলোতে তেওঁৰ ঠিকনা 'বকুলবন'। অনেক লেখক, অনেক শিল্পীয়ে নিজৰ আশ্ৰয়স্থলীৰ নামকৰণ কৰিছে; তেনে নামকৰণসমূহ সৰহ ক্ষেত্ৰতেই আলংকাৰিক বা লেখক বা শিল্পীৰ 'চিন্তা-প্ৰসূত'। কিন্তু, 'বকুলবন' নামটো আলংকাৰিক নহয়, চিন্তা-প্ৰসূতও নহয়; বৰং এই নামটো হৃদয় মন্থন কৰি ওলাই অহা নাম;

এই নামটো কবিৰ আধ্যাত্মিক চেতনাৰ অংশ। এই আধ্যাত্মিকতা ৰহস্যবাদী সন্ত কবিৰ আধ্যাত্মিকতাৰ লগতেই তুলনীয় হ'ব পাৰে। মহাদেৱ শৰ্মাই কবিৰ বকুলবনৰ ঠিকনাৰ আধাৰতে নাম দিলে 'বকুলবনৰ কবি'।

ৰহস্যবাদী সন্তসকলে যিদৰে সকলোতে প্ৰেয় আৰু শ্ৰেয়জনৰ অশৰীৰী অস্তিত্ব অনুভৱ কৰে, আনন্দচন্দ্ৰ বৰুৱাই তেনে ৰূপত মানুহক আৰু প্ৰকৃতিক অনুভৱ কৰে। তেওঁ সকলো সামাজিক বান্ধোনৰ উৰ্ধলৈ গৈ, মানুহৰ মাজত, আৰু মানুহৰ চিন্তা-ভাৱনা, কল্পনা, অনুভৱ আৰু মানুহৰ কাম আৰু আচৰণৰ মাজত অনাদি, অনন্ত, সৎ আৰু নিৰ্বিশেষ মানুহক প্ৰত্যক্ষ কৰে; কবিৰ সেই মানুহ হিন্দু, মুছলমান, খ্ৰীষ্টান, বৌদ্ধ সকলোৰে মাজত একেটা ৰূপত অৱস্থিত হৈ আছে। এনে 'ধাৰ্মিক' অথচ ধৰ্ম-নিৰপেক্ষবোধৰ অধিকাৰী এই মানুহজন আছিল যথাৰ্থতে এক ব্যক্তিক্ৰম।

যদিও এটা প্ৰাচীন সম্ভ্ৰান্ত ব্ৰাহ্মণ পৰিয়ালৰ উত্তৰাধিকাৰত্ব তেওঁ লাভ কৰিছিল, তেওঁৰ ককাদেউতাকৰ দিনৰ পৰা ইংৰাজী ভাষা আৰু পাশ্চাত্য সভ্যতা-সংস্কৃতিৰ লগতো পৰিচিত হৈ পৰা পৰিয়ালটিৰ মাজত অতি স্বাভাৱিকভাৱেই প্ৰাচীন ঐতিহ্য আৰু আধুনিক ঔদাৰ্যৰ সমন্বয় সাধিত হৈছিল। আনন্দচন্দ্ৰ বৰুৱাৰ দেউতাকো আছিল উজনিৰ মৰাণৰ ওচৰৰ আসাম কোম্পানীৰ খুমটাই চাহ বাগিচাৰ বৰকেৰাণী। এতেকে, চাহ বাগিচাৰ পৰিবেশেও আৰু অধিক সামাজিক ঔদাৰ্য যোগ দিছিল। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে অবিভক্ত শিৱসাগৰ জিলাত দুখন খুমটাই চাহ বাগিচা আছে, এখন বৰ্তমানৰ গোলাঘাট জিলাত, আনখন বৰ্তমানৰ শিৱসাগৰ জিলাত। আনন্দচন্দ্ৰ বৰুৱাৰ জন্ম হৈছিল মৰাণৰ ওচৰৰ খুমটাই বাগিচাত।

প্ৰেমধৰ বৰুৱাৰ নিজেও আছিল আধুনিক মনৰ মানুহ। তেওঁ ইংৰাজী আৰু বাংলা জানিছিল; আনকি বাঙালী গানৰ শিক্ষক ৰাখি হাৰমনিয়াম আৰু বাংলা ৰামপ্ৰসাদী শ্যামা সংগীতো শিকিছিল। তদুপৰি, কেৰালাৰ প্ৰসিদ্ধ চিত্ৰকাৰ ৰাজা ৰবি বৰ্মাই অঁকা ছবিৰ মুদ্ৰণ সংগ্ৰহ কৰিও ঘৰত ৰাখিছিল। বাঙালী কবিৰাজ এজনকো তেওঁ নিজৰ ল'ৰা-ছোৱালীৰ গৃহ-শিক্ষকৰ দায়িত্ব দিছিল। এজন উড়িয়া ডেকা পাণ্ডাও আহি বৰুৱা পৰিয়ালৰ সদস্যৰ দৰে হৈছিল। আনন্দ চন্দ্ৰ বৰুৱাৰ মাক ইন্দ্ৰাণী দেৱীয়েও এই পাণ্ডাৰ হতুৱাই ৰামায়ণ-মহাভাৰত পঢ়ুৱাই ল'ৰা-ছোৱালীক শুনাইছিল আৰু নিজেও শুনিছিল। আনহাতে, অসমীয়াৰ আইনাম, ধাইনাম, বিয়ানাম, নিচুকনি গীত আদিও ঘৰখনত আৰু পৰিয়ালৰ অন্যান্যসকলৰ ঘৰত চৰ্চিত হৈছিল। তদুপৰি, শৈশৱতে দিহাৰ পাৰলৈ অহাৰ পিছত নাম-প্ৰসংগ, গীত-মাত, ভাওনা-সবাহ আদিৰে ৰজনজনাই থকা ঢেকীয়াখোৱা বৰনামঘৰেও শিশু-মনত পেলাইছিল মচিব নোৱৰা সাঁচ। সাহিত্যাচাৰ্য শ্ৰীযতীন্দ্ৰনাথ গোস্বামীদেৱৰ পৰা জনামতে ১৯৩২-৩৩ চনত তিনিচুকীয়াৰ চাহ খেতিয়ক সোমেশ্বৰ বৰুৱাৰ ঘৰত আহি থকা হৰিদাস বন্দোপাধ্যায় নামৰ বাঙালী সঙ্গীতজ্ঞ এজনে বৰুৱাৰ ছোৱালী দুজনীক গান শিকাই দিলেহি। আনন্দচন্দ্ৰ বৰুৱাই তেওঁৰ লগতো কথা-বতৰা হৈছিল আৰু গান শুনিছিল। আনন্দচন্দ্ৰ বৰুৱাৰ ব্যক্তিত্বৰ বিকাশত চাহ বাগিচাৰ আৰু দিহাকোষৰ এনেবোৰ প্ৰভাৱে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি গৈছে।

সাংসাৰিক জীৱন যাপন কৰিও, সাংসাৰিক দায়িত্ব পালন কৰিও, বকুলবনৰ কবি যথাৰ্থতে বাস কৰিছিল তেওঁৰ মনোজগতত। তাত মানুহ, প্ৰকৃতি সকলোবোৰে যেন জীৱন-সৌন্দৰ্যৰ আৰু জীৱন-ৰহস্যৰ মেলা পাতি আছে। তাত প্ৰকৃতি আৰু মানুহ একাকাৰ হৈ পৰিছে; আপোন- পৰৰ ভিন্নতা নাইকিয়া হৈ সকলো আপোনৰো আপোন হৈ পৰিছে। তেওঁ এই ৰহস্যময় বিশ্বসৌন্দৰ্যৰ পৰা লাভ কৰা আনন্দৰ ভাগ সকলোকে দিব খোজে। সেইবাবেই তেওঁ কবিতা লিখে, নাটক লিখে, গীতি-নাটক লিখে, গীত লিখে; সেইবাবেই তেওঁ 'বাণী সম্মেলন' (১৯৩০ চনৰ পৰা )ৰ আয়োজন কৰে আৰু এনে আয়োজনৰ মাজত তেওঁ মনে-প্ৰাণে একাকাৰ হৈ যায়। ইয়াৰ মাজত অনুভৱ কৰিব পাৰি এই গৰাকী কবিৰ আত্মমগ্ন, আত্ম-সমাহিত স্বৰূপ। 'বকুলবনৰ কবি'ৰ ব্যক্তিত্বৰ যিটো বৈশিষ্ট্যই মোক আটাইতকৈ বেছিকৈ আকৰ্ষণ কৰে, সেই বৈশিষ্ট্য হ'ল তেওঁৰ অন্তৰ্জীৱন আৰু বহিৰ্জীৱনৰ মাজেদি প্ৰকাশিত ব্যক্তিত্বৰ অখণ্ডতা। তেওঁৰ শিল্প-সাহিত্য সাধনা সেইবাবে তেওঁৰ জীৱন-সাধনাৰ অভিব্যক্তি মাত্ৰ। অনেক বিশিষ্ট শিল্পী-সাহিত্যিকৰ থকাৰ দৰে, আনন্দচন্দ্ৰ বৰুৱাৰ ব্যক্তিগত জীৱন-ভাবনা আৰু শিল্প-সাহিত্যৰ ভাৱনাৰ মাজত কোনো পৃথকতা নাই। তেওঁৰ ব্যক্তিত্বৰ এই বৈশিষ্ট্য বুজি নাপালে, এই কবিগৰাকীৰ সাহিত্যকৰ্মৰ প্ৰকৃত সোৱাদ পোৱা কঠিন হ'ব বুলি ভাবোঁ। প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত ১৯২৬ চনত কাশী হিন্দু বিশ্ববিদ্যালয়ৰ প্ৰাক্ স্নাতক (তেতিয়া আই. এ. আই. এছ. চি.আই.কম. নামেৰে চিহ্নিত) শ্ৰেণীত ভৰ্তি; অভিন্ন হৃদয়-বন্ধু কবি গণেশ গগৈৰ লগত কাশীৰ জীৱন, কাশীৰ হিন্দুস্থানী সঙ্গীত, অভিনয় আদিৰ ৰসাস্বাদন; শিক্ষা শেষ নকৰাকৈ প্ৰত্যাৱৰ্তন; তাৰ মাজতে ১৯২৮ চনত অৰ্থাৎ ২১ বছৰ বয়সত, অসমৰ বিখ্যাত গীতিকাৰ, সুৰকাৰ, সংগীতজ্ঞ দৰ্পনাথ শৰ্মাৰ ভাগিনীয়েক আৰু ডাঃ চন্দন বেজবৰুৱাৰ ভগ্নী প্ৰমীলা দেৱীৰ লগত শান্তি বিবাহ; ১৯৩০ চনত 'অসমীয়া' কাকতৰ সম্পাদনা বিভাগত যোগদান; ১৯৩২ চনত যোৰহাটৰ বিদ্যালয়সমূহৰ পৰিদৰ্শকৰ কাৰ্যালয় সহকাৰী হিচাপে যোগদান; ১৯৩৩ চনত প্ৰমীলা দেৱীৰ লগত বৈবাহিক জীৱনৰ পাতনি; একে বছৰতে তিনিচুকীয়াৰ চেনাইৰাম হাইস্কুলৰ শিক্ষকতাৰ পদত

যোগদান; ৰাইডাং চাহবাগিচাত কেৰাণীৰূপে বছৰেকৰ লগত কিছুদিন যাপন; ১৯৩৪ চনত 'বাতৰি'ৰ সহকাৰী সম্পাদকস্বৰূপে যোগদান ; ১৯৩৫ চনৰ পৰাই বন্ধু-বান্ধৱসকলেও তেওঁক এৰাই চলা বুলি আৰু সমাজেও তেওঁ নীতি-নিয়ম নমনা বুলি সমালোচনা কৰা বুলি অনুভৱ কৰি দিহাত অকলশৰে জীৱন-যাপন (লগ হ'ল শংকৰ নামৰ এজন সাধাৰণ ঘৰ বনুৱা); ১৯৪২ চনত ভিকম চাহবাগিচাৰ স্কুলত যোগদান; ১৯৪৩ চনত এয়াৰ ফোৰ্চৰ গণনা বিভাগৰ কাৰ্যালয় সহকাৰীস্বৰূপে যোগদান; ১৯৪৬ চনত যোৰহাটৰ ঔদ্যোগিক প্ৰশিক্ষণ প্ৰতিষ্ঠানত কাৰ্যালয় সহকাৰীস্বৰূপে যোগদান ; আৰু ১৯৬৮ চনৰ ৩১ ডিচেম্বৰত চাকৰিৰ পৰা অৱসৰ গ্ৰহণ।

তেওঁৰ এই জীৱন-বৃত্তই মানুহজনৰ গভীৰ সংবেদনশীলতা, অন্তৰ্মুখিতা আৰু বৈষয়িক লাভালাভৰ প্ৰতি গভীৰ ঔদাসীন্য প্ৰকাশ কৰে। এই ক্ষেত্ৰত বোধকৰোঁ ১৯৩৫ চনৰ পৰা কিছুদিনলৈ হোৱা তেওঁৰ মানসিক দ্বন্দ্ব আৰু আঘাতবো কিছু বৰঙণি আছে। মন কৰিবলগীয়া যে 'হাফিজৰ সুৰ'কে ধৰি তেওঁ বাহুৰবনীয়া অনেক ৰচনাৰ সৃষ্টি এই সময়ছোৱাতে। তেওঁৰ অপ্ৰকাশিত এটি লেখাত আছে," মোৰ ক্ষুদ্ৰ জীৱনৰ যি এযেম্বা অভিজ্ঞতা লাভ কৰি মই জীৱনত এটা সুকীয়া বাট উলিয়াই ল'ব খুজিছিলোঁ, সেই বাট সৰ্বসাধাৰণৰ চকুত 'দণ্ডবিধি আইন'ৰ বাটহে হ'লগৈ। মই লিখা গল্প, কবিতা, নাটবিলাকো হেনো নিতান্ত 'নকল' মাত্ৰ, তাত মোৰ প্ৰাণৰ ছবি নাই। অৱশ্যে এইবিলাক কথা শুনি মই অস্থিৰ হোৱা নাই, কিয়নো সময়ে সুবিচাৰ নিশ্চয় কৰিব।.......... সাহিত্যত মোৰ স্থান নাই বুলি ক'লেও মই দুঃখিত নহওঁ, কিন্তু মোক তেনেই অপবিত্ৰ, অস্পৃশ্য কৰি দিবলৈ যি চক্ৰান্ত হৈছে সিহে মোক বিষাদিত কৰিছে। ইয়াৰ পৰা লাভো মোৰ যথেষ্ট হৈছে। অনাদি অনন্ত কালৰ পৰা মানুহে ভয় কৰি অহা সেই কল্পিত কথাটো 'মৃত্যু'য়ে আজি মোৰ গা শিয়ঁৰাব পৰা নাই.....।"

তেওঁৰ এই কথাৰ মাজত গভীৰ দুখবোধ যি দৰে প্ৰকাশিত হৈছে, সেই দুখক অতিক্ৰম কৰাৰ শক্তি আহৰণৰ ভাবো প্ৰকাশিত হৈছে।

১৯৩৫ চনৰ ৩০ এপ্ৰিলৰ দিনা লিখিছে (অপ্ৰকাশিত), "আজি মই মোৰ নিঃকিন জীৱনটোৰ ভিতৰত যি কঠোৰ সমালোচনাৰ সন্মুখীন হৈছোঁ আৰু অনাহকতে দহে মোক যি কাৰণত তীব্ৰভাৱে আক্ৰমণ কৰিছে, সেইবাবে ময়েই দায়ী। কিয়নো, মই মোৰ ভাব-চিন্তা, থকা-মেলা, আচাৰ-ব্যৱহাৰৰ মাজেদি এনে স্বাধীনতা লাভ কৰিব খুজিছিলোঁ যি স্বাধীনতা সৰ্বসাধাৰণে এজনক দিবলৈ প্ৰস্তুত নহয়।..........মই সমাজ-বিদ্ৰোহী, কাৰণ, সমাজৰ আজি জঁকাটোহে আছে, প্ৰাণ নাই। আগৰ কালত 'সমাজ-বান্ধনি' বুলি যি প্ৰেমময় নীতি আছিল, তাৰ ঠাইত আজি আছে সমাজৰ নিষ্ঠুৰ ব্যৱহাৰ। দীন-দৰিদ্ৰ, অনাথ-বিধবা আদি নিঃসহায় মানুহবিলাক সমাজৰ মাজতে স্নেহৰ অভাৱত কৰুণাৰ অভাৱত আধামৰা হৈ জীয়াই আছে, কেঁৰে সিহঁতৰ প্ৰতি চকু দিয়া নাই। কাৰো প্ৰাণত সিহঁতলৈ দয়া ওপজা নাই। এনেস্থলত সেই সমাজক বাৰু প্ৰশংসা কৰিব পাৰোঁনে?..........মই সকলোৰে মংগল কামনা কৰিহে ভাল পাইছিলোঁ আৰু সকলোকে মই মোৰ বন্ধু বুলি ভাবিছিলোঁ; মোৰ এই সৰলতা মূৰ্খামি নেকি?.... সমাজে মোক সুধিছিলনে মোৰ বিষাদ কিহৰ, কি বাবেনো মই ইমান অসুখীয়া? মোৰনো এজনো এনেকুৱা বন্ধু ওলাব নাপায়নে? ... মই মোৰ অন্তৰৰ ব্যাকুল বাসনা সোপাকে মোৰ মনৰ 'কুসুম তৰী'ত বোজাই দি ধুমুহা গতিত যাত্ৰা কৰিছিলোঁ। যেতিয়া মোৰ মূৰত খুন্দা লাগিছে তেতিয়াহে মোৰ চেতনা আহিছে যে এই গতিত প্ৰত্যেক মানুহ চলা নাই, আৰু ইমান প্ৰবল বেগেৰে কোনো কালে কোনো মানুহে 'যাত্ৰা-মংগল' লাভ কৰা নাই।.........মই নিজেই ক'ব নোৱাৰোঁ মোৰ মাজত কি এটা কুহেলিকাময় উন্মাদনা আছে। বহুতে ভাবে মই সুৰা খাওঁ। মই কিন্তু জীৱনত আজিলৈকে সুৰা খোৱা নাই। কেতিয়াবা কাচিৎ শৰীৰ দুৰ্বল লাগিলে 'মোদক' খাইছিলোঁ। কেতিয়াবা সিদ্ধিও। ........মই জানিছোঁ মোৰ ভিতৰত এটা স্বাভাৱিক উত্তেজনা আছে। মোৰ আপোন গতিত যেতিয়া মই পৰোঁ, সি মোক বহুতো ওপৰলৈ লৈ যায়। পশ্চিম আকাশৰ সেই ফট্‌ফটীয়া তৰাটোত মোৰ কাৰণে কিবা এটা উত্তেজনা আছে। জোনটোত মোৰ কাৰণে যেন ঈশ্বৰে তাৰৰ এখন অনন্ত সাগৰ লুকাই থৈ দিছে। জোন ওলালেই আনন্দত মই উত্ৰাৱল হওঁ। ইয়াৰ অৰ্থ কি নাজানো।....... এই বিলাক যি হওক তাৰ বিচাৰ সিমান মূল্যবান নহয়। গভীৰতম সমস্যা হৈছে কুহেলিকাৰ মাজত আত্মসন্ধান কৰা।" জোনে উত্ৰাৱল কৰা মানুহৰ মাজত এক স্বাভাৱিক মানসিক উত্তেজনাৰ বহিৰ্প্ৰকাশ ঘটে বুলি মনস্তত্ত্বয়ো কয়।

এই দীঘলীয়া লেখাত, আন কি অভিন্ন-হৃদয় বন্ধু গণেশচন্দ্ৰ গগৈৰ পৰাও তেওঁ মানসিকভাৱে বিচ্ছিন্ন হোৱা বুলি ভাবি অনুভৱ কৰা দুখৰ কথাও আছে। তেওঁ কৈছে, "কিয় মোৰ প্ৰতি সকলোৰে সন্দেহ, সেই কথাও মই জানো। মই স্বাধীনচিন্তীয়া। কাৰো কপট আচৰণলৈ মই ভ্ৰূক্ষেপ নকৰোঁ। ........ক'লৈ ঈশ্বৰে নিছে নাজানো, কিন্তু য'লৈকে নিয়ক সেই ঠাইকে মোৰ স্বৰ্গ বুলি মানি ল'বলৈ অটল বিশ্বাস নেহেৰুৱালেই এই কুহেলিকাৰ মাজেদি গৈ তৃপ্তি পাম বুলি আশা কৰিছোঁ।"

এই লেখাৰ পিছতে লিখিছে এটি গীত/ঃ

" হে প্ৰিয় মোৰ হৃদয়ৰ সখা
হে প্ৰাণ মোৰ বন্ধু তুমি

আজিনো নামাত্তা কিয় ?
সঙ্কটে-বিপদে পথে-বিপথে
তুমি জানো সদা
নোহোৱা শিব ?"

'বকুলবনৰ কবি'ৰ ৰচনাৰ লগত অন্তৰংগ পৰিচয় স্থাপন কৰিবলৈ হ'লে তেওঁ এৰি যোৱা হাতেৰে লিখা টোকা, দিনপঞ্জী আদিৰ যে ওচৰ চাপিব লাগিব, তাৰ আভাস ওপৰৰ লেখাখিনিয়েই দিব। তেওঁ সামাজিক লোকাচাৰবোৰৰ সাংস্কৃতিক মূল্যৰ ক'তো খতিখুন হোৱাটো বিচৰা দূৰৰ কথা, সিবিলাকক সংৰক্ষণ কৰাৰ ওপৰতে গুৰুত্ব দিছিল। কিন্তু পৰম্পৰাৰ নামত যিবোৰ সামাজিক ৰীতি-নীতিয়ে ব্যক্তি মানুহৰ হৃদয়ৰ মূল্যত আঘাত কৰা বুলি ভাবিছিল, তেওঁ তেনেবোৰ সংস্কাৰ, তেনেবোৰ পৰম্পৰা, তেনেবোৰ ৰীতি-নীতি অন্তৰৰ পৰাটো নামানিছিলেই, বাহিৰতো গ্ৰহণ কৰা নাছিল। তেওঁৰ হৃদয়ৰ মমত্বই এই ক্ষেত্ৰত আছিল তেওঁৰ শক্তি। এই মমত্বই মানুহৰ পৰা আৰম্ভ কৰি গছ-গছনি, পশু-পক্ষী, চৰাই-চিৰিকতি সকলোকে সামৰি লৈছিল। তেওঁক সেইবাবে কেৱল মানৱ-প্ৰেমীক কবি বুলিয়েই সঠিক কথা কোৱা নহয়; বৰং ক'ব পাৰি সৰ্বেশ্বৰবাদী কবি। সাধাৰণ সামাজিক নীতি-নিয়মকে 'ধৰ্ম' বুলি ভবা সাধাৰণ মানুহে তেওঁৰ এই সৰ্বেশ্বৰবাদী ৰহস্যময় জীৱন-সত্যৰ অনুভৱ হৃদয়ংগম কৰাটো সহজ কথা নাছিল। সেইবাবে দিহাত ১৯৩৫ ৰ পৰা '৪২ লৈকে থকা সময়চোৱাত তেওঁক অনেকে অস্বাভাৱিক জ্ঞান কৰিছিল। কিন্তু, এই সময়চোৱাই সম্ভৱতঃ আছিল তপস্বী কবিৰ তপস্যালব্ধ সিদ্ধি লাভৰ সময়ো। এই সময়ত তেওঁক অনেক বন্ধু-বান্ধৱে দিহাৰ পৰা যোৰহাটলৈ আহিবলৈ যত্ন কৰিছিল। আনকি বাগ্মীবৰ নীলমণি ফুকনেও মটৰগাড়ী লৈ দিহা ওলাইছিলগৈ আৰু গাড়ীতে তেওঁক লৈ আহিব খুজিছিল। কবি নাহিল।

এজন যথাৰ্থ শিল্পী বা সাহিত্যিকৰ অন্তৰ্জীৱনৰ যাত্ৰাৰ সহযাত্ৰী হ'ব নোৱাৰিলে তেওঁৰ ৰচনাৰ অৰ্থ আৰু ব্যঞ্জনা অনুভৱ কৰা কঠিন। আনন্দচন্দ্ৰ বৰুৱাৰ ৰচনাৰ ক্ষেত্ৰতো একেটা কথাই প্ৰযোজ্য; বৰং বেছি গভীৰভাৱে প্ৰযোজ্য। কাৰণ, তেওঁৰ ৰচনা তেওঁৰ হৃদয়ানুভূতিৰ অকৃত্ৰিম বাঙ্ময় প্ৰকাশ।

## বকুলবনৰ গীত

'বকুলবনৰ কবি'য়ে ৰচনা কৰা তেওঁৰ নাটক কেইখনত থকা গীতৰ লগতে পঢ়ুৱৈসকলৰ পৰিচয় আছিল। তাৰ উপৰি, "সোঁটি বেঁকা বটৰ মূৰত সোণটিইঁতৰ ঘৰ"ৰ দৰে গীত এসময়ত জনপ্ৰিয় হৈ পৰিছিল। কিন্তু, এনেভাৱে সিঁচৰতি হৈ থকা গীত, গীতি-আলেখ্য আদিৰ উপৰিও যে প্ৰায় দুই শতাধিক গীত তেখেতে ৰচনা কৰিছিল, সেই সংবাদটো আছিল এটি নতুন সংবাদ। এই সংখ্যাটো যদি আৰু অধিক ডাঙৰ হয়, তাতো আচৰিত হ'ব লগীয়া নাথাকিব। কাৰণ, কবিয়ে এৰিথৈ যোৱা সমস্ত পাণ্ডুলিপি তন্ন-তন্নকৈ চালে আৰু কিছু গীত ওলাব পাৰে বুলি ভাব হৈছে। তদুপৰি, কিছু গীত হয়তো হেৰাইয়ো গ'ল। উদাহৰণস্বৰূপে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাৰ বিয়াৰ উপলক্ষ্যে আনন্দচন্দ্ৰ বৰুৱাই এখনি গীতি-আলেখ্য ৰচনা কৰি হাতে লিখা অৱস্থাৰেই জ্যোতিপ্ৰসাদলৈ পঠাই দিছিল। সেই গীতি-আলেখ্যখনৰ সন্ধান এতিয়াও ওলোৱা নাই। প্ৰসংগক্ৰমে উল্লেখ্য যে এনেভাৱে এখন গীতি-আলেখ্য ৰচনা কৰি বিয়াৰ উপহাৰ দিয়াৰ এই কামটো আছিল এক অভিনৱ কৰ্ম।

সকলো কবিয়েই গীতিকাৰ নহয়, যদিও গীত আৰু কবিতাৰ সম্পৰ্ক বৰ ওচৰা-উচৰি। কিন্তু প্ৰায় সকলো কবিয়েই কম-বেছি পৰিমাণে গীতৰ প্ৰেমিক। আনন্দচন্দ্ৰ বৰুৱাৰ মাজত গীতিকাৰ আৰু কবি দুয়োৰে সহাৱস্থান ঘটিছিল। গীতৰ আধাৰ হ'ল সুৰ। কবি আশৈশৱ সুৰৰ বিভিন্ন প্ৰকৃতিৰ লগত পৰিচিত হৈ আহিছিল। শৈশৱতে সেউতাকে শিকা ৰামপ্ৰসাদী শ্যামা সংগীত, শৈশৱতে শুনা আইনাম, ধাইনাম, বিয়ানাম, দিহানাম, প্ৰসংগীয়া নাম আদিৰ সংগীত, যৌৱনত বাৰাণসীত হিন্দুস্থানী ৰাগ-সংগীতৰ লগত হোৱা পৰিচয়, বাংলা আৰু অসমীয়া নাটত অন্তৰ্ভুক্ত হিন্দুস্থানী সংগীতৰ তাল আৰু সুৰৰ পৰিচয় আদিয়ে কবি আনন্দচন্দ্ৰ বৰুৱাৰ মাজত যে সুৰৰ সন্ধান জগাই তুলিছিল, সেই বিষয়ে সন্দেহ নাই। তদুপৰি যোৰহাটত দৰ্পনাথ শৰ্মা, মিত্ৰদেৱ মহন্ত, কীৰ্তিনাথ শৰ্মা বৰদলৈ আদিৰ দৰে গীতিকাৰ, সুৰকাৰসকলে ৰচনা কৰি যোৱা পৰিৱেশো সংগীতপ্ৰেমীসকলৰ বাবে হৈ উঠিছিল প্ৰেৰণাদায়ক। কবিতা, নাট, অভিনয় আদিৰ মাজত আত্মপৰিচয় স্থাপন কৰা আনন্দচন্দ্ৰ বৰুৱা গীত ৰচনাৰ প্ৰতিও সমানেই আকৃষ্ট হ'ব, সেয়ে আছিল স্বাভাৱিক। কিন্তু, কবিয়ে তেওঁৰ গীতৰ বেলেগ সংকলন প্ৰকাশ কৰি থৈ নগ'ল। ফলস্বৰূপে গীতিকাৰ আনন্দচন্দ্ৰ বৰুৱাৰ গীতৰ আৰু গীতিকাৰ স্বৰূপে তেওঁৰো কোনো মূল্যায়ন নহ'ল। দুহেজাৰ চনৰ প্ৰথমতে, কবিৰ জ্যেষ্ঠ পুত্ৰ পৰজবকুল বৰুৱাৰ উদ্যোগত দৰ্পনাথ শৰ্মা, শ্ৰীহীৰেন গোঁহাই আৰু প্ৰণৱিৰাম বৰুৱাই একোটি সুৰ দিয়া এটি 'শ্ৰব্য কেছেট' প্ৰকাশ হোৱাৰ পিছত অনেকেই 'বকুলবনৰ কবি'ৰ মাজত থকা ভাৱসমৃদ্ধ গীতৰ গীতিকাৰজনৰ লগত নতুনকৈ পৰিচিত হোৱাৰ সুযোগ লাভ কৰিছে। জিতু-তপন সুৰাৰোপিত গীতৰ আন এটি শ্ৰব্য কেছেটো প্ৰকাশৰ পথত। এই প্ৰচেষ্টাই 'বকুলবনৰ গীতিকাৰ'জনক চিনি পোৱাত নিশ্চয় সহায় কৰিব।

মোৰ কাৰণে মুহেজাৰ চনৰ শেহৰ ফালে এটা বিস্ময়ে অপেক্ষা কৰি আছিল। কবিৰ জ্যেষ্ঠ পুত্ৰ পৰজবকুল আৰু তেওঁৰ সুগায়িকা পত্নী শুভ্ৰা (ৰিনিয়ে)ই এটা গধুৰ স্যুটকেছ দুলীয়াজানৰ পৰা ডিব্ৰুগড়লৈ কঢ়িয়াই আনিলে আৰু ক'লেহি যে সেই বাকচত কবিয়ে ৰচনা কৰি থোৱা অনেক গীত আছে। এই গীতসমূহ প্ৰকাশ কৰিব পাৰি নেকি, সেই বিষয়টো উত্থাপন কৰিলে। মই যথাৰ্থতে বিস্মিত হ'লোঁ আৰু গীতসমূহৰ প্ৰতিলিপি কৰাৰ পৰামৰ্শ দিলোঁ। শ্ৰীমতী শুভ্ৰাই অতি কষ্ট কৰি গীতসমূহ, য'ত যেনেভাৱে পালে, প্ৰতিলিপি কৰি এটা প্ৰায় অসাধ্য সাধন কৰিলে। 'বকুলবনৰ গীত'ৰ গীতিকাৰজনক আৱিষ্কাৰ কৰাৰ আৰু পাঠকৰ সন্মুখলৈ দাঙি অনাৰ কৃতিত্ব সেইবাবে শ্ৰী পৰজবকুল বৰুৱা আৰু শ্ৰীমতী শুভ্ৰা বৰুৱাৰ।

প্ৰতিলিপিসহ গীতখিনি লিখি থোৱা আনন্দচন্দ্ৰ বৰুৱাৰ হাতৰ পাণ্ডুলিপিসহ চাই দেখিলোঁ গীতৰ সংখ্যা তিনিশ সাতোটা। এই তিনিশ সাতোটা গীতৰ ৰচনাৰ সময় ১৯৩০ চনৰ পৰা ১৯৪৬ চনৰ ১৬ বছৰ সময়। ইয়াৰ পিছত ৰচনা কৰা গীতো এতিয়াও অসংকলিত হৈ আছে। হয়তো আৰু এশমান গীত পোৱাৰ সম্ভাৱনা আছে।

এইযে তিনিশ সাতোটা গীত, এই গীতসমূহৰ মাজত কবি আনন্দচন্দ্ৰ বৰুৱাৰ অন্তৰ্জীৱনৰ যাত্ৰাৰ ইতিহাস সোমাই আছে। তেওঁৰ সৰ্বেশ্বৰবাদী বোধ, প্ৰকৃতি, মানুহ সকলোতে দেখা পোৱা অন্তৰ্সৌন্দৰ্যৰ অনুভৱ, তেওঁৰ দেশাত্মবোধ, দেশৰ ঐতিহ্যৰ প্ৰতি গভীৰ প্ৰেম, গান্ধীজীৰ প্ৰতি অনুভূত গভীৰ শ্ৰদ্ধা, তেওঁৰ জন্মভূমি দিহাৰ প্ৰতি থকা প্ৰেম, ক্ষুদ্ৰ বিষয়ৰ মাজতো মহত্ত্বৰ সৌন্দৰ্য আৰু মহত্ত্বৰ সন্ধান, তেওঁৰ আন্তৰিক ভগৱৎ-প্ৰেম, তেওঁৰ ধৰ্ম-নিৰপেক্ষ হৃদয়ানুভূতি, তেওঁৰ অন্তৰৰ আশাবাদ, আৰু সৰ্বোপৰি তেওঁৰ এক 'মিষ্টিক' (ৰহস্যবাদী) অনুভৱৰ স্পৰ্শ ধৰি ৰাখিছে তেওঁৰ এই গীতসমূহে। সুৰত প্ৰকাশ লাভ কৰা তেওঁৰ এই গীতসমূহ যেন সৌন্দৰ্য-সাধনা আৰু মহত্ত্বৰ অনুভৱৰ একো একোটি প্ৰাৰ্থনা হৈ প্ৰকাশিত হৈছে। তাত জীৱনৰ ৰহস্য অনুভৱৰ মাজত যেন কৰবাত কৰ'বাত ফুটি উঠিছে বিফলতাৰ বিষাদো।

নিসন্দেহে সুৰ হ'ল গীতৰ প্ৰাণস্বৰূপ। কিন্তু আনন্দচন্দ্ৰ বৰুৱাৰ গীতৰ সুৰে কথাৰ গুৰুত্ব ক'তো হানি কৰাৰ সম্ভাৱনা নাই। কাৰণ, তেওঁৰ কেৱল সুৰে কথা বিচৰা নাই, কথায়ো সুৰ বিচাৰিছে। এতিয়া যদি তেওঁৰ প্ৰতিটো গীতৰ ৰচনাৰ ভাবৰ পটভূমিৰ লগত সংগতি ৰাখি সুদক্ষ সুৰকাৰে তেওঁৰ গীতৰ কথাত সুৰ আৰোপ কৰে, প্ৰতিটো গীতেই জীৱন্ত ৰূপত একো-একোটি মুহূৰ্তৰ 'আনন্দচন্দ্ৰ বৰুৱা' হৈ সাৰ পাই উঠিব। সেইবাবে কেৱল আধুনিক শ্ৰৱণেন্দ্ৰিয়ই শুনিবলৈ ভালপোৱা সুৰ হ'লেই নহ'ব, তেওঁৰ কথাৰ শৰীৰে বিচৰা সুৰৰ পৰিচ্ছদো যুক্ত হ'ব লাগিব। উদাহৰণস্বৰূপে, তেওঁৰ 'বকুলবনৰ [illegible] লওঁ, দেখা যাব, জোন আৰু জোনাকৰ প্ৰতি [illegible] উন্মাদপ্ৰায় ভালপোৱাৰ সন্ধান লৈ যাৰ [illegible] সুৰাৰোপ কৰিলেহে গীতটি জীৱন্ত হৈ উঠিব। [illegible], [illegible]ত কবিৰ যি গভীৰ আধ্যাত্মিক সম্পৰ্ক, সেই সম্পৰ্কৰ [illegible] লাগেহে তেতিয়া গীতক প্ৰাণ দিয়াৰ পোৱাৰ [illegible]।

কোনো কোনো গীতৰ শীৰ্ষত তেওঁ [illegible] বুলি সুৰৰ দিহ লগীয়া পৰিচয় দান কৰি গৈছে। [illegible] সুৰত ৰচনা কৰা গীতৰ ক্ষেত্ৰতো তেনে পৰিচয় দি গৈছে। [illegible], কোনো গীতৰ কথা ভালেই জনাই দিয়ে যে সেই গীত [illegible] দৰে পৰিবেশিত হ'ব। য'ত তেওঁ ৰহস্যময় [illegible] অনুভৱ প্ৰকাশ কৰিছে, তেনে গীতত কৰ'বাত গীতিকাৰৰ পৰিচয় দি গৈছে 'প্ৰেমদাস', কৰ'বাত 'আনন্দ দাস', কৰ'বাত 'আনন্দ'। মাধৱচন্দ্ৰ বেজবৰুৱা সম্পাদিত বাঁহীত তেওঁ 'মিএগ মনচুৰ' নাম লৈ লিখাৰ কথাও প্ৰসংগতঃ স্মৰণীয়। কেৱল সেয়ে নহয়, তেওঁ চাৰিটি গীত বাংলাতো লিখি গৈছে। সেইকেইটিকো, ভাষাত হাত নিদিয়াকৈ পৰিশিষ্টত সংযোগ কৰি দিয়া হৈছে।

বকুলবনৰ লগত সম্পৰ্কিত কেইটিমান গীত আগফালে দি সংকলনটোৰ 'বকুলবনৰ গীত' নামটিলৈ পাঠকৰ দৃষ্টি আকৰ্ষণ কৰোঁতে ৰচনাৰ সময়লৈ লক্ষ্য ৰখা নাই; কিন্তু বাকী সকলোবোৰ গীত কালানুক্ৰমিকভাৱে সজোৱা হৈছে। যিবিলাক গীতত চনৰ লেখ দি থোৱা নাই, সেইবিলাক গীতৰ ক্ষেত্ৰত সময়-পৰিচয় দিয়া হোৱা নাই। সম্পাদনাৰ ক্ষেত্ৰত ল'ব লগীয়া সকলো সাৱধানতা লৈয়ো, বিষয় অনুসৰি আৰু বৰ্ণানুক্ৰমিকভাৱে পিছফালে দুখন সূচী সংযোগ কৰাৰ পৰিকল্পনা কৰিও এই মুদ্ৰণত সংযোগ কৰা নহ'ল। তদুপৰি পৰৱৰ্তী মুদ্ৰণত গীতসমূহৰ, যিখিনিৰ ৰচনাৰ পটভূমি নিৰ্দেশ কৰিব পৰা হয়, নিৰ্দেশ কৰা হ'ব। কবিৰ সকলো পাণ্ডুলিপি পুনৰীক্ষণ কৰি পাব পৰা অধিক গীত, আৰু ১৯৪৬ চনৰ পিছত ৰচিত গীতসমূহো পৰৱৰ্তী মুদ্ৰণত সংযোগ কৰা হ'ব।

'বকুলবনৰ কবি'ৰ খণ্ড কবিতাৰ সংখ্যাতকৈযে গীতৰ সংখ্যা বেছি হ'ব পাৰে, এইটো এটা মন কৰিব লগীয়া দিশ। 'বকুলবনৰ গীত'ৰ এই সংকলনটিয়ে এজন ভাব-তন্ময় আৰু সুৰ-তন্ময় কবিৰ এখনি ছবি দাঙি ধৰিব পাৰিব বুলি মোৰ বিশ্বাস হৈছে। বকুলবনৰ কবিৰ প্ৰতিটো গীতৰ ৰচনাৰ আঁৰত ভূমানন্দৰ স্পৃহা সজীৱভাৱে ক্ৰিয়াশীল। তেওঁ যেন পাৰ্থিৱ জগতৰ কবি নহয়; তেওঁ অপাৰ্থিৱ জগতৰ কবি। অথচ একে সময়তে তেওঁ মানুহৰো কবি, দেশ আৰু জাতিৰো কবি। এই কবি গৰাকীৰ প্ৰতিটো গীতেই একো-একোটি সুৰাশ্ৰয়ী কবিতাও। তেওঁৰ কবিতাৰ মাজতো কাণ পাতিলেই নিখিল বিশ্বৰ এটি সুৰ অনুৰণিত হৈ থকা শুনিবলৈ

পৰিশিষ্ট

পোৱা যায়। সেইবাবেই পাৰ্থিৱ জীৱনৰ মাজতো তেওঁ বিচাৰি পাইছে অপাৰ্থিৱ জীৱনৰ সুবাস। লক্ষণীয় যে তেওঁ কোনো দিন পাৰ্থিৱ প্ৰাত্যহিক সুখ-দুখৰ সীমাৰ মাজত নিজক বন্দী কৰা নাই। তেওঁৰ যদি কিবা দুখ আছিল, সেই দুখ 'বন্দী বিহংগম'ৰ দুখ। সেইবাবেই খঁচা ভাঙি ওলাই যোৱাৰ আৰু অনন্ত আকাশত বিচৰণ কৰাৰ তেওঁৰ দুৰ্বাৰ হেঁপাহ, তেওঁৰ ভাবনা, কল্পনা আৰু অনুভৱৰ মাজত সদায় ক্ৰিয়াশীল।

আশা কৰিছোঁ 'বকুলবনৰ গীত'ৰ এই সংকলনটিয়ে গীতিকাৰ কবিগৰাকীৰ মূল্যায়নৰ এটি আধাৰ দান কৰিব। তদুপৰি, অসমৰ গায়ক-গায়িকাসকলেও কথা আৰু সুৰৰ সম্মিলন-সাধিত হৈ থকা গীতসমূহ চৰ্চা আৰু পৰিৱেশনৰ সুযোগ গ্ৰহণ কৰিব।

তেওঁৰ এটি গীতৰ কথাৰেই সামৰোঁ ঃ

"শীতৰ প্ৰাণত কিমান গীতৰ
সুৰৰ লহৰ নাচে
চকলি চকলি ইন্দ্ৰমালতীইতে
গোঁসাইঘৰৰ সতে শিৱালিতে ওই টিৰিলি-টিৰিলিকে
কেঁচাসোণ ধুই সুৰুযী সুৰৰ সৈ
ধীৰেৰে ধুৱাই আছে।
শীতৰ প্ৰাণত ইমান গীতৰ
নিমাত লহৰ নাচে।

'ইমান গীতৰ নিমাত লহৰ'ৰ স্ৰষ্টাগৰাকীৰ স্মৃতিত তেওঁৰ জন্মদিনৰ দিনা জনালোঁ সশ্ৰদ্ধ প্ৰণাম।

আশ্ৰয় ঃ জীৱন ফুকন নগৰ — নগেন শইকীয়া
ডিব্ৰুগড় — ৩১ ডিচেম্বৰ ২০০১

## পৰিশিষ্ট - গ

## ৰঞ্জন ৰশ্মি

# নিবেদন

স্ত্ৰী- পুৰুষৰ মিলন কিয় হয়- এই অনন্ত প্ৰশ্নৰ অন্ত উত্তৰ বিচাৰি ভালেদিন ভাবেকাণ্ডি আৰু প্ৰশ্ন কৰিলোঁ, অনেক ৰহস্য উদ্‌ঘাটন কৰিবৰ চেষ্টা কৰিলোঁ তেও তাৰ শেষ উত্তৰ নাহিল। উত্তৰ কিয় নাহিল- লুটিয়াই চাই গ'লোঁ; চাওঁতে চাওঁতে আত্ম-চৈতন্য জাগিল। চকু মেল খালে। দিব্য পোহৰত এদিন তনুৰ ভিতৰত থকা অন্তনু ৰাজ্যখনিৰ প্ৰকৃত ছবিটি দেখা পালোঁ।। সমস্ত শৰীৰ ভেতিয়া ৰোমাঞ্চিত হ'ল, চকুৰেদি ধাৰাষাৰে লোতক বৈ আহিল। অশুচি- আত্মা সেই মুহূৰ্ত্তত ওলাই লৰ মাৰিলে। ৰক্তা ভেজৰ প্ৰবল সোঁত বগা তেজে ভেটি ধৰিলে। সেই মুহূৰ্ত্তত মন গ'ল পাপৰ সৈ নল'লে আৰু নিকাৰ অন্ত নহয়। তেত্ৰিশ কোটি দেৱতা সাক্ষী কৰি এটি নবীনা কুমাৰীকলৈ পূজা ভাগ সামৰি লৈছিলোঁ। তেওঁ সৰ্বপ্ৰাণ অৰ্পণ কৰি মোৰ কাষত বিজয়িনী হ'বলৈ আহিছিল। মই বনবীয়া জন্তৰ দৰে মঙহৰ লোভত সেই নিবেদিতাৰ পূজাৰ প্ৰসাদ লবলৈ পাহৰি তেঁওকে গিলি পেলাব খুজিলোঁ। এই চৈতন্য আহিলত মোৰ ক্ষমা খুজিবৰ মন গ'ল, মই স্বস্তি কামনা কৰিলোঁ।

আদাম আৰু ঈভৰ দিনৰে পৰা নিষিদ্ধ ফল খোৱা প্ৰথা চলি আহিছে, কিন্তু চয়তান ধৰা পৰা নাই। মোৰ তনুমতী প্ৰেয়সীৰ পূজাৰ মন্ত্ৰই মোক ৰঞ্জন ৰশ্মিৰ সন্ধান দি আহিছিল। সিদিনা সেই ৰশ্মিৰ সঁচাৰ কাঠিটি লাভ কৰিয়েই আত্মদৰ্শন কৰিলোঁ। সেই ৰশ্মিৰ পোহৰত মোক সাৱটি থকা চয়তানক দেখা পালোঁ। তৎক্ষণাৎ জুই জ্বলাই উত্তপ্ত শিখাৰ মাজত তাক পেলাই দিলোঁ। সেই মুহূৰ্ত্তৰ পৰা দেখোঁ——

আজি ধৰি হ'লা — প্ৰিয়া মনোমতী
বসৰ এখনি নৈ
মই তাতে এৰি — দিলোঁ মোৰ তৰী
সমস্ত বেহানি লৈ

মাংস ক্ষুধাৰ পশু প্ৰবৃত্তিত প্ৰাণ-বিট্টুক অত্যাচাৰ কৰি জীৱনক আৰু যেন অভিশাপ নিদিও, এই পোহৰ শত যুৱকৰ প্ৰাণত পৰক। মিলন মঙ্গলহে,— মিলন ধ্বংসৰ চিতাগ্নি নহয়। এয়ে ৰঞ্জন ৰশ্মিৰ নিবেদন। ইতি-

বিনীত

যোৰহাট

৬ জেঠ ১৮৫৬ শক

আনন্দচন্দ্ৰ বৰুৱা

## পৰিশিষ্ট - ঘ
## ছোভিয়েট কবিতা

# পূৰ্বাভাস

বৰ্তমান যুগৰ পৃথিৱীখন নতুন ভাব-চিন্তাৰে, নতুন দৃষ্টিভঙ্গীৰে, ন-ন ৰূপেৰে আগবাঢ়ি গৈছে। ইয়াৰ প্ৰভাৱত পৃথিৱীৰ সাহিত্য-সংস্কৃতিতো নতুন নতুন পোখা মেলিছে। অসমীয়া কাব্য-সাহিত্যত "আধুনিক কবিতা" বুলি নতুন ধৰণৰ কবিতা ওলাইছে। ইয়াৰে সন্ধান লওঁ বুলি বৰ্তমান যুগৰ অগ্ৰগামী ৰাষ্ট্ৰ ছোভিয়েত দেশৰ সাহিত্যৰ ধাৰাটো কেনেকুৱা, তাকে জানিবলৈ বৰ আগ্ৰহ জন্মিল।

"ভাৰত ছোভিয়েত সাংস্কৃতিক সন্থাৰ" ৰাজ্যিক সচিব যোৰহাটৰ শ্ৰীযতিনাৰায়ণ শৰ্মাৰ পৰা ইংৰাজীত প্ৰকাশ হোৱা "ছোভিয়েত লিটাৰেচাৰ" নামৰ মাহেকীয়া আলোচনী কিছুমান আনি পঢ়িবলৈ আৰম্ভ কৰিলোঁ। সাহিত্য সমালোচনা, গল্প, কবিতা সমসাময়িক সাহিত্য-আলোচনা আদি সকলো বিধৰ ৰচনাৰে পৰিপূৰ্ণ এই আলোচনীখন ছোভিয়েত সাহিত্য-সংস্কৃতিৰ এখন দাপোণ বুলিব পাৰি।

আমি সকলোৱেই জানো যে, ছোভিয়েত ৰাষ্ট্ৰ গঠিত হৈছে বিভিন্ন জাতিৰ বিভিন্ন সাহিত্য-সংস্কৃতিৰ এটা মহান ঐক্যৰ মাজত। ছোভিয়েত ৰাষ্ট্ৰৰ অন্তৰ্ভুক্ত সকলো ভাষাৰ উৎকৃষ্ট ৰচনাৰাজি ৰাষ্ট্ৰীয়কৰণ কৰি আজি যি মহাশক্তিশালী ছোভিয়েত সাহিত্য গঢ়ি উঠিছে তাৰ পৰা শিকিবলগীয়া বহুত কথা আছে। বিভিন্ন ভাষা-ভাষী, বিভিন্ন সংস্কৃতিৰে গঠিত ভাৰতবৰ্ষৰ গণতন্ত্ৰৰ কাৰণে এই প্ৰেৰণা অতি মূল্যবান।

"ছোভিয়েত লিটাৰেচাৰ" পঢ়োঁতে আধুনিক ছোভিয়েত কবিতাই আমাক বিশেষ ভাবে আকৃষ্ট কৰিলে। প্ৰতীক ধৰ্ম বা বুদ্ধিৰ কৌশলপূৰ্ণ কবিতাৰ দৰে ইয়াত অস্পষ্টতা বা সাধাৰণ জ্ঞানৰ অগোচৰ একো নাই। উৎকট কামগন্ধ বা অশ্লীলতাও লেশমাত্ৰ নাই। সৰ্বসাধাৰণৰ জীৱনৰ মাজত, শস্যৰ পথাৰত, দৈনন্দিন কৰ্মৰ মাজতেই ছোভিয়েত কবি সকলে কবিতা বিচাৰি পাইছে আৰু এই কাৰণে ছোভিয়েত কবিতাই সমাদৰো লাভ কৰিছে। সাহিত্যৰ এই ধাৰাটোক তেওঁবিলাকে "সমাজবাদী বাস্তৱতা"(Socialist Realism) বুলিছে।

১৯৬২ খ্ৰীষ্টাব্দৰ ৯সংখ্যা "ছোভিয়েত লিটাৰেচাৰ"ত এজন ছোভিয়েত সমালোচকে এইদৰে কৈছে ঃ

"The method of Socialist Realism is not a frozen or motionless thing. It is enriched by present-day developments. It does not offer recipes but helps seek a solution to each new creative problem. It is based on artistic practice, which it helps towards fuller and deeper understanding of the world with its many facets, dynamism and beauty. This method is not a dogma. On the contrary, it is directed against all dogmas."

১৯৬৬ চনৰ ১০ সংখ্যা "ছোভিয়েত লিটাৰেচাৰত" সাহিত্যৰ সমস্যা সম্পৰ্কে মেক্সিম গোৰ্কীৰ এটি উদ্ধৃতি তলত দিয়া হ'ল ঃ

" There are some who do not believe man can be re-educated and freed from the dust and filth of centuries-long oppression. They do not believe in this because they do not know that they themselves are soiled, but not only are they incapapable of knowing it, they are incapable of studying life, of seeing its filthy, shameful horror and arming themselves with creative wrath to fight the organizers of horror. They are people of lazy and indifferent mind, they simply want a quiet life. Some of them hide from life behind primitive petty thoughts of death claiming, for instance, that "death is the most significant moment of life" and that "the normal psychology of the latter half of a man's life is the psychology of preparation for death." Now this is probably true, for it refers to the psychology of a philistine; senile, dying society. We have no time to ponder our death. We have taken a grip on life and are re-organizing it-it is an extremely diffcult operation calling for the continual and heroic mobilization of all the forces of our will and intellect."

মৃত্যুক হেৰাই জীৱনক হাতৰ মুঠিত লৈ নতুন আলোক

সম্পাত কৰিবলৈ গোৰ্কীয়ে যি সাহিত্য সৃষ্টি কৰি গ'ল- তাৰ প্ৰেৰণাই ছোভিয়েত চিন্তানায়ক তথা পৃথিৱীৰ লিখক সকলক অনন্ত প্ৰেৰণা দি গৈছে। এই গ্ৰন্থৰ কবিতা কেইটি গোৰ্কীৰ উক্তিৰে পঢ়ি চাবলৈ আমি পঢ়ুৱৈ সকলক বিশেষ অনুৰোধ কৰিলোঁ। সমাজবাদৰ যুগে সাহিত্য আৰু সংস্কৃতিক নতুন সৌন্দৰ্য্যবোধৰ সন্ধান দিছে। এই কিতাপত সন্নিবিষ্ট কৰা কবিতা কেইটি বাছি বাছি লোৱা হৈছে। ইয়াত স্বদেশপ্ৰেম, সমাজ-প্ৰীতি আৰু উপেক্ষিত সকলৰ প্ৰতি শ্ৰদ্ধা আদিৰ নিদৰ্শন উপচি আছে। হাটত ঘাঁহ বিক্ৰি কৰিবলৈ অহা এজনী উপজাতীয় গাভৰুক যীচু-জননী মেডোনাৰ লগত তুলনা কৰি ভিক্‌টৰ ব'ক'ভ নামে কবিজনে (আন্তৰ্জাতিক চাওক) যি আদৰ্শ দেখুৱাইছে আধুনিক যুগত তেনে আদৰ্শ বিৰল।

আধুনিক সাহিত্যত মানৱতাবোধ সম্পৰ্কে ছোভিয়েত সমালোচক সকলে বিতং আলোচনা কৰিছে। ১৯৬২ চনৰ ১০ সংখ্যা "ছোভিয়েত লিটাৰেচাৰ"ত মানুহ আৰু সমাজৰ সম্বন্ধ সম্পৰ্কে সাহিত্য সমালোচক য়ুৰি ব'ৰেভে কৈছে ঃ

"Apart from humanism, there can be no real growth of man. The modern existentialist writers demonstrate that truth though departing from the contrary, they assert that since death is a fact, human existance is an absurdity.Indeed, there is something senseless about the life of man who shuts himself up in egocentric isolation, who is incapable of continuing himself in other people, of asserting his personality in an active life for the sake of other. Man must dedicate himself to the people, he must be a man for others-otherwise egoistic isolation will deprive life of all sense and turn it into an absurdity."

ওপৰৰ কথাখিনিৰ লগত নতুন ভাৰতৰ জন্মদাতা মহাত্মা গান্ধীৰ জীৱন-আদৰ্শৰ একো পাৰ্থক্য নাই। এই মানৱতাবোধেই ভাৰতবাসীক অমৃতৰ সন্ধান দিছিল আৰু সেই কাৰণেই প্ৰাচীন ভাৰতে কৈছিল ঃ

মৃত্যুৰ্মা অমৃতং গময়।

মৃত্যুক অতিক্ৰম কৰি মানুহ অমৰ হৈছিল এনেকুৱা মহান আদৰ্শৰ ফলত। এই গ্ৰন্থৰ আন এজন ছোভিয়েত কবিৰ 'সুখ' 'অমৰত্ব' নামৰ কবিতা দুটিত মৃত্যুঞ্জয়ী মানুহৰ আশা-আকাঙক্ষাৰে ৰামধেনু ৰচিত হৈছে।

আশাবাদী ছোভিয়েত কবিতা কেইটিয়ে অসমীয়া কবি, কাব্যামোদী আৰু সাহিত্য-সমালোচক সকলক উদ্বুদ্ধ কৰক এয়ে ৰূপান্তৰ কৰাৰ উদ্দেশ্য।

টাজিকিস্তানৰ কবি মিৰ্জা টুৰচুন্ জাদে'ৰ 'এজন কবিলৈ' বোলা কবিতাটিত কোৱা হৈছে ঃ

সূৰ্য্য আৰু কবিৰ ব্যৱসায় একে। দুয়ো উম্ দিয়ে আৰু আলোকৰ উৎসই তেওঁবিলাকৰ সৃষ্টি। .......প্ৰেম, কবিতা আৰু তাঁখা তিনিউৰে একে স্বভাৱ অৰ্থাৎ এই তিনিওৰ বিকাশ ঘটে জুইৰ তাপত। তাঁখা জুইৰ তাপত ৰঙা হলেহে কমাৰে মৰিয়াই এটা গঢ় দিব পাৰে। প্ৰেমতো তদ্ৰূপ উম্ থকা যাবেহে প্ৰাণেঁপ্ৰাণৰ পৰশ লাভ কৰে। সেই দৰেই কবিতাতো অনুভূতিৰ উম্ থকা যাবেহে কবিতা পঢ়িলে মনত ৰসৰ সঞ্চাৰ হয়।

ছোভিয়েত কবিৰ এই ব্যাখ্যা আৰু ভাৰতীয় কাব্যশাস্ত্ৰৰ ব্যাখ্যা একেই। এইজন কবিয়ে সামৰণিত কৈছে ঃ

"জ্বলি থকা আবেগ নাথাকিলে প্ৰেম জীয়াই থাকিব নোৱাৰে।"

আধুনিক যুগৰ কিছুমান নিৰস, শুকান, কৰ্কশীয়া শব্দৰে ৰচিত সাঁথৰ আৰু ছোভিয়েত কবিতাৰ প্ৰাণৱন্ত ৰূপ বিজাই চালে আমি উপকৃত হ'ম বুলিহে এই কথাষাৰ কোৱা হ'ল।

এতিয়া অনুবাদ সম্পৰ্কে এষাৰ কৈ আমাৰ কথাৰ সামৰণি মাৰিম। আমাৰ ভাষালৈ পৃথিৱীৰ সাহিত্য ৰূপান্তৰ কৰাৰ প্ৰয়োজন হৈছে। ছোভিয়েত দেশে ১৯৬০-১৯৬৪ চনৰ ভিতৰত ১২,৭৮৬ খন কিতাপৰ অনুবাদ প্ৰকাশ কৰিলে। পৃথিৱীৰ সাহিত্য-সম্পদ ৰুছ ভাষালৈ আৰু ৰুছ ভাষাৰ সম্পদসমূহ বিভিন্ন ভাষালৈ অনুবাদ কৰি আধুনিক ৰুছিয়াই সাংস্কৃতিক বিনিময়ৰ এটা সেন্দুৰী আলি বান্ধিছে।

অনুবাদ কৰা সহজ কাম নহয়। এজন ছোভিয়েত সমালোচকে কৈছে ঃ

"The creative method of the translator should be judged by the way how the artistic reality of the original is reflected in his translation."

আমি যিমানদূৰ সম্ভৱ মূলৰ সৌন্দৰ্য্য অক্ষুণ্ণ ৰাখিবলৈ অশেষ যত্ন কৰিছোঁ। পঢ়ুৱৈ সমাজে পঢ়ি সন্তোষ পালেই আমাৰ শ্ৰম সাৰ্থক হ'ব।

অসম বুক ডিপোৰ গৰাকী শ্ৰীঅৰুণ চন্দ্ৰ গুহই কিতাপখনৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ কৰি দিয়া বাবে আন্তৰিক শলাগ ললোঁ।

বকুলবন — আনন্দচন্দ্ৰ বৰুৱা

যোৰহাট-১,

১০।৩।৭১

## পৰিশিষ্ট-ঙ
## পাপৰিৰ পৰিমল

গগৈ
দি গ'লি তই মোক
প্ৰাণৰ পাপৰি
পাহি পাহি কৈ,
চেনেহত বুকুখুলা
ভোগদৈয়ে নি
লুইতক ভেটী দিলেগৈ।
লুইতৰ বুকু
মুকুতা মণিৰে ভৰা
জলমল হৈ
সাগৰ বিচাৰি যায়
বহু দূৰ বৈ।
এই বাৰ্তা দিবলৈকে
এই মন্দিৰত
গনেশ গগৈৰ স্মৃতি
কবিতা এখনি
উচৰ্গিলোঁ হেঁপাহেৰে
তোৰ বন্ধু
মধু সৌৰকণী।।

—ৰকমা

## প্ৰেৰণাৰ উৎস

গগৈয়ে যিটি গাভৰুক তেওঁৰ পাপৰিত মানুহে পাব নোৱাৰা 'দেৱবালা' বুলি মানস-স্বৰ্গত থৈ গৈছে সেই দেৱবালা আছিল এজন প্ৰাচীন ঐতিহ্য থকা সম্ভ্ৰান্ত ব্যক্তিৰ কন্যা। সেই সময়ৰ জনপ্ৰিয় গীতিকাৰ " কমলানন্দ ভট্টাচাৰ্যই ৰচনা কৰা 'বিলত তিৰেবিৰাই পদুমৰ পাহি ঐ' গীতটি অৰ্গেনত আঙুলি বুলাই সেই গাভৰুটিয়ে মধুৰ কণ্ঠেৰে গাই আছিল। গগৈয়ে বাহিৰৰ বহা কোঠাৰ পৰা শুনা সেই গীতৰ মৌ-সনা লহৰেই তেওঁৰ 'পাপৰি'ৰ বেদনা-কাতৰ বীণাধ্বনি হৈ প্ৰকাশ পাইছে।

মানসী আৰু গগৈৰ মাজত স্বৰ্গৰ উৰ্বশী আৰু পৃথিৱীৰ পুৰুৰবাৰ অনন্ত বিৰহৰ বেদনাই ধ্বনিত হৈ আছে।

# পৰিচয়

স্বৰ্গীয় বন্ধু গণেশ গগৈয়ে তেওঁৰ কবি-প্ৰতিভাৰ সৰ্বশ্ৰেষ্ঠ পৰিচয় "পাপৰি"ৰ অৰ্পণত এইদৰে লেখি গৈছে :

শ্ৰীযুত আনন্দ চন্দ্ৰ বৰুৱা
"বকুলবন" ডিহা
যোৰহাট।

বৰুৱা,

তোৰ অত্যাচাৰতেই "পাপৰি"ৰ জন্ম। আৰু আমনি কৰ বুলিয়েই তোৰেই হাতত "পাপৰি" দিলোঁ। পাহিতে সৌন্দৰ্য থাকি আহিল- সৌৰভতো নায়েই —

তোৰ

- গণেশ -

এয়া ইং ১৯৩৩-৩৪ চনৰ কথা। ১৯২৮-২৯ চন মানত অসমীয়া কাব্য-কাননত প্ৰবেশ কৰা তৰুণ কবি গণেশ গগৈৰ মন তেতিয়া এটা ব্যৰ্থতাৰ গভীৰ বেদনাত উদাস, উদাস। স্বভাৱতে সহজাত বৈৰাগ্য থকা গগৈৰ কবি মনতো নৈৰাশ্যই গ্ৰাস কৰিব খুজিছিল। এই কথা মোৰ বাহিৰে আন কেঁৰে নাজানিছিল। ......

যোৰহাট থিয়েটাৰ ঘৰত শাৰদীয় দুৰ্গা পূজা উপলক্ষ্যে নাট অভিনয় হয়। মই, মোৰ বন্ধু গগৈ আৰু আন কেইজনমানৰ কাৰণে নামঘৰটোৱেই আছিল আমাৰ গধূলি লগ হোৱা ঠাই। শাৰদীয় অভিনয়ৰ ৰাগী লাগি থকা আমাৰ মনত হৈ যোৱা অভিনয়ৰ সংলাপবোৰে উখল-মাখল লগাই থাকে। অভিনয়-ৰসিয়া বন্ধুকেইজন গোটখাই তাৰে পুনৰাবৃত্তি কৰি কৰি আনন্দ উপভোগ কৰোঁহক। গগৈৰ ব্যৱহাৰত যি স্বাভাৱিক অমায়িকতা, আনন্দময় ভাব আৰু ৰসিকতা আছিল সেইখিনিত যে কেৰোণ লাগিছিল সেই কথাটো মই জানিছিলোঁ; কিন্তু লগৰ বাকীকেইজনে গগৈৰ ভিতৰলৈ সোমাব পৰা নাছিল বাবে সেই কথা ভূ নাপাইছিল।

গগৈৰ মনলৈ অহা গভীৰ বেদনাটো তেওঁৰ এটা ব্যৰ্থতা। তেওঁ এটি গাভৰুক মনে মনে ভাল পাইছিল আৰু তেওঁকেই জীৱন-সঙ্গিনীৰূপে পাবলৈ আশা কৰিছিল।

গগৈৰ স্বপ্নভঙ্গ হ'ল। দেউতাকে গাভৰু গৰাকীক অন্য এজনলৈহে বিয়া দিলে। এই সংবাদ গগৈৰ বুকুত নিঠুৰ ব্যাধৰ এপাত চোকা শৰৰ দৰে লাগিলহি। সেই দিনাৰ পৰাই গগৈৰ স্বাভাৱিক আনন্দ ব্যাহত হ'ল। অতি সূক্ষ্ম ভাবে মোৰ বাহিৰে গগৈক জনা বন্ধু এই পৃথিৱীত আৰু কোনো নাছিল। বন্ধুৰ সেই বেদনাই মোৰ বুকুতো আঘাত হানিলে। কাৰণ,মোৰ বন্ধু গগৈয়েই মোৰ বিয়াখন পাতিবলৈ আগভাগ ধৰিছিল। আমাৰ সাংস্কৃতিক জীৱনৰ সতীৰ্থ দৰ্পনাথ শৰ্মাৰ ভাগিনীয়েকৰ কাৰণে মোক বৰ ৰূপে পাবলৈ ঘটকালি কৰিছিল গগৈয়েই। দৰা হৈ ওলাই অহাৰ আগ মুহূৰ্তত যোৰহাটৰ পৰা বন্ধু গগৈয়ে লগত আৰু কেইজনমান লৈ 'বকুলবন'ত উপস্থিত হ'লগৈ। তেতিয়া মোক দৰা সজাইছিল। গগৈয়ে গৈ ঠিক এইদৰে কৈছিলগৈ :

"এই, সেইবোৰ খোল। এয়া পিন্ধ।"..........সোণালী পাৰি দিয়া এখন শান্তিপুৰী চুৰিয়া, এটা বনিয়ন, ফিৰফিৰীয়া পাতল চীনা চিল্কৰ এটা পাঞ্জাবী, এযোৰ মোজা, এযোৰ গুণাৰ ফুল বছা নাগেৰা জোতা, এখন ৰুমাল, এবটল এচেন্স, এটা স্নু' - ইত্যাদি ............

গগৈয়ে যেনেকৈ তেওঁৰ বন্ধু আৰু বন্ধু পত্নীক গভীৰ শ্ৰদ্ধাৰে আদৰ জনাইছিল, বন্ধুৰ বিয়াত আনন্দ পাইছিল, মোৰো তদনুৰূপ হেঁপাহ আছিল, গগৈৰ বিয়াত 'নতুন' কিবা কৰিম। দুই বন্ধুৱে সপত্নীক দুই বন্ধুৰ ঘৰলৈ অহা-যোৱা কৰি সামাজিক আনন্দ উপভোগ কৰিম।....

ব্যৰ্থতাত গগৈ মৰহি যোৱা দেখি মোৰ বেজাৰ লাগিছিল। কেনেকৈ মোৰ বন্ধুক সান্ত্বনা দি আকৌ আগৰ নিচিনা কৰিম তাৰ উপায় মনে মনে ভাবি আছিলোঁ।

শাৰদীয় পূজাৰ পাছত এদিন জোনাক ৰাতি ৮/৯ মান বজাত আমি গল্প-গুজৱ কৰি থিয়েটাৰ ঘৰ এৰি ঘৰমুৱা হৈছোঁ। বাটলৈ ওলাই কথাবাৰ্তা পাতি হেলিদুলি আমি চাৰিজন গৈ আছোঁ।

পৰি[illegible]

লগৰকিজনে গগৈ আৰু মোৰ কথাবাৰ্ত্তা উপভোগহে কৰে। বাল্মিকীয়ে তমসাত স্নান কৰি পাৰলৈ উঠোঁতে নিঠুৰ ব্যাধৰ শৰ এপাত বুকুত লৈ যোৰা কৰ্চ্চন চৰাই হালৰ এটা থপ্ কৰে মুখৰ আগত সৰি পৰিল। সেই বেদনাৰ আঘাত লাগি আদি কবিৰ মৰ্ম্ম ভেদ কৰি ওলাই আহিল পৃথিৱীৰ প্ৰথম কবিতা--

" মা নিষাদ তমগমঃ শাশ্বতী সমাঃ
য়ৎ ক্ৰৌঞ্চ মিথুনাদেকম্ বধি কামমোহিতম্।"

(হেৰৌ নিঠুৰ ব্যাধ, অনন্ত কাললৈ তোৰ কুখ্যাতি থাকিব যে, তই ওৰ যোৰা কৰ্চ্চন হালৰ এটা বধ কৰিলি।)

ময়ো ঠাৱৰ কৰিলোঁ আজি বাক্য বাণেৰে গগৈৰ মৰ্মত আঘাত কৰিম। আৰম্ভ কৰিলোঁ তিৰস্কাৰ। ঠিক এইদৰে কৈছিলোঁ ঃ

"তোৰ জীৱনটোত তই কি কৰিলি? হা-হুমনিয়া পেলাই ছোৱালী এজনীৰ কাৰণে হতাশ হৈ পৰিছ কেলেই? পৃথিৱীত ছোৱালী বিয়া কৰোৱাৰ বাহিৰে আৰু আন কাম একো নাইনেকি? তই কাপুৰুষ। এজনী সামান্য ছোৱালীয়ে তোৰ প্ৰতিভা খাই পেলালে। এইদৰে মৰহি নগৈ তই যদি কিবা লেখা-পঢ়াতে মন দিলিহেঁতেন সিও ভাল আছিল। তোৰ গাত আহোমৰ তেজ নাই। তই ইমান এটা ক্ষুদ্ৰ কামত মনোনিৱেশ কৰাতকৈ কবিতা লেখাত মন দিয়াহেঁতেন বহুত শান্তি পালিহেঁতেন।" ইত্যাদি......

লগৰ কিজনে হাঁহিছিল। চুৰত হুঁপি হুঁপি মাজে মাজে একোটা 'ধেৎ' শব্দ আৰু একোটা হাঁহিৰেই গগৈয়ে মোৰ আদৰৰ অত্যাচাৰখিনি গ্ৰহণ কৰিছিল। মোৰ উদ্দেশ্য তাৰ মৰ্মত লুকাই থকা সেই সুন্দৰ সপোনটোৰ দুৱাৰখন মুকলি কৰি তাক অকলশৰীয়া কৰি এৰি দিয়া।

এই দৰে গৈ গৈ আমি গগৈৰ ঘৰৰ ওচৰ পালোগৈ। এটা বিজুলী বাতিৰ খুটাৰ তলত চাৰিউজন ৰলোঁ। গগৈয়ে এটা চুৰত জ্বলাই মোৰ মুখলৈ চাই ৰাতি প্ৰায় চাৰে ন মান বজাত সেই তিনি আলিটোৰ মূৰত মোক ইমানকে কৈ বিজুলী বেগেৰে ঘৰমুৱা হ'ল ঃ

" বাৰু যা। কাইলৈ মই তোক কিবা এটা দিম।" মই তেতিয়া যোৰহাটৰ পৰা ওলোৱা সাদিনীয়া কাকত 'বাতৰি'ৰ সহকাৰী সম্পাদক। ছপা হৈছিল দাস এণ্ড কোম্পানীৰ প্ৰেছত। পাছদিনা আবেলি 'বাতৰি' অফিচৰ পৰা ওলাই বাহিৰে বাহিৰে গগৈৰ ওচৰলৈ গ'লোঁ। গগৈ থাকে চোতালৰ আগৰ এজোপা বেল গছৰ তলত। এটা খেৰ-বাঁহৰ একোঠালীৰ ঘৰ। সৰু খাট এখনত পাৰি থোৱা নগাটাৰি এটাৰ ওপৰত তাৰ সামান্য ধৰণৰ বিছনাখন। কিবা লেখিলে সি তুলিখনৰ তলৰ নগাটাৰিটোৰ ওপৰতে সুমুৱাই থয়। প্ৰায়বিলাক পেন্সিলেৰেই লেখে। মই গৈ তাৰ ঘৰটোত সোমাই পোনেই তুলিখন দাঙিলোঁ; দেখিলোঁ ফুলস্কেপ্ কাগজত পেন্সিলেৰে লেখা কিবা আছে। সি তেতিয়া ভিতৰত আছিল। মোক দেখি মাত লগালেঃ "এই, বহ মই গৈছোঁ"।

যোৱা নিশা মোক কিবা এটা দিম বোলা তেৰখটো ষ্টেঞ্জাৰ কবিতা 'পাপৰি'ৰ জন্ম হ'ল-- সেই ঘাউতিযুগীয়া ৰাতিটোত, এজোপা বেল গছৰ তলত, এটা খেৰ-বাঁহৰ পঁজা ঘৰত।",

পঢ়িলোঁ। সপ্তম ষ্টেঞ্জাটোৰ এটা লাইন পৰিবৰ্ত্তন কৰি 'দেখিছিলোঁ গুটি গুটি মাণিকৰ মিল'-- মই লেখি দিলোঁ। কবিতাটো পঢ়ি বন্ধুৰ মৰ্মভেদ বেদনাৰ ভাগ ললোঁ। সিও মোক নুসুধিলে-- 'কেনে হ'ল বুলি'। কাৰণ, সেই লেখাটো ভাল-বেয়া প্ৰশ্নৰ অতীত। তাত আছিল অন্তৰভৰা বেদনাৰ স্বচ্ছ, নিৰ্মল আৰু আপোনা-আপুনি বৈ যোৱা এজন কবিৰ প্ৰতিভাৰ ধাৰা এটি।

কেইদিনমান পাছত এদিন দুপৰীয়া 'বাতৰি' অফিচৰ পৰা ভাত খাবলৈ থকা ঠাইলৈ গৈছোঁ। যোৰহাটৰ উকীলখানাৰ আগত থকা বিৰাট আঁহত গছজোপাৰ আঁৰৰ পৰা সোঁ হাতত কিতাপ এখন লৈ ওলাই আহিল বন্ধু গগৈ। মই বাওঁপিনে পশ্চিমলৈ মুখ কৰি গৈ আছোঁ। সোঁ ফালৰ পৰা বেঙাবেং খোজ দি অহা গগৈয়ে মাত দিলে - "এই, ৰ চোন ৰ। হেঁা, কিবা এটা লৈ যা"। নুবিয়াই থোৱা আলোচনী চাইজৰ কিতাপ এখন-- 'পাপৰি'। থকাঠাই পাই মেলি চাওঁ অৰ্পণাত আছে সেই ওপৰত লেখা কথাকেইষাৰ। ভাত খাবৰ মন নগ'ল। হৃদয় ভাৰাক্ৰান্ত হ'ল। দেহি ঐ! মোৰ বন্ধুটোৰ মোৰ প্ৰতি কিমান গভীৰ শ্ৰদ্ধা আছিল ঃ............

১৯৩৮ চনৰ আগষ্ট মাহত (২১ আগষ্ট) শোৱা শয্যাতে গগৈৰ জীৱনৰ ৰঙাজৰা পাহি নিষ্প্ৰভ হ'ল। সেই বেদনা মোৰ বুকুত থাকি গ'ল।

এইখন যোৰহাট নগৰৰে কোবোচ গছবোৰৰ তলেদি হেলিদুলি গৈ থাকোঁতে বন্ধুৰ লগত যি অনিন্দ্য সুন্দৰ কাব্যলোকত বিচৰণ কৰিছিলোঁ তাৰ মধুস্মৃতি সুঁৱৰি এদিন হঠাৎ মনলৈ আহিল--

সেইদিনা শৰতৰ জোনাক যামিনী
কামিনী কুসুম ফুলে ৰেণু ছটিয়াই;
আমাৰ গধূলি ফুৰা বাট-পথবোৰ
থৈছিল সুগন্ধৰে আমোল মোলাই।... ...

যোৰহাট চিন্তামণি চক্ৰৰ সম্পাদক শ্ৰীকেশৱচন্দ্ৰ গোস্বামী এম-এ মোৰ গাতে লগা চুবুৰীয়া। ১৯৬৮ চনৰ আগষ্ট মাহত চিন্তামণি চক্ৰই গণেশ গগৈ স্মৃতি সন্ধ্যা এটিৰ আয়োজন

পৰিশিষ্ট

কৰিছিল। গোস্বামীয়ে মোৰ এই কবিতাটি 'পাপৰিৰ পৰিমল' সেই সভাত পাঠ কৰিবলৈ অনুৰোধ কৰিলে।

'পাপৰিৰ পৰিমল' গগৈৰ 'পাপৰি'ৰ প্ৰতিদান নহয়, বন্ধুৰ স্মৃতিত জাগি উঠা ই মোৰ প্ৰাণৰ বেদনাহে।

গগৈয়ে "পাপৰিৰ" কেৰাহিতো 'বকুল বনৰ' কথা কৈছে আৰু শেষত মোকেই সম্বোধন কৰি সামৰণি মাৰিছে।

"খায়ামৰ কথা সখি তুমিওতো শুনিছিলা
তুমিওতো বুজিছিলা 'হাফিজৰ সুৰ'
তোমাৰ ওঁঠতো আছে 'আঙুৰৰ ৰঙা ৰস'
কিয় তেনে অতীতক নকৰিবা দূৰ?

গগৈৰ 'পাপৰি' কামগন্ধহীন সুবিমল কল্পনাৰ, সুকোমল কবিতাৰ সাবলীল গতিত বৈ যোৱা গভীৰ প্ৰেমৰ যমুনাধাৰা; অন্তৰভেদি ওলাই অহা বেদনাৰ এটুপি চকুলো। এই অনুভূতিৰ মাজত থাকি গ'ল— তৰুণ-বৰাগী গণেশ গগৈৰ এখনি হিয়া।

মোৰ বন্ধুৰ মুক্তহস্তে দিব পৰা ধন-দৌলত নাছিল; কিন্তু আছিল এখনি হিয়া — মৰম-স্নেহেৰে উপচি থকা— কোমল মধুৰ। এসময়ত পৃথিবীৰ তৃতীয় ধনীলোক স্বৰ্গীয় আগা খাঁৰ তেওঁৰ শিষ্যসকলে তেওঁক হীৰাৰে জুখি সেই হীৰা জন্মদিনৰ উপহাৰ স্বৰূপে দিছিল। এনে এজন ধনীলোকে এদিন কৈছিল ঃ

"ম্যেয় দৌলৎ নাহি চাহ্‌তা। ম্যেয় চাহতাই দিল্"। দিলদৰীয়া তৰুণ-কবি বন্ধু গগৈৰ সেই দিলটোৰ কঁপনি মোৰ হিয়াতেই এতিয়াও স্পন্দিত হৈ আছে।

সেই স্পন্দনতে জন্ম হ'ল - এই "পাপৰিৰ পৰিমল।"

গগৈক লক্ষ্য কৰি যি বাক্যবাণ হানিলোঁ সেয়েই অসমীয়া কাব্য-সাহিত্যলৈ গণেশ গগৈক আনি এখন পদুম বনত স্থাপন কৰিলে। গগৈয়ে সেই ৰাতি কাব্যামৃত পান কৰি কৈ গৈছে ঃ

"অনাদৃত জীৱনত নুবুজিলোঁ আগে সখি
পলকতে উঠে-নামে বীণাৰ ঝঙ্কাৰ;
তুমিয়েতো দয়া কৰি দিলা আজি দেখুৱাই
মুখৰ আগতে থকা অমৃত-ভাণ্ডাৰ।"

অমৃতৰ পুত্ৰ গণেশ গগৈ অমৰ হওক। গগৈৰ 'পাপৰি'ৰ পৰা সৰি পৰা পৰিমল ৰেণু মলয়া বতাহত বিয়পি যাওক।

শ্ৰীআনন্দচন্দ্ৰ বৰুৱা

## পৰিশিষ্ট - চ
## হাফিজৰ সুৰ

### হাফিজমদিৰা

মনত পৰিছে যেন মমেই এদিন
পাৰস্যৰ পৰিমল, মদিৰাৰ ধাৰ—
অতৃপ্ত বাসনা লৈ কৰিছিলোঁ পান;
বুলবুল্ সঙ্গীতেৰে মোহিছিলো প্ৰাণ।

খায়্য়াম-হাফিজ যেন আছিলোঁ মমেই-
দীঘল দঢ়ীয়া কেশ, মূদা মূদা চকু,
সপোন-কুহেলী সনা মুখৰ বৰণ;
প্ৰেমময় আবেশত উল্লসিত মন।

ছোৰাহী বাগৰি যোৱা আঙুৰ ৰসৰ
মোলায়েম ৰহণত মতলীয়া হৈ—
গছে-পাতে, বনে বনে দেখিছিলোঁ যেন
এই যায় আবেগৰ এনে এটি খেণ।

আনাৰ-কলিৰ যেন গঠন এটিত
দেখিছিলোঁ ৰহস্যৰ সাগৰ এখন।
আকাশত উৰি ফুৰা কথাটি মনৰ
আছিল একোটি বেশ প্ৰিয়া-সঙ্গীতৰ।

মমে যেন চিৰাজীত বাগী মিহলাই
কবিতাৰ কোমলতা দিছিলোঁ বিলাই।

যোৰহাট
চন্দ্ৰ গ্ৰহণ
৯ আহিন, ১৯৫৩

## পাতনি

দাৰ্শনিক ব্যাখ্যা কৰি পণ্ডিতসকলে জীৱনৰ স্বৰূপ নিৰ্ণয় কৰিবলৈ যি প্ৰচেষ্টা কৰে কবিৰ এই কবিতা কেইআষাৰো সেই প্ৰশ্নৰে এটি মীমাংসা। জীৱন ক্ষন্তেকীয়া। দিনে দিনে এই জগতৰ সকলো জড়জীৱৰ পৰিবৰ্তন হ'ব লাগিছে। পলে পলে আয়ুসৰ জৰীডালৰ পৰাও ইখাপ ইখাপ সুলকি পৰিছে। তাৰউপৰি —

*এই জীৱনত দুখৰ বাহিৰে*
*নাপালো একোকে বস্তু আন;*
*ছুঁই এৰিলোও নেৰিলে বিষাদে,*
*সেয়ে হ'ল মোৰ মৰ্ম-থান।*

এনেয়ে সংক্ষেপ কাল ডোখৰ তাতে আকৌ দুখ-শোক জড়া-মৃত্যুৰ উৎপীড়ণ। দুঃখবাদ মানুহৰ অদৃষ্টৰ লিখন। এই কঙাল বিশ্বত দুখ সাগৰত ডুব গৈ আমাৰ চমুজীৱনটো আধ্যা পেলাবৰ উপক্ৰম কৰিছোঁ। ইহাতে—

*ধাৰে অনা এই জীৱনো যে মোৰ*
*বুদ্ধি শালতে বন্দী সদায়।*

দুখ-শোকৰে ভৰা দুটা দিনো ধন,সোণ আৰু জ্ঞান-বুদ্ধিৰ চিন্তাত পীড়িত। জ্ঞান বুদ্ধিয়ে আঁচনি কৰি দিয়া জীৱন প্ৰণালীৰ অনুসৰণ কৰি মন শান্তিপূৰ্ণ নহল। ধন-ৰত্ন আৰু জ্ঞান বুদ্ধিৰ অসীম হেঁপাহ দুগুণে হেঁপেহুৱা কৰিলে। .

এয়েই তেন্তে জীৱনৰ স্বৰূপ নিৰ্ণয়। তাৰ পিছত কবিৰ মনলৈ প্ৰশ্ন উঠিল -- যি আনন্দৰ সন্ধানত মন ব্যাকুল, যি আনন্দৰ পৰা " খল্বিমানি ভূতানি জায়ন্তে " আৰু যাক আশ্ৰয় কৰি অপিতৰ হিয়া শীতল পৰে সেই আনন্দ লাভৰ উপায় কি?

ঈশ্বৰবাদী সকলে তেতিয়া উত্তৰ দিয়ে, তুমি আৰু মই এই দুই ভাব মৰিমুৰ কৰি তোমাতেই যেতিয়া লীন হ'ম, তোমাৰ আৰু মোৰ মাজত ভিন্ন ভাবৰ যেতিয়া উচ্ছেদ হ'ব, তুমি আৰু মই এই দুই সংজ্ঞা যেতিয়া লোপ পাব, তেতিয়া "সোহহম" ভাবৰ বিকাশ সম্পূৰ্ণ হ'ব আৰু তাৰ ফল স্বৰূপে ভক্ত আৰু ভগৱান উভয়ে এক হৈ আনন্দৰ বিকাশ কৰিব। এই কবিয়েও আনন্দ লাভৰ প্ৰবল আকাংক্ষা বুকুত বান্ধি লৈ তাৰ সন্ধানত মতলীয়া হৈছে। ভাল বেয়াৰ বিচাৰে কবিক কোঙা কৰি থ'লে এই আনন্দ লাভ আৰু নহয়।

*পৃথিৱীৰ যদি ভাল বেয়াখিনি*
*দীয়া পাহৰাই বলিয়া কৰি,*
*খানিৰ পাৰিম মযেই অকলে*
*সৃষ্টি চেঁচোৰ পসটি ধৰি।*

ভক্ত ভগৱানৰ যি সমন্বয়, প্ৰেৰণা আৰু কবিৰ সংমিশ্ৰণতো তেনে এটা State of equipoise ৰ উদ্ভৱ হ'ল। সেই সমন্বয় অৱস্থাত কবিৰ একাগ্ৰতাৰ চৰম স্থান লাভ হ'ল। দুখ-যন্ত্ৰণা,জৰা-মৃত্যুৰ ভয়াবহ চিত্ৰই তেতিয়া তেওঁক ভুৱা দিব নোৱাৰে। যি আনন্দক আশ্ৰয় কৰি নৰ-জীৱনে হাবাথুৰি খাই ফুৰে কবিৰ সেই হেন আনন্দ লাভ হ'ল। যি আনন্দৰ সন্ধানত ভক্তসকল ব্যাকুল, যাৰ অন্বেষণত অভিলাষী মন উৎপীড়ত, কবিৰ মানত সেই আনন্দৰ সৃষ্টিকাৰক হৈছে কল্পনা। এই আনন্দৰ উপভোগত কবিয়ে জীৱনৰ চৰম স্থান লাভ কৰি আনন্দ লাভৰ প্ৰত্যাশীক কৈছে —

*হাঁহিৰে ওপচা আনন্দ গানত*
*মত্ত হ'বৰ সময় হ'ল;*
*পিয়লা মদিৰা বেথাৰ মিতিৰ*
*টোকাৰীৰ সঁতে 'গাই ব'ল।*

কবিৰ এই ব্যাখ্যাত এপিকিউৰিয়ানসকলৰ প্ৰতিপত্তি দেখা যায়। কবিয়ে প্ৰবৃত্তি মাৰ্গৰ পথ অনুসৰণ কৰি মানৱ জীৱনৰ চৰম আকাঙ্খা লাভৰ এটি প্ৰণালীৰ পৰিচয় দিয়ে। কবিয়ে ক'ব নোখোজে যে আনন্দ লাভৰ তেওঁ যি পথ নিৰ্দেশ কৰে সেই পথ প্ৰত্যেক আনন্দ প্ৰত্যাশীৰেই অনুসৰণীয়। মুঠ কথা কবিয়ে ক'য়-"জীৱন দুদিনীয়া। এই দুদিনতে আনন্দ লাভ কৰিব লাগিব। আনন্দৰ সন্ধানত মন উন্মত্ত হৈছে। কাব্যৰস পান কৰি আৰু আত্মাহাৰা হৈ যি সমাৱস্থা পাইছোঁ তাতেই মোৰ আনন্দ লাভ হৈছে"। কিন্তু কি প্ৰণালীৰ পদুৰৈসকলে আনন্দ লাভৰ অনুসৰণ কৰিব তাৰ নিৰাকৰণ নাই। চমুৱাই কবলৈ গ'লে আনন্দ লাভ হ'লে কেনে সাম্যবস্থাৰ সৃষ্টি হয় কবিৰ বৰ্ণণা তাৰে পৰিচায়ক। কিন্তু এই অঙ্কিত প্ৰণালীয়েই প্ৰকৃত পন্থা বুলি কবিয়ে সমাধান কৰিবলৈ চেষ্টা কৰা নাই। আনন্দৰ প্ৰতি আকুলতা আৰু আনন্দ লাভত নিৰাময় অৱস্থা এই দুটি কথা এই কাব্যৰ ভিতৰেদি প্ৰতিপন্ন হৈছে।

শিৱসাগৰ
১৮ ভাদ, ১৮৫৫

শ্ৰীলক্ষেশ্বৰ শৰ্মা

# নিবেদন

প্ৰাণী মাত্ৰই আনন্দাভিলাষী। বিশ্ব-প্ৰকৃতি খনেই আনন্দৰ অনন্ত সাগৰ। চৰাই - চিৰিকতিৰ কোলাহল, পশু-পক্ষীৰ বিচৰণ, পুৱা-সন্ধ্যাৰ সমাবেশ, ঋতুৰ পৰ্যায়— এই সকলোবিলাকৰ মাজেদি বাজিব লগিছে এটি সুৰ—আনন্দৰ। সেই আনন্দতে আত্ম-সমৰ্পণ কৰিবলৈ প্ৰাণীকুল আকুল।

প্ৰাণী-শ্ৰেষ্ঠ মানুহে এই আনন্দৰ আদি অন্ত বিচাৰে। ইয়াৰ ৰহস্যৰ দুৱাৰ মুকলি কৰিবলৈ উধাও হয়। কিন্তু যিসকল কবি, যিসকল ৰসিক, সেইসকলে এই আনন্দ বিচৰাৰ বাটকে জীৱনৰ সৰ্বোত্তম উদ্দেশ্য বুলি তাতে প্ৰাণ উবুৰিয়াই দিয়ে।

*তেতিয়া কবিয়ে গায়—*

*পীয়ু পীয়ু ভাই ভাবুক সকল*
*হৰিনাম ৰস সাৰ।*
*যাক পায়া মহা মহন্তে কৰয়*
*মুকুতাকো পৰিহাৰ।। — নামঘোষা*

এই অৱস্থাত কবি এজন Inspired mad-man (ভাবোন্মত্ত)। তেতিয়া তেওঁৰ আত্মা বিমুক্ত, চিত্ত অতৃপ্ত। কবিৰ এই অতৃপ্ত চিত্তই বিচাৰি ফুৰে আত্মাৰ সঙ্গিনী এটি। এই সঙ্গিনীয়ে 'আশা', আকাশ ব্যাপিনী আশা; বিশ্ব প্ৰকৃতিময়ী আশা। সেয়ে পৰমা শান্তি। এই আশাৰ পাছে পাছে উধাঁও হৈ লৰি যাওতেই কবিয়ে সৃষ্টি-ৰহস্যৰ দুৱাৰ বিলাকৰ সোণৰ শিকলি জোকাৰি যায়। কবিৰ দৃষ্টি আৰু ক্ষমতাই যিমান পাৰে দুৱাৰ মেলি যায়। তাৰ মাজেদি সাধাৰণ চকুলৈ যি পোহৰ আহে, সেই জিলিঙনিৰ জিলমিল ৰহণত যিবিলাকৰ ছবি ধৰা পৰে, সেইয়ে কবিৰ দান। তাৰ ফলতে অ-কবিৰ হৃদয়ত মন্থৰ হৈ থকা আনন্দ তৰঙ্গায়িত হৈ উঠে। তাতে জীৱনৰ সকলো বেদনা মূৰ্ত হৈ প্ৰাণত আনন্দৰ সোঁত বৈ যায়। কবিয়ে নিজে যি আনন্দ উপভোগ কৰে, আনকো তাৰ ভাগ দি যায়। তেওঁবিলাক twice blessed - দুবেলি ধন্য।

এনেকুৱা এজন অমৰ কবি পাৰস্য-প্ৰতিভা হাফিজ। যি জনে সম্পূৰ্ণ কোৰান কণ্ঠস্থ কৰিব পাৰে, তেওঁকে মুছলমানসকলে 'হাফিজ' বোলে। আমাৰ ভাষাৰে কবলৈ গ'লে— 'বেদ-কণ্ঠ'। হাফিজৰ আচল নাম আছিল শ্বামসুদ্দিন মোহম্মদ। ই ৰাণৰ চিৰাজ নগৰৰ দাঁতিত মোছল্লা নামে গাঁৱত ইং চৈধ্য শতিকাৰ প্ৰথম ভাগত এখেতৰ জন্ম হয়। কাজী নজৰুল ইছলামে হাফিজৰ ৰুবাই অৰ্থাৎ চাৰিশৰীয়া কবিতা ৭৩ টা মূল ফাৰ্চীৰ পৰা বঙলালৈ অনুবাদ কৰি 'ৰুবাইয়াৎ-ই-হাফিজ' নামে কিতাপ এখনি আজি তিনি বছৰ মানৰ আগেয়ে প্ৰকাশ কৰে। আমাৰ অন্তৰঙ্গ বন্ধু আৰু বাণী সম্মিলনৰ সহযোগী শ্ৰীযুত কমলাধৰ বৰুৱাই ১৮৫৩ শকৰ শাৰদীয় পূজা উপলক্ষে আমাক সেই 'হাফিজ' এখনি উপহাৰ দিয়ে। কবলৈ সন্তোষ লাগে যে, বন্ধুৰ সেই উপহাৰে আমাৰ প্ৰাণত হাফিজীয়া সুৰৰ জুই জ্বলালে। পাৰস্যৰ মনমোহা নগৰ চিৰাজে আহি অসমৰ গাঁৱলীয়া পঁজা 'বকুল বন' ত থাপনা পাতিলেহি। এই কাৰণেই পাৰিপাৰ্শ্বিক অৱস্থা আৰু সুধী-সমাজৰ বিচাৰ আদি একোলৈকে অপেক্ষা নকৰি অসীম সাহসেৰে 'হাফিজৰ সুৰ' হাতত লৈ সেৱা জনাবলৈ প্ৰাণত আজি ইমান আৱেগ।

যিজনে পাৰস্যৰ তীৰ্থ-জল আনি ইয়াৰ আগেয়েই 'চিৰ চেনেহী ভাষা জননী' ৰ পাৱ পখালি অসমীয়া সাহিত্যত ওমৰ-খায়ামৰ ধাৰাটি বোৱাই থৈছে সেইজনৰ প্ৰতি আন্তৰিক প্ৰীতি জনাই 'হাফিজৰ সুৰ' আগবঢ়ালোঁ।

হাফিজৰ ভিতৰ সোমাই ৰস গ্ৰহণ কৰিবলৈ হ'লে তেওঁৰ 'সুৰা' আৰু 'চাকী' ৰ লগত পৰিচয় হৈ ল'ব লাগিব। হাফিজ আছিল সৌন্দৰ্য্য- পিয়াসী। য'তে তেওঁৰ কবি-দৃষ্টি পৰিছিল, যেনিয়েই অলপ প্ৰেৰণা পাইছিল, তাতে তেওঁৰ ভাব-প্ৰৱণ হিয়াই সত্যৰ সন্ধান পাইছিল। আকাশৰ নীল-পিয়লা উপচি যেতিয়াই জোন-কণাৰ সুৰা আহি শ্যামলা ধৰণীৰ বুকুত নিজৰি পৰেহি, তেতিয়া আপোন পাহৰি হাফিজে আকাশ-পিয়লা হাতত লৈ থকা তেওঁৰ বাণী-প্ৰিয়াক সম্বোধন কৰে। তেতিয়াই তেওঁৰ কাব্যত তীব্ৰতা মদিৰাৰ ধাৰ যেন হৈ বৈ যায়। এই কাৰণেই 'চিৰাজী' ৰ সোঁত ইমান বেছি। প্ৰেৰণাৰ মদিৰাত উন্মত্ত নহ'লে কবিয়েই হওক বা ভক্তই হওক, কোনেও সাধনাত সিদ্ধি লাভ কৰিব নোৱাৰে। শ্ৰীমাধৱদেৱে নাম-ঘোষাৰ শেষলৈ গাইছে—

*মুকুতি সুখক বশ্য কৰি,*
*হৰিনামে আনন্দত নাচে।*
*পুৰুষে (আত্মাৰ) সহিতে সখিত্ব কৰিয়া*
*চলয় হৰিৰ কাছে।*

এই অৱস্থাতে সাধক আৰু পৰম পুৰুষৰ ভিতৰত প্ৰভেদ নাথাকে। তেতিয়া আত্মাৰ স্বৰূপ উপলব্ধি কৰি সাধক ভগৱানত লীন হয়।

'চাকী' মানে পান-পাত্ৰৰ যোগান ধৰা সুন্দৰী। কিন্তু

পাৰস্য কবিসকলে নিজৰ অন্তৰ্লীনা প্ৰেয়সী স্বৰূপিনী বাণীকে 'চাকী' বুলি সম্বোধন কৰিছে।

কবিৰ অন্তৰত যি ধাৰাটিয়ে ভাবৰ স্পন্দন তুলি কবিক অলক্ষিতে কেনিবা লৈ গৈ বাস্তৱ বাজ্যৰ আঁতৰত চিৰ সুন্দৰ ৰাজ্যত থৈ আহেঁগৈ সেই ধাৰাটি কেৱল অনুভৱৰ কথাহে। তাৰ মাধুৰ্য্য ইমান গোপন আৰু ইমান কোমল যে ভাষাই তাৰ ৰূপ দিব নোৱাৰে।

বাইবেলৰ এঠাইত কৈছে, - "Pleasant words are as honey-comb, sweet to the soul and health to the bones." (প্ৰীতিদায়ক শব্দ মৌ-চাক্ যেন। ই প্ৰাণক তৃপ্তি আৰু হাড়ক স্বাস্থ্য দিয়ে)। হিন্দুৱেও শব্দক ব্ৰহ্ম বোলে। নিৰক্ষৰ অসমীয়া গাঁৱলীয়া মানুহেও কয়— "আছে দান, নাই সন্নিধান।" হাফিজে কাব্যৰ ভিতৰেদি মানুহক এই সন্নিধান দি গৈছে।

ৰবীন্দ্ৰনাথে কয় — " মৃত্যু সত্য যেখানে জীৱন অবৰুদ্ধ।" অৰ্থাৎ যেতিয়া সৃষ্টিৰ মাধুৰ্য্য গ্ৰহণ কৰিব নোৱাৰি মানুহে সংসাৰখন এটা কাৰাগাৰ বুলি ধৰি লৈ নৈৰাশ্যৰ ওচৰত মূৰ দোঁৱায়; তেতিয়া মানুহৰ ওচৰত মৃত্যুৱেইহে সত্য বুলি প্ৰকাশপায়। তেতিয়া মানুহে "অমৃতস্য পুত্ৰাঃ" বাণীটি পাহৰে। কিন্তু যি সকলে নিজৰ মাজত পৰমাত্মাৰ আভাস পায় সেই সকলে গায় —

"তুমি আমাৰ আপন তুমি আছ আমাৰ কাছে", ............

আনন্দ-বিলাসী হাফিজে সৃষ্টি-ৰহস্যৰ আলোক ঝৰণাত স্নান কৰি অমিয়া পান কৰে। ইয়াত মৃত্যু নাই। জীৱন চিৰমুক্ত; সদায় সেউজীয়া।

কবিক চিনি পাবলৈ হ'লে বা কবিৰ সুৰটি কেনি বাজিছে ধৰা পেলাবলৈ হলে আগেয়ে কবিৰ প্ৰাণটি বিচাৰি উলিয়াব লাগিব। নহলে বাহিৰতে থাকি অকল গুঞ্জন শুনিয়েই উলটি আহিব লাগিব। হাফিজৰ 'সুৰা' আৰু 'চাকী'ক যদি সাধাৰণ 'মদ' আৰু ' সখী' বুলি ধৰি লৈ ধ্বংসৰ মুখত আমি জীৱন উছৰ্গা কৰোঁ— তাৰ বাবে দায়ী হ'ম আমি নিজেহে।

অসমীয়া সাহিত্যতো ৰহস্য-বাদ আছিল আৰু এতিয়াও আছে। কিন্তু ৰহস্যৰ দুৱাৰ মুকলি কৰিব নোৱাৰি সেই পন্থাৰ শিষ্যসকল আজি ব্যভিচাৰী বুলি পৰিচিত হ'ল। অসমৰ "ৰাতি খোৱা সম্প্ৰদায়"ৰ প্ৰতিষ্ঠাতাজনে নিশ্চয় ৰহস্য-বাদ ভাল পাইছিল। নহলে তেখেতে ভাগৱতীধৰ্মৰ মূল ভাবটি অসমীয়া ভাষাৰ জালেৰে এইদৰে লুকাই থৈ নগ'লহেঁতেন—

*লগ নাই কাৰেনো যাওঁ মোৰ বাজে ঐ,*
*সঙ্গ নাই কাৰেনো যাওঁ।*
*নামো অময়া ভকতি অময়া*
*বেচ নাই সুদায়ে যাওঁ।।*

*নৈৰে পাৰতে ৰৰগছ এজুপি*
*ফলে ফুলে ভাঙে ডাল।*
*পানী চেঙেলীয়া গৰা খহনীয়া*
*ৰক্ষিবাহা কত কাল?*

ইয়াৰ ভিতৰত ৰহস্যৰ এখন সাগৰ। লগ-সঙ্গ নাইকিয়া আত্মাৰ গতিপথ- তথাপি তাৰ মাজতে আছে 'অময়া ভক্তি (ৰসময়ী ভক্তি?) 'অময়া নাম', যাৰ মূল্য দিব নোৱাৰি। কাল-নৈৰ পাৰত জ্ঞানৰ বটবৃক্ষ (ৰৰগছ) জুপি— তাতে কৰ্ম (ফুল) আৰু মুক্তি বা নিৰ্বাণ 'ফল' লাগি আছে। 'পানী চেঙেলীয়া' অৰ্থাৎ চিৰ-প্ৰবাহমান কাল সোঁতৰ পাৰত থকা প্ৰাণীবিলাক খহনীয়া গৰাৰ দৰে তাত পৰি বিলীন হৱই লাগিছে। এনে খহেকীয়া জগতত কেই দিন থাকিবা? আহাঁ হাতত ধৰাধৰিকৈ অৰ্থাৎ ভাতৃ ভাবেৰে সমবেত হৈ জ্ঞান ৰৰগছৰ ফুল পিন্ধি খোপা শুৱনী কৰোঁ। কিন্তু ইয়াৰ ওপৰত থকা শব্দৰ জালখনি এৰুৱাই ভিতৰত থকা পোহৰ ধানি উলিয়াই ল'ব নজানি "মকৰাৰ জালতে কৃষ্ণাই বন্দী হ'ল।" কালিন্দী বাতি আৰু নূপুৰাল।

ভয় আৰু বিষাদে শৰীৰৰ মুকলি বাটবোৰ বন্ধ কৰি জীৱনী শক্তিৰ গতি ধীৰ আৰু এলেহুৱা কৰি তোলে, কিন্তু আশা আৰু শান্তিৰ বাণীয়ে প্ৰাণত জীৱনৰ সোঁত বোৱাই দি মন প্ৰফুল্ল কৰি থয়। যি সকলে প্ৰফুল্ল মানৱ হৈ প্ৰাণৰ পূজা কৰিবলৈ অদম্য হেঁপাহ লাভ কৰিছিল, সেই সকলৰ পৰিকল্পনাতে সমস্ত শক্তিৰ প্ৰতীক স্বৰূপে দুৰ্গাদেৱীৰ জন্ম হৈছিল। সেই কাৰণেই তেওঁবিলাকে গায়-

"ৰূপং দেহি জয়ং দেহি যশো দেহি দ্বিষোজহি। " শক্তি মানেই প্ৰাণ। হাফিজে বিচাৰিছিল অফল প্ৰাণ। হাফিজে জানিছিল - "In God (Infinite Spirit) we live and move and have our being . He is the life of our life, our very life itself............ We are partakers of the life of God." ( ঈশ্বৰ— যি জন অনন্ত -প্ৰাণ, তেওঁতে আমি জীয়াই আছোঁ, লৰ-চৰ কৰিছোঁ আৰু তেওঁৰপৰাই এই স্থূল দেহ পাইছোঁ। তেঁৱেই আমাৰ জীৱনৰো জীৱ। আমাৰ এই জীৱনটোও তেঁৱেই। সেই মহাপ্ৰাণৰে আমি অংশ গ্ৰহণ কৰিছোঁ।)

নাম-ঘোষায়ো কৈছে —

*"হৰিসে চৈতন্য আত্মা জ্ঞানময়*
*আৰৰ সমস্তে জড়।*
*বেদ বেদান্তৰ সমস্ত শাস্ত্ৰৰ*
*এহিসে বিচাৰ বড়।।" - ২২০।।*

---

পৰিশিষ্ট

এতিয়া দেখা গ'ল যে, — এই দুনিনীয়া সংসাৰৰ দুখ-তাপ জ্ঞান-বুদ্ধিৰ বিচাৰ, 'মই', 'তই' প্ৰভেদ, সকলো পাহৰি প্ৰকৃত আনন্দ পাবলৈ হলে চিৰ সুন্দৰক সকলো ভাৰ অৰ্পণ কৰিব লাগিব। বিশ্ব-প্ৰকৃতিৰ সুৰত সুৰ মিলাব লাগিব। সমস্ত পৃথিৱীয়ে আমাক ভাল পাবলৈ হলে আমি প্ৰথমে সমস্ত পৃথিৱীক ভাল পাব লাগিব। নহলে ঘৃণা, কুৎসা, আসোঁৱাহেই জীৱন ঢাকি পেলাব।

এজন ইংৰাজ কবিয়ে কৈছে, — এই জগতত বিশ্বাসী হৃদয় আছে, নিৰ্ভীক প্ৰাণ আছে আৰু আছে সত্য-শুদ্ধ অন্তঃকৰণ। সেই কাৰণে জগতলৈ তোমাৰ যি যেৰা মধুৰ সম্বল আছে তাকে উলিয়াই দিয়া। তোমালৈও সেই দৰেই সৰ্বোৎকৃষ্ট মধুৰ সম্বলেই উলটি আহিব।

'হাফিজৰ সুৰ'ত ইয়াৰ সন্ধান পাই নিজৰ যোগ্যতালৈ আৰু নকৰি সহৃদয় সমাজলৈ আজি শাৰদীয়-উৎসৱ উপলক্ষে এই সেৱাটি আগবঢ়ালোঁ। যি সকল গুণী, জ্ঞানী— সেইসকলৰ কাৰণে আমাৰ বস্তুটিত নতুনত্ব একো নাই। তেখেতসকলৰ কাৰণে আমাৰ নিবেদনো পুৰণি। কিন্তু আমাৰ যি সকল অসমীয়া ভাই-বন্ধু পাশ্চাত্য-সাহিত্যৰ লগত অপৰিচিত সেইসকলৰ কাৰণে কিবা প্ৰয়োজনত আহে বুলিহে নিবেদনৰ কিননি ইমান অধিক হ'ল।

আমাৰ অন্তৰ্বেদনাৰ একমাত্ৰ গোপন-বাতৰি পাওঁতা আৰু আমাক গীতাৰ মন্ত্ৰেৰে উদ্বুদ্ধ কৰোতা চেনেহৰ 'দাদা' শ্ৰীযুত তুলসীনাৰায়ণ শৰ্মাইহে "হাফিজৰ সুৰ" প্ৰকাশ কৰিবলৈ আমাক তং হেৰুৱালে।

সকলো দোষৰ ভাৰ নিজৰ শিৰত তুলি লৈ সুধী সমাজৰ আগত আজি আমি 'হাফিজৰ সুৰ' দাঙি ধৰিছোঁ অকল এটি সাহসত যে, জ্ঞানীসকলে স্নেহ-আদৰেৰে অজ্ঞানীৰ চকু ধুই দিয়ে। তেখেতসকলে জানে - " Prejudices, preconceived opinions and belief always stand in the way of true wisdom," প্ৰাণত এটা আশা আছে যেন,আজি আমাৰ মনৰ কি-টি অকল এটা ভাব (Idea) হৈয়েই আছে সেইটিও যদি প্ৰাণ-শক্তিৰ পৰশ লাগে সিও নিশ্চয় এদিন সজীৱ হৈ উঠিব। যিহেতু —

*There is no noble height thou canstnot*
*climb;*
*' All triumph may be thine in times*
*futurity,*
*If,whatsor'er thy fault, thou dost not faint*
*or halt:*
*But lean upon the staff of God's security."*

এইটোৱেই Law of Prosperity; সকলো বিকাশৰ মূলতে এই একে কথাই।

ডিব্ৰুগড়ীয়া
২১ ভাদ্ৰ, ১৮৫৫।। শ্ৰীআনন্দচন্দ্ৰ বৰুৱা

## স্মৃতি-পট

স্বৰ্গীয়া ঊৰ্মিলা দেৱী

মোৰ চেনেহ আকলুৱা হিয়াত কেতিয়াবা তুমি দুই এটি শবদেৰে সুনিৰ্মল ৰসৰ সঞ্চাৰ কৰিছিলা। মই তোমাৰ সৰল কথা-বাৰ্তা, তোমাৰ সুখ-দুখ তোমাৰ ৰং-ধেমালিবোৰ লক্ষ্য কৰি পেটে পেটে এটা সন্তোষৰ হুমুনীয়া পেলাইছিলো। সিদিনা ২৫-৭-৩৩ তাৰিখে আবেলি তুমি তোমাৰ আঁঠমহীয়া লৰাটি আঁঠুত বহুৱাই লৈ নীৰলে তাৰ কাণে কাণে কোৱা মই শুনিছিলো- "তুমি মোৰ কলিজা নহয়নে?" তোমাৰ সেই কথাষাৰ শুনি কেঁৰে নেদেখাকৈয়ে মোৰ চকুৰ পৰা এটোপ পানী ওলাইছিল - হাঁয়! মোৰো যদি আই থাকিলহেঁতেন।

পিছদিনা পুৱা তোমাৰ শৰীৰ অসুখ হ'ল। ৰাতিলৈ অলপ বেছি হৈ আহিল। ২৭-৭-৩৩ তাৰিখৰ দিনা এক বজাত ডাক্তৰে কোৱা শুনিলোঁ তোমাৰ নাড়ী বেয়া হৈ আহিছে। লৰ মাৰি ওচৰলৈ গ'লোঁ। খন্তেকৰ ভিতৰতে তোমাৰ আত্মীয়-কুটুম সকলো আহি ঘৰ ভৰি পৰিলহি। চাওঁতে চাওঁ তে তোমাৰ হাত-ভৰি, চকু-কাণ অৱশ হৈ আহিল। তুমি মাতিব নোৱাৰা হ'লা। হায়, হায়, তোমাৰ শেঁতা পৰি অহা মুখখনি, কাতৰ চকু-যুৰি, যন্ত্ৰণাত ছট্-ফট কৰা দেহাটি দেখি ঈশ্বৰক কিমান অনুনয়-বিনয় কৰিলোঁ, কেনি ক'লৈ লৰ দিলোঁ-তথাপি তুমি আগৰ নিচিনা নহ'ল। মাৰে তোমাক সাবটি ধৰিয়েই থাকিল, হাতৰ খাৰু, ডিঙিৰ হাৰ, কপালৰ সেন্দুৰ জিলিকিয়েই থাকিল- কেৱল নোহোৱা হ'ল তোমাৰ প্ৰাণৰ স্পন্দনটি। তেতিয়া তোমাৰ অসাৰ দেহটি বেৰি লৈ থাকোতে ইচ্ছা হৈছিল যেন গোটেই সৃষ্টি তোলপাৰ কৰি ঈশ্বৰ ক'ত আছে বিচাৰি লৈ এবাৰ সোধো, "মানুহ ইমান দীন-দৰিদ্ৰ কিয়?"

সাগৰৰ ঊৰ্মি এটিৰ দৰে তুমি আহিলা আৰু এটি হৰ্ষ-বিষাদৰ ঢৌ তুলি থিতাতে কেনিবা গুচি গ'লা। তোমাৰ জীৱনটোৰেই যেন এটি **"হাফিজৰ সুৰ।"** ছপা হোৱা পাত কেইটামান নি তোমাৰ হাতত দি সুধিছিলোঁ--**"হাফিজৰ সুৰ"** কেনে হৈছে পঢ়িবাইক। হায়! সম্পূৰ্ণ হ'বলৈ তুমি আৰু অপেক্ষা নকৰিলা। তুমি নাই। কিন্তু তোমাৰ স্মৃতিটিয়েই **"হাফিজৰ সুৰ"**ত লাগি থক। মোৰ বেদনাৰ চিতা মোৰ বুকুতে জ্বলি থাকক।

**-মাজু ভিনিহি**

# চুফিবাদ

আৰবী শব্দ 'চুফ্' মানে উণ্ সূতা। যি বিলাক মুনিহ-ভিৰোতাই বৈৰাগ্য ধৰ্ম গ্ৰহণ কৰিছিল তেওঁবিলাকে উণৰ দীঘল হলহ ছোলা পিন্ধা বাবেই এই সম্প্ৰদায়ক কালক্ৰমে চুফি বোলা হৈছিল। ইছলাম ধৰ্ম প্ৰবৰ্ত্তনৰ দ্বিতীয় শতাব্দীৰ পৰাই এই মতবাদৰ জন্ম হয়।

ইছলাম ধৰ্মত ৰহস্যবাদ হজৰত মোহম্মদৰ দিনৰ পৰাই আৰম্ভ হৈছিল। হজৰত মোহম্মদৰ স্বভাৱত এহাতে ফকীৰ ভাব আৰু ৰহস্যবাদ আছিল আৰু আন হাতে তেওঁ অকলশৰীয়া সংসাৰ-বিৰাগী ভাব আৰু খ্ৰীষ্টিয়ান ধৰ্ম -গুৰু বিলাকৰ সন্যাস ভাবৰো বিৰোধী আছিল। তথাপি তেওঁৰ ওচৰে পাজৰে থকা এই বিধ লোকৰ প্ৰভাৱৰ পৰা হজৰত মোহম্মদ একেবাৰেই আঁতৰি থাকিব নোৱাৰিছিল। এই কাৰণেই ইছলামৰ প্ৰাৰ্থনাত আত্ম-সমৰ্পণ সূচক ব্যায়াম, কেবাবাৰো উপাসনা আৰু এমাহকৈ ৰোজা ধৰা নিয়ম প্ৰৱৰ্তিত হৈছিল। কোৰানত আল্লাক কোনেও ওচৰ চাপিব নোৱাৰা সৰ্বশক্তিমান আৰু স্ব-ইচ্ছাত প্ৰৱৰ্তিত বুলি কোৱা হৈছিল যদিও কোনো কোনো ঠাইত তেওঁক সৰ্বব্যাপী আৰু তেওঁৰ সৃষ্টিৰ লগত অতি ঘনিষ্ঠ সম্পৰ্ক থকা বুলিও কোৱা হৈছিল। "তুমি যি ফালেই মুখ ঘূৰোৱা সেই ফালেই আল্লাৰ মুখ আছে।" আৰম্ভণীৰ পৰাই ৰহস্যবাদৰ বীজ থকা ইছলাম ধৰ্মত ৰাজনৈতিক, সামাজিকআৰু বুদ্ধি বৃত্তিৰ সংঘাত পৰি ক্ৰমাৎ ৰহস্যবাদেঁ বিস্তাৰ লাভ কৰিলে। হজৰত মোহম্মদৰ প্ৰয়াণৰ পাছত দুই শতাব্দী মানলৈ এই ৰহস্যবাদৰ প্ৰভাৱ যথেষ্ট আছিল। সৰ্বনাশী গৃহযুদ্ধ, দয়া-মায়া নাইকিয়া যুদ্ধপ্ৰিয় ৰজাবিলাকৰ স্বেচ্ছাচাৰ, ধনী সম্প্ৰদায়ৰ ভোগবিলাস, কঠোৰ নিয়ম পালন কৰা যন্ত্ৰবৎ নৈতিক গোষ্ঠী আৰু ব্যক্তিগত চিন্তাৰ মুক্ত প্ৰচাৰৰ ফলত ইছলাম ধৰ্মৰ আধ্যাত্মিক আৰু আবেগিক বিশ্বাসত এটা বিপ্লৱ সৃষ্টি হ'ল।

পাৰ্থিৱ জগতৰ বৃথা আড়ম্বৰত বিৰক্ত হৈ হেজাৰ হেজাৰ লোকে পোনপটীয়াকৈ ঈশ্বৰক প্ৰাণৰ ভক্তি নিবেদন কৰিবলৈ ধৰিলে। কোৰানত বৰ্ণনা কৰা 'দোজখ' (নৰক)ৰ ভয়াবহ ৰূপে তেওঁবিলাকৰ মনত পাপৰ প্ৰতি গভীৰ দৃষ্টিপাত জগাই তুলিলে আৰু পাপৰ পৰা মুক্তি পাবৰ কাৰণে তেওঁবিলাকে ফকীৰি গ্ৰহণ কৰিলে।

গুৰিতে চুফিবাদ কোনো প্ৰকাৰৰ কল্পিত চিন্তাধাৰা নাছিল। সি আছিল এটা প্ৰকৃত ধৰ্ম। সমাজৰ বৈষম্য, অভাৱ-অনাটন, মানুহে ভাল পোৱা বৃথা মোহৰপৰা মুক্তি পাবলৈকে সংসাৰৰ প্ৰতি বৈৰাগ্য জন্মি এচাম মানুহে এই ধৰ্মৰ ভেটি স্থাপন কৰিলে। আৰম্ভণীত চুফিবাদী লোকসকলে মজছিদ আদিলৈ গৈ প্ৰাৰ্থনাও কৰিছিল। পেলেষ্টাইনত খ্ৰীষ্টিয় সপ্তম শতিকাৰ শেহভাগত চুফি সম্প্ৰদায়ৰ কাৰণে এটা মঠ কুফাৰ আবুহাচিম নামে এজন চুফি-ফকীৰে স্থাপন কৰিছিল। এই কালত অনেক চুফি-বৈৰাগী দেশে দেশে ভ্ৰমণ কৰি ঘূৰি ফুৰিছিল। কিছুমান অকলশৰে আৰু কিছুমানে সৰু সৰু একোটা দল বান্ধি ঘূৰি ফুৰিছিল। এইদৰে ঘূৰি ফুৰোতে তেওঁবিলাকে সময় বুজি ভিক্ষাবৃত্তি আৰু কেতিয়াবা দৈহিক পৰিশ্ৰম কৰি জীৱিকা নিৰ্বাহ কৰিছিল। তেওঁবিলাকে কোৰানৰ কেইটামান নীতি মানি লৈছিল আৰু ইয়াৰ ওপৰতে আস্থা ৰাখি বৈৰাগ্য ধৰ্মৰ প্ৰচাৰ কৰিছিল। এই নীতি বিলাকৰ ভিতৰত প্ৰথম আছিল— ঈশ্বৰৰ স্তুতি। কোৰানৰ মতেই আল্লাৰ গুণ-কীৰ্ত্তন কৰি তেওঁৰ পবিত্ৰ নামসমূহ ঘূৰাই ঘূৰাই গাই ফুৰিছিল। ইয়াৰ লগতে 'ঈশ্বৰ-বিশ্বাস', সম্পৰ্কেও তেওঁবিলাকে কোৰানৰ অনুসৰণ কৰিছিল। সংসাৰ অসাৰ ভাবি, পাৰ্থিৱ সম্পদৰ প্ৰতি মোহ নথকাকৈ সমস্ত দেহ-প্ৰাণ ঈশ্বৰৰ হাতত অৰ্পণ কৰিছিল।

সময়ত এই সম্প্ৰদায়ৰ চিন্তাধাৰা ৰহস্যবাদলৈ ৰূপান্তৰিত হ'ল। মুক্তিলাভটোৱেই প্ৰথম উদ্দেশ্য নোহোৱাত পৰিলগৈ। এই বৈৰাগী চুফিবিলাকৰ সকলো আশা-ভৰসা, কামনা-বাসনা অন্তৰ জগতত প্ৰৱেশ কৰিলে আৰু তেওঁবিলাকৰ ব্যক্তিগত সত্তা তেনেই পাহৰি পেলালে। তেওঁবিলাকে কেৱল ঈশ্বৰক আশ্ৰয় কৰিয়েই অকল তেওঁৰ চিন্তাতেই জীৱন উছৰ্গা কৰিলে। (গুৰিতে আমাৰ কেৱলীয়া ভকতসকলো ঠিক এনেকুৱাই আছিল।) চুফিবাদৰ ইতিহাসত ৰচোৱাৰ ৰাবিয়া নামে এগৰাকী সন্যাসিনীৰ উক্তিবিলাকত ৰহস্যবাদৰ প্ৰেম সম্পৰ্কে ভালেমান কথা পোৱা হয়। এই সময়ৰ পৰাই প্ৰতীক ধৰ্মী প্ৰেম আৰু সুৰাৰ কল্পনাই প্ৰাধান্য লাভ কৰিলে। অন্তৰতম স্থানত থকা অনক গোপনে ৰখা উচিত বুলি ভাবি ঈশ্বৰ প্ৰেমৰ প্ৰতীক স্বৰূপেই পাৰ্থিৱ প্ৰেম ভক্তিক সুৰা ৰূপে প্ৰকাশ কৰা হ'ল। তৃতীয় শতাব্দীত চুফিবাদে এটা নতুন বেশ ধাৰণ কৰিলে। চুফিবাদৰ পুৰণি ভক্তিমূলক ৰহস্যবাদৰ ঠাইত লাহে লাহে কল্পনামূলক আৰু অদ্বৈত ভাবৰ অৰ্থাৎ (ঈশ্বৰ আৰু মই এক) এটি সোঁত প্ৰবলভাবে বৈ গ'ল। এই ধাৰাটো ইছলামৰ নীতি-বিৰোধী হোৱা বাবে প্ৰাচীন নৈতিক উলেমাবিলাকৰ লগত চুফি-বাদীসকলৰ

বিৰোধ সৃষ্টি হ'ল। বাগদাদৰ মাৰুফ নামে এজন চুফি-সাধক গুৰিতে খ্ৰীষ্টিয়ান পিতৃ-মাতৃৰ সন্তান আছিল। তেওঁ চুফিবাদক 'দিব্যজ্ঞান' বুলি অভিহিত কৰি গৈছে। তেওঁৰ মতে 'দিব্যসত্তা' উপলব্ধি কৰাই চুফিবাদৰ মূল উদ্দেশ্য।

## চুফিবাদৰ ক্ৰমবিকাশ

ইছলামৰ বাহিৰে অইন ধৰ্মৰ প্ৰভাৱে চুফিবাদৰ ক্ৰমবিকাশত যথেষ্ট সহায় কৰিলে। খ্ৰীষ্ট ধৰ্মৰ আশ্ৰমবাসী সন্ন্যাসী সকল আৰু উদাৰপন্থী সম্প্ৰদায়বিলাকে অৱলম্বন কৰা সংসাৰৰ প্ৰতি বিৰাগ ভাৱৰ প্ৰভাৱ চুফি মতবাদৰ ওপৰত যথেষ্ট আছে। খ্ৰীষ্টধৰ্মৰ ঈশ্বৰৰ প্ৰশংসা-বাণীৰ লগত চুফি সকলৰ ঈশ-স্তুতিৰ যথেষ্ট সাদৃশ্য আছে।

মঠ-মন্দিৰ আৰু সুকীয়া সত্ৰ পতা ৰীতি মোহম্মদে সমৰ্থন নকৰিছিল যদিও চুফিসকলে এনে উদাহৰণ খ্ৰীষ্টান মঠবিলাকৰ পৰাই পাইছিল। ইয়াৰ উপৰি বৌদ্ধ ধৰ্মৰ প্ৰভাৱো চুফি বাদত আছে। বাল্খ, ট্ৰানচক্সিয়ানা,তুৰ্কীস্থান আদিত হজৰত মোহম্মদৰ পূৰ্বকালত বৌদ্ধ সন্ন্যাসীসকলে ইছলাম ধৰ্মী লোকসকলৰ মাজতো বৌদ্ধ ধৰ্মৰ ৰীতি-নীতি আৰু বৌদ্ধ দৰ্শন প্ৰচাৰ কৰি স্থায়ী ভাৱে সেই ঠাইবিলাকত বাস কৰিছিল। মালা জপ কৰা, নিৰ্বাণৰ কথা আদিয়ে মুছলমানৰ মাজতো ঠাই পালে। চুফিবাদৰ ওপৰত তৃতীয় ডাঙৰ প্ৰভাৱ পৰিছিল গ্ৰীক্ দাৰ্শনিক প্লেটোৰ। খ্ৰীষ্টাব্দ ৮০০ ৰ পৰা ৮৬০ লৈকে এই কালছোৱাত গ্ৰীক্ সভ্যতাৰ আলোক বৰ উজ্জ্বল হৈ উঠিছিল। তাৰ আলোক বশ্মি আহি ইছলাম ধৰ্মতো পৰিছিল। প্লেটোৰ দাৰ্শনিক চিন্তাধাৰাৰ প্ৰভাৱৰ পৰা সেই ঠাইবিলাক মুক্ত হৈ থকা নাছিল।

তৃতীয় শতাব্দীৰ শেষত চুফি ৰহস্যবাদ এটা সু-নিয়ন্ত্ৰিত চিন্তাধাৰাত পৰিণত হ'ল। এই মতবাদৰ ৰীতি-নীতি, নিয়ম কাৰণ, উপাসনা আদি নতুন মানুহে শিকিব পৰাকৈ গঠন কৰা হ'ল। একোজন ধৰ্মগুৰু ৰূপে গুলাল আৰু তেওঁ শিষ্য সকলক এই বিলাক উপদেশ দিবলৈ ধৰিলে। শিষ্যসকলে তেওঁক ঈশ্বৰৰ লগত পোনপটীয়া সম্পৰ্ক থকা লোক বুলি বিশ্বাস কৰিছিল। এনেকুৱা গুৰু-গিৰি কৰা চুফি ফকীৰ বিলাকৰ ওপৰত এজন আছিল তেওঁক 'কুতুব্' বোলা হৈছিল। সকলো ফকীৰৰ তেওঁ সৰ্বেসৰ্বা ৰূপে অধিষ্ঠিত হৈছিল। ইয়াৰ পাছৰ দুশ বছৰ কালত ( খ্ৰীষ্টাব্দ ৯০০-১০০০) চুফি মতবাদৰ অনেক শাস্ত্ৰ আৰু ৰীতি-নীতি বিষয়ৰ কিতাপ সংকলন কৰা হ'ল। এই কিতাপ বিলাকত আত্মা আৰু আধ্যাত্মিক স্তৰলৈ উঠিব পৰা সম্পৰ্কে নানান উপদেশ আছিল। ঈশ্বৰক বিচাৰি উৰ্দ্ধগতি কৰা মানুহৰ কাৰণে কিছুমান খোপ্ বা স্তৰ আছে। চুফিবাদৰ অতি পুৰণি কিতাপত এই স্তৰবিলাকৰ এনেদৰে বৰ্ণনা দিয়া হৈছে।

(১) অনুশোচনা ( বিষাদ- যোগ)
(২) অহিতকাৰী পথৰ পৰা আঁতৰি থকা;
(৩) ত্যাগ;
(৪) দাৰিদ্ৰ;
(৫) ধৈৰ্য্য;
(৬) ঈশ্বৰত বিশ্বাস;
(৭) মৌনতা; (ঈশ্বৰৰ ইচ্ছা অনুসৰি)

এই সাতোটা স্তৰ পাৰ হৈ গলেই এটা সমভাৱৰ আধ্যাত্মিক সত্তাত উপনীত হবগৈ পাৰি। ঈশ্বৰৰ প্ৰতি ভয়, প্ৰেম আৰু ঈশ্বৰ প্ৰাপ্তিৰ আশাত সাধকসকলে এই স্তৰ সমূহ পাৰ হৈ স্থিতাৱস্থা লাভ কৰিছিল। খ্যাতিসম্পন্ন চুফি-সাধক গজলিয়ে একেলগে দুটা কাম কৰিলে। তেওঁ ইছলাম ধৰ্মৰ তত্বক ৰহস্যবাদী কৰিলে আৰু তেওঁৰ দিনৰ পৰাই চুফিবাদৰ ৰহস্যবাদে অধিক প্ৰচাৰ লাভ কৰিলে।

## নানা মতামত

চুফিসকলৰ মাজতো অনেক মতভেদ আছে। কোনো কোনোৱে ফকিৰী, কোনো কোনোৱে নিৰ্জন-জীৱন আৰু কোনো কোনোৱে "ঈশ্বৰ আৰু মই এক" ভাব অৱলম্বন কৰিছিল। পাৰস্য দেশত প্ৰবৰ্তিত চুফি-ধৰ্মৰ সাহিত্যত এনেদৰেও পোৱা হয়- "মই সুৰাপায়ী আৰু সুৰা আৰু পান-পাত্ৰ লৈ আহোঁতা জন।" "মই এজন ঈশ্বৰৰ পৰা আন এজন ঈশ্বৰৰ ওচৰলৈ গঁলো আৰু শেহত মোৰ অন্তৰৰ পৰাই প্ৰতিধ্বনিত হ'ল— " অ' তুমিয়েই মই।" পাৰস্যৰ চুফি কবিসকলৰ কবিতাত ঈশ্বৰ আৰু মানৱ আত্মাৰ মাজত থকা সম্পৰ্কটো এনেকুৱা ৰহস্যময় বাক্যৰেই প্ৰকাশ কৰা হৈছে। পাৰ্থিৱ প্ৰেম,সৌন্দৰ্য্য আৰু পৃথিৱীৰ মোহক অলঙ্কাৰ ৰূপে গ্ৰহণ কৰি স্ৰষ্টা আৰু সৃষ্টিৰ মাজৰ সম্পৰ্কটো কবিতাৰ সূক্ষ্ম -ব্যঞ্জনাৰে ৰূপ দিয়া হৈছে। ইয়াৰ পিছৰ পৰাই ওমৰ খায়াম, হাফিজ আদি কবিসকলে এই প্ৰতীক-ধৰ্মী ভাষাৰ ব্যঞ্জনা তেওঁলোকৰ কবিতাত ব্যৱহাৰ কৰিবলৈ ধৰে। পাৰস্যৰ চুফিবাদে বিশ্ব সভাত কবি জালালুদ্দিন ৰুমীৰ কবিতাৰ যোগেদি স্পষ্ট ভাৱে প্ৰকাশ লাভ কৰিছে। ৰুমীয়ে কৈছে—

ঈশ্বৰেইহে একমাত্ৰ সত্য আৰু তেওঁ সকলো নাম আৰু বৰ্ণনাৰ অতীত। তেওঁ স্বয়ং সম্পূৰ্ণ সত্বাই নহয়; তেওঁৱেই একমাত্ৰ সৎ আৰু সেইবাবে তেওঁৱেই একমাত্ৰ সৌন্দৰ্য্য। সৌন্দৰ্য্যই স্বভাৱতে বিকাশ লাভ কৰিব খোজে।

এই জোন-বেলি-তৰা আদিৰে পৰিপূৰ্ণ বিশ্বব্ৰহ্মাণ্ডখনে সেই কাৰণেই প্ৰকাশ লাভ কৰিছে। ঈশ্বৰে কৈছে, "মই গোপন বস্তু-ভাণ্ডাৰ হৈ আছিলোঁ আৰু মই প্ৰকাশিত হবৰ ইচ্ছা কৰিলোঁ আৰু সেই কাৰণে মই প্ৰাণীকুল সৃষ্টি কৰিলোঁ যাতে সিহঁতে মোক

পৰিশিষ্ট

চিনি পায়।" বস্তুবিলাক চিনি পাব পাৰি বিপৰীত ধৰ্মী বস্তুৰ তুলনাত। সেইদৰেই এটা সত্তাক জানিব পাৰি সত্তাহীনৰ তুলনাৰে। যেনেকৈ এখন আৰ্চিত প্ৰতিবিম্বটো প্ৰতিফলিত হয় ঠিক সেই দৰেই একমাত্ৰ সত্তাৰ প্ৰতিবিম্বটো হ'ল বিৰাট বিশ্বব্ৰহ্মাণ্ডখন। দৰাচলতে এই বিশ্বব্ৰহ্মাণ্ডখনৰ কোনো সত্তাই নাই; মাত্ৰ সূৰ্য্যৰ পোহৰত প্ৰতিফলিত হোৱা সি এটা ছাঁয়াহে।

চুফি মতবাদে ভাল আৰু বেয়া, সৎ আৰু অসৎ এই দুটাৰ পাৰ্থক্য একেবাৰেই নাই বুলি কৈছে। অসৎৰ কোনো সত্তা নাই। "ময়েই সত্য" এয়ে হ'ল আত্ম-সত্তা। নৃত্য, গীত, বাদ্য, সুৰা, ইন্দ্ৰজাল আদিও চুফিবাদত সোমাইছিল।

### চুফিবাদ আৰু হাফিজ

প্ৰাচীন ইৰাণৰ চিৰাজ নামে নগৰৰ দাঁতিত মোচল্লা নামে এখন গাঁৱত ইং চৌধ শতিকাৰ প্ৰথম ভাগত হাফিজৰ জন্ম হয়। তেওঁৰ আচল নাম আছিল খামচুদ্দিন মোহম্মদ। বিজনে সম্পূৰ্ণ কোৰান কণ্ঠস্থ কৰিব পাৰিছিল তেওঁকেই 'হাফিজ' বোলা হৈছিল। ৰহস্যবাদী কবি হাফিজৰ ৰস গ্ৰহণ কৰিবৰ কাৰণে আমি আগতে কৈ অহা চুফিবাদ সম্পৰ্কে সজাগ হৈ ল'ব লাগিব, ফল্গুৰ ধাৰাৰ দৰে অন্তৰ লোকত বৈ যোৱা মাধুৰ্য্য বাশিৰে হাফিজৰ ৰুবাই (চাৰিশাৰীয়া কবিতা) বিলাকউপচি আছে —

*"তোমাৰ ছবিকে ধ্যান কৰি প্ৰিয়*
*দৃষ্টিয়ে মোৰ সদাই থিৰ*
*তোমাৰ ঘৰৰ বাটটি এৰি*
*নলয় ভৰিয়ে কেনিও ভিৰ"।*

ভগবৎ প্ৰেমত বিমুগ্ধ হৈ থকা বৈৰাগী কবি হাফিজে ঠাৱৰ কৰিছে আৰু ই সত্য কথা যে, আজি মৃত্যুৰ হাত এৰাই অন্যফালে যাওঁ বুলি পলাবলৈ কেনিও বাট নাই, গতিকে যিটো বাটে যাবই লাগিব সেইটোকে সবোগত কৰি লোৱাৰ বাহিৰে গত্যন্তৰ নাই। ইয়াৰ দ্বাৰাই মানৱ জীৱনৰ এটা সীমা ৰেখা টানি লোৱা হ'ল আৰু পৰম শক্তিৰ অস্তিত্ব স্বীকাৰ কৰা হ'ল।

*"জগত খনৰে লাগিছে চকুত*
*ধুনীয়া টোপনি ধুনীয়া ভোলা,*
*অকল মোৰহে চকু-মণি যোৰে*
*নাপালে নিদ্ৰাদেবীৰ কোলা।"*

গভীৰভাৱে চিন্তা নকৰা সাধাৰণ স্বভাৱৰ মানুহৰ খোৱা-শোৱা আমোদ-প্ৰমোদ আদিতেই জীৱন অতিবাহিত হয়, কিন্তু হাফিজৰ দৰে চিন্তাশীল ৰহস্যবাদী কবিয়ে সৃষ্টিৰ ৰহস্যত বুৰ গৈহেই এনে উক্তি কৰিছে। এইটো তেওঁ দুখত কোৱা নাই ইয়াত তেওঁ ঈশ্বৰৰ ধ্যানতেই ওপচি আছে। দুনিয়াৰ সংসাৰৰ বৃথা সম্ভোগ বাসনাই তেওঁক টলাব পৰা নাই।

*"মোৰ ই সুখৰ শত্ৰু হ'বলৈ*
*কৰা অভিসাৰ ৰেণতে ভাই*
*মহা মউজৰ আয়োজন আজি*
*সজোৱা পাত্ৰ মদিৰা ভৰাই"।*

তেওঁ যি মদিৰা পান কৰি সংসাৰ পাহৰি আছে সেয়া আঙুৰ ৰসৰ মদিৰা নহয়। সেইয়া ভগৱান প্ৰাপ্তিৰ অমিয়া।

*"কপালে বিলিলা তোমাকে মোকে*
*কৰিলে ইমানে দুখিনে দুকাল,*
*সিদিনাৰ পৰা হাঁহিৰ ৰেখাই*
*চোৱা নাই মোৰ নীৰস গাল।"*

বিলিলা মানৱ বেশে জন্ম হ'ল ঈশ্বৰৰ পৰা আঁতৰি আহিব লগা হ'ল সেইদিনাৰ পৰাই আকৌ ঈশ্বৰৰ সান্নিধ্য বিচাৰি চিন্তাশীল মনত দুখৰ জন্ম হ'ল।

এই খিনিতে আমি চুফিসকলৰ ওপৰত বৌদ্ধ ধৰ্মৰ প্ৰভাৱ পৰা দেখা পাওঁ। বৌদ্ধ ধৰ্মৰ "দুখ সত্য" উপদেশ এই জন্ম দুখ, জৰা দুখ, ব্যাধি দুখ, অপ্ৰিয় সংযোগ দুখ, প্ৰিয় বিয়োগ দুখ, কামনা কৰা বস্তু নোপোৱা দুখ।

এই দুখবাদেই বৈৰাগ্যৰ মূল কাৰণ। হাফিজে কৈছে —

*"এই জীৱনত দুখৰ বাহিৰে*
*নাপালোঁ একোকে বস্তু আন*
*হাঁ-ই এৰিলোও নেৰিলে বিষাদে*
*সেয়ে হ'ল মোৰ মৰ্ম থান।"*

কিন্তু এই দুখক কবিয়ে জয় কৰিছে প্ৰেমাৰ বলেৰে —

*"পৰাক্ৰমৰ ক্ষমতা পালেই*
*নপৰে হাতত ধৰাৰ ধন।*
*আনন্দময় জীৱন সুধাৰ*
*নহয় যোগ্য বিষাদী মন।"*
*পাঁচোটা দিনৰ দুখৰ বোজাকে*
*সহিব নোৱাৰি খুজিছা ভাই,*
*সাতশ হেজাৰ বছৰ বিচাৰি*
*ফুৰিছো যি কেৱা সুখৰ ঠাই।"*

চুফিসাধক হাফিজে সত্য উপলব্ধি কৰিছিল যে ঈশ্বৰ বিশ্বাস অচল অটল নহলে পাৰ্থিৱ জগতৰ দুখ-দুৰ্দশাবোৰ জয়

পৰিকিছু

কৰিব নোৱাৰি।

"বিশ্বাসৰ বুকু বিন্ধিলে দেখিছে
বুকুৰ বাঁহেও শতৰু হ'ল,
কিমান পথিকে হেৰুৱালে বাট
অবিশ্বাসতে ওপঙি গ'ল।"
" আজিও খোদাৰ পৱিত্ৰ পীঠত
এফেৰি ভৰসা থৈছোঁ সাঁচি
অলেখ দুৱাৰ মেল খাব মোৰ
ভাগ্যে দিবহি অশোক যাচি।

চুফি কৰি নৈৰাশ্যবাদী নহয়— তেওঁ যি মহাসত্যৰ সন্ধানত বৈৰাগ্য অবলম্বন কৰিছে সেই সত্য উপলব্ধি কৰিব পাৰিলেই প্ৰাণলৈ তৃপ্তি আহে। সেই তৃপ্তি — ঈশ্বৰৰ অস্তিত্ব অনুভৱ।

সমাজত পৰচৰ্চা, পৰ-নিন্দা, আদিৰ প্ৰতি কঠোৰ মন্তব্য দি হাফিজে কৈছে—

" দুনিয়া খনেই কুন্দাচ তেনেই
পৰক নেওঁচি পাতিছে থল
ইয়াৰ মাজত সপোনেই ঠিক
পগলা মেলৰ ধৰিছে ভুল।"

হাফিজে কয় সমাজৰ কুৎসাবোৰৰ মাজত সজাগ হৈ থকাতকৈ সকলো পাহৰি কল্পনাৰে ভগৱৎ প্ৰেমৰ ৰস পান কৰি থকাই উৎকৃষ্ট পন্থা।

মৃত্যুৰ বিভীষিকাৰ প্ৰতি সজাগ হৈ কবিয়ে কৈছে—

"আয়ুসৰ চুলি উৰুৱাই সৌ
আহিছে বলিয়া আকুল বান
জীৱনৰ পান-পাত্ৰ ভৰাই
এয়েহে সময় লবৰ দান।"

চুফিবাদত ভাল-বেয়াৰ বিচাৰ নাই। সেইহে হাফিজে কৈছে:—

"পৃথিৱীৰ যদি ভাল-বেয়া খিনি
দিয়াঁ পাহৰাই বলিয়া কৰি
খানিব পাৰিম মইয়েই অকলে
সৃষ্টি চেঁচোৰ পমৃটি ধৰি।"

" ৰস-পিয়া-মন ৰসিক যি জন
পিন্ধিছে যিজনে প্ৰেমৰ মালা,
তেওঁৰহে মই নিকিনা গোলাম
তেওঁহে বুজিছে মোৰ কি জ্বালা।"

পণ্ডিতসকলৰ দাৰ্শনিক ব্যাখ্যা আৰু হাফিজৰ কবিত্ব, মানৱ জীৱনৰ স্বৰূপ নিৰ্ণয়। এই সংক্ষেপ মানৱ জীৱনত অনন্ত অসীম শক্তি-সম্পন্ন পৰমেশ্বৰ সন্ধান পাবলৈ হ'লে দুখ-শোক, জৰা মৰণৰ উৎপীড়ন অৱজ্ঞা নকৰিলে নহব। এইক্ষেত্ৰত আধ্যাত্মিক সাধক সকলো বীৰ। অম্লান বদনে অকাতৰে সকলো দুখ দৈন্য ভৰিৰে মোহাৰি ঈশ্বৰ প্ৰেমৰ অমিয়া পান কৰা কবি হাফিজৰ মাজত এনে সাধক বীৰৰেই সন্ধান পাওঁ।

ভক্ত আৰু ভগৱানৰ মাজত যি যোগসূত্ৰ আছে হাফিজৰ প্ৰেৰণা আৰু তেওঁৰ দৃষ্টি-ভঙ্গীৰ মাজতো তেনে এটা সমন্বয় সাধিত হৈ আছে। যি অনাদিৰ সন্ধানত ভক্তসকল ব্যাকুল হয়, যাৰ অন্বেষণত সাধক সকল নিমাত হয়, সেই আনন্দ হাফিজে কাব্যৰ মাজত লাভ কৰিছে। হাফিজে কৈছে —

" নৈৰ কাষলৈ লৈ বলাঁ সৌ
ভৰা ছোৱাহীৰ অমিয়া জোল,
অভিমান এৰি মুকলি মনেৰে
কৰাহি জীৱন আমোল-মোল।"
"জগতখনেই যেতিয়া এদিন
দুদিন জিৰাই সলাব পট,
লুট কৰা আজি হাঁহিৰ মাধুৰী
প্ৰেমৰ ৰসেৰে ভৰোৱা ঘঁট।"

চুফি কৰি হাফিজে অন্তৰ্য্যামী বন্ধুক সম্বোধন কৰি কৈছে —

" দিয়া তেনেহলে পান কৰি লওঁ
তুমি দিয়া সেই সুৰদি ৰস,
হওঁ যদি হ'ম তাতেই অমৰ
কিজানিব সেয়ে তোমাৰ যশ।"
" ধন্য সিখনি হৃদয় সঁচাই
বসুধাখনকে সপোন বুলি,
অতিথিশালাৰ চোতালতে পৰি
লয় যিখনিয়ে বাটৰ ধূলি।"

পৰিশিষ্ট - ছ

**পুষ্পক**

## নিবেদন

অকাৰণতে এই 'কিতাপীকণ উলিওৱা হ'ল।

যাৰ অসমীয়া মাক আছে তেওঁবিলাকে বিহুৰ দিনা গামোচা এখনি পায়। তাৰ ৰঙা-আঁচু দিয়া ফুলটোত লিখা থাকে মাতৃৰ স্নেহ, কাপোৰ খনত আঁকা থাকে মাতৃ-ভূমিৰ সেউজীয়া মেপ খন।

আমাৰ আয়ো নাই; গামোচাও নাই। কিন্তু গামোচাৰ হেঁপাহ প্ৰাণত ৰঙা হৈ আছে। অন্তৰত হেঁচাখাই থকা সেই তীব্ৰ - বাসনাৰ পৰাই হ'বলা ওলাই আহিল এই প্ৰয়াস। যাহক, কাৰণলৈ সিমান লক্ষ্য কৰা নাই। মাতৃ-জাতি, মাতৃ-ভূমি আৰু মাতৃভাষা - এই তিনি মাতৃক একে ঠাই কৰি বিহুৰ সেৱা এটি দিবলৈ বৰ মন যায়। এই মনৰ বলতে উধাও হৈ এনে একোটি অৰ্ঘ্য দিয়া হয়।

'পুষ্পক' - কুবেৰৰ ৰথ। কুবেৰ হ'বৰ কাৰ মন নাযায়? কোন পোৱে মাকক পুষ্পক ৰথত তুলিবৰ ইচ্ছা নকৰে? ইতি,

**শ্ৰী আনন্দচন্দ্ৰ বৰুৱা**

যোৰহাট : ১৮ চ'ত : ১৮৮৫

পৰিশিষ্ট - জ

## সেই নিমাতী পুৰাৰে পৰা

# স্বস্তি বাচন

"সেই নিমাতী পুৰাৰেপৰা'- নামটি শুনিলেই মনলৈ এটি স্নিগ্ধ, শান্ত আৰু সমাহিতভাৱে ভুমুকি মাৰে; ইয়াত সন্নিবিষ্ট হোৱা কবিতাকেইটাও কবিৰ সমাহিত চিন্তত ভুমুকি মৰা ভাৰতীয় জীৱনৰ উষাকালৰ সাতৰঙীয়া 'জ্যোতিকল্পম'ৰ প্ৰতিফলন। কবিতাকেইটা পঢ়ি আঁতাই ভাব হ'ল যেন শৰতকালৰ নিৰ্মল শুচিস্মিতা নৈ এখনত অৱগাহন কৰিহে উঠিলোঁ। আনন্দ চন্দ্ৰ যে নামে কামে আনন্দৰ শীতল কিৰণমালী চন্দ্ৰ-সদৃশ কবি এই কবিতাকেইটাই তাকে বঢ়িয়াকৈ প্ৰমাণ কৰিলে।

বেদৰ সূক্ত, উপনিষদ আৰু গ্ৰীচদেশীয় পৌৰাণিক আখ্যানৰ আধাৰত কবিতাকেইটাই পাহ মেলিছে হয় পিছে সেইবুলি ইয়াক আখৰীয়া অনুবাদৰ লেখত ঠাই দিব নোৱাৰি। বেদৰ উষা, উৰ্বশী-পুৰুৰবা, যাজ্ঞবল্ক্য-মৈত্ৰেয়ী আদি কবিতাত বৈদিক ঋষিৰ উদাত্ত বাণীয়ে কবি হৃদয়ৰ প্ৰতিবিম্বনত সুকীয়া মহিমা পাইছে- সূৰ্যৰ ৰশ্মিয়েই চন্দ্ৰবিম্বত প্ৰতিফলিত হৈ মধুৰ জোৎস্নাৰূপ ধাৰণ কৰাৰ নিচিনাকৈ।

বকুলবনৰ কবিৰ ভাব যেনে মধুৰ আৰু গধুৰ, ভাষাও তেনে প্ৰসন্ন-গম্ভীৰ। নিচেই সৰল আৰু জতুৱা অসমীয়া শব্দ আৰু ভঙ্গিতাবোৰে বেদ, উপনিষদৰ ওজস্বী শব্দ-সম্ভাৰৰ লগত মিলিজুলি থাকি কেনেকৈ মাধুৰ্য আৰু গাম্ভীৰ্যৰে ভৰা ঠাঁচ এটা সৃষ্টি কৰিব কৰিব পাৰে এই কবিতাকেইটাই তাৰ নিদৰ্শনৰ পোহাৰ মেলিছে। আজি কালি ইয়ে সিয়ে কোৱা শুনো কবিতাৰ সৌন্দৰ্য হেনো তাৰ দুৰ্বোধ্যতাত লুকাই থাকে। পিছে বোধ আৰু সৌন্দৰ্যপুষ্টি একেটা মুদ্ৰাৰে ইপিঠি সিপিঠি নহয় জানো? বোধহীনজনৰ সৌন্দৰ্য স্বাদন কেনেকৈ হয় সেইটোহে দুৰ্বোধ্য। বকুলবনৰ কবিৰ ভাষা-ভঙ্গীয়ে প্ৰমাণ কৰে যে দুৰ্বোধ্য নকৰাকৈও গভীৰ তত্ত্বক সুন্দৰ কৰি প্ৰকাশ কৰিব পাৰি।

এই সংকলনৰ কবিতাকেইটাই বকুলবনৰ কবি আনন্দ চন্দ্ৰৰ সুপ্ৰতিষ্ঠিত যশস্যাক আৰু সমুজ্জ্বল কৰি তুলিব তাত সন্দেহ নাই। বেদ, উপনিষদৰপৰা প্ৰেৰণা লৈ 'কামায়নী' লেখি হিন্দী সাহিত্যৰ কবি জয়শংকৰ প্ৰসাদ ভাৰত প্ৰসিদ্ধ হ'ল। এই কবিতাৰ গ্ৰন্থই আনন্দ চন্দ্ৰকো বিপুল প্ৰসিদ্ধি দান কৰিব বুলি আমাৰ দৃঢ় প্ৰত্যয় হৈছে।

ভৰলুমুখ
গুৱাহাটী-৯

তীৰ্থনাথ শৰ্মা

অসমীয়াৰ গৌৰৱ

কেতেকী-সুৰীয়া

কবি শ্ৰীযুক্ত ৰঘুনাথ চৌধাৰী দেৱলৈ

বহাগী-বিহুৰ দিনা

আন্তৰিক শ্ৰদ্ধা।

# পাতনি

'সেই নিমাতী পুৱাৰেপৰা' বকুলবনৰ কবি শ্ৰী আনন্দ চন্দ্ৰ বৰুৱাদেৱৰ বেদ, উপনিষদ, পুৰাণ আৰু গ্ৰীচ দেশৰ পৌৰাণিক আখ্যানসমূহৰ আধাৰত ৰচিত এটি অপূৰ্ব কবিতাৰ সংকলন। তেখেতে ঋকবেদৰ 'বেদৰ উষা', উপনিষদৰ 'যাজ্ঞবল্ক্য আৰু মৈত্ৰেয়ী', মদ্ভাগৱত পুৰাণৰ আধাৰত 'কালিন্দি ভোমোৰা' আৰু গ্ৰীক পুৰাণৰ আধাৰত 'পেণ্ডোৰা' আখ্যানৰ প্ৰেৰণা লৈ সাতটা কবিতা ৰচনা কৰিছে। তাৰ উপৰি 'প্ৰাণী মহামণ্ডল' নামৰ ব্যঙ্গ কবিতা আৰু 'শেৱালী আৰু বকুল' নামৰ আন এটা কবিতাও কাব্যখনত সন্নিবিষ্ট কৰা হৈছে।

বকুল বনৰ কবি শ্ৰীবৰুৱাদেৱ সুন্দৰৰ সাধক, সৌন্দৰ্যৰ কবি। 'সেই নিমাতী পুৱাৰেপৰা' কাব্য গ্ৰন্থখন ৰচনা কৰা তেখেতৰ মহান উদ্দেশ্য হ'ল বৰ্তমান পঢ়ুৱৈ সমাজে যাতে বৰ্তমান যুগৰ বিক্ষিপ্ত চিন্তাধাৰাৰ পৰা আঁতৰি গৈ ধৰ্মানুভূতিৰ উপলব্ধি কৰি আধ্যাত্মিক অনুপ্ৰেৰণাৰে অনুপ্ৰাণিত হ'ব পাৰে।

নিৰ্মল স্বতঃস্ফূৰ্ত প্ৰকাশভঙ্গীৰে ৰচনা কৰা কবিতাখিনি পঢ়ি পঢ়ুৱৈ সমাজে বিমল আনন্দ উপলব্ধি কৰিব বুলি আমাৰ পৰম বিশ্বাস।

৫ অক্টোবৰ, ১৯৮২ — চন্দ্ৰপ্ৰসাদ শইকীয়া

# ভূমিকা

মানৱ সভ্যতাৰ প্ৰথম পোহৰ পৰিছিল আমাৰ এই ভাৰতবৰ্ষতেই। মহানদ সিন্ধুৰ সাৰুৱা উপত্যকাত উত্তৰে দৃশদ্বতী আৰু দক্ষিণে সৰস্বতী নৈৰ মাজত 'ব্ৰহ্মাবৰ্ত্ত ধাম'। কদলি গছৰ মনোৰম সৌন্দৰ্যৰ মাজত কুটীৰ। তাতে বাস কৰিছিল আদিম ঋষি-কবিসকল। উষাৰ উদয় হোৱাৰ আগতে ব্ৰহ্মমুহূৰ্তত সৰস্বতী নৈত স্নান কৰি প্ৰাতঃসূৰ্যক নমস্কাৰ জনাই সেই ঋষিসকলেই সৃষ্টিৰ আদিম মন্ত্ৰ পাঠ কৰিছিল। ঋকবেদে কয় - নমস্কাৰে স্বৰ্গ-মৰ্ত্তক একে কৰে। কালত মানুহৰ ধাৰণা হ'ল, এই সৰস্বতী নদীত স্নান কৰিলেই মানুহ কবি হয়। সেই ঋষিসকলৰ আহাৰ স্বৰূপে শঙ্খটোৰ নিচিনা বগা ৰসাল এবিধ ফল দিয়া গছ আছিল। তাৰ নাম "মহাশঙ্খ ফল।" কালত সেই বিধ গছ বিলুপ্ত হ'ল। সেই মন্ত্ৰদ্ৰষ্টা ঋষিসকলেই অমৃতময় মধুছন্দত বেদমন্ত্ৰ পৃথিৱীক দান কৰিছিল। তেওঁবিলাকৰ কণ্ঠ-নিঃসৃত মন্ত্ৰবিলাকেই সৃষ্টিৰ আদিম পোহৰ বিলাই দিছিল। হেজাৰ-হেজাৰ বছৰ পাৰ হৈ গ'ল, সেই নিমাতী পুৱাতে উচ্চাৰিত মন্ত্ৰধ্বনিয়ে আজিও বিশ্ববাসীক অনাহত ধ্বনি তৰঙ্গত কৈ আছে :

"শুনা, শুনা, বিশ্ববাসী অমৃতৰ পুত্ৰসকল, এই যে দেখিছা ধৰাধাম, এয়েই দিব্য সৌন্দৰ্যৰ আধাৰ।"

আদিম মানুহৰ চিন্তাৰ ধাৰাটো আজিও অব্যাহতভাৱে বৈয়েই আছে। আমি সেইহেন এখন দিব্য ভাৰতবৰ্ষৰ ঐতিহ্য-পৰম্পৰাৰ মাজতে জীয়াই আছো। ইয়াকে হৃদয়ঙ্গম কৰিবলৈ যেতিয়া প্ৰাণত অদম্য হেপাহ জাগিছিল, তেতিয়াই কেইটিমান ঋকবেদৰ সূক্তৰ কাব্যৰূপ লেখি থৈছিলো। তাৰ উপৰি "পুৰাণ আৰু কিম্বদন্তিৰ সোণালী যুগ" (Golden Age of Myth and Legends) নামৰ এখন গ্ৰন্থত সমস্ত পৃথিৱীৰ পৌৰাণিক কাহিনীবিলাক পঢ়িছিলো। গ্ৰীচ, ৰোম, মিছৰ, ইজিপ্ত, নৰৱে, চুইডেন আদিৰ পুৰাণত থকা দেৱ-দেৱীবিলাকৰ লগত আমাৰ দেৱ-দেৱীবিলাকৰ নাম আৰু গুণৰ সাদৃশ্যই পাঠকক বিমোহিত কৰে। আৰ্যসকল যে মধ্য-এচিয়াৰ কোনো ঠাইৰপৰা আহি ভাৰতবৰ্ষত সোমাই ছিলহি, তাৰ সূক্ষ্মবিচাৰ কৰিবলৈও পৌৰাণিক কাহিনীবিলাকত অপাৰ সম্বল আছে। এই সম্পৰ্কে আমাৰ বহল আলোচনা এটি কৰাৰ অভিপ্ৰায় বহুদিনৰেপৰা সাঁচি থোৱা আছে।

আজিকালি বেদ-বেদান্ত, দৰ্শন-উপনিষদ, পৃথিৱীৰ অন্যান্য ধৰ্ম-শাস্ত্ৰবিলাক অধ্যয়ন কৰিবলৈ সহজ উপায় হ'ল- ইংৰাজী অনুবাদৰ মাধ্যম। আমাৰ অসমীয়া ভাষাত আজিও বেদৰ অসমীয়া অনুবাদ ওলোৱা নাই। মহাপুৰুষ শঙ্কৰে কীৰ্তনত কৈ গৈছে মানুহে "বেদৰ অভিপ্ৰায়" নুবুজি বিপথে গৈছে। বঙলা ভাষাত ৰমেশচন্দ্ৰ দত্তই "ঋকবেদ সংহিতা" লেখি থৈ যোৱাত জ্ঞান পিপাসু পাঠকসকল অশেষ উপকৃত হৈছে। কলিকতা বিশ্ববিদ্যালয়ে শেহতীয়াকৈ এই মহাগ্ৰন্থখনি প্ৰকাশ কৰিছে। ইয়াত ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ গভীৰ অধ্যয়নৰ অভিজ্ঞতাপূৰ্ণ এটি বিশেষ প্ৰবন্ধ দিয়া হৈছে। সেইবিলাকৰ সহায়তে আমি ঋকবেদৰ উষা, উৰ্বশী-পুৰুৰবা আদিৰ জীৱন্ত মানৱীয় ৰূপ দেখা পাইছিলো।

নিথৰ নিশাৰ বুকুৰপৰা নিমাত-নিতাল স্নিগ্ধ শান্ত কেঁচাসোণ বৰণীয়া পূব আকাশত উদয় হোৱা উষাক অপূৰ্ব বৰ্ণোজ্জ্বল সাজ পিন্ধা দীপলিপ আকাশ তনয়া ৰূপে যি প্ৰাণৱন্ত সজীৱ মূৰ্ত্তি ঋকবেদে দি গ'ল তাত এই পৃথিৱীৰ মানুহৰ আশা-আকাংক্ষা, কৰ্মময় জীৱনৰ উৎসাহ-উদ্দীপনা, ধন-বস্তু, ঐশ্বৰ্য-বিভূতি লাভৰ হেপাহ জগাই দি দৈৱিক প্ৰেৰণাৰে পাৰ্থিৱ সম্পদ আহৰণ কৰিবলৈ মানুহক অগ্ৰগতিৰ পথ দেখুৱাই দিয়া হৈছে। সেই উষা নিতৌ নতুনৰূপে আজিও আকাশত উদয় হৈ আছে। গ্ৰীকপুৰাণৰ মিনাৰ্ভা দেৱী জ্ঞানৰ অধিষ্ঠাত্ৰী দেৱী। বেদৰ উষাৰ দৰে মিনাৰ্ভায়ো সাতৰঙীয়া উজ্জ্বল বৰণৰ সাজ পিন্ধি দেখা দিয়ে।

হেজাৰ হেজাৰ বছৰৰ আগতে ঋকবেদত থকা উৰ্বশী-পুৰুৰবাৰ নাটকীয় সংলাপটি পঢ়িলে আচৰিত হ'ব লাগে। দৰাচলতে ই এটি ৰূপক মাত্ৰ, কিন্তু ইয়াক যিবিলাক মানৱীয় গুণেৰে অঙ্কিত কৰা হৈছে তাত মিলন-বিৰহ, প্ৰেমৰ আকুল আবেগ আজিৰ মানুহৰ দৰেই প্ৰকাশ পাইছে। কবিৰ অন্তৰস্পৰ্শী মনস্তত্বই পঢ়োতাক বিমুগ্ধ কৰে।

বৈদিক আৰ্য-সভ্যতাই যেতিয়া গঙ্গা, যমুনা, গোদাবৰী, সৰস্বতী, নৰ্মদা, সিন্ধু, কাবেৰীৰ দুয়োপাৰ জুৰি এখন বিৰাট দেশ দিব্য আলোকেৰে উদ্ভাসিত কৰিলে, তেতিয়া ভাৰতবৰ্ষৰ জ্ঞান-গৰিমা এখন মহাসাগৰত পৰিণত হ'ল। অৰণ্যে অৰণ্যে ঋষিৰ আশ্ৰমে আশ্ৰমে হোমৰ পৱিত্ৰ পৱিত্ৰ গন্ধ, বেদমন্ত্ৰ ধ্বনি বৈ গ'ল। জন্ম হ'ল ১৮ খন উপনিষদ, ১৮ খন পুৰাণ আদি। এই উপনিষদবিলাকেই ভাৰতৰ আধ্যাত্মিক চেতনাৰ কেন্দ্ৰ হৈ পৰিল। অৰণ্য ব্ৰহ্মবিদ্যাৰ শিক্ষানুষ্ঠানত পৰিণত হ'ল। ইয়াৰে আভাস দিবলৈ উপনিষদৰ এজন শ্ৰেষ্ঠ প্ৰৱক্তা যাজ্ঞবল্ক্য আৰু মৈত্ৰেয়ীৰ

পৰিশিষ্ট

আখ্যানটি দিয়া হ'ল। পুনৰ্ব্বৰ দৰে সেই কালত নাৰীবো যে ব্ৰহ্মবিদ্যা লাভ কৰিবলৈ হেপাহ আছিল মৈত্ৰেয়ী তাৰেই প্ৰমাণ।

গ্ৰীক পুৰাণৰ "পেগেৱোৰা"ৰ আখ্যানসমূহৰ লগত আমাৰ কি সাদৃশ্য আছে পূৰ্বাভাসত তাৰ টোকা দিয়া হৈছে।

বৰ্তমান যুগত ধৰ্ম আৰু নীতিজ্ঞানৰ প্ৰতি মানুহৰ বিশ্বাস কিয় হেৰাইছে আৰু তাৰ প্ৰতিকাৰৰ উপায় কি, এই সম্পৰ্কে পৃথিৱীৰ সকলো ধৰ্মৰ ঐতিহ্য-পৰম্পৰাৰ গভীৰ আলোচনা কৰি বিশ্বসাহিত্য দাৰ্শনিক ৰাধাকৃষ্ণনে "বিশ্বাসৰ পুনৰুদ্ধাৰ [Recovery of Faith] নামৰ গ্ৰন্থত কৈছে ঃ

"It is unwise to ask people to abandon the tradition which have lasted for thousands of year, which have provided spiritual support of inumerable generations and have produced saints of wisdom and holiness]

হেজাৰ হেজাৰ বছৰ ধৰি অতীতৰ যি ঐতিহ্য পৰম্পৰা জীয়াই আছে, যিবিলাকৰপৰা পুৰুষানুক্ৰমে আমি আধ্যাত্মিক প্ৰেৰণা লাভ কৰি আহিছো, যিবিলাকে অনেক সাধু-সন্ত আৰু পবিত্ৰ প্ৰাণ জ্ঞানগুৰু জন্ম দিলে, তেনেহলে অতীতক পৰিত্যাগ কৰিবলৈ জনগণক উদ্‌গনি দিয়াটো অজ্ঞানীৰহে কাম।

আমেৰিকাৰ অমৰ কবি হুইটমেনে কাঠৰ ফ্ৰেমেৰে সজা এটি অকণমান কুটিৰত থাকিয়েই তেওঁ এই বিশাল পৃথিৱীখনক ভাল পাইছিল। তেওঁৰ মতে আমি পৃথিৱীৰ ভূগোলৰ একো সীমাৰ অস্তিত্ব ৰাখিব নালাগে। ..... অতীত অন্তহীন মহান ঐতিহ্যৰ ভড়াল। বৰ্তমান বুলি যি আছে সিও সেই অতীতৰ ভেটিত গজি উঠা আজিৰ দিনহে। সেই বিশ্বপ্ৰেমী কবিজনে অতীতৰ ফালে গৈ দেখা পালে এচিয়াৰ অন্তঃস্থলত থকা মহামানৱৰ লীলাভূমি আমাৰ ভাৰতবৰ্ষখন। তেওঁ কৈ গৈছে,— "পদুম ফুলতকৈও ধুনীয়া ভাৰতবৰ্ষৰ মন্দিৰবিলাক আৰু সোণৰে সজা, জলমলাই থকা ওখ চূড়াবিলাকৰ মাজেদি অতীত যুগৰ প্ৰাণহে বিকশিত হৈ আছে। এই ভাৰতবৰ্ষ, হে মোৰ প্ৰাণ, আজি হেপাহ পলাই চোৱা।" তেওঁৰ "Passage to India" নামৰ বিখ্যাত কবিতাটিত এনেদৰে অতীত ভাৰতৰ গুণ বখানিছে।

আমেৰিকাৰ আন এজন বিশ্ববিখ্যাত চিন্তাশীল অধ্যাপক, দাৰ্শনিক ইমাৰ্চনে বেদ অধ্যয়ন কৰি লিখি গৈছে ঃ

"বেদসমূহ অগ্নিৰ দৰে, ৰাতিৰ দৰে মহান আৰু এখন অটল মহাসাগৰ। ইয়াত ধৰ্ম ভাবত সকলো অনুভূতি আছে। ভদ্ৰ আৰু কবিমনক আকৃষ্ট কৰিব পৰা নীতিজ্ঞান আছে। বেদপাঠৰ অন্তত মোৰ এনে ধাৰণা হ'ল যেন মই এজন সেই যুগৰ ব্ৰাহ্মণহে।

বেদৰ মাজতে মানুহৰ অনন্তকালৰ কাৰণে প্ৰয়োজনীয় ভাৱসমূহ, অনন্ত শান্তি, জুখিব নোৱাৰা শক্তি আৰু অব্যাহত মৌনতা সোমাই আছে।" তেওঁ আৰু কৈছে ঃ

"মই পৃথিৱীৰ গুপ্তধন বিচাৰি পালো; দৃশ্যমান সমস্ত জগত জীয়াই আছে, ই কেতিয়াও নমৰে, মাত্ৰ দৃষ্টিৰপৰা কেইদিনমানৰ কাৰণে আঁতৰি থাকি আকৌ উভতি আহে।"

বৰ্তমান যুগৰ চিন্তাশীল লোকসকলে উপলব্ধি কৰিছে, আমি অতীতৰ ফালে উভতি গৈ আকৌ ন-কৈ আমাৰ জীৱন-দৰ্শন গঢ়িব লাগে। কাৰণ আজিৰ পৃথিৱীখন বিজ্ঞান বিস্ময়কৰ উদ্ভাৱনৰ গৰ্বত মতলীয়া হৈছে, ধ্বংসকাৰী ক্ষমতাৰ ত্ৰাস, অন্নবস্ত্ৰৰ হাঁহাকাৰ, পৰস্পৰৰ মাজত সংশয় আৰু শঙ্কাৰ ব্যৱধান, যান্ত্ৰিক সভ্যতাৰ তুমুল নিনাদ, নানা ঋষিৰ নানা মতবাদৰ হেতা-ওপৰাত গাইগুটীয়া গভীৰ চিন্তা লোপ পাইছে। ইয়াৰ প্ৰতিকাৰ স্বৰূপে আন এজন আমেৰিকান পণ্ডিত উইল ডুৰান্তে কৈছে ঃ

"যিহেতু আমি আমাৰ মনবোৰ সুশৃঙ্খল কৰিব খোজোঁ আৰু বিক্ষিপ্ত অধ্যয়নৰ বিশৃঙ্খলতা পৰিহাৰ কৰি চলিব খোজোঁ, আমি আৰম্ভ কৰিব লাগিব একেবাৰে আৰম্ভণিৰ পৰাই। আনকি সুদূৰৱৰ্তী নক্ষত্ৰমালা আৰু প্ৰাক্-ঐতিহাসিক পৃথিৱীৰ পৰাই"।

আমাৰ চিন্তা-জগততো এনে এটা বিশৃঙ্খল ভাবাদৰ্শ প্ৰৱেশ কৰিছে। বৰ্তমানৰ সাহিত্য ভাৰতবৰ্ষৰ সাৰুৱা মাটিত শিপাইছে নে নাই ঘাই শিপা ক'ৰবাত আছে, বিচাৰি উলিওৱা কঠিন হৈ পৰিছে। এনে দিনত যাতে আমাৰ পঢ়ুৱৈসকলে এবাৰ উলটি গৈ মনত নপৰা কালৰেপৰা বৈ অহা ভাৰতবৰ্ষৰ চিন্তাৰ গতি-প্ৰবাহটোৰ আভাস পাব পাৰে, সেই উদ্দেশ্যই আমি এই দীঘলীয়া বৰ্ণনাত্মক কবিতাকেইটি "সেই নিমাতী পুৰাৰেপৰা"— নাম দি আমাৰ কাব্যকাননলৈ আগবঢ়ালোঁ।

পাঠকসকলে গ্ৰহণ কৰিলেই সন্তোষ পাম। ভাবা-জননীলৈ সেৱাৰে—

আনন্দচন্দ্ৰ বৰুৱা

## সামৰণি

কেইটিমান কবিতা ইটালিয়ান ছনেটৰ আৰ্হি লৈ আঠশাৰী আৰু ছশাৰীত ভাগ কৰি লিখা হৈছিল। বাকী কেইটিক সেই হিচাপে ছনেট বুলিব নোৱাৰি। সি যি হওক, সৰু সৰু চাই চৈধ্য শাৰীতে থকা কবিতা কেইটিমান বাছি লৈ এই ক্ষুদ্ৰ পুস্তিকা খনিত ঠাই দিয়া হ'ল। ইয়াত আমি ইংৰাজী Sonnet -অক 'চতুৰ্দশ পদী' নুবুলি ছনেটকে বুলিলোঁ। কিয়নো 'ছনেট' শব্দটোৰ উচ্চাৰণো কোমল আৰু শুনিবলৈও অসমীয়া যেন। তাৰ উপৰি ই মূলৰ গৌৰৱো অক্ষুণ্ণ ৰাখিব। ইতি,

যোৰহাট,

১৭ চ'ত শনিবাৰ।

শ্ৰীআনন্দচন্দ্ৰ বৰুৱা

## পৰিশিষ্ট - ঝ

## কুমাৰ সম্ভৱ

# নিবেদন

সেই সময়ৰ প্ৰকাশন পৰিষদৰ সচিব শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী (এতিয়া লোক সভাৰ সদস্য) দেৱে মহাকবি কালিদাসৰ 'কুমাৰ-সম্ভৱম' অমৰ কাব্যখনৰ অসমীয়া ৰূপান্তৰ কৰিবলৈ আমাক ভাৰ দিলে। আমি বন্ধুবৰ শাস্ত্ৰীৰ উদ্‌গনি পাই কামটি হাতত ললোঁ। এই অনুবাদ-কাৰ্য অতি যত্ন সহকাৰে টিকা-টিপ্পনী পঢ়ি,সম্পূৰ্ণ কৰোঁতে আমাক কেবাবছৰো লাগিল। যাতে মহাকবিৰ চিন্তাধাৰাত প্ৰমাদ সৃষ্টি নহয় তালৈ লক্ষ্য ৰাখি আমাৰ জ্ঞান-বুদ্ধি অনুসাৰে আমি যিমানদূৰ সম্ভৱ মূলৰ সৌন্দৰ্য ৰক্ষা কৰিবলৈ চেষ্টা কৰিছোঁ। কিন্তু বিশ্ববৰেণ্য মহাকবিৰ অসীম ক্ষমতাশালী তুলিকাৰে অঁকা হৰ-পাৰ্বতীৰ দিব্যপ্ৰেমৰ পৰম পবিত্ৰ কাব্য 'কুমাৰ-সম্ভৱম' সংস্কৃত ভাষাত যিমান সুন্দৰভাৱে প্ৰকট হৈছে, তদ্ৰূপ সৌন্দৰ্য অনুবাদত ৰখা সহজ কথা নহয়। কোনো কোনো ঠাইত এনে বিতোপন শব্দযোজনাৰে মহাকবিয়ে সৌন্দৰ্য সৃষ্টি কৰিছে যে, তাৰ অসমীয়া ৰূপ দিবলৈ যাওঁতে হাতৰ লিখনি অচল হৈ পৰে; মনে বিস্ময়-বিমুগ্ধ হৈ মহাকবিক বিচাৰিবলৈ ধৰে।

মহাকবিয়ে কৈছে, হৰ-পাৰ্বতীৰ বিবাহৰ অন্তত লক্ষ্মী-সৰস্বতী আহি উভয়কে সম্বৰ্ধনা জনাওঁতে সৰস্বতীয়ে দুবিধ ভাষাৰে স্তুতিগান কৰিছিল। ব্যাকৰণ-সিদ্ধ বিশুদ্ধ সংস্কৃত ভাষাৰে হৰৰ আৰু শুৱলা প্ৰাকৃত ভাষাৰে পাৰ্বতীৰ গুণ-গান গাইছিল।

হৰ-পাৰ্বতীৰ বিবাহ-বৰ্ণনাত যিবিলাক লোকাচাৰ আৰু সৌন্দৰ্য প্ৰকাশ কৰিছে তেনেকুৱা আচাৰ-বিধি আজিও আমাৰ সমাজ-জীৱনত প্ৰৱৰ্তি আছে। এই কাৰণে সেইবিলাক কথা আমিও চলিত ভাষাৰে ব্যক্ত কৰিছোঁ আৰু য'ত জগদম্বীৰ হৰ আৰু জগন্মাতা পাৰ্বতীৰ বিষয়ে বৰ্ণনা দিয়া হৈছে সেই ঠাইত অতি সতৰ্কতা অৱলম্বন কৰি, যিমানদূৰ সম্ভৱ, মূলৰ কথা ৰখা হৈছে। মহাকবিয়ে নিজে হৰ-পাৰ্বতীৰ দিব্য প্ৰেমৰ বৰ্ণনা দিওঁতে, কোনো ঠাইতে পাঠকৰ মনত কামোদ্ৰেক নোহোৱাকৈ 'ভক্তি-শোভা'ৰে, যি ৰূপ দান কৰিছে, সেই ৰূপ-জ্যোতিয়েই আদৰ্শবাদী ভাৰতৰ চিৰন্তন গৌৰৱ — যাউতীযুগীয়া আৰু চিৰনিৰ্মল।

যাতে মূলৰপৰা আঁতৰি নোযোৱাকৈ মহাকবিৰ ভাৱধাৰা ব্যক্ত কৰিব পাৰি তালৈ লক্ষ্য ৰাখি আমি ঠায়ে ঠায়ে ছন্দৰ প্ৰতি অৱহেলা কৰিছোঁ। কাৰণ, ছন্দতকৈও শ্ৰেষ্ঠ ৰস-পৰিৱেশ।

'কুমাৰ-সম্ভৱ ' কাব্য মহাকবি কালিদাসৰ অসাধাৰণ প্ৰতিভাৰ অমৰ নিদৰ্শন। সাতোটি সৰ্গৰ প্ৰত্যেকটিতে নাটকীয় ঘটনাৰ দৰে বিবিধ ৰূপৰ কাব্যজ্যোতি প্ৰকাশ পাইছে। হিমালয়ক যজ্ঞভাগভোগী দেৱতাত্মাৰূপে সজাই হিমালয়ৰ স্থাৱৰ আৰু জঙ্গম দুয়োটা ৰূপৰ পৰিচয় দিয়া হৈছে। হিমালয়ত থকা বনজ, খনিজ আৰু প্ৰাকৃতিক সৌন্দৰ্যৰ বৰ্ণনাই পাঠকৰ মানসপটত অপূৰ্ব আনন্দৰ সঞ্চাৰ কৰে। মনস্তাত্বিক বিশ্লেষণতো কালিদাসৰ কাব্য মনোগ্ৰাহী। আনহাতে সমাজ-শৃঙ্খলাৰ প্ৰতি সচেতন কবি কালিদাসে বিধিৱৎ সকলো কাৰ্য কৰাৰ সমৰ্থন জনাই হৰ-পাৰ্বতীৰ পৰিণয় সমাপ্ত কৰিছে। পাৰ্বতীয়ে কঠোৰ তপস্যা কৰি থাকোঁতে ছদ্মবেশী শিৱ-শঙ্কৰে তাপসী পাৰ্বতীৰ আগত শিৱ-নিন্দা কৰি পাৰ্বতীৰ শিৱ-ভক্তি পৰীক্ষা কৰা সৰ্গটিৰ শেহত যি নাটকীয় পৰিস্থিতি সৃষ্টি কৰি চন্দ্ৰশেখৰে পাৰ্বতীৰ আগত আত্মপ্ৰকাশ কৰিছে, যিজনক পাবলৈ নৱ-যৌৱন সম্পন্না পাৰ্বতীয়ে নিজৰ প্ৰতিও আওকাণ কৰি দিনে ৰাতিয়ে কেৱল শিৱকহে ধ্যান কৰি আছিল, সেইজনক বিশ্ববিমোহন বেশত দেখা পাই পাৰ্বতীৰ ভৰি আগলৈও নগ'ল আৰু পাছলৈও নগ'ল। থৰ হৈ শিৱ-শঙ্কৰক চাই থাকিল। সেইখিনিতে পাৰ্বতীয়ে তপস্যা অন্ত কৰি শিৱৰ চৰণত আত্ম-নিবেদন কৰিব পাৰিলেহেঁতেন । কিন্তু পাৰ্বতী নগৰাজ হিমালয়ৰ কন্যা, তেওঁৰ পিতৃক জগতে চিনি পায়। তেনে এজনৰ কন্যা পাৰ্বতীয়ে শিৱক সংবাদ দিয়ালে বিধিমতে বিবাহ-কাৰ্য হ'ব লাগে আৰু জগতে জানিব লাগে যে কন্যাদাতা স্বয়ং হিমালয়।

কালিদাসে এইদৰেই সমাজ-শৃঙ্খলা ৰক্ষা কৰিও মহাকাব্য সৃষ্টি কৰি ভাৰতীয় সংস্কৃতিৰ মহান গৌৰৱ ৰক্ষা কৰি থৈছে। ৰূপান্তৰ কৰোঁতে যি দোষ-ত্ৰুটি হৈছে সেয়া আমাৰ নিজৰ, কিন্তু যি সৌন্দৰ্য সেয়া মহাকবি কালিদাসৰ অমৰ প্ৰতিভা।

প্ৰকাশন পৰিষদৰ তেতিয়াৰ সচিব শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী আৰু বৰ্তমান সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়ালৈ আমাৰ আন্তৰিক শ্ৰদ্ধা জ্ঞাপন কৰিলোঁ। সৰ্বশেহত প্ৰকাশন পৰিষদে আমাক এই সুন্দৰ কামটি দি কাব্য-চৰ্চা কৰিবলৈ সুবিধা দিয়া বাবে আকৌ ধন্যবাদ জ্ঞাপন কৰিলোঁ।

'বকুল বন'
যোৰহাট
২৪/৩/৬৯

শ্ৰীআনন্দচন্দ্ৰ বৰুৱা

পৰিশিষ্ট - এও

পৰাগ

যাৰ কল্পনাত মাধুৰী, কবিতাত মাধুৰী;
যাৰ কথা মধুৰ—ব্যথা গধুৰ;
সেই মোৰ প্ৰিয়-কান্তাৰ কোমল
হাতত‍ে থৈ - বিশ্বৰ বিৰহী জনলৈ
শাশ্বত প্ৰেমৰ পৰশত ওপজা
**পৰাগ**
পঠিয়াই দিলোঁ।

যোৰহাট
শাৰদীয়া
১৮৫২ .

আনন্দ

মানৱ হৃদয়ৰ সহজ অনুভূতি সমূহৰ অবাধ প্ৰকাশ ভাৰতীয় সাহিত্যত নতুন বস্তু, আৰু ই কিছু পৰিমাণে পাশ্চাত্য সাধনাৰ সংস্পৰ্শৰ ফল। ভাব প্ৰকাশৰ এই স্বাধীনতাৰ বাণী অসমীয়া সাহিত্যতো জনদিয়েক গ্ৰন্থকাৰৰ লিখাত ধ্বনিত হৈছে। শ্ৰীযুত আনন্দ চন্দ্ৰ বৰুৱা এই নতুনৰ প্ৰয়াসী। 'পৰাগ' তাৰে নিদৰ্শন।

আহানি Sidney এ কোৱাৰ দৰে Look into thy heart and write. এয়ে তেওঁৰ আদৰ্শ। ত্ৰুটী থাকিলেও 'পৰাগ' লেখকৰ উদ্যম অভিনন্দিত হোৱাৰ যোগ্য। আমি তেখেতৰ সাধনাৰ উৎকৰ্ষ চাবলৈ আশা কৰি থাকিলোঁ আৰু লগতে আমাৰ স্নেহ-সম্ভাষণ জনালোঁ।

হামদৈ
১ আহিন ১৮৫২ শক

ইতি —
শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

# এটি কথা

বিশ্বৰ বিকাশ প্ৰেমত, কিন্তু প্ৰেমৰ প্ৰকাশ বিৰহত। মোৰ অন্তৰৰ অন্তৰতম লোকত মাজে মাজে প্ৰণয়-সুখৰ যি এটি সুৰ বাজি উঠে; আজি বৰ আগ্ৰহেৰে, অতি বিনীত ভাৱে, তাকে পাঠক সমাজলৈ আগবঢ়ালোঁ। প্ৰাণত যি এটা আকৃতি পাইছোঁ তাৰ সাহতে বিশ্বাস কৰি ওলাইছোঁ। আশা আছে, ই মোৰ মৰ্মৰ মৰম-বেথা দিব নোৱাৰিলেও এটুপি চকুৰ পানীৰে বাইজৰ চৰণ ধুৱাব পাৰিব।

ভিক্ষা - কৃপা দৃষ্টি।

ইতি-

বিনীত

শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা

বোধন ষষ্ঠী - ১৮৫২ শক

যোৰহাট

# স্বীকাৰ

ইয়াৰ তিনিটা কবিতা ইংৰাজীৰ ছাঁ লৈ লিখা।

এই কাৰ্য্যত মৰমৰ গণেশে যি খিনি সহায় কৰি দিছে তাৰ শলাগ লল'লে প্ৰকৃত বন্ধুক অত্যাচাৰ কৰা হ'ব; কিন্তু, প্ৰীতিভাজন শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মা এম, এ দেৱে শুদ্ধমনেৰে দিয়া আশীৰ্বাদটি পাই হিয়াৰ কৃতজ্ঞতা জনাবলৈ ভাষা বিচাৰি পোৱা নাই।

আ,চ,ব

ইং ২৮ ছেপ্টেম্বৰ

১৯৩০

# নাটক

বিসৰ্জ্জন
বিজয়া
কমতাকুঁৱৰী
নল-দময়ন্তী
চাহজাহানৰ অন্তিম

# বিসৰ্জন

(লক্ষ্মণ বৰ্জন)

## ভাবৰীয়া সকল

ব্ৰহ্মা -

মহাদেৱ -

নন্দী -

ৰাম -

লক্ষ্মণ -

ভৰত -

শত্ৰুঘ্ন -

লৱ -

কুশ -

দ'ৰাগী -

শিল্পী -

সদানন্দ -

বশিষ্ঠ -

মন্ত্ৰী -

সীতা -

উৰ্মিলা -

বামুণী -

কিন্নৰীসকল, তাপসকুমাৰীসকল, বাটকৰা, ব্যাধ ইত্যাদি।

# প্ৰস্তাৱনা

(নটৰাজ বেশে মহাদেৱ বহি থাকে। বেগেৰে নন্দীৰ প্ৰবেশ)

নন্দী - পিতা,
অমঙ্গল ঘটিছে ধৰাত।
আউলী বাউলী হৈ
বসুমতী আয়ে
ইনাই বিনাই আজি
কান্দিছে হঠাৎ।

মহা - কাৰ! কাৰ এনে
সকৰুণ কণ্ঠস্বৰ
পৰিছে কাণত?

নন্দী - পিতা!
সতীসাধ্বী জানকীৰ
কৰুণ ৰোদন শুনি
বসুমতী নোৱাৰিলে ৰ'ব।

মহা - সত্য! সত্য ইযে
লীলা মৰতৰ।
শোকৰ অগনি আহি
পৃথিৱীৰ পৰা
পুৰিব খুজিছে যেন
দেৱতাৰো দেশ!

নন্দী - নুমুৱা, নুমুৱা পিতা,
নহলে পৃথিৱী আজি
হ'ব ছাৰখাৰ;
ঘটিব প্ৰলয় —

মহা - নুমাব তেৰেঁই নন্দী
জ্বলালে যিজনে নিজে
প্ৰলয়ৰ এই দাবানল।
কৈ আহাঁ অযোধ্যাৰ শ্ৰীৰামচন্দ্ৰক
তেওঁৰ দোষতে আজি কান্দিছে সীতাই;
কান্দে বসুমতী।
কৈ আহাঁ —
প্ৰতিকাৰ নকৰিলে তেওঁ
মই নিজে ৰুদ্ৰমূৰ্তি ধৰি
ছাৰখাৰ কৰিম সকলো!
(ব্ৰহ্মাৰ প্ৰবেশ)

ব্ৰহ্মা - ক্ষান্ত হোৱা ভোলানাথ!
শুনা উপদেশ —
শেষ কৰি মৰতত লীলা
আহিছে উলটি সীতা
লক্ষ্মী বৈকুণ্ঠৰ।
যুক্তি কৰি আনাগ'ই
অযোধ্যা-পতিকো!

মহা - পদ্মযোনি!
তুমি নকৰিলে আৰু
যুক্তি কৰিব কোনে?
উপায় কৰিব কোনে?

ব্ৰহ্মা - তেন্তে শুনা,
অযোধ্যাৰ প্ৰজাৰ স্নেহত
ভোলগ'ই ৰঘুনাথে
পাহৰিলে মহিমা নিজৰ।
সোঁৱৰাই দিবল'ই
জানকীনাথক,
নটৰাজ মহাদেৱ
উপযুক্ত দেখোঁ:

মহা - আৰু ৰাচক যিজন নিজে
মায়া মুকুতিৰ
মুক্তিদাতা স্বয়ং যিজন,
অপাৰগ তেওঁ?

ব্ৰহ্মা - প্ৰলয় কৰোঁতা জনে
বিলোপ কৰিব জানে
সৃষ্টিৰ মহিমা।
যোৱাঁ ভোলানাথ —
চাৰি অংশে জন্ম লৈ
মায়াত বিভোল হ'ল
বিষ্ণু অৱতাৰ!
ধ্বংস কৰি মায়াৰ বান্ধোন
চাৰি অংশ পূৰ্ণ কৰা
একেটি অংশত!

মহা - সেয়ে হওক;
মহাকাল বেশ ধৰি
যাম অযোধ্যালৈ।

---
বিসৰ্জন

ব্ৰহ্মা - প্ৰথমতে গৈ
শ্ৰীৰামৰ বিষম বন্ধন
লক্ষ্মণক আঁতৰাবা
পৃথিৱীৰ পৰা।
সেয়ে হ'লে,
বিতৃষ্ণা জাগিব আহি
ৰামৰ প্ৰাণত।

(এনেতে শঙ্খ ঘণ্টা আদি নানা বাদ্য বাজি উঠে। চাৰিওফালৰপৰা পুষ্পবৃষ্টি হয়। কৈলাসপুৰী উজ্জ্বল লৈ পৰে। লাহে লাহে গীত গাই এদল কিন্নৰীয়ে লক্ষ্মীৰূপা সীতাক লৈ আহে।)

ব্ৰহ্মা - চোৱা, চোৱা মহেশ্বৰ
লক্ষ্মীৰূপা সীতাদেৱী আহিছে সিফালে।

আহাঁ, আহাঁ সতী —

(মহাদেৱ আৰু ব্ৰহ্মা আগবাঢ়ি যায়। কিন্নৰীসকলে গায়)

গীত

মিশ্ৰ খাম্বাজ- তেতালা

হিমালি হিমে ধৰা জিনিলে,
ত্ৰিভুৱনে প্ৰাণ ভৰি সতী চিনিলে।
কোমল প্ৰাণে তুমি সহিলা সতী
কুটিল কালৰ অতি নিঠুৰ গতি।
জীৱন কুসুম কিয়ে শোকে তিয়ালে।

# প্ৰথম অঙ্ক

## প্ৰথম দৃশ্য

### অযোধ্যাৰ প্ৰাসাদ, শয়ন, কক্ষ

(অৰ্দ্ধ-শায়িত অৱস্থাত অকলে ৰামে ভাবি থাকে)

ৰাম - কণ্টক! কণ্টক!
বিন্ধিছে কণ্টকে যেন
সুখশয্যা মোৰ —
সীতা! সীতা!
কেনি গ'লা সীতা মোৰ
প্ৰাণৰ ঈশ্বৰী!
শূন্য মোৰ অন্তৰৰ
সুবিমল কমল আসন।
প্ৰজানুৰঞ্জন! প্ৰজানুৰঞ্জন!
প্ৰজানুৰঞ্জক হৈ
বিৰাগ ভাজন হলোঁ
শান্তি জননীৰ —
অহহ্! জনম-দুখিনী মোৰ
প্ৰাণৰ প্ৰতিমা,
প্ৰজাৰ কথাতে দিলোঁ
নিজে উটুৱাই।
অভিশাপ —
শূদ্ৰকৰ পত্নী আৰু তাৰা, মন্দোদৰী,
অভিশাপ ফলিয়ালে,
চোৱাঁহি এবাৰ —
উস্!

(গীত গাই গাই লৱ-কুশৰ লগত ব'ৰাগী সোমাই আহে)

ব'ৰাগীৰ গীত

ইমন-তেতালা

জয় ৰাম জয় ৰাম, জয় ৰাম জয় ৰাম।
ৰঘুপতি ৰাঘৱ জয় সীতা জয় ৰাম।।
জয় পালক, জয় শাসক
চিৰ বাঞ্ছিত গুণ মণ্ডিত
জয় ৰাম।।

ৰাম - ব'ৰাগী। আপোনাৰ সঙ্গীত সাধনা সফল হওক। কিন্তু স্তুতি গান বৰ নীৰস।

ব'ৰাগী - প্ৰভু, যদি দাসৰ এই একেবিমান বাণী আৰাধনাই আপোনাৰ মনত এক বেণু মানো শান্তি দিব পাৰে তেন্তে মোৰ অপাৰ সুখ।

লৱ - পিতা, এখেতৰ সুৰত এনে এটি মোহিনী শক্তি আছে যে, আমিও ভোলগৈ থাকোঁ।

ৰাম - ভাল হৈছে বাছাহঁত, তোমালোক দুয়ো সঙ্গীত আলোচনা কৰা। মাজে মাজে মোকো গাই শুনাবা। কুশ!

কুশ - পিতা!

ৰাম - মহৰ্ষি বাল্মীকিৰ শিক্ষা মনত পেলাই লগে লগে ৰাজনীতিৰ ফালেও চকু দিবাইক। ভৱিষ্যত ৰাজ্যভাৰ তোমালোকৰ ওপৰত।

কুশ - পিতা! তমসাৰ তামস তীৰত বহি বেদমন্ত্ৰৰ সাম ঝঙ্কাৰত যি তৃপ্তি পাইছিলোঁ, তালৈ মনত পৰিলে ৰাজ্যধন বিষময় যেন লাগে।

ৰাম - সেই কৰুণ কাহিনীৰ কথা আৰু নক'বা। সি মোৰ কল্পনাৰ আঁৰতে লুকাই থাওক, তাতে মোৰ সকলো সন্তাপ।

লব - দাদা, মন্দিৰলৈ যাওঁ বলা।

কুশ - অ' হয়। পিতা, মন্দিৰলৈ এজন সন্ন্যাসী আহিছে। আমি এতিয়া তেওঁক চাবলৈ যাব খুজিছোঁ।

ৰাম - যোৱা।

(লব-কুশ আৰু ব'ৰাগীৰ প্ৰস্থান)

ৰাম - ৰাজসিংহাসন দেখি
জ্বলি উঠে দাবানল
মনৰ মাজত।
উচ্চ শিৰ তুচ্ছ হয়
লাজে অপমানে।
ৰজা মই! লোকে কয়
ৰজা মই ————
কোৱা,
তুমি কোৱাচোঁ প্ৰেয়সী,
যদিও আঁতৰি গলা বহুদূৰলৈ,
কিন্তু
স্মৃতিৰ গাঁথনি প্ৰিয়া
নাই ছিগা অন্তৰৰ পৰা।
কেতিয়াবা, ভোলগৈ
কল্পনাৰ কুহক মায়াত
আবেগত 'সীতা' বুলি
লৰি যাওঁ নিৰাশ্বাসে
শয্যাৰ কাষলৈ'।
(লক্ষ্মণৰ প্ৰবেশ)

লক্ষ্মণ (ৰামৰ পদধূলি লৈ ) দাদা,
আকৌ চিন্তা কৰিছে?

ৰাম - চিন্তা? লক্ষ্মণ।
পঞ্চবটী - পঞ্চবটী পৰিছে মনত —

লক্ষ্মণ - সেয়ে দাদা,
জীৱনৰ
শান্তি আৰু অশান্তিৰ
মিলনৰ স্থল।

ৰাম - সেই সেই চিন্তা আজি
পৰিছে মনত।
বৈদেহীৰ বিয়োগ বাতৰি
বাজিছে প্ৰাণত মোৰ
প্ৰতি পলকতে।
অপাৰ সমুদ্ৰ যেন
পাৰ ভাঙি আহিছে ধিয়াই
লক্ষ্য কৰি মোৰে বক্ষঃস্থল।

লক্ষ্মণ - কিয় দাদা সোৱঁৰালা অতীত কাহিনী?
কিয় পুনু জ্বলালা অগনি?
মাতৃ জ্ঞানে পুজিছিলোঁ
চৰণ দুখানি যাৰ,
যাৰ হকে স্বৰ্ণ লঙ্কা
উচ্ছন্ন কৰিলোঁ,
বনবাস দিলোঁ যাক
পাষাণ হিয়াৰে —
কিয় প্ৰভো, সেই স্মৃতি
পেলালা মনত?

ৰাম - ব'লা ভাই গুচি যাওঁ
পুনু বনলৈ।
ৰাজ্য সুখ কিবা প্ৰয়োজন?
সীতাৰ বিহনে আজি
দেইপুৰি যায় মোৰ
গোটেই শৰীৰ।
উস্! নিজ হাতে ঢাকি দিলোঁ
শীতল জোনাক।

লক্ষ্মণ - দাদা,
উষাৰ হাঁহিটি যেনে
মধুৰে গধুৰ,
নিশাৰ আন্ধাৰো তেনে
ৰহস্যৰে পূৰ।

ৰাম - ভাই,
দহিছে হৃদয় মোৰ
এযাৰ কথাই —

কইছিলোঁ জানকীক —

লক্ষ্মণ - নক'বা, নক'বা দাদা,
দহিছে দাসৰো হিয়া।
ইচ্ছা হয়, কোটি কোটি বজ্ৰপাত
পৰক শিৰত,
সৰক চকুৰে মোৰ
তেজৰ টোপাল।

ৰাম - লক্ষ্মণ !
দুৰ্ভিক্ষ — দুৰ্ভিক্ষ —
মাতা দুৰ্ভিক্ষক
বক্ষ-ৰক্ত পান কৰি মোৰ
শান্তিলাভ কৰক সিয়েই।
(বিৰক্তিৰে গুছি যায়)

লক্ষ্মণ - বিৰক্ত হইছে দাদা
শোকৰ চিন্তাত।
বিৰক্তিৰে উপচিল
আকাশ বতাহ।
উন্মাদ গতিৰে যেন
মহাকাল আহি
গিলিব খুজিছে এই অযোধ্যা নগৰ।
নাই জনা
সুমিত্ৰা নন্দন মই
শ্ৰীৰামৰ দাস ?
নাই জনা,
ৰামনাম হৃদয়ত লৈ
অসাধ্য সাধিব পাৰোঁ
মৰ জগতত ?
আহি থাক সংসাৰৰ
বিপদ বিঘিনি
মহামন্ত্ৰ আছে মোৰ
মুখত সদায় —
ৰাম - ৰাম - ৰাম।

## দ্বিতীয় দৃশ্য
### মন্দিৰ

(সন্মুখত দেৱীৰ মূৰ্তি, সন্ন্যাসী বেশে মহাদেৱ, লৱ-কুশ আৰু ব'ৰাগী)

লৱ - ভাই, এই মন্দিৰত কি পাবা ? সন্ন্যাসীও সামান্য পূজাৰী মাথোন আৰু এই মূৰ্তিও মাটিৰ।

কুশ - সন্ন্যাসী। আমি যে স্নেহৰ ভিক্ষাৰী। কতদিন 'আই' বুলি প্ৰাণ খুলি মাতিবলৈ পোৱা নাই। কিমান দিন আইৰ স্নেহ সম্ভাষণ শুনা নাই। নোৱাৰা ? এবাৰ আইৰ মূৰ্তিটি দেখুৱাব নোৱাৰানে সন্ন্যাসী ?

মহা - যিজন চিৰকালৰ কাৰণে গুচি গ'ল তেওঁ যে আৰু দেখা দিব নোৱাৰে কুমাৰ। মাতৃ-স্নেহৰ কথা পাহৰি পেলোৱা — সেইবোৰ এটা ভ্ৰান্তি মাথোন।

লৱ - কি কোৱা সন্ন্যাসী - মাতৃ-স্নেহ পাহৰি পেলাম ? তুমি সৌ মাটিৰ পুতলী দেখি আত্মহাৰা হ'ব পাৰা আৰু আমি জন্মদাত্ৰী জননীক পাহৰি পেলাম ?

কুশ - মিছা কথা সন্ন্যাসী, মাতৃ-স্নেহ পাহৰিবৰ উপায় নাই। ব'ৰাগী। গোৱা- গান গোৱা।

ব'ৰাগী -

### গীত

এই গীতৰ তৰী দিলোঁ এৰি
তৰুণ ব'ৰাগী।
বায়ুৰ লহৰ যাব ফালি মোৰ
তৰী সুৰাগী।
যৌৱনৰ এই ফুলাম তৰী
মহা অনন্ত লক্ষ্য কৰি
আকাশ মাজত মহাবেগে
দিলোঁ তিয়াগি।

লৱ - ব'লা দাদা, অলপ মুকলিত ফুৰি আহোঁগে। আহা ব'ৰাগী।

ব'ৰাগী - বলক -
(তিনিও ওলাই যায়)

## তৃতীয় দৃশ্য

### ৰাজ উদ্যান

(এখন সৰোবৰ পাৰত ওখ ওখ শিলৰ আসন। সৰোবৰত পদুম ফুল ফুলি আছে। সখীহঁতে উৰ্মিলাক লগত লৈ পাৰত ঘূৰি ফুৰে।)

উৰ্মি - সখীহঁত। এনেকুৱা এটা গীত গোৱাঁচোন যিটি শুনিলে শৰত কালৰ কথা মনত পৰে আৰু যাৰ সুৰত মনৰ সন্তাপ দূৰ হয়।

১ম সখী- তেন্তে আহাঁ সখী, তুমি এইখিনিতে বহাঁ - আমি গাওঁ।

(উৰ্মিলাক মাজত বহুৱাই লৈ সখীহঁতে গায়)

### গীত

ঝিঁঝিট খাম্বাজ কাৱালী

শৰত শেফালি নিশি মলয়া বাবে
জুৰু জুৰু জুৰু জুৰু পৰাণে ধাৱে।
সৰসী পৰশি প্ৰিতে কমলিনী হাসে
মধুকৰ নিকৰ ঘন ঘন আসে
চঞ্চল টলমল সৰোবৰ অঞ্চল
ধীৰি ধীৰি ঋতুমতি আৱে।।
নিদাঘ তপত ঘোৰ পানীপিয়া ধৰা
উলসি ঝলসে আজি ৰূপ ৰস ভৰা।
অৰুণ বৰণ সনা ঝলমল হিমকণা
সুশোভিত শ্যামলিমা পাবে।।

(গান শুনি শুনি উৰ্মিলা বিভোল হয়। দূৰতে লক্ষ্মণক দেখি সখীহঁত গুচি যায়। চমক ভাগিলত 'সখি' বুলি মাতিব খোজোঁতে লক্ষ্মণকে দেখি উৰ্মিলা ৰৈ যায়)

লক্ষ্মণ - জোনাক যামিনীত কি নতুন বাৰ্তা আহিছে উৰ্মিলা?

উৰ্মিলা - নতুন বাৰ্তা আৰু কি আছে প্ৰভু? সদাই একে বাণী, একে সঙ্গীত।

লক্ষ্মণ - কিন্তু তাৰ আঁৰে আঁৰে ৰহস্যৰ এখন ইন্দ্ৰজালে নিতৌ নতুন প্ৰেৰণা আনি আছে উৰ্মিলা।

উৰ্মিলা - নাথ। সুখ আৰু দুখ এই দুটা বস্তুৰপৰা সুন্দৰ জগতখন কেনে বিষময় হৈ পৰিছে।

লক্ষ্মণ - সুখ দুখ বিবৰ্জিত অৱস্থা সাধকৰ শেষ সম্পদ। কিন্তু সাধাৰণ মানুহৰ মাজত এটা নহয় এটাৰ প্ৰাধান্য থাকিবই।

উৰ্মিলা আপুনি বহক। তাৰ উত্তৰ দিছোঁ।

### গীত

নানিবা নানিবা সুখ আশা
মধু-নিশা আজি চকুলোৰে ভৰা।
দুখে ভৰা সুখ গানে
তন্দ্ৰাজড়িত প্ৰাণে
সুখ দুখ কিবা জানে
— গভীৰ নিৰাশা!

লক্ষ্মণ - কি মধুৰ!
কবিৰ কল্পনা য'ত
হয় অপাৰগ,
বিশ্ব খনিকৰে যাৰ
ৰূপ সৃষ্টি নোৱাৰে কৰিব,
একেটি সঙ্গীতে তাত
পূৰ্ণ মূৰ্তি আনি দিয়ে
অপূৰ্ণ দেহত!
সঙ্গীতৰ ঝঙ্কাৰত
উটি যায় হৃদয়ৰ
সকলো সন্তাপ! —
বিশ্ব-প্ৰকৃতিৰ এই
নিস্তব্ধ হিয়াত
ঢ'উ খেলি আছে নিতে
সঙ্গীতৰ অনাহত ধ্বনি!
সঙ্গীতত যি জনৰ
লেশ মানো স্পৃহা নাই
কিম্বা
গীতি কবিতাৰ লয়
নপৰশে যাৰ অন্তৰত
বিশ্বাসঘাতক তেওঁ—
হিয়া তাৰ পাষাণৰ দৰে!
উৰ্মিলা!

উৰ্মিলা -

গীত

দুখে ভৰা সুখ গানে
তন্দ্ৰাজড়িত প্ৰাণে
সুখ দুখ কিবা জানে
—গভীৰ নিৰাশা।

লক্ষ্মণ - আৰু আনিবা ক'ৰপৰা উৰ্মিলা ? বৰ ভয়ানক কিবা এটা যেন মোৰ কাৰণে ৰৈ আছে!

উৰ্মিলা - প্ৰভু, আপুনি চিন্তাশীল পুৰুষ। সেই কাৰণে নানা চিন্তা আহি কেতিয়াবা আপোনাৰ মন গধুৰ কৰি তোলেহি। আপুনি একো চিন্তা নকৰিব। দেৱীয়ে মহাসঙ্কটৰ সময়তো ৰক্ষা কৰি থৈছে।

লক্ষ্মণ - এটা কথা উৰ্মিলা, আজি ঋষিবৰ এজন সন্ন্যাসীক লগ পালোঁ। তেওঁ মোৰ হাত মুখলক্ষণ ধৰিবৰ পৰাই সংসাৰৰ প্ৰতি মোৰ এটা বিৰাগ ভাব আহিছে। তেওঁ মোক ক'লে যে, আত্মত্যাগ একমাত্ৰ উপায়।

উৰ্মিলা- সন্ন্যাসীয়ে সঁচা কথা কৈছে আৰু ঠিক উপযুক্ত জনকেই কৈছে। আপুনি শ্ৰীৰামচন্দ্ৰৰ কাৰণে যি ত্যাগ কৰিলে সেইখিনি জানো অতি সামান্য প্ৰভো?

লক্ষ্মণ - বান্ধিছোঁ হৃদয় মোৰ
একেটি মন্ত্ৰৰে,
সেই একে মন্ত্ৰ জপ কৰি
কৰিম কৰ্তব্য মোৰ
ইহ জনমৰ।
এক মন্ত্ৰ এক নাম
ৰাম- ৰাম - ৰাম।

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

### শিল্পমন্দিৰ

(চাৰিওফালে নানাবিধ চিত্ৰ ওলোমাই থোৱা আছে। মাটিত কিছুমান চিত্ৰ-শিল্পৰ সঁজুলি। এখন ছবিৰ ফালে একেথিৰে চাই থাকি ৰামে এটা দীঘল হুমুনিয়াহ পেলায়।)

ৰাম - সুদীৰ্ঘ জীৱনৰ
দুৰ্লভ মাধুৰীখিনি
কুশলী শিল্পীয়ে আনি
একে ঠাই কৰিলেহি
এই মন্দিৰত।
উস্! ক'ত সেই শৈশৱৰ
সোণালী জীৱন,
ক'ত আহি পৰিলোঁহি! —
(আকৌ ছবিবোৰলৈ চকু দি)
কৰুণে কোমলে মিলি
কি যে সৃষ্টি কৰিছে ধৰাত!
সুকুমাৰ লেখনীত
ৰেখাৰ মাজত
কিমান কৰুণ লেখা
পৰিছে বিয়পি!
—তথাপিও কিমান সুন্দৰ!
(হাতত লেখনী আৰু তালপাত লৈ শিল্পীৰ প্ৰবেশ)

ৰাম - (তন্ময় হৈ)
সকলো আঁতৰি গ'ল —
আছে মাত্ৰ স্মৃতি!

শিল্পী - প্ৰভো!

ৰাম - (ধীৰেৰে উলটি চাই হাতেৰে ইঙ্গিত দিয়ে)
নকৰা - কথা নকৰা। -
চকু আৰু মনে মোৰ
নুশুনা ভাবাৰে পতা
কথাৰ মাজত
মানুহৰ কণ্ঠস্বৰ —

(হঠাৎ ৰৈ যায় আৰু শিল্পীৰ মুখৰ ফালে চায়। শিল্পী একে ঠাইতে একে অৱস্থাতে ৰৈ থাকে।)

শিল্পী!
তুমিয়েই স্ৰষ্টা এই
সৌন্দৰ্য্যৰ নিমাত দেশৰ?
নমস্কাৰ, নমস্কাৰ —

শিল্পী - *(ৰামক বাধা দি)*
নমস্কাৰ মোক প্ৰভো?
সেৱকক নমস্কাৰ
সেৱিতে জনায়?

ৰাম - নহয় - নহয় - শিল্পী,
প্ৰভুত্বৰ লৌকিকতা মানি
নকৰিলে গুণৰ আদৰ
প্ৰবঞ্চনা পাপে মোক
দহিব সদায়।
মানুহ হ'লেও তুমি
সৃষ্টিৰ ক্ষমতা থকা
সাধক এজন —
(ছবিবোৰৰ ফালে চায় আৰু কৌশল্যাৰ ছবিত চকু পৰি)
সৌম্য বনবাস বাৰ্তা শুনি,
স্নেহময়ী জননীৰ
কাতৰ চকুৰে
এটোপ এটোপকৈ
টুকিছে তপত পানী।
একোটি টোপালে যেন
ভাঙি দিছে হৃদয়ৰ
এখন সাগৰ।
শিল্পী —

শিল্পী - (মধুৰ হাঁহি এটা মাৰি)
তিলে তিলে হৰি আনি,
কবিতাৰ স্মৃতি সানি
কল্পনাত চিত্ৰকৰে
যিটি প্ৰাণ দিয়ে
সেই প্ৰাণে জন্ম-মৃত্যু,
বিৰহ-মিলন প্ৰভো
নেমানে একোকে।

ৰাম - একোকে নেমানে?
ভ্ৰম- ভ্ৰম
সুকুমাৰ আলেখ্যৰ
আঁৰত লুকাই
জ্বলিব লাগিছে এই
স্মৃতিৰ শ্মশান।
যন্ত্ৰণাৰ বিষম জ্বালাত
ভাগিৰ খুজিছে হিয়া
ঠানবান হৈ —
যোৱা, যোৱা শিল্পী —
কোমল হলেও শিল্প
অতিকে নিঠুৰ।
শ্মশান! শ্মশান।
জ্বলন্ত শ্মশান এই
পবিত্ৰ মন্দিৰ।

শিল্পী - (ৰামৰ ফালে চাই)
সঁচাকৈয়ে শ্মশান ইখন।
কিন্তু, শ্মশানৰ
সুৰেইহে
অনন্ত কাহিনী গায়,
শুনাবায় শেষৰ সঙ্গীত।

## দ্বিতীয় দৃশ্য

### সদানন্দৰ চোতাল

(কাষলতিত জ্যোতিষ পুথি এখন লৈ সদানন্দৰ প্ৰৱেশ)

সদা - এৰা, এৰা, জ্যোতিষখনৰ কথাবোৰ অথলে যাবনে? কিবা বোলেনে ৰজাৰ দোষত প্ৰজাৰ হাহাকাৰ। দেশত অন্নকষ্ট, জলকষ্ট, হাহাকাৰ! নহ'ব কিয়? ৰাজ্যৰ মহালক্ষ্মী সীতাৰ শাৱে নুছুৱনে? ৰামচন্দ্ৰ আকৌ বনবাসলৈ গ'লে কি জানি কিবা এটা ফল ধৰেই? ৰজাৰ দোষত প্ৰজাৰ হাহাকাৰ - অতএব—

(ব'ৰাগীৰ প্ৰৱেশ)

ব'ৰাগী - অত এব —

সদা - তই, তই - তুমিবা কোন? কোনহে তুমি কোন? বৰ সাহ দেখোন?

ব'ৰাগী - এ' মোৰ সাহৰ কথা নক'ব। ৰজাৰপৰা প্ৰজালৈকে সকলোৰে লগত মই সমানে কথা কওঁ।

সদা - তুমি দেখোন বহুত কথা ক'লা — চাওঁ এই পিনে পীৰা এডোখৰ আগবঢ়াই দিয়াঁচোন। ল'ৰাইঁ তৰ মাক!

ব'ৰাগী- নেলাগে, নেলাগে - এনেয়ে হ'ব।

সদা - পিছে এইফালে অহাৰ উদেশ্য?

ব'ৰাগী - মোৰ উদেশ্য, আকাংক্ষা একো নাই। এইদৰে ঘূৰি ফুৰাই মোৰ ব্যৱসায় —

সদা - তেনে তই মগনীয়াৰ - যোৱা — ইয়াত একো নেপাব। ৰামচন্দ্ৰৰ ওচৰলৈ যা - ৰজাৰ দোষত আজি ৰাজ্য হাহাকাৰ।

ব'ৰাগী - ৰজাৰ দোষত? মূৰ্খ প্ৰজাৰ মনোৰঞ্জন কৰিবৰ কাৰণেই ৰামচন্দ্ৰৰ জীৱন শ্মশান হ'ল। তথাপি কোৱা ৰজাৰ দোষ?

সদা - তুমি শুকক বেদ পঢ়াবলৈ আহিছা? প্ৰজাৰ দোষ কিহত?

ব'ৰাগী - "সীতা কলঙ্কিনী ; আকৌ অগ্নি পৰীক্ষা কৰা।" এই বুলি সেইদিনা অশ্বমেধ যজ্ঞত কোনে চিঞৰিছিল? কাৰ কাৰণে সেইদিনা ৰাম -সীতাৰ চিৰবিচ্ছেদ হ'ল ব্ৰাহ্মণ?

সদা - উঠা - ভালে ভালে ইমানতে বিদায় লোৱা।

ব'ৰাগী - আহিছোঁ। কিন্তু তোমালোকৰ নিচিনা মানুহৰ দোষতে এখন শান্তি-সাগৰ শুকাই গ'ল। ৰামৰাজ্য ধ্বংস হ'ল। (প্ৰস্থান)

সদা - কথাটো সঁচানেকি? (জোতিষ মেলি চায়) (ভিতৰৰ পৰা বেগেৰে বামুণী ওলাই আহে)

বামুণী - পুথি-পাঁজি মেলি মূৰ দুপিয়াই থাকিলেই পেটটো ভৰিবনে? নোযোঁৱা কেলেই - কেনিবা ওলাই নোযোঁৱা কেলেই? গধূলিকৈ চৰুত দিবলৈ কণ এটাও নাই নহয়—

সদা - যাহ, ক'তা অকণো শান্তি নাই। মই কিবা এটা ভাবিবলৈ ল'ম, তাই আহি উলিয়াবহি ক'ৰ শাকখোৱা, ভাতখোৱা কথাবোৰ—

বামুণী - নেখালে পাৰা জানো? কথা ক'লে ভেকাহি মাৰিবা? খাবলৈ লখিমী এটা নাই, ইফালে ল'ৰা ছোৱালী এগোহালি।

সদা - হেৰ' ল'ৰা সাতোটা, ছোৱালী ৯ জনীকে বহুত দেখিলিনে? সেইবোৰ ভগৱতীৰ বস্তু, ভগৱতীয়ে খুৱাব।

বামুণী - ওঁ, ভগৱতীয়ে দলিয়াই দি গৈছিলহি নহয়? যোৱা ভালে ভালে - নহলে —

সদা - কি কৰিবি? কি কৰিবি অ'?

বামুণী - শাও দিম —

সদা - হে ৰক্ষা কৰা - এগৰাকীৰ শাপতে ৰাজ্যত যি হ'ব লাগে হৈছে, তাতে তুমিও শাও দি আৰু ভষ্ম নকৰিবা।

বামুণী - কথা ক'লে পেংলাই কৰা? বাৰু, তাৰ পোটোকা পাবা?

সদা - তললৈ নেচাবা - ভয় লাগে- আই বসুমতীয়ে ফাট দিলে তুমি জানো মোৰ এই পোহৰ ঘৰ এন্ধাৰ কৰি ইয়াত থাকিবা আৰু? বোলোঁ ওপৰলৈ চোৱা। হেৰা—

বামুণী - যোৱা - চুপতি নকৰিবা।
(উচাং মাৰি ভিতৰলৈ যায় আৰু দুৱাৰ মাৰি থয়)

সদা - (দুৱাৰ খুন্দিয়াই) ল'ৰাইতৰ মাক, ল'ৰাইতৰ মাক। বোলোঁ অভিমান নকৰিবা—দুৱাৰ মেলা। আও, —(ডাঙৰকৈ) চোৰচাং প্ৰৱেশ কৰা, কিন্তু মনে মনে পাতাল প্ৰৱেশ নকৰিবা। এই ৰকমেই - এই ৰকমেই। — যাওঁ, কেনি পাওঁ, তণ্ডুল গোটাদিয়েৰে আয়োজন কৰি আনো। (টিলিকি মাৰি) সইত, সইত, সইত। জেঠীটোৱেও সত্য কথাকে কৈছে।

("ওঁ জবাকুসুম - সঙ্কাশং" ইত্যাদি গাই গাই ওলাই যায়)

## তৃতীয় দৃশ্য
### মন্দিৰৰ ভিতৰ

(মন্দিৰৰ বাহিৰে ভিক্ষাৰীবিলাকে দোতাৰাত গুণগুণ শব্দ কৰি গীত গায়। মাজে মাজে 'দুৰ্গা' 'দুৰ্গা' শব্দ শুনা যায়)

উৰ্মিলা - (হাতত অঞ্জলি লৈ ) লোৱা আই, এই দীনা ভিক্ষাৰিণীৰ প্ৰাণৰ অঞ্জলি লোৱা। মোৰ ইহ-পৰ কালৰ দেৱতা স্বামীৰ মঙ্গল কৰা।
(অঞ্জলি দিব খোজে। এনেতে পাছফালৰপৰা ব'ৰাগীয়ে মাত দিয়ে)

ব'ৰাগী - দিয়া, দিয়া আই — দেবীৰ চৰণত পুষ্পাঞ্জলি ঢালি দিয়া — মুক্তিৰ কল্পনাত তৃপ্তি লাভ কৰা।

উৰ্মিলা - কোন? কোন তুমি? মন্দিৰত সোমালা কিয়?

ব'ৰাগী - আই, মই এটি দীন হীন পথিক। মন্দিৰৰ ধূপ-ধূনাৰ গোন্ধ পাই মোৰ প্ৰাণত সুৰৰ হেঁপাহ জাগি উঠিল। তাৰ সন্ধানতে ইয়ালৈ আহিলোঁ।

উৰ্মিলা - তুমি ভাবুক - তোমাৰ কথাৰ অৰ্থ মই বুজিব নোৱাৰোঁ।

ব'ৰাগী - আই, তুমি নিজে এই ৰাজপুৰীৰ মাজত যি মহান আদৰ্শ দেখুৱাইছা - তাতে জগতৰ নাৰী সমাজ মুগ্ধ হৈ থাকিব। যৌৱনৰ সুখ ভোগ, আশা বিসৰ্জন দি স্বামীৰ কাৰণে যি ত্যাগ কৰিলা - তাৰ মূল্য দিব কিহে? সৌৱা, ভগৱতীয়ে চাইছে তোমাৰ দেহত আৰু কিমান শক্তি আছে, তুমি আৰু কিমান সহিব পাৰিবা। আজি ব'ৰাগীৰ সাধনা সফল হৈছে, সেইহে হ'বলা তাৰ মানসী দেৱীয়ে সাক্ষাৎ মূৰ্তি ধৰি মন্দিৰত দেখা দিছে। জননী। যদি দেখা দিলা, অধমৰ প্ৰণিপাত এটিও গ্ৰহণ কৰা।
(উৰ্মিলাক সেৱা কৰি গুচি যায়)

উৰ্মিলা - উন্মাদ পথিক—
আই, কত দুখ, কত শোক
পাৰ হ'লো তোমাৰ কৃপাত।

বিসৰ্জন

আৰু শক্তি দিয়া আই —
পাৰোঁ যেন ইষ্ট লাভ
কৰিব ধ্যানৰ।
পতিৰ মঙ্গল হক —
ৰঘুকুল হ'ক যেন
প্ৰিয় জগতৰ। (অঞ্জলি যাচে)

## চতুৰ্থ দৃশ্য

### ৰাজবাট

(গীত গাই গাই এটা ভিক্ষাৰীৰ প্ৰৱেশ)

### গীত

সন্ধ্যাবেলাৰ পূৰ্বাচলে অন্ধ আকাশ পৰে,
আলোক মালা, আলোক মালা, আলোক দিয়া পুৱাৰ দৰে।
পথহাৰা পথিক আজি
উজুটিত ওফৰে দেহি।
আঘাতত তাৰ উঠে বাজি
আকুল প্ৰাণৰ গান।
ভূলোক কেনি দ্যুলোক কেনি
কিবা চিনে হায়, অন্ধ নৰে।
হায় হায় ৰবে ব্যথিত গৰবে
চকুলো মাখোন সৰে।
(প্ৰস্থান)

## পঞ্চম দৃশ্য

### ৰাৰান্দা

(ৰাম আৰু শত্ৰুঘ্ন কথা পাতি থাকে)

ৰাম - শত্ৰুঘ্ন!
যোৱাঁ ভাই, যন্ত্ৰ-বাদকক গ'ই
দিয়া সমাচাৰ,
শোকৰ মাজতো যেন
মিলনৰ সুৰ এটি
বয় কাণে কাণে।
(শত্ৰুঘ্ন ভিতৰলৈ যায়)
লক্ষ্মণ ভৰত দুয়ো
উলটি আহিছে —
আনিছে লগতে মোৰ
পৰাজিত জীৱনৰ
অন্তৰৰ ব্যথা।
(শত্ৰুঘ্ন সোমাই আহে, দূৰত যন্ত্ৰসঙ্গীতৰ মৃদু ধ্বনি শুনা যায়)
বাজাঁ - বাজাঁ —
মিলনৰ মৃদু মধু
প্ৰতি মূৰ্চ্ছনাত
সন্তপ্ত বাৰ্দ্ধক্য মোৰ
উটি যক কেনিবাদি
বহু দূৰলৈ।
*(ভৰত আৰু লক্ষ্মণৰ প্ৰৱেশ। ৰামৰ চৰণ চুই দুয়ো পদধূলি লয়)*
ৰাম - আহাঁ, আহাঁ —
কোৱা ভাই,
কেনেকই, ৰাজ্যভাৰ
কাক ক'ত দিলা?
ভৰত - দাদা,
যুদ্ধাজিত মাতুলেৰে
একে লগ হৈ,
সিন্ধুৰ তীৰত থকা
গন্ধৰ্বৰ অধিপতি
সৈন্ধৱ ৰাজক
নিপাতিলোঁ অতি অনায়াসে।
দুই তীৰে দুখন নগৰ আমি
কৰিলোঁ নিৰ্মাণ।
তক্ষক নামেৰে পুৰী
জ্যেষ্ঠ পুত্ৰ তক্ষকক দিলোঁ;
পুষ্কৰৰ নামে দিলোঁ
আন খনি দেশ,
পুষ্কৰাৱতী বুলি
নাম থলোঁ তাৰ।
লক্ষ্মণ - দাদা,
কাৰু নামে মহাদেশ
জয় কৰি আমি
দুখন নগৰ তাতো

বিসৰ্জন

কৰিলোঁ স্থাপন।
মল্ল প্ৰদেশৰ
ৰাজধানী কৰি
অঙ্গদিয়া নামে পুৰী
পুত্ৰ মোৰ অঙ্গদক
দিলোঁ মই দান।
শিখৰ ভূমিত পাতি
চন্দ্ৰাৱতী নতুন নগৰ
চন্দ্ৰকেতু দ্বিতীয় পুত্ৰক
ভৰত দাদাই দিলে
স্বত্ব অধিকাৰ।

ৰাম - পৰম সন্তোষ পালোঁ।
কিন্তু ভাই,
বাকী আছে শত্ৰুঘ্নৰ
কুমাৰ দুয়োটি।
সুচৰিত, সুবাহুক
দিব লাগে ৰাজ্যভাৰ
অতি সোনকালে। —
মথুৰাত আছে ৰজা
লৱণ অসুৰ।
আৰ্য্যৰ শাসন তাতো
অতি প্ৰয়োজন।

শত্ৰুঘ্ন - দাদা!
যুদ্ধ ইচ্ছা —

ৰাম - ভাই,
সাম্যবাদ যি দেশত
নাই এতিয়াও,
আসুৰিক প্ৰথা য'ত,
ৰজাৰ নিয়ম,
সেই ৰাজ্য জয় কৰা
সাম্যবাদী ৰাঘৱৰ
নহয় ঘৃণিত কাম।

শত্ৰুঘ্ন - তেন্তে,
যাম দাদা — পালিম আদেশ।
সূৰ্য্য-বংশ যশোৰাশি
থাপি থৈ ভাৰতৰ
নগৰে নগৰে,
সামৰাজ্য কৰিম বিস্তাৰ।

ভৰত - ব'লা ভাই,
নিজে মই কৰি দিম
যাত্ৰা-আয়োজন।

ৰাম - বাজক দামামা ভেৰী
গজ ঘণ্টা আদি,
অসত্যৰ পৰাজয়
সত্যৰ সাধনা হোক
লক্ষ্য ৰাঘৱৰ।
আহাঁ ভাই,
আয়োজন কৰোঁগৈ
যাত্ৰাৰ মঙ্গল।
( লক্ষ্মণৰ বাহিৰে তিনিও যায়)

লক্ষ্মণ - এটি মন্ত্ৰ দিনে ৰাতি
জপিছে দাদাই —
সত্য! সত্য!
- উস!
কত ঢৌ উঠে নিতে
ৰঘুমণি ৰাঘৱৰ
ক্ষুব্ধ হৃদয়ত।
কত ঢৌ মাৰ যায়
ভাঙি ছিঙি মৰ্মৰ দুকুল!
তথাপিও লিখা আছে
দাদাৰ ওঁঠত
দুটি বৰ্ণ
দিনে ৰাতি যেন —
সীতা! সীতা!

বিসৰ্জন

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য
## ৰাজ সভা

(সুবৰ্ণখচিত চন্দ্ৰাতপৰ তলত ৰত্নৰ সিংহাসনত ৰাম বহি থাকে। লক্ষ্মণে চামৰেৰে বিচি থাকে। ভৰতে ছত্ৰ ধৰে আৰু শত্ৰুঘ্নই খোলা তৰোৱাল লৈ ৰামৰ কাষত থিয় দি থাকে। বশিষ্ঠই বেদ পাঠ কৰে।)

বশিষ্ঠ - (বেদ সামৰি)
শুনা, শুনা, আৰ্য্যৰ সন্তান,
বেদৰ অমৃত বাণী
হৃদয়ত লৈ —
ৰাজ্য, ধন, সমাজ, বিভূতি
কৰিলে আহ্বান
সিদ্ধি হ'ব চতুৰ্বৰ্গ ফল।
মোক্ষলাভ হয় জীৱনৰ। (বেদ সামৰি থয়)

ৰাম - (বশিষ্ঠক মূৰ দোঁৱাই সম্ভ্ৰম জনায় আৰু মন্ত্ৰীক কয়)
মন্ত্ৰী!
মঙ্গল বিধান হেতু
অযোধ্যাবাসীৰ —
নিমন্ত্ৰণ কৰাঁ যত
পণ্ডিত ব্ৰাহ্মণ —
যাগ, যজ্ঞ সমাপন কৰি
অমঙ্গল কৰক বিনাশ।
অ' জানানে লক্ষ্মণ
মহামায়া পূজাৰ কাৰণে
তান্ত্ৰিক এজন
আহিছিল সহায় বিচাৰি?

লক্ষ্মণ - দাদা,
দেখিছিলোঁময়ো সেই
তেজোমন্ত তান্ত্ৰিকজনক।
দেখিলেই ভক্তি-ভাব
ওপজে মনত।
হ'ব পাৰে মঙ্গল সাধন
পূজে যদি নিজে তেওঁ
দেৱীৰ চৰণ।
আহিব এদিন তেওঁ
ৰাজ সভালৈ,
জনাব শুপুতে হেনো
অযোধ্যাৰ সকলো সংবাদ।

মন্ত্ৰী - প্ৰভো,
ৰামৰাজ্য ভুবন বিখ্যাত,
ভুবন বিখ্যাত এই
অযোধ্যা নগৰ।
দেৱতাৰ অভিশাপ
পৰিছে ৰাজ্যত
সেইবাবে,
অমঙ্গল ঘটছেহে
শান্তিপূৰ্ণ অযোধ্যা ৰাজ্যত।
ৰজাৰ ভাণ্ডাৰ আজি
মুকলি কৰিছোঁ
ভিক্ষাৰীক দিবৰ কাৰণে,
কৰা নাই তিল মানো
সঙ্কোচ মনত।
মুক্ত হস্তে দিছোঁ দান
যাক যিবা লাগে।

ৰাম - যথেষ্ট কৰিছা মন্ত্ৰী।
একো দোষ নাই দেখা
তোমাৰ কাৰ্য্যত।
অপৰাধী নিজে মই,
মোৰেই দোষত
ঘটে অমঙ্গল।

ভৰত - মিছা অনুতাপ
কিয় কৰা দাদা?
জগৎ-বৰেণ্য তুমি
ৰাজ-চক্ৰবৰ্ত্তী।
প্ৰজানুৰঞ্জক ৰাম;
প্ৰজাৰ কাৰণে
দেখুৱালে জগতক
অতুল গৰিমা —

বশিষ্ঠ - বৎস।
জানা তুমি নিজ কৰ্ম
নিজৰ মহিমা।
ভাগ্যবান তুমি,
শতপ্ৰাণ মিলি যায়
তোমাৰ নামত।
বৎস।
কৰো আশীৰ্বাদ
সত্যাগ্ৰহ পুণ্যব্ৰত
হৃদয়ত লৈ
জগজ্জয়ী হোৱা যেন
মৰ জগতত! (প্ৰস্থান)

ৰাম - কিন্তু কিয়
চিন্তা হয় প্ৰজাৰ কাৰণে?
নোৱাৰোঁ বুজিব
জীৱনৰ শেষ-ৰশ্মি
অযোধ্যাৰ প্ৰজাৰ মুখত
লীন হ'ব খোজে কিয়
চিৰ কাললৈ —
(সন্ন্যাসী বেশেৰে মহাদেৱৰ প্ৰৱেশ)

মহা - বুজিব - বুজিব প্ৰভু।

ৰাম - কোন তুমি? এই বেশেৰে ৰাজসভাত?

লক্ষ্মণ এখেতেই সেই সন্ন্যাসী, দাদা। এখেতেই আপোনাক গুপ্তভাৱে লগ পাব খুজিছিল।

ৰাম - কিয়, আপুনি ৰাজ্যৰ মঙ্গল কামনা কৰি ভগৱতীৰ পূজা কৰিছিল নহয়?

মহা - ব্যস্ত নহ'ব। সকলো ক'ম কিন্তু ইয়াত নহয়। এই প্ৰকাশ্য ৰাজ-সভাত নহয়। আপোনাৰ মন্ত্ৰণা কক্ষত গুপ্তভাৱে সকলো কথা ক'ম। কিন্তু সাৱধান হ'ব লাগিব যেন সেই সময়ত তালৈ আন কোনো যাব নোৱাৰে।

ৰাম - এই বিষয়ে মই যত্ন ল'ম। যাতে সেই সময়ত তালৈ কোনো প্ৰৱেশ কৰিব নোৱাৰে তাৰ ভাৰ - লক্ষ্মণে গ্ৰহণ কৰিব।

মহা - লক্ষ্মণে? যদি তেওঁ কেনেবাকৈ আমাৰ মন্ত্ৰণা শুনে?

ৰাম - অসম্ভৱ। লক্ষ্মণে মোৰ আদেশ অমান্য নকৰে। লক্ষ্মণ, তুমি মোৰ সকলো বিপদতে মোৰ ওচৰত আছাঁ। এই বাৰো থাকিবা ভাই। সন্ন্যাসী! আপুনি একো চিন্তা নকৰিব। ৰঘু কুলত জন্ম লৈ কোনো প্ৰাণীয়ে সত্য ভঙ্গ নকৰে।

মহা - যদি লক্ষ্মণে কৰে?

লক্ষ্মণ - সন্ন্যাসী! তুমি অজানা - প্ৰভু শ্ৰীৰামচন্দ্ৰৰ আজ্ঞা একালে আক গোটেই বিশ্ব সংসাৰ আনকালে। আপুনি চিন্তা নকৰিব, মই দুৱাৰত প্ৰহৰী হৈ থাকিম।

মহা - তথাপি, মহাৰাজ আপুনি অঙ্গীকাৰ কৰক যে, মন্ত্ৰণাৰ সময়ত যি তালৈ প্ৰৱেশ কৰিব, পৰম আত্মীয় হ'লেও তেওঁক আপুনি শত্ৰু জ্ঞানে বৰ্জন কৰিব।

ৰাম - প্ৰতিজ্ঞা কৰিলোঁ — তেওঁক মই পৰিত্যাগ কৰিম।

মহা - তেন্তে দশমীৰ দিনা দুপৰীয়া প্ৰস্তুত হৈ থাকিব। তেতিয়াই শুভ ক্ষণ মিলিব। (প্ৰস্থান)

ৰাম - মন্ত্ৰী,
কেনে দেখা
সন্ন্যাসীৰ এই আয়োজন?

মন্ত্ৰী - প্ৰভুৰ ইয়াত একো
নেদেখোঁ বিধিনি।
বাক্যসিদ্ধ যোগী হ'লে
অৱশ্যে জানিব পাৰে
নক্ষত্ৰৰ শুভাশুভ,
দেৱতাৰ গুপুত কাহিনী।

শত্ৰুঘ্ন - কিন্তু দাদা,
মোৰ মনে কয়, যেন
সন্ন্যাসীৰ ৰূপ ধৰি
মহাকাল আহিছে আমাৰ।
সত্যৰ জালেৰে বান্ধি
পেলাব খুজিছে যেন
অযোধ্যাক কাল সাগৰত।

ৰাম - ইও এক পৰীক্ষা ভীষণ। —
সত্যৰ কাৰণে
জীৱনৰ মহাসত্য
দিলোঁ বিসৰ্জন।
দিম আজি শেষৰ সম্বল —
(ৰাম সিংহাসনৰ পৰা নামি আহে। লক্ষ্মণৰ বাহিৰে সকলো গুচি যায়।)

লক্ষ্মণ - যেন সন্ন্যাসীৰ কথাত মোৰ অন্তস্থল পৰ্যন্ত কঁপি উঠিল। ৰামৰ আদেশত কোনো দিন দেখোন মোৰ এনে ভাব উদয় হোৱা নাছিল। কিন্তু আজি মোৰ মন এনে চঞ্চল হৈছে কিয়? - আশঙ্কা? - আশঙ্কাই হ'ব। কিন্তু মই লক্ষ্মণ - শ্ৰীৰামচন্দ্ৰৰ সেৱক লক্ষ্মণ।

বিসৰ্জন

## দ্বিতীয় দৃশ্য

### সৰযু তীৰৰ অৰণ্য

*(গাই গাই এদল ব্যাধৰ প্ৰবেশ)*

**গান**

ধৰ, ধৰ, ধৰ।।
পছ পতং যি পাৱ জাকে জাকে ধৰ।।
(আমি) ঘূৰি ফুৰোঁ কেউ পিনে ল'ই যাঠি জোং —
(আমি) চাই ফুৰোঁ কেনি আছে তপা বাঘৰ চোং -
কাঁড় ধেনু যাঠি জোং, শিঙা-পেঁপা লৈ
(হেৰ') জাকেই মিলি দিওঁ আহ একে লগে লৈ, —
হৈ- হৈ, হাই হাই, হুৰ হুৰ হুৰ
পছ পতং চাপি আহ বাঘ ঘোং দূৰ। (প্ৰস্থান)

*(লৱ-কুশ আৰু ব'ৰাগীৰ প্ৰবেশ)*

লৱ - ক'তা ? ব'ৰাগী, ই যে ঘোৰ অৰণ্য!

ব'ৰাগী - ইয়াতেই পাবাঁ।

লৱ - এই অৰণ্যত ?

ব'ৰাগী - ইয়াৰ নিচিনা আৰু পবিত্ৰ ঠাই আছেনে ? চোৱাঁ কিমান গহীন ; কেনে নিমাত! সৌৱা চোৱাঁ, সৌ দূৰত সৰযুৰ বুকুত বেলি মাৰ যাওঁ যাওঁ হৈছে, কেঁচা সোণৰ নিচিনা বৰণেৰে জিলিঙনিবোৰ আহি পাতৰ মাজে মাজে সোমাই কিনো বিতোপন সৌন্দৰ্য্য সৃষ্টি কৰিছে! আহ। কেনে মনমোহা। কি সুন্দৰ।

লৱ - সুন্দৰ?

ব'ৰাগী - অতি সুন্দৰ। ভয়াময়া সূৰ্য্যৰ চোকা ৰ'দৰ তেজ কমি গ'ল। লাহে লাহে শেঁতা পৰি আহিল। আৰু অলপ বেলিৰ পাছতে লাজে বিষে জৰ্জৰিত হৈ সন্ধিয়াৰ আঁচলতে মুখ ঢাকি পেলাব। গোটেই দেশ ক'লা মেঘে লুকাই পেলাব। জীৱনৰ ওপৰত মৰণৰ হাত আগবাঢ়ি আহিব। আহা কি সুন্দৰ।

কুশ - কি চাইছা ব'ৰাগী ? সেইপিনে কি দেখিছা ?

ব'ৰাগী - অ' কুমাৰ! তোমালোক যেতিয়া বনত আছিলা, তেতিয়া সৰু ল'ৰা হৈ আছিলা, তেতিয়া কি কৰিছিলা ?

লৱ - তেতিয়া বনে বনে ঘূৰি ফুৰিছিলোঁ। বন-বননিৰ লতা-ফুল পিন্ধি দেও দি ফুৰিছিলোঁ।

কুশ - চাওঁ, আজি আকৌ তোমাক সজাই চাওঁচোন —

*(লৱৰ ইঙ্গিত লতা মেৰাই দিয়ে)*

ব'ৰাগী - বে'ছ - বে'ছ - আহা, মই তোমাকে আজি লতা-ফুলেৰে অভিষেক কৰোঁ। তোমালোক দুয়ো এই গছৰ তলতে বহাঁ, মই গান গাওঁ।

*(লৱ-কুশক বহুৱাই লতা-ফুলেৰে সজাই দিয়ে)*

**গীত**

আজি শৰতৰ শেৱালি সন্ধিয়া
জগত সুষমাময়।
আই ভগৱতী থৈ প্ৰেম প্ৰীতি
নিবহি অসূয়া ভয়।
শ্যামলিমা ঘোৰ বন বননিৰ,
পুণ্য-সলিলা সৰযূ তীৰ —
বিয়পি পৰিব লয়।
জগত সুষমাময়।।

*(গান শুনোতে শুনোতে লৱ-কুশ বিভোল হয়)*

ব'ৰাগী - শুনিলানে কুমাৰ?

কুশ - (চক্‌মক খাই) শুনিলোঁ, শুনিলোঁ, ব'ৰাগী। তোমাৰ সুৰত কি আছে?

ব'ৰাগী - (হাঁহি) প্ৰাণৰ সন্ধান - প্ৰভুৰ আশীৰ্বাদ।

কুশ - লৱ! লৱ!

লৱ - দাদা! কেনি, কেনি? (উঠি বহে)

ব'ৰাগী - ব'লক কুমাৰ, আন্ধাৰ হৈ আহিছে।

কুশ - ব'লা। (তিনিও গুচি যায়)

*(আনফালৰ পৰা এটা ব্যাধৰ প্ৰবেশ)*

ব্যাধ - এই পিনে যেন ক'ৰবাত বৰ সুৱদি মাত এটা শুনিছিলোঁ। কিহৰ মাত? হৰিণাই কান্দিছিল নেকি? (চাৰিওফালে জুপি চাই) সেইয়া কিহৰ শব্দ? সুগৰী সুগৰী! (শব্দৰ ফালে কাঁড় মাৰি লৰ মাৰে)

## তৃতীয় দৃশ্য

### দুৱাৰ মুখ

*(প্ৰহৰী বেশেৰে লক্ষ্মণ)*

লক্ষ্মণ - আকৌ আজি হইছোঁ দুৱৰী।
সেইদিনা,
পঞ্চবটী বনৰ মাজত
প্ৰথম প্ৰণয় মুগ্ধ
ৰঘুনাথে মোৰ,
তোষিবৰ হেতু মন

বিসৰ্জন

দেৱী জানকীৰ
গইছিল ধৰিবলে'
সোণৰ হৰিণ।
সেইদিনা দুৱাৰত
ময়েই আছিলোঁ।
আজি পুনু সেই গুৰুভাৰ।
ৰামৰ আদেশ — (অলপ ৰৈ)
কিন্তু শঙ্কা হয়
কিজানিবা ঘটে অমঙ্গল!
সেইদিনা
মোৰ দোষতেই
ৰাম সীতা বিৰহৰ
হ'ল আৰম্ভণ!
কোনে জানে
আজি কিনো হয়?
কি কৰিলা প্ৰভু,
বাৰে বাৰে কিয় এনে
কঠিন পৰীক্ষা?
শঙ্কা, ভয়, বিভীষিকা আহি
চকুৰ আগতে মোৰ
খেলা কৰিছেহি।
শক্তি দিয়া, প্ৰভু মোৰ —
শক্তি দিয়াঁ মোক।
(লৱ-কুশ আৰু ব'ৰাগীৰ প্ৰবেশ)

ব'ৰাগী - প্ৰভু, কুমাৰইঁতক লৈ সঙ্গীতালয়ত সঙ্গীত চৰ্চা কৰিছিলোঁ।

লক্ষ্মণ - সুন্দৰ।

ব'ৰাগী - সিদিনা মন্দিৰত সন্ন্যাসী এজন দেখা পালোঁ, তেওঁৰ গতি-বিধিবোৰ দেখি মোৰ কিবা শঙ্কা লাগি আছে।

লক্ষ্মণ - সন্ন্যাসী এতিয়া দাদাৰ লগত মন্ত্ৰণাকক্ষতে আছে।

ব'ৰাগী - তেন্তে ভালেই হৈছে। আহাঁ কুমাৰইঁত, আমিও তালৈকে যাওঁ।

লক্ষ্মণ - ৰ'বা। কলৈ যাব খুজিছা?

ব'ৰাগী - ভিতৰলৈ —

লক্ষ্মণ - সৰ্বনাশ হ'ব। যাব নোৱাৰা।

ব'ৰাগী - কিয়?

লক্ষ্মণ - কিয় বুজিব পৰা নাই? কেতিয়াবা মোক এনেদৰে অকলে দুৱাৰ মুখত এই বেশেৰে থকা দেখিছিলা জানো?

ব'ৰাগী - ইয়াৰ কাৰণ কি?

লক্ষ্মণ - কাৰণ - এই সময়ত যাতে ভিতৰলৈ কোনো যাব নোৱাৰে তাৰ ভাৰ পৰিছে মোৰ ওপৰত। যি তালৈ যাব তেওঁক দাদাই শত্ৰু হেন ভাবি পৰিত্যাগ কৰিব।

ব'ৰাগী - মহাৰাজে এনে প্ৰতিজ্ঞাও কৰিছেনে?
সেইবাবে দুৱাৰ মুখত ময়েই প্ৰহৰী। মোৰ কৰ্তব্য- পৰম আত্মীয়জনকো বাধা দিয়া।

ব'ৰাগী - আপুনিও যাব নোৱাৰেনে?

লক্ষ্মণ - ওঁহো —

ব'ৰাগী - লৱ-কুশ?

লক্ষ্মণ - কোনো নোৱাৰে!

ব'ৰাগী - তেন্তে ইয়াৰ ভিতৰত অলপ ভাবিবলগীয়া কথা আছে। আপুনি পৰীক্ষা কৰি চাইছিলনে। কিজানি সন্ন্যাসীজন হত্যাকাৰী?

লক্ষ্মণ - নাই চোৱা।

ব'ৰাগী - তেন্তে মোক এবাৰ সোমাবলৈ আদেশ দিয়ক।
মোক বিশ্বাসঘাতক বোলাব খুজিছা?

ব'ৰাগী - কিয়? ৰামচন্দ্ৰই মোক ত্যাগ কৰক —

লক্ষ্মণ - তুমি নাজানা ব'ৰাগী, ৰামৰ আজ্ঞা মোৰ মানত কি বস্তু! ৰাম -আজ্ঞা উলঙ্ঘা কৰিবপৰা শক্তি মোৰ নাই —

ব'ৰাগী - যদি মই বলেৰে প্ৰবেশ কৰোঁ?

লক্ষ্মণ - ক্ষত্ৰিয়ৰ শেষ কৰ্তব্য কৰিবলৈ বাধ্য হ'ম, বন্ধু।

ব'ৰাগী - আহাঁ লৱ-কুশ, আমাৰ প্ৰৱেশ নিষেধ।

লৱ - সঁচাই খুড়া আমাক যাবলৈ নিদিয়া?

লক্ষ্মণ - লৱ, আজি মই নিষ্ঠুৰ, পাষাণ। আজি মোৰ ওপৰত যি কঠোৰ কৰ্তব্য ভাৰ পৰিছে তাৰ আগত দয়া-মায়া স্নেহ-মমতা একো নাই। ব'ৰাগী! তুমি সামান্য ব্ৰাহ্মণ হলেও তোমাক ক্ষমা খুজিছোঁ। মই শত্ৰু নহওঁ, মোৰ এই কৰ্তব্যহে আজি তোমালোকৰ শত্ৰু। যোৱা বন্ধু - কুমাৰইঁতকো লৈ যোৱা।

ব'ৰাগী - ব্ৰাহ্মণেও কৰ্তব্য জানে প্ৰভু। ভিক্ষাৰী হ'লেও তাৰ হিয়া আছে। আহাঁ কুমাৰইঁত - (তিনিও উলটি যায়)

লক্ষ্মণ - ভিক্ষাৰী হ'লেও তাৰ হিয়া আছে। সঁচা কথা, আজি হিয়া নাই কেৱল মোৰ। (দুৰ্বাসাৰ বেশে ব্ৰহ্মা আহে)

ব্ৰহ্মা - কোন, দুৱাৰ মুখত কোন তুমি?

লক্ষ্মণ - শ্ৰীৰামৰ সেৱক লক্ষ্মণ। (মূৰ দোঁৱাই)

ব্ৰহ্মা - দুৱাৰ এৰি দিয়াঁ।

লক্ষ্মণ - মহাৰাজৰ আদেশ নাই।

ব্ৰহ্মা - মোৰ আদেশ পালন কৰাঁ। দুৱাৰ এৰি দিয়াঁ —

বিসৰ্জন

লক্ষ্মণ - ক্ষমা কৰিব - এই দাস সম্পূৰ্ণ অক্ষম।

ব্ৰহ্মা - ৰামক সংবাদ দিয়াঁ।

সংবাদ দিবৰো অধিকাৰ নাই।

ব্ৰহ্মা - এয়ে বোধ হয় ৰজাৰ আদেশ?

লক্ষ্মণ - হয় ঋষিৰাজ।

ব্ৰহ্মা - মিছা কথা। ৰাজ্যত দুৰ্ভিক্ষ, অকাল মৰণ আদিয়ে দেখা দিছে— অনাহাৰত প্ৰজাৰ হাহাকাৰ লাগিছে। এনে অৱস্থাত ৰজা নিশ্চিন্ত?

লক্ষ্মণ - এই দাসৰপৰা ৰাজ্যৰ একো মঙ্গল সাধন হ'ব নোৱাৰেনে?

ব্ৰহ্মা - তুমি বাতুল। ব্ৰাহ্মণ তপস্বীৰ প্ৰতি তোমাৰ অলপো শ্ৰদ্ধা নাই।

লক্ষ্মণ - (সেৱা কৰি) ঋষিবৰ! কঠোৰ কৰ্তব্যত পৰি তেনে হ'ব লগা হৈছোঁ। খন্তেক অপেক্ষা কৰক - ৰজাৰ দৰ্শন পাব।

ব্ৰহ্মা - তুমি দুৰ্বাসাক চিনি নোপোৱাঁ?

লক্ষ্মণ - জানো প্ৰভু - আপুনি অগ্নিঋষি। কিন্তু আজি শ্ৰীৰামচন্দ্ৰ অঙ্গীকাৰত আবদ্ধ। এই সময়ত মন্ত্ৰণা ঘৰলৈ সোমালে পৰমাত্মীয়জনকো তেওঁ পৰিত্যাগ কৰিব।

ব্ৰহ্মা - মোৰ প্ৰয়োজনৰ তুলনাত এই অঙ্গীকাৰ অতি তুচ্ছ। মোক যাবলৈ দিয়াঁ।

লক্ষ্মণ - (নিজে) সাধনাৰ ধন
প্ৰভু মোৰ,
কি সমস্যাত আজি
পেলালা দাসক?
মহাযুদ্ধ প্ৰবেশিও
নকঁপিল তিলমান
যিখন হৃদয় —
আজি কিয় ভয় লাগে
সাধোতে সামান্য এই
দুৰ্বীৰ কাম।

ব্ৰহ্মা - কি ভাবিছা - কোৱাঁ - পথ দিবানে নিদিয়াঁ?

লক্ষ্মণ - ৰাম। ৰাম!

ব্ৰহ্মা - অস্থিৰ হৈছাঁ কিয়? কোৱাঁ কি স্থিৰ কৰিলা?

লক্ষ্মণ - উত্তৰ নাই প্ৰভু—

ব্ৰহ্মা - তেনে তোমাৰ দোষতে আজি মহাৰাজ ৰামচন্দ্ৰই দুৰ্বাসাৰ তীব্ৰ অভিশাপ —

লক্ষ্মণ - নহয় - নহয় - মোৰ দোষত নিষ্কলঙ্ক ৰামচন্দ্ৰক অভিশাপ নিদিব। হে তপস্বী! অপৰাধী মই, মোৰ শিৰতে আপোনাৰ কৌটি কৌটি অভিশাপ ঢালি দিয়ক।

ব্ৰহ্মা - তুমি! তোমাৰ অপৰাধ কি? তুমি ৰামৰ আদেশ পালন কৰিছা। তোমাৰ অপৰাধ একো নাই। অপৰাধ ৰামৰ — ব্ৰাহ্মণ প্ৰতিপালক ৰামচন্দ্ৰই আজি —

লক্ষ্মণ - ক্ষান্ত হওক - ক্ষান্ত হওক প্ৰভু - কঠিন বন্ধ দুৱাৰ এই - মুকলি কৰি দিলোঁ। (দুৱাৰ মেলি) উস্। জীৱনত এই প্ৰথম আৰু এয়ে শেষ ৰাম-আজ্ঞা উলঙ্ঘা কৰিলোঁ। আহক মুক্তিদাতা। শ্ৰীৰামৰ আজ্ঞা লঙ্ঘনকাৰী লক্ষ্মণৰ তেজেৰে দেশৰ শান্তি ঘূৰাই আনক। আহক। উ-স্! (ভিতৰলৈ যায়)

ব্ৰহ্মা - (যাওঁতে যাওঁতে) ধন্য তুমি ভ্ৰাতৃভক্ত মহাবীৰ। ধন্য তোমাৰ কৰ্তব্য জ্ঞান। তোমাৰ কাতৰ চকু দুটি দেখি স্বয়ং ব্ৰহ্মা হৈও আজি স্নেহত গলি যাব খুজিছিলোঁ। ব'লা লক্ষ্মণ, আজি তোমাৰ আত্মদান পৰীক্ষা - ৰামায়ণ শেষৰ আৰম্ভ। (ভিতৰ সোমায়)

## চতুৰ্থ দৃশ্য

### মন্ত্ৰণা কক্ষ

*(ৰাম আৰু মহাদেৱ বহি কথা পাতি থাকে)*

ৰাম - আপুনি কাল পুৰুষ?

মহা - অনন্ত কালৰ ৰজা! —
বিধাতাৰ আদেশত
ছদ্মবেশ ধৰি
আহিছিলোঁ এই বেশে লৈ —
চোৱাঁ - চোৱাঁ - (নখদৰ্পণ দেখুৱাই)
সম্মুখত একো নাই।
নাই জল, নাই স্থল,
অমল ধৱল নাই হিমাচল।
তথাপিও চোৱাঁ —

ৰাম - অপূৰ্ব সুন্দৰ এই
বিতোপন দেশ।
চিনিছোঁ চিনিছোঁ যেন
লাগিছে মনত,
তথাপিও স্পষ্ট ভাৱে
চিনা নাই যেন।

মহা - আৰু চোৱাঁ —
কি দেখিছাঁ?

ৰাম - দেখিছোঁ —
নীল সলিল ভৰা

সৰোবৰ এখনিত
ফুলি আছে চাৰি পাহ
শুভ্ৰ শতদল।
আহা!—
কেনে আনন্দ!

মহা - তাৰ পাছত?

ৰাম - বতাহত উৰি আহি
দেৱী এজনাই
লৰাই দিছেহি
যেন ফুল কেই পাহি।
ইকি! ইকি!
দেৱী গুছি গ'ল —
ফুল কিপাহিও যেন
লগ খালে
আপোনা আপুনি।

মহা - (হাঁহি) এইবাৰ চোৱাঁ—

ৰাম - হেঁ!
সৰুযূৰ পানী যেন
ৰঙা হ'ল অযোধ্যাৰ
বুকুৰ তেজেৰে! (লক্ষ্মণৰ প্ৰৱেশ)

লক্ষ্মণ - দাদা,
মহামুনি দুৰ্বাসাই -

*(লক্ষ্মণৰ মাত শুনি ৰামৰ বুকুত কিবা এটা আঘাত হোৱা যেন হ'ল। একো নকৈ লক্ষ্মণৰ মুখৰ ফালে অবাক হৈ চাই থাকে)*

ব্ৰহ্মা - (সোমাই আহি) মহাৰাজ!

ৰাম - প্ৰণমিছোঁ তাপস - তিলক!

ব্ৰহ্মা - ভদ্ৰ হওক বিনয় বচন!
ৰামচন্দ্ৰ!
ৰাজ আসনত বহি
দাস দাসী লৈ
মহাসুখে ৰাজ্যভোগ
কৰিছাঁ নিজেই;
প্ৰজাৰ পীড়ন কথা
শুনিছানে কাচিতো এদিন?
ৰজা,
এয়েনেকি কৰ্তব্য তোমাৰ?
ত্যাগ কৰা বসন-ভূষণ
ছাৰখাৰ কৰা এই
ৰজাৰ নগৰ,
জলাঞ্জলি দিয়া ৰাজ্য,
উঠি যক দুৰ্ভিক্ষৰ
ঘোৰ প্ৰান্তৰত।

ৰাম - লোৱাঁ ঋষি! লোৱাঁ কাৰ্য্য ভাৰ,
কাঢ়ি লোৱাঁ ৰাজদণ্ড মোৰ
নিজে তুমি বহাঁ এই
ৰাজ আসনত,
পূৰ্ণ হ'ল ক্ষুধা-তৃষ্ণা মোৰ।

ব্ৰহ্মা - খাদ্য দিয়াঁ — খাদ্য দিয়াঁ,
ৰামচন্দ্ৰ,
ৰক্ষা কৰাঁ ৰাজধৰ্ম।

লক্ষ্মণ - মুনিবৰ,
কোৱা হ'লে মোক;
ধাৰণাৰ অতীত খাদ্যেৰে
পূজিলোঁহেঁতেন আজি
তোমাৰ উদৰ।

ৰাম - দিয়াঁ ঋষি অনুমতি
তোমাৰ তৃপ্তিৰ হেতু
আনো নিজে ষোড়শোপচাৰ।

ব্ৰহ্মা - নহয় - নহয় —
নাখাওঁ একোকে এই
ৰাজ ভৱনত।
স্নান কৰি সৰযূৰ
নিৰ্মল জলত,
অপেক্ষা কৰিম মোৰ
শিষ্যগণ সহ,
বুজা যদি প্ৰয়োজন
অবিলম্বে পঠাবা আহাৰ।

লক্ষ্মণ - উস্!
অতি ক্ষুদ্ৰ খাদ্যৰ কাৰণে
ৰাক্ষস দুৰ্বাসা হ'ল
মহাকাল মোৰ।

মহা - শুনা হেৰাঁ ৰাম ৰঘুমণি —
অঙ্গীকাৰ কৰাচোঁ স্মৰণ।
হোৱা যদি ক্ষত্ৰধৰ্মী
উচ্চপ্ৰাণ, ৰামচন্দ্ৰ তুমি —
অঙ্গীকাৰ ৰক্ষা কৰা,
ৰক্ষা কৰা সত্যৰ মৰ্য্যাদা।

ৰাম - অঙ্গীকাৰ! অঙ্গীকাৰ।

বিসৰ্জন

অঙ্গীকাৰ কৰি,
পিতৃ-সত্য কৰিলোঁ পালন,
জানকীক দিলোঁ বিসৰ্জন,
অঙ্গীকাৰ কৰি আজি —
(লক্ষ্মণৰ মুখৰ ফালে চাই ৰাম বজ্ৰপাত পৰাৰ দৰে হ'ল)
মহা - শুনা ৰাম,
সত্যৰ কাৰণে তুমি
দেখুৱালা জগতক
নতুন আলোক।
জীৱন শেষৰ এই
নিষ্ঠুৰ কৰ্তব্য
উজ্জ্বল আদৰ্শ লৈ
জগতত থাকিব সদায়।
অম্লান বদনে আজি
ৰক্ষা কৰা সত্যৰ মহিমা।
ধৰ্ম-পথ কৰা পৰিষ্কাৰ।
ৰাম - সত্য! সত্য!
নাজানিলোঁ -সত্যৰ সেৰাত আছে
এনে মন্ত্ৰজাল,
নাজানিলোঁ- ধৰ্মপথ
কণ্টকৰে ভৰা! —
লক্ষ্মণ!
লক্ষ্মণ - দাদা!
ৰাম - লক্ষ্মণ,
কেনি যাম, কেনি গ'লে
পাম আজি পথৰ সন্ধান!
অঙ্গীকাৰ! — সত্যৰক্ষা! —
ভাই,
নালাগে যশস্যা মোক
সত্য-সাধনাৰ,
দুৰ্গন্ধৰ নৰক হওক
চিৰবাস মোৰ,
তথাপি নোৱাৰোঁ ভাই
বিসৰ্জিব তোক!
লক্ষ্মণ দাদা,
ধৰ্ম-প্ৰাণ তুমি।
ৰাজ-ধৰ্ম ৰক্ষা কৰা।
ৰাম - লক্ষ্মণ! লক্ষ্মণ!
দেখুৱাই দে মোক
কেনি আছে ৰাজধৰ্ম।
কেনি আছে কৰ্তব্য ৰামৰ।
ৰাজ্যৰ কাৰণে,
দেহ, মন কৰিলোঁ পাষাণ।
ৰাজ্যৰ কাৰণে,
শত শত অভিশাপ
ললোঁ শিৰ পাতি।
ভাঙি দিলোঁ হৃদয়ৰ
মৰম মন্দিৰ।
ক, ভাই, ক,
আৰু — আৰু কিবা
লাগিব কৰিব?
লক্ষ্মণ দাদা,
মানুহৰ অতীত ধৈৰ্য্যৰে
কৰ্তব্যৰ ৰাখিলা সম্মান।
আজি কিয় —
নগণ্য এই দাসৰ কাৰণে
ভ্ৰষ্ট কৰা জীৱনৰ
সফল সাধনা?
ৰাম - সঁচা কথা,
দাস বুলি ত্যজিম তোমাক
কিন্তু ভাই মোৰ
ক'ত পাম আৰু এই দাস?
অনাহাৰ অনিদ্ৰাতো
প্ৰফুল্ল মুখেৰে
কোনে মোৰ পালিব আদেশ?
ক'ত পাম, কেনি পাম
এনে বন্ধু মোৰ?
ৰাজ্য এৰি বনে বনে
ফুৰোঁতে এদিন,
জ্যেষ্ঠৰ কাৰণে তই
কৰিছিলি যেনে ত্যাগ
যৌৱনৰ পূৰ্ণ অৱস্থাত,
কিহেৰে জনাম তাৰ
কৃতজ্ঞতা ভাই? —
লক্ষ্মণ দাদা,
কৰিছিলোঁ কৰ্তব্য মাথোন।
ৰাম - কিন্তু মই
নোৱাৰিলোঁ কৰ্তব্যৰ

ৰাখিব সন্মান।
মোৰ কাৰণেই
ৰাৱণৰ শক্তি-শেল
লইছিলি নিজ বুকু পাতি।
বধিছিলি প্ৰমীলাৰ
বুকুৰ ৰতন,
আৰু —
ময়ে আজি —

লক্ষ্মণ - এনে কথা কিয় কোৱাঁ প্ৰভু?
তোমাৰ সেৱক মই —
এয়ে মোৰ শ্ৰেষ্ঠ উপহাৰ,
এয়ে মোৰ অসীম গৌৰৱ।
তোমাৰ মৰ্য্যাদা ৰক্ষা—
লক্ষ্মণৰ একমাত্ৰ ধ্যান।
দাদা,
ৰক্ষা কৰাঁ বংশৰ মৰ্য্যাদা,
ৰক্ষা কৰাঁ প্ৰতিজ্ঞা নিজৰ।

ৰাম - ঈশ্বৰ! ঈশ্বৰ!
ৰোধ কৰি দিয়াঁ মোৰ
বাক্-শক্তি আজি,
বোবা কৰি দিয়াঁ মোক
এই মুহূৰ্ত্ততে —
যেন,
"লক্ষ্মণ বৰ্জন" নামে
মহা শক্তিশেল
নহয় সৃজন মোৰ
সৰ্বনাশী শৰদৰ
তীব্ৰ আঘাতত।

লক্ষ্মণ - মহাযজ্ঞ আৱাহন কৰি
বিসৰ্জিলা জানকী দেৱীকো —
লক্ষ্মণ বৰ্জন অতি তুচ্ছ প্ৰভু।
নানিবা মনত,
লক্ষ্মণ নামেৰে কোনো
আছিল ধৰাত।
আছিল যদিও,
মৰহি পৰিল তাৰ
দেহ-ৰূপী ফুল।
কোনোবা এদিন
মাৰ গ'ল বিস্মৃতিৰ
অতল জলত।

ৰাম - লক্ষ্মণ! লক্ষ্মণ!
এয়েনেকি ৰাজ্য-সুখ?
এয়েনেকি ৰাজ-ধৰ্ম মোৰ?
এয়েনেকি জীৱনৰ
শেষ পৰিণাম?

লক্ষ্মণ - মিছা মায়া।
মায়াৰ তাপত মাথোঁ
আহে অশ্ৰুজল।
মনত পেলোৱাঁ —
প্ৰতিজ্ঞা তোমাৰ।
ৰাজ্যৰ মঙ্গল সাধাঁ।

ৰাম - ৰাজ্য! ৰাজ্য!
ৰাজ্যলৈয়ে যেন
চিৰকাল কৰিম বসতি।
উটি যক ৰাজ্য মোৰ,
ভাগি যক সিংহাসন
ঠানবান হৈ —
তথাপি নিদিওঁ যাব
হাড়ে হাড়ে গঁথা মোৰ
প্ৰিয় লক্ষ্মণক।

লক্ষ্মণ - দাদা,
শত্ৰুজ্ঞান কৰা মোক।

ৰাম - শত্ৰু! - শত্ৰু?
(অলপ ৰৈ হৃদয় গলি যোৱা মাতেৰে)
লক্ষ্মণ! লক্ষ্মণ।
(লক্ষ্মণৰ ফালে হাতে মেলি যায় আৰু লক্ষ্মণে 'দাদা' বুলি ৰামক সাৱটি ধৰি ৰামৰ বুকুত মুখ লুকায়)

ৰাম - যক মোৰ প্ৰতিজ্ঞা অথলে,
লুপ্ত হক ৰাম নাম -
তথাপি নোৱাৰো আজি
ভীষণ যাতনা দিব
নিজৰ প্ৰাণত।

লক্ষ্মণ - আজীৱন পাত কৰি
সত্যৰ কাৰণে,
ভ্ৰষ্ট কিয় হবা দাদা
শেষ সময়ত?

(অলপ সময় দুয়ো অবাক। ৰামৰ মুখত এটা অসহ্য বেদনাৰ ছাঁ)

লক্ষ্মণ - দাদা,

স্থিৰ হোৱাঁ।
স্থিৰ চিত্তে কৰি যোৱাঁ
কৰ্তব্য তোমাৰ।

ৰাম - (হঠাৎ অসংযত ভাবে)
এঁ - ভৰত। ভৰত।
ভৰত! শত্ৰুঘ্ন!

(ৰামে কথা ক'ব নোৱৰা হ'ল আৰু লক্ষ্মণৰ ফালে কাতৰ দৃষ্টিৰে চায়)

আহ ভাই,
'ভাই' বুলি শেষবাৰ
কৰোঁ আলিঙ্গন।

(লক্ষ্মণক সাৱটি লৈ - খন্তেক নিতাল মাৰে। লক্ষ্মণে চকুৰ পানী টোকে)

ৰাম - লক্ষ্মণ। লক্ষ্মণ।
প্ৰিয় মোৰ, সঙ্গী মোৰ।
ভাই মোৰ,
নহয় — নহয—
শ-ত্ৰু, শত্ৰু মোৰ
প্ৰাণৰ লক্ষ্মণ,
তুমি আজি পৰিত্যজ্য —

লক্ষ্মণ - দাদা,
দিয়াঁ পদধূলি,
অনু অনু হৈ
মিলি যক্ লক্ষ্মণৰ
সকলো অস্তিত্ব
তোমাৰ পদৰ প্ৰভু
শেষৰ ৰেণুত।

*(ৰামৰ প্ৰদক্ষিণ কৰি ভক্তিৰ ধূলি লয়)*

পূৰ্ণ, পূৰ্ণ হ'ল
আজি মোৰ সকলো কামনা।
মুক্তি লাভ কৰিলোঁ ইবাৰ —
আৰ্শীবাদ দিবাঁ প্ৰভু
জন্মে জন্মে হওঁ যেন
সেৱক তোমাৰ। (ৰামক সেৱা কৰে)

লক্ষ্মণ - জ্বলি গ'ল — পুৰি গ'ল —
উটি গ'ল মানৱ লক্ষ্মণ।
আত্মীয় বন্ধন একো নাই আৰু,
নেমাতিবাঁ সেই
কৰুণ সুৰেৰে,
শত্ৰু, শত্ৰু আজি মই—
শান্তি পাম, তৃপ্তি পাম,
শত্ৰু বুলি মাতাঁ।
বিদায় - বিদায় - (যাব খোজে)

ৰাম - বিদায়।

লক্ষ্মণ - বিদায়। (ওলাই যায়)

ৰাম - লক্ষ্মণ! লক্ষ্মণ!

*(ৰাম ঢ'লি যাব খোজে আৰু ৰঙ্গমঞ্চ অন্ধকাৰ হয়)*

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

### সৰযূ-তীৰৰ উপবন

*(তাপস-কুমাৰীসকলৰ নৃত্য-গীত)*

**গীত**

**তিলক-কামোদ**

নাচে হালি জালি
ময়ূৰ ময়ূৰী
থমকি থমকি ৰঙ্গে।
বনে বনে মনে মনে
নট নটী নাচে কেনে,
তাল লয় সুৰ তানে
মোহন ভঙ্গে।।
কুসুম বিতানে মধুপ বিৰাজে
জুনু জুনু জুনু জুনু
সুৰে সুৰে উটি আছে
তটিনী কানন সঙ্গে।।

বিসৰ্জন

## দ্বিতীয় দৃশ্য

### শয়ন কক্ষ

*(উৰ্মিলা শুই থাকে। শিতানৰ ফালে ধুনাৰ পাত্ৰ আৰু ফুলৰ শৰাই আদি তুলি থোৱা এখন ওখ পীৰা। গছাত চাকি জ্বলি থাকে। লাহে লাহে লক্ষ্মণৰ প্ৰৱেশ)*

লক্ষ্মণ - ইও এক মায়া ৰাজ্য,
ৰূপ-ৰস গন্ধে যেন
নিৰ্মাণ কৰিছে এই
প্ৰেমৰ সাম্ৰাজ্য!
নুবুজিলোঁ এদিন আগেয়ে
ইমান সুন্দৰ
এই প্ৰেমৰ ৰাজ্যত
মোৰো আছে অধিকাৰ! —
উৰ্মিলাৰ প্ৰেম - উৰ্মি-মালা
কোন দিনা, কোন পলকত
মিলি গ'ল মোৰ সতে—
নাজানিলোঁ এদিনো আগেয়ে।
মহা জগৰত
জগৰীয়া আজি মই
প্ৰিয়াৰ কাষত!
এনে সাধ্য নাই আজি মোৰ
নামাতি এবাৰ মাত
গুচি যাব পাৰোঁ এৰি
উৰ্মিলাৰ এই প্ৰাণ
যৌৱনত উপেক্ষিতা,
জীৱনত জুৰ-গতি-শীলা!—
স্পন্দন উঠিছে এই
বুকুৰ মাজত —
হেৰ' হেৰ' নিঠুৰ লক্ষ্মণ,
ছিণ্ডি ভাঙি উৰ্মিলাৰ
হিয়াৰ বান্ধনী,
মৰিমূৰ কৰি এই
কোমল অন্তৰ,
কেনি যাব? কিহৰ আশাত?—
নাই, নাই, নাযাওঁ কেনিও—
শান্তিৰ নিজৰা এই
উৰ্মিলাৰ বাহুৰ মাজত
লুকাই থাকিম লৈ
শান্তিৰ মলয়া!
আদৰিণী উৰ্মিলাৰ
প্ৰেমৰ মোহত
উটুৱাই দিম মোৰ সকলো সন্তাপ।
(মায়ামুগ্ধ দৃষ্টিৰে চাই)
উৰ্মিলা! উৰ্মিলা!

উৰ্মিলা - (সাৰ পাই উঠি) নাথ!

লক্ষ্মণ - (স্বগতঃ) কি মধুৰ!
(ফুটাই) উৰ্মিলা! প্ৰিয়া!
পাৰিবানে লক্ষ্মণক
লুকুৱাই থ'ব?

(গছাৰ চাকিটো নুমাব খোজে, উৰ্মিলাই শলিতা বঢ়াই দিয়ে। কক্ষ আগতকৈ পোহৰ হয়)

নালাগে, নুছুৱা আৰু
নুমুৱা শলিতা।
এৰি দিয়া, মিলি যক—
ৰশ্মি তাৰ মোৰ আজ্ঞাৰত।

উৰ্মিলা - নাথ,
নাই বুজা একো অৰ্থ
তোমাৰ কথাৰ।
ইমান উদাস ভাব
কিয় হ'ল আজি?

লক্ষ্মণ - উৰ্মিলা!
আকাশ, বতাহ,
কানন, কক্ষই
কাণে কাণে কয়, —
পথৰ কণ্টক মই।

উৰ্মিলা - তুমি?
কাৰ তুমি হ'লা আজি পথৰ কণ্টক?

লক্ষ্মণ - সেইয়া - সেইয়া
বতাহত উঠিছে কঁপনি—
অবোধ লক্ষ্মণ,
ভোগৰ বাসনা এৰি
ৰক্ষা কৰ সতীৰ মহিমা।
পূৰ্ণ কৰ বৈকুণ্ঠৰ
চিৰ অভিলাষ!—
ভয় নাই, ভয় নাই।

নিৰ্গমন

নাই মৰা ৰামানুজ কিঙ্কৰ লক্ষ্মণ,
নাই হোৱা বিসৰ্জন লক্ষ্মণৰ প্ৰাণ,
অকৃতজ্ঞ নহয় লক্ষ্মণ।
সজোৱাঁ, সজোৱাঁ আজি
বৈকুণ্ঠৰ মুক্ত সিংহাসন,
সেৱক লক্ষ্মণে তাত
সেৱিব চৰণ।
পূৰ্ণ হ'ব অভিলাষ
ৰাম -সীতা মিলিব দুনাই।

উৰ্মিলা - প্ৰভু,
বাজিল বিজয়া বাদ্য,
শূন্য হ'ল মিলন- মন্দিৰ,
তথাপিও কোৱাঁ, —
ৰাম-সীতা ৰহিব দুনাই?

লক্ষ্মণ - তেন্তে, বাজক বিজয়া-বাদ্য
নিতউ নতুন,
নতুন প্ৰতিমা হ'ক
নিতে বিসৰ্জন।—
গ'ল
সীতাদেৱী- শান্তি অযোধ্যাৰ,
যাব
সেৱক লক্ষ্মণ।
ওলোৱাঁ তুমিও দেৱী
দুয়ো গৈ মিলি যাওঁ
সৰযূৰ শীতল বুকুত।
দিয়াঁ, দিয়াঁ প্ৰেমময়ী,
দূৰ কৰি দিয়াঁ মোৰ
মনৰ বিকাৰ।

উৰ্মিলা - কিয় এনে উন্মাদনা নাথ?

লক্ষ্মণ - উৰ্মিলা।
হৃদয়ত্ব সানি লৈ
প্ৰেমৰ চন্দন,
ভক্তিৰ তুলসী লৈ
আদৰে শিৰত,
কৰিব খুজিছোঁ মোৰ
শেহৰ কৰ্তব্য।
যাব খোজোঁ মিলনৰ
মহা মেলালৈ।

উৰ্মিলা - কেনি যাবা, কিহৰ উদ্দেশ্যে?

লক্ষ্মণ - কেনি যাম? —
যেনি গ'লে মিলি যায়
অমিল সকলো।
নাই য'ত শোক-তাপ বিচ্ছেদ-বিলাপ,
নাই য'ত বিৰহ-মিলন, সম্পদ-বিপদ।
তেনেকুৱা দেশলৈ
যাব খোজোঁ মই।

উৰ্মিলা - নাথ,
মোলান পৰিল কিয়
প্ৰফুল্ল অন্তৰ?
নাৰী মই, নোৱাৰোঁ বুজিব একো
আকুল হইছে কিয়
নয়ন তোমাৰ?

লক্ষ্মণ - শুনা প্ৰিয়া, —
আজি
ৰামে মোক দিলে বিসৰ্জন।
ৰামৰ লগত মোৰ
নাই আৰু পাৰ্থিৱ সম্বন্ধ।
তোমাৰ প্ৰেমতো আৰু
নাই অধিকাৰ।
নিৰ্বিকাৰ ব্ৰত,
নিষ্কাম প্ৰেমৰ পথ,
এয়ে মোৰ একমাত্ৰ গতি!
কোৱাঁ - কোৱাঁ সতী,
ৰাম যদি পৰ হ'ল মোৰ,
তুমি যদি নোহোৱাঁ আপোন
কোৱাঁ; - আৰু কিনো থাকিল বান্ধনি?
(দূৰত ব'ৰাগীয়ে গায় - ৰিণি ৰিণি লক্ষ্মণৰ কাণত পৰে)
"অগতিৰ গতি গতি হৰি
গতি মোৰ কি হ'ব"?

লক্ষ্মণ শুনিলা?
বিশ্ব-পথিকৰ সেই
আকুল সঙ্গীত।
শুনিলা, মাতিছে পথিকে মোক, —
নিৰুদ্দেশলৈ
বিদায় উৰ্মিলা।
মই আহিলোঁ —

উৰ্মিলা - ক'লৈ যাবাঁ! সঁচাই তুমি উন্মাদ হ'লানেকি।

লক্ষ্মণ - উন্মাদ — উন্মাদ —

হোৱাচোঁ তুমিও আজি
উন্মাদিনী সতী।
মোৰ কথাতেই তুমি
স্বামী - সঙ্গ পৰিত্যাগ কৰি
অসহ্য বিৰহৰ
দাহনত জ্বলি
কটালা প্ৰথম ছোৱা
অযোধ্যাৰ ৰাজ কাৰেঙত।
আজি সেই তিয়াগৰ
শেষ সপোনত
থিয় হৈ ৰাখাঁ সতী
ৰাখাঁ মোৰ
ইহ-পৰকাল।

উৰ্মিলা - স্বামী, গুৰু, আজি মোৰ বুকুৰ বান্ধোন ভাগিছে - আজি মোৰ বিপুল বেদনাৰ প্ৰবল প্ৰবাহত শোকাশ্ৰু বাগৰি আহিছে। আজি মই স্বাৰ্থহীনাৰ দৰেই কৈছোঁ - তুমি নিৰ্মম - তুমি পাষাণ! মই আজীৱন তোমাৰ আদেশ আখৰে আখৰে পালন কৰি আহিছোঁ। আজিও কৰিম। কোৱাঁ, তোমাক কি লাগে? (লক্ষ্মণে তলমূৰ কৰে)

লক্ষ্মণ - মোৰ ইহজন্মৰ ভোগ-লালাসা, প্ৰেম-প্ৰীতি, হাঁহি-অশ্ৰু, সকলো তোমাৰ হাততে সাঁচি থৈ এই জন্মৰ কাৰণে মই বিদায় খুজিছোঁ, মোক বিদায় দিয়াঁ —

উৰ্মিলা - তাৰ পাছত?

লক্ষ্মণ - সৰযূৰ বুকুত অনন্তৰ উদ্দেশ্যে বুৰ দিম।

উৰ্মিলা - ব'লা ধৰ্মবীৰ, মোৰো তাত সমান ভাগ আছে।

লক্ষ্মণ - আকৌ কিয় ছিণ্ডা ডোল জোৰা দিব খুজিছা? বাৰে বাৰে কৈছোঁ - স্বাৰ্থৰ লক্ষ্য নাৰাখিবা। -জন্ম হ'লেই মানুহৰ মৃত্যু হয়। সংবাদ নিদিয়াকৈয়ো মৃত্যু এদিন নিশ্চয় আহিলহেঁতেন, সি আজি আগ-জাননী দি অহাৰ বাবেই আক্ষেপ কৰিম কিয় উৰ্মিলা? ভাবি চোৱাঁ - ইয়াতকৈ আৰু আনন্দৰ বিষয় আছে কি? প্ৰভু শ্ৰীৰামচন্দ্ৰৰ অতুল গৌৰৱ ৰক্ষা কৰিবলৈ মোৰ প্ৰাণ বিসৰ্জন দিম আৰু দিওঁতে চাই যাম তোমাৰ বিশ্বপ্ৰেমিকা বিমল ছবিটি। ধীৰ আকাশৰ অকলশৰীয়া তৰাটিৰ দৰে তাৰ জ্যোতিয়েই মোৰ মুক্তিপথ দেখুৱাই দিব। কোৱাঁ উৰ্মিলা, তুমি জানো মোৰ শত্ৰু?

উৰ্মিলা - স্বামী, দেৱতা, বান্ধৱ, যোৱাঁ — যোৱাঁ প্ৰভু! তোমাৰ তীৰ্থৰ পথলৈ যোৱাঁ। মই একেবাৰে চাই থাকিম - কথা নকও— বাধা নিদিওঁ। অন্তঃস্থলত হাহাকাৰ উঠিবলৈ নিদিওঁ, কাকো মোৰ অনুতাপ শুনিবলৈ নিদিওঁ! যোৱাঁ — যোৱাঁ প্ৰভু -তীৰ্থযাত্ৰা কৰাঁ। যাওঁতে যাওঁতে চাই যোৱাঁ - উৰ্মিলাৰ হৃদয় কিমান কঠিন - উৰ্মিলা কিমান পাষাণী! যোৱাঁ - যোৱাঁ প্ৰভু! (লক্ষ্মণক সেৱা কৰিবলৈ ধৰোঁতে মূৰ্চ্ছা গৈ পৰি যায়)

লক্ষ্মণ - থাকাঁ সতী। এই সময়কণ অচেতন হৈ পৰি থাকাঁ। এই সুযোগতে মই মায়াৰ বান্ধোন ছিঙি প্ৰস্থান কৰোঁ। তোমাৰ বিমল স্মৃতি বুকুত লৈ ভগৱানৰ চৰণত শান্তি কামনা কৰিছোঁ - পুত্ৰ দুটিক লগত লৈ - (লক্ষ্মণে আৰু কথা ক'ব নোৱাৰিলে। আউলী-জাউলী হৈ পৰি থকা দেখি উৰ্মিলাৰ কানি-কাপোৰবোৰ ভালকৈ দিয়ে) উৰ্মিলা! (শোকত কণ্ঠৰোধ হওঁ যেন হয়।) কিন্তু কি কৰিম, বিদায় যে লবই লাগিব। (উৰ্মিলাৰ ফালে চাই থাকে) নহয়- নহয়, আৰু একো নাই।

(অলপ ৰয় আৰু উৰ্মিলাক চুমা খাবলৈ তলমূৰ কৰিব খুজি)

লক্ষ্মণ! লক্ষ্মণ! অধীৰ নহবি! অধীৰ নহবি! — মায়াৰ বান্ধোন ছিণ্ড! - উৰ্মিলা! তুমি মহাসতী -তুমি ভাগ্যৱতী! তোমাৰ বিচ্ছেদ-গাথা জগতত অমৰ হৈ থাওক! বিদায় — (উলটি চাই ) উৰ্মিলা! (আকৌ উদ্বাউল সুৰেৰে) ৰাম! ৰাম! — বেগেৰে ওলাই যায়)

*(ষ্টেজ অন্ধকাৰ হয়। লাহে লাহে পোহৰ হয়। দুৱত পুৱাৰ আৰতি শুনা হয়। দুজনী দাসীয়ে দুখন শৰাইত ফুল, ধূপ-ধুনা লৈ সোমাই আহে। একজনীয়ে খিড়িকী খুলি দিয়ে। পুৱা-সূৰ্য্যৰ ৰশ্মি আহি উৰ্মিলাৰ মুখত পৰে। তেনে অৱস্থাত উৰ্মিলাক পৰি থকা দেখি দাসী দুজনী অবাক হয়। উৰ্মিলাই সাৰ পাই মুখ দাঙিব খোজে। তেতিয়া উৰ্মিলাৰ মুখ আৰু চকুত তীব্ৰ বেদনাৰ চিন।)*

উৰ্মিলা - মোৰ সজা ভাঙি মইনা উৰি গ'ল!!

# পঞ্চম অঙ্ক

## প্ৰথম দৃশ্য

### হিমালয়

*(কৈলাসৰ নিস্তব্ধ শিখৰত সমাধিস্থ হৈ মহাদেৱ বহি থাকে। সূৰ্য্যৰ ৰশ্মি আহি মুখত পৰেহি। ওচৰত পৰি থকা ডম্বৰু হাতত লৈ লাহে লাহে মহাদেৱ থিয় হয় আৰু এখোজ দুখোজকৈ তললৈ নামি আহে।)*

মহাদেৱ - এই বিৰাট ৰঙ্গমঞ্চৰ ময়েই নট আৰু ময়েই দৰ্শক। কি সুন্দৰ! মোৰেই প্ৰদোষ নৃত্যৰ ৰাগীত প্ৰকৃতি আত্মবিভোৰা। আকৌ মোৰ তাণ্ডৱ মূৰ্তিতে শ্মশানৰ চিতা ইমান ভয়ঙ্কৰ। মোৰ নটৰাজ ৰূপ দেখি প্ৰকৃতিৰ বুকুত ৰূপ-ৰস-গন্ধ-স্পৰ্শৰ ষোড়শোপচাৰ উপচি পৰে। নিমাতী ৰাণীয়ে তাকে চাই আপোন পাহৰা হয়। আহা! সেই আনন্দ সৃষ্টিৰ মাজতে মই মহাকাল ৰুদ্ৰমূৰ্তি এই কথাৰ আজলীয়ে গমকে নাপায়। কিমানক ধ্বংস কৰি - আকৌ নতুন ৰূপৰে সজাই, নতুন স্মৃতি দিছোঁ- কিমান পুৰণিক নতুন কৰিছোঁ - ভাঙিছোঁ, পাতিছোঁ। পাতিছোঁ, ভাঙিছোঁ। কিন্তু এই ভঙা পতাৰ যে কি আনন্দ। কি যে এই সৃষ্টিৰ ৰহস্য - ৰাম! তোমাৰ চকুত সৃষ্টি-সপোনৰ মায়াজাল আছে। আজি যদি এবাৰ সেই জাল গুচাই দিওঁ তেতিয়াহে বুজিবা যৱনিকা পৰে কিয়? (ডম্বৰু বজাই দিয়ে আৰু বজাওঁতে বজাওঁতে আত্মহাৰা হৈ নাচিবলৈ ধৰে। হাতৰ আৰু ভৰিৰ সৰ্পবলয় বিলাক ফেঁট তুলি উঠে। নটৰাজ বিভোল হয়)

## দ্বিতীয় দৃশ্য

### ৰাজবাট

*(সদানন্দ আৰু এটা বাটৰুৱা)*

সদা - এৰা, এৰা। কিবা বোলেনে মোৰ গণনাত কাহানিও ইমান ডাঙৰ ভুল হোৱা নাই। ৰজাৰ দোষত প্ৰজাৰ হাহাকাৰ।

বাট- নহয় দেউ, ৰজাৰ গাত দোষ নাই। ৰজাই হেনো সইত খাইছিল।

সদা - ফালিছে। সইত সইত কৰিয়েই ৰঘুবংশ গ'ল। থুই ঠাই "বেলি আছে শপত নাই" বুলি আগলি কলাপাত এখিলালৈ চাই থুই এটোপা পেলাই দিলেই দেখোন লেঠা মৰিলহেঁতেন।

বাট - দেউ, ৰজাৰ ৰজা কথা। সেই সকলৰ বাইকেই ব্ৰহ্ম।

সদা - মোৰ কোনো পুৰুষত ৰজা নহওক যেন। মই বামুণে তোমাকো আশীৰ্বাদ দিছোঁ যেন তোমাৰ বংশতো কোনো ৰজা নহওক।

বাট - আশীৰ্বাদহে নেলাগে, শাও দিলেও নহয় দেউ। ভয় নকৰিব।

সদা - উস্। কি কথা। হেৰ, লক্ষ্মণৰ নিচিনা ভায়েককো ৰজাই বিসৰ্জন কৰিব পায়নে? একো নাই - একো নাই ককাই ভাইত, একো কাণ্ডাই নাই।

বাট - আপুনি মনেৰে কথাটো ভালকৈ ভু- পোৱাই নাই হ'বলা।

সদা - ভু পাবলৈ আৰু আছে কিটো? লক্ষ্মণ সৰযূত পৰি মৰিবলৈ গৈছে ; দেশৰ প্ৰজা ভুইঁৰি গৈছে। লক্ষ্মণে এইটো কম বেজাই পাইছেনে? এঃ এঃ-

বাট - বাটে বাটে ৰজাৰ কথা এনেকৈ কৈ ফুৰা ভাল নহয় দেউ।

সদা - মই ঢেঁটুফালি চিঞঁৰি চিঞঁৰি ক'ম। স্বৰ্গৰ দেৱতাই শুনাকৈ ক'ম।

বাট - ব'লক ব'লক - আমিও বেগাবেগিকৈ যাওঁ। পলম হ'লে লাগে দেখাকে নেপামগৈ।

সদা - বেগাই যোৱা কেনেকৈহে? খোজটোৱে পতি কথাটো গহৰী হৈহে গৈছে। কটা- এনে কথা শুনা নাই। সন্যাসী এটাৰ কথাতেনো ভায়েকক বৰ্জন কৰিব লাগেনে? সেইটো সন্ন্যাসীয়েইনে ব'ৰাগীয়েইনে কোনে জানে?

বাট - ব'লক ব'লক দেউ। ৰজা ৰামচন্দ্ৰ আমি নহয় —

সদা - বাকী নাই। তেওঁ ৰজা হৈ লোকৰ পটিয়ে বাট বুলিছে- আৰু আমি সামান্যহৈ নিজৰ মতে বুলিছোঁ। নিজৰ বুধি শিলৰ খুটি একা।

বাট - হৈছে! আপোনাৰ বুধি আটাইবোৰ বটিয়াই নিদিব। ত'ত বামুণী আইৰ কাৰণে গোটাচেৰেক থ'ক্। পিছে আমি আগহে বাঢ়িলোঁ। ( আগবাঢ়ি গুছি যায়)

সদা - যোৱাঁ ! অসাৰ-অসাৰ। অসাৰ সংসাৰ। (প্ৰস্থান)

## তৃতীয় দৃশ্য

### কক্ষ

*(খিড়িকীয়েদি মুখ উলিয়াই আকাশৰ ফালে চাই ৰাম তন্ময়)*

ৰাম - শূন্য! শূন্য!
বিৰাট শূন্যই যেন
নিমাত কৰিছে মোৰ
সজাগ চেতন!
— সংসাৰ মৰীচিকা সুখ!
তাকে খেদি
শ্মশান কৰিলোঁ মোৰ
প্ৰফুল্ল হৃদয়!
অভিশপ্ত জীৱনত
নেদেখিলোঁ সুখৰ কণিকা!
(দূৰত - "জয় ৰামচন্দ্ৰৰ জয়")
স্তব্ধ হোৱাঁ স্তাৱকৰ দল।
শিয়ঁৰি উঠিছোঁ আজি
ৰাক্ষসীৰ বিষ-দশনত —
আশ্বাস সান্ত্বনা নাই,
শোকৰ সঙ্গীত গাওঁ
হৃদি বিদাৰক,
এনে এটা নিৰ্জীৱৰ
জয় গান গাই
কৰিব খুজিছা তাক
ৰাজ-ৰাজেশ্বৰ!
জয় মোৰ অন্ত হ'ল! —
(অলপ পৰ মৌন হৈ থাকে)

বশিষ্ঠ - (সোমাই আহি) বৎস!

ৰাম - গুৰুদেৱ!

বশিষ্ঠ - মিছা গ্লানি কৰি
নিদিবা সন্তাপ!
বৎস!
বিজ্ঞ তুমি - জানা নিজে
সকলো উপায়।

ৰাম - গুৰুদেৱ!
মানুহৰ হিয়া মোৰ —
কিমান সহিম আৰু
বিষাদ যন্ত্ৰণা —

বশিষ্ঠ - ৰাম,
কৰ্তব্য পথত
অশান্তিকে শান্তি বুলি
ল'বই লাগিব।

ৰাম কিন্তু নাই,
কৰ্তব্য কৰ্তব্য বুলি
নিজত্বক দিলোঁ বিসৰ্জন!

বশিষ্ঠ - নহয়, নহয় - বৎস!
কৰ্তব্যৰ হকে তুমি
জগতকে আপোন কৰিলা।
তোমাৰ জ্ঞানেই
উজ্জ্বল কৰিলে আজি
বিশ্বৰ সমাজ।

ৰাম - গুৰুদেৱ!
চিত্ত মোৰ স্থিৰ-লক্ষ্য হ'ল।
ৰাজ্যচিন্তা আৰু মোৰ
নাই প্ৰয়োজন।
শত্ৰুঘ্ন পালেহি আহি
মথুৰাৰ পৰা,
কৰিম বিদায় মই
চিৰকাললৈ।

ভৰত - দাদা,
মৃত্যু অনুগামী মই।
ইচ্ছা নাই থাকিবৰ
এই শ্মশানত।

বশিষ্ঠ - অধীৰ নহবা বৎস।

বিসৰ্জন

আহাঁ - আহাঁ —
বুজাম তোমাক মই বেদৰ বচন। (ভক্তক লৈ প্ৰস্থান)

ৰাম - ক'ৰ পৰা আহিছিলোঁ, কেনি গুচি যাম?
ৰহস্য - ৰহস্যৰ
অপাৰ সাগৰ।
(দূৰত আকৌ - "জয় ৰামচন্দ্ৰৰ জয়")
"জয় ৰামচন্দ্ৰৰ জয়।"
ভুল, ভুল —
মানুহৰ জয় পৰাজয়?
অখণ্ড জ্ঞানৰ এটি
ফিৰিঙতি পাই
মানুহে নোৱাৰে জয়
লভিব ধৰাত।
জয় দিয়াঁ - ঈশ্বৰৰ,
জয় দিয়াঁ - প্ৰকৃতিৰ।
দীন - দীন —
অতি দীন ৰামচন্দ্ৰ
মায়াৰ পুতলা।
দিন নাই, ৰাতি নাই,
বিদ্ৰূপ কৰিছে মোক
ৰাক্ষসীৰ ক'লা-ছাঁয়া আহি।
আবৰি ধৰিছে মোৰ
সমুখৰ চিৰমুক্ত পথ।—
(বিৰক্তিৰে) জয়। জয়।
প্ৰবঞ্চনাপূৰ্ণ এই
ৰাজ-সিংহাসন —
তাতে বহি
ৰাজ্যভোগ কৰিম সদায়।
স্তাবকৰ দলে মোৰ স্তুতি গান গাব,
তাকে শুনি তৃপ্ত হ'ম মই?
ভাগি যক সিংহাসন
ডুবি যক অযোধ্যাৰ সকলো সম্পদ।
নিয়তিৰ ক্ৰীতদাস
অতি ক্ষুদ্ৰ জীৱ মই - মানুহ। মানুহ। (প্ৰস্থান)

## চতুৰ্থ দৃশ্য

### সৰযূ

লক্ষ্মণ - প্ৰকৃতি দেৱীয়ে আজি মোক প্ৰাণ- বিমোহন বেশেৰে দেখা দিছে। বিশ্ব-সৌন্দৰ্য্যৰ সকলো সম্ভাৰ আজি যেন সৰযূৰ পাৰতে উদ্ভাসিত হৈ উঠিছে! আহা! কেনে সুন্দৰ। কেনে মনোহৰ। সৰযূৰ বুকুত কেনে শান্তি। - সৌৱা - সৰযূৱে মোক হেন কৈছে "দিন যায়, ক্ষণ যায়, দুখ যায়, তাপ যায় - আহ, মোৰ বুকলৈ ল'ৰি আহ - সময় যায় - যায়। (সৰযূৰ ফালে চাই ৰৈ থাকে) এই পথ মুক্তিৰ পথ। ইয়াৰ ধূলি -কণা মোৰ ৰেণু। সম্মুখৰ এই সৰযূ মোৰ বৈতৰণী। অকূল সাগৰ - তৰীহীন সৰযূ। কেনেকৈ পাৰ হওঁ? কাণ্ডাৰী - কাণ্ডাৰী। নৌকা আনা - মোক পাৰ কৰি দিয়া।

মহাদেৱ - লক্ষ্মণ, আহাঁ - পলম নকৰিবাঁ।

লক্ষ্মণ - ধৰাঁ - মোৰ হাতত ধৰি লৈ ব'লাঁ। মই অচল। ধৰাঁ - মোৰ হাতত ধৰি লৈ বঁলা।

মহাদেৱ - যাত্ৰাৰ সময় যাওঁ যাওঁ হৈছে। উপবাসী দুৰ্বাসাই সৰযূ তীৰত অপেক্ষা কৰি আছে।

লক্ষ্মণ - মোৰ দৃষ্টি শক্তিহীন হ'ল সন্ন্যাসী। মোক ধৰি নিয়া।

মহাদেৱ - মোহৰ লোতক মোহাৰি পেলোৱাঁ। নহলে সকলো অথলে যাব। আত্ম-বিসৰ্জন দি মায়াৰ চাকনৈয়াত ডুব গ'লে অনন্ত কাললৈ অন্ধহৈ থাকিবাঁ। চোৱাঁ - চকু মেলি চোৱাঁ - সৃষ্টিখনেই ত্যাগৰ আদৰ্শ।

লক্ষ্মণ - (উৎফুল্ল হৈ) ত্যাগ। ত্যাগ। ৰামৰ কাৰণে লক্ষ্মণৰ ত্যাগ। বলাঁ সন্ন্যাসী। মই প্ৰস্তুত।
(হাতত ধনু-কাঁড় লৈ বেগেৰে লৱ-কুশৰ প্ৰৱেশ)

লৱ - সৰযূৰ জলৰাশি শুকাই পেলাম। বিশ্ব-ব্ৰহ্মাণ্ড ধ্বংস কৰিম। খুড়া? খুড়া?

লক্ষ্মণ - সেইদৰে আৰু নামাতিবাঁ। যোৱাঁ তোমালোক, উলটি যোৱাঁ।

কুশ - কিন্তু তোমাক এৰি থৈ যাব নোৱাৰোঁ। তুমি কি কৰিব খুজিছাঁ?

মহাদেৱ - কি ভাবিছাঁ লক্ষ্মণ? দুৰ্বাসা ক্ষুধাত কাতৰ। যোৱাঁ, তেওঁক আশ্বাস দিয়াঁগৈ।

লৱ - তুমি তুমি যোৱাঁ সন্ন্যাসী। তুমি গৈ আশ্বাস দিয়াগৈ। যি ব্ৰাহ্মণে ক্ষত্ৰিয়ৰ তেজেৰে ভোক গুচাব খোজে তেওঁ আমাৰ পৰম শত্ৰু।

মহাদেৱ - তেন্তে ক্ষত্ৰিয়ই প্ৰতিজ্ঞা কৰে কিয় ?

লৱ - ক্ষত্ৰিয়ই প্ৰাণ দিবৰ প্ৰতিজ্ঞাও কৰে আৰু ল'বৰ প্ৰতিজ্ঞাও কৰে।

মহাদেৱ - (হাঁহি) তোমালোকৰ উদ্দেশ্য কি ? ব্ৰহ্ম-হত্যা কৰি ৰাম - লক্ষ্মণক নৰক গামী কৰাব খোজানেকি ?

লৱ - হয় হওক ব্ৰহ্ম-হত্যা - হয় হওক ৰাম -লক্ষ্মণ নৰকগামী।

মহাদেৱ - কিন্তু ৰঘু-কুল সত্যৰ পূজাৰী।

কুশ - সত্য সত্য বুলি ৰঘু কুল ধ্বংস হ'ল। সন্ন্যাসী, আমি যুৱক। তেজৰ আহ্বানতকৈ আমাৰ আন সত্য একো নাই।

মহাদেৱ - এই বাণী যৌৱনৰ উপযুক্ত বাণী। কিন্তু জীৱনৰ জয়বাণী নহয় বালক।

লৱ ক্ষত্ৰিযৰ অস্ত্ৰ জাগ্ৰত অস্ত্ৰ। ৰক্ত-পান নকৰিলে সি ক্ষান্ত নহয।

লক্ষ্মণ - মুক্তি দিয়াঁ - মুক্তি দিয়াঁ। মুক্তিদাতা, মুক্তিপথৰ পথিকৰ হৃদযশক্তি হৰণ কৰি শেষৰ সময়ত তাক উটাই নিদিবাঁ। (থিৰ ভাৱে সৰযুৰ ফালে চাই থাকি গম্ভীৰ হৈ কয়) পাইছোঁ - পাইছোঁ সন্ন্যাসী, অসীম শক্তি পাইছোঁ। অপাৰ আনন্দ দেখিছোঁ। সৌৱা- সৰযূৰ বুকুত মোৰ মুক্তিৰ সেন্দুৰী-আলি। এইয়া বাটৰ ধূলি জীৱন বঞ্চিয়ে বঞ্চিত। (সৰযূৰ মাজৰ পৰা এটা মধুৰ কৰুণ ধ্বনি আহে) সেইয়া, সেইয়া - সংঘৰ্ষৰ মাজত শান্তিৰ প্ৰতিধ্বনি। (লাহে লাহে লক্ষ্মণ সৰযূলৈ নামি আহে)

লৱ সৰযূৰ বুকু ভেদি কৰি সপ্ততল পাতালৰ পৰাও উদ্ধাৰ কৰিম।

মহাদেৱ- ক্ষুদ্ৰ বালক - ই বিধাতাৰ কাৰ্য্য। (লৱ-কুশক পিঠিত চপৰিয়াই দিয়ে আৰু তেওঁবিলাক তাতে ৰ লাগে। হাতৰ ধনু-শৰ খহি পৰে। লক্ষ্মণ গৈ সৰযূৰ মাজ পায়গৈ। অকল ডিঙিৰ পৰা ওপৰ পিনে দেখা হয়। 'ৰাম' 'ৰাম' বুলি কোবাৰ লগে লগে লক্ষ্মণ অদৃশ্য হয়।

লৱ সন্ন্যাসী। সন্ন্যাসী।

কুশ - সন্ন্যাসী। সন্ন্যাসী।

মহাদেৱ- বালক, আত্মত্যাগৰ এই চৰম আদৰ্শ, ভ্ৰাতৃ-প্ৰেমৰ এই অনন্ত মহিমা অকল লক্ষ্মণতেই সম্ভৱ। বোৱাঁ - বেজাৰ নকৰিবাঁ। এই ত্যাগ মহান। এই আদৰ্শ অমৰ।

## পঞ্চম দৃশ্য

### প্ৰাসাদ প্ৰাঙ্গণ

( সন্ধ্যা সময়। উৰ্মিলাৰ গাত বগা সাজ। সন্ধ্যাৰ আন্ধাৰ-পোহৰত উৰ্মিলা দেখ্ নেদেখ্ হৈ থাকে।)

উৰ্মিলা - বন- বন- বন। মনৰ লগত বন - মোৰ পণ। সৌৱা উষাৰ পোহৰ সন্ধিয়াৰ বুকুত মাৰ গ'ল - তথাপি তাত বিফলতাৰ হাহাকাৰ নাই। এই মোৰ নিমাতী বসুমতী আইৰ বুকুত কিমান অন্যায়, অত্যাচাৰ হ'ব লাগিছে - তথাপি আয়ে সহি আছে। সকলো উপেক্ষা কৰিছে। দিছে - কেৱল দিয়াৰ মোহতে আই মোৰ আপোন - পাহৰা। মোৰ দিবলৈ একো নাই কিন্তু সহিবলৈ আছে। সহিম। সহি সহি জহি যাম। আইৰ বুকুত বিলীন হৈ যাম। স্বামীৰ মঙ্গল কামনা কৰি কৰি বাক্‌ৰোধ কৰিম। (গীত গাই ৰ'ৰাণী সোমাই আহে)

### গীত

বেহাগ-মিশ্ৰ-ঝাপতাল

অনন্ত আকাশ সম অকূল জলধি সঁউ
গৰজি উঠিছে তাৰ মতলীয়া ঢেউ
জীৰ্ণ তৰণী মোৰ শীৰ্ণ হৃদয়,
উটি ভাহি যায় তৰী, লক্ষ্য নৰয় —
পাৰ কৰি দিয়া হেৰা - প্ৰেমিক কাণ্ডাৰী।
উধাও হইছে প্ৰাণ,
শুনি সিপাৰৰ গান —
হেন্দুলি উঠিছে তাৰ অমিয়া লহৰী।

উৰ্মিলা - ৰ'ৰাণী, মোৰ সৰ্বস্ব গ'ল। মই পথৰ ভিক্ষাৰিণী হলোঁ।

ৰ'ৰাণী - আই, আপুনিনো পথৰ ভিক্ষাৰিণী হ'ব পাৰেনে ? আপুনি সতী ৰাণী। নাৰী সমাজৰ আদৰ্শ।

উৰ্মিলা - ৰ'ৰাণী, সৰযূ আগৰ দৰেই ধীৰেৰে বব পাৰিছেনে ? পাৰিছেনে ৰ'ৰাণী - সৰযূৱে মোৰ এই যন্ত্ৰণা পাহৰি থাকিব ? —

ৰ'ৰাণী - আই, প্ৰকৃতিৰ গতি আপোনা-আপুনি আহে আৰু আপোন মনেৰে গৈ থাকে। সেই গতিক বাধা দিবৰ ক্ষমতা কাৰো নাই। সৃষ্টি-কৰ্তাই নিজেও নোৱাৰে।

উৰ্মিলা - কিন্তু মই বাধা দিম। মই প্ৰকৃতিৰ উন্মাদিনী গতি

ফল্গুধাৰাৰ দৰে মনে মনে লুকাই থ'ম। সৃষ্টিৰ সকলো মাধুৰ্য্য হৰণ কৰি মোৰ গোপন ব্যথাত মিহলাই থ'ম। ব'ৰাগী, মই এবাৰ পতনৰ আগত বৰ ওপৰলৈ উঠিম - য'ৰ পৰা চালে মোৰ স্বামীৰ বুকুত তিৰবিৰাই থকা এধাৰি মাণিক-মালাৰ দৰে সৰযূৰ ক্ষীণ ৰেখাটি আনন্দত নাচি উঠিব। য'ত অনন্ত কাললৈ মোৰ স্বামীৰ পদ-ৰেণু থাকিব। ব'ৰাগী, সৰযূ অনন্ত-বাহিনী নহয়নে?

ব'ৰাগী - হয় আই। সৰযূ অকল লক্ষ্মণ বীৰেৰে বিজয়-মালা নহয়- আপোনাৰো হাতৰ ৰত্ন বলয়।

উৰ্মিলা- নহয় - নহয়- ব'ৰাগী, সৰযূ মোৰ স্বামীৰ মুক্তি-পথ। সৰযূৰ জল মোৰ স্বামী-তীৰ্থ। সৰযূৰ একোটি স্নান মোৰ কোটি জন্মৰ সফলতা। (ভিতৰ সোমায়)

ব'ৰাগী - ধন্য সতী উৰ্মিলা। ধন্য তোমাৰ আদৰ্শ। সঁচাকৈয়ে সৰযূ তোমাৰ মহাতীৰ্থ। - আহা। উৰ্মিলাৰ ত্যাগ কিমান উজ্জ্বল। সতীৰ এধানি প্ৰাণত পতিৰ পৰম্পদ বিচৰা এখন মহাসাগৰ। যৌৱনৰ ভোগ-বাসনা বিসৰ্জন দি যিদিনা লক্ষ্মণৰ আদেশত উৰ্মিলাই চৈধ্য বছৰ ধৰি অযোধ্যাৰ ৰাজ-কাৰেঙক তাপসীৰ আশ্ৰম কৰি তুলিছিল, সেইদিনাই জানো জগতৰ নাৰীসমাজ মুগ্ধ হোৱা নাই? যৌৱনৰ সেই জীয়া— খোৱা জুই সতীৰ ত্যাগত পানী যেন হৈ গৈছিল।- বীৰ লক্ষ্মণ ভুবন-বিজয়ী হ'ল অকল তোমাৰ ত্যাগৰ মহিমাতে। আজি আকৌ তোমাৰ ত্যাগতে লক্ষ্মণে চিৰ-মুক্তি লাভ কৰিলে। তোমাৰ শক্তি-নিৰোধৰ গতিয়েই বাল্মিকীক সৌন্দৰ্য্যৰ প্ৰেৰণা দিলে। মহাসতী উৰ্মিলা, তোমাক নমস্কাৰ কৰোঁ। তোমাৰ পদ-ৰেণু শিৰত তুলি লওঁ। তুমি কাম- বাসনাৰ অনন্ত সাগৰত ত্যাগৰ এটি অমৰ উৰ্মি। তোমাক পূজা কৰিলে মোৰ প্ৰাণৰ দেৱতাই তৃপ্তি পাব। দেৱী, তোমাক আকৌ নমস্কাৰ।

## ষষ্ঠ দৃশ্য

### সৰযূ

(আবেলি পৰ। সৰযূৰ বুকুত মাৰ-যোৱা সূৰ্য্যৰ ৰশ্মি পৰি তিৰবিৰাই উঠিছে। দূৰত নাৱৰীয়াই গীত গাই গাই নাও মেলি গৈছে। তন্ময় হৈ ৰামে সৰযূৰ ফালে চাই আছে। দূৰৰ গীত আহি কাণত পৰিছে।)

গীত

ভাটিয়ালী

অ' নাৱৰীয়া কাই,
পঘোৰাৰ মাজতে নাও মেলি দিলি
এধানি সুখলৈ চাই।
নাচনী সৰযূৰ দু-বাহু লৰিছে
দেখি মোৰ লাগিছে ভয়।
পাল তৰি দিয়াঁ অ' নাৱৰীয়া
কি জানি কি গতি হয়।
(নাও নেদেখা হয়)

ৰাম - মাটিৰ মোহত পৰি
ৰাতিৰ সপোনে
আকাশ ব্যাপিনী আশা
জগাই দিয়েছি নিতে পুৱা -কিৰণত।
দুৰ্লভ মাধুৰী যিটি
মহাসত্য জীৱনৰ —
ঢাক খাই পৰে তাৰ
মোহৰ ৰাগীত?
সৌৱা —
জীৱনৰ বুকু ভেদ কৰি
মৰণৰ ৰক্ত-ৰাগে
লেখি দিছে শেষ বাণী
মৃত্যু মাথোঁ মহাসত্য
অনন্ত কালৰ।
নিয়তিৰ অধীন মানৱ —
সীমা-বন্ধা গতি তাৰ
শেহত স্থবিৰ।
বিচিত্ৰ নাটক।
নাট্যকাৰ, সূত্ৰধাৰ,
নেপথ্যত বাস।
চিৰ-মৌন সৌন্দৰ্য্যৰ
বিৰাট মেলাত
নিজকে গোপন কৰি
কি যে মহিমাৰে হায়
মেলিছে সুন্দৰে নিজে
নিজৰ প্ৰকাশ।
যেন

গোপনে প্ৰকাশে, প্ৰকাশে গোপনে,
ক্ষুধিত-বিশ্বই খুজি ফুৰিছে বিকাশ।
(ভৰত আৰু শত্ৰুঘ্ন প্ৰৱেশ)

ভৰত - দাদা!

শত্ৰুঘ্ন - দাদা!

ৰাম - ভৰত, শত্ৰুঘ্ন,
আহাঁ, আহাঁ ভাইহঁত —
তিনি ভাই মিলি আজি
সৰযূৰ সোঁতৰ মাজত
তৃপ্তি-অৰ্ঘ্য দিওঁহঁক
ভ্ৰাতৃ-ভক্ত লক্ষ্মণৰ হে।
আহাঁ ভাই,
শেহৰ তপৰ্ণ আজি
অৰ্পণ কৰিব লাগে
পূৰ্ণ অঞ্জলিৰে —

ভৰত - মহানুভৱ!

ৰাম - ভৰত,
জীৱনৰ এই শেষ অন্তিম পৰত
মহানুভৱ নুবুলিবা মোক।
মহত্ত্বৰ অধিকাৰী
একমাত্ৰ অদৃশ্য যিজন।
নগণ্য মানৱ মই,
মানুহৰ ধৰ্ম মোৰ
চিৰ পৰিচয়।
নিয়তিৰ হাতৰ পুতলা
ক্ষুদ্ৰ জীৱ মানুহৰ
নাই একো আন পৰিচয়
সৌ চোৱাঁ —
সৰযূৰ সোঁতৰ মাজত
অস্ত-যোৱা সূৰুযৰ
শেহৰ কিৰণে
তেজেৰে ৰাঙলি কৰি
লেখি দিছে তাকেই দুনাই!
(মহাকাল - বেশী মহাদেৱৰ প্ৰৱেশ)

মহাদেৱ - ৰাম, ভৰত, শত্ৰুঘ্ন,
গতিহীন মহাকাল —
অচল অটল সেই
অনন্তৰ গতি।
মানুহৰ পাৰ্থিৱ-সম্বন্ধ
কাল-ৰথ টানিবৰ
শিকলি মাথোন।
টানোতে টানোতে,
যেতিয়া এদিন
ছিগি যায় শিকলিৰ
সকলো বান্ধোন —
তেতিয়া মানুহে বুজে
মহাকাল অচল, অটল।
ক্ষুদ্ৰ চেষ্টা মানুহৰ
উত্তেজনা এটি
(ৰাম, ভৰত আৰু শত্ৰুঘ্নই মহাদেৱৰ ফালে চাই থাকে)

মহাদেৱ - চোৱাঁ,
সউ দূৰ পশ্চিমত
আকাশ মিলিছে আহি
মাটিৰ লগত।
আকাশে - মাটিয়ে মিলি
আঁৰিছে এখনি তাত
ক'লা যৱনিকা।
তাতে শেষ। —

ৰাম - তথাপি সন্ন্যাসী তাতে
দেখিছোঁ লক্ষ্মণে মোৰ
বিচাৰিছে তৃপ্তি-জল
মোৰ আঁজলিৰে।

মহাদেৱ- এতিয়াও আছে বৈৰাগী
মোহৰ দৃষ্টিত।
আহাঁ—
(মহাদেৱে ৰামৰ হাতত, ৰামে ভৰতৰ হাতত আৰু ভৰতে শত্ৰুঘ্নৰ হাতত ধৰে)

মহাদেৱ - (সৰযূৰ ফালে গৈ থাকি)
অসীম অনাদি এই
অখণ্ড সোঁতত,
একোটি প্ৰাণীৰ জন্ম
একো আলোড়ন।
আলোড়ন মাৰ যায়—
আকৌ মিহলি হয়
ক্ষুদ্ৰ আলোড়ন।
(সৰযূৰ বুকুত এটা উজ্জ্বল জ্যোতি জিলিকি উঠে। আগে আগে মহাদেৱ আৰু পাছত ৰাম, ভৰত, শত্ৰুঘ্ন গৈ থাকে। এটা মৃদু-করুণ সঙ্গীতৰ ধ্বনি শুনা যায়।)

যৱনিকা

ৰাম - জীৱনত কেৱল সত্যৰ সেৱা কৰিছিলোঁ। লোক-মাজত লাভ কৰিছিলোঁ অপৰাজিত উপাধি। কিন্তু সন্মুখত এই মহাসত্য— এই মৃত্যুৰ ওচৰত বাধ্য হৈ নতশিৰে পৰাজয় গৌৰৱ আদৰি ল'ব লাগিব। এই গৌৰৱত সীতাৰ প্ৰেম, লক্ষ্মণৰ ভক্তি, ৰামৰ গতি সন্মিলিত হৈ যেন আজি কিবা এটি অপূৰ্ণৰ মূৰ্তি পূৰ্ণ হৈ উঠিছে!

(এনেতে ব'ৰাগী ওলায়হি আৰু আকুল কণ্ঠেৰে কয়)

ব'ৰাগী - কেনি গৈছে প্ৰভু?

মহাদেৱ - যেনি গ'লে ৰামায়ণ সম্পূৰ্ণ হ'ব।

ৰাম - ব'ৰাগী, সত্যৰ ওচৰত আজি মোৰ প্ৰথম পৰাজয় আৰু শেষ-আৰতিৰ আহ্বান। মহাকালৰ ৰথৰ চকৰিত আজি মোৰ বিসৰ্জনৰ পূৰ্ণাঞ্জলি।

ব'ৰাগী - প্ৰভু!

(হঠাৎ এটা ভীষণ শব্দ হয়। পৃথিৱী অন্ধকাৰ হয়। লাহে লাহে পোহৰ হয় আৰু অবাক দৃষ্টিৰে চাই থকা অকল ব'ৰাগীক দেখি হয়)

ব'ৰাগী - বিস্মৃতিৰ আৱৰণ ভেদ কৰি স্মৃতিৰ আলোকত উদ্ভাসি উঠিছিল- ৰাম, লক্ষ্মণ, ভৰত, শত্ৰুঘ্ন। আৰু কিমান। - আকৌ যৱনিকা পৰিল। কিন্তু তাৰ যিটি ধ্বনি থাকি গ'ল বিসৰ্জনৰ পূৰ্ণতাত সেই ধ্বনিৰ আহ্বান অবৰ্ণনীয়। — বৈ থাকাঁ সৰযূ — গৈ থাকাঁ সৰযূ — তোমাৰ বুকুতে বাজি থ'কা এটি ধ্বনি— বিসৰ্জন! বিসৰ্জন!

## ওপৰঞ্চি

## বাল্মিকীৰ স্মৃতি

মহাকালৰ কৃষ্ণবৰ্ণ সৃষ্টি লুকাই পৰিল। তলে ওপৰে, পূবে পশ্চিমে অন্ধকাৰ। এই আদি - অন্তহীন তমোৰাশিৰ মাজৰ পৰা বিজুলীৰ সঞ্চাৰ হ'ল। মাজতে এটি বিদ্যুৎপুঞ্জ দেখা হ'ল। তাৰ তিৰ্‌বিৰণিৰ কঁপনিৰ লগে লগে এটি মৃদু ধ্বনি শুনা হ'ল। ধ্বনিয়ে আকাৰ ল'লে। এবাৰ হঠাৎ দুটি ধ্বনি দুফালে গ'ল। দুটি কৰ্চণ (ক্ৰৌঞ্চ) চৰাইৰ আকৃতিৰ দৰে ধ্বনি ঘূৰি ঘূৰি উৰিবলৈ ধৰিলে। সিহঁতৰ ডেউকা আৰু মহাশূন্যৰ মাজত যুদ্ধ লাগিল। গীত হ'ল ঃ-

### গীত

(বেহাগৰ লয়)

মধু! মধু! মধু!

মধু! মধু! মধু!

মধু!

সঙ্গীতৰ ধ্বনি বাঢ়ি যোৱাৰ লগে লগে পোহৰ বেছি হৈ আহে আৰু শুধ বগা সাজ পিন্ধা, বগা চুলি বগা দাঢ়িৰে বাল্মিকী হিমালয়ৰ শিখৰত বহি আছে। হাতত বীণা। বাওঁ হাতে বীণাখন বুকুত লগাই সোঁহাতে অভয় দি কৈছে —

মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীসমাঃ।
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধী কামমোহিতম্।।

-ঃ যৱনিকা ঃ-

# বিজয়া

## *চৰিত্ৰবিলাক*

| | |
|---|---|
| নবাব | লক্ষ্ণৌৰ। |
| বিজয়সিংহ | উদয়পুৰৰ এজন ধনী মানুহ। |
| দীনদাস | আন এজন অভিজাত। |
| বিশ্বসিংহ | এজন যুৱক, বিজয়াৰ প্ৰেম-মুগ্ধ। |
| পুৰঞ্জয় | বিশ্বসিংহৰ ওচৰচুবুৰীয়া। |
| আদিল | লক্ষ্ণৌৰ বিষয়া। |
| জালাল | বেগমৰ অনুচৰ। |

হীৰালাল, জহৰমল,
ভিক্ষাৰী, কটোৱাল,
মাল, বৈদ্য, সৈন্যবিলাক ইত্যাদি।

| | |
|---|---|
| জুলিমা | লক্ষ্ণৌৰ বেগম। |
| কমলা | বিজয়সিংহৰ ঘৈণীয়েক। |
| বিজয়া | ঐ জীয়েক। |
| মোতিবিবি | জুলিমাৰ দাসী। |

মালিনী, পৰিচাৰিকা আদি।

স্থান- লক্ষ্ণৌ আৰু উদয়পুৰ।
১৯৩০ চনৰ দুৰ্গাপূজাত প্ৰথম অভিনীত।

# প্ৰস্তাৱনা

## গীত

স্মৃতি! স্মৃতি! স্মৃতি!
যুগ যুগান্তৰ আদি অতীতৰ
মধুৰ স্মৃতি।

কত জনমৰ গোপন লেখা
দুখনি ছবিৰ নিছিগা ৰেখা
উঠেহি ফুটি!

সুখ-সোঁৱৰণ, দুখ আৱৰণ
বিৰহ মিলন গীতি —
স্মৃতি! স্মৃতি! স্মৃতি!

০০০০

# প্ৰথম অঙ্ক

## প্ৰথম দৃশ্য

(সুসজ্জিত কক্ষ। দূৰত এখন শয্যাৰ ওপৰত বিশ্বসিংহ শুই থাকে। কানি-কাপোৰ জীৰ্ণ-শীৰ্ণ। চেহেৰা- বন্দীৰ নিচিনা। আনফালে নবাব পত্নী জুলিমা বেগম আৰু এজনী পৰিচাৰিকাই ভয়ে ভয়ে কথা পাতি থাকে)

জুলিমা : মোতি, তোৰ ওপৰত মোৰ কাহানিবা খং উঠিছিল জানো? মোৰ বিপদ-আপদ, সুখ-দুখৰ কথা এই পৃথিৱীত তোৰ বাহিৰে আৰু কোনোবাই জানে জানো?

মোতি : বেগম চাহেবা, আপুনি ইমান খবৰ ৰাখে কেনেকৈ? এওঁক যে ঠগাইতে ধৰি, বান্ধি থৈছিল সেই কথানো আপুনি জানিলে কেনেকৈ?

জুলিমা : সেইবোৰ বহুত কথা। তোক এতিয়াসেইবোৰ কৈ সময় নষ্ট নকৰোঁ। আজি ৰাতি মই মোৰ উদ্দেশ্য সাধন কৰিবই লাগিব। ক'তা, জালাল দেখোন এতিয়াও নাহিল। তই এবাৰ আগবাঢ়ি চাই আহ। (দুৱাৰত শব্দ হয়।) অ' তেওঁ আহিছেই হবলা। (দুৱাৰ মেলি দিয়ে আৰু জালাল সোমায় আহে।) খবৰ কি?

জালাল : আমাৰ ফলীয়া সকলো মানুহ এই মহলৰ দক্ষিণ ফালে গুপ্ত ভাবে বৈ আছে। সঙ্কেট পালেই সিঁহতে আমাক অনুসৰণ কৰিব।

জুলিমা : মোতি, তই এক কাম কৰ। অইন দিনা যোৱাৰ দৰে নবাবৰ কক্ষৰ চাৰিওফালে এবাৰ ঘূৰি আহ। যদি কিবা বিপদৰ সম্ভাবনা আছে, তেন্তে ততালিকে খবৰ দিবি। যদিহে নিৰাপদ যেন দেখ, তেন্তে দক্ষিণ দুৱাৰত বৈ থাকিবি।

মোতি : ভাল।

জালাল : বেগম চাহেবা!

জুলিমা : জালাল।

জালাল : আপোনাৰ চকুদুটা ইমান ৰঙা হৈছে কিয়?

জুলিমা : ভয়? নহয় জালাল! প্ৰতি মুহূৰ্ততে মোৰ প্ৰতিহিংসাৰ জুই বাঢ়ি আহিছে। দুষ্ট নবাবৰ কথা মনত পৰিলে মোৰ গা কঁপি উঠে।

জালাল : আপুনি এতিয়া কি ঠিক কৰিছে?

জুলিমা : মই আৰু নবাবৰ লম্পট স্বভাব সহ্য নকৰোঁ। আজি ৰাতিয়েই —

জালাল : আজি?

জুলিমা : এতিয়াই। এই কাৰাগাৰ সদৃশ মহল পৰিত্যাগ কৰি সৌ ৰাজপুত যুৱকক আত্মসমৰ্পণ কৰিম।

জালাল : এওঁ? এওঁ কোন?

জুলিমা : এওঁকেই মোৰ জীৱন দান কৰিম। এওঁ এজন ৰাজপুত। এওঁৰ বিষয়ে সকলো কথা পিছত শুনিবা। জালাল, ইয়ালৈ

বিজয়া

অহাৰ পৰা তুমি সঙ্গীতৰ ধ্বনি শুনিছিলানে?

জালাল ক'তা মই সিমান মন কৰা নাছিলোঁ।

জুলিমা ঃ মই আজি দিনৰ ভিতৰতে এনে আয়োজন কৰি থৈছিলোঁ যে, উৎসৱৰ ভাগ কৰি মৃদু-সঙ্গীতৰ তলত গুপ্ত অভিসন্ধিৰ জুই লুকাই থ'ম। কিন্তু বাজানাৱালাহঁতৰ হ'ল কি? এবাৰ চাই আহিম নে কি? হয়। আহাঁ জালাল, এবাৰ গতি- বিধি চাই আহোঁ। (দুয়ো যায়গৈ)

বিশ্বসিংহ ঃ (সাৰ পাই) ইকি! মই ক'তা আছো? মই ঠগহঁতৰ পোতাশালত বন্দীহৈ আছিলোঁ। মোক এই সুসজ্জিত কোঠালৈ আনিলে কোনে? এই ঘৰটোবা কাৰ? (ভিতৰত সঙ্গীতৰ ধ্বনি) সেয়া কি? আহ! সুন্দৰ সঙ্গীতৰ ধ্বনি! মই যে এতিয়াও ইয়াৰ অৰ্থ বুজিব পৰা নাই। (শয্যাৰ পৰা উঠি নিজৰ গালৈ চাই।) এইয়া মোৰ সেই পোচাক এতিয়াও গাতে আছে। এতিয়াও মই বন্দী অৱস্থাতে। কিন্তু মোক ইয়ালৈ আনিলে কোনে?

(জুলিমাৰ প্ৰবেশ)

আপুনি কোন? মোক ইয়ালৈ কোনে আনিলে ক'ব পাৰেনে?

জুলিমা ঃ তুমি আচৰিত হৈছা কেলেই? এই সুন্দৰ কক্ষ দেখি সঙ্গীতৰ আৱাজ শুনিও বুজিব পৰা নাইনে তুনি ক'ত আছা?

বিশ্ব ঃ মই বঢ়িয়াকৈ বুজিছোঁ যে, ই কোনোবা ৰজাৰ ঘৰ। কিন্তু মোক আনি এই দৰে থোৱাৰ উদ্দেশ্য কি সেইটোহে বুজিব পৰা নাই।

জুলিমা ঃ উদ্দেশ্য অতি মহৎ। শুনা, এই কাৰেং লক্ষ্ণৌৰ নবাবৰ। নবাব পত্নী জুলিমা বেগমৰ তোমাৰ ওপৰত দয়া হৈছে। বেগমেই তোমাক উদ্ধাৰ কৰি অনাইছে। কিন্তু তুমি কোন? তোমাৰ ঘৰ ক'ত?

বিশ্ব ঃ মোৰ ঘৰ জয়পুৰত। নাম বিশ্বসিংহ, মই ৰাজপুত।

জুলি ঃ মুছলমাননী দেখি তোমাৰ ঘিণ লাগিছেনে কি?

বিশ্ব ঃ কিয়? আপোনাক যে মোৰ সেৱা কৰিবৰ হে মন গৈছে।

জুলি ঃ আল্লা! মই সেইবোৰ নাজানো দেও। বাৰু, তুমি কৈছা তোমাৰ ঘৰ জয়পুৰত - তুমি ৰাজপুত। কিন্তু তোমাক যে মুছলমানৰ ঘৰত পানী খুওৱা হ'ল?

বিশ্ব ঃ ক্ষতি কি? আপোনালোকৰ দয়া। আপোনালোকে মোক ইয়াত ৰাখিছে কিয়? মোক এৰি দিয়ক —

জুলি ঃ এৰি দিলে তুমি যাবা কলৈ?

বিশ্ব ঃ ৰাজপুতনালৈ।

জুলি ঃ মানে জয়পুৰলৈ?

বিশ্ব ঃ হয়। অকল ৰাজপুতনা বুলি কৈ আমি গৌৰৱ বোধ কৰোঁ।

জুলি ঃ তাত তোমাৰ ইমান কি প্ৰয়োজন আছে?

বিশ্ব ঃ তাত মোৰ জীৱনৰ সৰ্বস্ব আছে।

জুলি ঃ অৰ্থাৎ তোমাৰ জাতি, দেশ, আত্মীয় —

বিশ্ব ঃ সেই সকলোৰে ওপৰত জয়পুৰত মোৰ এনে এটা বস্তু আছে, যাৰ কল্পনাত মাধুৰী, কবিতাত মাধুৰী, কথাত মাধুৰী। তাৰ তুলনাত এই প্ৰাসাদ কক্ষৰ কোনো মূল্যাই নাই।

জুলি ঃ তোমাৰ সেই বস্তুটিৰ কথা আমি জানিব পাৰোনে?

বিশ্ব ঃ নিশ্চয় পাৰে। সেই কথা জানিলে হয়তো আপোনালোকেও মোক যথেষ্ট সহায় কৰিব। আৰু মোৰ দুঃখ দুৰ্দশাত আপোনাৰো এটুপি চকুৰ পানী ওলাব। আপুনি নেজানে, আজি ছবছৰ দিন ধৰি মই কি কঠোৰ ব্ৰত পালন কৰিছোঁ। আৰু কেনেকৈ মোৰ সেই সাধনা ভ্ৰষ্ট হৈছে! মাতৃ! মোৰ ছবছৰ প্ৰৰিশ্ৰম, জন্ম-জন্মান্তৰৰ একান্ত বাসনাৰ ওপৰত কুঠাৰ পৰিছে।

জুলি ঃ তুমি কান্দিব খুজিছা কিয়? কোৱাঁ তোমাৰ কি হৈছে?

বিশ্ব ঃ কান্দিছোনে? বোধহয় অন্তৰৰ বিষাদ ৰাশিৰ বোজা গধুৰ হৈ অলক্ষিতে মোক হেঁচি ধৰিছে। অ', শুনক, জয়পুৰ জয়পুৰত —

---

বিজয়া

জুলি : কোৱাঁ। শঙ্কা নকৰিবা —।

বিশ্ব : জয়পুৰত বিজয়সিংহ নামেৰে এজন উচ্চ বিষয়াৰ বিজয়া বিজয়া —

জুলি : বিজয়া কি থমক খালাঁ কিয়?

বিশ্ব : অ' - বিজয়া নামে তেখেতৰ কন্যা এটি আছে। তেওঁ বৰ শুৱনি বৰ সুন্দৰী —

জুলি : (নিজকে চাই) সুন্দৰ কাহিনী। শুনিবৰ বৰ মন গৈছে। কোৱাঁ কোৱাঁ —

বিশ্ব : আমাৰ দুয়োৰো ভিতৰত বৰ মিল আছিল, বিজয়াই মোক ভাল পায়, ময়ো ভাল পাওঁ। কিন্তু বিজয়া ডাঙৰ হ'লত বাপেকে মোলৈ বিয়া দিব নুখুজিলে —

জুলি : কাৰণ?

বিশ্ব : কাৰণ মই দুখীয়া। দীনদাস বুলি এজন চহকী মানুহলৈ বিজয়াক দিব খুজিলে — মই আৰু বিজয়াই কাবৌ-কোকালি কৰি বিজয়সিংহক খাটিলোঁ তেতিয়া তেওঁ মোক ৬ বছৰ সাত দিন সময় দিলে। ক'লে "এই সময়ৰ ভিতৰত যদি তুমি বিদেশলৈ গৈ চহকী হৈ আহিব পাৰাঁ তেনেহলে বিজয়াক পাবাঁ। নহলে সমূলি আশা নকৰিবা।"

জুলি : তাৰ পাছত?

বিশ্ব : তাৰ পাছত মই সেই কথা মতেই বিজয়াৰ বিশ্ব-বিজয়িনী মূৰ্ত্তি হিয়াত আঁকি লৈ ধন উপাৰ্জনৰ আশাৰে বিদেশলৈ আহিলোঁ। কিন্তু দুৰ্ভাগ্য, উলটি আহোঁতে প্ৰয়োগ আৰু লক্ষ্ণৌৰ মাজতে পেখোৱা আলিৰ ওপৰত এদল ঠগে লগ পাই— মোৰ গোটেই খিনি ধন-সোণ কাঢ়ি নিলে। সিহঁতে মোক বন্দী কৰিলে । মোৰ সকলো নিয়ক আপত্তি নাই, যদি মই বিজয়াক লাভ কৰি ল'ব পাৰিলোহেঁতেন। উস—মই কাকো হিংসা খিয়াল কৰা নাই, কাকো প্ৰবঞ্চনা কৰা নাই, তথাপি, শৰীৰৰ তেজ পানী কৰি, লঘোণে ভোকে উপাৰ্জন কৰা ধন-ৰত্ন সোপাকে ডকাইতে লৈ গ'ল। মোৰ আশাত সৰগ পৰিল। মই এতিয়া বিজয়াক কি উপায়েৰে পাম? কওকচোন বাৰু মই কিবা অপৰাধ কৰিছিলোনে?

জুলি : নাই ! তুমি একো অপৰাধ কৰা নাই। তোমাৰ প্ৰেম প্ৰশংসনীয়। কিন্তু যুৱক। এই পাঁচ পছৰৰ পাছতো যে বিজয়াই তোমাৰ কথাকে ভাবি থাকিব তাৰ প্ৰমাণ কি?

বিশ্ব : আপুনি কয় কি? পাঁচ বছৰহে নেলাগে এনেকুৱা শ-শ পাঁচ যুগো যদি পাৰ হয়, তথাপি তেওঁ মোক পাহৰিব নোৱাৰে।

জুলি : যদি ঠিক বিজয়াৰ দৰে সুন্দৰী এজনী তিৰোতাই তাইৰ স্বামীৰ কথা পাহৰিব পাৰে তেন্তে তেওঁনো নোৱাৰিব কিয়?

বিশ্ব : আপুনি বোধহয় নেজানে, বোধহয় মানব চৰিত্ৰ আলোচনা কৰিবলৈ আপুনি বৰ সুবিধা পোৱা নাই, সেইহে তেনেকৈ কৈছে। বিজয়াৰ লগত মোৰ যি সম্বন্ধ সি আজিৰ নহয়। মনে ধৰে যেন জন্ম জন্মে আমি দুটি অবিচ্ছেদ হৈ আহিছোঁ।

জুলি : যদি বিজয়াৰ নিচিনাই সুন্দৰী, নহয়, তেওঁতকৈও সুন্দৰী আন এটি যুৱতীয়ে তোমাৰ হৃদয় দান কৰে তুমি গ্ৰহণ নকৰিবানে?

বিশ্ব : কেতিয়াও নকৰোঁ। মোৰ হৃদয়ত বিজয়াৰ বাহিৰে কাৰো স্থান নাই।

জুলি : যদি স্বয়ং লক্ষ্ণৌৰ নবাব-পত্নী জুলিমা বেগম তোমাৰ প্ৰেমাকাঙ্খিনী হয়?

বিশ্ব : আপুনি কি কৈছে? লক্ষ্ণৌৰ নবাবী মহল? সি অতি তুচ্ছ। যদি বিশ্বৰ সকলো ঐশ্বৰ্য্য বিভূতিও একেলগ কৰি দিয়েহি তথাপি মই বিজয়াক পাহৰিব নোৱাৰোঁ।

জুলি : ইমান ভালপোৱাঁ?

বিশ্ব : কিমান ভালপাওঁ ক'ব নোৱাৰোঁ। কিন্তু,

বিশ্ব-খনিকৰে গোৱা পাতনি সঙ্গীত
পশিল যিদিনা আহি নিস্তব্ধ ধৰাত
সিদিনাই জন্ম ল'লে দুখনি হৃদয়ে
বিশ্বসিংহ বিজয়াৰ দুটি ৰূপ লৈ!
একে মহূৰ্ত্ততে, একে পলকতে, দুয়ো
মেলিলে দুয়োৰো চকু ধৰিত্ৰী কোলাত।
একেই দিনত হ'ল দুয়োৰে বিকাশ ---

নিলগতে চিনিপোৱা দুটি আত্মাৰ।
প্ৰথমে যিদিন —

জুলি : ৰবা। ইমান খিনি কথাৰ প্ৰয়োজন নাছিল। কোৱা, তুমি নবাব পত্নীক সঁচাই উপেক্ষা কৰিবানে?

বিশ্ব : (জুলিমাৰ ফালে কাণ নকৰাকৈ)

জনমৰ বহু বহুপূৰ্বে অনা দুয়োটিকে
অভেদ অচ্ছেদ এই প্ৰণয় জৰীৰে
নিজ হাতে বান্ধি দিলে প্ৰজাপতি আহি।
সৃষ্টিৰ কালত আনি পৰম পিতাই
পৰশত সানিদিলে প্ৰেমৰ পৰাগ

জুলি : যুৱক। মোৰ কথাৰ উত্তৰ দিয়া।

বিশ্ব : উত্তৰ আৰু কি দিম?

জুলি : কোৱা, বেগমক গ্ৰহণ কৰিবানে?

বিশ্ব : ক্ষমা কৰিব। বিজয়াৰ বাহিৰে মোৰ কোনো নাই।

জুলি : মোক চিনি পাইছানে?

বিশ্ব : পৰিচয় পালে ধন্য হ'ম।

জুলি : ময়ে নবাব পত্নী জুলিমা বেগম। এতিয়া তোমাৰ উত্তৰ কি মই জানিব খোজোঁ।

বিশ্ব : আপুনিয়ে সেই বেগম যি মোক উদ্ধাৰ কৰি আনিলে? আপোনাৰ ওচৰত মই চিৰকৃতজ্ঞ। আপুনি মোৰ প্ৰাণদাত্ৰী। মোৰ মাতৃ। সন্তানৰ সেৱা গ্ৰহণ কৰক।

জুলি : হুঁচিয়াৰ। সেৱাৰ কোনো প্ৰয়োজন নাই।

বিশ্ব : বেগম চাহেবা! বিজয়াহে মোৰ জীৱন নাটকৰ একমাত্ৰ নায়িকা। আনক মই কোনোমতে ভাল পাব নোৱাৰো। আপোনাৰ কাৰণে মই এটা ডাঙৰ কাম কৰিম। (শয্যাৰ পৰা এখন কাপোৰ আনি) মই ডকাইতহঁতৰ পোতাশালত বন্দী থাকোঁতে নবাবৰ বিৰুদ্ধে এটা ডাঙৰ ষড়যন্ত্ৰ আবিষ্কাৰ কৰিলোঁ। সেই ৰাতিয়েই নবাব প্ৰবাসৰ পৰা উলটি ৰাজধানীলৈ অহাৰ কথা। ডকাইতহঁতে দলে-বলে তেখেতক আক্ৰমন কৰিব খুজিছিল।

জুলি : তাত মোৰ কি লাভ লোকচান হ'ল?

বিশ্ব : আন উপায়েৰে সেই বাতৰিটো দিব নোৱাৰি এই কাৰেংখনতে মোৰ গাৰ তেজেৰে লিখি বাহিৰলৈ পেলাই দি নবাবক জনাব খুজিছিলোঁ।

জুলি : সেই ষড়যন্ত্ৰৰ কথা এতিয়া ৰাষ্ট্ৰ হৈ গ'ল।

বিশ্ব : তেন্তে মই তেখেতৰ কাৰণে অস্ত্ৰ ধৰিম।

জুলি : ৰজাৰ ৰক্ষা ৰজাই কৰিব। মই আজি ৰাতিয়েই এই কাৰেং এই দেশ ত্যাগ কৰিম। তুমিও মোৰ লগত যাব লাগিব।

বিশ্ব : ক্ষমা কৰিব। মই নোৱাৰিব।

জুলি : যুৱক! ইচ্ছা কৰি জুই জ্বলাই নলবা। নাৰীৰ প্ৰেম প্ৰত্যাখ্যান কৰিলে কি ভীষণ পৰিণাম জানানে?

বিশ্ব : তথাপি মই বিজয়াক —

জুলি : তেন্তে প্ৰস্তুত হোৱা - মোৰ ভীষণ প্ৰতিহিংসাৰ কাৰণে আজিৰ পৰাই প্ৰস্তুত হৈ থাকা। আজি মোৰ হিয়াত ঈৰ্ষাৰ যি কুৰা জুই জ্বলাই ল'লা সি তোমাকো পুৰি দেই ভস্ম কৰিব। সাৱধান যুৱক। মই আহিছোঁ। (ওলায় যায়)

বিশ্ব : কি আচৰিত। এয়ো নাৰী আৰু মোৰ বিজয়াও নাৰী। স্বৰ্গ-মৰ্ত্ত্য। যদি এই বেগমৰ নিচিনাই বিশ্বৰ নাৰী সমাজ কলঙ্কিনী হ'লহেতেন তেতিয়া বোধহয় পুৰুষৰ হিয়াত বিশ্বাসৰ কণা মাত্ৰও নাথাকিলহেঁতেন! — মানৱ চৰিত্ৰ কিমান জটিল! সুন্দৰ কান্তিৰ আঁৰত কি বিষ লুকাই থাকে। যেন এটি পবিত্ৰ চুমাৰ আঁৰত একোটা সাপ।
— লক্ষ লক্ষ প্ৰাণীৰ লক্ষ লক্ষ ভাৱ।

# দ্বিতীয় দৃশ্য

## উদয়পুৰ-ৰাজবাট

(দীনদাসৰ প্ৰবেশ।)

দীন : মোৰ অগাধ ঐশ্বৰ্য্য, অতুল সম্পত্তি উপেক্ষা কৰি বিজয়াই এটা সামান্য যুৱকক আত্ম-সমৰ্পণ কৰিব আৰু মই হাত সাবটি বহি চাই থাকিম।- অসম্ভৱ। দীনদাসৰ চকুৰে ইমানখিনি চাই থকা অসম্ভৱ। — বিশ্বসিংহক বুঢ়াই সাতদিনৰ সময় দিছিল। আৰু এমাহ মাথোন বাকী। ইয়াৰ ভিতৰতে যদি বিশ্বসিংহ আহি নেপায়হি তেনেহলে বিজয়াক লাভ কৰিমেই, কিন্তু, যদি যদিহে যথা সময়ত আহি উপস্থিত হয়?

(পুৰঞ্জয়ৰ প্ৰবেশ)

পুৰঞ্জয় : কি, দীনদাস দেখোন। অকলে অকলে আলিবাটত কি ভবা-চিন্তা কৰিছানো?

দীন : ভাবনাৰ পাৰ নাই — অনেক ভাবিছোঁ কিন্তু সিদ্ধান্ত এটিৰো হোৱা নাই।

পুৰ : অ' সিদ্ধান্ত হ'বলা সেইদৰে হয়? আমাৰ নিচিনা দুই চাৰি জন সিদ্ধ গোটাই লৈ এটা অন্ত কৰি পেলালেই হ'ল।

দীন : সেই বিজয়াৰ কথাটো।

পুৰ : অ' কথা ঘাইটোৱেই। এৰাটো, প্ৰেমে নেপালে এইদৰেই বাটেঘাটে জলকা লাগিবৰ কাৰণ হওঁতে বৰ কম। পিছে বন্ধু প্ৰেমতকৈ পৰিণামটোহে বৰ সাংঘাটিক দেই।

দীন : প্ৰেমৰ পৰিণাম সাংঘাটিক?

পুৰ : আকৌনো কি? যি প্ৰেমত বলৰ প্ৰয়োজন — তাৰ পৰিণাম ভাল হ'ব পাৰে জানো?

দীন : বলেৰে? কোৱাঁ কিহে পুৰঞ্জয়? বিজয়াৰ প্ৰেম মোৰ প্ৰাপ্য। বিজয়াক মোলৈ বিয়া দিম বুলি বাপেকে প্ৰতিজ্ঞা কৰিছিল কিন্তু মাজত মাক সোমাই মোৰ সৰ্বনাশ কৰিছে। বিশ্বসিংহক বিজয়াই ভাল পায় — সেইবাবে মাকে মোলৈ দিব নোখোজে।

পুৰ : অৱশ্যে এইটো ডাঙৰ কথা। ভালপোৱা-পুইৰ লগত প্ৰেমৰ সম্বন্ধ কি? তুমি থাকোঁতে বিজয়াই বিশ্বসিংহক ভালপাবই বা কিয়?

দীন : তুমি ৰহস্য কৰিছাঁ? বন্ধু, বোধহয় তুমি এতিয়াও তেনে আঘাত পোৱা নাই।

পুৰ : সমূলি। আমাৰ নিচিনা দৰিদ্ৰৰ আঘাতেই বা কি চুমাই বা কি? পিছে সঁচা কথা কবলৈ গ'লে বিজয়াৰ মাক কমালাদেৱী নিজে যেনে সতী-সাধ্বী তেখেতৰ কথাও তেনে।

দীন : কোন সতী-সাধ্বী? কমলা? তুমি নেজানা পুৰঞ্জয়, কমলাৰ অতীত জীৱন কলঙ্ক-কাহিনীৰে ভৰি আছে। তেওঁ উদয়পুৰত আজি সতী-সাধ্বী বুলি যি সুখ্যাতি আৰ্জ্জিছে মই একমুহূৰ্ত্ততে সকলো নষ্ট কৰিব পাৰোঁ।

পুৰ : দীনদাস। মানব সমাজৰ এইটোৱেই আটাইতকৈ ঘৃণনীয় আৰু ভয়লগা নিয়ম। দোষ এৰি গুণ লোৱা অভ্যাস মানুহৰ বৰ কম। কমলাৰ অতীত জীৱন যিমানেই কলঙ্কপূৰ্ণ নহওক বৰ্তমান তেখেতৰ চৰিত্ৰ অতি পবিত্ৰ। অকল লোকৰ দোষ দেখি ফুৰা বৰ গৰ্হিত কাম।

দীন : মোৰ উদ্দেশ্য সাধন কৰিবলৈ যিহকে কৰিব লাগে তাকে কৰিম। যদি নৰকলৈ যাব লগা মোৰ ভাগ্যত আছে তালৈকো যাম।

পুৰ : স্বৰ্গলৈকে যোৱাঁ বন্ধু। নৰকলৈ যাব লাগিছে কিয়? পিছে এইটো মনত ৰাখিবাঁ, উতলা তেজৰ কাম যেনে উতলা তাৰ পৰিণামো তেনে। খন্তেক জ্বলি হঠাতে নুমাই যায়।

দীন : তুমি যোৱাঁ পুৰঞ্জয়। মই এই সময়ত কাৰো পৰামৰ্শ শুনিব খোজা নাই। মোক উপদেশ দিওঁতা বহুত আছে।

বিজয়া

পুৰ : ক্ষমা কৰিবা। কথাৰ ছলতে কৈ মনত দুঃখহে দিলোঁ। (উলটি আহি) অ' এটা —

দীন : যোৱাঁ। (পুৰঞ্জয়ৰ প্ৰস্থান) যদি এই প্ৰেমৰ যুদ্ধত পৰাস্ত হওঁ, যদি বিপুল সম্পত্তিৰ অধিকাৰী হৈও এটা সামান্য উদ্দেশ্য সিদ্ধি কৰিব নোৱাঁৰা, তেনে পৃথিৱীত ধনৰ মূল্য কি? কমলাৰ কলঙ্ককাহিনী প্ৰকাশ কৰিম বুলি ভয় দেখুৱালে নিশ্চয় কাৰ্য্য সিদ্ধি হ'ব। এইবাৰ?

(প্ৰস্থান)

## তৃতীয় দৃশ্য

### লক্ষ্ণৌ দৰবাৰ কক্ষ

(সুসজ্জিত দৰবাৰ। চাৰিওফালে আমীৰ-ওমৰাহ বিলাক বহি থাকে। দুফালে দুশাৰী নৰ্তকী থিয় দি থাকে, দূৰত উলঙ্গ কৃপান লৈ দুটি ক'লা প্ৰহৰী থিয়দি থাকে। নৰ্তকী বিলাকে চেলাম দিয়ে। সিংহাসনত নবাব বহে আৰু ওচৰতে এখন আসনত বিশ্বক বহুৱায়)

নৰ্তকী সকলৰ নৃত্যগীত

বিয়লি বেলা সখী ৰাঙ্গলী বেলিটিয়ে
    জুমি জুমি কিনো বাৰু চায়?
কোন প্ৰিয় বিৰহৰ
মউসৰা অধৰৰ
    থোকাথুকি গীত এটি গায়।
ডাৱৰ আহিছে উৰি
সুনীল আকাশ জুৰি
    নিলীমাতে ঢ'উ খেলি যায়।
বিৰহিনী বালিকাৰ
কথাকোৱা চকুঠাৰ
    নুবুজিলে আজি সখীয়াই।।
আজিৰ জুৰণি লৈ
আজিয়েই দিয়াঁ কৈ
    কোনে জানে কালি কেনি যায়?
        (নৰ্তকীসকল গুচি যায়)

নবাব : সহস্ৰ যন্ত্ৰণাৰ মাজতো আজি মোৰ এটি বৰ পবিত্ৰ দিন। এই উদাৰ যুবক — এই মহাপ্ৰাণ ৰাজপুত বীৰক আজি মই বন্ধু বুলি অভ্যাৰ্থনা কৰিবলৈ পোৱা মোৰ বৰ সৌভাগ্য কথা। যুবক, তুমি সিদিনা মোক অকলে হত্যাকাৰীৰ হাতৰ পৰা ৰক্ষা কৰি চিৰকৃতজ্ঞ কৰিছাঁ।

বিশ্ব : নবাব চাহেব। মই নিঃকিন ৰাজপুত, ৰাজপুতৰ যি ধৰ্ম মানুহৰ যি ধৰ্ম, মই তাকে কৰিছোঁ। মোক মিছাতে প্ৰশংসা

নকৰিব।

নবাব : তুমি কেৱল বীৰ নোহোৱা। তুমি মহাপ্ৰাণ, অতি বিনয়ী। মই আজিৰ পৰা তোমাক মোৰ আত্মীয় বুলি বিবেচনা কৰিছোঁ। তুমি প্ৰকৃত ৰাজপুত। জুলিমা বেগম যাওক মোৰ কোনো দুখ নাই। সেই চয়তানীৰ সলনি মই তোমাৰ বন্ধুত্ব লাভ কৰিছোঁ। তোমাৰ নাম সাৰ্থক, তুমি সচাঁই বিশ্বসিংহ।

বিশ্ব : নবাব চাহেবৰ ইমান খিনি প্ৰশংসাৰ মই সম্পূৰ্ণ অনুপযুক্ত।

নবাব : আজিৰ পৰা তোমাক মোৰ দৰবাৰৰ এজন বিশেষ উজীৰ পতা হ'ল।

বিশ্ব : ক্ষমা কৰিব। ইমান উচ্চ আশা মোৰ হৃদয়ত নাই। মই সামান্য মানুহ। মোৰ লক্ষ্যও অতি সামান্য।

নবাব : কি কৈছা যুবক। চিন্তা কৰি চোৱা। ভাবি চোৱা। লক্ষ্মী দেৱীয়ে তোমাৰ কণ্ঠত বিজয় মালা পিন্ধাই দিব। ভাবি চোৱা, কীৰ্ত্তি আহি তোমাৰ শিৰত পৰিব। হেজাৰ হেজাৰ মানুহে তোমাৰ ওচৰত মূৰ দোৱাব।

বিশ্ব : নবাব চাহেব, অতি ক্ষুদ্ৰ হৃদয় মোৰ। অতি ক্ষুদ্ৰ লক্ষ্য। যশ গৌৰবৰ নিকৰুণ ৰাজ্যত মোৰ স্থান নাই। মই কুটীৰত শান্তি বিচৰা মানুহ, অট্টালিকা মোৰ কাৰণে অভিশাপ।

নবাব : ই কি প্ৰহেলিকা বিশ্বসিংহ?

বিশ্ব : প্ৰহেলিকা নহয় — মানুহৰ স্বভাৱ। এই উচ্চ প্ৰশংসিত ৰাজপদকৈও মানুহৰ আৰু এটা চিৰ গৌৰৱময় বস্তু আছে যাৰ ওপৰত ৰাজপদৰ কোনো মূল্যই নাই। সহস্ৰ ঐশ্বৰ্য্য, শত সন্মান তাৰ ওচৰত ম্লান হৈ যায়।

নবাব : কি সেই বস্তু?

বিশ্ব : প্ৰেম। প্ৰেমে মানুহৰ মনৰ সকলো মলিনতা, সকলো আশা, ঐশ্বৰ্য্য, দূৰ কৰি দিয়ে। প্ৰেমৰ সলনি কুবেৰৰ ঐশ্বৰ্য্য— ইন্দ্ৰৰ সৌভাগ্যৰো মূল্য নাই। যেতিয়া প্ৰেমৰ সুকোমল ভাব আহি অন্তৰত উপস্থিত হ'ব, প্ৰেমৰ অভাৱত যেতিয়া হৃদয় অশান্তিৰে উপচি পৰিব, তেতিয়া ঐশ্বৰ্য্যৰ গৌৰৱে তাক সান্ত্বনা দিব পাৰিব জানো নবাব চাহেব? মই আজি বৰ নিঃসহায়। নহলে উদয়পুৰত মোৰ জীৱনৰ জীৱন এৰি থৈ দেশে দেশে ঘূৰি নুফুৰিলোঁহেঁতেন।

নবাব : যুবক। তোমাক মই সহায় কৰিম। তোমাক উদয়পুৰলৈ পঠিয়াই দিম। বুজিব পাৰিছোঁ তুমি বীৰ যদিও তোমাৰ হৃদয় প্ৰেম-প্ৰণোদিত। উজীৰ। এওঁক দহ লক্ষ স্বৰ্ণ মুদ্ৰাৰ এটি উপহাৰ লগত দি আগ্ৰা পৰ্য্যন্ত — নহয়, দিল্লী পৰ্য্যন্ত, নহয় নহয় উদয়পুৰ পৰ্য্যন্ত থোৱাই দিব লাগে। নগৰত প্ৰচাৰ কৰি দিয়া যে কোনো বিদেশী হিন্দু অতিথি আহিলে যেন যতনেৰে মোৰ অতিথি শালাত ৰখা হয়। প্ৰচাৰ কৰি দিয়া যেন হিন্দু মুছলমানৰ কোনো ভিন্ন ভাব নেথাকে।

উজীৰ : নবাবৰ হুকুম শিৰোধাৰ্য্য।

বিশ্ব : নবাব চাহেব, মোৰ কণ্ঠত ভাষা নাই। কিহেৰে আপোনাৰ মহত্বৰ শলাগ লম?

নবাব : উজীৰ। আৰু ইস্তাহাৰ জাৰি কৰা যেয়ে জুলিমা বেগমৰ সংবাদ আনি দিব পাৰিব তেওঁক সহস্ৰ মুদ্ৰা পুৰস্কাৰ দিয়া হ'ব। আহাঁ বন্ধু সকলো আমীৰ ওমৰাহৰ সম্মুখত তোমাক আলিঙ্গন কৰি বন্ধুত্বৰ অমৰ দোলেৰে বান্ধ খাওঁ।

(দুয়ো আলিঙ্গন কৰে)

আৰু মোৰ আন্তৰিক কৃতজ্ঞতাৰ চিন স্বৰূপে মোৰ এই তৰোৱাল খনি গ্ৰহণ কৰা।

(গাত পিন্ধাই দিয়ে।)

বিশ্ব : নবাব চাহেব, মোক ইমান ঋণী কৰিছে কিয়? মোৰ যে দিবলৈ একো নাই। মই যে বৰ নিঃকিন।

নবাব : উন্নত বীৰ! তুমি আৰু মোক দিব লাগিছে কি? তুমি মোৰ জীৱন দান দিছা। খোদাৰ ওচৰত বিনীত ভাবে প্ৰাৰ্থনা কৰিছোঁ তোমাৰ জীৱন শান্তিপূৰ্ণ হওক।

বিজয়া

## চতুৰ্থ দৃশ্য

অৰণ্য পথ।

(গান গাই ছদ্মবেশী জুলিমা আৰু বাঁদী মোতিবিবিৰ প্ৰৱেশ।)

জুলিমাৰ গান।

গজল— কাৰ্‌ফা

দখিণাৱৰী গ'লে আঁতৰি বাতৰি কোনে দিবনো সখী,
তুমিযে, পীতম, ফুল-মৰুৱা জুৰুঁৱা জীৱন যতনে ৰখি।
সপোন-সনা ফাগুনী আহি
বুলনি চ'ৰাত পেলালে পাহি,
কুসুম-কলি ৰঙ্গে ৰাঙলী আজলী মুখৰ বিজুলী দেখি।
বননি কঁপাই কমনী ঢালে
আৱৰে গগন মৰম-জ্বলে,
আবেশ-ৰাগি চকুতে লাগি পুলক দিয়ে পলকে লেখি।।

মোতি : বেগম চাহেব

জুলিমা : তেনেহ'লেতো সৰ্বনাশ হৈছে মোতি। সঁচাই নবাবক হত্যা কৰিব নোৱাৰিলে?

মোতি :সেই যুৱক জনেই নবাবক ৰক্ষা কৰিলে।

জুলিমা : তাৰ ইমান অহঙ্কাৰ! মই তাৰ সকলো আশা ভৰষা নষ্ট কৰিম — তাৰ জীৱন শ্মশান কৰিম।

মোতি : তাৰ উপৰিও বেগম চাহেবা, সিটো যে আৰু টান কথা। লগত দহলাখ টকা বকচিচ্ দি তেওঁক ঘৰলৈ পঠিয়াই দিছে।

জুলিমা : তই ঠিক জাননে? যদিহে কথাটো সচা হয়, তেনেহলে মই চয়তানী হোৱা যে মিছা হয়? যদি সি কেনেবাকৈ উদয়পুৰ পাই বিজয়াক বিয়া কৰায়গৈ তেনেহলে যে মোৰ অৱস্থা বৰ শোচনীয় হ'ব! মই হিয়াৰ মাজত একুৰা জীয়া জুই লৈ তাৰ এই সুখ ভোগৰ কথা কোনে প্ৰাণেৰে সহ্য কৰিব পাৰিম? মোতি! যদি ইমান খিনি কৰিও প্ৰতিশোধ ল'ব নোৱাৰোঁ, তেনে মোৰ গতি কি হ'ব? এটা অপৰিচিত যুৱক, তাক মোৰ জীৱন-যৌৱন উচৰ্গা কৰি দিছিলোঁ, তথাপি সি মোৰ প্ৰেম প্ৰত্যাখ্যান কৰিলে।

মোতি : কিবা এটা উপায় কৰিব লগা হ'ল। ভাবি চিন্তি থাকিলে আৰু কি হ'ব?

জুলিমা : দে, দে, মোক এগিলাছ চিৰাজী দে। মোৰ তপত তেজৰ লগত তপত চিৰাজী মিহলি হ'লে বহুত উপায় ওলাব।

ফতেমা : (এটা টোপোলা খুলি চিৰাজী থকা পাত্ৰ এটা উলিয়াই এগিলাচ দিয়ে।) এই ধৰক।

জুলিমা : (খায়) গোটেই জগতেও যদি তাক সহায় কৰে, তথাপি মোৰ প্ৰতিহিংসাৰ জুইত সিহঁত ভস্ম হ'ব। সিহঁতে জনা নাই যে নাৰীৰ হিয়া যিমান কোমল, সিমান কঠিন। জনা নাই, পিশাচিনীৰ চকুত খোদাৰ সৃষ্টিও ধ্বংস হয়? মোতি, ক'ব পাৰনে ইয়াৰ পৰা উদয়পুৰ কিমান দূৰত?

মোতি : আজি বাটত দুটা মানুহে কথা পতা শুনিছিলোঁ বোলে চাহাবানপুৰ ইয়াৰ পৰা ৬ ক্ৰোশ আঁতৰত।

জুলি : তেন্তে আমি এতিয়া উত্তৰ-পশ্চিম সীমান্তৰ ফালে আহিছোঁ। উদয়পুৰ ইয়াৰ দক্ষিণ-পশ্চিম কোণে হ'ব যেন লাগে। বেছ, সকলো অনুসন্ধান কৰি আজি ৰাতি উদয়পুৰলৈ যাত্ৰা কৰিম। আমাৰ সৈন্য-সামন্তবোৰ উদয়পুৰৰ বাটতে থাকিব যাতে সেই দুৰ্দান্ত কোনোমতে সাৰিব নোৱাৰে। মই এই ছদ্ম বেশেৰেই উদয়পুৰলৈ যাম। চাচোন, মোক পুৰুষ যেন নেদেখিনে?

---
বিজয়া

মোতি : তেনেহে ডেকা হিন্দু এটা বুলিহে জানি বেগম চাহেবা।

জুলি : বাঃ কি চমৎকাৰ বুদ্ধি। মোতি, দে, দে, আৰু এগিলাছ চিৰাজী দে, বাঃ। বাঃ। চিৰাজীৰ ৰঙ যেনে গোলাপী, আঙুৰ যেন মোলায়েম, তাৰ গুণো তেনে চমৎকাৰ।

মোতি : (এগিলাচ দি) আপুনি আৰু চিৰাজী নাখাব। আপোনাক বৰ অথিৰ যেন দেখিছোঁ। (বেগমলৈ পিঠি দি তায়ো এগিলাচ খায়।)

জুলি : ভয় নাই, কোনো ভয় নাই। ৰাক্ষসীৰ পেটত সব পানী হৈ যাব। ভয় নাই। জালালইত পিৰিৰতে আছে নে?

মোতি : আছে।

জুলি : বেছ- বেছ- আহ। মোৰ ছুৰীখন? (কঁকালত চাই) আছে, আৰু ভয় নাই। আহ, —
(দুয়ো যায়)

## পঞ্চম দৃশ্য

### উদয়পুৰ - বিজয়াৰ ঘৰ।

(এটা পিৰালিত আমনজিমনকৈ বহি থাকে।)

গীত

উৰি যা উৰি যা মনৰে কথাটি
বতাহত মিহলি হৈ
মিলি যা অতীতৰ সপোনৰ মাজতে
সখীয়াৰ বুকুতে গৈ।
ফুলো নুফুলিবি,
চৰায়ে নাগাবি
বিৰহৰ ৰাগিণী ঐ।
সুৰ বিচাৰোঁতে মই কঙালিনী
পৰাণক ক'ৰবাত থৈ।

বিজয়া : (অলপ বৈ) যেন মোৰ নিজৰ মুখৰ পৰাই ওলোৱা শেষৰ ধ্বনিটি বতাহৰ লগত মিলি গৈ এটা বৰ করুণ, অথচ বৰ সোৱাদ - কোনোবা যুগৰ অতীত স্মৃতি জগাই দিলেহি।
(অলপ পাছত দীনদাসৰ প্ৰবেশ)

দীন : বিজয়া।

বিজয়া : আপুনি আহিছে?

দীন : বোধহয় তোমাৰ পিতাৰ বিদেশৰ পৰা আহিল?

বিজয়া : এতিয়াও পোৱাহি নাই। অলপতে পাবহি বুলি খবৰ আহিছে।

দীন : বিজয়া, তোমাক আজি আকৌ এটা কথা কওঁ। মোৰ ঐশ্বৰ্য্য-বিভূতি, বংশ-মৰ্য্যাদা, সকলো তোমাৰ কাৰণে বিসৰ্জন

দিছোঁ। তথাপি তুমি মোক বিয়া নকৰাবা কিয়? এটা সামান্য ৰাজপুতক বৰণ কৰি কিয় মিছাতে জীৱন নষ্ট কৰিব খুজিছা?

বিজয়া : আপুনি মোতকৈ বয়সেও ডাঙৰ অভিজ্ঞতাও আপোনাৰ বহুত বেছি। কিয় মই ঐশ্বৰ্য্যৰ প্ৰলোভন এৰি বিশ্বক বৰণ কৰিবলৈ সাজু হৈছোঁ আপুনি নিজেই ভাবি চাওক।

দীন : সদাই একে কথাকে শুনি থাকিব খোজা নাই। ভাবি চোৱাঁ তাৰ পাছত উত্তৰ দিবাঁ।

বিজয়া : ভাবিবলৈ একো নাই। সৰল সহজ এটা কথা। মই একো কৰোঁ বুলি কৰিব নোৱাৰোঁ। মোৰ কপালত যি আছে সি হ'বই হ'ব।

দীন : তেন্তে তোমাৰ কপালত মই নতুনকৈ লিখি দিম যে, দীনদাসৰ হাতত, তোমাৰ জীৱন অন্ত হ'ব।

বিজয়া : কোনো দুঃখ নাই।

দীন : সুন্দৰ। সময়ত প্ৰমাণ ল'ম। (প্ৰস্থান)

বিজয়া : হিয়াৰ মাজত হাৰে হাৰে লেখা আছে, চকুৰ আগত জল্‌জল কৈ জিলিকি আছে, বিশ্বসিংহ মোৰ জীৱন। ঈশ্বৰে নিজে মিলাই দিছে। তুমি সামান্য মানুহ দীনদাস।

(কমলাৰ প্ৰবেশ।)

কমলা : বিজয়া! তইনো সদায় এনে আমন-জিমনকৈ থাক কিয়? মোৰ মনত কিবা সুখ আছে জানো? চাচোন, তয়েই মোৰ একমাত্ৰ সন্তান।

বিজয়া : মইনো ক'ত বেজাৰ কৰিছোঁ, আই, সংসাৰলৈ আহিছোঁ দুদিন থাকি গুচি যাম। ইয়াত সুখ-দুখ কি আছে!

কমলা : সেইবোৰ কি বকিছ? মিছাতে দুখ নকৰিবি। পিতাৰ বিদেশৰ পৰা ঘুৰি আহক, মই ভালকৈ বুজই ক'ম। এই কেইদিনৰ ভিতৰত বিশ্বসিংহ উলটি আহি নেপালেহিও দীনদাসলৈ তোক বিয়া নিদিবলৈ মই ক'ম। প্ৰাণপণে চেষ্টা কৰিম!

বিজয়া : সেইবোৰ মিছা চেষ্টা নকৰিবা। ভাগ্যত যি আছে মই তাকে ভোগ কৰিব লাগিব। মোৰ কাৰণে ভাবি তুমি দুখ কৰাহে মোৰ বেজাৰৰ কথা হৈছে।

কমলা : তোক যে মই জন্ম দিছিলোঁ, মই যে তোৰ মা-ৰ।

বিজয়া : তুমি নিজে অশান্তি বঢ়াই নলবাঁ। বিষাদ-যন্ত্ৰণা যদি মই ভুগিব লগা আছে, অকাতৰে ভুগিম।

কমলা : আহ, আহ তই অকলে থাকিব নোৱাৰ (হাতত ধৰি লৈ যায়)

বিজয়া : ব'লা। (স্বগতঃ) মাতৃস্নেহ! (ফুটাই) আই!

কমলা : বিজয়া।

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

### বিজয়াৰ ঘৰ

(বিজয়সিংহ আৰু কমলা বহি কথা পাতি থাকে)

কমলা : ইস! মানুহটোৱে আপোনাক হত্যা কৰিম বুলিছিল?

বিজয় : আচৰিত কথা। মানুহটো চেৰা বলিয়া। মোক চিনি জানিও নাপায়, তথাপি সি মোক কিয় যে হত্যা কৰিম বুলিছিল একো বুজিব নোৱাৰিলোঁ।

কমলা : বলিয়া মানুহৰ আৰু কি চিনাকি অচিনাকি আছে? বোধ হয় প্ৰবাস বুলিহে আপোনাৰ বেচি ভয় লাগিছিল।

বিজয় : এৰা! পিছে মোৰ চকুৰ আগতে মানুহটো আপেনা-যাতী হৈ মৰিল।

কমলা : ইস! সেইটো কি মানুহ?

বিজয় : সেই বাবেহে মই আচৰিত হৈছিলোঁ। এতিয়াও মোৰ চকুৰ আগতে যেন সেই দৃশ্যটো দেখি আছোঁ। বাৰু সেইবোৰ থক. এতিয়া বিজয়াৰ কথা ভাবিবৰ সময় হ'ল।

কমলা : এৰা! সেইটো এটা বৰ ডাঙৰ চিন্তা আছে। বিশ্বসিংহৰ কথা আপুনি শুনা নাছিলনে?

বিজয় : কেনেকৈ শুনিবা? ছবছৰ সাতদিনৰ ভিতৰত চহকী হৈ ঘূৰি আহিব নোৱাৰিলে দীনদাসলৈ বিজয়াক দিম বুলি প্ৰতিজ্ঞা কৰিছিলোঁ। আৰু কেইদিনমানহে বাকী। ইয়াৰ ভিতৰতে বিশ্বসিংহ আহি নেপালেহি মোৰ গাত কোনো দোষ নাই।

কমলা : আপুনি ইমান কঠোৰ হৈছে কিয়? তাইৰ ইচ্ছাৰ বিৰুদ্ধে এনে কাম কৰা বৰ অন্যায়।

বিজয় : কমলা, মোৰ এক বাক্য। মই ইয়াৰ লৰচৰ নকৰোঁ।

কমলা : আপোনালোক পুৰুষ, বহুত কঠোৰ শাসন জানে। কিন্তু আমি জানো কেৱল স্নেহৰ শাসন।

বিজয় : মোক কি বুলি ভাবিছা কমলা? এবাৰ প্ৰতিজ্ঞা কৰি একোতে ভঙ্গ কৰিব নোৱাৰোঁ। যদি নিৰ্দিষ্ট দিনৰ ভিতৰত যথেষ্ট টকা উপাৰ্জন কৰি বিশ্বসিংহ এইখিনি নেপায়হি, তেন্তে বিজয়াই দীনদাসক অম্লানবদনে বৰণ কৰিব লাগিব।

কমলা : কিন্তু আপুনি ভাবি চাইছেনে যে মানুহৰ মনৰ ওপৰত শৰীৰৰ কোনো অধিকাৰ নাই?

বিজয় : মোক আৰু নক'বা। মোৰ এক কথা।

( ভিতৰলৈ যায়)

কমলা : ঈশ্বৰ। তুমি সহায় নকৰিলে মোৰ বিজয়াৰ আৰু উপায় নাই।

( বিজয়াৰ প্ৰবেশ)

বিজয়া : আই, তুমি একো নাভাবিবা। মোৰ দুখ-বেজাৰতকৈ পিতাৰ প্ৰতিজ্ঞা হেজাৰ গুণে ডাঙৰ।

কমলা : আই, তোৰ বুকুখন চাওঁ

বিজয়া : তুমি বলিয়া হলানেকি? মোৰ বুকুত কি চাবা?

কমলা : এই ১৬ বছৰ বয়সতে ইমান খিনি অনুতাপ বুকুত লৈ তই জ্বলি পুৰি মৰিছ, অথচ মই তাৰ কোনো প্ৰতিকাৰ কৰিব পৰা নাই।

বিজয়া : বাৰে বাৰে কৈছোঁ, মোৰ কথা নাভাবিবাঁ। তুমিও দেখিছোঁ মোক শান্তি নিদিয়া হলা (প্ৰস্থান)

কমলা : উস! এনে এটা মৰ্মভেদী হাহাকাৰ লৈ তোৰ কুমলীয়া জীৱনটো নষ্ট কৰিবি? প্ৰভু, এই কেইদিনৰ ভিতৰতে বিশ্বসিংহক আনি দিয়া। (দীনদাসৰ প্ৰবেশ)

দীনদাস : আপোনাৰ বোধহয় অলপ অসুখ হৈছে?

কমলা : কোন? অ' — মোৰ একো হোৱা নাই।

দীনদাস : মই আহিছিলোঁ কিয়, বোধহয় বুজিব পাৰিছে?

কমলা : বিয়াৰ কথাৰে।

দীন : হয়।

কমলা : কিয়, এতিয়াও সাতদিন বাকী। ইয়াৰ ভিতৰতে অহাৰ কাৰণ বুজিব নোৱাৰিলোঁ।

দীন : কাৰণ বিশেষ একো নাই, মাত্ৰ মোৰ ইচ্ছা।

কমলা : কিন্তু তোমাৰ ইচ্ছাৰ ওপৰত মোৰ কোনো সম্বন্ধ নাই। বিবাহ এজনৰ ইচ্ছাত হ'ব নোৱাৰে। বিধাতাৰ যি ইচ্ছা সেয়েহে আচল। তুমি জানাই বিশ্বসিংহ আৰু বিজয়া সকৰে পৰা দুটি অভিন্ন দেহ। দুয়ো দুয়োকে প্ৰাণ দি ভাল পায়।

দীন : মই সিমান বিবেচনা কৰিবলৈ অহা নাই। মোৰ ইচ্ছা বিজয়াই মোক বৰণ কৰিব লাগিব।

কমলা : যদি নকৰে?

দীন : নকৰিলে? নকৰিলে অৱশ্যে কি হ'ব কোৱা টান।

কমলা : সেইবাবেই নিঠুৰ বুলি বিজয়াই তোমাক ঘিণ কৰে।

দীন : কিন্তু, এই নিঠুৰকে আত্মসমৰ্পণ কৰিবলৈ মই বিজয়াক বাধ্য কৰাম, (লাহেকৈ) বাৰু, আপুনি ক'ব পাৰেনে বৰোদা

বিজয়া

নগৰৰ ৰজাৰ চেৰাবলিয়া মানুহটো মৰিল? সি আপোনাৰ স্বামীৰ আগতে আত্মহত্যা কৰিলে। অৱশ্যে সেইটো তাৰ পক্ষে উচিতেই হ'ল নহয়নে?

কমলা : ময়ো সেই খবৰ পাইছোঁ। মানুহটো বৰ দুৰ্ভগীয়া আছিল।

দীন : এৰা মানুহটো বৰ দুৰ্ভগীয়া কিন্তু সি এই দেশৰ এগৰাকী সতী-সাধ্বী আৰু বিখ্যাত মহিলাক নষ্ট কৰি থৈ গৈছে। মহিলা গৰাকীয়ে তালৈ দিয়া কিছুমান চিঠিও মোৰ হাতত আছে।

কমলা : চিঠি? কিহৰ চিঠি? কি চিঠি তোমাৰ হাতত আছে?

দীন : (কপট হাঁহি মাৰি মনতে) এতিয়া! (ফুটাই) হয় বিজয়াক কৈ মেলি মোৰ লগত বিয়া দিয়ক, নহয় আপোনাৰ কলঙ্ককাহিনী প্ৰকাশ কৰি আপোনাৰ ভণ্ড সতীব্ৰতৰ গৌৰৱ ধ্বংস কৰিম।

কমলা : দীনদাস! কোৱাঁ তোমাৰ হাতত কি চিঠি আছে!

দীন : অসম্ভৱ! মই এতিয়া নকওঁ। এই সাতদিনৰ ভিতৰতে যদি বিজয়াক মোলৈ বিয়া দিয়া নহয়, অষ্টমদিনাৰ দিনা উদয়পুৰ, জয়পুৰ, চিতোৰ, আনকি গোটেই মেৱাৰ ৰাজ্য, যলৈকে আপোনাৰ সতী-সাধ্বী বুলি সুখ্যাতি আছে তালৈকে প্ৰচাৰ কৰি দিম যে আপুনি ভণ্ড সতী। আপোনাৰ অতীত জীৱন কলঙ্কৰে ভৰা।

কমলা : তুমি ভাবিছানেকি যে মোৰ অপবাদৰ ভয়ত মই মোৰ কন্যাৰ ভৱিষ্যত নষ্ট কৰিম!

দীন : তেন্তে কোনো কথা নাই। বৰোদা নগৰৰ চেৰাবলিয়া মানুহটোলৈ লিখা চিঠি কিখনৰ পৰিণাম সহ্য কৰিবলৈ সাজু হওক।

কমলা : তোমাৰ ধাৰণা ভুল হৈছে। সেই মানুহটো মোৰ আত্মীয়। তাৰ লগত আমাৰ ঘৰুৱা কথাৰ এনে কিছুমান শোকলগা সম্বন্ধ আছে যি বোৰ আজিলৈকে কোনেও নেজানে আৰু ময়ো কাকো কোৱা নাই।

দীন : কিন্তু এই দীনদাসে আপোনাৰ প্ৰত্যেক কথাটোকে, প্ৰতি ঘটনাটোকে মনত ৰাখিছে।

কমলা : দীনদাস! চিঠিবোৰ মোৰ নিজৰ ভাষাত লেখা বুলিহে ভয় কৰিছোঁ, নহলে তাত কোনো কলঙ্কই নাই।

দীন : আছেনাই পঢ়োতাই বিচাৰ কৰিব। আপুনি নিজেই দেখিব যি উদয়পুৰে আজি আপোনাক সজ চৰিত্ৰা বুলি পূজা কৰিছে সেই উদয়পুৰেই কাইলৈ আপোনাক ঘিণ কৰিব, আনকি মুখৰ মাত এষাৰো আপোনাৰ ভাগ্যত মিলা কঠিন হ'ব।

কমলা : দীনদাস! তুমি পিশাচ, তুমি কালসৰ্প।

দীন : আৰু আপুনি?

কমলা : ঈশ্বৰে জানে মই কি।

দীন : তেন্তে ঈশ্বৰক কওক, যদি পাৰে এই কলঙ্ক-কাহিনীৰ পৰা ৰক্ষা কৰক। ঈশ্বৰক কওক, দীনদাসৰ হাতৰ পৰা আপোনাৰ দুৰ্ভাগ্য ওলোটাই নিয়ক। (প্ৰস্থান)।

কমলা : কি ভীষণ সমস্যা! কেতিয়া তালৈ চিঠি লিখিছিলোঁ। আৰু ক'ত আহি তাৰ কথা ওলাইছে! মানুহে দীনদাসৰ দৰেই মোৰ কথা ভাবিবনে? কিবা লিখিছিলোঁ খং বেজাৰ বুকুত সুমাই লৈ, কোনে জানে? উস! আজি কিমান দিনৰ পুৰণি কথা উজাৰ খাইছে? ক'ত জন্ম হৈছিলোঁ, ক'ত মোৰ আই বোপাই আছিল, আজি কি চিন্তাত পৰিছোঁ?

(বিজয়াৰ প্ৰবেশ)

বিজয়া : আই, ভিতৰৰ পৰা মই তোমালোকৰ সকলো কথা শুনি আছিলোঁ, কোনো ভয় নকৰিবা। মই দীনদাসকেই বিয়া কৰাম।

কমলা : মই জীয়াই আছিলোঁ কিয় বিজয়া।

বিজয়া : নোৱাৰিলে আঠাই পানীত ওপঙি ফুৰিম, যন্ত্ৰণাৰ উপৰি সহি জীৱন শেষ কৰিম, তথাপি তোমাৰ কলঙ্ক প্ৰকাশ হবলৈ নিদিওঁ।

কমলা : মই জীয়াই আছিলো কিয় বিজয়া?

বিজয়া : (স্বগতঃ) কি ভীষণ সমস্যা! আজি মই দীনদাসক বিয়া নকৰালে আইৰ কলঙ্ক কাহিনী প্ৰচাৰ কৰি ভীষণ প্ৰতিশোধ ল'ব আৰু ইফালে বিশ্বসিংহলৈ অপেক্ষা নকৰিলেও আজন্মকাল যাক ভাল পাই আহিছোঁ তেওঁৰ প্ৰতি বিশ্বাসঘাটকতা কৰা হ'ব।

(এজনী দাসীৰ প্ৰবেশ)

দাসী : আইদেউ, লক্ষ্ণৌচহৰৰ পৰা এজন মুছলমান ডেকা আহিছে। তেওঁ আপোনাক কিবা খবৰ এটা দিবলৈ আহিছে।

বিজয়া : লক্ষ্ণৌৰ পৰা আহিছে?

কমলা : তই বাহিৰলৈ নেযাবি বিজয়া। যা তেওঁক ইয়ালৈকে মাতি আনগৈ।

দাসী : ভাল। (প্ৰস্থান)

বিজয়া : আই, বোধহয় বিশ্বসিংহৰ খবৰ দিবলৈ কোনোবা আহিছে।

কমলা : হ'বপাৰে। মোৰো আজি মনে বৰকৈ ধৰিছে যেন তেওঁ আহিছে।

(ছদ্মবেশী জুলিমা আৰু দাসীৰ প্ৰবেশ)

জুলিমা : বোধহয় আপুনিয়েই বিজয়া?

বিজয়া : হয়।

জুলিমা : মই বহুত দেশ ফুৰি আহিছোঁ। বিশ্বসিংহৰ বাতৰি এটা দিবৰ কাৰণে আহিলোঁ।

বিজয়া : কি, কি, তেওঁ আহিছে নহয়নে?

কমলা : কোৱাচোন কোৱাঁ।

জুলিমা : তেওঁক লক্ষ্ণৌৰ নবাবে বন্দী কৰি ৰাখিছে।

বিজয়া : কি অপৰাধত বন্দী কৰিছিল?

জুলিমা : অপৰাধ কি নাজানো। বন্দী হৈ থকা অবস্থাতে নবাব পত্নী জুলিমা বেগমৰ লগত তেওঁৰ গুপ্ত প্ৰণয় হয়।

বিজয়া : (চিঞৰ মাৰি) বেগমৰ লগত বিশ্বসিংহৰ গুপ্ত প্ৰণয় হৈছিল? তুমি কোৱাঁ কি যুবক? বিশ্বাস নহয়, ই হ'ব নোৱাৰে।

জুলিমা : মিছা ক'বৰ মোৰ প্ৰয়োজন কি? শুনক এই কথা নবাবে যেতিয়া গম পালে, বেগম পলাই গ'ল।

বিজয়া : আই, আই, এনে পৰিবৰ্ত্তন হ'ব পাৰেনে? মানুহ ইমান বিশ্বাসঘাটক নে?

জুলিমা : বৰ আচৰিত কথা নহয়। নবাব পত্নীৰ লগত বিশ্বসিংহৰ এনে ঘটনা একো অসম্ভৱ নহয়।

বিজয়া : তেন্তে, দিয়া মোৰ চকু ফুটাই দিয়া। কাণ কলা কৰি দিয়া, বুকু শিলেৰে বন্ধাই দিয়া, তাৰ পাছত মোক কোৱাঁ।

কমলা : যুবক, তুমি অচিনাকি, ইফালে দেখিছোঁ মুছলমান। আনে কোৱা হলে কথাটো বিশ্বাস কৰিবলৈ বৰ কঠিন হ'লহেতেন, কিন্তু,—

জুলিমা : দেৱী। মিছা কথা মই কিয় ক'ম। আৰু শুনক - বেগম পলাই যোৱাৰ পাছত নবাবে বিশ্বসিংহক হত্যা কৰিলে।

বিজয়া : কি কৰিলে? বিশ্বসিংহক হত্যা কৰিলে? আই, আই, (মূৰ্চা)

কমলা : (বিজয়াক ধৰে আৰু কোলাত শুৱাই লৈ) মোৰ ভাগ্য বিজয়া আই।

জুলিমা : বৰ বেয়া খবৰ দিলোঁ, মোক ক্ষমা কৰিব, মই বিদায় ললোঁ।

কমলা : (দাসীক) এওঁক লৈ যা। যোৱাঁ যুবক, তোমাৰ কোনো দোষ নাই। সকলো মোৰ ভাগ্য।

জুলিমা : (স্বগতঃ) কেনে? বেচ জমিল? (প্ৰস্থান)

বিজয়া : (চকু মেলি মাকৰ ডিঙিত সাৱটি লৈ) মোক এৰি তুমি গুচি যাব পাৰানে? কোনে নিব তোমাক, কোনে নিব পাৰে?

কমলা : বিজয়া। বিজয়া!

বিজয়া : (অলপ উঠি) আই। আই।। (পৰি যায়)

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

### ঘৰৰ বাৰাণ্ডা

বিজয়া : সৌৱা, সৌ আকাশখন কিমান গহীন অথচ তাৰ ওপৰতে কিমান বিজুলী বৰষুণ, কিমান বজ্ৰপাত, কিমান ক'লা ডাৱৰ মাৰ গৈছে তথাপি সি কিমান অচল। মোৰ যাতনা কেৱে বুজিব নালাগে, কাকো মোৰ দুখৰ ভাগ নিদিওঁ। কপালত বিধতাই যি লিখি দিছে তাক কোনে গুচাব? কিন্তু প্ৰাণৰ একান্ত ইচ্ছাত বাধা পৰে কিয়? ভাগ্য, সিও ভাগ্য! বিশ্বসিংহ তুমি য'তে থাকা তাতেই মই আছোঁ। মই নমৰোঁ। চাম মোৰ ভাগ্যত কিমান যন্ত্ৰণা আছে, মই কিমান সহিব পাৰোঁ। (অলপ ৰয়) মোৰ বুকুত হৈছে কি? (চেপি ধৰে) মোৰ কিবা অসুখ হৈছেনেকি? আই, আই! (কমলাৰ প্ৰবেশ)

কমলা : কি হ'ল বিজয়া?

বিজয়া : মোৰ কিবা অসুখ হৈছেনে কি? চোৱাচোন, মোৰ বুকুত হাতদি চোৱাচোন!

কমলা : বিজয়া, মই বলিয়া নহলোঁ কিয়?

বিজয়া : হৃদয় বিষেৰে ভৰিছে। পাৰ নেভাগিলে আৰু নহয়।

কমলা : বুকুত ইমানখিনি বিষাদ লৈ তই কিয় দীনদাসক বৰণ কৰিলি? সি মোৰ অপযশ প্ৰচাৰ কৰি কি কৰিলেহেঁতেন।

বিজয়া : আই, মোৰ বিষাদ যাতনাৰ সাক্ষীৰূপে তোমালোকক মতা নাই। মই কাকো মতা নাই — মাতিছোঁ এই শূন্য দেৱালৰ অচল শিল পাথৰবোৰক। মাতিছোঁ এই ঘৰ-দুৱাৰ বেৰবোৰক আৰু মাতিছোঁ এই শিলৰ মজিয়াখনক। যদি মানুহৰ হিয়াৰ দৰে কঠুৱা আৰু নিৰ্দয় নোহোৱা হ'লে এই শিলৰ মজিয়াতো মোৰ কান্দোনৰ ছাব বহিলহেঁতেন!

কমলা : সেইবোৰ ভাবি-চিন্তি আৰু মোক বেজাৰ নিদিবি বিজয়া।

বিজয়া : একো নাভাবোঁ, মোক আজি দীনদাসৰ ঘৰলৈ পঠিয়াই দিয়া। মোৰ কাৰণে আৰু ভাবিবৰ প্ৰয়োজন নাই।

কমলা : এনে অৱস্থাত তোক পঠিয়াই দি মই মনত কি সুখ পাম?

বিজয়া : মোৰ একো হোৱা নাই, ভয় নকৰিবা। মই আজি যাব লাগিব ; যোৱা মোক পঠিয়াবৰ দিহা কৰা।

কমলা : যদি তই ভাল পাৱ, তাকে কৰিম। তয়ো মোৰ লগত আহ! (দুয়ো সোমায় যায়)

## দ্বিতীয় দৃশ্য

### অৰণ্যপথ

(বিশ্বসিংহ আৰু এটা মুছলমান লগৰীয়া আহি থাকে।)

বিশ্ব : কাইলৈ পুৱাতে আমি উদয়পুৰ পামগৈ। বোধ হয় আৰু চৌধ পোন্ধৰ ক্ৰোশ বাট গলেই উদয়পুৰ পামগৈ।

লগৰীয়া : এই হাবিখন নিৰাপদে পাৰহৈ ল'ব পাৰিলেই আমাৰ কোনো ভয় নাই।

বিশ্ব : ঈশ্বৰে সহায় কৰিব বন্ধু, তেওঁৰ দয়া হ'লে কোনো ভয় নাই।

লগৰীয়া : আগ জাননী দিবলৈ পঠিওৱা মানুহজন আজি উদয়পুৰ পাবগৈ পাই।

বিশ্ব : বোধ হয়। — আমি ইয়াতে অলপ জিৰাই লোৱা ভাল। দেখিছোঁ লাহে লাহে আন্ধাৰ হৈ আহিছে।

লগৰীয়া : শিও বেয়া নহয়। ইয়াতে আহাৰ কৰি লৈ সন্ধ্যাৰ পাছত খোজ লমইঁক।

বিশ্ব : সৌ পিনে এখন নৈ আছে যেন অনুমান হয়।

লগৰীয়া : মই গৈ অলপ পানীকে লৈ আহোঁ।

বিশ্ব : দুয়ো যাওঁ।

লগৰীয়া : নহয় আপুনি বহক, এই মোৰ টোকোনদালো ইয়াতে থওঁ।

বিশ্ব : নহয়, সেইদাল কেতিয়াও নেৰিব। লগতে লৈ যাওক - (এটা পাত্ৰলৈ লগৰীয়াৰ প্ৰস্থান)

বিশ্ব : আৰু এটা ৰাতিৰ অৱসান হলেই মোৰ সাধনা সফল। ভগবান তুমি দেখিছোঁ একো অন্যায় অবিচাৰ কৰা নাই। চোৰ ডকাইতৰ ঘাঠি তৰোৱাল, সংসাৰৰ অনাস্থা অৱজ্ঞা সকলো অম্লান বদনে সহ্য কৰি আজি ছবছৰ দিন দেশে বিদেশে ঘূৰি ফুৰিছোঁ। এই দুৰ্গম পথত তুমি কেৱল সহায় — আজি ৰাতিটো নিৰাপদে গ'লেই কাইলৈ পুৱা মোৰ সফল তুমি, সাধনাৰ ধন উদয়পুৰ পামগৈ। — বিজয়া, বিজয়া, দেৱী মোৰ — তুমি চাগৈ এতিয়াও ঠিক সেইদৰেই আছা। আহা! সেই দিনা আমাৰ দুইৰো প্ৰাণত কি অনন্ত তৃপ্তি অপাৰ সুখ উথলি আহিব — যি দিনা মোৰ প্ৰথম চুমাটিয়ে তোমাৰ শোণিত সাগৰত ঢৌৰ উপৰি ঢৌ তুলিব। যিদিনা তোমাৰ আৰু মোৰ ভিতৰত বিচ্ছেদ আঁতৰি যাব। যিদিনা তোমাৰ কোমল বাহু লতা দালিৰ সাজোৰত মোৰ এই সুদীৰ্ঘ পৰিশ্ৰমৰ সকলো যাতনা এক মহূৰ্ত্ততে পানী হৈ যাব, সেইদিনা কি সুখৰ দিন হ'ব। সৌৱা, দীঘল দীঘল গছৰ আগৰোৰে বতাহত দোঁ খাই আহি যেন মোৰ কাণে কাণে ক'ব খুজিছে। বিজয়াৰ বিশ্ববিজয়িনী মূৰ্ত্তিয়ে তোমাক বৰ ভাল পায়। ক'ব লাগিছে কিয়? ময়ো জানোঁ। তথাপি, কোৱা প্ৰকৃতিপুঞ্জ শুনিলে প্ৰাণত শান্তি পাম। পথশ্ৰম লাঘৱ হ'ব। কোৱাঁ, বিজয়াই মোক ভাল পায়। —

(এটা বাটৰুৱাৰ বেশে জালালৰ প্ৰৱেশ)

আপুনি যাব ক'লৈ?

জালাল : মই আজমীৰলৈ যাম। আপুনি?

বিশ্ব : মই উদয়পুৰলৈ যাম।

জালাল : তেনে আমি একেলগেই যাব পাৰিম। কিন্তু এই মহাৰাতিখন যোৱা হ'ব কেনেকৈ?

বিশ্ব : ঈশ্বৰে সহায় কৰিলে ৰাতিনো কিহৰ ভয়? তাৰ উপৰি প্ৰাণত যেতিয়া আবেগৰ স্পন্দন উঠে, সুখ-সপোনৰ কল্পনাই যেতিয়া বাস্তৱ মূৰ্ত্তিৰে দেখা দিয়ে — তেতিয়া মানুহে অসাধ্য সাধিব পাৰে?

জালা : আপোনাৰ কথাৰ মই একো অৰ্থ বুজিব পৰা নাই।

বিশ্ব : শুনা, কল্পনাই যেতিয়া চেতনাক আগুৰি ধৰে, ভাবৰ মদিৰাই যেতিয়া ভাবা ফেনাই তোলে - শুনোতাই তাৰ আঁতিগুৰি ধৰিব নোৱাৰি কওঁতাক 'কবি' আখ্যা দিয়ে। মোৰ কথা অতি সহজ। উদয়পুৰত মোৰ এটা বৰ বিশেষ কাম আছে। কাইলৈ পুৱাতে মই সেইখিনি পাবগৈ লাগিব।

জালাল : আপুনি অকল?

বিশ্ব : লগত আৰু এজন আছে।

জালাল : তেওঁ গল কেনি?

বিশ্ব : সৌ নৈৰ পৰা পানী আনিবলৈ গৈছে।

(বাটৰুৱা জনে সুহুৰি বজাই, হাবিৰ পৰা এজাক মুছলমান ওলাই বিশ্বসিংহক আগুৰি ধৰে।)

বিশ্ব : আপোনালোক কোন? মোক এনেকৈ বেৰি ধৰিছে কিয়?

জালাল : চিনি পোৱা নাই? তোমাৰ ধনৰ টোপোলাটো কাঢ়ি লৈ হাৰ ছালৰ মাজত জীৱটো সুমাই পঠিয়াই দিবলৈ।

বিশ্ব : মইযে একো অপৰাধ কৰা নাই।

এটা সৈন্য : হাঃ হাঃ অপৰাধ আৰু কৰিব লাগিছে জানো?

২ য় সৈন্য : এইদৰে ধনৰ টোপোলা লৈ বহি থকাটো অপৰাধ নহয়নে কি?

৩ য় সৈন্য : দোস্ত, তুমি কি কোৱা?

(বিশ্বসিংহক আক্ৰমণ কৰে)

বিশ্ব : সাৱধান, সৰ্বনাশ কৰিম। মোক এৰি দিয়াঁ।
: (তৰোৱাল কাঢ়ি ল'ব খোজে)
(তৰোৱাল ঘূৰায়)

১ ম সৈন্য : ছৰ্দাৰজী! ইয়াক গিৰাই দিওঁ।

২ য় সৈন্য : (চৰমাৰে) আৰে, নিদিয় কিয়?

৩ য় সৈন্য : লাগাও।
(আটাইবোৰে থপিয়া থপি কৰে।)

বিশ্ব : তোমালোক যেয়ে হোৱাঁ, তোমালোকে মোৰ ধন-সোণখিনি নিনিবাঁ। মোক যিমান মন যায় মাৰা, তথাপি —

১ ম সৈন্য : বাঃ বাঃ কেনে মিঠা মাত।

২ ম সৈন্য : ক্যাবাত! ক্যাবাত!

৩ ম সৈন্য : আৰে, লাগাও হাত! (তিনিও মাৰে)

বিশ্ব : তোমালোক কি? এটা নিঃসহায় পথিকক এদল গোটখাই এইদৰে আক্ৰমন কৰিছা কিয়? মই কি অপৰাধ কৰিছোঁ?

জালাল : ভাইহঁত! ইয়াক আৰু নেমাৰিবি। ধন-সোণখিনি কাঢ়ি লৈ ইয়াক এৰি দে।

বিশ্ব : নহয়, নহয়, সেইটো নকৰিবাঁ। মোৰ ধন-সোণ কাঢ়ি লৈ মোক এৰি দিয়াতকৈ মাৰি পেলোৱাঁ। মই চহকী হ'বৰ কাৰণে ধন-সোণ অনা নাই — কেৱল এটা প্ৰতিজ্ঞা ৰক্ষা কৰিবলৈহে মোক ধন লাগে।

জালাল : আমিও তোমাৰ জান মাৰিবৰ উদ্দেশ্যে অহা নাই, কেৱল ধন সোণ খিনিহে আমাক লাগে।

বিশ্ব : (চিঞঁৰি) ৰহিম, ৰহিম।

জালাল : তেওঁ কোন?

১ ম সৈন্য : নৈৰ পৰা পানী আনিবলৈ যোৱাটো হ'ব পায়।

২ ম সৈন্য : ছৰ্দাৰ, নবাবৰ ফালৰ চয়তান এটা —

৩ ম সৈন্য : অ' সি এতিয়া সিপুৰীত।

বিশ্ব : উস্! কি কঠোৰ নিয়তিৰ শাসন। নিয়তি! নিয়তি! তই মোক কিয় এই যাতনা দিছ?

১ ম সৈন্য : ছৰ্দাৰ!

জালাল : ল, ইয়াক শিবিৰলৈ লৈ ব'ল।

বিশ্ব : ছৰ্দাৰ! ছৰ্দাৰ! আপোনাৰ ভৰিত ধৰি মাতিছোঁ। আপোনাক শত সহস্ৰ চেলাম কৰিছোঁ। মোক এৰি দিয়ক - মোৰ আত্মাৰ আশীৰ্বাদ পাব।
: সেই খিনিতে তফাৎ।

বিশ্ব : আপোনালোক দস্যু হলেও মানুহ। আপোনালোকৰ প্ৰাণতো স্নেহ, দয়া, মমতা আছে। মই আজি যি কঠোৰ সাধনা কৰি স্বদেশলৈ ঘূৰি আহিছো সি বৰ করুণ কাহিনী। ছৰ্দাৰ, মোক দয়া কৰক —

জালাল : ভাই! চয়তানৰ সেইবোৰ নাই। বেগম চাহেবাৰ হুকুম তোমাৰ ধন সোণ কাঢ়ি ল'বই লাগিব।

বিশ্ব : নহয়! নহয়! মোক এৰি দিয়ক - মোৰ ধন সোণ কাঢ়ি নল'ব। এদিনলৈও যদি মই বিজয়াৰ লগত দেখা কৰি ল'ব পাৰো তাতে মই তৃপ্ত হ'ম। তাৰ পাছত আপোনালোকে মোক যি কৰে কৰিব।

জালাল : উঠাও, - (সৈন্যহঁতে ডাঙি নিব খোজে)

বিশ্ব : বিজয়া! বিজয়া!

## তৃতীয় দৃশ্য

### ঘৰ

(বিজয়সিংহ আৰু কমলাৰ প্ৰবেশ)

বিজয় : কমলা। মোৰেই দুৰ্ভাগ্য।

কমলা : আৰু সেই কথা নুলিয়াব। স্বৰ্গৰ দেৱী আহি মোৰ গৰ্ভত জন্ম ল'লে কিন্তু মই তাইক বৰ অনাদৰ কৰিলোঁ।

বিজয় : কমলা, আজি এটা নতুন বাতৰি পালোঁ। লক্ষ্নৌৰ ৰাজ কৰ্মচাৰী আদিল মহম্মদ ইয়ালৈ আহিছে, তেওঁ মোক ক'লে, বোলে বিশ্বসিংহ মৰা নাই। লক্ষ্নৌৰ পলৰীয়া বেগমেই ছদ্মবেশেৰে আহি বিজয়াক মিছা সংবাদ দি ঠগিলে।

কমলা : তেতিয়াই মোৰ মনে ধৰিছিল সেই মানুহটোৰ কথাবোৰ জাল।

বিজয় : বেগম পলাই অহাৰ পাছত বিশ্বসিংহই হেনো নবাবক হত্যাকাৰীৰ হাতৰ পৰা উদ্ধাৰ কৰিলে। তুষ্টহৈ নবাবে তেওঁক বহুত ধন সোণ দি ইয়ালৈ পঠিয়াই দিছিল।

কমলা : তথাপি সি আহি এইখিনি নেপালেহি?

বিজয় : আগ জাননী দিবৰ কাৰণে এটা মানুহো বাটৰ পৰা পঠিয়াই দিছিল।

কমলা : পাছে তাৰ হল কি?

বিজয় : ডকাইতৰ হাতত জখম হৈ বাটত পৰি আছিল। ৰজাঘৰীয়া মানুহে আনি চিকিৎসালয়ত থলেহি। বিয়া হৈ যোৱাৰ পাছতহে এই সংবাদ পাইছোঁ।

কমলা : বিশ্বসিংহ কলৈ গ'ল?

বিজয় : মোৰ বোধেৰে সেই বেগমক চক্ৰান্তত তাৰ কিবা অমঙ্গল ঘটিছে।

কমলা : তেন্তে আমি মানুহ পঠিয়াই তাৰ অনুসন্ধান কৰিব লগা হ'ল।

বিজয়া : ময়ো তাকে ভাবিছোঁ। বেচেৰাক এৰি দিলে বৰ অন্যায় কৰা হ'ব।

কমলা : অন্যায় কৰিবলৈ আৰু নাই। সিহঁত দুটাৰ প্ৰতি আমি বৰ নিষ্ঠুৰ ব্যৱহাৰ কৰিলোঁ। বৰ অন্যায় কৰিলোঁ। বৰ অন্যায় কৰিলোঁ।

বিজয়া : যোৱা কথাৰ কাৰণে অনুতাপ কৰিলে কি হ'ব কমলা? মিছাতে আক্ষেপ কৰি নাথাকিবা। মই যাবৰ আয়োজন কৰোঁগৈ, — তুমি আহাঁ।

## চতুৰ্থ দৃশ্য

### দীনদাসৰ ঘৰ

(বিজয়াই বহি ভাবি থাকে)

বিজয়া : আকাশ, বতাহ, চন্দ্ৰ, সূৰ্য্য সকলোবোৰ যেন বিষময়! সুশীতল মলয়াই অমিয়াৰ সলনি যেন কিছুমানৰ বিষ লৈ আহিছে।

(দীনদাসৰ প্ৰবেশ।)

দীন : বিজয়া। তুমি এনেদৰে বিষাদত বুৰগৈ থাকিলেই মোৰ প্ৰতি কৰ্তব্য কৰা হ'বনে কি?

বিজয়া

বিজয়া : বোধ হয় এতিয়ালৈকে আপোনাৰ ইচ্ছাত কোনো বাধা দিয়া নাই।

দীন : কেৱল ইচ্ছা পূৰ্ণ হলেই মানুহে সন্তোষ পায়নেকি? ইচ্ছাৰ লগৰীয়া এনে কিছুমান সুকোমল গুণ আছে যি বোৰ নহলে স্ত্ৰী পুৰুষৰ মিলন আশীৰ্বাদৰ সলনি এটা অভিশাপত পৰিণত হয়।

বিজয়া : কিন্তু মন আৰু মাংসৰ মিলন নহলে যে সেইখিনি পাব নোৱাৰিব।

দীন : তেনে তুমি মোক বিয়া কৰাইছিলা কিয়?

বিজয় : মোৰ ভাগ্যত আছিল।

দীন : কোৱা, মাতৃ স্নেহৰ কাৰণে। বিজয়া, যদি তোমাৰ মাৰাৰ কাৰণে ইমান খিনি ত্যাগ কৰিব পাৰিলা — মোৰ কাৰণে এই সামান্য ত্যাগ ফেৰানো স্বীকাৰ নকৰা কিয়?

বিজয়া : কৰোঁ বুলি ত্যাগ কৰিব পৰা হ'লে পৃথিৱীত দুখৰ এটি কণিকাও নেথাকিলে হেঁতেন! ইচ্ছা কৰা হ'লে আপুনি নিজেও অলপ ত্যাগ স্বীকাৰ কৰি দুটি আত্মাৰ আশীৰ্বাদ ল'ব পাৰিলেহেতেঁন।

দীন : আত্ম মৰ্য্যাদাৰ গৌৰব তুমি কি বুজিবা নাৰী?

বিজয়া : আৰু আত্ম- অভিমানীয়ে প্ৰেমৰ মূল্য কি বুজিব পুৰুষ?

দীন : তেন্তে তুমি মোক অন্তৰেৰে ঘিণ কৰাঁ?

বিজয়া : বিয়াৰ দিনাই শপত খাইছোঁ আপোনাৰ মৰ্য্যাদা নষ্ট নকৰোঁ।

দীন : বিশ্বসিংহ মৰি গ'ল - এতিয়াও তেওঁৰ কথা ভাবি থাকা কিয়?

বিজয়া : বিশ্বসিংহৰ আৰু একো কথা নাই। তেওঁৰ কথা তেওঁৰ জীৱনৰ পূৰ্ণ-মূৰ্ত্তি ময়েই।

দীন : তেন্তে মনত বিষাদ কিহৰ?

বিজয়া : কিহৰ বিষাদ ক'ব নোৱাৰোঁ। বোধ হয় মোৰ স্বভাৱ।

দীন : বিজয়া, যদি তুমি এইবোৰ ভাব এৰি নিদিয়া, মই তোমাক যন্ত্ৰনাৰ উপৰি যন্ত্ৰণা দিম। তোমাৰ স্বভাৱ পৰিৱৰ্তন কৰা।

বিজয়া : যন্ত্ৰনাৰ কাৰণে ভয় কৰা হ'লে কাহনিবাই আত্মহত্যা কৰিলোহেঁতেন। মই চাম - কিমান দিনলৈকে সকলো যন্ত্ৰণা নিৰোধ কৰি থ'ব পাৰি।

দীন : ভাবি চোৱা অনৰ্থক জীৱন নিষ্ফল নকৰিবা।

বিজয়া : নিষ্ফল হবলৈ আৰু কিবা বাকী আছেনে কি?

দীন : বিজয়া, তোমাৰ প্ৰেম মোৰ প্ৰাপ্য, তুমি মোৰ সহধৰ্মিনী।

বিজয়া : সেই কাৰণেই মই আপোনাৰ ধৰ্ম ৰক্ষা কৰি আছোঁ। কিন্তু মোৰ প্ৰেম আপোনাৰ প্ৰাপ্য, — তাত মই বাধা দিয়া নাই।

দীন : তেন্তে কোনো দিনে অনুতাপ নকৰিবা।

বিজয়া : অনুতাপ কৰিব কোনে? মোৰ হাত, ভৰি, অঙ্গ-প্ৰত্যঙ্গই সেৱা কৰিব আপোনাৰ কিন্তু মোৰ মনে ভাল পাব বিশ্বসিংহক!

দীন : প্ৰস্তুত হোৱা - হাত- ভৰি অঙ্গ-প্ৰত্যঙ্গ, সবল কৰা। যন্ত্ৰণা! যন্ত্ৰণাই তোমাৰ প্ৰকৃত পুৰষ্কাৰ —
(প্ৰস্থান)

বিজয়া : যাওক - বিজয়াই জানে মাংস অজৰ নহয়।
(আনফালে যায়)

---
বিজয়া

## পঞ্চম দৃশ্য

### হাবিৰ বাট

(এজোপা গছত পাছলৈ হাত কৰি বিশ্বসিংহক বন্ধা থাকে।)

বিশ্ব : তথাপি মই জীয়াই থাকিব লাগিব? কিয়? ভগবান, মোক কিয় জীয়াই থৈছা? নহয়, নহয়, মই জীয়াই থাকিম। সকলো যন্ত্ৰণা শেষ কৰি যেতিয়া মোৰ গাৰ প্ৰত্যেক নোমৰ গুৰিয়ে গুৰিয়ে বিহ-ঘাম বিয়পি আহিব ; নহয়, সকলো যন্ত্ৰণায়ো যেতিয়া মোক লৰাব নোৱাৰিব — তেতিয়াহে মই এই পৃথিৱী পৰিত্যাগ কৰিম।

( অলপ ৰৈ) কোন? কোন? কাৰ পদ-শব্দ?

(জুলিমাৰ প্ৰবেশ)

আপুনি? বেগম চাহেবা? মোৰ প্ৰাণ দাত্ৰী? এই বেশেৰে আপুনি ইয়াত কেনেকৈ ওলালহি?

জুলিমা : তোমাক এটা বাতৰি দিবলৈ আহিছোঁ।

বিশ্ব : কি? কি? মোৰ বিজয়াৰ বাতৰি? দিয়ক, দিয়ক, মাতৃ। কওক মোৰ বিজয়াৰ কি হৈছে?

জুলিমা : দীনদাসৰ লগত তেওঁৰ বিয়া হৈ গৈছে।

বিশ্ব : বিয়া হৈ গ'ল? হ'বতো, হ'বতো, বিজয়া সুখেৰেই আছেনে?

জুলিমা : আৰু শুনা, ময়েই ডকাইতৰ হতুৱাই তোমাক আক্ৰমণ কৰালোঁ। আৰু এই অৰণ্যত ইয়াত বন্ধাই থলোঁ। কিয় ক'ব পাৰানে? উদয়পুৰ গোৱাৰ আগতে যাতে দীনদাসৰ লগত বিজয়াৰ বিয়া হৈ যায়। সেই উদেশ্যে —

বিশ্ব : আপুনি এইবোৰ কি কৈছে? লক্ষ্ণৌ এৰি অহাৰ পাছৰ পৰা আপোনাৰ কোনো অসুখ হোৱা নাইনে?

জুলিমা : হাঃ হাঃ। কেনে, এতিয়া বুজিব পাৰিছা? সেইদিনা নকৈছিলোঁ নাৰীৰ প্ৰেম প্ৰত্যাখ্যান কৰিলে কি হয়। নকৈছিলোঁ, সুখী হবলৈ আশা নকৰিবা? মনত পৰিছেনে?

বিশ্ব : খুব মনত পৰিছে। মাতৃ, মোৰ বান্ধটো এবাৰ মোকলাই দিবনে?

জুলিমা : মোক হত্যা কৰিবলৈ?

বিশ্ব : কয় কি। নাৰীহত্যা? কোনো ভয় নাই, মোক এবাৰ মুকলি কৰি দিয়ক।

জুলিমা : ইমানখিনি দয়া মোৰ হৃদয়ত নাই। তোৰ ধ্বংস, বিজয়াৰ ধ্বংসই মোৰ সফলতা। (প্ৰস্থান)

বিশ্ব : মোৰ ধ্বংস, বিজয়াৰ ধ্বংস, তোমাৰ সফলতা? কিন্তু আমাক ধ্বংস কৰিব কিহে? পৃথিৱী ধ্বংস হ'ব পাৰে কিন্তু বিশ্ব-বিজয়া ধ্বংস নহয়। আকৌ জন্ম ল'ব - ইহঁত অভগণ - ইহঁত অমৰণ। সৌৱিলাক কোন? আহক, আহক, মই বৰ ভাল গল্প ক'ব জানো, জন্ম জন্মান্তৰৰ গল্প, ইহ পৰকালৰ গল্প।

(বিজয় সিংহ আৰু দুটা মানুহৰ প্ৰবেশ)

বিজয় : কি মৰ্মভেদী দৃশ্য! উস! কি মহাভুল কৰিলোঁ। বিজয়াৰ কাৰণেই হত ভাগ্যৰ ইমানখিনি ত্যাগ। (ওচৰ চাপি,) বিশ্ব।

বিশ্ব : আপুনি? আপুনি মোৰ বিজয়াৰ জন্মদাতা — তেওঁৰ পূজনীয়। মোৰো পূজনীয়। (মূৰ দোঁৱাই)

বিজয় : (বান্ধ খুলি) উঠা, উঠা, বিশ্বসিংহ। এনেকৈ ক্ষত বিক্ষত শৰীৰেৰে, অনাদোৱত তোমাৰ জীৱন নষ্ট হবৰ বস্তু নহয়। বৰ ভুল কৰিলোঁ - ময়েই তোমাক এই যন্ত্ৰণা দিলোঁ, মোৰ কাৰণেই তোমাৰ দুৰ্ভাগ্য।

বিশ্ব : আপুনি বিজয়াৰ কথা কৈছিল? তেওঁ আপোনাক পঠিয়াই দিছে?

বিজয় : বিশ্বসিংহ, মোক ক্ষমা কৰা - তুমি দেৱতা। তুমি অমৰ। মই বুজিব নোৱাৰি তোমাক এই মৰ্মান্তিক কষ্ট দিলোঁ।

বিশ্ব : কিন্তু - কিন্তু - মোৰ অত পৰিশ্ৰম, ইমান যন্ত্ৰণা, আজি নিষ্ফল হল কিয়? মোৰ যৌৱনৰ সকলো আশা- ভৰসাৰ সলনি সকলো পৰিশ্ৰম দি এই পৰিণাম কিয় পালো? উস। সুদীৰ্ঘ ছবছৰৰ কঠোৰ সাধনা— জীৱনৰ সোণালী সপোন এক মহূৰ্ত্ততে ছাৰখাৰ হৈ গ'ল। ইয়াতকৈ আৰু মোৰ কি শাস্তি হ'ব পাৰে? প্ৰতি পদে মোৰ জীৱন ব্যৰ্থ হৈ গৈছে। তথাপি মই জীয়াই আছোঁ।

বিজয় : (বিশ্বক ধৰি) আহাঁ, বাছা। অনুতাপ কৰি মোক আৰু কষ্ট নিদিবাঁ।

বিশ্ব : ভগবান। ভগবান। তুমি সচাকৈয়ে আছানে? যদি আছা তেনে তুমি কি?

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

### দীনদাসৰ - চ'ৰা

(এখন আসনত আদিল বহি থাকে। অলপ দূৰত বিজয়া আৰু এটা ভৃত্য।)

আদিল : মই লক্ষ্ণৌ নবাবৰ এজন কৰ্মচাৰী। আপোনাৰ লগত দেখা কৰিবলৈ আহিছিলোঁ।

বিজয়া : শুনি বৰ সন্তোষ পালোঁ।

আদিল : আপুনি জানেনে নৱাবৰ পলৰীয়া বেগমে আপোনালোকক মিছা সংবাদ দি ঠগিলে?

বিজয়া : এতিয়া জানিব পাৰিছোঁ।

আদিল : তেওঁ এতিয়া আপোনাৰ স্বামীৰ আশ্ৰয়তে ইয়াতে আছে। আপুনি সাৱধান হোৱা উচিত।

বিজয়া : আপোনাক ধন্যবাদ জনাইছোঁ।

আদিল : আৰু বোধ হয় সংবাদ পাইছে, বিশ্বসিংহ মৰা নাই। ব্যভিচাৰিণী বেগমেই সকলো অনিষ্টৰ মূল।

বিজয়া : নহয়, মোৰ কপালে নাটিলে, তেখেত আছে এয়ে মোৰ বহুত শান্ত্বনা।

আদিল : নৱাবে বেগমক ধৰি নিবৰ কাৰণে মোক পঠিয়াই দিছে। আপুনি তেওঁক ঘৰৰ পৰা উলিয়াই দিব লাগে।

বিজয়া : মোক ক্ষমা কৰিব।

আদিল : এজনী কালসাপিনীক ৰাখি আপুনি কি কৰিব খুজিছে?

বিজয়া : অতীতৰ কথা পাহৰি তেওঁক মই ক্ষমা কৰিছোঁ।

আদিল : আপুনি কোন প্ৰাণেৰে ইমান খিনি সহ্য কৰিব পাৰিছে? এই জীৱনত ইমান ধৈৰ্য্য -বিশেষকৈ নাৰী চৰিত্ৰত বৰ সহজ কথা নহয়।

বিজয়া : সহি সহি অভ্যাস হৈছে।

আদিল : নহয়, আপুনি বেগমক ক্ষমা নকৰিব। তেওঁক ক্ষমা কৰা মহা পাপ। এজনীৰ দোষত আজি প্ৰেমৰ-ৰাজ্য ধ্বংস হ'ল। এজন চিৰসুখী মানুহৰ হৃদয় শ্মশান হ'ল।

বিজয়া : তথাপি মই ইয়াৰ মাজত সোমাব নোখোজোঁ! সেইবোৰৰ বিচাৰ এদিন নিশ্চয় হ'ব।

আদিল : ৰজাও ঈশ্বৰৰে প্ৰতিনিধি। দোষীক দণ্ড দিয়া ৰাজনীতি।

বিজয়া : আপোনালোকৰ যেনে অভিৰুচি কৰক, কিন্তু তাৰ মাজত মোক সুমাই ন'লব।

আদিল : আপুনি অতি সৰল। নাৰী সমাজত ই এটি বৰ গৌৰৱৰ বস্তু। তথাপি সময়ত তাৰ বিৰুদ্ধাচৰণ কৰা পাপ নহয়। ন্যায়ৰ কাৰণে কেতিয়াবা বৰ কঠিনো হ'ব লগাত পৰে।

বিজয়া : সেইটো সঁচা। কিন্তু মই নিৰ্জনতা ভাল পাওঁ। মোক ক্ষমা কৰিব!

আদিল : আপুনি আতৰি থাওক। আপোনাৰ মনত আৰু কষ্ট নিদিওঁ। কিন্তু পিশাচিনীক যেনে তেনে ধৰি নিম। তেন্তে এতিয়া বিদায় লৈছোঁ।

বিজয়া : ভাল। (ভৃত্যক) এখেতক আগবঢ়াই থৈ আহ্।

ভৃত্য :ভাল। (আদিল আৰু ভৃত্যৰ প্ৰস্থান)

বিজয়া : তুমি জীয়াই আছা -সেয়ে মোৰ নিমিত্তে অশেষ তৃপ্তি। কেতিয়াবা আঁতৰৰে পৰা তোমাক এবাৰ চাম। নিজানত এটোপা চকুৰ পানী টুকিম। - বিশ্বসিংহ, মই সদাই তোমাৰেই —

---

*বিজয়া*

# দ্বিতীয় দৃশ্য

## উদয়পুৰ

### ৰাজবাটি

(পুৰঞ্জয়, জহৰমল, আৰু হীৰালালৰ প্ৰবেশ)

হীৰা : এৰা, এৰা, প্ৰেমেই গোটেই জগতত জুই লগালে।

জহৰ : হেৰ চকুৰ পানী কলৈ গৈছে? হোৰ্ হোৰ্কে উলিয়াই দিলেই দেখোন দফা শেষ।

পুৰঞ্জয় : কিন্তু প্ৰেমতকৈও তাৰ লগত থকা হাঁকুটি কিদালহে একোব চৰা।

হীৰা : এৰা, এৰা।

জহৰ : এই ধৰা তোমাৰ চকু দুটাই টানিব খোজে সৌপিনে থকা কোনোবা এটিৰ মুৰ্কু এখন। তেওঁৰ ওঁঠ দুটাই আকৌ শুহিব খোজে ক'ৰবাৰ ৰঙা কিবা এটা। মোৰ মনটোৱে যেনিবা আকৌ পাব খোজে তিনি মহলৰ ওপৰত থকা কোনোবা এটিৰ কান্তি-কলাৰ শান্তি যেৰা।

হীৰা : এৰা, এৰা।

জহৰ : কথাটো সচাঁ। কেলেই দীনদাসক কিহে পাইছিল? সিহঁত হালক এৰি দিয়া হেতেঁন তালৈনো কি ছোৱালীৰ মাকালে খাইছিল? মোৰ নিচিনা কত "মল্লৰ" কতবোৰ "বাগি" পৰি আছিল।

হীৰা : এৰা, এৰা, তাকে কৰা হ'লে দেখোন কথাই নাছিল। এই ৰকমেই দেশখন গুছিল — এই ৰকমেই।

জহৰ : পিছে দীনদাসেও বিজয়াক আনি গমটো পাইছে। তোক কৈছোঁ তাই হেনো মাতকে নেমাতে।

পুৰ : তোমালোকে বাটে পথে এনেকৈ লোকৰ চৰ্চা কৰি নুফুৰিবা। দীনদাসে গম পালে খাব।

হীৰা : তুমিয়েই কথাটো উলিয়াই আকৌ তুমিয়েই টুপাই বুৰ মাৰিছা নহয়নে? এৰা, এৰা।

জহৰ : হেৰৌ, মোৰ মাইকীয়ে যদি মোক ভক্তি নকৰি তেনেকৈ মন মাৰি থাকে মই কৰিলোহেঁতেন কি জাননে?

হীৰা : জানো বালক! সেই সিদিনা যে ঘৈণীয়েৰে খেদা মাৰি আহোতে লৰ মাৰি চোতাল পাইছিলাহি তেনেকুৱাই কিবা এটাকে কৰিলাহেঁতেন।

জহৰ : ধেৎ নহয় অ' - মোৰ মনেৰে বিজয়াই প্ৰেম বস্তুটো কি চিনিকে নাপায় চাগে।

হীৰা : ওঁতো। ১৭।১৮ বছৰীয়া ছোৱালীয়ে জানো প্ৰেম চিনি পায়?

পুৰঞ্জয় : ঠিক ক'লা —

হীৰা : সত্যে?

পুৰঞ্জয় : অ' সৌৱা বিশ্বসিংহ আহিছে। মনে মনে থাকা।

হীৰা : চাওঁচোন চেৰাবলিয়াইনো কি কৰে।

(চেৰাবলিয়াৰ দৰে বিশ্বসিংহৰ প্ৰবেশ)

বিশ্বসিংহ : উদয়পুৰতে উদয় হৈছিল। বৰ আন্ধাৰ, আন্ধাৰৰ মাজতে দেখিছিলোঁ - এপাহি সুন্দৰ পদুম। এইয়া, এইয়া, এই পাহি, এতিয়াও মোৰ বুকুতে আছে। মোৰ চিৰ জনমৰ আদৰৰ ফুল পাহি কাঢ়ি নিবলৈ মই এৰি দিম? কোৱাচোন ভাইহঁত, মই বাৰু এৰি দিমনে?

পুৰঞ্জয় : বিশ্বসিংহ, তুমি উন্মাদ হৈছা কিয়? ছিঃ পুৰুষৰ প্ৰাণত এনে উন্মাদনা বৰ অশোভনীয়।

বিশ্বসিংহ : অশোভনীয়? অশোভনীয়? তেন্তে মানুহে মানুহৰ বিকাশৰ বাট আগুৰি লৈ তাক উধাবলৈ নিদিয়াটো শোভনীয়?

পুৰঞ্জয় : দীনদাস! কি মহাপাপ কৰিছ এবাৰ চাই যাহি। এই নিৰীহ যুৱকৰ প্ৰাণত জুই দি তাক কি সুখ পাইছ? জহৰ, এওঁক লৈ যাওঁ বলাঁ।

জহৰ : মৰিব খুজিছানে? সিদিনা দীনদাসক খাওঁ বুলি যিটো চোঁচা লৈছিল, কোনোমতেহে সাৰি গৈছে।

বিশ্ব :তোমালোকে ক'ব পাৰানে বিশ্বসিংহ আৰু বিজয়াৰ বিয়া হৈ গ'ল নহয়নে?

পুৰু : বহুত দিনৰ আগেয়েই হৈ গ'ল।

বিশ্ব : ঠিক কৈছা বহুত দিনৰ আগেয়েই হৈ গ'ল। এইয়া, এইয়া বিজয়া! কেনে সুন্দৰ! কেনে মধুৰ মোৰ বিজয়াৰ ৰূপ! হাত দুখন কিমান কোমল! বুকুখন কিমান শীতল! আহা - কেনে মৰমিয়াল! - তুমি মোক কেলৈ ইমান স্নেহ কৰিছা?

জহৰ : থৈ দিয়াহে তুমিও ভাল দেও। এজনী ছোৱালীৰ কথাতে ইমান হলানে! মই তাহানি চেঙ্গেলীয়া কালত কতবোৰ ছোৱালীৰ কথালৈ কাণকে নিদিছিলোঁ, আহাঁ, তোমাক মই গোসাঁনী যেন এজনী ছোৱালী দিম।

হীৰা : এৰা, এৰা আহাঁ দেও।

পুৰ : তোমালোকে ৰহস্য কৰিছা, কিন্তু তেওঁৰ হৃদয় ভেজি গৈছে জানানে? মই আহিলোঁ, তোমালোকৰ কথা শুনিব নাপায়। ( প্ৰস্থান)

হীৰা : এৰা, এৰা, তুমি যোৱা।

বিশ্ব : তোমালোকে দেখিছিলানে এইফালে দীনদাস আহিছিলনে? দীনদাস! দীনদাস!

হীৰা : হে, হে, মই নহয়, মই শ্ৰীহীৰালাল পান্নালালহে মোক নধৰিবা, মোক নামাৰিবা।

বিশ্ব : নামাৰিম? দীনদাসক নামাৰিম? তাৰ অস্থি, মাংস, মেদ মজ্জালৈকে খাম। তাৰ বুকুৰ তেজেৰে মোৰ প্ৰতিহিংসাৰ জুই নুমাম, সি মোৰ জীৱন ব্যৰ্থ কৰিছে? মই তাৰ প্ৰতিশোধ নল'ম?

জহৰ : হীৰা, গতি বিষম। আমাৰ ব'ল —

হীৰা : আহাঁ। আহাঁ, নৰবাই। এই ৰকমেই ধৰিব।
(দুয়ো যায়গৈ)

বিশ্ব : ভাবিছা মই বলিয়া হলোঁ? — নাই হোৱা।

## তৃতীয় দৃশ্য

### দীনদাসৰ ঘৰ

দীন : আপুনি একো ভয় নকৰিব ; মই কেতিয়াও আপোনাৰ অনিষ্ট নকৰোঁ।

জুলি : আপোনাৰ কাৰণেই মোৰ ইমানখিনি পৰিশ্ৰম। মই আপোনাৰ দাসী।

দীন : আপোনাৰ ওচৰত মই চিৰকৃতজ্ঞ।

জুলি : আচ্ছা, যদি আপোনাৰ ঘৰ তল্লাচ কৰে।

দীন : কাৰ সাধ্য? স্বাধীন উদয়পুৰত বিনা অপৰাধে এজন উচ্চ লোকৰ ঘৰ তাল্লাচ কৰিব পৰা কোনো নিয়ম নাই। মোৰ বংশ মৰ্য্যাদাৰ কাৰণে সকলো বিষয়াই ভয় কৰে।

জুলি : যদি বিজয়াই প্ৰকাশ কৰি দিয়ে?

দীন : বিজয়া মোৰ দাসী। আপুনি একো শঙ্কা নকৰিব। কিন্তু মোৰ ভয় হৈছে বিশ্বসিংহৰ কাৰণে। সি মোক হত্যা কৰিবলৈ বৰ চেষ্টা কৰিছে।

জুলি : সম্পূৰ্ণ মিছা। তেওঁ আপোনাক একো কৰিব নোৱাৰে। মোক আপুনি এটি উদয়পুৰী সাজ দিব। মই আজি ৰাতি ছদ্মবেশ ধৰি সকলো অনুসন্ধান কৰি আহিম।

দীন : আপুনিও প্ৰকাশ্য ভাবে ফুৰা নিৰাপদ নহয়।

জুলি : ছদ্মবেশত মোক কোনেও চিনিব নোৱাৰে। আনকি, আপুনি নিজেই নোৱাৰিব।

দীন : তেনে যাব পাৰে।

---

জুলি : আজি আপোনাক আৰু এটি কথা সুধিম বুলি ভাবি আছোঁ।
দীন : নিৰ্ভয়ে কওক। আপোনাৰ ওচৰত মই সদায় কৃতজ্ঞ।
জুলি : আপুনি মুছলমানক ঘিণ কৰেনে কি?
দীন : নকৰো?
জুলি : কিয়?
দীন : দিল্লীত মোৰ এতিয়াও অনেক মুছলমান বন্ধু আছে। বহুত দিনৰে পৰা মুছলমানৰ লগত মোৰ মিল আছে।
জুলি : তেন্তে এই বাঁদীও আজিৰ পৰা আপোনাৰ দাসী।
দীন : প্ৰকাশ্য ভাবে মুছলমানৰ লগত আমাৰ ৰক্তৰ সম্বন্ধ হ'ব নোৱাৰে। কিন্তু গুপ্তভাবে আপোনাক গ্ৰহণ কৰিবলৈ মোৰ কোনো আপত্তি নাই।
জুলি : তেন্তে আজি ৰাতিলৈ আপোনাক নিমন্ত্ৰণ জনালোঁ। মিলন উৎসৱত যোগ দি বাঁদীক কৃতাৰ্থ কৰিব।
দীন : বে'ছ কথা। আপোনাৰ নিমন্ত্ৰণ গ্ৰহণ কৰিলোঁ।
জুলি : আৰু "আপুনি" নুবুলিব। কওক "তুমি"।
দীন : সুন্দৰ। জুলিমা, আজিৰ পৰা তোমাক এটি হিন্দু নাম দিলোঁ। তোমাক মধুৰিমা বুলি মাতিম।
জুলি : বাঃ বাঃ আপুনি যথাৰ্থ প্ৰেমিক। এই পবিত্ৰ ক্ষণৰ চিন স্বৰূপে মোৰ এটি উপহাৰ গ্ৰহণ কৰক।
দীন : বে'ছ।

## জুলিমা

## গীত

আশাৰ আশাতে উজলি সঘনে
আহিছিলোঁ লৈ ললিত তান।
নিশাৰ নিফুট বীণাৰ তাঁৰতে
বাজিছিল মোৰ মৰম-গান।
বুকতে সাৱটি প্ৰণয় সুষমা
আনিছোঁ যতনে হৃদয় দেৱতা,
উজলি উঠিছে যমুনা লহৰ
লোৱাঁ লোৱাঁ মোৰ জীৱন দান।

দীন : চমৎকাৰ। মধু, মই অলপ ঘূৰি আহোঁ।
জুলি : যাওক কিন্তু নিমন্ত্ৰণ থাকিল।
দীন : নিশ্চয়। (প্ৰস্থান)
জুলি : চমৎকাৰ। এইবাৰ মাত - বিশ্বসিংহ, তোক মৰিবলৈ নিদিওঁ। তই জীয়াই থাকিব লাগিব — জ্বলিব। তিল তিলকৈ তোক পুৰি মাৰিম। (কাপোৰৰ আঁৰৰ পৰা চুৰি উলিয়ায়) বিজয়া। যিদিনা এই ছুৰীৰ আগেদি টপ্ টপ্ কৈ তোমাৰ কোমল বুকৰ ৰঙা তেজ মাটিৰ ওপৰত পৰিব — সেই দিনাহে মোৰ অভিসন্ধি পূৰ্ণ হ'ব। সেই দিনাহে মোৰ তৃপ্তি।

# চতুৰ্থ দৃশ্য

## ফুলনি

মালি : বোলো, হে - ৰা মালিনী বাই, চাওঁ এইফালে অলপ দৰশন দিয়াছোঁন?
মালিনী : (নেপথ্যত) মই অথন যাব নোৱাৰো।
মালি : কেনেকৈ পাৰিবানো মই যে ইফালে তেনেই দেই পুৰি খৰখৰীয়া হৈছোঁ তুমি জানো সেইটো বুজিছা? বোলো আহাঁ, অ' সেউতী মালতী. মোৰ ফুলৰ চাকি, আহাছোন আহাঁ।
(বেগাবেগিকৈ মালিনীৰ প্ৰৱেশ)
মালিনী : কেলেই? কেলেই মাতিছিলা?
মালি : অ' আই! মোক কিবা কৰিবাই নে কি?
মালিনী : মই নহলেচোন তুমি থাকিবই নোৱাৰা হ'লা।
মালি : ভাল কথা কৈছা, মোৰ কেচাসোণ, মোৰ কাঞ্চন ফুল — কি হৈছে গম পাইছা জানো।
মালিনী : কি হৈছে?
মালি : ফুল কুৰুকি কুৰুকি ফুৰোতে তোমালৈ মনত পৰি গ'ল। তোমাক কৈছোঁ মোৰ বুকুখন ৰম্ৰমাবলৈ ধৰিলে। চোৱাচোঁন জাতে জাতে ফুলবোৰে কেনে পিৰিতি কৰিছে। চাওঁ এইফালে আহাঁচোন - এইখিনিতে বহা, মই তোমাৰ চুলি কোচাকে জোকাৰি পোকাৰি দিওঁ।
মালিনী : যোৱাঁ, পেংলাই নকৰিবা দেও।
মালি : ভেকাহিহে মাৰিলা? গধুলিৰ বতাহ ছাটি মাৰিছে তোমাৰ মোৰ কাৰণেহে। বহাঁ বহাঁ অ' সোণ।
মালিনী : ইস্ নহয়নোকি? দিনে দিনে তোমাৰ আৰু পিৰিতি চৰিহে গৈছে!
মালি : পৰি যামনে সোণ? এইহেন চকল জীৱন তোমাৰ নিচিনা এই পূৰ্ণিমাৰ জোন থাকোতে মোৰনো অভাৱ কিহৰ?
মালিনী : আই ঔ! আপদটো কটা।
মালি : হেৰা দুয়ো হাতত ধৰাধৰিকৈ পাক এটাকে দিওঁ আহাহেঁ —
মালিনী : হঁতছিৰিহোৱা।
মালি : হেৰা গালিনো পাৰা কেলেই?
মালিনী : চুপতিনো কৰা কেলেই?
মালি : তোমাৰ ফুলনিখন দেখি -

## গীত

মালি : হেৰ' তই যে মোৰ মন-বাগানৰ ভেদাই লতা।
মালিনী : চুপতিখন নকৰ হেৰ' খাবি তিনি গটা।।
মালি : তোৰ গটা মোৰ ভালহে লাগে বৰ।
মালিনী : তেনেহলে দিম আজি টুপুৰ টুপুৰ চৰ।।
দুয়ো : চৰে গটাই মিলি, (আমাৰ) হক প্ৰেমৰ বাঁটা। দুয়ো মিলি ধৰোঁ আহাঁ কথাৰ গছত লতা।।
(প্ৰস্থান) (বিশ্বসিংহৰ প্ৰৱেশ)
বিশ্ব : প্ৰতিশোধ। প্ৰতিশোধ লাগে। দীনদাসৰ ওপৰত প্ৰতিশোধ লাগে। এয়ে সেই দীনদাসৰ ফুলনি। সন্ধ্যা সময়ত সি

নিশ্চয় ইয়ালৈ আহিব। দীনদাস! আজিয়েই তোৰ জীৱনৰ শেষ দিন, শেষ ভ্ৰমণ। উস! কেৱল নিৰাশা; নিস্ফল প্ৰয়াস — নিয়তি, তোৰ দৃষ্টি ইমান কুটিল? মই কি অপৰাধ কৰিছিলোঁ? কিয় মোৰ জীৱন ব্যৰ্থতাৰ বিহেৰে ওপচাই দিলি? দীনদাস, তয়েই সৰ্বনাশ কৰিছ। তোৰ বিনাশ সাধনা নিস্ফল হ'ব নোৱাৰে।

( মালি মালিনীৰ পুনঃপ্ৰবেশ)

মালি ঃ সোণাই, তুমি কোন? তোমাৰ দেখোন বৰ সাহ?

মালিনী ঃ বোলো কাৰ হুকুমত সোমাইছিলি।

বিশ্ব ঃ কাৰো হুকুমত সোমোৱা নাই। .

মালি ঃ ইয়াৰ দেখোন বৰ কথা। (ওচৰ চাপি) হেৰ', এইটো বলিয়া মানুহ। হেই তই ওলা ভালে ভালে।

মালিনী ঃ (মালিনী পাছৰ পৰা) এৰা, ওলা —

বিশ্ব ঃ কিয়? আমি তোমালোকৰ ফুলনিত সোমাবৰো উপযুক্ত নহওঁ নে?

মালি ঃ হয়তো, এওঁৰ কাৰণেহে আমি এহাল মানুহ দিনে ৰাতি খাটিছো?

বিশ্ব ঃ তোমালোকে একো ভয় নকৰিবা, মই একো অনিষ্ট নকৰোঁ। অলপ পাছতে ওলাই যাম।

মালিনী ঃ থক্ আহাহেঁ - আজি গৰাকীও নাই কোনে কি ক'বনো?

মালি ঃ বাৰু, মই বাটতে বৈ থাকিমগৈ। কিবা অপকাৰ কৰিলে, ধুমাধুম - গিৰিম্ গিৰিম্ - নহয় নে কি কোৱা?

মালিনী ঃ আহাঁ, আহাঁ,। (কাণে কাণে কিবা কয)

মালি ঃ ফুচ্। (দুয়ো ওলাই যায়)

বিশ্ব ঃ জগতৰ চকুত ঘৃন্য হৈছোঁ। পদে পদে লাঞ্চিত হৈছোঁ। বাৰে বাৰে ব্যৰ্থকাম হৈছোঁ। আৰু কিমান সহিম? আৰু কিমান দিন বিশ্বাস স্থাপন কৰিম? কিমান দিন বিশ্বাস হৈছিল - ঈশ্বৰ তুমি আছা। কিমান দিন তোমাৰ নাম লৈয়ে প্ৰাণত শান্তি পাইছিলোঁ? কিন্তু, আজি সংসাৰৰ ঘাত- প্ৰতিঘাতত, ব্যৰ্থতাৰ জ্বালাত সকলো ভ্ৰম যেন লাগিছে। আজি মোক মোৰ মনে কৈছে 'ঈশ্বৰ নাই,' 'ঈশ্বৰ নাই'। ঈশ্বৰৰ বিচাৰ এনে অবিচাৰ হ'ব পাৰেনে? সচাঁকৈয়ে ঈশ্বৰ নাই। আহহাঁ। বিজয়াৰ কথা পাহৰিছোঁ—বলিয়া হ'মনেকি? নহওঁ নহওঁ- মই কেতিয়াও বলিয়া নহওঁ। বিজয়া, এই ফুলনিলৈ তুমি বোধ হয় কেতিয়াও নাহাঁ। তুমি অহা হলে গোলাপ গছত কেতিয়াও ইমান কাঁইট নহলহেঁতেন। তুমি অহা হলে সৌ ফুল কিপাহ লেৰেলি নাথাকে! ই হত্যাকাৰীৰ দেশ, বিশ্বাস ঘাতকৰ ফুলনি, ইয়াত সকলো বিষ— ষড়যন্ত্ৰ! কি ভয়ানক! যেন কোমল ফুলকলি বোৰো বিশ্বাস ঘাতক? ৰ - প্ৰতিশোধ ল'ম - ভীষণ প্ৰতিশোধ ল'ম! (ওলাই যায়)

## পট পৰিবৰ্তন

(ওপৰ মহলাত বিজয়া আৰু মালিক দেখা হয়।)

মালি ঃ চাওক সৌটো আইদেউ।

বিজয়া ঃ যা, বলিয়া মানুহটোক ধৰি মাৰিব নালাগে।

মালি ঃ নহয় সি বৰ দগবাজ।

বিজয়া ঃ হওক, তাক এৰি দিবি। যা। (মালিৰ প্ৰস্থান)

বিজয়া ঃ ঈশ্বৰ। ঈশ্বৰ। শক্তি দিয়া যেন ধৈৰ্য্য নেহেৰুৱাও। সৌৱা মোৰ প্ৰাণৰ দেৱতাই মোক বিচাৰি উন্মাদৰ দৰে বাটে বাটে ঘুৰি ফুৰিছে আৰু মই সকলো চাই আছোঁ — তথাপি একো কৰিবৰ উপাই নাই। উস! মোৰ অন্তৰৰ ব্যথা কোনেও নুবুজিলে, কাকো মোৰ বেদনাৰ কথা মুখ ফুটাই ক'ব নোৱাৰিলোঁ। তথাপি মই জীয়াই আছোঁ। - বিশ্বসিংহ, মোৰ দেৱতা। হিয়া ভাগি চুৰমাৰ হৈছোঁ তথাপি কাকো কোৱা নাই। কেৱেঁ বুজা নাই। কণ্ঠ ৰোধ হ'বৰ উপক্ৰম/হৈছে, তথাপি কথা কৈ আছোঁ। যদি মোৰ হৃদয় আপোনা আপুনি ভাগি যায়। তথাপি নকওঁ — বোৱা, তুমি উন্মাদ নহ'বা।

## পঞ্চম দৃশ্য

### ৰাজপথ

(আদিল আৰু পুৰঞ্জয়ৰ প্ৰবেশ)

পুৰ ঃ উদয়পুৰলৈ আপুনি বোধ হয় এয়ে প্ৰথম আহিছে?

আদি ঃ হয়।

পুৰ ঃ বিশ্বসিংহক নো চিনি পাই কেনেকৈ?

আদি ঃ লক্ষ্ণৌত যেতিয়া তেওঁ আছিল নবাবে বহুত সমাদৰ কৰি দৰবাৰ পাতি তেওঁক অভ্যৰ্থনা কৰিছিল। তেওঁৰ দুৰ্দশা দেখি বৰ দুখ লাগিছে।

পুৰ ঃ আমি যদি মনুষ্যত্বৰ অভিনয়কো কৰিব পাৰিলোহেতেন তেতিয়াও বোধ হয় সংসাৰ খনত বহুত শান্তনা পোৱা হলহেঁতেন। মানুহৰ জন্ম লৈ কেবল পশুৰ আচৰণেৰে ঈশ্বৰৰ সৃষ্টিত কলুষ সানিছোঁ।

আদিল ঃ দীনদাস মানুহজন ইমান নিঠুৰ নে? তেওঁৰ প্ৰাণত অলপো দয়া নাই নে?

পুৰ ঃ আপুনি কয় কি? দয়া ধৰ্ম বুজি পোৱা মানুহ কেইজন আছে? নিজৰ স্বাৰ্থ সিদ্ধিৰ বাটত কৰিব লগীয়া সকলো কামেই বেদ-বিহিত আৰু য'ত কণা মাত্ৰও স্বাৰ্থ নাই সেই আটাইবোৰেই পাপ।

আদি ঃ প্ৰকৃত কথা। আজিকালি দয়া ধৰ্ম নাই, আছে স্বাৰ্থৰ নিঠুৰ শাসন।

(পুৰুষৰ বেশেৰে জুলিমাৰ প্ৰবেশ)

জুলি ঃ চেলাম, জনাব।

আদি ঃ চেলাম, আপোনাৰ পৰিচয় পাব পাৰোনে?

জুলি ঃ নিশ্চয় পাব। মই আপোনালোকক বিচাৰি ফুৰিছোঁ। বোধ হয় আপুনিয়েই লক্ষ্ণৌৰ বিষয়া আদিল মহমদ্?

আদি ঃ হয়, কিন্তু মোৰ লগত আপোনাৰ কি প্ৰয়োজন?

জুলিমা ঃ মই জুলিমা বেগমক ধৰি দিম বুলি প্ৰতিশ্ৰুতি দি আহিছোঁ। শুনিলোঁ, আপুনিও সেই উদ্দেশ্যেই উদয়পুৰলৈ আহিছে।

আদি ঃ আপোনাৰ কথা যে সচা তাৰ প্ৰমাণ কি।

জুলি ঃ (নবাবৰ পাঞ্জা উলিয়াই) এই চাওক নবাব চাহেবৰ পাঞ্জা।

আদি ঃ যদি আপুনি বেগমৰ ফালৰ মানুহ?

জুলি ঃ কয় কি?

পুৰ ঃ বন্ধু, এখেতৰ কথা বোৰত যেন অলপ কপটতা আছে, মোৰ অনুমান হয় —

জুলি ঃ কি? কি? অনুমান হয় - মই বেগমৰ ফালৰ মানুহ?

পুৰ ঃ এওঁ নিশ্চয় ছদ্মবেশী ৰমণী।

আদি ঃ ( হঠাৎ জুলিমাৰ হাতত ধৰি) চয়তানী। তোক আজি কোনে ৰক্ষা কৰিব? বন্ধু এয়েই সেই চয়তানী। এই চোৱা (পাগুৰি খুলি দিয়ে)

পুৰ ঃ চমৎকাৰ!

জুলি ঃ খবৰদাৰ! আদিল মহমদ্, তোমালৈ প্ৰাণৰ যদি তিলমাত্ৰও ভয় আছে — মোক এৰি দিয়া।

আদি ঃ এৰি দিম? তোক এৰি দি মহাপাপ কৰিম?

(বেগা বেগীকৈ দীনদাসৰ প্ৰবেশ)

দীন ঃ সাৱধান! আদিল মহমদ্, তেওঁক এৰি দিয়া।

পুৰ ঃ বন্ধু, বিপদ! বিপদ! এৰি দিয়ক।

আদি ঃ ডাঙৰীয়া এই চয়তানীক আশ্ৰয় দি আপুনি কিয় নিজৰ সৰ্বনাশ মাতি আনিছে! এইক এৰি দিয়ক —

বিজয়া

দীন : (আদিলৰ হাতৰ পৰা জুলিমাক এৰুৱাই) মোৰ ইচ্ছা। আহাঁ। ( দুয়ো যায়গৈ)

আদি : একো কৰিব নোৱাৰিলোঁ? উপায় নাই, মই অস্ত্ৰহীন, সঙ্গী হীন। কিন্তু চয়তানীক এদিন ধৰিম নিশ্চয়। আৰু এই উদয় পুৰতে নিঠুৰ ভাবে তাইক হত্যা কৰিম।

পুৰ : পাপৰ পৰাচিত নিশ্চয় এদিন হ'ব। আপুনি একো চিন্তা নকৰিব?

আদি : ছলেৰে হওক, বলেৰে হওক, তাইক এদিন ধৰিমেই ধৰিম।

পুৰ : আহক বন্ধু। দুৰ্বৃত্তই আপোনাৰ কিবা অনিষ্টও কৰিব পাৰে। (দুয়ো যায়)

(আনফালৰ পৰা বুঢ়া বাটৰুৱা এজন আহে।)

বাট : বাপুৰে, কথাটো বৰ তাইজপ। হওঁতে বয়সো ভাটি দিলেহি; মৰিবলৈ দুটা দিন আছে। তেওঁ এনে কথা শুনা নাই। ডাঙৰ মানুহ বুলিলে কথাও ডাঙৰ। দীনদাস বোলাজন হলগৈ নেবালেও তিনি চাপৰ বোঘা,টিং খোপৰ মানুহ! গোবিন্দ! গোবিন্দ! (পাছ ফালৰ পৰা এটা ল'ৰাই মাত দিয়ে)

লৰা : কি? কি?

বাট : হেৰ কোন সেইটো? (উলটি চায়) এ' তইঁত চালুকীয়া লৰাবোৰ তেনেই গুছিলি। বৰ তুলুঙা হলি অ' —

ল'ৰা : কেলেই আপুনি এতিয়া মোক মতা নাই জানো?

বাট : ভেঙুচালি নকৰিবি দেই, মই কেতিয়া তোক মাতিছিলো?

ল'ৰা : কেলেই গোবিন্দ, গোবিন্দ বুলি মতা নাই?

বাট : গোবিন্দ বুলি এতিয়া তোকহে মাতিছিলো?

ল'ৰা : তেন্তে মোৰ ভুল হ'ল ককা।

বাট : কোনটো ককাৰ পালি বন্দীকটা? তোৰ কোন কালৰ ককা মই?

ল'ৰা : এই ভাটি ফালৰ —

বাট : যাব দিছনে বন্দী বদমাচ। ৰ —

ল'ৰা : আও ককাৰ বৰ কোব।

বাট : গোবিন্দ, গোবিন্দ।

ল'ৰা : ককা, ককা -

বাট : (খেদিনিয়ে) ৰ লাখুটিৰ মাৰত ঘৰিসনা ল'ৰাম। (ওলাই যায়)

## ষষ্ঠ দৃশ্য

### ঘৰৰ ভিতৰ

(খিড়িকীৰ দাতিত বিশ্বসিংহ বহি থাকে। বিয়লি বেলিৰ ৰশ্মি আহি মুখত পৰিছে। বিশ্বসিংহ তন্ময়।)

বিশ্ব : জ্বলিছে, খুব জ্বলিছে, জ্বলোতে জ্বলোতে তেনেই দেইপুৰি মৰিছে, তাৰ পাছত অন্ধকাৰ যৱনিকাৰ আঁৰত তেনেই লুকাই যাব। তেতিয়া কেৱে তাৰ যন্ত্ৰণা নেদেখে। কোনেও তাৰ গ্লানি নুশুনে। — আকৌ লাহে লাহে পোহৰ হ'ব — নতুন আশাত বলিয়া হৈ — দিগন্ত চুব পৰাকৈ হেঁপাহৰ বাহু দুটা মেলি দিব। লাজুকী উবাই মুৰ দাঙি চাব। — হ'ব। আকৌ জন্ম হ'ব। নহ'ব কিয়? কোনে বিশ্ববিজয়াৰ বিচ্ছেদ ঘটাব? কি শক্তিয়ে বাধা দিব? মোৰ বি প্ৰচণ্ড গতি তাৰ আগত দীনদাস অতি অতি তুচ্ছ। ফুংকাৰত ভস্ম হ'ব। - সকলো গ'ল ; বাকী আছে কেৱল ব্যৰ্থ প্ৰয়াস। উস্ - এটা জীৱন কি দৰে ব্যৰ্থ হৈ গ'ল। কিমান আশা কিমান সপোন নিস্ফল হ'ল? কুহক! কুহক! গোটেই সংসাৰ কুহক জালেৰে ঘেৰি থৈছে।কেনিও পলাবৰ পথ নাই, যেনিয়েই যাবা উলটি আহি তাতে পৰিবাঁ। ভ্ৰান্ত কবি, তোৰ সুখ কল্পনা — তাত

বিজয়া

প্ৰাণ নাই। সুখ আছে সৌ দূৰ সন্ধিয়াৰ দেশত। সুখ আছে সৌ আদি অন্ত হীন তমো ৰাশিৰ মাজত, য'ত কাকো মনিবৰ সাধ্য নাই, য'ত পাপ পুণ্য চিনিবৰ সাধ্য নাই। সেয়া আকৌ, আকৌ মোক কৈছে জীৱন ব্যৰ্থ, বিশ্বসিংহ, জনম ব্যৰ্থ!

(কমলাৰ প্ৰবেশ)

কমলা : বিশ্ব।

বিশ্ব : আই!

কমলা : মিছাতে চিন্তা কৰি শৰীৰ পাত কৰিলে কি হ'ব বাছা। মোৰে দুৰ্ভাগ্য! নহলে তোমাৰ এনে দশা দেখিবলৈ কিয় পাইছোঁ! মোৰ কন্যা জন্ম হ'ল —

বিশ্ব : সৌভাগ্য বশত।

কমলা : কিন্তু মই তাইৰ মূল্য বুজিব নোৱাৰিলোঁ। তোমালোক দুয়োকে বৰ অনাদৰ কৰিলোঁ।

বিশ্ব : আপুনি ক'ব পাৰেনে কি কৰিলে মই নিশ্চিন্ত হ'ম।

কমলা : বিশ্বসিংহ! মই নিজে আজি এনে ভাষা বিচাৰি পোৱা নাই — যিহেৰে তোমাক শান্তনা দিব পাৰোঁ।

বিশ্ব : ভয় নাই। পৃথিবীৰ সকলো যান্ত্ৰণা মোকে লক্ষ্য কৰি আহক, তথাপি মোৰ ভয় নাই। কিন্তু আপোনালোকে বৃথা চেষ্টা কৰি মোক এই কক্ষৰ মাজত আৱদ্ধ কৰি থৈছে কিয়? মুকলি আকাশৰ তলত আপোন মনেৰে উন্মাদ গতিৰে ঘূৰি ফুৰিলে মই বহুত শান্তি পাওঁ। যদি পাৰে মোৰ স্মৰণ শক্তি বিলুপ্ত কৰি দিয়ক বৰ সন্তোষ পাম, বৰ তৃপ্ত হ'ম।

কমলা : স্মৰণ শক্তি নাইকিয়া হলে নো থাকিব কি?

বিশ্ব : সিও ভাল, উন্মাদে বিচাৰে অকল সত্য, সিহঁত থাকে কেৱল এটা চিন্তাত। মোৰ দৰে কেতিয়াবা বিষাদত, কেতিয়াবা ক্ৰোধত আৰু কেতিয়াবা প্ৰতিশোধৰ জ্বালাত অস্থিৰ হোৱাতকৈ একেবাৰেই উন্মাদ হোৱা শতগুণে শ্ৰেয়ঃ। বিজয়াৰ কথা ভাবি মই এখন স্বৰ্গ ৰচনা কৰোঁ আৰু হঠাৎ দীনদাসৰ নিষ্ঠুৰ মুৰ্তি আহি ভাঙ্গি চুৰমাৰ কৰে।

কমলা : তাকে ভাবি তুমি ক্ৰোধত অস্থিৰ হৈছাঁ। ধৈৰ্য্য ধৰাঁ বিশ্ব!

বিশ্ব : এতিয়া জানো মোক অধৈৰ্য্য দেখিছে? ধৈৰ্য্য ধৰিম।

কমলা : সেয়ে মঙ্গল, তাৰ বাহিৰে কোনো উপায় নাই, একো আশা নাই।

বিশ্ব : নাই, নাই সৌৱা চাওক চিতাৰ অগ্নিৰ দৰে পশ্চিম সাগৰ ৰাঙলী হৈ পৰিছে -- চাৰিও ফালে তাৰ ৰঙা জিভা যেন দপদপাই উঠিছে।

কমলা : কি কৰিম। (প্ৰস্থান)

বিশ্ব : কিমান দিনৰ পৰিচিত? কিমান যুগ দুয়ো একেলগে একেখনি নিকুঞ্জতে বিৰাম্ লৈ আহিছোঁ! আহাহা! ৰহস্যৰ পাৰ নাই। একেখনি মাধৱী কুঞ্জতে শাৰী শাৰী দীপ — চাৰিওফালে দীপাৱলী। অমাৱস্যাৰ ঘোৰ অন্ধকাৰৰ মাজত কেৱল জিলিকি আছিল দুগছি বন্তি, দূৰতে চিনিপোৱা দুটি আত্মা! লগে লগে বীণা-ধ্বনি। বীণা আজি আছে, অন্ত নাই বাজাঁ, বাজাঁ মোৰ প্ৰাণ-বিমোহিনী বীণা, আকৌ বাজাঁ। হেঁ হেঁ কেনেকৈ ছিগিল? মোৰ চিৰ আদৰৰ বীণাৰ তাঁৰ ছিগিল কেনেকৈ? দীনদাসে ছিঙিলে? দীনদাসে?

(বিজয়সিংহৰ প্ৰবেশ)

বিজয় : আকৌ উন্মাদ হ'ল, মোৰ দোষতেই এই নিৰীহ যুৱকৰ সৰ্বনাশ হ'ল। যদি তেতিয়া বুজিব পাৰিলোহেঁতেন যে এটিৰ বিচ্ছেদত আনটিৰ জীৱন কুসুম এইদৰে ম্লান হৈ যাব। বিশ্ব! বিশ্ব!

বিশ্ব : কোন? কোন আহিছা? কি কৰিবা? চাৰিওফালে মেঘে মেঘে খেলা কৰিছে, ক'লা ক'লা মেঘ, বজ্ৰ বুকত থকা মেঘ! ভীষণ তৰ্জন, গৰ্জন, তথাপি পানী নাই। কি কৰিবা তুমি কি কৰিবা?

বিজয় : কৰিম কি? কৰিবৰ কিবা উপায় দেখা হ'লে ইচ্ছা কৰি এইদৰে বহি নাথাকো। বিজয়াক আনি এবাৰ তোমাৰ লগত দেখা কৰাবৰও উপায় নাই — দীনদাসে বিশ্বাস নকৰে।

বিশ্ব : সেইয়া - সেইয়া? তাঁৰ - তাঁৰ থকা বাজনা। (খিড়িকীয়েদি মুখ উলিয়াই, হেৰাঁ, এইফালে আহাঁ — ভিতৰলৈ।

বিজয় : তোমাৰ বাজনা শুনিবৰ মন গৈছেনেকি?

বিশ্ব : বাজনা মিলাবৰ মন গৈছে।

বিজয়া

( হাতত অলপ পানী লৈ কমলাৰ প্ৰৱেশ)

বিজয় : সেয়া কি কমলা ?

কমলা : অলপ পানী। বিশ্ব হোৱাঁ অলপ আহাৰ কৰা। কিছু সুস্থ হ'বা।

বিশ্ব : তেনে দিয়ক - (হাত মেলি লয় আৰু খায়)

(ভিতৰৰ বেহলাৰ ধ্বনি লাহে লাহে ওচৰ চাপি আহে)

বিশ্ব : বজোৱাঁ, বজোৱাঁ-

(বেহেলা বজাই ভিক্ষাৰীৰ প্ৰৱেশ)

তুমি ইয়াতে বহি বহি বেহেলা বজোৱাঁ, মই শুনিম।

কমলা : বাছা।

বিশ্ব : আপোনালোক যাওক, মই সম্পূৰ্ণ সুস্থ।

( বিজয় আৰু কমলাৰ প্ৰস্থান)

বিশ্ব : তুমি বজাব জানা ?

ভিক্ষাৰী : ভিক্ষাৰী মানুহ ! এয়ে মোৰ জীৱনৰ সম্বল ; ইয়াকে মই ভাল পাওঁ।

বিশ্ব : ভাল পোৱা ? তথাপি ভিক্ষাৰী ? কিহৰ ভিক্ষাৰী তুমি ?

ভিক্ষা : মানুহে ভাবে মই ধনৰ ভিক্ষাৰী ? কিন্তু মোক ধন নেলাগে। মই স্নেহৰ ভিক্ষাৰী।

বিশ্ব : আহা। মই কি জানানে ? মই তোমাতকৈও দীন ভিক্ষাৰী। তুমি বেহেলা বজাব জানা ? বজোৱাঁ —

(ভিক্ষাৰীয়ে বেপ দিয়ে লাহে লাহে কক্ষ জন্‌জনাই উঠে)

বিশ্ব : লাহে লাহে আৰু লাহে লাহে বজোৱাঁ। আহ্ মনে মনে থাকা। শুনিছানে ? তুমি শুনিছানে বিজয়া ? কি মধুৰ যন্ত্ৰ-সঙ্গীত। আহাঁ, তুমি মোৰ বুকৰ ওচৰলৈ আহাঁ (ধৰিব খুজি) এ সাৱটি ধৰিব খোজোতেই কাঢ়ি নিলে ? কাঢ়ি নিলে মোৰ বিজয়াক ? দিয়াঁ, দিয়াঁ।

ভিক্ষা : কি দিম ?

বিশ্ব : বিজয়াক - -

ভিক্ষা : মই ভিক্ষাৰী, মই কি দিব পাৰো ?

বিশ্ব : অ তুমি গাবও জানানেকি ? তোমাৰ মাতটি বৰ মিঠা যেন লাগিছে।

ভিক্ষা : অলপ জানো।

বিশ্ব : তেনে গোৱাঁ। এনে এটি গান গোৱাঁ -যিটিৰ ৰচনাত আশা, মূৰ্চ্ছনাত আশা, লহৰত আশা ! যাৰ ধ্বনিয়ে আকাশ - বতাহ ভেদ কৰি যুগ যুগান্তৰলৈ বিশ্বপ্ৰকৃতিৰ বুকুত এটা কৰুণ কাহিনী লৈ ঘূৰাব পাৰে। যিটিৰ ঝঙ্কাৰে অন্ধকাৰ ভেদ কৰি একো একোটা আশাৰ জীৱন্ত মূৰ্তি গঢ়ি তুলিব পাৰে। পাৰিবা ? এনে গান গাব পাৰিবাঁ ?

ভিক্ষা : তেনেকুৱা গান গাব পাৰোনে নোৱাৰো ক'ব নোৱাৰো। কিন্তু বীণাপাণিৰ দয়া হ'লে হেমন্ত সন্ধ্যাৰ কৰুণ ৰাগিণীও বসন্ত উষাৰ দৰে হাস্যোজ্জ্বল হৈ উঠিব পাৰে।

বিশ্ব : চেষ্টা কৰাঁ, তুমি ভিক্ষাৰী। ভিক্ষাৰীৰ প্ৰতি তোমাৰ হৃদয় নিশ্চয় ভৰি আছে।

ভিক্ষা : (অলপ ভাবি)

### গীত

তোৰ সকল হিয়াৰ সহজ কথা
বেদনা ভৰা প্ৰাণৰ বেথা
কেবেঁ কতো নুতনিলে
নেপাতিলে কাণ।

গাঁৱে ভুঞে দেশে দেশে

বিজয়

কত জনে কত বেশে
কুটুম বোলাই কৰিছিলে
আপোন ভাবৰ ভান।
তেওঁ দেখো নুবুজিলে
তোৰ কান্দে কিয় প্ৰাণ।
দুদিন দেহাৰ ক্ষণেক লেখা
অসীম মাজৰ এই এবেলা
কাণপাতি শুন হেৰ'
বিশ্ব বীণাৰ তান;
আপোন পৰৰ নাই ভাব
নাই পুণ্য, নাই পাপ
সৰল সহজ নিজম সুৰৰ
প্ৰাণ ভৰা গান।

বিশ্ব : স্তব্ধ কৰা - স্তব্ধ কৰা - স্বপ্ন ! স্বপ্ন! সকলো স্বপ্ন - চাৰিওফালে স্বপ্নৰ জাল ব'ই কেৱল প্ৰবঞ্চনাৰ মাজত জীৱন নিয়াইছোঁ। ক'ত মই আৰু ক'ত মোৰ প্ৰাণ? কোন মই? মিছা - মিছা - সকলো মিছা। মই নাই। মই মিছা - মোতকৈ অনেক গুণে বেছি সঁচা, লক্ষ কোটি গুণে সঁচা ; ভয়ঙ্কৰ ৰূপে সচাঁ এই উদয়পুৰৰ অভিজাত বৰ্গ, দীনদাসৰ ইচ্ছা — সেয়া। সেয়া। তুমি গুচি যোৱাঁ। মোৰ স্বপ্ন ৰাজ্য নেলাগে মই কবি নহওঁ। মই মানুহ, সামান্য মানুহ - মোৰ বাস্তৱ ৰাজ্য লাগে — স্বপ্ন নেলাগে, সকলো প্ৰবঞ্চনা। প্ৰবঞ্চনা। ভীষণ প্ৰবঞ্চনা।

## পঞ্চম অঙ্ক

### প্ৰথম দৃশ্য

ঘৰ

দীনদাস আৰু কমলা

দীন : সৰ্ব্বনাশ কৰিম। আপোনাৰ কলঙ্ক-কাহিনী প্ৰচাৰ কৰি মেৰাৰত মুখ উলিয়াব নোৱাৰা কৰিম।
কমলা : সেই বাবে মই ভয় কৰা নাই। দীনদাস। তুমি ভাবিছানে কি যে ইয়াৰ প্ৰতিশোধ নহব? জন্মে জন্মে নৰকত পচি মৰিবা।
দীন : ভয় নাই, চকুৰে নেদেখা, কাণেৰে নুশুনা নৰকৰ কথালৈ ভয় নাই।
কমলা : মোৰ সন্তানক মোৰ ঘৰলৈ যাবলৈ নিদিবা?
দীন : নিদিওঁ, আপুনি বিশ্বসিংহক আশ্ৰয় দিছে, যি মোৰ শত্ৰু।
কমলা : দীনদাস, তুমি ভাবিছানে কি যে তোমাৰ হাতত মই পুতলাৰ দৰে নাচি আছোঁ? ভাবিছানে কি যে তুমি অপৰাজেয়?
দীন : নিশ্চয় মই অপৰাজেয়। আজি উদয়পুৰত কাৰো এনে শক্তি নাই যি মোৰ হাতৰ পৰা বিজয়াক লৈ যাব পাৰে।
কমলা : তুমি নিজে প্ৰতাৰক সেইবাবে সকলোকে সন্দেহ কৰা তোমাৰ পক্ষে স্বাভাৱিক। এবাৰ দান কৰি কন্যা ওলোটাই নিয়া প্ৰথা হিন্দু শাস্ত্ৰত নাই।
দীন : তেন্তে ইমান আয়োজন কিয়?

---
বিজয়া

| | |
|---|---|
| কমলা | : দীনদাস। তুমিও মানুহ। তোমাৰও বুজা শক্তি আছে। বিশ্বসিংহৰ আজি কি অৱস্থা এবাৰ চাই আহাঁ। তেতিয়া বুজিবা, কিয় মই বিজয়াক এবাৰ নিব খুজিছোঁ। |
| দীন | : হাঃ হাঃ ইমান খিনি অনুগ্ৰহ মোৰ হৃদয়ত নাই। |
| কমলা | : ছিঃ তোমাক আৰু ক'ম কি? তুমি মানব জীৱনৰ এটা কলঙ্ক। |
| দীন | : সাৱধান। আপোনাৰ তিৰস্কাৰ সহ্য কৰিবলৈ মই বাধ্য নহওঁ। ইচ্ছা কৰিলে আপুনি ইয়াৰ পৰা গুচি যাব পাৰে। আপোনাৰ লগত মোৰ কোনো কথা ক'ব লগীয়া নাই। |
| | (গুচি যায়) |
| কমলা | : নৰ পশু, পিশাচ, তোৰ প্ৰায়শ্চিত্ত নহবনে? তই অনন্ত কাল নৰকৰ দুৰ্গন্ধত পচি মৰিবি। |
| | (বিজয়াৰ প্ৰৱেশ) |
| বিজয়া | : আই। তুমি আকৌ আহিছিলা কিয়? কিয় বাৰে বাৰে মোক যন্ত্ৰণা দিয়া? |
| কমলা | : এবাৰ বিশ্বসিংহৰ ওচৰলৈ তোক নিবৰ মন গৈছিল। |
| বিজয়া | : কিয়? কোনো প্ৰয়োজন নাই। বিশ্বসিংহক নতুনকৈ চাবৰ কোনো প্ৰয়োজন নাই। |
| কমলা | : (মাকৰ মন) বিজয়া, মই যে তোৰ মাৰ — |
| বিজয়া | : আই। |
| কমলা | : পাৰিবি বিজয়া? ইমানখিনি সহ্য কৰিব পাৰিবি? তোৰ বুকুত আৰু ধৰিব নে? |
| বিজয় | : বলেৰে সহ্য কৰিম। এবাৰ চাম সহিষ্ণুতাৰে মোৰ প্ৰেমক জয়ী কৰিব পাৰো নে নোৱাৰো - এবাৰ চাম প্ৰেম সৰ্বজয়ী হয়নে নহয়? |
| কমলা | : নোৱাৰ বিজয়া। মানুহৰ সকলো কামৰে এটা সীমা আছে। ধৈৰ্য্যয়ো সীমা অতিক্ৰম কৰিব নোৱাৰে। লক্ষ্মী অৱতাৰী স্বয়ং সীতা দেৱীয়েও এই ধৈৰ্য্যৰ সীমা পাৰ হ'ব নোৱাৰি ৰামচন্দ্ৰৰ মুখৰ এবাৰ কথাত পাতাললৈ গুচি গ'ল। |
| বিজয়া | : তথাপি মই সহিম। |
| কমলা | : বিজয়া। |
| বিজয়া | : আই। - আই, মোৰ এটা অনুৰোধ ৰাখিবানে? |
| কমলা | : তোৰ অনুৰোধ? |
| বিজয়া | : তুমি মোৰ ওচৰলৈ নাহিবাঁ। |
| কমলা | : তোৰ ওচৰলৈ মই নাহিম? |
| বিজয়া | : নাহিবাঁ আই, তুমি নাহিবাঁ। |
| | (ভিতৰ সোমায়) |
| কমলা | : হিয়া ভাগি গৈছে, তথাপি মুখ ফুটাই কোৱা নাই, উঃ ইমান কৰুণ? (প্ৰস্থান) |

## দ্বিতীয় দৃশ্য

### উদয় সাগৰৰ পাৰ

| | |
|---|---|
| | (আদিল আৰু পুৰঞ্জয় আছে) |
| আদি | : বন্ধু, আপোনালোক সঁচাকৈয়ে ধন্য, স্বাধীন গৌৰৱ-মণ্ডিত এই উদয়পুৰ মেৱাৰীৰ পক্ষে সঁচাকৈয়ে গৌৰৱৰ বস্তু। পাহাৰৰ ওপৰত থকা সৌ দুৰ্গ আৰু ৰাজপ্ৰসাদৰ দৃশ্য অতি মনোৰম। |
| পুৰ | : স্বাধীনতা মেৱাৰীৰ মহামন্ত্ৰ। সৌ যে দেখিছে পাহাৰবোৰ — তাৰ প্ৰত্যেকটিয়েই একো একোটা অতীত কীৰ্ত্তিৰ বিজয়স্তম্ভ। তাৰ প্ৰত্যেকটো শিলত একো একোজন ৰাজপুত বীৰৰ জীৱন কাহিনী সোণালী আখৰেৰে লিখা আছে। |

বিজয়া

আদি : মোগল আক্ৰমণৰ কথা মনত পৰিলে মুছলমানক ঘিণ কৰিবৰ মন যায়, নহয়নে?

পুৰ : স্বাধীনতাৰ শত্ৰু বুলি, স্বদেশৰ শত্ৰু বুলি সকলোকে ঘিণ কৰোঁ, কিন্তু কেৱল মুছলমান বুলি নহয়।

আদি : অতীতৰ কথা সুঁৱৰি মোৰ ওপৰত আপোনাৰ খং উঠা নাই কিয়?

পুৰ : যেতিয়া মুছলমানে ভাৰতক জন্ম-ভূমি বুলি গ্ৰহণ কৰিছে, যেতিয়া মুছলমানে ভাৰতৰ কল্যাণ কামনা কৰিছে, আমি কিয় ভাই বুলি বুকুত তুলি নল'ম? কেৱল জাতিগত ঈৰ্ষাৰ জুই জ্বলাই ভাৰতক কিয় অপমান কৰিম?

আদি : এই উদাৰ বাক্য, এনে মিলন-প্ৰয়াস আজি হিন্দু-মুছলমানৰ প্ৰয়োজন। গোটেই ভাৰত এক হওক - হিন্দু মুছলমান এক হওক —

পুৰ : হ'ব, হ'ব। হিন্দু মুছলমানৰ মিলনত এনে এখন ভাৰত গঠিত হ'ব, য'ত বিশ্বৰাজ্যৰ সৰ্বশ্ৰেষ্ঠ আসন খনিয়ে ভাৰত জননীক কোলাত তুলি ল'ব। যাক দেখি সভক্তিৰে জগতে এবাৰ মূৰ দোঁৱাই যাব।

আদি : বন্ধু, ভাৰত কল্পনাৰ অতীত সাম্ৰাজ্য। ইয়াতে কিমান সপোন দি ঠকত পৰিণত হ'ল। কিমান যুৱজী অমৰ হৈ ৰ'ল। কিন্তু আজি ভাইয়ে ভাইক অনাদৰ কৰি, অবিশ্বাস কৰি জন্মভূমিৰ প্ৰতি অন্যায় কৰিছে।

পুৰ : সেইটিয়েই ভাৰতৰ দোষ। হিন্দু জাতিটো বৰ অভিমানী। আপোনাক মুছলমান বুলি - মোক হীন কুল বুলি ঘিণ কৰিব অথচ তেওঁবিলাকে ভাবি নেচায় যে, জাত ধৰ্মৰ অভিমানৰ ওপৰত কি বিমল গৌৰব বৈ আছে।

আদি : বন্ধু, আপুনি ঠিক কৈছে। ভাৰত আজিও অপৰাজিত হৈ থাকিলহেঁতেন, যদি এনে সাম্প্ৰদায়িক সংকীৰ্ণতাই ভাৰতবাসীৰ মন কলুষিত নকৰিলেহেঁতেন।

পুৰ : সেইবাবেই কৈছোঁ, ভাৰতবাসী বৰ অভিমানী — ব্যক্তিগত স্বাৰ্থ সিদ্ধিৰ কাৰণেই জাতিৰ গৌৰৱ নষ্ট কৰি আজি এই দশা।

আদি : সভ্য সমাজত ই বৰ গৰ্হিত কাম।

পুৰ : আমি সভ্যতাৰ মুখাহে পিন্ধিছোঁ। সভ্য আপোনালোক, সভ্য ইৰাণ, তুৰাণ, পাৰস্য, আফগানিস্থান।

( নেপথ্যত শোভা—যাত্ৰাৰ জয়ধ্বনি, এদল সৈন্যই গাই গাই আহে)

আদি : সেয়া কিহৰ জয় ধ্বনি?

পুৰ : দুৰ্গৰ পৰা সৈন্যসকল ওলাইছে, এই সময়ত সদায় উদয় সাগৰৰ পাৰত সৈন্যৰ শোভাযাত্ৰা হয়। সৌৱা, সেনাপতিও লগতে আহিছে।

(দূৰত সৈন্যদলৰ প্ৰবেশ। সমুখত সেনাপতিয়ে এখন ডাঙৰ ৰক্ত পতাকা লৈ আহে, পাছত সৈন্যসকল।)

গীত

শিৰে শিৰে বই শোণিতৰ নৈ শত মেৱাৰীৰ
জাগক প্ৰাণ।
সুঁৱৰি অতীত ভৈৰৱ গীত ৰুদ্ৰ বীণাত
দিয়ক তান।।
শত সাধনাৰ মেৱাৰ আমাৰ, আমাৰ জননী
ভাৰতী আই।
থাকোতে অমৰ শক্তিৰ বৰ শংকা কোনোৱা
কৰিব ভাই।।
শক্তি আমাৰ, সাধনা আমাৰ, আমাৰ শোণিত
আমাৰ প্ৰাণ।
জয় জয় বুলি, হেঁপাহেৰে তুলি, দিয়া জননীক
অমৰ দান।।

( গাই গাই গুচি যায়)

আদি : বন্ধু, সঙ্গীতৰ শব্দত যেন মোৰ শৰীৰ নাচি উঠিল। যেন মোৰ শোণিত-সাগৰত ঢৌ উঠিবলৈ ধৰিলে।

---

বিজয়া

পূব : সেইয়ে স্বাধীনতা। সেয়ে স্বাধীনতাৰ মূল্য।

আদি : বন্ধু, মই কৰ্তব্য পাহৰি গৈছোঁ। পাহৰি গলোঁ, যে মই চয়তানী বেগমক ধৰি নিবলৈ আহিছিলোঁ।

পূব : কিয়, এতিয়াও সময় আছে। তাইৰ কথা মনত পৰিলে গোটেই মানৱ জাতিটো এটা অদ্ভুত সৃষ্টি বুলি বোধ হয়।

আদি : সাপ! সাপ! সুন্দৰী ৰমণীৰ বেশেৰে তাই কাল সাপ।

# তৃতীয় দৃশ্য

## কক্ষ

জুলি : কিমান চেষ্টা বিফল হৈছে! কিমান ৰাতি বিজয়া শুই থাকোঁতে এই অস্ত্ৰ তাইৰ বুক ভেদৰাই দিবলৈ গৈ উলটি আহিছোঁ। শত্ৰু হলেও তাইৰ মুখখন দেখিলে মৰম লাগে। কিন্তু কোনে মোক ইমান ভয় দেখুৱাইছে? মই নিজেই চয়তানী, মোক কি ভয় দেখুৱাবি? বিশ্বসিংহৰ প্ৰত্যাখ্যান এতিয়াও মোৰ বুকুত বাজি আছে। মই তাৰ প্ৰতিশোধ নললেনে? ইমান পাষাণী হৈ, চয়তানীৰ জীৱন্ত প্ৰতি-মূৰ্তি হৈও যদি সামান্য কাম এটাত বিফল হওঁ তেন্তে মোৰ সফলতা কিহত? মই বিশ্বসিংহক তিল তিলকৈ দগ্ধ কৰিম, তাক সোঁৱৰাই দিম নাৰীৰ প্ৰেম প্ৰত্যাখ্যান কৰাৰ ফল কিমান ভীষণ। — এই অস্ত্ৰ! ইয়াৰ আগেদি যিদিনা টোপ্ টোপ্ কৈ বিজয়াৰ বুকুৰ তপত তেজ মাটিত পৰিব, সেইদিনাহে প্ৰাণত শান্তি পাম।
( বাহিৰত 'মধুবাই')

জুলি : কোন? কোন? (দুৱাৰৰ ওচৰ চাপি)

বাহিৰত দীনদাস : দুৱাৰ মেলি দিয়াঁ।
(জুলিমাই দুৱাৰ মেলি দিয়ে, দীনদাস সোমাই আহে।)

দীন : ইকি! তোমাৰ হাতত অস্ত্ৰ যে?

জুলি : এই ৰাতি শুদা হাতেৰে দুৱাৰ মেলি দিবলৈ ভয় লাগে।

দীন : অৱশ্যে। কিন্তু মধুবাই, মোৰ হ'ল কি?

জুলি : কি হ'ল?

দীন : দুদিনমানৰ পৰা মোৰ টোপনি নধৰা হৈছে।

জুলি : বৰ বেছি গৰম পৰিছে, সেই কাৰণেই বোধ হয় আপোনাৰ টোপনি অহা নাই।

দীন : নহয়, মধু, মই শুবলৈ ধৰিলেই কলাঘুমটীয়া অৱস্থাতে কিবা কিবি ভয় লগা সমাজিক বোৰ দেখোঁ অথচ সেইবোৰ সমাজিকো নহয়, দি ঠকো নহয়। এইমাত্ৰ এটা সামাজিক দেখিলোঁ, মোক হত্যা কৰিবলৈ এটা বলিয়া মানুহ ল'ৰি আহিছে। ভয়ত অস্থিৰ হৈ মধু বুলি মই তোমাক চিঞৰিছোঁ।

জুলিমা : শোৱাৰ আগতে আপুনি চাগে তেনেকুৱা কিবা কথা ভাবি আছিল।

দীনদাস : ক'ত? মই কেতিয়াও তেনে কথা ভবা নাই।

জুলিমা : কিয়, আপুনি দেখোন সদায় বিশ্বসিংহৰ কথাকে ভাবি থাকে।

দীনদাস : কিন্তু কি হ'ল জানানে? স্বপ্ন যদিও সঁচা নহয়, তাৰ কাৰণে ভয় লাগে কিয়?

জুলিমা : সেইটো এটা ডাঙৰ কথা। ময়ো যে কেতিয়াবা স্বপ্ন দেখি ভয় খোৱা নাই এনে নহয়। অনেক ৰাতি স্বপ্নৰ ভয়ত উজাগৰে কটাইছোঁ আৰু সেই বাবেই এজন ইৰাণী দৰবেশৰ পৰা এই তাবিজটো লৈছোঁ।

দীনদাস : (জুলিমাৰ হাঁ টো দেখি) এইটো — এইটো — হেঁ হেঁ?

জুলিমা : ক'ত, কি দেখিলে? সেইটো দেখোন মোৰ হাঁহে।

দীনদাস : অ', তেন্তে জুলিমা মই এতিয়াও স্বপ্ন দেখিয়েই আছিলোঁ।

জুলিমা : নাই, আপুনি মিছা চিন্তা নকৰিব। আপুনি ইয়াতে অলপ শোওক। মই আপোনাক অলপ চৰবৎ আনি দিওঁ। (জুলিমা

বিজয়া

ভিতৰলৈ যায়। দীনদাসৰ টোপনি আহিব খোজে আৰু হঠাতে উচাপ্ খাই উঠে।)

দীনদাস : ইকি। ইকি। তুমি বিশ্বসিংহ? মোক হত্যা কৰিবলৈ আহিছা? তুমি হাঁহিছা? হাঁহি হাঁহি মোক হত্যা কৰিবা? ইকি? বিশ্বসিংহ, তৰোৱালৰ আগেৰে তুমি আঙুৰ লেখিছা? তুমি শূন্যত আখৰ লেখিব পাৰা? 'প্ৰতিহিংসা'। 'প্ৰতিহিংসা'। (দীনদাসে দেখিছে যেন বিশ্বসিংহেই শূন্যত তৰোৱালৰ আগত তেজ সানি সেইদৰে আখৰ লেখি দিছে। ভয়েৰে ওপৰলৈ চাই চাই কল্পিত আশঙ্কাত দীনদাস পাছ হুঁহকি যায়।) মোক হত্যা কৰিবা? (পাছ হুঁহকি গৈ থাকে আৰু ভিতৰৰ পৰা জুলিমা ওলাই আহোঁতে দীনদাসৰ গাত খুন্দাখাই হাতৰ চৰৰতৰ পাত্ৰটো পৰি ভাগে। জুলিমাই দীনদাসক ধৰি শুৱাব খোজে।)

## চতুৰ্থ দৃশ্য

### দীনদাসৰ বাৰীৰ ভিতৰ

(ভয়ে ভয়ে আদিল আৰু এটা গুপ্তচৰ আহে)

আদিল : মনে মনে আহ। বেছি শব্দ নকৰিবি। সৌ ঘৰটোৰ পিনে জুলিমা যোৱা যেন দেখিছোঁ।

গুপ্তচৰ : ব'লক — জনাব, এতিয়াই চঁফা কৰি দিওঁ।

আদিল : চুপ। লোকৰ বাৰীৰ ভিতৰত বৰকৈ কথা নকবি। ধৰা পৰিলে গৰ্দান যাব।

গুপ্তচৰ : নহয় জনাব। সৌ পিনে লুকাই থাকোঁ - ব'লক। সেই ঘৰটোতে তাই থাকে। ৰাতি গহীন হ'লেই —

আদিল : চুপ। চুপ। সিহঁত এতিয়াও সাৰেই আছে। আমি আজি গুচি যোৱাহে ভাল। ব'ল। (দুয়ো গুচি যায়)

## পঞ্চম দৃশ্য

### আলিবাট

(বিশ্বসিংহৰ প্ৰবেশ)

বিশ্বসিংহ : আহা। ভিক্ষাৰী সি। তাৰ প্ৰিয়তমাৰ কাৰণে জগতক সি ভিক্ষা খুজিছিল। কাৰণ প্ৰিয়তমাৰ দুখত তাৰ দুখ! কিন্তু উস! জগতৰ চকুৰ ঘৃণ্য হৈছোঁ - অহহ। হৃদয়ৰ শোণিত সাগৰ শুকাই গ'ল। শান্তি সৰোবৰ বিবৰে উপচি পৰিল- প্ৰেমৰ মন্দাকিনী ধাৰা তীব্ৰ বেদনাত পৰিণত হ'ল। আদৰৰ কল্পনাতে যি প্ৰাণ এদিন তন্ময় হৈ গৈছিল, আজি সেই প্ৰাণত যন্ত্ৰণাৰ ভীষণ হাহাকাৰ। আজি তাত পিশাচে তাণ্ডৱ নৃত্য কৰিছে। — প্ৰতিশোধ, প্ৰতিশোধৰ আট্টহাস্যত বিবেক লুপ্ত হৈ গৈছে। -প্ৰতিশোধ ল'ম। নিশ্চয় ল'ম। দীনদাসৰ ওপৰত ভীষণ প্ৰতিশোধ ল'ম। তাৰ বুকুৰ ওপৰেদি তেজৰ নৈ বোৱাই দিম। চাম দীনদাসৰ কিমান শক্তি আছে! চাম, তাৰ অভিজাত্যৰ অভিমান ক'ত থাকে। সৌৱা, সৌৱা, সি আহিছে। প্ৰতিশোধ। প্ৰতিশোধ। দীনদাস।

( বেগেৰে লৰ মাৰে।)

( পাছ ফালৰ পৰা পুৰঞ্জয়ৰ প্ৰবেশ)

পুৰঞ্জয় : বিশ্বসিংহ লৰ মাৰিছে কিয়? সৰ্বনাশ। সৌৱা দীনদাসক আক্ৰমণ কৰিলে। আজি আৰু ৰক্ষা নাই।

( লৰ মাৰে)

বিজয়া

# পট পৰিবৰ্তন

( দীনদাসৰ বুকুৰ ওপৰত বিশ্বসিংহ বহি থাকে।)

দীনদাস : বিশ্বসিংহ, এৰিদে, এৰিদে, অন্যায় ভাবে কিয় মোক আহত কৰিব খুজিছ?

বিশ্ব : অন্যায়? অন্যায়? ভেন্তে উঠ ন্যায়বান, উঠ! আকৌ তোক আহ্বান কৰিছোঁ।

(বেগাই পুৰঞ্জয়ৰ প্ৰবেশ।)

পুৰ : (বিশ্বসিংহৰ হাতত ধৰি) ক্ষান্ত হোৱাঁ, ক্ষান্ত হোৱা বিশ্বসিংহ।

বিশ্ব : (এন্থাৰ মাৰি) ক্ষান্ত হ'ম? মই ক্ষান্ত হ'ম? যোৱা তোমাক কোনে মাতিছে? আজি মই প্ৰতিহিংসাৰ পিশাচ-মূৰ্ত্তি, আজি মোৰ মনুষ্যত্ব নাই ; মোৰ বিবেক নাই — দীনদাস।

দীন : কাপুৰুষ?

(দীনদাসক আকৌ আক্ৰমণ কৰে। অৱশ হৈ দীনদাস পৰি যায়। বিশ্বসিংহই বুকৰ ওপৰত আকৌ হেঁচা মাৰি ধৰে।)

পুৰ : যাওঁ বেগেতে কটোৱালক খবৰ দিওঁ। (লৰি যায়)

বিশ্ব : এইবাৰ পৰাস্ত হৈও মনত পৰা নাইনে পিশাচ তই মোক কি কৰিলি? ক'ব পাৰনে তই কেনেকৈ মোৰ হৃদয় শ্মশান কৰিলি? স্বীকাৰ কৰিছনে বিজয়াৰ প্ৰেমত মই বিজয়ী?

দীন : (ছট্ ফট্ কৰি হাতেৰে 'নকৰো' বুলি কয়।)

বিশ্ব : নকৰ?

দীন : নকৰো।

বিশ্ব : তেনে আৰু ল (দীনদাসক আঘাত কৰে।) মোৰ জীৱনৰ কঠোৰ সাধনা নষ্ট কৰি, মোৰ বুকৰ মণিক কাঢ়ি নিছিলি? আজি, আজি তোক কোনে ৰাখিব? ক'লৈ গ'ল আজি তোৰ ইচ্ছা?

(দীনদাসক আঘাত কৰে।)

দীন : বিশ্বসিংহ, স্বীকাৰ কৰিছোঁ মই ভুল কৰিলোঁ। মোক ক্ষমা কৰা।

বিশ্ব : ক্ষমা এতিয়া বিচাৰিছ? এতিয়া ক্ষমা ক'ত আছে? এতিয়া মই দয়া, ক্ষমা, প্ৰেমৰ ৰাজ্য পুৰি ছাৰখাৰ কৰিলোঁ। ক্ষমা নাই, আৰু ক্ষমা নাই দীনদাস — (কান্দে)

দীন : স্বীকাৰ কৰিছোঁ তোমাৰ জয় হ'ল বিশ্বসিংহ — কিন্তু - ।

বিশ্ব : কিন্তু কি? আৰু কি কৰি? মোৰ হৃদয় অন্ধকাৰ, সংসাৰ অন্ধকাৰ, জগত অন্ধকাৰ কৰি দিলি আৰু কি বাকী থৈছ?

দীন : শুনা - বিশ্বসিংহ তোমাৰ পৰম শত্ৰু জুলিমা বেগমৰ হাতত এনে কিছুমান চিঠি থৈ দিছোঁ যি বোৰে মোৰ এই পৰাজয়ৰ প্ৰতিশোধ ল'ব।

বিশ্ব : ভয় নাই। আজি মই নিজেই প্ৰতিশোধ। আৰু কিহৰ প্ৰতিশোধ। (দীনদাসক এন্থাৰ মাৰি দি উঠে আৰু উন্মাদ গতিৰে 'বিজয়া' বুলি লৰ মাৰে।)

(কটোৱাল আৰু দুটা মানুহৰ প্ৰবেশ)

কটোৱাল : এখেতক বেগেতে চিকিৎসালয়লৈ লৈ ব'ল। ধৰ। ধৰ। ( ডাঙি ধৰে)

## ষষ্ঠ দৃশ্য

### মুকলি ঠাই

(গীত গাই গাই ভিক্ষাৰী সোমাই আহে।)

### গীত

সপোন কুঁহেলি হেৰ' কোনে আনিলি,
সপোন সুখৰ কোনে দ'ল সাজিলি?
সুখৰ সপোন ৰাগি
নিমিষে এবায় লাগি,
সোণৰ কলচি ভাগি
যায় উৰি।।
বননিৰ চউপাশে আন্ধাৰৰ খনি
আন্ধাৰ হিয়াত মোৰ কত শত বাণী। —
স্মৃতিৰ নেদেখি কুল
জীৱনেই মহাভুল,
মন্দিৰ ঢাকি থ'লে,

## সপ্তম দৃশ্য

### দীনদাসৰ চোতাল

(এখন খিড়িকীৰ দাতিত বিশ্বসিংহ ঠিয় দি থাকে।)

বিশ্ব : উস্। হিয়াৰ মাজত এখন স্মৃতিৰ শ্মশান জ্বলিব লাগিছে। কোনোবাই যেন মোৰ ভাগৱত জাপ যাব খোজা চকু দুটাৰ ফালে চাই কৈছে- 'বিশ্বসিংহ।'- যেন কোনোবা অতীত যুগৰ বাসন্তী উষাতে শুনা সুমধুৰ মাত এটি। — কি আদৰ কৰি কৈছে - 'বিশ্বসিংহ ইমান তন্দ্ৰা? হৃদয়ত তোৰ ইমান বিষ?' কোনে ক'লে? কেনি গ'ল? আ-হা-হা। মোৰ সোণৰ শৈশৱ? নিমিষে নিমিষে, দিনে দিনে, পলে-পলে- মোৰ প্ৰতি কথাটিৰে, প্ৰত্যেক বিশ্বাসটিৰে, প্ৰত্যেক ইচ্ছা-আকাংক্ষাটিৰে কিমান দিনৰে পৰা বিজয়াক মোৰ মানসী মূৰ্তিৰ লগত মিলাই থৈছোঁ — এটা উদ্ধত নৰ-পশুৰ অত্যাচাৰে মোৰ বুকুৰ পৰা বিজয়াক আঁতৰাই নিব খুজিছিল। — এই যৱবাৰীবোৰ লৰিছে কিয়? মানুহবোৰো লৰিছেনে কি? নাই, মানুহ লৰিব কেনেকৈ? মানুহ যে অলৰ —

বিজয়া

(ওপৰৰ পৰা বিজয়া নামি আহে)

বিজয়া : (ধীৰেৰে) বিশ্বসিংহ।

বিশ্ব : আঃ ! কি তৃপ্তি। কোন? তুমি কোন? তোমাৰ এনাৰ মাতত ইমান মাধুৰী?

বিজয়া : এই কালে চোৱা - মই বিজয়া।

বিশ্ব : বিজয়া। বিজয়া।

বিজয়া : অধৈৰ্য্য হৈছা কিয়? (কান্দো কান্দো হৈ) বিশ্ব?

বিশ্ব : বিজয়া। বিজয়া। তুমিয়েই এদিন মোক কোৱা নাছিলানে যে, মোৰ প্ৰতি তোমাৰ প্ৰেম অচল অটল হৈ থাকিব? তোমাৰ সেই প্ৰতিজ্ঞা নেৰাখিলা কিয়?

বিজয়া : (স্বগতঃ) মই এতিয়া ক'ম কি? কেনেকৈ কওঁ মই কিয় দীনদাসক বৰণ কৰিলোঁ। সেইটো যদি মুখ ফুটাই ক'ব পৰা কথা হ'লহেঁতেন। আহ।। আহ?

বিশ্ব : নেমাতিলা কিয়? কোৱা —

বিজয়া : ক'ম কি? মোৰ নিজৰ গাতেই দোষ; মোক ক্ষমা কৰা। (কান্দে)

বিশ্ব : বিজয়া, তুমিও কান্দিছা? মই জানো মোৰ অন্তৰে জানে তুমি সৰলা। তুমি দেৱী। আহা বিজয়া, মোৰ কাষলৈ আহা - আজি মই তোমাক এৰি এক মুহূৰ্তও থাকিব নোৱাৰোঁ। মই আজি তোমাক বলেৰে লৈ যাম।

বিজয়া : বলেৰে লৈ যাবা? ভাবি চোৱা, মই এতিয়া মোৰ নিজৰ নহওঁ। মই দীনদাসৰ। তেওঁ মোক তেওঁৰ মৰ্য্যাদাৰ ৰখীয়া কৰি থৈছে। তেওঁৰ প্ৰতি বিশ্বাসী হৈ থাকিবলৈ মই বাধ্য।

বিশ্ব : কিন্তু মোৰ বিবেক আজি সিমান উদাৰ নহয়, মোৰ গতিও সিমান ধীৰ নহয়। - তুমি আহা, মোৰ লগত যাব লাগিব।

বিজয়া : বিশুদ্ধ ব্ৰতে আমাৰ প্ৰেম নিষ্কলঙ্ক কৰি ৰাখিব। পবিত্ৰ তুলসীৰ দৰে আমি তাৰ সম্মান ৰক্ষা কৰিম। বিশ্বসিংহ, পৃথিৱীত যাতনা - কিন্তু সৰগত শান্তি বিৰাজ কৰিছে।

বিশ্ব : সিমান ভাবিবৰ মোৰ সময় নাই। মোৰ হৃদয় শুকান মৰুভূমিৰ নিচিনা হৈ গৈছে — আঘাতৰ উপৰি আঘাত লাগিছে। মই কি কৈছোঁ- কি কৰিছোঁ- নিজেই ক'ব পৰা নাই।

বিজয়া : ময়ো তোমাৰ যন্ত্ৰণা দেখা পাইছোঁ কিন্তু কৰিম কি? মোৰ প্ৰেম তোমাৰ নিজা, মই আগেয়েও তোমাৰ এতিয়াও তোমাৰে। তোমাৰ মূৰ্ত্তি মোৰ হিয়াত আঁকা আছে। মই নীৰৱে তাক আৰাধনা কৰিম।

বিশ্ব : নীৰৱে নীৰৱে থাকি প্ৰাণত যি প্ৰচণ্ড ধুমুহা উঠিছে আজি তাক শান্ত কৰিবৰ আন একো উপায় নাই বিজয়া। তুমি আজি মোক কাল সাগৰত উটাই নিদিবা।

বিজয়া : (কান্দো কান্দো হৈ বুকু ভগা মাতেৰে) মই যে এজনৰ বিবাহিতা ভাৰ্য্যা।

বিশ্ব : দীনদাসৰ? - মই তাক হত্যা কৰি আহিছোঁ।

বিজয়া : কি সৰ্বনাশ কৰিলা? কিয় তেওঁক হত্যা কৰিলা?

বিশ্ব : কিয় হত্যা কৰিলো ক'ব নোৱাৰো। শুনা — মৰিবৰ আগতে সি কৈ গৈছে - "তোমাৰ জয় হ'ল হয় কিন্তু জুলিমাই ইয়াৰ প্ৰতিশোধ ল'ব। তাইৰ হাতত চিঠিবোৰ আছে।"

বিজয়া : কি চিঠি?

বিশ্ব : ক'ব নোৱাৰোঁ।

বিজয়া : (বিৰক্তিৰে) কাৰ কলঙ্ককাহিনী সেই চিঠিবোৰত লুকাই আছে? মোৰ নিজৰ নেকি? কি বিপদ। তুমি ক'ব নোৱাৰনে সেইবোৰ কি চিঠি?

বিশ্ব : মই সেইবোৰ একো নাজনোঁ। এতিয়া মোক কোৱা — তুমি যাবানে নোযোৱা?

বিজয়া : বাৰে বাৰে কৈছোঁ - মোৰ ওপৰত এতিয়া মোৰ একো হাত নাই।

বিশ্ব : (খঙেৰে) কিন্তু দীনদাস যে আৰু এই জগতত নাই। (হাতত ধৰি) তুমি যাব লাগিব।

বিজয়া : বিশ্বসিংহ। তোমাৰ পদে পদে বিপদ। ছিঃ। মই তোমাক বিষ কৰোঁ —

বিশ্ব : কি। কি। বিজয়া, তুমি মোক বিষ কৰা? বিজয়া। বিজয়া। মোৰ বুকু ভাগি গ'ল- হৃদয় চুৰমাৰ হ'ল। - অ-হ-হ। অৱশেষত

বিজয়া

বিজয়ায়ো মোক ঘিণ কৰিলে। বাঠি তৰোৱালৰ কোৰ, দুৰ্ভাগ্য দুৰাশাৰ প্ৰবঞ্চনা আৰু সাতোটি বছৰৰ প্ৰাণপন চেষ্টাৰ প্ৰতাৰণা সহ্য কৰি কৰি শেষত শুনিলোঁ - মোৰ আচৰণ ঘৃণনীয়! মই ঘৃণনীয় —

(কওঁতে কওঁতে বিশ্বসিংহৰ বুকু ভাগি যাব খুজিছে আৰু অৱশ হৈ ঢ'লি পৰি যায়।)

বিজয়া : (অলপ অধৈৰ্য্য হে ডাঙৰকৈ কয়।) কপাল। কপাল। মোৰ কপাল। নিয়তিয়ে কোৱাইছে, মই কোৱা নাই। মই তোমাক ঘিণ কৰিব পাৰোনে বিশ্বসিংহ? ইকি। তুমি এনে কৰিছা কিয়? বিশ্বসিংহ। দেৱতা? মোৰ প্ৰিয়তম।

(ধৰি ধৰি ভিতৰলৈ লৈ যায়।)

## অষ্টম দৃশ্য

### দীনদাসৰ পদুলি

(ভিতৰত হাই উৰুমি, ধৰ্ মাৰ শব্দ হৈছে। আদিল আৰু কিছুমান মানুহ ল'ৰি আহে)

এটা মানুহ : এইটো, এইটো, ইয়েই মানুহজনীক হত্যা কৰিছে।

আন এটা : ধৰ্ ইয়াক তপতে তপতে ধৰি নি খবৰ দিলে বহুত পুৰস্কাৰ পাম।

আদিল : বৰা, মই হত্যাকাৰী নহওঁ। এই চোৱা-লক্ষৌ নবাবৰ ইস্তাহাৰ। নবাবৰ আদেশ মতে মই তেওঁক হত্যা কৰিছোঁ।

এটা মানুহ : (পঢ়ি) থোৱাঁ - বৰ দোষতো কৰিলে। কিবাবোলে শাস্ত্ৰয়ো কৈছে 'সতীৰো পতিভ্ৰম' হয়

আন এটা : নহয় ইয়াক, ইয়াক ধৰ্। ই বৰ অঘাইটং (ধৰিব খোজে, এনেতে পুৰঞ্জয়ৰ প্ৰবেশ)

পুৰঞ্জয় : সাৱধান। তেওঁক নধৰিবাঁ। তোমালোক গুচি যোৱাঁ — তেওঁৰ একো দোষ নাই। ( মানুহবোৰ এটা এটাকৈ আঁতৰে)

আদিল : (এখন ছুৰী দেখুৱাই) এই চাওক, এই বিষাক্ত অস্ত্ৰেৰে বিজয়াক হত্যা কৰিবলৈ পিশাচী আহি উদয়পুৰ পাইছিলহি।

পুৰঞ্জয় : আজি সকলো শেষ হ'ল। বিশ্বসিংহই দীনদাসৰ ওপৰত ভীষণ প্ৰতিশোধ ল'লে। বেচেৰাৰ চিকিৎসালয়তে মৃত্যু হ'ল।

আদিল : সেইয়া কিহৰ শব্দ? এই পিনে যেন এটা কৰুণ ধ্বনি শুনিলোঁ?

(ভিতৰত 'হায়' 'হায়' শব্দ)

আদিল : সৰ্বনাশ। বোধ হয় উন্মাদ বিশ্বসিংহই বিজয়াকো কিবা কৰিলে হ'ব পায়। আহক- আহক-

(দুয়ো বেগাই যায়)

## নৱম দৃশ্য

### দীনদাসৰ ঘৰৰ ভিতৰ

(এখন শয্যাত বিশ্বসিংহৰ অচেতন দেহ পৰি থাকে। ওচৰত এজন বৈদ্য আৰু দুইতিনিজন মানুহ। কমলা আৰু বিজয়া বিষাদ মনেৰে থাকে। বিজয়াৰ অৱস্থা শোক লগা।)

কমলা : কোৱাঁ, কোৱাঁ বৈদ্য, বিশ্বসিংহৰ কি হৈছে?

বৈদ্য : (গম্ভীৰ সুৰেৰে) কাৰণ বৰ গুৰুতৰ। হৃদয়ৰ বিকাৰত শৰীৰ বৰ দুৰ্বল। অকস্মাৎ গুৰুতৰ মানসিক আঘাত পাই স্পন্দন কমি আহিছে।

কমলা : ইকি। বিশ্বসিংহৰ গা দেখোন তেনেই চেঁচা পৰি আহিছে? বৈদ্য? চোৱাঁচোন চোৱাঁ। চেতনা ঘূৰি আহিবনে?

বিজয়া : আহিবনে, আহিবনে বৈদ্য? হায়। হায়। মই কি কৰিলোঁ? কি কৰিলোঁ?

বৈদ্য : (বিশ্বসিংহৰ নাড়ীত হাত দি) ঈশ্বৰৰ ইচ্ছা!.....

বিজয়া : কি হ'ল বৈদ্য? নহয় আকৌ চোৱাঁ। তোমাৰ ভুল হৈছে বৈদ্য। (বিশ্বক সাৱটি ধৰে)

বৈদ্য : (বিষাদ মনেৰে) সকলো শেষ!..... (তলমূৰ কৰি ওলাই যায়)

বিজয়া : (কান্দি কান্দি) প্ৰিয়তম। প্ৰিয়তম। শুনা জীৱন কালত যি কথা মুখ ফুটাই ক'বলৈ সুযোগ নাপালোঁ, যাৰ অভাৱত তুমি আজি........(বিশ্বক সাৱটি ধৰি)

কমলা : জুলিমাৰ প্ৰতিশোধ পূৰ্ণ হ'ল।

বিজয়া : জুলিমা নহয় — জুলিমা নহয়। ময়েই সৰ্বনাশ কৰিলোঁ। হঠাৎ কলোঁ, - 'মই তোমাক বিশ কৰোঁ'। সেয়েই কাল হ'ল।

কমলা : বিজয়া। বিজয়া।

বিজয়া : (উন্মাদিনীৰ দৰে উঠি কেউফালে চাই) আই। আই।- কি কৰিলোঁ? কি কৰিলোঁ? বিশ্বসিংহ। অপৰাধ মোৰ কৰিবা মৰ্ষণ। তোমাৰে আছিলোঁ মই প্ৰাণৰ প্ৰতিমা — তোমাৰ হৈয়েই যেন জন্ম জন্মান্তৰে তোমাৰ কাষতে পাওঁ স্থান — জীৱন দেৱতা মোৰ!...... (ঢ'লি বিশ্বসিংহৰ গাত পৰি গ'ল)

কমলা : বিজয়া । বিজয়া আৰু নাই।

যৱনিকা

# কমতা কুঁৱৰী

## চৰিত্ৰাৱলী

### পুৰুষ

| | | |
|---|---|---|
| নীলাম্বৰ | .................. | কমতাপুৰৰ ৰজা |
| শচীপাত্ৰ | .................. | ঐ মন্ত্ৰী |
| জয়ন্তমাধৱ | .................. | ঐ এজন সেনাপতি |
| মনোহৰ | .................. | মন্ত্ৰীৰ পুতেক |
| কুসুম্বৰ | .................. | এজন কমতাবাসী যুৱক |
| হৰিতাল | .................. | এজন সংসাৰ বিৰাগী মানুহ |
| হোছেন খা | .................. | গৌড়ৰ নবাব |
| ৰূমী খা | .................. | গৌড়ৰ এজন ফৌজদাৰ |
| তগবোল | .................. | ৰূপীখাঁৰ সহকাৰী |

কমতাৰ ৰাজ-পুৰোহিত, কণা ব'ৰাগী,
ৰাজকবি, নগৰ ৰক্ষক আদি —

### স্ত্ৰী

| | | |
|---|---|---|
| সাদৰী | .................. | কমতাৰ ৰাণী |
| বিমলা | .................. | ৰাণীৰ সখী |
| জেটুকী | .................. | লিগিৰী |

# প্ৰথম অঙ্ক

## প্ৰথম দৃশ্য

### মন্ত্ৰীৰ ঘৰ

(মন্ত্ৰী আৰু কুসুম্বৰ)

শচীপাত্ৰ : অসম্ভৱ।

কুসুম্বৰ : অসম্ভৱ?

শচী : অসম্ভৱ কুসুম্বৰ। মোৰ মনোৱে তেনে কাম নকৰে।

কুসুম : কিন্তু মন্ত্ৰী ডাঙৰীয়া, আপোনাৰ আগত আপোনাৰ পুতেকৰ অপবাদ এটাৰ কথা কবলৈ মোৰ জানো শঙ্কা নহয়?

শচী : কিন্তু তথাপিও দেখোন বিশ্বাস কৰিবৰ মন নাযায়?

কুসুম : সেইটো একো আচৰিত নহয়। আপুনি এখন ৰাজ্যৰ গুৰিত, — ইফালে আপোনাৰ বংশৰ গৌৰৱ — তাৰ উপৰি নিজৰ পুতেকৰ কথা। পিছে মই হ'লে নিজ চকুৰে দেখিছোঁ ডাঙৰীয়া।

শচী : তুমি নিজে দেখিছিলা?

কুসুম : এদিন নহয়, দুদিন নহয়, তিনিদিন। ঠিক একে সময়তে আৰু একে ঠাইতে।

শচী : (তবধ মানি) বিমলাৰ লগত?

কুসুম : হয় ডাঙৰীয়া।

শচী : ৰ'বা। গমি চাওঁ — অলপ ভাবি চাওঁ। ৰাজনীতিতকৈও জটিল এই গুপ্ত প্ৰণয়-নীতি মোৰ আলোচনাত এদিনো নাছিল। ৰ'বা কিজানি —

কুসুম : অৱশ্যে এইটো ভাবিবলগীয়া কথা। বিশেষকৈ ইয়াৰ ভিতৰত যেতিয়া জাত-ধৰ্মৰ কথাও সোমাইছে।

শচী : এৰা, এৰা। মোৰ ল'ৰা হৈ মনো এজনী জাতিগুৰি নাইকিয়া লিগিৰী ছোৱালীৰ প্ৰেমত পৰিব? — এনে কু-ৰীতি ল'ব। কুসুম্বৰ। এই কলঙ্ক প্ৰচাৰ হ'লে মই কেনেকৈ মুখ উলিয়াম?

কুসুম : সেই কাৰণেহে সময়তে কথাটো আপোনাৰ কাণত পেলাই থ'লোঁ।

শচী : আনে কোৱা হ'লে বিশ্বাস কৰিবলৈ টান হ'লহেতেন কিন্তু তুমি মনোহৰৰ বন্ধু।

কুসুম : আপুনি মোৰ পিতৃতুল্য — কমতাপুৰৰ পূজ্য লোক। কেনেবাকৈ আপোনাৰ পবিত্ৰ নামত চেকা পৰে বুলিহে মযো কবলৈ বাধ্য হ'লোঁ।

শচী : বৰ ভাল কৰিলা কুসুম্বৰ। মই আজিৰ পৰা তাৰ গতিবিধি লক্ষ্য কৰিম আৰু তুমিও তাক বুজাই ক'বা।

কুসুম : সেইটো মোক নকলেও হ'ব। তেন্তে মই এতিয়া সেৱাহে জনাওঁ।

শচী : বাৰু যোৱা বোপাই। পিছে কথাটো যেন তোমাৰ মোৰ হৈয়েই থাকে।

শচী : (যাবলৈ উঠি) সেই বিষয়ে আপুনি নিশ্চিত হৈ থাওক। মই নিজকে মনোহৰৰ ভায়েক বুলিহে ভাবোঁ। মই আহোঁহে এতিয়া।

মন্ত্ৰী : যোৱা। (কুসুম যায়) যদি সঁচা হয়? হ'বও পাৰে। কিজানি মই এই বিষয়ে একেবাৰেই অনভিজ্ঞ? কিন্তু কমতাপুৰৰ প্ৰধান মন্ত্ৰীৰ পুতেক হৈ মনোৱে পাহৰিলে কেনেকৈ যে, সি ব্ৰাহ্মণ আৰু বিমলা কমতা-কাবেঙৰ এজনী হাতধৰী লিগিৰী? মূৰ্খ সন্তান। যদি সঁচা হয় তোক শাস্তি দিম। পুত্ৰ-স্নেহ উটাই দিম। (ভিতৰলৈ যায়)

## দ্বিতীয় দৃশ্য

### ফুলনি

(সময়— আগনিশা। ন-জোনৰ কোমল পোহৰ পৰি দেখ-নেদেখ হৈ থকা ফুল গছবোৰত ছাঁ-পোহৰৰ এটা মনোময় দৃশ্য ফুটি উঠিছে। কুঞ্জলতা জোপা এটাৰ মাজত বহি বিমলাই গীত গাই আছে।

**গীত**

যাবৰ বেলি, অ' সখী। তোমাৰ অভিমান —
পৰাণ পমা বুকুৰ মাজত
মৰম কোমল গান,
— সখী, তোমাৰ অভিমান।
প্ৰাণে প্ৰাণে কত কথা
সপোনেৰে আছে গঁথা,
তুমি কিয় নিঠুৰতা
দিলা প্ৰতিদান?
সকলো মোৰ বিফলতা —
হিয়া ভৰা গান —
কোনে আহি দিব কোৱাঁ
সুৰৰ সমিধান?
তোমাৰ যিটি শেষৰ দেখা
মোৰ জীৱনৰ কিৰণ ৰেখা,
তাতে আছে স্মৃতি লেখা
সিও যে তোমাৰ দান।

(গান শেষ হোৱাৰ লগে লগে পাছফালৰ পৰা সাদৰীয়ে বিমলাৰ মূৰত এসোপা ফুল ছটিয়াই দিয়ে।)

সাদৰী : হ-য়-নে-কি?
(আঁচলত পৰা ফুলবোৰ আঁচল মেলি লৈ নাচৰ লাসত ওপৰৰ গীতৰ তলত দিয়া কেইশাৰী গাই গাই ফুলবোৰ সাদৰীৰ ভৰিত দি দিয়ে।)

সাধনা মোৰ বিফলতা
হিয়া ভৰা গান -
কোনে আহি দিব সখি
সুৰৰ সমিধান?

সাদৰী : (বিমলাই দুই হাতে তুলি লৈ) মন্ত্ৰীৰ পুতেক মনোহৰে! —

বিমলা : তোমালৈ বাট চাই থাকোতেঁ পঞ্চমীৰ জোন পৰোঁ পৰোঁ হ'লগৈ সখী।

সাদৰী : ন- জোনৰ গতিয়েই তেনে। ভুমুকি মাৰিয়েই লুকায়। যিদিনা পূৰ্ণিমা হয় সেইদিনা তুমি যা যা বুলি থাকিলেও জোন আঁতৰি নাযায় নহয়।

বিমলা : পূৰ্ণিমাতে যে পকা মৌৰ গোন্ধ ওলায় সখী? —

সাদৰী : ইস্। সখীৰ ভাব, ভাষা, গান, সুৰ আটাইবোৰ তেনেই মৌজোল যেনহে হৈ পৰিছে।

---

কমতা কুঁৱৰী

বিমলা : মৌ-গুটিবোৰৰ গুঞ্জন শুনিবলৈকে আজলী ফুলবোৰে সিহঁতৰ বুকু উদঙাই থয় নহয় নে বাৰু সখী?

সাদৰী : পছে এটা কথা। মৌৱে ফুলৰ সুকোমল ঠাই ফেৰাত পৰি গানো গায় আৰু প্ৰাণটিও লৈ যায়।

বিমলা : (বিভোৰ হৈ) সঁচা কৈছা - প্ৰাণটিও লৈ যায় -

সাদৰী : কি হ'ল, সখী দেখোন তথা লাগিলা?

বিমলা : মোৰ আজি মূৰটো আচন্ধ্ৰাই কৰিছে সখী।

সাদৰী : এনেকুৱা সময়ত তেনেবোৰ ৰোগ হয়েই। ব'লা বাৰু, মই মূৰত 'মনোহৰ সাগৰ' তেল এটোপা দি দিওঁগে। (বিমলাৰ হাতত ধৰে)

বিমলা : ইস্।-
(দুয়ো যায়)।

# তৃতীয় দৃশ্য
## আলিবাট

(কুসুম্বৰ ওলাই আহে)

কুসুম : মনোহৰো মোৰ শত্ৰু নহয় - বিমলাও শত্ৰু নহয়। কিন্তু সিহঁতৰ এই মিলন-মঙ্গলৰ হেঁতালি মই খেলিমেই খেলিম। (আনফালৰ পৰা কোবাকুবিকৈ জয়ন্ত মাধৱ আহে)
অ' জয়ন্ত মাধৱ ! ভালেই হ'ল তোমাক লগ পালোঁ।

জয়ন্ত : কিয়?

কুসুম : এৰা, কিবা কথা এটাৰ কাৰণে তোমাক লগ পাব লগা আছিল।

জয়ন্ত : মোক?

কুসুম : এৰা তোমাক। তুমি কমতাপুৰৰ সেনাপতি পদ পালা দেখি আমি ওচৰলৈ যাব নাপায়মেকি?

জয়ন্ত : তেনেকৈ কোৱা কেলেই? কোৱাঁচোন বাৰু মোৰ লগতনো তোমাৰ প্ৰয়োজন কি?

কুসুম : ক'ম — অলপ সময় দিয়াঁচোন। কথাটো বৰ ভিতৰুৱা। ৰজাৰ লগত তোমাৰ বিশেষ প্ৰণয় আছে শুনেহে তোমাক ক'ব খুজিছোঁ।

জয়ন্ত : কোৱাঁচোন কথাটো কি?

কুসুম : মনোহৰক মই কেবাদিনো ৰজাৰ ফুলনিত বিমলাৰে সৈতে কথা পাতি থকা দেখিছিলোঁ। বিমলা ৰাণীৰ ননদে গলে লগা— কথাটো শঙ্কা কৰিব লগা নহয়নে বাৰু?

জয়ন্ত : কুসুম্বৰ। তোমাৰ কৰিবলৈ একো কাম নাইনেকি? এনেকুৱা কথা আজি যি ক'লা। অলপ সাৱধান হৈ চলিবা দেই।

কুসুম : বাৰু, তুমি ভালকৈ শুনি লোৱাঁচোন -

জয়ন্ত : মোৰ সময়ো নাই আৰু প্ৰয়োজনো নাই। মই আহিলোঁ। মোক ক'বা - মাতৃভূমি ৰক্ষাৰ কাৰণে, স্বদেশৰ কল্যাণৰ কাৰণে ক'ত কেতিয়া অস্ত্ৰ ধাৰণ কৰিব লাগিব। বুজিছা? - ( বেগাই গুচি যায়)

কুসুম : ভুল কৰিলোঁ - ভুল কৰিলোঁ। - কাৰবাৰ কথা কাৰবাক কলোঁ। ছিঃ ছিঃ অপ্ৰস্তুত হলোঁ। (বেগাই জেতুকী আহে) অ' জেতুকী বাই দেখোন?

জেতুকী : মা-দৈৰ লিগিৰী নহলোঁ যেনিবা বোপাই বৰদৈচিলাহে হলোঁ। হে যাওঁতে জেতুকী, হে শোওঁতে জেতুকী, জেতুকীহে জেতুকী। বান্দী মৰিলেনো মাদৈৰ হ'ব কি মই ক'বই নোৱাৰোঁ।

কুসুম : এৰা, এৰা। মহাৰাজৰ মানত বুঢ়ামন্ত্ৰী যেনে ৰাণীৰ মানত তুমিয়ো তেনে। অত লিগিৰীবোৰৰ মাজত পাৰোঁতেনো তোমাক ৰাণীয়ে ইমান ভাল পায়নে? - পিছে, তোমাকময়ো কথা এটা ক'বলৈ —

জেটুকী : বাৰু খোৰতে কোৱাঁচোন সখ্যে।

কুসুম : কথাটো অলপ ভিতৰুৱা বুজিছা বাই। (জেটুকীৰ ওচৰলৈ গৈ কাণে কাণে ক'ব খোজে) বুজিছাঁ বাই —

জেটুকী : (উচ্‌্পা খোৱাদি ফালৰি কাটি) মোক কি-ফুচ্‌ফুচীয়া কথা ক'বলৈ আহিছাঁ? কি কোৱা দেখা-শুনাকৈ কোৱাঁ।

কুসুম : (পিছ হুইকি) নহয়, বাৰু বাই, তুমি এতিয়া যোৱাঁ। মই তোমাক ঘৰতে লগ ধৰিমগৈ।

জেটুকী : পিছে দিনে পোহৰে যাবা। ৰাতি বিয়লি মোৰ ওচৰলৈ হ'লে খোজকে নেদাঙিবা। এৰা। (যায়)

কুসুম : বুজিছোঁ, অলপ বহলাই জাল পেলাব লাগিব। — হুলেৰে হুল কাঢ়িব লাগিব। (প্ৰস্থান)

# চতুৰ্থ দৃশ্য

## ফুলনিৰ বিশ্ৰাম ঘৰ

(বিমলাক কাষত লৈ মনোহৰ বহি থাকে)

মনো : এনে বিতোপন জোনাক নিশা, যৌবনৰ এই আকাঙ্খিত ধন ইয়াৰ মাজত আকৌ বিপদ কিহৰ বিমলা?

বিমলা : বিপদ খোজেপতি —

মনো : কাৰণ মই ব্ৰাহ্মণ আৰু তুমি অজ্ঞাত কুলশীলা বুলি? বিমলা! যিদিনা তুমি মোক আত্মসমৰ্পণ কৰিলা আৰু মই তোমাক গ্ৰহণ কৰিলোঁ, তেতিয়া জানো বিপদৰ চিন্তা মনলৈ অহা নাছিল? জানি শুনিয়েই জীয়া জুইত জাপ দিছোঁ। জুইলৈ ভয় কৰি বহি থাকিলেও তিলে তিলে দগ্ধ হৈ এদিন ছাইত পৰিণত হ'বই লাগিব।

বিমলা : মানুহে যেতিয়া এটা কাম কৰিম বুলি প্ৰাণটাকি লাগে - তেতিয়া সেই কামটোৰ পক্ষে নানান যুক্তি বিচাৰি উলিযাব পাৰি। কিন্তু দহে দহ পিনে যেতিয়া টানিব তেতিয়া মুঠি টানকৈ ৰখা বৰ সহজ কথা নহয়। আপুনি কমতাপুৰৰ মন্ত্ৰীৰ পুতেক আৰু মই এজনী কাৰেঙৰ লিগিৰী — মই কেনেকৈ আপোনাক পাম?

মনো : সেইদৰে নকবা বিমলা। সেইবোৰ চিন্তা মোৰ মনত সুমাই দি মোক দুৰ্বল কৰি নিদিবা। তুমি মোক তোমাৰ প্ৰেমেৰে বুৰাই দিয়া। মই পৃথিৱীৰ সকলোলৈকে পাহৰি তোমাৰ অন্তঃস্থলত লুকাই থাকোঁ।

বিমলা : আপোনাক দেখি থাকিলে মোৰ হেঁপাহ বাঢ়ি গৈ থাকে; আপুনি আঁতৰ হ'লেই চকু সজল হয়। (মনোহৰৰ কোলাত শুই পৰে)

মনো : (বিমলাৰ মুখলৈ চাই চাই) ফুলৰ মৌ খাওঁতে খাওঁতে ভোমোৰাটি যেনেকৈ ফুলৰ বুকুতে তন্দ্ৰাত বিভোল হয় ময়ো সেইদৰে তোমাৰ বুকুত আজি বিলীন হৈ যাওঁ বিমলা। (বিমলাৰ বুকুত মুখ দি বিভোল হয়)

বিমলা : (আলসুৱাকৈ মুখ তুলি মনোৰ ভৰিৰ ওচৰলৈ নামি) আপোনাৰ চৰণ-তলত মোৰ মৰণ হওক —

মনো : (বিমলাৰ হাতত ধৰি) জন্ম-মৃত্যুৰ কথা পাহৰি পেলোৱা, বিপদ-বিঘিনিৰ কথা পাহৰি পেলোৱাঁ। আহাঁ, আজি কথা কোৱা দিন নহয়। মোৰ চকুলৈ চোৱাঁ। ওপৰত জোনে দিয়ক স্নিগ্ধ মধুৰ কিৰণ, ইয়াত তুমি দিয়াঁ শুদ্ধ-সুন্দৰ প্ৰেম— মাজতে মই উটি বুৰি অমিয়া পান কৰি থাকোঁ।

বিমলা : প্ৰিয়তম! - (মনোহৰৰ মুখলৈ সতৃষ্ণ নয়নে চালে)

মনো : আৰু কোনো নাই বিমলা, আৰু কোনো নাই। কেৱল তুমি আৰু মই - ( বিমলাক সাৱটি ধৰিলে।)

---

## পঞ্চম দৃশ্য

### এটা সৰু বাট

(কথা পাতি পাতি কুসুমৰ আৰু হৰিতাল)

কুসুম : এনে কথা কোৱানে?

হৰিতাল : হৰিতাল। হৰিতাল।

কুসুম : এঃ তোমাৰ নিচিনা চংদাৰী মানুহৰ লগত কথা নপতাই ভাল।

হৰি : নপতাই ভাল। পাতিছানো কেলেই? হৰিতাল। হৰিতাল।

কুসুম : হৰি?

হৰি : তাল। -

কুসুম : যোৱাঁহ্ - নকওঁ একো।

হৰি : এ' নহয় কোৱাঁ দেও। অঁ - অঁ - (শুনিবলৈ কাণপাতি ওচৰ পায়গৈ) এই বিমলাই তোমাক -

কুসুম : মই দেখোন ক'বলৈকে নাপালোঁ? —

হৰি : কৰাঁনো কিটো আৰু? বিমলাই তোমাক লঠিয়ালে - হৰিতাল। হৰিতাল। (হাঁহে)

কুসুম : (খঙেৰে) বিমলাই মোক লঠিয়াব পাৰেনে কি হৰি?

হৰি : তেনে কি কৰিলেনো?

কুসুম : একো হোৱা নাই যোৱাঁ।

হৰি : কথাটো ভালকৈ শুনিলেহে দিহা-বুধি এটা দিব পাৰি। তুমিবা ইমান বাউল হৈছা কেলেই? সিইতক বিচাৰি ফুৰিলেহে ভোৰতাল হৈ পৰে, কিন্তু কোনেও বিচাৰৰ নালাগে খুটিতাল যেন হৈ কাণৰ ওচৰতে টিক্‌টিকাই থাকিব নহয়।

কুসুম : হৰি। চং দিওঁতে দিওঁতে তোমাৰ আটাইবোৰ গ'ল। মানুহক হৰ্ষাব পাৰিলেই তুমি বৰ ডাঙৰ কাম কৰিলোঁ বুলি ভাবাঁ নহয়নে?

হৰি : তেন্তে নোকোৱা কেলেই? (কুসুমক গৰা মাৰি ধৰি)

কুসুম : কৰাঁ কি?

হৰি : হাঁহি বেয়া পোৱাঁ, থেকেচা মাৰি পেলাই থওঁ কিমান পাৰাঁ কান্দা।

কুসুম : কি অৰ্থ নাইকিয়া কথাবোৰ কোৱাঁ জানো।

হৰি : অৰ্থনৰ্থং ভাবয় নিত্যং; অৰ্থাৎ ইৰিকটি মিৰিকিটি বাঁহৰ শলা, মোমাইৰ পদূলিত বাজিলোঁ যোঁৱা। হৰিতাল। হৰিতাল।

কুসুম : হৰি। তুমি স্পষ্টকৈ কোৱাঁ মোৰ সহায় হবানে?

হৰি : (বীৰৰ দৰ্পেৰে) ধেৰাই কৰিম। - মলয়াৰ এছাটি বলিয়া বতাহ আনি কৰি দিম হিয়া জুৰ। জুৰ- জুৰ - জুৰ।

কুসুম : মূৰ্খ বিদূষক। (খঙেৰে গুচি যায়)

হৰি : হৰিতাল। হৰিতাল। (হাঁহে) এই হৰিতাল মূৰ্খ বিদূষক আৰু তুমি মহাপণ্ডিত। — মহাপণ্ডিতে কৰিছা কি - ভেৰালী এজনীৰ পাছে পাছে ঘূৰি ফুৰিছা। কোনে ক'ত কি কৰিলে তাৰ উত্তৰাদিহ লৈ ফুৰিছা? - হৰিতালৰ সেইবোৰত প্ৰয়োজন কি? ৰাগ নাই, জাল নাই, হৰিতাল। হৰিতাল। (গুচি যায়)

---

কমলা কুঁৱৰী

## ষষ্ঠ দৃশ্য

### মন্ত্ৰীৰ ঘৰ

(মন্ত্ৰী আৰু মনোহৰ)

শচীপাত্ৰ : মনো! মই বিচাৰ কৰিছোঁ, বস্তুত ভাবি চাইছোঁ - তই যাব লাগিব।

মনো : যাম পিতা! যদি মই কমতাপুৰত থাকিলে আপোনাৰ সম্ভ্ৰম হানি হয়, আপোনাৰ পুত্ৰ বুলি যদি মই চিনাকি দিব নোৱাৰো, তেনে মই নিশ্চয় যাম।

শচী : মনো! ৰজাৰ সম্মান বাঢ়ে প্ৰজাৰ পৰা, প্ৰজাৰ সম্মান সামাজিক উন্নতিত আৰু সমাজৰ কল্যাণ হয় সজ পুত্ৰৰ পৰা। তই নাজাননে মনো, যে, পিতাৰ গৌৰৱ পুত্ৰ।

মনো : জানো পিতা! সেই বাবেই কৈছোঁ। মোক চিৰকালৰ কাৰণে বিদায় দিয়ক।

শচী : অভিমান কৰিছ? - মোৰ পুত্ৰ হৈ তই এজনী লিগিৰীৰ প্ৰেমাসক্ত হোৱা মোৰ গৌৰৱৰ বিষয় বুলি ভাবিছ? (মনোৰে তলমূৰ কৰে) অনুতাপ কৰ। ভুল সংশোধন কৰ। এনে অবৈধ নীতি মই কোনোমতে সমৰ্থন কৰিব নোৱাৰোঁ।

মনো : পিতা, ক্ষমা কৰিব। মই আপোনাৰ পুত্ৰ। আপোনাৰ আদৰ্শই মোৰ আদৰ্শ। মই একো অসৎ কৰ্ম কৰা নাই।

মন্ত্ৰী : (খঙেৰে) আকৌ কৈছ অসৎ কৰ্ম কৰা নাই। অসংযত নহবি মনো। চৰিত্ৰ বিসৰ্জন নিদিবি। মনত ৰাখিবি - ধন, মান, ঐশ্বৰ্য্য, বিভূতি সকলো চঞ্চল, কিন্তু চৰিত্ৰ-বল হিমালয়ৰ দৰে অচল-অটল।

মনো : (বেজাৰ কৰি) ময়ো চৰিত্ৰহীন নহওঁ পিতা।

শচী : আৰু একো নকবি। খন্তেকৰ ভুলত জীৱনৰ লক্ষ্য নেহেৰুৱাবি। সদাই ভাবিবি- যৌৱন অথলে যাবৰ কাল নহয়, যৌৱন জীৱনৰ জয়-স্তম্ভ।

মনো : পিতা!

শচী : (স্নেহেৰে) মোৰ আশীৰ্বাদ, ঈশ্বৰৰ আশীৰ্বাদ শিৰত তুলি তীৰ্থ পৰ্য্যটন কৰি আহাঁগৈ। গঙ্গা, গয়া, কাশী, বৃন্দাবন, মথুৰা — সকলো তীৰ্থ দৰ্শন কৰি মন শুচি কৰি আহাঁগৈ। মনত ৰাখিবা বোপাই কলঙ্কিত জীৱন ধৰাতকৈ মানুহৰ জন্ম নোলোৱাও ভাল। মই তোমাৰ জন্মদাতা, মোৰ অবাধ্য হোৱা উচিত নহয় মনো। (ভিতৰলৈ সোমায় যায়)

মনো : সঁচা কথা - পিতাৰ অবাধ্য হোৱা পুত্ৰৰ উচিত নহয়! -পিতাই কৈ গ'ল চৰিত্ৰ বল হিমালয়ৰ দৰে অচল অটল! যৌৱনত প্ৰেমাসক্ত হোৱাটো চৰিত্ৰৰ দোষ নে গুণ, যৌৱনৰ ধৰ্ম নে পাপ? মই জানিছোঁ - মোৰ অন্তৰে জানিছে মই কি কৰিছোঁ! — সপোনৰ দৰে বিমলাক পাইছিলোঁ - আৰু এটি সপোনৰ দৰেই তেওঁক মোৰ স্মৃতিৰ মাজত লুকাই থ'ম। পিতাই নেদেখে, সমাজে নেদেখে, কেৰে নেদেখে। সেই স্মৃতি পূজা সদায় মোৰ হৈয়েই থাকিব। (ভিতৰলৈ যায়)

## সপ্তম দৃশ্য

### বুলনি চ'ৰা

(আবেলি পৰ। নীলাম্বৰ আৰু সাদৰী আসনত, কণা বৰাগীয়ে লেপেতা কাঢ়ি বহি টোকাৰী গীত গাই থাকে।)

গীত

বাৰীৰনো কুমলীয়া লায়ে মোৰ দেৱতা
বাৰীৰ কুমলীয়া লাই।
এ' আমাৰনো দুখে বেজাৰে কোনে পতিয়াব
সৰুতে মৰিলে আই।।

---

কমতা কুঁৱৰী

চান্দো নিচিনো সূৰুযো নিচিনো
নিচিনো সৰগৰ তৰা।
আপোনাৰ শৰীৰক আপুনি নিচিনো
হৈ আছো জীৱন্তত মৰা।।
গা ক'লা হ'লে ৰ'দে বৰষুণে
কাপোৰ ক'লা হলে ঘামে।
সূৰুযৰ তাপতে শৰীৰ ক'লা হ'লে
মাৰিও নিনিয়ে যমে।
তিতাকৈ সোকোতা নিদাৰুণ বিধতা
নিয়াহি অলপতে মাৰি।
কিনো দায় লগালো দেহা সৰজিলা
দিনতে অন্ধলা কৰি।।

(গীতৰ অন্তত কিছুপৰ সকলো নিমাত।)

সাদৰী : আপোন বুলিবলৈ তোমাৰ কেওঁ নাই নহয়নে বৰাগী?

বৰাগী : কেওঁ নাই মাতৃ।

নীল : বৰাগী, তুমি জন্মৰে পৰা অন্ধ নহয়নে?

বৰাগী : মহাৰাজ, উপজিবৰ পৰা আজিলৈকে পোহৰ কেনেকুৱা চিনি নাপাওঁ। মানুহৰ ৰূপ কেনেকুৱা ক'ব নোৱাৰো।

নীলা : অহহ! ৰজা হৈ মই যদি অন্ধক দৃষ্টি দান কৰিব পাৰিলোহেঁতেন! - বৰাগী, তুমি কলৈকো যাব নালাগে। মই আজন্ম তোমাক পালন কৰিম।

বৰাগী : মহাৰাজ! মোৰ মানত গছতল যি ৰাজ কাৰেঙো সি। একে ঠাইতে বহি থাকিলে মোৰ মনৰ ভিতৰত কিবা এটাই খুন্দিয়া-খুন্দি কৰিবলৈ ধৰে। মোৰ মন যায় - যেন গোটেই পৃথিৱীৰ মানুহবোৰ মই হাতেৰে ছুই ছুই ফুৰিম।

নীল : নহয়, নহয়, তুমি কেনিও যাব নোৱাৰা। তুমি মোক তোমাৰ টোকাৰী শুনাই থাকিবা। তোমাৰ টোকাৰীৰ গুণাত ঈশ্বৰৰ আশীৰ্বাদ আছে।

সাদৰী : আমি তোমাক বৰ আদৰেৰে ৰাখিম বৰাগী! তুমি কলৈকো নাযাবা।

বৰাগী : এই উদাৰ স্নেহৰ বাবে ঈশ্বৰে মহাৰাজ আৰু মহাৰাণীক দীৰ্ঘায়ু দিয়ক - কমতাপুৰত ৰাম ৰাজ্য হওক।

নীলা : মই কি ভাবিছোঁ জানিছানে বৰাগী? আজি তুমিহে ৰজা ; মই আজি অন্ধ বৰাগী।

সাদৰী : (নীলাম্বৰক) এওঁক আজি আমি নিজে লৈ গৈ অতিথি আশ্ৰমত থৈ আহোঁগৈ বলক।

নীলা : উঠা বৰাগী, তুমি আজি আমাৰ স্নেহৰ অতিথি। তুমি করুণাময় ঈশ্বৰৰ দূত। তুমি আজি মোক সোৱঁৰাই দিলা - সঙ্গীতৰ সুৰেই আত্মাৰ সুৰ। (বৰাগীক ধৰি তোলে)

বৰাগী : মই নিজেই পাৰিম মহাৰাজ। মই নিঃকিনক ইমান ধৰুৱা নকৰিব।

নীলা : নিঃকিন! নিঃকিন! তুমি নিঃকিন নোহোৱাঁ বৰাগী। তুমি দাতা - তুমি বন্ধু - নিঃকিন আমি। (বৰাগীক আদৰেৰে ধৰি লৈ যায়)

## অষ্টম দৃশ্য

### মুকলি ঠাই

(কুসুম্বৰ অকলে ভাবি চিন্তি)

কুসুম : জুই লগালোঁ। আজি গোটেই কমতাপুৰে জানে যে, ব্ৰাহ্মণ মন্ত্ৰী শচীপাত্ৰৰ পুত্ৰ লিগিৰী বিমলাৰ গুপ্ত প্ৰণয়ত আবদ্ধ। ইফালে বুঢ়া মন্ত্ৰীয়ে সম্ভ্ৰম হানি হোৱাৰ ভয়ত মনোহৰক তীৰ্থলৈ পঠিয়াইছে। কাইলৈ মনোহৰ কমতাপুৰৰ পৰা আঁতৰিব। - জেতুকী বুঢ়ীক হাতত লৈ সেই সুযোগতে মই বিমলাক লাভ কৰিম।

(হৰিতাল আহে)

হৰি : হৰিতাল! হৰিতাল!

কুসুম : তুমি এইখিনি ওলালাহি কিয়?

হৰি : গৰম লাগিছিল, এই টুকুৰা মুকলি ঠাই। ই সি লোক ইয়ালৈ আহে - সেই কাৰণে।

কুসুম : তোমাৰ পৰা ক'তো অকণ নিৰলে ভাবিবৰো উপায় নাইকিয়া হ'ল।

হৰি : সেই কাৰণেই মই হৰিতাল! হৰিতাল!

কুসুম : হৰিতাল তুমি বাটে পথে লগ পালেও মোক নামাতিবা দেই।

হৰি : (কুসুমৰ ভৰিৰ ফালে আঙুলিয়াই চিঞঁৰ মাৰি দিয়ে) সেইটো সাপ, সাপ! —

কুসুম : (উচাপ খাই জাপ মাৰি দিয়ে) ক'ত! ক'ত!

হৰি : কি কৰিছা, লৰ নেমাৰা কেলেই?

কুসুম : কেনি? কেনি? (উধাতু খাই লৰ মাৰে)

হৰি : (হাঁহি হাঁহি) এইটোৱেই ধাতু? - পৰহিংসকী মানুহ বুলিলেই এনে ভয়াতুৰ হয়। সি যে নিজেই এটা সাপ সেই কথাটো ভাবিবলৈ হ'লে তাৰ অৱসৰ নাই। হৰিতাল! হৰিতাল! (প্ৰস্থান)

## নৱম দৃশ্য

### নৈৰ ঘাট

(সন্ধ্যা লাগোঁ লাগোঁ সময়। নিজান নৈৰ ঘাট। দুই এটা ৰ'দৰ জিলিঙনি মাজে মাজে আহি বিমলাৰ গাত পৰে। বিষাদ মনেৰে বিমলাই নৈৰ ফালে চাই চাই কিবা ভাবিছে। কিছুপৰ নিতাল মাৰি বহি থাকোঁতে মুখৰ পৰা আপোনাআপুনি এটি বিষাদৰ সুৰ ওলাই আহিল।)

গীত

আৰু নাই! আৰু নাই! -
আকাশে আকাশে বতাহে বতাহে
উঠিছে বিননি -
আৰু নাই! আৰু নাই!
(আকৌ নিমাত হৈ নৈৰ ফালে চাই থাকি)

---

সপোনতে গোৱা
সপোনৰে ধোৱা
সপোন-সুখৰ
যি ধানি ঠাই —
আৰু নাই! আৰু নাই!

বিমালা : (গীতৰ অন্ত বহাৰ পৰা উঠি গৈ নৈৰ ফালে চাই বৰ ব্যগ্ৰ হৈ) সৌৱা - সৌৱা মোৰ জীৱন দেৱতা। হায়! মই আজি কেনেকৈ তেওঁক বিদায় দিম?
( বৰ বেজাৰ মনেৰে লাহে লাহে মনোহৰ আহি বিমলাৰ ওচৰত জগৰীয়াৰ দৰে থিয় দিয়ে।)

মনো : বিমলা!

বিমলা : (মৰ্মভেদী মাতেৰে) আপুনি আহিলে?

মনো : (বিমলাক সাবটি) নসহিলে বিমলা! সমাজৰ চকুত এই যেৰা সহ্য নহল! —

বিমলা : নহয়, নহয়, মোৰ কপাল! —

মনো : নোৱাৰিলোঁ বিমলা - বৃদ্ধ পিতাৰ কাতৰ আহ্বান দলিয়াই পেলাব নোৱাৰিলোঁ। ৰাতি দিন একেৰাহে চিন্তা কৰিও পিতাৰ উপদেশ অৱজ্ঞা কৰিব পৰা শক্তি বিচাৰি নাপালোঁ। কি কৰিম বিমলা? মোৰ এই ভীৰু-প্ৰেমৰ বাবে আজি তোমাৰ ওচৰত মই বৰ জগৰীয়া।

বিমলা : সেইদৰে নক'ব। আপোনাৰ গাত একো দোষ নাই। দোষ মোৰ - দোষ মোৰ জন্মৰ।

মনো : বিমলা! বিমলা! তুমি মোৰ স্বপ্ন-ৰাজ্যৰ দেৱী, তুমি মোৰ কল্পনাৰ কুসুম। মই তোমাৰ জাত বিচৰা নাছিলোঁ। মই বিচাৰিছিলোঁ তোমাৰ অন্তঃস্থলৰ অন্তৰতম ঠাই যেৰা; তুমি মোক সেই ঠাইৰ সম্ৰাট কৰি থৈছিলা। নাভাবিবা বিমলা যে, তীৰ্থলৈ গৈ মই সেই অমূল্য দান পাহৰি পেলাম।

বিমলা : যাওক। আপুনি তীৰ্থ দৰ্শন কৰি কুশলে উলটি আহকগৈ। মই ইয়াত আপোনাৰ কল্যাণ কামনা কৰি এইদৰে নিজানত একো টুপি চকুলো দি থাকিম।

মনো : পিতাই ভাবিছে - মোৰ দোষত তেখেতৰ সকলোখিনি ধৰ্ম-কৰ্ম নষ্ট হ'ল। এফালে বৃদ্ধ পিতাৰ সৰল বিশ্বাস, আনফালে তোমাৰ প্ৰেম - এই দুইটাৰ মাজত পৰি মই আজি কিমান যন্ত্ৰণা হিয়াত লৈ বিদেশলৈ যাবলৈ ওলাইছোঁ সেই কথা কৈ তোমাক কষ্ট নিদিওঁ। মোক আশীৰ্বাদ দিবা বিমলা। (কান্দো কান্দো হৈ বিমলাক আলিঙ্গন কৰি মুখলৈ চায়)

বিমলা : আপুনি এনেকৈ বেজাৰ কৰিছে কিয়?

মনো : ঈশ্বৰ! ঈশ্বৰ! এই পবিত্ৰ জীৱটি এৰি থৈ কোন সতে মই আঁতৰি যাওঁ?

বিমলা : (মনোৰ ভৰিত ধৰি) প্ৰিয়তম! —

মনো : (বিমলাক তুলি এখোজ দোখোজ গৈ থাকি) সৌৱা মোৰ নাও পালেহি। (বিমলাৰ মূৰটো বুকুত সুমাই লৈ) বিমলা! মোক পাহৰি নেপেলাবা দেই! -
(নাওঁ আহি ঘাট পায়হি। নাৱৰ চৈ-ঘৰৰ দুৱাৰ মুখৰ পৰা কাঠ এছটা পাৰি নাৱৰীয়া ৰৈ থাকে।)

বিমলা : (মনোহৰৰ হাতত ৰূপৰ টেমা এটা দি চকু-পানী টুকি টুকি) এইটো লৈ যাব —

মনো : (বিমলাৰ মুখলৈ চাই কাতৰ দৃষ্টিৰে) এতিয়া যাওঁ বিমলা - (লাহে লাহে নাৱত উঠিলগৈ। বিমলাই থৰ লাগি চাই থাকিল। নাৱৰীয়াই নাও মেলি দিলে।)

বিমলা : (নাও যোৱা ফালে চাই করুণ-কাতৰ স্বৰেৰে) মোৰ মনে পতা পুখুৰীৰ পানী শুকাই গ'ল। —

কমতা কুঁৱৰী

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

### উদ্যান—কুটিৰ

(কুটিৰৰ আঁৰত এজাক লিগিৰী লুকাই থাকে, এজাকে ধেমালিৰ ছলেৰে নৃত্যৰ ভঙ্গিমাত গাই গাই বিচাৰে।)

গীত

এই মৰম এৰি যাবাঁ কেনে কৰি
ৰিবি ৰিবি মলয়াতে বা বলাই?
(লুকাই থকা কিজনীয়ে গাই গাই কুটিৰৰ মাজদি ওলাই আহে)
এৰি নিলগতে যাবা কাৰ সতে
সৰু সৰু মৰমৰ আঁচনি গুচাই?
(দুয়োখিনি লগ লাগি)
জিলিমিলি জোনবাই
উটি ভাহি গুচি যায়,
সপোনতে গুচি যায় চিনাকি যিজন।
সখি, চিনাকি যিজন।।
কওঁ বুলি কোৱা নাই
সুৰুযেও আছে চাই
ক'লি ক'লি পদুমীৰ ওৰণি গুচাই।।

(গান গাই গাই কুটিৰৰ ভিতৰেদি গৈ থাকোঁতে থাকোঁতে নেদেখা হয়গৈ। আনফালৰ পৰা কথা পাতি নীলাম্বৰ আৰু সাদৰী আহে)

নীলা : সঙ্গীতৰ সুৰত উটি আহি যেতিয়া পাহৰা কথাবোৰ আকৌ মনত পৰেহি - সুৰৰ জিন্‌জিন্‌নি মাৰ যাওঁতে নৌ যাওঁতে যেতিয়া কাষত তোমাক দেখা পাওঁ তেতিয়া মনত পৰে যেন মই এখন সুকোমল কমল বনৰহে ৰজা।

সাদৰী : কেতিয়াবা কেতিয়াবা সখী বিমলাৰ গীত শুনি মোৰ চকুৰ পানী ওলাই আহে। সিদিনা তেওঁ গীত এটা গাই নাচি নাচি মোক দেখুৱাইছিল বোলে, এই দৰেই বেহুলাই ইন্দ্ৰসভা জয় কৰি লখীন্দৰক আকৌ জীয়ালে।

নীলা : তুমিও জানো মোৰ তেনে এটা সঙ্গীত নোহোৱা সাদৰী?

সাদৰি : (তল মুৰ কৰে)

সাদৰী : কেতিয়াবা কেতিয়াবা মোৰ কি হয় মই নিজেই ক'ব নোৱাৰো। বিয়লি বেলিকা যেতিয়া নিজানত কপৌৰ কুৰুলি শুনোঁ - তেতিয়া মোৰ মনটো যেন কৰবালৈ গুচি যায়। এই পৃথিৱীখনত যেন সদায় এটা কৰুণ সুৰৰ প্ৰতিধ্বনিহে উঠি আছে

---

এনে ভাব আছে কিয়?

নীলা : কাৰণ তুমি নিজেই এটা কপৌ - সেইদেখি। -

সাদৰী : সেই কণা বৰাগীৰ টোকাৰী খনৰ সুৰ আৰু তাৰ গীত কেতিয়াবা কেতিয়াবা মই সপোনতো শুনোঁ যেন লাগে। সিও যেন মোক এখন বৰ করুণ দেশৰ বাতৰি দি গ'ল।

নীলা : সি তীব্ৰ যন্ত্ৰণাৰ প্ৰতিমূৰ্তি। তাৰ গীতৰ সুৰে শুনোতাৰ হৃদয়ত এটা পাহৰিব নোৱাৰা স্পন্দন দি যায়। তেনেকুৱা আকুল পথিকক তৃপ্তি দিব পৰা শক্তি যদি ৰজাৰ হাতত থাকিলহেঁতেন তেন্তে ৰজা হৈ, ঈশ্বৰৰ প্ৰতিনিধি হৈ মনত শান্তি পালোহেঁতেন। কিন্তু ঐশ্বৰ্য-বিভূতিৰ ওপৰত ৰাজত্ব কৰা ৰজাৰ সুখ নাই সাদৰী। (এটা দুৱৰী আহি সেৱা জনায়)

নীলা : কি বাতৰি আনিছা দুৱৰী?

দুৱৰী : মহাৰাজক মন্ত্ৰী ডাঙৰীয়াই লগ পাব খোজে।

নীলা : বাৰু গৈছোঁ। (সকলো যায়)

## দ্বিতীয় দৃশ্য

### জেটুকীৰ ঘৰ

(হৰিতাল সোমাই আহে)

হৰি : মানুহে ভাবে মই এটা চংদাৰী ; কিন্তু কেইজনে ভু পায় যে মোৰ হিয়াত এখন শোকৰ সাগৰ লুকাই আছে? হেৰ, বাইটি আছনে অ'?
(ভিতৰৰ পৰা জেটুকীয়ে মাত দিয়ে "আছো বোপাই")

হৰি : এইপিনে দেখা পাওঁ আইটি।

জেটুকী : (ওলাই আহি) বাঘে খোৱা, তোৰ দেখোন সাপৰ মন্ত্ৰটো আজি নেমাতিলি একা?

হৰি : (চকু মুখ পিৰিকিয়াই) হৰিতাল। হৰিতাল।

জেটুকী : (বহিবলৈ পীৰা এখন দি) ডোখোৰা! ডোখোৰা!

হৰি : (পীৰাত বহি লাখুটিত ভেজা দি) হেৰি অ' বাইটি সেই —

জেটুকী : (তামোলৰ বটাটো ওচৰত লৈ তামোল কাটি) তোৰ লাওখোলাটো নিগনিয়ে খালে।

হৰি : এঃ নহয় - নহয় - তোৰ উজলা দাঁতটো যে তাৰকা ৰাক্ষসীয়ে লৈ গ'ল - হৰিতাল। হৰিতাল। (হাঁহে)।

জেটুকী : (হাঁহি) মৰিবলৈ ওলোৱা। হোঁ তামোল খা।

হৰি : (তামোল খাই) বাইটি ঐ! মনৰ বেজাৰত তোৰ কাষলৈকে কেতিয়াবা আহোঁ। তোৰ গালি আৰাৰেই মোৰ মানত অমৃত। মই আহিলে তয়ো আপদ দেখনেকি?

জেটুকী : তেনে কথা নকবি দেই। তোকনো মই কাহানি আপদ দেখিছিলো অ'?

হৰি : কথা এটা মনত পৰি আজি মোৰ উকটি উকটি হাঁহি উঠিছে পাই। সেই কুসুম্বৰটো বলিয়া হ'ল। মোকনো কিমান ৰং দিয়া কথা নকৈছে।

জেটুকী : সেই কুম্ভচটোৰ কথা নকবি মোক। সি মোৰ ভৰিৰ বুঢ়া আঙুলিটোহে কামুৰিবলৈ বাকী আছে। মই হেনো যেনেতেনে উপায়ে বিমলাৰ লগত তাৰ বোৱাটো পাতি দিব লাগে। কটাৰ পোৰ সাহটো চা!

হৰি : সেই গুণেহে কওঁ বোলো হৰিতাল। হৰিতাল। (হাঁহে)

জেটুকী : তামোল মোকোৰা মুখত লৈ সিমানকৈ নেহাঁহিবি বাঘেখোৱা। চৰ্চৰণি খাই মৰিবি কেতিয়াবা।

হৰি : তোৰ ভৰি দুটাৰ ওচৰত মৰিবলৈ পালে দেখোন মই গঙ্গাকে পালো হেৰ'। (তামোল চৰহা মাৰি ধৰে আৰু খৰখৰাই)

জেটুকী : নকৈছিলো। বুঢ়ীমাৰে? (বেৰত ওলমি থকা ভীম কল এটা আনি) হোঁ, হোঁ, ইয়াৰে এডোখৰ গিলি দে।

হৰি : (কল এডোখৰ খাই) বক্কা বোপাই। আজি তোৰ ঘৰে দুৱাৰে পেলনি গ'লহেতেঁন। হৰিতাল! হৰিতাল।

জেটুকী : ভাত মুঠি খাই যা বলিয়া। মোৰ ভাত হৈয়েই আছে। দুপৰীয়াখন কেনিও নেযাবি। (জেটুকী ভিতৰলৈ যায়)

হৰি : এনেকৈ কওঁতানো মোৰ কোন আছেঁ? সাতদিন সাতৰাতি লগেণে থাকিলেও সোধোতা নাই। মানুহৰ যে হিয়া ঐ! - মানুহে পানী ঢালেগৈ ক'ত - য'ত পানীৰে সাগৰ হৈ আছে; চিএঁৰেগৈ ক'ত - য'ত মানুহৰ কোলাহলত প্ৰাণবায়ু যাওঁ যাওঁ হয়। যি বোৰক চেনেহৰ মাত এটি দিলেই হাততে স্বৰ্গ ঢুকি পায়, সেইবোৰলৈ উলটি চাওঁতাই নাই। পুতৌ! পুতৌ।

## নিজান ঠাই

(আগে আগে বিমলা আৰু ভয়ে ভয়ে পাছত কুসুম্বৰ)

কুসুম্বৰ : বিমলা!

বিমলা : তুমি মোক কেলেই এইদৰে আমনি কৰিছা?

কুসুম : বিমলা, তোমাক মোৰ যথাসৰ্বস্ব দিছোঁ — তেওঁ তুমি এযাৰ কথা নোকোৱা?

বিমলা : তোমাৰ সৰ্বস্ব পাবলৈ জানো কেতিয়াবা আশা কৰিছিলোঁ কুসুম্বৰ ? ছিঃ! এজনী তিৰোতাৰ আগত এনে কাপুৰুষালিৰ ভাও দিবলৈ তোমাৰ লাজ নালাগেনে?

কুসুম : ভুল বুজিছা বিমলা! অকল তোমাক লাভ কৰাৰ আশাত মই এনেকুৱা হৈছোঁ। ভাবি চোৱাঁ - মনোহৰৰ লগত তোমাৰ সম্বন্ধ কেতিয়াও হ'ব নোৱাৰে আৰু মই তোমাৰ একে কুলৰ।

বিমলা : কঠুৱা মাত দি মই তোমাৰ মনত কষ্ট দিব নোখোজোঁ, তুমি যোৱা —

কুসুম : (হাতৰ মুঠিত থকা চন্দ্ৰহাৰডাল উলিয়াই বিমলাৰ ফালে দুই হাতেৰে আগবঢ়াই আৰু ভয়ে ভয়ে বিমলালৈ চাই চাই) মোৰ ইমান খিনি চেনেহ ভৰিৰে মোহাৰি পেলাবানে বিমলা? চোৱাঁচোন - (বিমলাৰ গলত পিন্ধাব খোজে)

বিমলা : (ফালৰি কাটি) ভুল নকৰিবাঁ - ভুল নকৰিবাঁ কুসুম্বৰ। মিছাতে কিছুমান বিহ ভৰাই লৈ জীৱনটো অসুখীয়া কৰি নলবাঁ।

কুসুম : (দুই হাত মেলা অৱস্থাতে থৰ হৈ থাকি) তেন্তে তোমাৰ আশা এৰি দিম?

বিমলা : এৰি দিয়াঁ।

কুসুম : (অলপ খঙৰ সুৰত) কাৰণ?

বিমলা : বাৰে বাৰে একেটা কথা? যোৱাঁ তুমি আঁতৰি যোৱাঁ কুসুম্বৰ।

কুসুম : (ব্যৰ্থ হৈ গহীনাই) মানুহৰ অন্তৰত এটা পশুও আছে বিমলা। সেই পশুক বৰকৈ জোকালে সি এদিন নহয় এদিন অপঘাত কৰিবই।

বিমলা : পশুলৈ মানুহে ভয় নকৰে।

কুসুম : (মন ডাঠ কৰি) আজি তুমি মোক স্পষ্ট ভাষাৰে, স্পষ্ট কথাৰে ক'ব লাগিব —

বিমলা : ছিঃ - (মুখ ঘুৰায়)

কুসুম : উত্তৰ দিয়া বিমলা। (বিমলাৰ ফালে আগবাঢ়ে)

বিমলা : কিহৰ উত্তৰ কুসুম্বৰ? আৰু এখোজ মান এইফালে আহিলে আজি তোমাৰ সন্মান হেৰাব।

কুসুম : কি। - (খঙেৰে বিমলাৰ ফালে চোচা লয়)

বিমলা : (ঘৃণাৰে) তোমাৰ নামটো কেনে সুন্দৰ কু-সু-ম্ব-ৰ কিন্তু মানুহটো কেনে কুৎসিৎ! - ছিঃ - (কুসুমৰ অৱজ্ঞা কৰি গুচি যায়)

---

কমতা কুঁৱৰী

কুসুম : (ভেবা লাগি) কি কৰিলোঁ! কি কৰিলোঁ! সঁচাকৈয়ে বেয়া কাম কৰিলোনে কি? পৰাজিত হলোঁ। - এজনী তিৰোতাৰ হাতত? হেঁ! - কুৎসিৎ! - কুৎসিৎ (ভেবা লাগি বিমলা যোৱা ফালে চাই থাকিল।)

গঙ্গাৰ পাৰ

(মনোহৰ ওলাই আহে)

মনো : তীৰ্থ কৰিছোঁহি! জীৱনৰ আদ্‌খিনি পাছকালে এৰি থৈ এই দূৰ বিদেশত প্ৰাণহীন পুতলাৰ দৰে ঘূৰি ফুৰিছোঁ। - ক'ত মোৰ সপোন-কুঁৱৰী বিমলা, ক'ত সেই কমতাপুৰ আৰু ক'ত আজিৰ এই গঙ্গাৰ পাৰ। - বিমলা আছিল এপাহি আধাফুলা পদুম আৰু মই আছিলোঁ সেই পদুমৰ বুকুত পৰি অমিয়া পান কৰা এটি ভোমোৰা! - হায়! কপটীয়া সমাজৰ চকুত আমাৰ এইফেৰা সুখো সহ্য নহয়! - সমাজকো মই তুচ্ছজ্ঞান কৰিলোহেঁতেন যদি মোৰ সদাচাৰী নৈতিক পিতাৰ মনত কষ্ট নহলহেঁতেন! - মোৰ চিৰ-তীৰ্থ চেনেহী জন্মভূমি এৰি নিৰ্বাসিতৰ দৰে আজি মই যি শাস্তি ভোগ কৰিছোঁ এই শাস্তিৰ বাবে তুমি জগৰীয়া নোহোৱানে ঈশ্বৰ? তুমিয়েই মোক যৌৱন দান দিয়া নাইনে? - (লাহে লাহে গুচি যায়)

## পঞ্চম দৃশ্য

বিমলাৰ শয়ন কক্ষ

(আমন জিমনকৈ পাটীত পৰি)

সঙ্গীত

অ' সন্ধিয়াৰ বা।

কথাটি শুনি যা —

হিয়া ভৰা মোৰ গান

শুনি যা, শুনি যা।

(অলপ পৰ নিতাল মাৰে)

সপোনতে দেখা পায় —

দি ঠকে ক'লে নাই,

চকু-লোৰে ভৰা সপোনৰে আশা

শুনি যা, শুনি যা।

তুমি যে প্ৰিয় মোৰ জীৱনে - মৰণে

চিৰ সাধনাৰ ধন,

উদাসী, হিয়াৰ সোঁৱৰণি লৈ

যা সন্ধিয়াৰ বা।

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

**ৰাজ উদ্যান**

*(কথা পাতি পাতি নীলাম্বৰ আৰু শচীপাত্ৰ ওলাই আহে।)*

শচী : ইমান উদাস হ'লে কেনেকৈ ৰাজ্য শাসন কৰিব মহাৰাজ?

নীলা : আপোনাৰ পূৰ্বপুৰুষ সকলেই এই হেন বংশ সুপ্ৰতিষ্ঠিত কৰিলে, আৰু আপুনি নিজেও মোক পুত্ৰবৎ স্নেহ কৰে।সেই কাৰণেই মই সকলো কথাতে আপানাৰ ওপৰতে ইমান বেছিকৈ নিৰ্ভৰ কৰোঁ।

শচী : এই বৃদ্ধই আৰু কেইকাল মন্ত্ৰিত্ব কৰিব মহাৰাজ?

নীলা : তেন্তে বৰ্তমান আমাৰ কৰ্তব্য কি?

শচী : উত্তৰে ডফলা পৰ্বতৰ নামনিত আৰু পশ্চিমে কৰতোৱাৰ পৰ্বত, এই দুই ঠাইত দুটা কোঠ মৰাব লাগে। গুপ্তচৰৰ মুখেৰে যি সংবাদ পাইছোঁ - তাৰ পৰা বুজিব পাৰিছোঁ ডফলা ৰজাই বিদ্ৰোহ কৰিব পাৰে আৰু গৌড়ৰ নবাবেও কমতাপুৰ অধিকাৰ কৰিবলৈ আগবাঢ়িব পাৰে।

নীলা : আপোনাৰ বিচক্ষণ নীতি মই মাত্ৰ সমৰ্থনহে কৰিব পাৰোঁ। আপোনাক উনুকিয়াব পৰা মোৰ নিজা চিন্তা একো নাই বুলিলেই হয়।

শচী : ময়ো মহাৰাজক সকলো ফালে কাজুৱা কৰিবৰ মনেৰেহে মোৰ যুক্তি-পৰামৰ্শ সদয় জনাই থাকোঁ।

নীলা : কোঠ মৰাবৰ কাৰণে দুঠাইলৈ দুদল উপযুক্ত সেনা পঠোৱাই বোধহয় আমাৰ কৰ্তব্য।

শচী : হয় মহাৰাজ। এতিয়া ব'লক মানচিত্ৰ চাই প্ৰধান সেনাপতিৰে সৈতে এই বিষয়ে বিশেষ আলোচনা কৰিব লাগে।

নীলা : বলক ডাঙৰীয়া।

(দুয়ো যায়)

## দ্বিতীয় দৃশ্য

**ফুলনিৰ বিশ্ৰাম ঘৰ**

(হৰিতাল ওলাই আহে)

হৰি : হৰিতাল! হৰিতাল! - এই ফাপৰে ধৰাটোকনো আকৌ ৰাণীয়ে চাইনে বাৰু? কিনো কথা, কিনো বাৰ্তা? এইবোৰ খালি এই জেটুকী বাইটিৰ কাম। বাৰু, ময়ো আজি ভালকৈয়ে চং দেখুৱাম!- ৰাণীৰ ওচৰলৈ আহিছোঁ যেতিয়া ভব্য গব্য হৈ

থাকিম তেহেলৈ মানক নেমানক। (লাখুটিডালত ভেজা দি কেনিবা চাই যুকু ফিন্দাই তললৈ মূৰ কৰি বৈ থাকে। বিশ্ৰাম ঘৰৰ পাছৰ পৰা সাদৰী, বিমলা আৰু জেটুকী ওলাই আহে।)

জেটুকী : (দূৰৰ পৰা আঙুলিয়াই) মা-দৈ সেই অহৌবলিয়াটো সৌটো। চকচোন কি উজটো লৈ আছে।

(সাদৰী আৰু বিমলাই মুখটিপি হাঁহে)

হৰি : (অলপ কেৰাহিকৈ চাই ৰাণী অহা পিনে পিঠি দি মাটিত দীঘল দি পৰে) হৰিতাল। হৰিতাল।-

বিমলা : (বেজাৰ তল পেলাই হঁহা দি হাঁহে) জানো এইটোৱে কি খন কৰে?

জেটুকী : (হৰিতাল ওচৰলৈ গৈ কাণত ধৰি) হেৰৌ বলীয়া কৰিছ কি?

হৰি : (জাপমাৰি উঠি মিছা খং দেখুৱাই লাখুটিডাল হাতত লৈ) ৰাণীয়ে মতাইছে - ৰাণীৰ আজ্ঞা - তই কোন? (উলটি চাই) হেঃ হেঃ হেঃ এ' তই বুলি আকৌ ক'বই নোৱাৰিলোঁ পাই। মা-দৈ হৰিতাল। হৰিতাল। (ৰাণীৰ ভৰিত দীঘল দি পৰে)

সাদৰী : (আঁতৰি গৈ) এঃ তেনেকৈ পৰিছা কেলেই? বহা, বহা।

(বিশ্ৰাম ঘৰৰ আসনত সাদৰী আৰু বিমলা বহে। তলৰ খটখটীত জেটুকী আৰু হৰিতাল বহে।)

জেটুকী : মা-দৈয়ে তোৰ সেই পগলা মহাদেউৰ পাকটো চাবলৈহে মতাইছিল। এতিয়া পাক দে।

হৰি : হৰিতাল। হৰিতাল। - মহাদেউৰ লগত পাৰ্বতীও ওলাব লাগিব বাইটি।

বিমলা : জেটুকী বাই উঠাঁ।

জেটুকী : (বহাৰ পৰা উঠি)

"তেতেলিৰ তলতে কৰোঁ তাতে বাতি
ঐ ৰাম গোসাঁই, পাহৰি আহিলোঁ কুচি।
কুচিৰে লগতে পগলাই কিলালে
ঐ ৰাম গোসাঁই, যামগৈ ঘৰলৈ গুচি।।"

হৰি : (চোচা মাৰি)

হে হে নেযাবি ঘৰলৈ বাইটি অকলৈ
ঐ ৰাম গোসাঁই, বাটত বোন্দা ম'হে খাব।
আলি কেঁকুৰিতে মেকুৰী ওলাব
ঐ ৰাম গোসাঁই, গধূলি পৰকাই পাব।।

জেটুকী : এইবোৰ তই নিজে যোৰাই গাইছ। আচল নামটো গা, - সেইটোহে মা-দৈয়ে ভাল গুনিব।

(জেটুকী আৰু হৰিতালে পাক দি দি গায়)

গীত

তেতেলীৰ তলতে কৰোঁ তাঁতে বাতি
ঐ ৰাম গোসাঁই, পাহৰি আহিলোঁ কুচি।
কুচিৰে লগেত পগলাই কিলালে
ঐ ৰাম গোসাঁই, যামগৈ ঘৰলৈ গুচি।।
মাৰৰ ঘৰলৈ যাব পাৰেৰতী
বাটত খাপে দিয়ে ধৰিম
বাটত খাপে দিয়ে ধৰ তই পগলা
হাবিত লৰে মাৰি সোমাম।

হাবিত লৰে মাৰি সোমা পাৰ্ব্বতী
হাবিত জুয়ে দিয়ে ধৰিম।
হাবিত জুয়ে দিয়ে ধৰ তই পগলা
ধোবাঁবে লগতে উৰিম।
ধোবাঁৰে লগতে উৰ তই পাৰ্বতী
হাঁকুটি লগায়ে আনিম।
(হাতৰ লাখুটিডালেৰে হৰিতালে জেটুকীৰ ডিঙিত ধৰি টানি আনে আৰু জেটুকীয়ে গাই থাকে)

জেটুকী : কুচিৰ লগতে পগলাই কিলালে
যামগৈ ঘৰলৈ গুচি।

হৰিতাল : ঐ ৰাম গোসাঁই ঘৰলৈ গুচি।।
(এনেতে হৰিতালে চিঞৰ মাৰি দিয়ে " ভুইকঁপ। ভুঁইকপ্।" দূৰত ডবা-শঙ্খ, উৰুলি ধ্বনি আদি শুনা হয়। বিমলাই সাদৰীৰ গাত সাবট মাৰি ধৰে। জেটুকী বিশ্ৰামঘৰৰ খটখটীত পৰি যায় আৰু হৰিতালে লাখুটিডালেৰে মাটিত গোঁজ মাৰি থক্ থক্ কৈ কঁপি কঁপি)

হৰি : হৰিতাল। হৰিতাল।- পৃথিবী গোটেইখন খহি পৰিলেও মই নপৰোঁ। (উলটি চাই) মা-দৈ নামি আহক - নামি আহক—

জেটুকী : (উঠি) বৰ ডাঙৰ জোঁকাৰ দিলে মা-দৈ। মুৰ আচন্দ্ৰাই কৰি মোক পেলাই দিলে। আহক - মা-দৈ - কাৰেঙলৈ যোৱা হওক —

সাদৰী : বাই! আজি কাৰেঙৰো কিবা হানি হ'ল যেনহে লাগিছে। সখীৰ বৰ ভয় লাগিছিল নহয়নে?

বিমলা : ভুঁইকপলৈ মোৰ ভয় লাগে দেও।

সাদৰী : (হৰিতালক) তুমি আহি আজি আমাক বৰ ৰং দেখুৱালেঁ। তোমাৰ ধেমালিয়ে আমাৰ সখীৰ মনৰ ভালেমান বেজাৰ পাতলালে। খবৰ দিয়ালে কেতিয়াবা আকৌ আহিবাঁ।

হৰি : (সেৱা জনাই) মা-দৈ! হৰিতাল! হৰিতাল।
(হাঁহি হাঁহি সাদৰী, বিমলা আৰু জেটুকী এফালে আৰু হৰিতাল আনফালে যায়)

## তৃতীয় দৃশ্য

### কাশীৰ এটা ঘাট

(মনোহৰ ওলাই আহে)

মনো : সৌৱা -মাৰ যোৱা সূৰ্য্যৰ একো একোটি ৰশ্মিয়ে যেন আই জাহ্নবীৰ পবিত্ৰ বুকুত একো একোখন স্নেহৰ ছবিহে আঁকি দিছে! আহাহা। তাৰ একোটি জিলিঙনি যেন বিমলাৰ মুখৰ একোটি হাঁহিহে! (অলপ ৰৈ) কিয়, এই গঙ্গাৰ সোঁত কৰতোৱাত মিহলি হৈ কমতাৰ ফালে উজাই যাব নোৱাৰেনে?- আই! আই! তুমি কোটি কোটি তীৰ্থ-যাত্ৰীৰ সন্তাপ হৰণ কৰিছা, জগতকে তুমি শান্তি দিছা- কিন্তু মোক এইদৰে প্ৰৱঞ্চনা কৰিছা কিয়? (দূৰত স্তোত্ৰ পাঠ হয়, মনোৱে কিছুপৰ নিতাল মাৰি শুনে ) কেনে মধুৰ স্তুতি গান! —
(গাই গাই এদল দণ্ডী সন্যাসী ওলাই আহে)

গীত

"দেৱী সুৰেশ্বৰী ভগৱতী গঙ্গে
ত্ৰিভুৱন তাৰিণী তৰল তৰঙ্গে।

---

কয়ড়া কুঁৱৰী

শঙ্কৰ মৌলি নিবাসিনী বিমলে
মম মতিৰাস্তাং তব পদ কমলে।।"
(গীতৰ অন্তত সমস্বৰে "গঙ্গা মাঈকী জয়।")

মনো : (সন্ন্যাসী সকলক দেখি) নমস্কাৰ।
(প্ৰতি নমস্কাৰ জনাই সন্ন্যাসী সকল ধীৰ গতিৰে গুচি যায়)

মনো : এই গঙ্গাৰ পাৰতে কিমান সন্ন্যাসী, বৰগীয়ে জীৱনৰ মহৎ আদৰ্শ দেখা পাইছে, কিমান ধনীয়ে সৰ্বস্ব দান কৰি কাশী বিশ্বেশ্বৰৰ চৰণ তলত আশ্ৰয় লৈছেহি - কিন্তু এনে এখন পবিত্ৰ ক্ষেত্ৰত থাকিও মই বিমলাৰ কথা পাহৰিব পৰা নাই কিয়? -সৌৱা, সৌখন মণিকৰ্ণিকা মহাশ্মশান। দিন-ৰাতি ছেদ-ভেদ নোহোৱাকৈ সেই শ্মশানৰ চিতাগ্নিয়ে শ শ মৰা শ পুৰি ছাই কৰিছে আৰু তাৰ কাষেদিয়ে গঙ্গাৰ বুকুত নাও মেলি দি, যুৱক-যুৱতীয়ে প্ৰেমৰ স্বপ্ন দেখিছে। - কেনে বিচিত্ৰ জগত। - (হুমুনীয়া পেলাই) তাত চিতাই দহিছে নিৰ্জীৱ মানুহ, আৰু ইয়াত (নিজৰ বুকু ফালে লক্ষ্য কৰি) চিন্তাই দহিছে সজীৱ মানুহ! -এখন শ্মশানৰ চিতা আৰু আনখন স্মৃতিৰ চিতা। দুয়ো খনেই সমান। (চাই চাই থৰ হয়)

## চতুৰ্থ দৃশ্য

### নীলাম্বৰৰ শয়ন কক্ষ

(শয্যাৰ শিতানৰ ফালে কাৰুকাৰ্য্য কৰা নানাবিধ তামুলী পীৰা। কোনো খনত ফুলেৰে সৈতে এখন শৰাই, কোনো খনত নানাবিধ গন্ধ-দ্ৰব্য, বিলাসৰ সামগ্ৰী, দাপোণ আদি সজোৱা থাকে। সুশোভিত গছা এটাৰ ওপৰত এটা চাকি, কাষতে থকা ধূপৰ পাত্ৰৰ পৰা ধোঁৱা ওলাই থাকে। এজনী লিগিৰী শয্যাৰ ভৰি পথানৰ ফালে বহি থাকে, আন এজনীয়ে ধুনাৰ পাত্ৰটো ঘূৰাই সাদৰীৰ ওচৰত মাটিত বহে।

বিমলা : পুৰোহিতদেৱে হেনো (লুকাই থয়) হেলচি। মোৰ মূৰটো সেই কাৰণে আজি অলপ পিটিকি দেচোন। (শোৱে।)

সাদৰী : পিছে লিখিম নো কি সখী?

বিমলা : মোৰ মনৰ কথা দেখোন তুমি আটাইবোৰ জানাই! মইনো তোমাক আকৌ ক'ব লাগিছেনে?

সাদৰী : সখী, তাহানি কুণ্ডিলৰ ৰুক্মিণীযে বেদনিধিৰ হাতত পত্ৰ দি পঠিয়াই দ্বাৰকাৰ শ্ৰীকৃষ্ণক মতাই অনালে, আৰু এতিয়া কমতাৰ ৰাজ পুৰোহিতৰ হাতত পত্ৰ দি বনবাসী মনোহৰক ওলোটাই আনি সখীক দিব লাগে। বাৰু, সখী, এইটো বিমলা-হৰণ হ'ব নে মনোহৰ-হৰণ হ'ব?

বিমলা : জানো দেও কি কোৱাঁ। (হাঁহে)

সাদৰী : বাৰু, তোমাৰ মনৰ কথা এবাৰ মান নিজে কোৱাঁচোন। অ' পিছে সম্বোধন কৰিম কি বুলি? 'প্ৰাণনাথ' বুলিম নে 'প্ৰাণেশ্বৰ' বুলিম ?

বিমলা : ( লাজ কৰি) তুমি যিটোকে ভাল পোৱা সেইদৰেই লিখিবাঁ। মই বহি থাকিলে তুমি চুপতি কৰিয়েই সময় নিয়াবাঁ, সিপিনে মহাৰাজো শয্যালৈ আহিবৰ হ'ব আৰু তোমাৰ পত্ৰ লেখাও নহ'ব। তোমাক এৰি দিছোঁ- তুমি ভাবি চিন্তি বঢ়িয়াকৈ লিখি থ'বা - মই নিচেই পুৱাতে ওলামহি দেই।

সাদৰী : বাৰু।
(বিমলা আৰু ভৰিপথানত থকা লিগিৰিজনী যায়গৈ)

সাদৰী : হেলচি, সৌ লেখনীৰ সঁজুলি আৰু সাঁচিপাত থকা পীৰাখন এইফালে দে। (উঠি গৈ শয্যাত বহেগৈ। লিগিৰী জনীয়ে ওখ কেৰেপীয়াৰ ওপৰত লেখনী সঁজুলি আৰু পীৰাখন গোটাই দিয়ে।)

লিগিৰী : ভাল মা-দৈ। (লিগিৰী যায়)

সাদৰী : (হেঙ্গুল হাঁইতালৰ ৰং দি দাঁতিত লতা বছা সাঁচিপাত এখিলা লৈ লিখিবলৈ আৰম্ভ কৰে।) সখীয়ে কৈ গ'ল, মই যেন ভাল দেখোঁ- সেই দৰেই লিখিব লাগে। কি বুলিনো সম্বোধন কৰোঁ? - 'প্ৰাণনাথ' - 'প্ৰাণেশ্বৰ' - এই দুটাৰ কোনটো বেছি ভাল? 'প্ৰাণেশ্বৰ বুলিয়েই লিখোঁ। লিখিবলৈ আৰম্ভ কৰোঁতেই দেখোন কাপটো সৰি পৰিল। - (তলমূৰ কৰি লিখি থাকে। কিছুপৰৰ পাছত লিগিৰী জনী আহি ৰৈ থাকে। লিগিৰীলৈ চকু পৰি সাদৰীয়ে সোধে) কি ক'লে দুৱৰীয়ে?

লিগিৰী : মহাৰাজ, মন্ত্ৰী ডাঙৰীয়া, সেনাপতি আদি কেবাজনো বিষয়া আছে। মেল ভাগোঁতে অলপ পলম হ'ব বুলি কৈছে।

সাদৰী : ভালেই হৈছে দে। ময়ো অলপ ভাবি চিন্তি লিখিব পাৰিম। মোক তামোল এখন দে।
(লিগিৰীয়ে সোণৰ বটাত থুৰীয়া তামোল আনি দিয়ে, সাদৰীয়ে এখন খায় আৰু লিখে)

সাদৰী : বৰ বেছিকৈ লিখাও ভাল নহয়। এক বিমলাৰ এক মনোহৰ- (অলপ ৰয়) এতিয়া তলত সখীৰ নামটো দিমনে নিদিম। নহয়- এতিয়া নামটো নিদিওঁ। কাইলৈ পুৰা সখী আহিলে পত্ৰখন মাতি শুনাই নামটো লিখি দিম। (সাঁচিপাত খিলা এটা সোণৰ ৰূপৰ খামৰ ভিতৰত সুমাই) এইবোৰ আঁতৰাই নে, মোৰ হ'ল। (লিগিৰী-জনীয়ে আঁতৰাই নিয়ে)
(গাৰুৰ তলত পত্ৰ খন লুকাই থয়) হেলচি! মোৰ মূৰটো বৰ গধুৰ লাগিছে অলপ পিটিকি দেচোন। (শোৱে আৰু লিগিৰীজনীয়ে আলফুলকৈ মূৰ পিটিকি বিছি দিয়ে।) তই সেই কোঁৱৰ-হৰণৰ নামটো গাই থাকচোন, মোৰ দেখোন আজি টোপনি নধৰা হ'ল।

লিগিৰী : মা-দৈ আজি ভালেপৰ তললৈ মূৰকৈ থাকিলে, সেইদেখি তেনে লাগিছে।

## লিগিৰীৰ গীত

('আগলি কলাপাত লৰেকি চৰে' - সুৰ)

বতাহত আহিলে মলয়া এছাটি
গা-নো পৰি গলে জুৰ
অনিৰুদ্ধ কোঁৱৰক কোনে আনি দিব
বীণত ধৰি দিব সুৰ।
আহে নিদ্ৰাবলী সৰগৰে পৰা
সপোনৰ সঁফুৰা লৈ,
ঘুমটিত কোঁৱৰে উষাক দেখা পালে
শিতানত আছেহি ৰৈ!

('আগত দিয়া পাছত দিয়া পঞ্চ আয়তীয়ে' - সুৰ)

ৰূপে গুণে কাচে পাৰে
যোল কলা পূৰ।
বিনন্দীয়া সেইনো উষা
থাকে শোণিতপুৰ।

লিগিৰী : (গীতৰ অন্তত সাদৰীলৈ চাই) মোৰ নাম অন্ত নৌ হওঁতেই মা-দৈ টোপনি গ'ল। (সাদৰীৰ ভৰি দুটা ভালকৈ তুলি দি যাওঁ, মহাৰাজো পাবৰহি হৈছেনে নাই দুৱৰীক সুধি আহোঁ। (ওলাই যায় আৰু সেই পিনেই লাহে লাহে নীলাম্বৰ সোমাই আহে)

নীলা : কি অপূৰ্ব শোভা! - (অলপ পৰ সাদৰীৰ ফালে চাই থাকি) আজি যেন পৃথিৱীৰ গোটেইখিনি সৌন্দৰ্য্য আহি সাদৰীৰ গাতে শেষ হলহি। - এপাহ এপাহ ফুলৰ এটি এটি ৰেণু উৰি আহি আজি প্ৰিয়াৰ সুকোমল মুখ খনিতে থুপ খালেহি। - সৌৱা, প্ৰিয়াৰ চকু দুটিয়ে টোপনিতো যেন মোক মাতি আছে! - (লাহে লাহে সাদৰীৰ কাষতে বহি) বিশ্বখনিকৰে নিজ হাতেৰে ৰচনা কৰা এই তিলোত্তমাৰ গাত মানুহ-খনিকৰে সজা হীৰা-মুক্তা, সোণ-ৰূপৰ এই গলপতা ধাৰি কিমান শোভা

---
কমতা কুঁৱৰী

হৈ পৰিছে? - (সাদৰীৰ গাৰুত পৰি থকা ফুল এপাহ আনি) এই ফুল আৰু (সাদৰীৰ মুখলৈ চাই) তুমি ফুল - দুয়োটি একে। (সাদৰীৰ খোপাত ফুলটো পিন্ধাই) আহাহা! ক'ত এই সুকোমল সপোনৰ ৰাজ্য আৰু ক'ত সেই কঠোৰ বাস্তৱ ৰাজ্য! - (সাদৰীৰ মুখৰ ওচৰত মুখ থৈ) স্বপ্ন যদি ইমান মধুৰ, ইমান সুন্দৰ, খন্তেকীয়া হ'লেও এই ৰাজ্যত বুৰ গৈ নাথাকিম কিয়? (সাদৰীৰ কাষত টোপনি যাব খুজি হাত এখন গাৰুৰ তলেদি নিয়ে আৰু সেই খামটো পাই) এইটি বা প্ৰিয়াৰ কি বস্তু? (চাই) সোণৰ খামত সুমাই থোৱা আছে; (বৰ আলফুলকৈ মেলে) আ! প্ৰিয়াৰ হাতৰ আখৰে লিখা পত্ৰ! চাওঁ - (চাকিৰ পোহৰলৈ আনি পত্ৰখন পঢ়ে। পঢ়োঁতে পঢ়োঁতে মুখ ক'লা পৰে, হাত কঁপিবলৈ ধৰে। বজ্ৰাহতৰ দৰে থিয় দি হাতৰ সাঁচিপাত খিলা আকৌ পঢ়িব খোজে আৰু হাতৰ পৰা সৰি পৰে।) কাক 'প্ৰাণেশ্বৰ' বুলি সম্বোধন কৰিছে? (পত্ৰখন আকৌ তুলি লয়) এইবোৰ মই কি দেখিছোঁ! - (পঢ়িব খোজে) "আপোনাৰ বিৰহত মৰহি যোৱা এই ফুলৰ আজি কমতাৰ কাৰেঙত ঠাই নাই! - হায়! হায়! মই আজি হঠাৎ আহি ক'ত পৰিলোঁহি? জগতৰ নাৰী জাতি এনেকুৱাই নে? - উস্! মোৰ হৃদয়ৰ তলি উদং কৰি দিও মই দানৱীক চিনিব নোৱাৰিলোঁ! ধিক্! ধিক্! ধিক এই নাৰীৰ প্ৰেমত! - ছিঃ! ছিঃ! পৰপুৰুষত প্ৰাণ সমৰ্পণ কৰি এই ৰাক্ষসীৰ ভেলটোৱে মোক কেনেকৈ প্ৰবঞ্চনা কৰি আহিছে! - মই জীয়াই আছোঁ নে-মৰিলোঁ? - মই এইখন ক'ত আছোঁ? - ছিঃ! ছিঃ! -পলা, পলা, বেগতে পলাই যা অন্ধ — এইখন সাক্ষাৎ নৰক! - সৌজনী সাক্ষাৎ দানৱী! —

(উন্মত্ত হৈ ওলাই যায়)

সাদৰী : (টোপনিতে ঘপ্ কৰে উঠি শয্যাৰ ওপৰতে বহে আৰু চকু মোহাৰি থৰ হৈ ভাবে) ইস্ এনে ভয় লগা সামাজিক মই কাহানিও দেখা নাই। (হাতখন চাই) সাপটোৱে যেন মোৰ সোঁ-হাতখনতে খোঁট মাৰি দিলে! (অলপ ৰৈ) এ'আজি মহাৰাজৰ মেল ভগাই নাই হ'বলা! (শয্যাৰ পৰা উঠি গৈ খিড়িকী এখন মেলি দিয়ে আৰু সেইপিনে পুৱাৰ পোহৰ সোমায়।) এ'ৰাতি পুৱালেই দেখোন! মোৰনো আজি ইমান গধুৰ টোপনি আহিল নে?

(লাহে লাহে ওলাই যায়)

## পঞ্চম দৃশ্য

### নৈৰ পাৰ

(কথাপাতি পাতি পুৰোহিতদেউ আৰু হৰিতাল আহে)

পুৰোহিত : হেৰৌ বলিয়া, নোলাব কেলেই? ব'ল ব'ল তীৰ্থ কৰি আহগৈ —

হৰি : হৰিতাল! হৰিতাল!

পুৰোহিত : হেৰ' এই অৰ্থ নাইকিয়া মাতটো মাতি কি গতি সাধিব খুজিছ? কিবা ঈশ্বৰৰ নাম ল।

হৰি : কেলেই 'হৰি' বোলোঁতে জানো ঈশ্বৰক ভজা নহয়?

পুৰোহিত : সেই পাছৰ 'তাল'টোৱে যে সোপাকে পণ্ড কৰি পেলাইছে?

হৰি : এ' দেউ, আপুনি ৰজাৰ পুৰোহিত হৈয়ো নো বাৰু সেইফেৰা বুজি নেপালে মই কি কৰিম? শাস্ত্ৰই কৈছে বোলে, সঙ্গীত মাত্ৰই মধুৰ কিন্তু যদি তাল ৰাখি গোৱা হয় সি মধুৰতকৈও মধুৰ। সেইদেখি - হৰিতাল! হৰিতাল! —

পুৰোহিত : (হাঁহি) তই মাজে মাজে বৰ ভাল কথাবোৰ কৱ, পিছে শেহত গৈ কিবা কৰি পেলাইহে বেয়া কৰ।

হৰি : (গহীনাই) বাৰু দেউ, আপুনি তীৰ্থলৈ ওলাইছে ভাল কৰিছে। পিছে ভাটীৰ পণ্ডিতে কেনেবাকৈ কমতাৰ পণ্ডিতক তৰ্কত হৰুৱাব লাগিলে আমাৰ ৰজাৰো অপমান। আপুনি বাৰু ৰহস্য পুৰাণ পঢ়িছেনে?

পুৰো : (অলপ ভাবি) বাৰু কচোন, - কি ক'ব খুজিছ?

হৰি : এ' নকব দেউ, সেই ৰহস্য পুৰাণৰ কামিনী কণ্ঠ যোগত ভগবান পিনাকধৃকে অৰুন্ধতীৰ আগত কৈছিল বোলে গঙ্গাৰ গিৰিমালা —

পুৰো : হ'ল হ'ল- হেৰ' গঙ্গাৰ গিৰিমালাটো কি?

হৰি : (হাঁহি হাঁহি) হৰিতাল! হৰিতাল!

(কোবাকুবিকৈ বিমলা আৰু জেটুকী আহে)

পুৰোহিত : মই এই বলিয়াটোৰ লগত চুপতি কৰি কৰি তোমালৈ অপেক্ষা কৰিহে আছোঁ —

বিমলা : এৰা বেলি হ'ল বুলি ময়ো জানিছোঁ। কালি লিখি থোৱা পত্ৰখন কৰবাত থৈ সখীয়ে বিচাৰি নেপালে। এতিয়া লৰালৰিকৈ এইখন লিখাই আনিছোঁ।

পুৰোহিত : দিয়া আইদেউ! (বিমলাই সোণৰ খামত ভৰোৱা পত্ৰখন পুৰোহিতৰ হাতত দিয়ে আৰু ভৰিত ধৰি সেৱা কৰে। পুৰোহিতে বিমলাক দুই হাতেৰে তুলি) ভগৱন্তই মনোবাঞ্চা পূৰ্ণ কৰি শত সম্বৎসৰ জীয়াই ৰাখক।

জেটুকী : মই বেটীয়েনো দেউক কি দিম? তীৰ্থলৈ যাওঁতে বাটত বেটীৰ হৈ দেৱে এই গুৱাপাণটিকে কাটি খাব। (কলপাতত বন্ধা টোপোলা এটা দি সেৱা কৰে।)

পুৰোহিত : (মুৰত ধৰি) কল্যাণমস্তু। মই এতিয়া বিদায়হে কৰোঁ আইদেউ।

বিমলা : ভাল। পিছে পত্ৰখন যেন আপুনি নিজ হাতে দিয়ে —

পুৰোহিত : মই নিজ হাতে দিম- তুমি চিন্তাকে নকৰিবা। জয় জগন্নাথ! (গুচি যায়)

জেটুকী : (হৰিতাল) বলিয়া নেযাবনে?

হৰিতাল : বলাচোন বাৰু। (অইন ফালে চাই থাকে)

বিমলা : হেৰা, দেউ ইয়াত ভালেপৰ বৈ আছিল নহয়নে?

হৰি : ভালেপৰ আইদেউ, ভালেপৰ।

বিমলা : ব'লাঁ জেটুকীবাই, সখীৰো আজি বৰ চিন্তা লাগি আছে। কালি ৰাতি লিখি থোৱা পত্ৰখননো বাৰু ক'ত গ'ল? (গৈ থাকে)

জেটুকী : ক'বই নোৱাৰো আইদেউ। (বিমলা আৰু জেটুকী যায়)

হৰি : দেখিলাঁ? পুৰোহিত দেউৰ লগত অতপৰ কথা পাতিলোঁ- কিন্তু যাবৰ বেলিকা হৰিতালক মাত এষাৰেও নাটিলে। এই কাৰণেই হৰিতাল বলিয়া। দুজন বা-বিষয়াৰ লগত যদি কোনো দা-ডাঙৰীয়াৰ ঘৰলৈ যোৱা -তাতো তোমাৰ সেই দশা।- সেইগুণে সোপাকে সামৰি আনি গোটাই থলোঁহি- হৰিতাল! হৰিতাল! (গুচি যায়)

## ষষ্ঠ দৃশ্য

### কাৰেঙৰ এটা নিজান কোঠা

(ভাবিচিন্তি নীলাম্বৰ ওলাই আহে)

নীলা : কি কৰিম, কি নকৰিম - এয়ে আজি মোৰ জীৱন-সমস্যা! - উস্! জীৱনৰ মৌ-কোঁহ. চেনেহৰ শান্তি-সৰোবৰ উদং কৰিও মই এজনী তিৰোতাৰ হৃদয় অধিকাৰ কৰিব নোৱাৰিলোঁ! ময়ো আকৌ ৰজা? -মিঠা মিঠা মাতেৰে মোক 'প্ৰাণনাথ' বুলি সম্বোধন কৰি অন্তৰত মনোহৰৰ ছবি লুকাই থৈছিল! ছিঃ! ছিঃ!

(পাছফালৰ পৰা জয়ন্তমাধৱ আহে)

জয়ন্ত : মহাৰাজ?

নীলা : (উলটি নোচোৱাকৈ) সাৱধান! সাৱধান! ওচৰলৈ নাহিবি —

জয়ন্ত : মহাৰাজৰ হ'ল কি? মহাৰাজ?

নীলা : (উলটি চাই) মহাৰাজ! মহাৰাজ!-

জয়ন্ত : মহাৰাজৰ কিবা অসুখ হৈছে?

নীলা : সেনাপতি! মোৰ অন্তৰত আজি এটা তুমুল আন্দোলন হৈছে। চকু আৰু মনৰ ভিতৰত, জীৱন আৰু মৰণৰ ভিতৰত এখন সংগ্ৰাম উপস্থিত হৈছে। এই সংগ্ৰামত যেনেকুৱা চোকা অস্ত্ৰ ব্যৱহাৰ হয় তেনে অস্ত্ৰ বোধ হয় তোমালোকৰ সন্মুখ সংগ্ৰামত আজিও ওলোৱা নাই।

জয়ন্ত : মহাৰাজ! পৃথিৱীত এন যুদ্ধ আজিলৈকে হোৱা নাই য'ত প্ৰকৃত বীৰৰ পৰাজয় হৈছে। মহাৰাজৰ কাৰণে প্ৰাণ দিবলৈ এই জয়ন্ত মাধৱ সদায় প্ৰস্তুত।

নীলা : মোক তোমাৰ প্ৰাণ নালাগে জয়ন্ত! মোক লাগে- (হঠাৎ কিবা মনত পৰি) জয়ন্ত। প্ৰতিজ্ঞা কৰা বিনা বাক্যব্যয়ে মোৰ আদেশ পালন কৰিবা। —

জয়ন্ত : মহাৰাজ! এই তৰোৱাল চুই প্ৰতিজ্ঞা কৰিছোঁ - অতি কঠোৰ হলেও আপোনাৰ আদেশ পালন কৰিম।

নীলা : আৰু মনত ৰাখিবা-প্ৰধান সেনাপতিৰ পদ ভবিষ্যতে তোমাৰ।

জয়ন্ত : (সন্মান জনাই) আদেশ দিয়ক —

নীলা : মন্ত্ৰীৰ পুতেক মনোহৰ য'তে আছে তাতে তাক বধ কৰাই তাৰ কটা মূৰ মোক আনি দিব লাগে। যেয়ে আনি দিব, পুৰস্কাৰ দিম- আশাতীত পুৰস্কাৰ দিম-

জয়ন্ত : (ভয়ে ভয়ে) ম-নো-হ-ৰ?

নীলা : এৰা, মনোহৰৰ কটা মূৰ।- সঙ্কোচ কৰিছা কিয়? পাৰিবা?-

জয়ন্ত : ৰাজ আজ্ঞা পালন কৰিবই লাগিব। কিন্তু মনোহৰৰদোষ কি, জানিব পাৰোনে মহাৰাজ?

নীলা : মই বিচাৰ কৰিছোঁ, উপযুক্ত গুপ্তচৰৰ মুখে সকলো সংবাদ লৈছোঁ। বিচাৰত তাৰ প্ৰাণদণ্ড হৈছে। কোৱা তুমি বিশ্বাস ঘাতকতা কৰিবানে কি?

জয়ন্ত : আগেয়েই কৈছোঁ। -মহাৰাজৰ কাৰণে প্ৰাণ দিম।

নীলা : তেন্তে আৰু পলম নকৰিবা। যোৱা, আজিয়েই নাও লৈ উপযুক্ত অনুচৰে সৈতে যাত্ৰা কৰা।

জয়ন্ত : (তৰোৱালেৰে সেৱা জনাই) মহাৰাজৰ যেনে আজ্ঞা।- (ওলাই যায়)

নীলা : (শূন্যত মনোহৰৰ কটা মূৰ কল্পনা কৰি) এইয়া- এইয়া - মনোহৰ! এইয়া তোৰ কটা মূৰ পালোঁ। - (কল্পিত মূৰ হাতত লৈ সেইফালে চাই এটা পৈশাচিক আনন্দ প্ৰকাশ কৰে আৰু হঠাৎ সংজ্ঞা পোৱাদি নিচেই কোমল মাতেৰে চিন্তিত হয়) কিন্তু কিন্তু - অন্তৰত এইটো কিহৰ ভয় লুকাই আছে? কিবা এটা যেন ভয়াবহ বিপদে মোলৈ মুখ মেলি খেদি আহিছে! মোৰ আত্মা এইদৰে কুচিমুচি অন্তৰৰ মাজলৈ সোমাই আহিছে কিয়? জীৱন! তুমি কেনে আনন্দদায়ক আৰু কেনে ভয়াবহ!- উস্? কিমান আসৈ নোপোৱা মানুহৰ মাজত থাকি, কিমান নতুন নতুন পৰিৱৰ্তনৰ মাজেদি গৈ জীৱন পূৰ্ণ কৰিব লগা হয়! - আজি মই ঈশ্বৰক আহ্বান কৰিছোঁ। যদি সঁচাকৈয়ে ঐশ্বৰিক শক্তি আছে তেন্তে সেই শক্তিয়ে মোক আনন্দ দিব লাগিব। (কক্ষৰ বেৰত ওলমি থকা তৰোৱাল এখনত চকু পৰি) নহলে ( তৰোৱালখন খাপৰ পৰা উলিয়াই আনি) ই সকলো চিন্তাৰ অৱসান কৰিব লাগিব। (হাতৰ মুঠিত তৰোৱাল লৈ) এতিয়া মই দুইফালে সজ্জিত। হয় ঈশ্বৰ, নহয় মই!-মোৰ মৃত্যু আৰু জীৱন, মোৰ ৰোগ আৰু মহৌষধ- দুইটা মোৰ সন্মুখত। ই মুহূৰ্তৰ ভিতৰতে মোক শান্তিৰ পথেদি লৈ যাব! ইফালে মোৰ অন্তঃস্থলৰ মাজত সোমাই আত্মাই মোক উপহাস কৰিছে!- নাই, নাই, আজি ভয় কিম্বা দোষ অপৰাধে মোক বিচলিত কৰিব নোৱাৰে। নীলাম্বৰে আজি সেইবোৰ নাজানে। হয় মৃত্যু নহয় সকলো কণ্টক মথিমূৰ কৰি সুখৰ নিদ্ৰা - যেই সেই এটা আনি ল'ব লাগিব। এই ৰাক্ষসীক বুজাব লাগিব যে, নীলাম্বৰে বেশ্যাৰ মুখ নাচায়। এই ৰাজ-কাৰেঙত বেশ্যাৰ ঠাই নাই। জ্বল্! জ্বল্! ইন্দ্ৰৰ নন্দন বনত আজি খাণ্ডবদাহী দাবানল জ্বলি উঠ! —

(তৰোৱাল পেলাই উদ্ধত ভাবে গুচি যায়)

## সপ্তম দৃশ্য
### গাঁৱলীয়া বাট

(হৰিতাল অকলে)

হৰি : মানুহৰ চকু আৰু মনটো- কেঁচা আৰু টোঁৱা কাউৰী। চকু কিটাই যেতিয়া লোকৰ পিনে চাই - কেঁচাৰ দৰে ঘোপা হৈ পৰে আৰু মনটোৱে যেতিয়া নিজৰ কথা ভাবে - কলচোক! কলচোক! অৰ্থাৎ তোৰ স্বাৰ্থৰ মনোহৰ কলটো গিল্ গিল্। আজিলৈকে কিমান মানুহৰ লগত পৰিচয় হ'ল, কিমানে লেৰেলা সাদৰ কৰি দেখুৱালে কিন্তু কেৱে যদি এদিন এইদৰে এষাৰ কথা সুধিলেহেঁতেন - "হৰিতাল। হৰিতাল অ' - হেৰ' তোৰনো মনত কি বেজাৰ আছে অ'?" - কোনেনো সুধিব? মাটি নাই বাৰী নাই, ঘৰ নাই, দুৱাৰ নাই- আছোঁ অকল এই হৰিতালটো। মইনো কি চং দিছোঁ - মোৰ কথা বোৰৰ আঁৰতনো কি লুকাই আছে- তাৰে হলে কাৰো মন নোসোমায়। মোক দেখা মাত্ৰকেই - 'সৌটো চংদাৰীটো আহিছে' বুলি কিৰিলি পাৰি উঠে।

(এটা গুপ্তচৰ আহে)

গুপ্তচৰ : হেৰি ডাঙৰীয়া, আপুনি কোনখিনি পাবগৈ?

হৰি : (পাছলৈ উলটি) মই দা-ডাঙৰীয়া একো নহওঁ দেও। মই হৰিতালহে —

গুপ্তচৰ : যাব লাগে ক'লৈ?

হৰি : ৰবাকৈ সুধিলা দেখোন? য'লৈ যাব লাগে তালৈ জানো তুমি নিব পাৰিবা?

গুপ্তচৰ : নিব নোৱাৰিলেও দিহা-বুধি এটাকে দিব পাৰিম কিজানি —

হৰি : পিছে তুমিনো কোন, বাবা কলে, কথা কি?

গুপ্তচৰ : আমি এই ৰাজ্যৰ প্ৰজা নহওঁ। আহিছিলোঁ দেশ চাবলৈ বুলি। এতিয়া সাঁজ লাগি আহিছে দেখি এই গাঁৱৰ ফালে থাকিবলৈ ঠাই বিচাৰি আহিছোঁ —

হৰি : গৈ থাকা - এইপিনে নাকৰ পোনে পোনে গৈ থাকা। বাটৰ কাষতে যাৰে ঘৰত সোমোৱাগৈ সেয়ে আলহী ৰাখিব।

গুপ্তচৰ : পিছে আপুনিনো এইদৰে থকাৰ সকাম কি ডাঙৰীয়া?

হৰি : মন গৈছে। ইমান বাতৰিনো তোমাক কেলেই?

গুপ্তচৰ : কেলেই লাগিছে ঈশ্বৰ। কথাৰ মাতটোহে কৈছোঁ। বেয়া নাপাব আকৌ?

হৰি : আমাৰ সেইবোৰ ভাল বেয়া একো নাই। বাৰু, আমি আহিলোহে। হৰিতাল। হৰিতাল। (গুচি যায়)

গুপ্তচৰ : মই মানুহজনৰ উদ্দেশ্য কি আজিলৈকে ধৰিব নোৱাৰিলো। কেতিয়াবা সন্দেহ হয়, এওঁ অইন ৰাজ্যৰ গুপ্তচৰ, কিন্তু আজিলৈকে ধৰা পেলাব পৰা নাই। বাৰু, আকৌ পাছ লওঁচোন। আহোঁতে বাটত কুসুম্বৰকো দেখি আহিছিলোঁ। কিজানি এওঁবিলাক দুয়োৰে লাট আছে? এইটো সাজ সলাই লওঁ। (টোপোলা মেলি দীঘল-দাড়ি লগাই লয় আৰু মূৰত এটা পাগুৰি মাৰি লয়) কোনে চিনি পাব?

(আকৌ অহা পিনে উলটি যায়)

## অষ্টম দৃশ্য
### শয়ন কক্ষ

(চিন্তামগ্ন নীলাম্বৰ অকলে)

নীলা : সৰল শিশুৰ দৰে, অতি সৰল অন্তঃকৰণেৰে সাদৰীৰ প্ৰেমত বুৰ গৈ আছিলোঁ। জীৱনৰ যিখিনি সৰ্বোত্তম সেই সকলোখিনি সাদৰীৰ হাতত অৰ্পণ কৰি মই ৰজাতকৈও ৰজা হৈ আছিলোঁ। কিন্তু- উস্! -ভাবিবও নোৱাৰোঁ- (অলপ ৰয়) মানুহে প্ৰেম

ইয়াকে বোলেনে? এয়েইনে স্বামী-স্ত্ৰীৰ সম্বন্ধ? -(শয্যাখনৰ ফালে চাই) এই শয্যা - এই শয্যাৰ চন্দ্ৰাতপলৈকে এদিন স্বৰ্গৰাজ্য নামি আহিছিল আৰু আজি এই শয্যাৰ ওপৰতে কাল সাপিণীৰ ফণা নাচি উঠিছে! এই কক্ষৰ প্ৰত্যেক বস্তুটোৱে যেন আজি মোক কৈছে - "সাৱধান! নীলাম্বৰ, সাৱধান!" - এতিয়া বুজিছোঁ, মনোহৰ কিয় তীৰ্থলৈ গ'ল। (উন্মত্তৰ দৰে) উস্! - ইয়াত থাকিলে মোৰ প্ৰাণবায়ু বিষাক্ত হ'ব, মোৰ কণ্ঠ ৰোধ হ'ব। এইখন এখন দুৰ্গন্ধময় নৰক। ছিঃ ছিঃ।
(লাহে লাহে সাদৰী আহে)

সাদৰী : আপোনাৰ কি হৈছে? মোক নমতা হ'ল কিয়?
(নীলাম্বৰ নিমাত)

সাদৰী : আপোনাৰ কিবা অসুখ হৈছেনে কি?

নীলা : (বিৰক্তিৰে) অসুখ! অসুখ! —

সাদৰী : ইমান বিৰক্তিৰে কথা কৈছে কিয়? কওকচোন আপোনাৰ হৈছে কি?
(নীলাম্বৰৰ কাষলৈ যায়)

নীলা : নাহিবা- নাহিবা - ইমান ওচৰলৈ নাহিবা - আজি নীলাম্বৰ হৃদয়হীন পাষাণ, - আজি এই হৃদয়ত শ্মশানত চিতা জুই দপ্‌দপাই উঠিছে। তুমি আঁতৰি যোৱা, ওচৰলৈ নাহিবা।

সাদৰী : প্ৰাণেশ্বৰ! ইমান কঠোৰ বাক্য উচ্চাৰণ কৰিছে কিয়? মই কিবা অপৰাধ কৰিলোঁনেকি?

নীলা : নীলাম্বৰো মানুহ বুজিছা? - বিবেক, বুদ্ধি নীলাম্বৰো আছে। আৰু কথা ক'বৰ প্ৰয়োজন নাই; আৰু একো শুনিবৰ প্ৰয়োজন নাই। আজি- এই ৰাতিয়েই এই কাৰেং পৰিত্যাগ কৰি য'লৈকে ইচ্ছা গুচি যোৱা।

সাদৰী : (নীলাম্বৰ কথা যেন শুনাই নাই এনে ভাব কৰি) আহক- আপুনি অলপ শোৱকহি। মই বিছি দিওঁ। কিবা জটিল আলোচনা কৰা বাবে বোধহয় আপোনাৰ বায়ুৰ বিকাৰ ঘটিছে। (নীলাম্বৰক শয্যালৈ নিব খোজে)

নীলা : (উন্মত্তৰ দৰে) আকৌ প্ৰতাৰণা! আকৌ ছলনা! (কঠোৰ ভাৱে) আঁতৰি যোৱা- আঁতৰি যোৱা।

সাদৰী : (কন্দনামুৱা হৈ) প্ৰাণেশ্বৰ! এনে কৰিছে কিয়? ইমান নিঠুৰ হৈছে কিয়? আপুনি মোক এবাৰ কথা কওক- আপোনাৰ কি হৈছে?

নীলা : আৰু ক'বলৈ একো নাই। আজি ৰাতি- এই কাৰেং পৰিত্যাগ কৰিব লাগে। --

সাদৰী : এই মুহূৰ্তে যাম। কওক নাথ। কওক মোৰ অপৰাধ কি? কওক - এয়েইনে প্ৰেমৰ পৰিণাম? (নীলাম্বৰৰ ভৰিত দীঘল দি পৰে)

নীলা : প্ৰেম- প্ৰেম! - ৰমণীৰ প্ৰেম? সৰ্পিণীৰ লগত মানুহৰ প্ৰেম? (বিকট হাঁহি মাৰি) হাঃ - হাঃ - হাঃ- আৰু নাই! আৰু নাই!
(বেগাই লৰ মাৰে)

সাদৰী : (পৰি থকাৰ পৰা উঠো বুলি মৰ্মভেদী মাতেৰে) ঈশ্বৰ! ঈশ্বৰ!-

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

### বিন্ধ্যাচল পৰ্বতৰ এটা অতিথিশালা

এখন শয্যাৰ ওপৰত বহি মনোহৰে বিমলাৰ পত্ৰখন পঢ়ি থাকে)

মনো : বৃন্দাবন, মথুৰা, প্ৰয়াগ, ত্ৰিবেণী-সঙ্গম আদি কিমান তীৰ্থ দৰ্শন কৰিলোঁ, কিমান পুণ্য-স্মৃতি মনত পৰিল, তথাপি ক'তো এদিনো এনে তৃপ্তি পোৱা নাই। বিমলাৰ মনৰ বাতৰি অনা এই সাঁচিপাত খিলাত কিমান বেথা, কিমান মৰম সাঁচি থোৱা

আছে!-ত্ৰিবেণী-সঙ্গমৰ পাৰত থিয় হৈ গঙ্গা আৰু যমুনাৰ মিলন দেখি উৰি যাব খোজা মন যেন আজি এই আখৰ কেইটিৰ মাজতে বিলুপ্ত হৈ গ'ল! - (গাৰুৰ তলৰ পৰা ৰূপৰ টেমাটো উলিয়াই) এইটো ৰূপৰ টেমাতে এটেমা তামোল ভৰাই বিমলাই মোক দিছিল। আহাহা! এইটি তামোলৰ টেমা নহয়, এইটো মোৰ সপোনৰ সঁফুৰা। (পত্ৰখন আকৌ পঢ়ে) মোৰ বিৰহত আজলী বিমলা মৰহি গৈছে! - আৰু বেছি দিন নাই বিমলা, দুমাহৰ পাছত আকৌ তোমাক দেখা পামগৈ। - (হুমুনীয়া পেলাই) কেৱল চকুৰ তৃপ্তি হ'ব! -

(পুৰোহিত আহে)

পুৰোহিত : বোপা, তোমাক কমতাপুৰৰ সকলো সংবাদ দিলোঁৱেই আৰু ময়ো ইয়াত আই বিন্ধ্যবাসিনীক দৰ্শন কৰিলোঁ- এতিয়া আৰু বৈ থকাৰ সকাম কি?

মনো : এই দুদিন আপোনাক পাই কমতাপুৰত থকা যেনহে লাগিছিল। আজি অতদিনে দেশ-বিদেশে ঘূৰি ফুৰি কতো মাতৃ-ভাষাৰে কথা এষাৰ পাতিবলৈ লগ পোৱা নাই। এই দুদিনহে জীয়াই থকা যেন লাগিছিল।

পুৰো : সেইটো আৰু ক'ব লাগিছেনে বোপা? মাতৃ-জাতি, মাতৃ-ভাষা আৰু মাতৃ-ভূমি- এই তিনি মাতৃৰ সমান আৰু কোন হ'ব বোপা?- পিছে, মই এতিয়া যোৱাৰহে আয়োজন কৰিব লাগে।

মনো : এতিয়াই যাবনে?

পুৰো : এৰা। আমাৰ পাণ্ডাই ক'লে বোলে ভালেমান যাত্ৰী লৈ বৰনাও এখন এইবেলাতে প্ৰয়াগৰ ফালে উজাব। সেই লগতে আমিও যোৱাহে ভাল দেখো!

মনো : তেনেকুৱা সুবিধা পালে যোৱাই ভাল। ময়ো কাইলৈ পুৱাতে গয়াৰ ফালে যাত্ৰা কৰিম।

পুৰো : ৰবাঁ, -বোপা, এই বিন্ধ্যাচল পৰ্বতেই জানো আৰ্য্যাবৰ্ত আৰু দাক্ষিণাত্যক দুফাল কৰা নাই?

মনো : এই খিনিৰ পৰাই বিন্ধ্য পৰ্বত আৰম্ভ হৈছে। মই আহোঁতে কাশীৰ মান-মন্দিৰতে সকলো চাই চিতি আহিছিলোঁ। কিয়, আপুনি কাশীত মান-মন্দিৰলৈ যোৱা নাছিলনেকি?

পুৰো : ক'ত নো কি আছে কেনেকৈ জানো বোপা। পাণ্ডাই যি দেখুৱায় তাকেহে দেখিছোঁ। তেন্তে বোপা, মই আৰু টালি-টোপোলা বান্ধোহে। (টালি-টোপোলা বান্ধে)

মনো : ময়ো ধৰোঁ, দিয়ক।

পুৰো : এঃ -নালাগে, নেলাগে বোপা,.মোৰ হলেই নহয়। (এটা টোপোলা কাষত আৰু এটা হাতত লৈ) পিছে বিদায়হে কৰোঁ আৰু!

মনো : বলক, ময়ো ঘাটলৈকে যাওঁ। (দুয়ো ওলাই যায়)
(হিন্দুস্থানী মানুহৰ বেশেৰে এটা কমতাৰ গুপ্তচৰ আহে)

গুপ্তচৰ : কমতাপুৰৰ ৰাজপুৰোহিত আৰু মনোহৰ, - দুজনৰ চকুত ধূলি দি অমুকা এই বিন্ধ্যাচলতে দুদিন থাকিলোঁ তেওঁ চিনিব নোৱাৰিলে! - মনোহৰ কাইলৈ পুৱাই যাব, মই আজিয়েই কাশীলৈ যাত্ৰা কৰিম। এদিনৰ আগে আগে গৈ কমতাপুৰৰ সীমাত ধৰা পেলামগৈ। পুৰস্কাৰৰ ধন সোপাকে অমুকাই হাত কৰিম। (ওলাই যায়)

## দ্বিতীয় দৃশ্য

### অৰণ্যৰ মাজ

(সাদৰী, বিমলা আৰু জেটুকী ওলাই আহে)

জেটুকী : (সাদৰীক) মা-দৈ, আপুনি অলপ এইখিনিতে বহক। আপোনাৰ বিলৈ দেখি এই বেটীৰ হিয়া ভাগি গৈছে।

বিমলা : সখী, তোমাৰ বৰ দুখ হৈছে। তুমি অলপ বহাঁ।

সাদৰী : (আমন জিমনকৈ বহে) মোৰ দুখৰ কাৰণে মই সমূলি ভবা নাই। তুমি যে মোৰ লগত ইমান কষ্ট পাইছা সেইটোহে মই

সহিব পৰা নাই।

বিমলা : (সাদৰীৰ মুখ মচি দি) তোমাৰ লগত মোৰ কষ্ট হয় - এনে কথা নকবা সখী!

জেটুকী : (সাদৰীৰ ভৰি পিটিকি) দেহি ঐ! চন্দ্ৰ-সূৰ্য্যই মুখ নেদেখা ৰাণী আজি অৰাইণে অৰাইণে ঘূৰি ফুৰিব লগা হৈছে। (ভৰিৰ তলুৱাত হাত দি) ইস্! ইস্!- আইদেউ! মা-দৈৰ ভৰিত এইদাল কাইট চক্।

বিমলা : (উঠি গৈ) হয় যি হয়। চাওঁ, চাওঁ, (কাইট উলিয়াই) সখীৰ এই বোৰলৈ চেতনেই হোৱা নাই। (জেটুকীক) বাই, এতিয়া সেইবোৰ একো কথা-বাৰ্ত্তা হ'ব নালাগে। এইখিনিতে সখীক মই অলপ শুৱাওঁ। তুমি টোপোলা মেলি কি হয় অলপ খাবৰ দিহা কৰা।

জেটুকী : ভাল তেন্তে আইদেউ।

সাদৰী : (বহি থাকোঁতে থাকোঁতে টোপনি আহিব খোজে) মোৰ বৰ ভাগৰ লাগিছে সখী। অলপ শুবৰ মন গৈছে।
(বিমলাই কোলাত সাদৰীক শুৱাই পৰিচৰ্য্যা কৰে)

জেটুকী : (টোপোলা মেলি কেইটামান কল উলিয়ায়) আইদেউ! সধ্যো ইয়াৰ এটামান মুখত লবলৈ দিয়কচোন।

বিমলা : (লাহেকৈ) এতিয়া ৰবাঁ, সখী ভাগৰত লালকাল দিলে।

জেটুকী : (আথেবেথে ওচৰলৈ লৈ গালেমূৰে হাত দি) মোৰ ঈশ্বৰ ঐ! এই হেন সীতা-শান্তি মানুহ গৰাকীলৈও এনে শাস্তি থৈছিলানে? —

বিমলা : তুমি এমুঠি ভাতৰ যোগাৰ কৰা। যেনে তেনে আজি এটোপা ভাতৰ পানী খুৱাম।

জেটুকী : ভাল আইদেউ। মই উঠিলোৱেই। সৌ ফেৰা মুকলি ঠাইতে যোগাৰ কৰি লওগৈ।
(হাতত টোপোলা লৈ জেটুকী যায়)

বিমলা : (সাদৰীৰ মুখলৈ চাই) সখী!

সাদৰী : (এহাতে বিমলাৰ ডিঙিত সাবটি ধৰি) সখী! কি দোষত মোৰ স্বামীয়ে মোক এনেকৈ পৰিত্যাগ কৰিলে, তাকো মই ক'ব নোৱাৰিলোঁ। (কান্দি) সখী! মই কি অপৰাধ কৰিছিলোঁ বাৰু?

বিমলা : এইদৰে তুমি বেজাৰ কৰি নাথাকিবা সখী। আমি তিনিও এই অৰণ্যত বাস কৰিম ; বাঘ ভালুকৰ লগত থাকিম। তিনিজনী তিৰোতাৰ তিনি ধাৰ চকুলোৱে এই অত্যাচাৰৰ কথা ঈশ্বৰক জনাম। তুমি নিশ্চয় জানিবা সখী, সতীৰ চকুৰ এটোপা পানী এখন সাগৰ হ'ব। - সৌবোৰ কোন আহিছে? সখী, সখী, ভালেমান মানুহ এইফালে আহিছে?
(সাদৰী উঠি ভালকৈ বহে। কুসুম্বৰ আৰু হৰিতাল আহি সেৱা জনায়। সাদৰীৰ অৱস্থা দেখি হৰিতাল নিমাত হৈ ৰয়।

কুসুম্বৰ : মা-দৈ -

সাদৰী : তোমালোক কিয় আহিছা?

কুসুম্বৰ : আমি আপোনাৰ কাৰণে সৌ পিনে অলপ দূৰতে এটি কুটিৰ সাজি তালৈ আপোনাক নিবলৈ আহিছোঁ।

সাদৰী : মোৰ কাৰণে তোমালোকে ভাবিছা কিয়? মই একো কষ্ট পোৱা নাই

কুসুম্বৰ : (সাদৰীৰ ভৰিত ধৰি) আই! আপুনি আমাক অবিশ্বাস নকৰিব। সকলো কথা পাছে ক'ম, আমাক আপোনাৰ পুত্ৰ বুলি ধৰিব। আহক আই, আমি মিনতি কৰি মাতিছোঁ। (বিমলাক) আইদেউ! শঙ্কা নকৰিবা - সেই কুসুম্বৰ মৰিল। আজিৰ কুসুম্বৰ তোমাৰ ককায়েৰ —

বিমলা : বলা সখী! -
(লাহে লাহে সকলো যায়)

হৰিতাল : মানুহৰ যে হিয়া ঐ! - (যায়)

---

কমতা কুঁৱৰী

## তৃতীয় দৃশ্য

### কাৰেঙৰ ভিতৰ চ'ৰা

(নীলাম্বৰে কেনিবা চাই থাকে)

নীলা : (বিৰক্তিৰে) ৰজা! ৰজা! কিহৰ ৰজা? কাৰ ওপৰত ৰজা? - ঐশ্বৰ্য্য, বিভূতি আৰু ক্ষমতাৰ ওপৰত ৰাজত্ব? -অন্তৰত শূন্য পৰিচয় লৈ, সমুখৰ এই বিৰাট বিফলতাৰ মাজেদিও যদি মই নিঃসঙ্কোচে আজি যাব পাৰিলোহেঁতেন তেতিয়া বুজিলোহেঁতেন যে ৰজাৰ হৃদয় সুকীয়া ধাতুৰে সজা। কিন্তু ক'তা, মোৰ আজি ৰাজ-ক্ষমতাই দেখোন তৃপ্তি দিব পৰা নাই? - যি সাদৰীক এদিন মই কেৱল এটি আলফুল স্বপ্ন বুলিহে ভাবি লৈছিলোঁ? (হঠাৎ চিন্তা পৰিবৰ্তন হয়) ক'তা? ক'তা? - মনোহৰৰ কটামূৰ এতিয়াও মোৰ হাতত পৰাহি নাই কিয়?

(জয়ন্ত মাধব আহে)

জয়ন্ত : মহাৰাজ?-

নীলা : (উলটি) আনিছা? আনিছা? দিয়া?

জয়ন্ত : মহাৰাজ? এই মাত্ৰ গুপ্তচৰ আহি সংবাদ দিছে কাইলৈ গধূলি পৰত মনোহৰ আহি কমতাৰ সীমা পাবহি।

নীলা : তেন্তে পলম নকৰিবাঁ। তাতে তাক বধ কৰি এখন সোণৰ থালত তাৰ কটামূৰ আনি উপহাৰ দিবাঁ। সোণৰ থালত বুজিছাঁ? আৰু - আৰু তাৰ মঙহ পশুৰ মঙহৰ লগত মিহলাই এভাগ মন্ত্ৰীলৈ পঠিয়াই দিবা। যোৱাঁ - এতিয়াই যোৱাঁ।

জয়ন্ত : মহাৰাজৰ আজ্ঞা। ( যায়)

নীলা : এনে পুত্ৰ কিয় জন্ম দিছিল? তাক জন্ম দিয়াও অপৰাধ - সেই বাবে শচীপাত্ৰ জগৰীয়া। স্বামীৰ মঙহ তিৰোতাই খাইছে, পুতেকৰ মঙহ বাপেকে খাওক। - যেনে অপৰাধ তেনে শাস্তি! (উন্মত্তৰ দৰে) জ্বলিছে - জ্বলিছে - (হাতৰ তৰোৱাল আছে বুলি ভাবি) ৰাঙলী হ'ব - প্ৰেমৰ শূন্য মন্দিৰ তেজেৰে ৰাঙলী হ'ব, বাসন্তী পূৰ্ণিমা মহা-অমাবস্যাত পৰিণত হ'ব।-

(সোমাই যায়)

## চতুৰ্থ দৃশ্য

### কমতাৰ সীমামূৰি

(তোৰণ দুৱাৰৰ দুফালে দুটা সৰু সৰু ঘৰ। সুসজ্জিত দুটা প্ৰহৰীয়ে সেই ঘৰ দুটাৰ ওপৰত উঠি দুৱাৰ ৰ'খি আছে। এটা মানুহ আহি আকাশ-বন্তি জ্বলাই দিয়েহি। তোৰণৰ কাষৰ পৰা ডবা, শঙ্খ, বৰকাঁহ আদিৰ ধ্বনি হয়। আন এটা সশস্ত্ৰ প্ৰহৰী আহি মাজৰ দুৱাৰ বন্ধ কৰিবলৈ লোৰৰ শিকলি দাঙে।)

প্ৰহৰী : (চিঞৰি) কমতা ৰাজ্যলৈ সোমাব লগীয়া কোনোবা আছেনে? - (দুৱাৰ দুখন জপাই শিকলি লগায়) ৰজাৰ নতুন আদেশ- সন্ধিয়াৰ পাছত দুৱাৰ মেলা নহ'ব। (শিকলিত তলা লগাই অলপ ৰয়। তোৰণৰ ওপৰত থকা এটা প্ৰহৰীয়ে কয় - "অলপ ৰবাঁ, সৌৱা কোনোবা এজন কমতাৰ বিষয়াই চাকি দেখুৱাইছে।" এনেতে বৰ বেগাই জয়ন্তমাধব আহি দুৱাৰৰ মুখত থিয় দিয়েহি।)

জয়ন্ত : দুৱাৰ মেলি দিয়াঁ প্ৰহৰী।

(প্ৰহৰীয়ে দুৱাৰ মেলি দিয়ে আৰু জয়ন্ত সোমাই আহে)

জয়ন্ত : আৰু অলপ সময় ৰবাঁ। দুটা কমতাৰ গুপ্তচৰ আৰু মন্ত্ৰীৰ পুতেক মনোহৰ আহিছে। গুপ্তচৰ দুটাক মই সকলো ইঙ্গিত দি আহিছোঁ। সিহঁতি মোৰ আদেশ মতে কাম কৰিব। তুমি সিহঁতক ভিতৰলৈ আহিবলৈ দিয়েই দুৱাৰ বন্ধ কৰি দিবাঁ। গুপ্তচৰ দুটাৰ কাৰ্য্যত একো হকা-বধা নকৰিবাঁ, ৰজাৰ আদেশ! - মই সৌ কোঠাতে থাকিমগৈ বুলি সিহঁতক কবাঁ।

প্ৰহৰী : সেনাপতিৰ যেনে আজ্ঞা। (মূৰ দোঁৱায়)

(বেগাবেগিকৈ জয়ন্ত যায়)

---

প্ৰহৰী : (ওপৰৰ প্ৰহৰী দুটাক) হেৰৌ, কথাটো কি?

ওপৰৰ প্ৰহৰী দুটা : (একেলগে) ৰজাৰ আদেশ, ৰজাৰ আদেশ! (মনোহৰ আহি দুৱাৰৰ সিপাৰে থিয় দিয়ে।)

মনো : প্ৰহৰী! দুৱাৰ মেলা।

প্ৰহৰী : আপুনি কোন?

মনো : কমতাৰ ৰাজ-মন্ত্ৰীৰ পুতেক মনোহৰ।

প্ৰহৰী : (দুৱাৰ মেলি দি মূৰ দোৱাঁয়) ডাঙৰীয়াক সেৱাহে জনাইছোঁ।

মনো : (প্ৰফুল্লিত মনেৰে) আহাহা! আজি কিমান দিনৰ মূৰত আকৌ আহি মোৰ চেনেহী জন্মভূমিত ভৰি দিছোঁহি! আহা! জন্মভূমিৰ কি সোৱাদ! প্ৰহৰী! ৰাজাৰ খবৰ কিবা পোৱানে? মই আজি ৰাতিয়েই কমতালৈ যাবৰ কিবা সুবিধা পামনে?

প্ৰহৰী : এই মাত্ৰ পালি সেনাপতি ডাঙৰীয়া সৌ কোঠৈলৈ গৈছে। তাত আজি কেবাটাও ঘোঁৰা দেখি আহিছিলোঁ! জোনাক ৰাতি দেখি সেনাপতি ডাঙৰীয়া কিজানি ৰাতিয়েই যায় ক'ব নোৱাৰোঁ। আপুনি গৈ তাতে খবৰ লওক গৈ।

মনো : বাৰু তেন্তে। অ' আৰু কাইলৈ পুৱা মোৰ ভালেমান বয়-বস্তু এইখিনি পাবহি। কমতাৰ পৰা নিবলৈ মানুহ নাহে মানে সেইখিনি কোঠাৰ ভৰালতে থোৱাবা।

প্ৰহৰী : ভাল ডাঙৰীয়া।

মনো : (যাওঁতে যাওঁতে) বিমলা! এইবাৰ পিতাৰ উপযুক্ত পুত্ৰ হৈ কমতাপুৰত সোমাইছোঁহি নে তোমাৰ অনুপযুক্ত প্ৰণয়ী হৈ সোমাইছোঁহি - আজি সেই চিন্তাই মোক আগভেটি ধৰিছে। (কেউফালে চাই) আহাহা! সকলো তীৰ্থৰ সাৰ কাঢ়ি লৈ আজি এই ফৰিং ফুটা জোনাকে যেন মোৰ দুখ ভাগৰৰ ওপৰত অমিয়া বৰ্ষণ কৰিছে! বিমলা! বিমলা! মই পালোঁহি (গৈ থাকোঁতে থাকোঁতে নেদেখা হয়)

(গুপ্তচৰ দুটা আহি দুৱাৰ মুখত ৰয়হি আৰু প্ৰহৰীয়ে দুৱাৰ মেলি দিয়ে)

১ম গুপ্তচৰ : প্ৰহৰী! অলপ আগেয়ে এইপিনে কোন কোন সোমাল?

প্ৰহৰী : পালি সেনাপতি আৰু মন্ত্ৰীৰ পুতেক।

২য় গুপ্তচৰ : মন্ত্ৰীৰ পুতেক গ'ল?

১ম গুপ্তচৰ : কিমান পৰ হ'ল?

প্ৰহৰী : এইয়া গৈছেহে। কিজানি কোঠা পোৱাগৈয়ে নাই।
(গুপ্তচৰ দুটাই মুখলৈ চোৱা-চুই কৰে)

১ম গুপ্তচৰ : ত'ৰ হিন্দুস্থানে সৈতে ভ্ৰমি আহিলোঁগৈ তেও ক'তো এনেকৈ চকুত ধূলি দিওঁতা নোলাল। এই খিনিতনো কি কেণাটো লাগিল বাৰু?

২য় গুপ্তচৰ : মই বাহিৰ ফুৰিবলৈ যাওঁতেই কিজানি সাৰিল অ'?

১ম গুপ্তচৰ : ধেৎ! তই বৰ ছেগ-তৰকা মানুহ অ'। ব'ল ব'ল এতিয়া। পলম নকৰিবি!

প্ৰহৰী : কথাটোনো কি?

১ম গুপ্তচৰ : এতিয়া ক'বলৈ সময় নাই। হেৰ' ব'ল, ব'ল, চিকা ৰূপ! সোণৰ মোহৰ! ---

২য় গুপ্তচৰ : চিকা ৰূপ! সোণৰ মোহৰ! - (দুয়ো বেগাবেগিকৈ যায়) প্ৰহৰীয়ে দুৱাৰ বন্ধ কৰি দিয়ে।

## পঞ্চম দৃশ্য

### ৰাজবাট

(জয়ন্তমাধৱ সোমাই আহে)

জয়ন্ত : উস্! কি কঠোৰ আদেশ! মনোহৰৰ সুকোমল মুখখনলৈ চাই কেনেকৈ তেওঁক বধ কৰিম? -
(লৰি লৰি এটা গুপ্তঘাতক আহে)

ঘাতক : ডাঙৰীয়া! মনোহৰ আহিছে - মনোহৰ আহিছে। এইফালেই আহিছে।

জয়ন্ত : সৰ্বনাশ হ'ব। মোৰ ওচৰলৈ আহিবলৈ নিদিবি। এই নিজানতে সকলো শেষ কৰিবিহঁক। মই সেই দৃশ্য চাব নোৱাৰোঁ। হয়তো মই আগতে থাকিলে মনোহৰক বধ কৰিব পৰা নহব। তই এইখিনিতে অ পেক্ষা কৰ। উপযুক্ত পুৰস্কাৰ পাবি। হোঁ - এই ল। (এটোপোলা ধন দিয়ে) চিঞৰ-বাখৰ কৰিবলৈ সুবিধা নিদিবি। -(আঁতৰি যায়গৈ)

ঘাতক : (ধনৰ টোপোলা আৰু খড়্গ খনো চিক্‌মিকাই উঠিছে। (ধাৰ চাই) কোনো কথাই নাই! সৌৱা পাইছেহি - পাইছেহি। এই গছৰ আঁৰতে ৰৈ থাকোঁ! (লুকাই থাকে)

মনো : গয়াৰ বৌদ্ধ মন্দিৰত থকা এজন ভিক্ষুৱে এদিন কৈছিল বোলে, মানুহৰ জীৱনটোৱেই পূজাৰ বেদী, প্ৰেম সেই পূজাৰ প্ৰাণ আৰু ত্যাগ শান্তি। তীৰ্থৰ পৰা উলটি আহি যদি এই আদৰ্শ ৰক্ষা কৰিব পাৰোঁ মোৰ ধৰ্মপ্ৰাণ সৰল পিতাৰ মনত তেতিয়া আনন্দ নহবনে? আজিৰ এই দিগন্ত বিয়পা জোনাকৰ দৰে মোৰ কল্পনাৰ জোনাকত জিলিকি থকা বিমলাক মোৰ পূজাৰ বেদীত থৈ যদি মই মোৰ প্ৰাণ, মন তেওঁতে সমৰ্পণ কৰোঁ তেন্তে মই শান্তি নাপামনে? বৌদ্ধ ভিক্ষু সকলৰ দৰে অহৈতুকী আনন্দ নাপামনে?
(পাছফালৰ পৰা গুপ্তচৰ দুটা আহে)

১ ম গুপ্তচৰ : হেৰি ডাঙৰীয়া, অলপ ৰ'বচোন —

২ ম গুপ্তচৰ : এৰা, অলপ ৰ'বচোন —

মনো : (উলটি চাই) কোনে মাতিছে? -কোন তোমালোক?
(গছৰ আঁৰৰ পৰা উন্মত্ত বাঘৰ দৰে জাপ মাৰি গুপ্ত ঘাতকটো ওলাই আহে আৰু পাছ ফালৰ পৰা মনোহৰৰ ডিঙিত ঘাপ্ মাৰি দিয়ে।)

মনো : (প্ৰাণৰ কাতৰেৰে চিঞঁৰি মাৰি দিয়ে) কোনে মোক হত্যা কৰিলি! পিতা! বিমলা! বিমলা! বি-ম---- (মাটিত পৰি যায়)

## ষষ্ঠ দৃশ্য

### গাঁৱলীয়া দৃশ্য

(গীত গাই গাই কণাবৰাগী)

গীত

বাটৰ ধূলি শিৰত তুলি
ল'ম প্ৰভু মই আশীষ বুলি
যন্ত্ৰণা মোৰ জনাম তোমাক।
হিয়াৰ দুৱাৰ নিতে খুলি।
বাটে-পথে ঘাটে ঘাটে
কোটী জনে তোমাক মাতে

এধানি মোৰ হিয়াত নাটে
তোমাৰ গানৰ সুৰধ্বনি।
পাৰৰ ঘাটে পাৰতে বৈ
যাত্ৰী নিনিলাঁ তুলি,
অঠাই সাগৰ টলেমলাই
ফেনে ফোটোকাৰে ফুলি!

## সপ্তম দৃশ্য

### নীলাম্বৰৰ শয়ন কক্ষ

(নীলাম্বৰ সোমাই আহে)

নীলা : এতিয়াও এই শয্যাত মনোহৰৰ কটা মূৰ লৈ অট্টাহাস্য কৰিব পৰা নাই - এতিয়াও মোৰ হৃদয়-নন্দন-দাহী চিন্তা-দাবানল নিৰ্বাপিত হোৱা নাই!-
(এখন সোণৰ থালত মনোহৰৰ কটা মূৰ ঢাকি লৈ গুপ্তচৰ দুটা আহে)

১ ম গুপ্তচৰ : মহাৰাজ!

২ য গুপ্তচৰ : মহাৰাজ!

নীলা : কোন? কোন? গুপ্তচৰ? কি সংবাদ?

১ ম আৰু ২ য় একেলগে : এইয়া আনিছোঁ -

নীলা : (শিঁয়ৰি) আনিছ? আনিছ? মনোহৰৰ কটা মূৰ? দে, দে, পুৰস্কাৰ পাবি - আশাৰ অতীত পুৰস্কাৰ - –
(গুপ্তচৰ দুটাই সোণৰ থালখন এখন তামুলী পীৰাৰ ওপৰত থয়)

নীলা : বেছ হৈছে - পাপৰ প্ৰায়শ্চিত্ত —

১ম গুপ্তচৰ : আৰু মহাৰাজ, মন্ত্ৰী ডাঙৰীয়ালৈও মঙ্গহৰ ভাগ বাহিৰে বাহিৰে পঠিওৱা হ'ল —

২ য় গুপ্তচৰ : মৰিবৰ সময়ত বৰ চিঞৰিলে মহাৰাজ! পিতা, পিতা, বিমলা, বিমলা বুলি চিঞৰত গছৰ পাত সৰালে।

নীলা : (কথাষাৰ শুনি হঠাৎ শান্ত হৈ যায়) তঁহত এতিয়া যা —
(গুপ্তচৰ দুটাই সম্মান জনাই যায় গৈ)

নীলা : (ভাবি) 'বিমলা' 'বিমলা' বুলি চিঞৰিলে! তেন্তে - তেন্তে মোৰ ভুল হ'লনে কি? (কটামূৰৰ ওচৰ চাপি) নহয়, নহয়, মোৰ বিবেকে বিচাৰ কৰিছিল, মনোহৰ অপৰাধী আৰু তাক জন্ম দিয়া বাবে তাৰ বাপেক অপৰাধী। (কটামূৰৰ ঢাকনিখন গুচাই থালেৰে সৈতে হাতত তুলি লৈ ) সোণৰ থালত সজাই থৈছোঁ। ৰাক্ষসী! তোৰ প্ৰেমৰ পাত্ৰ আজি সোণৰ থালত সজাই থৈছোঁ। (সেই থালখন শয্যাৰ গাৰুত থৈ) হাঃ হাঃ হাঃ - প্ৰেম-পূজাৰ পবিত্ৰ বেদীত আজি প্ৰেত -মূৰ্তিৰ তাণ্ডৱ-লীলা হওক - ধূপ-ধূনাৰ মধু-গন্ধৰ সলনি গলিত নৰমুণ্ডৰ দুৰ্গন্ধ উঠক। চা, চা, নীলাম্বৰ - হেঁপাহ পলুৱাই চা। -
(বিকট মূৰ্তিৰে চাই থাকে)

## অষ্টম দৃশ্য

### শচীপাত্ৰৰ ঘৰ

(চোতালত কুসুম্বৰে ইফালে সিফাল কৰি থাকে)

কুসুম : বিদ্ৰোহ কৰিম। এনে অত্যাচাৰী ৰজাৰ শাসন মানিম কিয়? কি অপৰাধত ৰাণীক নিৰ্বাসিত কৰিলে। কি অপৰাধত মনোহৰক হত্যা কৰিলে?

(মন্ত্ৰী আহে)

কুসুম : মন্ত্ৰী ডাঙৰীয়া!

মন্ত্ৰী : তুমি দেখোন বৰ সঙ্কোচ কৰিছাঁ?

কুসুম : গুৰুত্বৰ সংবাদ। ক'বলৈ কথা নোলায়—

মন্ত্ৰী : কি হ'ল? কি হ'ল?

কুসুম : মহাৰাজ মনোহৰক —

মন্ত্ৰী : কি কৰিলে? মনোহৰক কি কৰিলে?

কুসুম : হত্যা কৰিলে।

কুসুম : (সম্পূৰ্ণ ধৈৰ্য্য ধৰি) কুসুম্বৰ! তুমি কৈছাঁ কি?

কুসুম : অকল সেয়ে নহয় ডাঙৰীয়া। পছুৰ মঙ্গহৰ লগত আপোনাৰ পুতেকৰ মঙ্গহ মিহলাই আপোনাক খুৱালে —

মন্ত্ৰী : এঁ! এঁ! কি কৰিলে? কি কৰিলে? মোৰ পুত্ৰৰ মঙ্গহ মোক খুৱালে? (সমস্ত শৰীৰ শিয়ঁৰি উঠে আৰু বমিত পেটৰ নাড়ী ভুৰু ওলাই অহাৰ দৰে হয়।) কুসুম্বৰ! (মূৰ্চিত হৈ পৰি যায়, কুসুম্বৰে ধৰে।)

## নৱম দৃশ্য

### আলিবাট

(হৰিতাল সোমায় আহে)

হৰি : (সুৰত)

কুটুমে ৰান্ধিলে কুটুমে বাঢ়িলে
কুটুমক কুটুমে খালে।
কুটুমৰ তেজেৰে বন্তি জ্বলালে
মজিয়া ভকে ভকালে।।

তোমাৰ পেটৰ পোৰণি উঠিল, উঠিব নোৱাৰিলে! - পইতা ভাতৰ জুৰণি খাবা। নাই যদি লাং খাই পৰি থাকিবাঁ। (নিজকে সম্বোধন কৰি) হৰিতাল! অ' হৰিতাল! ভেকুলীৰ টোৰটোৰণি শুনি মেঘৰ খং উঠে নহয়নে? খঙত মেঘে যেতিয়া গৰ্জিবলৈ ধৰে সেই গৰ্জন শুনি, ন-পানীৰ আশাত ভেকুলী উন্মত্ত হৈ উঠে। যেতিয়া মেঘে ভেকুলীয়ে একে হৈ পৰে তেতিয়া গোটেই দেশ বাৰিষাৰ ঢলত টলমলাই উঠে। — এতিয়া বুজিলিনে হৰিতাল? -

(কুসুম্বৰ আহে)

কুসুম : হৰিতাল! হৰিতাল! -

হৰি : (উলটি) কেলেই?
কুসুম : কেনি যোৱা?
হৰি : একো উহদিহ নাই। গৈ থাকিম - গৈ থাকিম - গৈ থাকিম। য'তে খুন্দা খাওঁগৈ তাৰে পৰা উলটি চামগৈ। এই চোৱাত আৰু মুখকে নুঘুৰাওঁ।
কুসুম : হৰিতাল! তোমাক যেন আজি মই অলপ চিনি পাইছোঁ। —
হৰি : হাঃ হাঃ হাঁহা বন্ধু। হাঁহোতে হাঁহোতে যেতিয়া চকুত পানী ওলাব, তেতিয়া এৰি দিবা। এইয়া চোৱা, মোৰ চকুত পানী বিৰিঙিছে।
কুসুম : কিয়?
হৰি : মানুহৰ বৰ ধেমালি দেখি! - এই ধেমালিত নাচোতে নাচোতে, গায়ন গাওঁতে গাওঁতে যেতিয়া খোজ নচলা হৈ আহিব, মৃদঙ্গৰ ধ্বনি যেতিয়া লাহে লাহে পৰি আহিব, সামৰণিৰ হৰিধ্বনিয়ে যেতিয়া প্ৰতিধ্বনি তুলি কল্যাণ সুৰ ঘাটিব তেতিয়াহে এই ধেমালিৰ অন্ত পৰিব। তুমি বুজিছানে বাৰু কুসুম্বৰ?
কুসুম : হৰি! তুমি ইমান জ্ঞানী?
হৰি : মূৰ্খ!
কুসুম : (ভেবা লাগি) মোক গালি দিলা কিয়?
হৰি : তুমি যে মোৰ ৰহস্যৰ মাজলৈ সোমাব নোৱাৰি মোক কেৱল চংদাৰী বুলিয়েই উপেক্ষা কৰি আহিছিলা- সেইবাবে।
কুসুম : সচাঁকৈয়ে কোৱাচোন হৰিতাল, তোমাৰ ইমান বৈৰাগ্য হ'ল কিয়?
হৰি : স্পৃহা নাইকিয়া বাবে! —
কুসুম : কিহত?
হৰি : তোমাত, তেওঁত, মোৰ নিজৰ ওপৰত।
কুসুম : তুমি বিদ্ৰোহৰ জুই জ্বলোৱাত সহায় কৰিবানে?
হৰি : কিহৰ বিদ্ৰোহ?
কুসুম : কমতাৰ ৰাজৰাণীক অকাৰণত নিৰ্বাসন দিয়া, মনোহৰক হত্যা কৰা আৰু মনোহৰৰ মাংসে শচীপাত্ৰক খুউৱা বাবে নীলাম্বৰ জগৰীয়া নহয়নে?
হৰি : মই মানুহটোৱেই বিদ্ৰোহৰ জীৱন্ত মূৰ্তি, মই আকৌ নতুনকৈ বিদ্ৰোহ কৰিব লাগিছেনে কুসুম্বৰ?
কুসুম : এই অন্যায়-অধৰ্মৰ প্ৰতিবাদ নকৰিবানে?
হৰি : ওঁহো।
কুসুম : কিয়?
হৰি : কিয়? কাল-বৃষ্টি, অকাল-বৃষ্টি, উল্কাপাত, ভূমিকম্প - এইবোৰ যে হয় কিয় হয়?
কুসুম্বৰ : মই সেইবোৰ একো নাজানোঁ হৰিতাল। আজি মই এটা কথা জানোঁ যে, এই ৰজাৰ বিদ্ৰোহ আচৰণ কৰিব লাগে। বাটে বাটে চিঞৰি চিঞৰি আজি গোটেই কমতাপুৰত এই গুপ্তহত্যাৰ কথা প্ৰচাৰ কৰিম, এই নৃশংস হত্যাৰ মই প্ৰতিশোধ ল'ম। এইমাত্ৰ মই অৰণ্যলৈ গৈ বিমলাক সংবাদ দিমগৈ। এদিন যি বিমলাৰ প্ৰেম বিচাৰি মই অপ্ৰস্তুত হৈছিলোঁ — সেই বিমলাৰ কাৰণে মই প্ৰাণ দিম। হৰিতাল, মই আহিলোঁ।—
(গুচি যায়)
হৰি : যোৱা। আমিও আৰু বিদায়। এই ৰাজ্যত জুই জ্বলিল। এই জুয়ে হৰিতালক নোপোৰে কিন্তু কমতাপুৰ ভস্ম কৰিব। মই মোৰ চকুৰ আগত মহাকালৰ তাথৈ তাথৈ নাচোন দেখিব লাগিছোঁ। (গুমুনিয়াহ পেলাই) মানুহৰ সং বৰ ভাল, এৰি যাবৰ মন নাযায়। কিন্তু মানুহৰ ভিতৰত থকা পশুবোৰৰ উৎপাত বৰ তিতা, বৰ তিতা। -পুতৌ! পুতৌ! মোৰ সোণাইহ'ত, ক্ষুদ্ৰ ক্ষুদ্ৰ স্বাৰ্থৰ ক্ষুদ্ৰ ক্ষুদ্ৰ সীমাৰ মাজত সোমাই চিৰকলীয়া শান্তি যেন্বা চিনি নাপালা। এই হৰিতালৰ এটা জীৱন গ'ল - অকলে অকলে - সি জানিলে বহুত, দেখিলেও বহুত। কিন্তু লগেৰে থাকি তোমালোকে এখন সোণৰ সংসাৰ পুৰি ছাই কৰিলা। অতুল সম্পদশালিনী কমতাৰ ভাগ্যলক্ষ্মীৰ গাত জুই লগাই দিলা। - মোৰ কুটুম ঐ! - হৰিতাল জীৱনৰ শেষ

পুৰস্কাৰ এইয়া। এইয়া চোৱা - (এমুঠি ধূলি বুটলি লৈ তাকে চাই চাই)

গীত

অ' ধূলি মোৰ পুৱাৰ ধূলি
শিৰত তোকেই লওঁচো তুলি।
নিমাতী মোৰ ধৰাৰ কৃপা
ধূলিকে লওঁ ভৰাই জুলি!
অ' মোৰ পুৱাৰ ধূলি! -

(গীতৰ ছেৱে ছেৱে মূৰত আৰু গাত ধূলি সানি সানি সোমাই যায়গৈ)

## দশম দৃশ্য

### অৰণ্যৰ কুটিৰ

(কুটিৰৰ পিৰালিত আমন-জিমনকৈ বহি বিমলাই এটি করুণ সুৰৰ গীতগাই থাকে। দুৱাৰ মুখত থিয় হৈ গীত শুনি শুনি সাদৰী মুগ্ধা। অলপ দূৰত জেটুকীয়ে জুই ধৰে।)

গীত

সন্ধিয়া আহিছে আমনে জিমনে
বিৰহৰ বেথা ওৰণি লৈ।
নিজানতে সৰা চকু-লো এটুপি
চকু-লো দুটুপি গৈছে বৈ! —
নিমাতী ধৰাৰ বুকু গহীনাই
নিয়তিয়ে কাক শিয়ঁৰি যায়।
কোন জনমৰ সোণ-সপোনৰ
উঠিছে বিননি হিয়া বিদৰাই ! —
মেলাও ভাগিছে আন্ধাৰো আহিছে
মেলানিৰ মোল ঢাকনি লৈ।
শূইন হিয়াৰ বিফলতা তাতে
মাৰ যাব ধীৰে-বিলীন হৈ।

(বিমলাৰ গীতৰ লগে লগে আন্ধাৰ বেছি হৈ আহে। গীতৰ অন্তত বিমলা আন্ধাৰত লুকাই পৰে, সাদৰীৰ মুখত জুইৰ অলপ পোহৰ পৰে। কিছুপৰ নিস্তব্ধ হৈ থকাৰ পাছত সাদৰীয়ে মাত দিয়ে।)

সাদৰী : বৰ করুণ গীত সখী। - বৰ করুণ।

(জেটুকীয়ে জইকুৰা ডাঙৰকৈ ধৰি দিয়ে। সাদৰী দুৱাৰ মুখৰ পৰা নামি আহি বিমলাৰ কাষত বহেহি।)

সাদৰী : সখী! মানুহৰ জীৱনটো দুই ভাৱে ল'ব পাৰি। যদি তুমি নিজৰ বিষয়ে বৰকৈ ভাবাঁ তেন্তে জীয়াই থকাটো বৰ টান আৰু

বৰ শোকৰ কথা যেন লাগে, কিন্তু যদি এই জীৱনটো এটা চাবলগীয়া ভাৱনা বুলি ভাবাঁ তেন্তে ইয়াত বহুত হাঁহি উঠা কথা পাবাঁ।

বিমলা : তুমি দিনৰ দিনটো পুথি পঢ়ি পঢ়ি গধূলি মোক সদায় এনেবোৰ গধুৰ গধুৰ কথা কোৱা হয়, মই হ'লে একো বুজি নেপাওঁ দেও! মোৰ দেখোন কালিৰে পৰা মনটো কেনেবা কেনেবা লাগি আছে সখী।

জেটুকী : (দূৰৰ পৰা) মা-দৈ, জুই একুৰা তালৈও নিমনে কি?

সাদৰী : আনাঁ হ'লেও।

(জেটুকীয়ে জুই আনি সাদৰী আৰু বিমলাৰ আগত ধৰেহি)

বিমলা : বাই, মোলৈ হ'লে আজি ভাত নাৰান্ধিবা দেই। মোৰ সমূলি খাবৰ মন নাই।

সাদৰী : তুমি নাখালে ময়ো নাখাওঁ। খাবই লাগিব। ভোক নাই যদি বাৰু তাকৰকৈ খাবাঁ।

জেটুকী : এৰা আইদেউ, দুখ বেজাৰ নকৰিব। আপোনাতকৈও মা-দৈৰহে বেছি বেজাইৰ কথা, পিছে মা-দৈয়ে চকচোন কেনেকৈ এটাইবোৰ তল পেলাই ঈশ্বৰকে ভাবি আছে? আপুনিও মনটো অলপ ডাঠ কৰিলে এই অ ৰইগৈই ঘৰ যেন লাগিব। মই ভাতৰ গুৰিলৈ আহিলোঁৱেই। নেখাওঁ নথওঁ নকৰিব আইদেউ। (যায়)

সাদৰী : (বিমলাৰ মূৰটো কোলাত তুলি লৈ) নিজৰ ডিঙিৰ পৰা সোণৰ হাৰ এডাল সোলোকাই বিমলাৰ ডিঙিত পিন্ধাই দিয়ে।) সখী! মোৰ গাত এই চন্দ্ৰহাৰ শোভা নাপায় - এই ধাৰ তোমাৰ নিচিনা আলসুৱা আৰু চেনেহত পমি যোৱা গাতহে বেছি জিলিকিব।

বিমলা : (হাৰ সোলোকাই) কি কৰিছাঁ, কি কৰিছাঁ সখী? সোণৰ চন্দ্ৰহাৰ পিন্ধাই স্নেহৰ হেমহাৰত বান্ধ ছৰাইছাঁ? — (আকৌ সাদৰীক পিন্ধাই দিয়ে।)

(এনেতে হাতত একুৰা জোৰ লৈ বৰ বেগাই কুসুম্বৰ আহে)

কুসুম : বিমলা! বিমলা! ভনীটি !—

বিমলা : কোন? কোন? কোনে মাতিছে?

(সাদৰী আগবাঢ়ি আহে আৰু মাত শুনি একে লৰেই জেটুকী আহি ওচৰ পায়হি।)

কুসুম : মই কুসুম্বৰ। মা-দৈ! বিমলা! —

বিমলা : তুমি ইমান বিতত হৈছা কিয়? কি হৈছে কোৱাচোন?

কুসুম : হবলৈ আৰু বাকী নাই। এদিন তোমাক মই পশুৰ দৰে অত্যাচাৰ কৰিবলৈ আগভেটি ধৰিছিলোঁ। কিন্তু আজি তোমাৰ সহোদৰৰ দৰে তোমাৰ হৈ প্ৰাণ দিবলৈ লৰি আহিছোঁ। মা-দৈ আপোনাৰ হৈও যুদ্ধ দিবলৈ মই সাজু হৈছোঁ।

সাদৰী : তুমি কি কৈছাঁ একো বুজিব পৰা নাই। ভালকৈ কোৱাঁ —

কুসুম : ক'বলৈ আৰু একো নাই। কমতাৰ অধিপতি নীলাম্বৰ আজি উন্মাদ হ'ল।

সাদৰী : (ব্যগ্ৰ হৈ) কি হ'ল? কি হ'ল?

কুসুম : মা-দৈ! শচীপাত্ৰৰ একমাত্ৰ পুত্ৰ মনোহৰক হত্যা কৰালে —

বিমলা : মনোহৰক হত্যা কৰালে? (কুসুম্বৰক বাঘে ধৰাদি ধৰি) কোৱাঁ, কোৱাঁ কুসুম্বৰ! সচাঁকৈয়ে কৈছানে নাই মোক ছলনা কৰিছা?

কুসুম : সেই কুসুম্বৰ আজি আৰু নাই। সন্দেহ নকৰিবাঁ ভনী, সত্য কথা-আখৰে আখৰে সত্য। আহাঁ, আজি তোমাক আগত লৈ মই সমস্ত কমতাপুৰত বিদ্ৰোহৰ জুই দিম। বলাঁ, বলাঁ ভনী - (কথা শুনি সাদৰী, জেটুকী অবাক হয়, বিমলা উতলি উঠে)

বিমলা : (কন্দনামুৱা হৈ) মই জানিছিলোঁ সখী! মোৰ মনে জানিছিল মোৰ কপালতো জুই লাগিছে। সখী! আহিলোঁ - আৰু হয়তো এই জীৱনত দেখা নাপাবাঁ —

সাদৰী : (বিমলাক ধৰি) ৰবাঁ, ৰবাঁ সখী —

কুসুম : ৰবৰ সময় নাই। মা-দৈ! হকা-বাধা নকৰিব। আহাঁ - আহাঁ ভনী -

বিমলা : (সাদৰীক সাবট মাৰি ধৰি) মোক এৰি দিয়া সখী। মই নিজে নগৰলৈ গৈ আহোঁ —

কুসুম ঃ আহাঁ - পলম নকৰিবা - (যাবলৈ উদ্যত)

বিমলা ঃ (সাদৰীৰ গাৰ পৰা পুলুকা মাৰি ওলাই) জোৰতাৰ মোক দিয়াঁ। মোক দিয়াঁ কুসুম্বৰ। (কুসুম্বৰৰ হাতৰ পৰা জোৰ লৈ) সখী! জেটুকী বাই! —

(জোৰ লৈ বেগাই ওলাই গ'ল। সাদৰী আৰু জেটুকীয়ে চাই থাকিল।)

কুসুম্বৰ ঃ মা-দৈ! অত্যাচাৰৰ প্ৰতিশোধ ল'ম - ৰজাৰ বিচাৰ প্ৰজাই কৰিম। (বেগাই বিমলাৰ পাছ লয়)

সাদৰী ঃ (কৰুণ মাতেৰে) ঈশ্বৰ! ঈশ্বৰ! তুমি মোৰ স্বামীক ৰক্ষা কৰাঁ। (হাত যোৰকৈ থাকিল)

## একাদশ দৃশ্য

### শচীপাত্ৰৰ চোতাল

(শুদা গাৰে বিমৰ্ষ অৱস্থাৰে শচীপাত্ৰ ওলাই আহে)

শচীপাত্ৰ ঃ ইমান অত্যাচাৰ ! উস! মোৰ পুত্ৰ গ'ল - ধৰ্ম গ'ল - ব্ৰাহ্মণত্ব গ'ল - ইহকাল পৰকাল গ'ল! মোক হত্যা নকৰিলি কিয়? নীলাম্বৰ! মোক কিয় বধ নকৰিলি? কমতাৰ কল্যাণৰ হকে আজন্ম ৰাজকাৰ্য্য কৰি শেহত এই পুৰস্কাৰ পালোঁ? (থৰ লাগি আকাশলৈ চাই কিছুপৰ নিতাল মাৰে আৰু হঠাৎ শিয়ঁৰি উঠি) উস্! উস্! কি নৃশংস কাণ্ড! কি ভীষণ অত্যাচাৰ! মোৰ সোণাইক মই তীৰ্থৰ পৰা ঘূৰি অহা নেদেখিলোঁ! (আকৌ ঘৃণাৰে শিয়ঁৰি) হেঁ! হেঁ! অমানুষিক অত্যাচাৰ ! - মানুহক মানুহৰ মঙহ খুৱায়? বাপেকক পুতেকৰ মঙহ খুৱায়?

কোন কোন তহঁত? - তহঁতেই মনোক -

এটা ভৃত্য ঃ ডাঙৰীয়া দেউতা! এই মাজৰাতিখন -

(ভৃত্য দুটাই ভয়ে ভয়ে ভিতৰলৈ নিবৰ যত্ন কৰে)

শচী ঃ (খঙেৰে) মনে মনে থাক্ - কথা নকবি।

এটা ভৃত্য ঃ অলপ বিশ্ৰাম কৰককহি -

শচী ঃ (খঙেৰে) যা - যা - তহঁত ইয়াৰ পৰা যা।

(ভৃত্য দুটা গুচি যায়)

বিশ্ৰাম কৰিম? মই আৰু এই জন্মত বিশ্ৰাম ল'ম - (দুই হাতে বুকুত টেপা মাৰি) মোৰ এইখন বুকু নে, এইটো তপত বলুকা? আকাশত সৌ বোৰ তৰানে জুই আঙ্গনি? এই খন মানুহৰ দেশ নে ৰাক্ষসৰ দেশ? নীলাম্বৰ! নীলাম্বৰ! (আকৌ মনত পৰি) হেঁ, হেঁ, কি কৰিলোঁ, কি কৰিলোঁ -

## দ্বাদশ দৃশ্য

### কাৰেঙৰ এটা কক্ষ

(চিন্তামগ্ন নীলাম্বৰ)

নীলা ঃ তেন্তে মোৰ ভুল হ'লনেকি? --

(নগৰ ৰক্ষক আহি সেৱা জনায়)

নগৰ ৰক্ষক ঃ মহাৰাজ! নগৰত বিদ্ৰোহৰ চিৎকাৰ হৈছে। কুসুম্বৰ নামে এজন ডেকাই এই বিদ্ৰোহৰ গুৰি।

---

নীলা : এই ৰাতি কমতাপুৰত বিদ্ৰোহ হৈছে?

নঃ ৰঃ : হয় মহাৰাজ।

নীলা : এই মূহুৰ্তে সেই বিদ্ৰোহ বন্ধ কৰিব লাগিব - সিহঁতক জনাব লাগিব যে, নীলাম্বৰ এতিয়াও জীয়াই আছে। যোৱা ৰাজ পথত যাকে পাবা বিনা বাক্যব্যয়ে বন্দী কৰিবা।

নঃ ৰঃ : ভাল মহাৰাজ! (সেৱা জনাই যায়)

নীলা : কিমান বিপদ আহিব, কিমান আছে? আহক, সকলো বিপদৰ মূৰত থিয় দিবলৈ আজি মযো প্ৰস্তুত।
(উন্মাদিনী বেশেৰে বিমলা লৰি আছে)

বিমলা : মহাৰাজ! মহাৰাজ!

নীলা : কি হ'ল? কি হ'ল তোমাৰ? তুমি এই ৰাতি নগৰলৈ কেনেকৈ আহিলা?

বিমলা : শুনিলোঁ, আপুনি হেনো মনোহৰক গুপ্তভাবে বধ কৰালে, হয় নে?

নীলা : মনোহৰৰ লগত তোমাৰ সম্বন্ধ কি?

বিমলা : কওক মনোহৰক বধ কৰালে?

নীলা : কৰালোঁ।

বিমলা : তেন্তে সঁচাকৈয়ে মোৰ প্ৰাণেশ্বৰ মনোহৰ আৰু এই পৃথিৱীত নাই? (মূৰ্চা গৈ মাটিত পৰি যায়)

নীলা : (আচৰিত হৈ) মনোহৰ তোমাৰ প্ৰাণেশ্বৰ? (বিমলাক তুলিব খোজে। বিমলা! বিমলা!

বিমলা : (উন্মাদিনী হৈ) নুছুবা— তুমি মোৰ গাত হাত নিদিবা। তুমি পিশাচ, তুমি দানব। তোমাৰ নিচিনা পশু অৰণ্যত নাই। জানিছানে ৰজা, তুমি কি কৰিলা?

নীলা : মোক ক্ষমা কৰা বিমলা। মোৰ কাৰেঙৰ লিগিৰী হলেও আজি মই তোমাক ভৰিত ধৰি মাতিছোঁ! মোৰ ভুল হ'ল।

বিমলা : যোৱা, যোৱা, ক্ষমা খোজাগৈ সতী ৰাণী সাদৰীক তেওঁক আৰু মই দেখিবলৈ নাপাওঁ। মহাৰাজ! মোৰ বুকুতো তোমাৰ হাতেৰে তৰোৱাল এখন বহুৱাই দিয়াচোন - বৰ তৃপ্তি পাম।

নীলা : ধৈৰ্য্য ধৰা বিমলা। সকলো কপাল!

বিমলা : (কপাল খুন্দিয়াই) কপাল! কপাল! মহাৰাজ! মোৰ কপাল তুমি পুৰি ছাই কৰিলা (বেগাই গুচি যায়)

নীলা : (অবাক হৈ) কিহৰ পৰা কি হ'ল! - তেন্তে মনোহৰলৈ লিখা সেই পত্ৰ বিমলাৰ? নিয়তি! নিয়তি! কি খেলা খেলিছা? (বিতত হৈ) উস্! উস্! ভুল কৰিলোঁ - মহাভুল কৰিলোঁ।
(কিং-কৰ্তব্য বিমূঢ় হৈ বৈ থাকে)

## ত্ৰয়োদশ দৃশ্য

### অৰণ্যৰ কুটিৰ

(সাদৰী আৰু জেটুকী)

সাদৰী : বাই! সখী দেখোন আজি এতেপৰেও নোলালহি?

জেটুকী : এৰা মা-দৈ, বিমলা আইদেউৰ আপোনাতে প্ৰাণটো। তেনে থলত আপোনাক এৰি থৈ যেতিয়া কালিৰে পৰা এতেপৰেও ওলোবাহি নাই, কথা অলপ গধুৰ যেনেই লাগিছে।

সাদৰী : ক'ব নোৱাৰোঁ ঈশ্বৰে মোৰ কাৰণে কি থৈছে বাই।

জেটুকী : এই বেটী হওঁতে মা-দৈৰ লগতে বুঢ়ী হলোঁহি, অনেক কথা দেখিলোঁ, অনেক শিকিলোঁ। তেহেলৈ বাল্মীক যিহকে কোলে বোলক মহাৰাজক হ'লে কিহবাই পালে।
(দুৰত তাল, খোল, মৃদঙ্গ, ৰৰকাঁহ, ডবা, শঙ্খ, আদিৰ ধ্বনি শুনা হয়। মাজে মাজে 'কমতেশ্বৰৰ জয়', 'কমতা-কুঁৱৰীৰ জয়' আদি ধ্বনি হয়, লাহে লাহে ওচৰ চাপি আহে।

---

কমতা কুঁৱৰী

সাদৰী : শুনিছানে বাই, সেইবোৰ কিহৰ কোলাহল? কমতাৰ প্ৰজাই সঁচাকৈয়ে বিদ্ৰোহ কৰিছেনেকি?

জেটুকী : (সাদৰীৰ ফালে চাই) আপুনি ভয় নকৰিব মা-দৈ। কিবা হ'ব লাগিলে আগধৰি এই বেটীৰ ডিঙিটোহে আগবঢ়াই দিম। (ডবা, শঙ্খৰ ধ্বনি নিচেই ওচৰ পায়হি)

সাদৰী : ক'ব নোৱাৰোঁ - কিহৰ উৎসৱ! এই অৰণ্যৰ মাজত এইবোৰ কি হৈছে।-

জেটুকী : (অলপ আগবাঢ়ি চাই আহে) মা-দৈ! মা-দৈ! সৌৱা দেখোন মহাৰাজ আহিছে? মই বেটীয়ে নকৈছিলোঁ মা-দৈ বোলো, মোৰ সামাজিক কেতিয়াও মিছা নহয়। মা-দৈ! -

সাদৰী : ৰবাঁ আই। ইমান বিতত নহবাঁ। আৰু বা কি বিপদ আহিছে কোনে জানে?

(অপৰাধীৰ দৰে তলমূৰ কৰি নীলাম্বৰ আহে)

নীলা : মোক ক্ষমা কৰাঁ সাদৰী।

(নীলাম্বৰৰ অৱস্থা দেখি সাদৰী শোকত বিহ্বল হোৱা যেন হয় আৰু স্তব্ধ হৈ চাই থাকে)

নীলা : (লাহে লাহে সাদৰীৰ ফালে গৈ) বৰ ভুল কৰিলোঁ। বৰ ভুল কৰিলোঁ। সন্দেহত অন্ধ হৈ তোমাৰ নিৰ্মল হৃদয়ত নিদাৰুণ আঘাত কৰিলোঁ। সাদৰী! সাদৰী! মোক ক্ষমা কৰিবানে? (সাদৰীৰ ভৰিত ধৰিবলৈ যাব খোজে আৰু তৎক্ষণাৎ সাদৰী নীলাম্বৰৰ ভৰিত পৰে)

সাদৰী : আপুনি মোৰ জীৱনেশ্বৰ। আপোনাৰ ওচৰত মোৰ অভিমান শোভা নাপায়। কিন্তু কওকচোন প্ৰভু, কি অপৰাধৰ বাবে মোক নিৰ্বাসন দিলে?

নীলা : সাদৰী। বোধহয় এনে মহাভুল পৃথিৱীত আজিলৈকে কোনেও কৰা নাই। মই তোমাৰ প্ৰেমত অন্ধৰ দৰে বুৰ গৈ আছিলো আৰু সেই বাবে অন্ধৰ দৰে তোমাক এনে শাস্তি দিলোঁ। তোমাৰ গাৰুৰ তলত মনোহৰলৈ লিখা প্ৰেম-পত্ৰ পাই তোমাৰ ওপৰত হঠাৎ দোঘোৰি সন্দেহ হ'ল। সাদৰী! যেতিয়া মানুহৰ সৰল বিশ্বাস সন্দেহে কুলষিত কৰে, তেতিয়া তাৰ বিবেক বোবা হয়, বিচাৰ ভ্ৰান্তিময় হয়। মোৰো সেই দশা হ'ল। যেতিয়া মোৰ ভুল ভগিছে তেতিয়াহে দেখিছোঁ,- মই অত্যাচাৰ কৰিলোঁ।

সাদৰী : উস্! সেই কথা এবাৰ যদি মোক স্পষ্ট ভাবে সুধিলেহেঁতেন তেন্তে—

নীলা : মই যদি এদিনো কেতিয়াবা ইঙ্গিতেৰেও জানিলোঁহেতেন যে মনোহৰ আৰু বিমলাৰ গুপ্ত প্ৰণয় আছিল, তেন্তে কেতিয়াও সেই চিঠিখনেই মহাকাল নহলহেঁতেন।- সেই সময়ত মোৰ মনৰ যি অৱস্থা সেই অৱস্থাত মনোহৰ মোৰ ভয়ঙ্কৰ ঈৰ্ষাৰ পাত্ৰ হৈ উঠিছিল।-

সাদৰী : হায়! হায়!

নীলা : বলাঁ সাদৰী! এই অৰণ্যত আৰু এক মুহূৰ্তও তোমাক মই থ'ব নোৱাৰোঁ। এদিন তোমাক মহাৰাতি অপৰাধিনীৰ দৰে কাৰেঙৰ পৰা বিদায় দিছিলোঁ কিন্তু তুমি কমতাৰ ৰাজলক্ষ্মী- আজি তোমাক সসম্মানেৰে মই নিজে লৈ যাম সাদৰী।

সাদৰী : (বেজাৰেৰে) যাম প্ৰভু, মই আপোনাৰ কাষলৈ নগৈ থাকিম ক'ত? যাবৰ বেলিকা এই নিমাত অৰণ্যখনলৈ মৰম লাগিছে। মৰম লাগিছে এই গছ-লতাবোৰলৈ । এই কুটিৰ-(হঠাৎ ৰজাক সম্বোধি) সখী বিমলা ক'লৈ গ'ল প্ৰভু।

নীলা : ইয়াত আৰু একো নুসুধিবাঁ। ব'লা ৰাজধানীলৈ গলেই সকলো বুজিবাঁ।

(গায়ন-বায়ন আদি জয়ধ্বনিৰ লগে লগে দুলীয়াই দোলা আনি সাজু কৰেহি।)

নীলা : (সাদৰীৰ হাতত ধৰি) আহাঁ- তুমি দোলাত উঠা।

সাদৰী : ক্ষমা কৰিব মহাৰাজ, মই খোজ কাঢ়িয়েই যাম।

(সমবেত প্ৰজাই চিঞঁৰি দিয়ে "দোলাত উঠক মহাৰাণী দোলাত উঠক"। নীলাম্বৰে সাদৰীক তুলি দিয়ে। দোলাত উঠা মাত্ৰকে "কমতা-কুঁৱৰীৰ জয়" "মহাৰাজ নীলাম্বৰৰ জয়" ধ্বনি হয়, তাল, খোল বাজে আৰু লাহে লাহে ওলাই যায়। নীলাম্বৰে সকলোতকৈ শেষত থাকে আৰু আটাইবোৰ ওলাই যোৱাৰ পাছত কুটিৰৰ মুখত থিয় দি ৰয়)

নীলা : এই কুটিৰ মোৰ পূণ্য-তীৰ্থ। এয়ে মোৰ শান্তি বনৰ স্মৃতি! এই পবিত্ৰ মন্দিৰক নমস্কাৰ কৰিছোঁ। (নমস্কাৰ কৰি গুচি যায়)

---

## চতুৰ্দশ দৃশ্য

### পৰ্বতৰ নামনি ঠাই

(সন্ধিয়াৰ ছাঁ-পোহৰৰ মাজে মাজে বাটকুৰি বাই বাই কণা-বৰাগী আহে।)

**গীত**

সপোন ! সপোন !
সপোন মায়াৰ সপোন খেলা।
জীৱনো সপোন
মৰণো সপোন
দিঠক সপোন ভুৱৰ মেলা ! ---
কোনে জানে কেনি
নিয়তিয়ে টানি
নিয়েহি মানপী দেহাৰ ভেলা !-

## পঞ্চদশ দৃশ্য

### নৈৰ পাৰ

(সন্ধিয়া সময়। দুই এটা সূৰ্য্যৰ ৰশ্মি আহি গছে-পাতে পৰে। গোটেই গা ফুলেৰে সজাই মুখত এটা অস্বাভাৱিক আনন্দেৰে বিমলা ওলাই আহে।)

বিমলা : হাতে নেমেলিবি ফুলো নিছিঙিবি
ক'ৰে নাৱৰীয়া তই।
মানুহে ফুলৰ কি বুজে আদৰ
ফুলতী বিমলা মই।।

কোনে ফুল ছিঙিব ? মনোহৰ ? অ' মোৰ পদুম-কলি খোঁপাত পিন্ধাই দিবহি ? আই ঐ দেহি ! মোৰ সোণামুৰা আলহী, তুমি এতিয়াহে আহিলা ? অ' সৌৱা তোমাৰ নাও আহিল ? -তুমিনো মোক এৰি থৈ কেলেই গৈছিলা ? যাবৰ বেলিকা তুমি কান্দিছিলা - নহয় ? নেকান্দিবা, তুমি নেকান্দিবা দেই। মই নিচুকাব জানো নহয়। তুমি শোৱা- মই ফুলেৰে ঢাকি দিওঁ দেই-

( কল্পিত মনোহৰক কোলাত লৈ মাটিত বহি নিচুকনি নাম গায়)

"আগলি কপাপাত লৰে কি চৰে
চিলনি আইমোৰ আগতে পৰে।"-

(ঘপ কৰে উঠি) নাহিল ? নাহিল ? ইমান কান্দিলো তেওঁ নাহিল ? (নিজৰ গালৈ চাই) মোক আজি কোনে সজালে ? বিমলাই ? অ' আজি তাইৰ বিয়া নহয়। হা- হা- হা।(হাঁহে) সখীও নাছিল ফুলনিত, জেটুকী বায়ো নাছিল লগত- মোক আটি মনোহৰে মনে মনে চুমা এটি খালেহি- (এইবুলি থৰ হৈ ওচৰৰ গছ এজোপাৰ ফালে চাই থাকিল) অ' এইজোপা চোন কদম গছ ! (গছৰ ওপৰলৈ চাই) আহাহা ! ধৰা পৰিলা, ধৰা পৰিলা - গছত উঠি লুকাই আছা ? কু-উ-ক্ ! তুমি 'ভাক্' বুলি ক'বা দেই ! (ওপৰলৈ চাই অলপ ৰয়) নক'লা ? - (গছলৈ বগাই উঠে আৰু উঠি যাওঁতে যাওঁতে গাই যায়)

---

কমতা কুঁৱৰী

কদমৰ ছনকা    ডাল ঐ ফুলৰা
কদমৰ ছনকা ডাল।

(চিঞৰি মাৰি দিয়ে) ঔ আই! এইদাল দেখোন সাপ! - (হাত এখন আগ বঢ়াই) খোট্ খোট্ অ' বিমলালৈ ভয় কৰিলি? (হাঁহি হাঁহি) হি-হি-হি! অ' মোৰ ককালৰ ফুল ধাৰকে মই সাপ বুলি ভাবিছিলোঁ! - (এটা হাতেৰে গছৰ ডালত ধৰে আৰু আনটো হাতেৰে ককালৰ ফুলধাৰ ছিঙি লৈ নৈৰ ফালে হাত মেলি দিয়ে।)

হাতো নেমেলিবি    ফুলো নিছিঙিবি
ক'ৰে নাৱৰীয়া তই।
নাৱতে লৈ যা    মোকে ঐ বলিয়া
ফুলতী বিমলা মই।।

(গছৰ ডালটো ভাগি বিমলা নৈত পৰি যায়।)

# পঞ্চম অঙ্ক

## প্ৰথম দৃশ্য

### গৌড়ৰ চিপাহী খোলা

(এখন মুকলি খোলা। সোঁ মাজতে এটা সুসজ্জিত ভেটিৰ ওপৰত ইছলামী ঝাণ্ডা। সেই পতাকাকে কেন্দ্ৰ কৰি কেউপিনে শাৰী শাৰী গৌড়ীয় সেনা। সেনা সকলে নিজ নিজ ঠাইত থিয় হৈ আদেশ শুনিবলৈ প্ৰস্তুত। ফৌজদাৰ, পাগি ফৌজদাৰ, তৰফদাৰ আদি সৈন্য বিভাগৰ বিষয়া সকল পতাকাৰ ওচৰত কান্ধত বন্দুক লৈ থিয় দি থাকে। ৰঙা বানত পাৰি থোৱা এটা বাট সেই ভেটিত লাগি থাকে। চিপাহী খোলাৰ এটা মুখেদি যেতিয়া গৌড়ৰ নবাব হোছেন শ্বাহ সোমায় তেতিয়াই ফৌজদাৰে এজাঁই বন্দুক মাৰি দিয়ে আৰু লগে লগে একে সময়তে অসংখ্য বন্দুকৰ শব্দ হয় আৰু সেনাসকলে সেই ধ্বনি মাৰ যোৱা মাত্ৰকে দুই হাতে তুলি "আল্লা-হু-আকবৰ" বুলি গগণভেদী জয় চিৎকাৰ কৰে। আৰু সেই চিৎকাৰৰ জিনজিননি মাৰ যাওঁ যাওঁ হওঁতে 'ওৱাহ, মালিক কী ফতে!" বুলি চিঞৰে। এই জয়ধ্বনি ফৌজদাৰে লগাই দিয়ে। গগণভেদী ধ্বনিৰে মাজে মাজে আহি নবাব হোছেন শ্বাহ পতাকাৰ তলত থিয় দিয়েহি আৰু সকলোকে সম্বোধন কৰি কয়।)

হোছেনশ্বাহ : প্ৰিয়, ফৌজদাৰ সকল। আৰু গৌড়ৰ বীৰ যোদ্ধা সকল।( সোঁ হাতেৰে পতাকাৰ খুটাত ধৰি) ইছলামৰ এই পৱিত্ৰ ধ্বজাৰ তলত থিয় হৈ আপোনাসকলক সম্বোধন কৰাৰ আগতে আহক এবাৰ আমি সকলোৱে একমুখে স্বীকাৰ কৰোঁহক "বিছমিল্লাহি ৰহমান-ই-ৰহিম।"

সকলোৱে কয় 'বিছমিল্লাহি ৰহমান-ই-ৰহিম।' আমাৰ যি সকল পূৰ্বপুৰুষে এই ৰত্নগৰ্ভা ভাৰত-মাতৃৰ কোলাত ইছলামৰ বিজয় পতাকা দি থৈ গ'ল, সেই মহানুভৱ মুছলমান সকলৰ স্মৃতি ধন্য হওক!

(সমবেত জনতাই কয় - 'আল্লা-হু- আকবৰ"।)

যিসকলৰ বাহুৰ বল, ফৌজ চালনাৰ কৌশল, শত্ৰু দমনৰ সাহসৰ গুণত এখন বিশাল ভাৰত সাম্ৰাজ্য গঠিত হৈছিল, সেই সকলৰ খোজৰ চিনে চিনে আমিও আগবাঢ়িব লাগিব।

(সমবেত জনতাই কয় - "ওৱাহ, মালিক-কী-ফতে!")

আকাংক্ষাই মানুহৰ মনলৈ অদম্য পেৰণা আনি দিয়ে। যি মানুহৰ বা যি জাতিৰ মনত আকাঙ্খা নাই, সেই মানুহ বা

সেই জাতি হ্ৰদৰ পানীৰ দৰে গতিহীন। কিন্তু যাক আকাংক্ষাই যিমান বেছি জুই দিছে সেই জাতিৰ বাহু সিমান বেছি শকত, সেই জাতি সিমান বেছি কাজুৱা আৰু উন্নতিৰ পথত থকা সকলো বাধা বিঘিনি তেওঁ বিলাকেই ফু মাৰি উৰাই দিব পাৰে। এই জগতৰ সকলো মানুহ এজন আল্লায়ে সৃজন কৰিছে, পালন কৰিছে আৰু বিনাশ কৰিছে। সকলো মানুহৰ পিতৃ এজনহে আৰু সেই জনেই আমাৰ আল্লা, সেইজনেই ঈশ্বৰ। মানুহ মাত্ৰেই মানুহৰ সম্বন্ধীয়া। এই ভাতৃ ভাবেৰে জগতক বান্ধি আনি এই পবিত্ৰ পতাকাৰ তলত থিয় দিয়াব লাগিব - ইয়েই মুছলমানৰ একমাত্ৰ আদৰ্শ।

(জয়ধ্বনি - "ওৱাহ মালিক-কী ফতে!")

এই মহৎ আদৰ্শ আগত লৈ আজি আপোনালোকে বিজয় গৰ্বেৰে কমতাপুৰ জয় কৰিবলৈ যাত্ৰা কৰক। যুগ যুগান্তৰ কীৰ্তিৰে ভৰা কামৰূপ ৰাজ্যৰ ভিতৰতো ইছলামৰ জয় ঘোষণা কৰি আহকগৈ। কমতাপুৰ দখল কৰি গৌড়ৰ বাহু বিস্তাৰ কৰি আহক গৈ। -ৰুমী খাঁ! তগ্ৰোল হুছেন আদি ফৌজদাৰসকল! আপোনাসকলৰ পৰিচালনাত গৌড়ৰ সেনা বাহিনী জয়যুক্ত হওক।

(ৰুমী খাঁ তগৰোলে বন্দুক মাৰি দিয়ে, সমবেত সেনাসকলে বিজয় গৰ্বেৰে "আল্লা হু আকবৰ" ধ্বনি কৰে আৰু ভেটিৰ পৰা নবাব হোছেন শ্বাহ নামি পতাকাৰ ফালে তৰোৱালেৰে নিৰ্দেশ কৰি খোজ দিয়ে। তেখেতৰ পাছে পাছে ফৌজদাৰসকল আৰু সেনাসকল লা-নি লাগে।)

## দ্বিতীয় দৃশ্য

### ফুলনি

(আগে আগে সাদৰী পাছত জেটুকী)

সাদৰী : বাই, আজি ফুলনিখন কাইটৰ এখন অৰণ্য যেনহে লাগিছে। যেনিয়েই চাও তেনিয়েই সখীৰ কথা মনত পৰেহি।

জেটুকী : মা-দৈ! বান্দীয়েও চকুৰ আগতে বিমলা আইদেউৰ হাঁহিটোৰে দেখি আছোঁ। তাহানি ফুলনিত বহি মোৰ আযেনো মা দৈক যোৰাই কত নামবোৰ গায়! মা-দৈ! এইবোৰকে কয় বোলে, তৰুণ গাটি পাতি বেহাবলৈ নেপালে।

সাদৰী : সখীনো ক'লৈ গ'ল, কি হ'ল, একো চিন্‌চাবেই নাই।

জেটুকী : মোৰ মনেৰে মা-দৈ, তেওঁ কৰবাত আপোনঘাতী হৈ মৰিল।

সাদৰী : (হুমুনীয়া পেলাই) মই কথাবোৰ নেভাবোঁ বুলি মনটো ডাঠ কৰি থাকো হয়, পিছে নাই নভবাকৈ থাকিবই নোৱাৰা হ'লো। ইপিনে আজিকালি মহাৰাজৰো মনৰ অৱস্থা বৰ বেয়া। কেতিয়াবা কোঁতযাবা টোপনিতে জাপ মাৰি উঠে।

জেটুকী : আপুনিও ভাল চিন্তাবোৰ কৰে মা-দৈ, ৰজাৰ ৰজা কথা অনেক চিন্তা ভাবনা কৰি থকা বাবে ৰাতি সেইবোৰ সমাজিক দেখে চাগে।

(নীলাম্বৰ সোমাই আহে আৰু ৰাণীক এৰি জেটুকী যায়।)

নীলা : ইমান বেজাৰ মনেৰে ফুলনিত সোমাই কি ভাবিছা সাদৰী?

সাদৰী : একো ভবা নাই।

নীলা : তুমি নিশ্চয় বিমলাৰ কথা ভাবিছা। নাভাবিবা সাদৰী। সেইদৰে বেজাৰ কৰি মোৰ মনত আৰু কষ্ট নিদিবা। সকলো দোষ মোৰ। মোৰ দোষতেই নিৰপৰাধী মনোহৰ মৰিল, বিমলা নিৰুদ্দেশ হ'ল আৰু ৰাজৰাণী হৈ তুমি বনবাস পালা।

সাদৰী : সেই কথা আৰু নুলিয়াব নাথ। সকলো দৈবিক দুৰ্ঘটনা। আপুনি নিজে কৰোঁ বুলি একো কৰা নাই।

নীলা : আৰু কি দুখৰ সংবাদ লৈ তোমাৰ ওচৰলৈ আহিছো ক'ব পাৰানে? খেন বংশৰ অভিভাৱক স্বৰূপ, কমতাৰ পূজনীয় মন্ত্ৰী শচীপাত্ৰ আৰু কমতাপুৰত নাই! —

সাদৰী : মন্ত্ৰী ডাঙৰীয়া নাই? কেনেকৈ মৃত্যু হ'ল?

নীলা : মৃত্যু হোৱা নাই। মন্ত্ৰী নিৰুদ্দেশ। (চিন্তামগ্ন হয়)

সাদৰী : (কি ক'ম কি নক'ম ভাবি) এস্! বুঢ়া বয়সত মন্ত্ৰী ডাঙৰীয়া —

নীলা : মানুহৰ জীৱনত এটা সমস্যাই কেনেকৈ আন এটা সমস্যাৰ জন্ম দিয়ে, দেখিছানে? এতিয়া মই অতীত কাৰ্য্যৰ অনুতাপ কৰিম নে, বৰ্তমান সমস্যাৰ চিন্তা কৰিম? সেই নিষ্ঠাবান বৃদ্ধ ব্ৰাহ্মণক মই পুতেকৰ মঙ্গহ খুৱালোঁ। —

সাদৰী : আহক, আপুনি একো চিন্তা নকৰিব। চাৰিওফালে মানুহ পঠিয়াই তেখেতক বিচাৰিলেই ওলাব। বুঢ়া মানুহ অকলেনো যাব ক'লৈ?

নীলা : সাদৰী! গুপ্তচৰ পিয়া- পি দিলে কিন্তু কেনিও একো উৱাদিহ পোৱা নাই।

সাদৰী : তথাপি আপুনি চিন্তা নকৰিব। ঈশ্বৰৰ ইচ্ছাৰ ওপৰত মানুহৰ একো হাত নাই। আহক —

নীলা : ব'লাঁ - তুমিয়েই আজি আকৌ মোৰ চিন্তাৰ লগৰীয়া, দুখৰ ভাগী। ব'লা- তুমি মোক সান্ত্বনাৰ বা এছাটি দিবা।

(দুয়ো যায়)

## তৃতীয় দৃশ্য

### তেৰসাই নৈৰ পাৰ

(জীৰ্ণ শীৰ্ণ বেশেৰে শচীপাত্ৰ)

শচী : (নৈৰ বুকুলৈ চাই চাই) ক'লৈ আহিলোঁ আৰু ক'লৈ যাম? মোৰ এইখন বুকুৰ জুই নুমাব পৰা তীৰ্থ কেনি আছে? গঙ্গাজল? গঙ্গাজলে শচীপাত্ৰৰ বুকু শাঁত কৰিব? - ইমান অত্যাচাৰ এই বয়সত মই কেনেকৈ সহ্য কৰোঁ? উস্! উস্! নীলাম্বৰ! কি কাৰণে মোৰ কুসুম -কোমল সন্তান মনোহৰক হত্যা কৰালি? (জিকাৰ খাই উঠে) তাৰ উপৰি মোক মোৰ সন্তানৰ মঙ্গহ খুৱালি? -

(হাতত বন্দুক লৈ কমীখাঁ আহে)

কমী : সৌ মানুহটোৱে কি কৰিছে? বলিয়ানেকি?

(শচীপাত্ৰৰ ওচৰলৈ যায়)

কমী : আপুনি কোন? এই নৈৰ পাৰত কি কৰিছে?

শচী : মই তীৰ্থ - যাত্ৰী।

কমী : আহিছে ক'ৰ পৰা? ইয়াত বৈ আছে কিয়?

শচী : (করুণ মাতেৰে) মোৰ পৰিচয় সুধিছে?

কমী : আপুনি কান্দিছে কিয়? -নিৰ্ভয় মনেৰে পৰিচয় দিয়ক। আপুনি যদি কিবা বিপদত পৰিছে মই সহায় কৰিম।

শচী : (বেজাৰেৰে)ময়ে এদিন কমতাপুৰৰ মন্ত্ৰী আছিলোঁ কিন্তু আজি মই অকলশৰীয়া বাট-ব'ৰাগী।

কমী : আপুনিয়েই কমতাপুৰৰ মন্ত্ৰী শচীপাত্ৰ?

শচী : আগেয়ে আছিলোঁ; কিন্তু এতিয়া নহয়।

কমী : (আগ্ৰহেৰে ওচৰলৈ গৈ) কি কাৰণে আজি আপুনি এনেকুৱা বেশ ধৰিছে? কওক আপোনাৰ কি বিপদ হৈছে? মই গৌড় নবাবৰ ফৌজদাৰ কমী খাঁ। বিপদাপন্নক উদ্ধাৰ কৰাই মুছলমানৰ ধৰ্ম।

শচী : মোৰ দুখ-দুৰ্দশাৰ কথা শুনি কি কৰিব ফৌজদাৰ চাহাব? মন্ত্ৰিত্ব পৰিত্যাগ কৰি, কমতাপুৰ পৰিত্যাগ কৰি মই চিৰকালৰ কাৰণে ওলাই আহিছোঁ।

কমী : (মনতে) সুন্দৰ সময় আহিছে। কমতাপুৰৰ ওপৰত এখেতৰ নিশ্চয় কিবা অসন্তোষ আছে!- (প্ৰকাশ্যে) মন্ত্ৰী ডাঙৰীয়া! আপুনি বৃদ্ধ লোক, মনত কিবা কষ্ট পাইছে। সকলো কথা ভাঙিপাতি কওক, আমি যিমানদূৰ পাৰোঁ আপোনাৰ দুখ

পাতলাবলৈ যত্ন কৰিম। সৌ অলপ দূৰতে এই তেৰসাই নৈৰ পাৰতে আমি শিবিৰ পাতিছোঁহি। আপুনি মোৰ লগত গৈ খন্তেকপৰ তাত বহিলেগৈ আমিও বৰ সন্তোষ পাম।

শচী : আপোনাসকলেনো ইয়াত শিবিৰ পাতিছেহি কিয়?

কমী : কমতাপুৰ দখল কৰিবৰ উদ্দেশ্যই আমি যাত্ৰা কৰি আহিছোঁ। আপুনি কমতাপুৰৰ শত্ৰুৱেই হওক বা মিত্ৰই হওক - বৰ্তমান আপুনি আমাৰ অতিথি।

শচী : কমতাপুৰ মোৰ সাধনাৰ ধন, কমতাৰ প্ৰজাবৃন্দ মোৰ স্নেহৰ সন্তান ; কিন্তু কমতাৰ অধিপতি আজি মোৰ মানত এটা ভয়ঙ্কৰ ৰাক্ষস। সি মোৰ এটি মাত্ৰ সন্তান মনোহৰক গুপ্তভাৱে হত্যা কৰালে। আৰু আৰু -

কমী : আৰু কি কৰিলে?

শচী : শুনি আচৰিত হ'ব ফৌজদাৰ চাহাব, মোক ছল কৰি মোৰ পুত্ৰৰ মঙ্গহ খুৱালে।

কমী : আল্লা! - এনে অত্যাচাৰী মানুহক কমতাৰ প্ৰজাবৃন্দই কেনেকৈ ৰাজসিংহাসনত বহুৱাই থৈছে? মন্ত্ৰী ডাণ্ডৰীয়া, মুছলমানে এনে অত্যাচাৰ কাহানিও কৰা নাই আৰু নকৰে। আপুনি আহক, আমাৰ লগত যোগ দিয়ক। এই অমানুষিক অত্যাচাৰৰ প্ৰতিশোধ লওক।

শচী : মই আৰু কি প্ৰতিশোধ ল'ম? সকলো ঈশ্বৰক দিছোঁ। যদি পৃথিৱীত ধৰ্ম আছে, যদি সত্য আছে তেন্তে নীলাম্বৰে তাৰ প্ৰতিশোধ পাবই পাব।

কমী : বুজিছোঁ। আপুনি অতি বিৰক্ত হৈছে। বলক খন্তেকপৰ আমাৰ শিবিৰত দেখা দি আহকগৈ। সন্ধ্যা সময়ত এই হাবিতলীয়া ঠাইত অকলে নাথাকিব। (দুয়ো যায়)

## চতুৰ্থ দৃশ্য

### কাৰেঙৰ ফুলনি

(বিয়লি সময়। বেলি মাৰ যোৱা ফালে চাই চাই নীলাম্বৰ তন্ময়।)

নীল : কৰ্মৰ প্ৰেৰণা অতি খন্তেকীয়া - এটা খোজ, এটা হেঁচোক! সেই প্ৰেৰণাই, সেই সময়ে মানুহৰ বাহু ইফালে বা সিফালে নিলে আৰু সেই বলিয়া বাহুৰ সামৰ্থ্যতে কিবা এটা হৈ গ'ল কিন্তু তাৰ পাছৰ যি-টো শূন্য অৱস্থা সেইখিনি পাইহে মানুহে দেখা পায় যে, সেই প্ৰেৰণাই তাক প্ৰবঞ্চনা কৰিলে।- তেতিয়াহে সি জানে যে, তাৰ বাটৰ ওপৰত নিয়তিয়ে অসংখ্য কাইট পুতি থৈছে ; খোজেপতি সি নিয্যাতিত, আৰু তাৰ সন্মুখৰ পথ ৰহস্যৰ কুঁৱলীয়ে ঢাকি থৈছে।
(জয়ন্তমাধৱ আহে আৰু সেৱা জানায়)

জয়ন্ত : মহাৰাজ!

নীলা : কি সংবাদ পালা?

জয়ন্ত : তন্ন তন্ন কৈ অনুসন্ধান কৰি জানিব পৰা হৈছে যে, কোনোবা বিদেশী মানুহৰ নাৱত মন্ত্ৰী ডাণ্ডৰীয়া ভটীয়াই গ'ল। ওচৰচুবুৰীয়া সকলো ৰাজ্যলৈ গুপ্তচৰ পঠিওৱা হৈছে।

নীলা : আৰু কৰিবা কি? যদি তেখেত ক'ৰবাত জীয়াই আছে বুলি জানিব পাৰোঁ - তেন্তে নিজে তেখেতৰ ওচৰলৈ গৈ মই মোৰ অতীত কাৰ্য্যৰ ক্ষমা খুজি আহিমগৈ।

জয়ন্ত : তেন্তে এতিয়া সেৱাহে -

নীলা : যোৱাঁ। (জয়ন্ত যায়গৈ) আকাশৰ পৰা হঠাৎ একোটা পখীয়া তৰা খহি পৰে। দুপৰৰ তীব্ৰ ৰ'দত কুঁহিপাত লেৰেলি যায় - সেই দৰেই পূৰ্বপুৰুষ সকলে সঞ্চয় কৰি থৈ যোৱা সম্মানৰ ভঁড়ালত কেতিয়াবা হঠাৎ জুই উঠে! —
(সাদৰী আহে)

সাদৰী : আপুনি ইমান নিৰাশ হৈছে কিয়? এখন ৰাজ্যৰ ভাৰ আপোনাৰ হাতত। হৈ যোৱা ঘটনাৰ কথা ভাবি মিছাকৈয়ে শৰীৰ

আৰু মনক কষ্ট নিদিব। কেতিয়াও মনৰ পৰা আশা এৰি নিদিব। আজি দুৰ্দিন, কাইলৈ সুদিন আহিবই আহিব।

নীলা : (সাদৰীলৈ চাই) কাইলৈ সুদিন আহিবই আহিব! - কোৱাঁ, কোৱাঁ প্ৰিয়া- তোমাৰ সৰল হিয়াৰ মিনতি ভৰা কণ্ঠেৰে এনে এটি আশাৰ কথা কোৱাঁ। শুনি শুনি মই সকলো সন্তাপ পাহৰি যাওঁ। কিন্তু মোৰ কি হৈছে ক'ব পৰানে - মোৰ মন গৈছে ৰাসসিংহাসন যোগ্যজনক এৰি দি মই কেনিবা গুচি যাওঁ। সেই কণা-বৰাগীটোৰ দৰে বাটে বাটে বাটকুৰি বাই ঈশ্বৰৰ ওচৰত ক্ষমা বিচাৰোঁ।

সাদৰী : আপুনি উপজিছেই ৰজা হৈ। ৰাজধৰ্মৰ বাহিৰে আন ধৰ্ম আপোনাৰ কাৰণে ঈশ্বৰে লিখাই নাই। মন ডাঠ কৰি ৰাজ-কাৰ্য্য হাতত লওক।

নীলা : ৰজাও মানুহ সাদৰী। (বেগাই জয়ন্তমাধৱ আহে) কি সংবাদ আনিছা!

জয়ন্ত : মহাৰাজ! এইমাত্ৰ অশ্বাৰোহী গুপ্তচৰ আহি সংবাদ দিছে বোলে কমতাৰ উওৰ পিনে গৌড়ৰ সেনাই শিবিৰ পাতিছেহি।

নীলা : গৌড়ৰ সেনাই? তেন্তে যুদ্ধ লাগিব? যোৱাঁ, পলম নকৰিবাঁ। যুদ্ধৰ কাৰণে কমতাৰ সকলো সেনা প্ৰস্তুত কৰা গৈ। (সেৱা জনাই বেগেৰে গুচি যায়)

নীলা : শুনিলাঁ? স্বপ্নত অহাদি কি বাৰ্তা আহিল? (দূৰৈত টোপধ্বনি) সেইয়া সেইয়া - মুছলমানে যুদ্ধ ঘোষণা কৰিলে। সাদৰী! আহঁা - ৰাজধৰ্ম পালন কৰিবলৈ মোৰ হাতত অস্ত্ৰ তুলি দিবাঁ। আহঁা - (দুয়ো সোমাই যায়)

## পঞ্চম দৃশ্য

### কমতাৰ উত্তৰ সীমাত

#### গৌড়ৰ শিবিৰ

(ৰূমী খাঁ আৰু তগৰোল কথা পাতি)

ৰূমী : তগৰোল! খুব হুঁছিয়াৰ। কামৰূপী মানুহে যাদু জানে।

তগৰোল : গুজুৰালি- পৰোৱাহ্ নাই - মুছলমানে যুদ্ধ কৰিব জানে।

ৰূমী : (কাণে কাণে) এই বুঢ়াৰ ওপৰত চোকা নজৰ ৰাখিবাঁ।

তগৰোল : সেইটো মোক ক'ব লাগিছেনে জনাব? আচ্ছা, মন্ত্ৰীক সৈন্য শিবিৰৰ মাজৰ পৰা আনি আপোনাৰ ওচৰত দিমনেকি?

ৰূমী : নাই, নাই। তাতে থক। -

তগৰোল : যদি মন্ত্ৰীয়ে যুদ্ধত সহায় কৰিবলৈ যায় তেন্তে তেওঁক ঠিক মোৰ পাছতে ৰাখিলে বেয়া হ'বনে?

ৰূমী : ঠিক হ'ব। কিন্তু তেওঁৰ গা তে লাগি থকাকৈ এজন সৈন্য থাকিব। মই এতিয়াও তেওঁৰ মনৰ ভাব ভালকৈ বুজিব পৰা নাই।

তগৰোল : খোদাৰ মৰ্জি আছে জনাব- পৰোৱাহ নাই। বেইমানী কৰিলে বুঢ়াৰ জান যাব।
(দূৰত "জয় কমতেশ্বৰ নীলাম্বৰৰ জয়")

ৰূমী : শত্ৰু সেনা উপস্থিত ! যোৱাঁ প্ৰথমে তোমাৰ ফৌজ যাওক পাছত মোৰ ফৌজ থাকিব। এই শিবিৰত এটা কামান আৰু সৈন্য শিবিৰৰ পূবে দুটা কামান থাকিব।

তগৰোল : এই আহিলোঁ। আপুনিও আপোনাৰ ফৌজক আদেশ দিয়ক। 'ওৱাহ্ মালিক কী ফতে্।" (প্ৰস্থান)
(ভিতৰত "ওৱাহ মালিক্ কী ফতে্!")

ৰূমী : তগৰোলৰ ফৌজ ওলাল। ইছলামী ঝাণ্ডা কমতাৰ আকাশত বিজয় গৰ্বেৰে উৰিল। সৌৱা - সৌৱা! - (উতলি উঠে আৰু দুই হাত মুখত দি নিজৰ সেনাসকলক আদেশ দিয়ে) "হু"! বুলবুল ই- হিন্দুস্থান!" (বেগাই ওলাই যায়)
(ভিতৰত কামান ধ্বনি)

---

## ষষ্ঠ দৃশ্য

### যুদ্ধক্ষেত্ৰৰ এফালে

(জয়ন্তমাধৱ আৰু কমতাৰ সেনাসকল)

জয়ন্ত : ভয় নাই - ভয় নাই! কামানৰ ধ্বনি শুনি কমতাপুৰৰ বীৰ সৈন্য বিচলিত নহয়। সৈন্যসকল! তোমালোকেও পাছৰ পৰা এনেভাৱে আক্ৰমন কৰিবা, যাতে সিহঁতে উলটি চাবলৈ অবসৰ নাপায়। উত্তৰে পূবে দক্ষিণে পশ্চিমে কেউফালে কমতাৰ সৈন্যই আগুৰি আছে। ভয় নাই, ভয় নাই! যুদ্ধ কৰা। সৌৱা এদল মুছলমান সেনা এইফালে আহিছে বলা: সিহঁত আহি ৰণ ক্ষেত্ৰৰ মাজ নৌ পাওঁতেই সিহঁতক হতাশ কৰিব লাগিব।

সৈন্যসকল : জয় কমতাপুৰৰ জয়। (তৰোৱাল উলিয়াই)

জয়ন্ত : এইফালে বলা এইফালে বলা- (ওলাই যায়)

(আনফালৰ পৰা তগৰোল আহে)

তগৰোল : কি অসম সাহসিক এই কমতাৰ সৈন্যবোৰ! ইমান কম সময়ৰ ভিতৰতে আমাক হতবুদ্ধি কৰি দিলে। ক'ৰ পৰা যে কাঁড় আহি গাত পৰিছেহি ধৰিবই নোৱাৰি।

(কেইটামান মুছলমান সেনা বেগাই আহে)

এটা সেনা : হুজুৰালি! পলাওক পলাওক - হাতত খোলা তৰোৱাল লৈ কমতাৰ সেনাপতি এইফালে লৰি আহিছে। আমাৰ বহুত সেনা মুহূৰ্তৰ ভিতৰতে কাটি শেষ কৰিলে

তগৰোল : যা-যা- শিবিৰৰ ওপৰত বগা পতাকা দেখুৱাহি দে (বেগাই ওলাই যায়)

(বীৰদৰ্পে জয়ন্তমাধৱ আহে)

জয়ন্ত : এই অস্ত্ৰ কমতাৰ অস্ত্ৰ কমতাৰ স্বাধীন ৰাজ মুকুটৰ জিকমিকনি এই তৰোৱালৰ আগত আছে। ক্ষুদ্ৰ গৌড়ীয় সেনা এই অস্ত্ৰৰ আগত ধূলি হৈ উৰি যাব। (ভিতৰত "জয় কমতাপুৰৰ জয়") আৰু গগণভেদী সুৰত কোৱা আৰু উচ্চকণ্ঠে কোৱা।

## সপ্তম দৃশ্য

### গৌড়ৰ শিবিৰ

(কমী খাঁৰ তম্বুৰ ভিতৰ। এখন আসনত কমী খাঁ বহি গুৰগুৰিত ধপাত হুঁপ থাকে আৰু আন এখন আসনত শচীপাত্ৰ। তম্বুৰ আগত কেইটামান সৈন্যই হাতত বন্দুক লৈ অহা-যোৱা কৰি থাকে।)

কমী : (মন্ত্ৰীৰ মুখৰ অৱস্থা নিৰীক্ষণ কৰি) মন্ত্ৰী ডাঙৰীয়া! আপুনি আমাক কমতাপুৰৰ বিষয়ে সকলো সংবাদ দিবলৈ ভয় কৰিছে কিয়?

শচী : ফৌজদাৰ চাহাব! আপোনালোকে কমতাপুৰ জয় কৰিম বুলিয়েই যাত্ৰা কৰি আহিছে। বাহুৰ বলেৰে, যদি পাৰে, কমতা জয় কৰক। কিন্তু মই একো কথা ক'ব নোৱাৰোঁ।

কমী : আপুনি আমাক গুপ্ত সন্ধান দি সাহায্য নকৰে কিয়?

শচী : মই আপোনালোকৰ হৈ নীলাম্বৰৰ বিৰুদ্ধে যুদ্ধ দিম।

কমী : কাইলৈ পুৱাৰ পৰাই যুদ্ধ লাগিব। আমাৰ গুপ্তচৰে জানিব পাৰিছে কাইলৈ নীলাম্বৰে নিজে যুদ্ধত নামিব।

মন্ত্ৰী : তেন্তেময়ো কাইলৈ ওলাম। মোৰ শত্ৰু নীলাম্বৰ মোক লাগে নীলাম্বৰৰ মৃত্যু। মোৰ পুত্ৰহন্তাক মই নিজ হাতে বধ

কৰিম।

ৰুমী : বেছ তেন্তে। এতিয়া আপুনি যাওক। ৰাতি ভালেমান হ'ল। অলপ শোৱকগৈ। পহৰাদাৰ!

প্ৰহৰী : হুজুৰালি!

ৰুমী : এখেতক শিবিৰত থৈ আহ!

(হাতত বন্দুক হৈ প্ৰহৰী আহি মন্ত্ৰীৰ কাষত থিয় হয়হি। মন্ত্ৰী বহাৰ পৰা উঠি যাবলৈ প্ৰস্তুত হয়। ৰুমী খাঁ উঠি মন্ত্ৰীক আগবঢ়াই থয়)

ৰুমী : এই শচীপাত্ৰক হাতত লৈয়েই কমতাপুৰ জয় কৰিব লাগিব।

(তম্বুৰ ভিতৰ সোমায়)

## অষ্টম দৃশ্য

### মুকলি ঠাই

(হাতে হাতে খোলা তৰোৱাল লৈ কমতাৰ সেনা সকলে গীত গাই আহে)

গীত

যাউতি-যুগীয়া কমতা ধুনীয়া
চেনেহী জননী মোৰ।
তালে তালে তালে নাচি তৰোৱালে
ৰাখিব কিৰীটি তোৰ।
শতুৰুৰ তেজেৰে পাব পখালিমে
শতুৰুৰ দেহাৰে বলি —
আহ ডেকালৰা ল-হি বতৰা
গুচাহি হাতৰ মলি।
যাউতি - যুগীয়া ...............

(জয়ন্ত মাধৱ আহে)

জয়ন্ত : কমতাৰ সেনাসকল! জন্মভূমি জননীৰ গৌৰৱ ৰক্ষাৰ ভাৰ আজি আমাৰ ওপৰত। আহাঁ আজি সকলো পাহৰি ৰক্তপিপাসু বাঘৰ দৰে শত্ৰুৰ ওপৰত জপিয়াই পৰোগৈ।

সেনাসকল : জয় কমতাপুৰৰ জয়।

জয়ন্ত : কোৱাঁ - ৰণ! ৰণ!

সেনাসকল : ৰণ! ৰণ!

(হাতৰ তৰোৱাল জিক্‌মিকাই উঠে)

জয়ন্ত : অস্ত্ৰই অস্ত্ৰই সংঘাত!

সেনাসকল : অস্ত্ৰই অস্ত্ৰই সংঘাত! (তৰোৱাল তৰোৱালে যুজাই)

জয়ন্ত : শত্ৰুৰ বুকু কঁপি যোৱাকৈ এবাৰ সমস্বৰে কোৱা "......স্বাধীন কমতাৰ জয়! (ওলাই যায়)

(সেনাসকলে "স্বাধীন কমতাৰ জয়" বুলি পাছ লয়)

---

(আনফালৰ পৰা ৰুমী খাঁ - আৰু কেইটামান গৌড়ীয় সেনা আহে)

ৰুমী : খুব সাৱধানে। সৌৱা কমতাৰ সেনা বীৰদৰ্পে যুদ্ধক্ষেত্ৰত সোমালহি। ভাইহঁত! গৌড়ৰ গৌৰৱ ৰক্ষা কৰিব লাগিব, ইছলামৰ পতাকা জয়যুক্ত হ'ব লাগিব। মোৰ পাছতে মন্ত্ৰীৰ ফৌজ আহিব আৰু তেখেতৰ পাছত তগাৰোল! বলা - যুদ্ধৰ নিনাদত গাৰ তেজ উতলাই তোলোঁ, সিংহৰ বিক্ৰমেৰে কমতাৰ সেনা ধ্বংস কৰোঁ।

(বেগাই এটা কমতা সেনা আহি)

কমতা সেনা : মাৰ - মাৰ- (তৰোৱাল দাঙ্গি আহোঁতেই গৌড়ীয় সেনাই ঘাপ দিয়ে)

ৰুমী : তুমুল সংগ্ৰাম আৰম্ভ হ'ল। আক্ৰমণ কৰা - আক্ৰমণ কৰা - (প্ৰস্থান)

গৌড়ীয় সেনাঃ আল্লা-হু-আকবাৰ্! (প্ৰস্থান)

কমতা সেনা : (তেজেৰে ৰাঙ্গলী গাৰে উঠি) এতিয়াও শৰীৰত প্ৰাণ আছে। মৰাৰ আগতে পাৰোঁ যদি এটামান গৌড়ীয় সেনা খে যাওঁ - (থৰক্‌বৰক্‌কৈ যায়)

(মন্ত্ৰী আহে)

শচী : যুদ্ধ কৰিছোঁ। মোৰ আজন্মৰ সাধনা জন্মভূমি কমতাপুৰৰ বিৰুদ্ধে অস্ত্ৰ লৈছোঁ! নীলাম্বৰ! একমাত্ৰ তোৰ অপৰাধত আজি মই এনে গৰ্হিত কাম কৰিছোঁ। (ভিতৰত ডবা, শঙ্খ, বৰ কাঁহ আজি বাজে আৰু "জয় মহাৰাজ নীলাম্বৰৰ জয়" ধ্বনি হয়) সেইয়া সেইয়া নীলাম্বৰ আহিছে। মোৰ পুত্ৰহন্তা আহিছে। মই এতিয়া ধৈৰ্য্য ধৰোঁ কেনেকৈ?

(বেগাই নীলাম্বৰ আহে)

নীলা : সম্মুখত বিজয় পতাকা - হাতত অপৰাজেয় অস্ত্ৰ। সংহাৰ কৰ, সংহাৰ কৰ - (হঠাৎ মন্ত্ৰীক দেখি) ই কি! মন্ত্ৰী ডাঙৰীয়া? মায়া নে মতিভ্ৰম?

শচী : আচৰিত হৈছা নীলাম্বৰ?

নীলা : অ' এতিয়া বুজিলোঁ। এতিয়া বুজিলোঁ কেনেকৈ আচম্বিতে আহি গৌড়ীয় সেনা কমতাপুৰ সোমালহি। বৃদ্ধ। নিৰুদ্দেশ হৈ পলাই যোৱাৰ উদ্দেশ্য আজি বুজিলোঁ। ছিঃ! ছিঃ।

শচী : মই বৰ সৰল ভাবেই সকলো পৰিত্যাগ কৰি পথভ্ৰষ্ট পথিকৰ দৰে কমতাপুৰ এৰি গুচি গৈছিলোঁ কিন্তু বাটত তেৰসাই নৈৰ পাৰত গৌড়ীয় ফৌজদাৰে লগ পাই মোক ওলোটাই আনিলে।

নীলা : মোৰ প্ৰতি যদি আপোনাৰ অন্তৰত ইমানখিনি ঘৃণা আছিল তেন্তে প্ৰকাশ্য ৰাজসভাত বিচাৰ কৰি মোক সিংহাসনৰ পৰা নমাই নিদিলে কিয়?

শচী : আজি মই বিচাৰ কৰিবলৈ অহা নাই, যুক্তি পৰামৰ্শ শুনিবলৈ অহা নাই। নীলাম্বৰ! মই আজি পুত্ৰহন্তাৰ প্ৰতিশোধ লবলৈ তোমাৰ আগত উপস্থিত।

নীলা : ভণ্ড প্ৰতাৰক। দেশদ্ৰোহী বৃদ্ধ। কথা কবলৈ লাজ লগা নাই নে?

শচী : মই ভণ্ড প্ৰতাৰক আৰু তুমি ন্যায়বান, নীলাম্বৰ! তেন্তে কোনটোচোন ন্যায়বান, কোন নীতি অনুসৰণ কৰি মোৰ মনোহৰক গুপ্তভাবে হত্যা কৰালা। আৰু কি মহৎ আদৰ্শ আগত লৈ মোৰ পুত্ৰৰ মঙহ মোক খুৱালা? কোৱা, মোৰ সাত্বিক জীৱনৰ সু-প্ৰবৃত্তিখিনি কোনে নষ্ট কৰিলে? কোৱা, মই কাৰ দোষত উন্মাদৰ দৰে গুচি গৈছিলোঁ?

নীলা : স্বীকাৰ কৰিছোঁ - মই অন্যায় কৰিলোঁ কিন্তু কেৱল মোৰ অন্যায়ৰ বাবে গোটেই কমতাপুৰে শাস্তি পাব কিয়?

শচী : কাৰণ - তুমি কমতাৰ অধিপতি! আগেয়েই ভাবিব লাগিছিল- ৰজা অকলশৰীয়া মানুহ এজন হলেও এখন ৰাজ্যৰ ভাৰ অকল ৰজাৰ ওপৰতে থাকে। আগেয়েই ভাবি চাব লাগিছিল - কমতাপুৰৰ কল্যাণৰ অৰ্থে আজীৱন পাত কৰা এই বৃদ্ধক পশুৰ দৰে ব্যৱহাৰ কৰা কমতেশ্বৰৰ উচিত কাৰ্য্য হোৱা নাছিল। তুমি পাহৰিলা নে কি নীলাম্বৰ যে, খেন বংশৰ আদি ৰজা নীলধ্বজ এই শচীপাত্ৰৰ বংশৰ গৰখীয়া ল'ৰা আছিল?--- শচীপাত্ৰৰ বংশেই মন্ত্ৰিত্ব আৰু খেন বংশেই ৰাজত্ব কৰি এই কমতাপুৰ কেনেকৈ ৰক্ষা কৰি আহিছে সেই কথা পাহৰি গলা কিয়?

নীলা : লওক - এই অস্ত্ৰ আপোনাৰ নিজ হাতেৰে মোৰ বুকুত বহুৱাই দিয়ক। এইয়া মই আপোনাৰ আগত নতজানু হৈ বুকুপাতি দিছোঁ। আজি আপোনাৰ হাতত খেন বংশৰ নাম পৃথিৱীৰ পৰা নুমাই যাওক। কমতাৰ ৰাজদণ্ড আপুনি গ্ৰহণ কৰক, তথাপি কমতাক পৰাধীন হ'বলৈ নিদিওঁ।

---

শচী : তুমি ইমান সৰল নীলাম্বৰ? উঠা, উঠা, এদিন মই তোমাক পুত্ৰবৎ পালন কৰিছিলোঁ আৰু তুমিও মোক পিতৃৱৎ জ্ঞান কৰিছিলা। মোৰ শোকৰ সাগৰ আজি আকৌ মমতাত উথলি পৰিছে। স্নেহে প্ৰতিহিংসাৰ জুই নুমাই দিছে। (কান্দি নীলাম্বৰক সাবটি ধৰে) মহাৰাজ! দেই -পুৰি ভস্ম হোৱা এই বুকু আকৌ স্নেহৰ পৰশত সজল হৈ আহিছে। (চকুৰ পানী ওলায়)

নীলা : ভাগ্য! ভাগ্য! মন্ত্ৰী ডাঙৰীয়া! - নিয়তিয়ে কৰালে। মই কৰোঁ বুলি একো কৰা নাই। মোক ক্ষমা কৰি আপুনি আকৌ উলটি বলক

শচী : মই আৰু কমতালৈ উলটি নাযাওঁ মহাৰাজ। আকৌ তীৰ্থৰ ফালে খোজ ল'ম। মই আহিলোঁ - ঈশ্বৰে আপোনাৰ সহায় কৰক। (প্ৰস্থান)

নীলা : কোন যাদুকৰী স্পৰ্শত এনে অঘটন ঘটে কোনে জানে?
(ভিতৰত "জয় কমতাপুৰৰ জয়")

## নৱম দৃশ্য

### গৌড়ৰ শিবিৰ

(কমী খাঁ আৰু তগৰোল সোমাই আহে)

তগৰোল : এতিয়া উপায়?

কমী : হুঁ! ভাবিছো। ইমান কৌশলেৰে সৈন্য চালনা কৰিও কমতাৰ সেনাক পৰাস্ত কৰিব নোৱাৰিলোঁ! এই বৃদ্ধ কেনি গ'ল?

তগৰোল : যুদ্ধ স্থগিত হোৱাৰ পাছত এই ফাললৈকে অহা দেখিছিলোঁ।

কমী : আমি আৰু যুদ্ধ নকৰোঁ বুলি নীলাম্বৰক জনোৱা হওক।

তগৰোল : পৰাজিত হৈ উলটি যাব জনাব?

কমী : কিছুদিন ইয়াতে বিশ্ৰাম কৰিম আৰু ইপিনে ৰজাৰ লগত মিত্ৰতা কৰিবৰ মনেৰে ৰাজধানীলৈ অহা যোৱা কৰিম।

তগৰোল : তাৰ পাছত?

কমী : তাৰ পাছত নতুন উপায় ওলাব। পৰোৱাহ নাই।
(মন্ত্ৰী আহে)

শচী : ফৌজদাৰ চাহাব!

কমী : ভাবিছোঁ - কেনেকৈ নীলাম্বৰক বন্দী কৰি আপোনাৰ আগত দিবহি পাৰোঁ।

শচী : মই আৰু যুদ্ধ নকৰো ফৌজদাৰ চাহাব।

কমী : কিয়?

শচী : নীলাম্বৰে অনুতাপ কৰিছে। মোক ক্ষমা খুজিছে। ময়ো সকলো পাহৰি পেলাবৰ যত্ন কৰিছোঁ।

কমী : (বিবৰ্ণ হৈ) আপুনি নীলাম্বৰক লগ পায়ো আমাক ইঙ্গিত নিদিলে!
(তগৰোলে কমীৰ ফালে চাই অবাক হয়)

শচী : সেই মিলন - মুহূৰ্ত মোৰ জীৱনৰ শেষ তৃপ্তি ফৌজদাৰ চাহাব। মই নীলাম্বৰৰ সৰলতাত মুগ্ধ হ'লোঁ।

কমী : (খঙেৰে) তুমি কাফেৰ! -তগৰোল! তগৰোল! এই বৃদ্ধক বন্দী কৰা। আনা - মোৰ বন্দুক আনা—

শচী : কি অপৰাধত মোক বন্দী কৰিব?

কমী : (তগৰোলক ইঙ্গিত দিয়ে আৰু তগৰোল ওলাই যায়) তুমি কাফেৰ! তুমি কাফেৰ! —

শচী : আজি যুদ্ধ জিকিব নোৱাৰি মোক গালি দিছে। কিন্তু ফৌজদাৰ চাহাব, জয়লাভ কৰি উলটি যোৱা হলে মোৰ নামটি লবলৈও পাহৰিলেহেঁতেন!

---

কমী : তগবোল! তগবোল! ---

(ভিতৰৰ পৰা তগবোলে মন্ত্ৰীলৈ গুলি কৰে আৰু মন্ত্ৰীৰ বুকুত গুলি লাগি পৰি যায়)

কমী : আল্লাহ!-

## দশম দৃশ্য

### কমতাৰ ৰাজবাট

(হাতত পতাকা আৰু ঢোল কোবাই কোবাই এদল মানুহ আহে। আগে আগে নগৰ ৰক্ষক)

নগৰ ৰক্ষক : গৌড়ীয় সেনাৰ লগত কমতাপুৰৰ যি যুদ্ধ হৈছিল, সেই যুদ্ধত কমতাৰ জয়লাভ হৈছে। এই বিজয় - উৎসৱ পালন কৰিবৰ কাৰণে মহামান্য কমতেশ্বৰে শ্ৰীপঞ্চমীৰ দিনা সদৌ কমতাবাসীক আহ্বান কৰিছে। ৰাজকাৰেঙৰ চৌদ্দৰ দুৱাৰ সেইদিনা সকলোৰে কাৰণে মুকলি হৈ থাকিব।

(এই ঘোষণা কৰাৰ পাছত সকলোৱে জয়ধ্বনি দিয়ে আৰু ঢোল কোবায়)

## একাদশ দৃশ্য

### উৎসৱৰ সভা

ৰভাৰ সোঁ মাজতে এটা সু-সজ্জিত বেদী। তাৰ ওপৰতে এখন শৰাইত ফুল। ধূপ-ধূনাৰ পাত্ৰ আদিৰ পৰা ধোঁৱা ওলাই থাকে। দূৰত ৰাজ কাৰেঙৰ ওপৰত বিজয় পতাকা উৰি থাকে। ভিতৰত যন্ত্ৰ সঙ্গীতৰ গুঞ্জন হয়। কেউপিনে দৰ্শক। বেদীৰ কাষতে ৰাজ-কবি বহি গীত গাই থাকে। নীলাম্বৰ আৰু সাদৰীয়ে দুখন আসনত বহি শুনি থাকে।)

গীত

তুমি ধ্বনিময়ী তুমি বাণীময়ী
তুমিহে সাৰদা শব্দময়ী
অভয়া তুমি বৰদা তুমি
তুমি জ্ঞান জ্যোতিৰ্ময়ী।।
মধুময়ী তুমি কবিতা-দেৱী
তোমাৰে মধু ৰস সেবি
ঋতু মধু বায়ু মধু
ধৰা মধুৰ কাব্যময়ী।।

নীলাম্বৰ : নমস্কাৰ কবি।

ৰাজকবি : (সম্ভ্ৰমেৰে) মহাৰাজ, বসন্ত পঞ্চমীৰ দিনা আপোনাক দিবলৈ এই দৰিদ্ৰ কবিৰ কি আছে? কমতাৰ ৰাজ-লক্ষ্মী মহাৰাজৰ কাষত বিশ্ব-বিজয়িনী হওক -

(শৰাইত থকা ৰঙা ফুলৰ এধাৰ মালা নীলাম্বৰক আৰু বগা ফুলৰ ধাৰ সাদৰীৰ ডিঙিত পিন্ধাই দিয়ে।)

সমৱেত জনতা : জয় মহাৰাজ নীলাম্বৰৰ জয়।

(ডবা, শঙ্খ, উৰুলি আদি ধ্বনি হয় আৰু আখৈ, আৰৈ চাউল আদি কেউফালৰ পৰা বৰ্ষণ হয়)

---

কমতা কুঁৱৰী

ৰাজকবি : প্ৰভাতৰ পূব আকাশত অৰুণ-লক্ষ্মীৰ বিনন্দীয়া হাঁহিটিৰ দৰে মহামান্য কমতেশ্বৰৰ শিৰত এই বিজয়-তিলক সমুজ্জ্বল হৈ উঠক। (নীলাম্বৰৰ শিৰত সেন্দুৰৰ ফোট দিয়ে)

সমবেত : ৰাজাধিৰাজ মহাৰাজ নীলাম্বৰৰ জয়!

নীলা : (থিয় হৈ) ৰাজ্যধনতকৈও শ্ৰেষ্ঠ ধন কবিৰ মুখৰ অমৃত পান কৰি আজি আমি তৃপ্ত। আমি ৰাজদণ্ড হাতত লৈ যি কঠোৰ বাস্তৱ ৰাজ্যত থাকোঁ সেই ৰাজ্যৰ সকলো কঠোৰতা সৰল কৰি তোলে কবিৰ কাব্যামৃতে। সেই কাৰণে, হে কবি! আপোনাক আমি নমস্কাৰ কৰিছোঁ।

(নীলাম্বৰ আৰু সাদৰীয়ে নমস্কাৰ জনায়)

ৰাজকবি : (তলমূৰ কৰি) নমস্কাৰ! মহাৰাজ! সুৰেশ্বৰীক অঞ্জলি দিবৰ সময় হ'ল।

নীলা : (অলপ আগবঢ়াই দি) আপোনাৰ সাধনা জয়যুক্ত হক।

(কবি যায়গৈ)

(জয়ন্তমাধৱ আহে)

জয়ন্ত : মহাৰাজ! গৌড়ৰ সেনাপতি ৰুমী খাঁ সদলে আজি উলটি যাব। যোৱাৰ আগতে তেখেতৰ বেগমে মহাৰাণীক দেখা কৰি যাব খোজে।

নীলা : শুভ সংবাদ! আজিৰ নিচিনা পবিত্ৰ দিনত এনে মিলন আকাঙ্খা সৌভাগ্যৰ বিষয়। সংবাদ দিয়া -তেখেতক লগ পাবলৈ কমতেশ্বৰী প্ৰস্তুত।

জয়ন্ত : মহাৰাজৰ যেনে আজ্ঞা। (প্ৰস্থান)

(ভিতৰত যন্ত্ৰসঙ্গীতৰ ঐক্যতান)

নীলা : শুনিছানে সাদৰী, যন্ত্ৰ-সঙ্গীতৰ ধ্বনিয়ে অমিলক কেনেকৈ মিলাইছে? এনে দিনত মুছলমান বেগমৰ লগত কমতেশ্বৰীৰ সাক্ষাৎ হোৱা বাঞ্ছনীয় নহয়নে বাৰু?

সাদৰী : কিয় নহব নাথ!

নীলা : তুমি ব'লা- কাৰেঙৰ ভিতৰত বেগমৰ কাৰণে উপযুক্ত আসন প্ৰস্তুত কৰাই থোৱাগৈ।

সাদৰী : ভাল। (সাদৰী যায়)

নীলা : কমতাৰ প্ৰজাবৃন্দ! আপোনাসকলৰ উপস্থিতিত আজিৰ উৎসব পৰিপূৰ্ণ হ'ল। আপোনাসকল আমাৰ ধন্যবাদৰ পাত্ৰ।

সমবেত : ৰাজাধিৰাজ কমতেশ্বৰৰ জয়।

(তগৰোল আহি ৰজাক কুৰ্নিচ কৰে)

তগৰোল : দুৱাৰত আমাৰ বেগম চাহেবা আহি উপস্থিত।

নীলা : ইমান সোনকালে আহিল নে? (আগবাঢ়ি যাব খোজে)

(বোৰখা পিন্ধি ৰুমী খাঁ আৰু কেইটামান সেনা আহে)

নীলা : বেগম চাহেবা! আপোনাক অভ্যৰ্থনা কৰিবলৈ মই অক্ষম। দয়া কৰি খন্তেক পৰ ইয়াতে অপেক্ষা কৰক - ৰাণীয়ে আগবঢ়াই নিবহি।

ৰুমী : (বোৰখা গুচাই হঠাৎ) আৰু প্ৰযোজন নাই - আৰু প্ৰযোজন নাই - আল্লা-হু-আকবৰ।

(উৎসৱৰ ৰভা মুছলমান সেনাই বেৰি লয় আৰু "আল্লা-হু-আকবৰ" ধ্বনি হোৱা মাত্ৰকে অসংখ্য বন্দুকৰ ধ্বনি হয়। গৌড় সেনাই উৎপাত কৰি যাকে য'তে পায় মাৰি খাচ কৰে)

নীলা : প্ৰতাৰণা! প্ৰতাৰণা! ভীষণ প্ৰতাৰণা! সাৱধান কমতাবাসী —

ৰুমী : তগৰোল! তগৰোল! —

(কেবাটাও মুছলমান সেনা আহি নীলাম্বৰক বান্ধে)

ৰুমী : মুহূৰ্তৰ ভিতৰতে ৰজাক দোলাত ভৰাই শিবিৰলৈ নিয়া - পলম নকৰিবা - ধৰাঁ - ধৰাঁ -

নীলা : মোৰ কাৰেঙৰ পৰা মোক লৈ যাবি?

(নীলাম্বৰক বন্দী কৰি লৈ যায়)

---

কমতা কুঁৱৰী

ৰুমী : ধ্বংস কৰ - ধ্বংস কৰ - কমতাপুৰ কামানৰ আগত উৰাই দে।
(গুচি যায়)

তগৰোল : ভাং! ভাং! অট্টালিক চুৰ্ণ কৰ - ৰাজ-ভড়াল লুট কৰ —
(গুচি যায়)
(কেউপিনে ধুমধাম হৰ হাৰ শব্দ হয় আৰু "আল্লা-হু-আকবৰ" ধ্বনি গগণভেদী উঠে আৰু ঘনে ঘনে কামান, বন্দুক আদিৰ শব্দ হয়।)

## দ্বাদশ দৃশ্য

### কাৰেঙৰ ভিতৰ

(সাদৰী অস্থিৰ অৱস্থাত)

সাদৰী : অকস্মাৎ এনে বিশ্বাসঘাতকতা? (চিঞৰি) জেটুৰ্কী বাই! জেটুৰ্কী বাই!
(বেগাই জয়ন্তমাধৱ আহে)

জয়ন্ত : মা-দৈ! মা-দৈ! আপুনি আত্মৰক্ষা কৰক। বিশ্বাসঘাতকই দুতে বেগমক আনিছোঁ বুলি তিনি শ মান সেনা দোলাৰ পাছে পাছে ওৰণি পিন্ধাই লৈ আহিছিল। যুদ্ধ বিৰতিৰ পাছত আমাৰ সকলো সেনা দিহাদিহি গ'ল-

সাদৰী : যোৱাঁ - কথাৰ এতিয়া সময় নহয় - মোৰ আঁচলৰ ধন সিহঁতে কাঢ়ি লৈ গৈছে। যোৱাঁ - সংবাদ দিয়াঁ কমতাৰ সকলো তিৰোতা আজি ওলাই আহক। মই যুদ্ধ কৰিম। দিয়াঁ, দিয়াঁ তোমাৰ তৰোৱাল মোক দিয়াঁ -
(জয়ন্তই তৰোৱাল দিয়ে)
তুমি এই মুহূৰ্তে কমতাপুৰত সংবাদ দিয়াঁ।
(জয়ন্ত বেগাই ওলাই যায় আৰু সাদৰীয়ে হাতত তৰোৱাল লৈ।)

এইয়া এইয়া - এই তিৰবিৰণি দেখিও গৌড় সেনা জীয়াই থাকিব পাৰেনে? (ভিতৰলৈ যায়)
(আনফালৰ পৰা জেটুৰ্কী আহি কঁপি জঁপি ওলায়হি)

জেটুৰ্কী : ঈশ্বৰ ঐ! ভাল ৰং দেখুৱাবলৈ এই বুঢ়ী বেটীক জীয়াই থৈছা। ক'ৰ পৰানো কিটো হ'ল ক'বই নোৱাৰিলোঁ। চকুৰ পচাৰতে ৰাজকাৰেঙ গুচি মৰিশালি হ'ল। হাঁ মোৰ বিধি।
(বাহিৰত "জয় কমতেশ্বৰীৰ জয়")
সেইবোৰ বা কি? মইনো জীয়াই থাকি কি কৰিম? এটামান মুছলমান কাটিব পাৰিলেও তেওঁ বৈপাহ পলাব। (ওলাই যায়)
(হাতত তৰোৱাল খনত সেন্দুৰ সানি লৈ যুদ্ধৰ সাজেৰে সাদৰী ওলাই আহে)

সাদৰী : ৰণ-চণ্ডীৰ মূৰ্তি লৈ শত্ৰুৰ ওপৰত জঁপিয়াই পৰিব লাগিব।
(হাতে হাতে তৰোৱাল লৈ কিছুমান তিৰোতা আহে)
ওলোৱাঁ - ওলোৱাঁ - সাক্ষাৎ ৰণ-চণ্ডীৰ মূৰ্তি লৈ ওলোৱা। শত্ৰুৰ তেজেৰে অস্ত্ৰ ৰাঙলী কৰি সেই তেজৰ ফোঁট কপালত ল'ব লাগিব, কমতাৰ ৰাজশ্ৰী আকৌ ওলোটাই আনিব লাগিব।

সকলোৱে : ৰণ! ৰণ! (অস্ত্ৰ তুলি ধৰে)

সাদৰী : ৰণ-সঙ্গীতৰ টৌত গাৰ তেজ উতলাই দিয়া -মত্তমাতঙ্গিনীৰ দৰে ৰণ-ৰঙ্গত নাচি উঠা ওলোৱাঁ - ওলোৱাঁ --

সকলোৱে : ৰণ! ৰণ!

সাদৰী : (তৰোৱালৰ সেন্দুৰেৰে সকলোকে ফোঁট দি) এইদৰে শত্ৰুৰ শোণিতেৰে বিজয় -তিলক পিন্ধিব লাগিব। কোৱাঁ - সকলোৱে একেলগে কোৱাঁ - ৰণ! ৰণ!

---

সকলোৱে : ৰণ। ৰণ।

(হাতৰ তৰোৱাল মেলি সাদৰী আগবাঢ়ে আৰু পাছে পাছে সকলো যায়)

## ত্ৰয়োদশ দৃশ্য
### গৌড়ৰ শিবিৰ

(শিবিৰ ভাঙ্গি গৌড়ীয় সেনাই টালি-টুপলি বান্ধিছে। ৰুমী খাঁৰ তম্বুৰ ভিতৰত নীলাম্বৰক সোণৰ শিকলিৰে বান্ধি থোৱা আছে। তম্বুৰ দুৱাৰ মুখতে দুটা প্ৰহৰীয়ে বন্দুক লৈ পহৰা দিছে। দূৰত কেউফালে সশস্ত্ৰ সৈনিক ঘূৰি ফুৰিছে। তম্বুৰ দুৱাৰ মুখত এখন আসনত বহি ৰুমী খাঁই গুৰ্গুৰি টানিছে। কাষতে তগ্ৰোল। এটা ভৃত্যই পান আনি দিয়ে। দুয়ো খায়।)

তগ্ৰোল : (হাঁহি হাঁহি) আচ্ছা জনাব! ইমান লৰালৰিকৈ শিবিৰ ভাঙ্গি ওলাবলৈ আদেশ দিলে কিয়?

ৰুমী : তুমি বুজা নাই? ইয়াত বহি আমি আমোদ কৰাটো বিপদজনক। যিমান সোনকালে পাৰো গুচি যোৱাই ভাল।

তগ্ৰোল : হাঃ হাঃ হাঃ! আপোনাৰ কিন্তু বৰ বুদ্ধি আছে জনাব!

ৰুমী : (গুৰ্গুৰিত টান দি) নহলে বলেৰে জানো কমতা জয় কৰিব পাৰিলোহেঁতেন?

(দূৰত "জয় কমতেশ্বৰীৰ জয়")

ৰুমী : সেয়া কি? তগ্ৰোল! তৎক্ষণাৎ আগবাঢ়ি যোৱা —

(তগৰোল যায়। সাদৰীয়ে হাতত খোলা তৰোৱাল লৈ বৰ বেগেৰে শিবিৰৰ ফালে অহা দেখা যায়। তগৰোল লৰি গৈ বাধা দিয়ে আৰু এজাক সশস্ত্ৰ সেনা সেইপিনে গৈ আগভেটা দিয়েগৈ। তগ্ৰোলে সাদৰীৰ হাতৰ পৰা তৰোৱাল খন কাঢ়ি লয়। আন আন কমতা ৰমণী সকলক দূৰত দেখা যায় কিন্তু শিবিৰৰ ফালে আহিব নোৱাৰিলে। উন্মাদিনীৰ দৰে সাদৰী ল'ৰি আহে।)

সাদৰী : তুমি - তুমি তুমি কোন?

ৰুমী : হাঃ হাঃ। চিনিব পৰা নাই? গৌড় নবাবৰ এজন ফৌজদাৰ ৰুমী খাঁ। কিন্তু আপুনি কোন?

সাদৰী : মই? মই কমতাপুৰৰ ৰণ-চণ্ডী।

ৰুমী : (বহাৰ পৰা ভয়ে ভয়ে উঠি ওচৰৰ প্ৰহৰীটোলৈ চাই) কি লাগে?

সাদৰী : তেজ। তোমাৰ বুকুৰ তপত তেজ লাগে! বুজিছা। তোমাৰ তেজেৰে মোৰ স্বামী কমতেশ্বৰৰ চৰণ ধুৱাই দিবলৈ লাগে। ক'তা, মোৰ স্বামী ক'ত?

ৰুমী : হাঃ হাঃ -

সাদৰী : উপহাস কৰিছা? এই শক্তিক উপেক্ষা কৰিব পাৰিবা? কোৱা, মোৰ স্বামী ক'ত?

ৰুমী : ৰাণী! আপোনাৰ স্বামীক সম্মানেৰে বন্দী কৰি থৈছোঁ। আমি তেখেতক বন্দী কৰি গৌড়লৈ লৈ যাম।

সাদৰী : প্ৰতাৰক সেনাপতি! সম্মুখ যুদ্ধত জয় লাভ কৰিব নোৱাৰি তিৰোতাৰ সাজ পিন্ধি জয় লাভ কৰিলা? সেই শঠতাৰ আকৌ গৌৰৱ কৰিছা? মই ৰমণী হৈ ৰমণীৰ বেশেৰে আজি তোমাৰ আগত উপস্থিত।- হয় মোৰ স্বামীক মুক্ত কৰি দিয়াঁ নহয় মোৰ লগত ৰণ দিয়াঁ।

ৰুমী : দুইটাৰ এটাও কৰিব নোৱাৰো। মুছলমানে তিৰোতাৰ লগত যুদ্ধ নকৰে।

সাদৰী : কিন্তু মুছলমান পুৰুষে তিৰোতাৰ বেশ ধৰি প্ৰৱঞ্চনা কৰে - নহয়নে?

ৰুমী : তগ্ৰোল! তগ্ৰোল! এই উন্মাদিনীক শিবিৰৰ বাহিৰে থৈ আহাঁ —

(তগ্ৰোল আহি ৰাণীৰ কাষ পায়হি)

সাদৰী : কাক শিবিৰৰ বাহিৰলৈ নিবা? প্ৰাণ লৈ কমতালৈ উলটি যাম বুলি অহা নাই সেনাপতি। মোৰ স্বামীক এবাৰ চাই লবলৈ

---

কমতা কুঁৱৰী

দিয়া।

(ৰুমীয়ে ইঙ্গিত দিয়ে আৰু তম্বুৰ দুৱাৰ মেলি শিকলিৰে বন্ধা নীলাম্বৰক কেউফালে সশস্ত্ৰ প্ৰহৰীয়ে উলিয়াই আনে। নীলাম্বৰৰ অৱস্থা উন্মাদৰ দৰে। নীলাম্বৰ আৰু সাদৰীৰ মাজত ব্যৱধান ৰাখি হাতত বন্দুক লোৱা প্ৰহৰী)

নীলা : হেঁ - হেঁ - মোক বধ কৰিবলৈ আনিছ? কৰ - কৰ - মনোহৰকো চাগে এইদৰেই বধ কৰিছিল নহয়নে? বিমলা! বিমলা! তুমি মোলৈ চাই হাঁহিছা? --

সাদৰী : (কৰুণ কাতৰ স্বৰেৰে) জীৱনেশ্বৰ! -(চকুৰ পানী বৈ আহিল)

নীলা : ই কি! নাহিবা - নাহিবা - তুমি নাহিবা - প্ৰিয়া।
(শোকত কণ্ঠ ৰোধ হৈ গ'ল)
(ৰুমীয়ে ইঙ্গিত দিয়ে। তৎক্ষণাৎ প্ৰহৰীয়ে নীলাম্বৰক তম্বুৰ ভিতৰত সুমাই থয়গে। সাদৰী সেইফালে যাবলৈ আগবাঢ়ে। দুৱাৰ মুখত ৰুমী থিয় দি হাতত বন্দুক লয়।)

ৰুমী : বৃথা চেষ্টা - উলটি যোৱা ৰাণী --

সাদৰী : ক'লৈ উলটি যাম? মোৰ চকুৰ আগতে মোৰ স্বামী বন্দী; অথচ মই একো কৰিব পৰা নাই? - (বিবুদ্ধি হৈ অলপ ৰয়) সেনাপতি! সেনাপতি! কমতাৰ ৰাজৰাণী হৈ আজি আপোনাৰ ভৰিত দীঘল দি পৰিছোঁ - কাতৰ ভাবে মিনতি কৰিছোঁ - মোৰ স্বামীক এৰি দিয়ক। (ৰুমীৰ ভৰিত পৰে)

ৰুমী : (আঁতৰি যায) এৰি দিবলৈ বন্দী কৰা নাই ৰাণী। আমি তেওঁক গৌড়লৈ লৈ যাম। আপুনি কমতালৈ উলটি যাওক। (বন্দুকেৰে বাট দেখুৱাই দিয়ে)

সাদৰী : (আউলী বাউলী হৈ উঠে) মই কমতালৈ উলটি যাম? মইনা নাইকিয়া সোণৰ সজাটো ল'ম? - কি কৰিম? কেনেকৈ মোৰ স্বামীক উদ্ধাৰ কৰিম? - মই জীৱিত অৱস্থাৰে কেনেকৈ উলটি যাম? হায় ঈশ্বৰ! ঈশ্বৰ! মোক এনে সহায় সম্বল-হীনা কৰিলা কিয়? মোৰ ৰতন - ভৰা নাও আন্ধাৰত ডুবাই দিলা কিয়?
(কওঁতে কওঁতে কণ্ঠৰোধ হ'ল। পুতলাৰ দৰে নীলাম্বৰৰ তম্বুৰ ফালে চাই থাকিল।)

## যৱনিকা

# নল-দময়ন্তী

## চৰিত্ৰ চিনাকি

| | |
|---|---|
| ভীম | বিদৰ্ভ দেশৰ ৰজা |
| নল | নিষধ ৰাজ্যৰ ৰজা |
| ঋতুপৰ্ণ | অযোধ্যাৰ ৰজা |
| পুষ্কৰ | নলৰ ভায়েক |
| কলি | কূট-বুদ্ধিৰ দেৱতা |
| দ্বাপৰ | চিৰ যৌৱনৰ দেৱতা |
| পৰ্ণাদ | এজন ব্ৰাহ্মণ |
| ইন্দ্ৰসেন | নলৰ পুতেক |
| সুদেৱ | আন এজন ব্ৰাহ্মণ |
| কৰ্কোটক | এজন অৰ্দ্ধসভ্য পৰ্বতীয়া মানুহ |

সাউদ, নাৱৰীয়া, ব'ৰাগী, বৈতালিকসকল, বাহুকবেশী নল।

| | |
|---|---|
| দময়ন্তী | বিদৰ্ভৰজাৰ কন্যা, নলৰ ভাৰ্য্যা |
| হংসা | দময়ন্তীৰ সখীয়েক |
| ইন্দ্ৰসেনা | দময়ন্তীৰ জীয়েক |
| ৰাজমাও | চেদি ৰাজ্যৰ ৰাণী |
| সুনন্দা | চেদি ৰাজৰ জীয়েক |

সখীসকল।

# প্ৰথম অঙ্ক

## প্ৰথম দৃশ্য

### সৰোবৰ

(পুৱা ব্ৰহ্মমুহূৰ্তৰ সময়। সৰোবৰৰ পাৰত নলৰ কমণ্ডলু আৰু আন আন স্নানৰ সজুলিবিলাক পৰি থাকে। অলপ দূৰত কেইজনমান বৈতালিক শ্ৰেণীবদ্ধভাবে বহি থাকে। সৰোবৰত স্নান কৰি সূৰ্য্যৰ ফালে মুখকৈ নলে জলৰ অঞ্জলি দিয়ে।)

নল - ওঁ দেবাং তৰ্পয়ামি।
ওঁ ঋষিং তৰ্পয়ামি।
ওঁ পিতৃং তৰ্পয়ামি।
ওঁ গুৰুং তৰ্পয়ামি।
ওঁ পৰম গুৰুং তৰ্পয়ামি।
ওঁ পৰাপৰ গুৰুং তৰ্পয়ামি।
ওঁ পৰমেষ্ঠি গুৰুং তৰ্পয়ামি।

(প্ৰত্যেকৰ উদ্দেশ্যে একো অঞ্জলি জল দি কমণ্ডলুত পানী ভৰাই লৈ পাৰলৈ উঠে।)

সৰোবৰত স্নান কৰি ব্ৰহ্মমুহূৰ্তৰ এই শুচি-শান্তি আকাশৰ তলত থিয় হ'লে বাহিৰে ভিতৰে পৱিত্ৰ ভাব জাগ্ৰত হৈ উঠে। সৌৱা — পূব আকাশৰ ফেন্দুজালখনৰ মাজেদি পুৱা সূৰ্য্যৰ ৰশ্মিবোৰ নামি আহি কেনে মধুৰ ভাৱে পৃথিৱীখন ৰঙাই দিছেহি! লগে লগে যেন সেই যুগ-যুগান্তৰ পুণ্যশ্লোক ঋষি-মুনি সকলো স্বৰ্গৰ পৰা নামি আহি বেদমন্ত্ৰৰ ঝঙ্কাৰ তুলি দিছেহি। সৌৱা হিৰণ্যগৰ্ভ সূৰ্য্যৰ পোৱাল-ৰঙা মণ্ডলৰ মাজৰপৰা হাতত এমুঠি কুশ আৰু ঋকবেদ লৈ এটা বগা ৰাজহাঁহৰ পিঠিত যেন এটি পৱিত্ৰ কুমাৰীহে নামি আহিছে। আহাহা! সেই কবিপ্ৰাণ সাধক সকলৰ সৌন্দৰ্য্যত জন্ম হোৱা এই প্ৰভাত মঙ্গলেই ব্ৰহ্মস্বৰূপিণী গায়ত্ৰী নহয়নে? এই অমৃত, এই তেজ, এই দীপ্তি এয়েই জানো যৌৱনৰ পৰম তৃপ্তি নহয়? গোৱাঁ, গোৱাঁ বৈতালিকসকল! প্ৰভাত মঙ্গল গাই পৰম পিতাৰ বিজয় ঘোষণা কৰাঁ। শুনি শুনি মই এই অমৃতৰ মাজত বুৰ গৈ ৰ-লাগি থাকোঁ।

(লগত কৰ-তাল, টোকাৰী আদি ভজনৰ বাদ্যবিলাক লৈ বহাৰ পৰাই বৈতালিক সকলে গায়)

নমস্তে বিষ্ণুৰূপায় নমস্তে বিষ্ণুৰূপিনে।
সহস্ৰ ৰশ্ময়ে নিত্যং নমস্তে দিব্য চক্ষুসে।।
নমস্তে ৰুদ্ৰ বপুষে নমস্তে ভক্ত বৎসল।
পদ্মনাভ নমস্তেহস্তু কুণ্ডলাঙ্গদ ভূষণ।।
নমস্তে সৰ্বলোকেশ সুপ্তানামপি বুধ্যসে।
সুকৃতং দুষ্কৃতং ব্যাপি সৰ্বং পশ্যসি সৰ্বদা।।

সৰ্বদেৱ নমস্তেহস্তু প্ৰসীদ মম ভাস্কৰ।
দিবাকৰ নমস্তেহস্তু প্ৰভাকৰ নমোহস্তুতে।।

নল - (সুৰত মিলাই নিচেই শেহৰ সময়ত) প্ৰভাকৰ নমোহস্তুতে। - (প্ৰণাম কৰে)

(ভজনৰ অন্তত বৈতালিকসকলে থিয় হৈ নলক নমস্কাৰ কৰি এটিৰ পাছত এটিকৈ গুচি যায়। পাছে পাছে নল এখোজ-দোখোজকৈ গৈ থাকে। এনেতে পাছৰপৰা শুধ বগা সাজ পিন্ধা হংসাৰতীয়ে মাত দিয়ে আৰু থমক খাই নল ৰয়। হংসাৰতী আহোঁতে নৃত্যৰ ভঙ্গিমাত পাখি মেলি উৰি অহা দি আহে)

হংসাৰতী- মহাৰাজ! মহাৰাজ!

নল - কোন? কোন?

হংসাৰতী - (নলৰ আগলৈ গৈ) মহাৰজাৰ জয় হওক।

নল - কোন? কোন তুমি? উষাৰ দেশৰপৰা নামি অহা তুমিয়েই সেই কুমাৰী গায়ত্ৰীনে কি?

হংসাৰতী- মহাৰাজ! মই বিদৰ্ভ ৰাজ্যৰপৰা আহিছোঁ। ৰাজকুঁৱৰী দময়ন্তীৰ পত্ৰ লৈ আপোনাৰ কাষলৈ আহিছোঁ।

নল - বিদৰ্ভ ৰাজৰ কন্যা দময়ন্তীৰ বাৰ্তা লৈ আহিছা?

হংসা - (বুকুৰ মেৰৰপৰা পদুম পাতত লিখা পত্ৰখন উলিয়াই নলক দিয়ে) এইয়া, ধৰক মহাৰাজ।

নল - (এহাতে পত্ৰখন ধৰি বিমুগ্ধ ভাবে হংসাৰতীৰ ফালে চাই) - দিঠকতে সোপন যেন লাগিছে! ক'ৰপৰা কেনেকৈ হঠাৎ মোৰ আগত আহি মোৰ স্বপ্ন-দেৱীৰ বাৰ্তা আনি দিলাঁহি? (পত্ৰ পঢ়ে আৰু আকাশলৈ চাই ৰ লাগে)

হংসা - মহাৰাজ! সখী দময়ন্তীয়ে এই পত্ৰ দি আমাক পঠিয়াই দিছিল। আমি এই সৰোৱৰৰ ওচৰতে বাহৰ কৰি যোৱা নিশা থাকিলোঁহি। এতিয়া শুভ-মুহূৰ্তত শুভ-বাৰ্তা দিলোঁ। সখীয়ে মাত্ৰ এষাৰ কথা সুধি পঠিয়াইছে বোলে তেওঁৰ হুমুনিয়াহবোৰে পবিত্ৰপ্ৰাণ ৰজা নলৰ হৃদয়ৰ এটি উত্তৰ পাব নে?

নল - নিশ্চয় পাব। দেৱী! তুমি যাৰ দূত হৈ আহি আজি এই মঙ্গলময় মুহূৰ্তত মোক এই পত্ৰখনি দিলাঁহি তেৱেঁই মোৰ মানসী প্ৰতিমা। মই তেওঁৰ ৰূপ-গুণৰ কথা শুনিছোঁ। আৰু শুনিছোঁ তেওঁৰ নিচিনা হেনো....

হংসা - (হাঁহি নৃত্যৰ ভঙ্গিমাত) মহাৰাজ! আপোনাৰ গুণ বখানিবলৈ পালে আৰু আমাক সখীক একোকে নলগা হয়। আকাশেদি উৰি যোৱা বগা ৰাজহাঁহ এটি দেখিলেও তাত সখীয়ে আপোনাৰ বাৰ্তাকেহে পায়। চমুকৈ ক'বলৈ হ'লে মহাৰাজ। সখী দময়ন্তী মহাৰাজ নলৰ চিন্তাত.................

নল - (বাধা দিয়ে) বুজিছোঁ। - অ' সখীয়েৰে তোমাক কি বুলি মাতে?

হংসা - সখীয়ে মোক 'সখী' বুলিয়েই মাতে।

নল - (হাঁহি) নহয় - নহয় - তোমাৰ নাম কি?

হংসা - (হাঁহি হাঁহি) মোৰ নাম হংসাৰতী।

নল - হংসাৰতী? তুমি সঁচাকৈয়ে হংসাৰতী। তোমাৰ সখীক কবাগৈ - তেওঁৰ হুমুনিয়াবোৰে নিশ্চয় উত্তৰ পাব। আৰু কবাগৈ —

নলৰ জীৱন জিনা
যৌৱন বীণাত,
প্ৰভাতৰ মৃদু সুৰ নৌবাজোঁতেই
বাজিছিল যাৰ সুৰ
এনা বতাহতে —
তেৱেঁই যদিহে সেই
সপোন জয়ন্তী দেৱী
দময়ন্তী হয় —

তেওঁকেই বিচাৰিছে
তৰুণ-তপস্বী এই
নলেও সদায়।

হংসা - মহাৰাজ! আপুনি তিতা গাৰে আছে। এই সময়ত আপোনাক আৰু আমনি নকৰোঁ। সখীলৈ কি বাৰ্তা নিম?

নল - সখী হংসাৱতী! বগা ৰাজহাঁহৰ পিঠত কল্পনাৰ মোহিনী প্ৰতিমা কুমাৰী গায়ত্ৰী পৃথিৱীলৈ নামি আহে। তুমিও ঠিক এটি তেনেকুৱা পৱিত্ৰ প্ৰাণীৰ দৰেই আহি মোৰ মানস-সৰোবৰৰ বাৰ্তা আনি দিলা। হোৱা - সেইবাবে তোমাক মোৰ এই সোণৰ কমণ্ডলুটো উপহাৰ দিলোঁ। এই কমণ্ডলুত থকা পানী আৰু নলৰ হৃদয়ত থকা স্নেহ - একেই। মোৰ এই স্নেহ-জল টুপি তোমাৰ সখীয়াৰ উদ্যানত থকা ফুল গছ-বোৰৰ গুৰিত সিঁচি দিবাঁগৈ। দময়ন্তীয়ে জানিব নলৰ ৰাজ-উদ্যানত তেৰেঁই পাৰিজাত। আৰু চোৱাঁ - সখীয়াৰ পত্ৰখনি মোৰ বুকুতে নাইকিয়া হ'ল। (পদুম পাতখিলা দুই হাতে ধৰি বুকুত মিলাই দিয়ে)

হংসা - (কমণ্ডলু দুই হাতে ভক্তি-ভাৱে লৈ) তেন্তে মহাৰাজ বিদায় কৰোঁ। (যাবলৈ উদ্যত)

নল - বিদায় নহয়, হংসা। আৰম্ভ কৰাঁ। আজিৰ পৰাই নলৰ বাতৰি, স্নেহৰ বাৰ্তাৰি, প্ৰীতিৰ বাৰ্তাৰি বিদৰ্ভ আৰু নিষধ ৰাজ্যৰ মাজত অহা -যোৱা হওক। আজিৰ প্ৰভাতেই যাউতিযুগীয়া সু-প্ৰভাত হওক!

হংসা - সুপ্ৰভাত! সুপ্ৰভাত।।

(দুয়ো দুফালে গুচি যায়)

## দ্বিতীয় দৃশ্য

### নিজান বাট

(অকলে অকলে ক'লিয়ে ভাবি-চিন্তি গৈ থাকে)

ক'লি - ঈশ্বৰৰ সৃষ্টিত ব্যাঘাত জন্মোৱাই ক'লিৰ ধৰ্ম। নিজৰ ধৰ্ম এৰিম কিয়? হুঁ! হুঁ!... ৰাহুৰ পূজা, গ্ৰহৰ পূজা, কেতুৰ পূজা, ক'লিৰ পূজা। মই পূজা খাওঁ, মোক পূজা লাগে। পূজা নিদিয় - খুলি খুলি খাম। হুঁ! হুঁ!...চাওঁ, পৃথিৱীৰ এমূৰৰপৰা আন মূৰলৈকে চাওঁ...কোনে মোক পূজা কৰা নাই। মোৰ ঘোপাচকুৰ আঁৰৰপৰা মই বিশ্ব সংসাৰ গোটেইখন দেখি থাকোঁ। তহঁতে বড়াই নকৰিবি! মই কাকো নামানো। মই স্বয়ং এই সৃষ্টিৰ বিঘ্নৰাজ! মোৰ আপোন শক্তিৰ মাহাত্ম্য চাবলৈ মোৰ মন যেতিয়া বলিয়া হ'ব কোনে মোক বাধা দি ৰাখিব পাৰিব? এফালে স্ৰষ্টা আৰু আন ফালে ক'লি এইৰ মাজতেই পৃথিৱীৰ উত্থান-পতন। এই চিৰ যৌৱনৰ ক'লিৰ ৰাজ্যত নিয়তিৰ লীলা হয়। এই লীলাৰ মাজত একমাত্ৰ সম্ৰাট স্বয়ং মই ক'লি। হুঁ! হুঁ!....চাওঁ - ক'ত, কেনেকৈ, কি নতুন খেলা আৰম্ভ কৰিব পাৰোঁ। হুঁ! হুঁ!

## তৃতীয় দৃশ্য

### উদ্যান সৰোবৰ

(উদ্যানৰ সংলগ্ন হৈ থকা সৰোবৰৰ পাৰত অনেক প্ৰকাৰ স্তম্ভৰ শাৰী। কোনোটোত লতা বগাই কুঞ্জৰ দৰে হৈ আছে। কোনোটোৰ ওপৰত একোটা সিংহ কটা আছে। কোনো কোনো স্তম্ভৰ গাত পোহনীয়া চৰাইৰ সজাবিলাক

ওলোমাই থোৱা আছে। তেনেকুৱা এটা স্তম্ভত বাওঁ কিলাকুটিৰে ভেজা দি বাওঁ হাত গালত থৈ উদাস মনেৰে দময়ন্তীয়ে সৰোবৰৰ ফালে চাই থাকে। সৰোবৰৰ পাৰে পাৰে নাচি নাচি সখীহঁত আহি থাকে)

**গীত**

অ' সখী পৰাণ পখীটি!
সপোন দেখি সপোন লেখি
হেৰাল হাঁহিটি!......
অ' সখী পৰাণ পখীটি!

(দময়ন্তীৰ ওচৰ পাই হঠাৎ গীত গাবলৈ এৰি দি সখীহঁত মাটিত বহি পৰে। চন্দ্ৰমতী ওচৰলৈ যায়)

চন্দ্ৰমতী - সখী! তুমিনো সদায় এনেকৈ আমনে -জিমনে থাকাঁ কেলেই? তোমাৰ মনটোৱেই ভাল লাগক বুলি আমি উলাহৰ মাদলীত ঘূৰাদি গীত-পদ গাই ল'ৰি আহি তোমাৰ ওচৰ পাওঁহি। তুমি আকৌ বেজাৰ কৰিহে থাকাঁ। কোৱাঁচোন তোমাৰনো বাৰু বেজাৰ কিহৰ?

দময়ন্তী - সখী! মই হংসাৱতীৰ কথা ভাবি ভাবি এই সৰোবৰৰ ফালে চাই আছিলোঁ। চোৱাঁচোন - সৌ পদুমফুলবোৰৰ মাজে মাজে বগা বগা ৰাজহাঁহবোৰ কেনেকৈ আলাসতে ওপঙি ফুৰিছে! সিহঁতে মাজে মাজে ডিঙি ভাঙি ভাঙি কেনেকৈ চায়! সখী! মই তেনেকুৱা ৰাগ-জাল নাইকিয়া শান্তিৰ জীৱনহে বৰ ভাল পাওঁ। উতলি ফুৰা জীৱন মোৰ কাৰণে নহয়। তোমালোক যদি এনেকুৱা মধুৰ-শীতল নৃত্য-গীত জানাঁ তেনে মই চাব পাৰোঁ। কিন্তু উতলা সুৰৰ গীত হ'লে নাগাবাঁ।

চন্দ্ৰমতী - সখীহঁত শুনিছানে? আমাৰ সখীক হেনো নিচুকনি গীত গাই এতিয়া ঘুমটিহে ধৰাব লাগে। অৰ্থাৎ এতিয়া সখীয়ে আধা-দেখা সামাজিকৰ জালত মেৰ খাই আছে। সেই চকুৰে নেদেখা, অকল মনেৰে দেখা নল ৰজাৰ মোহন-পূজাত সখীৰ মন মজি আছে। এতিয়ানো আমাৰ নাচ-বাগ কি ভাল লাগিব, নহয়নে বাৰু?

আটাই সখী - কি ভাল লাগিব? কি ভাল্ লাগিব?

চন্দ্ৰমতী - তেনে আহাঁ সখী, তোমাৰ দূত আহি নেপায়হি মানে তোমাক নিচুকনি গীত গাই মোৰ কোলাতে শুৱাই থওঁ। মিছাতে দুখ-চিন্তা কৰিনো মৰিব লাগিছে কিয়?

(আটাইবোৰ সখীয়ে ধৰি দময়ন্তীক চন্দ্ৰমতীৰ কোলাত শুৱাই দিয়ে আৰু চাৰিওফালে বিবিধ ভঙ্গিমাত সখীহঁত বহি গীত গাবলৈ ধৰে। গীতৰ লগত মিলাই কেৰেঁ কেৰেঁ আঁচলৰ আগেৰে বিচি দিয়ে।)

**গীত**

চ' চ' আমাৰে সখীটি অ'
নাহিবি পাওৰুৱা নেমাতিবি মাত,
পদুমৰ পাততে সখীটি জিৰালে
মলয়াই কৰি গ'ল দেহাটি শাঁত।
চ' চ' আমাৰে সখীটি অ'.........

দূৰৰপৰা পাখী মেলি অহা ৰাজহাঁহৰ দৰে বগা কাপোৰ বতাহত উৰুৱাই হংসাৱতী অহা দেখা গ'ল।

দময়ন্তী - অ' সৌৱা - সৌৱা - সখী হংসাৱতী পালেহি। (জাপ মাৰি উঠি আগবাঢ়ি যায়)

(কমণ্ডলুটো দুই হাতে বুকুৰ মাজত ধৰি হংসাই গীত গাই আছে)

গীত

প্ৰাণৰ লগত প্ৰাণৰ পৰিণয়
অ' সখী প্ৰাণৰ পৰিণয়

দময়ন্তী - (হাতেৰে বাধা দি) সখী! এইয়া কি পালা? কি বাতৰি আনিছা?

হংসা - এইয়া আনিছো চোৱা জীৱন জুৰাই
নলৰ বাতৰি সখী ভৃঙ্গ ভৰাই।

দময়ন্তী - কোবাঁচোন, কথাবোৰ কৈ লোৱা - তাৰ পাছতো ধেমালি কৰিবা।

হংসা - (হাঁহি) হয় হয়। হোৱা বাৰু এই কমণ্ডলুটো ধৰা তেতিয়াহে ক'ম।
(দময়ন্তীয়ে দুই হাতে ধৰে)

হংসা - সখী, এনেকুৱা ধাৰ্মিক ডেকা-ৰজা আৰু ক'ৰবাত আছে বুলি কোৱা শুনা নাই। উপজি পুৱাই মহাৰাজ নলে সদায় আহি সৰোবৰত স্নান-তৰ্পণ কৰি ঈশ্বৰ আৰাধনা কৰেহি। আমি গৈ সৰোবৰৰ পাৰতে আছিলোঁগে। গা-পা ধুই উঠোঁতেই ৰজাক তোমাৰ পত্ৰ দিলোঁগৈ। সখী! ৰজাক দেখিলে ভক্তি ওপজে। এনে নম্ৰ, এনে সাধু পুৰুষ কিজানি আৰু ক'তো নাই হ'বলা। সখী! ঠিক তোমাৰেই নিচিনা সৰল স্বভাৱ - বিনয় বচন - মধুৰ মূৰ্তি।

দময়ন্তী - (শুনি তলমূৰ কৰি থাকে) বাৰু এতিয়া আহাঁ সখী। তুমি বহুত বাট আহিছা এতিয়া তোমাক শুশ্ৰূষা কৰোঁগৈ।

চন্দ্ৰা - সখী! এই কমণ্ডলুটো কিহৰ?

হংসা - সেইয়া নলৰ হৃদয়ত থকা স্নেহৰ জল। সখীৰ উদ্যানত থকা ফুল-পাতবোৰৰ গুৰিত এই কমণ্ডলুৰ পানীখিনি ছটিয়াই দিবলৈ কৈছে। আৰু কৈছে বোলে, নলৰ উদ্যানত হেনো দময়ন্তী সখীয়েই এজোপা পাৰিজাত।

চন্দ্ৰা - চাওঁ, চাওঁ, সখী মোক দিয়াঁচোন। (দময়ন্তীৰ হাতৰপৰা কমণ্ডলুটো লৈ) সখী হংসা, হোৱা তুমি এইটো লোৱা। আমি আটাই সখীয়ে এই পাৰিজাত ফুল জোপা এইখিনিতে ৰুই দিওঁ। তুমি মহাৰাজ নলৰ মন্ত্ৰ গাই পানী ঢালি দিয়া।

সখীহঁত - হয়-হয়-হয়-
(সখীহঁতে মাটিত বহি চাৰিওফালৰ পৰা দময়ন্তীক মেৰিয়াই ধৰে। চন্দ্ৰাই খোপা সোলোকাই চুলি মেলি, হংসাই কমণ্ডলুৰ পানী মূৰত ঢালি দিয়ে। সখীহঁতে উৰুলি দিয়ে।

হংসা -

গীত (বিযানামৰ সুৰত)

জিৰ্ জিৰ্ জিৰ্ জিৰ্
জিৰ্ জিৰ্ কৈ —
অভিষেক পানী দিয়া
সখী সবে ঐ।
শিৰ ভৰি দিয়া ঢালি
সৰোবৰৰ জল।
ৰাজহংস কেলি কৰে
মাতে কল্ কল্।।
জীৱনৰে জীয়া পাখী
সখী সবে লৈ,
শিৰ ভৰি দিয়া ঢালি
প্ৰীতি ভৰা নৈ।।

(সকলোৱে দময়ন্তীক মাজত লৈ ঘূৰি ঘূৰি গায়)

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

### বিৰ্দভৰ ৰাজটোল

(ভীম আৰু দময়ন্তী সোমাই আহে)

ভীম দময়ন্তী - আমাৰ প্ৰাচীন প্ৰথা মতে তোমাৰ স্বয়ম্বৰ সভা আহ্বান কৰিলোঁ। অনেক ঠাইৰ অনেক ৰাজকোঁৱৰ আহি সভা ঘৰ শুৱনি কৰিছেহি। তোমাৰ ইচ্ছামতে, যাকে মন যায়, তেওঁৰ কণ্ঠতেই বৰণ-মালা অৰ্পণ কৰিবাঁ।

(নাৰদ সোমাই আহে। ভীম আৰু দময়ন্তীয়ে প্ৰণাম কৰে)

নাৰদ - মহাৰাজৰ কুশল হওক।

ভীম - দেৱৰ্ষি। ভিতৰলৈ আহক। দাসৰ ঘৰত খন্তেক বিশ্ৰাম কৰকহি।

নাৰদ এতিয়া বিশ্ৰামৰ সময় নহয় মহাৰাজ। বৰ্তমান মই ততাতৈয়াকৈ দেৱৰাজ ইন্দ্ৰৰ কটকী স্বৰূপেহে আপোনাৰ আহিছোঁ। আপোনাৰ কন্যা দময়ন্তীৰ স্বয়ম্বৰ হোৱা কথা শুনি স্বয়ং দেৱৰাজ ইন্দ্ৰই মোক পঠিয়াই দিছে —

ভীম - ভাঙি কওক দেৱৰ্ষি। এই সময়ত এই দাসৰ ওপৰতনো দেৱৰাজৰ কি আজ্ঞা হৈছে?

নাৰদ - মহাৰাজ। দেৱতাৰ অভিসন্ধি, স্বৰ্গৰ চক্ৰান্ত হোৱা বাৰ্তাহে মই লৈ আহিছোঁ। দেৱী দময়ন্তীয়ে দেহে-কেহে নিষধ অধিপতি নলক পূজিছে বুলি দেৱতাসকলে গম পালে। এতিয়া দেৱতাসকলো আপোনাৰ কন্যাৰ পাণি-প্ৰাৰ্থী হৈ আহিছে।

(দময়ন্তীয়ে হুমুনিয়াহ পেলায়)

ভীম - দেৱৰ্ষি! যদি দেৱতাসকলে জানিছে যে, মোৰ কন্যাই অন্তৰেৰে নলকেহে বৰমালা দিব খোজে, তেন্তে তেখেতসকলে এনে চক্ৰান্ত কৰিছে কিয়?

দময়ন্তী দেৱতাই পৱিত্ৰ প্ৰেমত বাধা দিয়েনে কি দেৱৰ্ষি?

নাৰদ - শুনা, শুনা, মানৱী সৌন্দৰ্য্যৰ প্ৰশংসা শুনি স্বয়ং দেৱৰাজ ইন্দ্ৰও বিমুগ্ধ হৈছে। দেৱী! প্ৰথমতে অগ্নি আহিব। সাৱধান হ'বা যেন সেইজন দেৱতাক বিমুখ কৰি বিপদত নপৰা। মনত সুঁৱৰি থাকিবা - পৃথিৱীৰ অগ্নিশিখা, চন্দ্ৰ সূৰ্য্য-নক্ষত্ৰৰ জেউতি তেৱেঁই দান কৰে। সেই অগ্নি - দময়ন্তী।

দময়ন্তী - দেৱৰ্ষি! তেওঁ যদি হেজাৰ হেজাৰ সূৰ্য্যৰ গৰাকীও হয় তথাপি মই তেওঁক বৰণ নকৰোঁ।

নাৰদ - আ! অহঙ্কাৰ নকৰিবাঁ, অহঙ্কাৰ নকৰিবা। শুনা -তেওঁৰ পাছতে আহিব জলৰ গৰাকী বৰুণ দেৱতা। নদ-নদী, সাগৰ ওপচাই তেৱেঁই পৃথিৱী পানীৰে বুৰাই থৈছে।

দময়ন্তী - তেওঁ গোটেই পৃথিৱীখনো পানীৰে বুৰাই থ'লে থ'ব পাৰে, কিন্তু দেৱৰ্ষি! দময়ন্তীৰ জীৱন-দেৱতাক তেৱোঁ উটাই নিব নোৱাৰে।

নাৰদ - তৃতীয়তে আহিব স্বয়ং ধৰ্মৰাজ যম। শুনা, দেৱী! যৌৱনৰ গৰ্বত ধৰ্মৰাজক উলঙ্ঘা কৰি যেন তুমি নিজৰ বিপদ নিজে মাতি নানা - এয়েহে মোৰ মিনতি।

দময়ন্তী দেৱৰ্ষি! যদি তেনেকুৱা দহজন যমো আহি মোৰ আগত থিয় দিয়েহি তথাপি মই ভয় নকৰোঁ। যমে মোৰ দেহাটোহে পাব ; প্ৰাণ মোৰ সদায় নলৰ চিন্তাতেই থাকিব।

নাৰদ তেন্তে স্বয়ং দেৱৰাজ ইন্দ্ৰক বৰণ মালা দিয়া। পৃথিৱীৰ পৰা গৈ স্বৰ্গৰ ইন্দ্ৰাণী হৈ থাকিবাগৈ ; ইয়াতকৈ আৰু সুখৰ কথা কি হ'ব পাৰে? কোটি কোটি দেৱতাই তোমাক সেৱা কৰিব।

দময়ন্তী - দেৱৰ্ষি! যিবিলাকে তেনেকুৱা সেৱা পাবলৈ কামনা কৰে, যাক ইন্দ্ৰাণীৰ আসন লাগে, তেওঁবিলাক স্বৰ্গলৈ যাওক কিন্তু এই দময়ন্তীক লাগে নলৰ চৰণ তলত এফেৰা সামান্য ঠাই · দময়ন্তীক নল নথকা স্বৰ্গ নালাগে.

নাৰদ কিন্তু তুমি নলৰ কথা কিবা জানা জানো দময়ন্তী? যদিও নল অশেষ গুণবান, তথাপি তেওঁ সামান্য মানুহ। অমৰ দেৱতাক এৰি তুমি মানুহক বৰিব খুজিছা কিয়?

দময়ন্তী - দেৱৰ্ষি! সেই দেৱতাসকলকো মই চকুৰে দেখা নাই, আৰু নিষধ ৰাজ নলকো আজিলৈকে দেখা নাই। সৰু কালৰেপৰা নলৰ কথা শুনিছোঁ মাত্ৰ। শুনি শুনি মনে মনে তেওঁৰ ধ্যান কৰিযেই আছোঁ। দেৱৰ্ষি! আপোনাৰ শুভ আশীৰ্বাদ দিয়ক - যেন, মোৰ সকলো বিঘিনি নাশ হয়। মই নলকেই পতিৰূপে পাওঁ। (সেৱা কৰে)।

নাৰদ - (দুই হাত দময়ন্তীৰ মূৰত দি) সতীৰ ইচ্ছা পূৰ্ণ হওক। শুনা, চাৰিওজন দেৱতাই নলৰ নিচিনা হৈ সভাঘৰত দেখা দিব। সেই পঞ্চ নলৰ মাজত তোমাৰ নলো থাকিব। আশীৰ্বাদ দিছোঁ। তুমি যেন নিষধ ৰাজ নলৰ ডিঙিতে মালা দিবলৈ সমৰ্থ হোৱা।

ভীম দেৱৰ্ষি! দেৱৰ্ষি! (শ্ৰদ্ধাত মূৰ দোঁৱাই)

নাৰদ - মহাৰাজ! সময়ত বিশেষ ভাৱে আলাপ কৰিম। এতিয়া অতিথি ঘৰলৈ যাওঁ। (প্ৰস্থান)

ভীম - দময়! স্নেহৰ তনয়া মোৰ! আহ! দেৱতাৰ ঋষি আহি আশীৰ্বাদ দিছে। আই! তোৰ সাধনাৰ ফলতেই বিৰ্দভ-ৰাজ ভীমৰ ৰাজটোল আজি সুপৱিত্ৰ হ'ল।

দময়ন্তী - পিতা! (দুয়ো ভিতৰলৈ যায়)

## দ্বিতীয় দৃশ্য

### (সয়ম্বৰ সভাৰ সিংহ দুৱাৰ)

(অনেক প্ৰকাৰ বাদ্য-বাজনা শাৰী শাৰীকৈ সজোৱা থাকে। যন্ত্ৰ-বাদকসকলে হাতে হাতে বাদ্য লৈ থিয় দিয়ে। এজনে শঙ্খত ফু দিয়া মাত্ৰকে সকলোৱেই বাজনা বজাবলৈ ধৰে। হাতত বিবিধ পতাকা লৈ এদল সৰু ল'ৰা গীত গাই গাই ওলাই যায়)

গীত

জয় জয় জয়
জয় জয় জয় হে।
ৰাজ জয়
জীৱন জয়

জয় হে জয় হে
জয় জয় জয়।।

(লগে লগে দুন্দুভি-নাদে সকলো বাদ্য-বাজি উঠে। হাতে হাতে ধূপ-ধুনা, চোবৰ, ভৃঙ্গাৰ আদি লৈ আন এদল যুৱতী গীত গাই সোমাই আহে)

**গীত**

ওলাই আহাঁ আইদেৱে
মাটিত মঙ্গল চাই।
গণকে গণিতা কৰে
খেণ ছৰি যায়।
ৰাম ৰাম,
খেণ ছৰি যায়।। (উৰুলি)

## তৃতীয় দৃশ্য

### স্বয়ম্বৰ সভা

(নানা বিধ সুসজ্জিত আসনত চাৰিওফালে সুন্দৰ সুন্দৰ ৰাজকোঁৱৰ সকল বহি থাকে। এফালে পাঁচখন আসনত পাঁচজন নল। সভাৰ সোঁ মাজতে এটা ৰূপৰ স্তম্ভ। স্তম্ভটোৰ মূৰত পাখি মেলি থকা এটা ৰূপৰ বগা ৰাজহাঁহ। ৰাজহাঁহটোৰ ডিঙিতে এধাৰ বিতোপন মালা ওলমি থাকে। স্তম্ভৰ তলত এটা বেদি। বেদিৰ ওপৰত বিচিত্ৰ বৰণৰ নানাবিধ বৰণ-সামগ্ৰী। আগে আগে দময়ন্তী, পাছে পাছে ভীম আৰু তেওঁৰ পাছত ধূপ-ধুনা, চোবৰ আদি লৈ সখীসকল যায়। স্তম্ভৰ বাওঁফালে দময়ন্তী আৰু সোঁফালে ভীম থিয় হয়। সখীহঁতে সকলো বস্তু নি বেদিত থয় আৰু আঁতৰি গৈ শাৰী পাতি-যথাস্থানত বহেগৈ। পুৰোহিতে শঙ্খধ্বনি কৰে।)

পুৰোহিত - (হাতত শঙ্খ লৈ)

"সৰ্ব মঙ্গল মাঙ্গল্যে শিৱে সৰ্বাৰ্থ সাধিকে।
শৰণ্যে ত্ৰ্যম্বকে গৌৰী নাৰায়ণী নমস্তুতে।।"

সৰ্বমঙ্গলময় পৰমেশ্বৰৰ পবিত্ৰ লৈ নাম লৈ এই স্বয়ম্বৰ সভাৰ আমি স্বস্তি কামনা কৰিছোঁ। ওঁ স্বস্তি! ওঁ স্বস্তি! ওঁ স্বস্তি।।

(শঙ্খ, ঘন্টা, ডবা, বৰকাঁহ, উৰুলি আদি)

ভীম - পূজনীয় দেৱতাসকল। ব্ৰাহ্মণসকল। আৰু সমাগত ৰাজন্যবৰ্গ। এইয়া মোৰ কন্যা দময়ন্তী। আৰু সম্মুখত এই বিৰাট সভা। স্বয়ম্বৰ প্ৰথামতে কন্যাৰ আপোন ইচ্ছাৰে স্বামী বৰণ কৰিব লাগে। মই পিতৃ হলেও মোৰ বিশেষ অধিকাৰ নাই। এতিয়া দময়ন্তীয়ে ইচ্ছামতে বৰ বাছি লওক।

দময়ন্তী - (চকু মুদি থাকে আৰু কৰযোৰ কৰি) হে ঈশ্বৰ। তুমি মোৰ সহায় হোঁৱা। মই যেন মোৰ ইষ্ট লাভ কৰোঁ। (স্তম্ভৰপৰা মালা হাতত লৈ এখোজ আগবাঢ়ি যায়) সম্মুখত একে মূৰ্তিৰ পাঁচজন দেখিছোঁ। কোনে জানে কোনজন মোৰ প্ৰাণৰ দেৱতা। ........(লাহে লাহে আগবাঢ়ি গৈ সোঁ মাজতে বহি থকা নলৰ গলত মালা দি)

তুমিয়েই মোৰ সেই
প্ৰাণৰ আৰাধ্য দেৱ
তোমাকেহে মনে মনে
পূজি আছোঁ মনৰ মাজত।

(নলৰ ডিঙিত মালা দিয়ে আৰু নল আগবাঢ়ি আহি দময়ন্তীৰ কাষত থিয় দিয়ে। চাৰিওফালে জয় জয় ধ্বনি হয়। শঙ্খ, ঘণ্টা, উৰুলি বাজে, পুষ্পবৃষ্টি হয়)

নাৰদ - ধন্য ধন্য দময়ন্তী, ধন্য সতীৰ মহিমা। (দুই হাত মেলি) আশীৰ্বাদ কৰিছোঁ - নলৰ দময়ন্তীৰ প্ৰেম জগতৰ আদৰ্শ প্ৰেম হওক; হৰ-পাৰ্বতীৰ তুল্য হওক।

পুৰোহিত - নৱ-দম্পতীৰ মিলনৰ অৰ্থে, প্ৰজাপতি দেৱতাৰ সু-প্ৰীতিৰ অৰ্থে, একবাৰ উৎসৱ কৰিয়ে' বোল জয় প্ৰজাপতিৰ জয়।

সকলোৱে - "জয় প্ৰজাপতিৰ জয়।"

(সজায় থোৱা আসনত নলক আগবঢ়াই নি ভীমে সমাদৰ কৰি বহুৱায় আৰু সখীইঁতে দময়ন্তীক নি খাওঁফালৰ আসনত বহুৱাই দিয়ে)

ইন্দ্ৰ - ধন্য সতী দময়ন্তী, ধন্য তোমাৰ সাধনা। আশীৰ্বাদ দিছোঁ - তোমালোকৰ প্ৰণয় সফল হওক। স্বৰ্গৰাজ্য ইন্দ্ৰ হৈও মই আহিছিলোঁ। মাত্ৰ সতীৰ পতিভক্তি চাবলৈ। পবিত্ৰ আত্মাৰ সুখ দেখিলে দেৱতাৰ অন্তৰত ঈৰ্ষাৰ সলনি অপাৰ আনন্দহে হয়। মহাৰাজ নল। তোমাকো আজি আমি নমস্কাৰ কৰিছোঁ। এই পবিত্ৰ মিলনৰ উপহাৰ স্বৰূপে আমি সদায় দৈৱিক শক্তিৰে তোমালোক দুটিৰ পথ প্ৰদৰ্শন কৰি থাকিম। আশীৰ্বাদ দিছোঁ - নৱ-দম্পতীৰ জয় হওক।

(উৰুলি, আখৈ, চাউল পুষ্পবৃষ্টি)
(সখীসকলে নৃত্য-গীত কৰে)

গীত

মঙ্গল মধু মিলনে —
পৰাণে পৰাণে —
বাজিলে মধু গীতি
মধুময় তানে।
ধন্য জীৱন সতী
ধন্য বিমল মতি।
পুণ্য পৰশ লভি
মিলে মদন - ৰতি।
আজি, অলকা আলোকি উঠে
সপোনে সপোনে।
জাগিলে যৌৱন
পৰাণে পৰাণে।।

(নৃত্য কৰি কৰি নল - দময়ন্তীৰ আগত সখীইঁত হাউলি পৰে -লগে লগে পট পৰে)

# তৃতীয় অঙ্ক

## প্ৰথম দৃশ্য

### নিজান বাট

(ক'লিৰ প্ৰৱেশ)

ক'লি - ক'লিৰ প্ৰৱেশ - কৌতুকপ্ৰিয় ক'লিৰ প্ৰৱেশ! সাৱধান! হুঁ! হুঁ!........অ! পিছে স্বৰ্গৰ দেৱতা দেখোন? পৃথিৱীলৈ নামিল দেখোন? (আনফালৰপৰা দ্বাপৰ)

দ্বাপৰ - এৰা।

ক'লি - সকাম? হুঁ! হুঁ! .....

দ্বাপৰ - যদি পৃথিৱীত ক'লিৰ প্ৰয়োজন আছে তেন্তে দ্বাপৰৰো আছে। পৃথিৱীখন ঈশ্বৰে অকল ক'লিৰ লীলাভূমি কৰিয়েই সৃজি দিয়া নাই নহয়; ইয়াত মোৰো ভাগ আছে।

ক'লি - হুঁঃ হুঁঃ- মূৰ্খ দেৱতা —

দ্বাপৰ - তুমি তেন্তে মূৰ্খতকৈও মূৰ্খ! পৰশ্ৰীকাতৰ! - বিঘিনিৰ যম! - কূট বুদ্ধিৰ গৰাকী! - এইবাৰ কিন্তু তোমাৰ চকুতো মানুহে বালি মাৰিলে - তুমি হাৰিলাঁ।

ক'লি - কেনেকৈ হুঁ! - ক'ত? কেতিয়া?

দ্বাপৰ - ইফালে নিজৰ গুণে নিজে বখানি অন্তই নোপোৱা আকৌ! - পিছে, তুমি নোহোৱাকৈয়ে দেখোন বিদৰ্ভ ৰজা ভীমৰ জীয়েক দময়ন্তীক স্বয়ম্বৰ হৈ গ'ল একা? - অৱশ্যে নগ'লা ভালেই হ'ল। যোৱা হলেও লাজত তল মূৰ কৰিহে আহিব লাগিলহেঁতেন?

ক'লি- কিয় বা? হুঁ! হুঁ।

দ্বাপৰ - স্বয়ং দেৱৰাজ ইন্দ্ৰকো এৰি দি যি গৰাকী সতীয়ে নিষধ ৰাজ নলক এৰি দিয়া নাই - তেওঁনো তোমাৰ নিচিনা কূট দেৱতাক বৰিলেহেঁতেন নে ক'লি?

ক'লি - (ঠাট্টা কৰাদি) অ' সেই পাশাত বলিয়া বিলাসী মানুহটোকহে দময়ন্তীয়ে স্বামী বৰণ কৰিলে? এ'হ্‌ - এৰা - এৰা -

দ্বাপৰ - (হাঁহো হাঁহো) বাৰু, বিঘ্নৰাজ! তোমাৰ শক্তিকে চাওঁচোন এইবাৰ। মানুহৰ লগত তুমিনো কিমান কৌতুক কৰিব পাৰাঁ তাৰে প্ৰমান চাওঁচোন।

ক'লি - (হাঁহি) হাঃ হাঃ (গহীনাই) দ্বাপৰ দেৱতা! তোমাক এনেকৈ কথা কবলৈ কোনে শিকালে? ক'লিৰ বুদ্ধি-বৃত্তি তুমি ক'ত পালা? হুঁ। হুঁ!

দ্বাপৰ - সোণ পুৰিলেহে উজ্জ্বল হয়, পৰীক্ষা কৰিলেহে আত্মশক্তি জাগ্ৰত হয়। ক'লি! এবাৰ চাওঁ - তুমি কিমান মধুৰ কৌতুক কৰিব জানা।

ক'লি - হুঁ। হুঁ! তেন্তে আহাঁ। নল-দময়ন্তীক দেৱৰাজ প্ৰমুখ্যে সকলো দেৱতাই আশীৰ্বাদ দিছে - নল-দময়ন্তীৰ প্ৰেম চিৰস্মৰণীয় হ'বলৈ। আমিও কৈছোঁ - হওক। কিন্তু পবিত্ৰ প্ৰেমৰ লগত ৰাজ্য, ধন, ঐশ্বৰ্য্য-বিভূতিৰ কি প্ৰয়োজন হুঁ।

দ্বাপৰ - (হাঁহি) কি প্ৰয়োজন?

ক'লি - নলক ৰাজ -সিংহাসন কেলেই? হুঁ!

দ্বাপৰ - কেলেই?

ক'লি - তেন্তে আহাঁ। (আগবাঢ়ি যায়)

দ্বাপৰ - ব'লা। (পাছে পাছে যায়)

## দ্বিতীয় দৃশ্য

### শয়ন -কক্ষ

(পালেঙৰ শিতানৰ ফালে গছাত চাকি। পুষ্প-পাত্ৰ, ধুনাৰ পাত্ৰ আদি। বেৰত নানাবিধ চিত্ৰ। অৰ্দ্ধশায়িত অৱস্থাত নল শয্যাৰ ওপৰত, ভৰিৰ ফালে এখন চাপৰ আসনত বহি দময়ন্তী। এনেতে হংসাৱতীয়ে এখন সোণৰ থালত নানাবিধ সামগ্ৰী লৈ সোমাই আহে।)

হংসা - (নৃত্যভঙ্গিমাত সোমাই আহি ত্ৰিভঙ্গ মুৰুতি হৈ বাওঁ হাতে থালখন ধৰি থিয় দি মাজতে ৰয় আৰু নলৰ ফালে চাই গহীনাই মাত দিয়ে।) মহাৰাজ!

নল - অ'! সখী হংসা! সুন্দৰ! - (দময়ন্তীয়ে হাঁহে)

হংসা - **নৃত্য-গীত**

(নলক ) সুন্দৰ তুমি সপোন সম
সুন্দৰ! সুন্দৰ!
সুন্দৰ সখা অনুপম।।
(দময়ন্তীক) যৌৱন জিনি জেউতি ঢালে,
কুন্দ-কুসুম ইটি
আলাসতে হালে জালে।।
(দুয়োকে উদ্দেশি) নিৰ্মল অতি অমৃতময় —
স্নিগ্ধ, শান্ত,
নিৰ্মল সেই প্ৰভাত সম।।
(নৃত্যৰ ভঙ্গিমাৰে দুয়োৰে ফালে সেৱা জনাই)

নল - সখী হংসা ! তুমি ইমান মধুৰভাৱে সেই নিৰ্মল প্ৰভাতৰ স্মৃতি আনি দিলা। তোমাৰ নৃত্য-গীত সাৰ্থক, সাৰ্থক তোমাৰ প্ৰীতি।

হংসা - মহাৰাজ। সেইদিনা সেই মঙ্গলময় সুপ্ৰভাতৰ সেই সৰোবৰ- মনত নপৰেনে?

নল - (বহি একান্ত ভাৱে হংসাৰ ফালে চাই) সেই প্ৰভাতৰ কথা এতিয়াও মোৰ স্মৃতিৰ স্বপ্ন হৈয়েই আছে হংসা। মই এতিয়াও তোমাক সেই বগা পাখি লগা ৰাজহাঁহ এটি যেনেই দেখি আছোঁ।

হংসা - (দময়ন্তীৰ ফালে চাই) সখী! সখী! (হাঁহি) মই তোমাৰ বাৰ্তা লৈ অনন্তকাল আকাশত উৰি ফুৰা শুকুলা পাখিৰ ৰাজহংসটোহে। নহয় জানো বাৰু? মহাৰাজ! দানৰ প্ৰতিদান আছে কিন্তু আপোনাৰ সাধুতাৰ উপমা দিবলৈও শব্দ নাই। তথাপি সখীৰে সৈতে এদিন আপোনাক একেলগে চাই চকু জুৰাম বুলি মনতে হেঁপাহ আছিল। সেইবাবে আমাৰ সখীৰ দেশৰপৰা মই উবা মাৰি অহাদি আহি এইখিনি পালোহি! এইয়া পিছে প্ৰতিদানো নহয়, উপহাৰো নহয়,

সাদৰৰ সোলেঙা নহয়। এইয়া বিৰ্দ্ভৰাজৰ সোণৰ থালত মহাৰাজৰ তৃপ্তিৰ কাৰণে এটি সোণৰ সোলেং গঢ়াই আনিছোঁ। মহাৰাজ - ( এটা আঁঠু মাটিত পেলাই, দুই হাতে থালখন নলৰ সমুখত দাঙি ধৰে)

দময়ন্তী - (লাহেকৈ আগবাঢ়ি আহি হংসাৰ ওচৰত থিয় দিয়েহি) চাওঁ, চাওঁ, সোণৰ সোলেং?

হংসা - নাই - নাই তুমি চাব নোৱাৰা। আমি মহাৰাজকহে দিছোঁ —

নল - (দুই হাতে থালখন লৈ) এই মোৰ যৌৱনৰ চিৰ-স্মৰণীয় স্বপ্ন-উপহাৰ। (থিয় হৈ থালখন মূৰত লৈ) চোৱাঁ - সখী হংসা। দেৱাদিদেৱ মহাদেৱে আই গঙ্গাক যিদৰে নিজৰ শিৰত স্থান দিছে,ময়ো সেইদৰে তোমাৰ এই সোণৰ সোলেং মোৰ শিৰত থলোঁ। (থালখন লাহেকৈ দময়ন্তীৰ হাতলৈ দিয়ে আৰু তাত থকা সোণৰ সোলেংটো হাতত লৈ) এইটি চোৱা দময়ন্তী। তোমাৰ সখীয়াৰাইতে সঁচাকৈয়ে কৌতুক উপহাৰ দিছে।

(সোলেংটো দময়ন্তীক দিয়ে)

দময়ন্তী - (থালখন শিতানৰ ফালে যথাস্থানত থৈ) সখী। সখী। তোমালোকেনো ইয়াত কি কি দিছা চাওঁনে?

হংসা - (দময়ন্তীৰ বাওঁফালে থিয় দি) পঢ়ি চোৱাঁ —

দময়ন্তী - (পঢ়ে আৰু হাঁহে)

নল - কি ! কি! চাওঁ কিবা লিখা আছেনে কি?

হংসা - চাওঁ, মোক দিয়াঁ - মই পঢ়োঁ। মহাৰাজে হ'লে সেই দিনা সখীৰ পত্ৰখিনি বুকুতহে লুকাই থৈছিল। মহাৰাজ শুনিব দেই — (লাহে লাহে)

গছ লতা　　বন বাট
কৰি চালোঁ　　পাৎ পাৎ
কোনো দিনে　　নেদেখিলোঁ
কাহানিও　　নুশুনিলোঁ।
কেনে ক'ত　　আছে ধন
অথ অজ　　অভগন।
আঁহতৰ　　পাতে পাতে
মন ধনে　　কথা পাতে
ঋষি মুনি　　লৰি আহি
তুলি লয়　　বীণা বাঁহী
সাত সুৰ　　জুৰ কৰি
গীত গায়　　চিত হ'ৰি
মিলি যায়　　তিনি লোক
উটি যায়　　সুখ দুখ
ধ্বনি উঠে　　অ ম
নাই যাব　　সম।।
০　　০
দুই দুই　　আখৰৰ
জুই মেলা　　শৰদৰ
মধু টেঙা　　সোলেঙৰ
উপহাৰ　　পালেঙৰ
পান কৰাঁ　　এই ৰস
আমি নাচোঁ　　জীয়া যশ।।

নল - (মন্ত্ৰমুগ্ধৰ দৰে হংসাৰ ফালে চাই) ইমান মধুৰ উপহাৰ আনিছা? হংসা। "এই সোণৰ সোলেং" ক'ত থম? (হাত মেলি দিয়ে)

হংসা - (কথা) মাটিত থ'লে কোৱাই খাব, মূৰত থ'লে চিলাই পাব। - গতিকে, মহাৰাজ - ক'ত থয়ে থওক —

নল - দিয়াঁ - দিয়াঁ - (এটি পদুম কলিৰ নিচিনা মুদ্ৰাৰ মাজত সোলেংটো সুমাই লৈ) হংসা। হৃদয়ৰ এই ঠাইতে ঋষি-মুনি সকলে ধ্যানৰ দেৱতাক বিচাৰে, ইয়াতে উপহাৰটিও থৈ দিলোঁ দেই —

হংসা - বে'ছ কৰিলে- বে'ছ কৰিলে। মহাৰাজ বহক - সখী তুমিও কাষতে বহাঁচোন। দুয়োকে হেপাঁহ পলাই এবাৰ চাওঁ আৰু দুয়োৰে বাৰ্তা লৈ গুচি যাওঁ।

(নল আৰু দময়ন্তী শয্যাত বহে। চাই চাই পাছলৈ হুঁহকি হুঁহকি হংসা আহি থাকে)

হংসা - (গীতৰ সুৰত) সুন্দৰ। সুন্দৰ। সুন্দৰ।

## তৃতীয় দৃশ্য

### গাঁৱলীয়া বাট

(চিন্তাযুক্তভাৱে পুষ্কৰৰ প্ৰৱেশ)

পুষ্কৰ - দুৰ্ভগীয়া অকল মইহে। নিষধৰ ৰাজ সিংহাসনত মোৰহে একো অধিকাৰ নাই। দময়ন্তীক লাভ কৰিবৰে পৰা আজি বাৰ বছৰ কাল এই ৰাজ্যত নলে ইন্দ্ৰৰ দৰে সুখ-ভোগ কৰিছে। অথচ তেওঁৰেই ভায়েক হৈ পুষ্কৰে যাপন কৰিছে এই হীন জীৱন। কিয়? পিতৃৰ সিংহাসনত অকল জ্যেষ্ঠৰহে অধিকাৰ আছে - মোৰ একোৱেই নাইনে?

(ক'লা পোছাক পিন্ধা ক'লি আহে আৰু পুষ্কৰৰ পাছ ফালৰপৰা আহি বাওঁকাণৰ ওচৰত মাত দিয়ে)

ক'লি - পুষ্কৰ! সোণালী সুযোগ আহিছে। সোণালী সুযোগ!

পুষ্কৰ - (উচাপ্ খাই উলটি চাই) কোন? কোন?

ক'লি - হাঃ হাঃ -(হাতত থকা পাশতি কেইডাল কৰমৰাই) এইয়া - এইয়া চোৱাঁ - হুঁ। হুঁ। সোণালী সুযোগ। -

পুষ্কৰ - (আনন্দিত হৈ) কিন্তু তুমি কোন? (মেৰতলিত হাত দি পুষ্কৰেও তিনিডাল পাশতি উলিয়াই লয়।)

ক'লি - (হাঁহি) তেন্তে চিন্তা কিহৰ? আহাঁ - পৰিচয় পাছত— (পুষ্কৰৰ কাণৰ ওচৰত পাশতিৰে কৰ্‌মৰ্ শব্দ কৰি থাকে। পুষ্কৰ বিমোৰ হৈ ৰৈ থাকে। মন্ত্ৰমুগ্ধৰ দৰে ক'লিৰ ফালে চাই থাকে)

বিমোৰ নহবাঁ। চিন্তা নকৰিবাঁ। মই তোমাৰ উপকাৰ কৰিবলৈকে বিচাৰি ফুৰিছিলোঁ। ৰজাৰ আসনত বহিবলৈ পাই নলে মোক তুচ্ছ জ্ঞান কৰে। বহুত দিনৰ পৰাই আলচি আছিলোঁ - এতিয়া সুন্দৰ ছেগ আহিছে! (পুষ্কৰৰ কাণৰ ওচৰত পাশতি কৰ্‌মৰ্‌াই) এই তিনিডাল যাদু দণ্ড হাতত লৈয়েই মই তোমাক সহায় কৰিম। আহাঁ নলৰ লগত পাশা খেলিবাঁ। মই খেলাম। হুঁ। হুঁ।- আহাঁ - পলম নকৰিবাঁ -ছেগ চাই ফুৰিবা - আহাঁ - হুঁ! হুঁ। (পুষ্কৰৰ হাতত ধৰি)

পুষ্কৰ - (আনন্দ আৰু আশ্চৰ্য্য মিহলি ভাৱে) কিন্তু - কিন্তু তুমি - তুমি।

ক'লি - হাঃ হাঃ মই? (পুষ্কৰৰ কাণে কাণে) মই ক'লি - স্বয়ং। আহাঁ, আজি মই নলৰ শৰীৰত প্ৰৱেশ কৰিম। মই তোমাক জয় আনি দিম - আহাঁ - (হাতত ধৰি লৈ যায়)

## চতুৰ্থ দৃশ্য
### ৰং ঘৰ

(বেৰত নানাবিধ চিত্ৰ। বাঘ, সিংহ আদিৰ শিলৰ মূৰ্তি শাৰী শাৰী। মাটিত বানত পৰা। ঠায়ে ঠায়ে পাশা খেল পতা আছে। মাজে মাজে ধুনীয়া ধুনীয়া তামুলী পীৰা পৰা আছে।
(আগে আগে নল আৰু পাছে পাছে দ্বাপৰ সোমাই আহে। নলৰ গাত গোলাপ বৰণীয়া চাদৰ আৰু দ্বাপৰৰ গাত ৰঙা চাদৰ)

নল - এয়েই আমাৰ ৰং ঘৰ।

দ্বাপৰ - সুন্দৰ! সুন্দৰ মহাৰাজ। নিষধ ৰাজ্যৰ শিল্প-কলাৰ অপূৰ্ব শোভা আপোনাৰ ৰং ঘৰত জিলিকি আছে। মহাৰাজ। দুপৰীয়া ৰ'দৰ তাপত জগতখন যেনেকৈ খন্তেকপৰ তবধ্ মানি ৰয় - সেইদৰেই আপোনাৰ এই ৰং ঘৰটিৰ মাজতো দৰ্শকৰ দৃষ্টি মুগ্ধ হৈ ৰয়! (তললৈ চাই) আ। - পাশা খেলৰ সজুলিও আছে (লাহেকৈ বহে আৰু পাশাৰ ঢাল এখনলৈ চাই চাই) মহাৰাজ! এই পাশাৰ গুটি কিটা যেনেকৈ চৌ ঢালে ঘূৰি ফুৰে, অদৃষ্টৰ চকৰিত মানুহবোৰো ঠিক সেইদৰেই ঘূৰি ফুৰে, নহয় নে বাৰু?

নল - সঁচা কথা। মানৱ জীৱন নিয়তিৰ খেলা মাথোন। কৰ্ম অনুসৰি ফল ---

দ্বাপৰ- ঠিক কৈছে। ঠিক কৈছে মহাৰাজ (থিয় হৈ ঘূৰি)
(এনেতে আগে আগে পুষ্কৰ আৰু পাছে পাছে ক'লিৰ প্ৰৱেশ। ক'লিয়ে দ্বাপৰৰ ফালে চাই মূৰ দুপিয়ায়। দ্বাপৰ গৈ পুষ্কৰৰ পাছত থিয় দিয়েগৈ। ক'লি নলৰ পিঠিফালে অহা-যোৱা কৰি থাকে। এইবাৰ ক'লিৰ পোছাক বগা)

পুষ্কৰ- দাদা! বহুত দিন তোমাক দেখা নাই। সেইবাবে আজি দেখা কৰিবলৈহে আহিলোঁ।

নল - পুষ্কৰ ! ৰজা মানে প্ৰজাৰ দাসহে। ৰাজ্য শাসন কৰা আৰু প্ৰজাৰ হিত চিন্তা কৰা - এই দুয়োটা কৰ্তব্যৰ মাজত থাকোঁতে ৰজাৰ সুকীয়া অৱস্থাটো একেবাৰেই নাইকিয়া হয় বুলিলেও হয়। তথাপি, মাজে -সময়ে আত্মীয়বৰ্গৰ লগত দেখা-শুনা হ'বৰ ইচ্ছা হয়।

পুষ্কৰ - পিছে, তোমাৰ অবিহনেনো এই ভাৰ কোনে ল'ব? তুমি এই যৌৱন কালত ইমানকৈ চিন্তাযুক্ত হৈ নাথকিবাঁ। অলপ বিশ্ৰাম লোৱাঁ। আহাঁ, আজি আটাইকেউজন বহি অলপ আমোদ কৰোঁহক।
(পাশতি ঘূৰাই তিনিও হাঁহে)

ক'লি - (নলৰ মূৰৰ ওপৰলৈ চাই পাশতি ঘূৰাই) মহাৰাজ! আহক - আপোনাৰ এই বিনন্দীয়া ৰংঘৰত কিছুপৰ বিলাস কৰা হওক। (পাশাৰ ঢালৰ ওচৰত বহি পুষ্কৰে পাশতি মাৰি দিয়ে)

পুষ্কৰ - আহাঁ নল, খন্তেক আনন্দ কৰোঁ।

নল - (আচৰিত হৈ) নহয় নহয় পুষ্কৰ! মোক ক্ষমা কৰিবাঁ। মই পাশা নেখেলোঁ।

ক'লি - (পাশতিৰ মুদ্ৰা দি) খন্তেক পৰ- । সদায় ৰাজকাৰ্য্যত লিপ্ত হৈ থকা ভাল নহয়। আহক মহাৰাজ। আপোনাৰ বিচিত্ৰ ৰংঘৰত আজি দুই ভাইৰ পাশাখেল হওক। আমি ৰং চাওঁ।
(দ্বাপৰৰ ফালে টিপ দি)

দ্বাপৰ - সুন্দৰ কথা।

পুষ্কৰ - তুমি ইমান ভয় কৰিছাঁ কিয় দাদা? তুমি কাপুৰুষনে কি?

ক'লি - (পাশতি কৰ্‌মৰাই) নিশ্চয় নহয়, নিশ্চয় নহয়। মহাৰাজ নল প্ৰজানুৰঞ্জন — সাধু পুৰুষ। ম হাৰাজ নল নিৰ্ভীক বীৰ —

দ্বাপৰ - বীৰ - বীৰ - (পাশতি কৰ্‌মৰাই)

নল - (চকু মোহাৰি) বাৰু, যদি পুষ্কৰে ইমান ইচ্ছা কৰিলে এঢাল খেলোঁ।

ক'লি - এৰা এৰা এঢাল খেলক - দুঢাল খেলক - খেলক, (পাশতি কৰ্‌মৰাই আৰু নলৰ হাতত পাশতি কেইডাল তুলি দিয়ে)

হুঁ! হুঁ! .......

নল - (হাতৰ পাশতি ঢালৰ ওপৰত পেলাই দি) এই মাৰিলোঁ পুষ্কৰ। কিন্তু মোৰ হলে আজি সমূলি মন ভাল লগা নাই।

পুষ্কৰ - খেলৰো এটা নিয়ম আছে দাদা। কিবা এটা পণ কৰা।

নল - (বিমুগ্ধ হৈ) পণ?

দ্বাপৰ - খেলৰ কথা মহাৰাজ। পাশা খেলৰ পণ। ধৰি লওক - প্ৰথমতে ধনৰ ভঁড়াল।

পুষ্কৰ - হয় নে নল?

(নলে একো নামাতে। পুষ্কৰে পাশতি মাৰি দিয়ে। ক'লি নলৰ বাওঁফালে আৰু দ্বাপৰ পুষ্কৰৰ সোঁফালে বহেগৈ। ক'লিয়ে নলৰ হাতত, দ্বাপৰে পুষ্কৰৰ হাতত পাশতি তুলি দি খেলোৱাবলৈ ধৰিলে।)

ক'লি - বাৰু, একো কথা নাই। এই ঢালত হাৰিল. সি ঢালত জিকিব। খেল বুলিলেই হৰা-জিকা দুটাহে। নহয় জানো মহাৰাজ?

দ্বাপৰ - (পুষ্কৰৰ হাতত পাশতি দি) এইবাৰ - (কাণে কাণে কিবা কয়)

পুষ্কৰ - এইবাৰ পণ হওক বাৰু - মণি, ৰত্ন, অলঙ্কাৰ আদি --- নহয়নে দাদা?

(নল অন্যমনস্ক)

ক'লি - এ' কে'লে নহয়? হয়, হয়, খেলক। খেলাহে? (নলৰ হাতত পাশতি তুলি দিয়ে) হুঁ। হুঁ!

দ্বাপৰ - এৰা - এৰা-

নল - (পাশতি পেলাই) তোমাৰ তৃপ্তি হওক পুষ্কৰ। খেলিছোঁ বাৰু ---

ক'লি - হেঁ! হেঁ! মহাৰাজ নল ইমান ৰসহীন বুলি নেভাবিব। ভাল হৈছে। খেলক, খেলক।

পুষ্কৰ - এইবাৰো তুমি হাৰিলা দাদা। বাৰু, এইবেলি হয়-হস্তী আদি পণ ৰাখা - এইবাৰ, এইবাৰ নিষধ ৰাজ্যৰ হয়-হস্তী আদি --- (পাশা মাৰে)

(কলিয়ে নলৰ হাতত পাশতি তুলি দিয়ে)

নল - (পাশা মাৰি) মই অকল তোমাৰ বাক্য ৰক্ষা কৰিবলৈহে খেলিছোঁ। মোৰ সমূলি ইচ্ছা নাই পুষ্কৰ।

(ক'লিয়ে পাশতি কৰ্‌মৰ্‌াই থাকে)

পুষ্কৰ - এই চোৱাঁ, এইবাৰো মোৰেই জয় হ'ল। দাদা! তুমি ইমান বিমৰ্ষ হৈ খেলা বাবেই আজি পাশা খেলত একো ৰস পোৱা নাই। এইবেলি মনযোগ দি খেলা বাৰু। এইবেলি বাৰু --- ৰাজসিংহাসনকে পণ কৰা।

দ্বাপৰ - ঠিক, ঠিক। তেতিয়াহে মহাৰাজৰ গা উঠিব। হয়, হয়।

ক'লি - (পাশতি কাণৰ ওচৰত কৰ্‌মৰ্‌াই) মহাৰাজ নলৰ সিংহাসন পুণ্যৰ আসন। সেই আসনৰ নাম ল'লে মহাৰাজে ত্ৰৈলোক্য বিজয় কৰিব পাৰে। ধৰক মহাৰাজ - দিয়ক মাৰি। (নলৰ হাতত পাশতি তুলি দিয়ে)

ক'লি সৌৱা দেখোন ৰাণীও আহিছে। ভালেই হৈছে মহাৰাজ। আমাৰেই কপাল ভাল। মহাৰাজক আজি পূৰ্ণ ভাৱেই দেখা পালোঁ। হুঁ! হুঁ!

(দময়ন্তী আহি নলৰ সোঁফালে থিয় দি)

দময়ন্তী - কি কৰিছে! কি কৰিছে প্ৰভু? নুছুব, নুছুব। এই সৰ্বনাশী খেলত হাত নিদিব। এৰক, খেল এৰক - (নলৰ সোঁ হাতত ধৰে)

ক'লি - (নলৰ কাণে কাণে) মহাৰাজ! তেনে অশোভন কাম নকৰিব। এই শেষ ঢাল। খেলক, খেলক।

পুষ্কৰ - ৰাণী! অলপ আনন্দ উপভোগ কৰিছোঁ। দাদাৰ লগত ৰং কৰিছোঁ। বাধা দিছা কিয়?

দময়ন্তী - এনেকুৱা আমোদ-প্ৰমোদ দেখিলে মোৰ ভয় লাগে। আপোনালোকে ৰং-ৰহইচ্ কৰক। মোৰ স্বামীক এৰি দিয়ক।-

ক'লি - (পাশতি কৰ্‌মৰ্‌াই ) ৰাণীয়েনো ইমান ভয় কৰিব লাগিছে কিয়? মহাৰাজ নলৰ জানো বিবেক বুদ্ধি নাই? পলম নকৰিব মহাৰাজ। ৰাণীয়েও বেয়া পাইছে। দিয়ক, এই শেষ - এইবাৰ শেষবাৰ মাৰক নিষধৰ ৰাজ -সিংহাসন--- নহয় নে বাৰু?

দময়ন্তী - নাথ ! পলম কৰিছে কিয়? খেল এৰক - খেল এৰক - (দ্বাপৰে পুষ্কৰৰ কাণে কাণে কিবা কয়)

পুষ্কৰ - বৈ আছোঁ কিয় দাদা? শেষ হওক খেল — পেলোৱাঁ পাশতি -

(ক'লিয়ে নলৰ পাশতি তুলি হাত লৰাই দিয়ে। ঢালত পাশতি পৰে। পুষ্কৰ আৰু দ্বাপৰে জয়ধ্বনি কৰি মাটিত ঢকা মাৰে। নল স্তম্ভৰ দৰে হৈ ৰয়। দময়ন্তীয়ে কি কৰিব কি নকৰিব ভাৱে উদগ্ৰীৱ হয়)

পুষ্কৰ - (ডাঙৰকৈ) এইয়া এইয়া এইয়া চোৱাঁ নল। এইবাৰো মোৰেই জয় হ'ল। এতিয়া নিষধৰ অধিপতি এই পুষ্কৰ। কোৱাঁ তোমাৰ কি ক'ব লগা আছে?

ক'লি - (কুটিল ভাৱে) হাঃ হাঃ হাঃ (চকু পকাই পকাই) পাশা খেল মহাৰাজ! পাশা খেল ! হঁ। হঁ।

(নল ঘপ কৰে থিয় হয় আৰু দুই হাত এছাৰি ঘূৰাবলৈ ধৰে)

নল - দময়! দময়! কি হ'ল মোৰ? কিহৰ মন্ত্ৰণাত মই মুগ্ধ হলোঁ? মোৰ বুকুত যেন এটা কুমটি সোমাইহে কামুৰিব লাগিছে? মোৰ মতিভ্ৰম হ'ব খুজিছে কিয়?

ক'লি- মহাৰাজ! পাশাৰ কৰ্মৰ্ম্ণি, কৰ্মৰ ফল, হাঃ - হাঃ - হাঃ

পুষ্কৰ - অধীৰ নহবা দাদা। থিৰ হোৱাঁ। বহাঁ শেষ হওক খেল। এইবাৰতেই আকৌ তুমি সিংহাসন ঘূৰাই পাব পাৰা —

নল - নাই নাই, আৰু পাশতিত হাত নিদিওঁ। আৰু নেখেলোঁ।

পুষ্কৰ - (শান্ত ভাবে) কিয়? এফালে সিংহাসন আনফালে দময়ন্তী। সিংহাসনহে গ'ল। দময়ন্তী আছে নহয় নল! এইবাৰ দময়ন্তীক পণ ৰাখাঁ -

(পাশা মাৰে আৰু হাঁহে)

(ক'লিয়ে কুটিল দৃষ্টিৰে দময়ন্তীৰ চকুলৈ চায়। নলে থাপ মাৰি পাশতি কেইডাল তুলি লৈ খঙেৰে পুষ্কৰৰ মুখলৈ মাৰি দিয়ে)

নল - দুৰ্মতি! নৰাধম! এনেকুৱা কথা ক'বলৈ তোৰ লাজ নালাগিলনে? নৰকৰ কীট্!

পুষ্কৰ - (শান্ত ভাবে) তুমিও মোৰ দৰেই এটি নৰকৰ কীট নোহোৱাঁ নে? পাশা খেলিছিলাঁ কিয়? পণ কৰিছিলাঁ কেলেই? (ইতিকিং কৰি)

(দময়ন্তীৰ মুখত গভীৰ বেদনাৰ চিন। ক'লি আৰু দ্বাপৰে দময়ন্তীৰ ফালে চাই থাকে)

পুষ্কৰ - ৰাণী! এতিয়া ৰজা মইহে - এইফালে আহাঁ।

দময়ন্তী - ছিঃ ছিঃ নাথ! ব'লক, এই পশুৰ মাজত আপুনি নাথাকিব।

পুষ্কৰ - যাবা ক'লৈ? এতিয়া নিষধৰ অধিপতি এই পুষ্কৰহে — কিন্তু ৰাণীৰ আসন এতিয়াও তোমাৰেই দময়ন্তী!

দময়ন্তী - (দুই হাতে কাণৰ আঙুলি দি) নাথ! কি শুনিছোঁ? আপোনাৰ কি হ'ল? মোৰ ভয় লাগিছে কিয়? আপুনি এইদৰে জলকা লাগিল কিয়?

ক'লি - হাঃ হাঃ হাঃ দময়ন্তী। তুমি তোমাৰ স্বামীক সত্য ৰক্ষাত সহায় কৰাঁ। ধন, ৰত্ন, হয়-হস্তী, ৰাজ-সিংহাসন একোতেই নলৰ অধিকাৰ নাই। সাধু পুৰুষে বোলে বাক্য নেৰে। হঁ। হঁ। -

দ্বাপৰ - সত্যত আবদ্ধ - পণ -সত্য -

নল - নিশ্চয় জানিছোঁ তোমালোক কোনোবা ছদ্মবেশী প্ৰৱঞ্চক। তোমালোক চোৰ —

দ্বাপৰ - ধৰ্মপ্ৰাণ নলৰ পৰীক্ষা - সত্যৰ পৰীক্ষা - নল!

দময়ন্তী - নাথ! বৃথা তৰ্কৰ প্ৰয়োজন কি? ব'লক - অৰণ্যে অৰণ্যে, পৰ্বতৰ শিখৰে শিখৰে আমি দুয়ো বিচৰি ফুৰিম। ব'লক — এই ৰংঘৰতকৈয়ো ৰহস্যপূৰ্ণ বিধাতাৰ ৰংঘৰত থাকিমগৈ। ব'লক - ব'লক - ইয়াত আৰু প্ৰয়োজন নাই —

ক'লি - (হাঁহি) সতীৰ বাক্য - বীৰ ৰমণীৰ বাক্য - সঁচা কথা - পাশা খেলত ৰাজ্য গ'ল - পুষ্কৰে পালে - হঁ! হঁ।

নল - পুষ্কৰ। মই কল্পনাও কৰা নাছিলোঁ যে মোৰ সহোদৰ ভায়ে মোক এইদৰে প্ৰৱঞ্চনা কৰিব। ল, ল, ৰাজ্যভাৰ ল — ৰজা হ।

দ্বাপৰ - (পুষ্কৰক ) আহক মহাৰাজ! নিষধৰ ৰাজ-সিংহাসন অধিকাৰ কৰি অভিষিক্ত ৰজা হওকহি। আহক —

পুষ্কৰ - (হাঁহি ইতিকিং কৰাদি) তেন্তে আহিলোঁ নল। যাবা - শীঘ্ৰে - যেন ৰাজমুকুট পিন্ধি আৰু মোৰ ৰাজ্যত তোমাক দেখা

নাপাওঁ। হাঃ- হাঃ- হাঃ-

(হাঁহি হাঁহি দ্বাপৰে সৈতে ওলাই যায়)

ক'লি - মহাৰাজ? বুদ্ধিহীন হ'ল কিয়? ধৰ্মপ্ৰাণ নলৰ আজি কি হ'ল? হুঁ। হুঁ।

দময়ন্তী - (নলৰ গাত ধৰি ডাঙৰ ডাঙৰকৈ) নাথ! নাথ! আপুনি খণ্ডত জ্বলি- পকিহে এনে হৈছে। আহক, - আপোনাৰ সত্য ৰক্ষা হওক, আপোনাৰ ধৰ্ম ৰক্ষা হওক, আহক এই ৰাজটোল এতিয়া লোকৰ -

(চুলি মেলি লৰি আৰতি আহে) (কলিৰ প্ৰস্থান)

দময়ন্তী - কি হ'ল? কি হ'ল আৰতি?

আৰতি - মহাৰাণী, মহাৰাজ! তৎক্ষণাৎ ভিতৰতৈ আহক, ভায়েক পুষ্কৰে ৰাজটোল খলক লগালে। সিংহাসন অধিকাৰ কৰি ৰাজ-সিংহাসন অধিকাৰ কৰি ৰাজ-আজ্ঞা প্ৰচাৰ কৰিছে -বোলে, আপোনালোক......

নল - আৰতি! আৰতি! কি আজ্ঞা প্ৰচাৰ কৰিছে? পুষ্কৰে কি ঘোষণা কৰিছে? - নহয়, মোক একো নুশুনাবি, - একো নকবি, - মই নিজেই নিজৰ সৰ্বনাশ কৰিলোঁ। যা- যা- (গাৰ কানি কাপোৰ পেলাই দি চুৰিয়াখন কৌপচাই ফকীৰৰ দৰে হয়)

দময়ন্তী - আৰতি? তই যা- পুত্ৰ ইন্দ্ৰসেন আৰু কন্যা ইন্দ্ৰসেনাক তৎক্ষণাৎ ৰথত তুলি পিতাৰ ৰাজ্যলৈ গুচি যাগৈ। যা,যা, এই মুহূৰ্ততে যা। পলম নকৰিবি। মোৰ অবিহনে তয়েই সিহঁতৰ মাক। যা, যা, বেগতে ৰথত তুলি সিহঁতক লৈ বিৰ্দভলৈ গুচি যাগৈ। যদি ভাগ্যত আছে দেখা পাম, নহলে নাই।

আৰতি - (দময়ন্তী আৰু নলৰ ফালে সেৱা কৰি) মহাৰাজ! মহাৰাণী! - আহিছোঁ - ধাত্ৰী আৰতি জীয়াই থাকে মানে ইন্দ্ৰসেন আৰু ইন্দ্ৰসেনাৰ কাৰণে চিন্তা নকৰিব - (প্ৰস্থান)

নল - (উত্তেজিত হৈ) চিন্তা নাই! চিন্তা নাই! - ওলোৱাঁ দময়ন্তী! ওলোৱাঁ - এই শ্মশানৰপৰা মোক শান্তিৰ ৰাজ্যলৈ লৈ ব'লাঁ। (দময়ন্তীৰ আঁচলত থাপ মাৰি ধৰে)

দময়ন্তী - মুহূৰ্তৰ আগলৈকে মোৰ যি জন স্বামী ৰজা হৈ আছিল, যাৰ গাত মণি-ৰত্ন অলঙ্কাৰ ওলমি আছিল - তেওঁ যদি খন্তেকৰ পিছত দিগম্বৰ হৈ গ'ল, তেন্তে মই কিয় অলঙ্কাৰ পিন্ধোঁ। (আজুৰি গাৰ অলঙ্কাৰবোৰ সোলোকাই পেলায়) নিষধৰ ৰংঘৰতে এই সোণ-ৰূপৰ অলঙ্কাৰবোৰ ধূলি হৈ পৰি থ'ক। ব'লক নাথ! এইয়া ময়ো অলঙ্কাৰ খহাই আপোনাৰ উপযুক্ত পত্নী হ'লোঁ। ব'লক - আপুনি দিগম্বৰ, মই দিগম্বৰী —

নল - (উৎসাহিত হৈ) ঠিক কথা - ঠিক কথা। মই দিগম্বৰ, তুমি দিগম্বৰী। (দময়ন্তীৰ আঁচলত ধৰি) এইয়া ধৰিলোঁ তোমাৰ আঁচলত - ব'লাঁ, ব'লাঁ দিগম্বৰী —

দময়ন্তী - আহক! আহক! - উলটি নাচাব — উলটি নাচাব।

নল - উলটি নাচাবি - উলটি নাচাবি - কুটিল কাল! উলটি নাচাবি! (দুয়ো ওলাই যায়)

(ক'লিৰ প্ৰৱেশ)

ক'লি - হাঃ- হাঃ- হাঃ- এই চোৱাঁ - খন্তেকৰ ভোজ খাওঁতা নাই। এই চোৱাঁ - ক'লিৰ প্ৰভাব। হাঃ- হাঃ- হাঃ-। (কুটিল হাঁহি) (প্ৰস্থান)।

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

**ৰাজপথ**

(এটা জয়ঢোল কোবাই কোবাই এটা অনুচৰ আহে)

অনুচৰ - (এটা এটা শব্দ এবেলি এবেলি কয়) নিষধ ৰাজ্যৰ নতুন ৰজা শ্ৰীশ্ৰীপুষ্কৰাদিত্যৰ আদেশ - পাশা খেলত পণ কৰি পূৰ্বৰ ৰজা নল সৰ্বস্বান্ত হৈছে। এই নিষধ ৰাজ্যত এতিয়াৰ পৰা নলৰ একো অধিকাৰ নাই। এই ৰাজ্যৰ ভিতৰত যি লোকে নলক স্থান দিব তেনে লোকক সবংশে ধ্বংস কৰা হ'ব।

(এইবুলি ঢোল কোবাই গুচি যায)

(হাতত লাখুটি আৰু কাষত পুথি-পাজী লৈ বৰথোৰ মৰা এজন দৈৱজ্ঞ বিপ্ৰ সোমাই আহে)

দৈৱজ্ঞ - দৈৱজ্ঞ বিপ্ৰটি দেখিলে কটাৰ পোহঁতে উপহাস কৰে। হেৰ' নল ৰজাৰ নিচিনা ধৰ্মপ্ৰাণ, ৰাম-তুল্য লোকেও যি দৈৱৰ কৌতুক বুজিব নোৱাৰে, এই বুঢ়া বিপ্ৰই সেইখিনি বিধতাই দেখা দি দেখি আছে বুলি — তহঁতে ভু পাৱনে? ছত্ৰভঙ্গ যোগ - শনিৰ দৃষ্টি - ৰাহুৰ ফেৰ - কেতুৰ কূট, অষ্টবজ্ৰ সম্মিলন - এই বছৰ ইমানবোৰ মিলিছে। নহ'ব কেলেই?

(আনফালৰ পৰা পৰ্ণাদ নামে ব্ৰাহ্মণ আহে)

পৰ্ণাদ - (দৈৱজ্ঞৰ সৈতে মুখামুখি হৈ) অ। দেউ!

দৈৱজ্ঞ - অ। - এৰা! উস্। - আজি কি পৰম কপাল! বিপ্ৰকুলশ্ৰেষ্ঠ পৰ্ণাদ দেউক দেখা পালোঁ। আজি মোৰ পৰম কপাল।

পৰ্ণাদ - নহয় নহয়। মোৰহে আজি শুভ দিন। আপোনাৰ নিচিনা এজন সিদ্ধ দৈৱজ্ঞ দেখা পালোঁ!

দৈৱজ্ঞ - তেন্তে আজি উভয়ৰে কপাল! শাস্ত্ৰত কৈছে নহয় বোলে, যস্মিন অব্দে কুজো ৰাজা —

পৰ্ণাদ - (ততাতৈয়াকৈ) নহয় - নহয় - শতানিক উবাচ —

দৈৱজ্ঞ - নহয় - নহয় - দেউ! জবাকুসুম সঙ্কাশং —

পৰ্ণাদ - দেউ! শাস্ত্ৰৰ বচন উদ্ধাৰ কৰিনো আৰু কাক শুনাব? অত যজ্ঞ, অত কৰ্ম, ইমান দান, ইমান দক্ষিণা কৰোৱাই দেখোন মহাৰাজ নলৰ নিচিনা এজন সু-পুৰুষক সিংহাসনত থ'ব নোৱাৰিলে? কিয়?

দৈৱজ্ঞ - সেইটো দৈৱজ্ঞ বিপ্ৰৰ দোষ নে কৰ্মৰ ফল দেউ? মই আগতেই জানিছিলোঁ - বৰ্ষৰ আৰম্ভতে গণি-পড়ি পাইছিলোঁ-

পৰ্ণাদ - তেন্তে কৈ দিয়া হলেই ভাল আছিল। নকলেবা কিয়? তেতিয়া কিজানি নল সাৱধান হৈয়েই থাকিলহেঁতেন!

দৈৱজ্ঞ - হেঃ হেঃ দেউ! দৈৱৰ কৌতুক - দৈৱৰ কৌতুক — আহক। আহক। ন-ৰজাক আশীৰ্বাদ দি কিছু প্ৰাপ্য কৰোঁগৈ।

পৰ্ণাদ - দেউ! আপুনি যাওক - বাক্য বিক্ৰয় কৰি এই পৰ্ণাদে ভাত নাখায়। আপুনি যাওক - এই পৰ্ণাদে সেই পুণ্যশ্লোক, পৱিত্ৰ-প্ৰাণ নল আৰু সতী দময়ন্তীৰ স্মৃতি-পূজা কৰিয়েই তৃপ্তি পাব।

দৈৱজ্ঞ - দেউ। দেউ। ভুল বুজিলে কিয়? ভুলকৈ ধৰিলে কিয়? এই দৈৱজ্ঞ বিপ্ৰক মিছাতে কলঙ্কিত কৰিছে কিয়? আপোনালোক সদায় ইমান অগ্নিময় হৈ থাকে কিয়? শুনক, — যদি জ্যোতিষ গণনাৰ নিচিনা এটা মহাবিদ্যা চৰ্চা কৰি অটায়ো সুকীয়াকৈ ধন উপাৰ্জন কৰিবলৈ সময় থাকিলহেঁতেন তেন্তে আমি একো বঁটা-বিধান নোহোৱাকৈয়ে গণি-পড়ি দিব পাৰিলোঁহেঁতেন। ছেগ বুজি প্ৰাপ্য নিবিচাৰিনো ল'ৰা—তিৰোতাৰে একোঘৰ কেনেকৈ পুহিম দেউ?

পৰ্ণাদি - এৰা। এৰা। কেনেকৈ পুহিব? অৱশ্যে ৰজাৰ দান-ধৰ্মলৈ আশা কৰাটো অন্যায় নহয়। দানেইহে ধৰ্ম —

দৈৱজ্ঞ - এৰা, এৰা। দানেইহে ধৰ্ম। দেউ। বেয়া নাপাব। এতিয়া বিদায়হে কৰোঁ। (নমস্কাৰ কৰি প্ৰস্থান)

পৰ্ণাদ - ভাল। আমিও আহিলোঁ। (আনফালে প্ৰস্থান)

## দ্বিতীয় দৃশ্য

### বিৰ্দভৰ ৰাজচোৰা

(ৰাজ- উদ্যানৰ সৰোবৰৰ পৰা ভীমৰ প্ৰৱেশ)

ভীম - (বিস্মিত ভাৱে) কি শুনিলোঁ? মোৰ আদৰিণী তনয়া দময়ন্তী আৰু মোৰ পুত্ৰতুল্য সুকুমাৰ কলেৱৰ নল আজি বনে বনে ঘূৰি ফুৰিছে! স্বৰ্গৰাজ ইন্দ্ৰই যি দময়ন্তীক পাবলৈ বাঞ্ছা কৰিছিল, মোৰ তেনে হেন কন্যাই আজি বনত বাস কৰিছে! — অসহ্য! মই কোন সতে আনন্দ মনেৰে থাকিব পাৰোঁ? কেনেকৈ সহিব পাৰোঁ? মোক ৰাজ-ক্ষমতা কেলেই লাগিছে, যদি, মই নল-দময়ন্তীক ওলোটাই আনিব নোৱাৰোঁ?

(মন্ত্ৰীৰ প্ৰৱেশ)

মন্ত্ৰী - মহাৰাজ! কিয় মতালে?

ভীম - মন্ত্ৰী! চাৰিওপিনে ৰাজ-দূত পঠিওৱা, উপযুক্ত ব্ৰাহ্মণসকলক দিশে দিশে পঠিয়াই দিয়াঁ। যেয়ে মোক নল-দময়ন্তীৰ সঠিক বাৰ্তা আনি দিব পাৰিব, তেওঁকেই মই সহস্ৰ সহস্ৰ মুদ্ৰা পুৰস্কাৰ দিম, গাওঁ দিম, গৰু-ম'হ দিম, ধন-ৰত্ন-মণি-অলঙ্কাৰ দিম। তুৰন্তে পঠিওঁৱা —

মন্ত্ৰী - মহাৰাজৰ আজ্ঞা মতেই চাৰিওফালে দূত পঠিয়াম। মহাৰাজ! চিন্তা নকৰিব - এই আহিলোঁ। (প্ৰস্থান)

ভীম উস্! যি নল ৰজাক ইন্দ্ৰ, অগ্নি, বায়ু, বৰুণ, আদি দেৱতাই বৰ দি থৈছে, যি নলৰ মহান চৰিত্ৰৰ কথা শুনিয়েই মোৰ সতী কন্যা দময়ন্তীয়ে ইন্দ্ৰাণীৰ আসনো এৰি দিলে - সেইহেন পবিত্ৰ দম্পতী দুটিৰ কিয় এনে দশা হ'ল? কোনে ক'ব? -বৃদ্ধ বয়সত এই তাপ কেনেকৈ সহোঁ? নহয় যাওঁ, নিজেও আদেশ দিওঁ - যাওঁ - (প্ৰস্থান)

(হাতত এটা মাটিৰ চাকি লৈ গীত গাই নৃত্য কৰি হংসাৰ প্ৰৱেশ)

হংসাৰতী গীত

তুলসী তলৰ সৰু শলিতা গছি
বিনীতাৰ সেৱাটিত উঠে নাচি
তুলসীৰ বৰণেৰে সন্ধ্যা সখী
উলসি উঠে কাৰ তন্দ্ৰা ভাঙ্গি?
কোন শ্যামা তনুটিৰ মিনতি যাচি।।
অৱনতা তনু লতা তুলসী তলৰ —
পমি যোৱা সুৰ এটি মানস জলৰ,
বিয়পিলে আজি কাৰ কবিতা ৰচি!
এই খুদমাণি চাকিটিৰ জেউতি পৰি
সেৱিকাৰ সুৰখিনি নিয়ে হ'ৰি —
দেৱতাৰ দয়া খুজি চকু যুৰি
তুলসী তলত আজি যায় ভাগৰি।

(চাকিটো তুলসী ভেঁটিৰ আগত থকা গছাত থৈ সেৱা কৰি)

সখী দময়ন্তীয়ে এই তুলসী ভেঁটিটো সদায় নিজ হাতে মছি ৰঙাকৈ থয়। গধূলি আমাৰে সৈতে ইয়াতে আৰতি কৰি ঈশ্বৰক নিবেদন কৰে! দেহি ঐ! মোৰ সেইহেন নিৰ্মলা প্ৰতিমা সখী দময়ন্তী আজি বনে বনে স্বামীৰ লগত ঘূৰি

ফুৰিছে। (এবাৰ ওপৰলৈ চাই) ঈশ্বৰ! ঈশ্বৰ! মোৰ এই বন্তি গছৰ পোহৰ ধানি সখীলৈ পঠিয়াই দিয়াঁ। সখীয়ে জানক - তেওঁৰ দুখত হংসাই কান্দিছে। ...... (সেৱা কৰি)

## তৃতীয় দৃশ্য

### অৰণ্য

(নল আৰু দময়ন্তীৰ প্ৰৱেশ)

নল - দময়! দময়! তুমি আৰু কিমান কষ্ট সহ্য কৰিবাঁ? ৰাজকন্যা হৈ উপজিলাঁ, ৰাজৰাণী হৈ থাকিলাঁ। এতিয়া তোমাৰ এইহেন সুকোমল দেহত কঠোৰ বনবাস কেনেকৈ সহ্য হ'ব? এই অটব্য অৰণ্যত পৰ্বতীয়া তিৰোতায়ো ইমান ধৈৰ্য্য ধৰি খোজ কাঢ়িব নোৱাৰে। দময়! তুমি কি শক্তিৰে সহিব পাৰিছাঁ?

দময়ন্তী - নাথ! পতিৰ কাষত থাকিলে সতীৰ একো দুঃখ নাই। আপুনি অকল দুখৰ কথাকে কিয় ভাবি আছে। কপালৰ গুপ্ত ৰেখা কোনেও দেখা নাপায় নাথ। এই বনবাস আমাৰ কাৰণে স্বৰ্গবাস হ'ব। আপুনি ইমান বেজাৰ নকৰিব।

নল - নহয়, নহয়! তুমি আৰু মোৰ লগত দুঃখ-কষ্ট ভুগিব নালাগে দময়! সৌটো যে দক্ষিণফালে এটা বাট দেখিছাঁ— সেইপিনে গ'লে অৱন্তী নগৰ ওলায়গৈ। সেই অৱন্তী নগৰৰপৰা কোশল ৰাজ্যলৈ যোৱা বাট আছে। কোশলৰপৰা তোমাৰ পিতাৰাৰ ৰাজ্য বিদৰ্ভলৈ যাব পাৰি। তুমি এই বাটেদি লাহে লাহে গৈ থাকাঁ। সুখেৰে পিতৃৰ ৰাজ্যত থাকাঁগৈ। যদি ভাগ্যে আকৌ সুদিন আনে দুয়ো দুয়োকে দেখা পাম।

দময়ন্তী - নাথ! এনেকুৱা কথা নক'ব। নক'ব। ৰাজ্যনাশ, বনবাস, ভোকপিয়াহ সকলো দুঃখ মই সহ্য কৰিব পাৰিম. কিন্তু আপোনাক এৰি অকলে থাকিব নোৱাৰোঁ। আৰু মই কাষত থাকিলে আপোনাৰো অনেক মনৰ দুখ পাতলি থাকিব।

নল - সঁচা কথা দময়। মনোৰমা ভাৰ্য্যাৰ সমান পৱিত্ৰ সঙ্গ আৰু পৃথিৱীত একো নাই। কিন্তু প্ৰিয়া! তোমাৰ যে শৰীৰ বৰ কোমল! তুমি বনৰ দুঃখ সহিব লাগিছে কিয়? তুমি গৈ পিতাৰাৰ কাষত সুখেৰে থাকাঁগৈ দময়।

দময়ন্তী - প্ৰভু! কওঁ শুনক, - দমন নামে এজন ঋষিৰ আশীৰ্বাদত হেনো মোৰ জন্ম হৈছিল। ঋষিয়ে পিতাক কৈছিল বোলে, সকলো অৱস্থাকে দমন কৰি নিজৰ পথ নিজে বাছি ল'ব পৰা শক্তি মোৰ গাত থাকিব। সেই কাৰণেই পিতাই মোৰ নামো দিলে দময়ন্তী। মইও এবাৰ মোক পৰীক্ষা কৰি চাওঁ নাথ। মোক ক'লকো যাবলৈ নক'ব দেই। আপোনাৰ কাষত থাকিলে মোৰ একো দুঃখ নহয়।

নল ভাগৰত তোমাৰ চকু জাপখাই আহিছে। অনাহাৰ অনিদ্ৰাত তোমাৰ দেহৰ কান্তি দিনক দিনে বিশ্ৰী হৈ আহিছে। দেখি দেখি মই শোকত দহি-পুৰি মৰিব লাগিছোঁ।

দময়ন্তী নাথ! যদি বেয়া নাপায় - দুয়ো আমি পিতাৰ ৰাজ্যলৈ গুচি যাওঁ ব'লক। পিতায়ো বৰ ভাল পাব।

নল আহাঁ, এই গছ জোপাৰ তলতে বহি কিছুপৰ দুয়ো জিৰাওঁ। (নল বহে আৰু দময়ন্তী নলৰ বাওঁ কৰঙণত মূৰ থৈ শোৱে) সতী! তোমাৰ পতি-ভক্তিয়েই মোৰ কাৰণে অমৃত। মোক আৰু সুকীয়া খাদ্য কি লাগিছে? কওঁ শুনা - এই দীনহীন বেশেৰে ৰজাৰ টোললৈ যোৱা উচিত নহয়। মই কু-কৰ্ম কৰিলোঁ - সেইবাবে মই ফল ভোগ কৰিবই লাগিব। তোমাৰ পিতৃৰ কাষলৈ গ'লে মোক দেৱতা পূজা দি যত্ন কৰি পূজিব। কিন্তু মই এতিয়া পূজা পাবৰ যোগ্য নহওঁ। মোৰ কাৰণে এতিয়া দুঃখ-কষ্টহে দৰ্কাৰ। অনাহাৰ অনিদ্ৰাত থাকি তপ কৰিম, পাপ মোচন হ'ব। জগতে শিক্ষা পাব। (দময়ন্তীৰ চকু মোহাৰি দি) তুমি বৰ ভাগৰিছাঁ দময়। অলপ শোৱাঁ, মই বহি বহি তোমাৰ বিমল শোভা চাই থাকোঁ। (মূৰত হাত বুলাই দিয়ে)

দময়ন্তী - আজিৰ নিচিনাকৈ মই কোনো দিনে মনত ইমান তৃপ্তি পোৱা নাই। নাথ! মানুহে মিছাতে ৰাজ-সিংহাসনৰ লোভ কৰি মৰে, অৰণ্যৰ নিচিনা শান্তিৰ জীৱন কাৰেওত নাই।

নল - (চুৰিয়াৰ আগটো পাৰি দি) দময়! শুদা মাটিত কেনেকৈ শুবা? চাওঁ, মোৰ এই চুৰিয়াৰ আগটো পাৰি দিওঁ।

দময়ন্তী - নহয়, নহয়, আপুনি শোৱক। মই বহোঁ।

নল - নালাগে, নালাগে, মোক নিদ্ৰা নালাগে। আহাৰ নালাগে। নিদ্ৰাক যদি জয় কৰিব নোৱাৰোঁ — তেন্তে তপ বিফল, সাধনা বিফল হ'ব। তুমি শোৱাঁ, চাওঁতে চাওঁতে আজলীৰ দোৰ্ঘোৰ টোপনি আহিল। কিয় নাহিব? কিমান সহিব? — আই ঐ দেহি! মোৰ স্বপ্নৰ ধন আজি বাঘ-ভালুকৰ মাজত। তুমি কেনেকৈ ইমান মহিমাময়ী হ'লা? তোমাৰ এই হৃদয়ৰ মাজত মোৰ কাৰণে ইমান স্নেহ কোনে সাঁচি থৈছিল? (দূৰত এটা ব্যাধবেশী ক'লিৰ প্ৰবেশ - ক'লা পোছাক) দময়ন্তীক পিতৃৰাজ্যলৈ যোৱা বাট চিনাই দিলোঁৱেই। এই তপস্বিনী পতিব্ৰতা সতীৰনো কি অমঙ্গল হ'ব? এওঁৰ দোৰ্ঘোৰ টোপনি ধৰিছে, এই ছেগতে, যদি মই সৰকিব পাৰোঁ - ভালেই হয়। (লাহে লাহে দময়ন্তীৰ মূৰ মাটিলৈ নমাই) কিন্তু মোৰ বস্ত্ৰখন উলিয়াওঁ কেনেকৈ? টানি আনিলে হয়তো সাৰ পাব। কাটিবলৈও অস্ত্ৰ নাই। কি কৰোঁ? (ব্যাধটোৱে হাতত অস্ত্ৰ লৈ ওচৰ পায়হি আৰু চকু টেলেকা কৰি নলৰ ফালে চাই)

ব্যাধ - মই এই হাবিত চৰাই-পছু বিচাৰি ফুৰোঁ।

নল - (মনে মনে) চাওঁ তোমাৰ অস্ত্ৰখন দিয়াঁচোন —
(ব্যাধে অস্ত্ৰ দিয়ে আৰু নলে অস্ত্ৰৰে চুৰিয়াখন কাটিবলৈ ধৰে। কাটি আটাই অস্ত্ৰখন ওলোটাই দিয়ে।)

ব্যাধ - (নিজকে কোৱাদি) ক'লিৰ ছলনা! হুঁ! হুঁ! মই হ'বলা ব্যাধ? হুঁ! হুঁ! (গুচি যায়)

নল - (লাহে লাহে থিয় হৈ) গুচি যাওঁ - গুচি যাওঁ! কিন্তু সিংহ, বাঘ, ভালুক আদি বনৰীয়া জন্তু ভৰা এই অৰণ্যত দময়ন্তীক এৰি গ'লে কিজানি মোৰ পাপ হয়? .... কি কৰোঁ কি নকৰোঁ!.....নহয় — (উলটি দময়ন্তীৰ মুখলৈ চাই) সৌৱা, সৌৱা -বিশ্ববিজয়িনী মূৰ্তি লৈ মোৰ প্ৰিয়া শুই আছে। কি বিপদ হ'ব? ঈশ্বৰ! ঈশ্বৰ! মোৰ সতী-প্ৰিয়াক তুমি ৰক্ষা কৰিবাঁ। মই যাওঁ। যদি বিধিৰ ইচ্ছা হয় আকৌ দেখা পাম, নহলে এয়ে শেষ। (যাব খোজে আৰু উলটি আহে) যাওঁ নে নেযাওঁ? এৰিম নে নেৰিম? কি কৰিম? নহয় যাওঁ, যাওঁ। উলটি নাচাওঁ। মায়াই ধৰিব। যাওঁ — (লৰ মাৰি গুচি যায়)
(দময়ন্তীয়ে সাৰ পাই থৎ মৎ খাই কেউফালে চায়)

দময়ন্তী নাথ! নাথ! কেনি গ'লা? কি হ'ল? দময়ন্তীৰ প্ৰাণৰ ঈশ্বৰ ক'লৈ গ'লা? কোনে মাতিব? এই দোৰ্ঘোৰ অৰণ্যত মই কাক মাতিম? কি কাৰণে মোক এনেকৈ অনাথিনী কৰি এৰি গ'লা? (উচাপ্ খাই) আই ঔ এইটো দেখোন ক'লা সাপ! ভয়ঙ্কৰ অজগৰ! কোনে মোক ৰক্ষা কৰিব? ঈশ্বৰ! ঈশ্বৰ! মোৰ স্বামীক ক'লৈ নিলা? মোক কোনে ৰক্ষা কৰিব?
(বেগাবেগিকৈ সেই ব্যাধবেশী ক'লি ধনু-শৰ লৈ আহে আৰু শৰ মাৰি সাপটো মাৰে)

ব্যাধ - এইয়া চোৱাঁ এইটো বিয়াগোম অজগৰ একেশৰেই খণ্ডবিখণ্ড কৰিলোঁ।

দময়ন্তী - কোন? কোন তুমি?

ব্যাধ - মই ব্যাধ। তোমাক উদ্ধাৰ কৰিবলৈ আহিলোঁ।

দময়ন্তী - ক'ব পাৰানে? তুমি ক'ব পাৰানে মোৰ স্বামী ক'লৈ গ'ল?

ব্যাধ - দেৱী! এই অৰণ্যত মায়াবী মানুহ আছে। সিহঁতেই মায়া কৰি তোমাৰ স্বামীক লৈ গ'ল। তেওঁক আৰু ক'ত পাবা? আহাঁ - আহাঁ - দেৱী! মোৰ কাষলৈ আহাঁ—(দময়ন্তীৰ ফালে দুই হাত মেলি)

দময়ন্তী - নৰাধম। পাষণ্ড! কাক এনে কথা কৈছ? সিংহৰ লগৰীয়া মই সিংহিনী, নলৰ পত্নী দময়ন্তী। কি ভয় আছে? অটব্য অৰণ্য পাৎ পাৎ কৰি চাম, সিংহ -বাঘ - ভালুকৰ মূৰত ভৰি দি ল'ৰি যাম। চাওঁ — কোনে মোক বাধা দিয়ে? কিহে মোৰ গতিৰোধ কৰে! স্বামী! গুৰু! প্ৰভু! (বেগাই গুচি যায়)

# চতুৰ্থ দৃশ্য

## এখন নৈৰ পাৰ

(নৈৰ পাৰে পাৰে নল আহি থাকে। চক খাই উলটি চায়। প্ৰায় উদভ্ৰান্ত গতি)

নল - কোন? কোন?...পাছে পাছে যেন কিবা এটা ছুঁৱা মৱা হৈ আহি আছে!- (ৰয়) অথচ উলটি চায় দেখোঁ - একো নাই। বাৰু মনটো এনেকুৱা হ'ল কিয়?.... উস্! মই কি কৰিলোঁ- কি কৰিলোঁ? মোৰ গাটোত এনেকৈ জুয়ে ধৰা দি ধৰিছে কিয়? কিহৰ জুই লাগিল? (উলটি) দময়! দময়! তোমাৰ কিবা অমঙ্গল ঘটিছে নেকি!— উস্! পিয়াহত অষ্ঠ-কণ্ঠ শুকাই নিছে। নিশ্চয় দময়ে মোক আকুল-ব্যাকুল হৈ বিচাৰিছে -নহলে এনেকুৱা আকুল তৃষ্ণা ক'ৰ পৰা আহিব। (নৈৰ ফালে গৈ আঁঠুকাঢ়ি হাতৰ আঁজলিৰে তিনি আঁজলি পানী খায়) উস্! সৰ্বাঙ্গ শৰীৰ অৱশ হৈ আহিছে। ভৰিহাত ছিগি যাই ভাগি যাই লাগিছে। (হঠাৎ বহি) মই যেন বহাৰ পৰা নুঠিমেই। — (অলপ ৰৈ)নহয়- নহয়- এইদৰে বহি নৈলৈ চাই থাকিলে মোৰ সেই যৌৱনৰ এলেহুৱা ভাববোৰে আহি মোক হেঁচা মাৰি ধৰিবহি। আৰু হয়তো পাছে পাছে দময়ন্তীও ওলাবহি। (হঠাৎ থিয় হৈ) নহয় -- বহিম কিয়? মনক কিয় লাই দিম? নবহোঁ। নৰওঁ - উলটি নাচাওঁ। (কান্দো কান্দো হৈ) পিতা! পিতা! মোৰ স্বৰ্গীয় পিতা! নলৰ সুকৰ্মবিলাক তুমি গ্ৰহণ কৰাঁ; তৃপ্ত হোৱাঁ। কুকৰ্মৰ ফল মোক দিয়াঁ - মই ভোগ কৰোঁ। তথাপি, মোৰ পিতৃ-পিতামহ সকলৰ সৎকৰ্ম, সু-যশখিনি যেন অথলে নাযায়। (কেউপিনে ঘূৰি চাই হঠাৎ লৰালৰিকৈ) অ'! সৌৱা কিবা এটা যেন ল'ৰি আহিছে। যাওঁ, যাওঁ, মোৰ কাৰণে অৰণ্যাতো ঠাই নাই — মই পাপী। মই পাপ কাম কৰিলোঁ। মোৰ পাপৰ প্ৰায়শ্চিত্ত হওঁক — (উলটি চাই কৰুণ সুৰেৰে) দময়! দময়! - আ! উলটি নাচাবি - উলটি নাচাবি।

(বেগাই গুচি যায়)

(পাছে পাছে ক'লি আৰু দ্বাপৰ। ক'লিৰ পোছাক ক'লা। দ্বাপৰৰ ৰঙা।

ক'লি - সৌৱা চোৱাঁ দ্বাপৰ দেৱতা! তুমি মোৰ কৌতুক চাব খুজিছিলা নহয়! চোৱাঁ — ঈশ্বৰৰ ৰাজ্যত ক'লিয়ে কিমান ব্যাঘাত জন্মাব পাৰে।

দ্বাপৰ - (আঙুলিয়াই) সৌৱা চোৱাঁ — চোৱাঁ নল প্ৰায় উন্মাদেই হ'ল। চোৱাঁ - গাৰ চুৰিয়াখন সোলোকাই লৈ চৰাইটোৰ গালৈ মাৰি দিছে।

ক'লি - হাঃ হাঃ হাঃ সেইযে দুষ্টমন - ক'লিৰ প্ৰভাৱ। নল ৰজাৰ নিচিনা সুস্থীয়া আৰু ধীৰ নম্ৰ মানুহ এজনো ক'লিৰ ইচ্ছাত বিনা কাৰণতে বনে বনে ঘূৰি ফুৰিছে। হুঁ!

দ্বাপৰ - মোৰ দেখি বেয়াহে লাগিছে! আই ঐ দেহি! কেনেকৈ অকণমান ল'ৰা এটিৰ দৰে সৰল চিতেৰে অনাই বনাই ফুৰিছে। কিন্তু তথাপিও নলে পিতৃ-পিতামহক পাহৰা নাই, ঈশ্বৰলৈ পাহৰা নাই। ইমান ধৰ্ম প্ৰাণ নলক ক'লিয়ে একো কৰিব নোৱাৰে।

ক'লি - (হাঁহি) হুঁ! হুঁ! একো কৰিব নোৱাৰে! বাৰু, — আহাঁ -কৰ্মৰ বিপাক-পাশাৰ গুটি - ক'লিৰ খেল! হুঁ! হুঁ!

(গৈ থাকে)

দ্বাপৰ - (নিজকে কোবাদি) বাৰু গৈ থাকাঁ — খেলি থাকাঁ — খেলাই থাকাঁ? শেহত কি দেখোঁ দেখিমগৈ। ক'লিৰ জয় নে নলৰ জয়? কাৰ জয় হৈছে? — (প্ৰস্থান)

(দূৰৰ পৰা গীত গাই গাই অহা শুনা গ'ল। লাহে লাহে এখন নাও আহি লাগেহি। টিঙত বহি নাৱৰীয়াই ভাটিয়ালী গীত গায়)

### গীত

(অ' মোৰ) ভৱ নদীৰ পাৰৰ ঘাটে
আছাঁ কেনি বৈ —

আছাঁ কেনি বৈ —
ইমান সপোন ভাঙি পাতি
ইমান গোপন হৈ
কেনি আছাঁ মোহন তুমি
সপোন মেলি থৈ —।
- ইমান গোপন হৈ।
উটি উটি ভৰা -সুঁতিত
দিশে দিশে গৈ
জীৱন জিনা দোলনা দিলাঁ
গীতৰ লহৰ লৈ —
(মোৰ) মোহন ঘাটে ঐ! —

সাউদ - (নাৱৰ মাজৰ চৈ-ঘৰৰ পৰা মূৰ উলিয়াই) এইখিনিতে নাও ৰাখাঁ নাৱৰীয়া। এইটো ভাল চট্। ইয়াতে অলপ জিৰাই-সতাই লওঁহঁক।

(নাৱৰীয়াই লাহে লাহে পাৰলৈ নাও লগায়।)

নাৱৰীয়া - দেউতা! ইয়াত নাও নলগাওঁ। আৰু অলপ যাওঁ। এতিয়াও সন্ধ্যা হ'বলৈ কিছু সময় আছে। এই ঠাইডোখৰ বৰ জয়াল। তাহানি বুঢ়ালোকে কোৱা শুনিছোঁ বোলে, এইখিনি পালেহি অনেক তুতি-মিনতি কৰিহে সাৰিব পাৰে।

সাউদ - কেলেই?

নাৱৰীয়া - আৰু নক'ব দেউতা। নামকে নল'ব। এই অৰণ্যত এগৰাকী বৰ জয়াল আই আছে। এই অঞ্চলৰ মানুহে তেওঁক পেন্‌পেনী আই বোলে। পেনেৰা, সোবেধৰা, পঞ্জা লগা, শুকনি হৰা লগা ল'ৰা-ছোৱালীবোৰৰ ওপৰত বোলে ত'তেইহে গৰাকী। এই নৈৰ পাৰতে আহি কেঁচা পিঠাগুৰি, কল, এৰাঁ গাখীৰৰ মাননি দি তুতি-মিনতি কৰি মাতিলে হেনো ত'ত আহি দেখা দিয়েহি।

সাউদ - তেনে ভালহে আৰু। দেখা দিয়ে যদি আমিও তুতি-মিনতি কৰি চাম। তুমি বুঢ়া মানুহ এজন লগত আছাঁ যেতিয়া কি ভয়।

নৱৰীয়া - দেউতা! দেউতা! সৰ্বনাশ! সৌ গৰাকী চক। চক। এই ফালেকে চুলি মেলি ল'ৰি আহিছে। তেনেই বিবস্ত্ৰ। দেউতা! কি কৰে এতিয়া। হয়, হয়, এই গৰাকীয়েই সেই পেন্‌ পেনী আই হয়।

সাউদ - তেন্তে নাও এৰি দিয়াঁ। ক'ৰবাত দায়-জগৰ লাগিবও পাৰে।

(দূৰৈৰপৰা দময়ন্তীয়ে চিঞৰি দিয়ে -"নাও নেমেলিবাঁ। ৰ'বাঁ, ৰ'বাঁ" )

নাৱৰীয়া - (জাপ মাৰি নাৱৰপৰা নামি হাতেৰে ঠাই মুছি আঁঠুকাঢ়ি সেই ফালে চাই দুই হাত যোৰ কৰি গাবলৈ ধৰে।

অ'আই পেন্‌পেনী এ'
আমাৰ নধৰিবাঁ দায়।
চৰণতে পৰি কান্দো
ৰাখাঁ মহামায়া।।

সাউদ - (নামি আহি তেনেকৈ হাতযোৰ কৰি থাকে) পালেহি পালেহি —

(আউলী-জাউলী বেশেৰে দময়ন্তী আহি আগত থিয় দিয়েহি)

দময়ন্তী - তোমালোক কোন? ক'লৈ যাবাঁ?

নাৱৰীয়া - আই। আমি সাউদ দেউতাৰ নাও চলাওঁ। বেহাবেপাৰ কৰিবৰ মনেৰে আমি চেদী ৰাজ্যলৈ যাম; আই! দায়-দোষ হ'লে খেমা কৰিব। (সেৱা কৰে)

দময়ন্তী - সদাগৰ! তোমালোকে মোৰ স্বামীক দেখিছিলানে?

সাউদ - (হাতযোৰকৈ) ক্ষমা কৰিব দেৱী! এই বনত আপোনাৰ বাহিৰে আৰু কাকো দেখা নাই।

দময়ন্তী - তোমালোকে মোক দেখি ইমান ভয় কৰিছাঁ কিয়? ভয় নকৰিবাঁ — মই ৰাক্ষসীও নহওঁ, দেৱীও নহওঁ। ময়ো তোমালোকৰ নিচিনা মানুহ। মোৰ পৰিচয় পিছত দিম। তোমালোকৰ নাৱতে তুলি মোক লৈ যাব পাৰানে?

সাউদ- দেৱী! আমাৰ পৰম কপাল বুলিহে জানিম। আহক — আপুনি য'লৈকে যায় সেই ঠাইতে আমি আপোনাক নির্বিঘ্নে নমাই দিমগৈ। আপোনাক বৰ বিপদত পৰা দেখা গৈছে।

নাৱৰীয়া - আই! আহক - এই নাৱৰীয়াৰো পৰম কপাল যে এগৰাকী বিপদত পৰা আইক সি লৈ যাবলৈ পাব। আহক - পলম নকৰিব। আন্ধাৰ হোৱাৰ আগতে এই ছোৱা পাৰ হ'ব লাগে —

সাউদ - উঠক দেৱী! আপুনি নিশ্চিন্ত মনে নাৱত বহি লওক! আমি আপোনাৰ সেৱকহে —

(দময়ন্তী নাৱলৈ যায়, পাছে পাছে সাউদ। নাৱৰীয়া টিঙত বহেগৈ)

দময়ন্তী - (হাতযোৰ কৰি) ঈশ্বৰ! ঈশ্বৰ! —

## পঞ্চম দৃশ্য

### নিৰ্জান বাট

(চিন্তাযুক্ত পুষ্কৰৰ প্ৰৱেশ)

পুষ্কৰ - দৈৱ সহায় হ'ল। পাশা খেলি নিষধ ৰাজ্যৰ সিংহাসন লাভ কৰিলোঁ। কিন্তু কি হ'ব - নিষধৰ কাৰেং ঘৰটো - ৰাজ-উদ্যানৰ সৰোবৰখন- ৰজাৰ মুকুটটোৱে যেন মোক ৰজা বুলি মানিব খোজা নাই!.....ৰজা-বিষয়াবিলাকেও পেটে পেটে মোক ঘিণহে কৰে। কাৰেঙত সোমাওঁ - গাত জুই জ্বলি উঠে। কাৰেঙৰ চিত্ৰ-বিচিত্ৰ বেৰৰ মাজত যেন নল আৰু দময়ন্তীৰ প্ৰাণ দুটা সোমাই মোক সিঙৰিহে দিলে। কেতিয়াবা এনেয়ে হঠাৎ উচাপখাই যাওঁ! মই নিশ্চয় সেই পবিত্ৰ আত্মা দুটিক কঠোৰ ব্যৱহাৰ কৰিলোঁ। - নহয়- মই অপ্ৰাপ্য বস্তু পাবলৈ মন কৰিলোঁ — সেইবাবে পায়ো আজি মই তৃপ্ত হ'ব পৰা নাই। এনেকুৱা সিংহাসন লাগিছে কেলেই? মোৰ নিচিনাকৈ বহি থকা কাঠৰ মুঢ়া এটাও ৰজানে? - এদিন শ্ৰীৰামচন্দ্ৰ বনলৈ গৈছিল, - ভায়েক ভৰতক ৰাজ্য ভাৰ যাচি দিছিল- তথাপি সেই ৰাজ্যৰ সিংহাসনত ভৰত নবহিল। ৰামৰ খৰম যোৰহে তাত বহুৱাই থৈছিল। মই সেইহেন পিতৃতুল্য অগ্ৰজক প্ৰৱঞ্চি সিংহাসন লৈছোঁ। ছিঃ— ছিঃ—

(দ্বাপৰ আহে)

দ্বাপৰ - (মনতে) এইয়া চোৱাঁ - সত্যৰ জয়। এইয়া ক'লিৰ পৰাজয়। (পুষ্কৰৰ) পুষ্কৰ! তুমি চিন্তিত কিয়?

পুষ্কৰ - মোক ৰাজ্যভাৰ নালাগে।

দ্বাপৰ - (হাঁহি) হাঃ- হাঃ- তেন্তে কাক দিবা?

পুষ্কৰ - যাৰে মন যায় লওক —

দ্বাপৰ - বাৰু- (পাশতি কৰুমৰাই দিয়ে) চিন্তা নকৰিবাঁ, আহাঁ। কঠোৰ ৰাজ্য চিন্তাৰপৰা তোমাক শান্তি দিম। আহাঁ - নলৰ অবিহনে তুমিয়েই নল হৈ শাসন কৰাঁ, পুষ্কৰ হৈ শাসন কৰিব নালাগে। আহাঁ- মহামতি নলৰ মহান চৰিত্ৰই অপাৰ তৃপ্তি দিব।

পুষ্কৰ - (ৰ লাগি দ্বাপৰৰ ফালে চাই) আপুনিও আজি নলৰ যশ গাইছে দেখোন?

দ্বাপৰ - (হাঁহি) হাঃ- হাঃ- পুষ্কৰ! দৈৱৰ কৌতুক! পিছত বুজিবাঁ — আহাঁ-বিমৰ্ষ নহবাঁ - (গৈ থাকে)

পুষ্কৰ - (পাছে পাছে গৈ গৈ) হতাশ নহম? বিমৰ্ষ নহম?

# ষষ্ঠ দৃশ্য
## পৰ্বতীয়া টিলা

(এটা পৰ্বতীয়া টিলাৰ ওপৰত এটা কুটিৰত দপদপ্‌কৈ জুই লাগিছে। কুটিৰৰ মাজৰপৰা আৰ্তনাদ শুনা গৈছে। কৰ্কোটক নামে এটা অৰ্দ্ধসভ্য পৰ্বতীয়া মানুহ জুইত পৰি ছটফটাই আছে)

কৰ্কোটক - (চিঞৰি) ৰক্ষা কৰাঁ, ৰক্ষা কৰাঁ। নল ৰজা! ক'ত আছাঁ? এই পিনে আহাঁ - এই পিনে আহাঁ, মোক জুয়ে পুৰিলে। মোক উদ্ধাৰ কৰাঁ - বেগাই আহাঁ।

(ল'ৰি ল'ৰি নল আহি জুইৰ মাজৰপৰা কৰ্কোটকক দাঙি আনে।)

নল - সৰ্বনাশ! সৰ্বনাশ! (কৰ্কোটকৰ গাত হাত ফুৰাই) কেনেকৈ জুই লাগিল? তুমি নলৰ নাম জানিলা কেনেকৈ? কোন তুমি?

কৰ্কোটক - (সেহাই সেহাই) তই কোন মই ক'ব নোৱাৰোঁ। শুনিছিলোঁ নল ৰজা বিপদৰ বন্ধু। সেই কাৰণে বিপদত তাৰ নাম ললোঁ। মই নাগ জাতিৰ মানুহ। এই পৰ্বততে আমাৰ গাওঁ।

নল - (স্বগতঃ) পৰ্বতীয়া নাগ জাতিয়েও মোৰ নাম জানে? আচৰিত! অথচ সেই নলে আজি বনৰীয়া জন্তুৰ দৰে হাবিয়ে বনে ঘূৰি ফুৰিছে! - বাৰু কোৱাঁচোন, তোমাৰ নাম কি? কি হৈছে? তোমাৰ ঘৰত জুই লাগিল কেনেকৈ?

কৰ্কোটক - মোৰ নাম কৰ্কোটক। উখহা ৰোগ হৈ আজি বহুত দিন এই ঘৰতে পৰি আছোঁ। নাৰদ ঋষিৰ শাপত মোৰ এই ৰোগ হ'ল। তই আজি মোৰ ঈশ্বৰ হলি। তই ক'ৰ মানুহ? তোক দেউ মানি সেৱা কৰিলে মোৰ বহুত ধৰম হ'ব অ' -মোক অলপ ধৰচোন ঐ!

নল - ইস্! তোমাৰ গা গোটেইটো উখহি পৰ্বত যেন হৈ আছে। তোমাক দাঙিবই নোৱাৰি।

কৰ্কোটক - তুমি কোন মানুহ? চিনাই দিয়াঁচোন - বৰ ভাল পাম।

নল - তুমি বিপদত পৰি যাৰ নাম লৈছিলা - ময়েই সেই নল।

কৰ্কোটক - তুমি সেই নল ৰজা? আ! আ! আজি মোৰ কপাল! (সেৱা কৰি) ৰজা! ৰজা! তুমি মোক ছুই দিয়া - মই ভাল হৈ যাম। তুমি ঈশ্বৰ - তুমি ঈশ্বৰ! আজিৰ পৰা মই মোৰ ভাল দিন হ'ব ৰজা। ঋষিয়ে শাপ দিবৰ সময়ত কৈছিল— যিদিনা নল ৰজাক দেখিবি, - নল ৰজাই তোক যিদিনা হাতেৰে চুব- সেই দিনাৰ পৰা তোৰ ভাল হ'ব। -ৰজা! ৰজা! আজিৰ পৰা মোৰ ভাল হ'ব। -ৰজা! ৰজা! আজিৰ পৰা মোৰ ভাল হ'ব। মোক তুলি দে- মই থিয় হওঁ।

নল - (হাতত ধৰি কৰ্কোটকক ওপৰলৈ দাঙি) ঋষিৰ বাক্য সিদ্ধ হওক। তুমি ভাল হোৱাঁ বন্ধু - তোমাৰ মঙ্গল হওক।

কৰ্কোটক - (লাহে লাহে নলৰ গাত ভেজা দি উঠি চাৰিওপিনে চাই) আ! কিমান দিন মোৰ এই পৰ্বতটো থিয় হৈ চোৱা পৰা নাই! আ! ইমান ধুনীয়া! - (আনন্দত চকুৰ পানী ওলায়) ৰজা! ৰজা! আনন্দত মোৰ মন নাচি উঠিছে। মই ভাল হ'ম অ'। মই ভাল হ'ম। ৰজা! তই দেউ আছ অ'। তই মোৰ মিতা অ'!

(নলক দুই হাতে সাৱটি ধৰে)

নল - নহয় - নহয় -তুমিহে মোৰ মিতা। তুমি বিপদত পৰা নাই বন্ধু - বিপদত পৰিছিলোঁ মইহে। মোৰ মতিভ্ৰম হৈছিল মই নিজকে পাহৰি গৈছিলোঁ। তুমি মাতি আনি আজি মোক মোৰ পথ দেখুৱাই দিলাঁ। কৰ্কোটক! এই মুকলি আকাশৰ তলত তোমাক মোৰ বুকুৰ বান্ধৈ বুলি আজি আলিঙ্গন কৰিছোঁ দেই। এই মিলন ওপৰৰ পৰা দেৱতাই দেখক আৰু তলৰ পৰা মানুহে এই চানেকিকে চাই স্বৰ্গ ৰচনা কৰক। বন্ধু! ভাই!

(আলিঙ্গন কৰি বিমুগ্ধ হয়)

কৰ্কোটক - (সেই অৱস্থাতে থাকোঁতেই নলৰ সোঁ হাতখনৰ কামোৰ মাৰি দি)তোৰ এই হাতটো বেয়া আছে অ' ৰজা। -

নল - (কৰ্কোটক এৰি দি সাউৎ কৰে হাত এৰুৱাই আনি চিঞৰি মাৰি দিয়ে) উস্! কিহে কামুৰিলে?... সাপে কামুৰিলেনেকি? সৰ্বনাশ! তুমি কামুৰিলাঁ? মোৰ হাতত তুমি এনেকৈ কামোৰ মাৰি দিলাঁ কিয়? (ভয়ত পাছ হুঁহকি যায় আৰু কৰ্কোটৰ ফালে বিস্ময় ভাৱে চাই থাকে। বাওঁহাতে সোঁহাতৰ ক্ষত স্থান খামোচ মাৰি ধৰি থাকে) - "উপকাৰীক

অজগৰে খায়।" ......সচাঁনেকি? তুমি মোক কামুৰিলা কিয় কৰ্কোটক?

কৰ্কোটক - (থৰক বৰক কৰি লাহে লাহে পোন হৈ) তোমাৰ মই উপকাৰহে কৰিছোঁ ৰজা। তোমাৰ এই হাতটো বেয়া আছে। তুমি দেখিবলৈ বৰ ধুনীয়া। বিপদৰ সময়ত এনেকুৱা ৰজাৰ নিচিনা দেহৰ দৰ্কাৰ নাই। মই কামুৰি দিয়া বাবে লাহে লাহে তুমি দেখিবলৈ বেয়া হৈ আহিবাঁ। দেখিবলৈ বেয়া ভিক্ষাৰী মানুহ যেনিয়েই যায় গৈ থাকিব পাৰে। কোনো মানুহে চকু নিদিয়ে। তুমি ভয় নকৰিবাঁ ৰজা। আকৌ যেতিয়া তুমিও মোৰ লেখিয়া ভাল হৈ যাবাঁ -সেইদিনা মোৰ নাম ললেই তুমি ভাল হৈ যাবাঁ।

নল - তুমি সঁচাকৈয়ে মোৰ পৰম বন্ধু। ঠিক মোৰ এই সোঁ হাতটো বেয়া। মই যদি এই হাতেৰে পাশতি নধৰিলোঁহেঁতেন — নহয়, নহয় পাশা খেলিয়েই মই আটাইতকে ভাল কৰিলোঁ। ৰাজ-সিংহাসন মায়া-মোহ যে অসাৰ, সিংহাসনত যে একো অমৃত নাই, সেইটো বুজিবলৈ মই এতিয়াহে সুযোগ পালোঁ। এয়া মোৰ তীৰ্থযাত্ৰাহে হ'ল।

(ৰ-লাগি নলে কথা কৈ থাকোঁতে থাকোঁতে নলে নেদেখাকৈয়ে কুটিৰৰ দাঁতিৰ পৰা এখন নগা-মাকোৰ নিচিনা পৰ্বতীয়া কাপোৰ আনি নলৰ আগত ৰয়হি)

কৰ্কোটক - মই তোমাৰ কথা সকলো জানিলোঁ। ৰজা! মিতাৰ চিন ল। এইটো কাপোৰ তুমি লোৱাঁ। লবাঁ দেই —

(নলে কাপোৰ ল'বলৈ দুই হাত মেলি দিয়ে আৰু কৰ্কোটকে হাতত পেলাই দিয়ে)

নল - (কাপোৰখন গাত ছতিয়াই লৈ নতুন আনন্দত উৎফুল্ল হৈ) কাপোৰখন গাত দিয়া মাত্ৰকে মনত পৰিল যেন মোৰ দুই বাহুত অসীম শক্তি আছে। ...বন্ধু! এই কাপোৰত নিশ্চয় তোমাৰ প্ৰাণৰ মন্ত্ৰ লাগি আছে। নমস্কাৰ! তোমাক নমস্কাৰ কৰিছোঁ কৰ্কোটক —

কৰ্কোটক - (ৰজাৰ হাতত মুখ দি) তোমাৰ ঘা ভাল হৈ যাক্। (হাত ফুৰাই দিয়ে) ৰজা! ৰজা!

নল - (হঠাৎ ভৈয়ামলৈ চকু পৰি) সৌৱা - সৌৱা মোৰ সতী প্ৰিয়াই যেন ভৈয়ামৰ হাবি-বন চ'লাপাত কৰি মোক বিচাৰিছে। উস্। মই কি কৰিলোঁ! কি কৰিলোঁ!

(এইবুলি তন্ময় হৈ সেইফালে গুচি যায়)

কৰ্কোটক - যোৱাঁ - ৰজা! তুমিহে আচল ৰজা! তুমিহে আচল ৰজা!...

(সেইপিনে চাই চাই ভৰি দাঙি দাঙি গীতৰ সুৰত গাবলৈ ধৰে)

ধুনীয়া! ধুনীয়া! অ'....
ধুনীয়া ৰজা
তই ধুনীয়া অ'....
অ' অ' অ'....

(অ' অ' ধ্বনিটো যেন নলৰ পাছে পাছে গৈ আছে)

# পঞ্চম অঙ্ক

## প্ৰথম দৃশ্য

### ৰাজটোল

(ৰাজটোলৰ ভিতৰুৱা বুলনি ঘৰ এটাত আমনে-জিমনে বহি দাসী বেশে দময়ন্তী)

দময়ন্তী - দেহি ঐ! মোৰ পোনা দুটিয়ে বা মোক কিমান বিচাৰিছে! স্বামীয়েই বা ক'ত হাবিয়ে বনে বনাই ফুৰিছে। ....ৰজাৰ ৰাণী হৈ আছিলোঁ - ভাগ্যবশতঃ সেই ৰাণী আজি চেদী ৰজাৰ ভাত ৰন্ধা দাসী। .....

(সুনন্দা সোমাই আহে)

সুনন্দা - সখী! তুমি সদায় বেজাৰ মনেৰে থাকা কেলেই? কোৱাঁচোন - তোমাৰ দুখৰ কথাবোৰ ময়ো শুনো।

দময়ন্তী - কি ক'ম সখী? মোৰ এটি ল'ৰা আৰু এজনী ছোৱালী আছিল। এজন দেৱতুল্য স্বামী আছিল। পাশা খেলত স্বামীৰ সকলো গ'ল। আমি বনবাসী হলোঁ। পিছে, বনৰ মাজতে মোৰ কাষৰ পৰা স্বামী নিৰুদ্দেশ হ'ল।

সুনন্দা - শুনিলে আচৰিত হ'বলগীয়া কথা সখী! হাবিৰ মাজত অকলে তোমাক এৰি থৈ কোন সতেৰে তোমাৰ স্বামী পলাই গ'ল? তেওঁ বলিয়া মানুহনে কি?

দময়ন্তী - (হুমুনিয়া পেলাই) তেখেত দেৱতুল্য পুৰুষ সখী। মোৰহে কিবা কপাল বেয়া। মোৰনো সেইদিনা সেইটো মৰ টোপনি ক'ৰপৰা আহিছিল জানো। মোৰ টোপনিয়েই কাল হ'ল।

সুনন্দা - সখী! তুমি বেজাৰ নকৰিবা। তুমি আকৌ এদিন তোমাৰ স্বামী-পুত্ৰ-কন্যা সকলোটি পাবা। তোমাৰ নিচিনা নিমাতী মানুহ এগৰাকীক ঈশ্বৰে কেতিয়াও দুখ নিদিয়ে। (সুদেৱ সোমাই আহে) দেউ! আপুনি ইয়ালৈ কিয় আহিল?

সুদেৱ - আইদেউ! মই আপোনালোকৰ এই ৰান্ধনী গৰাকীৰ কাষলৈহে আহিছোঁ।

সুনন্দা কিয়? আপুনি চিনি পায়নেকি?

সুদেৱ - (দময়ন্তীৰ ফালে গৈ) আইদেউ! আজি আৰু মোৰ মনৰ খুকুৰি ভাগিল। আজি এই বুঢ়া বামুণৰ ভ্ৰমণ সাৰ্থক হ'ল।

দময়ন্তী - (বহাৰ পৰা উঠিব খুজি) কাক কৈছে? কি কৈছে? আপুনি কোন? সখী সুনন্দা! যিদিনা ৰাজমাৱে আশ্বাস দি মোক এই কাৰেঙত ঠাই দিয়ে সেইদিনাই মই কৈছিলোঁ যেন, মোৰ কাষলৈ কোনো পুৰুষ মানুহ যাবলৈ নিদিয়ে আৰু মোকো যেন কোনো পুৰুষৰ আলপৈচান ধৰিবলৈ নিদিয়ে। এখেত কিয় আহিল?

সুনন্দা - দেউ! আপুনি ইয়াৰ পৰা গুচি যাক।

সুদেৱ - আইদেউ! ভয় কৰিব নালাগে। মোৰ নাম সুদেৱ। মই ব্ৰাহ্মণ। বিৰ্দভৰাজ ভীমৰ আদেশত নল আৰু দময়ন্তীক বিচাৰি নানান দেশ ভ্ৰমি মই এইখিনি পাইছোঁহি। তোমাৰ গতিবিধি লক্ষ্য কৰি মই আজি ভালেদিন এই ৰাজটোলতে আছোঁ। আজি মোৰ মনৰ সন্দেহ দূৰ হ'ল। (সুনন্দাক) আইদেউ! তুমি ততাতৈয়াকৈ গৈ ৰাজমাওক লৈ আহাঁগৈ এইগৰাকী এগৰাকী মহাসতী - এখেতক বিচাৰিয়েই মই আহিছিলোঁ। (সুনন্দা যায়)

দময়ন্তী - আপুনি বিদৰ্ভৰ পৰা আহিছে?

সুদেৱ - তোমাক বিচাৰি দিশে দিশে মানুহ গৈছে। শোকত বৃদ্ধ ৰজা অস্থিৰ হৈ আছে। দময়ন্তী! দেৱী! তুমি আৰু আত্ম-গোপন নকৰিবা। মই চিনি পালোঁ। তুমি একো চিন্তা নকৰিবা। কুমাৰ ইন্দ্ৰসেন আৰু কুমাৰী ইন্দ্ৰসেনাও কুশলে আছে।

(ৰাজমাও আৰু সুনন্দা)

ৰাজমাও - কোনে ক'লে? এওঁ কোন?

সুদেৱ - ৰাজমাও! এখেত বিৰ্দভৰাজ ভীমৰ কন্যা আৰু নিষধ অধিপতি নল ৰজাৰ ভাৰ্য্যা - দময়ন্তী। ভায়েকৰ লগত পাশা খেলি নল ৰজা বাটৰ ভিক্ষাৰী হ'ল। এই সতীও স্বামীৰ লগে লগে ৰাজ্য এৰি ওলাই আহিল।

ৰাজমাও - সদাই মোৰ মনে জানিছিল, এওঁ সামান্য দাসী নহয়। (লাহে লাহে দময়ন্তীৰ ফালে গৈ) দময়ন্তী! দময়ন্তী! সতী! (সাৱটি ধৰি মূৰত চুমা খাই)"মই এই বুঢ়া বয়সত প্ৰাণৰ আশীৰ্বাদ দিছোঁ তোমাৰ স্বামী-পুত্ৰৰ সৈতে আকৌ মিলন হওক। তুমি মোৰ আপোন ভনীৰ জীয়েক। তোমাৰ মাৰ আৰু সুদাম ৰজাৰ দুই জীয়াৰী। মই পৰিলোঁ এই চেদী ৰাজ্যলৈ আৰু তোমাৰ মাৰ পৰিল বিৰ্দভ ৰাজ্যলৈ। দেহি ঐ। মোৰ ভনীৰ জীয়ৰী দময়ন্তী আৰু মোৰ জীয়াৰী সুনন্দা বাই-ভনী নহয়নে? উস্! মোৰ ঘৰতে তুমি ৰান্ধনী হৈ অতকাল গোপনে থাকিলা! আহ আই! আজি বৰ অনন্দৰ দিন! সুনন্দা! যা- তই আয়োজন কৰগৈ। আজি উৎসৱ কৰি দমযন্তীক পিতাকৰ ঘৰলৈ পঠিয়াব লাগে। দেউ! আপুনি প্ৰকৃত ব্ৰাহ্মণৰ কাম কৰিলে। সতীক উদ্ধাৰ কৰিলে।

সুদেৱ - মাৱ! মই কি উদ্ধাৰ কৰিম? ঈশ্বৰৰ ইচ্ছা। ব'লক এতিয়া। ৰাজকন্যাক ৰজাৰ উপযোগী পয়োভৰেৰে যাবৰ আয়োজন কৰোঁগৈ।

দময়ন্তী - নাই। মোৰ কাৰণে একো উৎসৱ নাপাতিব। মোৰ স্বামী নিৰুদ্দেশ। মই স্বামীৰ অবিহনে একো উৎসৱত যোগ দিব নোৱাৰোঁ। মাত্ৰ মোক মোৰ পিতাৰ কাষলৈ পঠিয়াই দিয়ক।

ৰাজমাও - বাৰু - ব'লাঁ -ব'লাঁ। চিন্তা নকৰিবাঁ। অনায়সে পঠিয়াই দিম ।

(দময়ন্তীক হাতত ধৰি লৈ যায়। পাছে পাছে সুদেৱ)

সুদেৱ - বিদৰ্ভৰাজৰ হেৰোৱা সুখ উলটি আহিল। সুদেৱৰ দেশ-ভ্ৰমণ সাৰ্থক হ'ল। (সোমাই যায়)

# দ্বিতীয় দৃশ্য

## অযোধ্যাৰ ৰাজটোল

(ফুলনিলৈ যোৱা এটা ভিতৰুৱা বাটেদি কথা পাতি ঋতুপৰ্ণ আৰু বাহুক বেশী নল আহি থাকে। নলৰ মুখৰ চেহেৰা বিকৃত। চকু কোটৰগত। জীৰ্ণ শীৰ্ণ পোছাক)

ঋতুপৰ্ণ - তোমাৰ নাম কি?

নল - মোৰ নাম বাহুক।

ঋতুপৰ্ণ - মোৰ ৰাজটোলত কোনো অচিনাকী মানুহক মই ঠাই দিব নোৱাৰোঁ। তোমাৰ পৰিচয় দিয়াঁ। যদি তোমাৰ পৰা মোৰ কিবা কাম হয় তেন্তে ৰাখিব পাৰোঁ।

নল - মহাৰাজ! আপুনি এই অযোধ্যা ৰাজ্যৰ যশস্বী নৰপাল। আপুনি ধাৰ্মিক। আপোনাৰ লগত থাকিবলৈ পালে মোৰ অশ্ববিদ্যা সাৰ্থক হ'ব বুলিহে আপোনাৰ কাষলৈ আহিলোঁ।

ঋতুপৰ্ণ - তুমি কি বিদ্যা জানা?

নল - মহাৰাজ! মই নিষধ ৰজাৰ সাৰথি হৈ আহিলোঁ। দুৰ্ভাগ্যতবশতঃ এতিয়া এইদৰে বাটে-পথে ঘূৰি ফুৰিবলগীয়া হ'ল। মোৰ সমান বেগেৰে ৰথ চলাব পৰা আৰু ঘোঁৰা শিকাব পৰা সাৰথি আৰু আপুনি ক'তো নাপায় মহাৰাজ। কিছুদিন ৰাখি মহাৰাজে মোৰ অশ্ববিদ্যাৰ প্ৰমাণ ল'ব পাৰে।

ঋতুপৰ্ণ - আৰু কি কি বিদ্যা জানা?

নল - মহাৰাজ! নিচেই কম সময়তে আৰু বিনা অগ্নিৰে মই দিব্য-ভোগ ৰান্ধিব জানো।

ঋতুপৰ্ণ - ভাল কথা। বাহুক! আজিৰ পৰা বাৰু তোমাক অশ্বপাল নিযুক্ত কলিলোঁ। মোৰ অশ্বশালত যিমানবোৰ ঘোঁৰা আছে তুমি সেই আটাইবোৰ ঘোঁৰা নিতৌ ৰথত লগাই চাবাঁ। সময়ত তুমি চলোৱা ৰথত উঠিম। তুমি অলপ সময় ইয়াতে ৰোৱাঁ - দুৱৰী আহি তোমাক লৈ যাবহি।

নল - মহাৰাজৰ যেনে ইচ্ছা।

(ঋতুপৰ্ণ টোলৰ ভিতৰলৈ যায়গৈ আৰু নল উদাস হৈ বৈ থাকে)

নল - অন্নত ৰুচি নাই, জলত তৃপ্তি নাই, নিদ্ৰাত শান্তি নাই। মুহূৰ্তে মুহূৰ্তে মনত পৰিছে - দময়ন্তী! দময়ন্তী!....মনত

পৰিছে - কুমাৰ ইন্দ্ৰসেন আৰু কুমাৰী ইন্দ্ৰসেনাৰ কি হ'ল?.....কোনে ক'ব মোৰ দময়ন্তী ক'লৈ গ'ল?....ঠিক কথা। কৰ্কোটকে সঁচাকৈয়ে মোৰ উপকাৰ কৰিলে। এতিয়া সাৰথি বাহুক বেশ লৈ এই উদাৰমতি ঋতুপৰ্ণ ৰজাৰ আশ্ৰয়তে কিছুদিন থাকোঁ। ৰাজটোললৈ অহা বিবিধ মানুহৰ মুখত নিশ্চয় এদিন নহয় এদিন দময়ন্তীৰ বাৰ্তা পাম। (ভিতৰৰ পৰা মাত দিয়ে -"আহক") অ' - ভিতৰলৈ মাতিছে। যাওঁ! বিধাতাৰ ইচ্ছা পূৰ্ণ হওক - (নিজকে সম্বোধন কৰি) সাৰথি। বলাঁ। (সোমাই যায়)

# তৃতীয় দৃশ্য

## বিদৰ্ভৰ কাৰেং

(কাৰেঙৰ ভিতৰৰা ঠাইত আমনে -জিমনে দময়ন্তী বহি থাকে। এফালে কুমাৰ ইন্দ্ৰসেন আৰু আনফালে কুমাৰী ইন্দ্ৰসেনা দময়ন্তীৰ বাহুত ভেজা দি থিয় দি থাকে)

দময়ন্তী - (নিজে নিজে) মোৰ মনত কি সোমাল? মই এনেকুৱা হলোঁ কিয়? আজি ইমান দিনৰ মূৰত এই ল'ৰা-ছোৱালী দুটি দেখা পাই মাকৰ মনত যিমান আনন্দ হ'ব লাগিছিল- মোৰ দেখো তেনেকুৱা উৎসৱৰ ভাব মনলৈ নাহিল? আই ঐ দেহি! মই মোৰ নিজৰ সন্তান দুটিৰ ফালেও স্নেহৰ চকুৰে চাব পৰা নাই! মোৰ হৃদয়ৰ স্নেহৰ ঠাই ফেৰা যেন চিন্তাত শুকাই পেলালে! (ইন্দ্ৰসেন ইন্দ্ৰসেনাক সাবটি লয়)

ইন্দ্ৰসেনা - মা!

ইন্দ্ৰসেনা - মা!

দময়ন্তী - (আচৰিত হয়) মা! মা! বুলি মাতিছা? দেহি ঐ! মোৰ সোণৰ সজাত সুমাই থোৱা ঠানুৱা কোঁৱৰ আৰু এই চেনেহী কন্যাক পাহৰিনো মোৰ সেই দেৱীতুল্য স্বামী ক'ত আছেগৈ? তেওঁ কুশলে আছেনে? কোনে মোক তেওঁৰ বাতৰি আনি দিব?

ইন্দ্ৰসেনা - মা! তই কান্দিছ কেলেই? নাকান্দিবি আকৌ। কান্দিলে আমি বেয়া পাম নহয়।

দময়ন্তী - মোৰ সোণাই ঐ! কান্দিছোনো কিয়। পিতাৰৰ বাতৰি নাপাইহে মেয়ো ইমান বেজাৰ কৰি থাকোঁ।

ইন্দ্ৰসেনা - মা! তই আৰু নাকান্দিবি! আমাক হংসা মাহীয়ে সদায় প্ৰাৰ্থনা কৰিবলৈ শিকায় নহয়। আমি প্ৰাৰ্থনা কৰিলে ঈশ্বৰে পিতাক আনি দিব নহয়!

ইন্দ্ৰসেন - (মাকৰ কোলাৰ পৰা) অ'! - আমি প্ৰাৰ্থনা কৰোঁ নহয়! বুইছ মা, আমাৰ হংসা মাহীজনী বৰ ভাল অ'। আমাক গি হে সাধু কথা কৈ শুনায়। গান গাবলৈ শিকায়। তুলসী গুৰিত চাকি দিবলৈ নিয়ে।

ইন্দ্ৰসেনা - (লৰমাৰি মাকৰ আগলৈ আহি) চা, মা! মাহীয়ে মোক নাচিবলৈ শিকায় নহয়! এইদৰে ওপৰলৈ হাত মেলি চৰাইৰ ডেউকা হয়। আকৌ উৰি যাওঁতে গান গাই গাই যাব লাগে।

ইন্দ্ৰসেন - অ'। অ'। সেই উৰি উৰিটো গাচোন। চাবি দেই মা।

ইন্দ্ৰসেনা - ওঁ। তই তেনে এইখিনিতে থিয় হৈ থাক।

(ইন্দ্ৰসেনাই নৃত্য-গীত কৰে। দময়ন্তীয়ে বিমুগ্ধ হৈ চাই থাকে)

### গীত

উৰি উৰি ঘূৰি ঘূৰি
জনমে জনমে

• প্ৰণমিলোঁ দুটি পাৱ
মৰমে মৰমে।
সেই দুটি চৰণৰে
কমল ৰেণু —
সেই মধু মাধৱীৰ
মোহন বেণু
কোনে হৰি নিলে কোৱাঁ
পশোঁ চৰণে,
সফল জীৱন হক
মাতোঁ কাতৰে।

দময়ন্তী - সখী হংসাৰ এইয়া চেনেহ চানেকি। ...বৰ সুন্দৰ হৈছে। তোমালোকক মাহীয়েৰে উপযুক্ত শিক্ষা দিছে। ৰজাৰ কাৰেঙত থকা লাহ-বিলাহৰ মিছা কথাবোৰ নিশিকি তোমালোকে এনেকুৱা পৱিত্ৰ শিক্ষা পোৱা দেখি মই বৰ আনন্দ পাইছোঁ।

ইন্দ্ৰসেনা - আকৌ ঈশ্বৰক পাৰ্থনা কৰা এটাও আছে নহয়! সেইটো আমি দুয়ো গাওঁ! গাওঁনে মা?

দময়ন্তী - ওঁ গোৱাঁ —

(এনেতে ভিতৰৰ পৰা গীতৰ ধ্বনি আহিল)

ইন্দ্ৰসেন - অ'! সেইয়া - সেই গান গোৱা মানুহটো আহিছে। বৰ সুন্দৰ গান গায় মা।

( এনেতে হাতত বীণ লৈ গীত গাই গাই লাহে লাহে বৰাগী সোমাই আহে)

গীত

মোৰ বীণৰো তিতিলে তাঁৰ ঐ গোসানী
বীণৰো তিতিলে তাঁৰ।
নলৰে কাহিনী গাব ঐ নোৱাৰোঁ
ৰেপনিৰ ছিগিব ধাৰ।।
কোঁ কোঁ কোঁ কোঁ....

দময়ন্তী - বৰাগী। আৰু নাগাবাঁ। তোমাৰ গীতৰ সুৰে মোৰ মৰম চুইছে। মই বুজিছোঁ।

(বৰাগীয়ে হাতত বীণ লৈ দময়ন্তীৰ ভৰিৰ ফালে চাই থৰ লাগি থাকে। এনেতে হাতত এখন পত্ৰ লৈ ভীম আহে)

ভীম - দময়। তোৰ সখীয়েৰ হংসাৰ কথা চা। এই পত্ৰখন দিছে।

ইন্দ্ৰসেন - চাওঁ চাওঁ, ককা! কি পত্ৰ? (দময়ন্তী থিয় হৈ ভীমৰ ফালে যায়। দময়ন্তীৰ হাতৰপৰা ইন্দ্ৰসেনে পত্ৰখন কাঢ়ি লৈ পঢ়ে।)

ইন্দ্ৰসেন - (পত্ৰ পঢ়ে) "সখী! যদি তোমাৰ স্বামী দেৱতাৰ কিবা বাৰ্তা দিব পাৰোঁ - তেতিয়াহে উলটিম। নহলে আৰু তোমাৰ বেজাৰ বঢ়াবলৈ কাৰেঙলৈ নাযাওঁ। ইতি - হংসা।"

দময়ন্তী - পিতা?

ভীম - দময়। তই আৰু বেজাৰ কৰি নাথাকিবি। মই দেশে দেশে মানুহ পঠিয়াইছোঁ! নগৰে নগৰে বাৰ্তা দিছোঁ! - নিশ্চয় মোৰ প্ৰাণাধিক নলৰ বাৰ্তা পাম। আই। মই ঈশ্বৰৰ ওচৰত কিবা অপৰাধ কৰিলোঁ নহলেনো এই বয়সত কিয় এনে মনস্তাপ পাম? আই! তই বেজাৰ এৰ তোৰ মুখৰ সেই লাৱণ্য প্ৰভা তেনেই মোলান পৰি গ'ল। মই অনেক উপায় চিন্তা কৰিছোঁ। দময়! ......

দময়ন্তী - পিতা? মোৰ স্বামীৰ বিহনে মই কাৰেঙত থাকি কি কৰিম? আপুনি মোক এৰি দিয়ক - মই আকৌ এবাৰ ভিক্ষাৰিণীৰ দৰে বাটে-পথে ঘূৰি ফুৰোঁ। পিতা! (এনেতে পৰ্ণাদ সোমাই আহে)

পৰ্ণাদ - বিদৰ্ভ ৰজাৰ জয় হওক, সতীৰ জয় হওক - মহাৰাজ!

ভীম - কোন? অ'! নমস্কাৰ আৰ্য্য! কিবা শুভ সংবাদ পালেনে?

পৰ্ণাদ - দেৱী! মই অনেক দেশ ভ্ৰমণ কৰিলোঁ! অনেক অনুসন্ধান কৰিলোঁ। শেহত গৈ অযোধ্যাৰ ৰজা ঋতুপৰ্ণৰ ৰাজধানী ওলালোঁগৈ। তাতোঁ কেৰেঁ নলৰ বাৰ্তা দিব নোৱাৰিলে। পিছে তাতে বাহুক নামে ৰজাৰ সাৰথি এজন পালোঁ। সেই "বাহুক" নামধাৰী সাৰথিজনক তোমাৰ কথা কৈ জুখি চালোঁ। মহাৰাজ! হুবহু নলেই। সেই সুদীৰ্ঘ তনু, সেই আঠুত লাগি যোৱা হাত, সেই ধেনুভিড়ীয়া চকু, অবিকল নলেই। মাত্ৰ মুখৰ গঢ় বিকৃত হৈছে। চকু সোমাই গৈছে। গালত ক'লা ক'লা সাঁচ পৰিছে।

দময়ন্তী - আপুনি তেওঁৰ পৰিচয় নললেনে দেউ?

## চতুৰ্থ দৃশ্য

### অশ্বশালা

(এটা দীঘলীয়া ঘৰ। খোটালি খোটালি। দুমূৰে দুটা ভঁৰাল। সম্মুখত চোতাল।) (মূৰত এপাচি ঘাঁহ আৰু হাতত এখন কাচি লৈ এটা ঘাঁহী সোমাই আহে।)

ঘাঁহী (বিৰক্তিৰে ঘাঁহ পাচি মূৰৰ পৰা নমাই মাটিত থয় আৰু তাৰ ওপৰতে চেৰাই মেৰাই বহে।) উস্! ৰাম, ৰাম, দুৱৰি ঘাঁহ বিচাৰি বিচাৰি টিকা ফটা ৰ'দত দিনটো ঘূৰি ফুৰোঁতে ফুৰোঁতেই গাৰ বস টোপাটোপে ওলাল। ৰজাঘৰীয়া কাম খাই বৰ মানুহ হওঁ বুলি আহিলোঁ, - আহি আকৌ কামো পালোঁহি - ঘোঁৰাৰ ঘাঁহ কটাটোহে! কপাল! কপাল! .... ভাইগেহে ভাগিৰথী। (গালে মূৰে হাত দি বহে। এনেতে হাতত এডাল চাবুক আৰু বাওঁ কান্ধত এখন ফটা কাপোৰ পেলাই লৈ নল সোমাই আহে)

নল - কি হ'ল, তুমি দেখোন এনেকৈ বহিলাঁহি?

ঘাঁহী - দুখৰ কথানো কি ক'ম দেও। ক'বলৈ দেখোন আমাৰ মাতেই নাই। এই বিয়াগোম ৰজাৰ টোলত নো আমাৰ নিচিনা ক্ষুদ্ৰ ঘাঁহী এটাৰ কথালৈ কোনে কাণ দিব খুজিছে হোঁ?

নল কোৱাঁচোন বাৰু। ময়ে শুনিম —

ঘাঁহী - তুমি শুনা নুশুনা একেই। তুমি শুনিলে জানো কিবা উপকাৰ কৰি দিব পাৰিবা? তুমিও তেওঁৰ এই ঘোঁৰাশালৰহে মানুহ।

নল - ৰজাই যদি কেতিয়াবা তোমাক ভাল পায় তেন্তে তোমাৰ কথা নো নুশুনিবই বা কিয়? মই হ'লে ৰজাক বৰ ভাল পাওঁ দেও। তেখেতৰ ঋতুপৰ্ণ নামটো সাৰ্থক।

ঘাঁহী - কি? কি? আমাৰ ৰজাৰ নামটো কি?

নল - ঋ-তু-প-ৰ্ণ।

ঘাঁহী - ৰত্ন-পত্ন।

নল - নহয়- নহয় - ঋ-তু-প-ৰ্ণ

ঘাঁহী - অ'! ঋতুপৰণ। ওঁ ঋতুপৰণ - ঋতুপৰণ -মনত ৰ'ল। ঋতুপৰণ মানে কি হে সাৰথি?

নল - 'ঋতু' মানে সময়, কাল। যেনেকৈ আমি কওঁ 'বসন্ত কাল'। সেই বসন্তকে ঋতু বোলে। 'পৰ্ণ' মানে গছৰ পাত।

বসন্ত কালৰ ওলোৱা গছৰ কুঁহি পাত খিলাৰ নিচিনা কোমল আৰু ৰসাল।

ঘাঁহী - আও! বাহুক! তুমি ঘোঁৰা চলাই থাকোঁতে ইমানবোৰ কথা ক'ত শিকিলা? তুমি পঢ়া-শুনাও জানানে কি? তোমাৰ মাতকথাবোৰ বৰ ভাল ভাল যেন লাগে। তুমি আগেয়ে কিবা ভাল কামত আছিলা যেন লাগেহে।

নল - (হাঁহি) এৰা। আগেয়ে মই নিষধ দেশৰ ৰজা নলৰ লগত আছিলোঁ। ৰজাৰ নিচিনাকৈয়েই আছিলোঁ।

ঘাঁহী - পিছে, এতিয়া নো তেনেই তকম্বৰী অৱস্থা হ'ল কেলেই?

নল - এৰা! সেইবোৰ বহুত কথা। পিছে বাৰু তোমাৰ মনৰ দুখটো কি মোক কৈ শুনোৱাঁচোন —

ঘাঁহী - বুইছা। মোৰো দশা তোমাৰ নিচিনাই! মোৰ ঘৰ ইয়াৰপৰা পাঁচ ক্ৰোশ দূৰৈত - গজপুৰ গাঁৱত। ঘৰত খাৰৈয়া অপাৰ। ধাৰে-ঋণে ছোৱালীও এজনী বিয়া কৰালোঁ। মই এই হজুৱা কামবোৰ কৰি ভাল নাপাওঁ।

নল - তুমি বিয়া কৰোৱা কিমান দিন হ'ল?

ঘাঁহী - এ' কিটো হৈছে? মুঠেই ছোৱালীজনী আনি ঘৰ পাতিছিলোঁহে। ছোৱালী বুলিও তোমাক কৈছোঁ --- যি জনী আনিলোঁ - চাই থাকিলে ভোগ-পিয়াহ হৰা। এতিয়া ঘোঁৰাৰ ঘাঁহ কাটি থাকোঁতেও মোৰ তাইলৈহে মনত পৰি থাকে দেও —

নল - (একো নামাতি মনে মনে থাকে)

ঘাঁহী - তোমাৰ আগত নকৈ কি? মই গান-বাজনা কৰি অলপ চখত থাকোঁ। তায়ো ক'লে - মোৰো মন গ'ল - বোলো ৰজাঘৰীয়া কাম এটাকে বিচাৰি যাওঁ। কামত সোমাই লৈ লাহেকে তাইকো আনি ল'ম। তেতিয়া মনৰ সুখেৰে ৰজাঘৰীয়া মানুহ হৈ খাই-বৈ থাকিম। পিছে, এতিয়ানো তাইক আনো কেনেকৈ? ঘোঁৰাৰ ঘাঁহ কাটি গৈ নো তিৰোতাজনীৰ আগত কি ভেমটো দেখুৱাম গৈ? আৰু তায়েই নো মনত কি সন্তোষটো পাব?

নল - (হাঁহি) অ' তুমি হ'বলা এইটো দুখতে ইমানকৈ ভাবিগুণি মৰিছা? মই কওঁ শুনা - ঘোঁৰাৰ গোন্ধ সদায় যদি উশাহৰ লগত দেহৰ ভিতৰলৈ যায় তাৰ পৰা শৰীৰৰ বৰ উপকাৰ হয়; তেজ পৰিষ্কাৰ কৰে! ঘোঁৰাৰ নিচিনা শক্তিশালী হয়। বুজিছা?

ঘাঁহী - ওঁ ভাইগেহে ভাগিৰথী বুইছা - ভাইগেহে ভাগিৰথী। —

নল - বাৰু এতিয়া তুমি ঘাঁহবোৰ ভঁড়ালত থৈ বহালৈ যোৱাঁ। তোমাক এটা ভাল কাম দিবলৈ ময়ো ৰজাক এবাৰ ক'ম বাৰু।

ঘাঁহী - (উঠি পাচিটো লৈ) তেনে কৰিব পাৰিলে আৰু দুটি প্ৰাণীৰ আশীৰ্বাদ পাবাঁ দেও। বৰ ধৰম হ'ব। মই তাইক আনিব পৰা, অলপ মান থকা কাম এটা দিয়োৱাঁ দেও! গুণ নহলেও ধৰম যাব ক'লৈ?

নল বাৰু, বাৰু। এতিয়া যোৱাঁ। কামৰ সময়ত কাম কৰিবই লাগিব। কাম ঘিণাব নাপায় নহয়। ঈশ্বৰে যেতিয়া যি কামকে দিয়ে সেই কামকে আনন্দ মনেৰে কৰিব লাগে। তেহে উন্নতি হ'ব। এতিয়া ঘোঁৰাবোৰ আহিলে গা ফণিয়াব লাগিব। বেগতে আহাঁগৈ যোৱাঁ —

ঘাঁহী - (মুখ বিকতাই) ৰাতি শোওঁতে গাই-পাই ঘোঁৰাৰ গোন্ধ। সেই গোন্ধটো (যায়গৈ)

নল - (হাঁহিব খুজি) দেহি ঐ! এই সৰল মানুহটোৰ সৰল কথাবোৰত তাৰ প্ৰাণৰ কিমান বেথা সোমাই আছে!..... অযোধ্যাৰ অশ্বশালা মোৰ কাৰণে যেন এখন বিশ্ববিদ্যালয়হে হ'ল! .........

(ঋতুপৰ্ণ সোমাই আহে)

ঋতুপৰ্ণ - বাহুক!

নল - মহাৰাজ!

ঋতু - এইয়া বিদৰ্ভ ৰাজ ভীমৰ পত্ৰ পাইছোঁ। দময়ন্তীৰ দ্বিতীয় স্বয়ম্বৰ পাতিছে। কাইলৈ পুৱাতে বিদৰ্ভৰ ৰাজভৱনত উপস্থিত হ'বগৈ লাগিব। ইয়াতে তোমাৰ অশ্ববিদ্যাৰ পৰীক্ষা হ'ব। তুমি এতিয়া সোনকালে বাছকবনীয়া চাৰিটা ঘোঁৰাৰে ৰথ সাজু কৰাঁ।

নল - (তললৈ মূৰকৈ গহীনাই এটা এটা শব্দ এবাৰ কৈ) দময়ন্তীৰ দ্বিতীয় স্বয়ম্বৰ?

ঋতু - কিয়? কি হ'ল বাহুক? কথাটো শুনি দেখোন তুমি থমক খালাঁ?

নল - মহাৰাজ ! (নিজকে কোৱাদি অইনফালে চাই) হ'বও পাৰে। কিনো আশ্চৰ্যৰ কথা? — হ'ব পাৰে মহাৰাজ। হ'ব পাৰে। কিন্তু দময়ন্তীয়ে স্বৰ্গৰ দেৱতাক এৰিও নলক বৰণ কৰিছিল মহাৰাজ।

ঋতু - সেই কাৰণেহে মোৰো যাবৰ ইমান ইচ্ছা হৈছে।

নল - মহাৰাজ! শাস্ত্ৰৰ বিধান মতেও ১২ বছৰ কাল স্বামী নিৰুদ্দেশ হ'লে পত্নীয়ে নতুন পতি ল'ব পাৰে। এতিয়া মাত্ৰ তিনি বছৰ কালহে নল নিৰুদ্দেশ। ইমান কম সময়ৰ ভিতৰতে ধৰ্মপ্ৰাণ ৰজা ভীমে দ্বিতীয় সয়ম্বৰৰ নিমন্ত্ৰণ দিলে কিয়? দময়ন্তীয়েই বা নলক পাহৰিলে কেনেকৈ?

ঋতু - - বাহুক! তুমি ইমান সু-বিবেচক?

নল - (তলমুৰ কৰি) মহাৰাজ!

ঋতু পলম নকৰিবাঁ। যোৱাঁ- তুমি ৰথ প্ৰস্তুত কৰাঁ। যাওঁতে যাওঁতে বাটত কথা হ'ম। খুব তেজী ঘোঁৰা বাছি বাছি ল'বা। (প্ৰস্থান)

নল মহাৰাজৰ যেনে ইচ্ছা! আচম্বিতে কি শুনিলোঁ? সচাঁকৈয়ে দময়ন্তীৰ স্বয়ম্বৰ হৈছেনে? - (হঠাৎ ৰ লাগি আকাশলৈ কাণ দি) সেইয়া শূন্যৰ পৰা কিবা এটা ৰহস্য মূৰ্তিয়ে মোক উপহাস কৰিছে! - কি হ'ল! কি হ'ল! উস্! উস্! মোৰ মূৰটো যেন তলবলাই গৈছে। (চাবুক মাৰি দিয়ে খণ্ডেৰে) যা, যা, আঁতৰি যা - মই বাহুক। মহাৰাজ ঋতুপৰ্ণৰ ৰথৰ সাৰথি। মই বাহুক। -যা , যা,— (চাবুক মাৰি সোমাই যায়)

## পঞ্চম দৃশ্য

### হাবিতলীয়া বাট

(মাজ নিশাৰ নিস্তব্ধতাৰ মাজত ক'লি আৰু দ্বাপৰক ছয়া-ময়াকৈ দেখা হয়। জোনৰ পোহৰ আৰু গছৰ ছাঁ মিলি ঝলক-তবক কৰি আছে। স্বপ্নত ওলোৱাদি আঁলাসতে খোজ দি মূৰ দুপিয়াই মূৰ দুপিয়াই দ্বাপৰে কথা কয়। ক'লিয়ে শুনে। দ্বাপৰৰ গাত নীলা আৰু ক'লিৰ গাত ক'লা কাপোৰ।

দ্বাপৰ - বোলো এইবাৰ ক'লিৰ পৰাজয় ---

ক'লি - ক'ত? কেনেকৈ? হুঁ! হুঁ!

দ্বাপৰ - এই মূৰ্খ দ্বাপৰে বুদ্ধিমান কলিৰ এই কৌতুক নাটৰ প্ৰস্তাৱনাৰে পৰা মনযোগ দি আহিছে ক'লি! মাজ নিশাৰ এই ছয়াময়া স্বপ্নলোকৰপৰা আজি দ্বাপৰে ফট্‌ফটীয়াকৈ দেখিবলৈ পাইছে —

ক'লি - যে মূৰ্খ দ্বাপৰৰ বুদ্ধি-বৃত্তিতকৈ ক'লিৰ বুদ্ধি-বৃত্তি অনেক গুণে বেছি।

দ্বাপৰ - নহয়, নহয় - ক'লিৰ কৌতুক নাটৰ পঞ্চম অঙ্ক যৱনিকা পৰোঁ পৰোঁ।

ক'লি - (অকস্মাৎ আতঙ্কৰ সুৰ ) হাঃ হাঃ হাঃ সেই কাৰণে তুমি মূৰ্খ। তোমাৰ যে সমালোচনাৰ জ্ঞানেই নাই। তুমি কৌতুক সৃষ্টি কৰিব নোৱাৰা। মোৰ যে ৰহস্যৰ অন্ত নাই ; যৱনিকা নপৰে ; এই কথাও তুমি চকু মেলি চাব খোজা নাই দ্বাপৰ! দ্বাপৰ। তুমি সন্তাপৰ পাত্ৰ। তোমাক পুতৌ!

দ্বাপৰ - ক'লি। তুমিহে সন্তাপী দেৱতা! লোকৰ শ্ৰী দেখিলে তোমাৰ বুকুত জুই জ্বলে। এতিয়া কথা কৈ আত্মশক্তিৰ মহিমা বখানিবৰ সময় নহয়। পঞ্চম অঙ্কত অভিনয়ত যদি কৌশল নেদেখুৱাই অকল কথাকে কৈ থাকাঁ - দ্বাপৰে সেই অভিনয় নেচায় —

ক'লি - হুঁ। হুঁ। -দ্বাপৰৰ নিচিনা দৰ্শক নহলেও ক'লিয়ে নল-দময়ন্তীৰ আখ্যান বস্তু লৈ এই নাট সম্পূৰ্ণ কৰিবই। কৌতুকৰ ওপৰতে কৌতুক —

দ্বাপৰ - আৰু কি কৌতুক কৰিবা ক'লি? ঋতুপৰ্ণৰ নিচিনা এজন ধাৰ্মিক ৰজা নলৰ সোঁ হাত, দময়ন্তী পিতৃৰ আশ্ৰয়ত। দুইটি দুই শক্তিৰ আকৰ্ষণত। অ'! শুনিছানে নাই দময়ন্তীৰ স্বয়ম্বৰ পাতিছে। কিয় ক'ব পাৰানে?

ক'লি - সেইয়া ৰথত উঠি ঋতুপৰ্ণ আৰু নল এই হাবিৰ মাজে মাজে গৈ আছে। পাছে পাছে এইয়া ক'লি। য'তে ৰাতি পুৱাব ত'তে লাগিমগৈ। হুঁ। হুঁ মই ক'লি — মই ক'লি।

দ্বাপৰ - (খং কৰি) তুমি ইমান আত্মম্ভৰী কিয় ক'লি? বাৰু, চাওঁ — তোমাৰ লগ এই এৰিলো। চাওঁ কেনেকৈ তুমি জয় লাভ কৰা। ক'লি। শূন্যৰ পৰা চাম, স্বপ্নৰ চকুৰে চাম, সত্যৰ ওচৰত অসত্যৰ পৰাজয় হয়নে নহয়। মই আহিলোঁ দেই — (হঠাৎ নাইকিয়া হয়)

ক'লি - যোৱাঁ - যোৱাঁ ক'লিক লগ নালাগে। ক'লি চিৰ - ৰসহ্যৰ মাজতো মহাৰহস্যৰ স্বপ্ন- অভিনেতা। বুজিছা? হুঁ! হুঁ! (প্ৰস্থান)

## ষষ্ঠ দৃশ্য

### আলিবাট

(ৰাতিপুৱাওঁ পুৱাওঁ হৈছে। ৰ'দৰ জিলিঙণিৰ আগে আগে নল পাছত ঋতুপৰ্ণ)

নল - মহাৰাজ! এই জোপা এইখিনিতে আঁহত গছ আছে। সিপিনে ঘোঁৰা কিটায়ো অলপ জিৰাই লওক, ঘাঁহ-পানী খক আৰু আমিও ইয়াতে প্ৰাত্যঃকৃত্য সমাপন কৰি লওঁ। সৌৱা ওচৰতে নৈয়ো আছে।

ঋতু - বৰ সুন্দৰ কথা। বাহুক! এইখিনিতে আজি আমি বন-ভোজন কৰোঁহক। এই যাত্ৰাতে তোমাৰ ৰন্ধন প্ৰাণালীৰো সোৱাদ লোৱা হওক। আৰু ইয়াতে আজি আমাৰ বিদ্যা বিনিময় হওক। তুমি অশ্ববিদ্যাত পাৰ্গত আৰু মই গণনা-বিদ্যা জানো। দুয়ো দুয়োৰে বিদ্যা সলনা-সলনি কৰি দুয়ো দুয়োৰে গুৰু হওঁহক। এতিয়া তুমি খন্তেক পৰ বহাঁ মই নৈত স্নান-আহ্নিকাদি সমাপ্ত কৰি আহোঁ।

নল - মহাৰাজৰ যেনে ইচ্ছা। (ঋতুপৰ্ণ গা ধুবলৈ যায় আৰু নল গছৰ তলত বহে)

নল - হে অশ্বৰূপী ভগৱান! তোমাৰ ছাঁয়াত বহি কিমান যোগী, কিমান ঋষি, কিমান সাধকে মুক্তি লাভ কৰিলে, কিমানে দিব্যজ্ঞান পালে তাৰ অন্ত নাই। কোৱাঁ প্ৰভু আজি মোক মোৰ মুক্তিৰ বাতৰি কৈ দিয়াঁ। (ধ্যানস্থ হয়)

(চুচুক চামককৈ ক'লি সোমাই আহে)

ক'লি - সৰ্বনাশ! মই কেনেকৈ যাওঁ? আজি কি শক্তিৰে নলৰ কাষ চাপোঁ? স্বয়ং বিঘ্নৰাজ ক'লিৰো আজি ভয় লাগিছে কিয়? নলৰ অন্তৰত অৰ্ন্তযামী ভগৱান জাগ্ৰত হৈ উঠিছে। ধ্যানত নলৰ চেতনা বিলুপ্ত হ'ল। কেনেকৈ নলৰ কাষ চাপোঁ? (কেউপিনে ঘূৰি চাই) উস্ মোক পুৰিছে কিহে? সঁচাকৈয়ে আজি ক'লিৰ পৰাজয় হ'লনেকি? হুঁ! হুঁ! একো কৰিব নোৱাৰিম নে? (লাহে লাহে নলৰ সমুখৰ ফালে গৈ গছৰ আঁৰ লয়) মোৰ দেখোন বহুত চক্ৰান্ত মনতে থাকিল। ক'বলৈও কথা অনেক থাকিল। হেঁ- হেঁ- হুঁ হুঁ মই ক'লি নহওঁ নে?

নল - (হঠাৎ জাপ মাৰি উঠি) ভয় নাই। ভয় নাই! তুমিয়েই ভগৱান। তোমাক সাৱটি ধৰিছোঁ। ভগৱান! তোমাক ধৰি আছোঁ। (আঁহত গছত সাৱটি ধৰে) এঁ- এঁ- (বিকট সুৰেৰে) তই? তই? এঁ- এঁ- আঁ - আঁ।

(নলে মুখেৰে আওঁ আওঁ কৰিবলৈ ধৰে)

ক'লি - এঁ। এঁ! সঁচাকৈয়ে মোৰ পৰাজয় হ'লনে কি? ছেঃ! মোৰ দেখোন বহুত কথা মনতে থাকিল। (বিকট চিঞৰি মাৰি) এৰিলোঁ - এৰিলোঁ নল! মই ক'লি! আজিৰ পৰা তোমাক ছাৰিলোঁ। তুমি ধৰ্মাত্মা - তুমি পুণ্যবান - তুমি ভগৱানৰ ভক্ত। তোমাৰ প্ৰাণৰ জুয়ে মোক দহি-পুৰি মাৰিছে। মোক পুৰিছে! হাঁ - উ- হাঁউ হুম্।

(নল ঢ'লি পৰিল)

(সাউৎকৰে পাছৰ পৰা দ্বাপৰ আহি ওলায়হি)

দ্বাপৰ - স্বৰ্গৰ চক্ৰান্তকাৰী কূটশাল ক'লিৰ আজি পৰাজয়। হাঃ- হাঃ- হাঃ- আজি অসত্যৰ পৰাজয় -; সত্যৰ জয়। ক'লি! ইমানতে তোমাৰ কূটনীতিৰ শেষ - হাঃ- হাঃ- হাঃ- দ্বাপৰৰ আজি কি আনন্দ! কি আনন্দ।

( এটা বজ্ৰধ্বনি হয়। ক'লি আৰু দ্বাপৰ অদৃশ্য হয়। শূন্যৰ পৰা শুনা গ'ল - "পুণ্য শ্লোকো নলো ৰাজা")

ঋতুপৰ্ণ - (হাতত কমণ্ডলু লৈ সোমাই আহি) কি হ'ল? কি হ'ল? এ- বাহুক! বাহুক! তোমাৰ মুখেদি দেখোন হোলোকা-হোলোকে তেজ ওলাইছে। কি হ'ল? হঠাৎ কি হ'ল?

নল - (সেহাই) পা - নী -

(ঋতুপৰ্ণ ই নলৰ মুখত কমণ্ডলুৰ পানী বাকি দিয়ে আৰু চকু-মুখ ধুৱাই দিয়ে। এনেতে বৃষ্টি হয়)

ঋতু - আলৌকিক পৰিবৰ্তন! হঠাৎ বৃষ্টি হ'ল ক'ৰ পৰা? বাহুক! বাহুক! তুমি কোন? তুমি কোনোবা ছদ্মবেশী তান্ত্ৰিক সাধক নে কি?

নল - (চকু মেলি ঋতুপৰ্ণৰ গাত ভেজা দি উঠে) আকৌ এটা নতুন প্ৰভাত! মহাৰাজ! অলপ বিশ্ৰাম ল'লেই মই সুস্থ হ'ম। আপুনি বেয়া নাপাব। যথাসময়ত আমি বিদৰ্ভ পামগৈ।

ঋতু - (নলক) আহাঁ - ৰথৰ ওচৰলৈ যাওঁ। তুমি বৰ ক্লান্ত হৈ পৰিছা। ৰথতে কিছুপৰ বিশ্ৰাম কৰিবা - আহাঁ —

নল - (যাওঁতে যাওঁতে) এতিয়াহে মোৰ দিব্য জ্ঞান উলটি আহিছে। এতিয়াহে বুজিলোঁ - উস্! মোৰ মূৰটো আজিহে পাতল পাতল লাগিছে। মহাৰাজ! ব'লক - দময়ন্তীৰ দ্বিতীয় স্বয়ম্বৰ - ব'লক

(দুয়ো সোমাই যায়)

## সপ্তম দৃশ্য

### ফুলনি

(শুধ বগা সাজ পিন্ধা হংসাই দুই হাত মেলি তললৈ মূৰকৈ চাঁই চাই নৃত্য কৰি আছে।)

হংসা - (গীত-নৃত্য)

কায়াৰ ছাঁয়া! কায়াৰ ছাঁয়া।
ছাঁয়াৰ মায়া! ছাঁয়াৰ মায়া।
ছুঁয়া-ময়া জীৱন জীয়া -
হংস মিথুন বাৰ্তা দিয়া —
উৰি ফুৰোঁ ঘূৰি ফুৰোঁ
কঁ - অক্ ! কঁ- অক্? কঁ- অক্ .

(কথা) দেহি ঐ মোৰ সন্তাপী জীউ! মই যদি সঁচাকৈয়ে এটা ৰাজহাঁহকে হৈ জন্ম ল'লোঁহেতেন! .... (তললৈ চাই) সৌৱা মোৰ ক'লা ছাঁটো আৰু মোৰ এই দেহাটোৰ মাজত কেনে মধুৰ মিলন। ছাঁটোৱেও মোক নেৰে আৰু ময়ো ছাঁটো নেৰোঁ। (দময়ন্তী আহে)

দময়ন্তী - সখী! কি কৰিছা?

হংসা - সখীয়ে পখী হৈ পাখী মেলি উৰিবলৈ অভ্যাস কৰিছে!

দময়ন্তী - কি?

হংসা - সখী দময়ন্তীৰ কায়াৰ ছাঁয়া হংসাই দ্বিতীয় স্বয়ম্বৰৰ উপলক্ষে এটা কথা-কলি নৃত্যৰ অভ্যাস কৰিছে। এই নৃত্যৰ নাম 'কায়াৰ ছাঁয়া'। বুজিছা সখী - আৰম্ভতে কথাৰ পাতনি দি তাৰ পাছত গীতৰ সুৰেৰে গাত নাচোনৰ ৰাগি লগাই ল'ব লাগে। তাৰ পাছতহে আচল নাচোনৰ লয়-লাস ওলায়। মই তেনেকুৱা এটা নাচ মহাৰাজ নলক নকৈ দেখুৱাম বুলি অভ্যাস কৰিছোঁ।

দময়ন্তী - সখী! তোমাৰ কি হ'ল? তুমি বলিয়া হ'লা নে কি? মহাৰাজ নলৰ নাম লৈছা?

হংসা - আই ঐ দেহি! মোৰ আজলী সখী - মোৰ প্ৰাণৰ সখী - মোৰ গানৰ সখী - মোৰ নৃত্যৰ সখী - তুমি হ'বলা ক'ৰই নোবাৰাঁ? চোৱাঁ - চোৱাঁ - মই যেনিবা সপোন পুৰীৰ এটি ৰাজহংস। মোৰ এই বাওঁ ডেউকাত তুমি সখী দময়ন্তী আৰু সোঁ ডেউকাত তোমাৰ ৰজা নল! ধৰাঁ, ধৰাঁ, সখী, তুমি মোৰ বাওঁ আঁচলত ধৰাঁ! মই এতিয়াই তোমাক লৈ গৈ সেই চিৰ বাঞ্চিতৰ আগত উলিয়াই দিমগৈ।

দময়ন্তী - (হংসাৰ বাওঁ আঁচলত ধৰি) সখী! তুমি এতিয়াও সপোন দেখি সপোন আঁকি মোৰ মন ভুলাবলৈ যত্ন কৰিছা?

হংসা - মন ভুলনি নহয়, - সখী, প্ৰাণ জুৰণি! ... তোমাৰ দ্বিতীয় স্বয়ম্বৰলৈ যি জন ৰজা ঋতুপৰ্ণ আহিছে তেখেতৰ ৰথৰ সাৰথি ছদ্মবেশী বাহুকেই যে তোমাৰ প্ৰাণ-ধন মহাৰাজ নল, সখী! - অশ্বশালাত জীৰ্ণ-শীৰ্ণ বেশেৰে পুনৰ্মিলন হ'বলৈ নিদি আকৌ ৰজাৰ বেশেৰেই দেখুৱাই দিমগৈ! আহাঁ সখী - অন্তেষপুৰত সুসজ্জিত হৈ মহাৰাজ নলে তোমাৰ আগমন অপেক্ষা কৰিছে। সখীসকলে আশাৰ অতীত উলাহেৰে যোগান ধৰিছে। অ'- অ'- অ' সখী। মই ৰাজহংস হোৱা হ'লে তোমাক এইদৰেই উৰাই নিলোঁহেঁতেন-

**গীত**

কঁ- অক্! কঁ - অক্! কঁ - অক্!
অচিন দেশৰে মইসপোন সখী,
উৰি ফুৰোঁ আলাসতে সপোন দেখি,
সপোন দেখি
সখী
সপোন লেখি
সপোনতে গুচি যাওঁ কবিতা লেখি!
অ' সখী!
অ' সখী!
মেলিলোঁ পাখি!

(নৃত্যৰ ভঙ্গিমাতে দময়ন্তীৰ আঁচলত ধৰি গুচি যায়)

## অষ্টম দৃশ্য

### বিদৰ্ভৰ ৰাজ-চ'ৰা

(ভীম আৰু ঋতুপৰ্ণ কথাপাতি সোমাই আহে)

ঋতু - বিদৰ্ভৰাজ! আপুনি ধন্য! ধন্য আপোনাৰ সতী কন্যা দময়ন্তী।

ভীম - সাৰ্থক মোৰ বন্ধু লাভ। মহাৰাজ! আপোনাৰ দৰে এজন মহানুভৱ পুৰুষ যি ৰাজ্যত ৰজা হৈ আছে সেই ৰাজ্য ধন্য। মহাৰাজ! আপুনি এতিয়া নিশ্চয় বুজিব পাৰিছে যে হেৰোৱা নলৰ সন্ধান উলিয়াবৰ কাৰণেই দময়ন্তীৰ দ্বিতীয় স্বয়ম্বৰ ঘোষণা কৰিছিলোঁ। আপুনি মোৰ হেৰুৱা ৰতন আনি দিলে। জন্ম-জন্মান্তৰে এইবাবে মই আপোনাৰ ওচৰত ঋণী।

ঋতু - দৈৱৰ কৌতুক মহাৰাজ। মোৰ অশ্বশালাত মহামতি ধৰ্মপ্ৰাণ নল যে বাহুক বেশে আছিল সেই বাবে মই নিজেও গৌৰৱ বোধ কৰিছোঁ। মহাৰাজ! মাজে মাজে ছদ্মবেশী নলৰ লক্ষণ দেখি মোৰ সদায় সন্দেহ হৈছিল।

ভীম আসন গ্ৰহণ কৰক! আজি আপুনিয়েই মোৰ চ'ৰাৰ মাননীয় অতিথি। আপোনাৰ শুভাশীৰ্বাদ লৈ নল-দময়ন্তীৰ পুনৰ্মিলন যাউতিযুগীয়া হওক।

( এখন আসনত ঋতুপৰ্ণ আৰু এখনত ভীম বহে। এনেতে এদল বালকে হাতে হাতে ধূপ-দীপ, পুষ্প-পাত্ৰ, চোৰঁৰ

আদি নানাবিধ উপহাৰ দ্ৰব্য লৈ গীত গাই গাই সোমাই আহে।)

**গীত**

সপোন কুঁৱলী মেলি
ওলালে সোণালী বেলি
জিলিমিলি জেউতিৰ ৰহণ ঢালি
ৰহণ ঢালি।।
মিচিকি মিচিকি হাঁহি
পদুমৰ ৰঙা পাহি
বিলে বিলে ফুলি উঠে হালি জালি
(সখী) হালি জালি।।
হালি জালি হালি জালি
হালি জালি সখী
নাচি বাগি —
সৰগৰ সুধা আনো কুঁৱলী ঠেলি।।

(উপহাৰ দ্ৰব্যবিলাক সুসজ্জিত কৈ ৰজাৰ আগত থৈ দুকাষে বহে। এনেতে বাওঁ হাতে দময়ন্তীৰ আৰু সোঁ হাতে নলৰ আঁচলত ধৰি আগে আগে গীত গাই হংসা আহে। পাছত ইন্দ্ৰসেনা, ইন্দ্ৰসেনক লৈ সখীসকল আহি থাকে)

**হংসাৰ গীত**

সেই নিমাতী পুৱাৰে পৰা
উৰি উৰি ঘূৰি ফুৰা
সপোন সখা।
এইয়া আনিছোঁ চোৰাঁ —
সমসুৰে জয় গোৰাঁ —
জীৱনৰ লীলা গতি
সোণালী ৰেখা।।

( শঙ্খ, ঘণ্টা, উৰুলি, ধ্বনি হয় - পুষ্প বৃষ্টি হয়)

হংসা - (ভীমক) মহাৰাজ। মোৰ সখী, মোৰ কায়াঁৰ ছায়া— ছাঁয়াৰ মায়া — জীৱনৰ জীৱন দময়ন্তীৰ পৰাণপ্ৰিয়ৰ প্ৰথম বাতৰি ময়ে আনি সখীক দিছিলোঁ। আজি আকৌ হেৰোৱা ধন ন-কৈ পাই ময়েই সপোনৰ ৰাজহংসটি হৈ দুয়োকো আনি আপোনাৰ চ'ৰাত দিলোঁহি। (নৃত্যৰ ভঙ্গিমাত সেৱা জনাই) আজি মিলনৰ পূৰ্ণ পয়োভৰ। আজি আৰু একো বন্ধন নাই। হংসাৰ আজি প্ৰাণ খোলা আনন্দৰ দিন। (নলক) মহাৰাজ! ক'লিৰ খেলা শেষ হ'ল এতিয়া নব অনুৰাগৰ নতুন লীলা আৰম্ভ হ'ব। আহক! আপোনাৰ আসন এইয়া আৰু সখী দময়! তোমাৰ আসন এইয়া।

(এখন চন্দ্ৰাতপৰ তলত থকা দুখন আসনত নল দময়ন্তীক বহুৱায়। কাষতে দময়ন্তীৰ ওচৰত ইন্দ্ৰসেনা আৰু নলৰ ওচৰত ইন্দ্ৰসেনক বহুৱায়। সখী সকলে চামৰ ধৰে। ধূপ-ধুনাৰ পাত্ৰ আদি হাতে হাতে লৈ হংসাই এখন ফুলৰ শৰাই বুকুত লৈ থিয় দিয়ে। এনেতে পুষ্কৰ সোমায়হি।)

পুষ্কৰ - মহাৰাজ। দময়ন্তীৰ দ্বিতীয় স্বয়ম্বৰৰ বাৰ্তা পাই আহিছিলোঁ। কিন্তু মোৰ অগ্ৰজ পিতৃতুল্য দাদা ধৰ্মপ্ৰাণ নল আৰু

মহাসতী দময়ন্তীৰ সন্মুখত আজি মোৰ সকলো গৰ্ব নাশ হৈছে। দাদা! প্ৰকাশ্য ৰাজসভাত তোমাৰ চৰণত জীৱন অপৰ্ণ কৰিছোঁ। তুমি বহুত কষ্ট পালা। মোক ক্ষমা কৰা। তোমাৰ ৰাজ্য আকৌ তোমাক ওলোটাই দিলোঁ। সতী শিৰোমণি মাতৃতুল্য বৌদেৱ, আপুনিও মোক ক্ষমা কৰক। (সেৱা কৰে)

নল - (পুষ্কৰক তুলি লৈ) তথাপি তুমি মোৰ ভাই। পুষ্কৰ। তোমাৰ গাত একো দোষ নাই। সকলো ঈশ্বৰৰ ইচ্ছা। দৈৱৰ কৌতুক। মই কেৱল দৈৱৰ খেলাৰ পুতলা হৈ মোৰ নিজৰ মাজতে সত্যৰ লীলাৰূপ দেখি বিভোল হৈহে আছিলোঁ। সদায় জানিছিলোঁ - অটুট বিশ্বাস আছিল যে, সত্যৰ জয় হ'বই হ'ব। সত্যৰ জয় হ'ল। আৰু কি কথা কম?

ঋতু - (বহাৰ পৰা উঠি দুই হাত মেলি) ধন্য। ধন্য! মহামতি নল। ইমান দীৰ্ঘদিনৰ সকলো দুখ-কষ্ট পাহৰিও যি জনে সত্যৰ জয় ঘোষণা কৰিবলৈ এনে সহায় পাইছে তেনেকুৱা পুণ্যশ্লোক পবিত্ৰ প্ৰাণৰ জয় দিয়োঁ - সকলোৱে সমস্বৰে কোৱাঁ - জয় মহাৰাজ নলৰ জয়- জয় সতী দময়ন্তীৰ জয় —

(জয়ধ্বনি, পুষ্পবৃষ্টি আৰু নানাবিধ বাদ্য বাজি উঠে)

ভীম - আজি বিৰ্দভৰ ৰাজচ'ৰা অনন্ত কালৰ কাৰণে ধন্য হ'ল। ধৰ্মৰ অৱতাৰ মহামতি নলৰ পৱিত্ৰ বাণী আজি এই চ'ৰাৰ পৰা ধ্বনিত হৈ যুগ-যুগান্তৰলৈ মানুহৰ প্ৰাণে প্ৰাণে প্ৰতিধ্বনিত হ'ব। জগতে সদায় মুক্ত কণ্ঠে ক'ব — সত্যৰ সদায় জয়। হে ঈশ্বৰ! হে অভ্যাগত সকল! সকলোৱে মোৰ প্ৰাণৰ সেৱা গ্ৰহণ কৰক।

দময়ন্তী (বহাৰ পৰা নামি আহি) চন্দ্ৰ সূৰ্য্য দেৱতা মণ্ডলীক সাক্ষী কৰি যি জনক মোৰ জীৱন সমপৰ্ণ কৰিছিলোঁ — যাৰ অভাৱত মই জীয়াতে মৰি আছিলোঁ - এনেকুৱা দেৱতুল্য পতিৰ চৰণ তলত মোৰ জীৱনৰ সকলো দুখ, সুখৰ ৰেণুত পৰিণত হওক। জগতৰ নাৰী সমাজে জানক যে পতিৰ চৰণেই সতীৰ জীৱন।

(নলৰ চৰণত সেৱা কৰে। নল থিয় হয়। হংসাই দুয়োকে মালা দিয়ে। এনেতে বাওঁহাতে এটা কমণ্ডলু এপাহ পদুম ফুল তাতে ভৰাই থোৱা। পদুম পাহৰ মাজতে পদুমৰ পাহি এটাত চন্দন, কুঙ্কুম। সোঁ হাত ওপৰলৈ তুলি আশীৰ্বাদ দি দি দেৱৰ্ষি নাৰদ সোমাই আহে)

নাৰদ - বিদৰ্ভৰাজ মহাৰাজ ভীমৰ জয় হওক! সতীৰ জয় হওক!

(নাৰদ অহাত সকলো থিয় হৈ সন্মান দেখুৱায়। ভীম আগবাঢ়ি যায় আৰু সন্মানেৰে এখন ৰত্নাসনৰ ফালে লৈ আহে। সকলোৱে নিজ নিজ আসনত বহে)

ভীম - আজি অতি শুভদিন। দেৱৰ্ষি! আসন গ্ৰহণ কৰি কৃতাৰ্থ কৰক।

নাৰদ - ধৰ্মপ্ৰাণ ৰাজৰ্ষি ঋতুপৰ্ণ! মহামতি নল আৰু ৰাজন্যবৰ্গ! আজি মই সন্মান বিচাৰি অহা নাই। মই আজি স্বৰ্গৰ দেৱতা সকলৰ আশীৰ্বাদ লৈ বিধাতাৰ এই বিচিত্ৰ নাটৰ ৰজা নল আৰু ৰাণী দময়ন্তীক পুনৰ্মিলনৰ যৌতুক দিবলৈহে আহিছোঁ। মই আজি দেৱতাৰ দূত হৈ আহিছোঁ। দৈৱৰ কৌতুক খেলাত নিষধ ৰাজ্যৰ অধিপতি নল আৰু বিদৰ্ভ-কুমাৰী দময়ন্তীয়ে যি অংশ গ্ৰহণ কৰি বিশ্ববাসীক মুগ্ধ কৰিলে সেই যাউতি যুগীয়া পুণ্য-স্মৃতিৰ অঞ্জলি দিবলৈ দেৱতাসকলে মোক পঠিয়াই দিছে। কৈছে, — ক'লিৰ প্ৰভাৱত পৰা লোকে কৰ্কোটক নাগ, দময়ন্তী, নল আৰু ৰাজৰ্ষি ঋতুপৰ্ণৰ নাম ললে ক'লি মল আঁতৰি যাব। অনন্ত কাললৈ এই পুণ্য চৰিত্ৰ বিলাক জগতবাসীৰ কাৰণে বৰণীয় হৈ থাকিব। লগতে —

এইয়া আনিছোঁ চোৱাঁ
দেৱদাৰু চন্দনৰ
দিব্যগন্ধ অনুলেপ
নন্দনৰ শ্ৰেষ্ঠ উপহাৰ,
কালৰ কপোল জিনি
নলৰ কপাল
সুশোভিত হৈ থ'ক বিজয় তিলক,
থাকে মানে চন্দ্ৰ দিবাকৰ।

(নলক ফোঁট দি)

পুণ্যশ্লোক তোমাৰ চৰিত্ৰ
সুৱঁৰিলে ধন্য হ'ব
তাপিত পৰাণ,
শান্তি পাব জগত বাসীয়ে।
("জয় পুণ্যশ্লোক নলৰ জয়")
(দময়ন্তীক কুঙ্কুমৰ ফোঁট দি)
এইয়া কুঙ্কুম চোৱাঁ
সৰগৰ সৰ্বশ্ৰেষ্ঠ
সুৰভি সিন্দুৰ ;
সতীৰ মহিমা এই
পতিভক্তি লৈ
তোমাৰ শিৰতে থ'ক
যাউতি যুগীয়া
এনে পুণ্য মধু-স্মৃতি
জয়যুক্ত হৈ।
যুগে যুগে
জন্মে জন্মে
থাকিবাঁ সদায় তুমি
প্ৰাতঃ স্মৰণীয়া হৈ। (ফোঁট দিয়ে)

(নল আৰু দময়ন্তী সিংহাসনৰ পৰা নামি দেৱৰ্ষিক সেৱা কৰে। দেৱৰ্ষিয়ে দুয়োৰে মূৰত দুই হাত দি কয়)

জয় হ'ক প্ৰজাপতি
বিধতাৰ অপূৰ্ব ৰচনা
জয় হ'ক সতীৰ মহিমা,
কোৱাঁ সবে সমস্বৰে
জয় জয় মহামতি নল
আৰু জয় জয় সতী দময়ন্তী।

(পুষ্প-বৃষ্টি, ডবা, শঙ্খ আৰু জয় "নল-দময়ন্তীৰ" জয়ধ্বনি। সকলো আসনত বহে। গীতৰ লগে লগে দেৱৰ্ষিয়ে কমণ্ডলুৰ পানী ছটিয়াই দিয়ে।)

নাৰদ - নল-দময়ন্তীৰ এই পবিত্ৰ মিলনৰ স্মৃতিয়ে অনাদি কাললৈকে পৃথিৱীৰ মানৱ সমাজক পোহৰ দি থাকিব। যি সকল পুণ্যাত্মাৰ শ্লোক গালে মন নিৰ্মল হয় সেই পুণ্যশ্লোক মহাপ্ৰাণ লোকসকলৰ লগতে জগতবাসীয়ে নল, দময়ন্তী,কৰ্কোটক নাগ আৰু ৰাজৰ্ষি ঋতুপৰ্ণৰ নাম সুঁৱৰিলে কলিৰ প্ৰভাব নাশ হ'ব।

"পুণ্যশ্লোকো নলো ৰাজা পুণ্যশ্লোকো যুধিষ্ঠিৰঃ।
পুণ্যশ্লোকো চ বৈদেহী পুণ্যশ্লোকো জনাৰ্দনঃ।।
কৰ্কোটকস্য নাগস্য দময়ন্ত্যা নলস্য চ।
ঋতুপৰ্ণস্য ৰাজৰ্ষেঃ কীৰ্তনং কলিনাশনম্।।"

সখীসকল, গোৱাঁ, গোৱাঁ, সুমধুৰ সঙ্গীতৰ সুললিত ধ্বনিৰে পুণ্যশ্লোক নল আৰু পুণ্যশ্লোকা দময়ন্তীৰ এই মহা-

মিলনৰ বাতৰি জগবাসীলৈ পঠিয়াই দিয়াঁ।

**সখীসকলৰ গীত**

যাউতি যুগীয়া কীৰিতি থাপিলাঁ
যাউতি যুগীয়াকৈ,
যাউতি যুগলৈ বাতৰি শুনালাঁ
জীৱনৰ মাধুৰী লৈ।
যাউতি যুগলৈ বতাহে বতাহে
নলৰে কাহিনী গাই
ৰাজহাঁহ উৰিবি দেশে বিদেশে
ফুৰিবি সৰোবৰ চাই।
যাউতি যুগলৈ সখী হৈ থাকিম ঐ
দুয়োৰে বাতৰি লৈ —
সপোনে সপোনে দুয়োকে বিলাম গৈ
সপোনৰ সঁহাৰি হৈ।

## যৱনিকা

# চাহজাহানৰ অন্তিম

## প্ৰথম দৃশ্য

চাহজাহান ঃ- (অকলে উদাস দৃষ্টিৰে তাজৰ ফালে চাই থাকি) মমতাজ । মমতাজ ? তুমি নাথাকিলা ভালেই হ'ল ? তুমি গুচি গ'লা। পুণ্যৱতী মহাসতী । চাহজাহানৰ প্ৰাণৰ ঈশ্বৰী ! আহ ! মই কেনেকৈ পাহৰিম ! সৌৱা সৌৱা-সৌ নীল যমুনাৰ পাৰত মোৰ বুকুৰ মৰ্মভেদী কৰুণ সপোন মমতাজ মহল তাৰেই মনৰ মাধুৰী লৈ, মোৰ চকুৰে অশ্ৰু বিন্দুলৈ; মোৰ ফালেই চাই ৰ লাগি আছে। মমতাজেও ঠিক এইদৰেই মোক ভাল পাইছিল। মোক দেখিলে একো কথা নকৈ নিমাতী প্ৰতিমাৰ দৰে থৰ হৈ ৰৈ থাকে। মোৰ মমতাজ ঠিক এচপৰা সুকোমল বগা ডাৱৰৰ দৰেই নিৰ্মল আছিল। শত শত শতাব্দীৰ কঠোৰ কঠৰা মূৰ্তিত বিশ্ববাসীৰ হৃদয় যেতিয়া পাথৰৰ দৰে কৰ্কশ হৈ পৰিব, তেতিয়া-তেতিয়া ঘূৰি ঘূৰি বিশ্বজনে আহি সৌ স্মৃতিতীৰ্থ প্ৰিয়-স্বপ্ন মমতাজ মহলৰ সমুখত ঠিয় হৈ মোৰ মহিমাময়ী মমতাজ মহলক দেখি নিশ্চয় চকুৰ পানী টুকিব। যমুনাৰ নীল সলিল ৰাশিয়ে নিশ্চয় ভাৰতসম্ৰাট চাহজাহানৰ এই মৰ্মভেদী বেদনাৰ অশ্ৰুধাৰা জগতৰ বুকলৈ বোৱাই নিব ! মমতাজ ! কথা কোৱাঁচোন, তুমি একো কথা নোকোৱা কিয় ?

(মোহম্মদ সোমাই আহে)

মোহম্মদ ঃ- ককাদেউতা ! ককাদেউতা !

চাহজাহান ঃ- ককাদেউতা ! ককাদেউতা !- কোনে মাতিছে? মোৰ কোনো নাই। যা- আঁতৰি যা নাহিবি।

মোহম্মদ ঃ- ককাদেউতা । মোক খং কৰিছে কিয় ? মই জানো আপোনাৰ কিবা শত্ৰুতা কৰিছোঁ? মই কি কৰিম? মোৰ পিতাৰ আদেশতহে আপুনি বন্দী। ককা ! ককা ! মই আপোনাৰ চৰণত ধৰি মাতিছোঁ আপুনি সুস্থ হৈ থাওক। সদায় এনেভাবে নাথাকিব।

চাহজাহান ঃ- আকৌ মোৰ বুকুত জুই দিবলৈ আহিছ? মই সুস্থ হম? যা যা-তই মোৰ শত্ৰু ঔৰংজেবৰ পুতেক। মহম্মদ! এদিন তুমি মোৰ অতি স্নেহৰ নাতি ল'ৰা আছিলা। (মোহম্মদৰ মুখলৈ চাই) আই ঐ দেহি! মোৰ সেই স্নেহৰ নাতি মোহম্মদ! তয়ো কান্দিছ? মোৰ দুখ দেখি কান্দিছ? বাছা নাকান্দিবি- মই উন্মাদ হোৱা নাই। কিন্তু বিদ্ৰোহীভাবৰ উচতনিত মোৰ দেহৰ শিৰা সমূহ উন্মত্ত হৈ গৈছে। আজি মোৰ ময়ুৰ সিংহাসনত একমাত্ৰ গৰাকী । হওক- হওক সেইবাবে মোৰ আফচোচ নাই। কিন্তু- কিন্তু- উঃ ............মোৰ জ্যেষ্ঠ আৰু জ্ঞানী পুত্ৰ দাৰা নিৰুদ্দেশ, চুজা পলাই গৈ আৰাকান পালেগৈ আৰু শুনিলোঁ বোলে, মোৰ সুখ-বিলাসী স্নেহৰ পুত্ৰ মুৰাদৰ একো সংবাদ নাই। এই বিভীষিকাময় সপোন— বোৰে মোক খুলি খুলি খালে। মোহম্মদ! ঔৰংজেবে যদি মোক ক'লেহেঁতেন যে তাৰ ৰজা হ'বৰ মন গৈছে তেন্তে মই তাকেই মোৰ উপযুক্ত প্ৰতিনিধি পাতি ললোঁহেঁতেন। কিন্তু সি মোৰ সোণৰ সংসাৰ ছাৰখাৰ কৰিলে। মোৰ মনেপতা সপোনৰ সোণৰ কলচী ভাঙি চুৰমাৰ কৰিলে। এই বৃদ্ধ বয়সত কেনেকৈ মই ইমান যন্ত্ৰণা সহিম?-

মোহম্মদ ঃ- ককাদেউতা ? আপুনি ধৈৰ্য্য ধৰি থাকক । মই আপোনাক মুক্ত কৰিবলৈ প্ৰতিজ্ঞা কৰিছোঁ। পিতাই মোক গোৱালিয়ৰ দুৰ্গৰ অধিকাৰ দি পঠাইছে। মই কিছুদিন তাত থাকি আপোনাৰ গুণগ্ৰাহী সকলৰ লগ লাগি আপোনাক মুক্ত কৰিবলৈ চেষ্টা কৰিম। মহাৰাজ যশোৱন্ত সিংহৰ দৰে বীৰ ৰাজপুত সকলে আপোনাৰ প্ৰতি অসীম সহানুভূতি জনাইছে।

চাহজাহান ঃ- জনাইছে? নজনাবই কিয়? মই জানো কাৰবাক বিহ দিছিলোঁ? মোৰ অমাত্যবৰ্গক মই আত্মীয়-কুটুম্বৰ দৰে ভাল পাইছিলোঁ। মোক দেখিলে মোৰ অমাত্যসকলে সভক্তিৰে মূৰ দোৱাইছিল। কিন্তু কিন্তু— এনে এজনো আমীৰ ওমৰাহ নোলাল নে যি ঔৰংজেবৰ এই অন্যায়ৰ, এই উদ্ধতালিৰ প্ৰতিবাদ কৰিব পাৰে ।

মোহম্মদ ঃ- কূট-বুদ্ধি পিতাৰ চক্ৰান্তত পৰি সকলো মুগ্ধ হ'ল। পিতাই তেওঁবিলাকক কৈছে যে আপুনি উন্মাদ। সেই কাৰণে মোগল সাম্ৰাজ্যৰ সুদিন চিন্তা কৰিবলৈহে তেওঁ ৰাজ্যভাৰ লৈছে।

চাহজাহান ঃ- পিছে মানুহে সেইদৰে বিশ্বাস কৰিছেনে?

মোহম্মদ ঃ- ককাদেউতা! ককাদেউতা! আপুনি আৰু সেই বিলাকৰ কথা ভাবি উত্তেজিতে নহব। আহক- আপুনি শয্যাত বহি বিশ্ৰাম লওক।

চাহজাহান ঃ- (হাতেৰে ইঙ্গিত দি) যোৱাঁ- যোৱাঁ মোহম্মদ তই যা ।

মোহম্মদ ঃ- যাওঁ যাওঁ -কিন্তু কেনেকৈ যাওঁ? ....... .................(প্ৰস্থান)

চাহজাহান ঃ- এঁ? এঁ? অন্ধকাৰ? মহা অন্ধকাৰ? গোটেই পৃথিৱী অন্ধকাৰে গিলি পেলালে। সকলো নাইকিয়া হ'ল। দিল্লী নাই, আগ্ৰা নাই, মোগল সম্ৰাজ্য নাই, চাহজাহান নাই- নাই নাই। সকলো নাইকিয়া হওক- কিন্তু মোৰ তাজ সদায় থাকক। খোদা- খোদা ? মোৰ তাজমহল? মোৰ তাজমহল?.............চৌৱা চৌৱা এচপৰা বগা মাখনৰ দৰে ধুঁৱলী-কুঁৱলী মধ্ভৰ মাজত লাহে লাহে যেন মমতাজ মহল আকাশৰ ওপৰলৈ উঠি গৈছে। ময়ো যাওঁ-সেই তাজৰ বুকুতে সোমাই ময়ো যাওঁ (জাপ মাৰিব খোজে)

(এনেতে জাহানাৰা আহি থাপ মাৰি ধৰে)

জাহানৰা ঃ- পিতা ! পিতা! কি কৰে ? কি কৰে? পিতা! পিতা! অধৈৰ্য নহ'ব। মনক সান্ত্বনা দিয়ক। মই আপোনাৰ স্নেহৰ কন্যা জাহানাৰা কাষতে আছোঁ।

চাহজাহান ঃ অঁ - হাঁ - তই মোৰ স্নেহৰ কন্যা জাহনাৰা কাষতে আছ। কিন্তু। কিন্তু জাহানাৰা, তই এটা কথা ক'ব পাৰনে? তই ক'ব পাৰনে মমতাজে মোক কেনেকৈ ভাল পাইছিল। শুন- এতিয়া য'ত চৌ মমতাজ মহল দেখিছ সেইখনেই মোৰ মমতাজৰ অতি প্ৰিয় উদ্যান আছিল। এদিন মই এপাহ সুন্দৰ বছোৰাই গোলাপ ছিঙি আনি মমতাজক কলোঁ— 'মমতাজ! চোঁৱা, এই গোলাপ পাহি কেনে সুন্দৰ।" মোৰ কথা শুনি মমতাজে অভিমান কৰি কান্দিবলৈ ধৰিলে। কান্দি কান্দি মোক ক'লে; "আপুনি যেতিয়া মোৰ আগত এপাহ গোলাপক সুন্দৰ বুলি ক'লে, তেন্তে মোতকৈ গোলাপপাহ সুন্দৰ।" মই মমতাজৰ সেই মৰ্মবাণী বুজি পাই তৎক্ষণাৎ ফুলপাহ দলিয়াই পেলাই দিলোঁ। তই এতিয়া বুজিলিনে জাহানাৰা তোৰ মাৰে মোক কিমান ভক্তি কৰিছিল?

জাহানাৰা ঃ বুজিলোঁ- পিতা মই নুবুজিলে নো আপোনাৰ কথা আৰু কোনে বুজিব? এতিয়া আপুনি ইমান চিন্তা নকৰিব। আহক বিশ্ৰাম লওক।

চাহজাহান ঃ কেনেকৈ? কেনেকৈ? বিশ্ৰাম ল'ম? বুজিছ আই! চৌযে দেখিছ যমুনাৰ সিপাৰে ৰঙা মাৰ্বলৰ এটা স্মৃতি-মন্দিৰ সেয়া মোৰ প্ৰাণৰ ৰঙ্গা সপোনৰ চিন। সেয়া মোৰ বুকুৰ তেজৰ সোঁৱৰণি। ভাবিছিলোঁ- সিপাৰে থাকিব চাহজাহানৰ বুকৰ ৰঙা তেজৰ স্মৃতি "চাহজাহান মহল" আৰু এইপাৰে মমতাজ অন্তৰৰ প্ৰেমৰ চিন শুদ্ধ ফটিকৰ স্মৃতি সৌধ বগলীৰ পাখী যেন বগা "মমতাজ মহল" আৰু দুয়োৰে মাজেদি বৈ যাব অনন্ত প্ৰৱাহশীলা নীল জলৰাশি। ভাবিছিলোঁ দুয়ো পাৰৰ দুয়োটি স্মৃতি-সৌধ সংলগ্ন কৰি যমুনাৰ ওপৰেদি এখন আকাশত ওলমি থকা দলং দি এই স্মৃতি-তীৰ্থ যাউতিযুগীয়া প্ৰেমৰ সপোনৰ দৰে যমুনাৰ বুকুত আঁকি দি যাম। যাউতিযুগীয়াকৈ মোৰ বুকুৰ তপত নিশ্বাস এটি - অনন্ত কালৰ বুকুত থৈ যাম। কিন্তু- কিন্তু- কিন্তু সকলো গ'ল।

জাহানাৰা ঃ একো যোৱা নাই। পিতা! ইমান চিন্তা কৰিলে যে আপোনাৰ —

চাহজাহান ঃ শুনিছনে জাহানাৰা? সেইয়া-সেইয়া বতাহ, ধুমুহা শিল বৰষুণ, তৰ্জন, গৰ্জন, সেইয়া-সেইয়া পৃথিৱী তেনেই ধ্বংস হ'ব এতিয়া ; সকলো থক- সকলো যক কিন্তু মোৰ মমতাজ -মহল ধংস নকৰিবা। তুমি মোৰ তাজৰ স্মৃতি বুলি ৰক্ষা কৰিবা। মমতাজ! মমতাজ (শয্যাত পৰি যায়)

জাহানাৰা ঃ (বিছি দি) পিতা সকলো আপোনাৰ মনৰ ভ্ৰান্তি, চৌৱা দেখোন মমতাজ মহল আগৰ দৰেই আপোনাৰ স্মৃতিৰে সজীৱ হৈ আছে।

চাহজাহান ঃ আছে- আছে- মোৰ মমতাজ জীয়াই আছে। তাজ! তাজ!

চাহজাহানৰ

## দ্বিতীয় দৃশ্য

(প্ৰৱেশ কৰি)

ঔৰংজেব : যিজন মোৰ মালিক, মোৰ পিতাৰ মালিক, আনকি এই সমস্ত দুনীয়াৰে যিজন একমাত্ৰ গৰাকী সেই খোদাতাল্লাৰ আশীৰ্বাদ শিৰত লৈ মই কেৱল তেওঁৰেই ফকিৰী কৰিছোঁ। মানুহে ভাবিছে - মই কুট, মই নিষ্ঠুৰ, ভাৱক। মানুহৰ ভবা কথা আৰু খোদাৰ বিচাৰ কোনো দিনে একে হোৱা নাই। মুছলমানৰ পৱিত্ৰ গ্ৰন্থ কোৰান শ্বৰিফ। মই সেই পৱিত্ৰ কোৰান সদায় বুকুত বান্ধি লৈ ফুৰিছোঁ। এনে এখন বিশাল মোগল সম্ৰাজ্য পৃথিৱীৰ বুৰঞ্জীত-যাৰ স্থান দিল্লীৰ মিনাৰ চূড়াৰ দৰে সদায় জিলিকি থাকিব- সেই হেন এখন সাম্ৰাজ্য বৃদ্ধ পিতাৰ উদাৰ আৰু ঢিলা হাতত এৰি দিলে ধংস হ'ব। এই কথা জানিয়েই মোক অন্তৰ্য্যামী ঈশ্বৰে ৰাজ্যভাৰ লবলৈ উদগাই দিছিল। মানুহে কৈছে, মই পিতাক বন্দী কৰি সিংহাসন লৈছোঁ। ক'তা? মই জানো মোৰ পিতাক অনাদৰ কৰিছোঁ। মই দেখিলোঁ বৃদ্ধ পিতা মমতাজ মহলৰ বিয়োগ-শোকতে সদায় উদাস হ'ল। সদায় যমুনা পাৰৰ তাজমহললৈ চাই চকুপানী টুকি থাকোঁতেই দিন যায়। এখন সাম্ৰাজ্যৰ ভাৰ যাৰ ওপৰত তেওঁ যদি ইমান কেঁচুৱা হৈ থাকে তেন্তে ৰাজ্য চলিব কেনেকৈ? পিতাৰ এনে উদাস ভাৱৰ আশয় পায়েই জ্যেষ্ঠ্য দাৰা হ'ল দাৰ্শনিক কবি। সি উপনিষদ আৰু কবিতাৰ মাজতে বিভোল। মুৰাদ এটা চূড়ান্ত বিলাসী। চুজা হ'ল তেনেই এলেহুৱা। গতিকে এই বিশাল সাম্ৰাজ্য চলাব পৰা তীক্ষ্ণ বুদ্ধি অকল মোৰেই আছে বুলি মোক খোদাই ক'ব লাগিছে। কত ৰাতি স্বপ্নত আশ্চৰ্য্য দৃশ্য দেখি বাহিৰলৈ ওলাই আহি অবাক মানিছোঁ। দেখিছোঁ সমুখত দুনীয়া বিজয়ৰ মহান স্বপ্ন। (ওপৰলৈ চাই) খোদা! খোদা! তুমি দেখিছা - মোৰ একো ভুল হোৱা নাই। মোক একো নালাগে- ঐশ্বৰ্য্য, ভোগ, বিলাস, একো নালাগে। মোক লাগে ইছলামৰ পৱিত্ৰতা-মোক লাগে দুনীয়াৰ গৌৰব জয় কৰি সৰ্বশক্তিমান পৰমেশ্বৰক মহিমান্বিত কৰিবলৈ। মই বাদশ্বাহ হৈ ৰাজমুকুট পিন্ধি বিলাসী ৰাজ কোঁৱৰ সকলৰ দৰে বুৰ্বকৰ অভিনয় কৰিবলৈ বিচৰা নাই। বিচাৰিছোঁ বিশাল হিন্দুস্থানৰ অধিকাৰী হৈও এজন সামান্য ফকীৰৰ দৰে খোদাৰ মহিমা চাবলৈ। বৃদ্ধপিতাক ৰাজকাৰ্য্যৰ কঠোৰতাৰ পৰা ৰেহাই দি বৃদ্ধবয়সত শান্তিৰে ৰাখিছোঁ। মোৰ একো পাপ হোৱা নাই। দিল্লীৰ বাদশ্বাহ হৈও এয়া এজন সামান্য ফকীৰৰ দৰে এটি অতি সামানা পোছাক পিন্ধি আছোঁ। ভোগ-বিলাস, মদ-মাংসই মানুহক তামসিক কৰে, অজ্ঞানতাৰ অন্ধকাৰত ডুবাই থয়। ইছলাম নূৰ মোহম্মদৰ জীৱন-সাধনাৰে গঢ়া বিশ্বপ্ৰেমৰ মহাধৰ্ম। নূৰ মানে যদি জ্যোতি হয় তেন্তে মই বাদশ্বাৰ আসন লৈয়েই সেই জ্যোতিৰ বিকাশ দেখুৱাব লাগিব। আলমগীৰ মানে ভুবন বিজয়ী কিন্তু যি নিজৰ কাম, ক্ৰোধ, লোভ, মোহ, মদ, মাৎসৰ্য্যকে জয় কৰিব পৰা নাই সি ভুবন বিজয় কৰিব কেনেকৈ? খোদা! তুমি ইমান দয়ালু! ইমান কৌশলপূৰ্ণ! তুমি মোক অন্তৰত ফকিৰী দি মোক দুনীয়ালৈ পঠিয়ালা আৰু মই যদি তোমাৰ নাম নলওঁ তেনে মই কাফেৰ হ'ব লাগিব। হাঃ হাঃ বাঃ বাঃ চমৎকাৰ! দীন দুনিয়াৰ মালিক খোদাৰ ফকিৰী কৰিছোঁ-মক্কা-মদিনাৰ হজ কৰিছোঁ- হজৰত পয়গম্বৰৰ পীৰ হৈ দিল্লীৰ সিংহাসন গ্ৰহণ কৰিছোঁ। হুঁঃ সম্মুখত কৰ্তব্যৰ গুৰুভাৰ! হুঁ! হিন্দুস্থানৰ মঙ্গল চিন্তাই মোৰ কৰ্তব্য। খোদাৰ পৱিত্ৰ নামত। (বিপৰীত ফালৰ পৰা বেগেৰে জাহানাৰা আহে)

জাহানাৰা : ভণ্ড তপস্বী। তুমি-তুমি ইয়ালৈ আহিছাঁ কিয়? লাজ লগা নাইনে? তোমাৰ অন্তৰত আঘাত লগা নাইনে?

(কোমল)

ঔৰংজেব : ভনী! তোমাৰ কথা শুনিলে মোৰ সঁচাই হাঁহি উঠে। হেজাৰ হলেও তুমি মোৰ ভনী, তুমি মাতৃ জাতি। তোমাক চাহজাদী বুলি চেলাম কৰিছোঁ। কিন্তু, জাহানাৰা! মোক মিছাতে গালি নাপাৰিবা। মোৰ কি দোষ? অক্ষম পিতাৰ হাতৰ পৰা ৰাজ্যভাৰ লৈ খোদাৰ নামত মোগল সাম্ৰাজ্যৰ মঙ্গল চিন্তা কৰিছোঁ।

জাহানাৰা : মনে মনে থাকা ভণ্ড! তোমাৰ মুখেৰে খোদাৰ পৱিত্ৰ নাম নলবা। তুমি চয়তানৰ নাম লোৱাঁ। তুমি চয়তান —

ঔৰংজেব : ঔৰংজেব চয়তান হোৱা হ'লে আগ্ৰাৰ দুৰ্গত তুমি আজিও ইমান ক্ষমতাৰে কথা ক'বলৈ নাপালাহেঁতেন। সকলো ভণ্ডামি চয়তানৰ মুৰত এৰি দি অকল ঔৰংজেব সাম্ৰাজ্যৰ অধীশ্বৰ হ'ব নোৱাৰিলোহেঁতেন। ঔৰংজেব খোদাৰ ফকীৰ - ভনটি! জাহানাৰা! তুমিও ফকিৰী কৰাঁ - জ্ঞান পাবাঁ আৰু তেতিয়া জানিব পাৰিবাঁ ঔৰংজেব মানে আলমগীৰ আৰু আলম গীৰ

ভু বনবিজয়ী। বুজিছা ভনী, মই সম্ৰাট আলমগীৰ - (ছাৎ কৰে গুচি যায়)

জাহানাৰা : (সেইফালে ৰ' লাগি চাই থাকে) সঁচাকৈয়ে আচৰিত! যিমানেই খং উঠি আহক ঔৰংজেবৰ কথা শুনিলে মনৰ ক্ৰোধ তৎক্ষণাৎ নুমায় যায়। ইমান শক্তি চয়তানে দিব পাৰে জানোঁ? হায়! ঔৰংজেব যদি- নাই, তাৰ কথা নাভাবোঁ। শেষত বৃদ্ধপিতাক ছলেৰে বন্দী কৰি সি সিংহাসন লৈছে। যি সম্ৰাজ্যত চাহজাহানে বাহিৰলৈ ওলালে হেজাৰ হেজাৰ প্ৰজাই বেৰি লৈ জয়ধ্বনি দি আগবঢ়াই নিয়ে, যাৰ স্বপ্নৰ ফলত আগ্ৰা নগৰৰ কাৰেংঘৰৰ বিতোপন দৃশ্যত পৰিণত হ'ল, সেই চাহজাহান আজি ৬ বছৰ কাল পুতেকৰ হাতত বন্দী। শোকত পিতাৰ হৃদয় ভাগি গ'ল। চাহজাহান আজি অন্ধ উন্মাদ। উস! সৌৱা সৌৱা বগা মাৰ্বলৰ পাথৰৰ ফটিক উজ্জ্বল তাজৰ ওপৰত শুকুলা জোনাকৰ ঢল জিলিকি উঠিছে। কিন্তু হায়! তথাপি সি প্ৰাণহীন, পাথৰত আঁকি থোৱা প্ৰাণৰ করুণ কাহিনী । মাটিৰ মানুহ মাটিত মিহলি হয়। ৰাতিৰ সপোনৰ দৰে খন্তেকৰ কাৰণে দুদিনীয়া জীৱন এটা লৈ মানুহে পৃথিৱীত এনে অত্যাচাৰ কৰে কিয়? কেতিয়াবা মন যায় যেন এই জোনাকৰ ঢলত ময়ো এটা কিবা মহাৰস হৈ কেৱে নেদেখাকৈ বিৰাট স্বপ্নৰ মাজত লীন হৈ যাম! ( ৰয়)।

## তৃতীয় দৃশ্য

(এখন শয্যাত চাহজাহান শুই থাকে। ওচৰতে কিছু শয়ন কক্ষৰ সঁজুলি পৰি থাকে)

চাহজাহান : (অস্ফুট স্বৰেৰে) তুমি আৰু মই। মমতাজ আৰু চাহজাহান। অঁ - অঁ - আজি মোৰ জীৱনৰ ৰোজা অন্ত হ'ল। সেইহে আজি আকাশত কনক চন্দ্ৰ দেখিছোঁ। মমতাজ। মমতাজ। মই তোমাক ভাল পাওঁ দেখি আল্লাই তোমাক ভাল পাইছে! আঃ সৌৱা মোৰ আত্মাটি তোমাৰ কাষতে সন্ধিয়াৰ সখী তৰা হৈ ত-তয়াই আছে। (হাতত এগিলাছ চৰবৎ লৈ জাহানাৰা আহে)

জাহানাৰা : বাবাজান? বাবাজান? এইয়া ধৰক —

চাহজাহান : (ধৰিবলৈ দুই হাত মেলি) ক'তা? ক'তা? মমতাজ! জোনাক! জোন! তৰা! আকাশ! নীলিমা! —

জাহানাৰা : বাবজান! জোন তৰা ক'ত দেখিলে? চকু মেলক, এইয়া আপোনাৰ কাৰণে অলপ চৰবৎ আনিছোঁ। বাবজান! আপুনি কিবা সপোন দেখিছিল। দিনৰ সপোন ৰাতিৰ সপোনতকৈ বৰ ৰাগিয়াল। সেই কাৰণে বোধহয় আপোনাৰ তন্দ্ৰা ভগা নাই (চকুত কাপোৰ মোহাৰি দি) সৌৱা চাওক, এতিয়াও বেলি মাৰ যোৱা নাই। (খিড়িকী এখন মেলি দিয়ে আৰু মাৰ যোৱা সূৰ্যৰ ৰশ্মি আহি চাহজাহানৰ মুখত পৰে) হোঁৱক বাবা, অলপ আঙুৰৰ চৰবৎ পান কৰক। শৰীৰত বল পাব আৰু গা ভাল লাগিব (চৰবৎ খুৱাই দিয়ে)

চাহজাহান : (চৰবৎ নিজহাতে ধৰি লৈ খাই) আৰে হয়াত! অঁ- মই এতিয়া বুজিলোঁ বেহেস্তৰ পৰা মোৰ প্ৰাণতমা মুমতাজে তোৰ হাতত এয়া মৃত-সঞ্জীৱনী সুধা পঠিয়াই দিছিল। এৰা, এৰা, মোৰ মুমতাজে মোৰ কথা পাহৰিব পাৰে জানোঁ? - জাহানাৰা! মোক মাতিছে।

জাহানাৰা : কোনে? কলৈ?

চাহজাহান : দুনীয়াৰ মালিকে তেওঁৰ সভালৈ মাতিছে। বেহেস্তত নওৰোজ উৎসৱ হৈছে। দিল্লীশ্বৰ চাহজাহানক মাতিছে। মুমতাজ মহলৰ সৈতে-আকৌ তাত এখন নতুন বিয়া হ'ব। মমতাজক নজৰানা দিব এধাৰ জোন-বিৰি আৰু এধাৰ তৰাৰ মালা! মোক দিব প্ৰেমৰ এখন নীল যমুনাৰ অনন্ত প্ৰৱাহ।

জাহানাৰা : বাবাজানৰ কথাত আজি তেনেই পৰপাৰৰ কথা। যেন দেহত আশা নাইকিয়া হ'ল, কেৱল এটা স্বপ্নভাবেহে জাগৰণ কৰি থৈছে। (বিচি দি) বাবাজান? একান্ত মনেৰে এবাৰ আল্লাক মনত পেলাওক আৰু সকলো ভ্ৰান্তি পাহৰি শান্তিৰ ভাব মনলৈ আনক (এনেতে এখোজ দুখোজ কৈ চুচুক চামাক কৰি ঔৰংজেব সোমাই আহে। জাহানাৰা অবাক হয়। চাহজাহানে হঠাৎ চমক খাই উঠে।

চাহজাহান : (একান্ত ভাৱে ঔৰংজেবৰ ফালে চাই থাকে) ঠিক সময়তে আহিছাঁ! মৌলবী চাহেব। মোক কোৰান শুনাবলৈ আহিছা? আহাঁ- আহাঁ -

জাহানাৰা : (বাঘিনীৰ দৰে ঠিয় হৈ বিচনীৰে বিচি দি) সাৱধান। ঔৰংজেব! ঔৰংজেব। এখোজো আগবাঢ়ি নাহিবাঁ- তাতে থাকা- লাজ লগা নাইনে?

ঔৰংজেব : (বাওহাত দাঙি) ভনীটি! অলপ ক্ষান্ত হোৱা। মই মোৰ পিতাৰ ওচৰলৈ আহিছোঁ। বাবা।

চাহজাহান : বাবা? বাবা? কোন দাৰা? চুজা, মুৰাদ? কোন?

ঔৰংজেব : আপোনাৰ পুত্ৰ ঔৰংজেব। বাবা! মই ক্ষমা বিচাৰি আহিছোঁ, মোক ৰক্ষা কৰক! (চাহজাহানৰ ভৰিত ধৰিবলৈ যায়)

জাহানাৰা : মোগল সম্ৰাট ঔৰংজেবে বন্দীশালৰ মৃত্যু পথিকক ভৰিত ধৰি ক্ষমা খুজিবলৈ আহিছে। সুন্দৰ অভিনয় কৰিছা। ঔৰংজেব। বেছ অভিনয় কৰিছা?

চাহজাহান : ঔৰংজেব। মোগল সম্ৰাট ঔৰংজেব! স্বপ্ন নে দিঠক? জাহানাৰা? ................

ঔৰংজেব : বাবা! অনুতাপত দগ্ধ হৈ পুৰি মৰিছোঁ। পুত্ৰৰ অপৰাধ ক্ষমা কৰক। বাবা ক্ষমা দিয়ক! বাবা। আপুনিয়েই তো মোৰ জন্মদাতা! .......

চাহজাহান : ক্ষমা! - খোদা? ........ পিতাই যদি পুত্ৰৰ কাতৰ আহ্বান নুশুনে তেন্তে খোদাই মানুহৰ প্ৰাৰ্থনাও নুশুনা হ'ব। দয়াই ধৰ্ম আৰু ক্ষমাই তৃপ্তি । মোৰ পুত্ৰই মোক ক্ষমা খুজিছে -খোদা। পুত্ৰ! আশীৰ্বাদ দিছোঁ বিশ্ববিজয়ী হোৱাঁ - পুত্ৰ! .......

জাহানাৰা : (ঔৰংজেব) বাবাজান অলপ সুস্থ হওক। তুমি এতিয়া যোৱাঁ -

ঔৰংজেব : (কুনিৰ্চ কৰি কৰি পাছ হঁহকি যায়) ভনীটি। জাহানাৰা! ......
(প্ৰস্থান)

জাহানাৰা : (ঔৰংজেব যোৱা ফালে চাই থাকি) চমৎকাৰ অভিনয়? খোদাৰ ইচ্ছানে, ঔৰংজেবৰ যাদু-বিদ্যা সেই কথা যাতে বিচাৰ কৰে। কিন্তু মোৰ পিতৃ চাহজাহানে ঔৰংজেবক ক্ষমা দিলে, এইয়েই মহাবিচাৰৰ জ্বলন্ত আদৰ্শ? -

চাহজাহান : মমতাজ! খোদা! অন্তিমৰ লগৰীয়া?

জাহানাৰা : বাবাজান! বাবাজান!

চাহজাহান : জাহানাৰা মোৰ মূৰটো বৰ গধূৰ লাগিছে অ'।

জাহানাৰা : (বিচি) লাগিবটো বাবা। আপুনি এনে দুৰ্বল অবস্থাতো মানসিক চিন্তা বঢ়াই লৈছে কিয়? সকলো পাহৰিবৰ চেষ্টা কৰক। একমাত্ৰ খোদাতাল্লাক চিন্তা কৰক।

চাহজাহান : মুমতাজ। অ' মুমতাজ সেই শেষৰ অনুৰোধ যেয়ে মোৰ সৌৰৱণীত মুৱাজ্জীনৰ মধুৰ কণ্ঠ। শুনিছ? শুনিছনে জগতবাসী! সেইয়া-সেইয়া-অটলভেদী কৰুণ আহ্বান শুনিছনে- বাদশ্বাহ চাহজাহান প্ৰেমৰ ভিক্ষাৰী মুমতাজ মহীয়সী মূৰ্তিময়ী নাৰী। .............. জাহানাৰা। জাহানাৰা। আজি মোৰ শাদী - আন আন - মোৰ হীৰা, মুক্তা, পান্না জহৰত.... চব আন (বুকুত লৈ) মূৰটো এবাৰ দাঙ্গি দে - মই মোৰ তাজক এবাৰ নয়ন ভৰি শেষবাৰলৈ চাই লওঁ। সৌৱা, সৌৱা, আজৰাইল আহি ওচৰ পালেহি। মুমতাজ! মুমতাজ! (আঃ)।

জাহানাৰা : আব্বাজান!

চাহজাহান : তাজ! তাজ! মোৰ হীৰা পান্না চব আন। মোৰ মূৰটো এবাৰ দাঙ্গি দে - মই মোৰ তাজক এবাৰ নয়ন ভৰি শেষবাৰলৈ চাই লওঁ। সৌৱা- সৌৱা আজৰাইল আহি ওচৰ পালেহি।

চাহজাহান : মুমতাজ! মুমতাজ! (পৰিযায়)

জাহানাৰা : শেষ! আব্বাজান........

শ্বাহজাহান : তাজ! তাজ!

(১৯৪১ চনৰ এক্সাৰচাইজ বুকত চাহজাহানৰ অন্তিম নাটকখন লিখা হৈছিল। নকল কৰোঁতাৰ নাম জনা নাযায়। তৃতীয় দৃশ্যৰ শেষৰ পিঠিত আনন্দচন্দ্ৰ বৰুৱাই যোগ-বিযোগ কৰিছে।)

— সম্পাদক

# নাটকৰ পৰিশিষ্ট

## পৰিশিষ্ট - ক

## বিসৰ্জন

স্বৰ্গীয় দাদা

নগেন্দ্ৰনাথ বৰুৱাৰ পবিত্ৰ স্মৃতিত

*আমি ছয় ককাই- ভাইৰ ভিতৰত যিজন আছিল সব বৰ তেওঁৰেই আমাৰ আটাইৰে অতি শ্ৰদ্ধাৰ দাদা। ৰামৰ দৰেই দাদা আছিল পৰম দয়ালু - অতি স্নেহশীল। নবৌ অকালতে ঢুকাল। দুটি মাত্ৰ কন্যা থাকিল। দাদাৰ ল'ৰা নাছিল। ভায়েকহঁতেই তেওঁৰ অন্তৰত থকা পুত্ৰ স্নেহ ভোগ কৰিলে। চাহ-বাগিচাৰ চাকৰি কৰিয়েই জীৱন কটালে। অধ্যয়নৰত দাদাৰ মানসত যি উচ্চ আদৰ্শ, প্ৰেম আৰু পৰোপকাৰ বৃত্তি আছিল সেয়ে তেওঁক মোৰ মনত দেৱতা কৰি থৈছে।*

*সেই জন দেৱতাৰ পবিত্ৰ স্মৃতিত*
*ভায়েকৰ এয়া অসীম শ্ৰদ্ধাৰ অৰ্ঘ্য*

— আনন্দ।

# এষাৰ কথা

ইংৰাজী ১৯২৬-২৭ চনৰ কথা। তেতিয়া আমি কাশী হিন্দু বিশ্ববিদ্যালয়ৰ ছাত্ৰ ; গৰমৰ বন্ধ আৰু পূজাৰ বন্ধত কলিকতাত দুই চাৰিদিন ৰৈ থিয়েটাৰ চোৱা এটা প্ৰধান কাম আছিল। সেই সময়ত কলিকতাৰ ৰঙ্গমঞ্চত এটা নতুন ধাৰাৰ ঢৌ উঠিছিল। স্বৰ্গীয় নাট্যাচাৰ্য্য শিশিৰকুমাৰ ভাদুৰীৰ পৰিচালনাত কৰ্ণওৱালিচ ষ্ট্ৰীটত "নাট্য মন্দিৰ" নামে এটা নতুন মঞ্চৰ জন্ম হৈছিল। স্বৰ্গীয় ভাদুৰী আছিল এজন ইংৰাজী সাহিত্যৰ অধ্যাপক। শ্ৰেণীত শ্বেক্ছপীয়েৰৰ নাটক পঢ়ুৱাওঁতে ভাদুৰী এনেদৰে উদ্বুদ্ধ হৈছিল যে, নাটকৰ চৰিত্ৰবিলাকৰ অভিনয় কৰি কৰি ছাত্ৰক নাটক পঢ়ুৱাইছিল। তেখেতে কলেজৰ অধ্যাপনা এৰি দি ভাৰতীয় নাট্যশাস্ত্ৰৰ আৰ্হিৰে "নাট্য-মন্দিৰ" স্থাপন কৰিলে। সেই নাট্যগোষ্ঠীৰ প্ৰতিষ্ঠাতা ভাদুৰীৰ মূলমন্ত্ৰ আছিল - "নমো নটনাথায় নমঃ"। ৰঙ্গমঞ্চৰ সমুখত থকা ওপৰৰ ঢাকনিত এই মন্ত্ৰ লিখা আছিল। ভাদুৰীয়ে স্বৰ্গীয় যোগেশ চৌধুৰী নামে এজন নাট্যশিল্পী আৰু বীণাবাদক শিক্ষকক লৈ এখন নতুন নাটক কৰালে - 'সীতা'। এই সীতা নাটকখন অমিত্ৰাক্ষৰ ছন্দ ভাঙি ভাঙি লিখা। বচন গাওঁতে সুৰ নলগোৱাকৈ কথা কোৱাদি বচনবিলাক মাতিব পাৰি। কলিকতাৰ মঞ্চ অভিনয়ত এটা ডাঙৰ আলোড়ন সৃষ্টি হ'ল। পুৰণি ৰীতিৰ অভিনয় লাহে লাহে ম্লান পৰি আছিল। সীতা নাটকৰ সাফল্যাই কলিকতাৰ নাট্যমোদী সমাজক বিমুগ্ধ কৰিলে। কেইবাবছৰো এই নাটখন চলিল। আমি নিজেও অনেকবাৰ ইয়াৰ অভিনয় চাই চকুৰ পানী টুকি টুকি উলটিছিলোঁ। সীতা নাটকত সীতাৰ বনবাসৰপৰা আৰম্ভ কৰি পাতাল প্ৰৱেশ পৰ্য্যন্ত ৰাম-সীতা বিৰহৰ কৰুণ কাহিনীয়ে দৰ্শকক নিমাত নিস্তব্ধ কৰি থৈছিল। সেই অভিনয় চাই থাকোঁতে মনত এটা হেঁপাহ জন্মিল - ৰামায়ণৰ বাকী অংশৰ নাটকীয় ৰূপ দিবলৈ সীতাহাৰা ৰামৰ একমাত্ৰ সঙ্গী লক্ষ্মণৰ লগত শেষ জীৱনৰ যি সম্পৰ্ক আছিল তাকে লৈ বিসৰ্জন বা লক্ষ্মণ-বৰ্জন নাটখন লিখা হৈছিল। ভাদুৰীৰ ৰীতি অনুসৰণ কৰি অমিত্ৰাক্ষৰ ছন্দ ভাঙি ভাঙি লিখা হ'ল যাতে ছন্দত কোৱাদি নকৈ বচনবিলাক কথা কোৱাদি ক'ব পাৰি।

নাটক কাশীত পঢ়ি থাকোঁতেই লিখা হ'ল। ১৯২৮ চনৰ দুৰ্গাপূজা উপলক্ষ্যে অভিনয় কৰিবলৈ এই 'বিসৰ্জন' নাটকৰ পাণ্ডুলিপি যোৰহাট থিয়েটাৰে ল'লে। পূজাৰ বন্ধত ঘৰলৈ আহোঁতে অভিনয়ৰ আখৰা চাবলৈ গৈছিলোঁ। তেতিয়া যোৰহাট থিয়েটাৰৰ মঞ্চাধ্যক্ষ ˚বিষ্ণুচন্দ্ৰ বৰুৱাই লক্ষ্মণৰ ভাও মোকে দিলে। মহাষ্টমীৰ দিনা ইয়াৰ প্ৰথম অভিনয় হ'ল। অভিনয়ৰ সাফল্যাই যোৰহাট থিয়েটাৰত এটা নতুন ধাৰাৰ পৰিচয় দিলে।

আকৌ লক্ষ্মীপূজাৰ ৰাতিও ইয়াৰ অভিনয় হ'ল। এই অভিনয়ত ৰামৰ ভাও লৈছিল হাইকোৰ্টৰ অৱসৰ প্ৰাপ্ত ৰেজিষ্ট্ৰাৰ শ্ৰীমুনিকান্ত বৰকটকীয়ে। উৰ্মিলাৰ চৰিত্ৰ ৰূপায়ণ কৰিছিল সঙ্গীতজ্ঞ ˚দৰ্পনাথ শৰ্মাই। ন'ৰাগীৰ ভাৰত ওলাইছিল ˚ৰত্নেশ্বৰ বৰদলৈ।। এখেত˚ গোপীনাথ বৰদলৈৰ ভায়েক। এওঁ টোকোলাই চাহ গবেষণা কেন্দ্ৰত বৈজ্ঞানিক বিষয়া আছিল, এজন সঙ্গীতজ্ঞ, সুগায়ক আছিল। মহাদেৱ হৈ দেখা দিছিল যোৰহাট থিয়েটাৰৰ এজন খ্যাতিমন্ত পুৰণি অভিনেতা ˚হৰিহৰ বৰপূজাৰীয়ে।

নাটকৰ গীতবিলাক লিখা হৈছিল স্বৰ্গীয় দৰ্পনাথ শৰ্মাৰ লগত সুৰ-সজ্জাৰ সম্পৰ্কে আলোচনা কৰি। মিশ্ৰ-খাম্বাজ, ইমন-তেতালা, ঝিঁঝিট খাম্বাজ, কাৱালী, তিলক-কামোদ, বেহাগ-মিশ্ৰ আদি ভাৰতীয় উচ্চ সঙ্গীতৰ সুৰত গোৱা গীতৰ অংশই ৰঙ্গমঞ্চৰ অভিনয়ত এটা নতুন মান অৰ্জন কৰিছিল। আৰম্ভণীৰপৰা অন্তলৈকে বেহেলাৰ কৰুণ ধ্বনি দিয়া হৈছিল। সাজপাৰ আদিতো ৰামায়ণৰ যুগৰ বিশেষত্ব আছিল।

'বিসৰ্জন'ৰ সফলতাই আমাক নাটক লেখাৰ প্ৰচুৰ উদগণি দিলে। অসমৰ প্ৰায় সকলো ৰঙ্গমঞ্চতে এই নাটকখনৰ সমাদৰ হৈছিল। ১৯৩৩ চনত আমি তিনিচুকীয়া হাইস্কুলত শিক্ষকতা কৰি থকা সময়ত মোৰ এজন আত্মীয়, তেতিয়াৰ এচ, বৰুৱা এণ্ড কোংৰ গৰাকী ˚ৰত্ন বৰুৱাই এই নাটকখন প্ৰথম প্ৰথম প্ৰকাশ কৰিছিল। তিনিচুকীয়াৰ আৰ্য্য প্ৰেছত ছপা হৈছিল। ১৯৫৬ চনত শ্বিলঙৰ চপলা বুক ষ্টলে দ্বিতীয় তাঙৰণ প্ৰকাশ কৰে। তৃতীয় তাঙৰণৰ দায়িত্ব লৈছে গোলাঘাটৰ উদ্যোগী শ্ৰী মোহনলাল লডিয়াই। এইবাবে লডিয়াৰ শলাগ ললোঁ।

শ্ৰীআনন্দচন্দ্ৰ বৰুৱা

'বকুল বন'
যোৰহাট - ১
১।৬।৭৩

পৰিশিষ্ট

## পৰিশিষ্ট - খ

### বিজয়া

শ্ৰদ্ধাস্পদ,

শ্ৰীযুক্ত কৃষ্ণকান্ত সন্দিকৈ -

আপোনাৰ সাধনাৰ দানতহে মোৰ মানসত 'বিজয়া'ই জন্ম পাইছে। আপোনাৰ জিলিঙণিতে মোৰ নিঃকিন হাত দুখন ধুৱাই লৈ আপোনাকে সভক্তিৰে 'বিজয়া'ক অৰ্পণ কৰিলোঁ। ইতি -

বকুলবন, চাওখাট। ২৯ শাওণ। ১৮৫৪ শ্ৰীআনন্দচন্দ্ৰ বৰুৱা

# পাতনি

কিছুমান দিনৰ আগেয়ে "আৱাহন" কাকতত স্পেনিচ ভাষাত লিখা এখন নাটকৰ বিষয়ে এটা প্ৰবন্ধ লিখিছিলোঁ। সেই নাটকৰে গল্পটো অৱলম্বন কৰি শ্ৰীযুত আনন্দচন্দ্ৰ বৰুৱাদেৱে "বিজয়া" নাটক লিখিছে। লেখক তৰুণ, অসমীয়া সাহিত্যত সুপৰিচিত। আশা কৰোঁ অসমীয়া নাটঘৰত এই নাটকৰ আদৰ হ'ব। পাতনি স্বৰূপে মোৰ ক'বলগীয়া একো নাই। লেখকৰ ইচ্ছা অনুসৰি "আৱাহন"ত ওলোৱা প্ৰবন্ধটোকে তলত তুলি তুলি দিয়া হ'ল।

মধ্যযুগৰ ইউৰোপীয় সাহিত্যত এনে অনেক উপাখ্যান পোৱা যায় যিবিলাক ভিন ভিন ৰূপত আধুনিক সাহিত্যতো আবিৰ্ভাৱ হৈছে। ইয়াৰ কোনো কোনো উপাখ্যান দুই তিনিটা সাহিত্যত বিয়পি পৰিছে কোনোটোক বা একোটা সাহিত্যতে একাধিক লেখকে বেলেগ বেলেগ ৰূপ দিছে। ডন জুৱানৰ উপাখ্যান স্পেনিচ, ইংৰাজী, ফৰাছী জাৰ্মান সাহিত্যত যুগমীয়া হৈছে। এইবিলাকৰ বিষয়ে, কেতিয়াবা কোৱা যাব। আজি যিটো উপাখ্যানৰ কথা ক'ব খোজা হৈছে সেইটো এটা কৰুণ প্ৰণয়কাহিনী, সি অকল স্পেনিচ সাহিত্যত আৱদ্ধ হৈ আছে। কিন্তু তাকে অৱলম্বন কৰি ষোল শতিকাৰে পৰা অনেক স্পেনিচ লেখকে কাব্য আৰু বিশেষকৈ নাটক ৰচনা কৰিছে। বেলেগ বেলেগ ৰূপান্তৰ গ্ৰন্থবিলাকৰ বিষয়েই স্পেনিচ ভাষাত সুকীয়া কিতাপ লিখিব লগাত পৰিছে, কিন্তু তাৰ ভিতৰত মাথোন এখনহে স্পেনিচ সাহিত্যত চিৰস্থায়ী আসন লাভ কৰিছে। সেইখন হৈছে এখন নাটক, জুৱান হাৰ্টচেনবুছৰ Los Amantes de Teruel 'টেৰুয়েল নগৰৰ প্ৰণয়ী'। নাটকখন উনৈচ শতিকাৰ প্ৰথম ভাগত লিখা হৈছিল। এই সময়তে ইউৰোপীয় সাহিত্যত ৰোমান্টিক আন্দোলন বুলি যি এটা প্ৰবল অনুভূতিৰ ঢৌ উঠে সি স্পেইনতো দেখা দিছিল। 'টেৰুয়েলৰ প্ৰণয়ী' ৰোমান্টিক নাটকৰ এটা ভাল নিদৰ্শন।

নাটকখনৰ ঘটনা সুদূৰ মধ্যযুগৰ। সেই সময়ত ইছলামধৰ্মী মুৰবিলাকে স্পেইনৰ কোনো কোনো অংশত ৰাজত্ব কৰিছিল। ভালেন্সিয়া প্ৰদেশত এজন মুৰ ৰজাই ৰাজত্ব কৰিছিল। টেৰুয়েল নগৰ ভালেন্সিয়া প্ৰদেশৰ বাহিৰে। নাটকখনৰ ঘটনাবলীৰ চমু বিৱৰণ তলত দিয়া হ'ল।

(১)

ভালেন্সিয়াৰ মুছলমান ৰজাৰ কাৰেঙৰ এটা সুসজ্জিত কোঠাত এজন ডেকা স্পেনিচ বীৰ শুই আছে। তেওঁক দেখিলে বন্দী বুলি বোধ হয়। তেওঁ ভাগৰত অবশ হৈ টোপনিত লালকাল হৈ আছে। ওচৰত ৰজাৰ বেগমে থিয় হৈ এজন কৰ্মচাৰীৰ লগত কথা পাতিছে। ডেকাজনৰ বিছনাৰ ওচৰতে এখন কাপোৰত তেজেৰে কিবা লিখা আছে, কিন্তু তালৈ তেওঁ কাণ কৰা নাই। বেগমৰ কথাৰ পৰা বুজা যায় যে স্বামীৰ লগত তেওঁৰ সদ্ভাব নাই। বেগমে ক'লে যে ৰজাৰ লম্পট স্বভাৱ আৰু তেওঁ সহ্য নকৰে। সেই ৰাতিয়েই তেওঁ কিছুমান বিশ্বাসী অনুচৰ লগ‌ ? ৷ ভালেন্সিয়া নগৰ ত্যাগ কৰিব কিন্তু লগত এই স্পেনিচ ডেকাজ কো লৈ যাব।

ডেকা বীৰজনে লাহে লাহে সাৰ পালে। তেওঁ ক'ত আছে তালৈ মন কৰি আচৰিত হ'ল। এটা ডকাইতৰ পোতাশালত তেওঁ বন্দী হৈ আছিল। কোনে তেওঁক তাৰ পৰা উদ্ধাৰ কৰি আনি এই ৰাজকাৰেঙত শুৱাই থৈছেহি? বেগমে নিজৰ পৰিচয় লুকাই ৰাখি লাহে লাহে ক'লে যে তেওঁ আচৰিত হ'ব নালাগে। ভালেন্সিয়াৰ বেগমৰ তেওঁৰ ওপৰত দয়া হৈছে, বেগমেই তেওঁক উদ্ধাৰ কৰি আনিছে। কিন্তু তেওঁ কোন, ক'ৰ পৰা আহিছে? ডেকাজনে ক'লে যে টেৰুয়েল চহৰত তেওঁৰ ঘৰ, তেওঁৰ নাম মাৰ্ছিলা। সেই নগৰৰে ইজাবেল নামে এজনী গুৱনী ছোৱালীক তেওঁ সৰুৰে পৰা ভাল পায়। কিন্তু ইজাবেল ডাঙৰ হ'লত বাপেকে তাইক ডন ৰড্ৰিগো বুলি এজন চহকী মানুহক বিয়া দিব খুজিলে,মাৰ্ছিলাক দুখীয়া বুলি গ্ৰহণ নকৰিলে। মাৰ্ছিলা আৰু ইজাবেলে কাবৌকোকালি কৰাত মাৰ্ছিলাক ছবছৰ সাদিন সময় দিলা হ'ল। সেই সময়ৰ ভিতৰত যদি তেওঁ বিদেশলৈ গৈ চহকী হৈ আহিব পাৰে তেনেহ'লে তেওঁ ইজাবেলক পাব, নহলে নাপায়। মাৰ্ছিলাই ছবছৰ দেশে-বিদেশে ঘূৰি বহুত ধন-সম্পত্তি উপাৰ্জন কৰে। কিন্তু দেশলৈ ঘূৰি আহোঁতে বাটত ডকাইতৰ হাতত বন্দী হয়। সেই ডকাইতৰ বন্দীশালৰ পৰাই দয়ালু বেগমে তেওঁক ৰক্ষা কৰি অনাইছে।

বেগমে আত্মগোপন কৰি মাৰ্ছিলাক ক'লে যে ইজাবেলৰ প্ৰতি তেওঁৰ প্ৰেম নিশ্চয় প্ৰশংসনীয় কিন্তু তেওঁৰ প্ৰতি ইজাবেলৰ প্ৰেম ইমান দিনৰ পাছতো অচল হৈ আছে নে? যদি এতিয়া আন এগৰাকী মহিলাই মাৰ্ছিলাক নিজৰ হিয়া দান কৰে তেওঁ সেই হিয়া গ্ৰহণ নকৰিব নে?

মাৰ্ছিলাই ক'লে - "ইজাবেলৰ বাহিৰে মোৰ আৰু কোনো নাই"

বেগমে ক'লে - 'যদি স্বয়ং ভালেন্সিয়াৰ বেগম তোমাৰ প্ৰেমাকাঙ্খিণী হয় তেনেহলেও তুমি ইজাবেলক পাহৰিব নোৱাৰিবা নে?' মাৰ্ছিলাই উত্তৰ দিলে - "নোৱাৰোঁ"।

বেগমে তেতিয়া ক'লে - "ময়েই ভালেন্সিয়াৰ জুলিমা

পৰিশিষ্ট

বেগম। এতিয়া তোমাৰ উত্তৰ কি মই জানিব খোজোঁ।"

মাৰ্‌ছিলাই আচৰিত হৈ ক'লে যে বেগমৰ ওচৰত তেওঁ চিৰ কৃতজ্ঞ, বেগমে তেওঁৰ জীৱন ৰক্ষা কৰিছে। কিন্তু ইজাবেলেই তেওঁৰ একমাত্র নায়িকা. আনক তেওঁ ভাল পাব নোৱাৰে কিন্তু তেওঁ বেগমৰ কাৰণে এটা ডাঙৰ কাম কৰিব। এই বুলি মাৰ্‌ছিলাই তেজৰ আখৰ থকা কাপোৰখন দেখুৱাই ক'লে যে তেওঁ ডকাইতৰ পোতাশালত বন্দী হৈ থাকোতে ভালেন্সিয়াৰ ৰজাৰ বিৰুদ্ধে এটা ডাঙৰ ষড়যন্ত্র আবিষ্কাৰ কৰে। আন উপায়েৰে তাৰ বাতৰি দিব নোৱাৰাত তেওঁ এখন কাপোৰত ষড়যন্ত্রৰ কথাটো নিজৰ গাৰ তেজেৰে লিখি তাক বাহিৰলৈ পেলাই ৰজাক জাননী দিব খুজিছিল। ৰজা সেইদিনা গধূলি প্ৰবাসৰ পৰা ফিৰি অহাৰ কথা, ৰাতি তেওঁক ডকাইতৰ চৰ্দাৰে দলে বলে আক্রমণ কৰিব। কিন্তু ষড়যন্ত্রৰ কথা ওলাই পৰিছে। মাৰ্‌ছিলাই হাতত তৰোৱাল লৈ ৰজাৰ কাৰণে যুঁজ কৰিব। এই কথা শুনি জুলিমা বেগমে উদাসীন হৈ ক'লে -"ৰজাৰ ৰক্ষা ৰজাই কৰিব। মই আজি ৰাতিয়েই এই দেশ ত্যাগ কৰি যাম। কিন্তু তুমি মোৰ ভয়ঙ্কৰ প্রতিহিংসাৰ কাৰণে সাজু হোৱাঁ। মোৰ হিয়াত যি ঈৰ্ষাৰ জুই জলাইছে সি যেন সুখী হবলৈ আশা নকৰে।"

(২)

এবাৰ টেৰুয়েল চহৰলৈ যোৱা যক। টেৰুয়েল নৈৰ পাৰত এখন দুৰ্গবেষ্টিত পুৰণি নগৰ। ইজাবেলৰ বাপেক প্ৰবাসৰ পৰা ঘৰলৈ ফিৰি আহিছে। তেওঁ ঘৰত এটা আচৰিত ঘটনাৰ কথা ক'লে। প্রবাসত থাকোতে এঠাইত এটা চোৰাবলিয়া মানুহে তেওঁক হত্যা কৰিব খুজিছিল, কিন্তু পাছত তেওঁৰ আগত সি নিজেই আপোনঘাতী হ'ল।

ইজাবেলৰ বিয়াৰ কথাও ওলাল। ছবছৰ সাদিনৰ ভিতৰত মাৰ্‌ছিলা চহকী হৈ ফিৰি নাহিলে ইজাবেলৰ বাপেকে তাইক ডন্ ৰড্ৰিগোক দিম বুলি কথা দিছিল। সময় উকলি যাবলগা হ'ল। আৰু কেইদিনমান আছে মাথোন। মাৰ্‌ছিলা ফিৰি নাহিলে ইজাবেলে ডন্ ৰড্ৰিগোক বিয়া কৰাব লাগিব। তাইৰ আপত্তি, দুখ বেজাৰতকৈ বাপেকৰ প্রতিজ্ঞা ডাঙৰ। ইজাবেলৰ মাক কিন্তু ইমান কাঠ-চিতিয়া নহয়। মাকে ইজাবেলৰ দুখ বুজিছিল, আৰু এতিয়াও তাইক বহুত শান্ত্বনা দিলে। সতী সাধ্বী আৰু পৰোপকাৰী বুলি ইজাবেলৰ মাকৰ বৰ নাম আছিল।

ডন ৰড্ৰিগো ইজাবেলৰ মাকক দেখা কৰিবলৈ আহিছে। তেওঁ আহিয়েই বিয়াৰ কথা উলিয়ালে। ইজাবেলৰ মাকে তেওঁক ক'লে যে ইজাবেলে সৰুৰে পৰা মাৰ্‌ছিলাক ভাল পায়। তেওঁ মাক হৈ তাইক তাই ভাল নোপোৱা মানুহ এজনক বিয়া কৰিবলৈ কয় কেনেকৈ? ডন ৰড্ৰিগো হোজা বিধৰ মানুহ আছিল। ক্ৰুৰ আৰু নিঠুৰ বুলিও তেওঁক ইজাবেলে ঘিণ কৰিছিল। ডন ৰড্ৰিগোৱে লাহেকৈ ক'লে "আপুনি ক'ব পাৰেনে? মনখন নগৰৰ ৰজাৰ বোলা চোৰাবলিয়া মানুহটো মৰিল। সি আপোনাৰ স্বামীৰ আগতে আপোনঘাতী হৈ মৰিল। অৱশ্যে সেইটো তাৰ পক্ষে উচিতেই হ'ল।"

ইজাবেলৰ মাকে দুখ কৰি ক'লে যে মানুহটো বৰ দুৰ্ভগীয়া আছিল। সি মৰাৰ কথা তেওঁ এতিয়াহে শুনিছে। ডন ৰড্ৰিগোৱে ক'লে "এৰা মানুহটো দুৰ্ভগীয়া। কিন্তু সি এই দেশৰ এগৰাকী সতী সাধ্বী আৰু বৰ বিখ্যাত মহিলাক নষ্ট কৰি থৈ গৈছে। তেওঁ তালৈ দিয়া কিছুমান চিঠিও মোৰ হাতত আছে।'

ইজাবেলৰ মাক উচপ্ খাই উঠিল। কিহৰ চিঠি? কি চিঠি ডন ৰড্ৰিগোৰ হাতত আছে? ডন ৰড্ৰিগোৱে প্ৰকাৰান্তৰে ইয়াকো ক'লে যে "হয় ইজাবেলক কৈ-মেলি মোৰ লগত বিয়া দিয়া, নহয় তোমাৰ কলঙ্ক-কাহিনী প্রকাশ কৰি তোমাৰ ভণ্ড সতীত্বৰ গৌৰৱ ধ্বংশ কৰিম।"

ইজাবেলে এইবিলাক কথা ভিতৰৰ পৰা শুনি আছিল। ডন ৰড্ৰিগোক বিয়া নকৰিলে সি মাকৰ কলঙ্কৰ কথা গোটেইখনতে প্রচাৰ কৰি প্রতিশোধ ল'ব, সেইটো ধ্ৰুপ। ইফালে মাৰ্‌ছিলালৈ বাট নোচোৱাকৈ ডন ৰড্ৰিগোক বিয়া কৰালে, আজন্মকাল যাক ভাল পাই আহিছে তেওঁৰ প্রতি বিশ্বাস-ঘাতকতা কৰা হ'ব। এনেতে এজনী চাকৰণীয়ে খবৰ দিলেহি, এজন অচিনাকি মুৰ জাতীয় ডেকাই তেওঁক লগ পাব খুজিছে।

এই মুৰ জাতীয় ডেকাজন কোন? তেওঁ ভালেন্সিয়াৰ জুলিমা বেগম ছদ্মবেশ ধৰি আহিছে। ডেকাজনে ক'লে যে তেওঁ বহুত দেশ ফুৰি আহিছে, তেওঁ মাৰ্‌ছিলাৰ খবৰ ক'ব পাৰে। ইজাবেলে উত্রাৱল হৈ মাৰ্‌ছিলাৰ বাতৰি সুধিলে - ডেকাজনে ক'লে মাৰ্‌ছিলাক ভালেন্সিয়াৰ ৰজাই বন্দী কৰিছিল। কিন্তু তাতে বেগমৰ লগত তেওঁৰ গুপ্ত প্ৰণয় হয়। এই কথা ৰজাই গম পোৱাত বেগম পলাই যায়। মাৰ্‌ছিলা কিন্তু আৰু এই জগতত নাই।

ইজাবেল এই কথা শুনি মূৰ্চ্চা গ'ল। মাৰ্‌ছিলাৰ বিশ্বাস-ঘাত কতা আৰু মৃত্যুৰ কথাই তাইক হিয়া ভেদিলে। কিন্তু ডন ৰড্ৰিগো এনেয়ে এৰা বিধৰ মানুহ নহয়। মাকক কলঙ্কৰ হাতৰ পৰা ৰক্ষা কৰিবৰ কাৰণে ইজাবেল ডন ৰড্ৰিগোক বিয়া কৰাবলৈ বাধ্য হ'ল।

(৩)

ভালেন্সিয়াৰ ৰাজকৰ্মচাৰী আডেল টেৰুয়েল নগৰলৈ আহিছে। তেওঁ আহি মাৰ্‌ছিলাৰ বাপেকক এটা অদ্ভুত খবৰ দিলে। মাৰ্‌ছিলা মৰা নাই। ভালেন্সিয়াৰ পলৰীয়া বেগমে মিছা খবৰ দি ঠগিলে। জুলিমা বেগম পলাই অহাৰ পাছত মাৰ্‌ছিলাই ভালেন্সিয়াৰ

ৰজাক হত্যাকাৰীৰ হাতৰ পৰা ৰক্ষা কৰে। কৃতজ্ঞ ৰজাই তেওঁক বহুত ধন-সোণ দি টেৰুয়েললৈ পঠাই দিছিল। মাৰ্‌ছিলাই আগ জাননী দিবলৈ এজন মানুহকো পঠাইছিল। এই কথা শুনি মাৰ্‌ছিলাৰ বাপেকে ক'লে যে তেনে এজন মানুহ আহিছিল হয়, কিন্তু তেওঁ ডকাইতৰ হাতত জখম হৈ অচেতন হৈ পৰি আছে। কিন্তু মাৰছিলা ক'লৈ গ'ল?

টেৰুয়ল চহৰৰ অলপ আঁতৰলৈ যোৱা যক। এজোপা গছৰ তলত মাৰ্‌ছিলাক দেখা গৈছে। তেওঁক দেখোন কোনোবাই গছজোপাতে বান্ধি থৈ গৈছে। হঠাৎ ক'ৰবাৰ পৰা ছদ্মবেশী জুলিমা বেগম আহি মাৰ্‌ছিলাৰ আগত উপস্থিত হ'ল।

জুলিমাক দেখি মাৰ্‌ছিলা স্তম্ভিত হ'ল। জুলিমাই ক'লে তেওঁ এটা বাতৰি দিবলৈ আহিছে। ডন ৰড্ৰিগোৰ লগত ইজাবেলৰ বিয়া হৈ গৈছে। অকল সেয়ে নহয় জুলিমাই নিজেই ডকাইতৰ হতুৱাই মাৰ্‌ছিলাক আক্ৰমণ কৰোৱাই গছত বন্ধাই থয়, যাতে মাৰ্‌ছিলা টেৰুয়েল পোৱাৰ আগতে ইজাবেলৰ বিয়া হৈ যায়। ভালেন্সিয়াৰ বেগমৰ প্ৰেম-প্ৰত্যাখ্যান কৰাৰ প্ৰতিফল এয়ে।

বেগম গুচি যোৱাৰ পাছত মাৰ্‌ছিলাৰ বাপেক আৰু অন্যান্য মানুহ আহি মাৰ্‌ছিলাক মুক্ত কৰি দিলে। কিন্তু খং বেজাৰ আৰু নিৰাশাত মাৰ্‌ছিলা উন্মত্ত হৈ উঠিল। ছবছৰৰ কঠোৰ পৰিশ্ৰম আৰু জীৱনৰ সোণালী সপোন একমুহূৰ্ততে চুৰমাৰ হৈ গ'ল। পৰম শত্ৰু ডন ৰড্ৰিগোক নিঠুৰভাবে বধ কৰিব বুলি মাৰ্‌ছিলাই গৰ্জি বলৈ ধৰিলে।

ইজাবেলে এইবিলাক কথা কব নোৱাৰে। মাৰ্‌ছিলা আহি যে টেৰুয়েল পাইছে সেই খবৰো তাই পোৱা নাই। ইজাবেল এতিয়া ডন ৰড্ৰিগোৰ বিবাহিতা ভাৰ্য্যা। তাই মাৰ্‌ছিলা মৰিল বুলিয়েই ভাবি আছে।

(৪)

ভালেন্সিয়াৰ ৰাজকৰ্মচাৰী আডেল ইজাবেলক দেখা কৰিবলৈ আহিছে। তেওঁ কিছুমান নতুন বাতৰি দিলে। জুলিমা বেগমে ডন ৰড্ৰিগোৰ ঘৰতে আশ্ৰয় লৈছেহি। ইজাবেল সাৱধান হোৱা উচিত। মাৰ্ছিলা মৰা নাই। ভালেন্সিয়াৰ কৃতজ্ঞ ৰজাই মাৰছিলাক কিদৰে ধন সোণ দি টেৰুয়েললৈ পঠাই দিছিল, ব্যভিচাৰিণী বেগম জুলিমাই কিদৰে প্ৰতিশোধ ললে সকলো কথা কৰ্মচাৰীজনে ইজাবেলক ক'লে। তেওঁ আৰু ক'লে যে ভালেন্সিয়াৰ ৰজাই বেগমক ধৰি নিবলৈ মানুহ পঠাইছে। ইজাবেলে তেওঁক ঘৰৰ পৰা উলিয়াই দিব লাগে। ইজাবেল এই প্ৰস্তাৱত সম্মত নহল। অতীতৰ কথা পাহৰি তাই বেগমক ক্ষমা কৰিছে।

খিৰিকীৰ ওচৰত মাৰছিলাক দেখা গৈছে। তেওঁ কত কথা ভাবিছে। আজি স্মৃতিৰ জুই তেওঁৰ বুকুত জ্বলিছে। চেতন আৰু অচেতন অৱস্থাৰ মাজতে তেওঁ কোনো মতে প্ৰাণ ধাৰণ কৰি আছে। ইজাবেলে মাৰছিলাক দেখিলে আৰু প্ৰশান্তভাবে তেওঁৰ লগত কথা ক'লে। ইজাবেলে তাইৰ প্ৰেম সদায় অচল অটল হৈ থাকিব বুলি মাৰছিলাৰ আগত প্ৰতিজ্ঞা কৰিছিল। আজি মাৰছিলাই সেই প্ৰতিজ্ঞা সোঁৱৰাই দিলে। ইজাবেলে নিজৰ প্ৰতিজ্ঞা নাৰাখিলে কিয়? ইজাবেলে ক'ব কি? ডন ৰড্ৰিগোক তাই কিয় বিয়া কৰালে সেইটো মুখ ফুটাই ক'ব পৰা কথা হোৱা হ'লে সেই ঘৃণনীয় মানুহটোক তাই বিয়া কৰোৱাৰে একো আৱশ্যক নহলহেতেন। ইজাবেলে মনে মনে মাকৰ কথা সুঁৱৰিলে, "আই! আই"।(Madre madre !)

অৱশেষত ইজাবেলে ক'লে যে তাইৰ নিজৰ গাতেই দোষ। তাই মাৰ্‌ছিলাৰ ক্ষমা ভিক্ষা বিচাৰিছে। এইবুলি ইজাবেলে কান্দিবলৈ ধৰিলে। মাৰ্‌ছিলা বৰ বিচলিত হ'ল। ইজাবেলৰ প্ৰেমৰ সৰলতাৰ বিষয়ে তেওঁৰ সন্দেহ নাছিল। কিন্তু তেওঁৰ তেতিয়া উন্মাদ অৱস্থা। তেওঁ উদ্ভ্ৰান্ত হৈ ক'লে যে তেওঁ ইজাবেলক এৰিব নোৱাৰে, তেওঁ ইজাবেলক বলেৰে ডন ৰড্ৰিগোৰ ঘৰৰ পৰা লৈ যাব। ইজাবেলে স্তম্ভিত হৈ ক'লে তাই এতিয়া লোকৰ বিবাহিতা ভাৰ্য্যা, ডন ৰড্ৰিগো তাইৰ স্বামী। মাৰ্‌ছিলাৰ লগত কথা পতাও তাইৰ উচিত নহয়। ইজাবেলে ডন ৰড্ৰিগোক মাতিব খুজিলে, কিন্তু মাৰ্‌ছিলাই ক'লে যে ডন ৰড্ৰিগো তাত নাই। তাক তেওঁ দ্বন্দ্বযুদ্ধত পৰাস্ত কৰি জখম কৰি থৈ আহিছে। মাৰ্‌ছিলাই আৰু ক'লে যে জখম হ'বৰ সময়ত ডন ৰড্ৰিগোৱে কৈছিল "তোমাৰ জয় হ'ল হয়। কিন্তু মই ইজাবেল আৰু ইজাবেলৰ মাক-বাপেকৰ ওপৰত প্ৰতিশোধ ল'ম। চিঠিবিলাক এতিয়াও মোৰ হাতত আছে" — সেই ভয়ঙ্কৰ চিঠিবিলাক যাৰ কাৰণে ইজাবেলৰ আত্ম-বিসৰ্জন। মাৰ্‌ছিলাই পোনেই সুধিলে "সেইবিলাক কি চিঠি?" মাৰ্‌ছিলাই অৱশ্যে চিঠিৰ আচল ঘটনাটো ক'ব নোৱাৰে। তেওঁ ভাবিলে, কাৰ কলঙ্ক কাহিনী সেই চিঠিবিলাকত লুকাই আছে? ইজাবেলৰ নিজৰ নহয়তো? এই ভয়ঙ্কৰ ৰহস্য প্ৰকাশ কৰিব নোৱাৰি ইজাবেলে বিষম সমস্যাত পৰি খঙেৰে ক'লে "মাৰ্‌ছিলা! তোৰ পদে পদে অমঙ্গল ঘূৰে। মই তোক ঘৃণা কৰোঁ।"

মাৰ্‌ছিলাৰ মূৰত স্বৰগ ভাগি পৰিল। বাঠি তৰোৱালৰ আঘাত, সাত বছৰৰ দুখ-কষ্ট, অপাৰ দুৰ্ভাগ্য — দুৰাশাই যি বীৰৰ প্ৰাণ-দুৰ্গ লৰাব নোৱাৰিলে আজি ইজাবেলৰ এটা কথাই তেওঁৰ জীৱন—শক্তি বোধ কৰি দিলে। অৱশেষত ইজাবেলও [illegible]ওঁক ঘৃণা কৰিলে। মাৰ্‌ছিলা ঢলি পৰিল। ইজাবেলে তেওঁক ধৰি ধৰি ভিতৰলৈ লৈ গ'ল।

মানুহৰ হাই-উৰুমি শুনা গৈছে। ধৰ মাৰ এনে শব্দ

পৰিশিষ্ট

কাণত পৰিছে। ভালেন্সিয়াৰ ৰাজকৰ্মচাৰী আডেল আৰু অনেক মানুহ লৰি-ধাপৰি আহিছে। আডেলে ঘোষণা কৰিলে যে তেওঁ ভালেন্সিয়াৰ বেগমক ৰজাৰ আদেশমতে হত্যা কৰিছে। মাৰ্ছিলাৰ সৰ্বনাশ কৰি ইজাবেলকো হত্যা কৰিবলৈ বেগম টেৰুয়েললৈ আহিছিল। এখন বিষাক্ত তৰোৱাল দেখুৱাই তেওঁ তেওঁৰ কথাৰ প্ৰমাণ দিলে।

এই হাই-উৰুমি ভেদ কৰি ভিতৰত এটা কৰুণ স্বৰ শুনা গৈছে "হায়!" ভিতৰৰ দুৱাৰ খোলা হ'ল। ইজাবেলক মাকৰ গাত ঢলি পৰি থকা দেখা গৈছে। মাৰ্ছিলা মূৰ্চিত অৱস্থাত। কিন্তু মাৰ্ছিলাৰ আৰু চেতনা নাহিবনে কি? এজনে ক'লে "গাত সাৰ-সুৰ একো নাই।" কিন্তু মাৰ্ছিলাৰ প্ৰাণ পখী তাৰ আগতে উৰি গৈছে।

কোনোবা এজনে ক'লে "জুলিমাৰ প্ৰতিশোধ পূৰ্ণ হ'ল"। ইজাবেলে ক'লে "জুলিমা নহয়, ময়েই মাৰ্ছিলাৰ মৃত্যুৰ কাৰণ। হঠাৎ মই ক'লো 'তোক ঘৃণা কৰো।' সেয়ে কাল হ'ল'।

ইজাবেলৰ হৈছে কি? তাই ঢলি পৰি গৈছে; মাক-বাপেকে চিঞৰিছে - "ইজাবেল! ইজাবেল!" ইজাবেলে কিবা এটা বলকিছে —

অপৰাধ মোৰ কৰিবা মৰ্ষণ,
আছিলোঁ তোমাৰে আছোঁ এতিয়াও;
তোমাৰ গুৰিতে পাবলই ঠাই,
ছুটিছে ই মোৰ ব্যাকুল প্ৰাণ।

ইজাবেল মাৰ্ছিলাৰ মৃত-দেহৰ ওচৰলৈ যাব খুজিছিল। কিন্তু ওচৰ নৌ পাওঁতেই তাইৰ প্ৰাণহীন দেহ মাটিত বাগৰি পৰিল।।

* * *

ওপৰত 'টেৰুয়েলৰ প্ৰণয়ী' নাটকৰ উপাখ্যানটোৰ চমু আভাস দিয়া হৈছে। ইজাবেলৰ চৰিত্ৰটো আলোচনা কৰিলে স্বভাৱতে ৰ জুলিয়েটলৈ মনত পৰে। কিন্তু ইজাবেল আৰু জুলিয়েট এই চৰিত্ৰ দুটাত সম্পূৰ্ণ বেলেগ বেলেগ ধৰণৰ প্ৰেমৰ চিত্ৰ আঁকা হৈছে। সকলোৱে জানে যে বংশগত কাৰণত ৰমিয়'ৰ লগত জুলিয়েটৰ বিয়া নিষিদ্ধ আছিল। এই কাৰণেই তেওঁবিলাকে গোপনে প্ৰণয়পাশত বান্ধ খাইছিল। সেই সময়ত জুলিয়েটৰ বয়স চৈধ্য বছৰ মাথোন। কিন্তু এই কোমল বয়সীয়া কিশোৰীৰ ব্যাকুলতা আৰু সাহ দেখিলে বিস্ময় মানিব লাগে। তাইৰ প্ৰেম এনে উদ্দাম গতিৰে চলিছে যে সি বংশ-পৰিয়াল, সমাজৰ বান্ধনি, মাক-বাপেকৰ তৰ্জন-গৰ্জন, মৰণৰ অনিশ্চিত ছায়া — সকলো অতিক্ৰম কৰি, এটা ধ্ৰুব লক্ষ্যৰ ফালে ছুটি মেলিছে। তাইৰ প্ৰেমে যেন কোনো বাধা-বিঘিনি বন্ধনকে নামানে —

Bondage is hoarse, and
may not speak aloud ;
Else would ! tear the cave where Echo Lies,
With repetition of my Romeo's name

তাইৰ কথা বৰ্তা আৰু সকলো আচৰণতে ব্যাকুল ভাব দেখা যায় —

O, she says nothing, Sir,
but weeps and weeps ;
And now falls on her bed ;
and then starts up,
And Tybalt Calls, and then on Romeo cries,
And then down falls again,

আকৌ —

O, bid me leap, rather than marry paris,
From off the battlements of youder tower ;
Or walk in thievish ways ; or bid me lurk
Where serpents are; chain me with roaring bears, ইত্যাদি।

সন্ন্যাসী লৰেন্সে যেতিয়া জুলিয়েট কিছুমান সময় সচেতন হৈ থাকিবলৈ তাইক ঔষধ দিয়ে তেতিয়া তাই মাটিৰ তলৰ মৰিশালিৰ অন্ধকূপত মূৰ্চিত অৱস্থাত ৰমিয়'লৈ বাট চাই থাকিবলৈ তৎক্ষণাৎ সম্মত হ'ল। Give me, give me! O tell not me of fear! অন্ধ-কাৰ-পূৰ্ণ শ্মশান-গৰ্ভৰ বিভীষিকাবিলাক এটা এটাকৈ তাইৰ মনলৈ আহিল। কিন্তু ৰমিয়ৰ কথা মনত পৰা মাত্ৰকে তাই ঔষধটো পান কৰি পেলালে। ইচ্ছা কৰি জুলিয়েটৰ মুখত বিভীষিকাবিলাকৰ এটা দীঘলীয়া বৰ্ণনা দিছে, কিন্তু ৰমিয়ৰ কথা সুঁৱৰি ঔষধ পান কৰাৰ বিষয়ে এষাৰ মাথোন কথা কোৱাইছে - Romeo, I come! this do I drink to them

প্ৰাচীন গ্ৰীক কবিয়ে ক'বৰ দৰে জুলিয়েটৰ প্ৰেম "বিজুলীৰ লগত প্ৰবল কোবেৰে বগা প্ৰেচৰ উত্তৰ "বায়ুৰ দৰে।" তাইৰ প্ৰেম এটা আকস্মিক উন্মাদ, এটা বিজুলী চমক। এই কাৰণেই সন্ন্যাসী লৰেন্সে ৰমিয়ক কৈছিল "প্ৰবল উলাহৰ প্ৰবল পৰিণাম। জয়ৰ সময়তে তাৰ মৰণ, যিদৰে জুই আৰু খাৰৰ মিলন মুহূৰ্ত্ততে অৱসান।" ডাঙৰ ডাঙৰ কবিসকলে কিন্তু মানৱ-প্ৰকৃতিৰ নানান ৰূপ দেখি এই আকস্মিক উন্মাদকো তাৰ সকলো বিভীষিকাৰ সৈতে বিশ্লেষণ কৰিছে। মহাকবি ডান্তেই তেওঁৰ "ডিভিনা কমেদিয়াত" ফ্ৰান্সেচকা ডা. ৰিমিনিৰ চৰিত্ৰত এনে এটা উদ্ভ্ৰান্ত প্ৰেমৰ চিত্ৰ আঁকি ফ্ৰান্সেচকাৰ সামাজিক হিচাবে দূষিত প্ৰেমকো সৌন্দৰ্য্যৰ মহিমাৰে গৰীয়ান কৰি গৈছে। কালিদাসৰ শকুন্তলাতো তপো-বনবাসী মুনিকন্যা শকুন্তলাৰ এনে এটা আকস্মিক উন্মাদ দেখা যায়। কিন্তু কালিদাসৰ কল্পনা এনে সংযত যে কবিয়ে দুৰ্বাসাৰূপী সামাজিক বিবেকৰ হতুৱা মুনিকন্যাৰ তৰুণ চঞ্চলতাক কঠোৰ ভাৱে শাসন কৰোৱাইছে। ইউৰোপীয় কবিসকলে কিন্তু আকস্মিক অনুভূতিৰ এই বিহ্বল উচ্ছ্বাসটো তাৰ অবাধ-অৱস্থাতে বিশ্লেষণ কৰি চাইছে।

জুলিয়েটৰ চৰিত্ৰৰ লগত ইজাবেলৰ চৰিত্ৰ ৰিজাই চালে বৰ ডাঙৰ পাৰ্থক্য দেখা যাব। ইজাবেলৰ মুখত ব্যাকুল বাণী আৰু প্ৰেমৰ উচ্ছ্বাস শুনা নাযায়। প্ৰশান্ত, ধীৰভাবে ইজাবেলে নিজৰ ভাগ্যৰ কাৰণে বাট চাই আছে। তাইৰ ভাব আৰু ভাষাৰ নিৰোধেই তাইৰ অনুভূতিৰ গভীৰতাৰ চিনাকী দিছে। ভাগ্যৰ কত আঘাত ইজাবেলৰ মূৰৰ ওপৰত পৰিছে, কিন্তু সকলো ধুমুহা— ধুপালনিৰ মাজত তাইৰ প্ৰশান্ত মূৰ্ত্তি জিলিকি উঠিছে। প্ৰেমৰ উচ্ছ্বাস বাণী বা বিলাপৰ ধ্বনি তোলাৰ আৱশ্যক নাই। ইজাবেলে মাকক কৈছে "হৃদয় বিষেৰে ভৰিছে। পাৰ নাভাগিলে আৰু নহয়। বিষাদ যাতনাৰ সাক্ষীৰূপে তোমালোকক মতা নাই। মাতিছোঁ এই শূন্য দেৱালৰ অচল শিলক, মাতিছোঁ এই প্ৰস্তৰমন্দিৰক যি নীৰৱে মোৰ মৰণকামনা শুনিছে, মাতিছোঁ এই প্ৰস্তৰ মজিয়াক য'ত মোৰ কান্দোনে চাব বহুৱাব পাৰিলেহেঁতেন, যদি সি তাৰ ওপৰত খোজ দিয়া মানুহ বিলাকৰ দৰে কঠুৱা আৰু নিৰ্দয় নহলহেঁতেন।"

ইজাবেলৰ প্ৰেম এটা বিৰাট অন্তৰ্ভেদী অনুভূতি। বাহিৰৰ বাধাবিঘিনি যিমানেই বেছি হৈছে সি তিমানেই হিয়া ভেদি সোমাইছে। মাকক অপবাদৰ হাতৰ পৰা ৰক্ষা কৰিবলৈ ইজাবেলে অকাতৰে ৰড্ৰিগোক বিয়া কৰালে। কিন্তু কলঙ্কিনী মাকৰ প্ৰতি তাইৰ ভক্তিতকৈ তাইৰ প্ৰেম বহুত ওপৰত। বিয়াৰ পাছত যেতিয়া মাৰ্ছিলা তাইক দেখা কৰিবলৈ আহে তেতিয়া তাই কৈছে —

"চোৱাঁ, এতিয়া আৰু মই মোৰ নিজৰ নহওঁ। মই এতিয়া আন এজনৰ যি মোক তেওঁৰ মৰ্যাদাৰ ৰখীয়া কৰিছে। তেওঁৰ প্ৰতি মই বিশ্বাসী হৈ থাকিবলৈ বাধ্য। কিন্তু বিশুদ্ধ ব্ৰতে আমাৰ প্ৰেমক নিষ্কলঙ্ক কৰি ৰাখিছিল। বহুমূলীয়া মখমলৰ দৰে আমি তাৰ পৱিত্ৰতা ৰক্ষা কৰিম। পৃথিৱীত যাতনা, কিন্তু স্বৰগত শান্তি বিৰাজিছে। মোৰ প্ৰেম তোমাৰ নিজস্ব, সি এতিয়াও তোমাৰে। তোমাৰ মূৰ্ত্তি মই চিৰকাল হিয়াত অঙ্কিত কৰি লৈ ফুৰিম, মোৰ হিয়াত তাক আৰাধনা কৰিম। মোৰ এই প্ৰতিজ্ঞা, মোৰ এই শপত.........।" হিয়াত আঁকি লোৱা কথাটো প্ৰেমৰ ভাষাৰ এটা সাধাৰণ অঙ্গ, কিন্তু ইজাবেলৰ অনুভূতি ইমান গভীৰ যে তাৰ ভৰতে তাইৰ হিয়া ভাগিল। তাইৰ প্ৰেম এটা বলেৰে ৰোধ কৰি থোৱা হিয়াভেদা ধুমুনিয়া। নিৰোধৰ সীমা চৰি যোৱা মাত্ৰকে ইজাবেল এডাল লতাৰ দৰে ঢলি পৰিল। ইজাবেলে যদি ভাবিছিল যে সহিষ্ণুতা আৰু ধৈৰ্যই তাইৰ প্ৰেমক সদায় জয়ী কৰি ৰাখিব তেনেহলে তাইৰ সেই ধাৰণা ভুল হৈছিল। কাৰণ মানৱহিয়াৰ স্বাভাবিক অনুভূতি বিলাকৰ নিৰোধৰ এটা সীমা আছে। ধৈৰ্যই সেই সীমা অতিক্ৰম কৰিব নোৱাৰে। চেক্সপীয়েৰৰ বয়োবৃদ্ধ ৰজা লিয়েৰেও এদিন তেওঁৰ দুৰ্দান্ত ভাগ্যক তৰ্জ্জন কৰি কৈছিল —

No, I will be the pattern of all patience : I will say nothing.

কিন্তু সকলোৱে জানে লিয়েৰ বলিয়া হ'ল। একে কাৰণতে হিয়াভেদী অনুভূতিৰ অতিৰিক্ত নিৰোধে কুমলীয়া ইজাবেলৰ প্ৰাণশক্তিকে ৰোধ কৰি দিলে।

সূক্ষ্ম দৃষ্টিৰে চালে ইজাবেলৰ প্ৰেম এটা আধ্যাত্মিক বস্তু। সি বিশ্বপ্ৰবাহৰ এটা ধাৰা। তাৰ আৰম্ভ জন্মৰ আগতে আৰু মৰণৰ পাছতো তাৰ অন্ত নাই। ভালেন্সিয়াৰ বেগমৰ আগত মাৰ্ছিলাই ইজাবেল আৰু তেওঁৰ প্ৰেম এইদৰে বৰ্ণাইছে - "বিশ্বখনিকৰৰ মাতৰ ধ্বনি শুনি ইজাবেল আৰু মই জন্মলাভ কৰিলোঁ। একেদিনতে, একে সময়তে আমি চকু মেলিলোঁ।........পৰস্পৰক দেখাৰ পৰা, আন কি দেখাৰ আগৰে পৰা, পৰস্পৰৰ প্ৰতি ভালপোৱাৰ আবিৰ্ভাৱ হ'ল। আমাক সৃষ্টি কৰোতে ঈশ্বৰৰ হাতৰ পৰশত আমাৰ দুই আত্মাক প্ৰেমে জ্বলাই তুলিলে শৈশৱতে প্ৰবল হোৱা আমাৰ হেপাহ আমাৰ প্ৰাগ্‌জন্ম প্ৰেমৰ প্ৰতিকৃতি মাথোন। শোকৰ সংসাৰলৈ অহাৰ পাছতো ইজাবেল আৰু মোৰ পাৰ্থিব প্ৰেম আমাৰ আধ্যাত্মিক প্ৰাক্তন প্ৰেমৰ এটা সুতি মাথোন।"

ভাৰতীয় পাঠকৰ পক্ষে এই কথাখিনি বুজা একো টান নহয়। কাৰণ প্ৰাক্তন প্ৰেমৰ ধাৰণাটো সংস্কৃত সাহিত্যত বহুত আগতেই বিকশিত হৈছিল —

জন্মান্তৰাধিগতকৰ্ম্মবিপাকজন্মৈ
বোন্মীলতি কচন কস্যচনানুৰাগঃ।

এজনৰ প্ৰতি আন এজনৰ অনুৰাগ পূৰ্বজন্মৰ কৰ্মফলৰ পৰিণতি মাথোন। ভাৰতীয় পাঠকৰ এইটোও অবিদিত নহয় যে দেখাদেখি নোহোৱাকৈয়ে নল আৰু দময়ন্তীৰ পৰস্পৰ অনুৰাগ জন্মিছিল।

'ৰমিয় জুলিয়েটৰ' লগত 'টেৰুয়েলৰ প্ৰণয়ীৰ' অন্যান্য যি সাদৃশ্য আছে সেই বিষয়ে একো নকলেও হ'ব। 'টেৰুয়েলৰ প্ৰণয়ী' নাটকখন ওলোৱা মাত্ৰকে তাক স্পেনিচ দৰ্শক আৰু পাঠকশ্ৰেণীয়ে বৰ আদৰেৰে গ্ৰহণ কৰে। কিন্তু অনেকে কৈছিল যে ইজাবেল আৰু মাৰ্ছিলাৰ যি আকস্মিক মৃত্যু দেখুওৱা হৈছে সি স্বাভাৱিক হোৱা নাই, প্ৰেমে তেনেকৈ মানুহ মাৰিব নোৱাৰে। এই বিষয়ে ইয়াকে ক'ব পাৰি যে মধ্যযুগৰে পৰা যিটো উপাখ্যান প্ৰচলিত হৈ আহিছে তাত প্ৰণয়ী দুজন এইদৰে মৰাৰ কথাহে পোৱা যায়। তদুপৰি পুৰণি কালৰে পৰা টেৰুয়েল নগৰত অনেকে বিশ্বাস কৰি আহিছে যে ইজাবেল আৰু মাৰ্ছিলাৰ কাহিনীটো এটা সঁচা ঘটনা। এতিয়াও সেই নগৰৰ গীৰ্জাত তেওঁবিলাকৰ মৃতদেহ থকা এটা কফিন দেখুওৱা হয়। ঐতিহাসিক পণ্ডিতসকলে অৱশ্যে গল্পটো কাল্পনিক বুলিহে ভাবে। সিযি নহক ইজাবেলৰ আকস্মিক মৃত্যুৰ কথাটো বুজিবলৈ টান নহয়। তাই কমবয়সীয়া কুমাৰী, সেই অনুপাতে তাইৰ দুখৰ বোজা পৰ্বতপ্ৰমাণ। তদুপৰি তাই মাৰ্ছিলাক চকুৰ আগতে মৰা দেখিলে। ইজাবেলৰ তুলনাত বীৰ মাৰ্ছিলাৰ আকস্মিক মৃত্যুৰ কাৰণ বুজিবলৈ অলপ টান হ'ব পাৰে। সেই কাৰণেই নাট্যকাৰে তেওঁৰ মৃত্যু পোনে পোনে ৰঙ্গমঞ্চত দেখুওৱা নাই। প্ৰথমতে ইজাবেলে মাৰছিলাক ধৰি ধৰি ভিতৰলৈ লৈ গৈছে। তাৰ পাছৰ দৃশ্যটোত হে মাৰছিলাক অচেতন অৱস্থাত দেখা গৈছে। মাৰ্ছিলাৰ ওপৰত শোক আৰু দুৰাশাৰ এটা মাৰাত্মক আঘাত দেখুৱাবলৈকে লেখকে ভালেন্সিয়াৰ বেগমক কালসৰ্পিনীৰ দৰে আঁকি ব্যভিচাৰ আৰু প্ৰতিহিংসাৰ সেই পৈশাচিক লীলাটো দেখুৱাইছে। মুছলমানৰ প্ৰতি কবিৰ জাতিগত বিদ্বেষ আছিল বুলি বোধ নহয়।

— কৃষ্ণকান্ত সন্দিকৈ

# নিবেদন

বিজয়া মোৰ নাটক লেখাৰ চতুৰ্থ চেষ্টা। শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত কৃষ্ণকান্ত সন্দিকৈ দেৱে 'আৱাহন'ত ( ১ ম বছৰ, ৩ য় সংখ্যা- পুহ ১৮৫১ শকত) লিখা "স্পেনিচ সাহিত্যৰ "ৰমিয়-জুলিয়েট" বোলা প্ৰবন্ধটিয়েই আমাক এই নাটক লেখোৱাইছে।

নাটকত ৰস সৃষ্টি কৰিবলৈ হ'লে প্লটটো মনোৰমকৈ সজাই ল'ব লাগে। উক্ত প্ৰবন্ধটিয়ে আমাক সেই বিষয়ে বিস্তৰ সহায় কৰিলে। এইটো নকলেও হ'ব যে, বিজয়াই আমাৰ যৌৱন-সুলভ মনৰ মাধুৰী সোপাকে কাঢ়ি লৈহে জন্ম লৈছে। চৰিত্ৰাৱলীৰ বিকাশৰ বাট যদি কৰবাত একা-বেকাঁ হৈছে তেন্তে সেয়া আমাৰ চলাব নজনাৰ দোষ বুলি জানিব। যি সকলৰ মৰম-চেনেহ পাবলৈ বিজয়া ওলাইছে সেইসকলে যেন সু-বাট দেখুৱাই দিয়ে।

ৰঙ্গমঞ্চহে নাটকৰ আচল ঘৰ। বৰ্তমান অসমীয়া ৰঙ্গমঞ্চত নাটকৰ প্ৰয়োজন হৈছে। কেউফালে শুনা যায় মৌলিক নাটক লাগে। বিশেষকৈ এই কাৰণহে বিজয়াক প্ৰকাশ কৰা হ'ল। শিল্পী স্বৰূপে অভিনেতাও এজন স্ৰষ্টা। শব্দৰ মন্ত্ৰেৰে অপৰূপকৈ ৰূপ সৃষ্টিৰ সাধনা কৰাই অভিনেতাৰ উদ্দেশ্য। নাটকৰ পৰা অভিনেতাই পায় মাত্ৰ তেওঁৰ ভূমিকাটি। তাৰ পাছত জীৱনৰ আবেগত বিকশিত আৰু লীলায়িত কৰি তুলিব পাৰিলেই চৰিত্ৰই প্ৰাণ পায়। নিজৰ শৰীৰত পৰক প্ৰকাশ কৰিব পৰাই অভিনয়। টলষ্টয়ে এঠাইত কৈছে - 'Art is the deliberate communication of feelings. অকল বচন মুখস্থ মাতি অঙ্গী-ভঙ্গী কৰাকে সৌন্দৰ্য্য সাধনা কৰা বুলি ধৰি ল'ব নোৱাৰি। সৌন্দৰ্য্য-বোধ নাথাকিলে কলা-শিল্প প্ৰাণহীন হৈ পৰে। মহাত্মা গান্ধীয়ে সেই কাৰণেই কৈছে - 'Art is life'.

এই খিনিতে আৰু এষাৰ কথা ক'বলৈ আছে ৰঙ্গমঞ্চৰ নৃত্যৰ বিষয়ে। নৃত্য-কলাৰ পবিত্ৰ নামত কিছুমান সৰু সৰু লৰাক ঘুৰি পিন্ধাই দি ৰুমাল ঘূৰাই ঘূৰাই পাক দিবলৈ দিয়াটো অন্যায় কথা। তেনে নৃত্যই সৌন্দৰ্য্যৰ গোন্ধ-ভাপ যি দিবই নোৱাৰে, কুৎচিতকো অতি কুৎসিত কৰি তোলে। যদি নৃত্যত ৰাপ থকা কোনো শিক্ষিত যুৱক থাকে তেনেকুৱা দুই এজনে একো একোটা ভাল-নাচ দিব পাৰিলে দিব, যদিহে নাই নাচ বাদ দিলেও ক্ষতি নাই। নৃত্য-কলাৰ নিচিনা সুকুমাৰ শিল্প এটি সমাজৰ চকুত ঘৃণনীয় হৈ থকাৰ কাৰণো সেয়েই। সুশিক্ষিত ডেকাসকলে ইয়ালৈ কাণ-সাৰ দিয়া বৰ্তমান নিতান্ত কৰ্তব্য। ৰঙ্গমঞ্চবিলাকেও ইমানতে মন-কাণ দিলে বহুত উপকাৰ হয়।

শেহত ক'বলগীয়া এষাৰ আছে — সঙ্গীতৰ বিষয়ে। আজিকালি 'দেশী-সঙ্গীত' বুলি এক শ্ৰেণীৰ গীত ওলাইছে। বিহু-নাম, আই-নাম আদি আমাৰ প্ৰচলিত গীতবিলাকৰ দৰে নিভাজ ঘৰুৱা ঠাঁচ তেনে গীতৰ বিশেষত্ব। কিন্তু ভাৰতীয় সঙ্গীতৰ ক্ষেত্ৰ বিশাল। ভাৰতীয় সঙ্গীত সাধনাৰ বস্তু। সেই বিশাল সঙ্গীত ক্ষেত্ৰলৈ ওলোৱা বাট বন্ধ কৰি দি 'দেশী-সঙ্গীত' বিলাকেই অসমীয়াৰ নিজা সম্পত্তি আৰু সৰ্বশ্ৰেষ্ঠ ধন বুলি এদলে ধৰি ল'ব খোজে।"দেশী-সঙ্গীত" (Ballads) বুলি এই বিধৰ সঙ্গীতক এটা বেলেগ শ্ৰেণীত ঠাই দিয়াত একো দোষ নাই। কিন্তু 'অসমীয়া সুৰ' বুলি কোৱাটো সঙ্গীতৰ নীতি বিৰুদ্ধ। ধ্ৰুপদ, খেয়াল, টপ্পা, ঠুংৰি, এই চাৰি শ্ৰেণীৰ ভিতৰতে ছয় ৰাগ, ছয়ত্ৰিশ ৰাগিণী লুকাই আছে। আমাৰ দেশী-সঙ্গীতৰ উন্নতি সাধিবলৈ হলে সাধকসকলে তাক ওপৰলৈ নিবৰ চেষ্টা কৰা নিতান্ত উচিত, এটা সীমাৰ মাজতে 'অসমীয়া' বুলি সামৰি থ'লে আগুৱাবৰ বাট বন্ধ হ'বৰ ভয় থাকে! মুকলি মনেৰে চাবলৈ গ'লে সঙ্গীতৰ একো জাত নাই। ই বিশ্বৰ সম্পত্তি। আমাৰ দেশত নচলা সুৰ এটাৰে গান গালেই যে অসমীয়া-সঙ্গীতৰ জাত যাব এনে কথা কোৱা দোৰ্ঘোৰ নৈষ্ঠিকৰ পক্ষে সম্ভৱ হ'ব পাৰে। কিন্তু তেনে নিষ্ঠাই যে তেখেতক গণ্ডীৰ মাজত থ'ব তাত সন্দেহ নাই। এই খিনিতে ক'ব লগা আছে কোনো কোনো ষ্টেজে নাটকত থকা গানবিলাক নাগাই তাৰ ঠাইত অভিনেতাৰ ইচ্ছা মতে আন গান গাবলৈ দিয়ে। এনে কৰাটো নাট্যকাৰৰ প্ৰতি অসম্মান আৰু সেই চৰিত্ৰৰ মৰ্য্যাদা হানি কৰা হয়।

এই কেই আষাৰেই আমাৰ নিবেদন। উদ্দেশ্যে — যদি কেনেবাকৈ শিল্পী সমাজৰ দৃষ্টি আকৰ্ষণ কৰি সুকুমাৰ কলাৰ উৎকৰ্ষ সাধিবৰ এটা প্ৰেৰণা জগাব পাৰি। এই খিনিতে যোৰহাটৰ বঙালপুখুৰী নাট্য সমাজক শলাগ জনালোঁ। প্ৰথমবাৰৰ কাৰণে 'বিজয়া'ক দৰ্শকৰ চকুত ডাঙি ধৰি শ্ৰীযুত কমল চন্দ্ৰ খাওন্দে 'বিশ্বসিংহ' আৰু শ্ৰীযুত ভোগেশ্বৰ দত্তই 'বিজয়া' চৰিত্ৰৰ সম্মান ৰক্ষা কৰি গ্ৰন্থকাৰলৈ যি খিনি শলাগ আৰ্জিছিল; সেই গোটেইখিনিকে ওলোটাই তেওঁবিলাকক দিলোঁ। শ্ৰীযুত দৰ্পনাথ শৰ্মাই গীতবিলাকৰ সুৰ দি সহায় কৰা বাবে এই খিনিতে তেখেতৰো শলাগ ললোঁ।

হাজি মৌঃ ফাইজুদ্দিন আহ্মদ হাজৰিকাই এবাৰ কিতাপখনি পঢ়ি চাই গোটাদিয়েক উপদেশ দিয়া বাবে তেখেতকো আন্তৰিক ধন্যবাদ জনালোঁ। 'বিজয়া'ক প্ৰকাশ কৰি উলিয়াওঁতে দৰ্পণ প্ৰেছৰ গৰাকী সকলে যি খিনি সুবিধা দিছে তাৰ বাবে আমি সঁচাকৈ ঋণী।

২৫, শাওণ,

'বকুল বন, ডিহা।

- আনন্দচন্দ্ৰ বৰুৱা

## পৰিশিষ্ট - গ

## কমতা কুঁৱৰী

### নিবেদন

এই নাটক খনৰ আখ্যানটিৰ বিষয়ে এষাৰ কথা ক'বলগীয়া আছে। শ্ৰদ্ধাস্পদ শ্ৰীযুত হিতেশ্বৰ বৰবৰুৱা ডাঙৰীয়াই তেখেতৰ "কমতাপুৰ ধ্বংস কাব্য"'ত কমতা ৰাণীক 'সাদৰী' নাম দি উলিয়াইছে আৰু কমতাপুৰ ধ্বংসৰ কাৰণে মন্ত্ৰী শচীপাত্ৰক দোষ দিছে। সেইটো বুৰঞ্জীমূলক সত্য হয়নে নহয় আমি ক'ব নোৱাৰোঁ আৰু হলেও সেই কথা লৈ আমাৰ একো আপত্তি নাই। চাৰিঙৰ শ্ৰীযুত বেণুধৰ শৰ্মাই সম্পাদন কৰা Dr. Wade's "An Account of Assam" বোলা বুৰঞ্জীত আমি মূল ঘটনাটো যি দৰে পাইছোঁ সেইমতে গৌড় সেনাই নীলাম্বৰক বন্দী কৰি লৈ গ'ল। কমতাৰ ৰাণীৰ নাম কি আছিল সেই বুৰঞ্জীত উল্লেখ নাই। শ্ৰদ্ধাস্পদ বৰবৰুৱা ডাঙৰীয়াৰ কাব্যই প্ৰসিদ্ধি লাভ কৰি আছে। গতিকে তেখেতৰ মতে আমিও "সাদৰী" নামটিকে গ্ৰহণ কৰিছোঁ। শ্ৰীযুত প্ৰসন্নলাল চৌধুৰী ডাঙৰীয়াই "নীলাম্বৰ" নাটকত এই ঘটনাটো যি দৰে দেখুৱাইছে আৰু তেখেতৰ সৃষ্ট চৰিত্ৰাৱলী যেনে গতিত গৈছে আমাৰ এই নাটকত সেই একে ঘটনাই সম্পূৰ্ণ বেলেগ সাঁচত ওলাইছে। তেখেতৰ "নীলাম্বৰ" প্ৰকাশ হোৱাৰ দুবছৰৰ আগেয়ে এই নাটক যোৰহাট থিয়েটাৰত অভিনীত হৈছিল।

কেবাজন বন্ধুৱে কোৱা সত্বেও আমি তৃতীয় অঙ্কৰ চতুৰ্থ দৃশ্যৰ ঘটনাটোৰ (নীলাম্বৰে গাৰুৰ তলত চিঠি পোৱা) একো সালসলনি নকৰিলোঁ। সাদৰীক নীলাম্বৰে আগৰে পৰা সন্দেহ কৰি আছিলে সাদৰী আৰু নীলাম্বৰৰ প্ৰেমত চেকা পৰে। তদুপৰি পৃথিৱীত এনে বহুত উদাহৰণ আছে — যে, মুহূৰ্তৰ ভুলত জীৱনৰ গতি পৰিবৰ্তন হৈ গৈছে। আনৰ কথা কি, স্বয়ং শ্ৰীৰামচন্দ্ৰয়ো ৰাৱণৰ ছবি আঁকি স্মৃতি-পূজা কৰিছে বুলি, সীতাক সন্দেহ কৰিব খুজিছিল।

বৰ্তমান সাহিত্য জগতত Realism (হুবহু বাস্তব জীৱনৰ ছাঁ) অৰ ঢৌ উঠিছে। আজি - কালিৰ দৰ্শকে বাস্তৱ জীৱনৰ লগত অমিল কল্পনাৰ ৰাজ্যলৈ যাব নোখোজে। এই কাৰণে আমিও সময় আৰু অৱস্থাৰ লগত মিলাইহে নৃত্য. গীত আদি দিছোঁ। তাৰ উপৰি নাটকীয় ভাষাও সেইমতে ঘৰুৱা কৰিবৰ যত্ন কৰা হৈছে। অভিনেতা সকলে বচন মাতোতে বাক্যৰ ছেদবোৰলৈ লক্ষ্য কৰিলেই বুজিব পাৰিব।.......

যোৰহাট নগৰৰ 'বিষ্ণুৰাম আস্পতাল'ৰ দুৱাৰ মুখতে বীণ বাই গীত গোৱা কণা-ব'ৰাগী এজন আছিল। তেওঁৰ মৃত্যু হ'ল। কিন্তু সেই ব'ৰাগীৰ করুণ সুৰ আমাৰ কাণত এতিয়াও বাজি আছে। 'বাৰীৰনো কুমলীয়া' গীতটো তেওঁৰ মুখতে শুনিছিলোঁ। ইয়াত অলপ সালসলনি কৰি দিয়া হৈছে। এইখিনিতে সেই স্বৰ্গীয় আত্মাৰ প্ৰতি আমাৰ শ্ৰদ্ধা নিবেদন জনালোঁ। - ইতি, ১২ কাতি, ১৮৫৭ শক। ইং, ২৯।১০।৩৫।

ছপা কৰিবলৈ যুগুত কৰি প্ৰেছত থওঁতেই ১৯৪০ চনৰ নবেম্বৰ পালেহি। এতিয়া যোৰহাটৰ বৰকটকী কোম্পানীৰ নবীন উদ্যোক্তা শ্ৰীযুত গৌৰীচৰণ বৰকটকী দেৱে প্ৰকাশৰ দায়িত্ব লৈ ইয়াক ৰাইজৰ আগলৈ আনিব খোজাত আমাৰ ধন্যবাদ।

**শ্ৰীআনন্দচন্দ্ৰ বৰুৱা**

'বকুলবন', পোঃ কাকজান।

২৬।১১।৪০

স্বৰ্গীয় ইন্দ্ৰাণী দেৱী

স্বৰ্গীয় প্ৰেমধৰ বৰুৱা

যি দুজনাৰ স্মৃতি

মোৰ কাৰণে

সদায় পবিত্ৰ —

তেখেতসকলৰ আত্মাৰ

উদ্দেশ্যে —

শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা

# পৰিশিষ্ট - ঘ

## নল-দময়ন্তী

## উছৰ্গা

যাৰ কৰুণাই

অন্তৰ নিৰ্মল

কৰে

তেওঁৰ উদ্দেশ্যে

এটি সেৱা

# পাতনি

(শিক্ষকৰ কাৰণে)

নল-দময়ন্তী নাটকখন গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰাক্ বিশ্ববিদ্যালয়ৰ ছাত্ৰ ছাত্ৰীসকলৰ কাৰণে পাঠ্যপুথি হিচাপে অনুমোদন কৰা বাবে পাতনিত কিছু কথা কʼবৰ প্ৰয়োজন বোধ কৰিছোঁ। আগতিয়াকৈ যাতে তেওঁবিলাকে ভাৰতীয় নাট্যকলা সম্পৰ্কে এটা আভাস পায় আৰু এই নাটক খনৰপৰা কিছু শিক্ষা লাভ কৰে, সেই উদ্দেশ্যালৈয়েই তলত দিয়া টোকা, পাতনি স্বৰূপে দিয়া হʼল।

## নাট্যকলাৰ জন্ম

এতিয়াৰ পৰা ২১০০ বছৰৰ আগতে ভৰত মুনিয়ে এখন নাট্যবেদ বা নাট্যশাস্ত্ৰ ৰচনা কৰি নাটকৰ জন্ম আৰু নাট্যকলাৰ বহল আলোচনা কৰি থৈ গৈছে। ভাৰতবৰ্ষৰ এই নাট্যশাস্ত্ৰ পৃথিৱীৰ ভিতৰতে অতি পুৰণি। ইয়াৰ ইতিহাস চমুকৈ এনেকুৱাঃ

দেৱতাসকলে এদিন সৃষ্টিকৰ্তা ব্ৰহ্মাক কলে গৈ;-"তুমি যি চাৰিখন বেদ ৰচনা কৰিলা তাত সকলোৰে অধিকাৰ নাই। আটায়ে বেদ পঢ়িব নাজানে । সেই কাৰণে তুমি এখন পঞ্চম বেদ ৰচনা কৰা যি-খনৰ কথা কাণেৰেও শুনিব পাৰি আৰু চকুৰেও চাব পাৰি।"

দেৱতা সকলৰ মনোৰথ পূৰ্ণ কৰি ব্ৰহ্মাই এখন নাট্যবেদ ৰচনা কৰি সেই মতে নাট-অভিনয় কৰিবলৈ ভৰত মুনিক আজ্ঞা দিলে। ভৰত মুনিয়ে তেওঁৰ নাট্যশাস্ত্ৰত নাট, অভিনয় আৰু নাট-ঘৰ সম্পৰ্কে সকলো বিধি-বিধান ৰচনা কৰি থʼলে। নাট অভিনয়ৰ লগত গীত, বাদ্য, নৃত্য আদিৰ কথাও এই শাস্ত্ৰত লিখা আছে।

## নাট অভিনয়ৰ উদ্দেশ্য

মানুহৰ দুখ-সুখ, ৰং-ধেমালি, যুদ্ধ আৰু শান্তি আদি সকলো ভাবৰ প্ৰকাশ কৰি একো একোটা আখ্যানৰ কথা আৰু তাতা থকা চৰিত্ৰ বিলাকৰ ৰূপ দৰ্শকৰ আগত দাঙি ধৰাই নাট-অভিনয়ৰ ঘাই উদ্দেশ্য। ইয়াৰ মাজতে কৰ্তব্য কাম কৰিবলৈ, মানুহক ভাল পাবলৈ, বেয়া মানুহক ভাল আদৰ্শ দেখুৱাই সংশোধন কৰিবলৈ, সংযত আৰু সংযমী হʼবলৈ, ভীৰু কাপুৰুষবিলাকক সাহস দিবলৈ, বীৰবিলাকক উদগণি দিবলৈ, বুদ্ধিহীন মানুহক জ্ঞানৰ পোহৰ দিবলৈ আৰু জ্ঞানী লোকসকলক প্ৰেৰণা দিবলৈ নাট্যকাৰে চৰিত্ৰবিলাকৰ কথোপকথন ৰচনা কৰে।

পুৰণিকালৰ পণ্ডিতসকলে কাব্য দুবিধ বুলি কৈ গৈছে। এবিধ চকুৰে চাব পাৰি আৰু আনবিধ অকল কাণেৰে শুনিবহে পাৰি। চকুৰে চাব পৰা বিধৰ নাম দৃশ্যকাব্য অৰ্থাৎ নাটক আৰু আনবিধ শ্ৰব্য কাব্য অৰ্থাৎ পঢ়ি সোৱাদ পোৱা কবিতাৰে লিখা সাহিত্য। আগৰ দিনত যি-সকল অমৰ কবিয়ে আমাৰ ভাৰতভূমিক কাব্য, নাটক আদি দিছিল সেই সকলে নাটকো লিখিছিল আৰু কাব্যও লিখিছিল। কালিদাসৰ কবিতা যেনে নাটক বিলাকো তেনেকুৱা অমূল্য সম্পদ। আমাৰ মহাপুৰুষ শঙ্কৰদেৱে কীৰ্ত্তন, দশম আদিও ৰচনা কৰিছিল আৰু নাটো ৰচনা কৰিছিল। নাটক বিলাকৰ যোগেদি মানুহক ঈশ্বৰ বিশ্বাস, শ্ৰদ্ধা-ভক্তি, নিৰ্ম্মল আনন্দ উপভোগ কৰি নিজ নিজ বুদ্ধি-বৃত্তিৰ বিকাশ সাধনা কৰিবলৈ শিক্ষা দিছিল।

## নল-দময়ন্তীৰ উপাখ্যান

নল-দময়ন্তীৰ পৌৰাণিক উপাখ্যান ভাৰতবৰ্ষৰ সকলো ৰাজ্যতে সকলো ভাষাতে থকা এটা সকলোৰে ভালপোৱা কাহিনী। নিষধ ৰাজ্যৰ ৰজা নল এজন পৰম ধাৰ্মিকলোক আৰু দময়ন্তী বিদৰ্ভ ৰাজ্যৰ ৰজা ভীমৰ কন্যা। সৰুৰে পৰা দময়ন্তীয়ে ধৰ্মপ্ৰাণ নলৰ কথা আৰু নলে ৰাজকুঁৱৰী দময়ন্তীৰ কথা শুনিছিল। নলে দময়ন্তীৰ বাৰ্তা পাইছিল এটা ৰাজহাঁহৰ পৰা। উপাখ্যানত থকা সেই ৰাজহাঁহৰ ঠাইত এই নাটকত হংসা বুলি দময়ন্তীৰ এগৰাকী সখী সৃষ্টি কৰা হʼল। শোণিত-কুঁৱৰী উষাৰ সখী চিত্ৰলেখাৰ দৰে হংসাই এই নাটকত সখীয়েক দময়ন্তীৰ উপকাৰ সাধন কৰিছে।

নল- দময়ন্তীৰ মিলন হʼল কিন্তু লগে লগে সেই সুখৰ সংসাৰখনত কলিৰ প্ৰবেশ হʼল। কলিয়ে কূটবুদ্ধি দি নলক পাশা খেলত নমালে। নল খেলত সৰ্বস্বান্ত হʼল। ৰাজ অট্টালিকা এৰি বনে বনে ঘূৰি ফুৰিব লগীয়া হʼল। পতিপ্ৰাণা সতী দময়ন্তী ৰাজকন্যা আৰু ৰাজৰ হৈয়ো স্বামীৰ লগে লগে বনে বনে ঘূৰি ফুৰিবলৈ ধৰিলে। সত্যৰ পাশত আবদ্ধ হৈ শ্ৰীৰামচন্দ্ৰই অযোধ্যাৰ ৰাজসিংহাসন এৰি

---

পৰিশিষ্ট

চৌধ বছৰ বনবাস খাটিছিল। ৰাজকুঁৱৰী সীতাই স্বামীৰ লগে লগে বনবাস খাটি স্বামী সেৱা কৰিছিল। এই আদৰ্শ দময়ন্তীৰো আছিল।

অনেক নিৰ্য্যাতন ভোগ কৰাৰ পাছত নলৰ গাৰ পৰা কলি কেনেকৈ আঁতৰিল সেই কথা নাটকৰ ভিতৰতে আছে। ধৰ্মপ্ৰাণ নল কাহানিও বিচলিত নোহোৱাকৈ সত্য পথত থকা বাবে কলিয়ে তেওঁক একো কৰিব নোৱাৰিলে। তেওঁ আকৌ ৰাজ্য ধন ওলোটাই পালে। নল-দময়ন্তীৰ পুনৰ মিলন যাউতি যুগীয়া হ'ল।

## নলৰ চৰিত্ৰ

নল নিজে ৰজা হৈয়ো অশ্ববিদ্যা জানিছিল আৰু সুন্দৰ ৰন্ধা-বঢ়া জানিছিল। বিপদত পৰা দিনত এই দুটা বিদ্যাই তেওঁক বহুত সহায় কৰিলে। ৰজা হৈয়ো তেনে কাম কৰিবলৈ কুণ্ঠিত নহৈছিল। সম্ৰাট আউৰঙ্গজেব বিশাল মোগল সাম্ৰাজ্যৰ বাদশ্বাহ হৈছিল কিন্তু তেওঁ আজৰীয়া সময়ত সদায় টুপী গুথিছিল আৰু সেই টুপী বিক্ৰী কৰি পোৱা ধনেৰেহে তেওঁ আহাৰ খাইছিল। ইয়াৰ পৰা আমিও শিক্ষা ল'ব পাৰো যে, অতিৰিক্ত কাম-কাজ শিকি থোৱা ভাল। বৰ্তমান যুগ কামৰ যুগ। কাম নকৰিলে আমি খাই-বৈ জীয়াই থকাই টান। এইবাবে মহাত্মা গান্ধীয়ে পঢ়াৰ লগে লগে ছাত্ৰ-ছাত্ৰী সকলক সকলো প্ৰকাৰৰ ঘৰুৱা কাম কৰিবলৈ শিকাইছিল। কৰ্মীৰ জীৱনহে সাৰ্থক। ধোদৰ পছলা হৈ থাকিলে আগলৈ আমি নিজেই বিপাঙত পৰিম।

## কলি

পুৰাণত কলি বুলি এজন অপদেৱতাৰ সৃষ্টি কৰা হৈছে। আচলতে এই কলি মানে পৰৰ অহিত চিন্তা কৰা, কূটবুদ্ধি দিয়া বিধৰ মানুহ। এই বিধ মানুহ বাহিৰে বৰ ভদ্ৰ কিন্তু ভিতৰি কূটশাল। অনেক সৎ চৰিত্ৰৰ ল'ৰা-ছোৱালী, ডেকা-গাভৰু এনেকুৱা কূটবুদ্ধি দিয়া মানুহৰ পৰা নষ্ট হৈ যোৱা আমি দেখিবলৈ পাওঁহক। চুৰত, ৰাগীয়াল বস্তু আদি খাবলৈ শিকাই এনেবিধ মানুহে বহুত ভাল চৰিত্ৰৰ ল'ৰাক অসৎ পথলৈ টানি লৈ যায়। মিলিজুলি থকা একোখন ঘৰত আঁহফলা কথা সুমাই দি ককাই-ভাইবিলাকৰ মাজত খৰিয়াল সৃষ্টি কৰা মানুহবোৰেই কলি। এইবাবে তেনেলোকৰ মিঠা মাতৰ আঁৰত থকা অনিষ্টকাৰি উদ্দেশ্যৰ প্ৰতি সজাগ হৈ তেওঁৰ পৰা আঁতৰি থাকিবলৈ যত্ন কৰিব লাগে। নলে যদি পাশা নেখেলিলেহেঁতেন তেন্তে তেওঁৰ ইমান বিলৈ-বিপত্তি নহলহেঁতেন।

## হংসাৱতী

দময়ন্তীৰ সখীয়েক হংসাৱতীয়ে ইন্দ্ৰসেন আৰু ইন্দ্ৰসেনাক নৃত্য-গীত শিকাই মনৰ বল কেনেকৈ বঢ়াইছিল সেই কথা মন কৰিবলগীয়া। শিশুৰ কাৰণে সৰল-সহজ ভাবে সুন্দৰ মনোবৃত্তি গঢ়ি দিব পাৰিলে তেওঁবিলাকে দুখবেজাৰৰ কথাবোৰ পাহৰি থাকে। পিতৃ-মাতৃ বনত থাকোঁতে ইন্দ্ৰসেন আৰু ইন্দ্ৰসেনাক সখীয়েক হংসাৱতীয়ে দিয়া শিক্ষাই এই শিশু দুটিক অপাৰ আনন্দ দিছিল। পঞ্চম অঙ্কৰ তৃতীয় দৃশ্যত সেই কথা প্ৰকাশ পাইছে।

## সামৰণি

আমি ভাৰতবাসী। মহান আৰ্য্য-সভ্যতাৰ আমি অংশীদাৰ। এই ভাৰতবৰ্ষত যুগে যুগে মহামানৱসকলৰ আবিৰ্ভাৱ হৈ আছে। সিদিনা মহাত্মা গান্ধীয়ে ত্যাগ, অহিংসা আৰু প্ৰেমেৰে আমাক আকৌ জগত সভালৈ ন-কৈ উলিয়াই পঠিয়ালে। এতিয়া আমি আমাৰ এই মহান ৰাষ্ট্ৰখনৰ গৌৰৱ বঢ়াবলৈ মেধাৱী, চৰিত্ৰবান আৰু বিনয়ী ছাত্ৰ-ছাত্ৰী গঢ়ি তুলিব লাগে। তেওঁবিলাকক আদৰ্শ জীৱনৰ কাহিনী, সৎ সাহিত্য আৰু সৎ চিন্তা কৰিবলৈ শিকাব লাগে। ধ্বংসৰ বাট মুকলি আৰু সৃষ্টিৰ বাট সাধনাৰেহে পায়। আজিৰ যুগত নাটক, গল্প, উপন্যাস আৰু চিনেমা আদিত চৰিত্ৰ নষ্ট কৰা, ৰাগীয়াল দ্ৰব্য খোৱা আৰু নীতিজ্ঞান পুৰি খোৱা কথাহে বেছিকৈ পোৱা হয়। এইবাবে উঠি অহা ছাত্ৰ-ছাত্ৰী বিলাকৰ মাজত কলিৰ প্ৰবেশ হৈছে। নল-দময়ন্তী নাটকৰ চৰিত্ৰাৱলীয়ে তেওঁবিলাকৰ মনৰ কলিমন নাশ কৰি নিৰ্ম্মল চৰিত্ৰ গঠন কৰাত সহায় কৰিলেই আমি পৰম সন্তোষ পাম।

গুৱাহাটী বিশ্ববিদ্যালয়ে ছাত্ৰ-ছাত্ৰী সকলক ভাৰতীয় আদৰ্শৰে উদ্বুদ্ধ কৰিবলৈ মোৰ এই নাটকখন অনুমোদন কৰা বাবে সন্তোষ পাইছোঁ।

শিক্ষক সকলে ইয়াৰ পৰা শিক্ষনীয় বস্তু পালেই সকলো শ্ৰম সাৰ্থক হ'ল বুলি ভাবিব পাৰিম।

শ্ৰীআনন্দচন্দ্ৰ বৰুৱা

'বকুলবন'
যোৰহাট - ১
২৯।২।৭২

পৰিশিষ্ট

# নাটিকা

ৰূপমতী

ফুলৰা

মানসীৰ মৰ্মবাণী

কপৌ কুঁৱৰী

নীলাঞ্জনা

পঞ্চমী

তেজিমলা

সমিধান

ৰেজিনা

# ৰূপমতী

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

(ৰেৱা নৈৰ পাৰৰ বন। নিজান এটুকুৰা ওখ ঠাইৰ লতাকুঞ্জৰ তলত এখনি বগা শিলৰ আসনত হাতত বীণা লৈ বগা কাপোৰ পিন্ধা ৰূপমতী। নৈৰ ফালে হেলনীয়া গড়াত ভৰি দি শিলৰ ওপৰত প্ৰশান্ত ভাৱেৰে বহি ৰূপমতীয়ে একান্ত মনেৰে বীণা বজাই আছে। ৰূপমতীৰ গা ফুলেৰে সজোৱা। দূৰত ফুল ছিঙি ছিঙি কেই গৰাকীমান যুৱতীয়ে বনৰ মাজত ধেমালি কৰি আছে। বীণাত বসন্ত ৰাগৰ সুৰ বাজিছিল। বীণা বজোৱা শেষ হ'লত হঠাতে বীণা অকস্মাৎ থমকি ৰ'ল। উদাস মনেৰে নৈৰ ফালে চাবলৈ ধৰিলে আৰু গালে।)

গীত

আমৰ মুকুল-মদিৰা পি
উতলা দখিণ বা,
বেথাভৰা এই দূৰ বিহগীৰ
সুৰটি এবাৰ গা।
নীড়-হাৰা এই উদাসিনীৰ
মলয়- পৰশা সুবাস গীতিৰ
শবদ বিচাৰি চা। - -

(গীত অন্ত হওঁতে নৌ হওঁতেই ৰাজবাহাদুৰ হাবিৰ পৰা ওলাই আহে আৰু সন্মুখত ৰূপমতীক দেখি অচল লৈ ৰৈ যায়। গীতৰ অন্তত খন্তেক পৰ নিটাল মাৰি ৰূপমতী তলমূৰ কৰি থাকে আৰু লাহেকৈ মূৰ তুলি চাই দেখে সন্মুখত ৰাজবাহাদুৰ। দুয়ো দুয়োৰে ফাল চালে। কোনেও কাকো একো ক'ব নোৱাৰিলে। দুয়ো থকা ঠাইতে থৰ হ'ল। কিছুপৰৰ পাছত তন্ময় ভাবে ৰূপমতীৰ ফালে চাই স-সন্মানেৰে ৰাজবাহাদুৰে মাত দিলে।)

ৰাজবাহাদুৰ : দেৱী, তুমি কোন? এই নিজান বনৰ মাজত হাতত বীণা আৰু কণ্ঠত সঙ্গীত লৈ এইদৰে স্বপ্ন-জাল গুঠিছা কিয়?

ৰূপমতী : (লাজত গালমুখ ৰঙা হ'ল। মাতিব নোৱাৰিলে।)

ৰাজ : (সেইদৰেই চাই চাই) তুমি স্বপ্ন নে দিঠক? কোৱা দেৱী, তুমি স্বয়ং বাণীদেৱী নে নীল আকাশৰ পৰা নামি অহা উদৰ

ৰূপমতী

কনক চন্দ্ৰ? কোৱাঁ তুমি সুন্দৰী? কিয় এনেকৈ এই নিজান বনত স্বৰ্গৰ ৰূপমায়া সৃজন কৰিছা?

ৰূপ ঃ (লাজত কঁপা মাতেৰে ধীৰে ধীৰে ক'লে) আজি মদন-মহোৎসৱ। ৰেবাৰ তীৰত উৎসৱ কৰিবলৈ আহিছিলোঁ। মোৰ নাম ৰূপমতী। ৰাঠোৰ কন্যা। ধৰমপুৰ আমাৰ ৰাজধানী।

ৰাজ ঃ (উলাহেৰে) তুমি ৰূপমতী? - (স্বগতঃ) কি ভাগ্যৰ বলত আজি দুৰ্লভ মুখখনি দেখা পালোঁ? এৱেঁই সেই ৰূপমতী - যি সমগ্ৰ মালৱৰ শ্ৰেষ্ঠা বিদুষী, পৰমা সুন্দৰী। (ফুটাই) তুমিয়েই ৰাঠোৰ-পতি থানসিংহৰ আদৰিণী কন্যা ৰূপমতী? অনুপমা বীণাবাদিনী ৰূপমতী, সু-কবি ৰূপমতী তুমিয়েই?

ৰূপ ঃ(ৰাজবাহাদুৰৰ আবেগ-ব্যাকুল মুখৰ ফালে চাই ৰূপমতী বিস্মিতা। প্ৰসংশাবাণী শুনি লাজত তলমূৰ কৰি এটি মৃদু হাঁহিৰে সৈতে ক'লে) হয় ময়ে ৰাণা থানসিংহৰ অযোগ্যা কন্যা ৰূপমতী। বিশেষ ক্ষতি নহলে আপোনাৰ পৰিচয় জানিব পাৰিনে?

(দূৰত সখীহঁতে এই দৃশ্য দেখি লুকা-ভুমুকা কৰি সন্দেহৰ ইঙ্গিত দি ইজনীয়ে সিজনীক কিবা কৈছে।)

ৰাজ ঃ সুন্দৰ, মোৰ নাম ৰাজিদ। মই মাণ্ডগড়ৰ চুলতান। ৰাজবাহাদুৰ নামেৰে মোক সকলোৱে চিনে। তোমাৰ এই অতুলন ৰূপৰাশিৰ খ্যাতি, তোমাৰ গুণৰ গৰিমাই কাহানিবাৰপৰাই মোৰ কল্পনা আগুৰি গভীৰ অনুৰাগ হিয়াত সাঁচি থৈছিল। আজি নিজ চকুৰে তোমাক দেখা পাই, নিজ কাণেৰে তোমাৰ কণ্ঠস্বৰ শুনি ধন্য হলোঁ। তোমাৰ লগত এই সুমধুৰ আলাপ কৰি আজি মোৰ ৰসনা সাৰ্থক কৰিলোঁ। এই ৰাজিদৰ জীৱনত তোমাৰ এই মধু-মিলন ক্ষণটি অমৰ হ'ল।

ৰূপ ঃ (বহাৰ পৰা দুইহাত যুৰি) নমস্কাৰ চুলতান।

ৰাজ ঃ (কুৰ্ণিচ কৰা ঠাৱেৰে কুৰ্ণিচ কৰিবলৈ উদ্যত হয় আৰু হাত পিছুৱাই আনি) যদি অনুমতি কৰাঁ - দেৱী, তোমাক মোৰ ৰাজ্যলৈ লৈ যাওঁ। এই দেশৰ সৰ্বশ্ৰেষ্ঠা সুন্দৰী আৰু বিদুষী কবিৰ স্পৰ্শত মাণ্ডগড়ৰ চুলতানাপদ সু-পূজিতা হওক। (দূৰৰপৰা সখীহঁতে লক্ষ্য কৰি থাকে আৰু 'গতি বিষম' ভাবে ইঙ্গিত দিয়া-দি কৰে।)

ৰূপ ঃ (নিমাত)।

ৰাজ ঃ সুন্দৰী, তুমি যদি মোৰ মহিষী হোৱাঁ, মাণ্ডগড়ে যদি তোমাক চুলতানা স্বৰূপে পায়- তেন্তে স্বৰ্গ মোৰ হাতত পৰিবহি। জন্ম সাৰ্থক হ'ব ; জীৱন সাৰ্থক হ'ব - সাৰ্থক হ'ব মোৰ প্ৰেম! (আকৌ দুয়ো নীৰব)

ৰাজ ঃ তোমাৰ মৌন-সম্মতি লাভ কৰি ধন্য হলোঁ ৰূপমতী!

ৰূপ ঃ (চমক খাই অসংযত ভাবে) চুলতান! (ৰূপমতীৰ চকুৱে মুখে কিবা এটি হৰ্ষ-বিষাদৰ ৰেখা ফুটি উঠিল। ৰাজবাহাদুৰ স্তম্ভিত হ'ল।)

ৰাজ ঃ (কিবা কওঁ বুলিলে কিন্তু নোৱাৰিলে)।

ৰূপ ঃ চুলতান! মোৰ সপোনৰ সহচৰী এই পুণ্যসলিলা ৰেৱাক এৰি দূৰলৈ মই যাব নোৱাৰোঁ। ৰেৱা-তীৰ্থৰ নিৰ্মল দেৱী মোৰ আৰাধ্যা ঈশ্বৰী।

ৰাজ ঃ কিন্তু আজি যে মোৰ অস্তিত্ব তোমাত বিলীন হ'ল সুন্দৰী?

ৰূপ ঃ যদি মাণ্ডগড়ৰ ৰাজকাৰেঙে ৰেৱাৰ কুলুধ্বনি দিব পাৰে - তেন্তে চুলতান, অকুণ্ঠিত চিত্তে ৰূপমতীয়ে আপোনাক বৰমাল্য দান কৰিব।

ৰাজ ঃ (ব্যাকুল হৈ) দেৱী, দেৱী, এই পণ প্ৰত্যাহাৰ কৰাঁ। বেগৱতী ৰেৱাৰ খৰস্ৰোত কেনেকৈ ঘূৰাই নিম? সম্ভৱ হোৱাহেঁতেন এই পণো ৰাজিদে ৰাখিলেহেঁতেন। আন পণ কৰাঁ। (দূৰত উচ্চকণ্ঠে কোনোবাই কোৱা শুনা গ'ল —

"ৰাজবাহাদুৰ- ৰাজবাহাদুৰ - চুলতান! চুলতান"!

(ক্ষন্তেকৰ পাছতে আহি এজাক মাণ্ডসৈন্যই অৰণ্য ঘেৰি ধৰিলেহি। দূৰত সৈন্য দেখি ৰাজবাহাদুৰ উৎকণ্ঠিত হ'ল আৰু ৰূপমতীৰ ফালে সতৃষ্ণ-নয়নে চালে)

ৰাজ ঃ কোৱাঁ —

ৰূপ ঃ (নিমাত)।

ৰাজ ঃ তেন্তে বিদায় ৰাঠোৰবালা! বুজিছোঁ, তুমি পাঠানৰ ডিঙিত তোমাৰ বৰণমালা অৰ্পণ নকৰাঁ। (ফৌজদাৰ চালেহ বেগ আৰু কেইটামান সৈন্য আহি ওচৰ পায়হি আৰু চালেহ বেগে ৰাজৰ কথা শুনি গৰ্বিত ভাবে ক'লে)।

---

ৰূপমতী

চালেহ : চুলতান! হুকুম কৰক! বলেৰে লৈ যাওঁ। নহলে ৰাঠোৰে পাঠানৰ বশ্যতা স্বীকাৰ নকৰে।

(সৈন্য বিলাকে ব্যগ্ৰ হৈ চালেহ আৰু চুলতানৰ চকুলৈ চায় ; দূৰত সখীহঁতে বিপদৰ আশঙ্কা কৰি লৰি আহি ৰূপমতীৰ পাছত থিয় দি থাকে। উত্তেজিত চালেহ বেগক হাতেৰে ইঙ্গিত দি চুলতানে পঠিয়াই দিয়ে। সতৃষ্ণ-নয়নে ৰূপমতীলৈ চাই চাই কৰুণ-কণ্ঠেৰে কয়)।

ৰাজ : তেন্তে আজিলৈ যাওঁ - (গুচি যায়)

ৰূপ : (যোৱাফালে চাই চাই) যোৱা! -

(পাছফালৰ পৰা সখীহঁতে জাপ-মাৰি আহি ৰূপক বেৰি লৈ 'সখী' বুলি হাত-চাপৰি বায় আৰু ৰূপমতীয়ে হাত দুখন মেলি সখীহঁতক দুফাল কৰি দি তন্ময় হৈ কয়) —

ৰূপ : ইমান সুন্দৰ।

(পাছফালৰ পৰা সখীহঁতে ৰূপমতীৰ গাত ফাঁকু ৰং মাৰি দিয়ে। গাত ছিটিকি পৰে) ॥

---

এই নামৰ এটি বিদেশী কবিতাৰ পৰা আখ্যান বস্তু লোৱা হৈছে — লেখক। "ন- জোন" প্ৰথম বছৰ, প্ৰথম সংখ্যা, ১৮৫৬ শক

ৰূপমতী

# ফুলৰা

(নৃত্য-নাটিকা)

(ফুলৰাৰ গোটেই গা ফুলেৰে সজোৱা। মূৰত ফুলৰ মালা, ডিঙিত ফুলৰ মালা, হাতত ফুলৰ বালা, কঁকালত ফুলৰ টঙালি, বুকুত ফুলৰ মেঠনি, সৰ্বাঙ্গ ফুলেৰে সজ্জিত। সোঁহাতে ফুলৰ বিচনী।

আগে আগে ফুলৰা আৰু পাছে পাছে চতলা নৃত্য-ভঙ্গিমাৰে সোমাই আহে। ফুলৰাৰ বাওঁ হাতৰ ফালে ৰিহাৰ আঁচল উঁৰি গৈছে — আঁচলত ধৰোঁ ধৰোঁ হৈ চতলা)

ফুলৰা ঃ (নৃত্য-গীত)

মোৰ, ফুলৰে ইচনি
ফুলৰে বিচনী
ফুলৰে সজালোঁ গা।
মোৰ, ফুল ফুল নাচোনৰ
ফুল ফুল কাচোনত
ফুল ফুল বলিলে বা।।

চতলা ঃ (নৃত্য-গীত)

কিনো মোৰ নাচনী
সখী ঐ ফুলৰা
আঁচলত উৰুৱাই নে।
তোৰে মৰমতে
মজিলে চতলা
সপোনৰ বাতৰি দে।।

(ডিঙি ভাঙি পাছলৈ উলটি চাই ফুলৰাই থমকি ৰয়। চতলাৰ গীতৰ অন্তত হাঁহি হাঁহি হাতৰ মালা এধাৰ লৈ চতলাৰ মুখামুখিকৈ থিয় দিয়ে আৰু গায়)

ফুলৰা ঃ (গীত)

মই, ফুলেৰে সাজিলোঁ
নাও ঐ সখীয়া
ফুলেৰে তৰিলোঁ পাল,
সপোনৰ কোঁৱৰে মন মোৰ
হৰিলে -
সপোন নেদেখিলোঁ ভাল।।

(চতলাক এধাৰ মালা পিন্ধাই দিয়ে)

চতলা ঃ ঠানুৱা কোঁৱৰে মন হৰি নিলে
চতলাই ধৰিলে নাচ।
নাচোনৰ লাচতে
গা হালে-জালে
সপোন ধৰিছে পাছ।।

(মোহন ভঙ্গিমাৰে পাছলৈ ডিঙি ভাঙিব)

ফুলৰা ঃ পাছলৈ উলটি নাচাবি
সখীটি—
পাছলৈ নিদিবি মন।
আগলৈ উৰুৱাই
নে ঐ সখীয়া
বিচাৰোঁ নোপোৱা ধন।।

— সখী! সখী! সমাজিকটো কেনেবা কেনেবা লাগি আছে। সমাজিকত বিয়া দেখা বেয়া হেনো, হয়নে?

চতলা ঃ কাৰ বিয়া হোৱা দেখিছিলা?

ফুলৰা ঃ দেখিছিলোঁ- আমাৰ হেনো ঠানুৱা কোৱঁৰৰ দিনতে বিয়া হৈছে। বহুত মানুহ বিয়াৰ লগত গৈছে। ৰভাৰ তলত তেওঁক বহি থকা দেখি মই হেনো কৈছোঁ — অ'আই! দিনত দেখোন চকলং পতাদিহে কোঁৱৰৰ বিয়াখন পাতিলে।

চতলা ঃ ই সেইটোনো কি বেয়া সমাজিক দেখিলা? মোক এৰি থৈ তুমি আহি কোঁৱৰে সৈতে ৰং-ধেমালি কৰি থাকাহি নহয়। হেঁ ঃ আজিৰপৰা হ'বলা আৰু লগ এৰিম? ব'লা — এতিয়া তোমাৰ নাটঘৰটোলৈ ব'লা। মই তোমাৰ মোহন কোঁৱৰক আজি চামেই চাম।

ফুলৰা ঃ (হাঁহি) মোৰনো নাটঘৰ কোনটো সখী?

চতলা ঃ জানো কোনটো? তুমিহে জানা। ব'লা - তালৈ যাওঁ।

ফুলৰা ঃ (গীত-নৃত্য)

(চতলাৰ থুঁতৰিত হাত দি)

অ' ফুল ফুল।

ফাগুনত ফুলিব

কি ফুল জুল?

চতলাই মেলিব

নাও তুলবুল।।

চতলা : ইঃ। তুমি আৰু খালি মোকহে জুই দিব পাৰা নহয়নে? বাৰু ৰ'বা - এনেও নাচিছোঁ তেনেও নাচিছোঁ। নাচোৰেই ভালকৈ।

চতলা : (গীত)

অ' আইটি ফুলেশ্বৰী

ফুলৰ তলত ঘৰ।

কাৰ স'তে বিয়া হ'ব —

কাক পাবা বৰ।।

চতলা : অ' সখী মোৰ

সৰু চৰাইটি!

তোৰ, সৰু সৰু বেথা ভৰা

হিয়াৰ টেমাটি।।

তাতে আজি দিওঁ আহাঁ

মোক চুমাটি -

অ' সখী! অ' সখী!

পৰাণ পখীটি।

(পখিলাটি উৰি গৈ বুকুত পৰাদি দুই হাতে মেলি দি বাওঁ ভৰিৰ ওপৰত থিয় হৈ ফুলৰাই লাহেকৈ মুখখন নি চতলাৰ বুকুত থয়)

চতলা : (ফুলৰাক দুই হাতে সাৱটি)

সখী! ব'লা আকৌ

ফুলৰা : ক'লৈ?

চতলা : তোমাৰ নাটঘৰলৈ —

ফুলৰা : অ' হয়, হয়। নাটঘৰ! নাটঘৰলৈ যাব লাগেতো। বাৰু, নাট ঘৰলৈ গৈনো তুমি কি কৰিবাগৈ?

চতলা : তোমাৰ কোঁৱৰক চাম। কোঁৱৰ ৰূপহনে তুমি ৰূপহী মনে মনে মিলাম।

ফুলৰা : মিলাই?

চতলা : মোৰ মনৰ কিবা এটা কথা ক'ম।

ফুলৰা : বাৰু। সখী। এই মুকলি পথাৰখন দেখিছানে? আৰু দূৰত বৈ যোৱা সেই অকণমান নৈখন দেখিছানে? চোৱাঁ- কেনে ধুনীয়া! -

চতলা : চাই থাকিলে এই পথাৰখনৰ ওপৰেদি মোৰ ক'ৰবালৈ উৰি যাবৰহে মন যায় সখী। মোৰ মন যায় যেন - মই এটা উৰণীয়া চৰাই হৈ যাওঁ। আৰু পিঠিতে তোমাক তুলি লৈ গৈ থাকোঁ, গৈ থাকোঁ গৈ গৈ ক'ৰবাত ওলাওঁগৈ।

ফুলৰা : বাৰু আহাঁচোন। এই ওখ টিপটো দেখিছানে? চোৱাঁ এই টিপটো আৰু এই গছ জোপা। এই গছতে আঁউজি তুমি কৃষ্ণ গোঁসাই বহাদি বহাচোন বাৰু।

চতলা : (গাত) কিনো মোৰ চেনেহী

সখী ঐ ফুলৰা,

কিহেৰে মুহিলা মন।

উৰি যাওঁ উৰি যাওঁ

সখীৰে লগতে —

বিচাৰি আঁচলৰ ধন।।

(চতলাই গীতৰ ছেৱে ছেৱে ওখ টিপটোলৈ উঠি যায়- আৰু গছত ভেজা দি ত্ৰিভঙ্গ ভঙ্গিমাৰে থিয় দিয়ে। তলত ফুলৰা)

ফুলৰা : সখী! তুমি যেনিবা এতিয়া স্বৰ্গত আছা, তুমি এতিয়া স্বৰ্গৰ অপেস্বৰী। তুমি তাৰ পৰা চোৱাঁচোন -

(নৃত্য-গীত)

ঐ! এ! ঐ!

বতাহৰ আগেদি কোনে ঐ

বিনালি বননিত বিননি থৈ —

ফুলৰা : কাৰ মৰমৰে বাতৰি আনিলি

নিজানৰ এধানি নৈ।

চতলা : সখী! সখী! তুমি দেখোন

বেজাৰ লগা গীত গালা?

(ওপৰৰপৰা চতলা বেগাই নামি আহে আৰু আনপাকে ফুলৰা গৈ টিপৰ ওপৰত উঠে)

চতলা : অ' মই আজিহে জানিছোঁ।

সখী, তুমি মায়া কৰিব জানা!

বেজাৰৰ গীত গোৱা শুনি মই নামি

আহি ভৈয়াম পালোঁহি, আৰু তুমি

গৈ টিঙত উঠিলাগৈ। বাৰু, বাৰু!

ময়ো শিকিছোঁহে। ব'লা - এতিয়া - নাটঘৰলৈ ব'লা।

ফুলৰা : বাৰু, যাম বাৰু। এইয়া চোৱাঁ— মই কৃষ্ণ

ফুলৰা

গোপাল। এইয়া কদমৰ তলত বাঁহী লৈ বহিছোঁ।
তুমি মোৰ ৰাধা। এতিয়া?

চতলা ঃ সেইদৰে হ'লে আৰু কথাই নাই সখী।

(নৃত্য-গীত)

কালিন্দীৰ তীৰতে
কালিন্দী ভোমোৰাঁ
ত্ৰিভুৱন কৰিলি জয়।
কুল কুলু কুলু
সুৰেৰে সুতুলি
চতলাৰ বুকেদি বয়।

(বহাৰপৰা এখোজ নামি আহি তললৈ সোঁহাতখন মেলি দি বাওঁহাতৰ বিচনীৰে ওপৰলৈ দেখুৱাই ফুলৰাই গায়)

ফুলৰা ঃ গীত

মোৰ হাতে মেলি দিছোঁ
ধৰা ঐ সখীয়া
পাখি মেলি দিছোঁ উৰা।
এখুজি দুখুজি
আহাঁ আগেবাঢ়ি
সৰগত বিহৰি ফুৰা।।

(নেপথ্যত বংশী ধ্বনি শুনা গ'ল)

চতলা ঃ সখী! সেইয়া বাঁহী। কোনে বজায়?

ফুলৰা ঃ (কথা) সেই মোহন ঠানুৱা কোঁৱৰৰ বাঁহী বলিয়া বৰাগী ঐ।

চতলা ঃ তেন্তে। আহাঁ নাটঘৰলৈ যাওঁ। কেনি? তোমাৰ নাটঘৰ ক'ত?

ফুলৰা ঃ এটা কথা সখী। আমি এতিয়া অলপ আঁতৰি যাওঁ ব'লা। কোঁৱৰে আমাক দেখি নাহে। আমি গৈ সৌ জোপাটোৰ আঁৰতে লুকাই থাকোঁগৈ। তাৰ কাষতে সৰু পঁজা এটা আছে। তাতে মোক খাবলৈ গাখীৰ পানী দিয়ে। ব'লা এতিয়া তালৈকে যাওঁ। তাৰপৰা কোঁৱৰক চাই থাকিম।
(লাহে লাহে নামি আহে)

চতলা ঃ (দেও দি দেও দি)
(নৃত্য-গীত)

ফুলৰা

বাঁহৰে আগতে, অ' মন জিএগ।
পৰি কামে চৰাই, অ' মন জিএগ।
উভতি কোটালে পাখি মন জিএগ
উতলি উঠিছে চতলাৰ হিয়া।

(এই গীতৰ নৃত্য দেখাত চৰায়ে উভতি ঠোঁটেৰে পাখি কৰলাৰ নিচিনা হ'ব।)

(আগে আগে চতলা আৰু পাছে পাছে ফুলৰা ওলাই যায়। আন ফালৰপৰা হাতত এটা বাঁহী লৈ মোহন লাহে ধীৰে সোমাই আহে। মোহনৰ মূৰত ফুলাম গামোচাৰ এটা মুকুট। গা উদং। এখন সৰু চুৰিয়া।)

মোহন ঃ হেৰেই মাধৱী মোৰ
মধু ফাগুনৰ
শুনচোন কাণে কাণে
কথা এটি কওঁ —

(অলপ ৰৈ) কি ক'ম? কাক ক'ম? এই মুকলি পথাৰখনৰ এই ওখ হাঁফলুটোত কি আছে? সেইখিনি পালেহি দেখোন মোৰ মনত শুৱলা কথাবোৰ জাগি উঠেহি। মই কাক বিচাৰি ফুৰোঁ? (লাহে লাহে উঠি গৈ ওখ টিপটোৰ ওপৰত থকা গছজোপাত আঁউজি বহে। বাওঁ ভৰিৰ ওপৰত সোঁ ভৰি তুলি বৰ আয়মেৰে বহে।) মানুহে যেতিয়া অকল প্ৰাণৰ বাতৰিহে বিচাৰি ফুৰে; যেতিয়া মনে অকল মনৰ সৌন্দৰ্য্যহে বিচাৰিব খোজে, তেতিয়া দেহাটোৰ প্ৰতি সঁচাকৈয়ে বিৰক্তি জন্মে। ফুলৰাৰ নাচ-গানবোৰৰ মাজেদি সদায় মোৰ চকুৰ আগত সেই দেহ নাইকিয়া দেৱবালা বিলাকৰ স্বপ্ন জিলিকি উঠে। ফুলৰাক দেখি মই ভাবোঁ — পৃথিৱীৰ সকলো ব্যৰ্থতাক জয় কৰিব পৰা এই সঙ্গীত-কলাৰ সৃষ্টি কৰিলে কোনে?
(অলপ ৰৈ)
সৌৱা! শূন্যত যেন ব্যোমকেশ নটৰাজে স্বপ্নমূৰ্তি লৈ নৃত্যহে কৰিছে! সৌৱা! যেন হাতত লীলাৰ পদুম লৈ স্ৰষ্টাই মোক কাব্যপাঠ কৰিহে শুনাইছে!
(লাহে লাহে থিয় হয়, আৰু হাতযোৰ কৰি বাঁহীটো দুই হাতৰ মাজত লৈ)

লাহে লাহে ঃ সুন্দৰ! সুন্দৰ!

সৃষ্টি সুন্দৰ, স্ৰষ্টা সুন্দৰ
সুন্দৰ এই ধুনীয়া ধৰা।
(নৃত-ভঙ্গীমাত থমকি ৰৈ থাকে)
এচকুত ফুলৰাৰ
এচকুত বিনন্দীয়া
ধুনীয়া ধৰাৰ
অপাৰ সৌন্দৰ্য্য আহি
সানি দিছে সপোনৰ
সু-নীল অঞ্জন।
অন্তৰত নিৰঞ্জন
শূন্য-মূৰ্তি সপোনৰ
ৰৈ আছে মনে মনে
মৃদু উলাহত।

(বাঁহীটো দলিমাৰি পেলাই দিয়ে)

বাঁহীটো এটা যন্ত্ৰ মাথোন। এই মুকলি আকাশখনৰ মুক্ত বতাহত বৈ যোৱা, বৈ বৈ কাণে কাণে লাগি যোৱা ---

এই ৰহস্যময় আকাশ-সঙ্গীতৰ নিমাত সুৰৰ ৰাজ্যত যন্ত্ৰৰ ঠাই নাই। ইয়াত বাজিব অকল প্ৰাণৰ মন্ত্ৰ। ইয়াত হয় অকল প্ৰাণৰ লগত প্ৰাণৰ পৰিণয়।

(আগে আগে ফুলৰা আৰু পাছে পাছে চতলা। ফুলৰাৰ কাষত এটা মাটিৰ দৈ টেকেলিত পানী। চতলাৰ হাতত কেইধাৰমান ফুলৰ মালা আৰু এখন ফুলৰ বিচনী। মোহনলৈ ৰ লাগি চাই থাকে।

গীত

ফুলৰা : পাছলৈ উলটি
নেচাবা মালতী
সাগৰো আহিব
ভাগি অ' সখী -
সমুখত কোঁৱৰৰ
ৰেহ-ৰূপ দেখি!

(মোহনে মিচিককৰে হাঁহে)

চতলা : **গীত**
সাগৰে মাতিছে
শুনা অ' সখী -
আবেলি বেলিয়া
কলীয়াক দেখি।

ফুলৰা : কোঁৱৰ! কোঁৱৰ! আজি তুমি মুখেৰে নেমাতিবা দেই। আজি নেৰোঁ। আজি নেৰোঁ।

চতলা : (ফুলৰাৰ কাণে কাণে)
এৱেঁইনে তোমাৰ কোঁৱৰ?

ফুলৰা : এৱেঁই। এতিয়া একো নক'বা দেই-
(লাহে লাহে উঠি গৈ টিপৰ ওচৰ পায়গৈ। চতলাই তলতে ৰৈ মুগ্ধ দৃষ্টিৰে চাই থাকে। মোহন অবাক)

ফুলৰা : কোঁৱৰ! তুমি ৰজা বহাদি গছৰ তলতে অলপ বহাহি আঁহা। চোৱাঁ - এইয়া দৈ-টেকেলি আনিছোঁ। তোমাক আজি গা ধুৱাম।

মোহন : (হাঁহি) বাৰু ---
(গছৰ তলতে বহেগৈ)
(ফুলৰাই মোহনৰ বাঁওফালে দৈ-টেকেলিটো থয়)

ফুলৰা : কোঁৱৰ! তুমি মোক বহুত দিলা। মইহে তোমাক একো দিয়া নাই। আজি মই তোমাক কিবা এটা উপহাৰ দিম দেই। পিছে দিয়াৰ আগতে তোমাক অলপ সজাই লওঁ। তুমি তেনেই উদং গাৰে আছা। চোৱাঁ - - এইধাৰ মুকুতাৰ মালা --
(নিজৰ ডিঙিৰপৰা সোলোকাই আঁঠু কাঢ়ি কোঁৱৰৰ ডিঙিত পিন্ধাই দিয়ে। মালাধাৰ অঞ্জলি মুদ্ৰাৰে লৈ প্ৰথমে বুকুত থয়। "লোৱাঁ" বোলোঁতে সোঁহাতত ওলোমাই মুদ্ৰা দিয়ে; আৰু শেহত প্ৰণতি কৰি পিন্ধাই দিয়ে)

গীত

জনমে জনমে নিজৰি জৰা,
চকুৰে চকুৰে চকুলো সৰা
এইযা এধাৰি মোৰ
মুকুতা মালা।
লোৱাঁ লোৱাঁ দেৱতা মোৰ
(আজি) সপোনে পাতিছে দোলা।।
(পিন্ধাই দিয়ে)

চতলা : (তলৰপৰা ব্যাকুল কণ্ঠে চিঞৰি মাৰি সোধে)
সখী! সখী! ক'তা? নাটঘৰ কেনি? কি কৰিছা?

ফুলৰা : (আঁঠু কাঢ়ি - এটা আঁঠু মাটিত আৰু আনটো মাটিৰপৰা তুলি ঈষৎ বঙ্কিম দৃষ্টিৰে চতলাৰ

ফুলৰা

ফালে চাই লাহে লাহে থিয় দিয়ে) আহাঁ আহাঁ সখী! তোমাৰ মালা কিধাৰ দিয়াঁচোন।

চতলা : (গীত গাই নৃত্য কৰি উঠি আহে)

**গীত**

মোৰ ফুলৰ দোলা
ফুলৰ কোলা।
ফুলৰ মেলা ঐ।
ফুলৰ মাজত
ফুলেশ্বৰী
ফুলৰ হিয়া লৈ।।

— এইয়া হোৱাঁ হোৱাঁ —

ফুলৰা : সখী! এৱেঁই মোৰ সেই মোহন কোঁৱৰ। কোঁৱৰ! মোৰ মুখত এওঁ তোমাৰ কথা শুনি আজি তোমাক চাবলৈ আহিছে। তুমি বেয়া নেপাবা দেই।

মোহন : মই কিয় বেয়া পাম? নেপাওঁ। তোমাৰ নাম কি?

চতলা : মোৰ নাম চতলা।

মোহন : সুন্দৰ -

ফুলৰা : আৰু সুন্দৰ হকচোন। দিয়াঁ সখী, এধাৰ মালা কোঁৱৰক পিন্ধাই দিয়াঁ, আৰু এধাৰ এই দৈ-টেকেলিটোক দিয়াঁ।
(চতলাই তেনে কৰে আৰু পানী টেকেলিটোৰ পাছতে চতলাক থিয় কৰাই এধাৰ এধাৰকৈ ফুলৰ মালাবোৰ সোলোকাই গীতৰ ছেৱে ছেৱে চতলাক ফুলৰাই পিন্ধাই যায়।)

**গীত**

মোৰ, ডিঙিৰ সাতেসৰী লোৱাঁ ঐ বানছি
হিয়াৰ হেমহাৰে লোৱাঁ।
মোৰ, হাতৰে বলয়া লোৱাঁ ঐ চতলা
সপোনৰ সুৰাগী হোৱাঁ।।
মোৰ, ফুলৰ ৰিহাখনি লোৱাঁ ঐ এবেলি
বতাহত উৰি থক পাল।
ফুলৰে কপালী পিন্ধা ঐ চতলা
সামাজিক দেখিবা ভাল।।
ফুলৰাৰ কায়াৰ ছাঁয়া মোৰ চতলা
দিঠকৰ সপোনী হোৱাঁ।
ঠানুৱা কোঁৱৰৰ কাষতে এধানি
চেনেহৰ চানেকি লোৱাঁ।।

(চাওঁতে চাওঁতে ফুলৰাৰ গা উদং হ'ল আৰু চতলা সজ্জিতা হ'ল)

চতলা : কি কৰিছা সখী? নাটঘৰলৈ নোযোৱানেকি?

ফুলৰা : (হাঁহি) কোঁৱৰ! মোৰ আজলী সখীয়ে নাটঘৰ নাটঘৰ বুলি চিঞৰি মৰিছে। এওঁক মোৰ নাটঘৰটো হেনো দেখুৱাব লাগে।

মোহন : (হাঁহি) তোমাৰ নাটঘৰটো?

ফুলৰা : (দৈ-টেকেলিটো থকা ঠাইৰপৰা আগলৈ আনে। সেই ঠাইত চতলাক বহুৱাই দিয়ে। চতলাৰ হাতৰপৰা বিচনীখন লৈ)
—কোঁৱৰ! বহাগৰ বিহু যেতিয়া চেৰাই যায়, সেইদিনা পঁইতা ভাতে দৈ গাখীৰে আমি জুৰণি খাওঁ; আৰু আয়ে এইদৰে বিচি দিয়ে। চোৱাঁ — (বিচনীৰে দুয়োকে বিচি)

**গীত - নৃত্য**

মোৰ ফুলৰে বিচনীত জুৰণি আহিবি
জিৰ জিৰ বলাবি বা,....
সপোনৰ বাতৰি নেযাবি আঁতৰি
ফুলৰাৰ সামাজিক চা।....

(কথা) অ' কোঁৱৰ! মোৰ বৰ গৰম লাগিছে তোমাৰ এই চেনেহ জলটুপি মোৰ শিৰত ঢালি গা শাঁত কৰি লওঁ দেই।
মই গা ধুইছোঁ চোৱাঁ—
(দৈ-টেকেলিটো দুই হাতে তুলি গীতৰ ছেৱে ছেৱে নিজৰ মুৰত ঢালি)

**গীত**

যাউতিযুগীয়া আকাশী অমিয়া
ফুলৰাৰ শিৰতে পৰ,
শীতলা গোসানী আই ভৱানী
চতলাক আশীৰ্বাদ কৰ।।

———

।। ৰণজুন, দ্বিতীয় সংখ্যা, চেপ্তেম্বৰ ১৯৭৯।।

০০০

# মানসীৰ মৰ্মবাণী

(পিছ পিনে হিমালয় শুকুলা টিং বিলাক। পৰ্বতৰ নামনিত
তপস্বী। ওখত মানসী নৃত্যৰ ভঙ্গিমাত )

তপস্বী : কোন? কোন তুমি মায়াবিনী
ৰহস্যৰ মাজত লুকাই
মাজে মাজে মোৰ কল্পনাত
দেখা দিছা অপৰূপ লাৱণ্যৰ
মাধুৰী মিলাই ?

মানসী : মই! (নৃত্যৰ ভঙ্গিমাত)
মই দেৱী ত্ৰিদিব মোহিনী
কবিৰ সঙ্গিনী
তাপসীৰ তপোবল
যোগীৰ যোগিনী।
চিন্তাশীল ভাবুকৰ
জীৱন ৰঙ্গিনী।
ৰহস্যৰ মৰ্ম দিয়া
স্বপ্ন মায়াবিনী।

তপস্বী : তুমি? তুমি?
তোমাক বিচাৰি দেৱী
তোমাৰে তাপত
অনুতপ্ত হৃদয়ৰ
শতধাৰ লৈ
তপস্যা-কাতৰ হৈ
আহিছোঁ ইদৰে।

মানসী : সৌৱা দেখিছাঁ মোৰ
পিতৃভূমি পূণ্যগিৰি
হিমৰ আচল
সগৰ্বে আজিও আছে
প্ৰকাশি মহিমা।
প্ৰকাশি শিৱৰ শক্তি
ভাৰতৰ সীমা?
তাতে আছে—
তপস্যাৰ কোটি-কল্প
সঞ্চিত ৰতন
জ্ঞানৰ গভীৰ বাণী
সত্য সনাতন।
তাপসীৰ প্ৰীতি-অৰ্ঘ্য
ভক্তি অঞ্জলি
স্ৰোতাস্বিনী গঙ্গা হৈ
বইছে সদায়
গীতৰ লহৰ নামে
যমুনাৰ নীল জল
মিলন বেহাই।

তপস্বী : আজন্ম তপস্বী মই
সত্যাশ্ৰয়ী প্ৰেমৰ পথিক—
তুমি দেৱী-কল্পনাৰ
মোহন-সঙ্গিনী
হিমাচল উচ্চ গিৰি
সাক্ষী দেৱতাৰ
যজ্ঞভূমি ভাৰতৰ
পূণ্য-তীৰ্থ মোৰ
সাধনাৰ মহাপীঠ
জীৱনৰ জয়—
আহাঁ দেৱী মনেশ্বৰী
নামি আহাঁ তুমি
লক্ষ-কোটি ভিন্ন মন
একে কৰি দিয়া—

সহস্ৰ ধাৰাৰে মিলা
এটি মোহনাত
নৃত্য কৰি তুমি পুনু
ভাৰততে জীয়াঁ
(শঙ্খধ্বনি কৰে।)

মানসী ঃ (ধ্বনিৰ পাছে পাছে নৃত্য কৰি)

**গীত**

ছন্দেৰে নামো মই
বন্দিতা হৈ
নন্দিতা মালিতাৰ
মনোমোহা নৈ।
(হঠাৎ বহু ধ্বনিৰে)
হিল্লোলি উঠা নাচি
কল্লোল ৰোল তুলি
উল্লাসে শতধাৰে
জয় জয় জয় বুলি
নাচি আঁহা নাচি যোৱাঁ
ছন্দিতা হৈ
বন্দিতাৰ জননীৰ
জয় গান লৈ।।
(অন্তৰ্ধান)

তপস্বী ঃ (শঙ্খধ্বনি কৰি)

মুক্তিৰ মহাশঙ্খ ধ্বনি
উঠক ৰণনি
জগতৰ হিংসাত্মক
ৰক্ত পিপাসুৰ
ক্ৰুৰ বক্ষ ভেদ কৰি,
ভেদ কৰি
পাষাণ হৃদয়--
প্ৰেমৰ সু ৰত
দিগন্ত নিনাদি পুনু
বাজক এবাৰ
ভাৰতৰ মহাশঙ্খ
প্ৰেমৰ আহ্বান।

০০০

# কপৌ-কুঁৱৰী

**সূত্ৰধাৰী সোমাই আহে**

হে সভাসদসকল, প্ৰথমে আপোনাসৱক প্ৰণাম কৰিছোঁ। আজি বসন্ত শ্ৰীপঞ্চমীৰ এই পুণ্য-সন্ধ্যাত আপোনাসৱৰ মনোৰঞ্জন কৰিবলৈ এটি সুৰৰ কঙালে "কপৌ-কুঁৱৰী" নামে এই ৰূপক-নাটিকাখনি ৰঙ্গ-মঞ্চত তুলিছে। তাৰে সূত্ৰধাৰ বাবটি পৰিছে আমাৰ গাত। আপোনাসৱ ৰসগ্ৰাহী। ৰস গ্ৰহণ কৰিবলৈ হ'লে একান্তভাৱে মনোনিৱেশ কৰিব লাগে। হে সুধীসকল, কাণ দিয়ক কাণ দিয়ক। হৃদয়ৰ কথা ক'বলৈ নাট্যকাৰ ব্যাকুল। সহৃদয় মানুহৰ ওচৰত মানুহে কান্দে সান্ত্বনা পাবলৈ। শুনক, শুনক, আজিৰ এই উৎসৱৰ আয়োজন কৰিছে জগতত যি সকল অতি নিমাখিত, যাক কেৱে আদৰ নকৰে সেই সকলে। কুলি কেতেকীৰ প্ৰৱঞ্চনাত আৰু ভোল নাযাব। শুনক, শুনক, আজিৰ প্ৰভাতী সুৰ গাইছে জগতত যি অতি নিৰ্য্যাতিত, ঘৃণিত সেই টোঁৱা কাউৰীয়ে। অ' এয়া পালেহিয়েই—

(নাট লৈ সূত্ৰধাৰ ৰহে।)
(গাই গাই এহাল টোঁৱা- কাউৰীৰ প্ৰৱেশ)

গীত

পুহাইল ৰজনী উঠা যদুমণি
নিশি পৰভাত হৈল হে।
বনৰে হৰিণা বনতে লুকালে
পশু দশোদিশে গৈল হে।।

সূত্ৰ : তাকে শুনি কপৌ কুঁৱৰী আহি যি কয় —
( উৰুলি দি কপৌ-কুঁৱৰী সোমাই আহে)

কপৌ : হেৰাঁ, তোমালোকক দেখি আজি দেখোন মোৰ বৰ মৰম লাগিল। তোমালোকে যেন আজিহে প্ৰথম গীত গালা।

টোঁৱা-কাউৰী : হেঃ! এতিয়া তাকে শুনাইছাঁ? আমি যে ইমানবোৰ ক'লা ৰাতিৰ সপোন ভাঙি আশাত কলটোক্ কলটোক্ কৰি থকা মানুহবোৰক জগাই দিলোঁ তাৰ পুৰস্কাৰ পাইছোঁ- শাও-গৰিহণা, চপৰা দলি, বাটলুগুটি আৰু বন্দুকৰ ছেৰা গুলীবোৰহে হ'বলা? মানুহবোৰৰ যে হিয়া ঐ!

কপৌ : বাইটি, তুমি যে ভিতৰি ইমান বগা আজিহে গম পাইছোঁ। আই ঐ দেহি, তোমাকো মানুহে এনে অত্যাচাৰ কৰেনে?

কাউৰী : কৈছাঁহে আকৌ!

কপৌ : এৰা নকবাঁ - নকবাঁ- মানুহৰ হিয়া নাই ঐ- হিয়া নাই! বাইটি মোৰ কি দশা কৰিলে ক'ব পাৰানে?

কাউৰী : তুমিনো মোক সুধিব লাগিছেনে? মই জানো তোমাৰ গাৰ নোম শিয়ঁৰা ৰুমনিটো শুনা নাই? সেইটো হ'বলা তোমাৰ আনন্দ জোঁকাৰ! হুঃ! (কাউৰী পায় গৈ)

গীত

কপৌ : অমিয়াৰ জোলেৰে নাৱকে ভৰালোঁ
গীতেৰে সাজিলোঁ চৈ
সুৰৰ সাগৰতে নাও মেলিছিলোঁ
সপোনৰ বাতৰি কৈ।
মৰমৰ ব'ঠাৰে সাগৰ ভাঙিছিলা
কঁপনিত নাচিছিল ঢৌ,
তুমিনো নাছিলা কি মোৰ সখী ঐ,
ওঁঠত সৰিছিল মৌ!
এনা বতাহতে গছৰ পাতে পাতে
কোনেনো কান্দিছে ঐ,
সুৰৰ কোঁৱৰহঁতে জুৰ বৰষিছে
বিৰহৰ বাতৰি কৈ।

সূত্ৰ : হে সভাসদসকল, সাৱধান! সাৱধান! এইবাৰ স্বয়ং ঋতুৰাজ বসন্ত আহিছে।

(বসন্ত সোমাই অহাৰ লগে লগে পুষ্প বৃষ্টি হয়।)

বসন্ত : কপৌ কুঁৱৰী, কপৌ কুঁৱৰী, কি বেজাৰ, কাৰ কথা সুঁৱৰি মোৰ পিনে পুহৰি পুহৰি নৌ হওঁতেই জগতখন এনেকৈ শিয়ঁৰাই তুলিলা?

(লতা-পাতৰ সিংহাসনত বসন্ত বহে।)

কপৌ : (নাচি-গাই, বিয়ানামৰ সুৰ)

নামি আহে দেৱতা মোৰ
চৰণ ধুৱাওঁ,
নিতে-গীতে ৰুমনীতে
আজিহে মিলাওঁ।
(নাচি নাচি কপৌ-কুঁৱৰী বসন্তৰ ভৰিত পৰে।)

সূত্ৰ : এনেতে ফুল-কোঁৱৰ আহি সেৱা জনায়।

গীত

ফুল কোঁৱৰ : ফুলৰ কোঁৱৰ অহিছোঁ আজি
ভুলৰ বাতৰি বিলাওঁ বুলি,
বড়াই কৰি হেৰুৱালোঁ
তোমাৰ বাটৰ মাণিক ধূলি।
লোৱাঁহে মোৰ বেথাৰ মিতিৰ,
লোৱাঁ ফুলক তুলি —
তুমি, আহাঁ, আহাঁ, সুৰত কান্দি
থাকো সদাই ফুলি।
(বসন্তৰ ভৰিত ফুলৰ মালা এধাৰ দি পৰি যায়)

---

কপৌ কুঁৱৰী

সূত্ৰ ঃ এইবাৰ সু-কণ্ঠী সখিয়তী আহিছে। শুনক, শুনক —

নৃত্যগীত

সখিয়তী ঃ
সখিয়তী সখী পাতোঁ
সখী বুলি ময়ে মাতোঁ।
সখী বুলি আজি সখী
তোমাকে মোৰ দুহাত পাতোঁ।।
(বসন্তক বেৰি লৈ বহে।)

সূত্ৰ ঃ এই-বেলিহে ঘাই বন্ধু হেঁটুলুকা —

নৃত্যগীত

হেঁটু ঃ
কি চৰাই মাতিলে হেঁটুলুক হেঁটুলুক,
টুবুকি লতাৰে তলত,
কৰ্চন, কণুৱা বৰবগ, চিলনী
পৰিলে পথাৰৰ দ-লত।
তই হেঁটুলুকা সেতু বিচাৰিলি
হেঁটুলুক হেঁটুলুক জলত,
জলত জলেমেলাই
ৰ'দত তিৰেবিৰাই
হেঁটুলুক পৰিল তলত।।
(বসন্তৰ আগত দীঘল দি পৰে।)

সূত্ৰ ঃ বসন্তৰ উৎসৱ দেখি গৰখীয়া লৰাহঁতে যি গায় —
(হাত চাপৰি বজাই বজাই এজাক গৰখীয়া লৰাই গায়।)

গীত

হুৰ্ হুৰ্ হুৰাই ৰাই
সুৰবোৰ নিৰ্সিঁচিবি অনাই বনাই —
হুৰ্ হুৰ্ হুৰাই ৰাই!
গছে পাতে মাত মাতে তৰণীকে নাই,
গুণ্ গুণ্ গান্ গান্ ভোঁ ভোঁ, গাই
নুফুৰিবি অনাই বনাই।
নেমেলিবি জুইবোৰ কৰি ঠাই ঠাই,
হুৰ্ হুৰ্ হুৰাই ৰাই! (বসন্তক বেৰি লয়)

সূত্ৰ ঃ- এইবাৰ মধু চোৰ ভ্ৰমৰ—
(গীত গাই গাই ভোমোৰা লৰি আহে)

গীত

ভোমোৰা ঃ- ( 'মোৰে প্ৰাণ কমলাপতি' -সুৰ)

মোৰে প্ৰাণ্
মোৰে গান্
মোৰে মনৰ
মধু সমিধান-

গীত

গৰখীয়াহঁত ঃ চোৰ্! চোৰ্! মাৰ্! মাৰ্!
ধৰ্! ধৰ্
চোৰ ধৰ মাৰ চোৰ ধৰ মাৰ
মাৰ্! মাৰ্! (ভোমোৰা পলাই পত্ৰং দিয়ে)

বসন্ত ঃ (বসন্তই হাঁহে, গোলাপ সৰি পৰে।)

গজল

মাঘৰ মধু মনত আজি বনৰ বতাহ বিলাওঁ হিয়া,
উঠা ৰাতি মধুমতী তোমাৰ পৰশ বুলাই দিয়াঁ।
ভুলাই দিয়াঁ ফুলাম ধৰা,
জ্বলাই দিয়াঁ মৰম তৰা—
তোমাৰ বুলি লোৱাঁ তুলি, তোমাৰ বুলি নিয়াঁ নিয়াঁ।

সূত্ৰ ঃ এতিয়া বসন্তক ঋতুৰাজ বুলি অভিষেক কৰিব লাগিব। চাওক, - দুখুনী বুঢ়ী জেটুলিপকাই কাঁইটীয়া মুকুট লৈ আহিছে। কাণ দিয়ক —

জেটুলি ঃ (হাতত জেটুলিপকাৰ মুকুট লৈ গাই গাই আহে।)

গীত

(কঁপাই) থৰক্ বৰক্ কঁপিছে হাত।
কঁপিছে হাত।।
বাপাৰ শিৰত কিৰীটি পৰক
মাতিবি মাতিবি মাত।।

(বসন্ত ঠিয় হৈ মুৰ দোঁৱাই, জেটুলিয়ে কিৰীটি পিন্ধায়। ভিতৰত উৰুলি দিবলৈ ধৰে। পুষ্পবৃষ্টি হয়। ধীৰ-গম্ভীৰ সুৰেৰে গৰখীয়াহঁতে গালে)—

জয়! জয়! জয়!

সূত্ৰ ঃ এতিয়া অৰুণৰ প্ৰৱেশ -

অৰুণ ঃ (গীত গাই গাই সোমাই আহে)

---

কপৌ কুঁৱৰী

**ভাটিয়ালী**

ময়ো ৰঙ্গা ফোঁটো ৰঙ্গা
ৰঙ্গা ৰ'দৰ চিন।
ৰঙ্গা ৰঙ্গা অনুৰাগৰ
আজি ৰঙ্গা দিন।।

(অৰুণৰ হাতত থকা খুৰীবাটিটোৰ পৰা ৰঙ্গা ফোঁট বসন্তই কপালত লয় আৰু তাতে এটা চুমা খাই অৰুণ গুচি যায়। তেতিয়া গোটেই খন ৰঙ্গা হৈ পৰে।)

সূত্ৰ : এতিয়া সুৰদাসৰ প্ৰাণত কি বাজিছে শুনক ---

(দুহাতে দুটি ধুনাৰ পাত্ৰ আৰু গন্ধ-পুষ্প লৈ দুটি কুমাৰী, মাজতে সুৰদাস হাতত শান্তি জল আৰু পুষ্প-পাত্ৰ।)

গীত

সুৰদাস :
বিধিধ উপচাৰ
বিধিধ ৰূপ,
বিল্বপত্ৰ, বিমল গন্ধ,
সুৰভি ধূপ!

(কুমাৰী দুটিয়ে বসন্তৰ আগত ধুনাৰ পাত্ৰ দুটি থয় আৰু ধূপ দিয়ে। সুৰদাসে পাতেৰে সৈতে এটি শ্ৰীফল বসন্তক দিয়ে। বসন্তই হাত পাতি লয়।)

গীত

কুমাৰী দুটি :
ধূপে দীপেগন্ধে পুষ্পে
উৎসৱ কৰোঁ।
মন্ত্ৰে মন্ত্ৰে মধু ছন্দে
মৰম কৰোঁ।। (আৰতি কৰে)

সুৰদাস : ওঁ মধুবাতা ঋতায়তে মধুক্ষৰন্তি সিন্ধৱ ঃ
ওঁ মধু! ওঁ মধু! ওঁ মধু!
(শান্তিজল ছটিয়াই দিয়ে।)

কপৌ-কুঁৱৰী : দেৱতা, মোৰ দেৱতা, এতিয়াহে মোৰ প্ৰাণলৈ শান্তি আহিছে। মোৰ সেৱাৰ বস্তুটি বধ কৰি নিঠুৰ ব্যাধে ভাবিছিল সি মোক এই উৎসৱৰ পৰাও বঞ্চিত কৰিব। হায়! হায়! নিঠুৰ ঐ, তুমি যে মোক ইমান ভাল পাইছা? এই গীত, এই ছবি, এই ধূপ-দীপ, গন্ধ-পুষ্প - এইবোৰ দেখোন তেনেই আছে?

বসন্ত : কপৌ-কুঁৱৰী, কপৌ-কুঁৱৰী, যি নিঠুৰ ব্যাধে তোমাৰ বুকু ছিৰি জোনবিৰি ধাৰ কাঢ়ি নিছিল তেৱেঁই প্ৰতিপদৰ পৰা পূৰ্ণিমালৈ আৰু পূৰ্ণিমাৰ পৰা আঁউসীলৈকে কান্দি কান্দি এই শ্ৰীফলটি আজি তোমালৈ দি পঠিইয়াছে। হোৱাঁ, - ইয়াৰ অধিকাৰিণী তুমিহে কুঁৱৰী।

(কপৌ-কুঁৱৰীয়ে আঠু লৈ হাত পাতে, বসন্তই শ্ৰীফল দিয়ে।)

সুৰদাস : (আবৃত্তি) নালাগে মাণিক, নালাগে মুকুতা
সুৰৰ কঙাল মই।

কপৌ কুঁৱৰী

জুৰ্ জুৰ্ কৈ সুৰ ধৰি থকা
দুৰ দুৰণীৰ বুকু ভগা কথা
আজিহে সুৰত বয়!
সুৰৰ বিধৱা কপৌ-কুঁৱৰী,
সুৰ-কোঁৱৰক সদাই সুঁৱৰি
আজি সমাৰোহ আনিলা ইমান
চৰণ ধুৱাই যাৰ —
বসন্ত তেৱেঁই অনন্ত কালৰ,
বিশ্ব-বীণাৰ তাঁৰ।
সেই চৰণতে ঢালি দিওঁ মোৰ
মনৰ মৰম লতা ফুলবোৰ,
নতশিৰ হৈ
তাতে ভোল গৈ
গাওঁ তাৰে জয় —
নালাগে মাণিক, নালাগে মুকুতা,
সুৰৰ কঙাল মই।
(বসন্তৰ ভৰিত ফুল ঢালি দি সেৱা কৰি গুচি যায়)

সূত্ৰ ঃ এতিয়া ফুলহঁত লৰি আহে -
(কোচে কোচে ফুল লৈ নাৰ্জী, ইন্দ্ৰমালতী, কাঞ্চন আদি ফুলবোৰ লৰি আহি বসন্তক—

গীত

(ববম্ ববম্ বম্-সুৰ)

ফুলহঁত ঃ ফুলৰ বান, ফুলৰ বান, ফুলকে মাৰ
ফুলকে মাৰ।
ফুলেৰে কৰি দে আহৰি গাৰ।। (ফুল মাৰে)

গৰখীয়া ঃ (লেহেৰিয়াই) অ' ফুল, অ' ফুল, নুফুল কিয়?
নুফুল কিয়!
আজি যে আহিছে পৰাণৰ প্ৰিয়।। (বসন্তৰ আগত পৰি যায়)

চৰাইবোৰ ঃ চৰায়ে ছিঙিলে চানেকিৰ সুৰ।
চানেকিৰ সুৰ।।
কপৌৰে কুঁৱৰী কৰি দে জুৰ।। (বসন্তক সেৱা কৰে)

(কপৌয়ে উৰুলি দিবলৈ ধৰে। বসন্তই সিংহাসনৰ পৰা নামি কপৌ-কুঁৱৰীক বহুৱাই দিয়ে।)

বসন্ত ঃ কপৌ-কুঁৱৰী, তুমি অনন্ত কালৰ বুকু কঁপাই মোৰ বিজয় ঘোষণা কৰি থাকিবা। মই আহিলোঁ।
(মাজতে আঁৰ-কাপোৰ পৰে)

সূত্ৰ ঃ হে সভাসদসকল, বিধবা কপৌ-কুঁৱৰী অনন্ত কালৰ ৰাণী হ'ল — ঋতুৰাজেও বিদায় খুজিলে। আমিও সেৱা জনালোঁ।

০০০

---

# নীলাঞ্জনা

গীতিনাতিকা

### প্ৰস্তাৱনা

(শৰত কালৰ পূৰ্ণিমা। জোনাকৰ ঢলত উদ্ভাসিত বৃন্দাবন। শুধ বাসন সাজ পিন্ধা শ্ৰীকৃষ্ণই এটা ওখ হাফলুৰ ওপৰত বহি ৰ' লাগি আকাশৰ জোন চাই থাকে। বুকত থকা পদুমৰ মালাধাৰ এটা ক'লা ৰেখাৰ দৰে দেখা হয়। নিমাত নিস্তব্ধ বৃন্দাবনৰ মাজত জোনৰ জিলমিলনিৰ সৈতে মিহলি হৈ শ্ৰীকৃষ্ণই ভাবে।)

**শ্ৰীকৃষ্ণঃ** অৰুণ লক্ষ্মীৰ কুঙ্কুম সনা মুখপদ্মৰ জেউতিতকৈও ছয়া স্নিগ্ধ মধুৰ কিৰণ লৈ শৰতৰ এই জোনাকৰ নিশা আজি কাৰ কাৰণে আজিৰ এই জোন উদয় হৈছে? ক'তা, এই জোনৰ পোহৰত দেখোন একো কাম নাই, নাই!. আজিৰ এই জোন জানো কলা- কলে বাঢ়ি যোৱা বা একলা একলাকৈ কমি যোৱা জোন? - ওহোঁ। এইয়া যে সদায় সমানে পূৰ হৈ থকা সেই অখণ্ড মণ্ডলৰ পূৰ্ণ জোন! ... ইকি! চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, নক্ষত্ৰ, চৰাচৰ জগতত দেখোন মযেই ব্যাপ্ত হৈ আছোঁ! হায়! হায়! জড়বুদ্ধি মানুহৰ মাজত থাকি, কামনাৰ সাগৰত ঢৌ লেখি লেখি মোৰ এই বিশ্বপ্ৰাণ কেনেকৈ উটি-বুৰি ফুৰিছে! ... শৰতৰ এই জোনাকৰ বৃন্দাবনক যিহে বিকশিত কৰি তুলিছে, সেই একে জ্যোতিয়েই যে সমস্ত বিশ্বব্ৰহ্মাণ্ডও পোহৰাই থৈছে এই কথা মই পাহৰিছিলোঁ কিয়?.... মানুহে ভাবে - মোৰ বংশীৰ ধ্বনিয়েহে গোকুলৰ গছ, লতা, তৃণ, তৰু, পশু, পক্ষী, নৰ সকলোকে মুগ্ধ কৰি থৈছে। দেহি ঐ! সৌ শূন্যৰ ওপৰত স্ৰষ্টাৰ যি ধ্বনি কাৰো কাণত নপৰাকৈ সদায় সমান উলাহেৰে বলিব লাগিছে, যি ধ্বনিয়ে থিৰ হৈ থকা মনক অথিৰ কৰি তোলে, সেই ধ্বনি মোৰ বাঁহীত ওলায় নে? কোৱাঁ, তুমি কোৱাঁচোন - (হাতৰ বাঁহীটো লৈ চাই) এই বাঁহীটো এটা যন্ত্ৰ মাথোন। ইয়াত ফু দিলেহে বাজে, এনেয়ে বাঁহী নাবাজে। মোৰ অন্তৰত গুমৰি উঠা মোৰ বাঁহৰ বাঁহীত নিঃশেষ হৈ বজা নাই কিয়? আজি মোৰ গীত গাবৰ মন গৈছে কিয়?.. . কোৱাঁ, তুমি কোৱাঁচোন শৰতৰ জোন মই নো আজি কি গীত গাই পৰম পিতাৰ মহিমা ঘোষণা কৰোঁ? আহাঁচোন শব্দ-ব্ৰহ্ম গীত গাওঁ।

### গীত

গীত পৰম ব্ৰহ্ম, চিত চঞ্চল —
শব্দ সুষমাময় ঢালোঁ কল কল।
হে পিতা পৰমেশ অনাদি অশেষ
পূণ্য মহিমা তব যশ সুবিমল।।

(গীতৰ অন্তত হাতযোৰ কৈ শ্ৰীকৃষ্ণই আকাশৰ ফালে চাই থাকিল।)

### প্ৰথম দৰ্শন

(প্ৰস্তাৱনাত শ্ৰীকৃষ্ণ অদৃশ্য হোৱা মাত্ৰকে গীতৰ ধ্বনি উঠে; সেই ধ্বনিকে আৰম্ভ কৰি অন্তৰীক্ষত গীত হয়। কিছুপৰ ৰঙ্গমঞ্চ উদং হৈ থাকে। মাত্ৰ গীতৰ ধ্বনি শুনা হয়।)

### গীত

অসীম অনাদি অনন্ত ধ্বনি
অ-উ-ম্
অ উ-ম্
অ-উ ম্
সা আ.....আ........আ......
ঋ.. ই.....ই.........ই. .......
গ-অ..অ........অ..........
ম.........অ...........অ..........অ
প..... .......অ... ......অ...........অ
ধ.. ........অ...... ....অ...............
নি...........ই............ই........
ধ্বনি...........
অসীম অনাদি অনন্ত ধ্বনি! ........

(গীতৰ এটা জিন্‌জিননি আছে। সেই ধ্বনিকে লক্ষ্য কৰি ব্ৰজ গোপী সকল উত্ৰাৱল হৈ লৰি আহে। গোপী সকলৰ পৰিধান অপৰিপাটি। কোনোৱে কণ্ঠৰ হাৰ কঁকালত আঁৰিছে, হাতৰ বালা ভৰিত পিন্ধিছে, ভৰিৰ নুপূৰ হাতত আঁৰিছে। কাৰো খোপা এফালে

বান্ধ খাই আছে, এফালে মেল খাই আছে, কোনোৱে ৰিহাৰে পাগুৰি মাৰিয়েই ওলাইছে। কোনোৱে হয়তো অলঙ্কাৰ-পাতি হাতত লয়েই লৰি আহিছে। ভিতৰত উখল-মাখল লাগিছে। "হে ময়ো গৈছোঁ ৰ'বা ৰ'বা", "হে মোকো লৈ যোৱা" ইত্যাদি শব্দ শুনা গৈছে।)

(চন্দ্ৰা আহে)

চন্দ্ৰা : (তন্ময় হৈ) কেনি, কেনি, ক'ৰ পৰা এনে সুমধুৰ সঙ্গীতৰ ধ্বনি আহিছে? (ৰ লাগি শুনি গৈ থাকে)

(বৃন্দা আহে)

বৃন্দা : (হাতত নুপুৰ) সেইয়া সেইয়া (তন্ময় হৈ গৈ থাকে)

(বিশাখা আহে)

বিশাখা : অমৃত! অমৃত! -নিজৰি নিজৰি আহিছে (লাহে লাহে গৈ থাকে)

(আগে আগে ৰামলোচনে আগভেটা দি আহে আৰু পাছে পাছে ঘৈণীয়েক বাউলী হৈ গৈ থাকে)

ৰামলোচন : (হাতেৰে আগভেটা দি) হেৰ' কৰ কি? এই ৰাতিখন কোনে ক'ত গীত গাইছে তাক শুনি তই ইমান বাউলী হৈছ কিয়? হেৰ' মোৰে শপত - নেযাবি, নেযাবি।

ঘৈণীয়েক : ( ৰামলোচনৰ কথা যেন শুনাই নাই) অ- মোৰ মোহন মুৰাৰিয়ে আজি গীত গাইছে? আ-হা-হা ইমান সোৱাদ? -ইমান সোৱাদ?-

ৰামলোচন : হেৰ' বলিয়ালীৰ দৰে বকিছ কি? মোৰ মুখলৈ নেচা কিয়? -(ঘৈণীয়েকৰ ওচৰলৈ মুখ নি) চা চোন, হেৰৌ, তইনো মোক এৰি যাব পাৰনে? (ভয় খাই) হেৰ' কেঁচুৱাটো ক'ত পেলালি? হৰি! এইজনী ভাল কাঠৰী তিৰোতা ঐ! পানী-কেঁচুৱা ল'ৰাটো কোঁচৰ পৰা ক'ত পেলাই আহিলি?

ঘৈণীয়েক : (ভ্ৰূক্ষেপ নকৰাকৈ গীতৰ ধ্বনি হোৱা ফালে গৈ গৈ গিৰিয়েকক এছাৰ মাৰি)-ইমান সোৱাদ তোমাৰ গীত? (গুচি যায়)

ৰামলোচন : খালে খালে, এই অধৰ্মী কৃষ্ণই দেশ খালে। এইটোৱে যাদু কৰি শোৱাৰ পৰাও তিৰোতা লৈ গৈছে ঐ! হৰি! হৰি! কেঁচুৱা পোণাটো বা কি হ'ল অথন ক'বই নোৱাৰোঁ। খালে খালে, দেশ খালে। (উলটি যায়)

(ললিতা আহে)

ললিতা : (কাণ থিয় কৰি মুগ্ধা হৰিণীৰ দৰে আহি থাকে।) কিনো অমিয়া সুৰ! —

(পাছে পাছে মনে মনে বিজবাসী আহি ললিতাৰ হাতত থাপ মাৰি ধৰি)

বিজবাসী : আজি ধৰা পৰিলাহে? ভালেহে?-

নীলাঞ্জনা

ললিতা : (বিজবাসীক সাৱটি ধৰি) তুমি ইমান মনোৰম গীত গাব জানা? (বিভোল হয়)

বিজবাসী : হেৰ' মই কি গীত গাইছোঁ? ধৰা পৰিলত এতিয়া মোক ফুচুলাবলৈ আহিছ?

ললিতা : (বিজবাসীক ঠেলা মাৰি)আহাহা! মধুৰ! মধুৰ! (লাহে লাহে বিমুগ্ধ গতিৰে গুচি যায়)

বিজবাসী : কি অদ্ভুত? পাটীৰ তিৰোতা গিৰিয়েকক এৰি এই ৰাতি গুচি গৈছে! - এই কলীয়াৰ যাদুমন্ত্ৰত ব্ৰজৰ বোৱাৰী, জীয়াৰী আটাইবোৰ বাউলী হ'ল। নাক কাণ কটালে! -হৰি! হৰি এতিয়া কোনটো লাজেৰে ঘৰলৈ উলটি যাওঁ?

(মূৰে কপালে হাত দি মধাই আহে)

এনে কথা দেখাও নাই, শুনাও নাই বোপাই ঐ! কি কথা, কি হ'ল? এই ৰাতি গোটেই বিজুবনত আজি উখল মাখল লাগিল। বৃন্দাবনত কৃষ্ণই গীত গালে তাকে শুনি বিজুবনৰ গোপী সুপিয়েই ভাগি ভুঁৎৰি গ'ল। - অ' সেইটো কোন?

বিজবাসী : মইহে অ' -

মধাই : অ' বিজবাসী? তোৰ জনীও গ'লনেকি?

বিজবাসী : হেৰৌ মধাই, ব'লচোন তয়ে ময়ে তাকে এসেকা দি থৈ আহোঁগৈ।

মধাই : কোনটো নাকেৰে সেইখনত ওলাবিগৈ অ'? জীয়াৰী বোৱাৰী আটাইবোৰ তেনেই বিবস্ত্ৰ হৈ ঢাপলি দিছে মোৰ আজি গধূলি খীৰাই অনা অত গাখীৰ বোৰ সোপাকে মজিয়াত বাকি মোৰ জনীনো কোন ভলকত গ'ল মই ক'বই নোৱাৰিলোঁ বোপাই?---

বিজবাসী : মই আকৌ আজি সোনকালেই শুবলৈ গলোঁ বোপাই! ছিলমিলকৈ টোপনি ছাটি আহিছিলহে - ছাৎ কৰে সাৰ পাই পাটীত হাত দি চাওঁ তাই নাই পাছে পাছে খেদি আহি এই খিনিত ধৰা পেলালোঁহি

মধাই : পিছে?

বিজবাসী : পিছে আৰু কিটো আছে অ'? গুচি গ'ল —

মধাই : আজিলৈ চাই আমিহে তিৰোতা - সিহঁত পুৰুষ। আমি সিহঁতক কিজানি মোহিবই পৰা নাই?

বিজবাসী : ব'ল ব'ল ঘৰলৈ ব'ল - মোক সেইবোৰ একো নকবি। এইহেন জোনাক ৰাতিটো—

(দুয়ো যায়)

(ভিতৰত - "হেৰৌ এইজনী! হেৰৌ মোৰে শপত। উলটি আহ")

(সুভগা, সুশীলা, মালতী, মোহিনী আদি এজাক সেইদৰে তন্ময় হৈ আহি থাকে। ইজনীয়ে সিজনীৰ ডিঙ্গিত ধৰি)

**গীত**

(বিয়ানামৰ জাত)

আহঁা সখী হালি জালি
হালি জালি যাওঁ —
পাৱত পৰি শ্যামক আজি
নয়ন ভৰি চাওঁ।

(নৃত্যৰ ভঙ্গিমাত গুচি যায়)
(এজন বুঢ়া আহে)

বুঢ়া ঃ বুঢ়া হলোঁহি, মৰিবলৈ চাইটা দিন আছে। এনে কথা দেখা নাই বোপাই। এই মাজনিশা কৃষ্ণৰ গীত শুনি গোকুলৰ গোপী আটাইবোৰ বাউলী হ'ল। বিৰিণা গছ লেখিব পাৰিলে গোপীৰ মূৰ লেখিব নোৱাৰা হ'ল। এই গোৱাল লৰা এলাপেছা নহয়। মই ঠিক জানিছোঁ — এওঁ ঈশ্বৰ। নহলে মানুহৰ ইমান শকতি নাই। (ভিতৰত "পিতাই! পিতাই ঔ! হেৰ ত'ই গৈছ কলৈ?")

বুঢ়া ঃ ক'লকো যোৱা নাই। গৈছোঁ ৰ।

(এনেতে অযোধ্যাপ্ৰসাদ আহে)

অযোধ্যা ঃ এয়া দেখোন বুঢ়া ভকত! পিছে এই ৰাতিখন কৰবকাই ফুৰিছে কিয়?

বুঢ়া ঃ এৰা মইনা। কেলেই নো ওলাই আহিছোঁ - কবই নোৱাৰোঁ। আহিব লাগিলে আহিলোঁ আৰু।

অযোধ্যা ঃ পিছে ককা, আজি আমাৰ গাঁৱত এইটো কি কাণ্ড হ'ল? পাটীতে পৈয়েক হঁতক এৰি দেখোন এটাই তিৰোতাবোৰ বৃন্দাবনলৈ চাপলি মাৰিছে? তোমাৰ লাজ লগা নাইনে ককা?

বুঢ়া ঃ (হাঁহি) মোৰ প্ৰভুৰ মহিমা। মোৰ গৰাকীৰ ইচ্ছা। অ' বোপাই! মই এই তিনিকুৰি দহ বছৰীয়া বুঢ়াটোৱো যি উলাহতে উফৰি আহি এইখিনি পালোঁহি সেইহেন উলাহৰ মাদলি কোমল স্বভাৱৰ তিৰোতাবোৰ নুঘুৰাকৈ থাকিব পাৰে জানো?

অযোধ্যা ঃ নহয় ককা, তুমি সেইবোৰ নেগাবা। আজি গোৱালৰ লৰাক এসেকা দিওঁ। ই আমাৰ তিৰোতাবোৰ তেনেই নষ্ট কৰিলে।

বুঢ়া ঃ হেঃ হেঃ চেঙেলীয়া লৰাৰ চেঙা গুণ!-আহ, আহ, আমি চাবৰ গৰাকীহে। চাই-চিতি পাছে পৰেও কি হয় কমইক। আহ।

## দ্বিতীয় দৰ্শন

**বৃন্দাবন**

(কদমৰ তলত এটা সুসজ্জিত মঞ্চ। মঞ্চৰ মাজত শ্ৰীকৃষ্ণ। পীতবস্ত্ৰ, কুঙ্কুমাভ, উত্তৰীয়, শিৰত ময়ূৰ পুচ্ছ। গলত নিমজ পদুম কলিৰ মালা। মুখত বিনন্দীয়া হাঁহি, হাতত ভুবন ভুলোৱা বাঁহী আৰু কেউপিনে ব্ৰজ-যুৱতী। গীত গাই গাই গোপীসকলে শ্ৰীকৃষ্ণক প্ৰদক্ষিণ কৰে। গীতৰ মাজে মাজে শ্ৰীকৃষ্ণই হাঁহি থাকে।)

**গীত**

ৰাগ-ভাটিয়ালী

"গোপাল খেলাবে কদম্বতলে। ভুবন মোহন, মূৰুতি মধুৰ, মদন জিনিয়া জলে।। ধ্ৰুং।।

তনু নৱঘন দলিত অঞ্জন
জিনিয়া আতি বিৰাজে।
ৰতন ভূষণ কেয়ূৰ কঙ্কণ
কটিত কিঙ্কিনী বাজে।।
কৰিয়া সুবেশ বান্ধি আছোঁ কেশ
টালনি কৰিয়া জুড়া।
চৌভিতি বেঢ়িয়া মণি মুকুতাৰ
মালা ময়ূৰৰ চূড়া।।
হাসিয়া খেলায় বোলান বোলায়
আসিয়া যেন বৰিবে।
নুপুৰ ঝমকে বাজয় ঠমকে
চলয় মন হৰিবে।।"

(গীতৰ অন্তত নৃত্যৰ ভঙ্গিমাত গোপীসব থৰ হৈ বৈ শ্ৰীকৃষ্ণৰ মুখৰ ফালে চাই থাকিল। শ্ৰীকৃষ্ণই এটি হাঁহি মাৰিব খোজে, কিন্তু নাহাঁহিলে)

শ্ৰীকৃষ্ণ ঃ ব্ৰজ-যুৱতী সকল! তোমালোকে মোক চাবলৈ আহি আজি এই শৰত পূৰ্ণিমাত যি নৃত্য গীত উপহাৰ দিলা,

সেই উপহাৰে অকল মোকে তৃপ্ত কৰা নাই , সৌৱা চোৱাঁ, তোমালোকৰ গীতৰ সুৰত নৱ-পল্লৱৰাজি কেনেকৈ কঁপিব লাগিছে আৰু তাত চন্দ্ৰ ধৱল কিৰণ পৰি কেনে অবৰ্ণনীয় সৌন্দৰ্য্য বিকশি উঠিছে! .... এনে মধুময় জোনাক নিশা তোমালোকৰ সমাগমত মোৰ বৃন্দাবন পৰিপূৰ্ণ হ'ল। এতিয়া কোৱাঁচোন,ব্ৰজবাসী সকলোৰে কুশলনে ?

(গোপীসকলক নিৰীক্ষণ কৰি পেটে পেটে আনন্দ উপভোগ কৰি হাঁহো হাঁহো কৰে কিন্তু নাহাঁহে)

ক'তা তোমালোকে একো নোকোৱাঁ কিয় ? কোৱাচোন, তোমালোকৰ কি প্ৰিয়কৰ্ম মই আজি সাধিম ?

(গোপী সকল পুতলাৰ দৰে থৰ লাগে)

তোমালোক দেখোন বিভোল হলাঁ ? ইস্! ইস্! কি কাম কৰিলাঁ ? ব্ৰজত নিজৰ পুত্ৰ, কন্যা স্বামী আদি এৰি থৈ মহাৰাত্তি বৃন্দাবনলৈ তোমালোক কিয় আহিলাঁ ? -চোৱাঁচোন- এনে দুৰ্ঘোৰ আন্ধাৰ নিশা প্ৰেত-পিশাচলৈ ভয় নকৰি তোমালোক ক'ত আছাঁহি!

(সমস্ত বৃন্দাবন আন্ধাৰ হয়। কেৱল শ্ৰীকৃষ্ণ জিলিকি থাকে)

শ্ৰীকৃষ্ণ : তোমালোকে এতিয়া অতি সোনকালে আকৌ ব্ৰজলৈ উলটি যোৱাঁ— তাত চাগৈ তোমালোকৰ শিশু সবে স্তনপান কৰিবলৈ নাপাই কান্দোনত গছৰ পাত সৰাইছে আৰু স্বামী সকলে শয্যাত নিজ নিজ ভাৰ্য্যাক নাপাই বিপৰ্য্যয় গণিছে। স্বামীক শুশ্ৰূষা কৰাহে কুল-স্ত্ৰীৰ ধৰ্ম। উপপতিৰ লগত আলাপ কৰা বৰ গৰ্হিত কাম।(গোপীসকলক চাই হাঁহিৰ ৰেখা পাত কৰে।)

(আকৌ গোটেইখন পোহৰ হৈ পৰে)

মোক চাবলৈকে তোমালোক আহিছিলাঁ, মোক দেখিলা - এতিয়া ঘৰাঘৰি উলটি যোৱাঁহঁক। আঁতৰত থাকি মোৰ নাম শ্ৰৱণ-কীৰ্তন কৰি থাকিলেও মোত ভকতি বাঢ়িব- মন নিৰ্মল হ'ব। সদাই দেখি— শুনি থাকিলে আগলৈ হেলা কৰিবও পাৰাঁ। এতেকে, তোমালোক এতিয়া আকৌ ব্ৰজলৈ গুচি যোৱাঁ ।—

(শ্ৰীকৃষ্ণই যেতিয়া কুল-স্ত্ৰীৰ ধৰ্মৰ কথা ক'লে তেতিয়া গোপীসকল বিবুদ্ধি হ'ল। ভৰিৰ আঙুলিৰে মাটি লিখিবলৈ ধৰিলে। ইজনীয়ে সিজনীৰ চকুলৈ চাই, এখোজ আগলৈ, এখোজ পাছলৈ কৰি 'ন যযৌ ন তস্থৌ' অৱস্থাত পৰিল। সকলোৰে মুখ বিবৰ্ণ হ'ল। ঘনাই ঘনাই উশাহ লবলৈ ধৰিলে। চকুৰ পানী বাগৰি আহিল। ৰিহাৰ আঁচলেৰে চকুৰ পানী টুকি টুকি সকলো গোপীয়ে স্তুতি কৰিবলৈ ধৰিলে।

**স্তুতি**

"ভকত বৎসল তোমাক জানি।
কেন বোলা হেন ঘাতুক বাণী।।
সমস্ত বিষয় এড়িয়া স্বামী।
ভজিলোঁ তোমাৰ চৰণে আমি।।
ভজিয়ো আমাক মিলোক ভাগ।।
নকৰাহা নাথ আমাক ত্যাগ।
কহিলা যিটো কুল-স্ত্ৰীৰ কৰ্ম।
তোমাতে আছয় সিসব ধৰ্ম।।
জগতৰে বন্ধু আতমা তুমি।
সমস্ত ধৰ্মৰ আপুনি ভুমি।।
তুমি আত্মা হেন জানি সম্প্ৰতি।
তোমাতেসে কৰে ভকতে ৰতি।
নালাগে পতি পুত্ৰ দুঃখ হেতু।
হুয়োক প্ৰসন্ন গৰুড় কেতু।।
কৰিছোঁ আশা যিটো চিৰকাল।
নকৰিয়ো তাক ভঙ্গ গোপাল।।
হৰিলা চিত্ত নাথাকয় ঘৰে।
হস্ত দুই গৃহ কৃত্য নকৰে।।
তোমাক এৰিয়া নচলে ভৰি।
ব্ৰজক গৈয়া কি কৰিবোঁ হৰি।।
জ্বলে কামানল তোমাৰ গীতে।
নুমায়োক তাক অধৰামৃতে।
নুকি বিৰহতে দহিয়া তনু।
লভিবো তোমাৰ সমীপ পুনু।।" -কীৰ্তন

(গোপীসকলৰ অৱস্থা দেখি শ্ৰীকৃষ্ণই হাঁহে)

"নমাৰা পুড়িয়ে ঈষৎ হাসি।
পুৰুষ-ভূষণ কৰিয়ো দাসী।।
অলক আবৃত তোমাৰ মুখ।
অধৰ সুধাক দেখন্তে সুখ।।
☆ ☆
জানিয়া জুড়ায়ো আমাৰ প্ৰাণ
শিৰত হস্তপদ্ম দিয়া দান।।" - কীৰ্তন

(এইবুলি সকলো গোপী বৃত্তাকাৰ হৈ শ্ৰীকৃষ্ণৰ চৰণত ঢলি পৰিল। আঁঠু আৰু মুখ মাটিতে লাগে বাকী অংশ

দাং খাই থাকে।)

শ্ৰীকৃষ্ণ : (হাঁহি) বাৰু, তোমালোকে ইমান শোক নকৰিবাঁ। (তৎক্ষণাৎ গোপীসবে বিনীতা অৱস্থাৰ পৰা মূৰ তুলি শ্ৰীকৃষ্ণৰ মুখলৈ চায়। তেতিয়া সকলোৰে বুকুটি ত লাগিল। আকুল দৃষ্টিৰে শ্ৰীকৃষ্ণৰ ফালে চালে।) হৰি! হৰি! তোমালোকে আজি এইবোৰ কি সাজ পিন্ধি আহিলাঁ?

(তৎক্ষণাৎ সকলো গোপী উঠি নিজ নিজ বস্ত্ৰলৈ চকু দিয়ে, আৰু শ্ৰীকৃষ্ণ মঞ্চৰ ওপৰত থিয় হৈ হাতৰ বাঁহীৰে এজনী এজনীকৈ গোপী সকলৰ দোষ ধৰে) তুমি দেখোন কণ্ঠৰ হাৰ নি কঁকালত মেৰিয়ালাঁ, - অ' এওঁ আকৌ ভৰিৰ নুপূৰ আনি হাতত পিন্ধিছে— তুমি দেখোন হাতৰ কঙ্কণ নি ভৰিত সুমালাগৈ - ই, এওঁৰ খোপা দেখোন এফাল বন্ধা, এফালে মেলা — ইস্? ইস্? তোমালোকক আজি কিহে পাইছিল? (এইদৰে এখোজ দোখোজ কৈ শ্ৰীকৃষ্ণ গৈ থাকে। মন্ত্ৰমুগ্ধা গোপী সকল পাছে পাছে)

(বাঁহীৰে আঙ্গুলিয়াই) বাৰু। সৌৱা কি দেখিছা চোৰাঁচোন? -(গোপী সকলে তন্ময় হৈ চাই) সেইয়া যমুনাৰ বালি - তাত পদ্মগন্ধী শীতল বায়ু বলিছে, ৰাশি ৰাশি ভোমোৰাই গুঞ্জন ধ্বনিৰে যমুনাৰ বন মুঞ্জৰি তুলিছে, সুকোমল ফুল পৰিমল বোৰ উৰি আহি যমুনাৰ বালিত পৰিছেহি — বলাঁ। আমি তাৰ ওপৰত থিয় হৈ এই বিতোপন জোনাক নিশা উপভোগ কৰোঁগৈ। (শ্ৰীকৃষ্ণ যায় আৰু পাছে পাছে গোপী সকল যায়। নুপূৰৰ ধ্বনি শুনা হয়।)

## তৃতীয় দৰ্শন

### বিমান পথ

(চাপৰি বজাই নাচি নাচি গীত গাই গাই নাৰদ নামি আহে)

গীত

চা নয়ন ভৰি
মোহন মুৰাৰী সৌ
যমুনা বালিত আজি
থৌকি-বাথৌ।
চৰণ চলাই
নুপুৰ বজাই
মোহন মধায়ে মোৰ
হাঁহে মিচিকাই!
- নাচে যদুৰায়।-
ছেৱে ছেৱে গোপিনীৰ
উথলিছে ঢৌ,
কলীয়াই ঢালি দিছে
অধৰৰ মৌ।

নাৰদ : মোৰ মোহন বংশীধাৰী ভকতবৎসল হৰিৰ কিনো লীলা ঐ! মই পূৰ্ণ কাম সন্ন্যাসী হৈয়ো আজি তোমাৰ আহ্বানত মতলীয়া। - অ! মোৰ হাতৰ বীণা বা ক'ত পৰিল কবই নোৱাৰোঁ। - আহাহা। সৌৱা কালিন্দী, কালিন্দী কালি তীৰত আজি কি মহোমহোৎসৱ! সুবৰ্ণ মণিৰ মাজত মৰকত যেনেকৈ জিলিকি থাকে, সহস্ৰ সহস্ৰ যুৱতীৰ মাজত কমললোচন হৰি আজি সেইদৰে জিলিকি আছে।(কেউপিনে নিৰীক্ষণ কৰি) ইকি মহিমা! অকল পৃথিবীতে এনে উৎসৱ হোৱা নাই। সমস্ত ব্ৰহ্মাণ্ড দেখোন আজি নৃত্যৰ ছন্দত ঘূৰিব লাগিছে। — তুমি শব্দ সচাৰিত আজি এটি সামান্য জোকাৰ দিওঁতেই এই আকৰ্ষণ। আহা। সৌৱা দেখোন স্বৰ্গৰ অপ্সৰা, কিন্নৰী, গন্ধৰ্ব, দেৱতা; দেৱৰাজ — আটাইবোৰ নাচি নাচি ঢলি পৰিছে। হা-হা- কি আনন্দ। কি আনন্দ। নাচি নাচি হৰিগুণ গা, নাৰদ। হৰিগুণ গা।

(নাচি নাচি গুচি যায়)

গীত

বনমালী শ্যাম!
কিনো গুণ গাম—
— গুণাকৰ নিজে তুমি
জগতৰে প্ৰাণ। —
মোৰ, মোহন কলীয়া ঐ।
-গুণাকৰ নিজে তুমি
জগতৰ প্ৰাণ।। —
(নাচি নাচি গুচি যায়)

(নৃত্য-গীত কৰি অপ্সৰা, কিন্নৰী সকল আগে আগে,

গন্ধৰ্ব সকল পাছে পাছে মৃদঙ্গ বজাই আহে।)

**গীত**

(ৰাগ তুড় বসন্ত)

"সই দেখো দেখো দেখো সুন্দৰ কাণু খেলয় যমুনা জলে। কোটি কাম জিনি, মধুৰ সাজনী, চান্দ কোটি জিনি জলে।। ধ্ৰুং।।-

গলে গুঞ্জামণি ভ্ৰবেৰ চালনী
টালনী জুড়াৰ চান্দে।
হৰিল গিয়ান ধিয়ানে ৰহলো
বাজিয়া কানাইৰ ফান্দে।।
হাসি আখি ভঙ্গে বাংশী বায় ৰঙ্গে
ত্ৰিবলী বলিত অঙ্গে।
ব্ৰজেৰে বালক সমান সাজনী
খেলয় কানাইৰ সঙ্গে।।
এমন মোহন মধুৰ মূৰুতি
স্ৰজিল কমন বিধি।
কতনা পুণ্যেৰ ফলে ব্ৰজ মাঝে
মিলাইছে গুণেৰ নিধি"- মাধৱদেৱ।

(গাই গাই প্ৰস্থান)

(ইন্দ্ৰ আৰু শচী আহে)

ইন্দ্ৰ : অভিনৱ। অভিনৱ!
অভিনৱ পুলকত লাগিছে আৱেশ! —
দেৱৰাজ ইন্দ্ৰ মই,
শচী মোৰ প্ৰাণতমা প্ৰেয়সী কাষত ; —
উৰ্বশী, মেনকা, ৰম্ভা,
মনোৰমা অপ্সৰীৰ বিনন্দ বিলাস ; —
নন্দনৰ পাৰিজাত,
কুসুমিত কাননৰ মধুপ গুঞ্জন ; —
সকলোৰে আকষৰ্ণ
অকস্মাৎ আজি কিয়
ইমান শিথিল হ'ল?
কাৰ এনে অজ্ঞাত আহ্বান আহি
সৰগৰ দেৱকুল কৰিছে আকুল? - (ৰয়)
(শচীলৈ চাই চাই) ইচ্ছা হয় - শচীক সাৱটি লৈ উৰি
যাওঁ আজি মই
মৃদু মৃদু মলয়াত আঁচল কঁপাই।
ইচ্ছা হয় - ইন্দ্ৰৰ ইন্দ্ৰত্ব এৰি
হালি জালি নাচি ফুৰোঁ
জোনাকত উটি ফুৰোঁ
উটি উটি জোনাকৰ ধৱল সোঁতত
পি থাকোঁ সুধা ৰস শচীৰ ওঁঠৰ।

শচী : (মুগ্ধা) যিমান আছিল মোৰ মনত বাসনা,
কল্পনা আগুৰি লৈ সিমান সৌন্দৰ্য্য
মৰণৰ মাজে মাজে আছিল লুকাই
যিমান অগীত সুৰ হিয়াৰ মাজত
গুমৰি আছিল মোৰ বুকু শিয়ঁৰাই,
কল্পনাই ঢুকি পোৱা যিমান কামনা
আছিল হৃদয় জুৰি সমুদ্ৰৰ দৰে—
নাথ আজি যেন সকলোটি থুপ খালে আহি
তোমাৰ ই দুটি মধু অধৰক চুমি —
আজিহে জানিলোঁ হায়! কিবা এটি তুমি
অমৃত সদৃশ বাণী, মৰ্ম- সম্ভাষণ
ওঁঠৰ আঁৰতে নাথ, থৈছাঁ লুকাই! (ৰয়)
ইকি? ইকি? —
(ধীৰে ধীৰে) মদন মোহন বেশ, নয়নাভিৰাম
পীতাম্বৰ বনমালী বংশীধাৰী তুমি
গোকুল উজ্বল কৰা ৰাধাকান্ত শ্যাম
(ইন্দ্ৰক চাই বিভোল)
শ্যামল সুন্দৰ তনু
হাতত মোহন বেণু
শিৰত ময়ুৰ চূড়া -
তুমি দেখোঁ
কমল লোচন কাণু?
কি ভাগ্যেৰে দেখা পালোঁ আজি
মুৰাৰি তোমাক?
(ইন্দ্ৰৰ ভৰিত সেৱা কৰি ঢলি পৰে)

ইন্দ্ৰ : (শচীক তুলি লৈ)
এতিয়া বুজিলোঁ - এতিয়া বুজিলোঁ
কাৰ আনন্দত আজি ত্ৰৈলোক্যত উঠিছে স্পন্দন
ধন্য তুমি প্ৰিয়া। শত ধন্য প্ৰণয় তোমাৰ
যিজনৰ চিত্ত ভেদি আকাশত উঠে আজি
প্ৰেমৰ লহৰ।
সুকোমল সপোনেৰে
দেখা পালাঁ সিজনক মোৰ শৰীৰতে
চোৱাঁ প্ৰিয়া, আহিব চেতনা
স্বৰ্গৰাজ ইন্দ্ৰ মই তুমি শচী,

দুয়ো আমি বিহাৰিছোঁ, বিমান পথত।

শচী : (নৃত্যৰ লাসত)
নুশুনো তোমাৰ এনে চাতুৰী বচন
মনচোৰ তুমি শ্যাম মদন মোহন
তোমাৰ পাৱত পৰি হালি জালি,
নাচি নাচি আজি আমি শেষ হৈ যাম!

(নৃত্য কৰে)

ইন্দ্ৰ : (শচীক হাতত ধৰি নৃত্যৰ লাসত)
(আবেশ বিভোৰ) মধুৰ! মধুৰ!—
মধুৰ সপোন ভৰা
মধুময় লাগিছে পুলক! —

(দুয়োৰে প্ৰস্থান)

(আকৌ নাৰদ আহে)

নাৰদ : আজি কাক চাবাঁ কাক নাচাবাঁ? মোৰ ভৈয়াই ঐ। স্বৰ্গৰাজ ইন্দ্ৰ আৰু শচীয়ো আজি বিভোল। অন্যৰ কি কথা? — আকাশ পথৰ পৰা দেখি আহিলোঁ - যমুনাৰ বালিত আজি সৌন্দৰ্য্যৰ বিৰাট মেলা বহিছে। ওপৰত ধৱল চন্দ্ৰাৱলী, তলত বগা বগা বালি, কাষত বৈ যোৱা যমুনাৰ তিৰবিৰণি, তাৰ মাজতে সহস্ৰ সহস্ৰ যুৱতী ৰমণীক নচুৱাই মোৰ প্ৰভুৱে মিচিক মিচিক হাঁহিছে। বনমালীৰ গলত থকা নিমজ পদুম ফুলৰ মালাধাৰি, সহস্ৰ সহস্ৰ তৰুণীৰ সৌন্দৰ্য্য, সেই হাঁহি দেখি মোলান পৰি গৈছে। ইফালে নিধু-বনৰ ৰজত বেদীত বহি শ্ৰীমতীয়ে কৃষ্ণৰ এই লীলা চাই আছে! কিনো লীলা! কিনো লীলা! - মোঁৰ প্ৰভুৰ কেনেনো বিনন্দীয়া ইচ্ছা! —

(গাই গাই নৃত্যৰ গতিত গুচি যায়)

"কৃষ্ণ এক দেৱ দুঃখ হাৰী কাল-মায়াদিৰো অধিকাৰী
কৃষ্ণবিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি স্থিতি অন্তকাৰী দেৱ তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ।।"

— নামঘোষা

## চতুৰ্থ দৰ্শন

### নিধু বন

(ৰত্নখচিত সু-সজ্জিত বেদীৰ ওপৰত শ্ৰীৰাধা বহি গীত গাই থাকে।)

গীত

শত পদুমৰ এপাহি পদুম
জেউতিত জ্বলে সুৰভি সিঁচি,
ৰসৰ সাগৰ উঠিছে উলসি
দিয়ে পৰিমল পবনে বিচি।
পদুমেই আজি বিচাৰি ফুৰিছে
কমল-মাধুৰী হিয়াই হিয়াই,
লুব্ধ ভোমোৰা গুঞ্জৰি আকুল
শাৰদী নিশাৰ বাতৰি বিলাই।
কালিন্দী তীৰতে ধৱলী জোনাকে
চুমি গ'ল যাৰ চৰণ দুটি।
সেয়ে যে ৰাধাৰ জীৱন আধাৰ —
- সেয়ে যে হিয়াৰ মধুৰ গীতি। —

(গীতৰ অন্তৰত দুই হাত যোৰ কৰি বহাতে শ্ৰীৰাধাই সমাধি পায় আৰু লাহে লাহে কল্পিত শ্ৰীকৃষ্ণৰ চৰণ ধিয়াই মূৰ দোৱাঁই নিয়ে। এনেতে মিচিক মিচিক হাঁহি ত্ৰিভঙ্গ ভঙ্গিৰ ঠাচত শ্ৰীকৃষ্ণ আহি মনে মনে আগত থিয় দিয়েহি। শ্ৰীৰাধাই শ্ৰীকৃষ্ণৰ পৰশ পাই চকুমেলি চায় আৰু শ্ৰীকৃষ্ণই বৰ কোমল মাতেৰে সম্ভাষণ কৰে।)

শ্ৰীকৃষ্ণ : ৰাধা (ৰাধাৰ সোঁ ফালে বহে)

শ্ৰীৰাধা : নাথ।

শ্ৰীকৃষ্ণ : মই কাৰো প্ৰাণৰ আহ্বান উপেক্ষা কৰিব নোৱাৰো। যমুনা তীৰত ষোলশ' হেজাৰ গোপীক এৰি থৈ তোমাৰ ওচৰলে কিয় পলাই আহিলোঁ ক'ব পাৰানে?

শ্ৰীৰাধা : তোমাৰ মহিমাৰ কথা মোক কেলেই লাগিছে? আৰু মই জানো তোমাৰ মহিমাত মুগ্ধ? - নাথ! মই অকল তোমাতেহে মুগ্ধ। তোমাৰ কাৰ্য্যৰ বিচাৰ কৰিবলৈ মোৰ সময়েই নাই। যেনিয়েই যাওঁ তাতে তোমাক দেখোঁ, যিহকে গাওঁ সেয়ে তোমাৰ গীত হয় আৰু যি শুনো আটাইবোৰ তোমাৰ কথাকে শুনোঁ। গতিকে মই জানোঁ যে, তুমিয়েই জগত আৰু জগতখনেই তুমি। ইয়াৰ মাজত মোৰ সুকীয়া পৰিচয়েই বা আছে ক'ত আৰু সুকীয়াকে মোৰ স্থিতিয়েই বা আছে ক'ত?

শ্ৰীকৃষ্ণ : (হাঁহি) এই কাৰণেই মোক বিচাৰি উন্মাদিনী হোৱা

যোলশ' হেজাৰ গোপীকো মই অকাতৰে এৰি থৈ আহিব পাৰিছোঁ। তেওঁবিলাকৰ গাত এতিয়া চেতনা নাই। এতিয়াও ক'ব নোৱাৰে যে, মই তেওঁবিলাকৰ মাজত নাই! - (হাঁহি) সৌৱা, চোৱাঁ, চোৱাঁ, মোক বিচাৰি এতিয়া যমুনাৰ বালি কেনেকে খলক লগাইছে। - সেই গোপী সকলৰ প্ৰেম আৰু তোমাৰ প্ৰেমৰ ভিতৰত পাৰ্থক্য কি জানানে ৰাধা?

শ্ৰীৰাধা : নাজানো। কওকচোন —

শ্ৰীকৃষ্ণ : তেওঁবিলাকৰ মাজত সোমাই মই যেতিয়া তেওঁবিলাকে পাৰি দিয়া ৰিহাৰ আঁচলতে বহিলোঁ আৰু লাহে লাহে মোৰ কাষ চাপি মোৰ গাত গা ঘঁহাই অনঙ্গ ৰঙ্গত গোপীগণ বিভোৰা হ'ল, ময়ো ছল চাই তেওঁবিলাকৰ হৃদয়ত আনন্দৰস উথলাই দিলোঁ। এক যামাৰ্দ্ধ সময়ৰ ভিতৰতে গোপী সকলৰ মনত মহা গৰ্ব হ'ল। তেওঁবিলাকে ভাবিলে যে, তেওঁবিলাকৰ ৰূপ-যৌৱনেহে মোক বন্দী কৰিলে। কিন্তু আজি চন্দ্ৰ উদয়ৰ লগে লগে গীত-ধ্বনিৰে ময়েই যে তেওঁবিলাকক আহ্বান কৰি আনি এইদৰে ৰসৰ সাগৰত মেলি দিলোঁহি সেই কথা এটি গোপীয়েও নাজানিলে। এতিয়া তেওঁবিলাকৰ বৃথা গৰ্ব চূৰ্ণ কৰিবৰ কাৰণে মই গুচি আহিলোঁ। (হাঁহি) সৌৱা চোৱাঁ, মোক নেদেখি গোপীকুল কেনেকৈ আকুল হৈছে। শোকত কিমান অধীৰ হৈছে! —

শ্ৰীৰাধা : তুমিয়েই আনন্দত উথলাই দি তুমিয়েই যে আকৌ কন্দুৱাব পাৰা মই সেই কথা জানো নাথ। আৰু এইটোও জানোঁ যে, হৃদয়ৰ যি ঠাইৰপৰা হাঁহি ওলাই আহে সেই একে ঠাইৰে পৰা কান্দোনো আহে।

শ্ৰীকৃষ্ণ : সেই কথাকে আজি জগতক বুজাব লাগিব। এফালে ভোগ-বিলাসৰ মাজেদি মোক্ষ লাভ আৰু আনফালে ত্যাগৰ মাজেদি মোক্ষ লাভ। এই দুই পথৰ মাজৰ ব্যৱধানখিনি জনাবৰ উদ্দেশ্যেই আজিৰ এই আহ্বান। গোপীসকলে কান্দি কান্দি যেতিয়া আকৌ নিজৰ ক্ষুদ্ৰত্ব স্বীকাৰ কৰি মোৰ প্ৰেমত বলিয়া হ'ব, মই আকৌ তেওঁবিলাকৰ নৌ-ক্ৰীড়া আৰম্ভ কৰিম। বুজিছানে ৰাধা! চন্দ্ৰ, সূৰ্য্য, গ্ৰহ, নক্ষত্ৰ আদি আপোন আপোন কক্ষত সদাই ঘূৰিব লাগিছে কিন্তু এটা গ্ৰহে আন এটা গ্ৰহক যি আকৰ্ষণেৰে টানিছে সেই আকৰ্ষণটো মোৰ। মোৰ যি সকল একান্ত ভক্ত তেওঁবিলাক মুগ্ধ মোৰ সেই আকৰ্ষণী শক্তিত, মোৰ ৰূপত ন'হয়। মই সম্পূৰ্ণ মনুষ্য দেহধাৰী, মোৰ ৰূপৰ পূজাত বিঘিনি আছে কিন্তু মোৰ আকৰ্ষণ সৰ্ববিঘ্ন বিনাশক।

শ্ৰীৰাধা : বুজিব নোৱাৰিলোঁ নাথ, তুমি ইমান বিলাক গোপীনীক কন্দুৱাই কি ভাল পাইছা?

শ্ৰীকৃষ্ণ :(হাঁহি) তেওঁবিলাকক কন্দুৱাইছোঁ কিয় তুমি বুজা নাইনে? অতি আনন্দত মানুহ আপোন পাহৰা হয়। কি শক্তিয়ে মানুহক আনন্দ দিয়ে সেই মূল সত্যটো বিচাৰিবলৈ তেতিয়া মানুহৰ বুদ্ধি হেৰাই যায় কিন্তু যেতিয়া গতিটো ওলোটাই দিয়া হয় অৰ্থাৎ যেতিয়া 'কি ভুল কৰিলোঁ' কি হ'ল আদি আত্ম-বিচাৰ কৰে তেতিয়াহে মানুহ সত্যৰ ফালে আগবাঢ়ি যায়। তেতিয়া চকুৰেদি যি লোতক বৈ আহে সি শোকাশ্ৰু নহয় - সেয়েহে প্ৰকৃত আনন্দাশ্ৰু। সুযোগ বিচৰা লক্ষ কোটী মানুহতকৈও দুৰ্যোগকো সুযোগ কৰিব পৰা এজন মানুহ শ্ৰেষ্ঠ। গোপীসকলে এটা সুযোগ পাই মোৰ ওচৰত প্ৰেম নিবেদন কৰি ধন্য হ'বলৈ আহিছে কিন্তু তুমি সুযোগ দুৰ্য্যোগ সকলো সময়তে মোক পাই আছাঁ। (হাঁহে)

শ্ৰীৰাধা : মই আগেয়েই কৈছোঁ তোমাৰ মহিমাৰ কথা তুমিয়েহে জানাঁ। কিন্তু তোমাৰ মাজতে যে পূৰ্ণ লুকাই আছাঁ আৰু সেই পূৰ্ণব্ৰহ্মৰ অৰুণ চৰণ দুটি মই যে বুকত লবলৈ পাইছোঁ — সেই খিনিয়েই মোৰ অনন্ত সম্পদ। (চকু সজল হয়) তোমাৰ ওচৰত মোৰ অস্তিত্ব ক'ত নাথ?

(আকৌ শ্ৰীকৃষ্ণৰ ভৰিত পৰে)

শ্ৰীকৃষ্ণ : উঠা, উঠা · সমুদ্ৰৰ দৰে বিশাল কাম বাসনাৰ ঢৌত যাতে মানুহ আৰু মৰহি নাযায়, সেই কথা আজি ৰাসোৎসৱৰ মাজেদি বুজাই দিব লাগিব । সৌৱা চোৱাঁ, গোপিনী সকলে, যমুনা-তীৰৰ গছ গছনি বোৰকে সচেতন প্ৰাণী বুলি কেনেকৈ মোৰ কথা সুধিছে! (হাঁহে)

## পঞ্চম দৰ্শন

## যমুনাৰ বালি

(হাঁহি হাঁহি শ্ৰীকৃষ্ণ ওলাই আহে)

শ্ৰীকৃষ্ণ : প্ৰেমত জন্ম হয়, কামনাত বাঢ়ি যায় আৰু ভক্তিত বিলীন হয় - এয়েই সৃষ্টি ৰহস্যৰ সাঁচাৰ কাঠি। যেয়ে

এই সঁচাৰকাঠি বিচাৰি পাইছে তেওঁৰ মনুষ্য জন্মই সাৰ্থক, নৰসমাজত একমাত্ৰ তেনেজনেই মোক পায়। পৃথিৱীত জুই দিৱলৈহে মই আহিছোঁ। মোৰ এই উৎসৱৰ কথাই কাইলৈ পুৱাৰ পৰা জগতত এটা চিন্তাৰ ঢৌ তুলিব, যুগ-যুগান্তৰ ব্যাপী থকা কিছুমান সামাজিক আচাৰৰ অসত্যতা প্ৰমাণিত হ'ব আৰু তাৰ বিচাৰ কৰিবলৈ যাওঁতে পিতৃৰ বিপক্ষে পুত্ৰ, মাতৃৰ বিপক্ষে পিতৃ, দহজনৰ বিপক্ষে এজন ঠিয় দিব। মই দিব্যচক্ষুৰে দেখিছোঁ আজি গধুলিৰ পৰাই ব্ৰজবাসীৰ ঘৰে ঘৰে জুই জ্বলিব লাগিছে। কিন্তু ইয়াৰ আঁৰত যে কি শান্তি লুকাই আছে সেই কথা এই তন্দ্ৰালীনা গোপীসকলে সুন্দৰকৈ বুজিছে। তেওঁবিলাকৰ এতিয়াও চেতনা বিলুপ্ত হোৱা নাই, কিন্তু তেওঁবিলাক জাগতিক সুখ - দুখৰ পৰা বহুত আঁতৰত, এখন কেৱল মনোময়, বাঙ্ময় ৰাজ্যত আজি উপস্থিত। অথচ তেওঁবিলাক দোৰ্ঘোৰ সংসাৰৰ মাজতেই আছে!

এতিয়া গোপীসকলে বিচাৰিছে মোৰ মুখৰ এষাৰ কথা। কথা মানেই শব্দ। প্ৰথমতে বিচাৰিছিল- মোৰ ৰূপ। ৰূপৰ পূজাত কি ভুল হ'ল আৰু অন্যৰ কাৰণে কি ভুল হ'ব পাৰে সেইখিনি মই এওঁবিলাকক সুন্দৰকৈ শিকালোঁ। এতিয়া লাগে- শব্দ। ৰূপ আৰু শব্দৰ ভিতৰত ৰস আছে। ৰসৰ হেঁপাহত ৰূপৰ পূজা। কিন্তু এওঁবিলাকে ৰূপৰ মোহত ৰস বিসৰ্জন দিছিল। এতিয়া ৰসৰ সোৱাদ পাবৰ হেঁপাহ হৈছে। (লাহে লাহে গৈ গোপীসকলৰ মাজত থিয় দি সকলোকে চাই হাঁহি হাঁহি) এতিয়া এওঁবিলাক বিপৰীত প্ৰেমভাৱত বিলীন হ'ল। অচেতন অৱস্থাতো 'কৃষ্ণ' 'কৃষ্ণ' বুলিব লাগিছে (অলপ পৰ শুনি শুনি ৰয় আৰু গোপীসকলৰ মাজত এটা সুমধুৰ গুণগুণনি উঠে। জিভা তালুত লগাই চকু মুদি কানীয়া মানুহৰ দৰে 'কৃ-ষ-ন' কৃষন শব্দ উচ্চাৰন কৰিলে এনে শুনা হয়)। এওঁবিলাক এই কৃষ্ণ আহ্বান আৰু ভ্ৰমৰ গুঞ্জনৰ আহ্বান মোৰ কাৰণে একেই। - (গোপীসকলৰ কেউপিনে মুখ ঘূৰাই) তোমালোক এতিয়া উঠা!

(আটাইবোৰে চকু মেলি চাই কৃষ্ণলৈ চালে আৰু শ্ৰীকৃষ্ণই হাঁহো হাঁহো কৰি হাঁহিলে। শ্ৰীকৃষ্ণক পাই গোপীসকলে কি কৰিম, কি নকৰিম কৰে। কোন জনী থিয় দিলে, কোনো জনী পৰি থাকিল, কোনোৱে মূৰৰ চুলিৰে চৰণ মোহাৰি দিলে ইত্যাদি)।

শ্ৰীকৃষ্ণ : বাৰু, তোমালোক আকৌ সুস্থিৰ হৈ বহাঁ, ময়ো বহিছোঁ। (কৃষ্ণক বেৰিলৈ আকৌ সকলো বহিল।)

বৃন্দা : হে হৰি! কোৱাচোন বাৰু - কিছুমান মানুহে ভক্তিবলগীয়া জনকহে ভজে, কিছুমানে আকৌ বাৰু কোনেও নভজে তেনে জনকে ভজে, কিন্তু কোন বিধ মানুহে বাৰু কাকো নভজে ?

শ্ৰীকৃষ্ণ :(স্বগতঃ) এইয়া, এতিয়া এওঁবিলাকক ৰস লাগে। (হাঁহি, প্ৰকাশ্যে) তোমাৰ গূঢ় অভিপ্ৰায় বুজিছোঁ। বাৰু শুনা, সকলো সখীয়ে মন দিয়া। (ধীৰে) যিজন সংসাৰীয়ে কেৱল ভক্তিৰ লগীয়া জনেকহেভজে, তেওঁৰ কোনো সুহৃদ নাই আৰু তেওঁ ধৰ্ম চিনি নাপায়। অৰ্থাৎ তেওঁ ভাবে যে তেওঁৰ ভজন্তাজন সঁচা আৰু তেওঁৰ বাহিৰে সকলো মিছা। কিন্তু মই সেইদৰে শিকোৱা নাই। তেওঁৰ সেই ভক্তি সকাম ভক্তি। সেইবাবে তেনে ভক্তি স্বাৰ্থ দোষত কলুষিত হয়। কিন্তু ধৰ্মই কলুষ আনিব নোৱাৰে। ভজন্তাজনক ভক্তি যি জনে সকলোতে তেওঁকেই দেখা যায় আৰু সকলো আত্মাকে সমান বুলি জ্ঞান কৰিব পাৰে, তেওঁৰহে ধৰ্ম সিজে। আৰু তেনেকৈ যি জনে সকলোকে সমান ভাৱে গ্ৰহণ কৰিব পাৰে, তেৱেঁই সকলোৰে সুহৃদ আৰু সকলো তেওঁৰ সুহৃদ হয়।

বৃন্দা : ধীৰে ধীৰে - আৰু জুৰাই জুৰাই কওক

(সকলো গোপী শ্ৰীকৃষ্ণৰ মুখৰফালে চাই)

শ্ৰীকৃষ্ণ : যি কৰ্মকে কৰা তাৰ বাবে একো উপকাৰ প্ৰাৰ্থনা নকৰিবা।

চন্দ্ৰা : কোনবিধ মানুহে কাকো নভজে ?

শ্ৰীকৃষ্ণ : এই চাৰিবিধ মানুহে ভক্তিবলগীয়া নলগীয়া একো নামানে —

এই ধৰা ব্ৰহ্মজ্ঞানী সকলে। তেওঁবিলাকৰ মানত সকলো আছে কিন্তু একোৱেই নাই। তেওঁবিলাকে ব্ৰহ্মকহে সত্য বুলি ভাবে, জগতক মিথ্যা জ্ঞান কৰে। কিন্তু তোমালোকে ব্ৰহ্মজ্ঞানীৰ উদাহৰণ সংসাৰী মানুহৰ লগত তুলনা কৰি ভুল নকৰিবা। দ্বিতীয়তে, যিজন পূৰ্ণকাম, ভোগ বাসনাত যাৰ সমূলি ইচ্ছা নাই তেওঁলৈও ভজন্তা নভজন্তা একো নাই। দেৱৰ্ষি নাৰদ এই শ্ৰেণীৰ। তেওঁ কাকো নভজে কিন্তু সৰ্বত্ৰ মোকহে দেখে, মোকেহে চায়। তৃতীয়তে যিজন গুৰুদ্ৰোহী, যি-জনে একো নামানে, আৰু চতুৰ্থত যি-বোৰ মহামূৰ্খ সেইবোৰেও একো চিনি নাপায়। (গোপীসকলৰ মুখলৈ

চাই) (হাঁহি) এতিয়া তোমালোকে কি বুজিলা?
(গোপীসকলে ইজনীয়ে সিজনীৰ চকুলৈ চায়)

শ্ৰীকৃষ্ণ : বৃন্দা সখীয়ে প্ৰণয় কোপত আজি ভাল প্ৰশ্নটো উলিয়াই দিলে! - পিছে সখীসকল। তোমালোকে বাৰু ভজন্তজনক ভজিছানে, ভজিবনলগীয়াজনক ভজিছা?
(কোনোৱে নামাতে, লাজত তলমূৰ কৰে)

শ্ৰীকৃষ্ণ : (হাঁহি) তোমালোকে ভজিবলগীয়া জনকে ভজিছাঁ আৰু সুহৃদ স্বৰূপেই তেওঁক বিচাৰিছা, কিন্তু - (হাঁহি দিয়ে) তোমালোক বাৰু এতিয়া কোৱা চাৰিবিধ মানুহৰ কোন বিধ? (হাঁহে)

বৃন্দা : (হাঁহি হাঁহি) আমি সেই চাৰিবিধৰ এবিধতো নপৰোঁ। (হাঁহে)

সকলো গোপী : আমি সেই চাৰিসীমাৰ বাজ।
(একেলগে, একে সময়তে, একে উশাহতে)

শ্ৰীকৃষ্ণ :(হাঁহি) মজিছে! (প্ৰকাশ্যে) শুনাঁ - তোমালোক সঁচাকৈয়ে সেই চাৰিবিধৰ বাজ। তোমালোক ব্ৰহ্মজ্ঞানী নোহোঁৱা কিন্তু ব্ৰহ্মজ্ঞানীয়ে আজীৱন সাধনা কৰি যি যেনি যায় তোমালোকে এৰাতিৰ উন্মাদনাত সেই বাট দেখা পালাঁ ; তোমালোক পূৰ্ণও হোৱাও নাই আৰু ভোগ বাসনাও তেনেই আছে, কিন্তু পূৰ্ণ হ'বলৈ যাওঁতে ভোগ বাসনা এৰিব লাগে, সেই কথা শিকোঁতে মানুহৰ যিমান কষ্ট হয় সেই সকলো কষ্টৰ তীব্ৰতা তোমালোকে আজি অলপৰ আগতে ভোগ কৰি অটালাঁ — (গোপীসৱে হাঁহে) ; তোমালোক গুৰুদ্ৰোহীও নোহোৱাঁ আৰু মহামুৰ্খও নোহোৱাঁ - অথচ তোমালোক সুহৃদ। তোমালোকেই হে মোৰ সখী। আজি তোমালোকে শ শ বছৰৰ সমাজিক প্ৰথা, জ্ঞাতি, কুটুম্বৰ ভয়, পুত্ৰ কন্যা আদি মায়াৰ ৰচনা বিলাক, অৱহেলা কৰি যি-দৰে লৰি আহিলাঁ — সেই গাঢ় আকৰ্ষণেই ভক্তি। যি কোনো নামৰ প্ৰতি এনে ভক্তি হলেই মানুহৰ হৃদয়ত ৰসৰ সাগৰে হেন্দুলি উঠে। সেই সাগৰত বুৰ গৈ বিচাৰিলেই পাবলগীয়া জনক পায়। মানুহে নিজৰ গাৰ দায় নিজে এৰুৱাই ল'ব নোৱাৰি মোক দোষ দিয়ে কিন্তু সেইবাবে মোৰ গাত একো দোষ নাই। তোমালোক জানো আজি পৃথিৱীৰ ভিতৰত নাই? এইয়া যমুনাৰ বালি, সৌৱা তোমালোকৰ ঘৰ। এনে বিতোপন জোনাক নিশা, যমুনা তীৰৰ এই দিব্য সৌন্দৰ্য্যৰাশিৰ মাজত এনিশাৰ কাৰণে এখন স্বৰ্গৰাজ্য ৰচনা কৰি তোমালোকে আজি অনন্ত আলোক দেখা পালাঁ— ব্ৰজবাসী আন আন সকলে নিজৰ নিজৰ ধন, সম্পত্তি, ল'ৰা-তিৰোতাকে 'মোৰ' বুলি সাৱটি শুই থাকোতে এই আনন্দ পাইছেনে বাৰু?

সকলোৱে : অমৃত! অমৃত! অমৃত!
(মুখেৰে যেন পানহে কৰিছে)

শ্ৰীকৃষ্ণ : এতিয়া সখীসকল, আমি বৃন্দাবনলৈ যাওঁ বলাঁ। আজিৰ এই শৰত পূৰ্ণিমা জগতৰ নৱ সমাজলৈ এটি মহৎ শিক্ষা স্বৰূপে থৈ যাবৰ কাৰণে তোমালোকৰ সৈতে এই ৰজনীৰ বাকি থকা কেই প্ৰহৰ ৰাস-ক্ৰীড়া কৰিমগৈ। কিন্তু আকৌ যেন তোমালোকে ছাঁ-টোকে কায়াটো বুলি আৰু কায়াটোকে মায়া বুলি ভ্ৰম নকঁৰা। খোজৰ চিনটোকে মই বুলি ভ্ৰম নকৰি তোমালোকে মই বুলি জানিবলৈ শিকাঁ। (হঠাৎ অন্ধকাৰ হয় আৰু শ্ৰীকৃষ্ণ অদৃশ্য হয়)

গোপীসকল : (একেলগে একে উশাহতে) কেনি গ'লাঁ? কেনি গ'লাঁ? কেনি গ'লাঁ?

## ষষ্ঠ দৰ্শন

(লাহে লাহে এটি এটি কৈ উঠি কৃষ্ণক বেৰি গৈ সকলোৱে এক স্বৰে 'জয় কৃষ্ণ! জয় কৃষ্ণ! জয় কৃষ্ণ!' বুলি কিছুপৰ গাই থাকে। মাত নাইকিয়া হ'বৰ সময়ত আকৌ গীত আৰম্ভ কৰে — শ্ৰীকৃষ্ণক বেৰি লৈ নৃত্য কৰে।)

গীত

বিহাগড়া

"মধু ঋতু মধুকৰ পাতি।
মধুৰ কুসুম মধু মাতি।।
মধুৰ বৃন্দাবন মাঝ।
মধুৰ মধুৰ ৰসৰাজ।।
মধুৰ যুৱতীগণ সঙ্গ।
মধুৰ মধুৰ ৰস ৰঙ্গ।।
সুমধুৰ যন্ত্ৰ ৰসাল।
মধুৰ মধুৰ কৰতাল।।
মধুৰ নটনগতি ভঙ্গ।
মধুৰ নটিনী নট ৰঙ্গ।।" - বিদ্যাপতি

(গোপীসকলে নৃত্য কৰি থাকোঁতে ছল চাই চাই শ্ৰীকৃষ্ণই কোনো জনীৰ মুখত মুখ দিয়ে, কাকো চুলিত

ধৰি টানে, কাৰো মুখত চোবা উলিয়াই দিয়ে, এইদৰে ৰস উপভোগ কৰি থাকে আৰু গীতৰ অন্তত মাত দিয়ে।)

শ্ৰীকৃষ্ণ : সৌৱা চোৰাঁ, পূৱেৰুণ দিওঁ দিওঁ হ'ল। নিশা প্ৰভাত হ'বৰ হ'লহি আৰু মোৰো দিব্য ৰাসক্ৰীড়া শেষ হ'বৰ হ'ল। প্ৰথমে তোমালোকে মোৰ ৰূপত মজিছিলাঁ, আৰু ৰূপৰ পূজাত বাউলী হৈ ৰসলৈ পিঠি দিছিলাঁ। কিন্তু প্ৰথমৰ ভুল ধৰা পৰিলত লাহে লাহে তোমালোকে ৰস বিচাৰিলাঁ। সেই ৰসৰ মাজেদি আহি আহি মোৰ ৰূপলৈ পাহৰি এতিয়া তোমালোকে মোক মধুময় আনন্দস্বৰূপ বুলি জানিলাঁ আৰু সেই আনন্দ নিজে পালাঁ। কিন্তু সেই আনন্দ ক'ত আছে আৰু যাবৰ বেলি সেই কথা জানি যোৱাঁ। যেতিয়ালৈকে তোমালোকে নিজৰ নিজৰ ৰূপ-যৌৱনকে মোক পাবৰ উপায় বুলি ভাবি আছিলাঁ— তেতিয়ালৈকে তোমালোকৰ বুদ্ধিহীন হৈ আছিল। কিন্তু যেতিয়া ৰূপ আৰু যৌৱনৰ পূজাৰ ফুল বুলি জানি আত্ম-নিবেদন কৰিবলৈ শিকিলাঁ সেই মুহূৰ্তৰ পৰা লাহে লাহে মোৰ বেছি ওচৰ চাপি আহিলাঁ। তোমালোকৰ লগত যমুনা বালিত মই নৃত্য কৰোঁতে মোৰ স্পৰ্শ পাবলৈ তোমালোকৰ অঙ্গৰাজি কামবাণত জৰ্জৰিত হৈ উঠিছিল। তাতে যমুনাৰ পাৰত বৈ থকা পদ্মগন্ধী বতাহে তোমালোকক উন্মাদনা যোগাই আছিল। কিন্তু এতিয়া ৰূপ, ৰস, গন্ধ, স্পৰ্শ, শব্দ এই পাঁচোটি বিষয়ৰ মাজেদি আহি তোমালোকে প্ৰত্যেকটিৰ দুৰ্বলতা খিনি নিজি নিজে ধৰিব পৰা হ'লাঁ। শেহত জানিলাঁ যে তোমালোক মধুৰ ফুল আৰু সকলো ফুলৰ বিৰাট সমষ্টিৰ মাধুৰ্যহি মোৰ ৰাধা মই ময়েই সকলো মধুৰ জন্মদাতা অমৃত। (আকাশত গীত হয়)

"ওঁ মধুৱাতা ঋতায়ন্তে মধুক্ষৰন্তি
সিন্ধবঃ। ওঁ মধু! ওঁ মধু! ওঁ মধু।"
(সকলোৱে শ্ৰৱণ কৰে)

শ্ৰীকৃষ্ণ : এতিয়া বলাঁ - যমুনাৰ নিৰ্মল জলত নামি তোমালোকক স্নান কৰাই দিওঁগৈ। তেতিয়া দৈহিক ভাগৰ পলাব আৰু এই পবিত্ৰ স্মৃতি যমুনাৰ নীল জলৰাশিৰ বুকুৰেদি অনন্ত কাললৈ বৈ থাকিব। এই জোনোৱালী নিশা কোনো যুগত কোনো কালে নুপুৰায়। আনকি, আজি নিশাৰ এটি সখীৰ এটি খোজো পৃথিৱীৰ বুকুৰ পৰা মাৰ যাব নোৱাৰে। যি বালিত খোজ দিলে বালি খহি যায়, যমুনাৰ তেনেকুৱা বালিয়েই কোটি কোটি প্ৰেমিকক মোৰ সখী সুৰৰ বাতৰি বিলাই থাকিব।

গোপীসকল : তোমাক এৰি আমি এতিয়া কেনেকৈ যাম? (সকলোৱে একেলগে)

শ্ৰীকৃষ্ণ : (স্বগতঃ) এওঁবিলাকে মোকেই ৰসময় বুলি জানিছে - কিন্তু তথাপি মোক সুকীয়াকৈ পাবলৈ হেঁপাহ কৰিছে। (হাঁহি) বাৰু আহাঁ, ময়ো যাওঁ। এই মহাযাত্ৰাৰ প্ৰত্যেক খোজ বত্ৰিশ হেজাৰ নুপুৰৰ ধ্বনিত লীলায়িত হৈ উঠক।

(গোপীসকলে নুপুৰ বজাই বজাই কৃষ্ণৰ কেউফালে ঘূৰি ঘূৰি নাচিবলৈ ধৰে আৰু গীত গাই মাজে মাজে জয় দি থাকে।)

গীত

ৰুণ্ জুন্ জুন্
বাজিছে নুপুৰ—
হাঁহে মোহন শ্যাম
প্ৰেমে ভৰপুৰ।
ৰুণ্ জুন্ জুন্।।

(নৃত্যৰ লাসত কৃষ্ণ বেদীৰ পৰা নামি আহে আৰু হাঁহি হাঁহি গৈ থাকে। পাছে পাছে গোপীসকল।

## সপ্তম দৃশ্য

### বৃন্দাবন

(কদমৰ তলত ৰত্ন বেদিকা। চাৰিওফালে সুসজ্জিত পাত্ৰত ধূপ ধুনা পাদ্যঅৰ্ঘ্য আদিৰ সম্ভাৰ। লাহে লাহে শ্ৰীৰাধা ওলাই আহে, গাৰ বসন শিথিল।)

শ্ৰীৰাধা : ৰাতি পুৱাওঁ পুৱাওঁ হ'ল। তথাপি তুমি আহি মোক দেখা নিদিলা? কাক পাই ৰাধাক পাহৰিলা? আজিৰ এই জোনাক যামিনী কিয় ব্যৰ্থ কৰিলা। (বেদীৰ ওপৰত বহি আমন জিমনকৈ থাকে ; এনেতে কৃষ্ণ সোমাই আহে)

শ্ৰীৰাধা : আজি ৰাতি নুপুৱাই বুলিহে ভাবিছিলোঁ। ভাল আছিলা?

শ্ৰীকৃষ্ণ : (হাঁহি) তোমাৰ গুণ গাবলৈকে মই বাঁহী বজাওঁ।

ৰাধা! তুমিয়েই মোৰ প্ৰাণৰ আধা বাঁহীৰসুৰ —গীতৰ লহৰ! সকলো বিলাকত তোমাৰ মহিমাই বিয়পি আছে। আজি যোলশ হেজাৰ গোপিনীয়ে জানি গৈছে যে, তোমাৰ উপাসনা কৰিয়েই মই ইমান মহিমান্বিত হৈছোঁ।

শ্ৰীৰাধা : (হাঁহি) নাথ! তুমি বৰ চতুৰ। তুমি যে তোমাৰ মাজতে লুকাই থাকি ইমান শক্তিমান, সেই কথা হলে তুমি কোৱা নাই। এতিয়া মোক আহি মিছাকৈয়ে প্ৰশংসা কৰি শুনাইছাহি। (হাঁহি)

শ্ৰীকৃষ্ণ : (হাঁহি) অ মই এতিয়া মিছা-প্ৰশংসাহে কৰিলোঁ। বাৰু আজি মোৰ গীতৰ ধ্বনিয়ে ব্ৰজৰ পৰা যোল-শ হেজাৰ ৰমণী যে টানি আনিলে, এজনো পুৰুষ নানিলে কিয়?

শ্ৰীৰাধা : তোমাৰ আনিবৰ ইচ্ছা নহল।

শ্ৰীকৃষ্ণ : সিও সঁচা। কিন্তু কিয় পুৰুষক আনিবৰ ইচ্ছা নহল কওঁ শুনা। ফুলৰ পৰাগ কেশৰটোৱেই পৰিমলৰ আকৰ, সেই পৰিমলেই পুষ্প-মধু। ফুলৰ সেই মধু ফুলে উপভোগ নকৰে, ভোমোৰাইহে তাৰ সোৱাদ লয়। আৰু সেই সোৱাদৰ প্ৰশংসা কৰিবলৈকে সি গীত-গুঞ্জন লৈ বলিয়া। এতিয়া মন কৰাচোন - ভোমোৰাই যদি উৰিবলৈ এৰি দি ফুলৰ বুকতে পৰি পৰি মৌ পি থাকে তেন্তে সি কি হ'ব?

শ্ৰীৰাধা : তাৰ নিজৰ মুখৰ এঠা ফুলত লাগিব আৰু সেই এঠা তাৰ পাখিত লাগি সি উৰিব নোৱাৰা হৈ তাতে পৰি মৰি থাকিব।

শ্ৰীকৃষ্ণ : কিন্তু মৌ পান কৰি মৌৰ মাজতে মৰাতকৈ উৰি গুঞ্জন কৰি ফুৰাহে মঙ্গলজনক। উৰি উৰি ভাগৰ লাগিলে ফুলত খন্তেক পৰ পৰি আকৌ দেহ-প্ৰাণ সঞ্জীৱিত কৰি লোৱাটোহে ধৰ্ম। প্ৰথমটো হ'ল স্বাৰ্থদোষত অন্ধ আৰু সেই দৰে মৃত্যু সত্য হয়। কিন্তু দ্বিতীয় উপায় হ'ল ত্যাগ অৰ্থাৎ নিজে ভোগ কৰাতকৈও লোকৰ প্ৰাণত সেই ভোগৰ মাজত থকা মধু-আকৰৰ সন্ধান দিয়াটোৱেই দ্বিতীয় বিধ ভোমোৰাৰ আনন্দ। সেই আনন্দই কামনাহীন — সেয়ে সৎ।

শ্ৰীৰাধা : (হাঁহি) পুৰুষ সকল আজি আহিব নোৱাৰিলে কিয় তাৰ লগত এই কথাৰ সম্বন্ধ কি?

শ্ৰীকৃষ্ণ : জগতৰ কঠোৰ বাস্তৱৰ লগত যুঁজি যুঁজি বৃদ্ধ হোৱা পুৰুষ সকলেই ঘনাই ঘনাই স্বাৰ্থ দোষত কলুষিত হয়। কিন্তু স্ত্ৰী জাতিয়ে এই দোৰ্খোৰ সংসাৰৰ মাজত পুৱাৰ পৰা গধূলিলৈকে, জন্মৰ পৰা মৃত্যুলৈকে নিঃস্বাৰ্থ সেৱাত জীৱন পাত কৰে। পুৰুষে প্ৰাপ্য অপ্ৰাপ্য, ভাল-বেয়া, সৎ-অসৎ আদি বিচাৰ কৰি আত্মাৰতে যিটো জীৱন অন্ত কৰে ; সেই একে জীৱনতে ৰমণীয়ে তেনে পুৰুষকে জীৱন-বল্লভ বুলি সৰ্বোগত কৰি লৈ হেলাৰঙে মোক্ষ লাভ কৰে। আজি সন্ধ্যা মোৰ গীত শুনি স্তন দি থকা শিশুকো দলিয়াই পেলাই মাতৃসকল লৰি আহিল। এনেকুৱা তীব্ৰ অনুৰাগ উপজিলিহি শ শ বছৰৰ এলাহ, ভাগৰ আৰু নিবুৰ্দ্ধি মুহূৰ্ত্ততে আঁতৰি যাব পাৰে।

শ্ৰীৰাধা : গোপীসকলে কি ভাগ্যৰ বলত ইমান কম সময়তে তোমাক পালে নাথ?

শ্ৰীকৃষ্ণ : পুৰুষসকলে মোক্ষও বিচাৰে আৰু ভোগ বাসনাও নেৰে কিম্বা ভোগ-বাসনাতে লিপ্ত হৈ মোক্ষলৈ পাহৰে। কিন্তু আজি মোৰ সখী সকলে একান্ত ভাবে মোকেই বিচাৰিছিল। মোৰ বিৰহত জৰ্জৰিত হৈ তেওঁবিলাকৰ সৰল হৃদয়ৰ পৰা যি লোতক বৈ আহিছিল,সেই লোতকৰ ধাৰেই 'প্ৰেম অমৃতৰ নদী'। ৰমণীৰ সুকোমল হৃদয়ৰ এটুপি সৰল লোতক পুৰুষৰ শ শ বছৰৰ কঠোৰ সাধনাতকৈও অধিক শক্তিমান। তেনেকুৱা ভক্তিয়েই ৰসময়ী। এনে ভক্তি পাবলৈ হলে ভক্ত হ'ব লাগিব পতিপৰায়ণ স্ত্ৰীৰ দৰে বিনীত, পুত্ৰবৎসলা মাতৃৰ দৰে স্নেহময় আৰু নৱনীতা যুৱতীৰ দৰে প্ৰফুল্লমুখ। জগতক এই শিক্ষা দিবলৈকে আজি পুৰুষ সকলক পুত্ৰ-কন্যা ধনৰত্ন অলঙ্কাৰৰ মাজত শুৱাই থলোঁ আৰু ৰমণী সকলক ধৱল জোনাকৰ তলত জিলমিলাই থকা যমুনাৰ বালিলৈ টানি আনিলোঁ। এতিয়া কোৱাঁচোন, ৰাধা! আজিৰ আলোক ৰাশিৰ মাজত স্নান কৰি কোন ধন্য হ'ল? (হাঁহে)

শ্ৰীৰাধা :(হাঁহি) বাৰু এতিয়া তোমাৰ এই বংশীটিৰ কথা কোৱাচোন নাথ। এই যন্ত্ৰত তুমি কি মন্ত্ৰ দি ইমান বিশ্ববিমোহন সুৰ বিলাইছা?

শ্ৰীকৃষ্ণ : (হাঁহি) আকৌ ভুল কৰিলা কিয়? আগেয়েই দেখোন কৈছিলোঁ - ভোমোৰা বোৰে যে গুঞ্জন কৰে সেই গুঞ্জন মানে ফুলৰ যশ। মোৰ বংশীৰ ধ্বনি বিশ্ববিমোহন মানে তুমি বিশ্ববিমোহনী। বাঁহীৰে মই তোমাৰ গুণ-যশহে গাওঁ। (হাঁহি) মোক নো তুমি কি বুলি জানিছা ৰাধা? মই সম্পূৰ্ণ বৈৰাগী। (হাঁহে) হোৱাঁ, হোৱাঁ, মোৰ এই পীতবস্ত্ৰ তুমি পিন্ধা। তোমাৰ গৌৰ কলেৱৰত ইয়াৰ কস্তুৰী সানা ; (ওচৰৰ শৰাইখনৰ পৰা কস্তুৰী আনি সানি দিয়ে)। তোমাৰ শ্ৰৱণ পথত মোৰ কুণ্ডল

---
নীলাঞ্জনা

আঁৰা। গলত মোৰ বনমালা পিন্ধা, কবৰীত মোৰ হাতৰ এই পাহি পদুম-চূড়া ধাৰণ কৰা। (সেইদৰে এটি এটিকৈ পিন্ধাই যায়) চাওঁ বাৰু, তুমি উঠি থিয় হোৱাঁচোন এতিয়া। আহাঁ, এই কদম জোপাৰ গাতে পিঠি দি ৰোৱাঁ। (তথাকৰণ) হোৱাঁ তোমাৰ হাতত মোৰ এই সোণ খটোৱা বংশীটি লোৱাঁ আৰু তোমাৰ চপা-কলি যেন সুঠাম আঙুলি কেইটি ইয়াত দিয়া। (ধৰাই দিয়ে) মোৰ চৰণত তোমাৰ চৰণ থোৱাঁ। কদম্বত গা লগাই হেন্দুলি থাকাঁ - তেহে মোৰ বংশী বাজে। (হাঁহে) ওঁ, এতিয়া তুমি বংশীত মুখ দিয়া। এই ৰন্ধ্ৰত ফু দিয়া আৰু এই দৰে আঙুলি চলোৱা - ময়ে বাৰু তোমাৰ আঙুলি চলাই দিওঁ।

(আকাশত অসংখ্য বংশীধ্বনি হ'ল। কদমৰ তলত ত্ৰিভঙ্গ মূৰ্ত্তিৰে যুগল মূৰ্ত্তি জিলিকি উঠিল। আকাশৰ পৰা পুষ্প বৃষ্টি হ'ল আৰু স্বৰ্গত নানাবিধ দেৱবাদ্য বাজিবলৈ ধৰে। আকাশ নিনাদি উৰুলি ধ্বনি উঠিল। বৃন্দাবন দিব্য আলোকত উজ্জ্বলি উঠিল।

শ্ৰীকৃষ্ণ : (ৰাধাৰ মুখত মুখ দি) এতিয়া আমি দুয়ো দুয়োৰো মাজত বিলীন হলোঁ। (ৰাধাৰ সোঁ হাত দেখুৱাই) তুমি এই হাতেৰে শঙ্খধ্বনি কৰি আহ্বান কৰিছাঁ আৰু (নিজৰ সোঁ হাত দেখুৱাই) মই এই হাতেৰে চক্ৰধৰি চক্ৰকাৰ কৰি ঘুৰাই লৈ ফুৰাম, তুমি (বাওঁহাত দেখুৱাই) এই হাতেৰে গদা ধৰি মানুহক যুদ্ধত নমাই দিয়া আৰু মই (নিজৰ বাওঁ হাত) এই হাতেৰে তোমাৰ খোপাত পদুম ফুল পাহ আনি সেই তয়াময় যুঁজৰ মাজত পেলাই দিওঁ। সেই পদুম পাহেই প্ৰজ্বলিত অগ্নি, সেই অগ্নিয়েই বেদমাতা। যেনেকৈ অগ্নিৰ দাহিকা শক্তিয়ে ভাল বেয়া বিচাৰ নকৰাকৈ সকলো বস্তু সমানে দাহ কৰে সেইদৰে জ্ঞানস্বৰূপ এই পদুম পাহিয়ে সৎ-অসৎ, উচ্চ-নীচ, জাতি-ধৰ্ম একোৰে বিচাৰ নকৰি অকল নিজকেহে প্ৰকাশ কৰে। এই হেন পদুম পাহিৰ মাজতে আকৌ তুমিও বন্দিনী, ময়ো বন্দী। কেনে ৰসময় ৰহস্য! কেনে মধুৰ মিলন,ৰাধা। (হাঁহে)

শ্ৰীৰাধা : (মাতিব খুজি) দেখোন ক'বলৈ একো কথাই নাই?

শ্ৰীকৃষ্ণ : (হাঁহি হাঁহি)

আৰু কোনো নাই -
তুমি,
আৰু মই
বহুপথ অতিক্ৰমি
বহুযুগ আগবাঢ়ি
অনিৰ্দিষ্ট স্বপ্নপুৰী
কৰিছোঁহি জয়।

(আকাশে বতাহে "জয় জয় জয়" ধ্বনি হ'ল।)

শ্ৰীকৃষ্ণ : সেই নীল আকাশত কোটি কোটি তৰাৰ মাজত চন্দ্ৰ যেনেকুৱা, সহস্ৰ সহস্ৰ গোপীৰ মাজত তুমি তেনেকুৱা। আকৌ অমাবস্যাৰ বুকুত যেনেকৈ চন্দ্ৰৰ বিলীন, কৃষ্ণৰ বক্ষত সেইদৰে ৰাধা বিলীন হয়। (হাঁহে) তুমি সকলো ৰস হৰণকাৰিণী আৰু সেই সকলোৰে আধাৰ বক্ষত লৈ মই হলোঁ পূৰ্ণ শ্ৰী। সেইকাৰণে তুমি শ্ৰীমতী, মই শ্ৰীপতি (হাঁহি) শ্ৰীমতী। (ৰাধাৰ চকুত আঙুলি বুলাই) আজি তোমাৰ চকুত মই নীলাঞ্জন সানি দিলোঁ। (সমস্ত জগত নীলাভ হয়) এতিয়া চোৱাঁচোন, তুমি কোনখিনিত আছাঁ। (ৰাধাই কৃষ্ণক আৰু কৃষ্ণই ৰাধাক অঙ্গে অঙ্গে মিলাই আলিঙ্গন কৰে আৰু কৃষ্ণ সোঁফালে ঘুৰি এটা পাক মাৰি দিব খোজোতেই কৃষ্ণৰ বুকুত ৰাধা নাইকিয়া হৈ গ'ল। কৃষ্ণই গোটেই পাক ঘুৰি আকৌ আগৰ ঠাই পালত হাতত বাঁহীও নাই, গাত কাপোৰো নাই।) (হাঁহি) এইয়া মই দিগম্বৰ হৈ গ'লো। যি বাঙ্ময় ৰাজ্যত মোৰ জন্ম হৈছিল আকৌ সেইখিনি পালোঁহি। নীল আকাশৰ তলত, যমুনাৰ নীল জল ৰাশিৰ বালিত জন্ম হোৱা এই কদম গছেই জগতৰ কল্যাণ কল্পতৰু আৰু মোৰ ৰাসলীলাই মানুহৰ দিব্য দৃষ্টি দান কৰা নীলাঞ্জন। চকুত জ্ঞানৰ এই অঞ্জন সানি যেয়েই তোমাকে মোক চাব জানিব -- তেওঁবিলাকৰ কাৰণেই আজিৰ এই ৰাসলীলা অনন্ত ৰসৰ ঝৰণা হৈ সহস্ৰ ধাৰাৰে মানুহৰ মনত বৈ থাকিব।

-ঃ অন্ত ঃ-

---

বাঁহী, ২৬ বছৰ, ৯ ম, ১০ ম সংখ্যা, ১১ ম, ২৭শ বছৰ ৩ য় সংখ্যা, বিশেষ সংখ্যা, ষষ্ঠ সংখ্যা ৮ ম সংখ্যা।

# পঞ্চমী

(নাটিকা)

সূত্ৰধাৰ- হে সভাসদবৃন্দ ! ৰঙ্গমঞ্চত থিয় দিয়েই দেখা পাইছোঁ আপোনাসবক। আপোনাসবেই আমাৰ নমস্য। প্ৰথমে আপোনাসবকে নমস্কাৰ কৰোঁ।

আজি এটা ডাঙৰ ভুল ধৰা পৰিছে। এতেদিনে কলিয়া ভোমোৰাক "চোৰ" আখ্যা দি কবিসকলে এই ব্যথাতুৰ প্ৰাণীটিৰ প্ৰতি বৰ অন্যায় বিচাৰ কৰিছিল। ভোমোৰাৰ বিশ্বময় প্ৰাণৰ বেদনা লৈ নাট্যকাৰ আজি সুধীসকলৰ আগত উপস্থিত। এই কঙাল সুঁৰদাসৰ সেৱাটি আগবঢ়াই দিয়াৰ ভাৰ এই নিঃকিন সূত্ৰধাৰৰ গাত। শুনক। শুনক।। কি বেদনাৰ কি গীত। - এইয়া স্বয়ং পঞ্চমীদেৱীয়ে আজি আহ্বান কৰিছে-

(নাট লৈ বহে)

(গাই গাই পঞ্চমীৰ প্ৰৱেশ)

পঞ্চমী - গীত

গছে কান্দে আজি ইনাই- বিনাই
পাতে কান্দে আজি - "নাই"!
ফুলে কান্দে আজি বেদনাতে মজি
জোনে কান্দে তাকে চাই।
কোমল জোনাকৰে চকুলো বাগৰে
নিয়ৰত শিঁয়ৰে বন।
নাই বুলি জানি উঠিছে বিননি
কঁপিছে এধানি মন।।
তিলে তিলে হৰি সুৰগা মধুৰী
মোহন মোৰ লুকালে হায়!
সোৱণ-বিৰিখৰে ছুঁয়া হৰি নিলে
ৰূপহ মোৰ কেনিও নাই!

(গীত গাই থৰ লাগে)

সূত্ৰ- পঞ্চমীৰ এই কৰুণ বিননি শুনি বীণা আহি যি কয়- শুনক।

বীণা শুণ ! শুণ !! শুণ !!!
শুণ শুণ গুঞ্জন্

শুন হেৰ শুন !
গুণ গুণ গুণ —
গুণ গুণ সমীৰণ
শুন শুন মৌ
গুণ গুণ ভোমোৰাৰ
সুৰ লেখা ঢৌ! —
গুণ ! গুণ! গুণ!
গুণ গুণ বিননিৰ
শুন বীণা শুন
গুণ গুণ নুপুৰৰ
শুন ঋণ জুন!

সূত্ৰ- বীণাৰ গুণ গুণ শুনি কবিতা আহি যি কয় - -

কবিতা : (নাচি নাচি কবিতাৰ প্ৰৱেশ)

গীত

শূইনে বিমানে গছ-লতা বনে
যাঁচি থোৱা মৃদু সুৰ
যাঁচি দিম বুলি ললোঁ বীণা তুলি
তাঁৰ নপৰিলে জুৰ।
পঞ্চমী তুমি বীণা মধু চুমি
কবিতা কৰিলা জয়।
মোৰ বীণা ধ্বনি সুৰলতা জিনি
তোমাৰ মুখেদি বয়।
আহাঁ তিনি ভনী মিলোঁ আজি আমি
বাকি দিওঁ সুধা জুৰ
সুৰ জুৰকৈ সুৰ সিঁচি থৈ
উটি যাওঁ বহু দূৰ।।

সূত্ৰ : কবিতাৰ আহ্বানত বীণাৰ কোমল প্ৰাণ নাচি উঠে আৰু পঞ্চমীৰ পৰশত আনন্দ উথলি উঠে।

বীণা : গছে হালে-জালে সখী
পাত হালে জালে সখী
গছে-পাতে মিলি
আজি মোৰ সখী
তোমাকে আছিলে
গোপনে ৰখি।

কবিতা : আলফুল বাছনিত
বাছিলা ফুল

বাছিলা ফুল
সু-কোমল আৱেশৰ
দোলালা দুল।
পঞ্চমী দোলনৰ কঁপনিত
ভাঙ্গিলা ভুল
অকাৰণ সপোনৰ
আনিলা দুল।

(মাজত কবিতা, এফালে বীণা আৰু আনফালে পঞ্চমী বহে)

সূত্ৰ ঃ পঞ্চমীৰ বাতৰি পাই বালিমাহীৰ প্ৰাণত
কি ............শুনক! শুনক!-

গীত

বালিমাহীঃ টিপ্ টিপ্ বালিমাহী টিপচি চৰাই
বিহ খায়ো পালি বৰ চৰণ ধুৱাই-
—চৰণ ধুৱাই-।
সদাশিৱ ভোলানাথ বিভোল প্ৰাণৰ
এটি দুটি ঠেও আনি মধুৰ গানৰ
বীণ বোৱা কবিতাৰ
চিন থোৱা ললিতাৰ
পূজোঁ আজি পাৱ দুটি গীতেৰে বুৱাই!
(কবিতাৰ চৰণত পৰে)

সূত্ৰ ঃ এইবাৰ ঘৰচিৰিকাৰ বিকাৰ শুনক —
(গাই গাই এদল ঘৰচিৰিকাৰ প্ৰৱেশ)

এদল ঘৰচিৰিকা গীত

চৃক! চৃক! চৃক বুলি
গাওঁ আমি ঋক্
পঞ্চমী আহে আজি
আৰু কথা শিক।
চৃক! চৃক! চৃক!
নিৰদয় মানুহৰ
হিয়া নাই ঠিক
কোষ মেলি চাব খোজে
কিনো এই ঋক্
চৃক! চৃক! চৃক!
ঋক্ গাওঁ চৃক চৃক
কণ কণ গীত
গীত ভৰা চিত যাৰ

---
পঞ্চমী

সেয়ে মহা ঋক্
চক! চক! চক!
(ঘৰচিৰিকাবোৰ চাৰিও ফালে বহে)

সূত্ৰ : এইবাৰ ঘাই দল। ঘৰশালিকাৰ খেলি-মেলি গীত।।

ঘৰশালিকা -
ক'ত থলি কেনি গ'লি
কি কলি হায়!
নুবুজিলোঁ ঘাই কথা
লগ ভাগ পাই।
কৰক কৰক কাৰাক কাৰাক
খিৰিক খাৰাক গাই।
হেৰুৱালোঁ ঘাই কথা
কৰি দন্দ হাই।।
পৰি পৰি আজি কৰিছোঁ মিনতি
দিয়াহে চৰণে ঠাই।
তুমি বিনে গতি তুমি বিনে মতি
কেনিও আৰু নাই।
(ঘৰশালিকা বিলাক পৰি যায়)

সূত্ৰ- গৃহ-কন্দল ভাগি ঘৰশালিকাই আত্ম সমৰ্পণ কৰা দেখি হিলৈদাৰী কোকলোঙা আহি যি কয়-

কোকলোঙা : - গীত গাই পৰে -

হিলৈ থাকিল মোৰ পাছত পৰি
সুখত থাকিল দেশ জগত জুৰি
ধৰোঁ বুলি হাত মেলোঁ
হিলৈ কেনি
পাছ তেই থাকে হায়
নেদেখো যেনি
হিলৈৰ বিলৈ দেখি পৰিলোঁ সৰি
চিলনীয়ে থাপ মাৰে উলাই কৰি
পৰোঁ আজি চৰণতে
ৰাখা ৰাখা আই
জানিলোঁ জানিলোঁ আৰু
অন্য গতি নাই।

সূত্ৰ : এইবাৰ বুঢ়া বেজ গোন্ধোৰা বন আহি যি কয় —

গোন্ধোৰা বন : কটা ঘাত চেঙা তেল পৰিলে ভকভকাই উঠে। এতিয়া নকওঁ, ক'লে লাগিব জগৰ। বাৰু বোপা কোকলোঙা, তুমি যেতিয়া বুজিছা, তোমাক বাৰু একো নকওঁ। আজি মোৰ পঞ্চমী আইৰ লীলা গতিত এই বুঢ়াৰ গা উঠিল। বুঢ়াক আইৰ বাহিৰে কোঁৰে আদৰ নকৰে। কোঁৰে উলটি নেচায়। কিন্তু যেতিয়া নিজৰ হাতৰ দা-খনেই ভৰিৰ বুঢ়া আঙুলিটো ছিঙি নিয়ে, তেতিয়া এই বুঢ়া বেজৰ ওচৰলৈ লৰ মাৰে। পাছতেই আকৌ পাহৰি যায়। আইৰ ওচৰলৈ যাবলৈ মোৰ শকতি নাই। ................এটি সেৱা জনাই যাওগৈ। (সেৱা কৰি যায়গৈ)

সূত্ৰ : বেজৰ কথা শুনি লজ্জাৱতী নিলাজী বনৰ যি বিলাপ

নিলাজী বন ঃ গীত

শ্যাম বৰণীয়া
মৰম কুমলীয়া
ককাইদেউ ঐ
মৰমত মৰিলোঁ
বিয়াকুল হৈ
জঁয় পৰি যোৱা
চুলে .......... হোৱা
এইনো মোৰ পৰাণক
ককাইদেউ ঐ
ভাল ............
খিয়াতি থৈ।

(পঞ্চমীয়ে নিলাজী বনক ওচৰতে বহুৱাই)

সূত্ৰ ঃ এই কৰুণ কাহিনী শুনি ভোমোৰা আহি যি কয় —

আই ! আই ! আই মোৰ জনমৰ
আইমোৰ মৰণৰ
আই মোৰ চিকুণী আই।
ফুলৰ বুকু ভৰা জীয়া জুই একুৰা
নুমাওঁতে শুনিলোঁ শাও
দয়াহীন মানুহৰ কিনো ক'ম বিলাই ঐ
সোঁতত নচলে নাও।
ফুলৰে কাঢ়ি ললোঁ হিয়াৰে বেদনা
তেওঁ মোক বুলিলে চোৰ
নিজৰ হিয়াখনি নিজে চুৰ কৰিও
মানুহৰ নেভাগে মোৰ।
এনুৱা নিদাৰুণ হিয়াৰ বেদনাৰ
তোৰ কাষ চাপিছোঁ আই
তোৰে ঐ দুখনি শুকুলা চৰণত
দে মোক এফেৰি ঠাই।

সূত্ৰ ঃ এইবাৰ সুৰদাসৰ সেৱা

সুৰদাস ঃ

অনন্ত কুমাৰী তুমি মোৰ পঞ্চমী
অনন্ত বীণা তোমাৰ ঝঙ্কাৰ
আৰু এই অনন্ত .......... তোমাৰ প্ৰকাশ,
কিন্তু, অন্ত এই দীন সেৱকৰ
কি আছে আই ? তুমি দিয়া
ৰূপ ৰস গন্ধ স্পৰ্শকে মোহন......
আজি তোমাৰেই জয়গান গীত হওক।

---
পঞ্চমী

আই! তুমিয়েই তোমাৰ ৰূপ।

পঞ্চমী : ৰূপৰ দান এই বীণা, ৰসৰ দান এই কবিতা, গন্ধৰ দান এই ৰসিক ভোমোৰা, স্পৰ্শৰ দান এই নিলাজী বন, শব্দৰ দান এই লোৰাঁ

গীত

ভাটীয়ালী

সৌ নীলিমাৰ নীল আঁচলত
তৰাৰ মালা লৈ।
কোন খনিকৰে লীলা কৰে
শৰদ বিহীন হৈ।।
তৰাৰ মালা লৈ
নীলাই নীলাই ৰহণ মিলাই
নীল সাগৰত ঐ
কোন মলিযাই মালা গোঁথে
তৰাৰ বাখৰ লৈ
নীল আকাশত ৰৈ।
বিলাই বিলাই অসীম নেপাই
সীমাৰ ভাঙে ভুল।
অজান দেশৰ বাৰতা আনি
ফুলাই গছত ফুল
পৰাণ বিলাই লোৰাঁ মিলাই
নীলাৰ লগত ঐ
এই নীলিমাৰ সীমা ভাঙি
যাবা কিনো থৈ
নীলাৰ মালা লৈ।

সুৰদাস : আহাঁ, পঞ্চমীৰ বাণী পঞ্চমীৰ বাণী
উঠা, উঠা জগত সচেতন হোৱা।
শুনা জগত সচকিত হৈ
গোৱাঁ গোৱাঁ আজি প্ৰাণভৰি
"জয় প্ৰকৃতিৰ জয" "জয পৰাণৰ জয়"
গোৱা গছলতা
গোৱা পশুপক্ষী
গোৱা কিন্নৰ -কিন্নৰী।

## গীত

(সুৰদাসে লগাই সকলোৱে গাই)

তুল বুল তুল বুল কৰিছে নাও, কৰিছে নাও
সবৰে ওপৰত জয়গান গাওঁ
পৰাণৰ জয় গাই পৰাণক লওঁ, পৰাণক লওঁ
তেলৰ ধূপে ধূনা সমুখত থওঁ।
শুকুলা হাতীতে উঠিছে আই উঠিছে আই
বিলাইছে শুনাইছে পৰাণৰ
জয়গান গাই
মৰানৈৰ পাৰতে চাপিছে নাও
ভৰা নাও উঠিছে আহাঁহে চাওঁ
তুল বুল তুল বুল কৰিছে নাও
কৰিছে নাও
আইৰ পাছে পাছে আমিও যাওঁ।।

সূত্ৰ ঃ হে সভাসদ সকল! উপজি পুৱাতে বেলিৰ অৰুণ বৰণ আকৌ সন্ধিয়াতে জোনৰ কিৰণ। এই মাজ চেৰাৰ দাই-দোষ মৰিষণ কৰিব। পঞ্চমীৰ দেৱীৰ অন্তৰ্দ্ধান হ'লে সূত্ৰৰ আৰু কি যোত্ৰ আছে। নমস্কাৰ।।

(প্ৰথম লেখাত আছিল "অ মোৰ আপোনাৰ দেশ" ৰ সুৰ বাজি উঠিব। চৰাইবিলাক ওলোৱাৰ আগতে সূত্ৰৰ কথাৰ পাছত প্ৰত্যেকবিধ চৰাইৰ মাত (Mimicrey) দিব পাৰিলে ভাল।) — সম্পাদক। আ.চ.ব. ৰচনাৱলী।)

-ঃ অন্ত ঃ-

# তেজীমলা

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

মুকলি পথাৰ

(এজোপা গছৰ তলত বহি তেজীমলাই উদাস মনেৰে গীত গাই থাকে।)

তেজীমলা ঃ

গীত

"আগলী কলাপাত লৰে কি চৰে;
চিলনী আই মোৰ আগতে পৰে।" (অলপ ৰয়)

— কিমান গীত গালোঁ—। গীতৰ সুৰত মোৰ এই এধানিমান বুকুখনৰ কিমান বেথা বতাহৰ লগত মিহলাই ক'ৰবালৈ পঠিয়াই দিলোঁ — তেওচোন এদিনো মোৰ আগত আহি মোৰ সপোন কোঁৱৰ ঠিয় নিদিলেহি। — মোৰ বুকুৰ কোমল কথাবোৰ সৌ কোমল কোমল কলাপাত বোৰৰ আগেদি কেনেকৈ বাগৰি গৈছে ! — মইও যদি সেইদৰে উৰি যাব পাৰিলোহেঁতেন। ঐ (থমক খাই বৈ কিছু ভাবে)

গীত

মোৰ সুৰৰে কঁপনিত কঁপিলে বননি
বতাহত বলিলে বা।
সুগন্ধি মলয়াই মন আমোলালে
নাচোনত ভাঙিলে গা।।

উৰি যাওঁ, উৰি যাওঁ, উৰি গৈ মোৰ চিলনী আইৰ বুকতে শুই থাকোঁগৈ, যাওঁ নে? যাওঁ — হাঃ হাঃ - (অলপ বৈ)
মই কিমান নিচলী। — মই কিমান দুখীয়া।— ঐ! এই পিথবী খনত মোৰ আই নাই, বোপাই নাই, ভাই নাই, ককাই নাই, কেওঁ নাই। আই ঐ দেহি! সৌ সক সক দামুৰী পোৱালি বোৰে মোলৈ কেনে মৰমেৰে চায়? মইনো সিহঁতক মৰম নকৰাকৈ কেনেকৈ থাকোঁ — ? (ৰয়)
(ডাঙৰকৈ) ??? হোঁ, হোঁ,— মোৰ মাত শুনা মাত্ৰকেই তাই মোলৈ কেনেকৈ ডিঙি মেলি চাইছে।

গীত

এইনো বিনন্দীয়া পথাৰ সেউজীয়া
কোনে সৰজিলে ঐ
কোন জন ঈশ্বৰে তেজাক সৰজিলে
সপোনৰ সঁহাৰি লৈ? —

তাহানি গৰখীয়া গোঁসায়ে হেনো বৃন্দাবনত এইদৰে গৰু এজাক লৈ বাঁহী বজাই বজাই আনন্দত উত্ৰাৱল হৈ ফুৰিছিল। দেহি ঐ! মই যদি কৃষ্ণ গোঁসাইৰ দিনতে উপজিলোঁ হেতেন!

(তেজীমলাৰ সাধু অসমীয়াৰ ঘৰে ঘৰে, তেজীমলাৰ গীত অসমীয়াৰ জীয়ৰী বোৱাৰীৰ মুখে মুখে; সেই তেজীমলাৰ আখ্যানটি নাটিকা হিচাপে 'বাঁহী'ৰ গাভৰুমেলৰ চোঘৰলৈ পঠিয়াবলৈ পাই আজি 'উষা' ৰাঙলী ৰাংধালী হৈ 'বাঁহী'ৰ ধনিৰ চেওতে উত্ৰাৱল হৈ ৰঙালী বিহুৰ লগে লগে পাক দিছে। বকুল বনৰ আকুল কবি বৰুৱাদেৱৰ প্ৰতি বিহুবান জনাই 'উষা'ই আজি আনন্দ কৃতজ্ঞতা প্ৰকাশ কৰিছে। 'উষা'ৰ পাতত তেজীমলাৰ কাহিনী জীৱন্ত হৈ ফুটি ওলাব বুলি আশা কৰি পাঠক পাঠিকা সকলক লোভ লগাই থলোঁ হক।)

— সম্পাদক, বাঁহী

(ইয়াৰ পৰৱৰ্তী অংশ অসম্পূৰ্ণ ৰূপত হাতে লিখা অৱস্থাত পোৱা হ'ল। দ্বিতীয় সংখ্যা বাঁহীত প্ৰকাশ হোৱা দেখা নাই।)
(সম্পাদক, আ. চ. ব. ৰচনাৱলী)

ষষ্ঠ বছৰ, প্ৰথম সংখ্যা, ১৮৬২ শক

## তেজীমলা
### দ্বিতীয় দৃশ্য

জগাই : মাদৈ? মা-দৈ?

তুলা গাভৰু : কি হ'ল জগাই? তই দেখোন উধাতু খাই ল'ৰি আহিছ?

জগাই : হ'বলৈ আৰু কি আছে মা-দৈ? মৃগয়ালৈ গৈ ৰজাই আপোনাক পাহৰি পেলালে। কৰবাৰ নট ছোৱালী এজনীক এতিয়া কুঁৱৰী কৈ কাৰেঙলৈ আনিব খুজিছে।

তুলা গাভৰু : কৰবাৰ নট ছোৱালী এজনী মোৰ সতীনী হ'বহি? — সঁচা কৈছনে তই জগাই?

জগাই : মা-দৈৰ চাউল খায়েই জগাইৰ কুকুৰৰ দৰে আদ্‌জীৱন গ'ল। এতিয়া সেইটো জগায়ে মা-দৈ আগত মিছা কথা ক'বলৈ আহিছোনে? অ' সৌৱা আগ বাতৰি লৈ কটকী পালেহিয়েই।

তুলা : কটকী? ৰজাৰ কুশল নে? এইবাৰ মৃগয়াৰ পৰা আহোঁতে ইমান দিন লাগিছে কিয়?

কটকী : মা-দৈ? কাইলৈ আবেলি পৰত দলে বলে মহাৰাজ আহি কাৰেং পাবহি। লগতে এগৰাকী নতুন কুঁৱৰী আহিব। সেই কাৰণে নগৰৰ বাট-পদূলি, কাৰেং আদি সজাই-পৰাই থ'বলৈ আজ্ঞা দিছে। আৰু আপোনালৈ কৈ পঠিয়াইছে নতুন কুঁৱৰীক যেন মান-সৎকাৰ কৰি সিংহ দুৱাৰেৰে পৰা আদৰি নিয়েহি। গায়ন বায়ন আদি সকলোকে যুগুত কৰি থ'বলৈ আজ্ঞা দিছে।

তুলা : সেই কুঁৱৰী গৰাকীৰ কিবা পৰিচয় তুমি জানানে কটকী? তেওঁ কাৰ জীয়ৰি, ক'ত ঘৰ?

কটকী : কাৰ জীয়ৰি, ক'ত ঘৰ একো ক'ব নোৱাৰোঁ মা-দৈ। পথাৰত গৰু ৰখি গীত গাই নাচি-বাগী ফুৰোঁতে মহাৰাজে তেওঁক দেখা পালে। তেওঁৰ সৌন্দৰ্য্য, তেওঁৰ মুখৰ মাত, তেওঁৰ লয়লাসৰ তুলনা নাই। তেওঁৰ নাম তেজীমলা।

তুলা : ওঁ বুজিছোঁ। বাৰু তুমি যোৱাঁ কটকী। ৰজাই কোৱাঁ মতেই দিহা-পোহা কৰি থ'ম।

কটকী : তেন্তে মা-দৈক সেৱাহে জনালোঁ। (প্ৰস্থান)

---
তেজিমলা

জগাই : শুনিলে মা-দৈ?

তুলা : শুনিলোঁ। পিছে এতিয়া কি কৰোঁ জগাই। মোৰ কাৰেঙত এজনী নাচনি ................ ।

(এই দৃশ্যটোৰ পৰৱৰ্তী অংশ পোৱা নগ'ল।)

## তৃতীয় দৃশ্য

ৰজা : তোমাক মই দোলাত তুলি, মান-সৎকাৰ কৰি, বৰ আদৰেৰে মোৰ কাৰেং ঘৰলৈহে লৈ যাম। তুমি ইমান ভয় কৰিছাঁ কেলেই তেজী?

তেজীমলা : সৰ্গদেউ, মই এজনী দুখীয়া মানুহৰ ছোৱালী। গৰু ৰখি পথাৰত মুকলি মনেৰে ফুৰি ফুৰোঁ। কাৰেঙঘৰত গৈ মই কি কৰিম গৈ?

ৰজা : মই ৰজা। তুমি মোৰ কুঁৱৰী হ'বা।

তেজীমলা : সৰ্গদেউ, মোৰ সৌ লোদোৰ-পোদোৰ দামুৰী পোৱালীটো সদায় মই কোলাত তুলি ঘৰলৈ লৈ যাওঁ। সৌ কাজলী গাইজনী, সৌ কপিলা দমৰাটো — এইবোৰ এৰি থৈ মইনো কোন স'তে দোলাত উঠি গুচি যাম। সিহঁতক এৰি যাবলৈ মোৰ বৰ বেজাৰ লাগিছে। আপোনাক চৰণত ধৰি মাতিছোঁ — মোক এৰি দিয়ক। মই একো দোষ কৰা নাই।

ৰজা : তুমি কিবা দোষ কৰিছা বুলিনো কোনে ক'লে? তোমালৈ মোৰ বৰ মৰম লাগিছে। তুমি ৰাজৰাণী হ'বৰ উপযুক্ত। তোমাক পথাৰত গৰু ৰখি থাকিবৰ কাৰণে ঈশ্বৰে ইমান বিলাক সজগুণ দিয়া নাই।

তেজীমলা : মোৰ আই নাই, বোপাই নাই, আছে এটি ভাই। থাকোঁ লোকৰ ঘৰত। সেই কাৰণে এই মুকলি পথাৰ খনকে মোৰ ঘৰ কৰি লৈছোঁ। চিলনী এজনী উৰি অহা দেখিলেও মোৰ আই উৰি অহি মোৰ আগত পৰিছেহি যেন লাগে। আগলি কলাপাত এখিলা লৰা দেখিলেই মোৰ আইয়ে সৰু কালত গোৱা গীতৰ কোমল কোমল সুৰ বোৰলৈ মনত পৰে। সেই কাৰণে সৰ্গদেউ, মোক নধৰিব। নহ'লে মই এতিয়া কান্দি দিম।

ৰজা : নেকান্দিবা, নেকান্দিবা, তোমাৰ কথাবোৰেই কান্দোনৰ নিচিনা কোমল। তাৰ উপৰিও তুমি কান্দিবলৈ হ'লে মোৰ বৰ বেজাৰ লাগিব।

তেজা :

গীত

হাতো নেমেলিবি ফুলো নিচিঙিবি ;
কৰে বাটৰুৱা তই ।
মানুহে ফুলৰ নুবুজে আদৰ
তেজীমলা হে মই ।।

ৰজা : (ব্যাকুল কণ্ঠে) মই বুজিম- মই বুজিম। তোমাৰ আদৰ মই বুজিম তেজা। এটি মইনা চৰাইৰ দৰে মোৰ এই হিয়াৰ মাজত তোমাক লুকাই থৈ মই তোমাৰ মুখৰ অমৃত পান কৰি থাকিম। মই যদি তোমাক নাপাওঁ -তেন্তে মই কিহৰ ৰজা? তেজা! বেজাৰ নকৰিবাঁ। আহাঁ মই তোমাক দেৱীৰ প্ৰতিমা নিয়া দি পৱিত্ৰ মনেৰে মোৰ কাৰেঙলৈ যাওঁ।

তেজা :

গীত

আগলি কলাপাত লৰে কি চৰে
চিলনী আই মোৰ আগতে পৰে।।

ৰজা : সচাঁকৈয়ে সৌ জনী চিলনী উৰি আহি আগতে পৰিছেহি। তুমি কিবা যাদু জানা নেকি তেজা? বলা, উঠা, অ'সৌৱা দেখোন তোমাৰ সমনীয়া ছোৱালীবোৰ লৰি আহিছে।

ছোৱালীহঁত : সৰ্কদেউ! সৰ্কদেউ! আমাৰ সখীক লৈ গ'লে আমি কাৰে সৈতে নাম গাম? আমাক কোনে নচুৱাব?

ৰজা : ব'লা তোমালোককো সখীয়াৰ লগতে কাৰেঙলৈ লৈ যাওঁ। মই তোমালোকক সোণ-ৰূপৰ অলংকাৰ দিম, পাট-মেজাঙ্কৰিৰ

কাপোৰ দিম,কিংখাপৰ ৰিহা-মেখেলা দিম আৰু চাতোন-বালিচৰিৰ হাঁচতি দিম- ব'লা।

ছোৱালীহঁত : (হাত চাপৰি বজাই) হয়-হয়- ব'লা- আমি নাম গাই গাই সখীকে সৰ্কদেউকে ৰজাহাউলীত থৈ আহোঁগে।

ৰজা : হয়- হয় - উঠা তেজীমলা।

ছোৱালীহঁত : (নাম গায়)

মলি ঐ, ৰাম গৈইছিলে
মলি ঐ, মিগ মাৰিবলৈ
মলি ঐ, লখণ গৈইছিলে
ল'ৰি হেৰ' ভোলানাথ।
মলি ঐ, সেয়েনো সময়তে
মলি ঐ, দুষ্ট ৰাবণে
মলি ঐ, সীতাক লৈই গ'লে
হৰি হেৰ' ভোলানাথ।।

(অসম্পূৰ্ণ)

---
তেজিমলা

# সমিধান

(ৰূপক নাটিকা)

গোটেই গা বগা ফুলেৰে সজোৱা এটি কুমাৰীয়ে পহি মৃদু মূৰ্চ্ছনাত গীত গাই থাকে। গীতৰ লগে লগে লাহে লাহে পোহৰ হৈ আহে।

গীত

কবিৰ কোমল হিয়াত লাগি
অজান পৰশ উঠিল জাগি -
জাগৰণৰ শিহৰণত -
কঁপিল বিশ্ব থাকি থাকি!
তৰুলতা উঠিল নাচি
জোনে দিলে সুধা যাচি
ৰবিৰ কিৰণ হিৰণ বৰণ
ললে হিয়াত আঁকি!
কপৌ এটি ??????
পৰিল আহি জালত লাগি
অতল ভেদি গীতৰ সুৰত
কঁপিল ভুবন থাকি থাকি! -

অন্ধ : (হঠাৎ আহি কুমাৰীৰ ভৰিৰ ওচৰত উজুটি খাই পৰে )

কুমাৰী : আই ঐ দেহি? ক'ৰবাৰ কণা বাটৰুৱা এটি আহি মোৰ ভৰিৰ ওচৰত পৰিলহি। হেৰা, তুমি ক'ৰ পৰা আহিছা?

অন্ধ : দেহি ঐ! তোমাক যদি চকুৰে দেখিলোহেতেঁন!.... তুমি কোনোবা গোসাঁনী নহয়নে? তোমাৰ মাতটি ইমান মিঠা তুমি চাগে তাতোকৈ কিমান ধুনীয়া!...

কুমাৰী : ইস? এওঁ মোক গোসাঁনীকে পাতিলে। বাৰু তুমি ক'লৈ যাবা কোৱাচোন, মই থৈ আহোঁগৈ।

অন্ধ : ৰাম! ৰাম! তেনে কাম কৰিব নোৱাৰোঁ। এই তোমাৰ চৰণ দুখনি পদুম ফুল যেন কোমল তুমি মোক লৈ যাওঁতে দুখ পাবা। তুমি মোৰ কাষতে উঠি বহা। মই হাতৰ লাখুটী দালেৰে বাটকুৰি বাই বাই গৈ থাকিম। তুমি সোঁ বাওঁ কৰি কৰি মোক বাটৰ কথা কৈ যাবা।

কুমাৰী : নহয়, মই তেনে কাম কৰিব নোৱাৰোঁ। তুমি কোৱা মই তোমাক একেবাৰে ঘৰত থৈ আহোঁগৈ।

অন্ধ : তাৰ পৰা মোৰ একো লাভ নহয়। তোমাৰ অৱশ্যে গৌৰৱ হ'ব সঁচা।

কুমাৰী : তেন্তে তুমি ইয়াতে বহা। মই তোমাক আপুনি যাব পৰা কৰি দিম।

অন্ধ : (হাঁহে) তুমি বৰ সৰলা বালিকা। বাৰু, বহোঁ।

কুমাৰী : তুমি পদুম ফুলৰ নাম শুনিছা নহয়?

অন্ধ : শুনিছোঁ। কিন্তু দেখিবলৈ মোৰ কপালত বিধতাই নিলিখিলে।

কুমাৰী : তোমাৰ সুৰটো বৰ কৰুণ। আই ঐ দেহি? বাৰু ৰবা। মই তোমাৰ চকু মোকোলাই দিম।

(অন্ধৰ চকুত হাত বুলাই বুলাই গায়)

এইনো বিননীয়া কপৌ কণে দিয়া
এইনো বিননীয়া ধৰাহে।
পদুম হেলনীয়া সুৰুষ কিৰণীয়া
এইনো বিননীয়া ধৰা হে।।

অন্ধ : ক'তা? ক'তা?

কুমাৰী : নামাতিবাঁ। তুমি নিতাল মাৰি শুনাঁ।

গীত

(অন্ধৰ চাৰিউপিনে ঘূৰি ঘূৰি)
চাকেনৈয়া চাকে নৈয়া
চাকে নৈয়া ঐ -
চকা চকা পদুমৰে
চাকে নৈয়া ঐ। -

অন্ধ : (উদগু হৈ) চাওঁ! চাওঁ! ক'তা?

কুমাৰী : তুমি বৰ উখ। লহমাৰ ভিতৰতে তিনিও ত্ৰৈলোক্য চাব খুজিছাঁ। ৰবাঁ।

অন্ধ : (চিঞৰ মাৰি) মই ৰৈ থাকিলে জানো তুমিও ৰৈ থাকিবা?

কুমাৰী : গীত

(দূৰলৈ গৈ)
উটি। উটি। উটি।
শুকুলি হাতীতে উঠি মই অকলে
বিচাৰি একেটি সৃতি
যাওঁ উটি।
উটি।
উটি!

(কুমাৰী নেদেখা হ'ল)

অন্ধ : ইকি? সম্মুখত বিৰাট পাহাৰ! ....
ক'ত? কৰি সৃষ্টি
এইহেন বিনন্দ বিলাস?
কোনে ক'ব? কোনে ক'ব মোক-
কাৰ এনে অনুপম
বিচিত্ৰ সপোন,
কাৰ এই মহৈশ্চৰ্য্য
মধুৰ দাপোণ?

(নৃত্য কৰি কৰি এটি সুকুমাৰ যুৱকৰ প্ৰৱেশ, মুখত মিচিকি হাঁহি। নৃত্যত অনুপম লাহ-বিলাহ।)

অন্ধ : (তন্ময় হৈ নৃত্য চাই থাকি)
দৃষ্টিহীন হৈ শুনিছিলোঁ মাথোঁ
এটি সুৰ - মহা আনন্দৰ,
মোহিত দৃষ্টি পাই দেখা পাওঁ ইকি
ভৰা নাও নৃত্য উলাহৰ?
কি ৰূপ, কি ৰস, কি শব্দ, কি গন্ধ
মৰ্ম একো বুজা নাই,
মানিছোঁ মন্ত্ৰৰ দৰে প্ৰেম মুগ্ধ হৈ
নিৰৰ্থক আত্ম হেৰুৱাই! -

যুৱক : (গীত আৰু লাস্য)
ৰূপোৱালী লুইতৰ
নিজান বলুকাত
অজান পখীটি ঐ -
কি ৰেহ চাইছ
কি কথা শুনিছ
সমুখত বৰ নৈ লৈ?
বিৰিণাৰ আঁৰে আঁৰে
হৰিণীয়ে চকু মাৰে
বলুকাত তোক দেখি ভয়।
নামাতিবি বৰাগী
নাচাবি উলটি
নুখুজিবি বলুকাৰ জয়।
চাই থাক চাকনৈয়া
লুইতৰ বুকু জোৱা
বৈ থাকে থিৰেৰে ঐ ;
ফাগুনী আহিব
সজাব ৰূপহীক
গীত গাবি তোৰে চিত ঐ।

অন্ধ : তুমি ইমান সুন্দৰ আৰু ইমান মধুৰ হ'লা কেনেকৈ যুৱক? তোমাক নমস্কাৰ কৰিলে ভাল পাবানে?

যুৱক : (হাঁহি) তুমি যে মোক নমস্কাৰ কৰিয়েই অটালাঁ! পিছে, শুনা, এইদৰে সকলোকে কথা নকবাঁ দেই।

অন্ধ : কিয়?

যুৱক : আজিকালি মটৰ গাড়ীৰ ঘেৰঘেৰণিত বতাহৰ ছন্দ বহুত হেৰাই গ'ল। সেইবাবে কথা-বতৰা বিলাকো তেনেকুৱা কৰি নকলে কেতিয়াবা তোমাক গালি পাৰিব।

অন্ধ : গালি বোৰ যদি মই আশীৰ্বাদত পৰিণত কৰি লওঁ?

যুৱক : তুমি জানো কিবা মহাদেৱ?

অন্ধ : মই মহাদেৱ নহওঁ কি হ'ল। বালিমাহী হ'ব পাৰিমহে তেওঁ। মাজতে বহুত এৰি দেও দি দেও দি বালিয়ে বালিয়ে উৰি ফুৰিম।

যুৱক : তেন্তে মই যাওঁহে।

অন্ধ : আও। যাওঁ বুলিলেই যোৱাঁনে? পূৰৰ ভজিতে ঢোল যোৱাঁ। অ' সেইয়া শুনিছানে কোনোবাই বেহেলা বজাইছে।?

---
সমিধান

যুৱক : (বেহেলাৰ বজা সুৰত নৃত্য কৰি কৰি প্ৰস্থান।)

অন্ধ : অ' সৌৱা কোন? তেনেই ৰঙা হৈ আহিছে। গোলাপৰ মালাৰে শৰীৰ সজাই আনিছে।

কুমাৰী : (গীত গাই গাই এটাৰ মালালৈ)

**গীত**

এধান এধান তৰাৰ মালা
ওৰে নিশা লৈ,
এধান এধান টোপালে সৰায়
????
এধান এধান নিয়ৰ দেখি
ৰূপ-কোঁৱৰ ঐ,
উচুপিছোঁ কিয় আজি
এধানমান হৈ?
এধান এধান ফুলৰ মধু
?? গোটাই লৈ।
এধান এধান শৰদ ফুলৰ
??? মালা থৈ,
মন কুঁৱৰী সজাই মাধুৰী
যাওঁহি কথা কৈ।

অন্ধ : তুমি? (অবাক হৈ কুমাৰীৰ ভৰিৰ ফালে লাহে লাহে নত হৈ যায়।)

কুমাৰী : (থিয় হৈ থাকে) আকৌ মোৰ ওচৰত আত্ম সমৰ্পণ। হেৰা বাটৰুৱা! বাটৰুৱা! আই ঐ দেহি! বপুৰাৰ আৰু মাত নাই।

---

১১।১।৩৪
অপ্ৰকাশিত

---

সন্নিধান

# বেজিনা

## প্ৰথম অংক

(ফুলনিবে সৈতে এটা ঘৰ। সোঁ আৰু বাওঁ দুয়োফালে দুখন দুৱাৰ। কোঠাৰ মাজতে এখন গোল টেবুল। চাৰিউফালে কেইখন মান চকী। টেবুলৰ ওপৰত খবৰ কাগজ, আলোচনী আৰু কেইটামান কিতাপ। এখন খিড়িকীৰ ওচৰত এখন চ'ফা। ওচৰতে এখন সৰু টেবুল। এখন দুৱাৰত গা লগাই.....

বেজিনা : (ৰুদ্ধ শ্বাসে) কি লাগে তোমাক?
আৰু এখোজো এই ফালে নাহিবাঁ। বৰযুণত তুমি তেনেই তিতি গৈছা খবৰ আছেনে?

মগন লাল : বৰষুণ যে ভগবানৰ আশীৰ্বাদ মোৰ আই।

বেজিনা : নহয় চয়তানৰ অভিশাপ।

মগন : হাঁ ভগবান, এইটো কেনে ধৰণৰ কথা বেজিনা? (সন্মুখৰ ফালে অলপ গৈ) মই তোমাক ক'ব খুজিছোঁ যে —

বেজিনা : ইমান ডাঙৰকৈ চিঞৰি চিঞৰি কথা নকবাঁ। তেখেত শুই আছে।

মগন : এতিয়াও শুই আছে? এই ভৰ দুপৰীয়া লৈকে?

বেজিনা : সেই কাৰণে তুমি একো ভাবিব নালাগে।

মগন : যোৱা ৰাতি মই এটা ভগুনা খাবলৈ গৈছিলোঁ।

বেজিনা : সেইটো জনা কথা।

মগন : অঁ - শুনা, - অধম মানুহ ..... খন্তেকীয়া জীৱন আমাৰ

বেজিনা : সেই বিষয়ে আৰু সন্দেহ নাই।

মগন : তাৰ উপৰি এই জগতত লোভৰো শেষ নাই। সেইবোৰ কথা থকবাক। এই চোৱাঁ প্ৰয়োজন হ'লত বৰষুণত তিতিও মই আহি তোমাৰ ওচৰত উপস্থিত।

বেজিনা : বুজিছোঁ, বুজিছোঁ তুমি এতিয়া যোৱাঁ - মই ইয়াত থিয় হৈ তোমাৰ লগত কথা পাতি থাকিব নোৱাৰোঁ — তুমি ইয়ালৈ অহাটো যেন আৰু কোনেও নেদেখে বুজিছানে? এতিয়া যোৱাঁ ...

মগন : (আৰু অলপ আগ বাঢ়ি গৈ) সেইটো নহ'ব... তোমাৰ লগত কথা নপতাকৈ মই নাযাওঁ ... আজি মই স্কুলৰ কাম এৰি দিম আৰু আজি ৰাতিয়েই নাৱেৰে সিপাৰ হৈ নগৰলৈ যামগৈ।

বেজিনা : (সৰু মাতেৰে) তোমাৰ যাত্ৰা সুগম হওক।

মগন : ধন্যবাদ মোৰ আই। পিছে এটা কথা নহয়। কাইলৈ অনাথ আশ্ৰমৰ উদ্বোধন উৎসৱ ... বোধহয় অনেক মানুহ আহিব .... আৰু বোধহয় ভোজ-ভাতৰো সুব্যবস্থা হ'ব ... নহয়নে বাৰু বেজিনা? এই মগনলাল কাঠমিস্ত্ৰীৰ সম্পৰ্কে কোনেও তেতিয়া ক'ব নোৱাৰিব যে সি লোভ সামৰিবলৈ একেবাৰেই অপাৰগ ....

বেজিনা : হয়!

মগন : এৰা, কাইলৈ ইয়ালৈ অনেক গণ্যমান্য ভদ্ৰলোক আহিব ... হৰিদ্বাৰৰ শঙ্কৰ মঠৰ পৰাও বোলে স্বামী মদনানন্দজী আহিব...

বেজিনা : স্বামীজী আজি আহিলেই —

মগন : আহিল নেকি? মোৰ বিষয়ে তেখেতে যাতে একো কথা ক'বলৈ নাপায় সেইবাবে মই বৰ সাৱধান হ'ব লাগিব।

বেজিনা : তোমাৰ কাম হ'বলা এইটোৱেই?

মগন : তুমি কি ভাবাঁ বাৰু?

বেজিনা : (অৰ্থপূৰ্ণ দৃষ্টিৰে মগনৰ ফালে চাই)স্বামীজীক তুমি এই সুযোগতে প্ৰতাৰণা কৰিব খুজিছাঁ?

মগন : ইস্ ৰাম! ৰাম! তুমি বলিয়া হৈছানেকি? তুমি ভাবিছা মই স্বামীজীক প্ৰতাৰণা কৰিব খুজিছোঁ? নহয় নহয়, স্বামীজী মোৰ এজন হিতাকাঙ্খী সৎ বন্ধু। মই তেখেতক কিয় প্ৰতাৰণা কৰিম? কিন্তু আজি ৰাতি মই ঘৰলৈ যোৱাৰ বিষয়েহে তোমাৰ লগত কথা হ'বলৈ আহিছিলোঁ।

বেজিনা : তুমি অতি সোনকালে গলেই মই বৰ ভাল পাম।

মগন : ভাল কথা। কিন্তু .... মই তোমাকো লগত লৈ যাব খোজোঁ বেজিনা ...

বেজিনা : (বিস্মিত হৈ হাঁ কৰি) হয়। মোকো লৈ যাব খোজাঁ? কি কৈছা তুমি?

মগন : মই কৈছোঁ - তোমাকো মোৰ লগত লৈ যাব খোজোঁ —

বেজিনা : (ঘিণ কৰি) নহয় তুমি একোপধ্যেই তোমাৰ লগত মোক নিব নোৱাৰা।

মগন : অ' - কথা সেয়েনেকি?

বেজিনা : এৰা! কপূৰী বাঈৰ দৰে এগৰাকী সম্ভ্ৰান্ত মহিলাই তেখেতৰ নিজৰ ছোৱালীৰ দৰে তুলিতালি মোক ডাঙৰ - দীঘল কৰিলে, শিক্ষা দিলে - তেনেজনী মই তোমাৰ লগত ঘৰলৈ যাম বুলি ভাবিছা? তোমাৰ নিচিনা মানুহৰ ঘৰলৈ? নাই, নাই, মই কেতিয়াও নাযাওঁ —

মগন : এইবোৰ কি বাজেকথা বলকিছা? ছিঃ ছিঃ নিজৰ পিতৃৰ বিৰুদ্ধে এনে কথা ক'ব পাৰিছানে?।

বেজিনা : (মগনৰ ফালে নোচোৰাকৈ মুখেৰে বিৰবিৰাই) তুমি প্ৰায়েই কৈ থাকা বোলে মই তোমাৰ একো নহওঁ..

মগন : সেইবোৰ কথালৈ কাণ দিব লাগে নে বেজিনা?

বেজিনা : তুমি বহুত দিন খং কৰি মোক কোৱা নাইনে যে মই .... উস! কি লাজৰ কথা! ...

মগন : মই শপত খাই ক'ব পাৰোঁ। মই কেতিয়াও তোমাক একো বেয়া কথা কোৱা নাই!

বেজিনা : মুখত যি ভাষা ওলাই তাকেই জানো কৈ নেপেলোৱা?

মগন : নহয়, নহয়, মদৰ নিচাত চাগে' মই কিবা কৌছলোঁ। এই পৃথিবীত লোভৰ জানো কিবা অন্ত আছে?

বেজিনা : আঃ

মগন : তোৰ মাৰৰ বদমেজাজৰ বাবেই সেইবোৰ ঘটিছিল বুজিছ বেজিনা। মাৰৰ মনত দুখ দিবৰ কাৰণেই মই সেই দৰে কেতিয়াবা কেতিয়াবা অভং মাত মাতিছিলোঁ। তোৰ মাৰ সঁচাকৈয়ে বৰ নিষ্ঠুৰ প্ৰকৃতিৰ আছিল অ'.. (বেজিনাৰ মাকে কোৱাদি) "মোক এৰি দিয়াঁ - মোক এৰি দিয়াঁ—

**অসম্পূৰ্ণ**

(অপ্ৰকাশিত)

বেজিনা

# নেপালীৰ ল'ৰা

(গীতি-কথা)

কথা : মাজুলী। বুঢ়া লুইতৰ পাৰৰ এখন মিৰি গাঁও। নাম-টিলাই মাঝি গাঁও। দীঘল দীঘল শিমলু গছবোৰৰ লঠঙা ঠালবোৰত ৰঙা ৰঙা বিকুল বাঁহীৰ দৰে শিমলু ফুলবোৰ। মাজে মাজে কুৰুৱা চৰাইবোৰ এটা, দুটা, তিনিটাকৈ উৰি আহি ছিঁ ছিঁ কৰি পৰেহি। চ'ত মহীয়া বতৰ। তথাপিও মিৰি চাপৰি শান্তিৰ গভীৰ কোলাত। খাগৰিয়নীৰ মাজত ছন্দত ছন্দ মিলাই বাজি থকা ম'হৰ ডিঙিৰ টিঙৰ ঘণ্টাবোৰৰ টিং টং শব্দ, কুৰুৱাৰ মাত আৰু কাচিত এটা দুটা মহৰখীয়াৰ দীঘল উকিৰ আগটো আহি কাণত পৰেহি। বতাহত হালি থকা জাওঁ গছবোৰৰ ছিৰলি পাতৰ ওপৰেদি এটা সন্ সন্ বাগৰি আহে।

(গীত)

লুইতৰ পাৰৰে
টিলাই মাজি গাঁৱতে
সেন্দুৰী-পমিলীৰ ঘৰ।
অজলা মিৰিৰে
আজলী জীয়াৰী
হৰিণীৰ চকু যেন থৰ।।

(বাদ্য) : ঢোল, পেঁপা ইত্যাদি

কথা : শুকান খাগৰী খৰি বিচাৰি দুই সখী নাৱত উঠি বুঢ়া লুইতৰ সিপাৰলৈ যায়।

বুঢ়া লুইতৰে
বুকুৰ ওপৰেদি
ইটিয়ে সিটিলৈ চাই
তুলবুল্ তুলবুল
টুলুঙা নাৱতে
খৰি লুৰিবলৈ যায়।।

(বাদ্য)

কথা : তালৈকে প্ৰায় সদায় আহে এটা নিপোটল নেপালী ল'ৰা। ভটিয়নীত মহ'গড় খুটিৰ বৰ নেপালী মন বাহাদুৰৰ পুতেক। তেজাল হাঁহি মুখ, চোকা চকু, কেঁকোৰা চুলি, ডিঙিত এছলা উলৰ নীলা-ৰঙা গলাবান, ককালত এখন খুকুৰী, ওৰাচ

কোটৰ ওপৰ জেপত জুইশলা আৰু লেম্ মাৰ্কা চুৰতৰ পেকেট। এডাল মহৰ টোকোন। তাৰ ওপৰতে বহি মাজে মাজে 'কাঞ্চননি হ' বুলি একোটা মৃদু দীঘল লহৰ দিয়ে সি।

গীত

উজায়ে আহিলে
ম'হগড়ৰ নেপালী
বহিলে বিহুৰে হাটত
বিৰিণাৰ আঁৰেদি
সেন্দূৰী-পমিলীক
চিনিলে চেনেহী মাতত।
(বাদ্য)

বুঢ়া লুইতৰ পাৰৰ দৰে আহুতলি চাপৰিৰ মাজতে এজোপা বৰগছ। তাৰ তলতে বিহু-হাট। মিৰি ডেকা-গাভৰুৱে চ'ত মহীয়া জোনাকত ওৰেৰাতি তাতে ঢোল বজায়, পেঁপা বজায়, গীত গায় আৰু নাচে। দেও লৰা-ছোৱালীৰ দৰেই সিহঁতৰ ক্লাব-জীৱন পবিত্ৰ আৰু নিৰ্মল। অকল প্ৰাণখোলা প্ৰাণভৰা আনন্দৰ বিনিময় হয়। নেপালীৰ লৰাও স্বভাব-সুন্দৰ, পবিত্ৰ। সি সেন্দূৰী আৰু পমিলীক বৰ সুন্দৰ সপোনত দেখা দি দেখিলে। সুন্দৰৰ দৃষ্টিত সৌন্দৰ্য্য আৰু মাজত সুন্দৰৰ দৰে এই অকাৰণ প্ৰীতিৰ সোঁতে সেতু বান্ধিলে। এদিন —

আগতে যায় সেন্দূৰী পাছতে পমিলী
মাজত যায় নেপালীৰ লৰা
কিনো চাই আছিলি কৰ্চন কনুৱা
লুইতৰ মলয়াত উৰা?

নেপালী ল'ৰাৰ লেম্মাৰ্কা চুৰত সেন্দূৰী পমিলীয় হোঁপে আৰু সেন্দূৰীৰ গাঁঠিৰ তামোলেৰে সেলেঙি লগায় নেপালী লৰাই। কোন জনী ম'হৰ কি নাম, গাখীৰ কিমান দিয়ে, নেপাল দেশৰ ৰজা কেনেকুৱা, পশুপতি নাথৰ মন্দিৰত কি হয়— এই বোৰ কথা কয় নেপালীয়ে আৰু মিৰি-জীয়াৰীহঁতে ৰঙা ওঁঠৰ সৰল হাঁহিৰে তাৰ উত্তৰ দিয়ে। "আমাৰ চাঙলৈ আহিবি। আমাৰ আয়ে তোক বিহুৰ গামোছা দিব।" পমিলীয়ে নেপালী ল'ৰাক কৃতজ্ঞতা জিনায়। সেন্দূৰীয়ে কয় - "আমাৰ চাঙত হ'লে কচু পাবি, বৰা চাউল পাবি, আৰু কিবা কিব ঢেৰ পাবি।" জীয়ৰী হঁতৰ খৰিলোৱা শেষ হয়। নেপালীৰ ম'হ গোট খায়। উলটি নিজৰ নিজৰ ঘৰমুৱা হয়।

বেলি মাৰ গ'লে লুইতৰ বুকুতে,
কাম সেন্দুৰেৰে লেখা,
নাওঁ মেলি দিলে সিপাৰৰ গাৱঁলে
ৰিণিকি ৰিণিকি দেখা।

চিন্তা-যুক্ত গভীৰ মনেৰে মহৰ পাল লৈ নেপালী ল'ৰা কৃষ্ণ বাহাদুৰ ম'হগড় খুটীৰ ফালে উলটিল। শুক্লা সপ্তমীৰ ক্ষীণ জোনাকত গছ গছনিবোৰ ছাঁয়া মূৰ্তি হৈ আহিল। জিলিকি থাকিল দলনিৰ মাজেদি বৈ যোৱা একা-বেঁকা বগা বাটটো।

এদিন দেওবাৰ। বিহুৰ বজাৰ কৰিবলৈ সেন্দূৰী গৈছিল মাকৰ লগত খকনৰ গুৰি হাটলৈ। তাতে লগ পালে খেৰকটীয়া মিৰি গাঁৱৰ ডেকা - পাহুৰৰ পাএঙক। পাহুৰৰে সেন্দূৰীৰ কাকায়েকে যোৰহাটত টেকনিকেল পঢ়িছিল । আগৰে চিনাকী। ........

ইফালে পমিলীৰ বাপেকক বহুত দিনৰে পৰা এটেমা এটেমা কাণি, মাকক দহটকীয়া, পাঁচ টকীয়া নোট দুই এটা দি এৎবৰুন গাওঁবুঢ়াৰ পুতেক এনায়ে কথা হৈ আছিল। পমিলীৰ মনো এনায়ে দুই চাইটা বনগীতৰ যাদু-মন্ত্ৰেৰে মুহি থৈছিল। ..........

দেওবাৰৰ দিনাখন কালক্ষণ মেলিলে
সেন্দূৰী হাটলৈ গ'ল।
পমিলীৰ বাপেকক ভুলালে এনায়ে
কথা পকাপকি হ'ল।

চ'তৰ বিহু পালেহি। কুলিয়ে মাতিলে।কেতেকীয়ে মাতিলে। বাটেপথে ভেবেলী লতাৰ বগা ফুলবোৰে বাটৰুৱাৰ ভৰিলৈ চালে, পথাৰ সেউজীয়া হ'ল। কুঁহিপাতত ৰঙা ৰ'দৰ চিক্মিকনি উঠিল। আহুতলি পথাৰৰ বিহুহাটত মিৰি ডেকাৰ ঢোল-পেঁপাৰ মাতে নিজান মাজুলী সজাগ কৰিলে। সেই দিনাৰ সেই ঠাইতে ঠিয় উদাস দৃষ্টিৰে আহুতলিৰ ফালে চাই নেপালী ল'ৰাই করুণ সুৰত গাবলৈ ধৰিলে।
*(অসম্পূৰ্ণ)*

নেপালীৰ ল'ৰা

# নিবেদন

এই ক্ষুদ্ৰ নাট-কথা কেইটি সুধীসকলৰ আগত দাঙি ধৰাৰ বিশেষ একো উদ্দেশ্য নাই। মাত্ৰ সময় আৰু সুবিধা পাইহে এনে কৰা হ'ল। ইয়াৰ ভিতৰত যে অতল-স্পৰ্শী দাৰ্শনিক তথ্য আছে তেনেও নহয়। যি এনাকাৰণত বতাহ বলে, ফুল ফুলে, মানুহে স্বপ্ন দেখে — সেই এনাকাৰণতে 'কপৌ-কুঁৱৰী' উৰনীয়া হ'ল।

সেইদিনা ৰাস-পূৰ্ণিমাৰ আগৰাতি। ইং ১১ নবেম্বৰ ১৯৩২। এটা সামাজিক দেখিছিলোঁ। হুবহু কথা এই খিনিয়েই ঃ

"মোৰ বাওঁ বাহুটোৰ ওপৰত এজনী কপৌ-চৰাই পৰিছেহি। তাইৰ মাজ কপালতে কাঠ-আচিনাইৰ নিচিনা ক'লা কিবা এটা আছে। মই গাৰ বলেৰে সেইটো ভাঙি দিব খুজিছোঁ। তেনে কৰিলত কপৌ জনীয়ে ধৰফৰাবলৈ ধৰিলে আৰু শেষত অৱশ হৈ তাই লেউ-সেউ হৈ পৰিল। তাৰপৰা তেজ ওলাবলৈ ধৰিলে। তেতিয়া মোৰ ভাই এজন (শ্ৰীৰবীন্দ্ৰ) আহি চৰাইজনী বুকুত তুলি ললেহি। 'আই-ঐ-দেহি!' ইত্যাদি মৰমৰ মাত মাতি হাতৰ মুঠিত তাইক সুমাই লৈ পাৰেমানে তাইৰ মুৰত ফুৰাবলৈ ধৰিলে। এনেতে মোক কোনোবাই ক'লে 'তুমি বৰ ভুল কৰিলা। যিমান আদৰত চৰাইজনী আহি তোমাৰ গাত পৰিছিলহি, তাইক তুমি ইমান অত্যাচাৰ কৰিলা?' এই কথাষাৰ শুনি মই কান্দিবলৈ ধৰিলোঁ আৰু ভাইৰ হাতৰ পৰা চৰাইজনী আনি মোৰ বুকুৰ মাজত সুমাই ললোঁহি। তেতিয়া প্ৰাণত বৰ তৃপ্তি পালোঁ। চৰাই জনীও জীলে।"

এই স্বপ্নটোৰ সোঁৱৰণী ৰক্ষা কৰিবলৈ উপেক্ষিত সকলক লৈ "কপৌ-কুঁৱৰী" নাটিকাৰ জন্ম। গাঁৱে-ভূঞে পৰি থকা সুৰ, গছে-বনে লাগি থকা সৌন্দৰ্য্য আৰু মানুহৰ অত্যাচাৰ পীড়িত নিমাখিত প্ৰাণীবিলাকৰ মাজতে বিমল আনন্দৰ স্থান। তাত ঈৰ্ষা নাই, হিংসা নাই, দম্ভ নাই।

সময়ত "কপৌ-কুঁৱৰী"ক বিধৰাৰ সকলো বেদনা সুৰত গাবলৈ শিকাবৰ ইচ্ছা আছে। এতিয়ালৈ মোটতে এটা আভাসতে আমাৰ মৰ্মদাহী ব্যথা সহৃদয়সকলক জনাই থলোঁ। ইতি-

'সুৰৰ কঙ্কাল'।

ফল্গুৎসব,
১৮৫৪।
তিনিচুকীয়া।

## ওঁ শব্দ ব্ৰহ্মণে নমঃ

শ্ৰদ্ধাস্পদ

শ্ৰীমান গিৰিশ চন্দ্ৰ বৰদলৈ, বি এচ্- চি (বাৰ্মিং), বি-এ (কলিঃ)

ই, এ', চি, যোৰহাট।

গুণি,

সঙ্গহীন কপৌ চৰাইটিৰ দৰেই কিমান যে বেদনা বুকুত লৈ অকলে অকলে কান্দিলোঁ, কোঁৱে তাৰ মোল নুবুজিলে। সমবেদনাৰ এষাৰ সৰল কথাৰ জীৱনত লাভ কৰিলোঁ জীয়া জুই। সেইপুৰি অন্তঃস্থল ছাৰখাৰ হ'বৰ উপক্ৰম হৈছিল। অকস্মাৎ মোৰ যাত্ৰা পথত লগ পালোঁ আপোনাক। আপুনি 'আশীৰ্বাদ' দিলে। আপোনাৰ পৰিচয় পালোঁ। আপোনাৰ ওচৰত "কপৌ-কুঁৱৰী" বেদনাৰে মূৰ দোৱাঁলো। বস্তুটি অতি সামান্য কিন্তু ভাৱটিত প্ৰাণৰ ছাব আছে। ইতি -

তিনিচুকীয়া,
বসন্ত পূৰ্ণিমা।
১৮৫৪

বাধ্য -
শ্ৰীআনন্দচন্দ্ৰ বৰুৱা

# অভিজ্ঞানম শকুন্তলম্

## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য - বন

(ৰথত উঠি হাতত ধনুৰ্বাণ লৈ দুষ্মন্ত আৰু সাৰথিৰ প্ৰবেশ)

সাৰথি :(আঙুলিয়াই) মহাৰাজ, এইবাৰ পৰিল। এৰক, এৰক,

দুষ্মন্ত : (ধেনুত শৰ টানি মাৰিব খোজে)

(নেপথ্যত : মহাৰাজ নেমাৰিব, নেমাৰিব, এইটো আশ্ৰমৰ হৰিণা।

সাৰথি : মহাৰাজ দুজন তপস্বী আপোনাৰ লক্ষ পথেদি এইফালে আহিছে।

দুষ্মন্ত :(সম্ভ্ৰমেৰে) সাৰথি ৰথ ইয়াতে ৰাখা।

সাৰথি : মহাৰাজৰ যেনে আজ্ঞা।
(শিষ্য দুজনৰ সৈতে বিখানস আহে)

বৈকা : (হাত দাঙি) হে ৰাজন, এইটি আশ্ৰমৰ হৰিণ। ইয়াক শাৰাঘাত নকৰিব। ই বধ কৰিবলগীয়া জীৱ নহয়। ৰাজন, শিমলু তুলাত জুই দিয়াদি আপোনাৰ তীক্ষ্ণ বাণেৰে এই সুকোমল কোমল হৰিণক দগ্ধ নকৰিব কেতিয়াও নকৰিব। মহাৰাজ, এনেকাম কেতিয়াও নকৰিব। ভাবি চাওকচোন মহাৰাজ। হৰিণৰ অতি সু-কোমল, অতি চঞ্চল জীৱন আৰু আপোনাৰ এই জুই আঙনি যেন শৰকিডালৰ প্ৰভেদ কিমান। সুমাই থওক। সুমাই থওক মহাৰাজ আপোনাৰ ধনুৰ্বাণ বিপন্নক উদ্ধাৰ কৰিবলৈহে নিমাখিতক প্ৰহাৰ কৰিবলৈ নহয়।

দুষ্মন্ত : (প্ৰণাম কৰি) সুমাই থলোঁ, তপস্বী!

বৈকা : আপুনি কুৰুবংশৰ প্ৰদীপ। ই আপোনাৰ উপযুক্ত বিবেচনা হৈছে। যি পুৰুবংশত আপোনাৰ জন্ম হৈছে এই কাৰ্য্য সেই বংশৰ পূৰ্বাপৰ নিচিনাই হৈছে। আশীৰ্বাদ কৰিছোঁ পুৰুবংশৰ সকলো মহৎগুণ থকা আপোনাৰ এটি পুত্ৰ লাভ হওঁক।

শিষদুজন : (হাত দাঙি) আপোনাৰ পুত্ৰ ৰাজচক্ৰবৰ্তী হওক।

দুষ্মন্ত : (প্ৰণাম কৰি) গ্ৰহণ কৰিলোঁ।

বৈকা : ৰাজন। আমি যজ্ঞৰ কাৰণে সমীধ কাঠ বিচাৰি আহিছোঁ। সৌ যে দেখিছে মালিনী নৈৰ পাৰৰ দৃশ্য সেইয়া আমাৰ গুৰু মহৰ্ষি কণ্বৰ আশ্ৰম। আপোনাৰ যদি ৰাজ কাৰ্যত ব্যাঘাত নহয় আশ্ৰমলৈ গৈ আমাৰ আতিথি সৎকাৰ গ্ৰহণ কৰিব পাৰে। আৰু তপস্বীসকলৰ বিঘিনি বিহীন শান্তিময় ধৰ্ম কৰ্মাদি দৰ্শন কৰি আপোনাৰ ৰাজ্যত আপোনাৰ ৰক্ষা কাৰ্য্য কেনে পৰিপাটীকৈ চলিছে তাকো চাই যাব পাৰে।

দুষ্মন্ত : বাৰু কুলপতি এতিয়া আশ্ৰমতে আছেনে?

বৈকা : কুমাৰী শকুন্তলাৰ হাতত অতিথি সৎকাৰৰ ভাৰ দি দৈবিক অপায় নিবাৰণ কৰিবৰ মানেৰে তেখেত সোমতীৰ্থলৈ গৈছে।

দুষ্মন্ত : হওক। কুমাৰীকে দৰ্শন কৰি আহিম। তেখেতৰ আগতে মহৰ্ষিলৈ মোৰ ভক্তি জনাই আহিম।

বৈকা : তেন্তে ৰাজন। আমি আহোঁ। (শিষ্যৰ সৈতে প্ৰস্থান)

দুষ্মন্ত : (কেউফালে চাই) সাৰথি; কেৱে নকলেও এই বন তপোবন বুলি ধৰিব পাৰি।

সাৰথি : কেনেকৈ?

দুষ্মন্ত : তুমি দেখিবলৈ পোৱা নাইনে, ভাটো পোৱালীয়ে

খুটি যোৱা গুটিৰ বাকলি গছবোৰৰ তলত পৰি আছে। আৰু মুনি সকলে যিবোৰ শিলত ইঙ্গুদি গুটি ভাঙিছে তাত তাৰ তেল বিয়পি থকা দেখিও এইখন তপোবন বুলি অনুমান কৰিব পাৰি। মানুহৰ ঘন-চাল পাই থকা দেখিয়েই হৰিণা বোৰেও ৰথৰ শব্দ শুনি ভয় কৰা নাই। তদুপৰি হোমৰ ধোৱাঁ লাগি গছ-লতাৰ কোমল পাতবোৰ ক'লা পৰা দেখিও ধৰিব পৰা নাই!

সাৰথি ঃ আপোনাৰ বিবেচনা সচাই যুক্তিযুক্ত।

দুষ্মন্ত ঃ (অলপ ইফাল সিফাল কৰি) সাৰথি, আশ্ৰমত ব্যাঘাট জন্মোৱা উচিত নহয়। ৰথ ইয়াতে ৰখা হওক।

সাৰথি ঃ মহাৰাজৰ যেনে ইচ্ছা।

দুষ্মন্ত ঃ (নিজৰ গালৈ চাই) সাৰথি, তপোৱনলৈ গলে অতি বিনীত ভাবেই যোৱা উচিত। মোৰ এই ধনুৰ্বাণ আৰু মৃগয়াৰ আভৰণ ইয়াতে থৈ যাওঁ (তথা কৰণ) মই তপস্বীসকলক দেখা কৰি উভতি নাহোঁ মানে তুমি ঘোঁৰা কেইটাৰ পৰিচৰ্য্যা কৰা।

সাৰথি ঃ মহাৰাজৰ যি আজ্ঞা।

(দুষ্মন্ত ওলাই যায়। সাৰথি ৰথৰ ওচৰ চাপে)

## দ্বিতীয় দৃশ্য

(মালিনীতীৰৰ উপবন)

নেপথ্য ঃ এইপিনে , এইপিনে সখী।

(দুষ্মন্তৰ প্ৰবেশ)

দুষ্মন্ত ঃ এই গছ লতাবোৰৰ দক্ষিণফালে ৰমণীৰ কণ্ঠস্বৰ শুনা গৈছে, এইপিনেই যাওঁ। (ইফালে সিফালে চাই সম্ভ্ৰমেৰে) এই তাপস কুমাৰীহঁতে কাষত পানীৰ কলহ লৈ ফুল গছত পানী দিবলৈ এই ফালেই আহিছে। (ভালকৈ দৃষ্টি নিক্ষেপ কৰি) আহা! তেওঁবিলাকৰ দৰ্শন লাভ কিমান মধুৰ! তেওঁবিলাক যেন সময়ত অৰণ্যৰ মাজত থকা একোটি বনপক্ষী! এওঁবিলাক তিনিও দেৱ-কন্যানেকি? যদি আশ্ৰম বাসিনীৰ এনে বিতোপন ৰূপ অন্তঃপুৰবাসিনীৰ দুৰ্লভ হয়, তেনেহ'লে বনলতাই নিশ্চয় উদ্যানলতাক পৰাজিত কৰিব। যেই হওক এই গছৰ ছাঁতে ৰৈ তাপসীহঁতৰ বাবে অপেক্ষা কৰোঁ।

শকু ঃ সখি, এইপিনে, এইপিনে।

অনুসূয়া ঃ হেৰা সখী শকুন্তলা! তুমি কথা এটা মন কৰিছানে?

শকু ঃ কি?

অনু ঃ তোমাতকৈও এই আশ্ৰমৰ গছলতাবোৰহে পিতা কণ্বৰ বেছি মৰমৰ কাৰণ নৱ-মল্লিকা ফুলতকৈও কোমল তোমাৰ এই দেহ ফুলত পানী দিবলৈ লগাইছে।

শকু ঃ সখী অনসূয়া, অকল পিতাৰ আদেশত নহয় ইহঁত মোৰ বাই ভনী যেন লাগে (পানী দিয়ে) (তিনিও পানী দিয়ে)

দুষ্মন্ত ঃ (নিৰীক্ষণ কৰি) কণ্ব-দুহিতা শকুন্তলা এওঁৱেইনে? (বিস্ময় হৈ) কণ্বমুনি নিশ্চয় অসাধুদৰ্শী নহলে এওঁকো আশ্ৰম ধৰ্মত সংযুক্ত কৰিব পাৰেনে? আহ! শকুন্তলা এই অকৃত্ৰিম সৌন্দৰ্য্যৰ কমনীয় কান্তিৰে যি-জনে তপ-সাধন কৰিবৰ ইচ্ছা কৰে তেওঁ নিশ্চয় নীল-উৎপলৰ কোমল পাতৰ ধাৰেৰে শশী-লতা ছেদন কৰিবলৈ আগবাঢ়িছে! যি হওক, এতিয়া মই গছৰ আঁৰত থাকি এওঁবিলাকে কি কি কৰে চাই থাকোঁ। (গছৰ আঁৰত লুকায়)

শকুন্তলা ঃ অনুসূয়া! মোৰ বাকলি বসন বৰকৈ আঁটি বান্ধিলা হবলা বৰ দুখ পাইছোঁ। সখী, অলপ ঢিলাই দিয়াহেঁ

অনু ঃ (ঢিলা কৰি বান্ধি দিয়ে)

প্ৰিয় ঃ (হাঁহি) সখী, তোমাৰ দেহৰ ভাৰ বেছি হৈ যোৱাৰ বাবে যৌবনক শাও দিয়া। আনক মিছাতে কেলেই দোষ দিছা?

শকু ঃ (ওপৰলৈ চাই) চোঁৱা সখী, এই আঁহত জোপাই কোমল পাতৰ আঙুলি বোৰ লৰাই মোক যেন কিবা এটা কৈছে তেওঁক মোৰ সম্মান জনাওঁ। (গছৰ তললৈ গৈ হাতযোৰ কৰি)

প্ৰিয় ঃ সখী, তুমি এইখিনিতে অলপ পৰ ৰবাঁ দেই।

শকু ঃ কিয়?

প্ৰিয় ঃ তুমি ওচৰতে থাকিলে এই আঁহত জোপা এডাল লতা বগাই থকা যেন দেখা হ'ব।

শকু ঃ সখী, তুমি এনেকুৱা মিঠা মিঠা কথা ক'ব জানা দেখিয়েই তোমাক সকলোৱে প্ৰিয়ম্বদা বোলে।

অনু ঃ (শকুন্তলাক) সখী, এই ডাঙৰ গছ বিলাকৰ মাজত সয়ম্বৰ কন্যা নিচিনা হৈ থকা এই নৱ-মল্লিকা জোপাক যে তুমি বন-জোৎস্না নাম থৈছিলা তাঁলৈ পাহৰিলানেকি?

শকু ঃ তাইলৈ পাহৰিলে মই নিজকে পাহৰিম সখী (মল্লিকাৰ ওচৰত) সখী, চোৱাঁহিচোন চোৱাঁহি এই নৱমল্লিকা জোপা আৰু ওচৰৰ এই গছ জোপাৰ মাজত বসন্তৰ সমাৰোহ হৈছে। নৱ-মল্লিকা জোপা ফুলেৰে উপচি পৰিছে আৰু এই গছজোপা গুটিৰে দোঁ খাই গৈছে। (গছৰ পিনে চায়)

প্ৰিয় ঃ(হাঁহি) অনুসূয়া, তুমি জানানে সখীয়ে বনজোৎস্নাক ইমান মৰমৰ চকুৰে কিয় চায়?

---

অনু : জানোঁ! কোৰাঁচোন।

প্ৰিয় : এই বনজোৎস্নাৰ ভাব-গতি যেনেকৈ ওচৰৰ গছ-জোপাৰ লগত লাগি গৈছে শকুন্তলাৰ মনৰ ভাব-গতিয়েও সেইদৰে এজন উপযুক্ত পূজাৰী বিচাৰিছে।

শকু : সেইটো তোমাৰ নিজৰ মনৰ কথা (পানী দিয়ে)।

শকু : (মৰমেৰে) আই ঐ দেহি! পানী চটিয়াই দিলত নৱ-মল্লিকাৰ জোপাৰ পৰা উৰি আহি ভোমোৰাটো মোৰ মুখত পৰিছেহি। (হাতেৰে ভোমোৰাটো ঢাকি ধৰি ভোমোৰাৰ পৰা হোৱা কষ্ট প্ৰকাশ কৰে আৰু লাহেকৈ গালৰ পৰা উৰুৱাই দিয়ে, ভোমোৰাটো উৰি যোৱা ফালে ভয়ে ভয়ে চাই থাকে)।

অনু : (প্ৰিয়ম্বদাক) চোৰাঁচোন ভোমোৰাৰ ভয়ত সখীৰ চকু দুটা চোবাচোন।

শকু : ৰক্ষা কৰা, ৰক্ষা কৰা সখী, এই দুষ্ট ভোমোৰাটোৱে বাৰে বাৰে আহি মোক আকুল কৰিছে। মই যলৈকে যাওঁ সিও তালৈকে যায়।

প্ৰিয় : আমি কেনেকৈ ৰক্ষা কৰিম দেও! ৰজাইহে প্ৰজাক ৰক্ষা কৰে। মহাৰাজ দুষ্মন্তক মাতাঁ।

দুষ্মন্ত : (নেপথ্যত) ভয় নাই, ভয় নাই।

শকু : এই দুষ্ট ভোমোৰাটো নাতৰে দেখিছোঁ, মই কেনিবা লৰ মাৰোঁ।

দুষ্মন্ত : (ওচৰলৈ আহি) দুবলৰ শাসনকৰ্তা পুৰুবংশৰ ৰাজত্বত কাৰ এনে সাধ্য আছে যে সবলা তাপস কুমাৰীসকলক অন্যায় আচৰণ কৰে। (ৰজাক দেখি সকলোৱে সম্মান জনায়)

প্ৰিয় : আৰ্য্য, বিশেষ ভয়ৰ কাৰণ একো নাই। দুষ্ট ভোমোৰা এটাই সখীক বৰ আমনি কৰিছিল।

দুষ্মন্ত : (শকুন্তলাৰ ফালে চাই) কুমাৰী! আপোনাৰ তপস্যা বৰ্দ্ধিত হৈছে নে? (শকুন্তলাই তলমুৰ কৰে)

অনু : এতিয়া এজন বিশিষ্ট অতিথি পাই তপস্যা বৰ্দ্ধিত হৈছে। হেৰা শকুন্তলা, তুমি বেগেতে গৈ কুটিৰৰ পৰা অৰ্ঘ্যপাত্ৰ আনাগৈ এই ইয়াৰেই পদোদক হ'ব।

দুষ্মন্ত : তোমালোকৰ প্ৰিয় বাক্যই যথেষ্ট।

প্ৰিয় : তেন্তে আপুনি সু-শীতল ছাঁ পৰিথকা এই সপ্ত-পৰ্ণ বেদীত বহি আপোনাৰ পৰিশ্ৰম লাঘৱ কৰক।

দুষ্মন্ত : তোমালোকো ভাগৰিছা। কিছুপৰ তোমালোকেও জিৰণি লোৱাহঁক।

অনু : (শকুন্তলাৰ কাণৰ ওচৰত) সখী, অতিথিৰ উপাসনা কৰা আমাৰ একান্ত কৰ্তব্য, আহাঁ অলপ বহোঁহক। (সকলো বহে)

শকু : (স্বগত) এখেতক দেখি মোৰ মনত তপোবন বিৰোধী ভাবৰ উদয় হৈছে কিয়?

দুষ্মন্ত : তোমালোকৰ প্ৰীতিবচন, সমান বয়স আৰু সমান ৰূপৰ মিলনত এই তপোবন অতি ৰমণীয় হৈ পৰিছে।

প্ৰিয় : (অনুসূয়াৰ কাণে কাণে) অনুসূয়া, এখেতৰ অৱয়ব অতি গম্ভীৰ। বাক-বচন অতি উদাৰ আৰু প্ৰভুত্বৰ ছাঁ থকা। এখেত কোন?

অনু : সখী,এই বিষয়ে মোৰো কৌতূহল হৈছে। শুধিয়েই চাওঁ। আপোনাৰ সুমধুৰ আলাপত বিশ্বাস কৰি আমাৰ জানিবৰ মন গৈছে আপুনি কোন ৰাজবংশ অলঙ্কৃত কৰিছে আৰু কিয়বা তপোবনলৈ আহি কষ্ট কৰিছে?

শকু : (মনতে) হৃদয়? উৎকণ্ঠিত নহবি মই যি ভাবিছিলোঁ অনুসূয়াই তাকে সুধিলে।

দুষ্মন্ত : (অলপ ভাবি) এতিয়া মই নিজৰ পৰিচয় দিওঁনে নাই আত্ম গোপন কৰোঁ? (প্ৰকাশ্যে) ভগৱতী, পুণ্যাশ্ৰমত যজ্ঞাদি ধৰ্মানুষ্ঠান নিৰ্বিঘ্নে চলিছেনে নাই তাকে চাবলৈ অহা হৈছে।

অনু : ধৰ্মানুষ্ঠায়ী সকলৰ আৰু ভয় নাই।

(শকুন্তলাৰ শৃঙ্গাৰলজ্জা প্ৰকাশ)

প্ৰিয় : (দুষ্মন্ত আৰু শকুন্তলাৰ পৰস্পৰলৈ অনুৰাগ হোৱা যেন দেখি) সখী, শকুন্তলা, এতিয়া যদি পিতা কণ্ব আশ্ৰমত থাকিলহেঁতেন?

শকু : (খং কৰি) কি হলহেঁতেন?

প্ৰিয় : তেওঁৰ জীৱন সৰ্বস্ব দিও এই অতিথিক কৃতাৰ্থ কৰিলেহেঁতেন।

শকু : (কৃত্ৰিম খং কৰি) যোৱাঁ। তোমালোকৰ কথাৰ অৰ্থ মই বুজিছোঁ।

দুষ্মন্ত : মই তোমালোকৰ সখীৰ বিষয়ে এবাৰ কথা সুধিমনে?

দুয়োজনী : আৰ্য্য! সেই কথাত আপোনাৰ অনুগ্ৰহ-অনুৰোধৰ প্ৰয়োজন নাই।

দুষ্মন্ত : ভগবান কণ্বই সদায় ব্ৰহ্মচৰ্য্য ব্ৰত অৱলম্বন কৰিছে, তোমালোকৰ সখী তেখেতৰ কন্যা, এইটো কেনেকৈ সম্ভৱ?

অনু : আৰ্য্য! শুনক। কুশিক বংশৰ ঋষি বিশ্বামিত্ৰৰ কন্যা আমাৰ সখী। পৰিত্যক্তা সখীক সৰুৰে পৰা লালন পালন কৰা বাবে পিতা কণ্ব তেওঁৰ পিতৃ স্বৰূপ।

দুষ্মন্ত : পৰিত্যক্তা বুলিছাঁ কিয়?

অনু : আৰ্য্য! শুনক। মহৰ্ষি বিশ্বামিত্ৰই যেতিয়া উগ্ৰ তপস্যাত

নিমগ্ন হ'ল, দেৱৰাজে ভয় কৰি তেওঁৰ তপোভংগ কৰিবৰ্লৈ মেনকা নামে স্বৰ্গৰ অপ্সৰা এগৰাকী পঠিয়াই দিলে।

দুষ্মন্ত : এৰা। তপস্যা কৰা দেখিলেই দেৱতাৰ ভয় হয়।

অনু :সেই সময়ত বসন্তৰ সমাগত হৈছিল আৰু মেনকাৰ ৰমণীয় ৰূপ দেখি (ক'ব নোৱাৰি লাজ কৰে)

দুষ্মন্ত : বাৰু, মই এতিয়া সকলো বুজিলোঁ। এওঁ বিশ্বামিত্ৰৰ ঔৰসত জন্ম হোৱা অপ্সৰা কন্যা।

অনু : হয়, হয়।

দুষ্মন্ত : সেইটো সম্পূৰ্ণ উপযুক্ত হৈছে নহলে মানুহৰ গৰ্ভত এনে ৰূপ কেতিয়াও সম্ভৱ নহয়। উজ্জ্বল প্ৰভা-বিকশিত জ্যোতিঃ মাটিৰ তলৰ পৰা উদ্ভৱ হ'ব নোৱাৰে।

(শকুন্তলা অলমুৰ কৰি থিয় দি থাকে)

দুষ্মন্ত : এতিয়াহে মোৰ মনলৈ শান্তি আহিছে। কিন্তু সখীহঁতৰ বিদ্ৰূপ বাক্য বৰ অসহনীয় যেন লাগিছে। এটিহে দুৰ্লভ ৰত্ন। এনে ৰত্ন হৃদয়ত ধাৰণা কৰিব পাৰিলে হৃদয় শীতল হয়।

প্ৰিয় : (হাঁহি শকুন্তলাৰ ফালে চকুদি দুষ্মন্ত ফালে মুখ কৰি) শকুন্তলা?

আৰ্য্যই যেন কিবা ক'ব খুজিছিল?

শকু :(আঙুলিৰে প্ৰিয়ম্বদাক খং দেখুৱাই)

দুষ্মন্ত : তুমি সঁচা কথা কৈছা। এই পবিত্ৰ চৰিত কাহিনীৰ বিষয়ে মোৰ আৰু সুধিব লগা আছে।

প্ৰিয় : ভাবিবৰ প্ৰয়োজন কি? তপস্বীক কথা সুধিবলৈ একো বাধা নাই।

দুষ্মন্ত : বাৰু, তোমালোকৰ সখীয়ে সম্প্ৰদানৰ সময়লৈকে মদনৰ কাৰ্য্যবিৰোধী এই ব্ৰহ্মচাৰ্য ব্ৰতকে ধৰি থাকিব নেকি? নাইবা তেওঁৰে নিচিনা একে চকু থকা এই হৰিণীবোৰৰ লগতে গোটেই জীৱন এই বনত বাস কৰিব?

প্ৰিয় : আৰ্য্য! আমাৰ এই প্ৰিয় সখীৰ ধৰ্মলৈ বৰ মন আৰু সেই বাবেই তেওঁ নিজৰ ইচ্ছাৰে পৰিণয় আদি কৰাব পৰা আশা নাই। কিন্তু পিতাই সংকল্প কৰিছে এওঁক এটি উত্তম লগৰীয়া দিব।

দুষ্মন্ত : (স্বগত) বোধহয় মোৰ এই কামনা দুষ্পাপ্য নহব। সম্প্ৰতি আশ্বস্ত হলোঁ। মনৰ সংশয় গুচিল। প্ৰথমতে যাক অগ্নিহেন ভাবি ভয় কৰিছিলোঁ তেওঁ এতিয়া স্পৰ্ষযোগ্য ৰত্ন বুলি পৰিচয় পালোঁ।

শকু : (খং কৰি) মই আহিলোঁ।

অনু : কিয় বা?

শকু : প্ৰিয়ম্বদাই আগগুৰি নাইকিয়া বলিয়া বকিছে যাওঁ মই গৌতমীক সকলো কথা কৈ দিওঁগে।

অনু : সখী; অতিথি সৎকাৰ নকৰি এইদৰে গুচি যোৱা তোমাৰ উচিত নহয়।

(শকুন্তলাই উত্তৰ নিদিয়াকৈ যাব খোজে)

দুষ্মন্ত : (শকুন্তলাক ধৰিব খুজি তৎক্ষণাৎ মনৰ বল আনি) অহ! কি আচৰিত! মনত কামপ্ৰবৃত্তি জাগ্ৰত হলে শৰীৰৰ গতিও যেন তাৰ অনুগামী হয়? এইমাত্ৰ মোৰ মন শকুন্তলাক ধৰিবলৈ উদ্বাউল হওঁতে মই যেন বহা ঠাইৰ পৰা এখোজ আগবাঢ়ি গৈছিলোঁ। ধৈৰ্য্য আহিলতহে যেন ঘূৰি আহি মই আকৌ এই ঠাইত বহিছোঁহি। অথচ মই একে ঠাইতে বহি আছোঁ।

প্ৰিয় : সখী, তুমি যাব নোৱাৰা।

শকু : কেলেই?

প্ৰিয় : তুমি যে মোৰ পৰা দুকলহ পানী ধাৰলৈ লৈছিলা ওলোটাই দিলা জানো? (শকুন্তলাক বলেৰে আগচি)

দুষ্মন্ত : ভদ্ৰে! গছত পানী দিয়া বাবে তেওঁৰ বৰ কাতৰ যেন দেখিছোঁ আৰু চোৱাঁচোন গছত বাৰে বাৰে পানী দিয়া বাবে এওঁৰ শৰীৰ বৰ দুৰ্বল হৈ দোঁ খাই পৰাৰ নিচিনা হৈছে আৰু হাতৰ তলুৱা ঠাণ্ডা পৰি গৈছে! বেছি পৰিশ্ৰম কৰা বাবে ঘনাই ঘনাই উশাহ লৈছে। সৌৱা মুখৰ পৰা টোপাটোপে ঘাম পৰিছে। ইফালে মুৰৰ চুলিও সুলকি পৰিল। চোৱাঁ তেওঁ এহাতেৰে চুলিকে ধৰি আছে। সেইকাৰণে তেওঁক ময়েই ঋণমুক্ত কৰোঁ। (নিজৰ হাতৰ আঙঠিটো দিয়ে)

(দুয়োজনীয়ে ৰাজনামাঙ্কিত আঙঠি দেখি দুয়ো দুয়োৰ মুখলৈ চাই)

দুষ্মন্ত : শঙ্কা নকৰিবা। এইটো ৰজাই দিয়া আঙঠি মোকো ৰাজ পুৰুষ বুলিয়েই ধৰিবা।

প্ৰিয় : বনবাসিনীক অলঙ্কাৰ কেলেই? আপুনি এই আঙঠি আঙুলিৰ পৰা নোসোলোকাব, আপোনাৰ মধুৰ বাক্যতে আমাৰ সখী ঋণমুক্ত হ'ল। (হাঁহি) সখী, এই আবেগত কঁপি থকা ৰজা বা ৰাজৰ্ষিয়ে তোমাৰ ঋণমুক্ত কৰিলে, এতিয়া তুমি যাব পাৰা।

শকু : (মনতে) যদি ক্ষমতা থাকিলহেঁতেন। (প্ৰকাশ্যে)ধৰি ৰাখিবৰ নাইবা যাবলৈ কবৰ তোমাৰ ক্ষমতাই বা আছে কি?

দুষ্মন্ত :(স্বগত) এওঁৰ প্ৰতি মোৰ যেন অনুৰাগ জন্মিছে, তেওঁৰ জানো মোৰ প্ৰতি তেনেকুৱা হৈছে? বোধহয় মোৰ মনৰ

---
অভিজ্ঞানম্ শকুন্তলম

আশা ফলৱতী হ'বৰ উপক্ৰম হৈছে। মোৰ কথাৰ লগত শকুন্তলাই ভৰ দিয়া নাই যদিও মই কথা ক'লে তেওঁ মনযোগেৰে শুনে আৰু মোৰ চকুৰ আগত বেছি পৰ নেথাকে ইফালে আন কথাতো বেছি পৰ দিয়া নাই।

নেপথ্য : হে তপস্বীসকল! তপোবনত থকা পশুবোৰ ৰক্ষা কৰক, ৰক্ষা কৰক, মৃগয়া কৰিবলৈ মহাৰাজ দুষ্মন্ত আহিছে। খেদা খাই অহা এটা বনৰীয়া হাতী সোমাই তপোবনৰ গছ-লতা ভাঙি চুৰমাৰ কৰিছে (সকলোৱে মন দি শুনে)

দুষ্মন্ত : (স্বগত) ধিক! মই তপস্বী সকলৰ ওচৰত অপৰাধী হলোঁ। বোধহয় সৈন্য বিলাকে মোৰ অনুসন্ধান কৰিবলৈ আহি তপোবনত বিঘিনি জন্মালে। যাওঁ মই ইয়াৰ পৰা যাওঁ।

দুইসখী : আৰ্য্য! বনৰীয়া হাতীয়ে তপোবনত ব্যাঘাট জন্মাইছে। আমাক কুটীৰলৈ যাবলৈ আদেশ দিয়ক।

দুষ্মন্ত : যোৱাঁ, মইও এই বিষয়ে অনুসন্ধান কৰোঁ যাতে আশ্ৰমত কোনো ব্যাঘাট নহয়। (সকলো উঠে)

দুইসখী : আৰ্য্য! আপোনাক আমি ভালকৈ শুশ্ৰুষা কৰিবৰ সময় নাপালোঁ। যোৱাৰ আগতে এবাৰ দেখা দি যাব বুলি কবলৈও লাজ লাগিছে।

দুষ্মন্ত : নকবা নকবা তোমালোকৰ আলাপত মই পৰম সন্তোষ পালোঁ।

শকু : অনুসূয়া, কুশৰ গজালিয়ে বিন্ধি মোৰ ভৰি তলুবা তেনেই আধ্যা কৰিলে আৰু কুৰুবক জোপাৰ ডালত গাৰ বাকলীবসনো লাগি ধৰিছে। অলপ ৰ'বা মই এৰুৱাই লওঁ। (এই চল কৰি বেলি কৰিলে আৰু দুষ্মন্তক চাই চাই সখীইঁতৰ লগত গুচি গ'ল)

দুষ্মন্ত : নগৰলৈ উলটি যোৱাৰ উৎসাহ তেনেই কমি গ'ল। এই তপোবনৰ ওচৰতে শিবিৰ পতা হওক। এই শকুন্তলা দৰ্শনৰ পৰা আঁতৰত যাবৰ সমূলি মন যোৱা নাই। মোৰ শৰীৰ আগে আগে গৈছে হয় কিন্তু আকাশত উৰি থকা চীনদেশীয় পাতল ধ্বজা বতাহত পাছলৈ উৰা দি মোৰ চিত্ত পাছ ফালে উৰি গৈছে।

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

### দুষ্মন্তৰ শিবিৰ

(বেজাৰ মনেৰে বিদূষক ওলাই আহে)

বিদূ : (উশাহ পেলাই) এই বাৰ আৰু ৰক্ষা নাই। এই মৃগয়া প্ৰিয় ৰজাৰ সখী হৈ আমাৰ প্ৰাণ পখীৰ ডেউকা ভাগিল। এই হৰিণ, সেই বৰা, এই শিয়াল বুলি খেদাখেদি কৰোতেই গাৰ, ছাল এছাল গ'ল। এই জেঠমহীয়া টিকাফটা ৰ'দত তলৌ তলৌ কৈ ঘূৰি ফুৰি পৰ্বতীয়া নৈ জুৰিৰ পানী খাই ভাগৰত লালকাল দি ৰাতি শুবলৈ যাওঁ বাঘে গুজৰিব খুম, সিংহই তৰ্জন কৰিব হাউম সাপৰ ফোঁচ ফোঁচ তোমাৰ টোপনি আহক ছাৰি পেটতে হাত ভৰি লুকাব। খেনো দিন ৰাতি নুপাবায় যেন লাগে। ল'ৰা, তিৰোতা সোপাকে নগৰত এৰি থৈ আহিছোঁ। হক বোলে ৰজাৰ হৈ খাতিছোঁ। তুমি সহিবাঁ কেনেকৈ? যিটোহে গাঙঠি নামিছে লৰচৰকে কৰিব নোৱাৰি যেন দেখিছোঁ ত'ত আমাৰ সখীয়ে কৰবাত হেনো "শকুন্তলা" দেখিলে এতিয়া তেওঁৰ কথা ভাবোতেই ৰাতি পুৱাই যায়। (ঘূৰি পকি) সৌৱা মোৰ বপুৰীয়ে হাতত ধনুৰ্বাণ। ডিঙিত বনৰীয়া ফুলৰ মালা আৰু হৃদয়ত শকুন্তলাৰ ফুলৰ মালা লৈ আহোঁ নাহোঁকৈ এই ফালেই আহিছে। অলপ বিচেষ্টা হৈ থকা দি থাকোঁ কি জানি ৰক্ষা পাওবেই (লাখুটিৰ ভেজাদি ৰয়)

(দুষ্মন্তৰ প্ৰবেশ)

দুষ্মন্ত : (স্বগত) প্ৰিয়া শকুন্তলাও সুলভা নহয়। কিন্তু তেওঁৰ আকাৰ ইঙ্গিত দেখি মনত আশ্বাসো জন্মিছে। যদিও মিলন মঙ্গল এতিয়াও লাভ কৰা নাই তথাপি যেন আমাৰ দুইৰো মনত ৰতিয়ে আবেগ জন্মাই দিছে। (অলপ হাহোঁ যেন হৈ আকৌ চিন্তা কৰিলে) শকুন্তলাই আন

ফালে চাই কথা কৈছিল যদিও মুখতপ্ৰণয় বেদনা বিৰিঙি আছিল। নিতম্বৰ গুৰুভাৰৰ কাৰণেই শকুন্তলাই মৃদু মন্দ গতিৰে খোজ কাঢ়িছিল যদিও, সখীহতেওঁ "নেযাঁবা নেযাঁবা" বুলি কওতেও খং কৰি দেখুৱাইছিল যদিও মোৰ মনে কৈছিল যেন দেখিহে তেনেকুৱা কৰিছিল। আহা! প্ৰেম-প্ৰাৰ্থী বিলাকে তেনেকৈ মানুহৰ মস্তিষ্ক বিশ্লেষণ কৰিব খোজে।

বিদূ : (লাখুটিত ভেজা দি থকা অৱস্থাৰে পৰা) হে মহাৰাজ! হাত-ভৰি লৰাবৰ আৰু শক্তি নাই অকল বাক্য বচনেৰে আশীৰ্বাদ কৰিছো আপোনাৰ জয় হওক।

দুষ্মন্ত : তোমাৰ গাত ইমান আঘাত লাগিল কেনেকৈ?

বিদূ : কেনেকৈ লাগিল? আপুনিয়েই চকু ভাঙি দি আকৌ আপুনিয়েই সুধিছে বোলে চকুত পানী ওলাইছে কেলেই?

দুষ্মন্ত : একো বুজিব নোৱাৰিলোঁ ভালকৈ কোৱাঁ।

বিদূ : বন্ধু! বেতগছ জোপা যে বেঁকা হৈ দোঁ খাই আছে, সেইটো বেতৰ গাৰ ভৰত নে নৈৰ কোবাল সোতৰ বেগত হয়?

দুষ্মন্ত : নৈৰ কোবালসোঁতেই তাৰ কাৰণ।

বিদূ : হে, তেন্তে আপুনিয়েই মোৰো কাৰণ।

দুষ্মন্ত : কেনেকৈ?

বিদূ : ৰাজকাৰ্য্য পৰিত্যাগ কৰি এই বনৰীয়া বৃত্তি লোৱা আপোনাৰ উচিত হৈছেনে বাৰু? মই বামুণ মানুহ, সদায় এই বনৰীয়া পশুবোৰৰ পাছে পাছে ঘূৰি হাত-ভৰিৰ জোৰাবোৰ তেনেই ঢিলা হৈ পৰিছে, এনেহে হ'লগৈ এতিয়া হাত ভৰি লৰাও বুলিও লৰাব নোৱাৰাত পৰিলোঁ। সেইকাৰণে মহাৰাজ। প্ৰসন্ন হওক, এদিনলৈ ৰেহাই দিয়ক।

দুষ্মন্ত : (স্বগত) এৰোঁ এইদৰে কৈছে সিফালে কন্ব-দুহিতা শকুন্তলাক দেখিবৰ পৰা মৃগয়ালৈ মোৰো উৎসাহ নাইকিয়া হৈছে। একেলগে শুই থকা হৰিণ হৰিণী বোৰ দেখিলে মোৰো মৰম লাগে। মনত পৰে যেন প্ৰিয়া শকুন্তলাৰ চকু যুৰিৰ আধাখিনি শোভা সিহঁতে কাঢ়ি আনিছে। কোনোমতেই সিহঁতৰ গাৰ্লৈ শৰ মাৰিবৰ মন নাযায়।

বিদূ : (ৰজাৰ মুখলৈ চাই) আপুনি মনে মনে কিবাহে ভাবিলে। মই কোৱা কথা বোৰ সচাঁসচিকৈয়ে ৰোদন হ'লনেকি?

দুষ্মন্ত : (অলপ হাঁহি) মই আন একো ভবা নাই। বন্ধুৰ কথা যে অলংঘনীয় তাকহে ভাবিছোঁ।

বিদূ : তেন্তে আপুনি চিৰঞ্জীৱী হওক। (উঠিবলৈ চেষ্টা কৰে)

দুষ্মন্ত : বন্ধু; অলপপৰ থিৰেৰে থাকি মোৰ কথা শুনাচোন।

বিদূ : কি ক'ব? আজ্ঞা কৰক।

দুষ্মন্ত : বিশ্ৰামলোৱাৰ পাছত মোৰ বৰ সহজ কাম এটাত সহায় কৰি দিব লাগিব।

বিদূ : কি? মোদক খোৱাত?

দুষ্মন্ত : ৰ'বা ক'ম।

বিদূ : বাৰু, চকু কাণ থিৰ কৰিলোঁ।

দুষ্মন্ত : কোন আছে ওচৰত? (দুৱৰীৰ প্ৰৱেশ)

দুৱৰী : আজ্ঞা কৰক মহাৰাজ।

দুষ্মন্ত : সেনাপতিক মাতি আন।

দুৱৰী : যি আজ্ঞা মহাৰাজ (প্ৰস্থান)

(দুষ্মন্তই কিবাকিবি ভাবি ইফালে সিফাল কৰে আৰু দুৱৰীৰ লগত সেনাপতিৰ প্ৰৱেশ)

দুৱৰী : মহাৰাজৰ ওচৰলৈ যাওক

সেনাপতি :(ৰজাৰ মুখৰ ফালে চাই) মহাৰাজৰ জয় হওক।

দুষ্মন্ত : সেনাপতি, মৃগয়াৰ নিন্দা কৰি সখীয়ে মোৰ উৎসাহ ভাঙি দিছে।

সেনাপতি : (এফলীয়া হৈ) বাৰু, মইও জুখি চাম! (প্ৰকাশ্যে) এই মুৰ্খটোৱে এইবোৰ প্ৰলাপ বকিছে। এই বিষয়ে আপুনিয়েই ভাবিচাওকচোন মহাৰাজ মৃগয়া কৰোতে যি শাৰীৰিক পৰিশ্ৰম হয় তাৰ ফলত শৰীৰ পাতল লাগি থাকে আৰু উৎসাহ বৃদ্ধি হয়। লক্ষ্যভ্ৰষ্ট নোহোৱাকৈ মৃগয়া কৰিব পাৰিম বুলি আশাত মন নাচি উঠে। মনু আদি শাস্ত্ৰকাৰ গণে মৃগয়াক ব্যসন বুলি দোষ দি গৈছে যদিও এনেকুৱা আমোদ আৰু একোতে পোৱা নাযায়।

বিদূ : কটা বন্দী পাষণ্ড ! তই ইয়াৰ পৰা যা। মই কোনোমতে মহাৰাজক বৰাই বুজাই শান্ত কৰিছোঁ সি আহি আকৌ জ্বলাই দিছে। তই যা, তই যা, মৃগয়া কৰোঁতে কৰোঁতে বাঘ ভালুকৰ মুখত পৰি মৰগৈ।

দুষ্মন্ত : প্ৰিয় সেনাপতি, আমি আশ্ৰমৰ নিচেই কাষতে আছোঁ গতিকে তোমাৰ কথামতে মই মৃগয়া কৰিবলৈ সাহ কৰিব নোৱাৰিলোঁ। আজিলৈ পানীত পৰি আনন্দ মনেৰে ম'হবোৰে ঘুলি লৈ থক, দুটি দুটি লগ লাগি হৰিণ হৰিণীয়ে চৰি ফুৰক আৰু তৃণতে মোৰ শৰাসন শিথিল হৈ পৰি থক।

সেনা : প্ৰভুৰ যেনে ইচ্ছা।

দুষ্মন্ত : সকলো সৈন্যকে এই আদেশ শুনাই দিয়াঁ আৰু যাতে সিহঁতে কোনো প্ৰকাৰে তপোবনৰ শান্তিভংগ নকৰে তাৰ চকু দিবাঁ। এই শান্ত তপোবনত ব্যাঘ্যাত জন্মালে পৰিণাম বৰ শোচনীয় হ'ব।

সেনা : প্ৰভুৰ যেনে আজ্ঞা।

বিদূ : কটা বন্দী পাষণ্ড তই ভাগ (সেনাপতি)

দুষ্মন্ত : দুৱৰী ! পালি-পহৰীয়া সকলোকে মৃগয়াৰ বেশ পৰিত্যাগ কৰিবলৈ ক যা।(দুৱৰী যায়)

বিদূ : উস ! ৰক্ষা এই ভোন ভোনাই থকা মাখিবোৰ আঁতৰাই মহাৰাজে বৰ উপকাৰ কৰিলে। এতিয়া এই গছৰ তলৰ শিল ছটাতে গা-টি থৈ অলপ বিশ্ৰাম সুখ লাভ কৰক মহাৰাজ।

দুষ্মন্ত : আগে আগে বলা।

বিদূ : ভাল। (শিলাসনত বহেগৈ)

দুষ্মন্ত : সখি, চাবলগীয়া বস্তুৰ ভিতৰত যিটো আটাইতকৈ ভাল তুমি সেইটোকে নেদেখিলা তোমাৰ চকু থকা নথকা সমান।

বিদূ : কিয় ? আপুনি দেখোন মোৰ চকুৰ আগতে আছে?

দুষ্মন্ত : সকলোৱে নিজৰ নিজৰ বস্তুকে বৰ ভাল দেখে। মই কিন্তু এই আশ্ৰম বাসিনী শকুন্তলাৰ কথাহে কৈছোঁ।

বিদূ : (মনতে) এওঁক অলপ দমাব লগা হ'ল। (প্ৰকাশ্যে) হেঃ সখী। শকুন্তলা তপস্বী-কন্যা। তেওঁক দৰ্শণ কৰি আপোনাৰ কি লাভ ?

দুষ্মন্ত : তুমি মূৰ্খ। ন-জোনৰ ক্ষীণ ৰেখাটিৰ পিনে কিহৰ আশাত মানুহে থৰ লাগি চাই থাকে ?

বিদূ : জানো ?

দুষ্মন্ত : পৰিহাৰ কৰিব লগীয়া বস্তুত দুষ্মন্তৰ মন কেতিয়াও উত্তাল নহয়। এই শকুন্তলা সুৰ-যুৱতীৰ গৰ্ভ-সম্ভৱা। মহৰ্ষি কণ্বই এপাহি ফুলৰ দৰে আদৰ যত্ন কৰি তেওঁৰ ডাঙৰ কৰিছে।

বিদূ : (হাঁহি) মহাৰাজ। আগধৰি ছুপৰা ছুপৰে খাজুৰী গুৰ বোৰ খালে পাছত যেনেকৈ তেনেকৈ খাবৰ মন যায়। সদায় অন্তঃপুৰ বাসিনী মহিলা সকলৰ লগত বাস কৰি আপোনাৰো তেনে হৈছে।

দুষ্মন্ত : তুমি তেওঁক দেখা নাই বাবে সেইদৰে কৈছা।

বিদূ : মহাৰাজ। মই নেদেখাকৈয়ে বুজিছোঁ আপুনিও যেতিয়া মোহিত হৈছে তেওঁ নিশ্চয় পৰম সুন্দৰী।

দুষ্মন্ত : বিশেষ কি কম ? সেই ক্ষীণাঙ্গী শকুন্তলাৰ দেহৰ লাৱণ্যৰ কথা ভাবি ভাবি মই ইমানকে পালোঁ যে বিধাতাই লেখনীৰ সকলো সামগ্ৰী একেঠাইতে গোটাই লৈ জগতৰ ৰূপ সৌন্দৰ্য্যৰ সমস্ত বিকাশ একে ঠাইতে দেখুৱাৰ মনেৰেই যেন এইটি বিশেষ স্ত্ৰী ৰত্ন স্ৰজন কৰিলে।

বিদূ : যদি সেয়ে হয়, তেনেহলে শকুন্তলাই সকলো ৰূপহীকে পৰাস্ত কৰিলে।

দুষ্মন্ত : মোৰ তেনেকুৱাই ধাৰণা। সেই শকুন্তলাৰ ৰূপ নিমজ। শকুন্তলাৰ এই নিষ্প্ৰাণ ৰূপ ৰাশি যেন পুণ্যবান পুৰুষ সকলৰ সাধনাৰ অখণ্ড ফল। এই পৃথিৱীৰ কোন ভাগ্যবানে যে তেওঁক লাভ কৰিব মই এতিয়াও ভাবি পোৱা নাই।

বিদূ : আপুনি খৰধৰ কৰক, নহলে সেই শকুন্তলাই ইঙ্গুদী তেল ঘঁহি চিক্‌মিকীয়া হৈ থকা কোনোবা তপস্বীৰ হাতত পৰিবগৈ।

দুষ্মন্ত : সেই মাননীয়া যুৱতী অতি পৰাধীন আৰু গুৰুজনো ওচৰত কোনো নাই।

বিদূ : বাৰু আপোনাৰ প্ৰতি তেওঁৰ মনৰ ভাব কেনে ?

দুষ্মন্ত : সখী, এই তপস্বীকন্যা বিলাকে সাধাৰণতে বৰ কম কথা কয় তথাপি মই কাষলৈ গলে তৎক্ষণাত তলমূৰ কৰে। কিন্তু অইন কথা ওলালে হাঁহেও। বিনয় আৰু সজ শিক্ষাৰে গঠিত স্বভাৱৰ ফলত তেওঁ কামবৃত্তিৰ প্ৰকাশো নকৰে অথচ তেনেও নহয়।

বিদূ : (হাঁহি) হে, দেখা মাত্ৰেই আহি আপোনাৰ ডিঙিত ওলমি পৰিবহিনে ?

দুষ্মন্ত : যেতিয়া সখীয়েকহঁতে সৈতে ফুৰিবলৈ গৈছিল কেতিয়া তেওঁ অঙ্গভঙ্গীৰে মোৰ প্ৰতি অনুৰাগ প্ৰকাশ কৰিছিল। "কুশৰ আগে বিন্ধিলে" বুলি কিছুপৰ ৰৈ থাকিবলৈ এটি চেলু উলিয়াইছিল।

বিদূ : তেনে আৰু চিন্তা কিহৰ ? মৃগয়া লক্ষ-বিদ্ধ হৈছে।

দুষ্মন্ত : তুমি এতিয়া এটা উপায় কৰাঁ যাতে তপস্বী বিলাকে এই কথাৰ সমূলি ভূ নেপায় আৰু যাতে কিবা ছল কৰি আকৌ আমি আশ্ৰমলৈ যাব পাৰোঁ।

বিদূ : আপুনি স্বয়ং এই তপোবনৰ ৰজা। আপোনাক আকৌ আন উপায় বুধি কেলেই ?

দুষ্মন্ত : কিয় ?

বিদূ : কৈ দিব, উৎপন্ন শস্যৰ ষষ্ঠ ভাগ কৰি দিব লাগে।

দুষ্মন্ত : মূৰ্খ! এই তপস্বী সকলে মোক যি কৰ দিয়ে সি হীৰা মুকুতাতকৈও অধিক আদৰণীয়। সাধাৰণ প্ৰজাৰ পৰা ৰজাই যি কৰ পায় সি ক্ষণস্থায়ী কিন্তু বনবাসী মুনি সকলৰ পৰা ৰজাই তপস্যাৰ ষষ্ঠাংশ অক্ষয় ৰত্ন লাভ কৰে।

নেপথ্য : ধন্যবাদ ধন্যবাদ

দুষ্মন্ত : (সেইফালে কাণ দি) এই গম্ভীৰ মাতৰ পৰা বুজা গৈছে নিশ্চয় কোনো তপস্বী এই ফালে আহিছে। (দুৱৰী আহে)

দুৱৰী : মহাৰাজ। দুৱাৰত দুজন ঋষি কুমাৰ উপস্থিত।

দুষ্মন্ত : অতি শীঘ্ৰে ইয়ালৈ লৈ আহ। (দুৱৰী যায়)

দুষ্মন্ত : (মনতে) ঋষিৰ কুমাৰ আহিছে কি জানি -
(দুৱৰীৰ লগত ঋষি ল'ৰা দুজন আহে)

ঋষি

কুমাৰদ্বয় : মহাৰাজৰ জয় হওক।

দুষ্মন্ত : আপোনালোকক অভিবাদন কৰিছোঁ। আপোনালোকৰ অহাৰ উদ্দেশ্য ?

ঋষিদ্বয় : ঋষি কুলপতি মহৰ্ষি কন্বৰ আশ্ৰমলৈ আপোনাক নিমন্ত্ৰণ জনাইছে।

দুষ্মন্ত : সন্তোষ পালোঁ।

ঋষি : তেন্তে মহাৰাজ আমি বিদায় কৰোঁ।

দুষ্মন্ত : ভাল (ঋষি বালক যায়) দুৱৰী মোৰ ৰথ প্ৰস্তুত ক'ৰা, আহাঁ সখা (সোমাই যায়)

বিদূ : গোৰ মাৰি যেনিবা এওঁক গঙ্গালৈ পেলালে। (সোমাই যায়)

**অসমাপ্ত**

---

১৯৩১ চনত বৰুৱাই ডিহাত নাটকখনৰ অনুবাদ আৰম্ভ কৰে. আৰম্ভ, ১ আঘোণ, ১৮৫৩ শক মঙ্গলবাৰ, ডিহা, চাওখাট, সং, আ, চ, ব, ৰচনাৱলী.

# ডাকঘৰ

(১)

(ডাকঘৰ নাটিকাখনৰ তিনিটা (১,২,৩) ভাগ। আনন্দচন্দ্ৰ বৰুৱা অনূদিত উক্ত নাটিকাৰ যিখন বহী পোৱা গৈছে সেইখন ফটা-ছিটা, পৃষ্ঠাঙ্কও দিয়া নাই। উক্ত বহীৰ প্ৰথম ভাগ পোৱা নগ'ল। পাঠকৰ অৱগতিৰ অৰ্থে এই ভাগৰ মূল কথাখিনি তলত দিয়া হ'ল- সম্পাদক, আনন্দচন্দ্ৰ বৰুৱা ৰচনাৱলী।)

মাধৱ দত্ত এজন অৰ্থৱান লোক, কিন্তু তেওঁ অপুত্ৰক। তেওঁ সম্পত্তি ৰক্ষাৰ নিমিত্তে অমলক পোষ্যপুত্ৰৰূপে লয়। অমলে তেওঁক পেহা বুলি সম্বোধন কৰে। অমল ৰোগাৰ্ত। কবিৰাজৰ পৰামৰ্শমতে মাধৱে অমলক বন্ধ ঘৰৰ ভিতৰত থাকিবলৈ নিৰ্দেশ দিয়ে। কেৱল খিড়িকীৰ কাষত বহি বাহিৰৰ জগতৰ লগত সংযোগ স্থাপন কৰে। ককা ৰূপকথাৰ মানুহ। এয়ে প্ৰথম ভাগৰ মূল কথা।

(২)

দৈ ৱালা : দৈ- দৈ- ভাল দৈ!

অমল : দৈ ৱালা। দৈ অলা, অ' দৈ অলা!

দৈ ৱালা : মাতিছা কেলেই? দৈ লবাঁ?

অমল : কিহেৰে লম? মোৰ যে পইচা নাই?

দৈ ৱালা : কেনেকুৱা ল'ৰা তুমি? ল'ব নোৱাৰা যদি মোক ৰাখিলা কিয়?

অমল : মই যদি তোমাৰ লগত গুচি যাব পাৰিলোহেঁতেন তেনে গ'লোহেতেন।

দৈ ৱালা : মোৰ লগত?

অমল : এৰা। তুমি যে কিমান দূৰৰ পৰা দৈ বুলি চিঞৰি আহি আছাঁ, শুনি মনটো এক ৰকম লাগিছে।

দৈ ৱালা : (কান্ধৰ পৰা দৈৰ বিৰিয়া নমাই) বোপাই, তুমি ইয়াত বহিনো কি কৰিছাঁ?

অমল : কবিৰাজে মোক বাহিৰলৈ যাবলৈ হাক দিছে সেই কাৰণে মই গোটেই দিন ইয়াতে বহি থাকোঁ।

দৈ ৱালা : আই ঐ দেহি! বাছা, তোমাৰ কি হৈছে?

অমল : ক'বই নোৱাৰোঁ। মই যে একো পঢ়াশুনা কৰা নাই, সেই কাৰণে মোৰ কি হৈছে মই নেজানো নহয়। দৈ ৱালা তুমি ক'ৰ পৰা আহিছা?

দৈ ৱালা : আমাৰ গাৱঁৰ পৰা -

অমল : তোমাৰ গাওঁ? বহুত দূৰত তোমাৰ গাওঁ?

দৈ ৱালা : আমাৰ গাওঁ সেই পাঁচমুৰীয়া পাহাৰটোৰ তলত। শ্যামলী নৈৰ পাৰত।

অমল : পাঁচমুৰীয়া পাহাৰ - শ্যামলী নৈ - কিজানি, কিজানি তোমালোকৰ গাওঁখন দেখিছোঁ হ'বলা- কেতিয়া - সেইটোহে মোৰ মনত পৰা নাই।

দৈ ৱালা : তুমি দেখিছা? সেইফালে কেতিয়াবা গৈছা নেকি?
অমল : নাই, সেইফালে কাহানিও যোৱা নাই। কিন্তু, মোৰ মনে ধৰে, যেন মই দেখিছোঁ। বহুত দিনীয়া পুৰণি ডাঙৰ গছৰ তলত তোমালোকৰ গাওঁখন— এটা ৰঙা ৰঙৰ বাটৰ কাণত। নহয়নে?
দৈ ৱালা : ঠিক কৈছা বোপাই।
অমল : সেই পাহাৰটোত গৰুবোৰ চৰি ফুৰে।
দৈ ৱালা : কি আচৰিত! ঠিক কৈছা। আমাৰ গাৱঁত গৰু চৰি ফুৰেই, খুব চৰে।
অমল : ছোৱালীবোৰে নৈৰ পৰা পানী আনিবলৈ মূৰত কলহবোৰ লৈ যায়- আটাইবোৰ ৰঙা শাড়ী পিন্ধা।
দৈ ৱালা : হয়। হয়। ঠিক কথা। আমাৰ গুৱালগাৱঁৰ ছোৱালীবোৰে নৈৰ পৰা পানী তুলি নিয়েহিয়েই। কিন্তু, সিহঁতৰ আটাইবোৰ যে ৰঙা শাড়ী পিন্ধে তেনে নহয়- কিন্তু, বোপাই, তুমি কাহানিবা জৰুল সেই ফালে গৈছিলা।
অমল : সঁচা কথা কৈছোঁ দৈ ৱালা। মই এদিনো যোৱা নাই। কবিৰাজে যিদিনা মোক বাহিৰলৈ যাবলৈ ক'ব সেইদিনা তুমি মোক তোমালোকৰ গাৱঁলৈ লৈ যাবাঁনে বাৰু?
দৈ ৱালা : নিম বোপাই। সঁচাকৈয়ে লৈ যাম।
অমল : মোকো তোমাৰ দৰে দৈ বেচিবলৈ শিকাই দিয়াঁ। তোমাৰ নিচিনাকৈ কান্ধত বিৰিয়া লৈ -
দৈ ৱালা : মৰিলোঁ। দৈ বেচিবলৈ যাব লাগিছে কেলেই বোপাই? কিতাপ পঢ়ি তুমি পণ্ডিত হ'বাঁ।
অমল : নাই, নাই মই কেতিয়াওঁ পণ্ডিত নহওঁ। মই তোমালোকৰ গুৱালগাৱঁৰ পৰা দৈ আনি গাঁৱে গাঁৱে বেচি ফুৰিম। যেনেকৈ তুমি চিঞৰা দৈ, দৈ, দৈ, ভাল দৈ। মোক সুৰটো শিকাই দিয়াচোন।
দৈ ৱালা : দেহি ঐ। এইটোনো শিকিব লগীয়া সুৰ নে বোপাই।
অমল : নহয় নহয়। সেই মাতটো শুনি মই বৰ ভাল পাওঁ। আকাশৰ ওপৰৰ পৰা চৰাইৰ মাত শুনিলে যেনেকৈ মনটো একৰকম লাগে- তেনেকৈ সৌ বাটৰ মূৰৰপৰা গছবোৰৰ মাজেদি তোমাৰ মাতটো আহিছিল- মনটো কেনেবা লাগিছিল।
দৈ ৱালা : বোপাই, এমলা দৈ তুমি খোৱাঁ।
অমল : মোৰ যে পইচা নাই।
দৈ ৱালা : নাই, নাই, নাই, নাই, পইচাৰ কথা নক'বাঁ। তুমি মোৰ দৈ অকণ খালে মই বৰ ভাল পাম বোপাই।
অমল : তোমাৰ বহুত বেলি হৈ গ'ল নেকি?
দৈ ৱালা : একো বেলি হোৱা নাই বোপাই, মোৰ একো লোকচান হোৱা নাই। দৈ বেচাটোত যে কিমান সুখ আছে সেইটো আজিহে শিকি ললোঁ। (প্ৰস্থান)
অমল : (সুৰ লগাই) দৈ, দৈ, দৈ, ভাল দৈ।
অমল : অ' সৌৱা দেখোন বাটত প্ৰহৰী। প্ৰহৰী, প্ৰহৰী। এটা কথা শুনি যোৱাঁচোন- প্ৰহৰী।

(প্ৰহৰীৰ প্ৰবেশ)

প্ৰহৰী : এনেকৈ চিঞৰিছা কেলেই? মোলৈ তোমাৰ ভয় নালাগেনেকি?
অমল : কিয়। তোমালৈ ভয় লাগিব কিয়?
প্ৰহৰী : তোমাক যদি ধৰি লৈ যাওঁ।
অমল : ক'লৈ ধৰি নিবাঁ? বহুত দূৰলৈ? সৌ পাহাৰটো পাৰ কৰি?
প্ৰহৰী : একেবাৰে ৰজাৰ ওচৰলৈ যদি লৈ যাওঁ।
অমল : ৰজাৰ ওচৰলৈ। লৈ যোৱা মোক। কিন্তু মোক যে কবিৰাজে বাহিৰলৈ যাবলৈ হাক দিছে। মোক কোনেও কলৈকো ধৰি নিব নোৱাৰে- মই ইয়াতে দিনে ৰাতিয়ে বহি থাকিব লাগিব।
প্ৰহৰী : কবিৰাজে হাক দিছে? আই ঐ দেহি, হয়তো - তোমাৰ মুখ খন তেনেই শেঁতা পৰিল। চকুৰ গুৰিত ক'লা দাগ পৰিছে। তোমাৰ হাতৰ শিৰবোৰ জলজল কৈ ওলাই পৰিছে।

---
ডাকঘৰ

অমল : তুমি ঘন্টা নবজোৱানে প্ৰহৰী?

প্ৰহৰী : এতিয়া সময় হোৱাই নাই।

অমল : কোনোৱে কয় ' সময় পাৰ হৈ গ'ল।'
কোনোৱে কয় 'সময় হোৱা নাই'।
তুমি ঘন্টা বজাই দিলেই তো সময় হ'ব।

প্ৰহৰী : সেইটো কেনেকৈ হ'ব। সময় হ'লেহে মই ঘন্টা বজাওঁ।

অমল : তোমাৰ ঘন্টা বজোৱাটো শুনিবলৈ মই বৰ ভাল পাওঁ।

প্ৰহৰী : ঘন্টাটোৱে আটাইকে এই কথাটোকে কয়। সময় বৈ নাথাকে। সময় সদায় গৈয়েই আছে।

অমল : ক'লৈ গৈ আছে? কোন দেশলৈ?

প্ৰহৰী : সেই কথা কোনেও নাজানে।

অমল : সেই দেশখন বোধকৰোঁ কোনেও দেখি অহা নাই? মোৰ বৰ মন গৈছে, সেই সময়ৰ লগত ময়ো গুচি যাওঁ - যি দেশৰ কথা কোনেও নাজানে সেই বহুত দূৰত থকা দেশ।

প্ৰহৰী : সেই দেশলৈ এদিন সকলো যাব লাগিব বোপাই।

অমল : ময়ো যাব লাগিব নে?

প্ৰহৰী : লাগিবতো।

অমল : কিন্তু কবিৰাজে মোক যে বাহিৰলৈ যাবলৈ হাক দিছে।

প্ৰহৰী : কোনোবা এদিন হয়তো সেই কবিৰাজে তোমাক হাতত ধৰি লৈ যাব।

অমল : নহয়, নহয়। তুমি তেওঁক চিনি নোপোৱাঁ, তেওঁ পালে আৰু ৰক্ষা নাই। ভিতৰতে ৰাখিহে থ'ব।

প্ৰহৰী : তেওঁতকৈয়ো ভাল কবিৰাজ যিজন আছে তেখেত আহি তোমাক এৰুৱাই লৈ যাব পাৰে।

অমল : সেই ভাল কবিৰাজজন বা কেতিয়া আহে? মোৰ যে আৰু বহি বহি আমনি লাগিছে।

প্ৰহৰী : তেনে কথা নকৰঁা বোপাই।

অমল : নাই — মইতো বহিয়েই আছোঁ— য'ত মোক বহুৱাই থৈছে তাৰ পৰাটো মই লৰচৰ কৰা নাই — কিন্তু, তোমাৰ সেই ঘন্টা বাজে ঢং ঢং ঢং, আৰু মোৰ মনটো কেনেবা কৰে। বাৰু, প্ৰহৰী।

প্ৰহৰী : কি বোপাই?

অমল : বাৰু, সৌ যে বাটৰ সিপাৰে থকা ডাঙৰ ঘৰটোত পতাকা উৰাই থৈছে, আৰু তালৈ মানুহবোৰ সদায় অহা-যোৱা কৰি আছে — তাত কি হৈছে?

প্ৰহৰী : তাত এটা নতুন ডাকঘৰ বহিছে।

অমল : ডাকঘৰ? কাৰ ডাকঘৰ?

প্ৰহৰী : ডাকঘৰ আৰু কাৰ হ'ব? ৰজাৰ। এই ল'ৰাটো বৰ মজাৰ।

অমল : ৰজাৰ ডাকঘৰলৈ ৰজাৰ পৰা চব চিঠিবোৰ আহে?

প্ৰহৰী : আহে। এদিন তোমাৰ নামতো চিঠি আহিব।

অমল : মোৰ নামতো চিঠি আহিব? মই যে ল'ৰা-মানুহ।

প্ৰহৰী : ল'ৰা মানুহলৈ ৰজাই ইমান কণ কণ সৰু সৰু চিঠিবোৰ লিখে।

অমল : ভাল হ'ব। মই কেতিয়া চিঠি পাম? মোলৈও ৰজাই চিঠি লিখিব বুলি তুমি কেনেকৈ জানিলাঁ?

প্ৰহৰী : সেয়ে নহ'লে তেখেতে ঠিক তোমাৰ এই খোলা খিড়িকী খনৰ পোনে পোনে ইমান ডাঙৰ এটা সোণালী ৰঙৰ পতাকা উৰাই ডাকঘৰ খুলিব কিয়?
ল'ৰাটো বৰ ভাল লাগিছে।

অমল : বাৰু, ৰজাৰ পৰা চিঠি আহিলে মোক কোনে আনি দিবহি?

প্ৰহৰী : ৰজাৰ বহুত ডাক-হৰকৰা আছে - দেখা নাই নে বুকুত গোল গোল সোণৰ ঘিলা লগাই যে ঘূৰি ফুৰে?

অমল : বাৰু, সিহঁত ক'ত ক'ত ঘুৰে?

প্ৰহৰী : ঘৰে, ঘৰে, দেশে, দেশে —
ইয়াৰ প্ৰশ্নবোৰ শুনিলে হাঁহি উঠে, বেয়াও লাগে।

অমল : ডাঙৰ হ'লে মই ৰজাৰ ডাক-হৰকৰা হ'ম।

প্ৰহৰী : হা-হা-হা-হা! ডাক-হৰকৰা! সেইটো এনে ডাঙৰ কাম! ৰ'দ নাই, বৰষুণ নাই, গৰিব নাই, ডাঙৰ মানুহ নাই, আটাইৰে ঘৰে ঘৰে গৈ চিঠি বিলাই ফুৰা - সেইটো কম ডাঙৰ কামনে?

অমল : তুমি হাঁহিছা কিয়? আটাইতকৈ সেই কামটোহে মই ভাল যেন দেখিছোঁ।

প্ৰহৰী : সৌৱা গাওঁবুঢ়া আহিছে। মই এইবেলি পলাওঁ। সি যদি দেখিবলৈ পায় তোমাৰ লগত কথাপাতি আছোঁ, তেনেহ'লে বৰ মস্কিলত পৰিম।

অমল : ক'তা গাওঁবুঢ়া, ক'তা, ক'তা?

প্ৰহৰী : সৌৱা বহুত দূৰতে আছে। মূৰত এটা বৰ ডাঙৰ টকৌ পাতৰ ছাটি।

অমল : ৰজাই বোধহয় তেওঁক গাওঁ বুঢ়া কৰি দিছে?

প্ৰহৰী : নহয়, নহয়। সি নিজেই গাওঁবুঢ়া হৈছে। যি তেওঁক মানিব নোখোজে, তেওঁ তাৰ গাত দিনে ৰাতিয়ে ইমান লাগে যে সেইবাবেই সকলোৱে তেওঁলৈ ভয় কৰে। আটাইৰে লগত শত্ৰুতা কৰিয়েই তেওঁ ব্যৱসায় চলায়। আজিলৈ তেনে যাওঁহে বোপাই। আমাৰ কাম পৰি আছে। মই আকৌ কাইলৈ ৰাতিপুৱা আহি তোমাক নগৰৰ আটাই খবৰ বোৰ কৈ যামহি। (প্ৰস্থান)

অমল : ৰজাৰ পৰা দিনে যদি একোখনকৈ চিঠি পাওঁ তেনেহলে ভাল হয় - এই জালনা খনৰ দাঁতিতে বহি বহি পঢ়িম। পিছে, মই যে পঢ়িব নাজানো! কোনে পঢ়ি শুনাব? পেহীয়ে ৰামায়ণ পঢ়ে। পেহীয়ে জানো ৰজাৰ লেখা পঢ়িব পাৰে? কোনেও যদি পঢ়িব নোৱাৰে চিঠিবোৰ গোটাই থৈ দিম- মই যেতিয়া ডাঙৰ হ'ম তেতিয়া পঢ়িম। পিছে ডাক-হৰ কৰাই যদি মোক চিনি নপায়?
গাওঁবুঢ়া ডাঙৰীয়া, গাওঁবুঢ়া ডাঙৰীয়া কথা এটা শুনি যোৱাঁ।

(গাওঁবুঢ়া আহে)

গাওঁবুঢ়া : কোন অ'। বাটৰ মাজত মোক এনেকৈ মাতে? ক'ৰ বান্দৰ এইটো।

অমল : তুমি গাওঁবুঢ়া! তোমাকতো সকলোৱেই মানে।

গাওঁবুঢ়া : (তুষ্ট হৈ) হয়, হয়, মানেতো। খুব মানে।

অমল : ৰজাৰ ডাক-হৰকৰাই তোমাৰ কথা শুনেনে?

গাওঁবুঢ়া : নুশুনিলে তাৰ ৰক্ষা আছে জানো? বাৰু কৈছাঁ, তাৰ সাধ্য কি?

অমল : তুমি ডাক-হৰকৰাক কৈ দিবাঁ। মোৰেই নাম অমল - মই এই জালানাখনৰ দাতিতে বহি থাকোঁ।

গাওঁবুঢ়া : কিয় কোৱাঁচোন।

অমল : মোৰ নামে যদি চিঠি আহে -

গাওঁবুঢ়া : তোমাৰ নামে চিঠি। তোমালৈ কোনে চিঠি লিখিব?

অমল : ৰজাই যদি লিখে। তেনেহ'লে -

গাওঁবুঢ়া : হা-হা-হা-হা! এই ল'ৰাটোতো কম নহয়। হা, হা,হা, হা। ৰজাই তোমালৈ চিঠি লিখিব! এৰা, লিখিবতো। তুমি যে ৰজাৰ পৰম বন্ধু। কেবাদিনো তোমাৰ লগত দেখা নোহোৱা বাবে ৰজাই তেনেই খীণাই - শুকাই গৈছে, খবৰ পাইছোঁ। বেছি পলম নহয়। চিঠি কিজানি আজিয়েই বা কাইলৈকে আহিব।

অমল : গাওঁবুঢ়া, তুমি এনেকৈ কথা কৈছা কিয়? মোৰ ওপৰত তোমাৰ খং উঠিছে নেকি?

গাওঁবুঢ়া : এঃ। তোমাৰ ওপৰত খং উঠিব। ইমান সাহ আছেনে মোৰ। ৰজাৰ লগত তোমাৰ চিঠি অহা যোৱা কৰে!

মাধৱ দত্তৰ বৰ গপ হৈছে দেখিছোঁ। দু পইচা জমা কৰিছে নহয়। এতিয়া তেওঁৰ ঘৰত ৰজা-বাদশ্বাহৰ কথাৰ বাহিৰে আৰু অইন কথা নাই। ৰ'বি, তাৰ হোৰ তুলিম।

হেৰ' ল'ৰা। ভাল কথা। সোণকালেই যাতে ৰজাৰ চিঠি তোমালোকৰ ঘৰলৈ আহে, মই তাৰ উপায় কৰিম।

অমল : নাই, নাই। তুমি একো কৰিব নালাগে।

গাওঁবুঢ়া : কিয়বা? তোৰ কথা মই ৰজাক জনাই দিম- তেতিয়াহ'লে তেখেতে আৰু বেলি নকৰে - তোমালোকৰ খবৰ ল'বলৈ ৰজাই এতিয়াই পাইক পঠিয়াই দিব। নহয়, মাধৱ দত্তৰ বৰ মত মতনি হৈছে-

ৰজাৰ কাণত এবাৰ পৰিলেই সি ঠিক হৈ যাব। (প্ৰস্থান)

অমল : কোন তুমি ঝুম ঝুম কৰি গৈছাঁ, অকণ মান ৰঁবাচোন আইটি।

(বালিকা আহে)

বালিকা : মোৰ জানো ৰ'বৰ সময় আছে। বহুত পলম হ'ল।

অমল : তুমি ৰ'বৰ ইচ্ছা কৰা নাই। মোৰো ইয়াত আৰু বহি থাকিবৰ মন নোযোৱা হৈছে।

বালিকা : তোমাক দেখি মোৰ মনে ধৰিছে যেন ৰাতিপুৱাৰ তৰা – তোমাৰ কি হৈছে কোৱাঁচোন?

অমল : নাজানো কি হৈছে। কবিৰাজে মোক বাহিৰলৈ ওলাবলৈ হুকুম দিছে।

বালিকা : এঃ, তেনে নোলাবাঁ- কবিৰাজৰ কথা শুনিব লাগে- দুষ্টালি কৰি ঘূৰি ফুৰিব নাপায়। তেনে কৰিলে মানুহে দুষ্ট বুলি ক'ব। বাহিৰৰ ফালে চাই তোমাৰ মনে ছট্‌ফট্ কৰিছে। মই বাৰু তোমাৰ এই এপাট দুৱাৰ বন্ধ কৰি দিওঁ।

অমল : নাই, নাই বন্ধ নকৰিবাঁ - ইয়াত মোৰ আটাইবোৰেই বন্ধ। মাত্ৰ এই খনহে খোলা আছে। তুমি কোন কোৱাচোন- মই হ'লে তোমাক চিনি পোৱা নাই।

বালিকা : মই সুধা।

অমল : সুধা।

সুধা : চিনি নোপোৱাঁ নেকি? মই ইয়াৰ মালিনীৰ জীয়েক।

অমল : তুমি কি কৰা?

সুধা : কুকিত ভৰাই ফুল আনি মালা গাথোঁ। এতিয়া ফুল তুলিবলৈ ওলাইছোঁ।

অমল : ফুল তুলিবলৈ ওলাইছাঁ? অ' সেইকাৰণে তোমাৰ ভৰি দুটাত ইমান ফূৰ্তি। যিমান তুমি খোজ দিছাঁ - যিমানে তোমাৰ নেপূৰ বাজিছে ঝম, ঝম, ঝম। মই যদি তোমাৰ লগত যাব পাৰিলোঁহেতেন তেনেহ'লে ওখ ডালত য'ত ফুলবোৰ নেদেখাকৈ থাকে, তাৰ পৰা তোমাক ফুল পাৰি দিলোহেঁতেন।

সুধা : ইহ্ এওঁ ফুলৰ খবৰ মোতকৈও বেছি জানে।

অমল : জানো, মই খুব জানো। মই সাত ভাই চম্পাৰ খবৰ জানো। মোৰো মনে ধৰে, মোক যদি আটায়ে এৰি দিয়ে তেনেহলে মই গুচি যাব পাৰোঁ। খুব ডাঠ হাবিৰ মাজলৈ য'ত কোনেও বাট বিচাৰি নাপায়। সৰু সৰু গছৰ ডালৰ আগত পৰি চৰাইবোৰে য'ত হেন্দুলি থাকে সেই খিনিলৈকে বগাই মই চঁপা ফুল হৈ ফুলি থাকিব পাৰিম। তুমি মোৰ পাৰুল বাইদেউ হ'বাঁ।

সুধা : কি বুদ্ধি তোমাৰ। পাৰুল বাইদেউ মই কেনেকৈ হ'ম। মই সুধাহে - মই শশী মালিনীৰ জীয়েক। মই সদায় ইমানবোৰ— ইমানবোৰ মালা গাঁথিব লাগে।

মই যদি তোমাৰ দৰে ইয়াত বহি থাকিব পাৰিলোহেঁতেন কেনে মজা হ'লেহেঁতেন।

অমল : তেতিয়া গোটেই দিনটো কি কৰিলাহেঁতেন?

সুধা : মোৰ পুতলা কইনা আছে, তাইৰ বিয়া পাতিলোহেঁতেন। মোৰ মেকুৰী এজনী আছে। যাওঁ, বহুত বেলি হ'ল। বেলি হ'লে ফুল আৰু নাথাকে।.

অমল : মোৰ লগত অলপ কথা পাতাঁ। মোৰ ভাল লাগিছে।

ডাকঘৰ

সুধা : বাৰু। ভালকথা। তুমি দুষ্টামি নকৰিবাঁ। ভাল ল'ৰাৰ দৰে ইয়াতে বহি থাকাঁ। মই ফুল তুলি উলটি আহোঁতে তোমাৰ লগত কথা পাতি যাম।

অমল : আৰু, মোক এপাহ ফুল দি যাবাঁ।

সুধা : ফুল এনেয়ে কেনেকৈ দিম? দাম দিব লাগিব।

অমল : মই যেতিয়া ডাঙৰ হ'ম তেতিয়া তোমাক দাম দিম। মই সৌ জানটো পাৰ হৈ কাম বিচাৰি যাম, তেতিয়া তোমাক দাম দি যাম।

সুধা : বাৰু, ভাল কথা।

অমল : তুমি তেনেহলে ফুল তুলি অটাই আহিবাঁ?

সুধা : আহিম।

অমল : আহিবাঁ?

সুধা : আহিম।

অমল : মোক পাহৰি নোযোৱাতো? মোৰ নাম অমল, মনত থাকিব নে তোমাৰ?

সুধা : নাই, নেপাহৰোঁ। মনত থাকিব ।(প্ৰস্থান)

(এদল ল'ৰা আহে)

অমল : ভাইহঁত, তোমালোক কেনি যোৱাঁ? ইয়াত অলপ ৰোৱাচোন।

ল'ৰাহঁত : আমি খেলিবলৈ ওলাইছোঁ।

অমল : তোমালোকে কি খেলিবাঁ?

ল'ৰাহঁত : আমি খেতি-কৰা খেলিম।

প্ৰথম : (লাঠি দেখুৱাই) এইয়া আমাৰ নাঙল।

দ্বিতীয় : ইয়ে ময়ে আমি দুটা গৰু হাল হ'ম।

অমল : গোটেই দিন খেলিবানে?

ল'ৰাহঁত : এৰা, গোটেই দি—ন।

অমল : তাৰ পাছত গধুলি বেলিকা নৈৰ পাৰে পাৰে ঘৰলৈ উলটি আহিবাঁ?

ল'ৰাহঁত : এৰা, গধূলি বেলিকা উলটিম।

অমল : আমাৰ এই পিনেই উলটি যাবাঁহক দেই -

ল'ৰাহঁত : আহাঁ, তুমিও ওলাই আহাঁ, আমাৰ লগত খেলিবাঁ।

অমল : কবিৰাজে মোক ওলাই যাবলৈ হাক দিছে।

ল'ৰাহঁত : কবিৰাজ! কবিৰাজৰ হাক-বচন তুমি শুনা হ'বলা! ব'লা ভাইহঁত, বলা - আমাৰ বেলি হৈছে।

অমল : নহয় হেঁ! তোমালোক অলপ ৰবাঁ। মোৰ এই জানালাৰ পিনে বাটত বৈ তোমালোকে অলপ কিবাকিবি খেলাঁ- মই অকণ চাওঁ।

ল'ৰাহঁত : এতিয়া কিহেৰে খেলিম?

অমল : এই বোৰ মোৰ আটাই খেলনা পৰি আছে।- এইবোৰ তোমালোকেই নিয়া ভাইহঁত। ঘৰৰ ভিতৰত অকলে খেলিবৰ মন নাযায়। - এইবোৰ মাটিবালি লাগি এনেয়ে পৰি আছে -মোৰ একো কামত নালাগে।

ল'ৰাহঁত : বা বা বা'কি ধুনীয়া খেলনাবোৰ! এই খন জাহাজ! এই জনী জাটুলী বুঢ়ী! দেখিছানে ভাইহঁত! এইটো কেনে মজা চিপাহী! এইবোৰ তুমি আমাক দি দিলা? তোমাৰ মনত বেয়া লগা নাইনে?

অমল : নাই, একো বেয়া লগা নাই! আটাইবোৰ তোমালোকক দিলোঁ।

ল'ৰাহঁত : ওলোটাই নিদিওঁ হ'লে।

---

ডাকঘৰ

অমল ঃ নাই, ওলোটাই দিব নালাগে।

ল'ৰাইঁত ঃ দিয়া বাবে তোমাক কোনেও গালি-শপনি নেপাৰিবনে?

অমল ঃ কোনেও নেপাৰে, কোনেও নেপাৰে। পিছে, সদায় ৰাতিপুৱা আহি তোমালোকে মোৰ এই জানালাৰ ওচৰত অলপ অলপ খেলি যাবাঁহি। যেতিয়া এই বোৰ পুৰণি হৈ যাব, মই নতুন খেলনা আনি দিম।

ল'ৰাইঁত ঃ বাৰু তেনে, আমি সদায় আহি সেই খিনিত খেলি যামহি। ভাইহঁত, এই চিপাহীবোৰ এইখিনে শাৰী পাতি থিয় কৰি দিয়া - আমি যুদ্ধ খেলোঁ। বন্দুক ক'ত পাম? অ' সৌৱা সৌখিনিতে ফলীয়া বাঁহ এছটা পৰি আছে - সেই টুকুৰাকে ভাঙি ভাঙি বন্দুক সাজি লওঁ। অ' তুমি দেখোন শুব খুজিছা।

অমল ঃ এৰা, মোক টোপনিয়ে হেঁচা মাৰি ধৰিছে। ক'ব নোৱাৰোঁ কিয় মোৰ বৈ বৈ এনেয়ে টোপনি ধৰে। বহুত বেলি বহি আছোঁ, আৰু বহিব নোৱাৰোঁ যেন লাগিছে - মোৰ পিঠিটো বৰ বিষাইছে।

ল'ৰাইঁত ঃ এতিয়া মাত্ৰ এক বাজিছে - এতিয়াই তোমাৰ টোপনি ধৰিছে কেলেই? সেইয়া শুনা এক বজাৰ ঘণ্টা বাজিছে।

অমল ঃ হয়, হয়, সেইয়া বাজিজে ঢং ঢং ঢং মোক শুবলৈ যাবলৈ কৈছে।

ল'ৰাইঁত ঃ তেনে আমি এতিয়া যাওঁ, কাইলৈ পুৱা আকৌ আহিম।

অমল ঃ যোৱাৰ আগতে তোমালোকক মই কথা এটা সোধোঁ। তোমালোক বাহিৰত থাকাঁ। তোমালোকে সেই বজাৰ ডাকঘৰটোৰ ডাকহৰকাবোৰ চিনি পোৱানে?

ল'ৰাইঁত ঃ চিনি পাওঁ - ভালকৈয়ে চিনি পাওঁ।

অমল ঃ তেওঁ বিলাকৰ নাম কি?

ল'ৰাইঁত ঃ এজনৰ নাম বাদল হৰকৰা। এজন আছে শৰৎ - আৰু কিমান আছে!

অমল ঃ বাৰু, মোৰ নামে যদি চিঠি আহে তেওঁবিলাকে বাৰু মোক চিনি পাবনে?

ল'ৰাইঁত ঃ কেনেকৈ নাপাব? চিঠিত তোমাৰ নাম লিখা থাকিলেই তেওঁবিলাকে তোমাক বিচাৰি উলিয়াব নহয়।

অমল ঃ কাইলৈ পুৱা যেতিয়া তোমালোক আহিবাঁ - হৰকৰা বোৰৰ এজনক মাতি আনি মোক চিনাই দিবাঁ চোন।

ল'ৰাইঁত ঃ বাৰু দিম।

## (৩)

### (অমল শয্যাগত)

অমল ঃ পেহা, আজি আৰু মই সেই জানালাৰ ওচৰলৈও যাব নোৱাৰোঁ। কবিৰাজে হাক দিছে।

মাধৱ ঃ এৰা বোপাই। তাত সদায় সদায় বহি থাকিয়েই তোমাৰ বেমাৰ হৈ গ'ল।

অমল ঃ নহয় পেহা, নহয় - মোৰ বেমাৰৰ কথা মই একো নাজানো। কিন্তু তাত থাকিলে মই বৰ ভালৰে থাকোঁ।

মাধৱ ঃ তাত বহি বহি তুমি এই নগৰৰ যিমান লৰা-বুঢ়া আছে আটাইৰে লগতেআপোন হৈ ল'লা - মোৰ দুৱাৰ মুখত সদায় যেন এখন মস্ত মেলা বহে - ইমানতো তোমাৰ গা ভালে থাকিব নে বোপাই? চোৱাঁচোন আজি তোমাৰ মুখখন তেনেই শেঁতা পৰি গ'ল!

অমল ঃ পেহা, আজি কিজানি মোৰ সেই ফকীৰজনে মোক নেদেখি আজি তাৰ পৰা গুচি যাব?

মাধৱ দত্ত ঃ তোমাৰ আকৌ ফকীৰ কোন?

অমল ঃ সেই যে সদায় মোৰ ওচৰলৈ আহি দেশ-বিদেশৰ নানা কথা কৈ যায়হি - শুনি মই বৰ ভাল পাওঁ।

মাধৱ দত্ত ঃ ক'তা, মইতো ফকীৰক চিনি নাপাওঁ।

অমল ঃ এতিয়াই ঠিক তেওঁ অহাৰ সময় হৈছে - তোমাৰ ভৰিত ধৰিছোঁ পেহা, তুমি তেওঁক এবাৰ ইয়ালৈ লৈ আহাগৈ চোন -

(ফকীৰ বেশে ককাৰ প্ৰৱেশ)

অমল : এইয়া - এইয়া - ফকীৰ। আহাঁ, মোৰ বিছনাত বহাঁহি।

মাধৱ দত্ত : অ'! এওঁ হে -

ককা : (চকুৰে ইঙ্গিত দি ) মই ফকীৰ।

মাধৱ দত্ত : তুমি যে কি নোহোৱাঁ তাকেহে ভাবি পোৱা নাই।

অমল : এই বেলি তুমি ক'লৈ গৈছিলাঁ ফকীৰ?

ককা : মই ক্ৰৌঞ্চ দ্বীপলৈ গৈছিলোঁ - তাৰ পৰাই এইয়া আহিছোঁ।

মাধৱ দত্ত : ক্ৰৌঞ্চদ্বীপ?

ককা : আচৰিত হলাঁ কিয়? তোমালোকৰ নিচিনা বুলি মোক ভাবিছানেকি? মোৰ যে যাবলৈ একো খৰছ নালাগে। য'লৈকে মন যায় তালৈকে মই যাব পাৰোঁ।

অমল : (হাত চাপৰি মাৰি) তোমাৰ বৰ মজা! মই যেতিয়া ভাল হ'ম তুমি মোক তোমাৰ শিষ্য কৰি ল'ম বুলিছিলা নহয়। মনত আছেনে ফকীৰ?

ককা : আছেতো। ফুৰিবলৈ ওলোৱা সময়ত তোমাক এনেকুৱা কিছুমান মন্ত্ৰ শিকাই দিম যে, সাগৰ পৰ্বত অৰণ্য ক'তো একোৱে তোমাক বাধা দিব নোৱাৰিম।

মাধৱ দত্ত : এইবোৰ কি বলিয়াৰ নিচিনা কথা কৈছাঁ তোমালোকে?

ককা : বোপাই অমল, পাহাৰ, পৰ্বত, সাগৰ একোলৈকে ভয় নকৰোঁ - কিন্তু, তোমাৰ এই পেহাৰ লগত আহি যদি আকৌ কবিৰাজ লগ লাগেহি তেনেহ'লে মোৰ মন্ত্ৰও মিছা হ'ব।

অমল : নহয়, নহয়। পেহা, তুমি কবিৰাজক একো নকবাঁ। এতিয়া মই ইয়াতে শুই থাকিম। একো নকৰোঁ। কিন্তু, যি দিনা মই ভাল হ'ম সেইদিনাই মই ফকীৰৰ মন্ত্ৰ লৈ গুচি যাম - নৈ, পাহাৰ, সাগৰ একোৱেই মোক ধৰি বান্ধি থ'ব নোৱাৰিব।

মাধৱ দত্ত : এঃ বোপাই, সদায় যাওঁ যাওঁ কৰি থাকিব নাপায় - শুনিলে মোৰ মনটো বৰ বেয়া লাগে।

অমল : ক্ৰৌঞ্চদ্বীপ কেনেকুৱা দ্বীপ মোক কোৱাঁচোন ফকীৰ।

ককা : সেইখন বৰ আচৰিত ঠাই। চৰাইবোৰৰ দেশ — তাত মানুহ নাই। সিহঁতে কথা নকয়। নুফুৰে। সিহঁতে গান গায় আৰু উৰে।

অমল : বাঃ কি সুন্দৰ। সাগৰৰ পাৰত?

ককা : এৰা, সাগৰৰ পাৰত।

অমল : চব নীল ৰং পাহাৰ বোৰ আছে।

ককা : নীল পাহাৰবোৰেই যে সিহঁতৰ থকা ঠাই। সন্ধ্যাৰ সময়ত সেই পাহাৰবোৰৰ ওপৰত মাৰ যোৱা বেলিৰ পোহৰ আহি পৰেহি, আৰু জাকে জাকে সেউজীয়া ৰঙৰ চৰাইবোৰ সিহঁতৰ বাঁহলৈ উলটি আহে - সেই আকাশৰ ৰং, চৰাইবোৰৰ ৰং আৰু পাহাৰৰ ৰং মিলি এটা ভাল কাণ্ডই হৈ উঠে।

অমল : পাহাৰত ঝৰ্ণা আছে?

ককা : ঢেৰ আছে। ঝৰ্ণা নাথাকিলে কেনেকৈ হ'ব। একেবাৰে হীৰা গলাই ঢালি দিয়া যেন। আৰু ঝৰ্ণাৰ কি নাচ! শিলগুটি বোৰৰ ওপৰেদি বাজনা বজাই বজাই কল্ কল্ ঝৰ্ ঝৰ্ কৰি কৰি ঝৰ্ণাটো গৈ সাগৰৰ বুকুত পৰিছেগৈ। কোনো কবিৰাজৰ বাপেকে এক দণ্ডও ধৰি ৰাখিব নোৱাৰে। চৰাইবোৰে মোক যদি এটা সামান্য মানুহ বুলি এঘৰীয়া কৰি নথলেহেঁতেন তেনেহলে সেই ঝৰ্ণাটোৰ পাৰত সিহঁতৰ হেজাৰ হেজাৰ বাঁহৰ লগতে ময়ো এটা বাঁহ সাজি সাগৰৰ ঢৌ চাই চাই গোটেই দিনটো কটাই দিলোঁহেঁতেন।

অমল : মই যদি চৰাই হলোঁহেতেন—

ককা : তেনেহ'লে এটা বৰ ডাঙৰ বুদ্ধি হ'লহেতেন। শুনিলোঁ, তুমি হেনো সেই দৈ ৱালাটোক কৈ থৈছা ডাঙৰ হ'লে তুমি দৈ বিক্ৰী কৰিবা। চৰাইবোৰৰ লগত দৈ কাৰবাৰটো নচলিব বোপাই। কিজানি তোমাৰ তাত লোকচান হে হ'ব।

মাধৱ দত্ত : মই আৰু তোমালোকৰ লগত নেথাকোঁ। তোমালোকে এতিয়া মোৰো খং তোলাবা যেনহে লাগিছে। মই যাওঁ।

অমল : পেহা, মোৰ দৈ ৱালাটো আহি গুচি গ'ল নেকি?

---

ডাকঘৰ

মাধৱ দত্ত : গ'ল বোপাই। তোমাৰ এই ফকীৰ জনৰ টালি টোপোলা কাণত বান্ধি লৈ ক্রৌঞ্চদ্বীপৰ চৰাইবোৰৰ লগত উৰি ফুৰিলেটো তাৰ পেট নভৰিব। সি তোমাৰ কাৰণে এমলা দৈ থৈ গৈছে। কৈ গৈছে, সিহঁতৰ গাৱঁত হেনো এখন বিয়া হৈছে। তাৰ কাৰণে চানাইবালা মাতিবলৈ গৈছে। সেই কাৰণে তেওঁ বৰ ব্যস্ত।

অমল : তেওঁ দেখোন মোক কৈছিল, তেওঁৰ সৰু ছোৱালীজনী মোলৈ বিয়া দিব।

ককা : তেনেহলেতো বৰ মস্কিলৰ কথা।

অমল : কৈছিলে, তাই মোৰ অকণমানি নঘৈণীজনী হ'ব। তাই নাকফুল, ৰঙা পাৰীৰ শাৰী, তাই ৰাতিপুৱা নিজে কলী গৰু জনী খীৰাই ফেনে সৈতে মোক খাবলৈ দিব, আৰু গধূলি বেলিকা গোহালী ঘৰত চাকি দেখুৱাই আহি মোক সাত ভাই চম্পাৰ সাধু কব।

ককা : বাঃ বাঃ বাঃ বাঃ কথাটো শুনি মোৰ নিচিনা ফকীৰ মানুহৰো লোভ লাগিছে। বাৰু তুমি ভয় নকৰিবা বোপাই। এই জনী ছোৱালীৰ বিয়া হৈ য'ক বাৰু। তাৰ ঘৰত আৰু ছোৱালী আছে নহয়।

মাধৱ দত্ত : যোঁৱা, যোঁৱা, মই এইবোৰ শুনি থাকিব নোৱাৰোঁ (মাধৱ গুচি যায়)

অমল : ফকীৰ। পেহা গ'ল, এইবেলি তুমি মোক মনে মনে কোৱাচোন ডাকঘৰলৈ বাৰু মোৰ নামে ৰজাৰ ঘৰৰ পৰা চিঠি আহিছেনে?

ককা : শুনিছোঁ, তোমাৰ চিঠি ৰজাৰ ঘৰৰ পৰা ৰাওনা হ'ল। সেই চিঠি এতিয়া বাটত আছে।

অমল : বাটত? কোন বাটত? সেই যে বৰষুণ হোৱাৰ পিছত আকাশ খন পৰিস্কাৰ হৈ গ'লে বহুত দূৰত, সেই ডাঠ হাবিবোৰৰ দাঁতিয়েদি বাটটো দেখি সেই টোৱেই নেকি?

ককা : অ' তেনেহলেতো তুমি আটাইবোৰ জানাই দেখিছোঁ। সেইটোৱেইটো বাট।

অমল : মই চব জানো ফকীৰ।

ককা : এৰা, তেনেযেন দেখিছোঁ। কেনেকৈ জানিলা?

অমল : সেইটোও আৰু মই নেজানিম নে? মই যেন চকুৰ আগত দেখিবলৈ পাওঁ মনে ধৰে, যেন মই বহুত বাৰ দেখিছোঁ, বহুত দিনৰ আগেয়ে, কিমান দিন, সেইটোহে মনত নপৰে। ক'ম? মই দেখিছোঁ, ৰজাৰ ডাক হৰকৰাটো পাহাৰৰ ওপৰৰ পৰা তললৈ নামি আহিছে, তাৰ বাওঁহাতত লণ্ঠন এটা আৰু কান্ধত চিঠিৰ থৈলা এটা। কিমান দিন - কিমান ৰাতি ধৰি সি নামিছে তাৰ ঠিকনা নাই। হৰকৰাটো এইফালে যিমানেই আহি আছে সিমানেই মোৰ মনটো ভাল লাগিছে।

ককা : ইমান নতুন চকু মোৰ নাই নহয়, তথাপি তুমি দেখাৰ লগে লগে ময়ো দেখিছোঁ যেন লাগিছে।

অমল : বাৰু ফকীৰ, যাৰ ডাকঘৰ তুমি সেই ৰজাজনক চিনি পোৱা?

ককা : ওঁ পাওঁতো। মই সদায় তেওঁৰ পৰা ভিক্ষা আনিবলৈ যাওঁ নহয়।

অমল : হয় নেকি? মই ভাল হ'লে মযো তেওঁৰ পৰা ভিক্ষা আনিবলৈ যাম। নোৱাৰিম নে যাব?

ককা : বোপাই, তুমি আৰু ভিক্ষা কৰিবৰ দৰ্কাৰ নহ'ব। তেওঁ তোমাক যি দিয়ে তুমি নোযোৱাকৈয়ে দিব।

অমল : নহয়, নহয়। মই তেওঁৰ দুৱাৰ মুখত থিয় হৈ 'জয় হক' বুলি ভিক্ষা খুজিম মই হাতত খুটিতাল লৈ নাচিম - ভাল নহবনে বাৰু?

ককা : সেইটো বৰ ভাল হ'ব। তোমাক লগত লৈ গ'লে মোৰো পেট ভৰা ভিক্ষা ওলাব। তুমি ভিক্ষা খুজিবা নেকি?

অমল : মই ৰজাক ক'ম - মোক আপোনাৰ ডাক হৰকৰা কৰি লওঁক-
জানা ফকীৰ? মোক এজনে কৈছিল, মই ভাল হ'লে তেওঁ মোক ভিক্ষা কৰিবলৈ শিকাব। মই তেওঁৰ লগত যলৈকে মন যায় তালৈকে গৈ গৈ ভিক্ষা কৰি ফুৰিম।

ককা : কোন বাৰু কোৱাচোন?

অমল : ছিদাম।

ককা : কোন ছিদাম।

অমল : সেই যে কণা, খোঁড়া মানুহটো। সি সদায় মোৰ জানালাৰ ওচৰলৈ আহে, ঠিক মোৰ নিচিনা এটা ল'ৰাই তাক চকা-লগা গাড়ী এখনত তুলি ঠেলি ঠেলি লৈ যায়। মই তাক কৈছোঁ - মোৰ গা ভাল হ'লে ময়ো তাক ঠেলি ঠেলি লৈ ফুৰাম।

ককা : বৰ ভাল হ'ব।

অমল : সি মোক কৈছিল কেনেকৈ ভিক্ষা মাগিব লাগে সি মোক শিকাই দিব। তাক ভিক্ষা দিবলৈ মই পেহাক কওঁ; পেহাই কয় বোলে সি ভাও ধৰা কণা, ভাও ধৰা খোঁড়া। বাৰু সি যেনিবা ভাও ধৰা কণাই হ'ল কিন্তু সি যে নেদেখে সেইটো সঁচা।

ককা : ঠিক কৈছাঁ বোপাই। আচল কথাটো হৈছে, যি চকুৰে নেদেখে - তাক কণা বোলাই বা নোবোলা, সি ভিক্ষা নাপালে তোমাৰ ওচৰত বহি থাকি কি কৰিব?

অমল : ক'ত কি আছে কথাবোৰ কৈ মই যে তাক শুনাওঁ। বেচেৰাই চকুৰে নেদেখে, তুমি মোক যি-বোৰ ধুনীয়া ধুনীয়া দেশৰ কথা মোক কোৱাঁ - মই সেইবোৰ তাক কওঁ। তুমি যে সেইদিনা মোক এখন পাতল দেশৰ কথা, কৈছিলা - য'ত বস্তুবোৰ সমূলি গধুৰ নহয়, য'ত অকণমান জাপ এটা মাৰিলেই পাহাৰবোৰ পাৰ হৈ যাব পাৰি, সেই পাতল দেশৰ কথা শুনি সি বৰ ভাল পাইছিল। বাৰু ফকীৰ, সেই দেশখনলৈ কেনি যাব পাৰি?

ককা : ভিতৰ পিনেদি এটা বাট আছে, পিছে সেই বাটটো বিচাৰি উলিওৱাহে বৰ টান।

অমল : বেচেৰা যে কণা, সি কিজানি সেই বাটটো নেদেখিবই - সি ভিক্ষা কৰিয়েই কটাব লাগিছে। সেই কাৰণে সি বেজাৰ কৰিছিল। মই তাক ক'লোঁ - ভিক্ষা কৰিবলৈ গৈ তুমি যিমান ফুৰিবলৈ পোৱাঁ, আটায়ে সিমান নাপায় নহয়।

ককা : ঘৰত বহি থাকিলেনো ইমান দুখ কিহৰ?

অমল : নাই, নাই, দুখ নাই। প্ৰথমে মোক যেতিয়া ঘৰৰ ভিতৰতে বহুৱাই থৈছিল তেতিয়া মোৰ দিনবোৰ নেযাই নুপুৱাই লাগিছিল। আমাৰ ৰজাৰ ডাকঘৰটো দেখাৰ দিনাৰ পৰা এতিয়া সদায় মোৰ মনটো ভাল লাগে - এই ঘৰটোৰ ভিতৰত সোমাই থাকিয়েই ভাল লাগিছে। এদিন মোৰ নামে চিঠি আহিব বুলি ভাবিলেই মোৰ মনটো বৰ ভাল লাগে - মই বৰ ৰংমনেৰে বহি থাকিব পাৰোঁ। কিন্তু ৰজাৰ চিঠিত যে কি লিখা থাকিব সেইটোহে নাজানোঁ।

ককা : সেইটো নাজানিলাই যেনিবা। তোমাৰ নামটো থাকিলেই হ'ল।

**(মাধৱ দত্তৰ প্ৰৱেশ)**

মাধৱ : তোমালোক দুটি মিলি এইবোৰ কি জঞ্জাল সৃষ্টি কৰিছাঁ কোৱাঁচোন।

ককা : কিয়। হ'ল কি?

মাধৱ দত্ত : শুনিলোঁ। তোমালোকে বোলে ৰটিছা, ৰজাই তোমালোকলৈকে চিঠি লিখিব বুলি হেনো ডাকঘৰ খুলিছে।

ককা : পিছে, তাৰ পৰানো কি হানি হ'ল?

মাধৱ দত্ত : আমাৰ সেই পঞ্চানন গাওঁবুঢ়াই সেই কথাটো ৰজাক লগাই বেনামী চিঠি লেখি দিছে।

ককা : আটাইবোৰ কথা যে ৰজাৰ কাণত পৰেগৈ সেইটো আমি নাজানোঁ বুলি ভাবিছানেকি?

মাধৱ দত্ত : তেনেহলে সাৱধানে নচলা কেলেই? ৰজা-বাদশ্বাহৰ নাম লৈ এনেকৈ যিহকে পাই তাকে কৈ ফুৰাঁ কিয়? তোমালোকে দেখিছোঁ মোকো বিপদত পেলাবা।

অমল : ফকীৰ, ৰজাই খং কৰিব নেকি?

ককা : ক'লেই হ'ল। খং কৰিব! কেনেকৈ খং কৰে চাও বাৰু। মোৰ নিচিনা ফকীৰ আৰু তোমাৰ নিচিনা ল'ৰাৰ ওপৰত খং দেখুৱাই কেনেকুৱা ৰজা ওলাই চাওঁচোন বাৰু।

অমল : বুজিছা ফকীৰ। আজি ৰাতিপুৱাৰ পৰা মোৰ চকু দুটাৰে মাজে মাজে এন্ধাৰ এন্ধাৰ দেখোঁ। মনটোত এনে লাগিছে যেন এইবোৰ আটাইবোৰ স্বপ্নহে। মোৰ একেবাৰে নিমাত হৈহে থাকিবৰ মন গৈছে। কথা ক'বৰ সমূলি মন যোৱা নাই। ৰজাৰ চিঠি নাহিব নেকি? এতিয়াই যদি এই ঘৰ-দুৱাৰ আটাইবোৰ আন্ধাৰত মিলি যায় - যদি -

ফকিৰ : (বিচনীৰে অমলক বিচি বিচি) আহিব, চিঠি আজিয়েই আহিব।

**(কবিৰাজ আহে)**

কবিৰাজ : আজি কেনে পাইছা বোপাই?

অমল : কবিৰাজ মহাশয়! আজি বৰ ভাল যেন লাগিছে - বেমাৰবোৰ তেনেই ভাল হৈ গ'ল যেন লাগিছে। (হাঁহি)

কবিৰাজ : (আঁতৰত থকা মাধৱৰ প্ৰতি) এই হাঁহিটো কিন্তু ভাল লক্ষণৰ নহয় দেই। সি যে কৈছে বেমাৰ ভাল হ'ল যেন লাগিছে সেইটোৱেই বেয়া লক্ষণ। চক্ৰধৰ দত্তই কৈছে -

মাধৱ দত্ত : হাতযোৰ কৰিছোঁ - কবিৰাজ ডাঙৰীয়া, চক্ৰধৰ দত্তৰ কথা থৈ দিয়ক। এতিয়া কওঁক আচল কথাটো কি হৈছে!

কবিৰাজ : বোধকৰোঁ আৰু ধৰি ৰাখিব পৰা নহ'ব। মই বাৰণ কৰি গৈছিলোঁ, কিন্তু বোধকৰোঁ বাহিৰৰ বতাহ বেছিকৈ লাগিল।

মাধৱ দত্ত : নাই কবিৰাজ মহাশয়। মই তাক অতি যত্নেৰে চাৰিউফালৰ পৰা আগুৰি আছোঁ। তাক বাহিৰলৈ যাবলৈও দিয়া নাই - দুৱাৰবোৰ প্ৰায় সদায় জপাই থোৱাই থাকে।

কবিৰাজ : হঠাৎ আজি এজাক বৰ এক ৰকম বতাহ বলিছে - মই এতিয়া দেখি আহিছোঁ তোমালোকৰ পদূলিয়েদি হো হো কৈ বতাহ বলিছে। এই বতাহজাক কিন্তু বৰ বেয়া দেই। সেই দুৱাৰ খন একেবাৰেই তলাছাবি দি বন্ধ কৰি দিয়া। দুই তিনিদিন তোমালোকৰ ঘৰলৈ মানুহ অহা লাগিলে বন্ধ হৈয়েই থাকক। যদি কোনোবা আহে সৌ খিড়িকীৰ দুৱাৰে দিয়েই কথা হ'ব। সেইয়া খিড়িকীয়েদি আবেলিৰ ৰ'দ সোমাই আহিছে। সেই খনো বন্ধ কৰি দিয়া। পোহৰ আহি থাকিলে ৰোগীৰ টোপনি নধৰে।

মাধৱ : অমলে চকু মুদি আছে। কিজানি টোপনি ধৰিছে। বেচেৰাৰ মুখখন দেখি মনে ধৰে যেন- (বেজাৰেৰে) কবিৰাজ মহাশয়, যি নিজৰ নহয় তাক আনি ঘৰত ঠাই দিলোঁ। তাক ভাল পালোঁ, তাৰ্লৈ মৰম সোমাল, বোধহয় আৰু তাক ধৰি ৰাখিব নোৱাৰিম।

কবিৰাজ : এঁঃ সৌৱা দেখোন গাওঁবুঢ়াটো তোমালোকৰ ঘৰলৈ আহিছে। ই কি উৎপাত। মই যাওঁহে দেই। কিন্তু, তুমি যোৱাঁ, সৌ আগঘৰৰ দুৱাৰখন এতিয়াই বন্ধ কৰি দি আহাঁ। মই ঘৰ পায়েই এটা বিষবড়ি পঠিয়াই দিমগৈ - সেইটো খুৱাই চোৱাঁ - যদি আয়ুসত চাউল আছে তেন্তে সিয়েই ৰাখিব। (কবিৰাজ আৰু মাধৱ দুয়ো যায়)

(গাওঁবুঢ়া আহে)

গাওঁবুঢ়া : কিয় ল'ৰা! কি কৰিছ?

ফকীৰ : (ল'ৰালৰিকৈ উঠি থিয় দি) মনে মনে থাঁকা -

অমল : (দূৰ্বল মাতেৰে) নহয় ফকীৰ, তুমি ভাবিছা মই শুইছোঁ। মই শোৱা নাই। মই আটাইবোৰ কথা শুনি আছোঁ। মই যেন বহুত দূৰৰ কথাও শুনিবলৈ পাইছোঁ। মোৰ মনে ধৰিছে যেন মোৰ আই, মোৰ বোপাই, দুয়ো আহি মোৰ শিতানত বহি আছে। মোক কিবা কৈছে।

(মাধৱ দত্ত আহে)

গাওঁবুঢ়া : হেৰাঁ মাধৱ দত্ত; আজিকালি তোমালোকৰ দেখোন বৰ ডাঙৰ ডাঙৰ মানুহৰ লগতহে সম্বন্ধ।

মাধৱ দত্ত : কয় কি গাওঁবুঢ়া! এনে মস্কৰা নকৰিব। আমি অতি সামান্য মানুহ।

গাওঁবুঢ়া : তোমালোকৰ এই ল'ৰাটিয়ে দেখোন ৰজাৰ চিঠিৰ কাৰণে বাট চাই আছে।

মাধৱ : সি ল'ৰা মানুহ। বলিয়া, তাৰ কথানো ধৰিব লাগেনে?

গাওঁবুঢ়া : নহয়, নহয়, ইয়াত নো আশ্চৰ্য্য হ'বলগীয়া কি আছে। তোমালোকৰ দৰে এখন ঘৰ ৰজাইনো আৰু পাব ক'ত? সেই কাৰণে ৰজাই তোমালোকৰ খিড়িকীৰ পিনেই নতুন ডাকঘৰটো খুলি দিছে। হেৰ' ল'ৰা, তোৰ নামে ৰজাৰ চিঠি আহিছে খবৰ পাইছনে?

অমল : (চক খাই উঠি) সঁচানে।

গাওঁবুঢ়া : সঁচা মিছা কি। তোমাৰ লগত ৰজাৰ বন্ধুত্ব। (এখন বগা কাগজ দি আখৰ পঢ়ি) হা - হা - হা- হা- এই খনেই ৰজাৰ চিঠি।

অমল : মোক ঠাট্টা নকৰিবা। ফকীৰ, ফকীৰ, সঁচাকৈয়ে এইখন ৰজাৰ চিঠিনে?

ফকীৰ : হয় বোপাই, মই ফকীৰে তোমাক কৈছোঁ - এইখন ৰজাৰ চিঠি হয়।

অমল : ক'তা ইয়াত দেখোন আখৰ নায়েই - মোৰ চকুৰে গোটেই খন এখন বগা কাগজহে দেখিছোঁ। গাওঁবুঢ়া, কৈ দিয়াচোন - ইয়াত কি লেখা আছে বাৰু?

গাওঁবুঢ়া : ৰজাই লিখিছে, মই আজিকালিৰ ভিতৰতে তোমালোকৰ ঘৰলৈ যাম। মোৰ কাৰণে তোমালোকৰ ঘৰত জহা-চাউলৰ পায়স সিজাই থবাঁ - ৰজাৰ কাৰেং আৰু মোৰ ভাল লগা নাই। হা- হা- হা- হা।

মাধৱ দত্ত : (হাতযোৰ কৈ) গাওঁবুঢ়া ডাঙৰীয়া, শপত দিছোঁ। এইবোৰ কথা কৈ আৰু ধেমালি নকৰিব।

ফকীৰ : ধেমালি, কিহৰ ধেমালি! ধেমালি কৰিব পৰা শক্তি তেওঁৰ আছে জানো?

মাধৱ : ককা, তোমাৰো খং উঠি গ'ল নেকি?

ফকীৰ : হয়। মোৰ খং উঠিছে। সেই কাৰণেই আজি এই বগা কাগজ খনতো আখৰ দেখা পাইছোঁ। ৰজাই লিখিছে। তেখেতে নিজে অমলক চাবলৈ আহিব, আৰু লগত তেখেতৰ ৰাজ-কবিৰাজ জনো লৈ আহিব। সেইয়া ৰজা অহা জাননী দি বাজনা বাজিছে, শুনিবলৈ পোৱা নাইনে?

গাওঁবুঢ়া : হা-হা-হা-হা! তেওঁৰ আৰু অলপ খং নুঠিলে শুনিবলৈ নাপায়।

অমল : গাওঁবুঢ়া ডাঙৰীয়া, মই ভাবিছিলোঁ তুমি মোৰ ওপৰত খং কৰিছা, তুমি মোক ভাল নোপোৱাঁ। তুমি যে সঁচাকৈয়ে ৰজাৰ চিঠি আনিবা - সেইটো মই ভবাই নাছিলোঁ। দিয়াঁ - মোক তোমাৰ ভৰিৰ ধূলি দিয়াঁ।

গাওঁবুঢ়া : আই ঐ দেহি! ল'ৰাটোৰ অন্তৰত বৰ ভক্তিৰ ভাব আছে। বুদ্ধি নাই কিন্তু বেচেৰাৰ জীৱটো ভাল, মনটো ভাল।

অমল : এতিয়া মানে কিজানি চাৰি বাজি গ'ল। অ' সেইয়া ঢং ঢং বাজিছে। - গধূলিৰ তৰা ওলালনেকি ফকীৰ? মই দেখোন এটাও তৰা দেখা নাই?

ফকীৰ : দুৱাৰ খিড়িকী আটাইবোৰ বন্ধ; দেখিবাঁ কেনেকৈ? মই বাৰু খুলি দিছোঁ।

(বাহিৰৰ পৰা দুৱাৰত খুন্দিয়াই)

মাধৱ দত্ত : এইবোৰ কি! বাহিৰত সেইবোৰ কোন! কি উৎপাত হৈছে?
বাহিৰৰ পৰা কোনোবাই কয় - দুৱাৰ মেলা।

মাধৱ দত্ত : তোমালোক কোন?
(বাহিৰৰ পৰা) দুৱাৰ মেলা।

মাধৱ দত্ত : গাওঁবুঢ়া ডাঙৰীয়া! গাওঁবুঢ়া ডাঙৰীয়া!! বাহিৰত সেইবোৰ ডকাইতনেকি?

গাওঁবুঢ়া : হেৰ, কোন অ' তঁহত? মই পঞ্চানন গাওঁবুঢ়া ইয়াতে আছো। তহঁতৰ ভয় সংশয় নাইনেকি ...
এতিয়া তুমি এবাৰ চোৱাচোন, বাহিৰত মাতবোল নাইদেখোন। পঞ্চানন গাওঁবুঢ়াৰ মাতশুনিলে যিমান ডাঙৰ ডকাইতেই হওঁক সিহঁতৰ ৰক্ষা আছে জানো?

মাধৱ : (খিড়ীকিয়েদি মুখ উলিয়াই বাহিৰলৈ চাই)
বাহিৰৰ দুৱাৰখনে একেবাৰে ভাঙ্গি পেলালে অ' সেয়েহে আৰু মাত শুনা নাই। (ৰাজদূতৰ প্ৰৱেশ)

ৰাজদূত : মহাৰাজ আজি ৰাতি আহিব।

গাওঁবুঢ়া : কি সৰ্বনাশ!

অমল : কিমান ৰাতি আহিব? ৰাজদূত!
কিমান ৰাতি?

দূত : ঠিক মাজনিশা আহিব।

অমল : যেতিয়া মোৰ সেই পৰীয়া বন্ধুজনে নগৰৰ সিংহদ্বাৰত ঢং ঢং ঢংকৈ ঘন্টা বজাব - তেতিয়া?

দূত : অঁ - অঁ - তেতিয়া। ৰজাই তেওঁৰ এই ল'ৰা বন্ধুটিক চাবৰ কাৰণে আটাইতকৈ ডাঙৰ ৰাজকবিৰাজ পঠিয়াই দিছে।

(ৰাজ কবিৰাজৰ প্ৰৱেশ)

ৰাজ-কবিৰাজ : ইকি! চাৰিওপিনে আটাইবোৰ দেখোন বন্ধ! খুলি দিয়া, খুলি দিয়া। দুৱাৰ খিড়িকী যিমান আছে খুলিদিয়া।
(অমলৰ গাত হাত দি) বোপাই! কেনেকুৱা লাগিছে, অলপ ভাল পাইছানে?

অমল : বৰ ভাল, বৰ ভাল, কবিৰাজ মহাশয়। মোৰ আৰু একো বেমাৰ নাই, একো যন্ত্ৰণা নাই। আঃ আটাইবোৰ খুলি দিছোঁ। তৰাবোৰ এতিয়াহে দেখিবলৈ পাইছোঁ। আন্ধাৰৰ ওপৰত থকা আটাই তৰাবোৰ দেখিবলৈ পাইছোঁ।

ৰাজ - কবিৰাজ : মাজৰাতি যেতিয়া ৰজা আহিব তেতিয়া তুমি শোৱা পাটীৰ পৰা উঠি ৰজাৰ লগত ফুৰিব পাৰিবানে?

অমল : পাৰিম, মই পাৰিম। বাহিৰলৈ ওলাব পাৰিলেই মই বাচিলোঁ। মই ৰজাক ক'ম, এই অন্ধকাৰ আকাশত মোক ধ্ৰুৱ তৰাটো দেখুৱাই দিয়াচোন। মই সেই তৰাটো কিমানবাৰ দেখিছোঁ, কিন্তু আকাশখনত ঠিক কোনঠাইত তৰাটো আছে সেইটোহে মই চিনি নাপাওঁ।

ৰাজ - কবিৰাজ : ৰজাই তোমাক আটাইবোৰ চিনাই দিব বোপাই। (মাধৱৰ প্ৰতি) এই কোঠাতেই ৰজাৰ আগমনৰ কাৰণে পৰিষ্কাৰ কৰি ফুল পাত দি সজাই থোৱা (গাওঁবুঢ়াৰ ফালে চাই) এই মানুহটো কিন্তু ইয়াত থাকিব নোৱাৰিব।

অমল : নহয়, নহয়, কবিৰাজ মহাশয়, এখেতে মোৰ বন্ধু। আপোনালোক অহাৰ আগতে এখেতেই মোক ৰজাৰ চিঠি আনি দিছিল।

ৰাজ - কবিৰাজ : বেচ, ভাল কথা বোপাই। এখেত যেতিয়া তোমাৰ বন্ধু এখেতো ইয়াতে থক বাৰু।

মাধৱ দত্ত : (অমলৰ কাণে কাণে) বোপাই, ৰজাই তোমাক ভাল পায়, তেখেত আজি নিজে আহিব - তুমি ৰজাৰপৰা কিবা খুজি ল'বা। মোৰ অৱস্থাও সিমান ভাল নহয়। তুমি আটাইবোৰ জানা নহয়।

অমল : সেইবোৰ মই মনতে ঠিক কৰি থৈছোঁ, পেহা, তোমাৰ এই বিষয়ে একো চিন্তা নাই।

মাধৱ : কি ঠিক কৰি থৈছা বোপাই।

অমল : মই ৰজাক ক'ম, তেখেতে যেন মোক তেখেতৰ ডাকঘৰৰ এটা হৰকৰা কৰি দিয়ে - মই দেশে দেশে ঘৰে ঘৰে তেওঁৰ চিঠি বিলাই ফুৰিম।

মাধৱ দত্ত : (কপালত আঘাত কৰি) হায় মোৰ কপাল!

অমল : পেহা, ৰজা আহিব, তেখেতৰ কাৰণে কিহৰ ভোগ তৈয়াৰী কৰিছা।

দূত : তেখেতে কৈ দিছে তোমালোকৰ ইয়াত তেখেতে জহা-চাউলৰ পায়স খাব।

অমল : জহা চাউলৰ পায়স! গাওঁবুঢ়া ডাঙৰীয়া, আপুনিটো আগতে কৈ থৈছিলে! আপুনি ৰজাৰ খবৰ আটাইবোৰ জানে। আমিহে একো নজনাকৈ আছিলোঁ।

গাওঁবুঢ়া : মোৰ ঘৰলৈ যদি মানুহ এটা পঠাব পাৰা তেনেহ'লে ৰজাৰ কাৰণে ভাল ভাজ অলপ —

ৰাজ - কবিৰাজ : একো দৰকাৰ নাই। এতিয়া তোমালোক আটাইবোৰ থিৰ হোৱা। আহিছে, আহিছে, ল'ৰাৰ টোপনি আহিছে।
মই ল'ৰাটোৰ শিতানত বহিম- তাৰ টোপনি আহিছে। লণ্ঠনৰ পোহৰ কমাই দিয়া। এতিয়া আকাশৰ তৰাৰ পৰা পোহৰ আহক, তাৰ টোপনি আহিছে।

মাধৱ দত্ত : (ককাৰ প্ৰতি) ককা, তুমি এনেকৈ মাটিৰ মূৰ্তিটোৰ দৰে থৰ হৈ হাত যোৰ কৰি আছা কিয়? মোৰ দেখোন বৰ ভয় লাগিছে। এইবোৰ যি দেখিছোঁ এইবোৰ

জানো ভাল লক্ষণ। এওঁবিলাকে কোঠাটো আন্ধাৰ কৰি দিছে কিয়? তৰাৰ পোহৰৰ পৰা মোৰ কি হ'ব?

কক্কা : মনে মনে থাকা, অবিশ্বাসী! নিয়ন্তা মাধৱৰ ওপৰত তোমাৰ আস্থা নাই। তুমি আৰু কথা নকবা।

(সুধাৰ প্ৰৱেশ)

সুধা : অমল!

ৰাজ - কবিৰাজ : সি শুলে।

সুধা : মই যে তেওঁৰ কাৰণে ফুল আনিছিলোঁ - তেওঁৰ হাতত ফুল দিব নোৱাৰিম নেকি?

ৰাজ - কবিৰাজ : বাৰু, তোমাৰ ফুল দিয়া আই।

সুধা : তেওঁ কেতিয়া সাৰ পাব?

ৰাজ - কবিৰাজ : এতিয়াই, যেতিয়াই ৰজা আহি তেওঁক মাতিবহি।

সুধা : তেতিয়া তোমালোকে কাণে কাণে তেওঁক কথা এটি কৈ দিবানে?

ৰাজ - কবিৰাজ : কি ক'ম?

সুধা : ক'বা যে - সুধাই তোমাক পাহৰা নাই।

( অসম্পূৰ্ণ )

# সভাপতিৰ অভিভাষণ

অভ্যৰ্থনা সমিতিৰ সভাপতি মহোদয় প্ৰমুখ্যে সদৌ বৰপেটীয়া ৰাইজ, প্ৰতিনিধিসকল আৰু সভাত উপস্থিতসকল,

আমাৰ পূৰ্বাপৰ ৰীতিমতে ঘৰত কিবা সকাম-নিকাম হলে গোটখোৱা সমূহ লোকৰ আগত আঁঠু লৈ গৃহস্থজনে সম্বোধন কৰে "প্ৰভুসকল" বুলি। ইয়াৰ তাৎপৰ্য্য এয়ে যে নিজৰ গুৰুজন যেনেকুৱা শ্ৰদ্ধাৰ পাত্ৰ সমৱেত সকলোবিলাক তেনেকুৱা শ্ৰদ্ধাৰ গৰাকী। আপোনাসৱক তদনুৰূপ শ্ৰদ্ধাৰে নমস্কাৰ কৰিছোঁ।

## ভাৰতীয় সাহিত্যৰ ধাৰা

আমাৰ সংস্কৃতিয়ে চাৰিটি কথাৰ প্ৰতি গুৰুত্ব দিছে -- 'নাম, দেউ, গুৰু, ভকত।' অৰ্থাৎ আমাৰ যি জন দেৱ, যাক আমি পৰমেশ্বৰৰ সৈতে একে বুলি ভাবোঁ, তেওঁৰ নাম লোৱা আমাৰ প্ৰথম কৰ্তব্য। সেই দেৱজনক দেখুৱাই দিয়ে গুৰুৱে। এতেকে গুৰুজনো দেৱৰ সৈতে একে। গুৰু হলেই ভকত লাগে। কাৰণ ভকত নাইকিয়া অকলশৰীয়া এজন লোক গুৰু হ'ব নোৱাৰে। গতিকে সৰ্বশেষ বা সৰ্বপ্ৰথমতে সেই ভকতসকলহে প্ৰধান যাৰ লগত এক হৈ আমি এক মহান লক্ষ্যৰ ফালে আমাৰ জ্ঞান-বুদ্ধি-শ্ৰদ্ধা-ভক্তিৰ শৰাই-সঁফুৰা আগবঢ়াওঁ। বহু হাজাৰ বছৰৰ আগৰেপৰাই আমাৰ আদি পুৰুষসকলে প্ৰশ্ন কৰিছিল ঃ কোন সেই দেৱ, আমি কাক আমাৰ হবি প্ৰদান কৰিম? উত্তৰ বিচাৰি পালে ঃ যি আত্ম দান কৰে, বল দান কৰে, যাক সমস্ত বিশ্বই উপাসনা কৰে, তেওঁকেই দিয়াঁ।

সেই 'তেওঁৰ' একো নাম নাই, অব্যক্ত, কিন্তু মানুহে তেওঁক আবিষ্কাৰ কৰিলে শব্দ-ধ্বনিৰ মাজত। আদিম সূৰ্য্যৰ হিৰণ্যবৰ্ণৰ জেউতিত স্নান কৰি এদিন ভাৰতবৰ্ষৰ ঋষিয়ে ঘোষণা কৰিলে ঃ ওপৰত চন্দ্ৰবিন্দু থকা ও আখৰটোকে যোগীসকলে ধ্যান কৰে। তাৰ মাজতে সৃষ্টিৰ সকলো কামনা আছে আৰু তাতেই মোক্ষ বস্তুও আছে। সৃষ্টি আৰু স্ৰষ্টাৰ সম্পূৰ্ণ পৰিচয় লুকাই থোৱা এই শব্দকেই ভাৰতবাসীয়ে শব্দব্ৰহ্ম বুলি স্বীকাৰ কৰিলে। বাইবেলেও একেই সুৰত ক'লে— ঃ সৃষ্টিৰ আদিতে আছিল শব্দ, সেই শব্দ আহিছিল ঈশ্বৰৰ পৰা আৰু সেই শব্দই আছিল ঈশ্বৰ।

শব্দব্ৰহ্ম স্বৰূপ সৃষ্টিৰ আদিক নমস্কাৰ কৰিছোঁ

অসম সাহিত্য সভাৰ আজি ষটত্ৰিংশ অধিৱেশন আৰম্ভ হৈছে। ইং ১৯১৭ চনতে আৰম্ভ হোৱা এই মহাসভাৰ ৩৫টি বাৰ্ষিক অধিৱেশন হৈ গ'ল। অসমীয়া সাহিত্য জগতৰ যি সকল মনীষীয়ে এই পৱিত্ৰ আসন অলঙ্কৃত কৰি গ'ল সেইসকলৰ প্ৰতি শ্ৰদ্ধা জনাইছোঁ। যিখন আসনত এদিন গোহাঞিবৰুৱা, সাহিত্যৰথী বেজবৰুৱা, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্ন, দাৰ্শনিক কমলাকান্ত ভট্টাচাৰ্য্য, কনকলাল বৰুৱা, যতীন্দ্ৰ দুৱৰা, ৰজনীকান্ত বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, বেণুধৰ ৰাজখোৱা, ৰঘুনাথ চৌধাৰী, অম্বিকাগিৰী আদি চিৰনমস্য সাহিত্যিকবৃন্দ বহি গ'ল, সেইহেন এখন আসনত এই নিঃকিন অভাজনক বহুৱাই সাহিত্যপ্ৰেমী অসমীয়া ৰাইজে যি চেনেহ দেখুৱালে তাৰ প্ৰতিদান দিবলৈ আমাৰ আন একো সমল নাই; আছে শ্ৰদ্ধাৰে পৰিপূৰ্ণ এখন হিয়া উবুৰিয়াই দিয়া এটি সেৱা।

নিঃকিনৰ সেৱাটি গ্ৰহণ কৰক

যিখন বৰপেটা চহৰত এদিন মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ আৰু শ্ৰীদামোদৰদেৱ সন্মিলিত হৈছিল, য'ত অনন্ত কালক সাক্ষী দিবলৈ এটি পৰম পৱিত্ৰ কীৰ্তন-ঘৰ আছে, হৰিনামৰ অমৃত ধ্বনিয়ে যি ঠাইৰ আকাশ মুখৰিত কৰি আছে; এনেহেন এখন পুণ্যতীৰ্থত আজি অসমীয়া সাহিত্যৰ সেৱা কৰিবলৈ পোৱা আমাৰ পৰম সৌভাগ্যৰ কথা। অসমীয়া সংস্কৃতিৰ মণিকূট স্বৰূপ এই পৱিত্ৰ ধামৰ জন্ম দিওঁতা সেই মহাপুৰুষসকলৰ অমৰ-জ্যোতিয়ে আমাক বিকশিত কৰক।

মহামানৱৰ মিলন তীৰ্থ, পৃথিৱীৰ ভিতৰত আটাইতকৈ পুৰণি, ভাৰতবৰ্ষই আমাৰ দেশ। আমি ভাৰতবাসী। আজিৰ যুগত পৃথিৱীয়ে যিখন ভাৰতবৰ্ষ দেখিছে, এই নৱ ভাৰতৰ অভ্যুদয়ত থিয় দি আছে হাতত এডাল লাখুটী লৈ, অৰ্দ্ধনগ্ন সৰ্বত্যাগী মহামানৱ গান্ধী। যি জনৰ প্ৰেম, অহিংসা আৰু মৈত্ৰীৰ বাণীয়ে ঘৃণা, হিংসা আৰু কপটতা ধ্বংস কৰি মানৱধৰ্মৰ ভেঁটি চিকুণাই থৈ গ'ল, জাতিৰ জনক সেই মহাত্মাৰ উদ্দেশ্যে এটি প্ৰণিপাত। যি জনৰ মহান নেতৃত্বত ভাৰতবৰ্ষই বিচাৰি পালে গৌৰৱৰ এখন বিজয় ধ্বজা — ত্ৰিৰঙ্গ সেই ত্ৰিৰঙ্গ ধ্বজা পৃথিৱীৰ সৰ্বোচ্চ শিখৰ এভাৰেষ্টত উৰি ঘোষণা কৰিছে মহাভাৰতৰে বিজয় বাৰ্তা।

আহক, আজি মহাত্মা গান্ধীৰ জন্ম শতবাৰ্ষিকীৰ বছৰ এই ১৯৬৯ চনৰ আৰম্ভণিৰ পৰাই আমি সকলো বিভেদ পাহৰি সমবেত হওঁ আমাৰ গৌৰৱ ধ্বজাৰ তলত। অনুসৰণ কৰোঁ সেই পথ, যি পথেদি গ'লে আমি বিশ্বৰ আদি, বিশ্বৰ বন্দনীয় আৰু নিখিলৰ ভয় হৰণ কৰা ভাৰতবৰ্ষখন পৰিষ্কাৰ ৰূপে আকৌ দেখা

পাম। পূবে ব্ৰহ্মকুণ্ড বা পৰশুকুণ্ডৰপৰা আৰম্ভ কৰি পশ্চিমত দ্বাৰকালৈকে আৰু উত্তৰে হিমালয়ৰপৰা আৰম্ভ কৰি দক্ষিণৰ কন্যাকুমাৰিকালৈকে এই বিৰাট দেশখনৰ মহান ঐতিহ্যপূৰ্ণ এটি মাত্ৰ নাম -ভাৰতবৰ্ষ। ভাৰতবৰ্ষৰ ঐতিহাসিক যুগ আৰম্ভ হোৱাৰ ঢলপুৱাত অনাৰ্য্যসকলৰ লগত আৰ্য্যসকলৰ মতভেদ, বিবাদ-খৰিয়াল আৰু যুদ্ধ-বিগ্ৰহ হৈছিল। এই সংঘৰ্ষৰ ফলত আৰ্য্যসকলৰ মাজত এটা কট্‌কটীয়া ঐক্যবোধ আহিল আৰু তেওঁবিলাকৰ ৰাষ্ট্ৰনীতি, সংস্কৃতি আৰু জীৱনৰ লক্ষ্য সমূহীয়া ভাবে এটা শক্তিশালী গোটত পৰিণত হ'ল। ইয়াতেই জাতীয়তাবাদৰ জন্ম। এয়া নিচেই কমেও ৩৫০০ বছৰৰ আগৰ কথা। তেনেকুৱা আৰ্যসকলৰে এটি গোষ্ঠীৰ এজন বীৰ আছিল, তেওঁৰ নাম ভৰত। তেওঁৰ নেতৃত্ব, দিগ্বিজয়ী আৰ্যসকলে বৰণ কৰিলে আৰু তেওঁকেই অভিষিক্ত ৰজা পাতিলে। প্ৰাচীন সাহিত্যত সেই অভিষেক উৎসৱৰ বহল আৰু উত্তম বৰ্ণনা আছে। ইয়াতেই অশ্বমেধ যজ্ঞৰ আৰম্ভ। অশ্ব (ঘোঁৰা) ৰাজশক্তিৰ প্ৰতীক। এই শক্তিমান ৰজাজনৰ নেতৃত্বত গঢ়ি উঠা বিশাল ভাৰতবৰ্ষৰ নৈয়ে নৈয়ে বৈ গ'ল মানৱ সভ্যতাৰ অমৃতলহৰী বৈদিক সাহিত্যৰ ধ্বনি-তৰঙ্গ। সেয়েহে আজিও আমি গঙ্গা, যমুনা, গোদাবৰী, সৰস্বতী, নৰ্মদা, সিন্ধু, কাবেৰী আদিক সুঁৱৰি থাকোঁ। এতিয়াও আমি মৃতদেহ সৎকাৰ কৰিবলৈ এফেৰা মাটি চাৰি চুকে চাৰিটা তামৰ পইচা দি ভৰতৰ পৰা কিনি লওঁ। কাৰণ এইখন ভাৰতবৰ্ষ; ইয়াৰ জন্মদাতা ভৰত।

ভাৰতীয় সংস্কৃতিৰ ঐক্যবোধ আৰু সনাতন ৰূপটো ইয়াতেই ওলাই পৰে। প্ৰাচীন ভাৰতীয় ৰাষ্ট্ৰনীতিত ৰাজ্যক নমস্কাৰ কৰা এটি বাক্য আছে। ৰাজ্যৰ লগত জনগণৰ মন আৰু লক্ষ্য অভিন্ন আছিল। সেই হেতুকে প্ৰত্যেকজনে ৰাজ্যক এই বুলি নমস্কাৰ কৰিছিল ঃ

"অথ ধৰ্মাৰ্থ ফলায় ৰাজ্যায় নমঃ।"

ধৰ্ম মানে সকলো সংস্কৃতিৰ বিকশিত ৰূপটো আৰু অৰ্থ মানে জনগণ, এই অৰ্থত ধৰ্ম আৰু অৰ্থ স্বৰূপ ফল লগা ৰাজ্যস্বৰূপ বৃক্ষজোপাক নমস্কাৰ কৰা হৈছিল। আমিও একে সুৰতে আমাৰ এই মহান ৰাষ্ট্ৰক নমস্কাৰ কৰিছোঁ।

এই ভাৰতবৰ্ষৰ সাহিত্য-সম্পদৰাজিৰ বিষয়ে শ্ৰীঅৰবিন্দই কৈছে ঃ

"বেদ আৰু উপনিষদসমূহ, মহাভাৰত আৰু ৰামায়ণৰ বিৰাট কায়, কালিদাস, ভৱভূতি, ভৰ্তৃহৰি, জয়দেৱ আৰু ভাৰতীয় নাট, কবিতা, ধৰ্মপদ আৰু জাতকবিলাক, পঞ্চতন্ত্ৰ, তুলসীদাস, বিদ্যাপতি, চণ্ডিদাস, নানক, কবীৰ, মীৰাবাঈ ইত্যাদি - এই সকলোবিলাকৰ মাজত অতি উন্নত, অতি বিকশিত মহান প্ৰতিভাৰ পোহৰ জিলিকি আছে। এই সকলোবিলাকৰ আঁৰত এখন দেশৰ মানসিক উৎকৰ্ষ আৰু সূক্ষ্ম দৃষ্টিৰ এক মহান আৰু সদায় উল্লেখযোগ্য স্থান নিহিত হৈ আছে। মানৱ সভ্যতাৰ ইতিহাসে এই স্থান এতিয়াও অতিক্ৰম কৰি যাব পৰা নাই।"

বেদৰ মন্ত্ৰবিলাকেই বিশ্বৰূপাগ্নিৰ কেঁচাসোণ বৰণীয়া শিখা আৰু এই শিখাৰ মাজতে শাশ্বত কালৰ ৰহস্যপূৰ্ণ শতদল পদ্মপাহি জিলিকি আছে। এয়েই পৃথিৱীৰ প্ৰথম সাহিত্য সৃষ্টিৰ প্ৰেৰণাৰ উৎস। বৈদিক মন্ত্ৰবিলাকৰ মাজত থকা একো একোটি শব্দৰপৰাই পৰৱৰ্তী দাৰ্শনিক দৃষ্টিৰ জন্ম হ'ল। এটি শব্দ চাওক, 'তটস্থ'। পানী-যুৱলিত থকা এজোপা গছৰ ছাঁটো পানীত পৰে। যেতিয়া বতাহৰ বা লাগি পানী ঢৌৰে কোবায়, তেতিয়া সেই গছৰ ছাঁটো ভাগি-ছিগি টুকুৰাটুকুৰ হৈ যোৱা যেন দেখি, কিন্তু পানীৰ তটস্থ গছজোপাৰ পাত এখিলাও নলৰাকৈ আগৰ দৰেই থিয় দি থাকে। গতিকে ছাঁটোৰ কম্পনটো মিথ্যা—মায়া মাত্ৰ। এনেকুৱা আলোচনা, সমালোচনা আদিৰপৰাই উপনিষদৰ যুগ আৰম্ভ হ'ল। অৰণ্যে অৰণ্যে জ্ঞানান্বেষী, ব্ৰহ্মচৰ্য্য ব্ৰতধাৰী, নিপোটল স্বাস্থ্যৱান, প্ৰসন্নবদন শিষ্যসকলৰ সৈতে ঋষিসকলে আশ্ৰম সৃষ্টি কৰিলে। এই আশ্ৰমবিলাকেই ভাৰতবৰ্ষৰ দৰ্শন, কাব্য, পুৰাণ, ব্যাকৰণ, আয়ুৰ্বেদ, ধনুৰ্বেদ আদি কালজয়ী সাহিত্য মানৱ সমাজক দান কৰি গ'ল আৰু ইয়াৰপৰাই আসমুদ্ৰ ভাৰতবৰ্ষ বিশ্বৰ জননীৰূপে সংস্থাপিতা হ'ল।

কৃষি, বাণিজ্য, গন্ধৰ্ব বিদ্যা, চিকিৎসা বিজ্ঞান, অৰ্থনীতি, কাব্য, ব্যাকৰণ, দৰ্শন-উপনিষদৰ বিস্তৃতিয়ে আৰ্য্য সভ্যতাৰ অতি উজ্জ্বল পোহৰ পৃথিৱীক দান দিলে। এই বিস্তৃতিৰ ফলত বিভিন্ন পণ্ডিতৰ বিভিন্ন মতৰ মাজত তৰ্কশাস্ত্ৰৰো সৃষ্টি হ'ল। ন্যায় মীমাংসাৰ বিচাৰ হ'ল। ভাষা পৰিমাৰ্জিত কৰিবলৈ অলঙ্কাৰ শাস্ত্ৰ ওলাল ইত্যাদি, ইত্যাদি।

একৰপৰা বহুৰ সৃষ্টি হ'ল। ওঠৰখন পুৰাণৰ হৃদয়গ্ৰাহী, মনোগ্ৰাহী সাহিত্যই এই বিৰাট ভাৰতবৰ্ষখনৰ কল্পনাৰাজ্যত বহুমুখী প্ৰতিভাৰ আলোক বিস্তাৰ কৰিলে। ইয়াৰ প্ৰভাৱ সংস্কৃত, পালি, প্ৰাকৃত, সকলোতে পৰিল। দৰাচলতে সেই পুৰাণবিলাকেই সাহিত্যৰ সৌৰভ বিলাই দিলে। বৈষ্ণৱসকলৰ মূল গ্ৰন্থ ভাগৱতো এখন পুৰাণ। এই ভাগৱতত থকা শ্ৰীকৃষ্ণৰ অনন্ত গুণৰাশিৰ কাব্যময়, ৰসময় বৰ্ণনাৰ মাজদিয়েই সমগ্ৰ ভাৰতবৰ্ষত কৃষ্ণ-প্ৰেমৰ নীলযমুনাধাৰা বৈ গ'ল। পশ্চিমীয়া পণ্ডিতসকলে এই ভাগৱতক 'স্বৰ্গীয় সঙ্গীত' আখ্যা দিছে। প্ৰাচীন কালত জ্ঞান আহৰণ কৰিবলৈ

---
সভাপতিৰ অভিভাষণ

জ্ঞান-পিপাসু মনীষীসকল দেশে দেশে ঘূৰি ফুৰিছিল। কাৰণ, তেতিয়া আজিৰ যুগৰ দৰে পুথি-পাঁজি সহজলভ্য নাছিল। আমি সকলোৱেই জানো খ্ৰীষ্টীয় সপ্তম শতিকাত মহাচীনৰপৰা পৰিব্ৰাজক হিউৱেনচাং ভাৰতবৰ্ষলৈ আহি শ শ পুথি সংগ্ৰহ কৰি নিছিল; ৫৬৭ খন সংস্কৃত গ্ৰন্থ অনুবাদ কৰি ভাৰতবৰ্ষৰ জ্ঞানৰ ভাণ্ডাৰ বেদ-বেদান্ত, দৰ্শন-উপনিষদৰ চিন্তাধাৰাৰে চীনা সাহিত্য সমৃদ্ধ কৰিছিল।

অসমীয়া ভাষাত ঋগ্বেদৰ দৰে প্ৰচীনতম মহাগ্ৰন্থৰ অনুবাদ নাই। বঙ্গদেশৰ মনীষী স্বৰ্গীয় ৰমেশচন্দ্ৰ দত্তৰ বঙ্গানুবাদ ঋগ্বেদসংহিতা বঙলা সাহিত্যৰ এখনি অমূল্য গ্ৰন্থ। মহাপণ্ডিত ভাষাতত্ত্ববিদ, পৰম শ্ৰদ্ধেয় ড° সুনীতিকুমাৰ চট্টোপাধ্যায়দেৱে এই গ্ৰন্থত এটি ভূমিকা লিখি বৈদিক সাহিত্য অধ্যয়নৰ অনেক সৰল সহজ উপায় দেখুৱাইছে। ঋগ্বেদৰ দশম মণ্ডলৰ ৭১ সূক্তত জ্ঞানক দেৱতা আখ্যা দিয়া হৈছে। জ্ঞান আহৰণৰ প্ৰথম আৰু প্ৰধান উপায় ভাষা। পৃথিৱীত মানৱ সভ্যতা যি সময়ত কেঁচুৱা অৱস্থাত আছিল, সেই সময়ত, আজিৰপৰা কেবাহাজাৰো বছৰৰ আগেয়ে ঋগ্বেদে ভাষা সম্পৰ্কে এইদৰে কৈছে ঃ

"বালকে পোন প্ৰথমে বস্তুৰ নামটো মাত্ৰ ক'ব পাৰে। সেয়ে সিহঁতৰ ভাষাশিক্ষাৰ প্ৰথম সোপান, সিহঁতৰ যিখিনি উৎকৃষ্ট আৰু নিৰ্দোষ জ্ঞান হৃদয়ৰ নিগূঢ় স্থানত সঞ্চিত হৈ আছিল, সেইখিনি বাকদেৱীৰ কৃপাত লাহে লাহে প্ৰকাশ পাবলৈ ধৰে। যেনেকৈ চালনীৰে চালি পিঠাগুৰি পৰিষ্কাৰ কৰা হয়, তদ্ৰূপ বুদ্ধিমানসকলে বুদ্ধিৰ বলত পৰিষ্কৃত ভাষা প্ৰস্তুত কৰিছে। সেই ভাষাত বন্ধুগণে বন্ধুত্ব, অৰ্থাৎ বিস্তৰ উপকাৰ প্ৰাপ্ত হয়। তেওঁবিলাকৰ বচন ৰচনাত অতি চমৎকাৰ লক্ষ্মী সংস্থাপিত হৈ থাকে। বুদ্ধিমানগণে যজ্ঞৰ দ্বাৰা ভাষাৰ পথ বিচাৰি পায়। ঋষিসকলৰ অন্তঃকৰণৰ ভিতৰত যি ভাষা সংস্থাপিত হৈ আছিল, সেইখিনি তেওঁবিলাকে পালে। সেই ভাষা আহৰণ কৰি তেওঁবিলাকে নানা ঠাইত বিস্তাৰ কৰিলে। সপ্তছন্দই সেই ভাষাতেই স্তৱ কৰে। কোনো কোনোৱে দেখিও কথাৰ ভাবাৰ্থ গ্ৰহণ কৰিব নোৱাৰে আৰু কোনোৱে শুনিও নুশুনে। যেনেকৈ প্ৰেমপৰিপূৰ্ণা সুন্দৰ পৰিচ্ছদধাৰিণী ভাৰ্য্যাই আপোন স্বামীৰ আগত নিজ দেহ প্ৰকাশ কৰে; সেইদৰে বাক্‌দেৱীয়েও কোনো কোনো ব্যক্তিৰ আগত আত্মপ্ৰকাশ কৰে। পণ্ডিত সমাজত কোনো লোকৰ এনে প্ৰতিষ্ঠা হয় যে, তেওঁ উত্তম ভাবগ্ৰাহী, তেওঁক এৰি দিলে একো কাম নহয়। কোনোজন পুষ্প-ফলবিহীন অৰ্থাৎ অসাৰ বাক্য অভ্যাস কৰে, তেওঁৰ বাক্য কাল্পনিক মায়াময় গাভী মাত্ৰ; প্ৰকৃত গাখীৰতী গাই নহয়। বিদ্বান বন্ধুক যিজনে ত্যাগ কৰে, তেওঁৰ কথাত একো ফল নধৰে। তেওঁ যি কিবা শুনে, বৃথাই শুনে; তেওঁ সৎকৰ্মৰ পন্থা অৱগত হ'ব নোৱাৰে। যিসকলৰ চকু আছে, কাণ আছে, এনেকুৱা বন্ধুগণে মনৰ ভাব ব্যক্ত কৰা বিষয়ত অসাধাৰণ হৈ উঠে। যি হ্ৰদৰ পানীত মুখ বা ডিঙিলৈকে নিমগ্ন হ'ব পাৰি, সি যেনে অগভীৰ, কোনো কোনো ব্যক্তি তেনে অগভীৰ। কোনোজন আকৌ স্নান কৰিবৰ উপযুক্ত সুগভীৰ হ্ৰদৰ দৰে। যেতিয়া অনেক স্তোত্ৰা একত্ৰ হৈ মনৰ ভাবসমূহ হৃদয়ত আলোচনা কৰি অৱধাৰণ কৰিবলৈ প্ৰবৃত্ত হয়, তেতিয়া কোনো কোনো ব্যক্তিৰ একো জ্ঞান নজন্মে। কোনোজন আকৌ স্তোত্ৰজ্ঞ বুদ্ধি পৰিচিত হৈ সৰ্বত্ৰ বিচৰণ কৰে। এনেকুৱা যিবিলাক লোকে ইহকাল, পৰকাল একোৰে পৰ্য্যালোচনা নকৰে, তেওঁবিলাকে দোষাশ্ৰিত ভাষা শিক্ষা কৰি নিৰ্বোধ ব্যক্তিৰ দৰে জীৱন কটায়। যশে মিত্ৰৰ দৰে কাম কৰে, ই সভাত প্ৰাধান্য প্ৰদান কৰে। তেনে যশপ্ৰাপ্ত হলে সকলো আহ্লাদিত হয়, কাৰণ যশৰ দ্বাৰা দুৰ্ণাম দূৰ হয়, অন্ন লাভ হয়, বলপ্ৰাপ্ত হোৱা যায়, নানা প্ৰকাৰে উপকৃত হোৱা যায়"...।

যিখন ভাৰতবৰ্ষত মানসিক উৎকৰ্ষ সাধন এনেদৰে হৈছিল সেই সাধনাৰ জিলিঙনিতে সমস্ত ভাৰতীয় ভাষা-সাহিত্য সমৃদ্ধ হৈ আহিছে। আমাৰ চিৰচেনেহী অসমীয়া ভাষাও এটা অতি পুৰণি ভাষা। নিচেই কমেও আমাৰ ভাষাৰ বয়স ১৫০০ বছৰ হ'ব। অনেক পণ্ডিতে অসমীয়া ভাষা-সাহিত্যৰ ইতিহাস লিখি থৈছে আৰু বিবিধ প্ৰবন্ধ লিখিছে। আমি সেই বিষয়ত সময় ব্যয় কৰিব খোজা নাই। আমি মাত্ৰ ইমানকে জানি সন্তুষ্ট হোৱা উচিত যে, আজি যিখন সাৰ্বভৌম স্বাধীন গণতান্ত্ৰিক ভাৰতবৰ্ষ গঠিত হৈছে এই ভাৰতবৰ্ষৰ সংবিধানে গ্ৰহণ কৰা ভাষাসমূহৰ ভিতৰত আমাৰ অসমীয়া ভাষাও এটা ভাৰতীয় ভাষা।

ভাষা জীয়াই থাকে সাহিত্য সৃষ্টিৰ দ্বাৰা। সংস্কৃতভাষাই পৃথিৱী জয় কৰিলে অকল সেই ভাষাত থকা অমৰ সাহিত্যৰাজিৰপৰা। এই একে কথাকে দোহাৰিবৰ প্ৰয়োজন নাথাকিলেও সাহিত্যপ্ৰেমী ৰাইজৰ বিদিতাৰ্থে পণ্ডিত-প্ৰবৰ ড০ সুনীতিকুমাৰ চট্টোপাধ্যায় মহোদয়ৰ কথাৰেই জনাবলৈ মন গৈছে ঃ "কলিকতাত এছিয়াটিক ছোচাইটিৰ প্ৰতিষ্ঠাতা চাৰ উইলিয়াম জন্সে ১৭৮৯ খ্ৰীষ্টাব্দত কালিদাসৰ 'অভিজ্ঞান শকুন্তলম'ৰ ইংৰাজী অনুবাদ কৰিলে আৰু অতি অলপকালৰ ভিতৰতে এই শ্ৰেষ্ঠ ৰসৰচনাই ইউৰোপৰ চিত্ত জয় কৰিলে। জাৰ্মান কবি-দাৰ্শনিক গ্যেটেই ইয়াৰ প্ৰশস্তি ৰচনা কৰিলে।" ইংৰাজী বিশ্বকোষ এনচাইক্ল'পেডিয়া ব্ৰিটেনিকাত আছে, কালিদাসৰ শকুন্তলা নাটকৰ আৰম্ভণি আৰু গ্যেটেৰ 'ফাউষ্ট' নাটকৰ আৰম্ভণিত বহুত সাদৃশ্য আছে। ড০

চট্টোপাধ্যায়ে কৈছে ঃ "বৈদিক সাহিত্যৰ প্ৰভাৱত জাৰ্মেনীত ১০০/১২৫ বছৰৰ পূৰ্বতে সাহিত্যক্ষেত্ৰত এটা নতুন ৰোমাণ্টিক আন্দোলন অৰ্থাৎ ৰমন্যাসনিষ্ঠ ভাববিলাসে দেখা দিছিল। তাৰ স্থায়ী প্ৰভাৱ তেতিয়াৰ আৰু তাৰ পৰৱৰ্তীকালৰ জাৰ্মান সাহিত্যত বিদ্যমান হৈ আছে।" ... এইভাৱে জগতত সংস্কৃত সাহিত্য আৰু ভাৰতীয় সংস্কৃতিৰ আলোচনাত নৱযুগে আহি দেখা দিলে। ১৮৩৮ খ্ৰীঃত জাৰ্মান পণ্ডিত ৰোজেনে লেটিন অনুবাদৰ সৈতে এটি ঋগ্বেদৰ সূক্ত-সংগ্ৰহ প্ৰকাশ কৰে। ১৮৪৯-১৮৭৪ খ্ৰীঃৰ ভিতৰত জাৰ্মান পণ্ডিত ফ্ৰীদাৰিখ মেক্‌স্‌মুলাৰে তেওঁৰ অবিনশ্বৰ কীৰ্তি অক্‌স্‌ফোৰ্ড বিশ্ববিদ্যালয়ৰপৰা প্ৰকাশ কৰে — ছটি বিৰাট খণ্ডত অতি সুন্দৰ নাগৰী হৰফত সায়নাচাৰ্য্যৰ ভাষ্যসহ সম্পূৰ্ণ ঋগ্বেদ। ১৮৬২-১৮৭৩ খ্ৰীঃৰ ভিতৰত আন এজন জাৰ্মান পণ্ডিত থিয়দৰ আউফ্‌ৰেখ্‌ৎ-এ ৰোমান লিপিত মূল ঋগ্বেদ প্ৰকাশ কৰে। প্ৰায় তাৰ লগে লগে অনুবাদ কাৰ্য্য বিভিন্ন ইউৰোপীয় ভাষাত আৰম্ভ হ'ল। ইংৰাজীত হোৰেচ্ হে'মেন উইলচন আৰু গ্ৰিফিথে, জাৰ্মেনীত লুড্‌ভিক, গ্ৰাচমেন আৰু গেলড্‌নাৰ আদিয়ে ঋগ্বেদৰ আধুনিকতম পূৰ্ণ অনুবাদ প্ৰকাশ কৰে। ফৰাচী ভাষাত লাঁগ্লোয়া নামে এজনে চাৰিখণ্ডত ঋগ্বেদ প্ৰকাশ কৰে। জাপানী ভাষাত পণ্ডিত তাকাকুচুয়ে ঋগ্বেদৰ অনুবাদ প্ৰকাশ কৰে।"

১৮১৯ চনত জন্ম হোৱা ওৱালট্ হুইট্‌মেন আমেৰিকাৰ এজন ৰহস্যবাদী, মানৱতাৰ সেৱক আৰু এজন সম্পূৰ্ণ সাধাৰণ জীৱনযাপন কৰা কবি আছিল। পশ্চিমীয়া জগতৰ কবি-সাহিত্যিকসকলৰ ভিতৰত এইজনেই প্ৰথম ব্যক্তি যিজনে সমগ্ৰ পৃথিৱীক বুকুত সাবটি লবলৈ হেঁপাহ কৰিছিল। মানৱ-সমাজ মাত্ৰ এখন বুলি চাবলৈ এওঁৰ এটা মহান দৃষ্টি আছিল। তেওঁ আমেৰিকা যুক্তৰাজ্যৰ চাৰি সীমা পাৰ নোহোৱাকৈয়ে অন্তৰ্দৃষ্টিৰে ভৌগোলিক সীমা পাৰ হৈ বিশ্বময় ভাব লাভ কৰিব পাৰিছিল। সেই কালত পশ্চিম জগতৰপৰা পূব দিশলৈ অহা জলপথ বৰ দীঘলীয়া আছিল; কিন্তু যেতিয়া আমেৰিকাৰ পূবফালৰপৰা আৰম্ভ কৰি পশ্চিম অংশলৈকে যোৱা উত্তৰ আমেৰিকাত ৰেলপথ স্থাপন হ'ল, আটলাণ্টিক মহাসাগৰৰ পানীৰ মাজেদি টেলিফোন যোৱা কেৱল্ তৰা হ'ল আৰু চুয়েজ খালেদি জাহাজ চলাচল কৰিবপৰা চমু বাট ওলাল — এই তিনিটা ইন্‌জিনিয়াৰিং আৰু বৈজ্ঞানিক সফলতাৰ বাবে দূৰ-দূৰণিৰ দেশবোৰৰ লগত আমেৰিকাৰ যোগাযোগৰ পথ ওচৰ চপা দেখি হুইট্‌মেনৰ প্ৰাণ আনন্দত নাচি উঠিল। চুয়েজ খাল কটা হোৱাৰ এবছৰমানৰ পিছত পৃথিৱীৰ বাণিজ্যপ্ৰিয় জাতিবিলাকৰ মালা পিন্ধোৱা জাহাজবোৰৰ লানি লাগিল আৰু পূবদিশৰ ভাৰতবৰ্ষলৈ মহাপয়োভৰেৰে সেই জাহাজবোৰ আহিবলৈ ধৰিলে। কলম্বচৰ সপোন দিঠকত পৰিণত হ'ল। মানৱজাতিয়ে ভাৰতলৈ অহা এটা সহজ আৰু চমু বাট পালে।

কবি হুইট্‌মেনে কলে, "সৃষ্টিৰ পাতনিতে ঈশ্বৰে ইচ্ছা কৰিছিল যে সমগ্ৰ পৃথিৱীৰ মানৱসমাজ এক হ'ব আৰু সকলো দেশ, সকলো জাতি ওচৰ-চুবুৰীয়াৰ দৰে থাকিব।" তেওঁৰ অন্তৰত লুকাই থকা এই ভাৱত তেওঁ উদ্বুদ্ধ হৈয়েই 'ভাৰতলৈ যোৱা বাট' বুলি এটা কবিতা লিখিলে। তেওঁৰ এই ভাৱপ্ৰৱণতাৰ আঁৰত ধৰ্মভাৱ নিহিত হৈ আছে। তেওঁ প্ৰত্যেক মানুহকে এই বুলি সঁকিয়নি দিছিল, "অনন্তকোটি জগতৰ অস্তিত্ব স্বীকাৰ কৰি তোমাৰ প্ৰাণ প্ৰশান্ত গম্ভীৰ হওক।" তেওঁৰ কাৰণে ঈশ্বৰৰ অস্তিত্ব সংশয় বা দ্বন্দ্বৰ বিষয় নাছিল। ঈশ্বৰ আছিল তেওঁৰ ধ্যানৰ বিষয়। তেওঁ নিজেই কৈছে ঃ "ঈশ্বৰৰ মাত শুনো আৰু সকলোতে তেওঁক দেখোঁ। তথাপি তেওঁক অকণমানো বুজি নাপাওঁ...।" অতি সামান্য মানুহৰ দৰে জীৱনযাপন কৰা সেই কবিজনে পৃথিৱীৰ সকলো বাস্তৱতা হাঁহিমুখে গ্ৰহণ কৰিছিল। সকলো দেশৰ সকলো জাতিৰ মানুহৰ মাজত থকা মহাৰ্ঘ সম্পদৰাজিৰ প্ৰতি তেওঁ শ্ৰদ্ধাশীল আছিল। সেই কাৰণে মহাসাগৰৰ নীল সলিল ৰাশিৰ ওপৰেদি এজন পৃথিৱী-পৰ্য্যটক নাৱিকৰ দৰে তেওঁৰ মন উটি গৈছিল। কাঠৰ ফ্ৰেমেৰে সজা এটি অকণমান কুটিৰত সোমাই হুইট্‌মেনে তেওঁৰ অন্তৰ্নিহিত প্ৰতিভা আৰু কল্পনাপ্ৰিয় মনটো বিশ্ববাসীৰ মাজলৈ এৰি দিলে। তেওঁৰ মতে অতীতক আমি বৰ্তমানৰ লগত মিলাই ল'ব লাগে অৰ্থাৎ অতীত ইতিহাসৰ গৌৰৱৰাজিৰ কথা সুঁৱৰিব লাগে। পৃথিৱীৰ ভূগোলৰ ঐক্যসাধন কৰিব লাগে যাতে আঞ্চলিক ভৌগোলিক সীমাৰ একো অস্তিত্ব নাথাকে। তৃতীয়তে, তেওঁ কয় যে, মানুহ ভৱিষ্যতৰ কুঁৱলীৰে ঢকা সাগৰৰ পাৰত থিয় দি আছে। ইয়াৰ মাজতে এই কবিজনে দৃপ্তকণ্ঠে আৰু স্পষ্ট দৃষ্টিৰে দেখুৱাই দিছে এটা বাট-যিটো বাটে মৰণশীল মানুহ গ'লে জীৱন-মঙ্গল লাভ হয়।

অতীত - গভীৰ অন্ধকাৰৰ মাজত উভতি চোৱা এটি
দৃশ্য।
অতীত - অন্তহীন মহান ঐতিহ্যৰ ঠাই।
কাৰণ - বৰ্তমান বুলি যিটো আছে সি সেই অতীতৰ
ভেঁটিত গজি উঠা আজিৰ দিন।

জগতৰ অতীতৰ ফালে উভতি গৈ হুইট্‌মেনে এচিয়াৰ অন্তঃস্থলখনত দেখা পালে মহামানৱৰ লীলাভূমি আমাৰ ভাৰতবৰ্ষখন। হাজাৰ হাজাৰ মাইল দূৰৰ পৰাই হুইট্‌মেনে এচিয়াৰ

প্ৰাচীন ঐতিহ্যৰস বিশেষকৈ ভাৰতবৰ্ষৰ গৌৰবোজ্জল অতীতৰ প্ৰশস্তি গাই গৈছে। তেওঁ কৈছে "পদুম ফুলতকৈও ধুনীয়া ভাৰতবৰ্ষৰ মন্দিৰবিলাক আৰু সোণেৰে সজা ওখ জলমলাই থকা চূড়াবিলাকৰ মাজেদি অতীত যুগৰ প্ৰাণহে বিকশিত হৈ আছে। এইখন ভাৰতবৰ্ষ, হে মোৰ প্ৰাণ, আজি হেঁপাহ পলাই চোৱাঁ।"...

১৮৩০ খ্ৰীষ্টাব্দৰপৰা ১৮৪০ খ্ৰীষ্টাব্দৰ এই দহ বছৰৰ ভিতৰত পূবদেশসমূহৰ লগত বেপাৰ-বাণিজ্যৰ সম্পৰ্ক স্থাপন কৰি থাকোতে আমেৰিকাই এচিয়া মহাদেশৰ প্ৰতিভা, জ্ঞান, আধ্যাত্মিক উৎকৰ্ষ আৰু প্ৰাচীন সংস্কৃতিৰ সাহিত্যিক মূল্যসমূহৰ সন্ধেদ পালে। এজন অধ্যাপক আৰু চিন্তাশীল লোক ৰালফ ওৱালড্' ইমাৰ্চনেই প্ৰথমে প্ৰাচ্যৰ মহান ঐতিহ্যত বিমুগ্ধ হয়। অতীত প্ৰাচ্যৰ গভীৰ জ্ঞানৰ সন্ধান পাই যেতিয়া বেদ অধ্যয়ন কৰি চালে, তাৰ পাছত ১৮৪০ খ্ৰীষ্টাব্দত এওঁ এইদৰে লিখি থৈ গৈছে, -

"বেদসমূহ অগ্নিৰ দৰে, ৰাতিৰ দৰে মহান আৰু এখন অতল মহাসাগৰ। ইয়াত ধৰ্মভাবৰ সকলো অনুভূতি আছে। ভদ্ৰ আৰু কবি-মনক আকৃষ্ট কৰিবপৰা নীতিজ্ঞান আছে। বেদপাঠৰ অন্তত মোৰ এনে ধাৰণা হ'ল যেন মই এজন সেইযুগৰ ব্ৰাহ্মণহে। বেদৰ মাজতে মানুহৰ অনন্তকালৰ কাৰণে প্ৰয়োজনীয় ভাবসমূহ, অনন্ত শান্তি, জুখিব নোৱৰা শক্তি আৰু অব্যাহত মৌনতা সোমাই আছে।"

তেৱেঁই কৈ গৈছেঃ "মই পৃথিবীৰ গুপ্তধন বিচাৰি পালোঁ; দৃশ্যমান সমস্ত জগত জীয়াই আছে, ই কেতিয়াও নমৰে, মাত্ৰ দৃষ্টিৰপৰা কেইদিনমানৰ কাৰণে আঁতৰি থাকি আকৌ উভতি আহে।" এয়েই ভাৰতীয় দৰ্শনৰ আত্মাৰ অমৰত্ব। বিষ্ণুপুৰাণ, ভাগৱৎ গীতা আৰু কঠোউপনিষদ আদি পঢ়ি মুগ্ধ হৈ ইমাৰ্চনে 'ব্ৰহ্মা' বুলি এটা কবিতাত কৈছেঃ

"যদি ৰঙা আততায়ীয়ে ভাবে যে, সি কাৰোবাক বধ কৰিলে, নাইবা নিহত হোৱাজনে তেওঁক বধ কৰিলে, তেওঁবিলাকে এই কথা সমূলি নাজানে যে এটা অতি সূক্ষ্ম পথেদি মই যাওঁ আৰু আকৌ উলটি আহোঁ।"

এয়া গীতাৰ 'ন হন্যতে হন্যমানে শৰীৰে'...। এই কবিতাটিৰ শেষত তেওঁ স্বীকাৰ কৰিছে যে, ব্ৰহ্মনিৰ্বাণ লাভ হ'লে আৰু পুনৰ জন্ম নহয়।

বৰ্তমান যুগৰ চিন্তাশীল লোকসকলেও উপলব্ধি কৰিছে, আমি অতীতৰ ফালে উলটি গৈ আকৌ ন-কৈ আমাৰ জীৱন-দৰ্শন গঢ়িব লাগে। কাৰণ, আজিৰ পৃথিবীখনত মানৱ সভ্যতা এটা মহা সংঘৰ্ষৰ মাজত সোমাইছে। বিজ্ঞানৰ বিস্ময়কৰ উদ্ভাৱনবোৰৰ গৰ্বত মতলীয়া হোৱা শক্তিসমূহৰ ধ্বংসকাৰী ক্ষমতাৰ ত্ৰাস, অন্ন-বস্ত্ৰৰ হাহাকাৰ, পৰস্পৰৰ মাজত সংশয় আৰু শঙ্কাৰ ব্যৱধান, যান্ত্ৰিক সভ্যতাৰ তুমুল নিনাদ আৰু নানা ঋষিৰ নানা মতবাদৰ হেতো-ওপৰাত গাইগুটীয়া চিন্তাৰ অৱসান ঘটিছে। আজিৰ মানৱ সমাজ বেলেগ বেলেগ দলভুক্ত হৈ যুদ্ধৰ সাজেৰেহে আগবাঢ়িছে। এনে দিনত মন শৃঙ্খলাবদ্ধ হৈ থকা কঠিন হৈ পৰিছে। আজি সেই কাৰণে জগতক অমৰ চিন্তানায়কসকলৰ আশ্ৰয় দৰ্কাৰ হৈছে। আমেৰিকান এজন পণ্ডিত উইল ডুৰাণ্টে কৈছেঃ

"যিহেতু আমি আমাৰ মনবোৰ সুশৃঙ্খল কৰিব খোজোঁ আৰু বিক্ষিপ্ত অধ্যয়নৰ বিশৃঙ্খলা পৰিহাৰ কৰি চলিব খোজোঁ, আমি আৰম্ভ কৰিব লাগিব একেবাৰে আৰম্ভণিৰে পৰাই। আনকি সুদূৰবৰ্তী নক্ষত্ৰমালা আৰু প্ৰাক্-ঐতিহাসিক পৃথিৱীৰ পৰাই।"

## মহাকাব্যৰ যুগ

আমি যদি ৰামায়ণ আৰু মহাভাৰতৰ পিনে উলটি যাওঁ তাতো আমি ভাৰতীয় সাহিত্যৰ সোঁত-নিছিগা ধাৰাটিকে বিচাৰি পাম। পৰবৰ্তী কালৰ মহাকাব্যৰপৰা আঁতৰাই প্ৰাচীন সমালোচকসকলে এই দুখনক 'ইতিহাস' আখ্যাহে দি গৈছে। দৰাচলতে এই দুখন মহাকাব্য অতীত ভাৰতৰ সমাজ, ধৰ্ম, সংস্কৃতি আৰু জীৱন ধাৰণৰ প্ৰণালী সম্পৰ্কে ৰচিত অমৰ ভাৰতৰ ইতিহাসেই। ৰামায়ণত ৰাম, সীতা আৰু লক্ষ্মণ অনন্ত কালৰ কাৰণে জীয়াই আছে। সত্যনিষ্ঠ, সত্যাশ্ৰয়ী আৰু সৎ প্ৰবৃত্তিৰ আদৰ্শ চৰিত্ৰ স্বৰূপে এই তিনি ভাৰতবাসীৰ প্ৰাণত আজিও জীৱন্ত হৈয়েই আছে।

এই ৰামায়ণতেই আৰ্য্য শ্ৰীৰামচন্দ্ৰ আৰু কিষ্কিন্ধাৰ অনাৰ্যসকলৰ মহামিলনৰ ইতিহাসো আছে। সীতাহাৰা ৰামৰ প্ৰথম বন্ধু আছিল এটা চণ্ডাল, সেই চণ্ডালকো ৰামে বুকুত সাৱটি লৈ 'বন্ধু' সম্বোধন কৰিছিল আৰু পৰ্বতীয়া ভীল-কন্যা শৰ্বৰীয়ে একামোৰ খাই দলি মাৰি দিয়া বগৰীটোও ৰামচন্দ্ৰই মহাপ্ৰসাদ বুলি খাবলৈ দ্বিধাবোধ নকৰিছিল। হনুমানে সঙ্কটকালত ৰামক গন্ধমাদন পৰ্বতৰপৰা বিশল্যকৰণী আনি দিছিল, বন্দিনী সীতাক সাগৰ লংঘি গৈ ৰামৰ বাৰ্তা দিছিল। মানৱতাৰ সেৱক ৰামৰ বাৰ্তা দিয়া এই মহাকাব্যৰ অমৃতৰসেই ভাৰতবৰ্ষৰ কবিকুলক অনন্ত প্ৰেৰণা দি আহিছে। গোস্বামী তুলসীদাসে 'ৰামচৰিত মানস'ৰ দৰে অমৰ কাব্য হিন্দীত দান দি গ'ল। হনুমানক এজন সঙ্কটমোচন কৰোঁতা গোসাঁইৰূপে প্ৰতিষ্ঠা কৰিলে। আজিও হিন্দুস্তানৰ গাৱেঁ-ভূঞে সঙ্কটমোচন মন্দিৰবিলাকত হনুমানৰ পূজা চলি আছে। গোস্বামী তুলসীদাসে যিখন হৃদয়ত ৰাম-লক্ষ্মণ আৰু সীতাক বহুৱাই থৈছে তাতে হনুমানকো এইদৰে স্থান দিছেঃ

"পৱন তনয় সঙ্কট হৰণ মঙ্গল মূৰতি ৰূপ।
ৰাম লক্ষ্মণ সীতা সহিত হৃদয় বসহু সুৰ ভূপ।।"

বাল্মিকী আৰু ব্যাস দুয়োজনেই এই কথা কৈ গৈছে যে, মহান চৰিত্ৰবিলাক অকল শ্ৰেষ্ঠ কুলৰ কাৰণেই এদনীয়া হৈ থকা নাই। বিশ্বজনীন উদাৰ ভাবত ৰামায়ণ আৰু মহাভাৰতে সামান্য কুলত জন্মা অনেক চৰিত্ৰৰ মহানুভৱতা দেখুৱাই থৈছে। আদিকবি বাল্মিকীৰ ৰামায়ণত এফালে কাব্যিক সৌন্দৰ্য্যই যেনেকৈ মন মোহিত কৰে, আনহাতে সেই যুগৰ সমাজ, ৰাজ্যনীতি, ভোগ-বিলাসৰো স্পষ্ট ছবি মানসপটত আঁকি দিয়ে। দশৰথ যেতিয়া বুঢ়া হৈ আহিল, ৰাজকাৰ্য্য সম্পাদন কৰিবলৈ অক্ষম হ'বৰ সময় হ'ল, তেতিয়া দশৰথে অমাত্যবৰ্গ সকলোকে মাতি ৰাজসভা আহ্বান কৰিলে। সম্পূৰ্ণ গণতান্ত্ৰিক নীতিৰে সভাক কৈছে —

"আপোনালোকে জানে যে মোৰ এই ৰাজ্য ইক্ষ্বাকুবংশীয় নৃপতিসকলৰ দ্বাৰা পুত্ৰতুল্য যত্নেৰে প্ৰতিপালিত হৈ আহিছে। এতিয়া মই ইয়াৰ সুখবৃদ্ধি কৰিবলৈ ইচ্ছা কৰিছোঁ।......... মোৰ পুত্ৰ ৰাম মোৰ সমস্ত গুণ লৈ জন্মিছে। তেওঁ বীৰ্য্যত পুৰন্দৰৰ সমান। সেই পুৰুষ শ্ৰেষ্ঠ ৰামক যুৱৰাজ পদত অভিষিক্ত কৰিব খুজিছোঁ। মোৰ এই সংকল্প যদি সাধু বুলি ভাবে তেন্তে আপোনালোকে অনুমতি দিয়ক। যদিহে মোৰ এই প্ৰস্তাৱ অপ্ৰিয়, ইয়াতকৈ বেছি হিতকৰ অন্য প্ৰস্তাৱো আপোনাসৱে চিন্তা কৰি ক'ব পাৰে, কাৰণ, পক্ষপাতহীন মধ্যস্থ ব্যক্তিসকলৰ বিচাৰেই শ্ৰেষ্ঠ।"

দশৰথৰ এই কথা শুনি সভাৰ বাহিৰে-ভিতৰে থকা, পুৰবাসী আৰু জনপদবাসীসকল, সেনাধ্যক্ষ, অমাত্যবৰ্গ আদি সকলোৱেই একবাক্যে ঘোষণা কৰিলে ঃ

"মহাবল শ্ৰীৰামচন্দ্ৰ মহাজগত আৰোহণ কৰি ৰাজছত্ৰৰ আঁৰত মুখ আবৃত কৰি গৈছে- ইয়াকে চাবলৈ আমি উদগ্ৰীৱ হৈ আছোঁ।" মহাকবি বাল্মিকীয়ে এই আনন্দ বাৰ্তাৰ হৰ্ষোল্লাস এনেদৰে বৰ্ণাইছে ঃ

"বৰষুণ দিব খোজা তৰুণ মেঘ দেখিলে ময়ূৰবিলাকে যেনেকৈ কেকা ধ্বনিৰে চৌদিশ মুখৰিত কৰে, সভাত থকা সকলোৱেই সেই প্ৰস্তাৱ শুনি মহানন্দত উল্লসিত হৈ উঠিল। তেতিয়া সভাৰ মাজত হৰ্ষসূচক গুঞ্জনধ্বনিৰ আনন্দ লহৰী বাগৰি গ'ল আৰু বাহিৰত অপেক্ষা কৰি থকা জনতাৰ কণ্ঠত শ্ৰীৰামচন্দ্ৰৰ জয়ধ্বনিত মেদিনী কঁপিবলৈ ধৰিলে।"

ৰামায়ণৰ দৰেই মহাভাৰতো এখন অমৰ মহাকাব্য — ভাৰতবৰ্ষৰ সৰ্বতোমুখী মহান প্ৰতিভাৰ ইতিহাস। এফালে কোটি কোটি যুজন্তা ক্ষত্ৰিয়-সন্তানসকল আৰু আনফালে মাত্ৰ পাঁচ পাণ্ডৱ। ৰহস্যবাদী উপন্যাসৰ নায়ক-নায়িকাৰ দৰে ইয়াৰ আঁৰত লুকাই এজনে এই মহাভাৰতৰ এখন ধৰ্মক্ষেত্ৰ স্বৰূপ কুৰুক্ষেত্ৰ সৃষ্টি কৰিলে; ক্ষমতাৰ অপব্যৱহাৰ, অনীতি,অকুশল, দুৰ্নীতি মথিমূৰ কৰি প্ৰেম, অহিংসা আৰু শান্তিৰ এখন স্বৰ্গ ন-কৈ ৰচনা কৰি থৈ গ'ল। তেওঁৰ সেই পাঞ্চজন্য দিব্যশঙ্খৰ মহাধ্বনি অনন্ত কালৰ বুকু ভেদি আজিও ধ্বনিত হৈ আছে ঃ

"পৰিত্ৰাণায় সাধুনাম্ বিনাশায় চ দুস্কৃতাম্।
ধৰ্ম সংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে।।"

সেই বিশ্ববিমোহন, দীনদয়াল, অনুপম সৌন্দৰ্য্যৰ প্ৰতীক, মানৱীয় গুণৰ একমাত্ৰ প্ৰতিনিধি শ্ৰীকৃষ্ণ সখা অৰ্জুনৰ ৰথৰ সাৰথি। কুৰুক্ষেত্ৰ ৰণাঙ্গনত ৰক্তলোলুপ ক্ষত্ৰ-সন্তানবোৰৰ মদমত্ত হুঙ্কাৰ ধ্বনি। তাৰ মাজত এখন ৰথ এটি মন্দিৰৰ দৰে স্থাপিত হৈ আছে। সাৰথি শ্ৰীকৃষ্ণ আৰু তেওঁৰ চৰণত আত্মসমৰ্পণ কৰা অৰ্জুন - এজন বেদান্তবাদী ভগৱান আৰু আনজন কৰ্মযোগী মানুহ। এই দুজনৰ সংলাপ-সাহিত্য 'গীতা' কোনোকালে কেতিয়াও ম্লান নোহোৱা এপাহ দিব্যজ্যোতিৰ শতদল পদ্ম — ভাৰতবৰ্ষৰ গভীৰতম জ্ঞানৰ অমৰ নিদৰ্শন।

এই মহাভাৰতৰ মাজতে আছে কৰ্ণৰ দৰে এটি চৰিত্ৰ যাৰ সত্যনিষ্ঠতা; মহানুভৱতা আৰু শৌৰ্য্যবীৰ্য্যৰ তুলনা নাই। দৈৱৰ দুৰ্বিপাকত আত্মপৰিচয় লুপ্ত হোৱা এই বীৰে দৃপ্তকণ্ঠে ঘোষণা কৰিব পাৰিছিল ঃ

"সূতো বা সূতপুত্ৰো বা যো বা কো বা ভবাম্যহম্।
দৈৱায়ত্ব কুলে জন্ম কৰায়ত্ব মম পৌৰুষম্।।"

সূতেই হওঁ বা সূতৰ পুত্ৰই হওঁ, যেয়ে হওঁ সেয়ে হওঁ তাত কি কথা! দৈৱে দিয়া এটা কুলত মোৰ জন্ম; কিন্তু মোৰ শৌৰ্য্য-বীৰ্য্য মোৰ হাতৰ মুঠিত।

কুৰুক্ষেত্ৰৰ মহাসমৰ শাম কাটিলে, ১৮ অক্ষৌহিণী যুযুৎসুৰ তেজেৰে বিশাল কুৰুক্ষেত্ৰৰ ৰণাঙ্গন ৰাঙলী হ'ল - তাৰে সাক্ষী দিবলৈ আজিও ফাগুন-চ'তমহীয়া সেই বিৰাট ভূমিখণ্ড ৰঙা ৰঙা পলাশ ফুলেৰে ৰাঙলী হৈ থাকে।

ভাৰতবৰ্ষত শান্তি স্থাপন হ'ল। এই মহাশান্তিৰ আনন্দ উৎসৱৰ সোঁত সমস্ত মহাভাৰতৰ বুকুৱেদি বৈ গ'ল নৃত্য, গীত, বাদ্য, কবিতা, সাহিত্যৰ মাজেদি। পৰিত্ৰাতা শ্ৰীকৃষ্ণৰ অনুপম গুণৰাশিৰ স্বৰ্গীয় আনন্দ ভাগৱত পুৰাণৰ ছন্দে ছন্দে ৰসৰ সাগৰ হৈ বৈ গ'ল। উৎসৱানন্দ শ্ৰীহৰিয়েই চৌষষ্ঠি কলাৰ মহাগুৰু হৈ হাতত বাঁহী এটি লৈ বৃন্দাবনৰ কদমগছৰ তলত ত্ৰিভঙ্গ ভঙ্গিমাৰে

থিয় দিলে — দাৰ্শনিকসকলে ঘোষণা কৰিলে -

"আনন্দৰূপমমৃতং যদ্বিভাতি শান্তম্ শিৱম্ অদ্বৈতম্।"

আনন্দস্বৰূপ অমৃতৰ প্ৰতীক শ্ৰীকৃষ্ণই থাকিল এটা যুগৰ সৰ্বাধিনায়ক হৈ। সেই যুগৰ কথা সুঁৱৰি বেথাভৰা সুৰত আমাৰ গাঁৱে-ভূঞে আজিও গাই আছে ঃ

"বৃন্দাবন, বৃন্দাবন, ক'তে এৰি গ'লা
নাৰায়ণ
বৃন্দাবন বিহাৰী হৰি হে
নাৰায়ণ
ক'তে এৰি গ'লা বৃন্দাবন।"

এই প্ৰেৰণাৰ সোঁতত ভাৰতীয় সাহিত্য-সংস্কৃতি আগবাঢ়ি ভাব-সমুদ্ৰৰ ঢৌৰ বুকুত ওপঙি গৈ থাকোতে থাকোতে আহিল বুদ্ধৰ দুঃখবাদ - জন্ম দুখ, জৰা দুখ, ব্যাধি দুখ, মৰণ দুখ, অপ্ৰিয় সংযোগ দুখ, প্ৰিয়বিয়োগ দুখ, কাম্যবস্তু নোপোৱা দুখ —

ভাববাদী ভাৰতবৰ্ষ কঠোৰ বাস্তৱৰ সন্মুখীন হ'ব লগা হ'ল। বুদ্ধৰ অনাত্মবাদৰ দৰ্শনে বৈদিক ভাৰতৰ চিন্তাধাৰাত বিপ্লৱ সৃষ্টি কৰিলে। বুদ্ধই অশোকৰ দৰে শক্তিমান সম্ৰাট এজনৰ পৃষ্ঠপোষকতা লাভ কৰিলে। যুগ-যুগান্তৰৰপৰা একেৰাহে চলি বৈ থকা বৈদিক চিন্তাৰ স্ৰোতধাৰা ৰোধ কৰিবলৈ বৌদ্ধ দৰ্শনে ভাৰতবৰ্ষৰ চিন্তা আৰু সংস্কৃতিৰ ইতিহাসত এটা অস্থিৰ অৱস্থা সৃষ্টি কৰিলে। ইয়াৰ ফলত ভাৰতবৰ্ষত অসংখ্য নতুন ধৰ্ম সম্প্ৰদায় সৃষ্টি হ'ল আৰু মানুহৰ মন শতধা বিভক্ত হ'ল। এই সময়ছোৱাত ৭২ টি বেলেগ বেলেগ ধৰ্ম-গোষ্ঠী বা সম্প্ৰদায় থকাৰ প্ৰমাণ পোৱা হৈছে বুলি পণ্ডিতসকলে কৈছে। এই বিপদ-সঙ্কুল সময়তে প্ৰেৰিত পুৰুষৰ দৰে আহিল শ্ৰীশঙ্কৰাচাৰ্য্য। উত্তৰে কাশ্মীৰ আৰু নেপালৰপৰা দক্ষিণে কন্যাকুমাৰিকালৈকে এজন মহাপুৰুষে ধুমুহা গতিৰে অভিযান আৰম্ভ কৰিলে। এই অভিযানত তেওঁ হাতত তৰোৱাল লৈ দেশ ধ্বংসস্তূপত পৰিণত কৰা নাছিল। ইয়াৰ প্ৰধান অস্ত্ৰ আছিল বুদ্ধি-বৃত্তিৰ সম্বল-সাহিত্য, দৰ্শন আৰু তত্ত্ব আলোচনা।

এই এক শঙ্কৰাচাৰ্যকে জগতে এজন সাধু, এজন সন্ন্যাসী, এজন মহাপণ্ডিত, এজন কবি, এজন দাৰ্শনিক, এজন ধৰ্ম-সংস্কাৰক আৰু এজন কৰ্মযোগী হিছাবে পালে। তেৱেঁই খণ্ড-বিখণ্ড হোৱা ভাৰতবৰ্ষৰ চিন্তাৰাজ্যখনত সুললিত সংস্কৃত ছন্দেৰে প্ৰাচীন কীৰ্তিসমূহৰ প্ৰশস্তি বন্দনা ৰচি গঙ্গা-যমুনাৰ পবিত্ৰ ধাৰাৰ দৰে ৰস-সাহিত্যৰ ধাৰা বোৱাই দিলে। সমস্ত বেদ-উপনিষদৰ সাৰ বেদান্ত-দৰ্শন প্ৰতিষ্ঠা কৰি ভাৰতবৰ্ষৰ সাহিত্য-সংস্কৃতিক ন-কৈ সজাই-পৰাই দিলে। বৌদ্ধধৰ্মৰ প্ৰভাৱ ভাৰতবৰ্ষত লুপ্ত হৈ গ'ল। ৰাজশক্তিৰ পৃষ্ঠপোষকতা লাভ কৰিও বৌদ্ধ দৰ্শনে বৈদিক ভাৰতবৰ্ষৰপৰা বিদায় ল'লে। সমগ্ৰ ভাৰতৰ তীৰ্থস্থানসমূহ আনকি আমাৰ পৰশুকুণ্ডলৈকে ভ্ৰমণ কৰি বুদ্ধৰ দুখবাদ আৰু অনাত্মবাদ মানুহৰ মনৰপৰা মোহাৰি "ব্ৰহ্ম সত্য জগৎ মিথ্যা" বাণীৰে কোটি কোটি ভাৰতবাসীক জ্ঞানৰ পোহৰ বিলাই গ'ল। মাত্ৰ বত্ৰিশ বছৰ কাল পৃথিৱীত থাকি এইজন ক্ষণজন্মা মহামানৱে ভাৰতীয় সাহিত্য-সংস্কৃতিলৈ যি নতুন আলোক আনিলে সেই পৰিব্ৰাজকাচাৰ্য্য শ্ৰীমচ্ছঙ্কৰাচাৰ্য্যই শূন্যবাদী মনোভাবক এইদৰে গৰিহণা দি হৈছেঃ

স্বদেহে শোভনং সন্তং পুৰুষাখ্যং চ সম্মতম্।
কিং মূৰ্খ শূন্যমাত্মানং দেহাতীতং কৰোষি ভো।।"...

হে মূৰ্খ, আত্মাক তই তেনেই শূন্য বুলি কিয় কল্পনা কৰিছ? এই আত্মা দেহৰপৰা পৃথক; কিন্তু তথাপিও ই দেহতে থাকি সকলো বা-বাতৰি দি আছে! আমাৰ শঙ্কৰদেৱেও কৈছে ঃ

"শৰীৰক মই বোলোঁ বুদ্ধি ভৈল হত।
অন্তৰত আছা হৰি খোজোঁ বাহিৰত।।"...

এইখিনিতে ভাৰতবৰ্ষৰ 'পুনৰ অভ্যুত্থান' বা ৰিণেচাঁচৰ যুগ আৰম্ভ। ইয়াৰ পৰৱৰ্তী কালত সাধু, সন্ত, কবি, ভাষ্যকাৰ, টীকাকাৰসকলৰ উদয় হ'ল।

শাক্ত, শৈৱ আৰু বৈষ্ণৱৰ অৰ্থহীন বিৰোধৰ অৱসান ঘটাই ভাৰতবৰ্ষখনক এক মহান ঐক্যবোধেৰে লগ লগালে শঙ্কৰাচাৰ্য্যই আৰু এইজনেই মানৱ সমাজক সত্য আৰু যুক্তিক ভাল পাবলৈ শিকালে, পৰস্পৰৰ ধৰ্মক সন্মান কৰিবলৈ শিকালে আৰু শিকালে জীৱন-দৰ্শন উপলব্ধি কৰি মিলেৰে থাকিবলৈ। সৌ সিদিনা মহাত্মা গান্ধীয়েও ঘোষণা কৰি গৈছে ঃ

"মো উপনিষদ কি অদ্বৈতবাদ মানতা হুঁ।
ব্ৰহ্মসত্য জগন্ মিথ্যা।"

আমাৰ শঙ্কৰদেৱেও আৰম্ভ কৰিলে ঃ

"প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।" ...

আপোনাসকলৰ মনত এনে ভাবো উদয় হ'ব পাৰে, সাহিত্যৰ ফালে দেখোন পিঠি দি ধৰ্মৰ কথাহে বেছিকৈ কোৱা হৈছে। কথাটো সঁচা। শ্ৰীঅৰবিন্দই তেখেতৰ 'কলাবিদ্যাৰ জাতীয়

মূল্য' নামৰ সৰু কিতাপ এখনত আলোচনা কৰি কৈ থৈছে - প্ৰাচ্যৰ কলাবিদ্যাসমূহ ধৰ্মক কেন্দ্ৰ কৰিহে বিকশিত হৈছিল। এই ধৰ্ম মানে আধুনিক ইংৰাজী শব্দ 'কাল্‌চাৰ'।

মহাযোগী শ্ৰীঅৰবিন্দৰ সিদ্ধবাক্য বৰ্ণে বৰ্ণে সত্য। কাৰণ ঋক্‌বেদত থকা একো একোজন দেৱতাৰ গুণানুকীৰ্তন কৰিবৰ কাৰণেই পৰৱৰ্তী কালত একো একোখন পুৰাণ সৃষ্টি হ'ল - অগ্নি পুৰাণ, বায়ু পুৰাণ, বিষ্ণু পুৰাণ, ব্ৰহ্মবৈবৰ্ত পুৰাণ ইত্যাদি, ইত্যাদি। শ্ৰীৰামচন্দ্ৰ, শ্ৰীকৃষ্ণ আদিৰ চৰিত বখানিবলৈ গীত, নাট, কাব্য, তত্ত্ববিচাৰ, দৰ্শন আদি সৃষ্টি হ'ল। চকুৰে দেখি থকাকৈ চিত্ৰপট, মূৰ্তি আদি নিৰ্মিত হ'ল। কল্পনাৰ সৌন্দৰ্য্য, আৱেগৰ অনুভূতিয়ে কবি-শিল্পীৰ মনত প্ৰেৰণা জগাই দিলে - তাৰপৰাই কলা কৃষ্টি হ'ল। ঋষি টলষ্টয়েও 'কলাবিদ্যা কাক বোলে' (হোৱাট্ ইজ আৰ্ট) নামে গ্ৰন্থত এই মৰ্মে কৈছে ঃ

"ইতিহাসৰ প্ৰত্যেক যুগতে আৰু প্ৰত্যেক মানৱ সমাজতে জীৱনৰ উদ্দেশ্য সম্পৰ্কে সম্যক্ জ্ঞান আছে। জীৱনৰ অৰ্থ কি - এই প্ৰশ্নটোৰ উদ্দেশ্যৰ মাজতে একোখন মানৱ সমাজৰ উচ্চতম আদৰ্শৰ পৰিচয় লুকাই আছে । জীৱনৰ এই জ্ঞানই হ'ল সেই সমাজখন ধৰ্মৰ ভাৱ। পৃথিৱীৰ সকলো সমাজতেই এটা ভাব বিদ্যমান হৈ আছে। আমাৰ মনত যদি এনে ধাৰণা হয় যে আমাৰ সমাজত এনে একো ধৰ্মভাৱ নাই— প্ৰকৃততে নাইকিয়া নহয়, নাই যেন লগাৰ ঘাই কাৰণ হ'ল ধৰ্মৰ ফালে চকু দিবলৈ আমি ইচ্ছা নকৰোঁ। কেতিয়াবা আমি ধৰ্মৰ ফালে দৃষ্টিপাত নকৰাৰ আন এটা কাৰণ হ'ল যে সেইফালে চালেই আমাৰ আচল ৰূপটো ওলাই পৰে আৰু ধৰ্মভাৱৰ লগত আমাৰ জীৱনৰ খাপ নোখোৱা অৱস্থাটো আমি দেখা পাওঁ।"

"ধৰ্মৰ ভাব-অনুভূতিয়েই একোখন সমাজত বৈ থকা এখন নৈৰ গতিপথৰ দৰে বিদ্যমান হৈ থাকে। আৰু এই ধৰ্ম-ভাৱৰ জোখতে আমাৰ মনৰ আবেগ-অনুভূতিবোৰ কলাবিদ্যাৰ মাধ্যমেৰে ইকাণ-সিকাণ হৈ বিয়পি পৰে।"

গৰখীয়া লৰাই গৰু চৰাই থাকোতে আঘোণ-পুহমহীয়া ধান দাই নিয়া পথাৰত হুলাং-মাৰিৰে চেঁচোৰ খানি খানি খায়। চেঁচোৰৰ পম বিচাৰি বিচাৰি বেচেৰাইতে খানিয়েই থাকে। সেইদৰেই বৰ্তমানৰ কথাৰ লগত অতীতৰ সংযোগ-সূত্ৰ বিচাৰিবলৈ হ'লে এৰি অহা অতীতক একেবাৰে পাহৰি পেলালে আমি ক'ৰবাৰ কোনোবা যেনহে হ'মগৈ। কবি দুৰৰাৰ এই কবিতাষাৰেই সদায় সোঁৱৰাই আছে।

"চেনেহৰ সখা মোৰ শেষ অনুৰোধ
অতীতক নাযাবা পাহৰি,
সমাপি জীৱন-লীলা বসুধা বুকুত
যামগৈ যিদিনা আঁতৰি
অতীতক নাযাবা পাহৰি।"

## চিৰায়ত সাহিত্য

সহৃদয় সভাস্থসকল, আমাৰ নিবেদন লাহে লাহে সামৰণিৰ ওচৰ চাপিছেহি। ইমানতে আমি ভাৰতীয় সাহিত্যৰ আন এটি গৌৰৱ-উজ্জ্বল যুগৰ অকণমানি পোহৰ বিচাৰোঁ। সেই চিৰায়ত সাহিত্য যুগটো কাব্যৰ যুগ- যুগনায়ক কালিদাস। কালিদাসৰ নাম স্মৰণ নকৰাকৈ কোনো কালে, কোনো সাহিত্যসেৱীয়ে ভাৰতীয় সাহিত্যৰ একো কথা ভাবিবলৈ, কবলৈ বা লিখিবলৈ সম্পদ বিচাৰি পোৱা কঠিন। ইংৰাজী শব্দ ক্লাছিক মানে উচ্চতম আদৰ্শৰ সাহিত্যিক বা সাহিত্য বুলি চেম্বাৰ্চ অভিধানে কয়। ক্লছিকেল শব্দটোৰ প্ৰতিশব্দ কোনোৱে 'ধ্ৰূপদী' বুলিছে আৰু কোনো কোনোৱে 'চিৰায়ত' বুলিছে। আমিও তাৰে এটা গ্ৰহণ কৰাই বিধেয় বুলি চিৰায়ত শব্দটি ইয়াত ব্যৱহাৰ কৰিছোঁ।

এই যুগৰ অনেক কবিয়ে অমৰ সম্পদ দান দি গৈছে— ভৱভূতি, ভৰ্তৃহৰি আদি বহুত। কিন্তু আমাৰ সিমান অধ্যয়ন নাই; সেইবাবে ভুৱাদি নজিনা কথা কোৱাৰপৰা আত্মৰক্ষা কৰি মাত্ৰ এজনৰ কিঞ্চিৎ গুণকীৰ্তন কৰিবলৈহে হেঁপাহ জন্মিছে।

ইজিপ্ত, গ্ৰীচ আৰু ৰোমৰ সংস্কৃতি মৰিল। কাৰণ এইবিলাকৰ অন্তৰত প্ৰাণবস্তু আধ্যাত্মিকতাৰ অভাৱ ঘটিছিল। কিন্তু অতি পুৰণি হলেও ভাৰতীয় সংস্কৃতি যুগে যুগে নতুন নতুন ৰূপ লৈ আজিলৈকে জীয়াই আছে। এইদৰে ভাৰতবৰ্ষই কালৰ ধুমুহা জয় কৰি কৰি আহি আছে। তাৰেই সঞ্জীৱনী সোঁতত আহিল আমাৰ চিৰায়ত সাহিত্যৰ যুগ। ১৯৬৮ চনৰ ২৮ চেপ্টেম্বৰ তাৰিখৰ কলিকতাৰ ইংৰাজী দৈনিক 'ষ্টেটচ্‌মেন' কাকতত শ্ৰীকৃষ্ণ কৃপালনিয়ে 'পুৰণি আৰু নতুনৰ সহ-অৱস্থান' নামে এটি প্ৰবন্ধত কৈছে ঃ

"আমি চিৰায়ত সাহিত্যৰ যুগ বুলি যিটো সময়ৰ কথা কওঁ, সেই সময়ত অকল সংস্কৃত যে এদনীয়াভাবে বিস্তৃতি লাভ কৰিছিল এনে নহয়। তামিল, পালি আৰু প্ৰাকৃত সাহিত্যয়ো প্ৰচুৰ সম্ভাৰ দান দিছিল। এই প্ৰাকৃত সাহিত্যই ভাৰতবৰ্ষৰ অঞ্চল বিশেষত সোমাই সুকীয়া সুকীয়া ৰূপ ল'লে আৰু সেই সেই অঞ্চলৰ ভাষাৰ লগত মিহলি হৈ পৰিল। কালক্ৰমত আঞ্চলিক সাহিত্যবিলাকো ইয়াৰ প্ৰভাৱত সমৃদ্ধ হৈ উঠিল। লাহে লাহে সংস্কৃত সাহিত্যৰ প্ৰতি ধাউতি কমি আহিল।"

পণ্ডিত জৱহৰলাল নেহৰুৱে ১৯৪৬ চনত জয়পুৰত হোৱা 'পি-ই-এন্ কনফাৰেন্স'ত (কবি, ৰচনালেখক আৰু ঔপন্যাসিক সম্মিলন) এইদৰে কৈছিল ঃ

"ভাৰতবৰ্ষত সংস্কৃত আৰু প্ৰাকৃত দুটা ভাষা থকাৰ বাবেই সংস্কৃতো জীয়াই নাথাকিল আৰু প্ৰাকৃতো জীয়াই নাথাকিল। যদি যেই সেই এটা ভাষাত সকলো সাহিত্য লিখিত হ'লহেতেন কিজানি আজিও সেই ভাষা চলি থাকিলহেঁতেন।"

## কালিদাস

মহাকবি কালিদাসৰ যাউতিযুগীয়া সাহিত্যৰাজিৰ সম্যক আলোচনা কৰিবৰ জোখাৰে আমাৰ পাণ্ডিত্য নাই। মাত্ৰ ফুলৰ ৰস চুহি খোৱা ভোমোৰাৰ দৰে কিঞ্চিৎ গুঞ্জন ধ্বনিৰে মহাকবিৰ প্ৰতি থকা আমাৰ অসীম শ্ৰদ্ধাহে নিবেদন কৰিবলৈ আমি ইচ্ছা কৰিছোঁ।

কালিদাসৰ কাব্য ৰঘুবংশৰ মাজত আমি আমাৰ পুৰণি ভাৰতবৰ্ষখনৰ যি এটা ভৌগোলিক বিৱৰণ পাওঁ সি আমাক কবি কালিদাসৰ অন্তৰত লুকাই থকা জন্মভূমি জননী ভাৰতবৰ্ষৰ মেপখনলৈহে আঙুলিয়াই দিয়ে। ৰঘুবংশত প্ৰাগজ্যোতিষপুৰৰ নামো আছে। মেঘদূত কাব্যত দক্ষিণে ৰামগিৰি পৰ্বতৰপৰা আৰম্ভ কৰি সাতপুৰা পৰ্বতমালা, মালৱ, ৰেৱা (নৰ্মদা) নদী, বিন্ধ্য পৰ্বত, দশাৰ্ণ, ৰাজধানী বিদিশা, শিপ্ৰা নদীৰ পাৰত থকা উজ্জয়িনী, গন্ধাৱতী নদী, গম্ভীৰা নদী, দেৱগিৰি, চৰ্মন্বতী, দশপুৰ, কুৰুক্ষেত্ৰ, সৰস্বতী নদী, কনখল পৰ্বত আদি অতিক্ৰম কৰি কৈলাস শিখৰত থকা মানস সৰোবৰ আৰু অলকাপুৰীলৈকে এখন ভাৰতবৰ্ষ শাশ্বতকালৰ ভূগোল আৰু ইতিহাসত থৈ গ'ল। যান-বাহন নাইকিয়া, চলাচলৰ আধুনিক সুবিধা নথকা কালতো এই অমৰ ভাৰতসন্তানজনে বিৰাট দেশখনৰ বিভিন্ন ঠাইবিলাক আৰু বিভিন্ন জাতি-উপজাতিৰ মহাসন্মিলন দেখুৱাই কেনেকৈ ভৌগোলিক, সাংস্কৃতিক, আৰু ঐতিহাসিক ঐক্যবোধ দেখুৱাই গৈছে — আজিৰ যুগৰ লেখক-সাহিত্যিকসকলে সেই কথা সুঁৱৰি চোৱা প্ৰয়োজন হৈ পৰিছে। কালিদাসৰ কবিতা অকল বুদ্ধিজীৱিৰ নিকপকপীয়া পৰিকল্পনা কিম্বা কিছুমান অখণ্ড ভাবৰ সমাবেশ নহয়। ইয়াত আছে সহৃদয়তাপূৰ্ণ অনুভূতি, কল্পনাৰ মাধুৰ্য্য, অন্তহীন প্ৰেৰণাৰ উৎস আৰু মনত নপৰা কালৰেপৰা আহি থকা আৰ্য্যসভ্যতাৰ দিব্যদৰ্শন। কালিদাসৰ 'শকুন্তলা' বিশ্ববিজয়িনী অনন্ত লাৱণ্যময়ী চিৰসুন্দৰ ৰাজ্যৰ একমাত্ৰ মহিমান্বিতা নাৰী-চৰিত্ৰ। বিশ্ব-সাহিত্যৰ দৰবাৰত সাম্ৰাজ্ঞী হৈ এই শকুন্তলাই ভাৰতীয় সাহিত্যৰ বিজয় ঘোষণা কৰি আছে।

কালিদাসৰ অমৰ প্ৰতিভাৰ আন এটি নিদৰ্শন 'কুমাৰসম্ভৱ' মহাকাব্য। সাতোটা সৰ্গৰ এই মহাকাব্যখনতো সেই ভাৰতীয় ঐতিহ্যৰে এটি চিৰনতুন ৰূপ প্ৰস্ফুটিত হৈ আছে। তাৰকাসুৰে স্বৰ্গৰ ৰাজ্য অধিকাৰ কৰি দেৱতাসকলক ভৃত্যৰ দৰে ব্যৱহাৰ কৰিবলৈ ধৰিলে। দেৱতাই পিতামহ ব্ৰহ্মাৰ উপদেশ বিচাৰিলে। ব্ৰহ্মাই ক'লে, মহাবল অসুৰক বধ কৰি স্বৰ্গ-ৰাজ্য পুনৰুদ্ধাৰ কৰিবলৈ হ'লে ৰুদ্ৰৰ বীৰ্য্যত জন্ম হোৱা এজন সেনাপতি লাগিব। কিন্তু সতীৰ দেহত্যাগৰ পাছত দেৱাদিদেৱ মহাদেৱ তেতিয়া গভীৰ ধ্যানত নিমগ্ন, মহাযোগী বেশ। কেনেকৈ পুত্ৰ জন্ম হ'ব? কন্যা পাৰ্বতীৰ সম্পৰ্কে দেৱৰ্ষি নাৰদে হিমালয়ক কৈছিল, "গিৰিৰাজ! আপোনাৰ এই কন্যাটি স্বয়ং শিৱৰ অৰ্দ্ধাঙ্গিনী হ'ব।" সেই হিমালয় পৰ্বততে শিৱ সমাধিস্থ। শঙ্কৰ-পাৰ্বতীৰ মিলন ঘটাই দেৱতাৰ কাৰ্য্য সমাধা কৰিবলৈ যিখন মহাকাব্য ৰচিত হ'ল তাৰ ভিতৰত ভাৰতীয় ঐতিহ্যৰেই সূক্ষ্মতম কাব্য-সম্ভাৰ, কালিদাসৰ কালৰ সমাজ, হিমালয় পৰ্বতৰ বুকুত থকা বনজ, খনিজ আৰু জীৱ-জন্তু, কিন্নৰ-কিন্নৰীৰ বিচিত্ৰ ৰূপ আখৰেৰে সজা এটা মিউজিয়ম যেন হৈ আছে। হৰ-পাৰ্বতীৰ যিখন বিয়াৰ বৰ্ণনা -- সেই বিয়াৰ লগত অসমীয়া সমাজৰ যি মিল দেখা হয় তাৰপৰাই স্পষ্ট প্ৰমাণ পোৱা হয় যে আমাৰ সংস্কৃতিও ভাৰতবৰ্ষৰ মূল সংস্কৃতিৰ সৈতে একেই। শিৱৰ অনুৰোধ মতে সপ্তৰ্ষিমণ্ডলে হিমালয়ক ছোৱালী খুজিবলৈ গৈছে, জ্যোতিষীয়ে দিন-বাৰ চাইছে, কন্যাৰ ঘৰত সভামণ্ডপ, নোৱনি ঘৰ, বেই সজা হৈছে, দৰা আদৰিবলৈ তোড়ন সজা হৈছে, কন্যাক নোৱাই-ধুৱাই মূৰত চাউল, দুৰ্বৰিবন দি আয়তীসকলে আশীৰ্বাদ দিছে। দৰাক বাটভেটি চাবলৈ দেৱতাৰপৰা আৰম্ভ কৰি গন্ধৰ্ব-কিন্নৰ, নৰ-মনিচৰ হেন্দোলদোপ হৈছে — কন্যাৰ ঘৰত উলহ-মালহ, আলহী-অতিথিৰ বিৰাট সমাগম, কন্যাক দিবলৈ উপঢৌকন নিয়া, হোমৰ গুৰিত বৰ-কন্যা বহি হোমত আহুতি দিয়া আৰু বিয়া ভগাৰ পাছত দৰা-কন্যাক ভিতৰলৈ নি কৌতুক কৰা, এই সকলোবিলাক সেই মহাকাব্যত মনোগ্ৰাহী ৰূপত বৰ্ণোৱা হৈছে। পঢ়িলে মনত ধাৰণা হয় যেন আমাৰ এই অসমতহে কোনো সম্ভ্ৰান্ত বংশৰ ঘৰত বিয়া হৈছে।

মহাকবি কালিদাসে এইদৰে তেওঁৰ অমৃতবৰষা ছন্দৰ মাজতো সেই মহাভাৰতৰ সাহিত্য-সংস্কৃতিৰ অখণ্ডতাকে দান দি গ'ল।

ৰবীন্দ্ৰনাথে সেইকালৰ স্মৃতি সুঁৱৰি কৈছে :

"আমি যদি জন্ম নিতেম কালিদাসৰ কালে  
দৈবে হতেম দশম ৰত্ন নবৰত্নেৰ মালে,  
একটি শ্লোকে স্তুতি গেয়ে ৰাজাৰ কাছে নিতাম চেয়ে  
উজ্জয়িনীৰ বিজন প্ৰান্তে কানন-ঘেৰা বাড়ি।"................

## পালি সাহিত্যৰ প্ৰৱেশ

কৌটিকালৰপৰা বৈ অহা ভাৰতবৰ্ষৰ বৈদিক স্ৰোতধাৰাত সুদূৰ পাৰস্যৰ চিন্তাধাৰা আহি লগ লাগিলহি। প্ৰায় দুশ বছৰ কাল মাজে মাজে আহি খুন্দিয়াই থকাৰ অন্তত ১১৯২ খ্ৰীষ্টাব্দত

---

দিল্লীৰপৰা ৮০ মাইল উত্তৰে থকা তৰাইন নামে ঠাইত মহম্মদ ঘোৰীৰ হাতত পুৰণি ভাৰতৰ শেষ ৰজা পৃথ্বীৰাজৰ মৃত্যু হ'ল। লগে লগে এটা কল্পান্তৰ ঘটিল। ১২০৬ খ্ৰীষ্টাব্দত ঘোৰীৰ সেনাপতি কুটুবুদ্দিনে এই মহাভাৰতৰ অনন্ত স্মৃতি বিজড়িত প্ৰাচীন ইন্দ্ৰপ্ৰস্থ বা দিল্লীত মুছলমান শাসনৰ আৰম্ভ কৰিলে। কুটুবুদ্দিন প্ৰথম চুলতান ৰূপে দিল্লীৰ সিংহাসনত বহিল। কালত পৃথ্বীৰাজৰ ৰাজ-উদ্যানত আকাশলঙ্ঘী কুটুবমিনাৰ থিয় দিলে। ভাৰতবৰ্ষৰ ইতিহাসত এটা নতুন যুগৰ পাতনি হ'ল।

পাৰ্চী ভাষা ৰাজভাষা হ'ল আৰু নকৈ অহা ইছলামীয় ৰীতি-নীতি, ভাব-চিন্তা কেউপিনে বিস্তাৰ হ'ল। ৰাজঅনুগ্ৰহ লাভ কৰা লোকসকল, বা-বিষয়া আদিয়ে পাৰ্চী ভাষাৰে ভাবৰ আদান প্ৰদান কৰিবলৈ আৰম্ভ কৰিলে। কালত পুৰণি সংস্কৃত ভাষাৰ ঠাই পাৰ্চী ভাষাই দখল কৰিলে। তেতিয়াৰেপৰা আৰম্ভ কৰি প্ৰায় ৬শ বছৰ কাল মুছলমান-সকলে ভাৰতবৰ্ষ শাসন কৰে। এই কালছোৱাতে পাৰস্যৰ সাহিত্য-প্ৰতিভাই চিন্তাশীল ভাৰতীয়সকলৰ মনত প্ৰভাব বিস্তাৰ কৰিলে। চাৰ যদুনাথ চৰকাৰৰ 'ঔৰঙ্গজেবৰ ইতিহাস' গ্ৰন্থত এইদৰে পোৱা হয়ঃ

"সমস্ত ইছলামী জগতৰ ভিতৰত পাৰস্য দেশখনেই আছিল সাহিত্য, সংস্কৃতি, ভাবচিন্তাৰ মূল উৎস। পাৰস্যৰ কবিসকলৰ আৰ্হিতে সকলো ঠাইৰ মুছলমান কবিসকলে কবিতা লিখিছিল। সকলো ঠাইৰ মুছলমান ৰজাসকলেও নিজ নিজ ৰাজ্যত পাৰস্য দেশৰ আৰ্হিৰেই সাজপাৰ কৰা, কথা কোৱা, আদব-কায়দা আদি প্ৰৱৰ্তন কৰিছিল। ফিৰদৌচি আৰু হাফিজৰ দেশৰ পণ্ডিতসকলৰ প্ৰশংসা লাভ কৰাটো অন্য দেশত থকা মুছলমান কবি-সাহিত্যিকসকলৰ পৰম কাম্য বিষয় আছিল। সেই কালত পাৰ্চী সাহিত্যই এচিয়াৰ সকলো দেশতে সুখ্যাতি লাভ কৰিছিল।"

আমাৰ সাহিত্যতো লয়লা-মজনু, চিৰি-ফৰহাদ, হাতিমতাই, চোৰাব-ৰুস্তম, কাৰবালা, ফোৰাৎ নদী, হাচান-হুছেন, হাফিজ, ওমৰ খায়য়াম আদি নিজৰ যেন হৈ পৰিলহি। পাৰস্য দেশৰ এজন ইহুদি ডেকাই প্ৰাচীন হিব্ৰু শাস্ত্ৰসমূহ পঢ়ি গভীৰ জ্ঞান লাভ কৰে। তেওঁ 'চৰ্মদ' নামে এটা গুপ্তনাম লৈ ৰহস্যবাদী কবিতা লিখিছিল। তেওঁ ইছলাম ধৰ্ম গ্ৰহণ কৰিলে আৰু ইছলামীয় দৰ্শন আয়ত্ব কৰিলে। তেওঁ এজন বেপাৰী হৈ ভাৰতলৈ আহিল আৰু অভয়চাঁদ নামে এজন হিন্দু ডেকাৰ সৈতে বন্ধুত্ব হ'ল। বেহা-বেপাৰ এৰি তেওঁ ফকীৰ হ'ল আৰু অভয়চাঁদক প্ৰথম শিষ্য কৰি ললে। সেই সময়ত চাহজাহান ভাৰতৰ সম্ৰাট। চাহজাহানৰ বৰ পুতেক দাৰ্শনিক দাৰাৰ লগত চৰ্মদৰ সংযোগ ঘটিল। পাৰ্চী ভাষাত লিখা চৰ্মদৰ সুললিত ছন্দত পাৰস্যৰ চুফিবাদৰ ৰহস্যই প্ৰকাশ লাভ কৰিলে। তাৰ উপৰি তেওঁৰ কবিতাত অতি উদাৰ আৰু মানৱীয় প্ৰেমৰ সমাবেশ ঘটিছিল। খণ্ড খণ্ড সাম্প্ৰদায়িক মনোভাবৰ উৰ্দ্ধত থকা তেওঁৰ ৰচনাই সকলো ধৰ্মৰে সত্য সমানে গ্ৰহণ কৰিছিল। তেওঁৰ প্ৰিয় শিষ্য অভয়চাঁদক তেওঁ এই মৰ্মে গীত এটি ৰচি গাবলৈ দিছিল ঃ

"মই ফোৰকানৰ অনুগামী-এজন গুৰু আৰু সংসাৰত্যাগী,
মই ইহুদিবিলাকৰ এজন ৰব্বি, এজন মূৰ্তি উপাসক
আৰু এজন মুছলমান।"

(মুছলমানসকলৰ চাৰিশাস্ত্ৰ জব্বুৰ, ফোৰকান, এঞ্জিল, কোৰাণ। ৰব্বি পণ্ডিত লোক।)

"কাবা আৰু মন্দিৰবিলাকত মানুহে তেওঁৰ শিল আৰু তেওঁৰ কাঠ সংৰক্ষণ কৰিছে। কোনো এঠাইত তেওঁ এটা ক'লা শিলৰ ৰূপ লৈছে আৰু কোনো ঠাইত তেওঁ হিন্দুৰ উপাস্য মূৰ্তি হৈ আছে।"

জানিবলগীয়া কথা এয়ে যে, মুছলমানৰ পবিত্ৰ তীৰ্থ মক্কাৰ কাবা মন্দিৰত থকাৰ দৰেই কাশীৰ বিশ্বনাথ মন্দিৰত ক'লা শিলৰ লিঙ্গমূৰ্তি আছে আৰু জগন্নাথ মন্দিৰত কাঠৰ দাৰুব্ৰহ্ম আছে।

চৰ্মদৰ দৰ্শনত চমৎকাৰিত্ব আছে। তেওঁৰ মতে এই বিশ্ব-ব্ৰহ্মাণ্ডত থকা সকলো উপাদান মানুহৰ গাতেই আছে।

চাহজাহানক বন্দী কৰি ঔৰঙ্গজেব পাটত উঠিল। হিন্দু-দৰ্শনত পণ্ডিত দাৰা চেকোক হত্যা কৰা হ'ল। দাৰাৰ পক্ষপাতী চুফিমতবাদী চৰ্মদে কাজীৰ বিচাৰৰ আগত থিয় দিব লগা হ'ল। নৈষ্ঠিক মুছলমানৰ বিচাৰত চৰ্মদ দোষী সাব্যস্ত হ'ল আৰু প্ৰাণদণ্ডৰ আদেশ হ'ল। প্ৰাণদণ্ড দিয়া কাঠৰ শালত উঠি চৰ্মদে চুফিবাদৰ অতি ওখ কবিতা গাবলৈ ধৰিলে। তেওঁ কাঠৰ শালত মূৰটো সুমুৱাইদি হাঁহি হাঁহি এইদৰে গাইছিল ঃ

"মোৰ এই দেহটোৱে ইমান দিন মোৰ প্ৰাণটো প্ৰিয়তমৰ লগত মিলি যোৱাত বাধা সৃষ্টি কৰি আছিল। আঃ অৱশেষত বন্ধুত্বৰ বাহন এখন তৰোৱালে ইয়াক আঁতৰাই দিব।" শেষ নিশ্বাসৰ লগে লগে চৰ্মদে গালে ঃ

"মোৰ বন্ধু, নাঙঠ তৰোৱালখন আহিল।
যি বেশেৰেই আহাঁ, হে মোৰ বন্ধু,
মই তোমাক চিনি পাওঁ।"

## বৈষ্ণৱ কবিতাৰ যুগ

খ্ৰীষ্টীয় পোন্ধৰ শতিকাৰ শেষ ভাগত মোগল সাম্ৰাজ্যত ৰাজনৈতিক, সামাজিক আৰু নৈতিক অৱস্থাৰ অৱনতি ঘটিবলৈ আৰম্ভ হ'ল। ভাৰতৰ পূব প্ৰান্তত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰপৰা আৰম্ভ

কৰি শিখগুৰু নানকলৈকে ধৰি সমগ্ৰ ভাৰতবৰ্ষত এটা মহাশক্তিশালী চিন্তাধাৰাৰ সোঁত বৈ গ'ল। ভাৰতবৰ্ষত বৈষ্ণৱ পদাৱলীৰ সুললিত ঝঙ্কাৰ উঠিল। ৰবীন্দ্ৰনাথে কৈছে ঃ

"বৈষ্ণৱ পদাৱলীত থকা যমুনাৰ বৰ্ণনা মনত পৰে— প্ৰকৃতিৰ অনেক দৃশ্যই মোৰ মনলৈ বৈষ্ণৱ কবিৰ ছন্দোঝঙ্কাৰ আনি দিয়ে—তাৰ প্ৰধান কাৰণ, এই সমস্ত সৌন্দৰ্য্য মোৰ মানত শূন্য সৌন্দৰ্য্য নহয়—ইয়াৰ ভিতৰত মানৱ-ইতিহাসৰ সমস্ত পুৰণি কালৰ প্ৰীতি সন্মিলন গাথা পূৰ্ণ হৈ আছে। ইয়াৰ ভিতৰত যেন এটি চিৰন্তন হৃদয়ৰ লীলা অভিনীত হৈ আছে। এই সৌন্দৰ্য্যৰ মাজত বৈষ্ণৱ কবিসকলৰ সেই অনন্ত বৃন্দাবনখন লুকাই আছে । বৈষ্ণৱ কবিতাৰ যথাৰ্থ মৰ্মৰ ভিতৰত যিজন প্ৰৱেশ কৰিছে তেওঁ সমস্ত প্ৰকৃতিৰ ভিতৰত সেই বৈষ্ণৱ কবিতাৰেই ধ্বনি শুনিবলৈ পায়।"

## কবীৰ

এই যুগৰ সন্ত কবিসকলৰ ভিতৰত কবীৰৰ এটি সুকীয়া বিশেষত্ব আছে। তেওঁৰ ভজনাৱলীত বেদান্ত দৰ্শন, আনকি খ্ৰীষ্টিয়ান মতবাদৰ প্ৰতিও শ্ৰদ্ধাৰ নিদৰ্শন আছে। কবিতা, দৰ্শন, হিত উপদেশ, নীতিজ্ঞান আদিৰে কবীৰৰ অমৰ সাহিত্যই ভাৰতবাসীক উদ্বুদ্ধ কৰি আহিছে। কবীৰে কৈছে ঃ

(১) ফুলৰ সুগন্ধৰ গৰাকীজন তোমাৰ ভিতৰতে আছে। হৰিণাৰ নাইটোতে থকা কস্তুৰী পকি সুগন্ধ গোটেই বনত বিয়পি পৰে কিন্তু অজ্ঞানতাবশত হৰিণাটোৱে সুগন্ধ ক'ৰ পৰা আহিছে বুলি ঘাঁহ বনবোৰ সুঙি সুঙি গোটেই অৰণ্য চ'লাপাত কৰে। তেনে প্ৰমাদত নপৰিবলৈ তুমি জ্ঞানচকুৰে তেওঁক তোমাৰ মাজতে চোৱাঁ।

(২) তোমাৰ বাটত যদি কোনোবাই কাঁইট পুতিছে, তুমি তাত ফুল ছটিয়াই দিয়াঁ। তোমাৰ বাট ফুলেই ফুল হ'ব আৰু সিটোৰ কাৰণে হ'ব ত্ৰিশূলৰ জোং।

কবীৰৰ দোঁহা এটিৰ অসমীয়া ৰূপান্তৰ কৰি চালে এনেকুৱা হয় ঃ

"ঘটত জল আছে
জলত কমল
কমলত জ্যোতি আছে
কৰে জলমল।
জ্যোতিত জিলিকি উঠে
মহা-জ্যোতিষ্মান,
সমস্ত সৃষ্টিৰ কৰ্তা
সেই ভগৱান।"

(৩) "সুন্দৰ তন পায় ন কৰু অভিমান।
ত্যাগিসকল অনৰীতি প্ৰীতি যুত,
ধৰু সৎগুৰুকো ধ্যান।।"

(৪) "দুখ সুখ সব জীৱন কো জগ মে, ব্যাপত এক সমান।
দয়া ধৰ্ম কুছ ৰাখি হৃদয় মে, দে ভূখে কো দান।।
কৰ্ম ভাগ ভোগন কো আয়া, দো দিন কা মেহমান।
সদা ন ৰহে সাহিবী তেৰী ক্ষণ ভংগুৰ কহি জান।।
জনম পায় নৰ সুকৃতি কৰিলে, জো চাহে কল্যাণ।
গহ সৎ পন্থ গ্ৰন্থ গুৰু সম্মত কহেঁ জো সন্ত সুজান।।
বাৰম্বাৰ কবীৰ কহত হোঁয, সুন লে মূঢ় অজ্ঞান।
জো মানৈ তো মান নহি য়হ গোয য়হ মৈদান।।"

ক্ষণভঙ্গুৰ মানৱ জীৱনত সৎ কৰ্ম কৰিবলৈ, ভোকাতুৰক অন্নদান কৰিবলৈ সৎ পন্থ, সৎ গ্ৰন্থ, সৎ লোকৰ সঙ্গ লবলৈ মানুহক প্ৰেৰণা দিয়া কবীৰ ভাৰতবৰ্ষৰ সাহিত্যত এখন যাউতিযুগীয়া আসনত প্ৰতিষ্ঠিত হৈ আছে।

## ইংৰাজী সাহিত্যৰ আগমন

এইদৰে আহি থাকোতে ১৯শ শতিকাৰ আৰম্ভণিত বিজয় উল্লাসেৰে আহি ইংৰাজী সাহিত্যৰ ধাৰা ভাৰতবৰ্ষত সোমালহি । সংস্কৃত আৰু পাচীৰ ঠাইত ইংৰাজী ভাষাই প্ৰাধান্য লাভ কৰিলে। পশ্চিমীয়া সাহিত্যৰ বিবিধ ধাৰাই ভাৰতবৰ্ষৰ সকলো সাহিত্যতে ঠাই পালে। গদ্য সাহিত্যত পশ্চিমীয়া প্ৰভাব পৰাৰ উপৰিও উপন্যাস, চুটিগল্প, নাটক, কবিতা, সঙ্গীত আদিত ইংৰাজী সাহিত্যৰ ছাঁ পৰি এটা নতুন যুগ ৰ সৃস্টি কৰিলে। ইংৰাজী ভাষাই বৃটিছ চৰকাৰৰ ৰাজছত্ৰৰ দৰে সকলো ভাৰতীয় ভাষাক ছাঁ দি ঢাকি ধৰিলে। তাৰ উপৰি মানুহ সদায় নতুনৰ প্ৰয়াসী। এই নতুন সোঁতত ভাৰতীয় চিন্তাধাৰাও মিলি গ'ল। ভাৰতীয় সাহিত্যিকসকলে ইংৰাজী সাহিত্যৰপৰা নতুন নতুন প্ৰেৰণা লাভ কৰিলে, ইংৰাজী ভাষাৰ যোগেদিয়েই বিশ্বসাহিত্যৰ লগত পৰিচিত হ'ল।

## ৰবীন্দ্ৰনাথ

সেই আদিম সূৰ্য্যল প্ৰভাত ৰশ্মিত স্নান কৰা কবিসকলৰ দিনৰেপৰা আৰম্ভ কৰি ১৯ শ শতিকাৰ শেষলৈকে ভাৰতবৰ্ষত যি চিন্তাধাৰা অব্যাহত গতিৰে বৈ আছিল, তাৰ পাৰতে এখন 'শান্তি নিকেতন'ত দেখা দিলে এজন এই যুগৰ ঋষিকবি ৰবীন্দ্ৰনাথে। প্ৰশান্ত গম্ভীৰ, বিৰাট ব্যক্তিত্বৰ গৰাকী ৰবীন্দ্ৰনাথৰ চকুত বিশ্বপ্ৰকৃতিৰ অমলিন সৌন্দৰ্য্য, বুকুত মানৱ-প্ৰেম আৰু চিন্তাত ৰূপ-সাগৰৰ

অৰূপ ৰতনে থানিকা পাতিলে। ৰবীন্দ্ৰনাথে গালে ঃ

"দেশশূন্য কালশূন্য জ্যোতিঃশূন্য মহাশূন্য - পৰি
চতুৰ্মুখ কৰিছেন ধ্যান।
সহসা আনন্দসিন্ধু হৃদয়ে উঠিল উথলিয়া
আদিদেব খুলিলা নয়ান।
চাৰি মুখে বাহিৰিল বাণী,
চাৰি দিকে কৰিল প্ৰয়াণ।
সীমাহাৰা মহা অন্ধকাৰে,
সীমাশূন্য ব্যোম পাৰাবাৰে,
প্ৰাণপূৰ্ণ ঋটিকাৰ মতো
আশাপূৰ্ণ অতৃপ্তিৰ প্ৰায়
সঞ্চৰিতে লাগিল যে ভাষা।
আনন্দেৰ আন্দোলনে ঘন ঘন বহে শ্বাস
অষ্ট নেত্ৰে বাহিৰিল জ্যোতি।
জ্যোতিৰ্ময় জটাজাল কোটি সূৰ্য্যপ্ৰভা বহি
দিগ্বিদিকে পড়িল ছড়ায়ে।।
জগতৰ গঙ্গোত্ৰীশিখৰ হতে
শত শত স্ৰোতে
উচ্ছ্বসিল অগ্নিময় বিশ্বেৰ নিৰ্ঝৰ,
স্তব্ধতাৰ পাষাণহৃদয়
শত ভাগে গেল বিদীৰিয়া।।"

ৰবীন্দ্ৰনাথে ১৯১৩ চনত "গীতাঞ্জলি"ৰ বাবে নোবেল পুৰস্কাৰ লাভ কৰিলে। মেঘেঢকা ভাৰতবৰ্ষখনৰ মহান গৌৰৱ ৰশ্মি পৃথিৱীৰ চকুত পৰিল। উপনিষদৰ প্ৰাণবস্তুৰে পৰিপূৰ্ণ ব্ৰহ্মবাদী ৰবীন্দ্ৰনাথ ঠাকুৰৰ জীৱনৰ সকলো গভীৰ সত্যৰ একমাত্ৰ আশ্ৰয় স্থান তেওঁৰ কবিতা। পৃথিৱীৰ সকলো দেশৰ, সকলো কবিৰ, সকলো সৌন্দৰ্য্যৰ এখন নন্দন বন ৰচনা কৰি, চুফি দাৰ্শনিকৰ দৰে এটা জলহু আলখাল্লা পিন্ধি মহাশূন্যৰ ফালে তীব্ৰ দৃষ্টিৰ চকুযুৰি থৈ, পাছলৈ হাত দুখন দি সৌৱা অনন্ত কালৰ বুকুত থিয় দি আছে এই যুগৰ বাল্মিকী ৰবীন্দ্ৰনাথ। থৈ গৈছে দিব্যজ্ঞানৰ যজ্ঞ-ধোঁৱাৰ সুগন্ধৰে পৰিপূৰ্ণ এখন আশ্ৰম - দি গৈছে দুখ জয় কৰিবপৰা আত্মত্ৰাণৰ মহামন্ত্ৰ ঃ

"বিপদে মোৰে ৰক্ষা কৰো,এ নহে মোৰ প্ৰাৰ্থনা
বিপদে আমি না যেন কৰি ভয়।
দুখ-তাপে-ব্যথিত চিতে নাইবা দিলে সান্ত্বনা
দুঃখে যেন কৰিতে পাৰি জয়।
সহায় মোৰ না যদি জুটে নিজেৰ বল না যেন টুটে-
সংসাৰেতে ঘটিলে ক্ষতি, লভিলে শুধু বঞ্চনা,
নিজেৰ মনে না যেন মানি ক্ষয়।।
আমাৰে তুমি কৰিবে ত্ৰাণ, এ নহে মোৰ প্ৰাৰ্থনা -
তৰিতে পাৰি শকতি যেন ৰয়।
আমাৰ ভাৰ লাঘব কৰি নাইবা দিলে সান্ত্বনা
বহিতে পাৰি এমন যেন হয়।
নম্ৰশিৰে সুখেৰ দিনে তোমাৰি মুখ লইব চিনে -
দুঃখেৰ ৰাতে নিখিল ধৰা যেদিন কৰে বঞ্চনা
তোমাৰে যেন না কৰি সংশয়।।"

সংশয়বিহীন হৈ আধ্যাত্মিক শক্তিৰে জীৱন গঢ়ি সংসাৰ পথত বীৰৰদৰে আগবাঢ়ি যাবলৈ দিয়া এনেকুৱা প্ৰেৰণাকে মানুহক লাগে। এয়া আত্মবিশ্বাস, আত্মত্ৰাণ আৰু আত্ম-উপলব্ধিৰ জীৱন-দৰ্শন - ৰবীন্দ্ৰনাথৰ দান।

অক্সফোৰ্ড বিশ্ববিদ্যালয়ত ৰবীন্দ্ৰনাথে 'মানৱ ধৰ্ম' আখ্যাৰে দিয়া বক্তৃতাত ভৌগোলিক সীমা নথকা, বিশ্বমানৱক একে বুলি ভবা আৰু বসুধাখনকে কুটুম বুলি গ্ৰহণ কৰা ভাৰতবৰ্ষৰ ধৰ্মৰ ধাৰাৰ পৰিষ্কাৰ ৰূপ এটি দাঙি ধৰিছিল। সৰ্বপল্লী ৰাধাকৃষ্ণণৰ পাতনিৰে সৈতে সেই বক্তৃতা গ্ৰন্থকাৰে প্ৰকাশিত হৈছে। বিশ্বকবিৰ সেই বক্তৃতাতো এই বাণীয়েই ধ্বনিত হৈছে ঃ

"হেথা একদিন বিৰামবিহীন মহা-ওঙ্কাৰ ধ্বনি
হৃদয়তন্ত্ৰে একেৰ মন্ত্ৰে উঠেছিল ৰণৰণি।
তপস্যাবলে একেৰ অনলে বহুৰে আহুতি দিয়া
বিভেদ ভুলিল, জাগায়ে তুলিল, একটি বিৰাট হিয়া।"

সেই বিৰাট সাধনাৰ ভূমি ভাৰতবৰ্ষ এখন মহামানৱৰ সাগৰৰ তীৰ আৰু ইয়াৰ সাহিত্য-সংস্কৃতি পৃথিৱীৰ সকলো মানুহৰ সমান শ্ৰদ্ধাৰ বিষয়।

## অসমীয়া ভাষা-সাহিত্য

এতিয়া আমি আহি প্ৰচীন কামৰূপ ৰাজ্যত সোমাব খুজিছোঁ। আমি সকলোৱেই জানো দক্ষ যজ্ঞলৈ গৈ সতীয়ে শিৱনিন্দা সহিব নোৱাৰি যজ্ঞস্থলতে দেহত্যাগ কৰিলে আৰু সেই সংবাদ পাই শিৱ গৈ ৰুদ্ৰমূৰ্তি ধৰি দক্ষযজ্ঞ নাশ কৰিলে। সতীৰ মৃতদেহ কান্ধত লৈ শিৱই সতীক পুনৰ জীৱন দিবলৈ উন্মত্তৰ দৰে সমগ্ৰ ভাৰতবৰ্ষ ভ্ৰমণ কৰিলে। শিৱ-সতীৰ দিব্যপ্ৰেমৰ ই এক চিৰন্তন কৰুণ কাহিনী। পত্নীৰ বিয়োগ ব্যথাত স্বয়ং দেৱাদিদেৱ মহাদেৱো আত্মহাৰা হোৱা এই পৌৰাণিক কাহিনী আজিও ভাৰতবৰ্ষত জনপ্ৰিয় হৈ আছে। দেহৰপৰা আত্মা ওলাই গলে উভতি নাহে - এই মহাসত্যৰ

---
সভাপতিৰ অভিভাষণ

প্ৰতিও আত্মভোলা শঙ্কৰৰ চেতনা উদয় নহ'ল - "সতীৰ জীৱন লাগে" বুলি মৰ্মন্তুদ বেদনাত শোকগ্ৰস্ত হ'ল। এইদৰে ঘূৰি ফুৰোতে ৫২ টুকুৰা হৈ সতীৰ মৃতদেহৰ অংশবিলাক ৫২ ঠাইত পৰিল। কালক্ৰমত সেই ৫২ খন পীঠস্থানত পৰিণত হ'ল। আন্তৰ্জাতিক খ্যাতিমান ভাৰতীয় ঐতিহাসিক ডঃ ৰাধাকুমুদ মুখাৰ্জীয়ে তেখেতৰ ভাৰতবৰ্ষৰ মূলগত ঐক্য সম্পৰ্কে লিখা গ্ৰন্থত এই ৫২ খন পীঠৰ বিশেষ পৰিচয় দি থৈছে। শাক্ত, শৈৱ, বৈষ্ণৱসকলৰ তীৰ্থস্থানসমূহেৰে পৰিপূৰ্ণ এই বিশাল দেশখনৰ মূলগত ঐক্য বিচাৰিলে আমি ভাৰতীয় সংস্কৃতিৰ এখন বিশাল ৰাজ্য দেখিবলৈ পাওঁ। কামৰূপৰ প্ৰাচীনত্বৰ অনুসন্ধান কৰিলেই কামাখ্যা পীঠৰ কথা আপোনা-আপুনি ওলাই পৰে। কামাখ্যাত সতীৰ যোনিমণ্ডল পতিত হোৱা বাবে ই শাক্তসকলৰ এখন পৰম তীৰ্থত পৰিণত হ'ল। ত্ৰিপুৰাত দেৱীৰ দক্ষিণ পাদ পৰা বাবে তাত ত্ৰিপুৰসুন্দৰী আৰু শ্ৰীশৈলত (শ্ৰীহট্ট) দেৱীৰ ডিঙিটো পৰা বাবে তাত মহালক্ষ্মী নামে দেৱী পূজিতা হ'ল।

সেই মনত নপৰা কালৰেপৰা থকা এইখন কামৰূপ ৰাজ্যৰ সীমাও বিশাল আছিল। বৰ্তমান পূব পাকিস্তানত পৰা ভাটিৰ ৰংপুৰ নগৰ আৰু কোচবিহাৰ আদিৰপৰা আৰম্ভ কৰি পুবে দিকৰাই নৈলৈকে এই সমগ্ৰ দেশখনৰ নাম আছিল কামৰূপ। প্ৰকৃততে আমাৰ ৰাজ্যখনৰ নাম কামৰূপ হোৱাহে উচিত আছিল। কাৰণ, ইয়াৰ ভিতৰত ত্ৰিপুৰা, শ্ৰীহট্ট, মণিপুৰ আদি সকলো ঠাই পৰিলহেঁতেন। যোগিনীতন্ত্ৰত কামৰূপ ৰাজ্য সম্পৰ্কে এটি ভৱিষ্যত-বাণীও আছে। সেয়া এইদৰে পোৱা হয়ঃ

"তৈনৈব ধননঃ সৰ্বে কামৰূপনিবাসিনঃ।"

কামৰূপ-নিবাসী সকলো ধনশালী হ'ব বুলি কোৱা কথাষাৰ আজিৰ দিনৰ অসমখনত তেল, চাহপাত, কয়লা আদিৰপৰা উপাৰ্জন হোৱা অজস্ৰ ধনৰ লগত মিলাই চাব পাৰি। অসম সাহিত্য সভাৰ ১৯২০ চনত তেজপুৰত বহা চতুৰ্থ অধিবেশনৰ সভাপতি পণ্ডিতপ্ৰবৰ হেমচন্দ্ৰ গোস্বামীদেৱৰ অভিভাষণত পোৱা হয়ঃ

"এই সুন্দৰ সংসাৰত যতবিলাক উপাদেয় ভোগৰ বস্তু আছে সেইবিলাকৰ মধুৰ ৰসৰ সোৱাদ লৈ, আত্মা-পৰমাত্মাৰ একত্ব অনুভূতিৰ যি সাধনা, তন্ত্ৰ বা আগম শাস্ত্ৰৰ সেয়ে প্ৰতিপাদ্য বিষয়।"

অসমীয়া কবি-সাহিত্যিক, সমালোচক আৰু ভাষা-সাহিত্যৰ ইতিহাস লেখক স্বৰ্গীয় ডিম্বেশ্বৰ নেওগেও কৈ গৈছে

"ভাৰত-প্ৰসিদ্ধ কামাখ্যা পীঠ বুকুত লৈ পুৰণি কামৰূপ ৰাজ্য অতীজৰেপৰা শাক্ত ধৰ্মৰ এক অজেয় দুৰ্গ আছিল যে সন্দেহ নাই। সমগ্ৰ ভাৰত ব্যাপি পৰা শাক্ত ধৰ্মৰ কম্পন কেন্দ্ৰ এই কামৰূপেই বুলি বহুত পণ্ডিতে অনুমান কৰে, অৱশ্যে যদিও কাশ্মীৰেও কামৰূপৰ সৈতে এই দাবীত যোগ দিয়ে।"

অতি পুৰণি কামৰূপীয় বা অসমীয়া সংস্কৃতিৰ উল্লেখ ৰামায়ণ, মহাভাৰত, মহাকাব্য আৰু পুৰাণবিলাকত আছে। ড০ বাণীকান্ত কাকতিৰ "পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা" নামে কিতাপত কোৱা হৈছে যে, কামৰূপৰ অতি পুৰণি নাম প্ৰাগজ্যোতিষপুৰ জ্যোতিষ চৰ্চাৰ কেন্দ্ৰ আছিল। গ্ৰহ-নক্ষত্ৰৰ গণনাৰ কাৰণেই নৱগ্ৰহ মন্দিৰ প্ৰতিষ্ঠা কৰা হৈছিল। যোগিনীতন্ত্ৰত আছে, নীলাচল পৰ্বতত তাৰা-সাধনা কৰিবৰ কাৰণেই বশিষ্ঠ আহিছিল। নীলাচল পৰ্বতক এটি মান-মন্দিৰৰ দৰে ব্যৱহাৰ কৰা হৈছিল। ইয়াৰপৰা নিশা কালত আকাশৰ তৰাবোৰ স্পষ্টভাৱে নিৰীক্ষণ কৰিব পাৰি। কামৰূপৰ যিসকল জ্যোতিষীয়ে বৈজ্ঞানিক পদ্ধতিৰে জ্যোতিষ চৰ্চা কৰিছিল সেইসকলৰ কালত 'সূৰ্যবিপ্ৰ' নামে এটা সুকীয়া শ্ৰেণীত পৰিণত হ'লগৈ। এতিয়াও উজনি-নামনি অসমত অলেখ জ্যোতিষৰ পুথি আছে। জ্যোতিষ শাস্ত্ৰ সংস্কৃতত লিখা। গতিকে অতি পুৰণি কালৰেপৰা কামৰূপত যে সংস্কৃত ভাষাৰ প্ৰচলন আছিল সেই কথা স্পষ্টভাৱে ক'ব পাৰি। কালিকা পুৰাণ, যোগিনীতন্ত্ৰ আদিৰ বয়স এতিয়ালৈকে এহেজাৰ বছৰ হ'ল। গুৱাহাটী বিশ্ববিদ্যালয়ে সংগ্ৰহ কৰা পুৰণি পুথিবিলাকৰ ভিতৰত বাতৰি কাকতত পোৱা মতে, ১৭ কি ১৮ খন মান কালিদাসৰ কুমাৰ-সম্ভৱ মহাকাব্যৰ পুথি পোৱা হৈছে। ইয়াৰপৰা বুজিব পাৰি যে টোলবিলাকত কাব্য পঢ়ুৱাবৰ সুন্দৰ ব্যৱস্থা আছিল। অসমীয়া সাহিত্যৰ আদি যুগত যিসকল কবি আছিল তেখেতসকলৰ ৰচনাত সংস্কৃত প্ৰভাৱ স্পষ্টভাৱে পৰিলক্ষিত হয়।

কামৰূপত সংস্কৃত চৰ্চা খ্ৰীষ্টপূৰ্ব পঞ্চম কি ষষ্ঠ শতাব্দীৰপৰাই আছিল বুলি সদ্যহতে এটি নতুন তথ্য পোৱা হৈছে। বঙ্গদেশত সংস্কৃত সাহিত্য সম্পৰ্কে লিখা এখন গবেষণামূলক গ্ৰন্থত শ্ৰীসুশীলকুমাৰ দে'ই লিখিছেঃ

"লৌহিত্যৰ পাৰত থকা চম্পা নামে কোনো ঠাইত সংস্কৃত ভাষাৰে সংলাপ ধৰণেৰে লিখা এখনি অতি পুৰণি পুথি পোৱা হৈছে। এই পুথিৰ নাম 'হস্তি আয়ুৰ্বেদ' আৰু ৰচোতাজনৰ নাম পালকাপ্য বা পালকাপ্প। ইয়াৰ অন্যান্য নাম গজ-চিকিৎসা, গজ-বৈদ্য, গজ-বিদ্যা আৰু গজায়ুৰ্বেদ বুলিও বৰ্ণিত হৈছে। এই পুথিৰ ৰচনা কাল খ্ৰীষ্টপূৰ্ব পঞ্চম কি ষষ্ঠ শতাব্দী বুলি অনুমান কৰা হৈছে।" ...

কামৰূপৰ হাবিত যে দলে দলে বনৰীয়া হাতী আছিল সেই কথা হিউয়েন চাঙেও উল্লেখ কৰি থৈ গৈছে। কুৰুক্ষেত্ৰৰ যুদ্ধলৈ যাওঁতে ভগদত্তই বহুত হাতী লৈ গৈছিল বুলিও মহাভাৰতে

কয়। অনুসন্ধিৎসু গৱেষকসকলৰ কামত লাগিল বুলিহে এই কথা উল্লেখ কৰি কথা নোকোৱা অতি পুৰণি কামৰূপৰ আভাস দিয়া হ'ল।

### শঙ্কৰী যুগৰ আৰম্ভ

সংস্কৃত সাহিত্যৰ প্ৰভাৱান্বিত কামৰূপ ৰাজ্যত বৈষ্ণৱ-সাহিত্য প্ৰৱৰ্তনৰ আগতো অসমীয়া সাহিত্যৰ বহুল চৰ্চা আছিল। হেম সৰস্বতী, হৰিহৰ বা হৰিবৰ বিপ্ৰ, কবিৰত্ন সৰস্বতী, ৰুদ্ৰ কন্দলি আৰু মাধৱ কন্দলিৰ ৰচনাসমূহৰপৰা বুজিব পাৰি যে, সেই কালতো সাহিত্য-প্ৰীতি ব্যাপকভাবেই আছিল। বভ্ৰুবাহনৰ যুদ্ধ, লৱ-কুশৰ যুদ্ধ, তাম্ৰধ্বজৰ যুদ্ধ, জয়দ্ৰথ বধ; সাত্যকি প্ৰৱেশ আদি পুথিত বীৰৰসৰ প্ৰাধান্য বেছি। যুদ্ধ-বিগ্ৰহৰ কাহিনী পঢ়ি-শুনি আত্মৰক্ষাৰ কাৰণে বীৰত্বসুলভ সাহস অৰ্জন কৰিবলৈ যে জনগণৰ প্ৰবল হেঁপাহ আছিল সেই কথা এই ৰচনাবিলাকেই কয়। মাধৱ কন্দলি প্ৰমুখ্যে এই কবিসকলক মহাপুৰুষ শ্ৰীশঙ্কৰদেৱেও স্বীকৃতি দি গৈছে। তাৰ ভিতৰত মাধৱ কন্দলিক 'অপ্ৰমাদী পূৰ্ব কবি' বুলি কৈছে। কন্দলিৰ কবিত্ব, প্ৰকাশ ভঙ্গিমা আৰু সৌন্দৰ্য্যবোধৰ প্ৰতি কবি শঙ্কৰদেৱৰ অকৃত্ৰিম শ্ৰদ্ধা প্ৰকাশ পাইছে। 'অপ্ৰমাদী' শব্দটো অতি অৰ্থপূৰ্ণ। কন্দলিক কবি বুলি কবলৈ মনত একো প্ৰমাদ জন্ম নহয়। মুক্তকণ্ঠে কবি বুলি স্বীকাৰ কৰিব পাৰি - এই অৰ্থত 'অপ্ৰমাদী' শব্দই মাধৱ কন্দলিক প্ৰাক্‌শঙ্কৰী যুগৰ সৰ্বশ্ৰেষ্ঠ কবিৰূপে প্ৰতিষ্ঠিত কৰি থৈছে।

আদিকবি বাল্মিকীৰ অনন্ত কবিতাময় ৰামায়ণ সুললিত অসমীয়া ছন্দলৈ অনুবাদ কৰি মাধৱ কন্দলিয়ে অসমীয়া সাহিত্যত এখন যাউতীযুগীয়া আসন লাভ কৰিছে। মূলৰ ভাবৰ লগত কবিৰ স্বকীয় ৰূপ-বৰ্ণনাৰে এই মহাগ্ৰন্থখনিক এটি নিভাঁজ অসমীয়া ৰূপ দি কন্দলিয়ে নিজ প্ৰতিভাৰ পৰিচয় দি গৈছে। কন্দলিয়ে কৈছে ঃ

"বাল্মিকী ৰচিলা শাস্ত্ৰ গদ্য পদ্য ছন্দে।
তাহাক বিচাৰি আমি কৰিয়া প্ৰবন্ধে।।
আপোনাৰ বুদ্ধি অৰ্থ যি মত বুজিলোঁ।
সঙ্ক্ষেপ কৰিয়া তাক পদ বিৰচিলোঁ।।
সমস্ত ৰসক কোনে জানিবাক পাৰে।
পক্ষী সব উৰই যেন পখা অনুসাৰে।।
কবি সব নিবন্ধয় লোক ব্যৱহাৰে।
কতো নিজা কতো লম্ভা কথা অনুসাৰে।।
দেৱবাণী নুহি ইটো লৌকিকহে কথা।
এতেকে ইহাৰ দোষ নলৈবা সৰ্বথা।।
ৰামৰ চৰিত্ৰ বুলি তৰিয়া সংসাৰ।
আলাস ত্যজিয়া ৰাম বোলা বাৰে বাৰ।।"

কবিয়ে নিজেই নিজৰ ৰচনা সমালোচকৰ দৃষ্টিৰেও চাই এটি সুন্দৰ ইঙ্গিত দিছে। লোকবিশ্বাসৰ ওপৰত ভিত্তি কৰিহে কবিসকলে বিবিধ ৰচনা কৰে। তাৰ ভিতৰত কিছু নিজৰ কল্পনা আৰু কিছু 'লম্ভা কথা' অৰ্থাৎ অন্য ৰচনা পঢ়ি লাভ কৰা জ্ঞানৰ কথা। এই দুইৰ সমাবেশত কবিৰ স্বকীয় ৰচনাৰ দৰে নতুন ৰূপ সাহিত্যত প্ৰকাশ পায়। মাধৱ কন্দলিৰ এই সাৰ্থকতাৰ বাবেই সৰ্বগুণাকৰ শঙ্কৰদেৱে তেওঁক এখন ওখ আসন দি গৈছে।

### নৱযুগ প্ৰৱৰ্তক শ্ৰীশঙ্কৰদেৱ

অসমীয়া সাহিত্যৰ বহল আলোচনা কৰি শ্ৰোতাৰ বিৰাগভাজন হোৱা আৰু তীব্ৰ সমালোচনাৰ ভয়ত এই ছোৱা দেও দি যাবলৈহে আমি ইচ্ছা কৰিছোঁ। অসমীয়া সাহিত্যৰ সুদীৰ্ঘ পথত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ আবিৰ্ভাৱ ভাৰতবৰ্ষৰ এই পূৰ্বপ্ৰান্তত এটি ডবা শঙ্খ-বৰকাঁহ বজাই হৰিধ্বনিৰে আকাশ মুখৰিত কৰা অমৃত ক্ষণ। এই অমৃত ক্ষণটিয়েই অজৰ-অমৰ হৈ অসমীয়া ভাষা সাহিত্যক পৃথিৱীৰ বুকুত গজগজীয়া কৰিলে। সাহিত্য-সংস্কৃতি ও কাব্য, নাট, গীত, নৃত্য, চিত্ৰ-বিদ্যা, অভিনয় আদি সকলো সূক্ষ্ম-কলাৰ সমন্বয় ঘটাই মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে ঋষি টলষ্টয়ৰ এই মন্তব্যটি আখৰে আখৰে প্ৰতিপন্ন কৰি গৈছে। টলষ্টয়ে কলাবিদ্যাৰ বিচাৰ কৰি তেখেতৰ 'আৰ্ট কাক বোলে' গ্ৰন্থত কৈছে ঃ

"বাক্যৰ দৰে কলাবিদ্যাও ভাব প্ৰকাশৰ উপায় আৰু সেইবাবে ই বিকাশৰো একমাত্ৰ উপায়, অৰ্থাৎ মানৱ সমাজৰ পূৰ্ণতাৰ ফালে যোৱা ইয়েই গতি।"

শঙ্কৰদেৱে অসমীয়া সমাজক পূৰ্ণতাৰ ফালে আগবঢ়াই দিলে। মহাপুৰুষজনৰ অন্তৰ্নিহিত ভাৱ-চিন্তাৰ, সৌন্দৰ্য্যবোধৰ আৰু কল্পনাৰ যি মহান প্ৰতিভা হৃদয়ত লুকাই আছিল সেই সকলোবিলাকৰ সোঁত বৰনৈৰ সোঁতৰ দৰে অসমীয়া সাহিত্যত বৈ গ'ল। মহাপুৰুষজনাক অকল ধৰ্মগুৰু বুলি কলেই পূৰ্ণ পৰিচয় দিয়া নহব। তেখেত অসমৰ কলা-গুৰুও। শঙ্কৰদেৱৰ ভাষাৰ ভঁড়ালত থকা জটুৱা অসমীয়া শব্দবোৰ বুটলি 'শঙ্কৰী-শব্দকোষ' এখন যুগুত কৰা নিতান্ত উচিত। তেখেতৰ 'ৰুক্মিণী হৰণ' কাব্যত শঙ্কৰদেৱক এজন কবি আৰু অসমীয়া ভাষাবিদ ৰূপে চাবলৈ অপাৰ সম্পদ আছে। এই কাব্যখনত বহু ৰসৰ সমাবেশ হৈছে। ঠায়ে ঠায়ে জটুৱা খণ্ডবাক্যৰ ব্যৱহাৰে বৰ্ণনাত স্থানীয় ৰহণ দি অতি ঘৰুৱা পৰিবেশৰ সৃষ্টি কৰিছে। দুই-এটি এনেকুৱা ঃ

১। দাশে বোলে ভাল ( দহে ভাল বোলা) ; ২। উকলিল কন্যাকাল; ৩। উৰুক-মুৰুক কৰি ; ৪। জোকৰ মুখত দিলে চুণ; ৫। মুঠিতে লুকাই যেন বতাসতে হালে; ৬। যতেক কুকুৰে কামোৰ মাৰয় তথাপি আঠুৰ নাম; ৭। ধান দিলে হৰে আখৈ ; ৮। ঝাঁত ঝাঁত অগনিৰ কণিকা ওফৰে ; ৯। আঙ্কুশ (আঁকুহি) লগায়া যেন

ঝোকাৰন্ত আম ইত্যাদি। জনগণৰ মনৰ সৈতে নিজৰ মন একে কৰি বাস্তৱ ৰূপৰ মাজত আদৰ্শজনক প্ৰতিষ্ঠা কৰিবলৈকে শঙ্কৰদেৱে সাহিত্য সৃষ্টি কৰিছিল আৰু তাৰ সাৰ্থকতা সম্পূৰ্ণভাৱে লাভ কৰিছিল।

শঙ্কৰদেৱ এজন মহান স্ৰষ্টা। এই বিৰাট ভাৰতবৰ্ষখনত যে এটা সাংস্কৃতিক, ধৰ্মীয় আৰু সামাজিক মিলনৰ ঐক্যবোধ আছে সেই কথালৈ লক্ষ্য ৰাখি মহাপুৰুষে মৈথিলী, অৱধি, মাগধী আদি ভাষাৰ দৰে ব্ৰজবুলি (আমি সৰুতে শুনাত ব্ৰজাৱলী) ভাষা সৃষ্টি কৰিলে। কাৰণ, এই ভাষা সমস্ত উত্তৰ ভাৰতবৰ্ষই বুজি পোৱা ভাষা। নাটসমুহ আৰু বড়গীতবিলাক এই ব্ৰজবুলি ভাষাতে লিখা। নাট ৰচনাত শঙ্কৰদেৱৰ অতুল প্ৰতিভা বিকশিত হৈছে! বড়গীতবিলাকৰ ভিতৰতে শঙ্কৰী-দৰ্শন আছে, ভক্তিভাৱৰ ৰস আছে আৰু উপাস্যজনৰ স্বৰূপ ব্যাখ্যা আছে। এটি বড়গীত গোৱা মানে ঈশ্বৰ-কৃষ্ণৰ সান্নিধ্য লাভৰ সূক্ষ্ম পথ বিচাৰি আত্ম-সমৰ্পণ কৰা। ঈশ্বৰ বাক্য আৰু মনৰ অতীত; কিন্তু ভক্তিৰসত আপ্লুত হৈ মনেৰে তেওঁক বিচাৰিবলৈ যি ধ্বনি-তৰঙ্গৰ সৃষ্টি হ'ল সেয়া দিব্য আনন্দ। এনেকুৱা অৱস্থাত গীত গাই ৰবীন্দ্ৰনাথে কয় ঃ

"আমি মন দিয়ে যাঁৰ নাগাল নাপাই
গান দিয়ে তাঁৰ চৰণ ছুঁয়ে যাই"-

শঙ্কৰদেৱৰ বড়গীতবিলাকৰ মাজতো এনেকুৱা প্ৰসাদ-ভাব আছে, আৰু সেই বাবেই এইবিলাক বড়গীত। বড়গীতৰ ধ্বনি, সাৱলীল গতি আৰু শব্দ-সম্ভাৰৰ গাম্ভীৰ্য্য মনোহাৰী।

"জয় জয় যাদৱ, জলনিধি যাদৱ ধাতা। শ্ৰুত মাত্ৰা খিল ত্ৰাতা স্মৰণে কৰয় সিদ্ধি, দীন দয়ানিধি ; ভকতি মুকুতি পদদাতা।। কবীৰৰ ভজনবিলাকৰ দৰেই এই বড়গীতবিলাকত কবিতা আৰু দৰ্শনৰ অপূৰ্ব সমাবেশ হৈছে।"

দশম, কীৰ্তন আদি অন্যান্য শাস্ত্ৰসমূহৰপৰাই অসমীয়া সমাজে ধৰ্মজ্ঞান লাভ কৰিলে আৰু সেই শাস্ত্ৰ প্ৰত্যেকৰ ঘৰে ঘৰে বিৰাজ কৰিছে। "মূকজনে দিতে হ'বে ভাষা" বুলি কোৱা ৰবীন্দ্ৰনাথৰ কথাষাৰ মহাপুৰুষ শঙ্কৰদেৱে বহুত দিনৰ আগতে কাৰ্য্যত পৰিণত কৰি থৈ গ'ল। একমাত্ৰ মহাপুৰুষে এই দেশৰ প্ৰাণপ্ৰতিষ্ঠা কৰিলে। লগে লগে দি গ'ল নৈতিক আদৰ্শ আৰু এখন দ্বন্দ্বহীন সুন্দৰ সমাজ। সাহিত্য-কলা আৰু জীৱনক সংগঠন কৰি সেইজনেই পূবপ্ৰান্তত এগছ অখণ্ড প্ৰদীপ জ্বলাই থৈ গ'ল।

**শ্ৰীমাধৱদেৱ**

শঙ্কৰদেৱৰ লগত মাধৱদেৱৰ মিলন সোণত সুৱগা চৰোৱাৰ দৰে সুন্দৰ। সৰ্বগুণাকৰ অনুপম শঙ্কৰৰ প্ৰতিভা-উজ্জ্বল পোহৰত মাধৱদেৱৰ পাণ্ডিত্যই পালে বিকাশমুখী গতি। অসমীয়া ভাষাৰ অমৰ ভঁৰালত হীৰা কি মুকুতাৰ দৰে জিলিকি উঠিল 'নামঘোষা'। গীতা, ভাগৱত, দৰ্শন, উপনিষদৰ সাৰাংশ আনি মহাপুৰুষ মাধৱদেৱে যিখনি অমৰ গ্ৰন্থ অসমীয়া সাহিত্যত দি গ'ল -- সেই গ্ৰন্থখনিয়েই অসমৰ উচ্চচিন্তা আৰু জীৱন-দৰ্শনৰ পৰিচয় দি থাকিব। ভাৰতীয় দৰ্শনৰ তত্ত্ববিচাৰ সহজ-সৰল অসমীয়া ঘোষাৰে মাধৱদেৱে কেনে পৰিষ্কাৰ ভাৱে প্ৰকাশ কৰিছে মন কৰিবলগীয়া ঃ

"যিহেতু চৈতন্যপূৰ্ণ পৰমাত্মা ৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
তাতে সে ইন্দ্ৰিয়গণ ভূত প্ৰাণ বুদ্ধি মন
প্ৰৱৰ্তে যতেক জড় ৰাশি।।"

মানৱ দেহাটোত জড় আৰু চৈতন্যৰ মিলন ঘটিছে। সৃষ্টিৰ ৰহস্য ইয়াতেই আছে। মাধৱদেৱৰ অন্যান্য ৰচনাৱলীৰ ভিতৰত ভক্তিৰত্নাৱলী, জন্ম-ৰহস্য, নাম-মালিকা, নাটসমূহ; বড়গীত আৰু ভটিমা আদিয়ে অসমীয়া সাহিত্য বহুগণে সমৃদ্ধিশালী কৰি থৈছে। শ্ৰীশঙ্কৰদেৱৰ প্ৰশস্তি গাবলৈ মাধৱদেৱে যিটি ভটিমা দিলে তাত শ্ৰীশঙ্কৰদেৱৰ জীৱন্ত চিত্ৰ এখনহে অঙ্কিত হৈ আছে। এয়া চাওকঃ

"বিনে অঙ্গ ভূষণ পেখি সুশোভন
গহন গম্ভীৰ ধীৰ মতি।
আযত কমল নয়ন বৰ সুন্দৰ
বয়ন চাঁদকহো জ্যোতি।।"

অসমীয়া সাহিত্য-সংস্কৃতিৰ নীল আকাশত শ্ৰীশঙ্কৰদেৱ চন্দ্ৰৰ জ্যোতি আৰু শ্ৰীমাধৱদেৱ চন্দ্ৰৰ কাষত থকা সেই উজ্জ্বল তৰাটি।

নামনি অসমৰ পুৰণি সংস্কৃতিত কবি দুৰ্গাবৰ, মনকৰ আৰু সুকবি নাৰায়ণদেৱৰ সাহিত্যিক দানৰ কথা উল্লেখ নকৰাকৈ নোৱাৰি যদিও আমি এইসকলৰ ভিতৰত নাৰায়ণদেৱকহে অকণমান চাব খুজিছোঁ। কাৰণ, অলপতে পৰলোকপ্ৰাপ্ত হোৱা অসমীয়া সাহিত্যিক স্বৰ্গীয় দৈৱচন্দ্ৰ তালুকদাৰে সংগ্ৰহ কৰা 'সুকনানী ঃ পদ্মাৱতী' নামৰ সুকবি নাৰায়ণদেৱে ৰচনা কৰা পাঁচালী আৰু মনসা গীতসমূহৰ ৭৪৯ পৃষ্ঠাৰ সংকলনটিৰপৰা এই কবিজনৰ

প্ৰতিভা সম্পৰ্কে অনেক নতুন কথা জানিব পৰা হৈছে। সৃষ্টি-পাতনৰ বিষয়ে সুললিত পদ্য-ছন্দত অতি সৰল ভাষাৰে বৰ্ণোৱা পদসমূহত সঁচাকৈয়ে তেখেত এজন সুকবি ৰূপে প্ৰকাশিত হৈছে। স্বৰ্গীয় তালুকদাৰে পাতনিত কৈছে ঃ "অসমীয়া গ্ৰন্থৰ ভিতৰত এই খনৰ (সুকনানী-পদ্মাৱতী) পদ, ঘোষা, দিহা অসমৰ সকলোপিনে, বিশেষকৈ কামৰূপ-মঙ্গলদৈৰ চুকে-কোণে বিয়পি পৰিছে।" আনকি পূৰ্ববঙ্গতো এইজন কবিৰ মনসা-মঙ্গল জনপ্ৰিয় হৈছিল।

পদ্মপুৰাণ সৃষ্টিৰ বৰ্ণনা। মূল পুৰাণখনত সংস্কৃত ভাষাৰে লিখা ৫৫ হাজাৰ শ্লোক আছে। নাৰায়ণদেৱে এই শ্লোকসমূহৰপৰা বিভিন্ন ছন্দেৰে ৰাগ সম্বলিত ওজা-পালিৰ গীত ৰচনা কৰি অসমীয়া সাহিত্যত মূল্যবান সম্পদ দান দি গৈছে। সেই কালৰ অসমীয়া সমাজ এখনৰ ৰন্ধা-বঢ়া, খোৱা-বোৱা, সোধ-পোচ কৰা আদি সকলো নীতি-নিয়মৰ বৰ্ণনাও এই পদবিলাকৰ ভিতৰত আছে। তাৰ উপৰিও ইয়াৰ মাজত থকা হাছান-হুছেনৰ কথাই মুছলমানসকলেও যে এই গীতবিলাক গাইছিল সেই কথাৰ ইঙ্গিত দিছে। সুকবি নাৰায়ণদেৱৰ কবিত্বত এটি মনোমুগ্ধকৰ বৰ্ণনা ফুটি উঠিছে। কালীনাগে লখীন্দাৰক খুটিবলৈ ধৰোতে প্ৰকাশ কৰা মানবীয় প্ৰেমৰ পৰিচয়টি। লখীন্দৰৰ মুখলৈ চাই থাকোঁতে কালীনাগৰ মনতো দয়াৰ ভাব জন্মিছে ঃ

(আৰে) "কান্দে কালীনাগ লখাইৰ মুখ চাই।
কোন সতে দাকিম বাপাক প্ৰাণ ফুটি যায়।।"...

## আজান ফকীৰ

অসমীয়া সাহিত্যত আজান ফকীৰৰ জিকিৰ আৰু জাৰীবিলাকে এটা নতুন অধ্যায় যাউতিযুগীয়াকৈ দি থৈছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোক-সাহিত্য গৱেষণা বিভাগৰ দ্বাৰা প্ৰকাশিত আৰু অধ্যাপক চৈয়দ আব্দুল মালিকৰ দ্বাৰা সংগৃহীত আৰু সম্পাদিত 'অসমীয়া জিকিৰ আৰু জাৰী' এখন মূল্যবান গ্ৰন্থ। আমি এই গ্ৰন্থৰপৰা আজান ফকীৰৰ সম্পৰ্কে পাওঁ ঃ

আজান চাহেব বাগদাদৰ মানুহ আছিল। ভিখাৰীৰ বেশেৰে আহি অসম পালেহি। অসমীয়া ভাষা শিকি, অসমীয়া ছোৱালী বিয়া কৰাই আজান ফকীৰ ইমান অসমীয়া হৈ পৰিল যে, এইজন অসমৰ বাহিৰৰপৰা অহা লোক বুলিবই নোৱাৰি। মালিকে কৈছে ঃ "তেওঁৰ জিকিৰত চুফী দৰ্শনৰ যি প্ৰভাৱৰ নিদৰ্শন পোৱা যায় সি তেওঁৰ ফাৰ্চী চুফী সাহিত্যৰ লগত ঘনিষ্ঠ পৰিচয় থকাৰ আভাস দিয়ে। জালালুদ্দিন ৰুমী, হাফিজ, চাদি আৰু ছমজে তৱাৰজৰ কাব্য আৰু চুফী দৰ্শন আৰু ভাৱধাৰাৰ প্ৰভাৱ মাজে মাজে দেখা যায়।"...

আজান ফকীৰ আহি প্ৰথমে আহোমৰ ৰাজধানী গড়গাঁৱত আছিল। কালত ৰজাৰ কৃপাদৃষ্টি লাভ কৰিলে আৰু দিখৌ নৈৰ পাৰত থকা শৰাগুৰি বা হৈৰাগুৰি চাপৰিত এটা মঠ স্থাপন কৰি ধৰ্মচৰ্চাত মন দিলে। ইয়াতে ছকুৰি ভকত আৰু ৰজাই দিয়া লগুৱা-লিগিৰা আৰু চাউল-পাতৰ সহায়ত একান্তমনেৰে জিকিৰ ৰচনাত মনোনিবেশ কৰিলে। অলপ দিনৰ ভিতৰতে ফকীৰৰ ভক্তৰ সংখ্যা বাঢ়ি আহিল।

যেনেকৈ হাত-চাপৰি বজাই নাম-কীৰ্তন কৰে, আজান ফকীৰৰ জিকিৰবিলাকো তেনেকৈয়ে গোৱা হয়। অধ্যাপক মালিকে কোৱা কথাকে সম্পূৰ্ণ সমৰ্থন কৰি আমিও কওঁ ঃ

"গীতবোৰৰ ভাষা, ছন্দ, উপমা, প্ৰকাশভঙ্গী আৰু সুৰ অসমীয়া; আনকি আৰবী, ফাৰ্চী আদি শব্দকো অসমীয়া কৰি লোৱাৰ সাহস ৰচকসকলৰ আছিল। বাক্যবিন্যাসত এনে এটা ঘৰুৱা পৰিবেশ আছে যে পাণ্ডিত্যপূৰ্ণ কাব্য ৰচনাত তাক পাবলৈ টান।" এয়া ঃ

"জীৱৰ সাৰথি নাম।
সত গুৰুক ভেটিবা আতমাক চিনিবা
মিলিব দিলৰে কাম।।"....

* * *

"খুটা চ'তি নোহোৱাকৈ আস্মানক ৰাখিছে।
পানীৰ ওপৰৰ পুণী জমিনক ৰাখিছে।।"

* * *

"নেৰিবা কলিমা ধৰিবা কলিমা
কলিমা ধৰমৰ গুৰি
একেটি কলিমাই ব্ৰহ্মাণ্ড ভেজিলে
চৰাই হৈ আহিলে ঘূৰি।।"

* * *

"খোদা খোদা বুলি বাতৰি নেপালোঁ
খোদা কোন দুৱাৰে নামে।
গজ মাণিকৰে আল্লাই পোহাৰ দিলে
হৰণে পূৰণে জানে।"

আজান ফকীৰৰ দৰে উদাৰ মানৱপ্ৰেমী চুফী-সাধক এজনৰ দান অতীতৰ মধুস্মৃতি আৰু ভবিষ্যতৰ কাৰণে নতুন নতুন প্ৰেৰণাৰ স্থল হৈ অসমীয়া সাহিত্য যিমান দিন পৃথিৱীত থাকে সিমান দিন থাকিব। সেই মহাপুৰুষজনে যে বৈষ্ণৱ-সাহিত্যও পঢ়িছিল তাৰ প্ৰমাণ এটি জিকিৰত থকা এই পদফাঁকিত পোৱা হয়ঃ

"এক নামে যত পাপ সংহৰিব পাৰে।
পাপীলোকে তত পাপ কৰিব নোৱাৰে।।

নাম ঘোষাত আছে ঃ

"হৰিনামে যত পাপ সংহৰিতে পাৰে।
ততেক পাতকী পাপ কৰিতে নপাৰে।।"

আমাৰ ৰাজ্যত হিন্দু-মুছলমানৰ যি অকৃত্ৰিম মিলন ঘটিল তাৰ গুৰিত আজান ফকীৰৰ গীতৰিলাকৰ প্ৰভাৱো কম নহয়। পৰস্পৰে পৰস্পৰৰ ধৰ্মক সন্মান কৰি সকলো ধৰ্মৰে প্ৰতি শ্ৰদ্ধাশীল হৈ থকা সোণৰ সপোন ৰচি গ'ল এইজন চিৰস্মৰণীয় বৰেণ্য ফকীৰে। তেওঁ বেদকো সন্মান কৰি গাইছিল ঃ

"চাৰি বেদে গিয়ানকে কয় ঔ আল্লা।
চাৰি বেদে জ্ঞানকে কয়।"

আজান ফকীৰৰ এই সম্পদৰাজি ভাৰতবৰ্ষৰ সকলো ভাষালৈ অনুবাদ কৰি বহুল প্ৰচাৰ কৰিলে ককাই-ভাইৰ দৰে থকা হিন্দু-মুছলমানৰ কাৰণে উমৈহতীয়া সম্পত্তি হৈ থাকিব। সাহিত্য একাডেমীক ইয়াৰ সম্ভেদ দিয়া প্ৰয়োজন। মানুহৰ মনৰ মলি ধুই দিবলৈ সাহিত্যৰ যি শক্তি আছে, বিশেষকৈ ধৰ্ম-সাহিত্যৰ, সেই শক্তি অইন একোতে নাই।

## গৃহকন্দল আৰু ধ্বংসলীলা

সাহিত্য-সংস্কৃতি আৰু স্বাধীনতাৰ জয়োল্লাসৰ মাজত জীয়াই থকা অসমৰ ৰাজনীতিত সোণগুই সোমাল। স্বদেশপ্ৰাণ পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ ওপৰত পোটক লবলৈ বদন বৰফুকনৰ আবিৰ্ভাৱ হ'ল। তেওঁৰেই ষড়যন্ত্ৰত মানসেনা আহি স্বৰ্গদেৱ চুকাফাৰ মহান পৰিকল্পনাৰ সোণৰ অসমদেশ মৰিশালিত পৰিণত কৰিলে। যিখন দেশৰ সৌন্দৰ্য্য দেখি দিগ্বিজয়ী আহোমসকলে এদিন - "আ, মুংদেন চুন্‌খাম্", (আ, এইখন সোণ বাগিচাৰ দেশ) বুলি আনন্দত জপিয়াই উঠিছিল আৰু য'ত প্ৰায় ছশ বছৰ কাল ৰাজত্ব কৰি আহোম স্বৰ্গদেউসকলে অসমীয়া ভাষা, সাহিত্য, কৃষি, বাণিজ্য আদিৰ বহুল বিস্তাৰ কৰিলে, দ'ল-দেৱালয় সজাই ধৰ্মৰ ভেঁটি বন্ধাই দিলে, পৰিষ্কাৰ পানী খাবলৈ ৰহ-ঢলা পুখুৰী খনাই দিলে, আলিবাট, গড়, মথাউৰি আদি সজাই চলাচলৰ সুবিধা কৰি দিলে- কালত উজনিৰপৰা নামনিলৈকে এখন অসম দেশ সৃষ্টি কৰিলে, মহাসেনাপতি লাচিত বৰফুকনে যিখন দেশ ৰক্ষা কৰিবলৈ নিজ হাতেৰে মোমায়েকক কাটি দুটুকুৰা কৰিলে, যাৰ স্মৃতি আজিও শৰাইঘাটে বুকুত লৈ কৈ আছে ঃ

"লুইতো ৰাঙ্গলী বেলিও ৰাঙ্গলী
ৰাঙ্গলী শৰাইঘাট,
যোৱাঁগে' মোগল নাহিবা উলটি
লাচিতে লগালে মাত।।"

সেইদেশ এখন দেশ এটা জাতিদ্ৰোহী, জাতিদ্ৰোহী প্ৰতিশোধপৰায়ণ মানুহৰ ষড়যন্ত্ৰত ধ্বংস হ'ল আৰু চিঠিখেলত পোৱা ধনৰ দৰে ইংৰাজ বেপাৰীবোৰে মানৰ লগত সন্ধি কৰি এই দেশখন এনেয়ে পালে। সেয়া ইয়াণ্ডাবুৰ সন্ধিপত্ৰ ১৮২৬ খ্ৰীষ্টাব্দৰ ২৪ ফেব্ৰুৱাৰীত লিখা। এই সন্ধিপত্ৰ অসমীয়া ৰাজনীতিৰ ব্যৰ্থতা, গৃহকন্দলৰ পৰিণাম আৰু মাতৃভূমিৰ দুৰ্দশাৰ সাক্ষীস্বৰূপে ইতিহাসৰ পাতত ৰৈ গ'ল।

## নতুন যুগৰ অৰুণ কিৰণ

ইংৰাজ শাসনৰ আৰম্ভণিতে অসমীয়া ভাষা অৱহেলিত হ'ল। অসমীয়া মানুহে বঙলা পঢ়িবলগীয়া হ'ল। আমেৰিকাৰপৰা খ্ৰীষ্টধৰ্ম প্ৰচাৰ কৰিবলৈ আহিল মিশ্যনেৰী পাদুৰীসকল। তেওঁবিলাকৰ ডাঙৰ উদ্দেশ্য পৰ্বত-ভৈয়ামে খ্ৰীষ্টধৰ্ম প্ৰচাৰ কৰি খ্ৰীষ্টিয়ান ৰাজ্য সৃষ্টি কৰা। অসমীয়া মানুহক ভুলাবলৈ অসমীয়া ভাষা লাগিব - সেই কাৰণে সেই পাদুৰীসকলৰ যত্নত ১৮৪৬ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহত শিৱসাগৰৰ বৰপুখুৰীৰ পাৰত থকা আমেৰিকান বেপ্টিষ্ট মিশ্যন চোচাইটিৰপৰা পুবাৰ আকাশত অৰুণ উদয় হোৱাদি ওলাই আহিল 'অৰুনোদই' কাকত। ব্ৰন্‌চন্ চাহাবে ১৪০০০ মান অসমীয়া শব্দৰ অসমীয়া-ইংৰাজীৰ প্ৰথম অভিধানখন যুগুত কৰিলে। এই যুগৰ সাহিত্য-সেৱা ইয়াতে আৰম্ভ হ'ল। আহোম স্বৰ্গদেউসকলৰ ৰাজধানীত থকা শিৱদলৰ সোণৰ কলচী আৰু সন্মুখৰ শিৱসাগৰ বৰপুখুৰীৰ পানীৰ মৃদু কঁপনিত ভিলমিলাই উঠিল অসমীয়া ভাষা-জননীৰ মুখৰ এটি বিনন্দীয়া হাঁহি। সাহিত্যৰ জয়-যাত্ৰা আৰম্ভ হ'ল।

## জয় যাত্ৰীসকল

এই কালজয়ী যাত্ৰাৰ যাত্ৰীসকলৰ ভিতৰত যাদুৰাম বৰুৱা, হলিৰাম ঢেকিয়াল ফুকন, মণিৰাম দেৱান বৰভাণ্ডাৰ বৰুৱা, কাশীনাথ তামুলী ফুকন, হৰকান্ত শৰ্মা বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন, গুণাভিৰাম বৰুৱা, মাধৱ বৰদলৈ, বলদেৱ মহন্ত ইত্যাদিয়েই বৰ্ত্তমান অসমীয়া ভাষা-সাহিত্যৰ আদিপুৰুষ। সেইসকলৰ টৌতে খৰ মাৰি সেই শিৱসাগৰতে ওলাল এজন হেমচন্দ্ৰ বৰুৱা। অসমৰ ৰাজকীয় কামত ব্যৱহাৰ-নিষিদ্ধ হৈ থকা অসমীয়া ভাষা প্ৰৱৰ্তিত হ'ল তেওঁৰেই প্ৰচেষ্টাত, ব্যাকৰণ লিখা হ'ল, পাঠ্যপুথি লিখা হ'ল। তেওঁৰেই কথা সুঁৱৰি অসমীয়া সাহিত্যৰ অন্যতম মহাৰথী নৈতিক সাহিত্যিক স্বৰ্গীয় পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়াই স্মৃতি-স্তম্ভত সোণৰ আখৰেৰে লিখি থলে ঃ

"হেমৰ কোষেৰে ওখ দৌল বান্ধি
ভাবাক সাৰথি ধৰি,
নুমাব লগীয়া অসমীয়া নাম
ৰাখিলা জিলিকা কৰি।।"

---

সভাপতিৰ অভিভাষণ

## গোহাঞিবৰুৱা আৰু বেজবৰুৱা

১৮৪৬ চনৰ জানুৱাৰী মাহৰপৰা আৰম্ভ কৰি ১৮৮২ চনলৈকে খ্ৰীষ্টধৰ্ম প্ৰচাৰৰ মুখপত্ৰ আৰু লগতে অসমীয়া সাহিত্য আলোচনাৰ কাকত "অৰুনোদই" জীয়াই থাকিল। ইয়াৰ ফলত সাহিত্যসেৱীৰ সংখ্যা বাঢ়িল, পঢুৱৈ সমাজৰ আৰম্ভ হ'ল। ফলত ১৮৮৯ চনত কলিকতাৰপৰা চন্দ্ৰকুমাৰ আগৰৱালাৰ যত্নত 'জোনাকী' কাকত ওলাল। ইয়াৰ পোহৰত যিসকল অসমীয়া সাহিত্যিকৰ জন্ম হ'ল, সেই বৰেণ্য সাহিত্যিকসকলৰ ভিতৰত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই তেওঁৰ সহজাত স্বদেশপ্ৰেমৰ ভৰা সুঁতিত সুৱলা-সুফলা চহা অসমৰ সমস্ত সাহোনৰ বোজাই তুলি দি পানচৈ নাও মেলি দিলে। ১৯৬৮ চনৰ পাঁচ অক্তোবৰৰপৰা আৰম্ভ কৰি এমাহ যোৱা কাৰ্য-সূচীৰে অসমীয়া সমাজে সাহিত্যৰথী বেজবৰুৱাৰ 'জন্ম শতবাৰ্ষিকী' পালন কৰিলে। নগৰ-চহৰ, গাওঁ-ভুঁই, চাহ-বাগিচা আৰু বিবিধ উদ্যোগ কেন্দ্ৰত যি উলহ-মালহ হৈ গ'ল তাতেই ৰাইজৰ ভাষা-সাহিত্যৰ প্ৰতি শ্ৰদ্ধা আৰু গুণীৰ মোল বুজা ভাব ফুটি উঠিল। এই সাফল্যৰ বাবে অসম সাহিত্য সভাৰ কৰ্মকৰ্তাসকল সদৌ সমৰ শলাগৰ পাত্ৰ। ভাৰতবৰ্ষ মুঠিৰপৰা সৰি পৰাৰ বহু আগতে ইংৰাজ সাহিত্যিক কাৰ্লাইলে তেওঁৰ 'বীৰ আৰু বীৰপূজা' নামে কিতাপত লিখি থৈছে ঃ

"ভাৰতবৰ্ষ আমাৰ হাতত থাকক বা নাথাকক; আজি হক, কালি হক, ভাৰতবৰ্ষ আমাৰ হাতৰপৰা যাব; কিন্তু আমি আমাৰ শ্বেক্সপীয়েৰক কাহানিও এৰি দিব নোৱাৰোঁ।"

অসমীয়া সাহিত্যিক সমাজে বেজবৰুৱাক কস্মিনকালেও এৰি দিব নোৱাৰে।

## গোহাঞিবৰুৱা

সেই যুগৰ অন্যতম মহাৰথী স্বৰ্গীয় পদ্মনাথ গোহাঞিবৰুৱা ডাঙৰীয়াও বেজবৰুৱাৰ দৰেই একে শাৰীৰ এজন অমৰ অসমীয়া সাহিত্যিক। বেজবৰুৱা আছিল অসমীয়া সাহিত্যিক আৰু গোহাঢ়িবৰুৱা আছিল অসমীয়া ব্যাকৰণসিদ্ধ, বিশুদ্ধ আৰু পৰিমাৰ্জিত ভাষাৰে গদ্য-পদ্য-নাটক-উপন্যাস লিখা এজন নৈষ্ঠিক সাহিত্যিক। গোহাঞিবৰুৱাৰ 'শ্ৰীকৃষ্ণ চৰিত' বাছকবনীয়া অসমীয়া শব্দেৰে লিখা তিনি খণ্ডৰ এখন মূল্যবান গ্ৰন্থ। এখেতৰ গদ্য ৰচনাৰ ৰীতি সংস্কৃতীয়া আৰু বৰ হৃদয়গ্ৰাহী।

সাহিত্যৰথী বেজবৰুৱাৰ শতবাৰ্ষিকী পতাৰ দৰে গোহাঞিবৰুৱাৰ শতবাৰ্ষিকীও অহা ১৯৭১ চনত অসমীয়া সমাজে পাতিব লাগিব। তাৰ বাবে এতিয়াৰপৰাই কাম আৰম্ভ কৰা উচিত।

## অসমীয়া সঙ্গীত-নাট

নৃত্য, গীত, বাদ্যৰ ধ্বনিত আকাশ মুখৰিত হৈ থকা অসমৰ কুঞ্জ-কাননত লুইতপৰীয়া জ্যোতিপ্ৰসাদ আগৰৱালা, নগাঁৱৰ কমলাকান্ত ভট্টাচাৰ্য্য, শিৱসাগৰৰ পাৰ্বতিপ্ৰসাদ বৰুৱা আদিৰ সমাবেশ হ'ল। অসমীয়া ভাষাৰ মৰম সুৱলা শব্দৰ গাঁথনি, বিয়ানামৰ জাতত থকা সুকোমল আৱেশৰ পৰশ, সৰল সহজ নিমজ অসমীয়া ভাষাৰে লিখাঁ বচন বুকুত লৈ অসমীয়া নাট্য-সাহিত্যলৈ আহিল জ্যোতিপ্ৰসাদৰ 'শোণিত কুঁৱৰী' নতুন, চিৰনতুন অসমীয়া নাটক। নাটক লেখিবলৈ, অভিনয় কৰিবলৈ 'শোণিত কুঁৱৰী'য়ে নাট্যামোদী অসমীয়া সমাজক প্ৰেৰণা দিলে। অসমীয়া সাহিত্য জগতত নতুন আলোড়ন উঠিল। ভাব, ভাষা, সৌন্দৰ্য্যবোধ, আৱেগ অনুভূতিৰ সৈতে জ্যোতিপ্ৰসাদ নিজেও মিলি গ'ল। ৰূপসৃষ্টিৰ সাৰ্থকশিল্পী জ্যোতিপ্ৰসাদ 'ৰূপকোঁৱৰ' হৈ অসমীয়া সাহিত্য সংস্কৃতিৰ ইতিহাসত এটি পদুম কলিৰ দৰে বতাহত হালিজালি থাকিব।

খ্ৰীষ্টপূৰ্ব ৪২৭ চনত ওপজা প্লেটো আছিল এজন বাস্তৱবাদী গ্ৰীক দাৰ্শনিক। অমৰ দাৰ্শনিক চক্ৰেটিচৰ প্ৰভাৱ পৰা প্লেটোৱেই সেইকালৰ তৰুণসকলক নীতিজ্ঞান দিওঁতা এজন সৎ গুৰুস্বৰূপ আছিল। এইজনৰ চিন্তাত জন্ম হোৱা 'দি ৰিপাব্লিক' তেওঁৰ সৰ্বশ্ৰেষ্ঠ ৰচনা বুলি জগতে স্বীকাৰ কৰিছে। 'ৰিপাব্লিক' (গণৰাজ্য) এখন কেনেকুৱা হ'ব, শাসকসকল কেনেকুৱা জ্ঞানী হ'ব, সৈনিকবিলাকক কেনেকৈ সাহস লাগিব আৰু সৰ্বসাধাৰণ দেশবাসীসকল কেনেকুৱা সৎ হ'ব লাগিব তাৰেই আলোচনাত এইজন মহাচেতা অমৰ জ্ঞানীলোকে এখন গণৰাজ্যত কবিতা, সঙ্গীত, ব্যায়াম আদিৰো প্ৰয়োজন সম্পৰ্কে বহলাই কৈছে। তেওঁৰ মতে শাসকসকলে দাৰ্শনিক হ'ব লাগে নাইবা পৃথিৱীৰ শাসকশ্ৰেণীৰ (ৰজা) অন্ততঃ দাৰ্শনিক দৃষ্টিভঙ্গী থাকিব লাগে। দাৰ্শনিক মানে সত্যদ্ৰষ্টা লোক। তেওঁ কৈ গৈছে, শৰীৰ গঠন কৰিবলৈ ডেকাবিলাকক যিদৰে ব্যায়াম দৰ্কাৰ সেইদৰে প্ৰাণৰ কাৰণে সঙ্গীতৰ প্ৰয়োজন। সকলো কামৰ আৰম্ভণিটোহে আটাইতকৈ বেচি মূল্যবান। ডেকাকালত মনৰ ভাব-চিন্তা কোমল হৈ থাকোতেই চৰিত্ৰ গঠন কৰা শিক্ষা দিব পাৰিলে তেওঁবিলাকৰ মনত সৎ জীৱনৰ সাঁচ বহি যাব। সেইকাৰণে ডেকাবিলাক ভদ্ৰচিন্তা আৰু সৌন্দৰ্য্যবোধৰ মাজত ডাঙৰ-দীঘল হ'ব লাগে। কবি, শিল্পী, সাহিত্যিকসকল সেই কাৰণে সৌন্দৰ্য্যৰ সাধক আৰু ভদ্ৰচিন্তাৰ নায়ক হ'ব লাগে। তেতিয়া হ'লে আমাৰ ডেকাসকল এখন স্বাস্থ্যবান ৰাজ্যত বাস কৰিব। সুন্দৰ সৃষ্টি আৰু সুৱলা শব্দৰ ধ্বনিৰ মাজেদি সকলো কথাৰে ভাল আৰু সুন্দৰখিনি লাভ কৰিব পাৰিব। সঙ্গীতৰ স্বৰ্গীয় ঐক্যতানৰ মাজত এই সকলোবিলাক পাব পাৰি।

যেতিয়া এটি সুন্দৰ প্ৰাণ আৰু এটি সুন্দৰ দেহা এক হৈ এটা সাঁচত মিলি যায়, যাৰ চকু আছে, তেওঁৰ কাৰণে সেই দৃশ্য আটাইতকৈ সুন্দৰ হৈ চকুত পৰিব আৰু আটাইতকৈ সুন্দৰ হলেই আটাইতকৈ মৰম লগাও হ'ব। সেই কাৰণে যি মানুহৰ এনে ঐক্যবোধৰ স্পৃহা থাকে তেওঁ সদায় সুন্দৰৰ ৰাজ্যত বাস কৰিব। ইয়াত সাৱধানী বাণীও এইদৰে দিয়া আছে যে, ইয়াৰ মাজলৈ শৃঙ্খলাহীনতা আৰু উন্মত্ততা কেতিয়াও সোমাবলৈ দিব নালাগে। প্ৰকৃত প্ৰেম কামুকতা আৰু নগ্নতাৰপৰা মুক্ত হৈ থাকিব লাগিব। এনেকুৱা প্ৰেৰণা সঙ্গীতে মানুহক দিব পাৰে। সেইবোৰ সাহিত্যৰ লগত সঙ্গীতৰ এৰাব নোৱৰা সম্পৰ্ক আছে। টলষ্টয়ৰ মতে পঢ়াশালিৰ আদিপাঠৰ লগে লগেই চিত্ৰাঙ্কন আৰু সঙ্গীত শিক্ষাও আৰম্ভ হ'ব লাগে।

প্লেটোৰ দৰেই এজন মহাগুৰু চীনদেশৰ নীতি-ধৰ্ম প্ৰৱৰ্তক কনফুচিয়াচৰ শিক্ষাতো মাত্ৰ তিনিটি বিষয় আছিল — ইতিহাস, পদ্য আৰু আচাৰ-ব্যৱহাৰৰ নীতি। সেইজন অমৰ গুৰুৰ মতে পদাই মানুহৰ চৰিত্ৰ গঠন কৰে, সজ আচৰণে চৰিত্ৰৰ বল বৃদ্ধি কৰে আৰু চৰিত্ৰ সৰ্বাঙ্গসুন্দৰ হয় সঙ্গীতৰ ঝঙ্কাৰ মূৰ্চনাত। সেইকাৰণে তেওঁ তেওঁৰ শিষ্যসকলক কৈছিল - পদ্যৰ ছন্দত টোপনি ভাঙিবা, নীতিজ্ঞানেৰে চৰিত্ৰৰ শিপা দকৈ পুতিবা আৰু শিক্ষা সাং কৰিবা সঙ্গীতৰ সুৰত।

বৰ্তমান সময়ত অসমীয়া গীত-কবিতা-নাটক আদি প্ৰচাৰত আকাশ বাণীয়ে যথেষ্ট সুবিধা দিছে। ড০ ভূপেন হাজৰিকা, খগেন মহন্ত আদি কৃতী সঙ্গীতজ্ঞসকলৰ গীত যিদৰে উপভোগ্য হৈছে, সেইদৰে সকলো গায়কৰ কণ্ঠত ৰচনাৰ মাধুৰ্য্য আৰু সুৰৰ সমন্বয় ঘটা উচিত। খ্যাতনামা গীত-ৰচকসকলৰ বচা বচা গীতৰ সংগ্ৰহ এটি আকাশ বাণীয়ে যুগুত কৰি গায়কসকলক গাবলৈ দিলে ভাল হয়। লক্ষ্মীৰাম বৰুৱাৰ 'সঙ্গীত-কোষ'ৰ দৰে যোৱা এশ বছৰৰ অসমীয়া সঙ্গীতৰ সঙ্কলন এটি প্ৰকাশন পৰিষদে উলিয়াব পাৰিলে আগলৈ ক্ৰমবিকাশৰ ধাৰাটো অধ্যয়ন কৰিবলৈ গৱেষকসকলে সম্বল পাব। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, কবি-নাট্যকাৰ শ্ৰীঅতুলচন্দ্ৰ হাজৰিকাৰ 'মঞ্চ-লেখা' এখন অতি লাগতিয়াল কিতাপ প্ৰকাশ হৈছে। হাজৰিকাই অশেষ পৰিশ্ৰম কৰি অসমৰ নাটক আৰু অভিনেতাসকলৰ চমু পৰিচয় সহ এই বিৰাট গ্ৰন্থখনি যুগুত কৰা বাবে তেখেত সাহিত্যিক সমাজৰ শলাগৰ পাত্ৰ। ড০ হৰিচন্দ্ৰ ভট্টাচাৰ্য্যৰ "অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি' আন এখন মূল্যবান গ্ৰন্থ আমি লাভ কৰিলোঁ। ড০ ভট্টাচাৰ্যাই নিৰপেক্ষভাবে অসমীয়া নাটকবিলাকৰ পৰিচয় দি অসমীয়া নাট্য-সাহিত্যৰ স্বৰূপ লিপিবদ্ধ কৰি এটি বৰ সময়োচিত আৰু অতি প্ৰয়োজনীয় কাম সমাধা কৰিলে। এই দুয়োখন গ্ৰন্থই ভৱিষ্যতৰ গৱেষণাত প্ৰচুৰ সহায় কৰিব।

আমাৰ ৰাজ্যতো সঙ্গীত নাটক একাডেমীৰ শাখা এটা স্থাপন হৈছিল। স্বৰ্গীয়া সৰিতা দেৱীৰ আশাশুধীয়া যত্নত একাডেমীৰ কাম কিছু আগবাঢ়িছিল; কিন্তু তেখেতৰ মৃত্যুৰ পিছৰপৰা ইয়াৰ উদাম চেঁচেৰা পৰি আহিল। একাডেমীৰ বড়গীত গৱেষণাৰ কামত ড০ মহেশ্বৰ নেওগৰ সম্পাদনাত "স্বৰৰেখাত বড়গীত" নামে কিতাপ এখন প্ৰকাশিত হ'ল। আমাৰ মাজত এতিয়াও বহু গুণী শিল্পী, নাট্যকাৰ, অভিনেতা, সঙ্গীতজ্ঞ, গায়ক-বাদক আছে - তেখেতসকলক অন্য একো নিদিলেও সন্মানসূচক স্বীকৃতি দিয়া নিতান্ত উচিত। নাটঘৰবিলাকত আজিকালি অকল সামাজিক আৰু বাস্তৱধৰ্মী নাটকৰ অভিনয়হে বেছিকৈ কৰা হৈছে। সাহিত্যিক মূল্য থকা পৌৰাণিক আৰু ঐতিহাসিক নাটকৰ অভাৱ ঘটিছে। সুশ্ৰাব্য অমিত্ৰাক্ষৰ ছন্দৰ পৌৰাণিক নাটবিলাকৰপৰা উঠি অহা লৰা-ছোৱালীবিলাকে আমাৰ ঐতিহ্যৰ পৰিচয় পাব আৰু ঐতিহাসিক নাটকৰপৰা একোটা যুগৰ লগত চিনাকি হ'ব পাৰিব। বিবিধ চিন্তাৰ মেৰপাকত সোমাই মনৰ গতি অস্থিৰ হোৱা দিনত আদৰ্শবাদী নাটকৰো প্ৰয়োজন কম নহয়। গুৱাহাটীত এটি জাতীয় নাট্যশালা স্থাপনৰ যি উদ্যোগ হৈছে, সি বৰ সন্তোষৰ কথা। নাট্যকলাৰ দেশ অসমত আকৌ নাট্য আন্দোলনৰ ঢৌ উঠিছে। অসম নাট্য-সম্মিলনে এই দিশত কাৰ্য্যকৰী পন্থা হাতত ললে নিশ্চয় সুফল ফলিব।

### অসমৰ লখিমী পথাৰ

দেহৰ ৰূপ-লাৱণ্যৰ দৰে সাহিত্যতো সৌন্দৰ্য্যবোধ আছে। এই সৌন্দৰ্য্য ভাব আৰু প্ৰকাশ ভঙ্গিমাত ফুটি উঠে। ই মনত নিৰ্মল আনন্দৰ সঞ্চাৰ কৰে। কলাবিদ্যাৰ উচ্চতম স্তৰটোৱেই হ'ল আত্মপ্ৰকাশৰ আৰু আনন্দ লাভৰ ঠাই। আমাৰ লোক-সাহিত্যৰ লখিমী পথাৰখনতেই অসমীয়া সাহিত্য-কলাৰ সকলো সৌন্দৰ্য্য উপচি আছে। আলৌলোৱা কপৌলতাৰ শ্যামল আখৰেৰে লিখা এই সাহিত্যই অসমীয়া চহা জীৱনৰ সৌন্দৰ্য্যবোধৰ পৰিচয় দি আছে। আবেগত আকুল হৈ থাকোতে কোনোবা চহা ডেকাৰ অন্তৰত জাগি উঠা সুকোমল ভাব চিতে-গীতে একে হৈ আপোনা আপুনি মনৰপৰা ওলাই আহে। আমাৰ বনগীতবিলাক এনেকুৱা আধা সপোন, আধা দিঠকৰ মোহনীয়া সাহিত্য। সেই কাৰণে আমাৰ এইখন স্বপ্নৰাজ্য। ইয়াৰ সোৱণশিৰিৰ বালিত পুৱাৰ কিৰণ পৰি জলমলাই উঠে সোণৰ ৰেণুবোৰ, যোৰে যোৰে পাখি কটালি পৰি থাকে সোণবৰণীয়া চাকৈ-চকোৱাবোৰ। ইকৰাণিৰ মাজৰপৰা দীঘলীয়া উকিমাৰি সোণামুৱা ডেকাইতে গাই :

"সোৱণশিৰি ভেটিলে জেঙে জাবৰে
ধনশিৰি ভেটিলে কিহে।
ভগা খোলাকটি কুমাৰে গঢ়িলে
যৌৱন গঢ়ি দিলে যিহে।।"

আকৌ শুনিবা মুকলি পথাৰৰ মাজেদি বতাহত উটি আহি কাণত পৰিছে ঃ

"দলনিৰ ওপৰে কি চৰাই উৰিলে
দেখোঁ ৰঙা ৰঙা ঠোঁট।
চেনাই বগীতৰা সোণৰ গিলিপ মৰা
কপালত সেন্দুৰৰ ফোঁট।।"

দেহি ঐ! অজলা ডেকাটিয়ে ক'ৰবাত এদিন কেঁচাসোণ বৰণীয়া বগীতৰা এজনীৰ কপালত ডগমগাই থকা সেন্দুৰৰ ফোঁটটো দেখিছিল। পথাৰত ম'হ ৰখি থাকোতে ওপৰেদি উৰি যোৱা কামচৰাইটোৰ ৰঙা ঠোঁটটি দেখি মনত পৰিল। ম'হৰ পিঠিত উঠি দলনি পথাৰৰ মাজতো সি পালে কবিতা।

বিয়াৰ ৰভাৰ তলত জাউৰি জাউৰি নাম গাই বিয়া ভগাৰ পাছত দৰা-কন্যাক ভিতৰ দেখুৱাবলৈ নিয়ে। আগে আগে শাহুৱেকে দৰা-কন্যাৰ আঁচলত ধৰি বাট দেখুৱাই লৈ যায়। পাছে পাছে নামতীসকলে শিশুপাল খেদা দি কৌতুক কৰি দৰা-কন্যাক নামৰ ধ্বনিৰে ঠেলি লৈ যায় ঃ

শিশুপাল; শহুৰৰ বৰে ঘৰ
শিশুপাল; দাঁতৰি ওলোৱা
ৰত্নেশ্বৰ ঐ হেঙ্গুল; চাপৰি চাপৰি যাবা।
শিশুপাল, ৰজাই বটা দিয়া
শিশুপাল, সোণোৱাল পাগুৰি,
ৰত্নেশ্বৰ ঐ হেঙ্গুল, এলাহ্নু লাগিব চাবা।
শিশুপাল, লাগে যে লাগিব
শিশুপাল, কলীয়া এলাহ্নু;
ৰত্নেশ্বৰ ঐ হেঙ্গুল, শহুৰৰ জীয়েকে ধুব।। ইত্যাদি -

এনে সমাজচিত্ৰ, প্ৰাণৰ স্পন্দন, অসমীয়া বিয়ানামত আছে। কন্যাক দোলাত তুলি পাছে পাছে সখীয়েকহঁতে নাম গাই যায়। আগত হাতীৰ পিঠিত হেঙ্গুলবৰণীয়া ডেকা কোনোবা ৰত্নেশ্বৰ দৰা হৈ গৈ থাকে। ৰাৱণে সীতাক হৰি নিয়াদি মৰমৰ সখীসকলক লৈ যোৱা দৰাক উদ্দেশি মনৰ বেজাৰত গায় ঃ

মলি ঐ; ৰাম গইছিলে
মলি ঐ; মৃগ মাৰিবলৈ
মলি ঐ; লখন গইছিলে লৰি
হেৰ' ভোলানাথ।
মলি ঐ; সেইনো সময়তে
মলি ঐ; দুষ্ট ৰাৱণে,
মলি ঐ; সীতাক লই গলে হৰি
হেৰ' ভোলানাথ।...

মন কৰিবলগীয়া, ৰামায়ণৰ করুণ কাহিনীৰ প্ৰতিধ্বনি 'ক' বুলিব নজনা অসমীয়া গাভৰুহঁতৰ নামৰ মাজেদি কেনেকৈ আহি কাণৰ ভিতৰেদি মৰ্মত সোমায়হি! ইয়াতো কবিতা।

পথাৰত পৰি থকা অলেখ চৰাইৰ সপোন-গুৰনি বিনন্দবিহাৰৰ মালিতা গাই ঢুলীয়াই জপিয়াই জপিয়াই ঢোলত টিকিব্ টিকিব্ টাং টাং ধ্বনি তোলে। কবিতাৰ ছন্দধ্বনিত সভাঘৰ মুখৰিত হয়। বুঢ়ী আয়ে নাতি লৰাক সাধু কয়। সাধুৰ লগত মিহি মিহি শৰদৰ গীতৰ সুৰ। শুনি শুনি লৰাৰ টোপনি ধৰে। আইসকলে নাম গায়। নামৰ ধ্বনিত 'এ' শদাশিৱ এ', অ' হৰি এ', 'আসনতে বহি আয়ে মেলি দিছে ভৰি' - শুনি শুনি ভক্তি ভাৱত প্ৰাণ উপচি পৰে।

অসমীয়া লোক-সাহিত্যৰ নিচিনা ইমান চহকী লোক সাহিত্য ভাৰতবৰ্ষৰ কোনো ৰাজ্যতে নাই বুলি ঠাৱৰকৈ ক'ব পাৰি। গুৱাহাটী বিশ্ববিদ্যালয়ে হাতত লোৱা মতে লোক-সাহিত্যৰ সম্পূৰ্ণ সংগ্ৰহ হলে পাহৰণিৰ সোঁতৰপৰা অনেক সম্পদ ৰক্ষা পৰিব।

## কবিতা

কবিতাৰ সংজ্ঞা আজিও পৃথিৱীয়ে খাটাংভাবে এটাও দিব পৰা নাই। দেশে দেশে কবিসকলে ইয়াৰ স্বৰূপ ব্যাখ্যা কৰিয়েই আছে। আমাৰ ভাৰতীয় মতে ৰস থকা বা ধ্বনি থকা বাক্যই কবিতা। পশ্চিমীয়াসকলৰ মতে বহুত সংজ্ঞা। আজিকালি পুৰণি নীতি-নিয়ম, কথা-বতৰাৰ প্ৰতি এটা অশ্ৰদ্ধাৰ ভাব সকলো ক্ষেত্ৰতে পৰিলক্ষিত হৈছে। সেই কাৰণে উপায় ওলাল। ইংৰাজী ভাষাৰ মাধ্যমেৰে পৃথিৱীৰ সকলো দেশৰ উন্নত সাহিত্যৰ সোৱাদ ল'ব পৰা হৈছে। বৰ্তমান জগতৰ শীৰ্ষস্থানীয় আধুনিক ৰুচিয়াৰ কবি-সাহিত্যিকসকলে কি ধাৰা গ্ৰহণ কৰিছে, সেই কথা জানিবৰ মানসেৰে, ইংৰাজী 'ছোভিয়েত লিটাৰেচাৰ' নামৰ মাহেকীয়া আলোচনী পঢ়িবলৈ ললোঁ। ৰুচ সাহিত্য তথা পৃথিৱীৰ সাহিত্যৰ সৰল সহজ আলোচনাৰে পূৰ্ণ এই আলোচনীৰপৰা আধুনিক ৰুচিয়াৰ চিন্তাধাৰাৰ সম্যক পৰিচয় পাব পাৰি। ছোভিয়েত ৰাষ্ট্ৰৰ অন্তৰ্গত থকা তাজিকিস্তানৰ লেনিন - বঁটা বিজয়ী কবি মিজ্জ' টাবচান্জে'ডৰ 'এজন কবিলৈ' বোলা কবিতাটিত কবিতাৰ স্বৰূপ ব্যাখ্যা এনেদৰে কৰিছে। এইটো ১৯৬৩ চনত লিখা। তেওঁ কৈছে ঃ

"কবিৰ কল্পনাত যি প্ৰেৰণাৰ জুই জ্বলে, তাতেই কবিতাৰ জন্ম হয়। সূৰ্য্য আৰু কবি দুয়োৰে একে ব্যবসায়। দুয়ো উম্ দিয়ে আৰু দুয়োৰে সৃষ্টিত পোহৰৰ উৎস প্ৰকাশিত হয়। তাপ নথকা ঘৰখন বৰফৰ দৰে চেঁচা পৰি থাকে, উম্ নলগা মৰম-চেনেহ নথকা ঘৰ এখনত লেমৰ পোহৰে উম্ দিব নোৱাৰে। উম্ অৰ্থাৎ মৰম-চেনেহ নথকা হিয়া — ল'ৰাই আনন্দত দলিওৱা শিলগুটিৰ নিচিনা। উম্ নথকা গীত-কবিতাও সেইদৰে নিৰস, শুকান। ৰ'দৰ তাপ নাপালে ফুলবোৰ নুফুলে, তেতিয়া ফুলৰ কাৰণে মানুহৰ হেঁপাহো নজন্মে—প্ৰশংসাৰ শব্দও নোলায়, ফুল তেতিয়া এলাগী কুঁৱৰী হয়। শিশু নথকা দোলনাখন অকলে হেলি-দুলি থকাদি উম্ নথকা আনন্দ-উৎসৱ তেনেই চেঁচা যেন লাগে। সেইবাবে কবিয়ে হাতত প্ৰেৰণাৰ জুইশিখা লৈহে নিজ কামনাৰ অনুৰূপ অনাগত ভবিষ্যতৰ কথা লিখিব পাৰে। প্ৰেম, কবিতা আৰু তীখা — তিনিওৰে একে স্বভাৱ, গঢ় লৈ থিয় দিবলৈ তিনিওকে লাগে স্বাধীন আলোক। জুই জ্বলি থকা ইটাৰ ভটাৰ দৰে কবিৰ হিয়াত প্ৰেৰণাৰ জুই জ্বলি থাকিব লাগিব। তেতিয়া হলে কবিৰ সেই জুয়ে মানৱ-আত্মাক তদনুৰূপ জুই দিব পাৰিব আৰু সেই জুয়ে আনক প্ৰেৰণা দিব পাৰিব। কবিৰ শব্দাবলী অগ্নিশিখাৰ উজ্জ্বল জিভাৰ দৰে হ'ব লাগিব - উৰি যোৱা জেট্ বিমানৰ ফিৰিঙতি যেন হ'ব লাগিব। কবিয়ে শিলবোৰত (দয়ামায়া নাইকিয়া হিয়াবোৰক) প্ৰাণ দিব লাগিব আৰু সিহঁতৰ কণ্ঠত বেদনাৰ সুৰ দিব লাগিব। সেইবাবে এই খন্তেকীয়া মানৱ জীৱনৰ দিনবোৰ অপব্যয় নকৰি, সৎ ব্যৱহাৰ কৰা। অন্তৰ দহি থকা বেদনাৰ জুই নাথাকিলে একো প্ৰেমেই জীয়াই থাকিব নোৱাৰে।"

এই ব্যাখ্যা আৰু আমাৰ পুৰণি ভাৰতীয় ব্যাখ্যাৰ মাজত আমি একো পাৰ্থক্যকে দেখা নাপাওঁ। এই দৃষ্টিভঙ্গিৰে আধুনিক ৰুচিয়াৰ কবিসকলে জীৱনক হাতৰ মুঠিত লৈ যি কবিতা লিখিছে তাত সৰল-সহজ, সৰ্বসাধাৰণৰ জীৱন, শস্যৰ পথাৰ, কৰ্মৰ প্ৰেৰণা আৰু চিন্তাৰ খোৰাক উপচি আছে। আনহাতে এই কবিতাবিলাকৰৰ মাজত কামগন্ধৰ লেশ মাত্ৰ নাই; তাৰ পৰিবৰ্তে আছে বৈজ্ঞানিক যুগৰ অগ্ৰগতিৰ লগত মিলা বিশ্ববিজয়ী সপোনৰ প্ৰেৰণা, নৈতিক চৰিত্ৰ গঠনৰ সম্বলো অশেষ। দেওবৰীয়া হাটত বিক্ৰী কৰিবলৈ ঘোঁৰাগাড়ীত বোজাই কৰি অনা ঘাঁহৰ দ'মৰ ওপৰত বহি থকা এজনী ভল্গা নদীৰ তীৰৰ উপজাতীয় ছোৱালীক দেখি আধুনিক ৰুচিয়াৰ কবি এজনে কৈছে ঃ

"অ' ৰাফেল, তুমি যদি ইয়ালৈ
আহিব পাৰিলাহেঁতেন,
ঘাঁহ দ'মৰ ওপৰত বহি থকা
সৌ মানুহজনী —
ৰাফেল,
তোমাৰ তুলিকাৰ পৰশত
হ'লহেঁতেন - গাড়ীৰ ওপৰত মেডোনা'ৰ ছবি।" ...

এজনী উপজাতীয় গাভৰুক যীশুজননী মেডোনাৰ লগত সমানে আসন দিয়া এই কবিতাই ৰুচিয়াৰ নৈতিক চৰিত্ৰৰ মান নিৰ্ণয় নকৰেনে ?

পশ্চিমীয়া জগতত উৎকট কাম-প্ৰবল মনস্তত্ত্বৰ প্ৰভাৱ যে ম্লান হৈ আকৌ আদৰ্শবাদৰ ফালে গতি লৈছে তাৰ প্ৰমাণ এয়েই। এটা নাটকীয় পটভূমিত মানৱ-চৰিত্ৰই কেনেকৈ আত্মপ্ৰকাশ কৰে আৰু কবি-শিল্পীসকলে এই চৰিত্ৰসমূহৰ মনস্তাত্বিক দিশলৈ কিমান গভীৰভাবে সোমাই এটা চিৰন্তন ৰূপ দিছে সেইটো লক্ষ্য কৰিবলগীয়া।

ইয়াৰ লগতে আমি বিশ্বসাহিত্যৰ শেহতীয়া প্ৰতিভা ইলিয়টক অকণমান চালে আধুনিক কবিতাৰ ধাৰাৰ লগত ভাৰতীয় ঐতিহ্যৰ অপূৰ্ব মিলন দেখা পাম। ১৯৬৫ চনত দিল্লী মহানগৰীত চেণ্ট ষ্টিফেন্ছ কলেজ আৰু 'কংগ্ৰেছ কালচাৰেল ফ্ৰিডম'ৰ যুটীয়া চেমিনাৰত আঠজন খ্যাতনামা স্কলাৰে অংশ কৰিছিল। ৰিচাৰ্ড এল, বাৰথ'ল মিৰে ইলিয়টৰ কবিতা আলোচনা কৰি এইদৰে কৈছে ঃ

"ইলিয়টৰ ছন্দ সাধাৰণ কথাৰ নিচিনা, সহজ, পোনপটীয়া আৰু দৈনিক কোৱা কথাৰ সংমিশ্ৰণ। তেওঁ মানুহৰ এই তিনিটা গুণৰ ঘাইকৈ ঘনিষ্ঠভাবে সম্পৰ্ক ৰক্ষা কৰিছে ঃ দান, দয়া আৰু দমন। জীৱনৰ আৰম্ভ মানেই জীৱনৰ অন্তিম আৰু অন্তিম মানেই আকৌ আৰম্ভ। ইয়াৰ লগত বৈদিক আৰু বৌদ্ধ দৰ্শনৰ সম্পূৰ্ণ মিলন ঘটিছে। জন্ম আৰু মৃত্যু, আৰম্ভ আৰু অন্ত, এই থিয়ৰিৰ লগত বৌদ্ধসকলৰ ধৰ্মশাস্ত্ৰ ধৰ্মপদৰ প্ৰথম আৰু শেষ শ্লোকৰ ভাব সমান্তৰাল ভাবে গৈছে।"

স্বৰ্গীয় ৰাধানাথ ফুকন বেদান্ত বাচস্পতিৰ 'কথাৰে উপনিষদ'ত কোৱা হৈছে বৃহদাৰণ্যকৰ এটি বিচাৰ। দেৱতা, মানুহ আৰু অসুৰ, সকলো প্ৰজাপতিৰ সন্তান। এই তিনিও প্ৰজাপতিৰ সন্তান। এই তিনিও প্ৰজাপতিক উপদেশ বিচাৰিলত ফুটাই একো নকৈ দ- আখৰটো বৰ দীঘলাই উচ্চাৰণ কৰিলে - দ-অ-অ। দেৱতাই ইয়াৰ অৰ্থ কৰিলে - দ- দাম্যত। অৰ্থাৎ সংযমী হোৱা আৰু কামনা পৰিত্যাগ কৰিবলৈ শিকা। মানুহকো প্ৰজাপতিয়ে সেই দ-অ-অ-শব্দেৰেই উপদেশ দিলে। মানুহে অৰ্থ কৰিলে - দ-দত্ত-দান কৰা। ইয়াৰ তাৎপৰ্য্য লোভ পৰিত্যাগ কৰা। নিষ্ঠুৰ অসুৰেও সেই দ-অ-অ শব্দকে পালে। তেওঁবিলাকে তাৰ অৰ্থ কৰিলে - দ-য়-ধ্ব-ম্ অৰ্থাৎ 'দয়া কৰা', ক্ৰোধ পৰিত্যাগ কৰা। প্ৰজাপতিয়ে দিয়া এই উপদেশৰ মূল কথা হ'ল কাম, ক্ৰোধ আৰু লোভ পৰিত্যাগ। বিজুলী-

ঢেৰেকনি মাৰিলে 'দ'ৰ দৰে যি একাঁবেঁকা বিজুলী চমকি উঠে সেয়েই প্ৰজাপতিয়ে উচ্চাৰণ কৰা দ-দ বুলি মানুহে বিশ্বাস কৰে। বজ্ৰধ্বনিৰে মেদিনী কঁপাই মানুহক কয় ঃ

দাম্যত - দত্ত-দয়ধ্বম্ !

দা ম্য-ত-দত্ত দয়ধ্বম্ !

ইলিয়টে ইয়াৰেপৰাই তেওঁৰ কবিতাত দিয়াঁ, দয়া কৰাঁ, দমন কৰাঁ - এই দৰ্শন প্ৰৱৰ্তন কৰিছে; গতিকে সম্পূৰ্ণ ভাৰতীয় আদৰ্শৰ লগত মিলা-নীতি। ধৰ্মপদৰ প্ৰথম শ্লোকটোৰ সাৰাংশ এনেকুৱা ঃ মন ধৰ্মসমূহৰ পূৰ্বগামী। মনেই শ্ৰেষ্ঠ আৰু ধৰ্মসমূহ মনোময় বা মনৰ দ্বাৰা গঠিত। যদি কোনোৱে দোষযুক্ত মনেৰে কথা কয় কিম্বা কাম কৰে, তেন্তে গাড়ী টানি নিয়া বলধৰ ঠেঙৰ পাছে পাছে ঘূৰি থকা চকাৰ দৰে দুখে তেওঁৰ পাছ নেৰে। শেষৰ শ্লোকটো এনে ঃ

"যি মুনিয়ে পূৰ্বজন্মৰ কথা উপলব্ধি কৰিব পাৰে, যি মানস চকুৰে স্বৰ্গ-নৰক দেখে, যিজনে পুনৰ জন্মৰপৰা পৰিত্ৰাণ পালে, যাৰ জ্ঞানে পূৰ্ণতা লাভ কৰিলে আৰু যি জন সকলো বিধৰ পূৰ্ণতা প্ৰাপ্ত হ'ল, তেওঁকেই মই ব্ৰহ্মজ্ঞানী বুলি কওঁ।"

দৰাচলতে সৰ্বসাধাৰণতে কোৱা সহজ সৰল ভাষাৰ বাস্তৱ ৰূপৰ ফ্ৰেমটোৰ ভিতৰত ইলিয়টে যি জীৱন-দৰ্শন লুকাই থৈছে তাৰ লগত ভাৰতীয় দৰ্শনৰ ভাবধাৰাৰ একো প্ৰভেদ নাই। ৰাধাকৃষ্ণণে কয় ঃ "বুদ্ধি আত্মবোধৰ, আৰু বাহিৰৰ প্ৰকাশ অন্তৰ্লীন অনুভূতিৰ বশৱৰ্তী। ধৰ্ম মানে সত্য-দৰ্শন আৰু অনুভৱ। এই অভিজ্ঞতা খন্তেকীয়া আবেগৰ উত্তেজনা বা বৃথা কল্পনা নহয়। ই আত্ম-উপলব্ধিৰ গভীৰ তত্ত্ব।" ইলিয়টত এইবিলাকেই আছে।

কাম-বাসনাৰপৰা ওপজা বিষয় সুখক শ্ৰীশঙ্কৰ- দেৱেও 'কুৎসিৎ বিষয় সুখ' বুলি ঘৃণা কৰিছে। সংযমী হবলৈ সকলো প্ৰকাৰৰ পৰিৱেশ সৃষ্টি কৰি নৈতিকতাৰফালে আগবঢ়াই নিব পাৰিলে জন্ম-নিয়ন্ত্ৰণৰ নামত হোৱা শাস্ত্ৰ-বিগৰ্হিত ভ্ৰূণহত্যা মহাপাপৰপৰা এই মহান ঐতিহ্যপূৰ্ণ প্ৰাচীন দেশখন ৰক্ষা পৰিব; যৌন ব্যাধিত ভৰ বয়সতে মাদলিফুটা ডেকা-গাভৰুবিলাক নিপোটল স্বাস্থ্যবান হৈ গোলাপ ফুলৰ দৰে হাঁহি থাকিব পাৰিব।

অসমীয়া কাব্য-কাননত প্ৰাণৰ পাপৰি সিঁচি মাত্ৰ ৩১ বছৰ বয়সত যিজন তৰুণ তপস্বীয়ে মেলানি মাগিলে, সেই গণেশ গগৈৰ প্ৰতি প্ৰীতি জনাই তেওঁৰ কবিতাৰেই এই আলোচনাৰ সামৰণি মৰা হ'ল।

"সুখী, দুখী, দীন, হীন, ধনী, দানী, অভিমানী
সবাৰে শিৰেদি বয় শোণিতৰ ধাৰ,
মৰণ পাৰতে সখি, নোৱাৰে মচিব কেৱে
যাউতিযুগীয়া স্মৃতি প্ৰেম-প্ৰতিভাৰ।"



## ৰণছেৰা যুগৰ সাহিত্য

পৃথিৱীৰ সাহিত্যত গল্প আৰু উপন্যাসৰ মহাসাগৰ সৃষ্টি হৈছে। অসমীয়া সাহিত্যতো এইবিধ কথা-সাহিত্য জনপ্ৰিয় হৈ উঠিছে আৰু এদল সক্ৰিয় প্ৰতিভাশালী তৰুণ লিখকে অসমীয়া সাহিত্যৰ সেৱাত আত্মনিয়োগ কৰিছে। তেওঁবিলাকে সমসাময়িক সাহিত্যত যৌৱন সুলভ প্ৰেৰণাৰে নতুন নতুন বিষয়-বস্তু আৰু সমস্যাৰ উত্থাপন কৰি জীৱনৰ বিভিন্ন দিশৰ পৰ্য্যালোচনা কৰিছে। তেওঁবিলাকৰ ৰচনাত কিমান গভীৰ ভাৱ আছে, কি প্ৰগতি সাধিত হৈছে আৰু আমাৰ সাহিত্য আগবাঢ়ি যোৱাত কেনেকৈ সহায় কৰিছে সেইকথা সমালোচকসকলে সহৃদয়তাৰে বিচাৰ কৰি চাবৰ সময় হৈছে। এনে সমালোচনা হ'ব লাগে যাতে তেওঁবিলাকে অচিনাকী মতবাদৰ মোহত পৰি আমাৰ ঐতিহ্যক একেবাৰেই অৱজ্ঞা নকৰে আৰু আমাৰ সংস্কৃতিৰ বৰ আলিবাটটো এৰি ফালৰি নাকাটে। আমাৰ প্ৰধান উদ্দেশ্য হ'ব লাগে পাঠকৰ মনত দ-কৈ সাঁচ বহুৱাবপৰা, আজিৰ পৃথিৱীৰ বিবিধ চিন্তাৰ সংঘৰ্ষত জন্ম হোৱা নতুন নৈতিক আদৰ্শ আৰু আগেয়ে চিনি নোপোৱা পৃথিৱীখনৰ নৰূপ প্ৰতিফলিত কৰি তোলা। এই কাৰণে আজিকালিৰ গল্প আৰু উপন্যাস অকল অৱসৰ বিনোদনৰ আহিলা নহৈ জীৱন-গঢ়া সাহিত্যত পৰিণত হ'ব লাগে। এজন ৰুচ সমালোচকে কয়-"আমাৰ এখন কিতাপত এটা বটালিৰ গুণ থাকিব লাগে; বলিষ্ঠ ভাৱ থাকিব লাগে; নিৰীক্ষণৰ সূক্ষ্মবিচাৰ থাকিব লাগে।" জনগণৰ জীৱনৰ এখন দাপোণৰ দৰে চহা জীৱনৰ প্ৰকৃত ৰূপ ফুটি উঠিলে তাত লিখকৰ প্ৰতিভাৰে আধুনিক জীৱনৰ দৰ্শন যোগ দিলে সপোনে-দিঠকে মিলা নতুন ৰূপৰ নতুন সাহিত্যই নিশ্চয় আমাক সম্পদ দিব। ইয়াৰে পৰা বাস্তৱবাদী সাহিত্য সৃষ্টিৰ আনন্দ আৰু সমাজ কল্যাণ সাধিত হ'ব। টলষ্টয়ৰ দৰে ঋষি এজনেও পৃথিৱী-বিখ্যাত কথা-সাহিত্যিকসকলৰ গল্প আৰু উপন্যাস পঢ়িছিল। তেখেতে নিজেই কৈছে-এজন অখ্যাত লিখকে শিশু আলোচনী এখনত লিখা এটা গল্প পঢ়ি মুগ্ধ হ'ল। গল্পটোৰ সাৰংশ এনেকুৱা ঃ খ্ৰীষ্টিয়ানবিলাকৰ ইষ্টাৰ পৰ্বৰ উৰুকাৰ দিনা এগৰাকী দুখুনী বিধবাই ইষ্টাৰৰ কে'ক তৈয়াৰ কৰিবলৈ অলপ যৱ ধানৰ ময়দা ইঘৰ-সিঘৰত বিচাৰি আনি ময়দাখিনি মাৰিবলৈ পাত্ৰত বাকি থৈছেহি। তাৰ মোৱানত দিবলৈ অলপ খমিৰ বিচাৰি পঁজাটো এৰি মানুহ গৰাকী বাহিৰলৈ গ'ল। ল'ৰা-ছোৱালীকেটাক ঘৰ এৰি কেনিও নাযাবলৈ কৈ গ'ল আৰু সেই ময়দাখিনিলৈ চকু দি থাকিবলৈ ক'লে। মাক যোৱাৰ পাছত ল'ৰা-ছোৱালী আটাইকেইটা গোটখাই ধেমালি কৰিবলৈ ধৰিলে। সিহঁতে মাকে কৈ যোৱা কথালৈ পাহৰি খেলিবলৈ বাটলৈ ওলাই গুচি গ'ল। হাতত খমিৰ লৈ মাক উলটি আহি দেখে সেই ময়দাখিনি থোৱা টেবুলৰ ওপৰত কুকুৰা এজনী উঠি ময়দাখিনি

তেনেই শেষ কৰি ঠেঙৰ নখেৰে এছাৰি এছাৰি মাটিৰ মজিয়াখনলৈ সিঁচি দিছে আৰু কুকুৰাপোৱালিবোৰে মাটিৰপৰা খুটি খুটি খাই আছে। হতাশ হৈ মাকে ল'ৰা-ছোৱালীকিটাক শাওপাত দি অন্তৰত বেজাৰ-লগাকৈ কান্দিবলৈ ধৰিলে। ইপিনে ল'ৰা-ছোৱালীকিটালৈ পুতৌ জাগিল-ধনী মানুহবিলাকৰ ল'ৰা-ছোৱালীবিলাকে বিধে বিধে খাব, মাওৰা ল'ৰা-ছোৱালীকিটাকনো কাইলৈ কি দিব এই ভাবি বিধৱা গৰাকী বিমোৰত পৰিল; কিন্তু সমস্যাটো সমাধান কৰিবৰ উপায় বিচাৰি মাকে মোটা আটাৰেই কে'ক তৈয়াৰ কৰিবলৈ ল'লে আৰু ল'ৰা-ছোৱালীকিটা আহি মাকক বেৰি ধৰিলেহি। মাকে কলে -'ইষ্টাৰৰ অইন কে'কৰ দৰেই সোৱাদ এয়া আমি আটাৰ কে'ক তৈয়াৰ কৰিলোঁ। কাইলৈ ইষ্টাৰ পৰ্বত খাম। আঃ কেনে সুন্দৰ হৈছে !"- এই বুলি মাকে এনে ধৰণৰ এটি গীত গাবলৈ ধৰিলে ঃ

"সন্তোষিয়া সৰল প্ৰজাৰ
বিনন্দীয়া ঘেঁহুৰ পথাৰ
ঘেঁহুৰ আটাৰ কে'ক কেনে
খাবলৈ মজাৰ !"

তৎক্ষণাৎ ল'ৰা-ছোৱালীবিলাকৰ মনৰ বেজাৰ কেনিবা গ'ল আৰু আনন্দত উত্ৰাৱল হৈ মাকৰ লগে লগে সেই ছন্দটো গাই নাচিবলৈ ধৰিলে। আগতকৈও বেছি আনন্দ মনেৰে ইষ্টাৰৰ কে'ক খাবলৈ অপেক্ষা কৰিলে।............

আমাৰ সমাজত ফটাছিটা কাপোৰ পিন্ধি হাটে-বজাৰে ঘূৰি ফুৰা কণ কণ ল'ৰা-ছোৱালীবোৰ, কেঁহেৰাজবটা যেন, শেঁতা মুখৰ মানুহবোৰ, বিহুৰে-সংক্ৰান্তিয়ে লোকৰ মুখলৈ চাই হুমুনিয়া পেলোৱা বিধৱা দুখুনীৰ চৰিত্ৰবিলাক, গল্প-উপন্যাসৰ মাজলৈ অহা উচিত। তেহে গণ-সাহিত্য গঢ়ি উঠিব। অকল ড্ৰইংৰুমৰ মজলিচ, ৰেষ্টুৰাৰ কাঁটা-চামুচৰ খিট্‌খিটনি আৰু উচ্চ শ্ৰেণীৰ জীৱনৰ মাজতে আবদ্ধ হৈ থকা সময় পাৰ হৈছে । এখন সমাজবাদী গণতান্ত্ৰিক দেশৰ নিম্নতম মানুহজনকো সন্মানৰ স্থান দিয়া উচিত। চহা-জীৱনৰ কথা কবলৈ যাওঁতে গাৱঁলীয়া চৰিত্ৰবিলাকক তই, সি, তাক বুলি হেয় জ্ঞান কৰা অনুচিত। আকাশ বাণীয়ে খেতিয়কসকললৈ বিবিধ বাৰ্তা দিওঁতে যিটো ভাষা ব্যৱহাৰ কৰিছে তাৰপৰা ব্যঙ্গৰ সুৰ এটাহে কাণত পৰে। অসমীয়া গাঁৱৰ মানুহবিলাকেও শঙ্কৰ-মাধৱৰ ঘোষা-কীৰ্তন পঢ়ি শুনি মাৰ্জিত ভাষা বঢ়িয়াকৈ ক'ব পাৰে। উচ্চ শ্ৰেণীৰ কাৰণে এটা আৰু চহা মানুহৰ কাৰণে আন এটা ভাষা থকাটো গণতান্ত্ৰিক নীতিৰ সম্পূৰ্ণ বিৰোধী।

১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনৰপৰা ভাৰতবাসীয়ে মুক্তি-মঙ্গল গাই মুকলি ভাবে উশাহ ল'বপৰা হ'ল আৰু লগে লগে ৰাজনৈতিক আৰু সামাজিক পটভূমিত বিবিধ সংঘাত উপস্থিত হলহি। তেতিয়াৰপৰা ১৯৬৭ চনলৈকে এই দুই দশকত অসমীয়া কবিতা, গল্প আৰু উপন্যাসতো এটা নতুন ধাৰা সোমালহি। যিসকল কবি, কলা-সাহিত্যিকে এই সোঁৱাত অৰিহণা দিলে আৰু এতিয়াও দি আছে সেইবিলাকৰ বহল আলোচনা কৰিলে আমাৰ নিবেদন বৰ দীঘলীয়া হ'ব। বিশেষ ভাবে কাৰো নাম উল্লেখ কৰিবলৈ আমি ইচ্ছা কৰা নাই, অকল এই কাৰণে, যে, হয়তো কোনোবা গুণী শিল্পীৰ নাম আমি ভালকৈ নপঢ়াৰ বাবে, বাদ পৰিও যাব পাৰে। আমি নতুন লিখকসকলক স্বাগত সম্ভাষণ জনাইছোঁ। আহক,আমি সকলো মিলি মাতৃজাতি,মাতৃভূমি আৰু মাতৃভাষা এই তিনি মাতৃৰ সেৱাত নিঃস্বাৰ্থভাৱে আত্মনিয়োগ কৰি অসমৰ গৌৰৱ বৃদ্ধি কৰোহঁক।

### দুঃস্বপ্ন নাশন

আমাৰ এই জন্মভূমিখনত ৰাজনৈতিক, সামাজিক আৰু অন্যান্য ক্ষেত্ৰত বিৰোধ, বিসম্বাদ আদি উপচি পৰিছে। বড়ো ভাইসকলে বড়োভাষাৰ মাধ্যমেৰে শিক্ষা লবলৈ বিচাৰিছে। অসমীয়া ভাষাত প্ৰায় শতকৰা ৫০ ভাগ বড়ো শব্দই আছে। বড়ো ভাইসকল সংখ্যাত নিচেই তাকৰ হলেও তেখেতসকলেই অতি পুৰণি অসমীয়া। বড়ো সাহিত্যিক সকলে অসম সাহিত্য সভাত সোমাই সমিল-মিলেৰে সুমীমাংসা কৰিলেহে আমাৰ কল্যাণ সাধিত হ'ব। এই সম্পৰ্কে সাহিত্য সভাই কাৰ্য্যকৰী পন্থা অচিৰে হাতত লোৱা উচিত।

'আহোম-টাই মঙ্গোলীয় পৰিষদ' নামে এটি অনুষ্ঠানৰ জন্ম হৈছে। অসম (অচম) শব্দটোৱেই আহোমসকলৰ প্ৰভাৱ ঘোষণা কৰি আছে আৰু আহোম ৰাজত্বতে অসমীয়া সমাজ সমৃদ্ধ হ'ল। এনেহেন এখন দেশত এটি সুকীয়া মনোভাৱ সৃষ্টি কৰা সমূহীয়া কল্যাণৰ বিৰোধী কথা হৈছে। স্থায়ী আৰু গজগজীয়া ভাবে আমি প্ৰতিষ্ঠিত নহৈ, খণ্ড খণ্ড ভাৱত ফালৰি কাটিলে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি বিপন্ন হ'ব। আমি যেন বিভেদ সৃষ্টি নকৰি জন্মভূমিৰ ঐক্য সাধনত ব্ৰতী হওঁ ইয়াকে সদৌটিকে জনালোঁ।

সুকীয়া 'কমতা ৰাজ্য', গোৱালপাৰাৰ 'স্বায়ত্তশাসন প্ৰশ্ন' ইত্যাদি দুঃস্বপ্নৰে অনেক অসমীয়াৰ মন বিক্ষিপ্ত হৈছে। চিন্তাশীল কল্যাণকামী লিখক, কাকতৰ সম্পাদক আৰু দেশনায়কসকলে এই দুঃস্বপ্নবোৰ শুভ বুদ্ধিৰে নাশ কৰি, গোৱালপাৰাৰ পৰা সদিয়ালৈকে সমগ্ৰ অসমখন বিভেদবিহীন এটা গোটত পৰিণত কৰিবলৈ দেহেকেহে লাগিবৰ হ'ল। গৃহ-কন্দলেই ধ্বংসৰ মূল। আমাৰ মাজত যেন এনে একো কন্দল নাথাকে।

মহাবীৰ লাচিত বৰফুকনৰ নামত যি এটি আন্দোলনৰ সূত্ৰপাত হৈছে সি ভাল কথা। কাৰণ, বীৰপূজা কৰিবই লাগে; কিন্তু এনেহেন এজন স্বদেশপ্ৰাণ অমৰ বীৰৰ নামত যেন একো চেকা নালাগে তালৈ সকলোৱে মন কৰা উচিত। আমাৰ নিজৰ

বোধেৰে আমি এইজন চিৰস্মৰণীয় বীৰৰ নামত এটি 'শৰীৰ সাধন মহাবিদ্যালয়' গুৱাহাটীত স্থাপন হোৱাটোহে অতি লাগতিয়াল কথা বুলি ভাবোঁ। অসমীয়া ডেকাসকলৰ মাজত শৰীৰ সাধনৰ সুবিধা দিবলৈ এনে এটি অনুষ্ঠানৰ বৰ দৰ্কাৰ। এই ক্ষেত্ৰত অসমীয়া ডেকাসকল বহুত পিছ পৰি আছে। আমি হায়দৰাবাদত এনে এটি 'কলেজ অব্ ফিজিকেল কালচাৰ' দেখিছিলোঁ। এই কামত আমাক চৰকাৰেও নিশ্চয় সহায় কৰিব।

## সংস্কৃত আৰু হিন্দী

অসম সংস্কৃত পৰিষদে অনুমোদন জনোৱা মতে সংস্কৃত ভাষা শিক্ষা উচ্চ মাধ্যমিক স্তৰত বাধ্যতামূলক হোৱা নিতান্ত উচিত। মহাপুৰুষীয়া সংস্কৃতিকেই বোলক বা অইন সংস্কৃতিকে বোলক, সকলোৰে মূলত সংস্কৃত সাহিত্যই আছে। সংস্কৃত জানিলে হিন্দী জনাতো সুবিধা হ'ব।

হিন্দী ভাষাৰ প্ৰতি বিৰূপ মনোভাৱ পোষণ কৰা মানে ৰাষ্ট্ৰীয় ঐক্য সাধনত ব্যাঘাত সৃষ্টি কৰা। সাহিত্যৰথী বেজবৰুৱাই ৭৫ বছৰৰ আগতে পঞ্চম ভাগ 'জোনাকী' কাকতত হিন্দী সম্পৰ্কে এইদৰে লিখি থৈ গৈছে ঃ

"হিন্দী ভাষা অতি শ্ৰেষ্ঠ ভাষা। সি যেনে তেজী, তেনে কোমল, যেনে তপত তেনে চেঁচা, যেনে কটু তেনে মধুৰ।... ভাৰতবৰ্ষৰ অধিক সংখ্যক মানুহে হিন্দী ভাষা বুজে আৰু কয়।... ভাৰতেশ্বৰী মহাৰাণী ভিক্টোৰীয়াই মৌলবী ৰাখি অতি যত্নেৰে হিন্দী ভাষা শিকিছে আৰু সেই ভাষাত কথা ক'ব পৰা হৈছে। যদি ইংৰাজী ভাষাৰ বাহিৰে ভাৰতবৰ্ষত কোনোবা ভাষা গোটেই ভাৰতবাসীৰ পৰস্পৰৰ কথা ক'বৰ আৰু ভাব সলনাসলনি কৰিবৰ উপযোগী তেন্তে সি হিন্দীভাষা।"...

ৰুচিয়াত ত্ৰিশটামান বেলেগে বেলেগ ভাষা আছে; কিন্তু তেওঁবিলাকে আমাৰ দৰে ভাষা-সমস্যাৰ কুফল ভোগ কৰিবলগীয়া হোৱা নাই। প্ৰত্যেক ভাষাৰ সম্পদৰাজি ৰাষ্ট্ৰীয়কৰণ কৰি আজিৰ ৰুচ সাহিত্যৰ বিশাল ক্ষেত্ৰ এখন সৃষ্টি হৈছে আৰু বিভিন্ন ভাষা-ভাষীৰ মাজত ঐক্য সাধিত হৈছে। আমাৰ ৰাষ্ট্ৰতো যদি হিন্দীয়েই উমৈহতীয়া ভাষা হয় তেন্তে সকলো আঞ্চলিক সাহিত্যৰ লগত সমগ্ৰ ভাৰতবৰ্ষৰ সংহতি সাধনৰ এটি সোণালী পথ ওলাব। এইবাবে হিন্দীৰ বিৰোধিতা কৰা উচিত নহয়।

## চিন্তাশীল সাহিত্য দৰ্শন উপনিষদ

স্বৰ্গীয় ৰাধানাথ ফুকনৰ দৰ্শন, উপনিষদ আদি অসমীয়া সাহিত্যলৈ মূল্যবান বৰঙণি। কিছুদিনৰ আগতে ৰাজ্যিক প্ৰচাৰ সঞ্চালক অধ্যাপক দুলালচন্দ্ৰ ভূঞাৰ 'জীৱনৰ মান' চিন্তা- গধুৰ এখন মূল্যবান গ্ৰন্থ আমি পাইছোঁ, কিন্তু আমাক উপনিষদসমূহ, বেদৰ ভাঙনি, জৈন দৰ্শন, ইছলামীয় দৰ্শন শিখ ধৰ্মৰ তত্ত্ব আদিৰ অসমীয়া ভাঙনি বৰ প্ৰয়োজন হৈছে। কাৰণ অসমত বাসকৰা সেই ধৰ্মৰ লোকসকলে অসমীয়া ভাষাত পঢ়িবলৈ কিতাপ পালে অসমীয়া সাহিত্যৰ ক্ষেত্ৰখন বহল হ'ব আৰু আমাৰ মাজত আবেগিক ঐক্য সাধিত হ'ব। অসমীয়া সাহিত্যৰ সম্পদ বাহিৰত প্ৰচাৰ কৰিবৰ উদ্দেশ্যে ইংৰাজী ভাষাৰে কিতাপ লিখিবলৈ স্কলাৰসকল আগবাঢ়ি আহক। ৰাজনীতিৰ মাজত থাকিও শ্ৰীহেম বৰুৱাই 'অসমীয়া সাহিত্য' সম্পৰ্কে ইংৰাজী কিতাপ এখন লিখা বাবে তেখেত শলাগৰ পাত্ৰ। ড° নেওগৰ ইংৰাজী 'শঙ্কৰদেৱ'ৰ দৰে আৰু কিতাপ লাগে।

## গ্ৰন্থকাৰ আৰু প্ৰকাশক

গ্ৰন্থকাৰ, প্ৰকাশন পৰিষদ আৰু কিতাপ প্ৰকাশ কৰা প্ৰতিষ্ঠানসমূহৰ মাজত এটা সংহতি সাধনৰ প্ৰয়োজন অনুভৱ কৰা হৈছে। শিশু-সাহিত্য, চিৰায়ত সাহিত্য গ্ৰন্থাৱলী, ভ্ৰমণ কাহিনী, জীৱনী সাহিত্য আদিত আমাৰ সাহিত্য পিছ পৰি আছে। সাহিত্য সভা, প্ৰকাশন পৰিষদ আৰু পুথি প্ৰকাশকসকলৰ এটা সংহতি স্থাপন হোৱা অতি প্ৰয়োজন। সাহিত্য সভাই অকলে সকলো কাম কৰিবলৈ সভাৰ পুঁজি নাই; ছপাশাল নাই। সেইবাবে সহযোগী প্ৰতিষ্ঠানসমূহৰ ভিতৰত কোনে কোনবিধ কিতাপ প্ৰকাশৰ দায়িত্ব ল'ব সেই কথা আলোচনা কৰি কামত হাত দিব লাগে। এনে কৰিলে অলপ দিনৰ ভিতৰতে আমাৰ ভাষাত বহুত কিতাপ ওলাব। সুখৰ বিষয়, প্ৰকাশন পৰিষদে অগাধ পণ্ডিত আনন্দৰাম বৰুৱাৰ সংস্কৃত অভিধানখন পুনৰ মুদ্ৰণ কৰা কাম হাতত লৈছে। ভালেমান মূল্যবান গ্ৰন্থৰ অনুবাদ প্ৰকাশ কৰা বাবে পৰিষদক শলাগ জনোৱা হ'ল।

## সাহিত্য সভাৰ গাঁথনি আৰু পুঁজি

এতিয়ালৈকে অসম সাহিত্য সভাখনৰ যি গাঁথনি আছে, ইয়াৰপৰা সকলো কাম কৰিব পৰা সম্ভৱ নহয়। আনহাতে সাহিত্য সভাক যি পৰিমাণ পুঁজি লাগে সিমান পুঁজিও নাই। এবছৰকাল এজন সম্পাদক হৈ কিমান কাম কৰিব পাৰে সেইটোও ভাবিবলগীয়া কথা। সাহিত্য সভাৰ লগত বিশ্ববিদ্যালয়ৰ ফেলোশ্বিপ্ থকাৰ দৰে কিছু 'সহযোগী সদস্য' লাগে আৰু এজন সম্পৰ্কৰক্ষী বিষয়া স্থায়ীভাবে লাগে। অসমৰ বিভিন্ন ঠাইত আলোচনাচক্ৰৰ আয়োজন কৰি সকলো পন্থৰ সাহিত্যিকৰ লিখিত আলোচনাবিলাক সংগ্ৰহ কৰি সাহিত্য সভা পত্ৰিকাৰ যোগে প্ৰচাৰ কৰিলে অসমীয়া সাহিত্যৰ অশেষ কল্যাণ সাধন হ'ব। এই সম্পৰ্কে আমাৰ বিস্তৃত আঁচনি যথাসময়ত সাহিত্যসেৱীসকলৰ জ্ঞাতাৰ্থে দাঙি ধৰাৰ ইচ্ছা আছে।

অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে আমাৰ চৰকাৰে যি ফেৰা অৰ্থ সাহায্য দিছে সি অতি সামান্য। এইখন আমাৰ ৰাজ্য, এয়া আমাৰ ভাষা-সাহিত্য আৰু এই চৰকাৰ আমাৰ চৰকাৰ। সমগ্ৰ সাহিত্যসেৱীয়ে চৰকাৰক একমুখে জনাওক যে, পিছ পৰি থকা অসমীয়া সাহিত্যৰ উন্নতিৰ হকে চৰকাৰে আমাক বছৰি নিচেই কমেও একলাখ টকাৰ এটি অনুদান দিব লাগে। টকা নহলে একো কাম কৰিব নোৱাৰি। অকল চৰকাৰেই নহয়, ৰাইজেও এইফালে মন কৰিব লাগে। সভাৰ এটি নিজা ছপাশাল হলে মৃত সাহিত্যিকসকলৰ গ্ৰন্থৰাজি, গৱেষণামূলক গ্ৰন্থ আদি প্ৰকাশ কৰি সাহিত্যৰ ভড়াল চহকী কৰিবপৰা হ'ব। স্বৰ্গীয় হিতেশ্বৰ বৰবৰুৱা আৰু অলপতে স্বৰ্গী হোৱা সৰ্বানন্দ ৰাজকুমাৰৰ গৱেষণালব্ধ দুখন বিৰাট আহোম বুৰঞ্জীৰ পাণ্ডুলিপি অপ্ৰকাশিত হৈ পৰি আছে। এইবিলাক সম্পদ উঁয়ে খাই নষ্ট হবলৈ দিয়া উচিত নহয়।

### সাহিত্যিক পেঞ্চন

উত্তৰ লক্ষীমপুৰ সাহিত্য সভাত আমাৰ মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াই উদ্বোধনী ভাষণত কৈছিল ঃ "সাহিত্যিকসকলক সহায় আৰু সন্মান কৰা উচিত।" কথাষাৰ কোৱা আজি কেবা বছৰো হ'ল, কিন্তু আজিলৈকে এজনো সামৰ্থ্যহীন সাহিতিকে একো সাহায্য পোৱা নাই। সাহিত্য চৰ্চাৰ দৰে ভদ্ৰ উদ্দেশ্যত আত্মনিয়োগ কৰা সাহিত্যিকসকল এখন ৰাষ্ট্ৰৰ আদৰৰ পাত্ৰ হোৱা উচিত। দৰ্খাস্ত কৰি সাহিত্যিক পেন্সন লোৱা আত্মসন্মানবোধ থকা সাহিত্যিকসকলৰ কাৰণে বেজাৰৰ কথা। অসম সাহিত্য সভাৰ লগত যোগাযোগ কৰি উপযুক্ত লোকক আৰ্থিক সাহায্য, পেন্সন আদি দিয়া কাম চৰকাৰে হাতত ললেহে এই বুদ্ধিজীৱিসকলক জীয়াই থাকিবলৈ আৰু সাহিত্য সৃষ্টি কৰিবলৈ সহায় কৰা হ'ব।

"অসম বাণী", "দৈনিক অসম", "ত্ৰিবিউন", "জনমভূমি", "নীলাচল", "অসম বাতৰি", "মাহেকীয়া অসমীয়া", "প্ৰহৰী" প্ৰভৃতি কাকতে লিখকসকলক মাননি দিয়া নিয়ম প্ৰবৰ্তন কৰা সন্তোষৰ কথা হৈছে। অসমীয়া সংবাদ সাহিত্যও দিনকদিনে উন্নতিৰ পথত আগবাঢ়ি যোৱাত আশাৰ সঞ্চাৰ হৈছে। গুণগ্ৰাহী ৰাইজেও শিল্পী-সাহিত্যিকসকলক অৰ্থ সাহায্য দি সহানুভূতি দেখুৱাইছে। এখন জীয়া সমাজত এনেবিলাক সৎকৰ্মৰ মহামূল্য আছে। কিতাপ প্ৰকাশক-সকলেও গ্ৰন্থকাৰক দিয়া ৰয়েলটিৰ পৰিমাণ বৃদ্ধি কৰিবলৈ আগবাঢ়ি অহা উচিত।

### সাহিত্য সভাৰ প্ৰতিনিধিত্ব

সাহিত্য একাডেমী, প্ৰকাশন পৰিষদ, পাঠ্য-পুথি নিৰ্বাচন কমিটি, বিশ্ববিদ্যালয়ৰ পুথি বছা বিভাগ আদিত অসম সাহিত্য সভাই প্ৰতিনিধিত্ব কৰা দৰ্কাৰ।

### আখৰ জোটনি, অভিধান

বৰ্তমান আখৰ জোটনি সম্পৰ্কে বেমেজালিৰ সৃষ্টি হৈছে। হেমকোষ আৰু চন্দ্ৰকান্ত অভিধানৰ মাজত বহুত অমিল আছে। চন্দ্ৰকান্ত অভিধানখনত অনেক লাগতিয়াল শব্দ নাই। এইবিলাক দূৰ কৰিবৰ কাৰণে এটি বিশেষজ্ঞ কমিটি পাতি সোনকালে কাম হাতত লবৰ হ'ল। সাহিত্য সভাই চন্দ্ৰকান্ত অভিধানৰ নতুন তাঙৰণ উলিয়াবলৈ ড০ নেওগৰ সম্পাদনাত কাম আৰম্ভ কৰিছে।

### সামৰণি

সামৰণিত দেখিছোঁ সৌৱা বৈজ্ঞানিক যুগৰ চমকপ্ৰদ ভাৱনা — মহাকাশ ভ্ৰমণ, চন্দ্ৰলোক প্ৰদক্ষিণ। দিব্যশঙ্খৰ দৰে তুষাৰ বৰণীয়া চন্দ্ৰই স্নিগ্ধ শীতল কিৰণ দিয়েই থাকিব। ক্ষীৰসাগৰৰ ত্ৰিকূট পৰ্বত মৃগপন্থ হৈয়েই থাকিব। ভেঁটফুলে ভেবা লাগি জোনলৈ চায়েই থাকিব, ত-তয়াই তৰাবোৰে শৰাই সজায়ে থ'ব — আহক, এই শাশ্বত সৌন্দৰ্য্যৰ মোহন মেলাত শ্ৰীলৌহিত্যৰ ভৰাসুঁতিত অসমীয়া সাহিত্যৰ সোণৰ নাওখন মেলি দিওঁ, দেশে - বিদেশে চেনেহী ভাষা-জননীৰ গৌৰৱ বৈ বৈ যক।

সুধীবৃন্দ, ভাবিছিলোঁ চৌষষ্ঠি কলাৰ নৈবেদ্য-সম্ভাৰেৰে বেদী ওপচাই আপোনাসবক প্ৰাণৰ নিবেদন যাচিম; কিন্তু বিচাৰি পালোঁ এসন্তৰ পাত সেউজীয়া দুবৰি বনহে। ইয়াৰেই অৰ্ঘ্য ৰচি নিংকিনৰ অন্তৰভৰা সেৱাটি যাচিলোঁ।

দুবৰি বনৰ গাঁঠিয়ে পোখা ওলোৱাদি পুৰুষে পুৰুষে অসমীয়া সাহিত্যসেৱীৰ সংখ্যা বাঢ়ক। ভদ্ৰ চিন্তাৰে পৰস্পৰ শুভ-সংযোগ ঘটক আৰু সমগ্ৰ বিশ্বৰ মানৱ সমাজৰ মাজত মহামিলনৰ আনন্দধ্বনি উঠক—

"অনাদি অনন্ত অচিন্ত্য ঈশ্বৰ
তুমি সে নিত্য নিৰ্মল।
গুচায়ো কুমতি ভজোহে কেৱল
তোমাৰ পদ কমল।।"

---

*অসম সাহিত্য সভাৰ ষট্‌ত্ৰিংশ বৰপেটা অধিৱেশনৰ (৮ ফেব্ৰুৱাৰী, ১৯৬৯) সভাপতিৰ অভিভাষণ।*

# এচিয়াৰ জ্যোতি

**( তথাগত বৌদ্ধৰ মহান ত্যাগৰ অমৰ কাহিনী)**

## প্ৰথম অধ্যায়

যিজন যুৱৰাজ সিদ্ধাৰ্থ, গৌতম, শাক্যসিংহ আদি নামেৰে পৰিচিত হৈছিল- যিজন পৃথিৱীৰ, স্বৰ্গ আৰু নৰকত অনুপম, যিজন সৰ্বসন্মানিত আটাইতকৈ জ্ঞানী, অতি সুন্দৰ, অতি দয়ালু , নিৰ্বাণ আৰু নীতি ধৰ্মৰ শিক্ষাদাতা, জগতৰ ত্ৰাণকৰ্তা , সেই প্ৰভু বুদ্ধৰ জীৱন চৰিত।

মানুহৰ কাৰণে তেওঁ এইদৰে আকৌ পৃথিৱীত জন্ম ল'লেহি। সৌ আকাশৰ আটাইতকৈ উচ্চ স্তৰত চাৰিজন প্ৰতিভূ অৰ্থাৎ শাসনকৰ্তাৰ প্ৰতিনিধি আছে। তেওঁ বিলাকেই আমাৰ এই পৃথিৱীখন শাসন কৰে। তেওঁবিলাকৰ তলত কেইবাটাও মণ্ডল আছে। যিটো মণ্ডল পৃথিৱীৰ ওচৰ, কিন্তু বহুত ওখত , তাতে সাধু আত্মা বিলাক ত্ৰিশ হাজাৰ বছৰ বৈ থাকে, তাৰ পাছত পুনৰ জন্ম লয়। সেই আকাশত বৈ থকা প্ৰভু বুদ্ধৰ নিমিত্তে পুনৰ জন্মৰ পাঁচোটা চিন ওলাল। দেৱতা সকলে এই পুনৰ জন্মৰ চিন কেইটাৰ অৰ্থ বুজি পাই ক'লে- 'পৃথিৱীক সহায় কৰিবলৈ বুদ্ধ আকৌ যাব।' তেতিয়া বুদ্ধই ক'লে- 'আ, এতিয়া মই পৃথিৱীক সহায় কৰিবলৈ যাম। মোৰ জন্ম মৃত্যু ভ্ৰমণৰ এইয়েই শেষ যাত্ৰা হ'ব। মই হিমালয়ৰ দক্ষিণফালে থকা শাক্য সকলৰ মাজলৈ নামি যাম, তাত ধাৰ্মিক মানুহ বিলাক আছে আৰু তাৰ ৰজাজন বৰ ন্যায়বান।'

সেইদিনা কপিলাবাস্তুৰ ৰজা শুদ্ধোদনৰ মহিষী মায়াদেৱী স্বামীৰ কাষত শুই আছে। তেওঁ এটা আচৰিত স্বপ্ন দেখিলে গুলপীয়া মুকুতাৰ দৰে ৬টা ৰশ্মি থকা উজ্বল তৰা। কামধেনুৰ গাখীৰৰ নিচিনা বগা এটা ছদঁতীয়া হাতীৰ দৰে সেই তৰাটো মহাশূন্যৰ মাজেদি বেগেৰে নামি আহিছে আৰু মায়াৰ চকুৰ আগত অতি উজ্জ্বল হৈ তেওঁৰ গৰ্ভত প্ৰৱেশ কৰিছে।

ৰাণীয়ে সাৰ পালে। এটা অলৌকিক আশীৰ্বাদত ৰাণীৰ বুকুখন উপচি পৰিল। পুৱাৰ সময়ত আকাশখন অৱৰ্ণনীয় মনোৰম পোহৰত জিলিকি উঠিল। সেই স্বৰ্গীয় আনন্দৰ প্ৰবাহ পৰ্বত-ভৈয়াম, নগৰ-সাগৰ সকলোতে বৈ গ'ল। প্ৰকৃতিৰ গছ-পাতে যেন কাণে কাণে ক'বলৈ ধৰিলে- 'শুনা, শুনা, মৃত সকলে জীৱ পাব। মৰণশীল জীৱন বিলাক। উঠা, শুনা, আশাত হেঙুলি উঠা। বুদ্ধ আহিছে।' এচাটি নতুন বতাহ চাৰিওপিনে বৈ গ'ল। যেতিয়া এই স্বপ্নৰ কথা ৰাষ্ট্ৰ হৈ গ'ল তেতিয়া স্বপ্নতত্ত্ব জনা পণ্ডিত জনে ক'লে- 'স্বপ্নটো ভাল। ৰাণীয়ে আচৰিত জ্ঞান থকা এটি পৱিত্ৰ পুত্ৰ লাভ কৰিব। তেওঁৰ দ্বাৰাই সকলো প্ৰাণীৰ কল্যাণ হ'ব আৰু তেওঁ অজ্ঞানতাৰ পৰা মানুহক উদ্ধাৰ কৰিব। যাদি তেওঁ ৰজা হ'ব খোজে তেন্তে সসাগৰা পৃথিৱীৰ অধীশ্বৰ হ'ব।'

এইদৰে পৱিত্ৰ বুদ্ধৰ জন্ম হ'ল।

সেইদিনা ব'হাগৰ পূৰ্ণিমা তিথি। ৰাজকাৰেঙৰ চোতালত থকা এজোপা পলাশ গছৰ তলত ৰাণী মায়াদেৱী ভৰ দুপৰীয়া থিয় হৈছেগৈ। চাৰিওপিনে থকা ফুলবোৰ ফুলি সেইদিনা জকমকাই আছে। সেই ঠাইতে একো যন্ত্ৰণা নোহোৱাকৈ ৰাণীৰ প্ৰসৱ হ'ল নৱজাত সন্তানটিৰ বত্ৰিশটা পবিত্ৰ চিন দেখা গ'ল। এই মহান বাতৰি কাৰেঙত মুহূৰ্ততে বিয়পি পৰিল। সন্তানটি ভিতৰলৈ নিবৰ কাৰণে সুবৰ্ণ খচিত বিচিত্ৰ পালেং অনা হ'ল। সেই পালেংখনৰ চাৰিও পিনে ধৰি অহা চাৰিজন যেন সেই আকাশৰ চাৰিকোণে থকা ইশ্বৰৰ প্ৰতিভূ চাৰিজনাহে। তেওঁলোকে যেন কুমেৰু পৰ্বতৰ পৰাহে নামি আহিছে এনে ধাৰণা হ'ল। পূৱ ফালৰ জনৰ গাত ৰূপালী সাজ, মুকুতা মালাৰে সুশোভিত , দক্ষিণৰ জনৰ হাতত পোৱাল বাখৰৰ ঢাল আৰু উত্তৰ জনৰ গাত তেনেই সোণৰ পোছাক তেওঁবিলাকে মহা সমাৰোহেৰে নৱজাতকক পালেঙত তুলি ভিতৰলৈ নিলে।

ৰজা শুদ্ধোদনে কিন্তু এইবোৰ বাঞ্ছা কৰা নাছিল তেওঁমতেৰে ল'ৰাটি পাৰ্থিৱ ক্ষমতাসম্পন্ন এজন চক্ৰৱৰ্তী ৰজা হ'ব লাগে। তেওঁক দিবলৈ ৰজাৰ সাতোটা উপঢৌকন আছে চক্ৰৰত্ন, মণি, অশ্বৰত্ন,হস্তীৰত্ন,এজন কুশলী মন্ত্ৰী,এজন অপৰাজেয় সেনাপতি আৰু স্ত্ৰীৰত্ন। ৰজাই আজ্ঞা দিলে যে নগৰত উৎসৱ হ'ব লাগে। নৃত্য, গীত,বাদ্য, বিবিধ প্ৰকাৰৰ খেল তামাচা, হাঁহি আনন্দৰে কপিলাবাস্তু নগৰ উলাহি উঠিল। দূৰ দূৰণিৰ পৰা ডাঙৰ ডাঙৰ সাউদ বিলাকে অনেক বহুমূলীয়া উপহাৰেৰে ৰাজভঁৰাল ওপচাই দিলেহি। সকলো প্ৰজাই নৱজাত ৰাজকোঁৱৰক সৰ্বাৰ্থ সিদ্ধ অৰ্থাৎ সকলো প্ৰকাৰে নদন বদন নাম দিলে। চমুকৈ সেয়ে মানুহৰ মুখত হ'লগৈ সিদ্ধাৰ্থ। গৌতম, শাক্য সিংহ আদি নামেৰেও তেওঁৰ পৰিচয় পোৱা যায়।

ৰজাক পুত্ৰ জন্মৰ শুভেচ্ছা জনাবলৈ অহা সকলৰ

আৰু দ্বিতীয়তে হাৰমন গোও আৰু মিচেচ্ নেড হেইলৰ দৰে বিভিন্ন ধৰণৰ লোকৰ মাধ্যমত অবিচাৰ কৰা হ'লহেঁতেন। মোৰ উভয় বক্তাই চৰিত্ৰ বিলাকৰ মাজত যিমান জটিলতা সৃষ্টি কৰিছে ঠিক সেই জটিলতাৰ মাজেদিয়েই মোৰ বৰ্ণনাৰ সাহায্য পাইছোঁ। আৰু এই চৰিত্ৰ বিলাকৰ জটিলতা উন্মোচন কৰি সহজ সৰল ভাবে ফুটাই তুলিব পৰাই কাহিনী লিখকৰ কৃতিত্ব।

"লা গ্ৰেপ্তি ব্ৰেটেক" আৰু "দি ৰং অব্ দি বুক" নামে উপন্যাস দুখনে মোৰ মনত যি ঠাই পাইছে, তেনেকুৱা বৈশিষ্ট্য মোৰ আছে বুলি মই নাভাবো। মাত্ৰ ইমানকে ক'ব পাৰোঁ যে মোৰ সৰু কাহিনীটো তেওঁবিলাকৰ প্ৰয়োগ আদৰ্শ আগত লৈ কামত লগাবৰ চেষ্টা কৰিছোঁ। মোৰ কোনো কিতাপতে এনেকুৱা ব্যাখ্যা মই দিয়া নাই। এই গ্ৰন্থত যি পাতনি মেলিলোঁ তাৰ কাৰণ হ'ল, কোনো বিষয়ত অন্তৰ্ক্ষেপৰ যি সূত্ৰ, সেইটো পাঠকৰ গোচৰলৈ নানিলে যথাযথ মূল্য নিৰূপণ কৰা হৈ নুঠে। আৰু যি গঠন-ৰীতি আমি বাছি লৈছোঁ, তাৰো কৈফিয়ৎ দিয়া দৰ্কাৰ। এই প্ৰাথমিক দায়িত্ব বিলাকৰ বিষয়েই বক্তব্য প্ৰকাশ কৰা উচিত। আৰু ৰচনাত হাত দিয়াৰ আগতে এই দায়িত্বৰ কথা শিল্পীৰ মনে প্ৰাণে উপলব্ধি কৰি ল'ব লাগিব, যাতে তেওঁ এনে কিৰা কৰিব পাৰে আৰু যাতে তেওঁৰ সৃষ্টি ম্লান নপৰাকৈ বহুকাল জীয়াই থাকিব পাৰে।

**এডিথ হোৱাৰ্টন**

---

এথান ফ্ৰ'ম

মই এই গল্পটো খণ্ড খণ্ডকৈ বেলেগ বেলেগ মানুহৰ মুখে শুনিছিলোঁ, আৰু, এনে ক্ষেত্ৰত সৰ্বসাধাৰণতে যি ঘটে, প্ৰত্যেক বাৰেই বেলেগ গল্প শুনাৰ নিচিনা লাগিছিল।

মাচাচুচেট্‌চৰ ষ্টাৰ্কফিল্ড যি চিনি পায় তেওঁ সেই ঠাইৰ ডাকঘৰটোও দেখিছে। যি ডাকঘৰটো দেখিছে তেওঁ নিশ্চয় এথান্ ফ্ৰ'মকো দেখিছে। তাৰ গাড়ীখন লৈ ডাকঘৰলৈকে আহি বাদামী ৰঙৰ ঘোঁৰাটোৰ পিঠিৰ ওপৰত লাগাম দুদাল থৈ গাড়ীখন হাতেৰে টানি টানি সি ইটাৰে বন্ধা বাটটো পাৰ হৈ বগা স্তম্ভবোৰৰ ফালে আগবাঢ়িছে ; মানুহটো কোন এই কথা নোসোধাকৈ থকাৰ উপায় নাছিল।

বছৰদিয়েকৰ আগত এই ঠাইতে তাক প্ৰথমে দেখিছিলোঁ। দেখি মই সচকিত নোহোৱাকৈ নোৱাৰিলোঁ। তেতিয়া যদিও সি একেবাৰেই জীৰ্ণ শীৰ্ণ এটা ভগ্নাৱশেষৰ দৰে আছিল তথাপিও তাৰ চেহেৰা ষ্টাৰ্কফিল্ডৰ ভিতৰত আটাইতকৈ চকুত পৰা বিধৰ আছিল। সি লেং লেংকৈ দীঘল আছিল বুলিয়েই যে, সকলোৰে চকুত পৰিছিল এনে নহয়। কাৰণ, দুভচীয়া বিদেশীবিলাকতকৈ পাতল আৰু দীঘল স্থানীয় মানুহবিলাকক অতি সহজে চিনিব পাৰি। শিকলিৰ টানত থমকি থমকি যোৱা খোজবোৰৰ দৰে সি খোৰাই খোৰাই খোজ কাঢ়িছিল যদিও তাৰ চকুৰে মুখে এটা এনা যতনেৰে গঢ়ি উঠা দৃপ্ত দৃষ্টি আছিল। তাৰ মুখত কিবা এটা এনা নিৰানন্দৰ বেথাভৰা ভাব ফুটি উঠিছিল। তাৰ ওচৰচাপি যোৱাই টান যেন লাগিছিল। এনেকুৱা নিৰাশাৰ গধুৰ বোজাৰে মৌন হৈ থকা এথান্ ফ্ৰ'মক এটা বুঢ়া মানুহ যেনহে লাগিছিল। কিন্তু তাৰ বয়স বাৱন্ন বছৰ পাৰ হোৱাই নাই বুলি শুনি মই আচৰিত হলোঁ। এই কথা মই হাৰমন্ গওৰ পৰা শুনিছিলোঁ। ট্ৰলি গাড়ীৰ প্ৰচলন হোৱাৰ আগৰ কালত এই হাৰমনে বেট্‌চ্‌ব্ৰীজৰ পৰা ষ্টাৰ্কফিল্ডলৈ ভাড়া-গাড়ী চলাইছিল। এই কাৰণে সেই বাটত পৰা প্ৰত্যেক ঘৰ মানুহৰ বিষয়ে তেওঁ সকলো কথা জানিছিল।

"এটা দুৰ্ঘটনাৰ পাছৰ পৰা তাৰ চেহেৰাটো তেনেকুৱা হৈ পৰিল। সেইটো বহুত দিনৰ কথা। অহা ফেব্ৰুৱাৰী মাহত পূৰা চৌবিশ্ বছৰ হ'ব,"—মনত পৰা অতীতৰ কথা উজাৰি বৈ বৈ হাৰমন গওৱে ক'লে।

তেওঁৰ পৰাই শুনিলোঁ—এথান্ ফ্ৰ'মৰ কপালত যিটো ৰঙা দাগ আছে সেইটো এটা দুৰ্ঘটনাৰ চিন। তাৰ উপৰি এই দুৰ্ঘটনাৰ ফলত তাৰ সোঁ ফালটো প্ৰায় কোঁচ খাই চুটি হৈ পৰিল আৰু সেই কাৰণেই সি তাৰ বাগীখনৰ পৰা নামি ডাকঘৰলৈ কেইখোজমান আহোঁতেই ভাগৰি পৰিছিল। প্ৰত্যেক দিনে দুপৰীয়া সি তাৰ পামৰ পৰা গাড়ী চলাই আহে। সেই সময়তে ময়ো সদায় ডাক আনিবৰ কাৰণে ডাকঘৰলৈ যাওঁ। প্ৰায়েই ডাকঘৰৰ দুৱাৰমুখত তাৰ লগত মোৰ দেখাশুনা হয়। ডাকঘৰত চিঠিপত্ৰ বাছি থকা হাতখনৰ ফালে চাই চাই কেতিয়াবা তাৰ পাছতে থিয় দি মই ৰৈ থাকোঁ। আৰু এই কথাটোও মই মন কৰিছোঁ যে, যদিও সি একেবাৰে ঘড়ীৰ কাঁটাই কাঁটাই মিলাকৈ আহে, প্ৰায়েই তাৰ ঠিকনাত "বেট্‌চ্‌ব্ৰীজ ঈগল" নামে আলোচনীখনৰ বাহিৰে বিশেষ চিঠিপত্ৰ একো নাথাকে। সেইফালে বিশেষ দৃষ্টি নিদিয়াকৈয়ে সি কাকতখন তাৰ ওলমি পৰা জেপটোত সুমাই থয়। কেতিয়াবা কেতিয়াবা অৱশ্যে পোষ্ট-মাষ্টৰে নিজে মিচেচ্ জেনোবিয়া বা মিচেচ্ জিনা ফ্ৰ'মৰ নামেৰে অহা একোখন লেফেফাৰ চিঠি তাৰ হাতত তুলি দিয়ে। এই লেফেফাবোৰৰ পিছ পিঠিত স্পষ্ট ভাৱে কিবা পেটেণ্ট ঔষধ প্ৰস্তুত কৰোঁতাৰ ঠিকনা আৰু ঔষধৰ নাম থাকে। এথান ফ্ৰ'মে সেইবোৰলৈ চকু নিদিয়াকৈয়ে চিঠিপত্ৰ যি পায়—জেপত ভৰাই থৈ দিয়ে। যেন এইবোৰৰ বিষয়ে সকলো কথা সি জানেই। তাৰ পাছত পোষ্ট মাষ্টাৰৰ ফালে চাই নীৰৱে মূৰ দুপিয়াই সি গুচি যায়।

ষ্টাৰ্কফিল্ডৰ সকলোৱেই তাক চিনি পায় আৰু তাৰ গধুৰ প্ৰকৃতিৰ উপযোগী অভ্যৰ্থনাও জনায়। মানুহে তাৰ এই নিমাত প্ৰকৃতিটো শ্ৰদ্ধাৰে মানি লৈছিল। কেতিয়াবা কাচিৎহে দুই এজন বয়সীয়া লোকে এষাৰ কথা পাতিবলৈ তাক খন্তেক পৰলৈ ৰাগিব পাৰিছিল। কোনোবাই কথা ক'লে সি তাৰ নীলবৰণীয়া চকুযোৰেৰে থৰ লাগি মানুহজনৰ মুখলৈ চাই থাকে। কাণ পাতি কথাবোৰ শুনে। তাৰ পাছত ইমান লাহে লাহে উত্তৰ দিয়ে যে, তাৰ কথাবোৰ কাণত নপৰেহিয়েই। তাৰ পাছত সি গাড়ীত উঠেগৈ আৰু বাওঁহাতে লাগামত ধৰি তাৰ পামৰ ফালে গুচি যায়।

"দুৰ্ঘটনাটো কিজানি সাংঘাতিক ধৰণেই হৈছিল ?" আঁতৰি যোৱা ফ্ৰ'মৰ ফালে চাই চাই মই এই প্ৰশ্নটো হাৰমনক কৰিলোঁ। লগে লগে কল্পনা কৰিলোঁ তাৰ চেহেৰাটো বিকৃত হোৱাৰ আগতে পাতল চুলিৰে সৈতে তাৰ বাদামী ৰঙৰ মূৰটো কেনে সুন্দৰ ভাৱে শোভা পাইছিল।

"সাংঘাতিক," হাৰমনে উত্তৰ দিলে। "অইন মানুহ

এথান ফ্ৰ'ম

হোৱাহেঁতেন কেতিয়াও জীয়াই নাথাকে। ফ্ৰ'ম বৰ টান ধাতুৰ মানুহ। এশ বছৰ পূৰা নকৰাকৈ এথান কেতিয়াও নমৰে।"

"হে ভগৱান!" মই হুমুনিয়া কাঢ়িলোঁ। ঠিক সেই সময়তে এথান ফ্ৰ'মে গাড়ীৰ ওপৰত তাৰ গাদীত বহি বেঁকা হৈ পাছলৈ উলটি চাইছে গাড়ীৰ পিছফালে থোৱা কাঠৰ বাকচটো ঠিক মতে আছেনে নাই-সেইটোও এখন ঔষধৰ দোকানৰ লেবেল লগা বাকচ। মই তাৰ মুখত দেখিলোঁ এটা অকলশৰীয়া মনোভাব।

"এই মানুহটো এশ বছৰ জীয়াই থাকিব? তাক দেখিলে মনত ধাৰণা হয় যেন সি মৰিও ভূত হ'ল।"

হাৰমনে জেপৰ পৰা ধপাতৰ পাত এখিলা উলিয়াই চামৰাৰ নিচিনা গালেৰে সৈতে নিজৰ মুখত ভৰাই দিলে।

"কিজানি কেবাবছৰো ঠেৰেঙ্গা লগা জাৰতো মানুহটোৱে ষ্টাৰ্কফিল্ড এৰি যোৱা নাই। মই কিন্তু বহুত মানুহ জাৰত গুচি যোৱা দেখিছোঁ।"

"সি নো নগ'ল কিয়?"

"আটাইবোৰ গুচিগলে মানুহবোৰক চাব কোনে? এথানৰ বাহিৰে আৰু যে কোনো থাকিব নোখোজে! প্ৰথমে ধৰা তাৰ বাপেকৰ কাৰণে-তাৰ পাছত মাক-তাৰ পাছত তাৰ ঘৈণীয়েক।"

"আৰু তাৰ পাছত তাৰ দুৰ্ঘটনা?"

বৰ কষ্টেৰে কাঠহাঁহি এটা মাৰি হাৰমনে কলে,"এৰা। তাৰ পাছৰ পৰাই সি ষ্টাৰ্কফিল্ডতেই বসতি কৰিলে।"

"ওঁ। আৰু তেতিয়াৰ পৰাই বোধহয় কিজানি বাকীবিলাকে এথানৰ যত্ন ল'বলগীয়া হ'ল?"

হাৰমনে চিন্তিত ভাবে চাদা-ধপাত সোপা মুখৰ সিফাললৈ নি ক'লে"তুমি যদি সেইদৰে কোৱাঁ তেনেহলে মই ক'ম যে এথানেহে বাকী সকলোবোৰৰ যত্ন ল'বৰ দৰ্কাৰ হৈছিল।"

হাৰমন গওৱে যদিও কাহিনীটো তেওঁৰ মানসিক আৰু নৈতিক শক্তিৰে যিমান দূৰ পাৰে ভাল ভাবেই আগবঢ়াই নিছিল, কিন্তু, তথাপিও যেন প্ৰকৃত কথাবোৰৰ মাজে মাজে একোটা ফাঁক আছিল.-সেই কথা মই বঢ়িয়াকৈ বুজিব পাৰিছিলোঁ। মোৰ ধাৰণা হৈছিল কাহিনীটোৰ গভীৰ অৰ্থটো যেন সেই ফাঁকবোৰতে লুকাই আছিল। কিন্তু এটা বাক্যই মোৰ স্মৃতিত বৰকৈ আলোড়ন তুলিলে আৰু তাৰ পৰাই মই কাহিনীটোৰ পাছৰ ছোৱাৰ এটা আভাস পালোঁ। সেই বাক্যটো হ'ল,"বোধহয় কেবাটাও জাৰত সি ষ্টাৰ্কফিল্ড এৰি নগ'ল।"

ষ্টাৰ্কফিল্ড এৰাৰ আগতে মই সেই বাক্যটোৰ অৰ্থ বুজিব পাৰিলোঁ। মই যেতিয়া আহোঁ, ট্ৰলি, বাইচাইকোল আৰু ডাক-হৰকৰাৰ ব্যৱস্থাৰ যুগ আৰম্ভ হৈ গৈছে। এই গাৱঁলীয়া ঠাইবোৰলৈ অহা-যোৱা বাটপথৰ সুবিধা হৈ গৈছে। বেট্‌চব্ৰীজ, শ্বাডচ্ ফলচ্ আদি উপত্যকাৰ ডাঙৰ নগৰবোৰত লাইব্ৰেৰী, থিয়েটাৰ, তৰুণ সকলৰ ক্ৰিশ্চিয়ান এচোচিয়েশ্যন আদিও প্ৰতিষ্ঠা হৈ গৈছে। এইবিলাকৰ আকৰ্ষণত পাহাৰৰ পৰা ডেকা-গাভৰুবিলাক ভৈয়ামলৈ নামি আহিছিল। কিন্তু ষ্টাৰ্কফিল্ড যেতিয়া জাৰৰ কুৱঁলীয়ে ঢাকি পেলায়, ওপৰৰ পৰা বৰফ পৰি পৰি গাওঁখন তেনেই নিমাত কৰি পেলালে, তেতিয়া আৰু মোৰ বুজিবলৈ বাকী নাথাকিল যে, এথান ফ্ৰ'মৰ ডেকা কালটো কেনে বিড়ম্বনাৰ আছিল।

কৰবেৰী জংচনত থকা ডাঙৰ বিজুলী কাৰখানাটোত খালি হোৱা এটা কামৰ কাৰণে মই যাবলগীয়া হৈছিল। মিস্ত্ৰীবিলাকে কৰা এটা দীঘলীয়া ধৰ্মঘটৰ কাৰণে কাৰখানাৰ কামকাজ ভালেখিনি পিছুৱাই গ'ল। ময়ো প্ৰায় গোটেই জাৰকালিটো ওচৰচুবুৰীয়া ষ্টাৰ্কফিল্ডতে কটাবলগীয়া হ'ল। পোন প্ৰথমতে মোৰ বৰ ভাল লগা নাছিল। লাহে লাহে দৈনিক কামৰ যাদু-প্ৰভাৱত এক প্ৰকাৰ সন্তোষ পাবলৈ আৰম্ভ কৰিলোঁ। মই সেই ঠাইত বসতি কৰাৰ আগছোৱাত এটা কথাই মোৰ মনত বৰকৈ খুন্দিয়াইছিল। সেই ঠাইখনৰ প্ৰাণৱন্ত প্ৰকৃতিৰ তুলনাত তাত বাস কৰা মানুহবোৰ তেনেই মৰামুজা যেন দেখিলোঁ। ডিচেম্বৰ মহীয়া বৰফ পৰা অন্ত হোৱাৰ লগে লগে দিনে দিনে বতৰ ফৰকাল হৈ আহিল। উজ্জ্বল নীলা আকাশৰ পৰা পোহৰ আৰু বতাহ বাগৰি আহি শুভ্ৰ প্ৰকৃতিৰ বুকুত পৰাৰ লগে লগে ঠাইখন জলমলাই উঠিল। মনত ধাৰণা হয় যে, তেনেকুৱা বা-বতাহত স্থানীয় মানুহ বিলাকৰ মনতো সজীৱতাৰ আলোড়ন জাগিব। কিন্তু এনে মনোহৰ প্ৰাকৃতিক অৱস্থায়ো ষ্টাৰ্কফিল্ডৰ ঢিমা নাড়ী সতেজ কৰিব নোৱাৰিলে। বৰং আৰু বেছি ঢিমাহে কৰিলে। আৰু কিছুদিন তাত থাকি দেখিলোঁ এই ফট্‌ফটীয়া মুকলি দিনবোৰৰ পাছতে ৰ'দবাদ নাইকিয়া চেঁচা অৱস্থা এটা আহিল আৰু যেতিয়া ফেব্ৰুৱাৰী মাহৰ বতাহ ধুমুহা আহি সেই ধ্যান-মগ্ন নিমাত গাওঁখনত বগা বগা তম্বুবোৰ তৰিলেহি আৰু মাৰ্চ মাহৰ বলিয়া বতাহ প্ৰবল পদাতিক সৈন্য বাহিনীৰ দৰে আগবাঢ়ি আহি সাহায্য দিলেহি, তেতিয়াহে মই বুজিব পাৰিলোঁ ছমাহ অৱৰোধৰ পিছত কিয় ষ্টাৰ্কফিল্ড ঠাইফেৰাক বুভুক্ষু, নিৰাশ্ৰয় সৈন্যদলৰ নিচিনা লাগিছিল। ইয়াৰো কুৰি বছৰৰ আগত নিশ্চয় এতিয়াতকৈ অহা যোৱাৰ সা-সুবিধা বহুত কম আছিল। আৰু গাওঁবোৰৰ মাজত যোগাযোগৰ বাট-পথ বোৰো আছিল শত্ৰুৰ হাতত।

এইবোৰৰ পৰাই মই হাৰমনৰ কথাৰ তাৎপৰ্য বুজিব পাৰিলোঁ। "মই কিন্তু বহুত মানুহ জাৰত গুচি যোৱা দেখিলোঁ।" কিন্তু সেয়ে যদি হয়, এথান ফ্ৰ'মৰ নিচিনা মানুহ পলাই অহাৰ পক্ষে অন্তৰায় নো কি হ'ব পাৰে?

*ষ্টাৰ্কফিল্ডত থকা সময়ত মই এগৰাকী আদহীয়া বিধৱা মহিলাৰ ঘৰত আছিলোঁ। গাৱঁলীয়া ভাষাৰে তেওঁক মানুহে মিচেছ্*

নে'ড্ হেইল বুলিছিল। আগৰ পুৰুষত মিচেছ্ হেইলৰ বাপেকেই সেই গাঁৱৰ এজন উকীল আছিল। "উকীল ভেৰুনামৰ ঘৰ"টোৱেই গাওঁখনৰ ভিতৰত আটাইতকৈ ডাঙৰ পকী ঘৰ। তাতে মিচেছ্ হেইল আৰু তেওঁৰ মাক থাকে। ঘাই বাটটোৰ এমূৰে সেই ঘৰটো। পুৰণি ধৰণৰ বাৰান্দা আৰু সৰু সৰু আইনা দিয়া খিড়িকী। ঘৰৰ নামনিত নৰৱে' দেশৰ স্প্ৰুচ গছৰ মাজেদি লতা-পাতেৰে ঢাক খাই থকা বাটটো গৈছে গিৰ্জা ঘৰৰ পিনে। ভেৰুনাম পৰিয়ালৰ সুখৰ দিন তেতিয়া আৰু নাই। কিন্তু এই মহিলা দুগৰাকীয়ে যিমান দূৰ সম্ভৱ তেওঁবিলাকৰ পূৰ্বাপৰ সম্ভ্ৰান্ত-ৰীতি আৰু আভিজাত্য অটুট ৰাখিয়েই চলিছিল। বিশেষকৈ মিচেছ্ হেইলৰ গাত এনে এটা বিশিষ্টতা আছিল যে, তেওঁৰ সেই পুৰণিকলীয়া আদব-কায়দাৰ লগত ঘৰটোৰ এটা সুন্দৰ মিলন ঘটিছিল।

ঘৰটোৰ ভিতৰত আটাইতকৈ ভাল বহা কোঠাটোত ক'লা ঘোঁৰাৰ নোমৰ ঝালৰ আৰু মেহগনী কাঠৰ সঁজুলিবিলাক কঁপি কঁপি জ্বলি থকা কাৰ্চেল লেম্পৰ পোহৰত উজ্জ্বল ভাবেই শোভা পাইছিল। তাত বহিয়েই মই প্ৰত্যেক দিনে সন্ধ্যাৰ সময়ত ষ্টাৰ্কফিল্ড কাহিনীৰ আৰু এটি সুন্দৰ বৰ্ণনা শুনিবলৈ পালোঁ। মিচেছ্ নে'ড্ হেইলে নিজকে সমাজৰ ভিতৰত এগৰাকী বিশিষ্টা মহিলা বুলি ভাবিছিল যেন নালাগে। তেওঁৰ নিজৰ এটা সূক্ষ্ম অনুভূতিবোধ, উচ্চস্তৰৰ শিক্ষা আদি থকা বাবেই তেওঁ তেওঁৰ দাঁতিকাষৰীয়া মানুহবিলাকৰ ভিতৰত এটা পাৰ্থক্য অনুভৱ কৰিছিল। তেওঁৰ এই বিশেষত্বখিনি প্ৰকাশ কৰিবলৈ তেওঁ অনিচ্ছুক নাছিল। আৰু মোৰ আশা হ'ল এথান ফ্ৰ'মৰ আউল লগা কাহিনীটোৰ উহ তেওঁৰ পৰা কিছু পাম। নাইবা এথান চৰিত্ৰ সম্পৰ্কে এনে এটা দিশ আবিষ্কাৰ কৰিব পাৰিম, যাৰ সহায়ত তাৰ জীৱনৰ খণ্ড খণ্ড ঘটনাবিলাক গোটাই এটা পৰিপূৰ্ণ ৰূপ দিব পাৰিম। আলাপ পৰিচয়ৰ মাজেদি তেওঁৰ পৰা অনেক তথ্য জানিব পাৰিলোঁ। কিন্তু এথান ফ্ৰ'মৰ কথা উলিয়ালেই তেওঁ আশ্চৰ্য ভাবে নীৰৱ হৈ যোৱা দেখিলোঁ। সেই নীৰৱতাৰ মাজত যে কিবা অশ্ৰদ্ধাৰ ভাব আছিল, এনে নহয়। মাথোন ইমানেই মোৰ ধাৰণা হ'ল যে, এথান ফ্ৰ'ম সম্পৰ্কে কিবা ক'বলৈ তেওঁৰ মনত যেন এটা সঙ্কোচ ভাব আহে। কোমল মাতেৰে মাত্ৰ কলে, "হয়, সিহঁতৰ দুয়োকে মই চিনি পাওঁ....সঁচাকৈয়ে মৰ্মান্তিক....।" মোৰ কৌতূহল চৰিতাৰ্থ কৰিবলৈ ইয়াতকৈ বেছি তেওঁ আৰু একো নক'লে।

এই প্ৰসঙ্গত তেওঁৰ মনত এটা ভাবান্তৰ আহি পোৱা যেন দেখিলোঁ। কিবা এটা বেজাৰৰ ভাব তেওঁৰ মনত উদয় হোৱা দেখি এই সম্পৰ্কে জানিবলৈ মই আকৌ সেই গাঁৱৰ গুৰু-ঠাকুৰ যেন হাৰমন গওৰ ওচৰ পালোঁগৈ। কিন্তু হাৰমনেও এটা অদ্ভুত ভাব প্ৰকাশ কৰাৰ ফলত মোৰ উৎসাহ ভালেখিনি দমি গ'ল।

কথ ভেৰুনাম আছিল এন্দুৰৰ নিচিনা শঙ্কিত আৰু চঞ্চল। এথানহঁতক উদ্ধাৰ কৰি অনাৰ পাছত যিবিলাকে তেওঁবিলাকক প্ৰথম দেখা পাইছিল, তাৰ ভিতৰত ভেৰুনামো আছিল। ঘটনাটো ঘটিছিল উকীল ভেৰুনামৰ ঘৰৰ নিচেই ওচৰতে, কৰবেৰী আলিৰ মেছটোত। নে'ড হেইলৰ লগত কথৰ বিয়া হৈছিল সেই সময়তে। কমবয়সীয়া আটাইবিলাক আছিল বন্ধুস্থানীয়। কিজানি, এই সম্পৰ্কে আলোচনা কৰিবলৈও তেওঁৰ উপায় নাছিল। তেওঁৰ নিজৰো বহুত লেঠা আছিল। অইন অইন ডাঙৰ নগৰবোৰৰ নিচিনাকৈ ষ্টাৰ্কফিল্ডৰ অধিবাসীবিলাকেও নানা প্ৰকাৰ বিপদ-বিঘিনিৰ মাজেদি দিন কটাবলগীয়া হোৱা বাবে ওচৰচুবুৰীয়াৰ সম্বন্ধে বেছি আগ্ৰহ দেখুউৱা তেওঁ বিলাকৰ পক্ষে সম্ভৱ নহৈছিল। এথান ফ্ৰ'মক যে সৰ্বসাধাৰণ মানুহৰ লগত ৰিজাব নোৱাৰি--সেই সম্বন্ধে সকলোৰে মত একেই আছিল, কিন্তু বেচেৰাৰ মুখত যে কিহৰ এটা অদ্ভুত ভাব কিয় ফুটি উঠে সেই বিষয় কাৰো পৰা কোনো প্ৰকাৰ সহাঁৰি নেপালোঁ। মোৰ সদায় মনত এই ধাৰণাটো হৈছিল যে, দৰিদ্ৰতা বা দেহাৰ বিজুতিত বিৰক্ত হোৱা মুখৰ ভাব নহয়—তাতোকৈও যেন কিবা এটা গভীৰ বেদনা লুকাই থকা বাবেহে তাৰ মুখত এনে ভাব ফুটি উঠে। তাৰ সম্পৰ্কে যিমানবোৰ খণ্ড খণ্ড কাহিনী শুনিলোঁ, তাতেই কিজানি মই সন্তুষ্ট হৈ থাকিব পাৰিলোঁহেঁতেন--কিন্তু, প্ৰথমতে এই সম্পৰ্কে মিচেছ্ হেইলৰ অদ্ভুত নীৰৱতা আৰু পাছত স্বয়ং এথানৰ লগত হোৱা কথা-বতৰাৰ পিছত মোৰ মন আৰু বেছিকৈহে উৎসুক হৈ পৰিল।

ষ্টাৰ্কফিল্ডলৈ গৈ ডেনিচ এডি নামে এজন পইছা থকা আইৰিচ দোকানীৰ লগত মোৰ চুক্তি হ'ল যে প্ৰতিদিনে তেওঁ মোক কৰবেৰীত পঠুৱাই দিব। (ডেনিচ এডিৰ ষ্টাৰ্কফিল্ডৰ ওচৰতে এটা ঘোঁৰাৰ আস্তাবলো আছিল।) তাৰ পৰা মই নিতৌ জংচনৰ ৰেল ধৰিব লাগিছিল। কিন্তু জাৰকালিৰ মাজভাগতে এডিৰ ঘোঁৰাটোৰ বেমাৰ হ'ল। ক্ৰমে ঘোঁৰাৰ এই সংক্ৰামক বেমাৰটো সেই অঞ্চলত ব্যাপক হৈ পৰিল। কেনেকৈ অহা-যোৱা কৰিম সেই সম্পৰ্কে দুই এদিন ভালকৈয়ে দুৰ্ভাৱনাত পৰিলোঁ। এই সময়তে হাৰমনে মোক ক'লে বোলে, এথান ফ্ৰ'মৰ ঘোঁৰাটো এতিয়াও ভাল হৈ আছে। সিয়েই মোক পঠুৱাই দিব পাৰিব।

কথাটো শুনি মই চক্ খাই উঠিলোঁ। "এথান ফ্ৰ'ম? তাৰ লগত আজিলৈকে মোৰ কথা-বাৰ্তাই হোৱা নাই। মোৰ কাৰণে সি কষ্ট কৰিবনে?" হাৰমনে যি উত্তৰ দিলে, শুনি আৰু আচৰিত হলোঁ। "সি কি কৰিলেহেঁতেন সেই কথা মই নাজানো? কিন্তু সি দুটা পইছা উপাৰ্জন কৰিবলৈ কিয় বেয়া পাব।" মই ক'লোঁ।

শুনিলোঁ ফ্ৰ'ম বৰ দুখীয়া। তাৰ কাঠৰ দোকান আৰু শুকান মাটিৰ পৰা যি দুপইছা উপাৰ্জন হয় তাৰেই গোটেই

জাৰকালিটো সংসাৰ চলোৱা তাৰ পক্ষে বৰ টান হৈ পৰিছিল। হাৰমনৰ কথাৰ পৰা ফ্ৰ'ম যে ইমান দুখীয়া সেই কথা ইয়াৰ আগেয়ে মই ধাৰণাই কৰিব পৰা নাছিলোঁ।

হাৰমনে কলে, "তাৰ অৱস্থা সমূলি ভাল নহয়। পাল-ছিগা নাৱৰ দৰে আজি কুৰি বছৰ ধৰি সি পাক ঘূৰণি খাই আছে, দেখিছে। তাৰ চাৰিওফালে কৰিবলগীয়া বহুত কাম আধৰুৱা হৈ পৰি আছে। এনেকুৱা এটা ভাবে ভিতৰি ভিতৰি তাক খুলি খুলি খাই আছে। এতিয়া তাৰ মনৰ বল তেনেই নাইকিয়াৰ নিচিনা হৈছে। ফ্ৰ'মৰ পাম্খন গাখীৰ নথকা শুদা কলহৰ দৰে হৈ পৰিছে। আৰু চাৰিওপিনে মেকুৰীবোৰে অনাই বনাই গাখীৰ বিচাৰি ফুৰিছে। জলশক্তিৰে চলোৱা তাৰ কাঠৰ মিলটোৰ নো আজিকালি কি মূল্য আছে? এথানে পুৱাৰ পৰা গধূলিলৈকে পৰিশ্ৰম কৰি কোনো ৰকমে দুবেলা দুসাজ যোগাৰ কৰিছে আৰু তাৰ পৰিয়ালৰ আনবোৰে প্ৰায় গোটেই উপাৰ্জন খাই শেষ কৰি দিছে। এতিয়া নো সি কেনেকৈ চলিছে ক'বই নোৱাৰোঁ। প্ৰথমতে তাৰ বাপেকে পথাৰত ঘোঁৰা চৰাবলৈ গৈ এটা সাংঘাতিক ঘোঁৰাৰ লাথি খালে, তাৰ পৰাই বেচেৰাৰ মূৰৰ বিকাৰ হ'ল। মৰাৰ আগতে তেওঁ দুই হাতে টাকা-পইছা বিলাই থৈ গৈছে। তাৰ পাছত এথানৰ মাকো কেনেবা হৈ পৰিল। এটা অকণমান ল'ৰাৰ দৰে খীণমিন দেহাটো লৈ দিন নিয়াবলৈ ধৰিলে। তাৰ ঘৈণীয়েকে সদায় গাবঁলৈ গৈ বেমাৰ-এজাৰ চিকিৎসাৰ কামত ব্যস্ত থাকিবলগীয়া হয়। ৰোগ আৰু দৰিদ্ৰতা-এই দুটাৰেই এথানৰ জীৱনযাত্ৰা আৰম্ভৰে পৰাই পূৰ্ণ হৈ আছে।"

পাছদিনা ৰাতিপুৱা কেউপিনে চকু দি দেখা পালোঁ ভেৰুনামহঁতৰ ঘৰৰ আগত থকা স্প্ৰুচ গছবোৰৰ তলত বেঁকা পিঠিৰ ঘোঁৰাটো থিয় দি আছে। এথান ফ্ৰ'মে তাৰ ভালুকৰ ছালখন পাৰি দি তাৰ শ্লেজ গাড়ীত তাৰ কাষতে, মোক বহিবলৈ দিলে। এই দৰে এসপ্তাহ কাল সি মোক তাৰ গাড়ীৰে লৈ গৈ প্ৰত্যেক দিনে পুৱা কৰবেৰীত পহুছাই দিলে আৰু উলটি আহিবৰ সময়তো কুৰ্বলীৰে ঢকা ৰাতি ষ্টাৰ্কফিল্ডলৈ লৈ আহেগৈ। অহাই যোৱাই মোটমাট তিনি মাইল মান বাট হ'ব। কিন্তু বুঢ়া ঘোঁৰাটোৰ গতি আছিল বৰ ধীৰ আৰু টান বৰফ পৰা বাটটোৰে গলেও প্ৰায় এঘন্টামান লাগিছিল। এথান ফ্ৰ'মে নিমাত হৈ গাড়ী চলাই গৈছিল।

তাৰ বাওঁ হাতেৰে সি ঢিলাকৈ লাগাম দুডাল ধৰি থাকে, হেলমেটৰ নিচিনা টুপীটোৰ তলত তাৰ বাদামী ৰেখা থকা মুখখনৰ এফালৰ বৰফৰ পটভূমিৰ ওপৰত যেন কোনোবা এজন নেতাৰ পিতলৰ মূৰ্তিৰ দৰে লাগিছিল। সি কেতিয়াও মোৰ ফালে মুখ ঘূৰাই চোৱা নাছিল। কিবা কথা সুধিলে বা কিবা হাঁহি উঠা কথাৰ উত্থাপন কৰিলে সি এবাৰ কথাৰেই তাৰ উত্তৰ দি নিমাত হয়। তাৰ গতিগোত্ৰ দেখি মোৰ ধাৰণা হৈছিল, সিও যেন সেই নিমাত প্ৰাকৃতিক দৃশ্যৰে এটা অঙ্গ, মৌন বেদনাৰ প্ৰতিমূৰ্তি-- তাৰ যিকণ মনৰ উম্ আছিল, ভাবৰ যিকণ আবেগ আছিল--আটাইখিনি যেন শেষ হৈ গ'ল। কিন্তু তথাপিও তাৰ সেই নিস্তব্ধতাৰ মাজতো মই বিৰূপ ভাব দেখা নাপালোঁ। মাত্ৰ ইমানকে অনুভৱ কৰিলোঁ, মনৰ ফালৰ পৰা সি এনে এটা নিঃসঙ্গ, নিৰ্জন অৱস্থাত থাকে যে, তালৈ পৃথিৱীৰ একো ভাব চিন্তা সোমাবলৈ যেন বাটেই নাই। আৰু এই কথাটোও মই বঢ়িয়াকৈ জানিব পাৰিলোঁ যে তাৰ এনে নিৰ্জনতাৰ কাৰণ অকল তাৰ নিজৰ দুখ-দুৰ্দশা নহয়; (যিটো প্ৰথমে ভাবিছিলোঁ) --হৰমন গোৱেও যেনেকৈ কৈছিল। ষ্টাৰ্কফিল্ডৰ বহুত জাৰকালিৰ ছাব তাৰ দেহাৰ ওপৰত পৰিছিল।

মাত্ৰ দুই এবাৰ মানহে তাৰে মোৰে ভিতৰত এই দূৰত্বৰ ছিগা টুকুৰা খন্তেকৰ কাৰণে হলেও আঁতৰ হৈছিল আৰু সেই কাৰণেই তাৰ বিষয়ে জানিবৰ আগ্ৰহ মোৰ আৰু বাঢ়ি গ'ল। এবাৰ কথাপ্ৰসঙ্গত এটা ইঞ্জিনিয়াৰিং কামত ফ্লোৰিডালৈ যোৱা কথা ওলাল। তাতে মই যোৱা বছৰ সেই ঠাইত পোৱা জাৰৰ তুলনাত ষ্টাৰ্কফিল্ডৰ জাৰ কেনে বিপৰীত সেই কথা উলিয়ালোঁ। মই আচৰিত হলোঁ, মোৰ কথা শুনি ফ্ৰ'মে ঘপৰাই ক'লে ঃ "হয়, ময়ো এবাৰ তালৈ গৈছিলোঁ, বহুত দিনলৈ মোৰ মনত সেই ঠাইৰ জাৰকালিৰ দৃশ্য ওপঙি আছিল, কিন্তু এতিয়া আটাইবোৰ বৰফে ঢাকি থৈছে।".....

ইয়াতকৈ বেছি সি আৰু একো নক'লে। এইখিনি কৈ আটাই তাৰ মাতটো বহি যোৱা দেখি আৰু সি নিমাত হোৱা দেখি বাকীখিনি নিজে নিজেই আন্দাজ কৰি লবলৈ মোৰ বিশেষ কষ্ট নহ'ল।

আৰু এদিন, মই ৰেল ধৰিবৰ সময়ত মোৰ এখন বিজ্ঞানৰ কিতাপ হেৰাল। সম্ভৱতঃ সেই কিতাপখনত ৰাসায়নিক বিজ্ঞানৰ নতুন আবিষ্কাৰ সম্পৰ্কে কথা আছিল। কিতাপখন মই ৰেলত পঢ়িবৰ কাৰণে লৈছিলোঁ। গধূলি তাৰ শ্লেজ গাড়ীত উঠি থকা ঠাইলৈ ওভটা সময়লৈকে মই আৰু সেই বিষয়ে একো নাভাবিলোঁ। গাড়ীত উঠি দেখিলোঁ কিতাপখন ফ্ৰ'মৰ হাততে আছে।

"আপুনি গাড়ীৰ পৰা নামি গুচি যোৱাৰ পাছত এই কিতাপখন পালোঁ," সি ক'লে।

কিতাপখন মোৰ কোটৰ জেপত সুমাই থৈ আমি আকৌ আমাৰ সেই নিমাত অৱস্থলৈ আহিলোঁ। কিন্তু আমি যেতিয়া কৰবেৰীৰ পৰা ষ্টাৰ্কফিল্ড উপত্যকালৈকে বিস্তৃত পাহাৰবোৰৰ একা-বেঁকা বাট বগাই বগাই ওপৰলৈ উঠিবলৈ ধৰিলোঁ, তেতিয়া আন্ধাৰৰ মাজতে দেখিলোঁ যেন সি মোৰ ফালে মুখ ঘূৰাইছে।

"সেই কিতাপখনত ভালেমান কথা আছে। কিন্তু সেইবোৰৰ বিষয়ে মই একোকে নাজানোঁ"--সি ক'লে।

তাৰ কথাত মই সিমান আচৰিত হোৱা নাছিলোঁ--কিন্তু

এথান ফ্ৰ'ম

আচৰিত হৈছিলোঁ সেই সম্পৰ্কে কওঁতে প্ৰকাশ হোৱা তাৰ গভীৰ হতাশাৰ সুৰটোত। তাৰ নিজৰ বিদ্যা-বুদ্ধিৰ অভাৱত তাৰ মনত অলপ আঘাত লাগিছিল।

"তেনেকুৱাবোৰ বিষয়ত বাৰু তোমাৰ মনত আনন্দ হয়নে?" মই সুধিলোঁ।

"আগেয়ে হৈছিল।"

"কিতাপখনত দুই এটা নতুন তত্ত্বৰ কথা আছে। এই বিষয়ে লৈ গৱেষণাত নতুন তথ্য আবিষ্কাৰ গৈছে।" মই খন্তেক পৰ অনাহকতে তাৰ উত্তৰ পাবলৈ বাট চালোঁ। আকৌ কৈ গলোঁ --"তুমি যদি পঢ়ি চাব খোজাঁ কিতাপখন নিব পাৰাঁ।"

সি অলপ থেৰোগেৰো কৰিলে। মই বঢ়িয়াকৈ বুজিব পাৰিলোঁ সি যেন তাৰ মনৰ ভিতৰৰ সেমেকা অৱস্থাটো লুকাই থ'বলৈ চেষ্টা কৰিছে। তাৰ পিছত থোৰতে মাত্ৰ কৈ থ'লে- "ধন্যবাদ। মই নিম বাৰু।"

মই আশা কৰিছিলোঁ হয়তো ইয়াৰ পাছত তাৰে মোৰেপোনপটিয়াকৈ কথা-বাৰ্তা হ'বৰ বাট মুকলি হ'ব। ফ্ৰ'ম ইমান সৰলচিতীয়া যে, মই ঠাৱৰকৈ বুজিব পাৰিছিলোঁ, এই বিষয়ত তাৰ প্ৰকৃত উৎসাহ আছে বাবেই কিতাপখনৰ প্ৰতি তাৰ ইমান আগ্ৰহ হৈছিল। তাৰ নিচিনা অৱস্থাৰ এটা মানুহৰ এনেকুৱা ৰুচি আৰু বিদ্যা-বুদ্ধি থকা কথাটোৱে তাৰ বাহ্যিক অৱস্থাটো আৰু ভিতৰৰ ৰূপটোৰ মাজত এটা পৰস্পৰবিৰোধী ভাব প্ৰকট কৰি তুলিছিল। মই ভাবিছিলোঁ তাৰ অন্তৰত থকা জ্ঞানৰ হেপাহটোৱে অন্তত তাৰ মুখ মুকলি কৰিব। কিন্তু অতীত জীৱনৰ কিবা ঘটনা নাইবা তাৰ বৰ্তমান জীৱন যাত্ৰাৰ প্ৰণালীয়ে তাক অতি গভীৰ ভাবে অকলশৰীয়া কৰিলে। কোনো প্ৰকাৰৰ উৎসাহ উদগনিয়েও তাক অন্তৰ্নিহিত গুণবোৰৰ বিকাশৰ বাট লবলৈ দিব নোখোজে। ইয়াৰ পাছত আকৌ যেতিয়া তাক লগ পাওঁ তেতিয়া সি কিতাপখনৰ বিষয়ে একো কথাকেই উল্লেখ নকৰিলে। আমাৰ কথা-বাৰ্তাবোৰ আকৌ আগৰ দৰেই 'না' হৈয়েই থাকিল। তাৰ সেই নিমাত-অৱস্থাৰ একো সালসলনি নহ'ল।

প্ৰায় এসপ্তাহমান ফ্ৰ'মে মোক কৰবেৰীলৈকে গাড়ী চলাই নি আছে। এদিন পুৱা মোৰ খিড়িকীখনৰ মাজেদি দেখিলোঁ- গাৰিওপিনে ডাঠকৈ বৰফ পৰিছে। ফুলনিবাৰীৰ জেওৰা আৰু গিৰ্জাৰ বেৰত লাগি থকা বৰফৰ বগা-টৌবোৰ ইমান ওপৰলৈকে উঠা দেখি মনত ধাৰণা হৈছিল যোৱা ৰাতি কিজানি বৰ ডাঙৰ বতাহ ধুমুহা হৈ গোটেই ৰাতি বৰফ পৰিছিল।

মুকলি ঠাইত কিজানি ইয়াতোকৈ বেছিকৈ বৰফ জমি আছে। ভাবিলোঁ, আজি কিজানি ৰেলো অহা পলম হ'ব, সেইদিনা পিছবেলা দুই এঘন্টাৰ কাৰণে হলেও বিজুলী কাৰখানালৈ যাব লগীয়া কাম আছিল! ঠাৱৰ কৰিলোঁ, যদি ফ্ৰ'ম আহে, ষ্টেশ্যনলৈ গৈ ৰেল নহালৈকে বাট চাই থাকিম। যদি আহে,-এই দৰে কিয় ভাবিছিলোঁ ক'ব নোৱাৰোঁ, কাৰণ ফ্ৰ'ম যে আহিব সেই বিষয়ে মই একৰকম নিশ্চিন্ত হৈয়েই আছিলোঁ। কিবা ডাঙৰ লেঠা ওলালেও, সি নিজৰ কাম ক্ষতি কৰা বিধৰ মানুহ নাছিল। উচিত সময়তে ঘন কুঁৱলীৰ মাজে মাজে আহি সি দেখা দিলেহি।

তাক খুব ভালকৈ জানিবৰ কাৰণে মই ইমান চেষ্টা কৰিছিলোঁ যদিও সি আহি যথাসময়ত উপস্থিত হোৱা বাবে আচৰিত হ'বৰ বা কৃতজ্ঞতা জনাবৰো প্ৰয়োজন নহৈছিল। তাক দেখা মাত্ৰকে উৎকণ্ঠিত হৈ চিঞঁৰ মাৰি দিলোঁ। দেখিলোঁ সি কৰবেৰী আলিৰ বিপৰীত ফালে মুখ কৰি তাৰ ঘোঁৰাটো সাজু কৰিলেহি।

"ষ্টেশ্যনৰ ওচৰত এখন মালগাড়ী বৰফৰ মাজত লাগি ধৰা বাবে ৰেলৰ আলি বন্ধ হৈ আছে।" ডাঠ-ঘন কুঁৱলীৰ মাজে মাজে গৈ থাকোতে সি ক'লে।

'মোক তুমি এতিয়া ক'লৈ লৈ যাব খুজিছা?'

'পোনে পোনে জংচনলৈ এই চমু বাটটোৱেদি লৈ যাম।' চাবুকডাল তুলি স্কুল হাউচ পাহাৰৰ ফালে দেখুৱাই সি এই কথা ক'লে।

'এনেকুৱা বতাহ ধুমুহাৰ মাজত জংচনলৈ? ইয়াৰ পৰা প্ৰায় দহ মাইল হ'ব।'.....

'যদি আপুনি সময় দিয়ে, মোৰ ঘোঁৰাই নিশ্চয় আপোনাক পহুচাই দিব। আপুনি কৈছিল নহয় বোলে, আজি পিছবেলা তাত আপোনাৰ এটা বৰ জৰুৰী কাম আছে। মই ঠিক সময়ত আপোনাক নি তাত হাজিৰ কৰাই দিম।'

সি এই কথাটো ইমান শান্ত ভাবে ক'লে যে মই উত্তৰত মাত্ৰ ইমানকে ক'ব পাৰিলোঁঃ 'তুমি মোৰ ডাঙৰ উপকাৰ কৰিছা।'

'সেইটো একো কথা নহয়'- সি ক'লে।

স্কুলহাউচ নামে পাহাৰটোৰ সোঁ মাজৰ পৰা আলিটো এফলীয়া হৈ গৈছে। আমি বাওঁফালৰ এটা সৰু বাটেদি নামি গ'লোঁ। বাটটোৰ দুয়ো ফালে থকা হেমলক্ গছবোৰৰ ডালবোৰ বৰফৰ ভৰত দোঁ খাই আছে। মই কেতিয়াবা কেতিয়াবা দেওবাৰে এইটো বাটেদি আগেয়ে ফুৰিবলৈ গৈছোঁ। সেই পাহাৰটোৰ নামনিত পাত নথকা শুদা ডালবোৰৰ মাজেদি দেখা অকলশৰীয়া ঘৰৰ চালখনেই ফ্ৰ'মৰ কাঠৰ মিলটোৰ চাল। বৰফৰ হেঁচাত চেপেটা লাগি পৰি থকা মিলৰ সৰু সৰু ছালিবোৰ অচল হৈ পৰি থকা মিলৰ ডাঙৰ চকাটোৰ সৈতে তাৰ মিলটো তেনেই মৰিশালী যেন হৈ আছে। ফ্ৰ'মে অইন হে নালাগে সেই ফালে মুৰটোও নুঘূৰালে। সি একেবাৰে নিমাত। ইয়াৰ পাছতে আমি আকৌ ওপৰলৈ উঠা বাটটোৱেদি আগবাঢ়িলোঁ। মই আগেয়ে নোযোৱা অইন এটা বাটেদি প্ৰায়

এথান ফ্ৰ'ম

এমাইলমান গৈ ডালপাত নাইকিয়া গছেৰে ভৰা এখন আপেল ফলৰ বাগিচা পালোঁগৈ। গছবোৰে বৰফৰ হেঁচাত মূৰ দোঁৱাই আছে। দেখি মনত ভাব হৈছিল, যেন বৰফৰ নিচিনা কিছুমান জন্তুৱে উশাহ ল'বলৈ সিহঁতৰ নাকবোৰ দীঘলকৈ বাহিৰলৈ উলিয়াই আছে। সেই বাগিছাখন পাৰ হৈ এখন নে দুখন মুকলি পথাৰ দেখিলোঁ। বৰফেৰে ঢাক খাই গোটেইখন একাকাৰ হৈ পৰিছে। পথাৰৰ ওপৰৰ পিনে মাটি আৰু আকাশৰ মাজত ধূৱলী-কুঁৱলী বগা অসীমতা। তাৰ মাজতে চকুত পৰিল নিৰ্জন নিউ ইংলণ্ড চহৰৰ পমুৱা ঘৰবোৰৰ এটা। সি যেন দৃশ্যটো আৰু নিৰ্জন কৰি তুলিছিল।

তাৰ কোঁচ খোৱা কিলাকুটিটো বেঁকা কৰি ফ্ৰ'মে ক'লে- 'সেইটোৱেই মোৰ ঘৰ।'

দৃশ্যটোৰ দুৰৱস্থা দেখি মই কি ক'ম কি নক'ম একো ঠাৱৰ কৰিব নোৱাৰিলোঁ। বৰফ পৰা বন্ধ হৈ আহিল। কুঁৱলীৰ ফেঁহুজালৰ মাজেদি ওলাই অহা এচমকা ৰ'দৰ পোহৰত আমাৰ মূৰৰ ওপৰত থকা সেই ঘৰটোৰ কুৎসিত ৰূপটো ওলাই পৰিল। আওলাৰ পৰা ক'লা লতা ওলমি পৰিছে আৰু ৰং এৰাই যোৱা কাঠৰ দুৱাৰবোৰ যেন বতাহত কঁপি উঠিছিল। বৰফ পৰাৰ পাছৰ পৰাই বতাহ ববলৈ আৰম্ভ কৰিছিল।

'মোৰ পিতাৰ দিনত ঘৰটো আৰু ডাঙৰ আছিল, ঃ আজি অলপ দিনৰ আগেয়ে ইয়াৰ 'এল' অংশটো ভাঙি পেলালোঁ।' ফ্ৰ'মে কৈ গ'ল। তাৰ ঘোঁৰাটোৱে ভগা গেটখনৰ পিনে সোমাবলৈ যত্ন কৰোঁতে ফ্ৰ'মে বাওঁহাতৰ লাগমডাল টানি ধৰিলে।

মই লক্ষ্য কৰিলোঁ, ঘৰটোৰ স্বাভাৱিক নিৰ্জনতা আৰু অইন ঘৰৰ লগত নিমিলা অৱস্থাটোৰ কাৰণ হ'ল সেই ঘৰটোৰ 'এল' অংশটো ভাঙি পেলোৱা বাবে। নিউ ইংলেণ্ডত প্ৰায়বিলাক ঘৰেই 'এল' পেটাৰ্ণৰ। সেই দীঘল আৰু ছাদ থকা অংশটো মূল ঘৰটোৰ লগত সমকোণকৈ সজা হৈছিল। গুদাম ঘৰ আৰু যন্ত্ৰপাতি থোৱা ঘৰ হিচাপে এটা কাঠৰ ঘৰ আৰু গৰু গোহালিৰ লগত সংযুক্ত। মূল ঘৰটোতকৈ এই 'এল' অংশটোহে নিউ ইংলণ্ডৰ পমুৱা ঘৰবোৰৰ প্ৰাণস্বৰূপ। সম্ভৱতঃ ষ্টাৰ্কফিল্ডৰ নানান ঠাইত ঘূৰিফুৰি এইবিলাক বিষয়ে মোৰ অলপ ধাৰণা হৈছিল বাবেই এথানৰ কথাত এটা ৰেজাৰৰ ভাব লক্ষ্য কৰিছিলোঁ। ঘৰখনৰ সেই ভগা অংশটোৰ মাজত যেন সি তাৰ নিজৰ ভগ্ন দেহাটোৰেই এটা প্ৰতিকৃতি দেখা পাইছিল।

'আমি ইয়াত বৰ এমুৰীয়া হৈ আছোঁ। কিন্তু ৰেলৰ আলি হোৱাৰ আগেয়ে এই অঞ্চলতো জনসমাগম ভালেই আছিল।' এই বুলি কৈ সি টোপনিয়াই যোৱা ঘোঁৰাটোৰ পিঠিত চাবুকৰ কোব এছাট দিলে। এথানৰ কিজানি মনত এনে ধাৰণা হৈছিল যে, তাৰ ঘৰখন মোক দেখুৱাই দিয়াৰ পাছত মোৰ ওচৰত মন খুলি কথা ক'বলৈ যেন তাৰ আৰু একো বাধা নাথাকিল। সি লাহে লাহে কৈ গ'ল; 'মোৰ আইৰ অসুখৰ সময়ত এই ঠাইখন মোৰ বহুত কামত লাগিল; যেতিয়া তেওঁৰ বাত-বিষৰ বেমাৰ বাঢ়ি গৈছিল আৰু খোজ কাঢ়িব নোৱাৰা হৈছিল- ইয়াতে বহি বহি মোৰ আয়ে আলিবাটৰ ৰেহৰূপ চাই আছিল। এবছৰ, যেতিয়া বানপানীয়ে ভঙাৰ পিছত প্ৰায় ছমাহ ধৰি বেট্‌চ্‌ব্ৰীজৰ আলিটো মেৰামতি হৈছিল আৰু হাৰমন গোৱেও এই বাটেদিয়েই তেওঁৰ গাড়ী চলাই নিছিল- হাৰমনক মাত লগাবলৈ মোৰ আই প্ৰায় এই গেটৰ ওচৰলৈকে আহিছিল। কিন্তু যেতিয়া কৰবেৰীয়েদি ৰেল চলাচল আৰম্ভ হ'ল তেতিয়াৰ পৰা আৰু এই পিনে কোনো নহা হ'ল। আয়েও তেওঁৰ মনৰ দুখৰ কথা প্ৰকাশ কৰিবলৈ সুবিধা নোপোৱা হ'ল। এই বেদনাই মৰা কাললৈকে মোৰ আইৰ কণ্ঠৰোধ কৰি থৈছিল।'

আকৌ আমি যেতিয়া কৰবেৰীৰ ফালে যোৱা বাট ল'লোঁ, তেতিয়া আকৌ বৰফ পৰা আৰম্ভ হ'ল। লাহে লাহে ঘৰটোও আমাৰ দৃষ্টিৰ পৰা আঁতৰি গ'ল। লগে লগে ফ্ৰ'মৰ সেই নিমাত নিস্তব্ধ ভাব আকৌ আহিল। আমাৰ দুইৰো মাজত সেই নিমাত হৈ থকা অৱস্থা আকৌ আহিল। এইবাৰ বৰফ পৰাৰ লগত বতাহ বন্ধ নহ'ল। মাজে মাজে একো জাক ধুমুহাৰ বতাহ ববলৈ ধৰিলে। ছেগাচোৰোকা আকাশৰ পৰা কোমল ৰ'দ আহি ভাগৰি পৰা পথাৰবোৰৰ ওপৰত পৰিছেহি। ঠায়ে ঠায়ে পোহৰ, ঠায়ে ঠায়ে আন্ধাৰ। ফ্ৰ'মৰ কথা-বাৰ্তাৰ দৰে তাৰ ঘোঁৰাটোও আছিল সজ বিধৰ। সেই বনবননিৰ বগা দৃশ্যৰ মাজে মাজে আমি কৰবেৰী জংচনৰ ফালে আগবাঢ়িলোঁ।

বিয়লি পৰত বতাহ-ধুমুহা শাম কাটিলে। পশ্চিম আকাশ মুকলি যেন দেখি মোৰ অনভিজ্ঞ চকুত এটা সুন্দৰ গধূলিৰ ছবি জিলিকি উঠিল। যিমান সোনকালে পাৰোঁ, মই মোৰ কাম শেষ কৰিলোঁ। গধূলিৰ আহাৰ খোৱাৰ সময়তে পোৱাকৈ ষ্টাৰ্কফিল্ডলৈ উলটিবৰ আয়োজন কৰিলোঁ। কিন্তু বেলি মাৰ যোৱা সময়ত আকৌ আকাশত ডাৱৰবোৰ থুপ খালেহি; সোনকালেই সন্ধ্যা নমাই আকৌ বৰফ পৰা আৰম্ভ হ'ল। ওপৰত বতাহ নাইকিয়া আকাশ। বৰফবোৰ পোনপটীয়াকৈ আৰু লাহে লাহে পৰিছিল। মনত ধাৰণা হ'ল যেন অন্ধকাৰ মহানিশাৰ এটা অংশ জাৰকালিৰ ৰাতি আমাৰ মূৰৰ ওপৰৰ পৰা আহি লাহে লাহে আমাক গিলিপ্ মাৰি ধৰিছে।

সেই আন্ধাৰৰ মাজত ফ্ৰ'মৰ অকণমান লেম্পটোৰ সৰু পোহৰটোও কেনিবা হেৰাল। তাৰ উপৰি ফ্ৰ'মৰ দিক্‌নিৰ্ণয়ৰ অভিজ্ঞতা আৰু ঘোঁৰাটোৰ ঘৰমুৱা অবাধ গতিও খেলিমেলি হ'ল। দুই তিনিবাৰ কেই ঠাইমানত ভূতৰ দৰে থিয় দি থকা অন্ধকাৰ দৃশ্য আমাৰ চকুত পৰে আকৌ কুঁৱলীৰ মাজত মিলি পৰে- বুজিলোঁ, আমি বাট হেৰুৱালোঁ। অকাই-পকাই আহি আকৌ আমি যেতিয়া আচল বাটটো পালোঁহি তেতিয়া মনত ভাব হ'ল যেন বুঢ়া ঘোঁৰাটো

---
এথান ফ্ৰ'ম

তেনেই অৱশ হৈ পৰিছে। ফ্ৰ'মৰ কথা মতে এনে দুৰ্যোগত অহা বাবে নিজকে নিজে মই গৰিহণা দিবলৈ ধৰিলোঁ। মই ফ্ৰ'মক ক'লোঁ যে, মই গাড়ীৰ পৰা নামি ঘোঁৰাটোৰ ওচৰে ওচৰে খোজ কাঢ়ি যাম। এই দৰে দুই এমাইল যোৱাৰ পাছত মোৰ মনত ধাৰণা হ'ল যেন নিৰাকাৰ ৰাতিৰ কোলাত সোমাই ফ্ৰ'মে যেন কৈছিল,- 'সৌৱা, সৌ নামনি ঠাইতে মোৰ ঘৰৰ নঙলা মুখ।'

বাটটোৰ শেষৰ টুকুৰাই আটাইতকৈ বেছি বেয়া। ঠেৰেঙা লগা জাৰ আৰু বৰফ পৰা সেমেকা বতৰত মোৰ প্ৰাণবায়ু ওলাওঁ ওলাওঁ হৈছিল। ঘোঁৰাটোৰ ভৰিৰ শব্দ হাত-ঘড়ীৰ টিক্ টিক্ যেনেহে লাগিছিল।

"এই ফালে চোঁৱা ফ্ৰ'ম," মই আৰম্ভ কৰিলোঁ,"তুমি আৰু আগবাঢ়ি যাবৰ সকাম নাই" সি বাধা দি মোক ক'লে ঃ "আপোনাৰোতো নাই। যিটো অৱস্থা পাৰ হৈ গ'ল, সেইটো আপোনাৰ আৰু মোৰ, কাৰো কাৰণেই স্বাভাবিক নহয়।"

মই বুজিব পাৰিলোঁ সেই ৰাতিটোৰ কাৰণে সি মোক তাৰ পামৰ পঁজাত আশ্ৰয় দিব খুজিছে। একো উত্তৰ নিদিয়াকৈ মই তাৰ কাষত থকা পদূলি মুখৰ ফালে বাট বুলিলোঁ আৰু আস্তাবললৈকে গৈ ভাগৰুৱা ঘোঁৰাটো মুকলি কৰি জিৰাবলৈ দিয়াত সহায় কৰিলোঁ। তাৰ পাছত গাড়ীৰ পৰা লণ্ঠনটো সোলোকাই আনি ফ্ৰ'মে তাৰ কান্ধৰ ওপৰত থৈ মোক ক'লে "এইফালে।"

আমাৰ পৰা বহুত দূৰত ওপৰৰ পিনে এটা চাৰিচুকীয়া লেম্পৰ পোহৰ বৰফৰ ধুঁৱলী-কুঁৱলী জালৰ মাজেদি কঁপি কঁপি থকা দেখিলোঁ। ফ্ৰমৰ পিছে পিছে ময়ো সেইফালে খোজ ললোঁ। সেই ঘোপমৰা আন্ধাৰৰ মাজেদি গৈ ঘৰৰ সন্মুখত থকা বৰফৰ দ'ম এটা পালোঁগৈ। আৰু অলপ মান যোৱা হলেই সেই দ'মটোৰ ওপৰত হামখুৰি খাই পৰিলোঁগৈহেঁতেন। ফ্ৰ'মে তাৰ গধূৰ বুট জোতাযোৰেৰে গোৰোহণি মাৰি মাৰি বৰফৰ ওপৰেদি বাট উলিয়াই আগখৰৰ পিছল ছিৰিয়েদি বগাই ওপৰলৈ উঠিবলৈ ধৰিলে। ওপৰ পাই সি তাৰ লণ্ঠনটো ডাঙি ধৰিলে আৰু দুৱাৰৰ শলখাডাল বিচাৰি চাই দুৱাৰ মেলি ঘৰৰ ভিতৰ্ব সোমাল। মই তাৰ পিছে পিছে এটা সৰু আন্ধাৰ বাটেদি এটুকুৰা চাপৰ ঠাইলৈ গলোঁ । সেই খিনিতে দেখিলোঁ জখলা লগাই থোৱা আছে। সোঁ হাতৰ ফালে এটা কোঠাৰ এখন দুৱাৰ। সেই কোঠাটোৰ পৰাই তলৰ পৰা আমি সেই কপিঁ থকা পোহৰটো দেখা পাইছিলোঁ। দুৱাৰৰ সিফালে মই কোনো এগৰাকী মহিলাৰ মাত শুনিলোঁ। তেওঁ বৰ কঠুৱা মাতেৰে বিৰক্তিলগা কিবা বলকি আছে।

ফ্ৰ'মে এটুকুৰা ফটা অইল-ক্লথৰ ওপৰত বুটজোতাযোৰ খুন্দিয়াই বৰফবোৰ এৰুৱালে আৰু তাৰ লণ্ঠনটো ৰান্ধনি-ঘৰৰ চকী এখনৰ ওপৰত থ'লে। ৰান্ধনি-ঘৰটোত থকা সা সঁজুলিৰ ভিতৰত আছিল একমাত্ৰ সেই চকী খনেই! তাৰ পাছত সি দুৱাৰখন মেলি দিলে।

"ভিতৰলৈ আহক", সি ক'লে। সি মাত মতাৰ লগে লগে সেই কঠুৱা মাতৰ বলকনিবোৰো নাইকিয়া হ'ল...

সেই ৰাতিয়েই মই এথান ফ্ৰ'মৰ জীৱন-কাহিনীৰ আঁত বিচাৰি পালোঁ আৰু আটাইবোৰ গোটাই এই গল্পত ৰূপদান কৰিবলৈ আৰম্ভ কৰিলোঁ।..... ...

# অধ্যায় - এক

গোটেই গাঁওখন দু ফুট ডাঠ বৰফেৰে চামনি মাৰি আছিল। বতাহ বলি থকা চুকবোৰত বৰফবোৰ জমি দ'ম হৈ পৰিছিল। লোহাৰ নিচিনা আকাশখনত হিমকণাবোৰ লগলাগি একো একো পাত দীঘল জোঙা যাঠিৰ দৰে ওলমি আছিল আৰু পশ্চিম আকাশৰ সন্ধ্যা তৰাই ক্ষীণ আলোক দান কৰিছিল। জোন পৰিল। কিন্তু সেই নিশাটো ইমান ফট্‌ফটীয়া হৈ পৰিছিল যে বৰফপৰি বগা হৈ থকা ঘৰৰ চোতালবোৰ ধোঁৱা বৰণীয়া যেন দেখা গৈছিল। তাৰ ওপৰত গছৰ জোপাবোৰৰ ছাঁ পৰি মাজে মাজে একো একোটা ক'লা দাগ পৰিছিল। গিৰ্জাৰ খিড়িকীয়েদি হালধীয়া পোহৰৰ ৰশ্মি কুঁৱলীৰ অন্তহীন ঢৌবোৰ ভেদ কৰি বহুত দূৰলৈকে বিয়পি পৰিছিল।

উকীল ভেৰনামৰ পদূলি মুখত থকা দুজোপা ক'লা নৰৱে' দেশৰ স্প্ৰুচ্ গছ আৰু মাইকেল এডিৰ ইয়াৰ কাৰখানা পাৰ হৈ ডেকা এথান ফ্ৰ'মে বৰ বেগাবেগিকৈ খোজ দিছে। ভেৰমানৰ পদূলিৰ বিপৰীত ফালে কৰবেৰী উপত্যকালৈ যোৱা বাটটোৰ কাষতে ওপৰত সৰু বগা গম্বুজ আৰু ঠেক স্তম্ভবোৰৰ সৈতে গিৰ্জাটো আছিল। ডেকাজন সেই ফালেই গৈছিল। ঘৰটোৰ কাষত বেৰখনেদি ক'লা বৰণীয়া এডাল লতা ওপৰৰ খিড়িকীখনৰ ফালে উঠি গৈছে। তলৰ খিড়িকীৰ পৰা জলমলাই থকা পোহৰৰ দীঘলীয়া ৰশ্মিৰেখাবোৰ আহি দুৱাৰ মুখত পৰিছেহি। ওচৰতে থকা এখন চালিৰ তলত গাত বহুত কম্বল মেৰিয়াই থোৱা ঘোঁৰাৰে সৈতে এশাৰী শ্লেজ গাড়ী প্ৰস্তুত হৈ আছে। খিড়িকীৰ এই ফালৰ পৰাই ওখ বাটটো নামি গৈছে কৰবেৰী আলিৰ ফালে।

সেই নিশাটো সম্পূৰ্ণভাবে শান্ত আৰু নিস্তব্ধ হৈ আছিল। শুকান আৰু বিশুদ্ধ বতাহত লেশ মানো জাৰ লগা নাছিল। এনেকুৱা বতৰত ফ্ৰ'মৰ মনটোৱে চৌপাশৰ অস্তিত্বকে পাহৰি যায়। সি ভাবে যেন তাৰ ভৰিৰ তলত বগা পৃথিৱীখন আৰু মূৰৰ ওপৰত থকা লোহা-ইটা-কাঠৰ গম্বুজবোৰৰ মাজত যেন বায়ু-তৰঙ্গৰ বাহিৰে আৰু একো নাই।

'এই পৰিবেশটো যেন শেষ হৈ যোৱা এটা শব্দগ্ৰাহী যন্ত্ৰৰ দৰেহে'- এথানে ভাবে। চাৰি পাঁচ বছৰৰ আগত সি ওৱৰচেষ্টাৰ এটা টেক্‌নল'জিকেল কলেজত এটা এবছৰীয়া পাঠ্যক্ৰমৰ শিক্ষা লৈছিল। আৰু এজন বন্ধু-ভাবাপন্ন পদাৰ্থবিজ্ঞানৰ অধ্যাপকৰ লগত কিছুদিন পৰীক্ষাগাৰতো কাম কৰিছিল। পাছৰ জীৱনত সম্পূৰ্ণ বেলেগ ভাব চিন্তাৰ ৰাজ্যত সোমাইয়ো অতীতৰ এই কথাবোৰ সি পাহৰি যোৱা নাছিল। বাপেকৰ মৃত্যু আৰু তাৰ পাছৰ ইটোৰ পাছত সিটো দুৰ্ভাগ্যৰ হেঁচাত তাৰ পঢ়াশুনা মাজভাগতে বন্ধ হৈ গ'ল। যিখিনি পঢ়িলে সিও তাৰ বাস্তৱ-জীৱনত একো কামত নালাগিল। কিন্তু সেই বিদ্যাৰ পৰাই সি তাৰ মনৰ আহাৰ যোগাৰ কৰিছে। দৈনন্দিন জীৱনৰ আলৈ-আহুকালৰ লগত কিমান অস্পষ্টতা, কিমান জটিলতা মিহলি হৈ থাকে তাৰ আভাস পাইছে।

বৰফৰ ওপৰেদি বাট বুলি যাওঁতে যাওঁতে এই জটিলতাটোৰ অৰ্থ বিচাৰি তাৰ মগজুত ঢৌ উঠে। গধুৰ খোজবোৰৰ লগত তাৰ চিন্তাধাৰা যেন মিহলি হৈ একাকাৰ হৈ পৰিছে। সি আহি গাঁৱৰ এমূৰে থকা গিৰ্জাৰ আগৰ আন্ধাৰ ঠাইফেৰাত অলপ জিৰাব খোজে। কিছুপৰ থিয় দি থাকে ; ঘন ঘন উশাহ্ পৰে। বাটৰ ইফালে সিফালে মুখ ঘূৰাই চালে। কেনিও ক'তো জনপ্ৰাণী নাই। উকীল ভেৰনামৰ পদূলি মুখৰ স্প্ৰুচ্ গছৰ পৰা আৰম্ভ কৰি কৰবেৰী আলিলৈকে এই ছোৱা ষ্টাৰ্কফিল্ডৰ বিখ্যাত ফুৰাচকা ঠাই। গিৰ্জাৰ এই ফালটো জোনাক ৰাতি আনন্দ-বিলাসী সকলৰ হাঁহিৰ খলকনিত মুখৰিত হৈ উঠে। কিন্তু আজি ৰাতি এখন শ্লেজ গাড়ীয়েও শুভ্ৰ প্ৰকৃতিৰ বুকুত আঁক দিয়া নাই। গাৱঁৰ যিবিলাক শোৱা নাছিল, তেওঁবিলাক সকলোঁ আহি গিৰ্জাৰ খিড়িকীৰ কাষত গোট খাইছেহি। তাৰ পৰা হালধীয়া বৰণৰ আলোকৰশ্মিৰ লগত ভাহি আহিছে নৃত্য-গীতৰ অফুৰন্ত ঝঙ্কাৰ-ধ্বনি।

ডেকাজনে দালানটোৰ কাষেদি তলৰ দুৱাৰখনৰ ফালে নামি গ'ল। ভিতৰৰ চোকা পোহৰৰ জলমলনিৰ পৰা আঁতৰি যাবৰ মনেৰে সি অলপ অকাই-পকাই গ'ল। তাৰপৰা লাহে লাহে দেৱালখনৰ শেষত উপস্থিত হ'লগৈ। অতি সন্তৰ্পণে আইনাৰ খিড়িকীখনৰ ফালে আগবাঢ়িবলৈ ধৰিলে। দেহাটো পিছৰ ফালে হেলনীয়া কৰি সন্মুখৰ ডিঙি মেলি সি আগুৱাই গৈছিল। যেতিয়ালৈকে ঘৰখনৰ ভিতৰফাল চকুত নপৰে।

বিশুদ্ধ আৰু কুৱঁলীৰে ভৰা অন্ধকাৰৰ মাজত সি থিয় দি থকা বাবে তাৰ ধাৰণা হৈছিল যেন ঘৰখন জুইৰ ধোঁৱাৰ ওপৰতহে কোনোবাই তুলি থৈছে। বগা দেৱালৰ ওপৰত আহি কাষত থকা গেছ-বাতিৰ অস্পষ্ট আলোকৰ ৰেখাবোৰ পৰিছেহি। আৰু ঘৰটোৰ এটা মূৰত ষ্ট'ভৰ ওপৰত থকা লোহাৰ শলখাবোৰ দেখি মনত ধাৰণা হৈছিল যেন সেইবোৰৰ ওপৰেদি আগ্নেয়গিৰিৰ জুইহে ফিৰিঙতি হৈ উৰিব লাগিছে। ডেকা-গাভৰুবিলাক ঘৰৰ মাজত সোমাই হুলস্থুল কৰি আছে। খিড়িকীৰ পোনে পোনে ওচৰৰ দেৱালখনৰ তলতে এশাৰী আহাৰ খাবলৈ বহা চ'কী। বেছি বয়সীয়া মহিলা বিলাক তাৰ পৰা উঠি গৈছে। সঙ্গীতো ইতিমধ্যে শাম কাটিলে। এজন বেহেলাবাদক আৰু এজনী গাভৰু ছোৱালী খোৱা টেবুলৰ এচুকত বহি বেগাবেগিকৈ খেৱাবোৱা শেষ কৰি ল'লে। সেই ছোৱালীজনীয়ে দেওবাৰে হাৰমোনিয়ম বজায়। খোৱা টেবুলৰ

লগতে ঘৰটোৰ একেবাৰে শেষৰ ফালে মজিয়াৰ ওপৰত থাই অটোৱা বাচনবোৰ দ'ম হৈ পৰি আছে। অভ্যাগত সকল যাবৰ কাৰণে প্ৰস্তুত হৈছিল। যি ঠাইত কোটবোৰ ওলোমাই থোৱা হৈছিল, সেইখিনিত গৈ আটাইবিলাক থূপ খালেগৈ। ঠিত এনে সময়তে ঘন ক'লা চুলি থকা স্ফুৰ্তিবাজ ডেকা এজন গৈ হাতচাপৰি দিবলৈ আৰম্ভ কৰিলে। তেওঁৰ ইঙ্গিত পাই লগে লগে আটাইবোৰ আকৌ জাগি উঠিল। বাদ্যকাৰ সকল গৈ নিজ নিজ বাদ্য-যন্ত্ৰৰ ওচৰত হাজিৰ হ'লগৈ। যাবৰ কাৰণে উদ্যত হৈ থকা নৃত্যশিল্পীবিলাক দুফালে দুশাৰী হৈ থিয় দিলে। বয়সীয়া দৰ্শকবিলাক গৈ নিজ নিজ আসনত বহিলগৈ। আৰু সেই প্ৰাণ চঞ্চল ডেকা জনে খন্তেকপৰ ইফালে সিফালে লৰা-ঢপৰা কৰি এজনী ছোৱালীক টানি লৈ আহিল। ছোৱালীজনীয়ে আগতে চেৰী ফুলৰ ৰঙৰ নিচিনা ফিটাৰে মূৰত এটা শোভন-বান্ধ দি থৈছিল। ডেকাজনে সেই ছোৱালীজনীক কেইপাকমান ঘূৰাই লৈ ফুৰিলে। সঙ্গত হ'ল ভাৰজিনিয়া সুৰৰ লহৰ। ফ্ৰ'মৰ বুকুৰ ঢপঢপনি ঘন ঘন হৈ আহিল। সেই চেৰী ফুলৰ ৰঙৰ নিচিনা ফিটা মৰা কলা মূৰটো চাবৰ কাৰণে সি ব্যস্ত হৈ পৰিল। বাজনাদাৰ বিলাকৰ নেতাজন দেখাত আইৰিচ যেন লাগে। ছোৱালীজনীয়ে বৰ সুন্দৰ নাচ দিলে। ছোৱালীজনীয়ে যেতিয়া নাচৰ ভঙ্গিমাত পাতল দেহাটো বৃত্তাকাৰ কৰি ঘূৰি আছিল তাইৰ মূৰৰ ফিটা উৰি গৈ পিঠিৰ ওপৰত পৰিল। ফ্ৰ'মে প্ৰতিবাৰেই তাইৰ ক্লান্ত হাঁহিভৰা মুখখন, কলা চুলিকোছা, কলা চকুযোৰ বৰ মনোযোগেৰে চাই আছিল। তাই নাচি থাকোতে চকু দুটা স্থিৰ বিন্দু যেনহে লাগিছিল।

নাচৰ লয় ক্ৰমাৎ খৰহৈ আহিছিল। যি বিলাকে বাদ্য-যন্ত্ৰ বজাইছিল তেওঁবিলাকে তাল ৰাখিবৰ নিমিত্তে ঘৰমুৱা ঘোঁৰাৰ পিঠিত চাবুক লগোৱাদি তেওঁবিলাকৰ যন্ত্ৰবোৰ ব্যস্ত কৰি তুলিছিল। কিন্তু তথাপিও খিড়িকীৰ কাষত থিয় দি থকা ডেকাজনৰ মনত হৈছিল এই নৃত্য-গীতৰ কেতিয়াও অন্ত নহয়। মাজে মাজে সি সেই ছোৱালীজনী আৰু তেওঁৰ সঙ্গী নৃত্যশিল্পীজনলৈ চকু মাৰি আছিল। নাচৰ ৰাগীত ছোৱালীজনীৰ মুখত ফুটি উঠিছিল এটা সৰ্বময় কতৃত্বৰ ভাৰ।

ডেনিচ্ এডি মাইকেল এডিৰ ল'ৰা। নিষ্ঠাবান আইৰিচ দোকানী। তেওঁৰ দূৰদৰ্শিতা আৰু বিচক্ষণ ব্যৱসায়-বুদ্ধিৰ বাবে ষ্টাৰ্কফিল্ডৰ ব্যৱসায় ক্ষেত্ৰত বেছ খ্যাতি আছে। তেওঁৰ নতুন ইটাৰ কাৰখানাটো তেওঁৰ অহোপুৰুষাৰ্থৰ আদৰ্শ হৈ পৰিছিল। তেওঁৰ পুতেকে নিশ্চয় তেওঁৰ বাটকে ল'ব—সেইহে ইতিমধ্যে ষ্টাৰ্কফিল্ডৰ কুমাৰী-হৃদয় জয় কৰিবৰ বাবে সি আখৰা কৰিছে। আগৰে পৰাই এথানফ্ৰ'মে তাক অশ্ৰদ্ধা কৰি আহিছিল, এইবাৰ ইচ্ছা হ'ল যেন তাৰ পিঠিত চাবুক মাৰিব। কিন্তু আশ্চৰ্যৰ কথা, ছোৱালীজনী এই বিষয়ে বৰ বেছি সজাগ যেন মনত নহ'ল। তাই মুক্তভাবেই সঙ্গীৰ মুখত নিজৰ মুখখন লগাই, হাতত হাত মিলাই নৃত্য কৰিছিল। ডেকাৰ দৃষ্টি আৰু স্পৰ্শৰ মাজত যে কিবা অভদ্ৰ ভাব আছিল, সেই বিষয়ে ছোৱালীজনী যেন সম্পূৰ্ণ উদাসীন।

মাজে সময়ে কেতিয়াবা কোনো উৎসৱ উপলক্ষ্যে এইফালে আহোঁতে তাৰ ঘৈণীয়েকৰ ভতিজা-জীয়েক মেটি চিলভাৰক আগবঢ়াই নিবলৈ এথান ফ্ৰ'ম ষ্টাৰ্কফিল্ডৰ ফালে ফুৰিবলৈ আহে। তাৰ ঘৈণীয়েকে এই কথা কৈছিল যে, যেতিয়া ছোৱালীজনী তেওঁবিলাকৰ লগত থাকিবলৈ আহিলেই তাইক এনেকুৱা আমোদ-প্ৰমোদত যোগ দিবলৈ দিব লাগে। মেটি চিলভাৰৰ ঘৰ ষ্টামফৰ্ডত। তাই আহি, তাইৰ পেহীয়েক জীনাৰ ঘৰুৱা কামকাজত সহায় কৰিবলৈ ধৰিলেহি। তাই একো পাই-পইচাৰ আশাত অহা নাছিল। সেই কাৰণে তাইৰ নিজৰ ঘৰত থকা কালৰ দৰে যাতে ষ্টাৰ্কফিল্ডৰ নিৰ্জনতাৰ মাজতো অলপ অচৰপ আনন্দ-উপভোগ কৰিব পাৰে আৰু যাতে তাই অকলশৰীয়া ভাবত নাথাকে, সেই পিনে চকু দিয়াও দৰ্কাৰ বুলি পেহীয়েক জীনাই ভাবিছিল। ফ্ৰ'মে বিৰক্তিৰেই ভাবিছে, অকল এই বাবেই জীনাই মেটি চিলভাৰৰ মনৰ আনন্দ কথা ইমানকৈ ভাবে?

যেতিয়া তাৰ ঘৈণীয়েকে প্ৰথমতে উত্থাপন কৰিলে যে, মেটিক মাজে সময়ে সন্ধ্যা সময়ত ফুৰিবলৈ দিয়া উচিত-এই কথাত এথানৰ পেটে পেটে অলপ অসন্তোষৰ ভাব হৈছিল। গোটেই দিনটো পামত কঠোৰ পৰিশ্ৰম কৰি আহি গধূলি আকৌ দুমাইল বাট গৈ তাইক অনা কথাটো সি বৰ ভাল পোৱা নাছিল। কিন্তু অলপ দিনৰ পাছতে সি ভাবিবলৈ ধৰিলে যে ষ্টাৰ্কফিল্ডত যেন সদায় ৰাতি আনন্দ- উৎসৱৰ খলক লাগক।

মেটি চিলভাৰ তেওঁবিলাকৰ ঘৰত প্ৰায় এবছৰ থাকিল। ৰাতিপুৱাৰ পৰা ৰাতি আহাৰ খোৱা সময়লৈকে তাইক এথানে বন্ধুৰ লগ পায়। কিন্তু যেতিয়া মেটিৰ হাতত হাত লগাই ৰাতি এথান ফ্ৰ'ম ঘৰলৈ উলটি আহে, এথানৰ দীঘল খোজবোৰৰ লগত মেটিয়ে তাইৰ পাতল ভৰি দুটাৰে খোজ মিলাই বাটবুলিবলৈ চেষ্টা কৰে--সেই সময়ত এথানৰ মনত অতুলনীয় আনন্দ হয়। প্ৰথম দিনা যেতিয়া এথানে ষ্টেশ্যনত তাইক লগ পাবলৈ যায়, সেই দিনাই ছোৱালীজনীয়ে এথানৰ মনত ৰেখাপাত কৰিছিল। ৰেলৰ কোঠাৰ পৰা মূৰ দুপিয়াই হাঁহি হাঁহি মেটিয়ে কলে —"তুমি নিশ্চয় এথান ফ্ৰ'ম।" তালি-টোপোলাৰে সৈতে জাপ মাৰি নমাদি তাই নামি আহিল। এথানে তাইৰ ভৰিৰ পৰা মূৰলৈকে চাই ভাবিলে, "ঘৰুৱা কামকাজৰ কাৰণে বৰ ভাল হ'ব যেন নালাগিল; তথাপিও মনটো বেছ ৰঙিয়াল।"

এজনী উলহ-মালহকৈ ফুৰা ছোৱালী অহাৰ পাছত যেন

এথানৰ জুই নুমাই যোৱা আখলত জুই জ্বলি উঠিল—অকল ইমানেই নহয়– তাই এহাতে যেনেকৈ পাকঘৰত বহুত কাম কৰিব পাৰে,আনহাতে তাইৰ সুন্দৰকৈ চাবৰ নিমিত্তে দুটা চকু আৰু শুনিবৰ কাৰণে দুখন কাণ আছিল।এথানে তাইক দেখুৱাব পাৰিব, শুনাব পাৰিব আৰু মেটিৰ আগত কৈ তাৰ ভাবচিন্তাবোৰ নিজৰ ইচ্ছা মতে সজীৱ কৰি তুলিব পাৰিব।

মেটিৰ সৈতে কথা পাতি পাতি যেতিয়া এথান ঘৰমুৱা হৈ উলটি আহে তেতিয়া এই আনন্দটো সি গভীৰ ভাবে উপলব্ধি কৰিছিল। প্ৰকৃতিৰ সৌন্দৰ্য ৰাশিয়ে সাধাৰণ লোকতকৈ এথানৰ মনত অনেক বেছি পৰিমাণে আলোড়ন তুলিছিল। তাৰ সেই অসমাপ্ত শিক্ষা এৰি অহাৰ পৰাই এনেকুৱা অনুভূতিৰ জন্ম আৰু তাৰ চৰম দুখবেদনাৰ সময়তো যেন আকাশে প্ৰান্তৰে তাৰ লগত কথা পাতিছিল। এই প্ৰেৰণাতে তাৰ মনত বলিষ্ঠ ভাবনাৰ সঞ্চাৰ ঘটিছিল। কিন্তু ইমান দিনে তাৰ এই আবেগ অনুভূতিবোৰ মাধুৰ্য হেৰুৱাই দুখৰ আঁৰতে লুকাই আছিল। তাৰ নিচিনা চিন্তাৰ ভাগী এই পৃথিৱীত যে আৰু কোনোবা আছে, নাইবা এনেকুৱা দুখৰ নিঃসঙ্গ অনুভূতি যে অকল তাৰেহে, এই ধাৰণা তাৰ নাছিল। তাৰ পাছত সি এদিন আবিষ্কাৰ কৰিলে আৰু এটি মন ঠিক তাৰ নিচিনাই ভাব চিন্তাত ভাৰাক্ৰান্ত। তাৰ কাষতে থাকি, ঘৰতে খাই বৈ কোনোবা আছে, যাক সি ক'ব পাৰে,-"সৌৱে আকাশত থুপিতৰা বাঁহ (সপ্তৰ্ষি-মণ্ডল) ওলাইছে, সৌঁফালে যে এটা ডাঙৰ মানুহ যেন দেখি সেইয়া এল্‌ডেবেৰাণ আৰু সেই যে গুণ্‌গুনাই থকা মৌ-গুটি বোৰৰ বিচনীখন দেখা গৈছে সেই থুপি তৰাবাঁহ প্লিয়াডচ....." আচলতে সি তাৰ শিক্ষা আৰু মেটিকি যি যি শিকালে তাৰ প্ৰতি মেটিৰ যি আগ্ৰহ হৈছিল সেইবাবেও ফ্ৰ'মৰ মনত অপাৰ আনন্দ সঞ্চাৰ হৈছিল। ইয়াৰ উপৰিও ফ্ৰ'ম আৰু মেটিৰ ভিতৰত এনে কিছুমান অনুভূতিৰ অৱতাৰণা হয়, যিবোৰৰ বিষয়ে প্ৰকাশ্যভাৱে ক'ব নোৱাৰি।

কিন্তু এই কথা সুন্দৰকৈ বুজিব পাৰি যে, জাৰকালি পাহাৰৰ আঁৰত মাৰযোৱা সূৰ্যৰ শেঁতা সেন্দূৰীয়া ৰং, সোণালী ঢৌৰ ওপৰেদি উৰি যোৱা ডাৱৰৰ সৰু সৰু টুকুৰাবোৰ, নাইবা ৰদৰ পোহৰত জলমলাই থকা বৰফৰ ওপৰত হেম্‌লক গছৰ ঘন নীল ছাঁয়া আদিয়ে দুয়োৰে মন এটা মৌন আনন্দৰ উলাহত নচুৱাই থাকে। মেটিয়ে এদিন কলে,"মোৰ মনত ধাৰণা হয় যেন কোনোবাই হাতত লেখনী লৈ ছবি আঁকিছে।" এথানৰ মনত ভাব হৈছে, ইয়াতকৈ ভালদৰে মনৰ ভাব প্ৰকাশ আৰু কি হ'ব পাৰে। সেই কথাবোৰেই এথানৰ নিৰ্জন মুহূৰ্তবোৰৰ মনৰ লগৰী হৈ দোলন দোলাই থাকে। গিৰ্জাৰ বাহিৰ পিনে থিয় হৈ থাকোঁতে এই ভাববোৰে অতীতৰ স্মৃতি আনি এথানৰ মন ওপচাই থৈছিল। সি যেন সেই হেৰাই যোৱা সম্পদবোৰৰ কথা সুঁৱৰি ব্যাকুল হৈ পৰিছিল। নাচৰ ভঙ্গিমাত মেটিয়ে হাত ঘূৰাই নাচি থকা দেখি সি অবাক হৈছিল। সি ইমান দিন ভাবি আছিল যে, তাৰ আনন্দবিহীন কথা বাৰ্তাবোৰত কিজানি মেটিয়ে উৎসাহ পায়।......... কিন্তু..... মেটিৰ বাহিৰে আন কাৰো কথাত এথানৰ মনত আনন্দ নহৈছিল– - কিন্তু আজি নাচৰ ঘৰত মেটিৰ ইমান উৎসাহ দেখি এথানে মনে মনে ভাবিছিল মেটিয়ে যেন এথানক পাহৰিলেই! যি মুখখন সকলো সময়তে এথানৰ মানত মাৰযোৱা সূৰ্যৰ ৰঙা ৰঙেৰে ৰঙা হৈ থকা এখন খিড়িকীৰ দৰে— সেই মুখখন আজি সঙ্গী নৃত্যশিল্পী বিলাকৰ মুখে মুখে লাগিছে! আৰু এনেকুৱা কেইটামান ভঙ্গিমা এথানে চালে। ভাবিলে, মেটিয়ে কিজানি এনেকুৱা সুন্দৰ ভঙ্গিমা তাৰ কাৰণেই দেখুৱাইছে। যেতিয়া সঙ্গীতৰ তালমান আৰু নৃত্যৰ উলাহত মেটি উলাহি উঠে তেতিয়া মূৰটো পিছফালে হেলনীয়াকৈ ঘূৰাই আৰু তন্ময় হলে লাহে লাহে চকু দুটা জপাই নিয়া ভঙ্গিমাবোৰ সি চালে।

সেইবোৰ দেখি এথানৰ মন মৰি গ'ল, লগে লগে তাৰ মনত লুকাই থকা ভয়বোৰো জাঙুল খাই উঠিল। তাৰ ঘৈণীয়েকৰ মেটিৰ প্ৰতি সমুলি ইৰ্ষা ভাব নাছিল। কিন্তু আজিকালি ঘৰুৱা কামকাজৰ আসোঁৱাহ উলিয়াই বকচনি আৰম্ভ কৰিছে আৰু কথাই কথাই মেটিৰ দোষ ধৰে। ষ্টাৰ্কফিল্ডত সকলোৱে এথানৰ ঘৈণীয়েক জীনাক 'বেমাৰী' বুলিছিল। ফ্ৰ'মে এই কথা স্বীকাৰ কৰিছিল যে, যদি জীনা সঁচাকৈয়ে বেমাৰী তেনেহ'লে তেওঁক নিশ্চ লাচনি পাঁচনি কৰিবলৈ এখন বল থকা হাতৰ সহায় লাগে। ঘৰুৱা কামকাজৰ প্ৰতি মেটিৰ স্বাভাবিক ৰাপ নাই। আৰু তাই যি শিক্ষা পালে, তাৰ পৰাও সেই সম্পৰ্কে তাইৰ একো জ্ঞান নহ'ল। তাই লচপচকৈ বৰ লৰালৰিকৈ ঘৰুৱা কামকাজবোৰ শিকে কিন্তু তাইৰ পাহৰণি শক্তিও বৰ বেছি। তাই স্বপ্নৰ ৰাজ্যত ওপঙি থকা দিয়েই থাকে। একো কথা দ-কৈ গমি চাই শিকিবলৈ ইচ্ছা নকৰে। এথানে ভাবে মেটিয়ে যাক ভাল পায়, তেনে এটি ডেকাৰ লগত বিয়া হ'লে কিজানি তাইৰ শুই থকা ভাল গুণবোৰ জীপাই উঠিব আৰু তাইৰ হাতেৰে ৰন্ধা-বঢ়াবোৰ গাঁৱৰ সকলো মানুহে খাই তৃপ্তি পাব। কিন্তু গৃহস্থালিৰ কামকাজবোৰ তাই সমুলি ভাল নোপোৱা হ'ল। প্ৰথম অৱস্থাত তাই বৰ এনাৰী আছিল। এথানে তাই কথা-বাৰ্তাবোৰ লক্ষ্য কৰি নহঁহাকৈ থাকিব নোৱাৰিছিল। লগে লগে মেটিয়েও হাঁহি দিছিল। তাইৰ ভুল-ভ্ৰান্তিবোৰ পাতলাবৰ কাৰণে এথানে বহুত চেষ্টা কৰিছিল। অতি পুৱাতে উঠি এথানে নিজেই চুলাত জুই ধৰি দিছিল, আৰু ৰাতিটোৰ ভিতৰতে জুই-ধৰা খৰি-কাঠ আনি দ'মাই দিছিল। পামৰ কামকাজলৈও আওকাণ কৰি দিনৰ ভিতৰতে ঘৰ পোৱাকৈ উলটি আহিবলৈ ধৰিছিল— কেতিয়াবা কেতিয়াবা

---
এথান ফ্ৰ'ম

শনিবাৰে ৰাতি মাইকী মানুহ শোৱাৰ পাছত এথানে নিজেই ৰান্ধনি ঘৰৰ মজিয়া আঁটাই পিটাই পৰিস্কাৰ কৰে। এদিন ঘৈণীয়েক জীনাই নিজ চকুৰে তেনেকৈ কাম কৰা দেখিলেও। ফেঁচাৰ চকুৰে চোৱাদি কেঁৰাহিকৈ চাই এথানৰ বুকু কঁপাই যোৱা কথাও এথানৰ মনত আছে। যদিও বৰ ধৰিবলগীয়া কথা নহয়, তথাপিও এটা অশান্তিকৰ বেয়া মনোভাব আজি কেইদিনমানৰ পৰা জীনাৰ কথা-বাৰ্তাত প্ৰকাশ পাইছে। জাৰকালি এটা চেঁচা ৰাতিপুৱা আন্ধাৰত থিয় হৈ এথানে কাপোৰ সলাইছে। খিড়িকীখন ভালকৈ বন্ধ নোহোৱা বাবে ফাঁকটোৰেদি বতাহ আহি আছিল। ম'মবাতিডাল কঁপি কঁপি জ্বলিছিল—পিছ ফালে বিচনাতে শুই শুই এথানক উদ্দেশ্য কৰি জীনাই কথা কৈ আছে!

"ডাক্তৰে কৈছে, ওচৰত চাওঁতা-চিতোতো কোনো নথকাকৈ মোক এই দৰে অকলশৰে এৰি থোৱা ভাল নহয়," চেপেটা নাকীসুৰীয়া মাতেৰে জীনাই ক'লে।

এথানে ভাবিছিল, জীনাৰ কিজানি টোপনি। মাত শুনি এথান চক্ খাই উঠিল। বহুত পৰ নিমাত হৈ পৰি থাকি হঠাৎ বলকিবলৈ ধৰাটো জীনাৰ স্বভাৱেই।

এথানে জীনাৰ ফালে চালে। তাই তেতিয়া ক'লা ৰঙৰ লেপখনৰ তলত সোমাই আছিল। গালৰ হাড় ওলোৱা মুখখন বগা গাৰুৰ গিলিপটোৰ ওপৰত থাকোঁতে ধোৱাঁবৰণীয়া যেন হৈ পৰিছিল।

"তোমাক চাওঁতা কোনো নাই?" এথানে জীনাৰ কথাৰেই প্ৰশ্ন কৰিলে।

"মেটি গুচি গ'ল তুমি জানো দৰ্মহা দি কামকৰা ছোৱালী এজনী ৰাখিব পাৰিবাঁ?"

এথানে আকৌ জীনাৰ ফালে চালে। বেৰত ওলোমাই থোৱা দাগলগা আইনাখনৰ ফালে চাই, এহাতে গালৰ ছালখন টানি ধৰি আনহাতে খুৰখন লৈ এথানে ক'লে,—"মেটিনো যাব কিয়?"

"মিদি তাইৰ বিয়া হৈ যায়।"

লৰালৰিকৈ খুৰ চলাই চলাই ক'লে,—"যিমান দিনলৈকে তোমাক তাইৰ প্ৰয়োজন সিমান দিনলৈকে তাই ইয়াৰ পৰা কলৈকো নাযায়।"

"মই এই কথাটো কেতিয়াও কাৰো মুখত শুনিবলৈ ইচ্ছা নকৰোঁ যে, মেটিৰ দৰে দুখীয়া ছোৱালী এজনীৰ ডেনিচ এডিৰ নিচিনা ধুনীয়া ল'ৰা এটাৰ লগত বিয়া হোৱাত মইয়েই অন্তৰায় হলোঁ"—নিজৰ দোষ এৰুৱাবৰ কাৰণে জীনাই ক'লে।

এথানে আয়নাত তাৰ মুখখন চাই কাণৰ লতিয়েদি মূৰৰ পিছফালে খুৰ চলাবলৈ মূৰটো পিছৰ ফালে অলপ হেলনীয়া কৰিলে। এথানৰ হাত বৰ পকা। কিন্তু তৎক্ষণাতে জীনাৰ কথাৰ উত্তৰ নিদিবৰ কাৰণে এইটো এটা কায়দাও কৰিছিল।

জীনাই আকৌ ক'লে,—"ডাক্তৰে কৈছে, কোনো নোহোৱাকৈ মোক এইদৰে অকলে অকলে পেলাই থোৱা উচিত হোৱা নাই। তোমাক কবলৈ কৈছে। তেওঁৰ হাতত হেনো ছোৱালী এজনী আছে। তুমি যদি ৰাখাঁ তেওঁ আনি দিব পাৰে।"

এথানে খুৰখন থৈ হাঁহি পোন হৈ থিয় দিলে।

"ডেনিচ্ এডি! সেইটোৱেই যদি কথা হয়। তেনে মই কওঁ শুনা। ক'তো ছোৱালী বিচাৰিবৰ দৰ্কাৰ নাই।"

"ভাল কথা। তোমাৰ লগত এই সম্পৰ্কে মই কিবা আলোচনা কৰিব খোজোঁ।"

এথানে বৰ লৰালৰিকৈ কাপোৰ পিন্ধিবলৈ ধৰিলে।

"যি ক'ব লগীয়া আছে, পিছত ক'বা। এতিয়া মোৰ সময় নাই। এতিয়াই মোৰ বহুত পলম হ'ল।" তাৰ পুৰণি ৰূপৰ ঘড়ীটোৰ ফালে চালে।

জীনাই যদিও ওপৰে ওপৰে ফ্ৰ'মৰ কথাত পতিয়ন গ'ল কিন্তু আঁৰৰ পৰা তাৰ গতিবিধি লক্ষ্য কৰিবলৈ ধৰিলে। এথানে কোটটো গাত পিন্ধিলে: কিন্তু সি যাওঁ বুলি দুৱাৰমুখ পাওঁতে নৌপাওঁতেই হঠাৎ জীনাই আপত্তি কৰা সুৰত অলপ টানকৈ কৈ পেলালে,—"তোমাৰ সদায় পলম হয়েই। আজিকালি আকৌ সদায় ৰাতিপুৱা দাড়ি নুখুৰালেও নচলা হ'ল।"

ডেনিচ এডিৰ সম্পৰ্কে ফ্ৰ'ম যিমান চিন্তিত হৈছিল তাতোকৈ বেছি ভয় পালে জীনাৰ এই কথাকিটাত। মেটি অহাৰ পাছৰ পৰা তাৰ সদায় ৰাতিপুৱা দাড়ি নুখুৰালে নচলা হোৱা কথাটো অৱশ্যে অমূলক নহয়। কিন্তু জাৰকালিৰ আন্ধাৰ ৰাতিপুৱা যেতিয়া সি বিচনাৰ পৰা উঠে, তেতিয়া ফ্ৰ'মে ভাবে জীনা দোৰ্খোৰ টোপনিত। ভোদা মানুহৰ দৰে ফ্ৰ'মে ভাবিছিল তাৰ এই পৰিবৰ্তনবোৰ কিজানি জীনাৰ চকুত পৰাই নাই। আগেয়ে দুই-এবাৰ জীনাৰ এনেকুৱা প্ৰকৃতিৰ পৰিচয় যে পোৱা নাই, এনে নহয়। কি হৈছে নহৈছে, একোকো যেন জীনাই দেখাই নাই কিন্তু এদিন হঠাৎ ফ্ৰ'মে জানিলে যে জীনাই ফ্ৰ'মৰ গতিবিধি পুঙ্খানুপুঙ্খ ভাবে চাই সকলো কথা মনত ৰাখিছে।

সম্প্ৰতি এনেকুৱা ভাব-চিন্তাৰ কাৰণে জীনাৰ আজৰি নাছিল। তাই নিজেই আশাবাদী বাস্তৱ চিন্তাৰ পৰা আঁতৰি এটা জীৰ্ণ-শীৰ্ণ ছাঁয়াত পৰিণত হৈছে। মেটি চিন্তাভাৱৰ সংস্পৰ্শত এথান ইমান দিন থাকিল। ইয়াৰ বিপৰীত একো ভাবিবলৈ সি ইচ্ছা কৰা নাছিল। কিন্তু আজি এই গিৰ্জাৰ বাহিৰৰ পিনে থিয় দি যেতিয়া দেখিলে, মেটিয়ে ডেনিচ্ এডিৰ লগত নাচিছে, তাইৰ প্ৰতি এটা ঘৃণা আৰু বিদ্বেষৰ ভাৱে, এচপৰা ক'লা ডাৱৰৰ দৰে দেখা দিলে তাৰ মস্তিষ্কত।...

এথান ফ্ৰ'ম

# অধ্যায় - দুই

নাচবাগ কৰা শিল্পীবিলাক হলৰ পৰা ওলাই অহাৰ লগে লগে ফ্ৰ'মে অলপ পিছুৱাই গৈ, বতাহ-ধুমুহাৰ পৰা ৰক্ষা পাবলৈ লোহাৰ শলখা দিয়া ডাঙৰ দুৱাৰখনৰ আঁৰত ঠাই ললেগৈ। জকমকীয়া সাজপাৰ পিন্ধা মুনিহ-তিৰোতা তাৰ পৰা দলে দলে ওলাই যোৱা সি দেখিলে। তেওঁবিলাকৰ ভিতৰত, ইফালে সিফালে লৰচৰ কৰি থকা এটা লণ্ঠনৰ পোহৰত এখন মুখ দেখা গ'ল- আহাৰ খোৱা আৰু নৃত্যৰত অৱস্থাত। খোজ কাঢ়ি যোৱা গাঁৱলীয়া মানুহবিলাকে আটাইতকৈ আগতে বাট ল'লে আৰু নগৰবাসী ভদ্ৰলোক সকলে ধীৰ গতিৰে টালি টুপলি লৈ চালিৰ তলত প্ৰস্তুত হৈ থকা শ্লেজ গাড়ীত উঠিল গৈ।

'তুমি গাড়ীত নুঠানে, মেটি ?' মাইকী মানুহৰ মাত এটা পাছফালে থকা শ্লেজগাড়ীৰ চালিখনৰ পৰা অহা শুনা গ'ল। সি যি ঠাইত থিয় দি আছিল, সেইখিনৰ পৰা ওলাই অহা আটাইবোৰ মানুহ ভালকৈ দেখা নাপায়। কিন্তু দুৱাৰৰ ফাঁকেদি সি পৰিস্কাৰ ভাবে শুনিবলৈ পালে- কোনোবাই যেন কৈছে ঃ 'ক্ষমা কৰিবা আজিৰ নিচিনা এটা ৰাতিত নহয়।'

এথান নিচেই ওচৰতে আছিল, মাত্ৰ এখন পাতল ব'ৰ্ডৰ ইফাল-সিফাল। অলপ পাছতে সি আন্ধাৰৰ মাজত মিলি পৰিব আৰু আন্ধাৰত খোজ কঢ়া অভ্যাস থকা এথানৰ চকু দুটাই দিনৰ পোহৰৰ দৰে আলোকত সহজতে সেই দুটিক চিনি পাব। কিন্তু তাৰ মনত এটা লাজৰ টৌ উঠিল। সি উলটি আহি সেই দুৱাৰখনৰ আন্ধাৰ চুকটোত সোমাই থাকিলহি। সি তাত সোমাই মনে মনে থাকিল যাতে মেটিয়ে একো গমকে নাপায়। তেওঁবিলাকৰ চিনা-পৰিচয় হোৱাৰ এটা বিশেষত্ব আছিল। যদিও মেটি দেখাত ধুনীয়া আৰু ভাব প্ৰকাশত পটু আছিল, তথাপিও এনেকুৱা বিপৰীত স্বভাৱৰ পৰা এথানৰ মনত একো বিৰক্তি জন্মা নাছিল। বৰং মেটিৰ সহজ-সৰল লীলাগতিয়ে তাৰ মনটো অলপ অচৰপ ৰেখাপাত কৰিছিল। কিন্তু এতিয়া এথানৰ মন ছাত্ৰজীৱনৰ দৰে গধুৰ হৈ উঠিছে-। যেতিয়া সি ওৱৰচেষ্টাৰ গাভৰুহঁতক এটা পিক্‌নিক্ পাৰ্টিত আনন্দ দিবলৈ যত্ন কৰিছিল সেই কথা আজি তাৰ মনত পৰিল।

সি সেইদৰে থাকিল। অকলশৰে মেটি ওলাই আহিল। এথানৰ পৰা কেইগজমান দূৰত থিয় দি তাই কেউফালে চকু দিলে। বোধহয় তায়েই আটাইতকৈ শেষত হলৰ পৰা ওলাই আহিছিল। এনে উৎসুক ভাবে তাই চাৰিওপিনে চাইছিল। মনত ধাৰণা হৈছিল যেন তাই কাৰোবাৰ কাৰণে ব্যস্ত হৈ উঠিছে। তাই বৰ অধীৰ হৈ পৰিছিল। তাৰ পাছত, এটা মানুহ সেই ফালে ওচৰ চাপি আহিল আৰু মেটিৰ ইমান ওচৰত থিয় দিলেহি যেন এটা অস্পষ্ট সৰল ৰেখাত দুয়ো আহি বিলীন হৈ গ'ল।

'ভদ্ৰলোক-বন্ধুজন আহি উলটি গ'লনেকি? কোৱাঁ, মেটি, কথাটো বৰ টান! নাই তুমি ভয় নকৰিবাঁ। মই ইমান নীচমনৰ মানুহ নহওঁ। অইন ছোৱালীবোৰক মই কেতিয়াও নকওঁ।' ( মেটিৰ লগত এইদৰে চুপতি কৰা মানুহটোৰ প্ৰতি এথানৰ ঘৃণা জন্মিল।) কিন্তু চোৱাঁ মেটি, বুঢ়াৰ গাড়ীখন আমাৰ কাৰণে বৈ আছে?'

ফ্ৰ'মে ছোৱালীজনীৰ মাতটো শুনিলে। মাতটো যেন বৰ ভয় আৰু শঙ্কাত ওলাইছিল। 'তোমাৰ বাপেৰাৰ গাড়ীখন তাত বৈ আছে কিয়?'

'মোক লৈ যাবৰ কাৰণে। বাদামী ৰঙৰ পোৱালি ঘোঁৰাটোও আছে। মই আগৰে পৰাই জানোঁ। আজি ৰাতি মোৰ অলপ ফুৰিবৰ মন যাব।' এডিয়ে উলাহত তাৰ গদগদ মাতেৰে এই জয়ৰ সূচনা কৰি অলপ ৰস সৃষ্টি কৰিব খুজিছিল।

ছোৱালীজনীয়ে অলপ শঙ্কা বোধ কৰিছিল। ফ্ৰ'মে দেখিলে, তাই তাইৰ স্কাৰ্ফখন অস্থিৰভাবে নিজৰ আঙুলিবোৰত মেৰিয়াইছে। পৃথিৱীৰ আটাইবোৰ সম্পদৰ সলনিও এথানে কোনো প্ৰকাৰৰ সহাঁৰি দিবলৈ অমান্তি হ'ল। কিন্তু তাৰ মনত খেলালে মেটিৰ ভৱিষ্যৎ হাবভাবৰ ওপৰতে তাৰ জীৱন-মৰণ নিৰ্ভৰ কৰিছে।

'এক মিনিট ৰবা। মই ঘোঁৰাটো খুলি লওঁ।' চালিখনৰ ফালে যাওঁতে যাওঁতে এডিয়ে কৈ গ'ল।

মেটি সম্পূৰ্ণ অচল হৈ থিয় দি থাকিল এডিৰ ফালে চাই চাই। আঁৰত লুকাই চাই থকা এথানৰ বুকুত এইবোৰে এটা হুম্‌হুমনি তুলিছিল- যন্ত্ৰণাদায়ক। এথানে দেখিলে, এতিয়া আৰু তাই কোনোবা এটাক দেখা পাবলৈ ইফালে-সিফালে মূৰ ঘূৰোৱা নাই। ডেনিচ এডিয়ে ঘোঁৰাটো চালিখনৰ তলৰ পৰা আনি গাড়ীখনৰ ওপৰত উঠি বহিল আৰু ভালুকৰ ছালখন আঁতৰাই তেওঁৰ কাষতে ঠাই উলিয়াই দিলে। বেগাবেগিকৈ পলাই যোৱা মানুহৰ দৰে মেটিয়ে ছাৎ কৰে গৈ গঢ়াটোৰেদি সমুখৰ গিৰ্জাটোৰ ফালে যাবলৈ ধৰিলে।

'বিদায় ! আশা কৰিছোঁ ভাল ভাবেই আজি ফুৰিবা।' মেটিয়ে গাড়ীত উঠি যোৱা এডিক ক'লে।

ডেনিচ এডিয়ে হাঁহি এটা মাৰি ঘোঁৰাৰ পিঠিত চাবুক মাৰিলে যাতে আগবাঢ়ি গৈ মেটিৰ ওচৰতে ৰ'বগৈ পাৰে।

"আহাঁ, আহাঁ, বেগতে আহাঁ। এই মেচটো বৰ বেয়া। বাটটো বৰ পিচ্ছল।" এখন হাত মেটিৰ ফালে আহবঢ়াই দি ডেনিচে কলে।

---

এথান ফ্ৰ'ম

মেটিয়ে এডিচৰ ফালে চাই হাঁহি এটা মাৰিলে। "ধন্যবাদ ; মই তোমাৰ গাড়ীত নাযাওঁ।"

ইতিমধ্যে তেওঁবিলাক দুয়ো ফ্ৰ'মৰ ওচৰৰ পৰা ভালেখিনি আগুৱাই গৈছে। তেওঁবিলাকৰ ছঁয়া-ময়া বেশ দুটাহে ফ্ৰ'মৰ চকুত পৰিল। তেওঁবিলাক ফ্ৰ'মৰ মূৰৰ ওপৰত থকা ওখ বাটেদি উঠি গৈছে। অলপ পাছতে সি দেখিলে, ডেনিচ এডি জাপমাৰি গাড়ীৰ পৰা নামি এহাতে ঘোঁৰাটোৰ লাগামডাল ধৰি মেটিৰ ওচৰত থিয় দিলেহি। কিন্তু মেটিয়ে অতি নম্ৰ ভাবে "না" কৰিলে। ফ্ৰ'মৰ যিখন হিয়াই এতেপৰে এটা কুটিল সন্দেহৰ মজত তোলপাৰ কৰি আছিল--এইবাৰ সেই হিয়াই স্বস্তিবোধ কৰিলে। মুহূৰ্তৰ ভিতৰতে শ্লেজ গাড়ীখন গুচি যোৱাৰ শব্দ তাৰ কাণত পৰিল। দেখিলে গিৰ্জাৰ সন্মুখৰ পিনে বৰফে ঢাকি থোৱা বাটটোৰেদি মেটি গৈ আছে।

ভেৰনাম পৰিয়ালৰ দুৱাৰমুখত থকা স্প্ৰুচ্‌ গছবোৰৰ ক'লা ছাঁৰ তলত এথানে মেটিক লগ ধৰিলেগৈ। মেটিয়ে এথানক দেখা মাত্ৰকে বৰ খৰকৈ মাত্ৰ কলে--"অ'।"

"তুমি ভাবিছিলাঁ চাগৈ মই তোমাৰ কথা পাহৰি গ'লোঁ, নহয়নে মেটি?" এই বুলি ভেড়াবোৰে আনন্দ প্ৰকাশ কৰাদি এথানে সুধিলে।

তাই অতি গম্ভীৰভাবে কলে : "মই ভবিছিলোঁ কিজানি মোক নিবলৈ আজি তুমি আহিব নোৱাৰিবাঁ।"

"নোৱাৰিম? পৃথিবীৰ কিহে মোক নহাকৈ ৰাখিব পাৰিব, মেটি?"

"মই শুনিছিলোঁ জীনা পেহীৰ গাটো আজি বৰ ভাল নাছিল।"

"অ', তেওঁ দেখোন আজি বহুত দিন বিচনাত পৰিয়েই আছে।" এথান থমকি ৰ'ল আৰু মেটিক সুধিলে,--"তেন্তে তুমি অকলেই ঘৰলৈ উলটিব খুজিছিলা নেকি?"

"মই সমূলি ভয় নকৰোঁ।" তাই হাঁহি হাঁহি ক'লে। স্প্ৰুচ্‌ গছৰ আন্ধাৰত সিহঁত দুয়ো থিয় দি ৰ'ল, তৰাভৰা আকাশ ৰ তলত এখন শূন্য পৃথিৱী সিহঁত দুয়োৰে চাৰিউফালে জলমলাই উঠিল। এথানে প্ৰশ্ন কৰিলে :

"মই নাহোঁ বুলি যদি ভাবিছিলাই তেন্তে ডেনিচ এডিৰ গাড়ীত নগলা কিয়?"

"কেলেই? তুমি ক'ত আছিলা? তুমি জানিলা কেনেকৈ? মইতো তোমাক দেখা নাই!"

গোট মাৰি থকা বৰফ বসন্তৰ ৰ'দৰ তাপত গ'লি ঝৰণাই দি বাগৰি অহাৰ দৰে তাইৰ আশ্চৰ্য ভাব আৰু এথানৰ হাঁহিৰ খলক বাগৰি গ'ল। এথানে পেটে পেটে ভাবিলে--সি কিজানি আজি কিবা এটা অতি কৌশলপূৰ্ণ আচৰিত কাম কৰিলে। তাৰ অন্তৰত উদয় হোৱা এই আবেগৰ কম্পন বেছি পৰ ৰখিবৰ মনেৰে ব্যাকুল কণ্ঠেৰে এথানে কলে : "আহাঁ"।

সি তাৰ এখন হাত মেটিৰ হাতত লগাই দিলে, এডিয়ে যেনে কৰিছিল, আৰু কল্পনা কৰিছিল মেটিৰ হাতৰ কোমল পৰশ তাৰ হাতত লাগিছে। কিন্তু তেতিয়াও কোনোটিয়েই লৰচৰ কৰা নাই। ঠাইটুকুৰা ইমান আন্ধাৰ যে এথানে তাৰ বাউসীৰ কাষতে থকা মেটিৰ মূৰটো পৰ্যন্ত দেখা পোৱা নাছিল। অলপ চাপৰি সি নিজৰ গালখন মেটিৰ স্কৰ্ফখনত ঘঁহাব খুজিছিল। তাৰ ইচ্ছা হ'ল যেন গোটেই ৰাতি সেই আন্ধাৰৰ মাজতে থিয় দি থাকিব। মেটি দুই এখোজ আগবাঢ়ি গ'ল। তাৰ পাছত কৰবেৰী আলিৰ গড়াটোৰ ফালে চালে। বৰফ পৰি পিছল হৈ থকা চাপৰৰ পৰা ওখলৈ উঠি যোৱা সেই বাটটো অজস্ৰ গাড়ীৰ চকাৰ ঘঁহনি খাই আঁক পৰা আইনাৰ দৰে হৈ পৰিছিল।

"জ্ৰোন পৰাৰ আগতে ইয়াত বহুত মানুহৰ সমাগম হৈছিল।"

"কেতিয়াবা এদিন ৰাতি তুমিও আহিব খোজানে?" এথানে সুধিলে।

"আহিবানে সঁচাকৈয়ে এথান? আহিলে কিন্তু বৰ ভাল লাগিব।"

"যদি জোনৰ পোহৰ ওলাই, কাইলৈ আমি আহিম।"

এথানৰ কাষ চাপি আহি তাই ক'লে, "নেড্‌ হেইল আৰু কথ ভেৰনাম সৌ ডাঙৰ এলম্‌ গছ জোপাৰ তললৈকে বাগৰি গৈছিল। আমি ভবিছিলোঁ তেওঁবিলাক কিজানি মৰিব।" তাইৰ ভয়ত কঁপি উঠা হাতৰ পৰশ এথানৰ হাতেদি বাগৰি গ'ল। "ঘটনাটো যে সিমান সাংঘাতিক নহ'ল, সেইবাবে তেওঁবিলাক বৰ ভাগ্যবান। তেওঁবিলাক বৰ সুখী।"

"নেডে ভালকৈ ষ্টিয়েৰিং ধৰিব নোৱাৰে। মই কিজানি তোমাক ভাল ভাবেই নমাই দিব পাৰিম।"

ডেনিচ এডিৰ দৰে তায়ো ডাঙৰ ডাঙৰ কথা কৈছিল। এথান সচেতন হৈ উঠিল। আনন্দ বৰ বেছি হোৱা বাবে এথান অসংযত হৈ পৰিছিল। মেটিয়ে যিমান অন্তৰস্পৰ্শী ভাবে "তেওঁবিলাক বৰ সুখী" বুলি ক'লে, তাৰ পৰা এথানৰ মনত ধাৰণা হ'ল যে তাকে লক্ষ্য কৰিহে কিজানি মেটিয়ে সেইদৰে কৈছে।

"তেনেহলে এই গছজোপা বৰ সাংঘাতিক। এই জোপা কাটি পেলোৱাহে ভাল।"

"মোৰ লগত গ'লেও গছ জোপাৰ বাবে তোমাৰ ভয় লাগিব নেকি?"

"তোমাক কেঁছোঁৱেই দেখোন। মই ভয় খোৱা বিধৰ ছোৱালী নহওঁ।" তাৰ পাছত বেগাই খোজ দি যাবলৈ ধৰিলে।

ভাবৰ এই প্ৰৰিবৰ্তনবোৰেই আছিল এথানৰ নৈৰাশ্য আৰু আনন্দ। তাইৰ মনৰ গতিবোৰ ঠিক গছৰ ডালত থুপ খাই থকা চৰাইবোৰৰ দৰে অগণন আছিল। নিজৰ মনৰ ভাব প্ৰকাশ কৰিবৰ বা মেটিৰ ভাব-চিন্তাবোৰ জগাই তুলিবলৈ তাৰ ক্ষমতা নাছিল--ইয়াকে ভাবি চাই থাকোঁতে মেটিৰ কণ্ঠস্বৰৰ পৰিবৰ্তনবোৰ তাৰ কাৰণে বৰ গুৰুত্বপূৰ্ণ যেন লাগিছিল। কেতিয়াবা সি ভাবিছিল কিজানি মেটিয়ে তাৰ মনৰ কথাটো বুজিব পাৰিছিল; এইদৰে ভাবি তাৰ ভয়ো লাগিছিল। কেতিয়াবা আকৌ সি ভাবিছিল মেটিয়ে তাৰ মনৰ কথা সমুলি নুবুজিলে-তেতিয়া সি হতাশ হৈ মৰহি পৰিছিল। আজি ৰাতি শঙ্কাৰ হেঁচাত তাৰ মন নৈৰাশ্যৰ ফালেই বেছিকৈ দোঁ খালে। তাইৰ আওকণীয়া ভাবে এথানৰ মন আৰু চেঁচা কৰি পেলালে। ডেনিচ এড্‌ৰিৰ লগ এৰি তাই খোজ কাঢ়ি আহিবলৈ ওলোৱা সময়ত এথানৰ মনত যি আনন্দ হৈছিল, এতিয়া সেই আটাইবোৰ আন্দন-উলাহ সেমেকি আহিল। সি তাইৰ কাষে কাষে স্কুলহাউচ পাহাৰৰ ওপৰলৈ উঠিল আৰু তাৰ কাঠৰ মিলটোলৈ যোৱা সৰু বাটটো নোপোৱালৈকে মাতবোল নোহোৱাকৈ খোজ দিলে। তেতিয়া তাৰ মনত লাগিলে যে, মেটিৰ পৰা এটা নিশ্চিত কথা সি পোৱা উচিত। তাৰ মন সবল হৈ উঠিল।

"ডেনিচ এড্‌ৰিৰ লগত শেষৰ নাচটো নিদিয়াহেঁতেন তুমি নিশ্চয় মোক দেখা পালাঁহেতেন।" হঠাৎ এই কেনেবা কথাটো এথানে কৈ পেলালে। ডেনিচৰ নামটো উচ্চাৰণ কৰোঁতে তাৰ কণ্ঠৰ মঙহবোৰ যেন টান হৈ পৰিছিল।

'এথান, তুমি যে তাত আছিলা সেই কথা মই জানিম কেনেকৈ?'

ইয়াৰ উত্তৰ দিয়াতকৈ জোকাৰ খাই মাত মতাদি এথানে মাত্ৰ কৈ গ'ল,- 'মানুহে কোৱা কথাবোৰ মিছা নহয়।'

মেটি থমক্ খাই ৰ'ল ; আৰু এথানে অনুভৱ কৰিলে, আন্ধাৰৰ মাজতো যেন তাই তাৰ ফালে ব্যগ্ৰভাৱে চাইছে। 'মানুহে নো কি কয়? কোঁৱাচোন, শুনোঁ।'

'তুমি যে আমাক এৰি এদিন গুচি যাবা, এই কথাটো অতি সত্য,' এথানৰ মনত উদয় হোৱা চিন্তাবোৰৰ পৰাই এই কথা ওলাই আহিল।

'মানুহে এনেকৈয়ে কৈছেনে'? তাই উপলুঙা কৰি ক'লে। তাৰ পাছত তাই মিঠামাতেৰে ক'লে,- 'তুমি বোধহয় জীনা পেইীৰ কথা কৈছা,- সেইটো সঁচা কথা, তেওঁৰ লগত দেখোন মোৰ আজিকালি মন নিমিলা হৈছে।'

তেওঁবিলাকৰ হাত দুখন এৰাএৰি হ'ল আৰু দুয়ো থৰ লাগি ৰৈ গ'ল। পৰস্পৰ মুখৰ পিনে চাবলৈ ধৰিলে।

" মই জানোঁ, এই বয়সত মই যিমান লচ্‌পচী হোৱা উচিত আছিল, সিমান নহওঁ।' তাই কৈ গৈছে। আৰু এথান উওৰ বিচাৰি বিমোৰত পৰিছে। "দৰ্মহা দিয়া ছোৱালী ৰাখিলে যিখিনি কাম কৰিলেহেঁতেন, তাৰ লগত মোৰ কামৰ তুলনাই নহয়। মোৰ গাত সিমান বল-শক্তিও নাই। কিন্তু মাজে মাজে মই লক্ষ্য কৰিছোঁ, জীনাই মোৰ কাম-কাজবোৰৰ কাম যেনেই নেদেখে--কিয় যে এনে হৈছে, মই নিজেই ধৰিব পৰা নাই।" কওঁতে কওঁতে হঠাৎ তাইৰ খং উঠা যেন লাগিল। "এথান ফ্ৰ'ম, তুমি অন্ততঃ মোক মন খুলি তোমাৰ মনৰ কথা কোৱা উচিত। অৱশ্যে যদি মই গুচি যোৱাটো তুমিও কামনা কৰাঁ"--

"তুমিও কামনা কৰাঁ!" কথষাৰে তাৰ কটা ঘাৱ ওপৰত যেন দৰৱৰ প্ৰলেপহে সানি দিলে। লোহাৰ আকাশ গ'লি আহিল আৰু মৌ বৰষিবলৈ ধৰিলে। মনৰ আটাইখিনি কথা একেলগে প্ৰকাশ কৰিব পৰা এটা শব্দ বিচাৰি এথান ব্যতিব্যস্ত হ'ল আৰু আকৌ তাৰ হাত মেটিৰ হাতৰ লগ লাগিল। গম্ভীৰ অনুভূতিৰে মৰমলগা মাতেৰে এথানে মাত্ৰ ক'লে--"বলাঁ।"

হেমলক গছৰ ছাঁ-পৰা আন্ধাৰ বাটটোৰেদি নিমাত নিস্তব্ধ হৈ দুয়ো আগবাঢ়ি গৈ থাকিল। এথানৰ কাঠৰ মিলটো ৰাতিৰ আন্ধাৰৰ মাজত ডুব গৈ আছে। তাৰ পাছত তেওঁবিলাক অলপ মুকলি পথাৰৰ মাজেদি যাবলৈ ধৰিলে। তেওঁবিলাকৰ দৃষ্টিত পৰিল যেন তৰালি আকাশৰ তলত নিৰ্জন গাওঁখন হেমলক গছবোৰৰ পৰা অলপ দূৰত গোলাকাৰ হৈ গোট খাই আছে। বাটৰ মাজে মাজে একো ঠাইত মাটিবোৰ দ'ম হৈ পৰি আছে, একো ঠাইত গছৰ ছাঁ পৰি আন্ধাৰ হৈ আছে। মাজে মাজে কবৰৰ দৰে নিৰ্জন শীতল পথাৰৰ মাজত দুই এটা পঁজা ঘৰ চকুত পৰে। নিস্তব্ধ নিমাত ৰাতি--ভৰিৰ তলত থকা বৰফবোৰৰ ওপৰেদি খোজ দিওঁতে উঠা মুৰুক্ মুৰুক্ শব্দটো পৰ্যন্ত তেওঁবিলাকৰ কাণত পৰিছিল। অলপ দূৰৰ হাবিৰ মাজত এজোপা গছৰ ডাল এটা ভাগি পৰা শব্দটোও কাণত বন্দুকৰ শব্দ যেন লাগিছিল। হঠাৎ কেনিবা এটা শিয়ালে হোৱা দিয়া শুনিয়েই মেটিয়ে উচাপ খাই আহি ফ্ৰ'মৰ নিচেই ওচৰ চাপি বেগাবেগিকৈ খোজ দিবলৈ ধৰিলে।

এথানহঁতৰ পদূলিত থকা দেবদাৰু গছবোৰ সিহঁতৰ চকুত পৰিল। তেওঁবিলাক পদূলিৰ ওচৰ চাপি আহিল, ঘৰ পালোঁহি বুলি ভাবি দুয়োৰে ভাল লাগিল। এথানৰো মুখত মাত ওলাল।

"তেনে তুমি আমাক এৰি গুচি নোযোৱাঁ। মেটি?"

"যাব খুজিলেনো যাম কলৈ?"

মেটিৰ উত্তৰে এথানৰ বুকুত গেজগেজনি তুলিলে কিন্তু কথাকোৱা সুৰটোৰ কোমলতাই তাৰ মনত আনন্দ দিলে। সি কি

---
এথান ফ্ৰ'ম

ক'ব কি নক'ব পাহৰি গ'ল আৰু মেটিক তাৰ গাৰ ফালে টানি আনিলে। যেন মেটিৰ গাৰ উম্ আহি তাৰ শিৰাই শিৰাই বৈ গ'ল।

"তুমি কান্দিছানেকি মেটি?"

"নাই, কান্দিম কেলেই?"

তেওঁবিলাক পদুলিৰ ওচৰ পালেহি। সেইখিনিতে বেৰি থোৱা ঠাই এটুকুৰাত ফ্ৰ'ম পৰিয়ালৰ মৃতকসকলৰ কবৰৰ স্মৃতি-ফলিবোৰ আছে। এতিয়া বৰফ পৰি ঢাক খাই আছে। এথানে উৎসুক হৈ সেইফালে চাই থাকিল। বছৰৰ পাছত বছৰ ধৰি এই স্মৃতি-ফলিবোৰে তাৰ মনৰ চঞ্চলতাবোৰ ঢাকি থৈছে। তাৰ জীৱন যাত্ৰাৰ বাসনাবোৰ উদাসীন কৰি থৈছে।

"আমি কেতিয়াও তোমাক যাবলৈ এৰি নিদিওঁ, মেটি!"

সি এনে ভাবে কথাবোৰ ক'লে যেন কবৰত থকা মৃতসকলেও শুচি নাযাবলৈ মেটিক কাকুতি কৰিছে। কবৰবোৰৰ ওচৰেদি যাওঁতে এথানে ভাবিবলৈ ধৰিলে ঃ " আমি দুয়ো ইয়াত সদায় থাকিম। এদিন ইয়াতে মোৰ কাষতে তেওঁ ইয়াতে বাস কৰিবহি।"

যাওঁতে যাওঁতে বাটত এথানে এনেকুৱা কথাবোৰকে মনে মনে ভাবি গৈছিল। যেতিয়া সি এনেকুৱা স্বপ্ন-বিভোৰ হৈ থাকে তেতিয়া মেটিক যিমান ভাল লাগে, তেনেকৈ অইন সময়ত ভাল নালাগে। কিবা এটাত উজুটি খাই মেটি হাম্‌খুৰি খাই পৰিব খোজোঁতে এথানৰ চোলাটোত থাপ্ মাৰি ধৰিলে। এথানৰ দেহত যি তপত সোঁত বৈ গ'ল, সি যেন তাৰ অনুভূতিবোৰৰেই বিস্তৃতি। এইয়ে প্ৰথম সি মেটিক তাৰ দুই হাতৰ মাজত সাবটি মাৰি ধৰিলে। তায়ো একো বাধা নিদিলে। তেওঁবিলাক এনে ভাবে আগবাঢ়ি গৈছিল যেন, বাৰিষা কালৰ নৈৰ সোঁতহে বাগৰি গৈছে।

খোৱা-বোৱা হৈ গ'লেই জীনা সদায় শুবলৈ গুচি যায়। ঘৰটোৰ খিৰিকীবোৰ আন্ধাৰ। এজোপা মৰা লতাগছ বাৰান্দাত ওলমি আছিল। ঘৰত কোনোবা মৰিলে যেনেকৈ ক'লা ফিটা বান্ধি দিয়া হয়, ঠিক সেইদৰে এথানৰ মনত হঠাৎ ভাব হ'ল, যদি জীনাৰ মৃত্যুৰ কাৰণেই এইটো হ'লহেঁতেন। তাৰ পাছত সি ভালকৈ দেখিলে। জীনা শোৱা-কোঠাত শুই আছে, মুখখন অলপ মেলখাই আছে। কাষতে এটা সৰু গামলাত নকল দাঁত দুপাৰি।.. ....

তেওঁবিলাক উলটি ঘৰৰ পিছফালে আহিল। সেইপিনে বৰ ঘন গুজবেৰী গছৰ জোপাবোৰ আছে। জীনাই ৰান্ধনীঘৰৰ চাবিটো সদায় যি ঠাইত লুকাই থয় সেই পিনে এথান গ'ল। তাৰ মগজ তেতিয়াও স্বপ্নৰ ৰাগীত গধুৰ , তেতিয়াও মেটিক হাতেৰে টেপা মাৰি ধৰিয়েই আছে। ''মেট'' বুলি সি সম্বোধন কৰিলে কিন্তু কি ক'ব, কি নক'ব একো ঠাৱৰ কৰিব নোৱাৰিলে।

মেটিয়ে একোকে নকৈ এথানৰ পৰা গা এৰুৱাই দিলে। এথানে কুজাকুজিকৈ চাবিটো বিচাৰিলে।

পোন ভাৱে থিয় দি এথানে ক'লে-''ক'তা আগৰ ঠাইত দেখোন চাবিটো নাই!"

বৰফে ঢকা আন্ধাৰৰ মাজত বৰকৈ চকু মেলি দুয়ো দুয়োকে চাবলৈ লাগিল। এনেকুৱা আগেয়ে কাহানিও হোৱা নাছিল। মেটিয়ে অকণ অকণ কপা মাতেৰে আৰু নিচেই সৰু সৰুকৈ ক'লে "পাহৰিলা চাগৈ !" কিন্তু দুয়ো বুজে যে, জীনাই ভুল নকৰে।

কিছুপৰ কাৰো মাতবোল নাই। দুয়ো একান্তমনে কাণপাতি কিবা শুনিছে। সেই নিস্তব্ধতা ভাঙি মেটিয়ে ক'লে, "কিজানি বৰফৰ মাজত পোত খালে!'

ঠিক একে সুৰতে এথানে ক'লে, "কিজানি কোনোবাই পাই লৈ গ'ল!" আন এটা উম্মও চিন্তাৰ ঢৌ উঠিল তাৰ মনত। যদিহে চোৰে পাই লৈ গ'ল, তেতিয়া কি হ'ব।

আকৌ শহাকনীয়া হ'ল। সি মনে মনে ভাবিলে সি ঘৰটোৰ ভিতৰত দূৰৰ পৰা অহা শব্দ এটা শুনিছে। সি তাৰ জেপৰ পৰা জুইবাঁহটো উলিয়াই কাঠি এটা মাৰিলে। আঁঠু কাঢ়ি কাঠিটোৰ পোহৰেৰে দুৱাৰ দলিত জমা হৈ থকা বৰফবোৰৰ মাজত চাবিটো বিচাৰিবলৈ ধৰিলে।

সি তেতিয়াও আঁঠু কাঢ়িয়েই আছিল। দুৱাৰ দ'লিৰ ফাঁকেদি এটা অতি ক্ষীণ পোহৰৰ ৰেখা তাৰ চকুত পৰিল। এই নিৰ্জন ঘৰখনত কোন ঘূৰি ফুৰিছে? ছিৰিত কাৰ ভৰিৰ শব্দ? এনেকৈ ভাবোঁতে তাৰ মনত চোৰৰ ভয় সোমাল। হঠাৎ দুৱাৰখন মুকলি হৈ গ'ল। সন্মুখত থিয় হৈ আছে তাৰ ঘৈণীয়েক।

দীঘল দেহাটো ভেমেচা কৰি থিয় দি আছিল জীনা। বুকুৰ ওপৰত এহাতে বে'ডক'ভাৰ এখন আৰু সিখন হাতত এটা লণ্ঠন। লণ্ঠনটো থুতৰিৰ ওপৰত আছিল। এথানৰ মন তেতিয়াও মেটিৰ লগত থকা গোলাপী সময়খিনিতেই আছিল। সেই কাৰণে তাৰ নিমিত্তে সেইবোৰ সাৰ পোৱাৰ আগৰ শেষ-সপোনৰ গভীৰ ৰাগীৰ দৰে। তাৰ ঘৈণীয়েকজনী দেখিবলৈ কিহৰ নিচিনা সেইটো যেন সি আগেয়ে কেতিয়াও জনাই নাছিল।

একো কথা নোকোৱাকৈ জীনা আঁতৰি গুচি গ'ল, আৰু মেটি আৰু এথান ৰান্ধনী-ঘৰলৈ সোমাল, ঘৰটো শিল যেন চেঁচা।

"মোৰ মনেৰে তুমি আমাৰ কথা পাহৰিয়েই গৈছিলা, নহয় নে জীনা?" এই বুলি ধেমালিৰ সুৰত এথানে ক'লে আৰু কৈ থাকোতে বৰফবোৰ খুন্দিয়াই জোতাৰ পৰা এৰুৱালে।

"নহয়, মোৰ আজি বৰ অকলশৰীয়া অকলশৰীয়া যেন লাগিছিল, মোৰ সমুলি টোপনি নধৰিলে।"

মেটিয়ে আগবাঢ়ি আহি তাইৰ গাত থকা কাপোৰখন সোলোকাবলৈ ধৰিলে।

এথান ফ্ৰ'ম

স্কাৰ্ফখনৰ চেৰীফুলৰ ৰংটোৰ দৰেই তাইৰ ওঁঠ দুটা আৰু গাল দুখন জিলিকি পৰিছিল। "মই বৰ বেয়া পাইছোঁ; জীনাপেহী! মই কৰিব পৰা কিবা কাম আছে নেকি?"

"নাই, একো নাই।" এই বুলি জীনা তাইৰ ওচৰৰ পৰা আঁতৰি গ'ল। তাৰ পাছত গিৰিয়েকৰ ফালে চাই কলেঃ "বৰফবোৰ তুমি বাহিৰতে এৰুৱাই আহিব পাৰিলাঁহেঁতেন।"

সিহঁত দুয়োতকৈ আগতে জীনা ওলাই আহিল আৰু হলটোৰ মাজত থমকি ৰৈ বাউসীৰ ওপৰলৈকে লণ্ঠনটো তুলি ধৰিলে। সিহঁতক ছিৰিয়েদি ওপৰলৈ উঠা বাটটো দেখুৱাবলৈকে তেনে কৰিছিল যেন।

এথানো থমকি ৰ'ল। তাৰ কোটটো আৰু টুপীটো ওলোমাই থবলৈ হাঁকোটাডাল কেনি আছে চাবৰ কাৰণে। দুটা শোৱা-কোঠাৰ দুৱাৰ মুখ দুখন মুখামুখী। আজি ৰাতি এই কথাটো তাৰ কাৰণে বৰ অশান্তিকৰ যেন লাগিছিল যে, জীনাৰ পাছে বাট-বুলাটো মেটিয়ে দেখিছে।

"মই এতিয়াই ওপৰলৈ নাযাওঁ।" ৰান্ধনী ঘৰৰ ফালে ভৰি আগবঢ়াই এথানে ক'লে।

জীনা খপ্ কৰে ৰৈ গ'ল আৰু তাৰ ফালে চালে।

"এতিয়া তললৈ গৈ কি কৰাগৈ?"

"মই এবাৰ মিলৰ হিচাপ-পত্ৰবোৰ চাই আহিব লাগে।"

তাই তাৰ ফালে চায়েই থাকিল। চিম্‌নী নথকা লণ্ঠনটোৰ পোহৰত তাইৰ মুখৰ আঁকবোৰ আৰু গালৰ টিঙনা, অনুবীক্ষণ-যন্ত্ৰত বেমাৰৰ জীবানুবোৰ চকুত পৰাদি, ওলাই পৰিল।

"ইমান ৰাতি মিললৈ যাবানে? জাৰত মৰিবা। জুই কেতিয়াবাই নুমাল।"

একো উত্তৰ নিদি ফ্ৰ'ম ৰান্ধনি ঘৰৰ ফালে গ'ল। যাওঁতে যাওঁতে তাৰ বেঁকা দৃষ্টি মেটিৰ বেঁকা দৃষ্টিৰ স'তে লগ লাগি গ'ল। আৰু তাৰ ধাৰণা হ'ল যেন মেটিৰ দৃষ্টিত এটা সাৱধানৰ ইংগিত আছিল। পাছ মুহূৰ্ততে দুয়োৰে দৃষ্টি মেটিৰ গালৰ চিক্‌চিকনিত মিহলি হৈ গ'ল। জীনাৰ পাছে পাছে মেটি ছিৰিয়েদি ওপৰলৈ উঠিল।

'সঁচাকৈয়ে। ইয়াত আজি বৰ বিকট জাৰ পৰিছে।' এথানে স্বীকাৰ কৰিলে, তাৰ পাছত জীনা সাৰে থাকোঁতে থাকোঁতেই সি মূৰটো দোঁৱাই ওপৰলৈ উঠি গ'ল। ঘৈণীয়েকৰ পাছে পাছে সিহঁতৰ কোঠাৰ আগেদি গুচি গ'ল।

---

এথান ফ্ৰ'ম

# অধ্যায় - তিনি

তাৰ কাঠৰ মিলটোৰ দ'ম হৈ থকা কাঠবোৰৰ তলত পৰি থকা কিছুমান কাঠ বাহিৰলৈ উলিয়াই থাক্‌বোৰ চিজিল কৰিবৰ কাৰণে পাছদিনা নিচেই পুৱাতে এথান ওলাই গ'ল।

জাৰকালিৰ সেই পুৱাটো ফটিকৰ দৰে নিৰ্মল হৈ আছিল। ফৰকাল আকাশত ওলাই অহা বেলিটো ৰঙা হৈ জ্বলি উঠিছিল, কাঠৰ দ'মটোৰ ওপৰত সূৰ্যৰ পোহৰটো ক'লা চানেকীয়া নীল বৰণীয়া হৈ পৰিছিল আৰু বগা, জিকমিকাই থকা পথাৰৰ সিপাৰে বহুত দূৰত থকা হাবিবনবোৰ ধোৱাঁৰ মাজত ওপঙি থকা যেন লাগিছিল।

নিচেই পুৱাৰ নিস্তব্ধতাৰ মাজত তাৰ বাহুৰ মাংসপেশীবোৰ নিত্য কৰ্মত লাগি গ'ল আৰু তাৰ হাওঁফাওঁ দুখন পৰ্বতৰ পৰা বৈ অহা নিৰ্মল বতাহত ফুলি উঠিল। এথানে তেতিয়া পৰিস্কাৰ ভাবে তাৰ মনত লাগি থকা কথাবোৰ চিন্তা কৰিবলৈ ধৰিলে। আগদিনা ৰাতি কোঠাত সোমাই দুৱাৰ বন্ধ কৰাৰ পাছৰ পৰা পুৱালৈকে জীনাৰ লগত এথানৰ একো কথা-বাৰ্তা হোৱা নাছিল। বিচনাৰ দাঁতিৰ চ'কী এখনৰ ওপৰত থকা দৰবৰ বটল এটাৰ পৰা এপালি ঔষধ বাকী লৈ ঢোক গিলাৰ পাছত জীনাই এখন হালধীয়া ৰঙৰ ফ্লেনেল কাপোৰেৰে মূৰটো ঢাকি সিফালে মুখ কৈ শুই থাকিল। এথানে বৰ লৰালৰিকৈ সাজ-পাৰ সলালে আৰু লণ্ঠনটো নুমাই দিলে যাতে সি জীনাৰ কাষত শোওতে জীনাক দেখা নাপায়। সি যেতিয়া বিছনাত দীঘল দিব খুজিলে, তেনে সময়তে তাৰ কাণত পৰিল যেন মেটিয়ে তাইৰ কোঠাত ঘুৰি ফুৰিছে আৰু তাইৰ মমবাতিডালৰ পোহৰ আহি বাৰান্দাত পৰিছেহি। পোহৰৰ এটা জান-নেজান খীণ ৰেখা, কথমপি মনিব পৰা,- তাৰ দুৱাৰৰ তলেদি দেখা গৈছিল। নুমাই নোযোৱালৈকে এথানে সেই পোহৰটোৰ ফালে চাই থাকিল। সেই অকণমান পোহৰটো নুমাই যোৱাৰ পাছত কোঠাটো সম্পূৰ্ণ আন্ধাৰ হৈ পৰিল। উদফাই বেমাৰী জীনাৰ ডিঙিৰ ঘেৰঘেৰণিৰ বাহিৰে কাৰো ক'তো মাতবোল নাই। খেলিমেলি ভাবে এথানে অনুভৱ কৰিলে যে সি ভাবি-চিন্তি ঠাৰৰ কৰিবলগীয়া বহুত কথা আছে। কিন্তু তাৰ নাচি থকা শিৰা-উপশিৰাবোৰ আৰু ক্লান্ত মগজুত এটা উতলনি উঠি আছিল : তাৰ বাহুদুটাৰ লগত মিলা মেটিৰ বাহুৰ উম্‌টো। সি যেতিয়া মেটিক সাবত মাৰি ধৰিছিল তেতিয়া তাইক কিয় চুমা নিদিলে? কেই ঘণ্টামানৰ আগেয়ে হোৱা হেঁতেন কিজানি সি এই প্ৰশ্নটো নিজকে নুসুধিলেহেঁতেন। আনকি কেই মিনিটমানৰ আগেতে সি আৰু মেটি যেতিয়া ঘৰটোৰ বাহিৰ পিনে আন্ধাৰত থিয় হৈ আছিল, সেই সময়ত সি হয়তো মেটিক চুমা খোৱা কথাটো ভাবিবলৈও তাৰ সাহ নহৈছিল। কিন্তু যেতিয়া সি লণ্ঠনৰ পোহৰত মেটিৰ ওঁঠ দুটা দেখিলে, তেতিয়াৰ পৰাই সি অনুভৱ কৰিছে সেই দুটা ওঁঠ একমাত্ৰ তাৰহে।

এতিয়া, পুৱাৰ উজ্জ্বল বতাহত, তাইৰ মুখখন আকৌ তাৰ চকুৰ আগত ভাঁহি উঠিল। সেই মুখখন যেন ওলাই অহা সূৰ্য্যৰ হেঙুল বৰণ আৰু বৰফৰ ওপৰত পৰা জিকমিকনিটোহে। ষ্টাৰ্কফিল্ডলৈ অহাৰ পাছৰ পৰা ছোৱালীজনীৰ কিমান পৰিৱৰ্তন হ'ল! প্ৰথম ষ্টেশানত লগ পাবৰ দিনা তাই কেনেকুৱা ভেবা লাগি চাই থকা বিধৰ ছোৱালী আছিল! তাই আহি ইয়াত পোৱা প্ৰথম জাৰটোত কেনেকৈ তাই কঁপি কঁপি আছিল। উত্তৰ ফালৰ পৰা অহা শিল ধুমুহাই যেতিয়া পাতল কাঠৰ বাৰান্দাটো জোকাৰি আছিল আৰু খিড়িকীত আহি টুকুৰাটুকুৰ বৰফবোৰ পৰিছিলহি — তেতিয়া কেনেকৈ জাৰত তাই কৈঁকুৰি আছিল।

এথানৰ আশঙ্কা হৈছিল, কিজানি, এনেকুৱা জাৰ, এনে নিঃসঙ্গ অৱস্থা আৰু কঠোৰ জীৱনৰ প্ৰতি মেটিৰ ঘৃণা জন্মিব। কিন্তু কাহানিও তিলমানো অসন্তোষৰ ভাব মেটিৰ মনত নজন্মিল। জীনাই মেটিৰ এই সহনশীলতাৰ ব্যাখ্যা অৱশ্যে অনাৰকমেহে দিছিল। আনফালে কেনিও যাবলৈ ঠাই নথকা বাবে ষ্টাৰ্কফিল্ডত তাই জীনাৰ আশ্ৰয়ত থকা বাবেহে তাই এনে কষ্ট সহ্য কৰিছিল। কিন্তু জীনাৰ এই অনুমান এথানৰ মনোগ্ৰাহী নহ'ল। সি যি হওক, জীনাই নিজৰ কাৰণে এনে ব্যাখ্যা কৰা নাছিল।

এই ছোৱালী জনীৰ কাৰণে এথানৰ বৰ পুতৌ হৈছিল অকল এই বাবে যে, দুৰ্ভাগ্যৰ তাড়নাত তাই আহি এইখিনি পালেহি জীনাবিয়া ফ্ৰ'মৰ এজন সম্পৰ্কীয় ককায়েকৰ জীয়েক এই মেটি চিলভাৰ। সিহঁতৰ পূৰ্বপুৰুষ পৰ্বতৰ পৰা নামি আহি কনেক্‌টিকাট নামে ঠাইতে বসতি কৰেহি। সিহঁতৰ বংশগত স্বভাৱটোত ঈৰ্ষা আৰু আনন্দৰ ভাব মিহলি হৈ আছিল। সেই ঠাইতে পূৰ্বপুৰুষ জনে ষ্টামফৰ্ডৰ এজনী ছোৱালী বিয়া কৰালে। সময়ত সেই ছোৱালীজনীৰ বাপেকে কৰি থকা ঔষধৰ ব্যৱসায়টো তেওঁৰ হাতলৈ আহিল। দুৰ্ভাগ্যবশত উচ্চাকাঙ্খী অ'ৰিয়ন চিলভাৰ অতি কম বয়সতে মৰি এই কথাটোকে প্ৰমাণ কৰি গ'ল যে যেনে কাম তেনে ফল শেষত মানুহে পায়। ধন ঘটাৰ উপায় কি আছিল সেইটো তেওঁৰ হিচাপ-পত্ৰৰ বহীবোৰৰ পৰা সুন্দৰকৈ ওলাই পৰিল। তেওঁ সেই বহী-পত্ৰবোৰ পৰীক্ষা কৰা হ'ল পয়োভৰেৰে পতা সকামৰ পিছত। এনে কৰাটো অৱশ্যে ঘৈণীয়েক আৰু জীয়েকৰ কাৰণে ভালৰ

কথাই। আচল কথাটো ওলোৱাৰ পাছতে ঘৈণীয়েকৰ মৃত্যু হ'ল। পঞ্চাশ ডলাৰত পিয়ানোটো বিক্ৰী কৰি মেটিয়ে নিজৰ জীৱিকাৰ বাট উলিয়াবৰ কাৰণে উপায় বিচাৰিলে।

এই উদ্দেশ্যে তাইৰ সম্বল, যদিও বিবিধ প্ৰকাৰৰ আছিল। সেয়ে যথোপযুক্ত নাছিল। তাই টুপী সাজিব জানিছিল, মিস্ত্ৰী তৈয়াৰ কৰিব পাৰিছিল, দুই এটা কবিতাৰ আবৃত্তি কৰিব পাৰিছিল আৰু পিয়ানোত কেইটামান ভাল সুৰৰ গীত গাব জানিছিল। তাই ষ্টেনগ্ৰাফী আৰু বুক-কিপিং শিকিবৰ কাৰণে চেষ্টা কৰিলে। কিন্তু ইতিমধ্যে তাইৰ স্বাস্থ্য বেয়া হৈ আহিল। প্ৰায় ছমাহমান এটা গুদামত থিয় হৈ কাম কৰোঁতে কৰোঁতে স্বাস্থ্যৰ বেয়া অৱস্থা আৰু বেছি বেয়া হ'ল। অনেক উপায় বুদ্ধি কৰি মেটিৰ বাপেক ওচৰ-সমন্ধীয়া কেবাঘৰো মানুহৰ সাঁচতীয়া ধন তেওঁৰ হাতত জমা ৰাখিছিল। অবিয়ন চিলভাৰৰ মৃত্যুৰ পাছত মেটি যেতিয়া অকলশৰীয়া হ'ল, তেওঁ বিলাকে সৎ খ্ৰীষ্টীয়ান বিলাকৰ দৰে অপকাৰৰ সলনি উপকাৰ কৰা নীতি-বচন অনুসাৰে মেটিক অনেক উপদেশ দিছিল কিন্তু সেইবোৰ একো কামত নাহিল। যেতিয়া ডাক্তৰে জিনোবিয়াক উপদেশ দিলে যে, ঘৰুৱা কাম-কাজ কৰিবলৈ তেওঁ এজনী মানুহ ৰখা উচিত, তেতিয়া বংশ-পৰিয়ালৰ মানুহবোৰে মেটিক খটুৱাই সুদে-মূলে আদায় কৰিবৰ মন কৰিলে। ছোৱালীজনীৰ পৰা কিমান কাম পাব, সেই সম্বন্ধে জিনোবিয়াৰ যথেষ্ট সন্দেহ আছিল। তাইৰ নিচিনা কেওঁ কিছু নাইকিয়া ছোৱালী এজনীক যি মন যায় তাকে কৰিব পাৰিব- ইয়াকে ভাবি জিনোবিয়াই তাইক নিয়ালে। তায়ো আহি ষ্টাৰ্কফিল্ড পালেহি।

জিনোবিয়াৰ দোষ-ধৰা ৰীতিটো আছিল নিমাত বিধৰ, কিন্তু সেই বুলি কম আঘাত দিয়া বিধৰ নাছিল। প্ৰথম কেইমাহমান মেটিয়ে জিনোবিয়াৰ কথালৈ আওকাণ কৰাটোকে এথানে বাধ্য কৰিছিল কিন্তু তাৰ ফলাফল দেখি বেচেৰাই বৰ ভয় খালে। তেতিয়া আকৌ অবস্থা ভালৰ ফালে আহিল। বিশুদ্ধ বতাহ আৰু গৰমকালিৰ দীঘল দিনবোৰ মুকলিত থাকি কাম কৰোঁতে মেটিয়ে আগৰ মুকলিমুৰীয়া অৱস্থাটো পালে আৰু উলাহি উঠিল। আনহাতে জীনায়ো তাই অহা বাবে নিজৰ নেহ্ নেহ থেহ্ থেহ্ বোৰলৈ চকু দিবলৈ যথেষ্ট সময় পালে। সেইবাবে মেটিৰ দোষদায় বোৰৰ প্ৰতিও সিমান চকু নিদিয়া হ'ল।

এথানেও তাৰ বন্ধ্যা পামখনত শস্য উৎপাদন কৰিবলৈ কঠোৰ পৰিশ্ৰম কৰি আৰু তাৰ দিনক দিনে বেয়াৰ ফালে অহা কাঠৰ মিলটোৰ চিন্তাত গধুৰ হৈ থকা মনটোৰে শেহত ভাবিব পাৰিলে যে, তাৰ ঘৰলৈ শান্তি আহিল।

বাস্তবিকতে এতিয়ালৈকে এই অৱস্থাৰ বিপৰীত কিবা হোৱা একো চিন ওলোৱা নাই ; কিন্তু তাৰ মনৰ আকাশ-ৰেখাত অমূলক বিভীষিকাই ঠাই পাইছে। এনে হোৱাৰ ঘাই কাৰণ হ'ল জীনাৰ আঁকোৰগোজ নিস্তব্ধতা, মেটিৰ চকুত ধৰা পৰা একোটা আকস্মিক সাৱধানৰ ইঙ্গিত আৰু এথানৰ মনত ওপজি ফুৰা কিছুমান শঙ্কাৰ ভাব। এই বোৰৰ পৰাই শঙ্কিত এথানে নিৰ্মল পুৱাৰ সময়ত কেতিয়াবা ভাবে কিজানি ৰাতি হোৱাৰ আগতে বৰষুণো হ'ব পাৰে।

তাৰ আশঙ্কা ইমান বেছি হৈ আহিছিল যে, ছাঁটোকে বাঘটো দেখাৰ দৰে, সি মনৰ স্থিৰতা হেৰুৱাই পেলাবৰ উপক্ৰম কৰিছিল। দুপৰীয়ালৈকে কাঠবোৰ উলিয়াই চিজিল কৰা কামো তাৰ শেষ নহ'ল। ষ্টাকফিল্ডৰ ঘৰ সাজোঁতা ব্যৱসায়ী এনড্ৰু হেইলৰ ঘৰত ডুখৰীয়া কাঠবোৰৰ বোজাইটো নি পেলাই দিয়াও এতিয়ালৈকে হৈ নুঠিল। দিন-হাজিৰা কৰা বনুৱা যোথাম্ পাৰেলক তাৰ পামলৈ পঠিয়াই দি কাঠৰ বোজাইটো নিজেই লৈ যোৱাটো থিৰ কৰিলে। কাঠ বোজাই কৰা গাড়ীখনৰ ওপৰত বগুৱাবাই এথান উঠিল আৰু নোমাল ঘোঁৰা দুটাৰ মাজত বহি ল'লে। বোজাই কৰা কাঠৰ আগবোৰ যেতিয়া ঘোঁৰা দুটাৰ আগলৈ গৈ থকা ডিঙি দুটা আৰু এথানৰ মাজত ইফাল-সিফাল কৰি গৈছিল, সেই সময়ত যোৱা ৰাতি মেটিয়ে চকুৰে দিয়া বিপদৰ ইঙ্গিতটোৰ কথা তাৰ মনত পৰিল।

"যদিহে কিবা অসুবিধা হয় মই তাত থকাই ভাল্"
এনে এটা অমূলক কথা তাৰ মনত খেলালে। এইবাবে সি যোথামক ঘোঁৰাবোৰ আস্তাবললৈ ওলোটাই লৈ যাবলৈ হুকুম দিলে।

বৰফ পৰি থকা পথৰুৱা বাটেদি যাওঁতে সিহঁত বৰ লাহে লাহে যাবলগীয়া হৈছিল। যেতিয়া ঘৰ পাই ৰান্ধনী ঘৰ সোমালগৈ তেতিয়া মেটিয়ে ষ্টোভৰ ওপৰৰ পৰা কফিৰ পাত্ৰটো নমাইছিল। জীনা খোৱা টেবুলৰ ওচৰৰ চকীত বহি আছিল। জীনাক দেখি এথান থমকি ৰ'ল। সদায় গাত মেৰিয়াই থকা কাপোৰখন আৰু কঙ্কাবছা চালকাপোৰখনৰ সলনি জীনাৰ গাত আছিল মুগা বৰণীয়া মেৰিন' কাপোৰৰ অটাইতকৈ ভাল সাজটো। হেয়াৰ-পিন্ মাৰি কটকটীয়াকৈ বান্ধি থোৱা চুলিৰ ওপৰত আছিল তাইৰ পোছাকী টুপীটো। এথানৰ ভালকৈ মনত আছে যে, এই টুপীটো পাঁচ ডলাৰ দি সি বেট্‌চব্ৰীজ এম্পৰিয়ামৰ পৰা কিনিছিল। জীনাৰ ওচৰতে মজিয়াত পৰি আছিল এথানৰ পুৰণি হাত বেগটো খবৰ কাগজেৰে মেৰিয়াই থোৱা।

"ক'লৈ যাবা জীনা ?" এথানে সুধিলে।

"মোৰ বাত-বিষৰ বিকাৰটো বৰ বেছি হৈছে। সেই কাৰণে মই বেট্‌চব্ৰীজলৈ আজি আণ্ট্ মাৰ্থাপিয়াৰ্চৰ ঘৰত ৰাতিটো থাকিম। তাতে এজন অইন ভাল ডাক্তৰক দেখুৱাম!" ক'ব লাগে দেখি কোৱাৰ দৰে বৰ পালমৰা ধৰণেৰে জীনাই উত্তৰ দিলে। কথা কোৱাৰ ধৰণটো এনেহে লাগিছিল তাই যেন সিহঁতৰ ষ্টৰ কমটো চাবলৈহে যাব নাইবা এবাৰ গৈ বিচনাখনৰ চাদৰবোৰহে চাইচিতি আহিবগৈ।

---
এথান ফ্ৰ'ম

বহি বহি সময় নিওৱা অভ্যাসৰ সলনি জীনাৰ হঠাৎ হোৱা এনেকুৱা সিদ্ধান্ত একেবাৰেই নতুন নহয়। আগেয়েও দুই তিনিবাৰ এইদৰে এথানৰ পুৰণি কোটটো হাতত লৈ তাই বেট্‌চ্‌ব্ৰীজলৈ গৈছিল, এবাৰ স্প্ৰীং ফিল্ডলৈও গৈছিল। তেতিয়াও কোনোবা নতুন ডাক্তৰ পৰামৰ্শ লওঁগৈ বুলিয়েই গৈছিল। এইদৰে যাওঁ বুলি ওলালে এথানৰ ভয় হৈছিল খৰচৰ কথা ভাবি। এইদৰে গৈ জীনা উলটি আহে দামী দামী ঔষধ-পত্ৰ লৈ। তাইৰ স্প্ৰীং ফিল্ডলৈ শেষবাৰ যাওঁতে কুৰি ডলাৰ খৰচ কৰি এটা ইলেকট্ৰিক বেটেৰী আনিলে। তাৰ কিন্তু ব্যৱহাৰ কৰিবলৈ আজি পৰ্য্যন্ত নিশিকিলে। কিন্তু তথাপিও তাই আঁতৰি যাব খোজা প্ৰস্তাৱত এথানে পেটে পেটে স্বস্তি বোধ কৰিলে। যোৱা ৰাতি জীনাই অশান্তি বোধ কৰি বহুত ৰাতিলৈকে সাৰে থকা কথাটো সঁচা বুলি এথানৰ ধাৰণা হ'ল। তাইৰ অকস্মাৎ হোৱা এই ভাবটোৰ পৰা এথানৰ দৃঢ় বিশ্বাস হ'ল যে, জীনা নিজৰ স্বাস্থ্যৰ চিন্তাতে তেনেই ডুব গৈ আছে। এথানে এই প্ৰস্তাৱৰ প্ৰতিবাদ কৰে বুলি ভাবি জীনাই বৰ বেজাৰৰ সুৰত কৈ গ'ল : "তুমি যদি কাঠমিলৰ কামত বৰ ব্যস্ত হৈ আছা তেন্তে বুঢ়া ঘোঁৰাটোকে লৈ মোক ষ্টেশ্যনত থৈ আহিবলৈ যোথাম পাৱেলকে ক'ব পাৰা।"

তাই কৈ থকা কথাবোৰ গিৰিয়েকে ভালকৈ শুনাই নাছিল। জাৰৰ কেইমাহত ষ্টাৰ্কফিল্ড আৰু বেট্‌চ্‌ব্ৰীজৰ মাজত যান-বাহন চলাচল প্ৰায় বন্ধ হৈয়েই থাকে। তাৰ উপৰি কৰবেৰী ষ্টেশনত যিবোৰ ৰেল ৰয়, সেইবোৰ বৰ লাহে লাহে যায় আৰু বৰ অনিয়মিত। বৰ লৰালৰিকৈ হিছাপ কৰি চাই এথানে দেখিলে যে পাছ দিনা গধূলিৰ আগত জীনা আহি পাম নাপায়হি।

'তুমি নিজে যদি যাব নোৱাৰা তেন্তে যোথাম পাৱেলেই মোক থৈ আহিলে তোমাৰ কিবা আপত্তি আছে নেকি?' জীনাই আকৌ সুধিলে আৰু এথান মনে মনে থকা দেখি ভাবিলে কিজানি এথানে আপত্তি কৰিব। কেনিবা যাবৰ সময়ত জীনাই সদায় এনেকুৱাবোৰ শুনায়। "মই জনাত" তাই কৈ গ'ল,"এইদৰে মই আৰু বেছি দিন চলিকৰি কৰি থাকিব নোৱাৰিম। ভৰিৰ সৰু গাঁঠিলৈকে বিষ নামিছে। পৰাহেঁতেন মই খোজ কাঢ়িয়েই ষ্টাৰ্কফিল্ডলৈ গুচি গলোঁহেঁতেন আৰু মাইকেল এডিৰ গাড়ীত ষ্টেশনলৈ যাব পাৰিলোহেঁতেন! কিজানি তুমি হাক দিয়া এই ভাবিছে...."

"নিশ্চয় যোথাম পাৱেলে তোমাক লৈ যাব", উত্তৰ দিবলৈ এথান উথলি উঠিল। হঠাৎ তাৰ চেতনা জাগিল যে, জীনাই কথা কৈ থাকোঁতে সি একেথিৰে মেটিৰ ফালে চাই আছিল। বৰ কষ্টেৰে সেই ফালৰ পৰা মুখ ঘূৰাই ঘৈণীয়েকৰ ফালে চালে। জীনা বহিছিল খিৰিকীখনৰ বিপৰীত ফালে। বৰফৰ ওপৰৰ পৰা অহা শেঁতা পোহৰত তাইৰ মুখখন তেনেই নিস্তেজ যেন দেখা হৈছিল। টিঙনা ওলোৱা গাল দু'খনৰ সোঁওকোৰা হাড়ৰ ওপৰত বহুত আঁক পৰিছিল। যদিও গিৰিয়েকতকৈ তাই মাত্ৰ সাত বছৰহে ডাঙৰ আৰু এথান মাত্ৰ আঠাইশ বছৰীয়াহে, তাই তেনেই বুঢ়ী এজনীৰ দৰে হৈ পৰিছিল।

এথান ক্ৰ'মে সেই মুহূৰ্ত্তটোৰ কথা-বাৰ্তাবোৰৰ লগত খাপ্‌ খোৱাকৈ কিবা এটা ক'ব খুজিছিল কিন্তু সেই সময়ত তাৰ মনত এটা ভাবে টৌ খেলি আছিল যে, এৰাতিৰ কাৰণে জীনা আঁতৰি থাকিব। সি ভাবিবলৈ ধৰিলে, মেটিৰ মনতো এই কথাটো খেলাইছেনে বাৰু........

সি বুজিব পাৰিছে জীনাই নিশ্চয় অবাক হৈ ভাবিছে, যোথাম পাৱেলক কাঠ আনিবলৈ ষ্টাৰ্কফিল্ডলৈ পঠিয়াই সি নিজে কিয় জীনাক থবলৈ নাযায়। প্ৰথম হোৱাত সি নিজেও তাৰ কৈফিয়ৎ বিচাৰি নাপালে। অলপ পাছত ক'লে,"মই নিজেও তোমাক লৈ গলোঁহেঁতেন; মাত্ৰ কাঠৰ বাবে পাওনা টকা অলপ আনিব লগা আছে। সেই বাবেহে অসুবিধাত পৰিছোঁ।"

কথা কেইটা কৈ অটায়েই তাৰ অনুতাপ হ'ল। কথাখিনি যে সত্য নহয়। কোৱাৰ সকাম নাই। হেইলৰ পৰা কাঠৰ মূল্য বাবদ নগদ টকা পোৱাৰ আশাই নাই। কিন্তু ইয়াৰ উপৰিও সি আৰু এটা ভুল কৰিলে—চিকিৎসাৰ কাৰণে যোৱাৰ সময়ত জীনাক সোঁৱৰাই দিয়া হ'ল যে, তাৰ পাওনা টকা আছে। টকা আছে বুলি জানিলে জীনাই কি জুলুম কৰে, সেই কথা সি আগেও কেবাবাৰো গম পাই আছে। যি হওক, এতিয়া বুঢ়া ঘোঁৰাটোৰ পিঠিত বহি অতখন বাট যোৱাৰ পৰা ৰক্ষা পালেই বহুত।

জীনাই একো উত্তৰ নিদিলে। এথানে যি কৈ গ'ল সেইখিনিও শুনিলে বুলি মনে নধৰে। টেবুলৰ ওপৰত থকা আহাৰ খোৱা প্লেটখন ঠেলা মাৰি আতৰাই থৈ জীনাই কিলাকুটিৰ ওচৰত থকা বটলটোৰ পৰা এপালি ঔষধ বাকি খাওঁতে খাওঁতে কৈ গ'ল—

"ইয়াৰ পৰা মোৰ বিশেষ উপকাৰ একো হোৱা নাই যদিও খাই শেষ কৰাটো ভাল।" মেটিৰফালে থালি বটলটো ঠেলা মাৰি দি কলে : "বটলটো যদি ভালকৈ ধুই মলৰৰ গোন্ধটো নাইকিয়া কৰি থ'ব পাৰা, ইয়াত আচাৰ থ'ব পৰা হ'ব।"

# অধ্যায় - চাৰি

ঘোঁৰাগাড়ীত উঠি থৈণীয়েক ওলাই যোৱাৰ লগে লগেই এথানে হাঁকোটাৰ পৰা কোটটো আৰু টুপীটো নমাই আনি হাতত ল'লে। যোৱা নিশা নাচত গোৱা সঙ্গীতৰ সুৰ এটা গুণগুণাই মেটিয়ে খোৱা বাচনবোৰ ধুই আছিল। সি ক'লে, "সিমান সময়লৈকে দেই, মেট," আৰু তাই উলাহ-মনেৰে উত্তৰ দিলে "সিমান সময়লৈকে দেই, এথান," মোটতে সিমানেই।

ৰান্ধনিঘৰৰ ভিতৰখন বেছ উম লগা আৰু উজ্জ্বল হৈ আছিল। বেঁকা হৈ অহা সূৰ্য্যৰ ৰশ্মিটো দক্ষিণ ফালৰ খিৰিকীখনেদি আহি ইফালে সিফালে ঘূৰি ফুৰা মেটিৰ দেহাটো, চকীৰ ওপৰত শুই থকা মেকুৰীজনী আৰু বগলীৰ ঠোঁটৰ নিচিনা ফুল ফুলা জিৰানিয়ম ফুলৰ টাববোৰৰ ওপৰত পৰিছিলহি। এই জিৰানিয়ম ফুল গৰমৰ দিনত মেটিৰ কাৰণে 'এখন ফুলনি' পাতিবলৈ এথানে আনিছিল। সি নিজৰ কাম খিনি শেষ কৰি গধূলিৰ আগতে উলটি আহিবৰ মনেৰেহে বৰ লৰালৰিকৈ গুচি গ'ল। নহ'লে আৰু কিছুপৰ মেটিৰ লগত কথা পাতিলেহেঁতেন।

গাঁৱৰ ফালে গৈ থাকোঁতে সি মাত্ৰ ভাবিছিল সোনকালে উলটি আহি মেটিক লগ পোৱাৰ কথা। ৰান্ধনিঘৰটোৰ অৱস্থা বৰ শোচনীয়। তাৰ সৰুকালত মাক থকা দিনত ঘৰটো যেনে আটোমটোকাৰী আৰু পৰিস্কাৰ হৈ আছিল এতিয়া তেনেকুৱা হৈ থকা নাই। কিন্তু আশ্চৰ্য্যৰ কথা এইটোহে যে, জীনা নথকা সময়ত তাত এটা ঘৰুৱা পৰিবেশ অহা যেন লাগিল। মনে মনে ভাবিবলৈ ধৰিলে সন্ধ্যাৰ আহাৰ খোৱাৰ পিছত যেতিয়া সি আৰু মেটি দুয়ো থাকিব- তেতিয়া কেনে লাগিব ! ঘৰত দুয়ো একেলগে অকলে থকাৰ এয়ে প্ৰথম সুবিধা আহিছে। ষ্টভৰ দুফালে সিহঁত দুয়োটা বহি থাকিব- ঠিক যেন স্বামী-স্ত্ৰী। এথানৰ মোজা পিন্ধা ভৰি, আৰু মুখত থাকিব পাইপ্।

মেটিয়ে হাঁহি হাঁহি তাইৰ সেই বিশেষ ধৰণেৰে কথা কৈ থাকিব- এথানৰ তেতিয়া মনত নতুন নতুন ভাব জাগিব। আগেয়ে যেন কাহানিও মেটিৰ কথা শুনাই নাই এনে ভাবে তাইৰ কথাবোৰ বৰ আগ্ৰহেৰে শুনি থাকিব।

এনেকুৱা এখন সুন্দৰ ছবি তাৰ মনত এথানে আঁকি ল'লে — জীনাৰ সম্পৰ্কে যি ভয় সিও যেন অমূলক এই আশ্বাস আহিলত তাৰ মন-প্ৰাণ অস্বাভাৱিকভাবে উত্‌ৰাৱল হৈ উঠিল। তাৰ নিচিনা ধীৰ-স্থিৰ মানুহ এটায়ো বৰফেৰে ঢাক খাই থকা পথাৰৰ মাজেদি গৈ থাকোঁতে সুহুৰিয়াই সুহুৰিয়াই গান গাই যাবলৈ ধৰিলে। তাৰ মনত আমোদজনক ভাবৰ মৃদু উৎসাহ আছে। ষ্টাৰ্কফিল্ডৰ বহুবছৰীয়া জাৰেও তাৰ অন্তৰ্নিহিত কোমল অনুভূতিবোৰ নিমাত কৰিব পৰা নাই। স্বভাৱত গম্ভীৰ আৰু কম কথা কোৱা মানুহ হ'লেও আমোদপ্ৰিয় মানুহবিলাক সি ভাল পাইছিল। ওৱৰচেষ্টাৰত থাকোঁতে তাৰ এটা বদনাম আছিল— এথান অকলশৰে থাকে আৰু সদায় তাৰ মগজু ভালে নাথাকে। সেই কাৰণে তাক আটায়ে 'বুঢ়া এথান' বা 'কঠুৱা বুঢ়া' বুলিছিল। মনে মনে এথানে অৱশ্যে গৰ্বহে অনুভৱ কৰিছিল।

বাপেকৰ মৃত্যুৰ পাছৰ পৰা পামৰ সকলো কামৰ ভাৰ তাৰ ওপৰত পৰিল। গল্প-গুজবত সময় কটাবলৈ তাৰ আজৰি নোলোৱা হ'ল। যেতিয়াৰ পৰা তাৰ মাক বেমাৰত পৰিল, ঘৰৰ ভিতৰৰ নিস্তব্ধতা, নিঃসঙ্গ ভাব পথাৰৰ নিঃসঙ্গতাতকৈও বেছি যেনেহে লাগিল। একেবাৰে অন্তিম সময়ত যেতিয়া মাকৰ শুশ্ৰূষা কৰাৰ বাবে জিনোবিয়া পিয়াৰ্চ আহিছিল তেতিয়াহে ঘৰখনত মানুহৰ কথাবাৰ্তা শুনা গৈছিল। এনেকুৱা নিমাত-নিতাল ঘৰ এখনলৈ যেতিয়া জীনা আহিল তেতিয়া তাইৰ কথা-বাৰ্তাবোৰ এথানৰ মনত সঙ্গীতৰ সুৰ যেনেহে লাগিছিল। জীনা আহি ঘৰখনৰ অৱস্থাটো ভালকৈ বুজি ল'লে। বেমাৰ-এজাৰ হ'লে কেনেকৈ পৰিচৰ্য্যা কৰিব লাগে এথানে একো নাজানিছিল। জীনা অহাৰ পাছতহে এথানে বাহিৰত অলপ-অচৰপ ঘূৰা-পকা কৰিবলৈ সময় পালে। জীনাৰ কামকাজবোৰ দেখি এথানৰ মন পুলকিত হৈ উঠিছিল। ঘৰুৱা কামত জীনাই নিপুণতাৰ পৰিচয় দিলে। যেতিয়া তাৰ মাকৰ মৃত্যু হ'ল তেতিয়া জীনাইহে তাৰ মনত সান্ত্বনা দি মৃতকৰ কবৰলৈ নিয়াৰ বন্দোবস্ত কৰাত সহায় কৰিছিল। অন্ত্যেষ্টিক্ৰিয়া সমাপন হোৱাৰ পাছত যেতিয়া জিনোবিয়াই বিদায় খুজিলে, তেতিয়া এথানৰ মনত ভয় লাগিল — সি অকলে কেনেকৈ থাকিব। সি জীনাক তাৰ লগতে থাকিবলৈ বৰকৈ টানি ধৰিলে। মাক যদি জাৰকালি নমৰি বসন্তকালত মৰিলহেঁতেন — তেনে হলে এনেকুৱা নহলহেঁতেন — এই কথাটো এথানৰ মনত বৰকৈ লাগিল। যেতিয়া জীনাৰ লগত এথানৰ বিয়া হৈ গ'ল তেতিয়া এথানে ভাবিছিল তাৰ পামখন আৰু কাঠৰ মিলটো বেচি দি সিহঁত কোনোবা এখন ডাঙৰ নগৰত থাকিবগৈ। তাৰ পাছত হ'ব সিহঁতৰ ভাগ্য পৰীক্ষা। এথানে প্ৰাকৃতিক পৰিবেশ বৰ ভাল পায় কিন্তু খেতিপথাৰৰ কামত সিমান ৰাপ নাই। এথানৰ লৰাকালৰে পৰা ইচ্ছা আছিল সি এটা ইঞ্জিনিয়াৰ হ'ব। ডাঙৰ নগৰত থাকিব, বক্তৃতা দিব, লাইব্ৰেৰীত

বহি বহি কিতাপ পঢ়িব ইত্যাদি বহুত আশা তাৰ আছিল। ওৱৰচেষ্টাৰত যেতিয়া সি পঢ়াশুনা কৰিছিল ফ্লোৰিডা নগৰত এটা সৰু ইঞ্জিনিয়াৰ কাম দিয়া হৈছিল। তাতে তাৰ নিজৰ কৰ্মক্ষমতাৰ ওপৰত আস্থা জন্মিল — আৰু পৃথিৱীখন ভালকৈ জানিবৰ কাৰণে হেঁপাহ বাঢ়িল। সি নিশ্চত ভাবে অনুভৱ কৰিলে জীনাৰ নিচিনা কাজুৱা তিৰোতা এজনীৰ সৈতে নিজক সুপ্ৰতিষ্ঠিত কৰা তাৰ কাৰণে বৰ টান কাম নহ'ব।

জীনাৰ নিজ গাঁওখন ষ্টাৰ্কফিল্ডতকৈ অলপ ডাঙৰ আৰু ৰেল লাইনৰ পৰাও ওচৰত আছিল। প্ৰথমৰ পৰাই জীনাই এথানক এই কথাটো বুজাই দিবলৈ যত্ন কৰিছিল যে, বিয়াৰ সময়ত সি যেনেকুৱা জীৱন যাপন কৰিব বুলি ভাবিছিল, এই পমুৱা জীৱন ঠিক তেনেকুৱা নহয়। কিন্তু তাৰ পাম আৰু মিল কিনোতা গ্ৰাহক পোৱা নগ'ল। ষ্টাৰ্কফিল্ডত জীনাৰ মন নবহিল। কিন্তু এথানে ভাবিলে কোনোবা এখন ডাঙৰ নগৰত গৈ সি আৰু বিপদত পৰাৰ সম্ভাৱনা আছে। কাৰণ, তেনেকুৱা ডাঙৰ নগৰত নিজৰ অস্তিত্ব তেনেই হেৰাই যাব। বিয়াৰ এবছৰৰ ভিতৰতে জীনাই ইমানবোৰ ৰোগত ভুগিব লগা হ'ল যে সকলোৰে তাইক 'বেমাৰী' বুলিবলৈ ধৰিলে। যেতিয়া এথানৰ মাকৰ শুশ্ৰূষাৰ কাৰণে জীনা আহিছিল তেতিয়া এথানৰ মনত ধাৰণা হৈছিল জীনা আদৰ্শ স্বাস্থ্যৰ প্ৰতীক বুলি। কিন্তু এতিয়া বুজিব পাৰিলে যে, জিনোবিয়াই নিজৰ ৰোগলক্ষণবোৰৰ পৰাই বেমাৰী শুশ্ৰূষা কৰিবলৈ শিকিলে।

লাহে লাহে জীনাও নিমাত হৈ আহিল। বোধহয় এইটো পমুৱা জীৱনৰেই প্ৰভাৱ নাইবা তাই মাজে মাজে কোৱা মতে 'এথানে একো কথা শুনিব নোখোজে।' এই অভিযোগ একেবাৰে মিছা বুলিও ক'ব নোৱাৰি। জীনাই কেতিয়াবা কিবা ক'লেও এটা নহয় এটা ওজৰ আপত্তিৰ কথাৰ বাহিৰে অইন নকয়। সেই কাৰণে খং উঠি এথানে একো উত্তৰ নিদিয়াকে ঠিক কৰিছিল। তাৰ পাছত এটা নতুন উপায় ল'লে। যেতিয়া জীনাই কথা কয়, — তেতিয়া এথানে অইন কথাত মন দিয়ে। এতিয়া আকৌ জীনাক যেতিয়া সকলো কথাতে বিশেষ ভাবে লক্ষ্য কৰিব লগীয়া হ'ল, তেতিয়া, জীনাৰ মাতবোল নাইকিয়া স্বভাৱটোও তাৰ কাৰণে অশান্তিকৰ হৈ উঠিল। তাৰ মনত পৰে তাৰ মাকো এইদৰে নিমাত হৈ হৈ মৰিল। জীনাও কিজানি তেনেকৈ অদ্ভুত ধৰণৰ হৈ পৰে — এই ভয় লাগিল। মাইকী মানুহৰ স্বভাৱ এনেকুৱাই — এথানৰ ধাৰণা হৈছিল। জীনাৰ আঙুলীৰ মূৰতে গাঁৱৰ আটাই বেমাৰীবোৰৰ লেখ আছে। যেতিয়া তাই মাকৰ শুশ্ৰূষা কৰিছিল —, এনেকুৱা বহুত বেমাৰীৰ কথা এথানে জীনাৰ মুখত শুনিছিল। সি নিজেও বহুত নিৰ্জন পঁজাত ৰোগজীৰ্ণ হৈ শুকাই যোৱা মানুহৰ কথা জানে।

জীনাৰ এনে মৌনতা দেখি এথানৰ ধাৰণা হৈছিল, কিজানি জীনাৰ অন্তৰত কিবা এটা অপূৰ্ণ বাসনাৰ ভাব আছে, নাইবা কিবা অসন্তোষ বা সন্দেহৰ ভাব লুকাই থবলৈকে ইচ্ছা কৰি জীনাই এনে মৌনতা অৱলম্বন কৰিছে। প্ৰথমটোতকৈ পিছৰটোহে আচল কাৰণ বুলি এথানে ভাবিছিল।

যোৱা ৰাতি যেতিয়া জীনা আহি ৰান্ধনিঘৰৰ দুৱাৰ মুখত থিয় দি আছিল, তেতিয়াও তাৰ এই সন্দেহটো হৈছিল।

আজি জীনা বেটচ্‌ব্ৰীজলৈ গুছি যোৱা বাবে এথানে মনত অলপ স্বস্তিবোধ কৰিলে। তাৰ মনটো এটা মাত্ৰ চিন্তাই আগুৰি থৈছে — কেতিয়া গধূলি হ'ব, কেতিয়া সি মেটিৰ লগত কথা পাতিবলৈ পাব। মাত্ৰ এটা দুশ্চিন্তা আছিল যে, সি জীনাক কাঠৰ টকাৰ কথা কৈ দিলে। এনেকুৱা কোনো কথাৰ ফল সি পাই থৈছে! সেই কাৰণে সি এনদ্ৰু হেইলৰ পৰা কিছু আগধন অনাৰ কথা ভাবিলে।

শ্লেজ গাড়ীৰ পৰা নামি অহাৰ সময়তে হেইলৰ চোতালত এথান হাজিৰ হ'লগৈ।

"অ' এথ্‌। কি খবৰ?"

এনদ্ৰু হেইলৰ গাৰ বৰণটো আছিল বগা। এযোচা বিৰাট ধোঁৱা বৰণীয়া মোচ, মাজত আঁক পৰা এটা মজবুত থুতৰি। বগলীৰ পাখী যেন বগা কামিজটোত আছিল এটা সৰু হীৰাৰ বুটাম। কিন্তু ধন-দৌলত থকাৰ এনেকুৱা দেখনিয়াৰ অভ্যাসটো কিছু পৰিমানে ভ্ৰান্তিমূলক আছিল। কাৰণ, যদিও ব্যৱসায়ৰ অৱস্থা ভালেই আছিল, তথাপি তেওঁৰ এটা বিৰাট পৰিয়ালৰ ভৰণ-পোষণ আৰু সুখৰ জীৱন যাপন কৰিবলৈ বিচৰা বাবে ষ্টাৰ্কফিল্ডৰ ভাষাত "পিচুৱাই" থাকিব লগা হৈছিল। এথান পৰিয়ালৰ তেওঁ এজন পুৰণি বন্ধু। যি দুই এঘৰলৈ মাজে মাজে জীনা গৈছিল তাৰ ভিতৰত হেইলৰ ঘৰো পৰিছিল। মিচেছ হেইলে অনেক বেমাৰৰ লক্ষণ আৰু চিকিৎসাৰ কথা জানিছিল।

হেইল ঘোঁৰাকিটাৰ ওচৰলৈ গ'ল আৰু সিহঁতৰ ঘামি থকা পিঠি কেইটা চপৰাই দিলে।

"ডাঙৰীয়া, আপুনি ইহঁত দুটাক দুটা পোহনীয়া জন্তুৰ দৰেহে ৰাখিছে," এথানে ক'লে।

এথানে কাঠ নমাবলৈ আৰম্ভ কৰিলে। অন্ত হ'লত হেইলৰ অফিচকোঠাত সোমাল। হেইলে তেতিয়া ষ্টোভৰ ওপৰত ভৰি দুটা থৈ কাগজ-পত্ৰ সিচঁৰতি হৈ থকা এখন টেবুলত ভেজা দি বহি আছিল। ঠাই টুকুৰা যেন মানুহজনৰ দৰেই তপত আৰু আমোদেৰে ভৰা আৰু বেচিজিল।

এথানক সম্ভাষণ জনাই কলে,"বহঁা বহঁা। কথা পাতোঁহক।"

এথানে কিহেৰে আৰম্ভ কৰিব ভাবিছিল। শেষত

কোনেমতে কৈ পেলালে কাঠৰ বাবদ তাক পঁধ্বাশ ডলাৰ আগধন লাগে। কথাটো শুনিয়েই হেইলে আচৰিত হৈ "কি" বুলি কোৱা কথাৰ জোংটোৱে এথানৰ গাৰ পাতল ছালত যেন তেজৰ সোঁত বোৱাই দিলে। হেইলে বস্তু বাহানি ল'লে তিনি মাহৰ পাছতহে মূল্য আদায় কৰে, সেইটো তেওঁৰ ব্যবসায়ৰ নীতি। আগেপাছে কেতিয়াও তেওঁ নগদধন দি একো বস্তু লোৱা নাই।

এথানে ভাবিছিল কিবা এটা বৰ জৰুৰী কামৰ কথা কৈ আগধনৰ কথা ক'ব আৰু তেতিয়া হ'লে হেইলেও টকা দিব; কিন্তু আত্ম-সন্মান আৰু পৰিণাম-দৰ্শিতা থকা এথানে এইটো বৰ ভাল যেন নাপালে। বাপেক মৰাৰ পাছত মূৰ ডাঙিবলৈ সি যথেষ্ট কষ্ট কৰিব লগীয়া হৈছিল। হেইল বা ষ্টাৰ্কফিল্ডৰ আন মানুহৰ আগত নিজৰ দুৰ্বলতা প্ৰকাশ কৰিবলৈ সি সমূলি ইচ্ছা নকৰিছিল। তাৰ উপৰি মিছা কথা কোৱাটো তাৰ কাৰণে বৰ ঘৃণাৰ কাম। টকাৰ দৰ্কাৰ- টকা বিচাৰিব। কি কাৰণে লাগে- প্ৰশ্ন কৰাৰ অধিকাৰ কাৰো নাই। অভাৱত পৰা মানুহে খোজা দি নহয়। ভালকৈ মূৰ ডাঙি গৰ্বৰ সৈতেই সি টকাৰ কথা ক'লে, আৰু হেইলে দিব নোৱাৰোঁ বুলি ক'লতো তাৰ বিশেষ বেয়া নালাগিল।

হেইলে মৰমৰ সুৰতে টকা দিবলৈ অমান্তি হ'ল। তেওঁ ভাবিছিল এথানে আগধন লাগে বুলি কিজানি তেওঁৰ লগত অলপ আমোদহে কৰিছে। তথাপি এথানক সুধিলে পিয়ানো কিনিবলৈ বা ঘৰটোত টুপ লগাবলৈ টকা লাগে নেকি। যদিহে ঘৰৰ কামৰ কাৰণে লাগে তেন্তে তেওঁ নিজৰ মানুহ দি এনেয়ে কৰাই দিব পাৰে।

এথানৰ টেঙৰালিৰ ইমানতে অন্ত পৰিল। অলপ বৈ সি হেইলৰ পৰা বিদায় খুজিলে। অফিচৰ দুৱাৰ মেলিলে। সি যোৱাৰ লগে লগে হেইলে ক'লে ঃ "তোমাৰ বাৰু সঁচাকৈয়ে কিবা অসুবিধা হৈছে নেকি?"

"নাই, সমূলি হোৱা নাই," গৰ্বেৰে এথানে উত্তৰ দিলে।

'ৰক্ষা। বৰ্তমান মই নিজেই অলপ টনাটনিত পৰিছোঁ। মই তোমাক টকা দিয়াৰ সময় আৰু অলপ বঢ়াই দিবৰ কাৰণেহে ক'ব খুজিছিলোঁ। বৰ্তমান ব্যবসায়ো মন্দা। নে'ড আৰু ৰুথৰ কাৰণে এটা ঘৰো সজাব লাগে। তাৰ কাৰণেও যথেষ্ট টকা দৰ্কাৰ।" তেওঁৰ দৃষ্টি ভঙ্গিত এটা বিনীত ভাব ফুটি উঠিছিল। তেওঁ যেন এথানৰ সহানুভূতিহে কামনা কৰিছিল। "ডেকা-গাভৰু বিলাকে ধুনীয়া বস্তু বিচাৰে। সেয়া দেখোন তুমি নিজেও জীনাৰ কাৰণে ভাল ঘৰ এটা সজাইছিলা।"

এথানে হেইলৰ আস্তাবলতে ঘোঁৰা দুটা থৈ গাঁৱত অইন কাম কৰি আহিবলৈ গ'ল। সি ওলাই গ'ল। সি ওলাই যাওঁতে হেইলৰ শেষ কথাকেটা কাণত লাগি গৈছিল। সি বেদনাৰে সৈতে কল্পনা কৰিলে জীনাৰ লগত তাৰ দীঘলীয়া সাত বছৰ ষ্টাৰ্কফিল্ডৰ কাৰণে 'বৰ বেছি দিনৰ কথা নহয়।'

বিয়লি-বেলা শেষ হওঁ হওঁ হৈছিল। ইফালে-সিফালে দুই-এখন খিৰিকীৰ আইনাত মাৰযোৱা বেলিৰ ৰশ্মি পৰি চিক্‌মিক্ কৰিছিল। জাৰকালিৰ গধূলিটোত বগা বৰফবোৰ আগতকৈও বেছি বগা যেন দেখা গৈছিল। জাৰত দুৱাৰ মাৰি আটাইবোৰ ভিতৰ সোমাল আৰু এথানে দীঘলীয়া গাঁৱৰ বাটত খোজ ল'লে। অকস্মাৎ এথানে শ্লেজ গাড়ীৰ ঘণ্টাধ্বনি শুনিবলৈ পালে আৰু দেখিলে এখন গাড়ী তাৰ কাষেদি পাৰ হৈ গ'ল। এথানে চিনিব পাৰিলে সেইটো মাইকেল এডিৰ বাদামী ৰঙৰ ঘোঁৰাটো। ডেকা ডেনিচ এডিয়ে এটা নোমৰ টুপী পিন্ধি এথানক নমস্কাৰ দিছে। চিঞৰি উঠিল-'এথান।' তাৰ পাছত গৈ থাকিল।

গাড়ীখন ফ্ৰ'মৰ পামৰ ফালেই গৈ আছিল। এথানৰ মন কোঁচ খাই আহিল। সি ভাবিলে কিজানি ডেনিচে জীনা বেট্‌চ্ব্ৰীজলৈ যোৱা খবৰটো পালে, সেই কাৰণে ইমান কোবাকুবিকৈ সেই ফালে গৈছে আৰু মেটিৰ লগত কিছু পৰ থাকি কথা পাতিবলৈ মন মেলিছে। তাৰ অন্তৰত এনেকুৱা ঈৰ্ষাৰ ভাব ওপজা বাবে এথান নিজেই বৰ লজ্জিত হ'ল। সেই ছোৱালীজনীৰ কথাত তাৰ অন্তৰত এনেকুৱা ধুমুহা বৈ যোৱাটো বৰ বেয়া হৈছে যেন লাগিল।

সি গিৰ্জাৰ ফালে বাট ল'লে। তাৰ পৰা ভেৰনামৰ পদুলিত থকা স্প্ৰুচ্ গছৰ তলত থিয় দিলেহি, যোৱা ৰাতিও ইয়াতে থিয় দি আছিল এথান। লতাপাতেৰে ঘেৰি থকা বাটটোৰেদি যাওঁতে যাওঁতে এথানে দেখিলে—কিবা এটা অস্পষ্ট ৰেখা যেন সন্মুখত পৰিছে। ওচৰ চাপি অহাৰ লগে লগে সেই দুটা বেলেগ বস্তু হৈ পৰিল। তাৰ পাছত আকৌ একে হ'ল। এথানে শুনিবলৈ পালে এটা চুমাৰ শব্দ। তাৰ পাছত সি আহিছে বুলি জানি এজনে ক'লে- "অ"। তাৰ পাছত ৰেখাটো আকৌ দুভাগ হ'ল। এভাগ ভেৰনামৰ পদুলিৰ পিনে আৰু সিভাগ এথানক এৰি অইন ফালে। সি সেই দুটিক কেনেকুৱা অসুবিধাত পেলালে ভাবি এথানৰ হাঁহি উঠিল। নে'ড হেইল আৰু ৰুথ ভেৰনামে প্ৰেমালাপ কৰিছিল, এনে অৱস্থাত কোনোবাই দেখিলেনো তেওঁবিলাকৰ কি হানি হ'ব? তেওঁবিলাক দুটি যে প্ৰণয়াবদ্ধ ষ্টাৰ্কফিল্ডৰ সকলোৱেই জানে। এথানৰ খুব ভাল লাগিল, যি ঠাইত সি আৰু মেটিয়ে হিয়াভৰা তৃষ্ণাৰে থিয় দিছিল, ঠিক সেই ঠাইতে আন দুটি প্ৰেমিক-প্ৰেমিকাই প্ৰেমালাপ কৰিছে। মনত বেদনাও জাগিল এওঁবিলাক দুজনে যে মনৰ সুখ হেঁচি থোৱা নাই।

হেইলৰ আস্তাবলৰ পৰা ঘোঁৰাদুটা উলিয়াই আনি পামলৈ উলটি যাবৰ কাৰণে বাট ল'লে। চৈঁচাটো এতিয়া অলপ কমিল। আৰু ডাঠ ডাৱৰে ঢকা আকাশখন দেখি পাছদিনা পুৱা বৰফ পৰাৰ

---
এথান ফ্ৰ'ম

আগলি বাতৰি দিছিল। অ'ত-ত'ত এটা-দুটা তৰাই মাজে মাজে ভুমুকি মাৰিছে; পাছত একো একোটা দ নীলা কুঁৱা জিলিকি পৰিছে। দুই এঘণ্টাৰ ভিতৰতে পামৰ পিছফালে থকা উপত্যকাৰ ওপৰত জোন দেখা দিব আৰু ডাৱৰৰ চপৰাবোৰৰ দাঁতিত কেঁচা-সোণবৰণীয়া ৰেখা আঁকি দিব। আকৌ জোনটো ডাৱৰ বোৱে গিলি পেলাব। পথাৰত যেন এটা বেজাৰ লগা শান্তিৰ ভাব ফুটি উঠিছে। চেঁচা পৰা অলপ কম হ'লত যেন পথাৰবোৰেও জাৰকালিৰ দীঘলীয়া টোপনিত লালকাল দিলে।

স্লেজ-গাড়ীৰ ঘণ্টাধ্বনি শুনিবৰ কাৰণে এথানে কাণ থিয় কৰি থ'লে। কিন্তু সেই নিৰ্জন বাটটোৰ নিস্তব্ধতা একেবাৰেই ভঙ্গ নকৰিলে। পামৰ ওচৰ পাওঁতে সি দেখিলে লাৰ্চ গছবোৰৰ পাতল পৰ্দাৰ মাজেদি ঘৰৰ ভিতৰত এটা লণ্ঠন ধিমিক ধামাক কৈ জ্বলি আছে। সি মনে মনে ভাবিলে, 'মেটি ওপৰত থকা শোৱা কোঠালৈ গৈছে।' ৰাতিৰ আহাৰ তৈয়াৰ কৰিছে। তাৰ মনত পৰিল মেটি প্ৰথম আহি তাৰ ঘৰত সোমাবৰ দিনাই পৰিপাটিকৈ মূৰ ফণিয়াই, নীলা ৰিবন ডিঙিত মেৰিয়াই খোৱা টেবুললৈ নামি আহিছিল জীনাই তেতিয়া তাইক কেনে কঠুৱা ভাবে বিদ্ৰূপ কৰিছিল।

সেই ঘূৰণীয়া টিলাটোৰ ওপৰত থকা কবৰবোৰৰ কাষেদি যাওঁতে সি ডিঙি বেঁকাকৈ কবৰৰ গাত থকা স্মৃতিফলিবোৰৰ ফালে চকু দিলে। তাৰে এখন ফলিত তাৰ নিজৰ নামৰ এজন মৃতকৰ কথা লিখা আছিল। সেই কাৰণে সেইপিনে গ'লে এথান সেই ফলিখনৰ প্ৰতি বৰ আকৃষ্ট হৈছিল।

এথান ফ্ৰ'ম আৰু তেওঁৰ পৰিবাৰ ;
যি-দুটি একেলগে শান্তিৰে
পঞ্চাশ বছৰ বাস কৰিছিল —
তেওঁবিলাক দুজনৰ পবিত্ৰ স্মৃতিত।

সি এই আখৰ কিটা পঢ়ি তেতিয়া ভাবিছিল পঞ্চাশ বছৰ একেলগে থকা এটা বৰ ডাঙৰ কথা, কিন্তু এতিয়া তাৰ মনত ধাৰণা হৈছে যেন চকুৰ পচাৰতে পঞ্চাশ বছৰ পাৰ হৈ যায়। তাৰ পাছত অলপ শ্লেষাত্মক ভঙ্গীৰে সি ভাবিলে, যেতিয়া সিহঁতৰো সময় আহিব, ঠিক এনেকুৱা স্মৃতিলিখাই লিখা থাকিব তাৰ আৰু জীনাৰ কবৰৰ ওপৰতো।

কেনেবাকৈ ডেনিচ্ এডিৰ ফুটুকাফুটুকী পোৱালি ঘোঁৰাটো চকুত পৰে বুলি আধা ভয়ত আস্তাবলৰ দুৱাৰ মেলি আন্ধাৰৰ ফালে ডিঙি মেলি মেলি চালে। কিন্তু তাৰ বুঢ়া ঘোঁৰাটোৱেহে দাঁত নাইকিয়া মুখেৰে চৰিয়াটোৰ পৰা দানা পাগুলি আছিল। এথানে সুহুৰিয়াই সুহুৰিয়াই ঘোঁৰা দুটা মেলিদি চৰিয়াটোত আৰু অলপ দানা বাকি দিলে। তাৰ মাতটো সমূলি মিঠা নহয় কিন্তু যেতিয়া সি পাহাৰৰ কাষেদি বাট বুলি ঘৰমুৱা হৈছিল, তাৰ কণ্ঠটো কৰ্কশ হ'লেও এটা সঙ্গীতৰ লহৰ ফুটিছিল। সি গৈ ৰান্ধনি-ঘৰৰ বাৰান্দাৰ ওচৰ পালেগৈ আৰু দুৱাৰৰ হাতনিত ধৰি ঠেলা দিলে কিন্তু দুৱাৰ মেল নাখালে।

ভিতৰৰ পৰা দুৱাৰখন বন্ধ হৈ থকা বাবে সি অলপ বিবুদ্ধি হ'ল আৰু গাৰ বলেৰে দুৱাৰখন খুন্দিয়াবলৈ ধৰিলে। তাৰ পিছত ভাবিলে — কিজানি অকলে ভয় কৰি মেটিয়ে দুৱাৰখন ভিতৰৰ পৰা মাৰি থৈছে। আন্ধাৰত থিয় দি থাকি সি মেটিৰ ভৰিৰ শব্দ শুনিবৰ কাৰণে কাণ থিয় কৰি ৰৈ থাকিল। কিন্তু একো শুনিবলৈ নাপালে। কিছুপৰ উৎকণ্ঠিত হৈ থকাৰ পাছত চিঞৰ মাৰি দিলে-'মেটি!'

নিস্তব্ধতাই উত্তৰ দিলে ; কিন্তু দুই এক মিনিটৰ পাছতে ছিৰিত খোজৰ শব্দ শুনিলে আৰু এটা পোহৰৰ ৰেখা আহি তাৰ চকুত পৰিল। যোৱা নিশাও ঠিক এনেকুৱাই হৈছিল। যোৱা নিশাৰ ঘটনাবোৰৰ দৰেই আজিও হোৱা দেখি সি ভাবিলে কিজানি দুৱাৰ মেলিয়েই জীনা চকুত পৰিব। কিন্তু দুৱাৰ মেলিলত তাৰ সমুখত ওলাই পৰিল মেটি।

জীনা যেনেকৈ থিয় দিছিল, ঠিক সেইদৰে হাতত এটা লণ্ঠন লৈ থিয় দিলেহি মেটিয়ে। বাউসীৰ ওপৰত থকা লণ্ঠনটোৰ পোহৰত তাইৰ মিহি থুঁতৰিটো আৰু মুগা বৰণীয়া হাতখন সৰু সৰু ল'ৰা-ছোৱালীৰ নিচিনাহে লাগিছিল। তাৰ পাছত ওপৰৰ ফালে যাওঁতে তাইৰ ওঁঠ দুটা তিৰবিৰাই পৰিছিল। চকু দুটাৰ কাষত বেঙুনীয়া আভা এটা পৰিছিল আৰু চেলাউৰি দুটাৰ ওপৰত এটা ধেনুভিৰীয়া ক'লা ৰেখা পৰিছিল।

সদায় পিন্ধি থকা সেই ক'লা চানেকীয়া পোছাকটোকে তেতিয়াও তাই পিন্ধি আছিল। মূৰত আছিল এডাল শুকপীয়া ৰিবন। এই বেশত তাইক দেখিবলৈ বিতোপন হৈছিল। এথানৰ মানত তাই যেন আগতকৈও দীঘল, পৰিপূৰ্ণ আৰু তাইৰ হাবভাবত তিৰোতাসুলভ গুণবোৰ অনেক পৰিমাণে ফুটি উঠিছিল। এথান যেতিয়া ভিতৰ সোমাল নিমাতী কন্যাৰ দৰে মেটি আহি একাষে থিয় দিলেহি। তাৰ পাছত আনফালে গৈ থিয় দিলত যেন তাইৰ চকুৰে মুখে এটা কোমল-মধুৰ ৰূপ ফুটি উঠিছিল। তাই টেবুলৰ ওপৰত লণ্ঠনটো থ'লে। এথানে দেখিলে টেবুলৰ ওপৰত ৰাতিৰ আহাৰ সুন্দৰকৈ সজাই থোৱা আছে। এখন ৰঙা আয়নাৰ থালত তাৰ প্ৰিয় খাদ্য আচাৰো ডগ্‌মগাই আছে। চুলাত দপ্‌দপ্‌কৈ জুই জ্বলি আছে আৰু মেকুৰীজনী ওচৰতে শুই শুই টেবুলৰ ফালে টল্‌টলকৈ চকু দি আছে।

এইবোৰ দেখি আশা আৰু আনন্দত এথান উগুলথুগুল হৈ উঠিছিল। তাৰ তিতা বুটযোৰ সোলোকাই থবলৈ আৰু কোটটো

এথান ফ্ৰ'ম

হাঁকোটাত আঁৰিবৰ কাৰণে সি অলপ আঁতৰি গ'ল। উলটি অহাৰ লগে লগে মেটিয়ে টি-পটটো টেবুলত থ'লে। মেকুৰীজনীয়ে তাইৰ কিলাকুটিত গা ঘহাইছিল।

"পুচি। মই তোক মাৰিছিলোঁ নহয়। লাজলগা নাই?" উলাহত মেটিয়ে হাঁহিৰ খলক তুলিলে।

আকৌ এথানৰ মনত ঈৰ্ষাৰ জুই উঠিল। কোনোবা অহা কাৰণেই মেটিৰ ইমান আনন্দ হৈছেনেকি?

"মেট্‌ কোনোবা আহিছিলনেকি?" হাঁহি হাঁহি মেটিয়ে ক'লে- "ও, এজন আহিছিল।" কথাটো শুনি এথানৰ চকু ঘোপা হ'ল।

"কোন আহিছিল?" উঠি থিয় হৈ এথানে চাৰিওফালে চালে আৰু প্ৰশ্ন শুনি মেটিৰ মুখৰ চেহেৰা কেনে হৈছে লক্ষ্য কৰিলে।

ঘৃণাত তাইৰ চকুযোৰ নাচিবলৈ ধৰিলে। 'যোথাম পাৰেল আহিছিল। জীনাক থৈ উলটি অহাৰ পাছত সি আহিছিল আৰু ঘৰলৈ যোৱাৰ আগতে অলপ কফি খাবলৈ বিচাৰিছিল।"

এথানৰ মনৰ ক'লা ঢাকনিখন আঁতৰি গ'ল। মগজুত তৎক্ষণাৎ উজ্জ্বল পোহৰৰ ঢল নামিল। 'সিমানেই? বোধকৰো তুমি তাক কফি খাবলৈ দিলা?' অলপ থমকি ৰৈ আকৌ ক'লে, ' বোধকৰো জীনাক ভালে ভালেই ষ্টেশ্যনত থলেগৈ।'

"হয়, হয়, কেতিয়াবাই থৈ আহিলগৈ।"

জীনাৰ নামটোৱে দুয়োৰে মনলৈ সেমেকা ভাব আনিলে। দুয়ো দুয়োকে কেৰেচিয়াকৈ চাই চাই থিয় দি থাকিল। এটা লাজকুৰীয়া হাঁহিৰে মেটিয়ে ক'লেঃ 'আমাৰ ৰাতিৰ আহাৰ খাবৰ হ'ল।'

দুয়ো টেবুলৰ ওচৰলৈ চকী দুখন টানি আনিলে, আৰু মেকুৰীজনী দুয়োৰে মাজত খালি হৈ থকা জীনাৰ চকীখনত উঠি বহি ল'লে। 'পুচি!' মেটিয়ে ক'লে আৰু দুয়ো আকৌ হাঁহিৰ খলক তুলিলে।

খন্তেক পৰৰ আগতে এথানৰ মুখত আখৈ ফুটাদি কথা ওলাইছিল কিন্তু জীনাৰ নামটো শুনাৰ লগে লগে সকলো চেঁচা পৰি গ'ল। তাৰ এই অৱস্থাটো মেটিৰ চকুত সুন্দৰকৈ পৰিছিল। তাই তললৈ মুখ কৰি চাহৰ ঢোকা গিলিবলৈ ধৰিলে। এথানৰ বৰ ভোক লাগিছিল। সজাই থোৱা বাদাম আৰু আচাৰৰ ফালে চকু দি দি বৰ দীঘলীয়াকৈ চাহৰ সোহা এটা মাৰি ডিস্তিটো পৰিষ্কাৰ কৰি ল'লে আৰু ক'লে, "আৰু বৰফ পৰিব যেন লাগিছে।"

মেটিয়ে বৰ উলাহ দেখুৱাই ক'লে-'হয় নেকি? সেই বাবে জীনা উলটি অহাৰ একা অসুবিধা নহলেই হয়, নহয়নে বাৰু?' কথাটো কৈয়েই তাই ৰঙা-চিঙা পৰিল আৰু লৰালৰিকৈ তুলি লোৱা কাপটো আকৌ টেবুলত থৈ দিলে।

এথানে আৰু এচকল আচাৰৰ পিনে হাত আগবঢ়ালে। তাৰ পাছত ক'লেঃ "এই বছৰৰ কথা একো ক'ব নোৱাৰি। এই সময়ত খুব বৰফ পৰে।" জীনাৰ নাম কলত সি আকৌ চঞ্চল হৈ উঠিল। তাৰ ধাৰণা হ'ল যেন জীনাৰ ঘৰৰ ভিতৰতে বহি আছে।

"পুচি, এই বৰ লুভীয়া অ'।" মেটিয়ে ক'লে। কোনোবা টলকত মেকুৰীজনী বগাই গৈ টেবুলৰ ওপৰত উঠি চোৰাং ভাবে গাখীৰৰ জগটোৰ ফালে চকু দিছেগৈ। জগটো এথান আৰু মেটিৰ মাজত আছিল। দুয়ো একেলগে হাত দি জগটোৰ হাঁতনিত ধৰিলে। মেটিৰ হাতখন তলত আৰু এথানে বহুত পৰলৈকে মেটিৰ হাতৰ ওপৰত হাতখন থৈ ৰৈ থাকিল। এনেকুৱা অৱস্থা দেখি মেকুৰীজনীয়েও তৰকিব নোৱাৰাকৈ পাছহুহকি আহি আচাৰ থকা থালখনৰ ওপৰত পৰিলহি। এটা কঠুৱা শব্দ কৰি থালখন মজিয়াত পৰি টুকুৰা টুকুৰ হ'ল।

তৎক্ষণাৎ মেটি বহাৰ পৰা উঠিল আৰু য'ত ভগা টুকুৰাবোৰ পৰিল তাতে আঁঠুকাঢ়ি বহি পৰিল।

"এথান, এথান, থালখন ভাগি টুকুৰা টুকুৰ হ'ল। জীনাই মজা দিব।"

এই বাৰ এথানৰ সাহ আহিল। "মজা দিলেও মেকুৰীজনীকহে দিব লাগিব।" হাঁহি হাঁহি এথানে ক'লে আৰু মেটিৰ কাযতে বহি আচাৰবোৰ বুটলিবলৈ ধৰিলে।

মেটিয়ে ভয়ে ভয়ে এথানৰ ফালে চালে। "সেইটো হয়, কিন্তু, মন কৰা, জীনাই এই থালখন ব্যৱহাৰ কৰিবলৈ সদায় হাক দি আছিল। আনকি আলহী-দুলহী আহিলেও ব্যৱহাৰ কৰিবলৈ উলিয়াই নিদিয়ে। ওপৰত থকা চীনা বাচনৰ আলমাৰিটোৰ পৰা মই এইখন উলিয়াই আনিছিলোঁ। তেওঁৰ ভাল ভাল বস্তুবোৰৰ লগত বৰ যত্নেৰে এইখন লুকাই থৈছিল। তেওঁ আহিলে মোক সুদাই নেৰে,-"

কথাটো বৰ ডাঙৰ। এথানে আগ-গুৰি বহুত ভাবি-চিন্তি এটা বুদ্ধি উলিয়াব লগা হ'ল।

"তুমি যদি এই বিষয়ে একো নকৈ মনে মনে থাকা- জীনাই একো গম নাপায়। ঠিক এইখনৰ নিচিনা থাল মই কাইলৈ কিনি আনিম। এই খন বাৰু ক'ৰ পৰা কিনিছিলা? যদি ছাড্‌চ্ফলচ্‌লৈকো যাব লাগে, মই তালৈকো গৈ হ'লেও আনিমেই।"

"ওহোঁ, তাত এনেকুৱা বাচন নোলায়। সেইখন বিয়াৰ উপহাৰ- তোমাৰ মনত নাইনেকি? মন্ত্ৰীৰ লগত বিয়া হোৱা জীনাৰ পেহীয়েকে এইখন ফিলাডেল্‌ফিয়াৰ পৰা আনিছিল। সেই কাৰণে তেওঁ এইখন কাহানিও ব্যৱহাৰ নকৰিছিল। এথান, মই এতিয়া কি কৰিম?"

মেটিয়ে কান্দিবলৈ ধৰিলে। এথানৰ মনত লাগিল যেন

---
এথান ফ্ৰ'ম

তাইৰ প্ৰতিটোপা চকুৰ পানী গলাই থোৱা তপত সীহৰ দৰে তাৰ গাত টোপ্ টোপ্ পৰিছে।

"নাকান্দিবা, মেটি নাকান্দিবা- অঃ নেকান্দিবা।" এথানে সান্ত্বনা দিবলৈ ধৰিলে।

তাই বহুত যত্ন কৰি থিয় দিলে আৰু ভগা টুকুৰাবোৰ বুটলি আনি টেবুলৰ ওপৰত থ'লে। এথানে থিয় দিলে। তাৰ মনত ভাব হ'ল যেন সিহঁতৰ সপোন-সন্ধ্যাৰ ভগা টুকুৰাবোৰ তাত সিচঁৰতি হৈ পৰি আছে।

"দিয়াঁ, সেইবোৰ মোক দিয়া।" অকস্মাৎ গৰাকী হৈ এথানে মাত দিলে। ভগা টুকুৰাবোৰ এথানক দি মেটি আঁতৰি গৈ থিয় দিলে। সুধিলে-"এইবোৰেৰে কি কৰিবাঁ এথান?"

মুখেৰে একো নকৈ সি তাৰ হাতৰ বহল তলুৱাখনত টুকুৰাবোৰ লৈ বাহিৰলৈ ওলাই গ'ল। এদাল মমবাতি জ্বলাই জীনাৰ সেই আলমাৰিটো খুলিলে আৰু তাৰ দীঘল হাতখন ওপৰৰ খাপটোলৈকে বঢ়াই দি থালখনৰ ভগা টুকুৰাবোৰ লগ লগাই সজাই থ'লে। পৰীক্ষা কৰি চালে দেখিলে ঠিক আগৰ থালখন যেনেই দেখি। তলৰ পৰা চালে ভগা যেন নেদেখি কাইলৈ পুৰা এঠা আনি যোৰা লগাই থ'লে তাৰ ঘৈণীয়েকে একো ধৰিবই নোৱাৰিব। ইতিমধ্যে ছাড্চ্ফলচ্ বা বেট্চ্ব্ৰীজৰ পৰা স্বচ্ছন্দে এখন কিনি আনি থ'ব পাৰিব। সোনকালে ধৰা পৰাৰ ভয় নাই বুলি জানি ঠাওৰ হৈ সি বাৰান্দলৈ উলটিল। দেখেছি মেটিয়ে মাটিত পৰি থকা আচাৰৰ টুকুৰাবোৰ মজিয়াৰ পৰা তুলি আছে।

"আহাঁ, আহাঁ, মেটি, সেইবোৰ হ'ব। এতিয়া আমি খাবলৈ বহোঁ।" এথানে ক'লে।

চকুৰ পানী বিৰিঙি থকা দৃষ্টিৰে মেটিয়ে এথানৰ ফালে চাই নিশ্চিত হ'ল আৰু এথানৰ বুকু গৰ্বত ওফন্দি উঠিছে বুলি ভাবি এথানৰ আদেশ পোৱা মাত্ৰকে মেটিয়ে পালন কৰিলে। সি নো কি কৰিলেগৈ সেই কথাও মেটিয়ে নুসুধিলে। এথানৰ মনত কাহানিও কোনো কামতে এনেকুৱা প্ৰভুত্বৰ গৰ্ব উঠা নাছিল।

# অধ্যায় - পাঁচ

সিহঁতৰ নৈশ-ভোজন সমাপ্ত হ'ল। মেটিয়ে টেবুল পৰিস্কাৰ কৰিলে আৰু এথানে গৈ গৰু কিজনী চাইচিতি ঘৰৰ চাৰিউফালে এটা পাক মাৰি আহিলগৈ। মেঘে ঢকা আকাশৰ তলত পৃথিৱীখন তেনেই অন্ধকাৰ হৈ পৰিছিল। বতাহ নাইকিয়া নিথৰ নিমাত নিশা। দূৰৰ হাবিয়নিত গছৰ ডালৰ পৰা বৰফ সৰি পৰা শব্দটো পৰ্যন্ত আহি কাণত পৰিছেহি।

সি যেতিয়া আকৌ ৰান্ধনি ঘৰলৈ উলটি আহিল, মেটিয়ে চকী এখন জুহালৰ ফালে ঠেলা মাৰি দিলে আৰু নিজে লণ্ঠনটোৰ ওচৰত কিবা এটা চিলাইৰ কাম হাতত লৈ বহিল। আজি ৰাতিপুৱা এথানে ঠিক এনেকুৱা এটা দৃশ্যৰ কথাকে কল্পনা কৰিছিল। জেপৰ পৰা পাইপটো উলিয়াই লৈ জুইৰ ফালে ভৰি মেলি এথান বহিল। চেঁচা বতাহত দিনৰ দিনটো কাম কৰি তাৰ গাটো বৰ অলস লাগিছিল। মনটো তেতিয়াহে পাতল পাতল লাগিল। তাৰ মনত এনেহে লাগিল যেন এতিয়া সি আন এখন পৃথিৱীতহে বাস কৰিছে-- যিখন পৃথিৱীত আটাইবোৰ উম্ লগা, একো বিৰোধ নথকা আৰু সময়ে একো পৰিৱৰ্তন আনিব নোৱাৰা বিধৰ। তাৰ একমাত্ৰ অসুবিধা হৈছিল যে সি বহা ঠাইৰ পৰা মেটিক ভালকৈ নেদেখি। তাৰ ইমান ভাগৰ লাগিছিল যে, সি সেইখিনিৰ পৰা উঠি যাবলৈকে মন নকৰিছিল। অলপ পাছতে সি ক'লে--"আহাঁ, মেটি, ওচৰ চাপি বহাঁহি।"

জীনাৰ ঘূৰি থকা চকীখন ঠিক তাৰ সমুখতে আছিল। কথাশুনা ভাল ছোৱালীৰ দৰে উঠি আহি মেটি সেই চকীখনত বহিলগৈ। ফুলবছা কুচনখনত হেলনীয়াকৈ তাই যেতিয়া তাইৰ সৰু বাদামী ৰঙৰ মূৰটো থ'লে এথানে যেন এটা বেদনা অনুভৱ কৰিলে। সেই মুখখন যেন ঠিক জীনাৰ মুখখনেই নতুন সঙ্গিনীৰ মুখখন ঢাকি থৈ জিলিকি পৰিছে। অলপ পাছতে মেটিৰ মনতো যেন তেনেকুৱা এটা দুৰ্বলতা জাগিল। তাই অলপ লৰ-চৰ কৰি বহিল। সমুখৰ ফালে হালি চিলাইৰ কামত মন দিলে। এথানে তাইৰ নাকৰ আগটো আৰু মূৰত থকা ৰিবন ডালহে দেখা পাইছিল। তাৰ পাছত হঠাৎ মেটিয়ে ক'লে,--"মই এইখিনিৰ পৰা চিলাইৰ কাম ভালকৈ কৰিব নোৱাৰোঁ। লণ্ঠনটো দূৰত থাকিল।" এই বুলি উঠি গৈ লণ্ঠনৰ ওচৰত বহিলগৈ।

জুই কুৰা বঢ়াই দিয়াৰ চেলু লৈ এথান বহাৰ পৰা উঠিল আৰু ঘূৰি আহি তাৰ চকীখন অলপ কাতি কৰি ঘূৰাই দিলে যাতে বহাৰ পৰা সি ভালকৈ মেটিক দেখা পায়--তাইৰ হাতৰ ওপৰত পোহৰ পৰি কেনে হৈছে। সচৰাচৰ নঘটা এই ঘটনাবোৰ দেখি মেকুৰীজনীয়ে যেন বৰ আগ্ৰহেৰে চাই আছিল আৰু জীনাৰ চকীখনৰ ওপৰত জাপ মাৰি পৰি এটা বলৰ দৰে গোট মাৰি শুই মুদা মুদা চকুৰে সিহঁতৰ কাণ্ড বোৰ চাবলৈ ধৰিছিল।

গভীৰ নিস্তব্ধতাত কোঠাটো ডুব গ'ল। ওপৰত ঘড়ীটোৱে টিক্ টিক্ কৰিছে। চুলাটোত মাজে মাজে দুই এটুকুৰা কাঠ পৰিছিল। এথানৰ পাইপৰ ধোঁৱাৰ লগত মিহলি হৈ অহা জিৰানিয়ম ফুলৰ চোকা গোন্ধ আহি এটা নীলা বৰণৰ পোহৰ সিঁচি দিলেহি। কোঠাটোৰ আন্ধাৰ চুক বোৰত ধেৰাঁবোৰ গৈ মকৰাৰ জালৰ দৰে ওলমি পৰিছেগৈ।

দুইটিৰে মনৰ সঙ্কোচ আঁতৰিল। এতিয়া সৰল ভাবেই দুয়ো কথা পাতিবলৈ আৰম্ভ কৰিলে। সিহঁতে দৈনন্দিন কথাৰ টোপোলা মেলিলে। বৰফ পৰাৰ সম্ভাৱনা, গিৰ্জাত হ'ব লগীয়া আগন্তুক সমাবেশ। ষ্টাৰ্কফিল্ডৰ চেনেহ-প্ৰীতি আৰু হাই-কাজিয়া ইত্যাদি বিবিধ বিষয়ৰ কথা চলিল। যিবোৰ সাধাৰণ বিষয় লৈ সিহঁতৰ মাজত কথোপকথন হৈছিল, তাৰ মাজতে এথানৰ মন এটা বহুদিনীয়া প্ৰীতিৰ ভাবত উপচি পৰিল! হঠাৎ আবেগ-আকুল হৈও যিবোৰ ভাব মনলৈ আনিব নোৱাৰি তেনেকুৱা ভাবৰ কল্পনাত ওপঙি ওপঙি সি ভাবিবলৈ ধৰিলে যেন সিহঁত দুয়ো এই দৰেই বহুত সন্ধ্যা পাৰ হৈ আহিছে আৰু আগলৈও এই দৰেই থাকিব।

"আজিৰ এই ৰাতিয়েই আমি সাগৰৰ পাৰত ফুৰিবলৈ যোৱাৰ কথা আছিল; মেটি!" সি শেষত মাত দিলে। কথা কিটা কওঁতে তাৰ ধাৰণা হৈছিল যেন সিহঁতৰ বহুত আজৰি সময় আছে আৰু যেতিয়াই ইচ্ছা কৰিলে, ফুৰিবলৈ যাব পাৰে।

মেটিয়ে হাঁহি হাঁহি উত্তৰ দিলে, "বোধকৰোঁ তুমি পাহৰি গ'লা।"

"নাই, মই পাহৰা নাই; কিন্তু বাহিৰ ফালে ইজিপ্তৰ দৰে আন্ধাৰ। যদি জোন ওলায় কাইলৈ আমি যাম।"

বৰ আনন্দ মনেৰে মেটিয়ে হাঁহিলে। তাইৰ মূৰটো পাছ ফালে হেলনীয়া হৈ আছিল আৰু লণ্ঠনৰ পোহৰটো ওঁঠ আৰু দাঁতত পৰি চিক্‌মিকাই আছিল। "সেইটো বৰ ভাল কথা হ'ব. এথান।"

সি তাইৰ ফালে থৰ লাগি চালে। গ্ৰীষ্ম কালৰ বতাহ লাগিলে গম খেতিৰ পথাৰৰ চেহেৰা বতাহৰ ঢৌৱে ঢৌৱে সলনি হোৱাদি প্ৰত্যেকটো কথাৰ লগে লগে মেটিৰ মুখত কেনে পৰিৱৰ্তনৰ চিন ফুটি উঠিছিল সেই কথালৈ এথানে লক্ষ্য কৰিলে। তাৰ যি সি কথাবোৰেই মেটিক এনেদৰে মন্ত্ৰমুগ্ধ কৰা দেখি এথানৰ মন উথলি

উঠিছিল আৰু পেটে পেটে সি নতুন উপায়ে কথা কোৱাৰ বাট বিচাৰিবলৈও ইচ্ছা কৰিছিল।

"মোৰ লগত এনেকুৱা এটা ৰাতি তুমি বাৰু কৰবেৰী আলিত ফুৰিবলৈ তোমাৰ ভয় লাগিব নেকি?" এথানে সুধিলে।

মেটিৰ গাল দুখন ৰঙা হৈ পৰিল। "তোমাতকৈ মোৰ বেছি ভয় নালাগে।"

"এৰা মোৰ ভয় লাগিব। তেনে হ'লে যোৱা নহয়। সেই ডাঙৰ এল্‌ম গছ জোপাৰ তলখন বৰ কেনেবা। ভালকৈ চাইচিতি নগলে সেই খিনিত বৰ বিপদ।" তাৰ কথাত নিৰাপদ ভাব আৰু মালিকী সুৰৰ গৰ্ব এটা ফুটি উঠিছিল। এই অনুভূতি গভীৰ কৰি তুলিবৰ মনেৰে সি কৈ গ'ল--"ইয়াতেই আমি বেছ ভালেৰে আছোঁ।"

মেটিৰ চকুৰ বাদু লাহে লাহে জাপ খাই আহিছিল--ঠিক এথানে ভাল পোৱাৰ দৰেই। তাৰ পছত এটা হুমুনিয়া কাঢ়ি কলে--"এৰা, ইয়াতেই বেছ ভলেৰে আছোঁ।"

তাইৰ মাতটো ইমান সোৱাদ হৈ ওলাইছিল যে এথানে মুখৰ পৰা পাইপটো উলিয়াই চকীখন টেবুলৰ ওচৰ চপাই আনিলে। তাই বেজীৰ কাম কৰি থকা বাদামী ৰঙৰ কাপোৰ টুকুৰাৰ এমূৰত ধৰি হাঁহি হাঁহি এথানে ক'লে, "বুজিছোঁ মেট, মই আজি গধূলি ঘৰলৈ উলটি আহোঁতে ভেৰনামৰ পদূলিত থকা স্প্ৰুচ গছৰ তলত কি দেখি আহিলোঁ ক'ব পাৰা? তোমাৰ বন্ধু গাভৰু এটিক এজনে চুমা খাইছিল?"

সন্ধ্যাৰ পৰাই এথানে কওঁ কওঁ কৰি আছিল। কিন্তু এতিয়া কৈ অঁটায়েই সি ভাবিলে, কথাটো বৰ নিলাজ বিধৰ আৰু অনুচিত ঠাইত কোৱা হ'ল।

লাজত মেটিৰ মুখ চুলিৰ গুৰিলৈকে ৰঙা পৰিল। তাই কাম কৰি থকা বেজীটোৰ দুই কি তিনিবাৰ মান বৰ খৰকৈ কাপোৰ টুকুৰাত সূতা উলিয়াই সুমোৱাই এথানে ধৰি থকা আগটো টান মাৰি লৈ আহিল। "মই ভাবোঁ সেয়া ৰুথ আৰু নে'ড হ'ব।" বৰ সৰু সৰু মাতেৰে মেটিয়ে ক'লে--যদিও এথানে এটা গুৰুতৰ ইঙ্গিত দিছিল।

এথানে ভাবিছিল তাৰ কথা শুনি মেটিৰ পুলক জাগিব আৰু সি তাইৰ স্পৰ্শ লাভ কৰিব। অইন নহলেও তাইৰ কোমল হাতৰ পৰশ অকণ পাব। কিন্তু এতিয়া দেখিলে কথাটোৱে মেটিৰ মনত আৰু বেছি লাজহে লগালে আৰু তাইক এথানৰ পৰা আঁতৰহে কৰিলে। এথানে জানে ডেকা সকলে এনে কাম কিবা অপৰাধৰ কথা বুলি নাভাবে। যোৱা ৰাতিৰ কথা মনত পৰিল। মেটিক সি সাবট মাৰি ধৰিছিল আৰু মেটিয়ে একো বাধা দিয়া নাছিল। কিন্তু সেইটো ঘটিছিল ঘৰৰ বাহিৰত — মুকলি উদাস, ৰাতি। আৰু এতিয়া এই পোহৰ হৈ থকা কোঠাটোত, তাৰ পুৰণিকলীয়া শৃঙ্খলা আৰু নীতি-নিয়মৰ পৰিবেশৰ মাজত, তাৰ মনত লাগিল মেটি যেন তাৰ পৰা বহুত দূৰলৈ আঁতৰি গ'ল। সি যেন আৰু তাইৰ ওচৰ চাপিব নোৱাৰা হ'ল।

তাৰ মনৰ এই সঙ্কটাবস্থা এৰাবৰ কাৰণে সি ক'লে: "মই ভাবোঁতে তেওঁবিলাকৰ বিয়াৰ দিন অলপতে ঠিক হ'ব।"

"এৰা। হয়তো অহা গৰম কালিতে তেওঁবিলাকৰ বিয়া হ'ব পাৰে।"

বিয়া শব্দটো মেটিয়ে এনে ভাবে উচ্চাৰণ কৰিছিল যেন তাইৰ মাতটোৱে শব্দটো আলিঙ্গনহে কৰিছিল। যেন গছপাতেৰে ঢাক খাই থকা বনপথেদি কোনোবা এখন মনমোহা বনপ্ৰান্তৰৰ পিনেহে লৈ গৈছিল। এথানৰ বুকুত এটা গেজগেজনি উঠিল। তাইৰ ওচৰৰ পৰা উঠি গৈ নিজৰ চকীত বহি কলেগৈ,--"তাৰ পাছত তোমাৰ পাল পৰিব নহয় জানো?"

এটা কাঠ-হাঁহি মাৰি তাই ক'লে; "তুমি সদায় সেই কথাটো কৈ থাকা কিয়?"

সি তাইৰ হাঁহিৰ প্ৰতিধ্বনি তুলি ক'লে,--"কওঁতে কওঁতে অভ্যস্ত হৈ যাবৰ কাৰণে কওঁ, বুজিছা মেটি।"

সি আকৌ টেবুলৰ ওচৰলৈ আহিল আৰু তাই নিমাত হৈ চিলাইৰ কাম কৰি থাকিল। তাইৰ হাতখন কিমান সুন্দৰভাবে এবেলি উঠিছে আৰু এবেলি নামিছে--তাকে চাই চাই এথানে কল্পনা কৰিছিল যেন বাঁহ সাজিবৰ বাবে ব্যস্ত হৈ থকা এযোৰ চৰাইহে কুটা কঢ়িয়াই এবাৰ ওপৰলৈ উঠিছে আৰু এবাৰ তললৈ নামিছে। অলপ পাছতে তাই ইফালে সিফালে নোচোৱাকৈয়ে তলমূৰ কৰি কৰি মাত দিলে,--"বোধহয় জীনাই মোৰ বিষয়ে তোমাক কিবা কৈছে। সেইহে তুমি মোক ওই প্ৰশ্ন কৰিলা?"

এথানৰ পূৰ্বৰ আশঙ্কা আৰু বেছি হ'ল। থতমত খাই ক'লে,--"কিয়? কিয়? কি ক'ব খুজিছা?"

বেথাভৰা দৃষ্টিৰে তাই এথানৰ ফালে চালে আৰু তাইৰ হাতৰ বেজী-সূতা, কাপোৰ টুকুৰা দুয়োৰে মাজত সৰি পৰিল। তাই ক'লে,--"কি ক'ব খুজিছো ক'ব নোৱাৰোঁ। মই ভাবিছিলোঁ কিজানি কালি ৰাতি জীনাই তোমাক কিবা কৈছিল।"

একৰকম টিঙৰ মাৰি এথানে ক'লে--"কি কথা, সেইটোকে মই জানিব খোজোঁ।"

"জীনাৰ লগত তৰ্ক কৰিব পৰা ক্ষমতা মোৰ নাই।" মেটিৰ প্ৰতি জীনাৰ ব্যৱহাৰ সম্পৰ্কে এয়ে প্ৰথম খোলাখুলি ভাবে সিহঁত দুয়ো আলোচনা কৰিলে। "জীনা" নামটো উচ্চাৰণ কৰাৰ লগে লগে যেন কোঠাটোৰ সিমূৰেও তাৰ প্ৰতিধ্বনি উঠিল। তাৰ পাছত কৈ গ'ল--"কিয় তেওঁ তোমাক একো কোৱা নাইনে?"

মূৰ লৰাই এথানে কলে--"ওহোঁ। একো কোৱা নাই।" কপালৰ আগত পৰা চুলিবোৰ আঁতৰাই মেটিয়ে ক'লে--"তেনেহলে খণ্ডতে মইতোমাক তেনেকৈ কলোঁ। থক্, সেইবোৰ কথাৰ একো দৰ্কাৰ নাই আৰু।"

"নাই, নাই, সেইবোৰ একো চিন্তা নকৰিবাঁ মেটি।"

এথানৰ মাতটো হঠাৎ আকৌ দৰদী সুৰত তপত হৈ আহিল। তাইৰ মুখলৈ লাহে লাহে আৰু কোমল ভাবে তেজৰ গোলাপী আভাৰ সোঁত বৈ আহিল। যেন কিবা এটা চিন্তাৰ ছাঁ তাইৰ অন্তৰত সোমাই পৰিছে। চিলাই কৰা কাপোৰৰ ওপৰত হাত দুখন থৈ তাই মনে মনে থাকিল। এথানে ভাবিলে, সিহঁতৰ মাজত চিলাইৰ যি টুকুৰা কাপোৰ পৰি আছে তাৰ মাজেদি আহি যেন এটা তপত সোঁত তাৰ গাত লাগিছেহি। বৰ সাৱধানে সি কাপোৰ টুকুৰাৰ মূৰত আঙুলিৰ টিপ দি হেঁচি ধৰিলে। মেটিৰ দৃষ্টি-ভঙ্গিৰ পৰা সি বুজিব পাৰিলে তাই এথানৰ এই অৱস্থাটো ভালকৈ দেখিছে আৰু তাইৰ মনতো এনে এটা তপত সোঁত বৈ গৈছে। তাইৰ হাত দুখনো থৰ হ'ল।

এনে ভাবে দুয়ো বহি থাকিল। হঠাৎ এটা শব্দ শুনি চক্ খাই এথানে উলটি চালে। দেখে, মেকুৰী জনীয়ে জীনাৰ চকীখনৰ পৰা জাপ মাৰি গৈ এটা এন্দুৰৰ পাছে পাছে ছোঁ মাৰিছে। এই লম্ফ-ঝম্ফত জীনাৰ ঘূৰি থকা চকীখন হেন্দুলিবলৈ ধৰিলে।

এথানে ভাবিলে,-"কাইলৈ এই সময়ত এই চকীৰ গৰাকিনী নিজে বহি এই দৰে দোলন দুলাই থাকিব। মই যেন স্বপ্নৰাজ্যতহে আছোঁ। আজিৰ এই সন্ধ্যাটোহে-- অকল এই সন্ধ্যাটোহে--মেটিৰ আৰু মোৰ--অকল আমি দুটিৰ।" হঠাৎ এনেদৰে বাস্তৱমুখী হোৱা বাবে তাৰ অন্তৰত গভীৰ বেদনা জাগিল--যেন ঔষধ খাই অজ্ঞান হৈ থকাৰ পাছত হঠাৎ অস্বাভাৱিক ভাবে গধুৰ হৈ পৰিল। এনে এটা অস্থিৰ অৱস্থাৰ কথা প্ৰকাশ কৰি ক'ব পৰা ভাষা বা উপায় বিচাৰি সি হতভম্ব হৈ পৰিল।

তাৰ এই ভাব-পৰিবৰ্তনৰ সোঁতটো যেন মেটিৰ মনতো বৈ গৈছিল। আবেশ-বিভোৰ হৈ তাই এথানৰ ফালে চাই থাকিল, যেন তাইৰ চকু দুটাত টোপনিৰ এঠা লাগি জাপ খাই আহিব খুজিছে--বৰ কষ্টেৰেহে যেন মেটিয়ে কোনোমতে মোকোলাই থৈছে। এইবাৰ তাইৰ চকু পৰিল এথানৰ হাতৰ পিনে। তাৰ হাতখনে চিলাই কৰা কাপোৰখনৰ এটা মূৰ ঢাকি থৈছে, আৰু এনে ভাবে মেৰিয়াই মেৰিয়াই আছে যেন মেটিৰ দেহৰ অংশ এটাহে সি ধৰি আছে। এথানে দেখিলে মেটিৰ মুখৰ ওপৰেদি এচমকা বিজুলীহে যেন পাৰ হৈ গ'ল। মন্ত্ৰমত অভিভূত হৈ এথানে কাপোৰ টুকুৰাকে চুমা খাবলৈ ধৰিলে। তাৰ ওঁঠ দুটাৰ মাজৰ পৰা লাহে লাহে কাপোৰ টুকুৰা আঁতৰি গ'ল। দেখিলে, মেটি থিয় হৈছে আৰু একো মাত বোল নকৰাকৈ চিলাইৰ কাপোৰ টুকুৰা সামৰিছে। এটা পিন্ দি কাপোৰ টুকুৰা ভাঁজ কৰি থ'লে। তাৰ পাছত আঙুলিৰ মূৰত পিন্ধা সীহৰ টুপীটো সোলোকাই ধুনীয়া কাগজেৰে মেৰোৱা চিলাই কামৰ বাকচটোত ভৰাই থ'লে। বেট্চ্ব্ৰীজৰ পৰা এথানেই এইটো তাইক আনি দিছিল। সিও থিয় হৈ অৰ্থহীন ভাবে কেউপিনে চকু দিলে। ঘড়ীত তেতিয়া এঘাৰ বাজিছিল।

লাহেকৈ মেটিয়ে মাত দিলে,"জুই কুৰা?" চুলাৰ মুখখন খুলি এথানে আঙঠাবোৰ খুচিবলৈ ধৰিলে। মেটিয়ে চাবোনৰ পুৰণি বাকচটো চুলাৰ ওচৰলৈ লৈ আহিছে। তাৰ ওপৰতে মেকুৰীজনী শুই আছিল। তাৰ পাছত দুটা জিৰাণিয়ম ফুলৰ টাব খিড়িকীৰ ওচৰৰ চেঁচা ঠাইৰ পৰা আঁতৰাই আনি থ'লে। এথানো তাইৰ পাছে পাছে গৈ জিৰাণিয়ম ফুলৰ বাকীবোৰ টাবো আঁতৰাই আনিলে।

ৰাতিৰ এই কামবোৰ হৈ যোৱাৰ পাছত মাত্ৰ বাকী থাকিল বাৰান্দাৰ পৰা লণ্ঠন সুমাই থোৱা টিন্ পাতৰ দুৱৰিবোৰ অনাটো আৰু লণ্ঠনটো নুমাই দি মমবাতি ডাল জ্বলাই দিয়াটো। হাতত থকা লণ্ঠনটোৰ পোহৰত মেটিৰ চুলিবোৰ জোনৰ মুখত ওলমি থকা কুঁৱলীৰ জালখন যেন দেখা হৈছিল।

মেটিয়ে ওপৰলৈ উঠিবৰ কাৰণে ছিৰিত ভৰি দিছে ঠিক সেই সময়তে এথানে মাত দিলে,-"গুড নাইট, মেট!"

মুখ ঘূৰাই খন্তেক পৰ মেটিয়ে এথানৰ ফালে চালে। তাৰ পাছত ওপৰলৈ উঠি যাওঁতে কৈ গ'ল, "গুড্ নাইট, এথান!".. তাই গুচি গ'ল।

যেতিয়া তাইৰ কোঠাৰ দুৱাৰখনত ভিতৰৰ ফালৰ পৰা শলখা মাৰি বন্ধ হৈ গ'ল, এথানৰ মনত পৰিল যে, সি আনহে নালাগে তাইৰ হাতখনো স্পৰ্শ কৰা নাই।

---

এথান ফ্ৰ'ম

## অধ্যায় - ছয়

পাছদিনা পুৱাৰ আহাৰ খাবৰ সময়ত যোথাম পাৰেল আহি সিহঁত দুয়োৰে মাজত উপস্থিত হ'লহি। তাক দেখি এথানে মনৰ আনন্দৰ ভাবটো লুকাই থবলৈ চেষ্টা কৰিলে। আওকণীয়া ভাওঁ ধৰি তাৰ চকীখনত গা পেলাই মেকুৰীজনীক খাই এৰা বস্তুবোৰ দলিয়াই দিলে; বতৰটো বেয়া দেখি বিৰক্তিৰ ভাব দেখুৱালে; আৰু মেটিয়ে চাহ খোৱা বাচনবোৰ ধুবলৈ নিওঁতে তাইক সহায় কৰিবলৈও উঠি নগ'ল।

যুক্তিহীন ভাবে সি কিয় ইমান আনন্দ পাইছিল সেই কথাটো এথানে নিজেই বুজিব পৰা নাছিল। কাৰণ, তাৰ বা মেটিৰ জীৱনত এনে একো পৰিবৰ্তন হোৱা নাই যাৰ বাবে তাৰ আনন্দ উপজিব পাৰে। আনহে নালাগে, সি মেটিৰ আঙুলিৰ মূৰ এটাটো হাত দিয়া নাই; নাইবা সম্পূৰ্ণ ভাবে তাইৰ চেহেৰাটোও আজিলৈকে ভালদৰে চোৱা নাই। কিন্তু সিহঁত দুটাৰ মাজত কটোৱা যোৱা সন্ধ্যাটোৱে তাৰ মনত এটা ধাৰণা আনি দিছিল— তাইৰ জীৱনটো কেনেকুৱা হ'ব পাৰে। সি এতিয়া এই বাবেই আনন্দ পাইছে যে সেই দৃশ্যটোৰ মাধুৰ্য্যখিনি নষ্ট কৰা একো কাম সি নকৰিলে। সি কল্পনা কৰিছিল কিহে তাক তেনে কামৰ পৰা আঁতৰাই ৰাখিলে সেই কথাও মেটিয়ে জানে।

কাঠৰ শেষ বোজাটো গাঁৱত দি আহিবগৈ লাগিব। আনৰ দিনত এথানৰ লগত নিয়মিত ভাবে কাম নকৰাকৈ থকা যোথাম পাৰেল আহিছে এথানক এতিয়া কামত সহায় কৰিবৰ মনেৰে। যোৱা ৰাতি সেমেকা বৰফ পৰি ৰ'দৰ তাপত এতিয়া গলিবলৈ ধৰিছে আৰু বাটটো আইনাৰ দৰে চিক্‌মিকাই আছে। বতাহত পনীয়া ভাব তেতিয়াও আছিল আৰু ধাৰণা হৈছিল কিজানি বিয়লি-পৰত বতৰ ভাল হ'ব আৰু সিহঁত যোৱাৰ একো অসুবিধা নহ'ব। এথানে সেই বাবে তাৰ সহকৰ্মীক ক'লে যে, যোৱা কালিৰ দৰে আজিও গৈ কাঠ বোজাই কৰিব আৰু পাছ বেলা লৈ গৈ ষ্টাৰ্কফিল্ডত পচুৱাই দিব। ইয়াৰ পৰা এথানৰ এটা সুবিধা হ'ব যে, আহাৰ খোৱাৰ পাছত জেনোবিয়াক আনিবলৈ যোথামক ষ্টেশ্যনলৈ পঠিয়াব পাৰিব। সেই সময়তে সি কাঠ লৈ গাঁৱলৈ যাব।

যোথামক সি ঘোঁৰাৰ পিঠিত জিন কচিবলৈ ক'লে। খন্তেক পৰ সি আৰু মেটি ৰান্ধনিঘৰত থাকিল। মেটিয়ে ইতিমধ্যে পুৱা আহাৰ খোৱা পাত্ৰবোৰ এটা টিনৰ গামলাত গোটাই লৈছে। তাই তলমূৰ কৰি সেইবোৰত হাত দিছে। গৰম পানীৰ ধোঁৱা ওলাই তাইৰ কপালত লাগিছেহি। আৰু তাইৰ চুলিবোৰৰ মাজত সৰু সৰু ধূৰণীয়া আঙঠাৰ সৃষ্টি কৰিছে—ভ্ৰমণকাৰীৰ যাত্ৰাপথত যেন লতাবোৰহে ওলমি পৰিছে।

এথান তাইৰ ফালে চাই চাই থৰ লাগিল। তাৰ হৃদয়খন আহি যেন কণ্ঠত থুপ খালেহি। সি ক'ব খুজিছিল: "আমি দুয়ো এই দৰে একেলগে থকাৰ দিন নাপাওঁ।" কিন্তু সি ক'ব নোৱাৰিলে। তাৰ সলনি সি তাৰ পাইপটো উলিয়াই আনি তাৰ জেপত সুমাই ল'লে আৰু ক'লে: "মই কিজানি আহাৰ খোৱাৰ আগতে আহি ঘৰ পামহি।"

তাই উত্তৰ দিলে- 'ভাল কথা, এথান।' সি ওলাই যাওতে শুনি গ'ল বাচন ধুই থাকোঁতে তাই গুণ্ গুণ্‌কৈ গান গাইছে।

গাড়ী বোজাই হোৱাৰ লগে লগে এথানে যোথামক পামলৈ পঠিয়াই সি নিজে কাঠখিনি লৈ যোৱাৰ কথা ভাবিছিল। কাৰণ, যোৱা ৰাতি ঠালখন যোৱা লগাবলৈ এঠা কিনিবও লাগে। এই বন্দোবস্ত মতে কাম কৰিবলৈ তাৰ হাতত যথেষ্ট সময় আছিল। কিন্তু প্ৰথমৰ পৰাই যেন আটাইবোৰ ওলটপালট হৈ পৰিছিল। বৰফত খুন্দা খাই ঘোঁৰা এটাৰ ঠেঙৰ খুৰা জখম হ'ল। তাক যেতিয়া কোনোমতে থিয় কৰালে দোকানৰ পৰা খাঁ টুকুৰা বান্ধিবৰ কাৰণে কাপোৰ আনিবলৈ যাব লগীয়া হ'ল। তাৰ পাছত যেতিয়া কাঠ বোজাই আৰম্ভ হ'ল, এজাক বৰষুণ আহিল। ফলত ডাঙৰ ডাঙৰ গুৰিবোৰ বৰ পিছল হৈ পৰিল। গাড়ী বোজাই কৰোঁতেও ভালেমান সময় লাগিল। যোথামে এনেকুৱা সময়বোৰকে আপদীয়া বতৰ বুলি কয়। ঘোঁৰাবোৰ তিতি তিতি জাৰত কঁপিছে আৰু মাটিও

খুৱা ঘঁহাইছে। সিহঁতৰ কাম যেতিয়া শেষ হ'ল-তেতিয়া নৈশ-ভোজনৰ সময় কেতিয়াবাই পাৰ হৈ গ'ল। এথানেও গাঁৱলৈ যোৱা আশা এৰিলে। কাৰণ ঘাঁলগা ঘোঁৰাটো ঘৰলৈ নি ভালকৈ ধুইধাই ঘাঁ টুকুৰাৰ চিকিৎসা কৰিব লাগিব।

সি ভাবিলে, লৰালৰিকৈ খোৱাবোৱা শেষ কৰি আকৌ কাঠৰ বোজাই লৈ ৰাওনা কৰিলেও যোথামে বুঢ়া ঘোঁৰাটোৰে জিনোবিয়াক ষ্টেশ্যনৰ পৰা আনি ঘৰ পোৱাৰ আগতে আঠা লৈ সি ঘৰ পাবগৈ পাৰিব। অৱশ্যে তাৰ এই আশাৰ ওপৰত বৰ বেছি ভৰসা কৰিবও নোৱাৰি ; সেই সম্বন্ধেও সি সচেতন হৈ আছিল। বাট পিছলৰ অৱস্থা আৰু বেট্চ্ৰীজৰ পৰা ৰেল অহা পলম হোৱাৰ ওপৰতো সকলো নিৰ্ভৰ কৰিছিল। সি হঠাৎ এই কথাটো ভাবি চক খাই উঠিল— যে, এনেকুৱা এটা সৰু কথাকে সি কিমান ডাঙৰ সমস্যা বুলি ভাবিছে।

খোৱা-বোৱা শেষ হোৱাৰ লগে লগে এথান আকৌ কাঠ বোজাইৰ কাৰণে ওলাই গ'ল। যোথাম পাৰ্লেল যোৱালৈকে সি পলম নকৰিলে। হাজিৰা কৰা মানুহটোৱে তাৰ সেমেকা ভৰি দুটা জুইত সেঁকিছে। ঘৰ এৰাৰ আগতে এথানে মেটিক বৰ লৰালৰিকৈ মাত্ৰ চকুৰ পচাৰ এটাৰেহে দেখিলে আৰু একে উশাহতে কৈ আহিল ঃ "মই সোনকালে উলটিম।"

সি কল্পনা কৰিলে মেটিয়ে তাৰ কথা সমৰ্থন কৰিছিল। সেইযেৰা সান্ত্বনাকে মনত লৈ সি বৰষুণৰ মাজেদি বাট বুলিলে।

গাঁৱৰ ফালে যোৱা বাটত সি তাৰ বোজাইটো প্ৰায় আধা-বাট আনিলে। বুঢ়া ঘোঁৰাটোক চাবুক মাৰি মাৰি যোথামে গাড়ী লৈ তাৰ কাষেদিয়েই ষ্টেশ্যনলৈ গ'ল। গাড়ীখন যেতিয়া চকুৰ আঁতৰ হ'ল এথানে ভাবিলে,-"মই বৰ লৰালৰিকৈ কামবোৰ শেষ কৰিব লাগিব।" সি যেন অকলেই দহোটা মানুহৰ কাম কৰিলে। তাৰ পাছত লৰালৰিকৈ গৈ মাইকেল এডিৰ দোকানত আঠাৰ খবৰ কৰিলেগৈ। এডি আৰু তেওঁৰ সহকৰ্মী দুয়ো বাহিৰলৈ গ'ল। দোকানত আছে সৰু ডেনিচ্। ষ্টাৰ্কফিল্ডৰ এদল বিলাসী ডেকাৰ লগত জুইৰ কাষত বহি তেওঁ তেতিয়া ৰংৰহইচ কৰি আছিল। তেওঁবিলাকে ব্যঙ্গৰ সুৰতে এথানক সম্ভাষণ জনালে। কিন্তু ক'ত আঠা পাব পাৰি সেই কথা কোনেও ক'ব নোৱাৰিলে। এথানে মেটিক অকলশৰে লগ পোৱাৰ শেষ মুহূৰ্তবোৰৰ কথা চিন্তা কৰিছিল। সেই চিন্তা কৰি বেচেৰা কাতৰ হৈ পৰিছিল। ডেনিচে গুদাম-ঘৰৰ এন্ধাৰত মিছাতে আঠা বিচাৰি সময় কটালে।

"বোধকৰোঁ যি আছিল সকলোখিনি বিক্ৰী হৈ গ'ল। তুমি যদি বুঢ়া অহালৈকে ৰ'ব পাৰাঁ তেওঁ কিজানি কিবা সন্ধান দিব পাৰিব।"

"অশেষ ধন্যবাদ। মিচেছ্ হাৰমনৰ তাত কিজানি আছে এবাৰ চেষ্টা কৰি চাওঁ।" এই বুলি কৈ এথান ওলাই গ'ল।

দোকানদাৰৰ বুদ্ধি খটুৱাই শপথ খাই ডেনিচে ক'লে যে, এডিৰ দোকানত যি বস্তু নাপায়, বিধৱা হাৰমনৰ দোকানত সেই বস্তু কেতিয়াও নোলায়। এথানে তাৰ এনেকুৱা অহঙ্কাৰী কথালৈ কাণ নিদিয়াকৈয়ে গৈ গাড়ীত বহিলগৈ আৰু ডেনিচহঁতৰ লগত প্ৰতিদ্বন্দ্বিতা কৰা হাৰমনৰ দোকান পালেগৈ। তাত গৈ অনেক প্ৰশ্নৰ উত্তৰ দিবলগীয়া হ'ল-আঠানো কেলেই, নাপালে ময়দাৰ এঠাৰে কাম চলিবনে ইত্যাদি। শেষত বিধৱা হাৰমনে বিবিধ বস্তুৰ মাজত লুকাই থোৱা নীলমণি এঠাৰ বটলটো উলিয়াই দিলে।

"জীনাৰ কিবা আদৰৰ বস্তু ভাগিল নেকি?" এথানে যেতিয়া ঘৰমুৱাকৈ ঘোঁৰা খেদাব খুজিছিল পাছৰ পৰা হাৰমনে এই কথা ক'লে।

বৰফ পৰাৰ পাছত আকৌ বৰষুণ আৰম্ভ হ'ল। ঘোঁৰাকিটাৰ বৰ কষ্ট হৈছিল। দুই এবাৰ শ্লেজ গাড়ীৰ ঘণ্টা শুনি এথানে উলটি চাইছে- আশঙ্কা হৈছে কিজানি জীনা আৰু যোথাম তাক চেৰাই ঘৰৰ ফালে গ'ল। এন্ধাৰত বুঢ়া ঘোঁৰাটোৰ গলধনটোও চকুত পৰা নাছিল। বৰষুণৰ মাজেদি তাৰ তেজী ঘোঁৰা দুটা কোবাকুবিকৈ খেদাই এথান গৈ থাকিল। ঘোঁৰা দুটাই যেতিয়া এথানক লৈ আস্তাবলত সোমালগৈ তেতিয়া তাত এটাও ঘোঁৰা নাই। দানাপানীৰ যোগাৰ কৰি দি এথানে ঘৰৰ ফালে খোজ দিলে। ৰান্ধনিঘৰৰ দুৱাৰখন মেলিলে। ঘোঁৰাকিটাই এনেকুৱা ভাল দানা কাহানিও খাবলৈ পোৱা নাছিল।

এথানে যেনেদৰে ভাবিছিল ঠিক সেইদৰে মেটি ৰান্ধনি ঘৰত অকলে সোমাই আছিল। চুলাৰ ওপৰত এখন কেৰাহী পাতি থোৱা আছে আৰু তাই সেই ফালে চাই বহি আছে। কিন্তু ভৰিৰ

---
এথান ফ্ৰ'ম

শব্দ শুনি তাই চঁকি উঠিল আৰু এথানৰ ওচৰ পালেহি।

"মেট, কালি মেকুৰীয়ে ভঙ্গা থালখন যোৰাবলৈ মই কি আনিছোঁ চোৱাঁ। থালখন বেগেতে আনাগৈ যোৱাঁ।" এহাতে বটলটো দেখুৱাই এথানে চিঞৰিবলৈ ধৰিলে। মেটি তেতিয়া তাৰ নিচেই কাষতে আছিল। কিন্তু তাৰ কথা শুনিছে বুলি তাৰ মনে নধৰিলে। এথানৰ ছোলাৰ হাতটোত টান মাৰি ধৰি ফুচ্‌ফুচাই মেটিয়ে ক'লে- "এথান - জীনা আহিল।"

দুয়ো দুয়োৰে ফালে চাই হতবুদ্ধি হ'ল। দুয়ো আচামীৰ দৰে শেঁতা পৰি গ'ল।

এথানে থোঁতমোত খাই ক'লে- 'ক'তা, বুঢ়া ঘোঁৰাটো দেখোন আস্তাবলত নেদেখিলোঁ।'

"যোথামে তাৰ ঘৈণীয়েকৰ কাৰণে ষ্টেশ্যনৰ পৰা কিবাকিবি বস্তু আনিছে। গাড়ী লৈ সি সেইবোৰ ঘৰত থৈ আহিবলৈ গৈছে।" তাই ক'লে।

এথানে শূন্য দৃষ্টিৰে ৰান্ধনিঘৰৰ কেউফালে চকু দিলে। ঘৰটো চেঁচা চেঁচা লাগিছিল।

ঠিক মেটিৰ দৰেই ফুচফুচাই সিও ক'লে,- "তেওঁ কেনে আছে?"

হঠাৎ যেন অকাৰণতে তাই এথানৰ ফালৰ পৰা মুখ ঘূৰাই নিলে। তাৰ পাছত লাহে লাহে ক'লে, "মই ক'ব নোৱাৰোঁ। আহিয়েই তেওঁ পোনে পোনে নিজৰ কোঠাত সোমালগৈ।"

"একো কোৱা নাইনে?"

"নাই।"

এথানে সকলৈকে এটা সুহুৰি মাৰি আশঙ্কাটো উৰাই দিব খুজিলে। বটলটো জেপত সুমাই থৈ ক'লে- "ভয় কৰিবলগীয়া একো কথা নাই। মই উলটি আহি ৰাতি সেইটো ঠিক কৰি থ'ম।" এই বুলি সি তাৰ তিতা কোটটো খুলি থৈ ঘোঁৰা কিটাক দানা দিবলৈ আস্তাবলৰ ফালে গ'ল।

সি তাত থাকোঁতে যোথাম পাৰেল শ্লেজ গাড়ী লৈ আহি পালেহি। ঘোঁৰা কিটাৰ তদাৰক কৰা অন্ত হ'লত এথানে যোথামক ক'লে,- "তুমিও আমাৰ লগত খাবা।" খোৱা টেবুলত যোথামৰ নিৰপেক্ষ উপস্থিতিত এথানে একো আশঙ্কাৰ কাৰণ নেদেখিলে। কাৰণ, বাহিৰৰ পৰা ঘূৰিপকি আহিলেই জীনাৰ বৰ ভয় লাগে। তাৰ দিন-হাজিৰা পোৱাৰ উপৰিও এনেয়ে এসাজ পোৱা নিমন্ত্ৰণত যোথাম সমূলি অপ্ৰস্তুত হোৱা নাছিল। তথাপি কথাবাৰ শুনাৰ লগে লগে যোথামে তাৰ কোৰ যেন ডাঙৰ ডাঙৰ দাঁত কিটা উলিয়াই লাহে লাহে ক'লে ঃ "মোৰ পক্ষে এইটো বৰ সৌভাগ্যৰ কথা। পিছে মই এতিয়াই ঘৰলৈ যাব লাগিব।"

অবাক হৈ এথানে তাৰ মুখলৈ চালে। "তাতকৈ ইয়াতে অলপ আৰাম কৰিব পাৰা। আজি কিজানি ৰাতিৰ আহাৰৰ লগত গৰম বস্তুও কিবা তৈয়াৰ হৈছে।" এনেকুৱা সাদৰ আহ্বানতো যোথামৰ মুখৰ ভাব একো সলনি নহ'ল। কথা ক'বলৈ ভাষাৰ প্ৰাচুৰ্য্যও তাৰ নাই। সেই কাৰণে আকৌ দোহাৰি ক'লে- "কিজানি মই উলটি যাবই লাগিব।"

এনেয়ে পোৱা আহাৰ আৰু উম উপভোগ কৰিবলৈ যোথামে অনিচ্ছা প্ৰকাশ কৰা দেখি এথানৰ মনত সি এটা অমঙ্গলৰ আগজাননী যেনহে লাগিল। যোথাম কিয় এনে উদাস হ'ল ভাবি উলিয়াব নোৱাৰিলে। সম্ভৱ জীনাই নতুন ডাক্তৰজনক দেখা কৰিব নোৱাৰিলে নাইবা ডাক্তৰৰ পৰামৰ্শ ভাল নালাগিল। এথানে জানে এনেকুৱা অৱস্থাত জীনাই প্ৰথমে যাক পাব তেওঁকেই আটাইবোৰৰ বাবে দায়ী বুলি বলকিব।

তাৰ পিছত সি গৈ আকৌ যেতিয়া ৰান্ধনিঘৰত সোমালগৈ তেতিয়া লাইনৰ পোহৰত দেখিলে— যোৱা সন্ধ্যাৰ দৰে আজিও তাত ৰম্য পৰিবেশ বিৰাজ কৰিছে। টেবুলখন ঠিক সেই দৰেই অতি যত্নেৰে সজাই পৰাই থোৱা আছে। চুলাত জুই গপ্‌গপাই আছে আৰু তাপ পাবলৈ ওচৰত গৈ মেকুৰীজনী বহি আছে, আৰু এখন থালত বাদাম লৈ মেটি আগবাঢ়ি আহিছে।

নিমাত নিস্তব্ধ হৈ মেটি আৰু এথানে পৰস্পৰ ফালে চকু দিলে ; তাৰ পাছত মেটিয়ে ক'লে, যোৱা নিশা কোৱাৰ দৰেই ঃ "আমাৰ খাবৰ সময় হ'ল।"

---

এথান ফ্ৰ'ম

# অধ্যায় - সাত

তিতা কাপোৰবোৰ শুকাবলৈ মেলি দিবৰ কাৰণে এথান বাৰান্দালৈ আহিল। সি জীনাৰ ভৰিৰ শব্দ শুনাৰ কাৰণে কাণ থিয় কৰি থাকিল, কিন্তু, শুনিবলৈ নাপাই ছিৰিত থিয় দি নাম ধৰি মাতিবলৈ ধৰিলে। কোঁৱে উত্তৰ নিদিলে। কিবা এটা ভাবি অলপ পৰ বৈ ওপৰলৈ উঠি গ'ল। ঘোৰ অন্ধকাৰ প্ৰায়। কিন্তু সেই দোকমোকালিতে সি দেখিলে জীনা খিড়িকীৰ কাষতে পোন হৈ বহি আছে। আয়নাত ছাঁটো দেখি বুজিব পাৰিলে তেতিয়াও জীনাই ফুৰিবলৈ যোৱা সাজ-পোছাক খোলা নাই।

বাহিৰৰ পৰাই সাহ কৰি মাত দিলে,-"জীনা!" জীনাই কেৰেপকে নকৰিলে। এথানে কৈ গ'ল,-"সন্ধ্যাৰ আহাৰ প্ৰস্তুত। তুমি খাবলৈ নোযোৱানে?" তাই উত্তৰ দিলে,-"মোৰ কুটা এডালো মুখত দিবৰ ইচ্ছা যোৱা নাই।"

এনেকৈ কোৱাটো জীনাৰ নিত্য-ধৰ্ম। এথানে জানে এনেকৈ কোৱাৰ পাছতো তাই উঠি যাব আৰু বঢ়িয়াকৈ খাবগৈও। কিন্তু তাই বহিয়েই থাকিল আৰু এথানে সম্বৰ্দ্ধনাসূচক কি ক'ব ভাবি নাপাই মাত্ৰ ইমানকে ক'লে,-"মই ভাবোঁ তুমি বহুত বাট গাড়ীত আহি ক্লান্ত হৈ পৰিছাঁ কিজানি।"

তাৰ ফালে মুখটো ঘূৰাই তাই বৰ গহীনভাবে উত্তৰ দিলে,-"তুমি ভবাতকৈও মই বেছি অসুস্থ।"

তাইৰ শব্দ কিটা এথানৰ কাণত আচৰিত কথাৰ দৰে লাগিলগৈ। সি আগেয়েও এনেকৈ কোৱা শুনিছে কিন্তু যদি সঁচাকৈয়ে কথাটো সত্য হয়?

সেই আধা-ছাঁ আধা-পোহৰ কোঠাটোলৈ সি সোমাই গ'ল। "মই ভাবোঁ ঠিক তেনে নহয়, জীনা।" সি ক'লে।

জীনাই গৰাকীয়নীৰ গাম্ভীৰ্যৰ সৈতে এথানৰ ফালে চাই থাকিল-যেন কিবা এটা ডাঙৰ ভাগ্যৰ ফল লাভ কৰিবলৈহে তাইৰ জন্ম হৈছিল।"মোৰ বহুত অসুখ হৈছে"-তাই ক'লে।

এথানে জানিছিল যে জীনাই এই কথাটো বাহিৰৰ পৰা আমদানি কৰি লৈ আহিছে। ওচৰ-চুবুৰীয়া প্ৰায়বিলাকৰেই অলপ-অচৰপ অসুখ-বিসুখ হয় কিন্তু বৰ জটিল বেমাৰৰ সংখ্যা বৰ কম। বেমাৰ টান হোৱাটো যেন এটা বিশেষ সন্মানৰ কথাহে। অৱশ্যে অধিকাংশ ক্ষেত্ৰতে এনে ৰোগৰ অৰ্থ হৈছে যম ৰজাৰ চমন। সৰু-সুৰা বেমাৰত মানুহে ভুগিয়েই আছে কিন্তু বৰ জটিল বেমাৰত পৰিলে বেছি দিন জীয়াই থকাৰ আশা বৰ কম।

জীৱন আৰু মৰণৰ কথা ভাবি এথানৰ হৃদয় তোলপাৰ কৰিছিল। কিন্তু, সেই অন্ধকাৰ কোঠাটোত তাৰ ঘৈণীয়েক সেইদৰে চিন্তাকুল হৈ মনৰ দুখত বহি থকা দেখি তাৰ বৰ বেয়া লাগিল। খন্তেকৰ কাৰণে এথানৰ মনত অনুকম্পা আহিল।

"নতুন ডাক্তৰে তোমাক এইদৰে কৈছেনেকি?" কোমল মাতেৰে এথানে সুধিলে।

"ওঁ। তেওঁ কৈছে, যিকোনো ভাল ডাক্তৰেই অপাৰেশ্যন কৰিবলৈ ক'ব।"

এথানে এইটোও জানে যে, ওচৰ-চুবুৰীয়া মানুহবিলাকৰ মাজত অস্ত্ৰোপচাৰ কৰা সম্পৰ্কে দুই মত আছে। কোনোৱে অপাৰেশ্যন কৰিলে বুলি গৌৰৱ কৰে আৰু কোনো কোনোৱে বৰ ভয়ৰ কথা বুলিও ভাবে। টকা-শিকাৰ ফালৰ পৰাও এথানে ভাল পাইছিল যে জীনা অস্ত্ৰোপচাৰৰ বৰ পক্ষপাতী নহয়।

কিন্তু এতিয়া তাই কোৱা মতে অপাৰেশ্যনৰ কথা শুনি এথানৰ মনত যি চিন্তাই তোলপাৰ লগালে সি তাৰ সান্ত্বনা পাবৰ কাৰণে এটা চমু উপায় বিচাৰিলে। "তুমি বাৰু সেই ডাক্তৰজনৰ সম্পৰ্কে কিবা জানানে? তোমাক দেখোন আগেয়ে কোনো ডাক্তৰে অপাৰেশ্যনৰ কথা কোৱা নাছিল।"

জীনাই সেই সম্পৰ্কে একো নৌকওঁতেই কথাখিনি কৈ যে সি ভুল কৰিলে, এতিয়াহে বুজিব পাৰিলে। জীনাক সহানুভূতিহে লাগে সান্ত্বনা নালাগে।

"মোৰ অৱস্থা দিনক দিনে বেয়াৰ ফালে ঢাল লৈছে বুলি কোনোবাই কোৱাটো মই বিচৰা নাছিলোঁ। তোমাৰ বাহিৰে আটায়ে মোৰ অৱস্থাটো দেখিছে। বেটচ্‌ব্ৰীজৰ সকলোৱেই ডাঃ বাকক চিনি পায়। ওৱৰচেষ্টাৰতো তেওঁৰ অফিচ আছে, চাড়চ্‌ফলচ্‌ আৰু বেটচ্‌ব্ৰীজলৈ তেওঁ গোল্পৰ দিনৰ মূৰে মূৰে আহি ৰোগী

---
এথান ফ্ৰ'ম

চায়হি। এলিজা পিয়াৰ্চে মূত্ৰাশয়ৰ ৰোগত যি যন্ত্ৰণা ভোগ কৰিছিল, তেওঁ চিকিৎসাতে আৰোগ্য হৈছে- এতিয়া হাঁহিমাতি ঘূৰি ফুৰিছে।"

"বৰ ভাল কথা। তেওঁ যি কৈছে তুমি সেই মতেই চিকিৎসা লোৱাঁ" সহানুভূতিৰে এথানে উত্তৰ দিলে।

তাই তেতিয়াও এথানৰ ফালে চাই আছিল। "মই ক'ব খুজিছোঁ," তাই ক'লে।

তাইৰ মাতত এটা নতুন সুৰ শুনি এথান মুগ্ধ হ'ল। সুৰটোত পেন্‌পেননি বা আওপকীয়া ভাব নাই আছিল শুকান দৃঢ়তা।

নতুন খৰচৰ বাটটোৰ কথা ভাবি এথানে সুধিলে : "তেওঁৰ মতেৰে তুমি কি কৰা উচিত?"

"তেওঁৰ মতেৰে মই এজনী কাম কৰা ছোৱালী ৰাখিব লাগে আৰু ঘৰুৱা কামকাজ একো কৰিব নালাগে।"

বুকুত এপাট শেল সোমোৱাদি কথাটো গৈ এথানৰ মৰ্মস্থলত লাগিল। মাত্ৰ দোহাৰিলে,-"কাম কৰা ছোৱালী?"

"এৰা। মাৰ্থামাহীয়ে মোক এজনী ছোৱালীৰ ঠিকনাও দিছে। আটায়ে কৈছে বোলে ছোৱালীজনী ইয়ালৈ আহি মোৰ লগত থাকিবলৈ মান্তি হোৱাটোও এটা ভাগ্যৰ কথাহে। যাতে মাজভাগতে তাই গুচি নাযায়, মই তাইৰ দৰ্মহা আনতকৈ এক ডলাৰ বেছিকৈ দিম বুলিও কৈ আহিছোঁ। কাইলৈ আবেলি আহি তাই এইখিনি পাবহি।"

খং আৰু বিৰক্তিয়ে এথানৰ মন দমাই দিলে। জীনাৰ পৰা যে টকা-কড়িৰ তাগাদা আহিব সেইটো আগতেই জানিছিল; কিন্তু তাৰ অলপীয়া উপাৰ্জনৰ পৰা এটা স্থায়ী খৰচৰ বাট উলিয়াব বুলি সি ভবা নাছিল। তাইৰ শৰীৰৰ অৱস্থা শোচনীয় বুলি কোৱা কথাও আৰু এথানে বিশ্বাস নকৰা হ'ল; বেট্‌চব্ৰীজলৈ যোৱাৰ আঁৰত জীনাৰ মনত যে এটা অভিসন্ধি আছিল সেইটো এতিয়া সি স্পষ্ট ভাবে দেখিবলৈ পালে। তাইৰ আত্মীয় কুটুম্বৰ লগত আলোচনা কৰি তাৰ ওপৰত এই নতুন খৰচৰ বাট এটা জাপি দিবলৈ কাৰবাৰ কৰিছে বুলি সি নিশ্চিন্ত ভাবে ধৰি ল'লে আৰু এইবোৰ ভাবি গুণি তাৰ মন খং ৰাগত বিমৰ্ষ হৈ পৰিল।

"তোমাৰ যদি ছোৱালী এজনীৰ দৰ্কাৰ সেই কথা তুমি তালৈ যোৱাৰ আগতে মোক নক'লা কিয়?" এথানে সুধিলে।

"যোৱাৰ আগতে মই কেনেকৈ জানিলোঁহেতেন? ডাঃ বাকে কি উপদেশ দিব সেইটো জনাৰ কিবা উপায় আছিল জানো?"

"অ'-ডাঃ বাক্-" এথানৰ খং এটা সৰু হাঁহিৰ মাজেদি পলাই গ'ল। "মই কি উপায়েৰে ছোৱালীজনীৰ দৰ্মহা দিম, সেই কথা ডাক্তৰে কৈছিলনে?"

বাঘিনীৰ দৰে খণ্ডত তৰ্জন গৰ্জন কৰি জীনাই ক'লে,"নাই, একো কোৱা নাই। মোৰ স্বাস্থ্যৰ কাৰণে টকা খৰচ কৰাটো তুমি সহিব নোৱাৰা বুলি মই তেওঁক নকলোঁ। কিন্তু তুমি জানানে তোমাৰ মাৰাৰ শুশ্ৰুষা কৰিয়েই মই স্বাস্থ্য হেৰুৱালোঁ?"

"তুমি মোৰ আইৰ শুশ্ৰূষা কৰি স্বাস্থ্য হেৰুৱালা?"

"হয়; মোক আটাইবোৰ মানুহেই তেতিয়া কৈছিল যে, তাৰ বাবে তুমি মোক বিয়া কৰোৱাৰ বাহিৰে তোমাৰ দিবলৈ একো নাছিল।"

"জীনা!"

সিহঁতৰ দুটাৰ মুখ দুখন ঢাকি থোৱা আন্ধাৰৰ মাজেদি দুয়োৰে মনৰ ভাব সাপে বিষ বতিওৱাদি ওলাবলৈ ধৰিলে। সেই দৃশ্যটোৰ ভয়াবহ অৱস্থাই এথানক গিলি পেলালে আৰু সি নিজেও তাত অংশ লোৱা বাবে লাজত মৰহি গ'ল। অন্ধকাৰত দুটা শত্ৰুৰে হতা-হতি কৰাৰ দৰেই এই কাজিয়াখনো নিলাজ আৰু অসভ্য বিধৰ হৈ পৰিছিল।

সি চিমনিৰ ওপৰত থকা সৰু আলমাৰিটোৰ পৰা জুইশলাটো আনি কোঠাটোত থকা মমবাতিডাল জ্বলালে। প্ৰথমতে মমডালৰ ক্ষীণ পোহৰে ছাঁবোৰ ভালকৈ ফুটাই তুলিব নোৱাৰিছিল; তাৰ পিছতে জীনাৰ কঠুৱা মুখখন পৰ্দা নাইকিয়া খিড়িকিৰ আয়নাত জিলিকি উঠিল— লাহে লাহে ধোঁৱাবৰণীয়া গুচি ডাঠ ক'লা বৰণত পৰিণত হ'ল।

বেজাৰ লগা সাত বছৰ একেলগে থকাৰ পাছত, সিহঁত দুয়োৰে মাজত এইখনেই প্ৰথম দেখাদেখি কাজিয়া হ'ল। এথানৰ মনত ধাৰণা হ'ল যে, ঘৈণীয়েকক দোষাৰোপ কৰাৰ এটা ডাঙৰ চেলু সি হেৰুৱালে। কিন্তু প্ৰকৃত সমস্যাটো সমাধান নোহোৱাকৈয়ে থাকিল।

"জীনা, তুমি জানা যে, দৰমহা দি এজনী ছোৱালী ৰাখিবলৈ মোৰ সামৰ্থ্য নাই। তুমি তাইক ওলোটাই পঠিয়াই দিব

লাগিব।"

"কিন্তু ডাক্তৰে কৈছে, যিদৰে মই এজনী দাসৰ কাম কৰি খাব লগা হৈছে সেই দৰে থাকিলে মোৰ মৃত্যু মাতি অনা হ'ব। মই যে ইমান দিন কেনেকৈ কটালোঁ, সেইটো শুনি তেওঁ আচৰিত হৈছে।"

"দাসীৰ দৰে?" সি নিজকে অলপ সংযত কৰি ল'লে।

"তেওঁ যদি সেইদৰে কৈছে, তুমি হাত এটাও লৰাব নালাগে। ঘৰুৱা কাম যিমান আছে, মই নিজেই কৰিম —"

তাই আকৌ ডাং খাই উঠিল ঃ "তুমি দেখোন পামৰ ফালে পিঠি দিছাই, তোমাৰ সময় ক'ত?" এই কথাটো সচাঁ বাবে এথানে একো উত্তৰ বিচাৰি নাপালে। জীনাই ঠাট্টাৰ সুৰত ক'লে,- "তেনেহলে তুমি মোক দৰিদ্ৰ-আশ্ৰমলৈ পঠিয়াই দিয়াঁ। মই জনাত তোমালোকৰ পূৰ্ব পুৰুষ বহুত দিন তাত আছিল?"

কথাৰ খোঁচটোৱে এথানক বিন্ধিলে। কিন্তু সি সহি-সামৰি ক'লে-"মোৰ টকা নাই। ইয়াতকৈ বেছি আৰু মই একো ক'ব নোৱাৰোঁ।"

ইয়াৰ পাছত যুদ্ধখন অলপৰ শাম কাটিলে। দুই যুঁজাৰুৱে নতুন অস্ত্ৰ-শস্ত্ৰ বিচাৰিছে আৰু মনে মনে পৰীক্ষা কৰি লৈছে। জীনাই সমান সুৰত মাত দিলে;-"সেই কাঠৰ বাবে এনড্ৰু হেইলৰ পৰা পঞ্চাশ ডলাৰ নাপাবা জানো?"

"হেইলে তিনি মাহৰ কমে টকা নিদিয়ে।" কওঁতে কওঁতে তাৰ মনত পৰিল যে, জীনা ষ্টেশ্যনলৈ যাবলৈ ওলাওঁতেই সি কিয় তাইৰ লগত যাব নোৱাৰে কথাটো উত্থাপন কৰিছিল। তাৰ খোঁচ খাই চকুৰ চেলাউৰিৰওচৰলৈকে তেজৰ সোঁত বৈ গ'ল।

"তুমি কৈছিলাঁ বোলে কাঠখিনিৰ দামটো নগদ দিবলৈ তুমি হেইলক লগ ধৰিবা। সেই কাৰণেই তুমি মোৰ লগত ষ্টেশ্যনলৈও যাব নোৱাৰিলা।"

ঠগ-প্ৰবঞ্চনা কৰিবৰ কাৰণে মিছি সুৰত কথা কোৱা ৰীতি এথানৰ নাছিল। সি আগেয়ে কাহানিও মিছা কথা কৈছে বুলি অভিযুক্ত হোৱা নাই। সেই কাৰণে একো চেলু দেখুৱাই প্ৰতিবাদ কৰিবলৈ তাৰ ইচ্ছা নহ'ল। কোনোমতে কৈ থ'লে— "মই ভাবোঁ সেইটো এটা ভুল বুজাৰ ফল।" এই বুলি সি ফোপাবলৈ ধৰিলে।

---
এথান ফ্ৰ'ম

"তুমি টকাটো পোৱা নাইনে?"

"নাই।"

"তুমি তেনে এতিয়া টকা নোপোৱাঁ?"

"নাপাও।"

"ছোৱালীজনী বন্দোবস্ত কৰোঁতে জানো মই এই কথা জানিছিলোঁ?"

"নাই জনা।" মাতটোৰ উত্তেজনা অলপ কমিল। "কিন্তু তুমি এতিয়া কথাটো জানাঁ। মই বৰ দুঃখিত, কিন্তু উপায় নাই। তুমি এটা মানুহৰ তিৰোতা, জীনা ; কিন্তু মই নিজেই তোমাৰ কাৰণে যি পাৰোঁ কৰিম।"

খন্তেক পৰ তাই নিমাত-নিথৰ হৈ ৰ'ল। যেন কিবা অতীতৰ কথা সুঁৱৰিছে। তাইৰ চকীখনৰ হাতনি মাৰি দুডালৰ ওপৰেদি হাত দুখন মেলি দিলে। চকু কিটা শূন্যত থৰ। কোমল মাতেৰে মাত্ৰ ইমানকে ক'লে, -"আমাৰ এই দৰেই চলি থাকিব।"

তাইৰ কণ্ঠস্বৰৰ সলনি হোৱা দেখি এথান আশ্বস্ত হ'ল। "নিশ্চয়। তোমাৰ কৰাণে মই বহুত খিনি কৰিব পাৰিম। আৰু মেটি-"

সি কথা কৈ থাকোঁতে জীনাই মনে মনে কিবা এটা হিছাপ কৰি আছিল। হঠাৎ কৈ পেলালেঃ "তাৰ উপৰিও মেটিৰ খৰছটোও কমি যাব।"

কথাবাৰ্তা শেষ হ'ল বুলি ভাবি এথান খাবলৈ যাব খুজিছিল। জীনাই কি ক'লে নুশুনাৰ দৰে সি খপ্ কৰে বৈ গ'ল। "মেটিৰ খৰছ কমি যাব?" সি আকৌ সুধিলে।

জীনাই হাঁহিলে। কুৎসিত, অচিনাকী হাঁহি এটা। ইয়াৰ আগেয়ে কাহানিও জীনাই হঁহা সি দেখা নাই। "তুমি ভাবিছানেকি মই দুজনীকৈ ছোৱালী ৰাখিব পাৰিম? খৰছ দেখিলে তুমি মূৰে-কপালে হাত দিব লাগিব।"

জীনাই কি কৈছিল বা ক'ব খুজিছিল সেই সম্পৰ্কে এথানৰ এটা দোধোৰমোধোৰ ভাবহে হৈছিল। কথা-বাৰ্তাৰ আদিৰে পৰা সি মেটিৰ নামটো উৎথাপন নকৰিবলৈ যত্ন কৰি আহিছিল। এনে কৰাৰ কাৰণ কি তাকো ভালকৈ ধৰিব নোৱাৰি। হয়তো নিন্দা, অভিযোগ নাইবা তাইৰ বিয়া সম্পৰ্কে কিবা ওলাই বুলিয়েই কিজানি সি তেনে কৰিছিল। এটা নিশ্চিন্ত ভাবৰ উচ্ছ্বাস এতিয়াও তাৰ

মনলৈ নাহিল।

"তুমি কি কৈছা মই একো বুজা নাই," সি ক'লে।

"মেটি চিল্‌ভাৰ দৰ্মহা লোৱা চাকৰণী ছোৱালী নহয়, তাই তোমাৰ সম্পৰ্কীয়া"

"তাইৰ বাপেকে আমাক সৰ্বস্বান্ত কৰাৰ পাছত এটা বোজাৰ দৰে তাই আহি আহি আমাৰ ঢেঁটুত লাগিলহি। পূৰা এবছৰকাল মই তাইক পুহিলোঁ। এতিয়া কোনে লয়—তাইৰ ভাৰ লওক।"

এনেকুৱা কঠুৱা মাতবোৰ যেতিয়া তাইৰ মুখেদি ওলাইছিল, এথানে দুৱাৰত কোনোবাই খুন্দিওৱা যেন শুনিলে। বাৰান্দাইদি আহোঁতে সি দুৱাৰখন বন্ধ কৰি থৈ আহিছিল।

বাহিৰৰ পৰা মেটিয়ে বৰ ডাঙৰ ডাঙৰকৈ মতা যেন শুনা গ'ল। "এথান—জীনা! কেইঃ বাজিল ক'ব পাৰানে? আধা ঘণ্টাৰ আগতে মই খোৱা আহাৰ সজাই থলোঁ।"

খন্তেক পৰ নিটাল মাৰি জীনাই বহাৰ পৰাই মাত দিলে,--"মই আজি খাবলৈ নামি নাযাওঁ।"

"কেলেই? তোমাৰ গা ভাল লগা নাইনেকি? তেনেহলে ইয়ালৈকে কিবা অলপ লৈ আহিম নেকি?"

অতি কষ্টেৰে উঠাদি এথানে উঠি গৈ দুৱাৰখন মেলিলেগৈ। "তুমি ৰান্ধনিঘৰলৈ যোৱা, মেটি। জীনাৰ বৰ ভাগৰ লাগিছে, মই আহিছোঁ।"

"বাৰু।" এই বুলি তাই বেগাবেগিকৈ ছিৰিয়েদি তললৈ নামি গ'ল। এথানে দুৱাৰখন বন্ধ কৰি আকৌ আহি বহিলহি। তাৰ ঘৈণীয়েকৰ একো পৰিবৰ্তন তাৰ চকুত নপৰিল। মুখৰ ভাব অবিকৃত। নিজৰ এনেকুৱা অসহায় ভাবত সি হতাশ হৈ পৰিছিল।

"তুমি তেনেহলে সেইবোৰ একো নকৰা, জীনা?"

"কি?" চেপেটা হৈ থকা ওঁঠ দুটাৰ মাজেদি জীনাই কলে।

"মেটিক এই দৰে খেদাই দিয়া?"

"তাইক জানো মই গোটেই জন্মৰ কাৰণে কিনি লৈছিলোঁ?"

এথানৰ মাতত লাহে লাহে খং বেছি হৈ আহিল : "এটা চোৰক খেদোৱাদি তুমি তাইক ঘৰৰ পৰা খেদাই দিব নোৱাৰা। বেচেৰী দুখীয়া আৰু সহায়-সম্বল নাইকিয়া তেনেই অসহায়। তাই তোমাৰ কাৰণে যথেষ্ট কৰিলে, আৰু তাই ৰাবলৈ ঠায়ো নাই। তোমাৰ আপোন ছোৱালী হয় বুলি তুমি পাহৰিব পাৰা কিন্তু আন সকলোৱে মনত ৰাখিব। তুমি যদি এনেকুৱা কিবা এটা কৰা তেনেহলে মানুহে তোমাক কি বুলিব?"

জীনাই খন্তেক পৰ অপেক্ষা কৰিলে, যেন এথানৰ উত্তেজনা আৰু এথান ক্ৰ'ম—তাইৰ স্থিৰতাৰ বিপৰীত অৱস্থাটো ভালকৈ বুজিবলৈ এথানক সহায়কে দিছে। ঠিক আগৰ দৰেই মিহি মাতেৰে তাই উত্তৰ দিলে : "মই যে ইমান দিন তাইক ইয়াত ৰাখিলোঁ তাৰ বাবে মানুহে কি কয় সেই কথাও মই জানোঁ।"

মেটি উলটি যোৱাৰ সময়ত দুৱাৰ বন্ধ কৰি হাঁতনি মাৰিডালত ধৰি থকা এথানৰ হাতখন আপোনাআপুনি এৰ খাই আহিল। তাৰ ঘৈণীয়েকৰ চোকা চোকা কথাবোৰে ছুৰী-কটাৰীৰ আগেৰে গাৰ মঙহত খোঁচ মৰাৰ দৰে লাগিছিল। সি হঠাৎ বৰ দুৰ্বল আৰু অসহায় হোৱা যেন অনুভৱ কৰিলে। সি সকলটি হৈ ক'ব খুজিছিল যে, মেটি থকা বাবে বৰ বেছি খৰছ হোৱা নাই। এটা নতুন ছোৱালীজনীক ঠিক কৰি দিব পাৰিব। কিন্তু জীনাৰ চোকা খথা শুনি আৰু একো কবৰ মন নগ'ল।

"তুমি তেনেহলে মেটিক এতিয়াই ঘৰৰ পৰা ওলাই যাবলৈ ক'ব খুজিছানেকি?" ঘৈণীয়েকে কিজানি তাইৰ মনৰ কথাটো পুৰাপুৰিকৈ কৈ পেলায়, সেই ভয়তে এথানে এনেকৈ কলে।

জীনাই নিৰপেক্ষ ভাবে ক'লেঃ "কাইলৈ ছোৱালীজনী বেট্‌চ্‌ৰীজৰ পৰা পাবহি। আৰু তাই ৰাতি শুবলৈও এটুকুৰা ঠাই উলিয়াব লাগিব।"

এথানে ঘিণৰ চকুৰেই যেন তাইৰ ফালে চালে। এতিয়া আৰু জীনা আগৰ দৰে অচেতন নহয়। বছৰৰ পাছত বছৰ ধৰি যি তাৰ ওচৰত আত্ম-সমৰ্পণ কৰি কটাই আহিছে এতিয়া তাৰ মাজত সোমাইছে এটা জটিল সমস্যা—শত্ৰুতাৰ ভাব। বহু বছৰৰ নিস্তব্ধতাৰ পাছত যেন কিবা এটা কুটিল আৰু ভয়াবহ দুৰভিসন্ধিৰ জন্ম হ'ল। এথানৰ নিঃসহায় অৱস্থা দেখিয়েই জীনাই এনেকৈ ভাবিবলৈ সুযোগ পালে। কিন্তু জীনাৰ মনত তেতিয়া সহানুভূতি নাই, এনে একো ভাব নাই—য'ত মানবীয় অনুভূতি সোমাবলৈ পাৰে। যেতিয়ালৈকে প্ৰতিবাদ কৰিব পৰা বা আদেশ দিব পৰা ক্ষমতা আহিল,

---

এথান ক্ৰ'ম

তেতিয়ালৈকে জীনাৰ প্ৰতি এথান আওকণীয়া হৈ আছিল।

এতিয়া জীনাই হঠাৎ এথানক জয় কৰিলে আৰু এথানে তাইক ঘিণ কৰিবলৈ আৰম্ভ কৰিলে। মেটি তাইৰ সম্পৰ্কীয়া, এথানৰ নহয় ঃ জীনাৰ ঘৰত তাইক ৰাখিব পৰা একো উপায় নাইকিয়া হ'ল। তাৰ বেমেজালিত পাৰ হৈ যোৱা অতীতৰ দিনবোৰৰ দুখ-দুৰ্দশা, যৌৱন কালৰ বিফলতা, অভাৱ- অনাটনৰ হেঁচা আৰু বৃথা চেষ্টা—আটাইবোৰ থূপ খাই আহি তাৰ প্ৰাণত তিক্ত অনুভূতি সঞ্চাৰ কৰিলে আৰু সেই আটাইবোৰ তাৰ ঘৈণীয়েকৰ মূৰ্তি হৈ সন্মুখত দেখা দিলেহি। এইজনী শাঁখিণীয়ে তাৰ প্ৰত্যেক পদত বাধা দি আহিছে। তাই তাৰ হাতৰ পৰা আটাইবোৰ কাঢ়ি ল'লে আৰু এতিয়া এনে এটাত হাত দিছে যিটোৱে তাৰ সকলো বিফলতাখিনি সাৰ্থক কৰি থৈছিল। খন্তেক পৰৰ কাৰণে তাৰ অন্তৰত তীব্ৰ ঘৃণাৰ জুই জ্বলিছিল আৰু সেই জুই তাৰ বাহুৰেদি সোমাই গৈ তাইৰ বিৰুদ্ধে এটা ঘোচা হৈ পৰিছিল। সি বনৰীয়া জন্তুৰ দৰে এটা উদ্‌ভ্ৰান্ত খোজ দিছিল— কিন্তু থমক্ খাই ৰৈ গ'ল।

"তুমি— তুমি খাবৰ কাৰণে তললৈ নামি নোযোৱাঁ?" বিকৃত মাতেৰে এথানে সুধিলে।

"নাই —মই আৰু অলপ পৰ শুই থাকিম।" শান্ত মাতেৰে জীনাই ক'লে । এথান কোঠাৰ পৰা ওলাই গ'ল।

ৰান্ধনি-ঘৰত মেটি চুলাৰ কাষতে বহি আছিল, নিজৰ গাতে মূৰটো গুজি গোট মাৰি মেকুৰীজনী শুই আছিল। এথান কোঠাত আহি সোমোৱা মাত্ৰকে তাই ঢাকি থোৱা মাংসৰ পাত্ৰটো আনি টেবুলত থলেহি।

"জীনাৰ গা ভাল নহয় নেকি?"

"নহয়।"

টেবুলৰ সিমূৰৰ পৰা এথানৰ ফালে চাই তাই ক'লে, "বেগতে খাবলৈ বহাঁ। তোমাৰ কিজানি বৰ ভোক লাগিছে।" তাই থোৱা আহাৰৰ ঢাকনিখন গুচাই তাৰ ফালে ঠেলি দিলে। আনন্দত নাচি থকা মেটিৰ চকুবোৰে যেন কৈছিল, আৰু এটা সন্ধ্যা আমি দুয়ো একেলগে কটাবলৈ পালোঁ।

এটা যন্ত্ৰৰ দৰে এথান আহি বহিল আৰু খাবলৈ আৰম্ভ কৰিলে। কিন্তু আহাৰবোৰ যেন তাৰ পেটলৈ সোমাব খোজা নাছিল--সি-কাঁটা-চামুচ পাত আঁতৰাই থ'লে।

মেটিৰ সুকোমল দৃষ্টি তাৰ পিনে পৰিছিল—এইটো সি মন কৰিছিল।

"কি হ'ল, এথান? তৈয়াৰ কৰা বেয়া হ'ল নেকি?" "নাই, বৰ ভাল হৈছে। মাত্ৰ মই নিজেহে—" সি থালখন আঁতৰাই থৈ টেবুলৰ কাষেদি ঘূৰি গৈ মেটিৰ ওচৰত থিয় হ'লগৈ। মেটিয়ে বৰ ভয় খাই এথানৰ ফালে চালে।

"এথান, কিবা এটা নিশ্চয় হৈছে। মই ঠিক জানিছোঁ।"

ভয়ত মেটি এথানৰ গাৰ ওপৰত পৰোঁ পৰোঁ হৈছিল। এথানে খাপ্ মাৰি ধৰিলে। মেটিৰ চেলাউৰিবোৰ এথানৰ গালত লাগি জালত লাগি ধৰা পখিলা যেন দেখ গৈছিল।

"কি কি?" তাই খোনাই খোনাই ক'লে। কিন্তু শেহত এথানে তাইৰ ওঁঠ দুটা বিচাৰি পালে আৰু হৈ যোৱা আটাইবোৰ কথাৰ প্ৰতি অচেতন হৈ সেই ওঁঠ দুটাৰ পৰা পোৱা আনন্দ উপভোগ কৰিবলৈ ধৰিলে।

তাই খন্তেক পৰ অচল হৈ ৰ'ল আৰু সেই একে কোবাল সোঁতত নিজকে এৰি দিলে। তাৰ পাছত তাই এথানৰ গাৰ পৰা আঁতৰি গৈ দুই এখোজ পিছত থিয় দিলেগৈ। তাইৰ চেহেৰাটো তেতিয়া তেনেই শেঁতা পৰি যোৱাৰ নিছিনা হৈছিল। তাইৰ চকুৰ দৃষ্টি দেখি এথানৰ মনত অনুতাপে বিন্ধিবলৈ ধৰিলে। স্বপ্নবিভোৰ অৱস্থাত তাইক দেখাৰ দৰে সি চিএঞৰ মাৰি দিলে ঃ "তুমি যাব নোৱাৰা মেটি! মই তোমাক যাবলৈ নিদিওঁ।"

"যাম—যাম"?—তাই খোনাই ক'লে। "মই যামেই নে?"

সিহঁত দুটাৰ মাজত কথাবোৰ এনে ভাবে ধ্বনিত হৈছিল যেন এটা ক'লা অন্ধকাৰ দৃশ্যৰ মাজত বিপদৰ সঙ্কেত দিয়া টৰ্চ এটা ইহাতৰ পৰা সিহাতলৈ বাগৰি গৈছে।

আত্ম-সংযমৰ অভাৱত এথানে বাতৰিটো ইমান নিষ্ঠুৰ ভাৱে মেটিক দি আঁটাই সি নিজকে ধিক্কাৰ দিবলৈ ধৰিলে। তাৰ মূৰ ঘূৰাইছিল। কোনোমতে টেবুলত ভেজা দি ৰ'ল। সি কেৱল ভাবিছে, যদিও সি মেটিক চুমা খালে কিন্তু একোভেই তাৰ হেঁপাহ পলোৱা নাই।

"এথান, কি হ'ল কোৱাচোন? জীনাই মোৰ কথা কিবা বেয়াকৈ কৈছে নেকি?"

তাইৰ কান্দোন শুনি সি খন্তেক পৰ শান্ত হ'ল কিন্তু

---

এথান ক্ৰ'ম

তাৰ অন্তৰত জীনাৰ প্ৰতি উঠা খং আৰু মেটিৰ প্ৰতি হোৱা দয়া বৰ দ-কৈ সোমাল। "নহয়, নহয়" সি তাইক আশ্বাস দিবৰ মনেৰে ক'লে। "এই নতুন ডাক্তৰজনে অসুখটো বৰ বেছি বুলি কৈ জীনাক ভয় খুৱাই দিছে। তুমি দেখোন জানাই, যেয়ে যি কয় জীনাই তাকে বিশ্বাস কৰে। এইটো যেতিয়া শুনিলে, কিবা এটা সেই মতে নকৰালৈকে জীনা ক্ষান্ত নহয়। —অন্ততঃ কেইমাহ মানলৈ—

সি থমকি ৰ'ল, তাৰ চকু দুটাই মেটিক এৰি চাৰিওফালে বৰ বেজাৰ লগা দৃষ্টিপাত কৰিবলৈ ধৰিলে। তাই খন্তেক পৰ নিমাত হৈ থাকিল আৰু তাৰ ফালে মূৰ দোঁৱাই ভাগি পৰা গছৰ ডাল এটাৰ দৰে বৈ থাকিল। তাই ইমান অকপমান আৰু দুৰ্বল যেন হৈ পৰিছিল যে, দেখি এথানৰ হিয়া ব্যথাত আতুৰ হৈছিল। হঠাৎ তাই মূৰ দাঙি পোনপটিয়াকৈ এথানৰ ফালে চালে। "বোধকৰোঁ জীনাই মোতকৈও বেছি কাম কৰিব পৰা এজনী ছোৱালী বিচাৰিছে, নহয় নে? সেইটোৱেই হয় নে বাৰু?"

"হয়—তাকে জীনাই কৈছে—আজি ৰাতি।"

"যদি আজি ৰাতি কৈছে, তেওঁ কাইলৈ পুনৰাও ঠিক তাকেই ক'ব।"

সেই কঠোৰ সত্যৰ ফালে দুয়ো মূৰ দোৱাঁলে। সিহঁতে জানে যে জীনাই কেতিয়াও মত পৰিবৰ্তন নকৰে। জীনাৰ ক্ষেত্ৰত কিবা এটা কৰোঁ বুলি সংকল্প কৰাই কামটো যথাৰ্থভাৱে শেষ কৰা।

অলপ পৰ কাৰো মুখত মাতবোল নাই। তাৰ পাছত মেটিয়ে সৰু সৰুকৈ কলেঃ "ইমান বিমৰ্ষ নহবাঁ, এথান।"

"হে ঈশ্বৰ— হে ঈশ্বৰ," বুলি এথানে কাতৰ ভাৱে চিএৰিলে। মেটিৰ প্ৰতি ওপজা তাৰ আকুল আবেগ গভীৰ মৰ্ম-বেদনাত পৰিণত হ'ল। সি দেখিলে, মেটিৰ চকুযোৰ ঘনাই নাচিছে-চকুৰ পানী ভিতৰলৈ সোমাই গৈছে। সি ইচ্ছা কৰিছিল— তাইক দুবাহুৰ বান্ধনৰ মাজত লৈ সান্ত্বনা দিবলৈ।

"তোমাৰ আহাৰ এতিয়া তেনেই চেঁচা হ'ব।" এটা শৈতাপৰা আনন্দৰ সুৰত তাই এথানক ক'লে।

"মেট! মেট! তুমি কলৈ যাবা?"

তাইৰ চকু মুদ খালে আৰু এটা মুখেদি ভুঁইকপৰ জোদাকাৰণি পাৰ হৈ গ'ল। সি দেখিলে প্ৰথমবাৰৰ কাৰণে মেটিৰ মনলৈ ভৱিষ্যতৰ কথা আহিছে।

"মই ষ্টেমফৰ্ডত এটা কাম পাম।"

তালৈ গৈ যে তাইৰ একো নহব সেই কথা এথানে জানিছিল।

সি আকৌ নিজৰ ঠাইত বহি দুই হাতৰ মাজত মুখখন থৈ বহিল। কাম বিচাৰি ক্লান্ত হৈ ফুৰিবৰ মনেৰে মেটি তাৰ ঘৰৰ পৰা ওলাই যাব-এই কথা ভাবি সি হতাশ হৈ পৰিল। একমাত্ৰ যি কেইটা ঠাইত তাইৰ চিনা-পৰিচয় মানুহ আছে তাতো তাইৰ কাৰণে আছে অৱজ্ঞা আৰু বিদ্বেষৰ ভাব। চহৰৰ অগণন নিষ্কৰ্মা মানুহৰ মাজত অভিজ্ঞতা নাইকিয়া, অশিক্ষিতা ছোৱালী এজনীয়েনো কি কাম পাব— ভাবি তাৰ বৰ বেয়া লাগিল।

ওৰৰচেষ্টাৰত থাকোঁতে শুনা বহুত দুখৰ কাহিনীৰ কথা তাৰ মনত পৰিল— মেটিৰ দৰেই আশাৰে আৰম্ভ হোৱা কিমান ছোৱালীৰ জীৱন দুখ-দুৰ্দশাৰে উপচি পৰিছিল—তাৰ সৰ্বাঙ্গ শৰীৰত এটা বিদ্ৰোহৰ ভাব জ্বলি উঠিল। সি হঠাৎ থিয় দিলে।

"তুমি যাব নোৱাৰা। মেট! মই তোমাক যাবলৈ নিদিওঁ। জীনাই সদাই নিজৰ মতেৰে কাম কৰি আহিছে, এতিয়া মই মোৰ মতেৰে কৰিম-"

মেটিয়ে বৰ লৰালৰিকৈ হাতখন এৰুৱাই আনিলে, এথানে তাৰ ঘৈণীয়েকৰ ভৰিৰ শব্দ শুনিবলৈ পালে।

জীনাই জোতাৰ হিলৰ মূৰত ভেজা দি দি সদায় খোজ কঢ়া ৰীতিৰে আহি দেখা দিলেহি,আৰু নিৰ্জু ভাবে নিজৰ ঠাইত বহিলহি।

"মই অলপ আগতকৈ ভাল পাইছোঁ যেন লাগিছে। ডাক্তৰ বাকে কৈছে ভোক নালাগিলেও গাৰ বল অটুট ৰাখিবৰ কাৰণে মই যথেষ্ট পৰিমাণ আহাৰ খাব লাগে।"নাকীসুৰীয়া মাতেৰে কথাকিটা কৈ মেটিৰ ফালে থকা চাহৰ পাত্ৰটোৰ ফালে হাত আগবঢ়ালে। তাইৰ "ভাল" সাজ-পাৰখিনি থৈ ক'লা ৰঙৰ কেলিক' আৰু বাদামী ৰঙৰ শাল-কাপোৰখনেৰে সৈতে নিতৌ পিন্ধা পোছাকটো পিন্ধি আহিছে। চাহ বাকি লৈ বেছিকৈ গাখীৰ দি ল'লে। মাংস, আচাৰ আদি গোটাই ললে। নকল দাঁতযোৰ লগাই ললে। মেকুৰীজনীয়ে আহি তাইৰ গাত গা ঘঁহালে। জীনাই ক'লে-

এথান ফ্ৰ'ম

"মোৰ পুচি জনী!" তাৰ পাছত তাইক মৰম কৰিলে আৰু এটুকুৰা মাংস খাবলৈ দিলে।

এথান নিমাত হৈ বহি আছে। খোৱাৰ ইচ্ছাও প্ৰকাশ কৰা নাই কিন্তু মেটি বেছ মনোযোগেৰে খোৱাত লাগিছে। জীনাক বেট্‌ চট্ৰীজৰ কথাও দুই এটা সুধিছে। জীনাই স্বাভাৱিক গতিৰেই উত্তৰ দি আছে। মাজে মাজে বন্ধু-বান্ধৱৰ বেমাৰ এজাৰৰ কথাও উলিয়াইছে। যেতিয়া কথা কৈ আছিল, মেটিৰ পিনে পোনপটীয়াকৈ চাই আছিল। এটা মলিন হাঁহিত তাইৰ মুখৰ ৰেখাবোৰ দ হৈ উঠিছিল।

যেতিয়া খোৱাবোৱা শেষ হ'ল, জীনা উঠি গ'ল আৰু বুকুৰ ওপৰত এখন হাত লৈ সৰল মনেৰেই ক'লে-"মেট! তুমি তৈয়াৰ কৰা মাংস খালে পেট ভৰি যায়।" মেটিৰ নাম সংক্ষেপ কৰি "মেট" বুলি জীনাই আগে পাছে বৰকৈ মতা নাই। যেতিয়া সেইদৰে মাতে তাত চেনেহৰ সুৰহে ফুটি উঠে।

"যোৱা বছৰ স্প্ৰীংফিল্ডৰ পৰা অনা সেই হজমী পাউডাৰটোহে মোক দৰকাৰ হৈছিল। ক'ত থাকিল বিচাৰি উলিয়াবৰ মন গৈছে।" জীনাই ক'লে। "মই বহুত দিন সেই দৰবটো ব্যৱহাৰ কৰা নাই! খালে কিজানি বুকুৰ জ্বলা-পোৰা অলপ কমিব পাৰে।"

মেটিয়ে তাইৰ ফালে চাই ক'লে-"মই বিচাৰি আনি দিমনেকি?"

"নাই, য'ত আছে তুমি বিচাৰি উলিয়াব নোৱাৰিবা।" ৰহস্যজনক ভাবে জীনাই তাইৰ এটা গোপন-দৃষ্টিৰে চাই কথাষাৰ ক'লে।

জীনা ৰান্ধনিঘৰৰ পৰা ওলাই গ'ল। মেটিয়ে খোৱা টেবুল পৰিষ্কাৰ কৰিবলৈ আৰম্ভ কৰিলে। এথানৰ কাষৰে যাওঁতে মেটি আৰু এথানৰ চাৰি চকুৰ নিবিড়ভাবে মিলন হ'ল। উম লগা নিমাত ৰান্ধনিঘৰটো যোৱা নিশাৰ দৰেই বৰ শান্তিপূৰ্ণ যেন লাগিল। মেকুৰীজনী জীনাৰ ঘূৰি থকা চকীখনত জাপ মাৰি উঠি বহিল। জুইৰ তাপ লাহে লাহে কমি আহিল আৰু জিৰেনিয়ামৰ চোকা গন্ধ বিয়পি পৰিল। অৱশ ভাবে এথান থিয় দিলে।

"মই এবাৰ বাহিৰলৈ গৈ চাৰিওফালে চকু ফুৰাই আহোঁগে," বাৰান্দাৰ ফালে লণ্ঠনটো বিচাৰি যাওঁতে এথানে কৈ কৈ গ'ল।

দুৱাৰমুখ পাওঁতেই দেখিলে জীনা আৰৌ উলটি ৰান্ধনিঘৰলৈ আহিছে; খঙত তাইৰ ওঁঠ দুটা কঁপি আছে, মুখত উত্তেজনাৰ ভাব ফুটি উঠিছে। কান্ধৰ পৰা শ্বাল-কাপোৰখন খহি পৰিল আৰু জোতাৰ ফাঁকত আগটো সোমাই চুঁচৰি আহিছে। তাইৰ হাতত সেই ৰঙা আচাৰ থোৱা থাল খনৰ ভগা টুকুৰাবোৰ।

এবাৰ এথান আৰু এবাৰ মেটিৰ ফালে চাই চোকা মাতেৰে ক'লে,-"মই জানিব খোজোঁ এইটো কাম কোনে কৰিলে?"

উত্তৰ নাই। কঁপা কঁপা মাতেৰে জীনাই কৈ গ'ল ঃ "মই ওপৰলৈ গৈছিলোঁ মোৰ পিতৃৰ পুৰণি চচমাৰ খাপটোৰ মাজত থৈ দিয়া পাউদাৰটো আনিবলৈ" —তাইৰ মাত থোকাথুকি হ'ল। গালেদি দুই এটোপ চকুৰ পানী বৈ আহিল। "আলমাৰিটোৰ একেবাৰে ওপৰৰ খাপত এই থালখন আছিল। জখলা দি নুঠিলে বেগতে হাতেৰেও ঢুকি নাপায়। আণ্ট্‌ ফিলোৰা মেপোল-এ উপহাৰ দিয়া এই আচাৰ থোৱা থালখন মই তাত লুকাই থৈছিলোঁ। কেতিয়াবা মই নিজ হাতে অতি যত্নেৰে উলিয়াই আকৌ থৈ দিওঁ।" টেবুলৰ ওপৰত ভগা টুকুৰা বোৰ থৈ চিঞৰি-বাখৰি জীনাই প্ৰশ্ন কৰিলে- "মই জানিব খোজোঁ- এই কামটো কোনে কৰিলে?

জীনাৰ এই আহ্বান শুনিয়ে উলটি আহি এথান জীনাৰ মুখামুখি হ'ল। "মই কওঁ, শুনা, এই মেকুৰীজনীয়ে সেই কাম কৰিলে।"

"মেকুৰীজনীয়ে?"

"এৰা। তাকে মই কৈছোঁ।"

কঠোৰ দৃষ্টিৰে এথানৰ ফালে চাই তাই মেটিৰ চকুলৈ চালে। তেতিয়া মেটিয়ে খোৱা বাচনবোৰ ধুই পাত্ৰটোৰ ওপৰত ভৰাই টেবুলত থ'বলৈ নিছিল।

"মেকুৰীজনী তালৈ গ'ল কেনেকৈ।"

"বোধকৰো এন্দুৰ, ডালশলিয়া কিবা বিছাৰি গৈছিল।" এথানে ক'লে। "কালি ৰাতি ৰান্ধনিঘৰতে এটা বৰ ডাঙৰ এন্দুৰ ঘূৰি ফুৰিছিল।"

জীনাই এবাৰ এথানৰ ফালে আৰু এবাৰ মেটিৰ ফালে চকু ঘূৰাবলৈ ধৰিলে। তাৰ পাছত সেই অদ্ভুত হাঁহিটো হাঁহিলে- "মেকুৰীজনী তেনে হ'লে বৰ চালাক।" অলপ ডাঙৰ মাতেৰেই ক'লে- "কিন্তু আচৰিত কথা। মেকুৰীজনী ইমান চালাক যে, থালখন ভাঙি টুকুৰাবোৰ সজাই পৰাই তাই আকৌ লগ লগাই থৈ

---
এথান ফ্ৰ'ম

আহিল।"

মেটিয়ে গৰম পানীৰ পৰা হাত দুখন উলিয়াই এই সময়তে ক'লে- "এথানৰ একো দোষ নাই জীনা। মেকুৰীজনীয়েই সঁচাকৈয়ে ভাঙিলে। নমাই আনিছিলোঁ মই। থালখন ভগা বাবে যি কোৱাঁ মোকেই কোৱাঁ।"

মনৰ বেজাৰত শিলৰ মূৰ্তিৰ দৰে অচল হৈ জীনা থৰ লাগি ৰৈ থাকিল— কাষতে তাইৰ আপুৰুগীয়া সম্পত্তিৰ ভগ্নাৱশেষবোৰ লৈ। "তুমি মোৰ থালখন কিয় নমাই আনিছিলাঁ।"

মেটিৰ মুখেদি এটা উজ্জ্বল সোঁত বৈ গ'ল। "মই আহাৰ খোৱা টেবুলখন ধুনীয়াকৈ সজাই চাব খুজিছিলোঁ।"

"টেবুলখন ধুনীয়াকৈ সজাব খুজিছিলাঁ? বুজিছোঁ, মই ঘৰৰ পৰা ওলাই যাবলৈহে বাট চাই আছিলাঁ। যিটো বস্তু আটাইতকৈ বেছি মৰমৰ বুলি লুকাই থৈছিলোঁ সেইটোহে আনিব লগা হ'ল। মন্ত্ৰী বা আণ্ট্ মাৰ্থা পিয়াৰ্চ আহিলেও মই সেই থালখন নুলিয়াও"- জীনা খন্তেক পৰ নিমাত হৈ ৰ'ল। "মেটি চিলভাৰ, তুমি এজনী বেয়া ছোৱালী। মই এইটো কথা আগেয়েও জানিছিলোঁ। তোমাৰ বাপেৰেও ঠিক এই দৰেই জীৱন আৰম্ভ কৰিছিল। তোমাক আনোঁতে কোনো কোনোৱে মোক এই বিষয়ে সতৰ্ক কৰি দিছিল। তুমি নোপোৱাকৈ মোৰ মৰমৰ বস্তুবোৰ মই লুকাই থৈছিলোঁ। এতিয়া তুমি মোৰ অতি যত্নেৰে থোৱা মৰমৰ বস্তু এটা আনি নষ্ট কৰিলা- " উচুপি উচুপি কন্দাৰ দৰে কথা কৈ জীনাৰ মাত নাইকিয়া হ'ল। এটা শিলৰ মূৰ্তিৰ দৰে ৰৈ গ'ল।

"মই যদি মানুহে কোৱা কথাবোৰ শুনিলোঁহেঁতেন, তেনেহলে তুমি কেতিয়াবাই মোৰ ইয়াৰ পৰা গুচি যাব লাগিলহেঁতেন"- জীনাই ক'লে। আৰু থালখনৰ ভগা টুকুৰাবোৰ গোটাই কোঠাটোৰ পৰা ওলাই গ'ল। জীনাই যেন এটা বেজাৰ মনেৰে এটা মৰাশহে লৈ গৈছে।—

এথান হ্ৰ'ষ

# অধ্যায় - আঠ

বাপেকৰ নৰীয়াৰ বাতৰি পাই এথান যেতিয়া পামলৈ উলটি আহে, মাকে তাকে ভাড়ালৈ নিদিয়াকৈ থোৱা সৰু কোঠাটো এৰি দিয়ে। তাতে এথানে কিতাপ থোৱা এটা চেলফ, নিজৰ কাৰণে এখন চ'ফা তৈয়াৰ কৰি ল'লে। ৰান্ধনিঘৰৰ টেবুল এখনত তাৰ কাগজ-পত্ৰবোৰ থ'লে। বেৰত এব্ৰাহাম লিন্‌কনৰ এখন ছবি আৰু কবি সকলৰ উক্তি থকা এখন কেলেণ্ডাৰ বেৰত ওলোমাই দিলে। এই সামান্য সম্ভাৰেৰে সি তাৰ কোঠাটো কোনো এজন মন্ত্ৰীৰ কোঠাৰ দৰে সজাবলৈ যত্ন কৰিছিল। এই মন্ত্ৰীজনে ওৱৰচেষ্টাৰত থাকোঁতে এথানক কিতাপ-পত্ৰ পঢ়িবলৈ দিছিল। কেতিয়াবা গৰম দিনত তালৈ গৈ এথানে তাত জিৰণি লয়গৈ। কিন্তু মেটি যেতিয়া আহিল, তেয়াঁৰ পৰা এথানৰ জুইকুৰা তাইক এৰি দিব লগা হ'ল। তেতিয়াৰ পৰা বছৰটোৰ ভিতৰত কেবা মাহো কোঠাটোত কোনো নথকাই হ'ল।

যেতিয়া ঘৰখন তেনেই জঁয় পৰিল আৰু জীনাৰ স্বাভাৱিক ডিঙিৰ ঘেৰঘেৰণী শুনা গ'ল তেতিয়া এথানৰ মনত ধাৰণা হ'ল যে ৰান্ধনিঘৰত উঠা ধুমুহা শাঁত পৰিল, তেতিয়া সি গৈ এই কোঠাটোত সোমাল গৈ। জীনা ওলাই যোৱাৰ পাছত এথান আৰু মেটি দুয়ো মনে মনে আছিল। সিহঁত এখোজো আগ বাঢ়ি যোৱা নাছিল। তাৰ পাছত মেটিয়ে সদায় কৰি থকা কাম ৰান্ধনিঘৰটো ধুই-পখালি থ'বলৈ গ'ল। এথানে বাহিৰে ভিতৰে এপাক মাৰি আহিবলৈ হাতত লণ্ঠনটো লৈ গ'ল। যেতিয়া উলটি আহিল ৰান্ধনিঘৰত কোনো নাই। কিন্তু টেবুলৰ ওপৰত তাৰ ধঁপাতৰ বেগটো আৰু পাইপটো পৰি আছে। পাইপটোৰ তলত শাক-পাচলিৰ গুটি বেচা কোম্পানী এটাৰ কেটেলগৰ পাত এখিলাৰ এটুকুৰা আছে। কাগজ টুকুৰাত তিনিটা শব্দ লিখা আছেঃ "চিন্তা নকৰিবা এথান।"

এথানে তাৰ সেই চেঁচা আৰু অন্ধকাৰ পড়া কোঠাটোলৈ গৈ টেবুলৰ ওপৰত লণ্ঠনটো থ'লে। পোহৰলৈ কাগজ টুকুৰা নি জুপি জুপি বাৰে বাৰে আখৰ কেইটা পঢ়িলে। সি এয়েই প্ৰথম মেটিৰ আখৰ দেখিছে। কাগজ টুকুৰা হাতত লৈ সি নতুনকৈ যেন মেটিকেই দেখা পাইছে-যেন কিবা এটা অপূৰ্ব সম্পদ পাইছে। লগে লগে তাৰ মনৰ বেদনা তীব্ৰ হৈ আহিল। এতিয়াৰ পৰা আৰু মেটিৰ লগত তাৰ যোগাযোগৰ একো উপাই নাথাকিব। মেটিৰ প্ৰাণখোলা হাঁহি, কণ্ঠস্বৰৰ মৰম লগা উম—এইবোৰৰ সলনি সি পাব ভাবহীন কাগজৰ টুকুৰা আৰু প্ৰাণহীন শব্দবোৰ!

বিদ্ৰোহৰ খেলিমেলি ভাববোৰে তাৰ মনত ধুমুহা আনিলে। সি তেতিয়াও সম্পূৰ্ণ তৰুণ শক্তিসম্পন্ন, সম্পূৰ্ণ সতেজ আৰু জীয়াই থকাৰ সকলো সম্ভাৱেৰে পৰিপূৰ্ণ— এনে অৱস্থাত কিয় সি তাৰ আশা ভৰসাৰ এই ধ্বংসলীলাৰ ওচৰত আত্ম-সমৰ্পণ কৰিব! এজনী দন্দুৰী তিৰোতাৰ ওচৰত তাৰ সমস্ত জীৱনৰ সঞ্চিত বাসনাবোৰ এইদৰে নষ্ট হ'বলৈ দিবনে? তাৰ জীৱনত কিমানবোৰ সম্ভাৱনা আছিল— জীনাৰ হীন মনোভাব আৰু মূৰ্খামিৰ ওচৰত তাৰ কিমানবোৰ ভাবচিন্তা নষ্ট হ'ল, কেনেকৈ সি আত্মবিসৰ্জন দি আহিছে। প্ৰতিদান কি পালে? যেতিয়া জীনাক বিয়া কৰাইছিল, তেতিয়াতকৈ এতিয়া তাই বৰ বেছি পেনেৰা আৰু আমনিলগা হৈ পৰিছে; তাই সদায় চিন্তা কৰি আছে কেনেকৈ এথানক কষ্ট দিব পাৰি। তিলে তিলে ধ্বংস কৰিবলৈ যত্ন কৰা এই জীনাৰ হাতৰ পৰা সি কেনেকৈ আত্মৰক্ষা কৰিব—তাৰ উপায় বিচাৰি তাৰ আটাই সুবুদ্ধিবোৰ আজি জাঙুৰ খাই উঠিছে।...

নিগ্ৰোবিলাকে পিন্ধা চামৰাৰ পুৰণি কোটটো গাত মেৰিয়াই এটা নুৰা যেন হৈ এথান চ'ফাখনত সোমাই পৰিল-- নিৰলে ভাবিবৰ কাৰণে। গালৰ তলত সি কিবা এটা ওখ ওখ টান বস্তু লাগি থকা যেন পালে। এই কুচনখন জীনাই তাৰ কাৰণে তৈয়াৰ কৰিছিল। ইয়াৰ বাহিৰে আৰু জীনাই জীৱনত একো চিলাইৰ কাম কৰা নাই। সি সেই কুচনখন দলি মাৰি পেলাই দি বেৰত আঁউজি ভাবিবলৈ দীঘল দিলে।...

পাহাৰৰ ওপৰত থকা তাৰ বয়সীয়া এটা মানুহৰ কথা তাৰ মনত পৰিল। সিও তাৰ দৰে এনেকুৱা অসহ্য জীৱনৰ হাত সাৰিবৰ মনেৰে সি ভাল পোৱা ছোৱালীজনী লৈ পশ্চিমলৈ পলাই গৈছিল। আগৰজনী ঘৈণীয়েকে তাৰ লগত বিবাহ-বিচ্ছেদ কৰিলে

আৰু সি সেই ছোৱালীজনীক বিয়া কৰাই সুখেৰে আছে। যোৱা বছৰ চাড্ছফলচত সি এই দম্পতিক দেখা পাইছিল। সিহঁত আপোন মানুহৰ ঘৰলৈ আহিছিল। বেছ কেঁকোৰাকেকুৰী চুলি, সুন্দৰ এটি সৰু ছোৱালী সিহঁতৰ লগত লৈ ফুৰাইছিল। মৰমৰ জীয়েকৰ ডিঙিত এটা সোণৰ লকেট—পোছাক ৰাজকন্যাৰ নিচিনা। সেই ভদ্ৰলোকজনৰ আগৰজনী ঘৈণীয়েকো বেয়া অৱস্থাত থকা নাছিল। তাইৰ গিৰিয়েকে তাইক পামখন দি গৈছিল। পামখন তাই বেচি দিলে। সেই টকা আৰু তাই পোৱা মাহিলী দৰ্মহা আদিৰেই এই বেট্চ্ব্ৰীজত এটা লাঞ্চৰুম(হোটেল) খুলিলে। এইদৰে কামৰ মাজত তাই জীৱনটো গধুৰ কৰি পেলালে। এইবোৰ ভাবি এথানৰ মগজ চঞ্চল হৈ পৰিল। মেটিক অকলে যাবলৈ নিদি কাইলৈ সিও যেন তাইৰ লগতে ওলাই যাব তাৰ কাপোৰ-কানি সি গাড়ীৰ চিটৰ তলত লুকাই থ'ব। জীনাই একো গমকে নাপাব। তাই আবেলি যেতিয়া শুবৰ কাৰণে ওপৰ মহলালৈ যাব—তেতিয়া বিচনাত তাৰ চিঠিখন পাব।........ তাৰ এই চিন্তাবোৰ তেতিয়াও পকা হোৱা নাই। সি উঠি বহিল, লণ্ঠনটো আকৌ জ্বলালে, তাৰ পাছত টেবুলৰ ওচৰত বহিল। এটুকুৰা কাগজ বিচাৰি দেৰাজটো ফাঁহ ফাঁহ কৰিলে; শেহত এটুকুৰা পালেগৈ। সি লিখিবলৈ আৰম্ভ কৰিলে।

"জীনা, তোমাৰ কাৰণে মোৰ যথাসাধ্য কৰিছোঁ। কিন্তু আজি দেখিছোঁ সেইবোৰ একো কামত লগা নাই। মই তোমাক দোষ নিদিওঁ। নিজকো নিদিওঁ। মই ভাবিছোঁ কিজানি আমি দুয়ো এৰা এৰি হৈ থাকিলেই আমি ইয়াতকৈ ভালেৰে থাকিম। মই পশ্চিমৰ ফালে ভাগ্য অন্বেষণ কৰিবলৈ ওলাইছোঁ। তুমি মোৰ পামখন আৰু কাঠৰ মিলটো বেচি টকা-কড়ি ল'ব পাৰিবা-।"

এই খিনিতে তাৰ কলম বৈ গ'ল ; সি নিজৰ অসহায় অৱস্থাৰ কথা ভাবিবলৈ ধৰিলে। জীনাক পামখন আৰু কাঠৰ মিলটো দি দিলেনো তালৈ বাকি থাকিব কি—সিনো কিহেৰে তাৰ জীৱন আকৌ নুতুনকৈ আৰম্ভ কৰিব? পশ্চিমলৈ এবাৰ যাব পাৰিলে কামৰ ভাবনা নাই—গুকল তাৰ কাৰণে হোৱাহেঁতেন চিন্তা কৰিবলৈ একোৱেই নাছিল। কিন্তু অৱস্থাটো বেলেগ। মেটিৰ দায়িত্ব আছে। আৰু জীনাৰ বা কি হ'ব? পাম আৰু মিলৰ পৰা যি মূল্য পাব, সিমান টকাত দেখোন সেইবোৰ বন্ধকত আছে। যদি কোনোবাই কিনিব খোজেও (এনেকুৱা সম্ভাৱনা খুব কমেই) বিক্ৰিৰ টকাৰ পৰা এহেজাৰ ডলাৰৰ ধাৰটো শোধ কৰিব পাৰিব জানো? নিজৰ তদাৰকিত এথানে কোনো মতে পামখনৰ পৰা খোৱাবোৱাৰ যোগাৰটো কৰি আছিল। তাৰ ঘৈণীয়েক, যদি খুব সুস্থ হৈয়ো থাকে —ইমান হেঁচা জানো জীনাই সহিব পাৰিব?

অৱশ্যে জীনা তাইৰ বাপেকৰ ফলীয়া মানুহবোৰৰ ওচৰলৈ গুচি যাবও পাৰে— যদি সিহঁতে তাইৰ কিবা উপকাৰ কৰিব পাৰে। কিন্তু নহয়। তাই মেটিকহে এইদৰে ওলাই যাবলৈ কৈছে। জীনায়ো নিজৰ ভাগ্যৰ লগত যুঁজ কৰকচোন। এথানক যেতিয়া তাই বিচাৰি উলিয়াব আৰু তাৰ স'তে বিবাহ-বিচ্ছেদৰ মৰ্কদমা কৰিব, য'তেই থক, তাতে সি এটা ভাল উপায় কৰিব পাৰিব। আৰু যি এটা বাট মুকলি হৈ আছে, সেইটো হৈছে—মেটিক অকলে যাবলৈ এৰি দিয়া। কিন্তু তেনে কৰিলে ভৱিষ্যতৰ সম্ভাৱনা একেবাৰেই লুপ্ত হ'ব।.....

কাগজ বিচাৰি দেৰাজৰ কাগজপত্ৰবোৰ সি আঁতৰাই পেলাইছিল। কলমটো হাতত লৈয়েই তাৰ চকুত পৰিল 'বেট্চ্ব্ৰীজ ঈগল' পত্ৰিকাৰ এটা পুৰণি সংখ্যালৈ। আটাইতকৈ ওচৰত বিজ্ঞাপনৰ পাতখিলা চালে। লেখা আছে ঃ "পশ্চিম ভ্ৰমণ কম ভাড়াত।"

লণ্ঠনটো ওচৰলৈ আনি সি ভাড়াৰ হিছাপ কৰিলে। হঠাৎ কাগজখিলা হাতৰ পৰা সৰি পৰিল। অসমাপ্ত চিঠিখন আঁতৰাই থ'লে। খন্তেক আগতে সি ভাবিছিল পশ্চিমলৈ গৈ কেনেকৈ দিন নিয়াব। এতিয়া সি দেখিলে মেটিক লগত লৈ যাবলৈ তাৰ ৰেল-ভাড়াই নাই। ধাৰ কৰাৰ কথাই নাহে— তাৰ সা-সম্পত্তি বন্ধকত পোত খাই আছে। এই কথা সি ভালকৈ জানে, যে জামিন লওঁতা নোলালে ষ্টাৰ্কফিল্ডত তাক কোনেও দহ ডলাৰো ধাৰলৈ নিদিয়ে। এই কঠিন সত্যটো তাৰ মনত এনে ভাবে লাগিল যেন জেইলৰ ওৱাৰ্ডাৰে কয়দীৰ হাতত হাতকড়াহে লগাইছে। কেনিও বাট নাই। আজীৱন আশাবাদী সি। আজি তাৰ জীৱনৰ এটা আশাৰ আলোক-ৰশ্মি শেষ হৈ যাব খুজিছে। হায়।......

সি এটা গধুৰ বোজাৰ দৰে চ'ফাখনত চুচৰি গৈ সোমাই পৰিল। তাৰ হাত ভৰি এনে ভাবে মেলি দিলে যেন সেইবোৰে আৰু এই জন্মলৈ লৰচৰ নকৰে। অশ্ৰুবিন্দুবোৰ আহি তাৰ ডিঙিত

এথান ফ্ৰ'ম

লাগিলহি আৰু লাহে লাহে চকুৰ মাজেদি সৰুকি আহি টোপ টোপ্‌কৈ গালেদি বাগৰি পৰিল।......

সি শুই থাকিল। তাৰ মুখে মুখে পৰা খিড়িকীৰ আয়নাখনৰ মাজেদি লাহে লাহে পোহৰ বিয়পি আহিল, আৰু জোনৰ পোহৰত পৰিষ্কাৰ হৈ উঠা আকাশৰ টুকুৰা এটা তাৰ চকুত পৰিল। ভাগি পৰা এজোপা আপেল গছৰ ডাল এটা পোহৰটোৰ মাজত জিলিকি পৰিল। সেই গছজোপাৰ তলতে গৰমৰ দিনত গধূলি এথানে কেতিয়াবা কেতিয়াবা মেটিক লগ পাইছিল। ক্ৰমে আকাশৰ পনীয়া ভাবটো তেনেই কমি গ'ল আৰু উজ্জ্বল হৈ জোনটো নীল আকাশত জিলিকি উঠিল। এথানে তাৰ কিলাকুটিত ভৰ দি দেখিবলৈ পালে বাহিৰৰ প্ৰকৃতিয়ে শুধ-শুকুলা সাজ পিন্ধি জোনৰ পোহৰত বিচিত্ৰ ৰূপ ধাৰণ কৰিছে। আজি এনেকুৱা বিতোপন নিশাতে মেটিক লৈ ফুৰিবলৈ যোৱাৰ কথা আছিল। সৌন্দৰ্যত গা ধুই প্ৰকৃতিয়ে বনবননিৰ গাত কি মনোমোহা স্বপ্নাবেশ সৃষ্টি কৰিছে। ডাঠ হাবিবনৰ ওপৰত জোনৰ পোহৰ পৰি এটা যেন ৰূপালী ৰেখাহে চাৰিওপিনে আঁকি দিছে! আজি ৰাতিটোৱে যেন সমস্ত সৌন্দৰ্য একেলগ কৰি পৃথিৱীৰ ওপৰত বাকি দিছে অকল তাক বিদ্ৰূপ কৰিবলৈ।........

তাৰ দোৰ্ঘোৰ টোপনি ধৰিলে। যেতিয়া সাৰ পালে, ৰাতিপুৱাৰ চেঁচা বতাহ ঘৰৰ ভিতৰত সোমাই সেংসেঙীয়া অৱস্থাৰ সৃষ্টি কৰিছে। তাৰ বৰ জাৰ লাগিল, গোটেই গাটো যেন টান হৈ গোটমাৰি আছে। ভোক লাগিছিল কিন্তু সেই বাবে তাঁৰ লাজ লাগিল। চকু মোহাৰি খিড়িকীৰ কাষত থিয় দিলেগৈ। ৰঙা বেলিটো পথাৰৰ ধোঁৱাবৰণীয়া সীমাৰেখাৰ ওপৰত ওলমি আছে। সি নিজকে নিজে কৈ গ'লঃ "আজি মেটিৰ শেষ দিন।" ভাবিবলৈ আৰম্ভ কৰিলে— মেটিৰ অবিহনে ঘৰখন তাৰ কাৰণে কেনে লাগিব। থিয় হৈ সি ভাবি আছিল, এনেতে পাছ ভৰিৰ শব্দ শুনিলে। মেটি আহি সোমালহি।

"এথান, গোটেই ৰাতি তুমি ইয়াতে থাকিলানেকি?"

তাইৰ গাত ৰঙা স্কাৰ্ফখন, চেঁচা পোহৰত তাইৰ মুখখন বৰ শেঁতা শেঁতা লাগিছিল। এই পৰিবেশত, এনেকুৱা দুখীয়া সাজপাৰত তাইক ইমান অকণমান আৰু নিমাখিত যেন লাগিছিল যে, এথানে কি ক'ব ভাবি উলিয়াব নোৱাৰি মনে মনে ৰৈ থাকিল।

নিস্তেজ দৃষ্টিৰে চাই মেটিয়ে ক'লে;"তোমাৰ জাৰ লগা নাইনে?"

এথান তাইৰ ফালে অলপ আগবাঢ়ি আহিল। "ইয়ালে আহিলোঁ বুলি তুমি কেনেকৈ জানিলাঁ?"

"মই শুবলৈ যাওঁতে তুমি তললৈ নামি অহা ভৰিৰ শব্দ মোৰ কাণত পৰিছিল। গোটেই ৰাতি মই কাণ থিয় কৰি আছোঁ। কিন্তু তুমি ওপৰলৈ উঠি যোৱা শব্দ আৰু নুশুনিলোঁ।"

তাইৰ চেনেহৰ আটাই ভাববোৰ আহি ওঁঠৰ আগত থূপ খালেহি। "মই যাওঁ। ৰান্ধনিঘৰত জুইকুৰা জ্বলাই দিওঁগৈ।"

সিহঁত দুয়ো ৰান্ধনিঘৰলৈ আহিল। এথানে কয়লা আৰু জুই ধৰা কাঠ লৈ আহিল। চুলাটো পৰিষ্কাৰ কৰি দিলে। মেটিয়ে গাখীৰ আৰু ৰাতি তৈয়াৰ কৰি থোৱা চেঁচা মাংস অলপ লৈ আহিল। চুলাৰ জুই আৰু সূৰ্যৰ তাপ যেতিয়া ঘৰৰ চাৰিওফালে বিয়পি পৰিল, এথানৰ দুশ্চিন্তাবোৰ গ'লি গ'ল। মেটিয়ে লম্বালৰিকৈ গৈ তাইৰ দৈনন্দিন কামত লাগি ফুৰা দেখি আৰু ইমান পুৰাতে গৈ তাক বিচৰা দেখি মেটিযে গুচি যাব সেই কথা তাৰ মনলৈও নাহিল। মনক প্ৰবোধ দিবলৈ চেষ্টা কৰিলে। জীনাৰ কথাত যি আশঙ্কাৰ সৃষ্টি হৈছে, সেইবোৰ কিজানি অমূলক। পুৱাৰ আলোকত জীনাৰ মনতো নিশ্চয়ই ভাল ভাবৰ উদয় হৈছে।

মেটিয়ে চুলাৰ ওচৰত ৰন্ধা-বঢ়াৰ কাম কৰিছিল। এথানে তাইৰ বাউসীৰ ওপৰত এখন হাত থ'লে। চকু তললৈ নমাই মেটিৰ মুখলৈ চাই ক'লেঃ "তুমি কষ্ট পোৱাটো মই সহিব নোৱাৰোঁ মেটি।"

তাই হঠাৎ চক্‌ খাই উঠি ফুচ্‌ফুচাই ক'লে- "নাই, নাই, এথান, মোৰ মন বেয়া হোৱা নাই।"

"মই ভাবোঁ আটাইবোৰ আকৌ ঠিক হৈ যাব।"

মেটিৰ মুখত কথা নাই। মাত্ৰ ওঁঠ দুটা কঁপিবলৈ ধৰিলে।

"আজি ৰাতিপুৱা উঠি জীনাই আৰু একো কোৱা নাইনে?"

---

এথান ফ্ৰ'ম

"এতিয়ালৈকে মোৰ লগত দেখাশুনাই হোৱা নাই।"

"দেখা পালে তুমি তেওঁক বুজাবলৈ চেষ্টা কৰিবানেকি?"

এনেকুৱা কথা পাতি পাতি এথান গোহালি-ঘৰলৈ গ'ল। দূৰত দেখা পালে- পুৱাৰ কুঁৱলী ঠেলি যোথাম পাৰেল পাহাৰৰ ওপৰলৈ উঠি গৈছে। এনেকুৱা পৰিচিত দৃশ্যবোৰ দেখি দেখি এথানৰ মন আশ্বাসেৰে উপচি পৰিল।

দুটা মানুহে আস্তাবলটো পৰিষ্কাৰ কৰিছিল। যোথামে তাৰ লাঠিৰ ওপৰত ভেজা দি ক'লে,- "ডেনিয়েল বাইৰ্নি আজি দুপৰীয়া ষ্টেশ্যনলৈ যাব। মেটিৰ ট্ৰাঙ্কটো সিয়েই লৈ যাব পাৰিব। মই গাড়ীত অকল মেটিক লৈ যাম।"

এথানে শূন্য দৃষ্টিৰে তাৰ ফালে চাই থাকিল। যোথামে কৈ গ'ল, "মিচেছ ফ্ৰ'মে কৈ দিছে নতুন ছোৱালীজনী পাঁচ বজাত আহি ষ্টেশ্যন পাবহি। মই মেটিক সেই মতে লৈ যাম তেওঁ যেন ছয় বজাৰ সময়ত যোৱা ষ্টামৰ্ফডৰ ৰেলখন ধৰিবলৈ পাৰে।"

এথানৰ সিৰা-উপসিৰাৰ মাজেদি বৈ যোৱা তেজৰ সোঁত যেন গোট মাৰি গ'ল। অলপ পিছত অতি কষ্টেৰে ক'লে, "মেটি যোৱাটো এতিয়াও একেবাৰে ঠিক হোৱা নাই।"

"হয় নেকি?" যোথামে নিৰ্বিকাৰ ভাবে ক'লে। তাৰ পাছত দুয়ো দুফালে গুচি গ'ল।

ৰান্ধনিঘৰলৈ আহি দেখে জীনা আৰু মেটি পুৱাৰ আহাৰ খাবলৈ বহিল। জীনাক সচৰাচৰ অৱস্থাতকৈ বেছি তৎপৰ আৰু ছট্‌ফট্ কৰি থকা দেখা গৈছিল। ওপৰাওপৰিকৈ দুকাপ কফি খালে। তাৰ পাছত খাই এৰা আহাৰখিনি মেকুৰীজনীক দি খুৱাবলৈ ধৰিলে। চকীৰ পৰা উঠি গৈ খিড়িকীৰ কাষত থিয় দিলেগৈ আৰু জিৰোনিয়াম জোপাৰ হালধীয়া পৰা পাত তিনি খিলা মান ছিঙি পেলালে। "আণ্ট মাৰ্থাৰ গছ জোপাত এখিলাও পকা পাত নাই। যত্ন নললেই পাতবোৰ এনেকৈ হালধীয়া পৰি যায়।" এই বুলি কৈ জীনাই যোথামৰ ফালে চাই ক'লে ঃ "ডেনিয়েল বাইৰ্ণ কেইটা বজাত আহিব?"

যোথামে ভয়ে ভয়ে এথানৰ ফালে এবাৰ চালে।

"এই দুপৰৰ সময়তে।"

জীনাই এইবাৰ মেটিৰ ফালে মুখ ঘূৰালে,- "তোমাৰ সৌ ট্ৰাঙ্কটো বৰ গধুৰ। শ্লেজ গাড়ীত লৈ যোৱা অসম্ভৱ। ডেনিয়েল বাইৰ্ণে সেইটো ষ্টেশ্যনলৈ লৈ যাব।"

কৃতজ্ঞতা প্ৰকাশ কৰি মেটিয়ে ক'লে, - "মই তোমাৰ ওচৰত অশেষ ঋণী।"

সমূলি বিচলিত নোহোৱাকৈ জীনাই ক'লে,- "তোমাৰ লগত কি কি বস্তু আছে প্ৰথমে মই সেইবোৰ এবাৰ চাম। মই জানোঁ মোৰ এখন টাৱেল বিচাৰি পোৱা নাই আৰু বৈঠকখানাৰ তুলাৰ পেটাৰিটোৰ আঁৰত থকা জুইশলা থোৱা সঁফুৰাটো কি কৰিলা তাকো ক'ব নোৱাৰোঁ।"

আগে আগে মেটি পাছে পাছে জীনা কোঠাৰ পৰা ওলাই গ'ল। তেওঁবিলাক গ'লত যোথামে এথানক ক'লে।—"মোৰ মনেৰে তেনেহ'লে, ডেনিয়েল অহালৈকে মই বাট চাই থকাই ভাল।"

এথানে তাৰ আটাইবোৰ কাম কৰি আঁতালে। তাৰ পাছত যোথামক ক'লে- "মই ষ্টাৰ্কফিল্ডৰ ফালে যাওঁ। দুপৰীয়া আহাৰ খাবলৈ তেওঁবিলাকে মোৰ কাৰণে বৈ থাকিব নালাগে বুলি ক'বা।"

তাৰ অন্তৰত বিদ্ৰোহৰ জুই আকৌ জ্বলি উঠিল। পুৱাৰ নিৰ্মল শান্ত বতাহত যিটো কথা নহ'ব যেন লাগিছিল, এতিয়া ঠিক সেইটোৱেই ঘটিব খুজিছে। মেটিৰ নিৰ্বাসনত সি এতিয়া নিমাত দৰ্শকৰ দৰেহে থাকিবলগীয়া হ'ল। সি এই অভিনয়ত যি অংশ গ্ৰহণ কৰিবলগীয়াত পৰিল আৰু মেটিয়ে তাৰ সম্পৰ্কে যি ধাৰণা কৰে— তাৰ দ্বাৰাই তাৰ পুৰুষ-সুলভ গুণবোৰ তেনেই ম্লান হৈ যাব খুজিছে। খেলিমেলি মনোভাবে তাৰ অন্তৰত যুদ্ধ সৃষ্টি কৰিলে। সি ভাবি ভাবি গাঁওমুৱা হ'ল। সি কিবা এটা কৰিম বুলি তাৰ মন থিৰ কৰিলে, কিন্তু কি কৰিব একো ক'ব নোৱাৰে।

পুৱাৰ কুঁৱলী নাইকিয়া হ'ল আৰু পথাৰবোৰত সূৰ্যৰ ৰশ্মি পৰি ৰূপালী ৰঙত জলমলাই উঠিছে। বসন্তৰ কুঁৱলীৰে ভৰা পৰিবেশ ভেদ কৰি এটা উজ্জ্বল বৰ্ণ মনোমোহা বেশত উদ্ভাসি উঠিছে। সেই বাটটোৰ প্ৰত্যেক গজ ঠাই যেন মেটিৰ কাৰণে আজি জীৱন্ত হৈ উঠিছে। বাটৰ দুয়ো কাষে এনে এজোপা গছ নাই, এনে এটা ডাল নাই - য'ত মেটিৰ স্মৃতি লাগি থকা নাই। সেই নিস্তব্ধতাৰ মাজতো সি এবাৰ এটা চৰাইৰ মাত শুনিলে ঠিক যেন মেটিৰ

এথান স্ক'ম

মৰম লগা হাঁহিটিহে। এই আটাইবোৰ মধুৰ স্মৃতিয়ে তাক কিবা এটা কৰিবলৈ অসীম প্ৰেৰণা আনি দিলে। হঠাৎ তাৰ মনত খেলালে যে এনড্ৰু হেইলৰ নিচিনা এজন দয়ালু মানুহক ধৰিলে কিজানি জীনাৰ বেয়া স্বাস্থ্যৰ কাৰণে ছোৱালী এজনী ৰাখিবলৈ কিছু আগধন দিবও পাৰে। হেইলেও এথানৰ অৱস্থাটো বুজে। তেওঁ যদি কিবা এটা ব্যৱস্থা কৰি দিয়ে একো লাজৰ কথা নহয়। তাৰ উপৰি এথানৰ বুকুত যি কুৰা আবেগৰ জুই জ্বলি উঠিছে তাৰ তুলনাত মান-অভিমান অতি ক্ষুদ্ৰ কথা।

সি যিমানেই তাৰ পৰিকল্পনাটোৰ কথা ভাবিবলৈ ধৰিলে সিমানেই তাৰ আশা বাঢ়ি গ'ল। সি যদি কেনেবাকৈ মিচেছ হেইলৰ কাণত কথাটো পেলাব পাৰে আৰু তাৰ জেপত পঞ্চাশটা ডলাৰ পৰেহি তেন্তে পৃথিৱীৰ একো শক্তিয়েই মেটিক তাৰ পৰা আঁতৰাই নিব নোৱাৰিব— হেইল কামলৈ ওলোৱাৰ আগতে ষ্টাৰ্কফিল্ড পাবগৈ লাগে। সি জানিছিল যে, হেইলৰ কৰবেৰী আলিৰ ওচৰত এটা কাম আছিল। হয়তো তেওঁ সোনকালেই ঘৰৰ পৰা ওলাই যাব। তাৰ চিন্তাৰ খৰ সোঁতৰ লগত দীঘলীয়া বাটটোও বৰ সহজ যেন লাগিল। সি গৈ স্কুল হাউচ পাহাৰটোৰ নামনি পাওঁতে পাওঁতে হেইলৰ শ্লেজগাড়ীখন অলপ দূৰত চকুত পৰিল। সি তেওঁক লগ পাবলৈ বেগাবেগিকৈ খোজ দিলে। কিন্তু সি গৈ যেতিয়া ওচৰ পালেগৈ দেখে যে কাঠমিস্ত্ৰী হেইলৰ সৰু ল'ৰাটোৱেহে গাড়ীখন চলাই আনিছে। কাষত থকা মিচেছ হেইলক চচ্‌মা পিন্ধা এটা মুগা-লেটাৰ দৰে দেখা গৈছিল। এথানে তেওঁবিলাকক ৰ'বলৈ হাত দাঙিলে। মিচেছ হেইলে গাড়ীৰ পৰা উদাৰ মনেৰে এথানৰ ফালে গা উলিয়াই চালে।

"কিয়, এৰা, এতিয়া তেওঁক ঘৰতে পাবা। আজি তেওঁ কেনিও নাযায়। তেওঁ আজি শুই উঠাৰ পৰাই তেওঁৰ আজি বাত-বিষ উঠিছে। মই তেওঁক ডাঃ কিডাৰ্চে দিয়া পুৰণি প্লাষ্টাৰ এটা লগাই জুইৰ ওচৰত শুই থাকিবলৈ কৈ আহিছোঁ।"

মাকে পুতেকক চোৱাদি স্নেহৰ দৃষ্টিৰে চাই এথানৰ ফালে মুখ দি ক'লে ঃ-"জীনাই বেটচ্‌ব্ৰীজলৈ গৈ নতুন ডাক্তৰৰ লগত পৰামৰ্শ কৰাৰ কথা মই মিঃ হেইলৰ পৰাহে শুনিবলৈ পালোঁ। তেওঁ আকৌ ইমান অসুস্থ হৈ পৰা শুনি মই বৰ বেজাৰ পাইছোঁ। আমাৰ এই অঞ্চলত জীনাতকৈ বেছি অসুখীয়া আৰু কোনো নাই। তুমি যত্ন নোলোৱাহেঁতেন জীনাৰ যে কি দুৰ্দশা হ'লহেঁতেন সেই কথা মই সদায় ঘৰত কওঁ। তোমাৰ মাৰাৰ সম্পৰ্কেও মই ঠিক তেনেকৈয়ে কৈছিলোঁ। এথান ফ্ৰ'ম, তোমাৰ বৰ বেয়া দিন পৰিছে দেও।" ল'ৰাটোৱে ঘোঁৰাটোক চাবুক মাৰি আগবাঢ়িবলৈ আদেশ দিয়াৰ লগে লগে মিচেছ হেইল মূৰ দুপিয়াই দুপিয়াই শেহৰ সহানুভূতি ফেৰা এথানক জনালে। তেওঁ গুচি যোৱাৰ লগে লগে এথান আহি বাটটোৰ সোঁ-মাজত থিয় দিলেহি আৰু গৈ থকা শ্লেজখনৰ ফালে চাই থাকিল। মিচেছ হেইলৰ দৰে মৰমৰ মাতেৰে বহুত দিন তাক কোনেও মাত এষাৰ দিয়া নাই। অধিকাংশ মানুহ তাৰ দুঃখ-দুৰ্দশাৰ প্ৰতি উদাসীন। অনেকেই আকৌ ভাবে যে, এথানৰ নিচিনা ডেকা এজনে যদি সংসাৰৰ ঠেলা সহিব নোৱাৰে আৰু কোনে পাৰিব? কিন্তু মিচেছ হেইলে তাক কৈছেঃ "তোমাৰ বৰ বেয়া দিন পৰিছে দেও।" এথানৰ দুখবেজাৰবোৰৰ ভালেমানখিনি যেন মাতষাৰতে কমি গ'ল। হেইলৰ ঘৰৰ মানুহবিলাক যদি তাৰ দুখত দুখী হয় তেন্তে তেওঁবিলাকে নিশ্চয় তাৰ কথা ৰাখিব।

তেওঁবিলাকৰ ঘৰমুৱা হৈ এথানে খোজ ল'লে। কিন্তু কেই গজ মান যোৱাৰ পাছতেই তাৰ মুখৰ তেজ শেঁতা পৰি গ'ল। প্ৰথমবাৰৰ কাৰণে সি যিবোৰ কথা শুনিলে তাৰ পোহৰত সি দেখিলে সি কি কৰিবলৈ গৈছে। এটা মিছা কথাৰ আলম লৈ, মিচেছ হেইলৰ সহানুভূতি কামত খটুৱাই সি টকা বিচাৰি যাব খুজিছে। তাৰ মেঘাচ্ছন্ন উদ্দেশ্য এইটোৱেই আছিল আৰু ইয়াৰ বাবেই সি কাওবাওকৈ ষ্টাৰ্কফিল্ডৰ ফালে আহি আছিল।

তাৰ উদ্‌ভ্ৰান্ত গতিয়ে তাক ইমান দুৰ্বলেকে লৈ আহিল বুলি কঁচ অহা মাত্ৰকে তাৰ বলিয়ালি নাইকিয়া হ'ল আৰু সি সমুখত তাৰ নিজৰ প্ৰকৃত জীৱনটো দেখা পালে। সি এটা দুখীয়া মানুহ। এজনী বেমাৰী তিৰোতাৰ গিৰিয়েক। তাইক এৰি গুচি গ'লে সেই বেমাৰী মানুহজনী তেনেই অকলশৰীয়া আৰু নিৰাশ্ৰয় অৱস্থাত পৰিব। আৰু যদি জীনাক এৰি যোৱাটোকে সি স্থিৰ কৰে তেনেহ'লে সি তাৰ প্ৰতি মৰম থকা দুটি প্ৰাণীক প্ৰৱঞ্চনা কৰি গুচি যাব লাগিব।

সি উলটিল আৰু পামৰ ফালে লাহে লাহে খোজ দিলে।

---
এথান ফ্ৰ'ম

# অধ্যায় - ন

শকত হাড় ওলোৱা ঘোঁৰাটো লগাই থোৱা স্লেজগাড়ীখনৰ ওপৰত বহি ৰান্ধনিঘৰৰ দুৱাৰ মুখত ডেনিয়েল বাইৰ্ণ বৈ আছে। ঘোঁৰাটোৱে বৰফৰ ওপৰত ঠেং এছাৰি দীঘল মূৰটো অশান্ত ভাবে ইফালে সিফালে লৰাই আছে।

এথান ৰান্ধনিঘৰলৈ সোমাই গৈ দেখে তাৰ ঘৈণীয়েক চুলাৰ ওচৰত বহি আছে। তাইৰ মূৰটো শালখনেৰে ঢাকি থৈছে আৰু তাই "মূত্ৰাশয়ৰ ৰোগ আৰু তাৰ চিকিৎসা" নামে কিতাপখন পঢ়ি আছে। এই কিতাপখনৰ বাবে সি অতিৰিক্ত ডাকখৰছ দিবলগীয়া হৈছিল।

সি সোমাওঁতে জীনাই লৰচৰ নকৰিলে আৰু চকু দিও তাক নাচালে।

খন্তেক পাছত সি সুধিলে : "মেটি কেনি আছে?"

কিতাপৰ পাতৰ পৰা চকু নোতোলাকৈয়ে তাই উত্তৰ দিলে : "তাই কিজানি ওপৰ মহলাৰ পৰা ট্ৰাঙ্কটো আনিবলৈ গৈছে।"

তাৰ মুখলৈ তেজৰ সোঁত বৈ আহিল। "অকলে অকলে তাই ট্ৰাঙ্কটো আনিবলৈ গৈছে?"

"যোথাম পাৱেল কাঠৰ গুদামত আছে আৰু ডেনিয়েল বাইৰ্ণে তাৰ ঘোঁৰাটো এৰি যাবলৈ সাহ নকৰে।" এই বুলি তাই মুখ ঘূৰালে।

তাই কথাৰ শেষ অংশ শুনিবলৈ বাট নোচোৱাকৈয়ে ৰান্ধনিঘৰ এৰি ওপৰ-মহলালৈ উঠা ছিৰিত এথানে ভৰি দিলেগৈ। মেটিৰ কোঠাটোৰ দুৱাৰখন বন্ধ। বাহিৰত বৈ এথানে খন্তেক ইফাল সিফাল কৰিলে। তাৰ পাছত লাহে লাহে মাত দিলে : 'মেট!' উত্তৰ নাহিল। এইবাৰ সি দুৱাৰৰ হাতনিমাৰিত হাত থ'লে।

ইয়াৰ আগেয়ে মেটিৰ কোঠাটোত সি মাত্ৰ এবাৰ সোমাইছিল। গৰম দিনৰ আগ ভাগত ঘৰৰ ছাদৰ এটা ফুটা প্লাষ্টাৰ কৰি দিবৰ কাৰণে সি সোমাইছিল। তাৰ এতিয়াও মনত আছে তাইৰ কোঠাটো কেনেকুৱা আছিল। সৰু ঠেক বিচনাখনৰ ওপৰত ৰঙা-বগা আঁক থকা লেপখন কাপোৰ থোৱা আলমাৰিটোৰ ওপৰত পিন্-কুচন এটা, আৰু তাৰ ওপৰত তাইৰ মাকৰ ডাঙৰ ফটো এখন ওলোমাই থোৱা। এতিয়া আৰু কোঠাটোত সেইবোৰ একো নাই। মেটিৰ অইন অইন বস্তুবোৰ নাই। কোঠাটো আপচু আৰু খালি খালি লাগিল। মেট অহাৰ প্ৰথম দিনাই ঠিক এনেকুৱা হৈ আছিল। কোঠাটোৰ মাজ মজিয়াত ট্ৰাঙ্কটো — তাৰ ওপৰতে মেটি বহি আছে — গাত দেওবৰীয়া পোছাক ; দুৱাৰ মুখৰ ফালে পিঠি দি গালত হাত দি আছে। এথানৰ মাত শুনিবলৈ বোধহয় নাপালে। কাৰণ তাই বৰ ফোঁপাই আছিল ; এথানে তাইৰ পিছ পিনে থিয় হৈ মেটিৰ কান্ধত হাত দুটা থ'লে। ইয়াৰ আগেয়ে মেটিয়ে সি অহা গমকে পোৱা নাছিল।

"মেট-অ', নাই-অঃ - মেট!"

চকু খাই তাই তাইৰ চকুৰ পানীৰে তিতি থকা মুখখন তুলি ক'বলৈ ধৰিলে : "এথান- মই ভাবিছিলোঁ কিজানি মই আৰু তোমাক দেখা নাপামেই।"

এথানে তাইক দুই হাতৰ মাজত ল'লে আৰু টেপা মাৰি ধৰিলে। তাৰ কঁপি থকা হাতেৰে কপালৰ আগত পৰি থকা চুলিবোৰ আলফুলকৈ তুলি দিলে।

"মোক আৰু নেদেখিবা? কি কৈছা মেটি?"

তাই উচুপিবলৈ ধৰিলে। "যোথামে ক'লে, তুমি তাক হেনো কৈ গৈছিলা বোলে দুপৰীয়া খাবৰ কাৰণে তোমালৈ আমি বৈ থাকিব নালাগে। মই ভাবিলোঁ—"

"তুমি ভাবিলা মই সম্বন্ধ ছিঙিব খুজিছোঁ?"

একো উত্তৰ নিদি মেটিয়ে এথানক মেৰিয়াই ধৰিলে, সি তাৰ ওঁঠ দুটা তাইৰ কোমল আৰু টো উঠা চুলিকোছাৰ ওপৰত থ'লে। ৰ'দত পেলাই থোৱা কাঠৰ গুৰিবোৰৰ পৰা ওলোৱা গোন্ধৰ দৰে এটা গোন্ধ তাৰ নাকত লাগিল।

জীনাই তলৰ পৰা চিঞৰি চিঞৰি কৈছে, "ডেনিয়েল বাইৰ্ণে লৰালৰি কৰিবলৈ কৈছে। ট্ৰাঙ্কটো যদি সি নিব লাগে বেগাতে আনা।"

বেদনাবিক্ষুব্ধ হৈ সিহঁত দুয়ো এৰাএৰি হ'ল। বাধা দিব পৰা শব্দ বোৰ আহি এথানৰ জিভাৰ আগ পালেহি আৰু তাতে আটাইবোৰৰ মৃত্যু হ'ল। মেটিয়ে কমালখনৰে চকু মোহাৰি ল'লে। তাৰ পাছত কুঁজা হৈ ট্ৰাঙ্কৰ হাতনি-মাৰিত ধৰিলে। এথানে তাইক আঁতৰাই থৈ ক'লে : "তুমি এৰি দিয়া, মেট।"

মেটিয়ে ক'লে,-" দুটাই নধৰিলে সেই চুকটোৰেদি নিব নোৱাৰি।" তাইৰ কথা মতে দুয়ো ধৰি ট্ৰাঙ্কটো আনি বাৰান্দাত থলেহি।

"এইবাৰ তুমি এৰি দিয়া।" এথানে ক'লে। সি নিজেই কান্ধত তুলি অকলে অকলে ট্ৰাঙ্কটো আনি ৰান্ধনিঘৰৰ দুৱাৰ মুখত থলেহি। জীনাই বহুত পৰ ইফালে সিফালে ঘূৰাপকা কৰি গৈ চুলাৰ ওচৰত বহিছেগৈ। এথানক দেখিও কিতাপখনৰ পৰা চকু নুতুলিলে। মেটিয়ে এথানৰ পাছে পাছে গৈ স্লেজ গাড়ীখনত ট্ৰাঙ্কটো তুলি দিবলৈ সহায় কৰিলেগৈ। গাড়ীত ট্ৰাঙ্কটো থোৱা হ'ল। দুয়ো দুৱাৰ মুখৰ খট্‌খটিত ওচৰা-ওচৰিকৈ থিয় দিলে আৰু ডেনিয়েল বাইৰ্ণে তাৰ উখৰা ঘোৰাটো খেদাই গাড়ীখন লৈ যোৱা চাই থাকিল।

এথান ফ্ৰ'ম

এথানৰ মনত এনেহে লাগিল যেন কোনোবা এখন অদৃশ্য হাতেৰে তাৰ হিয়াখন এডাল জৰীৰে কটকটিয়াকৈ বান্ধি থৈছে আৰু ঘড়ীৰ প্ৰত্যেকটো টিক্ টিক্ শব্দতে যেন সেই বান্ধোন আৰু টান হৈ আহিছে। সি মেটিক কিবা এটা কওঁ বুলি দুবাৰো মুখ মেলিব খুজিছিল কিন্তু কথা কবলৈ উশাহ বিচাৰি নাপালে। শেহত তাই যেতিয়া আকৌ ৰান্ধনিঘৰ সোমাব খুজিলে, সি তাৰ হাতখনেৰে বাট বন্ধ কৰি থ'লে।

"মেট! মই নিজে গাড়ী চলাই তোমাক লৈ যাম।"কাণে কাণে মেটিক এথানে ক'লে।

কাতৰ মাতেৰে মেটিয়ে ক'লে ঃ"মই ভাবোঁ যোথামৰ লগত যোৱাটোহে জীনাই বাঞ্ছা কৰে।"

"মই তোমাক লৈ যাম," সি দোহাৰি ক'লে; আৰু তাই একো উত্তৰ নিদি ৰান্ধনিঘৰলৈ সোমাল।

এথানে একো খাব নোৱাৰিলে। সি যদি কেনিবা চাওঁ বুলি চকু দিব খোজে জীনাৰ টিপা-মৰা মুখখনহে আৰু তাৰ লগে লগে তাইৰ পোন আৰু দীঘলীয়া ওঁঠ দুটাৰ চকুত ফুটি উঠা হাঁহিৰ ৰেখাটোহে চকুত পৰে। জীনাই বেছ পেট ভৰাই খালে। খাওঁতে কৈ গ'ল বতৰটো শাঁত হ'লত গাটোও ভাল পাইছে। যোথাম পাৰেলৰ ফালে উৰহীৰ চৰ্চৰিখিনি দ্বিতীয়বাৰো আগবঢ়াই দিলে। আগেয়ে কিন্তু কেতিয়াও জীনাই যোথামে খালে নে নাই খবৰকে নলয়। খোৱা শেষ হ'লত মেটিয়ে সদায় কৰাদি খোৱা টেবুল, বাচন আদি পৰিষ্কাৰ কৰাত লাগি গ'ল। মেকুৰীজনীক খুৱাই অটাই জীনাই তাইৰ ঘূৰি থকা চকীখন চুলাৰ ফালে ঘূৰালে আৰু সদায় শেহলৈকে বৈ থকা যোথাম পাৰেল উঠি দুৱাৰমুখৰ ফালে গ'ল।

যোথামে এথানক ক'লে ঃ "মেটিক নিবলৈ মই কেতিয়া আহিম?"

মেটিয়ে ইফালে-সিফালে কৰি থকা চাই যন্ত্ৰ দৰে এথান থিয় হৈ আছিল। পাইপত ধঁপাত ভৰাই যোথামক ক'লে ঃ "তুমি আহিব নালাগে মই নিজেই মেটিক লৈ যাম।"

এথানে দেখিলে মেটিৰ মুখৰ ৰং সলনি হৈ গৈছে আৰু জীনায়ো লৰালৰিকৈ মূৰ দাঙি ক'লে ঃ "তুমি আজি আবেলি ইয়াত থাকিব লাগিব। যোথামে মেটিক লৈ যাব পাৰিব।"

মেটিয়ে থৰ লাগি এথানৰ ফালে চাই আছিল। কিন্তু এথানে এইবাৰ ভালকৈয়ে টান মাত দি ক'লে ঃ "মই নিজে মেটিক লৈ যামেই।" একে সুৰতে জীনায়ো ক'লে ঃ "মই কৈছোঁ তুমি ঘৰত থাকিব লাগিব আৰু নতুন ছোৱালীজনী আহি পোৱাৰ আগতে মেটি শোৱা কোঠাটোত চুলা এটা ঠিক কৰি দিব লাগিব। প্ৰায় এমাহমান সেইটো ভালকৈ জ্বলা নাই।"

এথানৰ মাত আৰু ডাঙৰ হ'ল। "যদি মেটিৰ কাৰণে সেই চুলাটো ভাল হৈছিল, নতুন ছোৱালীৰ কাৰণেও ভাল হ'ব।"

"সেই ছোৱালীজনী, যিজনী আজি আহিব, তাই মোক কৈছিল বোলে সিহঁতৰ ঘৰত হেনো বৰ ডাঙৰ চুলা এটা আছে," জীনাই সেই একেই আমনিলগা সুৰত নিজৰ কথা বাহাল ৰাখিবলৈ কৈয়েই থাকিল।

"তেনেহলে তাই সিহঁতৰ নিজৰ ঘৰতে থকাই ভাল আছিল।" মেটিৰ ফালে চাই এথানে ক'লে ঃ "তুমি তিনি বজাৰ সময়ত সাজু হৈ থাকিবা মেট! কবৰেবীত মোৰ অলপ কাম আছে। মই এতিয়া যাওঁ।"

যোথাম পাৰেল কাঠমিলৰ ফালে আৰু এথান খণ্ডত একো নাই হৈ তাৰ পাছে পাছে ওলাই গ'ল। তাৰ হাতৰ নাড়ীবোৰৰ গতি থৰক-বৰক হ'ল আৰু চকু ধুৱঁলী-কুঁৱলী হ'ল। সি তাৰ কৰ্তব্য কৰিবলৈ আগবাঢ়ি গ'ল কিন্তু সি নিজেই ক'ব নোৱাৰে কি শক্তিয়ে তাক পৰিচালনা কৰি নিছিল নাইবা কাৰ হাত-ভৰিয়ে সেই শক্তিৰ আদেশ পালন কৰিছিল। সি যেতিয়া তাৰ বুঢ়া ঘোঁৰাটো উলিয়াই আনি শ্লেজত জুতি দিছিলহি, তেতিয়াহে তাৰ চেতনা আহিল যে, সি কি কৰিবলৈ গৈছে। গাড়ীত ঘোঁৰা লগাই লাগাম লগাওঁতে লগাওঁতে তাৰ মনত পৰিল সেই দিনটোৰ কথা—যিদিনা এনেকৈয়ে সি গাড়ী সজাই তাৰ ঘৈণীয়েকৰ আপোন মানুহবোৰ আনিবলৈ ষ্টেশ্যনলৈ যাব খুজিছিল। এবছৰৰ ওপৰ হ'ব—এটা সুন্দৰ আবেলি, বতাহত বসন্তৰ বা -- ঘোঁৰাটোৱে এই দৰেই তাৰ ডাঙৰ গোল চকুটোৰে এথানলৈ চাই— হাতৰ তলুৱাখন চেলেকি দিছিল। সেইদিনাৰ পৰা এই মুহূৰ্তলৈকে দিনবোৰ এটা এটাকৈ আহি তাৰ সমুখত থিয় দিলেহি।......

ভালুকৰ চামৰাখন শ্লেজগাড়ীত থৈ সি বহা ঠাইত বহিল আৰু গাড়ীখন ঘৰৰ ফালে নিলে। যেতিয়া ৰান্ধনিঘৰত সোমাল, তাত কোনো নাই। মাত্ৰ মেটিৰ বেগ আৰু শ্বালখন দুৱাৰমুখত পৰি আছে। ছিৰিৰ ওচৰৰ পৰা সি কাণ পাতি শুনিলে। ওপৰৰ পৰা একো শব্দ কাণত নপৰিল। এইবাৰ কাণত পৰিল তাৰ পঢ়া কোঠাত কোনোবাই ইফাল-সিফাল কৰি খোজ দিছে। দুৱাৰখন খুলিয়েই টুপী-জেকেট পিন্ধা মেটিক দেখিবলৈ পালে। টেবুলৰ ওচৰত থিয় দি এথানৰ ফালে উলটি চালে। এথানক দেখিয়েই তাই ক'লে ঃ "সময় হ'লনেকি?"

"ইয়াত তুমি কি কৰিছা মেট?" সি সুধিলে।

ভয়ে ভয়ে মেটিয়ে তাৰ পিনে চালে। "মই মাত্ৰ অলপ ভবিছিলোঁ।" হাঁহি হাঁহি উত্তৰ দিলে। একো কথা নোকোৱাকৈ সিহঁত ৰান্ধনিঘৰলৈ উলটি গ'ল। এথানে বেগ আৰু শ্বালখন হাতত তুলি ললে।

"জীনা ক'ত?" এথানে সুধিলে।

---

এথান ফ্ৰ'ম

"খোৰাৰ পিছতে তেওঁ ওপৰৰে গ'ল। কৈ গৈছে সেই বিষটো আকৌ উঠিছে; কোনেও তেওঁক জগাবলৈ হাক দি গৈছে।"

"তোমাক বিদায় সম্ভাষণ জনালেনে?"

"নাই, মই যি কলোঁ তাতকৈ বেছি একো কোৱা নাই।"

এথানে ৰান্ধনিঘৰৰ চাৰিওপিনে চাই চাই এটা হুমুনিয়া পেলাই নিজৰ মনকে ক'লে যে, আৰু কেই ঘণ্টামানৰ পিছত সি অকলেই ইয়ালৈ উলটি আহিব লাগিব। অবাস্তৱ চিন্তাই আকৌ তাক গিলি পেলালে। একোতেই সি নিজকে বিশ্বাস কৰিব নোৱাৰিছিল যে, মেটিৰ লগত তাৰ এই শেষ দেখা।

"ব'লা।" মেটিক মাতি দুৱাৰ মেলি শ্লেজৰ ওপৰত বেগটো থ'লে। একে জাপেই বহা ঠাইত সি বহি ল'লে। মেটি তাৰ কাষত উঠি বহিলত কম্বলখন তাইৰ গাত মেৰিয়াই দিলে। "এই বেলি তেনেহলে যোৱা হক।" লাগামডাল জোকাৰি জোকাৰি এথানে ক'লে। বুঢ়া ঘোঁৰাটো পাহাৰ বগাই আগবাঢ়ি গ'ল।

"ফুৰিবলৈ আমি যথেষ্ট সময় পাম।" কম্বলৰ তলেদি মেটিৰ হাতখন নিজৰ হাতৰ মুঠিলৈ আনি টেপা মাৰি এথানে ক'লে। মেটিৰ মুখ ৰঙা হৈ পৰিল। এটা অৱসন্ন ভাবত মেটিজনী মৰহি যোৱাৰ দৰে হ'ল। যেন বৰ জাৰৰ দিনত কোনোবা গৈ গৰম চাহ-কফিৰ দোকনতহে সোমাইছেগৈ।

চেট্‌চ্ৰীজৰ ফালেহে সি ঘোঁৰাটো ঘূৰালে। মেটি মনে মনে বহি আছে। একো আচৰিত হোৱা নাই যেন লাগিল। তাৰ পাছত হঠাৎ সুধিলেঃ "কেনি যোৱাঁ? চেড' পণ্ডৰ ফালে নেকি?"

এথানে হাঁহি উত্তৰ দিলে, "মই ঠিক বাট লৈছোঁ—তুমি বুজিবাঁ বাৰু।"

ভালুকৰ চামৰাৰ তলত তাই এথানৰ ওচৰ চাপি বহিল--যাতে তাইৰ নাকটোৰ আগভাগ আৰু বাদামী চুলিৰ খোঁপাটো এথানৰ চকুত পৰে। দুই কাষে পথাৰৰ মাজেদি সিহঁত গৈ আছে, মূৰৰ ওপৰত মিঠা ৰ'দ। সিহঁতৰ সম্মুখৰ পিনে দূৰত এশাৰী পাহাৰ ক'লা হাবিৰে ভৰা, আকশৰ গাত গোল বগা ৰেখা আঁকি থিয় দি আছে!

বাটটো গৈ পাইন বনৰ ওচৰত ওলাইছেগৈ। গছৰ গুৰিবোৰ আবেলিৰ ৰ'দত ৰঙা ৰঙা যেন দেখা হৈছে, মাটিত বৰফৰ ওপৰত এটা কোমল নীল ৰং জিলিকিছে। পাইনবন সোমাওঁতেই বতাহ আহি গাত লাগিলহি। গছৰ ডালৰ পৰা পাত সৰি পৰাৰ লগে লগে এটা গৰম ভাব নামি আহিল। এই ঠাইত বৰফবোৰ ইমান বগা যে সৰু সৰু বনৰীয়া জন্তুবোৰ বৰফৰ ওপৰেদি যাওঁতে একো একোটা লেচ-ফিটাৰ ছবিৰ দৰে জিলিকি আছে।

এথানে নীৰৱে গাড়ী চলাই গৈছে। বনৰ মাজত য'ত ঠায়ে ঠায়ে মুকলি ঠাই আছে তেনে এঠাইত আহি ৰ'লহি। এথানে মেটিক ধৰি গাড়ীৰ পৰা নমাই আনিলে। সুগন্ধি ঔষধ গছবোৰৰ মাজেদি সিহঁত খোজ কাঢ়ি গৈ এটা সৰু হ্ৰদৰ কাষত ৰ'লহি। ইয়াৰ ওপৰত অলপ দূৰৰ পাৰটোত এটা টিলা পশ্চিমৰ সূৰ্যৰ ফালে মূৰ দাঙি দীঘল স্থূ পেলাই থিয় দি আছে, এই স্থূটোৰ পৰাই এই হ্ৰদটোৰ নাম হৈছে "চেড' পণ্ড।" ঠাই টুকুৰা বৰ নিজস্বাল। এথানৰ অন্তৰৰ নীৰৱ কান্দোনৰ লগত ঠাইটুকুৰাৰ প্ৰকৃতিৰ এটা সুন্দৰ সামঞ্জস্য ঘটিছে।

এথানে ঠাইখনৰ কেউপিনে চালে। হঠাৎ বৰফে ঢাকি থোৱা গছৰ মূঢ়া এটাৰ পিনে তাৰ চকু পৰিল।

মেটিক সোঁৱৰাই দিবৰ কাৰণে ক'লেঃ "আমি পিক্‌নিক্ খাবলৈ ইয়ালৈকে আহিছিলোঁ।"

সিহঁত দুয়ো ফুৰা-চকাৰ স্মৃতিৰ ভিতৰত ইয়াত খোৱা পিক্‌নিক্‌টো মনত থাকিবলগীয়া। এইটো গিৰ্জাৰ ফালৰ পৰা আয়োজন কৰা পিক্‌নিক্ আছিল। যোৱা গৰম কালিৰ এটা দীঘলীয়া আবেলি ইয়াত কিমান ৰং ধেমালি কৰি তেওঁবিলাকে কটাইছিল। কেনেকৈ কোন ঠাইত কফি তৈয়াৰ কৰিছিল সেই আটাইবোৰ এতিয়াও মনত আছে। মনত পৰিল কেনেকৈ আনন্দত মেটিৰ চকুমুখ জলমলাই উঠিছিল।

পানীৰ জুৰলিত মেটিয়ে সৈতে কাঠ এডোখৰৰ ওপৰত বহি কেনেকৈ পানীত মুখ চাইছিল। তাৰ পাছত আকৌ তাইৰ লকেটটো হেৰাইছিল- ডেক্‌ সকলোবোৰে বিচাৰি চ'লাপাত্ত কৰিছিল ; শেষত বিচাৰি পাইছিল গছপাত এখিলাৰ ওচৰত.....কিমান কথা। কি........

"মেটি ! সৌ খিনিতে তোমাৰ লকেটটো বিচাৰি পাইছিলোঁ।".....

"ইমান চোকা দৃষ্টি মই আগেয়ে কাৰো দেখা নাই।" মেটিয়ে উত্তৰ দিলে।

ৰ'দত কাঠৰ মূঢ়া এটাৰ ওপৰত মেটি বহিল। এথান কাষতে।

"সেই গোলাপী টুপীটো পিন্ধি থাকোঁতে এখন ছবিৰ নিচিনা লাগিছিল মেটি!"

হাঁহি হাঁহি মেটিয়ে ক'লে, "তেনেহলে টুপীটোৰ কাৰণেহে।"

এইভাবে সিহঁতে আগেয়ে কেতিয়াও মনৰ ভাব প্ৰকাশ কৰা নাছিল। কিন্তুপৰ এথানৰ মনত ধাৰণা হ'ল পিছৰ ফালৰ পৰা একো আকৰ্ষণ নাই, যিজনী ছোৱালীক বিয়া কৰাৰ তাইৰ লগত প্ৰণয় আলাপত সি মুগ্ধ ! তাইৰ চুলিবোৰত কাঠগুৰিৰ গন্ধ আছে। কিন্তু সেইদৰে অকাই-পকাই কথা ক'ব সি নাজানে। মেটি হঠাৎ থিয় হ'ল আৰু ক'লে,- "নাই, ইয়াত আৰু বেছি পৰ থকা ভাল

এথান ক্ৰ'ম

নহয়।"

স্বপ্ন দেখি সাৰ পাই উঠাৰ দৰে ভাষাহীন দৃষ্টিৰে মেটিয়ে থৰ হৈ চাই থাকিল এথানৰ পিনে। "এতিয়াও বহুত সময় আছে।" এথানে ক'লে; দুয়ো দুয়োৰে ফালে চাই থাকিল। এৰা এৰি হ'বৰ আগতে মেটিক ক'বলগীয়া তাৰ বহুত কথা আছিল কিন্তু সেই গৰম কালিৰ স্মৃতি-বিজড়িত পৰিবেশত মুখত একো কথাই নোলাল। সি নিমাত হৈ মেটিৰ পিছে পিছে গৈ শ্লেজত উঠিলগৈ। সিহঁত গৈ থাকোঁতে পৰ্বতৰ আঁৰত ৰঙা বেলিয়ে টুপ্ কৰে মাৰ গ'ল। আৰু পাইন বনৰ ৰঙা ৰং হ'ল! আকাশ আন্ধাৰ হৈ অহাৰ লগে লগে সিহঁতে পৰ্বতৰ ওপৰলৈ উঠিবলৈ ধৰিলে। পৃথিৱীক এৰি থৈহে যেন সিহঁত আগবাঢ়িছে কোনোবা পিনে।

"মেট! তুমি এতিয়া কি কৰিম বুলি ভাবিছাঁ?"

মেটিয়ে উত্তৰ দিব নোৱাৰিলে। অলপ পাছত ক'লে; "কোনোবা দোকানত কাম বিচাৰিম।"

"তুমি সেইবোৰ কাম নোৱাৰিবা। তেনেকুৱা কলুষিত পৰিবেশত দিনৰ দিনটো থিয় হৈ কাম কৰা তোমাৰ কাৰণে অসম্ভৱ।"

"এতিয়া মই গাত বেছ বল পাইছোঁ, পাৰিম।"

"ষ্টাৰ্কফিল্ডলৈ আহি তোমাৰ গাত যিখিনি বলশক্তি হৈছিল, ইয়াত সেইখিনি শেষ কৰিবলৈ ইচ্ছা কৰিছা নেকি?"

মেটিয়ে ইয়াৰ একো উত্তৰ নাপালে। নিমাত হৈ সিহঁত গৈ থাকিল! "তোমাৰ পিতৃ-পক্ষৰ কোনেও তোমাক একো সহায় কৰিব নোৱাৰিবনে?"

"সিহঁতক মই একো নকওঁ।"

বৰ কোমল মাতেৰে এথানে ক'লে, - "মোৰ যদি সামৰ্থ্য থাকিলহেঁতেন ময়েই তোমাৰ কাৰণে বহুত কৰিলোঁহেঁতেন!"

"সেইটো মই জানোঁ।"

"কিন্তু মই নিৰুপায়।" মেটি নিমাত। কিন্তু মেটিয়ে অনুভৱ কৰিলে তাৰ গাত মেটিৰ বাউসীটো অলপ লৰিছে।

সি আবেগৰ সুৰত ক'লে, "যদি উপায় থাকিলহেঁতেন তেনেহলে এতিয়াই মই তোমাৰ লগত গুচি গলোঁহেঁতেন।"

মেটিয়ে বুকুৰ পৰা এটুকুৰা কাগজ উলিয়ালে। কোনোমতে কৈ পেলালে, "এথান, এইখন পাইছোঁ।" অলপ পোহৰতে এথানে দেখিলে যে যোৱা ৰাতি সি লেখা সেই চিঠিখন--ফালি পেলাবলৈ সি পাহৰি আহিল। বৰ আচৰিত লাগিল তাৰ। অদ্ভুত আনন্দ এটাও হ'ল। "মেট--" সি ক'লে, "মই যদি তাকে কৰিব পাৰিলোঁহেঁতেন, তুমি মান্তি হলাঁহেতেন নে বাৰু?"

"আঃ, এথান, তেনে কৰাহেঁতেন কি লাভ হ'লহেঁতেন?" এইবুলি তাই চিঠিখন ফালি টুকুৰাটুকুৰ কৰি পেলালে। উৰি উৰি টুকুৰাবোৰ গৈ বৰফৰ ওপৰত পৰিল গৈ।

মেটি কিছুপৰ নিমাত। তাৰ পাছত ক'লে,--"জোনাক নিশা যেতিয়া টোপনি নহাকৈ থাকে, তেতিয়া মোৰো মনত এনেবোৰ ভাব খেলাইছিল।" কথাবোৰ ইমান লাহে লাহে কৈছিল যে, এথানে কাণখন তাইৰ মুখতে লগাই দিবলগীয়া হৈছিল।

এথানৰ অন্তৰ আনন্দত নাচিবলৈ ধৰিলে। "ইমান দিনৰ আগেয়েও তোমাৰ মনত এনেকুৱা ভাব খেলাইছিল তেনেহলে?"

"প্ৰথমে চেড' পগুতে সেই ভাব খেলাইছিল।" এনে ভাবে উত্তৰ দিলে যেন বহুত আগতে এই কথা তাইৰ ভাগ্যত লেখা হৈ গ'ল।

"এবাৰেই তুমি কফি পিয়লা সৰ্বপ্ৰথমতে মোক যাচিছিলাঁ নেকি?"

"হ'ব পায়। তুমি যেতিয়া পিকনিকলৈ নেযাওঁ বুলিছিলাঁ, মোৰ মনটো তেনেই বহি গৈছিল। যেতিয়া তুমি ওলাই আহিলাঁ সেইদিনা মোৰ মনটো আনন্দত নধৰা হৈছিল।"

দুয়ো আকৌ নিমাত। লাহে লাহে আন্ধাৰো ঘন হৈ আহিল। হেমলক্ গছ বোৰৰ পৰা যেন এখন যৱনিকাহে নামি আহিছে।

"মোৰ হাত-ভৰি বন্ধা। মেটি, মই কি কৰিম?"

"তুমি মাজে-সময়ে মোলৈ চিঠি দিবা আকৌ।"

"অঃ--চিঠি দি কি কৰিম। মই বিচাৰিছোঁ তোমাক পাবলৈ। তোমাৰ কাৰণে কিবা এটা কৰিব খুজিছোঁ, ভাবিব খুজিছোঁ তোমাৰ সুখ-দুখৰ কথা। মই তোমাৰ ৰোগশয্যাৰ কাষত বহি থাকিবলৈ বিচাৰিছোঁ আৰু বিচাৰিছোঁ তোমাৰ নিৰ্জনতাৰ সঙ্গী হ'বলৈকৈ--।"

"একো নাভাবিবাঁ। মাত্ৰ ইমানকে জানি থোৱাঁ, মই ঠিক বাটেই গৈ আছোঁ।"

"তেনেহলে মোক আৰু তোমাৰ একো প্ৰয়োজন নাই? কাৰোবাৰ লগত নিশ্চয় তোমাৰ বিয়া হ'ব?"

মেটিৰ কণ্ঠত তীব্ৰ বেদনাৰ সুৰ, "অঃ--এথান!"

"তোমাৰ কাৰণেই মোৰ মনৰ অৱস্থা যে কি হৈছে, সেই কথা বুজাব নোৱাৰিম মেট! মোৰ মনেৰে, তোমাৰ মৃত্যুও তাতকৈ বেছি ভাল।"

"ময়ো তাকে বিচাৰিছোঁ এথান"--এই বুলি তাই কান্দিবলৈ ধৰিলে। তাইৰ কান্দোনত এথানৰ খং মাৰ গ'ল। নিজৰ ব্যৱহাৰৰ কাৰণে লাজ পালে।

"আমি আৰু এইবোৰ আলোচনা নকৰোঁ।" এথানে ক'লে।

"সচঁকৈয়ে যেতিয়া মই মৃত্যু কামনা কৰিছোঁ, নকম কিয়?"

---
এথান ফ্ৰ'ম

"মনে মনে থকা, মেট। সেই কথা আৰু নকবা।"

"তোমাৰ বাহিৰে আৰু মোৰ কথা এইদৰে কোনেও ভবা নাই।"

"এইবোৰ কৈ আৰু লাভ কি? তোমাৰ কাৰণে মই যে একো কৰিব পৰা নাই।"

সিহঁত গৈ স্কুল হাউচ পাহাৰৰ ওপৰ পালেগৈ। তলত গধুলিৰ ষ্টাৰ্কফিল্ড চকুত পৰিছে। এখন ঘোঁৰাৰ গাড়ী ঘণ্টা বজাই সিহঁতৰ কাষেদি পাৰ হৈ গ'ল। এথানৰ চাবুকৰ কোবত বুঢ়া ঘোঁৰাটো মন্থৰ গতিতে আগবাঢ়িল। মেটিৰ মুখত কথা নাই। সিহঁতৰ শেষ মুহূৰ্তটো যাতে অসহনীয় হৈ নুঠে, সেই কাৰণে এথানে ক'লে,– "ভাবিলে কেনেবা নেলাগেনে বাৰু মেট? যোৱা বছৰ জাৰৰ দিনত এবাৰতকৈ বেছি আমি ফুৰিবলৈ নগলোঁ।"

মেটিয়ে গাৰ বলেৰে হাঁহি এটা মাৰি ক'লে–"আমাৰ সময়েই নাছিল।"

"সময় আমাৰ ঢেৰ আছে। আহাঁ–" তাৰ প্ৰবল ইচ্ছা হৈছিল যেন গাড়ীখন গৈ সময়মতে ষ্টেশ্যান নেপাওকগৈ।

"কিন্তু সেই নতুন ছোৱালীজনী আহি যে ষ্টেশ্যনত বৈ থাকিবহি?"–মেটিয়ে ক'লে।

"থক্। তাই যদি নাহিলেহেঁতেন তুমিও সেইদৰে সহ্য কৰিব লাগিলহেঁতেন। বলা।"

প্ৰতিবাদ কৰিবলৈ মেটিৰ সাহ নহ'ল; দুয়ো নামিল। ভালুকৰ ছালখন ঘোঁৰাটোৰ গাত মেৰিয়াই দি স্প্ৰুচ গছৰ তলত থকা শ্লেজ গাড়ী এখনৰ ফালে মেটিক ধৰি লৈ গ'ল।

"কি আন্ধাৰ! এথান –তুমি কিবা দেখিছানে?" মেটিয়ে ভয়ে ভয়ে ক'লে।

"এতিয়া !" এথানে ক'লে।

এটা জোকাৰ মাৰি শ্লেজ গাড়ীখন চলিবলৈ ধৰিলে।...

তৰা নাইকিয়া সন্ধ্যাৰ অন্ধকাৰে চাৰিউদিশ আবৰি ধৰিছে। নিৰ্বাক দুয়োটি। কিন্তু এথানৰ মনত খেলাই গৈছে- "এয়ে আমাৰ শেষ দেখাদেখি।"

এঠাইত গৈ এথানে মেটিক সাবটি ধৰিলে।

"গুড্ বাই" বুলি মেটিয়ে সম্ভাষণ জনালে আৰু এথানক চুমা খালে।

"মেট ! তোমাক মই কেতিয়াও যাবলৈ নিদিওঁ।" কান্দোনত এথান মৰহি গ'ল।

"ময়ো তোমাক এৰি যাব নোৱাৰোঁ।" এই বুলি মেটিয়েও কান্দিলে।

"মেট ! কি কৰোঁ? কলৈ যাওঁ?"

গিৰ্জাৰ ঘড়ীত পাঁচ বজাৰ ঘণ্টা ধ্বনি শুনা গ'ল।

'অ' এথান । সময় হ'ল। ব'লা।"

এথানে তাইক আকৌ বুকুৰ ওচৰলৈ টানি নি ক'লে- "কিহৰ সময়? মই তোমাক এৰি এতিয়া যাব পাৰোঁনেকি।"

"যদি ৰেল ধৰিব নোৱাৰোঁ, ক'ত থাকিম?"

"ৰেল পালেনো কলৈ যাবা?"

মেটি মনে মনে থাকিল। তাইৰ চেঁচা হাত দুখন এথানৰ হাতৰ ওপৰত।

"এথান, তুমি মোক সাগৰৰ পাৰলৈকে লৈ যোৱা। এনেকুৱা ঠাই য'ৰ পৰা আমি আৰু উলটি নাহোঁ।"

'মেট ! এইবোৰ কি কৈছা?"

মেটিয়ে গাৰ বলেৰে এথানৰ ডিঙিত সাবট মাৰি ধৰিলে। "এথান, তোমাক এৰি মই ক'লৈ যাম?"

মেটিৰ কথাবোৰ যেন এথানৰ ভগা হিয়াৰ টুকুৰাবোৰহে। গৈ থাকোঁতে সিহঁতৰ দৃষ্টি পৰিল ষ্টেশ্যনলৈ যোৱা বাটটো। লাইনৰ ওপৰেদি ৰেল চলি গৈছে, উকিটোৰ পৰা বুজিব পাৰিলে।

আকাশ তেতিয়াও ঘোৰ অন্ধকাৰত ডুব খাই আছে। মাত্ৰ এটা তৰা এথানৰ চকুত পৰিল। সেইটো কি তৰা — কি, কি, ভাবোঁতে তাৰ বৰ কষ্ট হৈছিল। চাৰিওপিনে ইমান নিমাত নিটাল যে, ক'তো একো সাৰসুৰ নাই। চিকাৰ চিক্‌চিক্ শব্দৰ দৰে এটা মাত শুনিবলৈ পালে। কিবা জীৱ এটাই যেন বৰ কষ্টত মাতিছে। বেদনাটো ইমান সূক্ষ্মভাবে অনুভৱ কৰিলে যেন তাৰ নিজৰ দেহতহে কিবা এটা হৈছে। সি এতিয়া গম পালে যেন সি হাতেৰে কোমল আৰু পিচ্ছল কিবা এটা ধৰি আছে। সৰু জীৱটোৰ কথা ভাবি তাৰ অসহ্য হ'ল। প্ৰাণপণে উঠিবৰ চেষ্টা কৰিও উঠিব নোৱাৰিলে। এটা যেন বৰ ডাঙৰ পাহাৰ তাৰ মূৰৰ ওপৰত বৈ আছে। হাতেৰে সেই কোমল আৰু পিচ্ছল বস্তুটো কি বিচাৰি থাকোঁতে হঠাৎ তাৰ জ্ঞান হ'ল যে, সেইয়া মেটিৰ মূৰৰ চুলি। আৰু তাৰ হাতখন আছে মেটিৰ মুখৰ ওপৰত। মেটিৰ ওঁঠ দুটা যেন অলপ লৰিছে -- সি অনুভৱ কৰিলে।

"মেট্ ! মই ভাবিছিলোঁ তুমি এক্কাবাৰত কিহবাত খুন্দা খাই অচেতন হ'লা।" বেদনাৰ সুৰত এথানে ক'লে। সি তাৰ মুখখন মেটিৰ মুখৰ ওচৰ চপাই নিলে। কাণখন মেটিৰ মুখত থ'লে, আৰু সেই আন্ধাৰৰ মাজত দেখিলে মেটিৰ চকু মেল খাই আৰু তাৰ নামটোৰ উচ্চাৰণ কৰি আছে।

"অ,' মেট, মই ভাবিছিলোঁ -- আমি কৰবাত খুন্দা খালোঁ," বেদনাত সুৰত সি ক'লে, আৰু বহুত দূৰত, পাহাৰৰ ওপৰত শুনিবলৈ পালে ঘোঁৰাটোৱে চিঁহিঁহিঁ কৰি গৈ আছে। আৰু ভাবিলে : "মই তাক খাবলৈ দিবৰ কাৰণে দানা যোগাৰ কৰিব লাগিব...."

এথান ফ্ৰ'ম

# অধ্যায় - দহ

মই যেতিয়া গৈ ফ্ৰ'মৰ ৰান্ধনীঘৰত সোমাওঁগৈ, তেতিয়া সেই বলকনি শাঁত পৰিল, দুজনী মাইকী মানুহ বহি কথা পাতি আছিল— কিন্তু কোনজনীয়ে কথা কৈছিল ক'ব নোৱাৰিলোঁ।

তাৰ ভিতৰত এজনীয়ে ; মই গ'লত, তাইৰ দীঘল হাড় ওলোৱা গাটো বহাৰ পৰা দাঙিলে, মোক স্বাগত জনাবলৈ নহয়- কাৰণ, তাই এবাৰ মাত্ৰ আচৰিত হৈ মোৰ ফালে চালে-—

তেওঁ উঠিছিল আহাৰ তৈয়াৰ কৰিবৰ কাৰণে। সেইদিনা এথানৰ অনুপস্থিতিত ৰন্ধাবঢ়াৰ কামো বহুত পলম হৈছিল। তাইৰ বাউসীত এখন মলিয়ন কাপোৰ ; পাতল বগা চুলিৰ খোপা, কপালৰ ফালৰ চুলি কোছা টানি নি এখন ভগা ফণীৰে বান্ধি থোৱা। চকু দুটা শেঁতা আৰু চেপেটা। ঠেক ওঁঠ দুটাও সেই একে ৰঙৰ।

সিজনী মানুহ যথেষ্ট সৰুফুটীয়া আৰু বেমাৰী যেন। চুলাৰ ওচৰত এখন আৰামী চকীত হাত মেলি বহি আছিল। মই যেতিয়া গৈ সোমালোঁগৈ মোৰ ফালে মুখ ঘূৰাই চালে— মুখৰ লগত তাই দেহাৰ অইন অংশ লৰচৰ হোৱা নাছিল। সিজনী মানুহৰ দৰে তাইৰো চুলি পকা, মুখখন শেঁতা কিন্তু বৰণটো মুগা। দীঘল নাক আৰু কপালৰ শিৰবোৰৰ গুৰি ক'লা ক'লা। একপদ কম পোছাকেৰে গাটো ঢাকি থোৱা আছে। ক'লা চকু দুটাত ডাইনীৰ নিচিনা দৃষ্টি— দেখিলে গা শিয়ঁৰি উঠে।

তেনেকুৱা দুখীয়া-নিচলাৰ বসতি ঠাইতো সেই ৰান্ধনীঘৰটো বৰ জুৰুলা আৰু অতি অৱস্থাহীন যেন লাগিছিল। মাত্ৰ সেই ক'লা চকুৰ মাইকী মানুহজনীৰ চকীখনকে অলপ ভাল বস্তু যেন লাগিছিল — বোধহয় কেতিয়াবা নগৰৰ নীলামত কিনি অনা। বাকী চকীবোৰ অতি সামন্য বিধৰ। তিনিখন সাধাৰণ চীনা-মাটিৰ প্লেট আৰু এটা কাণ ভগা গাখীৰৰ জগ ; অসংখ্য দাগ লগা টেবুলখনৰ ওপৰত ইমানেই আছিল সা-সঁজুলি। দুখন খেৰৰ গাদী থকা চকী আৰু পালিচ নাইকিয়া পাইন কাঠৰ এখন ড্ৰেচিং টেবুল বেৰৰ লগত সংলগ্ন।

"বৰ চেঁচা যেন লাগিছে। জুই তেনেই নুমাই গ'ল বোধকৰোঁ।" ফ্ৰ'মে ক্ষমা প্ৰাৰ্থনাৰ সুৰত কথাষাৰ ক'লে। তেতিয়া সি মোৰ পাছে পাছে ভিতৰলৈ সোমাই গৈছিল।

দীঘল মানুহজনী ড্ৰেচিং টেবুলৰ ফালে গৈছিল, আমাৰ ফালে চকু দিয়া নাছিল কিন্তু সিজনীয়ে বহাৰ পৰা- আপত্তিৰ সুৰত বৰ ডাঙৰ আৰু পাতল মাতেৰে ক'লে,- "খোৱা আহাৰ এই মাত্ৰ তৈয়াৰ হৈছে। জীনাৰ টোপনি ধৰিছিল। এতিয়ালৈকে শুয়েই আছিল। মই ভাবিছিলোঁ, তেওঁক জাগাই দিলে আটাইবোৰ তেনেই চেঁচা হ'বগৈ।"

এইবাৰহে বুজিলোঁ মই আহি প্ৰথম সোমাওঁতেই এইজনী মানুহেই কথা কৈছিল।

তাইৰ লগৰীয়া জনীয়ে এখন থালত মাংস পিঠাৰ বাকীখিনি লৈ আহিছিল, সেইখিনি নমাই থ'লে। তাইৰ বিৰুদ্ধে কি অভিযোগ কৰা হৈছে তাইৰ কাণত নপৰিল।

তাই যেতিয়া আহিছিল, ফ্ৰ'ম তাইৰ আগত তেনেই কেঁচুটো যেন হৈ পৰিল আৰু তাইৰ ফালে চাই ক'লে- "এঁৱেই মোৰ তিৰোতা মিচেছ ফ্ৰ'ম।" তাৰ পাছত অলপ আহাৰ খাই চকীত বহি থকা ছোৱালীজনীক দেখুৱাই ক'লে "এওঁ মিচ্ মেটি চিল্‌ভাৰ।"

কোমল হৃদয়ৰ মিচেছ হেইলে জানিছিল যে, ষ্টেশ্যনৰ বাটত বাট হেৰুৱাই বৰফৰ তলত কিজানি মোৰ সমাধি হ'ল! পাছদিনা পুৱা সোনকালে তেওঁৰ ওচৰলৈ উলটি গ'লত তেওঁ ইমান আনন্দিত হ'ল যে, মই বিপদত পৰা বাবেই মোৰ সন্মান আৰু বেছি হ'ল।

তেওঁ আৰু মিচেছ ভেৰনামে যেতিয়া শুনিলে যে এথান ফ্ৰ'মৰ বুঢ়া ঘোঁৰাটোৱে প্ৰচণ্ড শীতৰ মাজেদি গৈ কৰবেৰী জংচনত মোক পহুঁছাই দিলেগৈ — তেওঁবিলাকে বৰ আনন্দ পালে। আৰু শুনি অবাক হ'ল যে, এথানে ৰাতি বলেৰে মোক তাৰ ঘৰলৈ লৈ গৈছিল।

তেওঁ বিলাক ইমান আচৰিত হোৱা দেখি মোৰ এটা কৌতূহল হ'ল যে, ফ্ৰ'মৰ সংসাৰখন সম্পৰ্কে সেই ৰাতি মই কি অভিজ্ঞতা লাভ কৰিলোঁ। আৰু বুজিলোঁ যে, সিহঁতৰ নিস্তব্ধতা ভাঙি দিয়াৰ আটাইতকৈ ভাল উপায় হৈছে—মোৰ নিজৰ সম্পৰ্কে সিহঁতৰ কৌতূহল সৃষ্টি কৰা। সেই কাৰণে মই সৰল-সহজ ভাবে সিহঁতক কলোঁ যে সিহঁতে মোক বৰ সুন্দৰ আদৰ-সাদৰ কৰিলে; ফ্ৰ'মে নিজেই মোক তলৰ কোঠা এটাত শোৱাৰ বন্দোবস্ত কৰি দিছিল। সিহঁতৰ যেতিয়া অৱস্থা ভাল আছিল, মনত ধাৰণা হ'ল, সেই কোঠাটোত লিখা-পঢ়া কৰা হৈছিল। মিচেছ হুইলে ক'লে, "তেনেকুৱা বতাহ-ধুমুহাৰ ৰাতি আপোনাক সি তাৰ ঘৰলৈ নিয়াৰ বাহিৰে আৰু আন উপায়ো নাছিল — কিন্তু এথানৰ ওপৰত হ'লে যথেষ্ট ভাৰ পৰিল। কাৰণ, যোৱা কুৰি বছৰৰ ভিতৰত আপোনাৰ বাহিৰে আৰু কোনো আলহী সিহঁতৰ ঘৰত নাই। এথানে গৰ্ব কৰি কয় তাৰ অতি অন্তৰঙ্গ বন্ধুকো সি নিব নোখোজে। মোৰ

---

এথান ফ্ৰ'ম

আৰু ডাক্তৰৰ বাহিৰে আন কোনো তালৈ যাব খোজে বুলি কোৱা শুনা নাই।"

এতিয়াও আপুনি কেতিয়াবা কেতিয়াবা তালৈ যায় নেকি? মই সুধিলোঁ। "যেতিয়া প্ৰথম মোৰ বিয়া হয়, মোক দেখি সিহঁতে বেয়াই পাইছিল। তাৰ পাছত অনেক কথা আৰু মোৰ নিজৰ অসুবিধাবোৰ আছেই।"

কিন্তু মই সাধাৰণতে এবাৰ নতুন বছৰৰ সময়ত আৰু এবাৰ গৰমৰ দিনত সেই ফালে ফুৰিবলৈ যাওঁৱেই। কিন্তু লক্ষ্য কৰোঁ, তেতিয়া এথান ঘৰত নাথাকে। দুজনী মাইকী মানুহ বহি থকা দেখি যাবলৈ বেয়া লাগে, এথানে যেতিয়া সেই খালি ঠাইখনৰ ফালে চাই থিয় দি থাকে, মই সহিবই নোৱাৰোঁ... মোৰ মনত পৰে সিহঁতৰ দুখৰ দিন অহাঁৰ আগতে মাকৰ দিনত ঘৰখন কেনে জয়জয় ময়ময় আছিল।"

বুঢ়ী মিচেছ ভেৰনাম, ইতিমধ্যে শুবলৈ গ'ল, তেওঁৰ জীয়েক আৰু মই আহাৰ খোৱাৰ পাছত সেই ধোঁৱাৰ ফালেৰে সজোৱা বৈঠক খানাটোত। মিচেছ হেইলে মোৰ ফালে চাই আছিল যেন মোৰ কথাৰ ওপৰত তেও কিমান গুৰুত্ব দিব পাৰে সেইটো নিৰ্ণয় কৰিবৰ কাৰণে। মই ধৰি ল'লো যে, যদি তেওঁ নিমাত হৈ থাকে তেনেহ'লে তাৰ প্ৰধান কাৰণ হ'ব ইমান বছৰে তেওঁ যি দেখিলে ঠিক সেইদৰেই আন কোনোবা এজনেও যেন দেখে।

মোৰ কথাত বিশ্বাস কৰিবৰ কাৰণে আৰু সাহ কৰিবৰ কাৰণে তেওঁ সময় পাওক বুলি মই অলপ ৰলোঁ আৰু ক'লোঁ "এৰা, এইটো সঁচাকৈয়ে বেজাৰ লগা কথা। সিহঁত তিনিওটাকে তাত সেইদৰে থকা দেখিলে বৰ দুখ লাগে।"

তেওঁৰ চেলাউৰিবোৰ এটা বেজাৰত কোঁচ খাই আছিল। তেওঁ কৈ গ'ল- "আৰম্ভৰ পৰাই কথা কথাটো কেনেবা। সিহঁত যেতিয়া আহিছিল, মই তাত আছিলোঁ। আপুনি থকা সেই কোঠাটোতে সিহঁতে মেটি চিলভাৰক আনি শুৱাই থৈছিল। আমি দুয়ো বৰ বন্ধু আছিলোঁ। বসন্তকালত মই মোৰ বিয়ালৈ যোৱাৰ কথা আছিল।...... তাই যেতিয়া আহিল, মই তাইৰ ওচৰলৈ গৈ গোটেই নিশাটো থাকিলোঁ। তাইক শান্ত কৰিবৰ কাৰণে সিহঁতে বহুত কৰিলে। পুৱাৰ সময়লৈকে তাই প্ৰায় অজ্ঞান হৈ পৰি আছিল। তাৰ পাছত হঠাৎ তাই আকৌ আগৰ দৰেই সাৰ পাই উঠিল আৰু পোনে পোনেই তাই ডাঙৰ চকু কিটাৰে মোৰ ফালে চালে আৰু ক'লে...."অ' মই নিজেই ক'ব নোৱাৰোঁ এইবোৰ মই কিয় তোমাক কৈছোঁ," এইখিনি কৈয়েই মিচেছ হুক্ হুক্ কৰে কন্দিবলৈ ধৰিলে।

সেমেকা চচ্‌মাযোৰ সোলাকাই তেওঁ মোহাৰি ল'লে আৰু অথিৰ অথিৰ হাতেৰে আকৌ পিন্ধি ল'লে। আকৌ কৈ গ'ল,- -"পাছদিনা জানিবলৈ পালোঁ যে জীনা ফ্ৰ'মে মেটিক বৰ লৰালৰিকৈ ঘৰৰ পৰা পঠিয়াই দিলে; কাৰণ, তেওঁ হেনো আন এজনী ছোৱালী অনাৰ বন্দোবস্ত কৰিলে। ৰেল ধৰিবৰ কাৰণে ষ্টেশ্যনলৈ যাওঁ বুলি ওলাই গৈ এথান আৰু মেটি কিয় ঘূৰিবলৈ গৈছিল সেই কথা আমাৰ ইয়াৰ কোনো মানুহেই সঠিক কৈ ক'ব নোৱাৰিলে। জীনাই বা কি ভাবিছিল মই নিজেও সেই কথা নাজানোঁ। যেই হওক যেতিয়া দুৰ্ঘটনাটোৰ কথা শুনিলে তেতিয়া জীনা আহি মন্ত্ৰীৰ ঘৰত থাকিলহি—তালৈকে তাক লৈ যোৱা হৈছিল। আৰু তেতিয়া ডাক্তৰবিলাকে ক'লে যে, মেটিক লিগ পৰা হ'ল, ওলোটাই নিবলৈ বন্দোবস্ত কৰিলে।"

"তেতিয়া পৰাই তাই তাত আছিলনেকি?"

মিচেছ হেইলে অতি সহজ ভাবেই উত্তৰ দিলে: "তাই যাব পৰা আৰু কোনো নাছিল নহয়।" দুখীয়া মানুহবোৰৰ কঠোৰ জীৱনৰ কথা ভাবি মোৰ হৃদয়ত গভীৰ বেদনা হ'ল।

মিচেছ হেইলে কৈ গ'ল: "এৰা, তাতেই আছিল। জীনাই তাইৰ কাৰণে আৰু এথানৰ কাৰণে যিমান পাৰে সিমান কৰিলে। এইটো এটা আচৰিত কথাৰ নিচিনাহে। জীনা ইমান কৰ্গীয়া অথচ যেতিয়া এটা বিপদৰ সময় আহিল তেওঁ পোন হৈ থিয় দিব পৰা হৈ গ'ল আৰু সিহঁতৰ সেৱা-শুশ্ৰূষাৰ কামত লাগি গ'ল। তেওঁ ৰোগী-শুশ্ৰূষা কৰা কাম যে পাহৰি যোৱা নাছিল সেই কথাটো বটিয়াকৈ ওলাই পৰিল। তেওঁৰ নিজৰে বহুত অসুখ আছিল যদিও তেওঁ কুৰি বছৰৰ ওপৰ কাল সিহঁত দুটাৰ কাৰণে যত্ন ল'লে, আৰু দুৰ্ঘটনাটো অহাৰ আগতে তেওঁ ভাবিছিল তেওঁ নিজৰ কাৰণেও সেই দৰে যত্ন ল'ব পাৰিব।"

মিচেছ হেইল খন্তেক পৰ তবধ মানি ৰ'ল, ময়ো তেওঁ কৈ যোৱা কথাবোৰ দৃশ্যৰ মাজত ডুব গৈ মনে মনে আছোঁ। "সঁচাকৈয়ে সিহঁতৰ কাৰণে এইটো বৰ ভয়ানক।" মই ক'লোঁ।

"এৰা এইটো বৰ বেয়া লগা ঘটনা। সিহঁতৰ ভিতৰত এতিয়া কোনোৱেই আগৰ দৰে শান্তিৰে চলিব পৰা বিধৰ নহয়। দুৰ্ঘটনাটোৰ আগতে মেটি আছিল। মই তাইৰ নিচিনা এজন মৰমলগা স্বভাৱৰ ছোৱালী দেখা নাই। কিন্তু বেচেৰীয়ে যথেষ্ট ভোগ কৰিলে। তাইৰ কথা ওলালে মানুহক মই সদায় এই দৰেই কওঁ। জীনা সদায় মইমতীয়া স্বভাৱৰ। মেটিৰ লগত জীনাৰ ব্যৱহাৰ দেখিলে আচৰিত হ'ব লাগে। মই নিজ চকুৰে কেৱাদিনো দেখিছিলোঁ। কেতিয়াবা জীনা আৰু মেটিৰ তৰ্কাতৰ্কি হ'লে,- এথানৰ মুখখনৰ অৱস্থা বৰ বেজাৰ লগা হৈ পৰে—, দেখিলে হিয়া ভাগি যায়...মই যেতিয়া তেনেকুৱা অৱস্থাত দেখা পাওঁ, মই ভাবোঁ এথানেই আটাইতকৈ বেছি বেদনাহত হয়। যেই হওক জীনাৰ কাৰণে বৰ ভাবিবলগীয়া নাছিল, কাৰণ তেওঁৰ সময় মৰ্মান্তিক নাছিল.... তাথাপিও সঁচাকৈয়ে বৰ মৰ্মান্তিক।" মিচেছ হেইলে হুমুনিয়া

এথান ফ্ৰ'ম

এটা কাঢ়ি এইখিনি কৈয়েই সামৰণি মাৰিলে— "এটা ৰান্ধনি ঘৰৰ মাজতে সিহঁত তিনিও বন্দী। গৰম দিনত বতৰ যেতিয়া মুকলি হয়, মেটিক সিহঁতে বৈঠকখানাত নাইবা দুৱাৰমুখত বহিবলৈ দিয়ে... কিন্তু জাৰ কালি আহিলেই জুইৰ চিন্তা আহে ; তেতিয়া হয়তো সিহঁতৰ হাতত ফুটাকড়ি এটাও নাথাকে।........"

মিচেছ হেইল এটা দীঘল উশাহ ল'লে যেন তেওঁৰ স্মৃতিত থকা বহুতদিনীয়া বোজা এটা পাতলিল। তেওঁৰ ক'বলগীয়া একো নোলাল। কিন্তু হঠাৎ আকৌ তেওঁৰ মনৰ বাকী থকা কথাখিনিও কৈ তলি উদং কৰিব খুজিলে।

তেওঁ আকৌ চচ্মাযোৰ সোলোকাই ল'লে, টেবুল কভাৰ খনৰ ওপৰত ভেজা দি মোৰ ফালে মুখ দিলে আৰু সৰু সৰু মাতেৰে ক'লেঃ "সেই দুৰ্ঘটনাটোৰ প্ৰায় এসপ্তাহৰ পাছত এদিন সিহঁতে ঠাৱৰ কৰিলে যে, মেটি আৰু নেবাচে। পিছে মই কওঁ তাই জীয়াই থকাটোৱেই তাইৰ কাৰণে বৰ দুখৰ কথা হ'ল। মই এই কথাটো ঠিক এই দৰেই আমাৰ মন্ত্ৰীকো কৈছিলোঁ; তেৰোঁ মোৰ কথাত বৰ বেজাৰ পাইছিল। যিদিনা তাই প্ৰথমে আহিছিল অকল সেইদিনা ৰাতিপুৱাহে এথান মোৰ লগত নাছিল....আৰু মই কওঁ, যদি সেইদিনা তাই মৰিলহেঁতেন তেন্তে এথান জীয়াই থাকিলহেঁতেন। এতিয়া সিহঁতে যিটো জীৱন যাপন কৰিছে সেই জীৱন কবৰত পোত খাই থকাৰ দৰেই। পাহাৰটোৰ ওপৰৰ পামখনত থকা ফ্ৰ'ম পৰিয়াল আৰু পাহাৰৰ নামনিত থকা সেই ফ্ৰ'ম দম্পতিৰ কবৰ দুটাৰ ভিতৰত মই একো পাৰ্থক্যই দেখা নাই। পাৰ্থক্য ইমানেই যে কবৰৰ তলত থকা ফ্ৰ'মহঁত নিমাত, অনন্ত শান্তিৰ কোলাত নিমগ্ন আৰু ওপৰত থকা মাইকী মানুহ দুজনীয়ে নিজৰ মুখ বন্ধ কৰি থ'বলগীয়া হৈছে।"

---

এথান ফ্ৰ'ম

প্ৰথমে
যাৰ হাতত এই কিতাপ দি
তৃপ্তি পালোঁহেতেঁন —
তাৰ
জীৱন-শলিতাগছি
কেতিয়াবাই নুমাল —
কিন্তু স্মৃতিত
সি
আজিও
গণেশ গগৈ হৈ
জীয়াই আছে।

## পৰিশিষ্ট

### এচিয়াৰ জ্যোতি

### ধন্যবাদ জ্ঞাপন

আমি চৰকাৰৰ প্ৰকাশন পৰিষদৰ পৰা আৰ্থিক সাহায্য নোপোৱা হ'লে 'এচিয়াৰ জ্যোতি' প্ৰকাশ কৰা নহ'লহেঁতেন। অসমীয়া সাহিত্যৰ সমৃদ্ধি সাধনৰ বাবে স্থাপিত হোৱা প্ৰকাশন পৰিষদৰ প্ৰতি ধন্যবাদ জ্ঞাপন কৰিছোঁ। তাৰ উপৰি বহু অসুবিধাৰ মাজেদি কিতাপখন ছপা কৰি উলিয়াই দিয়াত ডিব্ৰুগড়ৰ বৰুৱা প্ৰেছৰ মেনেজাৰ শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা বি. এ. বাপাই যিখিনি সহায় কৰিলে, সেই বাবে তেওঁৰো শলাগ ল'লোঁ। ডিব্ৰুগড় চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ শিক্ষক শ্ৰীবিষ্ণুকিঙ্কৰ কলিতাই প্ৰুফ চাই দিয়া বাবে তেখেতকো ধন্যবাদ।

কিতাপ আকাৰে আগতে 'অসম বাণীত' ধাৰাবাহিক ভাবে 'এচিয়াৰ জ্যোতি' প্ৰকাশ কৰি উদগণি দিয়া কথা সুঁৱৰি সম্পাদক শ্ৰীসতীশ কাকতীৰো শলাগ ল'লোঁ।

শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা।

# বুদ্ধ পৰিচয়

খ্ৰীষ্টপূৰ্ব্ব ৬২০ চনত নেপাল ৰাজ্যৰ নামনিত বৰ্তমান বিহাৰৰ উত্তৰাংশত কপিলাবাস্তু ৰাজ্যৰ ৰজা শুদ্ধোদনৰ ঔৰসত মায়াদেৱীৰ গৰ্ভত সিদ্ধাৰ্থৰ জন্ম হয়, সেইদিনা বৈশাখী পূৰ্ণিমাৰ তিথি। সিদ্ধাৰ্থক শাক্যসিংহ, গৌতম নামেও জনা হয়। সিদ্ধাৰ্থৰ জন্ম সম্পৰ্কে অনেক গল্প-কাহিনী আছে, সেই সকলো বিলাক এই গ্ৰন্থত বৰ্ণাই কোৱা হৈছে। জগতৰ জীৱবিলাকৰ দুঃখ বিমোচন, জন্ম, জৰা, মৰম, ৰোগ, শোক আদি দুঃখৰ পৰা মানুহক উদ্ধাৰ কৰিবৰ উদ্দেশ্যে মাত্ৰ ২৯ বছৰ বয়সত সিদ্ধাৰ্থই কপিলাবাস্তুৰ সোণৰ সিংহাসন, বৃদ্ধ পিতা, প্ৰিয়তমা ভাৰ্য্যা আৰু স্নেহৰ পুত্ৰ আদি সকলো অকাতৰে ত্যাগ কৰি সত্যৰ সন্ধানত গৃহত্যাগী হয়। ৰজা বিম্বিসাৰৰ ৰাজ্যত থকা ৰত্নগিৰি পৰ্বতত থকা অনেক যোগী সাধকৰ লগতে কিছুদিন থাকি তেওঁবিলাকৰ আসুৰীক যোগ অভ্যাস আৰু যুক্তি তৰ্কৰ মাজত সত্যৰ সন্ধান নাপাই সিদ্ধাৰ্থ গয়াৰ ফালে গুছি গ'ল। উৰুবেলা নামে নৈৰজনা নৈৰ পাৰত থকা এটা বালি চাপৰিত ছবছৰ কাল কঠোৰ সমাধিত নিমগ্ন হৈ থাকে। যি জোপা গছৰ তলত বৈশাখী পূৰ্ণিমাৰ শেষ ৰাতি তেখেতে বোধিসত্ত্ব অৰ্থাৎ সৰ্বজ্ঞান লাভ কৰিলে, সেই গছজোপাৰ নামেই হ'ল বোধিদ্ৰেম বা বোধি বৃক্ষ। গয়াৰ ওচৰত থকা এই উৰুবেলা আজি জগতৰ ওচৰত অন্যতম মহাতীৰ্থ বৌদ্ধ গয়া। তেখেতৰ সাধনাৰ সেই শেষ ৰাতিৰ প্ৰথম স্তৰত তেখেতে 'অভিজ্ঞ' অৰ্থাৎ পূৰ্ব জন্মৰ সকলো স্মৃতি মনত পৰি দিব্যজ্ঞান লাভ কৰে। বৌদ্ধ জাতক মালাত পূৰ্বজন্ম বিলাকৰ বহুত কথা পোৱা যায়। মধ্যম স্তৰত দিব্য দৃষ্টি আৰু তৃতীয় স্তৰত অৰুণোদয়ৰ সময়ত সম্যক সম্বোধি অৰ্থাৎ সৰ্বজ্ঞাতা লাভ কৰিলে। জন্ম জন্মান্তৰ সাধনাৰ ফলত পোৱা এই দিব্যজ্ঞান সম্পন্ন এই ধৰ্ম উপদেশ কাক দিব কোনোবা বুজিব পাৰিব এই চিন্তা আহিল।

তেখেতে তেতিয়া উৰুবেলা ত্যাগ কৰি বাৰানসী অভিমুখে যাত্ৰা কৰিলে। বৰ্তমান কাশীৰ পৰা প্ৰায় ৬/৭ মাইল মান উত্তৰ পূবে থকা সাৰনাথ নামে ঠাইলৈ আহি তাত পাঁচজন ভিক্ষুক লগ পায়। এই পাঁচজনকে প্ৰথমে তেখেতৰ সাধনা-লব্ধ ধৰ্ম উপদেশ দান কৰি তাতে ধৰ্ম চক্ৰ প্ৰৱৰ্তন কৰে।

সেই ভিক্ষুক সকলক দিয়া প্ৰথম উপদেশৰ সাৰাংশ ঃ

**চাৰি সত্য**

১) জন্মদুখ, জৰা দুখ, ব্যাধি দুখ, মৰণ দুখ, অপ্ৰিয় সংযোগ প্ৰিয় বিয়োগ দুখ, কামনা কৰা বস্তু নোপোৱা দুখ এয়েই 'দুখ সত্য।'

২) কামনাৰ তৃষ্ণা, বিষয় কামনাৰ তৃষ্ণা, ঐশ্বৰ্য্য বিভূতিৰ তৃষ্ণা, এই তৃষ্ণাই দুখ উদয়ৰ কাৰণ — 'দুখ সমুদয়'

৩) সেই তৃষ্ণাৰ বিৰাগ, তৃষ্ণা নিৰোধ, ত্যাগ আৰু বিসৰ্জন আৰু সংশ্ৰৱ নোহোৱাকৈ মুক্তি লাভ কৰা- 'এয়েই দুখ নিৰোধ।'

৪) এই দুখ নিৰোধৰ পথ আঁঠোটা, বিশুদ্ধ সংকল্প, বিশুদ্ধ বাক্য, বিশুদ্ধ কৰ্ম, বিশুদ্ধ জীৱিকা, বিশুদ্ধ ব্যায়াম, বিশুদ্ধ স্মৃতি আৰু বিশুদ্ধ (ধ্যান)। এয়ে দুখ নিৰোধ গামী প্ৰতিপদ।

সেই পাঁচ জ্ঞানৰ ভিতৰত প্ৰথম ধৰ্মজ্ঞান উৎপন্ন হয়। 'যি বস্তুৰেই উৎপত্তি আছে., তাৰেই বিনাশ আছে।' এই মূল সত্যৰ ভেঁটিতেই দুখ উৎপত্তি আৰু নিৰোধৰ উপায় গৌতম বুদ্ধই সাধনাৰে দান কৰি গৈছে। যেতিয়া এজনৰ পাছত আন এজনকৈ সেই পাচোঁজনে বুদ্ধৰ নতুন ধৰ্মৰ তাৎপৰ্য বুজিব পাৰিলে তেতিয়া সেই ঠাইতে ধৰ্মচক্ৰ প্ৰৱৰ্তন হ'ল, অৰ্থাৎ বৌদ্ধ ধৰ্ম প্ৰতিষ্ঠিত হ'ল।

**পঞ্চশীল**

বৌদ্ধ ধৰ্মত দীক্ষিত হোৱাৰ কাৰণে- 'শীলগ্ৰহণ প্ৰথা' আছে। 'শীল' মানে মুলতত্ত্ব বা উপাদান।

১) প্ৰাণী হত্যা নকৰোঁ।

২) চুৰ নকৰোঁ।

৩) কামাসক্ত হৈ মিথ্যাচাৰ নকৰোঁ।

৪) মিছা কথা নকওঁ, ৰাগিয়াল বস্তু নেখাওঁ।

৫) প্ৰমাদৰ কাৰণ স্বৰূপ সুৰাপান আদি নকৰোঁ।

**অষ্টশীল**

১) প্ৰাণী হত্যা নকৰোঁ।

২) চুৰ নকৰোঁ।

৩) অ ব্ৰহ্মচাৰী নহওঁ।

৪) মিছা কথা নকওঁ।

৫) প্ৰমাদৰ কাৰণ স্বৰূপ ৰাগিয়াল বস্তু নেখাওঁ আৰু সুৰাপান নকৰোঁ।

৬) দুপৰীয়াৰ পাছত পাছদিনা সূৰ্য উদয় হোৱাৰ পূৰ্বে আৰু ভোজন নকৰোঁ।

৭) নাচ - গান বাদ্য, মালাগন্ধ, সুগন্ধি দ্ৰব্য ব্যৱহাৰ

আদি নকৰোঁ।

৮) উচ্চাসনত নবহোঁ, উচ্চ আৰু সুকোমল শয্যাত শয়ন নকৰোঁ।

**দশশীল**

১) প্ৰাণী হত্যা নকৰোঁ।

২) চুৰ নকৰোঁ।

৩) অ ব্ৰহ্মচাৰী নহওঁ।

৪) মিছা কথা নকওঁ।

৫) প্ৰমাদৰ কাৰণ স্বৰূপ ৰাগিয়াল বস্তু নেখাওঁ আৰু সুৰাপান নকৰোঁ।

৬) দিনৰ দুপৰীয়াৰ পাছত পাছ দিনা সূৰ্য উদয় হোৱাৰ পূৰ্বে আৰু ভোজন নকৰোঁ।

৭) নাচ - গান বাদ্য আৰু উৎসৱ দৰ্শন নকৰোঁ।

৮) মালা গন্ধ, সুগন্ধি দ্ৰব্য ব্যৱহাৰ নকৰোঁ।

৯) উচ্চাসনত নবহোঁ, উচ্চ আৰু সুকোমল শয্যাত শয়ন নকৰোঁ।

১০) সোণ ৰূপ বা মুদ্ৰা আদি গ্ৰহণ নকৰোঁ।

বৌদ্ধ ধৰ্মৰ আচাৰ্য্যসকলে পঞ্চশীল,অষ্টশীল, আৰু দশশীল গ্ৰহণ কৰিবৰ উপযুক্ত শিষ্য সকলক সেই শীল দান কৰে। এই শীলৰ ফল বৌদ্ধ শাস্ত্ৰই এইদৰে বৰ্ণনা কৰিছে। শীলৰ দ্বাৰাই সুগতি, ভোগ সম্পদ আৰু নিৰ্বাণ প্ৰাপ্ত হয়। কি গঙ্গা, কি যমুনা, কি সৰযু, কি সৰস্বতী, কি মহানদী— ইহলোকত একোৱেই মানুহৰ মনৰ মল ধুই দিব নোৱাৰে। একমাত্ৰ শুদ্ধ শীল জলেইহে ধৌত কৰিব পৰে। কি শীতল বতাহ, কি চন্দ্ৰৰ কিৰণ, ইহলোকত, একোৱেই মানুহৰ সেই জ্বালা উপশম কৰিব নোৱাৰে। অত্যন্ত শীতল সুৰক্ষিত শীল সমূহেহে সেই জ্বালা শাঁত কৰিব পাৰে। শীল ভূষণ পৰিশোভিত যতি সন্ন্যাসী সকল যিদৰে শোভা পায়, মণি-মুক্তা বিভূষিত ৰজা সকলো সেইদৰে শোভা নাপায়।

**মৈত্ৰী-ভাৱনা**

বুদ্ধদেৱ 'সম্বুদ্ধ' অৱস্থাটো সকলো প্ৰকাৰ দুখৰ পৰা মুক্ত, আত্মজয়ী, করুণাময় আৰু মৈত্ৰী ভাৱত প্ৰতিষ্ঠিত। সেই কাৰণে মিছা দুখৰ পৰা পূৰ্ণ স্বাধীনতা লাভ কৰি প্ৰত্যেক সত্ত্বাই মুক্তি, করুণা আৰু মৈত্ৰীৰ অনুশাসন মানি চলিবলৈ বুদ্ধই উপদেশ দিছিল। বিশ্বমৈত্ৰী ভাৱনা বৌদ্ধ ধৰ্মৰ প্ৰাৰ্থনাৰ অন্তৰ্ভূক্ত।

সকলো সত্ত্বা (জীৱ) সুখী হওক, অবৈৰী হওক, অবধ্য হওক, কোনেও হিংসা কৰিব নোৱাৰা হওক আৰু সুখেৰে ইহজগতত দিন যাপন কৰক, সকলো সত্ত্বা সুখৰ পৰা বঞ্চিত নহওক। সকলো সত্ত্বাই নিজ নিজ কৰ্ম, কৰ্মৰ ফল আৰু কৰ্মৰ পৰা হোৱা পাপ বা পুণ্য, যেনে কৰ্ম কৰিব — তাৰেই উত্তৰাধিকাৰী হ'ব।

**ৰতন-সূত্ৰ**

ৰতন সূত্তং ৰতন সূত্ৰ নামে পালি গাথাৰ যোগে বুদ্ধ ধৰ্ম আৰু বৌদ্ধসকলৰ উদ্দেশ্যে কোৱা হৈছে ঃ "ইহলোক বা পৰলোকত যি ধন আছে, স্বৰ্গত যি পৰম ৰত্ন আছে, এই আটাই বিলাক গোটালেও তথাগত বুদ্ধৰ সমান নহয়। বুদ্ধ নিজেই পৰম ৰত্ন।"

"সমাহিত চিত্তৰ শাক্য মুনিয়ে (বুদ্ধ) কামক্ষয়, বিৰাগ, অমৃত আৰু পৰম নিৰ্বাণ ধৰ্ম কাৰো উপদেশ নোহোৱাকৈ উপলব্ধি কৰিছে। সেই ধৰ্মৰ সমান আৰু অন্য ধৰ্ম নাই। ধৰ্মৰ এই পৰম ৰত্ন ভাব শ্ৰেষ্ঠ।"

**শৰণ-প্ৰথা**

বৌদ্ধ ধৰ্মৰ মতে শৰণ তিনিটা। প্ৰথমে বুদ্ধৰ শৰণ দ্বিতীয়তে ধৰ্মৰ শৰণ, আৰু তৃতীয়ত সংঘৰ শৰণ ল'ব লাগে। প্ৰত্যেকটো শৰণ তিনি বেলি তিনি বেলি ল'ব লাগে। যেনেঃ বুদ্ধং শৰণং গচ্ছামি। দুতিয়াপি বুদ্ধং শৰণং গচ্ছামি। তৃতীয়াপি বুদ্ধং শৰণং গচ্ছামি। এইদৰেই ধৰ্মৰ শৰণ আৰু সংঘৰ শৰণ ল'ব লাগে।

**বুদ্ধাভিবাদন**

পাপৰিপুক দমন কৰি, ক্লেশ শত্ৰুক নিহত কৰি, তৃষ্ণালতী ছেদন কৰি, বাসনাৰ সোঁত শুকাই, যিজন সম্যকৰূপে নিৰ্বাণ লাভৰ যোগ্য হ'ল; যি জন ত্ৰিজগতৰ পূজ্য হ'ল- এই কাৰণে যাৰ নাম "অৰ্হৎ" হ'ল - যি জনে কোনো গুৰু নোহোৱাকৈ নিজেই দুখ, দুখৰ কাৰণ, দুখ নিৰোধ আৰু দুখ নিৰোধৰ উপায় — এই চাৰি মহাসত্য জ্ঞাত হ'ল আৰু জগতক সেই পথৰ অনুসৰণ কৰিবলৈ উপদেশ দিলে — এই বাবে যি জন "সম্যক্ সম্বুদ্ধ" নামে পৰিচিত হ'ল, সেই ভগৱান বুদ্ধক অভিবাদন কৰিছোঁ।

**ধৰ্মাভিবাদন**

যি ধৰ্ম ভগৱান অৰ্হৎ সম্যক সম্বুদ্ধৰ দ্বাৰাই সুচাৰুৰূপে আখ্যাত হ'ল, যি ধৰ্ম সম্যকভাৱে গ্ৰহণ আৰু পালন কৰিলে প্ৰত্যক্ষ ফল প্ৰদান কৰে, ইহজনমতে, জন্ম, জৰা, ব্যাধি, মৃত্যু আৰু শোক - দুখ জয় কৰি নিৰ্বাণৰ অমৃত লাভ কৰিব পাৰি সেই ধৰ্মক অভিবাদন কৰিছোঁ।

**সংঘাভিবাদন**

ভগৱান বুদ্ধৰ যি সকল শিষ্য সুপথত উপনীত হৈছে,

সহজ পথত উপনীত হৈছে, ন্যায় পথত উপনীত হৈছে, বিশিষ্ট পথত উপনীত হৈছে, যিসকল বাৰে বাৰে আহ্বান কৰিবলগীয়া, দান-দক্ষিণাৰ যোগ্য, যোৰ হাতে নমস্কাৰৰ যোগ্য আৰু যিসকল জগতৰ অনুপম পূণ্যক্ষেত্ৰ স্বৰূপ সেই সঙ্ঘক নমস্কাৰ কৰিছোঁ।

২৫০০ বছৰৰ আগেয়েই গৌতম বুদ্ধই বিচ্ছিন্ন জগত বাসীক শ্ৰেষ্ঠতম নীতি ধৰ্মত দীক্ষিত কৰি সংঘবদ্ধ কৰিবলৈ যি অতুলনীয় প্ৰথা অবলম্বন কৰিছিল সি আজিও মানুহক শ্ৰদ্ধাৱনত কৰি থৈছে। বৌদ্ধই তেখেতৰ ভিক্ষু সকলক ধৰ্মানুশাসন দান কৰিয়েই এৰি দিয়া নাছিল। সেই ভিক্ষু সকলক লৈ 'ভিক্ষুসংঘ' গঠন কৰিছিল। বুদ্ধৰ জীৱন কালত সেই সময়ত ভাৰতবৰ্ষত ৰাজনৈতিক সংঘ বিলাক আছিল। বুদ্ধই তাৰ আদৰ্শত ধৰ্ম সংঘ স্থাপন কৰিলে। সংঘবদ্ধ হোৱাৰ ফলতেই বৌদ্ধবিহাৰ বিলাক বহুত দিন জীয়াই থাকিল। এই সংঘ সংস্পৰ্কে সেই কালৰ এটি বুৰঞ্জীমূলক ঘটনা ইয়াত উল্লেখ কৰিব পাৰি। মগধৰাজে লিচ্ছবীসকলক আক্ৰমণ কৰি তেওঁৰ তলতীয়া কৰিবলৈ ইচ্ছা কৰিছিল। এই সম্পৰ্কে মতামত বিছাৰি তেখেতৰ মন্ত্ৰী এজন বৌদ্ধৰ ওচৰলৈ পঠিয়ালে। বুদ্ধই ইয়াৰ উত্তৰ মন্ত্ৰীজনক নিদি তেখেতৰ প্ৰধান শিষ্য আনন্দক ক'বলৈ ধৰিলে— আনন্দই 'হয়' বুলি উত্তৰ দিলে। মগধৰাজৰ মন্ত্ৰীজনে শুনক বুলি বুদ্ধই আনন্দক সাতোটা প্ৰশ্ন সুধিলে। সেই প্ৰশ্ন কেইটাৰ মাজতে মগধ ৰাজৰ প্ৰতি উত্তৰ সোমাই আছিল।

১) আনন্দ, যেতিয়ালৈকে লিচ্ছবী সকলে পূৰ্ণ সংঘ আহ্বান কৰি থাকে ;

২) যেতিয়ালৈকে তেওঁবিলাক সকলোটি একেলগে সম্মিলিত হৈ সমিলমিলেৰে তেওঁবিলাকৰ শাসন কাৰ্য পৰিচালনা কৰি থাকে;

৩) যেতিয়ালৈকে তেওঁবিলাকৰ ৰাষ্ট্ৰনীতিত নথকা নতুন কথা প্ৰবৰ্তন নকৰে আৰু প্ৰবৰ্তিত হৈ থকা নীতি লৰচৰ নকৰে আৰু সেই দেশৰ প্ৰাচীন ৰীতি-নীতি অনুসৰি কাম কৰি থাকে;

৪) যেতিয়ালৈকে তেওঁবিলাকে তেওঁবিলাকৰ বয়োজ্যেষ্ঠ সকলক সম্মান কৰে, শ্ৰদ্ধাভক্তি কৰে, আৰু তেওঁবিলাকৰ কাৰ্যাৱলী অনুমোদিত কৰি থাকে আৰু তেওঁবিলাকৰ কথা শুনা, উপদেশ মতে থকাতো কৰ্তব্য বুলি ধৰি থাকে ;

৫) যেতিয়ালৈকে তেওঁবিলাকৰ মাজত কোনেও কাৰো তিৰোতা বা ছোৱালীক বলাৎকাৰ কৰি বা পলুৱাই নিনিয়ে;

৬) যেতিয়ালৈকে তেওঁবিলাকৰ মাজত থকা ধৰ্ম স্থান বিলাকক সম্মান কৰে, শ্ৰদ্ধা-ভক্তি কৰে আৰু চলাই থাকে;

৭) যেতিয়ালৈকে তেওঁবিলাকৰ মাজত থকা অৰ্হৎ সকলক ৰক্ষা কৰি থাকে আৰু পূৰ্ণ সহযোগ দান কৰি থাকে তেতিয়ালৈকে তেওঁবিলাকৰ কোনোপ্ৰকাৰ অৱনতি নহ'ব আৰু তেওঁবিলাকৰ উন্নতিহে সাধন হ'ব।

এই কথা শুনি মন্ত্ৰীজনে মগধ ৰাজে লিচ্ছবী সকলক জয় কৰিব নোৱাৰে বুলি থিৰাং কৰি উলটি গ'ল। তেওঁ যোৱাৰ পাছতে বুদ্ধই ভিক্ষু সকলক মাতি আনি এখন সংঘ পাতিলে। ক'লে- 'হে ভিক্ষু সকল, মই তোমালোকক কল্যাণকামী সাতোটা নীতিৰ কথা ক'ম।' এই বুলি তেখেতে ওপৰত কোৱাৰ দৰে ভিক্ষু সকলক সংঘবদ্ধ হ'বলৈ সাতোটা নীতিৰ উপদেশ দিলে।

১) যেতিয়ালৈকে ভিক্ষু সকল সম্পূৰ্ণ ভাৱে একেলগ হৈ থাকে ;

২) যেতিয়ালৈকে তেওঁলোক একমত হৈ এক ভাবে থিয় দি থাকে আৰু সম্পূৰ্ণ সহযোগিতাৰে সংঘৰ কৰ্তব্য পালন কৰি থাকে;

৩) যেতিয়ালৈকে ভিক্ষু সকলে নিজে সুকীয়াকৈ একো ৰীতি-নীতি প্ৰতিষ্ঠা নকৰে— যি ৰীতি-নীতিৰ বিধান দিয়া হোৱা নাই আৰু সু-প্ৰতিষ্ঠি ৰীতি-নীতিৰ একো লৰচৰ নকৰে আৰু সংঘৰ নিয়ম মানি কাম কৰি থাকে;

৪) যেতিয়ালৈকে ভাতৃসকলে বয়োজ্যেষ্ঠ সকলক, পিতৃসকলক আৰু সংঘৰ গুৰিয়াল সকলক সম্মান আৰু শ্ৰদ্ধা ভক্তি কৰি থাকে আৰু তেওঁবিলাকৰ আদেশ মানি চলাটো কৰ্তব্য বুলি ধৰে;

৫) যেতিয়ালৈকে তেওঁবিলাকে কোনোপ্ৰকাৰ লোভ মোহৰ প্ৰভাৱত নপৰে;

৬) যেতিয়ালৈকে তেওঁবিলাকে নিৰ্জনতাৰ মাজত আনন্দ উপলব্ধি কৰি থাকে;

৭) যেতিয়ালৈকে তেওঁবিলাকে নিজৰ মন এইদৰে সু-পৰিচালিত কৰি থাকে, তেতিয়ালৈকে ভিক্ষু সকলৰ পতন নহয়, বৰং উন্নতিহে হৈ থাকিব।

বৌদ্ধ সংঘৰ জন্মৰ ইতিহাসেই পৃথিবীৰ ভিতৰত প্ৰথম সাধু সন্যাসীৰ সংঘবদ্ধতাৰ ইতিহাস বুলি ক'ব পাৰি। বুদ্ধই যদিও সংঘ স্থাপনৰ ভাবটো ওচৰ চুবুৰীয়া ৰাজ্যসমূহৰ ৰাজনৈতিক সংঘ সমূহৰ পৰাই পাইছিল, তথাপি তাত তেখেতৰ মহান চিন্তাৰ সুকীয়া পৰিচয় আছে। এটা ৰাজনৈতিক খণ্ডক ধৰ্মনীতিৰ শক্তিশালী অনুষ্ঠান হিচাপে গঢ়ি তোলাৰ জগতৰ কাৰণেই মংগল দায়ক হ'ল।

### বৌদ্ধ-সঙ্গীতি

ভগবান বুদ্ধৰ পৰিনিৰ্বাণৰ অলপ পাছতেই বৰ্ষাকালত মগধৰাজ অজাত শত্ৰুৰ সহায়ত ৫০০ অৰ্হৎ ভিক্ষু সমবেত হৈ

প্ৰথম বৌদ্ধ সঙ্গীতি বা বৌদ্ধ সভা পাতে। অৰ্হৎ স্থবিৰ মহা কাশ্যপে এই সঙ্গীতিৰ সভাপতিত্ব কৰিছিল। এই সভাতে পালি ভাষাত লিখা 'বিনয়-পিতক'ৰ অন্যতম গ্ৰন্থ 'মহাবৰ্গ' সংগ্ৰহ আৰু আবৃত্তি কৰা হয়। তাৰ প্ৰায় এশ বছৰৰ পাছত বৈশালীৰ বালুকাৰাম নামে ঠাইত ৭০০ অৰ্হৎ ভিক্ষু সমবেত হৈ দ্বিতীয় সঙ্গীতি পাতে। এইবাৰ যশ স্থবিৰে সভাপতিত্ব কৰিছিল। বুদ্ধৰ পৰিনিৰ্বাণৰ ২৩৬ বছৰ হওঁতে, জগত বৰেণ্য সম্ৰাট অশোকৰ ৰাজত্ব কালত, তেখেতৰ উদ্যোগত পাতলিপুত্ৰৰ ওচৰত অশোকৰামত সমবেত হোৱা ৬০,০০০ ভিক্ষুৰ মাজৰ পৰা নিৰ্বাচিত ১০০০ অৰ্হৎ ভিক্ষুক লৈ তিষ্য স্থবিৰৰ সভাপতিত্বত তৃতীয় সঙ্গীতিৰ অধিবেশন হয়। এই সভাত অৰ্হৎ সকলে ত্ৰিপিটক শাস্ত্ৰত সোমোৱা অনাচাৰসমূহ বৰ্জন কৰি পৰিশুদ্ধ কৰে। ইয়াৰ পাছত অশোকৰ পুত্ৰ মহেন্দ্ৰ স্থবিৰে এই ত্ৰিপিটক শাস্ত্ৰৰ এখন পুথি সিংহল দ্বীপলৈ লৈ যায় আৰু তাত প্ৰচাৰ কৰেগৈ। ক্ৰমে শাস্ত্ৰ গৈ ব্ৰহ্মদেশ, শ্যামদেশ আদি সুদূৰ পূব পায়গৈ। এইদৰে গৌতম বুদ্ধৰ প্ৰবৰ্তিত ধৰ্মচক্ৰ পৃথিৱীত ব্যাপ্ত হৈ পৰে আৰু সংঘবিলাক গঠিত হয়। সেই বৌদ্ধ-সঙ্গীতি আদৰ্শ লৈয়েই বৰ্তমান বিশ্ব-বৌদ্ধ-সংঘ স্থাপিত হয়।

সমস্ত মানৱ জাতিৰ এক তৃতীয়াংশ লোকে তেওঁবিলাকৰ নৈতিক আৰু আধ্যাত্মিক জীৱনৰ প্ৰেৰণা লাভ কৰিছে- এই বিশ্ববৰেণ্য শাক্য ৰাজবংশৰ কোঁৱৰ সিদ্ধাৰ্থৰপৰা। মানুহৰ চিন্তাৰাজ্যত বুদ্ধই যি অনন্ত প্ৰভাৱ বিস্তাৰ কৰি গ'ল তাক কালে কেতিয়াও মোহাৰি পেলাব নোৱাৰে। 'বুদ্ধ' বুলিলেই মনত ধাৰণা হয়, অতি উচ্চ স্তৰত থকা এটি স্বতঃসিদ্ধ মানৱ সত্তা — অতি পবিত্ৰ, অতি নিৰ্মল আৰু পৰম কাৰুণিক। বুদ্ধৰ ধৰ্মনীতিত নৈৰাশ্য নাই, অসাধ্য নাই, অকুশল একো নাই।

সমস্ত জীৱ-জগতৰ প্ৰতি মৈত্ৰীভাব কৰি বিশ্বপ্ৰেমৰ আনন্দত উদ্বুদ্ধ হৈ কুশল পথগামীসকলে শেষত মহামঙ্গল লাভ কৰাৰ প্ৰত্যক্ষ নিদৰ্শন দিওঁতা এই জগতবৰেণ্য তথাগত বুদ্ধৰ বিষয়ে দুটা কথা মোৰ ভাই-ভনীহঁতে মাতৃভাষাৰে জানক বুলিয়েই এইখিনি সংগ্ৰহ কৰি দিয়া হ'ল।

## নিৰ্বাণ

এই গ্ৰন্থৰ ভিতৰতে সৰল ভাষাৰে সম্যকসম্বুদ্ধ গৌতম বুদ্ধৰ 'নিৰ্বাণ' সম্পৰ্কে কোৱা আছে। তথাপি আন আন গ্ৰন্থৰপৰাও কিছু সংগ্ৰহ কৰি তলত দিয়া হ'ল।

বুদ্ধৰ মতে দুখেই মূল সত্য। জৰা-ব্যাধিগ্ৰস্ত এজন বুঢ়া মানুহ দেখিয়েই ৰাজপুত্ৰ সিদ্ধাৰ্থৰ প্ৰাণত প্ৰথমে এই দুখ সত্যৰ ধাৰণা সোমায়। জীৱবিলাকক কেনেকৈ দুখৰপৰা ত্ৰাণ কৰিব পাৰি তাৰ উপায় চিন্তা কৰোঁতে কৰোঁতে তেখেতে নিজেই যথাসৰ্বস্ব ত্যাগ কৰি বনবাসী হৈ সাধনাত মগ্ন হয়। সাধনাৰ মাজত দেখা পালে যে কামনা আৰু কামনাৰপৰা ওপজা তৃষ্ণাই সকলো দুখৰ কাৰণ। এটা কাৰ্য্যৰ এটা কাৰণ আছেই। যি বস্তুৰেই উৎপত্তি আছে, তাৰেই বিনাশো আছে। গতিকে এই দুখ উৎপত্তিৰ মূল কাৰণবোৰ উচ্ছেদ কৰিব পাৰিলেই শান্তি আহিব। সেই কাৰণেই তৃষ্ণা নিবাৰণ কৰিব লাগে। নিবাৰণৰ উপায় কি? অভ্যাসৰ দ্বাৰা কামনা-বাসনাৰ নিৰোধ কৰা। মনৰ কামনাবোৰ যাতে একেবাৰে আহাৰ নাপাই আপোনা-আপুনি মৰি যায়, তেনেভাৱে জীৱন পৰিচালিত কৰাই ইয়াৰ উপায়। এটা চাকি যেতিয়া নুমাই যায়, তেতিয়া সেই চাকিটোৰ পোহৰ পৃথিৱীত থাকিল নে আকাশলৈকে গ'ল বা কোন পিনে গ'ল তাৰ একো চিন নাথাকে। তেল নাইকিয়া হোৱা হেতুকে চাকিটোৱে জ্বলি থকাৰ পৰা শান্তি পালে। ঠিক এইদৰে, যেতিয়া কুশলপথগামী এজন মানুহৰ জীৱন-বন্তি নুমাই যায়, তেওঁ পৃথিৱী কিম্বা আকাশ বা কোনো দেশে-বিদেশে গমন নকৰে। দুখ-ক্লেশৰাশিৰ হেতু ক্ষয় হোৱা বাবে তেওঁ শান্তি প্ৰাপ্ত হয়। গতিকে এনেকুৱা বৈৰাগ্যৰপৰা কেৱল শান্তিহে লাভ হয়। মুক্তি বা নিৰ্বাণ লাভৰ পথটোৱেই নিবৃত্তিৰ পথ। চিত্তত কোনো বৃত্তি নাথাকে। আমাৰ বৈষ্ণৱ দৰ্শনে পৰমাত্মা স্বৰূপ ঈশ্বৰক নিজ হৃদয়ত বহি আছে বুলি বিশ্বাস কৰে। সেই কাৰণে কয় —

> "তুমি চিত্ত-বৃত্তি মোৰ প্ৰবৰ্তক নাৰায়ণ
> তুমি নাথ মই নাথবন্ত........"

কিন্তু বুদ্ধই এইদৰে কোৱা নাই। বুদ্ধৰ মতে আধ্যাত্মিক ক্ষেত্ৰতো ব্যক্তিগত সত্তা সকলো প্ৰকাৰে স্বাধীন। চিত্তত থকা বৃত্তি বিকাশৰ গৰাকী ব্যক্তিজনহে। কুশল পথ চিনি পালে, আৰু সেই পথে যোৱা নিয়মবিলাক আয়ত্ত কৰিব পাৰিলেই প্ৰত্যেক ব্যক্তিয়ে নিজে নিজেই সম্যক স্বাধীনতা লাভ কৰিব পাৰে। যদি লোভাগ্নি, দ্বেষাগ্নি আৰু মোহাগ্নি নুমাই যায় আৰু বিশুদ্ধ কামবিলাক কৰি মানুহে সৰল-সহজভাৱে জীৱন যাপন কৰিব পাৰে, তেন্তে এই তিনিবিধ তাপৰপৰা তেওঁ জীৱিত অৱস্থাতেই শান্তি পাব পাৰে। এই শান্তিত জীয়াই থাকিবৰ একমাত্ৰ পথ শীল অনুসৰণ কৰা। হৃদয় নিৰ্মল আৰু পৱিত্ৰ কৰি থ'ব পাৰিলেই আনন্দময় জ্যোতি সদায় পৰি থাকিব। বুদ্ধই শিষ্যক উপদেশ দিওঁতে কৈছিল- তোমালোকৰ হিয়াৰ দুৱাৰত সেই জ্যোতি পৰিছে। অন্ধকাৰ হিয়া উজ্জ্বল হৈ উঠক। সেই দিব্য-জ্যোতি পৰিহাৰ কৰি "মই" ভাবৰ অন্ধকাৰ গুহাত লুকাই কিয় কোটি কোটি জন্মৰ কাৰণে অকল্যাণ সৃষ্টি কৰিছা?

ঐক্যৰপৰা শক্তি ওপজে আৰু খণ্ডতাৰপৰা শক্তি ক্ষীণ হয়। মানৱ অন্তৰত শ্ৰদ্ধা, স্মৃতি, ধৈৰ্য্য, সমাধি আৰু প্ৰজ্ঞা এই পাঁচোটা গুণৰ সমন্বয় হ'লে পৰস্পৰৰ সহযোগিতাত মনৰ বল

বাঢ়ে। পৰ্বতৰ উচ্চতম শিখৰত উঠিব খুজিলে সাধাৰণ কৰ্তব্যৰ খাপবোৰ এটা এটাকৈ পাৰ হৈ যাব লাগিব। সেইদৰে মানৱ-জন্মৰ চৰম সাৰ্থকতা নিৰ্বাণ লাভ কৰিবলৈ হ'লে-শ্ৰদ্ধা, স্মৃতি, ধৈৰ্য্য, সমাধি (মৌন ধ্যান অৰ্থাৎ গভীৰ চিন্তা) আৰু প্ৰজ্ঞা বা পৰম জ্ঞান লাগিব। প্ৰজ্ঞাবান লোকেই সংসাৰৰ দুখ জয় কৰি নিৰ্বাণ লাভ কৰিব পাৰে। যাৰ মূলে সৈতে বাসনাৰ বীজ আৰু লোভ মোহাদি হেতু ক্ষয় হৈ গৈছে, তেওঁ আৰু নতুনকৈ জন্ম-মৃত্যুৰ আৱৰ্তনৰ চকাত পাকঘূৰণি নাখায়। তেওঁৰ কাৰণে অহা-যোৱাৰ, জন্ম-মৃত্যুৰ চিৰ অৱসান ঘটে। মহাশান্তি লাভ হয়। এয়েই নিৰ্বাণ।

'এচিয়াৰ জ্যোতি'ত চাৰ এডউইন আৰ্ণল্ডে নিজে কৈছে যে গৌতম বুদ্ধৰ জীৱন চৰিত বৰ্ণনা কৰা 'এছিয়াৰ জ্যোতি'ত কল্পনাৰ ৰহণ সনা আছে, গতিকে অনেক দাশনিক মতবাদ আৰু বুদ্ধৰ মহিমা অস্পষ্ট হৈ থাকিব পাৰে। তেখেতে পাতনিৰ শেষত সচাঁকৈয়ে কৈছে যে তেখেতে ভাৰতবৰ্ষ আৰু ভাৰতবৰ্ষৰ মানুহ বিলাকক বৰ ভাল পাইছিল। তেখেতৰ ইংৰাজী কাব্যখনৰ ওচৰত আমিও অশেষ ঋণী। কাৰণ, বৌদ্ধ সাহিত্য লিখিত হোৱা পালি ভাষা নজনাকৈয়ো 'লাইট অব এছিয়া'ৰ পৰা ভালেমান কথা জানিবলৈ পালোঁ। ইয়াৰ উপৰিও ইয়াৰ পাতনি লিখোতে প্ৰজ্ঞানন্দ স্থবিৰ সংকলিত 'বিনয় পিতক'ৰ 'মহাবৰ্গ' ( বংগানুবাদ), শ্ৰীধৰ্মৰাজ বৰুৱা সংকলিত 'বৌদ্ধ মহা পৰিনিৰ্বাণ'আৰু স্বৰ্গীয় ডঃ কে, পি, জয়স্বল এম.এ.পি.এইচ. ডি. প্ৰণীত 'হিন্দু পলিটি'(হিন্দু ৰাষ্ট্ৰনীতি) গ্ৰন্থৰ সহায় লোৱা হৈছে।

বহু জনৰ সুখৰ অৰ্থে, বহুজনৰ হিতৰ অৰ্থে যিজনে পথ প্ৰদৰ্শন কৰি এক তৃতীয়াংশ মানব জাতিক সমৃদ্ধ কৰি আছে, সেই পৰম দয়ালু সৰ্বজীৱৰ বন্ধু, চিৰঞ্জীৱী মহামানৱ তথাগত বুদ্ধৰ চৰণত কোটি কোটি প্ৰণাম জনাই সকলোৰে ওচৰত বিনয় সহকাৰে ক্ষমা ভিক্ষা খুজিলোঁ। নতুন ভাৰতবৰ্ষত অশোক চক্ৰ গ্ৰহণ কৰিছে ; এছিয়াৰ নৱজাগৰণ হৈছে- এনে দিনত 'এছিয়াৰ জ্যোতিয়ে' পঢ়ুৱৈ সমাজক তৃপ্তি দিব পাৰিলেই আমি কৃতাৰ্থ মানিম। ইতি —

'বকুলবন'
চোলাধৰা, যোৰহাট
৩১-০১-৫৬

শ্ৰী আনন্দচন্দ্ৰ বৰুৱা

# প্ৰবন্ধাৱলী

ঋকবেদৰ কবিতা
উৰ্ৱশী পুৰুৰবা (ঋকবেদৰ সংলাপ)
শান্তি - যজুৰ্বেদৰ পৰা
বুদ্ধদেৱ
বুদ্ধৰ নিবৃত্তি মাৰ্গ
সৃষ্টিৰ আদিম প্লাৱন
যীশুৰ জন্ম ৰহস্য আৰু শিক্ষা
চীনা সংস্কৃতিৰ আদি যুগ
গান্ধী পৰিচয়
মোৰ স্বপ্ন - জীৱনৰ সোণালী অধ্যায়টো
মোৰ কাব্যিক জীৱনৰ অভিজ্ঞতা
কবি কথা
ঈশ্বৰ, প্ৰকৃতি আৰু মানুহ
নৃত্য আৰু নাট্যকলা
পুৰণি কামৰূপৰ তান্ত্ৰিক সংস্কৃতি
অসমীয়া ভাষা
একাক্ষৰী ভাষা
অসমীয়া সাহিত্যত বন-মৰ্মৰ
অসমীয়া বিহু গীতৰ সৌন্দৰ্য আৰু মনোবিশ্লেষণ
অসমীয়া সাহিত্যৰ অৱস্থা
ওমৰ খায়ামৰ কবিতা
চুফিবাদ আৰু হাফিজ
গালিব আৰু তেওঁৰ কবিতা
কবীৰ পৰিচিতি
'বালিকা বিধবা' আৰু অসমীয়া
ৰূপালি ঢৌ
অসম সাহিত্য সভা আৰু মই
অসম বাণী আৰু অসম
মোৰ কল্পনাৰ ভাৰতবৰ্ষ
নৱযুগ
কৰ্ম্ম-দীপ
সাহিত্যৰথী বেজবৰুৱাৰ ব্যক্তিত্ব
বেজবৰুৱাৰ কদমকলি
অমৰ কবি মফিজুদ্দিন আহমদ হাজৰিকা
সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰ জীৱন-দৰ্শন সাহিত্য প্ৰতিভা
মোৰ প্ৰিয় কবি হিতেশ্বৰ বৰবৰুৱা
সাংবাদিক নীলমনি ফুকন
ড° ৰাধানাথ ফুকনৰ সাহিত্য কীৰ্ত্তি আৰু ব্যক্তিত্ব
শ্ৰদ্ধেয় তাৰানাথ বৰপূজাৰীলৈ শ্ৰদ্ধা তৰ্পণ
সাধক কৃষ্ণকান্ত সন্দিকৈ
জে বৰুৱাৰ স্মৃতিত
আমাৰ মিত্ৰদেৱ ছাৰ
ডিব্ৰুগড়ৰ নেওগ মানুহজন
স্মৃতি তৰ্পণ
পাপৰিৰ কবি গনেশ গগৈ
মৰহা পাপৰিৰ বিষয়ে
অসমীয়াৰ মহিলা কবি
মনচুৰ মিঞাৰ পঁজা
ঈদ মুবাৰক
ভিতাবৰত কি ক'ত আছে?
বঙালী ভাই সকললৈ এটি উপদেশ
ককা আৰু নাই
পঞ্চৱটী বন
মহিষাসুৰ মৰ্দ্দিনী শ্ৰীদুৰ্গাৰ জন্ম
প্ৰথম আহাৰ আৰু কবি দুৰ্ব্বা
আহাৰৰ প্ৰথম দিন
সংকট মোচন হনুমান
আমাৰ গাঁওখন
গীতা জয়ন্তী ভাষণ
বিহুৰ ওলগ
আশী পাৰ হোৱা সাহিত্যিক শ্ৰীৰাধানাথ ফুকন, বেদান্ত বাচস্পতি
শব্দ-বিজ্ঞান
সোণালী যুগৰ দেৱী মিনাৰ্ভা
নিৰলাৰ কবি ভৱপ্ৰসাদ ৰাজখোৱা
ৰামায়ণৰ কথা
চুফি সাধক চৰ্ম্মদ
যুৱক-যুৱতীলৈ নেহৰুৰ বাণী
পৰশুৰাম চিৰিজৰ
কৰাচিৰ পৰা যোৰহাটলৈ
গাঁৱৰ সেৱা

# ঋক্‌বেদৰ কবিতা

পৃথিবীৰ আটাইতকৈ পুৰণি ঋগ্‌বেদক আমি প্ৰকৃতিৰ বিচিত্ৰ ৰূপলেখা এখন কাব্য-গ্ৰন্থ হিছাপেও চাব পাৰোঁ। ঋগ্‌বেদৰ ঋষি সকলক আধুনিক ভাষাৰ কবি বুলি ক'লেও একো ভুল নহ'ব। সেই কবিসকলে জীৱন্ত আৰু নিৰ্জীৱ প্ৰকৃতিৰ মাজত একো ভেদ নেদেখিছিল। আনকি, মানুহ, জীৱজন্তু আৰু গছ-গছনি আদি সকলোকে এক পৰ্যায়তে থৈছে তেখেতসকলে প্ৰকৃতিৰ বিচিত্ৰ ৰূপৰ মাজত জ্যোতি দেখা পাইছিল। তেখেতসকলে সকলোতে নিজৰ স্বৰূপ দেখা পাইছিল। সচিত্ৰ এখন জীৱন্ত জগতৰ সন্ধেদ পাইছিল।

গাই গৰু, বলদ গৰু, ঘোঁৰা আদিয়েও ঋক্‌বেদৰ অনেক ঠাইত বিশেষ স্থান পাইছে। শেন চৰাই, কুকুৰনেচীয়া বাঘ আদিৰো উল্লেখ আছে কিন্তু ম'ৰা চৰাই বা আন গান গোৱা চৰাই আদিৰ নাম পোৱা নহয়। নৈ বিলাকৰ অতি সুন্দৰ বৰ্ণনা পোৱা হয়।

প্ৰকৃতিৰ বিচিত্ৰ ৰূপ বৰ্ণনাৰ মাজত আমি ধুমুহা বতাহ, উষাকাল, উদীয়মান উজ্বল সূৰ্য আৰু মধ্যাহ্নৰ সূৰ্যৰ বিষয়ে কাব্যময় বৰ্ণনা পাওঁ। উষাৰ বৰ্ণনা অনন্ত কালৰ সৌন্দৰ্যৰে পৰিপূৰ্ণ এটি দীপ্‌লিপ্ অনিন্দ্য সুন্দৰী ৰূপহীৰ দৰে জীৱন্ত হৈ আছে। সোণপানীৰ সাগৰত গাধুই উঠি অহা অপূৰ্ব লাৱণ্যময়ী উষাই মানৱ-সভ্যতাৰ আলোক-ৰাশি পিন্ধি যেন এতিয়াও দিব্য-সৌন্দৰ্য দান কৰি আছে। সেই কবিসকলে সম্পূৰ্ণ মানৱীয় সহানুভূতিৰে প্ৰকৃতিৰ লগত নিজকে বিলীন কৰি দিছিল। সম্পূৰ্ণ মানৱীয় ৰূপ দান কৰি প্ৰকৃতিৰ বিভিন্ন ৰূপ অনন্ত কালৰ কাৰণে জীৱন্ত কৰি থৈ গ'ল। ধুমুহা বতাহৰ ভয়ঙ্কৰ ৰূপ বৰ্ণনা দিওঁতে আমি চকুৰ আগতে ডাঙৰ ডাঙৰ গছ বোৰ উভাল খাই মাটিত পৰা যেন দেখা পাওঁ। লগে লগে সেই ধুমুহাৰ মাজত উজ্জ্বল সাজ-পাৰ পিন্ধা এদল তৰুণ-যুৱককো দেখা পাওঁ। এই তৰুণ দল শক্তিৰ প্ৰতীক। বহুত তৰুণৰ শক্তিৰ সমন্বয়ৰ দ্বাৰাই ধুমুহাৰ ধ্বংস-লীলা বৰ্ণোৱা হৈছে। আনহাতে বৰ্ষাৰ প্ৰবল সোঁত পাৰ ভাঙি নিয়া নৈ বিলাকৰ মাজত সেই কবি সকলে মনোমোহা ধুনীয়া ধুনীয়া গাভৰু ছোৱালী বিলাকৰ ৰূপ দেখা পাইছিল। ইয়াৰ পৰাই আমি সেই কবি সকলৰ কবি-প্ৰতিভা দেখিবলৈ পাওঁ। মৰুত (ধুমুহা-বতাহ)ৰ বৰ্ণনাত এনে দৰে পোৱা হয় —

"তোমালোক ডাঙৰ ডাঙৰ ম'হ বোৰৰ দৰে। তোমালোকৰ গাত অলৌকিক শক্তি আছে। তোমালোকৰ দেহত বিভিন্ন ৰং আছে; পৰ্বতৰ দৰে তোমালোক বলী। হাতীয়ে শুৰেৰে গছৰ ডালপাত ভাঙি এফালৰ পৰা মহতিয়াই যোৱাদি তোমালোকেও অৰণ্যৰ গছ বন মুহূৰ্ততে ভাঙি মোহাৰি পেলাব পাৰা। ধুমুহাৰ গতি দেখিলে ভয় লাগে। অসীম শক্তিৰে আগবাঢ়ি ধুমুহাই ত্ৰাসৰ সঞ্চাৰ কৰে।"

"তোমালোকৰ শক্তি ভয়ঙ্কৰ, তোমালোকৰ লগৰীয়া বিলাকো অসীম শক্তিশালী। তোমালোকৰ জুই লগোৱা শক্তিও অসীম, অতি উজ্বল। তোমালোকৰ মন ক্ৰোধেৰে পৰিপূৰ্ণ। তোমালোকৰ গৰ্জন ধ্বনি শুনিলে মানুহ ত্ৰাসত পেপুৱা লাগে।"

"জন্মতে তোমালোক ত্ৰাস হৈ আছিলা। তোমালোক অতি দ্ৰুত গতিৰে যোৱা। যেতিয়া তোমালোক সম্পূৰ্ণ ক্ষমতাৰে মহা পয়োভৰেৰে সজ্জিত হৈ গতি কৰিব খোজা পৃথিৱী কম্পমান হয়।'

"যুদ্ধত জয়লাভ কৰা সৈন্যসকলৰ দৰে ভীষণ ধ্বনি কৰা।"

প্ৰকৃতিৰ এই ভয়ঙ্কৰ ৰূপৰ মাজত ঋষিসকলে মানৱীয় কৰ্মসমূহকে দেখা পাইছিল।

"ৰুদ্ৰৰ সন্তান মৰুৎসকল চিৰ-যৌৱনৰ গৰাকী। তেওঁ বিলাক কাহানিও বুঢ়া নহয়। পৰ্বতৰ দৰে তেওঁ বিলাকৰ অগ্ৰগতি কোনেও বাধা দি থাকিব নোৱাৰে।" বতাহ ধুমুহা ব'লি থাকোঁতে মাজে মাজে বিজুলী ঢেৰেকনি, মাজে মাজে মেঘে ঢকা আকাশ, মাজে মাজে ৰ'দৰ জেউতিত চিকমিকাই থকা ৰূপটো এই দৰে বৰ্ণনা কৰিছে :

"ধনী মানুহৰ দৰাই উজ্বল সাজপাৰ পিন্ধা দি তোমালোকে সোণবৰণীয়া সাজপাৰ পিন্ধিছা। সৌন্দৰ্য সৃষ্টি কৰিবৰ কাৰণে তোমালোকৰ গাত এটা উজ্বল চিকমিকনি পৰিধান কৰিছা। তোমালোক অতি সুন্দৰ আৰু বৰ ক্ষমতাশীল।'

"মৰুৎসকল যুদ্ধৰ ঘোঁৰাৰ দৰে অতি দ্ৰুত বেগেৰে যায়। উৎসৱ পাৰ্বলৈ যোৱা মানুহৰ দৰে খৰধৰকৈও কেতিয়াবা যায়। যেতিয়া মানুহক বৰষুণৰ দ্বাৰাই পানীৰ যোগান ধৰে, তেতিয়া মৰুৎসকলে শিশুৰ দৰে ধেমালি কৰি মৃদু-মধুৰ বতাহেৰে ডাৱৰবোৰ সঞ্চালন কৰি দিয়ে।'

"মৰুৎসকল গায়কো। কেতিয়াবা ভয়ঙ্কৰ শব্দ, কেতিয়াবা মৃদু আৰু কেতিয়াব গছৰ পাতত শিহৰণ তোলা সুৰদি শব্দৰে ঝঙ্কাৰ তোলে। তেওঁবিলাকে কেতিয়াবা কেতিয়াবা দীঘল দীঘল শব্দৰ ধ্বনিও কৰে।"

---

এই মৰুৎসকলৰ বৰ্ণনাৰ মাজত আমি সেই কালৰ ভাৰতবৰ্ষৰ জন-গণ আৰু বীৰ সকলৰ এটি পৰিষ্কাৰ ৰূপ দেখা পাওঁ। মানুহ বিলাক দেখাত সুন্দৰ আৰু সুগঠিত আছিল। তেওঁবিলাকৰ হাতত সুন্দৰ আহিলাপাতি আছিল। প্ৰয়োজন হ'লে যি এটা শত্ৰুও বধ কৰিব নোৱাৰিছিল, তেওঁক বীৰ বোলা নহৈছিল। "হে মৰুৎসকল, তোমালোকৰ হাতত থকা কুঠাৰ, যাঠি জোং আদি আৰু মানুহৰ হাতত থকা অস্ত্ৰ - শস্ত্ৰ আদিয়ে যেন কেতিয়াও আমাক আঘাত নকৰে। তোমালোকে আমাক ৰক্ষা কৰি থাকিবাঁ।'

"হে মৰুৎসকল, সিন্ধুত থকা, সাগৰত থকা আৰু পৰ্বতত থকা ঔষধবিলাক আমাৰ কাৰণে তোমালোকে লৈ আহিবাঁ।"

মৰুৎসকলৰ এনেকুৱা বৰ্ণনাৰ মাজত আমি বহু সমস্যাৰ এটা সমাধান বিচাৰি পাওঁ। পাৰ্থিৱ জগতত এনে বহুত ঘটনা ঘটে যিবোৰৰ সমন্বয় সাধন কৰা বৰ টান হৈ পৰে। কিন্তু ঋগ্‌বেদৰ কবিয়ে বহু প্ৰকাৰৰ বিভিন্ন সমস্যা দেখা পাইছে, যি বিলাক সাধাৰণ লোকৰ দৃষ্টিত নপৰে। আৰু সকলো বিলাকৰ এটা মিলন ঘটাই প্ৰকৃতি মানুহৰ মঙ্গলৰ বাবে বুলি প্ৰমাণ কৰিছে। এইটোৱেই কবিৰ প্ৰতিজ্ঞা। পৰস্পৰ সম্পৰ্ক নথকা বিভিন্ন অৱস্থাৰ মাজত ঐক্য সাধন কৰি এটা অপূৰ্ণ ৰূপ দান কৰা প্ৰকৃতিৰ কবিতা ঋগ্বেদৰ যুক্তি বিলাক অনবদ্য, এই কাৰণেই ইয়াক মানুহে আজিও ইমান সমাদৰ কৰে।

ঋগ্বেদৰ সূক্ত বিলাকৰ মাজত আমি ক'তো গুহাবাসী আদিম মানৱৰ সন্ধান নাপাওঁ। বৰং ৰূপ-ৰস গন্ধ স্পৰ্শ শব্দৰ সমন্বয় সাধন কৰা এখন সৰ্বতোপ্ৰকাৰ গতিশীল আৰু সম্পূৰ্ণ মানৱীয় প্ৰচেষ্টাৰে পৰিপূৰ্ণ উন্নত সমাজহে দেখা পাওঁ। পিন্ধা-উৰা, খোৱা-বোৱা, উৎসৱ পাৰ্বণ, হৰ্ষ-বিষাদ, সমাজ-প্ৰীতি আদিৰ বৰ্ণনাৰে এই সূক্ত বিলাকে বৈদিক যুগৰ যিখন ভাৰতবৰ্ষ আঁকি থৈছে সেই ভাৰতবৰ্ষ শাশ্বত আৰু সনাতন। আজিকালিৰ মানুহৰ ধাৰণা পৰিবৰ্তন হোৱা স্বাভাৱিক। কাৰণ মানুহ আৰু মানুহৰ সমাজে সময় সোঁতত গতি কৰে। সেই বুলি অতীত তেনেই "অন্ধকাৰ" আছিল আৰু বৰ্তমানেহে "অতি উজ্জ্বল" বুলি ক'লে তেনেই ল'ৰালি কথাৰ নিচিনা হ'ব। বেদত কোনো প্ৰকাৰ নিৰ্দিষ্ট ধৰ্মৰ কথা নাই। বেদ মানুহৰ ধৰ্ম।

প্ৰকৃতি আৰু মানুহ সেই কালত অভেদ আছিল। ঋষি সকলে বিশ্বময় প্ৰাণৰ সন্ধান পাইছিল, পৃথিৱী আৰু স্বৰ্গৰ মাজত সমন্বয় সাধন কৰি পৃথিৱীত বহুকাল জী থাকিবলৈ হেঁপাহ কৰিছিল। ক'তো নৈৰাশ্যৰ হাঁ-হুমুনিয়াহ নাই।

---

মণিদীপ, ষষ্ঠ বছৰ, চতুৰ্থ সংখ্যা

## বুদ্ধদেৱ

আজিৰ পৰা প্ৰায় আঢ়ৈ হাজাৰ বছৰ আগৰ কথা। হিমালয় পৰ্বতৰ নামনিত কপিলাবস্তু নামেৰে এখনি ইন্দ্ৰৰ অমৰাৱতীৰ সদৃশ মনোৰম সৰু ৰাজ্যত শুদ্ধোধন নামেৰে এজন ৰজাই ৰাজত্ব কৰিছিল। তেওঁৰ ৰাণীৰ নাম আছিল - মায়াদেৱী। এবাৰ আষাৰমহীয়া পূৰ্ণিমা ৰাতি মায়া দেৱীয়ে এটা অতি আচৰিত সপোন দেখিছিল। তেওঁ দেখা পালে যে চাৰিজন দেৱদূতে আকাশৰ পৰা নামি আহি তেওঁক হিমালয় পৰ্বতৰ ওপৰত থকা এখন দিব্য উপবনলৈ তুলি লৈ গ'ল। অপেস্বৰা সকলে তাত ৰাণীক দিব্য সৰোবৰত স্নান কৰাই দেৱাঙ্গ ভূষণ সাজপাৰ পিন্ধালে। এইদৰে স্বৰ্গলোকত অভিষিক্তা হোৱাৰ পিছত তেওঁ এখনি সোণৰ পালঙ্কত শয়ন কৰিলে। তেতিয়া যেন এটা শুকুলা হাতী আহি তেওঁক তিনিবাৰ প্ৰদক্ষিণ কৰি তেওঁৰ গাত লীন হৈ গল। ইয়াৰ পিছত সপোন ভাগিল। ৰাণীৰ আৰু টোপনি নাহিল। পিছদিনা পুৱা তেওঁ এই বিচিত্ৰ সপোনৰ কথা ৰজাক জনালে। ৰজাই ব্ৰাহ্মণ— সজ্জনক দান দক্ষিণা— কৰি ৰাণীয়ে ৰাতি দেখা অদ্ভুত সপোনটোৰ কথা উলিয়ালে। এজন জ্যোতিষীয়ে ৰজাক ক'লে - "মহাৰাজ, আপুনি বৰ ভাগ্যবান। অচিৰতে আপুনি এজন সুলক্ষণীয়া পুত্ৰ লাভ কৰিব। সেই লৰাটিয়ে যদি ঘৰ সংৰাত মন দিয়ে - তেন্তে তেওঁ পৃথিৱীৰ ৰাজ ৰাজেশ্বৰ হব। আৰু যদি গৃহত্যাগী হয় তেন্তে তেওঁ অমূল্য জ্ঞানৰ অধিকাৰী বুদ্ধ হ'ব।' জ্যোতিষীৰ এই ভৱিষ্যত বাণী শুনি ৰজাৰ বুকুখন অজানিতে কঁপি উঠিল।

ইয়াৰ কিছুদিন পিছত খ্ৰীষ্টপূৰ্ব ৫৬৩ চনৰ বহাগ মাহৰ পূৰ্ণিমা তিথিত লুম্বিনী নামে এখন উদ্যানত মায়া দেৱীয়ে এটি পুত্ৰ ৰত্ন লাভ কৰিলে। পুত্ৰ জন্ম হোৱাৰ বতৰা পাই শুদ্ধোধন ৰজাই পৰম আনন্দ লাভ কৰিলে। তেওঁ ব্ৰাহ্মণ সজ্জনক বিস্তৰ দান দক্ষিণা দিলে। হিমালয় পৰ্বতৰ পৰা অসিত নামেৰে এজন ঋষি কোঁৱৰক চাবলৈ আহিল। কোঁৱৰৰ গাত মহৰ্ষিয়ে ভৱিষ্যত বুদ্ধত্বৰ লক্ষণ দেখা পালে। তেওঁৰ চকুৰে দুধাৰ হৰ্ষ-বিষাদৰ চকুলো বাগৰি গ'ল। অমঙ্গলৰ আশঙ্কা কৰি ৰজাই সুধিলে। "মহৰ্ষি, আপোনাৰ চকুত চকুপানী কিয়?" উত্তৰত ঋষি অসিতে ক'লে - "মহাৰাজ আপোনাৰ এই শিশুটিয়ে জগতৰ পৰা অজ্ঞান-অন্ধকাৰ, পাপ তাপ দূৰ কৰিবলৈ পৃথিৱীত জন্ম লৈছে। এওঁ এদিন জগতক জৰা মৃত্যুৰ গৰাহৰ পৰা পৰিত্ৰাণ কৰিব। এওঁ জগত বাসীক নিৰ্বাণৰ পথ দেখুৱাই দিব। আপুনি এই পুত্ৰৰ কাৰণে অকাৰণত শোক নকৰিব।" এনেদৰে কৈ অসিত মুনি আকৌ তপস্যা কৰিবলৈ গুচি গ'ল। এই শিশুটিৰ নাম থোৱা হল সিদ্ধাৰ্থ। গৌতম নামেৰেও তেওঁ জনাজাত হৈছিল। ৰাজকোঁৱৰৰ জন্মৰ সাতদিন পিছতে মাক মায়া দেৱী স্বৰ্গী হয়। মাহীমাক মহা প্ৰজাপতি গৌতমীয়ে তেওঁক তুলিতালি ডাঙৰ কৰে।

শুদ্ধোধন ৰজাৰ ৰাজ কাৰেঙত পূৰ্ণিমাৰ জোনটিৰ দৰে কলা কলা কৈ ৰাজকোঁৱৰ গৌতম বাঢ়িবলৈ ধৰিলে। তাত তেওঁৰ দিনবোৰ যাতে সুখ সম্ভোগৰ মাজেদি পাৰ হ'ব পাৰে তাৰ কাৰণে দেউতাকে দিহা লগাই দিছিল। কোঁৱৰৰ টোলৰ ভিতৰতে এখন মায়াপুৰী সৃষ্টি কৰা হৈছিল। কোঁৱৰে যাতে তাৰে ভিতৰত ভোল গৈ থাকি বাহিৰৰ জগতখনৰ বিষয়ে ভু-ভা নাপায়, সেই বিষয়ে ৰজাই বিশেষ যত্ন লৈছিল। সেই টোলৰ ভিতৰতে ৰাজ-কোঁৱৰে অস্ত্ৰ-শস্ত্ৰ সকলো বিদ্যাতে পাৰ্গতালি লাভ কৰিলে, বিবিধ জ্ঞান বিদ্যা আহৰণ কৰিলে। দেউতাকে কিন্তু কোঁৱৰৰ উদাসীন মনোভাব লক্ষ্য কৰি তেওঁৰ ভৱিষ্যতৰ কথা ভাবি বৰ ব্যাকুল হৈ আছিল! কোঁৱৰে যাতে কোনো অভাব অনাটনৰ সম্মুখীন হ'ব নেলাগে, লাগ বুলিলে যি কোনো বস্তুকে হাত মেলিলেই পায় এনে ব্যৱস্থা কৰি ৰাখিছিল। ৰাজকোঁৱৰৰ ওঠৰ বছৰ বয়স হোৱাত গোপা বা যশোধৰা নামেৰে এটি পৰমা সুন্দৰী ৰাজকন্যাৰ লগত দেউতাকে তেওঁৰ বিয়া পাতি দিছিল। ইমানতো কোঁৱৰৰ মন কিবা এটা অজানিত চিন্তাই যেন খুলি খুলি খাইছিল। দেউতাকৰ অনুমতি লৈ নগৰ পৰিভ্ৰমণৰ উদ্দেশ্য টোলৰ পৰা বাহিৰ ওলাই গৈ এদিন তেওঁ দেখা পাইছিল এজন বুঢ়া মানুহ, এদিন দেখা পাইছিল এজন ৰুগীয়া মানুহ আৰু এদিন দেখা পাইছিল এজন মৰা মানুহ। এইবোৰ দেখি মানুহৰ দুৰৱস্থাৰ কথা জানি যুৱৰাজ গৌতম অতিশয় বিমৰিষ হৈছিল। তেওঁ মনে মনে ভাবিছিল - বাৰ্দ্ধক্য, ৰোগ, জৰা, মৃত্যু নিবাৰণ কৰিবলৈ মানুহৰ হাতত সঁচাকৈয়ে একো উপায় নাই নেকি? ইয়াৰ পিছত আৰু এদিন ফুৰিবলৈ গৈ তেওঁ দেখা পাইছিল হাতত কমণ্ডলুৰ সৈতে গেৰুৱা বসন পৰিধান কৰা এজন সন্যাসী। এই গৃহিত্যাগী, পৰম বস্তু অন্বেষণকাৰী সন্যাসীজনক দেখি গৌতমৰ মনটো সেইদিনা যেন অলপ ভাল লাগিছিল। তেওঁ ভাবিছিল এইটোৱেই প্ৰকৃত পথৰ সন্ধান। ইয়াৰ কিছু দিনৰ পিছত যশোধৰাই এটি পুত্ৰ লাভ কৰিলে। গৌতমৰ এই পুত্ৰৰ নাম থোৱা হল - ৰাহুল! ৰাহুলৰ জন্ম হোৱা দেখি ৰাজকোঁৱৰে ভাবিলে কথা দেখোন বেয়াৰ ফাললৈহে গৈছে, তেওঁ ক্ৰমাত্ত বেছিকৈহে সংসাৰৰ মেৰপাকত বান্ধখাই পৰিছে।

শেষত তেওঁ মন দৃঢ় কৰি গৃহ সংসাৰ ত্যাগ কৰিবলৈকে স্থিৰ কৰিলে। কপিলাবাস্তুৰ ৰাজসিংহাসন, চেনেহৰ আই-বোপাই, মনোৰমা পত্নী গোপা, নৱজাত পুত্ৰ ৰাহুল সকলোৰে লগত মায়াৰ বান্ধোন ছিঙিবলৈ তেওঁ দৃঢ় সংকল্প কৰিলে।

---

সেই দিনা মাজ নিশা শিতানত এগছ বন্তি টিমিকচামাককৈ জ্বলি আছিল। তেওঁৰ কাষত শুই আছিল তেওঁৰ ভাৰ্য্যা আৰু অকণ মানি-শিশুপুত্ৰটি। শয্যাৰ পৰা সিদ্ধাৰ্থ ঘপ কৰে উঠিল। গাত থকা আ-অলঙ্কাৰ ৰাজ-সাজপাৰ আদি সকলো সোলোকাই এটি দীনদৰিদ্ৰ ভিক্ষাৰীৰ বেশেৰে তেওঁ চেনেহৰ পুত্ৰ-ভাৰ্য্যাক এৰি থৈ ৰাজকাৰেঙৰ পৰা ওলাই গ'ল। লগত এজন সাৰথি লৈ ৰাতিয়েই তেওঁ সেই ৰাজ্যৰ সীমা পাৰ হৈ মূৰৰ চুলিবোৰ কাটি বৈৰাগীৰ বেশ লৈ অৰণ্যত সোমালগৈ।

তাৰ পিছত ৰাজ সুখত লালিত পালিত হোৱা যুৱৰাজ সিদ্ধাৰ্থ দেশ দেশান্তৰলৈ বাটকুৰি বাই গ'ল। কত জ্ঞানী মনীষীৰ কাষত বহি জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন সুধি তেওঁ বিচৰা জ্ঞানৰ অন্বেষণ কৰিলে। কিন্তু কোনেও তেওঁৰ প্ৰশ্নৰ সবিশেষ উত্তৰ দিব নোৱাৰিলে। কোনেও তেওঁৰ মনৰ খুদুৱনি ভাৱ দূৰ কৰিব নোৱাৰিলে। অৱশেষত তেওঁ হাবিৰ মাজলৈ গৈ অনাহাৰে অনিদ্ৰায় কঠোৰ তপস্যা আৰম্ভ কৰিলে। এখনি ওখ আসনত লেপেটা কাঢ়ি বহি ৰ'দ-বৰষুণ, জাৰ জহলৈ কেৰেপ নকৰি ধ্যানত বহিয়েই থাকিল। খোৱা আহাৰ কমাই নি শেহত এটা মাথোন চাউল খাবলৈ ললেগৈ। এবাৰ ভোকে লঘোণে তেওঁৰ শৰীৰ অতিশয় ক্লান্ত হৈ পৰিছিল। সেই সময়ত সুজাতা নামেৰে এগৰাকী ৰাজকন্যাই তেওঁৰ আগত বনদেৱতাৰ উদ্দেশ্যে আগবঢ়োৱা পৰমান্ন ভক্ষণ কৰিহে তেওঁ গা টঙাব পাৰিছিল। তপস্যাৰ এই কাল ছোৱাত মাৰ নামেৰে এজন উপদেৱতাই ৰাজকোঁৱৰক তপ ভঙ্গ কৰিবলৈ নানা প্ৰকাৰ বিধি-পথালি দিছিল আৰু তেওঁৰ আগত নানা প্ৰকাৰ প্ৰলোভনৰ সৃষ্টি কৰিছিল কিন্তু এই সকলোবোৰ বিপদ বিঘিনিৰ মাজতো যুৱৰাজ গৌতম তেওঁৰ দৃঢ় সঙ্কল্পত অচল অটল হৈ বহি আছিল। কুচক্ৰী মাৰৰ মায়াজালত তেওঁ ভোল নগ'ল। এইদৰেই নানান অগ্নি পৰীক্ষাৰ মাজেদি প্ৰায় ছবছৰ কাল পাৰ হৈ গ'ল।

হিন্দুৰ পৰম তীৰ্থ গয়াৰ ওচৰত থকা এখন অৰণ্যৰ এজোপা বট গছৰ তলতে বহি তেওঁ এই তপস্যা কৰিছিল। সদৌ শেষত তেওঁৰ কঠোৰ সাধনাৰ ফল এদিন ৰাতি পূৰ্ণিমাৰ জোনাকৰ দৰে তেওঁৰ মনত জিলিকি উঠিল। ইমান দিন যি প্ৰশ্নই তেওঁৰ মনত যন্ত্ৰণা দিছিল সেই সকলো যন্ত্ৰণাৰ অন্ত কৰি বিজুলীৰ দৰে চাট কৰে তেওঁৰ হৃদয়ত ঈশ্বৰৰ কৃপাৰ আলোক পৰিল। সেই মুহূৰ্ততে সিদ্ধাৰ্থই দিব্যজ্ঞান লাভ কৰিলে। বৌদ্ধধৰ্ম মতে ইয়াকে তেওঁৰ "বোধি-সত্ত্ব" লাভ বোলে, সেই বট জোপাক "বোধি-কল্পদ্ৰুম" আৰু গৌতম সিদ্ধাৰ্থক সেই দিনাৰ পৰা বুদ্ধ বোলে। বুদ্ধ মানে আলোকিত জন। বুদ্ধৰ মতে চলা লোকসকলক বৌদ্ধ বোলে।

এই দিব্যজ্ঞান লাভ কৰাৰ পিছত গৌতম বুদ্ধ তাৰ পৰা গৈ কাশীৰ পৰা ১০ মাইল মান পূৱত থকা সাৰনাথ নামে এখন গাঁৱলীয়া ঠাইত প্ৰথমে বিহাৰ বা সত্ৰ স্থাপন কৰি চাৰিজন শিষ্যৰ সৈতে তেওঁৰ নতুন মত প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰে। বুদ্ধৰ মতেৰে আকাংক্ষা থকা বাবেই মানুহে দুখ ভোগ কৰে। এই পৃথিৱীৰ দুদিনীয়া সুখ-ভোগৰ লালসা কৰি থকা বাবেই মানুহে সদায় দুখ-যাতনা ভোগ কৰে। সেই কাৰণে বুদ্ধই শিক্ষা দিলে যে, এই খন্তেকীয়া ভোগ-লালসাৰ পিনে পিঠি দিলেই মানুহে স্থায়ী সুখ পাব পাৰে। পৃথিৱীত মানুহৰ আশা কেতিয়াও পূৰ্ণ নহয়। এটা পালে আৰু কিবা এটা পাবলৈ মন বলিয়া হয়। প্ৰকৃততে এই আকাংক্ষায়েই হে মানুহৰ মনত সকলো প্ৰকাৰৰ অশান্তিৰ সৃষ্টি কৰে। বুদ্ধৰ মতেৰে মানুহে জীৱনৰ পৰিপূৰ্ণতা লাভ কৰিবলৈ হ'লে আকাংক্ষা একেবাৰেই নাইকিয়া কৰি ল'ব লাগিব।

মানুহৰ মন আৰু চিন্তা সদায় শুদ্ধ পথেদি চলিব লাগিব। পৃথিৱীত থকা আটাইবোৰ সম্পদ ক্ষণস্থায়ী, ইয়াকে জানি সেইবোৰৰ ফালে মন নিদি সত্য পথেদি গৈ থাকিব লাগিব। সকলো প্ৰাণীৰে প্ৰতি সজ ইচ্ছা, দয়া-স্নেহ আৰু আপোন ভাব থাকিব লাগিব। সকলোকে সহায় কৰিবলৈ অন্তৰত হেঁপাহ থাকিব লাগিব, কিন্তু কাকো হিংসা বা কাৰো অনিষ্ট নকৰিবলৈও মন বান্ধি থ'ব লাগিব। এইদৰে চলিব পাৰিলেই বুদ্ধই কয়, দুখক জয় কৰিব পাৰি।

বুদ্ধই কয় — কথা-বাৰ্তা কওঁতে সদায় অতি সাৱধানে সত্য-শুদ্ধ কথাহে ক'ব লাগে। কোৱা কথা সদায় সঁচা হ'ব লাগে, দয়াচেনেহ থকা হ'ব লাগে আৰু আনে শুনি ভাল পোৱা আৰু গধুৰ হ'ব লাগে। চেলেপু কথাই মানুহৰ মন বেয়া কৰে।

সত্য-শুদ্ধ কৰ্ম কৰিব লাগে। জীৱ হত্যা কৰা, চুৰ কৰা, ৰাগিয়াল বস্তু খোৱা আৰু অসৎ চৰিত্ৰৰ মানুহৰ লগত সঙ্গ কৰি ৰাতি টোপনি খতি কৰা আদি কু-কাৰ্য্যৰ পৰা মানুহৰ চৰিত্ৰ নষ্ট হয়। চৰিত্ৰ নষ্ট হলেই জীৱনৰ আদৰ্শ ভ্ৰষ্ট হয়। আকাশৰ পৰা পপীয়া তৰা সৰি পৰাদি দুৰ্লভ মানৱ জনম লৈও আকৌ নৰকগামী হ'ব লগা হয়। এই কাৰণে বুদ্ধই সদায় সত্য শুদ্ধ কৰ্ম কৰিবলৈহে উপদেশ দি গৈছে।

পৃথিৱীত থাকিবলৈ হ'লে জীৱন নিৰ্বাহ কৰিবলৈ কিবা এটা নহয় এটা কাম কৰিব লাগিব। বুদ্ধৰ মতে কাকো একো অপকাৰ নকৰাকৈ, কাৰো প্ৰাপ্তিৰ পৰা কাঢ়ি নোলোৱাকৈ বা কোনো জীৱকে আঘাত নকৰাকৈ জীৱিকা উপাৰ্জন কৰিব লাগে।

জীৱ-হত্যা, মৃগয়া বা চিকাৰ, ৰাগিয়াল বস্তু বিক্ৰী, অস্ত্ৰ-শস্ত্ৰ বিক্ৰী কৰা ব্যৱসায় একেবাৰে নকৰিবলৈকে বুদ্ধই কৈ গৈছে।

শুদ্ধ পথে যত্ন কৰাৰ কাৰণেও বুদ্ধই নিৰ্দেশ দি গৈছে। মনক সদায় দমন কৰি সৎ পথেদি পৰিচালিত কৰিব লাগিব। বেয়া ভাব-চিন্তা আদি মানুহৰ মনতেই ওপজে। মনটো যদি তেনে বেয়া

চিন্তাৰ পৰা আঁতৰাই ৰাখিব পাৰি তেনেহলে সৎ চিন্তাই মনত ঠাই পাব। এইদৰে যত্ন কৰি নিজৰ মন বান্ধিলেই জীৱনৰ গতি সৎ পথেদি যাব আৰু মিছা আশা-আকাংক্ষাৰ ফান্দত পৰি মানুহে দুখ ভোগ নকৰাকৈ থাকিব পাৰিব।

মানুহৰ মনটো সৎভাবে ব্যৱহাৰ কৰিব পৰা ক্ষমতা অৰ্জন কৰিবলৈ বহুত অভ্যাস কৰিব লাগিব। কাৰণ, মনটোৱেই হ'ল বেয়া-ভাল সকলো চিন্তাৰ কঠীয়াতলী। যাতে অসৎ চিন্তাৰ ফলত সৃষ্টি হোৱা দুখৰ পৰা মানুহে হাত সাৰিব পাৰে আৰু সকলো প্ৰকাৰ অশান্তিক জয় কৰি নিৰ্বিকাৰ ভাবে চলিব পাৰে তাৰ কাৰণেই মন তৈয়াৰ কৰিব লাগে।

ইয়াৰ উপৰিও মনত একে সময়তে বহুত চিন্তা সোমাই উগুল-থুগুল লগাই থাকিলে কোনো এটাৰেই সমাধান নহয়। গতিকে কেৱল এটা কথাৰ গভীৰ চিন্তা কৰি ধ্যানস্থ হ'বলৈ শিকাও আৱশ্যক। মানুহে যেতিয়া নিজৰ মনটো এইদৰে বান্ধিব পাৰিব তেতিয়াই অসৎ চিন্তাৰ হাত সাৰি শান্তি লাভ কৰিব পাৰিব। দুখ-যন্ত্ৰণাৰ চিন্তাৰ পৰা মনটোক মুক্ত কৰি ৰাখিব পাৰিলেই মানুহে সকলো দুখৰ পৰা আঁতৰি থাকিব পাৰে। এইদৰেই বুদ্ধৰ মতে নিৰ্বাণ লাভ কৰিব পাৰি।

নিৰ্বাণ মানে সকলো প্ৰকাৰ দুখ-যন্ত্ৰণাৰ অন্ত। যি সকল লোকে এই পৃথিৱীত জীয়াই থাকিও সকলো প্ৰকাৰ দুখ-যন্ত্ৰণাক জয় কৰি মন প্ৰশান্ত অৱস্থাত ৰাখিব পাৰে তেওঁ বিলাকেই বুদ্ধদেৱৰ মতে প্ৰকৃত শান্তি লাভ কৰে।

বৌদ্ধ ধৰ্মৰ মতে অহিংসাই পৰম ধৰ্ম। বৈৰী ভাবৰ পৰা বৈৰী কেতিয়াও নাইকিয়া নহয়। অৰ্থাৎ কোনো লোকে এজনক শত্ৰু জ্ঞান কৰিলে বা তেওঁৰ বৈৰিতা কৰিলে সেই জনক শত্ৰু ভাব নকৰি মিত্ৰ ভাবেৰেহে জয় কৰিব লাগে। এজনে আন এজনৰ লগত যুদ্ধ-বিগ্ৰহ কৰি জয়লাভ কৰিলে, যি-জনৰ পৰাজয় হয় তেওঁৰ মনত দুখ উপজিব। কিন্তু যি-জনৰ মনত কোনো প্ৰকাৰ বৈৰী-ভাব নাথাকে, সকলোকে মিত্ৰজ্ঞান কৰে তেওঁ সদায়, কাকো আঘাত নিদিয়াকৈ, মনৰ সুখত বাস কৰে। পৰক দুখ দি যি-জনে নিজৰ কাৰণে সুখ বিচাৰে তেওঁ বৈৰী-ভাবৰ পৰা মুক্তি পাব নোৱাৰে।

পাপ কাম কৰি লুকাই সাৰিব পৰা ঠাই নাই। বুদ্ধদেৱৰ 'অনুশাসন' অৰ্থাৎ উপদেশ বিলাকে মানুহক সত্য পথৰ পথিক হৈ পবিত্ৰ জীৱন যাপন কৰিবলৈহে দঢ়াই দঢ়াই শিক্ষা দি গৈছে। যেনেকৈ মাটিৰ বুকুৰ পৰাই গছ গজে, ডাল-পাত, ফুল-ফলেৰে সুশোভিত হৈ আকৌ সেই মাটিৰ বুকুতেই বিলীন হয় আৰু আকৌ এজোপা নতুন গছ হৈ উঠি আহে, ঠিক সেই দৰেই নীতি-নিয়ম, নৈতিক উপদেশ আদিৰ পৰাই ধৰ্মৰ উদ্ভৱ হয় আৰু নীতি-নিয়ম ৰূপ মাটিতেই আকৌ বিকৃত হৈ - বিলীন হয়। সেই কাৰণেই গৌতম বুদ্ধই শিষ্য বৰ্গক নৈতিক জীৱনৰ পবিত্ৰতা ৰক্ষা কৰিবলৈ অনেক উপদেশ দি গৈছে।

জিভাৰ আগত যি ওলাই তাকে কেতিয়াও ক'ব নেপায়। আমাৰ বৰুৱা কথাতো কয় বোলে ভৰিৰ পিছলে খালে নিজে দুখ পায়, জিভাৰ পিছলে কিন্তু বিপদ ঘটায়। এই কাৰণে বুদ্ধদেৱে কৈছে —

যি-জনে বাক্ সংযম কৰিছে, যি-জনে গভীৰ ভাবে চিন্তা কৰি কথা কয়, যিজন উদ্ধত নহয়, যি-জনে ধৰ্মৰ প্ৰকৃত অৰ্থ বুজি পায়, সেই জন ভিক্ষুৰ বাক্যহে মধুৰ। বৌদ্ধ সকলে বৌদ্ধ-ভকতক 'ভিক্ষু' বোলে। আমাৰ সত্ৰত থকা কেৱলীয়া ভকতসকলৰ দৰেই ভিক্ষুবিলাকে কেৱল ধৰ্ম চৰ্চা আৰু ধৰ্মৰ জীৱনকে সংযোগত কৰি লয়। গৌতম বুদ্ধৰ অমৰ বাণী বিলাক থকা গ্ৰন্থৰ নাম "ধৰ্মপদ"। ইয়াত নীতি-ধৰ্মৰ উপদেশ বিলাক আছে। এই বাণী বিলাকৰ ভিতৰত তেওঁ এঠাইত কৈছে — অৰ্থ নাইকিয়া হেজাৰ শব্দ থকা বাক্যতকৈ অৰ্থপূৰ্ণ এটি বাক্যও ভাল। সুন্দৰ বং আৰু মনোহৰ গোন্ধেৰে এপাহ ফুলে যেনেকৈ সন্তোষ দিয়ে সৎ ভাব থকা এটি বাক্যয়ো তেনেকৈ মানুহক তৃপ্তি দিব পাৰে। বুদ্ধৰ এই মহাবাণী বিলাক প্ৰচাৰ হোৱাৰ লগে লগে এছিয়াৰ ভিতৰত বৌদ্ধ ধৰ্মএটি বিৰাট ধৰ্মত পৰিণত হ'ল। মানুহক নৈতিক জীৱনৰ পবিত্ৰতা ৰক্ষা কৰিবলৈ বুদ্ধই যিবিলাক উপদেশ দি গৈছে সেই বিলাক অকল বৌদ্ধ ধৰ্মীৰ কাৰণেই নহয় পৃথিৱীৰ সকলো ধৰ্মৰ কাৰণে অমূল্য সম্পদ। ৰাজৰ্ষি অশোকে বৌদ্ধধৰ্ম দেশ বিদেশত বিস্তাৰ কৰিলে। বুদ্ধই কৈ গৈছে - "যি-জনে লোকক সম্মান জনাই নমস্কাৰ কৰে, বয়োবৃদ্ধ সকলক শ্ৰদ্ধা কৰে, তেওঁ বিলাকৰ আয়ুস, বৰ্ণ, সুখ আৰু বল বৃদ্ধি হয়।"

ৰাজকোঁৱৰ সিদ্ধাৰ্থই সকলো সুখ ভোগ ত্যাগ কৰি কঠোৰ তপস্যা কৰি যি দিব্যজ্ঞান লাভ কৰিলে, সেই জ্ঞানৰ কিৰণ জগতবাসীক বিলাই ৮০ বছৰ বয়সত খ্ৰীষ্টপূৰ্ব ৪৮৩ চনত ইহলোক এৰি গুচি যায়। তেওঁ শেহৰ সময়ত শিষ্যসকলক কৈছিল — "তোমালোক প্ৰত্যেকেই একোগছ বন্তিৰ দিচিনা হ'বা। নিজৰ ওপৰত সম্পূৰ্ণ বিশ্বাস ৰাখি সদায় এক উদ্দেশ্য লৈ ধৰ্ম আচৰণ কৰিবা। যি সকলে একমাত্ৰ সত্যকেই আঁকোৱালি ধৰি সদায় সত্য পথেদি গৈ থাকিব, তেওঁবিলাকে সেই সত্যৰ পৰাই দিব্যজ্ঞান লাভ কৰিব পাৰিব। জ্ঞান লাভ কৰিবলৈ প্ৰত্যেকেই ইচ্ছুক হ'ব লাগিব।"

বৌদ্ধসকলে গৌতম বুদ্ধক 'তথাগত' অৰ্থাৎ 'সেই তাৰ পৰা অহা জন' (আমাৰ মতে অৱতাৰ) বুলি মানিছিল।

---

"কিৰজ্যোতি," অতুলচন্দ্ৰ হাজৰিকা

# বুদ্ধৰ নিবৃত্তি মাৰ্গ

**(বৌদ্ধ দৰ্শনৰ ইঙ্গিত)**

গৌতম বুদ্ধ যেতিয়া ৰাজ গৃহৰ পাণ্ডৱ নামে পৰ্বতৰ নিৰ্জ্জন বনত বিশ্ৰাম কৰিছিল সেই সময়ত মগধ ৰাজ্যৰ অধিপতি শ্ৰেণ্যই বুদ্ধৰ লগত হোৱা কথোপকথনৰ সাৰাংশ অনুধ্যান কৰিলে প্ৰবৃত্তি মাৰ্গ আৰু নিবৃত্তি মাৰ্গ সম্পৰ্কে পৰিস্কাৰ ধাৰণা ওপজে। ৰজা শ্ৰেণ্যই বুদ্ধক কৈছে, - "বিশাল সূৰ্য বংশত আপোনাৰ জন্ম। আপোনাৰ নবীন বয়স আৰু সুদীৰ্ঘ দেহ। আপুনি ৰাজ্য ত্যাগ কৰি সঙ্গতিহীন ভিক্ষা কৰি ফুৰিছে। আপোনাৰ এই দেহ ৰক্তচন্দন বিলেপনৰ যোগ্য। পৰদত্ত ভিক্ষান্ন ভোজনৰ যোগ্য নহয়। অতএব হে সৌম্য! আপুনি যদি পিতৃ-ৰাজ্য গ্ৰহণ কৰিবৰ ইচ্ছা নকৰে তেন্তে মোৰ ৰাজ্যৰ অৰ্দ্ধাংশ ভোগ কৰক" এইদৰে নানা প্ৰকাৰ কথা কৈ বুদ্ধক ধৰ্ম, অৰ্থ, আৰু কাম ত্ৰিৰ্বগৰ উপভোগ কৰিবলৈ বাৰেবাৰে আহ্বান কৰোঁতে অবিচলিত চিত্তেৰে বুদ্ধই উত্তৰ দিলে,

"মই জৰামৃত্যুৰ ভয় জানিব পাৰি মুক্তি কামনা কৰি প্ৰথমেই অকল্যাণৰ হেতু ভোগ্য বস্তু বোৰ, বন্ধু বৰ্গ আৰু ৰোদনৰত প্ৰিয়জন বৰ্গক পৰিত্যাগ কৰি এই ধৰ্মৰ আশ্ৰয় ললোঁ"।

"বিষয় বস্তু বা ভোগ বাসনালৈ মোৰ যিমান ভয় লাগে সৰ্প, আকাশৰ পৰা বজ্ৰ অথবা বতাহে কোবোৱা জুইৰ কাৰণে মোৰ সিমান ভয় নালাগে।" (ঠিক এনে ভাবত মহাপুৰুষ শঙ্কৰদেৱৰ এটি বৰগীত আছে। বিষয় বিষধৰ বিষে জৰজৰ, পৰাণ নাৰহে মোৰ। ইত্যাদি)

"কাম্য বিষয় বোৰ অনিত্য। আমাৰ পৰমাৰ্থ হৰণ কৰাত সেইবোৰ নিপুণ। সেইবোৰ শূন্য আৰু পৃথিৱীত মায়া সদৃশ। মানুহে যেতিয়া সেইবোৰকে পাবলৈ কামনা কৰে তেতিয়াই মানুহৰ চিত্ত মোহগ্ৰস্ত হয়। যেতিয়া সেই বোৰ পায় তেতিয়া আৰু কিমান কি হয়?" (ইয়াৰ লগত 'ব্ৰহ্ম সত্য জগৎ মিথ্যা' ৰিজাই চাব পাৰি)

'যি সকল ভোগ্য বস্তুৰ প্ৰতি আসক্ত তেওঁ বিলাকে স্বৰ্গধামতো শান্তি লাভ কৰিব নোৱাৰে। মৰ্ত্যলোকত কথাই নাই। বায়ু থকা অগ্নিৰ যেনেকৈ কাঠ পুৰি থাকিলেও তৃপ্তি নহয়, সেইদৰে বিষয়াসক্ত ব্যক্তিৰো একোতেই তৃপ্তি নহয়।'

'জগতত কামৰ সমান অনৰ্থ আৰু নাই। কিন্তু মোহৰ বশত মানুহ তাতেই আসক্ত হয়। এই প্ৰকাৰ তত্ত্ব অবগত হৈ অনৰ্থলৈ ভয় কৰা কোন প্ৰাজ্ঞ ব্যক্তিয়ে স্বয়ং অনৰ্থৰ অভিলাষ কৰিব পাৰে?"

"মানুহে সাগৰাম্বৰা (সাগৰৰ সাজ পিন্ধা) পৃথিৱীৰ আধিপত্য লাভ কৰিও মহাসমুদ্ৰৰ সিপাৰ জয় কৰিবলৈ ইচ্ছা কৰে। সমুদ্ৰত অজস্ৰ জলধাৰা গৈ পৰিলেও সমুদ্ৰৰ যেন তৃপ্তি নহয়। সেই ৰূপ ভোগ্য বস্তুৰ দ্বাৰায় মানুহৰ তৃপ্তি লাভ নহয়।"

"দেৱতাৰ দ্বাৰাই ৰাজ্যত সুবৰ্ণবৃষ্টি বৰ্ষিত হ'ল। চতুঃসমুদ্ৰ আৰু সপ্তদীপ অধিকৃত হ'ল। তথাপিও বিষয় বস্তুত মান্ধাতাৰ অতৃপ্তি নজন্মিল।"

'বৃত্ৰাসুৰৰ ভয়ত ইন্দ্ৰই পলায়ন কৰাৰ পাছত স্বৰ্গত দেৱতাগণৰ ৰাজ্য ভোগ কৰিও দম্ভৰ বাবে মহৰ্ষিগণৰ দ্বাৰাই নিজৰ দোলা ভাৰ বোৱাই বিষয় ভোগত অপৰিতৃপ্ত নহুষৰ পতন ঘটিছিল।।"

"ইলাৰ পুত্ৰ মহাৰাজ পুৰুৰুবা স্বৰ্গলৈ গমন কৰি দেৱী উৰ্বশীক বশীভুত কৰিও ভোগ্য বিষয়ত অতৃপ্ত হৈ ঋষিগণৰ স্বৰ্গ অপহৰণ কৰিবলৈ মন মেলি বিনাশপ্ৰাপ্ত হৈছিল।"

**প্ৰয়োজনীয় সংসাৰ সামগ্ৰী**

"ক্ষুধাৰ্ত কুকুৰে শুকান হাড় চোবোৱাদি যাৰ উপভোগতো তৃপ্তি নহয়, জীৰ্ণ অস্থি কঙ্কালৰ দৰে সেই কাম্য বস্তুৰ প্ৰতি কোন আত্মজ্ঞানী ব্যক্তিৰ অনুৰাগ জন্মিব।"

ভোগ্য বস্তু নহয় কিন্তু জীৱন ধাৰণৰ কাৰণে যিখিনি লাগে সেই খিনিৰ কথা বুজাই কৈছে, —

"বিষয় সম্পদ ভোগ্য বস্তু বুলি যি অভিমত শুনা হয় সেই কথা যথাৰ্থ নহয়। কাৰণ ভোগ্য বুলি একো বস্তুৱেই পৰিগণিত হোৱা নাই। এই পৃথিৱীত বস্ত্ৰ প্ৰভৃতি দ্ৰব্য সমূহ দুঃখৰ প্ৰতিকাৰ ৰূপেহে মানুহে ধাৰণ কৰে।"

"তৃষা নিবৃত্তিৰ কাৰণে যেনেকৈ পানীৰ প্ৰয়োজন হয়, ক্ষুধা নিবৃত্তিৰ কাৰণে সেইদৰে খাদ্যৰ প্ৰয়োজন হয়। বায়ু, ৰৌদ্ৰ আৰু পানী নিবৃত্তৰ কাৰণে ঘৰৰ প্ৰয়োজন হয়। কৌপীন নিৰ্মাণ আৰু শীত দূৰীকৰণ কৰিবৰ কাৰণে বস্ত্ৰৰ প্ৰয়োজন হয়।"

"সেইদৰে নিদ্ৰা সম্পাদনৰ কাৰণে শয্যা আৰু পথশ্ৰম দূৰ কৰিবৰ কাৰণে যান-বাহন আদিৰ প্ৰয়োজন হয়। উপবেশন সুখ অনুভৱৰ কাৰণে সেইদৰে আসন আৰু শৰীৰৰ মাৰ্জন। আৰোগ্য আৰু বল লাভৰ কাৰণে স্নানৰ প্ৰয়োজন হয়।"

"অতএব দেখা গ'ল যে মানৱগণৰ দুখৰ প্ৰতিকাৰ কৰিবৰ

কাৰণেহে বিষয়ৰ প্ৰয়োজন ; সেইবোৰ যথাৰ্থতে ভোগ্য বস্তু নহয়। দুখৰ প্ৰতিকাৰ কৰিবৰ কাৰণে যিবোৰ বস্তু নিৰ্দিষ্ট হৈছে সেইবোৰকে ভোগ্যবস্তু জ্ঞান কৰি কোন প্ৰাজ্ঞ ব্যক্তিয়ে ভোগ কৰিছোঁ বুলি ভাবিব?"

"পিত্তৰ দাহত দহ্যমান যি জন তেওঁহে শীত ক্ৰিয়াকে উপভোগ বুলি ভাবে - কেবল মাত্ৰ সেই ব্যক্তিয়েহে দুঃখৰ প্ৰতিকাৰৰ নিমিত্তে যত্নবান হৈ বিষয় বস্তু বোৰকে ভোগ্যবস্তু বস্তু বুলি অভিহিত কৰে।"

"যি কাম্য বস্তুৱে সুখ দান কৰে সেয়েই আকৌ দুখো উৎপাদন কৰে।"

"সুখ আৰু দুখ মিশ্ৰিত হৈ আছে বুলি জানিহে মোৰ ধাৰণা হৈছে যে ৰাজ্য আৰু দাসত্ব উভয়ে সমান। ৰজাই সদায় আনন্দত হাঁহি নাথাকে অথবা ভৃত্যয়ো সদায় দুখকেই ভোগ কৰি নাথাকে।"

"যি খন ৰাজ্য এৰি থৈ গুচি যাব লাগিব, আৰু যি ৰাজ্য নিতান্ত কুটিলতাপূৰ্ণ এনেকুৱা ৰাজ্যক যি ৰজাই বিশ্বাস কৰে তেওঁ বিপন্ন হ'বলৈ আছে। আৰু যদি ৰাজ্যৰ ওপৰত ৰজাৰ বিশ্বাস নাথাকেই তাত ৰজাৰ আৰু সুখ ক'ত?"

"ৰাজত্বৰ ফল পৰিতুষ্টি - এয়ে যদি অভিমত হয়, তেনেহ'লে ৰাজ্য নোহোৱাকৈয়ে মই তুষ্ট হৈ আছোঁ। পৃথিৱীত মানুহৰ যদি সন্তোষ থাকে, তেনেহ'লে সাধাৰণ মানুহ আৰু ৰজাৰ মাজত পাৰ্থক্যবোৰৰ একো প্ৰয়োজনেই নাই।'

এইদৰে নানা উদাহৰণ দি মগধৰজাক ৰজাই বিষয় ভোগৰ প্ৰতি তেওঁৰ আকৰ্ষণ নকৰিবলৈ উপদেশ দিছে।

"দৃষ্টিশক্তিসম্পন্ন যি ব্যক্তি অন্ধ হ'ব খোজে, যি মুক্ত ব্যক্তিয়ে বন্ধনযুক্ত হ'বলৈ ইচ্ছা কৰে, যি ধনবান ব্যক্তিয়ে দৰিদ্ৰ হ'বলৈ বাসনা কৰে, যি সুস্থচিত্ত ব্যক্তি হ'বলৈ কামনা কৰে - কেবল মাত্ৰ তেনেকুৱা ব্যক্তিয়েহে সম্পদযুক্ত হ'বৰ বাসনা কৰিব পাৰে।" (দ্ৰব্যময় সম্পদৰ অনিত্যতা সম্পৰ্কে এইদৰে কোৱা হৈছে।)

'হে শ্ৰেষ্ঠ। ভিক্ষান্নভোজী যি কৃতী ব্যক্তিয়ে বাৰ্দ্ধক্য আৰু মৃত্যুৰ ভয়ৰ পৰা উত্তীৰ্ণ হ'ব খোজে - তেওঁ দয়াৰ যোগ্য নহয়। এই পৃথিৱীতে যিজনে সৰ্বোত্তম সুখশান্তি লাভ কৰে, পৰলোকতো তেওঁৰ দুঃখ বিনষ্ট হৈ যায়।"

এতিয়া আলোচনা কৰক। সৰ্বোত্তম সুখ শান্তি কি? এয়েই জীৱনমুক্ত অৱস্থা। বিষয় বাসনা, ভোগ্যবস্তু হিচাপে গ্ৰহণ নকৰি জীৱন ধাৰণৰ উপায় হিচাপে লৈ নিবৃত্তিৰ পথেদি গ'লেই এই পৃথিৱীত মানুহে সৰ্বোত্তম সুখ-শান্তি পাব পাৰে। আকাংক্ষাৰ মূল উচ্ছেদ নিৰ্লিপ্ত হৈ সৎপথেদি যোৱাই সুখ। ইয়াৰ কাৰণে বুদ্ধই আঁঠোটা পথ দেখুৱাই গৈছে। বুদ্ধই কৈছে, —

'য'ত বাৰ্দ্ধক্য, ভয়, জন্ম, মৃত্যু অথবা মানসিক পীড়া নাই আৰু য'ত পুনঃ পুনঃ কোনো ক্ৰিয়াও নাই, মই তাকেই শ্ৰেষ্ঠ পুৰুষাৰ্থ বুলি ভাবোঁ।"

"পুনঃ পুনঃ কোনো ক্ৰিয়া" অৰ্থে পুনৰ্জন্ম দুখৰ কথা কৈছে। যি অৱস্থা প্ৰাপ্ত হ'লে মানুহ আৰু ঘূৰি ঘূৰি জন্ম মৃত্যুৰ চকাত পাকঘূৰণি খাব নালাগে সেই নিৰ্বাণৰ কথা কোৱা হৈছে। নিৰ্বাণ জীৱিত অৱস্থাতে পাব পাৰি। তেতিয়া তেওঁ জীৱমুক্ত।

---

পাঞ্চজন্য, নৱম বছৰ ৪ৰ্থ সংখ্যা ১৮৮৪ শক

---

# সৃষ্টিৰ আদিম প্লাৱন

ঋক বেদৰপৰা আৰম্ভ কৰি পৌৰাণিক যুগলৈকে সৃষ্টিৰ আদিতে কেৱল এটা জলময় অৱস্থা আছিল বুলি পৃথিৱীৰ সকলো মানুহে বিশ্বাস কৰে। বেদৰ মূল অভিপ্ৰায় নিহিত হৈ থকা গায়ত্ৰী মন্ত্ৰত আছে আদিতে 'ভৰ্গ' নামে জলৰাশি মাত্ৰ আছিল। ব্ৰহ্মবৈবৰ্ত পুৰাণে কৈছে আদি অন্তহীন সেই জলৰাশিৰ মাজতে অঙ্গুষ্ঠ পৰিমাণ পৰম ব্ৰহ্ম (সৃষ্টি প্ৰজনন কৰোঁতা জন)ৰ যি মন্থন হ'ল - তাৰপৰাই কালক্ৰমত প্ৰাকৃতিক গতিত সৃষ্টিৰ পাতনি হ'ল। (ইয়াৰেই প্ৰতীক ৰূপে লিঙ্গ আৰু যোনিৰ বিশ্বাস সৃষ্টি হ'ল জলৰাশিৰ আদ্যা শক্তিক যোনি আৰু অঙ্গুষ্ঠ পৰিমাণ পৰম ব্ৰহ্মক আদি পুৰুষৰ লিঙ্গ বুলি ধৰা হ'ল। কালত সেয়ে শিৱলিঙ্গ আৰু দুৰ্গাৰ যোনি ৰূপে পূজিত হ'বলৈ ধৰিলে।) যৰ্জুবেদে কৰ্মকাণ্ডত এই বিশ্বাসটো এনে দৰে প্ৰতীক ৰূপত প্ৰকাশ কৰিছে —

এটা খোলাত মাটিপানী মিহলি অলপ পানীত এডাল কুশৰ গাঠি এটা পেলাই থৈ সৃষ্টিৰ সেই আদিম পৰমব্ৰহ্মৰ লগত মৃতকজনৰ আত্মাও বিলীন হ'ল বুলি বিশ্বাস কৰিবলৈ শিকায়। কুশৰ গাঁঠিটো সেই পৰমাত্মাৰ প্ৰতীক।

আমি কীৰ্তন পুথিতো প্ৰলয় জলৰ কথা পাওঁ।

গ্ৰীক পুৰাণৰ এটি কাহিনীত মানৱ সৃষ্টি আৰু প্ৰলয়ৰ অতি কাব্যিক বৰ্ণনাৰে এই দৰে পোৱা হয় ঃ

— তেতিয়া মানুহ সৃষ্টি হোৱা নাই। আটাই বিলাক দেৱতা আৰু দেৱীহে আছিল। বিশ্বকৰ্মাৰ দৰে দুজন ককাই-ভাই আছিল। প্ৰমিথিয়ছ আৰু এপিমেথছ। দুয়োজনেই শিল্পকলাৰ গৰাকী। দুয়োমিলি কুমাৰে চাকত মাটিৰ পাত্ৰ সজাদি মানুহ সাজিলে। এইদৰে বহুত মানুহ সৃষ্টি কৰি বেলেগ বেলেগ ধৰ্ম, বিবিধ জাত আৰু বেলেগ বেলেগ কৰি দিলে। কিন্তু মানুহে তেতিয়াও জ্ঞানৰ পোহৰ পোৱা নাই। প্ৰমিথিয়ছে জ্ঞানৰ অধিষ্ঠাত্ৰীদেৱী মিনাৰ্ভাৰ সৈতে সূৰ্যৰ ওচৰলৈ গ'ল। সূৰ্যৰ ৰথৰপৰা জ্ঞানৰ জুই আনি মানুহৰ মাজত মেলি দিলেহি। তেতিয়া মানুহে জ্ঞান-বুদ্ধি পাই সকলো কৰ্ম-উদ্ভাৱন কৰিলে, ধনু-শৰ সাজি যুদ্ধ কৰিব পৰাও হ'ল। মানুহৰ সমাজখন গৰ্বত ওফন্দি পৰিল।

অহংকাৰত মতলীয়া হৈ বিশ্ব-স্ৰষ্টা জনক পাহৰি পেলালে। স্বৰ্গৰ ৰজা জুপিতাৰে (দেৱতা ইন্দ্ৰৰ দৰে) মানুহৰ এনে গৰ্ব খৰ্ব কৰাৰ মনেৰে নিজে মানবী বেশত এজনী প্ৰথম নাৰী সৃষ্টি কৰিব খুজিলে। মানুহৰ দৰ্প-চূৰ্ণ কৰিবলৈ এই জনী নাৰীয়েই সকলো প্ৰকাৰ অস্ত্ৰ-শস্ত্ৰ লৈ যাব। জুপিতৰে এদিন দেৱতাসকলক মাতি আনি এখন সভা পাতিলে আৰু সকলো দেৱতাকে ক'লে, 'মই দৰ্পহাৰী প্ৰজাপতি ৰূপে থাকোতেওঁ পৃথিৱীৰ লোকে মোক পাহৰি নিজেই ক্ষমতাৰ গৰাকী হ'ব খুজিছে। মই সিহঁতৰ গৰ্ব-চূৰ্ণ কৰিবলৈ সৃষ্টিৰ প্ৰথম নাৰী এটি সৃষ্টি কৰিছোঁ। এতিয়া প্ৰত্যেক জন দেৱতাই তেওঁক নিজ নিজ তেজ, সৌন্দৰ্য আৰু গুণৰ অংশ দিয়ক। সকলো গুণেৰে বিভূষিতা হলেই তেওঁৰ দেহত প্ৰাণ প্ৰতিষ্ঠা কৰি পৃথিৱীলৈ পথিয়াই দিম।" দেৱতাসকলে জুপিতাৰৰ আজ্ঞা মানি প্ৰত্যেকেই নিজ নিজ বল-বীৰ্য সৌন্দৰ্য আদিৰ অংশ দান কৰিলে। জুপিতাৰে তেতিয়া সেই নাৰী মূৰ্তিত প্ৰাণ প্ৰতিষ্ঠা কৰি উপদেশ দিলে ঃ

শুনা, ধীৰে ধীৰে সৃজিলোঁ তোমাক যতন কৰি, সৃষ্টিৰ তুমি প্ৰথম নাৰী, তুমি তিলোত্তমা মানৱী পৰী। ....

জুপিতাৰে তেওঁৰ নাম দিলে 'পেণ্ডোৰা'। (Pandora) উপদেশ দিলে ঃ পেণ্ডোৰা নামে অভিহিত কৰোঁ, শুনি লোৱাঁ তুমি নিৰ্দেশ মোৰ, পৃথিৱীত গৈ কৰিব লাগিব নৰমনিচৰ দম্ভ ওৰ।... এপিমেথছ আৰু প্ৰমিথিয়ছে মানৱ সমাজখন বৰ গৰ্বী আৰু অত্যাচাৰী কৰি তুলিলে। তুমি গৈ সিহঁতৰ দৰ্প - চূৰ্ণ কৰিবগৈ লাগে। হোৱা। এই সঁফুৰাটো লোৱাঁ। ইয়াৰ ভিতৰতে তোমাৰ যৌতুক স্বৰূপে সকলো দেৱতাৰ পৰা পোৱা অকণমান দান ভৰাই থোৱা আছে। কিন্তু সাৱধান হবাঁ, পৃথিৱীত গৈ ইয়াৰ সাফঁৰ খুলি নিদিবাঁ।

তেতিয়া এজন দূতৰ লগত পেণ্ডোৰাক পৃথিৱীলৈ পঠাই দিলে। দূতে জুপিতাৰৰ আজ্ঞা মতে এপিমেথছৰ হাতত সৃষ্টিৰ সেই প্ৰথম ৰমণী পেণ্ডোৰাক অৰ্পণ কৰিলেগৈ। .....

*বিশ্বৰ সেই প্ৰথম ৰমণী ৰূপ, ৰস,গন্ধ, শবদ ভৰা*
*দেখাতে চিকুণ ,ৰূপত নিপুণ চকু দুটি যেন সৰগী তৰা।*
*এই অনুপমা নাৰী তিলোত্তমা কিমান সপোনে সাজিলে বুলি*
*পৰশ পাবলে বিয়াকুল হৈ ল'লে এপিমেথে হিয়াত তুলি।।*

এপিমেথ আৰু পেণ্ডোৰাৰ প্ৰেমৰপৰাই মানুহৰ মনত ৰতি-মদনৰ পঞ্চ শৰৰ বেদনা সৃষ্টি হ'ল । পুৰুষ বিলাকৰ হিয়াত বিৰহ -বেদনা জাগিবলৈ ধৰিলে। এদিন পেণ্ডোৰাই দেখিলে অতি যত্নেৰে লুকাই থোৱা ঘট এটাৰ মুখত ঢাকনি লগাই থোৱা আছে। তাত কিনো আছে বুলি চাবলৈ ঢাকনি খন গুচাই দিলে। তাত আটাইবোৰ বিঘিনি ঘটোৱা সেনা সোমাই আছিল। ৰোগ, শোক, বিৰহ, বেদনা, মহামাৰী আদি। এই আটাইবোৰ বিঘিনিৰ বীজ লুকুৱাই থৈ এপিমেথে মানুহ সৃষ্টি কৰি স্বৰ্গৰাজ্যৰ অধিপতি হ'বলৈ মন কৰিছিল। ঘটৰপৰা আটাই বিঘিনিবোৰ ওলাই চাৰিওপিনে বিয়পি পৰিল। লগে লগে মানুহবোৰৰ মাজত হিংসা, খিয়াল,

পৰশ্ৰীকাতৰতা, গালি-শপনি, বেমাৰ-আজাৰ বিয়পি পৰিল। কিন্তু সেই ঘটটোৰ তলিত কিবা অকণমান বাকী থাকিল। সেইকণ 'অকণমান আশা'। সৃষ্টিৰ প্ৰথম নাৰী পেণ্ডোৰাই জুপিতাৰৰ আজ্ঞামতে মানুহৰ গৰ্ব চূৰ্ণ কৰিলে। গোটেই মানৱ সমাজ কলুষ-কলঙ্কৰে ভৰি পৰিল। পৃথিৱীৰ এনে অৱস্থা দেখি জুপিতাৰ ক্ৰোধত অস্থিৰ হ'ল। দেৱতাসকলক মাতি আনি জুপিতাৰে এখন বিৰাট দেৱসভা পাতি ঘোষণা কৰিলে—

শুনা দেৱগণ, পৃথিৱী আজি নৰকত পৰিণত হ'ল। মানুহবোৰ জ্ঞানহীন, ব্যভিচাৰী, পাপত নিমগ্ন হ'ল। এই গ্লানি ভৰা মানুহবোৰ ধ্বংস কৰি নতুন মানুহ সৃষ্টি কৰিম। আজি মোৰ বজ্ৰবাণ মাৰি সকলো শেষ কৰোঁ। জুপিতাৰৰ ক্ৰোধত দেৱতাসকল ত্ৰস্তমান হ'ল। কিন্তু জুপিতাৰে নিজেই আকৌ ভাবিলে বজ্ৰবাণৰ যদি তৃপ্তি নহয় তেন্তে পৃথিৱী ধ্বংস কৰি স্বৰ্গতো লাগিবহি। এই ভয়ত তেওঁ বজ্ৰবান সামৰি সাগৰৰ মূল উৎস মেলি দি এটা বিৰাট প্লাৱন, প্ৰলয় জলত গোটেই মানৱ জাতি ধ্বংস কৰিবলৈ ঠাৱৰ কৰিলে।

*পৃথিৱীত থকা সমস্ত বতাহ চকু পচাৰতে সামৰি আনি*
*মুষল ধাৰাৰে ঢালিব ধৰিলে সৰগত থকা সমস্ত পানী।*
*ডাৱৰে ডাৱৰে ঘৰ্ষণ লাগি উঠিল ভীষণ আৰ্তধ্বনি*
*প্ৰলয় জলৰ বলিয়া বানত বুৰিল তেনেই বসুধাখনি।*

মুহূৰ্ততে শস্য-ক্ষেত্ৰ মহাসাগৰত পৰিণত হ'ল। পশু-পক্ষী, নৰ-নাৰী, গছ-বন-লতা নিঃচিহ্ন হ'ল।

*শেষ জলধিৰ প্ৰলয় গৰ্জন মহূৰ্ততে গ'ল পৃথিৱীত বৈ*
*অৰতাৰী মানৱ সমাজ জাহ গ'ল তাতে নিঃশেষ হৈ।*

সমস্ত মানৱ কুলৰ মাজত জুপিতাৰে মাত্ৰ দুটি নৰ-নাৰী আৰু অকণমান মাটি ৰক্ষা কৰিলে। এই দম্পতি যুগল ন্যায়-পৰায়ণ আৰু ধৰ্মত মতি থকা পবিত্ৰ আত্মা আছিল। এওঁবিলাক দুয়ো পাৰ্ণাছাছ নামে এটা পৰ্বতত বাস কৰি দেৱতাৰ পূজা-ধ্যান কৰি আছিল। পুৰুষজনৰ নাম ডিউকেলিয়ন আৰু বিনীতা নাৰী গৰাকীৰ নাম আছিল পাইৰা।

জুপিতাৰে তেওঁবিলাক দুয়োকো আশীৰ্বাদ দি নতুন নৰ-নাৰী সৃষ্টি কৰিবলৈ আদেশ দিলে।

প্ৰমিথিয়ুছ আৰু এপিমেথৰ সৃষ্টি শেষ হ'ল। নতুন যুগৰ পাতনি হ'ল।

পেণ্ডোৰাৰ সঁফুৰাত দিয়া অকণমান সেই ধনেই হ'ল 'আশা'। সেই আশাৰ প্ৰতীক এই দুটি নৰ-নাৰীয়েই।

**টোকা ঃ**

এতিয়া বাইবেলৰ পুৰণি শাস্ত্ৰত থকা প্ৰলয় জলৰ কাহিনী ইয়াৰ লগত ৰিজাই চাওক। পৌৰাণিক যুগৰ কাহিনী বিলাকৰ প্ৰভাৱ প্ৰত্যেক ধৰ্মত পৰি নতুন ৰূপ পাইছে। গ্ৰীক পুৰাণৰ প্ৰলয় জলৰ কাহিনীত দেৱ-দেৱীৰ উল্লেখ আছে কিন্তু বাইবেলৰ কাহিনীত একমাত্ৰ ঈশ্বৰ য়াহোৱাৰ কথাহে কোৱা হৈছে। কিন্তু মূল কথাৰে সাদৃশ্য আছে। আনহাতে জুপিতাৰৰ আদেশত সকলো দেৱতাই নিজ নিজ বল-বীৰ্য দান কৰি পেণ্ডোৰাক মানুহৰ আসুৰিক সমাজ ধ্বংস কৰিবলৈ পৃথিৱীলৈ পঠালে, ঠিক সেই দৰেই প্ৰত্যেক দেৱতাই নিজ নিজ তেজ-বল আৰু অস্ত্ৰ-শস্ত্ৰ দি মহাশক্তিৰূপে দুৰ্গাক জন্ম দি অসুৰ ধ্বংস কৰিবলৈ পৃথিৱীলৈ পঠাইছিল।

**বাইবেলৰ মতে**

খ্ৰীষ্টধৰ্ম প্ৰবৰ্তন হোৱাৰ আগত যি ধৰ্মবিশ্বাস আৰু ধৰ্মীয় কৰ্ম-কাণ্ড আছিল তাৰ নাম যুডা অৰ্থাৎ ইহুদী বিলাকৰ ধৰ্ম। তেওঁবিলাকে ঈশ্বৰক হিব্ৰু উচ্চাৰণত যিহুওৱা বুলিছিল। সেয়ে ইংৰাজী অনুবাদত 'য়েহোভা' নামে খ্যাত হ'ল। তেওঁবিলাকৰ ধৰ্মত অনেক আসুৰিক ৰীতি আছিল। পশু-পক্ষী বলি দি বেদীৰ জুইত পুৰি নোমৰ গন্ধ বৰ পবিত্ৰ বুলি ঘ্ৰাণ লৈছিল। বলিৰ তেজ বেদীৰ চাৰিওফালে ৰাকি দিছিল। পাত্ৰত ভৰাই তেজ উৎসৰ্গ কৰিছিল। এই সম্পৰ্কে বহলাই ইয়াত ক'বলৈ ঠাই নাই। অন্য প্ৰবন্ধত আলোচনা কৰা হ'ব। ইয়াৰ পাছত যীশুৰ ধৰ্ম যেতিয়া প্ৰচলিত হ'বলৈ আৰম্ভ কৰিলে তেতিয়াৰ পৰা বলিবাহন পূজা-পাতলৰ ঠাইত প্ৰাৰ্থনা আৰম্ভ হ'ল। কিন্তু যুডা ধৰ্মৰ শাস্ত্ৰ তেওঁবিলাকে তেনেই বৰ্জন নকৰিলে। কালত দুয়ো শাস্ত্ৰত দুটা ভাগ মিলাই "বাইবোল" ৰচিত হ'ল। পুৰণি শাস্ত্ৰক "অ'ল্ড টেষ্টামেণ্ট" আৰু নতুন শাস্ত্ৰক "নিউ টেষ্টামেণ্ট" বোলা হয়। প্ৰথমে এই দুই শাস্ত্ৰ হিব্ৰু ভাষাত 'বিব্লচ' নামে এবিধ গছৰ ছালত (সাঁচিপাতৰ দৰে) লিখা হৈছিল। ইয়াৰপৰাই ধৰ্ম শাস্ত্ৰ দুখন পৰৱৰ্তী কালত ৰোমান ভাষাত সংকলন কৰোঁতাসকলে বাইবোল নাম দিয়ে।

এতিয়া আমি পুৰণি শাস্ত্ৰত বৰ্ণিত প্ৰলয়জলৰ কথা কওঁ ঃ

য়াহোৱাই দেখিবলৈ পালে, পৃথিৱীত নৰ-মনিচৰ মাজত অনাচাৰ, ব্যভিচাৰ, হিংসা-বিয়াল, পাপকৰ্মবোৰে সত্যক তেনেই ঢাকি পেলালে। ইয়াকে দেখি য়াহোৱাই পৃথিৱীত মানুহ সৃষ্টি কৰা উচিত নহ'ল বুলি আক্ষেপ কৰিবলৈ ধৰিলে। 'মোৰ নিজৰে সৃষ্টি মানৱকুল মই নিজেই ধ্বংস কৰি পৃথিৱীক পাপমুক্ত কৰিম। অকল মানুহেই নহয় জীৱ-জন্তু,চৰাই - চিৰিকতি একো বাকি নথকাকৈ

পৃথিৱীৰ বুকু ধুই পেলাম।'

সেই মানবকুলৰ মাজত মাত্ৰ এজন মানুহ তেওঁৰ তিনিটা পুতেক চিম্, হাম আৰু জাপেথৰ প্ৰতি য়াহোৱা তুষ্ট হৈ আছিল। মানুহ জনৰ নাম নোওৱা।

ঈশ্বৰে নোওৱাক ক'লে, "শুনা, পৃথিৱীত থকা তেজ মঙহেৰে গঢ়া সকলো প্ৰাণী মই পৃথিৱীৰ বুকুৰ পৰা নিঃশেষ কৰিম। তুমি এটা ওখ টঙী ঘৰ সাজাঁ। তাত তিনিটা খাপৰ তিনিখন চাং থাকিব। মই এটা বিৰাট প্লাবন সৃষ্টি কৰিম। সেই প্ৰলয় জলত পৃথিৱীৰ সকলো প্ৰাণী জাহ যাব। পৃথিৱীৰ বুকুত থকা সকলোখিনি শেষ কৰি পেলাম। কিন্তু মই তোমাক ৰক্ষা কৰি আকৌ নতুন সৃষ্টি কৰিম। তুমি সেই টঙীঘৰটোৰ ওপৰৰ চাংখনত উঠি থাকিবাঁ তোমাৰ লগত তোমাৰ গোটেই পৰিয়ালটো থাকিব। প্ৰাণী বিলাকৰপৰা প্ৰত্যেক জাতৰ মতা-মাইকী এহাল এহালকৈ তলৰখন চাঙত থ'বাঁ আৰু সকলো প্ৰকাৰৰ খাদ্য বস্তু এখনত থ'বাঁ।

ঈশ্বৰৰ আদেশ মতে নোওৱাই এইখিনি কাম কৰিলে। তেতিয়া য়াহোৱাই তেওঁক ক'লে, 'যোৱা টঙীত উঠাগৈ। কাৰণ এই সৃষ্টিত মই একমাত্ৰ তোমাকেহে এজন সৎ লোক পালোঁ। মই ৪০ দিন ৪০ ৰাতি ধাৰাসাৰে বৰষুণ ঢালিম আৰু ময়েই সৃষ্টি কৰা আটাইবোৰ সেই প্ৰলয় জলত ডুবাই পেলাম।'

যেতিয়া পৃথিৱীৰ বুকুত সেই প্ৰলয়জল সৃষ্টি হ'ল তেতিয়া নোওৱাৰ বয়স হৈছিল ছশ বছৰ।

সেই মতেই সাত দিনৰ পাছত বৰষুণ আৰম্ভ হ'ল আৰু ৪০ দিন ৪০ ৰাতি বৰষুণ হোৱাৰ পাছত গোটেই সৃষ্টি পানীত ডুব হ'ল। অকল নোওৱা আৰু তেওঁৰ পৰিয়াল, বছা বছা প্ৰাণী-বিলাকৰ বাহিৰে একো বাকি নাথাকিল। ১৫০ দিন সেই জলৰাশি পৃথিৱীৰ বুকুত থাকিল। যেতিয়া পানী শুকাল নোওৱা টঙীৰপৰা সপৰিয়ালে নামি আহিল আৰু সেই সংৰক্ষিত জীৱ-জন্তু, চৰাই-চিৰিকতিবোৰে তাৰ পৰা ওলাই আহি নতুন সৃষ্টিৰ পাতনি মেলিলে।

নোওৱাই য়াহোৱাৰ নামত এটা বেদী নিৰ্মাণ কৰিলে। পৰিষ্কাৰ জন্তুবোৰ আৰু চৰাইবোৰৰ পৰা একোটাকৈ আনি সেই বেদীৰ সন্মুখত বলি দিলে আৰু বেদীত থকা জুইত পুৰি য়াহোৱাৰ নামত উৰ্চগা কৰিলে। য়াহোৱাই সেই বলিবোৰৰ পোৰা নোমৰ তৃপ্তিদায়ক গন্ধ লৈ নিজকে ক'লে - "মই মানুহ বাস কৰা এই পৃথিৱীক আৰু কেতিয়াও অভিশাপ নিদিওঁ। কাৰণ নিচেই কেঁচুৱা কালৰে পৰা মানুহে সৃজনী শক্তি লাভ কৰে।

যেতিয়ালৈকে পৃথিৱী থাকে, গুটি সিঁচা, শইচ দাই-কাটি চপোৱা, জাৰ-জহ, দিন-ৰাতি তেতিয়া লৈকে চলি থাকিব।'

সংক্ষেপতে অল্ড-টেষ্টমেন্টৰমতে এয়ে প্ৰলয়জলৰ কাহিনী। ইয়াৰ উপৰিও বেবিলনৰ কিংবদন্তী মতে আৰু কেইবাটাও প্ৰলয়জলৰ কাহিনী আছে। এইবিলাকো বাইবেলৰ প্ৰলয়জলৰ বৰ্ণনাৰ লগত সাদৃশ্য থকা। ইউফ্ৰেটিছ আৰু টাইগ্ৰিছ নদীত অহা কেবাটাও বানপানীৰ কাহিনীৰ আলম লৈ সৃষ্টি হোৱা প্ৰলয় জলৰ বেবিলনীয় কিংবদন্তীক পৃথিৱীব্যাপী হোৱা প্ৰলয়জলৰ ৰূপ দিয়া হৈছে বুলি পণ্ডিত সকলে কয়। কিন্তু বেবিলনীয় কাহিনীক এটা পাৰমাৰ্থিক ৰূপ দিয়া হৈছে। ঈশ্বৰ ন্যায়পৰায়ণ আৰু দয়ালু কিন্তু মানুহ অসৎ আৰু অবিশ্বাসী। ঈশ্বৰে বিশ্বাসী বিলাকক সকলো সময়তে ৰক্ষা কৰে।

## বিচাৰ

পাঠকসকলে ঠাৱৰকৈ জনিব যে ওপৰত উল্লেখ কৰা সকলো কথা বিবিধ শাস্ত্ৰৰপৰা লোৱা হৈছে। মাত্ৰ তাকে অসমীয়া ভাষাত লিখি অনুসন্ধিৎসু পাঠকবৰ্গলৈ আবঢ়োৱা হৈছে।

আমি এতিয়া প্ৰলয় জলৰ বিষয়ে পৃথিৱীৰ আটাইকেউটি প্ৰাচীন ধৰ্ম-শাস্ত্ৰৰ বৰ্ণনাৰ লগত ৫ হেজাৰ বছৰৰো পুৰণি বেদৰ উক্তিৰ যি সাদৃশ্য দেখা পালোঁ তাৰপৰাই মানব সভ্যতাৰ মূল উৎস আৰু জ্ঞানৰ পোহৰ কেনেকৈ ব্যাপক হৈ পৰিল, সেই বিষয়ে কিঞ্চিৎ উপলব্ধি কৰিব পাৰিম। শেহত আমাৰ কীৰ্তন পুথিৰ "উদ্ধাৰিলা চাৰিবেদ প্ৰলয় জলত" উক্তিৰ সত্যতা বিচাৰি পাম। ইয়াৰ উপৰি সৃষ্টি পাতনৰ যি বৈদিক ব্যাখ্যাৰ আভাস ওপৰত দিয়া হৈছে, তাৰপৰাই প্ৰতীক ৰূপে লিঙ্গ পূজা সৃষ্টি হোৱা কাহিনীও অতি পুৰণি। হজৰত মোহম্মদে ইছলাম ধৰ্ম প্ৰবৰ্তন কৰি মক্কাৰ যি 'কাবা' মন্দিৰ ইছলামৰ ভিতৰুৱা কৰি ললে, সেই মন্দিৰৰত কাশীৰ শিৱলিঙ্গৰ দৰেই হুবহু একে ক'লা শিলৰ লিঙ্গৰ প্ৰতীক আছে। আমি নিজে যোৰহাটৰ স্বৰ্গীয় ফাইজুদ্দিন আহমদ হাজৰিকা (জ্ঞানমালিনীৰ কবি মফিজুদ্দিন আহমদৰ ভায়েক) হজ কৰি উলটি অহাৰ পিছত দেখা কৰিবলৈ গৈছিলোঁ। তেখেতে কাবা মন্দিৰৰ ভিতৰত থকা সেই উপাস্য শিলৰ ৰেখা চিত্ৰ এখন বেৰত ওলোমাই থৈছিল। মোক সেই বিষয়ে তেখেতৰ নিজা মত জনাই কৈছিল, সেই তীৰ্থ বহু যুগৰ পুৰণি। ইজিপ্ত, এছিৰিয়া, গ্ৰীচ আদি অনেক দেশত প্ৰাচীন কালত এই লিঙ্গ পুজা হৈছিল। আনকি মেক্সিকো আৰু পেৰুতো লিঙ্গপুজা চলিছিল।

অসমৰ পৰ্বতে ভৈয়ামে হেজাৰবিজাৰ শিৱলিঙ্গ পোৱা হৈছে। নগা ৰাজ্যৰ জাপচৌ পৰ্বততো শিৱ মন্দিৰৰ ভগ্নাৱশেষ পোৱা হৈছে। শ্ৰীহৰিপ্ৰসাদ গুৰ্খা ৰায়ে কলেজীয়া ছাত্ৰ হৈ থাকোতেই নিজে দেখি অহা এই ভগ্নাৱশেষ সম্পৰ্কে "বাঁহী"ত এটি প্ৰবন্ধ লেখিছিল।

পাঠক সকলে যদি এনে আলোচনা ভাল পায় তেন্তে এই দিশত মনোনিৱেশ কৰিবলৈ মন যাব।

---

প্ৰকাশ ৪ ৰ্থ বছৰ ৫ম সংখ্যা

---

# যীচুৰ জন্ম-ৰহস্য আৰু শিক্ষা

এই দৰেই যীচু খ্ৰীষ্টৰ জন্ম হৈছিল। তেওঁৰ মাক মেৰীৰ লগত যোছেফৰ বিয়া হৈছিল। কিন্তু তেওঁবিলাক দুয়ো সহবাস কৰাৰ আগতে মেৰীয়ে পবিত্ৰ আত্মা( ঈশ্বৰ) ৰ সহযোগত গৰ্ভ ধাৰণ কৰিলে। এজন সন্মানিত লোক হিচাপে সমাজত এই কথা প্ৰচাৰ নকৰাকৈ মেৰীক ত্যাগ কৰিবৰ মন কৰিলে। আৰু তাকে কৰিম বুলি মনে মনে ঠাৱৰ কৰিলে। সেই সংকল্প ল'বৰ দিনা ৰাতি স্বৰ্গৰ পৰা দেৱদূত আহি তেওঁক স্বপ্ন দেখুৱালে। স্বপ্নত দেৱদূতে যোছেফক ক'লে, 'ডেভিদৰ পুত্ৰ যোছেফ, মেৰীক তোমাৰ ঘৰলৈ আনিবৰ কাৰণে ভয় নকৰিবা। তুমি তেওঁক পত্নী ৰূপে গ্ৰহণ কৰা। স্বৰ্গৰ পবিত্ৰ আত্মাৰ সহযোগতহে তেওঁ গৰ্ভধাৰণ কৰিছে। তেওঁ এটি পুত্ৰ জন্ম দিব আৰু তুমি তেওঁৰ নাম থবা যেছাছ (যীচু)। তেওঁ আহিছে পাপৰপৰা মানুহক উদ্ধাৰ কৰিবলৈ।"

দেৱদূতৰ এই বাণী আখৰে আখৰে সত্যত পৰিণত হ'ল। মানুহে তেওঁক 'ইমানুৱেল' অৰ্থাৎ ঈশ্বৰ আমাৰ মাজতে আছে বুলি ক'ব। যেতিয়া এই স্বপ্নৰ অন্তত যোছেফে সাৰ পালে তেওঁ সেই দেৱদূতে কোৱা মতেই মেৰীক নিজ ঘৰলৈ আনিলে। মেৰীৰ লগত তেওঁ সহবাস নকৰাকৈয়ে এটি পুত্ৰ জন্ম হ'ল। তেওঁৰ নাম থলে যেছাছ (যীচু)।

যুডাৰ বৈৎলেহমত (অনেকে বেথেলহামো বোলে) যীচুৰ জন্ম হ'ল। তেতিয়া হেৰোড ৰজা হৈ আছিল। পূব ফালৰ কেইজনমান জ্ঞানী সিদ্ধ পুৰুষ যেৰুছালেমলৈ আহিল। তেওঁবিলাকে ৰজা হেৰোডক সুধিলে, "ইহুদীবিলাকৰ ভৱিষ্যৎ ৰজা সেই নৱজাত শিশুটি ক'ত আছে?" এই কথা শুনি হেৰোড বিমোৰত পৰিল। গোটেই যেৰুছালেম নগৰখনতো কোৱাকুই লাগিল। ক'ত এনেকুৱা এটি ল'ৰা উপজিছে কোনেও ক'ব নোৱাৰে। তেতিয়া ৰজা হেৰোডে প্ৰধান ধৰ্মযাজক আৰু লেখক বিলাকক গোটাই ক'ত যীচুখ্ৰীষ্টৰ জন্ম হৈছে সেই সংবাদ সুধিলে। তেওঁবিলাকে ক'লে, যুডাত থকা বৈৎলেহম নগৰত উপজিছে।

তেতিয়া ৰজা হেৰোড সেই জ্ঞানী লোক কিজনক ভিতৰুৱাভাৱে লগ ধৰিবলৈ আদেশ দিলে। তোমালোকে এই কথা কেনেকৈ জানিলা? তেওঁবিলাকে ক'লে, "আমি তেওঁৰ তৰাটো আকাশত দেখিলোঁ। সেই বাবে তেওঁক আমাৰ সেৱা জনাবলৈ আহিছোঁ।" তেতিয়া ৰজা হেৰোডে সুধিলে, "সেই তৰাটো কোন তাৰিখে আকাশত ওলাইছিল এই কথা ক'ব পাৰানে?"

"এতিয়া তোমালোক যোৱা আৰু সেই শিশুটো সম্পৰ্কে সকলো কথাৰ বুজ লৈ আহাঁ। যেতিয়া তোমালোকে সেই শিশুটো বিচাৰি পোৱা মোক কবাঁহি। ময়ো গৈ মোৰ সেৱা জনাই আহিম গৈ।"

ৰজাৰ কথা শুনি তেওঁবিলাক ওলাই গ'ল। তেওঁবিলাকে ওলাই গৈয়েই সমুখৰ আকাশত সেই তৰাটো দেখা পালে। তৰাটো আকাশেদি আগবাঢ়ি গৈ শিশু যীচু থকা ঠাইখনৰ ওপৰত থিয় হ'লগৈ। তৰাটো দেখি তেওঁবিলাকৰ মন আনন্দে নধৰা হ'ল। মাতৃ মেৰীৰ কোলাত সেই শিশুটি দেখা পালে। তেওঁবিলাকে আঁঠু কাঢ়ি শিশুটিক সেৱা কৰিলে। তেওঁবিলাকৰ টোপোলা মেলি সোণ, সুগন্ধি দ্ৰব্য আদি উপহাৰ দিলে। সেই ৰাতি তেওঁবিলাকে স্বপ্ন দেখিলে, কোনোবাই কৈছে, "ৰজা হেৰোডৰ ওচৰলৈ উলটি নাযাবা? আন বাটেদি নিজ দেশলৈ গুচি যোৱা হঁক।"

সেই জ্ঞানী লোক কিজন যোৱাৰ পিছত যোছেফে এটা স্বপ্ন দেখিলে। স্বৰ্গৰপৰা দেৱদূত আহি তেওঁক কৈছে, — উঠা, সেই শিশুটি আৰু মাকক লৈ তোমালোক ইজিপ্টলৈ পলাই যোৱা আৰু মই নোকোৱালৈকে তোমালোক তাতে থাকিবা। কাৰণ, হেৰোডে ল'ৰাটো বিচাৰিছে আৰু মাৰি পেলাবলৈ মন কৰিছে।" যোছেফে সেই মতেই কাম কৰিলে। সেই ৰাতিয়েই ইজিপ্তৰ ফালে যাত্ৰা কৰিলে। ৰজা হেৰোড নমৰালৈকে তেওঁবিলাক তাতে থাকিল। সেই জ্ঞানী মানুহ কিজনে তেওঁক ঠগিলে বুলি জানি ৰজা হেৰোড খঙত একো নাই হ'ল। বৈৎলেহম আৰু ওচৰে পাজৰে থকা সকলো ঠাইতে দুবছৰ বয়সলৈকে আটাইবোৰ ল'ৰা মাৰি পেলাবলৈ আদেশ দিলে। চাৰিওপিনে কান্দোনৰ ৰোল উঠিল।

হেৰোডৰ মৃত্যুৰ পিছত ইজিপ্টত থকা যোছেফে স্বপ্ন দেখিলে, দেৱদূত আহি তেওঁক কৈছেহি - "উঠা, তোমাৰ ল'ৰা আৰু মাকক লৈ তুমি ইজৰাইললৈ উভতি যোৱা। কাৰণ, যিবিলাকে তোমাৰ ল'ৰাটো মাৰিব খুজিছিল, সিহঁত মৰিল।" যোছেফে সেই মতে কাম কৰিবলৈ মন কৰিলে। কিন্তু যেতিয়া তেওঁ জানিবলৈ পালে যে হেৰোডৰ পুতেক যুডাৰ ৰজা হ'ল তেতিয়া তেওঁ তালৈ যাবলৈ ভয় কৰিলে।তেওঁ পুত্ৰ-পৰিবাৰ লৈ গেলিলীৰ এখন নগৰ নাজাৰেথত বসতি কৰিলেগৈ।

এই সময়ত যোহন (John) নামে এজন ধৰ্মযাজকৰ আৱিৰ্ভাব হ'ল। তেওঁ যুডাৰ নিৰ্জন বনত মানুহক দীক্ষা দিছিল। তেওঁ ক'বলৈ ধৰিলে, স্বৰ্গৰাজ্য আমাৰ ওচৰ পাইছেহি। যীচু গেলিলীৰ পৰা আহি যৰ্ডান পালেহি। যোহনৰ ওচৰত তেওঁ দীক্ষা

ল'ব খুজিলে। যোহনে তেওঁক দীক্ষা দিবলৈ ইচ্ছা নকৰিলে। যোহনে যীচুক ক'লে, "মইহে তোমাৰ ওচৰত দীক্ষা ল'ব লাগে। তুমি মোৰ ওচৰলৈ কিয় আহিলা?" যীচুৱে উত্তৰ দিলে, "বৰ্তমান এই দৰেই হওকচোন বাৰু। আমি এইদৰে সকলো পুণ্য কাম কৰি যাব লাগিব।" যোহনে যীচুক দীক্ষা দিলে।

দীক্ষা গ্ৰহণ কৰি যীচু পানীৰপৰা উঠি আহিল। হঠাৎ আকাশখন মুকলি হৈ পৰিল। এটা কপৌ চৰাইৰদৰে আকাশৰপৰা ঈশ্বৰৰ আত্মা নামি আহি তেওঁৰ গাত বিলীন হ'লহি। স্বৰ্গৰপৰা এটা মত আহিল, " এৱেঁই মোৰ পুত্ৰ, মোৰ প্ৰিয়তম পুত্ৰ, মোৰ অনুগ্ৰহ তেওঁৰ দেহতে থাকিব।"

### চয়তানৰ প্ৰলোভন

দীক্ষিত হোৱাৰ পাছত চয়তানে প্ৰলোভন দেখুৱাই যীচুক অৰণ্যলৈ লৈ গ'ল। যীচুৱে ৪০ দিন ৪ ৰাতি উপবাস কৰিলে। ইয়াৰ পিছত তেওঁৰ বৰ ভোক লাগিল। প্ৰলোভনকাৰী তেওঁৰ ওচৰলৈ আহি ক'লেহি, "তুমি যদি ঈশ্বৰৰ পুত্ৰ হোৱা,তেন্তে এই শিলবোৰক ৰুটি হ'বলৈ আদেশ দিয়া।"

উত্তৰত যীচুৱে ক'লে ঃ

"মানুহ অকল ৰুটি খায়েই জীয়াই নাথাকে,
ঈশ্বৰৰ মুখৰ পৰা প্ৰত্যেক বাক্যটোৰ পৰাহে জীয়াই থাকে।"

ইয়াৰ পাছত চয়তানে তেওঁক এটা বৰ ওখ পৰ্বতলৈ লৈ গ'ল আৰু তাৰ পৰা পৃথিৱীৰ ৰাজ্যবোৰ আৰু তাৰ ঐশ্বৰ্য-বিভূতিবোৰ দেখুৱাই ক'লে, "মই আটাইবোৰ তোমাক দিম যদি তুমি মোৰ ভৰিত পৰি মোক উপাসনা কৰা।" তেতিয়া যীচুৱে ক'লে, "আঁতৰ হ চয়তান! ধৰ্মশাস্ত্ৰই কয় ঃ

তুমি তোমাৰ প্ৰভু ঈশ্বৰকহে উপাসনা কৰিবাঁ আৰু
অকল তেওঁৰ সেৱাহে কৰিবাঁ।"

তেতিয়া চয়তান আঁতৰি গ'ল। দেৱদূত সকলৰ আৰ্বিভাৱ হ'ল আৰু যীচুৰ ৰখীয়া হ'ল। সেই মুহূৰ্তৰপৰা যীচুৱে প্ৰচাৰ কৰিবলৈ ধৰিলে - পাপ কামৰ বাবে তোমালোকে অনুতাপ কৰা। কাৰণ, স্বৰ্গৰাজ্য ওচৰ চাপি আহিছে।

### যীচুৰ প্ৰথম চাৰিজনৰ শিষ্য

গেলিলীৰ সাগৰতীৰত খোজ কাঢ়ি ফুৰোঁতে যীচুৱে দুজন ককাই - ভাইক লগ পালে। এজনৰ নাম ছাইমন, তেওঁক মানুহে পিটাৰ বুলি মাতে আৰু তেওঁৰ ভায়েক এনড্ৰু তেওঁ বিলাক মাছমৰীয়া। বিলত জাল পেলাই মাছ ধৰিবলৈ বৈ আছিল। যীশুৱে তেওঁবিলাকক ক'লে, "মোৰ ওচৰলৈ আহাঁ, মোক অনুসৰণ কৰাঁ, মই তোমালোকক মানুহ ধৰা জালোৱা কৰিম।" তেওঁবিলাকে তৎক্ষণাৎ তেওঁবিলাকৰ জাল এৰি যীশুৰ পাছে পাছে যাবলৈ ধৰিলে। তাৰপৰা অলপ দূৰ গৈয়েই আৰু দুজন ককাই-ভাই লগ পালে, এজনৰ নাম যেমছ, আনজনৰ নাম যোহন। তেওঁবিলাকৰ পিতৃ জেবেদীও আছিল। যীচুৱে সেই দুজন ককাই-ভাইকো মাতিলে। তেওঁবিলাকে নাৱৰ ওপৰত বহি ফটা জাল বাটি থকা বাপেকক এৰি তৎক্ষণাৎ আহি যীশুৰ পাছ ল'লেহি।

যীশুৱে উপদেশ দিয়া আৰম্ভ কৰিলে। সেই চাৰিজন শিষ্য লগত লৈ তেওঁ সমস্ত গেলিলী নগৰখনত ঘূৰি পকি স্বৰ্গৰাজ্য অহাৰ সুখৰ বাতৰি বিলাবলৈ ধৰিলে। মানুহৰ সকলো প্ৰকাৰৰ বেমাৰ-এজাৰ আৰোগ্য কৰিবলৈ ধৰিলে। সমস্ত ছিৰিয়াত তেওঁৰ যশস্যা বিয়পি পৰিল। ভূতে পোৱা মানুহ, আঁৰবীয়া, পঙ্গু হৈ পৰি থকা বেমাৰী আদি অনেক মানুহ তেওঁৰ ওচৰলৈ অনা হ'ল। যীচুৱে হাত ফুৰালেই আটাইবোৰ বেমাৰীয়ে আৰোগ্য লাভ কৰিলে। এইকথা প্ৰচাৰ হ'লত ওচৰ চুবুৰীয়া সকলো ঠাইৰপৰা জুমে জুমে মানুহ আহি যীচুৰ পাছ ল'লেহি।

মানুহৰ ইমান সমাগম দেখি যীচু ওচৰত থকা পৰ্বতৰ ওপৰলৈ গ'ল। তাতে তেওঁ বহিল আৰু ওচৰত তেওঁৰ শিষ্যবিলাক বহিল।

ইয়াতে যীচুৱে কথা ক'বলৈ আৰম্ভ কৰিলে। তেওঁ এইদৰে শিক্ষা দিলেঃ

"দুখীয়া অন্তৰৰ মানুহ বিলাক কিমান সুখী;
স্বৰ্গৰাজ্য তেওঁবিলাকৰহে।
নিৰীহ মানুহ বিলাকেই পৃথিৱীখন ভোগ কৰিব ।
যিবিলাকে শোক-বেজাৰ কৰি আছে তেওঁবিলাক সুখী;
তেওঁবিলাকক সান্ত্বনা দিয়া হ'ব।
সত্যৰ কাৰণে যিবিলাকে ভোক-পিয়াহ এৰিছে
তেওঁবিলাক সুখী;
তেওঁবিলাকক সন্তোষ দিয়া হ'ব।
দয়ালুবিলাক সুখী;
তেওঁবিলাকক দয়া কৰা হ'ব।
পবিত্ৰ হৃদয়ৰ লোকবিলাক সুখী;
তেওঁবিলাকে ঈশ্বৰক দেখা পাব।
মানুহৰ মাজত শান্তি স্থাপন কৰোঁতাসকল সুখী
তেওঁবিলাকক ঈশ্বৰৰ পুত্ৰ বোলা হ'ব।
সত্যৰ কাৰণে প্ৰাণ দিয়াসকল সুখী
স্বৰ্গৰাজ্য তেওঁবিলাকৰেই।

মোৰ লগ লগা বাবে মানুহে তোমালোকক গালি-শপনি পাৰিলে, আক্ৰমণ কৰিলে আৰু নানান কুৎসা ৰটনা কৰিলে তোমালোক সুখী হ'বা। তেতিয়া আনন্দত উৎফুল্ল হ'বা আৰু হাঁহিমুখে থাকিবাঁ।

স্বৰ্গত তাৰবাবে তোমালোকলৈ মহৎ পুৰস্কাৰ থাকিব।"—

### যীশুৰ প্ৰাৰ্থনা

কেনেকৈ প্ৰাৰ্থনা কৰিব লাগে যীচুৱে তাক শিক্ষা দিছিল। তেওঁলোকসকলক কৈছিলঃ

"তোমালোকে যেতিয়া প্ৰাৰ্থনা কৰাঁ তোমালোকৰ ভিতৰৰ কোঠালৈ যাবাঁ। দুৱাৰ বন্ধ কৰি ল'বা। অতি গোপনভাৱে নিৰ্জনতাৰ মাজত স্বৰ্গৰ পিতৃৰ প্ৰাৰ্থনা কৰিবা।"

"তোমালোকে প্ৰাৰ্থনা কৰোঁতে লোকে শুনা বুলি বহুত শব্দ-ব্যৱহাৰ কৰি কোলাহল নকৰিবা তোমাৰ স্বৰ্গত থকা পিতৃয়ে তোমাক কি লাগে সেইটো জানে। সেই কাৰণে এনেদৰে প্ৰাৰ্থনা কৰিবা ঃ

স্বৰ্গত থকা আমাৰ পিতৃ,<br>
তোমাৰ নাম পৰম পবিত্ৰ হওক,<br>
তোমাৰ ৰাজ্য আহক,<br>
স্বৰ্গৰ দৰে পৃথিৱীতো<br>
তোমাৰ ইচ্ছা পূৰ্ণ হওক।<br>
আজিৰ কাৰণে আমাক আহাৰ দিয়াঁ,<br>
আমাৰ ঋণবোৰৰপৰা মুক্ত কৰাঁ,<br>
আমাক অসৎ কৰ্মৰ পৰা ৰক্ষা কৰাঁ।

তুমি যদি লোকৰ অপৰাধ ক্ষমা কৰাঁ তেন্তে তোমাৰ স্বৰ্গত থকা পিতৃয়ে তোমাৰ অপৰাধবোৰো ক্ষমা কৰি দিব। তুমি যদি লোকৰ অপৰাধ ক্ষমা নকৰা তোমাৰ পিতৃয়ে তোমাৰ অপৰাধবোৰো ক্ষমা নকৰে।

### বুদ্ধ আৰু কৃষ্ণ জন্মৰ সাদৃশ্য

কংসৰ ভয়ত কৃষ্ণক পলুৱাই নিয়াদি ৰজা হেৰোডৰ ভয়ত যীচুক নি ইজিপ্টত থৰ লগা হৈছিল। বুদ্ধৰ জন্ম হোৱাৰ আগত মাতৃ মায়াদেৱীয়ে স্বপ্নত দেখিছিল শুভ্ৰপীয়া বৰণৰ এটা তৰা আহি তেওঁৰ গৰ্ভত প্ৰবেশ কৰিছিল। জন্মৰ নিশা আকাশত তৰাবে উপচি পৰিছিল। সিদ্ধিলাভৰ নিশা অৰণ্যত মায়াবিনীবোৰে বুদ্ধক প্ৰলোভন দেখুৱাই তপস্যা ভঙ্গ কৰিব খুজিছিল।

# চীনা সংস্কৃতিৰ আদি যুগ

অতি পুৰণি কালৰে পৰা চীন দেশত জ্যোতিষচৰ্চা হৈছিল বুলি পণ্ডিতসকলে জানিব পাৰিছে। পাঁচশ খ্ৰীষ্ট পূৰ্বাব্দ পৰ্যন্ত চীন দেশৰ আদি যুগৰ ঐতিহাসিক বৃতান্ত 'চু-কিং' (ঐতিহাসিক গ্ৰন্থ) নামে গ্ৰন্থত বিশদ বৰ্ণনা লিপিবদ্ধ হৈ আছে। সেই সময়ৰ সম্ৰাটে তেওঁৰ ভায়েকহঁতক আকাশৰ পটভূমি পৰীক্ষা কৰি সূৰ্য, চন্দ্ৰ আৰু নক্ষত্ৰবোৰৰ গতি আৰু ৰাশি চক্ৰৰ আৱৰ্তনৰ কাল নিৰ্দ্ধাৰণ কৰিবলৈ উপদেশ দিছিল। সেই অধ্যয়নৰ পৰা বিভিন্ন ঋতুৰ কাল নিৰ্ণয় কৰি প্ৰজাৰ মাজত প্ৰচাৰ কৰিবলৈ কৈছিল। তেওঁ কৈছিল, "দিনবোৰ যেতিয়া বৰ দীঘলো নহয় আৰু চুটিও নহয় - মঙ্গলীয়া বিধৰ, নক্ষত্ৰ যেতিয়া 'নিয়াও' ৰাশিত থাকে তেতিয়াই মধ্য-বসন্ত কাল হয়। কৃষকসকলে তেতিয়া পথাৰত কাম কৰে, পশুবোৰে জাক ফুৰে, চৰাইবোৰে ওৰ যায়। দিনবোৰ যেতিয়া বৰ দীঘল হয় নক্ষত্ৰ যেতিয়া 'ছয়ো' ৰাশিত থাকে, তেতিয়া মধ্য-গ্ৰীষ্ম কাল হয়। দিনবোৰ যেতিয়া বৰ চুটি হয় নক্ষত্ৰ তেতিয়া 'মাও' ৰাশিত থাকে। তেতিয়া মধ্য শীত কাল হয়। মানুহবোৰ তেতিয়া ঘৰৰ ভিতৰত থাকে। পশু-পক্ষীৰ গাৰ ছাল - নোম আৰু চৰাইবোৰৰ পাখিৰে গা ভৰি পৰে। ৩৬৬ দিনত বৰ্ষ-গণনা কৰা হৈছিল। চাৰিটা ঋতুৰে বছৰ পূৰা হৈছিল।

ঘাইকৈ বছৰেকৰ পঞ্জিকা প্ৰস্তুত কৰিবৰ কাৰণেই জ্যোতিষ চৰ্চা কৰা হৈছিল। শাসন-কাৰ্য আৰু ধৰ্ম পালন দুয়োটা কাৰ্যৰ বাবে চীনা পঞ্জিকাৰ প্ৰয়োজন হৈছিল। সম্ৰাট চুনে ৰাজ-সিংহাসনত বহিয়েই দিন বাৰ চাই বিধিমতে বলিদান কৰি শ্ৰদ্ধাৰে আৰু শুদ্ধ চিত্তেৰে ঈশ্বৰৰ উদ্দেশ্যে তৰ্পণ কৰিলে। পৰ্বত আৰু নদীৰ, অসংখ্য প্ৰাকৃতিক শক্তি আৰু পিতৃপুৰুষসক অৰ্ঘ্য প্ৰদান কৰিলে। তাৰ উপৰি 'কৃষিগুৰু আদি পুৰুষ'ৰ মন্দিৰত এটা ষাড় গৰু বলি দিছিল।

এয়া ২৫০০ বছৰৰ আগৰ চীনা সংস্কৃতিৰ পৰিচয়। দেখা গ'ল সেই আদি যুগত চীনা ধৰ্ম প্ৰাকৃতিক আৰু আধ্যাত্মিক ভিত্তিত প্ৰতিষ্ঠিত হৈছিল।

সেই যুগত 'পিতৃ-তৰ্পণ' (পিতৃ-শ্ৰাদ্ধ) অধ্যাত্ম সত্তাবাদৰ এটা ডাঙৰ উদাহৰণ। মৃতকৰ আত্মা-ভয় আৰু শ্ৰদ্ধাভক্তিৰ পাত্ৰ। সেই কাৰণে পিতৃপুৰুষৰ আত্মাৰ প্ৰতি তেওঁবিলাকৰ বিশেষ শ্ৰদ্ধা ভক্তি আছিল। চীনাসকলৰ ধৰ্মত পিতৃ-তৰ্পণ আৰু পিতৃ-পুৰুষৰ উদ্দেশ্যে বলিদানেই আছিল প্ৰধান ধৰ্মীয় অনুষ্ঠান। তেওঁবিলাকৰ মতে মানুহৰ আত্মা দুবিধ। এবিধ 'পো' বা নিকৃষ্ট জীৱ জন্তুৰ দৰে প্ৰাণীৰ আত্মা। এই আত্মা মাতৃ-গৰ্ভত ভ্ৰূণৰ জন্মৰ লগতে আছে। পৃথিবীত জন্ম লোৱাৰ লগে লগে আধ্যাত্মিক শ্ৰেষ্ঠ আত্মা 'হান'ৰ উদ্ভৱ হয়। (ওপৰত উল্লেখ কৰা 'পো' শব্দটো অসমীয়া 'পো' বা পুত্ৰৰ লগত মিলাই চাব পাৰি।) মৃত্যুৰ পিছত এই দুবিধ আত্মাৰ গতিও বেলেগ হয়। 'পো' আত্মা সমাধিৰ ভিতৰত মৰা দেহৰ লগত বাস কৰে আৰু মৃতকৰ উদ্দেশ্যে বংশধৰসকলৰ বলি গ্ৰহণ কৰে। নিয়মিতভাৱে পূজা পাতল নাপালে সেই আত্মাটো 'কুয়েই' বা ভোকাতুৰ প্ৰেতাত্মা হয়। মৃতকৰ দেহাটো যেতিয়া মাটিৰ লগত মিলি নাইকিয়া হৈ পৰে তেতিয়া আত্মাটোৱে পাতালত ছাঁয়া জীৱন যাপন কৰে। হান বা শ্ৰেষ্ঠ আত্মা স্বৰ্গৰ প্ৰাসাদ-কক্ষত পৰম পিতাৰ প্ৰজাৰূপে বাস কৰেগৈ। স্বৰ্গলৈ যোৱা বাটত নানান বাধা-বিঘিনি, আপদ-বিপদ আছে। এইবোৰ অতিক্ৰম কৰি গন্তব্যস্থানত উপস্থিত হ'লে শ্ৰেষ্ঠ আত্মাক বংশধৰসকলৰ পূজা পাতল, অৰ্ঘ্য-নৈবেদ্যাদি খাই শৰীৰত শক্তি সংগ্ৰহ কৰিব লাগে। কাৰণ পূজা-সেৱা নাপালে শ্ৰেষ্ঠ আত্মায়ো প্ৰেতৰূপে দুখ ভোগ কৰিব লগা হয়। সেই কাৰণে আদিম যুগৰে পৰা চীন দেশত তাবিজ, মাদলি-ধাৰণ কৰি ভূত, প্ৰেত, দুষ্ট মানুহ আদিৰ পৰা আত্মৰক্ষা হয় বুলি গভীৰ বিশ্বাস কৰিছিল।

চীনা সভ্যতাৰ প্ৰাচীনতম প্ৰমাণ আমি খ্ৰীঃ পূঃ ২৮৫২ অব্দৰ পৰাই পাওঁ। প্ৰথম সম্ৰাট সেই কালতে সিংহাসনত বহিছিল। অৰ্থাৎ এতিয়ালৈকে ৪৮৩২ বছৰ হ'ল।

চীনা ভাষাত 'স্যাং তি' মানে পৰম পুৰুষ পৰমেশ্বৰ। টাই সংস্কৃতিতো দুজন শ্ৰেষ্ঠ দেৱতা আছিল স্যাম দেউ আৰু সোম দেউ। ব্ৰহ্মপুত্ৰ নদীক আমি ব্ৰহ্মা বা পৰম পিতাৰ পুত্ৰ বুলি কওঁ। চীনা ভাষাত 'স্যাম-পু' পৰম পিতাৰ পুত্ৰ।

'স্যাং তি'ৰ পূজা অকল ৰজাইহে কৰিব পাৰিছিল। অন্য লোকসকলৰ অধিকাৰ আছিল পিতৃপুৰুষৰ পূজাহে।

চীনা-তত্ত্ববিদসকলে কয়, 'পিতৃপুৰুষৰ অৰ্থ বুজোৱা প্ৰাচীন চীনা চিত্ৰাক্ষৰটো দেখিবলৈ এটি লিঙ্গ বা পুৰুষাঙ্গৰ ছবি। পৃথিৱীৰ আদিম জাতিবিলাকে উৰ্বৰা শক্তিৰ পূজা যি উদ্দেশ্যে কৰিছিল, চীনাসকলৰ পিতৃ পূজাৰ উদ্দেশ্যও তেনেকৈ শস্য সৃষ্টি আৰু লিঙ্গ পূজাৰ পৰাই পিতৃ-তৰ্পণৰ উদ্ভৱ হৈছিল। আনকি মিছৰ আদি দেশতো লিঙ্গ-পূজাৰ প্ৰমাণ পোৱা হৈছে। (কাবা মন্দিৰৰ ক'লা শিলৰ লিঙ্গ-ৰূপ আৰু কাশীৰ বিশ্বনাথৰ লিঙ্গ ৰূপ হুবহু একেই। মন কৰিব লগা যে হজৰৎ মোহাম্মদৰ ধৰ্ম স্থাপন হোৱাৰ

আগৰে পৰাই 'কাবা' মন্দিৰ আছিল।)

কৃষকসকলৰ কাৰণে বসন্ত কালত এটা মাত্ৰ উৎসৱ হৈছিল - মদনোৎসৱ। সেই উৎসৱত ডেকা গাভৰুৰ অবাধ মিলন হৈছিল। ৰতি ক্ৰিয়াও চলিছিল। তাৰ ফলত কোনো গাভৰুৰ গৰ্ভ সঞ্চাৰ হ'লে শৰৎ কালত তেওঁৰ নৈতিক ভাবে বিয়া হৈছিল।

(ইয়াৰ লগত আমাৰ বিহু-উৎসৱ ৰিজাই চাব পাৰি আৰু মূল বিচাৰিবলৈ সম্বল পোৱাৰো সম্ভাৱনা আছে।)

**দেওধাই**

সেই কালত এক শ্ৰেণীৰ জ্যোতিষী আছিল। তেওঁবিলাকে কাছৰ ছলঙত থকা ফটা ফটা চিনবোৰ পৰীক্ষা কৰি ভাগ্য-গণনা কৰিছিল। কালক্ৰমত এই জ্যোতিষীবিলাক অভিজাত বংশৰ লগত মিলি গ'ল। কিন্তু আৰু এক শ্ৰেণীৰ যাদুকৰ সম্প্ৰদায় আছিল। তেওঁবিলাকৰ নাম 'উ'। যাদুকৰ যাদুকৰী দুয়ো দলত থাকে। তেওঁবিলাকে দৈব্য বাণী দিব পাৰে বুলি সমাজত প্ৰচাৰ কৰিছিল। গীত-পদ আৰু ঢাক-ঢোলৰ তুমুল ধ্বনিৰ লগত নাচি নাচি যাদুকৰ-যাদুকৰী সংজ্ঞাহীন হৈ মূৰ্ছা যায় আৰু মাটিত পৰি যায়। ভক্তসকলে সেই সময়ত তেওঁবিলাকৰ মুখৰ পৰা ওলোৱা কথাবোৰ দৈৱ-বাণী বুলি গ্ৰহণ কৰে। (ইয়াৰ লগত আমাৰ হাজোৰ মন্দিৰত হোৱা দেওধাই নাচ আৰু দেওলগা অৱস্থাত ভূত-ভৱিষ্যৎ ক'ব পৰা কথাও মিলাই চাব পাৰি। সিদিনা অলপতে সাপেখাটিত হৈ যোৱা টাই সংস্কৃতিৰ এটি বিৰাট কৰ্ম 'ওম্‌ফা যজ্ঞ'তো দেও-লগাজনে একে ধৰণেই ভূত-ভৱিষ্যত কৈছিল।) চীনা সংস্কৃতিৰ লগত টাই সংস্কৃতিৰ সম্পৰ্ক উলিয়াবলৈ এইবিলাকে নিশ্চয় সম্বল যোগাব।

**পীত নদীৰ অধীশ্বৰ**

নৈ আৰু নিজৰাবোৰৰ প্ৰাণ-দেৱতাসকলে মন্দিৰবিলাকত এটা বিশেষ স্থান লাভ কৰিছিল। বানপানী চীন দেশৰ কাৰণে এটা অতি পুৰণি কলীয়া বিপদ। সেই ধ্বংস লীলাৰ পৰা ৰক্ষা পাবলৈ নদী-দেৱতাৰ পূজা কৰিছিল। নদী-দেৱতা সকলৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ আছিল 'পীত নদী অধীশ্বৰ'। চীন ভাষাৰে তেওঁক 'হো-পো' বুলিছিল। এই পীত-নদী (হোৱাং-হো)ৰ উপত্যকাতে চীন সভ্যতাৰ জন্ম। এই কাৰণে চীনা সভ্যতাক "পীত-নদীৰ সভ্যতা" বুলিয়েই ক'ব পাৰি। ইয়াৰ সেই যাদুকৰ সম্প্ৰদায়ৰ এটি বিখ্যাত মন্দিৰত দেৱতাৰ তৃপ্তিৰ অৰ্থে নৰ-বলিও দিয়া হৈছিল। এটি সুন্দৰী যুৱতীক মন্দিৰৰ পূজাৰিণী পাতি দেৱতাৰ শয্যাসঙ্গিনী ৰূপে সজাই-পৰাই, বিচিত্ৰ বসন-ভূষণ পিন্ধাই নৈৰ বুকুত বিসৰ্জন দিছিল। ৰজা, সামন্ত আৰু সম্ভ্ৰান্ত বংশৰ কোনোজনৰ মৃত্যু হ'লে তেওঁৰ ব্যৱহাৰৰ কাৰণে শয্যা, খাট-পালেং, লোটা, কাঁহী-বাটি ইত্যাদি যাৱতীয় বস্তু মৃতকৰ লগতে মৈদামৰ ভিতৰত দিয়াৰ উপৰিও পৰিচৰ্যাৰ কাৰণে দাস-দাসীও জীৱন্তে সমাধি দিয়া হৈছিল।

(আহোম ৰজাসকলৰ মৈদামৰ ভিতৰত দ্ৰব্য-সম্ভাৰহে দিয়া হৈছিল। কিন্তু দাস-দাসী আদি জীৱন্তে সমাধি দিয়া হোৱা নাছিল।)

প্ৰাচীন চীনৰ এই নৃশংস প্ৰথাটো সপ্তদশ শতিকাৰ পৰা সম্পূৰ্ণ বন্ধ হ'ল।

প্ৰত্নতাত্ত্বিকসকলে খনন-কাৰ্যত অতীত চীনা সভ্যতাৰ বিশেষ একো পোৱা নাই। কিন্তু সেই যুগৰ ব্ৰঞ্জৰ পাত্ৰবোৰ, প্ৰতীক পাথৰ, হাতী দাঁতৰ কাৰু শিল্প আদিৰ পৰা কিছু কিছু তথ্য পাইছে। পিতৃ-পূজাৰ সামগ্ৰী আছিল অতি সুক্ষ্ম, নিপুণ, কাৰুখচিত শিল্প-সামগ্ৰী। এইবিলাকৰ অপৰূপ বৈচিত্ৰ্যই আধুনিক শিল্পীকো মুগ্ধ কৰে।

এই লেখকে ১৯৪৩-৪৬ চনত কৰাচীত থাকোতে তাৰ মিউজিয়ামত মহেঞ্জোদাৰোত পোৱা অনেক বিচিত্ৰ অ-অলঙ্কাৰ নিজে দেখি আহিছে। তাতে এটা চীনা মাটিৰ বিচিত্ৰ ফুল-বছা ভগা কলহ দেখা পাইছিল। কি সৌন্দৰ্য আৰু কিমান সুক্ষ্ম নেদেখিলে বৰ্ণাব নোৱাৰি। টেজুৰ পৰা এখন আৰৰ গাঁৱত তেওঁবিলাকৰ ৰাজহুৱা ভঁড়াল-ঘৰত চীনা আখৰ লেখা কাহঁৰ ঘণ্টা দেখিছিলো।

চীন দেশৰ হোনান নামে ঠাইত খনন-কাৰ্য কৰোতে মাটিৰ পাত্ৰ, কাছৰ ছলং, ছাগলীৰ খুৰা, হৰিণাৰ শিং আৰু অন্যান্য অস্থিৰ টুকুৰা পোৱা হৈছে। এইবোৰ হেনো 'ভৱিষ্যৎ-বাণী'ৰ অস্থিলিপি। তাৰ ওপৰত জ্যোৰ্তিগণনাৰ ফল আৰু সেই প্ৰসঙ্গত ৰজাসকলৰ নাম লেখা আছে। সেয়া ১৪০০-১২০০ খ্ৰীষ্ট পূৰ্বাব্দৰ।

চীনাসকলৰ সাহিত্য-চৰ্চাৰ প্ৰথম পৰিচয় পোৱা হয় স্যাং যুগত। খ্ৰীঃ পূঃ দ্বাদশ শতাব্দীত কনফুচিয়াছে প্ৰাচীন কবিতা সংগ্ৰহ কৰি 'পদ্যগ্ৰন্থ' ৰচনা কৰে। ইয়াত খ্ৰীঃ পূঃ দ্বাদশ শতাব্দীত লেখা (প্ৰায় এঘাৰ শ বছৰৰ আগৰ) কেইটিমান কবিতা আছে। ইয়াৰ ইংৰাজী অনুবাদ কৰিছিল হেলেন ওৱাদেল নামে এজন ইংৰাজ লোকে।

"গছৰ পাতত হিমৰ কণা,
দিনান্তৰ ৰঙা সূৰ্য
ডুব দিছে দিগন্তৰ পিনে।
ঢালা, ঢালা সুৰা,
পূৰ্ণ কৰি দিয়া শিলৰ পিয়লা
সৌৱা নিশাই
ফুল-ভৰা ইঙ্গিতেৰে মাতিছে ঘনাই।
ওৰে ৰাতি তৃণ-তৰু লতাই পাতে,
হিমৰ কণিকাবোৰ থাকিব বৈ,

ক'তা, নিশাৰাণী, ক'ত আছা তুমি ?

ওমৰ খায়ামৰ সুৰ-মুৰ্চনাৰ দৰে ইয়াতো এটা ঝংকাৰ অনুভৱ কৰিব পাৰি।

"ওলমি পৰিছে মাধৱী লতা
ফুলবোৰে ধৰিছে বিবিধ ৰং
মোৰ মন যে কেনেবা কৰে!
শুকান পাতত মৰ্মৰ উঠে
ভাবোঁ - কাৰণো এয়া পদধ্বনি;
ঝিলিবোৰে মাতে বৈ বৈ।
ন জোনৰ জিলমিল গিৰি শিখৰত
দেখোঁ, দক্ষিণ পিনে গৈছে ধীৰে ধীৰে
হৃদয় যেন নমাই আনিছে মোৰ পিনে।" ...

সঙ্গীত বিদ্যাও চীনা সভ্যতাৰ আদিৰে পৰাই আছিল বুলি প্ৰমাণ পোৱা হৈছে। সম্ৰাট চু'নে সংগীতজ্ঞ কুৱেইৰ ওপৰত ৰাজকুমাৰসকলৰ সংগীত শিক্ষাৰ ভাৰদিছিল। সম্ৰাটৰ বিশ্বাস আছিল যে "সঙ্গীতৰ শিক্ষাই সৰল ব্যৱহাৰ, বিনয়ী স্বভাৱ, ভদ্ৰ আচৰণ, মৰ্যাদাশীল আৰু অমায়িক গুণ দিয়ে।" কনফুচিয়াছৰ শিক্ষাতো সংগীতৰ প্ৰতি গভীৰ অনুৰাগ জন্মাবলৈ বিধান আছিল। সঙ্গীত যন্ত্ৰৰ ধ্বনি সংযোগত নানা প্ৰকাৰ সুৰৰ সমলয় সাধিত হয়। সেই কাৰণে আঠ বিধ সংগীত যন্ত্ৰৰ সুৰ এনেভাৱে বান্ধিব পাৰি যে কোনো এটা যন্ত্ৰই আন এটা যন্ত্ৰক বাধা দিব নোৱাৰে। ....

বিশ্ব সৃষ্টি বিষয়ে চীনাসকলৰ ধাৰণাও ৰহস্যময়। অনন্ত শূন্যৰ বুকুত সৃষ্টি-কৰ্তা (বিশ্বকৰ্মা) 'পান-কু' ৰ জন্ম হৈছিল। তেৱেঁই আদিম অৱস্থাৰ বিশৃংখল শক্তিবোৰ নিয়ন্ত্ৰণ কৰিছিল। অনন্ত শূন্যৰ বুকুত বিৰাট পাথৰবোৰ ওপঙি-ভাহি ফুৰিছিল। ছেনি, বটালি, হাতুৰী, লৈ পান-কুৱে সেই পাথৰবোৰ নিপুণ বাঢ়ৈৰ দৰে কাটি-কুটি ৰূপ দান কৰিছিল। তেওঁৰ সৃষ্টিৰ ভিতৰত আছিল চন্দ্ৰ, সূৰ্য, নক্ষত্ৰবোৰ। তেওঁৰ দক্ষিণপিনে তেওঁৰেই কৰ্ম-সহচৰ ড্ৰেগন, ফিনিক্স, কাছ প্ৰভৃতি থিয় দি আছে। সিহঁতেই জীৱ-জন্তুৰ আদি মূল-আদি পুৰুষ। মানব জাতিৰ আদিপুৰুষ স্বয়ং পান-কু।

(এই প্ৰবন্ধ যুগুতাওতে শ্ৰীশচীন্দ্ৰনাথ চট্টোপাধ্যায়ৰ 'মহা চীনেৰ ইতিকথা' আৰু Wisdom of China অৰ সহায় লোৱা হৈছে। - প্ৰবন্ধকাৰ)

---

প্ৰকাশ, ষষ্ঠ বছৰ, প্ৰথম সংখ্যা, ১৯৮৩

# গান্ধী পৰিচয়

## ধৰ্ম আৰু ৰাজনীতি

গান্ধীয়ে কয় ঃ "বিশ্বব্যাপি থকা সত্যৰ স্বৰূপ মুখামুখিকৈ দেখা পাবলৈ হ'লে মানুহে অতি নিকৃষ্ট প্ৰাণীটোকো নিজ আত্মাৰ দৰে ভাল পাব লাগিব। এনেকুৱা স্পৃহা থকা মানুহ জীৱনৰ কোনো এটা ক্ষেত্ৰৰ পৰাই আঁতৰি থাকিব নোৱাৰে। এই কাৰণেই সত্যৰ সন্ধানে মোক ৰাজনীতিৰ ক্ষেত্ৰলৈও টানি আনিলে। সমূলি দ্বিধাভাৱ নোহোৱাকৈ আৰু অতি নম্ৰ ভাৱে এই কথা ক'ব পাৰোঁ যে, যি সকলে কয় ৰাজনীতিৰ লগত ধৰ্মৰ একো সম্পৰ্ক নাই, তেওঁবিলাকে ধৰ্ম কাক বোলে তাকে নাজানে। ধ্বংসস্তূপত পৰিণত হ'ব পৰা ৰাজ্য লাভৰ কাৰণে মোৰ হেঁপাহ নাই। মই স্বৰ্গৰাজ্যৰ কাৰণেহে টনা-আঁজোৰা কৰিছোঁ। এই স্বৰ্গৰাজ্য লাভ মানেই আধ্যাত্মিক মুক্তি। মোৰ কাৰণে মুক্তিৰ পথটো অক্লান্ত পৰিশ্ৰমৰ মাজেদিহে গৈছে। মোৰ দেশৰ কাৰণে আৰু মানৱতাৰ কাৰণে এই পৰিশ্ৰম কৰিব লাগিব। জীৱিত সকলো প্ৰাণীৰ লগত মই মোক এৰি চাব খোজোঁ। গীতাৰ ভাষাৰে মই শত্ৰু মিত্ৰ উভয়ৰ লগতে শান্তিৰে থাকিব খোজোঁ। সেই কাৰণে মোৰ দেশপ্ৰেম অনন্ত শান্তি মুক্তিৰ ৰাজ্যলৈ যোৱাৰ এটা মহাযাত্ৰাহে। সেই কাৰণে মই বিশ্বাস কৰোঁ ধৰ্ম নথকা ৰাজনীতি হ'ব নোৱাৰে। ধৰ্ম নথকা ৰাজনীতি আত্মাক মৃত্যুৰ শব্দত সুমুৱা এটা যন্ত্ৰহে।"

সেই সময়ত ছাৰ সৰ্বপল্লী ৰাধাকৃষ্ণণে (এতিয়া ডাং ৰাধাকৃষ্ণণ) কৈছিল ঃ "গান্ধীৰ কাৰণে মানুহৰ কৰ্মসমূহ বাদ দি ধৰ্ম থাকিব নোৱাৰে। গান্ধী এজন ৰাজনীতিজ্ঞ, সংস্কাৰক, দাৰ্শনিক বা নীতিবিদ নহয় - কিন্তু তেওঁৰ গাত এই সকলোবোৰ গুণৰ সমন্বয় ঘটিছে। অতিমাত্ৰাৰ মানৱীয় গুণৰাশিৰে বিভূষিত গান্ধী নিজৰ জীৱনৰ সীমাবদ্ধতাৰ সম্পৰ্কে সদায় সচেতন আৰু তেওঁৰ কথা বাৰ্তাও আনন্দ ৰসৰ প্ৰাচুৰ্যৰে ভৰা।"

## গান্ধীৰ ধৰ্ম মানে ঈশ্বৰৰ লগত সহবাস

ৰাধাকৃষ্ণণে কয়ঃ "গান্ধীৰ অন্তৰত থকা ঈশ্বৰ বিশ্বাসেই তেওঁক এজন নতুন মানুহ ৰূপে ফুটাই তুলিলে। আমি সেই বাবেই তেওঁৰ ক্ষমতা, তেওঁৰ অভিলাষ আৰু তেওঁৰ প্ৰেম ইমান সুন্দৰকৈ অনুভৱ কৰোঁ।"

ঈশ্বৰৰ অস্তিত্ব সম্পৰ্কে গান্ধীয়ে কৈছে ঃ "মই বতাহ আৰু পানী নোহোৱাকৈও জীয়াই থাকিব পাৰোঁ, কিন্তু ঈশ্বৰ নোহোৱাকৈ এক পলকো জীয়াই থাকিব নোৱাৰোঁ। কোনোবাই মোৰ চকু দুটা, নাকটো কাটি পেলালেও মই নমৰোঁ কিন্তু মোৰ পৰা ঈশ্বৰ-বিশ্বাস নাইকিয়া কৰা মাত্ৰকে মই মৰিম।"

ঈশ্বৰৰ প্ৰতি এনে বিশ্বাস থাকিলেই সকলো ধৰ্মৰ প্ৰতি সমান শ্ৰদ্ধা থাকিব। গান্ধীৰ মতে সত্যই ঈশ্বৰ আৰু সত্য স্বৰূপ ঈশ্বৰক পোৱাৰ একমাত্ৰ উপায় অহিংসা। কেৱল মাত্ৰ পৱিত্ৰ হৃদয়ৰ লোকেহে ঈশ্বৰক দেখা পাব।

## জনগণৰ প্ৰতিনিধি গান্ধী

সৰ্বপল্লী ৰাধাকৃষ্ণণে কৈছে ঃ "গান্ধী কৃষকসকলৰ প্ৰতিনিধি। এই কৃষকসকলেই পৃথিৱীৰ মানুহক খাদ্যদ্ৰব্য উৎপাদন কৰি দিয়ে আৰু সমাজ-জীৱনত এই খেতিয়কসকলৰ স্থানেই খাই। ভাৰতীয় সভ্যতাৰ এই মূল ভেটিটো কট্‌কটীয়া কৰিবলৈকে গান্ধীয়ে কৰ্ম সাগৰত আত্ম-নিয়োগ কৰিছিল। ...

"গান্ধীয়ে বিশ্বাস কৰিছিল যে ভাৰতবৰ্ষৰ ঐতিহ্যই পৃথিৱীৰ সংস্কৃতিক দিব লগীয়া বহুত সম্পদ আছে। কিন্তু ইয়াৰ কাৰণে ভাৰতবৰ্ষ সম্পূৰ্ণভাৱে মুক্ত হ'ব লাগিব।"

## সত্যাগ্ৰহ

"মানৱ-আত্মাৰ অন্তৰ্নিহিত শক্তিতহে সত্যাগ্ৰহ লিপাই আছে। সত্যাগ্ৰহ মানে সৎকৰ্ম কৰিবলৈ ওপজা প্ৰাণৰ অদম্য আগ্ৰহ। সত্যাগ্ৰহ মানে আত্মাৰ বল। সত্যক কোনেও ধ্বংস কৰিব নোৱাৰে। এই কাৰণে ইয়াৰ প্ৰতি আগ্ৰহ জন্মিলেই ব্যক্তিৰ আধ্যাত্মিক শক্তি জাগৃত হয়।" ....

সৰ্বপল্লী ৰাধাকৃষ্ণণে আৰু কয় ঃ "গান্ধী এজন ভৱিষ্যদ্বক্তা সন্ত। তেওঁ নিজ সৎ গুণৰাশি, আত্মাৰ পৱিত্ৰতা আৰু বীৰত্বৰ দ্বাৰাই কোটি কোটি মানুহক শক্তিশালী কৰি তুলিলে। .... পৃথিৱী আৰম্ভ হ'বৰেপৰা আজিলৈকে কোনো মহাপুৰুষে এনে মহান শিক্ষা দিব পৰা নাই যি শিক্ষা গান্ধীয়ে দিলে। গান্ধীয়ে শিকালে ঃ সত্য পথে যোৱাঁ, সৰল হোৱাঁ, হৃদয় পৱিত্ৰ আৰু ভদ্ৰ কৰাঁ, বিপদ-বিঘিনিৰ মাজতো প্ৰসন্ন চিত্ত আৰু সন্তোষ মনেৰে থাকাঁ। জীৱনক ভাল পোৱা আৰু মৃত্যুৰ ভয় নকৰিবাঁ, আত্মাৰ আদেশ মানাঁ। মৃত্যুৰ ভয়ত কোঁচ নাখাবাঁ।"

---

গান্ধীজীৰ মৃত্যুৰ পিছত জৱাহাৰলাল নেহৰুৱে শোকাভিভূত হৈ কৈছিল ঃ

"আমাৰ জীৱনৰ উজ্জ্বল বন্তিগছ নুমাই গ'ল আৰু চাৰিওফালে আন্ধাৰ আন্ধাৰ লাগিছে। জাতিৰ পিতা আৰু আমাৰ মাজত নাই। আমাৰ প্ৰিয়তম নেতাজন আৰু আমাৰ মাজত নাই। উপদেশ ল'বলৈ আৰু মনত শান্তি পাবলৈ তেওঁ আৰু আমাৰ মাজত নাই। তথাপি, আমি এটা শক্তিমান আৰু দৃঢ় সংকল্প থকা জাতি হিচাপে থিয় দিব লাগিব। আমাৰ চাৰিওফালে থকা আটাইবোৰ বিপদ-বিঘিনিৰ সম্মুখীন হ'ব লাগিব। আমাৰ মহান নেতাৰ নিৰ্দেশ আখৰে আখৰে পালন কৰিব লাগিব। সদায় মনত ৰাখিব লাগিব। যদি তেওঁৰ আত্মাই আমাৰ ফালে চাই তেওঁ যেন আমাৰ ব্যৱহাৰত একো দোষ নেদেখে আৰু কোনো প্ৰকাৰ হিংসা-খিয়াল নেদেখে।

"তেওঁৰ প্ৰতি সৰ্বোৎকৃষ্ট প্ৰাৰ্থনা জনোৱাৰ একমাত্ৰ উপায় হ'ল, আমি প্ৰত্যেকেই আমাৰ জীৱন সত্যৰ কাৰণে উৎসৰ্গ কৰিব লাগিব আৰু আমাৰ দেশৰ এই মহান নেতাজন যিহৰ কাৰণে জীয়াই আছিল আৰু যিহৰ কাৰণে মৰিল তাৰ প্ৰতি সদায় সচেতন থাকিব লাগিব।"

---

অসমীয়া, দ্বিতীয় বছৰ, ৭ ম সংখ্যা, ১৮৯১ শক ১৯৬২

# মোৰ স্বপ্ন-জীৱনৰ সোণালী অধ্যায়টো

প্ৰত্যেক মানুহৰে একোটা অতীত আছে। যেনোৰ কাৰণে সুখৰ, যেনোৰ কাৰণে দুখৰ আৰু যেনোৰ কাৰণে সুখ-দুখ মিহলি ধৰণৰ। জন্মৰপৰা মৃত্যুলৈকে জীৱন-কালছোৱাত অতীতৰ জিলিঙণি পৰি মাজে মাজে চিন্তাশীল আৰু ভাবুক মনটো ন-কৈ জগাই দিয়েহি। কল্পনাই মোহলগা স্বপ্নজাল তৰি সেই স্মৃতি-নিকুঞ্জৰ আঁৰত ভাবুক জনক লুকুৱাই থ'ব খোজে। তেতিয়া তেওঁ হয় - এজন ভাব-প্ৰৱণ ৰসপিপাসু কবি। তেওঁক তেতিয়া লগভাগ নালাগে। নিজ কল্প-লোকত অলেখ ৰূপ-ছবিৰ এখন সৌন্দৰ্যৰ মেলা চাই চাই তেওঁ তন্ময় হয়। আনন্দময় জীৱন-সুধা পান কৰি কৰি তেওঁ দিঠকতে স্বপ্ন দেখে।

অতীতৰ এনে মধুময় স্মৃতি আহি মোৰ মনতো তোলপাৰ লগায়হি। বাস্তৱৰ কঠোৰতা, জীৱন-সংগ্ৰামৰ তুমুল নিনাদ, চৌদিশে হাঁহাকাৰ কৰি থকা অৰ্দ্ধনগ্ন, অৰ্দ্ধভুক্ত নৰ-নাৰী, ল'ৰা-ছোৱালীৰ আৰ্তনাদ -এই সকলোবিধ দুখদৈন্যৰ কেৱল সাক্ষী হৈ চাই থকা মন এৰি অহা সোণালী সময়ছোৱালৈ উভতি গুচি যায়। মুক্তিৰ বতাহ বিচাৰি অতীত ভ্ৰমণ কৰি থাকোঁতে চকুত পৰেহি স্বপ্নময় জীৱনৰ কেঁচাসোণবৰণীয়া দিনবোৰ। এই দিনবোৰৰ মধু-স্মৃতি সুঁৱৰি বিশ্বকবি ৰবীন্দ্ৰনাথেও গাইছিল ঃ

সেই যে আমাৰ নানা ৰঙেৰ দিন গুলি
ৰ'ইল না ৰ'ইল না ।...

তিনি চাৰি বছৰীয়া ল'ৰা হৈ থাকোঁতে ক'ত, কি ধেমালি খেলিছিলোঁ সেই কথাও মোৰ মনত সজীৱ হৈ আছে। তেতিয়া মোৰ লগৰীয়া বিলাকৰ ভিতৰত আছিল বঙালী, পঞ্জাবী, মুছলমান, আহোম আৰু বামুণৰ ল'ৰা-ছোৱালী। সেই ঠাইখনৰ নাম আসাম কোম্পানীৰ চাহ বাগিচা খুমটাই। উজনিৰ মৰাণৰ ৩।৪ মাইল দূৰত। দেউতা আছিল তাৰ বৰ কেৰাণী। তেতিয়াৰ দিনত বাগিচাৰ বৰ চাহাব আৰু বৰ কেৰাণী - এই দুজনেই আছিল প্ৰধান শাসনকৰ্তা। দেউতা বৰ চৌখিন আছিল। ৰবি বৰ্মাৰ বিখ্যাত ছবিবোৰ কলিকতাত বন্ধাই আনি বেৰত ওলোমাই থৈছিল, দেৱ-দেৱী, দৃশ্য-পট ইত্যাদি। গ্ৰামোফোনত বঙালী ৰেকৰ্ড লগাই শুনিছিল। এজন বঙালী সংগীত শিক্ষক ৰাখি হাৰমোনিয়াম শিকিছিল আৰু নিজে ৰামপ্ৰসাদী শ্যাম্যা সঙ্গীত গাইছিল। এজন বঙালী কবিৰাজ, এজন বৰুৱা শিক্ষক আছিল। কাৰণ তেতিয়া চাহ বাগিচাবোৰত স্কুল নাছিল। আনকি তীৰ্থযাত্ৰী নিবলৈ অহা উড়িয়া পাণ্ডাবিলাকো দেউতাৰ আলহী হৈ থাকিবলৈ লৈছিল। এজন ডেকা পাণ্ডা দেশলৈ উলটি নগ'ল। আমাৰ ঘৰতে গোটেই জীৱন কটালে। তেওঁ বঙলা ভাষা লেখিব আৰু পঢ়িব পাৰিছিল। ব'তীয়ে পাণ্ডা ঠাকুৰৰ হতুৱাই ৰামায়ণ, মহাভাৰত পঢ়াই শুনিছিল। ৰব সুললিত সুৰেৰে গোৱা মহাভাৰত শুনি সৰু কালতে মই মুগ্ধ হৈছিলো। ব'তীয়ে নিজেও 'অন্নদা মঙ্গল', 'ৰামায়ণ' সদায় ৰাতি শুবৰ সময়ত পঢ়ে। শুনি শুনি আমাৰ টোপনি ধৰে। 'অন্নদা মঙ্গল'ৰ ছন্দৰ হিল্লোল এতিয়াও কাণত বাজি থকা যেন লাগে। বঙালী ৰেকৰ্ডত গোৱা গানবোৰ নিচেই সৰুতে শুনিছিলোঁ। এতিয়াও মনত পৰে ঃ

কাণু কহে ৰাই
কহিত দৰাই
ধাবলি চড়াই মুই ..

* * *

তুমি কাদেৰ কুলেৰ বৌ
যমুনায় জল আনতে যাচ্ছ
সঙ্গে নাইকো কেউ .... ইত্যাদি

এইবিলাকে সেই সময়তে (১৯০৭-১৯১১) এটা প্ৰভাৱ মোৰ মনত বিস্তাৰ কৰি থৈছিল। তাৰ উপৰি ফাকুৱাৰ সময়ত বনুৱাৰ দলবোৰ আহি বৰ কেৰাণীৰ চোতালত ঝুমুৰ নাচি নাচি ফাকু খেলা দৃশ্যও আছিল মনোৰম।

জাত, কুল, সম্প্ৰদায় একো ভাব তিলমানো মনলৈ নহাকৈ আমি যি পাৰিপাৰ্শ্বিক অৱস্থাত ডাঙৰ-দীঘল হৈছিলোঁ সেই স্মৃতিয়ে এতিয়াও মনটো এখন আনন্দমেলালৈ লৈ যায়। খুমটাই বাগিচাখনি দিচাং নৈৰ কাষতে। কেউপিনে তেতিয়া অটব্য অৰণ্য আছিল। তাত বাঘ, বনৰীয়া হাতী, অজগৰ সাপ, হৰিণা পহু, শহা পহু ইত্যাদি অনেক জন্তু আছিল। এবাৰ এটা অজগৰ সাপ চাহাবে গুলীয়াই মাৰি আনি পেটটো ফালোতে এটা গোটাটো পোৱালি গাহৰি আৰু এটা কুকুৰা গোটে গোটে ওলোৱা দেখিছিলোঁ। তাৰ উপৰি আমাৰ ঘৰৰ আগতে খান্দি খান্দি এটা কেমটাই পহু (বন-বৌ) ধৰা দেখিছিলোঁ। দেখাত বৌ মাছৰ দৰে বাকলি থকা আৰু আকৃতিত চাৰিঠেঙীয়া পহুৰ দৰে। সন্ধ্যা লগা সময়ত পুব আকাশত ওলোৱা এটা নেজাল তৰা দেখি শিশু কালতে মোৰ মনত এই সৃষ্টি খনৰ বিচিত্ৰ ৰূপৰ এটা স্বপ্নময় পৰিবেশ জাগি উঠিছিল।

চাহ বাগিচা এৰি আমি নিজ গাওঁ ঢেকীয়াখোৱালৈ

আহিলোঁ। যোৰহাট নগৰৰপৰা ৮।৯ মাইল পূবে, ৰাষ্ট্ৰীয় পথৰপৰা এমাইল উত্তৰে এই গাওঁখন। ইয়াত থকা বৰুনামঘৰৰ কাৰণে আমাৰ গাওঁখন সকলোৰে চিনি পায়। তেতিয়া ন-কুৰিঘৰ মানুহৰ বসতি থকা এই গাওঁখন শস্যে-মৎস্যে, খেতিয়ে-পথাৰে নদন-বদন হৈ আছিল। আমি তেতিয়া বৰদেউতা আৰু আমাৰ পৰিয়াল একেলগে আছিলোঁ। দুয়োটা পৰিয়ালৰ ৬।৭ জনী ছোৱালী আৰু ৫।৬ টা ল'ৰাৰে ঘৰখন হেন্দোলদোপ হৈ আছিল । ছোৱালীবিলাকে কাষত কলহ লৈ জাত নাম গাই গাই ওচৰতে থকা ডিহা নৈত গা ধুবলৈ যায়। পানীত নামি ইজনীয়ে সিজনীলৈ ধেমালি কৰি কৰি পানী ছটিয়াই দিয়ে আৰু নাম গাই গাই ঘৰলৈ আহে। পৰিবেশটো সদায় উৎসৱৰ দৰে হৈ থাকে। ঘৰতো গধুলি বিয়া নাম, গোসাঁই নাম আদি গাই থাকে। তাৰ উপৰি সুললিত সুৰেৰে তেজীমলা, কমলাকুঁৱৰী, চিলনী আই আদিৰ গীতবোৰ গাই ঘৰখন ৰজনজনাই থাকে। তুলাবাই আৰু তেজাৰ সাধুত থকা গীত এতিয়াও মোৰ মনত বাজি থকা যেন লাগে।

তুলা ঃ  ক'ৰ পৰা আহিলি সাকিনী তেজা
সোমায়ে ভাঙিলি দুৱাৰৰ গেজা।...

তেজা ঃ  শুনকে শুনকে সৰ্কদেউ ঈশ্বৰে
তুলাবাই বুলিছে সাকিনী তেজা।

ৰজা ঃ  বোলকে বোলকে সাকিনী তেজা
তই হবি কুঁৱৰী মই হ'ম ৰজা।।...

সেই সময়ত আমাৰ গাওঁখনো আছিল অসমীয়া লোক সংস্কৃতিৰ এটা কেন্দ্ৰ স্বৰূপ। বৰুনামঘৰ আছিল ন-কুৰি ঘৰৰ উমৈহতীয়া নামঘৰ। তাৰ উপৰি ডাঙৰ গাওঁ বাবে খেলে খেলে একোটা নিজা নামঘৰ আছিল। মোট পাঁচটা নামঘৰ। সবাহ-ভাওনা, তিথি পালন আদিৰে বাৰেও মাহ নামঘৰবিলাক সজীৱ হৈ আছিল। বহাগ বিহুৰ সময়ত আনন্দত উথলি উঠা ছচৰি গোৱা দলবোৰৰ সমাবেশত কেতেকী ফুলৰ সুবাসৰে বতাহ মলমলাই উঠিছিল। নামৰ ধ্বনি, ঢোলৰ তেজ উতলোৱা মাত, পেঁপাৰ আকুল সুৰ ডেকাইঁতৰ নামৰ যোজনাই আনন্দমুখৰ কৰা আমাৰ সেই গাওঁখন মোৰ মনত এটা অসমীয়া সংস্কৃতিৰ নাটঘৰ যেন হৈ জিলিকি আছে।

আমাৰ গাঁৱৰ জীয়ৰীবিলাকৰ সন্তোষীয়া মনত নাম-গুণৰ জোঁকাৰ সদায় উঠিছিল। হাঁহিমুখীয়া সেই ছোৱালীইঁতৰ অসমীয়া নামবোৰো মোৰ কবিতা কবিতা যেন লাগে। হেলচি, গুলচি, মালতী, সুপাহী, সুমথিৰা, হাঁইথা, ডলিচি, ডালিমী, ৰূপহী ইত্যাদি নামবোৰ যেন একো একোটা কবিতাহে এনে ভাব, সুঁৱৰিলে, এতিয়াও মনলৈ আহে। সকলো আছিল নামে-গুণে পৰিপূৰ্ণ। বৰুনামঘৰত মাহেক যোৱা পানীতোলা আই সবাহ আৰু সামৰণি দিনা দধিমথন ভাওনা গোটেই গাঁওখনৰ আইসকলে ডাঙৰ উৎসৱ আছিল। তাত গোৱা মিহি মিহি মাতৰ করুণ-কাতৰ সুৰৰ নামবিলাকে মোৰ মনত এটা গভীৰ শ্ৰদ্ধা আৰু ভক্তিৰ ভাৱ ৰুই থৈছিল। আনহাতে আমাৰ ঘৰখন আছিল সংস্কৃত শিক্ষাৰো এটা সৰু টোলৰ দৰে। বৰদেউতা আছিল এজন পণ্ডিত লোক। তেখেতৰ ওচৰত ক্ৰিয়া-কাণ্ড শিক্ষা ল'বলৈ ৪।৫ জনকৈ ছাত্ৰ থাকে। পুৱা-গধুলি গোসাঁই ঘৰত বৰদেউতাই গোৱা স্তোত্ৰ আদিৰ মধুৰ আৰু ছন্দোময় ধ্বনি শুনি শুনি মই নিমাত হৈ থাকোঁ। সেই সকলোবিলাকৰ প্ৰভাৱত মোৰ চিন্তাধাৰা যে অভিষিক্ত হৈ আছিল, সেই কথা আজি প্ৰায় ষাঠি বছৰৰ পিছতহে বুজিব পাৰিছোঁ। চেনেহী মাতৃ-ভাষাৰমৌ মিঠা শব্দবোৰ যেন সেই সময়ৰ সমাজখনতে লুকাই আছিল। বাৰ মাহৰ তেৰটা পাৰ্বণ কৰি ভড়ালত ভাত, গোহালিৰ গাখীৰ, বাৰীৰ শস্য খাই একো অভাৱ অনুভৱ নকৰাকৈ থকা সেই সময়ৰ সমাজখনৰ প্ৰাণৰ হিল্লোল আছিল মোৰ আত্ম-শিক্ষাৰ পাঠশালা।

গৰু গাখীৰৰ সেৰে এটা চৰতীয়া (চাৰি পইচিয়া) আৰু ম'হৰ গাখীৰৰ সেৰে এটা আদমহীয়া (দুঅনা)। তেতিয়া খোৱা গাখীৰৰ এঠা এতিয়াও হাতত লাগি থকা যেনহে লাগে।

১৯১৪ চনত আমি বেলেগ হ'লোঁ। পুৰণি ঘৰখন আছিল গাঁৱৰ সোঁ মাজত। দেউতাই আধা মাইলমান উজাই ডিহা নৈৰ পাৰত এখন বৰ ডাঙৰ বাৰী পাতিলে। পদুলিমুখত দুপিনে দুজোপা বকুল, বাটৰ কাষত এজোপা আঁহত, এজোপা বৰজামু আৰু এজোপা অমৰা। কালত বকুল দুজোপা দুটা দ'ল যেন হৈ পদুলিমুখখন মনোৰম কৰি তুলিলে। গৰমৰ দিনত বাটৰুৱাই বৈ বৈ জিৰণি লৈ যায়। ডিহা নৈ খন আগপিনেও পায় আৰু পিছ পিনেও পায় - ঠিক যেন এটা অৰ্ধচন্দ্ৰৰ বুকুত আমাৰ বাৰীখন তামুলী তৰাটোহে। ডিহাৰ পাৰ বাঁহগছ, কাঠনিৰে সৈতে চিৰসেউজীয়া হৈ থাকে। ৰাতিপুৱা অজস্ৰ চৰাইৰ মাতত ঠাই টুকুৰাত এটা স্বপ্নময় পৰিবেশ জাগি উঠে। 'কি কহ কহ', 'কৃষ্ণ ঘোকাঘোক', 'সখী ঔ সখী ঔ', 'হেঁটুলুক্ হেঁটুলু ক্' ইত্যাদি বিবিধ চৰাইৰ মাতে বননি খন সঙ্গীতমধুৰ কৰি তোলে। তাৰ উপৰি কপৌ চৰাইৰ দীঘলীয়া কুৰুলিত পুৱাৰ ফেঁহুজালি দিয়া বন-প্ৰান্তৰত প্ৰভাত মঙ্গলৰ নিৰ্মল ভাৱে হৃদয় ধুৱাই দিয়ে।...

পোন্ধৰ যোল্ল বছৰৰ পাছত ইং ১৯৩০ চনত কলেজ এৰি ঘৰত সোমালোঁহি। যোৰহাট চৰকাৰী হাইস্কুলত পঢ়ি থাকোতেই ১৯২৩ চনত মাতৃ বিয়োগ হ'ল আৰু ১৯৩০ চনত পিতৃ বিয়োগ হ'ল। কাশী বিশ্ববিদ্যালয়ত পঢ়ি থাকোতেই ১৯২৮ চনত বিয়া কৰালোঁ যদিও শান্তি লোৱা হ'ল ১৯৩৩ চনতহে। এই বছৰ পাঁচোটা আছিল কল্পনাৰ ডেউকা কোবাই বিশ্বভুবন ভ্ৰমি ফুৰা দিন। যেনিয়েই

চাও, য'লৈকে যাও, যাৰে লগত কথা পাতোঁ, সকলোতে যেন সুকুমোল কবিতাহে আছিল - মনত এনে ভাব হৈছিল। তেতিয়া আমাৰ পদূলিমুখৰ বকুল দুজোপা দুটা মন্দিৰৰ দৰে হ'ল। বাৰিষা অজস্ৰ ফুল সৰি তলখন বকুলৰ দলিচা যেন হৈ থাকে। ব্ৰহ্মমুহূৰ্ত্তে মৌ-মাখিবোৰ আহি গুঞ্জন তোলেহি। নিৰ্জন হৈ থকা সময়ত অলপ দূৰৰপৰা কাণ দিলে কোনোবাই সুমধুৰ সুৰত বীণাৰ ঝঙ্কাৰ তোলা যেন শুনি। ফুলনিত বিবিধ ফুল। এই সৌন্দৰ্য-মেলাৰ মাজত সোমাই খোৱা-বোৱা, পিন্ধা-উৰা, ধন-বস্তুৰ চিন্তা পাহৰিয়েই গ'লোঁ। বিয়া কৰালোঁ - কেনেকৈ সংসাৰ চলাম সেই কথাও মনলৈ নাহিল। তাৰ সলনি আহিল এনেকুৱা কবিতাহে ঃ

তুমি আছাঁ মই আছোঁ
আৰু আছে ভাব,
প্ৰাণত কবিতা আছে
কিহৰ অভাৱ? ....

বাৰীখনৰ নাম দিলোঁ 'বকুল বন'। সৌন্দৰ্যৰ প্ৰতি সূক্ষ্ম-দৃষ্টি থকা মোৰ পিতৃ স্বৰ্গীয় প্ৰেমধৰ বৰুৱাই সৃষ্টি কৰা 'বকুল বন'ৰ চোতালৰ বালিতে সৌন্দৰ্যৰ মোহন মেলা দেখা পালোঁ। তেতিয়া আমাৰ ঘৰত মই, মোৰ ভাই এটা আৰু বাহিৰা মানুহ এটিহে আছিলোঁ। বাকী ভাই-ককাই সকলো বিলাক উজনিৰ পিনে মোৰ জেষ্ঠ্য জনৰ লগত এখন চাহ বাগিচাত আছিল।

আমাৰ চোতালখনৰ পূবতে বেলগছ এজোপা। তলখন গোঁসাই ঘৰৰ মজিয়াৰ দৰে, লগতে লগা ফুলনি। আবেলি কেনভাচ্ কাপোৰৰ আৰামী চকী এখনত সোমাই লওঁ। মাকৰ কোলাত কেঁচুৱা থকাদি নিমাত নিস্তব্ধ হৈ প্ৰকৃতিৰ ৰেহ-ৰূপ চাই থাকোঁ। কাষতে থাকে তামোলৰ বটাটো। মাজে মাজে একোখন তামোল সেলেঙি লগাই খাই থাকোঁ। নিচেই ওচৰতে জাকি মাৰি একো জাক ঘৰ-চিৰিকা আহি চোতালত পৰেহি। চোতালৰ বালিত গা ধুই চুক্ চুক্ চুক্ চুক্ বুলি কণ কণ গীতবোৰ গাই থাকেহি। শালিকাবোৰে খোৱা-কামোৰা কৰি খলক লগায়। পিছ ফালে হাবিত বিবিধ চৰাইৰ সঙ্গীত সম্মিলন হয়, মাজতে সপোন-বিভোল হৈ কল্পনাৰ কোলাত ওপঙি থাকোঁ মই। ইয়াৰ মাজতে এজনী কপৌ-চৰাই ওচৰৰে চোমগছ এজোপাত পৰেহি আৰু 'কুক্ কু কু কুঁউ' ধ্বনিৰে এটা বৰ বেথাভৰা সুৰৰ কঁপনি মোৰ হিয়াত তোলেহি। বিৰহ-বেদনা-কাতৰ কপৌজনী অকলশৰীয়া। কপৌ-চৰাই যোৰ ভাঙি কেতিয়াও নাথাকে। কিন্তু এই কপৌজনী সদায় অকল শৰে ঠিক একে ঠাইতে পৰি বিনাবলৈ আহে। (মতা কপৌৰ মাত ধ্বনি এনেকুৱা ঃ "পূউৰ পূউৰ চক্ৰধৰ পূৰ"।)

এই চৰাইবোৰ মোৰ কল্পনাৰ লগৰীয়া হ'ল। ঘৰ-চিৰিকা ,শালিকা, সখীয়তি, হেঁটুলুকা, ইত্যাদি। দীঘল ঠেঙৰ বগা বগবোৰ শাৰীপাতি আকাশেদি উৰি যায়, লগে লগে মোৰ তেতিয়াৰ মনটোও উধাও হয়। সেই মধুস্মৃতি সুঁৱৰি এতিয়া মোৰ সম্পূৰ্ণ বিশ্বাস হ'ল যে গছ-গছনি, চৰাই-চিৰিকতিৰ সৈতে প্ৰকৃতিৰ মাজত যি প্ৰেম সেই প্ৰেম নিৰ্মল, পবিত্ৰ। তাত কুৎসিৎ কামনাৰ উত্তেজনা নাই, আছে স্বৰ্গীয় সুখ। ১৯৩০ চনৰ শ্ৰীপঞ্চমীৰ পুণ্যসন্ধ্যা যোৰহাট নাটঘৰত 'বাণী সম্মেলন' পাতিলোঁ। মৰ্য়েই আছিলোঁ প্ৰতিষ্ঠাতা সম্পাদক, সহযোগী গণেশ গগৈ, কমলাধৰ বৰুৱা, দৰ্পনাথ শৰ্মা আদিৰে প্ৰথম অধিবেশন হ'ল। ইয়াতে গণেশ গগৈয়ে 'কবিতা' নামৰ কবিতাটি পাঠ কৰি শুনাইছিল। 'জলত কবিতা, পাতত কবিতা,জগত কবিতাময়' - আমাৰ দৃষ্টিত জগতখন তেতিয়া কবিতাময় আছিল। অসমৰ পোনপ্ৰথম সাংস্কৃতিক অনুষ্ঠান বাণী সম্মেলনে ঋতুৱে ঋতুৱে সেই ঋতুৰ ফুলপাত, কবিতা, গীতিনাট্য, গীত,নৃত্যাদিৰে ঋতুসম্ভাৰ লৈ যোৰহাটত সুকুমাৰ-কলাৰ এখন নতুন ধাৰা সৃষ্টি কৰিলে। তাৰ কাৰণে উপযোগী শিশুনাট্য ৰচনাৰ প্ৰেৰণা আহিল। মোৰ সেই চৰাই চিৰিকতিবোৰৰ স্মৃতিয়ে মোক উদগনি দিলে। 'কপৌ কুঁৱৰী' নামে এখন নৃত্যগীত-সম্বলিত নাটিকা লেখিলোঁ। তাত সূত্ৰধাৰ আছিল। 'কপৌ কুঁৱৰী'ত ঢোৰা কাউৰীয়ে 'প্ৰভাতী মঙ্গল গাই' মানুহক জগাই দিছিল। 'পুহাইল ৰজনী উঠা যদুমণি' ইত্যাদি গীতেৰে। উপেক্ষিতা কাউৰীজনীয়েও দিব লগা কিবা আছে।

কণ কণ ঘৰ চিৰিকাবোৰে গীত গায় ঃ

চুক্ চুক্ চুক্
কণ্ কণ্ গীত গাওঁ
চুক্ চুক্ চুক্
গীত ভৰা মন যাৰ
সেয়ে মহাধনী
চুক্ চুক্ চুক্..... ইত্যাদি

এইদৰে মোৰ স্মৃতিত থকা সেই আটাই চৰাইবোৰে 'কপৌ-কুঁৱৰী' আৰু ঋতুৰাজ বসন্তৰ মহামিলনত গীত পদ গাই নৃত্য কৰে। ....

এই সময়তে মোৰ প্ৰথম কবিতাৰ পুথি 'পৰাগ' প্ৰকাশ হয়। তেতিয়া সংসাৰৰ চিন্তা একো কৰা নাছিলোঁ যদিও মাজে মাজে কেনেকৈ খাম, সংসাৰী জীৱন কেনেকৈ চলাম ইত্যাদি কঠোৰ বাস্তৱৰ ভাববোৰ আহি মোক চিন্তাকুল কৰেহি যদিও সেইবোৰ চিন্তাক জয় কৰি দিনতে সপোন দেখা মনত মেঘদূত, ওমৰ-খায়য়াম,হাফিজৰ পৰশ লাগেহি। ৰামগিৰি পৰ্বতৰপৰা অলকালৈ মন্দাক্ৰান্তা ছন্দত হেন্দুলি হেন্দুলি গৈ থাকোঁ। মৰ্য়েই যেন এদিন হাফিজ হৈ পাৰস্যৰ আঙুৰ লতাৰ তলত, সেউজীয়া দূবৰিৰ দলিচাত বহি বহি ৰহস্যময় সৃষ্টিৰ সুধা পান কৰি আছিলোঁ। মৰ্য়েই যেন

ঘৰ-দুৱাৰ নিবিচৰা চুফি সাধক আছিলোঁ। স্বপ্ন, স্বপ্ন, দিঠকো মোৰ কাৰণে তেতিয়ালৈকে স্বপ্ন যেন হৈয়েই আছিল।

কেতিয়াবা জেঠমহীয়া গাঁৱৰ বকুলবনলৈ গৈ নিৰ্জনতাৰ আনন্দত মৌন হৈ থাকোঁগৈ। এদিন ভৰদুপৰীয়া, জেঠ মাহ, ৰ'দৰ তাপত গোটেই গাওঁখন নিমাত। মই ওলালোঁ দিন-সপেনাৰ বাগী লগা গাৰে। জনপ্ৰাণী শূন্য বাট। ঘৰৰপৰা আধা মাইলমান উত্তৰে গলোঁ। গাত জেঠৰ তাপটো লাগি এটা অজান পৰশ অনুভৱ কৰিলোঁ। যৌৱনৰ উম লগা ৰ'দ লৈ লৈ বাটে বাটে উলটি আহিছোঁ। তেতিয়া মনটো স্থিৰভাৱে আছিল। কাণত পৰিলহি এটা মধুৰ গুঞ্জন ধ্বনি। কোনে এনে সুন্দৰ বীণা বজাইছে? এই গাঁৱৰ মাজত ক'ৰ পৰা এনে মধুৰ ধ্বনি উঠিছে। আহি আহি মোৰ বকুলতল পালোহি। বকুল দুজোপাত অজস্ৰ মৌ-মাখিয়ে গুণগুণাই আছে। ছাঁতে বহিলো। নিমাত নিস্তব্ধ হৈ বীণাপাণিৰ গুঞ্জৰণত তন্ময় হৈ দেখিলোঁ - পৃথিৱীখন কবিতাময়। ... কিন্তু এই স্বপ্নময় জীৱনৰ সাধনাত সোণগুই সোমাল। সোণগুই দেখা হেনো অমঙ্গলীয়া কথা। সংসাৰত প্ৰৱেশ কৰিলোঁ। ধন উপাৰ্জন কৰিব লগা হ'ল। হাতত মোনা লৈ বজাৰ কৰিব লগা হ'ল। এফালে তনুমতী প্ৰেয়সী আৰু আনফালে মনোমতী প্ৰেয়সী। বাস্তৱ আৰু কল্পনাৰ সংঘাত আৰম্ভ হ'ল। কাব্যময় সোণালী অধ্যায় শেষ হওঁ হওঁ হ'ল। কবিতাৰ বাহিৰে একোৱে তৃপ্তি দিব নোৱাৰিলে। উলটি চাওঁ কবিতাৰ নিকুঞ্জবনত নিঃশেষ কৰি হিয়াৰ মৰম-বেদনা ঢালি দিলোঁ। মই যেন এতিয়া এজন দেৱলীয়া মহাজন। "পৃথিৱীৰ প্ৰেমে মোক দেৱলীয়া কৰিলে" .... মোৰ সেই সোণালী অধ্যায়টোৰেই সোঁৱৰণী।

---

প্ৰকাশ, প্ৰথম বছৰ, প্ৰথম সংখ্যা ১৯৭৫

# মোৰ কাব্যিক জীৱনৰ অভিজ্ঞতা

কবিতাৰ প্ৰেমত পৰিছিলোঁ নিচেই কম বয়সতে। তেতিয়া মোৰ মৰমৰ গাওঁখন ডিহা নৈৰ পাৰত থকা ঢেকীয়াখোৱাত আছিল এটি পাঠশালা স্কুল (আজিকালি নিম্ন প্ৰাইমাৰী বোলে)। তৃতীয় মান শ্ৰেণীত পঢ়ি থাকোতে 'নীতিমালা' নামে কিতাপ পঢ়িছিলোঁ। তাত থকা কবিতাবোৰ বৰ ভাল ভাল লাগিছিল। অ' সৰু ভাইটি! অ' সৰু ভাইটি! বৰ ভাল পাওঁ তোক" ..... "অ' সৰু চৰাই! অ' সৰু চৰাই বৰ ভাল পাওঁ তোক" কবিতাটিত সৰু ছোৱালী আৰু সৰু চৰায়ে মোৰ মনত তেতিয়াই দিঠকতে সপোন দেখা জুই একুৰা চকুত জ্বলাই দিছিল। আলৌলৌৱা কপৌলতাৰ কুঞ্চিবোৰৰ আৰু অকণ অকণ চৰাইবোৰে, যেনে পাটসীয়া, টুনটুনি আদি জপিয়াই জপিয়াই লতা পাতৰ মাজত মানুহৰ কোলাহলৰপৰা আঁতৰি এখন মিহি-মধুৰ কবিতাৰ ৰাজ্য সৃষ্টি কৰা চাই চাই মোৰ মনত সুন্দৰ সোমাল। তেতিয়া পৃথিৱীৰ প্ৰথম মহাযুদ্ধ (১৯১৪-১৯১৮) চলি আছিল। জাৰ্মেনী-ৰুছিয়া দেশৰ নামবোৰ মাত্ৰ শুনিছিলোঁ। যুদ্ধৰ বতাহ আমাৰ দেশলৈ বোৱা নাছিল। কাৰণ আমি তেতিয়া বৃটিছ সিংহৰ ছত্ৰ-ছাঁয়াৰ তলত মহা স্বছন্দে আছিলোঁ। সেই সময়তে হিতেশ্বৰ বৰবৰুৱাৰ 'কমতাপুৰ ধ্বংস কাব্য' আৰু 'তুলসৰা ফুল' আদি পঢ়ি চকুৰ পানী ওলাইছিল। সৰল সহজ আৰু শুৱলা শব্দেৰে লিখা 'হিতেশ্বৰ প্ৰাণৰ দেৱী বীণাপাণিৰ বন্দনা" পঢ়ি চকুৰ আগতে সৰস্বতীক দেখা যেন লাগিছিল। সেই প্ৰেমৰ পৰশত তেতিয়াৰ পৰাই কবিতা কবিতা লাগিছিল গোটেই পৃথিৱীখন।

এদিন আবেলি পৰত গাঁৱৰ এটা বাটেদি গৈ থাকোঁতে বাটৰ কাষতে থকা ঢেপাইতিতাৰ পাতত বাঁহ লোৱা পাটসীয়া চৰাইৰ পোৱালী এটা দেখি থাপ মাৰি ধৰি আনিলোঁ। তালৈ বৰ মৰম লাগিল। বুকুৰ মাজতে থৈ দুই হাতে ঢাকি ঘৰলৈ লৈ আহিলোঁ। দেউতাই সুধিলে "সেইটো কি?"... মই চৰাই পোৱালি বুলি কলোঁ। দেউতাই খং কৰি ক'লে, 'যা যা য'ৰ পৰা আনিছিলি, তাতে আকৌ থৈ আহঁগে।'

আমাৰ দেউতালৈ বৰ ভয় লাগিছিল। তৎক্ষণাৎ উলটি গৈ সেইখিনি পালোগৈ। তেতিয়া গধুলি হওঁ হওঁ। সেই ঢেপাইতিতা জোপাৰ পাতত পৰি মাকজনীয়ে ইফালে এবাৰ সিফালে এবাৰ চাই চাই চেকচেকাইআছে। যেইমই পোৱালিটো এৰি দিলোঁ গৈ মাকজনীয়ে নতুন জীৱন পোৱা যেন কৰি পোৱালিটোকঠোঁটেৰে খুটিয়াই খুটিয়াই মৰম কৰিবলৈ ধৰিলে। আ মাতৃৰ মৰমৰ কথা সুঁৱৰি মোৰ চকু ছলছলীয়া হ'ল। বৰ তৃপ্তি পালোঁ। ইয়াকে সুঁৱৰি জীৱনৰ প্ৰথম কবিতাটো লিখিছিলোঁ এই দৰে :

আনিলোঁ এদিন ধৰি চৰাই পোৱালি এটি
কননিৰ পৰা
আনিলোঁ যেতিয়া তাক বাঁহত নাছিল মাক।
বাকিখিনি পাহৰণিৰ সোঁতত উটি গ'ল। লিখি থোৱা পাত খিলাও হেৰাল।

সেই তেতিয়াৰে পৰা আজিলৈকে পূৰা ৬৫ বছৰলৈকে কবিতাই লগ এৰা নাই। কবিতাৰ দোষো আছে,গুণো আছে। যৌৱনত কবিতাই বতাহত উৰুৱাই লৈ ফুৰালে। কঠোৰ বাস্তৱৰ প্ৰতি উদাসীন হৈ কেৱল সুকোমল সপোনাৰ ইন্দ্ৰজাল ৰচি ৰচি তন্ময় হৈ আছিলোঁ। পৃথিৱীৰ সেই প্ৰেমে মোক দেৱলীয়া সাউদ কৰিলে। তেতিয়া কৈছিলোঁ :

"তুমি আছা মই আছোঁ
আৰু আছে ভাব
প্ৰাণত কবিতা আছে
কিহৰ অভাৱ?" ......

কিন্তু কবিতাই ভোক নুগুচালে মাত্ৰ পিয়াহহে বঢ়ালে। টেনিশ্যনে কৈছিল :

**Tears, Tears, idle tears -**
**I Know not what they mean ...**

আবেগ বিহ্বল অন্তৰত মহাসৌন্দৰ্যৰ মাধুৰী লৈ সমাজৰ মাজত থাকিও যেন অকলশৰেহে আছিলোঁ, তেনে ভাবে হিয়া ভাবাক্ৰান্ত হৈ আছিল আৰু আজিও আছে।

এদিন ৰঞ্জন বৰ্ম্মিৰে নিজকে চাবলৈ মন গ'ল। সেই দিনা দেখিলো :

আগয়ে আছিলা সখী অনুমতী
ৰূপৰ একুৰা জুই
আজি হ'লা তুমি সখী মনোমতী
হিয়াৰ সপোন দুই।। ....

যেতিয়া ভাবী প্ৰিয়াৰ ছবিয়ে মন কাঢ়ি নিছিল তেতিয়া প্ৰিয়া আছিল আনন্দৰ স্বপ্ন ছবি। ৱৰ্ডচৱৰ্থে কৈছিল - She was a phantom of delight তাৰ পাছত প্ৰিয়াক যেতিয়া পালোঁ তেতিয়া মনত খেলালে, ..

কবিতাই প্ৰেয়সী নে,
প্ৰেয়সীহে কবিতা প্ৰাণৰ ..

এদিন কবিতা প্ৰিয়াক দেখা পালোঁ চাহাজাহানৰ মমতাজৰ দৰে। সেইদিনা ক'লো, ঃ

নীল আকাশত লেখি থ'ম মোৰ
পৰালি নপৰা প্ৰেমৰ বাণী

পৰালি এতিয়াও পৰা নাই কিন্তু আজিৰ প্ৰিয়া মোৰ বস্তুবাদী পৃথিবীৰ অনুৰক্তা আৰু মই কোনোবা অজান লোকৰ ফালে গতি কৰা টোকাৰী জোকাৰি প্ৰভুৰ গীত গোৱা চুফি।

এগছি বন্তি জ্বলাওঁ হিয়াৰ মাজত থকা ঈশ্বৰৰ মন্দিৰত। তেতিয়া কবিতাই ৰূপ লয় ;

তুমি যেতিয়া লোৱাঁ
অকণমান মাটিৰ চাকি এটিত
কেঁচা তেলৰ এগছি শলিতা
জ্বলে।
আন্ধাৰ মণিকূটত থকা
হেঙ্গুল হাইতালৰ ৰঙেৰে বনকৰা
এখন সিংহাসন চকুত পৰে।
সেই ফালে চাই
মূৰ দোঁৱাই
অকণমান আত্মসমৰ্পণ কৰোঁ —
তুমি যেন সিংহাসনতে বহি আছাঁ।
আৰু
তুমি যেতিয়া দিয়া —
জ্যোৎস্নাৰ প্লাবন নামে,
তোমাৰ সৃষ্টি একাকাৰ হয়
তুমি আছানে নাই
ক'ত আছাঁ, কেনি আছাঁ,
উৱাদিহ একোকে নাপাওঁ —
মাত্ৰ
তোমাৰ অঞ্জন লগা
দুচকুৰে
বিস্ময় বিমুগ্ধ হৈ চাই থাকোঁ —
তুমি মহান
তুমি সুন্দৰ।

বয়স বাঢ়ি অহাৰ লগে লগে মানুহৰ মন লাহে লাহে সংসাৰৰ ভোগ-বাসনাৰপৰা আঁতৰি গৈ থাকে। প্ৰকৃতি আধ্যাত্মিকতাৰ ফালে যায়। বুঢ়া মানুহৰ কথা শুনি পো পোৱালিবোৰে কয় এওঁৰ প্ৰকৃতি লৰিছে। সঁচা কথা যৌৱনৰ বৃথা কৰ্মবোৰ আৰু এৰি যাবলগীয়া সম্পদবোৰ যে অসত্য বুঢ়া হ'লে সেইবাবে সেইবোৰ ল'ৰা ধেমালি যেন লাগে। আজান ফকীৰেও গাইছেঃ

সৎ গুৰু ভেটিবা আতমাক চিনিবা
তেবেসে সিজিব দিনৰে কাম
ঐ আল্লা
তেবেসে সিজিব কাম।

জীয়াই থকা কালটোৱেই দিন। এই দুনিয়া পৃথিবীখন লগত নাযায়। সাৰ বস্তু লাভ কৰিবলৈ সৎ পথ ললেহে জীৱনৰ উদ্দেশ্য সিদ্ধ হয়। এইবাবে চিন্তাধাৰাৰ পৰিবৰ্তন ঘটে।

ৰবীন্দ্ৰনাথেও কোনোবা এদিন সাগৰৰ পাৰত থিয়দি থাকোঁতে গাইছিল ঃ

লেগেছে অমল ধবল পালে
মন্দমধুৰ হাওয়া,
দেখি নাই কভু দেখি নাই কভু
এমন তৰণী বাওয়া।
ফেলে যেতে চাই এই কিনাৰায় —
সব চাওয়া, সব পাওয়া ।।

মৰমী কবি দুৰৰাই বেথাভৰা সুৰত কবিতা লিখি গ'লঃ

চেনেহৰ সখা মোৰ
শেষ অনুৰোধ
অতীতক নাযাবা পাহৰি,
সমাপি জীৱন খেলা,
বসুধা বুকুত
যামগৈ যিদিনা আঁতৰি
অতীতক নাযাবা পাহৰি।।

ৰবীন্দ্ৰনাথ গ'ল, দুৰৰা গ'ল, আৰু কিমান গ'ল তাৰ লেখ নাই, কিন্তু তেওঁবিলাকে থৈ গ'ল মানৱ প্ৰেমেৰে ভৰা একোখনি হিয়া।

৭৩ বছৰ পূৰ্ণ হোৱা গতিপথৰ মাইলৰ খুটিত ভেজা দি উলটি চাওঁ কি অভিজ্ঞতা লাভ কৰিলোঁ।

চাই চাই জুখি মাখি পালোগৈ মই এটা 'ৰছুন'। আগেয়ে ভাবিছিলোঁ 'ৰছুন' শব্দটো অ-ভাৰতীয়। এদিন আয়ুৰ্বেদিক কবিৰাজ এজনৰ ওচৰলৈ গৈ সুধিলোঁ ৰছুন শব্দটো আপোনালোকৰ দ্ৰব্যগুণৰ কিতাপত আছেনে? কবিৰাজ জনে তৎক্ষনাৎ টেবুলৰ ওপৰত থকা সংস্কৃত ভাষাৰে লিখা দ্ৰব্যগুণ গ্ৰন্থখন মেলি গাই শুনালে ঃ

অম্ল ৰসেন উন ইতি ৰছুন অথবা লছুন। অম্ল ৰস -

টেঙা গুণ, উন নথকা - যিটো দ্ৰব্য তাকে ৰছুন অথবা লছুন বোলে। ৰ-ৰ ঠাইত ল-ও হয়। ৰছুন খণ্ড পিত্তৰ এটা ঔষধ। আজি কালি ইয়াৰ গৱেষণা কৰি বৈজ্ঞানিক পদ্ধতিৰে ঔষধ তৈয়াৰ কৰা এলোপেথিক ডাক্তৰসকলে "লেছনা" নাম দি ৰছুনৰপৰা মুকুতা মণিৰ দৰে বড়ি তৈয়াৰ কৰিছে। আয়ুৰ্বেদ শাস্ত্ৰৰ মতেই ইয়াৰ গুণাগুণ নিৰ্ণয় কৰিছে।

ছটা ৰসৰ ভিতৰত টেঙা ৰস নথকা ৰছুন বা অসমীয়া মাতেৰে নহৰুৰ দৰেই মোৰ গোটেই কাব্যিক জীৱনটোত টেঙাৰ বাহিৰে আটাইকেইটা ৰস পান কৰিলোঁ। কবিতাবোৰতো আছে। মই কিন্তু টেঙা জোল পি খাই বৰ ভাল পাওঁ। ডেকা কালত বিয়াৰ পিছত মোৰ গাঁৱৰ মূল 'বকুল বনত' থাকোতে পকা অমৰাৰ দিনত আমাৰ তেওঁ ডিহা নৈৰ পুথি মাছ অমৰা দি ৰন্ধা অমৃত যেন জোল কণৰ তৃপ্তি আজিও জিভাত লাগি আছে। ডিহাৰ পুথি মাছলৈ'ৰ বৰ সোৱাদ।

---

ৰামধেনু, দশম বছৰ, দ্বিতীয় সংখ্যা, ১৯৭৯

# কবি-কথা

## প্ৰথম কবিতা

তেতিয়া মই কাকজান মাইনৰ স্কুলৰ ক্লাছ থ্ৰী কি ফ'ৰত পঢ়োঁ। এদিন আবেলি গাঁৱৰ ফালে যাওঁতে বাটৰ কাষতে থকা সৰু লতা পাতৰ ওপৰত এটা চৰাই পোৱালি দেখিলো। থাপ্ মাৰি পোৱালিটো ধৰিলো। সেই চৰাইবিধ বোলে কলা। বৰকৈ নুশুনে হেনো। 'পিৎ' 'পিৎ' 'পিৎ' 'পিৎ' শব্দ কৰি ইটো পাতৰ পৰা সিটো পাতলৈ জপিয়াই দেও দি থাকে। অলপ পিছতে মাকজনী আহি পোৱালিটো দেখা নাপাই চেক্‌চেকাই গোটেই ঠাই টুকুৰা তোলপাৰ কৰিলে। মই পোৱালিটো বুকুতে লৈ আছিলোঁ। এনেতে মোৰ স্বৰ্গীয় দেউতাই মোক সেইখিনিত দেখি সেইদৰে ৰৈ থকাৰ কাৰণ সুধিলে। মই চৰাই পোৱালিটো ধৰিলোঁ বুলি ক'লোঁ। দেউতাই মোক খং কৰি পোৱালিটো এৰি দিবলৈ ক'লে। মই এৰি দিলোঁ। মাকজনীয়ে আগৰ ঠাইত পোৱালিটো পাই তৎ পোৱা দৃশ্য দেখি মোৰ মনত এটা অপূৰ্ব স্নেহৰ ভাৱ উদয় হ'ল। সেই কথাটোৰে মোৰ মনত মই ক'ব নোৱাৰাকৈয়ে সেই তেতিয়াই আজিৰ পৰা প্ৰায় ৩৬ বছৰ আগতে যি সাঁচ বহুৱালে, সি এতিয়াও মোৰ মানস পটত নতুন হৈয়েই আছে। তেতিয়া মই এটা কবিতা লিখিলোঁ। কবিতাটোৰ মাত্ৰ এই লাইন কেইটা মুখত আছে ঃ-

আনিলোঁ এদিন ধৰি চৰাই পোৱালি এটি বননিৰ পৰা,  
আনিলোঁ যেতিয়া তাক বাঁহত নাছিল মাক  
তাৰ পাছে আহি-

কবিতা দুলৰী ছন্দত লিখা। এদিন সেই কবিতাটো মোৰ অগ্ৰজ-প্ৰতিম শ্ৰীশশীধৰ মলীয়াক (আমাৰ গাঁৱৰ এজন কংগ্ৰেছ কৰ্মী) দেখুৱালোঁ। তেওঁ তেতিয়া যোৰহাট বেজবৰুৱা হাইস্কুলৰ সপ্তম কি অষ্টম মানৰ ছাত্ৰ। তেওঁ কবিতাটো ভাল হৈছে বুলি মোৰ পৰা লৈ গ'ল। বেজবৰুৱা স্কুলৰ হাতে লিখা আলোচনীত ঠাই দিলে।

চৰাই জীৱন, বননিৰ শান্তি, মাতৃ-স্নেহ, দয়া আৰু অনুকম্পা আদি ভাৱৰ প্ৰভাৱতেই সেই প্ৰেৰণাটো আহিছিল।

## কবিতা-লিখাৰ চমু ইতিবৃত্ত

কাকজান মাইনৰ স্কুলৰ পৰা আহি যোৰহাট গভৰ্ণমেণ্ট হাইস্কুলত নাম লগোৱাৰ পিছত হাতে লিখা "জেউতি"ৰ কাৰণে কবিতা লিখো ইং ১৯২৩ চনৰ পৰা। ইংৰাজীৰ 'কুলি' আৰু 'ইলিজি' অনুবাদ কৰিছিলোঁ। কবিতা পঢ়ি সৰুৰে পৰা ভাল পাওঁ। বিশেষকৈ অমিত্ৰাক্ষৰ ছন্দৰ নাটকীয় বচনবিলাক। সৰুকালত স্বৰ্গীয় বৌতিয়ে গধুলি আমাক সংস্কৃত স্তোত্ৰ সুৰ লগাই গাবলৈ কয়। আমি (মোৰ পিছৰ ভাইটোৰ সৈতে) গধুলি সেই স্তোত্ৰবিলাক গাওঁ। গাওঁতে গাওঁতে ছন্দৰ হিল্লোলত আপ্লুত হওঁ। ছন্দৰ হিল্লোল থকা কবিতা পঢ়ি ভাল পাওঁ। নিজৰ কবিতাতো বোধহয় সেই ছন্দবিলাকৰ কিছু কিছু প্ৰভাৱ আছে। প্ৰথম কবিতা পুথি 'পৰাগ' ১৯৩০ চনত প্ৰকাশিত হয়। শ্ৰীযজ্ঞেশ্বৰ শৰ্মা এম-এ (বৰ্তমান নগাওঁ কলেজৰ অধ্যক্ষ) দেৱে পাতনি লিখি দিছিল। তাৰ কবিতা কেইটি যৌৱনৰ প্ৰথম আবেগত ফুটি উঠা প্ৰেমময় আৱেশৰ আহ্বান বুলি ক'ব পাৰি। 'আৱাহন' 'বাঁহী', 'ঘৰ-জেউতি', 'আমাৰ দেশ', 'পখিলা' আদি কাকতবিলাকত সময়ে সময়ে কবিতা প্ৰকাশ হৈছিল। 'পৰাগ'ৰ পিছত ১৯৩৪ চনত 'পুষ্পক' নামে আন এখন সৰু কবিতাৰ পুথি প্ৰকাশ হয়। তাত কেইটিমান চনেট আছিল। তাৰ পিছত 'হাফিজৰ সুৰ' প্ৰকাশ হয়। মেঘদূতৰ পূৰ্বমেঘ অনুবাদ কৰিছিলোঁ। সেইখিনি বন্ধু শ্ৰীকৰুণা ধৰ বৰুৱাক দি দিলোঁ। 'উত্তৰ মেঘ' তেখেতে লিখি প্ৰকাশ কৰিলে।

## ছন্দ

মোৰ ধাৰণা ভাব আৰু আবেগৰ অনুকূল হৈ ছন্দ আপোনা-আপুনি আহে। যেতিয়া যি ছন্দৰ হিল্লোল আহে সেই মতেই লিখিছিলোঁ। ৰবীন্দ্ৰনাথৰ ছন্দৰ ধ্বনি ভাল পাওঁ, কিন্তু ৰাবীন্দ্ৰিক ছন্দ চেষ্টা কৰি চোৱা নাই।

## কাব্যৰ দৰ্শন

কাব্যৰ ভিতৰত কিবা দৰ্শন আছে নে নাই মই নিজে একো ক'ব নোৱাৰোঁ। নিজৰ চিন্তাৰ আঁৰত লুকাই থকা যদি কিবা দাৰ্শনিক মনোভাব ক'ৰবাত প্ৰকাশ পাইছে সেই কথা নাজানোঁ। কিন্তু মানুহৰ বিবাহ কিয় হয়, পুৰুষে তিৰোতাক কিয় ভাল পায়-ইয়াৰ তাৎপৰ্য্য বিচাৰি 'ৰঞ্জন ৰশ্মি' নামে এটি দীঘল কবিতা লিখিছিলো। 'She was a phantom of delight' এই প্ৰেৰণাৰ বলত আহিছিল-।

বিয়াৰ আগৰ প্ৰিয়া আৰু প্ৰিয়াক পোৱাৰ পিছৰ ভাব। বোধহয় ইয়াত কিছু দাৰ্শনিক ভাব আছে।

'আগেয়ে আছিলা সখী তনুমতী  
ৰূপৰ একুৰা জুই,  
আজি ধৰি হ'লা প্ৰিয়া মনোমতী

বসৰ এখন নৈ!'.....

## শেহতীয়া কবিতা

### এজুপি আঁহত গছ

("বৃক্ষানায় অশ্বথোহম্'-গীতা)

পদুলি মুখৰ আঁহত এজুপি
একান্ত বিশ্বাসী এটি দুৱৰীৰ দৰে
কত কাল আছে ঠিয় হৈ!.......
চকুত টোপনি নাই —
কোন আহে কোন যায়
তাকে চাই চাই
একেদৰে আছে মাথো ৰৈ!

আজো ককাদেউতাই হেনো
ৰুইছিল সেই এটি আঁহতৰ পুলি।
ককাই নিতৌ পুৱা তামৰ লোটাৰে
মন্ত্ৰ মাতি দিছিল শ্ৰদ্ধাৰ অঞ্জলি।
গছৰ মাজত হেনো আঁহত স্বয়ং
পূৰ্ণ ব্ৰহ্ম ভগবান বৃক্ষৰূপ লৈ
জগতৰ আদি জ্যোতি কৰিছিল দান—
ছাঁয়াত বিশ্বৰ ৰূপ
লুকুৱাই থৈ!

আঁহতৰ পাতে পাতে
যুগে যুগে স্মৃতিৰ বতাহে
মনে মনে কত কথা পাতে,
ভক্তিমান আৰ্য্যৰ সন্তানে

তৃণ-তৰু বৰ্ণাপতি মধুময় বেশে
স্ৰষ্টাৰ জীৱন্ত ৰূপ
দেখিছিল তাতে।

সেইহে কিজানি হায়!
আপুত্ৰকা পেহীতিয়ে-
সেই, আঁহতৰ পুলিটিকে পুত্ৰজ্ঞান কৰি,
বৈদিক প্ৰথাৰে হেনো
ন-গুণ লগুণেৰে
উপবীত কৰিছিল
প্ৰাচীন যুগৰ সেই প্ৰথাকে সুঁৱৰি!

তিনি পুৰুষৰ সোঁৱৰণী লৈ
আজিও আঁহত জুপি
সেই একেদৰে
পদুলি মুখতে আছে
ঠিয় হৈ অকলশৰে।
সমুখৰ আলিবাট মহাসাক্ষী হৈ
নিমাত নিস্তব্ধ ভাবে
যুগান্তৰ স্মৃতি আছে লৈ!

কিমান আহিল সেই আলিবাটেদিয়ে
কিমান বিলীন হ'ল
পাহৰণি আন্ধাৰৰ
নিজান বুকুত
সকলো বুৰঞ্জী যেন আঁহত জোপাৰ গাতে
লিখা আছে কিবা আখৰেৰে,
মৃদু মৃদু বতাহত কঁপি কঁপি যেন
কৈ আছে তাকে সেই
আঁহতৰ পাতে!
এদিন ওচৰ চাপি
সেই জুপি আঁহতৰ গাত
চাওঁ বাৰু কিনো আছে তাত;
গভীৰ হিয়াৰে যেন আঁহত জুপিয়ে
স্নেহৰ পৰশ দিলে।
— কিবা যেন আছে তাৰ ছাঁ-ত।

সেই, গছৰ বুকুতে যেন
আমাৰ গাঁৱৰ এটি
মধুময় অতীতৰ কথা
আছে, মনোময় কবিতাৰে গঁথা।
— সেইহে কিজানি,
আহঁত জুপিত কেঁৰে
ঘাপকো নামাৰে,
কিজানিবা বেথাভৰা অতীতৰ
ছিটিকি পৰেহি এঠা!

---

বামধেনু, ১০ ম বছৰ, ৫ ম সংখ্যা, ১৮৭৯ শক

# ঈশ্বৰ, প্ৰকৃতি আৰু মানুহ

মানুহৰ চিন্তা-ৰাজ্যত এই সৃষ্টি-ৰহস্যৰ মহাসাথৰে অনাদি কালৰে পৰা অনন্ত প্ৰশ্নৰ অৱতাৰণা কৰি আহিছে। আজিও কোনো দাৰ্শনিক, তত্ত্বদৰ্শী বা অৱতাৰী মহাপুৰুষে ইয়াৰ অন্ত কৰিব নোৱাৰিলে। সেইহে বোধহয় উপনিষদে কৈ গৈছে বোলে বাক্য আৰু মনৰ অগোচৰ তেওঁ। মানুহৰ জ্ঞান, বুদ্ধি আৰু চিন্তাই নিজাকৈ মথন নকৰিলে তত্ত্ব-বস্তুৰ ৰস গ্ৰহণ কৰিব নোৱাৰে। এই বাবে চিন্তাশীল ব্যক্তি মাত্ৰেই নানান প্ৰকাৰে মথন কৰিয়েই আছে। শ্ৰীঅৰবিন্দই কৈছে —

পদাৰ্থৰে তৈয়াৰী এই দেহাটোৰ মাজত যে এটা দিব্য-সত্তা বা আধ্যাত্মিক সত্য নিহিত হৈ আছে, এইটোৱেই ক্ৰমবিকাশ আৰম্ভ হোৱা বিন্দু। অৰ্থাৎ আমাৰ এই নশ্বৰ দেহাৰ মাজত যে অবিনশ্বৰ কিবা এটা আছে - এইটোৱেই আত্ম-বিচাৰৰ মূল কথা। আমি যেতিয়া দৈহিক অসুস্থতাৰ দ্বাৰাই অৱশ হৈ শয্যাত পৰি থাকোঁ বা মৃত্যুৰ ক্ষণ গণনা কৰি থাকোঁ, তেতিয়া আমি আমাৰ মাজত থকা দিব্য-সত্তাৰ আলমতেই হৰি হৰি ৰাম ৰাম বুলি থাকোঁ। এই যে আমাৰ মাজত দিব্য-সত্তাটো আছে, সেয়েই জীয়াই থকাৰ আনন্দ। শ্ৰীঅৰবিন্দই ইয়াকে "Delight of Existence" বুলি কৈছে। মানুহৰ দেহ-যন্ত্ৰৰ মাজত মনটো হ'ল শক্তিসঞ্চাৰক অংশ। এই মনৰ বাবেই আমি প্ৰত্যেক ব্যক্তিয়ে নিজ নিজ সত্তাৰ অস্তিত্ব সম্পৰ্কে সৰ্তক আৰু সজাগ হৈ থাকোঁ।

এই পৃথিৱীত জন্ম লাভ কৰি মানুহৰ মাজত আত্ম-সত্তাৰ প্ৰতিষ্ঠা কৰিবলৈকে প্ৰতি মানুহে প্ৰথম চেষ্টা কৰে। আত্ম-প্ৰতিষ্ঠাৰ পাছত তেওঁৰ ক্ষুদ্ৰ সত্তাটো বিৰাট সত্তাত পৰিণত কৰিবলৈ তেওঁৰ যি প্ৰয়াস হয়, সেয়েই ক্ৰম বিকাশৰ পথ।

মানুহৰ মানসিক ব্যৱহাৰত যি খিনি ভুল থাকে, যি অজ্ঞতা থাকে, যি খিনি অন্ধকাৰ থাকে সেই সকলো বিলাক গৈ যি ঠাইত বিলীন হয় আৰু জ্ঞানৰ পোহৰে নৱ জীৱনৰ সঁহাৰি দিয়ে, সেয়েই মানুহৰ আদৰ্শ। মানুহৰ চিন্তা ৰাজ্যত সৃজনী শক্তি আছে, সেই শক্তিয়েই এই আদৰ্শটো বুদ্ধিত লগাই দিয়ে। এই আদৰ্শবাদৰ পৰিপূৰ্ণতা লাভ কৰিবলৈকে প্ৰতি মানুহে ক্ষুদ্ৰসত্তাটো বৃহৎ সত্তাৰফালে নিব খোজে। মানুহৰ অন্তৰত থকা এই আশাটোৱেই মৃত্যুৰ মুখতো মানুহক ধৈৰ্য দান কৰে। এই কাৰণেই শ্ৰীমদ্ভাগৱতে কৈছে —

'লভি আছা জন্ম যিটো ব্ৰহ্মাৰ বাঞ্ছিত
জানি যত্নে কৰা পান কৃষ্ণ কথামৃত।।
ক্ষণিক শৰীৰ বিলম্বত কাৰ্য নাই,
চিন্তামণি জন্ম হেৰা হাততে হেৰায়।।'

এই চিন্তামণি কি? বিচাৰ কৰিলে পাব এই চিন্তা-মণিয়েই 'ঈশ্বৰ'। মানুহে ঈশ্বৰৰ অস্তিত্ব যেনেকৈ অনুভৱ কৰে, সেইদৰে ঈশ্বৰক পাবলৈয়ো হেঁপাহ কৰে।

ঈশ্বৰ আৰু মানুহৰ সম্পৰ্ক অতি ঘনিষ্ঠ। বাইবেলে কয় - Man was made after the Image of God. ভক্ত চণ্ডীদাসে ক'লে -

'সবাৰ উপৰ মানব শ্ৰেষ্ঠ তাহাৰ উপৰ নাই।' তন্ত্ৰৰ মতে তত্ত্ব তিনটা - (১) ঈশ তত্ত্ব, (২) আত্ম-তত্ত্ব, (৩) সৃষ্টিতত্ত্ব।

আত্ম-তত্ত্ব মানেই মানুহৰ তত্ত্ব আৰু সৃষ্টি তত্ত্ব মানেই প্ৰকৃতিৰ তত্ত্ব। কবি টেনিশ্যনে তেওঁৰ বন্ধু বিয়োগত In Memorium বুলি কবিতাৰ এঠাইত প্ৰশ্ন কৰিছে -

Are then God and Nature in strife? ঈশ্বৰ আৰু প্ৰকৃতি পৰস্পৰ বিৰোধৰ মাজতেই আছে নেকি?

আমি যদি প্ৰাণী জগতত মানুহৰ স্থান সম্পৰ্কে বিচাৰ কৰি চাওঁ তেন্তে দেখিবলৈ পাম যে, ইতৰ প্ৰাণী আৰু মানুহৰ প্ৰকৃতিগত পাৰ্থক্য একো নাই। ভোক, পিয়াহ, লোভ-মোহ, কামনা আদি সকলোখিনি সকলো প্ৰাণীতেই আছে।

প্ৰকৃতিৰ লগত মানুহৰ সম্পৰ্ক এই দৰেই জড়িত হৈ আছে; কিন্তু এই প্ৰকৃতিৰ বিকাৰত বিকাৰগ্ৰস্ত মানুহে নিৰ্বিকাৰ সত্তা লাভ কৰিবলৈ যি প্ৰচেষ্টা কৰে সেয়েই আধ্যাত্মিক অগ্ৰগতিৰ পথ।

গোস্বামী তুলসী দাসক কোনো ভক্তই প্ৰশ্ন কৰিলে - পুৰুষ ডাঙৰ নে প্ৰকৃতি ডাঙৰ? তেতিয়া সন্ত তুলসী দাসে ক'লে —

'নিৰ্গুণ হ্যেয় যো পিতা হামাৰা
সগুণ হ্যেয় মাহতাৰি,
কাকে নিন্দো কাকে বন্দো
দুয়ো পাল্লা ভাৰি'।

উপনিষদেও প্ৰকৃতিৰ সাতোটা গতিৰ কথা কৈছে ঃ

১) মানুহৰ দৈহিক চেতনাত আত্মাৰ যি ৰূপ সি অন্নময়। অৰ্থাৎ মানুহ প্ৰকৃতিৰ স্বাভাৱিক গতিৰ লগতে মিলা। তেতিয়া মানুহক খাবলৈ ভাত লাগে, আহাৰ লাগে। তেতিয়া ঈশ্বৰক কয় O' God give me my bread.

২) প্ৰাণময় চেতনাত প্ৰাণময় পুৰুষ।

৩) মানসিক চেতনাত মনোময় পুৰুষ।

৪) মানসিক চেতনাকো অতিক্ৰম কৰি গলেই আত্ম-সত্ত্বা বিজ্ঞানময়।

৫) ভূমা বা বিশ্বপ্ৰকৃতিৰ মাজত আত্ম-সত্ত্বা, আনন্দময় পুৰুষ।

৬) আধ্যাত্মিক উন্নতিৰ চৰম সীমাত আত্ম-সত্ত্বা যেতিয়া সৰ্বজ্ঞ, তেতিয়া চৈতন্য পুৰুষ।

৭) যেতিয়া নিৰ্বিকাৰ নিৰাময় অৱস্থাত আত্মসত্ত্বা পৰম দিব্য - সৎপুৰুষ।

- সৎ চিদানন্দ

শ্ৰীঅৰবিন্দই কৈছে -

"All man's age long effort, his action, society, art, ethics, science, religion, all the manifold activities by which he expresses and increases his mental, vital, physical, spiritual, exstense, are episodes in the vast drama of this endeavour of Nature and have beyond their limited apparent aims no other true sense of foundation. For the individual to arrive' as the divine universality and supreme infinity, live in it, possess it, who know, feel and express that alone in all his being consciousness, energy, delight of being is what the ancient seers of the Veda meant by the knowledge ; that was the immortality which they set before man as his divine existence.'

The denial of God is a denial of his true quest and his own supreme ulitmate.

---

পাঞ্চজন্য, ষষ্ঠ বছৰ, ২ য় সংখ্যা, ১৮৮০ শক।।

# নৃত্য আৰু নাট্যকলা

ভাৰতৰ নাট্যকলা যেনেকৈ কাৰো পৰা ধাৰ কৰি অনা বস্তু নহয়, নৃত্য-কলাও সেইদৰে ভাৰতৰ নিজা। নৃত্যৰ অঙ্গ-ভঙ্গী, ঠাঁচ, ভাব আৰু সৌন্দৰ্যৰ লগত মানৱৰ উচ্চ বৃত্তিৰ অতি ঘনিষ্ঠ সম্বন্ধ আছে। প্ৰধানকৈ নৃত্যৰ ব্যৱহাৰ হৈছিল সামাজিক আমোদ-প্ৰমোদ, ব্যক্তিগত প্ৰফুল্লতা, প্ৰেম আৰু ভক্তিৰ পৰিপূৰ্ণতা লাভ কৰিবলৈ। নৃত্য সুকোমল ভাবৰ ৰূপান্তৰ মাথোন। ভাৰতৰ নৃত্য-কলাৰ লগত ধৰ্মৰো সম্বন্ধ আছে। নৃত্যই যেনেকৈ কবিতাৰ মধুময় ভাববিলাক শৰীৰৰ বিতোপন লয়-লাসৰ মাজেদি ফুটাই তুলিব পাৰে সেইদৰে কিছুমান ভয়লগা ভাবো প্ৰকাশ কৰিব পাৰে। মহাদেৱ শিৱ নৃত্য-কলাৰ ঈশ্বৰ বুলি হিন্দু শাস্ত্ৰই কৈছে। সেই বাবেই তেওঁক নটৰাজ বোলা হয়।

এসময়ত মহাদেৱ শিৱই যোগীৰ বেশ ধাৰণ কৰি কোনো এখন আশ্ৰমত থকা জনদিয়েক ঋষিৰ লগত বেদৰ বিষয়ে তৰ্ক কৰিবলৈ আহে। তৰ্কেৰে ঋষিসকলক শিৱই পৰাস্ত কৰিলে। ঋষিসকলৰ খং উঠি শিৱক বধ কৰিবৰ মনেৰে মন্ত্ৰৰ বলেৰে প্ৰথমতে এটা বাঘ সৃষ্টি কৰিলে। শিৱই বাঘটোৰ ৰাজ-হাড়ত টেপামাৰি ধৰি নখেৰে ছালখন এৰুৱাই গাত মেৰিয়াই ল'লে। ইয়াৰ পাছত তেওঁবিলাকে এটা বিষাক্ত সাপ সৃষ্টি কৰিলে। এইবাৰো শিৱই ভয় নকৰি সাপটো ডিঙিত মেৰিয়াই মালা লোৱাদি লৈ নাচিবলৈ ধৰিলে। ইয়াতো পৰাস্ত হোৱা নেদেখি এইবাৰ এটা কুৎসিৎ বাওনা দৈত্যৰ সৃষ্টি কৰিলে। শিৱই এই দৈত্য ভৰিৰ তলত লৈ তেওঁৰ নৃত্যত আপোনপাহৰা হ'ল, এই নৃত্য সৃষ্টিৰ মাধুৰ্য। ইয়াতে বিশ্ব-সঙ্গীত লয় হৈছে।

এই নৃত্যত পঞ্চ-কৃত্য অৰ্থাৎ সৃষ্টি, স্থিতি, প্ৰলয়, পুনৰ্জন্ম আৰু নিৰ্বাণ এই পাঁচ ভাবৰ প্ৰকাশ হৈছে।

শিৱৰ দৰে কালীও নৃত্য-বিভোৰা। কালীৰ মূৰ্তি অতি ভয়ঙ্কৰ। সাক্ষাৎ প্ৰলয় মূৰ্তিৰে দেৱী তাণ্ডৱ নৃত্য কৰিবলৈ উন্মত্তা, আনকি নিজৰ স্বামী শিৱৰ বুকুত ভৰি দি আছে বুলিও ক'ব নোৱাৰে। নৃত্যৰ স্থান কি ভয়ঙ্কৰ। শ্মশান ভূমিৰ মৰা মানুহৰ হাড়-মূৰৰ মাজত, পচা মঙহৰ দুৰ্গন্ধ লৈ প্ৰলয়ঙ্কৰীৰ নৃত্য। এনে বীভৎস স্থানত নৃত্য কৰাৰ নিশ্চয় কোনো অৰ্থ আছে। পৰম পিতাৰ অপৰিসীম কৰুণাৰ সেই অংশ কালীমাতাৰ শৰীৰত দেখুৱা হৈছে। সেই অংশ, যি অংশই মানৱৰ সকলো পাপ, ঘৃণিত কাহিনী নিজৰ বুকুত পাতি লৈ দয়াৰ বাণীৰে অভয় দি নিৰ্মল ভাব প্ৰদান কৰে। শ্মশানৰ চিতাত মৃত শৰীৰ দগ্ধ কৰাৰ দৰে, সত্যৰ অগ্নিকুণ্ডত অসত্যক ছাৰখাৰ কৰি পুণ্য প্ৰতিষ্ঠা কৰিবলৈকে এই নৃত্যই জগতবাসীক কৈছে। তেওঁ উলঙ্গ আৰু ক'লা এই বাবেই যে, তেওঁ বাক্য আৰু মনৰ বহুত দূৰত,— তেওঁ সকলো পাৰ্থিৱ বস্তুকে সেই বিৰাট শূন্যত পৰিণত কৰিছে - যি মহাশূন্যই পূৰ্ণ! যি জ্যোতিৰ্ময়, যি মহাশান্তি ! তেওঁ উলঙ্গ, কাৰণ তেওঁৰ পৰিধান দিগম্বৰ, অৰ্থাৎ মহাশক্তি অসীম। তেওঁ মায়াৰ অতীত। তেওঁ শিৱৰ শ্বেতবৰ্ণ মৃতদেহৰ ওপৰত অৱস্থিত। শিৱক শ্বেতবৰ্ণ কৰি দেখুৱাইছে কাৰণ তেঁৱেই জ্যোতি বা প্ৰকাশ। তেওঁ মৃত, কাৰণ তেওঁ পৰমপিতাৰ সনাতন অংশ আৰু কালীমাতা তেওঁৰ সেই অংশ যি অংশই কাল-সোঁতত এটা পৰিৱৰ্তন আনি দিয়ে।

ইয়াৰ বাহিৰেও শ্ৰীকৃষ্ণৰ নৃত্যই — কালীয় দমন আৰু যুগল মূৰ্তি — বিশ্ব-প্ৰেমৰ আদৰ্শ দেখুৱায়। কালীয়,— সাপটোৰ গাত পৃথিৱীৰ দুষ্ট আৰু কলুষ ভাৰৰাশি দেখুৱাইছে। শ্ৰীকৃষ্ণৰ নৃত্যই দেখুৱাইছে অসত্যৰ ওপৰত সত্যৰ জয় প্ৰতিষ্ঠা। গোপীৰ ৰাস ক্ৰীড়া আৰু যুগল নৃত্যই প্ৰকাশ কৰিছে, — পৰমাত্মাৰ লগত মিল হ'বলৈ আত্মাৰ অনন্ত প্ৰয়াস। শ্ৰীকৃষ্ণই পৰমাত্মা আৰু গোপীয়ে আত্মাৰ ভাব প্ৰকাশ কৰিছে।

এইদৰেই ভাৰতীয় নৃত্যকলাই ভিতৰত ঐশ্বৰিক ভাব লৈ অনেক কালৰেপৰা উৎকৰ্ষ সাধন কৰি আহিছে। নৃত্যৰ উদ্দেশ্য আৰু ভিত্তি আধ্যাত্মিক।

নৃত্যৰ লগত সঙ্গীত আৰু কবিতাৰো অতি ওচৰ সম্বন্ধ আছে। যেতিয়ালৈকে প্ৰাণত কোনো ভাবৰ উদ্ৰেক নহয় কবিয়ে একো লেখিব নোৱাৰে। ভাৱৰ জালত বিমল সৌন্দৰ্য আৱদ্ধ কৰি পাঠকক উপহাৰ নিদিলে কবিৰ মন তুষ্ট নহয়, সঙ্গীতৰ সকৰুণ ধ্বনি প্ৰাণত প্ৰৱেশ নকৰিলে নৃত্যৰ উদয় নহয়। সঙ্গীত আৰু কবিতা কবিৰ বাণী। কবিয়ে সৃষ্টি কৰে, সঙ্গীতে ৰস দিয়ে আৰু নৃত্যই তাক ৰূপ দি প্ৰকৃত সৌন্দৰ্যৰ সৃষ্টি কৰে।

সৌন্দৰ্য কি? "Beauty is truth, truth beauty." অৰ্থাৎ 'সত্যম্ শিৱম্ সুন্দৰম্'। সি সত্য, যি শাশ্বত, সেয়েই সৌন্দৰ্য। এই সৌন্দৰ্য-সৃষ্টিৰ মূলত ৰূপ, ৰস, গন্ধ স্পৰ্শ এই চাৰি অনুভূতিৰ প্ৰয়োজন। বাহ্যিক ৰূপত, কাব্যৰ ৰসত, পুষ্পৰ সৌৰভত নাইবা আকাঙ্খিত বস্তুৰ স্পৰ্শত সৌন্দৰ্যৰ সৃষ্টি হয়। এই সৌন্দৰ্যই সকলোৰে আদি। ইয়েই বিশ্বকবিৰ সঙ্গীত, প্ৰকৃতিৰ বিচিত্ৰতা।

অভিনয় আৰু নৃত্যত এই সৌন্দৰ্যৰ সৃষ্টি কৰাৰ নামেই 'আৰ্ট' বা ললিত-কলা। ৰেছমৰ জকমকীয়া ঘুৰি পিন্ধি হাতত ৰুমাল লৈ ষ্টেজৰ ওপৰত পাকঘূৰণি খোৱাৰ নাম নৃত্য নহয় ; তাক পুতলা নাচ বুলিব পাৰি সঁচা। পোছাক পৰিচ্ছদ, সময়, অঙ্গী-ভঙ্গী, ঠাঁচৰ লগত আনকি, প্ৰত্যেক খোজত একো-একোটা ভাব

প্ৰকাশ কৰি প্ৰকৃত সৌন্দৰ্য বিকাশ কৰাৰ নাম হে নৃত্য। আধুনিক অসমীয়া নাট কিছুমানত এনে ভুল আছে যে, য'ত নৃত্যৰ একেবাৰেই নিষ্প্ৰয়োজন বা যি ঠাইত নাচ হোৱাটো অসম্ভৱ তাতো হয়তো 'বনদেৱী' আদি পাক দি গ'ল। কেৱল দৰ্শকৰ মনোৰঞ্জন কৰিবলৈ ষ্টেজৰ ওপৰত নৃত্য কলাৰ নামত এনে অন্যায় নহ'ব বুলি আমাৰ ভৰসা। দৰ্শকে যদি কলাৰ মোল নুবুজে তেনে এই নিষ্ফল আয়োজনৰেই বা প্ৰয়োজন কি? চিত্ৰলেখাৰ অমৰ-নৃত্যকলাৰে বিনোদিতা অসম-মাতৃক যেন এইদৰে আৰু অপমান কৰা নহয়।

কেৱল নৃত্যতেই এই কথা নাখাটে। অভিনয় সম্বন্ধেও এই সৌন্দৰ্যবোধৰ প্ৰয়োজন। নাটকৰ চৰিত্ৰাৱলী নাট্যকাৰে অঙ্কিত কৰা দৰে অভিনেতাই প্ৰকাশ কৰিব পৰাটোৰেই আচল সৌন্দৰ্য! নাট্যকাৰৰ সৃষ্টিত প্ৰাণ দিয়ে অভিনেতাই। এটা কুটিল স্বভাৱৰ মানুহৰ ভাও দিবলৈ গৈ কেৱল বচনখিনি গাই দিলেই দৰ্শকে কুটিল বুলি ধাৰণা কৰিব নোৱাৰে। সেই চৰিত্ৰৰ অন্তৰ্নিহিত হাব-ভাব, জল্পনা-কল্পনা, আচাৰ-ব্যৱহাৰ আদি দেখুৱাবৰ ভাৰ অভিনেতাৰ ওপৰত। ষ্টেজত ঠিয় হৈ বীৰত্ব ব্যঞ্জক স্বৰেৰে বচনখিনি গাই হাত চাপৰি লোৱাৰ নাম কৃতিত্ব (success) নহয়। বহুত অভিনেতাৰ ধাৰণা আছে যে, নাটকৰ ৰচনা ভাল নোহোৱা বাবে তেওঁবিলাকে আচল সৌন্দৰ্য দেখুৱাব নোৱাৰে। বঙালী নাটকৰ 'সুবলা' ভাষা থকা বাবেহে হেনো তেওঁবিলাকে নাট্য-কলাৰ উন্নতি কৰিব পাৰিছে।

এই হাস্যকৰ ধাৰণা লৈ নাট-জগতত ভৰি দিয়া বৰ দুখৰ বিষয়। বৰ্তমান নাট্য জগতত আন্দোলন চলিছে স্বাভাৱিকতা (naturalism) বোলা কথাটো লৈ। ভাৰতীয় কলা আদিৰেপৰাই 'Idealistic' বা আদৰ্শমূলক আছিল। কিন্তু বৰ্তমান সভ্য-সমাজৰ ৰুচি অনুসাৰে ভাৰতীয় কলা, বিশেষকৈ নাট্য-কলা 'naturalism' বা 'Realism' ৰ ফালে গতি কৰিছে। বঙ্গীয় অভিনেতা নাট্যামোদী শ্ৰীযুত শিশিৰকুমাৰ ভাদুৰী এই পন্থাৰ প্ৰথম প্ৰবৰ্তক। শ্ৰীযুত শৰৎচন্দ্ৰ চট্টোপাধ্যায় মহাশয়ৰ উপন্যাস আদিও সৰ্বজন সমাদৃত হৈছে কেৱল স্বাভাৱিকতা প্ৰকাশক বুলিয়েই। অভিনেতাসকলে মনত ৰাখিব লাগিব যে নাট্যকাৰৰ সৃষ্টিত ৰূপ ৰস দি চৰিত্ৰৰ প্ৰকৃত ৰূপ দৰ্শকক দেখুৱাই অভিনয়ৰ উদ্দেশ্য। নাট্যকাৰৰ ৰচনা সংস্কৃতৰ সুবলা ভাষাৰেই হওক বা অসমীয়াৰ কাব্য ভাষাৰেই হওক তাৰ লগত তেওঁবিলাকৰ সম্বন্ধ তাকৰ।

শোকৰ মৰ্মভেদী কান্দোনৰ মাজতো সৌন্দৰ্য লাভ হ'ব পাৰে। যেতিয়া কোনো কৰুণ সঙ্গীত নাইবা নায়ক নায়িকাৰ মৰ্মন্তুদ শোকৰ কাৰণ হৈ তেওঁবিলাকক বিপন্ন কৰি তোলে, তেতিয়া দৰ্শকৰ মন তেওঁবিলাকৰ দুঃখত কান্দি উঠে আৰু দৰ্শকে আপোন পাহৰি সহানুভূতি দেখুৱাবলৈ উদ্বাউল হৈ উঠে। এই শোক প্ৰকাশ কৰিব পৰাটোৰেই সৌন্দৰ্য। ইয়াকে প্ৰকাশ কৰিব নোৱাৰি কেৱল কান্দোনৰ চিঞৰ দুটামান মাৰি হিয়া ভুকুৱালে দৰ্শক মুগ্ধ নহয়। এই সৌন্দৰ্যতে ভোল গৈ অঘৰীৰ যাদু মন্ত্ৰত বিষাক্ত সাপ মুগ্ধ হয়, যুৱক-যুৱতীৰ মন উধাও হয়। এই সৌন্দৰ্যকে উপলব্ধি কৰি মহাকবি কালিদাসে 'শকুন্তলা' নাটকৰ সূত্ৰধাৰৰ মুখে কোৱাইছে —

'তবাস্মি গীতৰাগেন হাৰিণা প্ৰসভং হৃতঃ
এষ ৰাজেব দুষ্যন্তঃ সাৰঙ্গেণাতিৰংহসা।।'

অৰ্থাৎ তোমাৰ এই গীতৰাগৰ দ্বাৰাই মোৰ মন মোহিত হৈ তন্ময় হ'ল। যেনেকৈ ৰজা দুষ্যন্তই হৰিণাটোৰ পিছে পিছে আপোনপাহৰা হৈ খেদি গৈছিল, সেইদৰে মোৰ মনো তোমাৰ সঙ্গীতৰ সুমধুৰ লয়ত বিভোল হ'ল। এই সৌন্দৰ্যই কবিৰ সাধনা। ইয়াকে প্ৰকাশ কৰিব পাৰিছে বুলিহে নাট্য-সাহিত্য, সঙ্গীত, নৃত্য আদিক ললিত কলা বোলা হয়।

নাট্যকাৰসকলৰো কৃতিত্ব নিৰ্ভৰ কৰে সৌন্দৰ্য-সৃষ্টিৰ ওপৰতহে। কেৱল সুবলা ভাষাৰে আবৃত্তি ৰচনা কৰাৰ নাম নাট নহয়। চৰিত্ৰাৱলী জীৱন্ত কৰি স্বাভাৱিক ঘটনাৰ দ্বাৰা বিজড়িত কৰি কল্পনাৰ ৰহণ সানিলেহে নাটকৰ সৌন্দৰ্য ওলায়। ওজাদেৱ বেজবৰুৱা দেৱৰ 'জয়মতী' নাটক সুমধুৰ ৰচনাৰ বাবে সমাদৃত হোৱা নাই - তাত জিলিকি থকা নগা পৰ্বতৰ প্ৰকৃতিৰ লগত খেলা কৰি থকা 'ডালিমী'ৰ সৃষ্টিয়েহে ওজাদেৱৰ প্ৰতিভা বিস্তাৰ কৰিছে। সৰলা নাগিনী ছোৱালীৰ সৰল জীৱন কাহিনী শুনিলে দৰ্শক পাহৰি যায় যে, তেওঁবিলাক নগা পৰ্বতৰ "তাৱলুং" টিলত আছে নে নাই ৰঙ্গ মঞ্চৰ প্ৰেক্ষাগাৰত আছে।

নাটকৰ চৰিত্ৰ সৃষ্টিত আৰু এটি বৈশিষ্ট্য আছে — স্বভাৱ অনুসাৰে, স্থান অনুসাৰে আৰু মৰ্যাদা অনুসাৰে কোন ভাৱৰীয়াৰ বচন কেনেকুৱা হ'ব লাগে, কাৰ আচাৰ-ব্যৱহাৰ কেনে হোৱা উচিত বা কাৰ ভাষা জটিল আৰু কাৰ সৰল হোৱা উপযুক্ত, তালৈ লক্ষ্য ৰখা। অভিনেতাৰ সম্বন্ধেও এই কথা খাটে। ভাৱৰীয়াৰ মৰ্যাদা অনুসাৰে পোছাক-পৰিচ্ছদ, আচাৰ-ব্যৱহাৰ সলনি হোৱা উচিত। নাটকৰ ভিতৰত লেখা নেথাকিলেও কিছুমান কথা অভিনেতাই নিজে প্ৰয়োগ কৰি ল'ব লাগে। এই প্ৰয়োগ কৰাৰ নামেই Creative power। দৃশ্যৰ স্থান, সময় আৰু বচনৰ ভাব, এই তিনিওটাৰ লগত অভিনয়ৰ সম্বন্ধ নাথাকিলে দৰ্শকৰ পক্ষে ধাৰণা কৰিবলৈ টান পৰে। Prof. Stapford Brooke এ কৈছে -

"What is always true of beauty is this that wherever it appears it awakens love of it which has no return on self, but which bears us out of ourselves : it stirs either joy or reverence in the heart wihthout bringing wiht it any self admiration or vanity, and it

kindles the desire of reproducing it, not that we may exult in our own skill in forming it, but that our reproduction of it may awaken emotions in others sililiar to those which the original sight of beauty stirred in our own hearts ; that is it more or, less which forces the seer into creation. this creation, this representation of the beautiful, is Art ; নাট্যকাৰেই হওক বা অভিনেতাই হওক যি কোনো ভাব পাঠক, দর্শকৰ অন্তৰত দিব খোজে সেই ভাব সৌন্দর্যবোধেৰে আগেয়ে সংস্কাৰ কৰি ল'ব লাগিব। যদি কোনো চৰিত্ৰই আৰম্ভৰপৰা শেষলৈকে কেৱল শোকাশ্রুপাত কৰিয়েই থাকিব লগা হয় তেতিয়া সেই চৰিত্ৰ দেখি দর্শকৰ খং হে উঠিব। আৰু তেনেকুৱা নৈৰাশ্যৰ আদর্শ দেখুৱা নাট্যকাৰৰ কর্তব্য নহয়। উত্থান-পতনৰ লগে লগে স্বাভাৱিক গতিত গৈ থকা জীৱন ফুটাই তুলিব পৰাই চৰিত্ৰ সৃষ্টিৰ সার্থকতা।

"All Art to be truly great must be moralised - must be in harmony with those principles of conduct, that tone of feeling, which it is the self-preservation instinct of civilised humanity to strengthen." -

Prf. A X Soares.

ললিতকলা ব্যর্থতাৰ পৰিচায়ক নহয়। কলা সৃষ্টি হয় প্ৰাণৰপৰা আৰু বিকশিত প্ৰাণ ব্যর্থ হ'ব নোৱাৰে। মহাত্মা গান্ধীয়ে এঠাইত কৈছে "Art grows of life ; it is fed by life ' it re-acts upon life."

এনেকুৱা পবিত্ৰ ললিত-কলা লৈ আৰু 'খেলা' কৰি— বৰ দিন নাই। নাট্যকাৰ, অভিনেতা, নৃত্য-কুশলী আৰু দর্শক, সকলোৱেই এতিয়া এই কলাৰ প্ৰতি দৃষ্টি দিব লাগিব। শিল্পীৰ মর্যাদা ৰক্ষা কৰি শিল্পৰ বিকাশ কৰিবৰ সময় আজি উপস্থিত। কেৱল 'ভাও' দিবলৈ এৰি প্ৰকৃত সৌন্দর্য-সাধনা কৰিবলৈ দর্শকসকলে চেষ্টা কৰিব লাগিব। অভিনেতাসকলে ভাবি চাব যে, অমিত্ৰাক্ষৰ ছন্দই হওক বা গদ্যই হওক তাক কওঁতে যেন ঠাচটো স্বাভাৱিক হয়। কোনো সুৰ লগাই লেহেৰীয়া গলাৰে বচন গাই স্বাভাৱিকতাৰ হত্যা নকৰে। বাস্তৱ নহ'লে কলা শিল্পৰ আদৰ কম হ'ব। অৱশ্যে কিছুমান পৌৰাণিক নাটকৰ অভিনয় কৰিবলৈ গ'লে আদর্শমূলক ভাব থকাটো সম্ভৱ। সেই বুলি ভাব-ভঙ্গী, কথা কোৱাত সেই কথা নাখাটে। ৰামৰ চৰিত্ৰৰ অভিনয় কৰোঁতে যদিও ৰামক আজিকালিৰ ধৰণৰ ৰজা বা আমাৰ সমাজৰ আৰ্হিৰে গঢ়ি দেখুৱাব নোৱাৰি, তথাপি ৰামৰ আচাৰ-ব্যৱহাৰ, আলাপ, প্ৰণয়, অমানুষী নহয়।

অধ্যয়ন কৰি সেইকালৰ সম্ভৱপৰ আচাৰ-ব্যৱহাৰ দেখুৱাই ৰাম-চৰিত্ৰৰ অভিনয় কৰিব পৰাই প্ৰকৃত অভিনয়। সেইবাবেই শিশিৰ বাবুৰ ৰামৰ ভূমিকা আজি পাঁচ বছৰেও পুৰণি হ'ব পৰা নাই। পুৰণি হ'ব কেনেকৈ? যি সুন্দৰ সি সদায়েই সুন্দৰ। গোলাপ ফুল আজন্ম সুন্দৰ!

নৃত্যকলা আৰু নাট্যকলাৰ লগত এই সৌন্দর্যবোধৰ বিশেষ সম্বন্ধ আছে বুলিয়েই ইমানখিনি কোৱা হ'ল। নৃত্য আৰু নাট্য অসমৰ আদি কথা। এই লুপ্তপ্ৰায় ললিত-কলাৰ উদ্ধাৰ কৰিবলৈ কলানুৰাগী ছাত্ৰসকলৰ সজ ইচ্ছাৰ প্ৰয়োজন।

যি বিধৰ শিল্পীয়েই হওক - সকলোৰে উদ্দেশ্য হ'ব লাগিব সৌন্দর্যৰ বিকাশ কৰা। ঘূৰি পিন্ধি হাতত ৰুমাল লৈ পাক-ঘূৰণি খোৱা 'পুতলা-নাচ যেন ষ্টেজৰ পৰা বাদে দিয়ে। Oriental Art (প্ৰাচ্য কলা)ৰ উৎকৰ্ষ সাধন কৰিবলৈ নৃত্য-কুশলীসকলক সুযোগ দিব লাগিব নহলে আর্টৰ সৃষ্টি নহয়। Sister Nivedita ই কৈছে - "The culture of the eye is perfect in this land (India), as it is said to be Italy, and the ancient habit of image worship has made straight and short and much travelled, the road from eye to heart." এই বিশ্ব-সমাদৃত কলাৰ প্ৰতি ৰূঢ় আচৰণ কৰিলে কোনো উন্নতিৰ আশা কৰিব নোৱাৰি। তেখেতেই কৈছে -"The highest art is always charged with spiritual intensity, with intellectual and emotional revelation. It follows that it requires the deepest and finest kind of education"

যি সৌন্দর্য বস্তুটো ধাৰণা কৰিব নোৱাৰে, নাট্যকাৰে কি অর্থ লৈ কোন কথাৰ ব্যৱহাৰ কৰিছে, তাক ভাবি উলিয়াব নোৱাৰে তেওঁ অভিনয় কৰি দর্শকক সন্তোষ দিব পৰা কঠিন। বিশ্বকবি ৰবীন্দ্ৰনাথৰ ভাষাত —

"যত ছালে আজ যত ঘূৰে মৰি জগতেৰ পিছু পিছু
কোনো দিন কোনো গোপন খবৰ নূতন মেলেনা কিছু।
শুধু গুঞ্জনে কূজনে গন্ধে সন্দেহ হয় মনে
লুকানো কথাৰ হাওয়া বহে যেন বন হ'তে উপবনে।
মনে হয় যেন আলোতে ছায়াতে ৰয়েছে কী ভাব ভৰা।"

এই "প্ৰকাশ" প্ৰকাশ কৰিব পৰাই শিল্পীৰ কৃতিত্ব। নাট্যকাৰ, অভিনেতা, নৃত্যকুশলী, চিত্ৰশিল্পী সকলোৰে গাত এই কথা খাটে। সৌন্দৰ্য্যবোধেই আৰ্ট সৃষ্টিৰ মূলত।

---

বাঁহী, ১৮ শ বছৰ, ৭ ম সংখ্যা, কাতি, ১৮৫১ শক।

# পুৰণি কামৰূপৰ তান্ত্ৰিক সংস্কৃতি

## ওডালবাক্ৰাৰ মূৰ্তিসমূহ

যোৱা ৫ আগষ্টৰ "নৱযুগ"ত শ্ৰীযুগল দাসে লিখা "নৰকাসুৰ পৰ্বতত আবিষ্কৃত মূৰ্তিসমূহ" নামে প্ৰবন্ধটি পঢ়ি আৰু সেই সংখ্যা কাকততে মুদ্ৰিত হোৱা ইন্দ্ৰ, সূৰ্য্য, বিষ্ণু আৰু দেৱীৰ মুখ - এই চাৰিটি ছবি দেখি এই সম্পৰ্কে আগ্ৰহ থকা লোকসকলৰ দৃষ্টি আকৰ্ষণ কৰি তলত দিয়া কথা কেইটি আগবঢ়োৱা হ'ল।

নৰকাসুৰ পৰ্বতৰ দক্ষিণে থকা ওডালবাক্ৰা গাঁৱৰ শিলৰ মাজত ইমান বিলাক মূৰ্তি আৰু পূজাৰ আহিলা-পাতি একেলগে কেনেকৈ ওলাল। এই প্ৰশ্নৰ মীমাংসা হ'ব —

আমি মিৰজুমলাৰ অসম আক্ৰমণ আৰু কালাপাহাৰৰ মন্দিৰ ধ্বংসৰ কথা সুঁৱৰিলে। অকল ওডালবাক্ৰা গাঁৱতে নহয় - আমাৰ বহুত ঠাইত প্ৰাচীন কালৰ অনেক মূৰ্তি হাবিয়ে বননিয়ে ওলাইছে। আমি নিজ চকুৰে দেখা এটি চতুৰ্ভূজা দেৱী মূৰ্তি (হাতত এখন ধনু থকা) গোলাঘাট মহকুমাৰ বৰুৱাবামুণ গাঁৱৰ পথাৰত ওলাইছিল। সেই মূৰ্তিখন মুকলিমুৱীয়া সত্ৰাধিকাৰ শ্ৰীকুলচন্দ্ৰ দেৱগোস্বামীৰ গোসাঁই ঘৰত ৰক্ষিত হৈছে। উজনি অসমৰ ডিকম চাহ বাগিচাৰ শাখা চেঁচা বাগিচাত বনুৱা বিলাকে কোৰ মাৰি থাকোঁতে এজোপা পুৰণিকলীয়া বৰ গছৰ তলত ভালেমান ভগা-ছিগা মূৰ্তি, পূজাৰ আহিলা-পাতি ওলোৱা কথা আমি নিজে ক'ব পাৰোঁ। ইং ১৯৪২ চনৰ কথা। তেতিয়া আমি ডিকম চাহ বাগিচাতে আছিলোঁ। মানৰ আক্ৰমণৰ সময়ত হয়তো সেই বিলাক লৰালৰিকৈ লৈ গৈ ৰক্ষা কৰিবৰ উদ্দেশ্যে সেই দৰে হাবিয়ে-বনে লুকাই থোৱা হৈছিল। ওডালবাক্ৰাৰ মূৰ্তি সমূহো ধ্বংস হোৱাৰ ভয়ত হয়তো উপাসক সকলে সেইদৰে লুকাই থৈছিল নাইবা কোনো বিপ্লৱৰ সময়ত কোনোবাই অপহৰণ কৰি নি কিবা ভয়ত নিব নোৱাৰি সেইদৰে পেলাই থৈ গ'ল। মিৰজুমলাৰ আক্ৰমণৰ সময়ত ৰঙ্গামাটি আৰু গুৱাহাটীত যে তুমুল সংগ্ৰাম হৈছিল সেই কথা সকলোৱেই জানে।

স্যাৰ যদুনাথ সৰকাৰৰ "আওৰঙ্গজেবৰ বুৰঞ্জী"ৰ তৃতীয় খণ্ডত মিৰজুমলাৰ অসম আক্ৰমণ সম্পৰ্কে বিশদ বৰ্ণনা দিয়া আছে।

বৰ্তমান আবিষ্কৃত হোৱা মূৰ্তিসমূহ যে পুৰণি কামৰূপৰ তান্ত্ৰিক সংস্কৃতিৰ প্ৰত্যক্ষ পৰিচয় সেই সম্পৰ্কে বিন্দুমাত্ৰ সন্দেহ নাই। সেই মূৰ্তিবিলাক ক'ত ক'ত আছিল, কেনে ভাবে আৰু কেতিয়া কেতিয়া কি কি পূজা হৈছিল সেই সকলো বৰ্ণনা যোগিনী তন্ত্ৰত দিয়া আছে। বৰ্তমান আমি ছবিত দেখা চাৰিটি মূৰ্তিৰ কথাকে আলোচনা কৰিম।

### (১) ইন্দ্ৰ (মণীশ্বৰ বা মণিনাথ)

যোগিনীতন্ত্ৰৰ তৃতীয় পটলত (পটল - অধ্যায়) কোৱা হৈছে ঃ- কামৰূপ মহাপীঠ। অতি গুহ্য। তাত পাৰ্বতীৰে সৈতে শঙ্কৰ সদায় বাস কৰে। সেই পীঠত পূজিলে দেৱদেৱ অচিৰতে প্ৰসন্ন হয়। এই পীঠৰ বায়ু কোণৰ শেহত কোটিলিঙ্গ সমাবৃত হৈ আছে। সেই ঠাইৰ পৰা বতাহ বলে। সেই ঠাইত বায়ুৰ অৰ্চনা কৰিলে বায়ুলোক প্ৰাপ্ত হয়। বায়ুগিৰিৰ পূৰ্বে চন্দ্ৰকূট শৈল। ইয়াৰ মাজ ভাগত গোদন্ত আৰু দক্ষিণে অশ্বক্ৰান্ত। (যোগিনীতন্ত্ৰই অশ্বক্ৰান্তহে বুলিছে, অশ্বক্ৰান্ত বোলা নাই)। চন্দ্ৰকূট পৰ্বতত মাধৱ, গোদান্তত জটাধৰ, সমুখত জয়ন্ত আৰু অশ্বক্ৰান্তত জনাৰ্দন অৱস্থিত।.... চন্দ্ৰশৈলৰ মাজত, কিঞ্চিৎ অগ্নিকোণৰ ফালে, লৌহিত্যৰ মাজত বাওঁফালে ইন্দ্ৰশৈল। তালৈ গ'লে মহাফল হয়। এই ইন্দ্ৰশৈলৰ মাজত চন্দ্ৰকুণ্ড আছে। ইয়াত স্নান কৰিলে কৈবল্য লাভ হয়। চন্দ্ৰতীৰ্থ মহাতীৰ্থ।...

নৰকাসুৰে অদিতিৰ কাণৰ কুণ্ডল হৰি আনি লুকাই থৈছিল আৰু বিশ্বকৰ্মাৰ হতুৱাই মন্দিৰ নিৰ্মাণ কৰাইছিল। শ্ৰীশঙ্কৰদেৱৰ পাৰিজাত হৰণ নাটকতো এই কথা পোৱা যায়। শ্ৰীকৃষ্ণই পাপী নৰকাসুৰক বধ কৰি অদিতিৰ কৰ্ণৰ কুণ্ডল ওলোটাই নিয়া কথাও সুঁৱৰি চাব পাৰি।

শাস্ত্ৰীয় বিধিমতে কোনো তীৰ্থ বা ক্ষেত্ৰ ৰচনা কৰোঁতে সেই ক্ষেত্ৰ যিজন দেৱতাৰ নামে উৎসৰ্গ কৰা হয় সেই দেৱতাৰ মূৰ্তি প্ৰধান আৰু সেই ক্ষেত্ৰৰ অধিনায়ক স্বৰূপ। তেওঁৰ লগত আৰু বহুত অন্যান্য তীৰ্থস্থান ৰচিত হয়। কাশীত যদিও বিশ্বনাথৰ মন্দিৰেই প্ৰধান, সেই ক্ষেত্ৰতো অসংখ্য সৰু-সুৰা মন্দিৰ আৰু বিবিধ দৰ্শনীয় স্থান আছে। এই ইন্দ্ৰশৈলৰ অধিষ্ঠাতা যে ইন্দ্ৰ দেৱতা এই বিষয়ে সন্দেহ নাই। কিন্তু ইয়াত তেওঁক "ইন্দ্ৰ" বুলি প্ৰতিষ্ঠা কৰা নাই আৰু পূজাও কৰা হোৱা নাছিল। এই স্থানত তেওঁক মণীশ্বৰ বা মণিনাথ বোলা হৈছে। এই মণীশ্বৰ দৰ্শন কৰিলেই

পাপৰ পৰা মুক্ত হয়। ইন্দ্ৰকুণ্ডত থকা মণিনাথক বায়ুৰে সৈতে দৰ্শন কৰিলে ক্ষণমাত্ৰকতে মুক্তি লাভ হয়।

"কুম্ভ" মানে হাঁতীৰ মূৰটোৰ ওপৰলৈ ওখ হৈ থকা অংশ। কুম্‌টো। হাঁতীৰ মূৰত গজমণি মুকুতা-মণি থাকে। ঠিক সেই স্থানৰ ওপৰতে মণিনাথৰ মূৰ্তি বহি আছে। প্ৰকৃতপক্ষে সেই খিনিত অইনহে নালাগে মাউতটোও নবহে। ছবিত দেখা মূৰ্তি যে সেই মনীশ্বৰ বা মণিনাথ তাত তিলমাত্ৰও সন্দেহ নাই। যোগিনীতন্ত্ৰত এইদৰে কৈছে : দুৰ্গৰূপত স্নান কৰি দক্ষিণাভিমুখে ইন্দশৈললৈ গৈ মণীশ্বৰক দৰ্শন কৰিলে পাপমুক্ত হয়।

"ইন্দ্ৰকূটাস্তিতং দৃষ্টা মণিনাথং স" বায়ুনা" .... (ইন্দ্ৰকূট। ইন্দ্ৰকুণ্ড একে কথা।)

দেৱৰাজ ইন্দ্ৰ আটাইতকৈ ডাঙৰ লোকপাল। গতিকে মূৰ্তিও ডাঙৰ কৰা হৈছিল। ইন্দ্ৰৰ পূজা বৈদিক সকলো কৰ্মতে এতিয়াও কৰা হয়।

ইন্দ্ৰশৈলৰ দক্ষিণে দ্বাদশধনু পৰিমিত (এক ধনুৰ জোখ কিমান বিচাৰ কৰিবলগীয়া) সূৰ্য্যতীৰ্থ নামে বিখ্যাত তীৰ্থোত্তম আছে। তাত যোগতনু অদৃশ্যমূৰ্তিব্যাপী ভগবান স্বয়ং সপ্তসতি (সূৰ্য্য) (সাতোটা ঘোঁৰাৰে টনা ৰথত উঠোতা) লোকহিতকৰ ৰূপে সদায় অৱস্থিত।

"সূৰ্যতীৰ্থমতি ব্যাতং দেবানামণি দুৰ্ল্লভং" ... দেৱগণৰো দুৰ্লভ এই সূৰ্য্যতীৰ্থ। চৈত্ৰ আৰু মাঘমাহৰ সপ্তমী তিথিত এই সূৰ্য্যকুণ্ডত স্নান কৰিলে সূৰ্য্যলোক প্ৰাপ্ত হয়। এই সূৰ্য্যতীৰ্থত এক অযুত ১০৮ নাইবা নিচেই কম ১২ বা ৮ বাৰ অৰ্ঘ্য প্ৰদান কৰিলে অশ্বমেধৰ ফলপ্ৰাপ্ত হয়। মাঘ বা ফাগুন মাহৰ সপ্তমী তিথিত সূৰ্য্য উদয় হোৱা কালত স্নান কৰিলে কুষ্ঠ ব্যক্তি পাপ-মুক্ত হয়। যি নাৰী পুষ্পিতা নহয় তেনে নাৰীয়ে তাত অৰ্চনা কৰিলে কুৰি দিনৰ ভিতৰত পুষ্পিতা হয়। মাটিৰ পাত্ৰত সূৰ্য্যক অৰ্ঘ্যদান কৰিলে সাতজন্মলৈকে শ্ৰীমন্ত লোকৰ ঘৰত জন্ম লাভ কৰি দাৰিদ্ৰ্য প্ৰাপ্ত নোহোৱাকৈ থাকে। মাটিৰ পাত্ৰত দিনৰ দুপৰীয়া কৰবী, আকণৰ ফুল আৰু ধাত্ৰীফলৰ সৈতে সূৰ্য্যক পূজা কৰিলে পুত্ৰহীনা নাৰী পুত্ৰৱতী হয়।

এসময়ত যে এই সূৰ্য্যতীৰ্থত সূৰ্য্যপূজা জাগ্ৰত হৈ আছিল তাত সন্দেহ নাই।

ছবিত দেখা সূৰ্য্যৰ মূৰ্তিৰ দুই কাষে থকা দুটি নাৰী-মূৰ্তি নহয় - পুৰুষহে। সূৰ্য্যৰ চিৰসহচৰ অশ্বিনীকুমাৰদ্বয়। সূৰ্য্যৰ ৰশ্মি আহি পৃথিৱী পোৱাৰ আগতে তেওঁবিলাক দুয়ো নামি আহি ৰশ্মি প্ৰকাশ নৌ হওঁতেই গুছি যায়। সেই সময়তে সুগন্ধ মলয় বতাহ বয়।

## দেৱীৰ মুখ

দশাশ্বক্ষেত্ৰলৈ গৈ সমাহিত চিত্তেৰে পিণ্ডদান কৰ্তব্য। ক্ষীৰ, মধু আদিৰে অৰ্চনা কৰিব লাগে। ইয়াত এহাত এহাত ওখ যোল গৰাকী দেৱী আছে। দক্ষিণফালে সেই দেৱীসকলক অৰ্চনা কৰিব লাগে। তান্ত্ৰিক পূজা-পদ্ধতিত ষোড়শ মাতৃকাৰ পূজা আছে। যোল সংখ্যাটো পূৰ্ণ সংখ্যা। (ষোল কলা, ষোড়শী আদি বিচাৰ্য্য।) এই মাতৃমুখ যদিও মহৰ শিঙৰ ওপৰত প্ৰতিষ্ঠিত কৰা হৈছে - ঠিক মহিষমৰ্দিনীৰ প্ৰতীক হিছাপে নহয়। মহিষমৰ্দিনীৰ শ্ৰীদুৰ্গাৰ যি ৰূপ সেই ৰূপ ভয়ঙ্কৰী, জয়াল, ৰণচণ্ডীৰ বেশ, কিন্তু এই মাতৃ-মুখ ধ্যান-স্তিমিত-নেত্ৰা আৰু প্ৰশান্ত। তাৰ উপৰি মুখ জপাই থোৱা। যি মাতৃৰ মাতৃত্বই হিংস্ৰ পশুকো সন্তানৱৎ কৰিব পাৰে সেই দয়াশীলা মাতৃৰ এয়া প্ৰতীক। ষোড়শ মাতৃকাৰ সৈতে এই স্থানক মাতৃ-গয়া বুলি কৈছে।

## বিষ্ণু (গদাধৰ)

সূৰ্য্য কুণ্ডলৰ বায়ুকোণত গদাধৰ দেৱ আছে। তেওঁক প্ৰণাম কৰি পিণ্ডদান কৰিব লাগে। পিণ্ডদান কৰাৰ সময়ত এই বুলি ক'ব লাগে, -

"দেৱগণ, ব্ৰাহ্মণগণ আৰু বসুগণ মোৰ সাক্ষী হওক। মই এইয়া গয়ালৈ আহি পিতৃসকলৰ নিস্কৃতি কৰিলোঁ। হে গদাধৰ! মই পিতৃকাৰ্য্য কৰিবৰ কাৰণে এই গয়ালৈ আহিলোঁ। হে দেৱ! তুমি সাক্ষী হোৱা, মই ঋণত্ৰয়ৰ পৰা আজি মুক্ত হলোঁ।" এই বুলি বৰ্তুলাকাৰ কৰি যোলটা পিণ্ড ক্ষীৰধাৰেৰে প্ৰদান কৰিব লাগে। গদাধৰৰ বাওঁপিনে মাতৃ-গয়াত এই পিণ্ড দিব লাগে।

ছবিত দেখিব - বিষ্ণুৰ এই মূৰ্তিত কেৱল গদাহে আছে। গদাধৰৰূপী এই বিষ্ণু এই তীৰ্থৰ ধৰ্মসাক্ষী।

## ভাস্কৰ্য্য

এতিয়া আমি যদি উল্লিখিত মূৰ্তি বিলাকৰ ভাস্কৰ্য্যৰ প্ৰতি চকু দিওঁ তেন্তে আমাৰ ধাৰণা হ'ব যে, ইয়াত নিপুণ শিল্পীৰ হাত লাগিছিল। ৰাজ্যিক মিউজিয়ামৰ ভিতৰত কপিলী উপত্যকাত পোৱা এটি বিতোপন নাৰী মূৰ্তি ("ত্ৰিপুৰসুন্দৰী") ৰক্ষিত হৈছে। সেই মূৰ্তিটি এনেকুৱা উৰি যোৱা চৰায়ে ঠেং দুটা পাছলৈ মেলাদি দেৱীয়ে লেপেটা কাঢ়ি বহি ভৰি দুটা পাছলৈ দি এটা হাত আগলৈ আৰু এটা হাত পিছলৈ দি শূন্যতে ভাসমান হৈ যেন মহাশূন্যৰ ফালে দ্ৰুত গতিৰে অতি সূক্ষ্মভাৱে উৰি গৈ আছে। অনুসন্ধিৎসু লোকে

এই মূৰ্তিবিলাকৰ লগত মিলাই চাব পাৰে। তাহানি পণ্ডিত * হেমচন্দ্ৰ গোস্বামীদেৱে "বাঁহী"ৰ পাতত এটা প্ৰবন্ধ লিখিছিল। সেই প্ৰবন্ধত তেখেতে কৈ গৈছে বোলে, শ্ৰীকৃষ্ণৰ স্বৰ্গাৰোহণ হোৱাৰ পাছত দ্বাৰকাত এটা শ্ৰীকৃষ্ণৰ মন্দিৰ সাজি মূৰ্তি স্থাপন কৰা হ'ল। এদিন উষাই সেই মন্দিৰ চাবলৈ গৈ শ্ৰীকৃষ্ণৰ মূৰ্তিটো দেখি সন্তোষ নাপালে। তেতিয়া তেওঁ ক'লে — "এই মূৰ্তি শ্ৰীকৃষ্ণৰ হুবহু মূৰ্তি নহ'ল। মোৰ পিতৃৰ ৰাজ্যত শিলাকুটীয়া আছে। মই তাৰ পৰা শিলাকুটীয়া অনাই নতুন মূৰ্তি কটাম।" সেইমতে বাণৰজাৰ দেশৰ পৰা শিলাকুটীয়া নিয়াই যি মূৰ্তি কটালে সেয়ে আজিকোপিতি আছে বুলি কয়। এয়া * গোস্বামীদেৱে মহাভাৰতত পোৱা কথা বুলিছে।

তাৰ পৰা তেখেতে প্ৰমাণ কৰি কৰি গৈছে যে, তেজপুৰৰ শিলাকুটীয়া গাঁৱতেই সেই প্ৰাচীন ভাস্কৰ্য্যৰ থলি আছিল। তেজপুৰত থকা পুৰণি মূৰ্তি বিলাকৰ ভাস্কৰ্য্য আৰু ওডালবাক্‌ৰাৰ সংগ্ৰহ মিলাই চোৱা উচিত।

শেষত ক'ব লগীয়া পুৰাতত্ত্ব বিভাগে যোগিনীতন্ত্ৰ আৰু কালিকাপুৰাণৰ গৱেষণা কৰি সেই কালৰ কামৰূপৰ এখন মানচিত্ৰ যুগুত কৰা উচিত। ইয়াৰ বাবে সকলো সম্বল যোগিনীতন্ত্ৰত আছে। স্থান বিলাক নিৰ্ণয় কৰি কোন ঠাইত আছিল বিচাৰ কৰিলেই সকলো পৰিষ্কাৰ ভাবে চকুত পৰিব।

পাণ্ডুনাথ, হাজোৰ হয়গ্ৰীৱ আদিৰ কথাও যোগিনীতন্ত্ৰত আছে। হাজোৰ মণিকূট বোলা হৈছে। প্ৰয়োজনবোধ কৰিলে আৰু কিছু কথা উনুকিয়াবৰ ইচ্ছা আছিল। শ্ৰীযুগল দাসে প্ৰবন্ধটিত পদুম পাতৰ কথা উল্লেখ কৰিছে। দেৱীৰ পূজাত পদুম পাত অতি প্ৰশস্ত। পদুম পাতত নৈবেদ্য লৈ শক্তিক উপাসনা কৰা ৰীতি আছে। যোগিনীতন্ত্ৰত কৈছে ঃ যজেৎ শক্তি পদ্মপত্ৰেষু....।

সাদিনীয়া নৱযুগ, ১ম বছৰ, ৪৫শ সংখ্যা, ১৮৮৬ শক

# অসমীয়া ভাষা

ভাষা কি বা ভাষা কাক বোলে? এনে এটা প্ৰশ্ন কৰিলে ইয়াৰ যথাৰ্থ উত্তৰ দিব পৰা অলপ কঠিন হৈ পৰে। তথাপি তাৰ এটা মীমাংসা কৰিবলৈ হ'লে ক'ব লাগিব যে, ভাব প্ৰকাশৰ উপায়কে ভাষা বোলে। কেৱল মানুহৰ মাত টোৱেইহে ভাষা হ'ব পাৰে এনে নহয়। সাঙ্কেতিক চিন, চকুৰ ঠাঁৰ, ফুলৰ শোভা আদিও ভাব প্ৰকাশক, এতেকে সেইবোৰো ভাষা। কিন্তু সৰ্ব-সাধাৰণতে আমি ভাষা বুলিলে মানুহে কোৱা কথাখিনিহে বুজোঁ। সংস্কৃত শব্দ 'ভাষণ' অৰ্থাৎ কথাৰ পৰাই ভাষা শব্দ আহিছে। কথা কোৱাৰ গুৰি হৈছে জিভা। মানুহৰ কণ্ঠৰ পৰা শব্দ আৰম্ভ হয়। দাঁত, ওঁঠ, নাক তালুৰ সংযোগত জিভাৰ যি সম্বন্ধ সেইয়ে শব্দ বা ধ্বনিৰ সৃষ্টি। এই কাৰণেই বৰ্ণমালাৰে শ্ৰেণী বিভাগ।

এইখিনি ভাবি-চিন্তি ভাষাৰ বৰ্ণনা এটা দিবলৈ হ'লে ক'ব লাগিব যে, ভাব প্ৰকাশ কৰিবলৈ কোনো এটা জাতিয়ে বা কোনো এদল মানুহে স্বাভাৱিক উপায়ৰ সহায় লৈ যি পৰিমাৰ্জিত ভাষণ বা কথা সৃষ্টি কৰিছে সেয়ে ভাষা। এই কাৰণেই কিছুমান অৰ্থ থকা আৰু অৰ্থ প্ৰকাশ কৰিব পৰা মাতকো ভাষা নুবুলি ছোৱাল বোলা হৈছে। এই খিনিতে এটা প্ৰশ্ন আপোনা-আপুনি মনলৈ আহে। লিখা-ভাষা আৰু কোৱা-ভাষাৰ পাৰ্থক্য হ'ল কেনেকৈ? অলপ গমি চালেই কথাটো ধৰিব পাৰি যে, উৎকৰ্ষ সাধনৰ উন্নতি হোৱাৰ লগে লগে গ্ৰাম্য-ভাষা অৰ্থাৎ সৰ্ব-সাধাৰণতে কোৱা কথাবিলাক তল পৰে। সৰু ল'ৰাই 'জিজ্জি' বুলিলে যিটো বস্তু বুজে বা 'কেপে খাব' বুলিলে যেনেকৈ ভয় কৰে বয়সীয়া এজনে সেইখিনি শুনি হয়তো উপহাসৰ হাঁহি এটাও নেমাৰিব পাৰে। কিন্তু সেইবুলি এইটো বয়সিয়ালৰ নহয় দোষ। এই দোষ অকল শব্দৰহে।....

ভাৰতীয় সকলো ভাষাৰ মূল সংস্কৃত। অসমীয়া ভাষাৰ মূলো সংস্কৃতেই। টাই সকলৰ শাসনত আদি অসমীয়া ভাষাত কিছুমান সেই জাতীয় শব্দ সোমাল। তাৰ পাছত ফাৰ্চীয় নিচিনা এটা ক্ষমতাশালী ভাষাৰ ছাও পৰাটো স্বাভাৱিক। এই তিনি বিধ ভাষাৰ সানমিহলি হৈ অসমীয়া ভাষাৰ প্ৰতিষ্ঠা হ'ল। শঙ্কৰী যুগৰ পাছৰ পৰা আকৌ এটা নতুন ছাব পৰিল— মৈথিলী আৰু ব্ৰজবুলী ভাষাৰ ; কিন্তু সেই দুটা ভাষাৰো গুৰি সংস্কৃতেই। বৰ্তমান যুগৰ অসমীয়া ভাষাই আৰু এটা নতুন ৰূপ পালে। ইংৰাজী সাহিত্যৰ সংমিশ্ৰনত। এতিয়াৰ অসমীয়া ভাষা আদি অসমীয়া ভাষাতকৈ অনেক প্ৰকাৰে বিলগ। এসময়ত সঁজুলি বুলিলে যিবোৰ বস্তু বুজিছিল আজিকালি সেইবোৰ হাঁঠিয়াৰ বা সৰঞ্জাম বুলিলেহে বুজা হয়। আনকি, কোনো কোনো ঠাইৰ গাঁৱলীয়া মিস্ত্ৰীৰ মুখতো ইংৰাজী শব্দ 'ইষ্টুমেন্ট'ৰ ঠাইত 'ইনষ্টুমেন' বোলা শুনা হৈছে। কোনোৰ মতে এইখিনি হোৱাটো অমঙ্গলৰ চিন। আমি কওঁ ই শুভলক্ষণ হে - কাৰণ বিশ্ব-মিলনৰ পথত এনেকুৱা সংমিশ্ৰন অতি প্ৰয়োজনীয়। ইয়াক কোনোমতে বাধা দি ৰাখিব নোৱাৰি। মিছাতে মুৰ খুন্দিয়াই মৰা ৰক্ষণ-শীলতাই একো কৰিব নোৱাৰে।

যেতিয়া বিদেশী শব্দ অশিক্ষিতৰ মাজত প্ৰচলিত হয় তেতিয়াই তাৰ অপভ্ৰংশৰ সৃষ্টি হয়। যি ভাষাত যিমান বেচি অপভ্ৰংশ শব্দ আছে সেই ভাষাৰ মানুহ সিমান বেচি অশিক্ষিত। আমাৰ দেশত এনে এদল সাহিত্যিক আছে যিসকলৰ মুখত পৰিলে মূল শব্দবোৰে বিকৃত আকাৰ ধাৰণ কৰি অসমীয়া নাম লয়। 'তৃপ্তি' গুচি তিৰিপিতি, 'মহীৰাৱণ' ৰ ঠাইত 'মৈৰাৱন' ইত্যাদি! এনে কিছুমান শব্দ ভাঙি মোহাৰি পানী কৰি দিলেই অসমীয়া হয়, যদি অসমীয়া মানুহৰ জিভা বৰকৈ দোৰোল নাথায় তেন্তে অসমীয়া ব্যাকৰণৰ কোনো প্ৰয়োজন নাই. প্ৰয়োজন লিখন, কৰম, ধৰম চলি যাওক আৰু আমি সেয়ে অসমীয়া ভাষাৰ বৈশিষ্টতা বুলি বহি থাকোঁ। এনেকুৱা অসমীয়াত্বই কিমানখিনি অপকাৰ কৰিছে ভাবি চাওক ঃ

প্ৰথমে উচ্চাৰণত ব্যাঘাত ঘটাইছে। তাহানি কানিয়া অসমীয়াই গেৰো-গেথোকৈ মতা ধৰণটো আজিও উঠি যোৱা নাই। কোনোবাই হ্ৰস্ব-দীৰ্ঘ আৰু কঠিন কোমল শব্দৰ পাৰ্থক্য ৰাখি উচ্চাৰণ কৰিলে 'বঙলুৱা' বুলি হাঁহিয়াতৰ পাত্ৰ হ'ব লগা হয়। দ্বিতীয়তে অসমীয়া কবিতাত ছন্দৰ হিল্লোল নাথাকে। সংস্কৃতৰ ঠগত ছন্দৰ ঢৌ খেলি যোৱা কবিতা ৰচনা কৰিলে সমালোচকে ক'ব 'ৰবি ঠাকুৰৰ নকল' ; হয়তো লিখকে ৰবি ঠাকুৰক চিনিও নাপায়। তৃতীয়তে ইয়াৰ পৰা আমি ব্যাকৰণৰ বেমেজালি ঘটাওঁ। শৃঙ্খলা নাই কিয়া এটা ভাষাত কি ভাল ফল আশা কৰিব পাৰি? ইংৰাজী শব্দ Match (মেৎস) অক অসমীয়া মেছ কৰি পেলোৱা যদি যুক্তিসঙ্গত হয় -তেন্তে Mess অক কি কৰা ভাল হ'ব? সেইদৰে Bridge আৰু Breeze কেনেকৈ লেখিব? আজি কালি বহুত ৰাজনীতি বিষয়ক শব্দ আমাৰ ভাষাত সোমাইছে। সেইবোৰ শব্দ কোনোৱে অসমীয়া সাঁচত ঢালিবৰ চেষ্টা কৰিছে আৰু মূলৰ দৰেই ৰাখিছে। মূলৰ দৰে ৰাখিব পৰাটোৱেই সৰ্বতোভাৱে মঙ্গল। কাৰণ যদি এজন ইংৰাজে অসমীয়া পঢ়ে তেওঁ সেই ইংৰাজী

শব্দটো পাই এটা ধাৰণা কৰিব পাৰিব। এতিয়া আমাৰ বিপত্তি হৈছে ইংৰাজীৰ পৰা ch, sh,ss, ce, tion, ssion, ish আদি উচ্চাৰণবিলাক অসমীয়াত লেখাত। ch অৰ ঠাইতো চ sh,ss, আৰু ce ইৰ ঠাইটো চ লেখা ভুল। হেমকোষৰ পাতনিত লেখিছে - 'আমাৰ ভাষাত বৰ্ণবিন্যাস তিনি প্ৰকাৰে কৰা হয়; প্ৰথমে উচ্চাৰণ অনুসৰি, দ্বিতীয়তে মূল শব্দৰ দৰে, তৃতীয়তে জনালোকসকলে বহুদিন চলোৱা নিয়মমতে। কিন্তু বৰ্ণবিন্যাসৰ কথাত উচ্চাৰণেই ঘাই বাট-দেখাওঁতা"। যদি হেমচন্দ্ৰ বৰুৱাৰ এই কথা সত্য হয় আৰু আমি ব্যাকৰণ মানো তেন্তে ইংৰাজী শব্দ Assotiation অসমীয়াত এচোচিয়েচন লিখা তেনেই ভুল। আমাৰ বৰ্ণমালাটোৰে যদি কেৱল আদত অসমীয়া কথা খিনিকে লেখি থাকি আমি চলিব পাৰিলোহেঁতেন তেনেহ'লে চ আৰু ছ ৰ বিলগ বিলগ ব্যৱহাৰৰ প্ৰয়োজন নাছিল। কিন্তু যেতিয়া আমি সেইটো কৰিব নোৱাৰো তেতিয়া চ আৰু ছ ক উচ্চাৰণ অনুসৰি বিলগ কৰিবই লাগিব। ধ্বনিতত্ত্ব বিচাৰ কৰি চালে পোৱা হয় ch ৰ উচ্চৰণত ত্ আৰু স্ সোমাই আছে। চ ৰ সমষ্টিও ত্ আৰু স্। গতিকে Match অৰ ঠাইত মেৎস নিলিখি মেচ লেখাই যুগুত। কিন্তু Association বোলোতে এছোছিয়েশান লেখাহে শুদ্ধ; সেইদৰে tion,ssion,= শ্যন আৰু son ছন, যেনেকৈ 'কম্পিটিশ্যান', ষ্টেশ্যন, মিশ্যন, শুডমাৰছন ইত্যাদি। * sh শ্ব যেনেকৈ শ্বিলং। শ্বেক্‌স্পীয়েৰ ইত্যাদি। ce, s, ss,= ছ। কিন্তু ish ৰ ঠাইত ইকাৰ আৰু ঃ দিয়াহে উচিত। British শব্দটো উচ্চাৰণ কৰোঁতে শেহত ইহ্‌শ যেন শুনা যায়। সেই হেতুকে বৃটিছ নেলেখি বৃটিঃশ্ লেখাহে ব্যাকৰণ সঙ্গত। সেইদৰেই আইৰিছ নেলেখি আইৰিঃশ লেখাহে শুদ্ধ। সেয়ে নহলে Entice এণ্টিছ আৰু বৃটিচৰ মাজত বহুত গণ্ডগোল উপস্থিত হ'ব।

স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাই 'হেমকোষ'ৰ ।০ পৃষ্ঠাত কৈছে, "আমাৰ ভাষাত যেনেকৈ শ, ষ আৰু স এই কেইটা আখৰৰ উচ্চাৰণৰ একো প্ৰভেদ নাই ; তেনেকৈ চ, ছ, ই (ি), ঈ (ী) আৰু উ (ু), ঊ (ূ), ইইতৰো প্ৰত্যেক যোৰৰ উচ্চাৰণৰ একো বিভিন্নতা নাই ; **এতেকে শব্দৰ মূল ঠিককৈ ৰাখিবৰ প্ৰয়োজন নহ'লে স, চ, ই ( ি ) আৰু উ ( ু ) মাথোন ব্যৱহাৰ কৰা উচিত।"** এই কথাষাৰে বহুত তৰ্কৰ বাট মুকলি কৰে। কিয়নো আৰ্য ভাষা বিলাকত অমূলক শব্দ নিচেই কমহে আছে। 'সুৰাট' শব্দৰ মূল হৈছে 'সৌৰাষ্ট্ৰ' কিন্তু আমি যদি উচ্চাৰণ অনুসৰি 'চুৰাট' লেখোঁ তেন্তে তাৰ মূল বিচাৰি উলিয়াবলৈ টানেই হৈ পৰিব। গতিকে এইটো ঠিৰাং যে আমাৰ ভাষালৈ আন ভাষাৰ শব্দ সুমাবলৈ হ'লে অকল উচ্চাৰণ নাইবা অকল মূলৰ কথাকেই ঘাই বুলি ধৰি ল'ব নোৱাৰি। তাৰ উপৰি ভাৰতৰ ভিতৰত অসমীয়া জাতিটোৰ গঠনত ভাষাত আৰু নীতি নিয়মত আৰ্য আৰু মঙ্গোলীয়ানৰ যি সংমিশ্ৰন হৈছে তাক কোনো মতে ফালিব নোৱাৰি। এই সংমিশ্ৰনৰ ফলতে অসমীয়াৰ চেহেৰা আন আন ভাৰতীয় জাতিৰ পৰা পৃথক হৈ আছে। ভাবি চাব আহোম শব্দ 'দেও' আৰু সুদূৰ আৰবী ভাষাৰ শব্দ 'বাই' গোটখাই অসমীয়া 'বাইদেউ' হ'ল। সেইদৰেই আৰবী 'বলিহা', 'সতুৰা' অসমীয়া 'বলিয়া', 'বতুৰা', (যোঁৱা ) হৈছে। (অসমীয়া আৰবী ফাইললজী চেতনা, ভাদ, ৭ম বছৰ, ৪৪৭ শকবাব্দ, চাওক) আকৌ ওপৰত কোৱা পৃষ্ঠাতে স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাই কৈছে "কোনো কোনো অসমীয়া লেখকৰ মতে শ, ষ বা স ৰে লিখা হিন্দী বা বঙ্গালী, S থকা ইংৰাজী বা "চিন" আখৰ থকা ফাৰ্চী শব্দ অসমীয়াত লিখোঁতে সেই কেইটা আখৰৰ সলনি ছ লিখা বিহিত ; কিন্তু এইটো মত যুক্তিসঙ্গত নহয়, কিয়নো ওপৰত কোৱা হৈছে যে আমাৰ ভাষাত চ ,ছ, দুইৰো একে উচ্চাৰণ, একো প্ৰভেদ নাই; এনে স্থলত 'চ' ক এৰি ছ লিখিবৰ একো কাৰণ লেখা নাযায়। কেৱল মুছলমান শব্দ এই নিয়মৰ বাজ। **"কাৰণ শিক্ষিত বঙ্গালী মুছলমানেও মুছলমান লিখে"**। ইয়াৰ বিচাৰ কৰিবলৈ হ'লে এবাৰ পুৰণি সাহিত্যৰ ফালে চকু দিয়ক। শ্ৰীশঙ্কৰ, মাধৱদেৱ, শ্ৰীধৰকন্দলি আদি মহাপুৰুষসকলৰ সাহিত্যত মৈথিলী, ব্ৰজবুলী পঞ্জালী আৰু ফাৰ্চী শব্দ অনেক পোৱা যায়। কিন্তু সেইবিলাক শব্দৰ মূল সলনি হোৱা নাই। মহাৰাজ নৰনাৰায়ণৰ ৰাজকবি স্বৰ্গীয় ভূষণ দ্বিজ কবি ৰচিত "শঙ্কৰদেৱ"ৰ ৭৮ পৃষ্ঠাত "সন্টৰা বিলাইতে নদী তীৰে ৰহিঙ্গণ্ড" আৰু সেই পৃষ্ঠাতে পায় **"বাখৰুৱা** আঙ্গঠিক দেখন্তে হৰিষ" থকা এক-দুশাৰী পদৰ **সন্টৰা আৰু বাখৰুৱা** শব্দ দুটাৰ ফালে লক্ষ্য কৰক। সন্টৰা মানে সুমথিৰা টেঙা। এইটো হিন্দী শব্দ। ইয়াৰ হিন্দী উচ্চাৰণ Santra চন্টৰা বা ছন্টৰা নিলিখি মূলৰ দৰেই সন্টৰা লিখাৰ কাৰণ কি ? আকৌ সেই পৃষ্ঠাতে পাব "পাট ফোঁটা পিন্ধি তৈল **ঘঁসিয়া গাৱত**।" ঘঁসিয়াৰ ঠাইত অসমীয়া ঘঁহিয়া নকৰিলে কিয় ? ইফালে **'বাখৰুৱা,** শব্দটোও নিভাঁজ অসমীয়া দেখোন। ইয়াৰ উত্তৰ স্বৰ্গীয় হেমচন্দ্ৰ বৰুৱাৰ নিজৰ কথাৰেই দিবলৈ গ'লে ক'ব লাগিব **"অপভ্ৰংশ শব্দ যে তাৰ মূলৰ নিয়মৰ বিৰুদ্ধ, তাক ক'বৰ সকাম নাই।"** (।।/০ পৃষ্ঠা) আমি আগৰ প্ৰবন্ধটো কৈছিলো যে অপভ্ৰংশৰ দোষটোৱেই সাহিত্যত জাতীয়ত্ব আনিব নোৱাৰে ; নাইবা বঙ্গালীৰ পৰা আমাৰ নিজত্ব ৰক্ষা কৰিবলৈ ও কোনো অস্ত্ৰ নহয়। এটা ভাষাক আন এটা ভাষাৰ লগত বিজাই চাবলৈ হ'লে প্ৰধান বস্তু দুটা। এটা হৈছে কোন ভাষাৰ ব্যাকৰণৰ নিয়মবিলাক কেনেকুৱা (যাক ইংৰাজীত Morphology বোলে। আৰু আনটো ঐতিহাসিক সম্বন্ধ (যাক ইংৰাজীত Geneological Study বোলে) ; এইবিলাকৰ বিষয়ে বহল আলোচনা আমি পাছে কৰিম। কিন্তু এতিয়া আমাৰ ক'ব লগীয়া

হৈছে বৰ্ণবিন্যাসৰ বিভ্ৰান্টৰ বিষয়েহে।

আমাৰ মনেৰে অসমীয়া ভাষাৰ এই বেমেজালি গুচাবলৈ হ'লে সকলো লেখক লেখিকাই একমত হ'ব লাগিব। সকলোৱে হেমকোষ অনুসৰণ কৰি চলাই মঙ্গল। শৃঙ্খলাবদ্ধ কৰি অসমীয়া ভাষা উন্নত কৰিবলৈ হ'লে শব্দমালাক দুটি ভাগত ভগাই লোৱা উচিত। প্ৰথম ভাগত চলিত শব্দ যেনেকৈ আছে তেনেকৈয়ে লোৱা হওক আৰু দ্বিতীয় ভাগত যিবিলাক নতুন শব্দ সোমাইছে সেইবোৰৰ মূল আৰু উচ্চাৰণ লক্ষ্য কৰি কেনে দৰে লিখা উচিত তাক স্থিৰ কৰা হওক। শ্ৰদ্ধাস্পদ শ্ৰীযুত শৰৎ চন্দ্ৰ গোস্বামী ডাঙৰীয়াই যি এটি স্বাধীন পথ উলিয়াই অসমীয়া ভাষাত তেখেতৰ এটা নিজা ৰীতি বান্ধিছে তাৰ পৰা যদি সঁচাকৈয়ে আমাৰ কিবা উপকাৰ হয় সি বৰ সন্তোষৰ বিষয়; কিন্তু যদিহে সি কেৱল এটা বেমেজালি ঘটায় তেন্তে তাৰ প্ৰতিকাৰ কৰা উচিত।

---

অসম সাহিত্য সভা পত্ৰিকা, পঞ্চম বছৰ, তৃতীয় সংখ্যা

# একাক্ষৰী ভাষা

শিশুকালত কেচুৱা বিলাকে প্ৰথমে মুখৰ ভিতৰতে উ উ আঁ আঁ ইত্যাদি ধ্বনি বিলাক উচ্চাৰণ কৰে। লাহে লাহে শৰীৰৰ আঁহ-পাঁহ মুকলি হৈ যোৱাৰ লগে লগে ধ্বনি বিলাকো টান হৈ আহে। প্ৰথমে এটীয়া আখৰৰ শব্দবিলাকেই স্বাভাবিক গতিত ওলাই আহে। ইয়াৰ পৰাই প্ৰমাণিত হয় যে, মানৱ সভ্যতাৰ আদিম যুগৰ প্ৰথম ভাষাও এক আখৰীয় আছিল। তন্ত্ৰই এই একাক্ষৰী ভাষাৰেই ধ্বনিময়ী মহাশক্তিৰ সাধনা কৰিবলৈ শিকাই গৈছে। অ-ৰ পৰা ক্ষ লৈকে বৰ্ণ বিলাকৰ প্ৰত্যেকৰ মাজতে কি বীজ আছে সেই কথা তন্ত্ৰত বঢ়িয়াকৈ পোৱা যায়। মহাশক্তি কালীৰ কণ্ঠত এই বৰ্ণমালা অৰ্পণ কৰা হৈছে। সেই কাৰণে তেওঁক ওঙ্কাৰ বীজাক্ষৰীও বোলে।

যেতিয়া মানৱ সভ্যতাৰ প্ৰথম অৱস্থা তেতিয়া একাক্ষৰী ভাষাই প্ৰচলিত হৈছিল। কেঁচুৱা কালত ল'ৰা-ছোৱালী যেনে সৰল-সহজ, মানৱ-সভ্যতাৰ আদিতো তেনে সৰল-সহজ ভাষাই আছিল।

কোনো ভাষাৰ প্ৰাচীনত্ব বিচাৰিবলৈ গ'লে সেই ভাষাত কিমান একাক্ষৰী শব্দ আছে তালৈ মন কৰিব লাগে। সৃষ্টিত তেতিয়া এক ঈশ্বৰ, এক ভাব, এক পূৰ্ণ সমষ্টিৰ প্ৰভাৱ আছিল। তেতিয়াৰ ধৰ্মবিশ্বাসো আছিল এক [Monotheismn] সেই কালত প্ৰচলিত অধিক শব্দ আছিল একাক্ষৰী [Monosyllabic]

হিন্দু জ্যোতিষ শাস্ত্ৰ মতে ৰাশিনিৰ্ণয় কৰা আখৰৰ মিল এই একাক্ষৰী ভাষাৰেই আদি ৰূপ। অ, ল, মেষ। অৰ্থাৎ অ আৰু ল এই দুটা বৰ্ণৰ ধ্বনি আৰু অৰ্থ ৰাশি চক্ৰৰ মেষত পৰে ; গতিকে এই দুই বৰ্ণৰ পৰাই মেষ ৰাশি হয়। প্ৰাচীন ৰীতি মতে চিঠি পত্ৰাদি বা কোনো প্ৰবন্ধাদি দীঘলীয়া হ'লে চমুৱাই থ'বলৈ হ'লে "অলম্ ইতি বিস্তৰেন" বুলি সামৰণি মৰা হয়। অৰ্থাৎ অধিক লিখিবলৈ গ'লে অপাৰ কথা ওলাই পৰে, গতিকে ইমানতে 'অলং' চিন্তা কৰা হ'ল। কোৰানত একো একোটা অধ্যায় আৰম্ভ কৰোতে প্ৰথমে এইদৰে একাক্ষৰী বীজ-ভাষা দিয়া আছে। এটি অধ্যায়ত আছে - অলম্; আন এটিত আছে সম্ম ইত্যাদি। এতিয়া অলম এই তিনিটা আখৰেৰে আৰম্ভ হোৱা সংস্কৃত শব্দবিলাক ৰিজাই চাওক দেখিব, অলঙ্কাৰ, অলম্বুস, অলব্যান, অলম্যান ইত্যাদি সকলো শব্দৰ মূল অলম।

এতিয়া আমি আমাৰ মাতৃ-ভাষাত কিমান একাক্ষৰী শব্দ আছে আৰু সেই বিলাক অইন ভাষাৰ লগত মিলেনে নিমিলে এই কথা চাওঁহক। আমাৰ ভাষা কিমান পুৰণি আৰু কিমান নিজা ইয়াতে প্ৰকাশ পাব।

অ - আশ্চৰ্য বোধক। যেনে ; অ! হয়নে কি?

অ তাচ্ছিল্যসূচক। কোনো কথা উলাই কৰি দিওঁতে - অ, সেইটো?

অ' - আত্ম নিবেদন সোঁৱৰণি সূচক } অ' মই এতিয়াহে জানিছোঁ। অ' হয় এৰা।

অঁ সমৰ্থন সূচক। অঁ, হ'ব বাৰু।

আ আনন্দ সূচক আ! হা } আজি বৰ ভাল দিন। হা! ভিনীহি আহিছে!

আঁ - ল'ৰা ছোৱালীয়ে অমুৰি কৰি কোনো বস্তু খাবলৈ মুখ নেমেলিলে মাকে কয় - "আঁ কৰচোন, আঁ কৰ অ'বোপাই!"

ই - ভ্ৰান্তি সূচক। যেনে, ই! এওঁ ক'বই নোৱাৰে। তন্ত্ৰৰ মতে ই-মায়া বীজ। ঈ-মহামায়া।

ঈ - অনন্ত, অসীম ভাব। গতিকে ঈশ্বৰ সম্পৰ্কীয়।

ঈঃ! - মৰ্মান্তিক বেদনা সূচক।

উ, - উলাই কৰা ভাবত। উ' বৰ কামটো কৰিছে!

উঃ বেদনাজ্ঞাপক। উঃ! উঃ! বৰ যাতনা!

উঃ জ্বৰত অমুকা উঃ উহাই আছে বা উ- উৱাই আছে

ণ গ্নঃ গন্নয়াই আছে।

এ এ } বিৰক্তি সূচক। { এ! থ বোপাইহে! এ দেওহে! খোৱাঁহে।

এঃ - সমবেদনা জ্ঞাপক। ঐ দেহি! .... এঃ!

ঐ - সৰস্বতী বীজ, কোমল আৰু মৰমৰ। ঐ! ঐ! আছনে অ' ঘৰত? দেউতাটি ঐ! বাইটি ঐ! ইত্যাদি।

ও - ওঁ } মুখৰ ভিতৰত মতা মাত। যেনে অমুকাই ও-ওৱাই ওঁ -বা ওঁ-ওৱাই আছে। সেইদৰে আওঁ-আৱাই আছে। মুখে যেন ওলাই আওঁ আওঁ কৰা ৰাবেই মৃগী বা মূৰ্চা ৰোগত আমাৰ ভাষাত আওঁৰোগ, আৱঁৰীয়া ইত্যাদি বোলে।

ঔ - উত্তৰ সূচক। কোনোৱে মাতিলে উত্তৰ দিওঁতে "ঔ" বোলে। এতেকে "আছোঁ" বা 'হয়' অৰ্থ বুজায় যেনে অ' হৰি। - ঔ।

ক - মুখেৰে মাত। 'ক বুলিব নোৱাৰা' অৰ্থাৎ বোবাৰ তুল্য। আৰ্য্য

সভ্যতাৰ আদিতে ঈশ্বৰক 'ক্ক' বা 'ক' বা "কা" বোলা হৈছিল। সেই সময়ৰ মানৱ জ্ঞানৰ বিচাৰত ঈশ্বৰ কি, কেনেকুৱা, ক'ত থাকে ইত্যাদি প্ৰশ্ন বিলাক জাগ্ৰত হৈছিল। এটা উত্তৰ উলিয়াব নোৱাৰা প্ৰশ্নৰ দৰে ঈশ্বৰক 'কা' অৰ্থাৎ কি ? নামেৰে অভিহিত কৰা হৈছিল। সেই প্ৰাচীন যুগৰ স্মৃতি এতিয়াও কা-শী, কা-বা মক্কা আদি শব্দত জড়িত হৈ আছে।

হিন্দুৰ পৰম-তীৰ্থৰ কাশী আৰু মুছলমানৰ মক্কাৰ কাবা মন্দিৰৰ ৰীতি-নীতি একেই। কা-বাৰ বিৱৰণ পঢ়িলে পোৱা হয় যে মন্দিৰৰ মাজত ক'লা শিলৰ লিঙ্গমূৰ্তি বিৰাজমান। প্ৰাচীন ৰীতি মতে কাবা মন্দিৰত প্ৰৱেশ কৰাৰ আগতে নখ-চুলি কাটি ল'ব লাগে আৰু পাছত সাত বেলি প্ৰদক্ষিণ কৰিব লাগে। কাশীতো তেনেকুৱাই।

শ্ৰাদ্ধৰ প্ৰাচীন বিধি মতে "শ্লেষমন্নং ক্ক দেয়ং" অৰ্থাৎ একেবাৰেই শেহত সেই অজ্ঞাত পৰমেশ্বৰৰ নামত শ্ৰাদ্ধিয় অন্ন অৰ্পণ কৰি সামৰণি মাৰিব লাগে। গতিকে এসময়ত 'ক্ক' নামেই মক্কাৰ পৰা কাশীলৈকে প্ৰচলিত আছিল বুলি বঢ়িয়াকৈ ক'ব পাৰি। সিমান আদিম যুগৰ সোঁৱৰণি বিচাৰিবলৈ হ'লে আমি এতিয়া আদিমবাসী পৰ্বতীয়া জাতিৰ ৰীতি-নীতি, মাত-কথা, ঠাইৰ নাম বিলাক লক্ষ্য কৰা উচিত। মন কৰক নগা জাতি অতি আদিম অৱস্থাৰ দৰে আছে। সেই নগা পৰ্বতৰ মকক্ চাং, কহিমা, এই নাম দুটাত 'ক্ক' ধ্বনি প্ৰধান। আমিহে 'নগা' বা 'নাগা' বোলোঁ কিন্তু সিঁহতে নিজকে 'না-কা' বুলিহে কয়। আমি নিজে এটা নগাক সুধিলত সি কৈছিল 'আমি না-কা মানু আছে'। মানু আৰু মনু শব্দও ৰিজাই চাব পাৰি।

এই প্ৰসঙ্গতে আমি 'কানাদা' শব্দটিলৈও মন কৰিব পাৰোঁ। বৃটিছৰ উপনিবেশ হোৱাৰ বহুকাল পূৰ্বে কানাদাত যি ৰীতি-নীতি, সমাজ-সভ্যতা আছিল সেই বিলাক আদিম আৰ্য সভ্যতাৰে ঠাল-ঠেঙুলি। 'কা' নাদ প্ৰধান বাবেই যে 'কানাদা' 'কানাড়া' ইত্যাদি ঠাইৰ নাম হৈছিল সেই কথা ধ্ৰুৱপ।

যি কালত ঈশ্বৰক 'কা' নামেৰে অভিহিত কৰা হৈছিল সেই কালতে 'কাইজাৰ' 'কাই' 'কাইখুচৰো' 'কাইকোবাদ' 'কাইবাৰ' 'কাইম' আদি 'কা' ধ্বনিৰ শব্দ বিলাকৰ সৃষ্টি হৈছিল।

প্ৰাচীন অসমীয়া ভাষাত 'কাই' মানে বয়সীয়া আৰু মান্যৱন্ত লোকক মতা মাত। 'বৰকাই' 'সৰুকাই' আদি সম্বোধন এতিয়াও প্ৰচলিত হৈ আছে। চীনা ভাষাত 'কাই' শব্দ প্ৰচুৰ ব্যৱহাৰ আছে। আৰবী আৰু ফাৰ্চীতো 'কাই' আছে। দেৱভোগ্য খাদ্যক 'কাবাব' বোলা হয় ; অৰ্থাৎ যি ভোগ্য দ্ৰব্য কা-বা মন্দিৰত উছৰ্গা কৰা হয়। এই 'কা' যুগতে কা-লীও আছিল কামৰূপ, কামাখ্যা, কাঞ্চনজঙঘা, কাৰাকৰম, কৰমণ্ডল, কাঞ্চী, কালিমপং ইত্যাদি ঠাইবিলাক যে অতি প্ৰাচীন সেই কথা এইদৰেই স্বতঃ প্ৰমাণিত হয়। 'কাইখেলি' শব্দও ইয়াৰ লগত সুঁৱৰিব পাৰি।

ক - 'বৰকৈ ক-কয়াই নাথাকিবি' অৰ্থাৎ যিহকে পাই তাকে বলকি নাথাকিবি।

'ক-ক-ম-ম' - কোনোমতে আখৰ চিনা অৱস্থা। যেনে, ল'ৰাটোৱে ক-ক-ম-ম বুলিব পৰা হৈছে। ইত্যাদি।

খ - খহটা আৰু উগ্ৰ ভাব ব্যঞ্জক। যেনে, খচমচ্ খঃ মঃ (খহ্ মহ্), খং, আদি।

চ ঃ - ফুচুৰি ভাও। চাং-চাং। চেং এবিধ প্ৰাচীন খেল; ডিঙিত পিন্ধা গোথা জৰী বিশেষ। চোং - বাঘৰ বাসস্থান। ব্যৱহাৰ সম্পৰ্কীয় এই খিনিতে বিসৰ্গ আৰু 'হ'ৰ এটা ইঙ্গিতৰ প্ৰয়োজন। যি ঠাইত 'হ' ধ্বনিৰ অন্ত হয় তাত 'হ' আখৰ লিখাতকৈ 'ঃ' বিসৰ্গ চিনহে দিয়া উচিত। যেনে, এহ্ লিখাতকৈ এঃ লিখাহে ধ্বনি-তত্ত্ব মতে বিশুদ্ধ।

ত - উজ্জল ত-ৰা। ত-তয়াই জ্বলি থকা। বোলে অমুকাৰ চকু দুটা ত - তকৈ জ্বলি আছে।

তং - ৰাগীত তন্ময় হৈ থকা অৱস্থা।

অমুকা তেনেই তং হৈ আছে।

থ - থ। কোনো বস্তু নিৰ্দিষ্ট ঠাইত থোৱা কাৰ্য।

দ - গভীৰ।

দ ঃ কোনো কথা গজগজীয়া হ'লে এইদৰে কোৱা হয় 'এৰা কথাটো এতিয়াহে দঃ খালে।"

ন-নতুন। ৯ সংখ্যা। প্ৰত্যয় নোযোৱা কথাত নানা প্ৰকাৰ নতুন সংযোগ কৰি কোৱা কথাক "ন-দি কোৱা" বোলে। যেনে, 'সি হেজাৰ ন-দি ক'লেও মই পতিয়ন নেযাওঁ।"

টিং-পৰ্বতৰ শৃঙ্গ। টাং- খেলৰ গুটি।

ঠি-ঠী- পৰমেশ্বৰ নাম। শিৱ সহস্ৰ নামত পোৱা হয় 'ব্ৰহ্মপুত্ৰে পৰমেষ্ঠী' অৰ্থাৎ ব্ৰহ্মপুত্ৰ ওলাই অহা ঠাইত ঈশ্বৰক 'ঠী' নামেৰে অৰ্চনা কৰা হৈছিল। আধুনিক তিৰ্বতেই যে 'ঠীবং' সেই কথা সত্য। এতিয়াও আমাৰ মানুহে কয় - 'যথা ঠিয় সদা শিৱ'। ঠি-ক বা প্ৰাচীন মতে 'ঠিক্ক' মানে ঈশ্বৰৰ দৰে অটল সত্য।

ডং - পুৰুষৰ দৰে বীৰ বেশেৰে ফুৰা তিৰোতাৰ সম্পৰ্কে কোৱা হয়। সেই অমুকা এনে ডাংকাচি তিৰোতা। মতা মানুহৰদৰে দেখোন ডং-ডঙাই ফুৰে।

ঢং - ভাওঁ। ঢঙা।

পৈ - গিৰিয়েক।

ফাং - ভুৱা, মিছা কথা কৈ সধা কাৰ্য। ফাঁও।

ব - তাঁতৰ ব ; গৰুৰ গলধন ; বহন কৰ ইত্যাদি।

বং - উপ কথা ; বং দিয়া কথা।

(বিং-বাং, বি-বি-বা- টিং-টাং, টাং-টিং ইত্যাদি)

---

প্ৰবন্ধাৱলী

ভ - প্ৰাচীন মাতেৰে 'ভৱ' শব্দক 'ভ' বোলা হৈছিল। ভৱৰাম নুবুলি ভৰাম বুলিছিল। ভৱনা, ভৱলি, ভনী ইত্যাদি শব্দ দ্ৰষ্টব্য।

ভা! আনন্দ প্ৰকাশক ধ্বনি

ভু
} সন্তেদ, ভুবন, ভূমি ইত্যাদি।
ভূ

ভূৰ্ভং - উৰাদিহ। যেনে, হলিৰামনো ক'লৈ গ'ল ভূৰ্ভং নাই।

ভে, ভেঁ, - অজলা মানুহে কন্দা বা বেজাৰ কৰা ধ্বনি।

ভো, ভোঁ ভো-হে! ভোঁ-ভোমোৰাৰ মাত।

মা- মাও - মাতৃবাচক। যেনে, বৰমা, মাহী, মাদৈ, মহামায়া, মাই ইত্যাদি।

মে মেকুৰীৰ মাত।

মৈ মাটি মৈওৱা যন্ত্ৰ।

মৌ মধু।

মঃ গৰু - মহে কামোৰা কামোৰে খোৱা শব্দ। মঃমঃ কৰে খাইছে।

ৰ ৰ; ৰা-ৰাৰ; ৰিং (ঋং)-উকি; ৰু - বৰসুণৰ বা জুইৰ শব্দ, ৰে'ৰঙ্গত ঘনাই উচ্চাৰণ কৰা আনন্দ ধ্বনি। ঐৰে... ৰৈ অৱস্থান কৰি। ৰৈয়া, ৰৈ-ৰৈ ইত্যাদি। ৰো-ৰোপন কৰ। ৰৌ-মাছ। ৰং-আনন্দ।

ল গ্ৰহণ কৰ। লা লা। লে চুচৰি যোৱা; যেনে ল'ৰাটোৱে লে-বাই গৈছে। লে-বা লেটেবা। লৈ-গ্ৰহণ কৰি। লং-পিংপিঙাই ফুৰা। লুং-হাবিতলৰ দীঘলীয়া বাট। লুঙে লুঙে লৈ লুংডিং পালোঁগৈ। হাতীৰ লুং খেদা ইত্যাদি।

শ মৰা-শ; গৰু-ম'হক ৰ'বলৈ কোৱা মাত।

স - সহি থাক্, সহ। স'ব পাৰিলে ভাল অৰ্থাৎ সহিব পাৰিলে ভাল। সা-মুখেৰে সা দিয়া; যেনে, জুয়ে পুৰিলে সা দিব লাগে। প্ৰাচীন ভাষা মতে গুৰু-গোসাঁইক দিব লগীয়া বৰঙণিক 'সা' বোলা হৈছিল। 'সা' সংগ্ৰহ কৰা জনকে সা-তোলা বোলা হৈছিল। সি-তেওঁ; সী-বেজীৰে সীয়া কাৰ্য। সু-সজ। সে-সেক, সেও। সো-বতাহৰ শব্দ। সোঁ-মাজ। সৌ-অদূৰত থকা। সং-লগ।

হ - প্ৰতিষ্ঠা পা। যেনে; ভাল হ; ৰজা হ; ধনী হ ইত্যাদি। হা-হুতাশৰ ধ্বনি।

হি - উপহাস সূচক। হি! হি! মই নকৈছিলোঁ!

হে - হে! এনে কাম নকৰিবা দেও।

হো - বতাহৰ শব্দ।

হৈ - সমবেত ধ্বনি। হৈ দিয়া।

হৌ - ঐ!

হুং অহং। হুং-হুংকাৰ, গৰজন।

অধিক বিস্তাৰ নকৰি এইখিনিৰ পৰাই আমি সুন্দৰকৈ আমাৰ ভাষাৰ প্ৰাচীনত্ব বিচাৰি চাব পাৰোঁ। ওচৰ চুবুৰীয়া বঙ্গ ভাষা বা আন কোনো ভাৰতীয় ভাষাতে একাক্ষৰী শব্দ ইমান বেচি পৰিমানে নাই। অসম তন্ত্ৰৰ দেশ। সেই কাৰণে বীজ-ভাষা ইয়াত প্ৰচুৰ। কোচ, বড়ো, মিৰি, নগা, কুকি, কছাৰী আদি আদিম বাসী বিলাকৰ ভাষাত একাক্ষৰী শব্দৰ অধিক ব্যৱহাৰ আছিল। কিন্তু যেতিয়া উত্তৰ ভাৰতৰ পৰা ব্ৰাহ্মণ-কায়স্থ আদিৰ বিশুদ্ধ আৰ্য-সাধনা আহি প্ৰাচীন অসমৰ লগত মিহ'লি হ'ল তেতিয়াৰ পৰা লাহে লাহে প্ৰাচীন ভাষাৰ গঢ় ল'বি আহিল। শ্ৰীশঙ্কৰ দেৱে কীৰ্তন ৰচনাত ইচ্ছা কৰিয়েই যে প্ৰচুৰ পৰিমাণে মৈথিলী, ব্ৰজবুলি আদি ব্যৱহাৰ কৰিছিল সেই কথা এনেয়ে ক'ব পাৰি। বৈষ্ণৱ ধৰ্মৰ লীলাভূমি হিন্দুস্থানৰ সাধনাৰ লগত অসমৰ সংযোগ এক কৰিবৰ উদ্দেশ্যেই তেখেতে তেনে কৰিছিল বুলি ক'ব পাৰি। কীৰ্তনত যি বিলাক ঘোষা দিয়া হৈছে সেই ঘোষাৰ ঠাচ আৰু সুৰ পূৰ্বেও সমাজত প্ৰচলিত আছিল। আনকি কিছুমান ঘোষা আইসকলে গোৱা নামৰ লগত এতিয়াও মিলে। সুৰবো সেইদৰে মিল ৰাখিছিল। লগতে প্ৰাচীন কামৰূপী ভাষাৰ কথাও বিজাই চাব পাৰি। কামৰূপ নেপালৰ চৰণীয়া ভূমি আছিল। নেপালী তিৰোতাৰ দৰে কামৰূপী আই সকলে আজিও বুকুত মেখলী মাৰে আৰু মূৰত এখন গামোছা বতাহত উৰি থকাকৈ ওলোমাই থয়। কামৰূপী ভাষা পালি ভাষাৰে মিহলি। পালি ভাষাই প্ৰাচীন নেপালী ভাষা। নেপালৰ ভৈয়াম খণ্ডত অৰ্থাৎ উত্তৰ বিহাৰ, উত্তৰ বঙ্গ আৰু কামৰূপলৈকে প্ৰায় একৰকম ভাষাই চলিছিল।

(আধুনিক) হিন্দী উন্ কৌন্ হেয়?

কামৰূপী - উন্ ই কুন্ ই হঁ?

বঙ্গ - ইন্ ই কে হে?

অসমীয়া এওঁ কোন হৈ?

যোগিনী তন্ত্ৰত পোৱা হয় যে, কোচ দেশ নামে তেতিয়াও এখন দেশ আছিল। কামৰূপৰ 'কুচি' বিলাকেই যে সেই কোচ খেলৰ বসতি ঠাই আছিল তাত সন্দেহ নাই। কামৰূপত থকা ব্ৰাহ্মণ সকলৰ জ্যোতিষ চৰ্চাত যথেষ্ট ব্যুৎপত্তি আছিল কিন্তু তথাপি 'কামৰূপী ব্ৰাহ্মণ' বুলি তেওঁবিলাকৰ এটা সুকীয়া পৰিচয় অনেক ঠাইত পোৱা যায়। বোধ হয় এই কাৰণেই আহোম ৰজাই ওচৰৰ কামৰূপৰ ব্ৰাহ্মণ নানি কনৌজৰ পৰা বিশুদ্ধ আৰ্য তেজৰ সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ কায়স্থ অনাই লৈছিল। কামৰূপী সভ্যতা প্ৰাচীন আৰু গুৰিৰে পৰা যে এটা সুকীয়া সমষ্টি আছিল সেই কথা এইদৰেও প্ৰমাণিত হয়।

---

পশ্চিমত পাৰস্যৰ বেবিলন যিদৰে যাদুবিদ্যাৰ কেন্দ্ৰ আছিল পূবত কামৰূপৰ কামাখ্যাও তেনেকুৱা আছিল। পাৰস্য দেশো জ্যোতিষ চৰ্চাত বিশ্ববিখ্যাত হৈছিল আৰু পূবত কামৰূপো জ্যোতিষ চৰ্চাত সৰ্বশ্ৰেষ্ঠ হৈছিল। গুৱাহাটীৰ নৱগ্ৰহৰ মন্দিৰ জ্যোতিষসাধনাৰ অমৰ কীৰ্তি। কামৰূপী তিৰোতাই মোহন ভঙ্গীমাৰে দৃষ্টিপাত কৰি দৰ্শকক ভেড়াৰ নিচিনা কৰি থ'ব পাৰে বুলি আজিও প্ৰবাদ আছে। যি গৰাকী কামৰূপ যুৱতীৰ কঠোৰ যোগবলত স্বয়ং মহাদেউ মোহিত হৈছিল তেওঁৰ নাম আছিল ৰেৱতী। এজোপা আম গছৰ তলত একচিত্ত মনে বহি সমুখৰ ব্ৰহ্মপুত্ৰ নৈলৈ চাই নৱ যৌৱনসম্পন্না অতুল ৰূপ লাৱণ্যময়ী ৰেৱতীয়ে সদায় শিৱ সাধনা কৰিছিল। তৰুণীৰ কঠোৰ ব্ৰত সহ্য কৰিব নোৱাৰি স্বয়ং মহাদেৱে সেই কামাখ্যাত সেই ৰেৱতীৰ আগত আত্ম প্ৰকাশ কৰি গৈছিল। সেই ৰেৱতী নামৰ যোগিনী গৰাকীৰ সহায় লৈয়েই মহাদেৱ অলৌকিক শক্তিৰে পৃথিৱীৰ মানচিত্ৰ দৰ্শন কৰিছিল। তাৰ পৰা গৈ মধ্যভাৰতৰ মহাদেৱ পৰ্বতত য'ত - চৌষষ্ঠি যোগিনীৰ মন্দিৰ আছে (বৰ্তমান কংগ্ৰেছ হৈ যোৱা ত্ৰিপুৰি)— এই কথা পাৰ্বতীৰ আগত প্ৰকাশ কৰিছিল। তন্ত্ৰ প্ৰাচীন ভাৰতৰ বুৰঞ্জী, ভূগোল, দৰ্শন আৰু ঈশ-তত্বৰ পৰম গ্ৰন্থ। কিন্তু তন্ত্ৰৰ ৰহস্য এনে গূঢ় যে, তাৰ মোৰত সোমাবলৈকে অনেক সাধনা কৰিব লাগে।

যিহওক বৰ্তমান আমি সামৰণিৰ ফালে আহোঁ। ইমানতে শঙ্কৰী যুগৰ আগৰ আৰু প্ৰাচীন যুগৰ পাছৰ মাজছোৱাৰ বিষয়ে ভবা হওক। তেৰশ শতিকাৰ মাজ ভাগত আহোম জাতি মুংৰিমুংৰামৰ পৰা নামি নামদাং নৈয়েদি আহি নামৰূপত প্ৰথমে বাহৰ কৰেহি। কামৰূপ আছিল বৰাহীৰ ৰাজ্য। বৰাহী বিলাকৰ প্ৰধান বাদ্য আছিল ঢোল। আজিও ঢুলীয়াৰ মালিতাত 'ৰাজবুলনি' ছেও মাৰিলে প্ৰথমে কোন ৰজা আহি ক'ত বৈছিলহি সেই সকলো বিৱৰণ পোৱা হয়। সেই মালিতা বিলাকেই সেই কালৰ সমাজ আৰু ধৰ্মৰ চানেকি। মহাদেউ পাৰ্বতীৰ কীৰ্তন, সৃষ্টি-তত্বৰ, আগম-নিগম সকলো কথা ঢোলৰ লগত মিলাই মালিতাৰে বৰ্ণনা কৰা হৈছিল। সমজুৱাই তাকে শুনি ভাবিছিল। এই দৰেই সেই কালত চৰ্চা হৈছিল। 'নাহৰৰ মালিতাত' আই-সাধনাৰ স্পষ্ট বিৱৰণ আছে। মহাদেউ পাৰ্বতীৰ দ্বন্দ সম্পৰ্কে যি টি বিঘাত মালিতা আছে তাত সেই সৰল যুগৰ এখনি নিৰ্মল দাপোণ আছে। (ফ্ৰান্সৰ প্ৰাচীন 'প্ৰভাচাঁল' ভাষাতো ঠিক এনে এটি ঘৰুৱা মালিতা আছে। অধ্যাপক শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মাদেৱে 'ন জোন'ৰ কোনো এক সংখ্যাত সেইটি প্ৰকাশ কৰিছিল।)

"মলি ঐ! ৰাম গৈইছিলে
মলি ঐ! মৃগ মাৰিবলৈ
মলি ঐ! লখন গৈইছিলে
ল'ৰি হেৰ' ভোলানাথ!
মলি ঐ! সেইনো সময়তে
মলি ঐ! দুষ্ট ৰাৱণে
মলি ঐ! সীতাক লৈইগলে
হ'ৰি হেৰ' ভোলানাথ!"...

এই বিয়া নামটো আমি নিৰক্ষৰ নিভাঁজ গাঁৱৰ পৰা শুনি সংগ্ৰহ কৰা। যেনেকৈ উচ্চাৰণ কৰা শুনিছোঁ সেইদৰেই লিখিছোঁ। ই অসমীয়া মৰমী মাতৰ দীপ্তিমান চানেকি। ইয়াত কল্পনাৰ স্ত্ৰীসুলভ সৰলতা, সীতাৰ প্ৰতি আন্তৰিক সমবেদনা আৰু ৰাৱণৰ দুষ্টালি অতি মনোগ্ৰাহী হৈ ফুটি উঠিছে। লগতে 'ভোলানাথ' শব্দৰ সংযোজনাই ইয়াক মধুৰতকৈও মধুৰ কৰিছে আৰু শিৱভোলাৰ সৰ্বব্যাপক প্ৰভাৱ জিলিকাই থৈছে।

"শিৱ শিৱ শিৱ
শিৱ ভোলানাথ!
শিৱ ভোলানাথ!
পাৰ্বতী সহিতে ৰথে চলি যোৱা
আমালৈ উলটি নোচোৱা কিয়
ভোলানাথ
কিয় কিয় কিয়?" -

এই কল্পনাও যে স্ত্ৰী-সুলভ এনেয়ে ক'ব পাৰি। গতিকে একালত যে অসমৰ আই সকলেই স্বয়ং সৰস্বতীৰ দৰে মুখে মুখে নানা মনোহৰ কথা মধুৰ সুৰত গাব পাৰিছিল সি ধ্ৰুৰূপ। আৰু ধৰ্ম চৰ্চাও যে তিৰোতা সকলৰ মাজতেই নিবদ্ধ আছিল সিও সত্য। পানীতোলা সবাহ, ওপৰ সবাহ, কুমাৰী সবাহ আদি নানান প্ৰকাৰ বিধান এতিয়াও ঠায়ে ঠায়ে আছে।

একাক্ষৰী ভাষাৰ উৎপত্তি আৰু বিস্তৃতি সম্পৰ্কে তামোলৰ বেটুটোৰ ভিতৰতে এখন বুৰঞ্জীৰ আভাষ দিয়া বৰ সহজ নহয়। তথাপি সুধী সকলৰ দৃষ্টি পৰিব বুলিয়েই যথাসময়ত যথাযথ আলোচনাৰ লগত মুকলি কৰিবলৈ প্ৰয়াস কৰিলোঁ। অলমিতি বিস্তৰেণ।

---

অসম সাহিত্য সভা পত্ৰিকা, ৯ম বছৰ, ২য় সংখ্যা।।

# অসমীয়া সাহিত্যৰ বন-মৰ্মৰ

ঐতিহাসিকৰ বিচাৰত বিহু ক'ৰ পৰা, কেনেকৈ আৰু কেতিয়া হ'ল, সেই কথাৰ আলোচনালৈ নগৈ আমি বিহু সম্পৰ্কীয় যি লোক সংস্কৃতি অসমত গঢ়ি উঠিল তাৰ সাহিত্যিক সৌন্দৰ্যৰ বিষয়েহে এটি চমু আলোচনা দাঙি ধৰিব খুজিছোঁ। বিষুব সংক্ৰান্তিয়েই যে বিকৃত হৈ বিহু-সংক্ৰান্তি বা সংকৰাতি হ'লগৈ তাৰ প্ৰমাণ আমাৰ বহুত যোজোনা-ফকৰা আৰু গাঁৱলীয়া ভাষাত পোৱা হয়। শ, স, ঘ আৰু হ এই চাৰিউটাকে 'হ' উচ্চাৰণ কৰা ক, শ, স, ঘ-ক 'খ' উচ্চাৰণ কৰা অনেক লোক এতিয়াও আমাৰ মাজত আছে। 'বেদ-বিহিত কৰ্ম'ক গাঁৱলীয়া ভাবেৰে 'বেদৰ বিহু কৰম' বোলা এতিয়াও শুনিবলৈ পোৱা হয়। কালিকা পুৰাণত পোৱা হয়— বিষুব সংক্ৰান্তিৰদিনা নীলাচল পৰ্বতত হৰ-পাৰ্বতীয়ে নৃত্য কৰা উৎসৱক 'বিহাৰ-উৎসৱ' বোলা হৈছিল। এতিয়াও সন্ধ্যাৰ সময়ত কাশী বিশ্বনাথ মন্দিৰত যি আৰতি হয় তাৰ নাম শৃঙ্গাৰ পূজা। বিষুব-সংক্ৰান্তিৰ দিনা প্ৰকৃতিয়েও যেন আনন্দ বিভোৰ হৈ নৱবৰ্ষৰ আগমনি গায় — এনে স্বাভাৱিক হৰ্ষতেই যে এই উৎসৱৰ জন্ম হ'ল তাত সন্দেহ নাই। কিন্তু অসমৰ বিহু-উৎসৱ অকল নৃত্য-গীত আনন্দ উপভোগৰ উৎসৱেই নহয়। বিষুব সংক্ৰান্তিৰ দিনা খেতিয়কৰ প্ৰধান বন্ধু গৰুৰ গাত মাহ-হালধি সানি নোৱাই-ধুৱাই লাও, বেঙেনা, কেৰেলা, হালধি আদি খাবলৈ দিয়া আৰু গধূলি পৰিষ্কাৰ গোহালিত ন-পঘা দি পিঠা খাবলৈ দিয়া, দুবাৰ মুখত জাগ দি মাখিয়তী পাতেৰে গৰুৰ গাৰ ম'হ, ডাঁহ খেদাই দিয়া আদি প্ৰথাৰ মাজত মানুহৰ সমাজত গো-জাতিৰ স্থান আৰু গো-পূজাৰ মৰ্ম নিহিত হৈ আছে।

যোগিনী তন্ত্ৰত আছে ঃ

"গো-গ্ৰাসং পাৰনং লোকে সৰ্বপাপ নিকৃন্তনং।" মহাদেৱে পাৰ্বতীক কৈছে-"হে মহেশ্বৰী, ইহ লোকত গৰুক এমুঠি ঘাঁহ খাবলৈ দিয়া পৰম পবিত্ৰ কৰ্ম আৰু তাৰ দ্বাৰাই সকলো পাপ নাশ হয়।"

পুৰণি বছৰৰ সকলো মলিনতা মনৰ পৰা আঁতৰাই গোটেই গাওঁ, পিতৃ-মাতৃ, গুৰু-ভকত আদি সকলোৰে প্ৰতি শ্ৰদ্ধাশীল হৈ বৰ্হমথুৰি কোঁহ পাণেৰে সেৱেৰে লগাই এখন তামোল খোৱাৰ পাছত ওঁঠত যি ৰং ধৰে সেই ৰং অসমীয়া জাতীয় জীৱনৰ প্ৰেমৰ চিন।

নতুন পঞ্জিকা চোৱা, নাহৰ পাতত দেৱাদিদেৱৰ নাম লিখি বতাহ, বৰষুণ, বিজুলী-ঢেৰেকনিৰ পৰা ৰক্ষা পাবলৈ ভৰসা কৰা, কড়ি-পঁচি খেলা আদি আনন্দত হেন্দুলি উঠিছিল — সৰল অসমীয়াৰ বিহুলগা প্ৰাণ। ৰঙা আঁচু দিয়া এখন গামোছা বিহুৰ সৰ্বশ্ৰেষ্ঠ উপহাৰ।

বিহুৰ এই উৎসৱৰ লগত যোগ হ'ল জনজাতীয় লোকৰ নৃত্য গীত বাদ্য। হুঁচৰি গোৱা আৰু বিহু নচা দুটা বেলেগ প্ৰথা আছিল। নামনি অসমৰ ফালে মাঘ বিহুত যি দৰে ম'হ খেদোৱা উৎসৱ হয় সেই দৰেই হুঁচৰি আছিল নৱ বৰষৰ আনন্দ-বাৰ্তা বিলাই ফুৰা সমনীয়াহঁতৰ ৰং ধেমালি।

'ৰঙালি ঐ টঙালি ঐ

বহাগৰ বিহুৰে ধেমালি ঐ

প্ৰচলিত বিহুগীত বিলাক ফঁহিয়াই চালে আমি দেখা পাওঁ বিহুৰ নাচ আচুতীয়া ঠাইতহে হৈছিল। সাধাৰণতে ব্ৰহ্মপুত্ৰৰ বালি-চাপৰিৰ বিৰিণাৰ আঁৰত, মুকলি পথাৰৰ বৰ গছৰ তলত আৰু প্ৰাকৃতিক সৌন্দৰ্য থকা নিজান ঠাইত বিহুতলিবোৰ আছিল। কোনো কোনো বিহুতলিত অকল গাভৰু ছোৱালীহঁতেহে টকা বজাই, গীত গাই নাচিছিল; তালৈ পুৰুষ যাব নোৱাৰিছিল। কালক্ৰমত এই নাচ লাহে লাহে আহি সমাজৰ ভিতৰ সোমালহি। আমাৰ মনত পৰে (আজি ৪০ বছৰৰ আগৰ কথা) হুঁচৰি গাই আশীৰ্বাদ দিয়াৰ পাছত বয়োজ্যেষ্ঠ গৃহস্থৰ অনুমতি লৈহে বিহুৰ নাচ দিছিল। কোনো কোনো সম্ভ্ৰান্ত বংশৰ লোকে নাচটো বৰ ভাল নাপাইছিল। তাৰ লগত গাওঁতে মুকলি

প্ৰেমৰ গীত গায় দেখি নিজৰ ল'ৰা-ছোৱালীৰ সতে তেনে গীত শুনিবলৈ ইচ্ছা নকৰিছিল। ইয়াৰ প্ৰমাণ ঃ

গাৱঁৰ বুঢ়া মেঠা দায় নধৰিবাঁ
গাই যাওঁ বতৰৰ গীত।...

নিজানৰ বিহুতলিত বিহু নাচি নাচি গাভৰুহঁতে গায় ঃ

নাচোতে উৰিলে ধূলি
বেইতা স্বামীয়ে চাই জুমি জুমি
মোৰজনী আহিছে বুলি।

এয়েই প্ৰমাণ কৰে যে বিহুনাচ সমাজত মুক্তভাবে প্ৰচলিত উৎসৱ নাছিল।

বিহু-তলিৰ নাচনী কোনজনী গাভৰু
বিহুতলীৰ নাচনী কোন;
বিহুতলিৰ নাচনী আমাৰ সৰুজনী
খোঁপাত বান্ধি লৈছে সোণ।

তথাপিও এই উপলক্ষ্যে অসমৰ হাবিয়ে-বনে বনৰীয়া ফুল ফুলাদি শ শ ডেকা-গাভৰুৰ প্ৰাণৰ উচ্ছ্বাসত যিবিলাক গীত-মাত ওলাই আহিল সেইবিলাক দলিয়াই পেলাই দিবলগীয়া বস্তু নহয়। তাত সাহিত্যিক সৌন্দৰ্য্য যথেষ্ট আছে আৰু আছে পুৰণি অসমৰ সমাজ, ধৰ্ম, সাজ-পোছাকৰ ৰীতি-নীতি আদিৰ পৰিচয়। ডেকা-গাভৰুৰ বুকুত আছিল যৌৱনৰ জয়োল্লাস, চকুত পৰিছিল প্ৰকৃতিৰ সৌন্দৰ্য্য আৰু তেজত উঠিছিল নৃত্যৰ ঢৌ।

এই বেলি বিহুটি ৰমকে জমকে
নাহৰ ফুল ফুলিবৰ বতৰ;
নাহৰ ফুলৰ গোন্ধে পাই লাহৰীৰ ততে নাই
গচকি ভাঙিলে যঁতৰ।

সূতা-কটা যঁতৰ, তাঁতশাল আদি অসমীয়া তিৰোতা সমাজৰ সেই কালত অতি লাগতিয়াল আৰু বৰ মৰমৰ সঁজুলি আছিল। বহাগৰ বা পাই ফুলি উঠা মদগন্ধী নাহৰৰ সুবাসত মৰমৰ যঁতৰটোকো নেওঁচি গাভৰুৰ মন উত্ৰাৱল হোৱা অতি স্বাভাৱিক।

ৰিঙে কৈ পহুৰে শিং ঐ মইনা
ৰিঙেকৈ পহুৰে শিং
চ'তাই পৰেৱতৰ নাহৰ ফুল আনিছোঁ
মোৰ ধনৰ হাততে দিম।...

সমাজৰ বান্ধোন আছিল অতি কটকটীয়া। সমাজ-সচেতন ডেকা-গাভৰুৱে অতি সন্তৰ্পণেহে প্ৰেম-নিবেদন কৰিছিল।

তোমালৈ চাওঁতে জপনা ডেওঁতে
বিন্ধিলে অঁঘেয়া হুলে।
তোমাৰ মনে গ'লে মোৰো মনে গলে
কি কৰিব কলিতাৰ ফুলে।।
তোমাৰ কটা-তামোল নেখাওঁ ঐ লাহৰী
আমাৰে মৰিব কুল।
অজাতি নহওঁ মই বিজাতি নহওঁ মই
তোমাৰ মোৰ একটি কুল।।

আবেগ আৰু অনুভূতিৰ প্ৰেৰণাতো সমাজ-নীতিক উলংঘা কৰিবলৈ ডেকা-গাভৰুৰ সাহ ওপজা নাই। বিহুগীতৰ মাজত বিৰহ-মিলনৰ সৰল-সহজ বেদনাৰ কাহিনীয়েই লুকাই আছে। মনেপতা সঙ্গিনীৰ উদ্দেশ্য মনৰ পৰা ওলাই অহা গীতৰ লগত নাহৰ ফুল, কপৌ ফুল, কপাহৰ জোলা, লুইত, বিৰিণা, চৰাই-চিৰিকতি আদিৰ সম্পৰ্ক স্থাপন কৰি এই গীতবিলাকে যি এটা প্ৰকৃতি-চেতনাৰ সৃষ্টি কৰিছে তাত সাহিত্যিক সম্পদ বস্তুত আছে।

ভোগদৈ নৈতে পল বাইছিলোঁ
চাবত পাই গলোঁ কাছ;
একেজন ঈশ্বৰে তোমাক মোক চৰ্জিলে
কিনো ভাল-বেয়া বাছ।

মনে যেতিয়া মনৰ মৰম পাব খোজে, তেতিয়া দৈহিক সৌন্দৰ্য্যৰ বিচাৰ নাহে। প্ৰেম ভাল-বেয়া বিচাৰৰ

অতীত।...

পিয়াহৰ সুৱদি পানী ঐ লাহৰী
ভোকৰে সুৱদি ভাত;
তাতোকৈ সুৱদি তোমাৰ মাতেষাৰি
দি যোৱা এষাৰি মাত।

চেনেহত মতা মাত এষাৰেই যেন সান্ত্বনা।... অপূৰ্ণ বাসনা সামাজিক হৈ দেখা দিয়ে বুলি মনোবিজ্ঞানেও কয়। আমাৰ ডেকাই কৈছেঃ

ওপৰে উৰিলে কালিন্দ্ৰী ভোমোৰা
ভৈয়ামত পৰিলে ছাঁয়া;
সপোন-সমাজিকত ফুৰোঁ একেলগে
কোন জনে কৰিছে দয়া।...
তুমি ঐ লাহৰী সবাতকৈ ৰূপহী
ললোঁ কামেশ্বৰী নাম;
যদি কেনেবাকৈ হেৰাব লাগিলে
ক'তেনো বিচাৰি পাম।

বৈষ্ণৱ কবি বিদ্যাপতিয়েও শ্ৰীৰাধাই স্বপ্নত শ্ৰীকৃষ্ণৰ মুখ-দৰ্শন কৰা আনন্দ এইদৰে বৰ্ণনা কৰিছেঃ

আজু ৰজনী হাম ভাগে পোহায়লু
পেখল পিয়া-মুখ-চন্দা।
জীৱন-যৌৱন সফল কৰি মানলু
দশ দিশ ভেল নিৰদন্দা।।
আজু মঝু দেহ গেহ কৰি মানলু
আজু মঝু দেহ ভেল দেহা।
আজু বিহি মোহে অনুকুল হোয়ল
টুটল সবহুঁ সন্দেহা।।

ভাগ্যৰ বলেৰে আজি মোৰ ৰাতি পুৱাল। আজি মই প্ৰিয়জনৰ মুখচন্দ্ৰ দেখা পালোঁ। আজি মোৰ জীৱন যৌৱন সফল হ'ল। চাৰিও দিশ আজি দ্বন্দহীন হ'ল। আজিহে মই মোৰ ঘৰখন ঘৰ বুলি ভাবিব পৰা হৈছোঁ। আৰু মোৰ দেহটো দেহ যেন লাগিছে। আজি বিধি মোৰ অনুকূল হ'ল। আটাইবোৰ সন্দেহ টুটিল। স্বপ্নত প্ৰিয় দৰ্শনৰ এই সুখ বিহু গীতত যি প্ৰকাৰে ব্যক্ত হৈছে বৈষ্ণৱ পদতো প্ৰায় তদনুৰূপ ভাৱতেই প্ৰকাশিত হৈছে।

বিহু আৰু বনগীতৰ মাজত সম্পৰ্ক থাটিল। লাহে লাহে বনগীত সমাজত প্ৰৱেশ কৰিলেহি। ক্ষমা প্ৰাৰ্থনা খুজি হলেও ডেকাইতে বতৰৰ গীত মুক্ত ভাৱেই গাবলৈ ধৰিলে। গাবলৈ নিজৰ অধিকাৰ স্থাপন কৰিলে এই দৰেঃ

নামৰে কঠীয়া ঈশ্বৰে সৰজা
ব্ৰহ্মাই সৰজা নাম;
বেয়া নাই ওলালে খেমিবা ঈশ্বৰ ঐ
প্ৰথমে পীৰিতি গাম।

০

হাবিত নামে গালোঁ ককায়ে শুনিলে
থাকিবলৈ নিদিয়ে ঠাই;
এদিন এৰাতি হাবিতে থাকিলোঁ
চেনাইৰ কটা তামোল খাই।

০

পীৰিতি নেভাগে পীৰিতি নিছিগে
পীৰিতি নপৰে সৰি;
যেতে মেৰিয়াবি তেতে মেৰে খাব
পীৰিতি মৰমৰ জৰি।

সহজীয়া প্ৰেমৰ বৈষ্ণৱ কবি চণ্ডীদাসে কৈছেঃ

পিৰীতি সুখেৰ দেখিয়া সায়েৰ
নাহিতে নাম্বিলুঁ তায়।
নাহিয়া উঠিতে ফিৰিয়া চাহিতে
লাগিল দুঃখেৰ বায়।।
কেবা নিৰমিল প্ৰেম সৰোবৰ
নিৰমিল তাৰ জল।
দুখেৰ মকৰ ফিৰে নিৰন্তৰ
প্ৰাণ কৰে টলটল।।...

পীৰিতি সুখৰ সৰোবৰ দেখি তাতে গা ধুবলৈ নামিলোঁ। গা ধুই উঠি উলটি চাওঁতে গাত লাগিল দুখৰ বতাহ। কোনে এই প্ৰেম সৰোবৰ নিৰ্মাণ কৰিলে, কোনে নিৰ্মাণ কৰিলে সৰোবৰৰ পানী। তাত দুখৰ-মকৰ নিৰন্তৰে বিচৰণ কৰিব লাগিছে। দুখৰ জালাত প্ৰাণ টলমল কৰিছে। ...

বিৰহৰ এনে দুখৰ বেদনা অনেক বনগীতত মৰ্মস্পৰ্শীভাৱে আছে।

ঘৰতো নপৰে মন সমনীয়া
পথাৰত নপৰে মন;
কমোৱা তুলাবোৰ যেনেকৈ উৰিছে
তেনেকৈ উৰিবৰ মন।

o

লাহি কাপোৰৰে পাহি ঐ মইনা
লাহি কাপোৰৰে পাহি;
বুকুত দিয়ে গলি জীয়া জুই একুৰা
মুখত দিয়ে গলি হাঁহি

এই বুকুৰ জীয়া জুই কৰাই বিৰহানল।

বাৰীৰ পাছে ফালে কজলা উৰহী
পাতে চিকিমিকি কৰে;
চেনাইৰে বাতৰি নেপাওঁ ভালে কৰি
শোকে খুন্দা মাৰি ধৰে।

কজলা উৰহীৰ পূৰঠ পাতবোৰৰ ওপৰত থকা চিকমিকনি গাভৰুৰ মুখত থকা স্বাভাৱিক চিকমিকনিৰ প্ৰতীকধৰ্মী।...

বনগীতে এদিন ৰজাৰ শুভ দৃষ্টি লাভ কৰিলে। আহোম ৰজাসকলৰ কাৰেঙৰ সমুখত ঢোল, পেঁপা, টকা, গীত মাতৰ ধ্বনি ৰণনি উঠিল। বৰচ'ৰাৰ মুখৰ পৰা দোলাত তুলি ৰজাক ৰং ঘৰলৈ অনা আৰু ৰংঘৰত উঠি পথাৰত হেজাৰ-বিজাৰ লোকৰ হেন্দোলদোপত সাতদিন ব্যাপী হোৱা বিহু-উৎসৱৰ নতুন পৰিবেশ সৃষ্টি হ'ল। বিহুৱাই গালে ঃ

স্বৰ্গদেউ ওলালে বৰচ'ৰাৰ মুখলৈ
দুলিয়াই পাতিলে দোলা;
কাণত জিলিকিলে নৰা জাঙেফাই
গাতে গোমচেঙৰ চোলা।

নৰা নামে এজাতি মানুহে জাংফাই কেৰু তৈয়াৰ কৰিছিল। ৰজাই পিন্ধা গোমচেঙৰ মীৰ্জাই চোলা আছিল ৰাজ-পোছাক।

পূবেদি ওলাব ৰেণু;
সোন্দৰ বৰগোঁহাই ৰণলৈ ওলালে
আটাই ঘূণে খোৱা ধেনু।

o

জোনৰে তামুলী তৰা;
স্বৰ্গদেউৰ তামুলী গন্ধিয়া ফুকন ঐ
মাতে তাওকাকৰ পৰা।

o

ইৰিণা-বিৰিণা গোঁহাইদেউৰ লিগিৰা
ৰঙাকৈ বিচনী লৈ।
কঁকালৰ গামোছা কৰে তিৰিবিৰি
তামোল দি যোৱা বৈ।

ঢোলৰ মালিতাবিলাকৰ ভিতৰত 'ৰাজ বুলনি'খনত আহোম ৰজাসকলৰ বিশদ বিৱৰণ আছে। কণী যুঁজ, শেন যুঁজ আদি যুজন্ত জাতি আহোমসকলৰেই উদ্‌গণিত জন্ম হোৱা বুলি ভাবিবৰ যুক্তি আছে। 'সাত বিহুৰ সৈয়া কণী' কণী যুঁজৰ বুৰঞ্জী হিচাপেই খণ্ডবাক্য হৈ অসমীয়া ভাষাত সোমাই আছে।

মনোবিজ্ঞানতো বিহুৱা ডেকা পটু। ইঙ্গিতত কথা ক'ব জানে ঃ

বাঁহৰে বাটিতে সৰিয়হ পিছলে
নিয়ৰত পিছলে ভৰি।
কথাৰে লাছতে কথাটি পিছলে
থাকিবা খোপনি ধৰি।।
চাইনো চাই বুলিবিবাট ঐ মইনা
চাইনো চাই বুলিবি বাট,
দেহৰে ভিতৰত আছে খলা বমা

পিছলি পৰিবি তাত।।

---

অসম বাণী, বিহু সংখ্যা, ১৮৮৭ শক

# অসমীয়া বিহু গীতৰ সৌন্দৰ্য্য আৰু মনোবিশ্লেষণ

"পাটিত শুৱাই থোৱা পানী কেঁচুৱাই যেতিয়া কান্দে তেতিয়া নিচুকণি গীতৰ অমৃত লহৰী পান কৰি শিশুৱে পৰম তৃপ্তি পায়। ক্ৰুদ্ধ আৰু বিষ বমন কৰা সাপে অঘৰীৰ লাও বাদ্যৰ ধ্বনি শুনি ফেঁট সামৰি নিয়ে আৰু হাবিত ঘাঁহ খাই থকা মৃগ-পহুৱে ব্যাধৰ গগনাৰ মাত শুনি কাণ থিয় কৈ থৰ বৈ থাকে।"

সঙ্গীতেই মনৰ ঔষধ—এই যুক্তিৰ সত্যতা প্ৰমাণ কৰিবলৈ আমি ভাৰতীয় সঙ্গীত শাস্ত্ৰই কোৱা ওপৰৰ কথা কেইটি ভাবি চালেই যথেষ্ট হ'ব বুলি ভাবোঁ। এজন ইংৰাজ কবিয়ে কয়-
"Music has charms to soothe a savage beast,
To soften rocks or bend a knotted oas."

সঙ্গীতৰ মোহিনী শক্তিয়ে বৰ্বৰ হিয়াকো শাঁত কৰিব পাৰে। পৰ্বতৰ শিলো কোমলাব পাৰে আৰু গথিয়া অ'ক কাঠো দোঁৱাব পাৰে।

অসমীয়া বনগীত বিলাক উচ্চ শ্ৰেণীৰ কবিতা নহলেও ওপৰত উল্লেখ কৰা মতে সঙ্গীতৰ শাৰীত পৰিব.......

বসন্তৰ পূৰ্ণ পয়োভৰ লৈ চ'ত মহীয়া যেতিয়া প্ৰকৃতিৰ বুকুত আনন্দৰ সোঁত প্ৰবাহিত হয় তেতিয়া গাঁৱলীয়া ডেকাই তেওঁৰ প্ৰণয়িনীক শুনাই গায় —

"চৰাই মনোমতী মনকে মুহিলি
কোটাহি বেঙেনাৰ তলত।
কিনো মোহিনীৰে আমাৰ মন মুহিলি
থাকিব নোৱাৰোঁ ঘৰত।
মাটিত বহি থেৰেজু লেখোঁ ঐ লাহৰী
পাটিত বহি থেৰেজু লেখোঁ।
তোৰ ঘৰ সিপাৰে মোৰ ঘৰ ইপাৰে
ৰাতি সমাজিকত দেখোঁ।।

ডেকা প্ৰেমিকৰ হিয়াৰ এই আবেগ গীতৰ সুৰত গৈ ৰহস্যৰ আঁৰত লুকাই থকা প্ৰণয়িনীৰ কাণত পৰেগৈ। তেতিয়া হয়তো সেই গাভৰুটিৰ কাণ থিৰ হয়। হাতৰ মাকো সৰি পৰে; কেতিয়াবা তাৰ উত্তৰ আহে।

'বহোঁ তাতৰ শালত চকু আলি বাটত
মাকো সৰি সৰি পৰে।"

সৰল গাঁৱলীয়া কৃষক সমাজৰ ঘাই সম্পত্তি গৰু, ম'হ, পাৰ, ইত্যাদি। ম'হৰ খুটি থকা ডেকাই ইঙ্গিতেৰে প্ৰণয়িনীক জনাইছে —

"ম'হতকৈ মোহিনী নাই ঐ মইনা
ম'হতকৈ মোহিনী নাই।
তাতোকৈ মোহিনী শহুৰৰ জীয়েক ঐ
উলটি পালটি চায়।।"

ম'হৰ গাখীৰ থকা মানুহৰ ঘৰ গাঁৱৰ লেখৰ মানুহ। প্ৰণয়িনীক ইঙ্গিতেৰে ম'হ থকা কথাও জনোৱা হৈছে আৰু উপমাৰে তেওঁৰ মোহিনী ৰূপ বৰ্ণনা কৰাও হৈছে। ইমানতো তেওঁৰ পৰা একো সমিধান নাপাই গাভৰুৰ মনত ৰূপ-যৌৱনৰ ব্যৰ্থতা সম্পৰ্কে এটি ছবি আঁকি দি ডেকাই কৈছে —

"কেলেই ফুলিলি ৰূপহী মদাৰ ঐ
কেলেই পেলালি কলি।
গুৰুতো নেলাগে ভকতও নেলাগে
থাক তলে ভৰি সৰি।"

প্ৰস্ফুটিত ফুল দেৱতাৰ পূজাত লগা উপচাৰ, ভক্তৰ শিৰৰ নিৰ্মালি। ফুলৰ জনম সাৰ্থক হয় পূজাত লাগিলেই। ৰাঙলী মদাৰ ফুল দূৰৰ পৰা দেখিবলৈ ৰূপহী কিন্তু একো পূজাত নালাগে, এনেয়ে ফুলি ধূলিত মিহলি হৈ যায়। গাভৰুৱে মদাৰ ফুলৰ এই ব্যৰ্থতাৰ কথাত ভয় খাই যাতে ডেকাটিক আত্ম-সৰ্মপণ কৰে সেই উদ্দেশ্যেই এই গীতটি গোৱা হয়।

বিহু-গীতৰ অন্তঃসলিলা ধাৰাটি আধুনিক বৈজ্ঞানিক দৃষ্টিৰে চালেও তেনেই নতুন আৰু সৰল মনৰ ডেকা-গাভৰুৰ ৰোমান্টিক কাহিনী যেন লাগে। ডেকাই কয়ঃ

"ঘৰতো নপৰে মন ঐ চেনাইটি
পথাৰত নপৰে মন।
কমোৱা তুলাবোৰ যেনেকৈ উৰিছে
তেনেকৈ উৰিবৰ মন।"

কমোৱা তুলা বগা বগা ভাবৰবোৰক বোলা হৈছে। এজন ইউৰোপীয় সমালোচকে কৈছেঃ

"The emotions are as much a part of us as the understanding. They are as truthfull as they are likely to be right. They obey fixed laws, and follow an orderly and uniform course, they run in sequences, they have their logic and methods of influence. Poetry is a part ot philosophy, simply because the emotions are a part of the mind."

অৰ্থাৎ আমাৰ মাজত থকা বোধশক্তিৰ দৰেই তাৰৰ আবেগ বা আকুলতাও এটা অংশ। সেই আবেগ বিলাকে এছাতে

প্ৰসঙ্গাৱলী

যেনেকৈ অন্তৰৰ কথা বিশ্বাসযোগ্য ভাৱে প্ৰকাশ কৰে, আনহাতে সেইবিলাকেই সত্য। নিৰ্দিষ্ট নিয়ম অনুসাৰে সেই সেই আবেগৰ ৰাশি পদ্ধতিক্ৰমে আহি থাকে।

সেই বিলাকৰ মাজত যুক্তি আৰু বিস্তাৰ লাভৰ 'ক্ৰম' আছে। ভাৱৰ আবেগ ৰাশি মনৰ এটা অংশ লৈ ওলাই আহে। এই বাবে কবিতাকো দৰ্শনৰ এটা অংশ বুলি ক'ব পাৰি।

এতিয়া আমাৰ গাঁৱলীয়া ডেকা-গাভৰুৰ বিহুগীত বিলাক এই যুক্তিৰে আমি ৰিজাই চাব পাৰোঁ। বিহুগীতৰ মাজত থকা ভাবৰ আবেগৰাশিও ঠিক সেই দৰেই বৈ আহিছে।

ঘৰৰ ভিতৰৰ পৰা বৰকৈ বাহিৰলৈ ওলাই নহা প্ৰণয়িনীৰ মনত উছাটন সৃষ্টি কৰিবলৈ ডেকাই গাইছে ঃ

"ওলাল জকেমকি আকাশী চন্দ্ৰমা
ওলাল জকেমকি তৰা।
ওলাল জকেমকি আমাৰ দেহেশ্বৰী
শহুৰৰ ঘৰৰে পৰা।"

ইমানতো বাধ্বিতা ৰূপহী ওলাই নহা দেখি ডেকাই উপমা ৰচিলে—

"ধনশিৰী ভেটিলে জেঙে জাবৰে
সোৱণশিৰি ভেটিলে কিহে।
ভগা খোলাকতি কুমাৰে গঢ়িলে
যৌৱন গঢ়ি দিলে যিহে।"

ভগা খোলাকতিৰ কথাই পাঠকৰ মন ওমৰৰ "কুজা-নামা" লৈ টানি নিয়ে। এদিন সন্ধিয়া কুমাৰৰ ঘৰ সোমাই পাৰস্যৰ কবি ওমৰে মাটিৰ পাত্ৰ বিলাকৰ বিভিন্ন ৰূপ আৰু শেষত খোলাকতি হৈ সেই মাটিতেই বিলীন হোৱা যুক্তিৰে দেহাৰ অস্থিৰতা বা ক্ষণস্থায়িত্বৰ কথা কোৱাৰ দৰে আমাৰ গাঁৱলীয়া ডেকায়ো গাভৰুৰ ৰূপ যৌৱনৰ খন্তেকীয়া সময়ৰ ভিতৰতে 'ৰোমান্স' উপভোগ কৰিবলৈ আহ্বান কৰিছে।

বিহুনামৰ মাজত অকল যে দৈহিক বা যৌৱন বাসনাই আছে এনে নহয়। চকুত পৰা সকলোকে টানি আনি গীতত ৰজিতা খোৱাকৈ একো একোটি আবেগ প্ৰকাশ কৰা হৈছে। মানৱ মনৰ সকলো প্ৰকাৰৰ ঢৌ এই গীত বিলাকত বিদ্যমান। আঁসে নোপোৱা অথচ মনেৰে পাম বুলি আশা কৰি থকা গাভৰুৰ পৰা একো সমিধান নাপাই ডেকাই গায় ঃ

"নৈৰ সিপাৰে নাৰায়ণ শিমলু
তাতে লয় কুৰুৱাই বাঁহ,
এইনো তিৰি জাতি চিনিব নোৱাৰি
ভিতৰি কেনেবা আঁহ।"

স্ত্ৰী চৰিত্ৰ দেৱতায়ো হেনো বুজিব নোৱাৰে। কিন্তু সেইবুলি আমাৰ বিহুৱা ডেকাই তিৰোতাৰ ওচৰত আত্মবিক্ৰয় কৰা নাই। আৰু স্ত্ৰীৰ প্ৰাধান্যতাও স্বীকাৰ কৰা নাই। মানিনীৰ গৰ্ব বিহুৱা ডেকাই এইদৰে চূৰ্ণ কৰিলে ঃ

"আৰু বেলি বিহুতে গামোছা খুজিলোঁ
এই বেলি কাটিছ পাঁজি।
কেলেই লাগিছে এনেখন গামোছা
আনি ল'ম তোতকৈ কাজী।"

মাক বাপেক আৰু ককাইভাইৰ আগত গুপ্ত প্ৰণয়ৰ ধাৰাটি ধৰা নপৰাকৈ অহা-যোৱা কৰি থাকিবলৈ ইঙ্গিত দি বিহুৱাই গায় ঃ

শিমলুৰ গছতে ঘাপ নমাৰিবি
ছিটিকি পৰিব এঠা।
লোককে দেখুৱাই কেটেৰাই মাতিবি
ভিতৰি নেৰিবি বেথা।

লগে লগে সাৱধান কৰিও দিয়া হৈছে যেন কোনেও কোনো প্ৰকাৰে কথাৰ গুৰি ধৰিব নোৱাৰে। এই সাৱধানী গীত এনে—

কাঁহৰে বাটিতে সৰিয়হ পিছলে
নিয়ৰত পিছলে ভৰি।
কথাৰে লাচতে কথাটি পিছলে
থাকিবা খোপনি ধৰি।।

মনোবিজ্ঞানত অসমীয়া ডেকা গাভৰুৱে আধুনিক মনোবিজ্ঞানৰ ফ্ৰয়েডীয় মতবাদকো ছেৰ পেলাব পৰা হৈ আছে যেনহে লাগে। ..... এনেয়ে যৌৱন কল্পনা ..... বিলাসী. তাতে বিহুৰ বতৰ। ৰজিতা খুৱাই ডেকাই কতনো পটুৱা দি চেনেহীৰ মন আকৰ্ষণ কৰিব খোজে তাৰ অন্ত নাই। প্ৰিয়তমাৰ কপালৰ সেন্দুৰ ফোঁটটি দেখি কৈছে —

"দলনিৰ ওপৰে কি চৰাই উৰিলে
দেখোঁ ৰঙা ৰঙা ঠোঁট।
চেনাই বগীতৰা সোণৰ গিলিপ মৰা
কপালত সেন্দুৰৰ ফোঁট।।"

মানসী প্ৰিয়াক যেতিয়া সাজে-পাৰে দেখে তেতিয়া ডেকাই গায় ঃ

"জাংফাই কেৰুযোৰ পনিয়লী বাখৰবোৰ
কাণত জিকেমিকে কৰে।
চেনাইটিৰ ফাললৈ চাবকে নোৱাৰি
শোকে খুন্দামাৰি ধৰে।"

ইয়াত শোকৰ কাৰণ কি? কাৰণ, সামাজিক ব্যৱধান। ডেকাই গাভৰুক দেখিছে কিন্তু নিজা কৈ ল'ব পৰা নাই। সেই কাৰণেই শোক। ..... অকল চকুৰে চাই থাকিলেই মিলনৰ পূৰ্ণতা পাব নোৱাৰি। গতিকেই গীত হ'ল ঃ

চাইনো চাই থাকিলে হাবিয়াস নপলায়
নেখালে নুগুছে ভোক।

নতুন কুঁহিপাতৰ ওপৰত সেউজীয়া, মিহি, পিচ্ছল আৰু চিকুণ ৰহণ লৈ বতাহত হালি জালি থকা জামুগছৰ পুলিটি চালে চকুৰোৱা কিন্তু তাত দৃষ্টিৰ "ধনৰ" বাহিৰে আন একো নাই। সেইদৰে ৰূপহী গাভৰুটিক - আহোঁতে যাওঁতে ডেকাই কেৱল দেখিছেহে, হয়তো তেওঁৰ লগত বাক্য বিনিময়ো হোৱা নাই। তেওঁক আকৰ্ষণ কৰিবৰ কাৰনে গাইছে ঃ

"আহোঁতে দেখোঁ ধন যাওঁতে দেখোঁ ধন
বগী জামুকৰে পুলি
খোপাৰো নহলি পিন্ধাৰো নহলি
চকুৰে পোৰণি হলি।"

"তৰাণী দ ৰালৈ চাই পঠিয়ালোঁ
তৰা তিৰেবিৰে কৰে।
চেনাইটিৰ মুখলৈ চাই পথিয়ালোঁ
জালুকে পোৰাদি পোৰে।"

যদি এই চেনাইটি - নিজৰ কুলৰ নহয় তথাপিও তেওঁক পাব লাগিব। তাৰ যুক্তি এইদৰে ডেকাই শুনাইছে ঃ

"তোমালৈ চাওঁতে জপনা দেওঁতে
বিন্ধিলে অঘৈয়া হুলে
তোমাৰ মনে গ'লে মোৰো মনে গ'লে
কি কৰিব কলিতা কুলে।"

ৰজকিনী ৰামীৰ প্ৰেমত পৰোতে কবি চণ্ডিদাসে এটা যুক্তি পাইছিল ঃ

"ৰজকিনী ৰূপ, কিশোৰী স্বৰূপ
কাম গন্ধ নাহি তায়"

আমাৰ বিহুৱাই কৈছে মনৰ লগত যদি মনৰ মিল হয় তেন্তে জাত কুলৰ ব্যৱধান স্বৰূপ জপনাখন দেই পাৰ হ'বলৈ একো টান নহয়। কবি ঠাকুৰেও কৈ গৈছে - মনৰ মানুহেই বিশ্ব মানৱ।

মানৱ জগতত যিমান বিলাক সুকোমল কলা জন্ম হল, তাৰ ভিতৰত সঙ্গীতেই আটাইতকৈ হৃদয়গ্ৰাহী "নাদ পৰমব্ৰহ্ম" সাধনাই ভাৰতবৰ্ষৰ সঙ্গীতক আজিও পৃথিৱীত সৰ্বশ্ৰেষ্ঠ কৰি থৈছে। গ্ৰাম্য যুবক-যুৱতী সকলৰ প্ৰণয় বিজড়িত আমাৰ বিহুগীতবিলাকত জটিলতা নাই যদিও ইয়াৰ ভিতৰত যৌবনোচিত সুৰৰ ঝঙ্কাৰ আৰু আবেগৰ আকুলতা আছে। সাহিত্য সমালোচক নেওগে বিহুৱানসকলক "আকুল-পথিক" আখ্যা দিয়া সঁচাকৈয়ে সাৰ্থক হৈছে। কিন্তু আকুল আবেগেও যিখিনি প্ৰকাশ কৰিব নোৱাৰে সঙ্গীতে সেইখিনি সুৰৰ লহৰত ওপৰলৈ বুলি লৈ যায় আৰু শ্ৰোতাৰ মনৰ অনেক প্ৰতিকূল বাসনা দমন কৰি গীতৰ অনুকূলে টানি আনে। বিহুগীত বিলাক সৰল সহজ বন-গীত হলেও ইয়াৰ মাজত এনে ক্ষমতা অনেক ঠাইত আছে। যেনে ঃ

"হাবিত জুই লাগিছে বাইজে দেখিছে
দহিছে উলুৰে বন।
হিয়াত জুই লাগিছে কোনেনো দেখিব
চেনাইৰ কুমলীয়া মন।।

"ৰিঙেকৈ পছৰে শিং ঐ ৰঙিলী
ৰিঙেকৈ পছৰে শিং।
মোৰ ধনৰ খোঁপালৈ কপৌফুল বিচাৰি
পালোঁগৈ পৰ্বতৰ টিং।"

এবিধ সৰু হৰিণা পহক ৰিঙ পহ বোলে। প্ৰণয় কাহিনীৰ উপৰিও বিহু গীতত সমাজ, ধৰ্ম, ৰাজনীতি আৰু অৰ্থনীতিৰ পৰিচয়ো অনেক পোৱা হয়। বিহু গাবলৈ আৰম্ভ কৰোতেই গায় ঃ

"আই সৰস্বতী দেৱী পাৰ্বতী
তোমালৈ বান্ধি যাওঁ শৰাই
পাহৰা নামকে সোঁৱৰাই দি যাবা
যেনে পাঁজি কটা শলাই।।"

লগে লগে গাঁৱৰ বুঢ়া-মেথাৰ ওচৰতো ক্ষমা প্ৰাৰ্থনা খোজা হয়। বতৰৰ গীত গাবই লাগিব কিন্তু উদ্‌ভ্ৰান্ত হৈ বা বয়সস্থ সকলক অৱজ্ঞা কৰি নহয়। যাতে বিহুৱান সকলক ভাল ভাৱে ধনৰ মাননি দিয়া হয় সেই উদ্দেশ্যে ধনী সকলক উদ্দেশ্য কৰি গায় ঃ

ধনক ধনে বুলি ধনকে ঐ ঘাটিলী
পৰমে যতনে কৰি।
ধনে থাকিল পৰি দেহা গ'ল পিছলি
লগত গল দুচলি খৰি।।

চুবুৰীয়া কোনো ধনী লোকৰ মৃত্যুৰ কথা সোঁৱৰাই মুক্তহস্তে দান দিবলৈ গোৱা এই গীতত দাৰ্শনিক দৃষ্টিও আছে। "দুচলি খৰি" অৰ্থাৎ পাপ আৰু পুণ্য।

অনেক ঠাইত অকল তিৰোতা বিলাকে বিহু পাতে। তালৈ পুৰুষ যাব নোৱাৰে। বিহুলৈ পঠিয়াবৰ কাৰণে বিবাহিতা তিৰোতাই গিৰিয়েকক উদ্দেশ্য কৰি গায় ঃ

"কলিয়া কচুৰে পিয়া ঐ বেইতা
কলিয়া কচুৰে পিয়া।
জীয়াই থাকোঁ মানে তোমাৰে তিৰোতা
বিহুলৈ পথিয়াই দিয়া।"

বেইতা স্বামী বা বেইতা তিৰী মানে বিবাহিত স্বামী বা বিবাহিতা তিৰী। 'বেইতা' বিবাহিত শব্দৰ অপভ্ৰংশ।

ইয়াৰ উপৰিও মাউৰা আৰু বৰলা ডেকা বিলাকৰ প্ৰতি সহানুভূতি থকা অনেক গীত গোৱা হয়। সামাজিক প্ৰীতিৰ পৰিচয় থকা এই গীত বিলাক সঁচাকৈয়ে সুন্দৰ। যেনে ঃ

"চতাই পৰ্বত ধুঁৱলী কুঁৱলী
কোনে ভাতে ৰান্ধি খায়।
মাক নাই মাউৰা তিৰী নাই বৰলা
হাতী ধৰিবলৈ যায়।"

আবেলি দক্ষিণৰ চতাই পৰ্বতৰ পৰা ধোঁৱাবদৰে কুঁৱলী উৰি অহা দেখি তাকে ভাত ৰন্ধা ধোঁৱা বুলিছে। চতাই পৰ্বতত হাতীৰ খেত আছে। সাধাৰণতে তিৰোতা থকা বা মাক থকা চিকাৰীক তেনেকুৱা বিপদজনক কামলৈ যাব নিদিয়ে। বেচেৰা নিশ্চয়ে মাউৰা বা বৰলা। আকৌ ঃ

"বিহুৱা চৰায়ে কৰে বিহু বিহু
আমাৰ বিহুৰ কাপোৰ নাই।
লোকেনা সুধিলে ক'মে কি য়ে বুলি
সৰুতে মৰিল আই।"

প্ৰকৃতিৰ কাম্যভূমি কামৰূপা অসমৰ চিৰ-সেউজীয়া আঁচলত বিহুৰ বতৰত নানান ফুলৰ জেউতি চৰে। ভেবা লাগি বাটৰুৱাক চাই থকা ভেবেলি লতাৰ ৰূপ চকলিয়া ফুল পাহিয়েই বিহুবানৰ সৰল অন্তৰৰ প্ৰতীক বুলি ক'ব পাৰি। কুঞ্জে কুঞ্জে আজি ভেবেলি ফুলৰ শৰাইকে আগবঢ়াই প্ৰকৃতি দেৱীয়েও বিহুৰ ওলগ জনাইছে।

চ'তে গৈয়ে গৈয়ে বহাগ ঐ পালেহি
ফুলিলে ভেবেলি ফুল।
বিহুৰে বাতৰি পাই মোৰ লাহৰী
কেতেকী আমোলে মোল।।

---

ৰামধেনু ৫ ম বছৰ ১২ সংখ্যা ১৮৭৪ শক

# অসমীয়া সাহিত্যৰ অৱস্থা

আজি অসমীয়া সাহিত্যৰ বিকাশ হ'ব খোজা যুগ অৰ্থাৎ পুৰণি আৰু নতুনৰ মাজৰ প্ৰথম অৱস্থা। চাৰিউফালে দেখা গৈছে, দেশজুৰি হুলস্থুল লাগিছে সাহিত্য, সাহিত্য! সাহিত্যৰ উদ্দেশ্য নাইবা তাৰ অৰ্ন্তনিৰ্হিত সজগুণ বিলাকৰ প্ৰতি কাৰোবাৰ চকুত পৰিছেনে নাই আমি ক'ব নোৱাৰোঁ কাৰণ এতিয়ালৈকে শ্ৰদ্ধেয় শ্ৰীযুক্ত বেজবৰুৱাৰ বাহিৰে আন কাৰো সাহিত্যত জাতীয়ত্বৰ আভাস পোৱা নাই। বহুত সাহিত্যিকে সাহিত্যক তেওঁবিলাকৰ ব্যক্তিগত ধৰ্ম নাইবা সমাজৰ মতবিলাক প্ৰচাৰ কৰা সহজ যন্ত্ৰ বুলিহে ধৰি লৈছে। কোনো কোনো সাহিত্যিকে আকৌ হাই-কাজিয়াৰ সৃষ্টি কৰিয়েই ক্ষান্ত হৈছে; কোনোৱেবা তেওঁৰ বিপক্ষে থকা সমাজকে নিন্দা কৰি সাহিত্য সাধনা কৰিছে। জগতৰ সকলো উন্নত সাহিত্যৰ ফালে চকু দিলে দেখা যায় যে, যিবিলাক সাহিত্যই বিশ্ব-সাহিত্য আখ্যা পাইছে তাত এনে কোনো ক্ষুদ্ৰতাৰ পৰিচয় নাই, তাত কোনো নীচ মনৰ ভাব নাই।

সাহিত্যৰ সৰ্বপ্ৰধান গুণ হৈছে উদাৰ আৰু মিলন প্ৰয়াসী হোৱা। মেক্সিম গোৰ্কী আৰু কাউণ্ট টলষ্টয়ৰ সাহিত্যই ৰুছ দেশক যিমান সঙ্ঘবদ্ধ কৰিলে, ৰুচিয়াৰ চিন্তা-ধাৰাৰ গতি যেনে দৰে ওলোটাই দিলে বোধকৰোঁ সেই দৰে আজি এই জাতীয় আন্দোলনটোৱে ভাৰতক আগবঢ়াব পৰা নাই। নিজৰ সম্প্ৰদায় নাইবা লেখকৰে একে ভাবৰ ভাবুকৰ মনত আনন্দ দিবলৈ যি সাহিত্যৰ সৃষ্টি হয়, সেইবোৰ সাহিত্যৰ পবিত্ৰ নামত আবৰ্জনা। যুগ প্ৰভাবৰ ছাঁ পৰাটো স্বাভাৱিক। তেনে নোহোৱাহেঁতেন একো একোটা যুগৰ সাহিত্য আলোচনা কৰিয়েই সেই সেই যুগৰ সমাজ, ধৰ্ম আৰু নীতি-নিয়মৰ কথা জানিব পৰা নহ'লহেঁতেন। কিন্তু বৰ্তমান অসমীয়া সাহিত্যত যি ঢৌ উঠিছে যদি এইবোৰ সাহিত্য যুগৰ ভৱিষ্যতলৈ জীয়াই থাকে, তেনেহলে ই আমাৰ ভয়ঙ্কৰ দুৰ্ণাম আনিব। আমাৰ নাতি-পুতিয়ে আমাক অতি কুৎচ বিশেষণেৰে বিভূষিত কৰিব।

সাহিত্য সৰল, সহজ আৰু নিষ্কলঙ্ক। কলুষিত সাহিত্য সমাজৰ বিষিনি। উঠি অহা জাতিক সবল কৰি তুলিব পাৰে জাতীয় সাহিত্যই-। উচ্চ ভাব, উচ্চ প্ৰাণতা শিকাব পাৰে সাহিত্যই। যেনেকৈ শিক্ষকৰ একো একোটা সৰু কথাই ছাত্ৰৰ মনত কোনো এটা ভাব বদ্ধমূল কৰি দিয়ে সেইদৰেই সাহিত্যই একো একোটা জাতিৰ চিন্তাৰ ধাৰা সলাই দিব পাৰে। ভালকৈ মন দিলে বৰ্তমান অসমীয়া সাহিত্যত দুটা কথাৰ প্ৰাধান্য বৰ সৰহকৈ ওলাই পৰে। এটা পৰনিন্দা আৰু আনটো বৰুৱালি অৰ্থাৎ Vulgarism. সজ বুদ্ধিবৃত্তি আৰু উচ্চ আদৰ্শৰ চিনমাত্ৰও অসমীয়া সাহিত্যত পাবলৈ নাই। বহুতে ভাবিব পাৰে যে বৰুৱালি সাহিত্যৰ এটা সজ লক্ষণ। সেইটো ভাবিলে নিশ্চয় অন্যায় হ'ব; কাৰণ বৰুৱালি আৰু হিউমাৰৰ পাৰ্থক্য অনেক। বৰুৱালি গ্ৰাম্য দোষেৰে ভৰা কিন্তু হিউমাৰ উন্নত আৰু মৰ্মস্পৰ্শী। হিউমাৰ বুলিলে হাস্যৰসকে নুবুজায়। কোনো প্ৰকাৰৰ অনিষ্ট নকৰি মনত কৌতুক দিব পৰা ৰসকে সাধাৰণতে হিউমাৰ বোলা হয়। অসমীয়া সাহিত্যত শ্ৰদ্ধেয় বেজবৰুৱাৰ আৰ্হিৰে বহুতে হিউমাৰ সৃষ্টি কৰিবলৈ গৈ কিছুমান নিন্দাসূচক সাহিত্যৰ সৃষ্টি কৰিলে। যি সাহিত্যই মানুহক এক নৰ্কৰি ফালি নিব পাৰে, বিমল আনন্দ নিদি হিংসা আৰু ক্ৰোধৰ ভাব সৰহ কৰিব পাৰে সেই সাহিত্য কিমান উচ্চ তাক নকলেও হ'ব। (বেজ বৰুৱাক বাদ দি শ্ৰীযুত চন্দ্ৰধৰ বৰুৱাৰ সাহিত্যতো কলুষহীন কৌতুক পোৱা যায়।) ব্যঙ্গ কবিতাবুলি অসমত যি শ্ৰেণীৰ সাহিত্য আছে সেইবিলাক পৰীক্ষা কৰিলে লেখকসকলক আইনমতেও দোষী সাব্যস্ত কৰিব পৰা যথেষ্ট বাট আছে।

এতিয়া আমাৰ সৰ্তক হ'বৰ সময়। বহুতে ভাবিব পাৰে আমাৰ ভঁৰাল চহকী কৰিবৰ কাৰণে অধে মধে কিছুমান লেখি থোৱাও বেয়া নহয়। কিন্তু আমি কওঁ আবৰ্জনাৰে ভৰা চহকী ভঁৰালতকৈ বিশুদ্ধ দুখীয়া ভঁৰালো প্ৰশংসনীয়।

অসমীয়া সাহিত্য কোনো এজন উদ্ধত লেখকৰ বিকৃত কাহিনী প্ৰকাশ কৰিবৰ বস্তু নহয়- সদৌ অসমৰ তাত হাত আছে। এটাক কোলাত লৈ আনটোক দলিয়াই পেলাবলৈ সাহিত্যৰ প্ৰয়োজন

নাই। "শদিয়াৰ পৰা ধুবুৰীলৈকে যি মহানদৰ বিনোদ লীলা লহৰীৰে অসম সদাই তৰঙ্গাকুল, অসমীয়া ভাষাও অসমীয়াৰ মানত সেই মহানদৰ দৰে।" সঁচা কথা; উদাৰচেতা নবীন সাহিত্যত এই বাণী আখৰে আখৰে সঁচা। সাহিত্যত বিচাৰ, ধৰ্মৰ বিচাৰ, ধনী দুখীয়াৰ বিদ্ৰোহ নাইবা থকা-সৰকা কৰিব পৰা তীব্ৰ বিদ্ৰূপ বাণৰ কোনো মত নাই। গোৱালপাৰাৰ পৰা শদিয়ালৈকে, নগাৰ পৰা গোসাই-মহন্তলৈকে সকলোৰে মাজত অসমীয়া ভাষাৰ প্ৰচাৰ কামনা কৰিলে সাহিত্য নিৰ্দোষ মন উদাৰ হ'ব লাগিব। Oscar wilde এ কয় what is poetry to you, is pain to another তুমি অকলৈ কিবা এটা ভালপোৱা বুলি যে এক মানুহৰ নাইবা এটা সমাজৰ প্ৰাণত আঘাত দিব তাৰ এনে কোনো কাৰণ নাই। সেইটো ছবি বা সৌ গান আমাক কেলৈ, যিটো বুজাইহে বুজে? আদৰ লাগে সকলোৱে সমান ভাবে ভালপোৱা অৰ্থাৎ উমৈহতীয়া সম্পত্তি।

লেখকৰ যথেচ্ছাচাৰিতাই আমাৰ সমাজক যি ক্ষতি কৰিছে আৰু কৰিবলৈ আয়োজন কৰিছে, তাৰ পৰা অসমীয়াক ৰক্ষা নকৰিলে দেশৰ ভবিষ্যৎ বৰ শোচনীয় হ'ব।

বাঃ বাঃ লাভ কৰিবলৈ সাহিত্যিক হ'বৰ প্ৰয়োজন নাই। চিয়াঁহী কাগজ খৰচ নকৰাকৈয়ে বাহাদুৰী ল'ব পৰা বহুত উপায় আছে। গতিকে সাহিত্যিক সকল আৰু সাহিত্যপ্ৰিয় পাঠক সকলৰ ওচৰত আমাৰ নিবেদন যে কোনো প্ৰকাৰৰ কলুষ থকা সাহিত্যই আমাৰ সমাজত ঠাই নেপায়। মুক্তকণ্ঠে সত্য-শিৱ-সুন্দৰৰ প্ৰশংসা আৰু কলুষ-পূৰ্ণ সাহিত্যৰ ধ্বংস কৰিবলৈ কোনো পিছ হুঁহকিব নেলাগে। তাকে নকৰিলে আমাৰ ভবিষ্যৎ বৰ আন্ধাৰ হ'ব।

---

অসম সাহিত্য সভা পত্ৰিকা, ৪ৰ্থ বছৰ, ৪ৰ্থ সংখ্যা।।

# ওমৰ খায়য়ামৰ কবিতা

যীচুখ্ৰীষ্টৰ জন্মৰ পূৰ্বে ভাৰতবৰ্ষ আৰু গ্ৰীচ দেশৰ মাজত দৰ্শন আৰু বিজ্ঞানৰ আদান-প্ৰদান ঘটোৱাৰ মধ্যস্থল আছিল পাৰস্য। খ্ৰীষ্ট জন্মৰ আগৰ কেবা শতিকালৈকে পাৰস্যৰ খোৰাচান প্ৰদেশত বুদ্ধ আৰু জ'ৰষ্টাৰৰ উপাসকসকল বাস কৰিছিল। এই খোৰাচান প্ৰদেশতে ওমৰ খায়ায়মৰো জন্ম হৈছিল। খ্ৰীষ্টধৰ্ম প্ৰৱৰ্তন হোৱাৰ পাছত জ'ৰষ্টাৰ আৰু বুদ্ধধৰ্মৰ লগত মিলন ঘটাবলৈ ইয়ালৈ আহিল মানেচ নামে এজন ধৰ্ম-প্ৰৱৰ্তক। তেওঁৰ ধৰ্ম পালন কৰোঁতাবিলাকে দাৰিদ্ৰ আৰু ব্ৰহ্মচৰ্য গ্ৰহণ কৰিছিল। তেওঁবিলাক সন্ন্যাসধৰ্মী আৰু সংসাৰত্যাগী আছিল। তাৰ উপৰি তেওঁবিলাকে সকলোৰে লগত খোৱা-পিয়া কৰিছিল আৰু নিৰ্জনত বাস কৰিছিল। ইছলাম ধৰ্ম প্ৰৱৰ্তন হোৱাৰ আগত পাৰস্যৰ ৰজা নুছিৰৱানে (৫৫১-৫৭৮) ভাৰতবৰ্ষৰ পৰা কেবাজনো পণ্ডিত নিমন্ত্ৰণ কৰি নিছিল আৰু তাতে গ্ৰীক সম্ৰাট জুষ্টিয়ানে নিৰ্বাসন দণ্ড দিয়া সাতজন নিয়' প্লেটনিষ্ট লগ লাগেগৈ।

এই সমণ্বয়ৰ ফলত সেই কালৰ পাৰস্যৰ পহলৱী ভাষালৈ গ্ৰীক আৰু সংস্কৃত ভাষাৰ অনেক মূল্যবান বিজ্ঞান-দৰ্শনৰ অনুবাদ সোমাল। সেই সময়ত পাৰস্যত অনেক হাকিম (জ্ঞানীলোক) বিজ্ঞান আৰু দৰ্শনৰ গভীৰ অধ্যাপনা কৰা লোক আছিল। তেখেতসকলে ধনৰত্ন, ঐশ্বৰ্য-বিভূতি একো নিবিচাৰিছিল। প্ৰত্যেকেই হাতত নিজ নিজ জ্ঞানৰ বন্তি লৈ বিভিন্ন চিন্তাধাৰাৰ মাজত সোমাই কেৱল সত্যৰ অনুসন্ধানহে কৰিছিল।

ইছলামৰ সূৰ্য উদয় হোৱাৰ লগে লগে আৰব, উত্তৰ আফ্ৰিকা আৰু পাৰস্যৰ চিন্তাশীল লোকসকলক জগাই দিলে, ঈশ্বৰক উপলব্ধি কৰিবলৈ, ঈশ্বৰৰ সেৱা কৰিবলৈ আৰু এজন ধৰ্মগুৰুৰ চাৰিওপিনে গোট খাবলৈ সকলোৰে নতুন প্ৰেৰণা জাগিল। ইছলামে অকল ধৰ্মকে লক্ষ্য কৰা নাছিল, লগে লগে আছিল ৰাজনৈতিক আৰু সামাজিক ঐক্যৰ প্ৰেৰণা। ইছলামৰ প্ৰগতি বৰ ক্ষীপ্ৰগতিৰে হোৱা নাছিল। সেই কাৰণে পুৰণি ধৰ্ম আৰু চিন্তাৰ ধাৰাবিলাক বহুত দিনলৈকে জীয়াই আছিল। ইছলামৰ সভ্যতাই এচিৰিয়া, বেবিলনিয়া, পাৰস্য, ভাৰত আৰু গ্ৰীচৰ পুৰণি চিন্তাধাৰাৰো বাহক হৈ কালত সকলো সামৰি পেলালে।

ইছলামৰ মূল সত্য অনুসন্ধান কৰিবলৈ (৮৪৭খ্ৰীঃ) খালিফ নামনৰ দিনত 'মুৰতাজিলি' নামে এটা চিন্তা-গোষ্ঠীৰ জন্ম হ'ল। নিষ্ঠাবান মুছলমানসকলে ইয়াৰ বিৰোধিতা আৰম্ভ কৰিলে আৰু আবুল হাচান আচাৰী ( ৯৩৬ খ্ৰীঃ) নামে এজন চিন্তা-নায়কৰ নেতৃত্বত "আচাৰী-গোষ্ঠী" স্থাপন কৰিলে। এওঁবিলাকে ঐতিহ্য আৰু পৰম্পৰাৰ ওপৰতহে ভিত্তি কৰে আৰু কাৰো যুক্তি-তৰ্কৰ প্ৰতি কাণ নিদিয়ে। এইদৰে কালক্ৰমত বিভিন্ন চিন্তাধাৰাৰ মাজেদি ইছলামৰ মতবাদৰ বিভিন্ন ব্যাখ্যা হ'বলৈ ধৰিলে। কিন্তু এনেকুৱা বাদানুবাদ আৰু জাতি, গোষ্ঠী আৰু নীতিৰ পৰা আঁতৰি আৰু কোনো প্ৰকাৰ দলভুক্ত নোহোৱা এদল 'ৰহস্যবাদী' লোক আছিল যিসকলে কাকো ঘৃণা নকৰে আৰু ঈশ্বৰক প্ৰিয়তম ৰূপে ভাল পায়। এই ৰহস্যবাদীসকলে স্বৰ্গপ্ৰাপ্তিৰ আশাত বা নৰকৰ ভয়ত ঈশ্বৰক বিচৰা নাছিল। তেওঁবিলাকৰ ঈশ্বৰ আছিল নিচেই ওচৰতে থকা, সদায় লগপোৱা, বৰ ভালপোৱা প্ৰিয়জন। হজৰত মহম্মদৰ আগতিয়া শিষ্য সকলৰ ভিতৰত এনেকুৱাকৈ ঈশ্বৰক বিচৰা লোক বহুত আছিল।

ৰহস্যবাদ মানুহৰ জন্ম-স্বত্ব। জীৱনৰ ক্ষণস্থায়িত্বই মানুহৰ সজাগ আত্মাত সদায় সেই সনাতন সত্যৰ প্ৰতি এটা প্ৰবল স্পৃহা জগাই আছেই। দেহি ঐ! ... মৰিলেনো আমি কলৈ যাম? ...

ওমৰ খায়য়ামৰ জন্মৰ আগতে পাৰস্যত অনেক ইছলামত বিশ্বাসী ৰহস্য বাদী চুফি সাধক আছিল। চুফি গুৰুসকলে সত্যৰ অনুসন্ধান কৰোঁতা লোকসকলক আত্মশুদ্ধি কৰিবলৈ শিক্ষা দিছিল। কাৰণ কলুষিত মনত প্ৰভুৰ দয়া অনুভৱ কৰিব নোৱাৰি। ওমৰৰ জন্মৰ সময়ত পাৰস্য দেশত ইবন চিনা, নাচিৰ দৰে বিখ্যাত হাকিমসকল আৰু আবু ছৈইদ আৰু আবদুল্লা আনচাৰিৰ দৰে চুফি সাধকসকলৰ বাণীৰ বহুল প্ৰচাৰ হৈছিল। এনেকুৱা এটা পৰিবেশৰ মাজতে ওমৰ খায়য়ামৰ জন্ম আৰু শিক্ষা-দীক্ষা আৰম্ভ হৈছিল।

সেই কালত পাৰস্য দেশত ধৰ্ম শাস্ত্ৰ, জ্যোতিষ আৰু দৰ্শন শাস্ত্ৰৰ বহুল চৰ্চা হৈছিল। ওমৰৰ জন্ম পত্ৰিকা বিশ্লেষন কৰি পণ্ডিত সকলে ঠাৱৰ কৰিছে ১০৪৮ খ্ৰীষ্টাব্দৰ মে' মাহৰ ১৮ তাৰিখে সূৰ্যোদিয়ৰ সময়ত ওমৰৰ জন্ম হৈছিল। ভাৰতীয় জ্যোতিষী পণ্ডিত নথৰৰ শাস্ত্ৰীয়ে ওমৰৰ জন্ম পত্ৰিকা পুঙ্খানুপুঙ্খভাৱে অধ্যয়ন কৰি কৈছে ঃ ৯৭০ শকৰ ৩ জেষ্ঠ শুদ্ধৰ সূৰ্যোদিয় কালত পাৰস্যৰ নিশাপুৰ নামে স্থানত ওমৰৰ জন্ম হৈছিল। তেতিয়া পুনৰ্বসু নক্ষত্ৰ আছিল। বৃহস্পতিৰ মহাদশাত জন্মৰ পৰা ১৬ বছৰ আছিল। জন্ম-পত্ৰিকা মতে জাতক ২০-৪-১১২২ খ্ৰীষ্টব্দলৈকে জীৱিত আছিল। অৰ্থাৎ ওমৰ খায়য়াম ৭৪ বছৰ কাল জীয়াই আছিল।

### ওমৰৰ অধ্যাপনা

ওমৰ খায়য়াম কবি হিচাপে পৃথিৱীত পৰিচিত হ'ল যদিও তেওঁৰ বিশেষ ব্যুৎপত্তি আৰু ৰাপ আছিল বীজ গণিত আৰু জ্যোতিষ শাস্ত্ৰত। ওমৰে নিজৰ লিখাৰ মাজত আত্মপৰিচয় দিয়া ভাল নাপাইছিল। তেওঁ এঠাইত এইদৰে কৈ গৈছে ঃ

"প্ৰাচীন অঙ্কশাস্ত্ৰজ্ঞসকলে বীজ গণিত সম্পৰ্কে কি কৈছে সেই কথা আমি আৰবসকলৰ বাহিৰে আন ক'ৰো পৰা নাপাওঁ। আধুনিক অঙ্কশাস্ত্ৰজ্ঞসকলৰ ভিতৰত মহানী ( ২৫০ হিজৰী)য়ে ১৪ বিধ সমীকৰণ পৰীক্ষা কৰিছিল কিন্তু প্ৰমাণ সিদ্ধ কৰিব নোৱাৰিলে। .. .. যদি মই সময় পাওঁ তেন্তে এই সমীকৰণ সম্পৰ্কে এখন কিতাপ লিখিম।" .....

ওমৰে ইউক্লিডৰ পৰাও বীজ গণিত সংকলন কৰিছিল। তেওঁৰ "মুছাদৰাৎ কিতাব্ উক্লিদাচ" [Corollaries of Euclid] তাৰেই প্ৰমাণ।

বীজগণিত অধ্যয়ন কৰাৰ সময়ত ওমৰৰ আৰ্থিক অৱস্থা বৰ বেয়া আছিল। তেওঁ এজন পৃষ্ঠপোষক বিচাৰিছিল। চমৰকন্দৰ আৰু টাহিৰ চাৰয়ি নামে এজন আঢ্যৱন্ত আৰু প্ৰতিপত্তিশীল জ্ঞানী লোকৰ পৃষ্ঠপোষকতা লাভ কৰি অধ্যাপনা কৰে আৰু তেওঁৰ প্ৰথম ৰচনা তেওঁকেই উছৰ্গা কৰি দিয়ে। এই পৃষ্ঠপোষকতা লাভ কৰি ওমৰে কৈছে ঃ

"ঈশ্বৰে মানুহক সকলো অৱস্থাতে সহায় কৰে। সকলো তেওঁৰ যোগেদিয়েই সাধিত হয়। এজন পৃষ্ঠপোষক বিচাৰি যেতিয়া মই হতাশ হৈছিলোঁ, সেই সময়ত সৰ্ব শক্তিমান ঈশ্বৰে মোৰ কাৰণে এটা বাট মোকলাই দিলে। সকলো কাজীৰ ভিতৰত শ্ৰেষ্ঠ কাজী ইমাম ছৈয়দ আৰু টাহিৰৰ লগ দিলে। ঈশ্বৰে তেখেতক যাউতিযুগীয়া খ্যাতি দিয়ক। তেখেতৰ বিদ্বেষ কৰোতা শত্ৰুবিলাক নাইকিয়া হওক। মই তেখেতৰ নিচিনা দ্বিতীয় এজন ক'তো বিচাৰি পোৱা নাই। জ্ঞানত পৈণত, ব্যৱহাৰত অমায়িক, উদাৰ আৰু তেখেত বিপদত পৰা যি কোনো লোকক সহায় কৰিবলৈ সদায় প্ৰস্তুত। মই যেতিয়া প্ৰথমে তেখেতক দেখোঁ মোৰ হৃদয় আনন্দত নাচি উঠিল। তেখেতৰ সঙ্গলাভে মোকো বিখ্যাত কৰিলে। তেখেতৰ পৰা পোৱা জ্যোতিৰ পোহৰতে মোৰ সামাজিক অৱস্থা উন্নত হ'ল। তেখেতৰ দয়া আৰু দানৰ ফলত মোৰ শিৰা উপশিৰাবোৰ সবল হৈ পৰিল। তেখেতৰ সান্নিধ্য লাভ কৰাৰ পাছত বিজ্ঞান চৰ্চাৰ বাহিৰে মোৰ আৰু কৰিবলগীয়া আন কাম একো নাথাকিল।"

......

বীজগণিত লিখাৰ আগতে ওমৰৰ আৰ্থিক দুৰৱস্থা কিমান আছিল সেই কথা ওপৰত উল্লেখ কৰা কথা খিনিৰ পৰাই বুজিব পাৰি।

### ওমৰৰ কবিতা

স্ৰষ্টাৰ প্ৰেমত মুগ্ধ কৰি ওমৰ খায়য়ামে এটা ৰুবায়ত এইদৰে কৈছে ঃ

"মোৰ আন্ধাৰ হিয়াত তোমাৰ জ্যোতিৰ পোহৰ পৰি আনন্দৰ সঞ্চাৰ হ'ল। আন কাৰো মুখ চাবলৈ মন নোযোৱা হ'ল। মই তোমাৰ পিনে চকু মেলি চাওঁ আৰু তাতেই মোৰ মুখখন দেখোঁ। মই মোৰ নিজৰ হৃদয় যাৰ পিনে চাওঁ দেখোঁ তুমিয়েই আছা।"

"মোৰ জীৱনৰো জীৱন! তুমি চিৰকাল বৈ থকা এটি মৰমৰ সোঁত। তোমাৰ গৌৰৱে মোৰ দৃষ্টি আৰু বুদ্ধি অন্ধ কৰি থয়, মই আত্ম-সমৰ্পণ কৰোঁ ; তুমি মোৰ চকুৰ দৃষ্টি, সেইহে মই চকুৰে দেখোঁ, তুমি মোৰ জ্ঞানৰ বন্তি, সেই কাৰণেহে মই অলপ অচৰপ জানোঁ।"

বৌদ্ধ দৰ্শনে কোৱা কালৰ চক্ৰত মানৱ আত্মাই ঘূৰি ঘূৰি অহা-যোৱা কৰা কথাৰ প্ৰতি দৃষ্টিপাত কৰি কেইটামান ওমৰৰ ৰুবায়ত চাব পাৰি ঃ-

ওমৰে কৈছে ঃ

"সময়ে মোক ইয়ালৈ আনিলে ঃ তাৰ পৰা সময়ৰ কিনো লাভ হল? ইয়াৰ পৰা আকৌ মোক লৈ যাব কিন্তু সময়ে এই অহা যোৱাৰ মাজত একো জয়লাভ নকৰে। মোৰ গৰাকীয়েহে জানে - সময়ে কিয় মোক এইদৰে আনে আৰু আকৌ ঘূৰাই লৈ যায়।"

"মোৰ যদি নিজৰ ৰুচি আৰু পছন্দমতে কাম কৰিব পৰা ক্ষমতা থাকিলহেঁতেন তেন্তে কেতিয়াও মই মৰণৰ পাছত নাছিলোহেঁতেন। মোৰ যদি নিজৰ এটা মাত থাকিলহেঁতেন তেন্তে মই কিয় আকৌ উলটি গলোহেঁতেন? মই বৰং শান্তিৰে আৰু কাৰো কথালৈ ভ্ৰুক্ষেপ নকৰাকৈ নিজ ইচ্ছাৰে ইয়াতে থাকিলোহেঁতেন। ইয়ালৈ অহা, ইয়াত থকা আৰু আকৌ উলটি

যোৱা এইবোৰ বৰ আপদীয়া কথা!"

দ্বিতীয় ৰুবায়তটিত বৌদ্ধ প্ৰভাৱ প্ৰত্যক্ষ। যৌৱনৰ জয়োল্লাসতেই কবিৰ মন নাচি উঠে। ওমৰ খায়য়ামৰ কবিতাত এইদৰে প্ৰকাশ পাইছেঃ

"হে সম্ৰাট! তুমি সুৰা আৰু সঙ্গীতেৰে তোমাৰ দৰবাৰ আলোকিত কৰিলা। যেতিয়া গোলাপ ফুলৰ পাহিবোৰ মেল খায় তেতিয়া মোৰ গৰ্ব মোলান পৰি যায়। ফুলৰ বাগিচা তুমি মৌ জোলৰ এখন হ্ৰদত পৰিণত কৰিলা আৰু বাঁহীৰ মধুৰ সুৰত আনন্দৰ ঢৌ তুলিলা"।

"তুমি অন্তহীন কালৰ গৰাকী হৈ সকলোকে শাসন কৰিছা। তুমি মোৰ প্ৰেমৰ ৰীতি গ্ৰহণ কৰা কাৰণ মই তোমাৰ প্ৰেমৰ মধু পান কৰি এই পৃথিৱীৰ একোলৈকে ভ্ৰূক্ষেপ কৰা নাই আৰু একো ভয় কৰা নাই।"

"চোৱা,
পুবা সুৰুযৰ পোহৰ পাই,
হাঁহিছে গোলাপে তোমাকে চাই,
হিয়াৰ আনন্দ সুৰত মিলাই
গায় বুলবুলে নতুন গান,
ৰ'বা, প্ৰিয়তম?
গোলাপ ফুলৰ আঁৰতে লুকাই
জুৰাই লোৱাহি প্ৰাণ।
হেজাৰ হেজাৰ ফুলিছে গোলাপ
তোমাৰ কাৰণে প্ৰায়,
তোমাকে চাই—
চোৱা,
নাচিচে সিহঁতে তোমাৰ পৰশ পাই।

---

অসম বাণী, ১৪ এপ্ৰিল, ১৯৬৭

# গালিব আৰু তেওঁৰ কবিতা

ভাৰত বুৰঞ্জীৰ এটা সন্ধিক্ষণত গালিবৰ জন্ম। বিশাল মোগল সাম্ৰাজ্য ভাগি উৰ্বলি মাটিত মিহলি হওঁ হওঁ সেই সময়তে খ্ৰীষ্টাব্দ ১৭৯৭ চনৰ ডিচেম্বৰ মাহত আগ্ৰাত গালিবৰ জন্ম হয়। ১৮শ শতিকাৰ শেহ ভাগত মিৰ্জা কুকন বেগ নামে এজন পাৰস্য দেশৰ লোক ছমৰ খণ্ডৰ পৰা ভাৰতলৈ আহে। তেতিয়া মোগল বাদশ্বাহ মহম্মদ শ্বাহৰ ৰাজত্বও শেষ হওঁ হওঁ। কুকন বেগৰ দুজন পুত্ৰৰ এজন হ'ল মিৰ্জা আবদুল্লা বেগ আৰু আনজন মিৰ্জা নছৰুল্লা বেগ। গালিব যেতিয়া মাত্ৰ পাঁচ বছৰীয়া সেই সময়তে পিতৃক হেৰুৱালে। দদায়েক নছৰুল্লা বেগ ১৮০৩ চনত মৃত্যুৰ মুখত পৰিল। গালিব অনাথ হ'ল। গালিবে বছৰি ৭৫০ টকাৰ এটা অনুদান পালে। ১৩ বছৰ বয়সত গালিবে মিৰ্জা ইলাহী বক্সৰ জীয়েকক বিয়া কৰালে। গালিবৰ সম্পূৰ্ণ নাম আছিল মিৰ্জা আচাদুল্লা খান গালিব। গালিবে অভাৱ-অনাটনৰ মাজতে জীৱন আৰম্ভ কৰিব লগা হৈছিল। নিজে তেওঁৰ এজন বন্ধুলৈ লিখা এখন চিঠিত এইদৰে লিখি গৈছে ঃ

"একো উপাৰ্জন নোহোৱাকৈ জীয়াই থকাৰ কায়দা মই শিকি লৈছোঁ। এই ফালৰ পৰা সন্তুষ্ট হৈয়েই থাকোঁ। ৰোজাৰ গোটেই মাহ ৰোজা খায়েই কটালোঁ। আগধৰি খোদা দাতা। আৰু যদি একো খাবলৈ নাপাওঁ, দুঃখতো আছেই।" অবিচলিত ভাবে গালিবে কেনেকৈ অৱস্থা জয় কৰিছিল সেই কথা তেওঁৰ জীৱন দৰ্শন স্বৰূপ কবিতাতো প্ৰকাশ পাইছে। আনহাতে গালিবে নিজৰ সকলো কথা মুক্ত ভাবে কৈ গৈছে। একো লুকাই থোৱা নাই। তেওঁ যে মদ খাইছিল সেইটো স্বীকাৰ কৰি গৈছে। তেওঁৰ একো দুৱাৰ-খিড়িকী নাই। তেনেই খোলা। তাৰ উপৰি তেওঁ বৰ উদাৰ আছিল। ধৰ্মান্ধতাৰ পৰা সম্পূৰ্ণ মুক্ত আছিল। এই ক্ষেত্ৰত তেওঁক এজন চুফী সাধক যেনহে লাগে।

ভাৰতবৰ্ষৰ বুৰঞ্জীত সেই সময়ছোৱা হ'ল এটা নতুন যুগৰ পাতনি। এফালে মোগল সাম্ৰাজ্য ভাগি পৰাৰ শব্দ, আনফালে ইংৰাজ সভ্যতাৰ আগমন। সেই কাৰণে গালিবৰ কবিতাত এফালে শোকৰ ছাঁ আৰু আনফালে নতুনৰ আগমনত নৱ-জীৱনৰ ৰেঙণি। এই দুই অৱস্থাৰ অনুভূতিত গালিবৰ কবিতাত ফুটি উঠিল এটা আধুনিক ৰূপ। তেওঁ এজন বন্ধুলৈ এইদৰে লিখিছিলঃ

"ধৰ্মগ্ৰন্থ পঢ়ি কি কৰিবাঁ? মানুহ যদি হ'ব খুজিছা তেনেহলে চিকিৎসা বিজ্ঞান, জ্যোতিবিজ্ঞান, পদাৰ্থবিদ্যা, তৰ্ক আৰু দৰ্শন শাস্ত্ৰ পঢ়া।"........

গালিবৰ উদাৰতাৰ সম্যক পৰিচয় পোৱা হয় তলৰ কবিতা ফাঁকিত ঃ

"নিজৰ ধৰ্মই টানিছে যিদৰে
অন্য ধৰ্মও টানিছে সিদৰে
কা-বা আছে মোৰ পিছপিনে ৰৈ
সন্মুখত আছে গীৰ্জাবোৰ।"...

খ্ৰীষ্ট ধৰ্মী চাহাব সকলৰ ধৰ্মস্থানৰ প্ৰতিও গালিবৰ বেয়া ভাব নাছিল। অসমীয়াত এষাৰ কথা আছে বোলে, তামোলটো হোৱাহেঁতেন ফালি দেখুৱালোহেঁতেন। গালিবে নিজৰ অন্তঃস্থল পৰিষ্কাৰ ভাবে এইদৰে দেখুৱাই গৈছেঃ

দুৱাৰ আৰু বেৰ নোহোৱা
সাজি যাম এনে এটি ঘৰ,
পৰিয়াল বুলিও নাথাকে কোনো
দুৱাৰ ৰখীয়াও নাথাকে তাত।"

চুফীসকলৰ দৰে গালিবে তেওঁৰ ৰহস্যময় হৃদয়হৰণজনক কৈছে ঃ

"হৃদয় তোমাৰ, হৃদয়ৰ মাজত
যি য'ত আছে
সকলো তোমাৰ,
এই হৃদয় লোৱাঁ কিন্তু
হৃদয়-বাসনাবোৰ
বাহিৰলৈ উলিয়াই থোৱাঁ।"

গালিবে ভাবী-কাললৈ দৃষ্টি দি তেওঁৰ কল্পনাবিলাসৰ কথা এইদৰে

---
প্ৰবন্ধাৱলী

কৈছে ঃ

"কল্পনাৰ এই সন্তোষ-তাপত
গাইছোঁ যিমান গান,
যি কাননৰ মই এটি পখী
অজাত আজিও সেই বাগান।।

গালিবৰ সেই ফুল-বাগিচা এতিয়াহে পৃথিবীৰ চকুত পৰিছে।

গালিবে যেতিয়া নিজ হৃদয়ত ঈশ্বৰক উপলব্ধি কৰে তেতিয়া তেওঁৰ চিন্তাধাৰা এনেকুৱা হয় ঃ

"তেওঁ আহি থিত দিলে মোৰ ঘৰত
ঈশ্বৰৰ কি মহিমা
কেতিয়াবা দেখোঁ তেওঁক
কেতিয়াবা দেখোঁ মোৰ ঘৰটো।"

ইয়াত ঘৰ মানে নিজ দেহাটোৰ কথা। ইয়াত আত্মা আৰু দেহৰ বিচাৰ কৰি গালিবে ভাৰতীয় দৰ্শন শাস্ত্ৰৰ এটি গভীৰ আলোচনা দাঙি ধৰিছে। দেহস্বৰূপ ঘৰটো নহলে আত্মা স্বৰূপ ঈশ্বৰ থাকিবলৈ ঠাই নাই আৰু আত্মা নাথাকিলে দেহৰ অস্তিত্ব নাই। ইয়াক গালিবে 'খুদাকী কুদ্ৰৎ' অৰ্থাৎ ঈশ্বৰৰ আশ্চৰ্য লীলা বুলিছে। শংকৰাচাৰ্যই 'অপৰোক্ষ অনুভূতি' নামে গ্ৰন্থত দেহ আৰু আত্মাৰ এনেকুৱা বিচাৰ কৰি গৈছে।

কবি যেতিয়া কল্পনাৰ আকাশত ওপঙি থাকে তেতিয়া তেওঁ পৃথিবীৰ বাস্তৱ দিশ তেনেই পাহৰি থাকে। আবেগত নিজে নিজেই অকলে অকলে হাঁহি-কান্দি থাকে। টেনিশ্যনৰ দৰে কবিয়েও আবেগ-আকুল হৈ যেতিয়া চকুৰ পানীৰে কবিতা লিখিছিল তেতিয়া তেৰোঁ লিখিছিল, (Tears, Tears, I know not what they mean) অশ্ৰু, অশ্ৰু, নাজানো এই অশ্ৰুবোৰৰ কিয় ওলায়? এনে এটা অৱস্থাত গালিবে কৈছে ঃ

"প্ৰেমেই গালিবক নিষ্কৰ্মা কৰিলে
নহলে সকলোৱে গালিবক
কৰ্মী বুলিয়েই জানিছিল।"

গালিবে পুনৰ্জন্মও মানিছিল। এইয়া সম্পূৰ্ণ ভাৰতীয় দৰ্শনৰ প্ৰভাৱ।

"এই দুখৰ ৰাতি, কাকনো ক'ম,
কিমান গভীৰ!
মৰিবলে' মোৰ আপত্তি নাই
যদি সেই মৃত্যু হয় এবাৰ মাথোন।"

ঈশ্বৰক আত্ম-সমৰ্পণ কৰি গালিবে এইদৰে কৈছে ঃ

"হে খোদা!
এই সৰলতাত কোন বাৰু
নাযাব মৰি!
যুদ্ধ কৰিছে কিন্তু
হাতত নাই তৰোৱাল।"

গালিবৰ যুদ্ধ অস্ত্ৰ-শস্ত্ৰেৰে নহয়। কোনো কবিৰ দাৰ্শনিকৰ বা চিন্তাবিদৰ আদৰ্শ আৰু বাস্তৱৰ মাজত যি যুদ্ধ — সেই যুদ্ধৰ কথাহে কোৱা হৈছে। জীৱন-যুদ্ধত নামি গালিবে এইদৰেই কবিতাৰে ৰহস্য উদঘাটন কৰিছিল।

১৮৬৯ চনৰ ১৫ ফেব্ৰুৱাৰী তাৰিখে গালিবৰ মৃত্যু হয়। ১৯৬৯ চনৰ ১৫ ফেব্ৰুৱাৰীত পৃথিৱীয়ে তেওঁৰ প্ৰথম মৃত্যু শতবাৰ্ষিকী পালন কৰিলে।

---

দৈনিক অসম ২৮ ছেপ্টেম্বৰ, ১৯৭৫

# কবীৰ-পৰিচিতি

অমৰ ভক্ত কবি কবীৰৰ দোঁহাৱলী আৰু ভজন সমূহৰ মাজত যি চিন্তা দৰ্শন আৰু ভাৱধাৰা বৈ আছে তাৰ তুলনা নাই। পুণ্যতোয়া গঙ্গাৰ পৱিত্ৰ ধাৰাৰ দৰে সেই চিন্তাই মানুহৰ মন নিকা কৰি খন্তেকতে সকলো গ্লানি ধুই দিব পাৰে। এটি দোঁহাত কবীৰে কৈছে ঃ

যাঁহা প্ৰেম তাঁহা নেম নহি তাঁহা ন বুধ বেওহাৰ। প্ৰেম মগন যব মন ভয়া তব কৌন গিণে তিথিবাৰ।।

য'ত প্ৰেম জন্মে তাত কোনো নিয়মৰ বাধা-নিষেধ নাথাকে, বুদ্ধি-ব্যৱহাৰ নাখাটে। যেতিয়া মন প্ৰেমত মগ্ন হয়, কোনে তেতিয়া তিথিবাৰ গণে?

ঈশ্বৰ প্ৰেমত যেতিয়া ভক্তৰ প্ৰাণ মগ্ন হয় তেতিয়া ভক্তই আৰু নিয়ম-কাৰণ, বুদ্ধি-বিচাৰৰ অপেক্ষা নকৰে। তিথিবাৰৰ হিচাপো নাৰাখে। কাৰণ, প্ৰেমৰ ধাৰাত অভিষিক্ত হলে আৰু দিনবাৰ, তিথি-নক্ষত্ৰ ক্ষুদ্ৰ ক্ষুদ্ৰ সীমাৰ কথা ভক্তই পাহৰি যায়, কেৱল তেওঁৰ মানসত থাকে নিজ ইষ্টৰ...অনন্ত প্ৰেৰণাৰ মূল ভক্তি। ভক্তিমাৰ্গৰ এয়েই বিশেষ লক্ষণ। শ্ৰীচৈতন্যদেৱে কৈছে ঃ

প্ৰেম প্ৰেম কহে সবে প্ৰেম জানে কেবা
প্ৰেম কিগো হয় কভু ৰমণীৰ সেৱা।
বিৰহা বিৰহা মত কহে বিৰহা হ্যায় চুলতান।
যো ঘঁট বিৰহা ন সঙ্কৰে সো ঘট জান মশ্যান।।

বিৰহ বিৰহ বুলি খেদ নকৰিবাঁ। বিৰহেই মনৰ চুলতান, বাদশ্বাহ। যিখন হৃদয়ত বিৰহৰ সঞ্চাৰ নহয়- সেই হৃদয় শ্মশানৰ সমান।

ৰবীন্দ্ৰনাথে এটি গীতত কৈছে ঃ

দহনের তীব্ৰ শিখায়
আমারে পুড়িয়ে ফেলো
পুড়িয়ে ফেলো, পুড়িয়ে ফেলো।

ইষ্টক লাভ কৰিবলৈ ভক্তৰ প্ৰাণত যেতিয়া বিৰহানল জ্বলি উঠে — তেতিয়াই ভক্তিৰ সোঁত তেওঁৰ হৃদয়ত বৈ যায়। নিজ ইষ্টৰ যশস্যা কীৰ্তন কৰি, ইষ্টক স্মৰণ কৰি, তেওঁৰ মহিমা সুঁৱৰি ভক্তৰ প্ৰাণ ভৰি উঠে। যদি হৃদয়ত একো বেদনাই নোপজে তেন্তে শুকান-নীৰস হৃদয় শ্মাশান-সদৃশ হৈ থাকে। সেইহে ভক্তিমাৰ্গৰ এই ধাৰাক মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱেও 'ৰসময়ী' বুলি আখ্যা দি গৈছে।

নিন্দক দূৰ না কিজিয়ে কিজৈ আদৰ মান।
নিৰমল তন-মন চব কৰে ওৱাকে আনহি আন।।

নিন্দুকবিলাককো দূৰলৈ ঠেলি নিদিবাঁ। তেওঁ বিলাককো আদৰ সন্মান কৰাঁ। কাৰণ পৰনিন্দা কৰি নিন্দুকবিলাকে নিজৰ তনু-মনহে পৰিষ্কাৰ কৰে।

এই দোঁহাটিত মনস্তত্বৰ এটি গভীৰ সত্য লুকাই আছে মানুহে গালি-শপনি বা পৰনিন্দা কৰে কেতিয়া? অন্তৰত সঞ্চিত হৈ বহুদিনীয়া বিৰূপ ভাৱবোৰ যেতিয়া আৰু লুকুৱাই থ'ব নোৱাৰা হৈ পৰে, হঠাৎ এদিন দুৰ্বল মুহূৰ্তত ওলাই পৰে। হেঁপাহ পলুৱাই তেওঁ যেতিয়া সেই নিন্দা-গ্লানিবোৰ ঢালি দিয়ে, তেতিয়া তেওঁৰ মনটো মুকলি লাগি পৰে। মহপুৰুষ কবীৰে কৈছে তেনে লোকক পুতৌ কৰাঁ। প্ৰেমেৰে জয় কৰাঁ।

কুশল কুশলহি পুছতে জগমে ৰহাল কোয়।
জৰা মুই না ভয় মুৰা কুশল কাঁহাচে হোই।।

জগতত মানুহে মানুহক কুশল-মঙ্গলৰ কথা সোধে। জগতত নো কোন কেইদিন থাকে? জৰা-মৰণৰ ভয়েৰে ভৰা এই জগতত কুশল নো কিহৰ পৰা হ'ব?

নাম ৰতন ধন পায় কৰ গাঁঠী বাঁধন খোল।
নাহি পণ নাহি পাৰখু নাহি গাহক নাহি মোল।।

কাম-ক্ৰোধ-লোভ-মোহ-মদ-মাৎসৰ্য্য স্বৰূপ গাঁঠি বোৰৰ বান্ধোন খুলি দিয়াঁ। ইষ্টৰ নাম স্বৰূপ যি ৰত্ন পাইছাঁ সেই ৰত্নৰ পণ নাই, পৰীক্ষক নাই, গ্ৰাহক নাই, মূল্য নাই-সি অমূল্য ৰত্ন। আমাৰ মহাপুৰুষীয়া দৰ্শনতো আছে ঃ

জানিলোঁ জানিলোঁ
নামেই পৰম ধন জানিলোঁ।

নাম কণ্ঠতে থাকে ; এই কাৰণে মহাপুৰুষে কৈছে —

পাৱে যেন কণ্ঠ-লগ্ন বস্তুক সাক্ষাতে।

বিনা কহে হুঁ সৎপুৰুষ পৰশে পুঁৰে আশ।
কৌন কহতহৈ সুঁৰ্যকোঁ ঘৰ ঘৰ কৰত প্ৰকাশ।।

---
প্ৰবন্ধাৱলী

সৎ পুৰুষসকলে নিবিচৰাকৈয়ে লোকৰ আশা পূৰ্ণ কৰে। সূৰ্য্যকনো কোনে প্ৰাৰ্থনা কৰিছে কিন্তু তেওঁ দেখোন ঘৰে ঘৰে নিজৰ ইচ্ছাৰেই পোহৰ বিতৰণ কৰি আছে। পৰোপকাৰেই পৰম ধৰ্ম-এই উপদেশৰ এনে মনোগ্ৰাহী দোঁহাত কবীৰৰ গভীৰ হৃদয়ৰ এটি চাপ অঙ্কিত হৈ আছে।

যাঁহা সুমতি তাঁহা জানিয়ে সম্পত্তি আপু আই!
যাঁহা কুমতি তাঁহা জানিয়ে বিপত্তি হোয় সদায় ।।

য'ত সুমতিৰ উদয় হয় তালৈ সম্পত্তি আপোনা-আপুনি আহে। য'ত কুমতি, তাত সদায় বিপত্তি নুগুচে। যি মানুহৰ মনত সদায় সুমতি বিৰাজ কৰে তেওঁৰ চিন্তাত সৎ ভাব স্বৰূপ সম্পত্তিৰ অভাব নহয়, কিন্তু যাৰ মন কুমতিৰে পূৰ্ণ তেওঁ সদায় আটাইবোৰ বিপত্তিকে দেখা পায়। ঠিক যেন পোহৰ আৰু আন্ধাৰৰ দুটা দিশ।

বোল্‌কে মোল নহি যো কহনে জানে বোল্।
হৃদয় তৰাজু তৌলকে তবহুঁ বোলকে বোল।।

যি জনে খুব ভালকৈ কথা ক'ব জানে তেওঁৰ কথাৰ মূল্য নাই। কথা কোৱাৰ আগতে হৃদয়ৰ তৰ্জুত জুখি-মাখি লৈ ক'বলগীয়া কথা কিটি কোৱাঁ-তেহে কথাৰ মূল্য থাকিব।

ৰসন চাফ কৰ ৰে মন ধৰ গৰীবি বেশ।
শীতল বোলি লেকে চল সবহি তোমাৰা দেশ।

ৰসনা(জিভা) পৰিষ্কাৰ কৰাঁ। গৰীবৰ দৰে থাকাঁ। শীতল বচন লৈ বাট বুলি যোৱাঁ। যেনিয়েই যোৱা তেনিয়েই তোমাৰ নিজৰ দেশ।

কবীৰৰ এই দোঁহাটিত মানব প্ৰেমৰ গভীৰ বীজ নিহিত হৈ আছে। জগদগুৰু শ্ৰীমন্ত শঙ্কৰাচাৰ্য্যই কৈছেঃ

মাতা চ পাৰ্বতী দেৱী পিতা দেৱো মহেশ্বৰঃ
বান্ধৱাঃ শিৱ ভক্তাশ্চ স্বদেশো ভুবনত্ৰয়ম্।।

যদি জিভাৰ পিছল খোৱা ভয় নাথাকে, সৰ্বসাধাৰণ জনগণৰ দৰে সকলোৰে লগত মিলি থাকিব পৰা বেশ থাকে, তেন্তে আমি য'লৈকে যাওঁ মানুহকেই লগ পাম। মানুহ মানুহৰ কাৰণে।

কৌৱা কিচ্‌কা ধন হৰে কোকিল কিচ্‌কো দে।
মিঠি বাতচে পিকবৰ জগৎ বশ কৰকে লে।।

কাউৰীয়েনো কাৰ ধন হৰণ কৰিছে আৰু কোকিলেনো কাক ধন দিছে। মিঠা মিঠা মাতেৰেই পিকশ্ৰেষ্ঠ কুলিয়ে জগত বশ কৰিছে।

কাউৰীৰ টেংটেঙীয়া মাতটো শুনিলে আপদ যেন পাই মানুহে দলিয়াই কাউৰীক খেদি দিয়ে আৰু কুলিৰ কুহু ধ্বনি শুনিলে কাণ পাতি শুনি থাকে। অসমীয়া যোজোনা-ফকৰাতো পোৱা হয়—

আছে দান, নাই সন্নিধান
ভোজন মিঠা নে বচন মিঠা।

মিঠা মাতেই মানুহক তৃপ্তি দিয়ে।

নিপট অবুধ চমঝৈ কৰা বুধজন বচন বিলাস।
কবহু ভেক ন জানহি অমল কমল কি বাস।।

বুধজনে কোৱা জ্ঞান-গৰিমাৰ বচনবিলাকৰ প্ৰতি মূৰ্খ মানুহে কাণসাৰ নিদিয়ে। বিলৰ মাজতে টোৰটোৰাই থকা ভেকুলীবোৰে অমল কমলৰ সৌৰভ কি একো নাজানে।

গোধন গজধন বাজিধন আওৰ ৰতন-ধন খান্।
যব আওৱে সন্তোষ ধন সব ধন ধূল সমান।।

হাতী, ঘোঁৰা, গৰু, মহ, ধন-সম্পত্তি নদন বদন হৈ থক। যতিয়া মনলৈ সন্তোষ-ধন আহে তেতিয়া সেই সকলো ধন ধূলিৰ সমান হয়।

নামঘোষাত কৈছেঃ

সন্তোষ অমৃত পান কৰিল যিজন নৰ
তাক আৰ লাগে কিবা ধন?

যো তুকোঁ কাঁটা বুঁয়ে তাকে বুঁই তু ফুল।
তোকোঁ ফুল্‌কে ফুল খেয় তা কোঁ কাঁটা
হৈ ত্ৰিশূল।।

যি তোমাৰ বাটৰ কাঁইট পেলাইছে, তাত তুমি ফুল ছটিয়াই দিয়াঁ। তোমাৰ ফুলবোৰ ফুল হৈয়েই থাকিব আৰু তাৰ কাঁইটবোৰ হব ত্ৰিশূল।

জোলা তাঁতীৰ নিবকৰ সন্তান কবীৰ আছিল কাশী-বিশ্বনাথৰ বাসিন্দা। সদাশিৱৰ ত্ৰিশূল ঐশ্বৰিক শক্তিৰ প্ৰতীক। কোনোৱে শত্ৰুতাচৰণ কৰি কাঁইট পুতিলে সেই কাঁইটক অতিক্ৰম কৰিব পৰা যি শক্তি লাভ হয় সিও দিব্যশক্তি।

বৰুত পচাৰা জিন্‌কৰ কৰ খোড়ে কি আশ।
বৰুত পচাৰা যিন কিয়া তেভি গিয়ে নিৰাশ।।

বহুত আড়ম্বৰ জয় কৰি, অলপ আশা কৰা। যি বহুত পাবলৈ আশা কৰে তেওঁ নিৰাশ হয়।

আশাকৰাটো মানুহৰ স্বভাৱ। কবীৰে মানুহক আশা কৰিবলৈ মানা কৰা নাই। কিন্তু অতিআশা কৰা ভাল নহয় এই কথাও সোঁৱৰাই দিছে।

কবীৰ সেই পীৰ হেই যো জানে পৰ পীড়।
যে পৰ পীড় না জানই-সো কাকেৰ বেপীৰ।।

কবীৰে কয় তেৰেঁইহে আচল পীৰ (সাধু) যি জনে পৰৰ পীড়া অনুভৱ কৰিব পাৰে। যিজনে পৰৰ দুখ বুজি নাপায় তেওঁ নো কিহৰ বেপাৰী। পৰদুখকাতৰতাই মহানুভৱতা ...

তৰুবৰ সৰবৰ সন্তজন চৌথেবৰখে মেহ।
পৰমাৰথকে কাৰণ চাঁৰো ধৰে দেহ।।

তৰুবৰ, সৰোবৰ, সন্তজন আৰু মেঘ এই চাৰিওপৰমাৰ্থ দিবৰ কাৰণেই দেহ ধাৰণ কৰিছে। তৰুৱে পথিকক ছাঁয়া দিছে, সৰোবৰে পান কৰিবলৈ পানী লৈ আছে, সন্তজনে সাধু-বচনৰে মানুহৰ মন নিকা কৰিছে আৰু মেঘে জল দান কৰিছে।

"ইহ জগ কোটি কাটকি চঁহ দিশ লাগি আগ।
ভিতৰ ৰহে যো জ্বলে মুয়ে সাধু উবৰে ভাগ।।"

এই জগতখন কোটি কোটি কাঠেৰে ভৰা, চৌদিশে দপ দপ্‌কৈ জুই লাগি আছে। যিজন ইয়াৰ ভিতৰত সোমাই আছে তেওঁ জ্বলি-পুৰি মৰে। সেই কাৰণে সাধুসকল ইয়াৰ বাহিৰত থাকে।

তনকো যোগী সব কোই কৰে মন যোগী
কৰে না কোই।
সহজে সব সিধ পাইয়ে যো মন যোগী হোই।।

দেহাটোক যোগী ৰূপে সকলোৱে সজায়, কিন্তু কোনেও মনটোক যোগী নকৰে। যি মনক যোগী কৰিব পাৰে তেওঁৰ সকলো কাম সহজে সিদ্ধি হয়।

লেনেকা সতনাম হেয় দেনেকো অন্নদান।
তৰনেকো হেয় দীনতা, ডুবনেকো অভিমান।।

পৃথিৱীত ল'বলগীয়া বস্তুৰ ভিতৰত আছে এটি বস্তু-সৎনাম। দিবলগীয়া বস্তুৰ ভিতৰত আটাইতকৈ শ্ৰেষ্ঠ অন্নদান। তৰিবৰ এক মাত্ৰ উপায় দীন ভাৱে জীৱন যাপন আৰু ডুবিবৰ এক মাত্ৰ পথ অভিমান।

ক্ষুধাতুৰক অন্নদান কৰাৰ সমান পুণ্য কৰ্ম নাই। সৰল-সহজ জীৱন যাপন কৰাৰ সমান তৰিবৰ উপায় আন নাই আৰু অজ্ঞান আন্ধাৰত ডুবি মৰিবৰ একমাত্ৰ কাৰণ অভিমান।

মেৰা মুৰকো কুছ নহি যো কুছ, হেয় সো তোৰ।
তুসকো সোঁপতে ক্যা লাগে গা মোৰ।

মোৰ বুলি ক'বলৈ মোৰ একোটিয়ে নাই। যি কিবা আছে সকলো তোমাৰ। তেনে স্থলত তোমাৰ বস্তু তোমাকেই অৰ্পণ কৰিবলৈ মোৰ গাত একো নালাগে।

আত্ম সমৰ্পণৰ এই সুৰেই ভক্তি-মাৰ্গৰ চূড়ান্ত ভাব। ইয়াৰ পাছতে ভক্তই সমাধি লাভ কৰে। ইষ্টৰ চৰণত যথাসৰ্বস্ব অৰ্পণ কৰি আত্ম বিলীন কৰে।

বুদ সমুন্দাৰ মে সমান সো মানে সব কোই।
সমুন্দৰ সমানা বুদ মে বুঝে বিৰলা কেয়।।

পানীৰ কণিকাবোৰ গৈ সাগৰত মিলি যায় গৈ এই কথাটো সকলোৱে জানে। কিন্তু সমুদ্ৰও যে সেই পানীৰ কণাতেই মিলি যায়- এই কথা বুজা লোক অতি বিৰল।

ক্ষুদ্ৰ ক্ষুদ্ৰ পাণীৰ কণা আৰু বিশাল সমুদ্ৰ—পৰস্পৰ সম্পৰ্কযুক্ত। পৰস্পৰৰ লগত মিলিব পৰা বিশ্বব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ ক্ষুদ্ৰ আটাইবোৰ গৈ শেষত যি পৰম পুৰুষত বিলীন হয় সেই পৰম পুৰুষো ক্ষুদ্ৰ ক্ষুদ্ৰবিলাকৰ লগত মিলি যায়।

---

অসম সাহিত্য সভা পত্ৰিকা, দ্বাবিংশ বছৰ, দ্বিতীয় সংখ্যা, ১৮৮৫ শক

# "বালিকা-বিধৱা" আৰু "অসমীয়া

মানুহৰ আৰ্থিক, মানসিক আদি সকলো উন্নতিৰ মূলত এটা মাথোন কাৰণ আছে। সেয়ে হৈছে - 'অভাৱ'। যেতিয়াই মানুহে কিবা এটাৰ 'অভাৱ' উপলব্ধি কৰিছে তেতিয়াই তাক পাবলৈ অহোপুৰুষাৰ্থ কৰিব লাগিছে। বিশ্ববিখ্যাত বৈজ্ঞানীক গ্ৰামোফোন আৱিষ্কাৰক এডিশ্যনে প্ৰাইমেৰী শিক্ষা ল'বলৈ পঢ়াশালিলৈ যাওঁতে, শিক্ষকে মৰিয়াই খেদি দিলে, বোলে, তোৰ মুৰত গোবৰহে আছে ; তই পঢ়িব নোৱাৰ, গুচি যা। বেদনাত ক্ষুব্ধ হৈ এডিশ্যনে বিধৱা মাকক এটা কথা কৈ কান্দি পেলালে আৰু সিমানতে শিক্ষা সাং কৰি জাহাজৰ খালাচী হ'লগৈ। কিন্তু তেওঁৰ মনত এটা কথাই তোলপাৰ লগালে - "মোৰ মগজু নাই কিয় ?" অমৃতৰ পুত্ৰ মানুহ জ্ঞান-লিপ্সু। এডিশ্যনৰ জ্ঞানতো অকস্মাৎ শব্দৰ টৌ উঠিল। যেই এবাৰ বুদ্ধিৰে কিবা এটা ভাব সাৰটিব পাৰিছে - সি হ'ল কৰ্মত পৰিণত। এইটোৱেই হৈছে ক্ৰম-বিকাশৰ ঘাই কাৰণ। ভাব আৰু কৰ্মক চিন্তা আৰু বিচাৰে পাহ পাহ কৰি শেহত গৈ সত্য বস্তুটি উলিয়াই দিছে। অকল এডিশ্যনেই নহয়, জগতৰ সকলো মনীষীকে এনে একোটি ক্ষুদ্ৰাতিক্ষুদ্ৰ ঘটনাইহে সাধনাৰ পথ নিৰ্দেশ কৰি দিছে। যোৰ-পাতি থকা চৰাই হালিৰ গালৈ নিষ্ঠুৰ ব্যাধে এপাত শৰ মাৰি দিলে, তাৰে এটি ক্ষত বিক্ষত হৈ থুপুচ কৰে তললৈ পৰি পৰিল। স্নানাৰ্থী বাল্মিকীৰ দৃষ্টিত সেই কৰুণ দৃশ্য পৰিবলৈ পালেহে, আহিল ওলাই অমৃতোপম অমৰ বাণী —

"মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীসমাঃ
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধীঃ কামমোহিতম্।।"

ঠিক এইদৰেই নিউটনৰ চিন্তা-ৰাজ্যত আবদ্ধ হৈ থকা 'মাধ্যাকৰ্ষণ-শক্তি'ৰ তেতিয়ালৈকে গতি নাছিল যেতিয়ালৈকে পকা আপেল এটি ধুপুচ্ কৰে সৰি পৰা নাছিল। চকুৰ আগত শ শ হেজাৰ হেজাৰ জৰা-জীৰ্ণ মানুহ পৰি আছিল, কোনেও গৌতমৰ প্ৰাণত 'মাৰ-জয়' অভিলাষ জন্মাব নোৱাৰিলে, কিন্তু স্বপ্নত দেখা কথ বুঢ়াটিয়ে তেওঁক উধাও কৰি তুলিলে — জৰা-মৃত্যু নাশ কৰিবৰ উপায় বিচাৰিবলৈ।

এই বিলাক বিশ্লেষণ কৰি চালে ইয়াকে পোৱা যায় যে, মানুহৰ অন্তৰত যিবিলাক ভাব একোটা অস্পষ্ট ছবি মাথোন হৈ থাকে আৰু যেনেকুৱাবিলাক ভাবলৈ মানুহৰ হেঁপাহ বৰ বেছি — সেইবিলাক ভাব জাগ্ৰত হয় বাহ্যিক জগতৰ তেনেকুৱা ঘটনাবিলাক দেখি আৰু শুনি। এইটো মানুহৰ ধৰ্ম বা স্বভাৱ। ইয়াকে 'association of ideas' অৰ্থাৎ ভাবৰ সংযোগ বোলা হয়।

আকৌ যৌন-তত্ত্ব বিচাৰ কৰিলে দেখা যায় যে স্ত্ৰী-পুৰুষৰ মিলনৰ আগে-পাছে মানসিক যিবিলাক বিকাৰ (action) ঘটে সেইবিলাকেই জগতৰ ভিতৰত সাহিত্যসৃষ্টিৰ মূল উপাদান। শ্ৰদ্ধাস্পদ শ্ৰীযুত বাণীকান্ত কাকতীয়ে 'আৱাহন'ত কেইবাটাও প্ৰবন্ধ লিখি ইয়াৰ সুন্দৰ আলোচনা কৰি গৈছে — বিশেষকৈ তেখেতৰ 'সাহিত্যিত নাৰী চৰিত্ৰ' বোলাটি। ভাৰতীয় সাহিত্যতো যি কেইটি আখ্যায়িকা, যি কেইখন মহাকাব্য, শ্ৰেষ্ঠ নাটক আদি বিশ্ব-সাহিত্যত শীৰ্ষস্থান অধিকাৰ কৰিছে, তাৰো গুৰি অৱলম্ব 'যৌন-মিলন'। শোণিতপুৰৰ উষাই স্বাপ্নকাৰ অনিৰুদ্ধক সপোনত দেখি চিত্ৰলেখাক পঠিয়াই দিলে। তাৰ পাছত কিমান কথা ? .... ৰাজহাঁহ এটা দেখিয়েই দময়ন্তীৰ মনত পৰিল নল ৰজালৈ। সুন্দৰ 'ৰোমাণ্টিক' আখ্যান। ... উদাহৰণ দি অন্ত কৰিব নোৱাৰি। লয়লাক পাবলৈ মজনুৰ, জুলিয়েটক পাবলৈ ৰমিয়্ৰৰ কিমান যন্ত্ৰণা। ...: নিৰ্বাসিত যক্ষই ৰামগিৰি পৰ্বতত বহি প্ৰিয়াৰ কথা ভাবি থাকোঁতে চকুত পৰিল প্ৰথম আহাৰৰ এচপৰা ডাৱৰ। 'ভ্ৰান্ত' কালিদাসে দিলে পঠিয়াই তাৰ পিঠিতে বান্ধি বিশ্বৰ সমস্ত বিৰহী প্ৰাণৰ বেদনা। সঙ্গহীন যক্ষই সেই বাবেই ডাৱৰক কৈছেঃ

"ত্বাং কন্যাভিস্তবনবলভৌ সুপ্তপাৰাবতায়াং
নীত্বা ৰাত্ৰিং চিৰবিলসনাৎ খিন্নবিদ্যুৎকলত্ৰঃ।"

৩৯, পূৰ্ব মেঘ

অৰ্থাৎ তোমাৰ বুকুত থকা বিজুলী প্ৰিয়া বিলাক ক্লান্ত হৈছে। সেই কাৰণে তুমি একেবাৰে গৈ নাথাকি এৰাতি সেই

কাৰংটোতে কটাবাগে যিটোত পাৰ চৰাই হালি সুখেৰে টোপনি গৈ আছে।"

অকল 'মেঘ দুতত' বিচাৰি চালেই অসংখ্য উদাহৰণ পোৱা হ'ব যে, মানুহৰ দৃষ্টিত অকল তেনেবিলাক কথাৰ অধিক কৈ পৰেহি, যি বিলাক মনে-পতা সপোনৰ অনুকুল। এইটোৱেই মানুহৰ স্বভাৱ। এই কাৰণেই লক্ষ্মণৰ সৈতে চিত্ৰশালাত সোমাওঁতে হেজাৰ-বিংশতি ছবিৰ মাজত পোন প্ৰথম ৰামৰ চকুত পৰিলহি সীতাৰ ছবিখনহে । ভৱভূতিয়েও 'উত্তৰ ৰাম চৰিত' আঁকোতে এই মনস্তত্ত্ব (Psychology)লৈ পাহৰা নাই। 'মেঘদূত' তো লক্ষ্য কৰিছে অকল সেইবিলাক জীৱ-জন্তু, গছ-লতা আদিলৈহে যিবিলাকৰ কথা মনত পৰিলে সঙ্গ-সুখৰ বাসনা দীপ্ত হৈ উঠে। মুঠতে এইটো ধ্ৰুৱ-সত্য যে, "In the tragedy of unfulfilment many a work of had its origin". অপূৰ্ণ বাসনাৰ তীব্ৰ বেদনাতহে ভালেখিনি কাব্য, উপন্যাস, নাটক আদিৰ সৃষ্টি হৈছে। মহাকাব্য, নাট আদিৰ ভিতৰত কেৱল প্ৰকাশ পাইছে জীৱনৰ প্ৰতিবিম্ব মাথোন। মানৱ অনুভূতিৰ হেঁচাত থকা বাসনা ৰাশি সুকোমল আবেগত যেন্নাই ৰস-সৃষ্টি নহলহেঁতেন।

১৮৫৫ শকৰ ভাদ, সংখ্যা 'আৱাহনত' "বালিকা বিধৱা" বুলি যি কবিতাটি প্ৰকাশ হৈছিল তাৰ বিষয়ে যোৱা ২৯ ভাদ (১৮৫৫ শকৰ) তাৰিখৰ তিনদিনীয়া 'অসমীয়া'ৰ 'পুথি-ভঁৰাল'ত লিখা হৈছে - "৪ৰ্থ খণ্ডৰ ১১ শ সংখ্যা "আৱাহন'ত ওলোৱা 'বালিকা-বিধৱা' নামৰ গল্পটিৰ ভাব আৰু ভাষাটো বিধৱা হোৱা যেন লাগিছে। নতুনত্ব দেখুৱাবলৈ যাওঁতে 'অদ্ভুতত্ব' আৰু 'আপচুষ্ট' হে প্ৰকাশ পাইছে। এনেকুৱা বালিকা বিধৱাৰ দুখৰ ভাগ অসমৰ কোনো কুটুমে নল'ব হ'বলা। সম্পাদকে প্ৰবন্ধ বাছনিলৈ ভালকৈ চকু দিয়া উচিত।" ৰাইজে জানে যে কিবা বেদনাত কান্দিবলৈ হ'লে মানুহে বুজিব নোৱাৰা মাতেৰে, কিম্বা অৰণ্যত নাকান্দে। কান্দে - মানুহৰ ওচৰত। কিয়নো, সহৃদয় মানুহে তাৰ ভাগ লৈ দুখ পাতলাব বুলি। যোৱা ১৩/১২/৩৩ তাং মঙ্গলবাৰে আমাৰ সম্বন্ধীয়া ভনী এটিৰ করুণ কাতৰ জীৱনৰ অব্যক্ত বেদনা ৰাশি মূৰ্ত হৈ আমাৰ চকুত পৰিল। তাৰে কথা ভাবি থাকোঁতে এনেকুৱা বালিকা বিধৱা বিলাকৰ জীৱন যে 'অ-গীত গান, অদ্ভুত কাৰ্য্য, অকথিত বাণী' সেই কথা আমাৰ মনত পৰিল। আমি নিজ চকুৰে দেখিছোঁ - এখন বিয়াত লগৰীয়া ছোৱালী বিলাকৰে সৈতে ধেমালি কৰি থাকোঁতে এটি ১১ বছৰীয়া ছোৱালীক (দুমাহ আগে যাৰ বিয়া হৈ গৈছিল) বেঢ়ি লৈ আত্মীয় কুটুম সকলে হিয়া-ভগা সুৰেৰে কান্দিছে আৰু তাইৰ কপালৰ ফোটটো মোহাৰি দিওঁতে তাই কৈছে - "মোৰ ফোটটো মোহাৰি দিছ কেলেই?' এই ঘটনা আজি অলপ দিনৰ। এনে মৰ্মভেদ দৃশ্যই আমাৰ প্ৰাণত যি সাঁচ বহুৱাই থৈছে তাকে প্ৰকাশ কৰাই উদ্দেশ্য আছিল। সহৃদেউ চৰাইটোৱে 'কি কৰ ক' বুলি মাতি থাকোঁতে মনত পৰিল 'বালিকা-বিধৱা' বিলাকৰ অন্তৰত থুপ খাই থকা গুপুত ব্যথা। তেতিয়া তেওঁবিলাকৰ বেদনা কাঢ়ি লবলৈ প্ৰয়াস পোৱা স্বাভাৱিক। সেই সময়তে চকুত পৰিল পাৰ এহালি। জটীয়া পাৰটোৱে পাৰৈ জনীৰ ফালে চোৱা সুঠামভঙ্গী, গম্ভীৰ গতি আৰু আকুল দৃষ্টি আদি সাঁচাকৈয়ে মনোমুগ্ধকৰ। সংসাৰ সুখৰপৰা বঞ্চিতা বালিকা-বিধৱা বিলাকৰ যেতিয়া স্বামী লৈ মনত পৰে তেতিয়া চাগৈ অসহ্য বেদনাত কাতৰ হৈ উঠে। অসমীয়া মাত্ৰেই হঁয় কলিৰ কথা জানে। মতা হঁয়কলি চৰায়ে সোধে - 'হঁয়কলি, হঁয়কলি, এতেক ধন চাউল কি কৰিলি'? মাইকী হঁয়কলি জনীয়ে উত্তৰ দিয়ে - 'পোৱে খালে, জীয়ে খালে, মইনো কৰিলো কি?" - সৰল অসমীয়া গাঁৱলীয়া জীৱনৰ সুকোমল ভাবটিয়ে বাৰু অসমীয়া বালিকা বিধৱা সকলৰ মনত তেওঁবিলাকৰ অতৃপ্ত মাতৃত্বৰ খেদ আনি দিয়াৰ সম্ভৱ নাইনে? স্ত্ৰী জাতিৰ 'মাতৃত্ব' কেনে আকাংক্ষাৰ বস্তু তাৰ প্ৰমাণ অনাৱশ্যক। হাঁইঠা মাটিত পৰিলে আৰু উঠিব নোৱাৰে। যিবিলাকে (বিধৱা) আজি যুৱতী হৈ স্বামীৰ আদৰৰ সোহাগৰ অধিকাৰিণী হ'লহেঁতেন তেঁবিলাকক আজি কথা এটি সোধোতাও নাই। ই কম বেদনাৰ কথানে? যেতিয়া মানুহ আশ্ৰয়হীন হয়, তেতিয়া মনটো বৰ উৰুঙ্গা আৰু চাল নাইকিয়া ঘৰত থকা যেন লাগে। এই কাৰণে যক্ষৰ মুখেদি কালিদাসেও কোৱাইছে-

> "অন্তঃসাৰং ঘন তুলয়িতুং নানিল শক্ষ্যতি ত্বাং
> ৰিক্তঃ সৰ্ব্বো ভৱতি হি লঘুঃ পূৰ্ণতা গৌৰবায়।।"
>
> ২০ - পূৰ্বমেঘ।

যাৰ হৃদয়ত একো সম্পদ নাই তেওঁ লঘু (পাতল) কিন্তু পূৰ্ণতা মানুহৰ গৌৰৱ। যোড়শী যুৱতীৰ জীৱন সৰ্বস্ব প্ৰাণ-বল্লভ স্বামী নাই — গতিকেই তেওঁৰ মূৰৰ ওপৰত অভয় স্বৰূপ চৈখনিও নাই। ধুমুহা, বিজুলী, বজ্ৰপাত সকলো তেঁৱেই মূৰ পাতি ল'ব লাগিব।...

এইবোৰ কথা ভাবি থাকোঁতে বেদনা তীব্ৰতৰ হৈ আহি আমঠুত লাগেহি। তথাপি তেওঁবিলাকৰ কাৰণে এনে এখনি ঠাই নাই য'ত ইমানবোৰ বেদনাৰ এধানমানো আঁতৰাই থৈ অকণমানো দুখ পাতলাব পাৰে। তেওঁবিলাকৰ কাৰণে কুটুম নাই!...

বিধৱাৰ এই দাৰুণ যন্ত্ৰণা উপলব্ধি কৰিয়েই স্বামী বিবেকানন্দই কৈ গৈছে, - "I do not believe in that God, who can not wipe out the tears of a widow" (মই সেই ঈশ্বৰ নামানো যি বিধৱাৰ চকুলো মুচিব নোৱাৰে)।

আমিও তাতে ব্যথিত হৈ বালিকা বিধৱা সকললৈ সমবেদনা বিচাৰি সহৃদয় সকললৈ করুণ আবেদন এটি জনাইছিলোঁ।

---
প্ৰবন্ধাৱলী

কিন্তু অসমীয়াৰ সম্পাদকৰ মন্তব্য মতে 'আৱাহন'ৰ সুযোগ্য সম্পাদক ভাণ্ডাৰীয়ায়ো আমাৰ হৈ দায়-ভাগ ল'ব লগীয়া হোৱাত আমি সকলো অপৰাধ শিৰ পাতি লৈ প্ৰাৰ্থনা জনাইছোঁ যেন সত্য ভ্ৰষ্ট নহওঁ। যেন মনত থাকে বাইবেলৰ এই বাণীটি -

"My son give me thine heart and let thine eyes observe my ways' - Prov 23 - 26

---

যোৱা ভাদ সংখ্যা 'আৱাহন'ত প্ৰকাশিত এই লিখকৰ বালিকা বিধৱা কবিতাটোৰ নিৰ্বাচন বিষয়ে উক্ত সংখ্যা 'অসমীয়া'ত সেই কাকতৰ সম্পাদকে কৰা মন্তব্যৰ "এনেকুৱা বালিকা বিধবাৰ দুখৰ ভাগ অসমৰ কোনো কুটুমে নল'ব হ'বলা" যোৱা কথাখাৰৰ মানে অসমত বালিকা বিধবা নাই, নে বালিকা বিধবালৈ অসমীয়া মানুহৰ সহানুভূতি নাই? যি কি নহওক - আমি আমাৰ সহৃদয় আৰু সজ বিবেচক সাহিত্যিক আৰু গুণগ্ৰাহী পাঠক সকলৰ বিবেচনাৰ ওপৰত নিৰ্ভৰ কৰিলোঁ। -

আৱাহন, ৫ ম বছৰ, ১ ম সংখ্যা, কাতি, ১৮৫৫ শক

# ৰূপালী ঢ'উ

সিদিনা নবেম্বৰৰ ২৩ তাৰিখে তেজপুৰৰপৰা গুৱাহাটীলৈ আহিছোঁ। পুৱা অতি প্ৰত্যুষতে সাৰ পালোঁ। বাহিৰলৈ ওলায়েই দেখা পালোঁ কঁপি থকা ব্ৰহ্মপুত্ৰৰ বুকুত সূৰ্য্য উদয় হৈছে। অতি মনোৰম।...... দৃশ্যটো দেখি মন গ'ল কবিতা লিখোঁ। সঁচাসঁচিকৈ হাতত পেন্সিল আৰু কাগজ লৈ চ'কী এখনত বহিলোঁ। বহা মাত্ৰকে মোৰ নাচিবৰ মন গ'ল। ঘূৰি পকি চালোঁ কেঁও উঠা নাই এবাৰ এপাক দিওঁ। কিয় ক'ব নোৱাৰিলোঁ ডেকা কবি পাৰ্বতী বৰুৱাৰ—"হেৰ' বলিয়া নয়ন ভৰি চা" গানটোৰ ভাব আৰু ছন্দই মোৰ মন আগুৰি পেলালে। তেওঁক এদিন সেই গানটোৰ ভাব লৈ নচা দেখিছিলোঁ, মোৰ আঙুলীৰ মূৰবোৰ বেঁকাবেঁকি হৈ অ'ৰিয়েন্টল নাচৰ ঠাঁচত পাক খাব ধৰিলে। কি কৰিম ভাবি বিমোৰত পৰিলোঁ। জানোচা নাচি থাকোঁতে কোনোবা ভদ্ৰলোকে উঠি আহি দেখা পায়। যাহক কোনোমতে নাচৰ ভাবটো তল পেলালোঁ। হঠাৎ মনলৈ ভাব এটা আহিল। সমুখত তিৰবিৰাই থকা কল কল ঢউবোৰ দেখি প্ৰাণত কবিতা ওলাল- 'ৰূপালী ঢ'উ !...........

প্ৰথমে 'ঢ'উ দেখি মোৰ গা 'হালিজালি' উঠিছিল কিন্তু এতিয়া মন গ'ল– 'কলমৌ ঠাৰিৰ পেঁপা' এটা বজাবৰ। মনতে খুব গালোঁ- ইমান গালোঁ যে মই শুনি শুনি বিভোল হ'লোঁ। কোনো নাই, মই আৰু মোৰ গান গোৱা মনটো!... সেই খিনিতে কিবা অভাৱ এটা অনুভৱ কৰিলোঁ । ৰূপালী ঢ'উবোৰত পুৱাৰ কিৰণ আৰু 'মিৰি' (জাহাজখনৰ নাম)ৰ হাঁফোলনি লাগি যিদৰে এটা আন্দোলন উঠিছিল অকল সেই ঢ'উবোৰে মোৰ প্ৰাণত এক, দুই, তিনি- অসংখ্য আন্দোলন সৃষ্টি কৰিলে।...... কোনো নাই?- ৰূপালী ঢ'উবোৰ ক'লে তোমাৰ 'জীৱন' জাহাজৰ 'মন' মাস্তুলটোৰ সমুখত ৰূপালী ঢ'উ নাই! সঁচাই নে?... ভাবিলোঁ কথাটো সঁচাই। মোৰো যে এখন মস্ত জাহাজ আছে যিখনত কেৱল মাথোঁ দুজন যাত্ৰী যাব পাৰে। পিছে ক'তা জাহাজ সজা কোম্পানীৰপৰা আজিও দেখোন কোনে সম্ভেদ নাই। যক্-চকুত পৰিল ৰূপালী ঢ'উবোৰ, এনে এটি পুৱাৰ বিমল আনন্দভৰা ৰঙা পোহৰৰ মাজেদি আহি মোৰ মুখত যি এটি বৰণৰ বোল ফুটি উঠিছে তাক দেখোন চাবলৈ ওচৰত কেও নাই! সৌৱা সেই তিৰ্‌বিৰাই থকা ৰূপালী ঢ'উবোৰত জিলিক্ জিলিক্‌কৈ বাৰে বাৰে কিমানবোৰ কণ কণ ফিৰিঙতি যেন মাণিক মুকুতাৰ জনম হৈছে; কিন্তু সেইবোৰ ধৰি আনি এটি এটিকৈ কাণে মূৰে পিন্ধাই দি গালত হাত ফুৰাই 'মইনা' 'সোণাই' বুলি মৰম কৰিবলৈ দেখোন মোৰ কোনো নাই।..........

জাহাজ বহুত আহিল। উলটি চাই দেখিলোঁ চাহ খাবৰ হ'ল-চাহ খালোঁ। ভাত খালোঁ। গুৱাহাটী পালোহি; কিন্তু সেই ৰূপালী ঢ'উবোৰ এতিয়াওচোন চকুৰ আগতে জিলিকি আছে! কিবা এটা নোপোৱা বস্তু পোৱাঙ্গি সিহঁতক পাই যেন মই বৰ সুখী; অথচ মোৰ দুখ কুলাই-পাচিয়ে নধৰা।

উঃ ! এনেকৈ যদি ৰূপালী ঢ'উবোৰ সদাই উঠে!

বাঁহী, ২৯ শ বছৰ, ৪ৰ্থ সংখ্যা, আঘোণ, ১৮৫২ শক

# অসম সাহিত্য সভা আৰু মই

আমি যোৰহাট চৰকাৰী হাইস্কুলত পঢ়া কালত ১৯২১-২২ চনলৈকে সেই ঠাইত আছিল হেড্‌মাষ্টৰৰ বাস-ভৱন- এটা খেৰৰ ঘৰ। চাওঁতে চাওঁতে তাত মূৰ তুলি থিয় হ'ল চন্দ্ৰকান্ত সন্দিকৈৰ নামত এটি আটোম-টোকাৰী মন্দিৰ, — গম্বুজ থকা। ইয়াতে প্ৰতিষ্ঠিত হ'ল অসম সাহিত্য সভাৰ মূল কাৰ্যালয়, পুথিভঁৰাল আৰু সাহিত্য সভা পত্ৰিকাৰ কাৰ্যালয়।

তেতিয়া সাহিত্য সভা ঘৰলৈ সোমাব পৰা সাহস আমাৰ নাছিল। বয়োজ্যেষ্ঠ পূজনীয় সাহিত্যিকসকললৈ আমাৰ ভয় লাগিছিল। সাহিত্য সভাৰ বছৰেকীয়া অধিৱেশনবিলাকো সেইদৰে হৈছিল। সাহিত্যিক বুলি খ্যাতিমান লোকসকলৰ সমাবেশত। গহীন, গম্ভীৰ আৰু অতি প্ৰশান্ত প্ৰকৃতিৰ ভব্য-গব্য সাহিত্যিকসকল আমাৰ মানত বৰ শ্ৰদ্ধেয় ব্যক্তি আছিল।

লাহে লাহে সাহিত্য সভাৰ ক্ষেত্ৰখন বহল হৈ আহিল। প্ৰথম মুকলি অধিৱেশন দেখিছিলোঁ — শিৱসাগৰত লক্ষ্মীনাথ বেজবৰুৱাক 'সাহিত্যৰথী' উপাধি দিয়াখন। এখন সাঁচিপতীয়া পুথিৰ আকাৰত লেখা অভিনন্দনখন পাঠ কৰিছিল তেতিয়াৰ প্ৰধান সম্পাদক ' দেৱেশ্বৰ চলিহাই। নিমাত-নিস্তব্ধ সভা-ঘৰে মাজাৰে শুনিলে। অভিনন্দন প্ৰদানৰ সময়ত শংখ, ঘণ্টা, ঢোল, বৰ কাঁহ, উৰুলি ধ্বনিৰে কালীপ্ৰসাদ চলিহা স্মৃতি-ভৱনৰ প্ৰাঙ্গন মুখৰিত হ'ল। মন-প্ৰাণ কিবা এটা আনন্দত উথলি উঠিল। মাতৃ ভাষাই যেন সেইদিনা সাক্ষাৎ মূৰ্তি পৰিগ্ৰহ কৰি মোৰ আগত থিয় দিছিলহি, এনে ভাব আজিও জাগি আছে।

আমাৰ জাতীয় জীৱনত সাহিত্য সভা আৰু পত্ৰিকাই যি প্ৰেৰণা যোগালে, তাৰ পৰাই অসম সাহিত্য সভা আজি এটা বিৰাট অনুষ্ঠানত পৰিণত হ'ল। ১৯৬৯ চনত বৰপেটাত হোৱা ষট্‌ত্ৰিংশ অধিৱেশনৰ সভাপতি ৰূপে এই নিঃকিনক বৰণ কৰিলে। বিপুল জনতাৰ সমাবেশত হেন্দোল-দোপ হৈ থকা 'শঙ্কৰ ধামত' যিখন পুণ্যতীৰ্থৰ সম্মানিত আসনৰ পৰা বাইজক সভাপতি ৰূপে এটি সেৱা যাচিছিলোঁ, তাত বিস্ফোৰণ কৰা ৩৬ টা টোপধ্বনিৰ কম্পনত নিস্তব্ধ হৈ থকা লক্ষ লক্ষলোকৰ প্ৰাণত স্পন্দিত হোৱা এটি সুমধুৰ সঙ্গীত আজিও বাজিব লাগিছে—
চিৰ চেনেহী মোৰ ভাষা জননী !...........

---

অসম সাহিত্য সভা পত্ৰিকা, ৪ৰ্থ বছৰ

# অসম বাণী আৰু অসম

অসমীয়া সাহিত্যৰ "জোনাকী যুগ" যেনেকৈ অসমীয়া ভাষা-সাহিত্যৰ ইতিহাসত স্বৰ্ণাক্ষৰে লিখিত হৈ থাকিল, সেইদৰেই স্বাধীনতা লাভৰ পাছত অসমীয়া সংবাদ-সাহিত্যৰ ইতিহাসত 'অসম বাণী'য়ে এটা নতুন যুগৰ খুটি পুতিলে। স্বদেশ-প্ৰাণ স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱাৰ অদম্য উৎসাহ, দৃঢ় মনোবল আৰু কৰ্মক্ষম প্ৰচেষ্টাত গুৱাহাটীত দৈনিক অসম, ট্ৰিবিউন কাকতে আত্মপ্ৰকাশ কৰি অসমীয়া জাতিৰ সম্মান ৰক্ষা কৰিলে। এটা সুবৃহৎ প্ৰতিষ্ঠানৰ জন্ম হ'ল। সেইজন চিৰস্মৰণীয় উদ্যোগী পুৰুষৰ ইচ্ছাতে জন্ম হ'ল সাপ্তাহিক অসমীয়া বাৰ্তালোচনী 'অসম বাণী'ৰ। আজি অসম বাণীয়ে পাঁচিশ বছৰ পূৰ কৰিলে।

অসম বাণীৰ সম্পাদক পৈণত সাংবাদিক আৰু অসমীয়া সাহিত্য, অসমীয়া ভাষা আৰু অসমীয়া কবি, সাহিত্যিক, গল্পকাৰ, উপন্যাস লেখকসকলৰ প্ৰতি শ্ৰদ্ধাশীল সতীশ চন্দ্ৰ কাকতিৰ সম্পাদনাত 'অসম বাণী' দিনক দিনে পঢ়ি সোৱাদ লগা প্ৰবন্ধ সম্ভাৰেৰে সমৃদ্ধ হৈ আহিল। কাকতিৰ নিস্বাৰ্থ প্ৰযত্ন আছিল উচ্চমানৰ সম্বলেৰে "অসম বাণী" ৰাইজলৈ আগবঢ়োৱা। কাকতি সম্পূৰ্ণ কৃতকাৰ্য হ'ল। অসমৰ নগৰে-চহৰে, বাটৰ কাষৰ কিতাপৰ দোকানে দোকানে "অসম বাণী, "অসম বাণী"।

অসম বাণীয়ে আৰু এটা ভাল কাম কৰিলে - "সপ্তাহটোৰ মানুহজন"ৰ শিতানত ফটোৰে সৈতে গুণী শিল্পী, সাহিত্যিক সকলৰ পৰিচয় দাঙি ধৰা। ইয়াৰ দ্বাৰাই উঠি অহা চামে নিজ দেশৰ বৰণীয় লোকসকলক চিনি পাবলৈ সুবিধা পালে আৰু চুকে-কোণে অনাদৃত হৈ থকা গুণী লোকসকলে স্বীকৃতি লাভ কৰিলে। মানুহে নিজ নিজ গুণ-যশস্যাৰ টনিক খালে মনত বল পায় আৰু সমাজৰ লগত একাত্মবোধ লাভ কৰে। এই গণতান্ত্ৰিক যুগত সমাজৰ মনোবল, প্ৰীতিৰ ভাব আৰু আপোন আপোন লগা স্বভাৱ অস্ত্ৰ-বলতকৈও শক্তিমান। বৃটিছ চৰকাৰে ভাৰত শাসন কৰি থকা দিনতে সুখ্যাত ইংৰাজ লেখক কাৰ্লাইলে তেওঁৰ "বীৰ আৰু বীৰ পূজা" নামে কিতাপত কৈছিল "India or no. Today or tommorrow India ,may go but we cannot leave our Shakespear" তেওঁ ইয়াকে বুজাইছে যে বৃটিছ জাতিৰ বৃহত্তম অৰ্থনৈতিক উৎস ভাৰত সাম্ৰাজ্য খন্তেকীয়া। কিন্তু শ্বেক্‌সপীয়েৰৰ দৰে কবি-সাহিত্যিকসকলহে জাতিৰ যুগমীয়া ধন-কীৰ্ত্তি। কাকতিৰ আৰু এটা ডাঙৰ গুণ আছিল কোনজন লেখকে কি বিষয়ে লিখিব পাৰিব সেই কথা তেখেতে জানিছিল। তেখেতে ব্যক্তিগত ভাবে চিঠি দি প্ৰবন্ধ আহৰণ কৰিছিল। সকলো লেখকে উপযাচি প্ৰবন্ধ-পাতি নপঠিয়ায়। কাকতিৰ প্ৰেৰণাতে মই নিজে বহুত প্ৰবন্ধ লিখিছিলোঁ। এবাৰ মোলৈ লিখিলে - "আশী বছৰ পাৰ হোৱা যোৰহাটৰ সাহিত্যিক তিনিজনৰ জীৱন পৰিচয়" লিখি পঠাব। তেখেতৰ সাদৰ আহবানত স্বৰ্গীয় ৰাধানাথ ফুকন, চন্দ্ৰধৰ বৰুৱা, সাহিত্যৰত্ন নীলমণি ফুকনৰ পৰিচয় পঠিয়ালোঁ।

"অসম বাণী"ত এতিয়াও এনে ধৰণৰ সৰু সৰু জীৱন পৰিচয়মূলক এলানি লেখা প্ৰকাশ কৰি থাকিলে নতুন যুগৰ সমাজবাদী আদৰ্শই সকলোকে সন্তোষ দিব। ফটোসহ ভাল খেতিয়ক, প্ৰতিভাৰ পৰিচয় দিয়া ছাত্ৰ, ব্যৱসায়-বাণিজ্য কৰি ঐশ্বৰ্যশালী হোৱা লোক আদিৰ পৰিচয় পালে সকলোৱে উপকৃত হ'ব। ধৰ্মৰ অধিকাৰ একোজন গুৰু, অৰ্থ-ৰাজনীতিৰ পৰিচালক একোজন নেতা আৰু শিক্ষা-সংস্কৃতিৰ গুৰিয়াল পণ্ডিতসকল। এই সকলো শ্ৰেণীৰ লোকসকলৰ শিক্ষা, ৰীতি-নীতি আৰু সমাজৰ লগত সম্পৰ্ক কেনেকুৱা সেই বিষয়ে সম্যক জ্ঞান থকা কাকতৰ একোজন সম্পাদক সমস্ত দেশৰে হিতাকাংক্ষী আৰু নিৰপেক্ষ হ'ব পাৰে। আজিকালি সংবাদ সাহিত্য দুবিধ। এবিধ সৰ্ব-সাধাৰণ পাঠকে ভালপোৱা পৰস্পৰৰ মাজত অনৈক্যৰ সৃষ্টি কৰা আৰু ধন ঘটা সাহিত্য আৰু আনবিধ উচ্চ চিন্তা, উজ্জ্বল মনোবৃত্তি আৰু মহান আদৰ্শ দাঙি ধৰা বিধৰ। "অসম বাণী'য়ে এনে আদৰ্শ লৈ লেখক-লেখিকা সকলক অশেষ প্ৰেৰণা দিছিল। এচাম ন-লিখাৰু এই কাকতৰ পৰাই প্ৰতিভাশালী লেখক হিচাপে প্ৰতিষ্ঠিত হ'ল।

সাহিত্যিৰ লগত জড়িত লোকসকল প্ৰায়েই আৰ্থিকভাৱে অভাৱ-অনাটনৰ মাজত থাকে। সেই কাৰণে তেওঁবিলাকক মাননি স্বৰূপে কিছু আগবঢ়োৱা উচিত। "অসম বাণী"য়ে আৰম্ভণীৰ পৰাই এই কাম কৰি আছে।

আমাৰ দেশত সকলো ধৰ্মৰ উৎসৱ-পাৰ্বণ বিলাকৰ চমু পৰিচয় আৰু সেই সেই ধৰ্মৰ মূল শিক্ষা কেনেকুৱা - সেইবিলাক পণ্ডিত সকলৰ পৰা নিব লাগে। যেয়ে সেয়ে লেখা গতানুগতিক শব্দ-বহুল প্ৰবন্ধ লিখি আলোচনীৰ পাত পূৰ কৰাৰ পৰা একো ফল নধৰে। সুচিন্তিত গভীৰ জ্ঞানৰ গৰাকী সকলৰ চিন্তাধাৰাই পাঠকৰো জ্ঞানৰ ভাণ্ডাৰ চহকী কৰে।

"অসম বাণী"ৰ জন্মই অসমীয়া সাহিত্য-সংস্কৃতিৰ এখন ব্যাপক ক্ষেত্ৰ সৃষ্টি কৰিলে আৰু আমাৰ সংবাদ সাহিত্যৰ মান উন্নত কৰিলে। ২৫ বছৰত ৰূপালী জয়ন্তী পতা হয়। এই বাবে "অসম বাণী"য়ে আয়োজন কৰা বিশেষ পৰিশিষ্ট প্ৰকাশ কৰা আনন্দৰ কথা হৈছে। সম্পাদক শ্ৰীকাকতি প্ৰমুখ্যে সম্পাদকীয় বিভাগৰ লোকসকল, প্ৰতিষ্ঠাতা স্বৰ্গীয় ৰাধাগোবিন্দ বৰুৱা অশেষ ধন্যবাদৰ পাত্ৰ। অসম বাণীৰ যুগ অসমীয়া সাহিত্যৰ ইতিহাসত চিৰস্মৰণীয় হৈ থাকক।

অসম বাণী, ৰূপালী জয়ন্তী বৰ্ষ

# মোৰ কল্পনাৰ ভাৰতবৰ্ষ

মানুহৰ জ্ঞানেৰে জুখিব আৰু একো নামেৰে প্ৰকাশ কৰিব নোৱাৰা ঈশ্বৰৰ কোটি কোটি নামৰ ভিতৰত এটা নাম দৰিদ্ৰনাৰায়ণ। ইয়াৰ মানে দুখীয়াৰ ঈশ্বৰ : দুখীয়াবিলাকৰ অন্তৰত প্ৰকাশিত হোৱাজন।

কোটি কোটি নিমাত জনতাৰ হৃদয়ত থকাজনৰ বাহিৰে মই অইন কোনো ঈশ্বৰক চিনি নেপাওঁ। বহুতে ঈশ্বৰৰ অস্তিত্ব স্বীকাৰ নকৰে ; কিন্তু মই কৰোঁ। মই সেইজন ঈশ্বৰকেই উপাসনা কৰোঁ, যি জন সত্য অৰ্থাৎ সত্যস্বৰূপ, যি জন ঈশ্বৰ; আৰু মই তেওঁৰ উপাসনা কৰোঁ এই মূক জনগণৰ সেৱাৰ যোগেদিয়েই।

মোক তেওঁলোকৰ ওচৰলৈ ঈশ্বৰৰ বাণী শুনাবলৈ যাবলৈকে সাহ নহয়। ভোকত কাতৰ কোটি কোটি সেই লোকৰ আগত ঈশ্বৰৰ বাণী শুনোৱাতকৈ মই বৰং তাত থকা কুকুৰবোৰকে শুনাব পাৰোঁ। দেহি ঐ! সেই ক্ষুধাতুৰ জনতাৰ চকুত দীপ্তি নাই, তেওঁলোকৰ মানত একমাত্ৰ ঈশ্বৰ -- পেটৰ ভাতমুঠি। বাতিপুৱা বঢ়িয়াকৈ চাহ-জলপান খাই দুপৰীয়ালৈ বিবিধ ব্যঞ্জনেৰে আহাৰ খাবলৈ বহি থাকোঁতে, আমি ঈশ্বৰৰ বিষয়ে অনেক কথা পাতিব পাৰোঁ ; কিন্তু যি বিলাক দীন দৰিদ্ৰই দুবেলা দুমুঠি নোখোৱাকৈয়ে দিন কটায় — মই তেওঁবিলাকক নো কোন সতেৰে ঈশ্বৰৰ কথা কওঁ? তেওঁবিলাকৰ মানত পেটৰ ভাত মুঠিয়েই ঈশ্বৰ যেন হৈ প্ৰকাশ পায়। ভাৰতবৰ্ষৰ খেতিয়কসকলে তেওঁলোকৰ আহাৰ পাইছিল মাটিৰ পৰা। মই তেওঁলোকৰ হাতত সূতা কটা যঁতৰটো তুলি দিছিলোঁ, যাতে তেওঁবিলাকে তাৰ পৰা ঘিঁউ মাখনো খাব পাৰে। মই আজি আঠুৰ মূৰত তিয়নি চুৰিয়া পিন্ধি ওলাইছোঁ, অকল এই বাবে — ময়েই সেই আধা নাঙঠ হৈ থকা নিমাত জনতাৰ প্ৰতিনিধি।

দুনিয়াৰ কাৰণে অৰ্থ সমস্যাই আধ্যাত্মিক সমস্যা। সেই ক্ষুধাতুৰ জনতাক তুমি একো গোহাৰি জনাব নোৱাৰা। তেওঁবিলাকৰ ওচৰত সকলো ব্যৰ্থ হৈ যাব। কিন্তু তুমি তেওঁলোকৰ কাৰণে আহাৰ লৈ যোৱা, তেওঁবিলাকে তোমাক ঈশ্বৰৰ দৰে ভক্তি কৰিব। খোৱাৰ বাহিৰে আন একো কথা ভাবিবলৈ তেওঁবিলাকৰ সামৰ্থ্য নাই। আধুনিক জগতৰ উন্নতি সম্পৰ্কে কথা কোৱা কিম্বা ঈশ্বৰৰ নাম লৈ তেওঁবিলাকক লাজ দিয়া - সকলো বৃথা হ'ব। তেওঁবিলাকে যদি কোনোবা ঈশ্বৰক চিনি পায়, তেন্তে তেওঁলোকে ঈশ্বৰকে এজন ভয়ঙ্কৰ দেৱতা, প্ৰতিশোধৰ গৰাকী আৰু দয়া-মায়া নাইকিয়া ঈশ্বৰ বুলিয়েই জানে। "কণা-গোসাঁই" বুলি হে তেওঁলোকে ঈশ্বৰকে আখ্যা দিয়ে।

মই কওঁ, এক প্ৰকাৰে আমি আটাইবিলাক চোৰ। মোৰ প্ৰকৃত ব্যৱহাৰত নলগা কিবা বস্তু লৈ যদি মই সাঁচি থওঁ তেন্তে অইন কাৰোবাৰপৰা মই সেই বস্তু চুৰ কৰি আনি খোৱাৰ দৰে হ'ব। এয়েই প্ৰকৃতিৰ বিধান। আমাৰ দৈনন্দিন জীৱনত প্ৰয়োজন অনুসাৰে প্ৰকৃতিয়ে যথেষ্ট পৰিমানে বস্তু আমাকে দি আছে। যদি প্ৰত্যেক মানুহেই মাত্ৰ প্ৰয়োজনীয় অংশ ল'লেহেঁতেন তেন্তে এই পৃথিৱীত অনাটন নাথাকিলেহেঁতেন, কোনো মানুহ খাবলৈ নাপাই নমৰিলেহেঁতেন।

আমাৰ ভাৰতবৰ্ষত এনেকুৱা কোটি কোটি লোক আছে, যিবিলাকে কেৱল এবেলা লোণ আৰু এমুঠি ভাতেৰে মাত্ৰ এসাঁজ খাই জীৱন ধাৰণ কৰিব লাগে। যেতিয়ালৈকে এই জনগণে পেট ভৰাই দুসাজ খাবলৈ আৰু পিন্ধিবলৈ নাপায়, তেতিয়ালৈকে আমি কোনো বস্তুৰ অধিকাৰী হ'বৰ ন্যায়সঙ্গত যুক্তি নাই। আমি সকলোৱে এই কথা উপলব্ধি কৰি আমাৰ নিজৰ অভাৱ-অভিযোগবোৰক মিলাই লৈ আপোন ইচ্ছাৰে ত্যাগ স্বীকাৰ কৰি সেই আধাপেটীয়া আৰু আদলঙঠা জনতাক খুৱাই-পিন্ধাই পুষ্ট কৰিব লাগিব। ঈশ্বৰৰ বিধানমতে প্ৰত্যেক মানুহৰে দৈহিক আহাৰ পাবলৈ সমান অধিকাৰ আছে। এই দৈহিক বিধান হয় আমি অৱজ্ঞা কৰিছোঁ, নহয় আমি এই বিধান নাজানো বাবেই পৃথিৱীত ধনী-দুখীয়াৰ ব্যৱধান সৃষ্টি হৈছে। ধনীবিলাকৰ বহুত পৰিমানে অতিৰিক্ত সম্ভাৰ ভঁৰালত থাকে। এই অতিৰিক্ত দ্ৰব্য বা সম্পদবিলাক তেওঁলোকৰ প্ৰকৃত ব্যৱহাৰৰ কাৰণেও নালাগে। অনাদৰত বহুত পৰিমাণে সেইবিলাক নষ্ট হৈ যায়। আনহাতে লাখ লাখ মানুহ পেটৰ ভোকত কাতৰ হৈ দিনে দিনে মৰিব লাগিছে। যদি প্ৰত্যেক মানুহেই মাত্ৰ প্ৰয়োজনীয় অংশ হে ভঁৰালত থলেহেঁতেন, তেন্তে কোনো মানুহেই নোখোৱাকৈ নাথাকিলেহেঁতেন।

যেতিয়ালৈকে আমাৰ দেশৰ কাম কৰিব পৰা এজন মুনিহ বা এগৰাকী তিৰোতাও কাম নোপোৱাকৈ বা আহাৰ নোখোৱাকৈ থাকিব লগা হয়, তেতিয়ালৈকে আমি জুতি-বুদ্ধি লগাই চাৰি সাঁজি খোৱাৰ কথা ক'বলৈ লাজ পোৱা উচিত।

নিমাত জনতাই যিটো পাব পৰা নাই বা খাব পৰা নাই, তেনেকুৱাবিলাক পাবলৈ বা খাবলৈ অস্বীকাৰ কৰাই সোণালী নিয়ম। জনতাক যিবিলাক দিয়া হোৱা নাই, নাইবা জনতাই যি যি পোৱা নাই সেইবিলাক কথা ভাবি মনৰ চিন্তাধাৰাত প্ৰথমে এটি গতি

লগাই ল'ব লাগিব।

ইয়াৰ পাছত সেই ভাৱধাৰাৰে আমাৰ জীৱনৰ সমস্যাবিলাক পুনৰ্গঠন কৰিব লাগিব।

যীশু, মহম্মদ, বুদ্ধ, নানক, কবীৰ, চৈতন্য, শঙ্কৰ, দয়ানন্দ, ৰামকৃষ্ণ মানুহ আছিল। তেখেতসকলে হেজাৰ হেজাৰ মানুহৰ ওপৰত অসীম প্ৰভাৱ বিস্তাৰ কৰিছিল আৰু তেওঁবিলাকৰ চৰিত্ৰক নতুন গঢ় দিছিল। তেখেতসকলে আহি ভুমুকি মাৰি যোৱা বাবে পৃথিৱী বহুগুণে ধনী হ'ল। তেখেতসকল সকলোৱেই মানুহ আছিল আৰু আপোন ইচ্ছাৰেই দীন-দৰিদ্ৰৰ দৰে বাস কৰি গৈছিল।

যি নিজৰ সহগামী বন্ধুবৰ্গৰ সেৱা কৰে, তেওঁৰ হিয়াতেই ঈশ্বৰে বাস কৰে। এনেকুৱা এজন আছিল আবু বেন আধেম। তেওঁ তেওঁৰ বন্ধুবৰ্গৰ অক্লান্ত সেৱা কৰিছিল, সেই বাবে ঈশ্বৰভক্তসকলৰ ভিতৰত তেওঁৰ নাম তালিকাৰ আটাইতকৈ আগত পৰিছিল।

ডাল-দৰিদ্ৰ আৰু নিস্পেষিত লোকবিলাকেই পৃথিৱীত যন্ত্ৰণা ভোগ কৰিছে। যিজন ভক্ত, তেওঁ নিশ্চয় এনেবিলাক লোককেই দেহ, মন আৰু প্ৰাণেৰে সেৱা কৰিব লাগিব। দুখীয়াবিলাকৰ দুখ মোচনৰ কাৰণে যিজনে অলপ দৈহিক পৰিশ্ৰম কৰি সূতা কাটিব নোখোজে আৰু নানান প্ৰকাৰ মিছা অভিযোগ দৰ্শাই অসমৰ্থতাৰ কাৰণ দেখুৱায়, তেওঁবিলাকে নিশ্চয় সেৱাৰ অৰ্থকে নুবুজে। দুখীয়াবিলাকক নিমন্ত্ৰণ কৰি আনি তেনেকুৱা কাম কৰিবলৈ উদগনি দি যি সূতা কাটে, তেৱোঁ ঈশ্বৰৰ সেৱা কৰে। ভগৱদগীতাত ঈশ্বৰে নিজে কৈছে— "ভক্তিত আপ্লুত হৈ যিজনে মোক অতি সামান্য ভাবেও এটি ফল, এটি ফুল, কিংবা গছৰ পাত এখিলাকে দিয়ে তেৱেঁই মোৰ একান্ত ভক্ত।" "য'ত দুখীয়া নিচলা আৰু সৰ্বহাৰা" লোকসকল থাকে, তাতেই তেওঁৰ চৰণৰ ছাপ পৰে। এই কাৰণে সূতা কটাটোৱেই আটাইতকৈ ডাঙৰ উপাসনা, আটাইতকৈ ডাঙৰ পূজা আৰু সৰ্বোৎকৃষ্ট ত্যাগ।

এই ক্ষুধাতুৰ জনতাৰ দুখত দুখী হোৱাৰ কাৰণে আটাইতকৈ সহজ আৰু ভাল উপায় হৈছে যঁতৰৰ বাণী প্ৰচাৰ কৰাটো। ইয়াৰ কাৰণে মই এই তিনিটা বিধান দিছোঁ ঃ

১) নিজে এজন ভাল সূতা কাটোঁতা হৈ যঁতৰৰ বাণী প্ৰচাৰ কৰিব পাৰাঁ;

২) বিশুদ্ধ খাদি পৰিধান কৰি যঁতৰৰ বাণী প্ৰচাৰ কৰিব পাৰাঁ ;

৩) অৰ্থ দান কৰি যঁতৰৰ বাণী প্ৰচাৰ কৰিব পাৰাঁ।

দুই-চাৰিজন উকীল বা ডাক্তৰে সূতা কাটিলে, তাঁত ব'লে আৰু দুই চাৰিটা নাপিত বা দৰ্জীয়ে দেশৰ সেৱা কৰিলেই যথেষ্ট কৰা হ'ল বুলি ভবা উচিত নহয়।

হেজাৰ হেজাৰ ব্যৱসায়ী মানুহে, শিল্পী আৰু খেতিয়কে হে কৰ্তব্যৰ মোল বুজি দেশৰ সেৱাত আত্মনিয়োগ কৰা উচিত। হাতৰ কাম কৰি খোৱাসকলে সাহিত্যৰ মোল আৰু সাহিত্য বা অইন বুদ্ধি-বৃত্তিৰ ব্যৱসায়ীসকলে হাতৰ কামৰ মোল বুজা উচিত। জাতিক উন্নতিৰ বাটত আগ বঢ়াই নিয়া কামত সকলোৱে সকলো প্ৰকাৰে যত্ন কৰা উচিত আৰু জাতিৰ উন্নতিৰ প্ৰতিবন্ধক স্বৰূপ সকলো কামৰ পৰা বিৰত থকা উচিত।

**শব্দাৰ্থ ঃ** ক্ষুধাতুৰ- ভোকত কাতৰ। প্ৰতিনিধি - কাৰোবাৰ হৈ কাম কৰিবলৈ নিযুক্ত লোক। সমস্যা - জটিল বিষয়। আপ্লুত - নিমগ্ন। প্ৰতিবন্ধক - বাধা। দৈৱিক - দেৱতা সম্পৰ্কীয়। নিস্পেষিত - শোষিত, দলিত। সৰ্বোৎকৃষ্ট - উত্তম।

প্ৰশ্ন ঃ ১) মহাত্মা গান্ধীয়ে কিয় আঠুমূৰীয়া চুৰিয়া পিন্ধিছিল?

২) ঈশ্বৰৰ উপাসনা কৰিবলৈ পাঠটোত কি পন্থা দিছে?

৩) লিখা - "এক প্ৰকাৰে আমি আটাইবিলাক চোৰ।" কেনেকৈ? মহাত্মা গান্ধীয়ে কাক চোৰ বুলিছে?

নতুন সাহিত্য সুধা (অষ্টম ভাগ, ১৮৯৪ শক) অনুবাদ- সং,আ.চ.ব.ৰ

# নৱযুগ

আজি অনুভৱ কৰিছোঁ নতুন যুগৰ আৰম্ভ হৈছে। আমাৰ দেশৰ পুৰণি ইতিহাস যদি আলোচনা কৰোঁ তেনেহলে আমি পাওঁ যে, একো একোটা নতুন নতুন যুগ আহে বৃহত্তৰ ফালে, মিলনৰ ফালে লৈ যাবৰ নিমিত্তে; সমস্ত ভেদ দূৰ কৰাৰ দুৱাৰ মুকলি কৰি দিবলৈ। সকলো সভ্যতাৰ আৰম্ভতে সেই ঐক্যবুদ্ধি। মানুহ অকলে থাকিব নোৱাৰে। তাৰ সত্যটো এয়ে যে, সকলোৰে সংযোগত মানুহ ডাঙৰ হয়। সকলোৰে লগত মিলিব পাৰিলেই সাৰ্থকতা আছে; এয়ে হ'ল মানুহৰ ধৰ্ম। য'তে এই সত্য মানুহে স্বীকাৰ কৰিছে তাতেই মানুহৰ সভ্যতা গঢ়ি উঠিছে। যি সত্যই মানুহক একত্ৰ কৰে, বিছিন্ন নকৰে। সেইটোকে য'ত মানুহে আবিষ্কাৰ কৰিব পাৰিছে সেই ঠাইতেই মানুহ জী উঠিছে। ইতিহাসৰ যি ঠাইত মানুহ একত্ৰ হৈছে কিন্তু মিলিব পৰা নাই, পৰস্পৰক অবিশ্বাস কৰিছে, অৱজ্ঞা কৰিছে, পৰস্পৰৰ স্বাৰ্থক লাভ কৰিব পৰা নাই, সেই ঠাইত মানুহৰ সভ্যতা গঢ়ি উঠিব পৰা নাই।

জাপানত মোক এজন জাপানী বৌদ্ধই কৈছিল যে, বুদ্ধদেৱৰ উপদেশ মতে তেওঁ বিশ্বাস কৰে যে মৈত্ৰী অকল এটা হৃদয়ৰ ভাবেই নহয়। ই এটা বিশ্বসত্য। যেনেকৈ সত্য এই আকাশৰ আলোক - ই কেৱল কল্পনা নহয়, ভাব নহয়। আলোক নিতান্ত সত্য বাবেহে তৰুলতা জীৱজন্তুৱে প্ৰাণ পাইছে। সমস্ত শ্ৰী সৌন্দৰ্য্য সম্ভৱ হৈছে। এই আলোক যেনেকৈ সত্য তেনেকৈ সত্য এই মৈত্ৰী, প্ৰেম। মোৰ অন্তৰতো সত্য, বাহিৰতো সত্য। তেওঁ ক'লে, মই জানোঁ, এই যে গছ-পাত আদি লৈ মই আছোঁ এই কাম এটা মালীয়েও কৰিব পাৰিলেহেঁতেন; কিন্তু সি সেই প্ৰেমৰ সত্যটো স্বীকাৰ কৰিব নোৱাৰিলেহেঁতেন; সি কেৱল তাৰ কৰ্তব্য কৰি গ'লহেঁতেন, ভালপোৱা সত্যৰ পৰা সি গছ-পাতবোৰক বঞ্চিত কৰিলেহেঁতেন। বিশ্বৰ অন্তৰত যিটো সত্য আছে, প্ৰেমৰ দ্বাৰাই মই সেই সত্য উদ্ৰেক কৰিছোঁ, সেই কাৰণেই মোৰ কাম পূৰ্ণ হৈছে।

বৌদ্ধশাস্ত্ৰত যাক পঞ্চশীল বোলে সি কেৱল 'না' বোৰৰ সমষ্টি, কিন্তু এই আটাইবোৰ বিধি নিষেধৰ ওপৰত আৰু অন্তৰত আছে প্ৰেম, সি 'না' নহয় 'হাঁ'। মুক্তি তাৰ মাজতেই আছে। সকলো জীৱনৰ প্ৰতি প্ৰেম যেতিয়া অপৰিমেয় হ'ব, প্ৰতিদিনে সকলো অৱস্থাৰ মাজতো যেতিয়া কামনা কৰিম সকলোৰে ভাল হক, সেই অৱস্থাকে বুদ্ধই ব্ৰহ্মবিহাৰ বুলিছে, অৰ্থাৎ বৃহৎ সত্য যিজন তেওঁক পোৱা। এইটোৱেই 'হাঁ' কেৱল মাত্ৰ পঞ্চশীল বা দয়াশীল 'না'। মানুহৰ জীৱনত য'ত প্ৰেমৰ শক্তি, ত্যাগৰ শক্তি সচেষ্ট সেই ঠাইতে সি সাৰ্থক; নহলে সি নিজৰ সত্য ৰূপটো নাপায়। পদে পদে ছিন্নবিচ্ছিন্ন জীৰ্ণ হৈ পৰে। য'ত সমাজৰ প্ৰেম হৃদয়ৰ পৰা সেই প্ৰেম নানা কৰ্মৰ মাজেদি সেৱাৰ মাজেদি নিজকে প্ৰকাশ কৰে তাতেই মানৱ সমাজ কল্যাণৰ শক্তিৰে সুন্দৰ হৈ উঠে আৰু য'ত প্ৰেমৰ অভাৱ তাতেই বিনাশ।

ভাৰতবৰ্ষত এসময়ত আৰ্য্য আৰু অনাৰ্য্যৰ সংগ্ৰামত মানুহৰ সত্য পীড়িত হৈছিল; ভাৰতবৰ্ষই তেতিয়াও প্ৰতিষ্ঠা লাভ কৰা নাছিল। তাৰ পাছত আৰু এটা যুগ আহিল। ৰামায়ণত আমি তাৰ আভাস পাওঁ, তেতিয়া আৰ্য্য-অনাৰ্য্যৰ যুদ্ধৰ অৱসান হৈ মিলনৰ কাল আহিছিল। শ্ৰীৰামচন্দ্ৰই সেই মিলনৰ সত্যক প্ৰকাশ কৰিছিল। এনে অনুমান কৰিবৰ হেতু আছে। আমি আৰু দেখিছোঁ, এসময়ত যি আনুষ্ঠানিক ধৰ্ম কৰ্মকাণ্ড হিছাপে প্ৰধান হৈ উঠিছিল, অন্য সময়ত সিয়েই জ্ঞানৰ প্ৰাধান্য স্বীকাৰ কৰি বিশ্বভৌমিকতাক বৰণ কৰিছে। তেতিয়া এই বাণী উঠিল যে, নিৰৰ্থক কঠোৰ তপস্যা নহয়। আত্মপীড়ন নহয় - সত্যই তপস্যা। দান তপস্যা, সংযম তপস্যা। ক্ৰিয়াকাণ্ড স্বভাৱতে সংকীৰ্ণ সীমাবদ্ধ, যি সকলোৰে নহয়; সি বিশেষ দলৰ অনুষ্ঠান, সম্প্ৰদায়ৰ অনুষ্ঠান। যি ধৰ্ম কেৱল বাহিৰৰ অনুষ্ঠানৰ মাজতে শৃঙ্খলিত সেই ধৰ্মৰ কি প্ৰয়োজন। অগ্নিকুণ্ডৰ মাজত নিজৰ প্ৰাণ আহুতি দি ব্যক্তিবিশেষে যি অদ্ভুত কৰ্ম কৰিলে তাৰ পৰা কাৰ কি উপকাৰ হ'ল। কিন্তু, যিজন প্ৰকৃত যোগী, সকলোৰে লগত যোগ হৈ তেওঁ বিশ্বআত্মাৰ লগত যুক্ত; তেওঁ ক'লে, যি টি মঙ্গল, যি সকলোৰে ভালৰ কাৰণে, সেয়েই তপস্যা। তেতিয়া বদ্ধ দুৱাৰ মুকলি দ্ৰব্যময় যজ্ঞত মানুহে কেৱল নিজৰ সিদ্ধি বিচাৰে। জ্ঞানযজ্ঞত সকলোৰে কাৰণে আসন পতা হ'ল। সমস্ত মানুহৰ মুক্তিৰ আয়োজন হ'ল সেই ঠাইতে। এই কথা স্বীকাৰ কৰা মাত্ৰকে নতুন অধ্যায় আৰম্ভ হয়। ভগবদ্ গীতাত আমি এই নতুনৰ সন্ধান পাওঁ। য'ত ত্যাগৰ দ্বিতীয় ধৰ্মক বিশুদ্ধ কৰাৰ কথা কোৱা হৈছে, নিৰৰ্থক অনুষ্ঠানৰ মাজত আৱদ্ধ ৰাখিবলৈ কোৱা নাই। ইহুদীবিলাকৰ মাজতো দেখোঁ, ফেৰিচিবিলাকে সংস্কাৰ আৰু অনুষ্ঠানকে আগশাৰীত ঠাই দি আহিছিল। যীচুৱে ক'লে : ই একো ডাঙৰ কাম নহয়। কি খালোঁ কি পিন্ধিলোঁ সেই কথাৰে মানুহ শুচি হ'ব নোৱাৰে, অন্তৰত সেই কৰ্ম অনুষ্ঠানবিলাকে কি ৰূপ লৈছে তাৰ দ্বাৰাইহে শুচিতাৰ বিচাৰ হয়। ই নতুন যুগৰ চিৰন্তন বাণী।

আমাৰ যদি আজি শুভবুদ্ধি আহিছে তেন্তে সকলোকে

আমি সম্মিলিত কৰিবৰ সাধনা কৰিম। আজি ভাবিবৰ সময় আহিল। মানুহৰ স্পৰ্শত অশুচিতাৰ আৰোপ কৰি অৱশেষত সেই স্পৰ্শৰ দ্বাৰাই দেৱতাৰ শুচিতাও স্পৰ্শ কৰাৰ কল্পনাহে আমি কৰোঁ। আমি ইয়াৰ দ্বাৰাই দেৱতাৰ স্বভাৱকো নিন্দাহে কৰোঁ। তেতিয়া আমি সম্প্ৰদায়ৰ মন্দিৰত অৰ্ঘ্য দিওঁ। বিশ্বনাথৰ মন্দিৰত বিশ্বদ্বাৰ বন্ধ কৰি দি তেওঁৰ অৱমাননা কৰোঁ। মানুহক লাঞ্ছিত কৰি হীন কৰি থৈ পুণ্য বোলোঁ কাক। আশা কৰিছোঁ দুৰ্গতিৰ শেষ সীমা পাৰ হ'বৰ আজি সময় আহিছে। আজি নতুন যুগ আহিছে। আৰ্য্য অনাৰ্য্যৰ এদিন যেনেকৈ মিলন ঘটিছিল, শ্ৰীৰামচন্দ্ৰই যেনেকৈ চণ্ডালকো বুকুত সুমাই লৈছিল, সেই যুগ আজি সমাগত। আজিও যদি আমাৰ মাজলৈ প্ৰেম নাহে, কঠিন কঠোৰ নিষ্ঠুৰ অৱজ্ঞাৰে মানুহৰ পৰা মানুহক আঁতৰাই থওঁ। তেন্তে জীয়াই থাকিম কেনেকৈ?........

মানুহক কৃত্ৰিম পুণ্যৰ দোহাই দি আঁতৰাই ৰাখিছোঁ। সেই অভিশাপতে আজি সমস্ত জাতি অভিশপ্ত।

---

ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'নৱযুগ' প্ৰবন্ধৰ অনুবাদ।

নৱযুগ, প্ৰথম বছৰ, প্ৰথম সংখ্যা, ৫কাতি, ১৮৮৫শক

# কবি লী-প'

যেতিয়া টাং নামে এটা বংশৰ ৬ষ্ঠ ৰজাজনে চীনদেশ শাসন কৰিছিল, সেই সময়ত তেওঁৰ সভাত লী-প' নামে এজন বৰ বিখ্যাত ৰাজ-কবি আছিল। সেই জন কবিৰ নাম এতিয়ালৈকে পৃথিৱীত যাউতিযুগীয়া হৈ আছে। চীন দেশত তেওঁৰ সমান ডাঙৰ কবি আজিলৈকে আৰু ওপজা নাই। কিন্তু তোমালোকে শুনি আঁচৰিত হ'বা যে তেওঁ বৰ অদ্ভুত ধৰণৰ মানুহ আছিল। পাৰেমানে কানি ভাং খাই বলিয়াৰ নিচিনাকৈ বাটে ঘাটে ফুৰি ফুৰে আৰু মুখে মুখে কবিতা ৰচনা কৰি য'তে ত'তে গাই ফুৰে। আনকি কেতিয়াবা কেতিয়াবা গাওঁ - বৈৰাগী হৈ কেলেহুৱা মানুহৰ দৰে ঘৰে ঘৰেও ঘুৰি ফুৰে। যেতিয়া তেওঁৰ বয়স ৩৭ বছৰ সেই সময়ত ৰজাৰ পৰিষদ এজনে তেওঁক লৈ গৈ ৰজাত ভেট কৰালে। পাছে কবি লী-প'ই গোৰা কবিতাবোৰ শুনিয়েই ৰজা মোহ গ'ল। আৰু তেওঁ ইমান সুন্দৰ কবিতা ৰচনা কৰিব পৰা দেখি সন্তুষ্ট হৈ ৰজাই নিজহাতে উতলাই এবাটি 'চুৰুবা' (আমাৰ চাহৰ নিচিনা এবিধ পানী চীন দেশত খাইছিল। চাহ খোৱা নিয়মো সেই ফালৰ পৰাহে অহা। চীন দেশৰ 'টা' বোলা গছ আমাৰ চাহ গছৰে একে।) আনি কবিক খাবলৈ দিছিলহি। সেই দিনা ৰজাই তেওঁক ৰাজ-কবি কৰি ল'লে। সেই সময়ত ৰাজ্য বৰ শান্তিৰে আছিল কিন্তু তাত একোৰে বাছ-বিচাৰ নাছিল। মদ খোৱা যে দোষৰ কথা এনে বুলিও কোনেও গণিতাকে নকৰিছিল। লী-প'ই মদ খাই আলিবাটত পৰি থাকে। এবাৰ ৰজাৰ সভাত মহা উৎসৱ। তাতে ৰজাই সুধিলে, 'আমাৰ এই শুভ দিনত আজি কবিক বা দেখা নাই কিয়?' তেওঁক ইয়ালৈ অনাওক বুলি আজ্ঞা হ'ল। চাৰিওফালে দূত দুৱৰী কবিক বিচাৰি পিয়াপি দিলে। শেহত গৈ দেখে যে, মদ খাই মতলীয়া হৈ কবি ৰাজ-বাটৰ কেঁকুৰিত আধা-মৰা হৈ পৰি আছে। পিছে কটকীবোৰে সেই দৰেই তেওঁক দাং-কোলাকৈ তুলি লৈ আহিল। কিন্তু তেওঁৰ এনে অদ্ভুত শক্তি আছিল যে, সেই মতলীয়া অৱস্থাতে তেওঁ অতি মধুৰ কবিতা ৰচনা কৰি সকলোকে গাই শুনালে। তেওঁৰ ক্ষমতা দেখি সভাসদসকলে অবাক হৈ ধন্য ধন্য কৰিবলৈ ধৰিলে।

এওঁৰ মৰাৰ কথা আৰু সুন্দৰ। এদিন জোনাক নিশা কবিয়ে তেওঁৰ বন্ধু কেইজনমানে সৈতে এটা হ্ৰদত নাও খেলাবলৈ গৈছিল। বিভোল হৈ থকা হ্ৰদৰ পানীত নাওঁ বাই যাওঁতে সৰু সৰু চ'উবোৰত জোনৰ পোহৰ পৰি জিলিক-জালাক কৰি জলমলাই উঠিল। আকাশৰ জোনে আহি পৃথিৱীৰ পানীৰ লগত এনে মনমোহা ধেমালি কৰা দেখা পাই কবিৰ মন-আনন্দত নাচিবলৈ ধৰিলে। তেওঁৰ মন গ'ল যেন সেই পানীৰ ওপৰত জলমলাই থকা জোনৰ পোহৰবোৰ তেওঁ বুকুত সাৱটি লবগৈ। এই কথা ভাবি তেওঁ নাবৰ পৰা হাত মেলি সেই জিলমিলিবোৰ কিবা বস্তুৰ দৰে ধৰিবলৈ তলমুৰ কৰিলে। সেইদৰে থাকোঁতে তেওঁ একেবাৰেই পাহৰি গ'ল যে, সেইবোৰ সঁচাসঁচি বস্তু নহয় অকল পানীৰ ওপৰত জোনৰ পোহৰহে! এনেকৈ ভোল গৈ থাকোঁতেই এবাৰ টুপুং কৰে তেওঁ তললৈ সৰি পৰিল। হ্ৰদৰ বুকুত জলমলাই থকা হেজাৰ হেজাৰ জোনে লী-প'ক চিৰকালৰ কাৰণে আবৰি পেলালে। ঈশ্বৰে যেন কবিক কবিতাৰ মাজতে মৰিবলৈ দিছিল। চীন দেশৰ মানুহে আজি কালিও 'স্বৰ্গৰ জীৱ' বুলি লী-প'ৰ পৰিচয় দিয়ে। তেওঁ সঁচাকৈয়ে এজন ক্ষমতাশালী কবি আছিল।

---

আমাৰ দেশ, আহিন ১৮৫৫ শক, দ্বিতীয় বছৰ, ষষ্ঠ সংখ্যা

# সাহিত্যৰথী বেজবৰুৱাৰ ব্যক্তিত্ব

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ সাহিত্য-প্ৰতিভা যিদৰে বিচিত্ৰতাপূৰ্ণ তেখেতৰ জীৱন-বুৰঞ্জীও তদ্ৰূপ বিবিধ ঘটনাৰ সমাবেশত পৰিপূৰ্ণ। ১৮৯০ খ্ৰীষ্টাব্দত কলিকতাৰ এছমুব্ৰি কলেজৰ পৰা বি.এ. পাছ কৰা বাতৰিটো পাই বেজবৰুৱা ডাঙৰীয়াৰ পিতৃ দীননাথ বেজবৰুৱাদেৱে 'একেচাবেই উঠি গোঁসাই ঘৰত সোমালগৈ আৰু তাত থকা থাপনাৰ ফালে মূৰ থৈ সাষ্টাঙ্গে সেৱা কৰিলে।' জীৱন সোঁৱৰণত বেজবৰুৱাই নিজেই লিখিথৈ গৈছে যে তেখেতসকলৰ গোঁসাইঘৰত থকা থাপনাত কীৰ্তন, দশম, ঘোষা, ৰত্নাৱলী পুথি থৈ, তাৰ ওপৰত পাহে পাহে সোণ আৰু ৰূপৰ ফুল লগোৱা বগা কাপোৰ দি ঢাকি থোৱা হৈছিল। থাপনাৰ সোঁফালে একে শাৰীতে সুকীয়াকৈ শালগ্ৰাম সমূহ ৰখা হৈছিল ; আৰু তাৰ পূজা দেউতাকে নিজে কৰিছিল। তাৰ উপৰিও এখন ডাঙৰ কৃষ্ণ-মূৰ্তিও নিতৌ পূজা কৰা হৈছিল।

এই কথাকেইটি কোৱাৰ উদ্দেশ্য হ'ল পাঠকসকলক বেজবৰুৱাদেৱৰ নৈষ্ঠিক আচাৰ পদ্ধতি সম্পৰ্কে পৰিচয় কৰোৱা। ঈশ্বৰভক্ত দীননাথ বেজবৰুৱা ডাঙৰীয়াই মৰমৰ পুতেকে বি, এ মহলাত উঠাৰ বাবে গোঁসাই ঘৰত সোমাই ইষ্টদেৱতাৰ চৰণত সাষ্টাঙ্গে প্ৰণিপাত কৰি নিশ্চয় সু ভৱিষ্যতৰ আশা কৰিছিল।

বেজবৰুৱাই জীৱন-সোঁৱৰণত কৈছে ঃ "সেই সময়ত অসমত বি,এ, পাছ কৰাটো অসাধাৰণ ব্যাপাৰ আছিল। সুবিখ্যাত জগন্নাথ বৰুৱাই তেতিয়া অসমত বি, এ, জগন্নাথ। যদিও আনন্দৰাম বৰুৱা তেওঁৰ আগেয়েই বি, এ, হৈছিল তথাপি আনন্দৰাম চিভিল চাৰ্ভিচ পাছ কৰি চিভিলিয়ান হৈছিল দেখি সেই সৰু খ্যাতি তল পৰি তেওঁৰ চিভিলিয়ান বৰ খ্যাতি ওপৰ উঠিছিল আৰু সেই দেখিয়েই অসমত প্ৰথম বি, এ, পাছ বুলি জগন্নাথ বৰুৱা 'বি,এ, জগন্নাথ' নামেৰে বিখ্যাত হৈছিল।'...

বেজবৰুৱাই বি, এ, পাছ কৰা সংবাদটো শিৱসাগৰ নগৰবাসী সকলোৰে কাৰণে আনন্দৰ বিষয় হৈছিল আৰু দীননাথ বেজবৰুৱা ডাঙৰীয়াই সেইবাবে গৌৰৱ অনুভৱ কৰি পুতেকক মূৰ শুঙি আশীৰ্বাদ দিছিল। ডাঙৰীয়া দীননাথ বেজবৰুৱা আছিল এজন চৰকাৰী বিষয়া - একষ্ট্ৰা এছিষ্টেন্ট কমিশ্যনাৰ। পুতেকে বি,এ, পাছ কৰাৰ পিছত তেখেতে আশা কৰিছিল লক্ষ্মীনাথো এজন হাকিম হৈ বংশৰ মৰ্যাদা বৃদ্ধি কৰিব। আসাম গৰ্ভণমেণ্টে দুবাৰকৈ লক্ষ্মীনাথ বেজবৰুৱাক সেই পদ যাচিছিল। কিন্তু তেখেতে নললে। যি সময়ত চৰকাৰৰ ঘৰত হাকিম হৈ বহাটো পৰম সৌভাগ্যৰ কথা আছিল, সেই সময়ত বেজবৰুৱাই দুবাৰকৈ সেই পদ প্ৰত্যাখ্যান কৰা কথাই তেখেতৰ স্বাধীন চিতীয়া মনোভাৱৰ পৰিচয় দিছে। তেখেতে নিজেই কৈছে ঃ

"মোৰ তেতিয়া অন্তৰৰ গূঢ়াতিগূহ্য প্ৰদেশৰ পৰা এই ভাব আৰু সংকল্প ওলাইছিল যে মই স্বাধীনভাৱে পৰিশ্ৰম কৰি এমুঠি ভাত খাম, পৰৰ গোলামী কৰি নহয়। তেনেহলেই মই তৰি যাম। স্বাধীন ব্যৱসায় বা চেষ্টাত মই যদি বৰ ডাঙৰ হ'ব পাৰোঁ ভালেই। নহ'লে নাই ; তথাপি পেটে-ভাটে খাই তেনে জীৱন যাপন কৰাটোৱেই মোৰ উচ্চ আকাঙ্খ্যা আছিল ; আৰু আজিও আছে। সেই দেখি মই আসাম গৱৰ্ণমেণ্টে যচা চাকৰি নললোঁ।"

স্বদেশহিতৈষী, দৃঢ়সংকল্প লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱন-বুৰঞ্জীত এইটো মহাবীৰ লাচিতৰ দৰেই বীৰত্ব - ব্যঞ্জক প্ৰথম পদক্ষেপ। অনিশ্চিত ভৱিষ্যতৰ পিনে সাহসেৰে গতি কৰিবলৈ বেজবৰুৱাই বুকুত অসীম বল বান্ধি ল'লে। চৰকাৰী চাকৰি গ্ৰহণ নকৰা বাবে বেজবৰুৱাৰ পিতৃদেৱ আৰু বৰ ককায়েক গোবিন্দ বেজবৰুৱাই মৰ্মান্তিক দুখ পালে। তেওঁবিলাকৰ মনলৈ লক্ষ্মীনাথৰ ভৱিষ্যত সম্বন্ধে এটা নৈৰাশ্যৰ ভাব আহিল। কিন্তু লক্ষ্মীনাথ বেজবৰুৱাই সেই সম্পৰ্কে একো কথা নকলে। কলিকতালৈ উভতি গৈ আইন আৰু এম. এ. একেলগে পঢ়িবলৈ থিৰ কৰিলে। বি.এ. পাছ কৰাৰ লগে লগে বেজবৰুৱাৰ বিয়াৰ কথা ওলাল। স্বাধীনচিতীয়া বেজবৰুৱাই ভাবিছিল যে, পঢ়ি-শুনি আটাই যেতিয়া তেখেতে স্বাধীনভাৱ ধন উপাৰ্জন কৰিব তেতিয়াহে বিয়া হ'ব. আৰু আগতে তেখেতে বিয়া নকৰাওঁ বুলি স্থিৰ কৰিছিল। ইহাতে শিৱসাগৰত মাক-দেউতাকে এঘৰ সম্ভ্ৰান্তলোকৰ ঘৰৰ এটি কন্যাৰ সৈতে লক্ষ্মীনাথৰ বিয়া বন্দোবস্ত কৰিলে। বৰ কাকায়েকে টেলিগ্ৰাম কৰি জনালে যে, তেওঁৰ বিয়াৰ দিন স্থিৰ হ'ল, তৎক্ষণাৎ আহিব লাগে। ইয়াৰ উত্তৰত বেজবৰুৱাই ঘৰলৈ টেলিগ্ৰাম কৰি জনালে যে, মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ নাতিনীয়েকৰ সৈতে তেখেতৰ বিয়া স্থিৰ হৈ গ'ল।

এই টেলিগ্ৰাম শিৱসাগৰত বজ্ৰপাতৰ দৰে হ'ল। বেজবৰুৱাৰ পিতৃ-মাতৃ, ককাই-ভাই, ওচৰ-চুবুৰীয়া আদি সকলো হতভম্ব হ'ল। শিৱসাগৰৰ পৰা খনে খনে টেলিগ্ৰাম কলিকতালৈ গ'ল। শেহত বেজবৰুৱাই খাটাং ভাবে টেলিগ্ৰাম যোগে জনাই

---

প্ৰবন্ধাৱলী

দিলে, - "কাইলৈ ১১/৩/১৮৯১ তাং মোৰ বিয়া হ'ব।" জীৱন সোঁৱৰণত বেজবৰুৱাই লিখিছে ঃ

"মোৰ বিয়াৰ এই খবৰে ৰংপুৰ, যোৰহাট, গোলাঘাটত কত জল্পনা কল্পনাৰ আন্দোলন সৃষ্টি কৰিলে, সেইবোৰৰ বিৱৰণ দি আৰু প্ৰবন্ধ নিদীঘলাওঁ।'......

এইখিনিতে বেজবৰুৱাই এই সম্পৰ্কে ঘটা অপ্ৰীতিকৰ অৱস্থা এটা লুকাই থ'লে। ব্ৰাহ্মধৰ্মী বঙ্গালী ঠাকুৰ পৰিয়ালৰ ছোৱালী বিয়া কৰোৱা বাবে নৈষ্ঠিক দীননাথ বেজবৰুৱা আৰু মাক আদিয়ে মৰ্মান্তিক শোক পালে। শিৱসাগৰৰ বেজবৰুৱা বংশৰ পৰাই আমি এই কথা জানো যে, লক্ষ্মীনাথ বেজবৰুৱাৰ বিয়াৰ দিনাই মাক-বাপেকে সেইটো ল'ৰা মৰিল বুলি চৰু পেলাই দিলে। কোৱা শুনিছোঁ দীননাথ বেজবৰুৱাই হেনো এইদৰে কৈছিল, "সি মোক যেনেকৈ পুত্ৰ-সুখৰ পৰা বঞ্চিত কৰিলে সি নিজেও তেনে সুখৰ পৰা বঞ্চিত হ'ব।" অসমত যেতিয়া বেজবৰুৱা ডাঙৰীয়াৰ মৃত্যু হ'ল, তেতিয়া অনেক অতীত কাহিনী মুখে মুখে শুনিছিলোঁ। শিৱসাগৰৰ এজন বয়োবৃদ্ধ বেজবৰুৱাই কৈছিল বোলে, বাপেকৰ শাও লগা বাবেই লক্ষ্মীনাথ বেজবৰুৱাৰ পুত্ৰ নহ'ল।

বেজবৰুৱাৰ বিয়াই জীৱন-যাত্ৰাৰ পথ পৰিবৰ্তন কৰিলে। ঠাকুৰ পৰিয়ালৰ এটি শিক্ষিত কন্যাক মেছুত থাকি পঢ়া অসমীয়া ডেকালৈ বিয়া দিয়া এটা ৰহস্য যেন হৈ থাকিল। বেজবৰুৱাৰ সংকল্প নিটিকিল। আনহাতে একো উপাৰ্জন নাইকিয়া এজন কলেজীয়া ছাত্ৰই কিহেৰে কলিকতাত বিয়া পাতিলে সিও ভাবিব লগীয়া কথা।

ব্ৰাহ্মধৰ্মৰ প্ৰতি কলিকতাৰ গোড়া হিন্দু সমাজৰ শুভদৃষ্টি নাছিল। অসমতো ব্ৰাহ্মসকলৰ প্ৰতি তেনেকুৱাই মনোভাব আছিল। এনে মনোভাব দূৰ কৰি বেজবৰুৱাই একো বেয়া কাম কৰা নাই বুলি ঠাৱৰ কৰিবৰ নিমিত্তে জীৱন-সোঁৱৰণত লিখিছে ঃ

" ... আদি ব্ৰাহ্মসমাজৰ ৰীতি-নীতি ভালেখিনি হিন্দুৰ লগত মিলে। আজিলৈকে চেঞ্চাছ ৰিপোৰ্টত আদি ব্ৰাহ্মসমাজৰ মানুহে নিজক হিন্দু বুলি লিখাইহে গৌৰৱ অনুভৱ কৰে।' ....

যিহওক বেজবৰুৱাৰ এইখিনিতে এটা ডাঙৰ পৰিবৰ্তন ঘটিল। প্ৰাচীন সংস্কৃতিৰ প্ৰতি গভীৰ অনুৰাগ থকা ঠাকুৰ পৰিয়ালৰ মনীষীসকলৰ সংস্পৰ্শত অহা বাবে প্ৰতিভাশালী অসমীয়া ডেকা বেজবৰুৱাৰ চিন্তাধাৰা তেওঁবিলাকৰ লগত খাপ খোৱা হৈ আহিল।

তেতিয়া মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰ জীয়াই আছিল। খ্যাতনামা দাৰ্শনিক দ্বিজেন্দ্ৰ ঠাকুৰ, বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰ, অবনীন্দ্ৰ নাথ ঠাকুৰ আদিৰ লগত বৈবাহিকসূত্ৰে সম্বন্ধ স্থাপিত হোৱাৰ ফলত বেজবৰুৱাই জ্ঞানবুদ্ধিৰেও তেওঁবিলাকৰ লগত ফেৰ মাৰি নিজৰ ব্যক্তিত্ব প্ৰকাশ কৰিবলৈ অন্তৰত প্ৰেৰণা লাভ কৰিলে।

প্ৰজ্ঞাসুন্দৰী দেৱীৰ লগত বিয়া হোৱাৰ পাছত এদিন বেজবৰুৱা আৰু তেখেতৰ নব-পৰিণীতা ভাৰ্য্যা দুয়ো মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰক সেৱা জনাবলৈ গ'ল। মহৰ্ষিয়ে নাতিনী জোঁৱায়েক বেজবৰুৱাক এটা সোণৰ কলম উপহাৰ দি আশীৰ্বাদ কৰিলে, "এই কলমৰ পৰা তোমাৰ সুনিপুণ লেখা ওলাব।" নাতিনীয়েক প্ৰজ্ঞাসুন্দৰীক এপাহ গোলাপ ফুল দি ক'লে, "তোমাৰ যশৰ সৌৰভ এই ফুলৰ সৌৰভৰ দৰে চৌদিশে বিস্তাৰ হ'ব।"

মহৰ্ষিৰ আশীৰ্বাদ আৰু সোণৰ কলমটোৱে অসমীয়া ভাষা আৰু সাহিত্যত লক্ষ্মীনাথ বেজবৰুৱাক সাহিত্যৰথী হিচাপে প্ৰতিষ্ঠা কৰিলে আৰু তেখেতৰ অৱদান যাউতীযুগীয়া কৰিলে। লগে লগে আমি অসমীয়া সমাজো গৌৰৱান্বিত হ'লো।

ঠাকুৰ পৰিয়ালৰ লগত বৈবাহিক সম্পৰ্ক স্থাপন হোৱাৰ পাছত বেজবৰুৱা ডাঙৰীয়া কেনেকৈ সাহিত্য আলোচনাৰ মাজত সোমাল তাৰ বিষয়ে আলোচনা কৰিলে আমি দেখিবলৈ পাওঁ যে, ইয়াৰ গুৰিতে আছিল ঠাকুৰ বংশৰ সাহিত্যিক ডেকাসকলৰ যত্নত স্থাপিত "সুহৃদ সমিতি।"

"সুধীন্দ্ৰনাথ ঠাকুৰ, বলেন্দ্ৰনাথ ঠাকুৰ প্ৰভৃতি ডেকাসকলে "সুহৃদ সমিতি" নাম দি এখন সমিতি জোড়াসাঁকোৰ ঘৰতে পাতিলে, আমি আটাইবোৰ সেই সমিতিৰ সভ্য হলোঁহঁক। বাহিৰৰ দুই চাৰিজন ডেকা শিক্ষিত বন্ধুকো তাত স্থান দিয়া হৈছিল। সপ্তাহৰ ভিতৰত এদিনকৈ তাৰ অধিবেশন বহিছিল। সভাৰ উদ্দেশ্য — সভ্যসকলৰ মাজত মিলাপ্ৰীতিৰ ভাব বঢ়োৱা। উপায়— সাহিত্য চৰ্চা আৰু অন্তত মধুৰ প্ৰীতি ভোজন। সমিতিৰ কেবাখনো অধিবেশন হৈছিল। তাত সভ্যসকলৰ দ্বাৰাই ৰচিত ইংৰাজী আৰু বঙলা ভাষাত ৰচনা পঠিত হৈছিল আৰু তাৰ সমালোচনা চলিছিল। তাৰ পৰাই "সাধনা" নামৰ বঙলা মাহেকীয়া কাকতৰ জন্ম হয়। তাৰ সম্পাদকৰ পদত সুধীন্দ্ৰনাথ ঠাকুৰক বৰুৱা হৈছিল। কিছু দিনৰ পিছত সুধীন্দ্ৰনাথৰ ঠাই ৰবীন্দ্ৰনাথ ঠাকুৰে ল'লে। "সাধনা"ই বঙ্গলা মাহেকীয়া কাকতবোৰৰ ভিতৰত শ্ৰেষ্ঠ আসন অধিকাৰ কৰিছিল। কিছুকালৰ পিছত 'সাধনা' অন্তৰ্দ্ধান হ'ল। সমসমায়িক নহ'লেও সেই পৰিবাৰৰ পৰা আৰু এখন মাহেকীয়া বঙ্গলা কাকতৰ জন্ম হৈছিল। তাৰ গুৰি ধৰোতা আছিল মোৰ নিজা জেঠেৰী হিতেন্দ্ৰনাথ ঠাকুৰ, ক্ষিতীন্দ্ৰনাথ ঠাকুৰ আৰু ঋতেন্দ্ৰনাথ ঠাকুৰ। সম্পাদিকাৰ আসনত মোৰ সহধৰ্মিণী শ্ৰীমতী প্ৰজ্ঞাসুন্দৰী দেৱী। এবছৰমানৰ পিছত সেইখন কাকতো শূন্যত বিলয়প্ৰাপ্ত হ'ল।"

এইখিনিতেই অসমীয়া লক্ষ্মীনাথ বেজবৰুৱাই আত্মপ্ৰকাশ কৰিবলৈ অপূৰ্ব সুযোগ পালে। "ঠাকুৰ পৰিয়ালৰ এই সাহিত্যিক মহিলা আৰু পুৰুষসকলে অসমীয়া ভাষা আৰু ভাষাৰ পাৰ্থক্য আৰু বঙ্গলা ভাষাৰ শ্ৰেষ্ঠত্বৰ বিষয়ে লাহে লাহে মোৰ

সৈতে আলোচনাত প্ৰবৃত্ত হ'বলৈ ধৰিলে। তেওঁলোকেই আগবাঢ়ি আহি মোক তৰ্কযুদ্ধত সুমাই ল'লে। অগত্যা মই সোমাব লগীয়াত পৰিলোঁ যদিও তেনে (Unpleasant) অৰ্থাৎ অপ্ৰীতিকৰ কাৰ্যত সোমাবৰ মন মোৰ সমূলি নাছিল। তেওঁলোকে ভাবিছিল, পূৰ্ববঙ্গৰ ভাষাও যেনেকৈ নদীয়া-শান্তিপুৰ কলিকতীয়া ভাষাৰ এটা বেবেৰিবাং অৱস্থা বা দুৰৱস্থা অসমীয়া ভাষাও তেনে। তেওঁলোকৰ ইচ্ছা, মই অসমীয়া ভাষাৰ হকে চেষ্টা-চৰিত্ৰ পৰিত্যাগ কৰি বঙ্গভাষাৰ উন্নতি কামনাত লাগি যাওঁ। তাৰ গুৰিতে এনে এটা ভাবো আছিল যে তেওঁলোকৰ পৰিবাৰ ভুক্ত জোঁৱাই মই যেন সম্পূৰ্ণৰূপে বঙ্গালী হৈ যাওঁ।"

বেজবৰুৱাই জীৱন-সোঁৱৰণত কোৱা এই কথা কেইটি বিশেষ ভাৱে প্ৰণিধানযোগ্য। ঠাকুৰ পৰিয়ালৰ বংশ গৌৰব, শিক্ষা-সংস্কৃতি, উচ্চমানসম্পন্ন জীৱন-নিৰ্বাহৰ প্ৰণালীৰ মাজত সোমাই সেই সময়ত অকলশৰীয়া অসমীয়া লক্ষ্মীনাথ বেজবৰুৱাই কি অসীম মনোবল আৰু স্বদেশপ্ৰেমৰ জুই বুকুত লৈ আত্মপ্ৰতিষ্ঠা কৰিলে আৰু কেনেকৈ এজন নিভাঁজ অসমীয়া হৈ থাকিল এই কথা বেজবৰুৱাৰ জীৱন-চৰিতত যাউতিযুগীয়া হৈ থাকিব। বেজবৰুৱাই ঠাকুৰ পৰিয়ালৰ আশাৰ মূৰত ৰাম টাঙোন মাৰিলে। তেখেতে কৈছে ঃ

"তেওঁলোকৰ সুখৰ সপোনত ব্যাঘাত ঘটিল ; মই তেওঁলোকক নিৰাশ কৰিলোঁ। অসমীয়া ভাষাৰ হকে মোৰ হাতত ডাঙৰ টাঙোনডাল দেখি তেওঁলোকৰ মন ভাগি গ'ল। দিনে দিনে ভাষাৰ তৰ্কৰ পথাৰখন বহল হৈ যাবলৈ ধৰিলে আৰু ডেকাদলৰ অধিপতি "ৰবিকাকাইও" গতি বিষম দেখি মৌনতাৱলম্বন কৰিলে।"

এইজন এলাপেচা বীৰ নে? ঠাকুৰ বংশৰে ছোৱালী বিয়া কৰাই অকলশৰীয়া এজন মানুহে বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰৰ দৰে ব্যক্তিকো নিমাত কৰি থ'লে। একো প্ৰলোভনে তেওঁক বঙালী ভাষা-সাহিত্যৰ মাজলৈ নিব নোৱাৰিলে। ইয়াৰ অন্তৰালত বেজবৰুৱাৰ মাতৃভাষাৰ প্ৰতি কিমান গভীৰ প্ৰেম আছিল, চেনেহী অসমীয়া ভাষাক তেখেতে প্ৰাণতকৈও আপোন বুলি কেনেকৈ গ্ৰহণ কৰিছিল সেই সত্যই লুকাই আছে। ৰবীন্দ্ৰনাথ ঠাকুৰে আৰু বেজবৰুৱাৰ লগত অসমীয়া বঙালী ভাষা সম্পৰ্কে একো কথা আলোচনা নকৰিলে। বহুত দিন পিছত হেনো এবাৰ শ্বিলঙত ৰবীন্দ্ৰনাথ ঠাকুৰে বেজবৰুৱাক এই বুলি কৈছিল, " তোমালোকেই আসামক ফালি আনি বঙ্গ ভাষাৰ পৰিসৰ কমাই দিলা। কিতাপ লিখি ছপা কৰিবলৈ গ্ৰন্থকাৰ সকলৰ আৰু উৎসাহ থাকিব ক'ত?"

ৰবীন্দ্ৰনাথৰ এই মন্তব্য প্ৰকাৰান্তৰে অসমীয়া ভাষাৰ বিজয় ঘোষণা। পূৰ্ববঙ্গ আৰু আসাম লগ লগাই দুৰলীয়া লাটৰ অধীনত কৰা কামত অসমত বঙ্গলা ভাষা চলোৱা ষড়যন্ত্ৰ ব্যৰ্থ কৰোঁতে হেমচন্দ্ৰ বৰুৱাৰ পৰা আৰম্ভ কৰি "জোনাকী যুগ"ৰ ৰথীসকল আমাৰ চিৰনমস্য, চিৰপূজ্য হৈ থাকিব। ৰবীন্দ্ৰনাথ ঠাকুৰৰ লগত বেজবৰুৱাৰ এদিন এখন সৰু সুৰা তৰ্কযুদ্ধ লাগিছিল। "ভাৰতী" নামে বঙ্গালী কাকত এখনত ৰবীন্দ্ৰনাথ ঠাকুৰে অসমীয়া ভাষাৰ ওপৰত মন্তব্য প্ৰকাশ কৰি এটা প্ৰবন্ধ লিখিছিল। তাৰ প্ৰতিবাদ কৰি সেই কাকতত বেজবৰুৱায়ো এটা প্ৰবন্ধ প্ৰকাশ কৰিবলৈ পঠালে। "পূণ্য" নামে আন এখন বঙ্গালী কাকততো বেজবৰুৱাৰ প্ৰতিবাদ ওলাল। বেজবৰুৱাই ৰহস্য কৰি এইদৰে ইয়াৰ সামৰণি মাৰিছে ঃ

"মোৰ ঘৈণীৰ ফালৰ পৰা কুটুমসকলে দেখিলে যে এইটো জাতি কৰিব নোৱাৰা জেব্ৰা জাতীয় জোঁৱাই। তেওঁলোক নিশ্চেষ্ট হ'ল।"

বেজবৰুৱাৰ দৃঢ়তা, অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি গভীৰ অনুৰাগ, স্বদেশ প্ৰীতিৰ পৰিচয় ইয়াতেই সোণালী আখৰেৰে লিখা আছে। ....

বিয়াৰ দুমাহমানৰ পিছত অকলে বেজবৰুৱা শিৱসাগৰলৈ আহিছিল। সম্ভৱত ঃ বঙ্গালী ব্ৰাহ্মধৰ্মী ছোৱালী বিয়া কৰোৱা বাবে মাক-বাপেক, ককাই-ভাই আদিৰ মনত কি প্ৰতিক্ৰিয়া হৈছিল তাৰে ভূ-ভা ল'বলৈ। এই কাৰ্যত মাক-বাপেকে যে মৰ্মান্তিক বেজাৰ পাইছিল সেইটো বেজবৰুৱাই বুজিব পাৰিলে। মাকে হেনো শিৱসাগৰৰ স্বৰ্গীয় কালিপ্ৰসাদ চলিহা প্ৰভৃতি ডাঙৰ লোকসকলক মতাই আনি পৰামৰ্শ সুধিছিল কলিকতাৰ ঠাকুৰ পৰিয়ালৰ ওপৰত কেনেকৈ মোকৰ্দমা এটা কৰি ক্ষতিপূৰণেৰে সৈতে ল'ৰাটো ধৰাই আনিব পাৰি। জীৱন-সোঁৱৰণত বেজবৰুৱাই মাকে কোৱা কথা কেইষাৰ এইদৰে লিপিবদ্ধ কৰিছে ঃ

"যিদিনাই তই তাঁৰেৰে দিয়া বাতৰি শিৱসাগৰ পালেহি সেইদিনাই সি চাৰিওফালে বিয়পি পৰিল। দেউতাৰ আৰু মই শোকত বিয়াকুল হলোঁ। চহৰৰ মানুহৰ মুখে মুখে বৌড়ি ফুটি গ'ল। বঙ্গালী পাৰ্টিতো তুমুল আন্দোলন চলিল। কলিকতাৰ ঠাকুৰসকল বঙ্গালীৰ শিৰৰ মুকুট ; এনেহেন ঠাকুৰৰ ঘৰত অসমীয়া এটাৰ বিয়া। নানা কথা-বাৰ্তা চলিবলৈ ধৰিলে। আমাৰ কালিপ্ৰসাদ চলিহা বোপাই শিৱসাগৰৰ চিভিল চাৰ্জন কলিকতীয়া বঙ্গালী হেমচন্দ্ৰ বন্দোপাধ্যায়ৰ ওচৰলৈ গ'ল, কথাটোৰ ভু লবলৈ। তেওঁ চলিহাক ক'লে, কলিকতাৰ জোড়াসাঁকোত কেইবাঘৰো ঠাকুৰ আছে; তাৰে কোনোবা ছালছিগা ভিকহু এঘৰত খুব সম্ভৱ এইখন বিয়া। কালী বোপাৰপৰা কথাটো শুনি মোৰ আমঠু ক'লা পৰি গ'ল। ডাক্তৰ চাহাবে আৰু কৈছিল হেনো, "দেবেন্দ্ৰনাথ ঠাকুৰৰ ঘৰত যদি বিয়া হৈছে, তেন্তে তাত হেনো তই ঘৰ-জোঁৱাই সোমাইছ; নহলে বিয়া হোৱা অসম্ভৱ।"

হৈ যোৱা কামৰ বাবে আৰু অনুতাপ নকৰি মাক-বাপেক,

ইষ্ট-মিত্ৰক দেখা শুনি কৰি বেজবৰুৱা আকৌ কলিকতালৈ উভতি গ'ল। ঠাকুৰ পৰিয়ালৰ এগৰাকী সম্ভ্ৰান্ত মহিলাক বিয়া কৰাই স্বাধীনভাৱে থাকিবলৈ বেজবৰুৱাক উপায় লগা হ'ল। ইফালে আইন পৰীক্ষা আৰু এম.এ. পৰীক্ষা দুয়োটাতে বেজবৰুৱাই ফেল কৰিলে। সন্মুখত সমস্যা উপস্থিত হ'ল। তেতিয়া কলিকতাত ব্যৱসায় কৰি থকা অসমীয়া সদাগৰ স্বৰ্গীয় ভোলানাথ বৰুৱাক বেজবৰুৱাই এদিন মনৰ কথা ক'লে। ভোলানাথ বৰুৱাই বেজবৰুৱাক নিজৰ ব্যৱসায়ত সুমাই ল'লে। ভোলানাথ বৰুৱাই গাৰোপাহাৰৰ পৰা কপাহ নি কলিকতাৰ মেক্‌লিউড কোম্পানীক বেচিছিল। ইয়াৰ পিছত "বি, ব্ৰাদ্ৰাছ" নাম দি চেগুণ কাঠৰ কাৰবাৰ আৰম্ভ কৰিছিল, কিন্তু এই উদ্যম সফল নহ'ল। এই ব্যৱসায় এৰি আসানসোল ৰেল ষ্টেশনত অসমৰ চাহ খুচুৰাকৈ বিক্ৰী কৰিবলৈ লৈছিল। তাৰ লগতে অলপ অচৰপ কাঠো ৰাখিছিল। ইয়াৰ পিছত ৰেলৰ স্লিপাৰ যোগান ব্যৱসায় হাতত লয়। এই কামত সহায় কৰিবলৈ ভোলানাথ বৰুৱাৰ বংশৰে গোপীনাথ বৰুৱা নামে এজনক আনি বেজবৰুৱাৰ লগ লগাই দিয়ে। যেতিয়া "জোনাকী" ওলায়, এই গোপীনাথক বেজবৰুৱাই প্ৰকাশক হিচাপে নিযুক্ত কৰিছিল। কিছুকালৰ পিছত গোপীনাথক ভোলা বৰুৱাই গুইলেকৰ আৰু মনোহৰপুৰত থকা স্লিপাৰৰ ব্যৱসায় চাবলৈ কলিকতাৰ পৰা লৈ গ'ল। তেতিয়া বেজবৰুৱা ভোলানাথ বৰুৱাৰ কলিকতাত থকা ব্যৱসায় কেন্দ্ৰৰ প্ৰধান কৰ্মী হ'ল।

কাঠৰ ব্যৱসায় লাহে লাহে ভাললৈ আহিল। এঠাইত দুমহলীয়া ঘৰ ভেৰোণীয়াকৈ লৈ ভোলানাথ বৰুৱা আৰু বেজবৰুৱা তালৈ উঠি গ'ল। ঘৰটোত দুটা ভাগ আছিল। সমুখৰ ভাগত ভোলানাথ বৰুৱা আৰু ভিতৰৰ ভাগটোত বেজবৰুৱা থাকিবলৈ ল'লে। তেতিয়া বেজবৰুৱাই নব-পৰিণীতা ভাৰ্য্যাক ঠাকুৰ পৰিয়ালৰ পৰা লৈগৈ স্বতন্ত্ৰীয়া ভাৱে বিবাহিত জীৱন আৰম্ভ কৰিলে। ভোলানাথ বৰুৱাৰ সৈতে খোৱা-বোৱা একেলগেই চলিছিল।

ভোলা বৰুৱাৰ কাঠৰ ব্যৱসায় ঠন ধৰি উঠিল। বেজবৰুৱা আৰু ভোলানাথ বৰুৱা দুয়ো এতিয়া ব্যৱসায়ী লোক। বেজবৰুৱাই জীৱন সোঁৱৰণত লিখিছে ঃ

"আমাৰ প্ৰথম ডোখৰ ব্যৱসায় জীৱনৰ পাঁচ বছৰমানলৈকে, কলিকতাত আমাৰ নিজৰ গাড়ী, ঘোঁৰা আৰু কেৰেণী-মহৰিৰ অস্তিত্ব সমূলি নাছিল। আমি "নিতাই গৌড় দুই ভায়ে" নিতৌ ট্ৰেন গাড়ীত বা পদব্ৰজে ঘূৰিছিলোঁ। দুয়ো সকলোবোৰ ঠাইলৈকে একেলগে গৈছিলোঁ। বি, বৰুৱাৰ গাত খাকী কোট (ডিঙি নোখোলা) আৰু পট্‌লুং, মূৰত ক'লা বা ছাই - বৰণীয়া টুপী এটা। হাতত ছাতি এটা আৰু মোৰ মুখৰ পৰা ভৰিলৈকে পূৰা ই উৰোপীয় সাজ।"

সেইয়া সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা ব্যৱসায়ী জীৱন। কাঠৰ বেপাৰী। ইয়াৰ মাজতো বেজবৰুৱাৰ স্বাধীনচিতীয়া মনোভাৱৰ জীৱন্ত উদাহৰণ লুকাই আছে। গীতাত কোৱাৰ দৰে বেজবৰুৱাই সকলো অৱস্থাকে হাঁহি মুখে গ্ৰহণ কৰিব পাৰিছিল।

ভোলা বৰুৱা আৰু লক্ষ্মীনাথ দুয়ো ককাই ভাই যেন হৈ কলিকতা মহানগৰীত ব্যৱসায় সূত্ৰে ঘূৰি ফুৰে। বি, বৰুৱাই এই গীতটো গাই পথশ্ৰম লাঘৱ কৰিছিল।

"চলৰে মন যায় ৰে কাশী,
বাবা বিশ্বনাথকে দেখে আসি।
কাশী গেলে দেখতে পাব,
কত শত যোগী ঋষি।"... ......

বেজবৰুৱাই ভোলা বৰুৱা সম্পৰ্কে মন্তব্য কৰিছেঃ

"মানুহ নানা কৌশলেৰে বশ কৰা বিদ্যাত বি, বৰুৱা বৰ পটু আছিল।"

লাহে লাহে বি, বৰুৱাৰ কাঠৰ ব্যৱসায় বহল হৈ আহিল। হিচাপ-কিতাপ ৰখা আৰু আন আন সকলৰ সকলো কাম অকল বেজবৰুৱাই কৰিছিল। তেতিয়ালৈকে কেৰাণী-মহৰি কোনো নাই। কম খৰচতে যাতে ব্যৱসায় চলে সেইটোৱেই তেখেতসকলৰ উদ্দেশ্য আছিল আৰু বেজবৰুৱাই অম্লান বদনেৰে কাম কৰি গৈছিল। এতিয়া তেখেতে সংসাৰ যাত্ৰা আৰম্ভ কৰিছে। প্ৰজ্ঞাসুন্দৰী দেবী ৰন্ধন-বিদ্যাত পাকৈত। সাধাৰণ বিধৰ ভাত-ৰান্ধনি এটা আছিল যদিও প্ৰজ্ঞাসুন্দৰীয়ে দিনৌ ইংৰাজী আৰু দেশী প্ৰণালীৰ বিবিধ সুখাদ্য আহাৰ প্ৰস্তুত কৰিছিল। কলিকতাৰ প্ৰথম জীৱনত বেজবৰুৱাই আছিল ছোট চাহাব, মেনেজাৰ, একাউণ্টেণ্ট, কেৰেণী ইত্যাদি আৰু তেখেতৰ পৰিবাৰ আছিল সুপকাৰ। দুয়ো আনন্দ মনেৰেই এই অৱস্থা গ্ৰহণ কৰিছিল। বেজবৰুৱাই ঠাৱৰ কৰি লৈছিল ভোলা বৰুৱাৰ ব্যৱসায় তেখেতৰ ব্যৱসায়, তেওঁৰ মঙ্গলেই বেজবৰুৱাৰ মঙ্গল। মুঠতে ভোলানাথ আৰু লক্ষ্মীনাথ হৰি-হৰ আত্মা যেন হৈ পৰিল। ব্যৱসায় ক্ষেত্ৰতো যাতে অসমীয়াৰ মন উজ্জ্বল হয় এয়েই আছিল বেজবৰুৱা মনৰ প্ৰবল আকাঙ্খা। বেজবৰুৱাই কৈছে যে, ৰন্ধা-বঢ়া কাৰ্যত প্ৰজ্ঞাসুন্দৰী দেবী লাগি থকাৰ বাবে এটা কাম হ'ল। "আমিষ ও নিৰামিষ" নামে তিনিখন ৰন্ধন বিদ্যাৰ কিতাপ প্ৰজ্ঞাসুন্দৰীয়ে বঙ্গালী ভাষাত লিখি উলিয়ালে। এই কিতাপ তিনি খণ্ডৰ প্ৰচুৰ সমাদৰ হ'ল।

যেতিয়া আৰ্থিক অৱস্থা অলপ টনকিয়াল হ'ল বেজবৰুৱাই এখন সৰু গাড়ী আৰু এটা ঘোঁৰা কিনিলে। নিজৰ গাড়ীত উঠি অফিচলৈ আৰু অলৈ তলৈ গৈ গা ফুৰোৱাৰ আনন্দ উপভোগ কৰি ৰসৰাজ বেজবৰুৱাই কৈছে ঃ

"মই প্ৰথম দিনা গাড়ীত উঠি যাওঁতে কচোৱান্‌টোৱে

যেতিয়া মুৰত ডাঙৰ পাগুৰি এটা মাৰি আৰু পাগুৰিটোৰ আগফালে গাড়ীৰ গৰাকীৰ নাম থকা পিতলৰ বৰ আখৰ লগাই, দীঘল চাপকন চোলা আৰু ঠেঙা পিন্ধি হাতত চাবুক লৈ ঘোঁৰা চলাইছিল আৰু চহিচটোৰে গাড়ীৰ পিছফালে হাকোটাত ধৰি ঠিয় হৈ, তেনেকুৱা পিতলৰ বৰ আখৰ পাগুৰিত লগাই, গাত কোট, কঁকালত ছালৰ কমৰবন্ধ মাৰি, তল ডোখৰত খৰা পটলুং আৰু আঠুৰ তলৰ পৰা সৰু গাঁঠিলৈকে কাপোৰৰ পটি বান্ধি "হেয় ঐ চগৰৱাল ! তফাৎ যাও !" বুলি কলিকতাৰ বাটত মুৰ্হুমুহুৰ ৰিঙিয়াই গৈছিল, তেতিয়া মই মনত স্বৰ্গলৈ যোৱা জখলাটোৰ কোনটো ওখ ঢাপত উঠি আছিলোঁ, কব নোৱাৰোঁ। বাটত যাওঁতে থাকি থাকি মোৰ মনত খেলাইছিল "চিনাকি মানুহ লগ নাপাওঁ কিয়?" মোৰ মনৰ প্ৰসন্নতাবৰ্দ্ধক গাড়ী ঘোঁৰাৰ কিবা যে বৈশিষ্ট্য আছিল এনে নহয়। তেনে গাড়ী ঘোঁৰা কলিকতাৰ বাটত হেজাৰবিজাৰ ঘূৰি ফুৰিছে। ঘাইকৈ অফিচ অঞ্চলত।"

১৮৯৫ খ্ৰীষ্টাব্দৰ মে' মাহত শিৱসাগৰৰ পৰা এখন টেলিগ্ৰাম পাই দেউতাকৰ নৰিয়াৰ খবৰ লবলৈ বেজবৰুৱা অসমলৈ আহে। প্ৰজ্ঞাসুন্দৰীক জোড়াসাঁকোত থৈ আহিছিল। শিৱসাগৰত দহ-বাৰদিন মান থাকোতেই কলিকতাৰ পৰা ব্যৱসায় সম্পৰ্কীয় এটা জৰুৰী কামত ভোলানাথ বৰুৱাই বেজবৰুৱাক মাতি পঠিয়ালে। নৰিয়া পাটীতে দেউতাকক এৰি বেজবৰুৱা কলিকতালৈ উভতি গ'ল। ১৮৯৫ খ্ৰীষ্টাব্দৰ ২৭ মে'ত বেজবৰুৱাৰ পিতৃ স্বৰ্গীয় দীননাথ বেজবৰুৱাৰ ডাঙৰীয়া নিজ গুৰুৰ থান পুণ্যভূমি কমলাবাৰী সত্ৰত স্বৰ্গী হয়। বেজবৰুৱাৰ জীৱনত শোক-বেজাৰৰ প্ৰথম কাৰণ আৰম্ভ হ'ল পিতৃ বিয়োগৰ এমাহৰ পাছত কলিকতা আৰু জোড়াসাঁকোত থকা শহুৰেকৰ ঘৰত এটি কন্যাৰ জন্ম হয় ১৮৯৫ খ্ৰীষ্টাব্দৰ জুন মাহত। মানৱ জীৱনৰ হৰ্ষ-বিষাদৰ অভিজ্ঞতা আৰ্জিবলৈ বেজবৰুৱাৰ সাংসাৰিক জীৱন আগবাঢ়িল। প্ৰথম সন্তান কন্যাটি দেখাত দীপ্লিপ্ আছিল। নাম দিলে সুৰভি। আদৰৰ কন্যাটি যেন এটি কবিতাহে আছিল। কিন্তু বিধিৰ নিষ্ঠুৰ বিধানত মাত্ৰ পাঁচ বছৰ বয়সত সুৰভিৰ মৃত্যু হয়। সুৰভিৰ মৃত্যুৱে বেজবৰুৱা আৰু প্ৰজ্ঞাসুন্দৰী দেৱীৰ মনত গভীৰ শোকৰ ছাঁ পেলালে। বেজবৰুৱাই কৈছে ঃ

"জীৱনত প্ৰথমতে আমি এই দাৰুণ শোক পালোঁ। মাকৰ আৰু মোৰ হিয়া ভাগি টুকুৰাটুকুৰ হ'ল। ৰাতি শৱটো কোনে নি নিমতলা ঘাটত পুৰিলেগৈ আজিলৈকে মই ক'ব নোৱাৰোঁ। কাৰণ মোৰ তেতিয়া এক প্ৰকাৰ অজ্ঞান অৱস্থা। সুৰভিক যমৰ বুকুত দি পিছ দিনা পুৱাই আমি দুয়ো জোড়াসাঁকোৰ পৰা আমাৰ হাওৰাৰ শূন্য ঘৰলৈ উভতি আহিলোঁ। আমাৰ মনৰ অৱস্থা "বৰ্ণনাতীত"।

বেজবৰুৱাই শোক পাহৰিবৰ কাৰণে ভগৱৎ গীতা পঢ়িবলৈ আৰম্ভ কৰিলে। গীতাৰ দ্বিতীয় অধ্যায়ৰ ২৮ নম্বৰ শ্লোকটোৱে বেজবৰুৱাৰ মন ভালেখিনি থিৰ কৰিলে বুলি নিজেই কৈছে। এই শ্লোকৰ সাৰাংশ হ'ল —

প্ৰাণীবোৰ আদিতে অব্যক্ত, মাথোন মাজছোৱাত ব্যক্ত অৰ্থাৎ প্ৰকাশিত হয়, আৰু মৰিলেও আকৌ সেই অবক্ত হৈ পৰে। এতেকে তাৰ নিমিত্তে শোক কিহৰ?

ঈশ্বৰৰ প্ৰতি একান্ত অনুগত, জ্ঞান-গম্ভীৰ পুৰুষ বেজবৰুৱাই জ্ঞানৰ আলোকেৰে শোক পাতলাব পাৰিলেও মৃত্যুৰ পৰা কন্যাটিৰ, যদুপাল নামে এজন মূৰ্তিৰচা মানুহৰ হতুৱাই "পেৰিচ প্লাষ্টাৰে"ৰে মূৰ্তি এটি সজাই বৈঠকখানাত থৈ দিছিল। ইং ১৯০০ খ্ৰীষ্টাব্দৰ এপ্ৰিলমাহত মানুহ-বিহুৰ দিনা সপৰিবাৰে বেজবৰুৱা হাওৰালৈ উঠি গ'ল। তাত ভোলা বৰুৱা মাজে সময়ে আহি তাত থাকেহি। বেজবৰুৱাই সেই ঘৰটোৰ অনেক উন্নতি সাধন কৰি তাক এখন ৰম্যপুৰীত পৰিণত কৰিলে। সেই বছৰৰে ১৭ নবেম্বৰত তেখেতৰ দ্বিতীয়জনী ছোৱালী অৰুণাৰ জন্ম হয়।

১৯০৩ খ্ৰীষ্টাব্দৰ শেহৰ ফালে ভোলা বৰুৱা আৰু বেজবৰুৱাৰ মাজত কিবা কাৰণত মতানৈক্য ঘটিল। ভোলা বৰুৱাৰ লগত বেজবৰুৱাৰ ব্যৱসায় সংক্ৰান্তত সম্পৰ্ক ছেদ হ'ল। বেজবৰুৱাই আকৌ নিজৰ ভাগ্য অন্বেষণ কৰিবলগীয়া হ'ল। তাৰ পৰা উৰিষ্যাৰ সম্বলপুৰলৈ গৈ জীৱনৰ শেহছোৱালৈকে নিজা ভাৱে কাঠৰ ব্যৱসায় কৰি জীৱন-নিৰ্বাহ কৰিছিল।

## বেজবৰুৱাৰ ব্যক্তিত্ব

জন্মভূমি এৰি হাবিয়ে-বনে ঘূৰি ফুৰা লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱনত অনেক বৈশিষ্ট্যৰ সমাৱেশ হৈছিল। তেখেতৰ ঘৰুৱা জীৱনত কথা-বাৰ্তা চলিছিল বঙালী ভাষাৰে আৰু লিখা পঢ়া হৈছিল নিভাঁজ জতুৱা ঠাঁচৰ অসমীয়া ভাষাৰে। ভাৰ্যা গৰাকী আৰু ছোৱালীকিজনীৰ লগত বঙ্গালী ভাষাৰে কথা কৈ জীৱন-নিৰ্বাহ কৰা বেজবৰুৱাই কেনেকৈ কেনিও পানী নসৰকা অসমীয়া ভাষাৰে গীত, কবিতা, নাটক, উপন্যাস, সাধুকথা, তত্ত্বকথা আদি লিখি অসমীয়া ভাষাৰ সমৃদ্ধি সাধন কৰিলে সেই ইতিহাস অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীৰ পাতত যাউতি যুগলৈ থাকি যাব। ১৯৩১ চনৰ ডিচেম্বৰ মাহত শিৱসাগৰৰ কালীপ্ৰসাদ স্মৃতি ভৱনত অসম সাহিত্য সভাৰ অধিবেশন হৈছিল। তাতে বেজবৰুৱা ডাঙৰীয়াক "সাহিত্যৰথী" উপাধি দিয়া হৈছিল। সাহিত্য সভাৰ প্ৰধান সম্পাদক আছিল দেৱেশ্বৰ চলিহা। আমি নিজে সেই সভাত উপস্থিত আছিলোঁ। এখন সাঁচিপতীয়া পুথিৰ আকাৰে অভিনন্দন পত্ৰ পাঠ কৰি অটাই যেতিয়া বেজবৰুৱা ডাঙৰীয়া হাতত অৰ্পণ কৰা হৈছিল তেতিয়া ডবা, শঙ্খ, বৰকাঁহ, খোল, তাল, উৰুলিধ্বনিৰে সভাঘৰ

মুখৰিত হৈছিল। বেজবৰুৱাই থিয় হৈ পুথিখন দুই হাতে লৈছে। হিমালয় সদৃশ স্থিৰ, অবিচলিত চিত্ত, প্ৰশান্ত গম্ভীৰ বেজবৰুৱাৰ সেই ৰূপটো আজিও মানস পটত এটি জীৱন্ত ৰূপ হৈ আছে। বেজবৰুৱাই উত্তৰ দিওঁতে ধেমেলীয়া সুৰত সামৰণি মাৰি এইদৰে কৈছিল ঃ

"মই হেনো কিবাকিবি লিখিছিলোঁ আৰু তাতে হেনো এওঁবিলাকে কিবাকিবি পালে; সেইবাবে এতিয়া মোক কিবাকিবি দিছে।"

সেইদিনা গধূলি আমোলাপটিৰ জনম ঘৰত অৰ্থাৎ স্বৰ্গীয় মাধৱ বেজবৰুৱাৰ ঘৰত বেজবৰুৱাৰ কাৰণে এটি ভোজ হৈছিল। কচু শাক, ঢেকীয়া শাক, কাহুদি, খাৰলি, শুকান খৰিচা আদি বিবিধ অসমীয়া দিহেৰে ভোজৰ আয়োজন কৰা হৈছিল। ভোজৰ আগতে গোঁসাই ঘৰত নামকীৰ্ত্তন। বেজবৰুৱাই নিজে ভোৰ তাল লৈ সম্পৰ্ণ প্ৰসঙ্গ কৰি বাল্যজীৱনৰ মধুৰ সোঁৱৰণীৰে আকৌ এবাৰ হৃদয় বুৰাই লৈছিল। সৰু কালত পুৱা সন্ধ্যা গোঁসাই ঘৰত সোমাই নাম গোৱা অভ্যাস থকাৰ কথা জীৱন সোঁৱৰণত বেজবৰুৱাই কৈছে।

১৯৩০ চনত যেতিয়া সপৰিবাৰে বেজবৰুৱাই অসম ভ্ৰমণ কৰিছিল, সেই বছৰৰ ২১ অক্টোবৰ তাৰিখে দিনত চন্দ্ৰকান্ত ভৱনত বেজবৰুৱাক সম্বৰ্দ্ধনা জনোৱা হৈছিল আৰু ৰাতিলৈ যোৰহাট থিয়েটাৰে এটি অভিনয়ৰ আয়োজন কৰিছিল। বেজবৰুৱা সপৰিবাৰে ডাক বঙ্গলাত আছিলহি। তেতিয়া আমাৰ ডেকা তৰপৰ মাজত এটা অসন্তোষৰ সৃষ্টি হৈছিল যে, লক্ষ্মীনাথ বেজবৰুৱাৰ দৰে এজন সাহিত্যিকক যোৰহাটৰ কোনো এঘৰ মানুহে এৰাতিলৈ আলহী ৰাখিব নোৱাৰি ডাক বঙ্গলাতহে থাকিবলৈ দিলে। ধনগৰ্বী আৰু অগুণকাৰী যোৰহটীয়া ৰাইজৰ ই এটা জলন্ত উদাহৰণ। যাহওক, ৰাতি আয়োজন কৰা অভিনয় হৈছিল শ্ৰীমিত্ৰদেৱ মহন্তৰ 'বৈদেহী বিয়োগ' নাটকৰ। স্বৰ্গীয় পাৰ্বতী প্ৰসাদ বৰুৱাই প্ৰথমে নটৰাজৰ সৃষ্টি নৃত্য আৰু পাছত এটি নাগিনী ছোৱালীৰ নৃত্য দিছিল। ৰামৰ ভূমিকাত গণেশ গগৈ, লক্ষ্মণৰ ভূমিকাত এই প্ৰবন্ধ লিখক নিজে আৰু সীতাৰ ভূমিকাত ওলাইছিল শ্ৰীশশী প্ৰসাদ বৰুৱা। অভিনয়ৰ সাফল্য দেখি বেজবৰুৱাই কৈছিল,

"মই আহি ইয়াত যি অভিনয় দেখিলোঁ কলিকতাত ইয়াতকৈ ভাল কিবা হয় বুলি ধাৰণাই নহ'ল। এই দলটো লৈ গৈ মই কেল্লাফতে কৰি আহিব পাৰোঁ।"

মূল নাটক অন্তত "কৃপাবৰ ওভোতনি" বুলি এখন ধেমেলীয়া নাট হৈছিল। শ্ৰীমিত্ৰদেৱ মহন্ত ওলাইছিল কৃপাবৰ বৰবৰুৱাৰ চৰিত্ৰত আৰু আমি নিজে ওলাইছিলো বৰবৰুৱাৰ প্ৰতিদ্বন্দ্বী গোহঞি বৰুৱাৰ চৰিত্ৰত। আমাৰ ৰচনাৰ মাজত কৃপাবৰক আমন্ত্ৰণ কৰা নানা ব্যক্তিগত কথা ওলালত দৰ্শকৰ মাজত গণ্ডগোল সৃষ্টি হ'ল। দৰ্শকৰ মাজৰ পৰা এটা বৰ ডাঙৰ চিঞৰ আহি মঞ্চত আমাৰ কাণত পৰিল, "Stop it. What nonsence is going on" বন্ধ কৰা, কি চলিছে সেইবোৰ? দৰ্শকৰ মাজত বিৰাট গণ্ডগোল আৰম্ভ হ'ল। সেই সময়ৰ থিয়েটাৰৰ চেক্ৰেটেৰী শ্ৰীপূৰ্ণানন্দ শৰ্মা পাঠক ডাঙৰীয়া আৰু মই নিজে মঞ্চৰ ওপৰত আঠুকাঢ়ি হাতযোৰকৈ ক্ষমা বিচাৰিলোঁ। প্ৰেক্ষাগৃহৰ আগশাৰীত বিশিষ্ট আসনত বহি থকা বেজবৰুৱা আৰু তেখেতৰ পৰিয়াল বৰ্গৰ সকলোটি অবিচলিত। বেজবৰুৱা স্থিৰ গম্ভীৰ মূৰ্তি স্থিতপ্ৰজ্ঞ মহাপুৰুষৰ দৰে অচল অটল। গোলমাল হোৱা দেখি হাঁহি মুখে বেজবৰুৱা থিয় দিলে আৰু ক'লে।

" যি Joke কৰিব জানে সি Joke ল'বও জানে। আপোনালোকে মিছাতে গোলমাল কৰিছে। মই চুলি এডালমানো বেয়া পোৱা নাই।" .... এইয়া বেজবৰুৱাৰ ব্যক্তিগত পৰিচয়।

ইয়াৰ পাঁচ দিনৰ পিছত অক্টোবৰ মাহৰ ২৬ তাৰিখে তিনিচুকীয়াত বেজবৰুৱাৰ সম্বৰ্ধনা। মোৰ তিনিহি স্বৰ্গীয় সোমেশ্বৰ বৰুৱা অভ্যাৰ্থনা সমিতিৰ সভাপতি। মোক মাতি পঠিয়ালে সম্বৰ্দ্ধনা সভাখনৰ গুৰি ধৰি দিবলৈ। সেই সভাৰ সভাপতি হৈছিল স্বৰ্গীয় ৰজনীকান্ত বৰদলৈ ডাঙৰীয়া। তেখেত তেতিয়া মাকুম জংচনৰ ওচৰত থকা নিজৰ চাহ বাগিচা হেভেদাত আছিল। পুৱা দহমান বজাত সপৰিবাৰে বেজবৰুৱা ডাঙৰীয়া ডিব্ৰুগড়ৰ পৰা তেখেতৰ জীয়েক শ্ৰীমতী ৰত্না বৰুৱা আৰু জোঁৱায়েক আদিৰে সৈতে সোমেশ্বৰ বৰুৱাৰ বঙ্গলাত উপস্থিত হ'লগৈ। দুমহলীয়া বঙ্গলাৰ ওপৰত থকা মুকলি আগ ঘৰত সকলোটি ডাঙৰ গোল টেবুল এখনৰ চাৰিওফালে বহিছে। আমিও বহিছিলোঁ। বেজবৰুৱাৰ লগত ব্যক্তিগত পৰিচয় আছিল। প্ৰজ্ঞাসুন্দৰী দেৱীয়ে মোক দেখিয়েই মন্তব্য কৰিলে, "আপনি ৰামেৰ পাৰ্ট নিলেন না কেন? থিয়েটাৰটা খুব ভাল লেগেছিল।" ... চাহ বিস্কুট খাই বহি কথা পাতি থাকোতে বেজবৰুৱাৰ নুমলীয়া জীয়েক দীপিকাই বেজবৰুৱাক কৈছে ঃ

"বাবা, এইতো তোমাৰ আসাম? কি আছে এখানে? জঙ্গল, জঙ্গল। চাৰিদিকেই জঙ্গল এই জংলী আসামকে নিয়েই তুমি আবাৰ গৰ্ব কৰ?

বেজবৰুৱাই অলপ খঙৰ সুৰত ইমানকে ক'লে,

"দেখোহে, বেশী বাড়াবাড়ি কৰোনা। ভালো হবেনা কিন্তু।" ... দীপিকাই আৰু নেমাতিলে। কিছু কালৰ পিছত দীপিকাই খ্ৰীষ্টধৰ্ম গ্ৰহণ কৰিলে। সন্ন্যাসিনী হৈ কেনিবা গুচি গ'ল। ....

সেইদিনা দুপৰীয়া সোমেশ্বৰ বৰুৱাৰ ঘৰত বেজবৰুৱাৰ সৈতে মধ্যাহ্ন ভোজন কৰা স্মৃতিটো বৰ মধুৰ। অসমীয়া ধৰণেৰে মাটিত পীৰা পাৰি লোৱা হৈছিল।

আবেলি "ৰবিচন্দ্ৰ গোলাপচন্দ্ৰ স্মৃতি ভৱন"ত ৰাজহুৱা সভা। সভাপতি স্বৰ্গীয় ৰজনীকান্ত বৰদলৈ। অসমীয়া উপন্যাস সাহিত্যত বেজাৰৰ চকুলো উলিওৱা বৰদলৈ আৰু ৰসৰ সাগৰ হাঁহিৰ থুনপাক স্ৰষ্টা বেজবৰুৱাৰ মিলন এটি উপভোগ্য অনুষ্ঠান হৈছিল। বেজবৰুৱাই কথা ক'বলৈ উঠোতে এইদৰে ৰসসৃষ্টি কৰিছিল ঃ

"বৰুৱাৰ বঙ্গলাত ৰঙ্গালাওটোৰ মান একোটা ৰসগোল্লা, কুলাখনৰ সমান একোখন লুচি খাই বৰপেটীয়া বৰবৰুৱাৰ পেটত উশাহ লবলৈকে ঠাই নাইকিয়া হ'ল। কথানো আৰু কেনেকৈ ক'ম?" ... বেজবৰুৱাই পৰিহাস সম্পৰ্কে "বাঁহী"ত (২৩ বছৰ ১১ সংখ্যা) আলোচনা কৰিছিল।

বেজবৰুৱাই যদিও ঠাকুৰ পৰিয়ালৰ বঙ্গালী ছোৱালী বিয়া কৰাই সংসাৰ কৰিলে, এটা দিনলৈকো বেজবৰুৱাক বঙ্গালী ভাষাই বশ কৰিব নোৱাৰিলে। বঙ্গালী ভাষাৰ লগত বেজবৰুৱা তেল পানী হৈয়েই থাকিল। ১৮৯৫ চনৰ পঞ্চম ভাগ "জোনাকী"ত আজিৰ পৰা ৭৩ বছৰৰ আগতে ভাৰতবৰ্ষৰ ভাষা সমস্যাটো বেজবৰুৱাই বিচাৰ কৰি চাইছিল। সমস্ত ভাৰত বৰ্ষত এটা ভাষা চলা সম্পৰ্কে তেখেতে এইদৰে লিখি থৈ গৈছে। আজি এই কথা জানি আমি উপকৃত হ'ম। বেজবৰুৱাই কৈ গৈছে ঃ

"হিন্দী ভাষা অতি শ্ৰেষ্ঠ ভাষা। সি যেনে তেজী, তেনে কোমল, যেনে তপত তেনে চেঁচা, যেনে কটু তেনে মধু। একেধাৰে হিন্দী ভাষাত যে সকলো ৰস বিদ্যমান, যি হিন্দী ভাষা শুনিছে, পঢ়িছে, শিকিছে আৰু আলচ কৰি চাইছে সিয়েই তাক সাক্ষী দিব পাৰে। ইংৰাজ প্ৰভৃতি ইউৰোপীয় সকলে হিন্দী ভাষা অতি আদৰেৰে শিকে আৰু কয়। ভাৰতেশ্বৰী মহাৰাণী ভিক্টোৰিয়াই মৌলবী ৰাখি অতি যত্নেৰে হিন্দী ভাষা শিকিছে; আৰু সেই ভাষাত কথা ক'ব পৰা হৈছে ।....

যদি ইংৰাজী ভাষাৰ বাহিৰেও ভাৰতবৰ্ষত কোনোবা ভাষা গোটেই ভাৰতবাসীৰ পৰস্পৰ কথা ক'বৰ আৰু ভাব সালসলনি কৰিবৰ উপযোগী তেন্তে সি হিন্দী ভাষা। হিন্দী ভাষা দেশ উদ্ধাৰৰ ভাষা। ল'ৰা শুওৱা, টোপনি মতা, মৃদু মধুৰ বঙ্গালী ভাষা প্ৰতাপসিংহ, ৰঞ্জিতসিংহৰ ভাষা নহয়। মৃত ভাৰতবাসীৰ শৰীৰত প্ৰাণৰ সঞ্চাৰ কৰিবলৈ সাম্য, মৈত্ৰী আৰু ভাতৃ ভাব বিস্তাৰ কৰি ভাৰত ভূমিত একতা স্থাপন কৰিবলৈ ইয়াতকৈ উৎকৃষ্ট আৰু যোগ্য ভাষা নাই।" ....

*মহাত্মা গান্ধীয়ে হিন্দীক ৰাষ্ট্ৰভাষা কৰাৰ স্বপ্ন দেখাৰ* বহুত আগতে অসমীয়া সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই ওপৰত কোৱাৰ দৰে ভাবিছিল। ইয়েই প্ৰমাণ কৰে বেজবৰুৱাৰ দৃষ্টি কিমান সুদূৰপ্ৰসাৰী আছিল।

---
প্ৰবন্ধাৱলী

## বেজবৰুৱাৰ কবি-প্ৰাণ

বেজবৰুৱাৰ কবি-প্ৰাণটো ধৰা পৰিছে তেখেতৰ জীৱন সোঁৱৰণৰ অষ্টম আধ্যাত। বেজবৰুৱা তেতিয়া কলেজৰ ৩ য় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। বাইৰণ, শ্যেলী, কীটচ, ৰবীন্দ্ৰনাথ আদিৰ কবিতা পঢ়ি ডেকা ছাত্ৰ বেজবৰুৱাৰ প্ৰাণ ৰসত উপচি উঠিল। সাধাৰণতে কলেজীয়া ছাত্ৰৰ এই সময়তে মন ৰূপ-ৰস গন্ধ-স্পৰ্শ শব্দৰ প্ৰেৰণাত নাচি উঠে। বেজবৰুৱাই কৈছে ঃ

"মোৰ মনৰ বহল পথাৰখন বাইৰণৰ কবিতাই কোমলালে, শ্যেলীৰ কবিতাই হাল বালে, কীটচৰ কবিতাই মৈয়ালে আৰু ৰবীন্দ্ৰৰ কবিতাই এনে কৰিলে যে তাত লাহী ধানৰ কঠীয়াৰতো কথাই নাই ; বিহমনা কোটকোৰা, পথৰুৱা বিহলঙনি আৰু চোৰাটকে আদি কৰি যিহৰ গুটি হওক পৰিলেই, সিয়েই ভৰভৰ কৰি গজি 'মোক চা' 'মোক চা' কৈ উঠিব। ... যি পিনেই চাই পঠিয়াও সেইপিনেই পুঞ্জীভূত সৌন্দৰ্য, স্তূপীকৃত মাধুৰ্য, ৰাশিকৃত আনন্দ। জলত মধু,থলত মধু, মানুহত মধু, ফলত মধু। আকাশে মধু বৰষিছে। বতাহে মধু বলাইছে। মোৰ মনত প্ৰেম আৰু ভালপোৱা এই দুটাৰ Chemical Combination অৰ্থাৎ ৰাসায়নিক সংমিশ্ৰণ ঘটি ভয়ানক খেলি মেলি লাগি পৰিল। এজনী চিলনীৰ দৰে এচাটি মলয়া বতাহে, "চিলনীৰ জীয়েক" ৰ দীঘল চুলি যেন মোৰ দীঘল মনটো উৰাই নি ক'ৰবাত তুলিলে, মন উধাও, উদাস হ'ল। ক্ষন্তেকে ক্ষন্তেকে তাৰ পৰিবৰ্তন, এবাৰ সি ৰঙৰ ৰহঘৰা আৰু চকু চাওঁতেই আকৌ অভাৱৰ তাড়ণাত অধিক অধীৰ। ... মন উৰি গৈ কোনোবা নজনা নুশুনা দেশত ওলাই মোৰে নিচিনা কোনোবাই বীণ বাই প্ৰেমৰ সুমধুৰ সুৰেৰে নিজক মতলীয়া আৰু জগতক বলীয়া কৰিছে। মোৰে নিচিনা ক'ত চকুৰে চিকুণ পুৱাৰ পোহৰ পোহৰাইছে। চাবলৈ মন ব্যাকুল হৈ উঠিল।" ...

ডেকা বেজবৰুৱাৰ প্ৰাণ কবি কল্পনাৰ প্ৰেৰণাত কিদৰে উদ্বুদ্ধ হৈছিল সেই কথাৰ ভু লওক তেখেতৰ নিজৰ বৰ্ণনাৰ পৰাই ঃ

"এদিন তিনি অনা দুপইচাৰে তিনিটা মাটিৰ 'টব' বা 'পট' (গামলা) আৰু মাটি কিনি আনি সেই টবত ছটা পইছা দি কিনি অনা গোলাপ তিনি জোপা ৰুই পানী দি পতি কৰিবলৈ ধৰিলোঁ। গোলাপৰ ওচৰত বহি গোলাপক সোধোঁ ঃ

বল গোলাপ মোৰে বল।
তুই ফুটবি সখি কবে?
চাঁদ হাঁসিছে সুধা হাস,
বায়ু ফেলিছে মৃদু শ্বাস,
পাখি পাইছে মধুৰবে,
তুই ফুটিবি সখি কবে?

এমাহৰ মূৰত যেতিয়া তাৰে এজোপাই এটা কলি পেলালে মোৰ মহা আনন্দ ; মহা উছাহ, যেন মই পুত্ৰৰত্নহে লাভ কৰিবলৈ গৈছোঁ।"

বিয়া কৰোৱাৰ আগতে কলেজীয়া ছাত্ৰ হৈ থকা কালৰ মধু স্মৃতি সুঁৱৰি উত্তৰ কালত লিখা এই আত্মকথাত পুত্ৰহীন বেজবৰুৱাৰ 'পুত্ৰৰত্ন' এটিৰ ভাবৰ আঁৰত গভীৰ বেদনা এটিৰ সন্ধানো আছে।

এতিয়া আমি এই হেন এজন বহুগুণী, স্বদেশ প্ৰাণ, অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰতিনিধি সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ 'কবিতা' নামৰ কবিতাটিৰ পৰা কেইপদমান উদ্ধৃতি দি তাৰ আঁৰত লুকাই থকা বেদনাৰে অমৰ বেজবৰুৱাৰ পবিত্ৰ স্মৃতিত অৰ্ঘ্য যাচোঁ। বেজবৰুৱাই কৈছেঃ

শোকৰ সঙ্গীত সিটি বিষাদৰ সুৰ
আতুৰৰ হুমুনিয়া, লোতক চকুৰ।
বেজাৰৰ ক'লা ৰেখা, তৃষ্ণা তৃষিতৰ
বিধবাৰ বুকুফটা যাতনা কাতৰ।
ছয়া ময়া সুখৰ সি ক্ষন্তেকীয়া হাঁহি,
সুৰভি বিলাই যোৱা গোলাপৰ পাহি।"

ব্যাধৰ শৰ বুকুত লৈ থুপ কৰে চকুৰ আগতে পৰা ক্ৰৌঞ্চ পখীটিৰ বেদনাত আদি কবি বাল্মীকিৰ হিয়াৰে কবিতা ওলাই আহিল, বেজবৰুৱাৰ অতি চেনেহৰ প্ৰথমা কন্যা সুৰভিৰ মৃত্যুৰ বেজাৰতেই ওপৰত দিয়া কবিতাৰ জন্ম হোৱা স্বাভাৱিক। জীৱন সোঁৱৰণত তেখেতে মৰমৰ জীয়েক সুৰভিক a poem এটি কবিতা বুলি বৰ্ণাই থৈছে।

শ্ৰীমন্ত শঙ্কৰদেৱৰ পাছত লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়াই অসমীয়া ভাষা, সাহিত্য, ধৰ্ম আলোচনা আদিৰে সাহিত্যৰ বুৰঞ্জীত যিটি অধ্যায় দান কৰি গ'ল তাৰ বিচাৰ কৰাৰ দিন আজি উপস্থিত।

১৮৬৮ খ্ৰীষ্টাব্দৰ শাৰদীয় লক্ষ্মীপূৰ্ণিমাৰ দিনা শ্ৰীলৌহিত্যৰ বুকুত ওপঙি থকা এখন নাৱৰ কুঠিত জন্ম হোৱা লক্ষ্মীনাথ বেজবৰুৱা অসমলৈ উভতি আহি ১৯৩৮ চনৰ ২৬ মাৰ্চ তাৰিখে সেই ব্ৰহ্মপুত্ৰৰ পাৰত থকা ডিব্ৰুগড় চহৰত স্বৰ্গী হ'লহি। ব্ৰহ্মপুত্ৰৰ বালিত নশ্বৰ দেহা চিতাগ্নিৰ শিখাত ছাই হৈ গ'ল আৰু তেওঁৰ অবিনশ্বৰ আত্মা প্ৰত্যেক অসমীয়াৰ হিয়াই হিয়াই এটি অবিস্মৰণীয়া অমিয় জোকাৰ হৈ থাকি গ'ল।....

"ভাগি গ'ল বীণখনি, ছিগি গ'ল তাঁৰ।
থৈ গ'ল অৱশেষ অমিয়া জোকাৰ।"

---

বেজবৰুৱা প্ৰতিভা, অসম সাহিত্য সভা, ১৯৬৮

# বেজবৰুৱাৰ কদম-কলি

সাহিত্যৰথী বেজবৰুৱাৰ ৰচনাৱলীৰ ভিতৰত এইখনেই সৰ্বশ্ৰেষ্ঠ কিতাপ বুলি এখনৰো নাম ক'ব নোৱাৰি। কাৰণ, বেজবৰুৱাৰ প্ৰতিভা প্ৰতিফলিত হৈছে তেখেতৰ সমস্ত ৰচনাৱলীৰ যোগফলৰ ওপৰতহে। বেজবৰুৱা তথা জোনাকী যুগৰ সাহিত্যিকসকলৰ মুখ্য উদ্দেশ্য আছিল অসমীয়া ভাষাৰ সুকীয়া অস্তিত্ব জলজল পট্‌পট্‌কৈ সকলোকে দেখুৱাই দিয়া। এই কাৰণেই কলিকতাৰ ৰঙ্গমঞ্চত 'ভ্ৰমৰঙ্গ' নাটকৰ অভিনয় কৰি মুখিয়াল বঙালী সাহিত্যিকসকলক মাতি আনি অসমীয়া ভাষাৰ মাত-কথা শুনোৱা হৈছিল। এই যুগৰ সাহিত্যিকসকলে জতুৱা ঠাঁচ, নিভাঁজ অসমীয়া শব্দ ব্যৱহাৰ কৰি প্ৰতিদ্বন্দ্বী বঙ্গবাসী লোকসকলক নিমাত কৰিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। এই 'জোনাকী যুগ'ৰ তিৰ্‌বিৰ্‌ণিয়েই নৈৰাশ্যৰ অন্ধকাৰত আশাৰ জেউতি-কণা বিলাই দি অসমীয়া ভাষাৰ পুনৰুত্থান কৰিলে। সাহিত্যপ্ৰেমীসকলে বিবিধ ৰচনাৰে পাঠক সমাজক উদ্‌গণি দিলে। সাহিত্যৰথী বেজবৰুৱাই যথাসময়ত গুৰিবঠা ধৰি মাতৃভাষাৰ নাওখনি বিশাল ব্ৰহ্মপুত্ৰৰ বুকুৰেদি অবাধ গতিৰে চলাই লৈ গ'ল। "বাঁহী"ৰ জন্মই এই জয়যাত্ৰাত নতুন নতুন প্ৰেৰণাৰ যোগান দিলে। বেজবৰুৱাই পুৰণি অসমীয়া লোক-সংস্কৃতিৰ সম্পদৰাজি ন-কৈ সজাই-পৰাই পোহৰলৈ আনি অসমীয়া সাহিত্যৰ প্ৰতি জনসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰিলে। সাধুকথা, গল্প, উপন্যাস, নাটক, ধেমেলীয়া কথা, তত্ত্বকথা, মহাপুৰুষৰ জীৱন-আলোচনা আদিৰে অসমীয়া সমাজৰ মাজত মাতৃ-ভাষাৰ প্ৰতি শ্ৰদ্ধা বঢ়াই তুলিলে। সাহিত্য সৃষ্টি কৰি খ্যাতি লাভ কৰিবলৈ বেজবৰুৱাই হাতত কলম লোৱা নাছিল। মুমূৰ্ষু অসমীয়া সমাজৰ অৰ্ধচেতন মনত, প্ৰয়োজন হ'লে তীব্ৰ আঘাত কৰি বেজবৰুৱাই সকলোকে সচেতন কৰি তুলিছিল। বেজবৰুৱা ঘাইকৈ আছিল এজন মহান স্বদেশপ্ৰেমিক অসমীয়া। অসমীয়া মাত-কথা, নীতি-নিয়ম, ধৰ্ম-সংস্কৃতি বেজবৰুৱাৰ প্ৰাণৰ ধন আছিল। স্বভাৱতে বেজবৰুৱা আছিল এজন ৰসিক লোক। বাল্য কালৰ পৰাই তেখেতে ৰসিকতা কৰি ভাল পাইছিল।

বেজবৰুৱাৰ কলেজীয়া শিক্ষা হৈছিল কলিকতাত আৰু ঘটনাচক্ৰত পৰি সম্বন্ধ ঘটিল বঙ্গদেশৰ এটি অভিজাত আৰু উচ্চশিক্ষিত পৰিয়ালৰ লগত। ৰবীন্দ্ৰনাথ ঠাকুৰৰ দৰে কবিৰ লগত বৈবাহিক সূত্ৰে সম্পৰ্ক স্থাপিত হ'ল। মহাবীৰ লাচিত বৰফুকনৰ দৰেই লক্ষ্মীনাথ বেজবৰুৱায়ো নিজৰ উচ্চশিৰ দোঁ নোখোৱাকৈ সগৰ্বে কলিকতা মহানগৰীৰপৰা অসমীয়া ভাষা-সাহিত্যৰ গৌৰৱ ঘোষণা কৰিবলৈ ধৰিলে। কলেজৰ তৃতীয় বাৰ্ষিক শ্ৰেণীত পঢ়ি থাকোঁতে ইংৰাজ কবি শেলি, বাইৰণ, কীটচ, ওৱৰ্ডছৱৰ্থ, শেক্‌সপীয়েৰ আৰু ৰবীন্দ্ৰনাথ আদিৰ কবিতাই তেখেতৰ মনত কবিতা-প্ৰেম জগাই দিলে। বেজবৰুৱাই কবিতা লিখিবলৈ আৰম্ভ কৰিলে কিন্তু প্ৰকাশ কৰিবলৈ একমাত্ৰ কাকত 'জোনাকী'ৰ বাহিৰে আন একো নাই। কিন্তু কবিতা পঢ়ি লগৰীয়াসকলে ঠাট্টা-তামাচা কৰে বুলি ভয়ত তাঁলৈকো নিদি টোপোলাতে থৈ দিলে। শ্ৰীৰঙ্গলাল চট্টোপাধ্যায় বুলি এটা আভুৱা নাম লৈ কেইটিমান বঙালী কবিতাও লিখিলে। দুখন বঙালী কাকতলৈ দুটা প্ৰেমৰ কবিতা পঠিয়াই দিলে কিন্তু প্ৰকাশ নহ'ল। শেহত কাকত দুখনৰ সম্পাদক দুজনলৈ চিঠি দি বেজবৰুৱাই সুধিলে - তেখেতৰ কবিতা পাইছে নে নাই? যদি পাইছে কেতিয়া ছপা হ'ব? উত্তৰত এজন সম্পাদকে জনালে কবিতাটি প্ৰকাশৰ অযোগ্য। আন জনে উত্তৰ দিলে - "আপোনাৰ কবিতাটি আমি ফটা কাকত পেলোৱা ঠাইত যত্নেৰে ৰাখি থৈছোঁ তাৰ পৰা তুলি আমি আপোনালৈ পঠিওৱা অলপ কষ্টকৰ হ'ল। আপুনি নিশ্চয় স্কুল কি কলেজৰ ছাত্ৰ। কবিতা লিখাৰ বৃথা প্ৰয়াস পৰিত্যাগ কৰি পাঠ্যপুথিত মন দিলে বাধিত হ'ম।" বেজবৰুৱাই খণ্ডত ঘৃতাহুতি হৈ সেই সম্পাদকজনলৈকো এটা উত্তৰ দি জনালে যে, তেওঁ সম্পাদক হ'বৰ অযোগ্য, কাৰণ প্ৰকৃত কবিতা কাক কয় তেওঁ নুবুজে।...

এয়া সাহিত্যৰথী বেজবৰুৱাৰ কবিতা-প্ৰেমৰ আদিছোৱা। এতিয়া আমি তেখেতৰ একমাত্ৰ কবিতাৰ পুথি 'কদম-কলি'ৰ আলোচনা কৰোঁ। আজিৰপৰা প্ৰায় ৫৫ বছৰৰ আগতে ১৮৩৫ শকত 'কদম-কলি'ৰ প্ৰথম প্ৰকাশ হয়। তেতিয়া বেজবৰুৱা আছিল হাওড়াত। পাতনিত তেখেতে কৈছে ঃ

"কবিতা হয় যদি হওক নহয় যদি নহওক বুলি মাজে-সময়ে লিখা পদ্যবোৰ গোটাই একে ঠাই কৰি এই কিতাপখন কৰা হ'ল। কবি হবৰ দুৰাশা কৰি নহয়।" 'কদম-কলি'ত মুঠ ৮১ টা পদ্য আছে। সেই আটাইবোৰত কবিতাৰ গুণ আছে বুলি কোৱা টান। শ্ৰীকৃষ্ণ ভক্তিপৰায়ণ বেজবৰুৱাৰ ভক্তিভৰা মনত কৃষ্ণৰ আশ্ৰয়স্থল কদম গছজুপি, কৃষ্ণৰ বাঁহীটি আৰু বৃন্দা, চন্দ্ৰা, ৰাধা আদি গোপীসকলৰ স্মৃতিয়ে থৌকিবাথৌ লগাই আছিল। 'কদম-কলি'ত বাঁহী নামৰ কবিতা চাৰিটি আছে। প্ৰথমটিত কৈছে ঃ

---

"ত্ৰিভূবনৰ মাজত যিমান মধুময় বস্তু আছে, সেই সকলোবিলাকৰ সাৰভাগ একে ঠাই কৰি বাঁহীৰ উদৰ পূৰ্ণ হৈছে।" বাঁহী বিশ্ববিমোহন সখা শ্ৰীকৃষ্ণৰ হাতৰ যন্ত্ৰ। তাত স্বয়ং কৃষ্ণই ফু দি সপ্তসুৰৰ লহৰ তুলিছিল। এতেকে সেই বাঁহীৰ মাত অমিয়া। বৈষ্ণৱদৰ্শনত বাঁহীৰ আধ্যাত্মিক ব্যাখ্যা আছে। শ্ৰীকৃষ্ণৰ ৰসময়ী ভক্তিৰ ধাৰাত বৈষ্ণৱ-কবিসকলৰ কল্পনাত বাঁহীয়ে বিশেষ ভূমিকা লৈছে। জ্ঞানদাসে কৈছেঃ

"কোন ৰন্ধ্ৰেতে শ্যাম গাও কোন তান।
কোন ৰন্ধ্ৰেৰ গানে বহে যমুনা উজান।।
কোন ৰন্ধ্ৰেতে শ্যাম গাও কোন গীত।
কোন ৰন্ধ্ৰেৰ গানে ৰাধাৰ হৰিলে চিত।।
কোন ৰন্ধ্ৰেৰ গানেতে কদম্ব ফুল ফুটে।
কোন ৰন্ধ্ৰেৰ গানেতে ৰাধাৰ নাম উঠে।।

* * *

"গৌৰ অঙ্গুলি তোৰ সোণা বান্ধা বাঁশি মোৰ
ধৰো দেখি ৰন্ধ্ৰ মাঝে মাঝে।
তিন ঠাঁই হও বাঁকা কদম্বেতে দেহ ঠেকা
তবেসে বিনোদ-বাঁশি বাজে।।
মুৰুলী অধৰে লেহ এই ৰন্ধ্ৰে ফুক দেহ
অঙ্গুলি লোলায়ে দিব আমি।
জ্ঞানদাস এই ৰটে যা বলিলা তাই বটে
ত্ৰিভঙ্গ হইতে পাৰো তুমি।।"..

'বাঁহী'ৰ আধ্যাত্মিক ব্যাখ্যা থকা মাধৱদেৱৰ বৰগীত এটিও আছে। দ্বিতীয়টি বাঁহী নামৰ কবিতা ব্যঙ্গ ৰচনা। তৃতীয়টি বাঁহী নামৰ কবিতাত সন্ধ্যাৰ পৰত বৃন্দাবনত শ্ৰীকৃষ্ণই বজোৱা বাঁহীৰ কথা কোৱা হৈছে। চতুৰ্থটি বাঁহী নামৰ কবিতাত বৈষ্ণৱ দৰ্শনৰ ইঙ্গিত বেজবৰুৱাই এইদৰে দিছেঃ

"বাঁহীৰ মাতটোত অমৃতৰ সন্ধান আছে। অন্ত আৰু অনন্তৰ মাজত বাঁহীৰ মাতে আসন পাইছে। বাঁহীৰ ধ্বনিত আত্মবিলোপন হয় অৰ্থাৎ বাঁহীৰ ধ্বনিটোৱেই ঈশ্বৰ কৃষ্ণৰ সন্ধান দিয়ে। বৃন্দাবনবাসীয়ে বাঁহীৰ মাত শুনিয়েই সকলো পাহৰি একমাত্ৰ কৃষ্ণকে দেখে। আত্মা যেনেকৈ পৰমাত্মাত বিলীন হয় ঠিক সেই দৰেই বাঁহীৰ মাত শুনোতা সকলোৰে প্ৰাণ শ্ৰীকৃষ্ণৰ প্ৰতি ধাৱমান হৈ সেই ধ্বনিতেই বিলীন হৈ পৰে।"

ভক্ত আৰু ভগবানৰ মাজত সম্পৰ্ক অতি মধুৰ। 'ঈশ্বৰ আৰু ভকত' নামে কবিতাটিত বেজবৰুৱাই এই সম্পৰ্ক এইদৰে দেখুৱাইছে—

বৈকুণ্ঠৰ পৰা হৰিয়ে ভকতসকলক বৈকুণ্ঠলৈ মাতিছে কিন্তু ভকতে কৈছে, -নামত আমি ভাল গৈ আছোঁ। তোক-পিয়াহ নামতে শেষ হৈ আছে। মুক্তিতো স্পৃহা নাইকিয়া এনে ভকতৰ মহিমা বৰ্ণাই এই কবিতাটিত বেজবৰুৱাই বৈষ্ণৱ দৰ্শনৰ এটি সুন্দৰ নিদৰ্শন দেখুৱাইছে।

"মৰতত ভকত, বৈকুণ্ঠত মুকুন্দ,
লৰি আহেসকলা আহাঁ।"
"নেযাবোঁ নেযাবোঁ প্ৰভু মোৰ গোবিন্দাই
মুকুতিৰ নকৰোঁ বেহা।"

নামত তন্ময় হৈ থকা ভকতক লৰাব নোৱাৰি স্বয়ং ভগবানেই নামি আহি ভক্তৰ সঙ্গ লয়হি। ভগৱানে ক'লে, —
"ভকতক এৰি থাকিব নোৱাৰোঁ।"...
গীতাই কৈছেঃ

নাহং তিষ্ঠামি বৈকুণ্ঠে
যোগীনাম্ হৃদয়ে ন চ।
যত্ৰ গায়ন্তি মদ্ভক্তায়
তত্ৰ তিষ্ঠামাহং ...

ভক্ত আৰু ভগবানৰ মিলনৰ এই তাৎপৰ্য ভক্তিমাৰ্গৰ অপূৰ্ব দৰ্শন।

'কদম কলি'ত থকা 'আমাৰ জন্মভূমি' নামৰ সমস্বৰ সঙ্গীতটিত সেই কালৰ খ্যাতনামা বঙালী কবি-নাট্যকাৰ স্বৰ্গীয় দ্বিজেন্দ্ৰলাল ৰায়ৰ প্ৰভাৱ পূৰ্ণভাৱে পৰিছে। ৰায়ৰ জন্মভূমি নামৰ বঙালী সমস্বৰ সঙ্গীতটি এনে ধৰণৰ —

"সকল দেশেৰ ৰাণী সে যে আমাৰ জন্মভূমি।
এমন দেশটি কোথাও খুঁজে পাবে নাক' তুমি
আমাৰ জন্মভূমি ...."...

বেজবৰুৱাই কৈছেঃ

"হেৰা আমাৰ জন্মভূমি।
হেৰা আমাৰ জন্মভূমি।
এনে দেশ ক'তো নোপোৱা হেৰা তুমি।
হেৰা আমাৰ জন্মভূমি।।"......

স্বদেশপ্ৰেমৰ গীত হিচাপে বেজবৰুৱাৰ 'মোৰ দেশ'ত

অসমীয়া সাহিত্যত যাউতীযুগীয়া হৈ থাকিব। ইয়াতো অসম এখন সুকীয়া দেশ, অসমীয়া মাত-কথা সুৰদি, এই কথা প্ৰতিপন্ন কৰি বেজবৰুৱাই সকলোৰে প্ৰাণত স্বদেশপ্ৰেমৰ গভীৰ প্ৰেৰণা জগাই দিছে।

কবিতা যদি লিৰিকধৰ্মী হয় তেন্তে তাৰ মাজত কবিক বিচাৰি উলিওৱা সহজ হয়। কাৰণ লিৰিক কবিতাত কবিৰ ব্যক্তিগত আবেগ-অনুভূতি প্ৰকাশ পায়। গুৰিতে লিৰিক কবিতা আছিল বীণৰ সুৰত গাব পৰা ছন্দোময় কবিতা। বেজবৰুৱাৰ মাতৃ-বিয়োগ হোৱা কালত তেখেত হাওড়াতেই আছিল। ঠাকুৰ পৰিয়ালৰ ব্ৰাহ্ম ছোৱালী বিয়া কৰোৱা বাবে বেজবৰুৱা একৰকম ত্যাজ্য পুত্ৰৰ দৰেই হৈছিল। সেইকালত গোড়ামি চূড়ান্ত আছিল। মাকৰ আদ্য-শ্ৰাদ্ধৰ দিনা হাওড়াত লিখা (২২ অক্টোবৰ, ১৯১০ চন) মাতৃশ্ৰদ্ধ নামৰ কবিতাটিত বেজবৰুৱাৰ মাতৃ-ভক্তি আৰু বেজাৰৰ ভাব স্পষ্টভাৱেই ফুটি ওলাইছে। ইয়াত তেখেতক কৈছে ঃ

"বিশাল প্ৰকৃতিৰ স্নেহে তিলতিল কৈ গোটাই ঈশ্বৰে মাতৃ-মূৰ্ত্তি ৰচনা কৰিলে। মাতৃ মূৰ্তিমান সতী মাত্ৰ, আকৌ সহিষ্ণুতা। তেনেহেন মাতৃৰ শ্ৰাদ্ধৰ দিনা বেজাৰৰ এটুপি চকুলোকে দি তৰ্পণ দিওঁ।"...

বেজবৰুৱাই বাল্য কালৰে পৰাই ৰসিকতা ভাল পাইছিল। স্বভাৱতে তেখেত এজন ৰসিক লোক আছিল। ব্যঙ্গ ৰচনাৰ মাজত বেজবৰুৱাৰ ৰসিকতাৰ পৰিচয় পৰিপূৰ্ণ হৈ আছে। উৰিষ্যাৰ ঝাৰসোগোড়াত থাকি কাঠৰ বিশাল ব্যৱসায় কৰা বেজবৰুৱাৰ মানস-পটত পুৰণি ৰংপুৰ নগৰৰ অসমীয়া ডা-ডাঙৰীয়াসকলে চ'ৰাঘৰৰ লাইটখুটাত আঁউজি ধোৱাঁখোৱাত টোৰোক্ টোৰোক্ শব্দ উলিয়াই মেল পাতি থকা দৃশ্য জিলিকি উঠে। তেতিয়া বেজবৰুৱাই গীতৰ সুৰত গায় —

"অনন্ত আকাশ মাজে দে ধোৱাঁ উৰুৱাই।
গ'ল ডোক, গ'ল শোক, দে ভাগৰ পলুৱাই।
নলি-লগা ধোৱাঁখোৱা।
কৰি দে ঐ কোৱামোৱা।
টোৰোক্ ভৈৰৱ নাদে বিশ্ব জগৎ কঁপোৱাই।।"...

দেখাত ই এটি হাঁহিৰ ৰগৰ তোলা কথা হ'লেও ইয়াৰ মাজত কবি-কল্পনাও আছে। আৰু আছে সেই কালৰ সামাজিক ৰীতি-নীতিৰ পৰিচয়।

'কদম-কলি'ত বেজবৰুৱাৰ কাব্য-ৰচনাৰ এটি হেঁপাহ আছে। বিবিধ ৰসৰ সমাবেশত 'কদম-কলি'য়ে এটি নিজস্ব সত্তা লাভ কৰিছে। 'কবিতা' নামৰ কবিতাটিত বেজবৰুৱাই কবিতাৰ ব্যাখ্যা এইদৰে দিছে —

"শোকৰ সঙ্গীত সিটি, বিষাদৰ সুৰ,
আতুৰৰ হুমুনীয়া, লোতক চকুৰ।
বেজাৰৰ কলা ৰেখ, তৃষ্ণা তৃষিতৰ।
বিধবাৰ বুকু ফটা যাতনা কাতৰ।।"

এজন কবিক জানিবৰ কাৰণে তেওঁ ৰচনা কৰা গোটেইবোৰ কবিতা পঢ়িবৰ প্ৰয়োজন নাই। বছা বছা কেইটিমান কবিতা বিশ্লেষণ কৰি চালেই কবিজনক বিচাৰি উলিয়াব পাৰি। কবিতা কাক বোলে এই বিষয়ে প্ৰাচীন যুগৰপৰা আজিলৈকে অনেক সংজ্ঞা দিয়া হৈছে, তথাপিও এইটোৱেই শেষ সংজ্ঞা বুলি ক'ব নোৱাৰি।

ভাৰতীয় কাব্য-শাস্ত্ৰমতে "ৰসাত্মকং বাক্যং কাব্যং" আৰু "বদন্যাতকং বাক্যং কাব্যং" বুলিও আমি পাওঁ। পশ্চিমীয়া পণ্ডিতসকলৰ কোনোৱে কয়, "কবিতা জীৱনৰ বিশ্লেষণ মাত্ৰ", আকৌ কোনোৱে কয়, "প্ৰতিভাশালী লোকৰ কল্পনাই সৃষ্টি কৰা শব্দৰ ছবিয়েই কবিতা।" বেজবৰুৱায়ো কবিতাৰ স্বৰূপ ব্যাখ্যা কৰি কৈছে -

"প্ৰকৃতিৰ কামনাৰ সৌন্দৰ্য্য ৰঞ্জিত।
কবিতা কল্পনাময়ী কবিৰ বাঞ্ছিত।।"

প্ৰকৃতি সকলো গুণৰ আধাৰ। কামনা সাগৰৰ ঢৌৰ দৰে বিশাল। প্ৰকৃতিয়েই মানুহৰ অন্তৰত কামনা জগাই দিয়ে। সৌন্দৰ্যৰ ৰূপচ্ছটা দেখি কবিৰ কল্পনাত ঢৌ উঠে তাৰ ছন্দ ৰূপেই কবিতা। বেজবৰুৱাৰ এই ব্যাখ্যা পৃথিৱীৰ যিকোনো সমালোচকেই আনন্দ মনেৰে গ্ৰহণ কৰে।

'অৱশেষ' নামে এটি কবিতাত বেজবৰুৱাৰ দাৰ্শনিক দৃষ্টিভঙ্গী স্পষ্টভাৱে প্ৰকাশ পাইছে। তেখেতে কৈছে —

"ফুলিল মালতী; ফুলি সৰি পৰি গল।
বিলোৱা সৌৰভ মাত্ৰ জগতত ৰ'ল।।"

এপাহ মালতী ফুল, তাত এটি সুগন্ধ আছে। ফুল পাহ এদিন ফুলিল পিছদিনা সৰি মাটিত পৰি গ'ল। কিন্তু ফুলে কি দিলে? — দিলে এযেৰা সুগন্ধ দান। এই সুগন্ধৰ স্মৃতিয়েই ফুলপাহ ফুলাৰ সাৰ্থকতা। এই দৰেই পাৰ্থিৱ জগতৰ সকলো বস্তু, সকলো কাম্যধন ক্ষন্তেকীয়া। আনকি এই মানৱ জন্মটোও অতি ক্ষন্তেকীয়া। কিন্তু সেইবুলি সেইবোৰ তেনেই অসাৰ, ইয়াত একো সাৰবস্তু নাই — এনেদৰে কবিয়ে নাভাবে। স্বয়ং বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰেও কৈছে —

"মৰিতে চাহিনা আমি সুন্দৰ ভুবনে,
মানবেৰ মাঝে আমি বাঁচিবাৰে চাই।
এই সূৰ্যকৰে এই পুষ্পিত কাননে
জীৱন্ত হৃদয় মাঝে যদি স্থান পাই!
ধৰায় প্ৰাণেৰ খেলা চিৰতৰঙ্গিত,
বিৰহ মিলন কত হাসি-অশ্ৰু-ময়
মানবেৰ সুখে দুঃখে গাঁথিয়া সঙ্গীত
যদি গো ৰচিতে পাৰি অমৰ আলয়।" .

'মহাপ্ৰয়াণৰ যাত্ৰী" নামে বেজবৰুৱাৰ এটি গীতি কবিতাত ভাৰতীয় দৰ্শনৰ আত্মাৰ পৰিক্ৰমা সম্পৰ্কে এইদৰে কোৱা হৈছে

"মহাপ্ৰয়াণৰ যাত্ৰী হেৰা,
মই মহাপ্ৰয়াণৰ যাত্ৰী।
লগত মাথো সমল মোৰ
ভকতিৰ জোলোঙা এটি।"

বেজবৰুৱা সৰু কালৰেপৰা এটা ধৰ্ম ভাৱৰ পৰিবেশৰ মাজত ডাঙৰ দীঘল হৈছিল। গোঁসাই ঘৰত সোমাই পুৱা-সন্ধ্যা নাম কীৰ্তন কৰা, গোঁসাই সেৱা কৰা বাধ্যতামূলক আছিল। তেখেতে যদিও ব্ৰাহ্ম ধৰ্মৰ ছোৱালী বিয়া কৰাইছিল তথাপি তেখেতে নিজ ধৰ্মৰপৰা আঁতৰি অহা নাছিল। বেজবৰুৱা স্বভাৱতে শ্ৰীকৃষ্ণ ভক্তি পৰায়ণ এজন পৰম ভক্ত আছিল। এই কথা তেখেতৰ পৈণত বয়সৰ ৰচনা 'তত্ত্বকথা'ত স্পষ্টভাৱে প্ৰমাণিত হৈছে। সেই বাবেই 'মহাপ্ৰয়াণৰ যাত্ৰী'ত বেজবৰুৱাই ক'ব পাৰিছে

"ভকতৰ পদৰ ধূলি
মূৰত লৈ বাট বুলি,
প্ৰভুৰ সিংহাসনৰ তলত,
আহাঁ পৰোঁগৈ লুটি।।"

এয়া এজন নিৰ্মল ভকতৰ প্ৰাণৰ কথা, কবিতাৰ ছন্দত ফুটি উঠিছে।

"আসন তলৰ ধূলিত পৰি
ভকতিৰ জোলোঙা উবুৰি কৰি,
কটাওঁ মই অনন্ত কাল,
মনৰ হাবিলাষ এইটি।।
মই, মহাপ্ৰয়াণৰ যাত্ৰী।"..

এইজনক ভক্ত কবি আখ্যা দিবলৈ কোনো সমালোচকৰে দ্বিধা নহ'ব।

বেজবৰুৱাৰ জীৱন-দৰ্শনত মহাপুৰুষীয়া ধৰ্মৰ প্ৰতি গভীৰ অনুৰাগ কেনেকৈ পৰিছিল, তেখেতৰ 'কৃষ্ণকুমাৰ-সোৱৰণ'ত লিখা কিছু কথা এইখিনিতে উল্লেখ কৰিব পাৰি। তেখেতে কৈছে-

"ভাদ মাহত শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ আৰু বদুলা আতাৰ তিথি হয়। এই তিনি তিথিক "ভাদৰ তিনি কীৰ্ত্তন" বোলে। আমাৰ ঘৰত এই তিনি কীৰ্ত্তন দিনে-ৰাতিয়ে তিনি দিন ব্যাপি মহাসমাৰোহেৰে কৰা হৈছিল। তিথিৰ দহ-বাৰ দিনৰ আগৰেপৰা উৎসাহত আমাৰ ভৎ নাপাইছে। তিথিৰ থাপনিৰ দিনৰেপৰা নাম-প্ৰসঙ্গত থাপনাৰ আগত শৰাইত দিবলৈ কল বিচাৰি শিৱসাগৰৰ মানুহৰ কলবাৰী চলাথ কৰি ফুৰোঁহক আৰু থোকা-থোকে কেচা কল কাটি আনি জাগ দি পকাবৰ দিহা কৰোঁহক। গাজি-প্ৰসাদৰ শৰাইৰ পৰা আৰম্ভ কৰি আঠ দহখন শৰাই মাহচাউল-কলেৰে কেনেকৈ উপচি পৰিব, এইটো আমাৰ মহা ভাবনাৰ বিষয় হৈ পৰে। আমাৰ ঘৰতে তিনি চাৰিযোৰ ডোৱৰতাল, তথাপি আৰু পাঁচ ছয়োৰ ডোবৰতাল আমি গণকপটিৰপৰা গোটাই আনি বজাই নাম প্ৰসঙ্গৰ ধ্বনিৰে গোটেইখন চহৰ খলক লগাই দিওঁহক। তিথিৰ দিনা ৰাতি দিনে গীত, ভটিমা, নাম প্ৰসঙ্গ অখণ্ডভাৱে চলে। পিছদিনা অৰ্থাৎ তৃতীয় দিনা, যাত্ৰা-ঘোষা আৰু তাৰ অন্তত চৰিত্ৰ তোলা হৈহে তিথি মহোৎসৱ ওৰ পৰে। চৰিত্ৰ তোলা মানে শ্ৰীশঙ্কৰদেৱৰ তিথিত শ্ৰীশঙ্কৰদেৱৰ, শ্ৰীমাধৱদেৱ আৰু বদুলা আতাৰ তিথিত মাধৱদেৱ আৰু বদুলা আতাৰ আৱিৰ্ভাৱৰ আগৰেপৰা তিৰোভাৱলৈকে গোটেইবোৰ ঘটনা মালিনীয়ে ফুলৰ মালা গঁথাদি গাঁথি সূক্ষ্মাতিসূক্ষ্মৰূপে বৰ্ণনা কৰি যোৱা হয়। পুথি চাই নহয়, নিজৰ মনৰপৰা সুঁৱৰি। আমাৰ ঘৰৰ তিথিত এই চৰিত্ৰ তোলা কাৰ্য্য পিতৃদেৱতাই নিজেই কৰিছিল আৰু আমি সকলোৱে অতি সন্তৰ্পণে ভক্তিভাৱে শুনিছিলোঁ।"

বাল্যাৱস্থাৰপৰাই বেজবৰুৱাৰ প্ৰাণত ভক্তিভাৱ জাগৰিত হৈ আহিছিল। দৰাচলতে তেখেত এজন ধৰ্ম-প্ৰাণ অসমীয়া সাহিত্যিক আছিল। তেখেতে কৈছে -

"ঘৰৰ গুৰুনি বন্ধুজন।
অন্তৰ গুৰুনি ধৰ্ম-ধন।"...

ভক্তিমাৰ্গৰ মূল কথা হ'ল ভগৱানৰ চৰণত আত্মসমৰ্পণ। নিজৰ স্বকীয়া অস্তিত্ব ভগৱানৰ অস্তিত্বত বিলীন কৰি দিলেহে ভক্তৰ চৰম-তৃপ্তি লাভ হয়। ভগৱৎ-পৰায়ণ বেজবৰুৱাই সেয়েহে কৈছে

"যতনা মোৰ কোনো চিন্তা নাই;-
চিন্তাৰ গৰাকীক চিন্তাৰ ভাৰ দিছোঁ ভাই!
তুমি মৰা আপোন চিন্তাত।
মোৰ চিন্তা অচিন্ত্যৰ গাত।।"....

'আত্মসমৰ্পণ' নামে এই সৰু কবিতাটিতো আমি বেজবৰুৱাক এজন ভক্ত-কবি ৰূপেই দেখা পাওঁ। 'সোণৰ শিকলি' নামে আন এটি সৰু কবিতাত তেখেতে কৈছে—

"মাহ পখ সোণৰ শিকলি,
ঈশ্বৰৰ দান।
দণ্ড পল একোটা আঙ্গঠি,
পায় গৈ বৈকুণ্ঠৰ থান।।
শিকলি যে ছিগি যাব চাবাঁ,
যাত্ৰা শেষ নৌহওঁতেই;
সাৱধানে বাট বুলি যাবাঁ,
শুচি আৰু সংযমী হৈ।।"

আদৰ্শবাদী বেজবৰুৱাৰ এই সৰু সৰু পটন্তৰ বিলাকত ইংৰাজীৰে যাক এফ'ৰিজিম্ বোলা হয়, দাৰ্শনিক দৃষ্টিভঙ্গিৰে চালে অনেক নীতি-বচন পোৱা হয়। ইয়াৰ মাজতো বেজবৰুৱাৰ অন্তঃসলিলা চিন্তাধাৰৰ পৰিচয় বটিয়াকৈ পাব পাৰি। 'কৃতিত্ব' নামে আন এটি পটন্তৰত এইদৰে কোৱা হৈছে—

"আত্মমান, আত্মজ্ঞান, আপোন দমন
এই তিনি উন্নতিৰ সুঁতি।
পাই ভয় কৰি যোবাঁ কাম,
সংসাৰত হবাঁ তুমি কৃতী।।"...

'কদম-কলি'ত যি দুটি বৃত্তান্তমূলক কবিতাই ঠাই পাইছে সেই দুটি 'ধনবৰ আৰু ৰতনী' আৰু 'ৰতনীৰ বেজাৰ'। ধনশিৰী মুখৰ মিৰি জীয়ৰী ৰতনী আৰু দিখৌ মুখৰ মিৰি ডেকা ধনবৰ। ৰতনী মাক-বাপেকৰ সৈতে উজাই আহি দিনচেৰেক ধনবৰৰ বাপেকৰ ঘৰ দিখৌ মুখত আছিল। যিদিনা মাক-বাপেকৰ সৈতে ৰতনী আকৌ নিজ গাঁৱলৈ গুচি গ'ল সেইদিনা ডেকা ধনবৰে সেই বিচ্ছেদৰ বেদনাত বিনাই বিনাই কান্দিবলৈ ধৰিলে। ক্ষন্তেকৰ দেখা... ৰতনীৰ কথা সুঁৱৰি এটা অতি সৰলচিতীয়া মিৰি ডেকাই যি বেদনা প্ৰকাশ কৰিছে সেয়া কবিতাৰ মূলধন —

"উজায়ে আহিলে ভাটীৰে ৰতনী,
বুকুৰে মাধুৰী লৈ;
ভটিয়াই গলে ঐ শাহটো সামৰি
মোলৈ খোলাটো থৈ।"

এয়া সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই কোৱা সুললিত ভাষাৰ কথা নহয়। এটা মিৰি ডেকাই নিজস্ব শব্দ সম্ভাৰেৰে প্ৰকাশ কৰা মনোবেদনা। বিচ্ছেদৰ বেদনা ইয়াত গভীৰ ভাবেই প্ৰকাশ পাইছে।

"বালিতে চৰিছে দুটি বালিমাহী,
লগৰে লগৰী পাই।
পাৰতে কান্দিছে ধনবৰ দুখীয়া
ৰতনী লগতে নাই!"

ধনবৰ ৰতনীৰ প্ৰেমত পৰিছিল। ইচ্ছা আছিল- ৰতনীৰ সৈতে সংসাৰ কৰিবৰ। কিন্তু বিধিৰ বিধানত হৈ নুঠিল। ৰতনী যোৱা সেন্দুৰীয়া টিঙৰ নাওখনলৈ চাই চাই লুইতৰ পাৰত বহি ধনবৰে বিলাপ কৰি আছে। যেতিয়া ৰতনীক পোৱা আশা সমূলি বিলীন হ'ল তেতিয়া সি কৈছে—

"চেনাই মোৰ লুইত ঐ সামৰি লোৱা মোক,
কোলাত থান এফোৰ দিয়া,
ৰতনী হেৰাল মোৰ, সকলো পৰিল ওৰ,
আৰু মোৰ একো নাইকিয়া।"

দুৰ্ভগীয়া হতাশ প্ৰেমিকে লুইতৰ বুকুত জাপ দি সকলো শেষ কৰিলে। এই শোকৰ বাতৰি ৰতনীৰ বুকুত শেল সোমোৱাদি সোমাল। ৰতনীয়ে বিনাবলৈ ধৰিলে। মাজনিশা অকলশৰীয়া তৰা এটিলৈ চাই চাই ৰতনীয়ে কৈছে ঃ

"মৰি গৈ সোণ সৌ
তৰা এটি হ'ল,
হে তৰা এটি হল।
টুপি টুপি চকুৰ লোৰে
মোলৈ চাই চাই ৰ'ল
হে মোলৈ চাই ৰ'ল।।"

আজলী মিৰি গাভৰুয়ে বুজিব পাৰিলে যে, তাইৰ কাৰণেই ধনবৰে প্ৰাণত্যাগ কৰিলে- এই দুখে তাইৰ সৰল হিয়া খুলি খুলি খাবলৈ ধৰিলে। ৰতনীয়ে কৈছে ঃ

"সৰগত ধনবৰ,
পৃথিৱীত মই,
হে পৃথিৱীত মই
দুটি প্ৰাণী এটি কৰা
পুইণ কাম হয়,
হে পুইণ কাম হয়।।"

এই সৰল-সহজ মনোবেদনাক বাস্তৱ ৰূপ দি বেজবৰুৱাই ধনবৰ আৰু ৰতনীক অসমীয়া কাব্য-সাহিত্যত জীয়াই থৈ গৈছে।

'প্ৰেম' শব্দটোৰ সাধাৰণ অৰ্থ সকলোৱেই বুজে, কিন্তু 'প্ৰেম' শব্দৰ ব্যাখ্যা দিয়াহে বৰ কঠিন। শ্ৰীচৈতন্যদেৱে এঠাইত কৈছে ঃ

"প্ৰেম প্ৰেম কহে সবে প্ৰেম জানে কেবা
প্ৰেম কিগো হয় কভু ৰমণীৰ সেবা?".....

ৰমণীৰ সেৱা সামান্য প্ৰেম, জাগতিক। কিন্তু তাতোকৈ মহান প্ৰেম কবি-দাৰ্শনিকে অনুভৱ কৰে। ৰবীন্দ্ৰনাথে 'প্ৰেমৰ অভিসেক' নামে এটি কৱিতাত কৈছে ঃ

"তুমি মোৰে কৰেছ সম্ৰাট। তুমি মোৰে
পৰায়েছ গৌৰবমুকুট ; পুষ্পডোৰে
সাজায়েছ কণ্ঠ মোৰ। তব ৰাজটিকা
দীপিছে ললাট মাঝে মহিমাৰ শিখা
তইনিশি।"....

এই প্ৰেমে কবিক লৈ গৈ সৌন্দৰ্যৰ নন্দন বনত এৰি দিছে গৈ।

...... "হাত ধৰে মোৰে তুমি
লয়ে গেছ সৌন্দৰ্য্যেৰে সে নন্দনভূমি
অমৃত-আলয়ে। সেথা আমি জ্যোতিষ্মান
অক্ষয় যৌৱনময় দেবতাসমান;
সেথা মোৰ লাবণ্যেৰ নাহি পৰিসীমা,
সেথা মোৰ অৰ্পিয়াছে আপন মহিমা
নিখিল প্ৰণয়ী; সেথা মোৰ সভাসদ্

ৰবিচন্দ্ৰতাৰা ".................................

'কদম-কলি'ৰ কবি বেজবৰুৱায়ো 'প্ৰেম'ৰ মহিমা এইদৰে বৰ্ণনা কৰিছে ঃ

"ব্ৰহ্মাণ্ডৰ সত্ত্ব যিটো পৰিছে বিজৰি,
গিৰি বন গছ লতা সচেতন কৰি ;
অমৃত হাঁহিৰ ৰং ফুলত ফুলায় ;
যি শকতি প্ৰভাৱত মন্দাকিনী যায় ;
অণু পৰমাণু মিলে আকৰ্ষি অন্তৰ ;
পৃথক আতমা মিলি হয় একেম্বৰ ;
ব্যৱধান ক্ষয় হয়, গুচৰে আঁতৰ ;
অব্যক্ত বেকত হয় ; গুচে আত্ম-পৰ ;
সৰ্বাঙ্গে সৰ্বাঙ্গ লয়, জীৱনে জীৱন ;
আনন্দে আনন্দ, মহানন্দৰ সৃজন ;
সংজ্ঞাৰ অতীত শক্তি, বিশ্বব্যাপী কায় ;
ক্ষণিক সম্ভোগে যাৰ দেৱত্ব মিলায় ;
মৰু বুকে, শিল গাথে, বিন্দুৰ পৰশে ;
প্ৰেম আখ্যা মহাশক্তি জগৎ প্ৰকাশে।"

বেজবৰুৱাৰ এই চতুৰ্দশপদী কবিতাটি অসমীয়া কাব্য-সাহিত্যৰ বাছকবনীয়া কবিতাসমূহৰ ভিতৰত অন্যতম হিচাপে যাউতিযুগীয়া হৈ থাকিব।

বেজবৰুৱা যদিও এজন সাংসাৰীক লোক আছিল, তথাপি তেখেতৰ ভিতৰত এটি উদাস, নিবৃত্তিমূলক চিন্তা সদায় আছিল। এই কথা তেখেতৰ 'শান্তি' নামে এটি কবিতাত প্ৰকাশ পাইছে ঃ

"সংসাৰত তৃপিতিৰ আশা,
মৃগতৃষ্ণা মৰীচিকা প্ৰায়,
বিচাৰি বিভ্ৰান্ত ; কতো নাই ;
শান্তিধাম মাত্ৰ শান্তিৰ ঠাই।।
ঈৰ্ষা-দ্বেষ মেঘৰ ওন্দোলে
মনাকাশ এন্ধাৰি পেলালে।
মোহ-তম বিষম অজ্ঞানে
তত্ত্বজ্ঞান-সূৰুয ঢাকিলে।
খন্তেকীয়া মেঘৰ আন্ধাৰ ;
যুগমীয়া তত্ত্বজ্ঞান-ৰবি।
যুগমীয়া এৰি খন্তেকীয়া।
মণি এৰি কাঁচ কি কৰিবি?"

তত্ত্বজ্ঞানেই যে বেজবৰুৱাৰ কাম্যধন আছিল আৰু সেই তত্ত্বজ্ঞান স্বৰূপ ৰবিৰ কিৰণ বিচৰাই এইজন মহাভক্তৰ জীৱনৰ লক্ষ্য আছিল সেই কথা দোহাৰিবৰ প্ৰয়োজন নাই। 'কদম-কলি'ৰ কবিতাসমূহৰ ভিতৰত বেজবৰুৱাৰ 'বীণ-বৰাগী' পুৰণি অসম, পুৰণি ভাৰতবৰ্ষ আৰু ভাৰতৰ মহান-ঐতিহ্যৰ এখনি নিখুঁত ছবি বুলিব পাৰি। আগৰ কালৰ আমাৰ দেশত পাৰস্যৰ চুফি সম্প্ৰদায়ৰ দৰে এক শ্ৰেণীৰ বৰাগী আছিল। তেওঁবিলাকে ঘৰ-সংসাৰ কৰি থকা ভাল নাপাইছিল। নাৰিকলৰ কোটোৰাৰ ওপৰত গুইৰ ছাল দি এবিধ বীণ তৈয়াৰ কৰি ৰেপণিৰে বীণ বজাই বৈৰাগ্যৰ সুৰত দেহ-বিচাৰৰ গীত, সংসাৰৰ প্ৰতি বিৰাগ ওপজা গীত আদি গাই ঘৰে ঘৰে ঘুৰি ফুৰিছিল। তেওঁবিলাক আশাশুধীয়া, নিৰ্মল চৰিত্ৰৰ সৎ লোক আছিল। গীতৰ সুৰতে আপোন-পাহৰা হৈ সৃষ্টিৰ মহিমা গাই অপাৰ তৃপ্তি লাভ কৰিছিল। এনেকুৱা এজন বৰাগীক কল্পনাৰ বেদীত বহুৱাই লৈ বেজবৰুৱাৰ কবি-প্ৰাণে অতি সৰল সহজ ভাষাৰে, নিমজ গতিৰে, গৌৰৱময় অতীত কাহিনীৰ বেথা বৰ্ণাই গৈছে। কবিতাৰ ব্যাখ্যা দিওঁতে বেজবৰুৱাই নিজে কৈ গৈছে ঃ

"শোকৰ সঙ্গীত সিটি, বিষাদৰ সুৰ"

বীণৰ মাতত স্বাভাৱিকতে এটা হৃদয়ৰপৰশা কৰুণ কাতৰ গুণ আছে। কাৰণ, ইয়াৰ ধৰ্ম বৈৰাগী। 'বীণ-বৰাগী'ত অতীতৰ শোকৰ কাহিনীবোৰৰ ইঙ্গিত দি শুনোঁতাৰ হৃদয় ভাবাবেগত ওপচাই দিয়া হৈছে। জনম দুখুনী সীতা, নল-দময়ন্তী, শ্ৰীবৎস-চিন্তা, সতী জয়মতী— এইসকলোবিলাকলৈ কবিৰ মনত পৰিছে। বদন ফুকন আৰু মৰাণ-বিদ্ৰোহত কেনেকৈ স্বাধীন অসম ধ্বংস হ'ল, মণিৰাম-পিয়লিয়ে কেনেকৈ ফাঁচি কাঠত প্ৰাণ দিলে--- এই আটাইবিলাক কৰুণ স্মৃতিয়ে কবিৰ হৃদয় ভাৱাক্ৰান্ত কৰি তুলিছে। সমবেদনাৰে পৰিপূৰ্ণ কবিৰ হিয়ালৈ বেজাৰৰ ঢল আহিল—

"একণি হৃদয়,
এফেৰি সমল,
কতনো সহিব খুন্দা।
ভাগি ছিগি যায়
অলপ আঘাতে,
কিয় তই মোক কন্দা?

কবিয়ে যেতিয়া অতীতৰ কথা সুঁৱৰি চায় দেখে বিষাদৰ অন্ত নাই। সেইবাবে কাতৰ ভাৱে বৰাগীক অনুৰোধ কৰিছে ঃ

"কাবৌ কৈ মাতিছোঁ,
বৰাগী ককাই ঐ
বীণে যেন নিবিনায়।......."

কাৰণ মানুহে যদি বেজাৰত কান্দি কান্দিয়েই দিন কটায় তেন্তে তেওঁ আৰু থিয় দি তিষ্ঠিব নোৱাৰিব। গীতাতো অৰ্জুনৰ এই বিষাদ নেওঁচি শ্ৰীকৃষ্ণই কৈছিল—

"উঠা, গাণ্ডীৱ লোৱাঁ, যুদ্ধ কৰাঁ।"

"আগেয়ে মোৰ বোপাই ধনী আছিল, ভাতে ভৰালে খাইছিলোঁ, দেহি ঐ! আজি মোৰ একোটি নাই" এনেদৰে বেজাৰ কৰি থাকিলে নহ'ব। বাস্তৱমুখী হ'ব লাগিব। কবিৰ ধৰ্মই হৈছে নৈৰাশ্যৰ হুমুনিয়াহ আঁতৰাই বীৰৰ দৰে পৃথিৱীত খোজ দিবলৈ মানুহক আগবঢ়াই দিয়া। কবি বেজবৰুৱাযো ঠিক এইদৰেই আত্ম প্ৰত্যয় আনিছে ঃ

"শুনা ঐ বৰাগী,
আনন্দ কাহিনী,
আসামৰ যশৰাশি;
হিয়া মোৰ হেৰ
বলৱন্ত হোক
পৰাণ উঠক উলাসি।।"

অতীতৰ গৌৰৱময় ইতিহাসৰ পাত লুটিয়াই বাণ, ভগদত্ত, নৰকাসুৰ, ভীষ্মক, ভাস্কৰ বৰ্মা, শঙ্খলাদিব, শঙ্কৰ-মাধৱ, ৰুদ্ৰসিংহ, চিলাৰায় আদিয়ে কি কীৰ্তি ৰাখি গ'ল সেই স্মৃতি মনত পেলাই দিবলৈ কবিয়ে বীণত এইবাৰ আনন্দৰ জোকাৰ দিলে। আশাৰ সঞ্চাৰ কৰিলে। কাৰণ, মানুহ জীয়াই থাকিব পাৰে আশাৰ আনন্দতহে। সদায় বৈৰাগ্যৰ ভাৱত সংসাৰী মানুহ থাকিব নোৱাৰে। 'যোগ্যৰ ভোগ্য বসুন্ধৰা'। সেই কাৰণে সংসাৰ-বিৰাগী মনোভাৱ আঁতৰাই বাস্তৱবাদী হ'বলৈ উদগনি বিচাৰি কৈছে ঃ

"বজা ঐ বৰাগী
সংসাৰ বিৰাগী
সংসাৰৰ গুণ গান,
শুৱদি শুৱলা
ৰেপটোৱে পতি
শীতল হওক প্ৰাণ।"

বীণ-বৰাগী স্বয়ং কবি নিজেই। তেওঁৰ কল্পনাময়ী কবিতাক সম্বোধন কৰি গৈছে ঃ

"গা বীণ গা,
অমৃত সঙ্গীত
শুকানে মেলক কুহি,
প্ৰবাস ভাগৰ
আঁতৰি পলাওক,
মুখত ওলাওক হাঁহি।
বীণৰ বৰাগী!
বৰাগী নহৱ
দুখীয়া নহৱ তই,
আনন্দৰ কণা,
ৰসৰ নিজৰা,
বীণতে বান্ধিছ ঐ।"

কবি-কল্পনাৰে অতীতৰ এই মধুময় স্মৃতি সুঁৱৰি সুঁৱৰি কল্পিত বীণ-বৰাগীক কৰিয়ে কৈছে ঃ

"নমা ঐ ! নমা ঐ !
আকাশী অমিয়া,
আকাশী গঙ্গাৰ দৰে।
দে মোক, দে মোক,
বৰাগী ককাই ঐ,
পিওঁ মই নিছিগা ধাৰে।"

কবিৰ হৃদয় আনন্দ-ৰসেৰে ভৰপূৰ হৈ পৰিল। কল্পনাত কাব্য-ৰসৰ ধাৰা বৈ গ'ল। কবিৰ হেঁপাহ বাঢ়ি গ'ল, যেন, তেনেকুৱা মধুময় স্মৃতিৰ অমিয়া-জোল পান কৰি থাকিব। নতুন প্ৰেৰণা পাই দৃষ্টিত যি সৌন্দৰ্যৰাশি ধৰা পৰিল, সেই চকুযুৰিত দীপ্তি ঢালি দিবলৈ কবিয়ে নিবেদন জনাইছে ঃ

"নতুন প্ৰাণৰ
ন চকুযুৰি,
দীপিতি ঢালি দে তাত,
পুৰণি পৃথিবী
ন-কৈ চাই লওঁ
হে বীণ এবাৰি মাত।"

আধুনিক ছোভিয়েত সাহিত্যত 'সমাজবাদী বাস্তৱতা' বুলি এটা নতুন চিন্তাৰ ধাৰা প্ৰবৰ্তন হৈছে। এই সমাজবাদী বাস্তৱ সাহিত্যত ঠাই পাইছে সৰ্বসাধাৰণ মানুহ, মানুহৰ সমাজ আৰু উপেক্ষিতসকলে। বেজবৰুৱাই বহুকালৰ আগতে সাহিত্য সৃষ্টি কৰিছিল অসমীয়া সমাজৰ কাৰণে। এই কাৰণে বেজবৰুৱাৰ ৰচনাত অসমৰ নিখুঁত ছবি এখন ভাবে-ভাষাই, প্ৰকাশৰীতিয়ে প্ৰতিফলিত হৈছে। 'বীণ-বৰাগী' কবিতাটি বেজবৰুৱাৰ যাউতিযুগীয়া কীৰ্তি-স্তম্ভ ৰূপে অসমীয়া কাব্য সাহিত্যত সদায় থাকিব।

অসমীয়া সমাজ আৰু চিন্তাধাৰাত এটা নিষ্ক্ৰিয় মনোভাৱ আহিছিল ইংৰাজ আমোলৰ প্ৰভাৱত। যি কেইজন ভাগ্যবান লোকে চৰকাৰৰ পদ-মৰ্যাদা লাভ কৰি 'বৰ মানুহ'ৰ শাৰীলৈ উঠিছিল তেওঁবিলাক সৰ্বসাধাৰণ লোকৰপৰা আঁতৰি গৈছিল। এই সময়তে সাহিত্যৰথী বেজবৰুৱাই হাতত কলম লৈ তেখেতৰ প্ৰতিভা-দীপ্ত ৰচনাৱলীৰে অসমীয়া সমাজক জগাই দিবলৈ ধৰিলে। 'বীণ-বৰাগী'য়ে মধুৰ ভাবেৰে জগাই দিছিল। উপনিষদত এটি বাক্য আছে ঃ "স নো বুদ্ধ্যা শুভয়া সংযুনক্তু"... তেওঁ আমাক শুভ বুদ্ধিৰে তেওঁৰ লগত সংযুক্ত কৰক। বেজবৰুৱায়ো বুদ্ধি-জীৱি কবি চিন্তা নায়ক স্বৰূপে মধুৰ উপায়েৰে আমাক জগাইছিল। সাহিত্য-চৰ্চাৰ প্ৰতি বেজবৰুৱাৰ এটা জন্মগত মনোভাৱ আছিল। কলিকতাত চন্দ্ৰকুমাৰ আগৰৱালাৰ লগত বন্ধুত্ব লাভ হোৱাৰপৰা এই স্পৃহা বাঢ়ি আহিবলৈ ধৰিলে। 'জোনাকী'ৰ প্ৰতিষ্ঠাতা আৰু প্ৰথম সম্পাদক আগৰৱালাই ১৮১০ শকৰ মাঘ মাহত প্ৰকাশ হোৱা প্ৰথম সংখ্যা 'জোনাকী'ৰ 'আত্মকথা'ত এইদৰে কৈছিল ঃ

"অসমত কাকতৰ গতি কচুপাতৰ পানীটোপিৰ দৰে। মানুহৰ চেষ্টা অক্তৰ অমৰ বুলি জানিছে আমাৰ সাহ ; উদ্যোগীয়ে মৰণ কি ক'ব নোৱাৰে। জীৱনেই হৈছে কাৰ্যশীল, কৰিবলগীয়া কাম কৰিম ফললাভ পাছৰ কথা। কামৰ চকৰিৰ তলত বহু মৰেও, জীয়েও ; মৰি জীয়াই সংসাৰৰ কাৰ্য্য সাধিব পাৰি। আমাৰ উদ্দেশ্য কি আনেকে সুধিব। ... .. নৈকৈ উঠি অহা অসমৰ নিমিত্তে আমাৰ আটাই শক্তি ব্যয় কৰিম। এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ 'জোনাক' সুমুৱাব নোৱাৰিলেও, যদি নিজে নিজেও যত্নৰ যিৰিজতিৰ পোহৰত বাট পাওঁ তেনে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম। আমি জানো আমাৰ দেশ শিক্ষাত পাছ, জ্ঞানত ভিকাৰী, ধনত দুখীয়া, সংখ্যাবলত শক্তিহীন, স্বাস্থ্যত কণীয়া, কামত এলেহুৱা ও পৰাধীন – কিন্তু আমি নিজ শক্তি অনুযায়ীহে কামত হাত দিব পাৰো। আমি যুক্তিবলৈ ওলাইছো "আন্ধাৰ"ৰ বিপক্ষে। উদ্দেশ্য-দেশৰ উন্নতি "জোনাক"। কিমানলৈ আগবাঢ়িব পাৰিমহঁক সেইটো নিজৰ শক্তিচালনা ও সুযোগৰ ওপৰতহে বৈ আছে। আটাইয়ে উঠি-পৰি লাগোহঁক, সুযোগও আপুনি ওলাবহি, পাটিত পৰি দিন গণিবৰ সময় নাই। চাৰিওফালে জৰুৰাই "কাম" চলিছে- অসমীয়া

বহি থাকিবনে ?”.....

'জোনাকী'ৰ এই সঙ্কল্প লৈ বেজবৰুৱাই অসমীয়া ভাষা-সাহিত্যৰ কাৰণে জীৱন উছৰ্গা কৰিলে। স্বদেশ প্ৰাণ লক্ষ্মীনাথ বেজবৰুৱাই 'কদম-কলি'ত লিখা কবিতা সমূহ ফঁহিয়াই চালেও বুজিব পাৰি যে তেখেতসকলে মাতৃভাষাৰ উন্নতি সাধন কৰিবৰ কাৰণেই কলম হাতত লৈছিল। যশস্যা আৰ্জন কৰি 'সাহিত্যিক' হোৱা বাসনাৰে সেইসকল আগবাঢ়ি অহা নাছিল। এনেহেন একোজন মহাপুৰুষৰ গুণৰাশিয়েই আমাক আগুৱাই যাবলৈ অসীম বল দি আহিছে। স্বদেশপ্ৰাণ বেজবৰুৱাৰ 'কদম-কলি'ত থকা “মোৰ দেশ” গীতি-কবিতাটি গাই থাকিলেও আমনি নালাগে। এটিও যুক্তাক্ষৰ নথকা সৰল-সহজ অসমীয়া শব্দৰে ৰচিত এই গীতটিৰ মাজতেই লক্ষ্মীনাথ বেজবৰুৱা যাউতিযুগলৈ সোমাই থাকিব। যাউতিযুগীয়া বীণখনি হাতত লৈ বেজবৰুৱাই অসমীয়া সমাজক শুনাই থাকিব।

“অ মোৰ ওপজা ঠাই !
অ মোৰ অসমী আই !
চাই লওঁ তোমাৰ
মুখখনি এবাৰ,
হেঁপাহ মোৰ পলোৱা নাই।”...

যিজন সাহিত্যৰথীৰ জন্ম-শতবাৰ্ষিকী পালন কৰি আমি ১৯৬৮ চনৰ পাঁচ অক্টোবৰৰ দিনা তেওঁক সুঁৱৰি তেওঁৰ ৰচনাৱলীৰ মাজত সোমাই চাম, আমি তেতিয়া দেখা পাম শ্ৰীকৃষ্ণ-ভক্তিৰ চন্দন অনুলেপন কৰি সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই বৃন্দাবনৰ কদম গছজুপিৰ তলত থাপনা পাতি অসমীয়া সাহিত্যৰ এখন শৰাই সজাই থৈ গৈছে। জ্বলি আছে এগছ অখণ্ড প্ৰদীপ। চাৰিওপিনে ধ্বনিত হৈ উঠিছেঃ

“বাজক ডবা, বাজক শঙ্খ, বাজক মৃদঙ্গ-খোল,
অসম আকৌ উন্নতি পথত, জয় আই অসম বোল।

অসমীয়া, প্ৰথম বছৰ, ৬ষ্ঠ সংখ্যা, ১৮৯০ শক

# অমৰ কবি মফিজুদ্দিন আহমদ হাজৰিকা

মফিজুদ্দিন আহমদ হাজৰিকাই অসমীয়া কাব্য-সাহিত্যত যিখন আসন লৈ থৈ গৈছে সেই আসনত বহিব পৰা দ্বিতীয় এজন এতিয়ালৈকে ওলোৱা নাই আৰু আগলৈও যে ওলাব তেনে আশা কৰিব নোৱাৰি। যি সময়ত "জ্ঞান-মালিনী"য়ে কোলাত মফিজক লৈ অসমৰ পূব প্ৰান্তৰ ডিবুৰু নৈৰ পাৰত দেখা দিছিল, সেই সময়ছোৱা অসমীয়া সাহিত্যৰ পুনৰ্জীৱন লাভৰ নতুন দিন আছিল। অসমীয়া সাহিত্যৰথী সকলৰ ভিতৰত এইজন কবিয়ে অকল "জ্ঞান মালিনী"ৰ অৰিহণা দিয়েই অমৰত্ব লাভ কৰিলে। পৃথিৱীত যিমান দিনলৈকে অসমীয়া সাহিত্য জীয়াই থাকিব সিমান দিনলৈকে মফিজউদ্দিনৰ "জ্ঞান মালিনী"য়ে শুকুলা সাজ পিন্ধি জ্ঞানৰ বন্তি হাতত লৈ জগতবাসীক পোহৰ বিলাই থাকিব। মফিজ অসমৰ হাফিজ। পাৰস্যৰ হাফিজে যিদৰে নিজৰ স্মৃতি সৌধ নিজে ৰচনা কৰি থৈ গ'ল তেওঁৰ অমৰ কাব্য প্ৰতিভা, মফিজেও সেইদৰেই চেনেহী অসমীয়া ভাষাৰে তেওঁৰ কীৰ্তি থৈ গ'ল- "জ্ঞান মালিনী"। শুৱলা নিভাজ আৰু জটুৱা অসমীয়া শব্দ চয়নত মফিজুদ্দিন আহমদ কোনো গুণে সাহিত্যৰথী বেজবৰুৱাতকৈ নিম্নস্তৰৰ নহয়। এটা বহস্যজনক কথা -মফিজুদ্দিন আহমদ চাহাবৰ গোটেই পৰিয়ালটোৱেই নিভাজ অসমীয়া ভাষা কোৱাত পাকৈত। কবিজনৰ জ্যেষ্ঠ এই যোৰহাট নগৰত বাস কৰা স্বৰ্গীয় হাজী ফাইজউদ্দিন আহমদ হাজৰিকা চাহাব আৰু তেখেতৰ পুত্ৰ পৰিয়ালবৰ্গৰ ভাষাও নিমজ অসমীয়া। তেখেতসকলৰ ঘৰত যি অসমীয়া ভাষা চলে তাত আমাৰ চিৰচেনেহী ভাষা জননীৰ বিশুদ্ধ ৰূপটোহে দেখা পোৱা হয়।

কবিয়ে "জ্ঞান-মালিনী" উছৰ্গা কৰি থৈ গৈছে তেখেতৰ মাকৰ স্মৃতিত। তাত কৈছে ঃ

"ইয়ে মোৰ উপহাৰ
নোহে গজমতী হাৰ
নোহে কোনো ৰাজমালা
মণি-মুকুতাৰ।
মাথো কবি-ফুলনিৰ
তল-সৰা তোলনিৰ
বাণচেৰে গথা এক
আলাবাদু হাৰ।
এয়ে পতিয়ন মোৰ
হোজা নিগুণীয়া নে স্বাভাৱিক
কুটাগছো মাজিৰিয়ে
হেপাহেৰে লয়।
অতি ভকতিৰ দান,
যদি কৰা অপমান
নিছলাৰ ক্ষুদ্ৰ হিয়া পৰিব যে জয়।

"জ্ঞান মালিনী" পঢ়ি সাহিত্যৰথী বেজবৰুৱাই কৈছিল, "এই পুথিয়ে অসমীয়া সাহিত্যক ভাব আৰু ভাষাৰে, ভালেমান চহকী কৰিলে।"

## "জ্ঞান মালিনী"

কবিয়ে জ্ঞান-মালিনী আৰম্ভ কৰিছে এজন "বিশ্ব খনিকৰ"ৰ সন্ধান বিচাৰি। কবিতাত জাত ধৰ্ম-সাজ-পোছাকৰ একো চিন নাথাকে। থাকে এটা বিশ্বজনীন আবেগ আৰু এক মহান মানৱ আত্মাৰ আত্মা উপলব্ধিৰ ধাৰা। কবি মফিজ আছিল ঈশ্বৰপ্ৰাণ, বিশ্বপ্ৰেমিক। তেওঁ নিৰাকাৰ, নিৰঞ্জন, সৰ্বশক্তিমান এক পৰম সত্তাৰ স্থিতি উপলব্ধি কৰি এজন সাধকৰ দৰে কবিতাৰ মাজেদি সেই পৰম সত্তাক বিচাৰিছে। তেওঁ সকলোতে আছে কিন্তু তেওঁক কোনেও নেদেখে। এই বেদনাতে কবি-সাধকৰ মানসত ৰহস্যৰ মহাস্বপ্ন জাগি উঠে। এই ৰহস্যৰ ওৰণিৰে নিজৰ মুখ ঢাকি নিচেই কাষতে থকা সেই খনিকৰ জনক বিচাৰি কবি বিমোৰত পৰিছে, কিন্তু আস্থা হেৰুওৱা নাই। তেওঁ সম্পূৰ্ণ বিশ্বাসী। জীৱ-জন্তু, নদ-নদী, গছ বন, সমস্ত সৃষ্টিৰ মাজেদি কবিয়ে সেই বিশ্ব-খনিকৰজনকেহে দেখা পাইছে। সেইহে সামৰণিত তেওঁ মুক্তকণ্ঠে ক'ব পাৰিছে

"সকলোকে সৰজোঁতা আছে কাৰিকৰ
নিশ্চয় নিশ্চয় এটি - বিশ্ব খনিকৰ!"

বিশ্ব খনিকৰক বিচাৰি পায়েই কবি আহিল ডিবুৰু নৈৰ পাৰত থকা "মৰিশালি খনি" লৈ। হিন্দু সকলে শ্মশানৰ চিতাত মৃতদেহটো তুলি দি এটা মন্ত্ৰ মাতি মৰিশালি খনৰ বিষয়ে এইদৰে কয় ঃ

"এইখনেই সেই ঠাই য'ত আহি ধৰ্ম আৰু অধৰ্ম একে ঠাই হ'লহি, লোভ-মোহৰ পৰিসমাপ্তি ঘটিল...

মৰিশালিৰ মাজত সোমাই কবিয়ে এইবুলি সজাগ কৰি দিছে ঃ

"নেভাবিবি-নৰ জীৱ, অজৰ অমৰ।
নেভাবিবি - ডৰ নাই, ফিতাহি-ভেমৰ
নেভাবিবি - ৰক্ষা পাম, ধনৰ বলত।
নেভাবিবি - সাৰি যাম, বুদ্ধিৰ ছলত।
নেভাবিবি - কাম নাই, কোনো ধৰমত।
নেভাবিবি - লাভ নাই, প্ৰভু মৰমত।
নেভাবি - সিপুৰীত একো ভয় নাই।
দেখিলেহে কান্দিবিহি, কৰি হায়! হায়!

মৰিশালিত মফিজুদ্দিনৰ এই সকিয়নী কোৰান, বাইবেল, বেদ-উপনিষদৰ বাণীৰ দৰেই চিৰন্তন হৈ থাকিব।

কবিয়ে সেই ডিবৰু নৈৰ পাৰতে এদিন মুনি-চুনি বেলিকা এজুম গা ঘেলাই ফুৰা ডেকা ল'ৰাৰ ৰেহ-ৰূপ চাই মানৱ জীৱনৰ দুটি বাট দেখা পালে। এই বাট দুটাৰ কথা পৃথিৱীৰ সকলো ধৰ্ম-প্ৰৱৰ্তকেই কৈ গৈছে। ভাৰতীয় দৰ্শনতো মানৱ-জীৱনৰ গতিপথ দুটাৰ আলোচনা কৰিছে। কবিয়ে ডিবুৰু নৈত মাৰ যোৱা সূৰ্য্যৰ ৰাঙলী ছবিটিৰ পোহৰত বাট দুটা দেখা পাইছে। সেই ডিবুৰু নৈ আজি আৰু নাই। মহাবাহু ব্ৰহ্মপুত্ৰৰ বুকুত সেই নৈ, সেই ঠাই বিলীন হৈ গ'ল কিন্তু কবি মফিজৰ কবিতাত ডিবুৰু অজৰ-অমৰ হৈ আছে।

সোঁ-বাটটো পূণ্যৰ। কিন্তু ধৰ্মপথ কণ্টকেৰে পৰিপূৰ্ণ। এই কণ্টকাকীৰ্ণ পথ অতিক্ৰম কৰিবলৈ মানুহক যি সৎসাহস, ন্যায়-পৰায়ণতা আৰু মানৱীয় অনুভূতি লাগে তাকে পাবলৈ কবিয়ে পথিকক সোঁৱৰাই দিছে। কিন্তু বাঁও-বাটটো অতি সহজ। এই বাটৰ দুকাষে ফুলি থকা বিবিধ লতাফুল, চৰাই-চিৰিকতি, ফল-মূল আদিৰ বৰ্ণনাই মফিজুদ্দিনৰ কবিতা ৰসাল কৰি তুলিছে। পাপে মনোহৰ ছদ্মবেশ ধৰি মানুহক নৰকৰ ফালে কেনেকৈ লৈ যায় তাৰ কাব্যিক বৰ্ণনাই কবি মফিজুদ্দিনক সুপ্ৰতিষ্ঠিত কৰিছে। ডেকাকালৰ বৃথা গৰ্বক নেওচা দি কবিয়ে যেন ভাৰতীয় দৰ্শনৰ এই উক্তিকে তেওঁৰ কবিতাৰ মাজেদি দোহাৰিছে।

"মা কুৰু ধনজন যৌৱন গৰ্বম্"
হৰতি নিমেষাৎ কাল সৰ্বম।

আত্মানুভৱিতা বা মইমতালি ভাবৰ ভেটি উচ্ছন্ন কৰি কবি মফিজে হাফিজৰ দৰেই অজ্ঞাত জনৰ ওচৰত এইদৰে আত্মসমৰ্পণ কৰিছে—

গতিকে মফিজ! এৰিদে এৰিদে
ই 'মইমতালি' তোৰ।
নহলে নিশ্চয় জগত গিৰীয়ে
তুলিব ইয়াৰ হোৰ!"

কবিয়ে "আত্মন" নামে এটি খণ্ড কবিতাত আত্মাৰ সন্ধান বিচাৰিছে। প্ৰাক্তন বা কৰ্মফল সকলো ধৰ্মই মানে। বৌদ্ধধৰ্মই কৰ্মফলৰ ওপৰতে গুৰুত্ব দি মানুহক সৎপ্ৰবৃত্তি অৰ্জন কৰিবলৈ শিক্ষা দিছে। কবি মফিজেও কৈছে—

"নৰ পামলৈ পৰন্তে নো তই
ৰাহি নোহাকৈ শুদা হাতে গৈ
কঠীয়ানো পাছে সিচি কেনেকৈ
ৰুবি পৰমাৰ্থ ধান!"

শেষত তেওঁ "দিন-কণা" এটাৰ সৃষ্টি কৰি "জ্ঞান মালিনীক" আগবঢ়াই দিছে। এই বিশ্বজগত এখন মায়া-বজাৰ। মায়াময় এই জগতত দিনতে কণাৰ দৰে মানুহে বাটকে আওবাট বুলিছে, আওবাটকে বাট বুলি খোজ দিছে। কণাৰ সাৰথি এডাল লাখুটি। এই মায়া বজাৰত সৎপথে চলিবলৈ মানুহৰ সাৰথি ঈশ্বৰ বিশ্বাস, ঈশ্বৰলৈ ভয় আৰু পাপ কৰ্মৰ পৰা বিৰত থকা। অসমীয়া চুফি সাধক কবি আজান ফকীৰেও গাই গৈছে—

আত্মাৰ সাৰথি নাম ঔ আল্লা
আত্মাৰ সাৰথি নাম।

বাইবেলেও কৈছেঃ যিজনে লোক সমাজত মোৰ নামৰ গৌৰৱ কৰে মই তেওঁক জ্যোতি দান কৰোঁ। ভগবান শ্ৰীকৃষ্ণইও কৈছেঃ

নাহং তিষ্ঠামি বৈকুণ্ঠে যোগিনাম
যত্ৰ গায়ন্তি মদ হৃদয়েনতক্তাঃ তত্ৰ তিষ্ঠামাহক।

ঈশ্বৰ বিশ্বাসী কবি মফিজুদ্দিন আহমদ হাজৰিকাৰ জন্ম - শতবাৰ্ষিকীত আমাৰ সেই অমৰ কবিজনালৈ শত-সহস্ৰ প্ৰণাম জনালোঁ - "হে অমৰ কবি"। তুমি আমাৰ "জ্ঞান-মালিনী"ৰ স্ৰষ্টা, তুমি দ্ৰষ্টা, তুমি চিৰ-চেনেহী ভাষা জননীৰ কোলাৰ চেনেহৰ, মফিজ"।

দৈনিক জনমভূমি, ২৬ আগষ্ট, ১৯৭০ খ্ৰীঃ

# সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰ জীৱন-দৰ্শন সাহিত্য-প্ৰতিভা

## জীৱন দৰ্শন

মহৎ লোকৰ গাত থাকিব লগীয়া সকলো গুণৰ অধিকাৰী নিজকে এটি ধূলি-কণা বুলি ভবা চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়া আছিল এজন সাত্তিক গুণৰ নিৰহঙ্কাৰ নিৰ্মল চৰিত্ৰৰ সজ লোক। নিজৰ 'ধূলিকণা মই' নামৰ কবিতাটিতে তেওঁৰ জীৱন-দৰ্শন নিহিত হৈ আছে। সেই কবিতাত কৈছে ঃ

"মই মৰিলেও দিন গ'লে ৰাতি হ'ব
জোন বেলি ওলায়ে থাকিব,
গছত ফুলিব ফুল, বতাহ বলিব,
নিজ বাটে নক্ষত্ৰ ঘূৰিব।"

০ ০ ০

অনন্ত বিশ্বৰ এই অসংখ্য ধূলিৰ
এটা মাত্ৰ ধূলি কণা মই
মোৰ বিহনে এই বিপুলি সৃষ্টিৰ
কেনিও অকণো হানি নাই।"

তেওঁ হাতে লিখা অৱস্থাত এৰি থৈ যোৱা 'জিৱণিৰ চিন্তা' নামে পুথিতো মানুহৰ ক্ষুদ্ৰতা সম্পৰ্কে এই দৰে কৈ গৈছে ঃ

"এই নিখিল চৰাচৰৰ তুলনাত মানুহ অতি ক্ষুদ্ৰ। কত মানুহ উপজিছে, কত মৰিছে, কত মানুহ বুকুত লৈ দেশ মহাদেশ নিমিষতে অতল সাগৰত পৰিণত হৈছে। যুগে যুগে কত মহাজাতি, কত মহাদেশ ধ্বংস হৈছে, কত সভ্যতা কত সৃষ্টি, কত ইতিহাস লুপ্ত হৈছে তাৰ সীমা নাই। আমাৰ পৃথিৱীত বালিচাহী এটা অতি ক্ষুদ্ৰ আৰু নগণ্য। বিশ্বজগতত মানুহো তেনে ক্ষুদ্ৰ আৰু নগণ্য। এই ক্ষুদ্ৰতা উপলব্ধি কৰিলে মানুহৰ মনত অহঙ্কাৰ থাকিব নোৱাৰে।"

এই আদৰ্শ তেওঁৰ দৈনন্দিন জীৱন, ৰাজহুৱা জীৱন, আৰু সাহিত্যৰ মাজতো প্ৰতিফলিত হৈছিল। তেওঁ আছিল এজন চাহ খেতিয়ক, সাহিত্যিক, ৰাজনীতিজ্ঞ আৰু সমাজৰ সম্ভ্ৰান্ত লোক। তেনে অৱস্থাৰ অনেক লোকৰ একোটা ভেম বা কৃত্ৰিম মাত কথাৰ ভাও দেখা পোৱা হয়। কিন্তু চন্দ্ৰধৰ বৰুৱা বাহিৰে-ভিতৰে এক আছিল। তেওঁৰ ওচৰলৈ যি শিধৰ মানুহেই গৈছিল সকলোকে প্ৰথমতে তেওঁহে মাত দি আহাঁ বহাঁ বুলি সামৰি লৈছিল।

তেওঁক দেখা কৰিবলৈ যোৱা মানুহৰ কথাহে তেওঁ বেছিকৈ শুনে নিজে শুনি শুনি ভাবি-গুণি অতি অলপ কথাহে কৈছিল। অসমীয়াত এষাৰ কথা আছে ঃ 'আছে দান নাই সমিধান।' তেওঁ দুয়োটা দিছিল। কাকো বিমুখ কৰি তেওঁ তিতা-কেহা মাত দিয়া নাছিল। তাৰ উপৰি কোনো খোজনীয়াক পাই-পইচা দিব লগা হলেও হাতে হাতে নিদি বটা এটাত সম্ভ্ৰমেৰেহে পাই-পইচা দিয়া দেখিছিলোঁ। হুচৰি গোৱা ৰাইজক বঁটাত তামোল পান সহ দক্ষিণা দি আঠু লৈ সেৱা কৰিছিল। এই বিলাকেই তেওঁৰ মহানুভৱতাৰ পৰিচয়। তাৰ উপৰি তেওঁৰ জিৰণিৰ চিন্তাত 'কথাৰ বা কাৰ্যৰ ভাও' বুলি এটি লেখাৰ মাজত এইদৰে লিখি থৈ গৈছে ঃ

"আমি ভাবোঁ সকলোকে ভাল পোৱাবলৈ বিচৰাটো ভুল কাম। যি আটাইৰে ভাল লগাবলৈ বিচাৰে সি কাকো ভাল লগাব নোৱাৰে। এই কথাষাৰ সদায় সচা নহয়। এনে অনেক কথা আছে যিবোৰত আমি সকলোৰে ভাল পোৱাকৈ বা কোনেও বেয়া নোপোৱাকৈ চলিব পাৰোঁ। সচা কথা ক'বা কিন্তু তাকে লোকে বেয়া নোপোৱাকৈ ক'বা। এই নীতিৰে চলিব জানিলে মানুহে কোনেও বেয়া নোপোৱাকৈ অথচ নিজৰ নীতি মতেও প্ৰায়েই চলিব পাৰে।"

তেওঁ আছিল এজন সুৰুচিসম্পন্ন উপনিষদ যুগৰ ঋষিতুল্য লোক। সেই আদৰ্শই আছিল তেওঁৰ জীৱন দৰ্শন। নিজৰ নীতিৰ পৰা তেওঁ কেতিয়াও বিচলিত নহৈছিল। মহাত্মা গান্ধীৰ নেতৃত্বত অসহযোগ আন্দোলনৰ প্ৰতি তেওঁৰ বিৰোধ ভাব নাছিল। তেওঁ মধ্যপথে যোৱা নৰম পন্থী ৰাজনীতিজ্ঞ আছিল। দেশৰ মুক্তিকামনা তেওঁৰো কৰিছিল। এই বাবে তেতিয়াৰ অসম এছোচিয়েশ্যন, সাৰ্বজনিক সভা আদিত তেওঁ আগভাগ লৈছিল। বৃটিছৰ দিনৰ কাউন্সিল অব ষ্টেটতো তেওঁ আমাৰ প্ৰতিনিধিত্ব কৰিছিল। ধুবুৰীয়া মেজমেললৈ তেওঁ দুবাৰ গৈছিল। বৃটিছ চৰকাৰে তেওঁক জাতীয়তাবাদী বুলি জানিয়েই ৰাজকীয় সন্মানস্বৰূপ কোনো

উপাধি প্ৰদান নকৰিলে। মহাত্মা গান্ধী ১৯৩২ চনত যোৰহাটলৈ আহোতে তেখেতে চন্দ্ৰকান্ত ভৱনৰ সেউজীয়া বননিত গান্ধীৰ উপাসনাত যোগ দিছিল।

## সাহিত্য কীৰ্তি

চন্দ্ৰধৰ বৰুৱাই অসমীয়া সাহিত্যত প্ৰথমে দেখা দিয়ে এজন নাট্যকাৰ স্ব ৰূপে। তেওঁৰ মেঘনাদ বধ, ভাগ্য-পৰীক্ষা এই দুখন নাটকৰ অভিনয়ে যোৰহাট থিয়েটাৰত নাট্যকলাৰ নতুন ৰূপ দিলে। তেওঁৰ সহযোগী আছিল তেতিয়া উকীল হৈ থকা ৰাধানাথ ফুকন, দুৰ্গেশ্বৰ শৰ্মা, কণক গগৈ আৰু ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়া। চন্দ্ৰধৰ বৰুৱা নিজেও এজন অভিনেতা আছিল। তেওঁৰ সুমধুৰ কণ্ঠস্বৰ, সুস্পষ্ট উচ্চাৰণ আৰু বিতোপন চেহেৰা নাট্যমঞ্চৰ কাৰণে সম্পূৰ্ণ উপযোগী আছিল। অমিত্ৰাক্ষৰ ছন্দত লিখা মেঘনাদ বধ নাটকেই অসমীয়া ৰঙ্গমঞ্চত আলোড়ন সৃষ্টি কৰিলে। তেওঁৰ লগতে দুৰ্গেশ্বৰ শৰ্মাৰ পাৰ্থ পৰাজয় নাটকো সেই যুগৰ শ্ৰেষ্ঠ নাট।

বৰুৱা ডাঙৰীয়াৰ গীত বিলাক অতি কবিত্বপূৰ্ণ আৰু মধুৰ শব্দেৰে ৰচনা কৰা বাবে শুনিবৰ মন যোৱা হৈছিল। পৰৱৰ্তী কালত তেওঁ তিলোত্তমা সম্ভৱ, ৰাজৰ্ষি, মোগল বিজয় আৰু অপ্ৰকাশিত কেবাখনো নাটক লিখে। অসম সাহিত্য সভাই সকলোখিনি প্ৰকাশৰ দিহা কৰিছে। 'ৰঞ্জন' নামে কবিতাৰ পুথিখনেই তেওঁৰ ৰসিক মনৰ পৰিচয় দিছে। ব্যংগ কবিতা আৰু আন চিন্তাশীল কবিতাৰ এই পুথি খনি তেওঁৰ কাব্য-কীৰ্তিৰ পৰিচয়। তেওঁৰ শ্ৰেষ্ঠতম দান হ'ল - ৰত্নকোষ। ৰত্নকোষ অসমীয়া খণ্ডবাক্য আৰু ফকৰাৰ যোজনা অসমীয়া আৰু ইংৰাজী অৰ্থ থকা এখন মূল্যবান অভিধান। স্বৰ্গীয় বেণুধৰ ৰাজখোৱাৰ খণ্ডবাক্য সংগ্ৰহৰ পাছত এই ৰত্নকোষ অসমীয়া ভাষা সাহিত্যৰ ভড়াল লৈ যাউতিযুগীয়া দান। ইয়াৰ প্ৰথম খণ্ড ১৯৬২ চনত প্ৰকাশ হৈ গ'ল, দ্বিতীয় খণ্ড ওলাবলৈ বাকী। এই দুয়োখণ্ডত মোট ৩৩০০ বচন আছে। বৰুৱা ডাঙৰীয়াই পাতনিত কৈছেঃ "ৰত্নকোষে অসমীয়া সাহিত্য ভড়ালত এচুকে অকমান ঠাই পালেই লিখকৰ এই ১৮ বছৰীয়া শ্ৰম সাৰ্থক হ'ব। আগলৈ কোনোবা সুযোগ্যজনে এই কাম হাততল'লে ইয়াতে খোপনি পুতিবলৈ অলপ সুবিধা পাব পাৰে। ইয়াকে ভাবি সুধীসকলে ইয়াৰ সকলো দোষ মৰিষণ কৰিব, শেহত ইয়াকে আশা কৰা হ'ল।" ইয়াতো তেওঁৰ সেই সৰল বিনয়ী গুণৰ প্ৰতিফলন হৈছে।

খণ্ডবাক্যৰ বিষয়ে তেওঁ কৈছেঃ 'যোজনা আৰু খণ্ডবাক্য আদি জতুৱা ঠাচৰ বচনবোৰ সকলো দেশতে ভাষাৰ ৰত্নস্বৰূপ।' এইবাবে অভিধানখনৰ নামো দিলে 'ৰত্নকোষ'। ই সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰ অক্ষয় কীৰ্তি হৈ অসমীয়া সাহিত্যৰ ভৰালত অসমীয়া ভাষা পৃথিৱীত থাকেমানে থাকিব।

## অসম সাহিত্য সভা আৰু চন্দ্ৰধৰ বৰুৱা

চন্দ্ৰধৰ বৰুৱা অসম সাহিত্য সভাৰো এজন গুৰিয়াল আছিল। সাহিত্য সভাৰ প্ৰধান সম্পাদক, সাহিত্য পত্ৰিকাৰ সম্পাদক আৰু সভাপতিৰ দায়িত্বলৈ নিষ্ঠাৰে সকলো কাম কৰিছিল। অসমীয়া ভাষাৰ বিশুদ্ধতা, নিজস্ব বৈশিষ্ট্য আৰু জতুৱা বাক্য ব্যৱহাৰত চন্দ্ৰধৰ বৰুৱাক বেজবৰুৱা, গোহাঞি বৰুৱাৰ সৈতে একে শাৰীতে বহুৱাব পাৰি। কামৰূপ সংস্কৃত সঞ্জীৱণী সভাই বৰুৱা ডাঙৰীয়াৰ সাহিত্য প্ৰতিভাৰ স্বীকৃতি স্বৰূপেই 'সাহিত্যৰত্ন' উপাধি প্ৰদান কৰিছিল। চন্দ্ৰধৰ বৰুৱা প্ৰকৃত পক্ষে অসমীয়া সাহিত্যৰ এটি ৰত্ন।

## সমাজত প্ৰতিপত্তি

নগৰে-চহৰে সকলোৰে চন্দ্ৰধৰ বৰুৱাৰ পৰিচয় দিছিল এষাৰ কথাৰে। সকলোৰে 'চন্দ্ৰ উকীল' বুলিহে তেওঁক চিনাকি দিছিল। ১৯০০ চনৰ পৰা ১৯১০ চনলৈ মাত্ৰ দহ বছৰ কাল ওকালতি কৰিয়েই তেওঁ এই খ্যাতি অৰ্জন কৰিব পাৰিছিল। ধৰ্মবিশ্বাসত তেওঁ আছিল ধৰ্ম নিৰপেক্ষ নীতিৰ। কাৰো ধৰ্মক নিন্দা কৰা স্বভাৱ তেওঁৰ বা তেওঁৰ ঘৰত নাছিল। তেওঁৰ অতি শ্ৰদ্ধা আৰু আদৰৰ বাৰ্ষিক কৰ্ম আছিল ফল্গুৎসৱ। নিজে ভোগ ৰান্ধি বিধি লৈ বংশীবদন শ্ৰীকৃষ্ণৰ চৰণত আবীৰ কুঙ্কুমৰ অৰ্ঘ্য দিছিল। পো-নাতি সৰু বৰ সকলোকে লৈ মুকলি মনেৰে দিব্য আনন্দন উদ্বুদ্ধ লৈ ফাকুগুৰি ছটিয়াইছিল। তাৰ উপৰি প্ৰত্যেক বছৰে তেওঁৰ ঘৰত পাল নামো হৈছিল। শিৱ দ'লৰ ঠাকুৰ পৰিয়ালৰ বংশধৰ চন্দ্ৰ বৰুৱাৰ ঘৰত শিৱ-বিষ্ণুৰ অভেদ আদৰ্শ প্ৰতিফলিত হৈছিল। তেওঁৰ সহপাঠী বন্ধু আছিল লেটুগ্ৰাম সত্ৰাধিকাৰ শ্ৰীমিত্ৰদেৱ মহন্তৰ পিতৃদেৱক। চন্দ্ৰধৰ বৰুৱা যোৰহাটৰ প্ৰথম চাইকেল চলোৱা লোক। প্ৰথম যাত্ৰা কৰিছিল ঘৰৰ পৰা বন্ধু লেটুগ্ৰাম সত্ৰাধিকাৰৰ ঘৰলৈ।

## ঘৰুৱা জীৱন

ঘৰুৱা জীৱনত চন্দ্ৰধৰ বৰুৱা আছিল এজন স্নেহশীল পিতৃ। তেওঁৰ ভাৰ্যা গৰাকী আছিল বি, এ, জগন্নাথৰ একমাত্ৰ কন্যা। যি সময়ত তেওঁৰ বিয়া হৈছিল সেই সময়ত চন্দ্ৰধৰ বৰুৱাৰ আৰ্থিক অৱস্থা বৰ ভাল নহয়। বহুতে জগন্নাথ বৰুৱাক হুকা বাধাও দিছিল। কিন্তু জগন্নাথ বৰুৱাই ক'লে - "এই ল'ৰাটো বৰ লক্ষণীয়া আৰু আগলৈ ডাঙৰ মানুহ হোৱাৰ চিন আছে।" তেওঁৰ ভৱিষ্যত বাণী আখৰে আখৰে ফলিয়ালে। তেওঁৰ কন্যা স্বৰ্গীয় স্বৰ্ণলতা দেৱী আৰু চন্দ্ৰধৰ বৰুৱাৰ মিলনত এখন সোণৰ সংসাৰ ৰচিত হ'ল। সম্পূৰ্ণ অসমীয়া সাজপাৰ, ৰীতি-নীতি আৰু আচাৰ-ব্যৱহাৰত

স্বামী-স্ত্ৰী উভয়ে এক আছিল। দুয়ো মৰমৰ পৰশেৰে ল'ৰা-ছোৱালী বিলাকক সুৰুচি,সজ আচৰণ আৰু ভদ্ৰ ব্যৱহাৰ শিক্ষা দিছিল। একো কোহকাল নোহোৱাকৈ অতি শান্তিপূৰ্ণ পৰিবেশত চন্দ্ৰধৰ বৰুৱাই সংসাৰ যাত্ৰা কৰিব পাৰিছিল। আলহী শুশ্ৰষাত বৰুৱা ডাঙৰীয়া আছিল অপ্ৰতিদ্বন্দী। স্বৰ্গীয় হিতেশ্বৰ বৰবৰুৱা চকলানি বাগিচাৰ পৰা এমাহলৈকে বৰুৱাৰ আলহী হৈ থাকেহি। তেওঁৰ কাৰণে এটা কোঠা আছুতীয়াকৈ দিয়া হৈছিল। ৰাতি কিবা লিখি পুৱা চাহ খোৱাৰ পাছত দুয়ো আলোচনা কৰিছিল। তেওঁৰ আন এজন বন্ধু আৰ্ল-ল-কলেজৰ অধ্যক্ষ জ্ঞানদাভিৰাম বৰুৱাও আহি ৰজামৈদামত ১৫।২০ দিন পৰ্যন্ত থাকেহি। আব্দুল মজিদ চাহাব, তৰুণ ৰাম ফুকন, নবীন বৰদলৈ আদি যোৰহাটলৈ আহিলে চন্দ্ৰধৰ বৰুৱাক মাত নিদিয়াকৈ নগৈছিল। খোৱাবোৱাৰ ৰীতিও আছিল পুৰণি অসমীয়া বিধৰ। মজিয়াত থকা ওখ ভেটিত ভাত বানতহে তেওঁ ভাত খাইছিল। ঢেকীয়াশাকৰ টেঙা আঞ্জাও তেওঁৰ বৰ প্ৰিয় আছিল। নিজে অনেক প্ৰকাৰ ৰন্ধন প্ৰণালীও জানিছিল।

## বাণী সম্মেলনত

১৯২৮ চনত যোৰহাট থিয়েটাৰ ঘৰত যোৰহাট ছাত্ৰ সন্মিলনৰ বাৰ্ষিক অধিবেশন হৈছিল। তাত মই অভাজনে "মই অসমীয়া' বুলি ৰচিত কবিতা এটি পাঠ কৰিছিলোঁ। সভা ভঙ্গাৰ পাছত তেওঁ ওলাই যাওতে মোক কৈ গ'ল ঃ "হেৰা তুমি কাইলৈ মোৰ তালৈ আহিবাঁচোন।" চন্দ্ৰধৰ বৰুৱাৰ দৰে এজন কবি সাহিত্যিকে মোৰ নিচিনা নগণ্য প্ৰাণী এটিক ঘৰলৈ মতা বাবে মোৰ মন উগুল থুগুল হ'ল।

পাছদিনা গ'লোঁ। তেওঁ মোৰ কবিতাটো আৰু আবৃত্তি বৰ ভাল পালে আৰু মোক বহুত উদগণি দি সাহিত্যত লাগিবলৈ আশীৰ্বাদ দিলে। মোৰ জীৱনত তেওঁৰ পৰাই প্ৰথম স্বীকৃতি লাভ কৰিছিলোঁ। সেই বাবে তেওঁৰ প্ৰতি মোৰ শ্ৰদ্ধা বাঢ়ি আহিল। পৰিচয় ঘণীভূত হ'ল। ১৯৩০ চনত বাণী সম্মেলন স্থাপন হয়। মই আছিলোঁ প্ৰতিষ্ঠাতা সম্পাদক আৰু চন্দ্ৰধৰ বৰুৱাৰ তৃতীয় পুত্ৰ স্বৰ্গীয় কৰুণাধৰ বৰুৱা সহযোগী সম্পাদক। চন্দ্ৰধৰ বৰুৱাই বাণী সম্মেলনতো সক্ৰিয় অংশ লৈছিল। কেবাবাৰো স্বৰচিত কবিতা পাঠ কৰিছিল আৰু কেবাবাৰো সভাপতি হৈ কাব্যময় ভাষণ দিছিল। বাণী সম্মেলনৰ কাৰণে তেওঁ এটি 'স্তুতিবাচন' মধু কবিতা লিখিছিল আৰু আমাৰ অনুৰোধত 'কামদা কামৰূপ' বুলি এটি সমম্বৰ গীত ৰচনা কৰি দিছিল। তেতিয়াৰ পৰা তেওঁলোকৰ ঘৰৰ লগত মোৰ সম্পৰ্ক ঘটিল— ঘৰৰ এটি ল'ৰাৰ দৰে। বৰুৱা ডাঙৰীয়াই কৰুণাকে মোকে একে চকুৰে চাইছিল। মোৰ প্ৰতি তেওঁৰ পুত্ৰৱৎ স্নেহৰ পাশত মই আবদ্ধ হ'লোঁ। আনকি কোনো সভা-সমিতিৰ সভাপতি হৈ যাব লগা হ'লে তেওঁ কৰুণাধৰ বৰুৱা আৰু মোক সদায় লগত লৈ গৈছিল। মই গলেই অ' মাখন, আনন্দ আহিছে অ' বুলি মোক ওচৰতে বহুৱাই লয়। (কৰুণা বৰুৱাক মাখন বুলিছিল) ৰজামৈদাম দুটালৈ চাই চাই চকী এখনত ভৰি দুটা তুলি ভাৱত বিভোৰ হৈ তেওঁ কল্পনা ৰাজ্যত বিহৰি থাকে। সন্মুখৰ সেউজীয়া ধাননি, বকুল গছ দুজোপা আৰু চাৰিউফালে সেউজীয়া সেউজীয়া পাতেৰে আবৰি থকা সেই ঠাই ফেৰাত এতিয়াও যেন কবি, নাট্যকাৰ, সাহিত্যিক আৰু সকলোৰে সম্ভ্ৰম কৰা সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱাৰ আত্মাই অতৃপ্ত দৃষ্টিৰে চেনেহী জনমভূমি খন চাই আছে।

জন্ম শতবাৰ্ষিকীৰ শুভ ক্ষণত এই গৰাকী মহৎ লোকলৈ এয়েই আমাৰ প্ৰণতি।

---

দৈনিক জনমভূমি, ১৯৭৪ চন, ১৫ অক্টোবৰ

# মোৰ প্ৰিয় কবি হিতেশ্বৰ বৰবৰুৱা

নিচেই সৰু কালতে পাঠশালা স্কুলত পঢ়ি থাকোতেই প্ৰথম অসমীয়া কাব্য-পুথি পঢ়িছিলোঁ হিতেশ্বৰ বৰবৰুৱাৰ 'তলসৰা ফুল'। সুকোমল শব্দেৰে ৰচনা কৰা তেখেতৰ বাণী-বন্দনাই মোৰ মনত বাগদেৱী বীণাপাণিৰ এটি জীৱন্ত-ৰূপ আঁকি দিছিল। নিজৰ জন্মদায়িনী মাতৃক সম্বোধন কৰাদি বাণী আৰাধনা কৰি তেখেতে হাতত কলম তুলি লোৱা প্ৰেৰণাই মোকো তেতিয়াই এটা প্ৰেৰণা দিছিল। মই যেন সচাকৈয়ে সৰস্বতীক দেখিছিলোঁ এনেহে লাগিছিল। পঢ়োতে মোৰ চকুত ভক্তিৰ চকুলো বাগৰি আহিছিল। ভাবিছিলোঁ ময়ো এইদৰে সৰস্বতীক স্তুতি কৰি কিবা লিখিব পাৰিম।

তেতিয়াই মোৰ মনত সাঁচ বহুৱাই থোৱা কবি জনক দেখা পাবলৈ মোৰ বৰ মন গৈ আছিল। যেতিয়া যোৰহাট চৰকাৰী হাইস্কুলত পঢ়ি আছিলোঁ ইং ১৯২৩ চনৰ দুৰ্গাপূজাৰ সময়ত মোৰ বন্ধু গণেশ গগৈৰ সৈতে এদিন চকলানি বাগিছালৈ গ'লোঁ। প্ৰায় ১২ মান বজাত তেখেতৰ বহা পালোগৈ। তেখেত অফিচৰ পৰা আহি ঘৰ সোমাইছেহি। আমিও গৈ উপস্থিত। গণেশক আগৰে পৰা চিনি পায় আৰু আপোন আছিল। মোৰ পৰিচয় তাৰ পৰাই ল'লে। দুটি বন্ধু বুলি জানি তেখেতে বৰ ভাল পালে। তেতিয়া দুপৰীয়া ভাত খাবৰ সময়। গণেশক সুধিলে, - 'বাপু তই ভাত খালিনে নাই?' গগৈয়ে 'নাই খোৱা' বুলি ক'লে। তাক ভিতৰলৈ মাতি নি মোৰ কথা সুধিলে। ভাতৰ পৰিবৰ্তে আমাক জলপানহে দিবলৈ ঠিক কৰিলে। কাৰণ লগৰ এটিয়ে ভাত খাব আৰু সিটিয়ে জলপান খাই যাব - এইটো তেখেতে ভাল নাপালে। বোধহয় তেখেতে মোক বামুণ বুলি জানি ভাতৰ কথা নকলে। মোৰ কিন্তু ভোক লাগিছিল আৰু ভাত খাবৰ ইচ্ছা হৈছিল। কিন্তু কওঁ কেনেকৈ? এই প্ৰথম তেখেতৰ সমদৰ্শিতা গুণৰ পৰিচয় পালোঁ। মোৰ শ্ৰদ্ধাত মূৰ দোঁ খালে।

শকত-আৱত, থিয় চুলি, আহল-বহল মুখৰ ব্যক্তিত্ব সম্পন্ন বৰবৰুৱাক দেখি নিমাত নিস্তব্ধ হৈ বহি আছিলোঁ। তেতিয়াই মোৰ মনত খেলাইছিল এনে এজন সিংহ পুৰুষে চাহ বাগিচাৰ বৰ কেৰেণী হৈয়ো চেনেহী মাতৃ-ভাষাৰে এনে শুৱলা কাব্য কেনেকৈ ৰচনা কৰিছিল। চাহ-জলপান খাই আমি বিদায় ললোঁ। খাই উঠি খন্তেক বিশ্ৰাম ল'বলৈ তেখেতে শোৱা কোঠালৈ সোমাল।

সেইদিনাই মোৰ মনত মোৰ প্ৰিয় কবিজনৰ ফটোগ্ৰাফ চকুৰেদি সোমাই মানস পটত অঙ্কিত হৈ থাকিল আৰু সি এতিয়াও মোৰ স্মৃতিৰ সোণালী ফ্ৰেমত বন্ধা আছে।

বৰবৰুৱাৰ জন্ম শতবাৰ্ষিকী হ'ব এই কথা শুনাৰ পৰাই মনত পৰি আছে মোৰ স্বৰ্গীয় বন্ধু গণেশ গগৈৰ কথা। সি আজি থকাহেঁতেন কিজানি আমি কিবা এটা নতুন উপাদানেৰে শতবাৰ্ষিকীৰ শ্ৰদ্ধাৰ্ঘ দিলোঁহেতেন।

তেখেতৰ 'কমতাপুৰ ধ্বংস' কাব্য পঢ়ি 'কমতা-কুঁৱৰী' নাটকৰ ৰূপ দিলোঁ। কিন্তু মোৰ প্ৰিয় কবি জনৰ স্মৃতিত আজিলৈকে একো দিয়া নহ'ল - এই দুখ থাকিল।

আজি শতবাৰ্ষিকী উপলক্ষে মোৰ সাঁচি থোৱা শ্ৰদ্ধাৰ শৰাই খনিকে আগবঢ়াই কবি জনালৈ প্ৰণিপাত জনালোঁ।

**শ্ৰদ্ধাৰ্ঘ**

হে কবি, চকুলোৰে কাব্য ৰচি
জননীৰ চৰণত যি ফুল দি গ'লা
সেই ফুল কাহানিও নাযায় লেৰেলি।
বহল বুকুত থকা স্বপ্নবোৰ আজি
শ্যামল সুন্দৰ হৈ উঠিছে বিৰাজি
জনমৰ ইতিহাস ৰছিছে সিহঁতে
শতেক বছৰ যোৱা অতীতৰ স'তে
হিতেশ হিতেশ বুলি মাতে জননীয়ে।।
হে প্ৰিয় কবি মোৰ পৰম শ্ৰদ্ধাৰ
শতবৰ্ষ ব্যাপি থকা জনম তোমাৰ
সুঁৱৰি অসমে আজি যাছিছে শৰাই,
লোৱা কবি, এয়া মোৰ সাঁচি থোৱা ধন
তোমাৰ স্মৃতিত যাচোঁ সমবেত হৈ
তোমাৰে ফুলৰ মালা হাতে হাতে লৈ।।

হিতেশ্বৰ বৰবৰুৱা স্মৃতিমাল্য, সম্পাঃ নগেন শইকীয়া

# সাংবাদিক নীলমণি ফুকন

স্বৰ্গীয় নীলমণি ফুকন ডাঙৰীয়াৰ সাংবাদিক জীৱনৰ এছোৱাও তেখেতৰ জীৱনৰ লেখত ল'বলগীয়া অধ্যায়। ডিব্ৰুগড় জৰ্জস্কুলৰ প্ৰধান শিক্ষক স্বৰূপে তেখেত এজন অতি উদ্যোগী আৰু শিক্ষাব্ৰতী লোক আছিল। তাত থাকোতেই তেখেতে নীলমণি চাহ বাগিচা নামে এখন চাহ বাগিচা খোলে। শিক্ষাৰ ক্ষেত্ৰ এৰি চাহ খেতিয়ক ৰূপে বাগিচা চলাওঁতে বহু কষ্ট কৰিব লগা হ'ল। শেহত তেখেতৰ ভাগিনীয়েক যোৰহাটৰ স্বনামধন্য চাহ খেতিয়ক আৰু মাটিগিৰী ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱাই তেখেতক ধাৰৰ পৰা মুক্ত কৰি বাগিচাখন কিনি ল'লে। কিন্তু মোমায়েকক একেবাৰে উপায়হীন নকৰিলে।

শিৱপ্ৰসাদ বৰুৱা আছিল বৃটিছ চাহ খেতিয়কসকলৰ সগোত্ৰ। ইণ্ডিয়ান টি এছোচিয়েশ্বনৰ মেম্বাৰ। বৰুৱাই এছোচিয়েশ্বনৰ লগত আলোচনা কৰি 'বাতৰি' নামে এখন সাপ্তাহিক কাকত উলিয়াবলৈ আয়োজন কৰিলে। এছোচিয়েশ্বনৰ সাত শখন চাহবাগিচাৰ প্ৰত্যেকখন বাগিচাৰ কাৰণে তিনি কপিকৈ সাপ্তাহিক 'বাতৰি'ৰ বৰঙণি দি এটা শকত পুঁজি দিলে। তেতিয়া মোমায়েক নীলমণি ফুকনক মাতি আনি 'বাতৰি'ৰ সম্পাদক পাতিলে। তেখেতৰ যোৰহাট নগৰত থকা বাসগৃহ মোমায়েকক অৰ্থাৎ ফুকনক থাকিবলৈ দিলে। যোৰহাট দাছ কোম্পানীৰ আছাম প্ৰিণ্টিং ৱৰ্কছৰপৰা কাকতখন প্ৰকাশ কৰা হৈছিল।

মই তেতিয়া তিনিচুকীয়া চেনাই ৰাম হাইস্কুলৰ সহকাৰী শিক্ষক। তিনিচুকীয়াত থকা চাহ খেতিয়ক সোমেশ্বৰ বৰুৱা মোৰ ভিনিহিদেউ। ফুকন ডাঙৰীয়া তাতে থাকেহি, আৰু সেই ছেগতে মোৰ লগতো পৰিচয় ঘটে। তেতিয়া বোধহয় ১৯৩৪ চন। ১৯৩০ চনত চন্দ্ৰকুমাৰ আগৰৱালাৰ খাৰঘুলিৰ নিউ প্ৰেছৰপৰা ওলোৱা 'অসমীয়া' কাকতৰ সম্পাদক লক্ষ্মীনাথ ফুকনক কামৰপৰা বিদায় দিয়াত সম্পাদকৰ পদ খালী হৈছিল। ভাগ্যক্ৰমে মোকেই সম্পাদক পদ যাচিলে। তেতিয়া ১৯৩০ চন। ভাৰত জুৰি কংগ্ৰেছৰ অসহযোগ আন্দোলনৰ তুমুল যুদ্ধ। ভাইচৰয়ে অৰ্ডিনেঞ্চ জাৰি কৰি জাতীয়তাবাদী সকলো কাকতপত্ৰ বন্ধ কৰিলে, আৰু নেতাবিলাকক জেলত সুমালে। সাংবাদিকতাৰ অভিজ্ঞতা থকা বাবে ফুকন ডাঙৰীয়াই মোক বৰকৈ লাগিল। 'বাতৰি' আৰম্ভ কৰিয়েই তেখেতে সহকাৰী এজন বিচাৰি মোৰ প্ৰতি গভীৰ দৃষ্টি দিলে। তেখেতৰ প্ৰথম চিঠিখন (যদি আজি হাতত থাকিলহেঁতেন!) ফুকনৰ কবিত্বসুলভ মন হৰণ কৰা এটা কবিতা যেন লাগিছিল। মই উত্তৰত তেখেতলৈ অপাৰগতাৰ কথা জনালোঁ। পিছৰখন চাৰি পিঠিৰ দীঘলীয়া চিঠি। কৃষ্ণৰ বাঁহীৰ মাতে বৃন্দাবন উথলাই তোলাৰ দৰে ফুকনৰ চিঠিখনে মোক উম্মনা কৰি তুলিলে। ফুকনে লিখিছিল "আপোনাৰ কাৰণে শিক্ষকতা নহয়। বাতৰি কাকতৰ যোগে আপুনি সাহিত্য-সংস্কৃতিৰ এখন বিৰাট ক্ষেত্ৰ পাব, আৰু আপোনাৰ সহযোগত ময়ো নাচিতৰ দৰে "তুই নাৱে, মই বামে, বুলি আগবাঢ়ি যাব পাৰিম।" সেই চিঠি উপেক্ষা কৰিব নোৱাৰিলোঁ। টাঙ্গি-টোপোলা বান্ধি যোৰহাট পালোঁহি। তেতিয়া বাতৰি কাকতৰ সম্পাদক, সহকাৰী সম্পাদক আদি জিলাৰ বৰচাহাবৰ আগত ব্যক্তিগতভাৱে উপস্থিত হৈ সেই কামৰ দায়িত্ব লৈছোঁ বুলি এটা ঘোষণা দিব লাগিছিল, আৰু ঘোষণা-পত্ৰত চহী কৰিব লগা নিয়ম আছিল। যথাৰীতি ঘোষণাৰ পাছত ফুকন ডাঙৰীয়াই মই কামত সোমোৱা সপ্তাহৰ সংখ্যাত "মোৰ আনন্দ" বুলি এটা সম্পাদকীয় লিখি মোক স্বাগতম জনাইছিল। তেখেতে মোক তেতিয়া "আপুনি" সম্বোধন কৰিছিল। মই প্ৰতিবাদ কৰি ক'লোঁ - "আপুনি মোক তুমি বুলিব, আৰু মোৰ নাম ডাকি মাতিব।" সেয়া মোৰ তেখেতৰ ব্যক্তিত্বৰ প্ৰতি অসীম শ্ৰদ্ধাৰ চিন। ফুকনে মোক পাই কাকতৰ কাম একো নকৰা হ'ল। মাত্ৰ শুকুৰবাৰে পুৱা সম্পাদকীয় প্ৰবন্ধটো পঠাই দিয়ে। সম্পাদকীয় বিভাগত অকল মই আৰু এজন প্ৰুফৰীডাৰ।

ফুকন তেতিয়াও কংগ্ৰেছী হোৱা নাই। চাহাবী পোচাকহে পিন্ধে। কিন্তু ভাব-চিন্তা - দেশ প্ৰেমেৰে উপচি পৰা তেতিয়া। গাওঁবোৰত 'ৰায়ত সভা', 'কৃষক সভা'ৰ উজান উঠিছিল। ফুকন সপ্তাহত এখনকৈ সভালৈ যায়। ওজস্বিনী বক্তৃতাৰে হাজাৰ হাজাৰ খেতিয়কৰ প্ৰাণত দেশাত্মবোধ জগাই তোলে। প্ৰত্যেক সংখ্যা 'বাতৰি'ত তেখেতৰ ভাষণ প্ৰকাশ হয়।

অম্বিকাগিৰী ৰায় চৌধুৰীৰ অসম সংৰক্ষিণী সভাৰ সময়ত অসমত অসমীয়াৰ স্থান সম্পৰ্কে বিবিধ তথ্য-পাতিৰে 'বাতৰি'ৰ প্ৰত্যেক সংখ্যা কাকত গৰম হৈ থাকে। ৰেল বিভাগত কিমান অসমীয়া, কিমান অনা-অসমীয়া আদি তথ্যবিলাক পাই এটা বিৰাট জাগৰণৰ সৃষ্টি হ'ল। তাৰ লগত আছিল "শ্ৰীহট্ট বিচ্ছেদ"। আমি এই বগা-হাতীটো নোপোহোঁ। দৰকাৰ পৰিলে বিলাতলৈ গৈ নিজে যুঁজ দিবলৈ 'অসম কেশৰী' প্ৰস্তুত হ'ল। পাই-পইচাও সংগ্ৰহ কৰিবলৈ ধৰিলে। 'বাতৰি'ৰ প্ৰথম পৃষ্ঠাৰ কাৰণে বৰিয়া শিতান ওলাল - "পৰ্বতে-পাহাৰে ধ্বনিত হওক - শ্ৰীহট্ট বিচ্ছেদ"। এনেকুৱা গৰম বাতৰি পঢ়িবলৈ পাই 'বাতৰি'ৰ এজেণ্ট বিলাকৰপৰা টেলিগ্ৰাম আহিবলৈ ধৰিলে - "অহা সংখ্যাৰ আৰু এশ কপি বেছিকৈ পঠাব।"

চাহবাগিচা, গাওঁ আদিত 'বাতৰি'ৰ প্ৰচলন খুব বাঢ়িল। ১৯৩৪ চনতে 'বাতৰি'ত 'সৰু ল'ৰাৰ মেল' খোলা হৈছিল। প্ৰত্যেক দিনে চাৰিওফালৰপৰা সৰু সৰু ল'ৰা-ছোৱালীৰ চিঠিৰ টোপোলা

প্ৰকল্পাৱলী

মেলি বৰ ভাল লাগিছিল। লগতে প্ৰখ্যাত কবি-সাহিত্যিক সকলৰ পৰিচয় সূচক একো একোটি চমু টোকা দিয়া হৈছিল, যাতে সেইসকলৰ লগত পাঠকৰ এটা সম্পৰ্ক স্থাপিত হয়। 'ন-জোন' নামে এখন মাহিলি কাকতো আৰম্ভ হৈছিল। নানা অসুবিধাত বেচি দিন নচলিল।

ফুকন ডাঙৰীয়াই প্ৰত্যেক সংখ্যাতে তেখেতৰ দীঘলীয়া অভিভাষণবোৰ দি থকা বাবে 'বাতৰি'ৰ প্ৰতিষ্ঠাতা শিৱপ্ৰসাদ বৰুৱাই বৰ ভাল পোৱা নাছিল। তথাপি, 'বাতৰি'ৰ সাফল্যই প্ৰতিষ্ঠাতা জনকো প্ৰেৰণা দিলে। তেখেতে কাকতখন দৈনিক কৰিবৰ উদ্দেশ্যে তেখেতৰ বাসস্থান ৰাজটোল যেন ঠেঙ্গাললৈ এটা ডাঙৰ প্ৰেচ মেচিন অনাই প্ৰেচ-কৰ্মী আদিৰ থকা-মেলাৰ সকলো বন্দোবস্ত কৰিলে।

উত্তৰ লক্ষীমপুৰত সাহিত্য সভা হৈছিল। জ্ঞানদাভিৰাম বৰুৱা মূল সভাৰ সভাপতি আৰু ফুকন ডাঙৰীয়া বিশিষ্ট অতিথি। ফুকনৰ ওজস্বিনী ভাষাৰে হাজাৰ হাজাৰ দৰ্শকক মুগ্ধ কৰিব পৰা বাবে ময়েই প্ৰথমে 'বাতৰি'ত "বাগ্মীবৰ নীলমণি ফুকন" আখ্যা দিছিলোঁ। বাতৰিত থাকোতেই জ্যোতিপ্ৰসাদৰ চিত্ৰবনত দুৰাতি থাকি উলটি আহি কলিকতাত ব্লক কৰাই আনি ডাঙৰ ডাঙৰ আখৰেৰে ছপাইছিলোঁ - "ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ চিত্ৰবন"। মোৰ উপাধি দুটা অজৰ-অমৰ হ'ল - এইটো মোৰ প্ৰাণৰ এটা ডাঙৰ সন্তোষ।

## হায়! নীলমণি সেৱা সদন

সাংবাদিক নীলমণি ফুকন থকা ঘৰটো জাতীয় সম্পদৰূপে চৰকাৰে ৰক্ষা কৰিব বুলি অসুস্থ হৈ পৰি থাকোতে ফুকনে কল্পনা কৰিছিল। মুখ্যমন্ত্ৰী হৈ থাকোতে শ্ৰীযুত শৰৎ চন্দ্ৰ সিংহক তেওঁৰ ঘৰলৈ মাতি নি এই আশাটো প্ৰকাশ কৰিছিল। তেখেতে এটি আটোম টোকাৰি নামঘৰ সজাই, এখন থাপনা পাতি তাত এগছি বন্তি জ্বলাই নাম-কীৰ্তন কৰিবলৈ এজন ভকতো ৰাখিছিল। পৰিকল্পনা কৰিছিল - ঘৰখনৰ নাম 'নীলমণি সেৱা সদন' দি ৰাইজৰ ধূলা নিতৌ পৰি থাকিবলৈ দিব। ফুকনে শেষ নিশ্বাস ল'লে। লোৱাৰ আগতে কিতাপ-পত্ৰ আটাইবিলাক অসম সাহিত্য সভাক দান দি গ'ল। কিন্তু হায়! ফুকনৰ স্বপ্ন 'সেৱা সদন' আজি তলা বন্ধ। এৰাপৰলীয়া এটা ঘৰৰ মাজত ফুকনৰ অশৰীৰী আত্মাই চকুপানী টুকিছে। হায় .....।

---

বাগ্মীবৰ নীলমণি ফুকন, অসম সাহিত্য সভা
সম্পা ঃ যোগেন্দ্ৰনাৰায়ণ ভূঞা

# ডক্টৰ ৰাধানাথ ফুকনৰ সাহিত্য কীৰ্তি আৰু ব্যক্তিত্ব

স্বৰ্গীয় ড° ৰাধানাথ ফুকন ডাঙৰীয়াৰ জন্ম-শতবাৰ্ষিকীতে সগৌৰৱে আমি তেখেতক সুঁৱৰিবলৈ অসম সাহিত্য সভাই আয়োজন কৰা জন্ম জয়ন্তী উৎসৱৰ বাবে শলাগ লৈছোঁ। গুণী জনৰ গুণৰ মোল বুজিবলৈ অসমীয়া সমাজে শিকিছে। এইটো শুভ লক্ষণ।

## পৰিচয়

অসমীয়া সাহিত্যত ভাৰতীয় দৰ্শন শাস্ত্ৰৰ বিভিন্ন মতবাদ সম্পৰ্কে ৰচিত হোৱা পুথিৰ সংখ্যা নিচেই তাকৰ। পাঁচশ বছৰৰ আগতে বৈষ্ণৱ কবি সকলে যি কেইখন মহাগ্ৰন্থ দান কৰি গ'ল, তাৰ পোহৰতে জনসাধাৰণে ভাৰতীয় চিন্তাধাৰাৰ গভীৰ সৰোবৰত স্নান-পান কৰি আছে। চিন্তাশীল প্ৰবন্ধ, বিশ্লেষণমূলক আলোচনাৰ অভাৱত আমাৰ সাহিত্য এতিয়াও উচ্চ স্তৰলৈ যাব নোৱাৰাটো সকলোৱেই উপলব্ধি কৰিছে। ডক্তৰ বিৰিঞ্চি কুমাৰ বৰুৱাই কৈছিল ঃ

"দুটা প্ৰেমৰ কবিতা আৰু কেইটামান ছুটি গল্পৰেই অসমীয়া সাহিত্য সমৃদ্ধ হ'বনে বাৰু? অইন একো ভাষা নজনাকৈ সকল অসমীয়া ভাষাকে পঢ়ি সকলো বিষয়ৰ জ্ঞান লাভ কৰিবলৈ আমাৰ ভাষাত কিতাপ আছেনে বাৰু?"

এই জাতীয় বেদনাৰ উপশম কৰিবলৈ যি কেইজন পৈণত সাহিত্যিকে লিখনি হাতত লৈছে সেই সকলৰ ভিতৰত স্বৰ্গীয় জ্ঞানযোগী ৰাধানাথ ফুকন আছিল অন্যতম।

১৮৯৭ চনতে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানত এম-এ পাছ কৰি ফুকন ডাঙৰীয়াই ১৮৯৮ চনত বি-এল পাছ কৰে। তেখেতেই এম-এ পাছ কৰা প্ৰথম অসমীয়া। জগন্নাথ বৰুৱা আছিল প্ৰথম বি-এ পাছ কৰা অসমীয়া। মন কৰিবলগীয়া কথা যে সেই সময়ত বিজ্ঞান সুকীয়াকৈ পঢ়ুৱাৰ ব্যৱস্থা বিশ্ববিদ্যালয়ত নাছিল।

বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেম গোসাঁই আদি জোনাকী যুগৰ সাহিত্যিক সকলৰ যত্নত প্ৰতিষ্ঠিত কলিকতাৰ অ,ভা,উ, সা, সভাৰ সম্পাদক আছিল ফুকন ডাঙৰীয়া। কলিকতাৰ পৰা আহি তেখেতে যোৰহাটত ওকালতি ব্যৱসায় কৰি থাকোতে ১৯০৩ চনত বৃটিছ চৰকাৰে তেখেতক ই, এ, চি, পদ যাচে। ১৯২০ চনত অসম উপত্যকাৰ চেচন জজ, ১৯২৮ চনত সমবায় আৰু শিল্প বিভাগৰ ডাইৰেক্টৰ পদলৈ উঠে। প্ৰায় ৩০ বছৰ কাল দায়িত্বপূৰ্ণ প্ৰশাসনীয় কাম সু-খ্যাতিৰে কৰি ১৯৩১ চনত অৱসৰ লয়। বৃটিছ চৰকাৰে তেখেতৰ গুণমুগ্ধ হৈ 'ৰায় বাহাদুৰ' খিতাপো দিছিল।

## সাহিত্য-কীৰ্তি

অৱসৰ লৈয়েই ফুকন-ডাঙৰীয় ছাত্ৰ হৈ পৰিল। তেখেতৰ বহা কোঠাৰ টেবুলত কিতাপ-পত্ৰ গোটাই লৈ ৰাতিপুৱাৰ পৰা গধূলিলৈকে গভীৰ অধ্যয়ন আৰম্ভ কৰিলে। গীতা, উপনিষদ, ভগৱৎ আদিৰ বিভিন্ন টীকা টিপ্পনী, পণ্ডিত সকলৰ আলোচনামূলক গ্ৰন্থ আদিৰ মাজত সোমাই ফুকন ডাঙৰীয়াই অধ্যয়ন ৰূপ তপস্যা আৰম্ভ কৰিলে। এইদৰে ১৭ বছৰ কাল বহি বহি অধ্যয়ন কক্ষত তেখেত গভীৰ চিন্তাত নিমগ্ন হ'ল। যেতিয়া কলম হাতত ল'লে এখন এখনকৈ তেখেতৰ গ্ৰন্থৰাজিয়ে অসমীয়া সাহিত্যৰ ভঁড়াল চহকী কৰিবলৈ ধৰিলে। সাংখ্য দৰ্শন, বেদান্ত দৰ্শন, শ্ৰীমদ্ভাগৱৎ গীতা, কথাৰে উপনিষদ, বিজ্ঞানৰ সিপাৰে, জন্মান্তৰ ৰহস্য সকল সহজ অসমীয়া ভাষাৰে লিখা অমূল্য গ্ৰন্থৰাজি যেতিয়া প্ৰকাশ হ'ল অসমীয়া সাহিত্যিক সমাজ স্তম্ভিত হ'ল। সুদীৰ্ঘ কাল উচ্চ পদস্থ চাকৰিয়াল হৈ থাকিও এই জ্ঞান-যোগী জনে মাতৃ ভাষাৰ সেৱাত আত্মনিয়োগ কৰা কাৰ্যই তেখেতৰ প্ৰতি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিলে। তেখেতৰ ইংৰাজীত লিখা সাংখ্যদৰ্শন আৰু জন্মান্তৰ ৰহস্যই সুদূৰ আমেৰিকাৰ দাৰ্শনিকৰো প্ৰশংসা আৰ্জন কৰিবলৈ সমৰ্থ হৈছিল। কলিকতা বিশ্ববিদ্যালয়ৰ দৰ্শন বিভাগত তেখেতৰ সাংখ্য কাৰিকা ইংৰাজী গ্ৰন্থ পাঠ্য ৰূপেও মনোনীত হৈছিল। গুৱাহাটী বিশ্ববিদ্যালয়ে তেখেতৰ পাণ্ডিত্যৰ স্বীকৃতি স্বৰূপে সন্মানসূচক ডক্তৰেট উপাধি প্ৰদান কৰিছিল। কামৰূপ সংস্কৃত সঞ্জীৱণী সভাই তেখেতক "বেদান্ত বাচস্পতি' উপাধি দিছিল।

## বেদান্ত দৰ্শন

অধ্যাপক শ্ৰীজীৱেশ্বৰ শৰ্মাই ফুকন ডাঙৰীয়াৰ বেদান্ত দৰ্শন সম্পৰ্কে আলোচনা কৰোঁতে কৈছে ঃ

'বৈজ্ঞানিক বিশ্লেষণৰ সীমা আছে, গতিকে এই শেষ

সীমাত উপস্থিত হ'লে বৈজ্ঞানিকে আৰু উধাব নোৱাৰে। তেতিয়া তেওঁবিলাকে নিৰ্বাক নিস্পন্দ হৈ তবধ মানি আকাশলৈ চাই থাকে।

দৰ্শন কিন্তু ক্ষান্ত নহয়, বৈজ্ঞানিকৰ শেষ সিদ্ধান্ত হাতত লৈ দাৰ্শনিকে যিমান পাৰে উধাবলৈ চেষ্টা কৰে আৰু দুৰ্ভেদ্য তত্ত্বতো পূৰ্ণ সমাধান দিবলৈ প্ৰয়াস পায়। বিকাশবাদৰ দ্বাৰাও এইটো প্ৰমাণিত হৈছে যে, সৃষ্টিৰ বৈচিত্ৰময় বিকাশ লীলাৰ পিছ ত কিবা এটা চিন্ময়ী মহতী শক্তি আছেই আছে। বৈজ্ঞানিকে যি চিন্ময়ী শক্তিৰ অস্তিত্ব মানিবলৈ বাধ্য হৈছে, সেয়ে বেদান্তৰ পূৰ্ণ ব্ৰহ্ম আৰু সৰ্বসাধাৰণৰ ঈশ্বৰ।" পদাৰ্থ বিজ্ঞান আৰু গণিত শাস্ত্ৰৰ যুক্তিৰে মায়াবাদ আৰু অদ্বৈত বেদান্ত বুজিবলৈ যিমান সহজ হৈছে, তাকে ফুকনদেৱে বেদান্ত দৰ্শনৰ দ্বিতীয় অধ্যায়ৰ সূত্ৰ ব্যাখ্যা প্ৰসঙ্গত বিশদভাৱে আলোচনা কৰি দেখুৱাইছে।

## সাংখ্য দৰ্শন

ফুকনৰ সাংখ্য দৰ্শন সম্পৰ্কে আলোচনা প্ৰসঙ্গত পণ্ডিত প্ৰবৰ শ্ৰীমনোৰঞ্জন শাস্ত্ৰীয়ে কৈছে ঃ

'সাংখ্য শব্দটোৰ মাজত সাংখ্য দৰ্শনৰ বিশিষ্ট সিদ্ধান্ত সমূহ সম্পূৰ্ণ ভাৱে সোমাই আছে। প্ৰকৃতি-পুৰুষৰ পাৰস্পৰিক বিভেদৰ সত্য ৰূপেই এই দুঃখময় জগতৰ মূল। ইয়াতে জগতৰ সত্ত্বা নিহিত হৈছে। যেতিয়া পুৰুষৰ বিশুদ্ধ, নিৰ্লিপ্ত স্বৰূপৰ বিষয়ে জ্ঞান ওপজে তেতিয়াই চিৰকালৰ কাৰণে দুঃখৰ নিবৃত্তি হয়। এই জ্ঞানৰ পাৰিভাষিক নাম 'প্ৰকৃতি পুৰুষৰ বিবেক।' ইয়াৰে আন এটা নাম সংখ্যা অৰ্থাৎ সম্যক খ্যাতি, সম্যক জ্ঞান বা বিবেক জ্ঞান। এয়েই সাংখ্য দৰ্শনৰ মূল সিদ্ধান্ত। সেই কাৰণে ইয়াৰ নাম হ'ল সাংখ্য।"

'এই সাংখ্য দৰ্শন অতি প্ৰাচীন দৰ্শন। পূৰ্ব কালত আমাৰ এই অসম দেশতো সাংখ্য দৰ্শনৰ পয়োভৰ অধিক আছিল বুলি বুজা যায়। তন্ত্ৰ বিলাক তান্ত্ৰিক সাধনা পদ্ধতি আৰু আমাৰ দেশত প্ৰচলিত দেব-দেৱীৰ পূজা পদ্ধতিবোৰ সাংখ্য সিদ্ধান্তৰে ভৰপুৰ হৈ আছে। মহাৰাজ ভাস্কৰ বৰ্মণৰ নিধনপুৰ তাম্ৰ শাসনত তেওঁৰ পূৰ্ব পুৰুষ মহাৰাজ নাৰায়ণ বৰ্মাক 'অধিগত সাংখ্যাৰ্থ' অৰ্থাৎ সাংখ্য দৰ্শনৰ পদাৰ্থ বিষয়ে অভিস্য বুলি প্ৰশংসা কৰা হৈছে। ডুবিব তাম্ৰ শাসনত ৰাজাধিৰাজ সুস্থিত বৰ্মাক 'সাংখ্য দৰ্শন সমুদ্ৰৰ মহাকুম্ভীৰ' বুলি বৰ্ণনা কৰা হৈছে।

ফুকনৰ মতে  সাংখ্য পদ্ধতি পশ্চিমীয়া বিজ্ঞানৰ পদ্ধতিৰ সৈতে একে। বিজ্ঞা নত প্ৰথমে স্থূলবস্তুৰ পৰা আৰম্ভ কৰি তাক ক্ৰমে বিশ্লেষণ কৰি এতিয়া এনে ঠাইলৈ গৈছে য'ৰ পৰা এই জগত পাৰমাৰ্থিক সত্য নহয় বুলি ঠাৱৰ কৰিব পাৰি। আজি কালি পাশ্চাত্য বিজ্ঞানৰ আপেক্ষিকতাবাদ (Theory of Relativity) আৰু আণৱিক বাদে (Quantum Theory) সাংখ্য দৰ্শনক সমৰ্থন কৰে। এই তত্ত্ব দুটা বুজিলে সাংখ্য দৰ্শন বুজিবলৈ অতি সহজ হয়।"

এপিনে ভাৰতীয় দাৰ্শনিক সকলৰ আধ্যাত্মিকচিন্তাধাৰা আনপিনে পাশ্চাত্য বৈজ্ঞানিক সকলৰ আধি ভৌতিক চিন্তাধাৰাৰ মাজত যোগসূত্ৰ বা সেতুৰ দৰে হৈছে ফুকন দেৱৰ গ্ৰন্থ বিলাক।

## কথাৰে উপনিষদ

ড° ফুকন ডাঙৰীয়াৰ কথাৰে উপনিষদ নাম গ্ৰন্থৰ আলোচনা কৰি শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীয়ে কৈছে ঃ

"বিজ্ঞানৰ বিস্ময়জনক অগ্ৰগতিয়ে মানৱ জীৱন আৰু সৃষ্টিৰ ৰহস্যময় গতিবিধিৰ সম্ভেদ দিব পৰা নাই। ই আজিও হেজাৰ যুগৰ আগৰ দৰেই ৰহস্যাবৃত হৈ আছে। সেই বাবেই মানৱ আৰু সৃষ্টিৰ ৰহস্য উদঘাটনৰ প্ৰশ্ন আৰু আলোচনা থকা উপনিষদ সমূহ কালৰ ব্যৱধানত বহুত পুৰণি কলীয়া হলেও চিন্তাধাৰাত পুৰণি বা অতীতৰ বস্তু নহয়। দেশ-কালৰ কৃত্ৰিম সীমা অতিক্ৰম কৰি বিৰাজ কৰা মানৱ অন্তৰৰ অহেতুক কৌতূহলৰ অবাধ প্ৰকাশ আৰু সমাধানৰ চেষ্টা উপনিষদত আছে।"

## বিজ্ঞানৰ সিপাৰে

ড° ফুকন ডাঙৰীয়াৰ "বিজ্ঞানৰ সিপাৰে" গ্ৰন্থৰ আলোচনা প্ৰসঙ্গত ড° যোগীৰাজ বসুৱে কৈছে ঃ

"এই পুথি খন ভাৰতীয় দৰ্শনৰ প্ৰচাৰ পুস্তিকা বা আঁকোৰগোজালি মনোভাৱৰ গ্ৰন্থ নহয়। গ্ৰন্থকাৰৰ মন সকলো প্ৰকাৰৰ পক্ষপাতিতা , আত্মশ্ৰেষ্ঠ মনোভাৱ বা গোড়ামিৰ পৰা মুক্ত। গ্ৰন্থকাৰ অসমৰ প্ৰথম এম-এ। এম-এত তেখেতৰ বিষয় আছিল পদাৰ্থ বিজ্ঞান আৰু পুণ্যশ্লোক প্ৰখ্যাত বৈজ্ঞানিক জগদীশ বসুৰ এজন প্ৰিয় ছাত্ৰ আছিল। এনে এজন গুণী শিক্ষকৰ সংস্পৰ্শত থকা বাবে তেখেতে প্ৰকৃত বৈজ্ঞানিক দৃষ্টিভংগী লাভ কৰিলে আৰু তেখেতে আজিকোপতি সেই যুক্তিপূৰ্ণ বৈজ্ঞানিক দৃষ্টি সতেজ কৰি ৰাখিছে। তেখেতৰ ৰচনাৱলীয়েই সেই মনোভাৱৰ চিনাকি দিয়ে।"

"গ্ৰন্থকাৰে স্পষ্ট ভাষাৰে প্ৰমাণ কৰি দেখুৱাইছে যে সাংখ্যৰ দ্বৈতবাদ আধুনিক বিজ্ঞানৰ সূত্ৰেৰে বঢ়িয়াকৈ ব্যাখ্যা কৰিব পাৰি। বেদান্তৰ মায়াবাদ বা অনিৰ্বাচ্যবাদ আধুনিক যুগৰ পৰমাণু বিজ্ঞানৰ মতেও সত্য। কেতিয়াবা পৰমাণু বিলাকে ক্ষুদ্ৰতম পদাৰ্থৰূপে আৰু কেতিয়াবা তৰঙ্গ স্বৰূপে কাম কৰে। পৰমাণুক পদাৰ্থ ৰূপে চালে ধাৰণা হয় যে, জগতখনৰ এটা বাস্তৱ সত্তা আছে, কিন্তু তৰঙ্গ স্বৰূপে চালে ধাৰণা হয় যে, ই সম্পূৰ্ণ অবাস্তৱ

এডিংটাৰ ভাষাত কেৱল তৰঙ্গ! তৰঙ্গ!! তৰঙ্গ!!! . ... এই কাৰণে বিশ্ব জগতখনক আমি বাস্তৱো বুলিব নোৱাৰো আৰু আবাস্তৱো বুলিব নোৱাৰো। জগতখনৰ প্ৰকৃতি অনিবৰ্চনীয়। এই দৰেই আধুনিক বিজ্ঞানে বেদান্তৰ মতবাদ "অনিৰ্বাচ্যবাদ" সমৰ্থন কৰিছে। জগত খনৰ স্বৰূপক সৎ বা বাস্তৱ বুলিব নোৱাৰি। সেই কাৰণেই জগতৰ স্বৰূপক বেদান্ত দৰ্শনে অনিবৰ্চনীয় বুলিছে।"

## জন্মান্তৰ ৰহস্য

ডঃ ফুকনৰ এইখনি কিতাপৰ আলোচনা কৰি স্বৰ্গীয় দাৰ্শনিক কবি দুৰ্গেশ্বৰ শৰ্মাই কৈছে ঃ

"এই কিতাপৰ মূল সূত্ৰ হৈছে কৰ্মবাদ বা যাৰ আন এটা নাম হৈছে জন্মান্তৰ বা পুনৰ্জন্ম। কৰ্মই জীৱক ঘূৰাই পকাই লৈ ফুৰে। সেই বাবে কৰ্মক্ষয় নহয় মানে জীৱৰ লোপ নাই। কৰ্ম অনাদি, কৰ্ম শেষ নহয়। কৰ্ম যদি শেষ হ'লহেঁতেন তেন্তে এই সৃষ্টিখনো লোপ পালেহেঁতেন। এই কৰ্মৰ ওপৰতে আমাৰ জন্ম জন্মান্তৰ হৈ থাকে।" তেখেতৰ এই গ্ৰন্থৰ Theory of Rebtirth নামে এটা ইংৰাজী সংস্কৰণো আছে।

## শ্ৰীমদ্ভাগৱৎ গীতা

ডঃ ফুকন ডাঙৰীয়াই সম্পাদনা কৰা গীতা সম্পৰ্কে পণ্ডিত শ্ৰীতীৰ্থনাথ শৰ্মাই কৈছে ঃ

"শ্ৰীৰাধানাথ ফুকন মহাভাগৰ জীৱনৰ কথা যি জানে তেওঁবিলাকে এই বিষয়ত সাক্ষ্য দিব পাৰিব যে, ফুকন বুদ্ধিত তীক্ষ্ণধাৰ, বিদ্যাত পাৰগত, ধৰ্ম নিষ্ঠাত শিলৰ খুটি আৰু চৰিত্ৰত মহান। বাৰানসীৰ বিদগ্ধ প্ৰাচ্য বিদ্যাবিদ পণ্ডিত ডঃ মহামহোপাধ্যায় গোপীনাথ কবিৰাজে ফুকনৰ গীতা সম্পৰ্কে কৈছে ঃ

"যদিও এই কাৰিকা বিলাকৰ বহুতো ইংৰাজী অনুবাদ আছে তথাপি ফুকনৰ এই ৰূপান্তৰৰ এটা নিজস্ব মূল্য আছে আৰু মই আশাকৰো যি সকলৰ উদ্দেশ্যে এই গ্ৰন্থ প্ৰণয়ন কৰা হৈছে সেই সকলে ইয়াৰ গুণ গ্ৰহণ কৰিব।"

ফুকনৰ গীতাৰ ভাঙণি সৰল সহজ আৰু সকলোৱে বুজিব পৰা এটি মূল্যবান অবদান।

স্বৰ্গীয় ফুকন ডাঙৰীয়াক এক কথাৰে 'ৰাজৰ্ষি' বুলি ক'ব পাৰি। সম্ভ্ৰান্ত লোকৰ দৰে বাস কৰিও অন্তৰে তেখেত আছিল এজন ঋষিতুল্য লোক। দেখিলেই মনলৈ অসীম শ্ৰদ্ধাৰ ভাব আহে। তেখেতে আধুনিক বিজ্ঞান আৰু প্ৰাচীন দৰ্শন শাস্ত্ৰৰ গভীৰ অধ্যয়ন কৰি কৈ গ'ল ঃ

**"ধৰ্মজ্ঞান ৰহিত বিজ্ঞান খোৰা আৰু বিজ্ঞানৰ দৃষ্টি নথকা ধৰ্ম কণা।"**

---

জন্মভূমি, ১১/৬/১৯৭৫

# শ্ৰদ্ধেয় তাৰানাথ বৰপূজাৰীলৈ শ্ৰদ্ধা তৰ্পণ

অসমৰ সংস্কৃত পণ্ডিসকলৰ ভিতৰত অন্যতম পণ্ডিত তাৰানাথ বৰপূজাৰীৰ জন্ম হয় যোৰহাট বৰিগাঁৱৰ খ্যাতনামা বৰপূজাৰী পৰিয়ালত ১৮৮৮ চনৰ ২৫ নৱেম্বৰত। তেওঁৰ পিতৃ মুক্তানাথ বৰপূজাৰীও এজন পণ্ডিত আছিল। কটন কলেজৰ পৰা এফ.এ পাছ কৰি ১৯০৯ চনত যোৰহাট উচ্চ ইংৰাজী বিদ্যালয়ত ইংৰাজীৰ শিক্ষক হিচাপে কামত যোগ দিয়ে। কিছু বছৰৰ পিছত ঢাকা বিশ্ববিদ্যালয়ত শিক্ষকৰ প্ৰশিক্ষণ ল'বলৈ যায় আৰু তাত সংস্কৃতৰ উচ্চ শিক্ষা লৈ কাব্যবিনোদ উপাধি পায়। পৰৱৰ্তী কালত তেওঁ সংস্কৃত শিক্ষকৰ পদ লয় আৰু ১৯৪২ চনৰ ২২ জুনলৈকে সেই পদত থাকি অৱসৰ লয়। ১৯২১ চনত কিছু দিনৰ কাৰণে স্কুল বিভাগৰ সহকাৰী পৰিদৰ্শক হৈ উত্তৰ লক্ষীমপুৰলৈ বদলি হয় আৰু তাৰ পৰা আহি ১৯২২ চনৰ পৰা আকৌ শিক্ষকতা কৰেহি।

তেওঁৰ অগ্ৰজ স্বৰ্গীয় চন্দ্ৰ বৰপূজাৰীও যোৰহাট চৰকাৰী হাইস্কুলৰ সংস্কৃত শিক্ষক আছিল। দুই জনেই গুৰু ৰূপে সকলো ছাত্ৰৰ শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। দুই জনৰ মাজত দুটা বিশেষত্ব আমি দেখা পাইছিলোঁ। জেষ্ঠ্যজন আছিল ৰাংঢালি। ধেমেলীয়া কথা কৈ সকলোকে হহুৱাব পৰা এজন পণ্ডিত ব্যক্তি। তামোল খাই ওঠ ৰঙা কৰি থোৱা চন্দ্ৰ বৰপূজাৰীৰ পাঠ দান বৰ ৰসাল আৰু মনোগ্ৰাহী আছিল। তেওঁৰ বিশ্লেষণ মূলক পাঠদানে ছাত্ৰসকলক সংস্কৃত পঢ়িবলৈ অপাৰ প্ৰেৰণা দিছিল। সৰুজন স্বৰ্গীয় তাৰানাথ বৰপূজাৰী আছিল অল্পভাষী, মৌণী তাৰু গভীৰ চিন্তাশীল পণ্ডিত। মাতটিও আছিল বৰ কোমল আৰু সহৃদয়তাপূৰ্ণ।। দুইজনৰ পণ্ডিতীয়া সাজপাৰ, আচাৰ ব্যৱহাৰ আৰু অমায়িকতাত সংস্কৃত নপঢ়া ছাত্ৰ সকলেও তেওঁলোকক গভীৰ শ্ৰদ্ধা কৰিছিল। কেতিয়াবা কোনো শিক্ষক ছুটীত থাকিলে অৱসৰ থকা শিক্ষক সকলৰ ক্লাছ ল'বলৈও দুইজন গৈছিল। দুইজনেই অন্য বিষয়তো বিচক্ষণতাৰ পৰিচয় দিছিল। সেই কালৰ উচ্চ শিক্ষা লাভ কৰা লোক সকল যে সকলো বিষয়তে নিপুণ আছিল তাৰ প্ৰমাণ এই দুজনেই দি গৈছে আৰু আমি সাক্ষী হৈ এতিয়াও আছোঁ। তাৰা নাথ বৰপূজাৰীয়ে ইমান সুন্দৰকৈ ইংৰাজী সাহিত্য পঢ়ুৱাব পাৰিছিল বুলি ভাবিবই নোৱাৰি। বৰ জনেও বুৰঞ্জী, ভূগোল আদি বিষয় বঢ়িয়াকৈ বুজাব পাৰিছিল।

যোৱা ১৭ মে'ত তেওঁ শেষ নিশ্বাস পোলোৱাৰ পিছত তেওঁৰ গুণৰাজি স্বভাৱতে আমাৰ মনলৈ আহিছে। তাৰানাথ বৰপূজাৰীয়ে সংস্কৃত ভাষা, ব্যাকৰণ আৰু শব্দ প্ৰয়োগত বিশেষ বুৎপত্তি লাভ কৰিছিল। অসমীয়া ভাষা আৰু সংস্কৃত ভাষাৰ ব্যাকৰণৰ মূলগত বৈশিষ্ট্য তেওঁ সুন্দৰ ভাৱে দুখন কিতাপত দেখুৱাই গৈছে। তেওঁৰ 'অসমীয়া ভাষা বোধ ব্যাকাৰণ' আৰু 'সংস্কৃত প্ৰৱেশ ব্যাকৰণ' সকলো বিশুদ্ধ ভাষা জ্ঞানৰ পৰিচয়। আজি অসমীয়া ভাষা আৰু ব্যাকৰণ সম্পৰ্কে যিমান খেলিমেলি সৃষ্টি তাৰ সুমীমাংসাৰ পথ দেখুৱাব পৰা হৈ আছে। তেওঁৰ ৰচনা শিক্ষাৰ ইংগিত, সংস্কৃত শিক্ষা আদি স্কুলীয়া কিতাপৰ উপৰিও মহাভাৰতৰ ৰহঘৰা, মহাভাৰতৰ মৌ-বিচনী আৰু সপ্তকাণ্ড ৰামায়ণৰ কথা — এই তিনিখন অসমীয়া সাহিত্যলৈ দি যোৱা মূল্যবান কিতাপ তেওঁৰ অসমীয়া ভাষা সৰল, সহজ আৰু ব্যাকৰণৰ নিয়ম মতে সকলো প্ৰকাৰে পৰিমাৰ্জিত।

দুইজন পণ্ডিতেই নমস্য হৈছিল ব্যক্তিগত গুণত। তেওঁলোকৰ স্মৃতি আমাৰ মনত গভীৰ ভাৱে সোমাই আছে। চন্দ্ৰনাথ বৰপূজাৰী সমাজ প্ৰিয়, সভা শুৱনী লোক আছিল। মই এবাৰ তেওঁক স্বৰ্গীয় দেৰাজুদ্দিন আহমদ উকীলৰ পুতেকৰ ৰভাতলত দেখিছিলোঁ। নিজৰ টেমাৰ তামোল খাই খাই ইলাচি গুটিৰ গোন্ধত মলমলাই থকা মুখেৰে কোৱা তেওঁৰ ৰসাল কথাই বিয়াৰ ৰভাঘৰ আনন্দময় কৰি থৈছিল। শুভেচ্ছা জ্ঞাপন কৰি তেওঁ গুচি আহিল। ভিতৰলৈ কিন্তু যোৱা নাছিল। পণ্ডিত তাৰানাথ বৰপূজাৰী আছিল স্বয়ংসম্পূৰ্ণ আত্মতুষ্টিৰে পৰিপূৰ্ণ এজন সদাশয় লোক। এইটো কিজানি বৰপূজাৰী পৰিয়ালটোৰেই বিশেষত্ব আছিল। তাৰানাথ বৰপূজাৰীৰ পাঁচোটি পুত্ৰ, চাৰিটি কন্যাই পিতৃৰ গুণ সমূহৰ উত্তৰাধিকাৰী হৈ বংশগত বিনয়, নম্ৰতা আৰু ভদ্ৰ আচৰণৰ দ্বাৰায় সৰ্বতোপ্ৰকাৰে পিতৃৰ গৌৰৱ ৰক্ষা কৰি আছে।

স্বৰ্গীয় পণ্ডিত তাৰানাথ বৰপূজাৰীৰ আদ্যশ্ৰাদ্ধৰ দিনা এইয়া তেওঁৰ গুণমুগ্ধ পুত্ৰ সকলৰ হৈ শ্ৰদ্ধা ভক্তিৰ আৰু তৰ্পণৰ তৃপ্তিজল অৰ্পণ কৰিছোঁ। তেওঁৰ পূণ্যাত্মাই তৃপ্তি লাভ কৰক, এৰি থৈ যোৱা সংসাৰত আশীষ নিৰ্মালি বৰ্ষণ হওক।

---

দৈনিক জনমভূমি, ২৭/৫/১৯৭৫

# সাধক কৃষ্ণকান্ত সন্দিকৈ

শ্ৰীকৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াই ৮৪ বছৰ সাহিত্য-সাধনা কৰি সিদিনা শেষ শয়ন কৰিলে। তেখেতে পিতৃদত্ত নিজৰ নামটোৰ বাহিৰে নামৰ আগে-পিছে কোনো প্ৰকাৰৰ বিশেষণ সংযুক্ত কৰা মুঠেই ভাল নাপাইছিল। আনকি তেখেতৰ জীৱনী লেখক সাহিত্যিক শ্ৰীআব্দুছ ছাত্তাৰক তেখেতৰ জীৱনী লেখিবলৈ অনুমতি দিয়াৰ আগতে এই কথা স্পষ্টকৈ কৈ দিছিল আৰু তেখেতৰ বিষয়ে কি কি লিখিব তাৰ নিজে শ্ৰুতলিপি দিছিল। এটা নিৰ্দিষ্ট দিন দি তেখেতে ছাত্তাৰক মাতি পঠিয়ায়। সেই দিনাৰ কথা লিপিবদ্ধ কৰাৰ পিছত আকৌ এটা দিন আৰু সময় বান্ধি দি তেওঁক মাতি পঠিয়ায়। এইদৰে কিতাপখন লেখোতে কেবাবছৰো লাগিছিল। এনে নিষ্কাম সাধু পুৰুষ ভাগ্যৰ বলতহে পিতৃ-মাতৃয়ে লাভ কৰে আৰু দেশ তেনেলোকৰ গৌৰৱত আপ্লুত হয়। সন্দিকৈয়ে য়ুৰোপৰ বিভিন্ন বিশ্ববিদ্যালয়ত থকা ভাষাবিদ মহান পণ্ডিতসকলৰ লগত গভীৰ চৰ্চাত নিমগ্ন আছিল। পশ্চিমৰ পৰা অহাৰ পিছত এই লেখক তেখেতে মোক কৈছিল, "মোৰ মনটো ইয়াত নাই — সেই বিশ্ববিখ্যাত পণ্ডিতসকলৰ লগতহে আছে।"

তেখেতে হাড়ে-হিমজুৰে অসমীয়া আছিল। বিলাতৰ পৰা আহি ঘৰ সোমোৱাৰ পিছৰ পৰা তেখেতে বিলাতী সাজ-পোছাক পিন্ধা নাছিল। থোৰ মৰা চুৰীয়া, ডিঙিলৈ বুটাম মৰা বগা কোট, বাওঁ কাণত গুণাফুলীয়া আশীসূতাৰ চেলেং কাপোৰ, হাতত এডাল লাখুটি... এয়ে আছিল তেখেতৰ অতি প্ৰিয় সাজ-পাৰ। সেই সময়ত মই আৰু মোৰ স্বৰ্গীয় বন্ধু কৰুণাধৰ বৰুৱা দুয়ো এদিন তেখেতৰ ওচৰলৈ গৈছিলোঁ। আমাৰ বাণী সম্মেলন নামে এক সাংস্কৃতিক অনুষ্ঠান আছিল। তেতিয়া আমি দুয়ো তাৰ যুটীয়া সম্পাদক আছিলোঁ। আমি সন্দিকৈক এদিন সভাপতি ৰূপে বহুৱাই সমাদৰ জনাম বুলি আশা কৰিছিলোঁ। কথা-বাৰ্তাত সন্দিকৈ ডাঙৰীয়াৰ ধেমেলীয়া ৰূপটো বৰ সুন্দৰকৈ প্ৰকাশ পায়। তেখেতে ক'লে, "এই নাই নাই, মোক সেইবিলাকলৈ নামাতিব। কেৰামত বাবুক মাতক, কুলধৰ চলিহাক মাতক। তেওঁলোকে ষ্টেজত দপ্‌দপাই উঠিব।" বিফল হৈ আমি উলটি আহিলোঁ, কিন্তু আমি তেখেতক এদিন নহয় এদিন সভাপতি পাতিম বুলি দৃঢ়প্ৰতিজ্ঞ হ'লোঁ।

১৯৪৭ চনত প্ৰখ্যাত পণ্ডিত ড০ সুনীতিকুমাৰ চট্টোপাধ্যায় জে.বি. কলেজত প্ৰতিভা দেৱী বক্তৃতা দিবলৈ আহি তেখেতৰ ঘৰত আলহী হৈ আছিল। সন্দিকৈ ডাঙৰীয়াক ড০ চট্টোপাধ্যায়ৰ সম্মানাৰ্থে বাণী-সম্মেলনৰ এক অধিৱেশন আমি পাতিম বুলি জনালোঁ। তেখেতে আনন্দ মনেৰে অনুমতি দিলে। সেই সুযোগতে সন্দিকৈ ডাঙৰীয়াকো সভাপতি ৰূপে বহুৱাম বুলি স্থিৰ কৰিলোঁ।

অসমীয়া সংস্কৃতিৰ বাছকবনীয়া কাৰ্যসূচীৰে এখনি উৎকৃষ্ট বিচিত্ৰানুষ্ঠান চাই দুয়োজন পণ্ডিত ব্যক্তি বিমুগ্ধ হৈছিল। তাতে শ্ৰীমতী গৌৰী বৰবৰাই "কাহে ভকতি কৰো তেৰা" বৰগীতটি গাইছিল। ড° চট্টোপাধ্যায়ে বৰগীতটি শুনি কৈছিল, "এমন সুন্দৰ গীত আমাৰ জীবনে কোনো দিন শুনেনি.......।" সন্দিকৈ ডাঙৰীয়াই সামৰণিত পাঁচ মিনিটমান কথা কৈ আমাক জনালে, "মোক আৰু আগলৈ নামাতিব। মই এই মাননীয় অতিথিজনৰ কাৰণে আপোনালোকক সন্তোষ দিবলৈহে আজি আহিলোঁ।" এই সভাখনৰ জাননী ডাঙৰ ডাঙৰ আখৰেৰে ছপাই নগৰৰ নানা ঠাইত আঁৰি থৈছিলোঁ। তাতে লেখা আছিল 'সভাপতি শ্ৰীকৃষ্ণকান্ত সন্দিকৈ।' তেখেতে মোক লগ পাই ক'লে, "মোৰ নামটো ডাঙৰ আখৰেৰে লেখি গছত মাৰিবলৈ কোনে কৈছিলে?" ভয়ত মই নিমাত হৈ তলমূৰকৈ থাকিলোঁ।

এই সভাখন হোৱাৰ আগতে গধূলি বেলিকা হাতত লাখুটি লৈ তেখেত সেই শুভ্ৰ পোছাকটো পিন্ধি গধূলি ফুৰিবলৈ গৈছিল। সেইদিনা বাণী-সম্মেলনখনত কি কি হ'ব সেইবোৰ কথা সুধি অসমীয়া সংস্কৃতিৰ নিদৰ্শন প্ৰদৰ্শন কৰিবলৈ বহুত উদগনি দিলে। তেখেতে খোজ কাঢ়োঁতে বেছ্‌ঙা মেলি মেলি যোৱাদি বৰ খৰকৈ যায়। তেখেতৰ লগত গৈ গৈ টোকোলাই গৱেষণাগাৰৰ গেটৰ মুখ পালোগৈ। আকৌ তাৰ পৰা সেইটো বেগেৰেই উলটি আহি লগ পোৱা ঠাইত বিদায় ললোঁহি। মোৰ ভাগৰ লাগি গৈছিল। তেখেতে যে ইমান খোজ কাঢ়িব পাৰে সেইটো মই আগেয়ে জনা নাছিলোঁ।

তেখেতে নাট্য-সাহিত্য বৰ ভাল পাইছিল। সমনীয়া ছাত্ৰৰে সৈতে অভিনয়ো কৰিছিল। তেখেতে মঞ্চ-পৰিচালনা আৰু প্ৰম্পটিঙো কৰিছিল। তেখেতে 'ৰমিঅ' জুলিয়েট' নামে স্পেনিচ ভাষাৰ গল্পটো 'আৱাহন'ত লেখি এটা ফুটনোট দিছিল যেকোনোবা তৰুণ লেখকে এই গল্পটো অসমীয়া নাটকলৈ ৰূপান্তৰ কৰিব পাৰে। ময়েই সেই কাম হাতত ল'লোঁ আৰু তেখেতৰ নামতে তাক উছৰ্গা কৰিলোঁ।

সন্দিকৈ ডাঙৰীয়াৰ পিতৃদেৱ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াও যোৰহাট নাট্যমঞ্চৰ গুৱিয়ালসকলৰ একজন আছিল। তেখেতে 'ৰমণী গাভৰু' বুলি এখন নাটকো লেখিছিল আৰু যোৰহাটত অভিনয়ো হৈছিল। তেখেতৰ জ্ঞান আৰু দৃঢ় মনৰ পৰিচয় তেখেতৰ এই কথাটিৰ পৰা জনা যাব। তেখেতৰ কনিষ্ঠ পুত্ৰ ইন্দ্ৰকান্ত সন্দিকৈ

সন্নিপাত জ্বৰত মৃত্যু হয়। তেতিয়া তেওঁ কটন কলেজৰ তৃতীয় বাৰ্ষিকত পঢ়িছিল। তেওঁৰ ওপৰৰ ককায়েকজন তেজে-মুখে ফুটি যাওঁ ফাটি যাওঁ চন্দ্ৰকান্ত সন্দিকৈয়ো এসপ্তাহৰ পিছত ঢুকাল। সাত দিনৰ অগাপিছাকৈ দুটিকৈ পুত্ৰ হেৰুৱাই মাক বাপেকে কি যন্ত্ৰণা ভোগ কৰিছিল সেইটো ভাবি চাবলগীয়া কথা। শ্মশানলৈ যোৱা মানুহে কৈছিল যে ইন্দ্ৰকান্তৰ চিতা যেতিয়া জ্বলি উঠিল তেতিয়া ক'লা ধোৱাই চন্দ্ৰকান্তক ঢাকি পেলালে। সকলোৰে মনত তেতিয়া এটা শঙ্কা হৈছিল যে সেইটো বেয়া লক্ষণ। স্বল্পতে সেয়ে হ'ল। অমায়িক, সৰ্বৰহী, চন্দ্ৰকান্তও কালৰ বুকুত লয় পালে। এই দুৰ্বহ বেদনা সহিব নোৱাৰি তেতিয়া বাৰ্লিনত বেদ অধ্যয়ন কৰি থকা কৃষ্ণকান্তক ঘৰলৈ মাতি পঠিয়ালে। সন্দিকৈয়ে দেউতাকলৈ এখন বেদনাকাতৰ চিঠি দিলে এই বুলি, 'মই এই মৰ্মান্তিক বাতৰিটো পাই অন্তৰত বৰ আঘাত পালোঁ। দেউতা, জন্ম হ'লে মৃত্যু অনিবাৰ্য। মই যি উদ্দেশ্য লৈ আহিছিলোঁ মোৰ সেই শিক্ষা সাং হ'বলৈ মাত্ৰ অলপ দিন বাকী আছে। এই সময়ত গৈ আকৌ উলটি অহাটো মোৰ এটা সমস্যা হ'ব। মই সম্পূৰ্ণ শিক্ষা সাং কৰি অলপতে যাম। পৰমেশ্বৰে আপোনালোকক শান্তি দিয়ক।"

এইজনেই আছিল শ্ৰীকৃষ্ণকান্ত সন্দিকৈ। তেখেতে অনন্ত কালৰ কাৰণে তেখেতৰ স্তূপীকৃত যশস্যাৰ ভাণ্ডাৰ 'নৈষধ চৰিত', 'যশস্তিলক' আৰু 'সেতুবন্ধনম্' এই তিনিখন মহাগ্ৰন্থৰ টীকা-টিপ্পনী আদি বিশ্বৰ পণ্ডিতসমাজলৈ এৰি থৈ গৈছে। সেয়া তেখেতৰ প্ৰতিভাৰ পৰিচয় আৰু সাধনাৰ সিদ্ধি।

---

প্ৰকাশ, সপ্তম বছৰ, দশম সংখ্যা,১৯৮০

# জে. বৰুৱাৰ স্মৃতিত

আজি অসমৰ এজন মহানুভৱ, উদাৰ মনোবৃত্তিৰ সুপুৰুষ জ্ঞানদাভিৰাম বৰুৱাৰ জন্ম হোৱা এশ বছৰ পূৰ্ণ হ'ল। গুৱাহাটীৰ আৰ্ল ল কলেজৰ অধ্যক্ষ হৈ সুখ্যাতি অৰ্জন কৰা এই গুণী লোকজনক সকলোৱে জে. বৰুৱা বুলিলেই চিনি পাইছিল।

এয়া ১৯৩৩ চনৰ কথা। উত্তৰ লক্ষীমপুৰত অসম সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনৰ তেখেত সভাপতি নিৰ্বাচিত হৈছিল। তেতিয়াৰ সাহিত্য সভা অকল গধুৰ গধুৰ সাহিত্যিক সকলৰহে সভা আছিল। তাৰ কাৰণে ৰভা-পৰলাৰ প্ৰয়োজন নাছিল। সাধাৰণতে নগৰৰ থিয়েটাৰ ঘৰতেই সভা বহিছিল। উত্তৰ লক্ষীমপুৰলৈ অহা-যোৱা কৰা একমাত্ৰ সুচল পথ আছিল ককিলামুখ ঘাটেদি পাৰ হৈ মাজুলীৰ ভিতৰেদি। সভাপতিৰ অভিভাষণো তেতিয়া ছপা কৰি পাঠ কৰা উপযুক্ত পুঁজি সাহিত্য সভাৰ হাতত নাছিল। জে. বৰুৱাৰ বন্ধু স্বৰ্গীয় চন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্ন দেৱৰ ঘৰতে সভাৰ এসপ্তাহমানৰ আগতে আহি বৰুৱা ডাঙৰীয়া আছিলহি। হাতেলিখা অভিভাষণখন আনি সাহিত্যৰত্নক পঢ়ি চাবলৈ দিলে। চন্দ্ৰধৰ বৰুৱাৰ বৰপুতেক স্বৰ্গীয় মুৰুলীধৰ বৰুৱাই এটা আসোঁৱাহ উলিয়াই বৰুৱা ডাঙৰীয়াক ক'লে, - 'আপুনি এই 'দেৱী' শব্দটো বাদ দিয়ক'। জে. বৰুৱাই ক'লে, 'কিয়'? মুৰুলী বৰুৱাই উত্তৰ দিলে, এজনী পোহাৰীক দেৱী বোলা বৰ কেনেবা যেন লাগে। উদাৰচিতীয়া মহানুভৱ জে. বৰুৱাই শিৱ ভোলানাথৰ দৰে উত্তৰ দিলে - "মুৰুলী, তোমালোকে দেৱী পূজা কৰোঁতে যা দেৱী সৰ্বভূতেষু মাতৃৰূপেন সংস্থিতা বুলি কিয় গোৱা? কথা আৰু কাম যদি একে নহয়, কথাৰ মূল্য ক'ত থাকিব?"

সকলো নিৰুত্তৰ। সেই সময়ত আমি নিজে তাত উপস্থিত আছিলোঁ। বৰুৱা ডাঙৰীয়াৰ সান্নিধ্য লাভ সেয়ে প্ৰথম। চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াই মোক চিনাকি কৰি দিলে। তেখেতৰ পুতেক স্বৰ্গীয় কৰুণাধৰ বৰুৱা আৰু মই যুটীয়া সম্পাদক হৈ যোৰহাটত বাণী সম্মেলন নামে এটি সাংস্কৃতিক অনুষ্ঠান ঋতুৱে ঋতুৱে পাতি এটা সুকুমাৰ কলাৰ সুন্দৰ চৰ্চা কৰাৰ কথা ক'লে। চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াও বাণী সম্মেলনৰ এজন পৃষ্ঠপোষক আছিল। আনকি গোটেই পৰিয়ালটোৱেই বাণী-সম্মেলনৰ লগত জড়িত আছিল বুলি ক'লেও মিছা কথা কোৱা নহয়।

জে. বৰুৱাৰ জীৱন দৰ্শন তেতিয়া সতীহাৰা শিৱৰ দৰে আছিল। তেখেতৰ প্ৰাণতমা ভাৰ্যা লতিকা দেৱীৰ মৃত্যুৰ পাছত জে. বৰুৱাৰ অন্তঃস্থলত এটা গভীৰ বেজাৰৰ অনুভূতিয়ে ঠাই ল'লে। তথাপিও দৈনন্দিন জীৱনযাত্ৰা নিয়মিত ভাৱেই চলাই গৈছিল।

সাহিত্য সভাৰ অধিৱেশনলৈ যোৱাৰ আগতে আমি চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াক ক'লোঁ সকলো প্ৰতিনিধি যোৰহাটেদিয়েই উলটি যাবহি। উজনি-নামনিৰ সকলো প্ৰতিনিধিয়ে ৰেলৰ কাৰণে ৪/৫ ঘণ্টা যোৰহাটত ৰ'ব লাগিব। আমি তেখেত সকলৰ সন্মানাৰ্থে বাণী সম্মেলনৰ বিশেষ অধিৱেশন এটা পাতোঁ। আপুনি সভাপতি প্ৰমুখ্যে সকলো প্ৰতিনিধিক নিমন্ত্ৰণ কৰি দিব। তেখেতে ক'লে - 'তোমালোকে মোলৈ এখন টেলিগ্ৰাম দি কথাটো জনাবা। মই সেই খনকে পাঠ কৰি নিমন্ত্ৰণ জনাম।'

আমাৰ অপাৰ আনন্দ হ'ল। কাৰণ আমাৰ খ্যাতনামা বয়োজ্যেষ্ঠ সাহিত্যিক সকলক একেলগে দেখা পাম। আমি যোগাৰ কৰিলোঁ। সেই অধিৱেশনৰ নাম দিলোঁ "অতিথি অধিৱেশন"। দুদিনৰ পিছত সকলো উলটি আহি যোৰহাট পালেহি। জে. বৰুৱা চন্দ্ৰধৰ বৰুৱাৰ ঘৰত।

অতিথি অধিৱেশনৰ কাৰণে স্বৰ্গীয় দুৰ্গা ফুকন ডাঙৰে নিজে ৰচনা কৰি এটি গীত যুগুত কৰিলে। তাৰেই সেৱা জনোৱা হৈছিল। তেতিয়া মাইক ওলোৱা নাই। পৰিপূৰ্ণ আৰু গাম্ভীৰ্যপূৰ্ণ সভাখন জয় পৰিল। সকলোৱে কাণ পাতি সেই গীতটি শুনিলে। কৰুণ কাতৰ স্বৰত ধ্বনিত হৈছিল :

"অতিথি নুবুজা কিমান দুখীয়া
কিমান দুখীয়া মই।
গাত ফটাকাণি ঘৰ ভগা জুলি
ইমান দুখীয়া মই" ...

সভাপতিৰ আসনত বহি থকা জে. বৰুৱাৰ মুকুতা যেন দুটি চকুৰ টোপাল সৰি পৰিল। সভা নিমাত নিস্তব্ধ। মিত্ৰদেৱ খাৰৰ সৰু ছোৱালী এটিয়ে ননী চোৰ কৃষ্ণৰ নৃত্য দেখুৱালে ... মৰমত আনন্দ উথলি উঠিল। সেই পবিত্ৰ সন্ধ্যা যোৰহাট থিয়েটাৰত বৰেণ্য সাহিত্যিক গোহাঞি বৰুৱা, স্বৰ্গীয় সৰ্বেশ্বৰ কটকী, স্বৰ্গীয় মহাদেৱ শৰ্মা, স্বৰ্গীয় বেণুধৰ ৰাজখোৱা, স্বৰ্গীয় পূৰ্ণানন্দ শৰ্মা পাঠক আদিক আমি একেলগে সন্মান দৰ্শাবলৈ পাওঁ আৰু শিৱ

ভোলানাথ হৈ বহি থকা জে. বৰুৱাক ইমান আপোন ভাবে পালোঁ সেয়ে আমাৰ পৰম লাভ বুলি হৃদয়ত এটি পাহৰিব নোৱাৰা স্মৃতিৰ ছাব থাকি গ'ল। সামৰণিত সভাপতি জে. বৰুৱাই জলদগম্ভীৰ স্বৰত ইমানকে ক'লে "মই এতেপৰ কৈলাশৰ শিখৰত বহি ধ্যানমগ্ন শিৱ হৈ যেন বিশ্ব-সৌন্দৰ্য্যৰ মহামেল এখনহে চাই আছিলোঁ। এনে ভাব মোৰ জাগিছিল। আনন্দ বৰুৱা! তুমি এই প্ৰেৰণা ক'ত পালা?"

"করুণানন্দৰ শিৰত আশীষ নিৰ্মালি পৰক।"

তাৰ পাছতো ১৫ দিন মান আছিল। তেখেতৰ আদেশ যাতে সদাই গধুলি করুণা বৰুৱাৰ সতে তেখেতৰ ওচৰত বহিবগৈ লাগে। এদিন তাতে তেখেতৰ সতে একেলগে ভাত খোৱাৰ কথা হ'ল। সাহিত্যৰত্নৰ মজিয়া পুৰণি অসমীয়া ধৰণৰ ভাত খোৱাৰ ভেটিত ফেল্লাই বানত ভাত, চাৰিউপিনে বান বাল্টিত ব্যঞ্জন। নিতাল নিমাত হৈ শ্ৰদ্ধা পূৰ্ব অৱস্থানৰে খোৱা সেই ভাত সাজতো যেন এটা দিব্যভাব আছিল এনেহে লাগে। তেনেকুৱাকৈ আৰু এসাজ ভাত সাহিত্যৰথী বেজবৰুৱাৰ লগত তিনিচুকীয়াত ভিনিহিদেউ সোমেশ্বৰ বৰুৱাৰ বঙলাত। বেজবৰুৱাক সপৰিবাৰে তিনিচুকীয়াৰ ৰাইজে সন্মান দৰ্শাবলৈ মাতিছিল।

জে. বৰুৱা গুৱাহাটীলৈ উলটিল। আইন কলেজত পঢ়া ছাত্ৰ এজনৰ মুখে শুনিছিলোঁ, তেখেতৰ প্ৰিয়তমা ভাৰ্যা মৰাৰ পাছত কলিকতাত লতিকা দেৱীৰ লাইফ চাইজ ছবি এটা অঁকাই আনি শোৱা কোঠাত সোণৰ ফ্ৰেম দি ওলোমাই থৈছিল। ৰাতি সেই ছবিখনৰ সন্মুখত থিয় দি দুধাৰে চকুলো টুকি থাকে।

তেখেতে অৱসৰ লৈ পঞ্চৱটি আশ্ৰমৰ আগত ফুটপাথৰ কাষতে থকা নিজ ঘৰলৈ আহিল। গুৱাহাটীলৈ গলেই তেখেতক দেখা নকৰাকৈ নাহোঁ। এদিন সন্ধ্যাৰ সময়ত সোমালোঁ। জে. বৰুৱাই পাইপ হুপি আছে। মন কৰবাত। মোক দেখিয়েই "আনন্দ বৰুৱা? বহাঁ বহাঁ।" পাছনিটোক মাতি ক'লে "এক কাপ অভেলটিন্ আন। - খোৱাঁ। খোৱাঁ, ভাগৰ পলাব। মোৰ আজিকালি বৰ অভাব। এয়া চোৱা চুৰুত খোৱা চাদা ধপাতহে পাইপত হুপিছোঁ"। এইবুলি কাগজৰ বাকচ এটাত থকা চাদাবোৰ দেখুৱালে।

ভেম নাই, মিছা কথা নকয়। বৃথা আড়ম্বৰ নাই —এটা প্ৰাচীন খিলঞ্জীয়া সম্ভ্ৰান্ত বংশৰ এই ঋষি-তুল্য লোকজনৰ জন্ম হোৱা আজি এশ বছৰ পূৰ্ণ হ'ল। তেখেতৰ নিভাজ অসমীয়া ভাবাৰে লিখা "দদাইৰ পঁজা", "বিলাতৰ কথা" আদিৰ সাহিত্য কীৰ্তিৰ আলোচনা আজি অসম সাহিত্য সভাই কৰিব। আমি তেখেত মানুহজনৰ মহৎ গুণাৱলী সুঁৱৰিহে এই শ্ৰদ্ধাঞ্জলি আগবঢ়াইছোঁ।

বিলাতত থকা কালৰ এটি কথা কৈছিল, - "আনন্দ বৰুৱা, জানানে লণ্ডন চহৰত যেতিয়া ৰজা নগৰ ভ্ৰমণ কৰিবলৈ ওলায়, যি কেইটা বাটেদি ৰজাৰ গাড়ী যায় তাতে ডাঠকৈ ধান খেৰ পাৰি দিয়ে যাতে গাড়ী জোকাৰ নাখায়। এদিন সেইদৰে ভ্ৰমণ কালত এঠাইত থকা এটা পুলিচ চন্তৰীয়ে মাত দিলে "Drive slowly" (লাহে লাহে চলাবা) কৈয়েই দেখিলে ভিতৰত স্বয়ং ৰজা পঞ্চম জৰ্জ বহি আছে। তাৰ মুখত তৎক্ষণাত ওলাল - "His Majesty is in the Car" (ভিতৰত মহামান্য সম্ৰাট বহি আছে।)

এনে প্ৰত্যুৎপন্ন বুদ্ধি থকা বাবে চন্তৰীটোৰ নাম নম্বৰ টোকাই ল'লে। পাছ দিনা সি কাগজ পালে। তাৰ প্ৰমোচন হৈছে!

এয়া বৃটিছ জাতিৰ ৰজা আৰু প্ৰজাৰ মাজত থকা বিৰোধ বিসম্বাদ নাইকিয়া সম্বন্ধৰ চিন।...

এনে সৰৱৰহী পাহৰিব নোৱাৰা সাধু পুৰুষ জে. বৰুৱাৰ স্মৃতি সমূহকে আগবঢ়াই আমাৰ সেৱা যাচিলোঁ।

---

দৈনিক জনমভূমি, ২২/৮/৮০

# আমাৰ মিত্ৰদেৱ ছাৰ

**আশীবছৰীয়া জন্মদিন উপলক্ষে**

যোৰহাট নগৰৰ পৰা প্ৰায় দুমাইল উত্তৰে যি ঠাইত ভোগদৈৰ বুকুতে গৈ ভোগদৈৰ উপনৈ টোকোলাই পৰিছেগৈ: সেই সঙ্গম স্থলৰ কাষতে এখন পুৰণিকলীয়া সত্ৰ। নাম লেটুগ্ৰাম। চাৰিউপিনে কাকিনী তামোলৰ আগ ছুই থকা চিৰসেউজীয়া বাহ গছবোৰে এটা দৌলাকৃতি হৈ সত্ৰখন আৱৰি থৈছে। বাটচ'ৰাৰ মুখত উপস্থিত হ'লেই এটা গহীন, শান্ত পৰিবেশত মনলৈ শ্ৰদ্ধাৰ ভাব আপোনাআপুনি আহে।

সেই পৱিত্ৰ স্থানতে আজিৰ পৰা ৮০ বছৰৰ আগৰ এই দিনটোতে ভূমিষ্ঠ হৈছিল এটি শিশু। বংশৰ জ্যেষ্ঠ। সেই শিশুটিয়েই ডাঙৰ-দীঘল হৈ সমাজত দেখা দিলে শ্ৰীমিত্ৰদেৱ মহন্ত হৈ। চকুত বিশ্ব সৌন্দৰ্য্যৰ অপৰূপ ৰূপজ্যোতি, মুখত হাঁহি, কথাত সুমথিৰাৰ মধুৰ ৰস। মহাপুৰুষ শঙ্কৰদেৱে সন্তৰা (সুমথিৰা) বিলাবলৈ অহা দি যেন এইজনো আহিছে মধুময় মানৱীয় সম্পৰ্ক স্থাপন কৰিবলৈহে — এনে ভাব মনত ওপজে।

শ্ৰীমহন্তদেৱক আমি প্ৰথমে লগ পাওঁ এজন সহকাৰী শিক্ষক স্বৰূপে। যোৰহাট চৰকাৰী উচ্চ ইংৰাজী স্কুলত বহু বছৰ তেখেতে শিক্ষকতা কৰি নিজ প্ৰতিভাৰ বলত প্ৰধান শিক্ষকৰ পদলৈ প্ৰমোচন পালে। নৰ্মাল স্কুলৰ অধ্যক্ষৰ আসনৰ পৰা অৱসৰ লৈ ৰাজহুৱা কৰ্মত আত্মনিয়োগ কৰিলে। তেখেত এজন খ্যাতনামা শিক্ষক। আমাৰ মানত তেখেত আমাৰ 'ছাৰ'। যোৰহাটৰ পৰা শিক্ষা লাভ কৰা অনেক ছাত্ৰই চৰকাৰী উচ্চ বিষয় ভোগ কৰি অৱসৰ লৈছে। ড° মথুৰ গোস্বামী, যজ্ঞেশ্বৰ শৰ্মা, লক্ষেশ্বৰ শৰ্মা, তীৰ্থ বৰকটকী, মুনিন বৰকটকী, তীৰ্থ শৰ্মা, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, ড° মহেশ্বৰ নেওগ আদি প্ৰতিভাশালী প্ৰাক্তন ছাত্ৰসকলৰ মনত এতিয়াও মহন্ত ছাৰ 'ছাৰ' হৈয়েই আছে। আমি তেখেতক 'ছাৰ' বুলিহে আটাইতকৈ বেছি ভাল পাওঁ। কাৰণ এই শব্দটোৱে আমাৰ সোণালী দিনবোৰৰ স্মৃতি উজ্জ্বলাই দিয়ে আৰু গুৰু-শিষ্যৰ সম্পৰ্কটো জীয়াই থয়। প্ৰখনি কবি বিনন্দ বৰুৱাই কৈছে 'সদায় ছাৰ বুলি থকা বাবে আজিও আমি 'ছাৰ' বুলিহে ভাল পাওঁ। এই গহীন শব্দটোৱেই শ্ৰদ্ধা-ভক্তি, মৰম-প্ৰীতি ছাৰৰ ওচৰলৈ লৈ যায়। ... আমাৰ ছাৰ সকলো সময়তে 'ছাৰ' হৈ থাকক'। শ্ৰীলক্ষেশ্বৰ শৰ্মাই শ্বিলঙৰ পৰা জনাইছে : 'আপোনাৰ অগণণ শিক্ষাৰ্থীবৃন্দৰ আপুনি চিৰ-পূজ্য। বাল্য জীৱনত আপোনাৰ কাষত জ্ঞানৰ ফিৰিঙতি লাভ কৰাৰ সৌভাগ্য ময়ো লাভ কৰিছিলোঁ। সুদূৰ অতীতত আমাৰ মাজত প্ৰতিষ্ঠিত হোৱা গুৰু-শিষ্যৰ মধুৰ সম্বন্ধৰ স্মৃতি আজিও অবিস্মৰণীয় হৈ আছে ....।"

জয়সাগৰৰ পৰা অৱসৰপ্ৰাপ্ত বুৰঞ্জীবিদ ভুৱন সন্দিকৈয়ে লিখিছে : 'মোৰ জীৱনত আমাৰ মিত্ৰদেৱ ছাৰৰ উপদেশ বিলাকে এতিয়াও কাম কৰি আছে। ...... আজিও তেখেতক লগ পালে চৰণ চুই সেৱা জনাওঁ। তেখেতে এতিয়াও বাটে-পথে পালেও মৰমেৰে সাবটি ধৰি আশীৰ্বাদ দিয়ে।"

এইজনেই আমাৰ মিত্ৰদেৱ ছাৰ। ... নাট্যকাৰ, অভিনেতা, দৃশ্যপট অঁকা শিল্পী, গায়ক, বাদক, ভুৱন মোহন বংশীধাৰী, মনচোৰ কলীয়া কৃষ্ণৰ আশীষ নিৰ্মালি শিৰত লৈ গাদীত বহা লেটুগ্ৰাম সত্ৰাধিকাৰ শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত দেৱলৈ আজি আমি এইখনি ভক্তি-শ্ৰদ্ধাৰ শৰাই আগবঢ়াইছোঁ।

---

দৈনিক জনমভূমি, ১৩ জুন, ১৯৭৪ খ্ৰীঃ

# ডিম্বেশ্বৰ নেওগ — মানুহজন

যেতিয়াই স্বৰ্গীয় ডিম্বেশ্বৰ নেওগৰ কথা মনত পৰে তেতিয়াই মোৰ স্মৃতিত তেখেতৰ এফাঁকি কবিতা জাগি উঠেহি

থুপি তৰাবাহে হাঁহিলে এবেলি
এবেলি হাঁহিলে জোনে,
অখিল ধৰণী হাঁহিলে এবেলি
নাহাঁহি পাৰিব কোনে?

নেওগৰ লগত মোৰ প্ৰথম পৰিচয় ঘটিছিল ১৯৩০ চনত - গুৱাহাটীত। আমি স্কুলত পঢ়া কালত নেওগ, অতুল হাজৰিকা, বিনন্দ বৰুৱা এই তিনিজনৰ কবিতা 'বাঁহীৰ' পাতত আমি পঢ়িবলৈ পাওঁ। নৌ-দেখোঁতেই নেওগইত আমাৰ মানসপটত কবি হিচাবেই আছিল। ১৯৩০ চনত কিছুদিনৰ কাৰণে তেতিয়াৰ সাপ্তাহিক অসমীয়া কাকতৰ সম্পাদনা কৰিছিলোঁ। তেতিয়া স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালা জীয়াই আছিল। গুৱাহাটীৰ খাৰঘুলিত থকা নিউপ্ৰেছৰ পৰা ওলোৱা সাপ্তাহিক অসমীয়াৰ লগতে স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাৰ 'বাঁহী' তাৰপৰাই ওলাইছিল। অসমীয়াৰ সম্পাদকেই বাঁহীৰ প্ৰবন্ধ— পাতিও সম্পাদনা কৰিছিল। স্বৰ্গীয় বেজবৰুৱা ডাঙৰীয়াই সম্বলপুৰৰ পৰা কাব্জী-খাৰলি আদি তেখেতৰ নিজা লিখাখিনি পঠিয়াই দিছিল আৰু বাকী অংশ 'বাঁহী'ৰ ফাইলৰপৰা অসমীয়াৰ সম্পাদকে বাছি দিছিল।

সেই সময়ত নেওগ প্ৰায়েই চন্দ্ৰকুমাৰ আগৰৱালাৰ ওচৰলৈ আহে। কাৰণ নেওগে আগৰৱালাক বৰ শ্ৰদ্ধা কৰিছিল আৰু আগৰৱালায়ো নেওগক বৰ ভাল পাইছিল। সেই কাৰণে মাজে সময়ে বাঁহীৰ প্ৰবন্ধ-পাতি বাছনিত নেওগেও সহায় কৰিছিল। সেই সময়তে তেখেতৰ কবিতাৰ পুথি ইন্দ্ৰধনু প্ৰকাশ হয়। বৰ্তমান নগাঁও কলেজৰ অধ্যক্ষ শ্ৰীযজ্ঞেশ্বৰ শৰ্মাও গুৱাহাটীত আছিল। নেওগৰ ইন্দ্ৰধনুৰ সমালোচনা এটি তেখেতৰ হতুৱাই কৰাই অসমীয়াত প্ৰকাশ কৰিলোঁ। সেই সূত্ৰেই নেওগৰ লগত কবি সম্পৰ্ক স্থাপিত হ'ল।

বছৰ দিয়েকৰ পাছত নেওগ যেতিয়া যোৰহাট উচ্চ ইংৰাজী স্কুলৰ শিক্ষক হৈ আহিল আৰু তৰাজানত নিজা ঘৰ ল'লৈ তেখেতৰ লগত ঘনিষ্ঠতা বাঢ়ি আহিল। তেখেতৰ অনুৰোধ এৰাব নোৱাৰি প্ৰায়েই তৰাজানলৈ যাওঁ। তাতে তেখেতৰ প্ৰিয়তমা ভাৰ্য্যা স্বৰ্গীয়া আজলীতৰা নেওগ এগৰাকী বৰ লখিমী তিৰোতা আছিল। স্বৰ্গীয় বেণুধৰ ৰাজখোৱাৰ বংশ-পৰম্পৰা আৰু নেওগৰ কবিসুলভ ভাবধাৰাৰ মাজত আজলীতৰাৰ পোহৰত নেওগৰ কবি-মানসত বিবিধ কবিতাৰ ছন্দ ধ্বনিত হ'ল। সুনীল আকাশত তৰাৰ শৰাই সজাই যেতিয়া বিশ্বপ্ৰকৃতিয়ে জেউতি বিলায়, তেতিয়া নেওগে গাইছিল ঃ

থুপি তৰাবাহে হাঁহিলে এবেলি
এবেলি হাঁহিলে জোনে,
অখিল ধৰণী হাঁহিলে এবেলি
নাহাঁহি পাৰিব কোনে?

তেতিয়া নেওগ আনন্দৰ সাগৰত ওপঙি ফুৰা মুখত মিচিকিয়া হাঁহি ভৰা কেঁকোৰা-কেঁকুৰি চুলিৰে সেওঁতা ফলা এজন কবি। বাটত দেখা পায়েই দুয়ো দুয়োলৈ চাই হাঁহিৰেই কথা-বাৰ্তা হৈছিলোঁ।

আজলীতৰাৰ লগত নেওগ আছিল এজন অজলা ভকত। ৰসময়ী ভক্তিৰ সোঁতত আপ্লুত হৈ আছিল এই দম্পতি যুগল। সেই কাৰণে নেওগৰ ঘৰত শ্ৰদ্ধা, চেনেহ, আদৰ-সাদৰৰ অভাব নাছিল। সেইবুলি তেখেতৰ ঘৰুৱা জীৱন অসংযত বা কোলাহলপূৰ্ণ নাছিল। সম্ভ্ৰান্ত পৰিয়ালৰ সকলো আদব-কায়দাৰে ল'ৰা-ছোৱালী ডাঙৰ-দীঘল হৈছিল। ঘৰখনত আছিল এটা সাংস্কৃতিক পৰিবেশ।

সেই সময়ত আমাৰ আটাইতকৈ পুৰণি আৰু পোন-প্ৰথম সাংস্কৃতিক অনুষ্ঠান বাণী-সম্মেলনৰ পূৰ্ণ পয়োভৰ হৈছিল যোৰহাট থিয়েটাৰ ঘৰত। নেওগৰ গোটেই পৰিয়ালেই বাণী-সম্মেলনত অৰিহণা যোগাইছিল। নৃত্য-নাটিকা, গীত, বাদ্য, নৃত্য, কবিতাৰ গুঞ্জনত হেন্দুলি উঠা সন্ধিয়াৰ সেই সমাবেশৰ মাজত নেওগ এজন ভাবপ্ৰৱণ কবি হৈ ডুব গৈ আছিল। কিন্তু মানৱ-জীৱন পানীৰ তলৰ কাঁইট। কেতিয়া কোন মুহূৰ্তত কি ঘটে কোনেও নাজানে। নেওগৰ সোণৰ সংসাৰখন আথানি-এবানি কৰি তৰাজানত এদিন তেখেতৰ প্ৰিয়তমা ভাৰ্য্যা আজলীতৰাই চকু মুদিলে। এটি কেঁচুৱা বুকুত লৈ নেওগে চকুৰ পানী টুকিলে। হায় নিষ্ঠুৰ কাল!

অৱস্থাৰ ওচৰত আত্মসমৰ্পণ কৰা বিধৰ লোক নেওগ নহয়। অসীম ধৈৰ্য্যৰে ল'ৰা-ছোৱালী কেইটিক সান্ত্বনা দি নেওগে

প্ৰবন্ধাৱলী

ঘৰুৱা জীৱনৰ সকলো দায়িত্ব লবলৈ সাজু হ'ল। আজলীতৰাৰ শিক্ষা পোৱা ছোৱালী কেউটিয়ে নেওগক সহায় কৰিলে।

এদিন জাৰকালি পুৱা তেখেতৰ ঘৰলৈ গৈছিলোঁ। বুকুতে কেঁচুৱাটো সুমাই লৈ নেওগে অসমীয়া ভাষা আৰু সাহিত্যৰ ইংৰাজী সংস্কৰণৰ পাঠখিনি টাইপ কৰি আছে। তৎক্ষণাত নেওগে ছোৱালী এটিক চাহ চাহ বুলি ক'লে আৰু খন্তেকৰ পাছত আমাৰ দুয়োৰে কাৰণে দুকাপ চাহ আহিল। আতিথ্যত নেওগৰ শ্ৰদ্ধা অসীম। আজলীতৰা নেওগৰ শ্ৰাদ্ধৰ দিনা প্ৰত্যেক বছৰে তেখেতৰ ঘৰত এটি মনোজ্ঞ অনুষ্ঠান হয়। ধূপ-ধুনাৰ পবিত্ৰ গন্ধৰ মাজত গীতা, নামঘোষা আৰু গুণগ্ৰাহীসকলৰ শ্ৰদ্ধাৰ্ঘ্য দানৰ অন্তত পৰিপূৰ্ণ জলযোগ হয়। সেই অনুষ্ঠানলৈ মাতিবৰ কাৰণে মোৰ ওচৰলৈ নেওগ নিজে যায়। মাত্ৰ ইঙ্গিত এটি দিয়ে 'কাইলৈ সেই তিথি। আপুনি থাকিবই।'...

নেওগৰ বিয়া উপলক্ষে বিয়াৰ দিনা মই এটি কবিতা লিখি থৈছিলোঁ। মোৰ ডায়েৰীৰ পাতৰপৰা সেই কবিতাটো নি আজলীতৰাৰ প্ৰথম বাৰ্ষিক শ্ৰাদ্ধ-তিথিত পাঠ কৰিলোঁ। নেওগৰ দুধাৰে চকুলো বিয়পি গ'ল।

এবাৰ বাণী সম্মেলনৰ মেঘদূত অধিৰেশনত নেওগক 'সদস্য' ৰূপে আহ্বান কৰা হৈছিল। (সভাপতিক বাণী সম্মেলনে সদস্য বুলিছিল।) প্ৰিয়হাৰা নেওগ সেইদিনা বিৰহী-যক্ষৰ দৰেই বিৰহানলত দগ্ধ হৈছিল। তেখেতে যিটি ভাষণ দিলে তাত তেখেতৰ গভীৰ অধ্যয়ন, ৰসবোধ আৰু পাণ্ডিত্য ফুটি উঠিছিল। প্ৰায় ৯০ মিনিট সময় সভাস্থ সকলো নিমাত-নিস্তব্ধ হৈ আছিল। নেওগে কথা কওঁতে অলপ খোনায় কিন্তু যেতিয়া তেখেতৰ ভাবোচ্ছ্বাস আহে অবাধ গতিৰে কৈ যাব পাৰে। নাজিৰাত অসম সাহিত্য সভাৰ লগত হোৱা কবি-সন্মিলনত স্বৰ্গীয় নেওগে সভাপতি হিচাবে 'সেই ওঙ্কাৰধ্বনি' বুলি যিটি ভাষণ দিলে সেই ভাষণত নেওগৰ কবি প্ৰাণ ন-কৈ জাগি উঠিছিল। নেওগে যেন সেইদিনা আহ্বান কৰিছিল ঃ

'উঠাহে উৰ্বশী উঠাহে প্ৰেয়সী
উঠা যৌৱনৰ সাদৰী সখা।.....

স্বভাৱতে নেওগ এজন কবি, ভাবুক, তত্ত্বান্বেষী আৰু ভাষা-সাহিত্যৰ পূজাৰী আছিল। বাটে-পথে লগ পালেও আমাৰ এইবিলাক কথাইহে প্ৰাধান্য লাভ কৰিছিল।

নেওগ যেতিয়া নৰ্মাল স্কুলৰ চুপাৰিণ্টেণ্ডেণ্ট পদত আছিল তেতিয়া তেখেতৰ এটি ছোৱালীৰ বিয়া হৈছিল। বিয়াৰ নিমন্ত্ৰণ পত্ৰত তেখেতে অভ্যৰ্থনাৰ সময়খিনি ধৰি দিছিল। এই কথাৰ বাবে অনেকৰ চোকা সমালোচনা তেখেতৰ কাণত পৰিছিল। কিন্তু এই কথাটো তেখেতে মোৰ লগত আলোচনা কৰিছিল। আমাৰ বিয়া-সবাহ আদি হ'লে দিন ৰাতি ভেদাভেদ নোহোৱাকৈ লেঠেৰি নিছিগা কিবা এটা হৈ হৈ হৈ পৰে। নেওগে নিয়মানুবৰ্তিতা আৰু সুশৃঙ্খলাবদ্ধ প্ৰণালীহে ভাল পাইছিল। পৰীক্ষামূলকভাৱে তেখেতে অভ্যৰ্থনাৰ সময় এটা বান্ধি দিছিল। আনহাতে নেওগে কাৰো সমালোচনালৈ ভয় নকৰিছিল। যি-টো কৰিম বুলি মন বান্ধিছিল সেইটো নকৰাকৈ তেখেত ক্ষান্ত নহৈছিল। অন্তৰেৰে তেখেত অতি ঈশ্বৰ বিশ্বাসী আছিল। ধৰ্মৰ প্ৰতি তেখেতৰ গভীৰ শ্ৰদ্ধা আছিল।

উত্তৰ লক্ষীমপুৰত হোৱা অসম সাহিত্য সভাৰপৰা মই, শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী (অধ্যাপক), শ্ৰীমহেন্দ্ৰনাথ সভাপণ্ডিত নেফাৰ জিৰলৈ গৈছিলোঁ। তাত মোৰ বৰ জোঁৱাই শ্ৰীগিৰিন্দ্ৰনাথ ভট্টাচাৰ্য ই-এ-চি হৈ আছে। তেওঁ যোৱাৰ কাৰণে পাছ আৰু জীপ আদি দিছিল। আমি পিছদিনা পুৱা জোঁৱাইক ডেপুটী কমিছনাৰ মেজৰ আৰ-এচ-নাগে মতাই নি খবৰ দিলে বোলে উত্তৰ লক্ষীমপুৰৰ মহাকুমাধিপতিয়ে টেলিফোন কৰিছে আজি সাহিত্যিক ডিম্বেশ্বৰ নেওগ, তেখেতৰ ছোৱালী এজনী আৰু ল'ৰা এটি আহিব। লগত মহকুমাধিপতিয়ে এজন আন বিষয়াও পঠিয়াই দিছে। তেতিয়াই ফোন কৰি কিম্নি গেটলৈ ডেপুটী কমিছনাৰে খবৰ দিলে যে, নেওগৰ গাড়ী আহি পালেহি তেখেতসকলক ইনাৰ লাইনত সোমাবলৈ গেট এৰি দিব। আৱশ্যকীয় পাছ পঠিয়াই দিম।

তেতিয়াই ঠিক হ'ল যে নেওগ আৰু তেখেতৰ দল আহি মোৰ জোঁৱাইৰ তাতে দুপৰীয়া খাব। বৰ-জী-জোঁৱাইৰ অপাৰ আনন্দ হ'ল। বিশেষ কাম থকা বাবে অধ্যাপক গোস্বামী আৰু শ্ৰীমহেন্দ্ৰ সভাপণ্ডিত উত্তৰ-লক্ষীমপুৰলৈ উলটি আহিল।

নেওগৰ কপাল বৰ ভাল। সেইদিনা পুৱা আপাতানি এটাই বৰ ডাঙৰ পহৰ পিছ-পিৰা এটা দিছিল। বৰ-জীয়ে উলাহেৰে ৰন্ধা-বঢ়াত মন দিলে। সেইদিনা দুপৰীয়াৰ সেই ভোজন মনত থকা এটি কথা। নেওগ, তেখেতৰ সৰু ল'ৰাটি আৰু তেখেতৰ জীয়েক শ্ৰীমতী সপোন মাধুৰী, মই আৰু বৰ-জোঁৱাই-একেলগে বহি খাইছোঁ। পৰ্বতীয়া পহৰ মঙহ নেওগে বৰ ভাল পালে। বৰ আনন্দ মনেৰে ভোজন সমাপ্ত কৰা হ'ল। ডেপুটী কমিছনাৰ শ্ৰীনাগ এজন শিখ্। যোৱা মহাযুদ্ধত মেজৰ হৈ আছিল আৰু স্বাধীনতাৰ পাছত পিকিঙত থকা ভাৰতীয় দূতাবাসত এজন উচ্চ বিষয়া হৈ কাম কৰিছিল। চেহেৰা বৰ ৰাজসিক কিন্তু আচৰণ অতি অমায়িক আৰু সাত্ত্বিকতাপূৰ্ণ। শিখ্ ধৰ্মৰ প্ৰতি তেখেতৰ অসীম শ্ৰদ্ধা। পৰিয়াৰ গৰাকীও উচ্চশিক্ষিতা। মোক জোঁৱায়ে আগদিনা গধূলি তেখেতৰ ঘৰলৈ নি চিনাকি কৰি দিওঁতেই কথা হ'ল- পাছ দিনা গধূলি চেণ্ট্ৰেল ক্লাবত মিটিং হ'ব। মই এটা কবিতা শুনাব লাগিব।

পাছদিনা যেতিয়া নেওগ গ'ল নেওগকো নিমন্ত্ৰণ কৰিলে। গধূলি ক্লাবত উভয়ৰে কাৰণে সম্বৰ্ধনা সভা, অফিচাৰৰ ক্লাবত কফি খোৱা আৰু ৰাতি ডেপুটী কমিছনাৰৰ ঘৰত বৰা-খানা।

জোঁৱায়ে নেওগৰ পাৰ্টীক আপাতানিবিলাকৰ গাঁও দেখুৱাবলৈ নিলে। মই গধূলিৰ কাৰণে কবিতা এটি বিচাৰি ধ্যানস্থ হ'লোঁ।

সন্ধ্যাৰ আগে আগে গাঁও চাই নেওগহঁত উলটি আহিল। চাহ খাই কিছুপৰ বিশ্ৰাম কৰাৰ পাছত ডেপুটী কমিছনাৰৰ গাড়ী আহি উপস্থিত, ক্লাবলৈ যাব লাগে। তাত ক্লাব এটা, সমূহীয়া-চেণ্ট্ৰেল ক্লাব ; তাত উচ্চ বিষয়াৰপৰা আৰম্ভ কৰি সকলো গোট খাই সভা-সমিতি, সাংস্কৃতিক অনুষ্ঠান কৰে। আনটো অকল বিষয়া সকলৰ ক্লাব। তাত তেখেত সকলে চাহ, কফি, ভুজিয়া, গৰম পকৌৰি আদি খায় আৰু নানা প্ৰকাৰ ৰং-ধেমালি কৰি সস্ত্ৰীক যোগ দিয়ে। আমাক প্ৰথমতে নি অফিচাৰৰ ক্লাবত বহুৱালে আৰু চাহ-কফি আদি খুৱালে। তাৰ পাছত চেণ্ট্ৰেল ক্লাবত পৰিপূৰ্ণ ঘৰৰ মাজত সম্বৰ্ধনা সভালৈ নিলে। জিৰ'ত থকা সকলো কৰ্মচাৰীৰ ল'ৰা-ছোৱালীৰে ঘৰ পৰিপূৰ্ণ। সমস্ত ডাঙৰ লোক। স্থানীয় নৃত্য-গীত-বাদ্যাদিৰে অন্তত নেওগক সম্বৰ্ধনা জনালে। নেওগে কথা ক'বলৈ উঠিল। প্ৰথমতে কেইআষাৰমান অসমীয়া ভাষাৰে কৈ নেওগে ইংৰাজীৰে কথা ক'বলৈ আৰম্ভ কৰিলে। কিন্তু কি হ'ল ক'ব নোৱাৰোঁ, নেওগে আঁ কৰিয়েই থাকিল আৰু একো ক'ব নোৱাৰিলে। মোৰ তেতিয়া বৰ ভয় লাগিছিল। মই পেটে পেটে অইন কিবাহে ভাবিছিলোঁ। কি হ'ল? কেলেই একো ক'ব নোৱাৰা হ'ল! কিবা এটাই যেন নেওগক খুন্দা মাৰি ধৰিলে। শব্দবোৰ নুঘূৰা হ'ল। নেওগ বহি থাকিল। পাছত যেতিয়া মোৰ পাল পৰিল, মই তেখেতৰ সম্পূৰ্ণ পৰিচয় এটি দি অসমৰ এজন শ্ৰেষ্ঠ কবি-সাহিত্যিক আৰু সমালোচক হিচাবে তেখেতৰ কথা কবলৈ ধৰোঁতে মোৰ কথাৰ অন্ত নাইকয়া হ'ল। মই যে নেওগক ভাল পাওঁ আৰু তেখেতৰ গুণৰাশিৰ ভূয়সী প্ৰষংসা কৰোঁ সেইটো সেই সভাৰ কথাখিনি ইংৰাজীতে ক'বলগীয়া হৈছিল যিহেতু অসমীয়াত ক'লে বহুতে নুবুজিব।

সেইদিনা লিখা 'মুংদেন চুনখাম' (সোণ বাগিচাৰ দেশ) কবিতাৰে সামৰণি মাৰি নেওগক তুলি থলোঁ শ্ৰদ্ধাৰ ওখ আসনত। নেওগ অবিচলিত, নিৰ্বিকাৰ আৰু উদাস। তাতে শ্ৰীমতী সপোন মাধুৰীৰ হতুৱাই 'পাৰে পৰি হৰি' বৰগীতটি গোৱাই জিৰ'ত শ্ৰীশঙ্কৰদেৱৰ পৱিত্ৰ গীতৰ ধ্বনি এটিও থৈ অহা হ'ল।

মেজৰ নাগৰ ঘৰত তেখেতৰ পৰিবাৰে নিজে পৰিবেশন কৰা ভোজনত আমাৰ সেই সন্ধ্যাৰ সামৰণি মৰা হ'ল। পাছদিনা পুৱা আমি সকলো একেলগে উলটি আহিলোঁ।

নেওগ অসুস্থ হৈ ডিব্ৰুগড় মেডিকেল কলেজত পৰি আছেহি বুলি কাকতত বাতৰিটো পাই পাছদিনা শুনিলোঁ তেখেত আৰু ইহসংসাৰত নাই। মোৰ তেতিয়া মনত ধাৰণা হ'ল- নেওগৰ কিজানি কিবা অসুখৰ কাৰণেহে সেইদিনা সন্ধ্যা কথা ক'ব নোৱাৰিলে। শিৱসাগৰৰ কমাৰফদীয়া গাঁৱত জন্ম গ্ৰহণ কৰি যিজন সাহিত্যসেৱীয়ে অসমীয়া ভাষা-সাহিত্যৰ সৌধ নিৰ্মাণ কৰি গ'ল-তেওঁ মৰিও অমৰ। তেওঁৰ স্মৃতি যাউতিযুগীয়া।

---

ডিম্বেশ্বৰ নেওগ, অসম সাহিত্য সভা, ১৯৬৭

# স্মৃতি-তৰ্পণ

## কবি দুৱৰালৈ

কথাৰে কবিতা ৰচি, নিজৰ চকু-লো নিজেই মচি, আলফুল আৱেশৰ সেউজীয়া বননিত সুললিত ছন্দেৰে ইনাই-বিনাই যোৱা যতীন্দ্ৰ নাথ দুৱৰাক আজি মানুহে বিচাৰিছে। অসমৰ মানুহে। কাৰণ, দুৱৰাক স্বৰ্গৰ সভালৈ লৈ যোৱা দেখি মানুহৰ প্ৰণয় জাগিল। এই প্ৰণয় কাল-পৰিণয়। চিৰকুমাৰ দুৱৰাৰ পৰিণয় হ'ল - মহাকালৰ বুকুত থকা কোনোবা কুমাৰীৰ লগত। তেৱোঁ চিৰকুমাৰী। পূৰ্ণিমাত দেহহীন চামেলীৰ দৰে মৃত্যুহীন মহাকাশত আজি দুৱৰাই সূক্ষ্মতম স্থিতি লাভ কৰিলে।

দুৱৰাৰ একমাত্ৰ পৰিচয় কবি। কবিতাই আছিল তেওঁৰ অন্তৰতম লোকৰ যথাসৰ্বস্ব। কাৰো ওপৰত অভিমান কৰিবলৈ দুৱৰাৰ জীৱনত সুৰুঙা নাছিল। অকলশৰীয়া বিশাল বিশ্বত তেওঁ আছিল অকলশৰীয়া এজন কবি - কবিতাই আছিল তেওঁৰ তৃপ্তি। সাগৰৰ বুকুতে নিজৰ সুখ-দুখ আশা-আকাঙ্খাৰ ঢৌবোৰ উঠিছিল আৰু মাৰ নৌ যাওঁতেই কবিতাৰ ৰূপ লৈ দেখা দিছিল। হয়তো ডেকা দুৱৰাই কোনো মানসীক পাবলৈ তীব্ৰ আকাংখা কৰি ব্যৰ্থ হৈছিল। মনেৰে একান্তভাৱে আপোন বুলি কবিতাৰ ছন্দেৰে সজাই-পৰাই থোৱা সেই মানসীক লাভ কৰিব নোৱাৰি - সেই ব্যৰ্থতাত গুজৰি-গুমৰি দুৱৰাই হাতত তুলি ল'লে কবিৰ মোহিনী বীণা - ঝঙ্কাৰি উঠিল আপোন-সুৰৰ সপোন-লহৰ। এই ক্ষেত্ৰত দুৱৰা এজন লিৰিক্ কবি। মানসীক তেওঁ কৈছে ঃ

"চেনেহৰ সখা মোৰ শেষ অনুৰোধ
অতীতক নেযাবা পাহৰি।
সমাপি জীৱন খেলা বসুধা বুকুত
যাম গৈ যিদিনা আঁতৰি,
অতীতক নেযাবা পাহৰি।"

অকপটভাৱে পোনপটীয়াকৈ অন্তৰৰ ব্যথা মোলায়েম শবদেৰে প্ৰকাশ কৰি দুৱৰাই অসমীয়া কাব্য জগতত আলৌলৌৱা কপৌ-লতাৰ সেউজীয়া ৰূপ ৰেখাৰে যি সৌন্দৰ্য সৃষ্টি কৰি থৈ গ'ল — সেই সৌন্দৰ্যৰ মেলাত অসমীয়া কবি-কুলৰ মাজত মৰমী দুৱৰা নিজেই কবিতা হৈ চিৰঞ্জীৱী হ'ল। সিদিনা শিৱসাগৰৰ দিখৌ নৈৰ পাৰৰ সেউজীয়া প্ৰকৃতিৰ কোমল কোলাত সাদৰৰ শেষ আবাহন কৰি তোমাক আমি বিদায় দিলোঁ। দিয়েই বিচাৰিলোঁ তোমাৰ "জীৱনৰ দান" কি? তুমি কৈ গ'লা - "জীৱন মোৰ কাৰবলৈ আহি মোক এপাহ ফুল দি গ'ল। মই সেই ফুলপাহি সাবটি বুকুত থলোঁ।" ... তোমাৰ সেই ফুলপাহি বনফুল হলেও সি মাধৱীমালতী। তুমি ক'লা, -

"প্ৰেমৰ সপোন আজি সাবটি ধৰিছোঁ
হ'ব পাৰে সুখ খন্তেকীয়া।
সাঁচতীয়া চেনেহৰ মধু পৰশৰ
স্মৃতি মোৰ হক যুগমীয়া।" ...

কবি দুৱৰা। এইয়া তোমাৰ যুগমীয়া স্মৃতিত হৃদয়-গঙ্গাৰ নিৰ্মল জলেৰে তৰ্পণ দিছোঁ - তৃপ্ত হোৱাঁ।

## পাৰ্বতি প্ৰসাদলৈ

অতৃপ্ত নয়নেৰে চাই চাই বৈ যোৱা ৰূপহী সুঁতিৰ ঢলৰ বুকুত ওপঙি গৈ আছিল হাতত এখন টোকাৰী লৈ গীতি-কবি পাৰ্বতি প্ৰসাদ। তেওঁ গালে ঃ

"হেৰ বলীয়া নয়ন ভৰি ভৰি চা
সম্মুখত সৌ যে উঠিছে নামিছে
ৰূপহী সুঁতিৰে ঢল,
ঢলাৰে বুকুতে পোহৰ জলেমলায়
ঢৌৰে কৰে তলমল।
ঢৌ দেখি তোৰ হালে-জালে গা
হালে -জালে গা
ইকৰা পাতেৰে নাওখনি বা
হেৰ' বলিয়া -
কলমৌ ঠাৰিৰে পেঁপাটি সাজি লৈ
বনগীত এফাকি গা।"

গীত গালা, নাচিলা, গীতি-ছন্দেৰে দান দিলা - শুকুলা ডাৱৰ আৰু কঁহুৱা ফুল, লুইতী, ভঙা টোকাৰীৰ সুৰ, সোণৰ সোলেং।

"জোনোবালী মাধৱী ৰাতি নুপুৰাৰি নুপুৰাৰি - মোৰ আজি মিলন উৎসৱ - সৌৱা আকাশত নিৰন্তৰে তৰাবোৰে আমাৰেই মিলনৰ কথা ঘোষণা কৰিছে .. ...।

তোমাৰ আজি নতুন জীৱন জাগিল
"জীৱন জাগে!
নতুন জীৱন জাগে।
কোন মায়াবীৰ পৰশ লাগে।" ....

মায়াবীৰ হাতৰ পৰশত তুমি আজি লীন হলাঁ - কিন্তু তোমাৰ টোকাৰীৰ সুৰ সৌৱা ধ্বনিত হৈছে ঃ

"ছমুনিয়া এটি ছাবি শেঁতা গালখনিয়েদি
চকুপানী যেতিয়া পৰিব,
ঈশ্বৰৰ আঙুলিয়ে পৰশিব ধীৰে ধীৰে
টোপনিয়ে সাবটি ধৰিব।
চেনেহ চুমাটি যাচি শেহবাৰলৈ মাথোঁ
শীতল দেহাটি দিবাঁ ঢাকি।।"

কল্পনাৰ সোণৰ হৰিণী দেখি ছাঁ-জুইৰ পোহৰত ধন-লেখা পাৰ্বতি প্ৰসাদ। তোমাৰ স্মৃতিত এইয়া চেনেহৰ তৰ্পণ। গীতি-কবি। তৃপ্ত হোৱাঁ।

## সূৰ্য কুমাৰ ভূঞালৈ

কবিতাৰ 'নিৰ্মালী' শিৰত লৈ দেখা দিয়া সূৰ্যকুমাৰ ভূঞাই সৃষ্টিৰ ৰহস্য উদ্‌ঘাটন কৰিবলৈ ওলাই আহিছিল। তেওঁ বিচাৰি পালে প্ৰেম। প্ৰেমতেই জীৱন-বন্তি উজলি উঠে। থাপনাৰ আগত এগছি প্ৰেমৰ বন্তি জ্বলাই তুমি বুৰঞ্জীৰ অন্ধকাৰত লুকাই থকা অতীতৰ ধন-সোণ বিচাৰি ওলালাঁ - এজন সাউদৰ দৰে। অপাৰ পালাঁ। অপাৰ দিলাঁ তোমাৰ বন্তিৰ পোহৰত অতীতৰ মামৰে আবৰি থোৱা আই অসমীৰ যিখন উজ্জ্বল ছবি জিলিকি উঠিল তাৰ বাবে তুমি হ'লাঁ - কাণ্ডাৰী। তুমি সৃষ্টিৰ পাতনিৰ যি ৰূপ ছন্দেৰে দি গ'লা - সেই ৰূপ এইয়া —

"সেই প্ৰলয়ৰ দিনা,
তুমি প্ৰভু হাতত ল'লাঁ
তোমাৰ ৰুদ্ৰ বীণা।
আনন্দময় নাছিল কোনো,
আছিল নিমাত অৰুণ জোনো
দিগন্তেদি উঠিল জ্বলি
ভীষণ উদ্দীপনা।
যিদিন তুমি হাতত ল'লাঁ -
তোমাৰ ৰুদ্ৰবীণা।
চন্দ্ৰ সি গ'ল কক্ষ এৰি
নতুন আকাশ বাঞ্ছা কৰি,
য'ত যি আছিল কিৰণ-মালা
সিও জেউতিহীনা
যিদিন তুমি হাতত ল'লাঁ
তোমাৰ ৰুদ্ৰ বীণা।
আকাশ সি হ'ল ডাৱৰ-ঢকা,
নাছিল ক'তো ভূমিৰ ৰেখা,
সৃষ্টি জুৰি পৰিল ব্যাপি
দোকোল-দাকাল পানী।
তাৰ উপৰে উৰিল প্ৰভু
তোমাৰ ৰুদ্ৰবাণী।"

সৃষ্টি পাতনিৰ এনে ছবি অসমীয়া ছন্দত আঁকি থৈ তুমি যলৈ গুছি গ'লাঁ তাত নিশ্চয় স্ৰষ্টাৰ বাণী নিজ কাণে শুনিছাঁ। ইয়াত আমি আঁজলি ভৰাই শ্ৰীলৌহিত্যৰ পৱিত্ৰ জলেৰে তোমাৰ উদ্দেশ্য তৰ্পণ দিছোঁ - তৃপ্ত হ'বাঁ। হে গুণি! তৃপ্ত হ'বাঁ।

---

ৰামধেনু, ১৮৮৬ শক, ১৭ বছৰ, ৩ য় সংখ্যা

# ‘পাপৰি’ৰ কবি গণেশ গগৈ

যোৰহাট চৰকাৰী হাইস্কুলৰ সমুখত থকা সেই নাহৰ গছজোপাৰ তলত এখন তামোলৰ দোকান। ৰামেশ্বৰ নামে এজন অসমীয়া ডেকাই খিলিপাণ বিক্ৰী কৰে। তেতিয়া আজিকালিৰ দৰে কটা তামোল বিক্ৰী নহৈছিল। ১৯২২ চনৰ জানুৱাৰী মাহৰ প্ৰথম সপ্তাহ। পইচা এটা দি খিলি এখন কিনি মুখত দিছোঁ। ঠিক সেই সময়তে গণেশ গগৈ আহি ওচৰত উপস্থিত। মাত দিলে- “কিহে আমাৰ নিচিনা মানুহক নেমাতাই নহয়। খিলি এখন দিবা জানো?” “..... এঃ এনেকৈ কোৱা কিয়? হোঁৱা হোঁৱা” খিলিখন দি দুয়ো ওঁঠ ৰঙা কৰি একেলগে স্কুলৰ ফালে আগবাঢ়িলোঁ। এয়ে আমাৰ পোন প্ৰথম পৰিচয়।

কাকজান মাইনৰ স্কুলৰ পৰা বৃত্তি পাই যোৰহাট চৰকাৰী হাইস্কুলৰ সপ্তম শ্ৰেণীত নাম লগাইছোঁ। তেতিয়া স্কুলৰ বছৰ জানুৱাৰীৰ পৰা ডিচেম্বৰলৈ আছিল। গগৈক দেখা মুহূৰ্তটো নিশ্চয় এটা অমৃতক্ষণ আছিল। সেই মুহূৰ্তৰ পৰাই আমাৰ দুয়োৰে মাজত এটা অকাৰণ প্ৰীতিৰ ভাব জাগি উঠিল।

১৯২৬ চনত আমি একেলগেই মেট্ৰিক পাছ কৰিলোঁ। আমি দুয়ো বুৰঞ্জী আৰু ভূগোলৰ সলনি অতিৰিক্ত অঙ্ক আৰু অতিৰিক্ত সংস্কৃত লৈছিলোঁ। যিদিনা অতিৰিক্ত অঙ্কৰ পৰীক্ষা আছিল সেইদিনা গগৈৰ ভনীয়েক উষাৰ বিয়া। তেওঁৰ পৰীক্ষা দিবলৈ নাহিল। পাছদিনা বুৰঞ্জী আছিল। গোটেই ৰাতি বিয়াত টোপনি খটি কৰি আৰু নৱম-দশম দুই শ্ৰেণীত দুবছৰ বুৰঞ্জী নপঢ়াকৈয়ে গগৈয়ে বুৰঞ্জী পৰীক্ষা দিলে। দ্বিতীয় বিভাগত মেট্ৰিক পাছ কৰিলে।

স্কুলীয়া জীৱনত গগৈৰ সুখ্যাতি আছিল এজন ভাল খেলুৱৈ হিচাপে। তেওঁ সদায় টুৰ্ণামেন্ট খেলিবলৈ পাইছিল। ক্ৰিকেট আৰু ফুটবল দুয়োটাতে সমান দক্ষতা আছিল। তাৰ উপৰি লৰমৰা, জাপমৰা আদি বিবিধ খেলত গগৈ অপ্ৰতিদ্বন্দ্বী আছিল। তাচ খেলত গগৈক কোনেও পৰাজয় কৰিব নোৱাৰিছিল। বিপক্ষৰ হাতত কি কি তাচপাত আছে গগৈয়ে কৈ দিব পাৰিছিল।

সেই সময়ত আমাৰ স্কুলত প্ৰত্যেক শনিবাৰে তৰ্কসভা বহিছিল। আমি সভাত সদায় যোগ দিছিলোঁ। তাৰ্কিক হিচাপে গগৈ বৰ ৰসিক আছিল। তেওঁ সদায় বিষয়টোৰ বিপক্ষে কৈছিল। এবাৰ তৰ্কৰ বিষয় আছিল “চুৰট খোৱা বেয়া”। কিন্তু গগৈয়ে তৰ্কত অংশ লওঁতে “চুৰট খোৱা বৰ ভাল” বুলি কৈ সকলোকে হঁহুৱাইছিল। অৱশ্যে তৰ্কৰ শেহত সভাপতিত্ব কৰা শিক্ষকজনক এই দৰে কৈ থৈছিল--“ছাৰ মই তৰ্কৰ কাৰণহে চুৰট খোৱা ভাল বুলিছোঁ, কিন্তু মই নিজে হ'লে হাতেৰে নোছোঁওঁ।”.....হাঁহিৰ ৰোল উঠিল। কাৰণ গগৈয়ে অতিপাত চুৰট খাইছিল।

আমি ছাত্ৰাৱস্থাত থাকোতে ‘জেউতি’ নামেৰে আমাৰ স্কুলৰ আলোচনীখন ছপা হৈ ওলাইছিল। গগৈয়ে সেই কাকতত দিয়া প্ৰথম কবিতাটো নাম আছিল--“ৰস গোল্লা”। মিঠাই খাই ভাল পোৱা গগৈৰ কবিতাটোও লোভ লগা হৈছিল। সেই সময়ত এটা ৰসগোল্লাৰ দাম আছিল--অনা

১৯২৬ চনৰ ডিচেম্বৰ মাহ। গগৈ কটন কলেজৰ ছাত্ৰ। মই কাশী হিন্দু বিশ্ববিদ্যালয়ত। পাণ্ডুত নিখিল ভাৰত কংগ্ৰেছ মহাসভাৰ অধিৱেশন। স্কুল-কলেজৰ ল'ৰা বিলাকক আঁতৰাই ৰাখিবৰ উদ্দেশ্যে তেতিয়াৰ বৃটিছ চৰকাৰে সদৌ অসম টুৰ্ণামেণ্ট আৰু খেল-ধেমালি যোৰহাটত পাতিলে। স্পৰ্টছত কলেজৰ ছাত্ৰসকলেও যোগ দিব পাৰিছিল। গগৈয়ে কংগ্ৰেছ অধিৱেশনতকৈ খেল-ধেমালিৰ প্ৰতিযোগিতাত যোগ দিয়াহে বেছি ভাল পালে। “কংগ্ৰেছৰ কথা-বাৰ্তা কাকতে-পত্ৰই পাম, কিন্তু এইবাৰৰ দৰে সদৌ অসমৰ ডাঙৰ খেল এখন কেনেকৈ বাদ দিওঁ?” তেওঁ লং জাম্প, হাইজাম্প, লৰমৰা আদি সকলো খেলতে প্ৰথম হ'ল। সদৌ অসমৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ স্পৰ্টছমেন হিচাপে গগৈয়ে স্বীকৃতি লাভ কৰিলে। পুৰস্কাৰ পোৱা বস্তুবিলাকৰ ভিতৰত হেণ্ড কেমেৰা পাইছিল। সেইটো মোক দিলে।

মই কাশীত, গগৈ গুৱাহাটীত। তেওঁ মোক মাতে - “ইয়ালে উলটি আহ।” মই মাতো - তই ইয়ালে আহ।

১৯২৭ চনৰ গৰম বন্ধ। কলেজৰ ছাত্ৰবিলাকে গৰমৰ বন্ধৰ থিয়েটাৰ ‘চা-জাহান’ পাতিলোঁ। তেওঁ যশোৱন্ত সিংহ, ৰাজকুমাৰ নগেন্দ্ৰ নাৰায়ণ সিংহ আওৰংজেব, দৰ্প শৰ্মা পিয়াৰা আৰু মই চাজাহান। মঞ্চ অভিনয়ত গগৈৰ বচন-ভঙ্গিমা, প্ৰবেশ-প্ৰস্থান আদি অতি আকৰ্ষণীয় আছিল। দৰবাৰ কক্ষত ভাৰত সম্ৰাট আওৰংজেবক উদ্দেশ্য কৰি কোৱা এই বচনটিত চাৰিওফালৰ পৰা হাতচাপৰি আৰু বাঃ বাঃ ধ্বনি উঠিছিল- “সম্ৰাট! ৰঙা চকু দেখুৱাইছে কাক? মনত ৰাখিব এই যশোৱন্ত সিংহৰ ধাতু ইমান পাতল নহয়।”......... ১৯২৬ চনত মেট্ৰিক পৰীক্ষাৰ্থী সকলে কৰা “বঙ্গ-বৰ্গী” নাটকত গগৈয়ে ভাস্কৰ পণ্ডিতৰ অভিনয় কৰি দৰ্শকক মুগ্ধ কৰিছিল। অভিনেতা হিচাপেও গগৈ যোৰহটীয়া ৰাইজৰ মানসপটত আজি

পৰ্য্যন্ত জিলিকি আছে।

মোৰ প্ৰাণৰ টানত গগৈয়ে কটন কলেজ এৰি কাশী বিশ্ববিদ্যালয়লৈ গ'ল ১৯২৭ চনত। আমি তাত "অসমীয়া ছাত্ৰ সম্মিলন", স্থাপন কৰি "জাহ্নবী" নামে এখন হাতে লিখা আলোচনী উলিয়াও। গগৈয়ে তাত ধেমেলীয়া কবিতা লিখিছিল। 'তপাৰ সম্পাদক' নামে এটি ধেমেলীয়া কবিতাত গগৈৰ মধুৰ হাস্যৰস ফুটি ওলাইছিল।

আমি কলেজ এৰি আহি যোৰহাটত ১৯৩০ চনত "বাণী-সম্মেলন" স্থাপন কৰোঁ। স্বৰ্গীয় কৃষ্ণকুমাৰ বৰুৱাৰ (জগন্নাথ বৰুৱাৰ ভায়েক) সভাপতিত্বত ১৯৩০ চনৰ শ্ৰীপঞ্চমীৰ সন্ধ্যা বাণী সম্মেলনৰ প্ৰথম অধিৱেশন অনুষ্ঠিত হয়। গগৈৰ ভাগত আছিল কবিতা। গগৈয়ে সেইদিনা পুৱা ঘৰুৱা কামত ককিলামুখেদি মাজুলীলৈ গ'ল। সভা সন্ধ্যা ৬ বজাত আৰম্ভ হ'ব। তেওঁলৈ বাটচাই থাকোতে আমাৰ "উচট পিচট" লাগিছে। ঠিক সভা আৰম্ভ হোৱাৰ লগে লগে আহি মঞ্চত উপস্থিত। ক'লে "জাহাজতে পেনচিলেৰে কিবা এটা লেখি আনিছোঁ"- কবিতাই হৈছেনে, কি হৈছে ক'ব নোৱাৰোঁ। পাঠ কৰিলে—

"কবিতাৰ মহাভাৰ লৈ
নাই অহা বৰদাক
পূজা দিবলৈ ...
গছত কবিতা, পাতত কবিতা
জগত কবিতাময়" ইত্যাদি।

ব্ৰহ্মপুত্ৰৰ বুকুত লিখা সেই কবিতাটিৰ ছন্দই শ্ৰোতাৰ অন্তৰৰ আহেঁ আহেঁ কাব্যলোক সৃষ্টি কৰিলে। সেই কবিতাটি গণেশ গগৈৰ কবি-প্ৰতিভাৰ এপাহি স্নিগ্ধ মধুৰ পদুম।

গগৈৰ সাহিত্য চৰ্চা ধাৰাবাহিক নাছিল। কিন্তু তেওঁ আছিল কল্পলোকত বাস কৰা সপোন-বিলাসী, সপোনতে উটি-বুৰি ফুৰা এটি চিৰমুক্ত দেবদূত। উচ্চ মনোভাব, দয়াশীল, সৰ্বহৰী, সংসাৰত নিৰ্লিপ্ত, উদাৰ আৰু অতি উদাসীন স্বভাৱৰ গণেশ গগৈ খৰিভাৰীৰ পৰা আৰম্ভ কৰি উচ্চ পৰ্য্যায়ৰ লোকলৈকে সকলোৰে প্ৰিয় আছিল। সংসাৰৰ প্ৰতি সমূলি আসক্তি নাছিল। গগৈ আছিল ওমৰ খৈয়ামৰ দৰে সম্পূৰ্ণ 'আজিৰ উপাসক।' গগৈয়ে বন্ধুসকলক কয়-"গগৈ হাঁহি হাঁহি আহিছিল আৰু হাঁহি হাঁহিয়েই গুচি যাব। গগৈয়ে নাকান্দে।".......................

তেওঁ কাগজত পেনচিলেৰে কিবাকিবি লিখে আৰু তাৰ বিছনাৰ তলত পেলাই থয়। বিছনাৰ তলৰ পৰা উলিয়াই কেইবাটাও কবিতা মযেই "বাঁহী" আৰু "ঘৰজেউতি" লৈ দিছিলোঁ। প্ৰকাশো হৈছিল।

১৯৩৩ চনৰ শৰত কালৰ এটা জোনাক নিশা। পূজাৰ পাছত থিয়েটাৰ ঘৰটোত আমি কেইজনমান গধূলি বহি বহি গল্প গুজব কৰি থাকোঁ। থিয়েটাৰ বলিয়া আমি আটাইকেউটি। হৈ যোৱা অভিনয়ৰ বচনবোৰকে মাতি মাতি থাকোহঁক। সেইদিনা চাৰিবন্ধু ঘৰলৈ উলটিছোঁ। মই সেইদিনা গগৈৰ অন্তৰৰ সুপ্ত কবি জগাই তুলিবৰ কাৰণে মধুৰভাৱে বিকৰ্থনা কৰিবলৈ আৰম্ভ কৰিলোঁ। বাকী কিজন বন্ধুৱে খুব উপভোগ কৰিছে। মোৰ উদ্দেশ্য তেওঁৰ প্ৰতিভাত আঘাত কৰা। অনেক গৰিহণা দি আমি গৈ আছোঁ। গগৈ নিমাত। আমি গৈ গৈ ঘৰৰ ওচৰ পালোগৈ। চুৰটৰ ধোঁৱা উৰুৱাই গগৈয়ে আহিবৰ বেলিকা ইমানকে ক'লে... "বাৰু যা, তোক মই কিবা এটা দিম।" মই তেতিয়া যোৰহাটৰ পৰা ওলোৱা সাদিনীয়া বাতৰি কাকত "বাতৰি"ৰ সহঃ সম্পাদক। শ্ৰীনীলমণি ফুকন ডাঙৰীয়া সম্পাদক। পাছদিনা আবেলি কামৰ পৰা বাহিৰে বাহিৰে গগৈৰ ঘৰলৈ গলোঁ। তেওঁ থকা ঘৰটো এজোপা বেলগছৰ তলত। বাঁহৰ সৰু ঘৰ এটা স্কুল-কলেজৰ ছাত্ৰ থকা ঘৰৰ নিচিনা মূলঘৰৰ পাছত। বিচনাৰ তলত পেনচিলেৰে লিখা ৬৩ টা ষ্টেঞ্জাৰ কবিতা এটা পালোঁ। পঢ়িচালোঁ। ক'লোঁ "ভাল হৈছে। তাৰে এটা ষ্টেঞ্জাত হাত ফুৰাই দিলোঁ" "গুটি গুটি মাণিকৰ মিল।"...............

কেইদিনমানৰ পাছত "বাতৰি" অফিচৰ পৰা দুপৰীয়া ভাত খাবলৈ ঘৰলৈ উলটিছোঁ। যোৰহাট বাৰ লাইব্ৰেৰীৰ আগত থকা বিৰাট আঁহত গছজোপাৰ আঁৰৰ পৰা গণেশ গগৈ ওলাই দীঘল দীঘল খোজ দি মোৰ ওচৰ পালেহি। সোঁহাতৰ মুঠিত নুৰুৱাই থোৱা কিতাপখনেৰে ইছাৰা দি দূৰৰ পৰা কৈছে- "ঐ ৰচোন, ৰ' কিবা এটা লৈ যা ? ইয়াত নেমেলিবি। ঘৰত চাবিগৈ। হোঁ ...........
কিতাপখন মোৰ হাতত দিয়েই বিজুলী বেগেৰে নাইকিয়া হ'ল। মেলি চাঁও "পাপৰি"। উচৰ্গা কৰিছে মোৰ নামে। লিখিছে- "তোৰ অত্যাচাৰতেই "পাপৰি"ৰ জন্ম। আৰু অত্যাচাৰ কৰ বুলিয়েই তোৰ হাততে "পাপৰি" দিলোঁ। পাহিতে সৌন্দৰ্য্য থাকি আহিল—সৌৰভতো নায়েই। তোৰ- গণেশ।"

ইয়াৰ পাছত ২/৩ বছৰমান আমি আঁতৰা আঁতৰি হৈ আছিলোঁ। মই মোৰ গাঁৱৰ ঘৰত আছিলোগৈ। গগৈ এই সময়ত গ্ৰামোফোন কোম্পানীৰ কাৰণে ৰেকৰ্ড-নাট্য ৰচনা আৰু ৰেকৰ্ড কৰাত লাগিল। 'জেৰেঙাৰ সতী' অসমীয়া ৰেকৰ্ড-নাট্যৰ অতি জনপ্ৰিয় ৰেকৰ্ড দিছিল। "দক্ষ-যজ্ঞ", "লাচিত" আদিও ৰেকৰ্ড কৰিছিল। গড় আলিত থকা গ্ৰামোফোন কোম্পানীৰ দোকানৰ মুখত গধূলি ৰেকৰ্ড শুনা মানুহৰ জুমদেখি আমি আচৰিত হৈছিলোঁ। গগৈৰ ভাব-ভাষা আৰু ছন্দৰ হিল্লোলত সন্ধ্যাৰ আকাশ মুখৰিত হৈ উঠিছিল।

..................মই বকুল বন্ধু অকলে। ভাদমহীয়া চৌদিশৰ

---

প্ৰবন্ধাৱলী

গছপাতবোৰ গভীৰ সেউজীয়া হৈ পৰিছে। কুঞ্জলতাৰ দ'লবোৰ বকুলৰ ফুল সৰি বগা হৈ থকা পদুলিমুখ। মনত পৰিছে কবি বন্ধু গণেশ গগৈলৈ। নিমন্ত্ৰণ কৰি চিঠি দিলোঁ- "আহিবি। এৰাতি থাকি যাবিহি। কবিতাই ইয়াত কান্দি আছে।" উত্তৰ দিলে– "বৰুৱা, জ্বৰে সৈতে সখি পাতি শয্যাত পৰি নথকা হ'লে তোৰ তালৈ নিশ্চয় গলোহেঁতেন। বকুল বনত জোনাক আছে বুলি জানো কিন্তু জোনাকীহে নাই- গগৈ।"

কেইদিনমানৰ পাছত এদিন গধুলি সংবাদ পালোঁ- "প্ৰিয়তম বন্ধু গণেশ গগৈ আৰু নাই। শয্যাত শুই থকা অৱস্থাত নিস্পন্দ হৈ গ'ল।"................ ক্ষয় ৰোগাক্ৰান্ত গগৈৰ অন্তিম হ'ল।

১৯৩৮ চনৰ ২১ আগষ্ট সন্ধ্যা ৬ বজাত শয্যাত শুয়েই অনন্ত কল্পলোকলৈ গমন কৰিলে। বুকুত এটা তীব্ৰ আঘাত লাগিল। "দেহি ঐ ! শেষ সন্ধ্যাত তাক চাবলৈ নগলোঁ কিয় ?

এই আক্ষেপ অন্তৰৰ অন্তঃস্থলত থাকিয়েই গ'ল। গগৈৰ 'পাপৰি" অসমীয়া ৰোমাণ্টিক কবিতাৰ সুমধুৰ নিদৰ্শন। "শকুনিৰ প্ৰতিশোধ", "কাশ্মীৰ কুমাৰী" নাট্য প্ৰতিভাৰ কীৰ্তিস্তম্ভ। প্ৰেমময় আবেশত বিভোৰ হৈ থকা গণেশ গগৈয়ে ঠিকেই কৈ গৈছে —

"পদুম ফুলৰ পাপৰি নহয়
পাপৰি প্ৰাণৰ মোৰ ;
সুখৰ নহয়, দুখৰ নহয়,
প্ৰেম ভৰা চকুলোৰ।"

(১৯০৭ চনৰ ২৮ ডিচেম্বৰ তাৰিখে ওপজা কবি গণেশ গগৈৰ অকালতে ৩১ বছৰ বয়সত মৃত্যু হৈছিল। ১৯৬৫ চনত তেওঁৰ জন্ম দিৱসৰ দিনা তেওঁৰ অতি মৰমৰ কবি বন্ধু আনন্দ বৰুৱাই 'দৈনিক অসম'ত এই প্ৰবন্ধটো লিখিছিল।)

---
"যোৰহাট ২০০"ৰ পৰা উদ্ধৃত

# “মৰহা পাপৰি” ৰ বিষয়ে

‘বাঁহী’ৰ সম্পাদক দেউ,

আপোনাৰ কাকতৰ যোৱা ‘বিশেষ সংখ্যা’ত শ্ৰীযুত চৈয়দ আব্দুল মালিক চাহাবে “মৰহা পাপৰি” বুলি এটি প্ৰবন্ধ লিখিছে। তলৰ বেষ্টনীৰ ভিতৰত লিখা আছে “গল্পতকৈও সত্য!”

‘গল্প’ বা সাধু কথা বিলাক তেনেই কাল্পনিক; গল্পতকৈও সত্যৰ অৰ্থ কি আমি বুজিব নোৱাৰিলোঁ। সি যি হওক এই বিষয়ে এটি প্ৰতিবাদ আপুনি নিশ্চয় এই সংখ্যা কাকতত প্ৰকাশ কৰি থ’ব। মোৰ প্ৰাণতম অভেদ বন্ধু স্বৰ্গীয় গণেশচন্দ্ৰ গগৈৰ জীৱন-কথাৰ কিবা এটা অস্পষ্ট স্মৃতি লৈ মালিক চাহাবে আধুনিক গল্পৰ আকাৰত যিখিনি কথা লিখিছে সেই খিনি স্বৰ্গীয় কবি গগৈৰ জীৱনৰ নিশ্চয় সত্য ঘটনা নহয়। ভৱিষ্যতলৈ কোনো পাঠকে তাকে সত্য ঘটনা বুলি ল’বও পাৰে; সেই বাবেই এই প্ৰতিবাদ লিখি থোৱা হ’ল।

স্বৰ্গীয় গগৈক মই যি দৰে জানো বোধ হয় আন কেঁৱে সেই দৰে নাজানে। তেওঁৰ সৰ্বপ্ৰথম কবিতা অৰ্ঘ্য “পাপৰি” ৰ অৰ্পণাৰ ভাষাত মোৰ প্ৰতি গগৈৰ প্ৰাণৰ টান বৰ্ণে বৰ্ণে জিলিকি আছে। মালিক চাহাবে ‘সি’ আদি শব্দ ব্যৱহাৰ কৰি চেনেহী কবিক ব্যক্ত কৰিবলৈ বিচৰা উচিত হৈছেনে বাৰু? স্বৰ্গীয় গগৈৰ দৰে সৰ্বজনপ্ৰিয় তৰুণ কবিৰ স্মৃতিত ভৱিষ্যতলৈ যেন এনে ত্ৰুটি নাথাকে সেই কথাকে আপোনাৰ কাকতৰ জড়িয়তে লিখক পাঠক সকলক সোঁৱৰাই দিলোঁ। গগৈৰ “পাপৰি” ৰ প্ৰতি খিলা পাততে কাহানিও নমৰহা-নিতৌ নতুন ভাব ভাষা লাৱণ্য মাধুৰীৰ অভাৱ নহওক। ‘পাপৰি’ গগৈৰ কলিজাৰ ৰঙা তেজ, প্ৰাণৰ পদুম।

বাঁহী, ২৯ বছৰ, ৫ ম সংখ্যা, আহিন, ৪৯১ শঙ্কৰাব্দ

# অসমীয়াৰ মহিলা কবি

সৃষ্টিৰ ক্ষমতা থকা শিল্পীয়েই কবি। সাধাৰণতে কবি দুবিধ। এবিধে নিজৰ মাজেদি বিশ্বক চাব খোজে, আন বিধে নিজক বিলুপ্ত কৰি সত্যক বিচাৰিব খোজে। দুয়ো বিধৰ উদ্দেশ্য — সৌন্দৰ্য সাধনা কৰি সত্যৰ সন্ধান কৰা। সৌন্দৰ্যৰ সাধনা নাইকিয়া হ'লেই কবিতা বিজ্ঞানত পৰিণত হয়। আমাৰ অসমীয়া মহিলা সমাজত এগৰাকী যুৱতীয়ে কবি-হৃদয়ৰ পৰিচয় দি গৈছে। তেওঁৰ নাম স্বৰ্গীয়া যমুনেশ্বৰী খাটনিয়াৰ। স্বৰ্গীয়া কবিৰ কেতিয়া মৃত্যু হ'ল, তেখেতৰ পৰিচয় কি আমি নাজানোঁ। 'অৰুণ' নামে সৰু কবিতাৰ কিতাপ এখন আমাৰ হাতত আছিল। কিতাপখনি পঢ়ি স্বৰ্গীয়া কবিলৈ শ্ৰদ্ধা উপজিল।

কিতাপখনিত সৰ্বমুঠ ২৪ টি কবিতা আছে। তাৰ ভিতৰত যি কেইটা কবিতাই তেওঁৰ কবিমনৰ পৰিচয় দিয়ে তাৰে উল্লেখ কৰা হ'ব। "সেৱা" বুলি কবিতাটিৰ প্ৰথম পদটোৱে নাৰী-হৃদয়ৰ এখনি পৰিষ্কাৰ ছবি চকুৰ আগত দাঙি ধৰে। কোমল শব্দ আৰু ছন্দৰ মৃদু গতিত ঈশ্বৰ ভক্তিৰ ভয় স্পষ্ট ভাবে ফুটি উঠিছে। 'মোৰ' কবিতাটি অতি বিতোপন। প্ৰথমৰ দুশাৰী তুলি দিলেই যথেষ্ট হ'ব -

"শুদা হাতে আহিছিলোঁ শুদা হাতে যাম,
দুদিনীয়া পৃথিৱীত কেইদিন খাম।"

'মোৰ' এৰি দি সকলোকে সমান ভাৱে চাবলৈ অনিত্য-সংসাৰত প্ৰেমৰ প্ৰচাৰ কৰি মানৱৰ দুদিনীয়া জীৱন সুখময় কৰিবলৈ যি ইঙ্গিত দিছে, তাত নতুনত্ব একো নাই যদিও ভাবিবৰ বস্তু আছে। নিজক সংশোধন কৰিবলৈ পোহৰ আছে। .... ... নিস্কাম-বাসনাৰ নাম লোৱা মহত্ত্ব কবিৰ হিয়াত নাছিল। "আশা' বুলি আন এটি কবিতাত তেওঁ দেখুৱাইছে যে, আশাইহে সৃষ্টি-বাঞ্চোনৰ আদিমুল। কবিয়ে খুজিছে "নিৰ্মল পৱিত্ৰ আশা"। মানুহৰ ধৰ্ম পাৰ হৈ যোৱা নাই। তেওঁ স্বদেশ-প্ৰেমিকাও। 'জন্মভূমি' কবিতাটি অতি উদাৰ। তেওঁৰ জন্মভূমিত ভৌগোলিক সীমাৰ ক্ষুদ্ৰতা নাই। 'টেকেলি', 'ভগা দ'ল', 'বীৰ-প্ৰসবিনী' আদি শব্দ গোটাই "আমাৰ অসম" বোলাবৰ স্পৃহা জনমভূমিত নাই। তেওঁ জন্মভূমিক ধন্য বুলিছে

'ধন্য মোৰ জন্ম আই তোমাৰ দেশত....।'

ই তেওঁৰ গভীৰ স্বদেশ-প্ৰেমৰ পৰিচয়। কথাযাৰ সৰু, কিন্তু মৰ্মস্পৰ্শী। ...... তেওঁ প্ৰকৃতিৰ মৰ্ম বুজে। 'মালতী' ফুল হাবিতে ফুলি হাবিতে শুকাই যোৱা দেখি কবিয়ে অনুভব কৰিছে আৰু কনবীয়া ফুলক আওকাণ কৰি যোৱা বাটৰুৱাক অৱজ্ঞা কৰিছে।
.....

সেইহে কবিয়ে নিজৰ অক্ষমতা উপলব্ধি কৰি ঈশ্বৰক কৈছে —

"নাই একো আকিঞ্চন মৰু হৃদয়ত,
কিহেৰে পূজিম আমি,
লক্ষ নমস্কাৰ কৰোঁ তয়ু চৰণত
হেৰা ব্ৰহ্মাণ্ডৰ স্বামী।"

"লক্ষ নমস্কাৰ' ৰ মাজত অন্তৰ-বেদনা পৰিস্ফুট হৈ উঠিছে, পৰিস্ফুট হৈ উঠিছে - ৰমণী হৃদয়ৰ সৰলতা। 'গোলাপ' কবিতাটিৰ শেষত কৈছে —

"নকৰিম গৰ্ব মই পূৰ্ণ যৌৱনৰ,
জানিছোঁ সিইত অতি শুকান নিৰস।
কিন্তু মোৰ কৰ্তব্যত হ'ম যত্নবান,
মৃত্যুৰ পাছতো যেন থাকি যায় যশ।"

স্বৰ্গীয়া খাটনিয়াৰে কৰ্তব্যৰ মোল বুজিছিল। তেওঁ জানিছিল তেওঁৰ হৃদয়ত কবিৰ সম্বল আছে। কোনে জানে তেওঁ জীয়াই থকা হ'লে সময়ত তেওঁৰ লেখনিত আৰু শুৱলা চিত্ৰ নোলালহেঁতেন। ..... কাব্যৰসৰ শ্ৰেষ্ঠতম আদৰ্শ নাথাকিলেও স্বৰ্গীয়া খাটনিয়াৰ যে কবি আছিল, তাত সন্দেহ নাই। প্ৰথম মহিলা-কবিৰ স্মৃতি অমৰ হওক। ... বৰ্তমান কালৰ মহিলা-কবি শ্ৰদ্ধেয়া শ্ৰীযুতা ধৰ্মেশ্বৰী দেৱী বৰুৱা সকলোৰে পৰিচিত। তেখেতৰ "ফুলৰ শৰাই" স্ত্ৰী - সুলভ কবিতাৰ বিতোপন গ্ৰন্থ।

---

বাঁহী, পঞ্চম বছৰ, প্ৰথম সংখ্যা, ১৮৫২-৫৩ শক

# মনচুৰ মিঞাৰ পাঁজা

আৰব দেশ যেতিয়া দুৰ্ঘোৰ তামসিকতাৰে ঢাক খাই আছিল। যেতিয়া অসংখ্য 'লা' (অথাৎ দেৱতা) ৰ পূজাত খোৱা-পিয়া আৰু ফূৰ্তি কৰাই আছিল আৰবীয় সকলৰ ধৰ্ম, যেতিয়া মদ্যপান, ব্যভিচাৰ আৰু অনৈক্যৰ মত্ততাৰে মানুহে আধ্যাত্মিক সত্ত্বা একেইবাৰে পাহৰি গৈছিল, সেই সময়ত ধৰ্মৰ গ্লানি দুৰ কৰি আৰবীয় সকলক দিব্যজ্ঞান দিবলৈ আহিছিল ঈশ্বৰৰ দূত স্বৰূপে হজৰৎ মোহম্মদ। দৃপ্ত কণ্ঠে আল্লাৰ ৰছুল মোহম্মদে ঘোষণা কৰিলে 'লা' অৰ্থাৎ দেৱতা এজনেহে আছে, তেৱেঁই সৰ্বশক্তিমান পৰমেশ্বৰ। তেওঁ পৰম দয়ালু।

যেতিয়া সেই তামসিকতাৰ আন্ধাৰ আঁতৰাই নবী মোহম্মদে শান্তি ধৰ্মৰ লোক সকলৰ দেহা-শুদ্ধি আত্মা-শুদ্ধিৰ অনেক উপায় হজৰতে দিলে। মদ-মাংস খাই ৰাক্ষসৰ দৰে জীৱন যাপন কৰিবলৈকে মানুহ পৃথিৱীলৈ অহা নাই। বাইবেলতো কোৱা আছে অকল আহাৰ খায়েই মানুহ জীয়াই থাকিব নোৱাৰে। মানুহৰ আধ্যাত্মিক উন্নতি সাধন কৰিবলৈ সকলো প্ৰকাৰৰ ত্যাগৰ প্ৰয়োজন। সৰ্বশক্তিমান পৰমেশ্বৰৰ অস্তিত্ব নিজ হৃদয়ত উপলব্ধি কৰি আত্ম-সংযম কৰিবলৈ দিয়া শিক্ষাৰ ভিতৰত মুছলমান সকলৰ এমাহ ৰোজা ধৰা অৰ্থাৎ ব্ৰত কৰা প্ৰথা আন কোনো ধৰ্মত নাই। লোভ-মোহ-কাম -ক্ৰোধ দমন কৰি এমাহ দিন অন্তৰত সেই দীন-দুখীয়াৰ মালিকক চিন্তা কৰি কৰি ব্ৰতী হৈ থকা জন পৰিশুদ্ধ হয়। ব্ৰতৰ অন্তত ন-জোনৰ ৰেখাটিলৈ চাই মহা-মিলনৰ পবিত্ৰ আনন্দ উপলব্ধি কৰা হয়। পাছদিনা পুৱা গা-পা ধুই নতুন সাজপাৰ পিন্ধি এক ঈশ্বৰৰ সন্তান ৰূপে সকলোটি মুক্ত আকাশৰ তলত সেউজীয়া বৰ্ণৰ দলিচাত আঠু লৈ সকলোৱে একেলগে এক ঈশ্বৰক এটি ভক্তি-ভৰা প্ৰণিপাত জনায় আৰু দিব্য ৰূপ ফুটি উঠে ঈদ-গাহ ময়দানত। ধন্য আল্লাৰ ৰছুল মোহম্মদ। ধন্য তোমাৰ মহান আদৰ্শ।

আকাশত দেখা পোৱা স্নিগ্ধ-সুন্দৰ চন্দ্ৰৰ ৰেখাটি হৰ-মহেশৰ শিৰৰ মুকুট। সেই বাবেই তেওঁ চন্দ্ৰশেখৰ।

এই ন-জোন হিন্দু-মুছলমানৰ মিলনৰ অনন্ত প্ৰতীক। হজৰৎ মহম্মদৰ কেনে মহান শিক্ষা, ঈদগাহ ময়দানত সমূহীয়া নামাজ পঢ়ি ঘৰমুৱা হোৱাৰ বাটত দুখীয়া-নিচলা লোক বিলাকক 'ফিৎৰা' (দান) দিহে নিজে খাব লাগিব, যাতে তেনে পৱিত্ৰ আনন্দৰ দিনত কোনো অনাহাৰে নাথাকে।

মনচুৰ মিঞাই আগবঢ়াইছেঃ

**ঈদ-মোবাৰিক**

সৌৱা ঈদৰ কনকচন্দ্ৰ
সহস্ৰ মনক আগুৰি লৈ
ধীৰে ধীৰে আজি আহিছে ওলাই
অনন্ত কালৰ ৰছুল হৈ
এজন আল্লা, এখন পৃথিৱী,
একেটা মানৱ জাতি,
সৌৱা আহিছে দিব্য আশীষ
অনন্ত জোনালী ৰাতি।
বুৰ দিয়া আজি জোনাক জলত
জীৱন ধন্য হক
যাউতিযুগীয়া ঈদ মুবাৰিক
হিয়াই হিয়াই থক।

দৈনিক জনমভূমি, ২৮।১০।১৯৭৩

# ঈদ মুবাৰক

**মিএগ্ৰা মনচুৰ**

যি সময়ৰ স্মৃতিৰ পৰা দুই এটা কথাৰ পাতনি মেলিব খুজিছোঁ সেয়া ১৯২০-৩০ ভিতৰত পৰে। যোৰহাট নগৰৰ জনসংখ্যা ২০ কি ৩০ হেজাৰৰ মানুহ আছিল। তেতিয়া খিলঞ্জীয়া মুছলমান আৰু হিন্দু পৰিয়ালৰ মাজত অতি ঘৰুৱা সম্পৰ্ক আছিল। মুছলমান পৰিয়ালৰ মাতকথা ইমান সুন্দৰ যে কথা-বাৰ্তা বিলাক শুনিয়ে তেওঁবিলাক যেন গাঁৱৰ চহা মানুহহে মৰহুম হাজী ফাইজুদ্দিন আহমদ হাজৰিকা, কেৰামৎ আলি, দেৰাজু দ্দিন আহমদ, ৰুকু নুদ্দিন হাজৰিকা, জেহিৰুদ্দিন আহমদ, পজিৰুদ্দিন আহমদ, আফিজুৰ ৰহমান, নুৰষ্টৰৰ মালিক আদিৰ লগত হিন্দু সকলৰ যি সামাজিক প্ৰীতিৰ বান্ধোন আছিল সেই কথা মনত পৰিলে এতিয়াও মনটো আনন্দত নাচি উঠে। তেওঁবিলাকৰ ভিতৰত তিনিজন ককাইটি আছিল। প্ৰথম জন 'জেহিৰ ককাইটি', দ্বিতীয় জন 'পজিৰ ককাইটি' আৰু তৃতীয় জন 'দৌলাৰ ককাইটি'। ককাইটি শব্দটো গৈ কেৰাইটি হৈছিল।

জেহিৰুদ্দিন আহমদ হেডমাষ্টৰ আৰু পজিৰুদ্দিন আহমদ এই দুজন ককাইটিক চিনি নোপোৱা কোনো নাছিল। পাজিৰ ককাইটি আছিল এজন তেজী কংগ্ৰেছ সেৱক, নাট্যকাৰ,অভিনেতা, হাস্যৰসিক। তেখেতৰ ঘৰ ৰূপহী আলিত য'ত এতিয়া বিমান বন্দৰৰ চিটি অফিচ বহিছে। যোৰহাট থিয়েটাৰৰ এজন প্ৰধান শিল্পী। পজিৰ ককাইটি সাংস্কৃতিক ক্ষেত্ৰতো পৰিচিত ব্যক্তি আছিল। তৃতীয়জন ককাইটি আজি — জোৰ ৰহমানক 'দৌলাৰ ককাইটি' বুলিলে সকলোৱে জানে। কেৰামৎ আলিৰ ঘৰৰ গাতে লাগি থকা ৰঙা পকী দালানটোৱেই তেওঁৰ ঘৰ। ঘৰটো দেখিলে দিল্লীৰ লাল কিল্লা লৈ মনত পৰে। তেওঁৰ পিতৃ আছিল শিলিখা বাগিচাৰ কেৰাণী। ককাইটি আমাৰ পৰম শ্ৰদ্ধাভাজন সন্দিকৈ ডাঙৰীয়াদেৱ, নেতা দেৱেশ্বৰ শৰ্মা, মিত্ৰদেৱ মহন্ত ছাৰ আদিৰ সমসাময়িক ছাত্ৰ। কলিকতাৰ পৰা বি এ পাছ কৰি লক্ষ্ণৌত চকু পৰীক্ষা কৰা, চশমা দিয়া সম্পৰ্কে শিক্ষা লৈ নিজৰ ঘৰতে 'নূৰ ষ্টৰ' নাম দি চশমাৰ ব্যৱসায় কৰিছিল। আজি অলপ দিনৰ আগতে তেখেতৰ মৃত্যু হৈছে। তেখেত এজন অতি সুদক্ষ অভিনেতাও আছিল। চানক্য, চাহজাহান আদি চৰিত্ৰৰ অভিনয় কৰি খ্যাতি অৰ্জিছিল। তেখেত জগন্নাথ বৰুৱা কলেজৰ গৰ্ভৰ্ণিং বডিৰ সভাপতি হৈয়ো কিছুকাল আছিল।

আজি পৱিত্ৰ ঈদৰ দিনা আমাৰ শ্ৰদ্ধাৰ পাত্ৰ এই তিনি গৰাকীৰ স্মৃতিকে 'ফিংৰা' স্বৰূপে বাইজলৈ আগবঢ়ালোঁ।

এই প্ৰসঙ্গতে অসমৰ আন এজন মহাপুৰুষ আজান ফকীৰ চাহেবৰ এটি জিকিৰৰ পৰা অকণমান মৌ-জোলো আনি ঈদৰ 'বড়া খানা'ত দিওঁ বুলিহে আগবঢ়োৱা হ'ল।

পীৰ আজান চাহাবে দিখৌ নৈৰ পাৰত শ'বাগুৰি চাপৰিত ছ কুৰি ভকত লগত লৈ নামঘৰত জিকিৰ গাওঁতে গাইছিল:

ভকতে বিলালে মাহে পৰসাদে
মুছলমানে বিলালে ৰুটি
আল্লা ৰহমৎ
মুছলমানে বিলালে ৰুটি।

আহক আজি ঈদগাহ ময়দানত হিন্দু মুছলমান সকলো মিলি এটি গীতকে গাই কোলা-কুলি কৰোঁহক।

অ' ভাই
হিন্দু-মুছলমান
তোমাৰ আল্লা
আমাৰ ঈশ্বৰ
একেই ভগবান
একেই আমাৰ
জনমভূমি
একেই জোনৰ
একেই আচমান
একেই ভাৰত
সোণৰ গুল-ই-স্তান।
অ' ভাই হিন্দু-মুছলমান।

---

দৈনিক জনমভূমি, ২৬ আগষ্ট, ১৯৮০

# তিতাবৰত কি ক'ত আছে

প্ৰত্যেক দেশতে ঠাইবোৰৰ নামৰ লগত এটা গুৰিকথা আছে। কিহৰ পৰা কেনেকৈ একোখন ঠাইৰ একোটা নাম জনাজাত হয় - তাৰ উৱাদিহ ল'লে ভালেমান পুৰণি কথা ওলাই পৰে। "তিতাবৰ" নামটো কেনেকৈ হ'বলৈ পালে তাৰ একো আঁতি-গুৰি সঠিক ভাৱে উলিয়াব নোৱাৰিলেও অনেকৰ মুখত অনেক কথা শুনিবলৈ পোৱা হয়। কোনোৱে এনেকৈও কয় বোলে, সেই ঠাইখনত তাহানি এজোপা বৰ ডাঙৰ বৰগছ আছিল। ডালে পাতে এখন দেশ আৱৰি থকা সেই বৰজোপাৰ পাতবোৰৰ পৰা বৰষুণৰ টোপাল সৰাদি পানী এটোপ- দুটোপ পৰি থাকে আৰু পাতবোৰ তিতি থকা যেন দেখি। তাৰে পৰা সেই ঠাইখনৰ নাম তিতাবৰ হ'ল। এনেকৈ গছৰ নামৰ পৰা ঠাইৰ নাম হোৱা বহুত ঠাই আছে। জলপাইগুৰি, শিলিখাগুৰি, বৰৰ তল, বৰগুৰি, আঁহতগুৰি, কেন্দুগুৰি, নাহৰণি, আমগুৰি, চামগুৰি ইত্যাদি ইত্যাদি। তিতাবৰৰ চৌদিশে বিবিধ লোকৰ বাস। আহোম, কছাৰী, ঠেঙাল, তুৰুং, চাহ বনুৱা, মুছলমান, বৰ্ণ-হিন্দু, বৌদ্ধধৰ্মী শ্যাম ইত্যাদি। শ্যামসকলৰ গাওঁ দেখিলে চীনদেশীয় গাৱঁলৈ মনত পৰে। চাংঘৰ, বাঁহ-গছ, হাঁহৰ জাক, নিস্তব্ধ পৰিৱেশৰ মাজত শান্তি-প্ৰিয় শ্যাম সকলৰ সমাজ জীৱন চাবলগীয়া।

এই অঞ্চলত ধান খেতি প্ৰধান আৰু প্ৰচুৰ ধান উৎপন্ন হয়। ইয়াৰ চাউলৰো বৰ সোৱাদ। খেতিয়েই ৰাইজৰ প্ৰধান কাম হলেও, বেহা বেপাৰতো তিতাবৰীয়া ৰাইজ আগবঢ়া। শাক-পাচলি, কণী, তামোল-পাণ আদিও যথেষ্ট উৎপন্ন হয়। দুখীয়া মানুহৰ সংখ্যাও এইপিনে বৰ কম। কাৰণ, সকলোৱেই খেতি-পথাৰ কৰে।

শিক্ষা-দীক্ষাত বৰ আগবঢ়া নহলেও এই ঠাইৰ পৰা কৃতী লোক ওলাই গৈছে। অৱসৰ প্ৰাপ্ত চিভিল ছাৰ্জন ডাঃ জীৱ কান্ত শইকীয়া, শ্ৰীযজ্ঞেশ্বৰ শৰ্মা, শ্ৰীচক্ৰেশ্বৰ শইকীয়া, শ্ৰীখগেশ্বৰ গগৈ আদি লোকসকলৰ নাম উল্লেখযোগ্য।

**শ্ৰীগণেশ শৰ্মা আৰু তিতাবৰ**

মাৰোৱাৰী ব্যৱসায়ী আৰু খেতিয়ক শ্ৰীগণেশ শৰ্মা তিতাবৰৰ এজন আঢ্যৱন্ত লোক। কংগ্ৰেছৰ একনিষ্ঠ সভ্য আৰু সকলো সাংস্কৃতিক অনুষ্ঠানৰ লগত জড়িত। লোহালক্কৰৰ দোকানৰ পৰা আৰম্ভ কৰি ধান খেতিলৈকে সকলোতে শৰ্মাৰ উদ্যম অব্যাহত হৈ আছে।

নামতহে মাৰোৱাৰী শ্ৰীগণেশ শৰ্মা এজন নিভাঁজ অসমীয়া লোক। সৰুকালৰ পৰা যোৰহাটত অসমীয়া মাধ্যমেৰে পঢ়া শৰ্মাক কথা-বাৰ্তা আৰু পিন্ধন উৰণত কোনেও অনা অসমীয়া বুলি ধৰিব নোৱাৰে। তেওঁৰ প্ৰথমা পত্নী গোমতী দেৱীৰ স্মৃতিত তিতাবৰে পালে এখন প্ৰথম শ্ৰেণীৰ ছোৱালী হাইস্কুল। সভা-সমিতি, সাংস্কৃতিক অনুষ্ঠান আদিত শৰ্মাই মুক্তহস্তে আৰ্থিক সাহায্য দিয়ে। তেওঁৰ পত্নী যোৰহাট কেন্দুগুৰিৰ ব্ৰাহ্মণ কন্যা। শৰ্মা নিজেও নৈষ্ঠিক ব্ৰাহ্মণ। তিতাবৰে শৰ্মাৰ দৰে এজন বদান্য লোক পোৱা বৰ সৌভাগ্যৰ কথা বুলিয়েই ক'ব পাৰি।

**শ্ৰীসত্যেন্দ্ৰ নাথ বৰকটকী আৰু তিতাবৰ**

অৱসৰপ্ৰাপ্ত উচ্চ বিষয়া, ইংৰাজী আৰু অসমীয়া ভাষাৰে সাহিত্য সৃষ্টি কৰা প্ৰতিভাশালী লোক শ্ৰীসত্যেন্দ্ৰনাথ বৰকটকীয়ে অৱসৰ লৈ তিতাবৰৰ মেলামাটি নামে ঠাইত এখন আহল-বহল ফাৰ্ম খুলি খেতিপথাৰ আৰু পশুপালন আদি কৰ্মত আত্মনিয়োগ কৰিছে। আমাৰ সমসাময়িক বৰকটকী যোৰহাট চৰকাৰী উচ্চ বিদ্যালয়ৰ এজন মেধাৱী ছাত্ৰ আছিল। ইংৰাজী সাহিত্যত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম-এ পাছ কৰি, অসম চৰকাৰৰ তলত হাকিম কামত নিযুক্ত হৈ, ভাৰত চৰকাৰৰ বৈদেশিক দপ্তৰৰ অধীনত দায়িত্বপূৰ্ণ কাম সফল ভাৱে আৰু সুখ্যাতিৰে সমাধা কৰি তিতাবৰত থাকিবলৈ লয়! বৰকটকীয়ে এনেয়ে সময় কটোৱা নাই। তেওঁৰ অসমীয়া উপন্যাস "ফুলবিবি"য়ে অসমীয়া সাহিত্যত এটা আলোড়ন সৃষ্টি কৰি তোলপাৰ লগালে আৰু মায়াপী দেৱতাৰ দৰে অন্তৰ্দ্ধান হ'ল। জনজাতীয় সাধুৰ অসমীয়া আৰু ইংৰাজী সংস্কৰণ অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰি বৰকটকীৰ সাহিত্য প্ৰীতিৰ চিনাকি দিছে। বৰকটকীৰ ইংৰাজী কাব্যসাহিত্যত বিশেষ ব্যুৎপত্তি আছে। ইংৰাজী উচ্চাৰণ, ভাষা আৰু প্ৰকাশ ভংগিমাই শ্ৰোতাক বিমুগ্ধ কৰি থয়। উজ্জ্বল চকুযোৰ, তেজাল মুখখন, ৰঙা ওঁঠৰ প্ৰাণখোলা হাঁহিৰে সৈতে সদানন্দ বৰকটকীয়ে সকলো অৱস্থাকে হাঁহি মুখে ল'ব পাৰে। তিতাবৰ কলেজে বৰকটকীৰ দৰে এজন স্কলাৰক ওচৰতে পায়ো কিয় সুবিধা লোৱা নাই ক'ব নোৱাৰি।

## অধ্যক্ষ শ্ৰীযজ্ঞেশ্বৰ শৰ্মা

তিতাবৰত থকা হামদৈ পথাৰখন ধান্যস্থিত মহালক্ষ্মীৰ ঘৰ বুলিয়েই ক'ব পাঁৰি। ইয়াত প্ৰচুৰ ধান হয়।

প্ৰায়বিলাক গৃহস্থৰ ধানৰ ভড়াল পৰিপূৰ্ণ। এই ঠাইতে ওপজা শ্ৰীযজ্ঞেশ্বৰ শৰ্মাই কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ইংৰাজী সাহিত্যত এম-এ পাছ কৰি নগাওঁ কলেজৰ অধ্যক্ষ হয়গৈ। এতিয়া অৱসৰ লৈ অসমীয়া সাহিত্যত মনোনিবেশ কৰিছে। ইতিমধ্যে তেওঁৰ সাহিত্য প্ৰীতিৰ নিদৰ্শন প্ৰকাশ পাইছে। ইংৰাজী, অসমীয়া আৰু সংস্কৃত সাহিত্যত সমানে ব্যুৎপত্তি থকা শৰ্মা এজন পণ্ডিত লোক। হামদৈৰ চাউল খোৱা শৰ্মাও তিতাবৰৰ এজন গুণী লোক।

## শ্ৰীচক্ৰ শইকীয়া আৰু শ্ৰীখগেশ্বৰ গগৈ

তিতাবৰ কলেজৰ অধ্যক্ষ শ্ৰীচক্ৰ শইকীয়া এজন জাতীয়তাবাদী, স্বদেশ প্ৰেমিক, খদ্দৰ পৰিধান কৰা সৰল, সহজ স্বভাৱৰ গুণী লোক। মিহি কথা, ভদ্ৰ আচৰণ আৰু অমায়িক গুণৰ অধিকাৰী শইকীয়াৰ কামত একো খুঁত নাই। কলেজ পৰিচালনাতো তেওঁ সাৰ্থক হৈছে। তেওঁৰ যত্নতে তিতাবৰ কলেজখন লাহে লাহে আগুৱাই গৈছে।

শইকীয়া পৰিয়ালটোৱেই চহৰ খনৰ প্ৰতিপত্তিশালী ঘাই পৰিয়াল। মিহিৰাম শইকীয়াৰ বদান্যতাতে কলেজ প্ৰতিষ্ঠা হোৱা বাবে নামো দিয়া হৈছে 'মিহিৰাম শইকীয়া কলেজ'।

স্থানীয় উচ্চ ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষক শ্ৰীখগেশ্বৰ গগৈ এজন ৰাংঢালি, জাতীয়তাবাদী, খদ্দৰ পৰিহিত গুণী লোক। খেতিপথাৰতো আগবঢ়া গগৈ শিক্ষা-দীক্ষাতো আগবঢ়া। অসমীয়া সংস্কৃতিৰ প্ৰতিও তেওঁৰ অসীম শ্ৰদ্ধা। বহাগৰ বিহুত গগৈৰ যত্নত শিক্ষিত লোক সকলৰ হুচৰি গোৱা হয়। যুৱলায় গামোছা লৈ ঢোল, পেঁপা, টকাৰ ধ্বনিৰ মাজত আনন্দমুখৰ পৰিবেশত গগৈয়ে নাচিবও পাৰে। তেওঁৰ গাত মুঠতে সকলোকে মিলাব পৰা মহৎ গুণ আছে।

## সামৰণি

তিতাবৰত উল্লেখযোগ্য আৰু অনেকলোক আছে। তেওঁলোকৰ নাম নজনা বাবে বিৱৰণ দিব নোৱাৰি দুখীত। আমাৰ সহপাঠী বন্ধু শ্ৰীগুণীন্দ্ৰ নাথ ভূএগ তিতাবৰ চহৰৰ এজন ডাঙৰ ব্যৱসায়ী। মেট্ৰিক পাছ কৰি তেওঁ ব্যৱসায় আৰম্ভ কৰে। এতিয়া তেওঁ এজন লাখপতি ব্যৱসায়ী।

উঠি অহা তিতাবৰীয়া যুৱক সকলে উক্ত লোক সকলৰ আদৰ্শ গ্ৰহণ কৰিব বুলি আশা কৰিলোঁ।

দৈনিক অসম, ২৯/২/১৯৭৫

# বঙালী ভাই সকললৈ এটি উপদেশ

শিৰোনামাত 'উপদেশ' শব্দটো দেখি অনেকে প্ৰশ্ন কৰিব পাৰে উপদেশ দিবলৈ মোৰ কি অধিকাৰ আছে। আমি উপদেশ বুলিলে হিতোপদেশৰ উপদেশ, গুৰুৱে শিষ্যক দিয়া উপদেশ বা শিক্ষকে ছাত্ৰক দিয়া নীতিজ্ঞানৰ কথা বুলিহে ভাবোঁ। কিন্তু এই শব্দটো বহুত অৰ্থত ব্যৱহৃত হয়। একোখন ৰাষ্ট্ৰৰ সৰ্বোচ্চ ক্ষমতাত থকা ৰাষ্ট্ৰপতি জনৰো অনেক উপদেষ্টা থাকে। বিভিন্ন বিষয়ত প্ৰয়োজনীয় তথ্যপাতিৰ সন্ধান দি নায়ক জনক সহায় কৰাই এই উপদেষ্টাসকলৰ কাম। ইয়াত উপদেশ শব্দটো ইংৰাজী চাজেচ্‌চন্ অৰ্থাৎ ঈঙ্গিত অৰ্থতহে ব্যৱহৃত হয়।

আজি আমাৰ ৰাজ্যত শিক্ষাৰ মাধ্যম সম্পৰ্কে যি মতভেদ সৃষ্টি হৈছে ইয়াৰ মাজত আমি এটা বিষম সমস্যাৰ মাজত সোমাই পৰিছোঁ। প্ৰত্যক্ষ ভাৱে অসমীয়া আৰু বঙালী লোকসকলৰ মাজত এটা বিৰোধ সৃষ্টি হৈছে। এই বিৰোধ ভাবটো প্ৰথমতে আমি নাইকিয়া কৰি লৈহে সমস্যাৰ এটা সৰল মীমাংসা কৰিব লাগিব। ৰাষ্ট্ৰৰ সংহতি ক্ষুণ্ন নোহোৱাকৈ আৰু সাম্প্ৰদায়িক মনোভাব সৃষ্টি নোহোৱা মুকলি মনেৰেই সকলো কথাৰ আহপাহ মোকোলাই চাব লাগিব।

অসমত বহুত বঙালী পৰিয়াল ২/৩ পুৰুষ ধৰি বাস কৰিছে, ইয়াতে মাটিবাৰী, ঘৰদুৱাৰ লৈ নিগাজীকৈ বসতি কৰিছে। সেইবিলাক মানুহে অসমীয়া ভাষা সুন্দৰকৈ ক'ব পাৰে আৰু বাহিৰত তেওঁবিলাক তেনেই অসমীয়া হৈ পৰিছে। কিন্তু যেতিয়া ভাষাৰ কথা উঠে তেতিয়া তেওঁবিলাক তেনেই বঙালী হৈ পৰে আৰু অসমীয়া ভাই-বন্ধুসকলক পাহৰি পেলায়। ১৯৬০ চনৰ ভাষা-আন্দোলনৰ সময়ত বঙ্গ দেশৰ এজন খ্যাতনামা সাহিত্যিক আৰু একালত আই-চি-এচ বিষয়া শ্ৰীঅন্নদা শঙ্কৰ ৰায়ে অসমত থকা বঙালী সকলৰ দোষ-ত্ৰুটিবোৰ ফহিয়াই দেখুৱাই এটা অতি মূল্যবান বিবৃতি কাকতৰ যোগে প্ৰচাৰ কৰিছিল। গভীৰ চিন্তাশীল, উদাৰ চৰিত্ৰৰ শ্ৰীৰায়ৰ কথাখিনি আমাৰ বঙালী ভাইসকলে সুঁৱৰি চোৱা উচিত।

আমি কাশী বিশ্ববিদ্যালয়ত অধ্যয়ন কৰোঁতে ১৯২৬ চনৰ পৰা প্ৰায় তিনি বছৰৰ অধিক কাল কাশীত আছিলোঁ। তাত সেই সময়ত ৭০/৮০ হেজাৰ বঙালী আছিল। দশাস্বমৌ ঘাটৰ ওচৰত 'বঙ্গালী টোলা' নামে এটা ডাঙৰ পাৰা আছে। কিন্তু তেওঁবিলাকে কথা বাৰ্তা হিন্দীত কয়। হিন্দী মাধ্যমেৰে পঢ়ে। বঙলা ভাষা-সাহিত্য এটা বিষয় হিচাপেহে পঢ়ে। কথা-বাৰ্তাত তেওবিলাক স্থানীয় লোকসকলৰ সৈতে তেনেই মিলি গ'ল। এতিয়া কিজানি তাত ২/৩ লাখ বঙালী আছে। সেইদৰে এলাহাবাদতো আছে। তেওবিলাকৰ কাৰণে তাত বঙালী মাধ্যমৰ শিক্ষা-ব্যৱস্থা আছে জানো? হিন্দী মাধ্যমত পঢ়া বাবে বঙালী ছাত্ৰ-ছাত্ৰী সকলৰ একো অনিষ্ট হোৱা নাই বা তেওবিলাক অ-বঙালীও হৈ পৰা নাই। তেওবিলাক এতিয়া সেই ঠাইৰ নিগাজী বাসিন্দা হৈ পৰিল।

সেই কাৰণে প্ৰবাসী বঙালীসকলে জীয়াই থাকিবৰ কাৰণে যি কষ্ট স্বীকাৰ কৰিব লগা হৈছিল বা হৈ আছে, আমাৰ ইয়াত তেনে একো অসুবিধা নোপোৱাকৈ বঙালী ভাইসকলে অসমৰ জলবায়ুত সংসাৰ নিৰ্বাহ কৰি আছে। গোৱালপাৰা, কামৰূপ আৰু নগাঁও জিলাত লাখ লাখ মৈমনসিঙ্গীয়া লোক বসতি কৰি আছে। তেওবিলাক ভাষাৰ প্ৰশ্নত আজিলৈকে একো আঁসোৱাহ সৃষ্টি কৰা নাই। এতিয়া তেওবিলাক সম্পূৰ্ণ অসমীয়া হৈ গ'ল। ধিং অঞ্চলত ২/৩ পুৰুষ বাস কৰা পৰিয়ালবৰ্গৰ পৰা কেইবাজনো কবি-সাহিত্যিকৰ জন্ম হৈছে। পূৰ্ববঙ্গত (বৰ্তমান বাংলাদেশ) যিসকল লোকে বঙালী ভাষাৰ কাৰণে ইমান নিৰ্য্যাতন দুৰ্য্যোগ ভোগ কৰিলে আৰু একে ধৰ্মৰ পশ্চিমীয়া ভাইসকলৰ লগত যুদ্ধ কৰিলে এসময়ত তেওবিলাকো অ-বঙালী আছিল। তেওবিলাকৰ মাতৃভাষাও বঙালী নাছিল। কিন্তু তেওবিলাকে বঙ্গমাতাৰ প্ৰতি যি শ্ৰদ্ধা-ভক্তি অৰ্জন কৰিলে, সেয়ে তেওবিলাকক আজি এখন বাংলাদেশ দিলে। দৰাচলতে যিসকল পশ্চিম পাকিস্থানীৰ লগত তেওবিলাকে যুদ্ধ কৰিলে এদিন মুজিবৰহঁতৰ পূৰ্বপুৰুষ সকলো তাৰ পৰাই আহিছিল।

আজি যিখন আমেৰিকাৰ যুক্তৰাজ্য আৰু বাসিন্দাসকল আমেৰিকান বুলি পৰিচিত হৈছে, তেওবিলাকৰ আদি পুৰুষসকল সমগ্ৰ ইউৰোপৰ বিভিন্ন ভাষা-সংস্কৃতিৰ লোক আছিল। বৃটেইন, ইটালী, ফ্ৰান্স, জাৰ্মানী, ৰুচিয়া আদি বিভিন্ন দেশৰ লোকসকলে নিজ নিজ উপনিবেশ পাতি আৱিষ্কৃত হোৱা দেশখনত খেতি-পথাৰ, বেপাৰ-বাণিজ্য কৰি বেলেগ বেলেগ ভাষা কৈ আছিল। কিন্তু কালত আটাইবোৰ ভিন্নতা নাইকিয়া কৰি এক ৰাষ্ট্ৰ গঠিত হ'ল আৰু সকলোৰে কাৰণে এটা উমৈহতীয়া ভাষা হ'ল। এই ঐক্য-সংহতিৰ ফলতে আমেৰিকা আজি পৃথিবীৰ ভিতৰত এখন মহা শক্তিশালী দেশত পৰিণত হ'ল।

আমাৰ এই অসম দেশখনলৈ কাণ্যকুব্জৰ পৰা অহা অনেক পৰিয়াল আজি আমাৰ খিলঞ্জীয়া লোক। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ আদি পুৰুষ ভূঞাসকল বঙ্গদেশত ভৌমিক আৰু অসমত ভূঞা। স্বৰ্গীয় হৰিবিলাস আগৰৱালা মাৰোৱাৰৰ পৰা অহা এজন ব্যৱসায়ী লোক আছিল। কিন্তু তেওঁৰ পুতেক, নাতিয়েকসকল

আজি অসমৰ শ্ৰেষ্ঠ সাহিত্যিক। স্বৰ্গীয় চন্দ্ৰ কুমাৰ আগৰৱালা, আনন্দ আগৰৱালা আৰু জ্যোতি প্ৰসাদ আগৰৱালা অসমীয়া সাহিত্যৰ চিৰঞ্জীৱী ব্যক্তি। অসমীয়া ভাষা-সাহিত্য ভাৰতবৰ্ষৰ আঞ্চলিক ভাষা সাহিত্য সমূহৰ ভিতৰতে এটা অতি পুৰণি আৰু সম্পদশালী ভাষা। এতিয়া আমাৰ বঙালী ভাইসকলে 'আমৰা বাঙ্গালী' বুলি নাভাবি 'আমি অসমীয়া' বুলি ভাবিবৰ সময় আৰু দেহেকেহে অসমৰ মাটি, পানীৰ লগত মিলি যাবৰ সময়। কাৰণ, তেওঁবিলাক উলটি গৈ থিয় হবলৈও তেওঁবিলাকৰ কাৰণে মাটি অইন ঠাইত নাই। এই অসমতে থাকিব লাগিব।

উঠি অহা তৰুণ-তৰুণী বঙালী ভাই-ভনীইঁতে তেওঁবিলাকৰ পিতৃ-মাতৃ, ভাই-বন্ধুসকলক নতুন যুগৰ নতুন আহ্বানৰ প্ৰতি সজাগ হ'বলৈ কওঁক। বাস্তৱক বাদ দি অলীক স্বপ্নৰাজ্যত বাস কৰা দিন আৰু নাই। প্ৰেম, মৈত্ৰী আৰু ঐক্য-সংহতিৰ মহান আদৰ্শত অনুপ্ৰাণিত নহৈ একো সুফল নধৰা সাম্প্ৰদায়িক মনোভাৱত থাকিলে আমাৰ একো মঙ্গল সাধন নহ'ব। অসমীয়া আৰু বঙালীৰ মাজত বৈবাহিক সম্পৰ্ক স্থাপন হ'লে আমাৰ মাজত সামাজিক সম্পৰ্ক গঢ়ি উঠিব আৰু কালক্ৰমত আমি এক হৈ পৰিমগৈ। তৰুণ-তৰুণীসকলে এই বিলাক কথা চিন্তা কৰি চালে ভাল। স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাই বঙ্গদেশৰ খ্যাতিমান উচ্চবংশ ঠাকুৰ পৰিয়ালৰ বঙালী ছোৱালী বিয়া কৰাইছিল আৰু তেওঁবিলাকৰ কন্যা ডিব্ৰুগড়ৰ শ্ৰীমতী ৰত্না বৰুৱা এগৰাকী অসমীয়া মহিলা হৈ এতিয়াও আছে।

আকবৰ বাদশ্বাই সকলো ধৰ্মৰ সমন্বয় সাধন কৰি 'দীন-ইলাহী' নামে এটা ধৰ্মকে স্থাপন কৰিব খুজিছিল। ৰাজপুতৰ লগত প্ৰীতিপূৰ্ণ সম্পৰ্ক স্থাপন কৰিবৰ কাৰণেই সেইজন মহামতি বাদশ্বাই ৰাজপুতৰ লগত বৈবাহিক সম্পৰ্ক স্থাপন কৰিছিল। আমাৰ অসমীয়া সমাজৰো আকোৰগোজ মনোভাৱ পৰিবৰ্তন কৰিবৰ দিন পাৰ হৈ গৈছে। ছেই ছেই লেই লেই কৰোঁতে কৰোঁতে জোৰ পুৰি হাত পালেহি। এদাল চুলিকে সাত ফাল কৰি এখন নিকপকপীয়া সমাজ আজি খণ্ড বিখণ্ড হৈ পৰিছে। কিন্তু সেই বুলি হতাশ হ'ব নালাগিব। তলি উলিয়াই কঠীয়া পাৰিলেহে শাওণ-ভাদ মহীয়া মাটি কৰ পাৰি। মানসিক ক্ষেত্ৰখন ৰচনা কৰি নোলোৱাকৈ উলুবনি-ৰকৰাণিত একো ভাব চিন্তাই জীপ ধৰিব নোৱাৰে। আমাৰ এই যোৰহাটতে কেবাজনো বঙালী অধ্যাপকে অসমীয়াৰে ছাত্ৰ-ছাত্ৰীসকলক পঢ়ুৱাই আছে। তাৰ বাবে তেখেতসকলৰ 'বঙালীত্ব' নাইকিয়া হোৱা নাই।

আমি দেহেচিতে বঙালী ভাইসকলক অতি সবল ভাবে এই উপদেশ দিবলৈ আগবাঢ়িছোঁ সময়ৰ তাগাদাত। সময়েহে দেশ, সমাজ, ধৰ্ম আৰু কৰ্মৰ প্ৰেৰণা যোগায়। আজি অসমত বাস কৰা সকলো অনা-অসমীয়া ভাই বন্ধুৰ অন্তৰত অসমৰ প্ৰতি অকৃত্ৰিম শ্ৰদ্ধা-ভক্তিৰ সঞ্চাৰ হওঁক এয়ে আমাৰ কামনা।

নগাঁও জিলাত কেবাখনো শিখ গাঁও আছে। আমি নিজে বৰকলা নামে এখন বিৰাট শিখ গাঁৱলৈ গৈছিলোঁ। তেওঁবিলাকে গুৰুমুখী ভাষা কোনেকুৱা সেই কথাৰ ভূ নাপায়। সকলোৱে অসমীয়া ভাষাকেই মাতৃ-ভাষা ৰূপে গ্ৰহণ কৰি আজি ২/৩ পুৰুষ ধৰি বাস কৰি আছে। এতিয়া তেওঁবিলাক শতকৰা এশ ভাগেই অসমীয়া। অনা-অসমীয়া আৰু অসমীয়াৰ মাজত থকা ব্যৱধান নাশ কৰিবৰ এটা ভাল উপায় হৈছে ৰাষ্ট্ৰভাষা বিদ্যালয়, বঙালী ভাষাৰ বিদ্যালয় আৰু অসমীয়া ভাষাৰ বিদ্যালয় বিলাকত ছাত্ৰ- ছাত্ৰী মিহলি হৈ থাকিব লাগে। বঙালী স্কুলতো অসমীয়া ছাত্ৰ ভৰ্তি কৰিব লাগে আৰু অসমীয়া স্কুলত বঙালী ছাত্ৰ থাকিব লাগে। বঙালী ভাষাৰ কাৰণে এজন শিক্ষক প্ৰয়োজন হ'ব। তাতকৈ বেছি একো সুকীয়া খৰচ নহয়। আমি যোৰহাট গভৰ্ণমেণ্ট হাইস্কুলত পঢ়োতে বঙালী ভাষা পঢ়ুৱাবৰ কাৰণে এজন শিক্ষক আছিল। তেখেত এতিয়াও যোৰহাটতে আছে। শিক্ষা বিভাগে এনে বিলাক কথাৰ প্ৰতি দৃষ্টিপাত কৰিব লাগে।

শেহত আমি সকলো অনা-অসমীয়া লোকক বিশেষকৈ বঙালী ভাইসকলক কওঁ যেন তেওঁ বিলাকে মনৰ কুশাৰি ভাব ধুই হৃদয় নিৰ্মল কৰি নতুন অসম ৰচনা কৰিবলৈ আগবাঢ়ি আহে। বিজয়া দশমীৰ দিনা যেন আমি এক অসমী আইৰ সন্তান বুলি পৰস্পৰে পৰস্পৰক আলিঙ্গন কৰিব পাৰোঁ।

---

দৈনিক জনমভূমি, ৬ অক্টোবৰ, ১৯৭২ খ্ৰীঃ

# ককা আৰু নাই

সিদিনা ২৭ ডিচেম্বৰ মঙ্গলবাৰে যোৰহাট জিলা পুথি-ভঁৰালৰ নাট ঘৰত হোৱা অসম সাহিত্য সভাৰ হীৰক জয়ন্তীৰ মুকলি সভালৈ ককা নীলমণি ফুকন যোৱা দৃশ্যটো আছিল জীৱন আৰু মৃত্যুৰ এখন দৃশ্যমান ছবি। এফালে জীৱন আৰু আনফালে মৰণে যেন দাংকোলা কৰি ককাক মঞ্চৰ ওপৰলৈ নি চকী এখনত বহুৱাই দিছে। দৰ্শকৰ পিনে মুখ কৰি ককা বহি আছে। দেখিলে তিনি মুৰীয়া মুৰ্তি এটা যেন অনুমান হৈছিল। মুৰত শুধ বগা খদ্দৰৰ গান্ধী টুপিটো এপাহ বগা পদুম যেন হৈ জিলিকি আছিল। ককাৰ এই দৃশ্যটোৱে যুৱৰাজ সিদ্ধাৰ্থলৈ মনত পেলালে। বুদ্ধৰ আচল নাম আছিল সিদ্ধাৰ্থ। তেওঁ এদিন নগৰ ভ্ৰমণ কৰিবলৈ যাওতে দুয়ো কাষে মানুহৰ আনন্দ-উৎসৱ দেখি পৃথিৱীখন সুন্দৰ যেন দেখিলে। ভ্ৰমণৰ অন্তত ৰাজকাৰেঙলৈ উলটি আহোতে বাটৰ কাষত এটা তিনি মুৰীয়া মানুহ দেখি তেওৰ ৰথৰ সাৰথি চন্নক সুধিলে 'চন্ন, সৌটো কি'?

চন্নই ক'লে, 'যুৱৰাজ, সেইটোও মানুহ। সি বুঢ়া হ'ল, তাৰ মুৰ আঠুত লাগিলগৈ। সেই কাৰণে এনে হৈছে?' সিদ্ধাৰ্থ আচৰিত হ'ল। চন্নক সুধিলে— অইন মানহবো এনেকুৱা হয়নে? চন্নই হয় বুলি ক'লে।

সিদ্ধাৰ্থই যি পৃথিৱীখন সুন্দৰ দেখিছিল, আনন্দময় দেখিছিল, সেই পৃথিৱী "দুঃখময়" বুলি গভীৰ ভাবে ভাবিবলৈ ধৰিলে।

কেনেকৈ এই মৃত্যুক জয় কৰিব পাৰি তাৰ ভাৱনাত তৰুণী ভাৰ্যা আৰু পুত্ৰক এৰি থৈ মাজনিশা ৰাজকাৰেং এৰি সিদ্ধাৰ্থ অৰণ্যলৈ গুচি গ'ল। কঠোৰ সাধনা কৰি 'নিৰ্বাণ' লাভৰ পথ জগতক দেখুৱাই থৈ গ'ল।

নিৰ্বাণ মানে সহজ অৰ্থত 'নুমাই যোৱা'। বুদ্ধই সাধনা কৰি উপায় পালে এটা দেহ বিচাৰত। মানুহৰ আশা-আকাংখা কেতিয়াও নুগুছে আৰু সেই অভিষ্ঠ সিদ্ধিৰ পথত যি ভোগ— তৃষ্ণা আছে সেয়েই বাট ভেটি ধৰে। দুখৰ কাৰণ হয়। লোভ, মোহ, মদ মাৎসৰ্যই মানুহৰ ভিতৰত থকা সত্য-পথ ঢাকি পেলায়। এই দুখৰ বেৰা ভাঙি দিবলৈ বুদ্ধই 'পঞ্চশীল' দান কৰিলে। ১) চুৰ নকৰিবাঁ ২) মিছা কথা নক'বাঁ ৩) মিছা শাস্তি নিদিবাঁ ৪) ৰাগিয়াল বস্তু নাখাবাঁ ৫) পৰস্ত্ৰীৰ প্ৰতি অসৎ ভাব নকৰিবাঁ আৰু ব্যভিচাৰ নকৰিবাঁ।

যি জনে সংসাৰৰ মাজত থাকিও এনে ভাৱে জীৱন যাপন কৰিব পাৰে তেওঁৰ মানৱ-জীৱন ধন্য হয় আৰু তেনে লোকৰ ব্ৰহ্ম নিৰ্বাণ লাভ হয়।

নিৰ্বাণ মানে জাগতিক সকলো সম্পদ আৰু লোভ মোহাদিৰ পৰিসমাপ্তি, আত্মা পৰমাত্মাত বিলীন হোৱা অৱস্থা।

ককা ফুকন আজি ঠিক তেনে এটি অৱস্থাত উপস্থিত হৈছেহি। ৯৭ বছৰ বয়সতো স্মৃতি শক্তি অটুট, কোৱা কথা-বাৰ্তা অতি সুস্থ আৰু হৃদয়গ্ৰাহী। যদিও ককাই আজি ভালকৈ চকুৰে নমনে, কাণেৰে নুশুনে তেখেতৰ অন্তৰত সমস্ত অসমীয়া জাতিটো যেন সোমাই আছে এনেহে লাগে।

আজি কিছুদিনৰ পৰা ককাৰ কথা-বাৰ্তা আদিত 'মহাবস্তু' শব্দটো সঘনাই ওলাবলৈ ধৰিলে। মাতটোও অন্তৰতম লোকৰ পৰা অহা পৰকীয়া মাতৰ দৰে হৈছে। এয়ে তেখেতৰ নিৰ্বাপিত জীৱন মোহৰ সাক্ষী। তেখেত নিৰ্বাণ প্ৰাপ্ত জীৱন্ত অৱস্থাতে হৈছে। সম্মুখত মাত্ৰ সেই অনিৰ্বচনীয় অৰুণ-ৰতন 'মহাবস্তু' দেখা পোৱা ককাৰ পুত্ৰ পৰিয়াল নাই, ঘৰ নাই, আছে অসমীয়া জাতিটো। অসমীয়া ভাষা, সাহিত্য, সমাজ, পিন্ধন-উৰণ, ধৰ্ম-কৰ্মৰ মাজত সোমাই থকা এজন সিংহপুৰুষ ব্যক্তিত্ব সম্পন্ন ক্ষমতাশালী বাগ্মীয়ে ভীমনাদে বক্তৃতা দি হেজাৰ হেজাৰ শ্ৰোতাক মন্ত্ৰমুগ্ধ কৰি থোৱা নীলমণি ফুকনক সেইদিনা সেই অৱস্থাতে দেখি মনত এটা মাত্ৰ প্ৰশ্ন জাগিছে - "তেখেতক আকৌ সিংহৰ বিক্ৰমেৰে সভাত উপস্থিত হোৱা দেখিবলৈ পাম নে?

---

( এই প্ৰবন্ধটো লিখি থৈছিলোঁ ২৭/১২/৭৭ তাং ককাক দেখি। আজি ২১/১/৭৮ পুৱা শুনিছোঁ ককাই 'মহাবস্তু' লাভ কৰিলে যোৱা নিশা দুই বজাত। ককা অমৰ হওক। - আ.চ.ব )

---

দৈনিক জনমভূমি, ২২ জানুৱাৰী, ১৯৭৮

# মহিষাসুৰ মৰ্দিনী শ্ৰীদুৰ্গাৰ জন্ম

পুৰাকালত মহিষাসুৰে স্বৰ্গ ৰাজ্য অধিকাৰ কৰি ইন্দ্ৰাদি দেৱতাসকল আৰু অসুৰবিলাকৰ ৰজা হৈ আছিল। অসুৰৰ হাতৰ পৰা স্বৰ্গৰাজ্য উদ্ধাৰ কৰিবলৈ পুৰা ১০০ বছৰ যুদ্ধ লাগিছিল। সেই যুদ্ধত মহাপৰাক্ৰমী অসুৰ বিলাকৰ জয় হ'ল আৰু মহিষাসুৰে ইন্দ্ৰৰ আসন দখল কৰিলে। পৰাজিত দেৱতাগণ গৈ পিতামহ ব্ৰহ্মাৰ ওচৰ পালেগৈ। ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ তিনিও দেৱতাসকলৰ দুখৰ কথা শুনিলে। দেৱতাসকলে তিনিওজনৰ ওচৰত উদ্ধাৰৰ উপায় বিচাৰিলে। অসুৰৰ অত্যাচাৰৰ কথা শুনি মহাদেৱ আৰু বিষ্ণুৰ বৰ খং উঠিল। তেওঁবিলাকৰ মুখমণ্ডলত ভয়ঙ্কৰ ৰূপ ফুটি উঠিল। তেতিয়া অতি ক্ৰোধান্বিত হৈ থকা সুদৰ্শন চক্ৰধাৰী বিষ্ণু, ব্ৰহ্মা আৰু মহেশ্বৰৰ মুখৰ পৰা মহৎ তেজ ওলাই আহিল। ইন্দ্ৰাদি অন্য দেৱতাসকলৰ দেহৰ পৰাও সেই দৰে বহুত তেজ ওলাই আহিল। সেই সমস্ত তেজোৰাশি একেলগ হৈ এটি নাৰীৰূপ ধাৰণ কৰিলে। চন্দ্ৰৰ তেজত সেই নাৰীমূৰ্তিৰ স্তনযুগল, ইন্দ্ৰৰ তেজত দেহৰ মাজছোৱা, বৰুণৰ তেজত জঙ্ঘা আৰু উৰু, পৃথিৱীৰ তেজত নিতম্ব অৰ্থাৎ কঁকালৰ পিছছোৱা, প্ৰজাপতি ব্ৰহ্মাৰ তেজত চৰণ যুগল, সূৰ্যৰ তেজত চৰণৰ আঙুলি বিলাক, বসুগণৰ তেজত হাতৰ আঙুলি, কুবেৰৰ তেজত নাক, প্ৰজাপতিৰ তেজত দাঁত আৰু অগ্নিৰ তেজত তিনি চকু উৎপন্ন হ'ল। পুৱা আৰু সন্ধ্যাৰ তেজত ভ্ৰু দুটা, বায়ুৰ তেজত কাণ দুখন আৰু অন্যান্য দেৱগণৰ তেজত সেই শিৱা সনাতনী শ্ৰীদুৰ্গাৰ জন্ম হ'ল।

সমস্ত দেৱগণৰ তেজোৰাশিৰ পৰা সমুদ্ভৱ হোৱা সেই দেৱীমূৰ্তি দেখি মহিষাসুৰে লঘু-লাঞ্ছনা কৰিবলৈ ধৰিলে আৰু দেৱতাসকলৰ মন আনন্দত নাচি উঠিল।

সমস্ত দেৱৰ তেজোৰাশি লৈ
আপুনি উদ্ভৱ হ'লা
সৃষ্টিৰ জননী তুমি
বিদ্যুৎ বৰণী।
তুমি দেৱী, তুমি শক্তি
সকলো প্ৰাণীৰ মাতৃ
তুমিয়ে জগতজননী।

মহাদেৱে নিজৰ শূলৰ পৰা এপাত শূল সেই দেৱীৰ হাতত দিলে। বিষ্ণুৱে নিজ চক্ৰৰ পৰা এটি চক্ৰ নিৰ্মাণ কৰি দিলে। বৰুণে এটি শঙ্খ দিলে। অগ্নিয়ে শক্তি, বায়ুয়ে ধনু আৰু বাণ ভৰি থকা দুটা তূণ দিলে। দেৱৰাজ ইন্দ্ৰই নিজ হাতত থকা বজ্ৰৰ পৰা এটি বজ্ৰ, ঐৰাৱতৰ ডিঙিত ওলমি থকা ঘণ্টাৰ পৰা এটা ঘণ্টা নিৰ্মাণ কৰি দেৱীক দান কৰিলে। যমে তেওঁৰ কালদণ্ডৰ পৰা এদাল দণ্ড দিলে। বৰুণে এখন পাশ, ব্ৰহ্মাই ৰুদ্ৰাক্ষৰ মালা আৰু কমণ্ডলু, সূৰ্যই নোমৰ গুৰিয়ে গুৰিয়ে, নিজৰ পোহৰ, কালে এখন খৰ্গ আৰু ঢাল তেওঁৰ হাতত দিলে। দেৱ শিল্পী বিশ্বকৰ্মাই অতি উজ্জ্বল আৰু বৰ ধাৰ থকা এখন পৰশুকুঠাৰ, নানা প্ৰকাৰ অস্ত্ৰ আৰু অভেদ্য বৰ্ম দিলে। সমুদ্ৰই সেই দেৱীৰ মূৰত আৰু বুকুত কাহানিও মৰহি নোযোৱা পদুম ফুলৰ মালা আৰু অতি মনোৰম এপাহি পদুম ফুল দেৱীৰ হাত দিলে। পৰ্বতৰাজ হিমালয়ে বাহনৰূপে এটি সিংহ আৰু বিবিধ ৰত্ন দিলে। ধনাধিপতি কুবেৰে সৰ্বদাই সুৰাপূৰ্ণ হৈ থকা এটি পানপাত্ৰ দান কৰিলে। (এই পানপাত্ৰৰ তাৎপৰ্য ধন-সোণ ঐশ্বৰ্যৰ মোহস্বৰূপ সুৰাপান কৰা পাত্ৰ। ধনলোভ কাহানিও পৰালি নপৰে।) পৃথিৱীক ধাৰণ কৰি থকা বাসুকীয়ে মহামণি শোভিত এদাল সৰ্পৰ হাৰ পিন্ধাই দিলে।

অন্য দেৱতাসকলেও নানা প্ৰকাৰ অলঙ্কাৰ আৰু অস্ত্ৰ-শস্ত্ৰ দি সেই দেৱীক মহাসমন্বিতা ৰূপে সজাই পৰাই দিলে। সকলো প্ৰকাৰে সুসজ্জিতা হৈ দেৱীয়ে তেতিয়া অট্টহাস্য কৰি ঘনে ঘনে গৰ্জন কৰিবলৈ ধৰিলে। তেওঁৰ সেই ঘোৰ নিনাদ শুনি বিশ্বব্ৰহ্মাণ্ড ভয়ত কঁপিবলৈ ধৰিলে সেই ভয়ঙ্কৰ শব্দৰাজিৰ ধ্বনি তৰঙ্গত আকাশ পূৰ্ণ হৈ পৰিল আৰু তাৰে মহাপ্ৰতিধ্বনিয়ে ব্ৰহ্মাণ্ড থলক লগালে।

সেই মহা হুঙ্কাৰ ধ্বনিত চৌধ ভুৱনত কম্পন জাগিল। সমুদ্ৰৰ বুকুত প্ৰবল ঢৌ উঠিল। পৃথিৱী আৰু পৰ্বতৰাজি চঞ্চল হৈ পৰিল। সমস্ত পৃথিৱীত ভূমিকম্পৰ দৰে এটা প্ৰলয়ৰ মহাধ্বনিৰ প্ৰতিধ্বনি উঠি গ'ল।

দেৱতাসকলে সেই সিংহবাহিনী মহাদেৱীৰ ফালে চাই জয়ধ্বনি কৰিবলৈ ধৰিলে। মুনি সকলে ভক্তিভাৱেৰে প্ৰণিপাত কৰি দেৱীৰ স্তুতি কৰিবলৈ ধৰিলে। সমস্ত আকাশ মণ্ডলত তৰঙ্গায়িত হৈ উঠিল ঃ

জয় জয়হে মহিষাসুৰ মৰ্দিনী ৰম্য কপৰ্দিনা
শৈলসুতে ....
চৌদিশে জয়ধ্বনি
শঙ্খ ঘণ্টা উৰুলিৰ
ধ্বনি সমলয় —
দেৱতাৰ হৃদয়ত

আনন্দৰ উল্লাস আহিল
দানৱ দলন হ'ব —
স্বৰ্গৰাজ্য আহিব দুনাই —
নতুন জীৱন-সোঁত
ব্ৰহ্মাণ্ডত বৈ গ'ল
কেৱল উঠিল ধ্বনি
জয় জয় জয়

সেই মহাধ্বনি শুনি মহিষাসুৰ কোপত অস্থিৰ হ'ল আৰু "আঃ এইবোৰ কি হৈছে" বুলি অসংখ্য অসুৰদলৰ সৈতে সেই ধ্বনি অহা ফালে আগবাঢ়ি গ'ল। মহিষাসুৰ গৈ সেই দেৱীৰ ওচৰ পালেগৈ। দেখিলে দেৱীৰ তনু-কান্তিয়ে স্বৰ্গ-মৰ্ত্য-পাতাল জিনি আছে। তেওঁৰ চৰণত পৃথিৱী নত হৈ পৰিছে। তেওঁৰ মুকুটে আকাশ স্পৰ্শ কৰিছে। ধনুৰ টঙ্কাৰ ধ্বনিত পাতাল পৰ্যন্ত কঁপিবলৈ ধৰিছে আৰু তেওঁৰ সহস্ৰ বাহুৰে চৌদিশ ঢাক খাই আছে।

সেই দেৱীৰ লগত অসুৰবোৰৰ যুদ্ধ আৰম্ভ হ'ল। নানা প্ৰকাৰ অস্ত্ৰৰ সংঘাতত দিকবিদিক তলমলাই উঠিল। দেৱীক লক্ষ্য কৰি অসুৰবোৰে অস্ত্ৰ প্ৰয়োগ কৰিবলৈ ধৰিলে।

কিঞ্চিৎমানো ক্লান্তিবোধ নকৰাকৈ দেৱীয়ে প্ৰফুল্লচিত্তেৰে হাঁহি হাঁহি অস্ত্ৰ-শস্ত্ৰ নিক্ষেপ কৰিবলৈ ধৰিলে। কেতিয়াবা বৰুণৰ পাশেৰে অসংখ্য অসুৰ সেনা বান্ধিছে। কেতিয়াবা ঘণ্টা ধ্বনিৰে সম্মোহিত কৰি মাটিত শুৱাই দিছে আৰু কিছু মানক আকৰ্ষণ কৰি বিভোল কৰি থৈছে। এইদৰে সেই মহাযুদ্ধত অসুৰবোৰৰ ৰথ, হাতী, ঘোঁৰা, সৈন্য-সামন্ত আদি সকলো ধৰাশায়ী হ'ল। অগ্নিয়ে যেনেকৈ খন্তেকৰ ভিতৰতে কাঠ পুৰি ছাই কৰি পেলায়, দেৱীয়েও সেইদৰে খন্তেকৰ ভিতৰতে বিশাল অসুৰবাহিনী নিঃশেষ কৰি পেলালে। এইবাৰ স্বয়ং মহিষাসুৰ আহিল দেৱীৰ লগত যুদ্ধ কৰিবলৈ। দয়াশীল জননী স্বৰূপে দেৱীৰ অন্তৰত মহিষাসুৰৰ প্ৰতি দয়া উপজিল আৰু দেৱীয়ে বাঞ্ছা কৰিলে সি নত হৈ পৰাজয় স্বীকাৰ কৰক। কিন্তু দুৰ্দান্ত অসুৰে মহাশক্তিৰ চুলিত থাপ মাৰিব ধৰিব খুজিল আৰু দেৱীয়ে এটি হাঁহি মাৰি কলে ঃ

"গৰ্জ্জ গৰ্জ্জ ক্ষণ ; মূঢ়
মধু যাৱৎ পিৱাম্যহম্।
ময়া ত্বয়ি হতেম্যহত্ৰৈব
গৰ্জ্জিষ্যন্ত্যাশু দেৱতাঃ।"

ৰ; খন্তেক পৰ তই কিমান পাৰ গৰ্জন কৰ। মই তোৰ মুখ চাই মাতৃ স্নেহৰ মধুখিনি পান কৰি লওঁ। মই যেতিয়া তোক বধ কৰিম তেতিয়া দেৱতাগণে তোৰ দৰে গৰ্জন কৰিব। এই বুলি কৈ মহাদেৱীয়ে মুহূৰ্ততে বৰণ সলাই ৰণচণ্ডীৰ বেশ ধৰি সেই মহাসুৰৰ বুকুত হাতৰ ত্ৰিশূল বহুৱাই দিলে আৰু খড়্গৰে তাৰ শিৰ ছেদ কৰি মাটিত পেলাই দিলে।

দেৱতাগণে মহা মহোৎসাহ কৰি দেৱীৰ জয়ধ্বনি দিলে। পুষ্প বৃষ্টি হ'ল। গন্ধৰ্ব সকলে জয়-গীত গালে। অপ্সৰাগণে আনন্দত নৃত্য কৰিবলৈ ধৰিলে।

পৃথিৱী দানবীয় অত্যাচাৰৰ পৰা মুক্ত হ'ল। দেৱতা সকলে স্বৰ্গৰাজ্য ওলোটাই পালে। চৌদিশে মহাশক্তিৰ বতাহ বৈ গ'ল। দেবতা সকলে সমস্বৰে স্তুতি কৰিলে।

নমো দেৱ্যৈ মহাদেৱ্যৈ
শিৱায় সততং নমঃ
নমঃ প্ৰকৃত্যৈ ভদ্ৰায়ৈ
নিয়তাঃপ্ৰণতাঃ স্মৃতাম্"

দৈনিক জনমভূমি, ২৭ ছেপ্তেম্বৰ, ১৯৬৮

# প্ৰথম আহাৰ আৰু কবি দুৰ্বৰা

"ওঁ নমো ব্ৰহ্মণ্য দেবায় গো-ব্ৰাহ্মণ হিতায় চ।
জগদ্ধিতায় কৃষ্ণায় গোবিন্দায় নমো নমঃ।।"

নিৰীহ গো জাতিৰে পৰা আৰম্ভ কৰি ব্ৰহ্মজ্ঞানী সকললৈকে অভেদ ভাৱেৰে যি জনে সকলোৰে হিত সাধন কৰে; যিজন জগতৰ হিতৰ কাৰণ সেই কৃষ্ণক নমস্কাৰ কৰোঁ।

আজি আহাৰৰ পহিলা তাৰিখ। এই তাৰিখটো এসময়ত আমি যোৰহাট বাণী সম্মেলনৰ জৰিয়তে বৰ পয়োভৰেৰে পালন কৰিছিলোঁ। অমৰ কবি কালিদাসে "মেঘদূত" নামে মহাকাব্যত কৈছে ঃ "কুবেৰৰ ৰাজধানী অলকাপুৰীত থকা এজন যক্ষই নৱ-বিবাহিতা বধুৰ প্ৰেমত অতিকৈ আসক্ত হৈ নিজ কৰ্মৰ প্ৰতি অৱহেলা কৰিবলৈ ধৰিলে। সেই কথাত অলকাধিপতি কুবেৰৰ খং উঠি সেই যক্ষক এবছৰৰ কাৰণে নিৰ্বাসন দণ্ড দিলে। প্ৰিয়া মিলনৰ মধু-যামিনী পূৰ্ণ হ'বলৈ নৌ পাওঁতেই প্ৰভুৰ শাপত যক্ষই প্ৰাণতমা ভাৰ্য্যাক এৰি চিত্ৰকূট পৰ্বতত আশ্ৰয় ললেগৈ। এইদৰে পত্নী-বিয়োগত কাতৰ হৈ যক্ষ খীণাই-শুকাই গ'ল। চিত্ৰকূট পৰ্বতত বহি আমনে জিমনে অলকাপুৰীৰ কথা সুঁৱৰি থাকোঁতে যক্ষই দেখিলে এছপৰা মেঘ লাহে লাহে উড়ি গৈছে। মানুহৰ মন যেতিয়া ভাবত উদ্বুদ্ধ হয় তেতিয়া সৃষ্টিৰ চেতন-অচেতনৰ ভেদ আঁতৰি যায়। অচেতনকো চেতন যেন লাগে। সেইদিনা আছিল আহাৰৰ প্ৰথম। ন-বাৰিষাৰ নতুন পানী লৈ প্ৰথম আহাৰৰ মেঘে আকাশত যি কাব্য লিখিছিল মহাকবিৰ দৃষ্টিত সেইয়েই চিৰন্তনী বিৰহৰ ব্যাকুল বাসনা ৰূপে প্ৰতিফলিত হ'ল। এই কাৰণেই অনেকে মহাকবি কালিদাসৰ সেই "প্ৰথম আহাৰ" পালন কৰে। আমিও মেঘদূত অধিবেশন পাতি সাধ্যমতে অৰ্ঘ্য ৰচি স্মৃতিৰ অঞ্জলি দিছিলোঁ। এনে এটি পবিত্ৰ দিনত আমি শ্ৰীযুত দুৰ্বৰাদেৱক এনেদৰে লগ পাই নিশ্চয় সুখী হৈছোঁ। কালিদাসৰ বিৰহী যক্ষৰ দৰেই কবি দুৰ্বৰা দেৱ আমাৰ মাজৰ পৰা আঁতৰি বহুকাল প্ৰবাসত আছিল। তেখেতক আমি দেখা পাওঁ কেৱল কবিতা ছন্দৰ মাজত। আজি সমৱেত ভাবে এই দৰে দেখা পোৱা আমাৰ কাৰণে সচাকৈয়ে সুখৰ বিষয়।

"সা মায়া পালিনীশক্তিঃ সৃষ্টি সংহাৰকাৰিণী।
অবিদ্যা মোহিনী যা সা শব্দৰূপা যশস্বিনী।।

জ্ঞান-সঞ্চয়িনী তন্ত্ৰই কৈছে ঃ "সৃষ্টিৰ যি মায়া সেই মায়াতেই সৃষ্টি হৈছে, পালন হৈছে আৰু সংহাৰ হৈছে। আকৌ সেই মায়াতে ই পৰি অবিদ্যা হৈছে, মোহিনী হৈছে, যশস্বিনী হৈছে। এই বিলাক সকলো শব্দ ৰূপ।" কিন্তু

"মনে বাক্যং তথা কৰ্ম্ম তৃতীয়ং যত্ৰ লীয়তে।
বিনা স্বপ্নং যথা নিদ্ৰা ব্ৰহ্মজ্ঞানং তদুচ্যতে।।"

অৰ্থাৎ যি জ্ঞানৰ দ্বাৰাই মন, বাক্য আৰু কৰ্ম এই তিনিওটা লয় প্ৰাপ্ত হয় আৰু যেনেকৈ স্বপ্ন নেদেখিলেই ভাল নিদ্ৰা হয় সেইদৰেই আন কাৰো অবলম্বন নোলোৱাকৈ যি জ্ঞান উৎপন্ন হয় সেই জ্ঞানকে ব্ৰহ্মজ্ঞান বোলে।

প্ৰকৃত কবিক কাৰো আলম নালাগে। লাগে মাথো কল্পনাক। এই কল্পনাক কেৱে দেবীৰূপে, কেৱে প্ৰিয়াৰূপে, কেৱে সখীৰূপে, কোনো কোনোৱে জীৱন-সঙ্গিনীৰূপে ভাৱে। বিশ্ববিখ্যাত জাৰ্মান কবি গেটে'ই তেওঁৰ অমৰ নাটক "ফাউস্ত"'ত দেখুৱাইছে যে, ফাউস্ত এজন বিদগ্ধ পণ্ডিত, দৰ্শন, উপনিষদ, আইন, ধৰ্মনীতি আদি সকলো বিলাক গ্ৰন্থ পঢ়িও ক'তো শান্তি নাপালে। কিন্তু যেতিয়া তেওঁ অকলে অকলে আকাশৰ ফালে চাই ফুলি থকা জোনটি আৰু ডাবৰৰ লীলা খেলা চাই থাকে তেতিয়া তেওঁৰ হৃদয়ত ভাৱৰ সোঁত বৈ যায় তেওঁ তেতিয়া ইমান শক্তিমন্ত হৈ উঠে যে, পৃথিবীৰ ইমুৰৰ পৰা আনমুৰলৈ যাব পৰা সাহস আছে; ধুমুহাৰ মাজতো তেওঁ অকলশৰে থিয় হৈ থাকিব পাৰে।

কোনো এজন ইংৰাজ সমালোচকে কৈছিল - A poet is an inspired mad man. ভাবৰ উত্তলনিত উদ্বুদ্ধ জনেই কবি।

"কাষ্ঠমধ্যে যথা বহ্নিঃ পুষ্পে গন্ধঃ পয়োঅমৃতম।
দেহমধ্যে তথা দেবঃ পুণ্যপাপ বিবাৰ্জ্জিতঃ।।

যেনেকৈ কাঠৰ ভিতৰত জুই, পুষ্পত সৌৰভ আৰু জলত অমৃত আছে, তেনেকৈ আমাৰ এই দেহৰ মাজতো পাপ পুণ্যহীন দেৱতা বিৰাজ কৰিছে। কবি মানে আৰ্দশ বিচাৰি বাউল হোৱা সুন্দৰৰ উপাসক। সৌন্দৰ্য্যৰ মাজত আত্মবিলোপ্ত কৰি কবিয়ে যিখিনি অসীম অনাদি কালযোৰা অমৃতলোক দেখা পায় তাৰ সন্ধান দিয়েই কবিয়ে তৃপ্তি পায়। এয়ে কবিৰ ধৰ্ম।

---

"অব্যক্তাজ্জায়তে প্ৰাণঃ প্ৰাণাদুৎপদ্যতে মনঃ।
মনোসোৎপদ্যতে বাচা মনো বাচা বিলীয়তে।।"

অব্যক্ত অৰ্থাৎ কথাৰে ব্যক্ত কৰিব নোৱাৰা সেই অব্যক্ত ঈশ্বৰৰ পৰাই প্ৰাণ আহে। প্ৰাণৰ পৰা মন আৰু মনৰ পৰা বাক্যৰ সৃষ্টি হয়। কবিয়ে প্ৰাণেৰে কল্পনা কৰে, মনেৰে মনন কৰে আৰু বাক্যৰে তাৰ প্ৰকাশ দিয়ে।

"ভ্ৰান্তিবদ্ধো ভবেজ্জীবো ভ্ৰান্তিমুক্তঃ সদাশিবঃ।
কাৰ্য্যং হি কাৰণং ত্বঞ্চ পুণ ৰ্ব্বোধো বিশিষ্যতে।"

ভ্ৰান্তিৰ মাজত আৱদ্ধ হৈ থাকিলেই 'জীৱ' অকল জীৱ হৈ থাকে। আৰু ভ্ৰান্তিৰ পৰা মুক্ত হলেই সদাশিৱ অথাৎ অনন্ত আলোক সম্পন্ন শুদ্ধ আত্মাত পৰিণত হয়। 'তুমিয়েই কাৰ্য্য আৰু তুমিয়েই কাৰণ' এই বাক্য কাৰণত (Cause and effect) বোধ বিচাৰ কৰাই কবিৰ উদ্দেশ্য।

কবি দুৰ্‌ৰাৰ মৰমী সুৰ আমাৰ শ্ৰুতিত বৰ প্ৰিয়। তাৰে দুষাৰি বাক্য মোৰ মনত সদায় বাজি থাকে।

"পুৰ্ণ তুমি প্ৰেমময় অসীম সুন্দৰ।
জীৱনত পৰে যেন তোমাৰ পোহৰ।।

দুৰ্‌ৰাৰ এই দোহা ফাঁকিৰ সত্যতা বিচাৰি আৰু তেখেতক প্ৰীতিৰ অৰ্ঘ্য জনাবলৈকে এই যৎসামান্য অৰ্পণ কৰা হ'ল। কবিতাৰ মাজত দুৰ্‌ৰাক বিচাৰিলে আমি তেখেতক এটি স্নেহৰ দুলালে ভাষা জননীৰ পয়োধাৰা পান কৰি থকা দিয়েই দেখিবলৈ পাওঁ। তেখেতক ওমৰৰ চানেকীৰে চালে চুফি অথাৎ বৈৰাগী কবি ৰূপেই আমি পাওঁ। পাৰশ্য প্ৰতি ভা হাফিজে কৈছিল—

"অগৰ আঁ তুৰ্ক-এ চিৰাজী বেদাস্ত আৰদ দিলে মাৰা,
ৱখালে হিন্দুয়শ ৱখ্‌চম্ চমৰকন্দ অ' বোখাপ।"

অৰ্থাৎ সৌন্দৰ্য্যৰ এটি তিলৰ কাৰণে মই তৈমুৰ লঙৰ দুখন বিৰাট নগৰ চমৰকন্দ আৰু বেখোৰাকো অকাতৰে দান কৰিব পাৰোঁ। ইয়াৰ দ্বাৰাই ইয়াকে বুজোৱা হৈছে যে, কবি কল্পিত সৌন্দৰ্য্যৰ এটি তিল ৰাজ-ৰাজেশ্বৰৰ নগৰ-কাৰেঙতকৈও অনেক গুণে বেছি মূল্যবান। জাতিক জীৱিত ৰাখে সাহিত্যই। সাহিত্য পুষ্টকৰে শক্তিমান লিখকৰ লিখনিয়ে। আজি নৱজাগৰিত অসমীয়া জাতিক যি লিখনি লাগে, যেনে মৰম-স্নেহ লাগে, যি উদাৰতা আৰু বিশ্বজনীনতা লাগে সেই সকলো বিলাক কবি আৰু সাহিত্যিকৰ লিখনীত ফুটি উঠিব লাগিব। এডাল চুলিকে সাত ফাল কৰি এখন মনমোহা জাতীয় ৰভা ভাঙি খণ্ড- বিখণ্ড কৰিবলৈ যেন কেৱে পৱিত্ৰ লিখনী নধৰে এয়ে সকলোৰে বাঞ্ছা হোৱা উচিত।

"অসম আমাৰ সোণৰ অসম
অসম আমাৰ দেশ
এই অসমতে ৰচিব লাগিব
চিকুণ চেনেহী বেশ।"

চেনেহী জননীৰ চৰণত কোমল-শেৱালিৰে অৰ্ঘ্য ৰচি আৰতি কৰা কবি দুৰ্‌ৰাদেৱক ঈশ্বৰে বহুকাল জীয়াই ৰাখি ন-ন সুৰত ন-ন উপচাৰ দিবলৈ সমৰ্থ কৰক। দুৰ্‌ৰা দেৱ অসমীয়াৰ হওক আৰু অসমীয়াই দুৰ্‌ৰা দেৱৰ প্ৰাণৰ বেথা কাঢ়ি লওক।
"নিবেদন" নামে এটি কবিতাত দুৰ্‌ৰা দেৱে কৈছে,—

"মোৰ এখনি ফুলনি এপাহি কুসুম
উলাহেৰে তাত ফুলিছে।
বতাহৰ স'তে উমলি জামলি
ৰঙতে হালিছে জালিছে।।

"অসীম মুকলি আকাশ তলত
কৰিলোঁ সঙ্গীত ৰচনা।
নিৰলে নিৰৱে হৃদি-মন্দিৰত
কৰিলোঁ তোমাক থাপনা।"

কবিৰ কল্পনা ফুলনিত যি পাহ কুসুম উলাহেৰে ফুলিছে অসীম মুকলি আকাশ তলত ৰচনা কৰা মুক্ত-সঙ্গীতৰ সুৰত দুৰ্‌ৰা দেৱে সেই পাহিকে অসমী আইক উপহাৰ দিছে। প্ৰতিদান স্বৰূপে গুণগ্ৰাহী সকলে তেখেতক কি দিছে ক'ব নোৱাৰোঁ। কিন্তু আজি পহিলা আহাৰৰ দিনা তেখেতক আমি এই দৰে প্ৰীতি-অৰ্ঘ্য অৰ্চনা কৰিলোঁ।

—

যোৰহাট
১৫-৬-৪১

# আহাৰৰ প্ৰথম দিন

অ' মোৰ বেথাৰ-মিতিৰ, আপোনাসকলক নমস্কাৰ কৰোঁ। আজি আহাৰৰ পহিলা তাৰিখ। কোনোবা যুগৰ এনে এটি পহিলা আহাৰৰ দিনা এচপৰা ডাৱৰৰ মুখেদি বাতৰি পঠিয়াই এৰি এহা পৰাণ-প্ৰিয়াক দুখৰ কথা জনাবলৈ যি জন অমৰ কৱিৰ প্ৰাণ বিৰহৰ সুৰত মূৰ্ত হৈ উঠিছিল, সুৰৰ কঙাল আমি — এই বাণী সম্মেলনে, আজি সেই জনৰ স্মৃতিত এফেৰা প্ৰেৰণা পাই আপোনাসকলক আহ্বান কৰি আনিছোঁহক। আপোনাসকলকক দেখিয়েই মনত পৰিল আকাশে-বতাহে, ওপঙি ফুৰা সেই ডাৱৰ ছটালৈ। দেহি ঐ। ৰামগিৰি পৰ্বতৰ পৰা অলকাপুৰীলৈ যাত্ৰাকৰা সেই ডাৱৰ ছটাৰ দৰে যদি এটুপি সুশীলতল পানীকে দি আজি আপোনাসকলক পূজিব পাৰিলোহেঁতেন! নাই, নাই। আমাৰ সিও নাই। ৰামগিৰিত ফুলি থকা কুটজ ফুলৰ অৰ্ঘ্য সজাই মেঘ-দেৱতাক পূজা কৰি বিৰহী যক্ষই কুবেৰৰ শাপৰ পৰা নিষ্কৃতি পালে। সেই আশাতে এই পুষ্প-পাত্ৰ ভৰাই পদুম, কিংশুক, পাৰিজাত, বকুল, খৰিকাজাই, ভূমি-চম্পা আৰু কুটজ ফুলৰ এই অৰ্ঘ্যটি আপোনাসবৰ চৰণোদ্দেশ্যে আগবঢ়ালোঁ। হে সুধী সকল, আপোনাসকলৰ মাজৰ পৰা শ্ৰদ্ধাষ্পদ শ্ৰীযুক্ত শৰৎ চন্দ্ৰ গোস্বামীদেৱকে আজি প্ৰধান স্বৰূপে আমি বৰণ কৰিলোঁ আৰু আমাৰ প্ৰাণ-বন্ধু মিহলাই থোৱা এই অৰ্ঘ্যটিৰেই তেখেতক অভিবাদন কৰিলোঁ। আহক গুণী, আমাৰ এই নিঃকিন আয়োজনৰ পুৰোধা স্বৰূপে আজি আপুনি আমাক শাপ-মুক্ত কৰি যাওক।

হে বন্ধু সকল, প্ৰথম আহাৰ উদ্দেশ্যে আমাৰ নমস্কাৰ গ্ৰহণ কৰক।

# সংকট মোচন হনুমান

আদিতে দুৰ্গাপূজা ন দিন ধৰি পালন কৰা হৈছিল। এই পূজা হৈছিল চ'ত মাহৰ শুক্ল পক্ষত। এই ন-দিনীয়া দুৰ্গা পূজাক "নৱৰাত্ৰ" বোলা হৈছিল। কালত এই পূজা আহিন মাহলৈ আহিল। এই দুয়োটা মাহেই শস্যৰে পৰিপূৰ্ণ সময়। আদিতে নৱৰাত্ৰ উৎসৱত যি পয়োভৰ আছিল সেই পয়োভৰ লাহে লাহে কমি আহিল আৰু শাৰদীয় দুৰ্গাপূজাত মহা পয়োভৰ আৰম্ভ হ'ল। ভাৰতবৰ্ষৰ ভিতৰত বংগদেশতেই দুৰ্গা পূজাৰ পয়োভৰ অতি বেছি। ৰাজহুৱা পূজাৰ উপৰিও গাঁৱত আৰু নগৰত অনেক গৃহস্থীয়ে ঘৰুৱা পূজাও পাতে। উত্তৰ ভাৰতত দুৰ্গাপূজা উপলক্ষে ৰামৰ লংকা বিজয় সুঁৱৰি ৰামলীলা পতা হয়। ৰাম লীলাৰ যোগেদি সৰ্বসাধাৰণ ৰাইজক ৰামায়ণৰ কাহিনী শুনোৱা হয় আৰু অভিনয় কৰি ৰাৱণ-বধ কৰা হয়। ৰামলীলাৰে গাওঁ-ভূই উৎসৱ মুখৰিত হৈ থাকে। লংকাত ৰামৰ ফলীয়া হৈ হনুমানে ৰাক্ষসৰ লগত যুদ্ধ কৰা দৃশ্য চাই সাধাৰণ ৰাইজে বৰ আনন্দ পায়। হনুমানক দেখা মাত্ৰেই দৰ্শকৰ মাজত আনন্দৰ কোলাহল উঠে। মহাবীৰ হনুমানক গোস্বামী তুলসীয়ে 'গোঁসাই' ৰূপে সৃষ্টি কৰিলে। ৰামৰ আজ্ঞা পালনত হনুমানৰ যি আনন্দ সেই আনন্দৰ তুলনা নাই। হনুমানৰ হৃদয় ৰাম-ভক্তিৰে পৰিপূৰ্ণ এটি পবিত্ৰ মন্দিৰৰ দৰে আছিল। ৰাৱণক বধ কৰি ১৪ বছৰ বনবাস খটাৰ অন্তত যেতিয়া ৰাম-সীতা লক্ষ্মণ উলটি আহি অযোধ্যা পালেহি, ৰাম সিংহাসনত বহি বাওঁফালে সীতাক লৈ যেতিয়া প্ৰথম ৰাজসভা পাতে, তেতিয়া সীতাই হনুমানৰ সেৱাৰ ভূয়সী প্ৰশংসো কৰিলে। সীতাই নিজে পিন্ধি থকা সোণৰ হাৰডাল হনুমানৰ কণ্ঠত পিন্ধাই দিলে। হনুমানে হুৰাওৰাৰে কান্দি হাৰ ডাল সীতাৰ চৰণত থৈ নিজৰ হৃদয় খন দুফাল কৰি দেখুৱালে। হিয়াত 'ৰাম-সীতা' 'সীতা-ৰাম' লেখা আছে। "মোৰ এই হাৰ ডাল থাকোতে সোণৰ হাৰ কেলেই লাগিছে আই?"

হনুমানক মহাবীৰ আখ্যা দিয়া হ'ল। উত্তৰভাৰত দাক্ষিণাত্য আদিত লাখ লাখ মানুহে হনুমানক এজন পৰম ভক্ত আৰু ৰামৰ অতি বিশ্বাসী সেৱক হিচাপে মানে। তেওঁক "সংকট মোচন" ৰূপে পূজা কৰে। তুলসীদাসে ৰামায়ণত হনুমানক যি স্থান দি গ'ল, সমগ্ৰ হিন্দুস্থানত গাৱেঁ-ভূঞে বৰগছৰ তলত একোটা হনুমান মন্দিৰ বা সংকট মোচন মন্দিৰ প্ৰতিষ্ঠা হ'ল। আনকি, ভাৰতীয় নাট্যশাস্ত্ৰটো হনুমান নাটক বুলি এক শ্ৰেণীৰ নাটক সৃষ্টি হৈছিল। দহ অংকীয়া বিৰাট নাটকক মহা নাটক বা "হনুমান নাটক" বোলা হৈছিল।

যুদ্ধৰ অধিপতি মংগলৰ দৰে ৰঙাবস্ত্ৰ আৰু সেন্দুৰৰ প্ৰলেপ দি প্ৰত্যেক মংগলবাৰে হনুমানক পূজা কৰা ৰীতি উত্তৰ ভাৰতত প্ৰৱৰ্তিত হ'ল। ৰাম-লীলাত হনুমান এই বাবেই অতি জনপ্ৰিয় চৰিত্ৰ হৈ পৰিল। ৰাৱণ বধত ৰামলীলা শেষ হয়। বিৰাটকায় ৰাৱণৰ মূৰ্তিত জুই লগাই দি আতচ বাজীৰে আকাশ-ধোঁৱা কোঁৱা কৰি লক্ষ লক্ষ লোকে "ৰামচন্দ্ৰজীকি জয় " ধ্বনিৰে বিজয়া দশমীৰ সন্ধ্যাৰ আকাশ-বতাহ মুখৰিত কৰা দৃশ্য ভাৰতবৰ্ষৰ উৎসৱ বিলাকৰ ভিতৰত এটি বিৰাট উৎসৱ।

গোস্বামী তুলসীদাসে হনুমানৰ গুণ এইদৰে গাইছেঃ

"জয় হনুমান জ্ঞান গুণ সাগৰ। জয় কপীশ তিহুঁলোক উজাগৰ। ৰামদূত অতুলিত বলধামা অঞ্জনি পুত্ৰ পৱন সুত নামা" মহাধীৰ বিক্ৰম বজৰংগী, কমতি নিবাৰ সুমতি কে সংগী। কঞ্চন বৰ্ণ বিৰাজ সুবেশা। কানন কুণ্ডল কুঞ্চিত কেশ"। হাথ বজ্ৰ ঔ ধ্বজা বিৰাজ। কন্ধে ভূজ জনেউ ছাজে। শংকৰ সুৱন কেশৰী নন্দন। তেজপ্ৰতাপ মহা জগ বন্দন। বিদ্যাবান গুণী অতি চাতুৰ। ৰাম কাজ কৰিৱে কো আতুৰ। প্ৰভু চৰিত্ৰ সুনিয়েকে ৰসিয়া, ৰাম-লক্ষ্মণ-সীতা মন বসিয়া। সূক্ষ্ম ৰূপ ধৰি সিয়াঁহি দিখাৱা। বিকটৰূপ ধৰি লংকা জৰাৱা। ভীম ৰূপ দৰি অসুৰ সংহাৰে। ৰামচন্দ্ৰ কি কাজ সৱাৰে।। লাই সজীবন লষণ জিআয়ে। শ্ৰীৰঘুবীৰ হৃষি ডৰ লায়ে। ৰঘুপতি কীনী বহুত বড়াই, তুম মম প্ৰিয়। ভৰত সম ভাই।। সহস বদন তুমহৰী যশমাৱে, অসকহি শ্ৰীপতিকণ্ঠ লগাৱে। সনকাদিক ব্ৰহ্মাদি মুনীশা নাৰদ শাৰদ সহিত অহীশা।।"

তুলসী দাসৰ ভাষা আৰু শংকৰদেৱৰ ভাষাৰ মাজত মিল থকা বাবে অসমীয়া ভাঙনি নোহোৱাকৈয়ো আমি বুজিব পাৰোঁ সেই বাবে হুবহু তুলসীদাসৰ বচনকে তুলি দিয়া হ'ল । হনুমানৰ নাম শুনিলেই ভয় লগা হৈছিল। ৰামৰ কাম সিদ্ধি কৰিবলৈ হনুমানে তৎক্ষণাৎ সকলো বাধা-বিঘিনি মষিমুৰ কৰি দিছিল। হনুমান এজন প্ৰতাপশীল ৰক্ষক। এই বাবে ডাঙৰ ডাঙৰ মন্দিৰ বিলাকৰ দুৱাৰ মুখত হনুমানৰ মূৰ্তি ৰখা হৈছিল। মূল মন্দিৰলৈ সোমোৱাৰ আগতে হনুমানক সেন্দূৰ দিয়া হয়। তুলসীদাসে আকৌ কৈছেঃ

"সব সুখ লহে তুমুহাৰী শৰণা, তুম্ ৰক্ষক কাহুকো ডৰণা।।আপন তেজ সমহাৰো আপৈ, তীয়োঁলোক হাঁকতে কাঁপে।। ভূত পিশাচ নিকট নহি আৱৈ, মহাবীৰ জৱ নাম সুনাৱৈ।। নাশে ৰোগ হৰে সব পীৰা, জগত নিৰন্তৰ হনুমত বীৰা। সংকট সব হনুমান ছুড়াৱৈ। মন ক্ৰম বচন ধ্যান জো লাৱৈ।। সব পৰ ৰাম তপস্বী ৰাজা। তিনক কাজ সকল তুম সাজা। ঔৰ মনোৰথ জোক কই লাৱৈ । তাসু অমিত জীৱন ফলপাৱৈ।

# আমাৰ গাঁওখন

জীৱনৰ সুদীৰ্ঘ সত্তৰবছৰ পাৰহোৱাৰ পিছত আজি মনত পৰিছে মোৰ সেই গাঁও খনলৈ। গাঁৱৰ সমাজখন, বৰনামঘৰটো, সবাহ-ভাওনা, নাম-কীৰ্তন, বিহু-সংক্ৰান্তি আদিৰ স্মৃতিয়ে মনত এতিয়াও এটা নিৰ্মল আনন্দৰ সঞ্চাৰ কৰি আছে। কিছুমান মানুহৰ আদৰ-সাদৰ, মৰম-চেনেহ আৰু সোৱাদলগা মাত - কথা এতিয়াও যেন মই কাণেৰে শুনিয়েই আছোঁ এনেকুৱা স্মৃতিয়ে মোক আকৌ সেই গাঁওখনলৈ ওলোটাই নিব খোজে। যদিও উত্তৰ ভাৰতবৰ্ষৰ সিন্ধুৰ কৰাচীলৈকে বহুত ঠাই দেখিলোঁ, অতীতৰ স্মৃতিবিজড়িত অনেক ৰাজকাৰেং সদৃশ ঘৰ-দুৱাৰ, বিৰাট নগৰ, নানান তীৰ্থভূমি, বুৰঞ্জীপ্ৰসিদ্ধ অনেক পুৰণিকলীয়া ঠাই দেখিলোঁ, তথাপি মোৰ হেঁপাহ নপলাল। ঘূৰি ঘূৰি মোৰ সেই গাঁওখনহে মনৰ চকুত সঘনে জিলিকি থাকে।

যোৰহাট নগৰৰ পৰা শিৱসাগৰলৈ যোৱা ৰাজ আলিয়েদি প্ৰায় ন মাইল গৈ লাহদৈগড় পাৰ হৈ উত্তৰফালে মোৰ গাঁও ঢেকীয়াখোৱালৈ যোৱা বাট। সেইখিনিৰ পৰাই আমাৰ গাঁৱৰ আৰম্ভ। দুমাইল দীঘল সেই বাটটোৰে আমাৰ গাঁওখন সামৰি লৈছে। প্ৰথম মাইলৰ খুঁটিত পৰিছে দিহা নৈৰ ওপৰত থকা দলংখনৰ ওচৰত। দ্বিতীয় মাইলৰ খুঁটিত পৰিছে সকলোৰে তীৰ্থস্থানস্বৰূপ বৰনামঘৰ। দক্ষিণৰ ফালৰপৰা পশ্চিমফালে বৈ আকৌ উত্তৰমুৱা হৈ গতি কৰা সেই সৰু নৈখনে গাঁওখন দুভাগ কৰিছে। দিহা নৈয়ে যেন এখন চেলেং কাপোৰহে গাঁওখনৰ গাত দি থৈছে এনেহেন লাগে। তেতিয়া আমাৰ গাঁওখনত নকুৰিঘৰ মানুহ আছিল। সাতঘৰ ব্ৰাহ্মণ, তিনিঘৰ গোঁসাই আৰু বাকীবিলাক কলিতা, কেওট, কোঁচ আৰু সূতকুলীয়া মানুহ। গোঁসাই তিনিঘৰৰ আদিতে মাত্ৰ এঘৰহে আছিল। সেই ঘৰক দগএগ্ৰা মহন্তৰ ঘৰ বুলিছিল। গুৰিতে তেখেতসকল হৰিমিশ্ৰ সত্ৰৰ শাখা আছিল। তেখেতসকলৰ লগত আমাৰ বৈবাহিক সম্পৰ্কও আছিল। পাছত মাজুলীৰ পুনীয়া সত্ৰৰ স্বৰ্গীয় দত্তদেৱ গোস্বামী আহি আমাৰ গাঁৱত বহেহি। তেখেত এজন সত্ৰীয়া কলা-কৃষ্টিৰ লেখত লবলগীয়া লোক আছিল। নিজেও এজন নাট্যকাৰ, বায়ন আৰু নাট্যকুশলী গোঁসাই আছিল। আনহাতে তেখেতে আধুনিক মঞ্চ অভিনয়ৰো এজন শিল্পী আছিল। তুলিকাৰে মঞ্চৰ দৃশ্যপট আঁকা আৰু অভিনয় কৰা সম্পৰ্কে নিপুণ শিল্পী আছিল। মহাত্মা গান্ধীৰ আহবানত তেখেতে অসহযোগ আন্দোলনত সক্ৰিয় অংশ লৈছিল। দেখাত গোঁসাইজন শকত-আৱত, বলিষ্ঠ আৰু বৰ শক্তিমান লোক আছিল। মূৰৰ পাগুৰী গছেৰে সৈতে সভাস্থলত গোঁসাই থিয় হ'লে ৰাইজে নিমাত নিস্তব্ধহৈ তেখেতৰ কথা শুনিছিল। দেশভক্ত তৰুণৰাম ফুকনে তেখেতৰ হৃষ্টপুষ্ট বলিষ্ঠ দেহ দেখি আৰু এফালে ধৰ্মগুৰু আৰু আনফালে অসহযোগ আন্দোলনৰ এজন নেতা স্বৰূপে পাই তেখেতক "ডবল গোঁসাই" বুলিছিল। তেতিয়াৰেপৰা তেখেতক "ডবল গোঁসাই" নামেই সকলোৰে লৈছিল। তৃতীয়ঘৰ শালমৰাৰ বটৰ গএগ্ৰা সত্ৰ। তেখেত সকলো উঠি আহি আমাৰ গাঁৱৰ স্থায়ী বাসিন্দা হয়।

গাঁওখনত মোট পাচোটা নামঘৰ আছে। প্ৰথমটো ৰাজপথৰপৰা ঢেকীয়াখোৱা গাঁৱলৈ সোমাই লোৱা আলিৰ নিচেই কাষতে। সেইটো বৰ আলিৰ কাষত থকা সকলৰ, দ্বিতীয়টো দিহাৰ দলং পাৰহৈ আমাৰ পদূলিমুখত থকা বাঠীঘৰ বামলীয়া ৰাইজৰ। গাঁৱৰ সোঁমাজত থকাটো মাজভাগৰ ৰাইজৰ। দিহা নৈৰ পশ্চিম পাৰে সূতকুলীয়া ৰাইজৰ লুকুমৈচুকৰ নামঘৰ। লুকুমৈ নামে এঘৰ খ্যাতিমান মানুহৰ বাবেই সেই চুকটোক লুকুমৈচুক বোলে। দিহানৈৰ নিচেই পাৰতে পুৰণিকলীয়া বৰ গছেৰে বেৰি থকা গহীন-গম্ভীৰ প্ৰাকৃতিক পৰিৱেশৰ মাজত বৰনামঘৰ অৱস্থিত। সমস্ত নকুৰি ঘৰ মানুহৰ বাৰ্ষিক সবাহ-ভাওনা, মহাপয়োভৰেৰে আৰু বাকীবিলাক নামঘৰত খেলে খেলে নিজৰ নিজৰ সকাম-নিকাম হয়। এই বৰনামঘৰ সম্পৰ্কে বৰ্তমান অনেক ভিত্তিহীন আৰু মনেগঢ়া কথা ওলাইছে। আমি সৰুকালত অকলে সেই বৰনামঘৰৰ ফালে যাবলৈ ভয় কৰিছিলোঁ। চাৰিওপিনে যেন মেলি যোৱা বৰগছৰ ডালবোৰে ছত্ৰ-চামৰ মেলি বৰনামঘৰটো আবৰি আছে। সৰল পৰ্বকাঠৰ বিৰাট খুঁটাৰে সজা খেৰৰ নামঘৰটো আৰু প্ৰদীপ জ্বলি থকা মণিকূটৰ সিংহাসনখন, আসনৰ কাপোৰত ৰূপৰ ফুলৰ জেউতি দেখিলে গা গহীন হৈ পৰে আৰু সিংহাসনৰ ফালে মূৰ দোঁ খাই যায়। নামঘৰৰ মজিয়াখন মচোঁতে সাগৰৰ ঢৌৰ দৰে খলপা খলপি হৈ থাকে। নামঘৰীয়াই পুৱা-গধূলি বন্তি জ্বলায়, দবা কোবায়। শৰাই-সঁফুৰা গ'লে মণিকূটৰ ফালে আগবঢ়াই নাম ডাকে। বহেৰেকীয়া সবাহত গোটেই শায়েকৰ পঁচা তুলি বৰ সবাহ পাতে। কল-কুঁহিয়াৰ, তামোল-পাণ ফলাহাৰ দ্ৰব্যাদি সকলো ৰাইজে আশীৰ্বাদ দি সংগ্ৰহ কৰে।

---

মাহ-প্ৰসাদ, মিঠৈ থাপনাৰ আগত নধৰা হয়। সবাহ ভগাৰ পাছত মাহ-প্ৰসাদ বিলাবৰ সময়ত বিলনীয়াই সৰু ল'ৰা-ছোৱালীবোৰৰ পিনে মিঠৈ দলিওৱা দৃশ্যটো আজিও মোৰ চকুৰ আগতে আছে। তেতিয়া বুট-মগুমাহৰ দাম সেৰে দুঅনা-দহপইচা। গুৰৰ টেকেলিটোত তিনিঅনা। গৰুৰ গাখীৰ সেৰে একঅনা, ম'হৰ গাখীৰ সেৰে দুঅনা আছিল। অভাৱ-অনাটন বোলা একোৱেই নাছিল। বাৰমাহৰ তেৰটা পাৰ্বণ হেন্দোল দোপৰ মাজত সমাধা হৈছিল। তাৰউপৰি এই বৰ নামঘৰত আইসকলৰ এটা বৰ ডাঙৰ উৎসৱ হৈছিল। কোনোবা এটা মাহৰ এক তাৰিখৰ পৰা আৰম্ভ কৰি সংক্ৰান্তিৰ দিনালৈকে পানীতোলা সবাহ হৈছিল। ঢেকীয়াখোৱা আলিটোৰ ওপৰত প্ৰথম মাইলৰ অন্তত দিহানৈৰ ওপৰত যিখন দলং আছে সেই দলংখনৰ নাম আছিল কাঁহিপৰা ডুবি। তাৰপৰা এমাইল উত্তৰে গৈ বৰনামঘৰ। আই সকলে আমপাত দি দৈ-টেকেলি লোৱা এটি কুমাৰী ছোৱালী আগত লৈ নাম গাই গাই কাঁহিপৰা ঘাটলৈ আহে। এইদৰে গোটেই মাহটো পানীতোলা হয়। নামঘৰৰ উত্তৰপিনে এটা মড়লৰ দৰে দৈ-টেকেলিবোৰ থৈ যায়। সংক্ৰান্তিৰ দিনা পানীতোলা সম্পূৰ্ণ কৰি সবাহ পাতে। সবাহৰ প্ৰধান দ্ৰব্য কেঁচা মিঠৈ আৰু মাহ-প্ৰসাদ। মিঠৈ গাখীৰেৰে সানে। সবাহৰ অন্তত সৰু সৰু ল'ৰাই দধি মথন ভাওনা কৰে। নামভাগ সমাপ্ত কৰি প্ৰসাদ আদি খাই সকলোৱে সেই সভা ভংগ কৰে। আই সকলৰ এই উৎসৱটো সেই সময়ৰ আমাৰ গাঁৱৰ এটা লেখত ল'বলগীয়া অনুষ্ঠান আছিল। কালক্ৰমত সেইটো উৎসৱ নোহোৱা হ'ল।

বৰ নামঘৰৰ পৰা ব্ৰহ্মপুত্ৰলৈ প্ৰায় তিনিমাইল হ'ব। সেই ঠাইক জাঁজীমুখ বুলি কয়। জাঁজীমুখৰ চাপৰিত গাঁৱৰ অনেক মানুহৰ পাম আছিল। ঘাটত অনেক বেপেৰুৱা নাও ৰয়হি। আমাৰ গাঁৱতে কেবাঘৰো তেনেকুৱা বেপাৰী আছিল। তেওঁলোকে নাৱেৰে ডিব্ৰুগড়ৰ পিনে উজাই যায়। যাওঁতে নাৱত তামোল-পান, ধান আদি লৈ যায়। আৰু উলটি আহোঁতে গুৰৰ টেকেলি, শৰণ খেৰ, মাহ-সৰিয়হ আদি আনি জাঁজীমুখৰ ঘাটত নাও বান্ধেহি। সেইখিনিৰপৰা ব্ৰহ্মপুত্ৰৰ দুটা সুঁতি পাৰ হ'লেই মাজুলীৰ শালমৰা। মাজুলীৰ পোহাৰীয়ে ৰাতিপুৱা শামুকচূৰ্ণ, মাজুলীত হোৱা কলা-মচুৰ, মাছ আদি লৈ আহি ধানলৈ সলাই নিয়েহি। বৰনামঘৰ আৰু জাঁজীমুখৰ মাজত তিনিখন ম'হখুঁটি আছিল। আমাৰ গাঁৱৰ গোৱালসকলৰ দুখন আছিল। এখনৰ নাম আছিল চিলনীপানী খুঁটি, আনখনৰ নাম আলিমূৰৰ খুঁটি আৰু তৃতীয়খনৰ নাম চাং মাইগড়। এইখন খুঁটিত আমাৰ পূবপিনে থকা তিনিকুৰীয়া, ঢাৰিগাঁও আদিৰ গোৱাল সকল থাকে। চিলনীপানী খুঁটিত চ'তমহীয়া গৰু-ম'হৰ মঙ্গলাৰ্থে জলপনীয়া সবাহ পাতে। তাত খুৱাবলৈ যেনেকুৱা দৈ-গাখীৰ যোগাৰ কৰে আজিৰ যুগৰ মানুহে কল্পনাও কৰিব নোৱাৰে। তললৈ উবুৰিয়াই জোকাৰি থাকিলেও ঘটৰ পৰা দৈ নোলায়। জলপান খাই হাতৰ এঠা গুচাবলৈ খুঁটিৰ কাষেদি বৈ যোৱা কাকজান নৈৰ বালি ঘহি হাতৰ এঠা গুচাবলগীয়া হয়। এনেকুৱা নদন-বদন দিনবোৰৰ মধুৰ স্মৃতি এতিয়াও মনৰপৰা আঁতৰ হোৱা নাই।

মোৰ মানত আমাৰ গাঁৱৰ বৰনামঘৰটো আমাৰ ধৰ্ম আৰু সংস্কৃতিৰ এটি পবিত্ৰ মন্দিৰৰ দৰে মানস-পটত জিলিকি আছে। অসমীয়া ভাষাৰ সুললিত ছন্দৰ পদ-পয়াৰ, গীত-মাত, ৰ লাগি শুনি শুনি নিচেই সৰু কালতে মোৰ হিয়াত চেনেহী ভাষাৰ এখন স্মৃতিৰ সৰোবৰ সৃষ্টি হৈছিল। আজি ৭০ বছৰৰ পাছত দেখিছোঁ তাতেই মোৰ ৰঙা-বগা পদুম ফুল ফুলি আছে। থাপনাৰ আগৰ বন্তি গছত অনুপম মহাগুৰু শঙ্কৰদেৱৰ দিব্যজ্যোতি জিলিকি আছে। এই বৰনামঘৰ সম্পৰ্কে বৰ্তমান কিছুমান কিং বদন্তিমূলক কথা প্ৰচাৰ কৰা হৈছে। এই সম্পৰ্কে অনুসন্ধান কৰি আমি মেটেকাৰ থুকুৰ বিল সত্ৰৰ সত্ৰীয়া কলা-কুশলী শ্ৰীডিম্বেশ্বৰ মহন্তৰ পৰা তলত দিয়া কথাখিনি পাইছোঁ। মহাপুৰুষ মাধৱদেৱ ৰংপুৰ নগৰত থাকোঁতে আহোম ৰজাই মাধৱদেৱকো ধৰাই শাস্তি বিহিব খুজিছিল। এইকথা গম পাই লগৰ সঙ্গীভকত সকলক লৈ ৰাতিয়েই দিখৌৰেদি নাৱেৰে ভটিয়াই আহিল। সেই সময়ত ব্ৰহ্মপুত্ৰত ধল আহিছিল। দিখৌমুখৰ পৰা ভটীয়াই নাও এৰি দিলে আৰু সাগৰসন্ধাশ পানীত বাট হেৰুৱাই নাও আহি ঢেকিয়াখোৱা গাঁৱৰ এটুকুৰা ওখ ঠাইত লাগিলেহি। সেই ঠাইতে নাৱৰপৰা নামি বৰগছেৰে আৱৰি থকা ঠাইফেৰাত জিৰণি ল'লে। এইকথা গম পাই ওচৰ-চুবুৰীয়া ৰাইজে মহাপুৰুষজনাক দেখা কৰি ৰাতিটো থকাৰ ব্যৱস্থা কৰিলে। পাছদিনা তাতে খোৱা-বোৱা কৰি ৰাইজৰপৰা বিদায় লৈ মহাপুৰুষজনা আকৌ নাৱত উঠি মাজুলীৰ ফালে গ'ল। কমলাবাৰীৰ পৰা উত্তৰ-পূবে থকা বেলাহ নামে এখন ঠাইত থিত ল'লৈগে। তেখেতে কয় এই তথ্য থকা চৰিত পুথিখন তেখেতৰ হাতত আছে। আমি সৰুকালতে বুঢ়ালোকৰ মুখে শুনা আৰু শ্ৰীমহন্তৰ এই তথ্যৰ মিল আছে। গতিকে কোনটো সত্য ভৱিষ্যৎ বুৰঞ্জীবিদসকলে ঠাৱৰ কৰিব।

বৰআলিৰ পৰা আমাৰ গাঁৱলৈ সোমোৱা আলিৰ মূৰত যোৰহাটৰ এজন সোণাৰীয়ে প্ৰায় দহ হেজাৰ টকা খৰচ কৰি এখন সিংহতোৰণ সজাই দিছে। তাত লিখা আছে ঃ "শ্ৰীশ্ৰীমাধৱদেৱ মহাপুৰুষ প্ৰতিষ্ঠিত"। দৰাচলতে মাধৱদেৱে বৰনামঘৰ প্ৰতিষ্ঠা কৰা নাছিল আৰু তেনে কোনো কথা বুৰঞ্জীত পোৱা নাই। আমি সৰুকালতে বুঢ়ালোকসকলৰ মুখেও শুনিছিলোঁ বোলে দিহানৈৰ পাৰৰ সেই ঠাইফেৰাতে মহাপুৰুষ মাধৱদেৱে নাৱেৰে আহি এৰাতি জিৰণি লৈছিল। পাছত সেই পবিত্ৰ স্মৃতি ৰক্ষাৰ্থে ৰাইজে সেইঠাইত এটি নামঘৰ সাজিবলৈ ঠাৱৰ কৰিলে। সমগ্ৰ ৰাইজে শৰাই-সঁফুৰা দি বন্তি জ্বলাই সেই ঠাইত এটি খুঁটি বান্ধিলে। বাৰিষা ব্ৰহ্মপুত্ৰত

পানী বাঢ়িলে ধলৰ পানী দিহানৈৰ ওভোতনি ধল বাগৰি যায়। বৰ নামঘৰৰ পৰা উত্তৰপিনে গোটেইখন দলনি পথাৰ। বহুত সৰু নৈ দিহা, কাকজান, লখিমীজান আদি বৈ গৈ সেই দলনিত মাৰ যায়। ব্ৰহ্মপুত্ৰৰ ধলত গোটেই দলনিপথাৰখন সাগৰসদৃশ হয়। প্ৰবাদ আছে সেই সময়ত ব্ৰহ্মপুত্ৰৰ ওভোতনি সোঁতত বৰ ডাঙৰ সৰল পদ্মকাঠ উটি আহি বৰনামঘৰৰ ওচৰ পাইছেহি। এই কথাত তেতিয়াৰ দিনৰ ধৰ্মপ্ৰাণ ৰাইজ আনন্দত উথলি উঠিল। বৰনামঘৰ সাজিবলৈ হৰিয়ে নিজেই এনেকুৱা মূল্যবান কাঠ পঠিয়াই দিছে বুলি ৰাইজৰ মাজত আনন্দৰ সোঁত বৈ গ'ল। হৰিধ্বনি কৰি সেই কাঠ ওপৰলৈ তুলি আনিলে আৰু কাঠেৰে একো একোটা বিয়াগোম খুঁটা তৈয়াৰ কৰি বৰনামঘৰ সাজিলে। মণিকূটত ভাগৱত প্ৰতিষ্ঠা কৰিলে। ওচৰ-পাজৰৰ গাঁও আৰু ঢেকীয়াখোৱা গাঁৱৰ ৰাইজ সমবেত হৈ বৰনামঘৰত প্ৰাণ প্ৰতিষ্ঠা কৰিলে। তেতিয়াৰে পৰাই এই নামঘৰত তিথি-সংক্ৰান্তি, ভাগৱত পাঠ আদি চলি আছে। ভাদমহীয়া এক তাৰিখৰ পৰা শুভাৰম্ভ কৰি সংক্ৰান্তিলৈকে পালনাম পতা হয়। চাৰিপ্ৰসঙ্গ নাম-কীৰ্তন হয় আৰু গোটেই ৰাতি গোঁসাই ভকত আদিয়ে নাম ডাকি থাকে। আগেয়ে এই নামঘৰটো যিমান শৰাই-সঁফুৰা আহিছিল তাতকৈ এতিয়া কিজানি এশগুণ বেছি আহে। আজি ১৫ বছৰমানৰ আগৰ কেইজনমান উদ্যোগীলোকৰ যত্নত আৰু বদান্য লোকসকলৰ আৰ্থিক সাহায্যত বৰনামঘৰৰ নতুন ৰূপ হ'ল। মণিকূটৰ ভেঁটি আৰু ঘৰ পকা হ'ল। নামঘৰৰো পকা-খুঁটা হ'ল আৰু ওপৰত টিং পাত উঠিল। বিজুলীবাতি, বিজুলী পাংখা আদিৰে আধুনিক যুগৰ এটি লেখত ল'বলগীয়া মন্দিৰত পৰিণত হ'ল। দুৱাৰ মুখত আধুনিক ৰুচিৰ এটি পকা আলহীঘৰ — ৰাইজৰ ধনেৰে সজাই দিয়া পকাঘৰত ঢেকীয়াখোৱা বৰনামঘৰ নামৰ নতুন ডাকঘৰ হ'ল। লগতে টেলিফোনো দিয়া হ'ল। অনেক বদন্য লোকৰ অৰ্থ-সাহায্যেৰে নামঘৰৰ ভালেমান কাম হ'ল। এতিয়া ভাদমহীয়া পালনামলৈ পূবে লিডু-মাৰ্ঘেৰিটাকে আৰম্ভ কৰি ডিগবৈ, নাহৰকটীয়া, দুলীয়াজান, ডিব্ৰুগড় আদিকে ধৰি বিশেষ বাছেৰে শ শ তীৰ্থযাত্ৰী আহি শৰাই-সঁফুৰা দিয়েহি। সেইদৰে নামনি অসমৰ বৰপেটা চহৰকে ধৰি অনেক সেৱাইত আছে। সেই মাহত সেৱাইতৰ ধনৰ সংখ্যা তেৰ-চৌধ্য হাজাৰলৈকে গোট খাই। সিপিনে বৰ আলিৰপৰা আৰম্ভ কৰি দুমাইলবাট চৰকাৰে পকা কৰি দিলে। যাতায়ত আদিৰ কাৰণে পথ সুগম হোৱাত বৰ্তমান কালত বৰনামঘৰলৈ যাত্ৰী অহা-যোৱা বাৰেও মাহে চলি থাকে। আমাৰ গাঁৱৰ এই পবিত্ৰ ঠাইখেৰ, থকা বাবে সকলোৱে গৌৰৱ অনুভৱ কৰে। মোৰ মানত এই নামঘৰটিৰ পৰম পবিত্ৰ থাপনাত যেন স্বয়ং শ্ৰীহৰি নিজেই বহি তেওঁৰ গুণমালা কণ্ঠত পিন্ধি নামৰ অমিয়া পান কৰি আছে এনেভাৱে মোক সদায় পৰমানন্দ দান কৰি আছে। বৰনামঘৰৰ থাপনালৈ মনেৰে সেৱা জনালেও মোৰ দুচকুত গঙ্গাজল বিৰিঙি উঠে।

য'লৈকে যাওঁ, য'তে থাকোঁ ৰাতি নিস্তব্ধতাৰ মাজত মুছলমানসকলে মছজিদত দিয়া আজানৰ দৰে বৰনামঘৰৰ পৰা এটি দীঘলীয়া ধ্বনি তৰঙ্গত ভাঁহি আহে "হৰি এ ৰাম হৰি ৰাম ৰাম ... "। দুফালে দুদল নামগোৱা লোক আৰু মাজত নাম লগোৱা থিয় হৈ গাই আছে —

"বোল ভাই ৰাম নাৰায়ণ
ভায়া গোপাল গোবিন্দময়।"

এই বৰনামঘৰৰ আশীৰ্বাদ আৰু এই আশীৰ্বাদেই মোৰ কণ্ঠ দেহাটোতো যেন সঞ্জীৱনী সুধা দান কৰি আছে। আনহাতে এই বৰ নামঘৰেই মোক নিচেই সৰু কালৰেপৰা সবাহ-ভাওনা, গীত-পদ, গায়ন-বায়ন আদি অসমীয়া সংস্কৃতিৰ প্ৰতি সদায় সজাগ কৰি থৈছে। বহুদূৰ আহি যেতিয়া এবাৰ সেইফালে উলটি চাওঁ, তেতিয়াই মনত ধাৰণা হয়, এই বৰনামঘৰ অকল সনাতন হিন্দুধৰ্মৰ তীৰ্থ স্থানেই নহয়, ই মোৰ কাৰণে এটা বিশ্ববিদ্যালয়।

এই বৰ নামঘৰৰ কথাকওঁতে মোৰ এটা মনৰ পৰা আঁতৰ নোহোৱা স্মৃতি আজিও সজীৱ হৈ আছে। মই তেতিয়া আমাৰ ঘৰৰ দুৱাৰ মুখতে থকা ১৮ নং ঢেকীয়াখোৱা প্ৰাইমেৰী স্কুলৰ তৃতীয়মান শ্ৰেণীৰ ছাত্ৰ। (তেতিয়া প্ৰাইমেৰী স্কুল বিলাকত ছটা শ্ৰেণী আছিল। ক, খ, ১ ম, ২ য়, ৩ য়, ৪ ৰ্থ।) আমি স্কুলত বহি থাকোঁতেই এদিন আবেলি পৰত শুনিবলৈ পালোঁ গোটেই গাওঁখনত হুলস্থুল, চিঞৰ-বাখৰ হৈছে। 'ধৰ ঔ, মাৰ ঔ,' সেইটো সেইপিনে আছে আগচ, " ওলাইছ ওলাইছ।" আমাৰ শিক্ষক আৰু আমি ছাত্ৰ সকলোবোৰ সেই চিঞৰ-বাখৰ ওলোৱা পিনে যাব খুজিলোঁ। শিক্ষকে আমাক যাবলৈ নিদিলে। শিক্ষকজন নিজে সেইপিনে গৈ উৰাদিহ লৈ উলটি আহি আমাক ক'লেহি এটা হৰিণাপহু ওলাইছে। গোটেই গাঁৱৰ মানুহে যাঠি, জোং, হোলোঙা লৈ হাবিয়ে হাবিয়ে পহুখেদি ফুৰিছে। অসহায় প্ৰাণীটো শেহত গৈ মানুহৰ যাঠি, জোং, হোলোঙাৰ খোচত ঘাইল হৈ পৰি গ'ল। স্কুল ছুটী হ'ল। সকলো ঘৰাঘৰি গ'ল। আমি কেইটামান ল'ৰা হৰিণাটো চাবলৈ গ'লোঁ। তেতিয়া প্ৰায় গধূলি হওঁ হওঁ। গৈ গৈ দেখিলোগৈ বৰনামঘৰৰ দুৱাৰ মেলা আছে। থাপনাৰ আগত চাকি জ্বলিছে আৰু সমুখৰ আলিবাটৰ কাষত নকুৰি মান কলপাত পাৰি সেই হতভগীয়া হৰিণাটোৰ মঙহ ভাগ কৰি থোৱা আছে। মাংসৰ ভাগটোলৈ চাই মোৰ মনত ধাৰণা হৈছিল - বেচেৰা হৰিণাটোৰ বুকুৰ ধপধপনি যেন মাংসবোৰটো লাগি আছে। ৰাইজে হুকুম দিলে নকুৰি ঘৰ মানুহৰ ন-কুৰি ভাগ মঙহ যাক বিভাগ লাগে লৈ যাব পাৰে। তৎক্ষণাত মাংসৰ ভাগবোৰ টোপোলা-টোপোলা হৈ ঘৰে ঘৰে গুচি গ'ল। আটাইতকৈ শেষত আমাৰ মাংসৰ ভাগটো

হাতত তুলি লৈ বৰনামঘৰৰ বন্তি গছলৈ চকু দিলোঁ। মনটো কেনেবা লাগিল। সন্মুখৰ প্ৰেমময় হৰিমন্দিৰ আৰু সেই মন্দিৰৰ দুৱাৰ মুখত নিষ্ঠুৰভাৱে বধ কৰা এটা হৰিণৰ এই দশা! আজি সৰুকালৰ সেই ঘটনাটোৱে মানুহৰ হিংসা আৰু হৰিনামত প্ৰেম পৰস্পৰ বিৰোধী এইদুটা ভাৱৰ এটা গভীৰ বেদনা মোৰ কল্পনাত সজীৱ হৈ উঠিছে। হায় হৰিণাৰ মাংসই বৈৰী!!

আমাৰ গাওঁখনত বছেৰেকীয়া সবাহ-ভাওনাৰ উজান উঠে বাৰিষাকালি। বৰনামঘৰত বাদদি বাকী আটাইকেউটা নামঘৰতেই খেলে খেলে সবাহ-ভাওনা পাতে। বৰনামঘৰত অঙ্কীয়া ভাওনাও হৈছিল। পুহাই বায়ন নামে এজন মহা পুৰুষীয়া কলা — সংস্কৃতিৰ পণ্ডিতলোকে অঙ্কীয়া ভাওনা পৰিচালনা কৰিছিল। তেখেত প্ৰকৃত পক্ষে এজন উৎকৃষ্ট বায়ন আছিল। ভাওনাত ৰুক্মিণী হৰণৰ গীত-পদ তেখেতে অতি সুন্দৰকৈ গাব পাৰিছিল। তেখেতে গোৱা বৰগীত শুনি সভাঘৰ নিস্তব্ধ হৈ পৰিছিল। গায়ন-বায়নৰ সাজ-পোচাক, গায়ন-বায়ন, গোৱাৰ ৰীতি আদি সম্পূৰ্ণ বিশুদ্ধ আৰু প্ৰাচীন ধৰণৰ আছিল। এবাৰ মই তেখেতে গোৱা বৰগীত এটি শুনি তবধ মানিছিলোঁ।

---

(ঢেকীয়াখোৱা গাঁৱৰ বিৱৰণ অসম্পূৰ্ণ - সম্পাদক)

# গীতা জয়ন্তীমালা

(ভাষণ)

*নমো ব্ৰহ্মণ্য দেবায় গো-ব্ৰাহ্মণ হিতায় চ*
*জগদ্ধিতায় কৃষ্ণায় গোবিন্দায় নমো নমঃ।।*

আজি গীতা-জয়ন্তী। অৰ্থাৎ ভগৱানৰ শ্ৰীমুখৰ পৰা এনে এটি পৰম পৱিত্ৰ মাৰ্গশীৰ্ষৰ দিনতে সেই দ্বাপৰ যুগৰ সেই কুৰুক্ষেত্ৰ ৰণস্থলিৰ তুমূল যুদ্ধ নিনাদৰ মাজত, নৰৰক্তেৰে ৰঞ্জিতা বসুধাৰ বুকুত পূৰ্ণব্ৰহ্ম শ্ৰীকৃষ্ণজীয়ে সুহৃদ সখা পাৰ্থৰ লগত যি গূঢ়তত্ত্বৰ কথা হৈছিল সেই অদ্বৈত-অমৃত-বৰ্ষিণী গীতাৰ আজি নিঃসৰণ হৈছিল।

পাৰ্থক প্ৰবোধ দিবৰ কাৰণে পৃথিৱীত অধৰ্মক নাশ কৰি ধৰ্ম জ্ঞান স্থাপন কৰিবৰ কাৰণে সেই ধৰ্মক্ষেত্ৰ কুৰুক্ষেত্ৰৰ সমবেত যুজন্তা সকলৰ ওঠৰ অক্ষৌহিণীৰ মাজত মাত্ৰ দুজন - এজন শ্ৰীকৃষ্ণ, আনজন শ্ৰীপাৰ্থ।

পাৰ্থই কয় —
জয়
হে জনাৰ্দন, হে সখা,
হে কৃষ্ণ কৃপাময়
চৌদিশ দেখোঁ —
কোটি ব্ৰহ্মাণ্ডত তুমি
তুমি মাত্ৰ
যত জীৱ জঙ্গমৰ
প্ৰাণৰ আলয়।
কিয় বৃথা
ৰক্তপাত কৰি
বধ কৰি আত্মীয় স্বজন
অধোগামী হওঁ?
তোমাৰ চৰণ মোৰ
জীৱনৰ শেষ স্থান
শান্তি লওঁ তাতে মই —
অৰ্জুনে ভাবিলে—
ইকি!
নৰৰূপী নাৰায়ণ
সত্য পৰায়ণ
যিজন
নিজেই
তেৱেঁই আদেশে মোক
যুদ্ধ কৰাঁ
যুদ্ধ কৰাঁ
একো ভয় নাই!..

দিব্য দৃষ্টিৰে যেতিয়া অৰ্জুনে শ্ৰীকৃষ্ণৰ মাজতে বিশ্ব সংসাৰ দেখা পালে তেতিয়া কাতৰ কণ্ঠেৰে কৰবোঁলে ধৰিলে:

হে দেৱ
(তোমাৰ) দেৱ দেহতেই
দেখিছোঁ সমগ্ৰ বিশ্ব,
সকলো দেৱতা
সকলো প্ৰাণী
সকলো ঋষি
সকলো মুনি —
তুমি বিশ্বেশ্বৰ
অনন্ত তোমাৰ ৰূপ
তোমাৰ আদি নাই
মধ্য নাই
অন্ত নাই —
অনন্ত অসীম তুমি
বিশ্বৰ আধাৰ
তুমিয়েই ব্ৰহ্মাণ্ড নিখিল।
তুমি অব্যয়
তুমি শাশ্বত
তুমি সনাতন —
তুমি আছিলা
তুমি আছাঁ
তুমি থাকিবা —
তোমাৰ এই ৰূপ দেখি
মই ভয় বিহ্বল হৈছোঁ
কোৱাঁ হে দেৱবৰ
তোমাক ঘূৰি ঘূৰি
কৰোঁ নমস্কাৰ
কোৱাঁ তুমি কোন?
শ্ৰীভগবানে কয়:
সৃষ্টি সংহাৰকাৰী

ময়ে কাল-সময়।
তুমি যুদ্ধ কৰাঁ বা নকৰাঁ
কুৰুক্ষেত্ৰ সমৰত
সমৱেত সকলো যোদ্ধাৰ
মৃত্যু মোৰ
দৃষ্টিত আছেই।
সেইকাৰণে —
নিমিত্ত মাথোন হৈ
হে সব্যসাচী
নাশ কৰাঁ
এই ৰণ ভয়
ভয়ত নহ'বা বিহ্বল
যুদ্ধ কৰাঁ
যুদ্ধত জিনিবাঁ তুমি
প্ৰতিদ্বন্দ্বী সকলো
যোদ্ধাকে।

**অৰ্জ্জুনে কয় :**

তুমিয়েই আদি দেৱ
পুৰাণ পুৰুষ
এই বিশ্বব্ৰহ্মাণ্ডৰ
তুমিয়ে আশ্ৰয় —
হে অচ্যুত
নাজানি নুশুনি কিম্বা
মোহৰ ভৰত
কেতিয়াবা "কৃষ্ণ" বুলি
কেতিয়াবা "সখা" বুলি
সম্বোধন কৰিছিলোঁ
অজানিতে
সদানন্দ হাস্যসুখ প্ৰসন্ন হৃদয়
মহানাট ৰচয়িতা মহা অভিনেতা
বিশ্ববিমোহন সেই বঙ্কিমনয়ন

পাঞ্চজন্য শঙ্খধাৰী মুৰাৰীয়ে কয়—
ক্লৈব্যং মাস্ম গমঃ পাৰ্থ
নৈতৎত্বষ্যুপপদ্যতে।।
ক্ষুদ্ৰং হৃদয় দৌৰ্ব্বল্যং ত্যক্ত্বোত্তিষ্ঠ পৰন্তপ।
হে পৰন্তপ,
পৃথাৰ সন্তান!
যুদ্ধৰ ক্ষেত্ৰত নামি
এনে কথা নকৰাঁ কদাপি।
হৃদয় দৌৰ্বল্য এৰি
উঠাঁ পুণৰ্বাৰ
লোৱাঁ তুলি
গাণ্ডীৱ হাতত —
ধ্বংস কৰাঁ যত আছে
সৃষ্টিত বিঘিনি অনা
অসত্য দানৱ —
ধৰ্মৰ বিজয় ধ্বজা
পুতি থৈ
কুৰুক্ষেত্ৰ মহাসমৰত
অনন্ত কীৰ্তিৰে
তুমি
চিৰঞ্জীৱী!
উঠা, উঠাঁ
জাগৃতিৰ শঙ্খধ্বনি
শুনি
তুলি লোৱাঁ হাতত সম্বল
ব্যয় কৰাঁ সন্মুখৰ
বিঘ্নভৰা পথ!

স্বয়ং ভগৱানৰ শ্ৰীমুখৰ পৰা
এনে বাণী শুনি ভক্তশ্ৰেষ্ঠ,
সাধক শ্ৰেষ্ঠ, বীৰ শ্ৰেষ্ঠ, কৃষ্ণপ্ৰাণ
অৰ্জুন পেপুৱা লাগিল।

# বিহুৰ ওলগ

আমাৰ বহাগৰ বিহু অসমীয়া সমাজৰ এটি অতি চেনেহৰ উৎসৱ। এদিন বিহুৰ আগমনত সমাজ খন আনন্দত হেন্দুলি উঠিছিল। বিহুৰ বতৰটো আছিল কেৱল আপোনপাহৰা উৎসৱৰ দিন।

দুলিয়াজান এখন নতুন চহৰ। ভাৰতবৰ্ষৰ সকলো ঠাইৰ লোকৰ বসতি এই তেল-নগৰত থকা অসমীয়া কৰ্মচাৰী সকলৰ উদ্যোগত পূৰ্ণ পয়োভৰেৰে বিহু-সন্মিলন পতা হয়। এইটো অতি শুভ-লক্ষণ। কাৰণ, নিজ দেশ খন আৰু সমাজৰ ৰীতি-নীতিৰ প্ৰতি উঠি অহা ল'ৰা-ছোৱালী বিলাকক আৰু অন্য অসমীয়া কৰ্মচাৰী বৃন্দক আমাৰ উৎসৱ-পাৰ্বণ বিলাকৰ প্ৰকৃত ৰূপটো দেখুৱাই তাৰ মাজত থকা প্ৰীতিৰ পৰশত এটা বহল আৰু মুকলি মিলন ঘটোৱা সহজ হৈ পৰে।

কৰ্মক্লান্ত জীৱনত আনন্দ উৎসৱ বিলাকে মনত নতুন উৎসাহ-উদ্দীপনাৰ সৃষ্টি কৰে।

চহা-গাঁৱলীয়া ডেকা-গাভৰুৱে বসন্তৰ আগমণত নাচি উঠা কুঁহি সেউজীয়া বন-বননিৰ ৰেহ-ৰূপ চাই, কুলি-কেতেকীৰ মধুৰ মাত শুনি যৌৱনসুলভ আবেগত নানা প্ৰকাৰৰ গীত পদ গাই মনৰ ভাব প্ৰকাশ কৰা গীত বিলাক আমাৰ চহা জীৱনৰ অমূল্য সম্পদ।

চ'তে গৈয়ে গৈয়ে বহাগ ঐ পালেহি
ফুলিলে ভেবেলী লতা।
কৈনো থাকোঁ মানে আমনি নালাগে
বহাগী বিহুৰে কথা।।

বিহু কিমান মৰমৰ আৰু ই মনত কি প্ৰভাব বিস্তাৰ কৰে তাৰ প্ৰমাণ আমি এই গীততেই পাওঁ।

অতিকৈ চেনেহৰ মুগাৰে মহুৰা
অতিকৈ চেনেহৰ মাকো।
অতিকৈ চেনেহৰ বহাগৰ বিহুটি
নাপাতি কেনেকৈ থাকোঁ।

অসমীয়া তিৰোতাৰ বাপতি সাহোন তাঁত শাল খন। অতি মৰমৰ এই তাঁত শালত ৰঙা আঁচুৰে ফুল বচা গামোচা এখন বিহু দিনা ল'ৰা ছোৱালী, গৃহস্থ আদিক উপহাৰ দি বিহুৰ সমাদৰ জনোৱা প্ৰথা অসমৰ বাহিৰে ক'তো নাই।

এই গামোছা খন আমাৰ লোক-সংস্কৃতিৰ এটা যাউতি-যুগীয়া প্ৰতীক।

আহক, দুলিয়াজান বাসী ৰাইজ, সকলোটি আজি এখন ৰভাৰ তলত সমবেত হৈ এই ফুলাম গামোছা খনিৰ ৰঙা আঁচুৰে বচা ফুলৰ মাজত প্ৰাণৰ পৰশ বিচাৰি চাওঁ —

দলনি ওপৰে কি চৰাই উৰিলে
দেখোঁ ৰঙা ৰঙা ঠোঁট।
চেনাই বগীতৰা সোণৰ গিলিপ মৰা
কপালত সেন্দুৰৰ ফোঁট।।

কাম চৰাইৰ ৰঙা ঠোঁটটোৰ দৰে কপালত জিলিকি থকা বগীতৰাইতৰ ৰঙা ফোঁটটো হওক অসমীয়া আনন্দ-উৎসৱৰ বিজয় তিলক। কেতেকী ফুলৰ মন প্ৰাণ হৰা সুগন্ধত অসম দেশ আমোল মোলাই উঠক। নতুন বছৰ সকলোৰে কাৰণে সুখ-শান্তিৰ কাৰণ হওক।।

---

বিহুৰে বিৰিণা (স্মৃতিগ্ৰন্থ) ১৯৭৮ দুলিয়াজান

# আশী পাৰ হোৱা সাহিত্যিক তত্ত্বদৰ্শী ৰাধানাথ ফুকন আৰু সাহিত্যৰত্ন চন্দ্ৰধৰ বৰুৱা

অসমীয়া সাহিত্যত দৰ্শন শাস্ত্ৰৰ বিভিন্ন মতবাদ সম্পৰ্কে ৰচিত হোৱা পুঠিৰ সংখ্যা নিচেই তাকৰ। প্ৰায় পাঁচশ বছৰৰ আগেয়েই অসমত বৈষ্ণৱ কবিসকলে যি কেইখন মহাগ্ৰন্থ দান কৰি গ'ল তাৰ পোহৰতে জনসাধাৰণে ভাৰতীয় চিন্তাধাৰাৰ গভীৰ সৰোবৰত স্নান-পান কৰি আছে। চিন্তাশীল ৰচনা আৰু বিশ্লেষণমূলক আলোচনাৰ অভাৱত আধুনিক অসমীয়া সাহিত্য উচ্চস্তৰলৈ যাব নোৱাৰা কথাটো সকলোৱেই উপলব্ধি কৰি আহিছে। আজি কিছুদিনৰ আগত ডক্তৰ বিৰিঞ্চি বৰুৱাই কৈছিল 'দুটা প্ৰেমৰ কবিতা আৰু কেইটামান চুটী গল্পৰেই অসমীয়া সাহিত্য সমৃদ্ধ হবনে বাৰু? অইন একো ভাষা নজনাকৈ অকল অসমীয়া ভাষাকে পঢ়ি সকলো বিষয়ৰ জ্ঞান লাভ কৰিব পৰাকৈ আমাৰ ভাষাত কিতাপ আছেনে বাৰু?'

ডক্তৰ বৰুৱাৰ এই প্ৰশ্ন দুটাই মোৰ মনত সেইদিনাৰ পৰা গভীৰ বেদনা জগাই আছে। এই জাতীয় বেদনাৰ উপশম কৰিবলৈ যি কেইজন আশী বছৰীয়া সাহিত্যিক লিখনি শস্যাধাৰ গোটাই লৈছে সেই সকলৰ ভিতৰত যোৰহাটৰ জ্ঞান-যোগী শ্ৰীৰাধানাথ ফুকন এজন অন্যতম।

১৮৯৭ চনতে কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ফিজিকস্ (পদাৰ্থ বিজ্ঞান)ত এম এ পাছ কৰি ১৮৯৮ চনত বি.এল পাছ কৰে। তেঁৱেই প্ৰথম এম. এ পাছ কৰা অসমীয়া।

লক্ষীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, হেম গোসাঁই আদি জোনাকী যুগীয়া সাহিত্যিকসকলৰ দ্বাৰাই প্ৰতিষ্ঠিত কলিকতাৰ অ, ভা, উ, সা, সভাৰ ফুকন আছিল সম্পাদক। ওকালতি ব্যৱসায় কৰি থাকোঁতে ইং ১৯০৩ চনত ফুকনক বৃটিছ চৰকাৰে ই-এ-চি পদ যাচে। ১৯২০ চনত অসম উপত্যকাৰ জজ, ১৯২৩ চনত অতিৰিক্ত ছেশ্যন জজ, ১৯২৮ চনত ডেপুটী কমিচনাৰ আৰু তাৰপাছত কো-অপাৰেটিভ আৰু শিল্প বিভাগৰ ডাইৰেক্টৰ পদলৈ উঠে। প্ৰায় ৩০ বছৰ কাল অতি দায়িত্বপূৰ্ণ চৰকাৰী সেৱা কৰি সুখ্যাতিৰে ১৯৩১ চনত অৱসৰ প্ৰাপ্ত হয়। বৃটিছ চৰকাৰে তেওঁৰ গুণ গ্ৰহণ কৰি ৰাই বাহাদুৰ খিতাপো দিছিল।

অৱসৰ লৈ প্ৰায় সোতৰ বছৰ কাল ফুকনে নিজ ঘৰতে নিমাত নিস্তব্ধ হৈ বহি বহি আকৌ অধ্যয়নত মনোনিবেশ কৰিলে। জ্ঞান-পিপাসু ফুকনৰ মন তপস্যাত নিমগ্ন হ'ল। ছাত্ৰৰ অধ্যয়নেই তপ। অৱসৰ প্ৰাপ্ত ৫৬ বছৰীয়া ফুকনে চিন্তা-কক্ষত প্ৰবেশ কৰি নিজকে অধ্যয়নৰত এজন গোপন ছাত্ৰৰূপে নিমন্ত্ৰণ কৰিলে। তেওঁৰ এই সোতৰ বছৰীয়া সাধনাৰ ফলত অসমীয়া সাহিত্যলৈ আহিল - (১) সাংখ্য দৰ্শন (২) বেদান্ত দৰ্শন (৩) শ্ৰীমদ্ভাগৱত গীতা (৪) কথাৰে উপনিষদ (৫) বিজ্ঞানৰ সিপাৰে (৬) জন্মান্তৰ ৰহস্য আৰু সৰ্বশেষত ইংৰাজীত লিখা (৭) সাংখ্য দৰ্শন।

ফুকনৰ সাধনা আৰু দৈনন্দিন জীৱনত নৈষ্ঠিক হিন্দু আদৰ্শ আৰু আধুনিক বৈজ্ঞানিক সভ্যতাৰ এটা সামঞ্জস্য ঘটিছে। কলেজত পঢ়োতেও ফুকনে নিজৰ ৰান্ধনি ৰাখিহে ভাত খাইছিল আৰু সন্ধ্যা-আহ্নিক আদি নিয়মমতে কৰি আছিল। আনহাতে সেইজনেই পদাৰ্থ বিজ্ঞানত এম-এ পাছ কৰিছিল। বিজ্ঞানৰ ৰহস্য আৰু হিন্দুদৰ্শনৰ তত্ত্ব-কথাই ফুকনৰ চিন্তাত বহুকাল টৌ খেলি থকাৰ আমি প্ৰমাণ পাওঁ তেওঁৰ মূল্যবান গ্ৰন্থৰাজিৰ পৰা।

**(১) বেদান্ত দৰ্শন ঃ** অধ্যাপক পণ্ডিত শ্ৰীজীৱেশ্বৰ শৰ্মাই তেওঁৰ বেদান্ত দৰ্শন সম্পৰ্কে আলোচনা কৰোঁতে কৈছে:-

"বৈজ্ঞানিক বিশ্লেষণৰ সীমা আছে; গতিকে এই শেষ সীমাত উপস্থিত হ'লে বৈজ্ঞানিক আৰু উধাব নোৱাৰে; তেতিয়া

তেওঁলোকে নিৰ্বাক নিস্পন্দ হৈ তবধ মানি মানি চাই থাকে।

দৰ্শন কিন্তু তাত ক্ষান্ত নহয়; বৈজ্ঞানিকৰ শেষ সিদ্ধান্ত হাতত লৈ দাৰ্শনিকে যিমান পাৰে উধাবলৈ চেষ্টা কৰে আৰু দুৰ্ভেদ্য তত্ত্বতো পূৰ্ণ সমাধান দিবলৈ প্ৰয়াস পায়। আন কথাতে বিকাশবাদৰ দ্বাৰাও এইটো প্ৰমাণিত হৈছে যে সৃষ্টিৰ বৈচিত্ৰ্যময় বিকাশলীলাৰ পিছত কিবা এটা চিন্ময়ী মহতী শক্তি আছেই আছে। বৈজ্ঞানিকে যি চিন্ময়ী শক্তিৰ অস্তিত্ব মানিবলৈ বাধ্য হৈছে সেয়ে বেদান্তৰ পূৰ্ণব্ৰহ্ম আৰু সৰ্বসাধাৰণৰ ঈশ্বৰ।

বিজ্ঞান আৰু গণিত শাস্ত্ৰৰ যুক্তিৰ সহায়ত মায়াবাদ আৰু অদ্বৈত বেদান্ত বুজিবলৈ কিমান সহজ হৈছে তাক ফুকনদেৱে বেদান্ত দৰ্শনৰ দ্বিতীয় অধ্যায়ৰ সূত্ৰ ব্যাখ্যা প্ৰসঙ্গত বিশদভাবে আলোচনা কৰি দেখুৱাইছে।

**(২) সাংখ্য দৰ্শন** - ফুকনৰ সাংখ্য দৰ্শন সম্পৰ্কে আলোচনা প্ৰসঙ্গত শ্ৰীমনোৰঞ্জন শাস্ত্ৰীয়ে কৈছে :

"সাংখ্য নামটোৰ ভিতৰত সাংখ্য দৰ্শনৰো বিশিষ্ট সিদ্ধান্ত সম্পূৰ্ণভাবে সোমাই আছে। প্ৰকৃতি-পুৰুষৰ পাৰস্পৰিক বিভেদৰ অজ্ঞানেই এই দুখময় জগতৰ মূল; এই অজ্ঞানৰ ওপৰতে জগতৰ সত্তা। যেতিয়া পুৰুষৰ বিশুদ্ধ, নিৰ্লিপ্ত স্বৰূপৰ বিষয়ে জ্ঞান ওপজে তেতিয়াই তাৰ পক্ষে চিৰকালৰ কাৰণে দুখৰ নিবৃত্তি হয়। এই জ্ঞানৰ পাৰিভাষিক নাম 'প্ৰকৃতি-পুৰুষাখ্য তথ্যাতি' বা প্ৰকৃতি পুৰুষ বিবেক। ইয়াৰ আন এটি নাম সংখ্যা = সম্যক খ্যাতি সম্যক। সম্যক জ্ঞান বা বিবেক জ্ঞান। এই 'সংখ্যা' এই দৰ্শনৰ মূলীভূত সিদ্ধান্ত। সেই কাৰণে ইয়াৰ নাম হ'ল সাংখ্য।

"এই সাংখ্য দৰ্শন বৰ প্ৰাচীন দৰ্শন."। পূৰণি কালত আমাৰ এই অসম দেশতো সাংখ্য দৰ্শনৰ পয়োভৰ অধিক আছিল বুলি বুজা যায়। তন্ত্ৰবিলাকৰ তান্ত্ৰিক সাধনা পদ্ধতি আৰু আমাৰ দেশত প্ৰচলিত দেৱ-দেৱীৰ পূজা পদ্ধতিবোৰ সাংখ্য সাংখ্য সিদ্ধান্তৰে ভৰপূৰ হৈ আছে। মহাৰাজ ভাস্কৰ বৰ্মণৰ নিধনপুৰ তাম্ৰশাসনত তেওঁৰ পূৰ্বপুৰুষ মহাৰাজ নাৰায়ণ বৰ্মাক 'অধিগত সাংখ্যাৰ্থে" অৰ্থাৎ সাংখ্য শাস্ত্ৰৰ পদাৰ্থ বিষয়ে অভিজ্ঞ বুলি প্ৰশংসো কৰা হৈছে। ডুবিৰ তাম্ৰশাসনত ৰাজাধিৰাজ সুস্থিত বৰ্মাক "সাংখ্য দৰ্শন সমুদ্ৰৰ মহাকুম্ভীৰ" বুলি বৰ্ণনা কৰা হৈছে।

তেখেতৰ মতে (ফুকনৰ মতে) সাংখ্যৰ পদ্ধতি পাশ্চাত্য বিজ্ঞানৰ পদ্ধতিৰে সৈতে একে। বিজ্ঞানত প্ৰথমে স্থূলবস্তুৰ পৰা আৰম্ভ কৰি তাক ক্ৰমে বিশ্লেষণ কৰি এতিয়া এনে ঠাইলৈ গৈছে য'ৰ পৰা এই জগত পৰমাৰ্থিক সত্য নহয় বুলি সন্দেহ কৰিব পাৰি। আজি কালি পাশ্চাত্য বিজ্ঞানৰ আপেক্ষিকতা বাদে Theory of Relataivity আৰু আনৱিকবাদে (Quantum) সাংখ্য দৰ্শনক সমৰ্থন কৰে। এই তত্ত্ব দুটা বুজিলে সাংখ্য দৰ্শন বুজিবলৈ অতি সহজ হয়।'

"এপিনে ভাৰতীয় দাৰ্শনিক সকলৰ আধ্যাত্মিক চিন্তাধাৰা আনপিনে পাশ্চাত্য বৈজ্ঞানিকসকলৰ আধিভৌতিক চিন্তাধাৰাৰ মাজত যোগসূত্ৰ বা সেতুৰ দৰে হৈছে ফুকনদেৱৰ গ্ৰন্থবিলাক।"

**(৩) কথাৰে উপনিষৎ** - ফুকনৰ কথাৰে উপনিষৎ নামে কিতাপৰ আলোচনা প্ৰসঙ্গত শ্ৰীবিষ্ণুনাৰায়ণ শাস্ত্ৰীয়ে কৈছে :

"বিজ্ঞানৰ বিস্ময়জনক অগ্ৰগতিয়ে মানৱ জীৱনৰ আৰু সৃষ্টিৰ ৰহস্যময় গতিবিধিৰ সন্দেহ দিব পৰা নাই। ই আজিও হেজাৰ যুগৰ আগৰ দৰেই ৰহস্যাবৃত হৈ আছে, সেই বাবেই মানৱ আৰু সৃষ্টিৰ ৰহস্য উদঘাটনৰ প্ৰশ্ন আৰু আলোচনা থকা উপনিষদ সমূহ কালৰ ব্যৱধানত বস্তুত পুৰণিকলীয়া হলেও চিন্তাধাৰাত পুৰণি বা অতীতৰ বস্তু নহয়। দেশ কালৰ কৃত্ৰিম সীমা অতিক্ৰম কৰি বিৰাজ কৰা মানৱ অন্তৰৰ অহৈতুক কৌতুহলৰ অবাধ প্ৰকাশ আৰু সমাধানৰ চেষ্টা উপনিষদত আছে।"

**(৪) বিজ্ঞানৰ সিপাৰে** - ফুকনৰ "বিজ্ঞানৰ সিপাৰে" গ্ৰন্থৰ আলোচনাৰ প্ৰসঙ্গত ডিব্ৰুগড় কানৈ কলেজৰ অধ্যক্ষ বিদগ্ধ পণ্ডিত শ্ৰীযোগীৰাজ বসুয়ে কৈছে :

এই গ্ৰন্থখনি ভাৰতীয় দৰ্শনৰ প্ৰচাৰ পুস্তিকা বা আঁকোৰগোজালি মনোভাবৰ গ্ৰন্থ নহয়। গ্ৰন্থকাৰৰ মন সকলো প্ৰকাৰৰ পক্ষপাতিতা, আত্মশ্ৰেষ্ঠ মনোভাব বা গোড়ামিৰ পৰা মুক্ত। গ্ৰন্থকাৰ অসমৰ প্ৰথম এম. এ.। এম. এত তেখেতৰ বিষয় আছিল পদাৰ্থবিজ্ঞান আৰু পুণ্যশ্লোক প্ৰখ্যাত বৈজ্ঞানিক শ্ৰীজগদীশ বসুৰ এজন প্ৰিয় ছাত্ৰ আছিল। এনে এজন গুণী শিক্ষকৰ সংস্পৰ্শত থকা বাবে তেখেতে আজিকোপতি সেই যুক্তিপূৰ্ণ বৈজ্ঞানিক দৃষ্টি সতেজ কৰি ৰাখিছে। তেখেতৰ ৰচনাৱলীয়েই সেই মনোভাবৰ চিনাকি দিয়ে।"

"গ্ৰন্থকাৰে স্পষ্ট ভাবাৰে প্ৰমাণ কৰি দেখুৱাইছে যে সাংখ্যৰ দ্বৈতবাদ আধুনিক বিজ্ঞানৰ সূত্ৰেৰে বহিয়াকৈ ব্যাখ্যা কৰিব পাৰি। বেদান্তৰ মায়াবাদ বা অনিৰ্বাচ্যবাদ আধুনিক যুগৰ পৰমাণু-বিজ্ঞানৰ মতেও সত্য। কেতিয়াবা পৰমাণুবিলাকে ক্ষুদ্ৰতম পদাৰ্থৰূপে আৰু কেতিয়াবা তৰঙ্গস্বৰূপে কাম কৰে। পৰমাণুক পদাৰ্থৰূপে চালে ধাৰণা হয় যে, জগতখনৰ এটা বাস্তৱ সত্তা আছে কিন্তু তৰঙ্গস্বৰূপে চালে ধাৰণা হয় যে, ই সম্পূৰ্ণ অবাস্তৱ— এডিংটনৰ ভাষাত কেৱল তৰঙ্গ! তৰঙ্গ!! তৰঙ্গ!!! এই কাৰণে বিশ্বজগতখনক আমি বাস্তৱো বুলিব নোৱাৰোঁ আৰু অবাস্তৱো বুলিব নোৱাৰোঁ।....... জগতখনৰ প্ৰকৃতি অনিৰ্বচনীয়। এইদৰেই আধুনিক বিজ্ঞানে বেদান্তৰ মতবাদ অনিৰ্বাচ্যবাদ সমৰ্থন কৰিছে। জগতখনৰ স্বৰূপক সৎ বা বাস্তৱ বুলিব নোৱাৰি। অবাস্তৱ বা অসৎ আখ্যাও

দিব নোৱাৰি। সেই কাৰণেই জগতৰ স্বৰূপক বেদান্ত দৰ্শনে অনিৰ্বচনীয় বুলিছে।"

**(৫) জন্মান্তৰ ৰহস্য** - ফুকনৰ এইখনি কিতাপ আলোচনা কৰি কবি-দাৰ্শনিক শ্ৰীদুৰ্গেশ্বৰ শৰ্মাই কৈছেঃ

"এই কিতাপৰ মূল সূত্ৰ হৈছে কৰ্মবাদ যাৰ আন এটা নাম হৈছে জন্মান্তৰ বা পুনৰ্জন্ম। কৰ্মই জীৱক ঘূৰাই পকাই লৈ ফুৰে। সেই বাবে কৰ্মক্ষয় নহয় মানে জীৱৰ লোপ নাই। কৰ্ম অনাদি। কৰ্ম শেষ নহয়। কৰ্ম যদি শেষ হ'লহেঁতেন তেন্তে এই সৃষ্টিখনো লোপ পালেহেঁতেন। এই কৰ্মৰ ওপৰতে আমাৰ জন্ম জন্মান্তৰ হৈ থাকে।"

**(৬) শ্ৰীমদ্ভাগৱত গীতা** - ফুকনে সম্পাদনা কৰা এই গ্ৰন্থ সম্পৰ্কে অধ্যক্ষ শ্ৰীতীৰ্থ নাথ শৰ্মাই কৈছেঃ

"শ্ৰীৰাধানাথ ফুকন মহাভাগৰ জীৱনৰ কথা যি জানে তেওঁবিলাকে এই বিষয়ত সাক্ষ্য দিব পাৰিব যে ফুকন বুদ্ধিত তীক্ষ্ণধাৰ, বিদ্যাত পাৰঙ্গত, ধৰ্মনিষ্ঠাত শিলৰ খুটি আৰু চৰিত্ৰত আদৰ্শস্থানীয়। .....ফুকনৰ গীতাত যি গভীৰ অন্তৰ দৃষ্টিৰ পৰিচয় পাওঁ তাৰ পৰাই তেখেতৰ অকৃত্ৰিম উপলব্ধিৰ কথা অনুমান কৰিব পাৰি। এই অনুভৱাত্মক জ্ঞানৰ কাৰণেই ফুকনৰ গীতা ব্যাখ্যা সৰল অথচ উজ্জ্বল। পুৰণি বস্তুকো নতুন যেন লগাব পৰা এটা ক্ষমতা এই ব্যাখ্যাত বৰ্তমান।"

**(৭) ঈশ্বৰ কৃষ্ণৰ সাংখ্য কাৰিকা ( ইংৰাজী) —** ফুকনৰ অসমীয়া সাংখ্য দৰ্শন আৰু ইংৰাজীত লিখা "ঈশ্বৰ কৃষ্ণৰ সাংখ্য কাৰিকা" গ্ৰন্থ একে উদ্দেশ্যে লিখা "ঈশ্বৰ কৃষ্ণৰ সাংখ্য ৰূপান্তৰ নহয়। তেখেতে নিজেই পাতনিত কৈছে — "সাংখ্য দৰ্শনৰ এই ইংৰাজী ৰূপান্তৰ অন্য এক শ্ৰেণীৰ পাঠকৰ কাৰণে যুগুত কৰা হৈছে।"

পশ্চিমীয়া বিজ্ঞানৰ চিন্তাধাৰাৰ বিপ্লৱ আলোচনা কৰি বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে আলোচনা কৰি ফুকনদেৱে পাতনিত কৈছে —"আধুনিক বিজ্ঞানৰ দৰেই সাংখ্যতো বিশ্লেষণৰ ধাৰা একেই।"

তেওঁ এই প্ৰসঙ্গত কৈছে — " ১৯০০ খ্ৰীষ্টাব্দত বৈজ্ঞানিক সকলৰ ধাৰণা আছিল যে, বিশ্বব্ৰহ্মাণ্ডখন এটা বিৰাট যন্ত্ৰৰ নিচিনা। ..... ১৮৯৩ চনত মেডেম ব্ৰেভেস্কিয়ে ভৱিষ্যদ্বাণী কৰি কৈছিল যে বস্তুবাদী বিজ্ঞানে অতি সোনকালেই মৃত্যু-সদৃশ আঘাত পাব।....১৯০৪ খ্ৰীষ্টাব্দৰ পৰা বিজ্ঞান-জগতত বিপ্লৱ আৰম্ভ হ'ল। বৈজ্ঞানিক জেমচ জীনচে কোৱা কথা এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। আধুনিক যুগৰ বিজ্ঞান আদৰ্শবাদৰ অনুকূল।"

এই অনুক্ৰমে এডিংটনৰ পদাৰ্থ বিজ্ঞানৰ তত্ত্ব কথা আগষ্টাহ'ল আদি বৈজ্ঞানিকসকলৰ মতবাদ সম্যক ভাৱে আলোচনা কৰি ফুকনে এই গ্ৰন্থত ভাৰতীয় সাংখ্য দৰ্শন আৰু পশ্চিমীয়া বৈজ্ঞানিক মতবাদৰ এটি হৃদয়গ্ৰাহী সামঞ্জস্য প্ৰমাণ কৰি দেখুৱাইছে।

তেওঁ আৰু কৈছে আধুনিক বিজ্ঞানৰ বহু গৱেষণাৰ আৰু বহু পৰীক্ষামূলক অধ্যয়নৰ পাছত এই কথা ঠাৱৰ হৈছে যে, এই বিশ্বব্ৰহ্মাণ্ডত বিদ্যুৎশক্তিৰ টৌবিলাকৰ বাহিৰে একোৱে বাস্তৱ সত্তা নাই। বাৰানসীৰ বিদগ্ধ পাচ্য বিদ্যা পণ্ডিত ডাঃ মহামহো পাধ্যায় গোপীনাথ কবিৰাজে ফুকনৰ এই গ্ৰন্থ সম্পৰ্কে কৈছেঃ

"যদিও এই কাৰিকাবিলাকৰ বহুত ইংৰাজী অনুবাদ আছে তথাপি ফুকনৰ এই ৰূপান্তৰৰ এটা নিজস্ব মূল্য আছে আৰু মই আশাকৰোঁ যিসকলৰ উদ্দেশ্যে এই গ্ৰন্থ প্ৰণয়ন কৰা হৈছে সেইসকলে ইয়াৰ গুণ গ্ৰহণ কৰিব।"

এইদৰেই ১৭৯৭ শকৰ প্ৰথম আহাৰৰ দিনা যোৰহাট নগৰত জন্মগ্ৰহণ কৰা ৮৫ বছৰীয়া জ্ঞানযোগী শ্ৰীৰাধানাথ ফুকনে জ্ঞান-পিপাসু লোক সকললৈ অমৃত দান কৰি আছে। বহুত বছৰৰ আগতে ফুকনৰ সৰল চিতেৰে অনুভৱ কৰা জাতীয় সঙ্গীতটিৰ প্ৰতিধ্বনি এতিয়াও তেওঁৰ ঋষিতুল্য পিতৃ সুলভ ব্যক্তিত্বত সোমাই দেশহিতৈষী সুৰত গুঞ্জৰিছে —

'কিয়নো পাহৰা অসমীয়া হেৰাঁ —
চিৰকাল তুমি আছিলা স্বাধীন'

## শ্ৰীচন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্ন

সুৰুচিসম্পন্ন, সুমাৰ্জিত অসমীয়া ভাষাৰে অসমীয়া নাটক, কবিতা, আলোচনামুলক প্ৰবন্ধ, ব্যঙ্গ কবিতা আদি বিবিধ উপচাৰেৰে মাতৃভাষাৰ উন্নতি সাধন কৰোতাসকলৰ ভিতৰত শ্ৰীচন্দ্ৰধৰ বৰুৱা সাহিত্যৰত্নও এজন খ্যাতানামা সাহিত্যিক। যেতিয়া অসমীয়া নাটকৰ প্ৰয়োজন হৈছিল আৰু অসমত মঞ্চ অভিনয় আৰম্ভ হৈছিল, সেই সময়তে এওঁ যোৰহাট থিয়েটাৰৰ ষ্টেজ মেনেজাৰ হৈ নাট্যকলাৰ প্ৰতি বিশেষ ধাউতি দিয়ে। এওঁ এজন সু-অভিনেতাও আছিল। অসমীয়া নাটকৰ অভাৱ পুৰণৰ অৰ্থে বঙ্গদেশৰ খ্যাতনামা কবি মাইকেল মধুসূদন দত্তৰ 'মেঘনাথ বধ' কাব্যৰ আলম লৈ এওঁ ১৯০৪ চনত মেঘনাদ বধ নাটক ৰচনা কৰে। এই নাটক অসমৰ ইমূৰৰ পৰা সিমূৰলৈ অভিনীত হয় আৰু এয়েই বৰুৱাক সৰ্বসাধাৰণৰ মাজত এজন সুনিপুণ নাট্যকাৰ হিচাবে পৰিচয় কৰায়। ৰাজৰ্ষি, ভাগ্যপৰীক্ষা, তিলোত্তমা সম্ভৱ নামে আৰু তিনিখন নাটক এওঁ ৰচনা কৰিছিল। অপ্ৰকাশিত 'মোগল বিজয়' (শৰাইঘাট ৰণ) এখন লেখত লবলগীয়া বুৰঞ্জীমূলক অসমীয়া নাটক। এওঁৰ ব্যঙ্গ কবিতা বিলাক এসময়ত সৰ্বজনপ্ৰিয় হৈছিল। স্কুলীয়া ছাত্ৰৰ সভা-সমিতিত আবৃত্তি কৰা হৈছিল। এই ব্যঙ্গ ৰচনাবিলাকৰ যোগে ৰসৰাজ বেজবৰুৱাৰ দৰেই বৰুৱা ডাঙৰীয়াই সমাজৰ কিছুমান হীন-প্ৰবৃত্তিক উপহাস কৰি দেখুৱাইছিল। 'অকল

মোৰেই ভাল হওক আৰু মই বেয়াপোৱা বোৰ তললৈ যাওঁক' বুলি লোকক শাও - গৰিহণা দিয়া প্ৰবৃত্তিক নিন্দা কৰি ব্যঙ্গ ৰচনা কৰাত বৰুৱা সিদ্ধহস্ত। পুৰণি ৰীতি-নীতি, চাল-চলন আৰু খোৱা-বোৱা আদিৰ ঠাইত নতুনৰ পশ্চিমীয়া ভাৱধাৰা সোমোৱাত নৈষ্ঠিক শ্ৰেণীৰ মনোভাৱ ব্যক্ত কৰি 'হে হৰি দেশ তললৈ গ'ল...' বুলি ৰচনা কৰা ব্যঙ্গ - কবিতাটিত সেই সময়ৰ সামাজিক মনোভাব অসমীয়া সাহিত্যত চিৰকলীয়া হৈ আছে। তেওঁৰ 'ভাগ্য-পৰীক্ষা' নাটকখনিত বৰুৱাৰ সৃজনী প্ৰতিভা, কবিত্বশক্তি আৰু জনসাধাৰণৰ চৰিত্ৰ অধ্যয়নৰ ক্ষমতা সুন্দৰকৈ ফুটি উঠিছে। নগৰৰ আও ভাও নজনা এজন সত্ৰীয়া ভকতে মিউনিচিপেলটিৰ পাঁচ আইন ভঙ্গ কৰা অপৰাধত হিন্দুস্থানী চিপাহীয়ে যেতিয়া তেওঁক ধৰে তেতিয়া ভকতে উত্তৰ দিছে ঃ 'হজুৰ হাম চত্ৰীয়া ভকত হেই, এই ৰাস্তাকা দাঁতি মে চৰুপানী চোনে চে মে জগৰ লাগতা হে এই বাত হমুলি মালুম নাই পাওঁতাহে'। ........সৰল চিতীয়া ভকত জন সাৰিল। বিশ্ববিখ্যাত ঔপন্যাসিক কনন ডইলে কৈছে ঃ সপোন যদি মিছাও হয় আৰু তথাপি ই সুন্দৰ হয় তেন্তে সপোন দেখাত ক্ষতি কি? বৰুৱাৰ ভাগ্য পৰীক্ষা এহাতে কল্পনা প্ৰসূত ভাগ্য-কন্যা আৰু ধন কন্যাসকলৰ পৰীক্ষামূলক কাৰ্যাৱলী আৰু আনহাতে অসমীয়া সমাজৰ নিখুঁত ছবি। ইয়াত তেওঁৰ ৰচনাৰ স্বতন্ত্ৰতা আৰু কল্পনাৰ মাধুৰ্য্য চিৰকলীয়া হৈ আছে। এই পুথি এম-এৰো পাঠ্য ভুক্ত হৈছে।

অমিত্ৰাক্ষৰ ছন্দত নাট আৰু কাব্য লিখাত বৰুৱা সিদ্ধহস্ত। আবাহন কাকতত তেওঁৰ কামৰূপ-জীয়াৰী আৰু বিদ্যুৎ বিকাশ নামে দুখনি কাব্য ধাৰাবাহিকভাৱে প্ৰকাশিত হৈছিল। সঙ্গীত ৰচনাতো বৰুৱা দেৱ নিপুণ।

কলিকতাৰ ছেন্ট জাভেয়াৰ্চ কলেজত বি এ পৰ্য্যন্ত পঢ়ি বৰুৱাই ১৯০০ চনত আইন পৰীক্ষা পাছ কৰি যোৰহাটত আইন ব্যৱসায় আৰম্ভ কৰে। জোনাকী যুগীয়া এই কবি-সাহিত্যিকজনে ওকালতি কৰাৰ লগে লগে সাহিত্য চৰ্চাতো মনোনিবেশ কৰে। বৈবাহিক সূত্ৰে এওঁ স্বৰ্গীয় জগন্নাথ বৰুৱাৰ (অসমৰ প্ৰথম বি এ) একমাত্ৰ জোৱাঁয়েক। স্বাধীনচিতীয়া বৰুৱাই নিজ বুদ্ধিৰ বলত স্বতন্ত্ৰভাৱে ১৯২৮ চনত এচেমব্লিৰ সভ্য হয়। তাৰ পাছত তেওঁ কেন্দ্ৰীয় চৰকাৰৰ কাউন্সিল,

# শব্দ-বিজ্ঞান

শব্দ ব্ৰহ্মাৰ আনন্দত উৎসাহিত হৈ পৰম ব্ৰহ্মাৰ নামত উপস্থি হ'লোঁ। আজি আঘোণ মাহৰ সংক্ৰান্তি। ১৯৩৫ ইং ১৬ ডিচেম্বৰ। ১৮৫৭ শক। সোমবাৰ।।

সৃষ্টিৰ আদিতে কি আছিল। সৃষ্টি কেনেকৈ হ'ল ইত্যাদি বিষয়ে গৱেষণা হৈ গ'ল, অনেক হৈ আছে আৰু অনেক হৈ থাকিব।

ভাৰতবৰ্ষৰ এবিধ ভক্তই এজনক এই বুলি ভক্তি কৰে, - "তুমিয়েই বিশ্বৰ আদি ; বিশ্বই তোমাকে বন্দনা কৰে ; তুমি নিখিলৰ ভয় হৰণ কৰি আছাঁ।"

এওঁ কোন, সেই বিচাৰ এতিয়া নকৰোঁ। এতিয়া চোৱা হওক শব্দ কেনেকৈ ব্ৰহ্ম হ'ল।

প্ৰাণী জগতলৈ সূৰ্যৰ কিৰণ অহাৰ আগতেই প্ৰাণীৰ সৃষ্টি হৈছিল। তাৰ প্ৰমাণ বিচাৰি আমি দূৰলৈ যাবৰ প্ৰয়োজন নাই। ভাৰতবৰ্ষই 'ওঁ' এই মহাবাণীক প্ৰণৱ, আদি প্ৰণৱ ধ্বনি, ওঙ্কাৰ আদি বোলে।

মাটি, পানী, তেজ, বায়ু, আকাশ এই পঞ্চাবিধ অবয়বৰ দ্বাৰাই সকলো প্ৰাণীৰ সৃষ্টি হৈছে। আনকি উদ্ভিদ আদিও।

ধ্বনিৰ কাৰণ হৈছে - অগ্নি, জল, সূৰ্য, তেজ, বায়ু আদিৰ সংযোগ।

জাৰকালিৰ ৰাতিবোৰ সাধাৰণতে বৰ গহীন হয়। কাৰণ নিয়ৰ পৰি গছপাতবোৰ গধুৰ হৈ আহে, আকাশ কুঁৱলীয়ে ঢাকি থয়। সেই কাৰণে আকাশ ফালি শব্দৰ ঢৌ বোৰ যাব নোৱাৰে আৰু কেনিও একো শব্দ নুঠে।

বিশ্বজগত ৰচনা হোৱাৰ আগতে পৃথিৱীখন ঘেলঘেলীয়া বোকাৰ নিচিনা হৈ আছিল। লাহে লাহে গোট মাৰি আহিবলৈ ধৰিলে আৰু এদিন সূৰ্যৰ কিৰণো আহি পৰিলহি। সূৰ্য অহাৰ লগে লগে প্ৰাণী জগতত শব্দ উঠিল। সূৰ্যৰ কিৰণ বৰনৈৰ ভেটা ভগাদি যিদিনা প্ৰথমে আহি পৰিলহি সেইদিনাই প্ৰথম শব্দ 'অ-উ-ম' ধ্বনিত হ'ল।

মানুহৰ স্বৰ-যন্ত্ৰই পৰিপূৰ্ণ। সেইবাবে মানুহে উচ্চাৰণ কৰিব পাৰে আৰু আন ইতৰ প্ৰাণীবোৰে সম্পূৰ্ণৰূপে উচ্চাৰণ কৰিব নোৱাৰে। এই কথাৰ সত্যতা প্ৰমাণ কৰিবলৈ এই কেইটা চালেই হ'ব -

| | | | |
|---|---|---|---|
| মানুহ - | অ-উ-ম্ | অ-উম্ | ওঁম্ |
| বাঘ - | হ-উ-ম্ | হাউম্ | হোঁম |
| সিংহ - | হঁ - ওঁ- হঁ | হোঁ ওঁ ওঁ | হুং |
| গৰু - | অ- অ- ম্ | হে- ম্ | হোম্বা, হেম্বা, আম্বা |
| ম'হ - | অঁ-ই- | অঁ- ই - | ওঁওঁই |
| হাঁতী - | গোঁও গোঁও | ওঁ ওঁ ওঁ | হাঁ- উ |
| বান্দৰ - | | | |
| ক) সৰু বিধ | কুঁ-উ-কুঁ- উ | কুঁ ! উঁ ! | উঁ উঁ |
| খ) হলৌ বান্দৰ | অ-ঔ-অ-ঔ | হ'ল্ঔ | হৌ (ওৱা) |
| শিয়াল - | উ ৱা উ ৱা | হুৱা হুৱা | হোৱা (ওৱা) |
| গাহৰি - | নোক্ নোক্ | ওঁক্ ওঁক্ | ওঁ |
| ডাঙৰ মাছ - | কোঁক্ কোঁক্ | ওঁক্ ওঁক্ | কোঁ |
| ৰাজহাঁহ - | অঁক্ অঁক্ | কঁক্ কঁক্ | কোঁ অঁক্ কোঁ |
| ফেঁটী সাপ - | ফোঁ ওচ্ | ফোঁচ্ | ফোঁ ( ফণা) |
| ভেকুলী - | কোঁ কেঁ | কোঁ কেঁ কেকোঁ | কোঁ কোঁ |
| ফেঁচা - | কুৰুৰ্ৰু উ | কুৰৰঔ | ক্ৰু' |
| কপৌ - | কুক্কুকুউ ! | কুউ, কুউ | কু |
| কুলি - | কু-অ-উ | কু-অ-উ | কু |
| কেতেকী - | ধন-কেতেকী ঔ | | অম্ এ এ ঔ |

ঔ অ আ অ

এইদৰে কিমান মিল থকা মাত আছে তাৰ অন্ত নাই। এয়ে প্ৰমাণ কৰে যে যিবিলাক প্ৰাণীৰ মাতত অ-আ-ই-ঈ-উ-উ এই চাৰিটা স্বৰ বৰ্ণ আছে সেই আটাইবোৰ প্ৰথম কালৰ প্ৰাণী। 'ওঁ' শব্দ যে স্বয়ং ব্ৰহ্মাৰ মুখৰ বাণী তাত সন্দেহৰ কাৰণ যি নায়েই, বিশ্বাস নকৰিবৰো কোনো কাৰণ নাই। অ-উ-ম্ এই আখৰ তিনিটা ঘূৰাই ঘূৰাই গাই থাকা— তাৰ অৰ্থ নাই কিন্তু ইয়াৰ বাহিৰে যি তিনিটা আখৰকে লোৱা - তাৰ অৰ্থ আছে। ধৰা - আ-উ-ম্। আউম্ গুচি মাউম হ'ব আৰু মাউমৰ পৰা "উম্মা" 'খাউ' 'ওম্মা' 'ওম্মা', 'মাও; মা; আ হ'বগৈ। সেইদৰে জগতৰ আটাইবোৰ ধ্বনি মিলাই চোৱা— সকলোৰে অষ্টম ৰূপটো এটা বেলেগ শব্দ লৈ ওলাব কিন্তু 'অ-উ-ম' এই আখৰ কেইটা উপলব্ধিৰ দিশৰ পৰা মৃত্যুলৈকে

উচ্চাৰণ কৰি থাকিলেও 'ওম' ধ্বনিৰ বাহিৰে আন ধ্বনি উঠিবই নোৱাৰে। এই কাৰণেই 'ওঁ' শব্দ সৃষ্টিৰ আদি শব্দ আৰু স্বয়ং ব্ৰহ্মাৰ মুখৰ বাণী। এই শব্দটো জগতৰ সকলো প্ৰাচীন জাতিৰ মাজতে আছে।

লেটি্ন ভাষাত ঃ

১) অ'ম' (homo) মানে মানুহ

(O) ২) ওমেগা লেটিন ভাষাৰে শেষ আখৰটো।

৩) ওম্‌নিচ্‌ মানে সৰ্ব, সকলোকে লগ লগা এটা শক্তি।

আধুনিক ইংৰাজীত — ওম্ ফেল্ অচ্ মানে নাভি।

তযু নাভি কমলত ব্ৰহ্মা ভৈলা জাত অৰ্থাৎ 'অ' আখৰটো শৰীৰৰ সূৰ্যমণ্ডলৰ (অগ্নিমণ্ডলৰ )পৰা আহে। অ বোলোঁতে নাইটোত বাজে। উচ্চাৰণৰ ভিতৰত 'অ' উচ্চাৰণটোৱেই প্ৰথম আৰু সেই প্ৰথম উচ্চাৰণ জন্ম ঠাই নাভি। নাভিৰ পৰা 'অ' ধ্বনিৰে গতিটো হৃদয়ৰ মাজেদি সৰকি চকুত দুই ভ্ৰূৰ মাজৰ পৰা 'উ' হৈ নাকৰ পোনে পোনে শিৰৰ 'কূম' পাই 'ম' ধ্বনিত হৈ আকৌ ওঁঠ দুটাৰ ভিতৰেদি সোমাই হৃদয়ত বিলীন হৈ যায়। হৃদয় পাই 'ওঁ' আকৃতিৰে জুৰি পৰে। মানুহৰ শৰীৰৰ লগত সন্তানৰ নাভিৰ সম্বন্ধ থাকে। আমাৰ নাইৰ পৰা পদুমৰ নলাৰ নিচিনা এডাল নাড়ীৰ মূৰত পদুম ফুলৰ আকৃতিৰ যি কণ ঠাই আছে সেই পবিত্ৰ ঠাই যেৰা পদুম ফুলৰ আকৃতিৰ এটি মোনা বা কোষ। সেয়ে গৰ্ভকোষ। সৃষ্টিৰ সকলো মানুহে সেই নাভি কমলতে জন্ম লয়।

(অসম্পূৰ্ণ)

# সোণালী যুগৰ দেৱী মিনাৰ্ভা

মানৱ সভ্যতা জন্ম হোৱা দিনৰে পৰা পণ্ডিত সকলে যুগবোৰ একোটা ভাগত ভাগ কৰি লৈছে। প্ৰথমটোক তেওঁবিলাকে "সোণালী যুগ" বুলি কৈছে। এই যুগটোতে মানুহৰ কল্পনাই অনেক দেৱ-দেৱীৰ সৃষ্টি কৰি মনোহৰ আখ্যানেৰে পৌৰাণিক সাহিত্যৰ ভাণ্ডাৰ চহকী কৰিলে। ইউৰোপত গ্ৰীচ আৰু ৰোমত দেৱ-দেৱীৰ আখ্যান আৰু শিলত কটা বিতোপন মূৰ্তিসমূহে এখন স্বপ্নৰাজ্য সৃষ্টি কৰি থৈ গৈছে। ৰোমান সকলৰ দেৱ-দেৱীবিলাকৰ ভিতৰত এগৰাকী দেৱী আছিল তেওঁৰ নাম মিনাৰ্ভা। গ্ৰীকসকলৰো তেনেকুৱা এগৰাকী দেৱী আছিল। তেওঁৰ নাম আথেনি।

আমাৰ ইন্দ্ৰৰ দৰে ৰোমানসকলৰ প্ৰধান দেৱতা আছিল জুপিতৰ। জুপিতৰৰ পৈণত মস্তিষ্কৰ পৰা সম্পূৰ্ণ সাজ-পাৰ আ-অলঙ্কাৰ পিন্ধা এগৰাকী দেৱী ওলাই আহিল আৰু তেওঁৰেই নাম দেৱী মিনাৰ্ভা। তেওঁ শিল্পকলা, কৃষি, নাও চলোৱা, সূতা কটা, তাত বোৱা আৰু বেজীৰ কাম আদিৰ অধিষ্ঠাত্ৰী দেৱী আছিল। তাৰ উপৰি তেওঁ যুদ্ধ বিদ্যাত পাৰ্গত আছিল। কিন্তু তেওঁ অকল আত্মৰক্ষাৰ কাৰণে কৰা যুদ্ধহে সমৰ্থন কৰিছিল। অসভ্য মানুহৰ দৰে কটাকটি মৰামৰি কৰা, অযথা ৰক্তপাত কৰা তেওঁ সমূলি ভাল নাপাইছিল। আথেন্স নগৰেই তেওঁৰ প্ৰিয় বাসস্থান আছিল। নেপচুন আৰু মিনাৰ্ভাই আথেন্স নগৰখন পাবলৈ অৰিয়াঅৰি কৰা দেখি দেৱতাসকলে একমত হৈ ঘোষণা কৰিলে যে, মিনাৰ্ভা আৰু নেপচুনৰ ভিতৰত যি গৰাকীয়েই মৰণশীল মানুহৰ কাৰণে ব্যৱহাৰৰ উপযোগী এটা দান আগবঢ়াব পাৰে তেৱেঁই আথেন্স নগৰখন পাব। এই ঘোষণা মতে নেপচুনে ঘোঁৰা আৰু মিনাৰ্ভাই জলফাই (অলিভ) সৃষ্টি কৰিলে। তেতিয়া দেৱতাসকলে বিচাৰ কৰি ৰায় দিলে যে ঘোঁৰাতকৈ জলফাইহে মানুহৰ কাৰণে বেছি উপযোগী, এতেকে মিনাৰ্ভাইহে আথেন্স নগৰ পোৱা উচিত। সেইবাবে এই নগৰখনৰ নাম তেওঁৰ গ্ৰীক নাম 'আথেনে'ৰ পৰা আথেন্স দিয়া হ'ল। এইবেলি আকৌ এজনী মানুহৰ লগত মিনাৰ্ভাৰ এটা প্ৰতিদ্বন্দ্বিতা হ'ল। আৰাকণি নামে এজনী মানুহ তাতবোৱা আৰু কাপোৰত ফুলবছা কামত বিখ্যাত শিপিনী আছিল। বনদেৱী বিলাকে তেওঁবিলাকৰ লতাকুঞ্জ আৰু ঝৰণাৰ পাৰৰ পৰা আহি শিপিনীজনীয়ে তাত বৈ থকা চাই আছিল। ইমান সুন্দৰকৈ কামবোৰ কৰা দেখি বনদেৱী বিলাকে ভাবিলে কিজানি মিনাৰ্ভাই নিজে এই মানুহজনীক ইমান কাজী হ'বলৈ শিকালে। এই কথা শুনি মিনাৰ্ভাই অস্বীকাৰ কৰিলে। উলাই কৰি ক'লে "তাইৰ নিচিনা মানুহ এজনী মোৰ ছাত্ৰী হ'বৰো অযোগ্য।" মিনাৰ্ভাৰ এনে কথা শুনি মানুহজনীয়ে গৰ্ব কৰি কলে, "তেন্তে আহক, মিনাৰ্ভা দেৱীয়ে মোৰ লগত ফেৰ মাৰক। যদি মই হাৰো যি দণ্ড দিব লাগে দিব।" এনে দাম্ভিক কথা শুনি মিনাৰ্ভাই বেয়া পালে। এজনী বুঢ়ী মানুহৰ বেশ ধৰি এদিন আৰাকণিৰ ওচৰলৈ গৈ কেইটামান উপদেশ দিলেগৈ। "শুনা, আৰাকণি, মোৰ বহুতদিনীয়া অভিজ্ঞতা আছে। মই তোমাক কেইটামান উপদেশ দিও, শুনা, তুমি তোমাৰ লগৰীয়া মাইকী মানুহৰ লগত ফেৰিয়াফেৰি কৰা। কিন্তু এগৰাকী দেৱীৰ লগত ফেৰ মাৰিবলৈ নেযাবা। আনহাতে মই তোমাক কওঁ, তুমি মিনাৰ্ভা দেৱীৰ ওচৰত ক্ষমা খোজা। তেওঁ বৰ দয়াৱতী, তেওঁ তোমাক ক্ষমা কৰিব।" এই উপদেশ শুনি আৰাকণিয়ে সূতা কাটিবলৈ এৰি বৰ খঙেৰে বুঢ়ী গৰাকীৰ ফালে চাই ক'বলৈ ধৰিলে, - "তোমাৰ উপদেশবোৰ তোমাৰ জীয়েৰহতঁক দিবাগৈ। মই মিনাৰ্ভাক কি কৈছোঁ, মই জানো। মই কেতিয়াও ক্ষমা নোখোজোঁ। মই মিনাৰ্ভালৈ ভয় কৰা নাই।" এই কথা শুনি মিনাৰ্ভাই ছদ্মবেশ এৰি নিজ ৰূপত দেখা দি ক'লে, - "চোৱা, এই মিনাৰ্ভাময়েই।" বনদেৱী বিলাকে মূৰ দোঁৱাই মিনাৰ্ভাক সেৱা জনালে আৰু চাৰিউপিনে বৈ থকা সকলো বিলাকে শ্ৰদ্ধা নিবেদন কৰিলে। কিন্তু তেতিয়াও আৰাকাণিয়ে সমূলি বিচলিত নোহোৱাকৈ নিৰ্ভয়ে বহি আছিল। গাল দুখন হঠাৎ সেন্দুৰ যেন ৰঙা হৈ আৰু অলপ পাছতে শেঁতা পৰিল। আৰাকণিয়ে তথাপিও নিজৰ জেদ নেৰিলে। নিজে এজনী ডাঙৰ কাজী বুলি গপত ওফন্দি মিনাৰ্ভাৰ লগত ফেৰ মাৰিবলে সাজু হ'ল। মিনাৰ্ভায়ো আৰু একো নকৈ তাইৰ লগত প্ৰতিযোগিতাত নামিবলৈ স্থিৰ কৰিলে। প্ৰত্যেকেই দুখন তাতশালত বহি ল'লে। দুয়োখন শালতে খট্‌খটকৈ মাকো চলিবলৈ ধৰিলে। দুয়ো কোবাকুবিকৈ মাকো চলাইছে। প্ৰতিদ্বন্দ্বিতাৰ উত্তেজনতাত দুয়ো ভাগৰ পাহৰি গৈছে।

মিনাৰ্ভাই তাত বৈ যোৱাৰ লগে লগে কাপোৰত নেপচুনৰ লগত হোৱা তেওঁৰ প্ৰতিদ্বন্দ্বিতাৰ দৃশ্যবোৰো তুলি গৈছে! ১২ জন দেৱতাৰ ছবি। তাৰে মাজতে দেৱৰাজ জুপিতৰ গম্ভীৰ ভাবে বহি আছে। সাগৰৰ শাসনকৰ্তা নেপচুনৰ হাতৰ পৰা এটা ঘোঁৰা সৃষ্টি হৈছে। মূৰত মুকুট পিন্ধা আৰু ধুনীয়া কাপোৰেৰে বুকু ঢাকি থোৱা মিনাৰ্ভাৰ নিজৰ ছবিও তাত জিলিকি উঠিছে।

কাপোৰখনৰ চাৰিউকোণত মৰণশীল মানুহৰ লগত দেৱতাৰ লগত ফেৰ মৰা বাবে খণ্ডত থকা দেৱতাসকলৰ ছবি দেখুৱা হৈছে। মিনাৰ্ভাই এইবোৰ ফুল বছাৰ অৰ্থ ঃ আৰাকনিয়ে যাতে এইবোৰ দেখি ভয় খায় আৰু মিনাৰ্ভাৰ লগত ফেৰ মাৰিব নোখোজে।

আনহাতে আৰাকণিয়ে তেওঁৰ কাপোৰত দেৱতাবিলাকৰ কেতিয়া ক'ত পৰাজয় হৈছিল আৰু তেওঁ বিলাকে কি কি ভুল কৰিছিল তাৰ ছবি তুলিছে। তেনেকুৱা দৃশ্যৰ মাজত এটা বগা ৰাজহাঁহ তুলিছে। জুপিতৰে ছদ্মবেশ ধৰি এসময়ত তেনেকুৱা এটা হাঁহৰ ৰূপ লৈ আত্মৰক্ষা কৰিছিল। আকৌ এটা দৃশ্যত তুলিছে জুপিতৰে এটা ষাড় গৰুৰ ৰূপ লৈ কেনেকৈ ইউৰোপাক ঠগিবলৈ চেষ্টা কৰিছিল তাকো দেখুউৱা হৈছে। ইউৰোপাই ষাড়টোৰ পিঠিত উঠিবলৈ যত্ন কৰোতে ইউৰোপাৰ সৈতে সাগৰত সাতুৰি সাতুৰি এটা দ্বীপলৈ গৈছে। আৰাকণিয়ে ষাড়টো আৰু সাগৰৰ দৃশ্য ইমান সুন্দৰকৈ তুলিলে যে, দেখিলে সচাঁসচি যেনহে লাগিছিল। আৰাকণিৰ ইমান দক্ষতা দেখি স্বয়ং মিনাৰ্ভাৰো ঈৰ্ষা জন্মিল। এজনী মানুহৰ ওচৰত নিজকে পৰাজিত হোৱা যেন দেখি মিনাৰ্ভাৰ খং উঠিল। হাতৰ মাকোটোৰে মাৰ মাৰি আৰাকণিৰ তাতৰ শালখন ভাঙি টুকুৰাটুকুৰ কৰিলে। আৰাকণিৰ কপালখনত মিনাৰ্ভাই হাত দিয়া মাত্ৰকে আৰাকণিয়ে নিজৰ দোষ বুজি পালে আৰু বৰ লাজ পালে। এই অপমান সহ্য কৰিব নোৱাৰি আৰাকণি গৈ ডিঙিত ফাচ জৰী লগাই মৰিব খুজিলে। এইদৰে ওলমি থকা দেখি মিনাৰ্ভাৰ দয়া হ'ল। আৰু ক'লে, - "মৰিব নেলাগে। অপৰাধী মানুহজনী, শুনা - যাতে তুমি এই শিক্ষাৰ পাঠটো যাউতি যুগীয়াকৈ ৰক্ষা কৰি থ'ব পাৰা সেই কাৰণে তুমি আৰু তোমাৰ বংশধৰ সকলো ঠিক এইদৰেই সূতাৰ জালৰ মাজত সদায় ওলমি থাকিব।" এইদৰে কৈ মিনাৰ্ভাই এছাটি পানী মাৰি দিলে আৰু মিনাৰ্ভাই হাত দিয়া মাত্ৰকে আৰাকণি এজনী মকৰা হৈ পৰিল।

## আলোচনা

ৰোম দেশৰ পৌৰাণিক আখ্যান সমূহ আৰু দেৱদেৱীবিলাকৰ লগত আমাৰ পৌৰাণিক আখ্যান আৰু দেৱদেৱীবিলাকৰো অনেক সাদৃশ্য আছে। মিনাৰ্ভাই সৃষ্টি কৰা জলফাই (অ'লিভ) গছৰ পাতবোৰ সদায় ডাঠ সেউজীয়া হৈ থাকে। ৰোমীয় সভ্যতাত 'অ'লিভ ব্ৰাঞ্চ' অৰ্থাৎ জলফাইৰ সেউজীয়া পাতে সৈতে সৰু ঠাল এটিয়েই আছিল শান্তিৰ প্ৰতীক। আজিকালি সোণৰ পদক দি সন্মান কৰা হয় কিন্তু তেতিয়াৰ দিনত আটাইতকৈ ডাঙৰ সন্মান দিয়া হৈছিল জলফাইৰ সৰু ঠাল এটিৰে।

---

সাপ্তাহিক জন্মভূমি, ৩ অক্টোবৰ, ১৯৭৩

# নিৰলাৰ কবি ভৱপ্ৰসাদ ৰাজখোৱা

নিৰলাৰ গছত বাঁহ লৈ পোৱালি জগাই মুকলিমূৰীয়া হৈ বাস কৰা চৰাইৰ দৰে যোৰহাটৰ তৰাজান-সোণাৰী গাঁৱৰ নিৰলা ঘৰ এখনত বাস কৰিছিল এজন কবি। তেওঁ নিজে কিন্তু 'কবি' আখ্যা পাবলৈ বা 'কবি-যশ-প্ৰাৰ্থী' হ'বলৈ সমূলি ভবা নাছিল। আপোন মনে উৰি ফুৰা চৰাইটিৰ দৰেই নিজ বাটে অকলশৰে অন্তৰৰ ভাব-চিন্তা লুকাই থৈ কৰ্ম কৰি গৈছিল। তেওঁ নিজেও যেন এই হট্টগোলপূৰ্ণ জগত খনৰ মাজত এটি মায়াহে এনে ভাব তেওঁৰ প্ৰত্যেক খোজত ফুটি উঠিছিল। তেওঁৰ হাঁহিটো গোলাপ ফুলৰ দৰে ৰঙা নাছিল, সাত্ত্বিক এজাৰ ফুলৰ দৰেহে আছিল।

জগত খন মিছা— এটা মায়া মাত্ৰ। এই আছে, এই নাই। এই ভাব ভৱপ্ৰসাদ অন্তৰত বদ্ধমূল হৈ চিন্তাৰ সম্ভাৰ যোগান ধৰিছিল। 'মায়া পখী'ত তেওঁ কৈছে,-

"অসীম অপাৰ দেশ
চাই চাই ঘূৰি অহা
সমীৰণ বৈ যায় দোলন দোলায় ;
শৰৎ বসন্ত কত
আহে পুনু গুচি যায়
এবাৰ হেৰোৱা প্ৰিয়া তাৰেহে নোলায়।"......

ভৱপ্ৰসাদক তাহানি যোৰহাটত চৌষষ্ঠি কলাৰ সমাবেশত অনুষ্ঠিত হোৱা বাণী-সম্মেলনত এটি কবিতা পাঠ কৰিবলৈ ধৰিছিলোঁ। তেওঁ লাজতে তলমূৰ কৰি "ইহ্ মইনো কি কবিতা পাঠ কৰিম?" সমূলি আবেগ নথকা সৰল চিতেৰে তেওঁ কোৱা কথাষাৰৰ মাজত তেওঁৰ স্বাভাৱটোহে ফুটি উঠিছিল।

ভৱপ্ৰসাদৰ এটি শ্ৰেষ্ঠ কবিতা 'নিৰলাৰ মমতাজ'ত কৈছে

"এনেকে যিদিনা আহে
মৰমৰ মমতাজ
কবৰৰ কাষলৈ লুকাই লুকাই ;
সেইদিনা মাজৰাতি
কবৰৰ ভিতৰত
শুই থকা চাজাহান উঠে সাৰ পাই।"

ভৱপ্ৰসাদৰ চুবুৰীয়া শ্ৰীমান হেমন্ত বৰদলৈয়ে এই কবিতাটো পঢ়ি মোক কৈছিল,- "দাদা, ভৱপ্ৰসাদৰ 'নিৰলাৰ মমতাজ' কবিতাটো পঢ়িছেনে? বৰ সুন্দৰ কবিতা লিখিছে।" পঢ়ি চালোঁ- সঁচাকৈয়ে বিতোপন। নিৰলাৰ কবিয়ে নিৰলে নিজানে এটি যাউতিযুগীয়া দান অসমীয়া কাব্যসাহিত্যলৈ দি গ'ল।

গুণগ্ৰাহী লোকসকলে কবিৰ প্ৰথম মৃত্যু-বাৰ্ষিকীত সকলোখিনি গোটাই "মৰু-মায়া" নামে তেওঁৰ কবিতা সমূহৰ এটি সংকলন উলিয়াবলৈ লোৱা শুনি বৰ ভাল পাইছোঁ। এই সংকলনটিয়ে অসমীয়া কবিতাৰ এটা যুগৰ এজন নীৰৱ সাধকৰ হিয়াখন আমাক দান কৰিব। দয়া, মায়া আৰু নিৰ্লিপ্ত বাসনাৰ মাজত ভৱপ্ৰসাদ চিৰস্মৰণীয় হৈ থাকিব। তেওঁৰ মৃত্যুৰ পাছতো এই কবিতাৰ বাবে সাহিত্য অকাডেমী বা অসম প্ৰকাশন পৰিষদে পুৰস্কাৰ আগবঢ়ালে আমি বৰ সন্তোষ পাম।

"ব্ৰহ্ম সত্য জগতমিথ্যা" এই মহাবাণী ভৱপ্ৰসাদৰ প্ৰত্যেক কবিতাত ফুটি উঠিছে। স্বভাৱ-কবি ৰাজখোৱাৰ পুণ্য-স্মৃতিত এয়ে মোৰ আন্তৰিক শ্ৰদ্ধাৰ্ঘ্য।

কবি, তুমি জীয়াই থাকাঁ।

---

'বকুলবন', যোৰহাট
১২/২/৮০

# ৰামায়ণৰ কথা

আজিকালি আমাৰ দেশত অকল এবিধ বিয়াৰ হে চলন্তি আছে। কিন্তু আগৰ কালত অনেক প্ৰকাৰৰ বিয়া হৈছিল। 'স্বয়ম্বৰ' ও এবিধ বিয়া। ডাঙৰ ডাঙৰ ৰজা সকলে ছোৱালী বিয়া দিবৰ হ'লে এই নিয়ম চলাইছিল। সকলো দেশৰ ডেকা ৰজা বিলাকক নিমন্ত্ৰণ কৰে আৰু কন্যা সেই সভালৈ গৈ নিজে ডিঙিত মালা পিন্ধাই দি স্বামী বুলি গ্ৰহণ কৰে। কিন্তু ইয়াৰ আগতে দৰাই এটা 'পণ' জিকিব পাৰিলেহে মালা দিছিল। পণ মানে কথা-বন্ধা। "অমুক কামটো কৰি দেখুৱাব পাৰিলেহে তুমি মোৰ কন্যাক পাবৰ উপযুক্ত বুলি জানিম।" কাৰণ সেয়ে নহ'লে বাহিৰে দেখিবলৈ ধুনীয়া ৰজা একোজনক বৰণ কৰি কি জানি ছোৱালী বিপদত পৰে! তোমালোকে জানা কামেহে মানুহৰ আচল পৰিচয় দিয়ে। অকল দেখিবলৈ ধুনীয়া বা ধনী-মানী হ'লেই মানুহ গুণী নহয়। সেইকালত ধনতকৈও গুণৰ আদৰহে বেছি আছিল। তেতিয়াৰ গুণী পুৰুষ সকল দুখীয়াহে আছিল। বিদেহ ৰাজ্যৰ ৰজা জনকে দেশ বিদেশলৈ বাতৰি দিলে বোলে যেয়ে মোৰ যুদ্ধ কৰা ধনুখন দোঁৱাব পাৰিব তেওঁলৈকে মোৰ সোণৰ পুতলা যেন সীতাক দিম। এই কথা শুনি অনেক ৰাজ-কোঁৱৰ, প্ৰতাপী ৰজা আহি মিথিলাৰ ৰাজ-সভাত গোট খালেহি। (মিথিলা বিদেহৰ ৰাজধানী) অযোধ্যাৰ পৰা ৰাজৰ্ষি বিশ্বামিত্ৰ, ৰাম আৰু লক্ষ্মণো আহিল। স্বয়ম্বৰ সভাত ভাগে ভাগে ৰজা সকল, ৰাজকোঁৱৰ সকল বহি আছে। সভাৰ সোঁ মাজতে বৰিয়াকৈ সজাই থোৱা ওখ ঠাই এডোখৰ, চাৰিউফালে মণি মুকুতাৰে জকমকাই আছে। এনেতে ৰাজৰ্ষি বিশ্বামিত্ৰই মাত দিলে - ঋষিতুল্য মহাৰাজ জনক, স্বয়ম্বৰ সভা ভৰপক হ'ল। এতিয়া আপোনাৰ ধনু আনক। মুকলি সভাত ধনু দোঁৱাই - যেয়ে পাৰে সীতাক লাভ কৰক। এই কথা শুনি জনকে তেওঁৰ বিষয়া সকলক ধনু আনিবলৈ আদেশ দিলে। একুৰি ডেৰকুৰি মান বিষয়াই ধৰি কথমপিহে ধনুখন আনিব পাৰিছিল। কোনোমতে আনি লই সোঁ মাজত সজাই থোৱা ঠাই কণৰ ওপৰত এখন সোণৰ পীৰা পাৰি ধনু খন থ'লেহি। এই ধনুখন মহাদেৱে জনক ৰজাৰ পূৰ্ব পুৰুষক দান কৰিছিল। সেই কাৰণেই ইয়াক 'হৰ-ধনু' বোলা হয়। হৰ মহাদেৱৰ এটা নাম। এনেতে মিথিলাৰ ৰজা জনকে মাত দিলে - "এই খনেই মোৰ যুদ্ধৰ ধনু। এই সভাত থকা যি জন পুৰুষে ইয়াক দোঁৱাই ঘোৰ খুৱাব পাৰিব, তেওঁকে মোৰ লখিমী জীয়াৰি সীতাই বৰণ কৰিব।" ওফাইডাং মাৰি যুৱা ৰজা সকলৰ ধনু খন দেখিয়েই পেটতে হাত ভৰি লুকাল। এইহেন সভা এখনত লাজত পৰিব লাগে বুলি কোঁৱে উঠিবলৈ সাহ কৰা নাই। মন সাহ দি যি দুই এজন উঠি আহিছিল তেওঁবিলাকে ধনুখন ডাঙিয়ে ধৰিব নোৱাৰিলে। তেওঁবিলাকৰ কেনে দশা হৈছিল ভাবি চোৱা। লোকৰ পৰাজয় দেখিলে ভালপোৱা সকলে গিজনী মাৰি হাঁহিবলৈ ধৰিলে, গুণী সকলে এনো নকৈ মনে মনে তেওঁবিলাকৰ সাহৰ প্ৰশংসা কৰিলে।

হেজাৰ হেজাৰ মানুহৰ মাজত থাকিলেও প্ৰতিভাশালী মানুহৰ চকুত তেওঁৰ শক্তিৰ চিন জিলিকি থাকে। জনক ৰজাই সভাৰ মাজত থকা অযোধ্যাৰ ৰাজ-কোঁৱৰ শ্ৰীৰামচন্দ্ৰৰ মুখৰ ফালে চাই বিশ্বামিত্ৰক ক'লে - " আপুনি সোঁ ৰামচন্দ্ৰক আহিবলৈ কওক। মই তেওঁৰ চকুত আশাৰ পোহৰ দেখিছোঁ।" বৰ নম্ৰ ভাবে কথাবাৰ কাণ পাতি শুনিলে আৰু ৰামক আগবাঢ়ি আহিবলৈ ইঙ্গিত দিলে। ইঙ্গিত পোৱা মাত্ৰকে ৰামৰ মুখ ৰঙা-বেলিৰ নিচিনাকৈ জিলিকি উঠিল। সভাৰ লোকসকলে তেওঁক দেখি বিস্ময় মানিলে। সভাৰ মাজত ঠিয় হৈয়েই ৰামে মনে মনে তেওঁৰ পিতাকক এটি সেৱা কৰি ল'লে আৰু এবাৰ মাকৰ কথা সুঁৱৰিলে। আন বিলাক ৰজা যোৱাদি গপাল ভাবেৰে ৰাম নগ'ল। ধীৰ গতিৰে আৰু বীৰৰ দৰে মূৰ ডাঙি তেওঁ গৈ ধনুৰ ওচৰত থিয় দিলে। ধনুৰ ওচৰত ৰামক থিয় হোৱা দেখি ওচৰৰে কোঠা এটাত সোমাই থকা সীতাৰ মন আনন্দত নাচি উঠিল। ধনুৰ ওচৰত থিয় হৈয়েই ৰামে ওপৰলৈ চাই হাতযোৰ কৰি ক'লে - "হে ঈশ্বৰ। ৰঘু বংশৰ অক্ষয় কীৰ্ত্তি ৰক্ষা কৰিবা। পিতাৰ পবিত্ৰ নাম সাৰ্থক কৰিবা, আৰু বিশ্বামিত্ৰৰ ফালে চাই ক'লে - "গুৰুদেৱ, আশীৰ্বাদ কৰিব।" বিশ্বামিত্ৰই ক'লে - "আশীৰ্বাদ কৰিছোঁ। ধনুত হাত দিয়া।" ... নিজৰ শক্তিৰ ওপৰত বিশ্বাস থকা মানুহৰ কথাত, কাৰ্যত যি বীৰত্ব থাকিব লাগে ৰামৰ গাত সেইখিনি আছিল। সভাৰ সকলোৰে চকু থৰ লাগি ৰামৰ ফালেই ঢাল খাই আছিল। শ শ ৰজাই দাঙিবকে নোৱাৰা ধনু খন ৰামে হেলাৰঙ্গে দাঙি লৈ গুণত ধৰি এনেদৰে টান দিবলৈ ধৰিলে যে সভাখন মৰ্ মৰ্ শব্দেৰে স্তম্ভিত হ'ল। বজ্ৰপাতেই পৰিল নে, ভূঁইকপ আহিল কেৰে ঠিৰাং কৰিব নোৱাৰিলে। ৰামৰ প্ৰতাপ দেখি আন আন ৰজা বিলাকৰ মুখ কেঁহৰাজ বটা যেন হ'ল। লোকৰ ভাল দেখি হিংসা হোৱা বিলাকৰ চকু ঘোপা হ'ল, মুখ শেঁতা পৰিল। জ্ঞানী ঋষি-মুনি সকলে ৰামক ধন্যবাদ দিলে। সেই সময়ত আটাইতকৈ চাব লগীয়া হৈছিল ৰামৰ মৰমৰ ভায়েক লক্ষ্মণৰ মুখখন। ককায়েকৰ জয় হোৱা দেখি লক্ষ্মণৰ চকুৰেদি আনন্দৰ পানী পৰিবলৈ ধৰিলে। সভাৰ মাজৰ পৰা ওলাই গৈ লক্ষ্মণে

ৰামক সাৱটি মাৰি ধৰি ক'লৈগে - "দাদা, আপুনিহে পিতাৰ শ্ৰেষ্ঠ সন্তান।" ৰামে লক্ষ্মণৰ মৰম দেখি পিঠিত হাত দি ক'লে - "ভাই, ঈশ্বৰে সহায় কৰিছে।" এনেতে জনক ৰজা থিয় হৈ সকলোলৈকে চাই ক'বলৈ ধৰিলে - "মই আজি বুজিব পাৰিছোঁ ৰামচন্দ্ৰ আচৰিত শক্তিশালী। মোৰ এই হৰধনু হেলাৰঙ্গে ডাঙি যি জনে ভাঙি দুটুকুৰা কৰিব পাৰিব, যি জন খিলঞ্জীয়া ৰঘু বংশৰ কুলৰ প্ৰদীপ তেওঁৰ হাতত নিজৰ জীৱনতকৈও বেছি মৰমৰ মোৰ আদৰিণী কন্যা সীতাক তুলি দিবলৈ পাই মই বৰ ভাগ্যবান বুলি জানিছোঁ। মই আজি বুজিলোঁ - মোৰ কন্যা পৰম ভাগ্যৱতী আৰু তাইৰ কাৰণেই ঈশ্বৰে ৰামচন্দ্ৰক জন্ম দিছিল।" গুণৰ মোল বুজা, সকলো শাস্ত্ৰত পাৰ্গত জনক ৰজাই ৰাম-সীতাক তেতিয়াই বিয়া দিব নুখুজিলে। দশৰথ আৰু আন দুজন কোঁৱৰক নিমন্ত্ৰণ কৰি আনি সকলোৰে মিলা-প্ৰীতিত ৰাম-সীতাৰ বিয়া পাতিবলৈ থিৰ কৰিলে। বিশ্বামিত্ৰৰ লগত পৰামৰ্শ কৰি দশৰথৰ ওচৰলৈ দূত পঠিয়াই এই সুখৰ বাতৰি জানিবলৈ দিলে।

ইমানতে স্বয়ম্বৰ সভা শেষ হ'ল। পৰাজয় হোৱা ৰজা সকল নিজৰ নিজৰ ৰাজ্যলৈ উলটি গ'ল। বিশ্বামিত্ৰ, ৰাম আৰু লক্ষ্মণ জনক ৰজাৰ অতিথি হৈ আনন্দ মনেৰে কেইদিন মান থাকিল।

### ৰাম-সীতা

যেনেকৈ দিন আৰু ৰাতি গোটখাই এটা পূৰা দিন হয়, দিনৰ লগত দিন গোটখাই সপ্তাহ, মাহ হয় আৰু মাহ গোট খাই বছৰ, যুগ হয় কিন্তু গুৰিতে অকল এটা ৰাতি এটা দিন। ঠিক সেইদৰেই ৰামায়ণৰ গোটেই ঘটনাবোৰৰ গুৰিত দুজন। এক ৰাম আৰু এগৰাকী সীতাৰ লগতে ৰামায়ণৰ আটাইবোৰ ঘটনা জোৰা লাগি আছে।

জনক ৰজাৰ দূত তিনি দিন তিনি ৰাতি ঘোঁৰাৰ পিঠিত উঠি গৈ অযোধ্যা পালেগৈ। মহাৰাজ দশৰথৰ ওচৰত আঁঠু লৈ জনালেগৈ - "মহাৰাজ, আমি বিদেহৰ ৰজা জনকৰ ওচৰৰ পৰা আহিছোঁ। তেখেতে আপোনাক আপোনাৰ ৰাজ্যৰ গুণী জ্ঞানী সকলক নমস্কাৰ জনাইছে। সীতা-স্বয়ম্বৰত আপোনাৰ জ্যেষ্ঠ পুত্ৰ ৰামচন্দ্ৰই জনক ৰজাৰ হৰ-ধনু ভাঙি সকলোৰে সমাদৰ পাইছে। এতিয়া আমাৰ ৰজাই ৰাজৰ্ষি বিশ্বামিত্ৰৰ লগত পৰামৰ্শ কৰি আপোনাক আৰু আপোনাৰ সভাত থকা পণ্ডিত— ব্ৰাহ্মণ, উচ্চ বিষয়া আৰু কোঁৱৰ সকলক লগত লৈ মিথিলালৈ নিমন্ত্ৰণ জনাইছে। তেখেত সকলে আপোনাসকলক আগত লৈ ৰাম-সীতাৰ বিয়া পাতিব খোজে।" এই সংবাদ পাই ৰজা দশৰথে অপাৰ আনন্দ পালে। সেই কালত বিদেহৰ ৰজা জনক এজন মহাজ্ঞানী পুৰুষ আছিল। তেওঁৰ লগত মিত্ৰতা কৰিবলৈ পাই দশৰথে পেটে পেটে বৰ সন্তোষ পালে। তাতোকৈ সন্তোষ পালে তেওঁৰ পুতেকৰ বীৰত্বৰ কথা শুনি। দূতক বিশ্ৰাম ল'বলৈ কৈ ৰজা অন্তেষপুৰলৈ গ'ল। ৰঘু-কুলৰ গুৰু বশিষ্ঠৰ লগত পৰামৰ্শ কৰি দশৰথে পাছদিনা ৰাতিপুৱাই সিবিলাক যাবৰ দিহা কৰিলে। ৰজাৰ সাৰথি সুমন্ত্ৰই যোৱা-মেলাৰ সকলো যোগাৰ কৰি ৰৈ আছিল। পোন প্ৰথমতে আছিল ৰজাৰ সোণৰ ৰথ, তাৰ পাছত কোঁৱৰ ভৰত আৰু শত্ৰুঘ্নৰ ৰূপৰ ৰথ, তাৰ পাছত এশাৰী হাতী। হাতীৰ পাছত ঘোঁৰা আৰু শেহত খোজকাঢ়ি যোৱা সৈন্যসকল। পুৱা ৰজা কাৰেঙৰ পৰা ওলাল। চাৰিওফালে শঙ্খ-ঘন্টা-ডবা-বৰকাঁহ বাজি উঠিল। আয়তী সকলে উৰুলি দিলে। বাজনীয়াৰে বাদ্য বজালে আৰু সমস্ত প্ৰজাই হৰিধ্বনি দি যাত্ৰাৰ মঙ্গল কামনা কৰিলে। ৰজা ৰথত উঠা মাত্ৰকে এতেপৰে থৰ লাগি ৰৈ থকা ৰথ, হাতী, ঘোঁৰা আৰু পদাতিক সৈন্যবিলাক পৰুৱাৰ লানি লগা দি লৰিবলৈ ধৰিলে। সেই যাত্ৰাত অযোধ্যা ৰাজ্যৰ প্ৰধান প্ৰধান সকলৰ ভিতৰত বামদেৱ, বশিষ্ঠ, কাশ্যপ, জবালি, মাৰ্কণ্ডেয় আৰু কাত্যায়ন নামে ঋষি সকলো গৈছিল। এওঁবিলাক প্ৰত্যেক জনেই অগাধ পণ্ডিত আছিল। এওঁবিলাকে লেখি থৈ যোৱা অনেক পুথিয়ে হিন্দু-জাতিক অমৰ কৰি থৈছে। মহা- সমাৰোহেৰে চাৰি দিন যোৱাৰ পাছত দশৰথ গৈ মিথিলাৰ ওচৰ পালেগৈ। সিফালে জনক ৰজাই আগ জাননী পাই লগত অনেক বিষয়া, ব্ৰাহ্মণ-সজ্জন আদি লৈ আদৰি নিবলৈ সিংহ দুৱাৰত ৰৈ আছিল। কল-পুলি, আমপাত, মঙ্গল-ঘট (দৈ টেকেলি) আদি শুভ-দিনৰ পৰিচয় দিয়া বস্তুবোৰৰ মাজত ৰজা দশৰথ থিয় হোৱা মাত্ৰকে আগবাঢ়ি আহি বৰ গম্ভীৰ আৰু কোমল মাতেৰে জনকে মাত দিলে - "আহক, আহক মোৰ মাননীয় অতিথি, বোধহয় আপোনালোক বৰ সুকলমেই এইখিনি পালেহি নহয়নে? আহক, আহক মিথিলাবাসীয়ে আপোনাৰ শুভাগমনলৈ বাট চাই ৰৈ আছে।" দশৰথক এই সম্বোধন কৰিয়েই জনকে বশিষ্ঠৰ ফালে চাই অতি বিনয় ভাৱেৰে ক'লে - "ৰঘু কুলৰ মাননীয় গুৰু, হে বেদজ্ঞ ঋষি, আজি মোৰ কপাল। আপোনালোক ঋষি সকলক মোৰ নমস্কাৰ জনাইছোঁ। আহক, আহক ৰঘু-কুলৰ লগত মিত্ৰতা কৰি মোৰ সকলো অপায়-অমঙ্গল দূৰ হওক। কাইলৈ পুৱাৰে পৰা বেদ-কাৰ্য আৰম্ভ কৰি গধূলি আপোনাসবৰ সাক্ষাতে সীতাক ৰামৰ হাতত অৰ্পণ কৰিম। আহক আপোনালোক আজি মোৰ পৰম অতিথি।" বিদেহ ৰাজ্যৰ অধিপতি, গুণী জ্ঞানী জনক ৰজাৰ এনে মউ বৰসা কথাত সন্তোষ পাই দশৰথে মাত লগালে - "আমাৰ শাস্ত্ৰই কৈছে বোলে দান কৰা বস্তুৱে দাতাৰ জেউতি বঢ়ায়। আপোনাৰ যশস্যা আৰু গৌৰৱ যেনেকৈ গোটেই দেশতে বিয়পি পৰিছে আপুনি তাতোকৈ বেছি গুণবান। আজি মই আপোনাৰ প্ৰীতি বচন আৰু সাধু ব্যৱহাৰ দেখি আপোনাৰ লগতমিত্ৰতা কৰিবলৈ

পোৱা মোৰ হে ভাগ্য বুলি ভাবিছোঁ।" এনেতে দশৰথৰ ওচৰত এটি বিতোপন দৃশ্য জিলিকি উঠিল। ৰাম আৰু লক্ষ্মণে পিতাকক আগবঢ়াই আনিবলৈ যাওঁতে ভৰত আৰু শত্ৰুঘ্নৰ লগত দেখা হ'ল। চাৰিউ ভাই আহি দশৰথৰ ওচৰত থিয় দিলে। তেনেতে সমগ্ৰৰাজ্যৰ লোকে হৰি ধ্বনি দি আকাশ কঁপাই দিলে। আনন্দ মনেৰে জনকে সকলোকে আগবঢ়াই নি খাব-শুবৰ দিহা কৰি দিলে। মিথিলাৰ ৰাজ কাৰেং অযোধ্যাৰ আলহীৰে ভৰি পৰিল। বিয়াৰ ধুমধামত মিথিলা নগৰ গিৰগিৰাই উঠিল। কাইলৈ ৰাম-সীতাৰ বিয়া।

**বিয়া**

নিচেই পুৱাৰে পৰা কাৰেঙৰ দুৱাৰ মুখত বাদ্য বাজিবলৈ ধৰিলে। জয় ঢোল, ঢাক, কালি, শিঙা - নানা তৰহৰ বাজনা। সিফালে ব্ৰাহ্মণ সকলে যাগ-যজ্ঞ আদি বেদৰ কাৰ্য বিলাক কৰিব লাগিছে। গুণ গুণ শব্দ কৰি সুৰ লগাই গোৱা বেদৰ মন্ত্ৰ বিলাকৰ ধ্বনিত, ধূপ-ধুনা আৰু হোমৰ মৃদু গোন্ধত মিথিলাৰ কাৰেং পবিত্ৰ হৈ উঠিল। সিফালে ভিতৰত সীতাৰ সখীয়েক সকলে নানা বিধ সুগন্ধী ফুল, চন্দন, ধূপ-ধূনা হাতে হাতে লৈ নোৱনী ঘৰ সজোৱাত ব্যস্ত হৈ পৰিছে।

ৰজা-ঘৰীয়া কথা। দিনৰ দিনটো খোৱাই খাইছে। নিয়াই নিছে। শ শ দুখীয়া মানুহক কানি - কাপোৰ, খোৱা-বস্তু দান কৰিছে। ব্ৰাহ্মণ সকলক গাই-গৰু,ধন-সোণ দান কৰিছে। বাটৰ কাষে কাষে গান বাজনা। মিথিলাৰ প্ৰত্যেকৰ দুৱাৰ মুখত কলপুলি, আমপাত, দৈ-টেকেলি। আনন্দৰ পাৰ নাই। লাহে লাহে গধূলি হৈ আহিল। গোটেই নগৰত শাৰী শাৰী বন্তি জ্বলাবলৈ ধৰিলে। দীপাবলীৰ নিচিনাকৈ নগৰ জলমলাই উঠিল। ৰভা তলত অলেখ প্ৰজা। এফালে ৰজা আৰু ঋষি সকল, এফালে বিষয়া সকল, এফালে সাধাৰণ প্ৰজাবিলাক বহি আছে। মাইকী মানুহৰ কাৰণে এডোখৰ বেলেগ ঠাই। সোঁ মাজতে হোমৰ ভেটি আৰু দৰা - কন্যা বহা ঠাই। হীৰা-মুকুতাৰে ৰভাখন সজোৱা হৈছিল। চাকিৰ পোহৰ আৰু হীৰা-মুকুতাৰ জিলমিলনি উঠি ৰভা ঘৰ ইন্দ্ৰপুৰী যেন হৈ পৰিছিল।

চাৰিউপুতেকক লৈ ৰজা দশৰথ ৰভাৰ তলত বহি আছে। সম্প্ৰদানৰ সময় হওঁ হওঁ হৈছে। কেতিয়া সীতাক লৈ জনক আহিব সকলোৱে বাট চাই আছে।. শুভ খেণৰ সময় হ'ল। তিল-কুশ, পাদ্য-অৰ্ঘ্য সকলো প্ৰস্তুত কৰি সেই চিৰ-স্মৰণীয় বিয়াৰ পুৰোহিত বশিষ্ঠ দেৱ সাজু হৈ আছে। ওচৰতে বিশ্বামিত্ৰ, সতানন্দ আদি আন আন ঋষি সকল বহি আছে। সন্ধ্যা পূজা কৰি পৱিত্ৰ মনেৰে বহি থকা দৰা ৰামচন্দ্ৰক দেখি সভাৰ লোক মোহিত হ'ল। সকলোৱে মুখে মুখে ক'লে "যেনে ৰজা তেনে জোঁৱাই পালে।" .... সম্প্ৰদানৰ সময় হ'ল। ঢোল গায়নৰ হেন্দোলনি, ৰাইজৰ হৰিধ্বনি আৰু আয়তী সকলৰ উৰুলিৰ জোঁকাৰৰ মাজত সীতাক আনি ৰভাৰ তল পোৱালে। জনক ৰজাই এহাতে জীয়েকক আৰু আন হাতে তিল-কুশ চুই বেদৰ মন্ত্ৰ গালে - নিজৰ জীৱনতকৈও বেছি মৰমৰ জনকৰ কন্যা সীতা, এওঁক আজিৰ এই মুহূৰ্তৰ পৰা এওঁ তোমাৰ ধৰ্ম পত্নী, তোমাৰ সুখ-দুখৰ সমভাগী। জনমে জনমে এওঁ তোমাৰ পত্নী হওক। লোৱাঁ, ৰামচন্দ্ৰ তোমাৰ হাতেৰে এওঁৰ হাতত ধৰি গ্ৰহণ কৰা। আজিৰ পৰা সুখে-দুখে এওঁক তুমি পালন কৰিবা। গা-টোৰ ছাঁটো যেনেকুৱা স্বামীৰ প্ৰতি তিৰোতা তেনেকুৱা বিশ্বাসী। সৰ্বসুলক্ষণী কন্যা সীতাই জীৱনে মৰণে তোমাৰ পাছে পাছে ফুৰিব।" এই মন্ত্ৰ পাঠ কৰি ৰামৰ হাতত সীতাক গতাই দিওঁতে জনকৰ দয়ালু হৃদয় গলি গ'ল। চকুৰেদি টোপ-টোপকৈ পানী ওলাবলৈ ধৰিলে। ৰামে সীতাক গ্ৰহণ কৰিলে। পুৰোহিতে দৰা-কন্যাৰ শিৰত শান্তি-জল দিলে। বেদৰ নিয়ম মতে আম-কাঠত ঘিঁউ ঢালি সাক্ষাৎ দেৱতা অগ্নিক সাক্ষী কৰি, তেত্ৰিশ কোটি দেৱতাৰ নাম লৈ ৰামে সীতাৰ জীৱনৰ ভাৰ ল'লে। সীতাৰ সখীয়েক হঁতে জাত লগাই বিয়া নামৰ জাউৰি তুলিলে- ৰাম সীতাক বিয়া দিয়েই সেই সভাতে জনকে লক্ষ্মণৰ হাতত সীতাৰ ভনীয়েক উৰ্মিলাক, ভৰতৰ হাতত ভতিজাক মাণ্ডৱী, আৰু শত্ৰুঘ্নৰ হাতত মাণ্ডৱীৰ ভনীয়েক শ্ৰুতকীৰ্তিক গতাই দিলে। কুল গুৰু বশিষ্ঠই মন্ত্ৰ পাঠ কৰি বেদৰ কাৰ্য সমাধা কৰিলে। সত্ৰাজ্যৰ লোকে হৰিধ্বনি দিলে। ব্ৰাহ্মণ সকলে আশীৰ্বাদ দিলে। আৰু আয়তীসকলে উৰুলি দি দৰা-কন্যাৰ মঙ্গল কামনা কৰিলে। শুভ দিনৰ শুভ মুহূৰ্তত বিদেহ আৰু কোশল ৰাজ্যৰ মাজত এই বিয়াৰ বান্ধোন অজৰ অমৰ হৈ উঠিল। সেই কালৰ দুখন শিক্ষা - দীক্ষাত উন্নত দেশ মিত্ৰতা সূত্ৰত বান্ধ খালে। ৰামায়ণৰ আৰম্ভ হ'ল :

**আকৌ অযোধ্যাত**

পুতেক আৰু বোৱাৰীয়েক সকলক লগত লৈ মহাৰজ মনেৰে দশৰথ আযোধ্যালৈ উলটিল। অযোধ্যা নগৰতো মহা পয়োভৰ। বাটে-পথে ৰঙ্গা-পতাকা, আমপাতৰ মালা, উৰুলি, শঙ্খধ্বনি আদিৰে নগৰ উৰুলিকৃত। ফুল ছটিয়াওঁতে ছটিয়াওঁতে আলিবাট ফুলৰে ঢাক খালে। কৌশল্যা, কৈকেয়ী আৰু সুমিত্ৰাই পুতেক-বোৱাৰীয়েকহঁতক আদৰি নিবলৈ উলাহৰ মাজলি হৈ সিংহ দুৱাৰত ৰৈ আছে। অনেক আদৰ - সাদৰ কৰি কৌশল্যাই ৰাম-সীতাক, কেকেয়ীয়ে ভৰত-মাণ্ডৱীক আৰু সুমিত্ৰাই লক্ষ্মণ-উৰ্মিলা আৰু শত্ৰুঘ্ন-শ্ৰুতকীৰ্তিক কাপোৰৰ আগত ধৰি অন্তঃপুৰলৈ গৈ গ'ল। এনেয়ে গহীন ৰজাৰ কাৰেং, তাতে ৰাজ-কুঁৱৰী সকল আহি সোমালত আৰু গহীন হৈ পৰিল। কাৰেঙৰ লিগিৰা-লিগিৰী হঁতৰ আনন্দৰ সীমা নাই। ৰূপৰ সোণৰ অলঙ্কাৰ উপহাৰ পাই সিঁহতে নাচিবলৈ ধৰিলে। লাহে লাহে দিন গৈ মাহ পৰিল। দিনক দিনে সীতাৰ ৰূপ-গুণৰ কথা ওলাবলৈ ধৰিলে।

কাৰেঙৰ ভিতৰত সীতা সকলোৰে আদৰৰ হৈ উঠিল। ৰামেও সীতাক এপাহি ফুলৰ দৰে মৰম কৰিবলৈ ধৰিলে। ৰাম-সীতাৰ মিল দেখি দশৰথৰ মনত অপাৰ আনন্দ হ'ল।

**ৰাম ৰনবাস**

**দশৰথৰ অভিপ্ৰায়**

এইদৰে সুখে সন্তোষে কিছুকাল গৈছে। ইফালে ৰজা দশৰথ দিনক দিনে নিশকতীয়া হৈ আহিছে। দশৰথৰ চকু সদাই ৰামৰ ওপৰত। ৰামৰ কোমল মাত, ধীৰ স্বভাৱ, কাম - কাজত শৃংখলা দেখি দশৰথৰ মনত অপাৰ আনন্দ। আটাইকেউটা পুতেকক সমানে ভাল পাই যদিও যেন ৰামলৈ দশৰথৰ হেঁপাহ বৰ বেছি। অযোধ্যাৰ প্ৰজা সকলৰ মুখে মুখে ৰামৰ কথা। ক'ৰবাত দুখীয়া - নিচলা মানুহ দেখা পালে ৰামে নিজে গৈ সহায় কৰি আহেগৈ। কাৰোবাক বিপদত পৰা দেখিলে লৰি গৈ ওচৰ পায়গৈ। ব্ৰাহ্মণ পণ্ডিত সকলৰ মাজতো ৰামৰ আদৰ বাঢ়িবলৈ ধৰিলে। বেদজ্ঞ বশিষ্ঠৰ শিক্ষা পাই ৰাম বেদত পাকৈত হৈ পৰিল। ৰাজ-নীতি শিকিবলৈও ৰামৰ বাকী নাই। পুতেকৰ এনে দেৱ-তুল্য ৰূপ আৰু গুণ দেখি বুঢ়া ৰজাই মনে মনে ভাৱে, " ৰামৰ হাতত ৰাজ্যভাৰ গটাই দি মই এতিয়া ধৰ্ম-চৰ্চাত মন দিয়াহে উচিত।" এদিন দুদিনকৈ কথা গুণি - গাঁথি দশৰথে মনে মনে ৰামক যুৱৰাজ পাতিবলৈ থিৰ কৰিলে। এদিন কোশল ৰাজ্যৰ আটাইবিলাক বৰমূৰীয়া বিষয়া মাতি আনি এখন মেল পাতিলে। সকলো বিষয়া আৰু সৰু সৰু ৰজা বিলাকলৈ চাই গম্ভীৰ মাতেৰে দশৰথে ক'লে - "আপোনালোক সকলোৱে জানে ৰঘুবংশই এই কোশল ৰাজ্য শাসন কৰি আহিছে। আজিলৈকে এই বংশৰ ৰজা আৰু প্ৰজাৰ মাজত মিলা-প্ৰীতিৰ ভাব সেই একেদৰেই আছে। মই মোৰ পূজনীয় পিতাৰ সিংহাসনত বহি গোটেই জীৱন ধৰি মোৰ পিতাৰ আদৰ্শেৰে প্ৰজাক শাসন কৰিলোঁ। এই ৰাজ-সিংহাসনৰ এই বগা ৰাজ-ছত্ৰৰ তলত বহি মই অহোপুৰুষাৰ্থ কৰিছিলোঁ মোৰ প্ৰজাসকলৰ মঙ্গল সাধিবলৈ। কিন্তু আপোনালোকে দেখিছে মোৰ জীৱনৰ গধূলি ওচৰ চাপি আহিছে। এতিয়া মোৰ ইচ্ছা মই জীয়াই থাকোঁতেই মোৰ ঋষি-তুল্য পুত্ৰ ৰামচন্দ্ৰৰ হাতত ৰাজ্যভাৰ দি মই জিৰণি লওঁ। সভাসদ সকল, বিষয়াসকল আৰু ৰাজ-কোঁৱৰ সকল, আপোনালোকে কওক — এই বিষয়ে আপোনালোকৰ কেনে মত?" দশৰথে এই কথা শেষ কৰোঁতেই গোটেই সভাঘৰত জয়-ধ্বনি উঠিল। আনন্দৰ কোলাহলত খলক লাগিল। ৰাম ৰজা হ'ব লাগে বুলি প্ৰস্তাৱ কৰোঁতেই ইমান আনন্দ হোৱা দেখি দশৰথৰ বুজিবলৈ বাকী নাথাকিল যে তেওঁৰ জ্যেষ্ঠ পুত্ৰ সকলোৰে আদৰৰ ধন। তথাপি সভাসদ সকলক আকৌ সুধিলে "কওক, আপোনালোকৰ কেনে ইচ্ছা মোক জানিবলৈ দিয়ক।" তেতিয়া প্ৰধান বিষয়া সকল আৰু পণ্ডিত সকলে ক'লে - "আমি ক'বলৈ গ'লে ৰামচন্দ্ৰক যুৱৰাজ পাতি ৰাজ্যভাৰ দিয়াই উচিত।" সকলোৱে হয় হয় বুলি চিঞৰিবলৈ ধৰিলে। সভাসদ সকলোৱে একমত হোৱা দেখি দশৰথে ৰামক যুৱৰাজ পদত অভিষেক কৰিবৰ থিৰ কৰিলে। ৰজাৰ আজ্ঞা পাইয়েই নগৰত ধুমধাম লাগিল। প্ৰজাৰ আনন্দ ৰাম যুৱৰাজ হ'ব!

**ৰাম বনবাস**

**অভিষেকৰ আয়োজন**

কাইলৈ ৰামক যুৱৰাজ পাতিব। অযোধ্যা নগৰত আজিৰ পৰাই ধুমধাম। দলে দলে গায়ক সকলে বাটে বাটে ৰঘুবংশৰ জয়-গান গাইছে। শঙ্খ ঘণ্টা আদি প্ৰহৰে প্ৰহৰে বাজিব লাগিছে। ৰাম আৰু সীতাই ব্ৰত পালন কৰি অতি শুদ্ধ মনেৰে ঈশ্বৰ আৰাধনা কৰি সেই শুভ খেণলৈ বাট চাই আছে। অন্তঃপুৰত কৌশল্যা, কৈকেয়ী আৰু সুমিত্ৰাই ৰং মনেৰে অতিথিক সোধা-পোচা কৰিছে। সন্ধ্যা ৰাজমাও সকল আৰু আন আন আয়তীসকলে নাম গুণ গাই মহা পয়োভৰেৰে দোলাত উঠি যমুনাৰ পৰা পানী তুলি আনিলেগৈ। যমুনাত পানী তুলিবলৈ যাওঁতে অকস্মাৎ কৈকেয়ীৰ কাষত থকা সোণৰ কলহটো বাগৰি পৰিল। ঘটটং ঘটটং কৰি কলহটো পকা খটখটীৰ ওপৰেদি বাগৰি গৈ নৈত পৰিলগৈ। হুলস্থুলৰ মাজত তালৈ কোঁৰে কাণকে নকৰিলে। মহাসমাৰোহেৰে পানী তুলি আনি সকলোৱে ৰাম-সীতাক নোৱাই - ধুৱাই গোঁসাই ঘৰত বহুৱাই দিলেগৈ। কোনো পবিত্ৰ বেদৰ কাৰ্য কৰিলে আগদিনা গধূলিও অধিবাস বুলি এটি কাৰ্য কৰিব লাগে। পুৰোহিত বশিষ্ঠদেৱে অধিবাস কৰাই ৰামক আহৰি কৰি দিলে। মঙ্গল কাৰ্য সমাধা কৰাই সকলো দিহাদিহি গ'ল। ৰাম-সীতাই কুশৰ আসনত বহি ফল-মূল আহাৰ কৰি অনেক ধৰ্ম-আলোচনা কৰি সময় কটাবলৈ ধৰিলে। ৰামৰ কাষত বহি সীতাদেৱীয়ে তেওঁৰ স্বামীকে সাক্ষাৎ ঈশ্বৰ বুলি ৰামৰ মুখৰ কথা-বাৰ্তা বিলাক একান্ত মনেৰে শুনিবলৈ ধৰিলে। সামান্য মানুহৰ হোৱাহেঁতেন সেই দিনা গপত ওফন্দি থাকিলেহেঁতেন। কিন্তু সীতাদেৱীয়ে অন্তৰত ইয়াকে মাথোন ভাবি আছিল যেন ৰামচন্দ্ৰ ৰজা হ'লে সকলোৰে প্ৰিয়-পাত্ৰ হয় আৰু যেন তেওঁ ৰজা ৰামচন্দ্ৰক সকলো সময়তে সন্তোষ দিব পাৰে।

লাহে লাহে ৰাতি পুৱাবৰ সময় হ'ল। ফেঁহুজালি দিয়াৰ লগে লগে বেদৰ মন্ত্ৰ, ৰঘু-কুলৰ জয়-কীৰ্তি, শঙ্খ-ধ্বনিৰ মধুৰ আহ্বান জনজনাই উঠিল। ৰাতিপুৱাৰ ধীৰ আকাশত এই মঙ্গল জনক শব্দৰে প্ৰতিধ্বনি উঠি আযোধ্যানগৰলৈ সুমঙ্গল নিমন্ত্ৰণ কৰিলে। পোহৰ হৈ অহাৰ লগে লগে বাটে-পথে মানুহ পিয়া-পি দিলে। সকলোৱে মুখে মুখে ক'বলৈ ধৰিলে — "আজি ৰাম যুৱৰাজ হ'ব। আজি ৰাম যুৱৰাজ হ'ব।" মানুহৰ ঘৰেঘৰে মন্দিৰৰ কলচীত, দোকান-

ৰজাৰৰ দুৱাৰ মুখত ৰং-বিৰঙৰ পতাকা, ফুলৰ মালা আদি জিলিকি পৰিল। ৰাজ-দৰবাৰৰ সজাই থোৱা ঘৰত ভাগে ভাগে নাচ-গান, বেহেলা-বীণা, দো-তাঁৰ আদি লৈ নট-নটী বিলাকে ৰং-তামাছা কৰিছে। চং-দাৰিয়ে চং দিছে। বৈতালিকে ওখ ধৰণৰ গীত গাইছে। অভিষেক চাবলৈ যোৱা আন আন ৰজা সকলে কোৱা-কুই কৰিছে — "দশৰথ বৰ ভাগ্যবান, ৰঘুকুলৰ গৌৰৱ ৰামচন্দ্ৰ ৰজা হ'বৰ উপযুক্ত লোক"। লাহে লাহে মানুহৰ সমাগমত বিৰদি সন্ধি পাবলৈ নাইকিয়া হৈ আহিছে। ৰামৰ অভিষেক চাবলৈ হিল- দ'ল ভাঙ্গি প্ৰজা আহিব লাগিছে। সকলো বাট চাই বৈ আছে কেতিয়া ৰাম আহিব - কেতিয়া অভিষেক হ'ব।

### অমৃতত বিহ

ওপৰত থকা নিজৰ শোৱা-কোঠাৰ পৰা কৈকেয়ীয়ে বৰ আনন্দ মনেৰে দূৰত মানুহৰ সমাগম চাইছে। এনেতে মুখ-চুখ বিকটাই, চকুঘোপা কৰি কুজাকুজকৈ লাখুটীত ভৰ দি কৈকেয়ীৰ লিগিৰী মন্থৰা সেইখিনি ওলালহি। কৈকেয়ীৰ ওচৰ পায়েই বৰ ঘিণ লগা মাতেৰে হাতত সোণৰ চকলি এধাৰ লৈ মন্থৰাই ক'লে " মা-দৈ। এই সোণৰ চকলি ধাৰ ওলোটাই লওক। আপোনাৰ হাতৰ পৰা উপহাৰ লোৱা দিন আজি নহয়। এনেকুৱা এটা বেজাৰৰ দিনতো আপোনাৰ মুখত আনন্দৰ চিন দেখি মই হ'লে বিস্ময় হৈছোঁ। আপোনাৰ ল'ৰালি ভাব দেখি মোৰ হাঁহি উঠিছে মাদৈ! কিন্তু সিটো কথা মনত পৰি মোৰ গাৰ কঁপনি উঠিছে।" মন্থৰাৰ মুখত এনে আচৰিত কথা শুনি কৈকেয়ী অবাক হ'ল। "তই কি কৈছ মন্থৰা? কি হৈছে?" বুলি মাতদিলতে তাইৰ চকুৰে মুখে হিংসাৰ কুটিলতা ফুটি উঠিল। তাই ক'লে - "হ'বলৈ আৰু কি আছে মাদৈ? আপোনাৰ কপালত থকা দুখৰ দিন ওচৰ চাপিছে। কৌশল্যাৰ পুতেক ৰাম ৰজা হওক তেতিয়া চাব মাদৈ আপোনাৰ আৰু আপোনাৰ পুতেক ভৰতৰ কি দশা হয়? ৰামৰ লগত লক্ষ্মণ সদাই লাগিয়েই থাকে। কওকচোন বাৰু মাদৈ, আপোনাৰ ভৰত নো কোন গুণে ৰামতকৈ হীন আপুনি দেখিছেনে। ৰাম যতকুটৰ ঘাই। আজি বেলি ভাটি দিলে ৰামক ৰজা পাতিব আৰু লগে লগে আপোনাৰ সুখৰ বেলিও ভাটি দিব।" মন্থৰাৰ এই শোকৰ বাতৰি শুনি কৈকেয়ীয়ে মাকৰ চেনেহ ভৰা মাতেৰে ক'লে — 'তোক এইবোৰ কথা কোনে কৈছে? মন্থৰা, ৰাম বয়সতো ডাঙৰ আৰু বিদ্যা-বুদ্ধিতো আটাইকেউফালৰ পৰা জ্ঞানী। মোৰ ভৰত যেনে ৰামো মোৰ মানত তেনে। এনেকুৱা আঁহফলা কথা মোক নকবি, ছিঃ, লাজ আৰু ঘিণত নাক-মুখ কোঁচাই সাপে ফোঁচ ফোচোৱাদি মন্থৰাই কবলৈ ধৰিলে—"আঁহফলা নহয়। ইমানতে চকু মেলক মাদৈ-। ন'হলে আপোনাৰ তেনেই গ'ল. ৰজাৰ পুতেক ৰজা হয়। ৰামৰ পাছত ৰামৰ পুতেক ৰজা হ'ব। আপোনাৰ ফালটো সদায় সেইদৰে যাব। লোকৰ আগত ক'বলৈ যোলে-'ৰজাৰ ভায়েক'। শুনিছে মাদৈ, তেনেকুৱা চিনাকি থকাতকৈ নথকাই ভাল। আপুনি তুলি তালি ভৰতক ডাঙৰ দীঘল কৰিছিল কেলেই? ভোজ খুৱাবলৈ? সতিনীৰ ল'ৰা ৰজা হক — আপোনাৰ ল'ৰাক কি কৰে মুঠেই চাব। আপুনি সইসোদৰ মাকজনী হৈও যেতিয়া এই কথা বুজিব নোৱাৰিলে পৰতে গম পাব। যোৱাল নল মৰে গজালি উঠে। বুঢ়া ৰজা অসমৰ্থ হৈছে ভৰতক ৰাজ্যভাৰ দিয়ক। মোৰ সোণ ৰুপ নো কোন গুণে গৰুলায়েক? পলম নকৰিব। মাদৈ, লৰালৰি কৰক। আৰু গৰহি কৰিলে আটাইবোৰ তল যাব। আপুনি এতিয়াই ৰজাক মতাই আনি এই কথা কৈ দিয়ক। এই সংবাদ পালে আপোনাৰ পিতাক, ককাই-ভাই আদিয়েও অপাৰ আনন্দ পাব। তদুপৰি আৰু ভাবি শুণি কি কৰিছে? ৰামৰ হাতত পেলাই দি ভৰতৰ জীয়া তেজ টোপা নাইকিয়া কৰিব খুজিছে? আপুনিহে গোটেই ধন সম্পদ দেখে যিফালে আপোনাৰ ৰূপ দেখি ৰজাই আপোনাক বেছি ভাল পোৱা গম পাই বৰ-কুঁৱৰীনো কি নকৰিছিল মইহে জানো? একৰাম কালি আমুৰ্কী নথকা হ'লে আপোনাৰ কি দুৰ্গতি হ'লহেঁতেন নেদেখা জনাই জানে? মই এটাইবোৰ কথা পেটতে সাঁচি থৈছিলোঁ, পিছে আজি যেতিয়া দেখিলোঁ মোৰ সোণৰ পুতলী ভৰতৰ মূৰ খাব খুজিছে মই আৰু বৈ থাকিব নোৱাৰিলোঁ। মাদৈ লৰালধি কৰক। আৰু পলম নকৰিব, এই বুলি কৈ মন্থৰাই হোৰা হোৰে চকুৰ পানী উলিয়াই কান্দিবলৈ ধৰিলে। মাইকী মানুহৰ মন ঘূৰাবলৈ কেতপৰ লাগিছে? এই বাৰ চকুৰ পানীয়ে কৈকেয়ীৰ কোমল মনত বিহ ঢালি দিলে। নিজৰ পুতেকৰ উন্নতি হ'লে কোন মাকে বেয়া পায়? কৈকেয়ীৰ মনত প্ৰতিহিংসাৰ জুই দপদপাই উঠিল। ৰাম ৰজা হ'লে তেওঁৰ আৰু ভৰতৰ দুৰ্গতি কৰিব বুলি ঠিৰাং কৰি লৈ কৌশল্যাৰ প্ৰতি খঙত জ্বলি উঠিল। ইয়াৰ প্ৰতিকাৰ কৰিবলৈ কৈকেয়ী প্ৰস্তুত হ'ল। পিশাচিনীয়ে এই খিনিতে হেলু পাই কৈকেয়ীক কাটি আৰু অনেক কথা পিন্ধাই উটজাই দিলে।

### কৈকেয়ীৰ বৰ প্ৰাৰ্থনা

ৰাজমাও সকলৰ ভিতৰত কৈকেয়ী দেখিবলৈ আটাইতকৈ ৰূপৱতী আছিল সেয়েহে দশৰথে তেওঁক অলপ বেছি মৰম কৰিছিল। অলপ পাছতে ৰামক ৰজা পতা হ'ব বুলি প্ৰিয়ভাৰ্য্যাক এই সুখৰ বাতৰি দিবলৈ বুঢ়া ৰজা বৰ হেঁপাহেৰে কৈকেয়ীৰ ঘৰলৈ আহিল। সেই সময়ত ৰজাৰ শকাথেকেৰা মুখত কেনেকুৱা ল'ৰাদৰে সৰল হাঁহি এটি বিৰিঙি উঠিছিল। ইমান হেঁপাহেৰে লৰিগৈও নিজৰ সুৰম্য কোঠাত কৈকেয়ীক দেখা নাপায় ৰজা বিচুৰ্তি হ'ল। বৰ আনন্দ পালে, ভাল বস্তু দেখিলে বা সুখৰ বাতৰি পালে আপোন জনক ক'বলৈ নাপালে মানুহৰ মন খু-দুৱাই থাকে। দশৰথেও কৈকেয়ীক তাত দেখা নাপাই ইফালে - সিফালে চাই

কৈকেয়ীৰ লিগিৰী মন্থৰাক সুধিলে। তেতিয়া মন্থৰাই ক'লে— "মহাৰাজ, মাদৈয়ে কান্দি কাতি খণ্ডত বাউল হৈ ৰোহ-ঘৰত সোমাই আছে।" পাছে ৰজা বিচুৰ্তি। তেওঁৰ মৰমৰ ভাৰ্য্যাই এনেকুৱা শুভ দিনত কান্দি কাতি বাউল হোৱা শুনি উধাতু খাই বুঢ়া ৰজা ৰোহ-ঘৰ পালেগৈ। দেখেগৈ শুদা মাটিৰ ওপৰত আউলী বাউলী হৈ ৰাজ-ৰাণী কৈকেয়ী কঁপি- জঁপি খণ্ডত অস্থিৰ হৈ পৰি আছে। এনেয়ে বুঢ়া বয়সত বিয়া কৰোৱা যুৱতী ভাৰ্য্যা তাতে তেওঁ ৰূপৱতী। ৰজাৰ আদৰৰ ৰাণী এই দৰে পৰি থকা দেখি দশৰথে বৰ বেজাৰ পালে। বৰ আলফুলকৈ ৰাণীৰ গাত হাত দি কোমল মাতেৰে ৰজাই সুধিলে "কি হৈছে কৈকেয়ী? কোঁৱা, তোমাক কোনোবাই কিবা ক'লেনেকি? নহ'লে তোমাৰ কিবা অসুখ হৈছে যদি কোৱাঁ মই এতিয়াই ৰাজ-বৈদ্য মতাই আনো? কোৱাঁ, নেমাতা কেলেই? কোঁৱা, যদি কোনোবা মানুহৰ কটু কথাত আঘাত পাইছাঁ - মই সিহঁতক কঠোৰ শাস্তি দিম। কোঁৱা, মই এই বিশাল ভাৰতৰ সম্রাট, তুমি মোৰ ভাৰ্য্যা - আজিৰ নিচিনা পবিত্ৰ দিনত তোমাৰ কোনো কথা অপূৰ্ণ হৈ থাকিব নোৱাৰে। অঙ্গ, বঙ্গ, মগধ, সোৰাষ্ট্ৰ, সিন্ধু, কাশী, আদি সকলো দেশৰ ৰজা অধীনত। মই তোমাৰ স্বামী — তোমাৰ কিহৰ দুঃখ, ইমান কাকুতি-মিনতি কৰিও ৰজাই কৈকেয়ীৰ মুখৰ মাত এষাৰকে নেপালে। কৈকেয়ীয়ে আনকি মুখ ঘূৰাই ৰজাৰ ফালে এবাৰ উলটিও নাচালে। এইবোৰ দেখি ৰজাই বেছ কৈ বুজিলে ঘটনা বিষম। আকৌ ৰাণীক কুহলিয়াই মাতি দি দশৰথে ক'লে — "কোৱাঁ, মই শপত খাই কৈছোঁ — ৰঘুবংশই মিছা কথা নকয়, তোমাৰ হৈ যিহকে কৰিব লাগে মই এতিয়াই কৰি দিম।" এইবুলি কৈ কৈকেয়ীৰ মুখ খন দুইহাতেৰে দাঙি ধৰিলে। মন্থৰাৰ পৰামৰ্শ মতে কাম কৰি জিকিব পৰা যেন দেখি কৈকেয়ীয়ে এইবাৰ মুখ দাঙিলে।

হায়? ফেঁটী সাপে ফেঁট তোলা দি পিশাচিনী মন্থৰাৰ কুপৰামৰ্শত চেনেহৰ স্বামীৰ বুকত কামোৰ দিবলৈ কৈকেয়ী প্ৰস্তুত হ'ল। লাহে লাহে কৈকেয়ীয়ে আৰম্ভ কৰিলে - "মহাৰাজ, আপোনাৰ মনত পৰেনে যুদ্ধত আহত হৈ এবাৰ আপুনি শয্যাগত হৈ পৰিছিলহি আৰু কৈকেয়ীয়ে ভোক - পিয়াহ, দিন-ৰাতি পাহৰি আপোনাৰ শয্যাৰ কাষত বহি আপোনাৰ শুশ্ৰুষা কৰিছিল।" এইকথা শুনা মাত্ৰকে দশৰথৰ মনত সেই দৃশ্য ফট্‌ফটীয়া হৈ জিলিকি উঠিল। তেতিয়া দশৰথে ক'লে - "কৈকেয়ী, তোমাৰ সেই স্বামী-ভক্তিৰ কথা পাহৰিব পাৰি জানো? তুমি অলপো ঘিণ-মান নকৰি মোৰ পকা ঘা বোৰৰ চকুত মুখ দি যি দৰে বিষাক্ত পুজ শুহি নি মোৰ প্ৰাণ ৰক্ষা কৰিলাঁ সেই কথানো মই পাহৰিব পাৰোনে?" এই বাৰো কৈকেয়ীয়ে দেখিলে মন্থৰাই কোৱা মতেই দশৰথে কাম কৰিছে। তেতিয়া আকৌ ক'লে - "মনত পৰেনে আৰোগ্য লাভ কৰি আপুনি মোৰ প্ৰতি তুষ্ট হৈ সত্যে সত্যে তিনি সইত খাই মোক দুটা বৰ দিব খুজিছিল?" দশৰথে ক'লে - "এতিয়াও কৈছোঁ তোমাৰ যিহকে মন যায় কোৱাঁ। সেই দুটাৰ উপৰিও আৰু এটা খোজাঁ। তোমাক নিদিম, এনে বস্তু মোৰ একো নাই।"

কৈকেয়ীয়ে ক'লে - "যদি নিদিয়ে তেন্তে নিশ্চয় জানিব আজি মই প্ৰাণ-ত্যাগ কৰিম। তেন্তে শুনক মহাৰাজ," বুলি হঠাৎ কৈকেয়ী বৰ খুজিলে কিন্তু তৎক্ষণাৎ আকৌ ক'বলৈ ধৰিলে "প্ৰথমটো বৰ দিয়ক এই যে, ৰামক নেপাতি মোৰ ভৰতক যুবৰাজ পাতিব। দ্বিতীয়টো দিয়ক ৰামে চৌধ্য বছৰ দণ্ডকাৰণ্যত বাস কৰি আহিব লাগিব। এই দুটা বৰকে মোক লাগে। এতিয়া আপোনাৰ সত্য ৰক্ষা কৰক।"

**দশৰথৰ খেদ**

কৈকেয়ীৰ কথা শুনি বুঢ়া দশৰথ স্বৰগ পৰা মানুহৰ দৰে সেই পিনেই থৰ হ'ল আৰু ভয়ত ৰজাৰ মুখ-চুখ ক'লা পৰি গ'ল। কৈকেয়ীয়ে বৰকৈ ফোঁচ ফোঁচাই ভাগৰ লাগিলে ফেঁটী সাপে ফেঁট তুলি জবকা মাৰি থকাদি তেতিয়াও শুদা মাটিত পৰি কৈকেয়ীয়ে হুমুনিয়া ছাৰি আছিল। বাঘিনীৰ মুখৰ নিমাখিত হৰিণাই ভয়ত কাতৰ হৈ চোৱাৰ দৰে বুঢ়া ৰজাই চকু ঢুলঢুলীয়া কৰি ৰাণীৰ ফালে চাই ক'লে - "এইবোৰ মই ভয় লগা সমাজিক দেখিলোনে, নাই, মোৰ বুঢ়া বয়সত মতিভ্ৰম ঘটিল? কৈকেয়ী? ৰজাই আৰু কথা ক'ব নোৱাৰা যেন হ'ল কিন্তু তৎক্ষণাৎ গা-মূৰ জোকাৰি বুঢ়াই সিংহই গৰ্জন কৰা দি চকু ৰঙ্গা কৰি কৈকেয়ীৰ ফালে চাই ক'বলৈ ধৰিলে - "বিশ্বাসঘাতিনী, কুলৰ কলঙ্ক, দেৱ-তুল্য ৰামে তোৰ কি অনিষ্ট কৰিছিল যে তই আজি তাৰ সৰ্বনাশ কৰিব খুজিছ? বিশ্বাসঘাতিনী, ৰামে তোক নিজৰ মাকৰ দৰে ভক্তি কৰাৰ এইয়া প্ৰতিফল দিছনেকি? কিয় অনাকাৰণত মোৰ প্ৰাণত আঘাত দিবলৈ আহিছ? এয়ে তোৰ পতি-ভক্তি নেকি? কেকেয়ী, ইমান আদৰ যত্ন কৰি মই তোক মোৰ হিয়াত অতি ওখ আসন দি বহুৱাই থৈছিলোঁ, কিন্তু তই মোক কামুৰিবলৈ মনে মনে এই বিহ দাঁত লুকুৱাই থৈছিলি? তোক আনি অযোধ্যাৰ ৰাজ-কাৰেঙত ঠাই দিয়াৰ বাবে আজি তই অযোধ্যা-বাসীৰ নয়নৰ মণি ৰামক বনবাস দিয়াব খুজিছ? কিন্তু শুন পিশাচী, মোৰ সতীৰাণী কৌশল্যা আৰু সুমিত্ৰাক যি মন যায় কৰ, মোৰ সাম্রাজ্য কাঢ়ি নে। মোৰ হিয়া কাঢ়ি ফালি জীৱটো উলিয়াই নে, মই মুখেৰেই নেমাতোঁ — কিন্তু মোৰ আদৰৰ ধন জীৱন-সৰ্বস্ব ৰামক মোৰ বুকৰ পৰা ফালি নিবলৈ যত্ন নকৰিবি। যেতিয়ালৈকে মোৰ দেহত প্ৰাণ-বায়ু থাকে, যেতিয়ালৈকে মই এই জন্মৰ কাৰণে চকু নুমুদো, তেতিয়ালৈকে ৰাম মোৰ হাতত সোণৰ চৰু। সূৰ্য নোহোৱাকৈ পৃথিৱী থাকিব পাৰে, বৰষুণ নোহোৱাকৈ গছ গজিব পাৰে, কিন্তু ৰাম নোহোৱাকৈ এই বুঢ়া এক

দণ্ডও থাকিব নোৱাৰে। শুন কৈকেয়ী, তোৰ এই বৃদ্ধ-স্বামীৰ দেহা অলৰ হ'ল আৰু দুদিন থাকি চিৰকালৰ কাৰণে চকু মুদিব লাগিব। মই তোমাক মিনতি কৰি মাতিছোঁ - জীৱনৰ এই সন্ধিয়া পৰত এই বুঢ়াক মাইকী মানুহৰ হিয়াত থকা পবিত্ৰ বস্তু চেনেহ দান কৰাঁ। তিৰোতাই স্বামীক দিয়া স্নেহ আজি মোক দিয়া। আন বৰ খোঁজা, সাগৰৰ পাৰলৈকে জুৰি থকা মোৰ এই বিশাল সম্ৰাজ্য, ধন-ৰত্ন, মাণিক-মুকুতা, ৰাজ-কাৰেং, গাওঁ-নগৰ যিহকে লাগে খোজাঁ — কিন্তু এই বৰ খুজি মোক অসত্যবাদী নোবোলাবাঁ। ঈশ্বৰৰ ওচৰত মিছা কথা নোকোৱাবাঁ।" দশৰথৰ ইমানবোৰ কথাতো কৈকেয়ীৰ মন নটলিল। মিছামিছি মন্থৰাই সৰলা কৈকেয়ীৰ কাণত এনেদৰে বিষ ঢালি গ'ল যে, ৰাণীয়ে এই আটাইবোৰ কথা তেওঁক ভুলাবলৈ কোৱা চাতু-কথা যেন বুলি ভাবিলে। ৰজালৈ অলপো দয়া নোহোৱাকৈ কৈকেয়ীয়ে ক'লে - "খিলঞ্জীয়া ৰঘুকুলৰ ৰজা হৈ, আপুনি যদি নিজৰ কথা নেৰাখে, সত্য ৰক্ষা নকৰি যদি উপৰি পুৰুষৰ খ্যাতি নষ্ট কৰিব খুজিছে, তেন্তে কৰক। মোৰ নো কি বিশেষ হানি হ'ব? বাটৰ মানুহেও এযাৰ কৈ যাবলৈ হ'ব বোলে, কৈকেয়ী বৰ দুৰ্ভগীয়া আছিল, তাই ইমান কষ্ট কৰি, নিজৰ জীৱনলৈ পিঠি দি ৰজাৰ জীৱন ৰক্ষা কৰিলে কিন্তু ৰজাই তাইৰ সামান্য কথা দুটাও নেৰাখিলে।" ৰজাই বিৰক্তিৰে মাত দিলে - "দেখিবলৈ ইমান ল-ণী, মুখৰ গঠন দেখিবলৈ ইমান সুন্দৰ, নীল আকাশত উৰি যোৱা বগা-মেঘ চপৰাৰ দৰে নিখুট, এই অপৰূপ ৰূপৰ আঁৰত এইখিনি বিহ ক'ত লুকাই থৈছিলি পিশাচী? কাৰেঙলৈ আহিবৰ দিন ধৰি ইমান আদৰ যত্ন পোৱা তোৰ সৰল প্ৰাণে কোন সতে আজি এনে নিদাৰুণ কথা ক'লে? কপটীয়া তিৰোতাৰ দৰে মোক ভক্তি দেখুৱাই এতেদিনে ইয়াকে কৰিবলৈ বাট চাই আছিলি? তই ৰামক ৰজা ভাণ্ডি তোৰ পুতেৰ ভৰতক পাতিব খুজিছ কিন্তু ভৰতে ৰাজ্যৰ লোভ নকৰে। সি দাক্ষিণাত্যগৈ যুদ্ধ কৰিছেগৈ ৰঘু-বংশৰ কীৰ্তি ৰাখিবলৈহে। সি ইয়াত থকাহেঁতেন আজি তই নিজৰ পুতেৰকো হেৰুৱালি হেঁতেন? - কৈকেয়ী, ৰামৰ অভিষেক কৰিবলৈ অহা এই লাখ লাখ ৰজা-প্ৰজাই আজি মোক কি বুলিব? সিঁহতে নকবনে, দুৰ্বল আৰু তিৰোতা-সেৰুৱা দশৰথে বুঢ়া বয়সত বংশত কলঙ্ক সানি গ'ল। নিজৰ পুতেকক বনবাস দিলে। কৈকেয়ী, বায়েকে ভায়েকক মৰম কৰাদি কৌশল্যাই দুখত মোক শান্তি দিয়ে, বীৰ পত্নীৰ দৰে কাম-কাজত মোক সহায় কৰে, চেনেহী মাকৰ দৰে বৰ হেঁপাহেৰে মোক আদৰ-যতন কৰে আৰু হাক বচন শুনা মৰমৰ জীয়েকৰ দৰে সদাই তলমূৰ কৰি মোৰ আদেশ পালন কৰে। যেতিয়া মোৰ সেই কৌশল্যাই সুধিব তেতিয়া মই কি বুলি উত্তৰ দিম? কেনেকৈ মই কৌশল্যাৰ কোমল বুকত আঘাত দিম? কেনেকৈ মই জীয়াই থাকিম?" ইমানতো কৈকেয়ীৰ গা নলৰিল। মন নুঘুৰিল। আকৌ আগৰ দৰে চেঁচা মাত এষাৰ দিলে, — "যদি অঙ্গীকাৰ কৰি ইমান বেজাৰ কৰিব লগীয়া হয় সত্য-কথা কোৱা বাবে জগত জাননী ৰঘু-কুলৰ যদি কলঙ্ক আনিব খুজিছে - তেন্তে আপোনাৰ অঙ্গীকাৰ ভঙ্গ কৰক, কিন্তু এইয়া ধুৰুপ জানিব, এই দুটা বৰ নিদিলে মই প্ৰাণ-ত্যাগ কৰিম।" কাকুতি কৰি বৰ আগ্ৰহেৰে দশৰথে কৈকেয়ীৰ মুখৰ ফালে চাই আছিল— এইবাৰ কৈকেয়ীৰ মন ঘূৰিব! কিন্তু এই নিদাৰুণ বাক্য শুনি সেই আশা তেলেই উটি গ'ল। দশৰথৰ চকুৰ আগত আউসীৰ এন্ধাৰ বিয়পি পৰিল। মূৰত টোকোন শোধোৱা বাঘৰ দৰে উন্মত্ত হৈ আপোনাৰ ভাগ্যক ধিয়াই দশৰথে চকুৰ পানী টুকিবলৈ ধৰিলে। কৈকেয়ীৰ বৰ প্ৰাৰ্থনাই ধীলমতি দশৰথক বলিয়াৰ নিচিনা কৰি দিলে।

### খন্তেকৰ ভোজ খাওঁতা নাই

ডাইনী মন্থৰাই ল'ৰি আহি বাহিৰত প্ৰচাৰ কৰি দিলেহি যোলে মূৰ ঘূৰাই ৰজা পৰি আছে। এই সংবাদ শুনা মাত্ৰকে সভাঘৰ এৰি ৰাম আহি দশৰথৰ ওচৰ পালেহি। দেখিলে - অসহায় অৱস্থাত কেচুৱা ল'ৰাই ভয়ত অবাক হৈ থকাদি বুঢ়া ৰজাই কি কৰিম, কি নকৰিম বুলি অস্থিৰ হৈ মাটিত পৰি আছে আৰু আন এফালে বহি কৈকেয়ীয়ে ফেঁট তুলি আছে। আথে-বেথে ৰামে গৈ দশৰথৰ ভৰিত ধৰি 'পিতা কি হৈছে' বুলি মাত দিলে। ৰামৰ মাত শুনি দশৰথৰ চুলিৰ আগেদি জীৱ গ'ল। ভেটা বান্ধি থোৱা পানীৰ ভেটা ভাঙি দিলে সোঁত বৈ যোৱাদি ৰামক দেখিয়েই বুঢ়া বাপেকৰ শোকৰ পাৰ ভাঙি গ'ল। "ৰাম" বুলি বুকু ভাঙি যোৱা মাত এটা মাতি কাতৰ দৃষ্টিৰে দশৰথে ৰামৰ মুখলৈ চাব খোজোঁতেই দুচকু উপচি বুঢ়াৰ চকুৰেদি পানী বৈ আহিল, বুঢ়াই আৰু কথা ক'ব নোৱাৰিলে। বাপেকৰ অৱস্থা দেখি ৰাম ভয়ত অস্থিৰ হ'ল। বুঢ়া দশৰথৰ একো একোটা হুমুনিয়াহত যেন হিয়া ভাগি চুৰমাৰ হৈ গ'ল? — ৰামৰ প্ৰাণ অধীৰ হ'ল। অকস্মাৎ জ্ঞানী দশৰথ বলিয়াৰ দৰে হোৱা দেখি অস্থিৰ হৈ কৈকেয়ীক সুধিলে — "আই, পিতাৰ কি হ'ল? মোৰ কিবা দোষ হৈছে নেকি? মোক দেখি পিতাই এনে কৰিছে কিয়? কিয় তেখেতে কান্দিছে? নাই, অকস্মাৎ কিবা অসুখ হ'লনেকি? কোৱাঁ আই, নহ'লে তোমালোকৰ পিতৃৰাজ্যৰ পৰা ভৰতৰ শত্ৰুঘ্নৰ কিবা অশুভ সমাচাৰ আহিছেনেকি? কোৱাঁ আই, যদি মোৰ কিবা কুকৰ্মৰ ফলত পিতাৰ এনে দশা হৈছে তেন্তে মই তাৰ প্ৰতিকাৰ কৰোঁ। কোৱাঁ বেগেতে কোৱাঁ মোৰ আই।"

ৰামৰ এই কাতৰ বচন, সন্তানৰ চেনেহ ভৰা ইমান কোমল মাতেও কৈকেয়ীক এই নিষ্ঠুৰ কাৰ্যৰ পৰা ওলোটাব নোৱাৰে। শাখিনীয়ে মাতৃ-স্নেহ, তিৰোতাৰ ধৰ্ম সকলো বিসৰ্জন দি কঠুৱা মাতেৰে ক'বলৈ ধৰিলে - "ৰজাৰ সেইবোৰ একো হোৱা নাই।

কোনো অসুখো হোৱা নাই। তোমাক নিজৰ অভিপ্ৰায় জনাবলৈ ভয় কৰিহে তেনে কৰিছে। তোমালোক কোনো জন্ম নহওঁতেই এবাৰ মই তোমাৰ পিতাৰক শয্যাগত নৰীয়াত শুশ্ৰুষা কৰি ৰক্ষা কৰিছিলোঁ। তাতে সন্তুষ্ট হৈ মোক তেখেতে দুটা বৰ দিব খুজিছিল। আজি মই সেই বৰ দুটা খুজিলত দিবলৈ অপৰাগ হৈ এনেকুৱা কৰিছে। পুত্ৰ-স্নেহৰ কাৰণে নিজৰ অঙ্গীকাৰ ভঙ্গ কৰা ধাৰ্মিকৰ কাম নহয়। তোমাৰ মন গ'লে পিতাৰক ৰক্ষা কৰিব পাৰা পিছে কথা শুনি তুমিও যদি বলিয়া হোৱাঁ তেনে মই নকওঁ।"

কৈকেয়ীৰ কথা শুনি বীৰৰ গৰ্বেৰে প্ৰফুল্ল মনেৰে ৰামে ক'লে " কোৱাঁ আই, মই কেতিয়াও পৰামুখ নহওঁ। কোৱাঁ, যদি পিতাক ৰক্ষা কৰিবলৈ বৰবিহো খাব লাগে কিম্বা এই মুহূৰ্ত্তে প্ৰাণ-ত্যাগ কৰিব লাগে তাকো কৰিম। কোৱাঁ আই, মই পিতাৰ অঙ্গীকাৰ ৰক্ষা কৰিম। মোৰ জিভাত কাহানিও মিছা কথা ওলোৱা নাই। মই পিতাক ৰক্ষা কৰিম।" কৈকেয়ীৰ মুখৰ পৰা আচল কথাটো শুনিবলৈ ৰাম ইমান ব্যগ্ৰ হৈ আছিল যে, অচেতন হৈ প'ৰা বাপেকলৈ একেবাৰে পাহৰি যোৱাৰ নিচিনা হৈছিল। হৰিণীৰ কোমল বুকলৈ ব্যাধৰ চোকা বিহ-কাঁড় মৰাদি কৈকেয়ী নিষ্ঠুৰ ভাৱে এটা এটাকৈ ক'বলৈ ধৰিলে " তেন্তে শুনা, মোৰ পুত্ৰ ভৰত যুবৰাজ হ'ব লাগে আৰু তোমাক বনবাস দিব লাগে। এতিয়া যদি তুমি ৰজাক ৰক্ষা কৰিব খুজিছাঁ তেন্তে যোৱাঁ চৌধ্য বছৰ দণ্ডকাৰণ্যত তপস্বীৰ দৰে বাস কৰি আহাঁগৈ আৰু এই বিশাল কোশল ৰাজ্যত মোৰ গুণী পুত্ৰ ভৰতে শাসন কৰক। এইখিনি তোমাৰ পিতাৰাৰ কথাহে। তেখেতে তোমাক বৰ আদৰ কৰে দেখি এই নিদাৰুণ কথা ক'বলৈ বিমুখ হৈছে। মই তেখেতৰ মনৰ ভাব তোমাক জনালোঁ এতিয়া যি কৰাঁ কৰা।"

এনেকুৱা কথা শুনি সাধাৰণ মানুহৰ খঙে বিষে জৰ্জৰিত হ'লহেতেঁন কিন্তু ৰাম অটল। অতি ধীৰ ভাৱে পিতৃ-সত্য ৰক্ষা কৰিবলৈ প্ৰস্তুত হ'ল।

ঈশ্বৰৰ ইচ্ছা কোনেও নিবাৰণ কৰিব নোৱাৰে। কেতিয়া কোন মুহূৰ্ত্তত কি হয় তাক কোঁৱে নাজানে। প্ৰজাৰ কোলাহলত হেন্দোলদোপ হৈ থকা, আপোন পাহৰি আনন্দ-উৎসৱত বুৰ গৈ থকা সভাৰ মাজত খন্তেকৰ পিছতে চকুৰ পচাৰতে সেই মহোৎসৱৰ আনন্দ উত্ৰাৱল কাঁহ পৰি জিন গ'ল। বতাহ - ধুমুহা আৰু শিল-বৰষুণ হৈ যোৱাৰ পাছত পৃথিৱীখন যেনে নিজম জমীয়া দিয়ে অযোধ্যানগৰ ঠিক তেনেকুৱা হ'ল।

বৰ হেঁপাহেৰে সজাই অনা ফুলনী এখন নিমিষৰ ভিতৰতে চূণ-ছাত হৈ গ'ল।

**বনলৈ যাত্ৰা**

বনলৈ যাবৰ কাৰণে সাজু হৈ ৰামে সীতাৰ ওচৰত বিদায় ল'বলৈ আহিল। সীতাক ক'লে - "মই পিতাৰ অঙ্গীকাৰ ৰক্ষা কৰিবৰ কাৰণে চৌধ্য বছৰ দণ্ডকাৰণ্যত বাস কৰিমগৈ। তুমি সদায় সকলোৰে ওচৰত অতি নম্ৰ ভাৱে থাকিবাঁ। ৰাজমাও সকলৰ আদৰ-যত্ন ল'বাঁ। পিতাৰ প্ৰতিপাল কৰিবাঁ আৰু ভৰতক ৰজাৰ সন্মান দেখুৱাবাঁ। তেওঁ আমাৰ ৰঘু-বংশৰ প্ৰতিনিধি কোশল ৰাজ্যৰ ৰজা।" এইদৰে নানা উপদেশ দিবলৈ ধৰিলে। ৰামৰ কথা শুনি কোমল মতি সীতাৰ চকুৰেদি পানী বৈ আহিল। তেতিয়া সীতাই বৰ কোমল মাতেৰে আৰু বুকু ডাঠ কৈ ক'লে - "প্ৰভু, স্বামীহে তিৰোতাৰ জীৱন-সৰ্বস্ব। জীৱনে মৰণে লগৰীয়া স্বামী-দেৱতাৰ সঙ্গ এৰি সতীতিৰোতা জানো অকলে থাকিব পাৰে?" সীতাৰ এই এষাৰ কথাই ৰামক এখন নেদেখা ৰাজ্যৰ পোহৰ দেখুৱালে। ৰামে আৰু বাগী দিব নোৱাৰিলে। সীতাৰ কথা শুনি বেজাৰত তলমূৰ কৰি থকা লক্ষ্মণে এইবাৰ মাত দিলে - "দাদা, চন্দ্ৰ-সূৰ্যই মুখ নেদেখা ৰাজ-কুঁৱৰী আপোনাৰ লগত বনলৈ যাব। বন জীৱন সদায় বিপদ জনক, আপোনালোকৰ সেৱা-শুশ্ৰুষা কৰিবলৈ এটি ভৃত্যৰ প্ৰয়োজন। মইও আপোনালোকৰ লগত বনলৈ যাম।" লক্ষ্মণৰ কথা শুনি ৰাম বিচুৰ্তি হ'ল। ৰামে ক'লে "ভাই, তুমি মোৰ বৰ চেনেহৰ বন্ধু। তোমাক মই বনলৈ যাবলৈ ক'ব নোৱাৰোঁ। কিয় মিছাতে মোৰ বাবে তুমি কষ্ট পাবাঁ? তাৰ উপৰি এই সময়ত ভৰত-শত্ৰুঘ্নও ৰাজধানীত নাই। তুমিও গুচি গ'লে পিতাক কোনে চাব? ৰাজমাও সকলক কোনে চাব?" লক্ষ্মণে ক'লে - "দাদা, এইখন ৰাজপুৰী। ইয়াত পালি পহৰীয়া, দাস-দাসীৰ অন্ত নাই কিন্তু আপোনালোক যলৈ যাব সেইখন বাঘ-ভালুক ভৰি থকা অটব্য-অৰণ্য। মোৰ পূজনীয় বৌ-দেওক চাবলৈ, আপোনালোকক কুটিৰ সাজি দিবলৈ মই লগত যাবই লাগিব। মোক হাক নিদিব। মই আপোনালোকৰ লগত যামেই।" লক্ষ্মণেও ৰামৰ হাক-বচন, উপদেশ-অনুৰোধ একো নুশুধিলে। তিনিও বনলৈ যাবলৈ সাজু হ'ল। এনে সময়তে এটি বৰ মৰ্ম ভেদী কৰুণ দৃশ্য দেখা হ'ল। মালতী ফুলৰ দৰে ৰূপে-গুণে অতুলনীয়া, ৰাজ-কুঁৱৰী সকলৰ ভিতৰত সকলোকে ধেমেলীয়া কথা কৈ ৰং-তামাছা কৰি থকা, সীতাৰ মৰমৰ ভনীয়েক উৰ্মিলা ওলালহি। এবাৰ সীতাৰ চকুলৈ আৰু লক্ষ্মণৰ চকুলৈ চাই আজলীৰ বুকু শোকে খুন্দা মাৰি ধৰিলে। লক্ষ্মণৰ ওচৰলৈ গৈ ক'লে -"প্ৰভু, দাসীকো লগত লৈ যাওক।" লক্ষ্মণে তেতিয়া বৰ আথে-বেথে উৰ্মিলাক বুজাই ক'লে— "উৰ্মিলা, মই দাদা আৰু বৌদেৱৰ সেৱা কৰিবলৈ ওলাইছোঁ। এই চৌধ্য বছৰ বনত থাকি মই ব্ৰহ্মচৰ্য্য পালন কৰিম। তুমি জানাই ব্ৰহ্মচৰ্য্য পালন কৰিবলৈ হ'ল স্ত্ৰী-পুৰুষ একেলগে থাকিব নাপায়।"

"মই লগত গ'লে আপোনাৰ মঙ্গল সাধন নহয় কিন্তু আপুনিহে মোৰ দেৱতা। তেন্তে যাওক প্ৰভু, আপোনাৰ অভীষ্ট পূৰ্ণ কৰি আহক গৈ। মই আপোনাৰ আদেশত ইয়াতে থাকিম।"

এই বুলি উৰ্মিলাই লক্ষ্মণক এটি সেৱা কৰিলে আৰু তাৰ পাছত সীতাক সাৱতি ধৰি কান্দিবলৈ ধৰিলে। সাৰথি সুমন্ত্ৰ আহি এনেতে 'ৰথ প্ৰস্তুত' বুলি ৰামক সংবাদ দিলে। কৌশল্যা আৰু সুমিত্ৰাই তিনিওকো চকুৰ পানী টুকি টুকি পাৰে মানে চুমা খাবলৈ ধৰিলে। বুঢ়া দশৰথে ব্যাধৰ কাড়ত ডেউকা ভঙা ৰাজহাঁহৰ দৰে মাটিত লুটি-বাগৰ দি দূৰৰ পৰা এই কৰুণ দৃশ্য চাই আছিল। চকুৰেদি বুকুৰ চেনেহ-সাগৰ বাগৰি বুঢ়াৰ কলিজা থকা-সৰকা কৰিলে।

ৰাম, সীতা আৰু লক্ষ্মণ ৰথত উঠিল। সুমন্ত্ৰই চাবুক কোবাই দিলে। পাছ ফালে এই ৰাজকাৰেং, শোকাতুৰ ৰাজমাও, ৰাজকুঁৱৰী সকলোকে এৰি ৰাম বনলৈ গুচি গ'ল।

এনেতে ভিতৰত এটা বৰ কৰুণ শব্দ শুনা গ'ল। কোনোবাই "ৰাম! ৰাম!" বুলি প্ৰাণৰ কাতৰে চিঞৰ মাৰি দিলে। ৰাজমাও সকল ল'ৰি সেইফালে গ'ল।

### দশৰথৰ যন্ত্ৰণা

চকুৰ আগৰ পৰা খন্তেক আঁতৰি থাকিলেও যি ৰামৰ কাৰণে দশৰথৰ মন কেনেবা লাগে, যাক আজি যুৱৰাজ পাতিবলৈ বুঢ়া দশৰথ মনৰ হেঁপাহেৰে পয়োভৰ কৰিছিল, সেই প্ৰাণপ্ৰিয় ৰাম তেওঁৰ লখিমী ভাৰ্য্যা সীতা, আৰু চেনেহৰ ভায়েক লক্ষ্মণক বাকলি বসন পিন্ধি বনলৈ যোৱা দেখি বুঢ়াৰ হিয়া ভাগি চুৰমাৰ হ'ল। "ৰাম! ৰাম!" বুলি চিঞৰ মাৰি বুঢ়াই আৰু কথা ক'ব নোৱাৰিলে। এনেতে কৌশল্যা, সুমিত্ৰা আদি গৈ সেই খিনিত উপস্থিত হ'লগৈ। তেওঁবিলাকেও ৰজাৰ অৱস্থা দেখি বৰ ভয় খাই তৎক্ষণাৎ ৰাজবৈদ্যক খবৰ দিলে। বুঢ়া অচেতন হ'ল। কিন্তু তাতোকৈ ডাঙৰ কিবা ঘটনা ঘটিলেও সময়ে কাৰো মুখ চাই বৈ নেথাকে। সেই চিৰ-অন্ধকাৰ ৰাতি পুৱাল। এনে সময়ত সুমন্ত্ৰ আহি জনালেহি বোলে কালি তমসা নৈৰ পাৰ পাওঁতেই গধূলি হ'ল। ৰামৰ পাছে পাছে অযোধ্যাৰ প্ৰজা হিল দ'ল ভাঙি তমসাৰ পাৰ পাইছিলগৈ। তাতে সকলো বিশ্ৰাম কৰিলে। কালি আৰু কোনেও কুটা এডালকো মুখত নিদিলে। ৰামে তমসাত মুখ হাত ধুই শুদাই পানী এচলু খালে। প্ৰজাসকলৰ পৰা হাত সাৰিবৰ মনেৰে তেওঁবিলাক তিনিও আন বিলাকৰ টোপনি ধৰিলত তমসা পাৰ হৈ মনে মনে গুচি গ'ল।

এনে যন্ত্ৰণাৰ সময়ত এই শোকৰ বাতৰি দি সুমন্ত্ৰই ভাল নকৰিলে। কিন্তু সুমন্ত্ৰ ৰজাৰ সাৰথি। সুখৰ হওক, দুখৰ হ'ক ক'বলগীয়া কথা ক'বলৈ তেওঁ বাধ্য। কৰ্ত্তব্যৰ পাছ হোঁহকা নিয়ম তেতিয়াৰ কালত সমূলি নাছিল।

সুমন্ত্ৰৰ মুখত বাতৰি পাই দশৰথ আৰু অস্থিৰ হ'ল। কৌশল্যাক ওচৰলৈ মাতি আনি এটি বৰ শোকলগা ঘটনাৰ কথা ক'বলৈ ধৰিলে। তেতিয়া দশৰথৰ হাত ভৰি চেঁচা পৰি আহিছিল। "ঘটনাটো এই" বুলি দশৰথে আৰম্ভ কৰিলে— "কৌশল্যা, মানুহে যেনে কাম কৰে তেনে ফল পায়। আমি চকুৰে নেদেখাকৈ কপালৰ তলত নিয়তিয়ে যি ডাল আঁচ মাৰি দিলে তাক গুচাব পৰা ক্ষমতা মানুহৰ হাতত নাই!" এইখিনি কৈয়ে এটি দীঘল হুমুনিয়া পেলাই বৰ কাতৰ ভাৱে কৌশল্যাৰ ফালে চাই আকৌ ক'লে- "কৌশল্যা, মই জীৱ-জন্তুৰ শব্দ শুনিয়েই কাঁড়ৰ লক্ষ্য থিৰ কৰিব পাৰিছিলোঁ দেখি ডেকা বয়সত মোক আটায়ে 'শব্দ ভেদী' নাম দিছিল। আজি মনত পৰিছে মই সঁচাকৈয়ে শব্দ ভেদী — শুনা, তেতিয়া মই বিয়া কৰোৱাই নাই। সৰুযুৰ পাৰত এদিন মৃগয়া কৰিবলৈ যাওঁতে অৰণ্যৰ মাজত বনৰীয়া হাতীয়ে কাঁউৎ কৰা যেন শুনি সেইফালে এপাট চোকা শৰ মাৰি পঠিয়ালোঁ। অহ্হ! সেই চোকা শৰ পাট যোৱাৰ পাছত যি মৰ্মভেদী মানুহৰ মাত শুনিছিলোঁ আজি সেইটো আহি মোৰ কাণৰ ওচৰত আকৌ পৰিছেহি। কৌশল্যা, সেই ফালে লৰি গৈ দেখিলোঁ এটি ঋষিৰ ল'ৰা, ওচৰত মাটিৰ কলহ এটা।" এইখিনি কওঁতে দশৰথৰ চকুৰ পানীয়ে শয্যা তিয়াই পেলালে। কৌশল্যাই দশৰথৰ বুকত ধৰি চকু পানী মোহাৰি বেজাৰ কৰিবলৈ হাক দিলে। দশৰথৰ মনলৈ যেতিয়া অনুতাপ আহিছে, সেই কৰুণ-কাহিনী বৰ্ণনা নকৰাকৈ মৰিলে হয়তো তেওঁৰ আত্মাই শান্তি নেপাব এই ভাবি আকৌ ক'বলৈ ধৰিলে—"সেই সুকোমল ঋষি-ল'ৰাটিৰ বুকুত মোৰ কাঁড় পাত লাগি ধাৰেৰে তেজ বৈ গৈ সৰযুত পৰিছিলগৈ আৰু ল'ৰাটিয়ে যন্ত্ৰণাত অস্থিৰ হৈ 'পিতা, পিতা' বুলি চিঞৰি আছিল। মই লৰি গৈ তেওঁক বুকুত তুলি ল'লোঁ। মুখত অলপ পানী দিলোঁ। ল'ৰাটিয়ে মোৰ মুখলৈ চাই ধাৰেৰে চকু পানী টুকি ক'লে—"ভাল কৰিলা — ভাল কৰিলা মহাৰাজ, মোৰ কণা আই বোপাইৰ কাৰণে মই পানী নিবলৈ আহিছিলোঁ তুমি তাকো সহিব নোৱাৰিলা। মহাৰাজ, সৌখিনিতে মোৰ দুৰ্ভগীয়া আই-বোপাইহঁত আছে মোক বেগতে লৈ ব'লা আৰু বেছি প'ৰ নাই, উস বৰ যন্ত্ৰণা হৈছে। তোমাৰ কাঁড় পাত মোৰ কলিজাত সোমাই......" এই বুলি কওঁতেই মই কাড় পাত বুকুৰ পৰা টানি আনিলোঁ। সেই যন্ত্ৰণাতে ল'ৰাটি শেষ হ'ল। মই সেই মৰা ল'ৰাটি কান্ধত লৈ আশ্ৰমৰ ফালে গৈ দেখিলোঁ ঊৰিৰ সোতাৰা নিশকতীয়া চৰাই দুটিৰ দৰে ডঙা পজা এটাত সহায়-সম্বলহীন সেই কণা প্ৰাণী দুটি বহি আছে। পুতেকৰ নাম কাঢ়ি 'বোপাই আহিলিনে অ'? বুলি মাজে মাজে একাষাৰ মাত দি আছিল। শুকান পাতত ভৰি লাগি খৰখৰাই উঠা দেখি মই ওচৰলৈ যোৱা মাত্ৰকে বুঢ়াই আনন্দ মনেৰে কবলৈ ধৰিলে, —'এতেপৰ ক'লৈ গৈছিলিনো বোপাই?' মনৰ পিয়াহত হুঁ কটাই 'আহিলিনে, আহিলিনে' বুলি মাতি আছে। উৰা? তই দেখোন মতা নাই পুতাই? আহ। পানী লৈ আহ। অ' সোণ, হক অলপ পলম হ'ল।' সেই বুঢ়াই পুতেক বুলি মোক

মৰমৰ মাতেৰে মাতিবলৈ ধৰিলে কিন্তু মই মহাপাপীয়ে কি কৰি গৈছিলোঁ। বুঢ়াক মাতিবলৈ মোৰ সাহ নহৈছিল কিন্তু কোনোমতে এবাৰ মাত দি মোৰ চিনাকি দি সকলো কথা প্ৰকাশ কৰিলোঁ। কৌশল্যা, সেই অসহায় বুঢ়া-বুঢ়ীয়ে তেওঁ বিলাকৰ জীৱন সৰ্বস্ব গ'ল বুলি জানি যি দৰে কান্দিছিল--মোৰ এতিয়াও মনত পৰিছে--যেন সেই অৰণ্যৰ গছ-গছনি বোৰেৰো পাত সৰি সৰি পৰিছিল। সেই অন্ধ ঋষিয়ে মোক শাপ দিলে- 'দশৰথ, চকু থাকিও কণাৰ দৰে কাম কৰি তুমি আজি আমাক যেনে মৰ্মান্তিক পুত্ৰ শোক দিলাঁ- তুমিও এদিন তোমাৰ প্ৰিয় পুত্ৰৰ শোকত এনেকৈ মৰিব লাগিব। পুত্ৰ শোকৰ যন্ত্ৰণা পালেহে তোমাৰ এই পাপৰ পৰাচিত হ'ব।' এই শাপ দি অটাই সেই বুঢ়া-বুঢ়ীয়ে পুতেকৰ শ্মশানৰ চিতাত জাপ দি মোৰ চকুৰ আগতে স্বৰ্গলৈ গুচি গ'ল। আজি মোৰ জীৱনৰ শেষ দিনত সেই কথা মনত পৰিছে। কৌশল্যা, মোৰ আৰু বেছি পৰ নাই। আহাঁ, ওচৰলৈ চাপি আহাঁ, সুমিত্ৰা, তুমিও আহাঁ তোমালোক দুয়ো দুফালৰ পৰা মোৰ বুকত হাত দুখন থোৱাঁ। দুয়ো মোৰ চকুৰ পানী মোহাৰি দিয়াঁ। কৌশল্যা ,.........ৰাম, সীতা দশৰথৰ মুখত আৰু মাত নোলাল। মাজ নিশাৰ দুৰ্ঘোৰ আন্ধাৰৰ মাজত দশৰথৰ প্ৰাণবায়ু কেনিবা মিহলি হৈ গ'ল।

**ৰাম আৰু ভৰত**

কৈকেয়ৰ ৰাজ্যৰ পৰা উলটি আহি ভৰতে দশৰথৰ মৰাৰ বাতৰি মৰ্মান্তিক হ'ল তাতোকৈ বেছি দুখ পালে ৰাম বনলৈ যোৱা শুনি। কৈকেয়ীয়ে এখন ৰাজ্য তল ওপৰ কৰি যি ৰাজসিংহাসন ভৰতৰ কাৰণে থৈ দিছিল, ভৰতে সেই সিংহাসন কুটা হেন ভাবি এৰি থৈ ৰামক বিচাৰি বনলৈ ওলাল। লগতে শত্ৰুঘ্নও গ'ল। অৰণ্যে অৰণ্যে দুই ককাই ভাই গৈ চিত্ৰকুট পৰ্বত ওলালগৈ। এই পৰ্বতৰে টিং এটাত লক্ষ্মণে সাজি দিয়া কুটিৰৰ দুৱাৰ মুখত এখন পহুৰ ছালত সাক্ষাৎ ব্ৰহ্মাৰ নিচিনা মুৰ্তিৰে বৰ সন্তোষ মনেৰে ৰাম আৰু সীতা বহি আছিল। লক্ষ্মণে ইফালে সিফাল কৰি পৰ্বতৰ ওপৰৰ পৰা ৰিণিকি ৰিণিকি দেখা সাপৰ নেগুৰ দালৰ নিচিনা হৈ যোৱা যমুনাৰ ফালে চাই আছিল। এনে সময়ত গৈ ভৰত-শত্ৰুঘ্ন আৰু আন আন কিছুমান মানুহ সেই থিনিত উপস্থিত হ'লগৈ। ভৰতে উধাতুৰে গৈ 'দাদা' বুলি ৰামৰ ভৰিত দীঘল দি পৰিলগৈ। ৰামে তৎক্ষণাৎ ভৰতক বুকুত সুমাই লৈ মূৰত হাত বুলাববলৈ ধৰিলে। লক্ষ্মণো আহি ওচৰ চাপিলহি । কিছুপৰলৈ কাৰো মুখত মাত নাই। সেই পৰ্বতৰ গছ-লতাৰ মাজত এই চাৰি ভাইৰ মিলনে এটি স্বৰ্গীয় সৌন্দৰ্য ফুটাই তুলিলে। সীতাৰ চকু চলচলীয়া হ'ল।

ৰামে তেতিয়া ভৰতক সুধিলে -"ভাই, ৰাজকাৰ্য এৰি থৈ তুমি অযোধ্যাৰ পৰা এই অৰণ্যলৈ কিয় আহিলা? কোৱাঁ, পিতাই পঠিয়াই দিছেনেকি? কোৱাঁ ভাই, ৰাজ্যৰ সকলো কুশলে আছেনে? ৰাজমাও সকলে আমাৰ দুঃখ বেজাৰ পাহৰিব পাৰিছেনে? পিতাৰ মঙ্গল নে?" ৰামৰ কথা শুনি ভৰতে হুক হুক কৈ কান্দিবলৈ ধৰিলে। কান্দি কান্দি দশৰথৰ মৰণ কালৰ যন্ত্ৰণা, ৰাজমাও সকলৰ বেজাৰ আদি সকলো কথা ভৰতে ৰামক জনালে। শেহত ৰামৰ ভৰিত দীঘল দি পৰি ক'বলৈ ধৰিলে " দাদা, আপুনি পিতাৰ জ্যেষ্ঠ আৰু শ্ৰেষ্ঠ সন্তান, ৰাজসিংহাসন আপোনাৰ। মই আপোনাৰ দাস, আপোনাৰ ভায়েক, মই এটি আপোনাৰ ৰাজ্যৰ নিৰীহ প্ৰজা। আপুনি উলটি ব'লক। আপোনাক ৰজা পাতি, আপোনাৰ আজ্ঞা পালন কৰিবলৈ অযোধ্যাবাসী বলিয়া হৈ ৰৈ আছে।" ভৰতৰ কথা শুনি আৰু দশৰথৰ মৃত্যু সংবাদ পাই ৰামৰ বুকৰ পৰা শোকৰ অশ্ৰু বাগৰি আহিল। প্ৰাণসম ভায়েকক তুলি লৈ ৰামে ক'লে - "পিতা গ'ল, তেওঁ আৰু উলটি নাহে। কিন্তু ভাই, এনে গভীৰ শোকৰ দিনত আমাৰ এটা অমূল্য ৰতন লাভ হ'ল। এই অটল ভাতৃ স্নেহৰ দুৱাৰ মুকলি কৰি দিয়া এই অতল ঘটনা শোকৰ হ'লেও বৰ পবিত্ৰ। কিন্তু ভাই, মই ৰাজ্যলৈ উলটি যাব নোৱাৰোঁ। সত্য ৰক্ষা পুত্ৰই কৰিব লাগিব। ৰাজ্য, ধন, ঐশ্বৰ্যতকৈও বেছি মূল্যবান পিতাৰ বাক্য। পিতৃ বাক্য আওহেলা কৰিলে পুত্ৰৰ জীৱন বিফল হয়। পিতাৰ বাক্যত তোমাৰ মাতৃয়ে মোক বনলৈ আহিবৰ সুযোগ দি বৰ উপকাৰ কৰিছে। বনত সোমায়েই মোৰ মনলৈ দিনক দিনে বৰ পবিত্ৰ ভাব আহিছে। যোৱা ভাই , তুমি আমাৰ প্ৰজাসকলক শাসন কৰি প্ৰীতি বঢ়োৱাগৈ। মই অৰণ্যে অৰণ্যে বাকলি বাসন পিন্ধি ঘুৰি ফুৰিম।" ৰামৰ কথা শুনি ভৰতৰ লগত যোৱা জবালি নামে নাস্তিক (ঈশ্বৰ নমনা) ব্ৰাহ্মণ এজনে মাত দিলে - "সৰল চিতীয়া মানুহক এনেকুৱা দুৰ্বল চিন্তা বোৰেই নষ্ট কৰিলে। ৰাম, মৰণশীল মানুহৰ মাজতনো কি বন্ধুত্ব আছে বুলি ভাবিছা? উপজি আহোঁতেও মানুহ অকলশৰীয়া, মৰিবৰ দিনাও অকলশৰীয়া। আপোন-আপোন বুলি ভবাটো মূৰ্খৰ কাম। নিজেই নিজৰ আপোন। আলহীৰ নিচিনাকৈ দুদিন থাকি কেনি ক'লৈ যাবাঁ তাৰ ঠিক নাই! তোমাৰ বাটত ৰাজসিংহাসন পৰি আছে, তুমি আকৌ এইদৰে কষ্ট কৰি বনত থাকিবলৈ মৰিছা কিয়? দশৰথ আহিছিল গুচি গ'ল। এযাৰ কথা যেনিবা তেওঁ কৈছিলেই, সেইটোনো কি বৰ ডাঙৰ ঘটনা? ৰাম তুমি যোৱাঁ অয়োধাৰ সিংহাসনত বহি ৰাজ্যসুখ ভোগ কৰি থাকাগৈ।" জবালিৰ কথা শুনি ৰামে উত্তৰ দিলে - "আপোনাৰ উদ্দেশ্যটো সজ কিন্তু আপোনাৰ যুক্তি তৰ্ক বিলাক আওপকীয়া। ইয়াৰ পৰা মানুহৰ অকণো লাভ একো নহয়, কাৰণ ধৰ্মৰ পথ সদাই কাঁইটীয়া। বৰ সহজ বাটে গৈ জীৱনত কোনো কাম কৰিব নোৱাৰি। যদি মই ধৰ্মৰ শলিতা গছ হাতত লৈ পাপৰ বাটে যাওঁ নেদেখা জনাই মোক ক্ষমা নকৰে। সাপৰ বিষতকৈও যন্ত্ৰণা দায়ক মিছাকথা কোৱা।

---
প্ৰবন্ধাৱলী

সত্যই জগতৰ আদি মূল। সত্য সাধনা কৰোঁতে যদি মানুহৰ জীৱনো বলি দিব লাগে নাইবা আত্মীয় কুটুম বিসৰ্জন দিব লাগে তাকো কৰিব লাগিব। মোক ক্ষমা কৰিব ঋষি, আপোনাৰ মত মই অনুসৰণ কৰিব নোৱাৰোঁ। অটব্য অৰণ্যত বাস কৰিয়েই মই ৰাজ্যসুখ পাম।"

ভৰতৰ চকুৰ পানী, জবালিৰ যুক্তি তৰ্ক একোৱেই ৰামৰ মন ঘুৰাব নোৱাৰিলে। আকৌ এবাৰ হাতযোৰ কৰি ভৰতে ৰামক ক'লে " দাদা, ৰাজমাও সকলৰ হৈ, অযোধ্যাৰ প্ৰজা সকলৰ হৈ মই আপোনাক কাতৰে প্ৰাৰ্থনা কৰিছোঁ আপুনি আকৌ উলটি বলক।" সেই চিৰ-স্নেহময় বুকত ভৰতক সুমাই লৈ ৰামে বুজালে "ভৰত, তোমাৰ উচ্চ আদৰ্শ, বাহুত বল আৰু প্ৰিয় বচনেৰে তুমি এখন পৃথিৱী শাসন কৰিব পাৰাঁ। তুমি যোৱাঁ, ৰাজ্যশাসন কৰি পিতাৰ সিংহাসন ৰক্ষা কৰাগৈ। মই কেতিয়াও সত্য ভঙ্গ নকৰোঁ।" উপায় নেদেখি ভৰতে ক'লে - " তেন্তে মোক এটি চেলেহৰ চিন দিয়ক। আপোনাৰ এই পবিত্ৰ খড়ম যুৰি মোক উপহাৰ দিয়ক। সিংহাসনত এই খড়ম যুৰি বহুৱাই থ'লে মই মনত বল পাম আৰু ৰাজভক্ত প্ৰজাসকলেও আপোনাক দেখি থাকিব।" ভায়েকৰ এই অনুৰোধ ৰামে দলিয়াই পেলাব নোৱাৰিলে। ভৰিৰ পৰা সোলোকাই খড়মযোৰ ভৰতক দিলে। খড়মযোৰ মূৰত তুলি লৈ ভৰতে ক'বলৈ ধৰিলে "অকল ৰামেই বাকলি বসন পিন্ধি চৌধ্য বছৰ বনবাস নেখাটে। এই চৌধ্য বছৰ ভৰতেও তপস্বীৰ বেশ পিন্ধি ৰাজ্য শাসন কৰিব, আশ্ৰমৰ দৰে গছ পাতত শয়ন কৰিব আৰু ফলমূল খাই জীৱন ধাৰণ কৰিব।" এইখিনি কৈ ৰাম-সীতাক সেৱা কৰিলে আৰু লক্ষ্মণক আদৰ সাদৰ কৰি বিদায় ল'লে। যাবৰ বেলিকা ৰামক কৈ গ'ল - " দাদা, এই চৌধ্য বছৰ আপোনাৰ বিহনে মই ৰাজ্য শাসন কৰিম কিন্তু যদিহে চৌধ্য বছৰৰ মূৰত আপুনি উলটি নেযায় তেন্তে মই প্ৰাণত্যাগ কৰিম।"

### চিত্ৰকূট ত্যাগ

ৰামৰ খড়মযোৰকে লৈ ভৰত আকৌ অযোধ্যাৰ ফালে উলটিল। ৰামেও চিত্ৰকূট এৰি আন অটব্য অৰণ্য বিচাৰি যাত্ৰা কৰিলে। সীতা আৰু লক্ষ্মণৰ সৈতে গৈ গৈ ৰামে অত্ৰি মুনিৰ আশ্ৰমত ওলালগৈ। এই জনা মুনি বিদগ্ধ পণ্ডিত আছিল। মুনিৰ ঘৈণীয়েক অনুসূয়াই সীতাক বৰ আদৰ - সাদৰ কৰি শুশ্ৰুষা কৰিবলৈ ধৰিলে। সীতাৰ মুখৰ পৰা আদ্যোপান্ত সকলো শুনি মাকে জীয়েকক কোৱাদি অনুসূয়াই সীতাক ক'লে - " সীতা, ৰামৰ লগত তোমাৰ বিয়া, ৰামৰ বনবাসৰ কথা শুনি মই এফালে বেজাৰ পাইছোঁ আৰু আনফালে ৰামৰ প্ৰতি তোমাৰ ভক্তি দেখি বৰ সন্তোষ পাইছোঁ। ৰাজ-কুঁৱৰী হৈও যে তুমি ইমান আনন্দ মনেৰে বনে বনে ফুৰিব পাৰিছা ই তিৰোতাসকলৰ কাৰণে বৰ গৌৰৱৰ কথা। এতিয়া নিশা ওচৰ চাপিল। এই ৰাতি আমাৰ আশ্ৰমতে বিশ্ৰাম কৰি যোৱাহঁক।"

সীতাক আঁকোৱালি ধৰি অনেক মিঠা বচনেৰে ঋষি-পত্নীয়ে আদৰ সাদৰ কৰি সেই ৰাতি ৰাখিলে। ৰাম-লক্ষ্মণেও পণ্ডিত মুনিৰ লগত নানা প্ৰকাৰ বেদৰ আলোচনা কৰি বৰ আনন্দ মনেৰে সেই ৰাতি থাকিল। পাছদিনা ৰাতি পুৱালতে আন ফালে যাত্ৰা কৰিলে।

### পঞ্চৱটী বন

বনবাসী ৰাম, লক্ষ্মণ সীতাৰ সৈতে গৈ গৈ গোদাৱৰী নদীৰ পাৰত থকা পঞ্চৱটী বন পালেগৈ। গছ-লতাৰে উপচি থকা সেই ঠাই খন দেখি ৰামৰ বৰ ভাল লাগিল। তাত অনেক সুফল দিয়া গছ আম, জামু, তাল, খাজুৰ আদি দেখি তেওঁবিলাকে তাতে কুটিৰ এটি সাজি বনবাসৰ চৌধ বছৰ কটাবলৈ থিৰ কৰিলে। ওচৰতে থকা বিল এখনত পদুম ফুল ফুলি জকমকাই আছিল ;আৰু বগা বগা ৰাজহাঁহবোৰ পৰি কেহোলি কেন্দেলি কৰি আছিল। এনে মনোৰম ঠাইত লক্ষ্মণে খেৰ-বাঁহেৰে এটা পঁজা সাজি তাতে থাকিবলৈ সৰোগত কৰিলে। লক্ষ্মণৰ এনে কামত ৰাম বৰ সন্তুষ্ট হ'ল আৰু তাতে তিনিও থাকিবলৈ ল'লে।

বিতোপন শৰত কাল পাৰহৈ জাৰ কালি আহিল আৰু অৰণ্যৰ গছ-গছনিৰ মাজেদি চেঁচা বতাহ ববলৈ আৰম্ভ কৰিলে। জাৰ হলেও ৰাম-লক্ষ্মণে সদায় দোকমোকালিতে গোদাৱৰী নৈত গা ধুই নৈৰ পাৰত বহি ঈশ্বৰক চিন্তা কৰিবলৈ এৰা নাছিল। পাছে পাছে সীতাও গৈ গা ধুই কলহত পানী লৈ আহেগৈ। এইদৰে তিনিও অতি আনন্দমনেৰে বনবাস কৰিবলৈ ধৰিলে। লাহে লাহে জাৰ কালি যাওঁ যাওঁ হ'ল। এনেতে এদিন এটা নতুন বিপদৰ সময় আহিল। বিকট আকাৰৰ মুখ, ভয়লগা চকু আৰু মূৰত জঁটাৰ নিচিনা একোছা চুলিৰে এজনী ৰাক্ষসী আহি উপস্থিত হ'লহি। ৰাক্ষসী জনী ৰামৰ কুটিৰটোৰ ওচৰ পালেহি। চকু পকাই ৰামক সুধিলে, " তুমি কোন? ইমান সুন্দৰচেহেৰা লৈ তপস্বীৰ বেশত আছা কিয়? তুমি জানানে এইখন ৰাক্ষসৰ দেশ। এই নিজান অৰণ্যত তুমি কিয় আছাহি?"

ৰামে উত্তৰ দিলে," দশৰথ ৰজাৰ জ্যেষ্ঠ পুত্ৰ মই ৰাম; মোৰ পিতাৰ ইচ্ছা পূৰণ কৰিবলৈ মই ইয়ালৈ আহিছোঁ। এয়া মোৰ পত্নী সীতা আৰু এইয়া মোৰ ভাই লক্ষ্মণ। আমি কাৰো একো অপকাৰ কৰা নাই। বৰ শান্তিৰে এই অৰণ্যত বাস কৰিছোঁ। তুমি কোন চিনাকি দিয়াচোন।"

"মই লঙ্কাৰ অধিপতি ৰাৱণৰ ভনীয়েক সূৰ্পণখা। লঙ্কাত মোৰ দুই ভাই আছে, কুম্ভকৰ্ণ আৰু বিভীষণ। আন আন ৰাক্ষসৰ দৰেই তেওঁবিলাক দুজনো অসীম সাহসী আৰু ভয়ঙ্কৰ। আমাৰ ৰাজ্যখনো বৰ ডাঙৰ। আমাৰ বিপক্ষে থিয় দিব পৰা শক্তি কাৰো নাই। যলৈকে মন যায়, তালৈকে মই যাওঁ।"

ৰামে তেতিয়া সূৰ্পণখাক সুধিলে , " হয় নে বাৰু, ৰাক্ষস বিলাকে হেনো নিজৰ ইচ্ছা মতে বেলেগ বেলেগ ৰূপ ধৰিব পাৰে?"

"হয়, সেইটো সঁচা কথা", সূৰ্পণখাই ক'লে। লগতে এইটোও ক'লে যে মানুহৰ মাংসে ৰাক্ষসৰ অতি প্ৰিয় খাদ্য। সূৰ্পণখাই বৰ মৰমেৰে ৰামৰ পিনে চাই ক'বলৈ ধৰিলে : 'মই তোমাক মোৰ স্বামী হিচাপে বৰণ কৰিব খুজিছোঁ। তোমাৰ পত্নী তেনেই শেঁতা আৰু নিশকতীয়া। তেমাৰ দৰে এজন বীৰৰ কাৰণে তেওঁ সমূলি উপযুক্ত পত্নী নহয়। মই তোমাৰ সীতা আৰু লক্ষ্মণক এতিয়া বধ কৰিম। তুমি মোৰ লগত যাব লাগিব।"

ৰামে তাইৰ কথা শুনি এটা ঘিণলগা হাঁহি মাৰিলে। সূৰ্পণখাক ক'লে : "সীতা মোৰ মাননীয়া পত্নী। মোক আৰু আন কাকো নালাগে। কিন্তু ভাই লক্ষ্মণৰ লগত তেওঁৰ পত্নী নাই। তেওঁক সোধা - যদি ইচ্ছা কৰে তোমাক তেৱেঁই বিয়া কৰাওক।" সূৰ্পণখাই তাইৰ টেলেকা চকু দুটা লক্ষ্মণৰ ফালে দিলে, লক্ষ্মণে তেতিয়া ক'লে , "মই ৰামৰ সেৱক, এটি দাস! তুমি জানো এই দাসৰ ঘৈণী হৈ ভাল পাবাঁ?"

কথা শুনি খণ্ডত সূৰ্পণখাৰ চকু ৰঙা হৈ পৰিল আৰু বিকট মাতেৰে গৰ্জন কৰি ক'বলৈ ধৰিলে, " তেন্তে ৰাক্ষসৰ ক্ৰোধ সহিবলৈ সাজু হোৱাঁ। মোক অপমান কৰাৰ হোৰ তুলিম এতিয়া।" এই বুলি কৈ ৰাক্ষসী জনী সীতাৰ ফালে চোঁচা ল'লে। ভয়তে সীতা মূৰ্চা গৈ মাটিত পৰি গ'ল। ৰামে লক্ষ্মণক ক'লে - "লক্ষ্মণ, ভাই এই নিলাজ ৰাক্ষসী জনীক ইয়াৰ পৰা খেদাই দিয়াঁ।"

বিজুলী বেগেৰে লক্ষ্মণ জাপ মাৰি উঠিল আৰু সেই ৰাক্ষসী জনীৰ নাক-কাণ কাটি পেলালে। চিঞৰত গগন ফালি হাবিৰ মাজেদি সূৰ্পণখা লৰ মাৰিলে। তেওঁৰ লগত অহা খৰ আৰু দুষণ নামে দুটা ৰাক্ষস অলপ দূৰত ৰৈ আছিল। সিঁহত দুটাও ৰাম-লক্ষ্মণৰ ফালে লৰি আহিছিল। কিন্তু লক্ষ্মণৰ শৰৰ আগত সিহতোঁ পলাই পত্ৰং দিলে।

অসম্পূৰ্ণ

# চুফি সাধক চৰ্মদ

মোগল সম্ৰাট আওৰঙ্গজেবৰ আমোলত ঘটা বহুত বিচিত্ৰ ঘটনাৰ ভিতৰত এজন চুফি সাধকৰ কথা স্যাৰ যদুনাথ সৰকাৰৰ আওৰঙ্গজেবৰ ইতিহাসত পোৱা হৈছে।

চৰ্মদ নামে এজন মানুহ পাৰস্য দেশত কাচান নামে ঠাইত এটি ইহুদী পৰিয়ালত জন্ম গ্ৰহণ কৰে। চৰ্মদ নামটো তেওঁ নিজে লোৱা কবি নাম। চৰ্মদ মানে প্ৰধান। তেওঁ হিব্ৰু ভাষাত লিখা ইহুদী সকলৰ ধৰ্ম- গ্ৰন্থ বিলাক পঢ়ি সেইঠাইত এজন পণ্ডিত ব্যক্তি হিচাপে পৰিচিত হয়। ইয়াৰ পাছত তেওঁ ইছলাম ধৰ্ম গ্ৰহণ কৰি মোহম্মদ চৈয়দ নাম লয়। পাৰস্যৰ দুজন খ্যাতনামা অধ্যাপকৰ তলত ইছলাম ধৰ্ম আৰু দৰ্শন সম্পৰ্কে এওঁ শিক্ষা লাভ কৰে। সেই সময়ত পাৰস্য দেশৰ পৰা অনেক মানুহ বেহা-বেপাৰ কৰিবৰ উদ্দেশ্যে ভাৰতবৰ্ষলৈ আহিছিল। মোহম্মদ চৈয়দ ওৰফে চৰ্মদো বেপাৰ কৰিবৰ মনেৰে ভাৰতলৈ আহিল। ভাৰতলৈ আহি টাট্টা নামে এঠাইত তেওঁ অভয় চাঁদ নামে এজন হিন্দু ডেকাৰ লগ পায়। অভয় চাঁদক লগত চৈয়দৰ বন্ধুত্ব ক্ৰমাৎ বাঢ়ি গ'ল আৰু তেওঁ বেহা-বেপাৰ এৰি দি এজন নঙ্গঠা ফকীৰ হৈ পৰিল। অভয় চাঁদক তেওঁৰ শিষ্য হ'বলৈ টানি ধৰিলে। তেওঁ অভয় চাঁদক নানা প্ৰকাৰ ধৰ্ম উপদেশ দিবলৈ ধৰিলে আৰু তেওঁৰ কাৰণে ফাৰ্চী ভাষাত ইহুদী বিলাকৰ ধৰ্ম শাস্ত্ৰৰ কিছু কিছু অনুবাদ কৰি দিলে। প্ৰায় ১৬৪৭ চনত চৰ্মদ দাক্ষিণাত্যৰ ফালে গৈ হায়দৰাবাদ পালেগৈ। সেই সময়ত হায়দাৰাবাদত থকা সম্ৰাট চাজাহান ওৱাজিৰ চেখ্ মহম্মদ খানৰ পৰা সমাদৰ নাপাই তেওঁ হতাশ হৈ দিল্লীলৈ উলটি আহিল। দিল্লীত যুৱৰাজ দাৰা চুকোৰ শুভ দৃষ্টিত পৰি চৈয়দে নিজৰ জ্ঞান গৰিমাৰ পৰিচয় দিবলৈ সুযোগ পালে আৰু দাৰাই মুগ্ধ হৈ তেওঁক সম্ৰাট চাজাহানৰ লগত পৰিচয় কৰাই দিলে। যুৱৰাজ দাৰাই প্ৰায়েই চৰ্মদক সাক্ষাৎ কৰি তেওঁৰ পৰা চুফি দৰ্শনৰ উপদেশ বিলাক শুনিছিল। চৰ্মদ আছিল এজন ৰহস্যবাদী চুফি সাধক। তেওঁ বিলাকৰ দাৰ্শনিক মতবাদত ঈশ্বৰৰ সুকীয়া অস্তিত্ব স্বীকাৰ কৰা নহৈছিল। বিশ্বপ্ৰকৃতি আৰু মানুহৰ মনৰ মাজত তেওঁবিলাকে ঐক্য দেখা পাইছিল। তেওঁ ফাৰ্চী ভাষাৰে অনেক পদ ৰচনা কৰিছিল আৰু সেই বিলাকৰ ভিতৰত চুফি মতবাদৰ উচ্চ আদৰ্শ বিশ্বজনীনতা আৰু সকলো ধৰ্মৰ মাজত থকা সত্যক তেওঁ তেওঁৰ শিষ্য অভয় চাঁদক গাবলৈ শিকাইছিল ঃ মই ফোৰকানৰ অনুগামী এজন গুৰু, আৰু সংসাৰ ত্যাগী সন্ন্যাসী।

মই ইহুদী বিলাকৰ এজন ৰব্বি, মূৰ্তি উপাসক আৰু এজন মুছলমান।"

মুছলমান সকলৰ ধৰ্মগ্ৰন্থ চাৰিখন---- এঞ্জিল, ফোৰকান, জবুৰ, কোৰান। (ৰব্বি অৰ্থাৎ শাস্ত্ৰজ্ঞ পণ্ডিত)

"কাবা আৰু তেনেকুৱা আন মন্দিৰ বিলাকত মানুহে তেওঁৰ শিল আৰু কাঠৰ প্ৰতীক ৰক্ষা কৰিছে। কোনো ঠাইত তেওঁ (ঈশ্বৰে) এটা ক'লা শিলৰ ৰূপ ধাৰণ কৰিছে (মক্কাৰ কাবা মন্দিৰত যাক উপাসনা কৰা হয়) আৰু অন্য এঠাইত কাঠৰ মূৰ্তি হৈ তেওঁ হিন্দু সকলৰ পূজা লৈছে।" মুছলমানৰ মহাতীৰ্থ মক্কাত কাবা মন্দিৰত থকা ক'লা শিল আৰু কাশী বিশ্বনাথত থকা শিৱ-লিঙ্গ দেখাত একেই। জগন্নাথ মন্দিৰত থকা কাঠৰ মূৰ্তিক দাৰু ব্ৰহ্মাবুলি মনা হয়।

চৰ্মদৰ হজৰত মোহম্মদৰ প্ৰতি গভীৰ শ্ৰদ্ধা আছিল। তেওঁ হজৰত মোহম্মদক সূৰ্য বুলি কৈছিল। কিন্তু ইছলামৰ ভালেমান নীতিৰ লগত তেওঁৰ অমিল আছিল। তেওঁৰ অনেক মতত নতুনত্ব আছিল। তেওঁ বিশ্বাস কৰিছিল যে, ইহুদী সকলৰ মতে ঈশ্বৰ পদাৰ্থ বিশেষ আৰু তেওঁৰ এই পদাৰ্থ ৰূপটো মানৱ দেহাৰ সৈতে একে।... কেতিয়াবা কেতিয়াবা ঈশ্বৰে নিজকে সূৰ্য ৰশ্মিৰ দৰে চাৰিউফালে বিয়পাই দিয়ে। ... সজ কৰ্মৰ পুৰস্কাৰ আৰু পাপৰ প্ৰায়শ্চিত্ত এই জগততে হয়। মানুহৰ আত্মাই মৃত্যুৰ পাছত এৰি যোৱা জীৱন-কালৰ সমান সময় টোপনিত থাকি আকৌ জন্ম লয়। পৃথিৱীত থকা জীৱন আৰু কবৰত থকা জিৰণি এই দুয়োটা দিন আৰু ৰাতিৰ দৰে। এই বিশ্বপ্ৰকৃতিত যি যি উপাদান আছে সেই

সকলো বিলাক মানুহৰ দেহাতো আছে। .. ইহুদী সকলৰ ধৰ্ম মতে ধৰ্ম উপদেশ দিবলৈ পৃথিৱীত সদায় এজন ঈশ্বৰৰ প্ৰেৰিত পুৰুষ থাকেই।"

চৰ্মদে তেনেই নাঙঠ হৈ ঘূৰি ফুৰিছিল। তেওঁৰ সমসাময়িক ইংৰাজ কবি মিল্টনৰ এই কবিতা ফাঁকি তেওঁৰ গাত আখৰে আখৰে ফলিয়াইছিল। "ঈশ্বৰে যাক পাপী বুলি ভাবে তেওঁক সাজপোছাক দিয়ে আৰু কিন্তু নিস্পাপ বিলাকক তেওঁ নগ্নতাৰ বেশ হে দিয়ে।"

তেওঁ নাঙঠ হৈ থকাৰ এটা যুক্তি দিছিল যে, আদিতে ইহুদী বিলাকে একো বস্ত্ৰ পৰিধান কৰা নাছিল আনকি প্ৰেৰিত পুৰুষ ইছায়াই নিজেও বুঢ়া বয়সত নাঙঠ হৈ আছিল।

ঔৰঙ্গজেৱে দিল্লীৰ সিংহাসন দখল কৰাৰ পাছত চৰ্মদৰ এই নগ্নতাৰ বাবে কাজীৰ বিচাৰ হ'ল। বিচাৰত তেওঁৰ প্ৰাণদণ্ডৰ হুকুম হ'ল। কাৰণ তেওঁ নাঙঠ হৈ থকা এটা অপৰাধ আৰু তাৰ উপৰি ইছলামৰ ধৰ্ম-নীতিৰ বিৰুদ্ধে তেওঁ কথা কয়। কিন্তু ইয়াৰ ভিতৰত এটা ৰাজনৈতিক অভিসন্ধি আছিল বুলি পৰৱৰ্তী ঐতিহাসিক সকলে সন্দেহ কৰে। কাৰণ, সেই সময়ত চুফি সাধক চৰ্মদেই যে নাঙঠ হৈ আছিল এনে নহয় হিন্দুৰ নানা সন্ন্যাসী আৰু জৈন ধৰ্মৰ দিগম্বৰ সাধু সকলো নাঙঠ হৈ আছিল। কিন্তু তেওঁ বিলাকৰ কাকো প্ৰাণদণ্ড দিয়া হোৱা নাছিল। দাৰাৰ লগত চৰ্মদৰ বন্ধুত্ব আছিল। চৰ্মদে ভৱিষ্যত বাণী কৰিছিল যে এদিন দাৰা চুকো দিল্লীৰ গাদীত বহিব। এইবাবে তেওঁ ঔৰংজেৱৰ চোকা দৃষ্টিত আগৰে পৰা পৰি আছিল।

ফাঁচিৰ কাঠত উঠোতেও চুফি মতবাদৰ ধৰ্মবাণী থকা কবিতাৰ সোঁত চৰ্মদৰ মুখেদি বৈ গৈছিল।তেওঁ নিজৰ মূৰটো ফাঁচিৰ কাঠত দি এইদৰে আনন্দ কৰিছিল যে- যি দেহাটোৱে ইমান দিন প্ৰিয়তম জনৰ সৈতে আত্মাক ধাৰণ কৰি আছিল, অৱশেষত সেই দেহাটো তৰোৱালৰ সহায়ত আঁতৰাই পেলোৱা হ'ল। শেষ নিশ্বাস ত্যাগ কৰোঁতে তেওঁ গালে, —

"মোৰ বন্ধু, খোলা তৰোৱাল খনি, আহিল!
যি বেশেৰেই আহাঁ —
সেই বেশতেই মই তোমাক চিনি পাওঁ।"

# যুৱক-যুৱতীলৈ নেহেৰুৰ বাণী

২৩অক্টোবৰ, দেওবাৰ, ১৯৫৫ চন

ভাৰতবৰ্ষৰ বিশ্ববিদ্যালয় বিলাকৰ যুৱ-মহোৎসৱৰ সভাত হেজাৰ-বিজাৰ তৰুণ-তৰুণী গোট খাইছে। বিশুদ্ধ খদ্দৰৰ পোছাক পিন্ধি মুখত এটি মিচিকিয়া হাঁহি লৈ ঠিক সময়ত ভাৰতৰ প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহেৰু গৈ সভাত উপস্থিত। মুখৰ হাঁহিটিয়ে বুকুত লৈ থকা ৰঙা গোলাপ পাহিকো ছেৰ পেলাইছিল। গৈয়েই মিচিকিয়া হাঁহি এটি মাৰি বিশেষ আনুষ্ঠানিক নীতি- নিয়ম একোলেকে অপেক্ষা নকৰি টেবুল খনৰ ওপৰত বহি হাতত মাইকটো লৈ আৰম্ভ কৰিলে -- তোমালোকক এতিয়া মই হিন্দীৰে কথা ক'মনে ইংৰাজীত ক'ম ? অধিকাংশই চিঞৰিলে "হিন্দী" "হিন্দী"। কিন্তু দক্ষিণ ভাৰতৰ কম সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে ক'লে "আমি হিন্দী ভালকৈ নুবুজোঁ গতিকে ইংৰাজীৰে কওক।"

## গণতন্ত্ৰ আৰু নেহেৰু

মিচিকিয়া হাঁহি এটি মাৰি জৱাহৰলালে ক'লে " গণতান্ত্ৰিক নীতি মতে অধিকাংশই মত দিয়া মতে মই হিন্দীতহে কোৱা উচিত। কিন্তু গণতন্ত্ৰ মানে কি তোমালোকে জানানে? আইনসম্মত ভাবে সংখ্যালঘু সকলৰো যি অধিকাৰ আৰু আগ্ৰহ আছে, চেওঁ বিলাকৰ কাৰণে প্ৰয়োজনীয় যি কৰ্তব্য আৰু মঙ্গল বিধান কৰা উচিত- গণতন্ত্ৰৰ মতে সেই খিনিও হ'ব লাগিব। সেই কাৰণে মই ইংৰাজীৰেহে ক'ম। অৱশ্যে পাছত চমুকৈ হিন্দীৰেও অলপ ক'ম বাৰু।"

প্ৰায় ডেৰ ঘন্টা কাল তৰুণ-তৰুণী সকলক সম্বোধন কৰি নেহেৰুৱে নানান সমস্যাৰ বিষয়ে ক'বলৈ ধৰিলে।

" আমাৰ দেশত আৰু এই পৃথিৱীত কৰিব লগীয়া আমাৰ বহুত কাম আছে। কিন্তু আমি সেই কামবোৰ কৰিম কেনেকৈ আৰু আমাৰ মনে পতা ভাৰতবৰ্ষখন বা পৃথিৱীখন গঢ়িম কেনেকৈ, যদিহে তোমালোক আটায়ে আমাক সহায় নকৰা আৰু আমাৰ কামবোৰ কৰিম বুলি প্ৰতিজ্ঞা নকৰা। মনত ৰাখিবা উপজি আহোতেই কোনো 'ডাঙৰ মানুহ ' হৈ অহা নাই। সৰু কালত আমি কি আছিলোঁ ? আমিও আটাইবোৰ সৰু সৰু মুনিহ-তিৰোতা আছিলোঁ। আমাক মহাত্মা গান্ধীয়ে বুটলি আনিলে আৰু মহান উদ্দেশ্যৰ কামত লগাই দিলে। তেওঁ আমাৰ মনত সেই কৰ্মবিলাকৰ প্ৰতি প্ৰেৰণা জগাই দিলে আৰু বোধহয় এইদৰেই তেওঁৰ মহানুভৱতাৰ কিছু অংশ আমাৰ মাজলৈও আহিল। যেতিয়ালৈকে তোমালোকে তোমালোকৰ ভাবচিন্তা আৰু কৰ্মৰ মাজত এটা ঐক্যবোধ সৃষ্টি কৰিব নোৱাৰা- তেতিয়ালৈকে তোমালোকে প্ৰকৃত মনৰ শান্তি পাব নোৱাৰা। সৎ ভাবেৰে আৰু সাহসেৰে চিন্তা কৰা। তাৰ পাছত তোমালোকৰ বিশ্বাস মতে কাম কৰি যোৱাঁ ।...... এনেকুৱা দৃষ্টিৰ সীমা নিজৰ গাওঁ খন, টাউন খন, নিজৰ দেশ খন বা নিজৰ জাতিটোৰ মাজতে আবদ্ধ হৈ নাথাকি গোটেই পৃথিৱী খনলৈকে যায় আৰু পৃথিৱীৰ কল্যাণৰ কাৰণে কাম কৰিবলৈ সি যেন উদ্গনি দিয়ে।"

## লোকৰ ভালটোলৈ চোৱাঁ

" আজি যি খন পৃথিৱীত তোমালোকে কাম কৰিবা এই খন এখন নতুন পৃথিৱী। এই পৃথিৱীৰ সংগঠন কৰিছে বিজ্ঞান, কাৰিকৰী বিদ্যা, গণতন্ত্ৰ, সমাজবাদ আদিয়ে মিলি গঢ়ি পেলালে। কোনো মতবাদৰ দৃষ্টিৰে আজিৰ পৃথিৱী খন চাবলৈ নিশিকিবা- পুঁজিবাদ, সমাজবাদ, মাৰ্ক্সবাদ, আনকি গান্ধীবাদেৰেও নাচাবাঁ। তোমালোকৰ হিয়াৰ আৰু মনৰ দুৱাৰ বন্ধ কৰি নথবাঁ। আজিৰ যুগটো ভাল নে বেয়া ? মই সেই কথা নাজানো। কিন্তু মই এই কথা জানোঁ যে আজিৰ যুগটোৱে মানৱ জাতিক আহ্বান কৰিছে। আমি এই জগতখনতে থাকিব লাগিব আৰু সৎ জীৱনৰ উপযোগী ভেটি ইয়াতেই ৰচনা কৰিব লাগিব।"

"এইটো তোমালোকে কৰিব পাৰিবা যদিহে তোমালোকৰ দেহাত শক্তি থাকে; যদিহে তোমালোকৰ মন সদায় সাৱধান হৈ থাকে আৰু যদিহে হৃদয়ত তোমালোকৰ দয়া-চেনেহ থাকে। তোমালোকৰ নিজ দেশখন বা নিজৰ জাতিটোৱেই আন সকলোতকৈ শ্ৰেষ্ঠ বুলি নাভাবিবা। সকলো জাতিয়েই এই জাতিৰ ফল ভোগ কৰিছে। নিজৰ দেশখন ভাল পোৱাটো ভাল কথা কিন্তু আনক হীন বুলি ভবাটো মনৰ এটা উৎকট ৰোগ আৰু ক্ষমাৰ অযোগ্য পাপ। কেতিয়াও লোকক ঘৃণাৰ চকুৰে নাচাবাঁ। প্ৰত্যেক মানুহৰ গাতে যেনেকৈ সৎ আৰু অসৎ দুয়োটা আছে, সেইদৰে পৃথিৱীৰ সকলো দেশৰ সকলো জাতিৰ মাজতে এই দুয়োটা আছে। সেই কাৰণে ভাল বেয়া বিচাৰ কৰোঁতে ভালটো বগা আৰু বেয়াটো ক'লা বুলি নাচাবা। আনৰ ভিতৰত থকা হীন আৰু মূল্যহীন কথাবোৰলৈ চকু দিয়াতকৈ তেওঁবিলাকৰ মাজত কি কি ভাল গুণ আছে সেই খিনি বিচাৰাঁ। বহুত যত্ন কৰি লোকৰ চকুত থকা কুটা দাল বিচাৰিবলৈ গৈ নিজৰ চকুত থকা জ্যোতি বৰ্গ হেৰুৱাই নেপেলাবাঁ। জনগণক তোমাৰ সত্য ইচ্ছা আৰু বিশ্বাস দিয়া কাৰণ বিশ্বাসেহে বিশ্বাস আনে।"

## দাৰ্শনিকৰ সভাত নেহেৰু

দিল্লীত পৃথিৱীৰ দাৰ্শনিক সকলৰ কনফাৰেন্স হৈছিল। বিদায় সম্ভাষণ জনোৱাৰ ভাৰ আছিল নেহেৰুৰ ওপৰত। নেহেৰু তেতিয়া নিৰ্বাচনী ভ্ৰমণত ব্যস্ত। সেয়ে দিনটো বিমানেৰে উৰাউৰি আহি বিমানৰ পৰা নামি পোনে পোনেই কনফাৰেন্সলৈ আহিল। চেহেৰা দেখি দৰ্শকৰ ভাব হৈছিল তেওঁ যেন ভ্ৰমণত ক্লান্ত আৰু অৱশ হৈ পৰিছে। বিমানৰ পৰা নামিয়েই আহিলে আহিয়ে সভালৈ আহি প্ৰায় দহহেজাৰ নৰ-নাৰীৰ সমাবেশক সম্বোধন কৰি যেতিয়া নেহেৰুৱে কথা ক'বলৈ আৰম্ভ কৰিলে-তেতিয়া তেওঁৰ মুখমণ্ডল ৰঙা হৈ পৰিল, চকু তিৰবিৰাবলৈ ধৰিলে আৰু উৎসাহতে এটি নবযৌৱন সম্পন্ন তৰুণ ডেকা যেন হৈ পৰিল। তেওঁ জনগণক ভাল পাইছিল আৰু জনতাক দেখিলেই তেওঁৰ মনপ্ৰাণ প্ৰফুল্লিত হৈ পৰে। জনগণৰ সমাবেশতে তেওঁ অসীম প্ৰেৰণা লাভ কৰিছিল।

---

জনবাণী

# পৰশুৰাম চিৰিজৰ প্ৰথমখন
# চিন্তাশীল অসমীয়া সকললৈ
# অসমৰ সত্ৰ-প্ৰথা

অসমৰ সত্ৰ-প্ৰথা অসমৰ ধৰ্ম আৰু সমাজনীতিৰ অতি গৌৰৱপূৰ্ণ বিষয়। সত্ৰ-প্ৰথাৰ প্ৰবৰ্তন বহুত পুৰণি কালতে ভাৰতবৰ্ষৰ নানা ঠাইত হৈছিল। বিশেষকৈ প্ৰভু বুদ্ধদেৱৰ প্ৰভাৱত নানা ঠাইত এই সত্ৰ-প্ৰথা প্ৰবৰ্তিত হয়। 'বৌদ্ধ-বিহাৰ' বিলাক সত্ৰৰ দৰেই ধৰ্ম, নীতি, দৰ্শন, তত্ত্ব আলোচনাৰ প্ৰধান কেন্দ্ৰ আছিল। 'চৈত্য' শব্দ বহুত পুৰণি। 'চেতা' সকল বাস কৰি শিষ্য বৰ্গক শিক্ষা দিয়া স্থান বিলাকেই চৈত্য আছিল।

অসমত সত্ৰ স্থাপন কৰোঁতা মহাপুৰুষ শ্ৰীশঙ্কৰদেৱে ১২বছৰ কাল কাশীত বাস কৰিছিল। কাশী অনন্ত কালৰে পৰা আৰ্য্য-সংস্কৃতিৰ প্ৰধান কেন্দ্ৰ। কাশীত অনেক 'অন্ন-সত্ৰ' আজিও প্ৰবৰ্ত্তি আছে। এই সত্ৰ বিলাক ৰজা মহাৰজা সকলৰ দানৰ পৰা চলে। এনে সত্ৰত দুবেলা দুসাজ বিদ্যাৰ্থী সকলক বিনা মূল্যে খাবলৈ দিয়া হয়। আমাৰ গৌৰীপুৰ ৰজাৰো এখন অন্ন সত্ৰ কাশীত আছে। জ্ঞানাৰ্থী দৰিদ্ৰ বিৰ্দ্যাৰ্থী সকলক অন্ন দান দিয়া মহাপুণ্যৰ কাম বুলি ভাবি কাশীক্ষেত্ৰত এই সত্ৰবিলাকৰ স্থাপন হয়। এতিয়াও আছে।

মহাপুৰুষ শ্ৰীশংকৰদেৱে ধৰ্মকেন্দ্ৰ স্থাপন কৰি যি কেইখন মহাসত্ৰ স্থাপন কৰি গ'ল তাৰ ভিতৰত চাৰিসত্ৰ প্ৰধান। আউনীআটি, দক্ষিণপাট, গড়মূড়, কুৰুৱাবাহী। এই চাৰি সত্ৰই শ্ৰীভাগৱতী ধৰ্মৰ চাৰিটি সোণৰ স্তম্ভ। অসমত যদি এই সত্ৰসমূহ নাথাকিলহেঁতেন তেন্তে মানৰ আক্ৰমণৰ পাছৰ পৰা ইংৰাজৰ আমোল হোৱালৈকে এই অৰাজক কালছোৱাত আমাৰ অস্তিত্বই নাইকিয়া হ'লহেঁতেন।

এতিয়া এবাৰ চোৱা হওক সত্ৰ স্থাপনৰ দিনৰে পৰা আজিলৈকে সত্ৰৰ পৰা বাইজৰ কি কি উপকাৰ হৈছে। সত্ৰসমূহৰ মূল উদ্দেশ্য সিদ্ধি হৈছে নে নাই।

সত্ৰ স্থাপনৰ উদ্দেশ্য আছিল কি? এই প্ৰশ্ন বিচাৰ কৰিলে সহজেই বুজিব পাৰি যে, শ্ৰীশঙ্কৰদেৱৰ প্ৰবৰ্ত্তিত শ্ৰীভাগৱতী ধৰ্ম সৰ্বজন সমাদৃত কৰিবৰ কাৰণে এই সত্ৰবিলাকেই হৈছিল একো একোটি কেন্দ্ৰ। আজিকালি ইংৰাজী ভাষাৰে যাক 'মিশ্যন' বোলে ঠিক তেনেকুৱাই আছিল আমাৰ সত্ৰ। শ্ৰীশঙ্কৰদেৱৰ সংগঠন প্ৰণালী ইমান নিখুঁট আৰু এনে ব্যাপক আছিল যে এই সত্ৰ স্থাপনৰ দ্বাৰাই তেখেত সমগ্ৰ অসমৰ সামাজিক জীৱনত এটা জাতীয় ভাবৰ বন্ধন আনি দি গ'ল। ৰাজনীতি ক্ষেত্ৰত আছিল ৰজাৰ শাসন; সমাজ আৰু ধৰ্মনীতিত আছিল সত্ৰৰ শাসন। আজিও আমাৰ মানুহে কথাত কয় বোলে, ৰজাৰ খাজনা, গুৰুৰ কৰ। ৰজাৰ লগত ৰাইজৰ যোগ আছিল অৰ্থনীতি আৰু ৰাজনীতিত; আৰু গুৰুৰ লগত যোগ আছিল ধৰ্ম, সমাজ আৰু নৃত্য-গীত বাদ্যাদি সাধনামূলক উদ্যম বিলাকত।

সত্ৰস্থাপনৰ মূল উদ্দেশ্য আছিল ব্যাপক ভাবে শ্ৰীভাগৱতী ধৰ্ম প্ৰচাৰ। প্ৰচাৰৰ প্ৰণালী আলোচনা কৰিলে দেখা যায় ভিতৰত একোখন সৰু ৰাজ্য পৰিচালনা কৰাৰ সুনিপুণ ব্যৱস্থা আছে। সত্ৰৰ অধিকাৰ জনেই সকলো প্ৰকাৰৰ সৰ্বোপৰি ক্ষমতা শাসক। ডেকা - অধিকাৰ সহকাৰী উত্তৰাধিকাৰী। অধিকাৰৰ নিৰ্দেশ মানি, ভাগৱতীদেৱৰ ওচৰত শ্ৰীমদ্ভাৱত শাস্ত্ৰ অধ্যয়ন কৰি ডেকাই ভৱিষ্যত জীৱনৰ দায়িত্ব ল'বৰ কাৰণে বুঢ়া অধিকাৰৰ পদাঙ্ক অনুসৰণ কৰে। ভাগৱতী দেউৰ কাম হ'ল ভাগৱৎ ব্যাখ্যা কৰা। বৰপূজাৰীৰ কাম শ্ৰীগোবিন্দ মহা প্ৰভুৰ আগত ষোড়শোপচাৰে অৰ্ঘ্য নিবেদন কৰা। এইদৰেই নাম লগোৱা, নামঘৰীয়া, গায়নবৰা, ওজা, সাতোলা, পাছনি, চহৰীয়া, মেধি, বৰমেধি, চাউল ভড়ালী, মিঠৈ ভড়ালী আদি নানা ৰকম দায়িত্বপূৰ্ণ বিষয় বৰীয়া কৰ্মদলৰ সৈতে একো একোখন সত্ৰ একো একোটি ৰাজধানীৰ দৰে গঠিত হৈছিল। শিষ্য সকলৰ মাজত গাঁৱে গাঁৱে একোজন অধিকাৰে মনোনীত কৰা মেধি থাকে। সত্ৰৰ তৰফৰ পৰা কোনো কথা শিষ্যবৰ্গক জনাবৰ হ'লে সত্ৰৰ কাকতীয়ে মেধিলৈ খবৰ দিয়ে আৰু মেধিয়ে নিজৰ ৰাইজ সকলক তুৰন্তে বাতৰি জনাই দিয়ে।

---
প্ৰবন্ধাৱলী

এই ব্যৱস্থা মতে চলিবলৈ আৰম্ভ কৰাৰ পৰা সমগ্ৰ অসম দেশ ভাটিৰ পৰা উজনিলৈ সত্ৰৰ শাসনাধীন হ'ল। সত্ৰৰ চহৰীয়া সকলে বছেৰেকত একোবাৰ চহৰ ফুৰিবলৈ গৈ শৰণ, ভজন, শিষ্য গ্ৰহণ, নানা প্ৰকাৰ সামাজিক সমস্যা সমাধান কৰি এবছৰৰ কাৰণে নিজ নিজ চহৰত নতুন কামৰ প্ৰগ্ৰেম দি আহে। ক্ৰমাৎ সেইমতে গাঁৱে গাঁৱে শিষ্যৰ ঘৰে ঘৰে মূল অধিকাৰ প্ৰভুৰ শুভ-ইচ্ছা প্ৰচাৰিত হয়।

ধৰ্ম আৰু সমাজ, সমাজ আৰু ধৰ্ম — এই দুইৰ মাজত এৰাএৰি নাই। কাৰণ সমাজ নাইকিয়া ধৰ্মও নাই আৰু ধৰ্মৰ দণ্ডৰ তলত ৰাখি পাপ পথৰ পৰা ৰক্ষা কৰাই ধৰ্মৰ প্ৰথম উদেশ্য। দ্বিতীয়তে সমূহীয়া ভাৱে মিলিজুলি একে হৈ এক ধৰ্মৰ উন্নতি সাধন কৰা।

বৈষ্ণৱ ধৰ্ম সংসাৰীৰ ধৰ্ম। ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষ— এই চতুৰ্বৰ্গ সিদ্ধি হয় কেৱল ধৰ্মৰ অনুসৰণ দ্বাৰাই। হৰিনাম গালেই ধৰ্মৰ পূৰ্ণতা নহয়। লগে লগে কৃষি -কৰ্মও লাগিব। গুৰু গৃহলৈ ন-খেতিৰ আগভাগ দিয়া কেনে সুন্দৰ ৰীতি। কিয়নো, গুৰুৱে নিজে ভোগ কৰিবৰ কাৰণে নহয়। আমাৰ নিজৰ ধৰ্মৰ মূল ভেঁটি শকত কৰি ৰখা আমাৰেই কৰ্তব্য। একোখন সত্ৰত অনেক উদাসীন এহাগুধীয়া ভকতে দিনে ৰাতিয়ে এক মনে এক প্ৰাণে ঈশ্বৰক চিন্তা কৰিছে। ভগৱানৰ নামত চাৰি প্ৰসঙ্গ নামঃ- কীৰ্ত্তন হৈছে। যজ্ঞ-কুণ্ডত পবিত্ৰ গৰু ঘিউ ঢালি 'সৰ্ব যজ্ঞশ্বৰো' হৰিক আহ্বান কৰা হৈছে। বিশিষ্ট বৈদিক প্ৰথাৰে সৰ্বদায় মহাবিষ্ণুৰ অৰ্চনা কৰা হৈছে। এই বিলাক হৈ থকা বাবেই মহাবাহু ব্ৰহ্মপুত্ৰৰ বিশাল বুকুত আমাৰ শিক্ষা —সাধনাৰ মগৰাচৰা ৰূপৰ নাও আজিও জিলিকি আছে।

এতিয়া চোৱা হওক আমাৰ সত্ৰ সমূহ আদি খোজতে আছেনে?

সত্ৰ স্থাপনৰ পাছত যেতিয়া সত্ৰসমূহে আহোম ৰজাৰ সমৰ্থন পালে তেতিয়াৰ পৰা সত্ৰৰ এটি সুকীয়া সত্তা হ'ল। সম্পূৰ্ণ সাত্বিক ভাৱে আৰম্ভ কৰা সত্ৰৰ হাতত ৰজাঘৰীয়া ক্ষমতা পৰিল। সত্ৰবিলাকে অনেক খাট-পাম আদি দেৱোত্তৰ দান পালে। আহোম ৰজাৰ এই বদান্যতা চিৰ-স্মৰণীয় হওক। তেখেতসকলৰ পুণ্যাত্মা বিলাক আকৌ আমাৰ সমাজলৈ আহক।

ৰজাঘৰীয়া সমৰ্থন পোৱাৰ পাছৰ পৰা লাহে লাহে বিদেশী পৰ-ধৰ্মী ইংৰাজ শাসন আহিল। স্বাভাৱিকতে সমাজৰ মনোভাৱত নতুন সভ্যতাৰ সাঁচ পৰিল। এইদৰে থাকোঁতে থাকোঁতে নানা প্ৰকাৰ ৰাজনৈতিক আন্দোলন আৰম্ভ হ'ল। পশ্চিমীয়া ৰাজনীতি, বিপ্লৱনীতিৰ নানা ৰকম উদ্ঘাট পূৰ্ণ ভাৱধাৰা আহি সোমালহি। ইংৰাজ আমোলাৰ ভেদ-নীতিয়ে কোনেও নেদেখাকৈ শিলং পাহাৰৰ ওপৰৰ পৰা শিপা মেলিবলৈ ধৰিলে। দুই চাৰিজন প্ৰত্যেক বিষয় মানুহ হাতত লৈ সৰু সৰু সম্প্ৰদায় সৃষ্টি কৰি একসূত্ৰে আবদ্ধ হৈ থকা আমাৰ একব সমাজ খালি ছিন্নভিন্ন কৰি পেলালে।

গীতাত ভগবান শ্ৰীকৃষ্ণই কৈছে ঃ যেতিয়া ধৰ্মৰ গ্লানি হয় তেতিয়াই মই মোৰ আত্মা সৃজন কৰি পৃথিৱীলৈ আহোঁ।

এই মহাবাণী সত্ৰাধিকাৰ প্ৰভু সকলে নিজৰ ভকতৰ পৰা পালন কৰিবৰ সময় অতীত হৈ গৈছে। এতিয়া দেখা গৈছে আগেয়ে একগোট হৈ হেন্দুলি থকা একে ভকতৰে শিষ্য একে গাঁৱত নানা ৰকম ভেদৰ সৃষ্টি হৈছে। এই ভেদ সৃষ্টি কিয় হৈছে? ইয়াৰ কেৰোণ কেনেকৈ নাইকিয়া কৰি পুনৰ্গঠন কৰিব পাৰি এই চিন্তা কৰা আৰু সেই মতে কাম কৰা দৰ্কাৰ। নহলে সমাজৰ অস্তিত্ব হেৰাব।

আমাৰ উদ্দেশ্য খোৰতে কেৰোণ দেখুৱাই দিয়া আৰু ভৱিষ্যত গঠন— প্ৰণালীৰ এটি আঁচনি দিয়া।

বাহিৰে আমাৰ এই পুস্তিকা গভীৰ গৱেষণাৰ ফল বুলি জনা উচিত। কোনো প্ৰকাৰ খণ্ডেকীয়া উত্তেজনাত লিখা নহয়। ভাৰতীয় বিমান বাহিনীত মিলিটেৰী কাম কৰি সিন্ধু প্ৰদেশৰ কৰাচী বন্দৰত থাকোঁতে প্ৰায় দুই বছৰ কাল জগতৰ নানা প্ৰকাৰ উত্থান-পতন আৰু পৰিবৰ্তন গভীৰ সমালোচনা কৰি থাকোঁতে আমাৰ মুক্তিৰ উপায় বিচাৰিছোঁ। আজৰীয়া সময়ত এই সুদূৰ সিন্ধু মৰুভূমিৰ বিশাল আকাশৰ তলত গভীৰ ভাৱে মনোনিবেশ কৰি ৰচনা কৰি এই পুস্তিকাৰ প্ৰতি দেশৰ পূৰ্ণ মনযোগ কামনা কৰিছোঁ।

## সত্ৰৰ নতুন ৰূপ

এতিয়া বিজ্ঞানৰ যুগ। নানা প্ৰকাৰ বৈজ্ঞানিক আবিষ্কাৰৰ প্ৰভাৱত জগতৰ সভ্যতা মুগ্ধ। এই যুগত অকল নিৰ্বিকাৰ শিৱৰ উপাসনাই সমাজক মুক্তি দিব নোৱাৰে। যি শিষ্যই দুবেলা দুমুঠি পেটৰ ভাত মোকোলাৰ পৰা নাই, অভাৱৰ হেঁচাত জুৰুলা হৈ ভগাচালিত বাস কৰিছে সেই শিষ্যৰ পৰা গুৰুৱো একো উপকাৰ নহয় আৰু সমাজেও একো নাপায়। অভাৱৰ হেঁচাত পেপুৱা হৈ অনেক সৰল হোজা মানুহে পশুৰ দৰে জীৱন কটাইছে। থাকিবলৈ ঘৰ নাই, খাবলৈ ভাত নাই, নিজৰ বুলিবলৈ একো নাই। অথচ এই অসমতে বিদেশৰ পৰা যোৱা লাখোঁ কৰ্মীয়েতোৰ লাখপতি ক্ৰোৰপতি হৈছে, বিদেশী খেতিয়কে খেতি কৰি শতত্তে নগদ ধান কৰিছে।

সমাজৰ ওপৰত সত্ৰৰ অধিকাৰ এৰ খাই আহিছে। কাৰণ সত্ৰাধিকাৰ সকলে কেৱল সত্ৰতে থাকি ধৰ্মী নিদেৰ্শৰ বাহিৰে শিষ্যৰ আন আন সমস্যা বিলাক সমাধান কৰিবলৈ চেষ্টা কৰা নাই। উদ্যোগী কোনো শিষ্যৰ যদি হাতৰ পৰু নাইকিয়া হয় কিম্বা

গৰু মহ কিনিবলৈ ধনৰ অভাৱ হয় তেন্তে সত্ৰই সেই অঞ্চলৰ এজন ধনী শিষ্যক মতাই নি সেই অভাৱত পৰা শিষ্য জনক ৰক্ষা কৰিবলৈ আদেশ দিলেই হয়। সত্ৰৰ খাট বিলাক যাতে মাটি নাইকিয়া শিষ্যই পায় তাৰ দিহা দিব পাৰে।

গাঁৱলীয়া সমাজত দেখা যায় অতি সামান্য আৰু নগণ্য কথাৰ বাবে জেদ কৰি একো একোখন সমাজ খণ্ড-বিখণ্ড হৈ যায়। এনে হোৱাৰ মূল কাৰণ মানুহৰ অহংকাৰ। ধৰ্মই অহং দমন কৰা দৰ্কাৰ। নহ'লে সমাজ খৰিয়ালেৰে ভৰা মাছৰহাটৰ দৰে হৈ থাকিব।

এনে সদকৰ্ম বিলাক সুনিপুণ ভাৱে পৰিচালনা কৰাৰ উপায় কি?

ইয়াৰ একমাত্ৰ আধুনিক উপায় হৈছে প্ৰচাৰ পত্ৰিকা। প্ৰত্যেক সত্ৰৰ একো একোটি নিজা প্ৰেছ থকা দৰ্কাৰ। খ্ৰীষ্টানৰ মিশ্যনেৰী সত্ৰ বিলাকে নিজ নিজ সত্ৰৰ মতবাদ, ধৰ্মৰ উপদেশ আদি সৰল সহজ ভাষাৰে ছপা কৰি শিষ্যবৰ্গৰ মাজত প্ৰচাৰ কৰে।

সত্ৰই এই কাম হাতত ল'লে অনায়াসে কৰিব পাৰে। একোখন সত্ৰত যদি একোটা প্ৰেছ থাকে তেন্তে তাৰ দ্বাৰাই সত্ৰৰ অধীনত থকা সমস্ত শিষ্য বৰ্গৰ জ্ঞান বাঢ়িব। শিক্ষা বিষয়লৈ ধাউতি হ'ব। তাৰ উপৰি গীতা ভাগৱতৰ নানা জটিল অৰ্থপূৰ্ণ সত্য বিলাক সহজ ভাষাৰ যোগে গাঁৱলীয়া ৰায়তে ঘৰত বহি জানিবলৈ পাব।

প্ৰত্যেক ঘৰ শিষ্যৰ পৰা বাৰ্ষিক বৰঙণি স্বৰূপে এক টকাকৈ চান্দা সংগ্ৰহ কৰি লৈ এ কোখনি পঘেকীয়া কাকত সুন্দৰকৈ চলাব পাৰি।

প্ৰত্যেক সত্ৰৰ ডেকা অধিকাৰৰ কাৰণে একোখন নতুন সত্ৰ হোৱা উচিত। সেই নতুন সত্ৰ নগৰৰ ওচৰত হোৱা দৰ্কাৰ। আধুনিক মিশ্যনেৰী বিলাকৰ দৰে তাত স্কুল, হাতৰ কাম, মিস্ত্ৰী কাম, খেতি, ধৰ্ম, প্ৰেছ, হস্পিতাল আদি থকা উচিত।

অনেক দৰিদ্ৰ শিষ্য ৰোগত ভুগি ভুগি বিনা চিকিৎসাত মৃত্যুৰ মুখত পৰিছে। তেওঁবিলাকক উদ্ধাৰ কৰিবলৈ কেওঁ নাই। সত্ৰৰ চিকিৎসালয়ত আয়ুৰ্বেদ প্ৰধান হোৱা উচিত। লগে লগে আধুনিক যুগৰ অস্ত্ৰোপচাৰ বিভাগো থকা উচিত। ইলেকট্ৰিক লাইট, ৰেডিঅ' আদি আধুনিক উপায় বিলাক নিতান্ত দৰ্কাৰ। সত্ৰৰ জৰিয়তে যদি গাঁৱলীয়া শিষ্য বৰ্গই এই আধুনিক প্ৰণালীৰে শিক্ষা পায় তেন্তে আমাৰ অসম দেশ পৃথিবীৰ ভিতৰতে শ্ৰেষ্ঠ হৈ উঠিব পাৰে।

এইখিনিতে শ্ৰীশ্ৰী আউনিআটীয়া প্ৰভুৰ বিষয়ে এবাৰ কোৱা হওক। আউনিআটীয় শ্ৰীশ্ৰীলীলাকান্ত দেৱে ককিলামুখত এখনি সত্ৰ পাতিছিল। সেই সত্ৰৰ স্থান এনে মনোৰম আৰু গঠন প্ৰণালী এনে সুন্দৰ যে এবাৰ তাৰ মাজত সোমাই লক্ষ্য কৰিলেই বুজিব পাৰি। এই সত্ৰখনি ওপৰত কোৱা মতে নতুন ৰূপ গঠিত কৰিবলৈ অতি সহজ হৈ আছে। তাত এটি হাইস্কুল লাগে। স্কুলৰ লগে লগে কাৰিকৰী বিদ্যা, কাঠ মিস্ত্ৰীৰ কাম, লোহাৰ কমাৰ শাল, মাটিৰ বাচন সজা, বাঁহৰ পাচি খৰাহী সজা ইত্যাদি বিলাক ছাত্ৰৰ উপকাৰ শিক্ষা হ'ব। লগে লগে তাত এটি প্ৰেছ। সেই প্ৰেছতে ছাত্ৰই ছপাৰ কাম শিকিব। খবৰ কাগজ ওলাব। ধৰ্মপুথি প্ৰকাশ হ'ব। সেই স্কুল বৈদিক পাঠশালাৰ দৰে হোৱা উচিত। ধৰ্ম প্ৰধান হ'ব। প্ৰথমে পাঁচ শ ছাত্ৰ লৈ আৰম্ভ কৰিলে সেই স্কুলৰ পৰা এবছৰৰ পাছত পাঁচ হেজাৰৰ উপকাৰ হ'ব।

অসমৰ নৃত্য, গীত বাদ্য, ভাওনাৰ পুনৰুদ্ধাৰ কৰিবৰ সময় অতীত হ'ল। এনে ধৰণৰ স্কুল হ'লে নানা ঠাইৰ পৰা ওজা বিচাৰি নি গায়ন-বায়ন, বৰগীত, ওজাপালি আদি পৌৰাণিক কলা বিলাক পুনৰুদ্ধাৰ হ'ব। শ্ৰীশ্ৰীদত্তদেৱ ঈশ্বৰ পুৰুষে প্ৰৱৰ্তন কৰা মতে আধুনিক বেণ্ডপাৰ্টিৰ প্ৰয়োজন নিতান্ত আছে। স্বৰ্গীয় শ্ৰীশ্ৰীদত্ত দেৱ ঈশ্বৰ পুৰুষে ব্ৰহ্মপুত্ৰৰ বালিত অসমৰ নাটক দেখা কৰি নতুন পথ দেখুৱাই গৈছে।

তেখেতৰ পৰৱৰ্তী সকলৰ ভিতৰত শ্ৰীশ্ৰীগড়মূৰীয় সত্ৰাধিকাৰ প্ৰভুৱে আৰু অলপ নতুনলৈ গ'ল। অনেকেই কয় সত্ৰ ধৰ্মৰ স্থান। ৰাজনীতিৰ লগত ধৰ্মৰ প্ৰয়োজন নাই। সমস্যাটো বিশ্লেষণমূলক। সত্ৰৰ প্ৰথা অক্ষুণ্ণ ৰাখি তেখেতে যদি এখন আধুনিক সত্ৰ স্থাপন কৰি উপৰুক্ত মতে কাৰ্যকৰী প্ৰণালী লয় তেন্তে বহুত কাম হ'ব। উত্তেজনা পূৰ্ণ বক্তৃতা বিলাক বতাহত উৰি যায় কিন্তু দেশহিতকৰ কাৰ্য বিলাক একো একোজোপা গছ হৈ সমাজক ফল বিলাবলৈ থাকি যায় আৰু পুলি পোখা মেলি দেশ আবৰি ধৰে। আমাৰ মানুহে কয় বোলে, জুইশালত গঢ়িছে কমাৰ শালত গঢ়ে। প্ৰথমে নিজৰ ঘৰখন থিক কৰি লোৱা প্ৰথম কৰ্তব্য। প্ৰত্যেক সত্ৰৰে প্ৰধান কৰ্তব্য নিজৰ শিষ্য বৰ্গৰ মানসিক উৎকৰ্ষ, চিন্তাৰ বিকাশ, ধৰ্মনীতিৰ শিক্ষা, ভদ্ৰ আচৰণৰ প্ৰতি ধাউতি বঢ়োৱা। মুঠি এৰি দিলে পোৱা বস্তুও সৰি পৰে আৰু মুঠি টানি ধৰিলে সৰি পৰিব খোজা বস্তুও হাততে ৰয়।

## যুগৰ প্ৰভাৱ

সত্ৰবিলাক যুগ প্ৰভাৱৰ পৰা আঁতৰি থকা ভাল হৈছেনে? প্ৰশ্নৰ উত্তৰ দিলে 'নাইহোৱা' বুলি ক'বই লাগিব। কাৰণ, সত্ৰৰ অধীনত থকা শিষ্য বৰ্গৰ সন্তান সকলে আধুনিক শিক্ষা লৈ বৰ্তমানৰ মাজত ঠিয় দিছে। শিক্ষিত লোকে পুৰণি ধৰণে বহি নাম-কীৰ্তন কৰা, খোল-তাল বজাই উৎসৱ কৰা লাজৰ বিষয় বুলি ভাৱে। এইদৰে নতুন দলৰ অৱহেলা হোৱা বাবেই ক্ৰমে গাঁৱৰ নামঘৰ ভাগি উৱলি গৈছে, ভাওনা বিলাক কলা-কুশল নাইকিয়া হ'বৰ খেমালি হৈ পৰিছে। এই আধুনিক দলক সত্ৰমুৱা কৰিবৰ একমাত্ৰ

উপায় হৈছে প্ৰত্যোক সত্ৰত একোজন সুশিক্ষিত বি.এ. বা এম. এ. পাচ কৰা সত্ৰাধিকাৰৰ 'প্ৰাইভেট চেক্ৰেটৰী' থকা দৰ্কাৰ। এই প্ৰাইভেট চেক্ৰেটৰী যাতে সত্ৰৰ বাহিৰে অলপ দূৰত সপৰিবাৰে থাকি একান্তভাৱে কাৰ্য কৰিব পাৰে তাৰ দিহা কৰা উচিত। এনে প্ৰাইভেট চেক্ৰেটৰীৰ কৰ্তব্য হ'ব নানা ৰকম ধৰ্মনীতিপূৰ্ণ আলোচনী পঢ়া, দৈনিক বাতৰিৰ সংক্ষিপ্ত বিৱৰণ সত্ৰবাসী সকলক দিয়া, ইংৰাজী ভাষাত লিখা নানা প্ৰকাৰ সংগঠনমূলক প্লেন ফঁহিয়াই দেখুওৱা ইত্যাদি। লগে লগে সত্ৰৰ এটি শিক্ষা মন্দিৰ থকা উচিত। তাত আমাৰ ভাৰতবৰ্ষ আৰু পৃথিবীৰ মেপ, ভাল ভাল কিতাপৰ লাইব্ৰেৰী, খবৰ কাগজ আলোচনী আৰু ৰেডিঅ' থকা দৰ্কাৰ। সময়মতে সকলো সত্ৰবাসীয়ে শিক্ষা মন্দিৰলৈ গৈ দেখি, শুনি, পঢ়ি নানা নতুন কথা জানিব। ইলেকট্ৰিক লাইট এই কাৰণে অতি দৰ্কাৰ।

দৈনিক এক দুই ঘণ্টাকৈ দেশ-বিদেশৰ নানা কথা কৈ, মেপ দেখুৱাই সৰল ভাৱে জানিবলৈ দিলে সত্ৰবাসী সকলে বহু আঁতৰত থাকিও আধুনিক সভ্যতাৰ সমানে আগবাঢ়িব পাৰিব।

আধুনিক ধৰণৰ ডেকা সকল গৈ যাতে নিজৰ মতে থাকিব পাৰে সত্ৰৰ বাহিৰে আধুনিক ধৰণৰ একোটি অতিথি-ঘৰ থকা উচিত।

শিক্ষা মন্দিৰটি এনে ধৰণে গঢ়িব পাৰি সেয়ে যেন একো একো সত্ৰৰ একো একোটি মিউজিয়াম হয়। পুৰণি পুথি, হাতৰ কাম, পুৰণি কলীয়া সম্পদ আদি তাত থকা উচিত।

আমি নিজে মিলিটেৰীৰ বিৰাট সমস্যাৰ মাজত সোমাই দেখিলোঁ যে, আজিকালি উন্নত উপায়েৰে অতি অলপ সময়ৰ ভিতৰত নিৰক্ষৰ মানুহকো জটিল বৈজ্ঞানিক শিক্ষা দিব পাৰি। মিলিটৰী ছাউনি বিলাকত অনেক শিক্ষক অফিচাৰ থাকে। তেওঁবিলাকে সপ্তাহত একো দিনকৈ এটা এটা বিষয়ৰ বক্তৃতা দি শুনোতাৰ পৰা নানা প্ৰশ্ন উলিয়াই প্ৰশ্ন বোৰৰ ব্যাখ্যা কৰি দিয়ে। এই দৰে দুঘন্টাৰ ভিতৰত একো একোটা নতুনা বিষয়ৰ কথা শুনোতাৰ মনত চিৰকাললৈ ৰৈ যায়। আমাৰ সত্ৰবিলাক মিলিটেৰী ছাউনী নহয় যদিও সাধনাৰ কেন্দ্ৰ বুলিব পাৰি।

আজিকালি সত্ৰবিলাকত অনেক পুৰণি প্ৰথা লোপ ল'বলৈ ধৰিছে। নতুন প্ৰথাও একো প্ৰৱৰ্তিত হোৱা নাই। সত্ৰসংস্কাৰ নিতান্ত প্ৰয়োজনীয় হৈ উঠিছে। গতিকে এই শিক্ষা মন্দিৰ স্থাপন হোৱা নিতান্ত দৰ্কাৰ।

### ধৰ্ম প্ৰচাৰৰ আধুনিক উপায়

আধুনিক জগত চলিছে প্ৰচাৰ কাৰ্যৰ ওপৰত। আমাৰ সত্ৰসমূহ আধুনিক হোৱা হেঁতেন আমাৰ দাস্তি কাৰেবে উপচি থকা নানা ভৱহুৰ মিছলি লোকবিলাক আমাৰ ধৰ্মলৈ আহিলহেঁতেন। আমি দেখিছোঁ যে,বাটত পৰি থকা অনাথ ল'ৰা ছোৱালীবোৰ বুটলি লৈ বেমাৰ এজাৰ- গুচাই, পঢ়াই শুনাই মিচনেৰী বিলাক মানুহ গঢ়ি তুলিছে। আমি হৰিক 'অনাথৰ নাথ' বুলি উপাসনা কৰোঁ কিন্তু অনাথৰ নিজে নাথ হ'বলৈ ইচ্ছা নকৰোঁ। অকল আয়েৰে মালি কামত একো নকৰিলে আজিকালিৰ সুৰুঙাবাটী যুগত প্ৰতিপত্তি লাভ কৰা কঠিন।

অসমৰ বিৰাট সঙ্কট সন্মুখত। লাহে লাহে বিদেশী লোক আহি আমাৰ মাটি দখল কৰি থ'কে ভ'তে সোমাই পৰিছে। সত্ৰাধিকাৰ সকলে নিজে নিজে শিষ্যবৰ্গৰ মাজত এনেদৰে বসতি স্থান বিলাক দখল কৰিবলৈ উদগনি দিয়া উচিত। যি বিলাক পৰিয়ালত ককাই-ভাই সৰহ, মাটি তাকৰ তেনে পৰিয়ালক মাটি থকা ঠাইলৈ উঠি যাবলৈ উদগনি দিয়া দৰ্কাৰ। ওপৰত কৈ অহা ডেকাৰ কাৰণে নতুন সত্ৰ একোখন স্থাপনৰ উদ্দেশ্যে বিচাৰিলে দেখা হ'ব যে তাৰ দ্বাৰাই বিৰাট উদ্দেশ্য সাধিত হ'ব। তেনে ধৰণৰ সত্ৰীয়া স্কুল বিলাকেই ভৱিষ্যৎ 'প্ৰচাৰক দল' গঠন কৰিব। ধৰি লওক এখন সত্ৰৰ এটি স্কুলৰ পৰা যদি সুন্দৰ ভাৱে শিক্ষা দি বছৰি এশ প্ৰচাৰক উলিয়াব পাৰি তেন্তে পাঁচ বছৰত পাঁচ শ প্ৰচাৰক ওলাব। এজন প্ৰচাৰকে এবছৰত নিচেই কম পক্ষেও যদি এশ মানুহক ধৰ্ম দিব পাৰে তেন্তে পাঁচ বছৰত পাঁচ শ জন হ'ব। কিন্তু ইয়াতকৈও অনেক বেচি লোকক ধৰ্মলৈ আনিব পৰা হ'ব।

প্ৰচাৰক সকলে লগে লগে সত্ৰৰ দ্বাৰা প্ৰকাশিত বাতৰি কাকতো প্ৰচাৰ কৰিব। এনেকৈ যদি চাৰি পাঁচখন ডাঙৰ সত্ৰই একে সময়তে কাম আৰম্ভ কৰে তেন্তে পাঁচ বছৰৰ পাছত আমাৰ ভৈয়ামত থকা ছখন জিলাৰ গাঁৱে ভূৱেঁ, চুকে কোনে ধৰ্ম, সাহিত্য আৰু ভাব প্ৰচাৰ হ'ব।

### ধৰ্ম বিষয়ক পুস্তিকা

খ্ৰীষ্টান মিশ্যনেৰী বিলাক নানা প্ৰকাৰ ছবি গল্প সংযোগ কৰি দি ধৰ্মৰ মূল উদ্দেশ্য বিলাক সহজ ভাষাৰে লিখা কিতাপৰ সহায়েৰে প্ৰচাৰ কৰে। আমাৰ কীৰ্তনতো তেনে উপকথা বহুত আছে। যেনে অজামিল উপাখ্যান। অজামিল উপখ্যান কীৰ্তনত সংযোগ কৰাৰ উদ্দেশ্য কি? অজামিলৰ নিচিনা অসৎলোকো শেষত হৰিনামৰ বলত পবিত্ৰ হৈ বিষ্ণুলোকলৈ গ'ল। এই উপাখ্যানটি যদি সকল কথাৰে লিখি এটা সাধু কথাৰ দৰে প্ৰচাৰ কৰা হয় তেন্তে সেই পুথি ল'ৰা-ছোৱালী বিলাকে নিশ্চয় পঢ়িব। গল্পৰ শেষত এতেকে —

"পাতক হ্ৰেকক তাকি বোলা যায় আৰ" বুলি সমাধান দি থ'লেই উপাখ্যানৰ মূল উদ্দেশ্য সিদ্ধি হ'ব।

এনে বিলাক কিতাপ ডাঙৰ আখৰেৰে সহজে

পঢ়িবপৰাকৈ ছপাব লাগে। বাগিচাৰ কুলী, বস্তিৱালা কুলী, আশে পাশে থকা উপজাতি বিলাকৰ মাজত এনে পুথি বিতৰণ কৰিলে মহান উদ্দেশ্য সাধিত হ'ব।

### সাম্প্ৰদায়িক ভাৱ

কূট-ৰাজনীতিৰ বৰচ'ৰাৰ পৰা ওলোৱা নানা ৰকম বিষ-বাষ্পৰ ফলত সোণৰ অসমৰ সমাজত সাম্প্ৰদায়িক ভেদ ভাব সোমাইছিল। যথা সময়ত তাৰ বিষফল ফালিব পাৰে বুলি জানি অসমীয়া সমাজে সেই ভাব দলিয়াই পেলালে। অনেক উদণ্ড বক্তাই মুকলি সভাত সহস্ৰ লোকৰ মনত ভেদ-ভাব সৃষ্টি কৰি এমুঠি অসমীয়াৰ আঁহ ফালি ছিৰাছিৰ কৰিব খুজিছিল।

অনেক বৈষ্ণৱ ভক্তৰ মুখত শাক্তৰ নিন্দা শুনা যায়। এনেবিলাক গৰ্হিত আচৰণ বন্ধ কৰিব লাগে। কিয়নো, আমি সকলো মিলি এক বিৰাট আৰ্য সভ্যতাৰ অংশীদাৰ। বেদেই আমাৰ মূল। পন্থা বা সংহতি বেলেগ হ'লেও সেই ব্ৰহ্মা-বিষ্ণু মহেশ্বৰকেই আমি সকলোৱে মানো। মূলত ঃ আমাৰ একো ভেদ নাই। বেদ পথ হিন্দুৰ একমাত্ৰ পথ। শ্ৰীশঙ্কৰদেৱেও কীৰ্তনৰ 'পাষণ্ড মৰ্দন' অধ্যায়ত কৈছে যে, পাষণ্ড সবেহে বেদ-পথ ছন্ন কৰি ফুৰে।

সমাজ সংস্কাৰ বৰ দায়িত্বপূৰ্ণ আৰু কঠিন কাম। যি কোনো কাম দুই প্ৰকাৰে কৰিব পাৰি। হয় মধুৰ ভাৱে নহয় তীব্ৰ ভাৱে। যি কাম মধুৰ ভাৱে হয় তাৰ ফল সাধাৰণতে দীৰ্ঘস্থায়ী হয় আৰু যি কাম তীব্ৰভাৱে হয় তাৰ ফল ক্ষণস্থায়ী আৰু প্ৰতিক্ৰিয়াশীল হয়।

এই বিশ্বব্যাপী মহাসমৰে জগতত নানা ৰকম নতুন কথা শিকালে। জাৰ্মান জাতিয়ে ইন্দ্ৰ মহাবজ্ৰ তুল্য সৃষ্টিধ্বংসকাৰী প্ৰলয় অস্ত্ৰ আবিষ্কাৰ কৰি কেৱল দেশ ধ্বংস কৰিব পাৰিলে কিন্তু কাৰো হৃদয় জয় কৰিব নোৱাৰিলে। শেহত বৃটিছ আমেৰিকা আৰু ৰুচিয়াৰ গছকত নিজেই মাটিত মিহলি হ'ল।

'কমিউনিজিম' বুলি ৰুছিয়াত উদ্ভৱ হোৱা এটা বিপ্লৱী মতবাদে পৃথিৱীৰ সভ্যতা, সমাজ, ধৰ্ম, অৰ্থনীতি, ৰাজনীতি সকলো ক্ষেত্ৰতে নানা ৰকম অশান্তি সৃষ্টি কৰি ফুৰিছে। আমাৰ ভাৰতবৰ্ষতো সেই মতবাদ সোমালহি। যি সকল লোক হিন্দু সমাজৰ উপেক্ষিত হৈ আছিল তেওঁবিলাকে এইনতুন ভাবধাৰাৰ আক্ৰমনকাৰী সমস্যাবোৰ প্ৰচাৰ কৰিবলৈ ধৰিলে। তেওঁবিলাকে ৰুচিয়াৰ 'কমিউনিজিম' অৰ্থাৎ সাম্যবাদক টানি আনি ভাৰতবৰ্ষ খনো ৰুছিয়া কৰিব খোজে। তেওঁবিলাকে সাম্যবাদৰ অৰ্থ কৰে 'আমি কাকো নামানো। সকলো মানুহ সমান। কোনো শ্ৰেষ্ঠ অশ্ৰেষ্ঠ নাই।'

ৰুছিয়াত এই ভাৱধাৰাৰ জন্ম হৈছিল অত্যাচাৰী ৰুচ সম্ৰাটৰ (ৰুচীয়ভাষাৱে যাক 'জাৰ' বোলে) বিৰুদ্ধে সৰ্বসাধাৰণক জাগৰণ দিবলৈ। সেই জাগৰণ হৈ গ'ল আৰু জাৰৰ সিংহাসন ধ্বংস কৰি ৰুচিয়াৰ ৰাইজে শাসন কৰিবলৈ ল'লে, তেতিয়াৰ পৰা এটা নতুন উৎসাহৰ সোঁত ৰুচিয়াত বৈ গ'ল। পাঁচ বছৰৰ ভিতৰতে (১৯১৯-১৯২৩) ৰুচ জাতিৰ নৱ জন্ম হ'ল।

দুটা কিতাপ পঢ়ি বা এটা লেকচাৰ শুনিয়েই আমাৰ দেশৰ তথাকথিত কমিউনিষ্ট (অৰ্থাৎ কম্যিউনিজম মতৰ শিষ্য) সকলে অবিবেচকৰ দৰে কিছুমান বিভ্ৰান্ত ধাৰণা সমাজত প্ৰচাৰ কৰিবলৈ ধৰিলে। নানা ভাষা, নানা ধৰ্ম, নানা ৰীতি-নীতি ভৰা আমাৰ দেশৰ সমস্যা পৃথিৱীৰ কোনো দেশৰ লগতেই মিল নাখায়। ভাৰত সম্পূৰ্ণ সাম্যবাদী। ভাৰতবৰ্ষৰ সাম্যবাদী আছিল শ্ৰীৰামচন্দ্ৰ, ভগবান শ্ৰীকৃষ্ণ। শ্ৰীৰামচন্দ্ৰৰ আদৰ্শই ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ আদৰ্শ। ভাৰতবৰ্ষৰ সৰ্বশ্ৰেষ্ঠ নেতা মহাত্মা গান্ধীৰ আদৰ্শ শ্ৰীৰামচন্দ্ৰ; গান্ধীৰ প্ৰাণ-গীতা।

শ্ৰীৰামচন্দ্ৰই গুহক চণ্ডালক কোলাত তুলি লৈছিল। শ্ৰীকৃষ্ণই বিদুৰৰ ঘৰত গৈ খুদকণ খায়ো তুষ্ট হৈছিল। এনে অমৰ আদৰ্শ থাকোঁতে আমাক বাহিৰৰ আদৰ্শ কিয় লাগিছে?

### গীতা প্ৰচাৰৰ প্ৰয়োজন

সমাজৰ কাৰণে শ্ৰীকৃষ্ণৰ শিশু লীলা,কালীয় দমন, ৰাসলীলা ইত্যাদি মানবীয় প্ৰেমপূৰ্ণ ঘটনা বিলাক প্ৰিয় হ'লেও শ্ৰীকৃষ্ণৰ মহাবাণী গীতা প্ৰচাৰৰ বিশেষ প্ৰয়োজন আছে। অসমত ভাগৱতী ধৰ্ম স্থাপিত হোৱা পাঁচশ বছৰ হ'ল। আগেয়ে ছাপা পুথি পোৱা নাযায় বুলি হাতেলিখা কীৰ্তন দশম আদি প্ৰচলিত আছিল। আজিকালি ছাপা কৰা কীৰ্তন পুথি কিনিবলৈ পায়। কিন্তু এতিয়াও ঘৰে ঘৰে একোখন কীৰ্তন নাই। মানুহৰ নিজ ধৰ্মলৈ ইমান আস্থা নাই কিয়? এই দোষ কাৰ?

হিন্দুস্থানৰ গোৰখপুৰত, (প্ৰাচীন গোৰক্ষপুৰ য'ত গোৰক্ষনাথৰ মন্দিৰ আছে) গীতা প্ৰেছ নামে এটি ছপাখানা স্থাপিত হৈছে। হিন্দুধৰ্মৰ কাৰণে যথাসৰ্বস্ব দিব পৰা অনেক লাখপতি, ক্ৰোড়পতি লোকে বহু অৰ্থ দান কৰি সেই প্ৰেছ স্থাপন কৰিছে। তাত অনেক শিক্ষিত হিন্দুস্থানী সাহিত্যিক আছে। তেখেত সকলে

'কল্যাণ' নামে এখনি মাহেকীয়া আলোচনী হিন্দী ভাষাত আৰু 'কল্যাণী কল্পতৰু' নামে এখন ইংৰাজীতে প্ৰকাশ কৰে। সেই আলোচনীৰ উদ্দেশ্য শ্ৰীকৃষ্ণ, শ্ৰীৰামচন্দ্ৰ, গীতা, ভাগৱৎ, পুৰাণ, দৰ্শন আদিৰ তথ্য বিলাক জগতৰ কল্যাণৰ কাৰণে প্ৰকাশ কৰা। তাৰ উপৰি হিন্দু ধৰ্মৰ প্ৰধান আশ্ৰয় দাতা কোটিপতি শ্ৰীমান ঘনশ্যাম দাস বিৰলাই অনেক লাখ টকা দান দিছে। সেই দানৰ টকাৰে বছৰি একলাখ কৈ গীতা প্ৰচাৰ কৰা হয়। তেখেতে কল্পনা কৰিছে হিন্দুস্থানৰ প্ৰত্যেক ঘৰ গৃহস্থৰ ঘৰে ঘৰে একোখনকৈ গীতা দিব।

এই বিৰাট কল্পনাৰ কাৰণ কি? কাৰণ হিন্দু সমাজৰ আজি নামতহে ধৰ্ম আছে। কেৱল ধৰ্মৰ নামত উৎসৱ কৰি প্ৰসাদ খালেই মানুহৰ মানসিক, আধ্যাত্মিক বা পাৰমাৰ্থিক উন্নতি নহয়। জ্ঞানৰ উন্মেষ নহ'লে পৰম জ্ঞানৰ বীজ বিলাক অঙ্কুৰিত হ'ব নোৱাৰে। বকৰাণিত কঠিয়া সিঁচা আৰু বিবেকহীন মানুহক যুক্তিৰ কথা দিয়া একে সমান। কৃষকে খেতি কৰিবলৈ মাটি চহায়। গুৰুৱে দিব্য-জ্ঞান দিবলৈ মন চহায়। কেঁচামনত পকা গুটি সিঁচিলে ভাল গছ নহয়।

আমাক লাগে প্ৰথমে মন তৈয়াৰ কৰিবলৈ। সম্মুখত হিন্দু ধৰ্মৰ নানা বিঘিনি। সকলো বিঘিনি অতিক্ৰম কৰিব লাগিব গীতাৰ শক্তিৰে। শ্ৰীমাধৱদেৱে নামঘোষাৰ এঠাইত কৈছে —

'বৈৰাগ্যত পৰে আৰ ভাগ্য নাহি পুৰুষৰ,
প্ৰবোধত পৰে নাহি জ্ঞান।" ......

বৈৰাগ্য উদয় হ'লেই পৰম ভাগ্য হয় সংসাৰ ত্যাগী ফকীৰৰ কাৰণে। কিন্তু সংসাৰিৰ কাৰণে বৈৰাগ্য কেনে হোৱা দৰকাৰ এবাৰ ওপৰত কোৱা বিৰলা মহাশয়ৰ ফালে চালেই হ'ব। আমাৰ দেশত যি দুই চাৰিজন ধনী লোক আছে ধৰ্মৰ উন্নতি দেশৰ উন্নতিৰ কাৰণে তেওঁবিলাকে নখ এটি তিয়াবলৈও টান পায়। যি সকলে 'মানুহ' শব্দটোৰ আগত এটা 'ডাঙৰ' শব্দ লগাই নিজৰ চিনাকী দিবলৈ ৰাজহাঁহৰ খোজ ল'ব খোজে সেই সকলে আজিকোপতি দেশ, সমাজ বা ধৰ্মৰ নামত ফুটা কড়ি এটাও দিয়া নাই। আনকি তেনেকুৱা মানুহৰ ঘৰত এখন অসমীয়া বাতৰি কাকত, এটি অসমীয়া কিতাপ, এজন অসমীয়া গুণী লোকৰ ছবিও দেখিবলৈ নাই। এওঁবিলাকৰ গুৰু গোঁসাই নাইনে? এওঁবিলাকক 'প্ৰবোধ' কোনে দিব? 'বোধ' সামান্য জ্ঞান। কিন্তু 'প্ৰবোধ' পৰম-বোধ। এনে বিলাক মানুহক প্ৰবোধ দিবৰ কাৰণে গীতাৰ নৌকা লগাব লাগে। হয় তেওঁ বিলাক দেশৰ উন্নতিকামী, সমাজৰ উন্নতিকামী, দহৰ ভিতৰত এজন হৈ থাওক। নহয় তেওঁবিলাক গুৰুৰ পৰিত্যক্ত, সমাজৰ বহিৰ্ভূত, সকলোৰে অৱজ্ঞাৰ পাত্ৰ হৈ ক'ৰবাত পৰি থাওক। অসমীয়া জাতি গঠন কৰিবলৈ হ'লে দেশৰ কাৰণে দেহে কেহে চিন্তা কৰা লোক আমাক দৰকাৰ।

কীৰ্তন, দশম, নামঘোষা আদি ধৰ্মগ্ৰন্থ বিলাক কেৱল থাপনাত থৈ সেৱা কৰিলেই মুক্তি হ'বনে? মৃত্যুৰ পাছত আমাৰ 'মুক্তি' আৰু জীয়াই থকা কালত দেহ-মনৰ 'মুক্তি' - এয়েই মহামুক্তি। যদি জীয়াই থকা দিন কেইটাত দেহ-মন এটা অতি সংকীৰ্ণ গণ্ডী বাটৰ ভিতৰতে অহা যোৱা কৰি থাকে তেন্তে আজিৰ এই বিশাল বিশ্ব জগত অসমীয়া সমাজৰ সংযোগ কেনেকৈ হ'ব?

### এই বিৰাট দায়িত্ব কাৰ?

আমি হাজাৰ চেষ্টা কৰিলেও সেই আত্মতাৰ নিজৰ হাবিতলীয়া সমাজত সোমাই থাকিব নোৱাৰোঁ। জগৎজুৰী যুদ্ধৰ ফলত অসমৰ হাবি বনত আহি পৃথিৱীৰ মানুহ সোমালহি। হোজা গাঁৱলীয়া মানুহৰ চকুৰ আগেদিয়েই শ শ শতেক উৰা দি এৰোপ্লেন উৰিবলৈ ধৰিলে। নানা তৰহৰ কল-কাৰখানা, কামান-বন্দুক-তোপ, সাজ-সজ্জা দেখি বিচিত্ৰ বিশ্বৰ এটা নতুন ৰূপ আমাৰ দেশবাসীৰ মনত সোমাল। এতিয়া নতুন মানুহ হ'বলৈ সকলোৰে মন জাগি উঠিছে।

বহাগ জেঠত চহাই থোৱা মাটিত আহুৰ ন-পানী পৰিলেই মৈয়াই কঠিয়া পাৰে। জাতীয় আন্দোলনে হালবাই চহাই থোৱা সমাজৰ মন ক্ষেত্ৰত যুদ্ধৰ কল-কাৰখানাই প্ৰবল বেগেৰে মৈ চলাই গতি নিৰ্দেশ কৰাৰ ভাৰ যাৰ ওপৰত তেখেত সকল ধৰ্মদৰ্শী, জ্ঞানী, ধীৰ আৰু নমস্য হ'ব লাগিব। কিয়নো, হিটলাৰৰ দৰে উদভ্ৰান্ত গতিৰে ধ্বংসৰ পথলৈ টানি নিয়া অনুকৰণী নেতাই জাতি উদ্ধাৰ কৰিব নোৱাৰে। ধীৰ পন্থী অসমৰ কাৰণে সত্ৰাধিকাৰ সকলৰ নেতৃত্ব সদায় থাকিব। এতিয়া তেখেত সকলৰ কৰ্তব্য কিছুমান আধুনিক উপায় অৱলম্বন কৰি সত্ৰৰ পৰিচালনা নতুন কৰা। প্ৰত্যেক সত্ৰৰ যদি একো খন নিজা নিজা পত্ৰিকা থাকে আৰু সেই পত্ৰিকাৰ মাৰ্ফতে যদি নিজ শিষ্য বৰ্গক সময়মতে সকলো কথা জনাই থকা হয় তেন্তে সমাজ বিভ্ৰাট ঘটিব নোৱাৰে। আৰো সমাজ - পুনৰ্গঠিত হ'ব। কাৰণ গীতাই কৈছে 'স্ব ধৰ্মে নিধনো শ্ৰেষ্ঠ' কিয়নো 'পৰধৰ্ম ভয়াবহ'। ভয়াবহ পৰ-ধৰ্মৰ পৰা অসমক ৰক্ষা কৰিবৰ কাৰণেই শ্ৰীশঙ্কৰদেৱে ভাগৱতী ধৰ্ম স্থাপনো কৰিছিল। সকলো অসমীয়া জাতি-বৰ্ণ নিৰ্বিশেষে এক হৈ কৰ্তব্যত লাগিলেহে আমাৰ অসম সঁচাকৈয়ে সোণৰ অসমত পৰিণত হ'ব।

### অতিৰিক্ত

অতিৰিক্ত এষাৰ কথা 'বৰদোৱা থান' সম্পৰ্কে। যি জন মহাপুৰুষে অসমক যথাসৰ্বস্ব দি গ'ল সেই মহাপুৰুষৰ পবিত্ৰ থান বৰদোৱাত আজিও অসমীয়াই নতুন সৌধ নিৰ্মাণ কৰিব

জনবাণী

পৰা নাই। শ্ৰীৰামকৃষ্ণ পৰমহংস সিদিনা মাথোন অন্তৰ্ধান হৈছিল। গুণগ্ৰাহী বঙ্গালী সকলে বেলুড়ত (য'ত তেখেতে সাধনা কৰিছিল) এনে বিতোপন মঠ তৈয়াৰ কৰিলে যে, দেখিলে শ্ৰদ্ধাত মূৰ দোঁ খাই। আমি বছৰি শ্ৰীশঙ্কৰ — মাধৱৰ তিথি পাতি কেবল মাহ-চাউলহে খাইছোঁ, কিন্তু সেই পবিত্ৰ থান যেৰাত স্মৃতি সৌধ ৰচনা কৰিবলৈ স্বপ্নও দেখা নাই। আজিপ্ৰায় ১০/১২ বছৰৰ আগতে আমি 'আদি অন্ত' নামে নানা সমস্যাপূৰ্ণ এখনি উপন্যাস লিখি তাত এই স্বপ্নও দিছিলোঁ। সেই উপন্যাস হাতেলিখা অৱস্থাতে শ্ৰীযুত নীলমণি ফুকনক দিয়া হৈছিল। কিন্তু নানা অভাৱত পৰি প্ৰকাশিত নহ'ল।

### বৰপেটা সত্ৰ

অসমৰ আন আন সত্ৰৰ লগত বৰপেটা সত্ৰৰ পাৰ্থক্য আছে। আন সত্ৰ বিলাক নগৰৰ পৰা বহুত আঁতৰত আছে কিন্তু বৰপেটা খাচ্ নগৰৰ মাজতে। আধুনিক সভ্যতাৰ সকলো উপকৰণ বৰপেটা সত্ৰই সহজে পাব পাৰে। কিন্তু বৰপেটা সত্ৰ তথাপি ওপৰত উল্লেখ কৰা মতে আধুনিক হ'ব পৰা নাই কিয়? বৰপেটা সত্ৰই বৰগীত স্কুল খুলি অসমৰ উচ্চ সঙ্গীত উদ্ধাৰ কৰিব পাৰে; অসমীয়া ভাওনা সংস্কাৰ কৰি অসম ভ্ৰমণ কৰিবলৈ এটা পাৰ্টি গঠন কৰিব পাৰে। সত্ৰৰ নিজা পৰিচালনাৰ দ্বাৰাই এটি আস্পাতাল স্থাপন কৰিব পাৰে।

দুখৰ বিষয় বৰপেটা সত্ৰই হেনো প্ৰতিনিধি নিৰ্বাচন কৰিবৰ কাৰণে আইনৰ সহায় লয়। ধৰ্মস্থান আইন-কানুনৰ সীমাৰ বাহিৰত। ধৰ্ম আইনতকৈ ডাঙৰ। কাৰণ, ধৰ্মই আইন। ভেনেস্থলত সত্ৰ পৰিচালনা সত্ৰৰ শিষ্য সকলে নকৰি চৰকাৰী আইনৰ সহায় লোৱা হৈছে। এই কথাৰ দ্বাৰাই ধৰ্মক পঙ্গু কৰা হৈছে। কোনো মুছলমানে মছজিদৰ ওপৰত আইনৰ হাত সহ্য নকৰে। আমাৰ সত্ৰত আইনৰ প্ৰভাৱ সোমাবলৈ দিয়া মানে ধৰ্মৰ মণিকুটত মায়াবী সোণ-গুই সোমাবলৈ দিয়া। গতিকে আসমবাসীয়ে ভাবি চায় যেন।

# কৰাচীৰ পৰা যোৰহাটলৈ

## ভ্ৰমণ কাহিনী

১৯৪২ চনৰ বিপ্লৱৰ জুই লাগি ভাৰতবৰ্ষৰ ভিতৰত এটা প্ৰলয়ঙ্কাৰী ভৱিষ্যতৰ আগ-জাননী দিলে। বাহিৰত তয়াময়া যুদ্ধ। বিজ্ঞানৰ ধ্বংস কাৰী আৱিষ্কাৰ বোৰৰ বড়াই কৰি পশ্চিম আৰু পূবৰ সাম্ৰাজ্যবাদী জাতিবোৰ জাজুৰ খাই উঠিছে। এনে দিনত চিৰ-গৌৰৱপূৰ্ণ মহিমাময় দেশ ভাৰতবৰ্ষ বৃটিছৰ হাতৰ পৰা সুলকি পৰে বুলি ভয়ত গভৰ্ণমেণ্ট ধৈৰ্যহীন হ'ল। কোনোবা কুটুমৰ টেপ্ পাই সমগ্ৰ ভাৰতবৰ্ষখন এটা বিৰাট কাৰাগাৰত পৰিণত কৰিলে। ভাত খাবলৈ আইনৰ সহায়, কাপোৰ পিন্ধিবলৈ আইনৰ সহায়, ঘৰৰ পৰা এখোজ ওলাই যাবলৈ আইনৰ সহায় দৰ্কাৰ হ'ল। ৪৫ কোটী ভাৰতবাসীক বন্ধ কৰি থৈ দিলে।

জেইলৰ বাহিৰত থাকিও অনেক চিন্তাশীল মানুহৰ মন ক্ৰোধত, ক্ষোভত, অভিমানত সঙ্কুচিত হৈ গ'ল। .. ১৯৪৩ চনত হঠাৎ শ্বিলং পৰ্বতৰ পৰা মিলিটৰীত যোগ দি কলিকতা পালোগৈ। তাত ১৩ দিন থাকিলোঁ। তেতিয়া বঙ্গদেশত দুৰ্ভিক্ষ ৰাক্ষসীৰ নাঙঠ নৃত্য হৈছিল। এমুঠি অন্নৰ অভাৱত মাতৃৰ স্তন শুকাই নাইকিয়া হ'ল। বুকুৰ জকা ওলাল, মুখ ভূতৰ আকৃতি হ'ল আৰু কণ্ঠত মাত নাইকিয়া হ'ল। বোবাৰ দৰে অকল আত্মাৰ চকুৰে চোবাদি মৰ্মদাহী দৃষ্টিৰে মাত্ৰ হাত এখন কথমপি মেলিব পাৰে। কলিকতা মহানগৰীৰ আনন্দ-উল্লাসৰ সোঁত শ্মশানৰ নিৰৱতাত পৰিণত হ'ল; হোটেল, চাহৰ দোকান, ৰেষ্টুৰাবোৰৰ দুৱাৰ মুখত সেই প্ৰেতমূৰ্ত্তি বিলাকে নিয়তিৰ নিৰ্মম শাসনৰ কঠোৰতা সোঁৰৰাই দিছে।

মৃতদেহৰ স্তূপবোৰ নিমতলা শ্মশান ঘাটলৈ লৰীয়ে লৰীয়ে কঢ়িয়াবলৈ লাগিল। কলিকতা নগৰীৰ বিত্তোপন ৰাজপথ বোৰত দুৰ্গন্ধ উঠিল। ফুৰাচকা সকলোপিনে অস্বাস্থ্যকৰ হৈ পৰিল। বঙ্গদেশৰ বুকুৰ ওপৰেদি এক মনুৰ (কষ্ট) এটা নিদাৰুণ প্ৰৱাহ বৈ গ'ল। মানুহে বোধ কৰিব নোৱাৰিলে, বজাই নোৱাৰিলে, বন্ধু-বান্ধৱ, ইষ্ট-মিত্ৰই নোৱাৰিলে। হায়! মানুহ কিমান ক্ষুদ্ৰ।

অ' — তাৰ পৰা গৈ একেবাৰে পঞ্জাবৰ লাহোৰ পালোগৈ। তাত তিনিমাহ মিলিটৰীৰ কুচ-কাৱাজ (ড্ৰিল পেৰেড্) শিকি ১৯৪৩ চনৰ ডিচেম্বৰত হাইদৰাবাদ ৰাজ্যৰ চেকেণ্ডাবাদ চহৰ পালোগৈ। তাত ট্ৰেড ট্ৰেইনিং তিনিমাহ ল'লো। মিলিটৰীত ট্ৰেড্ মানে 'বিদ্যা'।

চেকেণ্ডাবাদ মহামান্য নিজাম বাহাদুৰৰ ৰাজ্যৰ ভিতৰত হ'লেও বহুত বছৰ বৃটিছৰ শাসনত আছিল। আল্ ইণ্ডিয়া আৰ্মিৰ হেড্ কোৱাৰ্টাৰ্চও তাতে আছিল। এফিলা যুদ্ধ সমাপ্তিৰ পাছত বৃটিছ গভৰ্ণমেণ্টে প্ৰায় ৪০ বছৰ কাল দখল কৰাৰ পাছত চেকেণ্ডাবাদ চহৰখন নিজামক এৰি দিলে। যুদ্ধৰ কালতো নিজামে বৃটিছক অসীম সাহায্য দান কৰিছিল।

চহৰৰ পৰা ৫ মাইল দূৰত প্ৰাক্তন নিজামৰ চহিত এটা বিৰাট ৰাজ-ভৱন। নিজামৰ আগৰ এজন প্ৰধান মন্ত্ৰীৰ নিজা ঘৰ। মৃগয়াৰ্থী হৈ বা শান্তিৰ জিৰণি লবলৈ আহি থকা ঠাই। ভাবেৰেতোৰ নাম "ইৰম্ নুমা" অৰ্থাৎ (নন্দনকাননৰ স্বৰূপ বাগ)। তাত আমাৰ শিক্ষা-কেন্দ্ৰ। এটা পাথৰৰ বৰ ডাঙৰ দুমহলীয়া ঘৰ, অদূৰত সেউজীয়া শস্য ক্ষেত্ৰ, চাৰিওফালে গছগছনি, দক্ষিণ-পশ্চিম দিশে গুদা পাথৰ ভৰা নাঙঠ টিলা-পাহাৰ বোৰ। আশ্চৰ্য্য, এটা সৰু পাথৰৰ ওপৰত একোটা দুৰ্জয় পাথৰ কেনেকৈ হ'ল। কোনোবাই যেন এটাৰ ওপৰত আন এটা তুলি মানুহৰ চকুত আশ্চৰ্য্য সৃষ্টি কৰিবলৈহে সজাই থৈছে।..

সুন্দৰ ঠাই, আমাৰ নিচিনাই প্ৰকৃতিৰ ৰূপ, কিন্তু মানুহৰ গতি-বিধি আমাৰ জীৱনতকৈ অনেক শ্ৰেষ্ঠ। জনগণ সজাগ, ৰাজনীতি-অৰ্থনীতি আলোচ্য, ধৰ্ম প্ৰাণ। নিজৰ মিহি বৰ বহল বহল আলিবোৰ। ধূলি এটিও নাই। চাৰিওফালে পাথৰৰ পাহাৰ মাটিবোৰো গধুৰ গধুৰ, পাথৰৰ টুকুৰাৰে ভৰা, উড়িবলৈ তাত ধূলিয়েই নাই। স্বাস্থ্যও বৰ ভাল। বেমাৰ আজাৰ বৰ কম। মানুহ বিলাক উদ্যোগী, বলিয়াল আৰু কৰ্মতৎপৰ। কিন্তু তিৰুতাৰ সংখ্যাও বৰ বেছি। সেইদিনে 'পে'ং' মানে বসতি স্থান। হাইদৰ আলিয়ে ৰাজত্ব কৰা বাবেই সেই ৰাজ্য হাইদৰাবাদ নামে পৰিচিত হৈছিল। তাৰে ঔৰঙ্গাবাদ নামৰ নগৰত মোগল সম্ৰাট ঔৰঙ্গজেবৰ মৃত্যু হৈছিল। তেওঁৰ সমাধি তাত আছে। তাৰ পৰা ত্ৰিশ মাইল দূৰত বিশ্ববিখ্যাত অজন্তা গুহা।

চেকেণ্ডাবাদৰ পৰা চাৰিমাইল দূৰত নিজামৰ ৰাজধানী হাইদৰাবাদ নগৰ। আলিবোৰ অন্ততঃ ৩৫।৪০ হাত বহল। অনুৰূপ সেৰেঙা সেৰেঙ। বৰ পৰিষ্কাৰ-পৰিচ্ছন্ন। চাৰ্মিনাৰ ৰাজকলেজ, মিউজিয়াম, পশুশালা আদি চাবলগীয়া। ইয়াৰ পৰা অলপ গোলকুণ্ডাও নিজামৰ মিউজিয়ামত অজন্তাৰ ভাস্কৰ্য্য অনেক দেখা যায়। শিৱ, দুৰ্গা, বুদ্ধ আদিৰ মূৰ্তি বহুত। মিউজিয়ামত ১১০০ বছৰৰ আগতে মৰা এগৰাকী তিৰোতাৰ 'মমী' (সুৰক্ষিত মৰা-শ)

এটাও আছে। বৰুকলীয়া এখন শ্ৰীমদ্ভাগৱৎ গ্ৰন্থৰ সচিত্ৰ সাঁচিপতীয়া পুথি আৰু ৰুবাইয়াৎ-ই-ওমৰ খায়ামৰ এখন সচিত্ৰ কিতাপ-মোগল আমোলত লিখা-দেখা পাইছিলোঁ। নিজামৰ নিজা এৰোপ্লেন, ৰেডিঅ' ষ্টেশ্যন, সৈন্যবাহিনী আছে। ৰাজবাটত দিনে একোবাৰ সুসজ্জিত নগৰৰথীয়া বাহিনীয়ে নিজামৰ জয়গান গাই শোভাযাত্ৰা কৰে।

মানুহবিলাকে উৰ্দুত কথা কয়। উৰ্দুয়েই ৰাজভাষা। শুক্ৰবাৰে বন্ধ থাকে। দেওবাৰে বন্ধ নাই। নিজাম বৰ সুবিবেচক। নিজে সদায় সাধাৰণ পোছাক পিন্ধিহে থাকে। উৎসৱ উপলক্ষ্যে কিম্বা ৰাজকীয় প্ৰয়োজনৰ বাহিৰে কেতিয়াও ৰাজ-পোছাক নিপিন্ধে। 'কলেজ অৱ্ ফিজিকেল কালচাৰ' (শৰীৰ সাধনাৰ কলেজ), ওচমানিয়া বিশ্ববিদ্যালয় আদি শিক্ষানুষ্ঠান বিলাক অতি উন্নত। নিজামৰ নিজা ৰেলৱে', নিজা ডাক-বিভাগ, নিজা মুদ্ৰা আছে। বৃটিছ মুদ্ৰাৰ এটকাত নিজামৰ প্ৰায় ১৯০ অনা হয়। কেইবছৰ মানৰ আগতে এবাৰ মাত্ৰ তাত সাম্প্ৰদায়িক ভাবৰ ঢৌ উঠিছিল। হিন্দু সকলে সত্যাগ্ৰহ কৰি সত্যৰ জয় লাভ কৰিলে। আমাৰ শ্ৰীশ্ৰীগড়মূৰীয়া গোস্বামী প্ৰভুও গৈছিল। তাতে ভাৰতকোকিলা, কবি, ৰাষ্ট্ৰ-নায়িকা, অমৃত-ভাষিণী শ্ৰীযুক্তা সৰোজিনী নাইডুৰ ঘৰ। সকতে তেখেত বঙ্গ জীয়াৰী আছিল। ডাঃ নাইডু নামে মাদ্ৰাজী এজনক বিয়া কৰাই তাত থাকিবলৈ লয়।

নিজামৰ শাসন ভাল। সংখ্যাত হিন্দু সৰহ ৰাজ্য এখন ইমান শৃঙ্খলা আৰু শান্তিৰে শাসন কৰি নিজাম চাহাব ধন্য হৈছে।...

১৯৪৪ চনৰ ফেব্ৰুৱাৰীৰ ২৮ তাৰিখে ট্ৰেইনিং সমাপ্ত কৰি বম্বে হৈ কৰাচী যাত্ৰা কৰিলোঁ। পাছদিনা পুৱাৰ পৰা ৰেলৰ দুয়ো কাষে নতুন ঠাইৰ নতুন শোভা চকুত পৰিবলৈ ধৰিলে। একো ঠাইত একোটা সুৰঙ্গ পথৰ অন্ধকাৰৰ মাজত সোমাওঁতে উশাহ বন্ধ হৈ যায় যেন লাগে। একোটা পাহাৰৰ পৰা আন এটা পাহাৰলৈ দলং। তলত দুই পৰ্বতৰ মাজত দ গাঁত। ৰেলৰ পৰা দৃশ্য চাই দুটা ভাব আহে। 'ইস্! কেনেবাকৈ যদি ইয়াৰ পৰা ৰেলখন বাগৰিবলৈ হয়, তেতিয়ানো মানুহৰ গতি কি হ'ব?—আৰু, 'পশ্চিমীয়া ইঞ্জিনিয়াৰিং বিদ্যাৰ কিমান শক্তি। বাহুবলৰ অসাধ্য কাম বোৰ কেনেকৈ যন্ত্ৰ-কৌশলেৰে সহজ-সাধ্য কৰি তুলিছে। ভাৰতবিখ্যাত পুনা চহৰ পালোগৈ। নামি মাটিত ভৰি দিলোঁ আৰু বিশ্ববন্দ্য, নিখিল ভয়হৰণ কৰোতা গান্ধীজীক আঁতৰাই থোৱা ঠাই 'আগাখাৰ অট্টালিকা' মনৰ চকুৰে চাই খন্তেক পৰ তভক্ মাৰিলোঁ। ভাবিলোঁ—'ইয়াতে ১৯৪২ চনৰ সেই প্ৰলয়কাৰী দিনটোৰ দিনাৰ পৰা মহাত্মাজী বন্দী হৈ আছিল। ইয়াতে কস্তুৰবা গান্ধীয়ে শেষ শয়ন কৰিলে।...'

পুনাৰ পৰা বম্বেলৈকে ইলেক্ট্ৰিক্ শক্তিৰে ৰেলৰ ইঞ্জিন চলোৱা হয়। তাতে কয়লাৰে চলা ইঞ্জিন বোৰৰ জিৰণি আৰু পা ধোৱাৰ ব্যৱস্থা আছে। পুনা ষ্টেশ্যনৰ প্লেটফৰ্মত ৰেলৰ লাইন বোৰে ভাৰতৰ দক্ষিণ-পশ্চিম ফালৰ পৰা যোৱা যাত্ৰীবৃন্দক যেন অজস্ৰ পথেৰে বম্বে নগৰীলৈ আহ্বান কৰি বুকু মেলি আছে।...

ইলেক্ট্ৰিক ৰেল চলোতে ঘোৰোচ্ ঘাৰাচ্ খহটা ধ্বনিবোৰ নুঠে। স্বৰ্ স্বৰ্ কৈ বিজুলী বেগেৰে যোৱাদি গুচি যায়।...

আবেলি দুই বজাত বম্বেৰ পুৰণি ষ্টেশ্যন 'ভিক্টোৰীয়া টাৰ্মিনাচ' (টাৰ্মিনাচ মানে সীমামূৰী ঠাই) পালেগৈ। ৰেলৰ লাইন সেইখিনিতে শেষ। তাৰে নামৰ আগত মহাৰাণী ভিক্টোৰীয়াৰ নাম সংযোজিত। ষ্টেশ্যনৰ ঘৰ, গাম্ভীৰ্য্য, পৰিস্কাৰ-পৰিচ্ছন্নতা, কৰ্মচাৰী সকলৰ ব্যৱহাৰ সুনিয়ন্ত্ৰিত, শাসন-ব্যৱস্থাও ঠিক তদ্ৰূপত মহাৰাণীৰ নামৰ দৰেই সন্মানীয়। জাহাজৰ পৰা নামি পোনেই দেখা ভাৰতবৰ্ষৰ প্ৰথম ষ্টেশ্যনটি বৃটিছৰ ভদ্ৰোচিত ৰীতিৰ নিদৰ্শন স্বৰূপ।

বম্বে। বম্বেৰ বাটপথ, ঘৰদুৱাৰ, সৰ্বসাধাৰণৰ মিলাপ্ৰীতিৰ মাজতো গাম্ভীৰ্য্য আছে। বিৰাট নগৰীখনৰ সৰ্বত্ৰ আত্ম-বিশ্বাসৰ প্ৰভাৱ দেখা হয়। প্ৰবাদ, প্ৰাচীন মুম্বা দেৱীৰ থান থকা বাবেই মুম্বাই, ইংৰাজী ধ্বনিত 'বমবে'ই বা বম্বে হ'ল। কলাবা দেৱীৰ মন্দিৰত এতিয়াও দিনে ৰাতিয়ে পূজা হয়। তেওঁৰ নামে এটি আলিবাটো আছে। সেইপিনেই মালাবাৰ পৰ্বতত থকা 'হেঙ্গিং গাৰ্ডেন' (আলাসত থকা উদ্যান) আছে। সেই মালাবাৰ পৰ্বতৰ ওপৰতে জোনাব জিন্না চাহাবৰ বাসস্থান। অৱস্থাপন্ন বিলাসী ধনী বিলাকে বম্বেৰ মাজৰ কোলাহলৰ পৰা আঁতৰি শান্তিৰে থাকিবৰ কাৰণে ৮।৯ মাইল দূৰত থকা এই মালাবাৰ পাহাৰৰ ওপৰত এখন ঘৰ লৈছে। তাত পৃথিৱীৰ সকলো দেশৰ মানুহ আছে। তাৰ জীৱন পশ্চিমীয়া সভ্যতাৰ নিচিনা। মুক্ত, স্বাধীন, সন্মানযুক্ত।... তাত মহাশান্তিপূৰ্ণ শ্ৰীনিবাস এখন ৰচিত হৈছে।

আলাসৰ উদ্যান খন বিতোপন। সেউজীয়া দুবৰি বনেৰে দলিচা পৰা, গোলাপ ফুলৰ ফাশি ৰাশি কুঞ্জৰে ভৰা। বিবিধ ফুলৰ সমাবেশত স্বপ্নযেন হৈ তাৰ পৰা তলত থকা সাগৰ আৰু নগৰ (বম্বে) আকাশত ওলমি থকাদি থকা এই উদ্যানৰ নাম 'ওলমি থকা উদ্যান' দিয়া খুব সাৰ্থক হৈছে। তাতে পেনী, ব্ৰুকৰ নীলা, বগা, ফুটুকা ফুটুকী বোল সনা, ফুটুকাটুল চুলিৰে সৈতে নাচিবাগি ফুৰা সৰু সৰু ল'ৰা-ছোৱালী বিলাক দেখিলে ভাবৰে চকা গাৰ্থীৰ ৰৰণীয়া আকাশৰ পৰা নামি অহা স্বৰ্গৰ এন্‌জেল (দেৱদূত) যেনহে মনত ভাব হয়। মালাবাৰৰ ওপৰত প্ৰায় সদায় ডাৱৰ বিলাকে চকা-তমকা কৰি নাচি থাকে। মালাবাৰ পৰ্বতত অতি সুগন্ধী বগা চন্দন পোৱা হয়।...

বম্বেৰ মিউজিয়াম, আৰ্ট স্কুল, হাইকৰ্ট, জেনেৰেল প'ষ্ট অফিচ, টাইমচ্ অৱ্ ইণ্ডিয়া প্ৰেচ—এ'ৰ পৰা ইলাচট্ৰেটেড্ উইক্লী

বিধৰ ফুল আছে। ফুলৰ বেদী, কুঞ্জ, সেউজীয়া বন আদিৰ মনমোহা সৌন্দৰ্য্য আৰু শ-শ দৰ্শকৰ সমাগম আৰু গছৰ ডালত কুলিৰ কুঁ-উ ধ্বনিয়ে অশেষ তৃপ্তি দিয়ে। দেওবাৰে চহৰৰ মানুহৰ সোঁত বৰ বেচি হয়।

কৰাচী বন্দৰলৈ গলে জলপথৰ দ্বাৰা জগতত কিমান বিৰাট কাম সাধিত হৈছে সেই কথা আপোনা-আপুনি মনলৈ আহে। ভাৰতবৰ্ষৰ পৰা নানান বস্তু ওলাই গৈছে। আৰু বাহিৰৰ পৰা নানান বস্তু জাহাজে জাহাজে আহি বন্দৰত লাগিছেহি। মালজাহাজ বিলাক আনি যিটো ঘোলোঙত সুমাই মাল বোজাই কৰে আৰু খালী কৰে তাক 'হোৱাৰ্ফ' বোলে। সাগৰত যোৱা যাত্ৰী নিয়া বিৰাট জাহাজ বিলাক দেখিলে পশ্চিমীয়া কৌশলৰ প্ৰতি শ্ৰদ্ধা নজনাই থাকিব নোৱাৰি। যুদ্ধৰ দিনত কৰাচী বন্দৰত অনেক যুদ্ধ-জাহাজ, চাবমেৰিণ ধ্বংসকাৰী সৰু জাহাজ আছিল। আমাৰ দেশৰ নামেৰে "আসাম"নামেও এখন ডিষ্ট্ৰয়াৰ তাত আছিল। এই ডিষ্ট্ৰয়াৰ বিলাক অতি আধুনিক কলা-কৌশলেৰে ভৰা। ইয়াৰে পানীৰ তলেদি যোৱা শত্ৰুপক্ষীয় চাবমেৰিণ ধ্বংস কৰা হয়। 'আসাম' ডিষ্ট্ৰয়াৰে এখন জাপানী চাবমেৰিণ ধ্বংস কৰিছিল। তাৰে সন্মানৰ চিন এটা ৰঙ্গল ৰঙা আঁচ মাস্তুলত দি থয়। আমি "আসামৰ" ভিতৰ সোমাই চাইছিলোঁ। বিদ্ৰোহ কৰা 'হিন্দুস্থান' জাহাজো দেখিছিলোঁ।

ক্লিফটন এটা বীচ্চ অৰ্থাৎ সাগৰৰ পাৰ। যি ঠাইত সাগৰে আহি পৃথিৱীৰ বালি স্পৰ্শ কৰিছে, য'ত গা-পা ধুব পাৰি আৰু সাগৰৰ বাম পাৰ তেনে ঠাইকে ইংৰাজীৰে বীচ্চ আৰু সংস্কৃতেৰে সমুদ্ৰতট বোলে। সাগৰত গা ধোৱাৰ নিচিনা নিৰ্মল আনন্দ ক'তো পোৱা নাযায়। মাজৰ পৰা বেগেৰে এটাৰ পাছত আন এটা ঢৌ আহি পাৰত খুন্দা মাৰি শেষ হৈ যায় আৰু উলটি যাওঁতে পানীত জোপ লৈ বহি থকা স্নানাৰ্থী বিলাকক কোলাত তুলি নিয়াদি বহু দূৰলৈ লৈ যায়গৈ। পাছত আন এটা ঢৌৰ লগত উলটি আহি আকৌ পাৰ পাবহি পাৰি। স্নান কৰি সাগৰৰ বিৰাট ৰূপলৈ চাই থাকিলে ঈশ্বৰৰ সৃষ্টিৰ মহানতাই মন বিমুগ্ধ কৰে।

কৰাচী বন্দৰৰ পৰা ১।। মাইল দূৰত আৰব সাগৰৰ মাজত, মনোৰা নামে এটা সৰু দ্বীপ। তাত বাহাদুৰ নামে জাহাজৰ বিদ্যা শিকোৱা এটা ট্ৰেইনিং স্কুল আৰু আন আন জাহাজৰ কাম কৰা সকলৰ থকা-খোৱা ঠাই আছে। তাতে এটা বৰুণ মন্দিৰ আছে। মন্দিৰৰ পাছ ফালে পশ্চিমৰ সাগৰ চাব পৰাকৈ পুৰুষ মহিলা বহিবলৈ এটা ওখ ভেটিৰ পকা ঘৰ আৰু পাথৰৰ বেঞ্চ আছে। সেই খিনিত সাগৰৰ বৰ কল্লোল উঠে। অদূৰত সিংহই একে লগে গৰ্জন কৰাদি সাগৰৰ বুকুৰ আস্ফালন বোৰ আহি আহি পাৰত খুন্দা খাই অন্ত পৰে। সাগৰৰ অনন্ত বেদনাৰ অনন্ত আক্ৰোশ গুজৰি গাজৰি পৃথিৱীক স্পৰ্শ কৰিয়েই শেষ হয়। হায়! সাগৰৰ বুকুত কিমান তৰঙ্গ!...

যেতিয়া মিহি সাগৰৰ বুকুৰ ওপৰেদি মধুৰ বতাহ বলে তেতিয়া মধুময় আৱেশত মন তন্ময় হৈ আছে। বৈদিক সঙ্গীত 'মধুবাতা'ৰ ছন্দ যেন আজিও সাগৰৰ বুকুৰ ওপৰেদি বাগৰি আহিয়েই আছে!... সাগৰৰ বুকুত পালতৰা নাৱত উঠি ছন্দৰ গতিৰে ফুৰিবলৈ বৰ ভাল লাগে। 'নাৱৰ গৰ্ভে মাৱৰ গৰ্ভে সমান' এই কথা ফাঁকি তাতহে বঢ়িয়াকৈ বুজিব পাৰি। সাগৰ এৰি উলটি আহোতে বৰ বেয়া লাগে। পাছলৈ চালে সাগৰ খনো পাছে পাছে আহি আছে যেনহে লাগে। পানী তুলি উলটি আহোতে আমাৰ নামতী সকলে সেইহে 'পাছলৈ উলটি নাচাবা দৈৱকী, সাগৰো আহিব ভাগি হে' বুলি নাম গায় হ'বলা।...

কৰাচীৰ পৰা ১৫ মাইল দূৰত এখন আচুতীয়া ঠাইত মংগাপীৰ নামে ঠাই। তাত গন্ধকৰ পানী ওলোৱা এটা উঁহ আছে। শ শ মানুহ গৈ দিনে তাত গা ধোৱে। তাত গা ধুলে চৰ্মৰোগ ভাল হয়। তাতে অতীজত মংগাপীৰ নামে এজন মুছলমান সাধক আছিল। তেখেতৰ সমাধি হিন্দু-মুছলমান সকলোৱেই দৰ্শন কৰে। প্ৰবাদ আছে যে মংগাপীৰৰ সমাধিত কামনা কৰিলে মনোবাঞ্ছা সিদ্ধি হয়। মংগাপীৰত তিনিটা হিন্দুৰ ধৰমশালা আৰু এটা মুছলমানৰ মুছাফিৰ খানা আছে। তাৰে এটা পুখুৰীত অসংখ্য ঘৰিয়াল আছে। সিহঁতক খাবলৈ কেচা মঙহ দিয়ে। ঘৰিয়ালৰ পিঠি খনৰ ফুল বোৰ কাঠত কটা ফুল যেন দেখি। চকু বৰ তীব্ৰ।

এটা প্ৰবন্ধত নানান ঠাইৰ বিশদ বিবৰণ দিয়া সহজ নহয়। গতিকে ইমানতে সামৰণিৰ ফালে আহিলোঁ।

কৰাচীত হিন্দুৰ প্ৰাচীন কীৰ্ত্তিৰ ভিতৰত প্লিফটন্ নামে ঠাইত মাটিৰ তলত থকা এটা শিলৰ গুহাত বহু যুগৰ এটি শিৱমন্দিৰ আছে।

সিন্ধুৰ এই অঞ্চলত 'হুৰ' নামে এটা উপজাতি আছে। ইহঁত বৰ দুৰ্দান্ত ডকাইত। এই হুৰ বোৰ দমন কৰিবলৈ সিন্ধু গভৰ্ণমেণ্টৰ এটা বিশেষ অশ্বাৰোহী পুলিচ বাহিনী আৰু বিশেষ আইন আছে।

ইয়াৰ প্ৰধান খাদ্য ৰুটি(চাপাটি)। গাখীৰ প্ৰচুৰ। আঙুৰ, ডালিম, আম,অমিতা, জাহাজী কল, সুমথিৰা, আনাৰ আদি ফল আৰু শুকান ফলৰ কেবাখনো বজাৰ আছে। এই ফালৰ মানুহে ফল আহাৰৰ এটা প্ৰধান অঙ্গ বুলি ভাবে। ভাৰতৰ আন আন ডাঙৰ চহৰ বিলাকতকৈ কৰাচীত খোৱা খৰচ কম।

প্ৰায় তিনি বছৰ কাল বৃটিছ বিমান বাহিনীৰ এটা ষ্টেশ্যনত থাকি ১৯৪৬ চনৰ এপ্ৰিলৰ প্ৰথম সপ্তাহত কৰাচী এৰিলোঁ। অসমীয়া, বঙ্গালী, পঞ্জাৱী, মাদ্ৰাজী, পাঠান, উৰীয়া, মাৰাঠা আদি সমগ্ৰ ভাৰতবৰ্ষৰ বিবিধ লোকেৰে ভৰা সেই ঠাই এৰিবৰ সময়ত

---
প্ৰবন্ধাৱলী

দুখ লাগিছিল। কিন্তু উৎসাহ আছিল জন্মভূমি আসামলৈ উলটি যাম, দেশৰ উন্নতিৰ হকে কিবা কৰিমগৈ।

লাহোৰ এৰি দিল্লীমুৱা হওঁতে বাটৰ দুয়োকাষে দেখিলোঁ প্ৰায় ১০ মাইল ৰঙা ৰঙা পলাশ ফুলৰ ৰাঙলী শিপাৰে আবৰি থকা সেই কুৰুক্ষেত্ৰ। বোধ হয় তাত দিয়া সেই বীৰ সকলৰ তেজেই পলাশ গছ হৈ আজিও সেই স্মৃতি জগাই থৈছে। ৰেলৰ পৰা হস্তিনাপুৰৰ পকা ৰঙা দেৱাল, মন্দিৰৰ চূড়া আৰু বিৰাট পথাৰখন দেখিলে মনত হয় যেন তাৰ মাজে মাজে অৰ্জুনৰ ৰথৰ সাৰথি এতিয়াও বিহৰি ফুৰিছে!...

এদিন পুৱা উলটি আহি যোৰহাট পালোহি। তেতিয়া বহাগৰ বিহুৰ সপ্তাহ। গছত কুঁহিপাত, কুলী-কেতেকীৰ ধ্বনি, অ'ত ভ'ত ঢোল-পেঁপাৰ মাত। তথাপিও যেন আমাৰ দেশ নিশ্চিত নিস্তব্ধ যেন একেবাৰেই নাই। উকমা উকমা। কিয় ক'ব নোৱাৰিলোঁ। এদিন বাৰ্তা পালো মাধৱ বিলৈত 'উদয়াচল'ৰ জন্ম হ'ব। অন্তৰৰ প্ৰীতি উপহাৰ স্বৰূপে ইয়াকে অসমীয়া পাঠক সমাজলৈ আগবঢ়ালোঁ। ঈশ্বৰক খাটো যেন,—

উদয়াচলৰ কনক কিৰণ
ৰশ্মি চকুত লৈ।
জাগক এবাৰ তৰুণ অসম
দীপ্ত মধুৰ হৈ।।

---

উদয়াচল, মাঘবিহু সংখ্যা, ১৮৬৮

# গাঁৱৰ সেৱা

প্ৰকৃত ভাৰতবৰ্ষ বাস কৰে গাঁৱৰ অন্ধকাৰ আৰু জীৰ্ণশীৰ্ণ কুটিৰত। ভাৰতবৰ্ষৰ শতকৰা ৯০ জন অধিবাসী গাঁৱলীয়া। গতিকে জাতিৰ মঙ্গল বিষয়ক কিবা কাম কৰিব লাগিলে প্ৰথমে গাঁৱৰ কল্যাণ সাধন কৰাহে উচিত। 'জাতিৰ সেৱা' মানে কোনো অৰ্থহীন কথা নহয়। যিহেতু ভাৰতবাসীৰ অধিকাংশ লোক গাঁৱলীয়া, সেইকাৰণে 'জাতীয় সেৱা' গাঁৱৰ সেৱা।

ছাত্ৰসকলে কেনেকৈ গাঁৱৰ সেৱা কৰিব? এই কথা সত্য যে তেওঁবিলাককে বিদ্যাভাসৰ অলপ সময়হে এনে কামত ব্যয় কৰিব পাৰে। তেওঁবিলাকে নিজ নিজ স্কুল বা কলেজত এটা এটা 'গাওঁ সেৱা সংঘ' স্থাপন কৰি আৰম্ভ কৰিব পাৰে। মোৰ যত্নত মোৰ কলেজৰ ছাত্ৰ সকলে এনে এটি সংঘ স্থাপন কৰে। ওচৰৰ কেবাখনো গাঁৱৰ মাজত এই সংঘই সুন্দৰ কাম কৰিছে। প্ৰফেচাৰ বাং-অৰ অন্তাৱধানত ছাত্ৰ সকলে ওৱাৰ্দ্ধা তহচিলৰ গাওঁ বিলাকৰ সামাজিক আৰু অৰ্থনৈতিক অৱস্থা পৰ্য্যবেক্ষণ কৰিছে।

(অসম্পূৰ্ণ)

# পণ্ডিত মদন মোহন মালবীয়

## জীৱন-পৰিচয়

ভীষ্মৰ দৰে আপোন সংকল্পত অচল-অটল, ব্যাসৰ দৰে উদ্দেশ্য সাধনত চূড়ান্ত আত্মবিশ্বাসী,অগাধ পণ্ডিত শ্ৰীমৎ ভাগৱৎ-প্ৰেমী ভাৰতমাতৃৰ মুক্তি-যজ্ঞৰ অন্যতম পুৰোহিত, সম্পূৰ্ণ জাতীয়তাবাদী, মদন মোহন ইং ১৮৬২ চনৰ ১২ ডিচেম্বৰ তাৰিখে এলাহবাদ নগৰীৰ মালবীয় পৰিয়ালত ওপজে। এখেতৰ পিতৃ স্বৰ্গীয় ব্ৰজনাথ মালবীয় সেই কালত এজন খ্যাতনামা পণ্ডিত আছিল। তেখেতে শ্ৰীমৎ-ভাগৱতৰ এটি পাণ্ডিত্যপূৰ্ণ সংস্কৰণ প্ৰকাশ কৰিছিল। এই মালবীয় পৰিয়ালৰ পূৰ্বপুৰুষসকল মালৱ দেশৰপৰা আহি এলাহবাদ, মিৰ্জাপুৰ, কাশী আদিত বসতি কৰেহি। মালৱৰপৰা অহা বাবেই এখেতসকল মালবীয় নামে পৰিচিত হয়। হিন্দুস্থানৰ মানুহে মাল্‌বীয়া বুলি উচ্চাৰণ কৰে।

ইং ১৮৮৪ চনত ২২ বছৰ বয়সত মদন মোহনে এলাহবাদৰ মুইৰ নামে কলেজৰ পৰা বি.এ. পাছ কৰে। ইয়াৰ দুবছৰৰ পাছত ১৮৮৬ চনত কলিকতাত হোৱা প্ৰথম কংগ্ৰেছ মহাসভাতেই তেখেতে যোগ দিয়ে। উচ্চশিক্ষা লাভ কৰাৰ লগে লগে যে পণ্ডিতজীৰ অন্তৰত দেশপ্ৰেমৰ বীজো অঙ্কুৰিত হৈ আছিল সেইকথা সকলোৱে জানিব পাৰিলে। কিছুদিনৰ কাৰণে তেখেতে "হিন্দুস্থানী" নামে এখন দৈনিক কাকতৰ সম্পাদকতা কৰে। ১৮৯১ চনত এলাহবাদত হাইকৰ্টৰ প্লীডাৰশিপ (ওকালতি) পৰীক্ষাত উত্তীৰ্ণ হয়। পাছ বছৰ এল. এল. বি. উপাধি পাছ কৰি উকীলৰ ব্যৱসায়ত প্ৰৱেশ কৰে। সেই সময়ত তেখেতে আধা ৰাজনৈতিক আৰু আধা সামাজিক ভাৱে "হিন্দু-সমাজ" নামে এখন সভাও স্থাপন কৰিছিল। ভাৰতবৰ্ষৰ হিন্দু-সমাজত থকা কেৰোণবোৰ আঁতৰাই সমগ্ৰ হিন্দু জাতিক একতাবদ্ধ কৰাই এই সভাৰ উদ্দেশ্য আছিল।

১৯০২ চনত পণ্ডিত মালবীয় যুক্ত-প্ৰদেশৰ ব্যৱস্থাপক সভালৈ সভ্য নিৰ্বাচিত হৈ যায়। কংগ্ৰেছত যোগ দিয়া দিনৰেপৰা প্ৰত্যেক বছৰেই এখেতে কংগ্ৰেছৰ বছেৰেকীয়া অধিবেশনবিলাকত নিয়মমতে উপস্থিত থাকিবলৈ ধৰে। বৈধ আন্দোলন কৰি ৰাজনৈতিক অধিকাৰ লাভ কৰা সম্পূৰ্ণ প্ৰয়োজন বুলি তেখেতে বিবেচনা কৰিছিল।

১৯০৯ চনৰ লাহোৰ অধিবেশনত পণ্ডিতজী প্ৰথমবাৰ সভাপতি হয়। ১৯১০ চনত এখেতে ভাৰতীয় ব্যৱস্থাপক সভাত যোগ দিয়ে। বড়লাটৰ ব্যৱস্থাপক সভাত পণ্ডিতজীয়ে ছপাখানা সম্পৰ্কীয় প্ৰস্তাৱৰ প্ৰতিবাদ কৰি তাৰ বিৰুদ্ধে ভোট দিয়ে।

১৯১০ চনত ব্যৱস্থাপক সভাত ৰাজদ্ৰোহমূলক সভা-সমিতি দমন কৰিবৰ উদ্দেশ্যে এখন আইনৰ পাণ্ডুলিপি (খচৰা) পেছ্ কৰা হৈছিল। তীক্ষ্ণ বুদ্ধিসম্পন্ন পণ্ডিত মালবীয়াই জানিছিল যে, ভাৰতবৰ্ষৰ জাতীয় জাগৰণ আৰু তাৰ অহা ৰাজনৈতিক অনুষ্ঠানবিলাক দমন কৰিবলৈকে বৃটিশৰ পক্ষৰপৰা এই আইনৰ অৱতাৰণা কৰোৱা হৈছিল। তেখেতে মুক্ত কণ্ঠেৰে তাৰ তীব্ৰ প্ৰতিবাদ কৰিছিল। স্বৰ্গীয় গোখলেই প্ৰাইমেৰী শিক্ষা বাধ্যতামূলক কৰিবলৈ ভাৰতীয় আইন সভাত এটি প্ৰস্তাৱ দাখিল কৰে। পণ্ডিত মালবীয়াই প্ৰাইমেৰী শিক্ষা কিয় বাধ্যতামূলক হোৱা উচিত সেইবিষয়ে ওজস্বিনী ভাষাৰে বক্তৃতা দিছিল।

লৰ্ড হাৰ্ডিঞ্জ যেতিয়া ভাৰতবৰ্ষৰ বড়লাট হৈ আছিল সেই সময়ত হেজাৰ হেজাৰ কুলী-বনুৱা নিৰ্‌মিটীয়াকৈ ভাৰতবৰ্ষৰ বাহিৰলৈ পঠোৱা হৈছিল। পণ্ডিত মালবীয়াই ইয়াৰ তীব্ৰ প্ৰতিবাদ কৰিছিল। তেখেতৰ উক্তি ইমান যুক্তিপূৰ্ণ হৈছিল যে বাহিৰলৈ বনুৱা পঠোৱা বন্ধ কৰা হ'ব বুলি বড়লাটে ঘোষণা কৰিবলৈ বাধ্য হৈছিল।

১৯১৮ চনত মণ্টফৰ্ড স্কীম প্ৰকাশিত হোৱাৰ পাছত তাৰ আলোচনা কৰিবলৈ কংগ্ৰেছৰ এটা বিশেষ অধিবেশন হয়। পণ্ডিত মালবীয়াই এই আলোচনাত বিশেষ অংশ লৈছিল আৰু ৰাজনীতিত তেখেতৰ অগাধ পাণ্ডিত্যৰ পৰিচয় দিছিল। ইয়াৰ পাছত দিল্লীত কংগ্ৰেছৰ অধিবেশন হয়। মালবীয়জীয়েই এই অধিবেশনৰো সভাপতি হৈছিল।

১৯১৬ চনত ভাৰত গৱৰ্ণমেণ্টে 'ইণ্ডিয়ান ইণ্ডাষ্ট্ৰিয়েল কমিশ্যন' এটি গঠন কৰে। ভাৰতবৰ্ষত কল-কাৰখানাদি শ্ৰমশিল্পৰ বিস্তাৰ কৰিবৰ কাৰণেই এই কমিশ্যন গঠিত হৈছিল। পণ্ডিত মালবীয়জী ইয়াৰ এজন সদস্য নিৰ্বাচিত হৈছিল। 'ৰওলাট বিল' পাছ হোৱাৰ সময়ত প্ৰায় এমাহকাল পণ্ডিতজীয়ে তীব্ৰ ভাষাৰে প্ৰতিবাদ কৰিছিল। গোটেই ভাৰতবৰ্ষৰ কাকতবিলাকত তেখেতৰ তেজী ভাষাৰ প্ৰতিবাদে এটা বিদ্ৰোহৰ ঢৌ তোলাই দিছিল। দিল্লী কংগ্ৰেছৰ সভাপতি হোৱাৰ পাছত মদন মোহন মালবীয়জীয়ে পঞ্জাৱৰ সামৰিক শাসনৰ তদন্ত কৰিবলৈ কংগ্ৰেছৰ তৰফৰ পৰা এটা কমিটি গঠন কৰে। এই কমিটিত পণ্ডিত মতিলাল নেহৰু, দেশবন্ধু দাশ, আব্বাচ তায়েবজী, জয়াকৰ আৰু স্বয়ং গান্ধীয়ে তেখেতক সহায় কৰিছিল। এই তদন্তৰ ফলতে পঞ্জাৱৰ অমৃতসৰ নগৰৰ জালিয়ানৱালাবাগ নামে উদ্যানত সংঘটিত হোৱা হত্যাকাণ্ডৰ অমানুষিক কাণ্ড আৰু তাৰ প্ৰকৃত বিৱৰণ ভাৰতবাসীয়ে জানিবলৈ

---

পণ্ডিত মদনমোহন মালবীয়

পালে। বৃটিশ উপনিবেশবিলাকত থকা ভাৰতবাসীসকলৰ দুৰ্দশা আৰু লাঞ্ছনাৰ প্ৰতিকাৰ কৰিবৰ কাৰণেও তেখেতে ব্যৱস্থাপক সভাত অহোপুৰুষাৰ্থ কৰিছিল।

ৰাজনীতিৰ উপৰিও পণ্ডিত মালবীয়জী অৰ্থনীতিতো যে সুপণ্ডিত আছিল সেইকথা প্ৰকাশ পায় বিদেশী মুদ্ৰাৰ বিনিময়ত ভাৰতীয় মুদ্ৰাৰ মূল্য নিৰ্ধাৰণ সম্পৰ্কে হোৱা তৰ্কত।

জাতীয়তাবাদী কৰ্মৰ উপৰিও পণ্ডিত মালবীয়জীয়ে হিন্দুসকলক ঐক্যবদ্ধ কৰিবলৈ দেহে-প্ৰাণে চেষ্টা কৰিছিল। এখেতৰ বিশেষ চেষ্টা আৰু যত্নৰ ফলতে হিন্দু মহাসভা সৰ্বভাৰতীয় অনুষ্ঠানত পৰিণত হয় আৰু বিশেষ শক্তি লাভ কৰে। মালবীয়জী মহাসভাৰ সভাপতি পদলৈ তিনিবাৰ নিৰ্বাচিত হৈছিল। শুদ্ধি-সংগঠন, অস্পৃশ্যতা বৰ্জন আৰু হিন্দু শাস্ত্ৰৰ অতীত গৌৰব উদ্ধাৰ এখেতৰ প্ৰধান উদ্দেশ্য আছিল। নানা অভাৱ-অভিযোগ বা ছল-চক্ৰান্তত পৰি যিবিলাক সৰল প্ৰকৃতিৰ হিন্দুৱে পৰ-ধৰ্ম ল'বলৈ বাধ্য হৈছিল, তেওঁবিলাকক শুদ্ধি আন্দোলনৰ দ্বাৰাই পুনৰ হিন্দুধৰ্মৰ ভিতৰুৱা কৰিবলৈ তেখেতে নিজৰ প্ৰাণ পৰ্যন্ত দিবলৈও সাজু হৈছিল।

এখেত এজন উদাৰচিতীয়া দেশপ্ৰেমিক আৰু সমাজ সংস্কাৰক। নিজে এজন নৈষ্ঠিক হিন্দু হৈও কোনো প্ৰকাৰে ছুৎ ছুৎ ভাব সমৰ্থন নকৰিছিল। সহস্ৰ প্ৰকাৰ লোকৰ লগত আদান-প্ৰদান কৰিও নিজৰ ৰীতি-নীতি, ধৰ্ম-কৰ্ম, নিজৰ আদৰ্শ অক্ষুণ্ণ ৰাখি চলিব পাৰিছিল। ৰাউণ্ড টেবুল কনফাৰেন্সলৈ যাবৰ কাৰণে যেতিয়া মহাত্মা গান্ধী, মদন মোহন মালবীয় আদি নেতাসকলক জনতাই চাৰিউফালৰ পৰা মত প্ৰকাশ কৰিবলৈ ধৰিলে, তেতিয়া ধৰ্মপ্ৰাণ মালবীয়জীয়ে আমাৰ লাচিত ফুকনে কোৱাদি কৈছিল - "মোৰ জন্মভূমিতকৈ মোৰ ৰীতি-নীতি ডাঙৰ নহয়। যদি মোৰ জন্মভূমিয়েই নাথাকে, মোৰ ধৰ্মনো থাকিব ক'ত? মই বিলাতলৈ যাম।" তেখেতে লগত ঠিলামৰা বটলত গঙ্গাজল, গঙ্গা-মৃত্তিকা, তাম, তুলসী, মাটিপানী লবলৈ কেচামাটি আদি লৈ বিলাত যাত্ৰা কৰিছিল। তেখেতৰ জীৱনত ভাৰতবৰ্ষৰ সীমা পাৰ হৈ সমুদ্ৰ যাত্ৰা কৰি বিদেশলৈ যোৱা সেয়ে প্ৰথম আৰু সেয়ে শেষ। ভাৰতৰ চাৰি সীমাৰ ভিতৰত থাকিয়েই জগতৰ সমাদৰ লাভ কৰা নেতা সকলৰ ভিতৰত মালবীয়জীয়েই প্ৰথম বুলিব পাৰি।

শ্ৰীমৎ-ভাগৱৎ-প্ৰেমী মদন মোহন মালবীয়জীৰ জন্ম হৈছিল গঙ্গা, যমুনা আৰু সৰস্বতীৰ পৰম পৱিত্ৰ সঙ্গমস্থল ত্ৰিবেণীৰ পাৰত থকা প্ৰাচীন প্ৰয়াগ, আধুনিক এলাহাবাদ নগৰীত। এই এলাহাবাদতেই পণ্ডিত মতিলাল নেহৰুৰ কৰ্মক্ষেত্ৰ, পণ্ডিত জৱাহৰলাল নেহৰুৰ জন্ম, স্যাৰ তেজবাহাদুৰ সাপ্ৰুৰ দৰে উদাৰনীতিৰ ৰাজনীতিজ্ঞৰ বাসস্থান।

বৈদিক সভ্যতাৰ শ্ৰেষ্ঠতা অনুভৱ কৰি যিসকল মহাপুৰুষে পশ্চিমীয়া সভ্যতাৰ ভাও-ভিঙতিৰ মূৰত ভৰি দি সগৰ্বে ফুৰিব পাৰিছিল বা পাৰে, সেই সকলৰ ভিতৰত মালবীয়জী অদ্বিতীয়। ৰামায়ণ, মহাভাৰত, গীতা, ভাগৱৎ আদি মহান গ্ৰন্থৰাজিৰ দিব্য-জ্যোতি চকুত লৈ সেই দ্বাপৰৰ সেই দেৱব্ৰত ভীষ্মৰ দৰেই মালবীয়জী জিলিকি আছিল।

স্মৃতিৰে মনত নপৰা কালৰে পৰাই কাশীতীৰ্থ আধ্যাত্মিক সাধনাৰ মহান কেন্দ্ৰ হৈ আছে। সেই কাশীৰ দক্ষিণ পাৰতে গঙ্গা। দক্ষিণৰ পৰা ক্ৰমে উত্তৰমূৱা হৈ আকৌ ধনুভিড়িয়া গতিৰে পূব ছুই পূব-পশ্চিমলৈ বৈ গৈছে। এই অৰ্দ্ধচন্দ্ৰাকৃতি উত্তৰবাহিনী গঙ্গাৰ পাৰৰ কাশী ধামেই দেৱাদিদেৱ মহাদেৱৰ মহা-শ্মশান সাধনাৰ আদিম ঘাট। এই কাশীয়েই যুগ-যুগান্তৰৰ পৰা আৰ্য্য-সাধনাৰ, সংস্কৃত সাহিত্যৰ, বেদান্ত-উপনিষদৰ প্ৰধান কেন্দ্ৰ। এই তীৰ্থৰ মহিমা এসময়ত ইমান প্ৰখ্যাত হৈছিল যে, ব্যাস ঋষিয়ে প্ৰতিদ্বন্দ্বিতাত নামি এখন নতুন কাশী নিৰ্মাণ কৰিবলৈও চেষ্টা কৰিছিল। এনে এখন প্ৰাচীন তীৰ্থত আধুনিক জগতৰ জ্ঞান-বিজ্ঞান আহৰণ কৰিব পৰা এটি বিশ্ববিদ্যালয় হিন্দুৰ আদৰ্শৰে স্থাপন কৰিলেহে কাশীনাথৰ বিশ্বনাথ নামৰ সাৰ্থকতা হ'ব — এই কথা মালবীয়জীয়ে অন্তৰৰ অন্তঃস্থলত উমাই থৈছিল।

যেতিয়া কাশীত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশন হয় - তেতিয়া তাতে ডেকা উকীল পণ্ডিত মালবীয়জীয়ে এটা প্ৰস্তাৱ দাঙি ধৰিলে যে, কাশীত হিন্দুৰ নামেৰে এটা বিশ্ব-বিদ্যালয় স্থাপন কৰা হওক।

কংগ্ৰেছৰ প্ৰতিনিধি বৰ্গই হাঁহি উলাই কৰি পণ্ডিত মালবীয়ক বহুবাই থ'লে। লালা লাজপৎ ৰায়ে চোকা কথাৰে ইতিকিং কৰি মালবীয়ক নিৰুৎসাহ কৰিলে।

মালবীয়জী মনে মনে বহি থাকিল। সেই বহাতে সংকল্প কৰিলে। বিশ্বনাথক সাক্ষী থ'লে। তাৰ পাছত এলাহবাদ পাই ত্ৰিবেণী-সঙ্গমৰ স্বৰ্গীয় পৱিত্ৰতাৰ মাজত বহি একলাখবাৰ গায়ত্ৰী জপ কৰিবলৈ থিৰ কৰিলে। সংকল্প ল'লে — বিশ্বনাথৰ ৰাজ্যত এটি বিশ্ববিদ্যালয় স্থাপন। যিদিনা গায়ত্ৰী জপ পূৰ্ণ হ'ল, সেইদিনাই তেখেতে কাশী অভিমুখে যাত্ৰা কৰিলে। এলাহাবাদৰ পৰা কাশী ৮০ মাইল পূবে। পাছদিনা কাশী ষ্টেটৰ মহাৰাজা কাশী-নৰেশক সাক্ষাৎ কৰি নিজৰ উদ্দেশ্য বৰ্ণায় আৰু বৰ্তমান বিশ্ববিদ্যালয় থকা ঠাইখিনি য'ত সাতখন গাওঁ আছিল - দানৰূপে লাভ কৰে। মাটি দিয়াৰ উপৰিও মহাৰজাই এটি সুন্দৰ বিল্ডিং সজাই দিবলৈ প্ৰতিশ্ৰুতি দিলে। ইয়াৰ পাছত মালবীয়জীয়ে ভিক্ষাৰীৰ দৰে ভাৰতবৰ্ষৰ সকলো ৰজা-মহাৰজাৰ দৰবাৰে দৰবাৰে ঘূৰি এককোটি টকা সংগ্ৰহ কৰিলে। মালবীয়জীক এই কাৰণে 'ৰজা-ভিক্ষাৰী'ও বোলা হৈছিল। হিন্দু

---

পণ্ডিত মদনমোহন মালবীয়

ধৰ্মৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ ভাৰতবৰ্ষত 'থিয়'চ'ফিকেল চোচাইটি' (অৰ্থাৎ ব্ৰহ্মবিদ্যা সমাজ) স্থাপন কৰোঁতা ইউৰোপীয় মহিলা পণ্ডিতা ডক্তৰ এনি বেচান্তৰ কাশীত চেণ্ট্ৰেল হিন্দু কলেজ নামে এটি কলেজ আছিল। মালবীয়জীয়ে সেই কলেজটো কিনি লৈ তাতে হিন্দু-বিশ্ববিদ্যালয়ৰ কাম আৰম্ভ কৰে। ১৯১৮ চনত কাশীৰ পৰা চাৰিমাইল দক্ষিণে থকা নাগোৱা নামে শস্যক্ষেত্ৰ এখনত কাশী হিন্দুবিদ্যালয়ৰ 'প্ৰতিষ্ঠা-স্তম্ভ' বহুৱায়। প্ৰতিষ্ঠা কৰিছিল সেই সময়ৰ ভাৰত বড়লাটে।

আমি কাশী হিন্দুবিশ্ববিদ্যালয়ৰ ছাত্ৰ হৈ থাকোঁতে ১৯২৭ কি ২৮ চনৰ কনভোকেশ্যন (বিশ্ববিদ্যালয়ৰ পৰা পাছকৰা ছাত্ৰ সকলক উপাধি পত্ৰ দিয়া উৎসৱ) সভাত বক্তৃতা দিওঁতে মালবীযজীয়ে নিজ মুখে বিশ্ব-বিদ্যালয় কেনেকৈ স্থাপন কৰা হ'ল তাৰ ইতিহাস কৈছিল। তাতে তেখেতে গায়ত্ৰীজপ কৰাৰ কথাও কৈছিল।

মালবীযজীৰ কৰ্মজীৱনৰ মূলমন্ত্ৰ আছিল ব্যাসৰ এটি শ্লোক। হিন্দু বিশ্ববিদ্যালয়ৰ আলোচনী আদিত সেই শ্লোক দেৱনাগৰী আখৰেৰে সদায় লিখা থাকে।

শ্লোকটো এই ঃ

উত্থাতব্যং জাগৃতব্যং যোক্তব্যং ভূতি কৰ্ম্মসু।
ভবিত্যতিত্যেৱ মনঃকৃত্বা সততমব্যথৈঃ।।

উঠিব লাগিব, জাগ্ৰত হ'ব লাগিব যুক্ত হ'ব লাগিব ভবা কৰ্মৰ লগত, "হ'বই হ'ব" এই ভাব মনত দৃঢ় কৰি লৈ সদায় অব্যৰ্থ ভাবে আগবাঢ়িব লাগিব।

পণ্ডিত মদন মোহন মালবীযই ব্যাসৰ এই মহাবাক্যৰ প্ৰতি আখৰ, প্ৰতি পংক্তি, প্ৰতি অনুস্বৰ, প্ৰতি বিসৰ্গ সত্য বুলি কাৰ্যেৰে প্ৰমাণ কৰি দেখুৱালে। নৈৰাশ্যবাদী, জড়বাদী, আত্মবিশ্বাস নাইকিয়া আধুনিক ভাৰতবাসীৰ চকুত চমক লগালে। তেখেতৰ অন্তস্থলত লুকাই থকা স্বপ্নৰ হিন্দু বিশ্ববিদ্যালয় বাস্তৱতো স্বৰ্গৰ দৰেই আকাশ-লঙ্ঘী চূড়াৰ সৈতে গঙ্গাৰ পাৰৰ নিৰ্জন প্ৰান্তৰত জিলিকি উঠিল। ভাৰতবৰ্ষৰ চাৰিওফালৰ পৰা আনকি সিংহল, বৰ্মা, দক্ষিণ আফ্ৰিকাৰ পৰাও বিদ্যাৰ্থী সকল আহি হিন্দু বিশ্ববিদ্যালয়ত প্ৰৱেশ কৰিলেহি। মালবীয়জীৰ অন্তৰৰ প্ৰেৰণাত সাফল্যৰ আহুতি পৰিল।

মালবীয়জী বেদৰ পুত্ৰ। বেদৰ আদৰ্শই মালবীয়ৰ আদৰ্শ। জ্যোতিৰ্ময় পৰমব্ৰহ্মৰ উপাসক, দিব্য-জ্যোতিৰ অধিকাৰী মালবীয়জীয়ে হিন্দু বিশ্ববিদ্যালয়ৰ সভা-ঘৰৰ ভিতৰে চাৰিও দুৱাৰৰ ওপৰত চাৰিটি বাণী সোণালী আখৰেৰে লিখাই থৈছে। ওঁ জ্ঞানম্ ওঁ সত্যম্ ওঁ শুভম্ ইত্যাদি। এখেতে তপস বা তপ শব্দৰ অৰ্থ নতুনকৈ আমাক শিকালে। কিন্তু শ্ৰেষ্ঠ আদৰ্শৰ তাপ হিয়াত লৈ সেই আদৰ্শ লাভৰ কাৰণে কৰা সকলো প্ৰকাৰ সাধনাৰ নামেই তপ। বিশ্ববিদ্যালয়ত নানাবিধ জ্ঞান-বিজ্ঞান অৰ্জন কৰাও তপ।

ইঞ্জিনিয়াৰিং, ডাক্তৰী, আয়ুৰ্বেদ প্ৰাচ্য-বিদ্যা, সঙ্গীত, কলা আদি আধুনিক বিদ্যাৰ সকলো শাখাৰে পৰিপূৰ্ণ হিন্দু বিশ্ববিদ্যালয় ভাৰতবৰ্ষৰ এটি সৰ্বশ্ৰেষ্ঠ জাতীয় অনুষ্ঠান।

পণ্ডিত মালবীয়জী স্ত্ৰী-শিক্ষাৰ পক্ষপাতী আছিল। প্ৰথমতে বিশ্ববিদ্যালয়ত ছাত্ৰ আৰু ছাত্ৰী একেলগে পঢ়িবলৈ দিয়া হৈছিল। কেইবছৰমান পৰীক্ষা কৰি চাই তেখেতে সহশিক্ষা ভাৰতবৰ্ষৰ কাৰণে ভাল নহয় বুলি সিদ্ধান্ত কৰিলে। ছাত্ৰী সকলৰ কাৰণে কন্যা কলেজ সুকীয়াকৈ পাতি দিলে। তাত বিধৱা সকলক বিশেষ সুবিধা আৰু বিনাখৰচে পঢ়িবলৈ দিয়া হয়।

১৯২১ চনত প্ৰিন্স অব ওৱেলচ (যি জন অষ্টম এডৱাৰ্ড হৈছিল) ভাৰত ভ্ৰমণ কৰিবলৈ আহে। তেতিয়া পণ্ডিত মালবীয়জীয়ে তেখেতক আমন্ত্ৰণ কৰি দি 'ডক্তৰ অব্ ল' উপাধি দান কৰে। এই উদ্দেশ্যে তেখেতে হিন্দু বিশ্ববিদ্যালয়ৰ প্ৰাঙ্গণত একলাখ দৰ্শক বহিব পৰা বাপৰীয়ে এটা মণ্ডপ সজোৱাইছিল। ৰূপৰ কোষা-অৰ্ঘাত গঙ্গা-জল থৈ প্ৰিন্স অব্ ওৱেলচক হিন্দু প্ৰথাৰে আচমন কৰাই সেই উপাধিপত্ৰ মহাসমাৰোহেৰে দান কৰিছিল। হিন্দু-সংস্কৃতিৰ পবিত্ৰতা আৰু আদৰ্শবাদত মুগ্ধ হৈ ওৱেলচে পণ্ডিতজীক আন্তৰিক শ্ৰদ্ধা জনাই গৈছিল।

দেশীয় ৰাজ্যবিলাকৰ ৰজা-মহাৰজা সকলেও মালবীয়জীক সেই তাহানিৰ দৰেই শ্ৰদ্ধা জনাইছিল। বিশ্ববিদ্যালয়ৰ বিৰাট বিল্ডিংবিলাক প্ৰায় তেওঁলোক গৰাকীসকলে সজাই দিয়া। আমাৰ দেশৰ সদাগৰ স্বৰ্গীয় ভোলানাথ বৰুৱাই চিৰকালত থকা তেখেতৰ 'আসাম হাউচ' নামে বাস-ভৱনটিও বিশ্ববিদ্যালয়ক দান দি গৈছে। সেই ঘৰ ভাড়ালৈ দিয়া হয়। তাৰপৰা পোৱা টকাৰে প্ৰতি বছৰে দুজন দুখীয়া অসমীয়া ছাত্ৰক মাহে ২৫ টকাকৈ 'ভোলা বৰুৱা স্কলাৰশিপ' দিয়া হয়।

বিশ্ববিদ্যালয়ত বৰোদাৰ মহাৰাজে সজাই দিয়া 'গেইকোৱাৰ লাইব্ৰেৰী', ব্যায়াম কৰিবলৈ সঁজুলিপূৰ্ণ বিৰাট জিমনাচিয়ম্ (ব্যায়াম আগাৰ), সৰস্বতী মন্দিৰ, বিড়লা গেট আদি চাবলগীয়া। মালবীয়জীয়ে আশে-পাশে থকা গাঁৱলীয়া মানুহ বিলাক আৰু জনসাধাৰণক আধুনিক বিজ্ঞানৰ পৰিচয় দিয়াৰ কাৰণে এটি নতুন উপায় উলিয়াই থৈ গৈছে। বিশ্ববিদ্যালয়ৰ বিজ্ঞান বিভাগৰ তলত থকা সকলো শাখাৰ দ্ৰব্য-বস্তু, যন্ত্ৰ-পাতি আদিৰ বছৰেকত একেবাৰ এসপ্তাহমানলৈকে প্ৰদৰ্শনী হয়। দৰ্শক সকলক হিন্দী ভাষাৰে সেইবিলাকৰ পৰিচয় দিবলৈ অধ্যাপক সকল তাত থাকে। এই প্ৰদৰ্শনী চাবলৈ গাঁৱলীয়া তিৰোতাও যোৱা আমি দেখিছিলো।

পণ্ডিত মদনমোহন মালবীয়

বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলে লগে লগে যাতে আধুনিক শাসন-সভাবিলাকৰ গঠন, পৰিচালনা, তৰ্কৰ ৰীতি আদিও শিকি যাব পাৰে সেই উদ্দেশ্যে কাশী বিশ্ববিদ্যালয়ত এখন পাৰ্লিয়েমেন্ট সভাও আছে। বিলাতৰ পাৰ্লিয়ামেন্টৰ দৰেই এই নকল পাৰ্লিয়ামেন্টটো পৰিচালিত হয়। যাতে ছাত্ৰসকলৰ প্ৰাণত ভাৰতমাতৃৰ প্ৰতি অটল ভক্তি জন্মিব পাৰে আৰু স্বদেশকল্যাণ সাধিবলৈ প্ৰত্যেক ছাত্ৰই জাতীয় ভাবাপন্ন হ'ব পাৰে, সেই উদ্দেশ্য প্ৰত্যেক বছৰে কংগ্ৰেছৰ সভাপতি, খ্যাতনামা জাতীয় নেতা, বিদগ্ধ পণ্ডিতসকলক নিমন্ত্ৰণ কৰি নি বক্তৃতা দিওৱা হয়। এবাৰ কংগ্ৰেছৰ সভাপতি লালা লাজপৎ ৰায় নিমন্ত্ৰিত হৈ গৈছিল। আমি তেতিয়া তাত ছাত্ৰ। তেখেতক আদৰিবলৈ বিশ্ববিদ্যালয়ৰ প্ৰৱেশ-পথত নাৰ্জী ফুল, লতা-পাতেৰে এখন বিতোপন তোড়ণ সজা হৈছিল। সেই তোড়ণ পাৰ হৈ পঞ্জাব-কেশৰী লালা লাজপৎ ৰায় আহি ৪/৫ হেজাৰ দৰ্শকপূৰ্ণ সভা-মণ্ডপত সোমালহি। মাল্য-ভূষিত লালাজী কথা ক'বলৈ থিয় হ'ল। জলদগম্ভীৰ স্বৰেৰে শ্ৰদ্ধানত ভাবেৰে ক'বলৈ ধৰিলে ঃ

"কাশীত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিৱেশন হওঁতে ডেকা মালবীয়াই এটা প্ৰস্তাব দিছিল যে, কাশীত হিন্দু বিশ্ববিদ্যালয় স্থাপন কৰা হওক। তেওঁক উলাই কৰি বহুৱাই থোৱাত ময়েই প্ৰথম আছিলোঁ। কিন্তু আজি যেতিয়া মই কাশী হিন্দু বিশ্ববিদ্যালয়ৰ তোড়ণ দুৱাৰ সোমাওঁহি মোৰ শিৰ শ্ৰদ্ধাত আপোনা-আপুনি এই মহান পণ্ডিতৰ ফালে দোঁ খাই গ'ল। মই আজি ইয়াত দেখিবলৈ পাইছোঁ যে, পণ্ডিত মদন মোহন মালবীয়াই কাশী হিন্দু বিশ্ববিদ্যালয় আৰু কাশী হিন্দু বিশ্ববিদ্যালয়েই পণ্ডিত মদন মোহন মালবীয়।"

সেই কথা শুনি হাজাৰ হাজাৰ দৰ্শকপূৰ্ণ সভা ঘৰত এটা অলৌকিক নিস্তব্ধতা আহিল। শ্ৰদ্ধানত শিৰে দৰ্শকে এবাৰ সিংহপুৰুষ লাজপৎ ৰায় আৰু এবাৰ মালবীয়ৰ ফালে চালে।

হিন্দু বিশ্ববিদ্যালয়ত প্ৰত্যেক একাদশীৰ দিনা দহ বজাৰপৰা এঘাৰ বজালৈ "কথা" হয়। "কথা" মানে হিন্দুস্থানীত ধৰ্ম কথা। মালবীয়জী যেতিয়া কাশীতে থাকে সেই সময়ত একাদশী পৰিলে প্ৰায় তেখেতে নিজেই ধৰ্ম-তত্ত্ব ব্যাখ্যা কৰে। নহলে বিশ্ববিদ্যালয়ৰ নিজা পণ্ডিতে কৰে। এখন কাঠৰ আসনত বহি, গাত পাতৰ চুৰিয়া আৰু পাতৰ চাদৰ, কপালত শ্বেত চন্দনৰ তিলক, সমুখৰ ঠগাত বিৰাট সাঁচিপতীয়া শ্ৰীমদ্ভাগৱৎ গ্ৰন্থ লৈ পণ্ডিতজীয়ে যেতিয়া ব্যাখ্যা কৰে তেতিয়া শ্ৰোতাৰ দেহত মন-চিত একো নাথাকে। নিস্তব্ধ নিমাত হৈ সকলোটি শ্ৰীমদ্ভাগৱতৰ নিৰ্মল-সৰোবৰত বিলীন হৈ যায়। ব্যাখ্যা কৰোঁতে কৰোঁতে মালবীয়জীৰ দৃষ্টিত দিব্য-প্ৰভা জলমলাই উঠে; লোতকৰ ধাৰ বৈ পৰে।

কাশী হিন্দু বিশ্ববিদ্যালয়ৰ আদৰ্শ হিন্দুৰ আদৰ্শ। কিন্তু তাত মুছলমান ছাত্ৰও পঢ়ে আৰু উৰ্দু, ফাৰ্চী, আৰবী ভাষাও শিকোৱা হয়।

আমি ছাত্ৰ হৈ থাকোঁতে ১৯২৬ চনৰ ডিচেম্বৰ মাহত তেতিয়াৰ ডেকা দেশপ্ৰেমিক পণ্ডিত জৱাহৰলাল নেহৰু পণ্ডিত মদন মোহন মালবীয়ৰ তৃতীয় পুত্ৰ পণ্ডিত গোবিন্দ মালবীয়ৰ আলহী হৈ দুদিন আছিল। তেতিয়া এদিন আমি থকা হোষ্টেলৰ ছাত্ৰসভালৈ তেখেতক নিমন্ত্ৰণ কৰা হৈছিল। সেই সভাত সভাপতি আছিল আমাৰ প্ৰিন্সিপাল আনন্দভাই ধ্ৰুৱ। তেখেত বম্বে প্ৰেচিডেন্সিৰ শিক্ষা বিভাগৰ ডিৰেক্টৰৰ কামৰপৰা আজৰি পাই হিন্দু বিশ্ববিদ্যালয়লৈ সহকাৰী ভাইচ্ চেন্সেলৰ আৰু প্ৰিন্সিপাল হৈ আহে। তেখেত প্ৰাচ্যবিদ্যাৰ এজন ভাৰতবিদিত বিদগ্ধ পণ্ডিত। ডেকা জৱাহৰে আমাক সম্বোধন কৰি কথা কওঁতে বৰ খঙেৰে এই কথা কেইটা কৈছিল ঃ

"কিয় ? এইটো কাশী হিন্দু বিশ্ববিদ্যালয়, সেইটো আলিগড় মুছলিম বিশ্ববিদ্যালয় ? অকল কাশী বিশ্ববিদ্যালয় আৰু আলিগড় বিশ্ববিদ্যালয় বুলিলে কি ক্ষতি হ'ব ? আমি উলটি যাব নোখোজোঁ। আমি সমুখৰ ফালেহে যাব লাগিব।"

খোনাখোনিকৈ কোৱা এই কথা কেইটাই যথেষ্ট উত্তেজনা সৃষ্টি কৰিলে। সভাপতি ধ্ৰুৱই ধীৰ-গম্ভীৰ স্বৰেৰে কবলৈ ধৰিলে ঃ

"মই ডেকা পণ্ডিত জৱাহৰলালৰ উক্তিৰ স্পষ্টতাৰ বাবে ধন্যবাদ দিওঁ। এই বিশ্ববিদ্যালয়ৰ নামৰ আগত "হিন্দু" শব্দ যোগ কৰাৰ একমাত্ৰ উদ্দেশ্য হৈছে যে, ইয়াত হিন্দু-সংস্কৃতিৰ পুনৰুদ্ধাৰ প্ৰধান কাম হ'ব।"..

স্বাস্থ্য, চৰিত্ৰ, আদৰ্শ আৰু বিদ্যালাভ যিমান পৱিত্ৰভাৱে সাধন কৰিব পাৰি সিমান মঙ্গল বুলি পণ্ডিত মালবীয়ই দঢ়াই দঢ়াই কৈছিল। ছাত্ৰসকলে ব্যায়াম কৰি নিপোটল স্বাস্থ্য লাভ কৰা দৰ্কাৰ বুলি তেখেতে অনুভৱ কৰিছিল। এই কাৰণে বিশ্ববিদ্যালয়ত এটি প্ৰথম শ্ৰেণীৰ ব্যায়াম আগাৰ সজাই দিছে। ছাত্ৰাবাসবিলাক পৰিষ্কাৰ-পৰিচ্ছন্নকৈ ৰাখিবৰ কাৰণে ছাত্ৰসকলৰ মাজত প্ৰতিদ্বন্দিতাও তেখেতে চলাইছিল। আটাইতকৈ পৰিষ্কাৰ কমটোক একোখন শ্বিল্ড দিয়া হৈছিল। চাহ, তামোল, চুৰুত আদি খোৱাৰ তেখেত সম্পূৰ্ণ বিৰোধী আছিল। তেখেত নিজেও নিৰামিষভোজী সাত্ত্বিক স্বভাৱৰ মহাপুৰুষ আছিল।

মালবীয়জী উৎসৱপ্ৰিয় আছিল। প্ৰত্যেক বছৰে কনভোকেশ্যন সভালৈ ডাঙৰ ৰাজ্যৰ মহাৰাজ একোজনক মাতি আনে। তেখেতক বিপুল সম্বৰ্ধনা কৰি বিশ্ববিদ্যালয়ৰ আয়-ব্যয়ৰ হিচাব পঢ়ি শুনায়, কোন মহাৰাজে কিমান হেজাৰ টকা, কি কি বিল্ডিং সজাই দিলে তাৰো বৰ্ণনা দিয়ে। মালবীয়ৰ অব্যৰ্থ-বাণীয়ে

---

পণ্ডিত মদনমোহন মালবীয়

মহাৰাজৰ অন্তৰতো দানৰ স্পৃহা জগাই তোলে। কথা কবলৈ থিৰ হওঁতে "ময়ো বিশ্ববিদ্যালয়লৈ ইমান লাখ দিলোঁ।" বুলি ঘোষণা কৰে। বৰোদাৰ গেইকোৱাৰ, বিকানীৰৰ মহাৰাজা, পাতিয়ালা, মাৰোৱাৰ আদি ৰাজ্যবিলাকে মালবীয়জীক সম্পূৰ্ণ সাহায্য দান কৰিছিল।

গান্ধী আৰু মালবীয়ৰ ভিতৰত দুটা পৰিষ্কাৰ বিশেষত্ব আছে। কোটি কোটি দৰিদ্ৰৰ দৰে নিজেও দৰিদ্ৰ বেশেৰে থাকি আদৰ্শ আৰু জীৱন একে কৰি চলিব খোজে গান্ধীয়ে। কিন্তু পণ্ডিত মদন মোহন মালবীয়জীয়ে পৰিষ্কাৰ-পৰিচ্ছন্ন শুধ-শুকুলা ভাৰতীয় সাজ পিন্ধি শিক্ষা-সাধনাৰে পৰিপূৰ্ণ বিৰাট নগৰী নিৰ্মাণ কৰিহে ভাল পায়। গাত বগা চৌগা-চাপ্‌কন, মূৰত বগা পাগ, ডিঙিত ভাঁজ কৰা বগা চাদৰ ভৰিলৈকে ওলমি থকা, কপালত বগা ফোঁট লৈ এটি সৰল ৰেখাৰ দৰে থিয় হৈ থকা পণ্ডিত মালবীয়ক দেখিলে নৰৰূপী দেৱতালৈ হে মনত পৰে। পদুমনিৰ ওপৰত আলফুলকৈ খোজকঢ়াদি দেৱতাৰ দৰে বিহৰি ফুৰা মালবীয়জীক দেখিলে বিশ্ববিদ্যালয়ৰ বাটে-পথে থকা যি কোনো লোকেই অস্ফুট স্বৰেৰে "মালবীয়াজী। মালবীয়াজী।" বুলি বাট এৰি দি বাটৰ কাষত সম্ভ্ৰম হৈ প্ৰণাম দিবলৈ সাজু হৈ ৰৈ থাকে।

পণ্ডিত মদন মোহন মালবীয়জীয়ে জনতাৰ আগত ভাষণ দিওঁতে সদায় হিন্দী ভাষাৰে দিয়ে। তেখেতৰ হিন্দী বিশুদ্ধ হিন্দী। আধা উৰ্দু আধা হিন্দীৰে সানমিহলি হিন্দুস্থানী ভাষা তেখেতে ব্যৱহাৰ নকৰিছিল। কাশী বিশ্ববিদ্যালয়ত 'হিন্দী সাহিত্য প্ৰচাৰ' বিভাগ এটিও আছে। এই বিভাগৰ যোগেদি প্ৰাচীন হিন্দী সাহিত্য সংগ্ৰহ, ভাৰতীয় আন প্ৰাদেশিক ভাষাৰ লগত হিন্দীৰ সামঞ্জস্য আদি গৱেষণা কৰা হয়। তৰ্ক-সভাবিলাকত হিন্দী নজনা ছাত্ৰসকলক মিশ্ৰহিন্দীৰে কবলৈও উদগণি দিয়া হয়।

মালবীয়জীয়ে ক'তো এক মিনিটলৈকো নোবোৱাকৈ পানীৰ ওপৰত ৰাজহাঁহ চলি থকা মিহি গতিৰে ঘণ্টাৰ পাছত ঘণ্টা বক্তৃতা দি থাকিব পাৰে। তেখেতৰ স্বভাৱত যেনেকৈ উত্তেজনাহীন দৃঢ় সংকল্পৰ ধীৰ গতি আছিল, বক্তৃতা দিওঁতেও ঠিক তেনেকৈ শ্ৰোতাক গন্তব্য স্থানলৈ লৈ যাব পাৰিছিল। তেখেতৰ ভাষাত অমৃতময় শব্দাৱলীয়ে শ্ৰোতাৰ কৰ্ণ-কুহৰত অতীত ভাৰতবৰ্ষৰ সোণ-শুৱনি অধ্যায় বিলাকৰ স্মৃতি জগাই দিয়ে। ১৯২৫ চনত পাণ্ডুত হোৱা কংগ্ৰেছ মহাসভাৰ অধিবেশনৰ পাছত সেই মণ্ডপতে হিন্দু মহাসভাৰ এটি অধিবেশন হয়। তাত পণ্ডিত মালবীয় সভাপতি আৰু শ্ৰীশ্ৰীগড়মূৰীয় গোস্বামী প্ৰভু অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল। তেতিয়া পণ্ডিতজীৰ হিন্দী বক্তৃতা শুনি শতকৰা ৯৫ জনৰে হিন্দীৰে কথা কবৰ মন যোৱা হৈছিল। কটন কলেজৰ ছাত্ৰসকলৰ মুখে মুখে মালবীয়জীয়ে কোৱাৰ দৰে - "মেৰে' প্যাৰে আপামী ভাইয়ো ঔৰ বহ্‌নো" (মোৰ মৰমৰ ভনীয়া ভাই আৰু ভনীসকল!) মালবীয়ই সঁচাকৈয়ে গোটেই ভাৰতবৰ্ষখনকে সেইদৰে ভাল পাইছিল।

মহাত্মাজীয়ে মালবীয়ক "বড়ে ভাই" বুলিছিল। মালবীয়ৰ মুখে শ্ৰীমদ্ভাগৱত শুনিবৰ কাৰণে ব্ৰত কৰি দুৰ্বল হোৱা সময়ত কেবাবাৰো গান্ধীজীয়ে তেখেতক মতাই নিছিল। মালবীয়জীৰ প্ৰতি মহাত্মাৰ বৰ শ্ৰদ্ধা আছিল। এবাৰ কাশীত থাকোঁতে মহাত্মাজীয়ে পণ্ডিত মালবীয়ক লগত লৈ দশাশ্বমেধ ঘাটৰপৰা গংগাজল লৈ প্ৰায় তিনি ফাৰ্লং দূৰত থকা বিশ্বনাথ মন্দিৰত অৰ্ঘ্য দিবলৈ গৈছিল। সেই পবিত্ৰ দৃশ্য চাবলৈ হাজাৰ হাজাৰ দৰ্শক বাটৰ দুই কাষে ৰৈ আছিল।

মালবীয়জীৰ আয়ুৰ্বেদৰ ওপৰত অটল বিশ্বাস। তেখেতে জানিছিল যে, যিসকল আৰ্য্য ঋষিয়ে অনন্ত কাললৈ সৌন্দৰ্য্য দান কৰিছপৰা বেদ দি থৈ গৈছে, সেইসকলেই আয়ুৰ্বেদো দি গৈছে। আয়ুৰ্বেদৰ দ্ৰব্য-গুণ পৰীক্ষা-সিদ্ধ শাস্ত্ৰ। এই কাৰণে তেখেতে এটি আয়ুৰ্বেদ কলেজ স্থাপন কৰিলে আৰু প্ৰাচীন ঔষধৰ গছ-লতাবোৰ ৰক্ষা কৰিবৰ কাৰণে এখন 'বোটানিকেল গাৰ্ডেনো' (ভেষজ উদ্যান) স্থাপন কৰিলে। আজি কেইবছৰমানৰ আগতে, তেখেতৰ দেহত যেতিয়াৰপৰা বৃদ্ধ বয়সৰ দুৰ্বল গুণবিলাক প্ৰকাশ পালে, তেখেতে আয়ুৰ্বেদৰ নিৰ্দেশমতে 'কায়-কল্প ব্ৰত' ৪৫ দিন উদযাপন কৰে। কায়-কল্পৰ সত্যতা বিজ্ঞান-অভিমানী আধুনিক ডাক্তৰসকলৰ আগত প্ৰত্যক্ষ কৰি দেখুৱালে। আজি কিছু দিনৰপৰা তেখেত কাশী বিশ্ববিদ্যালয়ত থকা তেখেতৰ বাস-ভৱনত শয্যাশায়ী হৈ পৰি আছিল। তেখেত বিশ্ববিদ্যালয়ৰ ৰেক্টৰ (আচাৰ্য্য) স্বৰূপে আছিল। নোৱাখালিৰ হিন্দুসকলৰ বিপদ-বিপত্তি আৰু আলে-আথানিৰ বাতৰি পাই পণ্ডিতজী মৰ্মাহত হ'ল। শেষ নিশ্বাস লোৱাৰ কেইদিনমানৰ আগতে তেখেতে এটি বিবৃতিত কৈ গৈছে যে, অথন্তৰত পৰি যিসকল নাৰীক দুৰ্বৃত্তবোৰে ধৰি লৈ গৈছে, তেওঁবিলাকক বিনা-প্ৰায়শ্চিত্তে সমাজে গ্ৰহণ কৰা উচিত। কাৰণ, তেওঁবিলাকে ইচ্ছা কৰি তেনে কাম কৰা নাই।

মানুহৰ প্ৰতি ঈশ্বৰ কিয় এনে বিমুখ হৈছে সেই কথা ধ্যান কৰিলে মালবীয়জী কাতৰ হৈ পৰে। ৰোগ-শয্যাত বঙ্গদেশৰ বাতৰি পোৱাও তেখেতৰ অন্তৰত এটি ডাঙৰ আঘাত হ'ল। সুদীৰ্ঘ ৮৪ বছৰ কাল পৃথিৱীত কৰ্মৰ অব্যৰ্থ সন্ধান দি যুগ-যুগান্তৰ গৌৰৱ-মুকুট ধাৰণ কৰি সিদিনা ১৯৪৬ চনৰ ১২ নৱেম্বৰ, মঙ্গলবাৰে আবেলি ৪-১০ মিনিটত তেখেতৰ জীৱন-সাধনাৰ পুণ্যক্ষেত্ৰত থকা বাস-ভৱনতে পণ্ডিত মদন মোহন মালবীয়ই নশ্বৰ জীৱনৰ শেষ-নিঃশ্বাস ল'লে। পবিত্ৰ আত্মা বৈকুণ্ঠলৈ গুচি গ'ল।

বাৰ্তা পাই সমগ্ৰ ভাৰতবৰ্ষ ম্ৰিয়মাণ হ'ল। কাশী নগৰীৰ

পণ্ডিত মদনমোহন মালবীয়

হাজাৰ হাজাৰ লোকে শেষ-দৰ্শন লবলৈ অফলা ভগাদি চাৰিউফালৰপৰা লৰি আহিল। মালবীয়ক দেৱতা জ্ঞান কৰা কোনো এজন ধনীলোকে গৈ তেখেতৰ তৃতীয় পুত্ৰ পণ্ডিত গোবিন্দ মালবীয়ক জনালেগৈ — "মোক অনুমতি দিয়ক তেখেতৰ শেষ-সৎকাৰৰ কাৰণে মই গোটেইখিনি চন্দন কাঠ যোগাৰ দিওঁ।"

গোবিন্দ মালবীয়ই মানুহজনৰ আন্তৰিকতাত মুগ্ধ হৈ কবলৈ ধৰিলে, -"আপোনাৰ শ্ৰদ্ধাৰ সীমা নাই। কিন্তু মোৰ স্বৰ্গীয় পিতৃৰ এটা জীৱনৰ ব্ৰত আছিল যে, তেখেতে নিজৰ কাৰণে কাকো আমনি নকৰে। তেখেতৰ ইচ্ছা আছিল যেন তেখেতক এজন সাধাৰণ হিন্দুৰ দৰেই দাহ কৰা হয়।"

ঠিক সেইমতেই মণিকৰ্ণিকা মহাশ্মশানত ভাৰতমাতৃৰ অন্যতম অমৰ সন্তান, স্বনামধন্য পণ্ডিত মদন মোহন মালবীয়ৰ বিনাশী দেহা শ্মশানাগ্নিৰ ৰক্ত-শিখাৰ মাজত ধোঁৱা হৈ অনন্ত আকাশৰ লগত মিহলি হ'ল।

পাছফালে তেখেতৰ যৌৱনৰ স্বপ্ন, জীৱনৰ সাধনা, সংকল্পৰ প্ৰতিচ্ছবি, কাশী হিন্দু বিশ্ববিদ্যালয়ৰ আকাশ-লঙ্ঘী চূড়াবিলাক জিলিকি থাকিল স্মৃতিৰ পটত; আৰ-কাপোৰৰ ক'লা ৰঙৰ মাজত তৰাব আখৰেৰে লিখা থাকিল ঃ

মদন মোহন তুমি ভাৰত-মোহন
অমৃতৰ অমৰ সন্তান;
ৰচিলা নতুন কাশী নৱ আলোকেৰে
উদ্ভাসিত কৰি হিন্দুস্থান।।



# পৰিশেষ

## জ্ঞান-ভক্তি সম্পৰ্কে গান্ধী-মালবীয় সংবাদ

**(সত্ৰ-সজ্জৰ প্ৰচাৰ পত্ৰৰপৰা)**

মালবীয়ৰ চিন্তা ধাৰা আছিল প্ৰাচীনপন্থী আৰু ভাৰতীয় সংস্কৃতিমূলক। সেইকাৰণে ভাৰতবাসীয়ে তেখেতক নিচেই আপোন বুলি ভাবি অন্তৰৰপৰা শ্ৰদ্ধা-ভক্তি কৰিছিল। তেখেত আছিল শাস্ত্ৰ জ্ঞানত বিদগ্ধ পণ্ডিত। তেখেতৰ গীতা-ভাগৱত আৰু মহাভাৰতৰ অৰ্থপূৰ্ণ বক্তৃতাবিলাকে শ্ৰোতাসকলক আধ্যাত্মিক ভাবত নিমগ্ন কৰিছিল। মহাত্মা গান্ধীয়ে তেখেতক সদায় জ্যেষ্ঠ গুৰুজনক কৰাৰদৰে মান্য কৰিছিল। যোৱাবাৰ বিলাতৰ মন্ত্ৰী-মিশ্যন দিল্লীলৈ আহোতে ছিমলাত এই মিশ্যনৰ লগত ৰাজনৈতিক আলোচনা কৰিবলৈ ৰাওনা হ'বৰ সময়ত গান্ধীজীয়ে পণ্ডিতজীক দেখা কৰি ওলগ জনাই আশীৰ্বাদ ভিক্ষা কৰোঁতে দুয়ো এই পাৰমাৰ্থিক কথা-বতৰা হৈছিল।

গান্ধীজী ঃ "আপুনি আপোনাৰ যি কোনো কাৰ্যভাৰ মোৰ ওপৰত দিব পাৰে। মাথোন এতমাত্ৰ চৰ্ত হৈছে আপুনি সেই কাৰ্যৰ বাবে ব্যতিব্যস্ত হ'বলৈ এৰিব লাগিব আৰু মোক আপোনাৰ শক্তি দি আশীৰ্বাদ কৰিব লাগিব।"

মালবীয়জীয়ে ক'লে, - "**ঈশ্বৰৰ নামেই হৈছে আমাৰ শক্তিৰো শক্তি পৰম শক্তি।**"

গান্ধীজী ঃ "সেইটো সচাঁ। সকলো সময়তে ৰাম-নাম লোৱাই হৈছে। কিন্তু মই আপোনাৰ জ্ঞান-বিদ্যা ক'ৰ পৰা পাম ? মই আপোনাক ভালৰি লগাবলৈ এইবাৰ কথা কোৱা নাই। মোৰ আপোনাৰ নিচিনা পাণ্ডিত্যও নাই আৰু মহাভাৰত-ভাগৱতৰ জ্ঞান-বিদ্যাও নাই।"

মালবীয়জী ঃ "কিন্তু আপোনাৰ **সকলো জ্ঞানৰ সাৰ ঈশ্বৰৰ নাম** আছে, নাই জানো?"

গান্ধীজী ঃ "আছে সঁচা, কিন্তু থাকিলেও আপোনাৰ জ্ঞান-বিদ্যাৰ প্ৰতি মোৰ ঈৰ্ষা জন্মিছে। এতিয়া আপুনি আৰোগ্য হ'বই লাগিব আৰু সেই উদ্দেশ্যে আপুনি আপোনাৰ সকলো জ্ঞান-বিদ্যা প্ৰয়োগ কৰিবই লাগিব।"

মালবীয়জীয়ে ক'লে, "মই ভাল হমেই।"

দুয়ো অন্যান্য কথা-বতৰা হৈ পৰস্পৰে নমস্কাৰ জনাই গান্ধীজীয়ে বিদায় ল'বৰ সময়ত পণ্ডিতজীয়ে এটি পদ মাতি গান্ধীজীক এইবুলি আশীৰ্বাদ কৰিলে, "আপুনি কোন সেইকথা পাহৰি নেযাব, আপুনি য'তে থাকে ত'তে গোলাপ ফুলৰ দৰে আপোনাৰ সুগন্ধ-সৌৰভ বিস্তাৰ কৰি থাকক।"

### নেতাসকলৰ উক্তি

পণ্ডিত মদন মোহন মালবীয়জীৰ পৰলোক হোৱা সংবাদ পাই ভাৰতবৰ্ষৰ বিখ্যাত নেতাসকলে কি কি কৈছে তাৰে অলপ ইয়াত দিয়া হ'ল।

**মহাত্মা গান্ধীয়ে কৈছে ঃ**

"পণ্ডিত মদন মোহন মালবীয়ৰ মৃত্যুত ভাৰতবৰ্ষই এজন বয়োবৃদ্ধ, দেশৰ সৰ্বোত্তম, কাৰ্যদক্ষ আৰু একনিষ্ঠ সেৱক হেৰুৱালে। জীৱনৰ শেষ মুহূৰ্তলৈকে তেখেতে ভাৰতবৰ্ষ আৰু ভাৰতবৰ্ষৰ স্বাধীনতাৰ কথাকেই ভাবিছিল।"

(দন্তপাৰা, বঙ্গদেশ, ১২/১১/৪৩৬)

---

পণ্ডিত মদনমোহন মালবীয়

**মৌলানা আজাদে কৈছে ঃ**

"আমাৰ দেশৰ আন এজন মহাপুৰুষ গুচি গ'লগৈ। মালবীয়জীৰ জীৱনৰ এটা বিশেষত্ব আছিল যে, ৰাজনৈতিক আন্দোলন কৰাৰ লগে লগে তেখেতে তেখেতৰ গঠনমূলক কৰ্মও কৰিব পাৰিছিল। কাশী হিন্দু বিশ্ববিদ্যালয়েই তেখেতৰ প্ৰত্যক্ষ সৌধ।" (দিল্লী, ১৩/১১/৪৬)

**শ্ৰীযুতা সৰোজিনী নাইডুৱে কৈছে ঃ**

'পণ্ডিত মালবীয়ৰ ব্যক্তিত্বত দুৰ্লভ বিশেষত্ব আছিল। তেখেতৰ আলাপত নিৰ্মল প্ৰবাহ, ব্যৱহাৰত শীলতাৰ চূড়ান্ত নিদৰ্শন প্ৰকাশ পাইছিল। দেশৰ কোটি কোটি মানুহৰ শ্ৰদ্ধা তেখেতে আকৰ্ষণ কৰিব পাৰিছিল। তেখেতৰ পাণ্ডিত্য অতলস্পৰ্শী। ভাষণত তেখেতৰ সোণালী ধ্বনিয়ে শ্ৰোতাক মুগ্ধ কৰে।"

"তেখেতে যেতিয়া জীয়াই আছিল তেতিয়াই তেখেত জ্ঞান আৰু সৌন্দৰ্য্যৰ অধিষ্ঠাতা এটি পৌৰাণিক অৱয়ব স্বৰূপ হৈ আছিল,যেতিয়াই তেখেতৰ পৰলোক হ'ল তেতিয়াই হিন্দু সংস্কৃতিৰ অতি ভদ্ৰ আৰু অতি প্ৰেমময় আদৰ্শৰ প্ৰত্যক্ষ প্ৰতিমূৰ্তি এখন নাইকিয়াৰ নিচিনা হ'ল। ভাৰতবৰ্ষৰ নৱ জাগৃতিৰ যুগত থকা এই মধু-ঋষি (Sweet Rishi) ৰ প্ৰতি মোৰ আন্তৰতম প্ৰদেশৰ শ্ৰদ্ধাঞ্জলি অৰ্পণ কৰিছোঁ।"

(হাইদৰাবাদ, ১৩/১১/৪৬ )

**ডাঃ ৰাজেন্দ্ৰ প্ৰসাদে কৈছে ঃ**

"সঁচাকৈয়ে এজন মহাপুৰুষৰ অন্তৰ্দ্ধান হ'ল। পণ্ডিত মদন মোহন মালবীয়ৰ নামটো ভাৰতৰ ভাবী - বংশধৰ সকলক এটা কথা সোঁৱৰাবলৈ সদায় জীয়াই থাকিব। সেই কথাটো হৈছে - একান্ত আন্তৰিকতাৰে মানুহে জীৱনত কৃতকাৰ্যতা লাভ কৰিব পাৰে।"(পাটনা, ১৩/১১/৪৬ )

**স্যাৰ তেজবাহাদুৰ সাপ্ৰুৱে কৈছে ঃ**

"ভাৰতমাতৃয়ে পণ্ডিত মালবীয়ৰ লগত এজন অতি শিষ্টাচাৰী ভদ্ৰ সন্তান আৰু অতি বিশ্বাসী নেতা হেৰুৱালে। হিন্দু সমাজে সমাজৰ লাইখুঁটাটো হেৰুৱালে। তেখেতৰ স্মৃতি কেতিয়াবা কোনোবাই পাহৰিব পাৰিব বুলি মই ভাবিবই নোৱাৰোঁ। তেখেতে পাছফালে এৰি থৈ গৈছে কৰ্মময় জীৱনৰ সম্ভল কৰ্মৰাশি। তিলমানো স্বাৰ্থ নথকা সেই মহান কৰ্মই তেখেতৰ জীৱনৰ ভদ্ৰ-আদৰ্শৰ প্ৰমাণ।"

"মালবীয়ৰ মৃত্যুত বৰ্তমান ভাৰতৰ বুৰঞ্জীৰ এটি গৌৰৱময় অধ্যায় সমাপ্ত হ'ল। তেখেতৰ জীৱনৰ পুৰাকালৰ পৰাই তেখেতে স্বদেশৰ হকে জীৱন উৎসৰ্গ কৰিছিল। তেখেতৰ সেৱাৰ ইতিহাস মানেই দেশৰ নানাবিধ উত্থানৰ ইতিহাস। তেখেতৰ চৰিত্ৰৰ পবিত্ৰতা আৰু একনিষ্ঠতাৰ বিৰুদ্ধে নিকৃষ্ট দুৰ্বৃত্ত এটায়ো এষাৰ ক'ব নোৱাৰিছিল। তেখেতৰ লক্ষ্য আৰু আদৰ্শ অতি উচ্চ আছিল। প্ৰাচীন ভাৰতৰ সংস্কৃতি আৰু দৰ্শনৰ তেখেত সঞ্চয়ত ঃ এজন প্ৰতিনিধি স্বৰূপ আছিল। উপৰিও তেখেতে নিজৰ নৈতিকতাৰ লগত আধুনিক জগতৰ সকলো ধৰ্ম আৰু সকলো বিশ্বাসৰ সম্পৰ্ক স্থাপন কৰিব পাৰিছিল। এই বাবেই ৰহস্ত নেতাৰ মাজত তেখেতৰ বিশেষ স্থান আছিল।"

(এলাহাবাদ, ১৩/১১/৪৬)

**আচাৰ্য কৃপালনিয়ে কৈছে ঃ**

"যোৱা পঞ্চাহ বছৰৰ ভিতৰত মালবীয়জী ভাৰতবৰ্ষৰ এজন সৰ্বশ্ৰেষ্ঠ সন্তান, অক্লান্ত কৰ্মী, মহান সংগঠক আৰু শ্ৰেষ্ঠ দেশপ্ৰেমিক আছিল।"(শিলং, ১৩/১১/৪৬ )

**অসম গৌৰৱ মৌলানা তায়েবুল্লাই কৈছে ঃ**

"পণ্ডিত মদন মোহন মালবীয় আছিল ভাৰতৰ সৰ্বশ্ৰেষ্ঠ নেতাসকলৰ অন্যতম। মৃত্যু হলেও মালবীয়জী সদায় জীয়াই থাকিব — মালবীয়জী কেতিয়াও মৰিব নোৱাৰে।"

"অসম আৰু অসমবাসীৰ প্ৰতি মালবীয়জীৰ অগাধ স্নেহ আছিল আৰু সেই কাৰণেই তেওঁ অসমৰ হৈ মাতিছিল। ১৯৩২ চনত এলাহাবাদত বহা সৰ্বদলীয় ঐক্য সন্মিলনত মালবীয়জী আছিল পিতামহ ভীষ্ম।"(গুৱাহাটী ১৩/১১/৪৬)

**অসম প্ৰাদেশিক কংগ্ৰেছৰ তাঁৰ ঃ**

অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ সম্পাদক শ্ৰীযুত সিদ্ধিনাথ শৰ্মাই তলৰ বাতৰিটি তাঁৰযোগে স্বৰ্গীয় মালবীয়ৰ পুতেক পণ্ডিত গোবিন্দ মালবীয়লৈ পঠায় ঃ

"ভাৰতৰ প্ৰাতঃ স্মৰণীয় নেতা, সৃষ্টিশীল প্ৰতিভাসম্পন্ন মহান দেশপ্ৰেমিক পণ্ডিত মদন মোহন মালবীয়জীৰ মৃত্যুত সমগ্ৰ অসম শোকাকুল। দেশৰ ৰাজনৈতিক অৱস্থাৰ এই সন্ধিক্ষণত তেখেতৰ অভাৱ তীব্ৰভাৱে অনুভৱ কৰিব লগা হৈছে। এই সময়ত তেখেতৰ উপদেশ দেশৰ কাৰণে নিতান্ত আৱশ্যকীয় আছিল। অসম কংগ্ৰেছৰ আন্তৰিক সমবেদনা গ্ৰহণ কৰিব।" (গুৱাহাটী ১৩/১১/৪৬)

---

**দৈনিক অসমীয়াৰ সম্পাদকীয়ত কৈছে ঃ**

কাশী হিন্দুবিশ্ববিদ্যালয়ৰ প্ৰাক্তন ছাত্ৰ, "দৈনিক অসমীয়া" ৰ সম্পাদক শ্ৰীযুত দেৱকান্ত বৰুৱাই ১৪/১১/৪৬ তাৰিখৰ সম্পাদকীয়ত লিখাৰপৰা যৎকিঞ্চিত ঃ

" .... তেওঁৰ মৰ্মস্পৰ্শী বক্তৃতা, দেৱতুল্য শাৰীৰিক সৌষ্ঠৱ, তীক্ষ্ণবুদ্ধিৰ কথা গোটেইখন দেশতে বিদিত ... মালবীয়জীৰ শ্ৰেষ্ঠগুণ আছিল দয়া আৰু উদাৰতা। মালবীয়জীৰ দয়া ইমান গভীৰ আৰু ব্যাপক আছিল যে, দুখীয়া ছাত্ৰৰ কাৰণে আছুতীয়াকৈ ৰখা বৃত্তি আৰু ফ্ৰী-ষ্টিপৰ নিৰ্দিষ্ট সংখ্যাতকৈও বহুত বেছি দুখীয়া ছাত্ৰক তেওঁ নিজে শলাগনি লিখি দিছিল। .... উদাৰতা আছিল সেইদৰে বিস্ময়কৰ। সনাতন ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰতীক হৈয়ো তেওঁ হিন্দুবিশ্ববিদ্যালয়ৰ হোষ্টেলত অন্ত্যজ "পঞ্চম" ছাত্ৰক বান্ধনী শালত ভাত খাবলৈ অনুমতি দিছিল। ,.... মালবীয়জী আজি নাই - দেশসেৱাৰ আদৰ্শ আৰু তেওঁৰ সাধনা, কাশী হিন্দুবিশ্ববিদ্যালয় সদায় জীয়াই থাকিব।"

**পণ্ডিত জৱাহৰলাল নেহেৰুৱে কৈছে ঃ**

ভাৰতবৰ্ষৰ কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰ সভ্য সকলে স্বৰ্গীয় মালবীয়জীৰ পৰলোকত শ্ৰদ্ধাঞ্জলি দিওঁতে পণ্ডিত জৱাহৰলাল নেহৰুৱে কৈছিল ঃ

"মদন মোহন মালবীয়জী মানুহৰ মাজত এজন সৰ্বজয়ী মহাপুৰুষ আছিল। যি সকলে আধুনিক ভাৰতবৰ্ষৰ জাতীয় জীৱনৰ ৰবভেটি ৰচনা কৰিছিল, আৰু বছৰে বছৰে এটুকুৰা এটুকুৰা ইটা জাপি, এটা এটা শিল কটিয়াই ভাৰতৰ মুক্তি মণ্ডপ ৰচনা কৰিছিল, সেইসকলৰ ভিতৰত মালবীয়জীও এজন।"

"তেখেতৰ পৰলোক গমনৰ লগে লগে, এই কথা ক'ব পাৰি, যে ভাৰতবৰ্ষৰ ৰাজনীতিৰ এটা নিৰ্দিষ্ট যুগৰো অন্ত পৰিল। তেখেতৰ নিচিনা লোক সকলে এনে দিনত পৰিশ্ৰম কৰিব লগা হৈছিল যে, যি সময়ত নানাবিধ কণ্টকে পথৰোধ কৰি থৈছিল।"

"আমি বহুতেই তেখেতসকলৰ নিচিনা বয়োবৃদ্ধ নেতাসকলৰ ডেউকাৰ আঁৰতে ডাঙৰ - দীঘল হৈছিলোঁ। মোৰ নিজৰ বিষয়ে কওঁতে এই কথা ক'ম যে, ৰাজনীতি বিষয়ত নিচেই সৰুকালৰ মোৰ যি স্মৃতি আছে তাৰ লগত পণ্ডিত মালবীয়ই প্ৰধানকৈ জড়িত হৈ আছে। মোৰ শিশুকালৰ চকুত মালবীয়ৰ মুখ আৰু অৱয়বটিয়েই যেন ভাৰতৰ ৰাজনীতি হৈ প্ৰকাশিত হৈছিল।"

"মালবীয়ৰ বক্তৃতা শুনি এসময়ত মই বিগলিত হৈ গৈছিলোঁ। তেখেতৰ লগত কাৰোবাৰ মতভেদ হ'ক বা নহ'ক, সেইকথা মই নিবিচাৰোঁ। কিন্তু মোৰ বিশ্বাস হয় যে ভাৰতবৰ্ষত এনে কোনো লোক নাই যি লোকে তেখেতক সন্মান আৰু শ্ৰদ্ধা নকৰে। তেখেতৰ বৰণীয়,শ্ৰদ্ধাভাজন আৰু দয়ালু ব্যক্তিত্বত সকলো মানুহেই মোহিত হৈছিল।"

"এনে এজন সৰ্বজয়ী পুৰুষ গুচি গ'ল। বোধহয় উচিত সময়তে গৈছে। কাৰণ, অনন্তকাল জীয়াই থাকিবলৈ কোনেও আশা কৰিব নোৱাৰে। তথাপিও এইখিনিতে এটা গাঁঠি সুলকিল। ইয়াৰ দ্বাৰাই আমাৰ সকলোৰে ক্ষতি হৈছে।"

"মালবীয়জী অকল সভাসমিতিত কথা কোৱা গণনেতা নহয়। আন আন ক্ষেত্ৰত তেখেতে অনেক সিদ্ধকৰ্ম এৰি থৈ গৈছে। তাৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ কাশী বিশ্ববিদ্যালয়। (পাঠকে মন কৰিব, কাশী হিন্দু বিশ্ববিদ্যলয় বোলা নাই কিন্তু)।

(নয়াদিল্লী, ১৩/১১/৪৬ )

-ঃ অন্ত ঃ-

---

পণ্ডিত মদনমোহন মালবীয়

# জীৱনীৰ পৰিশিষ্ট

## মালবীয়
## মদন মোহন

সঁচাকৈয়ে তুমি দেৱ, মদন মোহন
নিৰ্মল প্ৰেমৰ শুভ্ৰ জ্যোতি উপাসক ,
ত্ৰিবেণীৰ তিনিধাৰা হৃদয়ত লৈ
জগতত হ'লা তুমি কৰ্ম ও কাৰক।
গায়ত্ৰীৰ দিব্যধন পৰমাৰ্থ লৈ
জাহ্নবীৰ পুণ্য তীৰ কৰিলা প্ৰকাশ
বিশ্বনাথে থাকে য'ত তাতেই থাপিলা
বিশ্বৰ বিধাতৃ দেৱী বিদ্যাৰ বিকাশ।
শ্ৰীমৎ-ভাগৱৎ-যমুনাৰ জল
তোমাৰ দৃষ্টিত থলা বিন্দু উপহাৰ ,
সিন্ধু হৈ সেয়ে আজি ভাৰতবৰ্ষত
তোমাৰ প্ৰযাণ বাৰ্তা কৰিছে প্ৰচাৰ।
অমৃতৰ পুত্ৰ দেৱ মদন-মোহন
সম্ফলিল নৰ তনু ধৰণীত আহি,
বৈকুণ্ঠতো হোঁৱা যেন ব্ৰহ্মাণ্ড-মোহন
ক্ষীৰ সৰসীৰ শুভ্ৰ শতদল পাহি।।

যোৰহাট
১৩/১১/৪৬

আনন্দ চন্দ্ৰ বৰুৱা

কাঙ্ক্ষন্তঃ কৰ্ম্মণাং সিদ্ধিং যজন্ত ইহ দেৱতা।
ক্ষিপ্ৰং হি মানুষে লোকে সিদ্ধিৰ্ভৱতি কৰ্ম্মজা।।

চতুৰ্থ অধ্যায়ৰ বাৰ শ্লোকত গীতাই কৈছে, - এই পৃথিৱীত মানুহে নিজ নিজ কৰ্মৰ সিদ্ধি, আকাংক্ষা কৰি দেৱতাসকলৰ যজনা কৰে। কাৰণ, মানৱ-সমাজত কৰ্মজা সিদ্ধি অতি সোনকালেই লাভ হয়।।



# নিবেদন

যি জনৰ নিৰ্মল চৰিত্ৰ
এই ক্ষুদ্ৰ পুথিত আছে.
তেখেতৰ স্মৃতিৰ
মন্দিৰতে
এদিন তেখেতৰেই ছাত্ৰৰ
গভীৰ শ্ৰদ্ধাৰ
অঞ্জলি

ভাৰতমাতৃৰ অমৰ সন্তান সৰ্বজনসমাদৃত পণ্ডিত মদন মোহন মালবীয়জীৰ পৰলোক হোৱা সংবাদত গোটেই ভাৰতবৰ্ষ ম্ৰিয়মান হৈছে। আমাৰ অসমীয়া সমাজতো তেখেতৰ প্ৰয়াণ-বাৰ্তাই যথেষ্ট অনুভূতিৰ স্পন্দন দিয়া দেখা গ'ল। এই সময়তে অনুৰাগী পাঠকসকলে সেই মহাপুৰুষৰ জীৱনৰ চমু পৰিচয় পাব পৰাকৈ এই পুথিখন প্ৰণয়ন কৰা হ'ল।

ইয়াকে ৰচনা কৰোঁতে শ্ৰীমান সূৰ্যনাথ চক্ৰৱৰ্তীৰ উদগণি আৰু প্ৰকাশ কৰোঁতে বৰকটকী কোম্পানীৰ তৰুণ পৰিচালক, সাহিত-প্ৰিয় শ্ৰীযুত গৌৰীচৰণ বৰকটকীৰ পৰা পোৱা তৎপৰতাৰ বাবে লিখক কৃতজ্ঞ।

পাঠক সমাজৰ কিবা উপকাৰত লাগিলেই আন্তৰিক শ্ৰমৰ আনন্দ পোৱা হ'ব।

'বকুল বন'
ডিব্ৰু
২৮/১১/৪৬

শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা

# কপাল

আজি অলপ দিনৰ কথা।

গৰমৰ বন্ধত কলেজৰ পৰা কনক উলটি আহিছে। সি কাশীত পঢ়ে।

বহাগৰ বিহু শেষ হৈ গ'ল। কনক ঘৰ নেপালেহি। দেউতাকে বুজিলে সি দাৰ্জিলিং, কলিকতা আদিত ঘুৰি ফুৰিছে।

কথাটো সঁচা। কনক কাশীৰ পৰা কলিকতাত কিছুদিন থাকি জলপাইগুৰিৰ এজন বঙালী বন্ধুৰ ঘৰলৈ গ'ল। বন্ধুৱে অনেকবাৰ অনুৰোধ কৰিছিল।...

প্ৰথমদিন থাকিয়েই কনকৰ মনটোত উচ্‌পচ্‌নি লাগিল। খাওঁতে শোওঁতে যেন দেউতাকৰ কাহ্‌টো শুনিছে, দেউতাকৰ যেন শৰীৰ অসুখ।..

বন্ধুক অত্যন্ত পীড়াপীড়ি কৰি তৃতীয় দিনা ঘৰলৈ যাত্ৰা কৰিলে।

ৰাতি। ৰেলত শুই যাওঁতে সি এটা সপোন দেখিলে যেন সি আৰু তাৰ ঘৰৰ আন আন মানুহবিলাক এখন নৈৰ দাঁতিত এটা তম্বু সাজি আছেগৈ আৰু হঠাৎ এটা ধুমুহা আহি তম্বু ভাঙি পেলালে আৰু সিহঁতক হেঁচা মাৰি ধৰিলে। কনকে চিঞৰিব খুজিছে কিন্তু মাতিব নোৱাৰে। ওচৰত আৰু সহায়-সাৰথি নাই।..

সি সাৰ পালে। লৰালৰিকৈ চকু মোহাৰি চাই দেখে যে, সি ৰেলৰ ওপৰত আৰু এতিয়া গোলোকগঞ্জত।..

সপোন দেখা কনকৰ স্বাভাৱিক। কিন্তু এইটো সপোন দেখি তাৰ মনটো ইমান গধুৰ হ'ল কিয়?

ৰাতি পুৱাল। এতিয়া ৰেল আমিনগাওঁ পালেহি। ব্ৰহ্মপুত্ৰ পাৰ হৈ আসাম-বেঙ্গল ৰেলত উঠি কনক ঘৰমুৱা হৈ বহিছে। কিবা এটা চিন্তাৰ সোঁত আহি কনকৰ ঘৰমুৱা সুখৰ ওপৰত ক'লা যৱনিকা তুলি দিছেহি। চিন্তা কিহৰ সি ক'ব নোৱাৰে। বোধহয় সৰ্বদৰ্শী অন্তৰাত্মাৰ আসন্ন-বিপদৰ সঙ্কেত।

কিমান নতুন ভাবনা লৈ, নতুন উদ্যমেৰে অহা নবীন-যুবকৰ সুখৰ ৰচনাপুৰী নিয়তিয়ে তলে তলে নষ্ট কৰিব খুজিছে।

ৰাতি এঘাৰ বাজিল। কনক যোৰহাট ষ্টেশ্যন পালেহি। কিন্তু কি বিপদ- বৰষুণৰ কোবত বাহিৰলৈ মুখ উলিয়াব সাধ্য নাই।

ষ্টেশ্যনত এটি কুলীও নাই। বাধ্য হৈ কনক ৰেলৰ পৰা নামিল। আৰু তিনি চাৰিজন যাত্ৰীৰ এই দশা। মালপত্ৰ বোৰ নমাই আনি বাৰাণ্ডাতে থৈ কনক মটৰ বিচাৰি গ'ল। নগৰ গোটেইখন নিজান। এখন চিনাকী ভদ্ৰলোকৰ ঘৰত চাকি জ্বলি থকা দেখি আলেকে সোমাই গৈ কেইবাবাৰো মাতিলত ভদ্ৰলোকজন ওলাই আহিল। কনকে মটৰখন লাগে বুলি কোনোৱাত তেখেতে দুঃখ প্ৰকাশ কৰি ক'লে যে, এই নিশা ড্ৰাইভাৰ ক'ত পাব! তেখেতে নিজেও চলাব নেজানে।...

উলটি আহি ষ্টেশ্যনৰ মাল গুদামত বস্তুবোৰ জমা দি, কনক বঙালপুখুৰীপাৰলৈ গ'ল! তেতিয়া ৰাতি ১২ বাজি গ'ল। বাহিৰৰ পৰা নেপালিৰ ছলেৰে তেওঁ মাত দিলে - "গিৰিহঁত, অ' গিৰিহঁত।"

চতুৰ কমলে মাত শুনিয়েই পাৰি কৃত্ৰিম খং দেখুৱাই ক'লে, "কোন? যোৱাঁ, যোৱাঁ, এই মাজৰাতি কি লাগে?"

"তোমাক লাগে।"

কমলে হাতত টৰ্চ লাইটটো লৈ ওলাই আহি দেখিলে কনক তিতি জুকলি জুপুৰি হৈ আহিছে।

এটা মিচিকিয়া হাঁহি মাৰি ক'লে, "কেনেকৈ, বাজে বাজে তালৈ যোৱাৰ্হেতেন দেখোন ওচৰত হ'লহেঁতেন! গৰু, আগেয়ে লিখিব নোৱাৰিলা হ'বলা? দুদিন পৰৰ লৈ গৈ উলটি আহিছোঁ। আহা, এতিয়া কাপোৰ-কানি সলোৱাহি।"

দুয়ো ভিতৰলৈ সোমাই গ'ল।

কমল কনকৰ ককায়েক। পেহীয়েকৰ পুতেক।.....

কানি-কাপোৰ সলাই বাকনী ঘৰত সোমাই গৈ কনকে মাত দিলে "পেহীতি! আজি আৰু বিপদ জুৰিলে! চাওঁ, জুই কুৰা ধৰা বৰ জাৰ লাগিছে।" পেহীয়েকে জুই একুৰা ধৰি ওচৰতে খাবলৈ জলপান আনি দিলেহি। জলপান চাহ আদি খাই অলপ টনকিয়াল হৈ কনক চ'ৰা ঘৰলৈ ওলাই আহিল।

সৰুৰে পৰা কমল আৰু কনকৰ বৰ মিল। দুয়ো একেলগে খোৱা-শোৱা নকৰিলে মনৰ হেঁপাহ নপলায়। কমলৰ পাটীত দীঘল দি পৰি কনকে নানান কথা উলিয়াবলৈ ধৰিলে। কথা পাতোঁতে ৰাতি দুই বাজিল। দুয়ো শুই পৰিল। ৰাতিপুৱা শুই উঠি গা-পা ধুই কনক ষ্টেশ্যনৰ ফালে গ'ল--মালখিনি আনিবৰ কাৰণে। মাল-গুদাম বন্ধ, উলটি আহিল। দুপৰীয়া ভাত খাই জীৰাবৰ সময় নাপালে, কনকৰ প্ৰাণ-প্ৰিয় বন্ধু গণেশ আহি উপস্থিত। দুয়ো দুয়োকে দেখি কি হ'ল ক'ব নোৱাৰো, এটা হাঁহিৰ সোঁত বাগৰি গ'ল। কথা নাই বতৰা নাই দুয়ো বলিয়াৰ দৰে পাৰে হাঁহিছে।....

হাঁহি কমিল। গণেশে মেজত চপৰ এটা মাৰি তাৰ বজা ওঁঠৰ মাজেদি বগা দাঁত কেইটা উলিয়াই কমলালেবে চকু মটি মটি ক'লে--"হেৰ তোকে মোকে একেটা ঈশ্বৰে সাজিছে। মোক এৰি তই ক'লৈ যাবি? মই কেঁচা হলো তোৰ পাৰ্চেণ্টেজ নকল।"

কনকে এটা ম্লান হাঁহি মাৰি ক'লে--"বাৰু এতিয়া

সেইবোৰ থ। যোৰহাটৰ খবৰ কি?"

"ব্যৰ্থ, ব্যৰ্থ বন্ধু, তোমাৰ জীৱন ব্যৰ্থ। তোৰ জীৱন কান্দোতেই যাব"।

"আৰু তোমাৰ?"

"মোৰ কি আছে বন্ধু? সোণৰ জখলাৰে নামি অহা আহোম মই। মোৰ জানো দুঃখ আছে? স্ফূৰ্তিৰ মাজতেই উপজিছোঁ স্ফূৰ্তিতে বাকী কেইটা দিন কটাই দিম।"

গণেশৰ বলিয়ালি কনকৰ বৰ প্ৰিয় বস্তু। তাৰ বলিয়ালিবোৰৰ মাজত যেন কবিত্ব সনা আছে। চিঠি-পত্ৰটো সেই বলিয়ালি। সি কেৱল তেওঁবিলাক দুয়োৰে ভিতৰত হে।

নানান তৰ্ক-বিতৰ্ক চলিল। আবেলি চাৰি বাজিবৰ হ'ল। কনক ঘৰলৈ যাবলৈ ওলাল। গণেশে ধমক দি ক'লে,--"থোৱাহে--আজি নগলেও চলিব। কাইলৈ যাবা। এতিয়া আহাঁ--অ', পিছে এইবাৰ প্ৰিয়তমাৰ কাৰণে কি নতুন উপ হাৰ আহিছে চাওঁ? তালৈ নোযোৱা জানোঁ বলা? পোছাকটি বেছ হৈছে। আঁহা আঁহা।"

দুয়ো বাহিৰ ওলাল

কিছুদুৰ গৈ গণেশে কনকৰ উদ্দেশ্য জানিব পাৰি ক'লে,--"পিছে তুমি এতিয়া এই ফালেহে যাঁবা? যোঁৱা। আমি নোৱাৰিম। তাৰপৰা উলটি আমাৰ তালৈকে আহিবা।"

দুয়ো দুফালে গ'ল।

যোৰহাটতে কনকৰ শাহুৱেকৰ ঘৰ। যোৱা বছৰ বিয়া কৰালে। এতিয়াও শান্তি লোৱা নাই।

অনেক জল্পনা-কল্পনা কৰি লাহে লাহে কনক আহি শাহুৱেকৰ ঘৰৰ ওচৰ পালেহি। অলপ দুৰৰ পৰা দেখিলে পোৰ্টিকতে কেইবা গৰাকীও মানুহ বহি আছে। কনক আহি নওলামুখ পাওঁতেই সকলো অদৃশ্য হ'ল। কনকৰ স্বপ্ন মাটি হ'ল। তেওঁ হয়তো পেটে পেটে ভাবিছিল, অকলে অকলে প্ৰতিভাই আগ ঘৰত বহি বেজী-সুতাৰ কাম কৰি থাকিব আৰু তেওঁ হাতত-সাৰে ভৰিত-সাৰে সোমাই "ঘৰত কোন আছে" বুলি মাত দিব। তেতিয়া প্ৰতিভাই মুৰ ডাঙ্গি তেওঁক দেখি লাজত তলমুৰ কৰি ভিতৰলৈ লৰ মাৰিব আৰু তেওঁৰ প্ৰাণত কি সুখ উদয় নহব।

সকলো মিছা হ'ল। শূন্য ঘৰত ভৰি দি ভালে মান পৰ নিতাল মাৰি থাকি মাত দিলে--"চন্দ্ৰ, চন্দ্ৰ!"

চন্দ্ৰ তেওঁৰ খুলশালিয়েক।

উত্তৰ নাহিল।

কনকৰ মনটো গহীন হ'ল। ভিতৰত কাৰবাৰ কেঁকনি শুনিবলৈ পালে। জোঁৱাই বুলি লাজবোধ নকৰি কনক ভিতৰলৈ সোমাই গ'ল।

বিচনাত শাহুৱেক পৰি আছে।........

দুই তিনি বাৰ মাতিলত চকু মেলি চাই শাহুৱেকে ক'লে--"কোন? মৰা নাই।......"

চিন্তাত কনকৰ মন কেনেবা হ'ল। ওচৰতে চকী এখন আছিল তাতে বহিল। শাহুৱেকে তেওঁৰ ফালে কাতি হৈ বহুত কিবা কিবি ক'লে আৰু উষাক মাতিবলৈ চেষ্টা কৰিলে।

কনকে বাধা দি কলে - "মোক একো নেলাগে। আপুনি চিন্তা নকৰিব। নহয় ময়ে মাতি দিছোঁ।"

ভিতৰৰ পৰা উষা ওলাই আহিল। ভিনিহিয়েকক তামোলৰ বটাটো দি শাড়ীৰ আগডোখৰ কামুৰি কামুৰি কনকৰ ফালে পিঠি দি উষা নিমাত।...

নবীয়া গাৰেই মাকে চাহ এটোপা আনি দিবলৈ উষাক ক'লে। বুদ্ধিমতীয়ে সিফালে চাহৰ তলত জুই দি বায়েকক সেইটো কামত লগাই দিহে বাহিৰলৈ আহিছে।...

এনেতে গপহ গপহ খোজেৰে পালোৱান অহাদি চিত্ৰ উপস্থিত হ'লহি। পোনকোবেই আহি -"মা, কেনে আছ?" বুলি মাকৰ বিছনাৰ ওচৰত বহি পৰিলহি। মুৰে-কপালে হাত দি চাই বিছনাৰ পৰা নামিব খোজোঁতে দেখে, সিফালে কনক বহি আছে। লাজত কোঁচ্‌মোচ্‌ খাই চিত্ৰই হাঁহি হাঁহি কলে - "আপুনি যে এইখিনিতে বহি আছে মই কবই নোৱাৰোঁ। কেতিয়া আহিল?"

কনকে চমুকৈ ঘটনাটো কৈ থলে; চিত্ৰ ভিতৰলৈ গ'ল।...

চিত্ৰ কনকৰ জেঠেৰীয়েক। ল'ৰা মানুহ। চেহেৰাটো নিপোতল। স্বাস্থ্যবান।

নবীয়াৰ ঘৰ বুলিও জামাই-দেৱতাই নিস্তাৰ নেপালে। লগে লগে এক প্লেট মিঠাই সন্দেশো আহি হাজিৰ হ'ল। নিতান্ত ভদ্ৰতা ৰক্ষা কৰিব লগাত পৰি কনকে কিঞ্চিত কৰিলে। যদিও বঞ্চিত কৰিবলৈ সাহ নহল। আৰু সাহ হ'বই বা কি সাধ্যে? দিছেহি কোনে?...

নবীয়া গাতো চিত্ৰৰ মাকে যেন অলপ সাহ পালে। তেখেতৰ মুখত অলপ ৰস অহাৰ নিচিনা হ'ল। বিধৱাৰ একমাত্ৰ আনন্দ জী-জোঁৱাই, পুত্ৰ-কন্যাৰ মুখ কিখন চোৱা। তাতে বিশ্বৰ সকলো ঐশ্বৰ্য্য, সকলো সুখ। পীড়িতা বিধৱা শাহুৱেকৰ মনৰ অৱস্থা দেখি কনকৰ বুকু ভাগি যাব খুজিলে। তেওঁৰ চকুৰ আগত এখন মমতাৰ সাগৰ ওপঙি পৰিল। বুকুৰ গোপন বেথা লাহে লাহে চকুৰেদি ওলাব খুজিলে। কনকে কোনেও নেদেখাকৈ মোহাৰি পেলালে।

হায়! কনকৰো যদি মাক জীয়াই থাকিলহেঁতেন! তেওঁৰনো আৰু কোন আছে? কোনেনো তেওঁৰ অন্তৰৰ দুখ বুজিব? কোনেও নেদেখিলে। প্ৰতিভাই কিন্তু দেখা পালে যে তেওঁৰ স্বামীয়ে চকু-পানী টুকিছে। আজলীৰ হিয়া এনেয়ে কোমল

তাতে আকৌ মাকৰ নবীয়া আৰু গিৰীয়েকৰ মনৰ এনে অৱস্থা দেখি আৰু কুমলি গ'ল। প্ৰতিভাই বিছনাত দীঘল দি পৰি গাৰুৰ তলত মুখ লুকুৱাই উচুপিবলৈ ধৰিলে।

কনকে কিন্তু ক'ব নোৱাৰে যে প্ৰতিভাৰ হৃদযন্ত্ৰে তেওঁৰ দৰদ লাগিছে। নেলাগিবই বা কিয়? প্ৰতিভা যে কনকৰ হিয়াত সুৰৰ সুধা ঢালি দিওঁতা।.

বিধাতাৰ কি বিধান? কেনে অপূৰ্ব যোৰা? কনকৰ অন্তৰ আনে নুবুজিলেও আঁতৰত থাকিয়েই প্ৰতিভাই তেনেই চিনি প'লে।

কনক-প্ৰতিভাৰ প্ৰতিভা নিশ্চয় ফুটি উঠিব। আজি নহয় কাইলৈ।.

লাহে লাহে গধূলি হৈ আহিল। চিত্ৰহঁতৰ ঘৰত মানুহৰ সমাগম ক্ৰমান্বয়ে বেছি হ'ল।

সোম কেৰাণী আহিল। চিত্ৰহঁতৰ দূৰ সম্পৰ্কীয়। নবীয়াৰ খবৰ কৰোঁতে কৰোঁতে কনক আৱিষ্কাৰ হ'ল। কনকৰ আদ্যোপান্ত বৃত্তান্ত কৈ পেলোৱা শুনি কনক অবাক। সোম কেৰাণীয়ে সকতে কনকক কোলাত তুলি ডাঙৰ কৰিলে। তেতিয়া তেওঁবিলাক মৰাণত। কনকৰ দেউতাক হেডক্লাৰ্ক। প্ৰতাপী মানুহ। ধনে-বস্তুৰে নদন-বদন। কথাবোৰ শুনি কনকৰ সেই হাঁহি-থকা সৰু কালটো মনত পৰিল। একো একোখন ছবিৰ দৰে ইটোৰ পাছত সিটো সৰু কালৰ ঘটনাবোৰ মনত পৰিল। ডিঙি-লগা মধুৰি-আমবোৰ লোটা কৰি লৈ ইটা-গুৰিৰ ভাতেৰে কাঞ্চন ফুলৰ তলত ভোজ খোৱা, ছাহাবৰ ফুলনিৰ ফুল ছিঙি ভয়ত লৰিগৈ কল-ঘৰৰ ভিতৰত লুকোৱা, বাগিছাৰ ডাক্তৰৰ পুতেক আব্দুলৰ লগত আলফ্ৰুট ভাষাৰে কথা কোৱা-সেই বাইশ বছৰৰ আগৰ বিমল স্পষ্টাক্ষৰে তেওঁৰ মনত জিলিকি উঠিল।

তাহানিৰ সেই বনৰ পখীৰ দৰে মুকলি জীৱন আজি কিহত পৰিণত হ'ল বুলি কিছু পৰ টলকা মাৰি কনকে ভাবিবলৈ ধৰিলে। সোম কেৰাণীয়ে বৰ আস্ত-ব্যস্ত ভাবে কনকৰ দেউতাক আৰু বৌতিয়েকৰ অতীত গুণ-গৰিমা বখানি প্ৰশংসাৰ উপৰি প্ৰশংসা কৰিবলৈ ধৰিলে; আৰু ক'লে, -"বোপা, তোমাৰ বৌতিয়া গৰাকী বৰ মৰমিয়াল মানুহ আছিল। মোক যে নিজৰ ভায়েকৰ দৰে মৰম কৰিছিল। মোৰ শান্তিৰ সময়ত বলেৰে দহ টকা কণ জেপত সুমাই দি এজোৰ ধুতি কাপোৰৰ সৈতেহে মোক পঠিয়াই দিছিল। উস্! তোমাৰ দেউতাৰাই কম টকাবোৰ আৰ্জিলেনে? আজিকালি উকীল-মুক্তিয়াৰে কি টকা ঘটিছে? ফকীৰ সন্যাসীবিলাকক দেউতাৰাই বৰ ভালপাইছিল। তেওঁবিলাকৰ কাৰণে এটা বেলেগ ঘৰকে সাজি দিছিল। উস্! তোমালোকৰ ঘৰ পোৱাৰ কথা তোমাৰ মনত পৰে নে?"

কনকে "পৰে" বুলি কৈ থ'লে। অতীত কাহিনীয়ে তেওঁৰ মনত কিমান ভাবনা আনি দিলেহি তাক চাবলৈ সকল কেৰাণীয়ে বুজিব পৰা নাই।

অনেক কথা বতৰা হ'ল। গধূলি সাত বাজিল।.

সোম কেৰাণীয়ে নবীয়াৰ খবৰ-খাবাৰ কৰি বিদায় ল'লে। পাছতে কনকেও মাত দিলে "মই এতিয়া যাওঁহে। কাইলৈ পুনৰ আকৌ আহিম।" চিত্ৰৰ মাকে অলপ খেজাৰ কৰি ক'লে-"এই অৰ হাত ভুমি মোক এৰিথৈহে যাব খুজিছা?"

কনকে ষ্টেশনৰ পৰা মালখিনি অনাৰ কাৰণ দেখুৱাই কোনোমতে ছুটী মঞ্জুৰ কৰালে। ভিতৰৰ পৰা উষাই ভুমুকি মাৰিলে। দুৱাৰ খলাটোতে ভৰি দি সৌহাতেৰে দুৱাৰৰ চৌকাঠত ধৰি লাজুকী উষাই মিহি মিহিকৈ মাত দিলে,"ছিলদেউ। কাইলৈ আপুনি ইয়াতে ভাত খাবহি লাগিব।"

কি মধুৰ। অনুৰোধ আৰু আদেশ। কিন্তু যদি আৰু ওচৰ হ'লহেতেন।

কনকৰ ভনীয়েক নাই। থকাহেঁতেন বোধহয় তেওঁ নিশ্চয় আলাসৰ লাডু হ'লহেঁতে"।

উষাৰ কথাত, কনকে আপত্তি কৰিলে "কাইলৈ নোৱাৰিম। ঘৰলৈ যোৱাই নাই। ঘৰৰ পৰা আহি... পৰহিয়ালৈহে তোমাৰ নিমন্ত্ৰণ ৰক্ষা কৰিব পাৰিম।"

হাঁহিৰে দুগাল ভৰাই সৈ শৰীৰী উষাই অশৰীৰী উষা প্ৰতিভাৰ দৰে কনকৰ নবীন হৃদয় স্নেহৰ কিৰণ বাণিৰে ওপচাই দি খপ্ জপকৈ ?ক পেলালে "সৰু বাইদেৱে ক'লে হ'বলা আজিয়েই খাই যাব।" কথাষাৰ শেষ হওঁতে নহওঁতেই আধা-ফুটা উষা-কিৰণ অদৃশ্য হৈ গ'ল।

কনকৰ শিৰে শিৰে এটা অজান অনুৰাগৰ সোঁত বৈ গ'ল।

এটি মুখৰ কথাত কিমান মাধুৰী নিহিত।

বেমাৰীৰ অৱস্থা আজি দুই - তিন দিনৰ পৰা অলপ ভাললৈ আহিছে। ভয়ৰ হাত সাৰিল। হাৰ্ট ডিজিজ অৰ্থাৎ লিভাপুল ইত্যাদি।

কনক বিদায় হ'ল।

বাহিৰে বাহিৰে ষ্টেশনৰ পৰা মাল-পত্ৰখিনি নি পেহীয়েকৰ ঘৰ পালেগৈ।

পাছদিনা।

ৰাতিপুৱা শুই উঠি মনালৈ চাহ-জোল হ'ল। দহ বজাত ভাত হ'ল। কনক খাবলৈ বহিল। লগতে মানিকজোন বনোৱাই ল'লে।

মানিক সৰকত ভতিজাক। সৰু লৰা। দুখুৰ খানাহ মাত ফুটিছে মাত্ৰ।

"দাদা, মাছ ভাই নেখাবি। মৰেখাম নেই।" মানিকৰ মুখৰ

মুহি গল্প

লগা কথাষাৰ শুনি কনকৰ হাঁহি উঠিল। সঁচাকৈয়ে তেওঁ মাছ খাব নোৱাৰিলে। মাছৰ যেন বৰ বেয়া গোন্ধ ওলাইছে।...

পেহীয়েকে মাছ নোখোৱা দেখি ওচৰলৈ আহি ক'লে, "তই হবলা তাৰ কথামতেই মাছ নোখোৱা হ'লি? খা, খা।"

"নহয় পেহীতি ! মোৰ দেখোন সমূলি মাছ খাবৰ মন যোৱা নাই।"

ক'ব নোৱাৰো হঠাৎ কনকৰ এই বিৰাগ জন্মিল কিয়?

খাই-বই কনক ঘৰৰ ফালে যাবলৈ ওলাল। ভায়েকহঁতৰ কাৰণে কিবাকিবি খোৱা বস্তু অলপমান নিবলৈ বুলি বাইচিকলতে এখন ফটা কানি বান্ধি ল'লে। হাতত কিবা কিতাপ দুখন লৈ ওলাই গ'ল।

কনকৰ ঘৰ গাঁৱত। যোৰহাটৰ পৰা প্ৰায় ৮ মাইল মান দূৰত। বহাগৰ মাহ গোটেইটো বৰষুণ দিয়াত বাট-পদূলি পঙ্কাকুল হ'ল। বাইচিকেল নিব নোৱাৰি বুলি বহুতে ক'লে।

আবেলি চাৰি বজাত মটৰলৰীত যোৱাটোকে ঠিক কৰিলে।

পেহীয়েকৰ ঘৰলৈ আৰু কনক উলটি নগল। চিত্ৰহঁতৰ ঘৰৰ ওচৰতে তেওঁৰ এজন বন্ধু আছে। তাতে বহি সময় কটাওঁ বুলি কনকে মন কৰিলে।

বন্ধুজনে ভিতৰত সোমাই এটা গান গাইছে। তাৰ এটা লাইন কনকৰ কাণত পৰিলহি-ঠিক যেতিয়া কনক গৈ দুবাৰ মুখ পাইছেগৈ।

"দুদিন গ'লে মলয় ব'লে
দিম গোপনে জ্ঞান ;
(মোৰ) মনৰ কথা ব্যথাৰ ব্যথা
ব্যাকুল বীণাৰ তান।"

গানটো অন্ত হওঁতেই ফাকতে চোম দিয়াদি কনকে টেবুলত ঢকা এটা মাৰি চিঞৰি মাৰি দিলে- 'অ-আ'

বন্ধুজন ওলাই আহিল। নোমাল বুকুখন উলিয়াই কান্ধতে গামোচাখন পেলাই দেখা দিলেহি; যেন ভোলানাথে ভক্তৰ আগত দেখা দিছেহি।

গৃহস্থ-বন্ধু তবধ মানি ৰ'ল। কনকে ক'লে- "ডাক্তৰ বাবু, নবীয়াৰ খবৰ কি?"

"ভাতৰ চৰুৰ তলত জুই দিছোঁ।"

উত্তৰ চোৰাঁ। কনকে হাঁহিলে। ডাক্তৰে মাত লগালে- "এই ফালে কোন আহিছে?"- ধেমেলীয়া ডাক্তৰৰ কথা শুনি ৰংঢালী ডাক্তৰনীয়ে উত্তৰ দিলে-

"প্ৰতিভাৰ তেখেত !"

আনন্দ !...

কথা-বাৰ্তাৰ লগে লগে ডাক্তৰ বাবুৱে চাহ পৰ্যন্ত হাজিৰ কৰিলেহি। কনক অবাক!

কনকে ক'লে- "আপোনাৰ হাতৰ চাহ খাম বুলিতো মই অহা নাছিলোঁ। ইয়াৰ অৰ্থ কি?"

ভিতৰৰ পৰা ডাক্তৰনীয়ে মাত লগালে, "আমাৰ ইয়ালৈকেহে তেখেত লৰি আহিছে! বাটত ছাগে কেই বেলি যে খাই আহিছে ঠিক নাই।"

কনকে ডাক্তৰনী নোলোৱা দেখি বুজিব পাৰিলে যে ঘটনা কিবা। প্ৰকৃতিৰ বিধান!

ডাক্তৰক ক'লে, "অ', সেয়েহে হবলা আপুনি নিজেই ৰান্ধনী হ'ব লগা হ'ল? মজা পাইছে?"

এই দৰে নানান আমোদ চলিল। কনকৰ বৰ পিয়াহ লাগিল। এবাৰ দুবাৰ ক্ৰমান্বয়ে পাঁচ বাটি চাহ খায়ো পিয়াহ নমৰিল। কি ভয়ানক পিয়াহ! এনেকৈ পিয়াহ লাগিলে দোখোন সৰ্বনাশ! কনকৰ বুকু খনৰ ধৰফৰনি উঠিল যেন পৃথিবীৰ সকলোখিনি উত্তাপ আহি কনকৰ গাৰ ৰসবোৰ চুহি নিছে। কনক অস্থিৰ হ'ল। কি হ'ল? ইয়ো এক বেমাৰ নেকি?

এনেতে উধাতুৰে কমল আহি সেইখিনি ওলাল। কমল অহা দেখি কনকৰ গাটো শিয়ঁৰি উঠিল। কমলে আহিয়ে কনক ক'লে—"তুমি বেগতে ঘৰলৈ যোৱাঁ!"

কনক অস্থিৰ হ'ল। হাত-ভৰিৰ কঁপনি উঠিল। মাত ঠোকা ঠুকি হ'ল—"হয়নে, কি হ'ল মোক কোৱাচোন? হায় হায়।"

"একো হোৱা নাই, দৰকাৰ হৈছে যোৱা" বলিয়াৰ দৰে বাইচিকলত উঠি উধাতুৰে ঘৰৰ ফালে যাত্ৰা কৰিলে। আদ্-মাইলমান গৈয়ে এজন মানুহ দেখি বাইচিকেলৰ পৰা নামিল আৰু সুধিলে-- "হয়নে হেৰি ককাইদেউ! আমাৰ ঘৰৰ খবৰ কি?"

মানুহজনে সঁচা কথাটো লুকাই থৈ বলেৰে কলে- "একো নাই, তুমি যোৱাঁ।"

কনকে বুজিলে যে তাৰ আজি কপাল ফুটিল। এই দৰেই আজি সাত বছৰৰ আগেয়ে সি তাৰ মাকক হেৰুৱালে। কিজানি আজি তাৰ দেউতাককো হেৰুৱালে।

কনকৰ অন্তৰাত্মাই সকলো স্পষ্ট দেখিলে। আগ গুৰি একো নেভাবি উন্মত্তৰ দৰে কনক শাহুৱেকৰ ঘৰ পালেগৈ। বাইচিকেলখন দলি মাৰি পেলাই দি পীড়িতা শহুৰেকৰ ওচৰ পালেগৈ, কিজানি সান্ত্বনাৰ এবাৰ করুণ সম্বোধন শুনিবলৈ পায়।

কনকৰ অৱস্থা দেখি সকলো মৌন হ'ল। কনকে পাহৰিলে তেওঁ ক'ত। আত্মহাৰা হৈ চিঞৰি মাৰি দিলে- "আজিৰ পৰা কাক দেউতা বুলি মাতিম? মোৰ নো আৰু আছে কোন?"

হায়! আঘাতৰ উপৰি আঘাত!

---
ছুটি গল্প

এখন টেক্সী ভাৰা কৰি কনক আৰু লগতে চিত্ৰ ঘৰৰ ফালে ৰাওনা হ'ল। কনকৰ বুকু ভাগি চিৰি চুৰমাৰ হৈ গৈছে। অন্তৰৰ কোমল ভাববোৰে ভীষণ মুৰ্ত্তি ধৰি যেন তেওঁৰ চাৰিওফালে অনুতাপৰ অগ্নি সৃষ্টি কৰিছে। সকলো মাটি হৈ গ'ল।

ঘৰৰ ওচৰ পাওঁতে পাওঁতে কনক উদ্ভ্ৰান্ত হৈ আহিছে। আদ-মাইলমান দূৰতে মটৰ ৰাখি চিত্ৰ আৰু কনক খোজকাঢ়ি গ'ল। অলপ দূৰৰ পৰা দেখিলে, দুৱাৰ মুখত বগা কাপোৰ পিন্ধি ভায়েক থিয় হৈ আছে। বাৰীখন জঁয় পৰি আছে।

ওচৰ পাই দেখিলে পদূলি-মুখত তমালবাঁহৰ চোঁচ পৰি আছে। ভায়েক ৰবিয়ে গাত এখন মলমলৰ কাপোৰ লৈ উদাস মনেৰে বাটত ঘূৰি ফুৰিছে। কনকক দেখি ৰবিৰ চকু চুলচুলীয়া হ'ল। কনক লৰমাৰি চোতাল পালেগৈ। চ'ৰাঘৰৰ পিৰালিতে বহি থকা বায়েকে কনকক দেখি "আই ঔ, দেউতা ঔ" বুলি চিঞৰ মাৰি দিলে। এটা করুণ ধ্বনি আকাশ ছানি গ'ল।

কনকে সকলো পাহৰি "হৰি, বিপিন কোনি আছে" বুলি চিঞৰিবলৈ ধৰিলে। ভিতৰৰ পৰা জীৰ্ণ-শীৰ্ণ বেশেৰে সৰু ভায়েক হৰি ওলাই আহিল। হৰিক সাৱট মাৰি বুকুত সুমাই লৈ কনকে অলপ স্বস্তি বোধ কৰিলে। আৰু জোৰেৰে সাৱটি লৈ কামুৰি থকা বুকুখন মাউৰা সৰু ভায়েকক সুমাই মূৰত হাত বুলাই বুলাই কনকে ক'লে "নেকান্দিবা সোণ, আমি আছোঁ নহয়। তোমাৰ ভয় কিহৰ? দাদা আছে, মই আছোঁ। নবৌ আছে। তুমি নেকান্দিবা দেই।"

চিত্ৰাই এই করুণ দৃশ্য চাই থাকিব নোৱাৰিলে। আঁতৰি গৈ মনে মনে চকু মোহাৰি পেলালে

কনকক গা-পা ধুৱাই এঘন্টামানৰ পাছত চিত্ৰ ওচি গ'ল।

কনকৰ চকু পৰিল বেৰত ওলোমাই থোৱা শ্লোক এটালৈ। সেইটো তেওঁ কলিকতাৰ পৰা কিনি আনিছিল। সোণালী আখৰেৰে লিখা

"পিতাস্বৰ্গ পিতাধৰ্ম্মঃ পিতাহি পৰমন্তপঃ।"

আজি সেই স্বৰ্গ ভাগি পৰিল।

কি আশা কৰি আহিছিল কি হ'ল। চোতালৰ আগৰ বেল জোপাৰ তলত বহি সংসাৰ-বিৰাগী দেউতাকৰ ছবিটো আজি কলৈ গ'ল। সেয়া বেল গছত ৰুদ্ৰাক্ষৰ মালাধাৰ এতিয়াও ওলমি আছে। ভাঙৰ জুলিটো এতিয়াও আছে। তেখেতৰ খৰমজোৰ, নামাবলী কাপোৰখন, গেৰুৱা ধুতিখন এতিয়াও আছে। উস! তেওঁ আৰু পাঁচ ঘন্টাৰ আগেয়ে আহিব নোৱাৰিলে কিয়? এতিয়ানো আৰু কি আছে? ধোঁৱাঁবোৰো আকাশৰ লগত মিলি গ'ল চাগৈ! এয়া, এই খিনিতে দেউতাকে শেষ শয়ন কৰিলে! অন্তিম কালত দেখা নোপালে কিয়? কালি যোৰহাটত কেলেই থাকিলে?

কনকে বহি এইবোৰ ভাবি থাকোতে এবাৰ চমক্ খাই উঠিল। শুনিলে যেন কাহি কাহি পাৰৰ পৰা দেউতাক আহিছে। বেতৰ লাঠি দালৰ যেন টকস্ টকস্ শব্দ শুনিছে। দেউতাকে আহি যেন তেওঁক কিবা-কিবি সুধিছে।

কিন্তু সকলো ভ্ৰান্তি।

যি এবাৰ গুচি গ'ল আৰু নাহে, নহে নাহে।

কনকে মাকৰ ছবিখনৰ ফালে চালে। উস্! কি করুণ!

এবাৰ মাকৰ ছবিখন আৰু এবাৰ দেউতাকৰ ছবিখনলৈ চাই কনক উলটি গৈ সেই সুদূৰ অতীতৰ শৈশৱ জীৱন পালেগৈ। ক'ত আছিল কেনেকৈ সুখৰ কোলাত তাহাৰ-জীৱন হ'ল-আৰু আজি কি হ'ল?

ভাবোঁতে ভাবোঁতে কনক বোবা হ'ল। একেথিৰে দেউতাকৰ ছবিটো চাই আছে।

সেইখন দেউতাকৰ ডেকা কালৰ ছবি। এইখন বাণিজ্যত একশাৰী হৈ থাকোঁতে লোৱা। এইখন আৰু বেলি কাশীত লোৱা। মন্দিৰৰ দুৱাৰ-মুখত বহি সৰল অন্তঃকৰণে বাবা বিশ্বনাথৰ ধ্যান কৰিছে। ডিঙিত ৰুদ্ৰাক্ষৰ মালা। মুখত দাড়ি-গোঁফ, মূৰত দুফালে পাগৰি থোৱা চুলি। বাৰ্দ্ধক্য! তুমি [illegible] নিষ্ঠুৰ। যৌৱনত প্ৰতাপী যৌৱনৰ উতলা তেজ তুমি কেনেকৈ পানী কৰি দিলা!

ভাবিছে, কনকে কেবল ভাবিছে।

দেউতাকৰ চকু দুটা দেখি কনকৰ হিয়াত আৰু আঘাত লাগিল। কি উদাস দৃষ্টি!

"দেউতা! আপুনি নিশ্চয় মায়া-মোহ এৰি গৈছে। মোক কিয় ভশ্ম দিছিল? অন্তিম-কালত দয়াৰ সাগৰ জন্ম-দাত্ৰী আহিও দেখা নেপালোঁ আৰু পাঁচ ঘন্টা সময়ৰ হেৰ-ফেৰত আপোনাকো শেষ দেখা কৰিব নোৱাৰিলোঁ।"

কনকে কাশীৰ পৰা দেউতাকৰ কাৰণে এটা পিতলৰ ধুনীয়া ঠোকা লৈ আহিছিল। সেইটো নো কাক দিব? উস! তেওঁ যদি কালিয়েই ঘৰলৈ গুচি আহিল হেঁতেন।

সকলো মিছা। কনকৰ হিয়া ভাগি টুকুৰা-টুকুৰ হ'লেও আৰু কোনেও নুশুনে। তেওঁ আজি অনাথ- ভাগ্যহত।

কনকৰ মনত পৰিল কালি গণেশে কোৱা কথাষাৰ-

"ব্যৰ্থ, ব্যৰ্থ বন্ধু! তোমাৰ জীৱন ব্যৰ্থ।"

গণেশ দাৰ্শনিক নে ভৱিষ্যত বক্তা?

নিয়তিৰ বিধান।

কবিয়ে ঠিকেই কৈছে-

"কপালৰ গুপ্ত লেখা কোনেও নেজানে,
নাই পোৱা তেজ তাৰ মানুহে জানে।"

কপাল! কপাল! .....

---

আৱাহন, ১ ম বছৰ, ১ ম সংখ্যা, কাতি - ১৮৫১ শক।।

চুটি গল্প

# প্ৰেম অন্ধ নে প্ৰেমিক অন্ধ?

কলিকতা চহৰত এটা ধুমধাম পৰিছে। এনেয়ে লোকে লোকাৰণ্য, তাতে আকৌ এইবাৰ কংগ্ৰেছ। মানুহৰ প্ৰতাপত বাটপথত বিৰদি সন্ধি পাবলৈ নাইকিয়া হৈছে।

কংগ্ৰেছ আৰম্ভ হ'ল। চাৰিউফালে ধুমধাম্ পৰিল। চিনেমা, থিয়েটাৰ, নাচ-গানৰ বিজ্ঞাপনেৰে ট্ৰাম, মটৰবাছ, ৰেল আদি উপচি পৰিল। ইয়াৰ উপৰিও এই সময়তে খ্ৰীষ্টান ধৰ্মৰ পৰ্ব বৰদিন বা খ্ৰীষ্টমাছৰ উখল-মাখল। বিলাতী দোকানবোৰে নানা সাজ-সজ্জা কৰি জিকমিকাব লাগিছে। নগৰৰ ল'ৰাছোৱালী বিলাকৰ আনন্দত পাৰ নাই। খেলনা, ধুনীয়া ধুনীয়া ছবি আদি কিনিবলৈ সিহঁত উত্ৰাৱল। বজাৰ-সমাৰ ৰং-বেৰঙৰ বস্তুৰে জিলিকি পৰিল। এই মহোৎসৱৰ দিনতো এটি ইংৰাজ যুৱকৰ মনত সুখ নাই। এতিয়ালৈকে তেওঁ কাকো বৰদিনৰ উপহাৰ দিয়া নাই। কোনো আমোদ-প্ৰমোদত যোগ দিয়া নাই।

যুৱকৰ বয়স ২৫ বছৰ। সুন্দৰ চেহেৰা। গোঁফ নাই, ডাড়ি-গোঁফ খুৰাই চিকুণটি হৈ আছে। তেওঁৰ চহৰলৈ অহা বেছি দিন হোৱা নাই। 'ষ্টেটছ্‌মেন' কাকতৰ অফিছত তেওঁ কাম কৰে। বৰদিনৰ বাবে অফিছ বন্ধ। পাৰ্কষ্ট্ৰীটৰ এটা ভেৰণীয়া ঘৰত যুৱক থাকে।

আবেলি চাৰিমান বজাত ডেকাজনে কিবা এটা ভাবি কোঠাত বহি আছে। মাজে মাজে খিড়িকীয়েদি মুৰ উলিয়াই কলিকতাৰ দৃশ্য চাই যেন তেওঁ বিভোল হৈ থাকে। এই চাৱনত যেন কিবা এটা মাধুৰ্য্য লুকাই আছে। কলিকতাৰ দৃশ্যতো তেওঁ সদায় দেখি আছে; কিন্তু আজি ইমান ভাল লাগিছে কিয়?

ঘৰখন বৰ উদাস হৈ গৈছে। এবাৰ বেৰত ওলোমাই থোৱা ফটোবোৰৰ ফালে চাইছে আৰু এবাৰ বাহিৰলৈ চাইছে। এইদৰে কেবাবাৰো চাই তেওঁ গাৰুত মুখ লুকাই শুই পৰিল। অলপ পৰৰ পাছত জাপ মাৰি বিছনাৰ পৰা উঠিল আৰু বেৰত ওলোমাই থোৱা ছবিবোৰৰ পৰা এখন ছবি সোলোকাই আনি বহুত পৰ ৰ' লাগি চালে।

ছবিটো আলমাৰিত সুমাই থৈ এখন চিঠি লিখিলে। চিঠি লেখি আঁতাই তেওঁৰ অতি উৎকৃষ্ট পোছাকটো উলিয়াই সুন্দৰকৈ পিন্ধি ল'লে। যিমান বিলাসৰ সামগ্ৰী আছিল সেই সকলোবোৰেৰে চিকুণ যুৱক সাজি আৰ্চীৰ সমুখত থিয় হ'ল। ঠিক ছয় বজাৰ সময়ত তেওঁ ঘৰৰ পৰা বাহিৰ ওলাল। পদুলি বাট পাই আকৌ উলটি আহিল। আলমাৰিৰ পৰা 'মণিবেগ'টো লবলৈ পাহৰি গৈছিল। এইবাৰ বেগা-বেগিকৈ ওলাই গ'ল। এখন মটৰ ভাড়া কৰি যুৱক এটা হোটেলৰ ফালে আগবাঢ়িল।

প্ৰায় দেৰ ঘণ্টা মানৰ পাছত যুৱকজন হোটেলৰ পৰা ওলাল। আকৌ এখন টেক্সিত উঠি ৰেষ্টন ষ্ট্ৰীটৰ ফালে গ'ল।

এটা দুমহলীয়া অট্টালিকাৰ সমুখত মটৰ ৰাখি ভিতৰলৈ তেওঁ সোমাই গ'ল। ভিতৰ সোমাই দেখিলে যে মিঃ ডি, চিন্ডাই বহি কিবা লেখি আছে। মিঃ ডি, চিন্ডা বয়স্থ ইংৰাজ ভদ্ৰলোক-- 'ইংলিছমেন' কাকতৰ সংবাদদাতা। তেখেতৰ কাষতে ঘৈণীয়েকো বহি আছিল।

যুৱক কোঠাত সোমোৱা মাত্ৰকে তীব্ৰ মদৰ গোন্ধে দম্পতী যুগলৰ দৃষ্টি আকৰ্ষণ কৰিলে। যুৱকে কোঠাত সোমায়েই উগ্ৰস্বৰে কবলৈ ধৰিলে, "আপোনালোকে মিছ এফি ডি, চিন্ডাক মোলৈ বিয়া দিবনে নিদিয়ে?"

মিঃ ডি, চিন্ডাই অলপ ভয় পাইছিল যদিও, যুৱকক সেই ভাব জানিবলৈ নিদি কৰ্কশ স্বৰেৰে উত্তৰ দিলে, "তাই এতিয়া স্কুলত পঢ়ি আছে, এনে অৱস্থাত মই বিয়া দিব নোৱাৰো।"

এইটো নকলেও হ'ব যে মিছ এফি তেখেত সকলৰ জীয়েক। বয়স প্ৰায় ১৭ বছৰ হৈছে। এই প্ৰস্তাৱ তেখেত সকলে আগৰে পৰাই জানে। শুনিবৰে পৰা মাকে ঘোৰ প্ৰতিবাদ কৰি আহিছে। এতিয়া আকৌ যুৱকৰ মুখত সেই কথা শুনি গৃহিণীয়ে মুখামুখিকৈয়ে দু-আষাৰ মান টান কথা শুনালে।

তেখেতসকলৰ কথাত যুৱকৰ অন্তৰত বৰ আঘাত লাগিল আৰু তেওঁ বৰ নম্ৰভাৱে ক'লে, "ভালকৈ ভাবি চ'ক। বিয়া দিয়া নিদিয়া আপোনালোকৰ ইচ্ছা; কিন্তু আপোনালোকৰ জীয়েকে মোক বিয়া কৰাম বুলি প্ৰতিজ্ঞা কৰিছিল আৰু মই তেওঁক অন্তৰেৰে সৈতে ভালপাওঁ। আপোনালোকৰ অমত হ'লে সকলো দায় আপোনালোকৰ গাত লাগিব"।

ইয়াতো তেখেতসকলৰ মত নললিল। এক কথা। একোতেই এফিক বিয়া দিবৰ ইচ্ছা নকৰিলে। এনেকৈ এই কথা পাতি থাকোঁতেই ৰাতি এঘাৰ বাজিল। বিৰক্ত হৈ যুৱক উঠি গ'ল।

তেতিয়া মিছ এফিয়ে ওচৰৰ কোঠা এটাত সোমাই এইবোৰ কথা শুনি আছিল। যুৱকক উঠি যোৱা গম পাই তেওঁ কোঠাৰ চাললৈ গ'ল। যুৱকো পাছে পাছে গ'ল। বলিয়াৰ দৰে

যুৱকে এফিৰ হাত দুখনত ধৰি কাতৰকণ্ঠে কবলৈ ধৰিলে "এফি, মোৰ সোণ! তুমি মোক যি স্নেহ, যি মৰম দিছিলা, তোমাৰ পবিত্ৰ ছবিটি যিদিনা মোৰ চকুত পৰিল আৰু যিদিনা তুমি মোক আকাৰে-ইঙ্গিতে তোমাৰ অন্তৰৰ কথা জানিবলৈ দিলা, সেই দিনাৰ পৰাই মোৰ কৰ্মক্লান্ত জীৱনত এফেৰি সুখৰ আৰম্ভ হ'ল। তোমাৰ দৰ্শনত মোৰ শত দুখ আঁতৰি যায়। তোমাক আগত লৈ থাকিবলৈ সেই বাবেই ইমান চেষ্টা কৰিছোঁ। তোমাৰ ভৰসাতে মোৰ সকলো দুখ, সকলো অশান্তি আঁতৰি গৈছে। তোমাৰ চিন্তা এনেদৰে হিয়াত সোমাল যে, তাক বিসৰ্জন দিবলৈ হ'লে এই দেহা বিসৰ্জন দিব লাগিব। মোৰ আৰু কোনো নাই এফি! কেৱল তোমাৰ বাহিৰে পৃথিৱীত মোৰ আত্মীয়কুটুম বুলিবলৈ আৰু কেও নাই। কোৱা এফি, তুমিও মোক বিয়া কৰাব নোখোজা নেকি?"

এফিয়ে অতিকৈ গম্ভীৰভাৱে মাত লগালে "আজি বহুত ৰাতি হ'ল, কাইলৈ আহিবা।"

"কাইলৈ! আজিৰ ৰাতিটো মোৰ কাৰণে কিবা কিমান দীঘল তাক যদি তুমি জানিলাহেঁতেন, তেনে বোধ কৰোঁ তুমি এইদৰে নকলাহেঁতেন। মোক আজিয়েই, এই মুহূৰ্ততে কোৱা এফি, তুমি মোক বিয়া কৰাবা নে নকৰোৱা? তোমাৰ এষাৰ কথাত মোৰ সকলো সুখ-দুখ নিৰ্ভৰ কৰিছে, কোৱা।"

যুৱকৰ এই কথাত এফিৰ খং উঠিল আৰু বৰ টানকৈ কে পেলালে, "মই এতিয়া একো নকওঁ, তুমি যোৱা।" এইবাৰ যুৱকৰো বৰ খং উঠিল। তেৰোঁ বৰ চিএৰি মাত লগালে "মোক এতিয়াই কোৱা।"

এফিয়ে উত্তৰ কি দিলে শুনা নগল। হঠাৎ সি এটা নৰকত পৰিণত হ'ল। এফিয়ে এটা বিকট চিৎকাৰ কৰিলে। চিএৰ শুনি মাক-বাপেক লৰি আহিল। এফিয়ে বাপেকক সাৱট মাৰি ধৰিলে। বৃদ্ধই জীয়েকক আঁকোৱালি ললে। মাকে হুৰাওবাৰে কান্দিব ধৰিলে। চাল তেজেৰে ৰাঙলী হ'ল।

তাৰ ভিতৰতে কোনোবা টঙ্কতে যুৱক বাহিৰ ওলাই দুৱাৰমুখত থৈ অহা মটৰত উঠি দ্ৰুত গতিৰে নিজৰ ঘৰৰ ফালে যাত্ৰা কৰিলে।

ঘৰ সোমায়ে যুৱকে এখন চিঠি লেখিলে আৰু ততালিকে তলৰ চিঠিৰ বাকছত সুমাই থৈ আহিলগৈ।

ৰাতি প্ৰায় এক বাজিল। জনপ্ৰাণী টোপনিৰ কোলাত। মাজে মাজে দুই এখন মটৰগাড়ীৰ বাহিৰে আৰু একোৱে সাৰ-সুৰ নাই। গোটেই নিস্তব্ধ। যুৱক অস্থিৰ। এবাৰ উঠিছে, এবাৰ বহিছে, এইদৰে চটফটাই থাকি এবেলি লৰ মাৰি গৈ আলমাৰিৰ পৰা কিবা এটা উলিয়াই আনি গিলি পেলালে।

ৰাতি পুৱাল।

পুৱা সাত বজাত পুলিছ আহি যুৱকৰ কোঠাত উপস্থিত। তেতিয়া তেওঁ উন্মাদ। ততালিকে পুলিছে যুৱকক আস্পতাললৈ লৈ গ'ল। আস্পতাল পাওঁতে পাওঁতে তেওঁ সংজ্ঞাহীন হৈ আহিল। ডাক্তৰে পৰীক্ষা কৰিবলৈ আহি দেখে যে, তেওঁৰ উশাহ নিশাহ বন্ধ।

যুৱক অনন্ত নিদ্ৰাগত।

আজি কাছাৰিত মোকৰ্দমা। মিঃ ডি, চিন্ডা আৰু মিছেছ ডি, চিন্ডাৰ সাক্ষ্য লোৱা হৈছে। মিঃ ডি, চিন্ডাই ক'লে যোৱা ২৯ ডিচেম্বৰ দিনা গধুলি প্ৰায় ৯ বজাত সেই যুৱক তেওঁৰ ওচৰলৈ গৈ বিয়াৰ প্ৰস্তাৱ কৰে। সেই কথা পাতি থাকোঁতেই ৰাতি প্ৰায় ১১ বাজিল। একো মীমাংসা নোহোৱাত যুৱকজন ওলাই গ'ল। অলপ পৰৰ পাছত চালৰ ওপৰত এটা বিকট চিৎকাৰ শুনি তেওঁ ওলাই গৈ দেখিলে যে জীয়েকৰ মূৰৰ পৰা তেজ ওলাই গোটেইখন ৰাঙলী হ'ল। তেওঁ জীয়েকক মুকুত সাৱটি লৈ মেডিকেল আস্পাতাল লৈ গ'ল আৰু বাটতে তেওঁৰ মৃত্যু হ'ল।

মিছেছ চিন্ডায়ো তেনে সাক্ষ্য জবানকে দিলে। ডাক্তৰৰ সাক্ষ্যৰ পৰা জনা গ'ল যে যুৱকে ... খাই আত্মহত্যা কৰিলে।

অসীম ... নামে পুলিছ-বিভাগৰ এজন কৰ্মচাৰীয়ে এখন চিঠি দাখিল কৰিলে। চিঠিখন সেই যুৱকে পুলিচ চাহাবলৈ লেখিছিল -

"মই কলিকতালৈ আহি এজনী ফিৰিঙ্গী লগ পালোঁ আৰু কোনো বিশেষ কাৰণ নথকা স্বত্বেও তেওঁৰ প্ৰেমত পৰিলোঁ। তেওঁ মোৰ প্ৰেম যাচএৰ উত্তৰ দিলে। মোক বিয়া কৰাব বুলি প্ৰতিজ্ঞা কৰিলে। তাৰ চিন স্বৰূপে তেওঁ মোক এটি পবিত্ৰ চুমা দিলে। কিন্তু তেৱেঁই আকৌ মোক তপত লোৰ শলাৰে বিন্ধি নিদাৰুণ যন্ত্ৰণা দিলে। মই তেওঁক ইমান ভাল পাওঁ যে, তেওঁৰ লগত মই নৰকৰ অন্ধকাৰ গহ্বৰলৈ যাবলৈও প্ৰস্তুত। যদিও নৰকলৈ যোৱা তেওঁৰ ভাগ্যত নাছিল, মই তেওঁক লগত লৈছোঁ, কাৰণ মই তেওঁক এৰি ক'তো থাকিব নোৱাৰোঁ। মই জানি খালোঁ। মোৰ নাম এ, কে, এড্‌উইন ডি, চিন্ডা আৰু মোৰ প্ৰিয়তমাৰ নাম মিছ এফি ডি, চিন্ডা।

"মই মোৰ প্ৰতি এনে ব্যৱহাৰ কৰাত অত্যন্ত দুখিত।"

সেই চিঠিতে আৰু লেখা আছিল

"ফিৰিঙ্গীৰ পৰা সাৱধান, সকলো জাতিৰ যুৱক সকল। যেয়ে এই কাহিনী পঢ়িবা, সেইসকল সাৱধান হ'বা। সুন্দৰীৰ ৰূপত ফিৰিঙ্গীবোৰ কাল ভুজঙ্গিনী।"

হতবুদ্ধি বিচাৰকে ৰায় প্ৰকাশ কৰিলে - "যুৱকৰ মৃত্যু ঘটিল জানি খাই, গতিকে সি আত্মহত্যা। আৰু এফিৰ মৃত্যুৰ কাৰণ সেই যুৱক - কিন্তু তেওঁ মৰিল। গতিকে মোকৰ্দমা আদালত হাতত

নাই।"

বুঢ়া-বুঢ়ী উলটি আহিল। দুধাৰ চকুৰ পানীৰে জীয়েকৰ তৰ্পণ কৰিলে। কিন্তু যুৱকৰ হৈ কান্দিব কোনে? - কোনো নাই।

হায়! প্ৰেমৰ পৰাগসনা পৱিত্ৰ চুমা - হৃদয়ৰ শত অশান্তি আঁতৰোৱা এটি প্ৰণয় কাহিনী - কি বিভীষিকাময় দৃশ্যত পৰিণত হ'ল।

কোনো ক'ব প্ৰেমেই অন্ধ, নে প্ৰেমিক অন্ধ?

---

আবাহন, ১ ম বছৰ, ২ য় সংখ্যা, আঘোণ, ১৮৫১ শক।

# ভুল

কি ভুল হ'ল বা কেতিয়া কোনখিনিত ভুল হ'ল ক'ব নোৱাৰো। কিন্তু ভুল যে হ'ল সেইটো সঁচা। এম্-এ পাছ কৰি ঘৰলৈ যিদিনা উলটি আহোঁ সেইদিনা কলিকতাৰ পৰা যোৰহাটলৈ আটাইবোৰ সমাজিককে দেখি আহিলোঁ। কিছুমান সমাজিকৰ জিল্‌মিল্ পোহৰত ভৱিষ্যৎ জীৱনৰ ছাঁটো পৰি একোটা এনে মনোহৰ ছবি ফুটি উঠিছিল - তাকে বৰ্ণনা কৰিলেও, এখন বিতোপন স্বপ্নকাব্য হয়। এটা সমাজিকৰ কথা কওঁ।

সৰুতে মোৰ হাত চাই ফকীৰ এজনে হেনো কৈছিল বোলে মই এদিন বৰ ডাঙৰ হ'বগৈ লাগিব। কথাটোৱে মোৰ মনত সদায় খুন্দিয়াই থাকে। পাছ কৰি অহা বছৰেই হাকিমৰ বাছনিলৈ দৰ্খাস্ত কৰিলোঁ। দেখা কৰিবলৈ হুকুম পালোঁ। হুকুম পাবৰ দিনাই থিৰাং কৰিলোঁ — ফকীৰৰ কথা ঠিক। দেখা কৰা সময়লৈ তিনি মাহমান আছে। মোৰ এই বাতৰি আৰ কাণে তাৰ কাণে ডিবুৰু পালেগৈ। সেইপিনেও এই সংবাদে খলক লগালে। ডিবুৰুৰ মিঃ জী, কুটকীয়ে তেখেতৰ জীয়েকক মোলৈ বিয়া দিম বুলি হেনো ভালেদিনৰ পৰাই পেটে পেটে ভাবি থৈছিল। আনকি, দেউতাৰ হাতৰ পৰা সোঁৱৰণীৰ নকল নি কেতিয়াবাই ৰাহি-জোৰা চাই থৈছে। দেউতাইঁতৰো বিয়া কৰাবৰ সম্পূৰ্ণ ভাব। মই বাছনিলৈ যাম বুলি বাতৰি পায়েই মিঃ কুট্‌কীয়ে এখন আদৰণী-পত্ৰ পঠিয়ালে। মোৰ সু-ভৱিষ্যৎ কামনা কৰি তেখেতে প্ৰীতি-সম্ভাষণ জনালে। চিঠিখন পঢ়ি মই অবাক হ'লোঁ। আগে-পিছে মোৰ লগত চিনাকি নাইকিয়া মানুহ এজনেনো কি কাৰণে ইমান উদাৰ ভাব দেখুৱালে সিও মোৰ ভাবিবৰ কথা হ'ল। তাৰ উপৰি মিঃ কুট্‌কী ডাঙৰ মানুহ, চাহ-বাগিচা আছে, মটৰ গাড়ী আছে আৰু কিবাকিবি ভালেমান আছে।

কথাটো অধিক দিন গোপন হৈ নাথাকিল। মিঃ কুটকীৰ একমাত্ৰ সন্তান শ্ৰীমতী লীলাদেৱীৰ নীলা চকুযুৰি হেনো মোক উপহাৰ দিব খোজে। সংবাদটো পাই মই বৰ চিন্তাত পৰিলোঁ। দেউতাই এই বিষয়ে আৰ-তাৰ হতুৱাই মোক সোধাইছিল; কিন্তু মই সম্মতি নিদিলোঁ।

পঢ়াকালৰে পৰা মোৰ এটা গপ আছিল সকলো বিষয়তে নিজৰ ইচ্ছামতে কাম কৰাটো। তেতিয়া মই ভাবিলোঁ — 'এতিয়াও মই হাকিমৰ গাদীখন পোৱা নাই। এতিয়াই নো বিয়াবাৰু কৰাই ডিঙিত আপদ এটা চগাই লওঁ কিয়?' তাৰ উপৰি মই আছিলোঁ কপাল মনা বিধৰ ভাবুক। তেতিয়াৰ পৰাই মোৰ ধাৰণা আছিল, ভাগ্যাইহে আচল! সি যি নহ'ক মই খাটাং উত্তৰ দিলোঁ - যদি হাকিম হ'ব পাৰোঁ - তিনি মাহৰ পিছত বিয়া কৰাম; নহলে একো আশা নকৰিব। মোৰ উত্তৰত দেউতা অসন্তুষ্ট হ'ল। ইমান ডাঙৰ মানুহৰ ছোৱালী পায়ো মই তেনে কথা কোৱাত দেউতাই ভাবিলে সেয়া মোৰ বিদ্যাৰ অহঙ্কাৰ। পেটে পেটে দেউতাই অলপ বেয়া পালে। সেই কিমাহ অপেক্ষা কৰিবলৈ মিঃ কুটকীক অনুৰোধ কৰিলে।...

তিনিমাহৰ পিছত।

হাকিমৰ বাছনি-পৰীক্ষা হ'ল। মই চতুৰ্থ হ'লোঁ। সেই বছৰে মুঠে তিনি জনৰহে প্ৰয়োজন। জীৱনৰ এই প্ৰথম প্ৰচেষ্টাত পৰাজয় হৈ মোৰ এম-এ পাছ কৰাৰ বহুতখিনি গপে হেঁচা খালে। সিফালে ডিবৰুৰ ঘটনা লৈ মোৰ নাক-কাণ যোৱাৰ নিচিনা হ'ল। মোৰ এই পৰাজয়ৰ বাতৰি পাই মিঃ কুটকীয়েও মৰমৰ জীয়েক লীলাক আৰু মোৰ জীৱন-লীলাৰ কমলৰূপে দিবলৈ ভয় খালে। কিজানি আলাসত উঠা জীয়েকৰ আগলৈ কষ্ট হয়। মোৰ লগতে বি-এলৈ পঢ়া ডিবৰুৰ চিত্ৰধৰৰ লগত লীলাৰ বিয়া হৈ গ'ল। হাকিমী পদৰ আশা যোৱাৰ লগে লগে বিয়া-বিভ্ৰাটৰ জানিবা হাত সাৰিলোঁ। দেউতাৰ কিন্তু মনত কেৰোণ লাগিল। সেইটো সুবিধা পায়ো মিঃ কুটকীৰ জীয়েকক বিয়া নকৰোৱাৰ পৰাই দেউতাৰ লগত মোৰ অমিল আৰম্ভ হ'ল। তাৰ উপৰি হাকিম হ'ব নোৱাৰিলত কলঙ্কৰ আটাইবোৰ বোজা পৰিল অকল মোৰ মুৰতেই।...

হাকিমৰ বাছনিত যোগ দিবলৈ আৰু দুবাৰলৈকে মোৰ বয়স আছিল। ডাঙৰ মানুহ হোৱাৰ আশাত ইবছৰৰ পিছত সিবছৰকৈ দুটা বছৰ ঘৰতে বহি বহি কটালোঁ। হাতৰ ভাগ্য-ৰেখাডালত মনেৰে নিয়তিৰ চিয়াহী পৰি লেটু খাই গ'ল। পিছৰ দুবাৰতো মোৰ কপালত হাকিমী নুঠিল। তৃতীয়বাৰ পৰাজয় হৈ মোৰ মনেপড়া পুখুৰীৰ পানী তেনেই শুকাই গ'ল। লগে লজ্জা মোৰ মুখৰ বৰণ কেহৰাজ

---

চুটি গল্প

বটা যেন হ'ল। হাঁহি বোলা বস্তুটো একেবাৰেই অচিনাকী হৈ পৰিল। মই তেনেই দুঃখবাদী দাৰ্শনিক হৈ পৰিলোঁ। চক্ৰেটিছৰ যুগত জন্ম লোৱা হেঁতেন সেইপিনেও এটা নাম হ'লহেঁতেন ; কিন্তু মোৰেই দুৰ্ভাগ্য, হেন্‌ৰী ফ'ৰ্ডৰ যুগত মোৰ স্থান বলিয়াৰ শাৰীত !..

আই নাই। বোপাই হ'ল সেয়ে। ভৰ-যৌৱন পাৰ হৈ ৩১ বছৰত ভৰি দিলোঁ। সেইপিনেও উদং। এতিয়া মোৰ অৱস্থা হ'লগৈ পানীত হাঁহ-নচৰা। মোৰ বেথাৰ মিতিৰ এজনো নাই। মনৰ দুখৰ কথা আষাৰ কৈ শান্তি লবলৈও এটুকুৰা ঠাই নাই। প্ৰয়োজন আৰু ইচ্ছা দুয়ো দুফালে গতি কৰি মাজতে মোক সুমাই লৈ যি লটি-ঘটি কৰিবলৈ ধৰিলে—তাৰ যন্ত্ৰণাত গুজৰি-গুমৰি কেতিয়াবা কেতিয়াবা মই আত্মহত্যা কৰিব খোজোঁ, কিন্তু সিমান কাপুৰুষ বুলি চিনাকি দিবলৈ গ'লে মোৰ এম-এ পাছ কৰাৰ মৰ্য্যাদা নাথাকে। ভাবি-চিন্তি একো উপায় নাপালোঁ। এতিয়া পেটে-পেটে মোৰ বিয়া কৰাবৰ মন হ'ল। ভাবিলোঁ—কিজানি বিয়া বাৰু কৰাই নতুন আলহী এজন পালে মনৰ কিছু চিন্তা কমেই বা ! কিন্তু ডিগ্ৰীৰ ইমান এটা অভিমান লৈ সামান্য মানুহৰ দৰে কোনখন মুখেৰে এই কথা প্ৰকাশ কৰিম। ইফালে শৰীৰৰ অৱস্থাও কাহিল হৈ আহিছে। উপাই নাপায় তাতে মনোযোগ দিলোঁ। ভাবী-প্ৰিয়াৰ কল্পনাত তন্ময় হৈ প্ৰেম-সৰোবৰৰ ঢৌবোৰৰ ওপৰত বহি বহি, মেঘমালাৰ আঁৰে আঁৰে উৰি উৰি গৈ থাকোঁ গৈ থাকোঁ,যেতিয়া মোৰ ভাবী-পুত্ৰই পূৰ্ণমূৰ্তি ধৰি মোক 'দেউতা-' বুলি মাত দিয়েহি তেতিয়া মোৰ চ্‌মক ভাগি যায়। চকু চাই দেখোঁ--গাত পিন্ধি থকা খদ্দৰৰ পাঞ্জাবীটোও ফটা আৰু কাইলৈ বিয়া খাবলৈ যাবলৈ ভাল ধুতী এখনো মোৰ বাকচত নাই। তেতিয়া মোৰ ডিঙিলৈকে তিতা হৈ পৰে, গাত কাইটে বিন্ধিবলৈ ধৰে, আলিবাটৰ মটৰৰ শব্দবোৰ মোৰ বুকুলৈ গুলী মৰা বন্দুকৰ শব্দ যেন লাগে! তেতিয়া মই ভাবোঁ—হায় ! মোৰ আকাশব্যাপিনী আশা ক'ত আৰু এই অপদাৰ্থ ধনী মানুহবোৰ ক'ত ! মই জানো সেইদৰে থাকিবৰ অনুপযুক্ত ?

এদিন বাতৰি-কাকতত এখন জাননী দেখিলোঁ- ৭৫ টকা দৰ্মহাত এজন উচ্চশিক্ষিত মানুহ লাগে-ছাপাখানাৰ মেনেজাৰ। ঠিকনা- গ্ৰেজুৱেট প্ৰেছ, ডিব্ৰুগড়। লাজ-কাজ কাতি কৰি চকু-কাণ মুদি আবেদন কৰিলোঁ। কুৰিদিনৰ মুৰত বাপ ত্ৰিশ টকাৰে সৈতে এখন চিঠি আহিল। মোক দিছে আৰু ৰেলখৰছ বুলি সেয়া ওপৰঞ্চি ধনো দিছে। দৰ্মহাও ৭৫ টকাৰ ঠাইত মোৰ কাৰণে ৮৫ টকা কৰি দিছে। ... চিঠি আৰু টকা পাই মই আচৰিত হলোঁ। মোক ইমানকৈ অনুগ্ৰহ কৰিবৰ প্ৰেছৰ গৰাকীজনৰ প্ৰয়োজন কি? ভাবিলোঁ-এম-এৰ কাৰণে। ঠিক ১১ বজাত মটৰ গাড়ীৰ পৰা নামি গৰাকীজন অফিচৰ ফালে আহিছে। মই গহীন-গম্ভীৰ হৈ তলমূৰ কৰি তাতে থকা বাতৰি-কাকতখন পঢ়াৰ ভাও জুৰিলোঁ। গৰাকীজনে দুৱাৰমুখৰ পৰাই 'মিঃ বৰুৱা, গুডমৰ্নিং' বুলি মোক সম্ভাষণ জনাই গলেহি। মুখলৈ চাই দেখোঁ গৰাকীজন চিত্ৰধৰ। লাজে-অপমানে মোৰ যে সেই মুহূৰ্তত কি দশা হৈছিল !......

আজিকালি চিত্ৰধৰ এজন ডাঙৰ ব্যৱসায়ী। স্বাধীনচিন্তীয়া শহৰেক মিঃ কুটকীৰ পৰামৰ্শতে হাঁহ কুকুৰা ছাগলী আদিৰ পলট্ৰি ফাৰ্ম এখন খুলি দুবছৰৰ ভিতৰতে চিত্ৰই অজস্ৰ টকা আৰ্জি কুৰিহেজাৰ টকাৰে এই গ্ৰেজুৱেট প্ৰেছটো খুলিছে !..

মোৰ এই মেনেজাৰৰ খাব গ্ৰহণ কৰা কথাটো মিঃ কুটকীৰ কাণত পৰিলগৈ। তেখেতে মোক এদিন নিমন্ত্ৰণ কৰিলে। ভাবিলোঁ-লীলাক বিয়া নকৰোৱা আৰু হাকিমী লাভ নোহোৱা লৈ মোক অপ্ৰস্তুত কৰিবৰ উদ্দেশ্য। মনতে সাহস দি গলোঁ। তেওঁৰা লীলাই অৰ্গেণত আঙুলি বুলাই মিঠা সুৰেৰে গাইছিল-

যাবৰ বেলি অ' সখী তোমাৰ অভিমান-

প্ৰাণে প্ৰাণে কত কথা

আছে প্ৰিয় আছে গাঁঠা

তুমি কিয় নিঠুৰতা [illegible]/প্ৰতিদান ? - ইত্যাদি। সুৰটো আহি মোৰ প্ৰাণত সোমাই ভিতৰতে বিষাদ বিন্ধিবলৈ ধৰিলে। কিজানি মোকে উদ্দেশ্য কৰি গাইছে! মনে মনে একাৰ চিত্ৰৰ প্ৰফুল্ল মুখখনৰ ফালে চালোঁ। সচাঁকৈয়ে তেওঁৰ এই মুখৰ দীপ্তি আৰু লীলাৰ গানৰ সুৰ যেন এক! তাৰ মাজত মই যেন হত্যাৰ অপৰাধত অপৰাধী !...মিঃ কুটকী ওলালহি। আশাতীত শিষ্টাচাৰেৰে, অতি নম্ৰ বচনেৰে তেখেতে মোৰ দুৰ্দশাৰ ভাগ লৈ তেখেতৰ মহত্বৰ আঁৰত খন্তেকৰ ভিতৰতে মোক লুকাই পেলালে। সেই মুহূৰ্ততে মোৰ এম-এ পাছৰ অভিমান, বিফল সপোনৰ প্ৰৱঞ্চনা-সকলো নাইকিয়া হ'ল। মোৰ মনত পৰিল- পাছ কৰি আহি মই যদি আন একো নকৰি কিম্বা ব্যৱসায় এটাকে হাতত লৈ লীলাক বিয়া কৰাই থলোহেঁতেন। কিন্তু লীলা জানো মোৰ নিচিনা অপদাৰ্থৰ কাৰণে উপযুক্ত ?...

সি যি নহওক সেইদিনা মোৰ এটা ডাঙৰ ভুল ভাঙিল।- মই ভাবি আছিলোঁ অন্তঃসাৰশূন্য শিক্ষাৰ অভিমানী গ্ৰেজুৱেটবোৰৰ দৰেই স্বাবলম্বী ধনীবোৰো বৰ অহঙ্কাৰী। তেওঁবিলাকে কৰ্তব্য সমাপন কৰি যি আত্মপ্ৰসাদ লাভ কৰে শিক্ষিতৰ মনত সেইখিনি গৰ্ব অহঙ্কাৰ বুলি অনুমান হয়। সেয়ে মোৰ প্ৰথম অভিজ্ঞতা। এটা ভুল ধৰা পৰিল !... দ্বিতীয় ভুল চকুত পৰিল পত্নীজনৰ মোহ। স্কুলত পঢ়া দিনৰে পৰা মোৰ আদৰ্শ আছিল হ্যামিল্টী গান্ধীজন। কোনো কাহানিও নিজৰ ভবিত থিয় হোৱা মানুহৰ জীৱনী পঢ়া মোৰ মনত নপৰে। সকলো পৰা দাসত্বৰ আৰ্হিৰে মন বান্ধি দি দি জীৱনৰ মাজভাগত গোটেই মানুহটোকে বিফল আদৰ্শৰ নিচিনা গোলাম কৰি পেলাই সমাজত বন্দী হোৱা জাতটোটোৰ দৰে হ'লোঁ।

---

তুটি পাত

এতিয়া হেন্‌ৰী ফৰ্ড, ৰক্‌ফেলাৰ, ভোলানাথ বৰুৱা আদিৰ জীৱনীয়ে চকু পৰিছে। পৰিলেনো হ'ব কি। আজন্মৰ কুসংস্কাৰৰ এক মুহূৰ্ততে এৰি এতিয়া মলাধপাতৰ দোকান দি লাখপতি হবলৈ অন্তৰত সাহ নাই।...

এদিন-দুদিনকৈ প্ৰায় তিনিমাহ প্ৰেছত কাম কৰিলোঁ। মনত তথাপি শান্তি নাই। প্ৰতিপদে মনত পৰে, মোতকৈ কম বিদ্যাৰ আৰু এক প্ৰকাৰে মোৰ প্ৰতিদ্বন্দ্বী এজনৰ তলত মই চাকৰি কৰিছোঁ। লাহে লাহে কামলৈ মোৰ আওহেলা হৈ আহিল। চিত্ৰই কিন্তু মোক একো দোষ নধৰে। ঘৈণীয়েক লীলাই কেতিয়াবা কেতিয়াবা মোক মতাই নি চাহ খুৱাই, গান শুনায়। চিত্ৰয়ো বৰ সন্তোষ পায়। মইহে পেটে পেটে জ্বলি-পুৰি মৰোঁ। তেতিয়া মোৰ বয়স চল্লিশৰ ওচৰ।..... মোৰ শৰীৰ প্ৰায় অসুখ হৈ থাকে। এদিন মই কাম কৰিব নোৱাৰোঁ বুলি খোলাখুলিকৈ চিত্ৰক কৈ দিলোঁ। বিনাকাৰণে চোকা কথাৰে কাম ইস্তাফা দিলোঁ। চিত্ৰ আচৰিত হ'ল। মই কিহবাত বেয়া পালোঁ বুলি বহুত অনুসন্ধান কৰি চিত্ৰই মোক থাকিবলৈ আকৌ অনুৰোধ কৰিলে। মই মান্তি নহ'লোঁ। কাম এৰি গুছি আহিলোঁ। দেউতাই মোৰ চেহেৰা দেখি ভাবিলে—মই কামত কষ্ট পালোঁ। হেজাৰ হ'ক বাপেকৰ মনেহে দেখা। দেউতাই অন্তৰত দুখ পালে। কিন্তু দেউতাৰ সেই সৰলতাত মোৰ চকু পানী বৈ আহিল। মই দেউতাৰ একমাত্ৰ সন্তান হৈ ইমান খিনি পঢ়া- শুনা কৰি আজিলৈকে তেখেতক ঘটি-পিটি খুৱাব যি পৰাই নাই, মনতো এফেৰা সুখ দিব পৰা নাই। দেউতাই মোৰ বিয়াৰ কথা আকৌ মন দিলে। মোৰ বিয়া কৰাবৰ মন সমুলি নাই। দোৰ্ঘৈৰি যৌৱন-সংগ্ৰামৰ দিনত মনক বলেৰে হেঁচা মাৰি থৈ, শোক-চিন্তাৰ মৰ্মান্তিক যন্ত্ৰণাত মগজু বিকৃত কৰিলোঁ। মনৰ সু-কোমল ভাববোৰ উটি-বুৰি গ'ল—ক্ষয়ৰোগে যৌৱন নাশ কৰিলে। লোকলজ্জাৰ হাত সাৰিবলৈ বিয়া কৰালোঁ। এবছৰৰ পিছত শান্তি কৰিও ছোৱালী ঘৰলৈ আনিলোঁ। ইতিমধ্যত দেউতাও ধুকাল। এতিয়া হে মোৰ মুৰত আকাশী চৰগ ভাগি পৰিল।...

বিবাহিত জীৱন বিষময় হ'ল। মিছাকৈয়ে তিৰোতাৰ লগত হাই-কাজিয়া লাগি থাকে। এম-এ পাছ কৰি এতিয়া মই ঘৰ-বুঢ়া হলোঁ। সেইটো চিন্তাৰ আগত মোৰ প্ৰিয়াৰ চিন্তা একোকেই নহয়। প্ৰিয়ায়ো দিনে দিনে মোক হেয়জ্ঞান কৰিবলৈ ধৰিলে। তেওঁৰ প্ৰণয় আকাঙ্ক্ষা কৰা মোৰ মানত এটা ভয় লগা কথা হৈ উঠিল। ষোলবছৰীয়া ছোৱালী এজনীয়ে নো বাৰু এই তিতাৰ মাজত কি সুখ পাব। তেওঁ মাকৰ ঘৰলৈ গ'ল। মৱো বেগতে আনিবৰ মন নকৰিলোঁ। এতিয়া মোৰ অকলশৰীয়া ঘৰখনত সোমাই মই ভাবিছোঁ, মই এখন শ্মশানৰ মাজত। ইফালে সিফালে চাৰিওফালে জুই আঙুলিবোৰে মোৰ কালে জিভা মেলি মোক খাওঁ খাওঁ কৰে।

এইখিনিতে মোৰ তৃতীয় ভুলটো ধৰা পৰিল। সেইটো সমাজৰ ভয়। এতিয়াহে বুজিলোঁ সমাজে কেৱল লোকৰ দোষ বিচাৰি ফুৰে; সমাজে কেতিয়াও ব্যক্তিক উপকাৰ কৰিব নোৱাৰে। সমাজৰ বিপক্ষে থিয় দিব পৰা মোৰ বিদ্যা আছিল; কিন্তু মই চকুৰ লাজত তেনে কৰিব নোৱাৰিলোঁ। 'আগনুগুনি গুণিলে পাছ, লোভত মৰে বৰশীৰ মাছ।' মোৰো সেই দশা। এম-এ পাছৰ এইটো তৃতীয় ভুল। ধাৰ কৰা সভ্যতাৰ এই পৰিণাম।...

এইবোৰ ভাবিচিন্তি উশাহ ল'ব নোৱাৰাত পৰি শান্তি লবৰ মনেৰে উপনিষদত মন লগালোঁ। যাজ্ঞবল্ক্যই তেখেতৰ ভাৰ্য্যা মৈত্ৰীয়ীক দিয়া এই উপদেশটো ভাবি চালোঁ-"মৈত্ৰেয়ী, তোমাৰ স্বামী হোৱা বাবেই মই তোমাৰ আপোন নহওঁ। তুমি তোমাৰ আপোন বাবেইহে মই তোমাৰ আপোন হৈছোঁ।" ভাবি চালোঁ কথাটো আটাইতে খাটে। মই নিজকে ভাল নোপোৱা বাবে আজি কাকো ভালপাব পৰা নাই। তেতিয়া মোৰ শিক্ষাৰ ওপৰত খং উঠিল। ভাৰতীয় জলবায়ুৰ এই অমৰ ভাব-ধাৰাক উপেক্ষা কৰি অৰ্থনীতিৰ এম-এ পাছ কৰি ভাবিছিলোঁ, মই কিজানি এজন লেখৰ মানুহ হৈছিলোঁ। ইমানবোৰ কিতাপ পঢ়িলোঁ ক'তো এনে আষাৰ গভীৰ বাণী নুশুনিলোঁ। শিকিলোঁ কেৱল আত্ম-প্ৰৱঞ্চনা। অৰ্থনীতি পঢ়ি পথৰ ভিক্ষাৰী হ'লোঁ। অসাৰ অহঙ্কাৰত গেলি-পচি মৰিলোঁ।...

এতিয়া মই উপনিষদৰ প্ৰিয় ভক্ত। কিন্তু যিমানেই তাত মন দিবলৈ ধৰিলোঁ সিমানেই মোৰ বিভ্ৰম ঘটি আহিল। ১৬ বছৰৰ পৰা ৩৯ বছৰ বয়সলৈকে শিক্ষাই মোক যি বাট দেখুৱাইছিল- আজি কেইমাহমানৰ পৰা উপনিষদে সেইটো বাট 'ভুল!' 'ভুল!' বুলি চিঞৰি চিঞৰি মোৰ বুকু কঁপাই দিলে। মোৰ হাত-ভৰি অৱশ হ'ল। মই পেপুৱা হ'লোঁ। এতিয়া মই দুই নাও দুই ভৰিত পৰিলোঁ। উপনিষদৰ মায়াবাদ পঢ়ি থিৰাং কৰিলোঁ-চন্দ্ৰ-সূৰ্য্য, গ্ৰহ-নক্ষত্ৰ, মানুহ-গৰু আটাইবোৰ মায়া। এই বিশ্বব্ৰহ্মাণ্ডৰ একো সত্বা নাই-ই এটা মায়া, এটা স্বপ্ন, এটা মতিভ্ৰম মাথোন। ইয়াৰ পৰা মানুহে প্ৰকৃত বিদ্যা একোকে লাভ কৰিব নোৱাৰে; কেৱল অবিদ্যা বা অজ্ঞানতাৰ মোহত পৰি হাবাথুৰি খায়।... এইটো বিশ্বাস মোৰ বদ্ধমূল হ'ল। লাহে লাহে এনেকুৱা বিশ্বাস হ'লগৈ যে ইয়াত পাপ পুণ্যও একো নাই, ঈশ্বৰো নাই। আটাইবোৰ ভুল। আনকি মই নিজেই এটা ভুল। ইয়াত মই আত্মতুষ্টি পালোঁ। ধনৰ মোহ গ'ল, প্ৰিয়াৰ ৰূপ গ'ল, মোৰ অস্তিত্ব লুপ্ত হ'ল।....

এদিন কাচাৰীৰ পৰা চমন এখন পালোঁ। মোৰ শহুৰে মোৰ ওপৰত মকৰ্দমা তৰিছে। অকস্মাৎ...

মকৰ্দমাত হাজিৰ হবলৈ যাওঁতে চকুৰে যি মোৰ ভৰি দুটা দেখিলে মই উকীল-মহৰী একো নধৰিলোঁ। মোৰ জবাবতে মকৰ্দমা শেষ হ'ল। হাকিমে ৰায় দিলে, মই মাহে কুৰি টকাকৈ

---
চুটি গল্প

প্ৰিয়াৰ খোৰাকী দিব লাগিব। তেওঁ হেনো আৰু মোৰ লগত নাথাকে। ময়ো মান্তি হ'লোঁ। কিন্তু গোটেইখন ফুটি-ফাটি গ'ল- মোৰ আৰু লাজৰ সীমা নাথাকিল।... আকৌ এটা ভুল ধৰা পৰিল। আজন্মৰ ধাৰণা এক মুহূৰ্ততে সলনি কৰিবলৈ গৈ অকস্মাৎ যি ত্যাগৰ আদৰ্শ ল'লোঁ - সেই অৱস্থাত সেইখিনিক কাপুৰুষতাহে বোলে। মই ভাবিছিলোঁ-মই কিজানি উপনিষদৰ মৰ্ম উপলব্ধি কৰিলোঁ।...সেইদিনাহে বুজিলোঁ দেশ-কালৰ গতিৰ লগত নিজক মিলাব নজনা দোষটো কিমান গুৰুতৰ। এতিয়া আকৌ গীতাৰ কৰ্মযোগ পঢ়ি চালোঁ। তাত দেখোন আজিকালিৰ কথাকে শ্ৰীকৃষ্ণই অৰ্জুনক কৈছে। কৰ্তব্যৰ সন্মান কৰিবলৈ শ্ৰীকৃষ্ণই অৰ্জুনক যিদৰে দঢ়াই দঢ়াই কৈছে ঠিক সেইদৰেই দেখোন পশ্চিমে হাতে-কামে লাগি গৈ আজি জগতত শ্ৰেষ্ঠ আসন লাভ কৰিছে। সেই মন্ত্ৰেৰেই দেখোন ৰকফেলাৰে পথৰ ভিক্ষাৰীৰ পৰা জগতৰ সৰ্বশ্ৰেষ্ঠ ধনীৰ আসন লাভ কৰিছে। তেতিয়াহে মই বুজিলোঁ যে ভাৰতীয় আদৰ্শৰ যিটো প্ৰাণ সেইটো তেনেই পশ্চিমে ললে; আমি লৈ আছোঁ তাৰ আখৰখিনি। আমি সেইবোৰ 'মন্ত্ৰ' বুলি পঢ়োঁ আৰু পশ্চিমে সেইবোৰ 'যন্ত্ৰ' বুলি লয়। এই শেহৰ মাৰাত্মক ভুলটো মোৰ চকুত যিদিনা ধৰা পৰিল সেইদিনা মোৰ বৰ টান জ্বৰ। ওচৰত কেও নাই। মোৰ দুখাৰ চকুৰ পানী বাগৰি পৰিল। সেইহতে মন জাপৰিবলৈ ওচৰত কাৰো এখন মুখ নেদেখি সেই আজলী ছোৱালীজনী মোৰ প্ৰিয়াক মনত পৰিল। মনত পৰিল শান্তিৰ নিধি তেওঁক উলিয়াই নিবৰ সময়ত মোৰ ভৰি দুটাৰ আগত সেই এদ নমান ছোৱালীটিয়ে মুখটো থৈ জীৱনৰ সকলো ভাৰ মোক সমৰ্পণ কৰাৰ কথা। মোৰ বুকু ভাগি যাওঁ যেন হ'ল। জ্বৰ পাতলিলত পাৰ্হনিনা কোনোমতে গৈ শিৱসাগৰ ওলালোঁ। লাজ-অপমানৰ সলনি সেইদিনা মোৰ হৃদয় সকল ৰসেৰে ভৰি পৰিছিল। ভাবি গৈছিলোঁ-শাহ-শহুৰৰ ভৰিত ধৰি ক্ষমা খুজিম; মণি (মোৰ প্ৰিয়া)ক বুজাই ক'ম। কিন্তু এক মুহূৰ্তৰ ভুলে যাৰ জীৱন শ্মশান কৰি পেলালে তাৰ পক্ষে ইমানখিনি আশা কৰা দুৰাশা। মই যেতিয়া শিৱসাগৰ ৰেল ষ্টেচনত পাওঁগৈ, অকাৰণতে মোৰ বুকুখন কঁপি উঠিল। শহুৰৰ ঘৰৰ ওচৰ পাওঁগৈ- ঘৰ ঢেঁচা। কিবা এটা নিজম্মজমীয়া ভাবে ধুকলী-মুকলী কৰি থৈছে। মোক দেখি শাহুৱে চিএৰ মাৰি দিলে- "আই ঐ মোৰ সোণ!" কিছুমান মানুহ শ্মশানৰ পৰা উভটি আহিছে। মণিৰ জীৱন মালাধাৰি শ্মশানৰ চিতা-জুইত ভস্মীভূত হ'ল।

চোতালতে মূৰ্চ্ছা খাই পৰিলোঁ। সংজ্ঞা হ'লত আকাশৰ ফালে চাই দেখিলোঁ-মোৰ জীৱনটোৱেই এটা মহাভুল।

---

গল্পমালা, পদ্মধৰ চলিহা আৰু তাৰকানাথ শৰ্মা সম্পাদিত, ১৯৩২

## ৰূপ

"অপৰূপ ৰূপৰ মাধুৰী। জগতৰ কবি সকলে যি ৰূপ-লাৱণ্যৰ উপমা বিচাৰি সৌন্দৰ্যৰ খনিবোৰ উৎখাৎ কৰিলে তেনেকুৱা একুৰা ৰূপ-যৌৱনৰ জুই লৈ দেখা দিলে এটি নাৰী-মূৰ্তি। কোন তেওঁ, ক'ত ঘৰ, কেনেকুৱা সুন্দৰ, একো অনুসন্ধান কৰিবৰ মন নগ'ল। মাত্ৰ বিমুগ্ধ হলোঁ সেই ৰূপ-যৌৱনৰ মাজত সৌন্দৰ্যৰ বিনন্দ বিলাস।" .....

ঠিক এই কথা লিখি বিশ্ব বৰাই কলমটো হাততে লৈ জানালাৰ সুৰুঙাই বাহিৰৰ আকাশলৈ চাই তভক লাগিছে। তেতিয়া শাওণৰ আবেলি। মাজে মাজে একাচলি ৰ'দ আৰু একোজাক বতাহ। বতাহত তামোলৰ ভৰুণ আগবোৰে মূৰ দোঁৱাই যেন বৰুণ-দেৱতাক অভিনন্দন জনাইছে।

বিশ্বনাথে আৰু একো লিখিব নোৱাৰিলে। বোধহয় ভাব যেতিয়া বেছি হয় ভাষাই কণ্ঠ-ৰোধ কৰে। বিশ্বনাথে নিজকে সুন্দৰীকে বুজাব পাৰিলে যে, যিটো মনৰ শাহোন সি মনতেই থকা ভাল। প্ৰকাশ কৰিলে হয়তো বা অনেক সৌন্দৰ্য হানিও হ'ব পাৰে।

বোধ হয় বিশ্বনাথে মাহিলী কাকতলৈ লিখৰ কাৰণে গল্প লিখিব খুজিছিল। কিন্তু কিয় যে লিখিব নোৱাৰিলে সেই কথা ভবাতকৈ বিশ্বনাথৰ ইচ্ছা হ'ল কালিদাসৰ 'মেঘদূত' কাব্য পঢ়িবলৈ। আলমাৰিৰ পৰা কালিদাসৰ অসমীয়া ভাঙনি 'মেঘদূত' খন (শ্ৰীযুত কমলাধৰ বৰুৱাই লিখা) উলিয়াই আনিলে।

হঠাৎ বাৰিষাৰ কলা-ডাৱৰে আকাশ ছানি পেলালে। অন্ধকাৰ হ'ল। বিশ্বনাথৰ একো কৰা নহ'ল। জানালা বন্ধ কৰি দি বাহিৰলৈ ওলাই গ'ল।

নগৰৰ এটা শান্তিময় চুকত বাপেকে দি থৈ যোৱা

এটি মজলীয়া ধৰণৰ ঘৰ। দুহালিচা মাটিৰ এখন বাৰী, অলপ সঞ্চিত টকা আৰু এটা গভৰ্ণমেন্টৰ ঘৰৰ কেৰাণীগিৰী - এয়ে বিশ্বনাথৰ যথাসৰ্বস্ব। ৰাগো নাই, জালো নাই।

অনেক ভদ্ৰলোকে বিশ্বনাথক জোৱাঁই ৰূপে পাবলৈ বহুবাৰ যত্ন কৰিছিল। কিন্তু বিশ্বনাথে কাকো দ্বিতীয়বাৰ আহিবলৈ সুবিধা নিদিলে। শেহত সকলোৱে আশা এৰি বিশ্বনাথক 'বৈৰাগী' দেখা দিয়েই চাবলৈ ধৰিলে। বি.এ. পাছ কৰি আহি ঘৰ সোমাওঁতেই বিশ্বনাথৰ মাক আৰু বাপেক ঢুকাল। সৌভাগ্যক্ৰমে বাপেকে কৰি থকা কাছাৰীৰ কেৰাণী কামটো বিশ্বনাথৰ ভাগতে পৰিল। অসমীয়া ডেপুটী কমিশ্যনাৰ মিঃ বলেন্দ্ৰ শইকীয়াৰো এই সৎ সাহসৰ বাবে হঠাৎ এটা সুনাম হৈ গ'ল। বিশ্বনাথে কাম পোৱা বাবে যোৰহাটৰ কোনো নগৰবাসীয়েই আপত্তি নুতুলিলে। কাৰণ, বিশ্বনাথৰ বাপেক হেমনাথ বৰা বৰ সৰবৰহী পুৰুষ আছিল।

অকলশৰীয়া জীৱন যাপন কৰা পুৰা আঠ বছৰৰ পাছত দুমাহৰ ছুটী লৈ বিশ্বনাথ কাশ্মীৰ ভ্ৰমণ কৰিবলৈ গৈছিল। সিদিনা মাথোন উলটি আহিছে।

কাশ্মীৰৰ পৰা উলটি অহাৰ পৰাই বিশ্বনাথৰ মন আৰু স্বভাৱৰ মাজত যেন কিবা এটাই লুকা-ভুমুকা কৰিবলৈ ধৰিছে। ঠিক এই লুকা-লুকি খেলাৰ মায়াবিনী কোন তাকে গল্পৰ আকাৰে প্ৰকাশ কৰিব খুজিও বিশ্বনাথ কৃতকাৰ্য হ'ব নোৱাৰিলে।

বিশ্বনাথে নিজকে গৰিহণা দি ক'লে - বি.এ. পাছ কৰিলোঁ, নানা দেশ ফুৰিলোঁ অথচ মোৰ মাতৃ-ভাষাৰে মনৰ কথাটোও ব্যক্ত কৰিবৰ শক্তি নাপালোঁ। অথচ দেখিছোঁ বহুত অসমীয়া ডেকাই একো পাছ নকৰাকৈ সুন্দৰ সুন্দৰ গল্প কবিতা লিখিছে। এই শিক্ষাৰ গৰ্বই মোক কি দিব পাৰিছে? ৫০/৬০ টকাৰ এটা কেৰাণীগিৰী। আৰু? আৰু? "......

যৌৱনে স্বভাৱতে কাৰো ওচৰত পৰাজয় স্বীকাৰ নকৰে। বিশ্বনাথৰ বাপেক-মাক আছিল সাত্বিক প্ৰবৃত্তিৰ নিৰীহ পৰিয়াল। বিশ্বনাথো মৃদু ভাৱৰ ডেকা। কিন্তু সেই মৃদুতাৰ লগত এটা তীব্ৰ কঠোৰতাও আছে। সাধাৰণতে ভক্তি-মাৰ্গই ভক্তক যি আত্ম-সমৰ্পণ শিকায়, বিশ্বনাথে ঠিক সিমানকে আত্মসমৰ্পণ কৰি নি ৰ্বিকাৰ হৈ থাকিব নোখোজে।

এনেয়ে যৌৱন তাতে কাব্য - নাটকৰ প্ৰভাৱ পৰা মন, এনে সময়ত অকলে অকলে জীৱনৰ মাধুৰী পিবলৈ আৰু তেওঁৰ ভাল নলগা হ'ল। চেষ্টা কৰিছিল কিন্তু কবি কিম্বা গল্প-সাহিত্যিক হ'বও নোৱাৰিলে। শেষত বিশ্বনাথে নিজকে ৰসবেত্তা বুলি গৌৰৱ কৰিবলৈ আৰম্ভ কৰিলে। কাশ্মীৰ ভ্ৰমণৰ পৰা আহিয়েই যিমান পালে ভাল ভাল অসমীয়া নাট, কবিতা, উপন্যাস আদি কিনি ঘৰতে এটি লাইব্ৰেৰী আৰম্ভ কৰিলে।

দুই এজন বন্ধু তেওঁৰ ওচৰলৈ আহে। কিন্তু তেওঁ চুৰত, তামোল, চাহ একো নাখায়। আনকি চুৰতৰ গোন্ধ পালেও বাতি আহে মাত্ৰ মুহুদি বুলি দুটা চফ্‌গুটি মুখত দিয়ে আৰু কেতিয়াবা অকণমান আদা চোবায়।

মোমায়েকৰ পুতেক বৃন্দাবন আৰু লাছনি পাছনি ৰান্ধনি কৰিবলৈ বাপুকণ। এই তিনি প্ৰাণীয়েই ঘৰ খন।

বিশ্বনাথে এদিন সামাজিকত দেখিলে মাকে কান্দিছে।

সমাজিক সঁচানে মিছা, কিয় দেখে, ভাল নে বেয়া এনে একো প্ৰশ্ন তেওঁৰ মনলৈ নাহিল। মাত্ৰ তেওঁৰ দৃঢ় বিশ্বাস হ'ল পুতেকৰ কিবা বেয়া দেখিলেহে মাকে দুখ কৰে।

স্বপ্ন দেখাৰ পাছদিনাৰ পৰা বিশ্বনাথৰ মনত গোসাঁইঘৰটো, পাকঘৰ খোটালি আৰু তুলসীৰ ভেটিটো বৰ গহীন গহীন যেন লাগিবলৈ ধৰিলে। মাকৰ বয়সীয়া কোনো আইক দেখিলে শ্ৰদ্ধাত বিশ্বানাথৰ মূৰ দোঁ খায়। বিশ্বনাথে লক্ষ্য কৰিলে মাকথকা পৰিয়াল বিলাক কেনে নিমজ, শীতল!...

**অসম্পূৰ্ণ**

---

ৰুবাটী শাওণ, ২/৮/৪৫, ১৮৬৭, বৃহস্পতিবাৰ

---

# অহিংসা

অহিংসাই পৰম ধৰ্ম। মই যদি কাকো হিংসা নকৰোঁ, মোকো কোনেও হিংসা নকৰে। পশুৰ স্বভাৱত হিংসা আছে। সেই গুণে সিহঁতৰ ওচৰলৈ সতকাই যাব নোৱাৰি। মানুহৰ স্বভাৱত চেনেহ আছে আৰু সেই কাৰণেই ঈশ্বৰৰ আগত মানুহ আটাইতকৈ ওখত।

মনত হিংসাৰ ভাব সোমালে মনটো সেই ভাবে খুলি খুলি খাই থাকে। এই কাৰণে মহাত্মা গান্ধীৰ নিচিনা অৱতাৰী পুৰুষে আমাক দেহে কেহে শুধ্ চিতীয়া হ'বলৈ উপদেশ দিছে।

শুধ্ কৰ্ম কৰোঁতে গা পা ধুই নিকা কাপোৰ পিন্ধিলে মনত যেনেকুৱা শুধ্ ভাব আহে সদায় অহিংসাৰ ভাৱেৰে থাকিলেও তেনেকুৱা নিৰমল্ হৈ থাকিব পাৰি।

## গীত

খিযলা খিযলি পশুৰ স্বভাৱ
আহাঁ এৰি দিওঁ নতুন হৈ
জনম ভূমিৰ ভাৰত ভূমিৰ
আহাঁ জয় গাওঁ পতাকা লৈ।

আহাঁ দলে দলে যাওঁ আগুৱাই
সত্য সেৱাৰে সেৱক আমি
সমুখত সৌ গৰাকী আমাৰ
কোটি সেৱকৰ জীৱন স্বামী।

তুমিও দুখীয়া আমিও দুখীয়া
দুখীয়া দেশৰ দুখকে লৈ,
আহাঁ সকলোটি মিলোঁ মৰমেৰে
জাগক জীৱন নতুন কৈ।

## আশা

আশাই পৰম সুখ। আশা ধাৰী প্ৰাণী আশাই নিয়ে টানি। মানুহৰ মনত সামান্য সামান্য বেজাৰৰ কথাবোৰ গোট খাই থুপ্ পাতে। যেতিয়া সেইদৰে থুপ্ খোৱা কথাবোৰ অধিক হৈ পৰেগৈ তেতিয়া মনটো অলপ কথাতে ডুবি যায়।

কণ নাইকিয়া ধানটো যেনেকুৱা, মন নাইকিয়া মানুহটোও ঠিক তেনেকুৱা

মানুহৰ মনটো সদায় এটা মহৎ উদ্দেশ্যৰ আশাত বন্ধাই থ'ব লাগে। ঈশ্বৰে যদি নিৰাশাক ভাল পালেহেঁতেন তেন্তে মানুহে ঈশ্বৰক পাবলৈ বুকুত ইমান আশা'শক্তি লৈ নেথাকিলেহেঁতেন।

জীৱনটো নিচেই অকণমান বুলি ধৰি ল'লেই নিৰাশাৰ মৰা নৈত পৰি মানুহে কক্‌বকাই থাকে। মহাত্মা গান্ধীলৈ চালেই আমি দেখিম যে বিপদ বিঘিনি একোতেই পৰাজয় নহৈ তেখেত অকল আশাতেই জীয়াই আছে।

## গীত

এদিন যেতিয়া আছিলে আমাৰ
সোণৰ কলচী, [illegible] ৰজাৰ
উৰিছিলে তাতে বিজয় পতাকা
জীৰ্ণাক আছিলে দিখৌ পাৰ।

আছিল অসম সোণৰ অসম
স্বাধীন কিৰীটি উজ্জ্বল হৈ,
দেশে বিদেশে আছিলে খিয়াতি
স্বদেশ প্ৰেমৰ চানেকী লৈ।

আহাঁ আজি ভাই পাহৰি মনৰ
হিংসা খিয়াল, কপট, বেজাৰ —
নতুন যুগৰ আহিছে বাতৰি
দিওঁ জগতত চিনাকী আমাৰ।।

## ইংৰাজ

আমি যিখন দেশত বাস কৰোঁ এই খন আমাক ঈশ্বৰে দিয়া আমাৰ আপোন ঠাই। আমাৰ জন্মভূমি।

ইংৰাজ বিলাকৰ দেশ বহুত দূৰৈত। আগৰ দিনত আমাৰ, ইয়াৰ পৰা সেই দেশলৈ যাওঁতে প্ৰায় এবছৰ সময় লাগিছিল। আজিকালি উৰা জাহাজেৰে তিনিদিন এদেওয়াতে সেইখিনি পাবগৈ পাৰি। আচলতে বেলি ওলোৱা পূবত আমাৰ দেশ আৰু বেলি মাৰ যোৱা পশ্চিমততে ইংৰাজৰ দেশ।

কংগ্ৰেছ মহাসভাই এই ইংৰেজ সকলৰ হাতৰ পৰা

---

অম-ভতিষ্যা

ৰাজ্যভাৰ আমাৰ হাতলৈ আনিবৰ চেষ্টা কৰিছে।

ইংৰাজ বিলাকৰ ধৰ্মটোক খ্ৰীষ্টিয়ান ধৰ্ম বোলে। তেওঁবিলাকৰ ধৰ্ম-গুৰু জনক যীচু খ্ৰীষ্ট বোলে। যীচুৰ ধৰ্মত দুখীয়াৰ প্ৰতি অপাৰ কৰুণাৰ কথা আছে।

### যীচুৰ কথা

যীচুৱে কৈ গৈছে বোলে, দুখীয়া বিলাক ধন্য । কিয়নো স্বৰ্গৰাজ্য তেওঁবিলাকৰহে।

অৰ্থাৎ হেজাৰ খাৰলৈ নেপালেও দুখীয়া মানুহে ঈশ্বৰলৈ নেপাহৰে। কিন্তু ধনী বিলাকে ধন-সম্পত্তি আৰু বয়-বস্তুবোৰৰ মাজত সোমাই সেই দুদিনীয়া সুখৰ কথাবোৰকে আগ কৰি গৰ্বত অন্ধলা হৈ পৰে।

স্বৰ্গৰাজ্যত সুখী-দুখী, ওখ খাপ তল খাপ একোৰে বিচাৰ নাই। ঈশ্বৰৰ চকুত সকলো সমান।

যীচুৰ উপদেশ বিলাক সুঁৱৰি চালে সেই কালত পশ্চিম দেশৰ অৱস্থা আৰু এতিয়াৰ আমাৰ দেশৰ অৱস্থা একেই যেন অনুমান হয়।

ঈশ্বৰক ভাত-কাপোৰ খুজিব নালাগে। ঈশ্বৰে মানুহক হাত ভৰি দিছে। কৰ্ম কৰিলেই ভাত-কাপোৰ ওলাব। কিন্তু জ্ঞান পাবলৈ সদায় ঈশ্বৰক প্ৰাৰ্থনা কৰিব লাগে।

### ঈশ্বৰ

ঈশ্বৰ সকলোতকৈ ডাঙৰ। ঈশ্বৰ কেৱল মাত্ৰ এজন।

পৃথিৱীৰ সকলো ধৰ্মতে এজন ঈশ্বৰৰ মহিমা বখানি কোৱা অনেক কথা আছে। আদিতে ঈশ্বৰক ব্ৰহ্ম (বৰ্হম্) বোলা হৈছিল। মুছলমান বিলাকে ঈশ্বৰক আল্লা বোলে। অনেক হিন্দুৱে "আল্লা" শব্দটো মুখত ওলালেও জাত যায় বুলি ভাবে। এনেকুৱা ভাব সমূলে উঘালি পেলাব লাগে। হিন্দুৱেও মুছলমানৰ কথা জানিব লাগে। কিয়নো, আজিৰ যুগত কোনো এটা জাতি বা ধৰ্ম একে ঠাইতে কাৰো গাত-গা নলগাকৈ থাকিব নোৱাৰে।

হিন্দুৱে যি-সকলক 'অৱতাৰ' বুলি মানে মুছলমানে সেই সকলকে 'ৰছুল' বা 'নবী' বুলি কয়। হিন্দুৱে জগন্নাথ বোলে, মুছলমানে "জাহান-আল্লা" বোলে। জাহান্ মানে জগত, আল্লা মানে ঈশ্বৰ। আকৌ হিন্দুৱে বিভাৱত পৰমেশ্বৰ বোলে মুছলমানে সেই ভাবতে 'খোদাৎ-আল্লা' বোলে।

খ্ৰীষ্টিয়ান বিলাকে ঈশ্বৰক 'গড' বোলে।

আচলতে নাম আৰু ভাষাহে বেলেগ কিন্তু ঈশ্বৰ এজনহে। এই কাৰণে হিন্দু বিলাকে আদিৰে পৰা ঈশ্বৰক 'বিশ্বনাথ' বুলি কৈ আহিছে।

বিশ্ব মানে স-সাগৰা পৃথিৱী গোটেইখন। এই পৃথিৱীৰ সকলো জীৱ-জন্তু, মানুহ-দুনুহ, গছ-বন সেই এজন মাত্ৰ ঈশ্বৰৰ পৰাই হৈছে।

তেনেকুৱা ঈশ্বৰক চিনি পালেই মানুহ মানুহৰ আপোন হয়। বিভেদৰ সলনি মিলনৰ ভাব প্ৰকাশ পায়।

### গীত

ঈশ্বৰ আমাৰ পৰম পিতা
মানুহ আমাৰ ভাই।
ভাৰত আমাৰ মিলন ভূমি
অসম ওপজা ঠাই।।
দয়াৰ সাগৰ পৰম ঈশ্বৰ
আমাৰ সহায় হক।
সুঁৱৰি সদায় তেওঁৰে মহিমা
প্ৰাণত প্ৰবাহ ব'ক।।

দুখীত জনৰ মনৰ গৰাকী
ঈশ্বৰ বিহনে নাই।
আহাঁ লগে ভাগে গাওঁ সকলোৱে
- মানুহ আমাৰ ভাই।।

### উখা

আমাৰ দেশৰ দক্ষিণে থকা নগা পৰ্বতৰ ওপৰত উখা নামে এখন মনোৰম ঠাই আছে। সেই ঠাইৰ পৰা উষা কালৰ দৃশ্য চাবলৈ বৰ ভাল।

আজিকালি প্ৰত্যেক দেশতে ৰোগী-বেমাৰী মানুহবোৰৰ চিকিৎসা কৰিবলৈ একোটা স্বাস্থ্য-নিবাস আছে। এই স্বাস্থ্য-নিবাস বিলাকত থাকি অনেক মানুহ মৰাৰ পৰাও জী-ছে। আমাৰ দেশত উখাৰ নিচিনা মনোহৰ পৰ্বতীয়া ঠাইত এনে বিধৰ স্বাস্থ্য-নিবাস পাতিব পাৰি।

নগা-নাগিনী বোৰৰ নিপোটল দেহ, ৰঙচুৱা মুখ আৰু সন্তোষীয়া স্বভাৱ দেখিলেই ক'ব পাৰি যে সিহঁতৰ তাত জল-বায়ু ভাল।

মহাভাৰতত পোৱা উলুপীও আমাৰ এই নগা পৰ্বতৰে জীয়ৰী। ব্ৰহ্মচাৰী অৰ্জুনেও নাগিনী উলুপীৰ সৌন্দৰ্য দেখি মোহিত হৈছিল।

### উষস্

নিশা যায়, দিন হওঁ হওঁ হোৱা দোকমোকালিৰ সময় যেতিয়াকে উষা কাল বোলা হয়। সেই সময়ত পূব আকাশৰ পিনে কেঁচুৱা নিচিনা জাল এখনহে যেন ওলমি থাকে, এনে ভাব মনত

---

স্বৰ-চটিহা

হয়।

এই সময়ত যি বিতোপন শোভা তাৰ গুণ বখানি প্ৰাচীন ঋষি সকলে উষস্ (উচচ্) নামে এটি কল্পনা কুঁৱৰীৰ ছবি আঁকি থৈ গৈছে। ঋক বেদ পঢ়া সকলে এই উষস্ বৰ্ণনাৰ সোৱাদ আমাক অনেক ভাবাৰে জানিবলৈ দিছে।

কোনোবা ধনী লোকৰ একেটি কন্যা থাকিলে যেনেকৈ তেওঁৰ গাত ইচিত্ৰ-বিচিত্ৰ কানি - কাপোৰ, অলঙ্কাৰ পাতি আটাইবোৰ ওলোমাই দিয়ে ; ঠিক সেইদৰেই পূব আকাশত সদায় ওলাই থকা এই উষসৰ গাতো যেন সকলো সৌন্দৰ্যৰ ৰহণ জলমলাই উঠে।

এনেকুৱা মধুৰ ভাব উদয় হোৱা নিৰ্মল খেণত সদায় শুই উঠিলে মানুহৰ মন দিনটোলৈ ফৰকাল লাগি থাকে।

## গীত

সৌৱা উদিলে চোৱা পূবৰ অৰুণ
মুখত মধুৰ হাঁহিটি লৈ,
আহাঁ মধুময় জীৱন বিলাওঁ
উষা-সুৰুযৰ কথাকে কৈ।

আশাৰ সোণালী কিৰণীয়া বেলি
জাগিছে প্ৰাণত জগত জুৰি।
আহাঁ অসমৰ সবে অসমীয়া
এই পোহৰত লোৱাঁহি বুৰি।।

দুচকু মুদিলে জীৱন হেৰালে
কিনো ক'বাঁ কথা, যাবাঁ কিনো হৈ
আজিৰ দিনতে তনু মন ধন
দিয়াঁ দুখীয়াৰ দুখকে লৈ।।

## ঋষি

সত্য, অহিংসা, নীতি-নিয়ম আৰু ধৰ্মত থিত হৈ যিসকলে সদায় সত্য বচন কৈছিল সেই সকলকে পুৰণি কালত ঋষি বুলিছিল। ঋষি আৰু মুনিৰ ভিতৰত পাৰ্থক্য আছিল। যি-সকলে মুখেৰে বৰকৈ নামাতে কিন্তু ধ্যানত মগন হৈ ঈশ্বৰ চিন্তা বা জ্ঞান - বিজ্ঞানৰ চিন্তাত জীৱন নিয়ায় তেনে লোকক মুনি বুলিছিল। কিন্তু ঋষি সকলে দহৰ আৰু দেশৰ ভালৰ কাৰণে মানুহক সৎ উপদেশ দি ফুৰিছিল।

সেইকালত অনেক ৰজাই নিজৰ সৎ গুণৰ বলত ঋষি আখ্যা পাইছিল। তেনেকুৱা ৰজাক ৰাজৰ্ষি বোলা হৈছিল। অকল জ্ঞানৰ চৰ্চা কৰা সকলক মহৰ্ষি আৰু জ্ঞানী হৈও ঋষিৰ দৰে বৈৰাগ্য লোৱা সকলক দেৱৰ্ষি বোলা হৈছিল।

আজিৰ যুগত মহাত্মা গান্ধীও একজন মহৰ্ষি।

## ৯

৯ আখৰটোৰ ব্যৱহাৰ নাই। কিন্তু এই আখৰটো আমাৰ ভাষাত আছে। জুই একুৰা বৰকৈ জ্বলিলে জুইৰ জাল লি-লিয়াই উঠিলে যেনেকুৱা দেখি এই আখৰটোৰ ছবিটোও ঠিক তেনেকুৱাই দেখি।

সাপবোৰ লি- লিয়াই যোৱাদি দুই হাতেৰে এটা মুদ্ৰা দিয়াৰ নিয়ম আছে। সোঁ হাত আৰু বাওঁ হাতেৰে সাপে মেৰিওৱাদি মেৰিয়াই লৈ দুই হাতৰ আঙুলি বোৰ কেঁকোৰা মাৰি ধৰিলে ফেঁট তোলা সাপৰ দৰে এটা মুদ্ৰা হ'ব।

এই মুদ্ৰাটোকে লে লিহান মুদ্ৰা বোলে। পৰাধীনতাৰ বান্ধ সোলোকাই আমাৰ জাতিক স্বাধীন কৰিবলৈ দেশত যি জুই জ্বলিছে সেই জুইৰ লেলিহান শিখা এতিয়া জাগ মেলিছে।

ক বুলিব নজনা মানুহক... শিক্ষা দিয়া উচিত বুলি জনা সকল আমাৰ সেৱাৰ পাত্ৰ।

## একদন্ত

হিন্দু বিলাকে এসময়ত মানুহকে ঈশ্বৰ বুলি মানিছিল। সেই কাৰণে ভাৰতবৰ্ষৰ ভিন্ ভিন্ দেশত ভিন্ ভিন্ দেৱতাৰ পূজা হৈছিল। ঈশ্বৰ আৰু দেৱতা একে নহয়। দেৱ তুল্য কাম কৰি মানুহৰ মনত যি-সকলে ঈশ্বৰৰ মহিমা জগাই দিব পাৰিছিল সেই সকলেই সাক্ষাৎ দেৱতা ৰূপে পূজা পাইছিল।

এনেকুৱা দেৱতা আখ্যা পোৱা এজন আছিল গণেশ। তেওঁক গণপতি, গজানন, লম্বোদৰ, হেৰম্ব আদি অনেক নামেৰে জনা যায়।

আজিকালি যি অৰ্থত ইংৰাজীত লীডাৰ আৰু আমাৰ ভাষাত ভাৰতে নেতা, নায়ক বোলে আগৰ দিনত সেই অৰ্থত গণপতি বোলা হৈছিল।

'গণ' মানে জন বা মানুহ, 'পতি' মানে বাট দেখুওঁতা। অৰ্থাৎ সাধাৰণ মানুহক যি-জনে ভাল বাট দেখুৱাই উন্নতিৰ ফালে লৈ যায় সেই জনেই গণপতি।

সেই গণেশৰ এটা মাত্ৰহে তেজাল দীঘল দাঁত আছিল দেখি তেওঁক 'একদন্ত' নামেৰেও জনা হয়। আমাৰ মানুহে আজিকোপতি কথাৰ পতুৱা দিওঁতে কয় যে [illegible] ওলাব।

এক উদ্দেশ্য, এক কথা, এক মতৰ হৈ চ'ব লোৱা হ'লে জাতীয় উন্নতি সাধন হ'ব লাগিব।

---

[illegible]

শুৰু নমনা ধৰ্মৰ যিদৰে একো স্থিৰতা নাই, গণপতিক নমনা সমাজৰো একো মঙ্গলৰ আশা নাই।

আমাৰ বহুতৰ হৈ এজনক আগ কৰি লোৱা মানে তেওঁকেই ৰাজহুৱা জীৱনৰ গণেশ বা একদন্ত বুলি স্বীকাৰ কৰা।

গুৰিয়াল নোহোৱা নাও বৰনৈত চলিব নোৱাৰে। গণপতি নোহোৱা ৰাইজো সমাজৰ মাজত আগুৱাব নোৱাৰে।

### গীত

এক হোৱাঁ এক হোৱাঁ এক হোৱাঁ ভাই,
এক মন এক প্ৰাণ, একেখনি ঠাই।
কোটি কোটি মানুহৰ কোটি কোটি মন
এক কৰি লওঁ আহাঁ ধন অভগন।
ভাই ভাই ঠাই ঠাই নহওঁ নহওঁ।
কু কথা কু ভাব নলওঁ নলওঁ।
স্বজাতিৰ স্বদেশৰ জয় গান গাই
জগতত ল'ব লাগে ভাৰতৰ ঠাই।
এক মন এক প্ৰাণ এক ভাব লৈ
অসমৰ ঘৰে ঘৰে যাওঁ আহাঁ কৈ,
এক হোৱাঁ, এক হোৱাঁ, এক হোৱাঁ ভাই,
একৰ শৰণ বিনে অন্য গতি নাই।।

### ঐৰাৱত

স্বৰ্গৰ ৰজা ইন্দ্ৰ উঠি ফুৰা বগা হাতীটোৰ নাম ঐৰাৱত।

কেতিয়াবা শৰত কালৰ মুকলি আকাশত বৰ বৰ একো চপৰা বগা ডাৱৰ হাতীৰ নিচিনাকৈ গহীন গতিৰে আহি থকা দেখিলে এই ঐৰাৱতৰ কথা মনত পৰে। যি সকল উত্তৰ ভাৰতৰ হিমালয় পৰ্বতত থকা চিমলা আদি ঠাইলৈ গৈছে সেই সকলে দেখিবলৈ পাইছে যে, বগলিৰ পাখী যেন শুকুলা হিমেৰে ঢাক্ খাই থকা হিমালয়ৰ ওখ ওখ টিং বোৰ দেখিলেও ঐৰাৱতৰ কথা মনলৈ আহে।

ভাৰতবৰ্ষৰ জহকালিৰ ৰাজধানী চিমলা আৰু ঘাই ৰাজধানী নতুন দিল্লীত একো একোটা বিয়াগোম ঐৰাৱতৰ নিচিনা বগা বগা ৰাজ-কাৰেং বোৰ দেখি আমাৰ মানুহে কথাৰ পটুৱা দিওঁতে সেইবোৰকো "ভাৰতৰ বগা হাতী" বুলি কয়।

চিমলাত চৰ্কাৰী বিষয়া বোৰে খোৱা পিয়া কৰিবৰ কাৰণে "চিচিল হোটেল" নামেৰে যিটো ঘৰ আছে অকল তাত কাম কৰা চাকৰ-নাকৰেই এহেজাৰৰো অধিক।

ৰজাঘৰীয়া সেই ঘৰবোৰ কিমান ডাঙৰ তাৰ জোখ দিবলৈ আমাৰ দেশত তেনেকুৱা ডাঙৰ ঘৰ নায়েই।

তাহানি কালত চকুৰে নেদেখা, কাণেৰে নুশুনা স্বৰ্গৰ ৰজা ইন্দ্ৰৰ বাহন ঐৰাৱতৰ কথা আমাৰ অসমীয়া তেজীমলায়ো মধুৰ সুৰত গীত গাই গৈছে। অসমীয়া সাধু কথা বোৰত "শুকুলী হাতী"ৰ কথা অনেক পোৱা হয়। তেজীমলাৰ এটা বিননি এনেকুৱা ঃ

"আই মোৰ আছিলে ধনে পঁচেতুলি
বোপাই সাউদৰে নাতি।
সাউদৰ মুদৈয়ে আইক লৈই গ'লে
শুকুলী হাতীতে ৰাতি।"

জোনাক নিশাৰ মুকলি আকাশত উটি যোৱা বগা ডাৱৰৰ বখলা একোটা দেখিলে সঁচাকৈয়ে ঐৰাৱতলৈ মনত পৰে।

### ও

ও - আখৰটো ভাৰতবৰ্ষৰ প্ৰাণ বুলি ক'ব পাৰি। প্ৰাচীন কালত মহা মহা ঋষি-মুনি সকলে দোৰ্ঘোৰ তপস্যা কৰি এক পৰম ব্ৰহ্মৰ চিন্তাত এই আখৰটোকে বিচাৰি পাইছিল।

ওপৰত চন্দ্ৰ আৰু বিন্দু দিয়া ও আখৰটোকে ওঙ্কাৰ বোলে। চন্দ্ৰ-বিন্দু নাইকিয়া শুদা 'ও' আৰু চন্দ্ৰ বিন্দু থকা 'ওঁ'ৰ ভিতৰত বহুত পাৰ্থক্য আছে।

অ, উ, ম, এই তিনিটা আখৰ ধ্যান কৰিবৰ এটা নিয়ম আছে। সমান মাটিত লেপেটা কাটি ফিট হৈ বহি লোৱাঁ। মুখৰ ভিতৰতে অ উচ্চাৰণ কৰাঁ ; সেইদৰেই দুই ওঁঠৰ মাজেদি উ উচ্চাৰণ কৰাঁ আৰু নাকেদি ম উচ্চাৰণ কৰাঁ। লাহে লাহে কেইবাৰ মান প্ৰত্যেক শব্দটো মুখৰ ভিতৰতে গাই থাকোঁতেই গম পাবাঁ যে ভৰিৰ তলুৱাৰ পৰা মূৰৰ কুমলৈকে সমস্ত শৰীৰত সেই শব্দকেইটাৰ গতি বৈ গৈছে। বুকুত ভাগৰ লগাদি লাগি যায়।

ধ্বনিৰ তত্ত্ব জনা পৰম বৈজ্ঞানিক আৰ্য ঋষি সকলে ইয়াৰ বহুল আলোচনা কৰোঁতে কৰোঁতে সৃষ্টি-তত্ত্ব ফঁহিয়াই জ্ঞানৰ এখন সাগৰ পৃথিবীলৈ থৈ যাব পাৰিলে।

তেওঁবিলাকে শেহত এই আখৰটোকে সৰ্বশক্তিমান পৰমেশ্বৰৰ চিন বা মূৰ্তি বুলি মানিবলৈ ধৰিলে। তেখেতসকলে যে, এক পৰমব্ৰহ্মক মানিছিল সেই কথাটোকে দ-কৈ জগতৰ প্ৰাণত সুমাই দিবৰ কাৰণে সকলো কথাৰ আৰম্ভণিত সেই একাক্ষৰী (এক আখৰীয়া) ওঁ শব্দ ব্যৱহাৰ কৰিছিল।

যাতে এই মহা শব্দৰ মূল অৰ্থ হানি হৈ কালৰ পাহৰণিত লয় পাব নোৱাৰে তাৰ বিধান কৰিয়েই তত্ত্ব নজনা লোকে মাতিব নেপায় বুলি কৈ গৈছে।

---

[illegible]

প্ৰকৃততে অৰ্থ নাজানি এনেয়ে উচ্চাৰণ কৰা একো কথাৰ পৰা মানুহৰ জ্ঞান আৰ্জনত সহায় নহয়।

### গীত

জয় ওঙ্কাৰ মহাবণী।
জ্ঞান বিকাশ ৰূপ তত্ত্ব স্বৰূপ
ওঙ্কাৰ মহা বাণী।
জয় ওঙ্কাৰ মহাবাণী।
অসীম অনন্ত অতি ঊৰ্দ্ধ, ঊৰ্দ্ধ গতি
মহিমামণ্ডিত
মহামোহ খণ্ডিত
জয় ওঙ্কাৰ মহাবাণী।
বিশ্ব বিলীন হৈ ওঙ্কাৰ ধ্বনি লৈ
বৰ্ত্তিলে চৰাচৰ
ধন্য মানি —
জয় ওঙ্কাৰ মহাবাণী ।।

### ঔৰঙ্গজীব

মুছলমান ৰজা সকলে যি-কালত ভাৰতবৰ্ষ শাসন কৰিছিল সেই কালত ঔৰঙ্গজীব নামৰ সম্ৰাট জনেই আটাইতকৈ ডাঙৰ আছিল। আজি ইংৰাজৰ আমোলত যিখন ভাৰত সাম্ৰাজ্য হৈছে, ঔৰঙ্গজীবৰ দিনটো সিমান ডাঙৰ সাম্ৰাজ্য হৈছিল।

ঔৰঙ্গজীবৰ নিচিনা ৰাজনীতিৰ বুদ্ধি থকা দূৰদৰ্শী ৰজা পৃথিৱীত বিৰল। তেওঁ আল্লাৰ নাম লৈ, স্বয়ং আল্লাৰ হৈ ৰাজ্য শাসন কৰিছোঁ বুলি অনেক বাৰ ঘোষণা কৰিছিল।

ঔৰঙ্গজীবৰ বুদ্ধি আৰু কৌশল এনে অদ্ভুত ভাৱৰ আছিল যে, আজিও বুৰঞ্জী পঢ়ি তেওঁৰ ৰাজনীতিৰ শেষ কৰিব পৰা নাই।

এখন বিশাল সাম্ৰাজ্যৰ একচ্ছত্ৰী সম্ৰাট হৈও ঔৰঙ্গজীৱে নিজৰ আহাৰ নিজে উপাৰ্জন কৰি খোৱাটোহে ধৰ্ম বুলি মানিছিল। এই কাৰণে ৰাজকাৰ্য্যৰ পৰা আজৰি পোৱা সময়ত তেওঁ টুপী গুথিছিল। সেই টুপীবোৰ বজাৰত বিক্ৰী কৰাই যি ধন পাইছিল তাৰে সৈতে নিজৰ খোৱা - বোৱাৰ খৰচ উলিয়াইছিল।

ৰাজভঁড়ালৰ ধন ৰাইজৰ পৰা পোৱা আৰু সেই ধন ৰাইজৰ উপকাৰৰ কাৰণেহে খৰচ কৰিব পাৰি। ৰজাৰ ভোগ-বিলাসৰ কাৰণে নহয়। এনেকুৱা ভাব তেওঁৰ মনত আছিল। অনেক মানুহে মুছলমান সম্ৰাট বিলাকক বিলাসী বুলি কয়। কিন্তু ঔৰঙ্গজীৱে পিন্ধা - উৰা, চাল-চলনত অতি সামান্য মানুহৰ দৰেহে চলিছিল। তেওঁৰ নিচিনা ধৰ্মপ্ৰাণ সম্ৰাট পৃথিৱীতে নাই বুলিলেও বঢ়াই কোৱা নহয়।

মুছলমান সম্ৰাট সকলৰ অন্তঃপুৰত বহুত কুঁৱৰী আছিল। ভাৰতৰ সকলো দেশৰ ৰূপৱতী কন্যা বিলাকৰ পৰা একো গৰাকী ৰাজ কুঁৱৰী নি তেওঁবিলাকৰ অন্তঃপুৰত ৰাখিছিল। এইদৰে কুঁৱৰী বিলাক ৰখাৰ এটা গোপন উদ্দেশ্য আছিল। সেই দেশৰ মানুহবোৰ কেনেকুৱা, সিহঁতৰ ৰীতি-নীতি, সৈন্য-সামন্ত, যুদ্ধ-প্ৰণালী আদি কিমান উন্নত সেই কথা বোজৰ উবাদিহ ল'বৰ কাৰণে এই কুঁৱৰী সকলৰ লগত সম্ৰাট সকলে কপট প্ৰেমৰ অভিনয়হে মাথোন কৰিছিল।

ঔৰঙ্গজীবৰ কাৰেঙলৈ অসমৰ পৰা ৰমণী গাভৰুক নিয়া হৈছিল। এওঁৰ দিনতেই মিৰজুমলা নামে এজন সেনাপতিয়ে অসম আক্ৰমন কৰিছিল।

ঔৰঙ্গজীবৰ সময়ত মহাৰাষ্ট্ৰ দেশত হিন্দু বীৰ শিৱাজী আছিল। শিৱাজীয়ে মুছলমান ৰাজত্ব গুচাই হিন্দু ৰাজ্য স্থাপন কৰিবলৈ অসীম সাহসেৰে কেবাবাৰো যুঁজ দিছিল। কিন্তু ঔৰঙ্গজীবৰ বিৰাট সৈন্য-শক্তি পৰাজয় কৰিব নোৱাৰিলে।

ঔৰঙ্গজীৱে নিজকে "আলমগীৰ" অৰ্থাৎ পৃথিৱীৰ অধীশ্বৰ বুলি গৌৰৱ কৰিছিল। এওঁৰ পাছৰ পৰাই মুছলমান ৰাজত্ব পতনৰ ফালে আহে।

### অং

অং মানে সৃষ্টিৰ আদি মূল বীজ।

কিহৰ পৰা, কেনেকৈ এই বিৰাট বিশ্বৰ সৃষ্টি হ'ল, তাৰ আদি অন্ত বিচাৰি মানুহে জ্ঞানৰ ৰাজ্য চ'লা-পাত কৰি আছে।

তন্ত্ৰ শাস্ত্ৰত 'অং' আখৰটোকে আদি বীজ বুলি কোৱা হৈছে। অসমীয়া গাঁৱলীয়া মানুহেও অং শব্দটো ব্যৱহাৰ কৰে।

অং-ক, অং গ, অং-শ, এই শব্দ তিনিটা যঁহিয়াই চালে দেখা হ'ব যে সেই তিনাও আদি গুৰিৰ পৰা অহা বুজাবৰ কাৰণেই অং শব্দ ব্যৱহাৰ কৰা হয়।

এইদৰেই অৰ-ক, অৰ্-গ, অৰ্-শ আদি শব্দ বোৱা হৈছে। আমি কওঁ - অ' ৰ পৰা ত'-লৈ অৰ্থাৎ তিনাওঁ মূলৰ পৰা কোনোৱা এঠাইলৈ।

সেই আদি অন্তহীন সৃষ্টিৰ কথা মানুহৰ ভাষাৰে ব্যক্ত কৰিব নোৱাৰাৰ চিন এই শব্দ বিলাকতে পোৱা হয়।

### অঃ

দুখে ভাগৰে কাম কৰি আছি যেতিয়া আমি নিজপৰীয়া হৈ কোনো এঠাইত বহোঁহি, তেতিয়া 'অঃ' বুলি কওঁ। এইদৰে

---

মুখৰ পৰা ওলোৱা বাক্যটোকে সিদ্ধি - ফলা বোলে। অৰ্থাৎ এটা সিদ্ধি হোৱাৰ চিন।

সংস্কৃতত যিবোৰ শব্দৰ শেষত এনেকুৱা চিন থাকে সেই খিনিতে এটা বাক্য পূৰ্ণ হৈছে বুলি জানিব লাগে।

অঃ, আঃ, ইঃ, ঈঃ, উঃ, ঊঃ, এঃ, ইত্যাদি শব্দবোৰৰ পৰাই অনেক শব্দৰ উৎপত্তি হৈছে। যেনে, এ'হ, শেহ, ছে'হ, উহ, আহ ইত্যাদি।

আমাৰ জাতীয় জীৱনতো এনেকুৱা এটা সিদ্ধি ফলাৰ দিন আহিবলৈ সকলোৱে দেহে-কেহে যত্ন কৰা উচিত।

## গীত

অঃ অঃ আঃ আঃ
উঃ উঃ কৈ
আৰু কিয় থাকোঁ আমি
এলেহুৱা হৈ।

হাতে কামে লাগোঁ আহাঁ
হুঙ্কাৰ গাই,
সাধোঁ আহাঁ স্বদেশৰ
মঙ্গল ভাই।

হুঃ হুঃ হাঃ হাঃ
আঃ আঃ কৈ —
যাওঁ আহাঁ আগুৱাই
জয় ধ্বনি লৈ।

জয় জয় অসমৰ জয় ভাৰতৰ।
জয় জয় নিৰক্ষৰ দুখী অসমৰ।।

## ওপৰঞ্চি

সৰ্বসাধাৰণে জানিবলগীয়া কিছুমান কথা।

"আসাম ভেলী লাইট হৰ্চ্" - আধুনিক নিয়মমতে যুঁজৰ সৈন্য বিলাক একো একোটা বেলেগ বেলেগ ফৌজত ভাগ কৰি বেলেগ বেলেগ কোঠত ধোৱা হয়। অসমৰ ডিব্ৰুগড় কোঠত ইংৰাজ সৈন্যৰ যিটো ফৌজ আছে সেইটোৰ নাম "আসাম ভেলী লাইট্ হৰ্চ্ "। এইদৰে প্ৰত্যেক ফৌজৰে বেলেগ বেলেগ নাম আছে। সদিয়াত থকা হিলৈদাৰী গুৰ্খা ফৌজটোক "গুৰ্খা ৰাইফল্‌চ্" বোলে।

ধৰ্ম গ্ৰন্থ বিলাক : খ্ৰীষ্টিয়ানৰ ধৰ্ম গ্ৰন্থৰ নাম "বাইবেল", মুছলমানৰ কোৰান, পাৰ্চী বিলাকৰ জেন্দ্ আভেষ্টা, শিখৰ গ্ৰন্থ চাহেব, হিন্দুৰ বেদ, অসমীয়া বৈষ্ণৱ সম্প্ৰদায়ৰ কীৰ্তন।

তীৰ্থ স্থান : খ্ৰীষ্টিয়ানৰ কাৰণে জৰ্দান নামৰ নৈ খন আৰু জেৰুজিলম পৱিত্ৰ। মুছলমানৰ কাৰণে .......

---

পৰৱৰ্তী শাৰীকেইটা পোৱা নগ'ল। —

সম্পাদক, আ.চ. ব. ৰচনাৱলী

---

অম-চতিয়া

# স্বৰ - চতিহাৰ পৰিশিষ্ট

**নিজ কথা**

ব্যাপক ভাৱে জন-শিক্ষা নহ'লে দেশৰ নিমাত জনতাক পোহৰলৈ আনিব নোৱাৰি। এইকথা জানিয়েই জগতৰ অনেক জাতিয়ে নব-জাগৰণৰ বতাহ বোৱাই নিৰক্ষৰ হোজা গাঁৱলীয়া সকলকো ৰাজতগনৰ বাটলৈ উলিয়াই আনিছে।

বৰ্তমান আমাৰ অসম দেশতো এনেকুৱা কৈ জন-শিক্ষা দিয়া আন্দোলন আৰম্ভ হৈছে. এইটো পৰম মঙ্গলৰ কথা হৈছে। ১৯৩০ চনতেই স্বৰ্গীয় তৰুণ ৰাম ফুকনে এই আন্দোলন কামৰূপ জিলাত আৰম্ভ কৰে। গাঁৱলীয়া ৰায়তক দেশ-বিদেশৰ বাতৰি দি সময়ৰ লগত সমানে উধাবৰ উপায় কৰি তেখেতে লগত অনেক সহকৰ্মী লৈ গাঁৱে গাঁৱে "অসমীয়া" বাতৰি কাকত বিলাই ফুৰিছিল। স্বৰ্গীয় চন্দ্ৰ কুমাৰ আগৰৱালাক উদগনি দি এই কাৰণেই 'তিনিদিনীয়া অসমীয়া" কাকতখনো প্ৰকাশ কৰায়।

আমি আজি পাঁচ বছৰ কাল গাঁৱৰ মাজত থাকি যি জানিলোঁ আৰু যেনেকুৱা দেখিলোঁ সেই কথা ক'বলৈও বেজাৰহে লাগে।

প্ৰকৃতপক্ষে আমাৰ গাঁৱলীয়া সমাজেই ভাৰতবৰ্ষৰ ভিতৰত আটাইতকৈ পিছ পৰা। ৰাজনীতি, অৰ্থনীতি, ধৰ্ম-বিষয় কিম্বা সাধাৰণ জ্ঞান-বিজ্ঞানৰ কথা আদি একোতেই মানুহৰ ৰাপ্ নাই।

বৰ্তমান নিৰক্ষৰ আন্দোলনক এই বিষয়ে আমাৰ অকৃত্ৰিম সহানুভূতি জনাবৰ উদ্দেশ্যেই এই পুথিখনি ৰচনা কৰা হ'ল। সমাজত যি যি বীজ সিঁচি থোৱা আছে আৰু যিবোৰ সিঁচা নাই - তেনেকুৱা কেইটামান বাছকবনীয়া বিষয়েৰে এই ক্ষুদ্ৰ পুথি খনি লিখা হ'ল।

শ্ৰীশঙ্কৰদেৱে "ক-চতিহা" নামে চতিহা পুথি এখন লিখি থৈ গৈছে। 'চতিহা" শব্দটো প্ৰাচীন 'চৈত্য' শব্দৰ পৰা আহিছে। হায়দৰাবাদ ৰাজ্যৰ ইলোৰা আৰু অজন্তা নামে গুহা দুটাত প্ৰাচীন ভাৰতৰ অনেক স্মৃতি ওলাইছে। তাত কেইবাটিও "চৈত্য" আছে। এই চৈত্য বিলাকেই আজিকালিৰ বিশ্ববিদ্যালয় নিচিনা একোখন ডাঙৰ বিদ্যালয় আছিল। বৰ্তমান পুথিত অকল স্বৰ বৰ্ণ কেইটাহে লোৱা হৈছে দেখি ইয়াৰ "স্বৰ-চতিহা" নাম দিয়া হ'ল। ইয়াৰ দ্বাৰাই নিৰক্ষৰ অসমীয়া সমাজে কিছু পাব পাৰিলেই আমাৰ পৰম সৌভাগ্য হ'ল বুলি মানিম।

ইতি -

গ্ৰন্থকাৰ

# প্ৰথম অধ্যায়

সুদূৰ পশ্চিমত শান্ত, স্নিগ্ধ চিৰকলীয়া সেই দয়াৰ মূৰ্তিমতি ছবি, হিন্দুৰ সৰ্বস্ব পতিত পাৱনী কুলৰ নন্দিনী গঙ্গাৰ পাৰ! অলপ উত্তৰলৈ দ্বিতীয়াৰ চন্দ্ৰটিৰ দৰে ধেনু ভিৰীয়া হৈ জাহ্নবী দেৱীয়ে কাশী বিশ্বনাথৰ অভিসাৰে যাত্ৰা কৰিছে। দূৰত সেই পুণ্য-তীৰ্থ কাশী।

গঙ্গাৰ বুকুত আবেলি পৰত অসংখ্য সৰু সৰু নাও, দূৰৰ পৰা এটি মনমোহা দৃশ্য। যেন নীল আকাশৰ একো একোটি ক'লা বৰণীয়া পখী ৰ লাগি ৰৈ আছে।

সেই মনোমোহা দৃশ্য উপভোগ কৰি আবেলি পৰত তিনিজন বন্ধু গঙ্গাৰ পাৰত বহি নানা তৰ্ক - বিৰ্তক কৰিছে। তিনিও কাশী বিশ্ববিদ্যালয়ৰ ছাত্ৰ। ঘৰৰ পৰা আঁতৰি গ'লে মানুহৰ মনত ঘৰৰ ছবিটি সঘনে উদয় হয়। এই তিনিও বন্ধু যে মানৰ চৰিত্ৰ সুকোমল বান্ধনীৰ ভিতৰত তাক নকলেও হ'ব।

অনেক কথোপকথনৰ পাছত ৰাজেনে মাত লগালে — "শৰ্মা, সিহঁতৰ উন্নতি নহব কিয়? তেওঁ বিলাকে জানে বীৰ পূজাৰ মূল্য কিমান! আমি কৰিছোঁ কি, বঙ্গালীক গালি পাৰিবলৈ শিকিছোঁ, চাহাবৰ চাহাবী হুবহু নকল কৰিবলৈ শিকিছোঁ। কিন্তু দিনে দিনে আমাৰ চকুৰ আগতে আমাৰ ওচৰ চুবুৰীয়াও কেনেকৈ উন্নতি কৰিছে তালৈ আমাৰ ভ্ৰূক্ষেপেই নাই।"

"আপুনি ক'ব খোজেনেকি যে খবৰ কাগজত ডাঙৰ ডাঙৰ আখৰেৰে নাম লিখি বঙালী জাতিয়ে বীৰ পূজা কৰিছে?" অলপ খং আৰু ঘৃণাৰ ভাবেৰে গোপালে মাত লগালে।

ৰাজেন : ঠাকুৰ আপুনি বুজি বাজিও এনে তৰ্ক কৰে কিয়? জাতিৰ অধিষ্ঠান কি হ'ব? যি জাতিৰ মানুহে আনজনৰ প্ৰতি সন্মান দেখুৱাবলৈ লাজ কৰে, যি জাতিৰ প্ৰত্যেক দেশবাসীয়েই একো একোজন নেতা হৈ উঠিব খোজে, সিঁহতৰ মাজত জাতীয়তা ক'ত থাকিব? জাতি বুলিলেই কিছুমান মানুহৰ সমষ্টি বুজায়, ব্যক্তিগত মানুহক জাতি নোবোলে বোধহয়।

গোপাল : তেনে কিছুমান খবৰ কাগজ প্ৰকাশ কৰি ডাঙৰ ডাঙৰ আখৰেৰে অসমীয়াৰ বীৰত্ব প্ৰকাশ কৰি আমিওতো অতি সোনকালে নাম কৰি পেলাব পাৰোঁ।

ৰাজেন : এনেকুৱা হাঁহি উঠা কথা নকব। আপোনাৰ কাগজবোৰ পঢ়িবৰ কাৰণে ভাৰতবাসী বৈ থকা নাই বুলিহে ভয়।

গোপাল : তেন্তে উপায়?

ৰাজেন : উপায়। উপায় বিচাৰি ফুৰিব লাগিছেনে কি? উপায় হাতত্তে আছে। মাত্ৰ আমি কাৰ্য্যত পৰিণত কৰিলেই হ'ল।

দুয়োৰে কথা শুনি নিজান মাৰি বহি থকা নবীনে এইবাৰ জাপ মাৰি উঠি ৰাজেনৰ পিঠিত চাকিৰাবলৈ ধৰিলে।

নবীন : বেচ, তোমাৰ মাজত তেনে এই বীমটো সোমায়েই আছে, খালি তুমি উলিয়াইছে দিয়া নাই। ইমান দিনে সুমুৱাই থৈ ভুল কৰিলা। কোৱাচোন কোৱা উপায়টো কি?

ৰাজেন : নবীন, এই বিলাক বিষয়ত মোৰ লগত ধেমালি কৰিলে সঁচাকৈয়ে মই দুখ পাওঁ [illegible]; আজি কলেজত জৱাহৰলালৰ বক্তৃতাশ শুনিলানে, অসমীয়া যুৱকৰ কি প্ৰসংশা কৰি গ'ল।

নবীন : কতা, তেওঁ দেখোন অসমীয়াৰ নামকে উল্লেখ কৰা নাছিল।

গোপাল : উল্লেখ কৰিব কেনেকৈ, কি সূত্ৰত? অসমীয়া যুৱকে খুউব ভাল ধুন-পেঁচ মাৰিব জানে, চিগাৰেট খাব জানে। বিলাস-বাসনা চৰিতাৰ্থ কৰিব জানে বুলি?

নবীন : দুদিনীয়া পৃথিৱীত ফুৰ্ত্তি নকৰিলে আৰুনো কৰিবা কি 'ঋণং কৃত্বা ঘৃতং পীবেৎ' চাৰ্বাক দৰ্শনে এনেয়ে কৈ যোৱা নাই।

গোপাল : অসমীয়াৰ উপযুক্ত কথা, অসমীয়া কলেজীয়া ছাত্ৰৰ কাৰণে আকৌ আজিকালি এটা নতুন শ্লোক ওলাইছে। 'পিতৃং হত্যা স্ফূৰ্ত্তি কৃত্যা।'

"বাঃ তোমাৰ যে সংস্কৃত ভাষাত ও যথেষ্ট ব্যুৎপত্তি আছে" বুলি নবীনে অলপ ইতিকিং কৰি গোপালক জব্দ কৰিবৰ অভিপ্ৰায়ে কথাষাৰ কৈ পেলালে।

ৰাজেন : ঠাকুৰ, আপুনি তেওঁৰ লগত বাজে কথাবোৰ পাতে কিয়? তেওঁ চৌব্বিশ ঘণ্টা কেৱল ফাজলামিতে কটাব খোজে।

"এৰা এৰা দেশোদ্ধাৰৰ প্লেন চলক, এইবোৰ বাজে কথাৰ প্ৰয়োজন কি?" বুলি নবীনে গুণ-গুণকৈ বঙালী গান এটি আৰম্ভ কৰিলে। বিৰক্ত হৈ অলপপৰ নিতাল মাৰি থাকি ৰাজেনে আৰম্ভ কৰিলে।

"পঢ়া-শুনাত শুনিবা বঙালী, খেল-প্ৰতিযোগিতাত শুনিবা বঙালী, ৰাজনীতিত শুনিবা বঙালী, সকলো বিষয়তে বঙালী যুৱকে অলপ নহয় অলপ হাত দিছেই। বঙালীৰ যুৱক সমাজ বুলি এটা সঙ্ঘ আছে। আজি যদি খবৰ কাগজত এখনি জাননী ওলায়, কাইলৈ হেজাৰ হেজাৰ যুৱক আহি উপস্থিত হ'ব। এনে সঙ্ঘবদ্ধ স্বদেশপ্ৰাণ বঙালী যুৱকৰ উন্নতি নহৈ স্বাৰ্থান্ধ, অভিমানী অসমীয়াৰ উন্নতি হ'ব বুলি আপুনি ক'ব খোজেনেকি?" হতাশভাবে গালত হাত দি গোপালে গঙ্গাৰ বুকুৰ ফালে তধালাগি চাই ৰ'ল। নবীন তেতিয়া কোনোবা কল্পনাৰ ৰাজ্যত। এই নিস্তব্ধতা ভেদ কৰি ৰাজেনে কবলৈ ধৰিলে "কিন্তু নাই বুলি আমি হতাশ হোৱা উচিৎ নহয়। আমাৰ প্ৰধান কৰ্তব্য, যুৱক সমাজক সঙ্ঘবদ্ধ কৰা। নিজৰ অভিমান পাহৰি জাতিৰ হকে দেশৰ হকে হাতে-কামে লাগি যোৱা। প্ৰকৃত দেশবাসী হবলৈ হ'লে কেৱল অতীতত্বৰ গুণ গালেই নহব। অতীত কাহিনীৰ মৰ্যাদা ৰক্ষা কৰিবলৈ বৰ্তমান আৰু ভবিষ্যতৰ লগত সম্বন্ধ ৰাখি কৰ্তব্যত হাত দিব লাগিব। হা-হুমুনিয়া কাঢ়ি, কি হ'ল কি হ'ল হায় অসমীয়া ইত্যাদি নিস্ফল কান্দোনত অসমৰ একো উপকাৰ নহয়। কেৱল দীৰ্ঘ নিশ্বাস পেলাই 'হায় - হায়' কৰিলেই দেশৰ উপকাৰ আকাশৰ পৰা নামি নাহে। হাতত কৰ্মৰ মহাস্ত্ৰলৈ হীনতা শত্ৰুৰ বিপক্ষে বিদ্ৰোহ কৰাই যৌৱনৰ উদ্দেশ্য। জাতিৰ জাগৰণ প্ৰাণবান আৰু জীৱন্ত কৰিবলৈ হলে নবীনৰ প্ৰাণত বন্ধন মুক্তিৰ জয়গান প্ৰৱেশ কৰিব লাগিব। চীনৰ জাতীয় সংগ্ৰামৰ মূলত এমুঠি যুৱক ছাত্ৰ মাথোন। কেৱল তিনিজন ছাত্ৰৰ আহ্বানত হেজাৰ হেজাৰ চীনা ছাত্ৰই জাতীয় যজ্ঞত আত্মোৎসৰ্গ কৰি সফলতা লাভ কৰিলে। আমিও সেই একেই যুৱক। আমাৰ শৰীৰো ৰক্ত মাংসৰে গঠিত, আৰু আমাৰ প্ৰাণতো জাতীয় গৌৰৱ আছে। তেন্তে আমিনো কিয় উঠিব নোৱাৰিম?" এইবাৰ যেন গোপালে অলপ আনন্দিত হৈ ৰাজেনৰ ফালে মুখ ঘুৰালে। ৰাজেনৰ মুখৰ পৰা যেন কিবা এটা আৰু আশাৰ বাণী ওলাই গোপালক আশ্বাস কৰিব। ৰাজেনে আকৌ আগৰ দৰে কৈ গ'ল। "আমি শক্তি পাহৰিছোঁ, আমাৰ হাতত সকলো আছে। ইচ্ছা কৰিলেই কৰিব পাৰোঁ। কিন্তু শক্তি পাহৰি আমি ভয়াতুৰ হৈ গৈছোঁ। আমাৰ লাজ বেছি। পুৰুষ বেশেৰে আমি আজি সুন্দৰী যুৱতী। যেন কোনোৱে চকু দিলেই আমাৰ কোমল বুকু কঁপি উঠিব। তাতকৈ ভয় লগা হৈছে আমাৰ আদৰ্শ। ধন উপাৰ্জনৰ গৱৰ্ণমেণ্ট চাকৰীৰ প্ৰতিযোগিতাত থিয় দিয়াই অসমীয়া যুৱকৰ প্ৰধান কাম। ঘৰৰ বাহিৰ ওলাই আনৰ লগত তুলনা কৰি নিজৰ চকুৰড় বুজিবলৈ আৰু সময় পাই ক'ত! যিবা দুই এজন পথে প্ৰবাসে আছে, তেওঁ বিলাকৰ আদৰ্শ হৈ পৰে বিলাসিতা। ভাবিবলৈ আৰু বাকী থাকিল কি, ৰাজেনৰ কথাতে ভৰ দি গোপালে কবলৈ ধৰিলে — "কথাটো সঁচা। বিশ্বাস হেৰালেই বিপদ। নিজকো বিশ্বাস কৰিব নোৱাৰি। আৰু আনৰ ওপৰতো আস্থাহীন হয়। এই কাৰণেইহে আমাৰ দেশত কাকো কোনেও বিশ্বাস নকৰে। আনকি বাপেকে পুতেকক বিশ্বাস কৰিব নোখোজে। কিন্তু ইমান বহল দেশ যে সোনকালে শৃঙ্খলাবদ্ধ, কথাযাৰ শেষ নৌ হওতেই ৰাজেনে মুখতে ধৰিলে- হ'ব হ'ব নিশ্চয় হ'ব। যদি এবাৰ পথৰ সন্ধান মিলে, যদি অসমীয়া যুৱকে পথ অনুসৰণ কৰে, অতি সোনকালে চাবা কাজীৰ দৰে উপকাৰ হ'ব। মাত্ৰ লাগে যৌৱনৰ বিদ্ৰোহ, জড়তাৰ ধ্বংস, এনেতে নবীনে মাত লগালে, "পিছে ইফালে গধূলি হ'লহি লাহে লাহে, আৰু খোজ ললেহে যথা সময়ত হোষ্টেল পোৱাগৈ হব।" নবীনৰ কথা শুনি তেওঁ বিলাকৰ মনত পৰিল যে এতিয়া তেওঁ বিলাক বহুত দূৰতে আছে, আসামত নহয়। লাহে লাহে বোৰ্ডিংঘৰৰ অভিমুখে তিনিও বন্ধুৱে খোজ ললে।

গধূলি গঙ্গাৰ পাৰত বহুত ছাত্ৰ ফুৰিবলৈ যায়। কেইজনমান বঙালী ছাত্ৰও তেওঁ বিলাকৰ লগ লাগিল। আটাইকেইজন কথা-বতৰা পাতি আহি আছে। তাৰ মাজতে এজন বঙালী ছাত্ৰই মাত দিলে - "আচ্ছা আপনাদেৰ ভাষাটো Translate কৰা না?' গোপাল একেবাৰে জ্বলি উঠিল। খন্তেক অস্থিৰ হৈ কলে "ভাষা কি Translate কৰিতে কৰে? আপনি ভাষা মানে বোজেন কি? কোন বই তই নয়তো?" বঙালী ছাত্ৰ কিজন অলপ লজ্জিত হ'ল। আৰু কথাতো সিমানতে তল পেলাই আন কথা আৰম্ভ কৰিলে। নানা তৰহৰ কথা বতৰাৰ পাছত - আটাই কেউজন বোৰ্ডিং ঘৰৰ ওচৰ চাপিলহি। সকলো নিজ নিজ কোঠাত সোমাই পৰিলগৈ।

---

অসমীয়া ডেকা

## দ্বিতীয় অধ্যায়

ৰাজেন, নবীন আৰু গোপাল তিনিও একেলগেই কাশী বিশ্ববিদ্যালয়ত পঢ়ে। কাশীলৈ আহিবৰ পৰা ৰাজেনৰ মনত সদাই দেশৰ কথা বৰকৈ খেলায়। অসমৰ পৰা ওলাই আহিয়েই ৰাজেনে দেখিলে যে, অসম সঁচাকৈয়ে আন বিলাকতকৈ বহুত পাছত। সভা-সমিতি, কংগ্ৰেছ আদিত আন আন প্ৰদেশৰ কৰ্ম নিপুণতা দেখি ৰাজেনৰ নিজৰ ক্ষুদ্ৰত্বৰ বিষয়ে এতিয়াহে জ্ঞান আহিল। এতিয়াহে ৰাজেনে ভালকৈ বুজিছে যে অসমীয়াৰ গৌৰৱ কৰিব লগীয়া বিষয় একো নাই। খবৰ কাগজ পঢ়োঁতে কেতিয়াবা কেতিয়াবা মুখ-চকু ৰঙা হৈ উঠে আৰু বুকু ঢপ্‌ঢপ্‌কৈ উঠে। মন উগুল-থুগুল কৰে। এতিয়া ৰাজেনৰ চিন্তা, কেনেকৈ অসমীয়া জাতিৰ গঠন শকত কৰিব পাৰি। আৰু কেনেকৈ দেশৰ মান ৰক্ষা কৰিব পাৰি। নানা উপায় ভাবোঁতে ভাবোঁতে তেওঁ অস্থিৰ হৈ পৰে। এফালৰ পৰা এটা ভাবি যায়, হঠাৎ এটা প্ৰতিবন্ধকতা আহি চুৰমাৰ কৰে। আকৌ ভাবে আন এটা।

ৰাজেনে এতিয়া অসমীয়াৰ উন্নতি কল্পনা কৰি ভাল পায়। অসমৰ ভাল খবৰ পাবৰ কাৰণে প্ৰতি বুধবাৰে "অসমীয়া" খবৰ কাগজখন মেলিবলৈ উত্‌ৰাৱল হৈ থাকে। জানোচা কিবা এটা ভাল খবৰ ওলায়। কিন্তু কাগজ পঢ়িতো ৰাজেনে যেনেকুৱা আনন্দ পাম বুলি অনুভৱ কৰিছিল, তেনেকুৱা আনন্দ নেপায়। কাৰণ তেওঁৰ আনন্দ বা কিহত, কোনে বুজে?

অসমৰ পৰা আহিয়েই ৰাজেনে বহুত অভাব অনুভৱ কৰিলে। তেতিয়া এটা এটাকৈ অভাব বিলাক আহি তেওঁৰ চকুৰ আগত থিয় দিয়েহি। ৰাজেনে তেতিয়া প্ৰত্যেকটিৰে কাৰণে একো একোটা উপায় স্থিৰ কৰি আনন্দত নাচি উঠে। ৰাজেনৰ মনত আটাইতকৈ বেছি আনন্দ দিয়ে সহৃদয়তা কথাবাৰে। কেবাবাৰো তেওঁ জনদিয়েক বন্ধুৰ লগত দুই-এটা কথা উল্লেখ কৰি সহানুভূতি নেপাই বিমোৰত পৰিছিল। এইবাৰ ৰাজেন দৃঢ় সঙ্কল্প- এবাৰ চিএঙৰি টেটু ফালি হলেও অসমীয়া বন্ধু সকলক তেওঁৰ অন্তৰৰ ভাব জনাবগৈ।

এই সময়তে বোৰ্ডিঙত কলা প্ৰদৰ্শনী আৰম্ভ হ'ল। এই প্ৰদৰ্শনী বহুৱি হয়। তাত কেইবাটাও বিভাগ আছে। ছবি, ফটো. বেজীৰ কাম, হাতৰ কাম, কাৰ্পেটৰ কাম, কাঠৰ ধুনীয়া ধুনীয়া বস্তু, সংগীত, নাট্যকলা আৰু তৰ্কসভা। ভাৰতৰ প্ৰায় সকলো কলেজৰে পৰা এই তৰ্ক সভালৈ প্ৰতিযোগী আহে। তৰ্কৰ বিষয় আছিল "প্ৰাচ্য আৰু পাশ্চাত্য"। এই তৰ্ক সভাত যি তিনিজনেই যুক্তি আৰু আলোচনাৰে দহ মিনিটৰ ভিতৰত বিষয়টো খুব পৰিপাটিকৈ বুজাব পাৰিব, তেওঁ বিলাকেই গুণানুসাৰে পুৰস্কাৰ পাব। সকলো প্ৰতিযোগীয়েই নিজ নিজ বক্তব্য শেষ কৰাৰ পাছত বিচাৰক সকলে প্ৰকাশ কৰিলে যে, যোৰ্হেৰ ছাত্ৰজনে প্ৰথম স্থান, পুনাৰ জনে দ্বিতীয় স্থান, আৰু লক্ষ্ণৌৰ ছাত্ৰজনে তৃতীয় স্থান অধিকাৰ কৰিছে। পুৰস্কাৰ বিতৰণী হৈ গল। অসংখ্য জনতাৰ কৰতালিৰ মাজেদি ছাত্ৰকেইজনে পুৰস্কাৰ গ্ৰহণ কৰিলে।

পাছদিনা অভিনয় প্ৰতিযোগিতা। ইংৰাজী আৰু হিন্দী দুই ভাষাতে অভিনয় প্ৰতিযোগিতা হয়। দুইটাৰ কাৰণে বেলেগ বেলেগ পুৰস্কাৰ। কোনো নাটৰ পৰা একোটা দৃশ্য গোছৰ দিনৰ আগতে বাছি দিয়ে। প্ৰতিযোগীয়ে সেই দৃশ্যত থকা সকলো চৰিত্ৰকে অভিনয় কৰি দেখুৱাব লাগে। অভিনয় প্ৰতিযোগিতাও শেষ হৈ গ'ল। তাৰ পাছত আহিল সংগীত। সংগীত প্ৰতিযোগিতালৈও বহুত প্ৰতিযোগী আহিছিল। আবেলি পাঁচ বজাত বিচাৰক সকলৰ অনুমতি অনুসাৰে কৃতী প্ৰতিযোগী সকলক বঁটা বিতৰণ কৰি সভা ভঙ্গ কৰা হ'ল।

ৰাজেনে সৰুৰে পৰা নাট্যকলাৰ প্ৰতি বৰ ধাউতি। ললিত কলাৰ উন্নতি সাধন কৰিবলৈ জগতৰ সকলো জাতিয়ে কিমান যত্ন কৰিছে, ৰাজেনে তাৰ ভা... ...পায়। আনে যিহকেই কওক, তেওঁ বুজে যে কবি নাট্যকাৰ শিল্পী জাতিৰ সম্পদ। এওঁবিলাকৰ ভিতৰেদিয়েই জাতিৰ জাতিয়ত্বই আত্মপ্ৰকাশ কৰিব পাৰিব। যি জাতিয়ে নিজৰ কবি, নাট্যকাৰ আৰু শিল্পীৰ চৰণত শ্ৰদ্ধাৰ পতি অৰ্পণ নকৰে, সেই জাতিৰ কোনো জাতীয়ত্ব আছে বুলি কোনেও স্বীকাৰ নকৰে. সেই জাতি মৃত। সেইবাবে ৰাজেনে তেওঁবিলাকৰ নাট্য মন্দিৰৰ আৰু তেওঁৰ পৰিচিত জনদিয়েক কুশলী শিল্পীৰ প্ৰশংসা কৰি বন্ধুইতৰ আগত অনেক কথাৰ অৱতাৰণা কৰে। কেতিয়াবা তেওঁ নিজৰ কোঠাতে বহি কিবা ভাবোঁতে ভাবোঁতে জৰ জৰকৈ চকুৰেদি পানী বৰলৈ ধৰে। কিয়নো কান্দে ৰাজেনেহে জানে।

প্ৰদৰ্শনী দেখিবৰে পৰা ৰাজেনে এইটো ভালকৈ বুজিলে যে যেতিয়ালৈকে অসমৰ এখন নিজা আৰ্টস্কুল নহয় নাইবা কলা শিল্পৰ প্ৰয়োজন বুজি যেতিয়ালৈকে অসমীয়া ছাত্ৰ দেশ-বিদেশ ঘূৰি তাৰ অনুসন্ধান নকৰে তেতিয়ালৈকে অসমীয়া কলাৰ কোনো উন্নতি কামনা কৰিব নোৱাৰি। চিত্ৰ-কলা বিশ্বৰ ভাষা, এই ভাষা মানুহ মাত্ৰেই বুজিব পাৰে। জাতিৰ অন্তৰৰ সৌন্দৰ্য্য ফুটাই তোলে এই ভাষাই। কবিতা য'ত অপাৰগ, ভাবৰ য'ত আৱশ্যক তাত শিল্পীৰ দুটামান আঁচ মূৰ্তিমান হৈ উঠে। কিন্তু ক'তা "ধ্যানমীত কণহী" বুলি আজিলৈকেতো এখনো ছবি ওলাৰ পৰা নাই। কোজা গেলা গণ। চিত্ৰলেখা অসমীয়া আছিল। তাৰ আহিবেতো আজিলৈকে এনে এজন উদাৰ অসমীয়া দেখা নাই। যি সেই অদ্ভুত চিত্ৰলেখাৰ নামটি সাৰ্থক কৰিবৰ কাৰণে চিত্ৰলেখা আৰ্টস্কুল এটি স্থাপন কৰিবলৈ

আগ বাঢ়িছে। যদি কেৱল গৌৰৱৰে উন্নতি সাধন হ'লহেঁতেন, তেনেহলে সেই চিত্ৰলেখাতে শেষ নহে আৰু বহুত চিত্ৰলেখা ওলালহেঁতেন।

ভাবি থাকোতে থাকোতে ৰাজেনৰ মনত পৰিল জয়পুৰ আৰ্টস্কুললৈ! কি উসাংহ, কেৱল সেই এক স্কুলে ভাৰতৰ সন্মান ৰক্ষা কৰিছে। জয়পুৰৰ শ শ দুখীয়াৰ জীৱিকা যোগাইছে। পিতলৰ ওপৰত নানান কাৰু-কাৰ্য্য কৰি পৃথিৱীত প্ৰচাৰ কৰিছে। দেশৰ কি উৎকৰ্ষ সাধনা কৰিছে। অসমীয়া কমাৰ-কুমাৰ হস্ত শিল্পীৰ আদৰ্শ ক'ত? অসমীয়া শিল্পৰ উন্নতি হ'ব কেনেকৈ। সেই মান্ধাতাৰ দিনতেই যি এটা গঢ় শিকিলে সেই একে সাঁচতে আজিলৈকে চলিবলৈ লাগিছে। তাৰ কোনো লৰচৰ নাই। কাৰণ অসমীয়াই নিজত্ব এৰি নিদিয়ে। এনেকৈ কি উন্নতি সাধন হয়?

কালভেদে মানুহৰ ৰুচি ভেদ হয়। মানুহৰ ৰুচি তৃপ্তিৰ কাৰণেই নানা শিল্প সৌন্দৰ্য্যৰ প্ৰকাশ হয়। সকলো শিল্পৰে লক্ষ্য মানৱক উন্নতি কৰা, তাৰ জ্ঞানৰ অভাৱ পূৰ্ণ কৰি তোলা। লক্ষ্য একে হ'লেও পথ বেলেগ। প্ৰত্যেক কলাই তাৰ নিৰ্দিষ্ট পথ অৱলম্বন কৰি তাৰে লগত আগ বাঢ়িব লাগিব। যি বিলাক শিক্ষিত তেওঁ বিলাকৰ জীৱিকা যোগাই সাহিত্যই, কাৰ্য্য-দৰ্শন-বিজ্ঞানে। নানান ভাষা আৰু ছন্দই, নানা পুঠি-পাঁজিয়ে। কিন্তু অশিক্ষিত সেই বিলাকে কোনো উপকাৰেই কৰিব নোৱাৰে। সিহঁতক দিব লাগিব হাতৰ শিল্প। অলপ শিক্ষিত দুখীয়া ল'ৰা বিলাকক যদি এনে কাৰ্য্য কৰি শিক্ষা দি তুলিব পাৰি, সিহঁতে নিজে নিজে যদি সামান্য টকাৰে স্বাধীন ব্যৱসায় কৰি অন্ততঃ নিজৰ ওচৰচুবুৰীয়াৰে কাম থিনি কৰি দিব পাৰে, তেন্তে অসমীয়া স্বাধীন হবলৈ কেইবছৰ লাগিব। গোটেই দেশতে যদি অসমীয়া কমাৰ-কুমাৰ কাঠ-মিস্ত্ৰি ভৰি পৰে তেনে পশ্চিমীয়া কুমাৰে গৈ অসমৰ পইচা লুটিব কিয়? নেপালী কমাৰে দা-কটাৰী গঢ়ি চুঙাই চুঙাই টকা পুতিবলৈ সময় পাব ক'ত?

স্বাধীনতা লাগে বুলি চিএৰি ফুৰিছোঁ। দেশ তোল-পাৰ লগাইছোঁ। অথচ, পাছলৈ উলটি চোৱা নাই। অসম সংৰক্ষিণী সভাই পাচিয়ে পাচিয়ে প্ৰস্তাৱ সমৰ্থন কৰিছে, কিন্তু আজিলৈকে এটাও কাৰ্য্যত পৰিণত কৰিব পৰা নাই। কেৱল প্ৰস্তাৱ সমৰ্থন কৰিলেই দেশোদ্ধাৰ হবনে? যদি মৈমন চিঙীয়াৰ পৰা অসম ৰক্ষা কৰিব লাগে, এটা ভ্ৰমণকাৰীৰ দল গঠন কৰি গাবে-ভুঁএে প্ৰচাৰ কাৰ্য্য হাতত নলয় কিয়? কিছুমান যুৱকক কৰ্মশীল কৰি তুলিবলৈ শিল্প-বিদ্যালয় প্ৰতিষ্ঠা নকৰে কিয়? টকা নাই, বাঁহ খেৰৰ ঘৰ সাঁজি গাঁৱৰ মাজত প্ৰকৃত গ্ৰাম্য সংগঠনৰ শিক্ষা দিবলৈ কিমান টকা লাগে?

ইত্যাদি হেজাৰ বিজাৰ আত্ম প্ৰশ্ন কৰি ৰাজেন ভাৱত বিভোল। ভাবোতে ভাবোতে কলেজলৈ যাবৰ সময় হলহি। লৰালৰিকৈ গা ধুই ভাত খাই ৰাজেনে কলেজলৈ খোজ ল'লে।

(পৰৱৰ্তী অংশ পোৱা নহ'ল।)

## তৃতীয় অধ্যায়

...............চাৰিও ফালে হাহিৰ ৰোল উঠিল। এজনে ঠাট্টাৰ সুৰত মাত লগালে। শ্ৰীবৎসৰ ভূমিকাত বোধহয় তুমি নিজেই নামিবা। ইজনে সিজনৰ চকুৰে চোৱা-চুই কৰিলে। এনেতে গোবিন্দই মাত লগালে যে, যি বিলাক নাটকে আগেয়ে খুউব নাম কৰি গৈছে তেনে নাটক হাতত লোৱা উচিত নহয়। ৰাজেন কিন্তু সেই দলৰ নহয়। তেওঁৰ উদ্দেশ্য নাট্যকলাৰ প্ৰকৃত ৰসানুভৱ কৰা। তেওঁ ক'লে প্ৰবীণ অভিনেতা সকলে যি বিলাক নাটকত কৃতকাৰ্য্য হৈ গৈছে সেই বিলাক নাটক হাতত লোৱাই আমাৰ কৰ্তব্য। নহ'লে আমি কৃতকাৰ্য্য হ'ব পৰা কঠিন। মাজৰ পৰা কনকে মাত লগালে "এৰা এৰা দানীবুব ভাছৰিৰ সৃষ্টি কৰিব। তেওঁক শ্ৰীবৎসৰ পাৰ্ট দিয়া। আৰু তেওঁৰ বাছনি মতে এজনক চিন্তাৰ পাৰ্ট দিয়া হৈ যাব।" ৰাজেনে আৰু মনে মনে থাকিব নোৱাৰিলে। প্ৰতিবাদ কৰিবলৈ বাধ্য হ'ল— "মোক শ্ৰীবৎসৰ পাৰ্ট নেলাগে, যেয়ে কৰিব পাৰে কৰক। কিন্তু মই কৈছোঁ যে অনুবাদ নাটক কৰি অসমীয়া সাহিত্যিকৰ মুৰত কুঠাৰ মৰাতকৈ মূল নাটক কৰা ভাল। আমি যদি অসমীয়া নাটক অভিনয় নকৰো, অসমীয়া কিতাপ নপঢ়ো তেন্তে সাহিত্যৰ উন্নতি হ'ব কেনেকৈ? গ্ৰন্থকাৰে কিতাপ কেৱল ছাপা কৰিবৰ উদ্দেশ্যেই লিখা নাছিল। শিক্ষিত সমাজে সহানুভূতি দেখুওৱাব বুলিহে কিতাপ প্ৰকাশ কৰে'। খন্তেক পৰলৈ সভাস্থল নিৰৱ। এইবাৰ ডাঙৰ ডাঙৰ মাতেৰে কনকৈ কবলৈ ধৰিলে "চাহজাহানৰ বাহিৰে আন নাটক আমি কেতিয়াও নকৰোঁ! যদি কোনোৱে "শ্ৰীবৎস চিন্তা" কৰিব খোজে তেওঁলোকে কৰিব পাৰে। আমি কিন্তু যোগ নিদিও। বেছিভাগেই কনকৰ কথাত হয়ভৰ দিলে। ৰাজেনে এইবাৰ জয়মতী নাটকৰ কথা উল্লেখ কৰিলে। নাম শুনি কেবাজনো অভিনেতা জিকাৰি উঠিল। ভাষা বেয়া, খাছ অসমীয়া, 'ফ্লো' নাই। বিৰক্ত হৈ অলপ খঙেৰে আৰু জোৰেৰে ৰাজেনে কবলৈ ধৰিলে "এনেকুৱা উদ্দেশ্য লৈয়েই যদি তোমালোকে আজি শিক্ষিত বুলি নিজকে গৌৰৱান্বিত বুলি ভাবিছা, অসমীয়া সাহিত্যৰ প্ৰতি যদি তোমালোকৰ এনেকুৱাই সহানুভূতি, তেন্তে আমাৰ মঙ্গল কেনি? আমাৰ সাহিত্যিকক আমি যদি পূজা নকৰো, নাট্যকাৰক উৎসাহ নিদিওঁ, ঔপন্যাসিকৰ কিতাপ নপঢ়োঁ, তেন্তে বিদেশীয়ে আহি সেইবোৰ কৰিবহিনে?" কনকৰ হাঁহি দুগুণে চৰিল। দুই এজনে দেখাদেখিকৈ হাঁহিবলৈ লাজ কৰে দেখি কমাল উলিয়াই লৈ হাঁহিবলৈ আৰম্ভ কৰিলে। কনকে লাহেকৈ মাত লগালে- "অসমীয়া ঔপন্যাসিকনো কোনজন বা!" ৰাজেনে আৰু এইবাৰ ৰব নোৱাৰিলে

---

অসমীয়া ডেকা

'ছিঃ ছিঃ কনক তুমি ভাবিছা, মোক উপহাস কৰিছা। কিন্তু তোমাৰ উপহাসে মোক একো কৰিব নোৱাৰে। নিজৰ দেশৰ প্ৰতি এনে জ্ঞান লৈয়েই যদি বি.এ. পাছ কৰি খুজিছা তেন্তে তোমাৰ নিচিনা বি. এ.ৰ কোনো উপকাৰ নহয়। তুমি বোধহয় দুখনমান বঙালী উপন্যাস পঢ়ি উত্তেজিত হৈ আমাৰ যৌৱনৰ কৰাল গ্ৰাসত নিজে আহুতি দিবলৈ ভাল পোৱা, আৰু সেইবাবে অসমীয়া উপন্যাস আছে বুলিও ভাবিব নোৱাৰা। বঙ্কিম বাবু আৰু শৰৎ বাবুৰ উপন্যাসক বঙালীয়ে আদৰ কৰিছে বুলিয়েই ভাৰতজুৰি স্থান পাইছে। তুমি আজি ৰজনীকান্তৰ "মনোমতী", "মিৰিজীয়ৰী", "দন্দুৱা দ্ৰোহ" বেছি সমালোচনা কৰি চালাহেঁতেন, তেন্তে বুজিলাহেঁতেন যে ৰজনীকান্ত কোনো গুণেই শৰৎ চন্দ্ৰতকৈ হীন নহয়। অসমীয়া নিখুঁত চিত্ৰ অঙ্কণ কৰিব পৰা ক্ষমতা ৰজনী কান্তৰেই আছে। তোমাৰো যদি হৃদয়ত দেশৰ প্ৰতি এফেৰাও মৰম থাকিলহেঁতেন তেন্তে তোমাৰ নিচিনা ধনী সন্তানে জাপে জাপে বঙালী নাটক নভেল কিনি আলমাৰি ভৰাই নথলাহেঁতেন। যি জনৰ একনিষ্ঠ সাধনাত আমাৰ সাহিত্য টনকিয়াল হৈ উঠিছে, সেই নিপুণ ওজা বেজবৰুৱা ডাঙৰীয়াৰ অন্ততঃ এখন পুথিও তুমি আলমাৰিত ৰাখিলাহেঁতেন।" পাগলৰ দৰে প্ৰলাপ শুনি যেনেকৈ মানুহে হাঁহি সামৰিব নোৱাৰে, কনকেও ৰাজেনৰ কথা শুনি হাঁহি সামৰিব নোৱাৰিলে। ৰুমালেৰে চকুমুখ মচি ৰাজেনৰ ফালে চাই কলে "তোমাৰ লেক্‌চাৰ শুনি সন্তোষ্ পালোঁ. হ'ল হ'ল ভয় নাই।

মাজৰ পৰা এজনে মাত লগালে, "ভোট লোৱা হওক। যিখন নাটকৰে বেছি ভোট হ'ব, সেই খনকেই ধৰা হ'ব।" সকলোৱে সম্মতি দিলে। গতি দেখি ৰাজেনে আগেয়ে জানিছিল যে ভোটত "ছাহজাহান" উঠিব। দিল্লীৰ সম্ৰাট হাৰিব নোৱাৰে বুলি ৰাজেনৰ সম্পূৰ্ণ বিশ্বাস আছিল। আৰু সঁচাকৈয়ে তেওঁৰ বিশ্বাস অথলে নগ'ল।

হাতচাপৰি বজাওতে কনকৰ কোমল হাতত দুটামান পানীজোলা বান্ধি গ'ল। উল্লাসত তেওঁ মতলীয়া। বৰ মূৰীয়া চাই চাই ডাঙৰ ডাঙৰ ভাও বিলাক ভগাই দি যুবক সকল দিহা-দিহি গ'ল। কনক তেওঁৰ বন্ধু মফিজৰ লগত ঘূৰিবলৈ গ'ল। মফিজে মাজে মুখে কথা এৰাৰ ক'লে "অচমীয়া সাহিত্য" এই কথাবাৰে, বাৰিষাৰ সোঁতে ভেটা ভাঙি দিয়াৰ দৰে, কনকৰ বক্তৃতাৰ ভেটা ভাঙি দিলে। নকৰা তেওঁ অসমীয়াৰ উপকাৰ কৰিবলৈ আহিছে। কি 'ঘোঁৰাৰ ডিম'টো আছে। লক্ষ্মীনাথ বেজবৰুৱাৰ নাটক, ৰজনীকান্তৰ নভেল - বাঃ তাৰ বাহ্যিক জ্ঞান থাকিলেহে। আনকি ডেৰখন মান ডিটেক্‌টিভ্ নভেল সি পঢ়ি পোৱাহেঁতেনহে বুজিলেহেঁতেন। বাঃ 'ৰূপৰ নেশা'ত যে সুহাসিনীৰ কেবেকটাৰ্। বাস্তবিকতে আমাৰ অসমীয়া কেইজনী তেনেকুৱা ছোৱালী আছে। হাঁহিৰ কি মনোমোহা দৃষ্টান্ত?"

"তইতৰ অসমীয়া জাতিটোৰ এইখোৰেই দুগুণে। আমিতো সেইখোৰৰ পৰা বাদেই। মুছলমানৰ' লগত অসমীয়া 'সাহিত্যৰ' সম্বন্ধতো কিহৰ?"

কথাৰ লগে লগে যে তেওঁবিলাকে খোজ কাঢ়িছিল তাৰো পাহৰিলে। এবাৰলৈ চাই দেখে যে তেওঁ বিলাক গৈ ঘৰ দুৱাৰ মুখ পালেগৈ। দুয়ো ভিতৰ সোমাল।

আজি অভিনয়ৰ দিন। অভিনেতা সকলৰ গাত ধৰণ নাই। নিজৰ নিজৰ পোছাক গোটাবলৈ সকলো তৎপৰ। আন বাৰৰ দৰে এইবাৰো প্ৰায় দুশ নিমন্ত্ৰণী চিঠি গ'ল। গধূলি ৯ বজাৰ পৰা অভিনয় আৰম্ভ হ'ল। নিমন্ত্ৰিত ভদ্ৰলোক এজনো নাহিল। নিমন্ত্ৰণী চিঠি লৈ জনদিয়েক মটৰ ড্ৰাইভাৰ, ৰান্ধনী, বাবুৰ্চ ইত্যাদি প্ৰথম শ্ৰেণীৰ দুৱাৰ মুখত হাজিৰ। নগৰৰ জনদিয়েক মূৰীয়াল ভদ্ৰলোক নিমন্ত্ৰণী পাই ঠিক ৯ বজাৰ সময়ত উপস্থিত। অসমীয়া ভদ্ৰলোক এজনো নাহিল। তেখেত সকলৰ প্ৰতিনিধি অৱশ্যে দুজনমান আহিছিল। কিন্তু চেক্ৰেটেৰী মহাশয়ে পৰেশ নিষেধ বুলি জনালে। অভিনয় আৰম্ভ হোৱাৰ লগে লগে বাহিৰ পৰা শিলাবৃষ্টি আৰম্ভ হ'ল। প্ৰথমতে অলপ লাহে লাহেই হৈছিল। কিন্তু ক্ৰমাৎয়ে ইমান বেছি শিলাবৃষ্টি হবলৈ ধৰিলে যে অভিনেতাই কি কৈছে আন কি প্ৰথম শ্ৰেণীৰ দৰ্শকেও শুনিবলৈ নোপোৱা হ'ল। শিলাবৃষ্টি নহবনো কিয়? ইন্দ্ৰদেৱতাৰ ফালে তেনেই আওকাণ কৰি তেওঁবিলাকে অভিনয় কৰিবৰ ক্ষমতা ক'ত পাইছিল। ইন্দ্ৰ কি ইমান শক্তিহীন যে জন দিয়েক যুবকৰ কাৰণে ভয় কৰিব। দেৱতাসকল ইমানতে সন্তুষ্ট নহ'ল। প্ৰলয় আনিবৰ উদ্দেশ্যে বিজুলী বাতিৰ তাঁৰ এডাল কাটি দিলে। বজ্ৰমঞ্চত প্ৰলয় আহিল। অভিনয় বন্ধ হ'ল। এই মহাপ্ৰলয়ত জাপ দি মৰিবৰ কাৰণে 'চাহজাহান' সাজি থকা 'বৃদ্ধ' নবীন ৰাজেন ওলাই আহিল। বাহিৰলৈ ওলাই আহি সেই দেৱতা সকলৰ মাজত এজনক দেখি ৰাজেন মৰ্মাহত হ'ল। বজ্ৰাহতৰ দৰে কিছুপৰ নিতাল মাৰি থাকি ক'লে "ফাইজ তুমিও এনেকুৱা কাম কৰ্বানে! ছিঃ

ফাইজ সেই নগৰৰে এজন সম্ভ্ৰান্ত মুছলমান সন্তান।

## চতুৰ্থ অধ্যায়

আজি চাৰিবছৰৰ কথা। হৰিনাথে মেট্ৰিকুলেশ্যন পাছ কৰি গাঁৱলৈ উলটি আহি খেতি-বাতি কৰি জীৱন নিৰ্বাহ কৰিছে। পৰিয়ালটো উন্নত। কলেজলৈ যাবৰ ইচ্ছা আছিল যদিও কিছুমান অসুবিধাৰ কাৰণে যোৱাটো নহল। হৰিনাথৰ মাক-বাপেক আৰু এটা ভায়েক, স্কুলত পঢ়ি থাকোঁতেই বৰ নকৰা দেখি বাপেকে বিয়া কৰাই দিলে। পঢ়া সাং কৰি হৰিনাথে খেতিত মনপুতি লাগিল।

অসমীয়া ডেকা

আৰু লগে লগে এখন দোকান খুলিলে। নন কো-অপাৰেশ্যন হ'বৰে পৰা হৰিনাথে আজিলৈকে খদ্দৰহে পিন্ধি আহিছে। তেওঁ বিলাকৰ গোটেই ঘৰতে খদ্দৰ। হৰিনাথে নিজেও সূতা কাটিছিল আৰু ঘৈণীয়েকেতো বিনা কামত খন্তেকো এনেয়ে নিনিয়াইছিল। এই চাৰি বছৰৰ ভিতৰত হৰিনাথে নিজ হাতে ইটা মাৰি, সকলো কাম নিজে কৰি এটাইকেইটা ঘৰ পকা কৰি পেলালে। বাৰিষা-খৰালি বাৰী পৰিষ্কাৰ কৰি ৰাখিছিল। তেওঁ চুৰত-ধপাত, তামোল-চাহ এই চাৰিটিৰ এটিও নেখায়। এতিয়া তেওঁ এটা গাঁৱলীয়া বেংক খুলি দুখীয়া লোকবিলাকক কম সুদত ধন ধাৰলৈ দিবলৈ সুবিধা কৰি দিছে। তেওঁ চাৰিবছৰৰ ভিতৰতে গাঁৱৰ মানুহৰ এজন আদৰৰ লোক হৈ উঠিল। এলেহুৱা সোৰোপাবোৰে তেওঁৰ কথা শুনি আৰু কাম দেখি লাজ পায়। হৰিনাথ গাঁৱতে থাকে যদিও বাহিৰা খবৰ সকলো ৰাখে। 'অমৃত বজাৰ পত্ৰিকা' নামে ইংৰাজী কাকত আৰু অসমীয়াৰ তেওঁ গ্ৰাহক। তেওঁ বিলাকৰ চৰা ঘৰত দুপৰীয়া খবৰ কাগজত 'গন্ধীৰ মহাৰাজ'ৰ কথা শুনিবলৈ অনেক মানুহ গোট খায়, আৰু হৰিনাথে যিমান সহজ ভাষাত পাৰে দেশৰ খবৰ বিলাক বুজাই দিয়ে। দুপৰীয়া সেইকণ সময় তেও বিশ্ৰাম বুলি কটায়। দোকানত তেওঁৰ ঘৈণীয়েক থাকে। দোকান বাৰীৰ ভিতৰতে। দোকানত বহি বহি ঘৈণীয়েকে সূতা কাটি থাকে। ভুঁই ৰোৱা, ধান দোৱা দিনত গধূলিহে দোকান খোলা থাকে। হৰিনাথে নিজেই হাল বায়। ৰাজেনৰ ঘৰো সেই গাঁৱতে। নগৰত মোমায়েকৰ ঘৰ। তাতে থাকি পঢ়িছিল আৰু এতিয়াও মাজে মাজে তাত থাকেগৈ। থিয়েটাৰ আদি শেষ হলত ৰাজেন গাঁৱলৈ আহিল। বহুত দিনৰ পৰা হৰিনাথে মনতে এটা কথা পাতি থৈছিল। গাৱলীয়া লৰাৰ কাৰণে উপযোগী কিছুমান শিল্প কাৰ্য্য আৰু লগে লগে লেখা-পঢ়াও শিকিব পৰা এখন স্কুল খোলাই হৰিনাথৰ জীৱনৰ প্ৰধান লক্ষ্য। এই বিষয়ে পৰামৰ্শ কৰিবলৈ বুলি হৰিনাথ ৰাজেনৰ ওৰলৈ আহিল। বহুত দিনৰ মূৰত লগ পাই দুয়ো নানা কথা পাতিলে। হৰিনাথে কথা আৰম্ভ কৰিলে। "ৰাজেন এটা কাম কৰিম বুলিছোঁ - তুমি কেনে দেখা, কোৱাচোন, এটা পলিটেকনিকেল (অৰ্থাৎ শিল্প আদি শিকোৱা) স্কুল খুলিব খুজিছোঁ। সহায় নেপাম নে?"

- সেইটো খুব প্ৰয়োজন। সেইবিলাক নোহোৱা বাবেইহে আমাৰ দেশত শিল্প লুপ্ত হৈ গৈছে। আৰু ডেকা ডেকা গাঁৱলীয়া ল'ৰা বিলাক কেএৰাৰ ঘৰত চাকৰ কৰি মৰিব লগা হৈছে। খুব ভাল কাম। এনেকুৱা কামত নিশ্চয় সহায় পোৱা হ'ব।" "আমি দুয়ো মোটামুটি 'স্কীম' এখন বনাও। ঘৰ সজা, কাঠ কিনা দুই এজন ভাল মিস্ত্ৰি ৰাখিবলৈ কিমান খৰছ লাগিব। তাৰো এটা আওাজ কৰোঁ। মোৰ বোধেৰে আমি স্কুল আৰম্ভ কৰিব পাৰিম।"

- এই বিষয়ে সহায় যুক্তি আমি জনদিয়েক ডাঙৰ মানুহৰ ওচৰলৈ যাওঁহক। ঘৰৰ খেৰ-বাহ আদি আমি কিনিবই নেলাগে। ঘৰেপ্ৰতি একোটা বাঁহ, কুৰিটামান খেৰ দিলেই হৈ যাব। কাঠ কিনা দুজনমান পাঞ্জাৱী মিস্ত্ৰি আৰু এজন মণিপুৰী কঁহাৰ ৰাখিব লাগিব।" "কঁহাৰৰ কামো ধৰিচানে কি?"

-"ধৰিবই লাগিব, পিতলৰ কাম কৰিলে জাত যাব। মণিপুৰী কঁহাৰে সুন্দৰ বস্তু সাঁজে। সৰহ দৰ্মহা দি তিনি চাৰি মাহলৈ এজন ৰাখিব পাৰিলে বহুত কাম শিকিব পাৰিব। আমাৰ মিউনিছিপেলিটি বিলাক নামত আছে মাথোন। স্বায়ত্ব শাসন যি যেৰা পাইছে, সেই কণৰ পৰা জানো কাৰবাৰ উপকাৰ হৈছে। পশ্চিমত দেখিছোঁ, প্ৰায় মিউনিছিপেলিটি বিলাকত ইণ্ডাষ্ট্ৰিয়েল স্কুল, স্কুল অব কাৰ্পেণ্টি ইত্যাদি দুই-এটা স্কুল আছেই। তাৰ পৰা দুটা কাম সিদ্ধি হৈছে। নগৰৰ ভদ্ৰলোক সকলৰ চকী মেজ সাঁজি টকা উপাৰ্জন কৰিছে। ইফালে কিছুমান দুখীয়া মানুহৰ জীৱিকাৰ উপায় হৈছে। বচৰি একোটা বৃত্তি দি এটা এটা ল'ৰা সেইবিলাক স্কুলৰ পৰা 'জয়পুৰ', 'বৃন্দাবন' আদিলৈ পঠিয়াই নতুন শিল্প শিকাই আনি সেইবিলাক স্কুলতে কাম দি ৰাখিছে। শিল্পও ৰক্ষা কৰিছে, আৰু দহৰো উপকাৰ কৰিছে।"

"এই বিলাক ভাবিলে বেয়া লাগে। কালি খবৰ কাগজত পাইছিলোঁ ঘনশ্যাম দাস বিৰলাই দুখীয়া ল'ৰা পঢ়িবৰ কাৰণে কাশী বিশ্ববিদ্যালয়ক ৫০ হেজাৰ টকা দান কৰিছে। আৰু ভাৰতৰ প্ৰত্যেক ভাষাতে গীতা প্ৰচাৰ কৰিবৰ কাৰণে ২০ হেজাৰ দিছে। আমাৰ দেশৰ এজন মানে যদি ৫০ শও এনে কামত দান কৰিলেহেঁতেন। শুনিছোঁ সিদিনা দক্ষিণপটীয়া প্ৰভুৰ কৰ্ম উপলক্ষে প্ৰায় ১ লাখ টকা খৰচ হ'ল। প্ৰত্যেক ব্ৰাহ্মণে ১০,১৫,২০ টকাকৈ দক্ষিণা পালে।"

"হৰিনাথ, দক্ষিণা দি ব্ৰাহ্মণ সকলক সন্তুষ্ট কৰিব পাৰিলেনে? মোৰ বোধেৰে যদি সেই একলাখ টকাৰ আধাখিনিৰে অন্ততঃ প্ৰভুৰ স্মৃতি চিৰস্মৰণীয় কৰিবলৈ এটা সংস্কৃত বিদ্যালয় কৰি দিলেহেঁতেন, বোধহয় বেছি উপকাৰ হলহেঁতেন। কেৱল ব্ৰাহ্মণৰ নহৈ সেই সম্পত্তি গোটেই অসমৰ হ'লহেঁতেন। নহলে আৰু এটি মহৎ কাম হ'লহেহেঁতেন, যদি এটা লাইব্ৰেৰী কৰি দিলেহেঁতেন। এই বিষয়ত আমি যিমান দুখীয়া, বোধহয় জগতৰ কোনো জাতিয়েই সিমান নহয়। মূল্যবান পুথিভঁৰাল জাতিৰ গৌৰৱ। সত্ৰাধিকাৰ সকলে ভকতৰ কৰ্ণ কুহৰত মন্ত্ৰ এবাৰ পেলাই দিয়েই সন্তুষ্ট থকা উচিত নহয়। 'শুনিলে কীৰ্ত্তন পঢ়িলে শ্ৰৱণ' কীৰ্ত্তন ব্যাখ্যা কৰি ভক্ত সকল উদাৰ হোৱা অতি কম।' কথাটো শুনি যেন হৰিনাথ অবাক হ'ল। সত্ৰাধিকাৰৰ বিষয়ে এনে কথা শুনি অলপ অসন্তোষ পোৱা যেন দেখা গ'ল। প্ৰতিবাদ কৰিবৰ ইচ্ছা প্ৰকাশ হোৱা অংগি-ভঙ্গি দেখি ৰাজেনে আকৌ ক'লে "হৰিনাথ, তুমি বোধহয় এই

---

অসমীয়া ডেকা

মতটো সমৰ্থন কৰিবলৈ কুণ্ঠিত হ'ব লগা একো নাই। খ্ৰীষ্টান মিশ্যনেৰী স্কুল বিলাকে জগতত কেনেকৈ খ্ৰীষ্টধৰ্ম প্ৰচাৰ কৰিছে, দেখিছানে? শিক্ষাৰ মাজেদি ধৰ্ম প্ৰচাৰ যিমান কাৰ্যকৰী হ'ব, আন উপায়ে কেতিয়াও সিমান সহজ নহয়। শঙ্কৰদেৱৰ নামত মঠ-মন্দিৰ সাজি তাত উচ্চ শিক্ষাৰ ব্যৱস্থা কৰি দশম, কীৰ্ত্তন, ঘোষা প্ৰচাৰ কৰিবলৈ যদি হাতত লয়, তেন্তে কিমান উপকাৰ হ'ব ভাবি চাইচানে?"

"- সেইটো খুব ভাল কাম হ'ব। কিন্তু ইমান টকা ক'ত' হৰিনাথে উত্তৰ দিলে।

— টকা? টকা ঢেৰ আছে। কিন্তু মন নাই, সাহ নাই। অসমীয়াৰ কি টকা নাই। মাত্ৰ অসমীয়া ধনীৰ প্ৰাণ নাই। বেঙ্কত টকা জমা দি নিৰাপদে বহি আছে। দুখীয়া ছাল-ছিগা মানুহৰ তেজ শুহি ডাঙৰ মানুহ বোলাই বহি আছে। দেশ তললৈ গ'ল। তাত তেওঁবিলাকৰ কি হানি হ'ব? তেওঁ বিলাকৰ নিজৰ ওপৰতে বিশ্বাস নাই। লোকক বিশ্বাস কৰিব কেনেকৈ? নিজৰ লৰা-ছোৱালীয়ে যদি খাবলৈ পায়, সেয়ে বহুত। দেশৰ কাৰণে তেওঁ বিলাকৰ প্ৰাণে নেকান্দে। তেওঁ বিলাকৰ হাতৰ পৰা সজ কামলৈ এটা পইচাও সৰি নপৰে। অসমীয়া অধঃপতন হ'ল তাত তেওঁ বিলাকৰ ক্ষতি কি তেওঁ বিলাকে নিজে নিৰাপদ। যদি অসমীয়া ধনীয়ে দানৰ মূল্য বুজিলেহেঁতেন, দেশ-প্ৰেম অলপমানো হিয়াত থাকিলেহেঁতেন, তেন্তে আমাৰ দেশতো ঘনশ্যাম বিৰলাৰ দৰে দানী ওলালহেঁতেন। এজন মাথোন ভোলানাথ বৰুৱাই যি কৰি গৈছে, তাতেই অসমীয়াৰ এটা ডাঙৰ অভাব পূৰণ হ'ল। মাহে ২৫ টকাকৈ দুজন অসমীয়া ছাত্ৰক বৃত্তি দিবৰ কাৰণে কাশী ইঞ্জিনিয়াৰিং কলেজত একলাখ দান কৰি গৈছে। তাৰ উপৰিও সেই প্ৰাতঃস্মৰণীয় দানবীৰৰ উপাৰ্জনেৰেই যোৰহাটৰ টেকনিকেল স্কুল স্থাপন হৈছে।"

হৰিনাথে তাৰ উত্তৰত একোকে নকলে। প্ৰিয় পৰিজনৰ মৃত্যুত শোকাতুৰৰ চকুৰ পৰা টোপা টোপকৈ শোকাশ্ৰু বৈ অহাৰ দৰে ৰাজেনৰ মনৰ পৰা একোটা কথা একো একোটোপাল তপত চকুলোৰ দৰে ওলাবলৈ ধৰিলে। 'হৰিনাথ, শুনি আচৰিত হ'বা। সিদিনা মাথোন মাদ্ৰাজৰ টকা দান কৰি এটা বিশ্ববিদ্যালয় স্থাপন কৰিবলৈ দিছে। তেখেতৰ নামেৰেই বিশ্ববিদ্যালয়ৰ নাম দিছে। সেইজন দেৱতা নহয়নে? তেনেকুৱা এজন মানুহৰ পৰা দেশৰ কিমান উপকাৰ হ'ব পাৰে ভাবি চাইছানে! সেই সকলৰ নাম জাতীয় বুৰঞ্জীত সোণালী আখৰে লিখা থাকে। তেওঁ বিলাক জাতীয় সম্পদ, কথাবোৰ শুনি হৰিনাথৰ মনত কিবা এটা ভাবে বৰ আঘাত দিলে আৰু এটা দীঘল হুমুনিয়া পেলাই কলে - "আমাৰ ক্ষুদ্ৰ শক্তিৰে যি পাৰো, তাৰেই দশৰ সেৱা কৰোহঁক। তুমিও বি. এ পাছ কৰি আহাঁগৈ। আমাৰ স্কুলখনৰ উন্নতি সাধন কৰিবলৈ লাগি যাওহঁক। ঈশ্বৰে সহায় কৰিলে এদিন সি গোটেই অসমৰে সম্পত্তি হৈ উঠিব। এতিয়া আমি সোনকালে কাম আৰম্ভ কৰোহঁক"। "হৰি, তুমি এটা কাম কৰা, এইবাৰ লোকেল ব'ৰ্ডৰ মেম্বৰ হ'বলৈ যত্ন কৰা। আমিও সহায় কৰিম। তুমি যদি নিৰ্বাচিত হ'ব পাৰা, তেন্তে এটা ডাঙৰ কাম সমাধা হ'ব। ৪/৫ খন গাঁৱৰ মাজত একোটা 'ইণ্ডাষ্ট্ৰিয়েল স্কুল' স্থাপন কৰাটোৱেই তোমাৰ প্ৰধান কাম হ'ব। এই বিষয়ে মনে মনে মেম্বৰ বিলাকক আমি জনাম।"

ৰাজেন আৰু হৰিনাথে কথা পাতি থাকোতে এটি ১৬ কি ১৭ বছৰীয়া গাভৰু আৰু ৰাজেনৰ ভনীয়েক সোমাই আহিছে। গাত মুগাৰ ৰিহা-মেখেলা আৰু এটা সুন্দৰ ব্লাউজ। হাতত এখন 'ঘৰ জেউতি'। গাভৰু বৰ সুন্দৰ, মুখৰ চেহেৰা প্ৰশান্ত। ৰাজেন আৰু হৰিনাথক দেখি তেওঁৰ মুখত যেন এটি আনন্দৰ ভাব ফুটি উঠিল। বহাগ মহীয়া ব'দত অহাৰ বাবে গাভৰুৰ গাল দুখন ৰঙা হৈ পৰিছিল। গাঁৱৰ মাজত ইমান স্বাধীনভাৱে তেওঁক অহা দেখি ৰাজেনে অলপ ভাবিব লগীয়াত পৰিল। গাভৰুটি তেওঁবিলাকৰ ওচৰলৈকে অহা দেখি ৰাজেনে তেওঁৰ ফালে চাবলৈ ধৰিলে, আৰু চিনি পাই মাত লগালে। "গুল?" বিহাৰ আগেৰে কপালৰ ঘাম মচি গুলে ক'লে, "আমাৰ মহতানিনীয়া কৰাইদেউ এজন অহা শুনি লৰি আহিছো" ইয়াকে আহিলি কেনেকৈ, গুলে অলপ লাজ পাই সিফালে মুখ কৰিলে। ৰাজেনে কথাষাৰ বুজিব নোৱাৰি অলপ ভাবিবলৈ ধৰিলে। হৰিনাথে গহীনাই মাত দিলে, "ৰজনী বৰুৱা। ৰাজেনৰ আৰু বুজিবলৈ বাকী নাথাকিল যে যোৱা মাহৰ কুৰি তাৰিখত ৰজনী বৰুৱাৰ নিমন্ত্ৰণী কাৰ্ডত পোৱা শ্ৰীমতী গোলাপ বালা' এই গুলেই গুলৰফালে মুখ ঘূৰাই ৰাজেনে এটি হাঁহি মাৰি মনৰ আনন্দ প্ৰকাশ কৰিলে। গুলক তেওঁ বিলাকৰ গাঁৱৰে এগৰাকী বুলি জানি তেওঁৰ আনন্দই নধৰা হ'ল। ৰাজেন অলপ আচৰিত হৈছিল এই বুলিহে যে ইমান অলপ সময়ৰ ভিতৰতে নগৰীয়া গুল আহি গাঁৱত কেনেকৈ মিলিছে। হৰিনাথ ৰজনী বৰুৱাৰ সমনীয়া মানুহ। প্ৰস্ফুটিত চিত্তে ইমান স্বাধীনভাৱে গাঁৱলীয়া সমাজত ফুৰা চকা কৰা এই অসমীয়া গাভৰুটি দেখি ৰাজেন বিস্ময়াভিভূত হোৱাটো অতি স্বাভাৱিক।

হৰিনাথে ভাবিলে যে তেওঁ থাকিলে কথা বতৰা পাতিবলৈ গুলে লাজ কৰিব পাৰে। আৰু ইফালে তেওঁৰ কামৰ সময়ো হৈছেহি। গধূলি আহি পৰামৰ্শ কৰিম বুলি তেওঁ যাবলৈ সাজু হ'ল। তেওঁক উঠিব খোজা দেখি গুলে কলে। "বহক, দাদাৰ পৰা কাশীৰ কথা-বতৰা শুনো, হৰিনাথে আমাৰ ঘৰতেই খাব বহিবলৈ আয়োজন কৰিলে যদিও আবেলি দুজন মান মানুহে মেলৰ টকা দিবলৈ অহাৰ কথা থকাত বহিব নোৱাৰিলে। তেখেত পৰদাৰ কথাটো বুজাই দি বিদায় ল'লে। ৰাজেনে কি ক'ব কি নক'ব ভাবি

---
অসমীয়া [illegible]

থাকোতেই গুলে আৰম্ভ কৰিলে। "দাদা আপুনি বোধহয় মোক এনে অৱস্থাত দেখি বিচুৰ্তি হৈছে নহয়নে?" ৰাজেনৰ মনৰ ভাবটো গুলেই প্ৰকাশ কৰি দিয়াত তেওঁ আৰু বেছি কষ্ট নকৰাকৈয়ে হ'ল। ৰাজেন যে অবাক হৈছিল নিশ্চয়।

ছ-বছৰৰ আগৰ কথা। ৰাজেনে হাইস্কুলত পঢ়ি থাকোতে তেওঁৰ মোমায়েকৰ ঘৰৰ ওচৰত থকা নীলাম্বৰ মুখিপৰ জীয়েক গুলক দেখা। ৰাজেনৰ মোমায়েকহঁতৰ ঘৰলৈ গুল প্ৰায়ে আহি থাকে। তেওঁ বিলাকৰ ঘৰৰ ছোৱালীহঁতৰ বিলাকৰ লগত ধেমালি-তামছা কৰে, বেজী-সূতাৰ কাম কৰে। আৰু ধুনীয়া ধুনীয়া ছবিৰ কিতাপবোৰ চাই থাকে। ৰাজেন তেতিয়া হাইস্কুলৰ দ্বিতীয় শ্ৰেণীত (Class IX) পঢ়ে। গুলৰ দেউতাক ডিব্ৰুগড়লৈ বদলি হৈ গ'ল। তেতিয়াৰে পৰা আৰু একো খবৰ পোৱা নাই। আজি হঠাৎ এই গাঁৱৰ মাজত গুলক দেখি অবাক নহ'বৰ কাৰণেই নাই। ৰাজেনে গুলক মোমায়েকৰ জীয়েকহঁতৰ দৰেই ভাবিছিল। আটাইকেইজনীক একেলগে বহুৱাই লৈ ভাল ভাল কিতাপ পঢ়ি শুনাইছিল আৰু গান গাবলৈ শিকাইছিল। গুলেও ৰাজেনক নিজৰ ককায়েকৰ দৰে ভাবিছিল। বামুণ আৰু কায়স্থ বুলি গুলহঁতৰ ঘৰৰে সৈতে ৰাজেনৰ মনত কোনো ভাবেই নাছিল। গুলক আগতে দেখি ৰাজেনৰ মনত সেই ছবছৰৰ আগৰ কথাবিলাক আৰ্চিত মুখ ওলোৱাদি ফটফটীয়াকৈ ওলাইছিল। বৰ মৰমেৰে ৰাজেনে ক'লে "গুল, ৰজনী বৰুৱাৰ গোলাপবালা যে তুমিয়েই মই আজিহে জানো। যা হওঁক দেখি বৰ সন্তোষ পালোঁ। কিন্তু তুমি গাঁৱত থাকি একো অসুবিধা পোৱা নাইনে?"

"দাদা আমাৰনো গাঁও আৰু নগৰৰ প্ৰভেদ কি? দুই-চাৰিটা কথাৰ বাহিৰে নগৰতকৈ গাঁও বেছি ভাল। ইয়াৰ হাৱা-পানী মই বৰ ভাল পাইছোঁ। যেই সেই বস্তু প্ৰয়োজন হলেই পোৱাও যায়। ৰাতিপুৱা-গধূলি সেউজীয়া গছ-গছনিবোৰৰ মাজত কুলি-কেতেকীৰ মাত শুনিলে কোনবা সপোন ৰাজ্যত থকা যেন লাগে।" "আও, তুমি একেবাৰে কবিৰ ভাবৰ কথা কৈছা দেখোন। তোমাৰ হাতত সেইখন কি?" "এই মাহৰ "ঘৰ জেউতি" আহোতে বাটতে পিয়নটো পাই লৈ আহিলো, বুলি ৰাজেনৰ ফালে আগবঢ়াই দিলে। লৰালৰিকৈ ৰাজেনে সূচীপত্ৰখন চাই "ৰাণী শ্ৰীযুতা গোলাপবালা বৰুৱানী" বুলি দিয়া পদ্যটি পঢ়িবলৈ ধৰিলে। পদ্যটি পঢ়ি তেওঁ গুলৰ ফালে চালে। গুলৰ গালে মুখে যেন ৰাজেনক পদ্যটিৰ বিষয়ে কোনো কথা নকবলৈ অনুৰোধ কৰিছিল। কিন্তু ৰাজেনে কোনো মতেই এবাৰ কথা সামৰিব নোৱাৰিলে "গুল ইমান মধুৰ ছন্দত গাঁৱৰ বিৱৰণ লিখিব পৰা ক্ষমতা যাৰ আছে,তেওঁৰ হাত কেতিয়াও নতুন নহয়। তুমি মনে মনে বহুত কাম কৰিছা বোধহয়।" গুলে অলপ লাজ পাই ক'লে, "নাই সেইটোনো কি আছে? এনেয়ে লিখিছিলোঁ"। গুলৰ মুখৰ পৰা ইমান সৰল আৰু কোমল কথা কেইটি শুনি ৰাজেনৰ মন এটা অতীত ভাবনাত আকুল হৈ পৰিল। তেওঁ কিবা এটা পঢ়া চলেৰে কাগজ খন মেলিলৈ গুলৰ পৰা মুখ লুকুৱাবৰ চেষ্টা কৰিলে। চঞ্চল চকু দুটাই কিন্তু কোনো বাধাকে নামানিলে। জৰ জৰ কৈ দুটামান স্মৃতিৰ মুকুতা নামি বাগৰি পৰিল। ৰাজেনে ভাবিলে হায় যদি বউটি থাকিলহেঁতেন। গুলে ভাবিলে তেওঁৰ কবিতা পঢ়ি পেটে পেটে কিমান ভুল উলিয়াইছে। লাজৰ পৰা হাত সাৰিবৰ মনেৰে, "আপুনি বাৰু পঢ়ক, মই আহিছোঁ" বুলি ভিতৰ সোমালগৈ।

অসমীয়া ডেকা

## পঞ্চম অধ্যায়

নীলাম্বৰ মুখিপৰ দুজনী ছোৱালী আৰু এটা ল'ৰা। গুল প্ৰথম জীয়েক। মুখিপ ঘৰতে মাষ্টৰ ধৰি ছোৱালী দুজনীক সৰুৰে পৰা শিক্ষা দিছিল। ডিব্ৰুগড়লৈ যোৱাৰ পাছত গুল আৰু ভনীয়েক ফুলক যোৰহাট গাৰ্লছ হাইস্কুলত নাম লগাই দিলে। স্কুলত নাম লগাওঁতে গুলৰ নাম গোলাপবালা কৰি দিলে। যোৱা বছৰ গুলে প্ৰথম বিভাগত মেট্ৰিকুলেশ্যন পাছ কৰিলে। গুলক কলেজত পঢ়ুৱাবৰ কাৰণে মুখিপ ডাঙৰীয়াক অনেকেই কৈছিল, কিন্তু বহুত কথা ভাবি গুলক কলেজত পঢ়িবলৈ নপঠালে। কলিকতাৰ কলেজলৈ যে জীয়েকক নপঠাই এই বিষয়ে বহুত দিনৰ পৰা ভাবি থৈছিল। কাশী বিশ্ববিদ্যালয়লৈ পঠিয়াৰ কথা আছিল যদিও তাত অসমীয়া ছোৱালী নাই বুলি জানি কলেজলৈ পঠিওৱাটো একেবাৰে বন্ধ হ'ল। বিয়া দিবৰ উপযুক্ত বয়স হোৱা দেখি মুখিপে বহুত দিনৰ পৰা ভাবি থোৱা ৰজনীকান্তলৈ গুলক বিয়া দিলে। তেখেত সকল যোৰহাটত থাকোতে ৰজনীকান্তৰ বাপেক ধৰণীধৰ তৰুণীৰ লগত ভাল পৰিচয় আছিল। আৰু ল'ৰাটিৰ ওপৰত ভাল ভাব আছিল। ৰজনী বৰুৱাই বি,এ পাছ কৰি আজি দুবছৰ হাইস্কুলৰ মাষ্টৰী কাম কৰিছে। নগৰত দেউতাকহঁত থাকে যদিও ৰজনীয়ে গাঁৱৰ ঘৰত থাকিয়েই চাইকেলেৰে স্কুললৈ অহা যোৱা কৰে। তেওঁ বিলাকৰ ঘৰৰ পৰা নগৰলৈ দুৰত্ব মাত্ৰ ছয় মাইল।

ৰজনীৰ বিয়া হৈ যোৱা আজি প্ৰায় চাৰি মাহ হ'ল। গুলে এই চাৰি মাহৰ ভিতৰত গাঁৱৰ নিয়ম - কানুনৰ লগত খুব ভালকৈ পৰিচিত হ'ল। ডাঙৰ মানুহৰ ছোৱালী বুলি গুলৰ মনত সমুলি অহংকাৰ নাই। সৰুৰে পৰা তেওঁ বৰ মৰমীয়াল আৰু ধেমেলীয়া। সৰু সৰু ল'ৰা ছোৱালী বোৰৰ লগত তেওঁ ধেমালী কৰি বৰ ভাল পায়। গাঁৱলৈ আহি পোনতে ওৱনিলোৱা কথাটোৰ পৰা তেওঁ কিছু দিন দুখ ভুগিব লগা হৈছিল। এই অলপ সময়ৰ ভিতৰতে তেওঁৰ আচাৰ-ব্যৱহাৰ ভাব-ভঙ্গি দেখি গাঁৱৰ সকলোৱে বৰ প্ৰিয়পাত্ৰীহে উঠিল। ৰবকৈ [illegible]নি নোলোৱাটো যে দোষ, আৰু তেওঁ যে কাৰবাৰ বোৱাৰী সেইটো কথা ওচৰ চুবুৰিয়াই

পাহৰিয়েই থাকে। তেওঁক সকলোৱে জীয়াৰী বুলিহে ভাবে। সৰু সৰু ছোৱালীবোৰে তেওঁক বৰ ভাল পায়। সিহঁতক ভাল ভাল ছবি দেখুৱায় আৰু সাধু কৈ শুনায়। গাভৰু ছোৱালীবোৰক উলীসূতাৰ জাল, মোনা আদি গুথিবলৈ শিকায় আৰু বয়সীয়াল দেখিলে সন্মান কৰি বহিবলৈ দিয়ে। আৰু তেখেত সকলে তেওঁক মহাভাৰত আদি পঢ়ি শুনাবলৈ কয়। গুলেও পৰাপক্ষত সকলোকে সন্তুষ্ট কৰে। ৰাতিপুৱাই শুই উঠি ওচৰতে থকা নৈত গা ধুই আহেগৈ। আৰু নিজে চাহ- জলপান তৈয়াৰ কৰি ৰজনীক দিয়ে। তাৰ পাছত ভাত ৰান্ধি ঠিক ন বজাত গিৰিয়েকক খাবলৈ দিয়ে। ঘৰ মচা, ঠাই সৰা আদি কাম কৰিবলৈ ৰজনীয়ে গুলক নিদিয়ে। এজনী কাম কৰা ছোৱালী আৰু এটা সৰু ল'ৰা ৰাখিছে। সেই বিলাক সিহঁতে কৰে। গুলে কিন্তু কৰিবলৈ লাজ নাপায় যদিও অলপ আখজা লাগিব পাৰে। আবেলি পাঁচ বজাৰ সময়ত ৰজনীৰ কাৰণে গুলে চাহ-জলপান কৰি দুৱাৰ মুখত ৰৈ থাকে। তেওঁ আহি পোৱা মাত্ৰকে মুখ হাত ধুবলৈ এলোটা পানী আৰু গামোছা লৈ গুল উপস্থিত হয়। গুলে ৰজনীক এনে ভাবে মানসৎকাৰ কৰা দেখি আৰু গুলৰ সৰলতা আৰু মৰমৰ কথা ভাবি ৰজনীয়ে নিজকে নিজে বৰ ভাগ্যবান বুলি ভাবে। তেওঁৰ বিষয়ে আগেয়ে ৰজনীৰ যি ভাব আছিল সকলো বিপৰীত। আগেয়ে ভাবিছিল যে নগৰত থকা ইংৰাজী শিক্ষিতা গুলৰ কাৰণে হয়তো কিছুমান অপমান পাব লাগিব। এতিয়া দেখিছে যে আচল কথাটো বিপৰীত। যেনিয়েই যায় ৰজনীয়ে কেৱল শুনিবলৈ পায় গুলৰ প্ৰশংসা। অকণ অকণ ল'ৰা ছোৱালী বোৰৰ মুখত শুনে যে মাষ্টৰনী বাইদেউ জনী বৰ ভাল, আমাক যিহে মৰম কৰে, ধুনীয়া ধুনীয়া ছবি দিয়ে, সাধু কৈ শুনাই, গাভৰুহঁতৰ মুখত শুনিবা "মাষ্টৰ ককাইদেউৰ কপাল খন বৰ বেয়া নহয়, এনে সাদৰী নবৌ গৰাকী আপোনালৈ ঈশ্বৰে ভাল থৈছিল, বুঢ়ীআই সকলে কয় "বোপাই মুক্তিপৰ জীয়েকৰ মৰমত আমালৈ পাহৰিলা হ বলা। হ'ওক ঈশ্বৰে কুশলে ৰাখক, চাৰিও ফালে গুলৰ কথা। প্ৰিয়তমাৰ বংশৰ গৌৰৱ প্ৰশংসাৰ বাণী শুনিলে কোন প্ৰেমিকৰ মনত আনন্দ নহয়। তাতে গুল যেনিবা ফুলি থকা এটি গোলাপ ফুল। গুলৰ সৌৰভত ৰজনীৰ অন্তৰ নাচি উঠে। প্ৰাণত নতুন কবিতাৰ সোঁত বৈ গৈছে, চেষ্টা কৰাহেঁতেন কিজানি ৰজনীকান্তই দুই চাৰিটা কবিতাও লিখিব পাৰিলেহেঁতেন। পিছে তেওঁ অলপ ধৈৰ্য্যও আছে। ঘৈণীয়েকক যদিও বৰ ভাল পায় সেই বুলি কোনেও তেওঁক 'তিৰুতা-সেৰুৱা' উপাধিৰে ভূষিত কৰিব পৰা নাই। তেওঁ বিলাকৰ ভাল পোৱাটো অতি সহজ ধৰণৰ। নভেল-নাটকৰ নায়ক-নায়িকাই ভাল পোৱাদি তেওঁ বিলাকে ভাল নাপায়। সেই কাৰণেই বোধ হয় ৰজনীয়ে আজিলৈকে মুখ ফুটাই কথা ক'ব পৰা নাই। "গুল, গুল বিশ্বাস কৰা মই তোমাক সঁচাকৈয়ে ভাল পাওঁ। নাইবা প্ৰজাপতি শ্ৰী ৰেৱৰুৱাৰ সেই কলেজীয়া ছাত্ৰজনে তেওঁ নতুন প্ৰেমিকাক মিলন ৰজনীৰ বেলা যোৱাদৰে "মৃগনয়নী" বুলিও সম্বোধন কৰিব পৰা নাই।

ৰজনীৰ মাক বাপেক আৰু ভায়েকহঁত নগাৱতে থাকে। বিয়াৰ পাছৰ পৰা ৰজনীয়ে গাঁৱৰ পৰা ফুলনৈ অহা যোৱা কৰে। বিয়াৰ পাছত ৰজনীৰ জীৱনত এটা ডাঙৰ পৰিবৰ্তন ঘটিল। তেওঁ আগেয়ে বিলাতী কাপোৰ পিন্ধি চিকুণ সৰাতি সাজি ফুৰিছিল। কিন্তু গুলৰ অনুৰোধত বিলাতী বৰ্জন কৰি খদ্দৰ পিন্ধিবলৈ ধৰিলে হ'ল। নহয় যে সোৱাৰে! যি তেওঁক প্ৰাণতকৈ ভাল পায়, দেৱতাৰ দৰে পূজা কৰে, নিজৰ গৌৰৱ পাহৰি অকাতৰে পতিৰ অনুৰোধে আপোনাৰ অভ্যাস পৰিত্যাগ কৰিব পাৰে, তেনেকুৱা পত্নীৰ কাৰণে এই যেনা ত্যাগ স্বীকাৰ কৰিবলৈ ৰজনীয়ে একো অসুবিধা নাপালে। ঘৈণীয়েকৰ এই প্ৰথম অনুৰোধ এনে ভাবে পালন কৰিলে যে ৰজনীৰ বন্ধু মহলত এটা আশ্চৰ্যৰ সোঁত বৈ গ'ল। স্কুলৰ ছাত্ৰ আৰু শিক্ষক সকলে ৰজনীৰ এনেকুৱা আকস্মিক পৰিবৰ্তন দেখি প্ৰথমতে আচৰিত হৈছিল। কিন্তু দুখৰ বিষয়ে কোনেও সাহ নকৰিলে। আজি কালি খদ্দৰ পিন্ধাটোৱেহে লাজৰ কথা বুলি সকলোৱে জানে।

গুলৰ প্ৰথম অনুৰোধটো ৰজনীয়ে ইমান প্ৰকাণ্ড ভাবে পালন কৰা দেখি তেওঁ নাৰী সুলভ কোমল ভাব বিলাক আৰু বেছিকৈ উঠিল। ৰজনীৰ প্ৰতি শ্ৰদ্ধা আৰু ভক্তি দুগুণে বাঢ়িল গুলে মনে মনে ভাবিলে যে তেওঁ ঠিক দেৱতাকেই পূজা কৰিছে তেওঁৰ পূজা সাৰ্থক। ৰজনী স্কুললৈ ওলাই গ'লে ভাত খাই চ'ৰা ঘৰত মেল মাৰে। ওচৰৰ গাভৰুহঁত সেই মেলৰ সভ্য। তেওঁ 'জয়মতী' আখ্যান, 'সাবিত্ৰী' সীতা আদি কিতাপ বোৰ পঢ়ি সিহঁতক শুনায়। শুনোতে শুনোতে গাভৰুহঁত ইমান বিভোল হৈ যায় যে সিহতে ঘৰলৈ যাবলৈ পাহৰে। দুপৰীয়া গুলে গুলৰ গা ধাইজাই কৰে দেখি সেইখিনি সময় কিতাপ পঢ়ি কটায়। এইদৰে থাকিও অৱশ্যে তেওঁৰ শেহত ভাল নলগা হ'ল। গাঁৱতে এখন বালিকা স্কুল আছিল। স্কুলখনৰ অৱস্থা দিনে দিনে শোচনীয় হৈ যাবলৈ ধৰিলে। সেই দেখি ৰজনীৰ লগত পৰামৰ্শ কৰি গ'ল সেই স্কুলৰ প্ৰধান শিক্ষয়িত্ৰীৰ কামত ভৰ্তি হ'ল।

গুল মাষ্টৰনী হ'বৰে পৰা স্কুলত বহুতো ছোৱালী হ'ল। ইমান সোনকালে স্কুলৰ ছাত্ৰীৰ সংখ্যা আশাতীত ভাবে বেছি হোৱা দেখি স্কুল পৰিদৰ্শকৰ গুলৰ সম্বন্ধে বৰ ভাল ভাব হ'ল। স্কুলত ছোৱালী বিলাকক পঢ়াৰ বাহিৰেও বেজী সূতাৰ কাম, গান গোৱা আদি শিকায়। গাঁৱৰ একণী শিপিনীয়ে তাঁত বৰলৈ শিকায়। এনেকুৱা সৰু বুদ্ধি আৰু একনিষ্ঠতা দেখি গোটেই গাঁৱৰ মানুহ মোহিত হ'ল। সৰু সৰু ছোৱালীহঁতে মাক বাপেকক উলীসূতা,

বেজী, পকোৱা সূতা আনি দিবলৈ তত হেৰুৱালে।

গুলৰ আৰু এটা চকুত পৰা কথা আছিল, তেওঁ ভাল ভাল ছবি আঁকিব জানে। স্কুলৰ তিনিজনী ছোৱালীয়ে ছবি আঁকা শিকাত পাৰদৰ্শিতা দেখুওৱা দেখি গুলে সিহঁতক পেঞ্চিল আৰু ছবি আঁকা বহী নিজৰ পইচাৰে কিনি দিছে।

গুল এতিয়া মাষ্টৰণী, গাঁৱৰ ঘৈণী-গাভৰু হঁতৰ মাজত তেওঁৰ কথা খুব বেছি ওলায়। মুষ্টিপৰ জীয়েক ইফালে কিবা পাছ আকৌ মাষ্টৰণী কামো কৰে। তেওঁ দেখোন ঘৰুৱা কামবোৰ কৰিবলৈ লাজ নেপায়। তাঁতো বয়। সদায় ৰিহা মেখেলা চাদৰ পিন্ধে। শাৰী আদি দেখোন গাতে নিদিয়ে। তাৰ উপৰি আকৌ সূতাও কাটে। এজনী মানুহে ইমানবোৰ কাম কৰিব পাৰে বুলি সিহঁতে আগেয়ে ভাবিবই নোৱাৰিছিল। এতিয়া তেওঁক দেখি সিহঁতে এখন্তেকো কিবা কামত নিনিয়ায়। এটা নহয় এটা কামত লাগি থাকেই।

আজি স্কুলত সোণতৰাৰ হাতত 'হুঁয়াহি ধেমালি' কিতাপখন দেখি গুলে সুধিলে। 'এই খন কোনে দিলে তোমাক?

"ৰাজুদাদা আজি আহিছে। তেওঁ মোলৈ আনিছিলে নহয়।"

ৰাজেন দুই এদিনতে আহিব বুলি খবৰটো গুলেও পাইছিল। আৰু আহিলেই দেখা কৰিম বুলি ভাবি থৈছিল। স্কুল ছুটীৰ পাছত সোনতৰাৰ লগত গুল ৰাজেনৰ ঘৰলৈ গ'ল। চৰাঘৰত ৰাজেন আৰু হৰিনাথ বহি কথা পাতি থাকোতেই গুল উপস্থিত।

## ষষ্ঠ অধ্যায়

জোনাক ৰাতি। সপ্তমীৰ জোনে আকাশৰ পৰা স্নিগ্ধ জ্যোৎস্না ৰাশি বিতৰণ কৰি কুঁহিপাতে ভৰা সবল গাঁওখনিৰ ফালে ৰ লাগি চাই আছে। মাজে মাজে কুলিটিয়ে নিমাতে থাকিব নোৱাৰি সেই চিৰ পৰিচিত আৰু চিৰ-নতুন পঞ্চমী সঙ্গীত ফাকি 'কুউ' তানত পৰি আৰম্ভ কৰিছে। লক্ষ্মী দেৱীৰ প্ৰিয় পখী ফেঁচাটিয়ে সুমঙ্গল উৰুলিৰে উৰুলিয়াই নিজান গাওঁখনিৰ নিস্তব্ধতা ভঙ্গ কৰি এটা বিতোপন ভাৱ তুলি ধৰিছে। যেন প্ৰকৃতি দেৱীৰ বিশাল পুথিত এটি ছন্দময় সুমধুৰ কবিতা। দূৰত কোনোবা বিৰহ ডেকাৰ প্ৰাণৰ মহৰ শিঙৰ পেঁপাটিত বাজি উঠিছে। মাজে মাজে একোছাটি বতাহত বাটৰ কাষৰ আঁহত গছ জোপাৰ পাতবোৰে জুৰ্‌ জুৰ্ পত্‌ পত্‌ কৈ শব্দ কৰি অবুজ ভাষাৰে সেই শান্তিৰ ছবিটিৰ সুধাময় লহৰ তুলি ধৰিছে। সুদূৰ পশ্চিমৰ নীৰস কাশীৰ নগৰীত বহুৰ কাল থাকি আজি গ্ৰাম্য ৰাণীৰ এই বিনন্দীয়া সাজ দেখি ৰাজেনৰ মন প্ৰাণ কবিতাময় হৈ উঠিছে। ৰাজেন ভাবত বিভোল পদুলি মুখৰ আহত গছ জোপাৰ তলত ঠিয় হৈ আবেলি ঘৰ জেউতিত পঢ়া গুলৰ পদ্যটিৰ এফাকি আওৰাইছে -

> পল্লৱে পল্লৱে,
> তোমাৰ সঙ্গীত,
> শ্যামলী তোমাৰ বাণী;
> ছন্দ হিল্লোলে,
> ছন্দ মলয়ে
> দিয়েহি সঘনে আনি।।
> কু মুখৰিত আজি,
> কুঞ্জ কুটীৰ,
> দিগন্ত বিয়াপি যায়,
> তোমাৰ আহ্বান,
> নুশুনিব কোনে;
> চেনেহী তোমাক পাই।।

সঁচাই গুল, ময়ো মোৰ এই চেনেহী জন্ম ভূমিক পাই পশ্চিম দেশৰ বিৰাট আট্টালিকাৰে ভৰি থকা প্ৰকাণ্ড নগৰলৈ পাহৰি গৈছোঁ। মোৰ এই গাওঁখনিৰ লগত তাৰ যে তুলনা নহয়।

গুলৰ বিষয়ে সকলো কথা শুনি ৰাজেনৰ মন তেওঁৰ প্ৰতি বৰকৈ আকৃষ্ট হ'ল। ৰজনী বৰুৱা ৰাজেনতকৈ বয়সে ডাঙৰ। আগৰে পৰা তেখেতক অলপ ভয় কৰি চলিছিল। আজি কিন্তু ৰাজেনৰ সেই ভয় সমূলি নাই। মনতে আলছি থৈছে, গধূলি তেওঁ বিলাকৰ ঘৰলৈ গৈ ৰজনীৰ লগত অলপ চুপতি কৰিব। লাহে লাহে সেই ফৰিংফুটা জোনাকৰ মাজেদি ৰাজেনে খোজ ল'লে। যাওঁতে বাটতে ইয়াকেহে ভাবি গৈছিল যে ৰজনীয়ে বিয়াৰ বিষয়ে সকলো কথা নিলিখাৰ বাবে তেওঁক অভিযুক্ত কৰিবগৈ। এই দৰে ভাবি চিন্তি দুই এখোজ কৈ গৈ থাকোঁতে হৰি নাথক লগ পালে। হৰি নাথক দেখিয়েই ৰাজেনে ক'লে "হৰি বৰা, ৰজনী ককাইদেউৰ ঘৰলৈ যাওঁ। তাতে আমাৰ কথাবোৰ মীমাংসা কৰিম। ফুৰিবলৈও ভাল হৈছে। জোনাক ৰাতি।"

তেতিয়া ৰজনীয়ে চ'ৰা ঘৰত বহি 'ভাৰতবৰ্ষ'খন পঢ়ি আছে। তেওঁ বিলাক দুয়ো গৈ উপস্থিত হোৱা দেখি ৰজনীয়ে ক'লে "আহাঁ ৰাজেন, তুমি আজি আহিলা নহয়নে? বহা হৰি বোপা, বহা।" বুলি দুয়োকো বহিবলৈ দি কিতাপ খন মেজৰ ওপৰতে থৈ কথা পাতিবলৈ আৰম্ভ কৰিলে। ৰাজেন আহিছে বুলি গম পাই গুলো ওলাই আহিল। ৰাজেনে আগৰে পৰা আলচি থোৱা মতেই ৰজনীক উদ্দেশ্য কৰি ক'লে "পিছে ককাইদেউ, আপুনি এতিয়া মোৰ যুসমন্ত্ৰীয়াত পৰিল। তেওঁ যে মোৰ ভনীহে।" বুলি গুলৰ ফালে আঙুলিয়াই দেখুৱালে। গুলে অলপ লাজ কৰি মাটিত পৰি

---
অসমীয়া ডেকা

থকা কিবা কাগজ এখন বুটলি লোৱাৰ চলেৰে তললৈ মূৰ কৰিলে। ৰাজেনে ক'লে, "গুলক এতিয়া নবৌ নুবুলি ভনীহে সম্বোধন ধৰিছোঁ। আপোনাক নো ককাইদেউ নুবুলি কি বুলিম? গুল ভিতৰলৈ সোমাই গ'ল। ৰজনীয়ে হাঁহি এটা মাৰি ক'লে" মোক বাৰু ককাইদেউ বুলিবা। বাৰু সেই ফালৰ কথা বাৰ্তা অলপ কোৱাচোন।"

"আপোনালোকৰ কথাবোৰ আগধৰি কৈ লওক। আপুনি কিন্তু এটা কথা হ'লে বেয়া কৰিলে। বিয়াৰ বিষয়ে ভাত্তি পাতি লিখাহেঁতেন মযো আহিলোহেঁতেন।"

"এৰা সেইটো অলপ ভুল হ'ল হয়। বৰ লবা লৰিত হ'ল হেঁ।" কথা শুনি বহি থকা হৰিনাথে মাত লগালে, "মূঠতে তোমাৰ ভাগ্যত তেখেতৰ বিয়া খাবলগীয়া নাছিল," ভিতৰৰ পৰা তামোলৰ বটা এটা আনি গুলে টেবুলৰ ওপৰতে থলেহিয তামোল খাই ৰাজেনে গুলৰ ফালে চকুদি ৰজনীক ক'লে" বিয়াৰ জলপান টো?" "বিয়াৰ জলপান মইহে তোমাক দিব লাগিব? ভনীয়েৰাইহে জানে। বুলি ৰজনীয়ে কথাষাৰ লাহেকৈ কৈ গোঁফৰ তলত হাঁহি এটা মাৰিলে। গুলে একো নকৈ ভিতৰলৈ সোমাই গ'ল। সিফালে ভাত চৰুত ভাজিৰ কেৰাহীখন থৈ আহিছিল। মেজৰ ওপৰত পৰি থকা কিতাপ খনত হাত দিব খোজোঁতেই ৰজনীয়ে ক'লে "তাত প্ৰফুল্ল ৰায়ৰ 'বঙালী যুৱকেৰ অন্ন সমস্যা' বোলা প্ৰবন্ধটো পঢ়াছেন। এনেকুৱা এজন মহাপুৰুষে নিজে গৈ ফৰিদপুৰত হাল বাই খেতিৰ বিষয়ে নানা শিক্ষা দিছেগৈ।" ৰাজেনে ক'লে তাৰ ভিতৰত এটা কথা মোৰ মনত বৰকৈ লাগি আছে যে, যত পুঁথিগত বিদ্যা আয়ত্ত কৰবে জীৱন যাত্ৰা নিৰ্বাহেয় যে তত অনুপযুক্ত হয়ে উঠবে। ৰজনীকান্তই প্ৰবন্ধটো ৰঙা চিয়াহীৰে আঁচ দি কৈছিল ৰাজেনক আৰু এটা কথা আঙুলিয়াই দেখুৱালে। ৯/১০ বৎসৰ বয়সেৰ সময় এটি মনেৰে বাপ মাৰা খান। বিধৱা মা তাকে অতি কষ্টে স্কুল হইতে পঠান। কিন্তু তিনি মাস পৰে শিক্ষক তাৰ মাথায় গোবৰ ভিন্ন কিছু নাই বলে তাহাকে স্কুল হইতে ফেৰত পাঠান। কিন্তু পৰিবৰ্তী কালে সেই হ'ল জগতেৰ সৰ্বশ্ৰেষ্ঠ বৈজ্ঞানিক।" ৰাজেনে এই প্ৰবন্ধটো আগেয়ে কেবা বাৰো পঢ়িছিল আৰু সেই মহাপুৰুষৰ প্ৰতি কথাটোকে হিয়াত আঁকি থৈছে। ৰাজেনৰ সম্পূৰ্ণ বিশ্বাস আছে যে প্ৰকৃত পথৰ সন্ধান পাবই।

তেখেত সকলৰ দুয়োৰো কথা শুনি হৰিনাথে এই বাৰ মাত দিলে। স্কুলঘৰ প্ৰতিষ্ঠা কৰিলে পইচা তুলিবৰ কাৰণে কোন কোন যাব। গাঁৱৰ মানুহ বিলাকক কেনেকৈ কথাটো বুজাই দিব। পঞ্জাবী মিষ্ট্ৰি কেইটা ৰাখিব সকলো বন্দবস্ত ঠিক কৰিলে। স্কুলৰ মীমাংসা হৈ যোৱাত পাছত ৰাজেনে হৰিনাথ লোকেল বৰ্ডৰ মেম্বৰ হ'ব খোজা কথাটোও ৰজনীক ক'লে। ৰজনীয়ে অহা দেও বাৰলৈ গাঁৱে গাঁৱে গৈ বক্তৃতা দি ভোট বিচাৰিবলৈ মান্তি হ'ল। আৰু সেই বাচনিৰ বাবে হৰিনাথৰ নাম পঠিয়াবলৈ ঠিক কৰিলে। গুলে সেই সকলো কথা শুনি আছিল। কথাত ব্যস্ত হৈ থাকোঁতেই যে গুলে দুবাটি চাহ আনি হাজিৰ কৰিলে তালৈ খবৰেই নহ'ল। হৰিনাথে চাহ নেখায়। কথা অন্ত হ'লত হৰি আৰু ৰাজেন যাবলৈ সাজু হ'ল। "হয় হয় নেজাবনো কিয়? আহক ভিতৰৰ পৰা খাওকহি?" ৰাজেনে ৯ বজা ৰাতি একো নাখাও বুলি প্ৰতিবাদ কৰিব খুজিছিল; কিন্তু গুলৰ অনুৰোধ যে ৰক্ষা নকৰি নোৱাৰে। ৰাজেন আৰু হৰিক ভিতৰলৈ লৈ ৰজনীও সোমাই গ'ল। ভিতৰৰ আয়োজন দেখি ৰাজেনহঁত অবাক। দুয়ো খাবলৈ বহিল। ৰজনী কান্তও ওচৰতে বহিল। গধুলি ভাত খাবৰ সময় ৰজনীয়ে একো নেখাই বুলি জানি ৰাজেন আৰু হৰি কোনেও খাবৰ কাৰণে অনুৰোধ নকৰিলে। কিন্তু বুদ্ধিমতী গুলে সেই কথো ঠিক কৰি থৈছে। পিৰিচ এটাৰ অলপ গৰম গাখীৰ আৰু পিয়লা এটাত ঘিলা পিঠা এটা আনি ৰজনীৰ হাতত দি ক'লে "আপুনিও এখেত সকলৰ লগতে অলপ খাওক।" ৰজনীৰ সাধ্য কি এই এনে স্নেহ বাক্য উপেক্ষ্যা কৰে।

গুলে যেন এটা বৰ মহৎ কাম কৰিলে। তিনিও জনক নমস্কাই লৈ এই প্ৰীতি মেলত গুল যেন সভা শুৱনি সভানেত্ৰী। গুলৰ মনত কি আনন্দ। কি মান মহৎ অথচ কিমান সৰল। এনেকুৱা স্ত্ৰী জাতিক লক্ষ্মী নুবুলি আৰু কাক বুলিবা।

গুল সঁচাকৈয়ে গৃহলক্ষ্মী।

## সপ্তম অধ্যায়

ৰাজেনহঁতৰ ঘৰৰ পৰা অলপ দূৰত এখন দোকান। আবেলি পৰত দোকানত কেবাজনো মানুহ বহি কথা বাৰ্তা পাতি এটা ভাল 'মজলিছ' পাতিছে। গাঁৱৰ দোকান বোৰেই একো একোটা কাউন্সিল ঘৰ। তাত সকলো ৰকমৰ আলোচনা হয়।

এজনে বৰ ডাঙৰ ডাঙৰ মাতেৰে কাৰবাক গালি পৰা সুৰত কৈছে "হেৰ কেইদিন। পিতায়ে কোৱা শুনিছিলো তাৰ ককাক ভাগতীৰ ঘৰতে মৰিল। সিদিনালৈকে খুজিয়েই খাইছিল। বায়েনৰ কপাল মুকলি হৰবে পৰা হৰলা ভাত মুঠি ঘৰতে খাব পৰা হ'ল। চাইটা ইংৰাজী পঢ়িব পাৰিলে বুলিয়েই ইমানটো দাওঁ মাৰিবলৈ হাত মেলিব নেপায়। মৌজাদাৰৰ পিতেকৰ হকে ভোট নিদি কোনে হৰিক ভোটখন দিবগৈ।" কথাষাৰ শুনাৰ লগে লগে দীনায়ে উঠিলে হাতৰ চমকাত এচমকা মিঠাতেল লৈ হাতে মুখে টিপতিপিয়াকৈ ঘহি গোফ কোচাত তাও দি দি ওঠ দুটা চেপা মাৰি ধৰি "এৰা এৰা" বুলি কথাষাৰ সমৰ্থন কৰিলে।

দোকানীয়ে ইতিমধ্যে এটিনিম খন্যাত লগাই সানি বৰকৈ কথাকে খৰাজনৰ কানে চিনিমটো আগবঢ়াই দি ক'লে

অসমীয়া জেলা

"ৰাম ধৰকচোন। এৰা সেইবোৰ কথা আমি আকৌ নেজানোৱেই "মানুহৰ উৎপত্তি বান্দৰ খং" বুলি বুঢ়া সকলে কৈ গৈছে। সেই দেখি আমি সেইবোৰ কবলৈ বৰকৈ ভাল নেপাওঁ। আপোনালোকৰ কথাটো হৈছে সুকীয়া। কথা এটা ক'লে ৰজে। "মানুহ জন যে অলপ মুখিয়াল সন্দেহ নাই। গাওঁ বুঢ়াই কথা শুনি থাকোঁতে হাচতি খন মেলি তামোল এখন ঠিক কৰিলে। সিজনৰ ফালে এখন আগবঢ়ালে। বৰ কথকীজনৰ নাম গেলা ভকত। গেলা ভকতে বাওঁহাতেৰে চিলিমটো ধৰি সোঁ - হাতেৰে তামোলখন লৈ সোঁ ভৰিটোৰ ওপৰতে থৈ আকৌ ধপাত হুপিবলৈ ধৰিলে। দীনয়ে তামোল খন খাই গাওঁ বুঢ়াক ক'লে "গাওঁবুঢ়া এই কণ বৰ বঢ়িয়া ধপাত ক'ত পালে।" "কালি সেই খেজনাৰ কোৰোক এখন দিবলৈ যাওঁতে বেৰৰ চুকত পাইছিলো ধপাত কণ বেয়া নহয়।" সৰহ কৈ আছে যদি চাওঁ মোৰ ফালে একণ দলি মাৰি দিয়কচোন।" বুলি দীনায়ে খুজিলে। ধপাত হোপা অন্ত হ'লত গেলা ভকতে তামোল খন মুখত দি গাওঁবুঢ়াৰ হাচতিৰ ফালে চকু দিলে। ধপাত কণৰ লোভ সামৰিব নোৱাৰি তেঁৱো এফেৰা খুজিবলৈ বাধ্য হ'ল। অৱশ্যে তেওঁ এটা বিশেষ কাৰণ দেখুৱালে যে তেওঁৰ ঘৈণীয়ালী জনীয়ে ভাল ধপাতলৈ বৰ আন্তিক কৰে। দানী গাওঁ বুঢ়াই গেলা ভকতৰনো। কথাষাৰ ৰাখিব নোৱাৰিবনে? এনে সময়তে লগত তিনিটা গেৰেলা গেৰেলা মেনচুন নকীয়া ল'ৰাৰে ফেদেলা ভকত আহি উপস্থিত। তেওঁ আহিয়েই দোকানীক ল'ৰাকিটাৰ কাৰণে ক'লা কোট তিনিটা দেখুৱাবলৈ ক'লে। দোকানীয়ে ল'ৰা কেইটাক ওচৰলৈ মাতি নি এটা এটাকৈ চোলা পিন্ধাই চালে। মইনাইঁতে চোলা পাই 'পিতাই চা' বুলি জপিয়াবলৈ ধৰিলে। ফেদেলা ভকতৰ ফুল পৰা চকুটোও যেন পুতেক হঁতৰ আনন্দত ঘুৰিবলৈ ধৰিলে। "বুইছেনে ৰাম, এই ল'ৰাবোৰৰ পৰা ৰক্ষা নাই। কাইলৈ সৌ বৰা গাওঁত মাহীয়েকৰ ঘৰত বিয়া খাবলৈ যাব। কুটুৰি মাৰিছে। ধান বেচোঁতে বেচোঁতে ভঁৰাল খালী হৈ গৈছে। ফেদেলা ভকতৰ কথা শুনি তামোল চোবাই চোবাই ৰামে ক'লে 'এৰাহ এই বোৰেই মায়া জাল বোলে। চেতন হৰাইবে সেয়া। সমাজৰ সকলোৱে 'হয় হয়' বুলি সংসাৰ সুখত নিস্পৃহ হ'ল। যেন শৰতৰ শস্য শ্যামলা মলয় শীতল প্ৰকৃতি পুঞ্জ শীতৰ কঠোৰ পৰাণমুৰ্ত্তি আহি গ্ৰাস কৰি পেলালে। সংসাৰ সুখত আলোচনাত আপ্লুত সমাজ খনি এই এষাৰ কথাত সংসাৰৰ প্ৰতি বীতশ্ৰদ্ধ হৈ পৰিল। ফেদেলা ভকতৰ বিশেষ কাম থকাত আৰু বহিব নোৱাৰিলে। দোকানীক লেঠা মাৰি বিদায় ল'লে। ইফালৰ পৰা এটা পেটে ককালে লাগি থকা। খোৰা কুলি আহি দোকানীৰ চোতালত বিংবাং কেতবোৰ বলকিবলৈ ধৰিলে। দোকানী ওলাই আহি কি লাগে বুলি শোধাত সি পেটটোলৈ আঙুলিয়াই ক'লে। "মতে বৰ ভুকা লাগুচি এক সৰ(চৰ) বুট মাহ লনঘন কৰন্তহ।" দোকানীয়ে একো বুজিব নোৱাৰি যা যা বুলি ভিতৰ সোমাল। কুলিটোৱে আকৌ বলকিবলৈ ধৰিলে। এই গেলা ভকত ওলাই আহিল। "এইটো তই ??? লগেগা?" কুলিটোৱে আকৌ ক'লে "এক চৰ বুটলালমন কৰ" ভকত খণ্ডত জ্বলি উঠিল। টোকোন এডাল আনি কুলিটোক মাৰিবলৈ সাজু। দোকানত থকা আন বিলাকক বুজনি দিলে যে সি কৈছে দিলে বুট এগাল দিয়া নহলে এপাট চৰ মাৰি লৈ যাম। পশ্চিমীয়া কুলীটোৰ ইমান সাহ দেখি তাক মাৰিবলৈ তৈয়াৰ, এনে সময়তে দোকানৰ ফালে আহি থকা ৰাজেন আৰু হৰি নাথে দোকানত কিবা গণ্ডগোল হোৱা শুনি বেগা বেগিকৈ আহি জুমৰ মাজত উপস্থিত হ'ল। তেওঁ বিলাক দুয়োকে দেখি মানুহ বিলাক আঁতৰি পৰিল। আৰু ভয়ত কঁপি উড়িয়া কুলীটোৱে ৰাজেন হঁতৰ ফালে চাই হাতজোৰ কৰি কাতৰেৰে ক'বলৈ ধৰিলে। 'বাবু মতে জোহাৰ কৰুচি মতে জোহাৰ কৰুচি মতে মোক কসুৰ নাহি। বৰ ভুকা লাগুচি হেল। এৰ সৰ বুট মাগুচি।"

তাৰ কথা অন্ত হ'লত গেলা ভকতে ৰাজেনক বুজাই দিলে যে, বুট নিদিলে সি দোকানিক চৰিয়াব খুজিছিল। আচল কথাটো গম পাই ৰাজেন পাৰে মানে হাঁহিবলৈ ধৰিলে। আৰু বুট এসেৰ দিয়াই লেঠাটো মাৰি দিলে।

দোকানীয়ে ৰাজেনক দেখি বৰ আস্ত্য-ব্যস্ত কৰি ধপাত খুন্দা উৰালটো লুটিয়াই দি তাত থৈলা এটা পাৰি বহিবলৈ দিলে। আৰু হৰিনাথক গাদীতে বহিবলৈ ক'লে। দোকানত থকা আটাইকেউজনে ৰাজেনৰ ফালে চাবলৈ ধৰিলে। "ওঁ পিছে বোপাৰ এতিয়া থকা হৈছে ক'ত? গাওঁবুঢ়াই শুধিলে। ৰাজেনে কাশীত থকা বুলি ক'লে। গেলা ভকতে আৰম্ভ কৰিলে "হক হক বোপা আপোনালোকৰ এটা ভাল দেখিলে আমি সন্তোষ পাওঁ। বৰুৱাৰ ঘৰ কোনে নেজানে। তাহনিৰে পৰা ডাঙৰ মানুহৰ ঘৰ। এখেতৰ দেউতাকৰ বিয়াখনহে আছিল সেই এখন বিয়া," হোজা গাওঁবুঢ়াই কথাটো শুনি থলে। কোনো মন্তব্য প্ৰকাশ নকৰিলে। দোকানী ওচৰ চাপি আহি বৰ আগ্ৰহেৰে লং দালচেনী অলপ তুলাপাত এখনতে থৈ ৰাজেনৰ ফালে আগবঢ়াই দিলে। এই বয়োবৃদ্ধ হোজা গাঁৱলীয়া কিজনৰ মাজত এনেদৰে সন্মান লোৱাটো হয়তো আনৰ পক্ষে গৌৰৱৰ কথা হ'লেহেঁতেন। কিন্তু পেটে পেটে ৰাজেনে বৰ লাজ পাইছে। তেখেত সকলৰ মাজত পুতলাটো হোৱাটি বহি থাকিব লগা হৈছে। কাণ দুখন ৰঙা হৈ উঠিছে। মনে মনে ৰাজেনে এই 'দৰ্জিয়ে সজা'* সভ্যটোক ক'ত ধিক্কাৰ দিছে। কলেজত পঢ়ি মহা জ্ঞানী হৈছে বুলি তেওঁৰ ওপৰত কি আস্থা। কিন্তু ৰাজেন যে সেই সন্মানৰ একেবাৰেই অনুপযুক্ত। গাঁৱলীয়া হলেও তেখেতসকল ৰাজেনৰ পিতৃৰ বয়সীয়া। কোনো কথা-বাৰ্ত্তা পাতিব নোৱাৰি। ৰাজেনে লং এটা মুখত দি বৰ পুৰণি বুলি কামিজৰ আগটোৰে

---

অসমীয়া ডেকা

মুখখন ঢাকি পেলালে। কোনে জানে কি ভাবি ৰাজেনৰ চকুৰ পৰা এটোপা অশ্ৰু নিয়ৰো সৰি পৰিল।

গাওঁবুঢ়া আৰু দীনাইয়ে সকলোৰে পৰা বিদায় লৈ নিজ কৰ্তব্য সুঁৱৰি প্ৰস্থান কৰিলে। দোকানীয়ে ধপাত এচিলিম লগাই দোহোপামান মাৰি গেলা ভকতক দিলে। ৰাজেনৰ ওচৰ চাপি সুধিলে। "নে বোপা আমাৰ গুৱাহাটিৰ সিফালে চাগৈ গোটেইবাৰ মৰুভূমি? প্ৰশ্নটো শুনি ৰাজেনৰ হিয়া ভাঙি যাব খুজিলে। এনেকুৱা হাঁহি উঠা কথা এটা শুনি ৰাজেনৰ অন্তৰত আকৌ আঘাত লাগিছে। ৰাজেনে ভাবিছে কি উত্তৰ দিব? বাওঁ আঠুটোৰ ওপৰত সোঁ আঠুটো কেৰেপা খুৱাইয়ো আঠুত দুই হাতে ধৰি বহি থকা হৰিনাথে প্ৰশ্নটো শুনি ৰাজেনৰ মুখৰ ফালে চাই হাঁহিব খুজি হাঁহিব নোৱাৰিলে। হৰিনাথে বুজিলে যে, এই বয়োবৃদ্ধক নহয় বুলি কবলৈও ৰাজেনে বেয়া পাইছে। আৰু হয় বুলিও সমৰ্থন কৰিব নোৱাৰাত পৰিছে। দুই কুল ৰক্ষা কৰিবৰ উদ্দেশ্যে ৰাজেনে ক'লে "মৰুভূমি" আছে পিছে বহুত দূৰত। সেই আমি থকাটো নাই।"

দোকানীয়ে আৰু সুধিলে "আপোনালোক আহোঁতে এই পিনে সকিয়াই দি আহিল নহয়নে? দোকানীৰ এই প্ৰশ্নত ৰাজেনৰ আঘাতৰ উপৰিও আঘাত দিছে, সেইটো সৰল দোকানীৰ জনা নাই। ৰাজেনৰ এনে গম্ভীৰ মূৰ্তি দেখি হয়তো আনে গপ কৰিছে বুলিও ভাবিব পাৰে। কিন্তু তেওঁৰ অন্তৰ খন কোনে দেখিছে। তেওঁৰ মনত পৰিল নিচেই সৰুতে সেই দোকানীয়ে তেওঁক 'তই' বুলি মাতিছিল। বুকুত তুলি লৈছিল। তাৰ পাছত হাইস্কুলত পঢ়ি থাকোঁতে 'তুমি' বুলি সম্বোধন কৰিছিল। এতিয়া আকৌ তেৱেঁই 'আপুনি' বুলি সম্বোধন ধৰি কি অপমান কৰিছে। এই খিনি কথা দোকানীয়ে জানে? সৰল দোকানীয়ে কি অপমান দিছে। কাশীৰ পৰা আহোঁতে শদিয়া পাইনেকি? পৃথিৱীখনৰ বিষয়ে দোকানীৰ কিমান ধাৰণা আছে? ইত্যাদি কথা বিলাক ভাবি ৰাজেনে নিজকে ধিক্কাৰ দিছে। 'অঁ' বুলি দোকানীৰ কথাটো সমৰ্থন কৰি থৈ দিলে। হৰিনাথে বুজিব নোৱাৰিলে, ৰাজেনৰ উদ্দেশে কি? ৰাজেনে হঠাৎ কৈ পেলালে "দোকানী মোক তোমালোকে আপুনি নুবুলিবা। মই বৰ বেয়া পাওঁ। "তুমি" বুলি মাতিলে একো বেয়া নেপাওঁ। সৰল দোকানীয়ে এটা সৰল হাঁহি মাৰি কথাষাৰৰ গহীনত্বটো কমাই দিলে।

গেলা ভকতে তেওঁৰ উদাৰতা দেখুৱাবৰ মনেৰে ক'লে "নহয় বোপা, সেইটো কি কৈছে? ব্ৰাহ্মণ বুলিলেই শূদ্ৰৰ গুৰু।। লাগে আপুনি বয়সত সৰুৱেই হওক। আপোনালোকৰ ওচৰত মই ব্ৰাহ্মণ বুলি কথা বাৰ্তা হোৱা নাই। মোকো পুত্ৰ বুলিয়েই ধৰিব। ভাবি ল'ব - ৰাজেনৰ এই কথাটো শুনি হেঃ হেঃ কৰি গেলা ভকতে হাঁহিবলৈ ধৰিলে। দোকানীয়ে কথাটো তল পেলাবৰ মনেৰে মান আন এটা কথাৰ উত্থাপন কৰিলে। "আমাৰ বাহিৰে যে স্কুল ঘৰ এটা সাজিছে, এইটোতনো কি কৰা হ'ব। বৰ কথকী গেলা ভকতে নিজৰ অভিজ্ঞতা দেখুৱাবৰ কাৰণে ক'লে "কাঠ মিস্ত্ৰিৰ কাম শিকাব।" দোকানীয়ে কথাষাৰ কেনে বিচাৰ কৰিব নোৱাৰিলে। অথচ প্ৰতিবাদ কৰিবলৈও বেয়া পাইছে। ৰাজেনে তেওঁৰ অৱগতি বুজিপাই সকলো কথা বুজাই দিলে। দোকানীৰ কিন্তু সম্পূৰ্ণ বিশ্বাস আছিল যে, স্কুলটোৰ উদ্দেশ্য ভাল। দোকানীয়ে সকলো কথা বুজি পাই উদ্দেশ্যটো ভাল বুলি সমৰ্থন কৰিলে। আৰু যথাশক্তিৰে সহায় কৰিবলৈকো গাত ল'লে। হৰিনাথে আগেয়ে জানিছিল যে, গেলা ভকতক হাত কৰিব পাৰিলে ওচৰৰ দুই তিনি খন গাঁৱৰ সহায় পাব। কাৰণ সেই সকলোত তেওঁৰ কথা অলপ বহে। ভকতক সম্বোধন কৰি হৰিনাথে ক'লে "আমাৰ ল'ৰাবোৰ আজি-কালি তেনেই সোৰোপা হ'ল। ইংৰাজী পঢ়া বিলাকে যেনিবা কামকে কৰি যাব তাৰো আজি কালি লেঠা লাগিছে। যি বোৰে পঢ়িব শুনিব নেজানে, খেতি বাতি কৰিবলৈকে মাটি-ভেটি নাই সিহঁতৰ কেঁএৱা ঘৰৰ টৌ মলাৰ বাহিৰে উপায় নাই। কাঠৰ কাম, কাঁহৰ কাম লগে লগে দুই চাৰিটা ইংৰাজী শিকি ল'ব পাৰিলে সিহঁতৰ সাৰল নাই। এই চাৰি পাঁচ খন গাঁৱৰ মাজত যদি পাচোটা ল'ৰাই নিজৰ ভৰিত ভৰ দি ঠিয় হ'ব পাৰে, তেন্তে দেশৰ আৰু দহৰ উপকাৰ হ'ব। সিহঁত পাচোটাৰ পৰা পঁচিছটাৰ ভাত ওলাব। বছৰি এইদৰে হৈ বাঢ়ি গলে আমাৰ দেশৰ মানুহ চাহাব হ'বলৈ কেইদিন। দা এখন লাগিলে কছাৰৰ নেপালী কমাৰৰ পৰা কিনি আনিছোঁ। তোৰ এটা লাগিলে কিনি আনিলেহে হয়। পইচা কেইটা পাই কেএৱা মহাজনে। স্কুলটো খুলিলে আমাৰ নিজৰ বস্তু বাহানিও সাজি ল'ব পাৰিম। আৰু দেওবাৰৰ হাতলৈ গৈ মেজ, চকী, বেটি পইচাও উলিয়াব পাৰিম। ভাল কাম কৰিব পাৰিলে পইচাৰ কি আকাল লাগিছে? ইমানবোৰ চাহ বাগিচাত পঞ্জাবী আৰু চীনা মিস্ত্ৰিয়ে চাৰি কুৰি এশ দৰ্মহা হৈ বহি আছে। সেইবোৰ আমাৰ মানুহে পাব নোৱাৰিবনে? হৰিনাথৰ কথাখিনি শুনি গেলা বাম আৰু দোকানী দুয়ো বুজি পালে যে, কথাবোৰ মিছা নহয়। ভকতে উদাৰ ভাৱে ৰাজেনক ক'লে "মই সিদিনা কৈছিলো, বোপা, আপোনালোক লাগক, ঘৰটো দুই এদিনতে ওলাব। বাহিৰে সখ জোকাৰিলে নৈ বয়। কি কথা আছে। মই পাঁচ টকা বাপো আগবঢ়াই থৈছো। ভকতৰ প্ৰতি আন্তৰিক শ্ৰদ্ধাত ৰাজেনৰ মন কৃতজ্ঞতাৰে উপচি পৰিল। তেওঁৰ পাঁচ টকাৰ মূল্য যেন পাঁচ হেজাৰৰ সমান। ৰাজেনে দুই এজনৰ মুখে শুনিছিল যে গেলাভকতে হৰিনাথক ভোট দিবৰ বিপক্ষে। তেওঁক এই বিষয়ে সুধিবলৈ ৰাজেনে যাত লগালে - "শুনিছোঁ ভকত। দুখীয়াৰ দোষ দুখীয়াইহে বুজে। ধনীয়ে দুখীয়াৰ দোষ নুবুজে। গাঁৱলীয়া মানুহৰ আজি পদুলি, পুখুৰী, দলং আদিৰ

---

অসুবিধা কেতিয়াবা গুচিছেনে? আমি নিজে নালাগিলে একো নহয়। মেম্বৰ বাছি দিবলৈ চৰকাৰে আমাক ক্ষমতা দিছে। তিনি চাৰিশ মানুহৰ অভাৱ অসুবিধা লোকেল বৰ্ডৰ আগত ডাঙি ধৰিবলৈ এজন মানুহ বাচি দিব লাগে। আমি যাকে তাকে বাছি দিয়া উচিত নহয়। তেওঁবিলাকক পঠিয়াইছোঁ আমাক উপকাৰ কৰিবলৈহে। ধনী মানুহক পঠিয়ালে দুখীয়ালৈ পাহৰে। তেওঁ বিলাকে নিজৰ ঘৰলৈ যোৱা আলি কেইটা ভাল কৰাব। মিটিৰ কুটুম্বক কাম দিয়াব। সৰহ সৰহ ভেটি খাই দেছুৱালী ঠিকাদাৰক ঠিকা দিয়াব। দুখীয়ালৈ মনত নেথাকেই। গাঁৱলীয়া মানুহক পাঠিয়ালেহে আমাৰ উপকাৰ হ'ব। এতিয়া কাউন্সিলত আমাৰ হাতীবৰুৱাই যিমান বুজিছে ডাঙৰ মানুহ বিলাক সেইদৰে মাগিছে। ৰাজেনৰ কথাশুনি গেলা ভকত বিমোৰত পৰিল। কিন্তু সঁচা কথাটো নুই কৰিব কেলেই? "আপুনি কি কৈছে হওঁতে মিছাকোৱা নাই। পিছে, মৌজাদাৰৰ পুতেকক ভোট নিদিলে জানো কম বিপদ?" "একো বিপদ নাই। মাউখে উটিলে গুড়ি পৰুৱাবো মৰণ নাই।' তিনি চাৰিশ ঘৰ মানুহৰ হৈ যি জন মেম্বৰ যাব, তেওঁ আমাৰ দুখ বুজা মানুহ হ'ব লাগিব। মৌজাদাৰৰ পুতেকে মাটিত ভৰিকে নিদিয়ে। তেওঁ আমাৰ কি উপকাৰ কৰিব বুলি ভাবিছে। যিবিলাক ধনীয়ে দুখীয়াৰ হাড় চাল দেখি দুখীয়াৰ তেজ শুহি ডাঙৰ মানুহ বোলাইছে, সেইবোৰ ধনীক সহায় কৰিলে আমাৰ পাপ হ'ব। যি বিলাকে আমাৰ দুখ নুবুজে, তেওঁ বিলাকক সহায় কৰিলে অন্যায় হ'ব। মৌজাদাৰে আপোনাৰ হয়তো দুই এটা কথাত সহায় কৰিব পাৰে। ইফালে চাওকচোন, মণিৰাম, ফেচুকো, ভৰালীৰ ঘৰ এই তিনি ঘৰ মানুহৰ কি দশা কৰিলে। আঢ়ে কুৰি ৰূপ ধাৰলৈ দি সুদৰ সুদ মাটি-ভেটি নীলাম কৰালে। তেওঁ বিলাক ব্ৰহ্ম বধী।" ৰাজেনৰ কথাত ভকতৰ মন উলটিল। হৰি নাথক ভোট দিবলৈ ককালত টঙালি বান্ধি লাগি গ'ল। দোকানী আগৰে পৰাই হৰি নাথৰ ফলীয়া। দোকানৰ লব লগীয়া বস্তুলৈ ভকতে বিদায় ল'লে। ৰাজেনে দোকানীক হৰিনাথৰ হৈ ভোট দিবলৈ দোকানলৈ অহা মানুহ বিলাকক ক'বলৈ খাটনি কৰিলে। ৰাজেন আৰু হৰিনাথ দোকানৰ পৰা ওলাল। ৰাজেনে আনন্দোৎফুল্ল নয়নেৰে হৰিনাথৰ ফালে চাই ক'লে "হৰি, কথাটো ভালকৈ মনত শুনাইদিলে গাঁৱলীয়া মানুহে অসাধ্য সাধন কৰিব পাৰে। ভাৱৰীয়াৰ সাজ পিন্ধি কেনেকৈ ৰঙ্গমঞ্চত ঠিয় নিদিলে অভিনেতাৰ প্ৰতিভাৰ প্ৰকাশ নেপায়, ইংৰাজী শিক্ষিত লোকো আজি কালি নগৰত নেথাকিলে সভ্য বোলাব নোৱাৰে, কিন্তু ভাৰতবৰ্ষ, বিশেষকৈ অসমৰ উন্নতি গাঁৱৰ ওপৰত নিৰ্ভৰ কৰিছে।"

সুদূৰ পশ্চিমৰ সপোন আহি যেন সফলতাৰ পূৰ্ণমূৰ্তি ধৰি ৰাজেনৰ চকুৰ আগত দেখা দিলেহি। আহা বেচেৰাৰ কি আনন্দ।

---

অসমীয়া ডেকা

## অষ্টম অধ্যায়

যোৰহাট নগৰত আজি এটা ডাঙৰ ধুম ধাম। কংগ্ৰেছ সেৱীসকল গোট খাই এখন বিৰাট সভা পাতিছে। আৰু এদল যুৱকে হাতত কিছুমান খদ্দৰ কাপোৰলৈ 'বন্দে মাতৰম' গাই গাই বিক্ৰী কৰিব ধৰিছে। বিলাতী কাপোৰ পৰিত্যাগ কৰি স্বদেশী পিন্ধিবলৈ, কুটীৰ শিল্পৰ উন্নতি কৰিবলৈ শোভাযাত্ৰী সকলে অনুৰোধ কৰিছে। হাতে-ভৰিয়ে ধৰি দেশ মাতাক আহ্বান জনাইছে ঃ "খদ্দৰ পিন্ধা, ভাৰতৰ কুটীৰ শিল্পৰ উন্নতি কৰা। ত্ৰিশকোটি অস্থিচৰ্মসাৰ ভাৰতবাসীক ৰক্ষা কৰা। আমাৰ পেটৰ ভাত ত্যাগ কৰি কোটি টকাৰ কাপোৰ কিনি বিলাতী ব্যৱসায় পুষ্ট কৰিবৰ আৰু দিন নাই। খদ্দৰ পিন্ধি অন্ন-বস্ত্ৰ সমস্যা সমাধান কৰা। ইংৰাজ শক্তিমান হ'ল কেৱল কাপোৰৰ ব্যৱসায় হাত কৰি। এবছৰ যদি বিলাতী কাপোৰ বৰ্জন কৰি দেশী কাপোৰ পিন্ধা, সেই 'বিলাত' বোলা ক্ষুদ্ৰ দ্বীপটোৰ হাহাকাৰ শুনি তুমিও উপহাস কৰি হাঁহি মৰিব পাৰিবা। এবছৰৰ মূৰত ভাৰত আকৌ ৰত্নময় হ'ব। ৫৬ কোটি টকাৰ কাপোৰ যদি ঘৰে ঘৰে তৈয়াৰ হয়, হাতৰ পইচা হাতত থাকিব। পিন্ধিবলৈ কাপোৰ পাবাঁ, পেটৰ ভাত পাবাঁ। দাইল-চাউল সস্তা হ'ব। আকৌ ঘৰুৱা শিল্পই জীৱন পাব। গোমধান, যৱ, জাহাজ ভৰাই ভৰাই লৈ গৈ ভাৰতবাসীক শক্তিহীন কৰি দিছে। আৰু সেই বাবেই প্ৰতি মিনিটত ২৭ জন ভাৰতবাসী মৰিব লাগিছে প্ৰতি দিনে ২৮ হেজাৰ প্ৰাণী ধ্বংস হৈছে। ম'হ মাখিৰ দৰে আমাৰ ভাৰতবাসী মৰিব লাগিছে। তথাপিও কি আমাৰ চকু মুকলি নহয়! সামান্য এটা কথা, খদ্দৰ পিন্ধা সকলো পাবা।" এটুকুৰা মুকলি ঠাইত জনতাৰ মাজত এই কথা এজন যুৱকে ঐক্যস্বৰে কোৱা শুনা গ'ল। তেওঁৰ চাৰিওফালে কংগ্ৰেছ পতাকা লৈ কিছুমান গাঁৱলীয়া ডেকা। দুই কি এজন কলেজীয়া ছাত্ৰ। বক্তৃতা শুনি কিছুমান যুৱকে গাৰ বিলাতী কাপোৰ দলিয়াই পেলাইছে। কোনোৱে মনে মনে দৃঢ়সংকল্প কৰিছে, আৰু বিলাতী কাপোৰ নিপিন্ধে। পাঠক, শুনি আচৰিত হ'ব যে বক্তৃতা দিয়া জন আমাৰ পৰিচিত ৰজনীকান্ত বৰুৱা হাইস্কুলৰ শিক্ষক। তেখেতৰ ওচৰত থকা কেইজনৰ ভিতৰত ৰাজেন, হৰিনাথ আৰু তেওঁবিলাকৰ অনুগামী এদল ডেকা। ঘোৰ বিলাতী, চিকুণ ডেকা। গ্ৰেজুৱেট ৰজনী কান্তৰ এনে পৰিবৰ্তন দেখি নগৰৰ বহুত যুৱকৰ মাজত এটা নতুন ভাৱে দেখা দিছে। কি কাৰণে ৰজনীয়ে ইমান সোনকালে বিলাতী বৰ্জন কৰি, চাকৰি এৰি দি কংগ্ৰেছ সেৱী হ'ল তাৰ অনুসন্ধান বিচাৰি ফুৰিছে। কিন্তু অনুসন্ধান পাব ক'ত? তেওঁ বিলাকতো প্ৰেমিক নহয়। প্ৰেমিক নহ'লে প্ৰেমৰ মোল বুজিব নোৱাৰে। এজন গাঁৱৰ মাজত সোমাই ৰজনীৰ হৃদয় সিংহাসনত যি দেৱীয়ে অধিকাৰ কৰি বহি আছে,

সেই দেৱীৰ অনুৰোধ উপেক্ষা কৰাৰ শক্তি তেওঁৰ ক'ত? গুলৰ নিচিনা এটি কুসুম কোমল ফুলৰ শৰীৰত ... যদি নিবিচৰা ৰজনীৰ তিনি আঙুল ওঁঠৰ কলা চামৰাৰ ওপৰত কি কৰিব? ৰজনীয়ে গুলৰ লগ পাবৰে পৰা বুজিলে যে তেওঁ ৰমণী নহয় গুলহে ৰমণী; ৰজনী পুৰুষ। তেওঁৰ গাল মুখ 'হিমানীৰে ঢাকি থলেও গুলে দেখিব, তেওঁ গুলতকৈ ক'লা।

ৰজনীয়ে গুলক সঁচাকৈয়ে ভাল পায়। তেওঁৰ সম্মান ৰক্ষা কৰা, তেওঁৰ মৰ্যাদা ৰখাটো ৰজনীৰ কৰ্তব্য। গুল আৰু ৰজনীৰ সম্বন্ধ পৱিত্ৰ প্ৰেমৰ সম্বন্ধ।

সেই জনতাৰ ওচৰতে এখন চাহ মিঠাইৰ দোকান। মিঠাইৰ দোকানত কনক আৰু তেওঁৰ বন্ধুবৰ্গ বহি হাতত চাহৰ পিয়লা লৈ আৰম্ভ কৰিছে। "আৰে ৰাখিদে ৰাখিদে সিহঁতে কান্দিব। ৰাজেনৰ নগৰত থকা কেইদিন হৈছে। মানুহটোও গাঁৱলীয়া তাৰ 'আইডিয়া' বোৰো গাঁৱলীয়া হেৰ, আজি কালি আৰু অপাৰেশ্যনৰ দিন গ'ল। সোপাকে ফাটেকত সুমুৱাই থলেগৈ, লাজ লগা নাইনে? আজিৰ পঞ্জাবী চুলপাৰি মানচেষ্টাৰৰ ধুতিখন নিপিন্ধি জলহ খদ্দৰৰ জলম এটা পিন্ধি ভুতটো হোৱাদি ফুৰা গৰজটো কি? গান্ধীৰ অৱস্থা সেইটোহে। ৰসগোলা এটা মুখত সুমাই কনকৰ বন্ধু এজন মাত দিলে "সেইফালে নেচাবি, আমাৰ আন কথা নাইনে? মোক মোকাই কথাটো কৈ তেওঁ চাহ এঢোকা গিলি দি বন্ধুবৰৰ উদাৰতাত কৃতজ্ঞ হৈ পেটে পেটে এটা ধন্য বাদ জনালে। দোকানীয়ে ৰসগোল্লা আৰু সন্দেশ এটা এটা দি দোহাৰি গ'ল। বন্ধুবৰে দোকানীক এনে উদাৰতাত মুগ্ধ হৈছিল। যদিও হিচাবটো বেছি হয়, ভয় নাই খাতাত চহী কৰিব কনকে।

চাহ মিঠাইৰ দকা হকা কৰি মেজৰ পৰা বিলাতী উৰ্বশীৰ নগলা চাবি থকা চিগাৰেটৰ কেচ এটি উলিয়াই কিটিপ এটাত টেঁপা মৰি দি কনকে বন্ধু সকলৰ ফালে আগবঢ়ালে। গাই প্ৰতি একো একোটা জ্বলাইলৈ ঘৰটো ধূম্ৰ ৰাশিতে একমিনিটতে ভৰাই দিলে।

চুৰতত হোপা এটা দি কনকে আকৌ আৰম্ভ কৰিলে। "তোমালোকে শুনিছানে, ৰাজেনে হোনো কলা প্ৰদৰ্শনী এখন খোলে। ক'ৰ কত দেখি আহিলে হবলা। সেইটোকে আহি আমাৰ ইয়াতে উলিয়াইছে। হেৰ কিহৰ প্ৰদৰ্শনী, মিছাকৈয়ে টকা খৰচ হৈছে এটা। এইযে সন্মিলনখন তাৰ পৰা কাৰ কি উপকাৰ হৈছে। তাৰ উপৰি আকৌ সি আমাক ঘৰে ঘৰে কুলিৰ দৰে খদ্দৰ বেছি ফুৰিবলৈ কয়। মোৰ জনমত সিমান অপমান পোৱা নাই। তাক বাৰু মজাটো দিম। সি মোক সদায় অপমান কৰিবলৈ বিচাৰে। থিয়েটাৰ হুলত সেইদিনা ক'লে সেইবোৰ, কালি আকৌ খদ্দৰ বেচিবলৈ কয়। ৰজনী কান্ত কাউন্সিলৰ মেম্বৰ নহল, মোৰ হানি কি? মই হেনো ৰজনীৰ হৈ 'কেনভাচ' কৰিব লাগে। বাঃ ই এটা দস্তুৰ মত হাঁহি উঠা কথা।" কনকে এই দৰে বকলকি থাকোতে এজন বন্ধুৱে তেওঁৰ কাণে কাণে কিবা এটা ফুচফুচাই ক'লে, আৰু সেই জনতাৰ ফালে আঙুলিয়াই দেখুৱালে। অলপেমানতে কনক উঠিল আৰু খাতাত চহী এটা কৰি সবাতৰে সেই ফালে যাত্ৰা কৰিলে।

ইফালে সভাত মানুহৰ ভীৰ বেছি গৈছে? কিছুমান কংগ্ৰেছ সেৱীয়ে "ৰজনীক ভোট দিয়ক" বুলি বৰ ডাঙৰ - ডাঙৰ আখৰেৰে লিখা ছপা কৰা কাগজবোৰ বিলাই ফুৰিছে। জনতাৰ মাজত মুকলি ঠাই এডোখৰত পুতি থোৱা কংগ্ৰেছ পতাকাৰ খুটিডোল গুৰিতে কংগ্ৰেছ নেতা এজনে বক্তৃতা দিছে। বক্তৃতাৰ পাছতে ডাঙৰ ডাঙৰ মাতেৰে উচ্চস্বৰে চেঁচুফালি কৈছে "আপোনালোকৰ ভৰিত ধৰি মাতিছোঁ, শত শত প্ৰকাৰ সেৱা কৰিছে কংগ্ৰেছ সেৱীক ভোট দিয়ক। মোৰ জন্মভূমি আইয়ে কান্দোতে কান্দোতে চকু উখহিল। হিয়া ভুকুৰাওতে হিয়া ভাঙি চুৰমাৰ হ'ল। খাবলৈ নেপাই পেটৰ পোৱণিত জ্বৰ উঠিছে। সেই হীন নৰাধমে মোৰ আইৰ মুখত এটোপা পানী দিব পৰা নাই। মোৰ ভাইহঁতে যদি মোক সহায় নকৰে মই কৰিম কি? আমি জীয়াই থাকোতে আমাৰ আয়ে যদি লাজ পাই মৰিব লগা হ'ল। আমাক জন্ম দিছিল কিয়? মই আৰু কথা ক'ব নোৱাৰোঁ। সেইয়া মোৰ আয়ে কান্দিছে। তেওঁ হিয়া খুন্দিয়াইছে। মোৰ কাণত বাজিছে। মই এতিয়া কি কৰিম? ভাইহঁত তোমালোকে মোক সহায় কৰা। তেখেতৰ বক্তৃতা শুনি জনতা কাহ পৰি জিন যোৱাৰ দৰে নিস্তব্ধ হ'ল। প্ৰত্যেকৰে চকুপানী পৰিবলৈ ধৰিলে। সকলোৱে 'জন্মভূমি' জয় বুলি দিয়া দিগন্ত কঁপাই তুলিলে। আকাশ পাতাল ভেদি এটা কঁপনি উঠিল। 'অ-অ-উ' সকলোৱে প্ৰতিজ্ঞা কৰিলে ৰজনী কান্তকে ভোট দিব। খদ্দৰ পিন্ধিব আৰু সূতা কাটিব। এনেতে ওচৰত একুৰা জুই জ্বলিল। জাতীয় যজ্ঞৰ। যাৰ গাত কি আছিল সকলো বিলাতী কাপোৰ তাতে শেষ কৰিলে। ধোঁৱা উঠি গ'ল। আকাশ পালেগৈ। এটা বিজুলী মাৰিলে। চকামকাত এটি মিচিকিয়া হাঁহি বিৰিঙি উঠিল। দাঁত নাইকিয়া সোলা বৃদ্ধ এজনে হাঁহিছে।

কিন্তু ইকি। কনক আৰু বন্ধুবৰ্গৰে শিলৰ মূৰ্তিৰ দৰে দণ্ডায় মান। কোনেও কাৰো মুখলৈ চাব পৰা নাই। ভাৱত বিভোল। কিন্তু কিহৰ ভাবনা। আৰু Money bag ত কণীয়া আছে। বাকচত সাজপোচাক আছে হাতত ঘড়ী আছে। ফুৰিবলৈ মটৰ আছে আৰু এতিয়া বন্ধুৰ দল আছে তেওঁৰ আকৌ ভাবনা কিহৰ?

সেই সভাৰ ফালেই দুটি গাভৰুক যোৱা দেখি দোকানৰ পৰা বেগা বেগিকে ওলাই আহি সেই সভালৈ যোৱাৰ চলেৰে কনক আৰু তেওঁৰ বন্ধুসহ তেওঁবিলাকৰ পাছ লৈ যি আৰু সুখ উপভোগ কৰিছিল তাত আঘাত লাগিল। যুৱতী যুগলকীৰ উদ্দেশ্য

---

অসমীয়া ডেকা

কৰি কনকে ইংৰাজীৰে কি এবাৰ ক'লে। চক খাই তেওঁ বিলাকে উলটি চালে। লাজ আৰু ঘৃণাত সৰল প্ৰাণা যুৱতী দুটিৰ কোমল মনত এটা আঘাত লাগিল। গোলাপী গাল ফুটি তেজ পৰো পৰো হ'ল। বুকু কঁপি উঠিল।

কনক মৰ্মাহত হ'ল। ইকি, আগৰ জনী যে তেওঁৰে ভনীয়েক নিৰু।

কংগ্ৰেছৰ জয় হ'ল, কাউন্সিলত কংগ্ৰেছ মেম্বাৰৰ সংখ্যা বেছি। যোৰহাট লোকেল বৰ্ড আৰু মিউনিছিপেলিটিত অধিকাংশই কংগ্ৰেছ সেৱী নিৰ্বাচিত হ'ল। ডেকা হৰিনাথ লোকেল বৰ্ডৰ এজন মুখিয়াল সভ্য। গোটেই যোৰহাট লোকেল বৰ্ডৰ ভিতৰত চাৰিটা গাঁৱলীয়া শিল্প-স্কুল সজাবলৈ দিয়া প্ৰস্তাবটো গৃহীত হ'ল। ইফালে মিউনিছিপেলিটিৰ চেয়াৰমেন পৰ্যন্ত কংগ্ৰেছ-সেৱী হোৱাত বেচি সুবিধা হ'ল। মিউনিচিপেলিটিৰ এটা কাঠৰ স্কুল সাজিবলৈ ঠিক হ'ল। "আনন্দ ৰাম বৰুৱাৰ স্মৃতি ৰক্ষাৰ্থে এটা প্ৰস্তৰ মূৰ্তি।" হেমচন্দ্ৰ বৰুৱা নামেৰে এখন পাৰ্ক সাজিবলৈ ডাঙ্গি ধৰা মোহন চন্দ্ৰ কোচৰ প্ৰস্তাবটো অতি সহজে গৃহীত হ'ল। আনকি পাৰ্ক খনৰ কাম পৰ্যন্ত আৰম্ভ হৈ গ'ল। নগৰৰ ভিতৰত কোচ উপাধি থকাটো পাঠক সকলৰ অসম্ভৱ যেন লাগিব পাৰে। কিন্তু মোহনচন্দ্ৰ কংগ্ৰেছ কৰ্মী তেওঁ জানে যে কোচ বংশত চিলাৰায়ৰ জন্ম হৈছিল। বৰুৱা বা দত্ত বুলি চিনাকী দিয়াতকৈ কোচ বুলি বেছি গৌৰৱ পায়।

ইফালে ৰাজেনে এনে এটা দল গঠন কৰিলে যে ৭/৮ মাহৰ ভিতৰাতে ৬ হেজাৰ টকাৰ খদ্দৰ আৰু পাঁচশ টকাৰ অসমীয়া কিতাপ বিক্ৰি কৰিলে। প্ৰতি ৰবিবাৰে এই দলৰ যুৱক বিলাকে খদ্দৰ আৰু কিতাপ বিক্ৰিৰ কাৰণে ঘূৰে। হাট, গাঁও আদি সকলো ঠাইলৈকে গৈ খদ্দৰ বিক্ৰি কৰে। আৰু অসমীয়া কিতাপ আৰু খবৰ কাগজৰ গ্ৰাহক সংগ্ৰহ কৰে। কোস্তি শিকিবৰ কাৰণে নগৰত এটা খেল ঘৰ সাঁজি দিয়ালে। আৰু এজন 'পালোৱান' ৰখাৰ বন্দোবস্ত কৰিলে। মিউনিচিপেলিটিয়েও যথেষ্ট সহায় কৰিলে। আজিকালি ৰৰপুখুৰীৰ পাৰত বহি দূৰত খাই সুন্দৰীৰ ৰূপ বৰ্ণনা কৰা ডেকা নিচেই কমহে পৰিল। ৰাজেন এতিয়া "চন্দ্ৰনাথ বাণী ভৱন" নাম দি পাঠাগাৰ এটা খোলাত ব্যস্ত। বাগানে বাগানে ধনী লোক সকলৰ ঘৰে ঘৰে পইচা তুলিবলৈ তেওঁ ঘূৰিব লাগিছে। কলা-প্ৰদৰ্শনী খুলিবৰ যি উপক্ৰম কৰিছিল কোনেও সহায় নকৰাত সেই কথা তল পৰিল। অহা পূজাৰ বহুত পাতিবৰ মনস্থ কৰি পইচা তোলা কামত ব্যস্ত আছে। বহুত ঠাইত অনেক গালি-শপনিও শুনিব লগীয়া হৈছে। কিন্তু ৰাজেনে তালৈ ভ্ৰূক্ষেপ কৰা নাই। গালি-শপনি, চৰ-লাঠি ৰাজেনে অপমান বুলি নেমানে, কাৰণ যাৰ বুকুত দিনে-ৰাতিয়ে এটা কথা বাজিব লাগিছে, খাওঁতে-শোওঁতে কেৱল একমাত্ৰ ভাৱনা, অসম কেতিয়া আগ বাঢ়িব। যাৰ হৃদয়ত মাতৃভক্তি প্ৰেৰণা হৈছে বিশ্বব্ৰহ্মাণ্ডৰ অপমান-লাঞ্ছনাই তেওঁক কি কৰিব পাৰে? মাতৃশক্তিৰ প্ৰেৰণাত বলীয়ান হৈ লৱৰ নিচিনা এটি বালকৰ হাতত ধনুৰ্দ্ধৰ ৰামচন্দ্ৰ পৰাজিত হৈছিল। এটা সামান্য গালিয়ে ৰাজেনক কি কৰিব। পইচা বিচাৰি যাওঁতে সোমনাথ শৰ্মা মৌজাদাৰে অনেক তিৰস্কাৰ কৰি ৰাজেনক ক'লে "এইবোৰৰ কামত লাগি তোমালোক নষ্ট হৈছা কিয়? কিহৰ স্বৰাজ লাগে। যাৰ খবৰ-কাগজ পঢ়িবৰ মন যায়, তেওঁ কিনি ল'ব। তুমি আকৌ ঘৰ এটা সাঁজি কাগজ কিনি দিবৰ প্ৰয়োজন কি? তোমালোকৰ কথা মই ভালকৈ জানো। পইচাবোৰ তুলি নি দেখৰ মানে চাহ-মিঠাইবোৰ খাবাগৈ, থিয়েটাৰ পাতিবাগৈ, আৰু যে কি কৰা তাৰ ঠিক নাই। পইচা অৰ্জন কৰা মানুহেহে জানে। ইমানখন কষ্ট কৰি আহিলা, আঠ অনা পইচা দিলো আৰু মোৰ ইয়ালৈ এইবোৰ কাম লৈ নাহিবা।" ৰাজেনে কান্দিবলৈ ধৰিলে। বয়োবৃদ্ধ মৌজাদাৰৰ ভৰিত দীঘল দি পৰি সেবা এটা কৰি গুচি আহিলে। আধলিটোও এৰি থৈ আহিল। মৌজাদাৰ অবাক। এনে ঘটনা তেওঁৰ জীৱনত দেখা নাই। ইকি? যৌৱনৰ প্ৰখৰ গতিৰ ভণ্ডামি নহয়টো। অনেক প্ৰশ্ন বৃদ্ধৰ প্ৰাণত গুমৰি উঠিল। পাছ দিনা এটা মানুহে ডাঙৰ খাম এটাত চিঠি এখন আনি মৌজাদাৰৰ হাতত দি গ'ল। চিঠিখন পঢ়োতে পঢ়োতে ধন লোলুপ স্বাৰ্থান্ধ ধনীৰাম চকু দুটাও যেন অলপ তিতোহ হ'ল। চিঠি যিমানেই পঢ়ি গৈছে, তেখেতৰ মন সিমান বেছি চিন্তাযুক্ত হৈ গৈছে। বৃদ্ধই চিঠিখন আকৌ এবাৰ পঢ়িলে। এই কথাকেইটা ঘূৰাই ঘূৰাই পঢ়িব ধৰিলে। একো একোটা আখৰ একো একোটা পৰ্বতৰ সমান ওখ হৈ উঠিছে। "আপুনি ভাবিছে যে বেঙ্কত হেজাৰ হেজাৰ টকা জমা কৰি সুদৰ সুদ কচি বহুত ডাঙৰ কাম কৰিছে। আপুনি ক'ব পাৰে যে আপোনাৰ ধনলৈ আনৰ অধিকাৰ কি? কিন্তু ভালকৈ গমি চালেই বুজিব অধিকাৰ সম্পূৰ্ণ আছে। শতকৰা ৯৫ জন মানুহ অশিক্ষিত ৰাখি, ৯০ জনক অনাহাৰত থৈ যি দেশবাসীয়ে ভাত খাইছোঁ বুলি ভাবিছে তেওঁ নিতান্ত নৰকী। তেওঁ যোৱা তাত কি বস্তু মই ক'বলৈ বোধ কৰিছোঁ আমাৰ চকুৰ আগত কেএজন মহাজন আহি লাখপতি হৈ অসমীয়াৰ সৰ্বস্ব লুট কৰিবলৈ গৈছে। তথাপি আপোনালোকৰ হিচাব নাই। কত উৎসাহী যুৱকে টকা ধাৰে বিচাৰি গৈ আপোনাৰ ওচৰত অপমানিত হৈ আহিছে। আপুনি সিহঁতক টকা ধাৰে নিদিয়ে কিয়? বিশ্বাস কৰিব নোৱাৰে? বি.এ পাছ কৰি ব্যৱসায় কৰিবৰ মনেৰে কত যুৱকে টকা ধাৰে বিচাৰি পোৱা নাই। সিহঁতক সহায় নকৰে কিয়? কেএজন মহাজনক লগ পাই হোৱাতকৈ অসমীয়া লাখপতি হ'লে আপুনি বেয়া পাই নেকি?

"জগতৰ ফালে চকু মেলেনে? খবৰ কাগজ আপুনি পঢ়িছেনে? লাখে লাখে হেজাৰে হেজাৰে টকা দান কৰি লক্ষীৰ

---

অসমীয়া ডেকা

সন্তান সকলে কিমান মহৎ উপকাৰ কৰি গৈছে তাৰ কিবা খবৰ ৰাখেনে? কোনোবা চিত্ৰৰঞ্জন দাসে নিজৰ সৰ্বস্ব দান কৰি বঙ্গদেশৰ যি উপকাৰ কৰি গৈছে। সেই উপকাৰে যে চিত্ৰৰঞ্জনক মৰিও অমৰ কৰিলে সেইটো ক'ব পাৰেনে?

"আপুনি ভাবিছে যে আপোনাৰ ধনী আৰু মৌজাদাৰৰ নামটো অমৰ। কিন্তু যিদিনা আপুনি চকু দুটা মুদিব সেই দিনাই আপোনাৰ নাম পৃথিৱীৰ পৰা লোপ পাব। আপুনি যি উপাৰ্জন কৰিও একো লাভ কৰিব নোৱাৰিলে। আপোনাৰ পৰিশ্ৰম নিস্ফল। বয়ো-বৃদ্ধ বুলি, অসমীয়া বুলি আপোনাক শতসহস্ৰবাৰ সেৱা কৰোঁ। আপোনাৰ নামত গৌৰব কৰো। কিন্তু ধনী বুলি আপোনাক অন্তৰেৰে ঘৃণা কৰোঁ। এটা দীঘল হুমুনিয়াহ কাঢ়ি মৌজাদাৰ ভাৱত তন্ময় হ'ল। ইতিমধ্যে কেহোৱামে ধপাত এচিলিম লগাই আনি দিলেহি। ঘুৰঘুৰিৰ নলিচা দালত খুব লাহে লাহে একোটা দীঘলীয়া টান দি মৌজাদাৰ ডাঙৰীয়া ভাব সমুদ্ৰৰ অপাৰ জল ৰাশিৰ মাজত ডুব গ'ল।

কনক শৰ্মা এই মৌজাদাৰ ডাঙৰীয়াৰ কুলপ্ৰদীপ। নগৰবাসীৰ কলেজীয়া ছাত্ৰসকলৰ পৰম বন্ধু। সিদিনাৰ পৰা তেওঁৰ মনটো অলপ সলনি হৈছে। ঘৰত থাকিবৰ মন নেযায়। ভনীয়েক নিৰুপমাৰ আগত ওলাবলৈ বা মাতিবলৈ তেওঁ লাজ কৰে। নিৰু আৰু তেওঁৰ লগত দেখা যিটি যুৱতীয়েও বহুত কথা ভাবিছে। আজি তেওঁবিলাকে আগতকৈও বেছিকৈ ফুৰিবলৈ ধৰিলে। লগত বহুত সমনীয়া যায়। গধূলি নাৰীমঙ্গল সমিতিত এঘণ্টা বক্তৃতা দিয়া হয়। নিৰু তালৈও যায়। আজি অনুৰ বক্তৃতা দিয়া পালি। তেওঁৰ বিষয়টো আছিল 'ৰমণী আৰু গুৰুৰ' এই বক্তৃতা শুনি নাৰী সমাজত এটা চঞ্চলতা জাগি উঠে। অনুৰ গৱেষণাপূৰ্ণ কথাবিলাক শুনি সদাসদ সকলোৱে বুজিলে যে তেওঁ এগৰাকী বিদুষী যুৱতী। তেওঁৰ বক্তৃতাত কেৱল ডাঙৰ ডাঙৰ শব্দ প্ৰয়োগ নহয়। সহজ-সত্য। নাৰী জাতিৰ ভোগ আৰু জ্বালা এই দুটা দিব যেতিয়া সীতা আৰু উৰ্মিলাৰ উদাহৰণ দি বুজাই দিয়ে, সকলোৱে বিস্ময় মানিলে। শাস্ত্ৰমতে পতিয়েই সতীৰ পৰম গুৰু, এই কথা ভালকৈ বুজিছিল দেখি যোৰ বনবাস খাটিবলৈকো প্ৰস্তুত হৈ সীতা দেৱীয়ে পতি সেৱা কৰিছিল। পতি প্ৰাণাই কিমান যান্ত্ৰণা সহিব লগা হৈছিল তাক আপোনালোকে জানে। ইফালে চাওক ত্যাগৰ কি আদৰ্শ। উৰ্মিলাই যেতিয়া দেখিলে যে লক্ষ্মণে ৰামৰ লগ নেৰে, ৰামক সেৱা কৰাই তেওঁৰ জীৱনৰ লক্ষ্য, যেতিয়া তেওঁ সম্পূৰ্ণ-যৌৱনা হৈও অম্লানবদনে লক্ষ্মণক বনলৈ যাবলৈ এৰি দিলে। উৰ্মিলাই বুজিছিল ৰামৰ চৰণসেৱা কৰা তেওঁৰ স্বামীৰ কৰ্তব্য। তেওঁৰ লগত গ'লে হয়তো লক্ষ্মণৰ কৰ্তব্যত বাধা পৰিব পাৰে। সেইকাৰণে সতীয়ে হাঁহি মুখেৰে সহবাস সুখ বিসৰ্জন দিবলৈ প্ৰস্তুত হ'ল। ৰাম, লক্ষ্মণ বনলৈ যোৱাৰ পাচত উৰ্মিলাৰ দৈনিক কাম হৈছিল তেওঁৰ স্বামীৰ আৰু মননীতাম মঙ্গলাৰ্থে শিৱ পূজা কৰা। সীতাই ভোগৰ মাজেদি, উৰ্মিলাই ত্যাগৰ মাজেদি সতীৰ মহিমা কিমান স্পষ্ট কৰি গৈছে, ভাবি চাওক! জয়ন্তীৰ ত্যাগো সাধাৰণ নহয়, কিন্তু উৰ্মিলাৰ ত্যাগমতি মহান। স্বামীৰ মঙ্গলাৰ্থে সহবাস সুখ এৰি পূৰ্ণ যৌৱনত যি দেৱীয়ে সতীয়ে সতীত্ব ৰক্ষা কৰিব পাৰে, তেওঁ জগতৰ আদৰ্শ। সেই দেৱীৰ তুলনাত জয়ন্তীৰ তুলনাও মিহি কাপোৰ পৰিত্যাগ কৰি খদ্দৰ পিন্ধাৰ দৰে অতি সামান্য। মণিমুক্তা অলঙ্কাৰৰ কাৰণে পতি সকলক বিৰক্ত কৰা আমাৰ কৰ্তব্য নহয়। দেশৰ এই দুৰ্দিনত অলঙ্কাৰৰ একেবাৰে পৰিত্যাগ কৰিব লগাটোও ভাল। নোৱাৰিলে সামান্য ধৰণেৰে পিন্ধা উচিত। মাতৃয়ে স্নেহৰ বলত, পত্নীয়ে স্নেহৰ বলত আৰু বাইভনী হঁতে মিলা-প্ৰীতিৰ বলত যি অসাধ্য সাধন কৰিব পাৰে জগতৰ গোটেই পুৰুষ জাতি আহিলেও তাৰ সমান কাৰ্য কৰিব নোৱাৰে। দেশ মধুময় কৰিবলৈ হ'লে নাৰীজাতিক শিক্ষা লাগে। কলেজত পঢ়ি বিলাতী ধৰণৰ শিক্ষা শৈকা নহয়। হিন্দুৰ আদৰ্শ হাতে কামে পাকৈত কৰা শিক্ষাহে আচল শিক্ষা। আমাৰ মুচলমান ভনী হতে কেতিয়া কাৰোবাৰ সিংহিনীৰ মূৰ্তি ধৰিব কব নোৱাৰোঁ। এইযে আমাৰ স্নেহৰ ভনী শ্ৰীমতী সামছুন সাহা খাটুন আমাৰ মাজত বহি আছে, এওক দেখি মোৰ মন আকুল হৈ উঠিছে। হাতত ধৰা ধৰিকৈ হিন্দু মুছলমান ভনীহঁত কৰ্মত নামিলে হীন চেতন দুৰ্বল মনৰ ভাইহঁতে যুদ্ধত ওৰণি দি ভিতৰ সোমাব। শাসনৰ গৰাকী একমাত্ৰ নাৰী জাতি। আমি শাসনৰ মৰ্যাদা ৰক্ষা কৰিব লাগিব. "। বক্তৃতা শেষ কৰি অনু বহিল, হাত চাপৰি বোলত সভা ঘৰৰ টিনৰ চালত এটি জমজমনি উঠিল। সকলোৱে হাত চাপৰি দিয়া সত্বেও এজনে নিদিলে। তেওঁ হৈছে বাজেন। এই সমিতিৰ প্ৰতিষ্ঠাতা কিয় যে এনে এগৰাকী বিদুষী যুৱতীৰ প্ৰতি এনে ব্যৱহাৰ কৰিলে বুজিব পৰা নগ'ল। বোধ হয় বাজেনে ভাবিছিল 'হাত চাপৰিয়েই যথেষ্ট নহয়'। সি এটা প্ৰচলিত ৰীতি মাথোন। যেই হওক সেই কথা ভবাৰ প্ৰয়োজন নাই। নিৰু আজি সকলোৱে পৰিচিত হৈ পৰিল।

সভা ভঙ্গ হ'ল। সকলো ঘৰা ঘৰি গ'ল। নিৰু গৈ দেখে যে ঘৰখন আন দিনাতকৈ অলপ গহীন হৈ উঠিছে। কাৰো ক'তো মাতবোল নাই। গোটেই ঘৰখন যেন ভৌপনিত নিজম। আনদিনৰ দৰেই মুখত হাঁহিৰে চকলা নিৰু পাকঘৰত মা-কম ওচৰ পালেগৈ। তেওঁক দেখা মাত্ৰকে চিএৰ মাৰি দিলে। 'আই ঐ মোৰ কপাল' ঘটনাটো কি নেজানিলেও ১৫ বছৰীয়া নিৰুপমাৰ কোমল হৃদয় জিকাৰি উঠিল। মৌজাদাৰ ডাঙৰীয়া শোকত সমাধিস্থ আৰু কনক কোঠাত সোমাই গাৰুত মুখ লুকাই কান্দিব লাগিছে। চাকৰ মাকৰ

---

অসমীয়া ডেকা

বোৰ নিজৰ নিজৰ ঘৰত সোমাই চিন্তাযুক্ত। নিৰুৰ মাকে হিয়া ভুকুৱাই কন্দা দেখি নিৰ বৰ বেছি পৰ ৰব নোৱাৰিলে। নিৰুৱেও কান্দোনত যোগ দিলে। তেওঁৰ মাত শুনি মৌজাদাৰৰ বুকুত শেলে বিন্ধাদি বিন্ধিবলৈ ধৰিলে। ভিতৰলৈ উঠি গৈ মৌজাদাৰে জীয়েকক টানি আনিলে আৰু বুকুৰ মাজত সুমুৱাই লৈ বিচিবলৈ ধৰিলে। কনকক এজন ডাক্তৰ আনিবৰ কাৰণে পঠাই দিলে।

হায় বিধাতাৰ কি ইচ্ছা। ফুলো নুফুলোকৈ ফুলিব খোজা গোলাপ কলিটিৰ দৰে এই অলপতে মাথোন যৌৱন সীমাত ভৰি দিয়া গাভৰু। নিৰুপমা আজি বিধবা হ'ল। 'নাৰীমংগল সমিতিৰ' বক্তৃতা দি থাকোঁতেই নিয়তিয়ে এনে এটা মৰ্মান্তিক ঘটনা ঘটাব বুলি কোনে জানিছিল?

## নৱম অধ্যায়

লোকেল বৰ্ডৰ সহায় আৰু গাঁৱৰ সকলো মানুহেৰে সহানুভূতি হৰিনাথৰ শিল্প স্কুল খনে বহুত উন্নতি কৰিলে। আজি প্ৰায় ৩ মাহৰ ভিতৰত এশ ছাত্ৰ ভৰ্তি হৈছে। আৰু চকী মেজ ইত্যাদি সজা কাম অতি সুন্দৰ হৈ উঠিছে। সেইবোৰ বেচিবৰ কাৰণে হৰিনাথে নগৰত এখন দোকান খোলাইছে। মেট্ৰিক পাছ কৰি কাম বিচাৰি নাপাই মিনাৰাম এই দোকানত লাগিল।

কিছুমান অসুবিধাত পৰি ৰাজেন আৰু কলেজলৈ নগ'ল। শিল্প স্কুলখন প্ৰতিষ্ঠা কৰি সকলো যা-যোগাৰ হোৱাৰ পাছত ৰাজেনে 'চন্দ্ৰকান্ত বাণী ভৱন'ৰ কাৰণে পইচা তোলা কামত লাগি গ'ল। আৰু এতিয়ালৈকে মুঠ ৮০৯/-টকা পাই মথোন উঠিছে। সেই পইচাখিনি লৈ দলটোৰ সৈতে ৰাজেন মাজুলীলৈ গ'ল। সেইখিনি টকাৰে মাতি মাহ আৰু সৰিয়হ কিনি ককিলামুখত জমা কৰিলে। খবৰ কাগজত জাননী দিলে সৰিয়হ কিনিবলৈ বহুত গ্ৰাহক ওলাল। আৰু ছশ টকাৰ সৰিয়হ থাওকতে ৯৫০ টকাত বেছি দিলে। ডেৰ টকাৰ মাতিমাহ গুৱাহাটীৰ গৰ্বণমেণ্ট গো-শালাত দি তিনিশ টকা পালে। এইখিনি কাম কৰোঁতে তেওঁ বিলাকৰ এমাহ সময় গ'ল। নগৰত পাঠনাগাৰ (Reading room) টোৰ অৱস্থা অতি শোচনীয়। তাত মুঠতে এখন অসমীয়া আৰু এখন ইংৰাজী কাকতৰ বাহিৰে একো নাছিল। ৰাজেনৰ হাতত থকা পাঁচশ টকাৰে কিছুমান খবৰ কাকত আলোচনী আনিবৰ বন্দবস্ত কৰিলে। খনদিয়েক উচ্চ ধৰণৰ বিদেশী আলোচনী আৰু ভাৰত বিখ্যাত আলোচনীৰে পাঠাগাৰ ভৰি পৰিল। লাহে লাহে এবছৰ পাৰ হ'বলগা হল। কলেজীয়া ছাত্ৰ সকল ঘূৰি যাবৰ সময় হ'ল। যোৱা পূজাৰ বন্ধতো কলা প্ৰদৰ্শনী খুলিব নোৱাৰি এই বাৰ ৰাজেন দৃঢ় সংকল্প হৈ আছে যে কলেজৰ ছাত্ৰ সকল পালেহি কামত লাগি যাব। প্ৰদৰ্শনী লৈ বস্তু পঠাবৰ কাৰণে প্ৰতিযোগী সকলৰ নাম পঠাবৰ কাৰণে ৰাজেনে খবৰ কাগজত জাননী দিলে। বহুত ঠাইৰ পৰা হাতৰ কাম, বেজী সূতাৰ কাম, ছবি আদি পাই প্ৰদৰ্শনী হবগৈ বুলি ৰাজেনৰ অপাৰ আনন্দ। এনে সময়তে তেওঁ খবৰ পালে যে মিউনেচিপেলিটিৰ চেয়াৰ মেনেও তাত সহায় কৰিব। ৰাজেন কামত লাগি গৈছে। জনদিয়েক মুখীয়াল ভদ্ৰলোকৰ পৰামৰ্শ লৈ এখন সভা পাতি নগৰৰ সকলো ভদ্ৰলোকক নিমন্ত্ৰন কৰিলে। ৰাজেনৰ উৎসাহ আৰু একাগ্ৰতা দেখি সকলো মুগ্ধ হৈছিল। অতিকৈ মুগ্ধ হৈছিল সভাত বহি থকা ডাঙৰ দাৰি গোফেৰে সৈতে অলপ পেটেলা বুঢ়া এজন। বুঢ়াৰ অন্তৰত যেন কিবা এটা মৰ্মভেদী শোকে খাই আছে। অথচ চকু আৰু মুখত আকুলতা মূৰ্তিমান। এবাৰ তেখেত ঠিয় হৈ বৰ গম্ভীৰভাবে কৈ যাবলৈ ধৰিলে। 'সভাপতি মহোদয়। এই যুৱকৰ কাৰ্য দেখি মই অতিকৈ মোহিত হৈছো। প্ৰথমতে তেওঁৰ বিষয়ে মোৰ অলপ ভুল ধাৰণা হৈছিল। মোৰ ভুল বুজিব পাৰি আজি নিজেই মই তেওঁৰ ওচৰত দোষ স্বীকাৰ কৰিলোঁ। এনেকুৱা যুৱক দেশৰ ৰত্ন। তেওঁৰ এই নিস্বাৰ্থ আত্মদান দেখি কু-মতি যুৱক সকলৰ মঙ্গল হ'ব। এই অনুষ্ঠানত সকলোৱে সহায় কৰিব বুলি আশা কৰিলোঁ। এই প্ৰদৰ্শনীৰ কাৰণে পাঁচশ টকা মই দিম। আৰু তৰ্ক প্ৰতিযোগিতাৰ কাৰণে এখনি ৰূপৰ সৰস্বতী মূৰ্তি সজাই দিবলৈ গাত ললোঁ। ইয়াৰ উপৰিও 'চন্দ্ৰ নাথ বাণী ভৱন' সাজি দিবৰ কাৰণে পশিচ হাজাৰ টকা আগবঢ়ালোঁ। সভাঘৰ হাত চাপৰিৰ কোবত যেন নাচিবলৈ ধৰিলে। যুৱক সঙঘই জয় জন্মভূমি জয় শব্দেৰে আকাশ কঁপাই দিলে। খন্তেকৰ কাৰণে সভাঘৰ নীৰব। সেই বক্তৃতা দিয়া জন ৰাজেনে পইচা বিচাৰি যাওঁতে তিৰস্কাৰ কৰা সোমনাথ মৌজাদাৰ। তেওঁৰ এনে মহৎ কাৰ্য, ত্যাগ দেখি সকলো অবাক। যাৰ হাতৰ পৰা পইচা এটা নসৰে, তেনে এজন মানুহে আজি ইমান বোৰ টকা দিবলৈ কেনেকৈ সাহ কৰিল।

দেশজুৰি মৌজাদাৰৰ দানশীলতাৰ কথা বিয়পি পৰিল। খবৰ কাগজতো তেখেতৰ বদান্যতাৰ কথা প্ৰকাশ কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হ'ল, শেহত দেশ বাসীক শ্ৰদ্ধা জনাই সভা সাং কৰা হ'ল।......

*(পৰৱৰ্তী অংশ পোৱা নহ'ল। সম্পাদক, আ.চ.ব. ৰচনাৱলী)*

# বাণী-সন্মেলন

আনন্দ চন্দ্ৰ স্থাপিত বাণী-সন্মেলন একালত সৰবৰহী সাহিত্যিক আৰু সাংস্কৃতিক অনুষ্ঠান আছিল। কিন্তু ইয়াৰ সঠিক বিৱৰণ পোৱা নাযায়। গতিকে বিভিন্ন লেখাৰ পৰা ইয়াৰ বুৰঞ্জী ৰচনা কৰিবৰ প্ৰয়াস কৰা হৈছে।

বকুল বনৰ কবি বৰুৱাৰ প্ৰাণৰ অনুষ্ঠান বাণী সন্মেলন স্থাপিত হয় ১৯৩০ চনৰ পুণ্য সন্ধ্যা যোৰহাট নাটঘৰত। বৰুৱাদেৱেই ইয়াৰ প্ৰতিষ্ঠাতা সম্পাদক।

"অসমৰ পোণ প্ৰথম সাংস্কৃতিক অনুষ্ঠান বাণী-সন্মেলন ঋতুৱে ঋতুৱে সেই ঋতুৰ ফুলপাত, কবিতা, গীতি-নাট্য, গীত ইত্যাদিয়ে ঋতু সম্ভাৰ লৈ যোৰহাটৰ সূক্ষ্ম কলাৰ এখন নতুন ৰাজ্য সৃষ্টি কৰে। তাৰ কাৰণে উপযোগী শিশু নাট্য ৰচনাৰ প্ৰেৰণা আছিল। মোৰ সেই চৰাই-চিৰিকতিবোৰৰ স্মৃতিয়ে মোক উদ্‌গনি দিয়ে। 'কপৌ-কুঁৱৰী' নামৰ এখন নৃত্যগীত সম্বলিত নাটিকা লেখিলোঁ (মোৰ স্বপ্ন জীৱনৰ সোণালী অধ্যায়)।

বাণী-সন্মেলনৰ কেইখনমান অধিৱেশনৰ বিৱৰণ --

(১) আমি কলেজ এৰি আহি ১৯৩০ চনত বাণী-সন্মেলন স্থাপন কৰোঁ। স্বৰ্গীয় কৃষ্ণকুমাৰ বৰুৱাৰ (জগন্নাথ বৰুৱাৰ ভায়েক) সভাপতিত্বত ১৯৩০ চনৰ শ্ৰীপঞ্চমীৰ সন্ধ্যা বাণী-সন্মেলনৰ প্ৰথম অধিৱেশন অনুষ্ঠিত হয়। গগৈৰ ভাগত আছিল কবিতা। গগৈয়ে সেইদিনা পুৱা ঘৰুৱা কামত ককিলামুখেদি মাজুলীলৈ গ'ল। সভা সন্ধ্যা ৬-০০ বজাত আৰম্ভ হ'ব। তেওঁলৈ বাট চাই থাকোঁতে আমাৰ 'উচট-বিচট' লাগিছিল। ঠিক সভা আৰম্ভ হোৱাৰ লগে লগে আহি মঞ্চত উপস্থিত হৈ ক'লে, "জাহাজত পেনচিলেৰে কিবা এটা লেখি আনিছোঁ। কবিতাই হৈছেনে, কি হৈছে ক'ব নোৱাৰোঁ, পাঠ কৰিলে।

"কবিতাৰ মহাভাৱ লৈ
নাই অহা বৰদাক
পূজা দিবলৈ ...
গছত কবিতা, পাতত কবিতা
জ্বাগত কবিতাময়।" ...

কবিতাটোৰ ছন্দই শ্ৰোতাৰ অন্তৰৰ আঁহে আঁহে কাব্যলোক সৃষ্টি কৰিলে।" (পাপৰিৰ কবি গনেশ গগৈ)।

(২) ১৯৩৩ চনৰ ডিচেম্বৰ মাহৰ ২৭ আৰু ২৮ তাৰিখে জ্ঞানদাভিৰাম বৰুৱাৰ সভাপতিত্বত উত্তৰ লখীমপুৰত অসম সাহিত্য সভাৰ চতুৰ্দশ অধিৱেশন সম্পন্ন হৈছিল। সভাৰ সভাপতি প্ৰমুখ্যে কেইজনমান প্ৰতিনিধিয়ে যোৰহাট হৈ যাওঁতে তেওঁলোকক বাণী-সন্মেলনৰ ফালৰ পৰা যি সম্বৰ্ধনা জনোৱা হৈছিল —

"যোৰহাটত তৰুণ শিল্পীসকলৰ আপ্ৰাণ সাধনাতহে বাণী-সন্মেলনৰ উদ্যোগ আৰু উৎসাহ নৈৰাশ্যবাদীৰ হা-হুমুনিয়াহ তল পেলাই যি আশাৰ সঞ্চাৰ কৰিছে - সি আমাকো উৎসাহিত কৰিছে। যিদিনা অতিথি অধিৱেশন পাতি অসমীয়া সাহিত্যিকসকলক নিমন্ত্ৰণ কৰি তেওঁবিলাকে প্ৰাণৰ যি প্ৰকাশ দেখুৱালে, সেইখিনিৰ পৰা গঢ়িয়াকে আমি অনুমান কৰিছোঁ এদিন এই সোঁতে ব্ৰহ্মাণ্ডৰ পাৰ ভাঙি লৌহিত্যৰ চেনেহী সুৰ বোৱাই দিব। সূত্ৰধাৰী নাচ, বিজনাচ স্বভাৱৰ লগত মিলি যোৱা সহজ-সৰল ছন্দৰ অসমীয়া গীত-মাতবিলাক পুনৰুদ্ধাৰ কৰি জনসাধাৰণৰ মাজত প্ৰচাৰ কৰিবলৈ যত্ন কৰা অতি প্ৰয়োজনীয় আৰু প্ৰশংসনীয় কাম হৈছে। সেইদিনা সভাপতি অতিথিসকলে আশীৰ্বাদ দিয়া দি আমিও আশীৰ্বাদ দিছোঁ — এই নবীন অনুষ্ঠানে নটৰাজৰ কৃপা লাভ কৰি অসমীয়া শিল্প কলাৰ মাজেদি জননী জন্মভূমিৰ কল্যাণ সাধক, কিশোৰ-কিশোৰীৰ প্ৰাণত সুনিৰ্মল ৰসৰ সঞ্চাৰ কৰি সমস্বৰে প্ৰীতিভাজন হওক" (সম্পাদকৰ মন্তব্য, বাতৰি ৩ জানুৱাৰী, ১৯৩৪)।

(৩) বাণী-সন্মেলনৰ ১৯৪৬ চনত আন এখন অধিৱেশনৰ বিৱৰণ —

৯/১০/১৯৪৬ চনৰ দিনা বাণী-সন্মেলনৰ এখন অধিৱেশন হৈছিল। সভাপতি কীৰ্তিনাথ শৰ্মা বৰদলৈ। সাহিত্য-ৰত্ন চন্দ্ৰধৰ বৰুৱাই স্বস্তি-বাচন পাঠ কৰে। এই বিজয়া অধিৱেশন সন্ধিয়া ৬-৩০ বজাৰ পৰা আৰম্ভ হৈ ৯-১৫ বজালৈ চলে। কুমাৰী অদিতি বৰুৱা আৰু কুমাৰী সোণালী দেৱীৰ কণ্ঠস্বৰৰ সহজ মাধুৰ্যই শ্ৰোতাৰ মনত নতুন আশাৰ সঞ্চাৰ কৰে। বংশীধৰ বৰগোহাঞিয়ে গনেশ গগৈৰ 'জয়োদশ শতিকাৰ অসম কবিতাটো আবৃত্তি কৰে। এই অধিৱেশন আয়োজন

কৰিছিল অধ্যাপক ত্ৰৈলোক্যনাথ গোস্বামীয়ে।

(৪) ১৯৪৭ চনত প্ৰখ্যাত পণ্ডিত ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ে জে. বি. কলেজত প্ৰতিভা দেৱী বক্তৃতা দিবলৈ আহি "কৃষ্ণকান্ত সন্দিকৈৰ ঘৰত" আলহী হৈ আছিল। আমি সন্দিকৈ ডাঙৰীয়াক ড° চট্টোপাধ্যায়ৰ সন্মানাৰ্থে বাণী-সন্মেলনৰ এক অধিবেশন আমি পাতিম বুলি জনালোঁ। তেওঁ আনন্দমনেৰে অনুমতি দিলে। সেই ছেগতে সন্দিকৈ ডাঙৰীয়াক সভাপতিৰূপে বহুৱাবলৈ স্থিৰ কৰিলোঁ। অসমীয়া সংস্কৃতিৰ বাছকবনীয়া কাৰ্যসূচীৰে এখন উৎকৃষ্ট বিচিত্ৰানুষ্ঠান চাই দুয়োজন পণ্ডিত বিমুগ্ধ হৈছিল। তাতে শ্ৰীমতী গৌৰী বৰবৰাই "কাহে ভকতি কৰোঁ তেৰা" বৰগীতটো গাইছিল ড° চট্টোপাধ্যায়ে বৰগীতটো শুনি কৈছিল, "এমন সুন্দৰ বৰগীত আমাৰ জীৱনে কোনো দিন শুনি নি।" সন্দিকৈ ডাঙৰীয়াই সামৰণিত পাঁচ মিনিটমান কথা কৈ আমাক জনালে, মোক আৰু আগলৈ নামাতিব। মই এই মাননীয় অতিথিজনৰ কাৰণে আপোনালোকক সন্তোষ দিবলৈহে আজি আহিছিলোঁ।" (সাধক কৃষ্ণকান্ত সন্দিকৈ)

বৰুৱাদেৱে বাণী-সন্মেলনৰ বিষয়ে লেখিবলৈ লৈ আৰম্ভ কৰিলে -

ওঁ

শব্দ ব্ৰহ্মণে নমঃ

বাণী-সন্মেলন, যোৰহাট

(স্থাপিত ১৯৩০ খ্ৰী°, পঞ্চমীৰ সন্ধ্যা)

ইয়াৰ পিছত লেখকে কেৱল সন্মেলনৰ প্ৰতিষ্ঠাতাসকল, পৃষ্ঠপোষক, পুৰণি আৰু বৰ্তমানৰ সদস্যসকলৰ নামৰ তালিকা লিখি গৈছে। সেইসকলৰ ভিতৰৰ প্ৰতিষ্ঠাতাসকল —

১। শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা — প্ৰতিষ্ঠাতা সম্পাদক
২। শ্ৰীকমলাধৰ বৰুৱা — যুটীয়া সম্পাদক
৩। শ্ৰীদৰ্পনাথ শৰ্মা — কাৰ্যকৰী সভাপতি
৪। শ্ৰীকেশৱচন্দ্ৰ শৰ্মা — কাৰ্যকৰী সদস্য
৫। শ্ৰীগোপালচন্দ্ৰ শৰ্মা — "
৬। শ্ৰীকুলকমল বৰুৱা — "
৭। * ৰত্নেশ্বৰ বৰদলৈ — "
৮। * গনেশ চন্দ্ৰ গগৈ — সাধাৰণ সভ্য
৯। * দেবেন্দ্ৰনাথ বৰদলৈ — "
১০। * ঠানুৰাম নিয়মকৰা বড়া — "
১১। শিবনাথ গোস্বামী — "

## পৃষ্ঠপোষকসকল

১। শ্ৰীচন্দ্ৰধৰ বৰুৱা — সাহিত্যৰত্ন
২। শ্ৰীমুৰলীধৰ বৰুৱা — বি. এ.
৩। শ্ৰীনলিনীধৰ বৰুৱা
৪। শ্ৰীগিৰীজাধৰ বৰুৱা
৫। শ্ৰীবিপিনচন্দ্ৰ বৰুৱা — বি. এ.
৬। শ্ৰীকীৰ্তিচন্দ্ৰ বৰুৱা
৭। শ্ৰীমুনিকান্ত বৰকটকী — বি. এল.
৮। শ্ৰীগুণগোবিন্দ দত্ত (মুক্তিয়াৰ)
৯। শ্ৰীকুলধৰ চলিহা
১০। শ্ৰীনীলমণি ফুকন
১১। জোনাব আজিজুৰ হুছেইন — বি.এ.
১২। " দেৱাজুদ্দিন আহমদ
১৩। জোনাব কেৰামৎ আলি
১৪। শ্ৰীইন্দ্ৰেশ্বৰ বৰঠাকুৰ
১৫। শ্ৰীজ্ঞানানন্দ বৰঠাকুৰ
১৬। শ্ৰীৰাধানাথ হাজৰিকা — বি. এল.

## পুৰণি সভ্যসকল

১। ডাঃ চন্দন বেজবৰুৱা
২। ডাঃ তৰুণেশ্বৰ শৰ্মা
৩। অমৰেশ্বৰ শৰ্মা
৪। প্ৰিয়নাথ বেজবৰুৱা
৫। যতীন্দ্ৰনাথ বেজবৰা — বি. এল.
৬। ধৰণীধৰ বৰগোঁহাই — বি. ই., একজিকিউটিভ ইঞ্জিনিয়ৰ
৭। বংশীধৰ বৰগোঁহাই, Thing orlier, I.A.F.
৮। প্ৰিন্সিপাল শ্ৰীযজ্ঞেশ্বৰ শৰ্মা, এম. এ. নগাঁও কলেজ
৯। হেমাঙ্গিনী বুঢ়াগোঁহাই
১০। অনুৰূপা দেৱী
১১। পূৰ্ণিমা দাস
১২। শ্ৰীগোলোক চন্দ্ৰ খাউণ্ড
১৩। শ্ৰীকনক চন্দ্ৰ খাউণ্ড
১৪। শ্ৰীদেৱীচৰণ বুঢ়াগোহাঁই
১৫। ৰাজকুমাৰ শ্ৰীগজেন্দ্ৰ মুলীয়া গোহাঁই

১৬। শ্ৰীমতিলাল দাস
১৭। শ্ৰীযুতা গৌৰীপ্ৰভা বৰবৰা
১৮। শ্ৰীমিত্ৰদেব মহন্ত
১৯। শ্ৰীশৈলেন্দ্ৰ নাথ বৰবৰা, বি. এল
২০। শ্ৰীধীৰেন্দ্ৰ নাথ বৰবৰা, এম-এছ-চি (ইঞ্জিনীয়াৰ)
২১। শ্ৰী তৰুণচন্দ্ৰ গগৈ বি এ
২২। শ্ৰীনবীণচন্দ্ৰ বৰবৰা (ইঞ্জিনীয়াৰ)
২৩। শ্ৰীমতি নাৰায়ণ শৰ্মা এম-কম
২৪। শ্ৰীপূৰ্ণানন্দ শৰ্মা পাঠক
২৫। শ্ৰীগিৰীশচন্দ্ৰ দত্ত বি. এল
২৬। শ্ৰীযাদৱচন্দ পাঠক,
২৭। শ্ৰীগোলোকচন্দ্ৰ বৰবৰা এম-এ-বি এল
২৮। শ্ৰীডিম্বেশ্বৰ নেওগ এম-এ
২৯। স্বৰ্গীয় আজলীতৰা নেওগ
৩০। ডাঃ দূৰ্গা নাথ ফুকণ (টিয়ক)
৩১। ডাঃ কালী প্ৰসাদ বৰুৱা
৩২। শ্ৰীহৰিপ্ৰসাদ খাউণ্ড (দেৰগাওঁ)

## বৰ্ত্তমান সভ্যসকল

১। নলিনীধৰ বৰুৱা
২। মুনীন্দ্ৰনাথ বৰুৱা
৩। চন্দ্ৰেশ্বৰ শৰ্মা
৪। গোলাপ চন্দ্ৰ শৰ্মা
৫। জনাৰ্দ্দন ঠাকুৰ
৬। গৌৰীচৰণ বৰকটকী
৭। উপেন্দ্ৰনাথ বড়া
৮। নাৰায়ণ চন্দ্ৰ শৰ্মা
৯। ডাঃ মুক্তিনাথ বৰুৱা
১০। কনকচন্দ্ৰ শৰ্মা
১১। বদনচন্দ্ৰ বৰুৱা
১২। বুদ্ধীন্দ্ৰনাথ বৰুৱা
১৩। শ্ৰীসূৰ্যকান্ত গোহাঁই
১৪। কীৰ্ত্তিচন্দ্ৰ বৰুৱা
১৫। ডাঃ চন্দন বেজবৰুৱা
১৬। কমলানন্দ বৰুৱা

[illegible]

# কবিৰ দিনলিপিৰ দুখিলামান পাত

বকুলবনৰ কবি আনন্দচন্দ্ৰ বৰুৱাই সুকীয়াকৈ দিনলিপি লিখা নাছিল বজাৰ-সমাৰ কৰা কাগজৰ টুকুৰা বা কৰিতাৰ পাণ্ডুলিপিৰ পৃষ্ঠাৰ কাষত দুই-এটা কথা লিখি ৰাখিছিল তাৰ পৰাই চাই-চিতি কিছু অংশ উদ্ধৃত কৰা হ'ল (সম্পাদক আ.ব.ৰ)

## দয়াৰ আকৰ

হে যীচু
তুমি মোৰ
মৰ্মৰ বেদনা
ধুই দিছাঁ
তোমাৰ প্ৰেমেৰে
মানুহৰ দুখ মোচন কৰি
বুকুৰ তেজেৰে অনন্ত কালৰ
বাবে
লিখি গ'লাঁ
যি মহাবাণী
তাকে আনি
লিখি থওঁ
ক্ষুদ্ৰতম এটি
মোৰ
হিয়াৰ প্ৰাৰ্থনা।

---

নাৰেঙ্গী, ৩১।১২।৭৮

26/10/30
Tinsukia
Address to L.N. Bezborua
by Tinsukia
Rajanikanta Bordoloi, President

My brother-in-low Sjt Someswor Barua who was the chairman of the Reception Committee,asked me to make a speech on the occasion I did it. I simply pointed out the two distincts characteristics in the wrintings of Bezborua and Bordalai. The fonmer one is a humarist and the other a writer of tragedies

Ananda Chandra Boruah

২৬ আঘোণ
দেওবাৰ
১১/১২/৩২

একে প্ৰশ্ন চিৰকাল
সুধি থাকোঁ তথাপিও নিদিয়া উত্তৰ
তুমি মৌন মহাকাল
ধ্বনিময় এই প্ৰশ্ন মহা অনন্তৰ?

শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা

২৬ আঘোণ
১১/১২/৩০

I had to come back from Mybong while I was going to attend my friend Mr. Gogai's sister's marriage with sit Sashi Borbarua......................

ইয়াৰ তলতে আছে —

আমাৰ ঘৰৰ লোকা পাৰ যুৰি
যোৰ ভাঙি দেখোন নাথাকে আঁতৰি
জঁটীয়াটোৰে যে ডিঙি ভাঙি ভাঙি
যিহে মৰমেৰে চাই
পাৰৈজনীক হায়!
হয়কলি ঐ
বান্দৰীহঁতেযে বুকুতে সাবতি লৈ
যেনেকৈহে পাই ৰাখিছে জীয়াই
পোৱালিবোৰক ঐ
মযেহে অকলে এনা যতনেৰে
মাটিত পৰিলোঁ হাঁইঠা মনেৰে
সদায় দেখোন উৰুঙা উৰুঙা
ওপৰে নাই যেন চৈ।
হাঁইঠা ঐ

শ্ৰীআনন্দচন্দ্ৰ বৰুৱা

২৭ আঘোণ
১৩/১২/৩২

দেখোন কথাকে নোৱাৰো ক'ব
কিবা কথা এটা আমঠুত লাগি
আছেই সদায় জাগি
কোনিও নোৱাৰোঁ হ'ব কাকো নোৱাৰোঁ ক'ব
দেহি ঐ!
কোন কুটুমেনো মোৰ ভাগ ল'ব।
(ইয়াৰ পিচতে ইংৰাজীত আছে

— সম্পাদক. আ চ ব ৰচনাৱলী

oh It there were such a place
where the wretched would find fome peace
He would have come down
to apologige them for His grift amiss

Lo The one-legged wretched are undone!
Neither they know the place non can they go
The fire of agony turns them up
The fumes of lights.

২৮ আঘোণ
১৪/১২/৩২

কি থাকি গ'ল বাকী অ' সহদেউ
পাৰিবিনে ক'ব ঐ ?
অলপ সময় ৰৈ - সহদেউ ঐ,
থাকি গ'ল যেন মোৰ লাগি আছে,
ফাঁকি দিলে জানে কোনে!
বাৰু তথা লাগি মই চাই থাকোঁতেই
পাতিলেনে কথা ফেঁচাই জোনে?
সহাদেউ ঐ।
কাম চৰায়েও লৈ বস্তা ঠোঁট
পিন্ধে সেন্দুৰৰ দগেমগি ফোঁট
মৰেহে তলত উকা কপালকে লৈ!
.......................ঐ!

২৮ আঘোণ
১৫/১২/৩২

**Accounts**

চাবোণ ৫৹ ১
মু -
আচাৰ -
জবাকুসুম ২৹১
৫টা

১৬/১২/৩২

তুমি জানা মোৰ ৰূপৰ পিয়াহ নাই মই ৰূপত পগলা হোৱা হ'লে মোৰ স্থান এতোদিনে ক'ৰবাত হ'লগৈ হেঁতেন। মই মোক বিলাই দি যি আনন্দ পাওঁ অৰ্থাৎ মই মানুহৰ অন্তৰ জয় কৰিবলৈ যিবোৰ কল্পনা কৰোঁ তাৰ মাজত দেখা পাওঁতোমাৰ হৃদয়খনি, সৰ্বসাধাৰণে ভাবে মত্ত এতেল স্বভাৱৰ মানুহ গতিকে মই একো কৰিব নোৱাৰোঁ, কিন্তু তুমিতো নিজেতো গোটেইখিনি জানা। মই যদি তোমাৰ পৰা আঁৰ কৰি কিবা লুকাইথ'লোঁহেতেন তেন্তে বোধহয় তুমি সদায়মোলৈ ভয় কৰি চলিলাহেঁতেন। কিন্তু মই চাব খুজিছোঁ দিন আৰু ৰাতিৰ দৰে পৰিষ্কাৰ ভাব লৈ মানুহে সংসাৰত থাকিব পাৰেনে নোৱাৰে। মোৰ এটা জীৱন তাই উদ্দেশ্যতে।

১৭/১২/৩২

.. a full - blown rose
in thy person even gray
Blooming in the spring of life
like a flush of ray
x x x

১৭ আহিন
১০/১০/৩৩
শুক্ৰবাৰ

Busy with ৰূপমতী
যোৱাৰাতি সপোনত দেখিলোঁ শ্ৰীযুত দেৱেশ্বৰ শৰ্মা আদি পৰিয়ালৰ জাহাজত উঠি কলিকতাত কিবা বিপদত পৰিবৰ সম্ভাৱনা হৈছিল

---

[illegible]

১৩/১০/৩৩
শনিবাৰ

যোৱাৰাতি এটা Peculiar সমাজিক দেখিলোঁ, যোৰহাটৰ কোনোবা এটুকুৰা ঠাইৰ এখন field-ত কিছুমান চাহ-মিঠাইৰ দোকান আৰু মটৰ গাড়ী আছে। কিবা এখন মেলা বহিছিল। মেলা ভাগিছে। ফিল্ডখনৰ পশ্চিম-উত্তৰ চুকৰ পৰা ৰায় বাহাদুৰ শ্ৰীশিৱপ্ৰসাদ বৰুৱাৰ ড্ৰাইভাৰটোৱে তেখেতৰ গাড়ীখন উলিয়াই আনিছে। ড্ৰাইভাৰ টোৱে গড়গু পখীৰ দৰে পাখী দুখন আৰু ঠোঁট এটা লগাই তাত পাৰেমানে সেন্দুৰ সানি মটৰ চলাই আহিছে। মই কোন চাওঁ বুলি ভুমুকিয়াই দেখিছোঁ গাড়ীখনৰ পাছৰ চীটত ৰায়বাহাদুৰ বহি আছে গাড়ীখন পুবলৈ চলাই নিলে আৰু পুব পিনে এশাৰী দোকানত খুন্দা খালেগৈ, তাৰে দোকান এখনত সোমাই মই কিবা খাব খুজিলোঁ। বৰভোক লাগিছিল। দোকানত মোৰ বন্ধু শ্ৰীযুত গনেশ চন্দ গগৈ আন কেইজনমানে চাহ আৰু ক'লা ক'লা শুকান মঙহ কেইডোখৰমান চোৰাইছে। মই দোকানীক কিবা খোৱা বস্তু খুজিলত দোকান সামৰিলোঁ বুলি ক'লে। ইফালে টিঙৰ চালিখনো ভাঙি সামৰিব ধৰিলে। পাছতে সাৰ পালোঁ। স্বপ্নটো দেখি কেনেবা কেনেবা লাগি আছে।

—আনন্দ চন্দ্ৰ বৰুৱা

১৪/১০/৩৩ তাং ৰাতি ৯ বজাত শিৱসাগৰৰ ডিচাং ঘাটত মটৰ দুৰ্ঘটনা হৈ শ্ৰীযুত ভাগৱতী প্ৰসাদ বৰুৱা, ভাৰ্য্যা, পুত্ৰ, ভগ্নী আৰু এটি দাসী ছোৱালী ডিচাঙৰ বুকুত লীন হয়। ভায়েক শ্ৰীযুত পাৰ্ব্বতি প্ৰসাদ বৰুৱা ৰক্ষা পৰিছে। ভগৱতী প্ৰসাদ বৰুৱা শিৱ প্ৰসাদ বৰুৱাৰ ভাগিনীয়েক। শ্ৰী আ.চ.ব.
১৪/১০/৩৩

৩০/ আহিন সোমবাৰ
১৬/১০/৩৩

ৰাতিপুৱাৰ পৰা গধুলিলৈকে এদিনৰ এটা 'ৰিভিউ' কৰিলে দেখিবলৈ পোৱা হয়, যি বিলাক করুণ ঘটনা সেই বিলাকেহে মানুহৰ অন্তৰাত্মাক জগাই তুলিব পাৰে। সুখ-ভোগ বিলাকৰ কথা শুনিলে বা সুখ-ভোগ-বিলাসী মানুহৰ কাষ চাপিলে হিয়াৰ যিবোৰ আসুৰিক ভাৱ সেইবোৰহে জাঙুৰ খাই উঠে। কিন্তু মৰ্মন্তুদ করুণ কাহিনী শুনিলে অন্তৰত জাগ্ৰত ভগৱানে দেখা দিয়ে। এনে সময়ত দেখা পোৱা আলোকেৰে হৃদয় ধুই লৈ এনেকুৱা তীব্ৰ হেপাহেৰে মানুহে মানুহক চাব পাৰিলে পৃথিৱী স্বৰ্গ হ'ব। তেনে সময়ত জীৱনত ৰথৰ চকৰি থিক সেই বাটেদিয়ে ঘূৰাব বুলি কৃত সংকল্প হ'ব পাৰিলে প্ৰত্যেক মানুহে বৌদ্ধত্ব পাব ঈশ্বৰৰ পূৰ্ণ অংশ পাব। দুৰ্বল মানুহৰ দুৰ্বল মন। কেতপৰ থিৰেৰে থাকি পাছ মুহূৰ্ত্ততে স্ত্ৰী-পুত্ৰ, আত্মীয় স্বজন এই ক্ষুদ্ৰ চিন্তাবোৰ আহি সেই শূণ্য-প্ৰতিভা গিলি পেলায়। বাহুৱে পূৰ্ণ চন্দ্ৰ ম্লান পৰাদি এই বিলাক মায়া মোহে যেন অমৰ আলোক কাঢ়ি লৈ যায়।

ডিচাং ঘাটৰ হৈ যোৱা ঘটনাটো শুনাৰ পৰা মন কেনেবা লাগি আছিল। আজি গধুলি যেতিয়া এজন দৰ্শকৰ মুখৰ পৰা সেই মৰ্মভেদী দৃশ্যৰ বিৱৰণ শুনিবলৈ পালোঁ তেতিয়াৰ পৰা হৃদয় উদ্বাউল হৈছে যেন উড়া মাৰি শ্ৰীযুত পাৰ্বতি প্ৰসাদ বৰুৱাৰ আৰু তেখেতৰ মাকক পাবিলে অলপ সান্ত্বনা দিওঁগৈ।

হায়! ঈশ্বৰে যদি এনে শব্দ - শক্তি দিলেঁহেঁতেন যাৰ দ্বাৰাই এই দাৰুণ শোকত পৰা আত্মীয়-কুটুম্ব বিলাকক শান্তি দিব পাৰিলোঁহেঁতেন। নিজেও আশ্বস্ত হ'ব পাৰিলোঁ হেঁতেন ।

মোৰ ওচৰতে বহি থকা ভৃত্যটিক এই দুৰ্ঘটনাৰ কথা ক'লত সি সস্নেহ দৃষ্টিৰে মোলৈ চাই মুৰে কপালে হাত দি কলে আশ! আশ? টাট্‌কা মাৰি গেলেক। 'দেখিলোঁ তাৰ অন্তৰতো সহানুভূতি ওলাই আহিল। মানুহৰ এনে এটা পৱিত্ৰ ধৰ্ম, এনে এটা বিশাল ভাষা থাকোঁতেও মানুহ যে একোটা বিশ্বাসকে খামোচ মাৰি ধৰি মানুহক মানুহৰ বুকুৰ পৰা ফালি নিব পাৰিছে ই কম দুখৰ কথানে? মানুহে মানুহক তীব্ৰতৰ বেদনাৰ কথা কওক শোকাকুল চৰিত্ৰ ভাঙি ধৰক - তেতিয়াহে মানুহ দেৱতা হ'ব পাৰিব তেতিয়াহে মানুহে মানুহৰ মোল বুজিব।

আনন্দ চন্দ্ৰ বৰুৱা

'বকুল বন'
১১/১/৩৬
২৬ পুহ শনিবাৰ

## "উলুপী"

(মহিলাৰ প্ৰাণৰ বিলাপ)

শ্ৰীমতী চিন্তাদেৱীৰ দ্বাৰা বিৰচিত।

কোন্ উলুপীয়ে কুলুপি কুলুপি কান্দিছে নিতৌ অনন্ত কাল,
কোন উলুপীৰ বিলাই দেখিলে নাথাকে গীতৰ ছন্দ তাল,
তাকে ভাবি ভাবি চিন্তাদেৱীয়ে যাচিছে শৰাই সেৱাৰ আগ,
গাই গাই লক যাৰ যেনে আছে নিজ নিজ প্ৰিয় মনৰ ভাগ।
সবলা নাগিনী উলুপী সুন্দৰী বিশ্ববিজয়ী বীৰৰ প্ৰিয়া
মহাভাৰতৰ মহিমাৰ ভৰা নাগিনীৰে আছে এখন হিয়া,
যেতিয়া পশ্চিম শিলৰ গুহাত অৰ্ধ-মানুহ আকৃতি লৈ
কেঁচা মঙহৰ বৰভোজ খাই আছিল গোপনে অসভ্য হৈ
তেতিয়া ভাৰতে ধৰ্ম্মক্ষেত্ৰত জগদ গুৰুৰ অভয় পাই
অৰ্জ্জুণ বীৰক দিছিলে ধনু বীৰত্ব তেজৰ মহিমা চাই।

১২/১১/৪৬ ইন্দ্ৰেশ্বৰ বৰঠাকুৰে দিয়া চিঠি এখনৰ কাষতে লিখা আছে -

(চিঠিখন পৰিশিষ্ট সন্নিবিষ্ট হৈছে) --- সম্পাদক

চিঠি নহয় -
বয়োবৃদ্ধ এজন শিল্পীৰ
প্ৰাণৰ বেদনা ইয়ে
নিজ আৰতিৰ
ইন্দ্ৰসভা আছে পৰি
কল্পনা পটত
স্নেহশীলা ভাষা যাৰ
কণ্ঠৰ সাধনা
তেওঁৰে হিয়াৰ এই
মৰ্মদাহী পত্ৰ লেখা
বিৰাট কামনা

5/8/48 কবিজনাৰ দিনলিপিৰ এঠাইত পোৱা গ'ল
Thursday tailoring Business. Partners
1 Hrang Khuma
2 ......... ............ .
3. Baruah
terms - equal distribution of net profit at end of month.
order
1. 5/8/48 - one half shirt for Monu Charge /12/
2. 6/8/48 one half shirts
for china /12/-

জগতখনত যিজন ব্যাপক হৈ আছে তেওঁতকৈ তোমাৰ মাজত থকা জনহে ডাঙৰ।

তিৰোতাৰ গৰ্ভৰ পৰা জন্ম হোৱা মানুহৰ জীৱন দুদিনীয়া আৰু নানা আলৈ-আহুকালৰে ভৰা। সি এপাহ ফুলৰ দৰে আহে, ফুল পাহ ফুলি সৰি পৰে। সি এটা ছাঁৰ দৰে কেনিবা পলাই গুচি যায় আৰু ঘূৰি আহে। মোৰ দেহ আৰু হিয়া অসাৰ হৈ পৰে, কিন্তু ঈশ্বৰহে মোৰ হিয়াৰ বল আৰু অনন্ত কালৰ সঙ্গী।

১৯/১০/৭৩

মোৰ জীৱনত আটাই দিনবোৰ যেন মই প্ৰভুৰ ঘৰত বাস কৰিবলৈ পাওঁ। তেওঁৰ সৌন্দৰ্যৰাশি যেন চাই থাকিবলৈ পাওঁ আৰু তেওঁৰ মন্দিৰৰ মাজত যেন তেওঁৰ গুণৰাশি বিচাৰিবলৈ পাওঁ।

০ ০ ০

কিবা পাবলৈ আশা কৰি থকা আত্মাক তেওঁ তুষ্ট কৰে আৰু ক্ষুধাতুৰ আত্মাৰ ভোক গুচাকে সৎ চিন্তা দিয়ে। ঈশ্বৰেই মানুহৰ আহাৰ, যি ঈশ্বৰৰ ওচৰ চাপে তেওঁৰ কেতিয়াও ভোক নালাগে। যি ঈশ্বৰক বিশ্বাস কৰে তেওঁ কেতিয়াও তৃষ্ণাতুৰ নহয়।

২৯/১১/৭৩

য'তে বেয়া কিবা দেখা, তাৰ পৰা আঁতৰি থাকিবা, যাতে তোমাৰ সেই ঠাই যেন সৎ কৰ্মৰ কাৰণে থাকি যায়। সৎ কৰ্ম অকল ঈশ্বৰৰ দৃষ্টিতেই নহয়, মানুহৰ দৃষ্টিতো সৎ ভাবে প্ৰকাশিত হয়। ঈশ্বৰৰ ইচ্ছা এনেকুৱাই যে শুভ কৰ্ম কৰিয়ে মূৰ্খ মানুহৰ অজ্ঞানতা ৰোধ কৰিব পাৰি।

০ ০ ০

ঈশ্বৰে বিশ্বাসীবিলাকক এইদৰে কয়- তোমালোকে ভয় নকৰিবা, কাৰণ মই তোমালোকৰ লগত আছোঁ। মই তোমালোকক বলবান কৰিম, তোমালোকক সহায় কৰিম। মোৰ ন্যায়- পৰায়ণতাৰ সোঁ হাতেৰে মই তোমালোকক দাঙি ধৰিম। তোমালোকে তোমালোকৰ দুৰ্বল হাতবোৰ সবল কৰা। সেইবাবে তোমালোক বলবান হোৱা, ভয় নকৰিবা চোৱা, তোমালোকৰ মাজতে থকা ঈশ্বৰ অসীম শক্তিশালী, তেঁৱেই তোমালোকক ত্ৰাণ কৰিব।

ব ৪ যোৰহাট, ১২/১২/৭৩পুৱা

০ ০ ০

সৎসাহসী হ'বা। সমাজৰ লোকসকলৰ কাৰণে সদায় ধীৰৰ দৰে সৎ আচৰণ কৰিবা। ঈশ্বৰৰ ৰাজ্যৰ কাৰণেও তেনে কৰিবা। (ঈশ্বৰৰ ৰাজ্য মানে মানৱ সমাজ)।

ঈশ্বৰৰ দৃষ্টিত যিটো সৎ তেওঁ তাকেই কৰক। আমি ঈশ্বৰক উদ্দেশ্য কৰি প্ৰাৰ্থনা কৰোঁ আৰু নিজে নিজাই সেই প্ৰাৰ্থনাৰ শ্ৰদ্ধা ভক্তি ৰখা হ'বলৈ চোকা দৃষ্টি দিওঁ।

৩১/১২/৭৩

কবিৰ দিনলিপি

০ ০ ০

তোমাৰ সকলো বোজা প্ৰভুৰ নামত অৰ্পণ কৰা, তেৱেঁই তোমাৰ বোজাই লাঘৱ কৰিব। তোমাৰ জীৱনটোৰ বিষয়ে একো চিন্তা নকৰিবা। তুমি কি খাঁবা, কি পিবা, তুমি কি পিন্ধিবা, একো নাভাবিবা- একো নাভাবিবা। কাৰণ তোমাৰ স্বৰ্গত থকা পিতৃগণে তোমাক এইবোৰ লাগে বুলি জানে।

০ ০ ০

যিবিলাক লোকে যীচুলৈ ভয় কৰিছিল, তেওঁবিলাকে কাণে কাণে এজন আন এজনক কিবা কৈছিল। প্ৰভু যীচুৱে তেওঁবিলাকৰ কথা শুনিবলৈ পালে। যীচু তেওঁবিলাকৰ ওচৰ চাপি গ'ল আৰু এইদৰে উপদেশ দিলে ঃ "মোৰ নাম লৈ য'ত দুই বা তিনিজন লোক গোট খায় মই তেওঁবিলাকৰ মাজত তাতেই থাকোঁ। তেওঁবিলাকৰ নাম মোৰ স্মৃতিত লিখা থাকে।"

যীচুৱে দুনাই ক'লে ঃ

"তোমালোকৰ মুখৰ শব্দাৱলীৰ দ্বাৰাই তোমালোক ন্যায় পৰায়ণ হ'ব পাৰা নহলে নিন্দনীয় অসৎ লোকো হ'ব পাৰা। চোৰা, এই কথা মোৰ মানসত লিখিত হৈ আছে।"

## শ্ৰী ৰামকৃষ্ণ

ৰবীন্দ্ৰনাথ ঠাকুৰে শ্ৰী ৰামকৃষ্ণ পৰমহংসক নমস্কাৰ জনাই এটি কবিতাত কৈ গৈছে ঃ

"উপাসনাৰ বিভিন্ন পদ্ধতি তোমাৰ ধ্যানত সম্মিলিত হ'ল। সেই অনন্ত শক্তিৰ বিবিধ প্ৰকাৰৰ প্ৰকাশ ধাৰাই তোমাৰ জীৱনৰ এটা আনন্দময় ঐক্য স্থাপন কৰিলে। পৃথিৱীৰ চাৰিওফালৰ পৰা তোমালৈ শ্ৰদ্ধা ভক্তিৰ প্ৰণিপাত আহিল। তাৰ লগতে মই মোৰ নিজৰ নমস্কাৰ যোগ দিলোঁ।"

আজি পৰমপুৰুষ শ্ৰীৰামকৃষ্ণৰ পবিত্ৰ জন্ম দিন। বঙ্গদেশৰ এখন অতি চহা গাঁৱত জন্ম লাভ কৰা গদাধৰৰ অন্তৰত ঈশ্বৰ প্ৰাপ্তিৰ প্ৰতি এটা আকুল মনোভাব নিচেই সৰুৰে পৰাই আছিল। সোতৰ বছৰ বয়সত তেওঁ কলিকতা মহানগৰীলৈ গৈছিল কিন্তু তাত বস্তুবাদী সভ্যতাৰ ৰূপ দেখি তেওঁ অতীষ্ঠ হ'ল। তাৰ পৰা আহি তেওঁ দক্ষিণেশ্বৰ মন্দিৰত বিশ্বজননী কালীৰ পূজাৰী হ'লহি। তেওঁৰ ঐকান্তিক বাসনা গভীৰ বিশ্বাস, অচল ভক্তিৰ বলত তেওঁ শিলৰ মাতৃমূৰ্তিতে তেওঁৰ অমূৰ্ত ৰূপ দেখা পালে। হিন্দু ধৰ্ম, খ্ৰীষ্টিয়ান ধৰ্ম আৰু মুচলমানসকলৰ ধৰ্মৰ মূল নীতি-বিলাক হৃদয়ঙ্গম কৰি তেওঁ সকলোৰে সমন্বয়-সাধন কৰি এক অদ্বৈত ঈশ্বৰৰ অস্তিত্ব ঠাৱৰ কৰিলে। কেতিয়াবা ধ্যানত সমাধিস্থ হৈ, কেতিয়াবা এটি মাতৃৰ অবোধ সন্তান ৰূপে তেওঁ সেই এক পৰম সত্বাকেই উপলব্ধি কৰিছিল।

ঠাকুৰৰ জ্ঞানগৰ্ভ বাণী শুনি চাৰিওফালৰ পৰা পুৰুষ মহিলা, ডেকা-বুঢ়া, শিক্ষিত অশিক্ষিত, আস্তিক-নাস্তিক সকলো প্ৰকাৰ লোকৰ সোঁত ববলৈ ধৰিলে দক্ষিণেশ্বৰ মন্দিৰৰ ফালে। ঠাকুৰৰ মানব প্ৰেমত ধৰ্ম-সম্প্ৰদায় একোৰে ভেদাভেদ নাছিল। মানুহ মাত্ৰেই ঠাকুৰৰ প্ৰেমৰ পাত্ৰ আছিল। কেইজনমান ডেকা সন্ন্যাসীয়ে তেওঁৰ শৰণ লৈ তেওঁৰ উপদেশ সাৰোগত কৰি ঈশ্বৰ-প্ৰাপ্তি আৰু মানব সেৱাৰ আদৰ্শ গ্ৰহণ কৰিলে। ১৮৮৬ চনত পৰমপুৰুষ "শ্ৰীৰামকৃষ্ণ মিশ্যন" স্থাপিত হ'ল। ইয়াৰ প্ৰধান গুৰি ধৰোঁতা আছিল ঠাকুৰৰ প্ৰিয়তম শিষ্য স্বামী বিবেকানন্দ। বিবেকানন্দই ভাৰতবৰ্ষৰ সকলো দেশ আৰু সাগৰৰ সিপাৰে থকা আমেৰিকা আদিলৈকে শ্ৰীৰামকৃষ্ণ পৰমহংসৰ বাক্যামৃত প্ৰচাৰ কৰিলে।

পৰমপুৰুষ শ্ৰীৰামকৃষ্ণৰ বাণী অতি সহজ-সৰল ভাষাৰে ব্যক্ত হৈছিল। সেইবাবে সাধাৰণ মানুহেও গভীৰ তত্ত্ববিলাক সহজে বুজিব পাৰিছিল। তেওঁ সাকাৰ আৰু নিৰাকাৰ ঈশ্বৰৰ স্বৰূপ সম্পৰ্কে এইদৰে কৈছে ঃ সাকাৰ আৰু নিৰাকাৰ ঈশ্বৰ বৰফ আৰু পানীৰ নিচিনা। যেতিয়া পানী গোট মাৰি বৰফ হয় তেতিয়া পানীৰ এটা ৰূপ লাভ হয় আৰু যেতিয়া এই বৰফ গলি পানী হৈ পৰে সেই ৰূপটো নাইকিয়া হৈ পৰে। ভক্তৰ কাৰণে ভগৱানে নানা ৰূপত আত্মপ্ৰকাশ কৰে। ভক্তৰ প্ৰাণত যেতিয়া গভীৰ ঈশ্বৰ প্ৰেমৰ সঞ্চাৰ হয় তেতিয়া ভক্তৰ হৃদয় শাঁত হৈ পৰে আৰু অনন্ত অখণ্ড, ঈশ্বৰৰ অস্তিত্ব তেতিয়া ভক্তই একোটা ক্ষুদ্ৰ সীমাৰ মাজতে দেখা পায়। তেতিয়া তেওঁৰ মানত ঈশ্বৰ ৰূপ থকা এটা সত্বাত পৰিণত হয়। আকৌ সূৰ্য্য উদয় হ'লেই বৰফ যেনেকৈ গ'লি পানীত পৰিণত হয় সেইদৰে ভক্তৰ হৃদয়ত যেতিয়া ঈশ্বৰৰ স্বৰূপ সম্পৰ্কে গভীৰ জ্ঞানৰ উদয় হয়। তেতিয়াই ঈশ্বৰ-ভাব নিৰাকাৰত পৰিণত হয়।

২২।৩।৭৪ শুক্ৰবাৰ

## সুপ্ৰভাত

শয্যাত থাকোঁতেই আজি পুৱা এই বছৰৰ প্ৰথম কুলিৰ মাত শুনো। যি কুলি-কেতেকীৰ মাত শুনিলে এদিন বিহু আহিছে বুলি আনন্দত মন নাচি উঠিছিল, আজি কুলিৰ মাতত সেই প্ৰেৰণা নাইিল। ক্ষুধাত কাতৰ ছালছিগা দৰিদ্ৰৰ কঙ্কাল মূৰ্তিবোৰে মৃত্যুৰ বিভীষিকা সৃষ্টি কৰা শ্মশানত কুলিৰ পঞ্চম তান তেনেই বৃথা।

কুলি-কেতেকীয়ে যদি ক্ষুধাতুৰক শান্তি দিব পাৰে তেন্তে সিইত আহক। যদিহে নোৱাৰে তেন্তে কুলিৰ মাত বিৰক্তিৰ হে

কবিৰ দিনলিপি

কাৰণ হ'ব।

.... তথাপি আজি সু-প্ৰভাত। কাৰণ কুলি চৰাইটোৱে এটা চিৰন্তন আবেগৰ অনুভূতি জগাই দিলেহি।

"কণ কণ মানৱ শিশুবিলাকতকৈও তুমি সুন্দৰ। তোমাৰ ওঁঠ দুটিত লাৱণ্য দিয়া আছে, ঈশ্বৰে তোমাক অনন্ত কালৰ আশীষ দান কৰিছে। প্ৰভুৱে মোক জ্ঞানী লোকৰ দৰেই এখন জিভা দিছে। যাতে মই বিষাদত পৰা লোকক কেনেকৈ কথা ক'ব লাগে সেই কথা জানোঁ। ঈশ্বৰৰ মুখ বৰ মধুৰ। তেওঁ সম্পূৰ্ণ প্ৰেমময়।"

দেওবাৰ

প্ৰেমে সকলো কলুষ নাশ কৰে। তোমাৰ শত্ৰুকো তুমি ভাল পাবলৈ শিকা। একো প্ৰতিদানৰ আশা নকৰাকৈ উপকাৰ কৰাঁ। তোমাৰ শত্ৰুৰ যেতিয়া বিপদ হয় তেতিয়া তুমি আনন্দ নকৰিবাঁ। অপকাৰৰ সলনি অপকাৰ নকৰি, শত্ৰুকো আশীৰ্বাদ দিবাঁ। আৰু বিৰাট তুমি নিজেও ঈশ্বৰৰ আশীৰ্বাদৰ পাত্ৰ হবাঁ। সকলোৱে লগত শান্তিৰে বাস কৰিবাঁ। ইজনে সিজনৰ প্ৰতি দয়া প্ৰদৰ্শন কৰিবাঁ। কোমল হৃদয়ৰ হবাঁ। আৰু ইজনে সিজনৰ দায় দোষ ক্ষমা কৰিবাঁ। অকল কথাৰে নহয়। প্ৰকৃত কৰ্মৰ দ্বাৰাই দয়া কৰিবা।

২৮২৭৫

তোমালোকৰ মাজতেই প্ৰভু আছে ভয় নকৰিবা, কাৰণ মই তোমালোকৰ ঈশ্বৰ, মই তোমালোকক বল দিম , হয়, মই তোমালোকক সহায় কৰিম , হয়, মোৰ ন্যায়পৰায়ণ সোঁ হাতেৰে মই তোমালোকক মই তোমালোকক ডাঙি ধৰিম, তোমালোকৰ দুৰ্বল হাতবোৰ সবল কৰিম আৰু দুৰ্বল আঠুবোৰো সবল কৰিম। যিবোৰ ভয়াতুৰ হৃদয়ৰ মানুহ তেওঁবিলাকক কোৱাঁ, সাহসী হোৱাঁ, ভয় নকৰিবাঁ, চোৱাঁ, তোমালোকৰ কাৰণে ঈশ্বৰ আহিব, প্ৰতিশোধ ল'ব আৰু বিচাৰ কৰি শাস্তি বা পুৰস্কাৰ দিব। তেওঁ নিশ্চয় আহিব আৰু তোমালোকক ৰক্ষা কৰিব। তোমালোকৰ মাজত প্ৰভু যি জন ঈশ্বৰ তেওঁ সৰ্বশক্তিমান। তেওঁ ৰক্ষা কৰিব আৰু তোমালোকৰ মঙ্গলময় অৱস্থা দেখি আনন্দ কৰিব। তেওঁ তেওঁৰ প্ৰেমৰ মাজত বিশ্ৰাম ল'ব, তেওঁ আনন্দত তোমালোকৰ লগত সঙ্গীতৰ লহৰ তুলিব।

প্ৰভুৰ লগত অপেক্ষা কৰাঁ, সৎ সাহস বুকুত গোটাই লোৱাঁ, তেওঁ তোমালোকৰ হৃদয় সবল কৰি দিব।

স্বৰ্গৰ পৰা মই এটা ডাঙৰ মাত শুনিলোঁ। সেই মাতটোৱে ক'লে, চোৱাঁ ঈশ্বৰৰ প্ৰাৰ্থনা ঘৰ মানুহৰ কাষতে আছে, তেওঁ তাতে বাস কৰিব, তেওঁবিলাক সেই প্ৰভুৰ মানুহ হ'ব। স্বয়ং ঈশ্বৰ তেওঁবিলাকৰ লগত থাকিব আৰু তেওঁবিলাকৰ ঈশ্বৰ হ'ব। ঈশ্বৰে তেওঁবিলাকৰ চকুৰ পানী মচি দিব আৰু তেওঁবিলাকৰ মাজত মৃত্যু নাইকিয়া হ'ব, দুখঃবেজাৰ, মনস্তাপ, কান্দোন আৰু কোনো প্ৰকাৰৰ বেদনা নাথাকিব।

নতুনাবাস, মোৰহাট দেওবাৰ

বাইবেলৰ এটি শুভ-বাৰ্তাত কৈছে ঃ এই পৃথিৱীত আমাৰ কাৰণে চিৰকলীয়া ঠাই এখন নাই। কিন্তু স্বৰ্গত ইয়াতকৈ ভাল আৰু চিৰকলীয়া ঠাই আছে।

পৃথিৱীৰ নানান প্ৰলোভনৰ মাজত সোমাই তুমি দুখৰ বোজাত মাজে সময়ে প্ৰমাদ গণিব পাৰা কিন্তু স্বৰ্গত সেই কুমন্ত্ৰিবোৰ সোমাব নোৱাৰে আৰু ক্লান্ত মানুহবোৰে শান্তিৰে জিৰণি ল'ব পাৰে।

আমি সংসাৰৰ দুখ-যন্ত্ৰণা ভুগি ইয়াত জুৰুলা হ'ব পাৰোঁ। ঈশ্বৰে আমাৰ বেজাৰত ওলোৱা চকুলো মচি দিব, মৃত্যু নোহোৱা হ'ব, দুখ-বেজাৰ অন্ত হ'ব।

এই জগতৰ দুখ যন্ত্ৰণাবোৰ কেনিবা যাব, যেতিয়া আমাৰ নিজ নিজ হৃদয়ত ঈশ্বৰৰ গৌৰৱ প্ৰতিফলিত হ'ব, তেতিয়া আমি যি আনন্দ আৰু শান্তি পাম তাৰ তুলনাত আগতে ভোগ কৰা দুখ-যন্ত্ৰণাবোৰ অতি ক্ষুদ্ৰ যেন লাগিব। ঈশ্বৰক নিজ হৃদয়তে বিচাৰি পালে সংসাৰ যাত্ৰা সফল হয়- এয়ে তাৎপৰ্য্য।

নাজেৰা ৩১।১২।৭৮
১৯৭৮ চনৰ শেষ দিন, দেওবাৰ

আজি খ্ৰীষ্টিয়ান জগতৰ কাৰণে দেওবাৰ বিশ্ৰামৰ দিন- আজি এই দিনতে ১৯৭৮ চনক বিদায় দি কাইলৈ নতুন বছৰৰ প্ৰথম দিন ১ জানুৱাৰী, ১৯৭৯ চন আৰম্ভ। পুৰণিক বিদায় নতুনৰ স্বাগতম।।

(বাইবেলৰ বাণী এটিৰ সাৰাংশ)

তোমালোকে পূৰ্ণতা লাভ কৰা - সকলো চিন্তা আৰু কঠোৰ শ্ৰম কৰি পূৰ্ণ মানৱ হোৱাঁ, তোমাৰ বিশ্বাসৰ লগত সৎ কৰ্ম যোগ দিয়া, সৎ কৰ্মত জ্ঞান বিদ্যা যোগ দিয়া ; জ্ঞান বিদ্যাৰ লগত সংযম যোগ দিয়া, সংযমৰ লগত ধৈৰ্য্য যোগ দিয়া ; ধৈৰ্য্যৰ লগত ঈশ্বৰীয় গুণ যোগ দিয়া ; ঈশ্বৰীয় গুণৰ লগত ভ্ৰাতৃ-ভাৱৰ চেনেহ যোগ দিয়া ; ভ্ৰাতৃ-ভাৱৰ দয়া চেনেহৰ লগত উদাৰ মনোভাব যোগ দিয়া।

নাজিৰা,শিৱসাগৰ

তোমাৰ মানৱ-প্ৰেম দিনক দিনে বৃদ্ধি হওক। তোমাৰ জ্ঞান-বিদ্যা আৰু বিচাৰ-বিবেচনাও সেইদৰে প্ৰেমময় হওক।।

---

নাৰেঙ্গী, ৩১।১২।৭৮

৬।২।৭৫ বৃহস্পতিবাৰ

আজি দুপৰীয়া ১১/১২ বজাৰ মাজত ভিতৰত ভাত খাই থাকোঁতে মোৰ কোঠাৰ খিড়িকীৰ কাষত থকা মৰমৰ টেবুল ঘড়ীটো আৰু পকেট ট্ৰেনজিচ্‌টৰটো চুৰি কৰি লৈ গ'ল। মৰমৰ বস্তু দুটাৰ অভাৱ অনুভৱ কৰি দুখীত হৈছিলোঁ।

আজিয়েই পুৱা ৯ মান বজাত নেহেৰু পাৰ্কৰ ওচৰত এখন স্কুটাৰে মোৰ চাইকেলত খুন্দা মৰোঁ মাৰোঁ হৈছিল। ঈশ্বৰে সুবুদ্ধি দিলে মই চাইকেলৰ সৈতে খালত জাপ দিলত কথমপি প্ৰাণ ৰক্ষা হ'ল। ঈশ্বৰক ধন্যবাদ।

১৯।৪।৭৫ তাং ভাৰতৰ প্ৰথম কৃত্ৰিম উপগ্ৰহ উৎক্ষেপন। নাম দিলে "আৰ্য্যভট্ট"। আৰ্য্য ভট্ট। আৰ্য্য ভট্ট ৫ ম শতিকাৰ মহান ভাৰতীয় জ্যোৰ্তিবিজ্ঞানী আৰু গণিত শাস্ত্ৰবিদ।

---

বুধবাৰ

?।৫।৭৫

সেইয়া কাৰ মাত?
অস্ফুট কিন্তু শুনিছোঁ।
হাত দি চাওঁ —
হিয়াৰ মাজত পদুম পাহিত
মৃদু কম্পন উঠিছে।

## পৰিশিষ্ট

# চিঠি-পত্ৰ

PROF. ATULCHANDRA HAZARIKA
MA. BL, BT

TAPOBAN
UZANBAZAR, GAUHATI - 1

Date ....................................

প্ৰিয় বৰুৱাদেৱ,

সাহিত্য সভালৈ মোৰ 'মনমাধুৰী'ক আগবঢ়াবলৈ চেষ্টা কৰিছিলো। নোৱাৰিলো। কেৱল এখন কিতাপ আহি হাতত পৰিছেহি। তাৰে এখন আপোনালৈ পঠালো। মোৰ 'মাকুমৰ পণ' নামৰ কবিতাটো সভাৰ প্ৰথম দিনা আপোনাৰ সুকণ্ঠেৰে আবৃত্তি কৰি ৰাইজক মোৰ শ্ৰদ্ধা জনাব বুলি আশা কৰিলো। এই বিষয়ে শ্ৰীযতীন গোস্বামীলৈকো লিখিছোঁ।

ৰঙালী বিহুৰ প্ৰীতি-সম্ভাষণেৰে

(অতুল চন্দ্ৰ হাজৰিকা)

---

[illegible]
[illegible]
২৩/৪/৮১

পৰম প্ৰীতিভাজনেষু,

বৰুৱাদেও, আশাকৰো গা মূৰ ভালে আছে। বহুতদিন দেখা-সাক্ষাৎ হোৱা নাই। মইও যোৰহাটলৈ যাব পৰা নাই। এতিয়া ভালেই আছো পাছে শৰীৰটো ক্ষণে কষ্ট ক্ষণে তুষ্ট।

বিশেষ এটা অনুৰোধ কৰোঁ বুলি এই পত্ৰ লিখিছো। অসম সাহিত্য সভাই মোক স্বৰ্গীয় বেণু শৰ্মাৰ জীৱনী গ্ৰন্থ এখন লিখিবলৈ ভাৰ দিছে। স্বৰ্গীয় শৰ্মাই নিজৰ জীৱনৰ বহুত কথাই লিখি থৈ গৈছে। তথাপি সেইখিনিয়েই যথেষ্ট বুলি ধৰি ল'ব নোৱাৰি।

১। আপুনি বাতৰি দৈনিকত তেখেতৰ সহকৰ্মী আছিল। বহুত কথা আপোনাৰ মনত থাকিব পাৰে। বাতৰিৰ দিনৰ বিশেষ জানিবলগীয়া কথা কিবা মনত পৰিলে তাৰে টোকা এটা মোলৈ পঠাবচোন। বাতৰিত তেখেতৰ উল্লেখযোগ্য অৱদান কি আৰু নীলমণি ফুকনৰ লগত তেখেতৰ কেনে সম্পৰ্ক আছিল?

২। আপোনাৰ ব্যক্তিগত সম্পৰ্ক আৰু অনুভৱ বিষয়েও জানিলে তাক যথাস্থানত ব্যৱহাৰ কৰিব পাৰিম।

৩। আনে নজনা তেখেতৰ জীৱনৰ কিবা উল্লেখযোগ্য ঘটনা আপোনাৰ জনা আছে নেকি?

ওপৰত উনুকিওৱা তিনটা বিষয়ে আপোনাৰ পৰা টোকা এটা পাম বুলি আশা কৰিছো। চমু হলেও হব।

নকলেও হব যে আপোনাৰ সহায়তাৰ কথা যথাস্থানত উল্লেখ কৰাৰ দায়িত্ব মোৰ থাকিব।

বিহুৰ স্নেহ সম্ভাষণ লব। ইতি-

আপোনাৰ মৰমৰ
শ্ৰীতীৰ্থনাথ শৰ্মা

শ্ৰীযুত আনন্দচন্দ্ৰ বৰুৱা প্ৰীতিভাজনেষু

[illegible]



**PUBLICATION BOARD, ASSAM**
**GAUHATI - 781021**

Phone : 25023

No.

Date

শ্ৰদ্ধেয় মাজুদাদা,

আপোনাৰ ১৮/১/৮২ তাৰিখৰ চিঠিখন পাই সকলো বুজিলো। আশাকৰো এতিয়া আপোনাৰ গা ভাল হৈছে। সোনকালে আৰোগ্য হৈ যাতে আপোনাৰ অসমাপ্ত আত্মজীৱনীখন সমাপ্ত কৰিব পাৰে তাৰে কামনা কৰিলো। মাজুবৌ আৰু আপুনি উভয়ে মোৰ শ্ৰদ্ধা ল'ব।

প্ৰকাশন পৰিষদৰ অফিচৰ পৰাই এই চিঠি লিখিলোঁ। পিছত বহলাই লিখিম। মই যাম যাম বুলি যাব পৰা নাই। কামৰ হেঁচাত। শ্ৰদ্ধাৰে -

ইতি
আপোনাৰ
বীৰেন

---



**PUBLICATION BOARD, ASSAM**
**GAUHATI - 781021**

Phone : 25023

No.

Date

পৰম শ্ৰদ্ধাস্পদেষু,

পৰম শ্ৰদ্ধা আৰু শুভেচ্ছা গ্ৰহণ কৰিব। আপোনাৰ স্বাস্থ্যৰ বিষয়ে পৰম উদ্বিগ্ন হৈ আছোঁ। পৰমেশ্বৰৰ কাষত প্ৰাৰ্থনা কৰিছোঁ যাতে আপোনাৰ অতি সোনকালে শৰীৰ আৰোগ্য হৈ পুনৰ সাহিত্য-সৃষ্টিত আত্মনিয়োগ কৰিব পাৰে।

শ্ৰীবীৰেনদাৰ চিঠিৰ পৰা সকলো গম পাব। মুখ্যমন্ত্ৰী শ্ৰীকেশৱ গগৈয়েও আপোনাৰ আশু-আৰোগ্য কামনা কৰিছে।

আপোনাৰ কিতাপখনি সোনকালেই প্ৰকাশিত হ'ব।

পুনৰ শ্ৰদ্ধাৰে —

ইতি
আপোনাৰ
শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া



सत्यमेव जयते

RAJ BHAVAN PUNJAB
CHANDIGARH

পৰম শ্ৰদ্ধাভাজন বৰুৱাদেৱ

আপোনাৰ আশীৰ্বাদ সূচক পত্ৰখনি যথা সময়তে পাইছিলো। উত্তৰ দিয়াত হে অলপ দেৰি হ'ল তাৰ বাবে ক্ষমা যাচিছো।

শ্ৰীযুত মিত্ৰদেৱ মহত্তদেৱক অভিনন্দন জ্ঞাপন কৰাতো বৰ সজ কথা হৈছে। গুণী লোকৰ গুণৰ পূজা সমাজতে আছে। তাৰ দ্বাৰা গুণৰ বিকাশ হয় আৰু ভবিষ্যত পুৰুষে প্ৰেৰণা লাভ কৰে। আপোনাৰ নেতৃত্বত সেই কামটো হোৱাত আপোনাৰ প্ৰতি আমাৰ অকৃত্ৰিম শ্ৰদ্ধা নিবেদন কৰিছো। সেই উদ্দেশ্যে পতা সভাত শ্ৰীদেৱেশ্বৰ শৰ্মাদেৱ সভাপতিত্ব কৰাত সভাখনৰ জেউতী বহু পৰিমাণে বৃদ্ধি পাইছিল। তেখেতৰ নিৰ্বাচনটো বৰ উপযুক্ত হৈছিল।

আমাৰ অসমৰ বায়ুমণ্ডল নানান ভাবে যে বৰ ভাৰাক্ৰান্ত হৈ উঠিছে তাত অকণো সন্দেহ নাই। আটাইতকৈ ডাঙৰ প্ৰশ্ন হ'ল আমাৰ মানুহখিনি বৰ হতাশ হৈছে। জাতি এটাক যেতিয়া চাৰিওফালৰ পৰা অৱসাদে আগুৰি ধৰে সেই জাতিটোৰ উত্থান হ'ব নোৱাৰে যদি সেইটো দূৰ কৰিব নোৱাৰি, সেইটো দূৰ কৰিবলৈ আমি সকলোৱে ঐক্যবদ্ধভাৱে মনোনিৱেশ কৰিব লাগে। অসম ৰাজ্যখন কাৰো ভাৰাতীয়া সাহোন নহয়। এই ৰাজ্যখন অসমত বাস কৰা সকলোৱে অতি প্ৰিয়তকৈও প্ৰিয় চেনেহী জনমভূমি। এই ৰাজ্যখন ধ্বংস হৈ যাব, এই ৰাজ্যখনৰ মানুহখিনি হতাশাৰ সাগৰত পৰি কূল বিচাৰি হাবাথুৰি খাব আৰু কিছুমানে সাগৰৰ মুকলি মলয়-বতাহত জিৰণী লৈ তামাচ্ছা চাই থাকিব — সেইটো কেতিয়াও হ'ব নোৱাৰে। সেই পটভূমিত আমাৰ সাহিত্যিক সকলৰ সন্মুখত বৰ্তমানে এটা ডাঙৰ প্ৰশ্নই দেখা দিছে, মানুহখিনিৰ অন্তৰত আশাৰ সঞ্চাৰ কৰিবলৈ, বাচি থাকিবৰ কাৰণে হৃদয়ৰ সকলো দুৰ্বলতা আঁতৰ কৰি বহি থাকিবৰ কাৰণে হেপাহ জগাই তুলিবলৈ আৰু সকলোতকৈ অধিক মানুহখিনিৰ স্ৰজনমূলক কৰ্ম-শক্তি জগাই তুলিবলৈ। ইতিহাসৰ ইঙ্গিত জাতি এটা গঢ়িবলৈ হ'লে তেওঁলোকৰ ভাৱৰাজ্যত এটা নতুন বিপ্লৱৰ গুটি সিঁচিব লাগিব। তাৰবাবে লাগিব সময়োপযোগী সাহিত্য সৃষ্টি কৰিবলৈ, যাৰ দ্বাৰা মৃতপ্ৰায় মানুহৰ পুনৰ্জন্ম লাভ হ'ব পাৰে।

আপুনি আমাৰ এগৰাকী শ্ৰেষ্ঠ সাহিত্যিক। আপুনি চেষ্টা কৰিলে আমি কামত আগবাঢ়িব পাৰিম। আমাক লাগে কবিতা, সঙ্গীত, নাটক যাৰ দ্বাৰা আশাবাদৰ সৃষ্টি হয়, যাৰদ্বাৰা হতাশা, নিৰাশা, দুৰ্বলতা, পৰশ্ৰীকাতৰতা আদি সূৰ্যৰ আগমণিত কুঁৱলী আঁতৰি যোৱাৰ দৰে আঁতৰি যায়, যাৰ দ্বাৰা মানুহৰ অন্তৰত দেশপ্ৰেম, ভাতৃত্ববোধ, জাগ্ৰত হয় আৰু যাৰ দ্বাৰা মানুহ অন্তৰৰ পৰা হিংসা, দ্বেষ, নীচতা, ঘৃণা আদি আঁতৰি গৈ মানুহৰ মানুহৰ ভিতৰত পূৰ্ণ সংহতি বিৰাজ কৰে।

অনাধিকাৰ চৰ্চা হ'ল। ক্ষমা কৰিব। আশাকৰোঁ ভগৱন্তে প্ৰভুৰ কৃপাত আটাইৰে সৰ্বতো প্ৰকাৰ কুশল।

পৰম শ্ৰদ্ধাৰে
আপোনাৰ
মহেন্দ্ৰ মোহন চৌধুৰী

To
Sri Ananda Chandra Barooah
Ex-President, Asam Sahitya Sabha
Bokul Bon
Jorhat (Assam)

ক্ৰমশঃ

খাৰঘুলি
গুৱাহাটী - ৪
১১/৬/৭৭

শ্ৰদ্ধাস্পদেষু
মাজুদাদা,

আপোনাৰ চিঠিখন পাই কেইবাটাও কাৰণে বৰ আনন্দ পালো। মোলৈ আশীৰ্বাদ দিয়া বাবে মই কৃতজ্ঞ। গৱেষণা কৰিহে বুজিছো পদ্ধতি আৰু জ্ঞানৰ ক্ষেত্ৰত অসমীয়া গৱেষণা কিমান পিছ পৰি আছে। ইংৰাজী ভাষাত লিখাও এটা ব্যায়ামৰ দৰে। কামৰ মাজত এইখন নহ'বগে বুলিয়েই ভাবিছিলো। পিচে হ'লগৈ। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ উৎসাহ আৰু শুভেচ্ছাৰ কথা পাহৰিব নোৱাৰিম।

আপোনাৰ চিঠিখনত যোৰহাটৰ বানপানীৰ বৰ্ণনা পঢ়ি দুঃখ আৰু বিমল হাঁহিৰ খোৰাক দুয়োটাকেই একেলগে পালো। দাদা, আপুনি আত্মজীৱনী এখন লিখক।

মই এইবাৰ যোৰহাটলৈ ৰাতিৰ বাছত গৈ এদিন থাকিয়েই গুচি আহিব লগা হ'ল। অনুষ্ঠানৰ আলহী হৈ গৈছিলো। কাজেই অ'ত ত'ত ফুৰিব লগা হ'ল। গতিকে বেয়া নেপাব। এইবাৰ গ'লে সোমাম।

কাকইদেউৰ অসুখ। মোৰ ইয়াতে আছে। জ্বৰ। চিকিৎসা চলি আছে। সি দুৰ্বল হ'ল। তাৰ বৰ ছোৱালী মীনুৱে এম-এ পঢ়িছে অসমীয়াত। দৰা বিচাৰিছে। ভাল ল'ৰাৰ খবৰ পালে দিবচোন। তাৰ সেইফালে দিবৰ মন।

আশাকৰোঁ আপোনাৰ শৰীৰ ভাল। মোৰ শ্ৰদ্ধা উভয়ে ল'ব।

ইতি
আপোনাৰ
বীৰেন

---

শ্ৰদ্ধাস্পদেষু
আপোনাৰ চেনেহভৰা চিঠিখন পাই কৃতাৰ্থ মানিলোঁ। মাঘ বিহুৰ কাৰণে পঠোৱা প্ৰীতি-সম্ভাষণৰ বাবেও ধন্যবাদ জ্ঞাপন কৰিছোঁ। আপুনি যে মোৰ সন্মান লাভত ভাল পাব সেইটো ক'বই নেলাগে। এইকথা সেই তাহানিখনৰ পৰাই অনুভৱ কৰি আহিছোঁ। উপযুক্ত হওঁনে নহওঁ ক'ব নোৱাৰোঁ। কিন্তু আপোনাৰ নিচিনা ব্যক্তিয়ে ভাল পাইছে যেতিয়া মোৰ গৌৰৱ।
আশা কৰোঁ আপুনি ক্ৰমে ক্ৰমে আৰোগ্য লাভ কৰি আহিছে। ঈশ্বৰৰ ওচৰত তাকেই কামনা কৰিছোঁ। আপোনালোক আমাৰ কাৰণে প্ৰেৰণা।
শ্ৰদ্ধা গ্ৰহণ কৰিব। ইতি —

আপোনাৰ মৰমৰ
যোগেশ দাস

গুৱাহাটী - ১৪
১০/৬/৭২

শ্ৰদ্ধাস্পদেষু

মোৰ বহুত দিন অসুস্থ অসুস্থই গৈছে। আপোনাৰ চিঠিৰ উত্তৰ একেদিনেও সেই দেখিছে দিয়া হোৱা নাই। আপোনাৰ "নল-দময়ন্তী"খন পাবলৈ আছেনে? এটা কপি মোলৈ যেনেতেনে পঠাব। আমাৰ Pre-University পৰীক্ষাৰ বাবে কিতাপখন recomend কৰা হৈছে। গৃহীত হ'লে এমাহমানৰ ভিতৰতে কিতাপখন লাগিব।

আশা কৰোঁ আপোনাৰ সৰ্বমংগল।

শ্ৰদ্ধা জানিব।

সোনকালে উত্তৰ দিব।

আপোনাৰ মৰমৰ
মহেশ্বৰ নেওগ

---

*Parag Chaliha*
PRINCIPAL, SIBSAGAR
COLLEGE
JOYSAGAR



পৰম শ্ৰদ্ধেয়
বৰুৱা ডাঙৰীয়া,

বাতৰি কাকতৰ যোগে আপোনাৰ অসুখৰ বাৰ্তা পাই বেজাৰ লাগিল। দয়ালু ঈশ্বৰে সোনকালে নিৰাময় কৰক। এয়ে কাতৰ প্ৰাৰ্থনা।

আমিও ভগা দেহ লৈ কোনোমতে কাল কটাই আছোঁ। কেউপিনে জঞ্জাল — ভাল কিবা এটা দেখিবলৈ-শুনিবলৈ নাই।

আজিলৈ সামৰো।

আন্তৰিক শ্ৰদ্ধাৰে সৈতে
পৰাগধৰ চলিহা

পাটিআলা ১৪৭০০২ ২০ অক্টোবৰ ১৯৭৯

শ্ৰদ্ধাস্পদেষু

জন্মদিনৰ শ্ৰেষ্ঠ উপহাৰ অন্তৰতম লোকৰ এটি আশীৰ্বাদ পাই ধন্য হৈছিলো। সকলোটিৰে শুভেচ্ছাৰ মাজত দিনটো বৰ ভালেৰেই গৈছিল। ইয়াৰ অধ্যাপক চাত্ৰ-ছাত্ৰীৰ বাহিৰেও চণ্ডিগড়ত থকা কুৰিজন অসমৰ লোকে যোগ দিছিল। পঞ্জাবী মহিলাই বৰগীত, শৰদ আৰু ড° সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ 'নিয়োগ-প্ৰশস্তি' গাই শুচি পৰিৱেশ সৃষ্টি কৰিছিল। আপুনি থকা হ'লে ভাল পালেহেঁতেন। আশা কৰোঁ আপোনাৰ সৰ্বতো মংগল। শ্ৰদ্ধা জানিব।

আপোনাৰ মৰমৰ

মহেশ্বৰ নেওগ

---

শ্ৰীশ্ৰী গোবিন্দ

আশীৰ্বাদ

শ্ৰীযুত আনন্দচন্দ্ৰ বৰুৱাৰ সমীপেে

শ্ৰীযুত কৰুণাধৰ বৰুৱাৰ সহিত একেলগে আপোনাক সত্ৰতে দেখা পাবলৈ ভালে দিনৰ পৰা প্ৰবল ইচ্ছা জন্মি আছে। ভাদৰ ২৯ তাৰিখে (ইং ১৫/৯/৪৯) শ্ৰীকৃষ্ণৰ জন্মাষ্টমী উৎসৱ পালনৰ সামান্য আয়োজন হৈছে। দুৰাতিমান থাকিব পৰাকৈ ২৯ ভাদত সত্ৰতে দেখা পালে সন্তোষৰ কথা হ'ব। শ্ৰীযুত কৰুণাধৰ বৰুৱালৈয়ো লিখা হৈছে। কেনে ইচ্ছা হয় জানিবলৈ পোৱা হয় যেন।

ইতি-

শ্ৰীশ্ৰীআউনীআটীয় গোস্বামী

৫/৫/৭১ শক।

Kamini Kutir
107, K.N.C. ROAD
Barazah, 24 - Parganas, West Bengal
1.7.75

শ্রদ্ধাস্পদেষু

কাল রাতে বাড়ি ফিরে আপনার পত্র পেলাম। আমার মনটা আপোনার পত্রের জন্য খুবই অস্থির ছিল। আগ্রহ নিয়ে অপেক্ষা করে করে কষ্টবোধ করছিলাম। এখন খুবই আনন্দিত। বন্ধু অতুলানন্দ গোস্বামীও আপনি ছাড়া আর কেউই তেমন ভাবে আমাকে সাহায্যের জন্য এগিয়ে এলেন না। ব্যাপারটা আমার কাছে সত্যিই বিস্ময়ের। অথচ আমি নিশ্চিৎ বলতে পারি যে আমার এ কাজ করার মধ্যে সামান্যতম লাভালাভের প্রশ্ন নেই। বরং কিছু আর্থিক ক্ষতির সম্ভাবনা আছে। ক্ষতির সম্ভাবনা আছে আমার সৃজনী শক্তির। শুধুমাত্র ভালো লাগার দায়া ও দায়িত্ববোধে কাজটার আমি হাত দিয়েছিলাম। কবলে কি বিশ্বাস করবেন — আমি দুশোখানার ওপর পত্র লিখেছি। কিন্তু আশ্চর্যজনকভাবে নীরব! আমি ভাবতেই পারি না একজন কবি কি ভাবে ডাক জনে নীরব থাকতে পারেন। কবি মানে তো কলকণ্ঠ, কবি মানে তো শঙ্খনাদ। আশ্চর্য! হয়তো এই আমার দেশ! নির্বাক বিমূঢ়! বড়ো কষ্ট পাচ্ছি। ক্ষমা করবেন; শক্তি ও সম্ভ্রমবোধ প্রার্থনা কবছি।

আপোনাকে অনুরোধ কবছি অতো দৌড়াদৌড়ি করবেন না। আপনার অনুজরা কাজ করবে। যদি অনুজরা তেমন দায়বোধহীন নীতিবোধহীন হয় তবে তাদের এ ভাবেই যেতে দিন। 'লষ্ট জেনারেশন' লষ্টই হোক। ব্যক্তিরা কোন ক্ষমতা তাকে রক্ষা করে। সামাজিক-মানসে পছন ধরলে আপনার একক প্রচেষ্টা কিছু করতে পারবে না। যা পারে তা আপনার লেখনীই পারবে। আপনি লিখুন, লেখায় সজীব থাকুন। বয়সটাব কথা মনে রাখবেন। আপনার মতো মনন শক্তির ও ঐশ্বর্যবান হৃদয়ের প্রয়োজন আমাদের [illegible]। মনে রাখবেন, বিশ্বাস রাখবেন, এ কলাতলি যে চলছে সে একজন কবি। সে তৃতীয় নয়নের অধিকারী। আপনার অন্তরের ব্যাকুলতা, [illegible]-দায়িত্ববোধ, মহত্তম কিছুর প্রতি আকর্ষণ যে সংক্ষিপ্ত পাত্রের মধ্যেই ফুটে উঠে। আমি যে তা পড়তে পাবি। ঈর্ষা আছে। আমি যেন আপনার বয়স পাই এবং ঐ বয়সে আমার যেন মন সজীবতা থাকে।

আপনার 'পৃথিবীর প্রেম আমাকে দেউলিয়া করেছে' কবিতাটি অনুবাদ করেছি — এই সঙ্গে একটা কপি পাঠালাম। কোনো আপত্তি থাকলে সেই স্থানে দাগ দিয়ে আপত্তিটা কি নিশ্চিয়েই জনাবেন। কোনো সঙ্কোচ করবেন না। আমি অনুবাদে নামকরণ করতে চাই 'পৃথিবীর প্রেমে'। কেন তা ব্যাখ্যায় প্রয়োজন নেই। পরের কলাটুকু তো কবিতায় আছে। অধিক বলবো কেন?

লাইনগুলু আমি টেনে নিয়েছি প্রলম্বিত পংক্তিতে। এতো টেনে কবিতাটি পড়া যাব। পাঠক জোর পাবে পড়তে। কোনো স্থানে পরের লাইন আগে এসেছে বাক্য গঠনের ও বাতগধারায় নিয়ম নীতি অনুসারে অথবা ছন্দের মাপের জন্য। কোথাও কোথাও শব্দও এদিক ওদিক করেছি, হয়ত তৎসম শব্দ ছেড়ে দিয়ে তদ্ভব শব্দ বা দিশী শব্দ প্রয়োগ করেছি যাতে মুখের কথার কাছাকাছি আসে। আর স্তবক বিভাগ একটি-দুটি স্থানে আপনার মূল কবিতার মতো নেই। ভাবগত সঙ্গতির জন্য এটা করেছি। কিছু কিছু কিছু ক্রিয়াপদ পাল্টাতে হয়েছে বিষয়টিকে দৃঢ় সংকল্প করার জন্য। নতুন শব্দের আমদানি একটি দুটির বেসি বোধহয় নেই। মূলত চেষ্টা করেছি কবিতার আমেজ ধীরে বাখতে। কতখনি সার্থক তা আপনি বিচার করুণ। প্রথম অনুবাদই পাঠলাম। অবশ্য আমি আবার দেখবো। আপনার মতামত সহ ওটা ফেরত পাঠাবেম।

এবার কয়েকটা প্রয়োজনের কথা বলছি (১) প্রয়াত কবি অমূল্য চন্দ্র বরুৱার কবিতা সম্পর্কে কি করবেন। কার কাছ থেকে অনুমতি লাগে? আমার অনুমতিটো যে চাই। (২) কবি দেবকান্ত বরুৱাকে আমি ২৩, তুগালক রোড, নিউ দিল্লীতে দুখানি পত্র দিয়েছি। উত্তর পাইনি। পরে কবি নবকান্ত বরুৱাকে — Silpukhuri Gauhati – 3, Assam – এই ঠিকনায় কবি দেবকান্ত বরুৱার কবিতা অনুবাদ করার অনুমতি চেয়ে পত্র দিই ২৫-৫-৭৫ তারিখে। সে পত্রের ও উত্তর পাইনি। তার আগে কবি নবকান্ত তাঁর নিজের কবিতা অনুবাদ করার অনুমতি আমাকে দেন। কিন্তু আমার এ পত্রের উত্তর তিনি দেননি। অথচ আমি শুনেছি নবকান্ত বাবুই এ বিষয়ে যা করার করে থাকেন কারণ দেবকান্ত বাবু খুবই ব্যস্ত মানুষ — তাঁর পক্ষে এ সব বিষয় নিয়ে বর্তমানে মাথা ঘাটানো সম্ভব নয়। আমি তা অবিশ্বাস করি না। কবি দেবকান্তের 'বিষকন্যা ও মোর দেশ মানুহর দেশ' কবিতা দুটি আমি অনুবাদ করতে চাই। এ - সম্পর্কে আপনি কিছু করতে পারবেন কি?

(৩) কবি নীলমাই ফুকনকে-তাঁরে আমি — Bezbarua Nagar, Guwahati II, Arya/Bisyapith College, Assam এই দুই ঠিকনাতেই পত্র দিয়েছি। কিন্তু আমি তাঁর অনুমতি পাইনি। কিছু করতে পারেন যদি ভালো হয়।

(৪) আমি ডঃ মহেশ্বর নেওগ ও কবি মহেন্দ্র বরার পত্র এখনও পাই নি।

আমার সশ্রদ্ধ প্রণাম গ্রহণ করুন।

প্রণত [illegible] বন্দোপাধ্যায়

চিঠি-পত্র

Telegram: DAINIKASAM

Telephone :99 & 172 (PBX- 20 Lines)

# দৈনিক অসম
# Dainik Asam

TRIBUNE BUILDINGS
P.O. ASSAM TRIBUNE
GAUHATI, ASSAM

৮ আগষ্ট, ১৯৬৫

নিবেদন,

আপোনাৰ সম্প্ৰীতি আৰু সহযোগিতাৰ ওপৰত ভাৰসা ৰাখি এই চিঠিৰেই পৰিচয়-সূত্ৰ মুকলি কৰি শ্ৰদ্ধা আৰু আন্তৰিকতাৰে 'দৈনিক অসম' নামেৰে নতুন দৈনিক বাতৰি কাকতখনিৰ এই সংখ্যাটি নমুনা স্বৰূপে অপোনালোকৰ মাজলৈ আগবঢ়ালো। ৰাইজৰ পৰা আমাৰ দ্বাৰাই প্ৰকাশিত দৈনিক ইংৰাজী বাতৰি কাকত 'আমাৰ ট্ৰিবিউন' আৰু সাপ্তাহিক অসমীয়া বাতৰি কাকত 'অসমবাণীয়ে' পোৱা সমাদৰৰ বাবে আমি কৃতজ্ঞ। এই সমাদৰেই আকৌ আমাক এনে নতুন প্ৰচেষ্টা হাতত লোৱাত অনুপ্ৰেৰণা যোগাইছে। আমাৰ বিশ্বাস এই নতুন দৈনিক বাতৰি কাকত খনেও ৰাইজৰ শুভইচ্ছা আৰু মৰমেৰে পৰিপুষ্টি লাভ কৰিব।

এইটো এটা ডাঙৰ দায়িত্ব। এনেবোৰ প্ৰচেষ্টা সফল কৰি তোলাত সহৃদয় ৰাইজৰ সহায় সহযোগিতাৰ বিশেষ প্ৰয়োজন। আপোনাৰ দৰে সচেতন নাগৰিকৰ ওপৰত ভাৰসা ৰাখিয়েই এনে প্ৰচেষ্টা আমি হাতত লৈছোঁ।

পঢ়ুৱৈ সমাজেই কাকত এখনৰ ধৰণী স্বৰূপ নিৰপেক্ষ ভাবে সকলো ধৰণৰ বা-বাতৰি পৰিবেশন কৰি দেশৰ স্বাৰ্থৰ খাতিৰত এক সুস্থ জনমত গঢ়ি তোলাত বাতৰি কাকতৰ যেনেদৰে এক গুৰু দায়িত্ব আছে, পঢ়ুৱৈ সমাজৰো তেনেদৰে কাকত এখনক প্ৰকৃত পথত পৰিচালিত কৰিবলৈ আৱশ্যকীয় দিহা-পৰামৰ্শ দিয়াৰো দায়িত্ব আছে। আপোনাৰ ওচৰত আমাৰ বিনীত নিবেদন এই যে বাতৰি কাকতখনি পঢ়ি আপুনি প্ৰয়োজন বোধকৰা বহুমূলীয়া দিহা-পৰামৰ্শ আমালৈ মাজে-সময়ে আগবঢ়াব। জাতীয় স্বাৰ্থৰ হকে আমাৰ এই প্ৰচেষ্টা সফল কৰি তুলিবলৈ আপোনাৰ সহযোগিতাৰ সদায় সঁহাৰি পাম বুলি বিশ্বাস ৰাখিছোঁ।

আমাৰ অনুষ্ঠানৰ হৈ আন্তৰিক সম্ভাষণ গ্ৰহণ কৰিব। ইতি

অপোনাৰ

শ্ৰীৰাধাগোবিন্দ বৰুৱা

অভয়াপুৰী

৮/১২/৪৬ ইং

প্ৰিয়বৰেষু,

মৰমৰ চিঠিখনি পালোঁ। মোৰ মনটি আছে তাতেই। শৰীৰ ৰক্ষাৰ নিমিত্তে শৰীৰটি লৈ লিহিঙে-দিপাঙে উটি ঘূৰি ফুৰিছোঁ। উটা বুৰাইহে সাৰ হৈছে। কামৰ নামত দেখুৱাবলৈ একো নেথাকিল ! তথাপিতো এনে লাগিছে — দেশে যেন জ্ঞান-নেজ্ঞান গম পাইছে আমাৰ ভাষাৰ, আমাৰ কৃষ্টিৰ এক হুতাশনীয়া হিয়াৰ হুতাহে তাৰ সফলতা বিচাৰি আকুলতাৰে নগৰে-চহৰে হুমুনিয়া ছবি বনাব লাগিছে। মোৰ দেশলৈ বুলি ভগৱানৰ চৰণত এই হুমুনিয়াকেই থৈ যাম। আৰু যে থবলৈ নাই। কেতিয়াবা-কেতিয়াবা কবিৰ দৰে ভগৱানক নিৰলে সুধি চাওঁ, -- যদি সফলতা নিদিয়াই, তেনে কিয়নো মোৰ এই তীব্ৰ হুতাহ জগালা কিয় ? সমিধানৰ নামত দেখোন হিয়া জুৰ পৰা একোকে নেপাওঁ।

আমাৰ সঙ্গীত, আমাৰ আলেখ্য, আমাৰ অভিনয়, আমাৰ খনিকৰী আজিও সি মৰমেৰে ইমান দিনে প্ৰাণৰ ক্ষীণ স্পন্দনত বাজে চকুত লগাই জাগৰণৰ সঙ্কেত এধানিকে নমনিলোঁ। বাহিৰেদি বিজাতীয় বাউলী বতাহ ইমান প্ৰবল, প্ৰাণৰ চাকিটি এতিয়াও যে নুনুমোৱাকৈ আছে সি সঁচাকৈয়ে আচৰিত। শক্তিৰ আৰু শলিতা, প্ৰেমৰ আৰু তেলেৰে দেশ জুৰি সেই চাকি দাবানলৰ দৰে জ্বলি নুঠিলে বোৱা বতাহে নুমাই যাব, — ফুৰাই আৰু নজ্বলায়।

বাণী সম্মেলনৰ চানেকী লৈ দুই-তিনিখন নগৰত তেনে চেষ্টা কেৰাখাৰো কৰি চাইছিলো কিন্তু প্ৰাণৰ নিচিনা প্ৰাণ এখনিৰ অভাৱত সি টিমিকি জ্বলি নুমাই যায়। স্থানীয় ইৰ্ষা, স্থানীয় আত্ম প্ৰতিষ্ঠাৰ যেনেহে ভেঁজাল হ'ল, জলাত মুঠেই বল নিদিয়ে।

জীৱনৰ শেষ দিন কেইটাত হুতাহৰ তৃপ্তি বিচাৰি এবাৰ সেইফালে অতি শীঘ্ৰে যাব খুজিছোঁ। ইমান দিন নিদিয়া বিধতাই এতিয়া দিয়ে বা নিদিয়ে,- ক'ব নোৱাৰোঁ।

আশা কৰোঁ তাত সকলোটি কুশলে আছে ।

ইতি

মৰমৰ

শ্ৰীইন্দেশ্বৰ বৰঠাকুৰ

## পৰিশিষ্ট

# অভিমত

(১)

'এচিয়াৰ জ্যোতিত' এখন সুপ্ৰসিদ্ধ ইংৰাজী কাব্য অবলম্বন কৰি ভগবান বুদ্ধৰ চৰিত বৰ্ণোৱা হৈছে। ভাব আৰু ভাষাৰ সৰল সমাবেশে কিতাপখনি সুখপাঠ্য কৰিছে। আশা কৰো ইয়াৰ আদৰ হ'ব।

শ্ৰীকৃষ্ণকান্ত সন্দিকৈ
১৯।১।৬১

(২)

কালিদাসৰ কুমাৰ সম্ভৱ কাব্যৰ মূলৰ ৰূপান্তৰ অসমীয়া ভাব-ভাষাৰ এটি মুকলি অনুবাদ হৈছে। বাস্তৱত এই ৰূপান্তৰ এখন স্বতন্ত্ৰ কাব্যত পৰিণত হৈছে।

শ্ৰীকৃষ্ণকান্ত সন্দিকৈ
৩০।৮।৬৯

(৩)

"স্বতন্ত্ৰ গ্ৰন্থ লিখাতকৈ অনুবাদ কৰা, বিশেষকৈ কাব্যৰ অনুবাদ কৰা অতি টান কাম। যি অনুবাদাত্মক কাব্য পঢ়িলে মূল কাব্যত ব্যুৎপত্তিসম্পন্ন লোকৰ মনত মূলকবিতা বিলাকৰ স্মৃতি জাগি উঠে অথচ মূল কাব্য নেদেখাজনৰ মনত সেই অনুবাদেই এখন পৰিপূৰ্ণ ৰসসৌন্দৰ্য্যৰে ভৰপূৰ মৌলিক কবিতা বুলি প্ৰতীত হয় তেনে অনুবাদতে অনুবাদ কৰোঁতাজনৰ কৃতকাৰ্য্যতাৰ পৰিচয় পোৱা যায়।

আপোনাৰ 'কুমাৰসম্ভৱ' সেই গুণমহিমমণ্ডিত। ই অসমীয়া মাতৃভাষাৰ অপূৰ্ব্ব উজ্জ্বল হৃদয়ালঙ্কাৰ আৰু অসমীয়া সাহিত্যভাণ্ডাৰৰ অমূল্য ৰত্নস্বৰূপ হৈ চিৰদিন বিৰাজ কৰিব।

ই কালিদাসৰ কবিতাৰ অনুবাদ যদিও অপূৰ্ব্ব অথচ মূল কবিজনাৰ হৃদয়সম্বেদনা ইয়াত পৰিস্ফুট হৈ উঠিছে। মহাকবি কালিদাসৰ লগত আপোনাৰ সহৃদয়তা, ইপিনে আপোনাৰ লগত অসমীয়া সাহিত্যমোদীৰ সহৃদয়তা- এইদৰে আপোনাৰ কুমাৰসম্ভৱে হৃদয়ত্ৰয়ৰ সমান সংবেদনাভাগিত্ব সম্পাদন কৰিব পাৰিছে। এনে সহৃদয়তা বা সমসংবেদনাভাগিত্ব ভগৱতী সৰস্বতীৰ সৰ্ব্বস্ব অনন্যাসাধাৰণ সম্পদ বুলি কাব্যতত্ত্ববিদ সকলে কয়।

"সৰস্বত্যাস্তত্বং কবি সহৃদয়াখ্যং বিজয়তাং" (অভিব গুপ্তপাদ)।-

অৱশেষত মোৰ স্বৰচিত কবিতা এটিৰে চিঠিৰ সামৰণি মাৰিব খুজিছো। অন্তৰত ভাবোচ্ছ্বাসৰ প্ৰেৰণাতে যে অকবিজনৰ হৃদয়তো কবিতাৰ উন্মেষ হয় তাকেই এই পদ্যটিয়ে প্ৰমাণ কৰিব।

"ধন্যোবা সম ভূৰ্যদত্ৰ সমভূদানন্দচন্দ্ৰোদয়ঃ
ধন্যোবা অপ্যসমীয়বাঙমধুময়ী আনন্দ চন্দ্ৰাশ্ৰিতা।
ধন্যোবা সমদেশ বাসিজনতা অপ্যানাদ সম্পৰ্কতঃ
ধন্যামাৱপি কালিদাস কবিতান্দানুবাদাম্বিতা।।"

(স্বাঃ) শ্ৰীমনোৰঞ্জন শাস্ত্ৰী
নলবাৰী সংস্কৃত মহাবিদ্যালয়ৰ অধ্যক্ষ
১৮।৩।৭০

যি মনোহৰ ভাব আৰু সৌন্দৰ্য্য সাধনাৰ পথত পাৰ্ব্বতীৰ মনোমোহা উদ্যান ৰচনাত আবেগময় পবিত্ৰ অনুভূতি অসমীয়া ৰচনভঙ্গীত প্ৰকাশ পাইছে, ই সঁচাকৈয়ে মনোগ্ৰাহী হৈছে।.........

কুমাৰসম্ভৱ কাব্যৰ অসমীয়া ৰূপ দিওঁতে আপুনি যথাৰ্থতে সাফল্য লাভ কৰিছে।......... ....

শ্ৰীদেৱেন্দ্ৰ নাথ ভট্টাচাৰ্য্য
নলবাৰী
২২।১।৭০

"আপোনাৰ শ্ৰেষ্ঠ দান" কালিদাসৰ কুমাৰসম্ভৱ কাব্যখন পঢ়ি বৰ মুগ্ধ হৈছোঁ। পুথিখনৰ ভাষা ইমান সুৰলা, কোমল আৰু মধুৰ হৈছে যে, একে বহাতেই পুথিখন পঢ়ি শেষ নকৰাকৈ থাকিব পৰা নাই। সাধাৰণতে অনুবাদ কাব্যত ভাষাৰ প্ৰকৃতি কটুতা দোষ হৈ যায়,- কিন্তু আপোনাৰ দ্বাৰা অনূদিত 'কুমাৰসম্ভৱ' এই দোষৰ পৰা সম্পূৰ্ণ মুক্ত। সেই কাৰণেই পুথিখন মৌলিক মৌলিক যেন লাগে। কোমলকান্ত পদাবলীৰ প্ৰয়োগেৰে পুথিখনৰ সৌষ্ঠৱ দুগুণে বৰ্দ্ধিত হৈছে। মহাকবি কালিদাসৰ ভাব-ভাষা সাধাৰণ ঘৰুৱা ভাষাত প্ৰকাশ কৰা সহজ নহয়; কিন্তু আপোনাৰ ক্ষেত্ৰত ই বাস্তৱিকতে সহজ হৈ পৰিছে।"..........

"আপোনাৰ অমৃতময়ী লেখনীৰ পৰা আৰু বহুতো পাবলৈ আমি অপেক্ষা কৰি থাকিলোঁ।

(স্বাঃ) ড° শ্ৰীনবীন শৰ্মা
অধ্যাপক প্ৰাগজ্যোতিষ কলেজ
২৭।১।৭১

সমাপ্ত

# জীৱন পঞ্জী

১৯০৭, ৩১ ডিচেম্বৰ ঃ জন্ম

জন্মস্থান ঃ মৰাণৰ খুমতাই চাহ বাগিচা

পিতৃ ঃ প্ৰেমধৰ বৰুৱা

মাতৃ ঃ ইন্দ্ৰানী দেৱী।

১৯১৩ ঃ ঢেকীয়াখোৱা প্ৰাথমিক বিদ্যালয়ত ভৰ্তি

১৯১৮ ঃ কাকজান চৰকাৰী মধ্য ইংৰাজী বিদ্যালয়ত ভৰ্তি

১৯২২ ঃ যোৰহাট চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত অধ্যয়ন

১৯২৬ ঃ প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ, কাশী হিন্দু বিশ্ববিদ্যালয়ত প্ৰথমে বিজ্ঞান শাখাত আৰু পাচত কলা শাখাত নাম ভৰ্তি।

১৯২৮ ঃ প্ৰমিলা বৰুৱাৰ লগত বিবাহ।

১৯২৯ ঃ শিক্ষাসম্পূৰ্ণ নকৰাকৈ প্ৰত্যাৱৰ্তন।

১৯৩০ ঃ পিতৃ বিয়োগ, অসমীয়া কাকতৰ সম্পাদক, যোৰহাটত বাণীসন্মেলন প্ৰতিষ্ঠা।

১৯৩২ ঃ যোৰহাটৰ স্কুল পৰিদৰ্শকৰ কাৰ্যালয়ত অস্থায়ীভাৱে কাৰ্যালয় সহায়কৰূপে যোগদান

১৯৩৩ ঃ তিনিচুকীয়াৰ চেনাইৰাম হাইস্কুলত সহকাৰী শিক্ষকৰূপে যোগদান।

১৯৩৪ ঃ সাপ্তাহিক 'বাতৰিৰ' সহকাৰী সম্পাদক ৰূপে যোগদান।

১৯৩৬ ঃ ডিহাৰ পাৰৰ ঘৰত বাস।

১৯৪২ ঃ ডিকম চাহ বাগিচাৰ প্ৰাথমিক স্কুলত শিক্ষকতা।

১৯৪৩-৪৬ ঃ ৰয়েল ইণ্ডিয়ান এয়াৰ ফৰ্চৰ গণনা বিভাগৰ কামত যোগদান।

১৯৪৬ ঃ প্ৰত্যাৱৰ্তন।

১৯৪৭ ঃ যোৰহাটৰ ঔদ্যোগিক প্ৰশিক্ষণ প্ৰতিষ্ঠানত কেৰেণী হিচাপে যোগদান।

১৯৬৪ ঃ যোৰহাটৰ চিন্তামণি চক্ৰৰ প্ৰতিষ্ঠাতা আৰু সভাপতি।

১৯৬৫ ঃ যোৰহাটৰ সাহিত্য সভাৰ সভাপতি

১৯৬৮,৩১ডিচেম্বৰ ঃ অৱসৰ গ্ৰহণ।

১৯৬৯ ঃ অসম সাহিত্য সভাৰ বৰপেটা অধিৱেশনৰ সভাপতি।

১৯৭০ ঃ ভাৰত চৰকাৰৰ পদ্মশ্ৰী সন্মান।

১৯৭৭ ঃ 'বকুলবনৰ কবিতা' গ্ৰন্থৰ বাবে সাহিত্য অকাদেমী বঁটা লাভ।

১৯৮৩,২৭ জানুৱাৰী ঃ শেষ নিশ্বাস ত্যাগ।

# বৰেণ্যজনৰ দৃষ্টিত বকুলবনৰ কবি

# আনন্দচন্দ্ৰ বৰুৱা

'বকুল বনৰ কবি' আনন্দ চন্দ্ৰ বৰুৱাৰ কবিতাত পোৱা যায় এনে এক সহজ আবেদন আৰু স্বাভাৱিক, স্বতঃস্ফূৰ্ত প্ৰকাশ-ভংগী, একমাত্ৰ প্ৰকৃতিৰ স্বভাৱ-সিদ্ধ জীৱনৰ লগতে যাক বিজাব পাৰি। বসন্তৰ আগমনত কুলি মুখৰ হোৱাৰ দৰে, নাইবা মেঘৰ গাজনি শুনি ম'ৰা চৰায়ে নচাৰ দৰে, শব্দ-বৰ্ণ-গন্ধ-স্পৰ্শৰ বিচিত্ৰ জগতখনৰ সংস্পৰ্শত তেওঁৰ কবি সত্তাই নানা আবেগেৰে সাৰ পায়, কবিয়ে সেইবোৰ আবেগৰ অৰূপ ৰতনক ৰূপ দি ছন্দোবদ্ধ মালা গাঁথে।

আনন্দচন্দ্ৰ বৰুৱা সৌন্দৰ্যৰ কবি, সুন্দৰৰ সাধক। এই সুন্দৰেই সত্য, সুন্দৰেই শিৱ। কেতিয়াবা প্ৰকৃতিৰ ভিন্ ভিন্ ৰূপত, কেতিয়াবা প্ৰেয়সীৰ মনমোহা লাৱনিত, কেতিয়াবা আকৌ কবিতাৰ মাজত, কেতিয়াবা নিজৰ মনৰ মাজতেই তেওঁ এই চিৰসুন্দৰক প্ৰত্যক্ষ কৰিছে। ৰহস্যবাদী কবিৰ অন্তৰ্দৃষ্টিৰে তেওঁ বস্তুৰ মাজত এক অদ্বৈত সত্তাক উপলব্ধি আৰু নিজেও সেই সত্তাৰ লগত একাত্মবোধ কৰিছে।

বকুল বনৰ কবিৰ কবিতাৰ আন এটি উল্লেখনীয় দিশ হ'ল তেওঁৰ নিভাঁজ শাশ্বত প্ৰেম।

— চন্দ্ৰপ্ৰসাদ শইকীয়া

'বকুলবন' নামটো আলংকাৰিক নহয়, চিন্তা-প্ৰসূতও নহয়; বৰং এই নামটো হৃদয় মন্থন কৰি ওলাই অহা নাম; এই নামটো কবিৰ আধ্যাত্মিক চেতনাৰ অংশ। এই আধ্যাত্মিকতা ৰহস্যবাদী সন্ত কবিৰ আধ্যাত্মিকতাৰ লগতেই তুলনীয় হ'ব পাৰে। মহাদেৱ শৰ্মাই কবিৰ বকুলবনৰ ঠিকনাৰ আধাৰতে নাম দিলে 'বকুলবনৰ কবি'।

ৰহস্যবাদী সন্তসকলে যিদৰে সকলোতে প্ৰেয় আৰু শ্ৰেয়জনৰ অশৰীৰী অস্তিত্ব অনুভৱ কৰে, আনন্দচন্দ্ৰ বৰুৱাই তেনে ৰূপত মানুহক আৰু প্ৰকৃতিক অনুভৱ কৰে। তেওঁ সকলো সামাজিক বান্ধোনৰ উৰ্ধলৈ গৈ, মানুহৰ মাজত, আৰু মানুহৰ চিন্তা-ভাৱনা, কল্পনা, অনুভৱ আৰু মানুহৰ কাম আৰু আচৰণৰ মাজত অনাদি, অনন্ত, সৎ আৰু নিৰ্বিশেষ মানুহক প্ৰত্যক্ষ কৰে, কবিৰ সেই মানুহ হিন্দু, মুছলমান, খ্ৰীষ্টান, বৌদ্ধ সকলোৰে মাজত একেটা ৰূপত অৱস্থিত হৈ আছে। এনে 'ধাৰ্মিক' অথচ ধৰ্ম-নিৰপেক্ষবোধৰ অধিকাৰী এই মানুহজন আছিল যথাৰ্থতে এক ব্যতিক্ৰম।

যদিও এটা প্ৰাচীন সম্ভ্ৰান্ত ব্ৰাহ্মণ পৰিয়ালৰ উত্তৰাধিকাৰত্ব তেওঁ লাভ কৰিছিল, তেওঁৰ ককাদেউতাকৰ দিনৰ পৰা ইংৰাজী ভাষা আৰু পাশ্চাত্য সভ্যতা-সংস্কৃতিৰ লগতো পৰিচিত হৈ পৰা পৰিয়ালটিৰ মাজত অতি স্বাভাৱিকভাৱেই প্ৰাচীন ঐতিহ্য আৰু আধুনিক ঔদাৰ্যৰ সমন্বয় সাধিত হৈছিল।

—নগেন শইকীয়া

বেদৰ সূক্ত, উপনিষদ আৰু গ্ৰীচদেশীয় পৌৰাণিক আখ্যানৰ আধাৰত কবিতাকেইটাই পাহ মেলিছে হয় পিছে সেইবুলি ইয়াক আখৰীয়া অনুবাদৰ লেখত ঠাই দিব নোৱাৰি। বেদৰ উষা, উৰ্বশী-পুৰুৰবা, যাজ্ঞবল্ক্য-মৈত্ৰেয়ী আদি কবিতাত বৈদিক ঋষিৰ উদাত্ত বাণীয়ে কবি হৃদয়ৰ প্ৰতিবিম্বনত সুকীয়া মহিমা পাইছে- সূৰ্যৰ ৰশ্মিয়েই চন্দ্ৰবিম্বত প্ৰতিফলিত হৈ মধুৰ জোৎস্নাৰূপ ধাৰণ কৰাৰ নিচিনাকৈ।

বকুলবনৰ কবিৰ ভাব যেনে মধুৰ আৰু গধুৰ, ভাষাও তেনে প্ৰসন্ন-গম্ভীৰ। নিচেই সৰল আৰু জতুৱা অসমীয়া

শব্দ আৰু ভঙ্গিতাবোৰে বেদ, উপনিষদৰ ওজস্বী শব্দ-সম্ভাৰৰ লগত মিলিজুলি থাকি কেনেকৈ মাধুৰ্য আৰু গাম্ভীৰ্যৰে ভৰা ঠাঁচ এটা সৃষ্টি কৰিব কৰিব পাৰে এই কবিজনেইটোই তাৰ নিদৰ্শনৰ প্ৰোহাৰ মেলিছে। আজি কালি ইয়ে সিয়ে কোৱা শুনো কবিতাৰ সৌন্দৰ্য হেনো তাৰ দুৰ্বোধ্যতাত লুকাই থাকে। পিছে বোধ আৰু সৌন্দৰ্যপুষ্টি একেটা মুদ্ৰাৰে ইপিঠি সিপিঠি নহয় জানো? বোধহীনজনৰ সৌন্দৰ্য স্বাদন কেনেকৈ হয় সেইটোহে দুৰ্বোধ্য। বকুলবনৰ কবিৰ ভাষা-ভঙ্গীয়ে প্ৰমাণ কৰে যে দুৰ্বোধ্য নকৰাকৈও গভীৰ তত্ত্বক সুন্দৰ কৰি প্ৰকাশ কৰিব পাৰি।

— তীৰ্থনাথ শৰ্মা

মানৱ হৃদয়ৰ সহজ অনুভূতি সমূহৰ অবাধ প্ৰকাশ ভাৰতীয় সাহিত্যত নতুন বস্তু, আৰু ই কিছু পৰিমাণে পাশ্চাত্য সাধনাৰ সংস্পৰ্শৰ ফল। ভাব প্ৰকাশৰ এই স্বাধীনতাৰ বাণী অসমীয়া সাহিত্যতো জনদিয়েক গ্ৰন্থকাৰৰ লিখাত ধ্বনিত হৈছে। শ্ৰীযুত আনন্দ চন্দ্ৰ বৰুৱা এই নতুনৰ প্ৰয়াসী। 'পৰাগ' তাৰে নিদৰ্শন।

তাহানি Sidney এ কোৱাৰ দৰে Look into thy heart and write. এয়ে তেওঁৰ আদৰ্শ।

— যজ্ঞেশ্বৰ শৰ্মা

কিছুমান দিনৰ আগেয়ে "আবাহন" কাকতত স্পেনিচ ভাষাত লিখা এখন নাটকৰ বিষয়ে এটা প্ৰবন্ধ লিখিছিলোঁ। সেই নাটকৰে গল্পটো অৱলম্বন কৰি শ্ৰীযুত আনন্দচন্দ্ৰ বৰুৱাদেৱে "বিজয়া" নাটক লিখিছে। লেখক তৰুণ, অসমীয়া সাহিত্যত সুপৰিচিত। আশা কৰোঁ অসমীয়া নাটঘৰত এই নাটকৰ আদৰ হ'ব।

— কৃষ্ণকান্ত সন্দিকৈ

সীমাবদ্ধতাৰ মাজতো উপলব্ধি কৰা হুইটমেনীয় (!) বিশ্বানুভূতিৰ প্ৰতি আস্থাৱান হোৱাৰ কাৰণেই হয়তো আনন্দচন্দ্ৰ বৰুৱা অসমৰ হৈয়ো পাৰশ্যৰ, কুৰি শতিকাৰ হৈয়ো বেদৰ যুগৰ প্ৰাসংগিকতা অনুভৱ কৰি গ'ল। তেওঁৰ মনত অৰ্ধসুপ্ত হৈ থকা লোকায়ত ঐহিকতা আৰু আধ্যাত্মিক ভূমা স্পৃহাৰ কথা ইতিপূৰ্বে উল্লেখ কৰিছোঁ। সেই সন্দৰ্ভতে দুটা কথালৈ বিশেষকৈ আঙুলিয়াবৰ মন গৈছে। ৰোমাণ্টিক ভাবধাৰাৰে পুষ্ট বুলি পণ্ডিত মহলত খ্যাত এই কবিজনে ছোভিয়েত কবিতা অনুবাদ কৰিলে কিয়? যতীন্দ্ৰ নাথ দুৱৰায়ো ৰুছ সাহিত্যিক টুৰ্গেনিভৰ দ্বাৰা প্ৰভাৱান্বিত হৈ কথা-কবিতা ৰচনা কৰিছিল। টুৰ্গেনিভ বিপ্লৱ পূৰ্ব যুগৰ সাহিত্যিক (১৮১৮-১৮৮৩) ছোভিয়েত সমাজ ব্যৱস্থাৰ নহয়। ৰবীন্দ্ৰনাথে ছোভিয়েত দেশত নতুন মানৱীয় পৰীক্ষা চলিছে বুলি সেই ব্যৱস্থাৰ সম্ভাৱনাক ওলগ জনোৱাৰ কথা সৰ্বজন বিদিত। সমাজতান্ত্ৰিক ব্যৱস্থাই কবিতাক মৌ বাহৰ সংস্কৃতিলৈ (bee hive বা regimented culture) ৰূপান্তৰ কৰিছে নেকি তাকেই কিজানি চাব খুজিছিল আনন্দচন্দ্ৰই।

— নবকান্ত বৰুৱা

চুফী কবি হাফিজৰ অনুবাদ পঢ়ি অনুপ্ৰাণিত হৈ অসমীয়ালৈ অনুবাদ কৰাৰ লগে লগে অসমীয়া কাব্য-সাহিত্যলৈ এটা নতুন ভাবৰ সুঁতি বৈ আহিল। ইয়াৰ আগতে হাফিজৰ চুফীবাদ অসমীয়াৰ কাৰণে আছিল অপৰিচিত।

— আব্দুছ ছাত্তাৰ

---

বৰেণ্যজনৰ দৃষ্টিত

